# ডেৰশ বছৰৰ নিৰ্বাচিত অসমীয়া নাট্য সংকলন

## দ্বিতীয় খণ্ড

সাদিন গোষ্ঠীৰ স্বত্তাধিকাৰী
শ্ৰী জয়ন্ত বৰুৱাৰ
অৰ্থ সাহায্যত প্ৰকাশিত



অসম নাট্য সন্মিলন

**Dershabasarar Nirbachita Asomiya Natya Sankalan :**
A Collection of 150 years of Assamese plays
Edited and compiled by
**Arun Sarma,**
Published by **Asom Natya Sanmilan**
with the financial assistance from **Sri Jayanta Barua,** Sadin Group of Publications, Guwahati
Price Rs 250 00 only

---

**প্ৰথম সংস্কৰণ** ঃ ২০০৭ খ্ৰীষ্টাব্দ

**সম্পাদনা** ঃ অৰুণ শৰ্মা
৭৭, কমলাকান্ত ভট্টাচাৰ্য্য পথ,
চেনিকুঠি, গুৱাহাটী -৭৮১ ০০৩

**প্ৰকাশক** ঃ অসম নাট্য সন্মিলন
মুখ্য কাৰ্যালয় - বিৰ[illegible] বেৰেজীয়া, নগাওঁ, অসম

**প্ৰচ্ছদ শিল্পী** ঃ পদ্ম সিন্‌হা

**যোগাযোগ** ঃ মহানগৰ কাৰ্যালয় -
শিল্পীৰ পৃথিৱী
বামুনীমৈদাম, গুৱাহাটী-৭৮১০২১

**মূল্য** ঃ দুশ পঞ্চাছ টকা মাত্ৰ

**অক্ষৰ বিন্যাস (ডি.টি.পি.)** ঃ বিদ্যুৎ ৰঞ্জন দাস

**মুদ্ৰক** ঃ সাদিন প্ৰিন্টাৰ্ছ
বামুনীমৈদাম, গুৱাহাটী-৭৮১০২১

ডেৰশ বছৰৰ নিৰ্বাচিত অসমীয়া আধুনিক নাট্য সংকলন, দ্বিতীয় খণ্ড ঃ

এইখণ্ডত সন্নিবিষ্ট হৈছে প্ৰথমখন আধুনিক অসমীয়া নাটক,

*গুণাভিৰাম বৰুৱা* ৰচিত ৰাম-নবমী ৰ পৰা

১৯৫০ খৃষ্টাব্দলৈকে ৰচিত অসমীয়া

নাটক সমূহৰ নিৰ্বাচিত পঞ্চাছ

খন নাটকৰ দ্বিতীয় পছিশ

খন নাটক।

## অসম নাট্য সন্মিলনৰ কেন্দ্ৰীয় কাৰ্যকৰী সমিতিৰ সদস্য সকল।
## (কাৰ্যকাল ঃ ২০০৪ -২০০৬)

| | | |
|---|---|---|
| আজিবন উপদেষ্টা | ঃ | ৰত্ন ওজা, যোগেন চেতীয়া |
| সভাপতি | ঃ | অৰুণ শৰ্মা |
| উপদেষ্টা | ঃ | কুমাৰ দীপক দাস |
| কাৰ্যকৰী সভাপতি ঃ | | উমেশ শৰ্মা |
| উপ-সভাপতি | ঃ | জীবেশ্বৰ দেৱ গোস্বামী<br>চৈয়দ নাজিম আহমেদ<br>জিতেন শৰ্মা<br>কৰুণ জ্যোতি শইকীয়া |
| সাধাৰণ সম্পাদক | ঃ | পঙ্কজ মুদিয়াৰ |
| সহকাৰী সম্পাদক | ঃ | হৰেকৃষ্ণ দাস (দীপু)<br>ৰঞ্জন হাজৰিকা<br>পঙ্কজ জ্যোতি ভূঞা<br>দুলাল বৰা<br>প্ৰশান্ত ফুকন<br>জিতু শৰ্মা ৰাজখোৱা |
| বিত্ত সম্পাদক | ঃ | হেম চন্দ্ৰ বৰা |
| কোষাধ্যক্ষ | ঃ | অনিল কলিতা |
| প্ৰচাৰ সম্পাদক | ঃ | দিলীপ চন্দ্ৰ বৰা |
| -কাৰ্য নিৰ্বাহক সদস্য | ঃ | ৰমেশ তালুকদাৰ, বিমল প্ৰসাদ বাযন, মুকুট অধিকাৰী, কানু গোস্বামী, পুলক ফুকন, মানিক গোস্বামী, হীৰক জ্যোতি দাস, অসীমা দেৱ চৌধুৰী, যুগল দাস, মৃগেন বৰা, ৰাতুল শইকীয়া, মোহিনী বৰগোঁহাই, মনোৰঞ্জন শৰ্মা, পখিলা কলিতা। |
| মনোনীত সদস্য | | ডঃ পৰমানন্দ ৰাজবংশী, নযন প্ৰসাদ, হ্ৰেণ ৰাজখোৱা, ৰমেশ কুমাৰ হালৈ, অভিজিৎ ভট্টাচাৰ্য্য। |
| আমন্ত্ৰিত সদস্য | ঃ | ৰবিজিতা গগৈ, দুলাল বৰুৱা, বীৰেন দাস, শুক্লাচাৰ্য্য ৰাভা, ৰাজীৱ দে, গীতালী বৰুৱা, উপেন ভাগৱতী। |
| বিশেষ আমন্ত্ৰিত সদস্য | ঃ | ড° অখিল চক্ৰৱৰ্তী, ড° জগদীশ পাটগিৰি, মলযা গোস্বামী, ৰতন লহকৰ, ৰজনী চৰ্গিয়াৰি, ড° বুদ্ধেশ্বৰ দলে, ধন কুমাৰ ৰাভা,হেম ৰঞ্জন দেউৰী, ভদ্ৰেশ্বৰ কুৰ্মী, নব ঠাকুৰীয়া, প্ৰাঞ্জল শইকীয়া, সমৰেন্দ্ৰ নাৰায়ন দেৱ, দিনেশ শৰ্মা, তৰুণ শইকীয়া, বাহাৰুল ইছলাম, ৰুকমল হাজৰিকা, সেৱাব্ৰত বৰুৱা, সুমীত্ৰা গোস্বামী। |
| কাৰ্যালয় সম্পাদক | ঃ | অজিত কুমাৰ দাস, উমেশ ডেকা |

**বিঃ দ্ৰঃ সন্মিলনৰ সাংগঠনিক সুবিধাৰ কাৰণে নিম্নোল্লেখিত বিষয়ববীয়া আৰু সদস্যসকলক চলিত কাৰ্যকালৰ মাজ ভাগত কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকত অন্তৰ্ভূক্ত কৰা হয়।**

| | | | |
|---|---|---|---|
| ১) প্ৰশান্ত ফুকন | সহঃ সম্পাদক | ৫) নয়ন প্ৰসাদ | মনোনীত সদস্য |
| ২) দুলাল বৰা | সহঃ সম্পাদক | ৬) পৰমানন্দ ৰাজবংশী | মনোনীত সদস্য |
| ৩) হেম চন্দ্ৰ বৰা | বিত্ত সম্পাদক | ৭) অজিত কুমাৰ দাস | কাৰ্যালয় সম্পাদক |
| ৪) বিমল বায়ন | মনোনীত সদস্য | | |

# পাতনি

## ডেৰশ বছৰৰ আধুনিক অসমীয়া নাটক ( ১৮৫৫ - ২০০৫)

*- এটি সমীক্ষা*

উনৈশ শতিকাৰ প্ৰথম ভাগত ৰাজনৈতিক অনিশ্চয়তা, আভ্যন্তৰীণ সংঘৰ্ষ আৰু বিশেষকৈ মানৰ আক্ৰমণৰ বিপৰ্যয়ে অসমৰ সামাজিক জীৱনত অস্থিৰতাৰ সৃষ্টি কৰিছিল। সাধাৰণ মানুহৰ স্বাভাৱিক জীৱন-নিৰ্বাহ বৰ বেয়াকৈ ব্যাহত হৈছিল। ইয়াৰ ফলত এটা শোচনীয় ক্ষতি হৈছিল লোক-সংস্কৃতিসমূহৰ বিশেষকৈ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সৃষ্টি অংকীয়া নাট-ভাওনাৰ পৰম্পৰাৰ স্বাভাৱিক বিকাশ সাধনৰ ক্ষেত্ৰত।

তেনে অৱস্থাতে অসম ইংৰাজ শাসকৰ অধীনলৈ আহিল। তেওঁলোকে শাসন ব্যৱস্থাত সহায় কৰিবলৈ ইতিমধ্যে ইংৰাজী ভাষা জনা লোক প্ৰতিবেশী ৰাজ্য বংগদেশৰ পৰা আনিব লগা হ'ল। একে সময়তে ইংৰাজ কোম্পানীয়ে অসমত চাহ উদ্যোগ আৰম্ভ কৰিলে। তাতো তেওঁলোকক সহায় কৰিবলৈ ওচৰৰে ইংৰাজী জনা বঙালী লোকসকলক আনিব লগা হ'ল। এনেকৈয়ে অসমত বাংলাভাষী লোকৰ অনুপ্ৰৱেশ আৰু স্থিতি লাভ হ'ল। ভাষাৰ লগতে তাৰ সৈতে ওতপ্ৰোতভাৱে জড়িত তেওঁলোকৰ সংস্কৃতিও তেওঁলোকে বহন কৰি আনিলে। লগতে আনিলে নাটক আৰু প্ৰজেনিয়াম থিয়েটাৰৰ পৰম্পৰা।

প্ৰতি বছৰে বঙালীসকলৰ বাবে দুৰ্গা পূজা আৰু কালী পূজা বিশেষ ধৰ্মীয় অনুষ্ঠান। এই অনুষ্ঠান-উদ্‌যাপন উপলক্ষে তেওঁলোকে কলিকতাৰ পৰা যাত্ৰা পাৰ্টি আনিছিল। তেওঁলোকে নিজেও নাট্যাভিনয় অনুষ্ঠিত কৰিবলৈ লৈছিল। বিশেষকৈ জিলা সদৰসমূহৰ চৰকাৰী অফিচৰ বঙালী কেৰাণীসকলে বঙালী নাটকত অভিনয় কৰিছিল। চাহ বাগিচাৰ কাষৰ অসমীয়া যুৱকসকল বাগিচাৰ কালী পূজাত আয়োজন কৰা যাত্ৰা আৰু নাট্যাভিনয় চাবলৈ গৈছিল। পিছত তেওঁলোকে ভাবিলে, তেওঁলোকে নিজেও দেখোন নিজ নিজ ঠাইতে মঞ্চ সাজি নাট্যাভিনয় কৰিব পাৰে। তেওঁলোকে তাকে কৰিবলৈ ল'লে। আনহাতে জিলা সদৰৰ অসমীয়া যুৱকসকলো প্ৰভাৱান্বিত হ'ল বঙালী কেৰাণীসকলে আয়োজন কৰা দুৰ্গা পূজাৰ নাট্যাভিনয় দ্বাৰা। সেই সময়তে কামাখ্যালৈ অহা গোপাল নামৰ এজন বঙালী নাট্য শিল্পীয়ে ইয়াতে থাকিবলৈ লৈ এটা নাট্যদল তৈয়াৰ কৰি বাংলাৰ পৰা অনুবাদ কৰা অসমীয়া নাটকৰ মঞ্চায়ন কৰিবলৈ লৈছিল।

সেই সময়তে আৰু এটা প্ৰক্ৰিয়া চলিছিল। অসমত তেতিয়া ইংৰাজী শিক্ষাৰ বিশেষকৈ উচ্চ শিক্ষাৰ সুবিধা নথকা হেতুকে শিক্ষানুৰাগী বিত্তবান যুৱক সকল সেই সুবিধা ল'বৰ কাৰণে কলিকতালৈ গৈছিল। তেওঁলোকে কলিকতাত বাংলা নাট্যাভিনয় চাইছিল। কলিকতাৰ ৬৮ নং আৰ্মহাৰ্ষ্ট ষ্ট্ৰীটত অসমীয়া সাহিত্যৰ জোনাকী যুগৰ সূচনাকাৰীসকলৰ মাজত অসমীয়া ভাষা - সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চা আৰু বাস্তৱায়নৰ কামত ব্যস্ত থাকোতে নাটক ৰচনা আৰু অভিনয়ৰ ওপৰতো গুৰুত্ব দিছিল। তেনে গুৰুত্বৰেই ৰচিত আৰু অভিনীত হৈছিল অসমীয়া আধুনিক নাটকৰ প্ৰথমকেইখনৰ এখন ভ্ৰমৰংগ। অসমীয়া ভাষাৰ প্ৰথমখন নাটক ৰাম-নৱমী ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই ৰচনা কৰিছিল উচ্চ শিক্ষা সাং কৰি কলিকতাৰ পৰা নদীয়েদি নাৱত উঠি অসমলৈ উভতি অহাৰ সময়ছোৱাত। প্ৰায় ডেৰশ বছৰ আগেয়ে সেই সময়ৰ অসমীয়া সমাজৰ পৰিপ্ৰেক্ষিতত বিধৱা বিবাহৰ দৰে এনে এটা বলিষ্ঠ বিষয়ক লৈ লিখা অসমীয়া ভাষাৰ প্ৰথমখন নাটক ৰামনৱমীৱে অসমৰ আধুনিক নাট্য বুৰঞ্জীয়ে পাতনি মেলা কথাটো অতি তাৎপৰ্যপূৰ্ণ।

গুণাভিৰাম বৰুৱাৰ 'ৰামনৱমী' ৰে উনৈশ শতিকাৰ শেষাৰ্ধত অসমীয়া ভাষাত ৰচিত প্ৰথমখন আধুনিক

নাটকৰ পিছত শতিকাটোৰ শেষলৈকে আৰু যিকেইখন নাটক ৰচিত হ'ল তাৰ ভিতৰত উল্লেখযোগ্য মাত্ৰ কেইখনমানহে গ্ৰহণ কৰিব পাৰি। সেইকেইখন হেমচন্দ্ৰ বৰুৱাৰ কানীয়াৰ কীৰ্তন, ৰুদ্ৰনাথ বৰদলৈৰ বঙাল বঙালনী, ৰায়বাহাদুৰ কনক লাল বৰুৱা, গোপালকৃষ্ণ দে আৰু ৰজনীকান্ত বৰদলৈত্ৰয়ী বিৰচিত সাবিত্ৰী সত্যবান, দেৱনাথ বৰদলৈৰ বৈদেহী বিচ্ছেদ, লম্বোদৰ বৰাৰ শকুন্তলা আৰু শেষত শ্বেইক্সপীয়েৰৰ 'কমেডী অৱ এৰৰচ'ৰ অসমীয়া অভিযোজনা ভ্ৰমৰংগ ৰচনা কৰি উলিয়াইছিল যুটীয়াভাৱে চাৰিগৰাকী ব্যক্তিয়ে। তেওঁলোক হ'ল ঘনশ্যাম বৰুৱা, ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতী আৰু গুঞ্জানন বৰুৱা। এই নাটককেইখন সেই সময়ছোৱাত অসমৰ বিভিন্ন ঠাইত, বিশেষকৈ নগৰ আৰু চহৰকেইখনত মঞ্চস্থ হয়। এইদৰেই অসমীয়া আধুনিক নাট্যমঞ্চৰ (Prosenım Theatre ৰ) পৰম্পৰাৰ সূচনা হৈ নাট্যধাৰাই কুৰিশতিকাত প্ৰৱেশ কৰে।

এতিয়া আমি যোৱা শতিকাৰ প্ৰথমাৰ্ধৰ অসমীয়া নাট্য ইতিহাসৰ ৰেঙণিলৈ আহো। নাটক সাহিত্যৰ অঙ্গীভূত। সাহিত্যৰ বুৰঞ্জীয়েই নাটকৰো বুৰঞ্জী। সময়ৰ গৰ্ভৰ পৰা পুংকাটি 'অৰুনোদই' যুগৰ খ্ৰীষ্টান মিছনেৰিসকলে আৰু পিছত হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা প্ৰমুখ্যে অপ্ৰমাদী সাহিত্যিকজনে অসমীয়া আধুনিক ভাষা- সাহিত্যৰ প্ৰথম সুঁতিটো বোৱাই দিলে। সেই সুঁতিয়েই কুৰি শতিকাত প্ৰৱেশ কৰি নদী হৈ ক্ৰমে বিশাল ৰূপ লৈ ব'বলৈ আৰম্ভ কৰিলে। আৰম্ভৰ এইছোৱা সময়েই হ'ল জোনাকী যুগ। এই যুগৰ পাঁচোটি কীৰ্তিস্তম্ভ পাঁচোগৰাকী সাহিত্যিক ক্ৰমে লক্ষ্মীনাথ গোহাঞিবৰুৱা, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, বেণুধৰ ৰাজখোৱা আৰু চন্দ্ৰধৰ বৰুৱা। অসমীয়া সাহিত্যৰ এনে দিশ নাই, এনে শাখা নাই যিহক এইকেইগৰাকীৰ লিখনিয়ে সামৰি লোৱা নাছিল। তেনেকৈয়ে আধুনিক অসমীয়া সাহিত্যৰ এইকেইগৰাকী পূৰ্বসূৰী সাহিত্যিকে ৰচনা কৰা নাটকেৰেই কুৰি শতিকাৰ অসমীয়া নাট্য- সাহিত্যই পাতনি মেলিছিল।

এটা কথা উল্লেখ কৰি লোৱা ভাল হ'ব। সেইটো হৈছে নাটক দুটা প্ৰক্ৰিয়াৰে সৃষ্টি হয় ঃ এটা, নাটক সাহিত্যৰ এটা অংগ বা শাখা হিচাপে, আনটো কোনো মঞ্চবিশেষৰ তাগিদাত। প্ৰথম অৱস্থাত অসমীয়া সাহিত্যৰ সকলো শাখাকে ঠন ধৰাই তোলাৰ দায়িত্ব আহি পৰিছিল পূৰ্বসূৰী সাহিত্যিকসকলৰ ক্ষেত্ৰত। সেয়ে তেখেতসকলে একোখন নাটক মঞ্চস্থ হোৱাৰ উদ্দেশ্যৰ প্ৰতি গুৰুত্ব দিযাতকৈ সাহিত্যৰ সামগ্ৰিক বিকাশৰ কথা চিন্তা কৰিহে নাট ৰচনা কৰিছিল। 'নাটকো লিখিব লাগিব' - এনে এটা দায়বদ্ধতাৰ মনোভাবেৰে নাটক লিখাৰ প্ৰতি সচেতন আৰু সক্ৰিয় আছিল। কোনো এখন নাটক মঞ্চত নিবেদন হ'লেও হ'ল, কিন্তু অসমীয়া সাহিত্যক সামগ্ৰিক ৰূপ দিব লাগিব, গতিকে নাটক লিখিব লাগে। সময়ৰ এই আহ্বানক জোনাকী যুগৰ কৰ্ণধাৰকেইজনে সঁহাৰি দিবলৈ নাটক লিখিছিল।

শতিকাটো আৰম্ভ হয় পদ্মনাথ গোহাঞিবৰুৱাৰ নাটক 'জয়মতী' ৰে ১৯০০ খৃষ্টাব্দত। তাৰ তিনি বছৰ পূৰ্বেই (১৮৯৭) অৱশ্যে গোহাঞিবৰুৱাই 'গাঁওবুঢ়া' নামৰ নাটকখন লিখি প্ৰকাশ কৰিছিল। দৰাচলতে গোহাঞিবৰুৱা নাট্য ৰচনাৱলীৰ সৰ্বোৎকৃষ্ট ৰচনা গাঁওবুঢ়া বুলিয়েই মই বিবেচনা কৰো। অসমত প্ৰথম বৃটিছৰ শাসন আৰম্ভ হোৱাৰ সময়ত ইয়াৰ স্বৰূপ কেনে আছিল, অসমীয়া সাধাৰণ মানুহৰ সমাজত ইয়াৰ প্ৰভাৱ কেনেদৰে পৰিছিল, বৃটিছ শাসকসকলৰ প্ৰতি সাধাৰণ মানুহৰ মনোভাৱ কেনে আছিল ইত্যাদি বিষয়ে এটি সুন্দৰ আভাস নাটকখনৰ মাজেৰে বুজা যায়। ৰাজবিষয়াসকলৰ তোষামোদকাৰী এচাম মধ্যমস্থানৰ মানুহৰ কবলত পৰি সাধাৰণ প্ৰজাই কি দুৰ্দশা আৰু নিৰ্যাতন ভোগ কৰিবলগীয়া হৈছিল তাৰ স্পষ্ট নিদৰ্শন পোৱা যায়, নাটকখনৰ ঘটনাক্ৰম আৰু চৰিত্ৰসমূহৰ ৰূপয়াণৰ মাজেৰে। কিছুমান সংলাপ আৰু কেইটামান চৰিত্ৰৰ আচৰণৰ বাবে আপাতদৃষ্টিত হাস্যৰসাত্মক হৈ পৰিলেও মূল কাহিনীৰ বিকাশ আৰু পৰিণতিয়ে নাটকখনক এটি গহীন আৰু কৰুণ ৰূপ দিছে। নাট্যকাৰৰো সেয়েই উদ্দেশ্য। নাটকত পুৰণি অসমীয়া সমাজ এখনৰ ছবি নিখুঁতভাৱে ফুটি উঠাৰ বাবেই কেইবছৰমান কম এশ বছৰৰ পিছতো ৰবীন্দ্ৰ ভৱনত দুলাল ৰায়ৰ পৰিচালনাত নিবেদিত এই নাটকখন এতিয়াৰ দৰ্শকেও আন্তৰিকতাৰে উপভোগ কৰিব পাৰিছিল।

গোহাঞিবৰুৱাৰ অন্য দুখন সামাজিক নাটক টেটোন তামুলী আৰু ভূত নে ভ্ৰম শুদ্ধ হাস্যৰসৰ। অৱশ্যে ভূত নে ভ্ৰমত অসমীয়া সমাজত প্ৰচলিত অন্ধবিশ্বাসৰ প্ৰতি বক্ৰোক্তি কৰা হৈছে। কিন্তু এটা সাধাৰণ সাধুকথাৰ পৰা এখন অতি মনোৰঞ্জক হাস্যমধুৰ পূৰ্ণাংগ নাটক টেটোন তামুলী গোহাঞিবৰুৱাৰ অনুপম সৃষ্টি। প্ৰসংগক্ৰমে ৰচনাৰ প্ৰায় এক শতিকাৰ পিছত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অবিনাশ শৰ্মাৰ দ্বাৰা পৰিচালিত এই নাটকখনৰ নিবেদন চাবলৈ পাইছিলো কেইবছৰমান আগতে। তেতিয়া উপলব্ধি কৰিছিলো নাটকৰ মাজেৰে মানুহৰ মনত বিমল আনন্দ দিয়াৰ কি দক্ষতা আছিল নাট্যকাৰ গোহাঞিবৰুৱাৰ।

গোহাঞিবৰুৱাৰ বাকীকেইখন নাটক অসম বুৰঞ্জীৰ সমল লৈ ৰচিত। সেইকেইখন হ'ল ঃ জয়মতী (১৯০০), গদাধৰ (১৯০৭), সাধনা (১৯২০) আৰু লাচিত বৰফুকন ( ১৯১৫)। পৌৰাণিক আখ্যানৰ ভেটিত ৰচিত বাণৰজা তেওঁৰ এখন উল্লেখযোগ্য নাটক।

জোনাকী যুগৰ নাট্যকাৰকেইগৰাকীৰ ভিতৰত গোহাঞিবৰুৱাৰ ক্ষেত্ৰত প্ৰণিধানযোগ্য এষাৰ কথা হৈছে সাহিত্যকৰ্ম হিচাপেই লিখিছিল যদিও গোহাঞিবৰুৱাৰ বাসস্থানৰ একেটা চুবুৰীতে থকা বাণ ৰঙ্গমঞ্চ তেওঁৰ নাট ৰচনাৰ প্ৰক্ৰিয়াৰে সৈতে ওতপ্ৰোতঃভাৱে জড়িত আছিল। বাণ ৰঙ্গমঞ্চত নিবেদন কৰিবৰ কাৰণে নাটক লিখি দিয়াৰ তাগিদা এটাও তেওঁৰ ওচৰত সদায় আছিল। হাতেলিখা অৱস্থাতেই তেওঁৰ কেউখন নাটক মঞ্চস্থ গৈছিল, গতিকে মঞ্চায়নৰ দিশটো গোহাঞিবৰুৱাৰ নাটকৰ ক্ষেত্ৰত অধিক সাৰ্থক হৈ উঠিছিল। এই ঘটনাটো বাকীকেইগৰাকীৰ নাট্য ৰচনাৰ ক্ষেত্ৰত তেনেদৰে সংঘটিত হোৱা নাছিল।

লক্ষ্মীনাথ বেজবৰুৱা ৰচিত শতিকাৰ প্ৰথমখন নাটক আছিল দেবযানী (১৯১১)। অৱশ্যে তেওঁৰ প্ৰথমখন নাটক লিতিকাই ৰচিত হৈছিল খৃঃ ১৮৮৯ ত। কিন্তু তেওঁ তাৰ পিছত বাৰ বছৰ কাল নাট ৰচনাত হাত দিয়া নাছিল যি সময়ছোৱাত গোহঞিবৰুৱাই মুঠ পাঁচখন গুৰুত্বপূৰ্ণ নাটক লিখি উলিয়াইছিল।

ৰসৰাজ বেজবৰুৱাই ৰসৰ ভাণ্ডাৰ মেলি দিছিল তেওঁৰ নাট ৰচনাতো। ধেমেলীয়া আৰু লঘু হাস্যৰসৰ ভাষাৰে পুৰণি লোককথাৰ একোটা চুটি কাহিনীক তেওঁ নাটকৰ মাজৰে অতি আকৰ্ষণীয় কৰি তুলিছিল। লিতিকাই, নোমল, পাঁচনি আৰু চিকৰপতি নিকৰপতি এইকেইখন নাটকৰেই অসমীয়া নাট্যসাহিত্যত হাস্যৰসৰ অধ্যায়টিৰ সূচনা হয়।

'দেৱযানী' বেজবৰুৱাই পৌৰাণিক আখ্যানৰ পৰা লোৱা কাহিনী এটাৰ ভেটিত ৰচিত অমিত্ৰাক্ষৰ ছন্দৰ নাটক। নাট্য সমালোচকসকলে ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিদায় অভিশাপ কাব্যৰ প্ৰভাৱ দেৱযানীত পৰিলক্ষিত হয় বুলি ক'ব খোজে। কিন্তু অসমীয়া ভাষাত অন্যতম প্ৰথম অমিত্ৰাক্ষৰ ছন্দৰ নাটক হিচাপে দেবযানী নাটকখনৰ এক বিশেষ গুৰুত্ব আছে।

লক্ষণীয় বিষয়, কলিকতা আৰু অসমৰ বাংলাভাষী লোকৰ সৌজন্য আৰু প্ৰভাৱত পশ্চিমীয়া প্ৰজেনিয়াম থিয়েটাৰৰ পৰম্পৰা আধুনিক অসমত প্ৰবৰ্তন হৈছিল যদিও সেই থিয়েটাৰৰ মূল অংগ নাটক ৰচিত হৈছিল সম্পূৰ্ণ মৌলিক ৰূপত, অৱশ্যে দুই-এটি ব্যতিক্ৰম বাদে। লক্ষ্মীনাথ বেজবৰুৱাৰ বুৰঞ্জীমূলক নাটককেইখনেও সেই সময়ত আনকেইগৰাকী সাহিত্যিকৰ নাট্য ৰচনাৰ সৈতে উপৰোক্ত তথ্যকে প্ৰতিপন্ন কৰে। চক্ৰধ্বজ সিংহ, বেলিমাৰ, জয়মতী কুঁৱৰী, গদাধৰ ৰজা এই আটাইকেইখন নাটক অসম বুৰঞ্জীৰ পৰা নিৰ্বাচিত ঘটনাৰাজিৰ ভেটিত তেওঁৰ দ্বাৰা ৰচিত মৌলিক নাটক। গোহাঞিবৰুৱাৰ ক্ষেত্ৰত বাণ ৰংগমঞ্চৰ উপস্থাপন প্ৰক্ৰিয়াৰ মাজেৰে প্ৰতিখন নাটক সংশোধিত হৈ প্ৰকাশ পোৱাৰ যি সুবিধা আছিল বেজবৰুৱাই তেনে প্ৰক্ৰিয়াৰ সুবিধা গ্ৰহণ কৰা নাছিল। সেই কাৰণেই মঞ্চশৈলীৰ প্ৰয়োজনীয় দিশসমূহৰ বিচাৰত গোহাঞিবৰুৱাৰ নাটককেইখনৰ তুলনাত বেজবৰুৱাৰ নাটকৰ মঞ্চ-আবেদন কিছু দুৰ্বল। একোটা ঘটনা মঞ্চত সংঘটনৰ মাজেৰে নাটকীয় মুহূৰ্ত আৰু তাৰ আবেদন সৃষ্টি সম্ভৱ হ'ব পাৰে। মাত্ৰ বক্তব্য নাইবা বাৰ্তাৰ মাজেৰে সি সম্পূৰ্ণ হৈ নুঠে। বেজ বৰুৱাৰ প্ৰায়কেইখন নাটকত তেনে হোৱা

পৰিলক্ষিত হয়। তথাপি ভাষা আৰু সাহিত্যগুণৰ বিচাৰত বেজবৰুৱাৰ নাট্যাৱলী অসমীয়া সাহিত্য ভঁৰালৰ আপুৰুগীয়া আৰু অনবদ্য সম্পদ।

বেজবৰুৱাৰ নাটককেইখনৰ পৰা বিশেষ আলোচনাৰ কাৰণে এখন মাত্ৰ ৰচনা যদি নিৰ্বাচন কৰি লোৱা হয় তেন্তে তেখেতৰ চক্ৰধ্বজ সিংহ নাটকখনকে হাতত ল'ব লাগিব। তেতিয়াৰ দিনত প্ৰায়বোৰ নাটক পাঁচঅংকীয়া আছিল। খুহুতীয়া আৰু ব্যংগাত্মক নাটকবোৰ এঘণ্টা-ডেৰঘণ্টা সময়ৰ ভিতৰত মঞ্চস্থ কৰিব পৰাকৈ ৰচনা কৰা হৈছিল। এনে হোৱাৰ কাৰণ আছিল ঃ তেতিয়া দুৰ্গাপূজাৰ সময়ত নাটকবোৰ ৰাতি ন-দহ বজাৰ পৰা আৰম্ভ হৈ একেবাৰে ঢলপুৱালৈকে নিবেদন কৰা হৈছিল। গতিকে প্ৰথমে মূল পাঁচঅংকীয়া নাটকখন তিনি চাৰিঘণ্টা ধৰি নিবেদন হোৱাৰ পিছত দ্বিতীয় চুটি নাটক এখন হয়। আমাৰ মনত আছে, ফণী শৰ্মাই প্ৰথমখন নাটক যেনে নৰকাসুৰ, চিৰাজৌদ্দলা নাইবা চাহজাহানৰ মূল ভূমিকাত অভিনয় কৰাৰ পিছত আকৌ দ্বিতীয়খন যেনে কুকুৰীকণাৰ আঠমঙলা, লিতিকাই নাইবা টেটোন তামুলীৰো মূল চৰিত্ৰ অভিনয় কৰিছিল।

চক্ৰধ্বজ সিংহ নাটকখনো পাঁচ অংকৰ আছিল। আহোম বুৰঞ্জীৰ প্ৰখ্যাত বহুচৰ্চিত যুদ্ধএখনেই নাটকৰ মূল বিষয়বস্তু। স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত মোগল সম্ৰাট ঔৰংজেবৰ নিৰ্দেশ অনুসৰি সেনাপতি মিৰজুমলাই আহোমৰে যুদ্ধ নকৰি সন্ধি স্থাপন কৰিছিল আৰু সন্ধি অনুযায়ী স্বৰ্গদেৱে মোগলক বছৰি ভালেখিনি ধন কৰ দিব লগাৰ চুক্তি হৈছিল। চক্ৰধ্বংজ সিংহই সেই চুক্তি নাকচ কৰি কৰ পঠোৱা বন্ধ কৰিলে আৰু আকৌ ৰণ দিবলৈ সাজু হ'ল। তেওঁ লাচিত বৰফুকনক সেনাপতি পাতি এই ৰণৰ বাবে সাজু হ'বলৈ নিৰ্দেশ দিলে। ইয়াৰ পৰাই নাটকৰ কাহিনী আৰম্ভ হৈছে আৰু বিখ্যাত শৰাইঘাটৰ ৰণৰ পৰিণতিৰে নাটক শেষ হৈছে।

পূৰ্বেই উল্লেখ কৰি অহাৰ দৰে নাটকৰ ঘটনাৰাজি চৰিত্ৰসমূহৰ মুখত বৰ্ণনা আৰু পত্ৰ-পাঠৰ মাজেৰেই বহুলভাৱে মঞ্চত দাঙি ধৰা হৈছে। গতিকেই নাট্যনিবেদনত নাটকীয়তাৰ আকৰ্ষণ বৰ দুৰ্বল। অৱশ্যে গজপুৰীয়া আৰু শদীয়াখোৱা এই দুটা চৰিত্ৰক কেন্দ্ৰ কৰি সংযোজিত উপকাহিনী দুটাই নাটকত কিছু হাস্যৰসৰ সৃষ্টি কৰিছে যদিও শৰাইঘাটৰ ৰণখনৰ গহীন সংকটাময় পৰিৱেশত কিছু নাট কীয়তাৰ সংযোজন, অসমীয়া নাটকৰ ভাষাৰ উৎকৃষ্ট আহিঁবা পৰিচয় বেজ বৰুৱাদেৱৰ 'চক্ৰধ্বজ সিংহ' নাটকখনত সুস্পষ্ট।

বেজবৰুৱাৰ পিছতে জোনাকী যুগৰ তৃতীয়জনা সাহিত্যিক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱায়ো নাট্যৰচনাত হাত দিছিল। তেওঁৰ নাটক সংখ্যাৰ হিচাপত চাৰিখনমানহে আছিল। যদিও 'মহৰী' নামৰ নাটকখন সেই সময়ৰ সবাতোকৈ মনোগ্ৰাহী আৰু নিভাজ হাস্যৰসৰ এখন চুটি নাটক আছিল। বৃটিছ চাহাবৰ আমোলৰ চাহবাগিছাৰ পটভূমিত ইংৰাজী ভাষা জনাৰ প্ৰয়োজনীয়তা আৰু বিসংগতিক লৈ অতি সৰল আৰু স্বাভাৱিক ভাষাৰে নাটকৰ কাহিনীটো দাঙি ধৰা হৈছে। ঘটনাৰ নাটকীয়তা আৰু স্বাভাৱিকতাৰ বিচাৰত এই ৰচনাটি সেই সময়ৰ আটাইকেইখন ধেমেলীয়া নাট্যৰচনাতকৈ উচ্চমানৰ বুলি ক'ব পাৰি। গোহাঞিবৰুৱাৰ 'টেটোন তামুলী', বেজবৰুৱাৰ 'লিতিকাই' আদিত যি অতিৰঞ্জত নাইবা অপ্ৰাসংগিক ঘটনা আৰু ভাষাৰ প্ৰয়োগ দেখা যায় মহৰীত তেনে প্ৰয়োগ সমূলি নাই। সেই সময়ৰ এখন অতি সাৰ্থক ৰচনা আছিল মহৰী।

সেই সময়ছোৱাত বেণুধৰ ৰাজখোৱাৰ ভালেকেখন নাটক ৰচনা হৈছিল। কিন্তু নাট্যকাৰ হিচাপে তেওঁ তেওঁৰ সমসাময়িক কেইজনৰ পৰ্যায় লাভ কৰিব নোৱাৰিলে। তেওঁৰ ৰচনাখিনি প্ৰকৃতাৰ্থত গহীনভাবৰ নাইবা লঘুভাবৰ কোনো দিশতে সাৰ্থক হৈ নুঠিল। প্ৰায় দহখনৰো অধিক তেওঁৰ নাট্য ৰচনাৰ ভিতৰত 'দক্ষযজ্ঞ' নামৰ নাটকখনেই মঞ্চ নিবেদনৰ বাবে সমাদৃত হৈছিল। তেওঁৰ আন এখন নাটক 'সেউতী- কিৰণ' ত্ৰৈকোণিক প্ৰেমৰ পৰিণতিক লৈ লিখা অসমীয়া সামাজিক নাটক। সেয়ে নাটকখনৰ ভাষা যথেষ্ট আবেগমণ্ডিত আৰু সাহিত্যসুলভ হৈছে।

**চন্দ্ৰধৰ বৰুৱাঃ** আধুনিক অসমীয়া নাট্য-সাহিত্য আৰু অসমীয়া মঞ্চনাটক দুয়োদিশৰ সংকলো গুণ সামৰি যিখন প্ৰথম সম্পূৰ্ণ সাৰ্থক ভাৱে ৰচিত নাটক সেইখন হৈছে চন্দ্ৰধৰ বৰুৱাৰ মেঘনাদ বধ। কাহিনী মূল ৰামায়ণৰ

ঘটনা বিশেষ। কিন্তু বিষযবস্তুৰ ভাবাৰ্থ, বিন্যাস, ভাষা প্ৰয়োগৰ ৰীতি ইত্যাদি বিষয়ত চন্দ্ৰধৰ বৰুৱা বহুখিনি বাংলা কবি মাইকেল মদুসুদন দত্তৰ ওচৰত ঋণী। বাংলা কবিজনৰ ৰচনা মেঘনাদ বধ কাব্যৰ প্ৰায় পোণপটীয়া প্ৰভাৱ অসমীয়া নাটকখনত পোৱা যায়। বাংলা কাব্যখনৰ প্ৰভাৱসিদ্ধ হোৱা কাৰণে বৰুৱাৰ নাটকখনত ব্যৱহাৰ কৰা অমিত্ৰাক্ষৰ ছন্দৰ ৰীতি অতি সাৰ্থক হৈ উঠিছে। সংলাপৰ আবেদন আৰু ভাষাৰ ব্যঞ্জনা অতি মনোগ্ৰাহী হৈছে। অসমীয়া ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ কাব্যময়তাৰে উচ্চমানৰ সাহিত্য-গুণবিশিষ্ট কম সংখ্যক যিকেইখন নাটক আছে তাৰ অন্যতম চন্দ্ৰধৰ বৰুৱাৰ মেঘনাদ বধ। নাটকখন ১৯০৪ চনত প্ৰকাশ পাইছিল। কিন্তু মই ভাবো এতিয়াও ইয়াৰ মঞ্চ নিবেদনক দৰ্শকে পুৰণি বুলি নাভাবিব, উপভোগ নকৰাকৈ নাথাকিব।

পৌৰাণিক মহাকাব্যৰ কাহিনী-সম্বলিত সেই সময়ৰ আন এখন গহীন নাটক হ'ল দুৰ্গেশ্বৰ শৰ্মাৰ পাৰ্থ পৰাজয়। এই নাটকতো ভাষাৰ মান উচ্চ পৰ্যায়ৰ আৰু নাটকৰ আকৰ্ষণীয় দিশটো হৈছে ইয়াত মঞ্চশৈলীৰ সাৰ্থক প্ৰয়োগ। মঞ্চ নিবেদনৰ কাৰণে প্ৰয়োজনীয় গুণবোৰ ইয়াত প্ৰয়োগ কৰা হৈছে।

অসমীয়া ভাষাৰ আৰু এখন উৎকৃষ্ট অমিত্ৰাক্ষৰ ছন্দৰ নাটক অম্বিকাগিৰি ৰায়চৌধুৰী ৰচিত জয়দ্ৰথ বধ। মহাভাৰতৰ জয়দ্ৰথ বধৰ কাহিনীভাগক কেন্দ্ৰ কৰি পাঁচ অংকত ৰচনা কৰা এইখন নাটক অসমীয়া সাহিত্যৰ এটি অপূৰ্ব নিদৰ্শন। শতিকাটোত যিখিনি সাহিত্য সৃষ্টিয়ে অসমীয়া ভাষাক অতি উচ্চমানবিশিষ্ট কৰি গঢ়ি তুলিলে সেই সৃষ্টিৰে অংগৰূপ ৰায়চৌধুৰীৰ জয়দ্ৰথ বধ। অসমীয়া ভাষাত যে উপযুক্ত নাটক লিখা হ'ব লাগে, মঞ্চত নিয়মীয়াকৈ নাট্য নিবেদনৰ কাৰণে সদায় বাংলা নাটকৰ অনুবাদৰ ওপৰত নিৰ্ভৰ থাকিলেই যে নহ'ব, এনে চিন্তাত ৰায়চৌধুৰীয়ে গুৰুত্ব দিছিল।

এইদৰে শতিকাটোৰ প্ৰথম দশকত পৌৰাণিক আখ্যানভিত্তিক, বুৰঞ্জীমূলক আৰু কিছু সামাজিক বিষয়কলৈ হাস্যৰসাত্মক বা ব্যংগাত্মক ৰচনাৰে অসমীয়া নাট্য সাহিত্যৰ ভেটি গঢ় লৈ উঠে। ইয়াৰ পিছৰ দ্বিতীয় দশকৰ নাট্যকাৰসকলৰ ভিতৰত যিকেইজনৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি তেওঁলোক হ'ল পদ্মধৰ চলিহা, মিত্ৰদেৱ মহন্ত, শৈলধৰ ৰাজখোৱা, নবীন চন্দ্ৰ বৰদলৈ আৰু ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। পদ্মধৰ চলিহাৰ নিমন্ত্ৰণ নামৰ নাটকখনেই কিছু জনপ্ৰিয় আছিল। এইখন এখন ব্যঙ্গাত্মক নাটক, হাস্যৰসৰ প্ৰচুৰ উপাদান ইয়াত পোৱা যায়।

এই সময়ছোৱাৰ নাট্য সৃষ্টিত সৰ্বাধিক অৰিহণা যোগাইছিল মিত্ৰদেৱ মহন্তৰ নাট্যসম্ভাৰে। পৌৰাণিক আখ্যানৰ সমল লৈ লিখা দুখনমান নাটকৰ বাহিৰে তেওঁ ৰচনা কৰা মুঠ ওঠৰখন নাটকৰ বেছিখিনিয়েই আছিল খুহুতীয়া নাইবা প্ৰহসন নাটক। তাৰ ভিতৰত কুকুৰীকণাৰ আঠমঙলা, নিবোকা ৰজা, ভোটৰ ৰগৰ আদি কেইখনমান নাটক অতি আগ্ৰহেৰে নিবেদিত হৈছিল। তেখেতৰ বৈদেহী-বিযোগ নাটকখনত ভাওনাৰ বিভিন্ন শৈলী, প্ৰজেনিয়াম থিয়েটাৰৰ মঞ্চ ৰীতি আৰু শৈলীৰ সৈতে ৰজিতা খুৱাই এটা পৰীক্ষামূলক মঞ্চনিবেদনৰ প্ৰয়াস কৰিছিল। অসমীয়া নাটকত এনে পৰীক্ষা-নিৰীক্ষাৰ প্ৰয়াস বৈদেহী -বিয়োগত প্ৰথম দেখা পোৱা গৈছিল।

শৈলধৰ ৰাজখোৱাৰ অসম গৌৰৱ আৰু নবীন চন্দ্ৰ বৰদলৈৰ গৃহলক্ষ্মী এই দুখন সেই সময়ৰ একাধিক মঞ্চত নিবেদন হৈছিল আৰু নাটক দুখনে দৰ্শকৰ প্ৰশংসা লাভ কৰিছিল।

ইন্দেশ্বৰ বৰঠাকুৰৰ শ্ৰীবৎসচিন্তা এখন অতি মঞ্চসফল নাট্যৰচনা আছিল। বৰঠাকুৰ নিজে অসমৰ মঞ্চজগতৰ এজন অতি প্ৰখ্যাত অভিনেতা আৰু নাট পৰিচালক আছিল। গতিকে তেওঁৰ অভিজ্ঞতাপুষ্ট নাটক শ্ৰীবৎসচিন্তা স্বাভাৱিকতে য'তেই মঞ্চস্থ হৈছিল, তাতেই নাটকখনে দৰ্শকৰ ভূয়সী প্ৰশংসা লাভ কৰিছিল।

সাহিত্যিক হিচাপে লব্ধপ্ৰতিষ্ঠসকলৰ একে শাৰীতে স্থান নাপালেও সেই সময়ৰ দুজন নাট্যকাৰৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁলোক হ'ল দীন মেধি আৰু ৰমেশ চৌধুৰী। নাট্যকাৰ হিচাপে এওঁলোক দুজনৰ বৈশিষ্ট্য হ'ল অসমীয়া ভাষাত সৰ্বপ্ৰথম গণবিপ্লৱৰ বাৰ্তাবাহক, ৰজাৰ স্বৈৰাচাৰৰ বিৰুদ্ধে প্ৰজাসাধাৰণৰ সংগঠিত বিদ্ৰোহৰ কাহিনীৰে লিখা নাটক দুখন আছিল দীন মেধিৰ পুনৰ্জন্ম আৰু ৰমেশ চৌধুৰীৰ বিপ্লৱৰ শেষ। এই বৈশিষ্ট্যৰ বাবে অসমীয়া নাট্য বুৰঞ্জীত এই দুজন নাট্যকাৰে স্বকীয় স্থান লাভ কৰিছে। দ্বিতীয়তে, শতিকাটোৰ

প্ৰথম দুটা দশকত নাট্যপ্ৰয়াসসমূহ আছিল পৌৰাণিক আখ্যান আৰু বুৰঞ্জীৰ পৃষ্ঠাৰ পৰা সংগ্ৰহ কৰা বিষয়বস্তু লৈ লিখা নাট্য ৰচনা। সামাজিক নাটক বুলিয়েই ধেমেলীয়া বা ব্যঙ্গ নাটক লিখিব লাগে বুলি যেন নাট্যকাৰসকলৰ এটি ধাৰণা আছিল। কিন্তু পুনৰ্জন্ম আৰু বিপ্লৱৰ শেষ নাটক দুখনে যি এক ব্যতিক্ৰমী ধাৰাৰ সৃষ্টি কৰিলে তাৰে পৰাই আৰম্ভ হ'ল তৃতীয় দশকৰ পৰা গহীন সামাজিক নাটকৰ গুৰুত্ব। ইয়াৰ উপৰি প্ৰথম আৰু দ্বিতীয় দশকত নাটকসমূহত গীতৰ, আৰু কিছু পৰিমাণে নৃত্যৰ প্ৰাধান্য আছিল। পিছলৈ ক্ৰমে গীতৰ প্ৰচলন কমি আহিবলৈ ধৰিলে।

প্ৰকৃতাৰ্থত আধুনিক অসমীয়া নাটকৰ লহপহীয়া ৰূপটো গঢ ল'বলৈ আৰম্ভ হয় তৃতীয় দশকৰ পৰা। সেই ৰূপ সম্পূৰ্ণ হয় চতুৰ্থ দশকত। ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ ভাষাত ইয়াৰে পৰা 'স্বৰ্ণযুগৰ শুভাৰম্ভ' হয়। এই দুই দসকত নাট্যমণ্ডলৰ তাৰকাসকলৰ ভিতৰত উল্লেখযোগ্য এইকেইগৰাকীৰ নাম বিশেষভাৱে ল'ব পাৰি - অতুল চন্দ্ৰ হাজৰিকা, নকুল চন্দ্ৰ ভূঞা, লক্ষ্মীকান্ত দত্ত, জ্যোতিপ্ৰসাদ আগৰৱালা, মুক্তিনাথ বৰদলৈ, দৈৱচন্দ্ৰ তালুকদাৰ, প্ৰসন্নলাল চৌধুৰী, বিনন্দ্ৰ চন্দ্ৰ বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, দণ্ডিনাথ কলিতা, লক্ষ্মীধৰ শৰ্মা, গণেশ গগৈ, সাৰদা বৰদলৈ, প্ৰবীন ফুকন, লক্ষ্যধৰ চৌধুৰী আৰু সত্যপ্ৰসাদ বৰুৱা। এইসকলৰ ভিতৰত জ্যোতিপ্ৰসাদক তুলনামবলকভাৱে অলপ বহলাই আলোচনা কৰিববলৈ শেহৰপিনে থৈ বাকীকেজনৰ নাট্যসৃষ্টিৰ আভাসসূচক একোখনি নাট্যৰচনাৰ চমু আলোচনা কৰিববলৈ লৈছো।

অসমীয়া ভাষাত সৰ্বাধিক সংখ্যক নাট ৰচনা কৰা নাট্যকাৰজন হৈছে অতুলচন্দ্ৰ হাজৰিকা। এটা সূত্ৰৰ পৰা সংগ্ৰহ কৰা পৰিসংখ্যা অনুসৰি হাজৰিকাদেৱে মুঠ পঞ্চল্লিখন নাটক ৰচনা কৰিছিল। গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত দাঁতিত তেখেতৰ ঘৰৰ 'ঠিকনা' হোৱাৰ কাৰণে এই মঞ্চৰ নিযমীয়া তাগিদা আছিল, আওপকীয়াকৈ হ'লেও তেখেতৰ ইমানকেইখন নাটক লিখাৰ ই অন্যতম কাৰণ। মোৰ বিচাৰত তেখেতৰ নাট্যাৱলীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ ৰচনা আছিল টেকেন্দ্ৰজিৎ। সেইখনৰ ৰচনাকাল আছিল ১৯৫৯ চন। শতিকাৰ প্ৰথমাৰ্ধৰ নাটকখিনিৰ ভিতৰত নৰকাসুৰ, শ্ৰীৰামচন্দ্ৰ, কনৌজ কুঁৱৰী, নন্দদুলাল, কল্যাণী, ছত্ৰপতি শিৱাজী আদি ভালেকেইখন নাটক অতি জনপ্ৰিয় আছিল। সাহিত্যগুণ আৰু ৰচনাশৈলীৰ পিনৰ পৰা এই সযমছোৱাত তেখেতৰ নৰকাসুৰ নাটকখনেই সৰ্বশ্ৰেষ্ঠ বুলি মই বিবেচনা কৰো। পৌৰাণিক আখ্যানৰ পৰা গ্ৰহণ কৰিলেও নাট্যকাৰে নাটকৰ ঘটনাৱলী সন্নিৱিষ্ঠ কৰোতে ভালেকেখন পুৰণি গ্ৰন্থ অধ্যয়ন কৰাৰ ফল তাত প্ৰতিফলিত হোৱা পৰিলক্ষিত হৈছে। নাটকখনৰ ভালেমান অংশত অমিত্ৰাক্ষৰ ছন্দ ব্যৱহাৰ কৰাত নাটকৰ ভাষিক আৰু কাব্যিক সৌন্দৰ্য বহুখিনি বৃদ্ধি পাইছে। অসমীয়া মঞ্চবুৰঞ্জীত 'নৰকাসুৰ' এটি অনবদ্য চৰিত্ৰ। তেওঁৰ মাতৃপ্ৰেমৰ বৰ্ণনাৰ ভাষা কেনে প্ৰাঞ্জল। 'কয়ো যদি কোনোবাই পাপকণ্ঠ তুলি - মাতৃ মোৰ মাতৃ মোৰ কলংকিনী বুলি, তথাপিতো তথাপিতো তুমি মোৰ মাতৃ - চিৰকাল যুগে যুগে জন্মে জন্মে নৰকৰ আৰাধ্যা গোসাঁনী।" এনে আৰু বহুতো সাৱলীল সুৱলা সংলাপে নাটকক অভিনেতাৰ অভিনয়ৰ কাৰণে অত্যন্ত গ্ৰহণযোগ্য কৰিছে। এটা কথা লক্ষ্য কৰিবলগীয়া বিষয় হৈছে হাজৰিকাদেৱৰ সৰহখিনি নাটকেই পৌৰাণিক কাহিনী আৰু বুৰঞ্জীৰ ঘটনাভিত্তিক যদিও তেওঁ চৰিত্ৰসমূহৰ ৰূপায়ণ আৰু সংলাপ ৰচনাৰ ক্ষেত্ৰত সাম্প্ৰতিক সমাজৰ মানৱীয় তাৎপৰ্য আৰু প্ৰয়োগ কৰিবলৈ চেষ্টা কৰে যিহৰ ফলত নাটকৰ বক্তব্য অধিক অৰ্থব্যঞ্জক আৰু মনোগ্ৰাহী হৈ পৰে।

নকুল চন্দ্ৰ ভূঞাৰ মুঠ সাতখন নাট্যৰচনাৰ এখন সামাজিক (শাহু আই), এখন পৌৰাণিক আখ্যানৰ কাহিনী (নল দময়ন্তী) আৰু বাকী পাঁচখন অসম বুৰঞ্জীৰ ঘটনাসম্বলিত। তাৰ ভিতৰত চন্দ্ৰকান্ত সিংহ আৰু বিদ্ৰোহী মৰাণ - এই দুখন বিশেষভাৱে উল্লেখযোগ্য। ভূঞাদেৱৰ নাটকৰ মূল চৰিত্ৰসমূহ বুৰঞ্জীবিদসকলৰ বৰ্ণনা আৰু ব্যাখ্যা অনুসৰি ৰূপায়ণ কৰা হলেও নাট্যকাৰে প্ৰতিখন নাটকতে কল্পনাৰ আশ্ৰয় লৈ দুই-এটা উপ-কাহিনী আৰু চৰিত্ৰ সৃষ্টি কৰিছে। তাৰ ফলত নাটকবোৰ অধিক ৰসাল আৰু অৰ্থবহ হৈ পৰিছে।

লক্ষ্মীকান্ত দত্তৰ মনোমতী নাটকখন সেই সময়ত মঞ্চসমূহত বিশেষ সমাদৃত হৈছিল। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ মূল উপন্যাস মনোমতীৰ আধাৰত নাটকখন ৰচনা কৰা হৈছিল। মানৰ আক্ৰমণৰ পটভূমিত

মনোমতী আৰু লক্ষ্মীকান্ত এই দুই নায়ক - নায়িকাক লৈ অমুপম প্ৰেমৰ কাহিনী এই নাটকত দাঙি ধৰা হৈছে।

দৈৱচন্দ্ৰ তালুকদাৰৰ নাটক বামুনীকোঁৱৰ বিভিন্ন ঠাইত মঞ্চস্থ হৈছিল আৰু মূল কাহিনী বুৰঞ্জীৰ হ'লেও বহুতো কাল্পনিক ঘটনা আৰু চৰিত্ৰ সন্নিৱিষ্ট কৰাত নাটকখনৰ নাটকীয় দিশটো অতি শক্তিশালী হৈছে। তাৰ উপৰি এইখন নাটকত প্ৰথম চুতীয়া বুৰঞ্জীৰ সমল গ্ৰহণ কৰা হৈছে। তালুকদাৰৰ নাটকৰ আন এটি বৈশিষ্ট্য হৈছে পূৰ্বৰ নাটকসমূহৰ দৰে ইয়াত ক'তো অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ নাই। আনকি আৱেগিক মুহূৰ্ত সৃষ্টিৰ বাবে যিবোৰ গীত ব্যৱহাৰ কৰা হৈছে সেইবোৰো প্ৰধানকৈ বিহুগীত, আইনাম, বিয়ানাম আদি অসমীয়া লোকগীত। দুই- এঠাইত বৰগীত নাইবা আধুনিক গীতৰ ব্যৱহাৰ নোহোৱাকৈ থকা নাই।

বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীৰ প্ৰকাশিত মাত্ৰ দুখন নাটকৰ বিষয়ে জনা যায়। কিন্তু এই সময়ছোৱাত তেওঁ এখনেই মাত্ৰ নাটক লিখিছিল। সেই খন হৈছে নীলাম্বৰ। এই এখন নাটকৰেই চৌধুৰীদেৱ অমৰ নাট্যকাৰৰূপে অসমীয়া সাহিত্যত সদায় পৰিচিত হৈ থাকিব। তেখেত নিজে এজন সু-অভিনেতা আছিল। গতিকে এখন মঞ্চসফল নাটক ৰচনা কৰাৰ সকলো কৌশল আৰু শৈলী তেখেতৰ আয়ত্তত আছিল। বহুদিনলৈকে অসমৰ এনে এটা মঞ্চ নাছিল য'ত নীলাম্বৰ নাটক একাধিকবাৰ অভিনয় নোহোৱাকৈ আছিল। নীলাম্বৰ, নন্দ আৰু শচীপাত্ৰ নীলাম্বৰ নাটকৰ এই চৰিত্ৰ তিনিটা সেই সময়ত অসমৰ দৰ্শকৰ কাৰণে অতি আকৰ্ষণীয় আৰু স্মৰণীয় চৰিত্ৰ আছিল। সমালোচকসকলে নন্দ চৰিত্ৰটিত শ্বেইক্সপীয়েৰৰ ওথেলোৰ প্ৰভাৱ পৰা বুলি ক'ব খোজে। কিন্তু সেই প্ৰভাৱে নাটকখনৰ সৌষ্ঠৱ অধিক বৃদ্ধি কৰিছে। মূলতে ট্ৰেজেদী এই নাটকৰ ভাষাৰ আলংকাৰিক সৌন্দৰ্যই নাটকখনক এক উৎকৃষ্ট সাহিত্য গুণসম্পন্ন কৰিছে।

এই সময়ছোৱাত বিনন্দচন্দ্ৰ বৰুৱাৰ পাৰ্থসাৰথি আৰু আনন্দচন্দ্ৰ বৰুৱাৰ বিসৰ্জন দুখন উল্লেখনীয় নাটক। পাৰ্থ সাৰথি মহাভাৰতৰ কাহিনীৰ ভেটিত আৰু বিসৰ্জন ৰামায়ণৰ কাহিনীৰ আলমত ৰচনা কৰা হৈছে। দুয়োখন নাটকৰে বৈশিষ্ট্য হৈছে ভাষাৰ কাব্যিক অভিব্যঞ্জনা। দুয়োগৰাকী মূলতে প্ৰখ্যাত কবি, সেয়ে তেওঁলোকৰ নাট্য সৃষ্টিও কাব্যময় হৈ পৰিছে আৰু সি গহীন দৰ্শকসকলক বিশেষকৈ আকৰ্ষিত কৰিছিল।

মহাভাৰতৰ মূল কাহিনী আৰু প্ৰধান ঘটনাসমূহক লৈ কেবাখনো নাটক ৰচনা হোৱাৰ পিছত দুই - এটা উপকাহিনীক লৈ ৰচনা কৰা উচ্চমানবিশিষ্ট অসমীয়া নাটক পোৱা যায়। উদাহৰণস্বৰূপে আমি কমালনন্দ ভট্টাচাৰ্যৰ চিত্ৰাংগদা নাটকখনৰ কথা উল্লেখ কৰিব পাৰো। মণিপুৰ - তনয়া ৰূপহী চিত্ৰাংগদাৰ সৈতে অৰ্জুনৰ প্ৰেম মিলন, পুত্ৰ বভ্ৰুবাহনৰ জন্ম আৰু বহুদিনৰ মূৰত নাটকীয় ঘটনাক্ৰমত তিনিওৰে পুনৰ মিলনৰ কাহিনীয়েই নাটকৰ বিষয়বস্তু। এইখনো এখন অতি মনোগ্ৰাহী কাব্যিক নাটক। ভট্টাচাৰ্য নিজে এজন সু-গায়ক আৰু সুৰকাৰ হোৱাৰ ফলত নাটকখনত যথেষ্ট সংগীতৰ ব্যৱহাৰ দেখা যায়।

মুছলমান সম্প্ৰদায়ৰ বিষয় বা চৰিত্ৰক কেন্দ্ৰ বা জড়িত কৰি লিখা অসমীয়া নাটকৰ সংখ্যা তুলনামূলকভাৱে কম। এই সময়ছোৱাত অতুলচন্দ্ৰ হাজৰিকাৰ কনৌজ কুঁৱৰীৰ পিছত দ্বিতীয় এখন মাত্ৰ নাটকৰ বিষয়ে জনা যায়ঃ সেইখন হৈছে পজিৰুদ্দিন আহমদৰ গুলেনাৰ। সম্ৰাট আকবৰৰ পুত্ৰ চেলিমৰ প্ৰেমৰ পাত্ৰী হৈ ইৰাণী ৰূপহী গুলেনাৰ চাহেনচাহৰ ৰোষৰ বলি হৈ প্ৰাণ দিব লগা হোৱা কৰুণ কাহিনীকে লৈ নাট্যকাৰে এখন অতি চিত্তাকৰ্ষক আৰু মঞ্চসফল ট্ৰেজেদী নাটক লিখিছিল। সংলাপসমূহত ব্যৱহাৰ কৰা বহুতো আৰবী আৰু পাৰ্চী শব্দই নাটকখনৰ ভাষাৰ সৌন্দৰ্য বৃদ্ধি কৰিছে।

খুহুতীয়া কবিতা গ্ৰন্থ আৰু 'সাধনা' শীৰ্ষক উপন্যাসৰ বাবেহে দণ্ডিনাথ কলিতা বিশেষ পৰিচিত যদিও তেখেতেও আঠ-নখন বুৰঞ্জীমূলক আৰু সামাজিক নাটক ৰচনা কৰিছিল। এই সময়ছোৱাত ৰচিত তেখেতৰ 'সতীৰ তেজ' নামৰ নাটকখনেই উল্লেখযোগ্য। এইখন নাটকো জয়মতী কুঁৱৰীৰ জীৱনৰ কৰুণ কাহিনী যদিও মূল উপজীব্য তথাপি ইয়াত জয়মতীৰ মৃত্যুৰ পিছত গদাধৰৰ অভ্যুত্থান আৰু সিংহাসন অধিকাৰ কৰি ৰাজ্যৰ শাসনভাৰ লোৱা পৰৱৰ্তী কাহিনী ভাগৰ সংযোজনে নাটকৰ কাহিনীৰ এটি ব্যতিক্ৰম আৰু সুকীয়া ৰূপ দিছে।

সমাজৰ অনীতি অন্যায় অবিচাৰ আদিৰ বিপক্ষে প্ৰতিবাদী বক্তব্য দৃঢ়ভাৱে আৰু সাহসেৰ দাঙি ধৰি ভালেকেইখন সামাজিক নাটক লিখিছিল সু-সাহিত্যিক লক্ষ্মীধৰ শৰ্মাই। নিৰ্মলা - তাৰেই উৎকৃষ্ট দৃষ্টান্ত। এখেতৰ নাটকসমূহৰ দৈৰ্ঘ্য কম আছিল, আৰু কেবাখনো একাংকিকা নাটক আছিল। একাংকিকা ৰচনাৰ ক্ষেত্ৰত লক্ষ্মীধৰক বহুতে বাটকটীয়াৰ স্থান দিয়ে। ভাষা সৰল স্বাভাৱিক চৰিত্ৰ-সাপেক্ষ। কিন্তু তাৰ মাজত সাহিত্যৰ গুণ নিহিত হৈ আছে।

এই সময়ৰ অন্যতম শ্ৰেষ্ঠ নাট্যকাৰ এজন হ'ল গণেশ গগৈ। এখেতৰ অকাল বিয়োগত (১৯০৭-৩৮) অসমীয়া নাট্য সাহিত্যত আৰু কিছু মূল্যবান সংযোজনৰ পৰা বঞ্চিত হ'ল । এসময়ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ এনে লোক নাই যি এখেতৰ ৰচনা শকুনিৰ প্ৰতিশোধ আৰু কাশ্মীৰ কুমাৰীৰ মঞ্চাভিনয় নেদেখাকৈ আছিল। শকুনিৰ প্ৰতিশোধৰ সংলাপ নাট্যমোদী বহুলোকৰ মুখে মুখে উচ্চাৰিত হৈছিল। তেখেতৰ চাৰিখন পূৰ্ণাংগ নাটক আৰু চাৰিখন চুটি নাটিকা প্ৰকাশ পাইছে। ইয়াৰে কেবাখনো গ্ৰামোফোন ৰেকৰ্ডত বাণীবদ্ধ হৈ ঘৰে ঘৰে সেই নাটকৰ শ্ৰুতি- অভিনয় উপভোগ কৰিছিল। গীতসমূহে গগৈৰ নাটক অধিক উপভোগ্য কৰিছে। তেখেতৰ ভাষাৰ প্ৰাঞ্জলতা নাটকৰ সংলাপ ৰচনাৰ বৈশিষ্ট্য। যিকেইখন নাটকত অমিত্ৰাক্ষৰ ছন্দ প্ৰযোগ কৰিছে তাৰ সাৱলীলতা গুণৰ বাবেই সংলাপসমূহ দৰ্শক - শ্ৰোতাৰ কাৰণে অত্যন্ত উপভোগ্য।

এইখিনিতে অসমীয়া ভাষাৰ আৰু এবিধ নাটকৰ বিষয়ে উল্লেখ কৰা উচিত হ'ব। সেযা হৈছে ব্যঙ্গ আৰু হাস্য নাটক। এই দিশত ৰসৰাজ লক্ষীনাথ বেজবৰুৱাৰ পিছতে দুজন নাট্যকাৰৰ নাম ল'ব লাগিব। সেই দুজন হৈছে মিত্ৰদেৱ মহন্ত আৰু কুমুদ চন্দ্ৰ বৰুৱা। শতিকাৰ প্ৰথমাৰ্ধৰ শেষৰ ফালে উল্লেখযোগ্য নাট্যকাৰৰূপে আমি বিশেষভাৱে এই পাচগৰাকীৰ নাম ল'ব পাৰো ঃ সুৰেন্দ্ৰনাথ শইকীয়া, প্ৰবীন ফুকন, সাৰদা বৰদলৈ, লক্ষ্যধৰ চৌধুৰী আৰু সত্যপ্ৰসাদ বৰুৱা। এই সময়ছোৱাত এখেতসকলৰ দ্বাৰা ৰচিত মঞ্চসফল আৰু সৰ্বজনৰ দ্বাৰা উচ্চ প্ৰশংসিত নাটককেইখন হ'ল ঃ শইকীয়াৰ কুশল কোঁৱৰ, প্ৰবীণ ফুকনৰ কাল পৰিণয, মণিৰাম দেৱান আৰু লাচিত বৰফুকন, সাৰদা বৰদলৈৰ মগ্ৰীবৰ আজান, লক্ষ্যধৰ চৌধুৰীৰ ৰক্ষকুমাৰ আৰু সত্যপ্ৰসাদ বৰুৱাৰ চাকৈচকোৱা।

চতুৰ্থ শতিকাৰ শেহৰ পৰা আৰম্ভ হৈ ক্ৰমে পিছৰ পিনে এটা নতুন কথা পৰিলক্ষিত হ'বলৈ ধৰিলে ঃ সেইটো হৈছে যে লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকল ক্ৰমে নাটক ৰচনা কৰা প্ৰক্ৰিয়াটোৰ পৰা বিচ্ছিন্ন হ'বলৈ ধৰিলে। মাত্ৰ দুই - এক বিশিষ্ট সাহিত্যিকৰ বাহিৰে - (জ্যোতি প্ৰসাদ আগৰৱালা, অতুল চন্দ্ৰ হাজৰিকা প্ৰমুখ্যে) বাকী কবি- ঔপন্যাসিক - গল্পকাৰসকলে সাহিত্যৰ পৰিমণ্ডলৰ ভিতৰত নাটক গ্ৰহণ কৰাত অনীহা প্ৰকাশ কৰিবলৈ ধৰিলে। ইয়াৰ প্ৰধান আৰু মুখ্য কাৰণটো হ'ল নাট্যকাৰসকল মঞ্চকলা আৰু শৈলীসমূহৰ সৈতে ভালদৰে পৰিচিত হোৱাৰ প্ৰয়োজন হ'ল, আধুনিক মঞ্চাযন জ্ঞান আৰু শৈলীৰ সৈতে ভালদৰে পৰিচিত হোৱাৰ প্ৰয়োজন হ'ল, আধুনিক মঞ্চায়ন জ্ঞান আৰু বিদ্যাৰ দ্ৰুত পৰিৱৰ্তন আৰু বিকাশৰ কাৰণে। নাট্যকাৰসকল কিছু পৰিমাণে মঞ্চ জগতখনৰ সৈতে জড়িত হ'বলগীয়া হ'ল, যি কাম সকলো সাহিত্যিকৰ বাবে নিয়মীয়াভাৱে গ্ৰহণ কৰি লোৱাটো সম্ভৱ নহয়। সেয়ে নাটকসমূহত সাহিত্যগুণৰ প্ৰয়োজনকৈ নাটকীয় কলা আৰু শৈলীসমূহৰ গুণবোৰৰ ওপৰত অধিক গুৰুত্ব দিয়া হ'ল। এই যুক্তিৰ বিচাৰতহে উল্লেখিত দশকটোৰ নাটককেইখনে অধিক গুৰুত্ব লাভ কৰিছে। ইয়াৰ পিছৰ পৰা ক্ৰমে সাম্প্ৰতিক কাললৈকে নাটক নাট্যকাৰেহে লিখে; 'সাহিত্যিকে' নাটক নিলিখিবও পাৰে। আন কথাত নাট্যকাৰ সাহিত্যিক নহ'বও পাৰে।

দ্বিতীয়তে, আৰু এটা কথা হ'ল - লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱাৰ দিনত এটা সাময়িক গুৰুত্বপূৰ্ণ প্ৰয়োজন আছিল ঃ অসমীয়া ভাষা - সাহিত্যৰ সৰ্বাংগীণ বিকাশ আৰু সৌষ্ঠৱ বৃদ্ধিৰ কাৰণে সাহিত্যৰ প্ৰতিটো শাখাতে সাহিত্যিকসকলে মনোযোগ দিব লগা হৈছিল। কাৰণ তেতিয়া সাহিত্যিকৰ সংখ্যা তাকৰ আছিল। কিন্তু ক্ৰমে এতিয়া সেই অৱস্থাৰ পৰিৱৰ্তন ঘটিল। অসমীয়া ভাষা - সাহিত্যৰ প্ৰতিটো শাখাই ঠন ধৰি উঠিল। গতিকে সাহিত্যকৰ্মীসকলে নিজ নিজ বিভাজন অনুসৰি সৃষ্টি কৰ্ম কৰিবলৈ ল'লে ঃ ঔপন্যাসিকে উপন্যাস, গল্পকাৰে

গল্প; কবিয়ে কবিতা আৰু নাট্যকাৰে নাটক। পঞ্চম দশকৰ পৰাই এই প্ৰক্ৰিয়া আৰম্ভ হ'ল।

আধুনিক অসমীয়া নাটকৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰজনৰ নাম ক'ব লাগিলে একে আষাৰতে, সামান্যও দ্বিমতৰ অৱকাশ নথকাকৈ ক'ব লাগিল, সেইজন হৈছে জ্যোতিপ্ৰসাদ আগৰৱালা। তেওঁ মুঠ সাতখন নাটক ৰচনা কৰিছিল। শোণিত কুঁৱৰী, কাৰেঙৰ লিগিৰী, ৰূপালীম, নিমাতী কইনা, লভিতা, সোণ পখিলী আৰু খনিকৰ। ১৯২৫ চনত তেওঁৰ প্ৰথম নাটক শোণিত কুঁৱৰী প্ৰকাশ পোৱাৰ পিছত বাকী কেইখন চতুৰ্থ দশকৰ মাজভাগৰ পৰা পঞ্চম দশকৰ শেহলৈকে এই সময়ছোৱাত, অৰ্থাৎ প্ৰায় পোন্ধৰ বছৰ কালত লিখা হয়। অৱশ্যে ১৯২৫ ৰ পৰা দহ বছৰ কাল তেওঁ বিদেশত শিক্ষা গ্ৰহণ আৰু উভতি আহি কংগ্ৰেছৰ আন্দোলনত যোগ দি কাৰাবন্দী জীৱন যাপন আদিৰ মাজেৰে অতিবাহিত হয়।

স্বাভাৱজ প্ৰতিভাৰ বিচাৰত জ্যোতি প্ৰসাদ মূলতে আছিল শিল্পী। সেই শিল্পীসত্তা উন্মেষণৰ প্ৰক্ৰিয়াৰ মাজেৰে যেতিয়া বিকশিত হ'বলৈ ধৰিলে সি বহুমুখী প্ৰতিভাৰ ৰূপ আৰু ব্যঞ্জনা লাভ কৰিলে ঃ তেওঁ গীতিকাৰ হ'ল, সুৰকাৰ হ'ল, চিত্ৰকৰ, কবি, সাহিত্যিক, প্ৰবন্ধকাৰ, নাট্যকাৰ হ'ল, নৃত্য শিল্পী হ'ল, অভিনেতা হ'ল, নাট পৰিচালক আৰু মঞ্চকলাকাৰ হ'ল, কথাছবি নিৰ্মাতা আৰু পৰিচালক হ'ল আৰু হ'ল - সমাজনীতিবিদ আৰু ৰাজনীতিবিদ, শেহলৈ মাৰ্ক্সপন্থী গণ-সংগ্ৰামী। আৰু প্ৰতিটো মণ্ডলতেই তেওঁৰ প্ৰতিভাৰ পূৰ্ণ আৰু চৰম প্ৰকাশ ঘটিছিল। কিন্তু সামগ্ৰিকভাৱে বিশ্লেষণ কৰিলে দেখা যায় তেওঁৰ প্ৰতিভাৰ দুটা দিশত সৰ্বাধিক গুৰুত্ব আৰোপিত হৈছিল ঃ কবিতা আৰু নাটক। নাটকো দৰাচলতে তেওঁৰ কাব্য প্ৰতিভাৰে সম্প্ৰসাৰিত ৰূপ। সেয়ে লভিতা আৰু খনিকৰ এই দুখন নাটক বাদ দি বাকী আটাইকেইখন নাটকত কাব্য ব্যঞ্জনা ইমান গভীৰ আৰু জাতিস্কাৰ যে সেই ৰচনাখিনিক কাব্য নাটক বুলিয়েই আখ্যা দিব পৰা যায়। বিশেষকৈ শোণিত কুঁৱৰী আৰু নিমাতী কইনাৰ সংলাপ আৰু গীতসমূহ।

স্কুলীয়া জীৱন-কালৰ অপৰিপক্ক বয়সতে অভিনৱত্বৰ প্ৰতি জ্যোতিপ্ৰসাদৰ যি বিশেষ আকৰ্ষণ আৰু সচেতন প্ৰয়াস তাৰ পৰিচয় সুন্দৰকৈ ফুটি উঠিছে। সেই বয়সতে তেওঁ লিখা শোণিত কুঁৱৰী নাটকৰ মাজেৰে। প্ৰসংগক্ৰমে উল্লেখ কৰা ভাল হ'ব আগৰৱালাদেৱে তেওঁৰ প্ৰত্যেকখন নাটক লিখাৰ সময়ত মনৰ সন্মুখত বাণ ৰংগমঞ্চৰ পটভূমিৰ ছবিখন কল্পনাৰে আঁকি লৈছিল। সেই কাৰণে শোণিত কুঁৱৰীকে ধৰি তেওঁৰ প্ৰতিখন নাটকতে মঞ্চ-কলাৰ সকলো দিশ সামৰি এজন পৰিচালকৰ ভূমিকাৰে নাটকৰ সামগ্ৰিক নিবেদনৰ কথা চিন্তা কৰিছিল। এই ক্ষেত্ৰত তেওঁ পূৰ্বৰ নাট্যকাৰসকলৰ তুলনাত এক সুকীয়া স্থান লাভ কৰিছে। মঞ্চ নিবেদনত অসুবিধা হোৱা, প্ৰয়োজন নথকা অবান্তৰ সংলাপ নাইবা ঘটনা তেওঁৰ নাটকত কেতিয়াও সন্নিৱিষ্ট কৰা নহৈছিল।

শোণিত কুঁৱৰী নাটকৰ আৰু এক বৈশিষ্ট্য হৈছে তাৰ গীতৰ অপূৰ্ব সম্ভাৰ, আৰু তাতোকৈ লক্ষণীয় কথা হৈছে অসমীয়া থলুৱা লোকগীতসমূহৰ পৰা নিৰ্বাচন কৰি আনি অতি কলাসুলভ আৰু সুৱালাকৈ ব্যৱহাৰ কৰা সুৰসমূহ। শোণিত কুঁৱৰী নাটকখনৰ অপূৰ্ব গীতিময়তাযেই জ্যোতি প্ৰসাদৰ প্ৰথম নাট্য প্ৰয়াসতে অভিনৱত্ব প্ৰদান কৰিছে। পৌৰাণিক আখ্যানৰ কাহিনী বিকৃত নকৰাকৈ নাইবা উপ বস্তুৰ সৃষ্টি নকৰাকৈয়ে চৰিত্ৰ আৰু ঘটনাসমূহৰ অভিব্যক্তি আৰু বিকাশত তেওঁ এনে কলাসুলভ আৰু অৰ্থবহভাৱে কল্পনাৰ প্ৰয়োগ কৰিছে যে তেনে প্ৰক্ৰিয়াই দৰ্শকক প্ৰায় মোহাচ্ছন্ন কৰি পেলায়। শোণিত কুঁৱৰীৰ অনিৰুদ্ধ আৰু চিত্ৰলেখাৰ চৰিত্ৰ দুটি সেয়ে বৰ্ণাঢ্য হৈ পৰিছে, দৰ্শকৰ মনত গভীৰ সাঁচ পেলাব পৰা হৈছে।

নিমাতী কইনা অন্য এখন গীতি-নাটিকা। এইখন মূলতে ৰূপকধৰ্মী নাটক। এটি পুৰণি সুধাকথাৰ পৰা নাটকৰ কাহিনীটো গঢ়ি তোলা হৈছে। নিমাতী কইনাই কথা ক'ব নোৱাৰে, বাকৰুদ্ধ। বহুতে বহুত প্ৰকাৰে চেষ্টা কৰি বিফল হ'ল। শেষত আহিল ৰূপ কোঁৱৰ। তেওঁৰ গীতৰ কথাৰে সুৰৰ মায়াৰে নিমাতী কইনাৰ কণ্ঠত শব্দৰ সৃষ্টি কৰিলে, নিমাতী কইনাই মাত মাতিব পৰা হ'ল। নাট্যকাৰে নিমাতী কইনাৰ কণ্ঠ জনগণৰ প্ৰতীক হিচাপে ৰূপায়িত কৰিছে। আৰু সেই মুক জনগণক বাঙ্ময় কৰি তুলিব পাৰে শিল্পী সাধকে ( artist Philosopher এ)

এযেই নাটকৰ বক্তব্য। এইখনক নৃত্য -নাটিকা ৰূপেও আখ্যা দিব পাৰি।

মৰিচ মেটাৰলিংকৰ মন্নাভান্না নাটকৰ কিছু প্ৰভাৱ পৰা বুলি কৈ জ্যোতিপ্ৰসাদে ৰচনা কৰিছিল ৰূপালীম – তেওঁৰ অন্য এখন অনবদ্য নাটক। কাল্পনিক জনগোষ্ঠীয় এখন সমাজৰ পটভূমিত ৰোমান্টিক প্ৰেমৰ এটি শক্তিশালী কাহিনী দাঙি ধৰা হৈছে য'ত প্ৰেম বিৰহ দ্বন্দ্ব ঈৰ্ষা সংঘাত বিদ্বেষ কামনা আসক্তি প্ৰতিহিংসা বিক্ষোভ আদি মানসিক অভিব্যক্তি বিভিন্ন নাটকীয় ঘটনা -তৰংগৰ মাজেৰে ৰূপায়িত হৈছে, আৰু সেই তৰংগৰাশি আন্দোলিত হৈছে যেন এখন গভীৰ কাব্যৰ নদীৰ স্ৰোতধাৰাত। নাটকৰ আৰম্ভৰ পৰা শেষলৈকে সংলাপসমূহ পঢ়ি গ'লে, নাইবা অভিনেতা-অভিনেত্ৰীৰ কণ্ঠত শুনি গ'লে এনে লাগে যেন কবিতাৰ পংক্তিহে শুনিবলৈ পোৱা গৈছে। অথচ ঘটনাক্ৰমৰ দ্ৰুত গতি আৰু নাটকীয় মুহূৰ্তবোৰে এখন সাৰ্থক নাটকৰ সকলোবোৰ গুণ ধৰি ৰাখিছে।

এইখিনিতে উল্লেখ কৰা উচিত হ'ব, এক কাব্যগন্ধী নিৰবৈদ্য ৰোমান্টিক নাটক হৈও জ্যোতিপ্ৰসাদে কাহিনীটোক শেষৰ পিনে এক শক্তিশালী সামাজিক নাটকলৈ পৰ্যবসিত কৰিবলৈ প্ৰয়াস কৰিছে। এক স্বৈৰাচাৰী ৰাজতন্ত্ৰৰ বিৰুদ্ধে প্ৰতিবাদী জনজাগৰণ গঢ়ি তোলাৰ সুস্পষ্ট ইংগিত দিয়া হৈছে। কিন্তু সেই মহৎ ইংগিত ব্যক্তি স্বাৰ্থৰ দোষে স্থূল কৰি পেলালে। জনজাগৰণৰ মহত্ব বহন কৰিছিল ইতিভেনে। কিন্তু তেওঁৰ সেই নেতৃত্বৰ চালিকা শক্তি আছিল প্ৰেমাষ্পদ মণিমুগ্ধৰ বঞ্চনাই তেওঁৰ মনত সঞ্চাৰ কৰা প্ৰতিহিংসা। ইয়াৰ জ্বালাত পীড়িত হৈ ইতিভেনে ৰূপালীমক জুইত পুৰি হত্যা কৰাৰ সিদ্ধান্ত দিলে। জনগণৰ নেতৃত্ব বহনকাৰী এটি সাম্ভাব্য শক্তিবান, মহৎ চৰিত্ৰক নাট্যকাৰে দুৰ্বল আৰু ক্ৰটিপূৰ্ণ কৰি পেলালে। একে কথা জ্যোতি প্ৰসাদে কাৰেঙৰ লিগিৰী নাটকতেঃ সংঘটিত কৰিছে। সেই বিষযে পিছত আলোচত হৈছে।

জ্যোতিপ্ৰসাদৰ কল্পনাশ্ৰয়ী আটাইকেইখন নাটকৰ সাধাৰণ আৰ্হিৰ ব্যতিক্ৰম হৈছে লভিতা নাটকখন। ই এখন সম্পূৰ্ণ বাস্তৱধৰ্মী নাটক। সেয়ে এইখন নাটক কাব্যগন্ধী হোৱাৰ থল নাই। আৰম্ভৰ পৰা শেষলৈকে সংলাপ সম্পূৰ্ণ গদ্যৰ ঠাঁচত ৰচনা কৰা হৈছে। অনেক নাটকীয় ঘটনাক্ৰমৰ মাজেৰে এগৰাকী দেশপ্ৰাণা আদৰ্শমতী যুৱতী ৰমনী লভিতাৰ জীৱন সংগ্ৰাম আৰু অন্তিম দৃশ্যত দেশৰ কাৰণে প্ৰাণাহুতি দিয়াৰ কৰুণ অথচ প্ৰাণোদ্দীপক পৰিণতিৰে নাটকখনে দশকৰ মনত গভীৰ ৰেখাপাত কৰে।

ভাৰতৰ স্বাধীনতা আন্দোলন আৰু সুভাষ চন্দ্ৰ বসুৰ আই. এন এ. কাহিনীৰ আগমনৰ সময়ত অসমৰ গ্ৰাম্য পটভূমিত সংঘটিত অনেক ঘটনাৰে ৰচিত এই নাটকত অসমৰ গাঁৱৰ সমাজৰ বিভিন্ন দিশ ডাঙি ধৰা হৈছে। বিয়াল্লিচৰ আন্দোলনৰ সময়ত গোপনে গোপনে অসমৰ গ্ৰামাঞ্চলত জ্যোতিপ্ৰসাদে ঘূৰি ফুৰিবলগীয়া হৈছিল। তাৰে পৰা তেওঁ অসমৰ গাঁৱৰ জীৱনৰ অভিজ্ঞতা সঞ্চয় কৰিছিল। আৰু সেই অভিজ্ঞতাই লভিতা নাটকত গাঁৱৰ সমাজৰ ভাষা কথনৰীতি বিভিন্ন আচৰণসমূহ নিভাঁজ ৰূপত নাট্যকাৰে ডাঙি ধৰাত কৃতকাৰ্য হৈছে। নাটক হিচাবে মঞ্চায়নৰ দিশৰ পৰা লভিতা এখন বিশেষ সাৰ্থক নাটক বুলি মই কব নোখোজো। দীঘল দীঘল সংলাপ, অজস্ৰ-দৃশ্যাড়ম্বৰ, চৰিত্ৰসমূহৰ অতি নাটকীয়তা আদি ক্ৰটি পৰিলক্ষিত হয। দৰাচলতে লভিতা নাটকখন ভৱিষ্যতে তেওঁ কথাছবি নিৰ্মান কৰাৰ আশা ৰাখি ৰচনা কৰিছিল। সেয়ে প্ৰযোজনাৰ নিৰ্দেশনাবোৰ চিত্ৰনাট্য ৰচনাৰ দৰে হৈছে।

কাৰেঙৰ লিগিৰীত এক কাল্পনিক আহোমযুগীয়া ৰাজ পৰিয়াল আৰু সামন্তবাদী সামাজিক পৰিবেশেৰে কাহিনীভাগ উত্থাপিত হৈছে। এজন অধ্যয়নশীল বুদ্ধিজীৱি যুৱৰাজ আৰু এজনী কাৰেঙৰ লিগিৰীৰ মাজত সংঘটিত প্ৰকাশ্য প্ৰেম আৰু তাৰ পৰিণতিক শ্ৰেণী-বৈষম্যৰ বিৰুদ্ধে ঘোষিত, অপ্ৰতিহত প্ৰতিবাদৰ ৰূপত দাঙি ধৰা হৈছে। এনে এটি পটভূমি আৰু বিষয় নিৰ্বাচন কৰি লোৱাৰ বাবে নাট্যকাৰৰ কাৰণে গহীন ভাবাৰ্থবোধক ভাষাৰ প্ৰয়োগেৰে সংলাপ ৰচনা কৰাটো স্বাভাৱিক প্ৰয়াস হৈ পৰিছে। এটি সাহসী, শক্তিশালী আৰু সংবেদনশীল কাহিনীক অতি সাৰ্থকভাৱে দাঙি ধৰিবলৈ ভাষাৰ যি সম্ভাৰৰ অধিকাৰী হ'ব লাগে আৰু যি দখল থাকিব লাগে সেয়া সম্পূৰ্ণকৈ আছিল জ্যোতিপ্ৰসাদৰ। এই নাটকৰো মূল চৰিত্ৰসমূহৰ মানসিক দ্বন্দ্ব, সংঘাত অন্তৰ্বেদনা, ক্ষোভ-ৰাগ, প্ৰেম-বিৰহ, ঈৰ্ষা ইত্যাদি আৱেগিক প্ৰতিক্ৰিয়াসমূহক ভাষাৰ মনোজ্ঞ ব্যঞ্জনাৰে এনে সাৰ্থক আৰু অৰ্থবহভাৱে ফুটাই

তোলা হৈছে যে সিয়েই নাট্যগ্ৰন্থখনি এক অতি উচ্চমানবিশিষ্ট সাহিত্যৰূপে গঢ় দিছে। চৰিত্ৰসমূহৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াত যি তীক্ষ্ণ নাটকীয়তাৰ সঞ্চাৰ কৰা হৈছে, আৰু তেওঁলোকৰ মুখত যিখিনি ৰসোত্তীৰ্ণ সংলাপ দিয়া হৈছে, সিয়েই অসমীয়া নাট্য-সাহিত্যক চিৰদিন গৰিমামণ্ডিত কৰি ৰাখিব।

সাম্প্ৰতিক কালৰ আধুনিক নাট্যপ্ৰবাহৰ বাটকটীয়াৰ সুৱৰ্ণ পতাকা হ'ল কাৰেঙৰ লিগিৰী। অসমীযা নাট্য-সাহিত্যলৈ নাট্যমঞ্চলৈ সম্পূৰ্ণ এক অভিনৱত্বৰ প্ৰবাহ বোৱাই আনিলে কাৰেঙৰ লিগিৰী নাটকে। দুই-এটা অবান্তৰ নাইবা শিথিলতাৰ দোষে চুলেও কাৰেঙৰ লিগিৰী অসমীয়া সাহিত্যৰ আধুনিক যুগৰ এখনি শ্ৰেষ্ঠ ৰচনা। কাৰণ শ্ৰেষ্ঠ সাহিত্যৰ যিবোৰ গুণ আৰু বৈশিষ্ট্য, এই গ্ৰন্থখনিয়ে সেইবোৰ বহন কৰিছে ঃ ই মৌলিক চিন্তাৰ স্বাক্ষৰ বহন কৰিছে, ভাষাৰ সৌন্দৰ্য্য আৰু অভিব্যঞ্জনাৰে চিত্তাকৰ্ষক হৈছে আৰু বক্তব্যৰ প্ৰাসংগিকতা, সাৰ্বজনীনতা আৰু বৈচিত্ৰ্যময়তাৰে গভীৰ অৰ্থবহ হৈছে। সমসাময়িক সাহিত্যধাৰাত ইয়াৰ অভিনৱ স্বৰূপ স্বীকৃত হৈছে, উত্তৰসুৰী নাট্যকাৰ আৰু নাট্যকৰ্মীৰ চিন্তা-চৰ্চা নাটকখনৰ বিভিন্ন দিশৰ প্ৰভাৱেৰে অনুপ্ৰাণিত হৈছে। অসমীয়া সমাজ, ৰীতি-নীতি, সংস্কৃতি, ভাষা জীৱনৰ পৰিক্ৰমা পৰম্পৰা - সকলো দিশক নিভাঁজ ৰূপত এক অনবদ্য যুগমীয়া শিল্প-কীৰ্তি ৰূপত প্ৰতিফলিত কৰা সম্পূৰ্ণ মৌলিক এখন শ্ৰেষ্ঠ অসমীয়া সাহিত্যগ্ৰন্থ হ'ল কাৰেঙৰ লিগিৰী। নাটক ৰচনাৰ আৰু মঞ্চায়নৰ মৌলিক আৰু সম্পূৰ্ণ পৰীক্ষা-নিৰীক্ষাৰ চিন্তাৰ অতি সফল প্ৰতিফলন আমি দেখা পাওঁ জ্যোতিপ্ৰসাদৰ কাৰেঙৰ লিগিৰীত। আৰু সেই নাটকেই অসমৰ আধুনিক নাট্য প্ৰবাহত এক যুগমীয়া ধাৰাৰ সূচনা কৰিলে ঃ সেয়েই হ'ল - নিভাজ অসমীয়া নাট্য ধাৰা।

মনকৰিবলগীয়া কথা ঃ ৰামনৱমী, গাঁওবুঢ়া, মহৰী আদি সম্পূৰ্ণ সামাজিক বিষয়বস্তুৰে অসমীযা আধুনিক নাটকৰ সূচনা হৈছিল যদিও অলপদিন পিছতে অসমৰ নাট্যমঞ্চ ভৰি পৰিছিল পৌৰাণিক আখ্যান আৰু বুৰঞ্জীৰ ঘটনা সম্বলিত বিষয়বস্তুৰ নাটকেৰে। তাৰ দুটা কাৰণ আছিল। এটা হ'ল অসমত ক্ৰমবৰ্দ্ধমান মঞ্চৰ প্ৰয়োজন পুৰাবলৈ যিমান মৌলিক সামাজিক নাটক লিখিব লাগে সিমান নাটক মুষ্টিমেয় সৃষ্টিশীল নাট্যকাৰৰ দ্বাৰা সম্ভৱ হৈ নুঠিছিল। পৌৰাণিক কাহিনী নাইবা বুৰঞ্জীৰ ঘটনা লৈ সহজে নাটক এখন লিখি পেলাব পাৰি। দ্বিতীয়তে, অন্য এটা বিশেষ কাৰণ আছিল কলকাতাৰ বাংলা নাট্যধাৰাৰ প্ৰৱল প্ৰভাৱ যি নাট্যধাৰাত পৌৰাণিক আৰু বুৰঞ্জীমূলক নাটকে প্ৰাধান্য লাভ কৰিছিল। বাংলা নাটকৰ প্ৰভাৱ অপৰিহাৰ্য আছিল এই কাৰণেই যে আধুনিক বাংলা নাট্যসংস্কৃতি ইতিমধ্যেই সত্তৰ বছৰৰো অধিক পুৰণি এক অতি শক্তিশালী পৰম্পৰাৰ অধিকাৰী হৈ আছিল। লেবিছেফ্ নামৰ এজন ৰুছ্ পৰ্যটক কলিকতালৈ আহি দি বেঙ্গলী থিয়েটাৰৰ নাম দি এটা সংগঠন গঢ়ি তাৰ জৰিয়তে ১৭৯৫ খৃষ্টাব্দৰ ২৭ ডিচেম্বৰত কলিকতাত প্ৰথম প্ৰজেনিয়াম মঞ্চ নাটক নিবেদন কৰিছিল। দিচ্ গাইজ নামৰ ইংৰাজী নাটক এখন গোলকনাথ দাস নামৰ এজন ইংৰাজী শিক্ষকৰ হতুৱাই বাংলালৈ অনুবাদ কৰাই লৈছিল। ইয়াৰ বি পৰীতে অসমত প্ৰথমখন অসমীয়া নাটক ৰামনৱমী ৰচিত হৈছিল ১৮৫৫ চনত। গতিকেই এনে পুৰণি শক্তিশালী নাট্য পৰম্পৰাৰ প্ৰভাৱ অসমৰ নাট্য জগতত পৰাটো স্বাভাৱিক আছিল। সেয়ে অসমীয়া নাট্যধাৰাত প্ৰথমৰ পিনে মৌলিক সামাজিক, বিশেষকৈ সমাজ সচেতনমূলক বিষয়ক উপজীব্য কৰি লিখা নাটকৰ সংখ্যা কম আছিল।

কিন্তু এই দৃশ্যৰাজিৰ ক্ৰমে পৰিৱৰ্তন হৈ আহি শতিকাৰ দ্বিতীয় অৰ্দ্ধৰ পিনে সামাজিক নাট কৰ ৰচনাই অধিক গুৰুত্ব লাভ কৰিলে। সেয়ে দেখা গ' ল দ্বিতীয় অৰ্দ্ধৰ আৰম্ভৰ সময়ত নাইবা স্বাধীনোত্তৰ যুগৰ সূচনাৰ সময়ত পঞ্চাশ দশকত সম্পূৰ্ণৰূপে সামাজিক নাটকৰ ধাৰা আৰম্ভ হ'ল। সেই সময়ৰ উল্লেখযোগ্য নাটক অসমৰ গাঁৱলীয়া সমাজত হিন্দু - মুছলমান আৰু জনজাতীয় লোকৰ সম্প্ৰীতিৰ আদৰ্শ প্ৰতিষ্ঠাৰ আহ্বানেৰে ৰচিত সাৰদাকান্ত বৰদলৈ আৰু কৃষ্ণানন্দ ভট্টাচাৰ্যৰ 'মগৰীবৰ আজান' আৰু লক্ষ্মীধৰ শৰ্মাৰ গল্পৰ ভেটিত ৰচিত ফণী শৰ্মাৰ 'চিৰাজ',নাৰীৰ সামাজিক মুক্তিৰ আদৰ্শেৰে সত্যপ্ৰসাদ বৰুৱাৰ 'শাশ্বতি' আৰু অনিল চৌধুৰীৰ 'চিৰন্তন', পৰ্বত ভৈয়ামৰ সম্প্ৰীতিক লৈ এই লিখকৰ জিনটি, শ্ৰেণী বৈষম্য আৰু নিষ্পেষিত জনৰ সংগ্ৰামী মনৰ ইংগিতেৰে উৰুখা-পজা, অৰ্থনৈতিক বৈষম্য আৰু ভুৱা অভিজাত্যৰ প্ৰতি মোহৰ কথা লৈ দুৰ্গেশ্বৰ বৰঠাকুৰৰ চাকৈনয়া, মধ্যবিত্ত

পৰিয়ালৰ অভাৱ অনাটনৰ কৰুণ ছবিৰ লক্ষ্যধৰ চৌধুৰীৰ নিমিলা অংক, সাৰদা বৰদলৈৰ পহিলা তাৰিখ, আৰু গিৰিশ চৌধুৰীৰ মীনাবজাৰ, বানপানীৰ দুৰ্দশাৰ ভেটিত ৰচিত অভয় ডেকাৰ গড়াখহনীয়া, নিবনুৱা সমস্যাক লৈ ৰচিত অমৰ পাঠকৰ ইণ্টাৰভিউ আদি কেইখনমান নাটক পঞ্চাশৰ দশকত অসমৰ বিভিন্ন ৰঙ্গমঞ্চত অভিনীত হোৱা দেখা গৈছিল। সামাজিক জীৱনৰ বিভিন্ন দোষ-ত্ৰুটিৰ প্ৰতি সমাজৰ মনত সক্ৰিয় চেতনাৰ সঞ্চাৰ কৰাত নাটকসমূহ কিমান কৃতকাৰ্য হৈছিল তাৰ প্ৰত্যক্ষ দৃষ্টান্ত দিবলৈ একো নাই যদিও সামাজিক চেতনাৰ ইংগিত এই নাটসমূহত দেখা যায়। সেই সময়ত অৰ্থাৎ পঞ্চাশৰ দশকত বুৰঞ্জীৰ আধাৰত হ'লেও সামাজিক আৰু দেশপ্ৰেমমূলক চাৰিখন উল্লেখযোগ্য নাটক আছিল প্ৰবীন ফুকনৰ 'মণিৰাম দেৱান' নগাঁও নাট্য সমিতিৰ 'পিয়লি ফুকন, যুগল দাসৰ ১৮৫৭ আৰু অতুল চন্দ্ৰ হাজৰিকাৰ বীৰ টিকেন্দ্ৰজিৎ। অসমৰ জাতীয় জীৱনত দীৰ্ঘম্যাদী বৈচিত্ৰপূৰ্ণ কোনো অভিজ্ঞতাৰ কথা ভাবিলে মাত্ৰ পঞ্চম দশকৰ আগভাগত দেশজুৰি পৰিব্যাপ্ত স্বাধীনতা আন্দোলনৰ কথাই মনলৈ আহে। কিন্তু বৃটিছ চৰকাৰৰ সজাগ আৰু কঠোৰ দৃষ্টিক আওকাণ কৰি মুক্তভাৱে দেশপ্ৰেমমূলক নাটক লিখি নাইবা নাট্যানুষ্ঠান পাতি জনসাধাৰণক জগাই তোলাৰ সুবিধা তেতিয়া নাছিল। গতিকে সেই পটভূমিত ৰচিত নাটক যিকেইখন আছে প্ৰায়ে আটাইকেইখন স্বাধীনতা লাভৰ পিচতহে ৰচিত হৈছে। পঞ্চাছ দশকত অসম বুৰঞ্জীৰ কাহিনীভিত্তিক এখন অতি সাৰ্থক নাটকৰ কথা উল্লেখ কৰিব লাগিব। ফণী শৰ্মাৰ ভোগজৰা। উচ্চ সাহিত্যগুণসমৃদ্ধ, উপস্থাপিত বক্তব্যৰ নিৰ্মলতা আৰু যুক্তিনিষ্ঠতা; একেদৰেই মঞ্চশৈলীৰ সৰ্বপ্ৰকাৰ প্ৰয়োজনীয় আদৰ্শ গুণৰাজিৰ উপস্থিতিৰে অসমীয়া ভাষাত আৰু মঞ্চত ভোগজৰা এখন সবাটোকৈ মন কৰিবলগীয়া নাটক। নাটকীয় সকলোবোৰ গুণ আৰু মঞ্চায়ন ৰীতিৰ প্ৰেক্ষিতত সেই সময়ৰ নাট মঞ্চায়নৰ সৰ্বশ্ৰেষ্ঠ পৰীক্ষা-নিৰীক্ষাৰ স্বাক্ষৰ বহন কৰিছে এইখন নাটকে।

ইয়াৰ পিছৰে পৰা অৰ্থাৎ ষাঠীৰ দশকৰ পৰা অতি দ্ৰুত আৰু ব্যাপকভাৱে ভালেমান নাট্য পৰীক্ষাৰ তৰঙ্গপ্ৰবাহ অসমৰ নাট্য জগতত প্ৰবাহিত হ'ল। সামগ্ৰিকভাৱে সেই তৰঙ্গবোৰৰ অসমৰ নাট্য আন্দোলনত অৱিহনা অনস্বীকাৰ্য যদিও কোনো এক বিশেষ তৰঙ্গ বা ধাৰাৰ স্থায়ী সাঁচ যুগমীয়া হৈ বৈ গৈছে বুলি এতিয়াও ক'ব পৰা হোৱা নাই। কিন্তু এটা কথা ঠিক ষাঠি দশকৰ মাজভাগৰ পৰা অসমৰ মঞ্চত ভালেমান পৰীক্ষা নিৰীক্ষা হ'বলৈ ধৰিলে নাট্য ৰচনা আৰু প্ৰযোজনা দুয়ো ক্ষেত্ৰত। এই লেখকৰ নিজৰে নাট ৰচনাৰ কথা উল্লেখ কৰাৰ বাবে যেন মাৰ্জনা কৰে, কিন্তু লেখকৰ 'পুৰুষ' আৰু 'শ্ৰীনিবাৰণ ভট্টচাৰ্য' এই দুখন গুৱাহাটীৰ মঞ্চত ষাঠিদশকত নিবেদনৰ সময়ত সাধাৰণ দৰ্শক আৰু নাট্যসমালোচকসকলে অসমলৈ নাট্য প্ৰবাহৰ এক নতুন গতিৰ ইংগিত পাইছিল বুলি বিভিন্ন প্ৰকাৰে মন্তব্য দাঙি ধৰিছিল।

সেই সময়ছোৱাতে নতুনত্বৰ চিনাকি বহনকাৰী আৰু কেইখনমান নাটকৰ প্ৰযোজনা হৈছিল ঃ পিৰান্দেলোৰ ৰচনাৰ অসমীয়া অনুবাদ, 'নাট্যকাৰৰ সন্ধানত ছটা চৰিত্ৰ আৰু অৰূপ চক্ৰৱৰ্তীৰ 'আগমনি'। তাৰ কিছু দিন পিছতে মহেন্দ্ৰ বৰঠাকুৰৰ জন্ম, ৰত্ন ওজাৰ গহ্বৰ, আব্দুল মজিদৰ চোৰ, প্ৰফুল্ল বৰাৰ উপপথ, হিমেন্দ্ৰ কুমাৰ বৰঠাকুৰৰ বাঘ, দ্বীপ, অতুল বৰদলৈৰ বৃক্ষৰ খোজ, এনে কেইখনমান নাটকৰ নিবেদনেৰে ষাঠী দশকৰ সেই নব্য-নাট্য প্ৰবাহ সত্তৰ দশকত প্ৰবেশ কৰি বৰ্তমানলৈকে ধাবমান হৈছে বুলি ক'লে অত্যুক্তি নহ'ব।

দৰাচলতে ষাঠী দশকত যি মাত্ৰ ইংগিতৰ সূচনা কৰিছিল সেই বৈচিত্ৰ্য আৰু অভিনৱত্বই সত্তৰ আৰু আশী দশকৰ পৰা এক সুনিৰ্দিষ্ট ৰূপ লাভ কৰিলে বুলি ক'ব পাৰি। নাট্যধাৰাত এক প্ৰবল ঢল বাগৰি অহাৰ অভিজ্ঞতা নিশ্চিতভাৱে সকলোৱে অনুভৱ কৰিলে। এই নতুন ঢল অৱশ্যে সমগ্ৰ অসমীয়া সাহিত্য সংস্কৃতিৰ বহল ক্ষেত্ৰৰ ওপৰেদিয়েই এই সময়ত বাগৰিবলৈ আৰম্ভ কৰিছিল। ইয়াৰ মূলতে আছিল স্বাধীনতাৰ প্ৰায় দুই দশকৰ পিছতো দেশৰ অৰ্থনৈতিক অৱস্থাই ঘটোৱা জনসাধাৰণৰ মনৰ প্ৰতিক্ৰিয়া নাইবা স্পষ্টকৈ ক'বলৈ হ'লে ক্ষোভ আৰু হতাশা, আৰু আনহাতে দেশত তথাকথিত শিক্ষাৰ দ্ৰুত প্ৰসাৰ। এই প্ৰতিক্ৰিয়া আৰু শিক্ষা প্ৰসাৰৰ ফলত সমাজত ৰাজনৈতিক সচেতনতা ব্যাপকভাৱে বৃদ্ধি পালে। সেই সচেতনতাই দেশবাসীৰ সামগ্ৰিক জীৱনৰ লগতে

সাহিত্য সংস্কৃতিৰ ওপৰতো গভীৰভাৱে প্ৰভাৱ পেলালে। বুদ্ধিজীৱিসকলৰ বহুতেই সামাজিক দায়বদ্ধতাৰ সৈতে সাঙোৰ খাই পৰিল। সমাজৰ নিস্পেষিত সৰ্বহাৰাৰ প্ৰতি মাত্ৰ সহানুভূতিসুলভ, পুতৌসুৰীয়া বাণী ৰচনাৰ ঠাইত বিক্ষোভ, সংগ্ৰামৰ সংকল্পৰ ধ্বনি ক্ৰমে স্পষ্ট হৈ উঠিল। প্ৰণালীবদ্ধ আৰু বিজ্ঞানসন্মত পদ্ধতিৰে সমাজৰ আমূল পৰিৱৰ্তনৰ চিন্তাৰ অভাৱটো আচলতে সত্তৰ দশকৰ অসমীয়া চিন্তাধাৰাৰ এটা সুনিশ্চিত বৈশিষ্ট্য। ইয়াৰ কাৰণ প্ৰকৃততে ৰাজনৈতিক স্বাধীনতা লাভ কৰাৰ পিছত পঞ্চাশৰ দশকটোত অকল অসমীয়াই নহয় সমগ্ৰ দেশবাসীয়েই স্বাধীনতাৰ ৰাগীত আপ্লুত হৈ আছিল। সপ্তম দশকৰ পৰাই কিন্তু অসমৰ বুদ্ধিজীৱিসকলৰ বহুলাংশৰ মোহভঙ্গ পৰিলক্ষিত হয়। সামাজিক ন্যায়ৰ অভাৱ, অৰ্থনৈতিক বিষময় অৱস্থা, শাসন যন্ত্ৰৰ উপৰ্যুপৰি বিফলতা, ব্যক্তি আৰু সমাজ জীৱনত মূল্যবোধ আৰু গভীৰ জীৱনবোধৰ এক কৰুণ স্খলন ইত্যাদি কাৰণসমূহে বুদ্ধিজীৱিসকলক যেন চলিত ব্যৱস্থাৰ ঠাইত নতুন সমাজ ব্যৱস্থা প্ৰৱৰ্তনৰ কথা সঁকীয়াবলৈ ধৰিলে। অকল নাট্যকাৰেই নহয় অন্যান্য সাহিত্যিকো এই সচেতনতাৰে তৎপৰ হৈ উঠে। অপেক্ষাকৃতভাৱে অধিক সুবিধা থকা সাহিত্যৰ আন আন দিশত বা ক্ষেত্ৰত সেই প্ৰতিজ্ঞা বা সংকল্প অধিক প্ৰকাশ পায় যদিও মঞ্চৰ অভাৱ-অসুবিধাৰ কাৰণে নাট্য সাহিত্যত সি প্ৰকট হোৱাৰ সুযোগ কম আছিল। তথাপি সত্তৰ দশকৰ পৰা সুস্পষ্টভাৱে নাটকৰ বিষয়বস্তু কেৱল ফ্ৰয়েদীয় মনোবিশ্লেষণৰ সুৰঙ্গচক্ৰ অথবা ব্যক্তি মানসৰ মাজতে সীমাবদ্ধ নাথাকি এই সময়ছোৱাত যুৱ অশান্তি, সমাজতান্ত্ৰিক বিপ্লৱ, আনকি সশস্ত্ৰ সংগ্ৰাম আদি মানৱমুক্তিৰ মৌলিক দাবীৰ দিশলৈ সম্প্ৰসাৰিত হ'বলৈ ধৰিলে। মাৰ্ক্সীয় ভাবধাৰাৰে সশস্ত্ৰ বিপ্লৱৰ কৰ্মপন্থায়ো অসমীয়া নাট্যকাৰসকলক সমল নোযোগোৱাকৈ থকা নাছিল। এইদৰেই স্বাধীনতাৰ আশীৰ্বাদৰ মোহ ভঙ্গ হ'বলৈ আৰম্ভ কৰা সত্তৰ দশকৰ এই সময়ছোৱাৰ পৰাই শুদ্ধ মনোৰঞ্জনৰ মাধ্যম হোৱাতকৈ এচামে নাটকক দৰ্শকৰ সামাজিক আৰু আনকি ৰাজনৈতিক চেতনাবোধ জগাই তোলাৰ মাধ্যম হিচাবেও নিৰ্ণয় কৰিবলৈ ল'লে। অসমীয়া প্ৰগতি-সাহিত্যক এই নাটকখিনিয়ে নিঃসন্দেহে বহুতো চহকী কৰিছে।

সত্তৰ দশকৰ এই সময়ৰ পৰাই অসমীয়া নাট্যধাৰাত আৰু এটি সুঁতি আহি লগ লাগিল। আভা গাৰ্ড বুলি যাক কোৱা হয়, তেনে এটা সুঁতি। আধুনিক পৃথিৱীত মানুহৰ বহিৰ্জীৱন আৰু অন্তৰজীৱন বিভিন্ন বিপৰীতমুখী গতিয়েদি ধাবিত হৈ নানা সংঘাতৰ মাজত জৰ্জৰিত হয়। পাৰ্থিব সুখ-সম্ভোগৰ প্ৰাচুৰ্যই আধুনিক সমাজলৈ কঢ়িয়াই আনিলে সীমাহীন উশৃঙ্খলতা, প্ৰাপ্তি আৰু পৰিপূৰ্ণতাৰ তিক্ততা। অৱসাদ বিষণ্ণ মানসিকতা। আনহাতে দুখন মহাযুদ্ধৰ বিভীষিকাই পৃথিৱীৰ বহুত মানুহক, বহুত জাতিক জুৰুলা কৰিলে। বহুত মানুহৰ জীৱনৰ স্বপ্ন চুৰমাৰ হ'ল, ছাঁইত পৰিণত হ'ল। এফালে প্ৰাচুৰ্যৰ মোহভঙ্গ, অৱসাদগ্ৰস্ত ইনচমনীয়া ভোগা মানুহ, আনফালে সৰ্বহাৰা আৰু চিন্নমূলৰ দল - এই দুই শ্ৰেণী মানুহক লৈ সৃষ্টি হ'ল আধুনিক পৃথিৱীৰ নতুন সাহিত্য, নতুন নাটক। মানৱ অস্তিস্বৰ নৱমূল্যায়নৰ প্ৰয়োজন হ'ল কলা-সাহিত্য সংস্কৃতি সকলো ক্ষেত্ৰতে। পূৰ্ব প্ৰচলিত বহুতো ব্যৱস্থা নীতি-নিয়ম ভাঙি দিয়াৰ আন্দোলন চলিল। এই ভাবনাৰ আহ্বানতে বিশ্ব নাট্যজগতত সৃষ্টি হ'ল এন্টি নাটক আৰু ইয়াৰ বিভিন্ন ধাৰা। ছেমুৱেল বেকেটকে প্ৰমুখ্য কৰি এবচাৰ্ডিষ্টসকলৰ নাটক, চাৰ্ট আৰু আলাবয়াৰ কামু আদি অস্তিত্ববাদীসকলৰ নাটক, এই সকলোবোৰতে form আৰু content ৰ অভিনৱ পৰীক্ষা-নিৰীক্ষা চলিল আৰু সেই পৰীক্ষা-নিৰীক্ষাৰ পিছফালে আছিল জীৱন আৰু সমাজৰ নতুন আদৰ্শসমূহ (নাইবা আদৰ্শহীনতা) আৰু প্ৰমূল্য। অসমীয়া নাটকতো এনেবোৰ পৰীক্ষা-নিৰীক্ষাত বসন্ত কুমাৰ শইকীয়াৰ মানুহ, সমৰেন্দ্ৰ নাৰায়ণদেৱৰ বান্দৰৰ খেলা,এই লিখকৰ আহাৰ আদি নাটকৰ মাজেৰে সম্যক পৰিচয় প্ৰকাশ পাইছিল। আনহাতে বাৰ্টল্ট ব্ৰেখটৰ এক সম্পূৰ্ণ নব্য নাটধাৰাই বিশ্বৰ সমাজতান্ত্ৰিক ভাৱধাৰাক ৰূপায়িত কৰাৰ ক্ষেত্ৰত এক শক্তিশালী নাট্যমাধ্যম ৰূপে গৃহীত হ'ল, এক নব্যনাট্য যুগৰ সূচনা হ'ল।

অসমীয়া নাটকৰ ক্ষেত্ৰত পৰিস্থিতি আৰু পটভূমিৰ এনে দাবীবোৰ আছেনে নাই, তৰ্কৰ বিষয় হ'ব পাৰে, কিন্তু আৰ্হি হিচাবে বিশ্ব নাট্য জগতৰ এই নব্য নাট্য বিষয়সমূহৰ প্ৰভাৱ অসমীয়া ভাষাৰ নাট্য কৰ্মতো স্বীকাৰ কৰি লোৱা হ'ল সত্তৰ দশকৰ পৰাই ।

অসমৰ মঞ্চত ১৯৬৭ চনত এখন নাটকত কুলদা কুমাৰ ভট্টাচাৰ্যৰ প্ৰযোজনা আঁচনি অনুসৰি প্ৰথম ক্ষেত্ৰ-ভিত্তিক Zonal আহিত মঞ্চ ভাগ কৰি আৰু ramp ব্যৱহাৰ কৰি Stylised অভিনয় আদি আধুনিক নিবেদন শৈলীৰ কিছুমান ৰীতিৰ প্ৰয়োগ দেখা পোৱা গৈছিল। অসমৰ মঞ্চত সেইখনেই আছিল নব্য নাট্য নিবেদনৰ প্ৰথম পদক্ষেপ। ধীৰে ধীৰে বিভিন্ন নাট্যগোষ্ঠীয়ে আগৰ ত্ৰিমাত্ৰিক বাস্তৱধৰ্মী মঞ্চশৈলী এৰি নতুন Zonal আৰু Stylised আহিৰ প্ৰযোগ গ্ৰহণ কৰিবলৈ ল'লে। কিন্তু এই আধুনিক নিবেদন শৈলীসমূহৰ অতি সাৰ্থক আৰু সুস্থ প্ৰয়াস পৰিলক্ষিত হ'ল গুৱাহাটীত দুলাল ৰায়ৰ দ্বাৰা এখনৰ পিছত এখনকৈ নিৰ্দেশিত নাটকসমূহত। পূৰ্বৰ প্ৰচেনিয়াম থিয়েটাৰৰ নাট্য ৰচনাৰ পৰা আঁতৰি আহি ষাঠীৰ দশকত যি সম্পূৰ্ণ এক নব্য ধাৰা প্ৰবাহ আৰম্ভ হ'ল, আঙ্গিক নিবেদন শৈলী আৰু বিষয়বস্তু সকলো দিশতে সিয়েই ৭০ দশকৰ পৰা সাম্প্ৰতিক সময়লৈকে বিস্তৃতি লাভ কৰি আহিছে। এই সময়ছোৱাত উল্লেখযোগ্য নাট্যকাৰসকলৰ নাম ল'ব লাগিলে ক'ব লাগিব, ৰাম গোস্বামী, শ্যামপ্ৰসাদ শৰ্মা, মহেন্দ্ৰ বৰঠাকুৰ, মুনীন ভূঞা, মুনিন শৰ্মা, আলি হাইদৰ, দেউতি বৰুৱা, ৰফিকুল হুছেইন, ৰঞ্জিত শৰ্মা, ৰমনী বৰ্মন,প্ৰমোদ দাস, সীতানাথ লহকৰ, কৰুণা ডেকা, লীয়াকৎ আলি, নৰেন পাটগিৰি, প্ৰশান্ত শৰ্মা, পঙ্কজজ্যোতি ভূঞা, দীপক মহন্ত, সপোনজ্যোতি ঠাকুৰ, ড° পৰমানন্দ ৰাজবংশী, দীপক গগৈ, ড° দিলীপ বৰুৱা, অজিত বৰঠাকুৰ, জিন্টু ভট্টাচাৰ্য্য, দীপক বৰা, নিৰ্মল দাস, ৰূপজ্যোতি বৰা ইত্যাদি।

যোৱা দুই আঢৈ দশকমানৰ পৰা ভাৰতীয় প্ৰেক্ষিতত আধুনিক নাটকত লোকনাট্যৰ তাত্বিক ভাষা বা অন্যান্য প্ৰকৰণৰ সমাহাৰ হোৱাটো প্ৰবলভাৱে পৰিলক্ষিত হৈছে। শম্ভু মিত্ৰ, উৎপল দত্ত, ৰুদ্ৰপ্ৰসাদ সেনগুপ্ত, হাবিব তনভীৰ, ভি ভি কাৰান্থ, প্ৰসন্ন, চন্দ্ৰশেখৰ কাম্বাৰ, গিৰীশ কৰ্ণাড, ৰতন থিয়ম, কানাইলাল, ৰীতা গাঙ্গুলী আদি নাট্যকাৰ, নাট শিল্পীসকলে সৰ্বভাৰতীয় পৰ্যাযত এই নতুন ধাৰাটোৰ সৃষ্টি কৰিছে। অসমতো লোকনাট্যৰ সমৃদ্ধি আৰু সৌষ্ঠৱৰ প্ৰতি সচেতন হোৱা আৰু তাৰ প্ৰয়োগেৰে নাট্যধাৰালৈ অভিনৱত্ব অনাৰ প্ৰয়াস কৰাটো নিশ্চয় স্বাভাৱিক কথা। দৰাচলতে ক'বলৈ গ'লে অসমত নাট ৰচনাত লোকনাট্যৰ ওচৰ চপাৰ কথাটো নতুন নহয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ অংকীযা নাটতে পূৰ্বৰ লোকনাট্য, ওজাপালি আদিৰ আঙ্গিক আৰু শৈলীৰ প্ৰযোগৰ কথা আমি জানো। অসমীযা আধুনিক নাটকৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদ আগৰৱালাৰ শোণিতকুঁৱৰী নাটকত বিশেষকৈ তাৰো আগতে কেইখনমান নাটকত সাধাৰণতে অসমৰ থলুৱা নাট্যগীত নৃত্যৰ ব্যৱহাৰ পৰিলক্ষিত হয়। সম্প্ৰতি অসমীয়া ভাষাৰ লোকনাট্যৰ আহিত ৰচিত ভালেকেইখন নাটকে দৰ্শকৰ সমাদৰ লাভ কৰিছে। এই লেখকৰ 'বুৰঞ্জী পাঠ' নামৰ জৰুৰীকালীন সময়ৰ ওপৰত প্ৰহসন নাটত ওজাপালিৰ আংশিক প্ৰযোগক সাম্প্ৰতিক সময়ত প্ৰথম প্ৰচেষ্টা বুলি সমালোচকে উল্লেখ কৰিছে। যোৱা দশকত যিকেইজন নাট্যকাৰৰ নাটকে এই শেহতীযা ধাৰাত অৰিহ ণা যোগাইছে, তেওঁলোকৰ ভিতৰত উল্লেখযোগ্য শ্যামপ্ৰসাদ শৰ্মা, আলি হাইদৰ, সীতানাথ লহকৰ, কৰুণা ডেকা, ৰমনী বৰ্মন, লিয়াকৎ আলি, প্ৰমোদ দাস, গুণাকৰ দেৱগোস্বামী, দীপক মহন্ত, ৰূপজ্যোতি বৰা' ইত্যাদি। মই ভাবো ইমানদিনে পাশ্চাত্য নাট্য প্ৰবাহৰ যি শক্তিশালী প্ৰভাৱে ভাৰতীয় নাটক আৰু নাট্যকলাৰ গতি নিৰ্ণয় কৰি আছিল তাৰ পৰা ভাৰতীয় নাটক সম্পূৰ্ণ মুক্ত হৈ যেন নাটকৰ পুনৰ এক ভাৰতীয়কৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছে। সংস্কৃত নাটকৰ পৰম্পৰাৰ পিছত মাজতে এক বিচ্ছিন্ন অৱস্থাৰ পৰা যেন ভাৰতীয় নাটকৰ আত্মাৰ পুনৰোদ্ধাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছে। অসমৰ নাট্যকাৰ নাট্যকৰ্মীসকলেও সেই বাটেৰে পদানুসৰণ কৰাটো শুভ লক্ষণ।

অসমীয়া ভাষাত আৰু কেইবিধমান গুৰুত্বপূৰ্ণ নাট্য প্ৰবাহৰ উল্লেখ মাত্ৰ কৰি থ'ব খুজিছো। যোৱা ছটা দশকত বহুসংখ্যক একাঙ্ক নাট আৰু আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত অনাতাঁৰ নাটক অসমীয়া ভাষাত লিখা হৈছে। আৰু এবিধ হ'ল সত্তৰ দশকত প্ৰথম নিবেদনেৰে আৰম্ভ হোৱা বাটৰ নাট। এই চুটি নাটকসমূহত সমাজৰ বিভিন্ন দিশ মুকলিভাৱে আৰু সাহসেৰে অভিব্যক্ত কৰা হৈছে আৰু সাহিত্যগুণ বিশিষ্ট আৰু কলাসুলভভাৱে। আৰম্ভণিতে একাঙ্ক নাটকৰ ক্ষেত্ৰত বিশেষভাৱে উল্লেখ কৰিব লাগিব ড° ভবেন্দ্ৰ নাথ শইকীয়া আৰু ভোলা কটকীৰ নাট।

অসমৰ ভ্ৰাম্যমান থিয়েটাৰ সামাজিক বিনোদন কলাৰূপে এক অভিনৱ সৃষ্টি। অসমৰ চুকে-কোনে এনে ঠাই নাই, এনে এজন ব্যক্তি নাই যাক এই নাট্যশিল্পই স্পৰ্শ নকৰাকৈ আছে। ব্যৱসায়ৰ তাগিদাত এওঁলোকৰ প্ৰযোজন অধিক মনোৰঞ্জনপূৰক তৰল হাস্যমধুৰ কাহিনী আৰু চমক সৃষ্টি কৰা আঙ্গিকৰ নাটক। তৎসত্ত্বেও অসমীয়া সাহিত্যৰ কেইগৰাকীমান বিশিষ্ট লেখকৰ নিয়মীয়া সহযোগত ভ্ৰাম্যমান নাট্যমণ্ডলৰ পৰাও কিছু গহীন উচ্চমান সিদ্ধ নাটক ৰচনা হৈছে। তেনে কেইজনমান নাট্যকাৰ ড° ভবেন্দ্ৰ নাথ শইকীয়া, মহেন্দ্ৰ বৰঠাকুৰ, জিতেন শৰ্মা, মুনীন বৰুৱা, হেমন্ত দত্ত, সেৱাব্ৰত বৰুৱা, ভবেন বৰুৱা, কৈলাশ শৰ্মা; উমেশ শৰ্মা আদি।

লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা অতুল চন্দ্ৰ হাজৰিকা আৰু জ্যোতিপ্ৰসাদ আগৰৱালালৈকে কবিতা, সাধু, গল্প আদি কিছু শিশু-সাহিত্য ৰচিত হৈছিল। কিন্তু মঞ্চত নিবেদন কৰাৰ উদ্দেশ্যে শিশু নাটক বিশেষ ৰচনা হোৱা নাছিল। পিছত পঞ্চম আৰু ষষ্ঠ দশকত কেইগৰাকীমান সাহিত্যিকৰ দ্বাৰা গীতিনাটিকা ৰূপত কেইখনমান অতি সুন্দৰ ৰচনা শিশুসকলৰ দ্বাৰা নিবেদন কৰিব পৰাকৈ লিখা হৈছিল। লিখককেইজন আছিল নৱকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, কেশৱ মহন্ত। সেই সময়তে সত্যপ্ৰসাদ বৰুৱা আৰু কীৰ্তিনাথ হাজৰিকাই দুখনমান শিশু নাটক ৰচনা কৰিছিল। কিন্তু আশী-নব্বৈ দশকত সম্পূৰ্ণ বাস্তৱধৰ্মী শিশু নাটক ৰচনা কৰিছে গগণ অধিকাৰী, শুভেশ্বৰ দাস, হৰেন বৰঠাকুৰ, জয়ন্ত ৰাজগুৰু, ঐশ্বৰ্য্য কাকতী, প্ৰশান্ত শৰ্মা, মানিক ৰয়ে।

অসমীয়া নাটকৰ সম্ভাৰ ভালেমান অনুবাদ আৰু অভিযোজিত নাটকৰ দ্বাৰা চহকী হৈছে। আমি জানো ১৮৮৮ খৃষ্টাব্দতে অসমীয়া ভাষা উন্নতি সাধিনী সভাই শ্বেক্সপীয়েৰৰ Comedy of Errors ৰ ভ্ৰমৰঙ্গ নামে প্ৰথম অসমীয়া অনুবাদ নাটত মঞ্চস্থ কৰিছিল, প্ৰথমে কলিকতা পিছত অসমৰ বহু ঠাইত। ইয়াৰ পিছতে শ্বেক্সপীয়েৰৰ নাটক অনুবাদৰ ক্ষেত্ৰত অতুল চন্দ্ৰ হাজৰিকাৰ ৰোমিঅ' জুলিয়েট আৰু মাৰ্চেন্ট অৱ ভেনিচ অভিযোজন কৰিলে। শৈলধৰ ৰাজখোৱাই অথেল' আৰু নবীন চন্দ্ৰ বৰদলৈয়ে কৰিছিল কিং লিয়েৰ। সত্যপ্ৰসাদ বৰুৱাই কৰিছিল মেকবেথ। আৰু অজিৎ বৰুৱা, অমৃত প্ৰাণ মহন্ত আৰু কীৰ্ত্তিকমল ভূঞাই হেমলেট। মহেন্দ্ৰ বৰঠাকুৰে অথেল' অনুবাদ কৰিছিল ভ্ৰাম্যমান থিয়েটাৰৰ কাৰণে।

শ্বেক্সপীয়েৰৰ বাহিৰেও বিদেশী সাহিত্যৰ ভালেখিনি নাটক অসমীয়ালৈ অভিযোজনা আৰু মঞ্চস্থ হৈছে। আৰু তালিকাখন বহুত দীঘল হয় কাৰণে অধিক বৰ্ণনালৈ আগ নাবাঢ়িলো। সেইদৰে ভাৰতীয় নাট্য সাহিত্যৰো সংস্কৃতিকে ধৰি ভালেমান বিখ্যাত নাটক অসমীয়ালৈ অনুবাদ হৈছে। ভাৰতীয় বিভিন্ন প্ৰান্তীয় ভাষাৰ ভালেমান নাটক হিন্দী আৰু ইংৰাজী অনুবাদৰ মাজেৰে অসমীয়ালৈ অনুবাদ হৈছে।

এনেকৈয়ে দেশৰ দুই তিনিখিন ঠাইৰ নাট্য প্ৰসাৰ আৰু বিকাশৰ কথা বাদ দিলে,যেনে - মুম্বাই, কলিকতা, দিল্লী, কৰ্ণাটক আদিৰ কথা বাদ দিলে অন্য বহু ঠাইতকৈ অসমৰ সাম্প্ৰতিক নাট্য বিকাশ আৰু সংবৰ্দ্ধন হতাশজনক বুলি ক'ব নোৱাৰি। বিশেষকৈ অসমৰ সৰু-বৰ চহৰবোৰত নাট্য-প্ৰয়াসসমূহ অতি উৎসাহজনক বুলিয়েই ক'ব পাৰি। এইসকলে সাম্প্ৰতিক নাটক আৰু থিয়েটাৰৰ বিভিন্ন স্বৰূপত বিভিন্ন অভিব্যক্তিত, বিভিন্ন নান্দনিক আৰু কলাসুলভ অভিযোজনাৰে অধিক গতিশীল কৰিবলৈ নিৰৱচ্ছিন্ন প্ৰসাস কৰি আহিছে। পৰীক্ষা- নিৰীক্ষা কৰি আহিছে। এনে প্ৰয়াসবোৰৰ ফলত, সুখৰ কথা, অসমৰ গ্ৰামাঞ্চলতো এতিয়া গহীন নাটকৰ দৰ্শক গঢ় লৈছে, দৰ্শকৰ ৰুচিৰ মান বৃদ্ধি পাইছে। এয়া প্ৰশংসনীয় কথা।

চিন্তাৰ আৰু পদ্ধতিৰ ভিন্নতা বাদ দিও যদি কোৱা হয় যে সামাজিক নান্দনিক পৰিৱেশ্য কলাৰূপে প্ৰকৃতাৰ্থত অসমীয়া আধুনিক নাটক আৰু থিয়েটাৰৰ দুৱাৰ জ্যোতিপ্ৰসাদ আগৰৱালাই মুকলি কৰাৰ পিছত ৰঙ্গমঞ্চত যি বায়ু আৰু পোহৰ সঞ্চাৰ হ'ল, তাৰে অসমীয়া নাট্যকলা আৰু নাট্য সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধিৰ মূল্যায়ন কৰিলে, আমাৰ আৰু বহুখিনি হ'ব লগা থাকিলেও, গৌৰৱ কৰিব পৰাৰ যথেষ্ট কাৰণ আমি বিচাৰি নোপোৱা নহয়। সেয়েই আমাৰ আৰু অধিক গৌৰৱৰ, অধিক উজ্জ্বলতৰ নাট্য ভৱিষ্যতৰ মূলধন হ'ব পাৰে।

# নিৰ্বাচিত আধুনিক অসমীয়া নাট্য সংকলনৰ প্ৰথম দুখণ্ড

ডেৰশ বছৰৰ অসমীয়া আধুনিক নাটকৰ বুৰঞ্জীৰ এটি চমু আভাস পূৰ্বৰ পৃষ্ঠা কেইটিত সন্নিবিষ্ট কৰাৰ পিছত আমি সদ্য প্ৰকাশিত এই নাট্য সংকলনটিৰ বিষয়ে দুআষাৰ জনাব খুজিছো।

অসম নাট্য সন্মিলনৰ আমাৰ কাৰ্যকালত (২০০২-২০০৬) বিভিন্ন পৰিকল্পনা, প্ৰকল্প আৰু কাৰ্যসূচীৰ ভিতৰত কিছু প্ৰকাশনৰ কাম হাতত লোৱা হৈছিল। তাৰে ভিতৰত প্ৰধানকৈ বিশেষ গুৰুত্ব দিয়া হৈছিল ঃ 'ভৰত মুনিৰ নাট্য শাস্ত্ৰ'ৰ দ্বিতীয় খণ্ড। (প্ৰথম খণ্ড ইতিমধ্যে অসম নাট্য সন্মিলনেই প্ৰকাশ কৰি উলিয়াই থৈছে।) ডেৰশ বছৰৰ আধুনিক অসমীয়া নাটকসমূহৰ পৰা দুই বা তিনিখণ্ডত ডেৰশখন নাটকৰ সংকলন, অসমৰ বিভিন্ন প্ৰান্তত থকা জীৱিত নাইবা মৃত, প্ৰখ্যাত নাইবা অখ্যাত নাট্য শিল্পীসকলৰ চমু পৰিচয়েৰে 'মঞ্চতীৰ্থ' নামে এখন শিল্পী তথ্য কোষ, চতুৰ্থতে তিনিমহীয়াকৈ ৰঙ্গমঞ্চ নামে এখন অসমীয়া নাট্যালোচনী প্ৰকাশ। কিন্তু পৰিতাপৰ বিষয়, আমি পৰিকল্পনা কৰা মতে প্ৰস্তাৱিত প্ৰকাশনৰ এটাইকেইটা এতিয়ালৈকে সম্পূৰ্ণ হৈ নুঠিল। তাৰ মূল কাৰণ হৈছে প্ৰয়োজনীয় পুঁজিৰ অভাৱ। তথাপিও একেবাৰে কাম নোহোৱকৈও থকা নাই। যোৱা বছৰ 'ভৰতৰ নাট্য শাস্ত্ৰ'ৰ দ্বিতীয় খণ্ড ছপাকাৰে প্ৰকাশ হৈ ওলাল। মঞ্চতীৰ্থৰ বাবে বিভিন্ন ঠাইৰ পৰা তথ্যসমূহ সংগ্ৰহৰ কাম চলি আছে। আৰু এইবছৰত প্ৰকাশ হ'ল, **'ডেৰশ বছৰৰ নিৰ্বাচিত অসমীয়া নাট্য সংকলন' ৰ প্ৰথম দুটা খণ্ড**। এই দুই খণ্ডত অসমীয়া আধুনিক নাট্য সাহিত্যৰ আৰম্ভণিৰ পৰা ১৯৫০ খৃষ্টাব্দলৈকে নাটসমূহৰ নিৰ্বাচন সন্নিবিষ্ট কৰা হৈছে। স্বৰ্গীয় মহেন্দ্ৰ বৰঠাকুৰ, অধ্যাপক যোগেন চেতিয়া আৰু এই লেখক — এই তিনিজনক লৈ এখন সমিতিৰ দ্বাৰা নাটসমূহ নিৰ্বাচন কৰা হৈছে।

উল্লেখযোগ্য, এই সময়ছোৱাৰ নাটসমূহ প্ৰায় দুষ্প্ৰাপ্য। কিতাপৰ দোকানত ক'তো পাবলৈ নাই। ব্যক্তিগত আৰু ৰাজহুৱা নাইবা মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰসমূহলৈ গৈ অতি পৰিশ্ৰম কৰি নাটকখিনি সংগ্ৰহ কৰা হৈছে। বিশেষভাৱে উল্লেখযোগ্য পুৰণিগুদাম 'জাতীয় নাট্য সংগ্ৰাহলয়'ৰ দুলাল বৰাই অতি পৰিশ্ৰমেৰে তেত্ৰিশ খন নাটক সংগ্ৰহ কৰিছে। বাকীখিনিৰ আৰু চৈধ্যখন নাটক হেম চন্দ্ৰ বৰা, পংকজ মুদীয়াৰ আৰু অজিত কুমাৰ দাসে গুৱাহাটীৰ গ্ৰন্থাগাৰ সমূহ চলাথ কৰি অতি কষ্টেৰে বিচাৰি উলিয়ালে। যদিও তালিকাৰ চাৰিখন নাটক গুৱাহাটীৰ ক'তো বিচাৰি নাপালে । আনকি বাতৰি কাকত যোগেও সন্দেদ লোৱা হ'ল। শেষত সম্পূৰ্ণ বদ্ধ পৰিকৰ হৈ একান্ত ব্যক্তিগত প্ৰচেষ্টাত বহুকেজন মোৰ পূৰ্ব পৰিচিত প্ৰিয়জন আৰু বিশিষ্ট ব্যক্তিৰ সৈতে টেলিফোন, চিঠিপত্ৰ আৰু বিভিন্ন প্ৰকাৰে যোগাযোগ কৰি নাটক কেখন অৱশেষত সংগ্ৰহ কৰা হ'ল। এই এটাই সকল লোকৰ নাম কৃতজ্ঞতাৰে সুকীয়াকৈ সন্নিবিষ্ট কৰা হৈছে। উল্লেখ্য, তালিকাৰ এই শেষৰ নাটক কেখনৰ সংগ্ৰহ প্ৰক্ৰিয়াই প্ৰকাশনৰ কাম দুমাহ পলম কৰিলে।

তাৰ পিছত ঘাই সমস্যাটো হ'ল সংকলনটোৰ প্ৰকাশনৰ বাবে প্ৰয়োজনীয় প্ৰায় চাৰিলাখৰ অধিক টকাৰ পুঁজিৰ ব্যৱস্থা। ধনবান ব্যক্তি আমাৰ বহুত আছে। সেই সকলৰ সকলোৰে ব্যক্তি স্বাৰ্থৰ উৰ্দ্ধলৈ গৈ সামাজিক স্বাৰ্থৰ প্ৰতি কিছু ত্যাগ কৰাৰ মানসতা নাথাকে। তেনে বদান্যপ্ৰাণ লোকৰ সংখ্যা তাকৰ। পিছে আমাৰ সৌভাগ্যৰ বিষয়, তেনে তাকৰ সংখ্যাৰে এজন বিশিষ্ট ব্যক্তিৰ সন্ধান আমি পালো। তেখেতে ইতিমধ্যে অসম সাহিত্য সভাৰ বিশ্বকোষৰ পৰবৰ্ত্তী খণ্ড সমূহকে ধৰি আৰু কিছু ৰাজহুৱা সাহিত্য প্ৰকাশনত উদাৰ চিত্তে সহায় কৰিছে। তেখেত হ'ল 'সাদিন-প্ৰতিদিন কাকত গোষ্ঠী'ৰ স্বত্বাধিকাৰী জয়ন্ত বৰুৱা। আমি উমেশ শৰ্মা আৰু জিতেন শৰ্মা প্ৰমুখ্য কৰি 'অসম নাট্য সন্মিলন'ৰ প্ৰতিনিধি দল এটিৰে সৈতে আমি গৈ বৰুৱাক অনুৰোধ কৰিলো, গ্ৰন্থখন যেন তেখেতসকলৰ অৰ্থ সাহায্যেৰে প্ৰকাশ কৰি উলিয়ায়। বৰুৱাই হৰ্ষিত চিত্তে আমাৰ অনুৰোধ গ্ৰহণ কৰিলে আৰু প্ৰকাশনৰ দায়িত্ব ল'বলৈ আগ্ৰহান্বিত হ'ল। শেষত তেখেতৰ বহুমূলীয়া সহায় সাপেক্ষে 'ডেৰশ বছৰৰ নিৰ্বাচিত অসমীয়া নাট্য সংকলন'ৰ প্ৰথম দুই খণ্ড প্ৰকাশ হৈ ওলাল। শ্ৰী জয়ন্ত বৰুৱাক 'অসম নাট্য সন্মিলন'ৰ হৈ আন্তৰিক কৃতজ্ঞতা জনালো।

প্ৰকাশনটিৰ সন্দৰ্ভত দুটামান কথা উল্লেখ কৰাৰ প্ৰয়োজন বোধ কৰিলো ঃ

সংকলনটোত নাটকখিনি ছপোৱাৰ ক্ৰম নিৰ্দ্ধাৰণ কৰাৰ ক্ষেত্ৰত পাৰ্যমানে নাটকৰ প্ৰথম প্ৰকাশৰ বছৰটোক ভিত্তি কৰা হৈছে। নাট্য ৰচনাৰ সময় কাল অনুসৰি ব্যৱহৃত শব্দ, বানান আৰু বাক্য গাঁথনি প্ৰায় একেই ৰখা হৈছে। তেনেক্ষেত্ৰত বৰ্ণাশুদ্ধিত হাত দিয়া নাই।

কুকুৰীকণাৰ আঠমঙলা নামৰ নাটকখন অসমৰ সকলো ঠাইতে বিচাৰি চলাথ কৰাৰ অন্তত যিখন নাটক উদ্ধাৰ হ'ল সেইখনৰো ছটা পৃষ্ঠা ইতিমধ্যে হেৰাই পাবলৈ নোহোৱা অৱস্থাত আছে। উপায়ন্তৰ হৈ আমি অসম্পূৰ্ণ ৰূপতেই নাটকখন সন্নিবিষ্ট কৰিলো, অন্ততঃ পাঠকসকলে এসময়ৰ মঞ্চ আলোড়নকাৰী নাটকখনৰ কিছু ৰসাচ্ছাদন ল'ব পাৰিব। একেদৰে সেউতীকিৰণ আৰু গুলেনাৰ নাটক দুখনৰ শেষৰ পৃষ্ঠা কেইটাও উদ্ধাৰ কৰিব পৰা নগ'ল। ভবিষ্যতে এই সমূহ পৃষ্ঠা উদ্ধাৰ কৰিব পৰা হ'লে আমাৰ দ্বিতীয় প্ৰকাশত এই পৃষ্ঠা সমূহ সন্নিৱিষ্ট কৰাৰ প্ৰয়াস কৰিম।

ধেমাজীত অনুষ্ঠিত হ'ব লগা অসম নাট্য সন্মিলনৰ বাৰ্ষিক অধিবেশনৰ আগে আগে ছপাই উলিয়াব লগা পৰিস্থিতি সাপেক্ষে কিছু খৰ-খেদা কৰাৰ বাবে আৰ্হিপত্ৰ চাওঁতে বৰ্ণ শুদ্ধিকৰণত অজানিতে কিছু আসোঁৱাহ ৰৈ গ'ল। পঢ়ুৱৈয়ে যেন নিজ গুণে ক্ষমা কৰে। (শেষত ধেমাজি অধিৱেশন প্ৰতিকূল বতৰৰ বাবে স্থগিত হ'ল)

পূৰ্বৰ প্ৰকাশক সকলে আমাৰ এই সংকলনত নাটকসমূহ সন্নিবিষ্ট কৰিবলৈ সন্মতি দিছে। তেখেতসকলক ধন্যবাদ। গ্ৰন্থখনৰ পাণ্ডুলিপি প্ৰস্তুতৰ সময়ত ডি.টি.পি আৰু অন্যান্য প্ৰাৰম্ভিক ব্যযৰ কাৰণে প্ৰয়োজনীয় পুঁজিৰ বাবে আমি ভালে কেইজন বিশিষ্ট ব্যক্তিৰ অৰ্থ সাহায্য লাভ কৰিছিলো। তেখেত সকলক আমাৰ আন্তৰিক কৃতজ্ঞতা জনালো।

অসমৰ এগৰাকী বিশিষ্ট চিত্ৰাঙ্কন শিল্পী পদ্ম সিঙে অতি অৰ্থব্যঞ্জক ভাবে সংকলনৰ বেটুপাতটো প্ৰস্তুত কৰি দিলে। তেওঁক আন্তৰিক শলাগ জনালোঁ। অতি কম সময়ৰ ভিতৰতে বৃহৎ পাণ্ডুলিপিটো ডি.টি.পি. কৰাত সহায় কৰিলে বিদ্যুৎ ৰঞ্জন দাসে। এওঁকো ধন্যবাদ জনালো। আৰ্হি পৃষ্ঠা ততাতৈয়াকৈ শুধৰাই দিয়াৰ বাবে অজিত কুমাৰ দাসৰ লগতে সঞ্জয় কুমাৰ পাঠক, চন্দনা পাঠক, ডালিমী পাঠক, অৰুণ ৰাজবংশী আৰু ৰামকৃষ্ণ চক্ৰৱৰ্ত্তীক ধন্যবাদ জনালোঁ।

গ্ৰন্থখনৰ প্ৰকাশনৰ বিভিন্ন দিশত সমন্বয় ৰখাত আশাশুধীয়া আৰু দায়বদ্ধ ভাবে অনবৰতে লাগি আছিল সন্মিলনৰ এগৰাকী জ্যেষ্ঠ সদস্য হেম চন্দ্ৰ বৰা। তেওঁৰ আন্তৰিক সহযোগিতাই কামৰ বহুখিনি জটিলতা লাঘৱ কৰিলে। তেওঁক বিশেষভাৱে শলাগ জনালো। সন্মিলনৰ উপ-সভাপতি জিতেন শৰ্মাই বিভিন্ন সময়ত পৰামৰ্শ আদিৰে সহযোগ আগবঢ়াইছিল। তেওঁক ধন্যবাদ।

সাধাৰণ সম্পাদক পঙ্কজ মুদীয়াৰে যি ঐকান্তিকতা আৰু নিষ্ঠাৰে সংকলনটো প্ৰকাশনৰ বাবে প্ৰাৰম্ভিক ব্যৱস্থাখিনিৰে প্ৰকল্পটোক বাস্তবায়নলৈ আগুৱাই দিলে, সেইখিনিৰ অবিহনে এই গ্ৰন্থ ছপা হৈ নোলালহেঁতেন। পঙ্কজক ধন্যবাদ। তাৰ উপৰি এই বৃহৎ গ্ৰন্থ প্ৰকাশ হৈ উঠাৰ আঁৰত নাট্য সন্মিলনৰ সমূহ বিষয়ববীয়া আৰু সদস্য সকলৰ শুভাকাঙ্খা আৰু সদিচ্ছাই আমাক সদায় প্ৰেৰণা যোগাইছিল। তেখেত সকলৰ প্ৰত্যেকেই মোৰ ধন্যবাদৰ পাত্ৰ।

আশাকৰো অসমৰ নাট্য ইতিহাসৰ গৌৰৱময় প্ৰথম ছোৱা সামৰি নিৰ্বাচিত নাটকৰ এই গুৰুত্বপূৰ্ণ সংকলনটিয়ে সামগ্ৰিকভাবে অসমীয়া সাহিত্যক অধিক সমৃদ্ধ কৰাত অবদান আগবঢ়াব আৰু গ্ৰন্থখনৰ প্ৰতি সাহিত্যানুৰাগী সকলৰ যথাযোগ্য সহাঁৰিয়ে সংকলনটোৰ পৰবৰ্ত্তী খণ্ড সমূহৰ প্ৰকাশত আমাক প্ৰেৰণা যোগাব।

(অৰুণ শৰ্মা)
সভাপতি,
অসম নাট্য সন্মিলন

গুৱাহাটী
ইং ১-৬-২০০৭

# সূচীপত্ৰ

# মনোমতী

ঔপন্যাসিক সম্ৰাট ঁৰজনীকান্ত বৰদলৈ
দেৱৰ
বিখ্যাত উপন্যাস
"মনোমতী"ৰ

পৰা

১ ম তাঙৰণ

নাট্যকাৰ
শ্ৰীলক্ষ্মীকান্ত দত্ত
ডিব্ৰুগড়।
১৮৬২ শক

## চৰিত্ৰাৱলী

### মুনিহ

| | |
|---|---|
| হলকান্ত বৰুৱা | ঃ যুগীৰ পামৰ এজন সম্ভ্ৰান্ত বিষয়া। |
| লক্ষ্মীকান্ত | ঃ হলকান্ত বৰুৱাৰ পুত্ৰ। |
| চণ্ডীবৰুৱা | ঃ বৰনগৰৰ এজন সম্ভ্ৰান্ত বিষয়া। |
| শান্তিৰাম | ঃ চণ্ডীবৰুৱাৰ আশ্ৰয়ভোগী এজন কেৱলীয়া। |
| অনাথ চৌধুৰী | ঃ কানাডা গাঁৱৰ এজন সম্ভ্ৰান্ত লোক। |
| মিঙ্গিমাহা তিলোৱা | ঃ মান সেনাপতি। |
| টেঙ্গুলা | ঃ মান সৈন্যাধ্যক্ষ। |

সন্ন্যাসী, বুঢ়ামান, পৰীয়া মান, মান কটকী, বাটৰুৱাসকল, নাৱৰীয়া সকল, এজন বুঢ়া, বন্দীসকল, মানৰূপী অসমীযাসকল, আৰু মান সেনাসকল।

### তিৰোতা

| | |
|---|---|
| | ঃ হলকান্ত বৰুৱাৰ পত্নী। |
| তিলোত্তমা | ঃ ঐ কন্যা। |
| মনোমতী | ঃ চণ্ডীবৰুৱাৰ তোলনীয়া জীযেক। |
| পমীলা | ঃ মনোমতীৰ সখী। |
| পদুমী | ঃ মিঙ্গিমাহাৰ ৰক্ষিতা অসমীয়া তিৰোতা। |

# মনোমতী

## -পট -পৰিচয় -

### প্ৰথম অঙ্ক

প্ৰথম দৰ্শন

লক্ষ্মীকান্ত আৰু বৰুৱাসকল।

দ্বিতীয় দৰ্শন

মনোমতী, পমীলা আৰু শান্তিৰাম।

তৃতীয় দৰ্শন

হলকান্ত, বৰুৱাসকল,লক্ষ্মীকান্ত আৰু বিচিত্ৰী।

চতুৰ্থ দৰ্শন

সন্ন্যাসী আৰু হলকান্ত বৰুৱা।

পঞ্চম দৰ্শন

লক্ষ্মীকান্ত, শান্তিৰাম আৰু এজন প্ৰজা।

### দ্বিতীয় অঙ্ক

প্ৰথম দৰ্শন

মিঙ্গিমাহা, পদুমী, টেঙ্গুলা, হলকান্ত, বৰুৱা আৰু মান সেনাসকল আৰু অসমীয়া বন্দীসকল।

দ্বিতীয় দৰ্শন

পমীলা, শান্তিৰাম আৰু লক্ষ্মীকান্ত।

তৃতীয় দৰ্শন

মনোমতী আৰু পমীলা।

চতুৰ্থ দৰ্শন

চণ্ডী বৰুৱা, শান্তিৰাম, বৰুৱাসকল, পমীলা আৰু নাৱৰীয়াসকল।

পঞ্চম দৰ্শন

পমীলা, শান্তিৰাম, হলকান্ত, চণ্ডী বৰুৱা, মিঙ্গিমাহা আৰু মান সেনাসকল।

ষষ্ঠ দৰ্শন

লক্ষ্মীকান্ত, মনোমতী, টেঙ্গুলা আৰু মান সেনাসকল।

### তৃতীয় অঙ্ক

প্ৰথম দৰ্শন

মিঙ্গিমাহা আৰু পদুমী।

দ্বিতীয় দৰ্শন

শান্তিৰাম আৰু পদুমী।

তৃতীয় দৰ্শন

হলকান্ত, মিঙ্গিমাহা, পৰীয়ামান, টেঙ্গুলা, মান সেনাসকল আৰু মান কটকী।

চতুৰ্থ দৰ্শন

মনোমতী, পমীলা, মিঙ্গিমাহা, পদুমী, শান্তিৰাম, টেঙ্গুলা, পৰীয়ামান আৰু অসমীয়া মানুহসকল।

পঞ্চম দৰ্শন

মিঙ্গিমাহা, লক্ষ্মীকান্ত, শান্তিৰাম আৰু মান সেনাসকল।

ষষ্ঠ দৰ্শন

হলকান্ত বৰুৱা আৰু চণ্ডী বৰুৱা।

### চতুৰ্থ অঙ্ক

প্ৰথম দৰ্শন

মিঙ্গিমাহা, এজন বুঢ়া মান, চণ্ডী বৰুৱা, পদুমী, পৰীয়ামান আৰু মানসকল।

দ্বিতীয় দৰ্শন

অনাথ, তিলোত্তমা, হলকান্ত আৰু শান্তিৰাম।

তৃতীয় দৰ্শন

এজন বুঢ়া, মান সেনাসকল, লক্ষ্মীকান্ত আৰু শান্তিৰাম।

চতুৰ্থ দৰ্শন

মিঙ্গিমাহা, মান কটকী আৰু মান সেনাসকল।

পঞ্চম দৰ্শন

হলকান্ত আৰু সন্ন্যাসী।

ষষ্ঠ দৰ্শন

পদুমী আৰু মানসকল।

### পঞ্চম অঙ্ক

প্ৰথম দৰ্শন

বাটৰুৱা সকল।

দ্বিতীয় দৰ্শন

মনোমতী, পমীলা আৰু অনাথ চৌধাৰী।

তৃতীয় দৰ্শন

লক্ষ্মীকান্ত আৰু মানৰূপী অসমীযাসকল।

চতুৰ্থ দৰ্শন

শান্তিৰাম, পমীলা আৰু অনাথ চৌধাৰী।

পঞ্চম দৰ্শন

অনাথ চৌধাৰী, হলকান্ত, সন্ন্যাসী, শান্তিৰাম, লক্ষ্মীকান্ত, মনোমতী, তিলোত্তমা, পমীলা আৰু অনাথৰ পুতেক (বিমল)।

আঁৰ কাপোৰ।

# মনোমতী

## প্রথম অঙ্ক

### প্রথম দর্শন

মানাহ নৈৰ পাৰে পাৰে এটা বনপথ

বেলি মাৰ যাবৰ সময়

(নৈৰ বুকুত এখন নাও লাহে লাহে অদৃশ্য হৈ গৈছে। পাৰত থকা এচটা ডাঙৰ শিলৰ ওপৰত বহি লক্ষ্মীকান্ত ভাবত তন্ময় হৈ আছে।)

**লক্ষ্মীকান্ত** ঃ কি সুন্দৰ! কেনে মনোমোহা!! পক্ষীৰ সুললিত গীত, মানাহৰ কুলু কুলু সুৰৰ লগত মিলি প্ৰকৃতিক বাউলী কৰিছে, কিন্তু মানাহ, আজি তুমি সেইদিনাৰ মানাহ নোহোৱা। সেই ৰূপ আৰু তোমাৰ নাই। সেই গীতৰ প্ৰতিধ্বনি আৰু তোমাৰ বুকুত শুনিবলৈ নেপাওঁ। কোন সেই তৰুণী? কোন সেই মোহিনী? যাৰ এষাৰি মাতত, যাৰ একেটি মাথোন গীতৰ ধ্বনিত, মানাহ নিস্তব্ধ হৈছিল! বনৰ পশু, পানীৰ মাছ আপোন পাহৰা হৈছিল, সেই মহা উৎসৱৰ মিলন অভিনয় আৰু পুনৰ নহব নে? সেই সুন্দৰ ছবিটিক বুকুৰ মাজত সাবটি অন্তৰৰ কথা কবলৈ নেপাম নে? (চিন্তাযুক্ত, অলপ পৰৰ পাচতে কোনোবা অহা গম পাই দুৰলৈ চাই) কোনোবা, কোনোবা আহিছে। দুৰৈৰ পৰা কথাৰ আভাস লোৱা যাওক।

(কেজনমান বাটৰুৱাৰ প্ৰবেশ)

**প্ৰথম বাটৰুৱা** ঃ কিয? আমাৰ বৰপেটাৰ কীৰ্ত্তন ঘৰত।

**দ্বিতীয় বাটৰুৱা** ঃ সেইদিনা মহাপ্ৰভুৰ ঝুলন যাত্ৰাৰ দিনা দেখোন কীৰ্ত্তন ঘৰত এইবোৰ কথাই।

**তৃতীয় বাটৰুৱা** ঃ ল'ৰা বুঢ়া সকলোৰে মুখত দেখোন মানব হে কথা।

**প্ৰথম বাটৰুৱা** ঃ তইনো ক'ত আছিলি? তই জানো যোৱা নাই?

**চতুৰ্থ বাটৰুৱা** ঃ এৰা পাই, মই আকৌ সেইদিনা যাবকে নোৱাৰিলো। পাচে, কচোন ৰাইজে আমাৰ কেনে হব বুলি কৈছে?

**প্ৰথম বাটৰুৱা** ঃ কেনে হব জনাই আছে। ৰজাতো নাইয়েই-

**দ্বিতীয় বাটৰুৱা** ঃ তাৰ উপৰিও আমাৰ এই অঞ্চলত যি দুঘৰ প্ৰতাপী বৰুৱা আছে, তেওঁবিলাকৰ গতি গোত্ৰটো দেখিছাই।

**তৃতীয় বাটৰুৱা** ঃ ইঘৰে সিঘৰে কটামৰা।

**দ্বিতীয় বাটৰুৱা** ঃ তাতে আমাৰ বৰুৱাৰ পুতেককো দেখিছাই। কিবা বোলে তেওঁ হেনো বন বৰাগী।

**চতুৰ্থ বাটৰুৱা** ঃ এৰা অ', লৰাটোৰনো হৈছে কি? ভগৱন্ত পুৰুষেহে জানে।

**দ্বিতীয় বাটৰুৱা** ঃ হেৰ' ডেকাৰ নো কিহৰ চিতা সোমাইছে অমুকাইহে জানে।

**প্ৰথম বাটৰুৱা** ঃ বাৰু কথাৰ মূৰত ধৰাটোৱেই ক চোন কি হল!

**দ্বিতীয় বাটৰুৱা** ঃ সিদিনাৰে পৰা বোপাৰ মন উৰুঙা।

**তৃতীয় বাটৰুৱা** ঃ হেৰ, আমাৰ বোপাক এনেকৈ বলীয়া কৰা সেই ছোৱালী জনীনো ক'ৰ অ'?

**দ্বিতীয় বাটৰুৱা** ঃ তেওঁ কিন্তু এই ফাকি ভু নেপাই দেই।

**প্ৰথম বাটৰুৱা** ঃ পোৱাহেতেন এনে নহল হেঁতেন।

**দ্বিতীয় বাটৰুৱা** ঃ ছোৱালীটি হৈছে আমাৰ বৰুৱাৰ পৰম শতৰু চণ্ডীবৰুৱাৰ তোলনীয়া জীয়েক।

**চতুৰ্থ বাটৰুৱা** ঃ বোপাই তেনে মিছাকৈয়ে লটিঘটি হৈ ফুৰিছে হোঁ?

**প্ৰথম বাটৰুৱা** ঃ এৰা আকৌ, গাভৰু দেখিলেই ডেকা বলীয়া -

**দ্বিতীয় বাটৰুৱা** ঃ ফুল দেখিলেই ভোমোৰা বলীয়া -

**তৃতীয় বাটৰুৱা** ঃ হয বুলি দেখোন আমাৰ বুঢ়া মেঠাই কযেই।

**চতুৰ্থ বাটৰুৱা** ঃ বাৰু সেইবোৰ থ আৰু! হেৰ' নিশাও হৈ আহিছে, বল, বহাৰ ফালেই খোজ লওঁ। পাচে মানৰ কথা মনত পৰিলে কলিজা ডোখৰে কাওঁ বাওঁ কৰে। আমাৰনো বা দশা হয় কি?

**প্ৰথম বাটৰুৱা** ঃ হব আৰু কি? (গীত ধৰে লগতে সকলোৱে গায)

গীত

ওলট পালট কিবা ধুৰুপ
হবই - হবই - হবই ।
বাপতি সাহোন যিবা, সোপোকে নিবই -
নিবই - নিবই -নিবই।।
বৰুৱা ফুকনৰ বৰ বৰ ভেম্
মান আহি কৰিব ফেনা ফেন্।
পৰিব সৌকা নিজৰ পিঠিত
ভাঙিব বুকু ভুকুৱাই।।
ধান পুৰীয়া কথা -পেটে পেটে,

নিচলাও মৰে যে হাটে-বাটে
লেঠাৰ গুৰিত মথুৰা পাগ্
‧থাকে চেলুহে চিপিযাই।।

(গীত গাই গাই বাট্‌ৰুৱা সকলৰ প্ৰস্থান। আঁৰৰ পৰা চিন্তামগ্ন লক্ষ্মীকান্তৰ লাহে লাহে প্ৰবেশ।)

**লক্ষ্মীকান্তঃ** চণ্ডীবৰুৱাৰ তোলনীয়া জীয়েক? তেনে জানো অসম্ভৱ? নহয়, নহয়, হৃদয়ৰ আকুল আকাঙ্ক্ষাৰ নিস্ফলতাৰ উদাহৰণ জগতৰ বুৰঞ্জীত বিৰল।

(প্ৰস্থান)

# দ্বিতীয় দৰ্শন
## বৰনগৰত মনোমতীৰ কোঠা
### সময় সন্ধ্যা

(মনোমতীয়ে খিড়িকীয়ে ওচৰেদি বৈ যোৱা মানাহ নৈৰ বুকুত মাৰ যোৱা বেলিটিৰ ফালে চাই থাকি তলত দিয়া লেচাৰিটো গাই আছিল। চকুৰ দৃষ্টিতে এটা ম'ৰা চৰায়ে ধেমালি কৰি আছিল)লেচাৰী

কৃষ্ণ একদেৱ দুঃখহাৰী          কাল মাযাদিৰো অধিকাৰী
কৃষ্ণবিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ্য          তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ।
(অলপ বৈ আকৌ গায়)
অ' উদ্ধৱ। আৰু কি আহিব হৰি
বান্ধৱ চাই থাকিম নযন ভৰি।

(গোৱাৰ শেষত মনোমতীয়ে হুমুনিযাহ এটি কাঢ়িলে। তেনেতে পমীলা আহি একে ডেৱে মনোমতীৰ হাতত ধৰে)

**পমীলা** ঃ সখি, তুমি এতেখিনি পৰেনো কি কৰিছিলা?

**মনোমতী** ঃ তুমি ওলাই যোৱাত অকলৈ ঘৰৰ ভিতৰত বহি থাকি ভাল নেলাগি এই পোনে খিড়িকীৰে মানাহ নৈ খনকে চাই আছিলোঁ। বাৰু সখি চোৱাচোন - সৌ শিমলু গছ জোপাত ম'ৰাজনী দেখিবলৈ কেনে ভাল লাগে।

**পমীলা** ঃ মোৰ অকলশৰীয়া মাইকী ম'ৰাজনী দেখি বৰ ভা নেলাগে। মাইকীজনীৰ লগত মটাটোকো একেলগে দেখিলেহে ভাল লাগে। কথাতে কয আকাশত চন্দ্ৰ নেথাকিলে তৰাও নিজিলিকে।

**মনোমতী** ঃ সখি চোৱাঁচোন, সেই ম'ৰাজনীয়ে কেনেকৈ মাতিছে।

**পমীলা** ঃ এতিয়াই মটা ম'ৰাটো আহি পালে তাইৰ সকলো দুখ যাব।

**মনোমতী** ঃ মাইকী ম'ৰাজনী অকলে থাকি ভালপোৱা নাই চাগে। নহযনে বাৰু?

**পমীলা** ঃ এৰা।

**মনোমতী** ঃ মোৰো সেইদৰে তুমি এৰি গলে মন বৰ বেয়া লাগে।

**পমীলা** ঃ নহয সখি। তোমাৰ মন দেখোন আজি কেইবা দিনৰে পৰা বেযা দেখিছোঁ। বাৰু কোৱাঁচোন ইয়াৰ কাৰণ কি?

**মনোমতী** ঃ মই একো কব নোৱাৰোঁ।

**পমীলা** ঃ নহয সখি। ইযাৰ কিবা এটা কাৰণ আছে। তুমি মোৰ আগত নোকোৱাঁ।

**মনোমতী** ঃ মইনো তোমাৰ আগত কি কথা লুকুৱাওঁ?

**পমীলা** ঃ নহয, তুমি যেনে তেনেই কিবা এটা লুকুৱাইছা।

**মনোমতী** ঃ তুমি এতেপৰে কি কৰিছিলা মই জুমি চাইহে আছিলোঁ? সিদিনা দৌল চাই আহিবৰ পৰা তোমাৰ মুখত আগৰ ধেমালিৰ ভাববিলাক নেদেখো। সদায হা হুমুনিয়াহ কঢা শুনো। বাৰু কোৱাচোঁন, তোমাৰ তেওঁলৈ ধাউতি হৈছে নহযনে বাৰু?

(মনোমতীয়ে চকু চলচলীযা কৰি পমীলাক সাবটি ধৰে)

**পমীলা** ঃ (মনোমতীৰ থুতঁৰিত ধৰি) সখি, বুকুৰ সখি, নেকান্দিবা। তুমি থাকোতে তোমাৰ কিহৰ দুখ? ব'লা, তুমি ভিতৰলৈ ব'লা। মোৰ এটা বৰ ডাঙৰ কাম আছে।

**মনোমতী** ঃ কি ডাঙৰ কাম সখি?

**পমীলা** ঃ বাৰু পাচতো কম, আগেযে চোন কামটো কৰি লওঁ। নহয়, বাৰু কওঁ শুনা - (পমীলাই মনোমতীৰ কাণত ফুচ্ ফুচাই কয়, মনোমতী তলমূৰে ৰয। পমীলাই আকৌ হাঁহি হাঁহি কয।)

**পমীলা** ঃ বাৰু সখি, তুমি চিন্তা নকৰিবা। ডেকা বৰুৱাৰ পিতাকৰ সৈতে আমাৰ দেউতাৰ বিৰোধ থাকিলেই তেওঁৰো ভাব যে আমালৈ বেযা হব, সেইটো মনে নধৰে। বাৰু কুমাৰৰ নো ঊষা সখীলৈ কি ভাব এইটোকে বুজিব লাগে।

**মনোমতী** ঃ সখি, কাবৌটি কৰিছোঁ, তুমি মোৰ কথা কাৰো আগত নুলিয়াবা।

**পমীলা** ঃ বাৰু, তোমাৰ কথা নকওঁ। কেৱল মোৰ ঊষা সখীৰহে বতৰা দি পঠাম। সখি, মই আহিলো, তুমি চিন্তা নকৰিবা দেই।

(পমীলাৰ প্ৰস্থান)

**মনোমতী** ঃ তুমিয়েই জানা কি কৰিব খুজিছা সখি।

(মনোমতীৰ লাহে লাহে প্ৰস্থান। আন ফালৰ পৰা পমীলা আৰু শান্তিৰামৰ প্ৰবেশ।)

**শান্তিৰাম** ঃ তেনে শুনক - । এইবাৰ দৌল চাবলৈ যাওঁতে

আমাৰ সখীয়ে এজন বৰ ধুনীয়া ডেকা দেখা পালে। ডেকাজনক দেখিবৰে পৰা সখীৰ মনত কিবা এটা চিন্তা হৈছে। কি কৰিব চাওকচোন আগলৈ উঠি অহা ছোৱালী, নেভাবি নিচিন্তি এনে এটা কথালৈ মন মেলিলে। এতিয়া আপোনাক মই খাটো, সেই ডেকাজনৰ মন কেনে আপুনি এযাৰ গৈ বুজি আহিব লাগে।

**শান্তিৰাম** ঃ সেই ডেকাজন নো কোন?

**পমীলা** ঃ কীৰ্ত্তন ঘৰতে ভু পাইছিলো, তেওঁ হেনো যুগীৰ পামৰ বৰুৱাৰ পুতেক, নাম হেনো লক্ষ্মীকান্ত।

**শান্তিৰাম** ঃ তোমাৰ সখীযেৰাই বৰ বেয়া ঠাইত মন মেলিলে। তুমি নেজানানে যে যুগীৰ পামৰ বৰুৱাই আমাৰ দেউতাক ঢেকেৰী বুলি পেটে পেটে ঘিণায?

**পমীলা** ঃ তাকো জানো। আতৈ, আপুনি বোধকৰো তিৰোতা জাতিন মন নুবুজে। শেষত যি হয় হব।

**শান্তিৰাম** ঃ এৰা, এতিয়া উষাহৰণৰ খণ্ডহে পাতিব লগাত পৰিল। শেষত ফল বা কি হয তাকেহে কব নোৱাৰো।

**পমীলা** ঃ আতৈ। কওক, মই কৰিব দিয়া কাম কৰিব নে নকৰে?

**শান্তিৰাম** ঃ এৰা তুমি চিত্ৰলেখী হৈছা নহয, আৰু মোকো আগেয়ে সইথ কঢ়াই লৈছা নহয়, এতিয়া তোমাৰ হাক বচন মতে নচলিলে আমাক জানো শুদাই এৰিবা? বাৰু যাব লাগে যাম। পাচে হিনো ল'ৰা ভঙাব জানিম নে?

**পমীলা** ঃ আপুনিযেই এনে বিলাক কামৰ ওজা বুলিহে আপোনাৰ ওচৰলৈ আহিছোঁ। বিশেষ আপুনি ভকত মানুহ, যলৈকে তলৈকে যাব পাৰে। খঞ্জৰী বজাই নাম গাই শুনাইও মানুহক হাত কৰিব পাৰে। সেই দেখিহে কৈছোঁ।

**শান্তিৰাম** ঃ চিত্ৰলেখি, তুমিও ভাল এজনী! মই বাৰু কেনেকৈ কি কব লাগে শিকাই দিয়া।

**পমীলা** ঃ আতৈ, আপোনাক নো কি শিকাম? আপুনি যিটো লেচাৰী গায় তাকে গাব।

**শান্তিৰাম** ঃ অ' এইটো কেনে?
(সুৰেৰে) তোমাক বিৰহত হে হৰি,
মূৰ্চ্ছা গলে ৰাধা পটেশ্বৰী।

**পমীলা** ঃ ওঁ সেইটোকে। বাৰু এতিয়া যাওক। কাইলৈ পুৱাতে যাব দেই।
(পমীলাৰ প্ৰস্থান)

**শান্তিৰাম** ঃ বাৰু সখি। (যাওঁতে যাওঁতে) শান্তিৰাম কেৰলীয়া গুচি এতিয়া ঘৰ ককা হব লাগিব যেনহে দেখা পাইছোঁগে।

(প্ৰস্থান)

# তৃতীয় দৰ্শন
## হলকান্ত বৰুৱাৰ চ'ৰা
## সময় - নিশা

(বৰ পীৰাৰ ওপৰত হলকান্ত বৰুৱা বহি থাকে। একাষত গুড়গুডী, পিক্‌দান, আৰু আন কাষত লোটা, শৰাই আদি থাকে। সন্মুখত বৰুৱাসকল বহি থাকে।)

**হলকান্ত বৰুৱা** ঃ ডাঙৰীয়াসকল, শুনিবলৈ পালোঁ যে মান পুনৰ অসমত সোমাইছেহি। উজনি অসম তেনেই ছাৰখাৰ কৰি নাৰেৰে ব্ৰহ্মপুত্ৰইদি ভটিয়াই আহিছে। স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহ কলৈ গৈছে তাৰো একো বাতৰি পোৱা নাই। গুৱাহাটীৰ বৰফুকনৰ পৰাও একো সম্বাদ নেপালোঁ। এতিয়া বিবেচনা কৰক আমাৰ কি কৰা যুগুত।

**প্ৰথম বৰুৱা** ঃ ডাঙৰীযা, মোৰ মনৰে আমি এইবোৰ উৰা বাতৰিহে শুনিছোঁ। যদি সচাঁকৈয়ে মান আহিলেহেঁতেন তেন্তে স্বৰ্গদেৱে আমালৈ বাতৰি পঠিয়ালেহেঁতেন নতুবা বৰফুকনেই গুৱাহাটীৰ পৰা সাজু হবলৈ বুলি আদেশ দিলেহেঁতেন।

**দ্বিতীয় বৰুৱা** ঃ ডাঙৰীযা, এইটো কেতিয়াও উৰা বাতৰি নহয। সেই বুলিযেই হাত সাবটি থাকিলে কাম নচলিব। বিপদ যেতিয়া ওচৰ চাপিছে বুলি শুনিছোঁ তাৰ নিমিত্তে সাজু হোৱা উচিত।

**প্ৰথম বৰুৱা** ঃ নিশ্চয় উৰা বাতৰি ডাঙৰীয়া। সিদিনা মাত্ৰ মান আহি গৈছে আকৌ এতিয়াই অহা সম্ভৱ নে?

**দ্বিতীয় বৰুৱা** ঃ নহয ডাঙৰীযা। কোনে জানে স্বৰ্গদেৱৰ বা কি গতি হৈছে? বৰফুকনেই বাতৰি পাইছেনে নাই তাকেনো কোনে কব পাৰে?

**হলকান্ত বৰুৱা** ঃ ৰব আপোনাসকলে অনাহকত কিয় বাক্ বিতণ্ডা কৰিছে? মান অহা তেনেই সঁচা। বৰ বোপাই সিদিনা কীৰ্ত্তনঘৰত গুৱাহাটীৰ পৰা অহা মানুহৰ মুখেই শুনি আহিছে যে বৰ ফুকনে সেনা লৈ উজাই গৈছে। আমিও আগবাঢ়ি গৈ আধা বাটতে মানক ভেটা দিবলৈ যো-যা কৰা উচিত। আপোনাসকল যাওক - গাৱঁৰ ঘৰে, ঘৰে, খেলে, খেলে খবৰ দিয়কগৈ যে মান আহিছে। সকলোৱে যেন নিজ নিজ অস্ত্ৰ শস্ত্ৰলৈ সাজু থাকে।
(বৰুৱাসকলৰ প্ৰস্থান)

**হলকান্ত বৰুৱা** ঃ এইবাৰ চণ্ডীবৰুৱা! মোৰ পিতৃবৈৰী।

এই বাবেই যেনে তেনেই তোৰ প্ৰতিশোধ লম। এই যুদ্ধ যাত্ৰাৰ এইযে প্ৰধান উদ্দেশ্য। (ভাবি) কোন আছ? বৰ বোপা। (লক্ষ্মীকান্তৰ প্ৰবেশ) বৰবোপা। মই মানক আধা বাটতে ভেটা দিবলৈ ঠিক কৰিলোঁ। মই বৰ্ত্তমানে দুহেজাৰ সেনা লৈ আগবাটি বৰফুকনৰ লগ ধৰোঁগৈ। তইও বাকীখিনি লৈ ইয়াতে তিনি চাৰি দিন ৰবি। যদি বৰ ফুকনক লগ পাওঁ আৰু মান যদি ভটিযাই আহিছে বুলি শুনো তেনে পৰাপক্ষত মযো উভতিবলৈ চেষ্টা কৰিম। যদি মই নাপাওঁহি তই নাৰেৰে মাৰ আৰু ভনীয়েৰক ভটিযাই নি কোম্পানীৰ ৰাজ্য গোৱালপাৰাত থবিগৈ। পাচত মই গৈ তহঁতৰ লগ ধৰিম।

**লক্ষ্মীকান্ত** ঃ দেউতা, আপুনি বুঢ়া মানুহ। আপুনিনো এই যুজলৈ কেলৈ যাব লাগিছে? এই যুজলৈ মযে যাওঁ।

**হলকান্ত** ঃ বৰবোপা, তই বুজা নাই। মই যুজলৈ যোৱাৰ পৰা বহুত সুবিধা হব।

**লক্ষ্মীকান্ত** ঃ তেনে দেউতা এটা কাম কৰক। আমাৰ দুহেজাৰ সেনাৰে কি হব? শুনিছো বোলে বৰনগৰৰ চণ্ডী বৰুৱাৰ পোন্ধৰ যোল হেজাৰ মান কোঁচ সেনা আছে।

**হলকান্ত** ঃ বৰবোপা, এই সময়ত আনবিলাক এই খবৰ নৌ পাওঁতেই যদি আমি আমাৰ সেনা লৈ বৰফুকনৰ সৈতে যোগ দিবলৈ পাৰোঁ তেনে সকলো বৰুৱাতকৈ ওখ খিতাপ আমিযে পাম।

(বিচিত্ৰীৰ প্ৰবেশ)

**বিচিত্ৰী** ঃ নহয়, নহয়, এই সময়ত, এনে দুৰ্দ্দিনত পূৰ্ব্বৰ দন্দ খৰিযালৈ পেলালে নহব। চণ্ডী বৰুৱাৰ লগত যোগ হওক।

**হলকান্ত** ঃ যোগ হম? নীচৰ লগত যোগ হম? যোৱাঁ, গুছি যোৱাঁ। ভাল -বেয়া মই বিচাৰ কৰিব জানো। বৰবোপা। তহঁতে বুজা নাই।

**লক্ষ্মীকান্ত** ঃ দেউতা।

**হলকান্ত** ঃ মই সকলো কামকে কৰিব পাৰিম। দেশৰ মঙ্গল নিমিত্তে, দেশৰ উদ্ধাৰৰ নিমিত্তে মই মোৰ আদৰৰ সকলোকে এৰি দিম, কিন্তু পিতৃবৈৰী চণ্ডীক আকৌ মাতিব নোৱাৰোঁ। তাৰ প্ৰতিশোধ নিমিত্তে মানৰ ফলীযা হবলৈও সঙ্কোচ নকৰোঁ।

**বিচিত্ৰী** ঃ নহয়, সেই আশা এৰক। পাৰত পৰি চুলি চিঙি কাতৰ কৰিছোঁ, সেই আশা এৰক, এতিয়া ঘৰুৱা বিবাদৰ সময় নহয়।

**লক্ষ্মীকান্ত** ঃ হয় দেউতা, যি কাৰণত অসমখ মানে বাৰে বাৰে পীড়িছে —

**হলকান্ত** ঃ নুশুনো, একো নুশুনো। নিজেই সকলো বুজো। ইযাত তহঁতৰ মতামত নেলাগে। যুজৰ আলোচনা তিৰোতাৰ সৈতে নহয।

(হলকান্ত বৰুৱাৰ খঙেৰে প্ৰস্থান)

## চতুৰ্থ দৰ্শন

### যুগীৰ পামত এজন সন্ন্যাসীৰ আশ্ৰম

সময - পুৱা

(সন্ন্যাসীযে স্তব পাঠ কৰি থাকে)

পশূনাং পতিং পাপ-নাশং পৰেশং
গজেন্দ্ৰস্য কৃত্তিং বাসনং বৰেণ্যম্।
জটাজূট মধ্যে স্ফুৰদ্ গাঙ্গ বাৰিং
মহাদেৱমেকং স্মৰামি স্মৰাম্য্।
মহশেং সুৰেশং সুৰাৰাতিনাশং বিভূত্যাঙ্গভূষম্।
সদানন্দ মীৰে প্ৰভু পঞ্চ বক্তম।।

(হলকান্ত বৰুৱাই প্ৰবেশ কৰি সন্ন্যাসীক প্ৰণাম কৰে)

**সন্ন্যাসী** ঃ বাবা, আজি ইমান পুৱাই অহাৰ উদ্দেশ্য কি?

**হলকান্ত** ঃ প্ৰভু, শুনিলোঁ বোলে আমাৰ অসমৰ বৰ দুৰ্দ্দিন উপস্থিত। সেই কাৰণে দাসে আপোনাৰ ওচৰলৈ আহিছিলোঁ।

**সন্ন্যাসী** ঃ এৰা, মোৰো তেনে অনুমান হৈছে। বাৰু কচোন তই কি শুনিলি।

**হলকান্ত** ঃ শুনিলো বোলে অসংখ্য মান আহি আমাৰ দেশত সোমাইছেহি।

**সন্ন্যাসী** ঃ ৰজাইনো কি কৰিছে?

**হলকান্ত** ঃ শুনাত স্বৰ্গদেৱে হেনো উজনিৰ ৰংপুৰতে মানৰ সৈতে এখন যুজ দিয়ে। সেই যুজতে তেওঁ হাৰি ভটীযাই আহি গুৱাহাটীত বৰ ফুকনেৰে সৈতে যোগ হৈছে। বৰফুকনে বহুত সেনালৈ যুজ দিবলৈ আগবাটি গৈছে।

**সন্ন্যাসী** ঃ তইনো কি কৰো বুলি ভাবিছ?

**হলকান্ত** ঃ ভাবিছো মযো আগবাটি যাওঁ।

**সন্ন্যাসী** ঃ বাৰু, তহঁতৰ ৰজাই বা বৰফুকণে তহঁতলৈ কিবা খবৰ পঠিযাইছে নে?

**হলকান্ত** ঃ কতা? মোলৈ দেখোন নাই পঠোৱা। আন বৰুৱা সকললৈ যদি পঠিযাইছে কব নোৱাৰোঁ।

**সন্ন্যাসী** ঃ তোৰ নো বাৰু কিমান সেনা আছে?

**হলকান্ত** ঃ মোৰ চাৰি হেজাৰ ভাল সেনা আছে। সিহঁতৰ দুহেজাৰ মান গাঁওখন ৰক্ষা কৰিবলৈ থৈ বাকী খিনি লৈ আগবাঢ়ি যাবলৈ মন কৰিছোঁ।

**সন্ন্যাসী** ঃ ইয়াত কেইঘৰ বৰুৱা আছে? আৰু কাৰ কিমান সেনা আছে?

**হলকান্ত** ঃ ইয়াত চাৰিঘৰ বৰুৱা আছে। সকলোৰে চাৰি পাঁচ

হেজাৰকৈ সেনা আছে। পাচে বৰনগৰত চণ্ডী নামেৰে এটা আছে তাৰ চৈধ্য পোন্ধৰ হেজাৰ বনুৱা আছে।

**সন্ন্যাসী** ঃ সি মান অহা বুজ পাইছে নে?

**হলকান্ত** ঃ কব নোবাৰোঁ।

**সন্ন্যাসী** ঃ তই তাৰ লগ নেলাগ কিয?

**হলকান্ত** ঃ প্ৰভু, সি মোৰ পিতাৰ শত্ৰু।

**সন্ন্যাসী** ঃ বাপ, এই সময়ত বৈৰী ভাব লৈ থাকিলে নহব।

**হলকান্ত** ঃ নহয প্ৰভু, তাৰ লগত মিল হবলৈ মোক নকব।

**সন্ন্যাসী** ঃ বাবা, মই আজি তেৰ চৈধ্য বছৰ তহতৰ দেশত থাকি বুজিব পাৰিলোঁ যে তহতৰ এই গৃহ বিবাদেই অধঃপতনৰ মূল কাৰণ। ইমান সৰু এখন অসম দেশ, সকলো অসমীয়া, তথাপি তহতে ইটোৱে সিটোক হিংসা কৰিবলৈ নেৰিলি? আজি যদি তহতৰ সকলো অসমীয়াই মানৰ বিৰুদ্ধে যুজ কৰ, তেনে সিহঁত কিমান দিন তিষ্ঠিবি পাৰিব?

**হলকান্ত** ঃ প্ৰভু, সকলোকে কৰিব পাৰিম, পিতৃবৈৰীক মাতিব নোৱাৰিম।

**সন্ন্যাসী** ঃ তেন্তে অসমৰো ভাগ্য-ৰবি পশ্চিম সাগৰৰ ফালে ধাবিত্ত।

**হলকান্ত** ঃ প্ৰভু, বেচি সময কৰিব নোৱাৰোঁ। যুজলৈ যাবলৈ এটি শুভলক্ষণ চাই দিযক।

**সন্ন্যাসী** ঃ শুভক্ষণ! প্ৰযোজন নাই।

**হলকান্ত** ঃ প্ৰভু, দাসক কৃপা কৰক।

**সন্ন্যাসী** ঃ বাবা, মোৰ এতিয়া পূজাৰ সময।

**হলকান্ত** ঃ নহয প্ৰভু, এটি সময চাই দিবই লাগিব।

**সন্ন্যাসী** ঃ (আমনিৰ ভাব দেখুৱাই) এঃ! তই নেৰ? বাৰু তেনে - (অলপ ভাবি) আজি পঞ্চমী তিথি, দিনৰ ন দণ্ড যাওঁতেই মোক স্মৰণ কৰি যাত্ৰা কৰিবি।

**হলকান্ত** ঃ (প্ৰণাম কৰি) প্ৰভু, দাসক আশীৰ্ব্বাদ কৰক।

**সন্ন্যাসী** ঃ আশীৰ্ব্বাদ কৰিছোঁ যেন তোৰ মঙ্গল হয।

(প্ৰণাম কৰি হলকান্ত বৰুৱাৰ প্ৰস্থান)

**সন্ন্যাসী** ঃ যাওঁ, এই দেশ এৰি গুচি যাওঁ। যি ঠাইত একতা নাই- তাত ধৰ্ম্ম নাই, তপ, জপ, দীক্ষা নাই।

(শিবোহং শিবোহং উচ্চাৰণ কৰি সন্ন্যাসীৰ প্ৰস্থান)

## পঞ্চম দৰ্শন

### হৰকান্ত বৰুৱাৰ হাউলী

সময় দুপৰ

(লক্ষ্মীকান্ত আৰু শান্তিৰামৰ কথা পাতি পাতি প্ৰবেশ)

**লক্ষ্মীকান্ত** ঃ আতৈ আপোনাৰ গীতবোৰ শুনি বৰ ভাল লাগিল। আৰু বৰনগৰীযা বৰুৱাৰ যে আমালৈ কপট ভাব নাই সেইটোও বুজিব পাৰি বৰ আনন্দ পালো।

**শান্তিৰাম** ঃ পাবৰে কথা।

**লক্ষ্মীকান্ত** ঃ (কওঁ নকওঁকৈ) পিচে মই আপোনাক এঠা কথা সুধিম সুধিম বুলিও ইমান পৰ লাজতে সুধিব পৰা নাছিলোঁ।

**শান্তিৰাম** ঃ কি কথানো বোপা?

**লক্ষ্মীকান্ত** ঃসিদিনা কীৰ্ত্তন ঘৰলৈ যাওতে আৰু এগৰাকী যে ছোৱালী গৈছিল তেওঁ কোন?

**শান্তিৰাম** ঃ মনোমতীৰ দৰেই সেই ছোৱালীটিকো আমাৰ বৰুবাই সৰুৰে পৰা তুলি তালি ডাঙৰ কৰিছে।

**লক্ষ্মীকান্ত** ঃ বাৰু আতৈ, সেই ছোৱালীটিক কেনেবাকৈ কাইলৈ কৰবাত লগ পাব হবনে?

**শান্তিৰাম** ঃ ক'ত? আৰু কিবা সকামত?

**লক্ষ্মীকান্ত** ঃ মই কাইলৈ আপোনাসকলৰ বৰ নগৰৰ ফালে যাম। আপোনাসকলৰ বৰুৱাৰ ঘৰৰ ওচৰৰ সেই কদম জোপাৰ তলতে লগ পাব খোজো। সকাম অতি গুৰুতৰ।

**শান্তিৰাম** ঃ কেনে গুৰু সকাম নো বোপা?

**লক্ষ্মীকান্ত** ঃ আপোনাৰ আগত নো কি মিছা মাতিম? কওঁ শুনক সিদিনাৰে পৰা মোৰ যেন কিবা এটা হল, ইচ্ছা হৈছে যেনে তেনেই যুজলৈ যোৱাৰ আগতে সেই সখীটিক লগ ধৰি তেওঁৰ সখীযাৰ বাতৰি সুধিম।

**শান্তিৰাম** ঃ (আনন্দৰ ভাব দেখুৱাই)

**লক্ষ্মীকান্ত** ঃ বাৰু, তেন্তে কওক আপুনি সেই উপকাৰ ফেৰা কৰিব নে?

**শান্তিৰাম** ঃ নিশ্চয় কৰিম বোপা। মোৰে গাতে যেতিয়া নাৰদ মুনিৰ ভাওটো পৰিল তেন্তেনো আৰু চিত্ৰলেখাক ঘুৰাবলৈ কিমান পৰ লাগিব? এতিযা আহিলোহে আৰু।

(শান্তিৰামৰ প্ৰস্থান)

**লক্ষ্মীকান্ত** ঃ আতৈ! আতৈ!! নহয, আতৈ গল! যাওক বাৰু, এতিয়া নহয।

(লক্ষ্মীকান্তই শান্তিৰাম যোৱাৰ ফালে চাই থাকে, এনেতে এজন প্ৰজাৰ প্ৰবেশ।)

**প্ৰজা** ঃ এতিয়াও সময় আছে ডেকাবৰুৱা! শত্ৰুক দুৱাৰ মুখত লগ পাবলৈ বুলি বৈ থকা যুগুত নহয। এতিয়াও আপোনাৰ এটি ইঙ্গিতত শত শত অসমীযা ডেকাৰ হাতত শত শত হেংদাং জিলিকি উঠিব।

**লক্ষ্মীকান্ত** ঃ ইকি! কোন আপুনি ডাঙৰীযা?

**প্ৰজা** ঃ কোন মই? ডেকাবৰুৱা। এদিন আছিলো স্বাধীন

অসমৰ মুকলি বতাহত উশাহ নিশাহ লৈ মুকলি মনেৰে সোণৰ সংসাৰ পাতি। কিন্তু আজি সেই সোণৰ সংসাৰ হেৰুৱাই উজনীৰ ৰংপুৰৰ পৰা এইখিনি পাইছোহি। চাওক - চাওক ডেকা বৰুৱা - দেশ যায়, এনে সময়ত যাৰ হাতত শক্তি আছে তেওঁবিলাকেই যদি আওকান কৰি থাকে তেনে আৰু আমাৰ উপায় কি?

**লক্ষ্মীকান্ত**ঃ ডাঙৰীয়া! ডাঙৰীয়া!! মোক আৰু তিৰস্কাৰ নকৰিব। আপোনাৰ কথাই মোক কৰ্ত্তব্যৰ বাটত আগুৱাবলৈ বল দিলে। যেতিয়ালৈকে এই মানক অসমৰ পৰা বাহিৰ কৰিব নোৱাৰে তেতিয়ালৈকে এই শ্মশানৰ দৃশ্য চাবসৈ উভতি নাহো।

**প্ৰজা** ঃ প্ৰভু, তোমাৰ ইচ্ছা যেন তেনেই হয়।

# দ্বিতীয় অঙ্ক
## প্ৰথম দৰ্শন
### চেঙাঘাটত মানৰ বহা

সময় - আবেলি।

(মান সেনাপতি মিঙ্গিমাহাই কাষত থকা কলহৰ পৰা ফটিকা বাকি খাই থাকে, কাষত পদুমী বহি থাকে।)

**মিঙ্গিমাহা** ঃ লাহৰি! তহতঁৰ অহমবোৰ একো কামৰে মানুহ নহয়। চা চোন আমাৰ লগত যি ৰংপুৰতে যুজ এখন দিলে তাৰ পাচত ইমান দূৰ আহিলা, গুৱাহাটী পাঁও পাওঁ হলোহি, কতা কোনেও এখন যুজকে নিদিলে। তহতৰ ৰজানো গল কলৈ, বৰফুকন নো গল কলৈ একো খবৰেই নাই।

**পদুমী** ঃ এৰা, তহতৰ যে বৰ সাহ, বৰ বুদ্ধি। সেই দেখি নিচলা অসমীযাই তহতৰ ভয়তে পলাইছে অ'।

**মিঙ্গিমাহা** ঃ ইয়াৰ মানুহবোৰক হাবিৰ হাবিৰ পঞ্চু মৰাদি মাৰিব পাৰি।

**পদুমী** ঃ এৰা অ'। (আন মনা হয়।)

**মিঙ্গিমাহা** ঃ লাহৰি, তইনো সদায় এইদৰে মন মাৰি থাক কেলৈ?

**পদুমী** ঃ এৰা সোণাই, কেতিয়াবা কেতিয়াবা মোৰ পৰিয়াল বোৰলৈ মনত পৰে। তহতে যে সিহতকো হাবিৰ পঞ্চু মৰাদি মাৰিলি।

**মিঙ্গিমাহা** ঃ তইনো লাহৰি সেইবোৰকে ভাবি থাক কিয়? যোৱা কথা গল আৰু, তই জানো মোৰ লগ ভাল নেপাব?

**পদুমী** ঃ কেলৈ নো নেপাম? মোৰ সকলো যেতিয়া তোকে দিলো আৰু নো মোৰ কোন আছে? এতিয়া তোক ভাল নেপাইনো কাক পাম?

**মিঙ্গিমাহা** ঃ হাঃ! হাঃ !! লাহৰি, তই মোক বেয়া পালিনে কি অ'?

**পদুমী** ঃ তোকনো মই বেযা পাম নে?

**মিঙ্গিমাহা** ঃ তই মোক বেযা নেপাব?

**পদুমী** ঃ নেপাওঁতো।

**মিঙ্গিমাহা** ঃ তেনে জানো লাহৰি আজি এটা গীত নুশুনাব?

**পদুমী** ঃ কিয নুশুনাম? শুনিবলৈ যদি মন কৰিছা শুন। -

গীত

চৰাই বিনন্দীয়া মুকলি মুৰীয়া  
যোৰে পাতি পাতি উৰে।  
চিকাৰী নিদযা নাইনে অ' মাযা  
টিপতে চোচনি জোৰে।।  
সোণৰ শলা মাৰি  
কৰি লৈ চিকাৰি  
ৰাখিলি উৰণী পখী,  
শিকালি কতনো মাত এ।।  
বনৰে লগৰী  
মাতে ঐ বিহুতী,  
নাচিছে পখিলা  
পানীৰ দনিকণা  
উৰিছে মনো ঐ তাতে।।  
মেলিদে শলখা  
ধৰমে কৰি যা -  
আকৌ চোঁ নাচোগৈ  
মুকলি মনে ঐ,  
হাঁহিব যেতিয়া যে মনে।।

(গীতৰ অন্তত বন্দীৰূপে হলকান্ত বৰুৱা আৰু কিছুমান অসমীযা মানুহ লৈ টেঙ্গুলা সহ মানবোৰৰ প্ৰবেশ।) --

**মিঙ্গিমাহা** ঃ অ', টেঙ্গুলা আহিলি?

**টেঙ্গুলা** ঃ হয় সেনাপতি, গোটেইখন গাওঁ লুটি পুটি আনিলো। মানুহবোৰ পলাল। এই দুটামান পাই ধৰি আনিছো। (হলকান্তক দেখুৱাই) এই বন্দীটো একা কম নহয়। ই কৈছে বোলে, ই হেনো আমাক বৰে।

**মিঙ্গিমাহা** ঃ বাৰু। ইয়াৰ বাহিৰে সকলো বন্দী লৈ গৈ জুই জ্বলাই পেলাই দে গৈ যা --।

(দুটামান মানে হলকান্তৰ বাহিৰে আনবোৰ বন্দীক লৈ প্ৰস্থান কৰে।)

**মিঙ্গিমাহা** ঃ (হলকান্তৰ প্ৰতি) তই কোন?

**হলকান্ত** ঃ নাম হলকান্ত বৰুৱা। ঘৰ যুগীৰ পামত।

**মিঙ্গিমাহা** ঃ তই আমাক কি বৰিব খুজিছ?

**হলকান্ত** ঃ হয় সেনাপতি, মই আপোনাৰ সৈতে মিতিৰ পাতিব খুজিছো। (ওচৰত থকা মানবোৰে হাঁহে)

মিঙ্গিমাহা ঃ তই মিতিৰ পাতিলে আমাৰ কি লাভ হব?

হলকান্ত ঃ আপোনালোকক যুজত জিকাই ফুৰিম। (মানবোৰ হাঁহে)

টেঙ্গুলা ঃ ইস্! ই নহলে আমি জিকিবই নোৱাৰিম? এই বান্দৰটোৰ কথাখন চাচোন। (মানবোৰে হাঁহে)

হলকান্ত ঃ তোমালোকে এই ঠাইখন কম বুলি ভাবিছা নে কি? ইয়াৰ মানুহবোৰ এলা পেচা নহয়।

টেঙ্গুলা ঃ তহতৰ এলা পেচা মানুহে আমাক কি কৰিব অ'?

হলকান্ত ঃ তোমালোকৰ লগত যুজ দিব। (মানবোৰে হাঁহে)

টেঙ্গুলা ঃ এই বান্দৰটোৰ ফুটনিখন চা অ'। মাৰ্ ভাই গালতে চৰ্ এঠা মাৰ্।

হলকান্ত ঃ সাৱধানে কথা কবা।

টেঙ্গুলা ঃ কি কৰিবি অ' কুকুৰ? (টেঙ্গুলাই কথাৰ লগে লগে হলকান্তক চৰ মাৰি বলৈ বুলি আহে। হলকান্তই উদ্দেশ্য বুজি ফাকৰ পৰা তৰোৱাল উলিয়াই লয়, আৰু দুযো যুজৰ নিমিত্তে সাজু হয়। মাজলৈ আহি মিঙ্গিমাহাই বাধা দিয়ে।)

মিঙ্গিমাহা ঃ বাৰু, বাৰু অহম! তোৰ সাহ আছে। তই মোৰ লগত মিতিৰ পাতিবৰ লায়কৰ। আজিৰ পৰা তই মোৰ দোৱনীয়া হলি।

হলকান্ত ঃ কিন্তু সেনাপতি, আপোনাৰ আগতে আপোনাৰ মানুহে মোক অপমান কৰিলে!

পদুমী ঃ (মুখ ঘুৰাই) আকৌ অপমান পায়।

মিঙ্গিমাহা ঃ আমি তেনেকৈ তোক জুখিহে চাইছিলো। বাৰু অহম কচোন - ইয়াত আমাৰ লগত যুজিব পৰা মানুহ কোন আছে?

হলকান্ত ঃ এই ডোখৰৰ ভিতৰত নাই। কিন্তু সিফালে বৰ নগৰ বুলি এডোখৰ ঠাই আছে, তাতে চণ্ডী নামেৰে এটা বৰ ধনী আৰু পৰাক্ৰমী বৰুৱা াছে।

মিঙ্গিমাহা ঃ ইযাৰ পৰা কিমান্ ৰ হব?

হলকান্ত ঃ সৰহ নহয়। ন দহ মাইলৰ ভিতৰতে।

মিঙ্গিমাহা ঃ তেনে পোনতে আমি কলৈ যাম?

হলকান্ত ঃ পোনতে সেই বৰ নগৰলৈ যোৱাই ভাল দেখো।

মিঙ্গিমাহা ঃ বাটত কি কি পাম?

হলকান্ত ঃ বহু গাওঁ পাব।

মিঙ্গিমাহা ঃ তাত আমাৰ লগত যুজিবলৈ কোনোবা আছে নে?

হলকান্ত ঃ নাই, তেনে কোনো নাই।

মিঙ্গিমাহা ঃ তেনেহলে আমি বৰনগৰলৈ যোৱাই ঠিক হওক নহয় নে?

হলকান্ত ঃ হয়।

মিঙ্গিমাহা ঃ টেঙ্গুলা, আমাৰ বোৰক খবৰ দিব লাগে যে সকলোৱে ভাত পানী খাই নাও ঠিক কৰি ওলাব লাগে। আজিয়েই আমি এই অহমৰ লগত বৰনগৰলৈ যাম।

(টেঙ্গুলা আৰু আন আন মানবোৰৰ প্ৰস্থান)

হলকান্ত ঃ পাচে সেনাপতি, বাটত যাওঁতে মোৰ ঠাই ডোখৰো পাই যাব। তাত যেন একো উপদ্ৰব নকৰে।

মিঙ্গিমাহা ঃ তই মোৰ মিতিৰ। তোৰ ঠাই যেতিয়া মোৰ ঠাই। বল, সকলো ঠিক হব।

হলকান্ত ঃ বলক। (যাওঁতে যাওঁতে) এইবাৰ চণ্ডী বৰুৱা!

(মিঙ্গিমাহা আৰু হলকান্তৰ প্ৰস্থান)

পদুমী ঃ পৰ পদসেবী কুকুৰে আকৌ অপমান পায়?

(পদুমীৰ প্ৰস্থান)

## দ্বিতীয় দৰ্শন

### হাবিতলীয়া বাট - কদমৰ তল

সময় - গধূলি

(লক্ষ্মীকান্ত আৰু পমীলাই কথা পাতি থাকে।)

পমীলা ঃ ডেকা বৰুৱা, আপুনি হঠাতে এনে প্ৰতিজ্ঞা কিয় কৰিছে? আপুনি নেজাননে যে আমৰ আৰু আপোনাসকলৰ ভিতৰত মনান্তৰ আছে? আপুনি প্ৰতিজ্ঞা ৰাখিব পাৰিব নে?

লক্ষ্মীকান্ত ঃ তাৰ বিষযে ভালকৈ জানো। জানি শুনিও যে মনে নেমানে। সেই কাৰণেই ঠিক কৰিছো, ৰীতি মতে বিয়া যদিও কৰিব নোৱাৰো, তথাপি তেওঁৰ নাম লৈয়ে জীৱন কটাম। কেৱল জানিব খোজো - যাক মই ইমান ভাল পাওঁ তেওঁ মোক ভাল পাযনে নেপায়? এবাৰ মাথোন চাব খোজো। কাইলৈ যুজলৈ যাম, কোনে জানে মৰোনে জীওঁ? - সেই কাৰণে যোৱাৰ আগতে মনোমতীক এবাৰ চাই যাব খোজো।

পমীলা ঃ আপুনি দেখোন কিবা যুজৰ কথা কলে? কিহৰনো যুজ?

লক্ষ্মীকান্ত ঃ কেলৈ? তোমালোকে গম পোৱা নাইনে যে মানবোৰ ভটিয়াই আহিছে?

পমীলা ঃ ক'তা? ইয়াত দেখোন কেৱে কব নোৱাৰে? তেনে মান অহা কথাটো সঁচা?

লক্ষ্মীকান্ত ঃ সঁচা। দেউতা পৰহিয়েই যুজলৈ গ'লয় মযো কাইলৈ যাম বুলি ভাবিছো। কিয় তোমালোকৰ বৰুৱাইনো খবৰ নেপায় নে?

পমীলা ঃ এতিয়াও দেখোন পোৱা নাই। বাৰু মোৰ কথা

এটি ৰাখিব নে? আপুনি আজি ঘৰলৈ যাব নেলাগে, ইয়াতে থকক। নিশাকৈ দেউতাক সকলো কথা কৈ মেলি কাইলৈ পুৱাতে আপোনাক তেওঁৰ ওচৰলৈ লৈ যাম।

**লক্ষ্মীকান্ত**ঃ তেওঁৰ ওচৰলৈ নিয়াৰ উদ্দেশ্য বা কি?

**পমীলা** ঃ উদ্দেশ্য এয়ে যে আমাৰ ইয়াত চৌধ পোন্ধৰ হাজাৰ সেনা আছে। সেই সেনাবিলাক উপযুক্ত পৰিচালক নোপোৱাৰ পৰা অকামিলা হৈ গৈছে। সিহঁতক আপোনাৰ লগ লগাই দিব পাৰিলে সোনকালে নিপুণ হৈ উঠিব।

**লক্ষ্মীকান্ত** ঃ সচাঁকৈয়ে। (অলপ ভাবি) তোমালোকৰ বৰুৱাই বৈৰীৰ পুত্ৰ বুলি মোক ঘিণ নকৰিবনে?

**পমীলা** ঃ আপোনাক পালে তেওঁ বৰ ভালবে পাব।

**লক্ষ্মীকান্ত**ঃ এৰা, ইও এটা সুযোগ হয়।

**পমীলা** ঃ তেনে আহক - ।

লক্ষ্মীকান্ত ঃ বাৰু বলা।

(দুযোৰে প্ৰস্থান। বিপৰীত ফালৰ পৰা শান্তিৰামৰ প্ৰবেশ।)

**শান্তিৰাম** ঃ আও! এই ছোৱালীটিৰ মূৰত ইমান বুদ্ধি, বুকুত ইমান সাহ! ডেকাই লাজত তল মূৰ কৰি থাকোতেই ৰাংঢালী পমীলীয়ে পোনেই মাতি ললে নহয। সেইহে কওঁ বোলো এওঁ কিবা এটা নকৰি নেৰে দেই। কুমাৰ হৰণতো হলেই, এতিয়া কেৱল কলীযা গোসাঁইৰ সৈতে যুজখন বাকী। অমুকায়ো বাৰু আঁৰে আঁৰে থাকি সকলো চাইহে থাকিম।

(প্ৰস্থান)

# তৃতীয় দৰ্শন

## ফুলনি

### সময় - জোনাক নিশা

(মনোমতীয়ে গুণ গুণকৈ গীত ধৰি ফুৰি ফুৰে)

গীত

কিয়নো হাঁহিছে ৰূপহী কুমুদে
কিয়নো বুজিৰ্ছে ভুল?
কিয়নো পোহৰাই বুকুৰে জোনাকী
মাতিছে শতুৰু কুল?

(পমীলাৰ প্ৰবেশ)

**পমীলা** ঃ ৰূপহ - ৰূপহ সখি। এইহেন পূৰ্ণিমাৰ নিশা। জগত জুৰি আনন্দৰ ঢৌ! তাৰ মাজতে আকৌ কৰ পৰা এই নিৰাশাৰ ডাৱৰ চমকা আমি মোৰ আজলী সখীটিক এনেদৰে আমনি কৰিছে?

**মনোমতী** ঃ পমীলা, তুমি মোৰ সৈতে আকৌ চুপতি কৰিবলৈ আহিলা?

**পমীলা** ঃ বেয়া পালানে কি সখি? আজিৰ ফৰকাল নিশা - দেখি মোৰ অতীতৰ কথা এটি মনত পৰিছে। এটি সাধুকথা। আহা! সেই নিশা কেনে মধুৰ, কেনে সুন্দৰ! সেই নিশা, ঠিক এনেই নিশা, যি নিশা মালিনীৰ ঘৰত থকা ফুল কোঁৱৰৰ বাতৰি পাই কুঁৱৰী বিতত হৈছিল।

**মনোমতী** ঃ সঁচাকৈয়ে সখি, ফুল কোঁৱৰৰ সাধুটো বৰ ভাল। আইতাই কলে শুনি থাকিবৰে মন যায়। বপুৰী মালিনীৰ মনত আনন্দৰ ঢৌ উঠিছিল যেতিয়া ফুল কোঁৱৰ আহি বাৰীত সোমাইছিল আৰু লগে লগে ফুলবোৰো ফুলি উঠিছিল। তেতিয়া চাগৈ তাইৰ কিমান ৰং লাগিছিল?

**পমীলা** ঃ আৰু চাগৈ কিমান ৰং লাগিছিল যেতিয়া কোঁৱৰৰ বাতৰি নি কুৱৰীৰ ভাবৰ উচপিচনি মাৰিব পাৰিছিল? যেতিয়া কাষত বহি থাকি কোৱৰে গথা ফুলৰ মালা চাই চাই গাভৰুৰ খোপাটিৰ বৰ্ণনা কৰিছিল তেতিয়া চাগৈ কিমান ৰং পাইছিল?

**মনোমতী** ঃ দেহি। মালাবোৰ চাগৈ কেনে শুৱনী হৈছিল?

**পমীলা** ঃ সখি, সখি, তোমাকো তেনে মালাই লানে নে?

**মনোমতী** ঃ ছিঃ! কিয় এনেকৈ কোৱা সখি? কোনে দিব মোক মালা?

(মনোমতীয়ে পমীলাক সাবটি ধৰি কান্দে)

**পমীলা** ঃ দিব নহয। কোৱৰে যে মালিনীৰ পজাঁত কেতিয়াবাৰ পৰাই বহি আছেহি। আহাচোন বাৰু তোমাক দেখুৱাই দিওগৈ। নহয, ডেকা বৰুৱাক ইয়ালৈকে মাতি আনো।

(পমীলা যাব খোজে)

**মনোমতী** ঃ ছিঃ! সখি।

**পমীলা** ঃ ৰবা, ৰবা সখি। আজি আৰু পলালে নহব।

(পমীলাও পিচে পিচে যায়)

# চতুৰ্থ দৰ্শন

## চণ্ডীবৰুৱাৰ চ'ৰা

### সময় - নিশা

(চণ্ডীবৰুৱা, শান্তিৰাম আৰু বৰুৱাসকল)

**চণ্ডীবৰুৱা** ঃ তেন্তে হয়নে শান্তিৰাম; হলকান্ত বৰুৱাৰ পুতেকৰ আমাৰ ওপৰত আৰু খং নাই?

**শান্তিৰাম** ঃ দেউতা, কথাৰ ধাৰত তেনেই বুজা যায়।

**চণ্ডীবৰুৱা** ঃ এই সময়ত তেওঁ আমাৰ লগত যোগ দিবলৈ

সন্ম হব?

**শান্তিৰাম** ঃ তেওঁ কথা বতৰাৰ আঁৰে আঁৰে কৈছিল বোলে আমাৰ দুযোঘৰ বৰুৱা একেলগে হৈ মানৰ সৈতে যুজ দিবলৈ যোৱা উচিত।

**চণ্ডীবৰুৱা** ঃ মোৰো সেয়ে ইচ্ছা। আমাৰ চৌধ্ হেজাৰ সেনা তেওবিলাকৰ সৈতে যোগ দিলে নিশ্চয় মানক ভালকৈয়ে হেচা মাৰি ধৰিব পৰা যাব।

**শান্তিৰাম** ঃ আৰু দেউতা, শুনাত বৰুৱাৰ পুতেক হেনো বৰ নিপুণ যুজাৰু।

**চণ্ডীবৰুৱা** ঃ আমিযো তেনে এজন পালে অতি সোনকালে আমাৰ সকলো সেনা সুনিপুণ হৈ পৰিব।

**শান্তিৰাম** ঃ হয় দেউতা।

**চণ্ডীবৰুৱা** ঃ শান্তিৰাম, মই এটা কথাৰ মৰ্ম্ম একো বুজিব পৰা নাই। মান গুৱাহাটী পাওঁ পাওঁ হলহি তথাপি যে স্বৰ্গদেৱ কিম্বা বৰু ফুকনে একো বাতৰি নপঠিয়ালে। তুমি যদি যুগীৰ পামৰ ফালে নগলাহেতেন আমি দেখোন একো খবৰেই নেপালোহেতেন।

**শান্তিৰাম** ঃ হয় দেউতা। কটকীনো কিয় পঠোৱা নাই বুজিব পৰা নাই।

**চণ্ডীবৰুৱা** ঃ বাৰু হলকান্ত বৰুৱাৰ ঘৰলৈ কটকী পঠিযাইছিল নে?

**শান্তিৰাম** ঃ তেওঁবিলাকৰ ঘৰলৈও বোলে নাই পঠিওৱা। গুৱাহাটীৰ পৰা কীৰ্ত্তন ঘৰলৈ অহা মানুহৰ মুখে শুনিহে নিজেই আগবাঢ়ি গৈছে।

**চণ্ডীবৰুৱা** ঃ আমিও আগবঢা উচিত। মানক আগতে ভেটা নিদিলে পাচত আৰু ৰাখিবলৈ টান হব। চোৱা শান্তিৰাম, কাইলৈ তুমি পুৱাতেই গৈ হলকান্ত বৰুৱাৰ পুতেকক মোৰ ওচৰলৈ মাতি আনিবা।

**শান্তিৰাম** ঃ ভাল দেউতা। (উচ পিচনি ভাব, যেন তাতে থকা লক্ষ্মীকান্তক তেতিযাই মাতি আনিব।)

**চণ্ডীবৰুৱা** ঃ আৰু শুনক ডাঙৰীযাসকল, অথনিৰে পৰা শান্তিৰামৰ মুখেৰে সকলো বাতৰি পালেই। চাওক, মান তেনেই ওচৰ চাপিলহি, তথাপিও আমি একো গমকে নেপাওঁ। এনেকৈ থাকিলে আৰু কাম নচলিব। সেই কাৰণে এতিযাই সকলোকে খবৰ দিযক যে পুৱালৈ যেন সকলোৱে নিজ নিজ অস্ত্ৰ সস্ত্ৰ লৈ সাজু থাকে। অসমত পুনৰ মানৰ আক্ৰমণ, স্বৰ্গদেৱৰ বাতৰি নাই, সেইবাবে কাইলৈকে সকলো যুজলৈ যাব লাগিব। যদি পাৰো, হলকান্ত বৰুৱাৰ পুতেকক লগ লগাই দিম, নহলে মইয়ে ৰাওনা কৰিম। এতিয়া যাওক ডাঙৰীয়াসকল - নিশাও ভালেমান হল। শান্তিৰাম মইও আহোহে।

(চণ্ডীবৰুৱা আৰু বৰুৱাসকলৰ প্ৰস্থান। পমীলাৰ প্ৰবেশ।)

**পমীলা** ঃ আকৈ, আজি ৰাতিপুৱাই কেইখনমান ডাঙৰ নাও ঘাটত বন্ধাই থৈ কিছুমান নাৱৰীযা আনি ইযাত শুৱাই থবহি লাগিল। আৰু উত্তৰ আৰু দক্ষিণ দুৱাৰত দুটা বৰতোপ পতাই থোৱা যাওক।

**শান্তিৰাম** ঃ আইদেউ, দেউতাই সকলো পুৱাতেহে দিহা হব বুলি কৈছে। এতিযানো পিচে কোন আছে? কাকনো বাৰু থবা?

**পমীলা** ঃ কিয়? আমাৰ বৰুৱাৰনো এনে আত্মীয় কুটুম নাইনে, তেওৰ নো এনে আদৰৰ বন্ধু বান্ধৱ নাইনে, যি এই দুৰ্দ্দিনত তেওৰ নিমিত্তে অলপ কষ্ট ভোগ কৰিবহি? এই গাঁৱত নো এনে বীৰ নাইনে, এনে স্বদেশ -হিতৈষী ৰাজভক্ত নাইনে, যি এই হেন দিনত আহি নিজৰ দেশৰ নিমিত্তে, নিজৰ ৰজাৰ নিমিত্তে এখন্তেখলৈ বিধৰ্ম্মী বিদেশী শত্ৰুৰ আগত বুকু পাতি আগবাঢিব নোৱাৰিব?

**শান্তিৰাম** ঃ থাকিলে ও যে ইমান ৰাতি পোৱা টান।

**পমীলা** ঃ কিয় নেপাম আতৈ? আপুনি জানো বৰুৱাৰ আদৰৰ বন্ধু নহয়? মযো জানো বৰুৱাৰ আশ্ৰিতা নহওঁ? মযো জানো তেখেতৰ আদৰৰ জীযেকৰ দৰে নহওঁ? তেন্তে আমি কি কৰিছো? আতৈ। বলক, আজি যেতিযা কোনো নোলাল আপুনি আৰু মই দুৱাৰ ৰাখোগৈ বলক।

**শান্তিৰাম** ঃ আইদেউ, তুমি ইমান আকুলা হৈছা কিয়? পুৱা সকলো ঠিক কৰিলেও হব।

**পমীলা** ঃ আতৈ, এতিযাও আপুনি পুৱালৈ বাট চাব খোজে? শুনিছো বোলে মানহঁত নিচেই ওচৰ পালেহি, আৰু সিহঁত বোলে নিশাহে আহে। অ' বুজিলো এই কাৰণেই আপোনাৰ আজি এনে অৱস্থা। এই কাৰণেই আপুনি আজি পিতৃমাতৃহীন।। সিবাৰৰ কথা মনত নাইনে আতৈ?

**শান্তিৰাম** ঃ উস্। পমীলা, সেইবোৰ কথা কৈ মনত বেজাৰ নিদিবা। মই তোমাৰ কথা মতে সাজু হলো।

**পমীলা** ঃ তেন্তে বলক আতৈ।

**শান্তিৰাম** ঃ ধন্য, ধন্য তুমি পমীলা আইদেউ। যি দেশৰ তিৰোতাইও যুজৰ নিমিত্তে সাজু হৈছে সেই দেশৰ পুনৰ উদ্ধাৰ নিচেই ওচৰত।

**পমীলা** ঃ আতৈ, আৰু প্ৰশংসাৰ সকাম নাই। বলক, পলম নকৰিব।

**শান্তিৰাম** ঃ বাৰু সখি, তুমি প্ৰশংসাৰ সকাম নাই। বলক, পলম নকৰিব।

শান্তিৰাম ঃ বাৰু সখি, তুমি উত্তৰ দুৱাৰলৈ যোৱা। মযো অলপ টিঙ্গিৰী আৰু তুলা লৈ দক্ষিণ দুৱাৰলৈ যাওঁ। যাওঁতে নাৱৰীয়া কেটাকো খবৰ দি যাওঁগৈ।

(শান্তিৰামৰ প্ৰস্থান)

পমীলা ঃ দয়াময়! কোনো বিপদ নোহোৱাকৈযে নিশাটো যেন কটাব পাৰো। অলপ আগতে মধুৰ মিলন দেখি আনন্দত মন নাচি উঠিছিল কিন্তু হঠাতে ভবিষ্যৎ বিপদৰ ছাঁ দেখি বুকু কঁপি উঠিছে।

(পমীলাৰ প্ৰস্থান। আনফালৰ পৰা তিনি জন মাৱৰীয়াৰ প্ৰবেশ)

প্ৰথম নাৱৰীয়া ঃ হেৰ' মনে মনে, বৰকৈ কেপ্ কেপাই নেথাকিবি। দেউতাৰ ভাত ঘুমটি ভাঙিব লাগিলে একা শুদাই নেৰিব।

দ্বিতীয় নাৱৰীয়া ঃ চাচোন চা, মোৰ বুকুখনত হাত দি চা, জীৱটোৱে কেনেকৈ উজান ভাটী লগাইছে।

তৃতীয় নাৱৰীয়া ঃ কেলৈ অ' কেলৈ?

দ্বিতীয় নাৱৰীয়া ঃ ডাঙৰ মানুহৰ ঘৰ বোৰত শুবলৈ বৰ ভয় লাগে। কিবা অসজা অসজা লাগে, তাতে আকৌ কাটে মাৰে যেন দেখি থাকো। বৰকৈ কথাও কব নোৱাৰি, কাব আহিলেও মুখ টিপিহে কাহিব লাগে। বৰকৈ কাহিলেও জগৰ লাগে। এনে ঠাইত টোপনিকে নধৰে।

প্ৰথম নাৱৰীয়া ঃ এহে, তই ইমানৰহে মটাটো? পিচে মান আহিলে কৰিবি কি?

দ্বিতীয় নাৱৰীয়া ঃ সেইহে আক, বেচিকৈ ভয় লাগিছে। মান আহিলেতো আমাৰ নিচলাবোৰৰ তালৈ নেযায়, আহিলে এই ধনীবোৰৰ ওচৰলৈহে আহিব। এইবোৰৰ ঘৰত থাকি মিছাতে কটা যাওঁ কিয হুঁ?

প্ৰথম নাৱৰীয়া ঃ হেৰ', মই আছো নহয়, একো ভয় নকৰিবি। আহ, আহ - সৌ খিনিতে বঠা কেপাত থৈ শুই পাৰোগৈ আহ। নিশাও বহুত হ'ল।

তৃতীয় নাৱৰীয়া ঃ এৰা বোপাই, ব'ল, ব'ল।

দ্বিতীয় নাৱৰীয়া ঃ মোৰ জীৱটো হলে ধপ ধপাইছে একা।

তৃতীয় নাৱৰীয়া ঃ আহ - আহ, এইটো আৰু —।

(নাৱৰীয়াসকলৰ প্ৰস্থান।)

## পঞ্চম দৰ্শন

চণ্ডীবৰুৱাৰ হাউলীৰ উত্তৰ দুৱাৰ মুখ

সময় - পুৱতী নিশা।

(এটা কৰতোপ পতা থাকে, তাৰ গাতে হেলন দি পমীলা শুই থাকে।)

পমীলা ঃ (চক খাই সাৰ পাই) উস্! কেনে ভয়ানক সপোন!! সপোনত দেখিলো যেন মান আহি হাউলী সোমাল। উস্! প্ৰাণ শিয়ৰি উঠিছে। (ভিতৰলৈ চাই) আতৈ! আতৈ!! আপুনি দেখোন টোপনি গৈছে? উঠক, নিশা আৰু বেচি পৰ নাই, এইখিনি সময় সাৱধানে থাকক।

শান্তিৰাম ঃ (ভিতৰৰ পৰা) পমীলা! পমীলা!! সৰ্ব্বনাশ উপস্থিত!! চোৰাঁ চোৰাঁ - অলেখ মানে মুকলি তৰোৱাল হাতত লৈ অতি বেগেৰে হাউলীৰ ফালে আহিব লাগিছে।

পমীলা ঃ আতৈ! আতৈ!! তোপত জুই দিয়ক। কেতিয়াও মানক আগ বাঢ়িবলৈ নিদিব। মযো পাৰোমানে এই দুৱাৰ ৰাখিম। দয়াময! হিযাত বল দিয়া, গাত শক্তি দিয়া। (ভিতৰৰ তোপৰ শব্দ) যাওক, যাওক - শত্ৰুৰ তেজেঁৰে গোটেই পৃথিবী উটি যাওক। আতৈ! মাৰক, আকৌ মাৰক। লাগে যদি হাঁহি হাঁহি জীৱন দিযো কৰ্ত্তব্য পালন কৰক। (ভিতৰত পুনৰ তোপৰ শব্দ। উৎকণ্ঠিত ভাবে পমীলাই সেইফাললৈ চাই থাকে) উস্! নোৱাৰিলে, অতি কোবেৰে শত্ৰু পালেহি। পমীলা, এইবাৰ তুমি - তোপৰ মুখ ঘূৰাইলৈ ভিতৰলৈ লক্ষ কৰি পুনঃ গুলি মাৰে।)

পমীলা ঃ নহল। শেষ সকলো শেষ। যাওঁ সোনকালে সখীক পলাবলৈ কওঁগৈ। কোন ফালে যাওঁ? হায! (বিহ্বলা পমীলাই কেনি যাও কেনি নেযাওঁ কৰি থাকোতেই হঠাত পৰি মূৰ্চ্ছা যায। শান্তিৰামক বন্দী কৰিলৈ কিৰিলি মাৰি মানবোৰৰ প্ৰবেশ।)

শান্তিৰাম ঃ পমীলা! পমীলা!! উস্ পমীলা মূৰ্চ্ছা গল? প্ৰভু, ইমান চেষ্টা কৰিও ৰক্ষা কৰিব নোৱাৰিলোঁ।

এজন মান ঃ হাঃ, হা!! এই ছোৱালী জনী কম নহয়। এই আমাৰ বহুত মানুহ মাৰিলে।

(বেগেৰে চণ্ডীবৰুৱাৰ প্ৰবেশ)

চণ্ডীবৰুৱা ঃ কি হল! কি হল!! হায - হায! সৰ্ব্বনাশ!!! পমীলা, শান্তিৰাম, মান!! মইজানো সপোন দেখিছোঁ? (বিপৰীত ফালৰ পৰা বেগেৰে হলকান্ত বৰুৱাৰ প্ৰবেশ)

হলকান্ত ঃ সপোন নহয় চণ্ডী, সকলোবোৰ দিঠক।

চণ্ডীবৰুৱাঃ ওঁ বুজিলো। কাপুৰুষ - !

হলকান্ত ঃ চণ্ডী! জান তই এতিয়া কাৰ হাতত?

চণ্ডীবৰুৱাঃ জানো, দুৰাচাৰ মানৰ হাতত। তাৰ নায়ক দেশদ্ৰোহী, মহাপাপী হলকান্ত বৰুৱা। (কথাৰ মাজতে পমীলাই জ্ঞান পাই উঠি বহে।)

হলকান্ত ঃ ইমান দূৰ? পিতৃবৈৰীৰ আজি নিজ হাতেৰেই প্ৰতিশোধ লম। (হলকান্ত বৰুৱাই তৰোৱাল খুলি চণ্ডী

বৰুৱাক কাটিব খোজে। পমীলাই বেগেৰে উঠি আহি খোলা তৰোৱালৰ আগত বুকু পাতি দিযে। হলকান্ত বৰুৱা অবাক হৈ ৰৈ যায।)

শান্তিৰাম ঃ ডাঙৰীযা, আপোনাৰ লাজ লগা নাইনে? দেশৰ নিমিত্তে, স্বজাতিৰ নিমিত্তে আজি অসমীযা তিৰোতাই লৰি আহি আপোনাৰ তৰোৱালৰ আগত বুকু পাতি দিছে, আৰু আপুনি পুৰুষ হৈও ভীৰু কাপুৰুষৰ দৰে নিজৰ আত্মীয়ৰ, নিজৰ পুত্ৰ পৰিযালৰ বুকুত শেল মাৰিবলৈ আহিছে।

(বেগেৰে মিঙ্গিমাহা তিলোৱাৰ প্ৰৱেশ)

মিঙ্গিমাহা ঃ ভাইহঁত, তহতে ইযাত কি কৰি আছ? অহম বোৰক বান্ধি বান্ধি ল। ইহঁতক পাচত কাটি কাটি লোন দিব লাগিব। (মানবোৰে চণ্ডীবৰুৱা আৰু পমীলাক বান্ধি লয়)

পমীলা ঃ সখি, সখি পলোৱাঁ - পলোৱাণ - আ।।

মিঙ্গিমাহা ঃ লৈ যা-। মিতিৰ, তই মোৰ লগতে আহ।

(বন্দীবোৰক লৈ মানবোৰৰ প্ৰস্থান। আনফালে মিঙ্গিমাহা আৰু হলকান্ত বৰুৱাৰ প্ৰস্থান।)

## ষষ্ঠ দৰ্শন
### মনোমতীৰ শোৱনী কোঠা
### সময় - পুৱতী নিশা

(মনোমতীযে ভয়ত বিহুলা হৈ থাকে। হাতত তৰোৱাল লৈ লক্ষ্মীকান্তই দুৱাৰত হেঁচা মাৰি থাকে। সিফালৰ পৰা মানবোৰ দুৱাৰ ঠেলে।)

লক্ষ্মীকান্তঃ অতি বিক্ৰমেৰে সিহঁতে দুৱাৰ ঠেলিছে, ভাঙিবলৈ আৰু অলপ সময আছে প্ৰিয়ে। ইমান চেষ্টা কৰিলো সকলো চেষ্টাই বিফল হল। অসংখ্য মানৰ আগত অকলৈ কিমান পৰ তিষ্ঠিব পাৰিম? আৰু নোৱাৰো আৰু নোৱাৰো। পলোৱা, পলোৱা, সেই খিৰিকিৰে পলাই নিজক ৰক্ষা কৰা।

মনোমতী ঃ (আতুৰ ভাবে) পলাম? কলৈ পলাম? নহয়, দিয়ক - মোকো এখন অস্ত্ৰ দিয়ক, দুৰাচাৰবোৰক উচিত পুৰস্কাৰেই দিম।

লক্ষ্মীকান্তঃ কোমল হাতেৰে কটাৰী ধৰি মানৰ কঠুৱা হিয়া কেনেকৈ ভেদিবা প্ৰিয়ে? (কটাৰী এখন দলি মাৰি দি) বাৰু, হোৱাঁ - এয়ে তোমাৰ সহায সাৰথি। এই কটাৰীখনি বুকুত বান্ধিলৈ পলোৱাঁ - পলোৱাঁ প্ৰিয়ে।

(ভিতৰত ভীষণ শব্দ। মনোমতী ব্যাকুল হৈ লক্ষ্মীকান্তৰ কাষলৈ যায।)

লক্ষ্মীকান্তঃ প্ৰিযে, এযে বোধকঁৰো জীৱনলৈ শেষ দেখা দেখি।

(দুৱাৰ ভাঙি মানবোৰ প্ৰবেশ কৰে।)

এজন মানঃ আও। এই বাল চা। ধৰ, ধৰ, ইহঁতক জীয়াই জীয়াই বান্ধি লব লাগিব।

লক্ষ্মীকান্তঃ জীযাই জীয়াই বান্ধিবি দুৰাচাৰহঁত? নেজাননে হাতত তৰোৱাল থাকে মানে তহঁতৰ সমূহ মানলৈকে অলফো ভয নকৰো।

এজন মানঃ তেনেহলে চা - (দুযোদলৰ যুজ। দুজনমান মান কটা যায এনেতে টেঙ্গলাৰ সৈতে আৰু কিছুমান মান আহি লক্ষ্মীকান্তক বন্দী কৰে।)

মনোমতী ঃ ঈশ্বৰ। উস্।।

লক্ষ্মীকান্তঃ নহ'ল, নহ', কোনো মতেই ৰক্ষা কৰিভ নোৱাৰিলো। আৰু অলপ যদি সময় পালোহেতেঁন, অলপ আগতে যদি বুজিব পাৰিলোহেতেঁন?

টেঙ্গুলা ঃ ইযাৰ বৰ বৰ কথা শুনি নোৱাৰি। আও। এইজনী হলে বেচ দিপ্ লিপ্ গাভৰু। এতেপৰে মই দেখাই নাছিলো। ধৰ, ধৰ, তাইক নি সেনাপতিযে নেদেখাকৈ ভালকৈ থব লাগিব। (কিছুমান মানে মনোমতীক ধৰিবলৈ আগ বাঢে)

মনোমতী ঃ পিশাচবোৰ। নাহিবি - নাহিবি।।।

লক্ষ্মীকান্তঃ উস্। কি কৰো। দুৰাচাৰ মান। এবাৰ মুকলি কৰি দে।

টেঙ্গুলা ঃ ল, ল, আকৌ কি বকিছে? গাভৰু জনীক ভালকৈ লবি।

(মানবোৰ মনোমতীক ধৰি চোচঁৰাই নিয়ে।)

লক্ষ্মীকান্তঃ কি। কি।। ইমান দূৰ? আৰু অসহনি নৰ পিশাচবোৰ।।

(হঠাতে উচাট্ মাৰি ধৰি থকা মানকেজনক চোচৰাই-মনোমতীক টানি নিযাৰ ফালেই লক্ষ্মীকান্তৰো কোবেৰে প্ৰস্থান।)

## তৃতীয় অঙ্ক
### প্ৰথম দৰ্শন

মইন বৰীত মানৰ বহা

সময় - গধূলি।

(মিঙ্গিমাহা তিলোৱাই কাষত থকা কলহৰ পৰা ফটিকা খাই থাকে; ওচৰতে পদুমী বহি থাকে।)

মিঙ্গিমাহা ঃ লাহৰি। চাচোন, আমি গোটেই অসমকে জয় কৰিলোঁ। এতিয়া অসমৰ ৰজা ময়ে।

পদুমী : কিয় ? যোগেশ্বৰ কোৱৰক জানো নতুনকৈ ৰজা পতা নাই ?

মিঙ্গিমাহা : এহ ৷ সি আমাৰ ৰজাৰ জেঠেৰীযেক দেখি নামতহে ৰজা পাতি থৈছোঁ, আচল ৰজা মইহে।

পদুমী : তেনেহলে মোৰ ভাগ্যখন বৰ ডাঙৰ। তই ৰজা হলি যেতিয়া মই জানো ৰাণী নহলো ?

মিঙ্গিমাহা : কেলৈনো নহবি লাহৰি ? তয়ে অহমৰ ৰাণী। (মিঙ্গিমাহাই পুনৰ পুনৰ ফটিকা খাই কেৰাহীকৈ পদুমীলৈ চাই) - তইঁতৰ মাইকীবোৰ দেখিবলৈ বৰ ভাল। বৰনগৰৰ পৰা ধৰি অনা মাইকী কেজনী বৰ বেচ।

পদুমী : মোতোকৈ ভালনে ?

মিঙ্গিমাহা : (কও নকওঁকৈ) এৰা অ', --

পদুমী : তই তেনে আজিকালি মোক ভাল নোপোৱা হলি নহযনে ? মই আৰু তেনেহলে জীযাই থকাৰে সকাম নাই।

মিঙ্গিমাহা : নহয অ' লাহৰি, তই কেতিয়াও বেযা নেপাবি, তই থাকোতে মই আন কাকো ভাল নেপাওঁ।

পদুমী : তই যে এতিযা কৈছিলি ?

মিঙ্গিমাহা : মই তোৰ মনটোহে চাইছিলোঁ।

পদুমী : তেনে আজিৰ পৰা তই আন তিৰোতাক নেচাব বুলি শপত খা।

মিঙ্গিমাহা : কেতিযাও, কেতিযাও নেচাওঁ। শপত খাইছোঁ।

পদুমী : তই আজিৰ পৰা বৰনগৰৰ পৰা অনা তিৰোতাকেজনীৰ কথা নকব ?

মিঙ্গিমাহা : নকওঁ, কেতিযাও নকওঁ। পিচে লাহৰি, আজি আকৌ এটা গীত নুশুনাবনে।

পদুমী : গীত শুনালেনো তই মোক কি দিবি বাৰু ?

মিঙ্গিমাহা : তোকনো মই কি নিদিওঁ কচোন।

পদুমী : সকলোকে দিব লাগিব। বাৰু শুন।

গীত

অ' সোণ ৷ অ' সোণ ৷৷ অ' সোণ ৷৷৷
বুকুৰে বান্ধেনো আছেনো কোন ?
বিৰিঙি হাহিটি ৰাঙলী ওঠত,
ধৰেহি কোনেনো দুখনি হাতত;
কোনেনো মাতেহি সাদৰী সোনাই,
দেখিও নেদেখে এনেনো বিলাই।
মনতে মৰহে মনৰে আশা,
কবলৈ কথাটি নোলায় ভাষা ৷৷

মিঙ্গিমাহা : তোৰ গীত শুনিলে মনটো বৰ ভাল লাগে।

পদুমী : গীত শুনি ভাল পালেনো কি হব ?

মিঙ্গিমাহা : তেনেকৈ কেলৈ কৈছে লাহৰি ৷ তোক কি লাগে ক।

পদুমী : এটা বস্তু পাই, - দিবিনে ?

মিঙ্গিমাহা : কেলৈনো নিদিম ? কচোন কি লাগে।

পদুমী : তেনেহলে শুন, - কালি বন্দীশাললৈ যাওঁতে দেখি আহিলো যে মোৰ আপোন মানুহ এটা তাত আছে; সেই বন্দীটোক এৰি দিব লাগে। নহলে মই বেজাৰ পাম।

মিঙ্গিমাহা : সি তোৰ কি হয ?

পদুমী : মোৰ ককাই হয়।

মিঙ্গিমাহা : এটা কথা অ', মই বন্দী এৰি দিলে মানবোৰে বেয়া পাব নহয ?

পদুমী : নেৰিলে যে মই বেযা পাম।

মিঙ্গিমাহা : এৰা অ', (চিন্তাত পৰে) -

পদুমী : আকৌ বোলে তোক যি লাগে তাকে দিম। এতিযা দেখোন এইটোকে দিব নোৱাৰ ?

মিঙ্গিমাহা : তই বেযা বস্তুটো খুজিলি অ'।

পদুমী : তোৰ মনতনো এইটো কি বস্তু ? তইনো কৰো বুলিলে কি কৰিব নোৱাৰ ? তোৰ ওপৰত কথা কবলৈ কোন আছে ? তোৰ ইচ্ছামতে এটাক কিয় সকলো বন্দীকে এৰি দিলেনো কোনে কি কৰিব পাৰে ?

মিঙ্গিমাহা : কোনেও একো কৰিব নোৱাৰে হয। (ভাবি) বাৰু হুঁ - (হাতৰ আঙুঠি খুলি পদুমীক দি) আহচোন, কি কৰিব লাগিব মই কৈ দিম- ৷ (আগে আগে মিঙ্গিমাহা আৰু পাচে পাচে আনন্দ মনেৰে পদুমীৰ প্ৰস্থান।)

## দ্বিতীয় দৰ্শন

### বন্দীশাল

সময - নিশা

শান্তিৰাম : কেনে কঠোৰ যন্ত্ৰণা! ইয়াতকৈ মৰণেই ভাল। প্ৰভু, এনে পৰীক্ষা কৰিবলৈকে তুমি মানুহ জনম দিলা ? উস্ ৷ প্ৰাণ যায় ৷৷ অনাহাৰ, অনিদ্ৰাত আৰু মুখৰ মাত নোলায়। (শান্তিৰামে আথে বেথে শুই পৰে আৰু চিল্‌মিলকৈ টোপনি যায়, তেনেতে হাতত এটা চাকি লৈ পদুমী লাহে লাহে প্ৰবেশ কৰে)

পদুমী : আপোনাৰ পদুম থাকোঁতেও আপুনি ইমান কষ্ট ভুগিছে ? নাথ, আপোনাৰ কাৰণেই ইমান দিন জীয়াই আছোঁ। আপোনাৰ কাৰণেই নিজক কলঙ্কিতা কৰিও আজি পিশাচৰ মুখ চাই কথা কৈছো। তথাপি স্বামী আপোনাৰ এনে যন্ত্ৰণা ? (পদুমীয়ে একাষত ঠিয় হৈ

আচলেৰে মুখ ঢাকি কান্দে)

**শান্তিৰাম** ঃ (সাৰ পাই মূৰ তুলি) পদুমী! পদুমী!! কতা? হঠাতে দেখা পালো পদুমী যেন সন্মুখতে ঠিয় হৈ আছে। পিচে কতা? ঘৰৰ ভিতৰত পোহৰ দেখিছো কিয়? এই আন্ধাৰ বন্দীশালত কোনেনো চাকি লগালে? (ঘূৰি চাই পদুমীক দেখি) - এগৰাকী তিৰোতা! মই এতিযাও সপোন দেখিযেই আছোনে? (পদুমীক ভালকৈ চাই) কোন তুমি আইদেউ?

**পদুমী** ঃ (কান্দি কান্দি) কোন কাৰ ওচৰলৈ আহে নাথ?

**শান্তিৰাম** ঃ ই কেনে সম্বোধন? কোন, কোন তুমি? কোঁৱা, মই থিৰেৰে আকিব পৰা নাই। (খৰ লাগি চাই থাকি) এইযা যে সেই মুখ, সেই চকু! সচাকৈযেনে, তুমিযেইনে মোৰ প্ৰাণৰ পদুমী? মানবী নে দেবী, নাই কোনোবাই পদুমীৰ ৰূপেৰে মোক চলিবলৈ আহিছা?

**পদুমী** ঃ কোনো নহয, মইহে আপোনাৰ চিৰদাসী পদুমী।

**শান্তিৰাম** ঃ পদুমী! পদুমী!! পদুমী জানো এতিযাও জীয়াই আছে? প্ৰাণৰ পদুমে জানো এতিযাও পিশাচৰ হাতত ললাট ভূগিযে আছে?

**পদুমী** ঃ সঁচাকৈযে মই পদুমী, এতিযাও পাপিনী মৰিব জনা নাই।

**শান্তিৰাম** ঃ পদুম! কোৱাঁ, পিশাচৰ হাতত এতিযাও তুমি কেনেকৈ জীয়াই আছা? কোৱা, কোৱা পদুম। (ধৰিবলৈ হাত মেলি যায)

**পদুমী** ঃ (আঁতৰি) নাথ মোক নুচুব, মই অশুচী।

**শান্তিৰাম** ঃ অশুচী? কোৱাঁ পদুম তুমি এতিযাও বন্দী হৈযে আছা?

**পদুমী** ঃ নাথ, এই পাপিনী আৰু বন্দিনী নহয, মান সেনাপতি মিঙ্গিমাহা তিলোৱাৰ তিৰোতাহে।

**শান্তিৰাম** ঃ পদুমা মোৰ নাম সেনাপতিৰ তিৰোতা? উস্! পদুমী!! এনে কথা শুনাবলৈ মোৰ ওচৰলৈ কিয় আহিছিলা? দিয়া, মোক মৰিবলৈ এৰি দিয়া।

**পদুমী** ঃ বেজাৰ নকৰিব নাথ। আপোনাৰ কাৰণেই --

**শান্তিৰাম** ঃ মোৰ কাৰণে?

**পদুমী** ঃ নাথ, অলপ থিৰ হওক।

**শান্তিৰাম** ঃ পদুম!

**পদুমী** ঃ শুনক নাথ, মই কলঙ্কিনী হলো বুলি বেজাৰ নকৰিব। আজি আপোনাৰ প্ৰাণৰ পদুমে নিজৰ সকলো এৰি দি পিন্ন অসমীয়া বন্দীক ৰক্ষা কৰি ফুৰিছে - সিহঁতক এমুঠি আহাৰ খাবলৈ যোগাৰ কৰি দিছে। আজি আপোনাৰ অভাগী পদুমে আপোনাকো ৰক্ষা কৰিবলৈ আহিছে।

**শান্তিৰাম** ঃ পদুমে আজি মোকো ৰক্ষা কৰিবলৈ আহিছে?

**পদুমী** ঃ হয নাথ। বলক, পলম নকৰিব।

**শান্তিৰাম** ঃ অকলশৰে মই কলৈ পলাম পদুমী। যদি পলাব লাগে তুমিও মোৰ গতে ওলোৱা।

**পদুমী** ঃ নাথ, মই যোৱাৰ পৰা কি লাভ হব? মোকতো সমাজে আৰু ঠাই নিদিযে।

**শান্তিৰাম** ঃ তোমাকে যদি সমাজে ঠাই নিদিযে মযো সেই সমাজৰ পৰা বাহিৰ হম।

**পদুমী** ঃ নাথ, এতিযাও মোৰ বহুত কাম কৰিবলৈ বাকী আছে। সেই কাৰণে মোক এতিযা লগ নধৰিব। আপুনি যাওক, ঈশ্বৰে ভালে থলে অতি সোনকালে মই আপোনাক লগ ধৰিম।

**শান্তিৰাম** ঃ সচাঁকৈযেনে? অতি সোনকালেই নে?

**পদুমী** ঃ বাৰু আহকচোন - ইযাত কথা পাতি থাকিলে মানবোৰে সন্দেহ কৰিব। সেই বাহিৰতে সিহঁতে নেদেখাকৈ সকলো কথা কমগৈ।

**শান্তিৰাম** ঃ বাৰু বলা পদুম ---।

## তৃতীয় দৰ্শন

### মিঙ্গিমাহা তিলোৱাৰ বহা

সময - নিশা

**হলকান্ত** ঃ দেশ জয কৰি ৰং মনেৰে ওভতি আহিছিলোঁ, ভাবিছিলো চণ্ডীবৰুৱাৰ পোতক তুলিম। কিন্তু বন্দীশাললৈ গৈ দেখিলো মোৰ নিজৰ লৰা তাত বন্দী হৈ আছে। চাওচোন -- সেনাপতিক তাৰ বিষযে কৈ চাওচোন। মোলৈও দযা নহবনে? (ৰবকৈ) সেনাপাতি! সেনাপতি !!

ভিতৰৰ পৰা মিঙ্গিমাহা - কোন ? ইমান ৰাতি কোন আহিছ?

**হলকান্ত** ঃ মই আপোনাৰ মিতিৰ। (মিঙ্গিমাহাৰ প্ৰবেশ)

**মিঙ্গিমাহা** ঃ কি মিতিৰ ওলাইছে? ইমান ৰাতি ইযাত সোমাবলৈ কোনে কৈছিল?

**হলকান্ত** ঃ কোনেও কোৱা নাই সেনাপতি।

**মিঙ্গিমাহা** ঃ তেনে তই ইযালৈ কেলৈ আহিলি?

**হলকান্ত** ঃ সেনাপতি, বৰ ডাঙৰ কথা এটাৰ বাবে ইমান ৰাতি আপোনাৰ ওচৰলৈ লৰি আহিছোঁ। যদি কিবা অপৰাধ হৈছে ক্ষমা কৰিব।

**মিঙ্গিমাহা** ঃ ক, তোৰ কি হৈছে?

**হলকান্ত** ঃ বন্দীশাললৈ যাওঁতে দেখা পালো মোৰ নিজৰ লৰা তাত বন্দী হৈ আছে। সেনাপতি, আপোনাৰ ভৰিত ধৰি কাকুতি কৰিছোঁ তাক ৰক্ষা কৰক, তাক মুক্তি দিয়ক।

**মিঙ্গিমাহা** ঃ ওঁহো, মই বন্দী এৰি দিব নোৱাৰো।

**হলকান্ত** ঃ সেনাপতি, আজি মিতিৰৰ মুখলৈও নেচাইনে?

**মিঙ্গিমাহা** ঃ কি মিতিৰ অ'? ছাগৰ পোৱালীয়ে বাঘৰ পোৱালীয়ে জানো মিতিৰ হব পাৰে?

**হলকান্ত** ঃ সেনাপতি, মোৰ মুখলৈ চাওক।

**মিঙ্গিমাহা** ঃ বন্দী এৰি দিব নোৱাৰো। আজি তোৰ মুখলৈ চাম, কাইলৈ তাৰ মুখলৈ চাম, এনেকৈ দেখোন সকলো বন্দী মুকলি হৈ যাব, তেতিয়া মানহঁতে মোক বেয়া পাব নহয়। বাৰু, মই টেঙ্গুলাহঁতক সোধো, সিহঁতে কলে এৰি দিব পাৰো।

**হলকান্ত** ঃ ভাল সেনাপতি।

**মিঙ্গিমাহা** ঃ পৰীযা কোন আছ?

(পৰীযা মানৰ প্ৰবেশ)

যাচোন, টেঙ্গুলাহঁতক মোৰ কথা কৈ মাতি আনগৈ।

(পৰীযা মানৰ প্ৰস্থান)

তোৰ লৰাটোনো কত বন্দী হল?

**হলকান্ত** ঃ বৰ নগৰত।

**মিঙ্গিমাহা** ঃ ডেকাটো নেকি?

**হলকান্ত** ঃ হয়।

**মিঙ্গিমাহা** ঃ তাৰ কথা টেঙ্গুলাহঁতেহে জানে।

**হলকান্ত** ঃ সেনাপতি, আপুনিয়েই সকলো।

(টেঙ্গুলাৰ সৈতে মানবোৰৰ প্ৰবেশ)

**টেঙ্গুলা** ঃ সেনাপতি, আমাকনো ৰাতিখন কেলৈ মাতিলি?

**মিঙ্গিমাহা** ঃ এই অহমটোৱে এই ৰাতিখন আহি মোক বৰ দিগ্ দিছে পাই। ইয়াৰ হেনো লৰা এটা বন্দী হৈ আছে, তাক বোলে এৰি দিব লাগে।

**টেঙ্গুলা** ঃ কোনটোকনো এৰি দিব লাগে?

**মিঙ্গিমাহা** ঃ বৰ নগৰত গাভৰু জনীৰ লগত ধৰা ডেকাটোক।

**টেঙ্গুলা** ঃ আও! তাক কেতিয়াও এৰিব নোৱাৰো। সি আমাৰ ছটামান মানুহ কাটিলে। তাক জীয়াই পুৰিবলৈ থৈ দিছো।

**মিঙ্গিমাহা** ঃ শুনিছ অহম?

**হলকান্ত** ঃ টেঙ্গুলা, তোমালোকে মোৰ মুখলৈ অলপো নোচোৱা নে?

**টেঙ্গুলা** ঃ তোৰ মুখলৈ চাবলৈ তইনো আমাক কি কৰি দিছ?

**হলকান্ত** ঃ মই জানো তোমালোকক এই যুজবোৰত জীকাই লৈ ফুৰোৱা নাই? - (মানবোৰে হাঁহে)

**টেঙ্গুলা** ঃ তই নোহোৱাহেতেঁন জানো আমি যুজবোৰ জিকি ফুৰিব নোৱাৰিলোহেতেঁন?

**হলকান্ত** ঃ কিয়? গুপুত কথাবোৰ কৈ, পথবোৰ দেখুৱাই মই জানো তোমালোকক লৈ ফুৰা নাছিলো?

**টেঙ্গুলা** ঃ কি দিগ্ কৰি থাক অ'? ইহে আমাক জিকালে? ইয়ো আমাৰ শতৃক। ধৰ, ধৰ ভাইহঁত, ইয়াকো নি বন্দীশালত থৈ দেগৈ।

(মিঙ্গিমাহৰো ইঙ্গিতত মানবোৰে হলকান্তক বন্দী কৰে।)

**হলকান্ত** ঃ টেঙ্গুলা! মিঙ্গিমাহা!! ইমান দিনৰ মিতিৰালিৰ এযেনে কি পুৰস্কাৰ?

**মিঙ্গিমাহা** ঃ লৈ যা, ইয়াকো বন্দীশালত থৈ দেগৈ, পিচত ইয়াৰ বিচাৰ হব। (মানবোৰে হলকান্তক লৈ যায়। মান কটকীৰ প্ৰবেশ।)

**মিঙ্গিমাহা** ঃ অ', তই আহিলি? ইমান ৰাতি হ'ল যে?

**মান কটকী** ঃ এৰা সেনাপতি, আহোঁতে। আহোঁতে আৰু বহুত বেলি হল।

**মিঙ্গিমাহা** ঃ বাৰু কচোন কি খবৰ পালি? চন্দ্ৰকান্ত ৰজা ক'ত আছে আৰু কি কৰিছে?

**মান কটকী** ঃ হাদিৰা চকিত আছে। আকৌ আমাৰ লগত যুজ দিবলৈ বহুত মানুহ গোটাইছে।

**মিঙ্গিমাহা** ঃ কিমান নো হব?

**মান কটকী** ঃ কৰবাৰ পৰা ডাঙৰ ডাঙৰ পাগ মৰা মানুহ কিছুমান আনিছে।

**মিঙ্গিমাহা** ঃ বগা বঙালহঁতলৈ মই যি খন চিঠি দিছিলোঁ দিলিনে? আৰু সিহঁতে কি কলে?

**মান কটকী** ঃসিহঁতে কলে " আমি মানলৈ ভয নকৰো, চন্দ্ৰকান্তক যে সহায নকৰিবলৈ তইঁতে কৈছ, সেইটো আমাৰ ইচ্ছা, আমি সহায কৰিবও পাৰো নকৰিবও পাৰো," আৰু কৈছে বোলে তইঁতে অহম দেশত বৰ উৎপাত কৰিছ, যদি কেনেবাকৈ তইঁত আমাৰ দেশত সোমাৱহি তেতিয়া আৰু আমি তইঁতক শুদাই নেৰিম।

**মিঙ্গিমাহা** ঃ বাৰু, টেঙ্গুলা আহচোন, সিহঁতৰ কথাটো আকৌ ভাবি চাব লাগিল।

(সকলোৱে প্ৰস্থান।)

## চতুৰ্থ দৰ্শন

### বন্দীশাল

### সময় - নিশা

(পমীলা শুই থাকে কাষত মনোমতী বহি থাকে)

**মনোমতী** ঃ আন্ধাৰত মোৰ প্ৰাণ শিয়ঁৰি উঠিছে। বৰ ভয় লাগিছে!! (পমীলাৰ গাত ধৰি) সখি, উঠা - মোৰ

অকলশৰে বৰ ভয় লাগিছে।

**পমীলা** ঃ (উঠি) সখি, তুমি দেখোন ৰাতি এদিনো নোশোৱা? এনেকৈনো আৰু কিমান দিন থাকিবা?

**মনোমতী** ঃ সখি, কিনো শুবা? ভাতৰ অভাৱত পেটৰ পোৰণিত জানো টোপনি ধৰে। সখি, আমি এনেদৰে ভাত নোখোৱাকৈ আৰু কিমান দিন জীয়াই থাকিম?

**পমীলা** ঃ সখি, কি কৰিবা? মৰিলেও তো আৰু মানৰ হাতে ভাত খাব নোৱাৰো।

**মনোমতী** ঃ সখি, আমিনো কেতিয়া মৰিম?

**পমীলা** ঃ সখি, মৰি পৰাহেঁতেন জানো এতিয়াও জীয়াই থাকো? মান সেনাপতিৰ জানো ইমান দৌৰাত্ম্য সহি থাকো?

**মনোমতী** ঃ সখি, মোৰ কিন্তু সিহঁতৰ অত্যাচাৰ অসহনী হৈ উঠিছে। যেতিয়া সিহঁত আহি —

(মিঙ্গিমাহাৰ প্ৰবেশ। মনোমতীয়ে ভয়ত বিহুলা হৈ আতৰি যায়।)

**মিঙ্গিমাহা** ঃ গাভৰুহঁত! তহঁত কেনে আছ?

**পমীলা** ঃ আও! সেনাপতিৰ আজি আমালৈ বৰ দয়া হ'ল, ইমান নিশা আমাৰ খবৰ লবলৈ আহিলে?

**মিঙ্গিমাহা** ঃ এৰা পাই, আমি তহতৰ নিচিনা গাভৰু বোৰক বৰ ভাল পাওঁ নহয়। বাৰু তহঁত সুখে আছেনে দুখে আছ?

**পমীলা** ঃ বৰ সুখত আছোঁ সেনাপতি। এই বন্দীশালতেই ৰজাৰ ঘৰৰ দৰে সুখত আছোঁ।

**মিঙ্গিমাহা** ঃ তহঁতে ভাত পানী খাইছনে?

**পমীলা** ঃ খাইছো সেনাপতি। দিনে দিনে তোমালোকে দিয়া মাছ-মঙহ বোৰ এগাত এগাঁতকৈ ভৰাইছো।

**মিঙ্গিমাহা** ঃ বাৰু, আমাৰ ভাতবোৰ খাবলৈ কেনে পাইছে?

**পমীলা** ঃ বৰ বেচ, কেৱল তোমালোকৰ সেই ফটিকানে চটিকাবোৰহে অলপ কিবা কিবা গোন্ধায়।

**মিঙ্গিমাহা** ঃ এতিয়া পোনতে খাইছে দেখি গোন্ধ পাইছ। ফটিকাত এবাৰ সোৱাদ বহিলে আৰু এৰিব নোৱাৰিবি।

**পমীলা** ঃ তোমালোকৰ নিচিনা বীৰ পুৰুষে যেতিয়া ফটিকা এৰিব নোৱাৰা, আমিনো পাৰিম কেনেকৈ?

**মিঙ্গিমাহা** ঃ তোৰ লগৰ গাভৰুজনী কলৈ গ'ল অ'?

**পমীলা** ঃ সৌজনী, তাই ভয়তে লুকাইছে গৈ।

**মিঙ্গিমাহা** ঃ ইস্! কি ভয় আছেনো?

**পমীলা** ঃ মই তাইক ভয় কৰিবলৈ হাক দিওঁ। পিচে তাই সৰু ছোৱালী নহয়। সেই কাৰণে ভয় কৰে, লাহে লাহে ভাগিবগৈ।

**মিঙ্গিমাহা** ঃ (মনোমতীৰ ফালে আগবাঢি যায়) লাহৰি, তইনো আমালৈ কেলৈ ভয কৰ? আমি তহঁতক বৰ ভাল পাওঁ নহয়।

**মনোমতী** ঃ পিশাচ, নেলাগে ভাল পাব। (কটাৰী দেখুৱাই) আগ নেবাঢিবি মিঙ্গিমাহা —। আতঁৰহ মূৰ্খ।

**মিঙ্গিমাহা** ঃ (বিদ্রূপেৰে) হাঃ! হা!! ছোৱালী-জনীৰ সাহটো চা। গাভৰু! তোৰ সকলোকে এৰি দিম, তই মই কোৱামতে কাম কৰ। - তই মোৰ তিৰোতা হ' —।

**মনোমতী** ঃ আশা দেখুৱাই বশ কৰিম বুলি ভাবিছ পিশাচ?

**মিঙ্গিমাহা** ঃ তই বৰ বেযা গালি পাৰিছ গাভৰু, মই আৰু সহি থাকিব নোৱাৰিম।

**মনোমতী** ঃ কি কৰিবি? তই মোক দোচোৱা কৰিবি? কুকুৰ!

**মিঙ্গিমাহা** ঃ সাৱধান, তোক আজি শেষ কৰিম। (ফাকৰ তৰোৱাল উলিয়াই খেদি যায, পমীলাই মাজত সোমাই বাধা দিয়ে।)—

**পমীলা** ঃ সেনাপতি, তুমি বীৰ হৈ আজি তিৰী বধ কৰিবা নে?

**মিঙ্গিমাহা** ঃ তাই বৰ ফুটনি ফুটনি কথা কৈছে অ'।

**পমীলা** ঃ এহ্! তাই সৰু ছোৱালী দেখি ঘপহ খংটো উঠিছে। আজিলৈ এৰি দিয়া।

**মিঙ্গিমাহা** ঃ হুঁ। (ফাকত তৰোৱাল ভৰাই গুম্ গুমাই গুচি যায)

**পমীলা** ঃ এতিয়া উপাই সখী? (পদুমীৰ প্ৰবেশ)

**পদুমী** ঃ কোনে কয উপাই নাই?

**মনোমতী** ঃ কোন? কোন?

**পমীলা** ঃ কোন তুমি? এই আন্ধাৰ বন্দীশালত তুমি কেনেকৈ সোমালা।

**পদুমী** ঃ মই তোমালোকৰ এঝনী ভনীয়েৰা।

**মনোমতী** ঃ আমাৰ ভনী?

**পদুমী** ঃ মোক বিশ্বাস কৰাঁ, মই তোমালোকক উদ্ধাৰ কৰিবলৈ আহিছোঁ।

**পমীলা** ঃ আমাক উদ্ধাৰ কৰিবলৈ আহিছা? কেনেকৈ?

**পদুমী** ঃ বাইদেউহঁত! তোমালোকে মোৰ কথা অলপ কান পাতি শুনা তোমালোকে শান্তিৰাম আৰু চণ্ডীবৰুৱাক চিনি পোৱানে?

**মনোমতী** ঃ পাওঁ, নিজৰ পিতাকনো চিনি নেপামনে? তেওঁবিলাকৰ কুশল নে?

**পদুমী** ঃ সকলো কুশলে আছে। শুনা, আজি ৰাতিযেই তোমালোক সকলো উদ্ধাৰ হবা।

**মনোমতী** ঃ আজি ৰাতিয়েই। সঁচাকৈয়েনে?

**পদুমী** ঃ কেনেকৈ? কেনেকৈ?

**পদুমী** ঃ চোৱা, শান্তিৰামক অথনিয়েই পলুৱালো।

**পমীলা** ঃ হয়নে?

**পদুমী** ঃ মোক বিশ্বাস কৰা। .

পমীলা : কোন তুমি ভনীটি?

পদুমী : এতিয়া পৰিচয়ৰ সকাম নাই। (ককালৰ খোচনিৰ পৰা চিঠি দুখন উলিয়াই পমীলাক দি) এইখন তোমালৈ দিছো আৰু ইখন এজন মানুহলৈ দিছো। সেইখনতে মোৰ পৰিচয় পাবা। এখনো চিঠি এতিয়া নুখুলিবা। যেতিয়া সকলো একে ঠাইতে গোট খাবাঁগে তেতিয়াহে তোমালৈ দিয়াখন চাবা।

পমীলা : ইখন চিঠিনো কাক দিম?

পদুমী : কাক দিব লাগিম, তোমাৰ লগতে লিখি দিছো। এতিয়া তোমালোক থাকা, একো ভয় নকৰিবা। (পদুমীৰ প্ৰস্থান)

পমীলা : বৰ আচৰিত কথা সখি। ইমানবোৰ পালি পহৰীযা থকাতো কৰ পৰা এই তিৰোতা গৰাকী আহিল?

(পাচফালে সিন্ধিযেদি শান্তিৰামৰ প্ৰৱেশ)

শান্তিৰাম : আই দেউইঁত। আহাঁ -- আহাঁ।

মনোমতী : এইযা আতৈ। সখি, এইযা আতৈ।।

পমীলা : আতৈ। আতৈ।। আপুনি কেনেকৈ আহিলে?

শান্তিৰাম : ইযাত আৰু কথা পাতি থাকিবৰ সময় নাই। আহাঁ, এই সিন্ধিযেদি আহাঁ।

পমীলা : সখি। তুমি আগেযে সোমোৱাঁ।

মনোমতী : (সিন্ধিত সোমাই) প্ৰভু, তোমাৰ অপাৰ কৰুণা। (ভিতৰত ভৰিৰ শব্দ শুনা যায)

শান্তিৰাম : সখি আহাঁ, কোনোবা আহিছে। আহা -- আহা।

পমীলা : আতৈ। এতিযা মই গলে বেয়া হব। আপুনি যাওক - যাওক পলাওক। মই সিন্ধিটোৰ মুখতে বহি গাঁতটো বন্ধ কৰি থাকো।

(শান্তিৰাম বেগেৰে সিন্ধিত সোমায। পমীলাই গাঁতটো ঢাকি সিন্ধিৰ মুখত বহে। লাহে লাহে টেঙ্গুলাৰ প্ৰবেশ।)

টেঙ্গুলা : গাভৰু। তই যে ইমান ৰাতি বহি আছ?

পমীলা : এৰা পাই, তইঁত আহিবি বুলি জানিছোঁ নহয সেই কাৰণে বহি আছোঁ।

টেঙ্গুলা : মোলৈ তোৰ বৰ মৰম নেকি অ'?

পমীলা : মৰম নহলেনো ইমান ৰাতিও তোলৈ বাটচাই বহি থাকোনে?

টেঙ্গুলা : অ' তোৰ লগত থকা ইজনী গাভৰু কলৈ গ'ল?

পমীলা : তাইক পাই আজি গধূলীতে সেনাপতি আহি আন এটা ঘৰলৈ লৈ গল।

টেঙ্গুলা : তাইৰ ওপৰত আমাৰ সেনাপতিটোৰ চকু পৰিছে।

পমীলা : সেই কাৰণেইটো আকৌ লৈ গৈছে।

টেঙ্গুলা : বাৰু লাহৰি, কচোন তই মোৰ তিৰুতা হবিনে?

পমীলা : হমতো, কেলেই নহম? মই পোনৰে পৰা তাকেই ভাবি আছোঁ।

(টেঙ্গুলা আগবাঢ়ি যায় এনেতে বেগেৰে অসমীযা মানুহ আহি টেঙ্গুলাক ঘাপ মাৰি পেলাই পমীলাক লৈ বেগেৰে প্ৰস্থান কৰে)।

টেঙ্গুলা : কোন? কোনয পৰীয়া - প - (মৃত্যু)

## পঞ্চম দৰ্শন

### বন্দীশালৰ আন এভাগ

### সময় - দুপৰ নিশা

(এফালৰ পৰা লক্ষ্মীকান্ত আৰু আনফালৰ পৰা হাতত তৰোৱাল লৈ মানবোৰৰ সৈতে মিঙ্গিমাহাৰ প্ৰবেশ।)

মিঙ্গিমাহা : এইটো বন্দীশাল ঠিক আছে। অহম্। তই শুই থাক। (কেউফালে চাই মিঙ্গিমাহা আৰু মানবোৰৰ প্ৰস্থান।)

লক্ষ্মীকান্ত : শুম, শুম মিঙ্গিমাহা। শুবলৈ যে বৰ সুন্দৰ সময় পাইছোঁ, এনে সময়ত জীৱনত কেতিযাও পোৱা নাছিলোঁ। তইঁতৰ দয়াতেই অসমীয়াৰ চিৰ নিদ্ৰাৰ এযে সুব্যৱস্থা। ইমানতো নুশুই আৰু শুম কেতিয়া? হয। দেউতা আজি মানৰ মিতিৰ আৰু মই সিহঁতৰ বন্দী। আজি মোক দেখি কান্দি কাতি লৰি গৈছে - মুক্তিৰ কাৰণে।

শান্তিৰাম : (ভিতৰৰ পৰা) ডেকা বৰুৱা! ডেকা বৰুৱা!।

লক্ষ্মীকান্ত : কোম? মই ইয়াতেই আছো। মোক ঘৰুৱা মাতেৰে কোনে মাতিছে?

(শান্তিৰাম আৰু কিছুমান অসমীযা মানুহৰ বেগেৰে প্ৰবেশ)

লক্ষ্মীকান্ত : ডেকা বৰুৱা। আহক, বেগাই আহক। আইদেউইঁতে আপোনাৰ নিমিত্তে বাহিৰতৈ বৈ আছে। আমি সকলো পৰীয়ামানবোৰ মাৰি থৈ আহিছো। বেগাই আহক।

লক্ষ্মীকান্ত : মনোমতী, পমীলা ---

শান্তিৰাম : ক'ম বাৰু - সি বহুত কথা। আহক - বেগাই আহক।

লক্ষ্মীকান্ত : হযনে? তেনে বলক। দেউতা, আপুনি আপোনাৰ মিতিৰকে লৈ থাকক।

(সকলোৰে বেগেৰে প্ৰস্থান)

## ষষ্ঠ দৰ্শন

### বন্দীশালৰ আন এভাগ

### সময় - দুপৰ নিশা

(হলকান্ত বৰুৱাই চণ্ডীবৰুৱাৰ ভৰিত ধৰি কয়)

**হলকান্ত** ঃ সঁচাকৈয়ে কৈছো ভাই মই আজি আৰু মানৱ মিতিৰ নহয়। মযো তোমাৰেই দৰে মানৰ বন্দী। মোক বিশ্বাস কৰা চণ্ডী, আৰু তাৰ লগে লগে মোক এই মহাপাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ সুযোগ দিয়া।

**চণ্ডীবৰুৱা** ঃ (হলকান্তক ধৰি তোলে) ভাই। অলপ আগতে যদি আমি দুযো এইদৰে মিলিত হব পাৰিলো হেতেন, আজি মান নাম আসামত নেথাকি হেতেন।

**হলকান্ত** ঃ সকলোৰে গুৰি মযে চণ্ডী। (মোক ক্ষমা কৰা - মোক ক্ষমা কৰা। (চণ্ডীবৰুৱাই ধৰি আলিঙ্গন কৰে।)

তৃতীয় অঙ্ক সমাপ্ত

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### নৈৰ পাৰ

সময - পুৱা

(মানহঁতৰ দেও পূজা। আগত মূৰ্ত্তি। দুযোকাযে ফটিকাৰ কলহবোৰ। কেউফালে মানবোৰে বেৰি থাকে। বন্দীৰূপে চণ্ডীবৰুৱা মিঙ্গিমাহাৰ সন্মুখত ঠিয় হৈ থাকে।)

**মিঙ্গিমাহা** ঃ অহম। তোক ইযালৈ কেলৈ আনিছো জানিছ নে?

**চণ্ডী বৰুৱা** ঃ জানিছো মিঙ্গিমাহা, অন্তৰৰ সৈতে জানিছো।

**মিঙ্গিমাহা** ঃ তইনো আমাৰ লগত কেলৈ যুজ দিছিলি?

**চণ্ডীবৰুৱা** ঃ ভালকৈযে যুজ দিবৰ ইচ্ছা আছিল, কিন্তু ঈশ্বৰে সেই আশা পূৰ নকৰিলে।

**মিঙ্গিমাহা** ঃ তইনো আমাৰ লগত ভালকৈ যুজি কি কৰিলি হেতেন?

**চণ্ডীবৰুৱা** ঃ এতিযা মুখেৰে কৈ লাভ কি মিঙ্গিমাহা?

**মিঙ্গিমাহা** ঃ অহম। তোৰ যদি যুজ দিবলৈ ইমান মন আছে, তেনেহলে হাদিৰাৰ ৰণলৈ ওলা।

**চণ্ডীবৰুৱা** ঃ হাদিৰাত কাৰ লগত ৰণ দিবলৈ?

**মিঙ্গিমাহা** ঃ চন্দ্ৰকান্তৰ লগত।

**চণ্ডী বৰুৱা** ঃ মোৰ ৰজাৰ লগত যুজ দিবলৈ? মিঙ্গিমাহা! অসম সন্তান চণ্ডীবৰুৱাক কেতিযাও তহঁথৰ দৰে বিশ্বাসঘাতক বুলি নেভাবিবি।

**মিঙ্গিমাহা** ঃ নহলে তোক আমাৰ দেওৰ আগত বলি দিম।

**চণ্ডীবৰুৱা** ঃ যি ইচ্ছা তাকে কৰ, তথাপি মোৰ ৰজাৰ বিপক্ষে যুজ - অসম্ভৱ!

**মিঙ্গিমাহা** ঃ তোৰ ৰজা কোন অ'?

**চণ্ডীবৰুৱা** ঃ মোৰ ৰজা স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহ।

**মিঙ্গিমাহা** ঃ আৰু মই কোন?

**চণ্ডীবৰুৱা** ঃ তই এটা অসভ্য, নৰপিশাচ, দস্যু।

**মিঙ্গিমাহা** ঃ ভাইহঁত! ইযাক দেওৰ আগত পেলা।

(মান দুটামানে চণ্ডীবৰুৱাক মূৰ্ত্তিৰ আগলৈ নিয়ে)

**মিঙ্গিমাহা** ঃ অহম! এতিযাও ক, তোৰ ৰজা কোন?

**চণ্ডীবৰুৱা** ঃ মিঙ্গিমাহা! একে কথাকে বাৰে বাৰে কিমান কম?

**মিঙ্গিমাহা** ঃ ইমান খিনি। (তৰোৱালেৰে ঘপিয়াব খোজে, বেগেৰে পদুমী আহি মিঙ্গিমাহাৰ হাতত ধৰে)

**পদুমী** ঃ সাৱধান মিঙ্গিমাহা। শান্ত, সৌম্য সেই বুদ্ধমূৰ্ত্তি।। - যি ৰাজকুমাৰে পৃথিবীত ৰোগ, ক্লেশ, দুঃখ দেখিব নোৱাৰি ৰাজসিংহাসনো ভৰিৰে গচকি থৈ, অনাহাৰী তপস্বী বেশেৰে 'অহিংসা পৰোমধৰ্ম্ম" এনে মহামন্ত্ৰ প্ৰচাৰ কৰিছিল, আজি তেওঁৰ পবিত্ৰ মূৰ্ত্তিৰ আঘত তহঁত অসভ্য মানে নৰবলি দি বৰ খুজিবলৈ আহিছ? যাৰ প্ৰেমৰ মহিমাত মহাপাপীৰো অন্তৰত প্ৰেমৰ সোঁত ববলৈ ধৰে সেই পবিত্ৰ নামত তহঁতে কলঙ্ক সানিলি অধম যান। নহয আৰু কথা নহয, আজি তোকে শেষ কৰোঁ --

(কটাৰী উলিযাই মিঙ্গিমাহাৰ ফালে খেদি যায, মানবোৰে পদুমীকে ধৰে।)

**বুঢ়ামান** ঃ আও। এই আমাৰ সেনাপতিটোক মাৰিবলৈ আহিছে।

**মিঙ্গিমাহা** ঃ পদুমী। তই আজি এনে কৰিছ কিয?

**পদুমী** ঃ কিয কৰিছোঁ? মিঙ্গিমাহা, বাৰু তইযে কচোন তই ইমান দূৰ মান দেশৰ পৰা এই অসমলৈ কিয আহিছ?

**মিঙ্গিমাহা** ঃ দেশ জয় কৰিলৈ --

**পদুমী** ঃ তেনে মযো তহঁতক জয় কৰিবলৈ, মোৰ ভাই বন্দুক ৰক্ষা কৰিবলৈ, মোৰ জনমভূমিক পুনৰ উদ্ধাৰ কৰিবলৈ এনে কৰিছোঁ। মিঙ্গিমাহা! আজি তোৰ লগত সম্বন্ধ ছিঙিবলৈ আহিছোঁ, তোক শেষ কৰিবলৈ আহিছোঁ।

**বুঢ়ামান** ঃ এইক জুইত পেলাই দেগৈ। লৈ যা --।

(মানবোৰে পদুমীক নিব খোজে মিঙ্গিমাহাই বাধা দি)

**মিঙ্গিমাহা** ঃ ৰচোন। লাহৰি! আজি বৰকৈ লাওপানী খালি হব পায?

**পদুমী** ঃ নাই খোৱা - তাৰ সলনি আজি তোৰ তেজেৰেই পিয়াহ পলুৱাম বুলি আহিছিলোঁ।

**বুঢ়ামান** ঃ হেৰ!, এইৰ লগত কথা পাতি থাকিলে আৰু কাম নহয়।

**মিঙ্গিমাহা** ঃ পদুমীৰ তই আজি সঁচাকৈয়ে মোক মাৰিবলৈ

আহিছনে?

**বুঢ়ামান** ঃ আমাৰ সেনাপতিটোক এই একেবাৰে ভেৰা কৰি পেলালে। যা - লৈ যা। (মানবোৰে আকৌ নিব খোজে)

**মিঙ্গিমাহা** ঃ ৰচোন --। (এনেতে বেগেৰে মান এটা সোমায় আহে)

**মান** ঃ ৰাইজহঁত! আজি চব বন্দী পলাল। গোটেইবোৰ বন্দীশাল চালো অহম বন্দী আৰু এটাও নাই।

**মিঙ্গিমাহা** ঃ আমাৰ পৰীযাবোৰ কি কৰিছিল? যা, বন্দীশালৰ পৰীযাক ধৰি লৈ আহ।

**চণ্ডীবৰুৱা** ঃ ঈশ্বৰ! আমি মৰো হানী নাই, কিন্তু দেশৰ যাতে মঙ্গল হয়।

(পৰীযা মানটোক লৈ মানবোৰৰ প্ৰবেশ)

**মিঙ্গিমাহা** ঃ (উগ্ৰমূৰ্ত্তি ধৰি) আমাৰ বন্দীবোৰ কলৈ গল? তোৰ পৰীযাত থকা গাভৰু কেজনী কি হল? টেঙ্গুলা কেনেকৈ মৰিল?

**পৰীয়ামান** ঃ সেনাপতি, কলে আকৌ তহঁতৰ গাতে ওভতি পৰিব।

**মিঙ্গিমাহা** ঃ তই আকৌ মুখে মুখে কথা কৱ? যি সুধিছোঁ তাৰে উত্তৰ দে, নহলে কটা যাবি।

**পৰীযামান** ঃ ৰাইজহঁত! সঁচা কথা কলে যদি জগৰ নধৰো বুলি কৱ তেহে ভাঙি কম।

**বুঢ়ামান** ঃ তোক কোনেও একো কৰিব নোৱাৰে, সচাঁ কথা ক --।

**পৰীযামান** ঃসেনাপতিৰ এই তিৰোতজনীৰ পৰাই সকলো হলব। সেইদিনা সেনাপতিৰ আঙঠি এটা নি বন্দী এটাক এৰি দিবলৈ কলে। মযো এৰি দিলো। তহতে সোধচোন হযনে নহয।

**পদুমী** ঃ সঁচা কথা, মই তহতৰ সেনাপতিক কৈ এজন বন্দীক মুৰ্কলি কৰি দি আনবোবকো পলুৱালোঁ।

**চণ্ডীবৰুৱা** ঃ সকলো পলাল? সেই কাৰণেই বোধকৰো হলকান্তক আৰু নেদেখা হলো।

**বুঢ়ামান** ঃ এইবোৰ এইৰে পৰা হৈছে। নে, এইক হাদিৰাচকিত পুৰি মাৰিবগৈ লাগিব। কি চাই আছ? লৈ যা - (মানবোৰে পদুমীক বন্দী কৰি লৈ যায়।)

**চণ্ডীবৰুৱা** ঃ (গদ্ গদ্ হৈ) তথাপি এই বীৰ দেশৰ আজি এনে হীন বেশ! জননী! তুমি এনেহেন বীৰ ৰমনীৰ প্ৰসবিণী, তুমি এনেহেন মহিমামযীৰ জননী তথাপি আজিৰ এই পিশাচৰ অত্যাচাৰক তুমি নীৰৱ কিয়।

(মিঙ্গিমাহাই নিৰ্ব্বাক নিস্পন্দ হৈ ৰৈ থাকে, চণ্ডীবৰুৱাই অলপ পৰ একেথৰে চাই থাকি কয়।)

**চণ্ডীবৰুৱা** ঃ মিঙ্গিমাহা! তলমূৰে কি ভাবি আছ? তোৰ ইচ্ছানুযাযী মোক শাস্তি দে, তথাপি কুকুৰ তোৰ নিচিনা মহাপাপীক মোৰ ৰজা বুলি কব নোৱাৰো।

**মিঙ্গিমাহা** ঃ (বিৰক্ত হৈ) তেন্তে ল - (তৰোৱাল বুকুত দিয়ে চণ্ডীবৰুৱা পৰি যায।)

**চণ্ডীবৰুৱা** ঃ উস্! তথাপি শত্ৰুক ঘিণ কৰোঁ --!।

## দ্বিতীয় দৰ্শন

### অনাথ চৌধুৰীৰ ঘৰ

সময - আবেলি

(অনাথ চৌধুৰী আৰু শান্তিৰামৰ কথা পাতি-পাতি প্ৰবেশ)

**অনাথ** ঃ কেনে ভুল হ'ল কওকচোন?

**শান্তিৰাম** ঃ ডাঙৰীয়া, হলকান্ত বৰুৱাই বৈৰীক পোতক দিবৰ মনেৰে মানৰ পক্ষে লৈ আমাৰ হাউলীত সোমাইগৈ আৰু আমাক সকলোকে ধৰি আনে।

**অনাথ** ঃ তাৰ পাচত?

**শান্তিৰাম** ঃ তাৰ পাচত বোলে কালৰো কাল বিপৰীত কাল হৰিণাই চেলেকে বাঘৰ গাল। অৱশেষত মানৰ লগত কিবা লাগে, সিহঁতে তেওঁকো বন্দী কৰি নি আমাৰ বৰুৱা থকা বন্দীশালটোতে থয় গৈ। আমাৰ মানুহবোৰেও কথা গম নেপায হলকান্ত বৰুৱাকে আমাৰ বৰুৱা বুলিলৈ আহে। তেওঁবিলাক দুয়ো শুই আছিল, এওঁক টোপনিতেই অনা হ'ল।

**অনাথ** ঃ পিচে?

**শান্তিৰাম** ঃ পিচে, এওঁক দেখি মই আচৰিত হলোঁ। পোনতে কথা পাতিয়াবকে নোৱাৰিছিলো।

**অনাথ** ঃ বাৰু, ঈশ্বৰে যি কৰে ভাললৈকে কৰে। এতিযা তেখেতক বুজিব পাৰিলে যেতিয়া আপোনাসকলে তেখেতলৈ আৰু ক্ৰোধ নেৰাখিব।

**শান্তিৰাম** ঃ এঙ! সেইটোনো আৰু কব লাগিছেনে? আমাৰ দেখি ভালহে লাগিছে। তেথেকে যে আহি আপোনাৰ ঘৰতে জীয়েককো পালেহি সেইটোহে বেচি আনন্দৰ বিষয। ডাঙৰীয়া! আপুনিনো ছোৱালীটিক কেনেকৈ পালে?

**অনাথ** ঃ কিছুমান মানুহে আনি দি যাযহি। সকলো পৰিচয় পাই ময়ো আতৌ পুতৌকৈ ৰাখিছো। মাক বোলে বাটত আহোঁতেই ঢুকাল, ঘৰৰ পৰাই শৰীৰ অসুখ

**শান্তিৰাম** ঃ সকলোবোৰ ঠিকেই হৈছিল, পিচে লেঠা বলগৈ সেই খিনিতে। হলকান্ত বৰুৱাই তেওঁৰ তিৰোতাকো যদি ইয়াতে পালহেতেঁন, আৰু আমিও যদি আমাৰ

বৰুৱাকো পালোহেতেঁন? আমাৰ ডেকাবৰুৱাও যদি আহিলহেতে ?

অনাথ : তেওঁনো বাৰু কলৈ গ'ল?

শান্তিৰাম : ডাঙৰীয়া, তেওঁ স্বৰ্গদেৱে হাদিৰাত নিব খোজা ৰণত যোগ দিবলৈ বুল বাহিৰে সেইফালেই ৰাওনা কৰিলে, আৰু আমাক এই ফাললৈ পঠিয়াই দিলে। ডাঙৰীয়া, ইমান দিনেও তেওঁবিলাক যেতিয়া নাহিল আমি আৰু ৰৈ থকা উচিত নহয়, তেওঁবিলাকক বিচাৰি যোৱাহে যুগুত।

অনাথ : সকলোৰে দিহা কৰিছো ডাঙৰীয়া। অ' সৌৱা হলকান্ত বৰুৱা এই ফালেই আহিছে, লগত জীয়েকো। দেহি মানুহ জনে সকলো হেৰুৱাই মহা বিমোৰত পৰিছে। আহক আমি আঁতৰি যাঁও--। (অনাথ চৌধুৰী আৰু শান্তিৰামৰ প্ৰস্থান আন ফালৰ পৰা হলকান্ত বৰুৱা আৰু তিলোত্তমাৰ প্ৰবেশ।)

হলকান্ত :তিৰোতা হেৰুৱালোঁ, লৰা, ছোৱালী, ঘৰ, দুৱাৰ হেৰুৱালোঁ, আত্মীয় স্বজন হেৰুৱালোঁ, অৱশেষত নিজৰ দেশকো হেৰুৱালো। আৰু মোৰনো কি আছে তিলো? কি দি, কাক দেখুৱাই, কাৰ বাতৰি কৈ আজি তোৰ মনত ৰং দিব পাৰিম আই?

তিলোত্তমা : দেউতা, দেউতা, আপুনি বেজাৰ নকৰিব। (তিলোত্তমাই হলকান্তক সাবটি ধৰে। হলকান্তই চুমা খাই।)

# তৃতীয় দৰ্শন

## যুদ্ধ ক্ষেত্ৰৰ ওচৰৰ হাবি

### সময় - পুৱা

(কিছুমান মান সেনাই এজন অসমীয়া বুঢ়াক বেৰি ধৰি চৰ ভুকু কিল্‌দি লটি ঘটি কৰি থাকে।)

বুঢ়া : আৰু কিমান মাৰিবি? কিমান লটিঘটি কৰিবি? ইচ্ছামতে কৰ। এই বুঢ়া দেহকে নেমাৰি আৰু মাৰিবি কাক? এই শুকাম বুকু মেলি দিছোঁ; মোৰ এই পকা চুলি ফাল ফান কৰি এই শুকান বুকুৰ ওপৰত বহি তেজ চুহিল। তহতৰ আগৰ দুবাৰ আক্ৰমনতেই বুকুৰ তেজ শুহি শুকুৱাই পেলালি। এইবাৰত তাৰ শেষ কৰি দে।

মানসেনা : তোৰ পকা দাড়ি ছিঙি ডাল ডাল কৰিম। গছৰ ধোন্দত সোমাই থাকিয়েই তোক আৰু বিচাৰি নেপাম বুলি ভাবিছিলি নহয়?

বুঢ়া : নাই ভবা। জানিছিলোঁ বিচাৰি নেপাবি কেলৈ? জানিছিলোঁ বিচাৰি নেপালি কেলৈ? যেতিয়া ৰংপুৰৰ তলাতলি ঘৰৰ সাতোখাপৰ তলত থকা ৰাজলক্ষ্মীক বিচাৰি পালিগৈ, যেতিয়া অসম আইৰ সোনৰ সাতসৰী বিচাৰি কাটি ললিগৈ, তেতিয়াই জানিছিলো বিচাৰি নেপাবি কেলেই?

মানসেনা : বৰ বৰ কথা কৈছে? - (কিল দিয়ে) -

বুঢ়া : উস্! আজি মান-অসমীয়াৰ এই যুজৰ ছবি কোন চিত্ৰকৰে আঁকি থব? প্ৰভু! তুমিয়েই থোৱাঁ, তোমাৰ তুলিতে ই অতীব সুন্দৰ হৈ উঠিব। উস্! এইবাৰ মৰণ! এইবাৰ মৰণ!! (হাতত তৰোৱাল লৈ লক্ষ্মীকান্তৰ প্ৰবেশ আৰু মানবোৰৰ লগত যুজ। মানবোৰ হাৰি পলাই।)

লক্ষ্মীকান্ত: মৰণ -- মৰণ আপ, অসমীয়াৰ হাতত মানৰ মৰণ।

বুঢ়া : অসমীয়াৰ হাতত মানৰ মৰণ? দৈৱবাণী!

লক্ষ্মীকান্ত: আপ, ইটো দৈৱবাণী, দেৱতাই অন্তৰে অন্তৰে কোৱা কথা, অসমীয়াৰ প্ৰাণৰ কথা।

বুঢ়া : অসমীয়া! এতিয়াও জানো অসমীয়া আছে? এতিয়াও জানো অসমীয়াই যুজলৈ আগবাঢিব পাৰে? এতিয়াও জানো সিহঁতে টোপৰ মাতৰ লগে লগে নাচি উঠিব পাৰে?

লক্ষ্মীকান্ত: পাৰে আপ, পাৰে।

বুঢ়া : মিছা কথা, মিছা কথা। মহামতি পূৰ্ণানন্দৰ লগতে অসমীয়াৰ ৰাষ্ট্ৰৰ গৌৰৱ লোপ হৈ গল, মহাবীৰ লাচিতৰ পাচতে অসমীয়াই যুজৰ নীতিও পাহৰি পেলালে। (আকৌ সৰহকৈ কিছুমান মান সেনাই হঠাতে প্ৰবেশ কৰি লক্ষ্মীকান্তৰ ফালে আগবাঢে)

লক্ষ্মীকান্ত: নাৰকীহঁত! তহঁতে বেচ বীৰত্বৰ চিনাকি দিছ। (মানবোৰৰ সৈতে লক্ষ্মীকান্তৰ যুজ। যুজ চলি থাকোতেই শান্তিৰামে কিছুমান অসমীয়া মানুহৰ সৈতে কৰি যুজ কৰিবলৈ আৰম্ভ কৰে। মান সেনাবোৰ পলাই। মান সেনাবোৰ পলাই।)

লক্ষ্মীকান্ত: ইক! আতৈ!! আপুনি কৰ পৰা আহিলে?

শান্তিৰাম : ডেকাবৰুৱা? আপোনাক ওভোতাই নিওঁ বুলি আহিছোঁ।

লক্ষ্মীকান্ত: অকলৈযে আহিলনে?

শান্তিৰাম : দেউতাকো আহিছিল পিচে এই ৰণৰ মাজত পৰি কোন কেনি গৈছে কৰ পৰা নাই।

লক্ষ্মীকান্ত: আপোনাসকলৰ বৰুৱাৰ মুক্তি হলনে?

শান্তিৰাম : নাই হোৱা।

লক্ষ্মীকান্ত: পদুমী একা?

বুঢ়া : পদুমী! আঁ!! পদুমী, বোপা পদুমী!!!

**শান্তিৰাম** ঃ তেনে দেউতা। দেউতা।।
(শান্তিৰামে বুঢ়াৰ ভৰি দুখনিত সাবটি ধৰে, বুঢ়াই থৰক বৰককৈ কঁপিবলৈ ধৰে।)

**লক্ষ্মীকান্তঃ** ইকি! আমাৰ আতৈ তেনে কোন।।

## চতুৰ্থ দৰ্শন

### ৰণক্ষেত্ৰ

### সময় - পুৱা।

(মিঙ্গিমাহা আৰু মান সেনাবোৰৰ প্ৰবেশ।)

**মিঙ্গিমাহা** ঃ সকলো শেষ হল, আৰু অহম নাই, কেৱল সিহঁতৰ ৰজাটোকহে ধৰিব নোৱাৰিলোঁ। ভাইহঁত। চন্দ্ৰকান্তক ধৰিব পৰাহেতেন বৰ বাৰু আছিল।

**মিঙ্গিমাহা** ঃ কি বাতৰি কচোন?

**মানকটকী** ঃ সেনাপতি, আমাৰ ইজাক সেনাগৈ কাছাৰ জিলাত সোমালগৈ। তাৰ ৰজা চৰজিতসিংহই পলাই কোম্পানীৰ ৰাজ্যলৈ গুচি গল। কোম্পানীৰ ৰজাই আমাক কাছাৰত সোমাবলৈ হাক দিছিল, পাচে আমাৰ সেনাবোৰে নুশুনিলে। তাৰ পাচত আমাৰ সেনাবোৰে কোম্পানীৰ ৰাজ্য চাহ পুৰো দখল কৰিলে গৈ।

**মিঙ্গিমাহা** ঃ ভাল হল। তাৰ পাচত?

**মানকটকী** ঃ তাৰ পাচত কোম্পানীৰ মানুহবোৰো জকি উঠিছে। সিহঁতৰ বহুত একেলগে নাও লৈ আহিছে। আমাৰ সেনাবোৰ অলপ পিচ হুহঁকিছে।

**মিঙ্গিমাহা** ঃ তেনেহলে ভাইহঁত। আমি আৰু ইযাত ৰৈ থাকিব নোৱাৰোঁ। আমিও সিহতৰ লগত যুজিবলৈ যাব লাগিল। ইযাত আৰু ভয় নাই।

**সকলোৱেঃ** এৰা, সিহত আগবাঢ়িলে মস্কিল হব।

**মিঙ্গিমাহা** ঃ বল তেনে -।

(সকলোৱে প্ৰস্থান)

## পঞ্চম দৰ্শন

### হাবিতলীয়া বাট

### সময় - দুপৰ

(হতাশ হৈ হলকান্ত বৰুৱাৰ প্ৰবেশ)।

**হলকান্ত বৰুৱা** ঃ কি কালচক্ৰত পৰিলো? কালিৰেই পৰা বাট হেৰুৱাই এই হাবিতে ঘূৰি ফুৰিছো। শান্তিৰাম গ'ল কলৈ, লগৰ মানুহবোৰনো গ'ল কলৈ? তেনে চণ্ডীবৰুৱাক আৰু উদ্ধাৰ কৰা নহনে? মোৰ পাপৰ তেনে প্ৰায়শ্চিত্ত কৰো কেনেকৈ?
(শিবোহং শিবোহং কৰি সন্ন্যাসীৰ প্ৰবেশ)

**সন্ন্যাসী** ঃ গুৰু বাক্য অৱহেলা কৰাৰ এই পৰিণাম বাবা।

**হলকান্ত** ঃ কোন? ইকি! গুৰুদেৱ - গুৰুদেৱ!! (সেৱা কৰে।)

**সন্ন্যাসী** ঃ উঠ বাছা, এতিয়া বেজাৰ কৰাৰ সময় নহয়। এতিয়া তইঁতৰ কামৰ সময়। (সন্ন্যাসীয়ে হলকান্তক ধৰি তোলে)

**হলকান্ত** ঃ প্ৰভু! ইমান বিপৰ্য্যয়ৰ পাচত দাসে আজি পুনৰ আপোনাৰ শ্ৰীচৰণৰ দৰ্শন পাইছে। উস্! সেই দিনই যদি আপোনাৰ কথা শুনিলোঁহেতেন।

**সন্ন্যাসী** ঃ বুজিলোঁ, নিজে কৰা কামৰ বাবে আজি তোৰ অনুতাপ হৈছে।

**হলকান্ত** ঃ সচা গুৰুদেৱ, সঁচা। কব খোজোতেই আপুনি বুজিলে।

**সন্ন্যাসী** ঃ বাবা, তাৰ বাবে তই বেজাৰ নকৰিবি। মুণিনাঞ্চ মতিভ্ৰমঃ।

**হলকান্ত** ঃ কওক প্ৰভু, ইয়াৰ প্ৰতিকাৰ মই কেনেকৈ কৰিম?

**সন্ন্যাসী** ঃ তাকেই ভাব। আন চিন্তা এৰি, সেই মহা পাপৰ প্ৰাযশ্চিত্ত কেনেকৈ হব, তাকেই ভাব।

**হলকান্ত** ঃ ভাবিছোঁ, কিন্তু তাৰ কোনো উপায় উলিয়াব পৰা নাই। যিহকেই কৰিবলৈ হাতত লওঁ সিয়েই বিফল হয়।

**সন্ন্যাসী** ঃ আহ বাৰু, ইযাৰ উপায় দিবলৈকে মই আজি তোৰ ওচৰলৈ আহিছোঁ। নিৰলাত বহি সকলো কথা কওঁগৈ আহ।

**হলকান্ত** ঃ বলক প্ৰভু।

(দুয়োৰে প্ৰস্থান)

## যষ্ঠ দৰ্শন

### হাদিৰাত মানৰ বন্দীশাল

### সময় - আবেলি

(বাউলী পদুমীয়ে গীত ধৰিছে)

গীত

কিনো চং কৰিলি ঐ!
নুবুজি বুলিলি বাট।
আশাৰে মেঠনি মাৰি লৈ
চাপিলি অচিনা ঘাট।।
কাৰেনো বিয়াৰে উৰুলী

শুনিযে হাঁহিছে পদুমী,
পাকতে উৰিছে কাচন-কনুৱা
ধৰিছে নামৰে জাত।।
হাঁহি ধেমালীৰ দোমোজা
মাজতে লাগে যে খোৰোছা।
সাতুৰি নাদুৰি একুলো নোপোৱা
পৰিবা পিচলি তাত।।
(গীতৰ অন্তত দুটা মান সেনাৰ প্ৰবেশ।)

**পদুমী** ঃ আকৌ আহিছ? মোক নুচুবি, মই আৰু মানৰ তিৰোতা নহয। দে বোপাইহঁত, মোক বাট এৰি দে, - মই অতি সোনকালেই যাম বুলি কৈ পঠিযাইছিলোঁ নহয?

**মান সেনা** ঃ কলৈ যাবি? তোক পুৰি মাৰিম। তোক ইযাতে পুৰি থৈ আমি আজিযেই ইযাৰ পৰা যামগৈ। ব'ল, সৌ নৈৰ পাৰলৈ ব'ল।

**পদুমী** ঃ হাঃ। হাঃ।। মোক পুৰিবি - মোক পুৰি থৈ তহঁত গুচি যাবি? যা বোপাইহত যা --। তহঁত নগলে নহব। - আৰু মই? ৰ' - ৰ' চোন - (পদুমীয়ে ইফাল সিফাল কৰি ককালৰ খোচনিৰ পৰা বিহ উলিযাই মুখত ভৰাই) হাঃ। হাঃ।। মিঙ্গিমাহা।।। - পদুমীকো লৈ যা -- লৈ -- যা -- (ঢলি পৰি যায আৰু মাত নোহোৱা হয। মান কেটাই বিবুদ্ধি হৈ ইটোনে সিটোলৈ চাই।)
---

চতুৰ্থ অঙ্ক সমাপ্ত।

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

ৰাজবাট

সময - পুৱা

**প্ৰথম বাটৰুৱা** ঃ বোলে ৰাখে হৰি মাৰে কোনে আৰু মাৰে হৰি ৰাখে কোনে? কি বোল অ'?

**দ্বিতীয় বাটৰুৱা** ঃ নহযনো কি অ'?

**তৃতীয় বাটৰুৱা** ঃ নহলেনো আমাৰ আজি ইমান দুখৰ পাচত আকৌ সুখ হব পাৰেনে?

**চতুৰ্থ বাটৰুৱা** ঃ এৰা পাই দুখো দুখ এনে দুখ নকবি আৰু বোপাই।

**প্ৰথম বাটৰুৱা** ঃ সেই কাৰণেহে হৰিৰ কৃপাত অসমীযা ৰাইজক ৰক্ষা কৰিবলৈ সেই কৰবাৰ অজান মুলুকৰ পৰা ঠেঙা পিন্ধা ৰনুৱাবোৰ আহিল। মাল পলাই পত্ৰং মাৰিলে নহয।

**দ্বিতীয় বাটৰুৱা** ঃ হেৰৌ, আমাৰ আগতেহে সিহঁত বৰ মটাকেটা হৈ পৰিছিল। এই বোৰকে বোলে চল পালেই কুকুৰে গললৈ জপিযাই।

**তৃতীয় বাটৰুৱা** ঃ ওঁ, আমি যেনেকৈ তিৰোতা কেজনীৰ আনত বৰ মটা কেটা হওঁ। পাচে সিহঁতে যেতিযা আকৌ অমৰাগুটীযা চকু কেটা মেলি দিবলৈ হয, তেতিযা পোনেই লেতু সেতুটো হৈ আই মাতৃৰ শ্ৰীচৰণত বাগৰি পৰা হয নহয।

**চতুৰ্থ বাটৰুৱা** ঃ হে -- হে -- মই একা তেনে নহয দেই।

**প্ৰথম বাটৰুৱা** ঃ তাৰ মানে মই হবলা হয?

**দ্বিতীয় বাটৰুৱা** ঃ হেৰ' পাই, মোৰ তিৰোতজনীও একেবাৰেই লখিমী তিৰোতা।

**তৃতীয় বাটৰুৱা** ঃ এই কেইটালৈ চোৱাঁ। মই তহঁতৰ কথাৰ মাতটোহে কৈছো। বল' এনেকৈ থাকিলে আৰু বৰ সবাহলৈ যোৱা নহব দেখিছো।

**প্ৰথম বাটৰুৱা** ঃ ৰ' চোন, তোৰ সেই বৰ সবাহলৈকে ধাউতি?

**তৃতীয় বাটৰুৱা** ঃহবতো। ইমান দিন হাবিযে বননিযে ঘূৰি ফুৰাৰ পাচত গাঁওবুঢ়াৰ ঘৰত সকলো ৰাইজ গোটপিত খাই বৰ সবাহ্ পাতিছে তালৈ ধাউতি নহৈ হব কলৈ?

**চতুৰ্থ বাটৰুৱা** ঃ ঠিক কৈছ ভাইটি, ঠিক কৈছ - (গীত লগাই দিযে আৰু সকলোৱে গায) -

গীত

খাম বহি মজা কৰি
পিঠাৰ মিঠৈ এঠা দৈ।
গাম গীত প্ৰাণ ভৰি
শুনিম তাকে ৰৈ ৰৈ।।
মানৰ কথা শুনো যদি --
দিম কানত ঠিলা ভেদি,
আনিম ধেনু ঘপহ কৰি
মাৰিম কাঁড থৈ থৈ।।
গাম গীত প্ৰাণ ভৰি --
ধৰি আমাৰ মন লগৰী,
হাতত টকা লৈ লৈ।।
বাধা যদি দিয়ে আহি,
মাৰিম তাকে হিলৈৰ গুলি।
চাম তাৰ মজা পালি
খেলিম তাৰে হৈ চৈ।।
(গীত গাই গাই বাটৰুৱাসকলৰ প্ৰস্থান।)

## দ্বিতীয় দৰ্শন

## ফুলনী

### সময় - আবেলি

(মনোমতী আৰু পমীলাই কথা পাতি আমন জিমনকৈ বহি থাকে। অনাথ চৌধুৰীৰ প্ৰবেশ।)

**অনাথ** : আই দেইহঁত! তোমালোকে নিতৌ ইয়াত এনেদৰে মন মাৰি থাকাহি কেলৈ? ঘৰৰ আন আন সকলৰ লগতো বেচি কথা বতৰা নেপাতা। বপুৰী তিলোত্তমা আইদেউৱে কান্দি কাতি বাউলী হৈ থাকে। তাইকো সান্ত্বনা দিয়া তোমালোকৰেই উচিত। তোমালোকে দেউতাৰ, ডেকা-বৰুৱা, আৰু আতৈ লৈ কোনো চিন্তাকে নকৰিবা। হলকান্ত বৰুৱাও যেতিয়া লগতে গৈছে তেতিয়া কোনো ভয় নাইষ তেওঁ বৰ বিচক্ষণ মানুহ।

**পমীলা** : ডাঙৰীয়া, তেওঁ বিলাকৰ কিবা বাতৰি পাইছেনে? তেওঁ বিলাকনো কেতিয়া আহিব?

**অনাথ** : দেশত এতিয়া শান্তি স্থাপন হৈছে। ইংৰাজ সকলে ইয়াণ্ডাবুত মানৰ সৈতে সন্ধি কৰিছে। বোধকৰো এওঁবিলাকেও তাৰে মীমাংসা চাই আহিবলৈ বাটচাই আছে। মই তেওঁবিলাকৰ বুজ লবলৈ মানুহ পঠিযাইছোঁ। সকলোটি পাবহি ভয নকৰিবা। আইদেউহঁত। ৰংমনেৰে থাকা। - মই যাওঁচোন কিবা ভূ পাওঁৱেই বা।

**পমীলা** : মহৎ পুৰুষ! সখি, সচাকৈযে এখেতে আমাক বিধতাৰ দৰে দযা কৰিছে।

**মনোমতী** : বিধতাৰ আকৌ দযা?

**পমীলা** : এইযে তেওঁৰ মহিমা বুলি কোৱা শুনো সখি। যেনেকৈ পুৰিলেহে সোনৰ ভাল বেযা বুজিব পাৰি সেইদৰে তেওঁও হেনো সংসাৰৰ ধূলিৰ কণাৰ পৰা পুৰি পুৰি সোনৰ কণিকা বাচি লয়। মহাভাৰতত দেখিছাই এইদৰে পুৰি পুৰিযেই সতী সাবিত্ৰীয়ে যমৰ দেশলৈ গৈ ও নিজৰ পতিক ওভোতাই আনিব পাৰিছিল।

**মনোমতী** : সখি, নকবা - নকবা আৰু — !! (মনোমতীয়ে চকু চল-চলীয়া কৰি এটি বৰ গীত ধৰে।)

**মনোমতী** -

**গীত**

প্ৰাণনাথ নকৰা বঞ্চিত?
তোহাৰি বিয়োগ অগ্নি
দহে মোৰ চিত্ত।
এ বন্ধু মাধৱ হে।

**পদ**

পতি সুত সুহৃদ সোদৰ বন্ধুজন,
সব সুখ তেজি তেৰি ভজিলোঁ চৰণ।
সেহি প্ৰাণনাথ তুহু যাহা কাহা লাগি।
নৰহে জীৱন মেৰি তেৰি লাগি আগি।
সব তেজি তোহাৰি চৰণে কৈলোঁ আশা,
ভকত বৎসল স্বামী নকৰা নৈৰাশ।।

## তৃতীয় দৰ্শন

মানাহ নৈৰ পাৰ

সময়-পুৱা

(আনন্দ মনেৰে লক্ষ্মীকান্তৰ প্ৰবেশ)

**লক্ষ্মীকান্ত**: এইযে সেই মানুহ। লৰালি কালত ইযাৰ পাবে পাৰেই বালিমাহী চৰাই খেদি ৰং পাইছিলো, যৌবনত ই ঘাখ বুকুতেই মনোমতীক দেখি পাৰত বহি বহি সেই ছবিটিক ধ্যান কৰিছিলো। তাৰ পাচত ইয়াৰ বুকুতেই মানৰ মাৰ নাৱৰ পাল তৰা শুনি ভায়ত বিহুল হৈছিলো। আজি আকৌ মানাহ ধীৰ, স্থিৰ। (একেথৰে মানাহৰ ফালে চাই থাকে এনেতে এপাত কাঁড় হঠাতে চকুৰ আগেদিয়েই পাৰ হৈ গৈ দূৰৈত পৰে।)

**লক্ষ্মীকান্ত**: ইকি! কাঁড !! (তুলি হাতত লৈ) এইপাত যে বিষাক্ত কাঁড !!! কোনে মাৰিছিল? আসামত মান আৰু নাই, তেনে কোনে মোক পিচে পিচে খেদি ফুৰিছে? (হঠাৎ দুটা মানৰূপী অসমীয়াই প্ৰবেশ কৰি লক্ষ্মীকান্তক আক্ৰমণ কৰিবলৈ সাজু হয়।)

**মানৰূপী অসমীয়া** : আমি মান - মান। (আক্ৰমণ কৰে)

**লক্ষ্মীকান্ত**: (নিজক ৰক্ষা কৰি) মান? এতিয়াও আছে?

**মানৰূপী অসমীয়া** : আছে — আছে। তোৰ হাতত ধন বিত কি আছে দে —। নহলে —

**লক্ষ্মীকান্ত**: নহলে কি কৰিবি? (খেদা মাৰি যায়। মানৰূপী অসমীয়া দুটাই আঁতৰি যায়।) কাপুৰুষহঁত! ইমান কৰিও তহঁথৰ হেপাহ পলোৱা নাই? ইয়াণ্ডাবুত তেনে তহঁতে ভাঙনাহে পাতিলি? (ভালকৈ চাই এটাক ঘপ্ কৰে ধৰি) — তই! তই অভি নহবনে? - (আনটোক খেদা মাৰি ধৰি) — তই - তই হলিনহৱনে?

**মানৰূপী অসমীয়া** : ডেকাবৰুৱা, আপোনাৰ ভৰিত ধৰিছো আমাক এৰি দিয়ক। আমি আপোনাক চিনিব নোৱাৰিছিলোঁ।

**লক্ষ্মীকান্তঃ** মোক চিনি নেপাইছিলি?

**মানৰূপী অসমীয়া** ঃ ডেকাবৰুৱা। আমি কি কৰিম? আমাৰ যি আছিল মানে সকলোবোৰ বুকুত কামোৰ মাৰি লৈ গুচিগ'ল। হাট বজাৰত দোণৰ সলনি টেমাৰহে চাউল জুখিছে। তেনে আমি জানো নমৰিম?

**লক্ষ্মীকান্তঃ** (দুয়োকে এৰি দি ঠেলা মাৰি দিয়ে) - মৰ, মৰ। তইঁত মৰাই ভাল। দেশৰ এনে দুৰাৱস্থাৰ সময়ত অসমীয়াই মানৰ ৰূপেৰে অসমীয়াক লুটিবলৈ আহিছ? দুৰ হ - দুৰ হ তইঁত। (মানৰূপী অসমীয়া দুটা ভয়তে পলাই।) লাজ! লাজ!! (ঘৃণা ভাবেৰে গুচি যায।) —

## চতুৰ্থ দৰ্শন

### অনাথ চৌধুৰীৰ ঘৰ

**সময় - আবেলি**

(চিন্তিতভাৱে শান্তিৰামৰ প্ৰবেশ)

**শান্তিৰাম** ঃ উভতি আহিলো, কিন্তু লগত আহিল কি? নাহিল লক্ষ্মীকান্ত, নাহিল চণ্ডীবৰুৱা, নাহিল হলকান্ত, নাহিল পদুমী আৰু নাহিল তেওঁৰ পিতাক তোলন কাকতী। কাকতী সঁচাকৈয়ে বৰ বীৰ আছিল। আজিও বুঢ়া গোহাঁইৰ ফৈদৰ তেজ তেওঁৰ গাত উতলি আছে। প্ৰথম বাৰ মান আহোতে নামৰূপৰ যুজতে মোৰেই দৰে তেৰোঁ মৰিল বুলি প্ৰবাদ হৈছিল। কিন্তু তেওঁ ছদ্মবেশে মানৰ পিছে পিচে ঘূৰি ফুৰাত সিদিনা ক্ষন্তেকলৈ তেখেতক দেখা পাইছিলো। কাকুতি কৰি মাতিলো কিন্তু তেওঁ নাহিলে। হুমুনিয়াৰ পাচত হুমুনিয়াহ কাটি অতি কষ্টেৰে বুঢ়াই কলে আৰু মোৰনো কি আছে বোপাই।

(পমীলাৰ বিততভাৱে প্ৰবেশ)

**পমীলা** ঃ আতৈ! আতৈ!! আপুনি ইমান দিন আমাক ভুৰা দি আছিল। আজি সকলো কথাৰে ওৰ পালোঁহে তেওঁ।

**শান্তিৰাম** ঃ কি কথাৰ?

**পমীলা** ঃ আপুনি কোন, ক'ত আছিল আৰু কেনেকৈনো আমাৰ সেইখিনি পাইছিলগৈ। শুনিলোঁ, কেনেকৈনো আপুনি নৰাধম সতাই চাৰিঙীয়া ফুকনৰ সতে ৰংপুৰত ৰজাৰ ৰংচৰাত বিহ বিৰিকৰ গুটি সিঁচি, কোমল মনৰ চন্দ্ৰকান্তক ধনশিৰি আৰু সোৱনশিৰি লিগিৰীৰ হাতত ধৰাই দি, সোণৰ ৰূপৰ বাটিত লাওপানী লৈ, ৰং চৰাৰ ৰংচৰাই, এই নৰকৰ বাটি মুকলি কৰিছিল।

**শান্তিৰাম** ঃ পমীলা! তুমি এই বোৰ ক'ত শুনিলা?

**পমীলা** ঃ আৰু শুনিছো কেনেকৈ নৈৰ ঘাটত সদায় পদুমীক দেখা দেখি কৰি শেষত ভাৱনাৰ নিশা পলুৱাই নি জাঁজী পাইছিল গৈ।

**শান্তিৰাম** ঃ আ - ক-!

**পমীলা** ঃ শুনিছো কেনেকৈ ৰজাৰ চাওদাঙে আপোনাসকলক ধৰি আনি ন্যায় সোধা ফুকনৰ আগত ঠিয় কৰি আপোনাৰ প্ৰাণদণ্ডৰ আদেশ দিছিল। তাৰ পাচত বিচাৰ চ'ৰাতে পদুমীৰ সিংহিনী মূৰ্ত্তি দেখি কেনেকৈ বুঢ়া গোহাঁই ডাঙৰীয়াই সেই আদেশ ঘূৰাই লৈ সতাইৰ সৈতে একেলগে আপোনাক দেশান্তৰ কৰিছিল, সেই সকলোবোৰ শুনিছো।

**শান্তিৰাম** ঃ পমীলা! তুমি এইবোৰ কত শুনিলা?

**পমীলা** ঃ তাৰ পাচত আকৌ শুনিছো নামৰূপক যুজৰ কথা। শুনিছো আপুনি কেনেকৈ যুজত মৰিল বুলি প্ৰবাদ উঠি আমাৰ সেইখিনি পাইছিলগৈ।

**শান্তিৰাম** ঃ পমীলা, সকলো কথা মোৰ চকুৰ আগত জল্ জল্ পট্ পট্ হৈ উঠিছে। উস্! -

**পমীলা** ঃ আমাৰ চৌধুৰী ডাঙৰীযাই আপোনাসকলক বিচাৰি যাওঁতে এজন বুঢ়াক লগ পাইছিল। তেওঁৰে এই সকলোবোৰ কথা কৈছিল।

**শান্তিৰাম** ঃ সেই বুঢ়া তোলন কাকতীয়েই হয।

**পমীলা** ঃ আৰু পদুমীয়ে মোক বন্দীশালত দুখন চিঠি দিছিল। এখন মোলৈ আৰু ইখন আপোনালৈ। তেওঁৰ কথামতে মোৰখন মই আজি চাইছিলো তাত তেওঁ আপোনাৰেই তিৰোতা আছিল বুলি লিখিছে। আৰু আপোনাৰখন --

**শান্তিৰাম** ঃ মোৰখন? চাওঁ, চাওঁ —।

**পমীলা** ঃ এইখন — ( ককালৰ খোচনিৰ পৰা চিঠি উলিয়াই দিওঁতেই ৰং মনেৰে অনাথ চৌধুৰী সোমায় আহে)

**অনাথ** ঃ আতৈ! আইদেউ!! আজি আমাৰ বৰ সুখৰ দিন। এফালে হলকান্ত বৰুৱা চ'ৰাত সোমাইছেহি আৰু. আনফালে পিচ দুৱাৰেদি চণ্ডীবৰুৱাৰ বিধবাই তেওঁৰ পুতেকৰ সৈতে ঘৰ সোমাইছেহি।

**পমীলা** ঃ আই আহিছে? সোনাই যজ্ঞ নাৰায়ণো আহিছে? আই ঐ দেখি!!

(পমীলাই আনন্দত উত্ৰাৱল হৈ প্ৰস্থান কৰে।)

**অনাথ** ঃ আতৈ! আহক, হলকান্ত বৰুৱা আহিছে। তেখেতসকলৰ ওচৰলৈকে যাওঁ। পিচে হাতত সেইখন কিহৰনো চিঠি?

**শান্তিৰাম** ঃ এইখন বোলে পদুমীয়ে বন্দীশালৰ পৰা মোলৈ দিছিল।

**অনাথ** ঃ পদুমীয়ে দিছিল? —

(আকৌ আনন্দত উত্ৰাৱল হৈ পমীলাৰ প্ৰবেশ)

**পমীলা** ঃ আতৈ! ডাঙৰীয়া!! ইফালে ডেকাবৰুৱাও পালেহি

**অনাথ** ঃ ডেকাবৰুৱাও পালেহি? বলক আতৈ —।

(সকলোৰে বেগেৰে প্ৰস্থান)

## পঞ্চম দৰ্শন

### অনাথ চৌধুৰীৰ ঘৰৰ কোঠা

সময় - আবেলি

(মনোমতী অকলৈ)

**মনোমতী** ঃ এইবাৰ নেৰিছো। হাতও' পাইত বাৰে বাৰে এৰি দিছিলো এইবাৰ কিন্তু বুকুৰ মাজত ভৰাই থম। এদিন পাইছিলো সেইদিনা লাজত তললৈ মূৰ দোৱাই আছিলো, এদিন পাইছিলো সেইদিনা মানে বলেৰে বুকুৰ পৰা কাঢ়ি লৈ গৈছিল, আৰু এদিন পাইছিলো সেইদিনা মানে বলেৰে বুকুৰ পৰা কাঢ়ি লৈ গৈছিল, আৰু এদিন পাইছিলো সেইদিনা কঠোৰ কৰ্ত্তব্যৰ বাটত আগবঢাই দি নিজৰ যন্ত্ৰণাত নিজেই বাউলী হৈছিলো। আজি আকৌ পাইছো। এইবাৰ বলেৰে ধৰি ৰাখিম। এইবাৰ চৰণত সাবটি ধৰি এখোজো যাবলৈ নিদিওঁ।

(পমীলাৰ প্ৰবেশ)

**পমীলা** ঃ সখি! ইযাতে আছা? মই আকৌ তোমাক বিচাৰি ফুৰিছো। পাগলী! ডেকাবৰুৱা আহিল নহয়। এতিযা বুজিলানে?

**মনোমতী** ঃ বুজিছো সখি, তুমি মোৰ হাতত ধৰি সকলোবোৰ বৰ সুন্দৰকৈ বুজাই দিছা।

**পমীলা** ঃ অ' সৌৱা ডেকাবৰুৱাহঁত এই ফাললৈকে আহিছে। আহাঁ — আমি আঁৰৰ পৰাই সকলো শুনিম।

(মনোমতী আৰু পমীলাৰ প্ৰস্থান। আনফালৰ পৰা সন্ন্যাসী, সন্ন্যাসীৰূপে হলকান্ত বৰুৱা, অনাথ চৌধুৰী, শান্তিৰাম আৰু অনাথ চৌধুৰীৰ পুতেকৰ প্ৰবেশ)

**হলকান্ত** ঃ আতৈৰ জীৱন কাহিনী সঁচাকৈয়ে বৰ দুখৰ! পদুমীযে দিয়া চিঠিৰ পৰাই বুজিব পৰা গৈছে তেওঁ আপোনঘাটি হল।

**শান্তিৰাম** ঃ (হুমুনিযাহ কাঢ়ে)

**হলকান্ত** ঃ আপুনি বেজাৰ নকৰিব। তেওঁৰ সলনি যোগ্যা পত্নী গ্ৰহণ কৰিবলৈ আপোনাক অনুৰোধ কৰি গৈছে। সেইমতে এতিয়া আপুনি পমীলাৰ পাণিগ্ৰহণ কৰি তেওঁৰ মনৰ কামনা পূৰ কৰক।

**শান্তিৰাম** ঃ আপোনাৰে লগে লগেই মযো মোৰ নিজৰ ভুল শুধৰাই লওঁ। চণ্ডীবৰুৱাক নেপালোৱেই, পাম বুলি বৰ আশা কৰিছিলোঁ, কিন্তু সেই আশাৰ বাটত বিধি পথালি দিলে। এতিযা তেখেতৰ বিধবা পৰিবাৰ আছে। তেওঁকে কাকুতি কৰি মোৰ আগৰ ধাৰ শুজিবলৈ, মোৰ লৰাৰ হাতত তেখেতৰ জীয়াৰীক দিয়াৰ পাৰিলেই জীৱনৰ অলপ কাম হল বুলি ভাবিব পাৰিম। প্ৰিয় চণ্ডীয়ে আকাশৰ পৰা চাওক আৰু মোক এইবাৰলৈ ক্ষমা কৰক। এতিযা তেখেতৰ অবিহনে তেখেতৰ পৰিবাৰেই আগৰ কথা পাহৰি এই অনুমতি ফেৰা দিলেই কৃতাৰ্থ মানিম।

**চণ্ডীবৰুৱাৰ পত্নী** ঃ (ভিতৰৰ পৰা) আমাৰ কোনো কথা নাই ডাঙৰীয়া। আপোনাসকলৰ ভালেই আমাৰো ভাল।

**হলকান্ত** ঃ বাৰু তেন্তে। আৰু চৌধুৰী ডাঙৰীয়া আপোনাৰ ওচৰতো মোৰ এটি প্ৰাৰ্থনা আছে।

**অনাথ** ঃ কওক ডাঙৰীযা।

**হলকান্ত** ঃ ডাঙৰীযা, আপুনি অসমৰ এজন অতি ভাগ্যবান্ সন্তান। নহলে আজি আপোনাৰ ঘৰতে এনে এটি স্বৰ্গীয় ৰহস্য কেনেকৈ ভেদ হলহেতেঁন? ডাঙৰীয়া, মোৰ বৰ আশা আছে যে মোৰ একেটি মাথোন কন্যা তিলোত্তমাক আপোনাৰ পুত্ৰ বিমলৰ হাতত অৰ্পন কৰিম।

**অনাথ** ঃ এইটো মোৰ কম ভাগ্যৰ কথানে? মোৰ ঘৰতে ওপৰা উপৰিকৈ তিনিখন বিয়া, ই মোৰ কম সৌভাগ্য নে? আই দেউহঁত! আহাঁ, আজি আমাৰ বৰ আনন্দৰ দিন!

(অনাথ চৌধুৰী ভিতৰলৈ সোমাই গৈ মনোমতী, পমীলা আৰু তিলোত্তমাক লৈ পুনৰ প্ৰবেশ কৰে।)

**অনাথ** ঃ আই দেউহঁত! বোপাহঁত! আজি তোমালোকে এই মহাপুৰুষ আৰু তেখেতৰ এই গুৰু দেবৰ ভৰিত ধৰি তেখেতসকলে দিয়া আশীৰ্ব্বাদ মূৰ পাতি লোৱাঁ।

**সন্ন্যাসী** ঃ আৰু বাবা, এই লক্ষ্মীকান্ত মনোমতীৰ এই মিলন সূত্ৰতেই পৰলোকত থকা চণ্ডীবৰুৱাৰ পবিত্ৰ আত্মাৰ মুক্তিৰ উদ্দেশ্যে করুণাময়ৰ চৰণথ এবাৰ প্ৰণাম কৰ।

(সন্ন্যাসীয়ে ইঙ্গিত কৰে। হলকান্তক ওপৰলৈ চাই হাত জোৰ কৰে। এফালে লক্ষ্মীকান্ত, শান্তিৰাম আৰু অনাথ চৌধুৰীৰ পুতেক বিমলে আৰু আনফালে মনোমতী, পমীলা, তিলোত্তমাই সন্ন্যাসীক সেৱা কৰে। অনাথ চৌধুৰীয়ে সন্ন্যাসীক প্ৰণাম কৰে।)

**সন্ন্যাসী** ঃ

যা শ্ৰীঃ স্বয়ং সুকৃতিনাং ভবনেসু লক্ষ্মীঃ
পাপাত্মনং কৃতধিয়াং হ-দয়েসু বুদ্ধি।
শ্ৰদ্ধা সতাং কুলজনপ্ৰভবস্য লজ্জা
তাং ত্বাং নতাঃ স্ম পৰিপালয় দেবি, বিশ্বম্।

**সমাপ্ত**

## -ঃ অৰ্পণ ঃ-

লৰালি কালৰ সেই বাণী-মন্দিৰত পোনতে যিজনে মোক কৰি মন্ত্ৰদান প্ৰদানিলে সুপৱিত্ৰ সাহিত্য-প্ৰেৰণা তামুলী যোগেশচন্দ্ৰ শিক্ষাগুৰু মোৰ পূজনীয় সেই আদি শিক্ষাগুৰুলৈ আদিতেই ফুলা মোৰ মানসকুঞ্জত তুলি আনি এইপাহ ভকতিৰ ফুল নিবেদিলোঁ সন্তৰ্পণে নতশিৰে মই।

-অতুলচন্দ্ৰ

## -ঃ চৰিত্ৰ ঃ-

### - মুনিহ -

ইন্দ্ৰ, বৃহস্পতি, বৰুণ, পৱন, বিশ্বকৰ্মা, ময দানৱ, বলৰাম, শ্ৰীকৃষ্ণ, সাত্যকি, প্ৰদ্যুম্ন, নৰকাসুৰ, দেৱজিৎ, ভগদত্ত, বশিষ্ঠ, অসুৰবিলাক, যাদৱবিলাক, বাটৰুৱা, মালভোগ দেউ, প্ৰহৰী আদি।

### - তিৰোতা -

বসুমতী, ইন্দুমতী, সত্যভামা, মায়া, লিগিৰী, জলকুঁৱৰী, অপেস্বৰা, নটীবিলাক আদি।

# নৰকাসুৰ

## প্ৰস্তাৱনা

উমানন্দ-উৰ্বশী-নীলাচল আদি গিৰিপৰিবিৱেষ্টিত মহাবাহু
লৌহিত্য তীৰত সৃষ্টি-পাতনিৰ এক জোনালী সন্ধিয়া।
আকাশত তৰাৰ দিপালী। স্বৰ্গীয় সাজেৰে সুসজ্জিতা, নিজ
গৌৰৱেৰে জয়শ্ৰীমণ্ডিতা, ৰূপে -ৰসে-গন্ধে-
গীতে সমুজ্জ্বলা, সুজলা সুফলা শস্যশ্যামলা
বিৰাট কামৰূপ -জননীৰ জ্যোতিৰ্ময়ী
ৰূপ-ধ্যানত চিৰযৌৱনা
প্ৰকৃতিদেৱীৰ আগত
বালক-বালিকাসকলৰ
চন্দনা-গীত।

— গীত—

"অসমা সুষমা কামৰূপা
জয়তু জননী ধৰিত্ৰীদুহিতা।
হিমাচলোতুংগা উদীচিদিশা
জীমূত ভৃতসলিলা
লোহিত্য-মধ্য-প্ৰৱাহশীলা
জয়তু জননী ধৰিত্ৰীদুহিতা।
প্ৰাগেব জ্যোতিৰননা
(অধুনা) দুৰ্ভাগ্য নিমীলিতনয়না
অনন্তৰত্নপ্ৰসৱা
সৌভাগ্যস্থিৰসম্ভৱা
কৌটিলোকপালিকা।
কামৰূপা কামদা
স্বভাব -কাম্য-কাননা
শ্যামলা স্বৰ্ণ-শস্যমালিকা
জয়তু জননী ধৰিত্ৰীদুহিতা।" (চন্দ্ৰকুমাৰ)

## প্ৰথম অংক

### প্ৰথম দৰ্শন

গংগাৰ তীৰ

ব্ৰহ্মমুহূৰ্ত। তেতিয়াও আকাশত জোন আছে। চাৰিওফালে
প্ৰাকৃতিৰ সৌম্য মূৰতি বিৰিঙি উঠিছে অলপ বামেদি
গংগাৰ বুকুত গীত গাই গাই জলকুঁৱৰীসকলে নাও
বাই যায়।

—— গীত——

ৰূপৰ বঠা , সোণৰ নাও
নাচিবাগি ব'লা উটি যাওঁ
নমো নমো জাহ্নৱী মাৱ।
হাঁহিমাতি সৱে গাওঁ গীত
মন - প্ৰাণ কেনে হৰষিত
উঠিছে উলাহ উতলি চিত
বয় ধীৰে ধীৰে মলযা বাৱ,
নমো নমো জাহ্নৱী মাৱ।।
(জলকুঁৱৰীৰ নাও অস্বৰ্দ্ধান হয়।
কথা পাতি পাতি কাত্যায়নী
বসুমতী আৰু নৰকৰ প্ৰৱেশ ।)

নৰক : অসম্ভৱ — অতি অসম্ভৱ কথা।
একোতেই নহয় বিশ্বাস মোৰ।
ইমানকে জানো মই—
বসুমতীয়ে মাতৃ মোৰ
জন্মদাতা জনক নৃপতি
তুমি কিন্তু আজি মোক কোৱা বিপৰীতে।
কোন তুমি? কেনেকৈ হোৱা মাতৃ মোৰ?
জানো মই , জানে সকলোৱে—
বিদেহৰ ৰাজপুত্ৰ মই
ৰাজধাত্ৰী তুমি কাত্যায়নী,
সিমানেই সম্বন্ধ আমাৰ ।

কাত্যায়নী : বাছা ! কোৱা নাই মিছা কথা মই
পুত্ৰ তুমি — নয়নৰ মণি তুমি মোৰ।
পালক তোমাৰ মাথো জনক নৃপতি।
যজ্ঞভূমি চাহ কৰি ৰাজৰ্ষি জনকে
কৰিছিল লাভ জানকীক ,
সেই যজ্ঞভূমিতেই সিদিনা মাথোন
তোমাৰো জনম পুত্ৰ !
মোৰে দিহামতে মাথো
নৃপতিৰ অন্তেসপুৰত
লালিত-পালিত তুমি সুখৰ কোলাত।

নৰক : কোন তুমি দিয়া মোক পূৰ্ণ পৰিচয়।

কাত্যা : বসুন্ধৰা মই , পুত্ৰ ! জননী তোমাৰ।
কাত্যায়নী ছদ্মবেশী ধাত্ৰীৰূপ লই
কৰিছিলো তোমাকেই লালন-পালন
অপত্য স্নেহত আৰু বিগলিতা হই
দিছিলো যে অধৰত সহস্ৰ চুম্বন।
নৰক : সপোন-কাহিনী যেন লাগিছে সকলো।
সঁচা তেনে, পূজনীয়া বসুন্ধৰা তুমি?
অতি অলৌকিক কথা নহয় বিশ্বাস ।
আকাশবাণী : নকৰিবা সন্দেহ নৰক?
সঁচাকৈয়ে বসুন্ধৰা জননী তোমাৰ।
আছা তুমি মাতৃৰ কাষত ।
নৰক : ইকি!
একে কথাকেই কয় আকাশবাণীয়ে।
সঁচা তেন্তে পুত্ৰ মই মাতৃ বসুধাৰ?
বসুন্ধৰা , বসুমতী , ধৰিত্ৰী ধৰণী যাৰ --
(আঁঠু লৈ) আই! আই !!
পূজনীয়া মাতৃদেৱী মোৰ।
কাত্যা : উঠা বাছা! হোৱা দিগ্বজয়ী।
নৰক : আই!
ই কি নিৰ্মম কৰুণা তুমি কৰিলা পুত্ৰক
অকাস্মাতে কি বিপ্লৱ ঘটালা প্ৰাণত?
সঁচাকৈয়ে তুমি যদি হোৱা মাতৃ মোৰ
কিয় তেনে অত দিনে কৰিলা ছলনা
ধৰি এই ছদ্মবেশ আৱশ্যকহীন?
কিয় তেনে অত দিনে নিদি পৰিচয়
বঞ্চিত কৰিলা মোক
মাতৃস্নেহ অমৃতৰপৰা?
কাত্যা : বাছা!
কি কাৰণে অত দিনে আছো ছদ্মবেশে
লুপ্ত কৰি সম্বন্ধৰ সৰ্ব নিদৰ্শন
আছে তাৰ যথোচিত কাৰণ নিশ্চয়।
বাছা! সময়ত হ'লে প্ৰয়োজন
জনাম সকলো কথা অকপটে মই ।
সম্প্ৰতি সোণাই!
পাহৰি সকলো কথা ক্ষন্তেকৰ হেতু
মাতৃ বুলি এটিবাৰ মাতা তুমি মোক ।
নৰক : আই ।
কাত্যা : কিয় সোণ! নামাতা পুনৰ ?
কোৱা পুত্ৰ ! কি ভাবিছা মনে মনে তুমি ।
আছে যদি কিবা আৰু আশংকো মনত
অকপটে জনাম কাৰণ ।
নৰক : আই ! (তলমূৰ কৰে)

কাত্যা : কোৱা পুত্ৰ ! নকৰিবা ভয় একণোকে।
নৰক : শিকা নাই ভয় কাক বোলে।
কিন্তু মাতৃ ! এটি প্ৰশ্ন উদিছে মনত
সুধিলে জানোছা পোৱা লাজ।
অথচ নীৰৱে ৰ'লে --
কাত্যা : কোৱা বাছা! মিছাতেই নকৰা সংকোচ।
নৰক : আই! সোধোঁ তেনে কথা একেষাৰ
নধৰিবা দোষ সন্তানৰ।
কোৱা তেন্তে চেনেহী জননী।
পিতৃ কোন মোৰ ?
কিবা নাম , কিবা ধাম, ক'ত থাকে তেওঁ?
কাত্যা : বাছা! নোহে ইটো প্ৰশ্ন অবান্তৰ
পুত্ৰ হই পিতৃ-পৰিচয়
বিচৰাটো অতি স্বাভাৱিক।
কিন্তু পুত্ৰ!
এটি বাৰ মাথোঁ মোক আই বুলি মাতি
কৰিলি নে কৰ্তব্যৰ শেষ ?
অত দিনে সাঁচি থোৱা মাতৃত্বৰ দান
নউ পাওঁতেই দিবহেঁপাহ পলুৱাই
হলি তৃপ্ত, হেৰুৱালি মাতৃ-অনুৰাগ ,
- উত্ৰাৱল পিতৃৰ কাৰণে !!
পুত্ৰৰ চকুত হায়
ইমানেহে মূল্য নেকি জন্মদায়িনীৰ?
নিজ বাসনাৰ গুণে
মাতৃ হৈয়ো আচহুৱা ধাত্ৰীৰূপ লই
ৰই আছো অত দিন কত আশা কৰি
পাম বুলিসেই প্ৰতিদান,
যাৰগুণে ছদ্মবাসো হয় স্বৰ্গবাস
কিন্তু হায়--
মিছাতেইপুত্ৰ বুলি কান্দি মৰো মই
নিচিনি পুত্ৰই আজি জনমদাত্ৰীক
বিয়াকুলপিতৃক বিচাৰি!!
নৰক : মাতৃ ! পুণ্যময়ী বসুধা জননী!!
অবাবতে দূষিলা পুত্ৰক ।
অমাতৃৰ কৃত্ৰিম স্নেহত
যি হিয়াত , কাহানিও নুঠিল স্পন্দন ,
তাত তুমি এটি মাথোঁ মোহন মন্ত্ৰেৰে
নিমিষতে কি প্ৰলয় কৰিলা সৃজন,
তুমি দিলা ভাবৰ ধুমুহা!
অত দিনে আছিল গোপনে
হিয়াত বন্দিনী হই ভক্তি-মন্দাকিনী
মুক্ত কৰি দিলা তুমি মায়া-পৰশত

বয় আজি সতধাৰে
তোমাৰে চৰণ ধিযাই ।
জানিছিলোঁ অত দিনে ইযাকেই মাথো
বিদেহৰ ৰাজপুত্ৰ মই
আজি কিন্তু ভাগিল সপোন।
নিজমুখে তুমি মাতৃ! কৰিছা প্ৰকাশ
আকাশবাণীযে তাতে দিছে সমৰ্থন
দৃঢভাৱে জানিছোঁ যেতিযা
নোহো মই সাধাৰণ বৈদেহী -কোঁৱৰ ।
মাতৃ মোৰ -- মাতৃ বসুন্ধৰা।
আচৰিত কিনো তাত দেখিলা জননী
বিচাৰিবা খোজা দেখি পিতৃ-পৰিচয ?
এই ব্যাকুলতা মোৰ
নোহে মাতৃ ! অশ্ৰদ্ধাৰ চিন,
বসুধাৰ পুত্ৰত্বৰ অপূৰ্ব গৌৰৱে
বঢালে হিযাত মোৰ তৃষ্ণা গৌৰৱৰ।
জানো মই ---
প্ৰতি অংগে অনুভৱ কৰিছোঁ জননী ।
মাতৃ যাৰ বিশ্বধাত্ৰী তুমি বসুন্ধৰা --
পিতৃ তাৰ সামান্য নহয।
তুমি মোৰ আৰাধ্যা জননী
আজি হন্তে নৰকৰ এই হিয়াখনি
তোমাৰেই ভক্তি -সিংহাসন।
সকাতৰে -- সযতনে পাতিছো থাপনা
অন্তৰ্ভেদী আৱেগৰ মহাপূজা লই ।
লই তাকে নিজগুণে
বহি মোৰ হৃদি-আসনত
পূৰ্ণ কৰা , ধন্য কৰা পুত্ৰৰ জনম ।
কিন্তু আই! আগহাতে বহুৱা পিতৃক
পূণ্যৱান, শক্তিমান,
মহান পুৰুষ সেই বসুন্ধৰাপতি
হতভাগ্য সন্তানৰ পিতৃ অজানিত।
চাই সেই পিতৃ-মাতৃ যুগল মূৰতি--
ধন্য হওঁ , তৃপ্ত হওঁ মই
স্নান কৰো জন্ম-গৌৰৱত।

**কাত্যা** ঃ বাছা। তুষ্টি হলোঁ দেখি তব ভকতি আবেগ ।
কিন্তু পুত্ৰ !
কিদৰে বুজিম মই এই ভক্তি তোৰ
থাকিব অচলা হই আজীৱন কাল?
মাতৃৰূপে বসুন্ধৰা-- পিতৃ পুণ্যৱান
নিমিলেতো সৱাৰে ভাগ্যত।
সামান্য নাৰীৰ পুত্ৰে
নকৰে নে স্নান বাৰু জন্ম-গৌৰৱত ?
বসুন্ধৰা পুত্ৰ বুলি
আজি তুমি কৰিছা গৌৰৱ
কিন্তু বাছা ! যদি কোনোৰূপে
মাতৃ তব হ'ল হয সামান্যা ৰমনী
নতুবা পতিতা নাৰী কিম্বা পিশাচিনী
তেতিয়াও এনেদৰে হিয়াত তোমাৰ
থাকিলহেতেন জানো ভকতি-প্ৰৱাহ?

**নৰক** ঃ (অসহ্য আবেগৰ ভাবত) আই!--

**কাত্যা** ঃ মোৰেই জীৱন যদি হয এনেকুৱা
যাৰ বাবে বিশ্বে কৰে অনন্ত বিদ্ৰূপ
নতুবা এনুৱা যদি থাকে কোনো কথা
যাৰ বাবে অন্তহীন গঞ্জনাৰ বাণী
পশিবহি অহৰ্নিশে কাণত তোমাৰ ,
থাকিব নে তেতিয়াও এই মাতৃভক্তি
অনাবিল -- অচঞ্চল-- অকৃত্ৰিম হৈ ?

**নৰক** ঃ আই ! কিয তুমি অকাৰণে
সন্তানক কৰিছা পৰীক্ষা ?
অমৃতৰ সৰসীত নমোৱাই মোক
কিয় তাত বান্ধি দিছা কাইটৰ ভূৰ ?
নাজানো নে স্নেহমযী আই।
জন্ম যাৰ সুপৱিত্ৰ যজ্ঞৰ ভূমিত
লালিতা-পালিতা যিটো তোমাৰ কোলাত
চিত্ত তাৰ কেনে হব পাৰে ?
হযো যদি আচম্বিতে এনে উল্কাপাত
বৃথা আশংকাত যাৰ ৰুদ্ৰ চিত্ৰ আঁকি
পাতিছা পুত্ৰৰ বাবে পৰীক্ষা নিৰ্মম
কয়ো যদি কোনোবাই পাপকণ্ঠ তুলি
মাতৃ মোৰ -- মাতৃ মোৰ কলংকিনী বুলি
তথাপিতো -- তথাপিতো -- তুমি মোৰ মাতৃ
চিৰকাল -- যুগে যুগে -- জন্মে জন্মে
নৰকৰ আৰাধ্যা গোসাঁনী।

**কাত্যা** ঃ সঁচাকৈযে ইমানেই ভকতি তোমাৰ ?
নাই নে এনুৱা শক্তি বিশ্ব -ব্ৰাহ্মাণ্ডত
যাৰ প্ৰভাৱত এই ভক্তিসিংহাসন
ভাগি-ছিগি উটি -বুৰি যাব অন্ত হই ?
সঁচাকৈয়ে কলংকিনী হওঁ যদি মই
দলিতা ঘৃণিতা ত্যক্তা বিশ্ব-জগতৰ
তেতিয়াও বিদেহৰ ৰাজপুত্ৰ তুমি
মাতৃ বুলি চিনিবা নে মোক?

**নৰক** ঃ আই!
হোৱা তুমি কলংকিনী ৰাক্ষসী পিশাচী

যিহকেই হই ভালপোৱা
তাত মোৰ নাই অসন্তোষ।
ঘিণায় ঘিণাক মোক বিশ্ব-ব্ৰহ্মাণ্ডই
কল্পিত কলংক তব গাই সতমুখে।
যি মায়া -শিকলি আজি বান্ধি ল'লা তুমি
মোৰ এই প্ৰাণে সতে তোমাৰ প্ৰাণত
শত কোটি ব্ৰহ্মাণ্ডয়ো প্ৰাণপাত কৰি
নোৱাৰিব মোকোলাব বিন্দু এটি তাৰ ।
জানিবা জননী!
সমগ্ৰ বিশ্বই যদি ষড়যন্ত্ৰ কৰি
সমস্বৰে কলৰৱ তোলে গঞ্জনাৰ,
আকাশ -পাতাল জুৰি অন্ধকাৰ কৰি
আহে যদি লক্ষ কোটি বিদ্ৰূপৰ বাণ
মোৰ এই হৃদয়ত হানিবৰ বাবে
তাৰ নিমিত্তেও মই প্ৰস্তুত নৰক।
তুমিতো নকৰা ঘিণ
তুমিতো নাহানা মোক বিদ্ৰূপৰ বাণ।
আই। এৰি দিযা—
এৰি দিয়া সন্তানৰ অযথা সন্দেহ
কোৱা, কোৱা অকপটে -- পিতৃ কোন মোৰ?

কাত্যা : ধন্য আজি গৰ্ভ বসুধাৰ
ধন্য মোৰ ধৰিত্ৰী -জনম।
দেখি তব ৰুদ্ৰ তেজ
শুনি তব কণ্ঠস্বৰ মহাশক্তিমান
পাহৰিলোঁ ক্ষন্তেকতে যাতনা প্ৰাণৰ
বুজি পালো
আজি হন্তে অসহায নহয় বসুধা ।

নৰক : আই।। বাৰেপতি অবান্তৰ বকি
কিয় মোৰ বঢোৱা পিয়াহ ?
বাৰেপতি প্ৰহেলিকাময়
গহ্বৰত কিয় মোক পেলোৱা জননী?
কোৱা আই! কোৱা ততালিকে
কোন তব স্বামী ভাগ্যৱান
কোন তেওঁ পূজনীয় পিতৃদেৱ মোৰ?

কাত্যা : বাছা! হয় যদি অশইভ বতৰা
শুনি জানো নেপাবা সন্তাপ ?

নৰক : তথাপিতো লাগিব শুনিব ।
হয় যদি সঁচাকৈয়ে বাৰ্তা বেদনাৰ
নীৰবে সহিম তাকো মাতৃমুখ চাই ।
কিন্তু — যদিহে বাতৰি হয় আনন্দৰ বাণী
জন্ম মোৰ বীৰ্য্যৱান পিতৃ-ঔৰষত
নহব নে তেতিয়া জননী।
হিমাদ্ৰি সদৃশ উচ্চ নৰকৰ শিৰ ?
এৰি দিয়া ছলনা জননী।
কোৱা শীঘ্ৰে পিতৃ কোন মোৰ?

কাত্যা : শুন বাছা -- জন্ম তব বিষ্ণু -ঔৰষত
নোহে তুমি কম ভাগ্যৱান;
বৰাহ ৰূপেৰে যেবে সৃষ্টিৰ আদিতে
অৱতাৰ ধৰিছিল বিষ্ণুৱে ধৰাত
বিশ্ব পাতনিৰ সেই পূণ্য লগনত
পত্নীৰূপে তেওঁ মোক কৰিলে গ্ৰহণ ।
সেই পুণ্য সংযোগতে জনম তোমাৰ
বিষ্ণুবীৰ্য্য বয় তব প্ৰতি সিৰে সিৰে

নৰক : ধৰিত্ৰী জনমদাত্ৰী -পিতৃ নাৰায়ণ।।
মাতৃ । মাতৃ।।
সুজলা সুফলা শস্য শ্যামলা আই মোৰ !!
(পদধুলি লয)

কাত্যা : যদিও জন্মিলা তুমি বিষ্ণু বীৰ্য্য লই
তথাপিতো সুবিশাল বিশ্বজগতত
তোমাৰ আশ্ৰয়দাতা-- একমাত্ৰ ৰাজৰ্ষি জনক;
সিজনৰ বিনে আৰু
নিমিলিল ক'তো তব আশ্ৰয়ৰ স্থান ।

নৰক : আকাশ পাতাল --- কৈলাস গোলোক
স্বৰ্গ-মৰ্ত্য -- অমৰাৱতী-- অলকাপুৰী
ক'তো মোৰ আশ্ৰয়ৰ নিমিলিল স্থান?

কাত্যা : দেৱতা বিধাতা যক্ষ ৰক্ষ গন্ধৰ্ব কিন্নৰ
সকলোৱেতোমালৈ চাই
ঘৃণাভাৱেলুকু ৱালেমুখ।
ভাবো যদি সেই কথা
নাৰায়ণ পুত্ৰ তুমি -- ভাবো যদি লাঞ্ছনা তোমাৰ
ফাটি যাব খোজে বুকু
ভাহি যায় দুই চকু অশ্ৰু -প্লাৱনত।
সেই কথা আলোচনা কৰি
এতিয়া নেলাগে আৰু কৰিব বেজাৰ।
ব'লা পুত্ৰ।
তুলি দিম ৰাজদণ্ড নিজ হাতে মই
শোভিব লাগিব তুমি
সিংহাসন প্ৰাগজ্যোতিষৰ।

নৰক : সিংহাসন প্ৰাগজ্যোতিষৰ?

কাত্যা : অবিশ্বাস নকৰিবা মোক।
বিষ্ণুপ্ৰিয়া বসুন্ধৰা মই।
প্ৰতিজ্ঞা কৰিলোঁ আজি জানিবা নিশ্চয়
কৰিম তোমাক মই
অচিৰতে ত্ৰিলোকৰ ৰাজ-ৰাজেশ্বৰ।

নৰক : ত্ৰিলোকৰ ৰাজৰাজেশ্বৰ?
কাত্যা : কেৱল সিমানে নোহে -- বেছি তাতোকই
তোমাৰ ভযত পুত্ৰ !
দেৱেন্দ্ৰৰ সিংহাসন হ'ব কম্পমান
সাগৰ লৰিব , ধুমুহা উঠিব
নাগৰাজ্য খলক লাগিব।
প্ৰাগজ্যোতিষত কিৰাতৰ সিংহ -আসনত
আজিযে কৰিম মই প্ৰতিষ্ঠ তোমাক।
অভিনৱ-- অভূতপূৰ্ব
হ'ব এক মহোৎসৱ প্ৰাগজ্যোতিষত।
আৰু নিজে এই ধৰিত্ৰীয়ে
কৰিব সম্পূৰ্ণ তাক পৌৰোহিত্য কৰি
সৌৱা-- দেখিছানে ?
নন্দনৰ পাৰিজাতকুঞ্জৰ আঁৰত
শচীৰ হাতত ধৰি
পৰিত্ৰাহি পৰিত্ৰাহি কৰি
সহস্ৰলোচন ইন্দ্ৰ--কেনেদৰে কঁপিছে ভয়ত ?
কি সুন্দৰ দৃশ্য ! কি সুন্দৰ!! ব'লা,ব'লাহেস!!
ব'লা , ব'লা হে নৰক !
ব'লা মোৰ পুত্ৰ বীৰ্য্যৱান!!
আজি হন্তে ৰজা তুমি প্ৰাগজ্যোতিষৰ
আজি হন্তে তুমি -- নৰকাসুৰ বিশ্বৰ সম্ৰাট !
( বসুমতী আগে আগে যায় আৰু পাছত।
লাহে লাহে নৰকৰ প্ৰস্থান)

## দ্বিতীয় দৰ্শন

প্ৰাগজ্যোতিষ -- ৰণক্ষেত্ৰ

(হাতত খোলা তৰোৱাল লৈ কিৰাতৰাজ ঘটকাসুৰৰ প্ৰৱেশ।)

ঘটক। প্ৰাগজ্যোতিষৰ কিৰাত নৃপতি মই ঘটকাসুৰ । মোৰ হাতত আজি বহু শতাব্দী ৰাজত্ব কৰা এটা জাতিৰ গৌৰৱ নিছান। সেই ঘটকাসুৰে আজি ৰণক্ষেত্ৰৰ পৰা তুচ্ছ প্ৰাণ লৈ পলাব ? অসম্ভৱ! ঘটকাসুৰে যুদ্ধক্ষেত্ৰত বীৰত্ব এৰি থৈ যাব, কলংক এৰি নেযায।

(ৰণচণ্ডী মূৰ্তিৰে বসুমতীৰ প্ৰৱেশ।)

বসু : এই পূণ্য প্ৰাগজ্যোতিষপুৰত শত শত বাৰ অনাৰ্য্যৰ যশধ্বজা উৰিছিল । আজি ত্ৰিজগতৰ ভাবী অধীশ্বৰ নৰকাসুৰক প্ৰাগজ্যোতিষৰ ৰাজসিংহাসন দি বসুমতীয়ে এক নতুন ৰাজবংশৰ জয়ধ্বজা টানকৈ পুতিব। আহে আহক কিৰাতৰাজৰ বিৰাট হস্তী আৰ্য্য বাহিনী , আহে আহক দুৰ্দ্ধৰ্ষ কিৰাতৰাজ ঘটাসুৰৰ নিচিনা শত-সহস্ৰ কিৰাত-নৃপতি, তথাপি সঠিককৈ জানিবা-- তাক উভালিবৰ কাৰো সাধ্য নাই ।

ঘটক : মুখেৰে নহয়, কাৰ্য্যেৰে বসুন্ধৰা! কিৰাতৰাজ ঘটকাসুৰৰ হাতত এই মন্ত্ৰপুত তৰোৱাল থাকে মানে এশ বাৰ নিশ্চয়কৈ জানিবা, গৰ্বিতা ধৰিত্ৰীৰ সোণৰ সপোন দিঠকত পৰিণত হবলৈ বহুত পলম । বহুত পলম বসুন্ধৰা। বহুত পলম।

বসু : তেন্তে যোৱা কিৰাত বীৰ। তুমি তোমাৰ কিৰাত সৈন্য পৰিচালনা কৰাগৈ । মযো মোৰ নৰকক প্ৰস্তুত কৰো।

ঘটক : উত্তম ।

(ঘটকৰ প্ৰস্থান । অলপ সময় নেপথ্যত বণবাদ্য । নৰকৰ প্ৰৱেশ।)

নৰক : আই। তোমাৰ হাতত সেযা কি দেখিছো?

বসু : তেজ -- মানুহৰ তেজ ।

নৰক : আজি তোমাৰ মূৰ্তি কিয় এনে ভযংকৰ?

বসু : ই যে যুদ্ধক্ষেত্ৰ নৰক । ইযাত সকলোৰে ভযংকৰ মূৰ্তি । চাই লোৱা নৰক। ভালকৈ চাই লোৱা। তোমাৰ মূৰত এটা গৌৰৱী -জাতিৰ ৰাজছত্ৰ । এনে শত সহস্ৰ হাত তোমাৰ দ্বাৰাই শক্ৰৰ তেজেৰে ৰঞ্জিত হব লাগিব। চোৱা , পাৰিবা নে?

নৰক : আই। ৰজা হোৱা বৰ টান কাম।

বসু : কিয পুত্ৰ ?

নৰক : ৰজা মানে মনুষ্যৰ ৰক্তপাযী ৰাক্ষস নহয জানো আই?

বসু : আংশিকভাৱেহয। কিন্তু মনত ৰাখিবা পুত্ৰ। গাত ভগৱান নাৰায়ণৰ শোণিত থাকিলে , অসুৰৰ কল্যাণ কামনা কৰিলে আৰু ত্ৰিজগতৰ একছত্ৰী অধীশ্বৰ হবলৈ আশা ৰাখিলে কেতিয়াও ইমান দুৰ্বল হ'লে নচলিব । ৰজাৰ হৃদয়ত কোমলতা , কঠোৰতা সকলোকে সমানে স্থান দিব লাগিব । ৰাজনীতি আৰু মানৱনীতি একে বস্তু নহয়। বুজিছা?

নৰক : বুজিছোঁ আই , কিন্তু --

বসু : সৌ চোৱা -- কিৰাতৰাজ ঘটকে কি বিক্ৰমেৰে যুদ্ধ কৰি তোমাৰ সৈন্যবাহিনীক আক্ৰমণ কৰিছে । ইয়াত এইদৰে কালক্ষয় কৰি থাকিলেতো নহব! ব'লা নৰক! আমাৰো তাত কৰ্তব্য আছে। ক্লীবত্ব পৰিহাৰ কৰা।

নৰক : আগবঢ়া আই ! (বসুমতীৰ প্ৰস্থান।) একো বুজা নাই -- বুজিবৰ শক্তিও নাই ।এই কটাকটিৰ মাজত, হাঁহি -খিকিন্দালি চিঞৰ -বাখৰৰ বিকট কোলাহলত, মৰণ-যন্ত্ৰণাৰ গভীৰ আৰ্তনাদত কি বুজিম ? নৰক! হিয়া টান কৰ। ইমান কোমল নহবি । (নৰকৰ প্ৰস্থান। ঘটকৰ পুনৰ প্ৰৱেশ।)

ঘটক : ব্যৰ্থ ! সকলো ব্যৰ্থ হ'ল। মোৰ শৃংখলাবদ্ধ সৈন্যবাহিনী ধৰিত্ৰীৰ পৰিচালিত নৰকৰ সৈন্যৰ দ্বাৰা তেনেই ছেদেলি -ভেদেলি হ'ল । প্ৰায় সকলোৱেই অস্থিৰ হৈ উঠিল। এই যে তৰোৱাল , জীৱন-মৰণৰ সংগী তৰোৱাল , তাৰো অৱস্থা অতি শোচনীয়। বিপক্ষৰ , অস্ত্ৰ-আক্ৰমণ প্ৰতিৰোধ কৰোঁতে খণ্ড-বিখণ্ড হৈছে। কি কৰিম ? কোনে দিব ? ক'ত পাম ? (হাতত এখন অস্ত্ৰ লৈ নৰকৰ প্ৰৱেশ ।)

নৰক : বুজিছোঁ কিৰাত-বীৰ । তোমাৰ বাহুত দুৰ্জয় বল আছে। বুকুত সিংহৰ দৰে সাহ আছে, কিন্তু নাই অস্ত্ৰ। লোৱা মই তৰোৱাল দিলো । পুনৰ ধুমুহাৰ দৰে সমৰ-প্ৰাঙ্গণত মহাপ্ৰলয়ৰ সৃষ্টি কৰা। (অস্ত্ৰ প্ৰদান।)

ঘটক : কোন তুমি সুন্দৰ যুবক ?

নৰক : কোন

ঘটক : ৰাজ্যলোভী জাৰজ নৰকাসুৰ ?

নৰক : কি ক'লি , কি ক'লি পাষণ্ড । ৰাজ্যলোভী জাৰজ নৰকাসুৰ মই ?

ঘটক : সহস্ৰবাৰ ক'ম । তোৰ মাতৃ বসুমতী । তাইক পাতাললৈ হৰি নিলে হিৰণ্যাক্ষই । উদ্ধাৰ কৰিলে গাহৰি এটাই । তাৰ ফলতেই তোৰ জন্ম । ইমানতো ক'ব খোজ তই জাৰজ নহৱ বুলি ?

নৰক : অসহ্য ! অসহ্য ! পুত্ৰৰ আগত মাতৃনিন্দা । ঘটকাসুৰ ! ঘটকাসুৰ ! ! যুদ্ধ দে, যুদ্ধ দে। তোৰ বুকুত তেজ পিবলৈ নেপালে মাতৃনিন্দাৰ প্ৰতিশোধ লোৱা নহ'ব। (দুযোৰে যুদ্ধ । এটা ভীষণ শব্দ হৈ পৃথিৱী অন্ধকাৰ হৈ যায়। পোহৰ হোৱাত ঘটকৰ বুকুৰ ওপৰচ ভীষণ মূৰ্ত্তি ধৰি নৰকাসুৰ।)

নৰক : মাতৃনিন্দাকাৰী পামৰ ! মৃত্যুৰ আগমুহূৰ্ত্তত আজি শিকি যা- নৰকৰ মাতৃৰ অপযশ গোৱাৰ কেনে ভয়ংকৰ শাস্তি । আই -মাতৃ-ধৰিত্ৰী ! চোৱাহি !(হাতত ৰাজমুকুত লৈ বসুমতীৰ প্ৰৱেশ)

নৰক : আই ! আজি কোমল অন্ত:কৰণেৰে তাহানিৰ সেই শান্ত শিষ্ট নৰক নহও। চোৱা মই আজি ৰাক্ষসতকৈও ভয়ংকৰ । এই চোৱা হাতত মৰশোণিতৰ । এই শোণিতেৰে। এই শোণিতেৰে তোমাৰ চৰণৰ জেউতি চৰাওঁ। (বসুমতীৰ ভৰিত ঘটকৰ তেজ সানি দি উঠি আছে।)

বসুমতী : ধন্য, বাছা মই ধন্য হলোঁ ! লোৱা মাতৃভক্তিৰ পুৰস্কাৰ প্ৰাগজ্যোতিষপুৰৰ এই ৰাজমুকুট। (মুকুট পিন্ধাই দিয়ে ) ( নেপথ্যত )। জয় মহাৰাজ নৰকাসুৰৰ জয়।
( দেৱজিৎ আৰু প্ৰজাবৰ্গৰ প্ৰৱেশ)

দেৱজিৎ : জয় মহাৰাজ নৰকাসুৰৰ জয়।

নৰক : কোন তোমালোক ?

দেৱ : শ্ৰীচৰণৰ দাস দেৱজিৎ অসুৰ -সেনাপতি মই আৰু এই সকল অনুগত ভক্ত প্ৰজা। বৰ্তমান আপুনিয়েই আমাৰ ৰজা । আপোনাক ৰাজকাৰেঙলৈ আগবঢ়াই নিবলৈ আহিছোঁ। ব'লক মহাৰাজ।

নৰক : আই !

বসু : বাছা। যুদ্ধত জয়ী গৈ ডিঙিত বিজয় -মালা পিন্ধিছা ! মোৰ আজি সেই আনন্দ থ'বলৈ ঠাই নাই। ব'লা পুত্ৰ ! শুভক্ষণত অভিষেকৰ শুভকাৰ্য্য শেষ হৈ যাব লাগে।

নৰক : ব'লা আই। (স্বগত) বুজা নাই--ই মোৰ সৌভাগ্য নে দুৰ্ভাগ্য ? জয় নে পৰাজয় ? (আগত বসুমতী তাৰ পাছত ক্ৰমে নৰক, দেৱজিৎ আৰু প্ৰজাবৰ্গৰ প্ৰস্থান।)

## পট-পৰিৱৰ্তন

কুণ্ডিল-নৈৰ তীৰৰ উপবন
(মায়াৰ অকলে প্ৰৱেশ আৰু গীত)

------- গীত---------

পৰ্বতে পৰ্বতে হাঁহে বনফুলে
ধুনীয়া ঢেকীয়াৰ শাৰী---
নাহৰৰ তলতে ৰূপহী জুৰিয়ে
নাচিছে কিৰীলি পাৰি।
নেপুৰৰে ধ্বনি বাজে ৰিণি ৰিণি
শিলে শিলে অবিৰাম--
আহি উৰণীয়া চৰাই কৰবীয়া
জুৰিলে লগতে নাম।
কুলু কুলু কৰি নাচনী তটিনী
গাথিছে হীৰাৰে হাৰ,
ৰূপালী লাহৰী কৰে জিলিমিলি
কিনো আজি অভিসাৰ। (প্ৰস্থান)

## তৃতীয় দৰ্শন

আলিবাট
(দুজন বাটৰুৱাৰ প্ৰৱেশ।)

১ম বাটৰুৱা : ভি-ভি- ভি -নিহি অ'। ম-ম-ই আৰু যা-যা ব-ব নো-নোৱাৰো পাই। ভ-ভৰি-খন ব-বৰকৈ বি-বি-বি -ষাইছে । বা-বা-পে-কে ।

২য় বাটৰুৱা : তেন্তে অলপ পৰ ইয়াতে জিৰাও। সৌ গছজোপাৰ তললৈ ব'ল। (যাব খোজে। মালভোগ দেউৰ প্ৰৱেশ।)

মালভোগ : হেৰা ভটাগুটিৰ ভিনিহিয়েক ! বোলো অলপ পৰ ৰোৱাহে। ইমানটোনো খোজ কিহৰ ?

২য় বাটৰুৱা : কি আপদীয়া মানুহ অ' এইবোৰ ! পাছুতে

মাতি এইদৰে যাত্ৰা-ভংগকৰিব পায় নে? বোলোঁ সেইদৰে টেঁটুফালি মৰিছা কিযহে?

**১ম বাটৰুৱা :** ম-ম-ই বা-বাপেকে চ-চৰকে এটা মাৰি দি-দি-ম-নেকি ভি-ভি-নিহি ?

**মালভোগ :** ভটাগুটি ! তই দেখোন বামুণ-সজ্জন একোকে নমনা হলি একা? পিছে খংখননো খাইছা কিয়হে দেও? আজি যে ৰজাঘৰত বৰ ডাঙৰ উৎসৱ তাৰ ভু পাইছা জানো?

**২য় বাটৰুৱা :** একো ভু-ভটং পোৱা নাই দেউ। কিনো উৎসৱ?

**মাল :** মই আগেযেই জানিছো । জকাইচুকীয়া মানুহে কেনেকৈ গম পাবা? আজি ৰজাঘৰত বৰ ডাঙৰ ভোজ হৈছে। তাঁলৈ ৰাজ্যৰ সকলো মানুহৰ নিমন্ত্ৰণ। কালি দেখোন ঢুলীযাই বাটে বাটে ঢোল কোবাই জান দি ফুৰিছিল। চিনাকি মানুহ দেখি তাৰে বাতৰি দিবলৈহে তোমাক মাতিলো।

**২য় বাট :** হয নে? হয নে? বৰ শুভসংবাদ দিলা মালভোগ দেউ!'আমি তাৰ ভাগ পাম নে?

**মাল :** পাবাতো, নেপাবা কিয? উৎসৱ-ঘৰৰ দুৱাৰ সকলোৰে নিমিত্তে মুকলি । আই বসুমতীয়ে নিজে সকলো আযোজন কৰিছে। প্ৰাগজ্যোতিষপুৰ নগৰত তেৱেঁই যেন আজি স্বযং অন্নপূৰ্ণা দেৱী। মই যাবলৈ ওলাই আহিছোৱেঁই । যোৱা যদি মোৰ লগতে ওলোৱা।

**২য় বাট :** ধইন ধইন দেউ। অতি সজ প্ৰস্তাৱ। ভটাগুটি! মালভোগ দেউলৈ ধপাত এচিলিমকে লগা।

**১ম বাট :** ল-ল-গাম বা-বাপেকে ভি-নিহি। সে- এ-ই বা-বাইটীয়ে দিযা কে-কেৰা-তে-তেমাখু আৰু আ-আছে ন-নহয।

**মাল :** (স্বগত) এতিযা দেউহে দেউ ঠায়েই নাই। সেয়েহে কয - মোমাই! মোমই। কিহৰ ভোমাই ভোমাই ? গাখীৰে-গুড়ে লগত আনিছোঁ -- তেন্তে আহা ভিতৰ সোমাই।

**১ম বাট :** পিছে দেউ ! কিহৰ কাৰণো এই উৎসৱহৈছে?

**মাল :** তুমিও ভাল অকৰা দেও , তাকো নুবুজিলা। আজি যে আমাৰ নতুন ৰজা নৰক ৰাজপাটত উঠিছে তাৰ ভু পোৱা নে?

**২য় বাট :** সেইটো হ'লে জানো। শুনাত শুলোঁ , আমাৰ ৰজাৰ হেনো মাক বসুমতী কিন্তু বাপেকৰ হ'লে বৰ ঠিক নাই বোলে। পাতাললৈ বসুমতীক হৰি নিছিল হিৰণ্যাক্ষই , তেওঁক উদ্ধাৰ কৰিলেগৈ গাহৰি এটাই, মাজতে হ'ল এডোখৰ ল'ৰা -পোৱালি- সেযেই ৰজা। কথাটো সচা নে দেউ?

**মাল :** কথাটো তেনেই মিছা নহয় । ৰজাৰ মাক আই বসুমতীয়েই আৰু বাপেক সেই নাৰায়ণ বৰাহ অৱতাৰ ।

**২য় বাট :** তাৰ পিছে? তাৰ পিছে দেউ?

**মাল :** তাৰ পিছে আৰু কি হ'ব ? ৰজাপাটত উঠা উপলক্ষে

------ গীত-----

ৰাজহাউলিত উৎসৱ আজি
বামুণক দিছে দান--
দুখীয়াক দিছে চিৰা পিঠা লাৰু
আৰু মিঠা পৰমান।
কোমল চাউলএঠা দৈ
চৰুৱে চৰুৱে আছে বৈ
গাখীৰ ক্ষীৰৰ বৈছে নৈ
খাই অন্ত কৰা টান ঐ
খাই অন্ত কৰা টান।

**২য় বাট :** থাওক থাওক আৰুদেউ। জিভাৰ পানী ৰখাই টান হৈ পৰিছে। হেৰা ভটাগুটি। তযেই দেখোন ধপাত হুপি হুপি অন্ত কৰিলি।

**১ম বাট :** হো-হোৱা ভি-ভিনিহি । তু-তুমিও খো-খোৱা।

**মাল :** তই সেই ফুলাম গামোচাখনেৰে পাগকে এটা মাৰ।

**১ম বাট :** মা-মাৰি-মতো বা-পেকে! মো-মোক এই --খন -ন চেনি বা -বাইটীযে দি-দি দিযা গামোচা। (পাগুৰি মাৰে)

**২য় বাট :** হেৰ কটা গোলাম ' খাই খাই মোক ছুঁইসোপাহে দিছ?

**১ম বাট :** কাক-ক গো-গোলাম বুলিছ অ'? ত-ই গো-গো-লাম নে ম-মই?

**২য় বাট :** কটা! তোৰ ইমা-নটো আকল নে?

(দুয়োৰে দবৰাদবৰি লাগে)

**১ম বাট :** আ-হ-চোন বা-বাপেকে।

**মাল :** ছিঃ মানুহে কি বুলিব ? এৰা, এৰা। (একৰাই দিয়ে)

**২য় বাট :** চোৱাচোন দেউ । মোক খালে। ইহতৰ ভাযেক - ভনীয়েক দুটাই এই ৰকমেই . এই ৰকমেই ।

**মাল :** যোৱা কথা হৈ গ'ল । সোঁৱা চোৱা , ৰাজহাউলিলৈ মানুহৰ গুৰিপৰুৱাৰ লানি ধৰিছে।

( তৃতীয় বাটৰুৱাৰ প্ৰৱেশ)

**৩য় বাট :** আজিহে আজি! হেৰাই টিলিকি চাওঁ , মাগুৰ মাছৰ খোলা খাওঁ। (উগাৰ মাৰে) কেনে বাপেকে ( উগাৰ মাৰে) হেকাই ! উগাৰৰ কি বাহাৰ ! কি অপূৰ্ব

আস্বাদ। আজি জীৱান সাৰ্থক হ'ল।

২য় বাট ঃআৰু পলম কৰাৰ সকাম নাই, মো-মোৰ পা-গটো ভাল হৈছেনে?

মাল ঃ হৈছেতো। বাটতে আমাৰ বগী পোহাৰী নাইবা কলিমতী বাযে যদি মালা নিদিয়ে মোৰ নামটোকে সলাই থবি ।
এচিযা নাচোনকে এটা মাৰচোন ।

১ম বাট ঃ (নাচি নাচি খোনাখোনিকৈ গায়)
ভিনিহি এ , লৈ যা মোক
ফুলৰে হাঁচতি হৈ দিম তোক।
ফুলৰে হাঁচতিৰ মাজতে ফটা
ভিনিহিৰ নাকটো মজতে কটা।

২য় বাট ঃ কি কি কাণকটা নিধক ঔ এইটো। ব'ল ভালে ভালে। ব'লা দেউ! (সকলোৰে প্ৰস্থান)

# চতুৰ্থ দৰ্শন

### নৰকৰ বিশ্ৰামকক্ষ

(নৰক শুই আছে । শিতানত এগছ সৰিযহ তেলৰ বন্তি জ্বলি আছে । ইপিনে সিপিনে অন্যান্য বিলাস -কক্ষৰ উপযোগী সজাই থোৱা আছে। ইপিনে এটা ধুপদানৰ পৰা মুগন্ধ ধোৱা ওলাইছে। হাতত বীণা লৈ গীত গাই চুচুক চামাক কৰি -মাযা দেৱী সোমাই আহে । নৰকে কাণজাগা চকুমুদা অৱস্থাত গীত শুনে।)

মায়া ঃ ------------গীত------------

শৰতৰে আজি শেৱালি -সন্ধিয়া
জোনাযে ঢালিছে সুষমা ধাৰ--
গধুলিগোপালে ওৰণি গুচালে
তাটিনীয়ে গাঁথে মুকুতা-হাৰ।
টৌৱে টৌৱে মিলি কৃৰ কোলাকুলি
চকাচকি মেঘে থাকে তাকে চাই --
ই মধু -যামিনী ফুল্ল কুমুদিনী
পৰাণ -দেৱতাৰ পৰশ পাই।
ৰাখিছোঁ সজাই ফুলৰে বাহৰ
ফুলৰে আসন আগতে থই ।
লব দেৱতাই ফুলৰে আঁজলি
ফুলৰে কুঁৱৰী সাৱটি লই।
(সাৰ পাই চকু মেলাত মায়া পিছুৱাই যায়।)

নৰক ঃ আহা! কি সুন্দৰ -- কি মধুৰ !!
কি সুৱদি সংগীত নিজৰা
বই গ'ল ধীৰ ধীৰে মোৰ
তন্দ্ৰামগ্ন প্ৰাণৰ মাজেদি ।
নন্দনৰ কোন বিদ্যাধৰী
সন্তৰ্পণে পশি মোৰ কল্পনা ৰাজ্যত
দশোদিশে ঢালি দিলে
মোহময়ী মূৰ্চ্ছনাৰ ললিত লহৰী!
ক'ত ? কেনি গ'লা মায়াবিনী?
আকণ্ঠ তৃষিত ক'ৰ যৌৱনক মোৰ
কোন দিশে তুমি এবে হ'লা অন্তৰ্দ্ধান?
আহাঁ নিদ্ৰাদেৱী। পুনৰ কৃতাৰ্থ কৰা
দিযা পুনু মুক্ত কৰি সংগীত -যমুনা।
দেখুৱা, দেখুৱা পুনু
অনুপমা নিৰুপমা লুকুৱা প্ৰতিমা।
(হঠাৎ মাযাক দেখা পাই 'তুমি --তুমি?' বুলি আকুল দৃষ্টিৰে অলপ সময তন্ময হৈ চাই থাকে মায়াই সলাজ ভাবেৰে তলমূৰ কৰি থাকে।)
কোন! কোন তুমি অনিন্দ্যসুন্দৰী?
কোৱা দেৱী কেতিয়া আহিলা?
ক'ৰ পৰা? কোন বাটে কৰিলা প্ৰৱেশ?
বুজিলোঁ এতিয়া
হে নিস্পন্দ ছায়ামযী অপূৰ্ব প্ৰতিমা।
মুগ্ধ কৰি মায়া-প্ৰভাৱেৰে
পিযাই তন্দ্ৰাতে মোক সংগীত-গৰল
তৃষ্ণাতুৰ কৰিলা তুমিয়ে।
যেয়েকি নোহোৱা তুমি
য'ৰে পৰা নাহিলা কেলেই
হে নন্দন - বনৱাণী সপোন-কুঁৱৰী!
থোৱা মোকো স্বপ্নত বুৰাই।
নতু-হে নিঠুৰা স্বপ্ন -ইন্দ্ৰজালীবালা।
ধৰা- ধৰা ৰূপ মৰ্ত্য -জগতৰ ।
ছাযাময়ী মাযাময়ী ছদ্ম ৰূপ ধৰি
নবঢাবা হৃদয়ত অতৃপ্ত অনল।

মায়া ঃ কোঁৱৰ!

নৰক ঃ কোঁৱৰ ! সজীৱ কণ্ঠৰ মাত ইটো!!
সঁচাকৈয়ে তেনে তুমি
মূৰ্তিমতী মানৱকুঁৱৰী!
কিন্তু বালা! যেয়েকি নোহোৱা তুমি
চাপিছাহি কায মোৰ কিবা কাৰণত?
কি উদ্দেশ্যে অকস্মাৎ নিজ গৃহ এৰি
পশিছাহি যুৱকৰ শয্যাৰ কাষত ?
কোনে দিলে অনুমতি আহিব ইদৰে?

মায়া ঃ ৰাজপুত্ৰ।

শক্তিধৰ পতি তুমি অসুৰ ৰাজ্যৰ ।
ইমানতে হ'লা নে শংকিত?
অকুলশৰীয়া হই দীনা নাৰী মই
অকস্মাৎ নিশংকোচে সোমালো যদিও
বসুন্ধৰানন্দনৰ নিদ্ৰামন্দিৰত
আছে তাৰ অৱশ্যে কাৰণ।
আহা নাই মই আজি হৰিব একোকে
যদি কোনোবাই
সপোনতে হিয়াখনি হৰিছে তোমাৰ
তুমিয়েহে দায়ী তাৰ বাবে।
কৰা নাই কদাপিতো
মই কাৰো হৃদয় হৰণ।
মোৰ কিন্তু সৰ্বস্ব হেৰাল।
হিয়া মন ধ্যান জ্ঞান অজানিতে হৰি
— শোভি আছে যিটি জন নিশ্চিন্তে ইযাতে
তেওঁকে সন্ধান কৰি পালোঁহি ইস্থান ।

নৰক : বালা। কোন তুমি?
কোনে, তব কিবা হৰি নিলে?
এক ইন্দ্ৰজাল গ'ল স্বপ্নৰ লগত
আনি এটা দিঠকৰ মহাপ্ৰহেলিকা!
দহোঁকুৰি! কৰিছো কাকুতি
এৰি দিয়া এক্ষন্তেক ভাষা সাঁথৰৰ
ভাঙিপাতি কোৱা মোক সৰল কথাৰে।

মায়া : কোঁৱৰ !
প্ৰথমতে কৃপা কৰি ক্ষমা কৰা মোক।
অনাহুতে পশি তযু বিশ্ৰাম কক্ষত
অযথা বজাই বীণা আপোন পাহৰি
সুনিদ্ৰাত জন্মালো ব্যাঘাত !
ক্ষমা আৰ্য্যপুত্ৰ ! আনিচ্ছাৰ এই অপৰাধ।

নৰক : অপৰাধ।
সঁচাকৈয়ে তুমিয়ে নে সেই বীণাপাণি
যাৰ সংগীতৰ সেই মোহময়ী সুৰ
এতিয়াও গুঞ্জে মোৰ মানস -তন্ত্ৰীত?
তুমিয়ে নে বালা — সপোনৰ সেই সুৰবালা
যাক সেই কথা? (অলপ বৈ)
অন্তৰে-বাহিৰে মোৰ
কি বিপ্লৱ হ'ল আজি — কি কৰো এতিয়া?
শুনা কন্যা অনিন্দ্যাসুন্দৰী।
হেৰা মোৰ জীৱনৰ মায়াৱী অতিথি!
দিয়া মোক শীঘ্ৰে পৰিচয়।
অসহায় যৌৱনৰ জীৱন-তন্ত্ৰীত
নবজাবা পুনু তুমি ৰহস্যৰ সুৰ।

মায়া : কোঁৱৰ ! কন্যা মই বিদৰ্ভৰাজৰ
নাম মোৰ মাযা দেৱী।

নৰক : কি ক'লা — কি ক'লা বালা?
বিদৰ্ভৰ কুণ্ডিলকুঁৱৰী — মাযা দেৱী তুমি।
যি অদৃশ্য মায়াৱিনী মাযা-মুৰুতিযে
সপোনতে নৰকৰ নিজত্ব হৰিলে
যাৰ কণ্ঠ বিনিসৃত সংগীত কল্লোলে
উটুৱাই নিলে মোৰ হিয়া, মন, প্ৰাণ
সেই কল্পনাৰ মায়া বিদৰ্ভৰ?
সঁচাকৈয়ে মাযা বিদৰ্ভৰ?

মায়া : নেজানো স্বপ্নত পালা কোন সি মাযাক
মযে কিন্তু মাযা বিদৰ্ভৰ।

নৰক : অসূৰ্য্যস্পৰ্শা ৰাজকন্যা অন্তেসপুৰৰ
কোৱাচোন কিয বাৰু তুমি
নিজে আহি দেখা দিলা সমুখত মোৰ
কৰিবলে' নৰকক নিৰ্মম ছলনা?
লভিছিলোঁ —কল্পনাতে যি অমূল্য মাযা
কিয তুমি নেথাকিলা কল্পনালোকতে?
কিয তুমি ধৰি এই নশ্বৰ মূৰুতি
হে দুৰ্লভ ৰাজনন্দিনী।
আহিছা কৰিব মোৰ
সুগোপন চিন্তাক বিদ্ৰূপ?

মায়া : ৰাজপুত্ৰ। নুদুষিবা অকলই মোক।
যি অৱস্থা ঘটিছে বুলিলা
তোমাৰ সি সুবিপুল বীৰ হৃদযত
তাতোকই দুৰৱস্থা ঘটালা তুমিয়ে
মোৰ এই কুমাৰী-হিয়াত।
আছিলোঁ গোপনে মই আজি অত দিনে
দেৱ-দৈত্য গন্ধৰ্বৰ প্ৰণয় নেওচি
মনোৰম প্ৰিয়তম স্ৰজি কল্পনাতে।
কিয় তুমি হে সুন্দৰ কামৰূপী বীৰ।
বিদৰ্ভৰ সীমান্তত কুণ্ডিল কুলত
মধুঋতু বসন্তৰ জোনালী সন্ধিযা
অজানিতে অভাগীক দানি দৰিশন
মাৰি গ'লা ফুলবাণ অন্তঃৰ্ভেদ কৰি?

নৰক : কুণ্ডিল কুলত।
কিৰাতৰ ঘটকাসুৰক
বধ কৰি উলটি আহোঁতে —
কিন্তু মই বিদৰ্ভত সোমাৱা নাছিলোঁ।

মায়া : নেজানো যদিও তুমি,
অজানিতে হনা বাবে সম্মোহন -বাণ
কদাপিতো সেই দোষ নোৱাৰা খণ্ডাব।

তোমাৰেই শক্তিবন্ত সুন্দৰ সুঠাম
অপৰূপ বীৰমূৰ্ত্তি দেখিবৰে পৰা
তোমাৰেই বীৰত্বৰ অ পূৰ্ব কাহিনী
দিনে-নিশা শতমুখে শুনিবৰে পৰা
তুমিময হ'ল মোৰ স্বপ্ন-জাগৰণ।
ধ্যান কৰি তোমাৰেই
প্ৰেমময মোহন মূৰুতি
পূজিছিলোঁ মাতৃ ভৱানীক।
কত জনমৰ মোৰ পণ্যুৰ ফলত
তুষ্টা হই আদ্যাশক্তি জগৎ -জননী
মধু-তন্দ্ৰা-আৱেশতে কৰিলে আদেশ
সপিবলে' বৰমাল্য তোমাৰ কণ্ঠত।

**নৰক** : বালা।

**মায়া** : আৰ্য্যপুত্ৰ। বসুধানন্দন।
সাক্ষী আছে অগ্নিদেৱ শিতানতে সউ।
এই উদেশ্যকে লই আহিছিলোঁ মই
সপি দিব মোৰ ক্ষুদ্ৰ প্ৰণয়-সম্ভাৰ
তোমাৰেই যৌৱনতীৰ্থত ,
এয়ে মাত্ৰ অযোগ্যাৰ জন্ম-অভিলাষ।

**নৰক** : মোহমযী মায়ামযী মৰ্মঘাতী বালা।
হেৰা মোৰ অচিনাকি অতিপৰিচিতা,
যৌৱনৰ সম্ভ্ৰান্ত আলহী।।
কিয় তুমি জানি বুজি সৰ্ব পৰিণাম
যাচি দিছা মোক আজি অমৃত-গৰল
পিবলই এক নিশ্বাসতে?
কিয মোৰ উদ্দীপিত ৰুদ্ৰ যৌৱনক
অনাহূতভাবে আহি
দিছা তুমি মিছা প্ৰলোভন?

**মায়া** : কোঁৱৰ। কাল্পনিক কাৰণ সৰজি
নকৰিবা তিৰস্কাৰ মোক।

**নৰক** : নেজানা নে ৰাজবালা তুমি
যিমানেই মায়াময় হ'ক চিত্ত মোৰ
যিমানেই প্ৰাণে মোৰ
বিচাৰক সংগ-এংগ প্ৰেমপূজা তব
তথাপিতো হে মৰ্ত্ত্য অপ্সৰী!
বিদৰ্ভৰ ৰাজকন্য ভাবী ৰাজেন্দ্ৰানী
নোৱাৰে সংগিনী হ'ব নৰকাসুৰৰ।
দৈত্য মই — সৃষ্টিৰ ঘৃণিত
দীন মই , হীন মই , বংশ-গৌৰব
নিন্দনীয় , ঘৃণনীয় দেৱ-সমাজত
ৰক্তপাতকাৰী মই দুৰন্ত অসুৰ।
কোন সতে —কোন যুক্তিমতে
কুণ্ডিলকন্যাই আজি
সিজনক কৰিব বৰণ?

**মায়া** : হে সুন্দৰ !
পুণ্যময়ী বসুধাৰ পুত্ৰ মহাপ্ৰাণ।।
নকৰিবা নিজকেই অসন্মান।
বীৰবৰ। বন্তিগছ যিহবে নহ'ক—
দীপশিখা অনিন্দ্য সদায়।
নিজ গৌৰবত — সমবজ্জ্বল তুমি
উদ্ভাসি বক্ষ বসুধাৰ।
মই ক্ষুদ্ৰ জোনাকী পৰুৱা
আকৰ্ষিতা তোমাৰে গুণত।
হে মোহন!
বৈৰীভাব আছে বুলি দেৱতাৰ সতে
নাৰায়ণপুত্ৰ তুমি অসুৰসম্ৰাট
প্ৰণায়াতুৰাৰ প্ৰাণ কৰিবা নে বধ?

**নৰক** : সঁচা তেন্তে —স্বপ্ন আজি হ'ল সত্য মোৰ
নোহে ইটো দেৱতাৰ দুৰন্ত ছলনা।
সঁচাকৈয়ে কুণ্ডিলৰ কন্যা কুলৰাণী।
উস মায়া !
তুমি আজি প্ৰাণ দিলা মৃত পৰাণত।
তুমিতো নেজানা
কি দুৰ্বল বিৰহৰ ভাৰ
আঁতৰালা তুমি আজি মায়া-পৰশত
মোৰ এই দেই যোৱা হৃদয়ৰ পৰা।
সঁচাকৈয়ে —যদি মায়া!
আমাসাৰ দুখনি হিয়াৰ
ই মিলন আছিল সম্ভৱ
কিয় তেন্তে অত দিনে বিশ্ববিধাতাই
স্ৰজি এই বিচ্ছেদৰ মহাব্যৱধান
ভোগালে ই নৰকক নৰক যন্ত্ৰণা?
আহাঁ মায়া। বসুধাৰ ভাবী পুত্ৰবধূ।।
নৰকৰ হৃদয়ৰ অনিন্দ্যসুন্দৰী।।
আহাঁ মায়া। বসুধাৰ ভাবী পুত্ৰবধূ।।
নৰকৰ হৃদয়ৰ অনিন্দ্যসুন্দৰী।।
আহাঁ চাওঁ এটি বাৰ সজাগ চকুৰে
আঁতৰাই সপোনৰ মায়া-কুহেলিকা
জাগ্ৰতৰ জয়মালা লওঁ বুকু পাতি।

**মায়া** : কোঁৱৰ!

**নৰক** : কুঁৱৰী।

**মায়া** : প্ৰিয়।

**নৰক** : প্ৰিয়তমা।। (আলিংগন)
ঐক্যতান

# দ্বিতীয় অংক

## প্ৰথম দৰ্শন

নন্দন কানন

মাধবী-কুঞ্জত দেৱৰাজ ইন্দ্ৰৰ বিলাসসভা — অদূৰত, মন্দাকিনী প্ৰৱাহিতা। কাৰ্তিক আৰু দেৱৰাজ পানাদি আমোদত মত্ত। ইপিনে সিপিনে কেইজনীমান সলজ্জা অপেস্বৰা ৰৈ আছে।

**অপেস্বৰা** ঃ —— গীত——

গাঁথি পাৰিজাতমালা
খেলোঁ আমি দেবালা
ফুৰোঁ ভ্ৰামি বনে বনে
বন-বিহাৰিণী--
নাই ভয , নাই ভ্ৰান্তি
এযে সুখ, এয়ে শান্তি
বয় কুলু- কুলু-কুলু
দেৱ-মন্দাকিনী।

**ইন্দ্ৰ** ঃ চা঳, সেনাপতি। তোমাৰ কথাই ঠিক ।বাৰু , গোৱা, গোৱা ।আৰু এটা। কাৰ্তিক। তুমি কিন্তু এইবাৰ চকু মুদি গান শুনিব লাগিব। এই বেলি নাচখিনি মই অকলৈ চাম। বুজলা? গতিকে -- (অ প্সৰীলৈ চাই) তহঁতে মূৰৰ পৰা ভৰিলৈকে যতখিনি-- (নেপথ্যত ধুমুহাৰ হোঁ-হোৱানি শব্দ । গছপাত আদি লৰিবলৈ ধৰে।) উস ।বৰুণ আৰু পৱনৰ লগত মই নিৰুপায হলোঁ ।নন্দনত নীচ-গানৰ বাতৰি পাবহে লাগে মাথোনে, দুয়োটা উত্ৰাৱল হৈ উৰি আহে।

**কাৰ্তিক** ঃ সঁচা দেৱৰাজ! আজি এওঁলোকে যিটো কোবত আহিছে, আনাৰ উৰুবাই নি সুধাসৰোবৰত নেপেলালেগৈহে ৰক্ষা।

**ইন্দ্ৰ** ঃ ইমান বেগেৰে অহাটো মই অনুমোদন নকৰোঁ। একেই মোৰ ভাল নেলাগে , তাতে মই ইহতক আচল কথাষাৰকে কৈ এটাবলৈ নেপালোঁ। য'ক য'ক। এৰা! নাচিবলৈ উঠাৰ আগতে --তহঁতে , এখনি এখনিকৈ-- (নেপথ্যলৈ চকু যোৱাত) অ'। এওঁলোক পালেহিযেই। (বৰুণ আৰু পৱনৰ প্ৰৱেশ) আহাঁ , আহাঁ বৰুন পৱন। আগেয়ে একোটুপি সোমৰস পি লোৱা ।ইমান উধাতু খাই লৰি কিয মিছাতে ক্লান্ত হোৱা? নন্দনৰ অপেস্বৰীবিলাকতো আৰু পলাই নেযায় ?

**বৰুন** ঃ দেৱৰাজ ! অতি বিষম সংবাদ
আনিছোঁ বহন কৰি পৃথিৱীৰ পৰা,
প্ৰলয়ৰ সুত্ৰপাত আজিম ৰতত।

**ইন্দ্ৰ** ঃপছে, ইপিনে স্বৰ্গতো যে আজি এটি খণ্ডপ্ৰলয নহৈ নেযায তাৰ সংবাদ ৰাখিছা নে নাই? এই চোৱা -- নিশা দুপৰ হ'লহি এতিযাও ৰম্ভাৱতী নাহিল। মেনকাও অনুপস্থিতা। উৰ্বশীও নিৰুদ্দেশ। এতিযা নাচেই বা কোনে। গাযেই বা কোনে? নহয় জানো কাৰ্তিক?

**পৱন** ঃ সহস্ৰলোচন।
তাৰ পূৰ্বে প্ৰদানক আজ্ঞা কাৰ্তিকক
সজাবলৈ সমৰ-বাহিনী।
অতি শীঘ্ৰে-- দুদণ্ড পিছতে
আহি পাব দেৱশক্ৰ স্বৰ্গক ধিযাই ।
মৰ্ত্যৰ নৰকাসুৰে
যুদ্ধ-সজ্জা কৰে আজি বিৰুদ্ধে স্বৰ্গৰ।

**ইন্দ্ৰ** ঃ( অবিশ্বাসৰ হাঁহিৰে) প্ৰভঞ্জন। তুমি বলিযা হ'লা নেকি? কোনে ক'ত কাৰ সতে যুদ্ধ কৰে --তুমি তাক কৈ ভয খুৱাবলৈ আহিছা ইন্দ্ৰক? বহাঁ , বহাঁ। এখন্তেক, বাযুৰ কোবটো অলপ প্ৰশমিত হবলৈ দিযা।

**বৰুন** ঃ সঁচাকৈয়ে দেৱৰাজ । মৰ্ত্যত্ৰাশী নৰকৰ দোৰ্দণ্ড প্ৰতাপ--

**ইন্দ্ৰ** ঃ থাত বাধা দি) জলৰাজ বৰুণ। কণ্ঠৰ মাত হ'লেও এনেকৈ ধাৰাসাৰে নেঢালিবাচোন। দুজন ৰোগীৰ পৰীক্ষা একেটা ক্ষন্তেকতে কৰাটো ইন্দ্ৰৰপক্ষেতো অসম্ভৱেই , স্বয়ং ধন্বন্তৰিৰ পক্ষেও টান হব যেন পাওঁ। পৱনৰ এই অসময়ত উক দিযা ঊনপঞ্চাসৰ ৰসটো মোক অলপ উপভোগ কৰিবলৈ দিযাচোন। তাৰ পিছত -- লাগে যদি ধীৰে-সুস্থিৰে- তোমাৰ শব্দকল্লোলত কাণ পাতি দিয়া যাব। (পৱনলৈ চাই) এৰা । ক'ৰ কোন নৰক , আৰু ক'ত স্বৰ্গৰ দেৱতা ! (ক্ষন্তেকৰ পিছত ) মোৰ এতিযা মনত পৰিছে ( চিন্তিত ভাৱে শ্লেষৰ হাঁহি) সেই তাহানি ধৰিত্ৰীয়ে এমুঠনমান ল'ৰা এটাক নিজৰ পো বুলি কৈ তোমালোক ৰ প্ৰত্যেকৰে পদুলিযে পদুলিযে দেখুৱাই লৈ ফুৰা। মই সোধোঁতে তাই কৈছিল-- সেইটোৰ বাপেক হেনো স্বয়ং নাৰায়ণ। পাহৰি গ'লা নে তোমালোকে --তেতিযা যে মই ঐৰাৱতক কৈছিলোঁ-- দে তোৰ শুৰেৰে পকাই এই পোৱালিটোক নৰকলৈ নমাই । সেইটোৱে নহয় জানো নৰকাসুৰ? হাঁ ! তাহানি বিষ্ণুই ৰূপ ধৰা বৰাহটোৰ সৈতে বসুমতীৰ যি খেলিমেলিখন ঘটিছেল তাতেই হেনো তাৰ উদ্ভৱ-- বুজিলা কাৰ্তিক?

**কাৰ্তিক** ঃ হোঃহোঃ হোঃ!-এই এনেকুৱাবোৰকেই ক্ষণগৰ্ভাই

নে জন্মপ্ৰপাতেই কিবা এটা নোবোলে জানো?(
বৰুণে পৱনৰ মুখলৈ চায়।
পৱনে ক্ষুণ্ণ হোৱৰ ভাব দেখুৱাই বৰুণক ক'বলৈ
গম্ভীৰভাৱে ইংগিত কৰে।)

বৰুণ : সঁচা কথা, দেৱৰাজ!
সেই দিনা বসুধাক আমি
অপমান কৰা কথা পৰিছে মনত।
গৰৱিনী ধৰিত্ৰীয়ে কৰিছিল আশা
বহুৱাব নৰকক দেৱতাৰে সতে।
এতিয়াও বাজিছে কাণত
দেৱমাতা অদিতিৰ ঘৃণা সমিধান ।
কিন্তু হে দেৱ ইন্দ্ৰ!
ঘৃণিত নিন্দিত সেই ধৰিত্ৰীৰ সুত
নাই আৰু আগৰ নিচিনা।
সমস্ত বিশাল বিশ্ব
হ'ল আজি পদানত তাৰ।

ইন্দ্ৰ : কি? সঁচাকৈয়ে সি এতিয়াও জীয়াই আছে নে
সেই পতিতাপুঙ্গৱ?

পৱন : কেৱল জীৱিত নোহে, স্বৰ্গ অধিপতি!
জয়লক্ষ্মী বন্দী আজি তাৰ শৃংখলত।
কীৰাতৰ পৰাক্ৰমী ঘটক অসুৰ
বধ কৰি ক্ষন্তেকতে -অৱলীলাক্ৰমে
আজি সিটো প্ৰাগ্‌জ্যোতিষ সিংহ-আসনত।
তাৰে আভিষেক আজি মহাসমাৰোহে
পৃথিৱী, পাতাল কঁপে অসুৰ-দৰ্পত।

ইন্দ্ৰ : সঁচা কথা! সেই নৰকৰ
অভিষেক প্ৰাগ্‌জ্যোতিষত।
ধৰিত্ৰীয়ে ইমানো ঘটালে?
কামৰূপ জাৰজৰ হ'ল পদানত।
হয় হোক, প্ৰভঞ্জন!
দেৱতাৰ তাত কোৱা, আশাংকা কিহৰ?
আহে যদি শত লক্ষ জাৰজ অসুৰ
জন্ম যাৰ ৰহস্যৰ গুপ্ত গহবৰত
তথাপি স্বৰ্গৰ দ্বাৰ নউ পাওঁতেই
আতংকত ত্ৰাহি ত্ৰাহি স্মৰি আঁতৰিব।
দেৱতা-অমৰ আমি
স্বৰ্গ-সুখভোগ -যুগমীয়া দেৱৰ ভাগ্যত।
এৰি দিয়া আন কথা পৱন বৰুণ !
এৰি দিয়া অসুৰৰ মৰ্ত্যৰ সংবাদ।
আহাঁ, দিয়া হিয়া ঢালি অপ্সৰা- সংগত
আস্বাদন কৰা এই সুধা নন্দনৰ।
(সুধাপানত গা ঢালি দিয়ে)

পৱন : দেৱৰাজে থাকি সৰ্বদায়
নন্দনৰ শান্তিৰ কোলাত
শুনা নাই মৰতৰ আৰ্ত-কোলাহল।
অঁসুৰৰ আত্যাচাৰ, ৰুদ্ৰ আস্ফালন
কেনে বস্তু বুজি পোৱা নাই।
স্বচক্ষে দেখিলোঁ মই-- জানে বৰুণেও
নৰকৰ যুদ্ধসজ্জা কল্পনা নহয়।
সাজিছে সি ৰুদ্ৰদাপে
লগ কৰি অগণিত দুৰ্দান্ত অসুৰ।
হে মহেন্দ্ৰ! জানাইতো পৱনক
মিছা কথা কদাপি নকওঁ।
ইচ্ছা তাৰ-- স্বৰ্গধ্বংসদেৱ-অপমান,
কৰাব্বাবে ধৰিত্ৰীক আসন্মান আমি।

ইন্দ্ৰ : কি! স্বৰ্গধ্বংস-- দেৱ-অপমান!
এনে কথা উচ্চাৰে অসুৰে!
জাৰজ ---
(খঙেৰে থমকি) বুজিলোঁ এতিয়া
মাতৃ-অপমানে তাৰ যথেষ্ট নহ'ল,
বিচাৰিছে আত্মনাশ ইন্দ্ৰৰ হাতত।
বেছ কথা! বৰুণ, পৱন!
সেয়ে হ'ব-- তাকে দিম ,নহওঁ কৃপণ।
এক বজ্ৰ- আঘাততে জাৰজ দৈত্যক
পঠিযাম ভস্ম কৰি ৰসাতললই।
সাজা সবে দেৱসেন। বজোৱা দুন্দুভি
আনা মাতি অগ্নি, উল্কা, মৃত্যু মাৰ্তণ্ডক
সমস্ত তেত্ৰিছ কোটি হোৱা একত্ৰিত ।
আনা বজ্ৰ -- বিদ্যুদ্বাণ
আহাঁ সেনাপতি!
(কাৰ্তিকক টান মাৰি বেগেৰে যাবলৈ ওলাই
কিছু দূৰ গৈ অলপ থমকি পাছলৈ চাই)
এটা কথা জনাও বৰুণ!
ভালদৰে ৰাখিবা মনত--
নৰকক কৰিম উচ্ছেদ,
আঁতৰাম লজ্জাকৰ ত্ৰাস তোমাসাৰ।
কিন্তু, ভবিষ্যতে যদি --
কোনো নৰ, দৈত্য, যক্ষ, অসুৰ, ৰাক্ষসে
কৰে মিছা আস্ফালন মৰ্ত্য-পাতালত
এনেদৰে আতংকত উদ্বাউল হই
দেৱেন্দ্ৰৰ সম্ভোগত নানিবা বিঘিনি।
(বেগেৰে প্ৰস্থান)

## দ্বিতীয় দৰ্শন

প্ৰাগজ্যোতিষৰ সিংহদুৱাৰ

(সেনাপতি দেৱজিতৰ নেতৃত্বত অসুৰ সৈন্যবিলাকে গীত গাই গাই প্ৰৱেশ কৰে।)

——গীত——

"চিন্তা কিহৰ, শংকা কিহৰ , ৰণমত্ত দৈত্যবীৰ
বীৰদৰ্পেকঁপে ধৰা কঁপে হিয়া অৰাতিৰ।
যুদ্ধ আমাৰ ধূলা-খেলা মৰণ-সংগী প্ৰিয
উলাসতে নাচে শোণিত, গজি উঠে জীৱ।
নাজানো কি পৰাভৱ
স্বাধীন সন্তান সৱ
জিলিকে পতাকা যশে কত শত শতাব্দীৰ
জন্মভূমি জননী"।

(নৰকৰ প্ৰৱেশ)

নৰক : ওলোৱা, সবে সাজপাৰ কৰি
মাভৈ মাভৈ ৰবে
থৰহৰি ব্ৰহ্মাণ্ড কঁপাই।
দেৱতাৰ অভিমান বিশ্বৰ গণ্ডপ
ধূলিত মিহলি কৰি
হ'ব লাগে অসুৰৰ বিক্ৰম প্ৰকাশ--
নৰকৰ প্ৰতিহিংসা পূৰ।
সন্মুখত মৰণৰ ভীষণ হুংকাৰ--
প্ৰলয়ৰ জ্বলন্ত আগনি।
নিৰ্ভয়েৰে মৰণক আকোৱালি ধৰি
পাৰিবা নে জাঁপ দিব তাত?
অসুৰবোৰ । নিশ্চয় পাৰিম।

নৰক : ভাবি চাব, ভালকই আগপিছ তাৰ
নোৱাৰিবা নৰকক দুষিব পিছত।
মাতৃনিন্দা - প্ৰতিশোধ পূৰাবৰ হেতু
কৰিছে নৰকে এই যুদ্ধা - আয়োজন
নাই তাত একো স্বাৰ্থ অসুৰ জাতিৰ।

দেৱজিৎ : ৰজাৰ স্বাৰ্থই আজি--
স্বাৰ্থ আমি প্ৰজাসকলৰ।
ৰাজমাতৃ ধৰিত্ৰীযে
মাতৃ আমি অসুৰ জাতিৰ।
তদুপৰি মহাৰাজ!
শোভিত শিৰত যাৰ
ৰাজছত্ৰ প্ৰাগজ্যোতিষৰ
সিজনাৰ আজ্ঞাবহ সমগ্ৰ অসুৰ।

নৰক : শলাগিছো ৰাজভক্তি তোমাসকলোৰে
ধন্য সবে ৰাজভক্তি অসুৰ সন্তান।
তেন্তে — কৰা অংগীকাৰ সৱে
মুক্ত এই কালখৰ্গ ছুই —
অসুৰৰ প্ৰতিহিংসা পূৰাবৰ বাবে
উদ্ধত দেৱ পাপ স্বৰ্গৰাজ্য পুৰী
ভাঙি ছিঙি লুটিপুটি পুৰি দেই আমি
জাপি দিম পাতাল-কুণ্ডত।

সকলোৱেঃ স্বৰ্গধ্বংস — স্বৰ্গদাহ
দেৱতাৰ তপত শোণিত ।

নৰক : কৰা পুনু অংগীকাৰ--
দেৱতাৰ তেজ-মণ্ডহেৰে
অসুৰ ৰাজ্যৰ পশু-পক্ষী কীট-পতংগক
দিম পাতি মহাভোজ নাভূত-নাশ্ৰুত।

অসুৰবোৰঃ প্ৰাণ পণ-দেৱৰ মণ্ডহ।

নৰক : কৰা পণ আৰু এটি বাৰ-
দেৱতাৰ তপ্ত ৰক্ত ধাৰাসাৰে ঢালি
অসুৰ ৰাজ্যৰ ধূলি কৰিম ৰঞ্জিত।

অসুৰবোৰ : (উৎসাহতে অঙ্গীকাৰ কৰিবলৈ খোজাতেই-- মায়াৰ আকুল মাত)

মায়া : ক্ষান্ত হোৱা
ৰক্ত -পিপাসিত অসুৰমণ্ডলী।
নকৰিবা
নকৰিবা আত্মানাশ বিনা কাৰণত
নেনাচিবা স্তূপীকৃত ধ্বংসৰ আগত।
নাই , নেলাগে কৰিব এই
অধৰ্মৰ নিকুম্ভিলা যজ্ঞ- আয়োজন
দেৱ তুমি বলবান ধৰিত্ৰীকুমাৰ
এৰিদিয়া ৰুদ্ৰমূৰ্তি তীব্ৰ লালসাৰ।

নৰক : মায়া!
মোৰ কাৰ্য্যত বাধা নিদিবা।

মায়া : বাধা দিয়াটোৱেই যে মোৰ কৰ্তব্য স্বামী।

নৰক : বাধা দি ৰাখিব পাৰিবা জানো?

মায়া : ক'ব নোৱাৰো । সেই কথা মোৰ বিবেচ্যও নহয়। মই মোৰ কৰ্তব্য অবহেলা কৰিলে মহাপাপ হ'ব ।

নৰক : স্বামীৰ কাৰ্য্যত বাধা প্ৰদান আজি ভাৰ্য্যাৰ কৰ্তব্য ?

মায়া : স্বামী আজি জ্ঞান-চকুহীন অন্ধ, ক্ৰোধত দিকহাৰা। তেওঁক অন্ধকাৰৰ ফালে যাবলৈ নিদি পোহৰৰ সন্ধান কৈ দিয়াটো যে আজি মোৰ কৰ্তব্য। মনত পৰে নে স্বামী ? যিদিনা মই তোমাৰ ডিঙিত বৰমাল্য দিছিলোঁ সেই দিনা তোমাৰ হাতত নৰৰক্তৰ চেকা আছিল। তথাপি দিছিলোঁ কিয় দিছিলোঁ জানা নে? তাৰ কাৰণ সেই দিনা তুমি অত্যাচাৰীৰ কৱলৰ পৰা আৰ্তনাদৰীক ৰক্ষা কৰিছিলা। ন্যায় কাৰণত ন্যায়

যুদ্ধত দীপ্ত হৈ মধ্যাহ্নৰ সূৰ্য্যৰ দৰে উজ্বলি উঠিছিলা। মদমত্ত ঘটকাসুৰৰ হস্তী-বাহিনী সিংহ-বিক্রমৰে মষিমূৰ কৰি পুণ্যভূমি কামৰূপত শান্তি স্থাপন কৰিছিলা। নীল পৰ্বতত মহামায়া কামাখ্যাক প্ৰতিষ্ঠা কৰি আই ধৰিত্ৰীৰ মুখ উজ্জল কৰিছিলা। কিন্তু আজি ক'তা ? তোমাৰসেই দীপ্ত সাম্য উজ্বল মূৰ্তি ক'লৈ পলাল? তাৰ পৰিৱৰ্তে তোমাৰ এক লালসাময কদাকাৰ বিকট মূৰ্তি দেখিছোঁ কিয়?

নৰক ঃসেই কথা মই স্বীকাৰ কৰো মায়া! কিন্তু কোন সত্য ধৰ্মমতে অহংকাৰী দেৱতাসকলে মোৰ মাতৃ বসুমতীক নিন্দা কৰিব মই যদিও আজি মৰ্ত্যৰ সিংহাসনত তথাপি মই জন্ম-অধিকাৰত দেৱতা। তেন্তে মায়া। কোন ন্যায় ধৰ্মমতে মই আজি সেই সন্মানৰ পৰা বঞ্চিত হৈ স্বৰ্গচ্যুত ধুমকেতুৰ নিচিনা দেৱতামণ্ডলীৰ বিদ্ৰূপ গঞ্জনা নীৰৱে সহ্য কৰিম? তুমি আৰু মোৰ নিন্তাত ব্যাকুল নহবা মায়া। উপযুক্ত পুত্ৰ লাভ কৰিছা। তাক তোমাৰ অভিৰুচিমতে শিক্ষা দি মানুহ কৰিতোলাগৈ । যোৱা

মায়া ঃ তেন্তে আৰু অৰণ্যৰোদন কৰি লাভ একো নাই। মই যোৱাৰ আগতে চকুলোৰে ভৰি তিয়াই কৈ যাওঁ নাথ। সাৱধান, সামান্য কাৰণত বিশ্বৰ অভিশাপ গঞ্জনা মূৰ পাতি নলবা। তাৰ পৰিণাম ভয়ংকৰ। (প্ৰস্থান)

নৰক ঃ যোৱা মায়া। নৰকাসুৰে কোনো দিনে পৰিণাম চিন্তা নকৰে। জন্ম-ৰহস্য যাৰ প্ৰলয়ৰ ঘনঘোৰ অন্ধকৰত , মৃত্যুও নিশ্চয় তাৰ আন এটা মহাপ্ৰলয় । জন্মদিন, জন্মক্ষণ, জন্মদাতা মোৰ সকলোৱে এটা অভেদ্য সাঁথৰ। আৰু মৃত্যু । সেই বাবে ভয় কিয হয় হওক আন আটা মহাসাথৰ । তাৰ নিমিত্তে মই চিন্তা নকৰোঁ। বুকু ফালি চোৱা যদি মায়া। দেখা পাবা -- হৃদয়ৰ স্তৰে স্তৰে শোণিতেৰে লিখা আছে --- মাতৃঋণ , ইন্দ্ৰৰ মুকুট, বৰুণৰ ছাত্ৰ আৰু অদিতিৰ কৰ্ণৰ কুণ্ডল। তুমিতো সামান্যা নাৰী, আকাশৰ অনন্ত কোটি নক্ষত্ৰ-তাৰকাই ডিঙি ভাঙি চিৰ্য়ৰি যদি মোৰ গতিৰোধ কৰে তথাপি নৰকৰ গতি প্ৰতিৰোধ কৰিবৰ সাধ্য কৰো নাই। (বেগেৰে প্ৰস্থান)

নৰক ঃ আহা দেৱজিৎ।

দেৱজিৎ ঃ ব'লক মহাৰাজ।

(দেৱজিৎ আৰু সেনাবিলাকৰ বেগেৰে প্ৰস্থান।)

# তৃতীয় দৰ্শন

**বৰুণলোক -দূৰৈত ইন্দ্ৰপুৰী আৰু বিশ্বকৰ্মাৰ কাৰেং পৰ্বতসদৃশ ভয়ংকৰ উৰ্মিলাৰ মাজত বৰুণৰ প্ৰাসাদ আৰু জয়স্তম্ভ, এবাৰ দেখা গৈছে , এবাৰ জল - তৰংগত অন্তৰ্দ্ধান হৈছে। ঘোৰ অন্ধকাৰ। প্ৰকৃতিৰ ভীষণা ভীমা মূৰ্তি। ধুমুহা , বজ্ৰ , বিজুলী। হাতত ভীষণ বৈষ্ণৱাস্ত্ৰ লৈ নৰকে সেই প্ৰলয়ৰ দৃশ্য চাই থাকে।**

নৰক ঃ মাৰ, মাৰ বজ্ৰ , যিমান পাৰ সিমান মাৰ। পৰীক্ষাত স্থিৰ হৈ যাওক-- বজ্ৰপাণিৰ বাহুত কিমান শক্তি । লাজ লগা নাই নে পুৰন্দৰ ? তই স্বৰ্গৰ দেৱতা আৰু মই পৃথিৱীৰ মানৱ। তই ত্ৰিজগতৰ পূজিত , দেৱতাকুলৰ মান্য আৰু মই বিশ্ব-ব্ৰহ্মাণ্ডৰ পদদলিত তুচ্ছ, ঘৃণ্য, সামান্য অসুৰ। কত আজি তোৰ সেই গৰ্ব? কি কাৰণে তোৰ উচ্চশিৰ মোৰ চৰণপ্ৰান্তত অৱনত? উদ্ধত বৰুণ। তোৰেবা আজি শক্তি কিমান ক'লৈ পলাইছে আজি ভীম প্ৰভঞ্জন ? ক'ত তোৰ প্ৰচণ্ড বিক্ৰম ? নাই সকলোৱে আজি তোৰ পৰাস্ত মানিছে। সৌৱা যুদ্ধত ঠাৰ্য়াৰৰ নোৱাৰিদেৱ সেনাপতি কাৰ্তিকেও পৃষ্ঠভংগ দিলে। এয়েই দেৱতা এয়েই তহঁতৰ অভিমান-- এয়েই তহঁতৰ বীৰত্বৰ চূড়ান্ত নিদৰ্শন , নহয় নে? কেনে সুন্দৰ।

(প্ৰস্থান । ইন্দ্ৰ আৰু কাৰ্তিকৰ প্ৰৱেশ)

ইন্দ্ৰ ঃ আমি যে পৰাস্ত কাৰ্তিক?

কাৰ্তিক ঃ দেৱৰাজ।

ইন্দ্ৰ ঃ মই আৰু দেৱৰাজ নহওঁ। বাটৰ ভিকহু পুৰন্দৰ । ভগৱান! ইমানতো মোক জীয়াই ৰাখিছা কিয়? প্ৰাণৰ পুতলা জয়ন্ত মোৰ অসুৰৰ তীক্ষ্ণ শৰত ক্ষত-বিক্ষত হৈ মাটিত বাগৰি আছে। গোটেই শৰীৰ তাৰ তেজেৰে ৰাঙলী। পুত্ৰশোকাতুৰা ৰাজৰাণী শচী আজি বাটৰ ভিখাৰিণী। উস্ পুৰন্দৰ ! এই ভীষণ দৃশ্য দৰ্শন কৰাৰ আগতে তই মৰি নগলিঁ কিয়?

কাৰ্তিক ঃ ধৈৰ্য্য ধৰা দেৱৰাজ।

ইন্দ্ৰ ঃ ধৈৰ্য্যৰোতো এটা সীমা আছে কাৰ্তিক। মই আজি সেই সীমাৰ বাহিৰত। বুজিছোঁ , ইন্দ্ৰৰ ইন্দ্ৰত্বৰ পৰিণাম এয়ে। এবাৰ নহয় , দুবাৰ নহয়, এদিন নহয় , দুদিন নহয়, কত দিন কত বাৰ এনে হৃদয়বিদাৰক যন্ত্ৰণা ভুগিছোঁ আৰু কত কত বাৰ ভুগিব লাগিব? অসহ্য কাৰ্তিক! বৰ অসহ্য ! কোন কুক্ষণত অমৃত খাই অমৰ হৈছিলোঁ -- যুগে যুগে তাৰেই নে এই প্ৰায়শ্চিত্ত ?

কাৰ্তিক ঃ অতীত ভাবি সকাম নাই , চিন্তা কৰিব লাগে বৰ্তমান।

ইন্দ্ৰ ঃ বৰ্তমানেইতো মোক পগলা কৰিছে । যোৱা কাৰ্তিক। তোমালোকে যুদ্ধ কৰাগৈ। মোৰ শক্তি নাই। দেৱতা সৈন্যই পৃষ্ঠভংগ দিছে। চাৰিওফালে অসুৰ সৈন্যৰ বিজয় হুংকাৰ । ইন্দ্ৰ আৰু এতিয়া ইন্দ্ৰত নাই ৰক্ষণে মোৰ ইন্দ্ৰপুৰী ৰক্ষা কৰিছে । আৰু কিমান পৰ কৰিব ? হাতত নৰকপ্ৰদত্ত লৌহজিঞ্জিৰি পিন্ধি , বুকুত দ্বাদশ মাৰ্তগুৰ উত্তাপ লৈ এতিয়াই বিশ্বক দেখুৱাব লাগিব নিয়তিৰ অসীম প্ৰভাৱ।

কাৰ্তিক ঃআৰু এবাৰ শেষ চেষ্টা কৰি চোৱা যাওক দেৱৰাজ ।

ইন্দ্ৰ ঃ যোৱা, আৰু মহাশ্মশানত আশাত বন্তি নজ্বলাবা। শ্মশানৰ ভূত- প্ৰেতক ফুল-তুলসীৰে সন্তুষ্ট কৰিব নোৱাৰা। সন্তুষ্ট হ'ব --যদি দিব পাৰা সিহঁতক হাড়-মূৰ, তেজ-মাংস ।

কাৰ্তিক ঃ ইমানতো আই দানৱদলনীৰ বিশ্বতাৰিণী মূৰ্তিৰ আৱিৰ্ভাব হোৱা নাই কিয ? ইমানতো পিতা মহাকাল ৰুদ্ৰদেৱৰ ত্ৰিশূল নীৰৱ হৈ থকাৰ কাৰণ কি ? ইমানতো লক্ষ্মী-নাৰাযণৰ যোগনিদ্ৰা ভংগ হবৰ সময় হোৱা নাই নে ? কি পাপত আজি দেৱতা অপৰাধী হ'ল একো বুজিব পৰা নাই।

ইন্দ্ৰ ঃ তাতকৈ [illegible] চোৱা [illegible] অসুৰৰ কি পুণ্যত আজি স্বৰগত নৰকৰ [illegible] কাৰ্তিক । কাৰ্তিক । সৌ[illegible], সৌৱা, ভীষণ [illegible] নৰক অসুৰ এই ফাললৈকে অগ্ৰসৰ হৈছে । চোৱা, চকুত কি অগ্নিদৃষ্টি । পুৰি মৰিম, ধ্বংস হ'ব। কি কৰোঁ ? কি কৰোঁ এতিযা ? ক'লৈ যাওঁ ? কোন পিনে পলাওঁ ? চাৰিওফালে লহ লহ জিভা মেলি নৰকাগ্নি প্ৰজ্বলিত । ( সংহাৰ মূৰ্তি ধৰি নৰকাসুৰৰ প্ৰৱেশ)

নৰক ঃ বজ্ৰহীন বজ্ৰপাণি। স্বৰ্গভ্ৰষ্ট পুৰন্দৰ ।। আজি সৃষ্টিৰ ঘৃণিত, বিশ্ব-ব্ৰহ্মাণ্ডৰ পদদলিত এই নৰকাসুৰৰ ভয়ত কিয তই থৰহৰি কম্পমান ? হিমাদ্ৰি সদৃশ উচ্চ শিৰ তোৰ কি কাৰণে আজি অৱনত ? পাৰিজাতকুঞ্জ-অধীশ্বৰ । মনত পৰেনে আজি নৰকজননী বসুন্ধৰাৰ আগত বৃথা গৰ্বৰ সেই ৰুদ্ৰ আস্ফালন ?

কাৰ্তিক ঃ নৰকাসুৰ। অদৃষ্টৰ আৱৰ্তনত আজি তুমি জেতা, দেৱেন্দ্ৰ পৰাজিত। এই অৱস্থাৰো পৰিবৰ্তন অৱশ্যম্ভাৱী। তুমি আজি আকস্মিক বিজয়ৰ মত্তৱা-প্ৰভাৱত উন্মত্ত হৈ অযথা দেৱতাক অপমান কৰি অত্মানাশ নিমন্ত্ৰণ নকৰিবা। দেৱেন্দ্ৰৰ অমৰত্বত ব্যৰ্থ আঘাত হানি তোমাৰ কলংকসম্ভূত অসুৰ বাহুক অকালতে ক্লান্ত নকৰিবা। পাৰা যদি -এতিয়াও বাকী আছে শক্তিৰ পৰীক্ষা । দেৱশিল্পী বিশ্বকৰ্মা এতিয়াও অপৰাজিত । বৰুণ পূৰ্ণবেগে যুদ্ধমান। পাৰা যদি অপৰাজেয় প্ৰভঞ্জনক প ৰাজিত কৰাগৈ। যদি সফলহোৱা -তেতিযাহে তোমাৰ চিত্তই স্বৰ্গবিজযৰ সোৱাদ সম্পূৰ্ণৰূপে পাব পাৰিব।

ইন্দ্ৰ ঃ সঁচা, সঁচা হৈ অসুৰ । মিছা দেৱনিন্দাত শক্তিক্ষয কৰি তোৰ অসুৰত্বত ৰহন নেসানিবি।

নৰক ঃ দেৱনিন্দা ? দেৱতা। দেৱতা।। অহংকাৰী শ্বেচ্ছাচাৰী বিশ্বৰ কলংক -অপ্সৰাৰ পদলেহী নিৰ্লজ্জ দেৱতা। ক'ব পাৰ নে কোন বিশেষ গুণত তহঁত দানৱ যক্ষ ৰক্ষ নাগ অসুৰতকৈ শ্ৰেষ্ঠ ?

কাৰ্তিক ঃ আমি তাৰ উত্তৰ দিবলৈ বাধ্য নহওঁ অসুৰ। পৰাস্ত হৈছোঁ। শাস্তি ল'বলৈ প্ৰস্তুত আছোঁ।

নৰক ঃ কাৰ্তিক। তই মোৰ কামৰূপৰ অধিষ্ঠাত্ৰী দেৱী কামাখ্যা গোসাঁনীৰ পুত্ৰ । যা, সম্ভ্ৰেমৰে তোক মুক্তি দিছোঁ। ভৱিয্যতে আৰু এনে কামলৈ আগ নেবাটিবি।

কাৰ্তিক ঃ আই। আই। তোমাৰ কাৰ্তিকে আজি এই অপমানো সহ্য কৰিবলগীযা হ'ল ? (প্ৰস্থান)

নৰক ঃ ইন্দ্ৰদেৱতা। তোৰ ৰাজমুকুট মোৰ পদপ্ৰান্তত সমৰ্পণ কৰিবি-আহ। ( অনিচ্ছাৰে ৰাজ মুকুট হাতত লৈ তলমূৰ কৰি নৰকৰ পাছে পাছে ইন্দ্ৰৰ প্ৰস্থান। বসুমতীৰ প্ৰৱেশ।)

বসুমতী ঃ মনত পৰিছে আজি সেই হিৰণ্যকশিপু বধ-বলিছলনৰ অন্যায অভিনয। মনত পৰিছে , দানৱগুৰু শুক্ৰাচাৰ্য্যৰ শত অপমান আৰু দেৱগুৰু বৃহস্পতি। ৰক্ষা কৰাহি তোমাৰ পুৰন্দৰক। মই বসুমতীয়ে নাচি নাচি সেই ধেমালি চাওঁ। কৰা, কৰা যুদ্ধ দেৱাসুৰ । দেখা যাওক , -কাৰ বাহুত কিমান শক্তি। সম্মুখ যুদ্ধত ন্যায যুদ্ধত ,আজি স্থিৰ হৈ যাওক --দেৱতা শ্ৰেষ্ঠ নে অসুৰ শ্ৰেষ্ঠ ? আৰু তাৰ লগতে বিশ্বই জানক -দেৱগুৰু বৃহস্পতি ডাঙৰ নে এই নৰকমাতা বসুমতী ডাঙৰ। ধন্য মোৰ পুত্ৰ নৰকাসুৰ । দেৱৰাজ। দেৱৰাজ ! হাঃ হাঃহাঃ।। (বসুমতীৰ প্ৰস্থান। বিশ্বকৰ্মা আৰু ময় দানৱৰ প্ৰৱেশ।)

বিশ্বকৰ্মা ঃ বিনামেঘে বজ্ৰপাত ময় ! বিনামেঘে বজ্ৰপাত ! এতিয়া উপায় কি হ'ব ? শত্ৰু প্ৰবল , আমি দুৰ্বল ? এই বিষয়ে দেৱৰাজ ইন্দ্ৰৰ পৰাও সহায পাবলৈ আশা নাই। তেওঁ নিজেই বন্দী । অসংখ্য গুৰিপৰুৱাৰ নিচিনা হাজাৰ হাজাৰ অসুৰ সৈন্যক মোৰ এমুঠি সৈন্যই কি কৰিব ?

ময় ঃ এতিয়া দুৰ্গ এৰি দি পলোৱাটোৱেই একমাত্ৰ উপায় গুৰুদেৱ।

বিশ্ব ঃ তেনে কথা নকবা ময়। নপলাওঁ, কেতিয়াও নপলাওঁ। লাগে যদি যুদ্ধ কৰিম, শতেক যন্ত্ৰণা মূৰ পাতি ল'ম। শিল্পীৰ নামত কলংক নানো।

ময় ঃ তাৰপৰা লাভ একো নাই গুৰুদেৱ।

বিশ্ব ঃ আন একো লাভ নহ'লেও বিশ্বই তেতিয়া দেৱশিল্পীৰ অপযশ কাহিনী গাব নোৱাৰে। যোৱা, যুদ্ধ কৰাগৈ। ফলাফল ভাবিব নেলাগে। কপালত যি আছে সেয়ে হ'ব।

ময় ঃ সৈন্য পৰিচালনা কৰিবকোনে?

বিশ্ব ঃ কিয় তুমি? বাহুবলী ময় দানৱ থাকোতে সেই বিষয়ে চিন্তা কিহৰ? ময়ো দক্ষিণ দ্বাৰত থাকি তোমাক সহায় কৰিম।

ময় ঃ উত্তম! ময়েই পৰিচালনা কৰিম গুৰুদেৱ। যদি মই পৰাস্ত হওঁ তেন্তে মোৰ ঠাই অধিকাৰ কৰোঁতা দ্বিতীয়জন কোন প্ৰভু?

বিশ্ব ঃ অ' সেই বিষয়ে হ'লে ভাবিবলগীয়া আছে। নাই, যুদ্ধৰ আশা পৰিত্যাগ কৰাই উচিত। পলায়ন কৰাই শ্ৰেয়ঃ।

ইন্দু ঃ পিতা। (ইন্দুমতীৰ প্ৰৱেশ)

বিশ্ব ঃ কোন। ইন্দুমতী?

ইন্দু ঃ এৰা ইন্দুমতী। যুদ্ধৰ আয়োজন কিমান দূৰ হৈ উঠিছে পিতা?

বিশ্ব ঃ যুদ্ধ -যুদ্ধ আৰু নহৈছে আই।

ইন্দু ঃ তেন্তে বিনা যুদ্ধে জয়লাভ।

ময় ঃ নহয় ইন্দু। বিনা যুদ্ধে গোপনে পলায়ন।

ইন্দু ঃ ছিঃ কি শুনিছো? পিতা! শিল্পীশ্ৰেষ্ঠ বিশ্বকৰ্মাৰ প্ৰধান শিষ্য মহাবিক্ৰমী ময় দানৱৰ মুখত এনে কাপুৰুষতাৰ কথা শুনিছো কিয়?

বিশ্ব ঃ ময়ে মিছা কথা কোৱা নাই ইন্দু! তাৰ বাহিৰে আৰু বিকল্প কি?

ইন্দু ঃ বিকল্প যিয়েই নহওক পিতা। সেই বুলি এনে ঘৃণিত সিদ্ধান্তত উপনীত হ'ব লাগে নে? পলায়ন— তুচ্ছ পৰাজয়ৰ ভয়ত পলায়ন! ছিঃ ছিঃ ব্ৰহ্মাণ্ডই শুনিলে কি বুলিব? যাবচ্চন্দ্ৰ দিবাকৰ থাকে মানে এই কলংক থবলৈ আৰু ঠাই নহ'ব পিতা!

ময় ঃ দেহাই হে বেহা ইন্দু। যদি পৰাজয় হ'ল তেন্তে গৌৰৱেই হওক বা সুনাম হওক তাৰ পৰা লাভ কি??

ইন্দু ঃ মনে মনে থাকা কাপুৰুষ! যদি মৃত্যুৰ কাৰণে ইমান ভয় তেন্তে পুৰুষ হৈ জন্ম ধৰিছিলা কিয়? শিল্পীপ্ৰধান বিশ্বকৰ্মাৰ শিষ্যত্ব গ্ৰহণ কৰিছিলা কিয়? আদেশ কৰা পিতা। দুৰ্বলা অবলা হ'লেও প্ৰবল শক্তিৰে ৰণভূমি কঁপাই তুলিবৰ সামৰ্থ্য মোৰ আছে। হতাশ হবৰ, নিৰাশ হবৰ প্ৰয়োজন একো নাই! নেথাকিব পাৰে আমাৰ ধন, নেথাকিব পাৰে আমাৰ জন, হব পাৰোঁ আমি সংখ্যাত তাকৰ -তথাপি আদম্য মনৰ বল থাকিলে নেৰানেপেৰা যত্নত জয় সুনিশ্চিত। সিংহৰ এটা - শিয়ালৰ এহেজাৰ। শিল্পী কেতিয়াও নিৰাশাবাদী হব নোৱাৰে।

বিশ্ব ঃ সঁচা কথা। ওলোৱা ময়। ওলোৱা ইন্দু। হয় বিজয়লাভ- নহয় পতন।

ইন্দু ঃ মাভৈ! মাভৈ! (নেপথ্যত)

জয় নৰকাসুৰ জয়।

ইন্দু ঃ সেয়া, সেয়া পিতা। শত্ৰু নিচেই ওচৰ পালেহি। ব'লা সোনকালে। এক মুহূৰ্ত পলম কৰিলেও বিপদ। (তিনিও ওলাই যায। বিপৰীতফালৰ পৰা ধুমুহাৰ দৰে নৰক আৰু দেৱজিতৰ প্ৰৱেশ।)

নৰক ঃ সেয়েই দাম্ভিক বিশ্বকৰ্মাৰ প্ৰাসাদ। কেৱল মাত্ৰ এইটোৱে বাকী আছিল, এতিয়া তাৰো পতন। যেন তাৰ প্ৰতি দুৱাৰ, প্ৰতি খিৰিকী, প্ৰতি স্তম্ভই দাম্ভিকতাত বুকু ফিন্দুৱাই থিয় হৈ আছে।

দেৱ ঃ বিনাযুদ্ধে আমি প্ৰাসাদত প্ৰৱেশ কৰিলোঁ। এতিয়া সেই দাম্ভিকতা ক'ত সম্ৰাট? (বেগেৰে ইন্দুমতীৰ প্ৰৱেশ)

ইন্দু ঃ (নৰকলৈ আঙুলিয়াই) সৌ পৰাব্ৰহ্ম লুণ্ঠনকাৰী পাপ মূৰ্তিত।

নৰক ঃ বালিকা!

ইন্দু ঃ উত্তৰ দিব এই তৰোৱালে।

নৰক ঃ হা হা. হা! সেই সামান্য তৰোৱালে মোক কি কৰিব পাৰে বালিকা? নৰকাসুৰ - অমৰ, অমৰ ,অমৰ। বলা দেৱজিৎ! (নৰক আৰু দেৱজিতৰ প্ৰস্থান।)

ইন্দু ঃ কি ইমান আস্পৰ্দ্ধা! ইমান অহংকাৰ! (প্ৰস্থান) (যুদ্ধ কৰি বৰুণ আৰু দেৱজিতৰ প্ৰৱেশ।) উস্ আৰু যে অসহ্য।

দেৱ ঃ এয়ে নেকি দেৱতাৰ শক্তি বৰুণ? তুমি যে মোৰ হাতত সম্পূৰ্ণ পৰাস্ত। মৃত্যুৰ আসন্ন উপস্থিত কাল- ইষ্টগুৰুক স্মৰণ কৰা। অ' পাহৰিছো — দেৱতা অমৰ।

বৰুণ ঃ এৰা, সৃষ্টিৰ অভিশাপত দেৱতা অমৰ। নহ'লে আৰু যুগে যুগে এনে মৃত্যুতকৈ ভয়ংকৰ বিকট যন্ত্ৰণা ভুগিব নেলাগিলহেঁতেন। মৃত্যু মহাশান্তি -সেই শান্তিৰ পৰা দেৱতা বঞ্চিত!

দেৱ ঃ অনুতাপ কৰি লাভ নাই। পৰাভৱ স্বীকাৰ কৰা বৰুণ দেৱতা। বন্দিত্ব গ্ৰহণ কৰা।

বৰুণ ঃ নহয় - এতিয়াও মই পৰাস্ত হোৱা নাই! আকৌ

যুদ্ধ কৰ অসুৰ!

দেৱ : দেৱতাৰ যুদ্ধই আজি ব্ৰহ্মাণ্ডক মুগ্ধ কৰিছে। যুদ্ধ, যুদ্ধ -

( পুনৰযুদ্ধ । বৰুণৰ পৰাভৱ।)

দৈব : এইবাৰ যুদ্ধৰ পিয়াহ পলাইছে নে দেৱতা?

নৰক : ধন্য তুমি সেনাপতি মোৰ ।
পাপিষ্ঠ বৰুণ !
ক'ত তোৰ অহংকাৰ?
আৰু বাৰ নকৰ নে মাতৃনিন্দা মোৰ?
নিমাত এতিয়া কিয়?
দেৱজিৎ ! লই যোৱা বন্দীক লগত্।
( দেৱজিৎ আৰু বৰুণৰ প্ৰস্থান)
জ্বল, জ্বল এবে
ভীষণ মূৰ্তিৰে জ্বল অগ্নিবাণ মোৰ।
ইন্দ্ৰপুৰী হ'ক ভস্মীভূত
দেৱতাৰ অহংকাৰ হ'ক চুৰ্ণাকৃতা।

(অগ্নিবাণ নিক্ষেপ কৰিলে । তৎক্ষণাত ইন্দ্ৰপুৰী প্ৰজ্জ্বলিত হ'ল। ঘৰবোৰ জ্বল উঠিল। স্তম্ভবোৰ ভাগি পৰিল। চাৰিওফালে ধুমুহুম হিলৈৰ শব্দ। উল্কাপাত. দোঁৱা, ভস্ম আদিৰ মাজত নাচি নাচি হাতচাপৰি দি বসুমতী আহি উপস্থিত হ'ল। নৰক ধীৰ স্থিৰ গম্ভীৰ হৈ একে ঠাইতে স্থিৰ হৈ ৰ'ল।) বসুমতী। কেনে সুন্দৰ! কেনে সুন্দৰ !! জুই জ্বলিছে। চাৰিওফালে জুই জ্বলিছে!! নৰকাগ্নিয়ে এফালৰ পৰা দেৱপুৰী ভস্ম কৰিবলৈ ধৰিছে । ঠিক - ঠিক এইদৰেই এদিন হনুমন্তই কনকলংকা পুৰি ছাই কৰিছিল। সেই একে দৃশ্য । হাঃ হা. হা। দেৱতাৰ পৰাভৱ -অসুৰৰ জয় আৰু ধৰিত্ৰীৰ অপমানৰ প্ৰতিশোধ! হাঃ হা· হাঃ!! (প্ৰস্থান)

ঐক্যতান

# তৃতীয় অংক

## প্ৰথম দৰ্শন

### প্ৰাগজ্যোতিষৰ সুসজ্জিত ৰাজসভা

হীৰামাণিক্যখচিত চন্দ্ৰতাপৰ তলত চিকমিকীয়া ৰত্নসিংহাসন বেদীৰ ওপৰত পতা আছে। চোঁৱৰধাৰীযে চোঁৱৰ লৈ,ছত্ৰধাৰিয়ে ছত্ৰ লৈ, ভাগে ভাগে থিয় হৈ আছে। অমাত্যসকল প্ৰভৃতিয়ে ভাগে ভাগে বহি ৰাজ আগমন অপেক্ষা কৰিছে। এফালৰ পৰা বন্দী ইন্দ্ৰ, বৰুণ, বৰুন,বিশ্বকৰ্মা আৰু ময়দানৱক লৈদেৱজিৎ আৰু সেনাসকল। সোমোৱা মাত্ৰকে সকলোৱে থিয় হৈ "জয় মহাৰাজ নৰকাসুৰৰ জয়" বুলি অভিবাদন জনায়।

নৰক : দেৱৰাজ ইন্দ্ৰ ! বায়ুদেৱতা পৱন! আৰু শিল্পীপ্ৰধান বিশ্বকৰ্মা! আজিৰ পৰা তোমালোকৰ বাসস্থান প্ৰাগজ্যোতিষৰ পোতাশাল । দেৱজিৎ ! তুমি উপযুক্ত ব্যৱস্থা কৰিবা। দেৱতাসকল! পুৰণি কথা মনত পৰে নে? দেৱমাতা অদিতি আজি ক'ত ? তেওঁ ঘৃণাত মোৰ মাতৃমুখ দৰ্শন কৰা নাছিল কিয়?

বৰুণ : দেৱমাতাই ধৰিত্ৰীৰ মুখ দৰ্শন কৰা নাছিল তেওঁ লালসাৰ দাসী বুলি । শত জন্ম তপস্যা কৰিও যি ভগৱানক মানুহে দেখা নাপায়- সেই জগদীশ্বৰক হাতে হাতে পাই তোমাৰ মাতৃযে কি প্ৰাৰ্থনা কৰিছিল জানা?

নৰক : তাত লাজৰ বিষয় কি দেৱতা? যি ভগৱান এই বিশাল ব্ৰহ্মাণ্ডৰ স্বামী সেই ভগৱানৰ স্বামীত্ব প্ৰাৰ্থনা কৰা লাজ নে গৌৰৱ ? অপমান নে সৌভাগ্য?

ইন্দ্ৰ : লাজেই হওক বা গৌৰৱেই হওক, অপমানেই হওক বা সৌভাগ্যই হওক সেই কথা আজি আমাৰ আলোচ্য নহয়।

নৰক : দাম্ভিক দেৱতা ! মোৰ কথাৰ মীমাংসা কৰিবলৈ তহঁতৰ একো অধিকাৰ নাই!

ইন্দ্ৰ : স্বীকাৰ কৰোঁ ভাগ্য-বিৱৰ্তনত সকলো সম্ভৱ হয়।

নৰক : তুমি আজি নিমাত কিয় দেৱশিল্পী বিশ্বকৰ্মা?

বিশ্ব : বন্দীৰ মুখত কথা শোভা নাপায় ৰজা!

নৰক : তুমিযেই এদিন মোক তোমৰ কন্যাক দিবলৈ অস্বীকাৰ কৰিছিলা নহয নে?

বিশ্ব : কৰিছিলোঁ।

নৰক : আৰু আজি?

বিশ্ব : আজিও কৰোঁ।

নৰক : তাৰ শাস্তি কি জানা নে?

বিশ্ব : জানিবলৈ ইচ্ছা নাই। গ্ৰহণ কৰিবলৈ বিশ্বকৰ্মা প্ৰস্তুত আছে।

নৰক : তেন্তে শুনা - মোৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰত তুমি মোৰ নিমিত্তে এখন অভিনৱ ৰাজপুৰী নিৰ্মাণ কৰি দিব লাগিব। সৰোবৰ, উদ্যান, খটখটী সাজি দিব লাগিব। শত্ৰুৰ দ্বাৰা অভেদ্য দুৰ্গ এটা প্ৰস্তুত কৰি দিব লাগিব। হয় দুৰ্গ, খটখটী আৰু ৰাজপুৰী নিৰ্মাণ -নহয় নৰকক কন্যা - প্ৰদান।
দুটাৰ এটা বাছি লব পাৰা । ই মোৰ অনুৰোধ নহয়- আদেশ।

বিশ্ব : হয় হওক এই বিশ্বকৰ্মাৰ ওখ মুৰ অৱনত, তোমাৰ ৰাজপুৰী নিৰ্মাণাৰ্থে ভাঙিম ভাঙিব লাগে শিল । তথাপি দেৱতাৰ জীয়ৰী কেতিয়াও অসুৰৰ উপভোগ্যা হ'ব নোৱাৰে। স্বৰ্গৰ অনাঘ্ৰাত পাৰিজাতপাহি পুতিগন্ধময় নৰকৰ নিমিত্তে সৃষ্টি

হোৱা নাই। মই তোমাৰ প্ৰথম শাস্তি আনন্দ মনেৰে শিৰত তুলি ললোঁ। (ইন্দুমতীৰ প্ৰৱেশ)

ইন্দু : কি কৰিলা, কি কৰিলা পিতা। ক্ষুদ্ৰ বালিকা মই। মোৰ সন্মানৰ আৰ্থে অসুৰৰ দাসত্ব মূৰ পাতি ল'লা কিয়? হয় হওক মোৰ শত অপমান, হওঁ হ'ব লাগে নৰকৰ বিলাসৰ দাসী, তথাপি পিতৃদেৱতা মোৰ। তুমি মুক্ত হোৱা।

বিশ্ব : ইয়াত নাথাকিবি ইন্দুমতী। যা মই শস্তি গ্ৰহণ কৰিছো। তই নন্দনৰ পৰম পৱিত্ৰ পাৰিজাতপাহি। মই তোৰ জন্মদাতা হৈ অসুৰৰ কৰলত, নৰকৰ কৰলত কালধুমুহাত চুৰমাৰ হৈ যাবলৈ তোক এৰি দিব নোৱাৰো আইদেউ।

ইন্দু : পিতা। আজি মই এটি অনুৰোধ কৰিছো, দীনদুখুনীৰ দৰে আঁচল পাতি ভিক্ষা মাগিছো। তুমি বন্ধন মুক্ত হোৱা। কন্যা হৈ মই তোমৰ যন্ত্ৰণা চাই থাকিবনোৱাৰো পিতা।

বিশ্ব : ইন্দু। ইন্দু।

ইন্দু : অপত্যস্নেহ বিসৰ্জন দিয়া পিতা। পাহৰি নাযাবা, তুমি দেৱতা - তুমি শিল্পী। হব পাৰ্‌া আজি তুমি পাৰিজাত দোঘোৰৈ লাঞ্ছিত তথাপিতো তুমি জগতৰ নমস্য দেৱতা, হিমাদ্ৰিসদৃশ তোমাৰ উচ্চশিৰ। স্বাধীনতা তোমাৰ শিৰৰ মণি।

বিশ্ব : তুচ্ছ ভোগবিলাস, বিষয়বাসনা পৰিহাৰ কৰি তই আজি যৌৱনতে সন্ন্যাসিনী হৈছ ইন্দু, কিহৰ আশাত? বিশ্বপ্ৰেমত, খিলঞ্জীয়া বিষ্ণুপ্ৰেমত মতলীয়া হৈ। তেন্তে আজি তই অতি দীন, অতি হীন,অতি নিঃকিন মোৰ মুক্তিৰ কাৰণে লালাযিতা হৈতোৰ সেই অসীম জলধিসংকাশ বিশ্বপ্ৰেম, বিষ্ণুপ্ৰেম ক্ষুদ্ৰ নৰকত কেন্দ্ৰীভূত কৰিব খুজিছ কিয়? সন্ন্যাসিনীৰ সংসাৰ - বন্ধন! ইন্দু। ই কি তোৰ নতুন ধৰ্ম?

ইন্দু : ইও এক মহাধৰ্ম পিতা। পিতা ধৰ্ম, পিতা স্বৰ্গ, যি পিতাক পূজা কৰিলে দেৱতা সন্তুষ্ট হয়, সেই পিতা তুমি মোৰ। আজি স্বৰ্গবাস তুল্য হ'ব। পিতা! মোৰ অনুৰোধ পূৰ্ণ কৰা।মোৰ পিতৃপূজা গ্ৰহণ কৰা। (ভৰিত ধৰে।)

নৰক : দেৱবালা! তোমাৰ পিতৃপূজা শান্তিৰ নিজৰা, আনন্দৰ মন্দাকিনী আৰু মোৰ মাতৃপূজা বিশ্বৰ প্ৰলয়, প্ৰতিহিংসাৰ জ্বালামুখী।

বৰুণ : এইখিনিতেই দেৱতা আৰু অসুৰৰ পাৰ্থক্য।

নৰক : বিশ্বকৰ্মা ! তোমাৰ বক্তব্য কি?

ইন্দু : মোৰ পিতাক মুক্তি দিয়া সম্ৰাট। তাৰ পৰিৱৰ্তে মই তোমাৰ স্বামীত্ব মানি লবলৈ সাজু আছোঁ।

বিশ্ব : (চকুত হাত দি মুখ অৱনত)

নৰক : আৰু কিবা ক'ব লগা আছে নে বিশ্বকৰ্মা?

বিশ্ব : (নিমাত)

নৰক : নাই! তেন্তে বেছ! সকলোৱে মোৰ আদেশ শুনা। দেৱতাই মোৰ মাতৃৰ কাণত কুণ্ডল পিন্ধাব, বৰুণ ছত্ৰধাৰী, পৱন চোঁৱৰধাৰী হ'ব, ইন্দ্ৰই মুকুট পিন্ধাব। বিশ্বকৰ্মা ! তুমি মোৰ ৰাজপুৰী খটখটী আৰু দুৰ্গ নিমাৰ্ণ কৰিব লাগিব। তোমাৰ প্ৰথম শাস্তি তুলি ললোঁ। নিজ নিজ কাম সমাধা কৰিলেহে সকলোৱে মুক্তি পাবা।

ইন্দু : সম্ৰাট !

নৰক : মই এজন বিশ্বজযী মহাবীৰ আৰু তোমাৰ পিতাৰাঁ এজন নগণ্য শিল্পী। মই স্বৰ্গ - মত্য - পাতাল ত্ৰিলোকৰ অধীশ্বৰ নৰকাসুৰ আৰু তোমাৰ পিতাৰা বাটৰ ভিকহু বিশ্বকৰ্মা। আজি তোমাৰ লগত মোৰ একো সম্বন্ধ হ'ব নোৱাৰে। সম্ৰাটৰো সম্ৰাট নৰকাসুৰৰ লগত সামান্যা শিল্পীকন্যা তোমাৰ সম্বন্ধ সম্ভৱ নহয়। স্বাধীন আৰু পৰাধীনৰ মিতিৰালি মই অনুমোদন নকৰোঁ। দেৱবালা। মোক ক্ষমা কৰিবা। দেৱজিৎ। বন্দীসকলক যথাস্থানলৈ লৈ যোৱা। (দেৱজিৎ আৰু দেৱতাসকলৰ প্ৰস্থান।)

নৰক : আমাত্যসকল! আজিলৈ আৰু আন ৰাজকাৰ্য্য নাই। সকলো যোৱা। (ইন্দুমতীৰ বাহিৰে সকলোৰে প্ৰস্থান।)

ইন্দু : হৃদয় ! পাষাণ হ। চকু ! অন্ধ হ। পিতা। পিতা।! মই ব্ৰহ্মাস্ত্ৰেৰে কিম্বা হৃদয়ৰ ৰক্তেৰে যেনেতেনে তোমাক মুক্ত কৰিম। দেৱতাৰ স্বাধীনতা ঘূৰাই আনিম। অসুৰ ! সাৱধান হবি। (প্ৰস্থান)

# দ্বিতীয় দৰ্শন

## উদ্যান সংলগ্নস্থ ৰাজকাৰেং

প্ৰাসাদৰ ভিতৰৰ পৰা মায়া দেৱীয়ে উদ্যানৰ ফালে চাই থাকে। ফুল ছিঙি উদ্যানত বৈতালিকে গীত গায়।

—— গীত——

মংগল শংখ ঘনে বাজিছে
স্বৰ্গ জিনি আজি ৰজা আহিছে
উলাহতে মনে- প্ৰাণে নাচিছে
ধন্য হ'লা পূণ্য ধৰণী।
হাঁহিছে প্ৰভাতে নিশা অৱসান
গছে গছে ধৰে বিহংগিনী তান

গগনে পৱনে উঠে জয় গান।
নাচ নাচি বয় তটিনী।
জয় জয় জয় নৰক ৰজা
উৰিছে তোমাৰ বিজয় - ধ্বজা
তোমাৰ দীপ্তিতে দীপ্ত প্ৰজা
হাঁহে কামৰূপা জননী।।

(বৈতালিকে গীত গাই ওলাই যায। মাযা দেৱীযে লাহে লাহে কাৰেঙৰ ভিতৰৰ পৰা নামি আহে।)

মায়া : বিশ্ববিজয়ী স্বামী মোৰ
বৈতালিকে গায় যশ -গান।
আজি উলটি আহিছে স্বামী,
স্বৰ্গ -মৰ্ত্য ত্ৰিভুৱন জয় কৰি থই
মদমত্ত হস্তীৰ নিচিনা
ভাঙিছিঙি সকলোকে চুৰ্ণকৃত কৰি।
আনন্দত কিয মোৰ মনত বিষাদ —
গৌৰৱত কলংকৰ চিন্তা?
হাহে তেওঁ, কান্দো মই-
হয় জানো এনে কাৰ্য্য উচিত ভাৰ্য্যাৰ?
কোনে কয কাণে কাণে আহি -
সাৱধান, সাৱধান মায়া!
কপাল পুৰিছে তোৰ!
দিন ৰাতি সঁচা যেনে
সঁচা যেনে আকাশৰ জোন বেলি তৰা
মা কুৰু ধন-জন-যৌৱন গৰ্বম্
হৰতি নিমেষাৎ কালঃ সৰ্বম্
ইও তেনে অতি সঁচা কথা।
বিশ্বৰ বিদ্ৰোহী , সৃষ্টিৰ বিদ্ৰোহী
গৰ্বিত স্বামীৰ মোৰ পতনৰ কাল
চমু চাপি আহে দিনে দিনে।
গৰ্বত অন্ধলা চকু- নাই দেখা তেওঁ
মই কিন্তু স্পষ্টৰূপে দেখিছো সকলো।
ভাৰ্য্যা মই, স্বামী মোৰ বুকুৰ মাণিক
ইমানতো স্থিৰ হই পাৰো নে থাকিব?
ভগৱান! ভগৱান!
কৰপুটে নিবেদন কৰিছো তোমাক
দিয়া যেন এতিয়াও সজ মতি-গতি

( ভগদত্তই লৰি আহি মায়াৰ পদধূলি লয়।)

ভগ : আই! আই! মোৰ সেৱা লোৱা।

মায়া : ক'ৰ পৰা আহিলি সোণাই ? বাতৰি শুভ নে?

ভগ : তোমাৰ আশীৰ্বাদত সকলো শুভ আই! মই যে আজি ৰাতিপুৱাই মৃগয়ালৈ গৈছিলো । কি কি মাৰি আনিছো শুনিবা নে?শুনা — চাৰিটা ঢেকীয়াপতীয়া বাঘ , তিনিটা নাহৰ ফুটুকী আৰু দহোটা হৰিণা। হৰিণা কেইটাৰ যিহে বিয়াগোম শিং। তুমি যদি চোৱা, মই এটা বাঘ ইযালৈকে লৈ আহোঁগৈ আই!

মায়া : মই নিজেই গৈ চাম সোণ! তই কষ্ট কৰি আনিব নালাগে।

ভগ : নহয আই! মই দুখ নাপাওঁ। তুমি চাবই লাগিব । মই দাঙিব নোৱাৰিম বুলি ভাবিছা নহয় নে? তুমি অলপ পৰ ইযাতে থাকা । মই এতিয়াই আহিম।

(লৰি প্ৰস্থান)

মায়া : বীৰৰ সন্তান বীৰ। বিশ্ববিজয়ী বীৰ নৰকাসুৰ তাৰ চিন। সি জানো সাধাৰণ হ'ব? যি লাই বাঢ়িব তাৰ দুপাততে চিন। আই কামাখ্যা ! মোৰ বাছাক যেন বাপেকৰ নিচিনা মদমত্ত অহংকাৰী কৰি বিশ্বৰ অভিশাপ বহন কৰিবলৈ নিদিয়া।

(ভগদত্তই বাঘ এটা আনি মজিয়াতে থয।)

ভগ : চোৱা আই! এওঁ এজন বনৰজা । তেওঁ এতিয়া ধূলি -ধূসৰিত হৈ অনন্ত নিদ্ৰাত শযন কৰিছে । আঁতৰৰ পৰা কাঁড়েৰে মৰা নাই , যাঠিৰেও খুচি মৰা নাই। তাৰোৱালেৰেও আঘাত কৰা নাই। সমুখ যুদ্ধত, এই বাহুৰ সহায়ত মই বধ কৰিছোঁ।

মায়া : সেয়েইতো মোৰ পুত্ৰ , নৰকৰ পুত্ৰ ভগদত্তৰ উপযুক্ত কাৰ্য্য । ঈশ্বৰে তোৰ কুশল কৰক।

ভগ : ঈশ্বৰ! ঈশ্বৰ কোন আই! তেওঁ ক'ত থাকে?

মায়া : যি তোক,মোক , তোৰ দেউতাৰক সকলোকে সৃজন কৰিছে- তেৱেঁই ঈশ্বৰ । তেওঁ সকলোতে থাকে , সকলোকে কৰে , সকলোকে দেখা পায।

ভগ : তেওঁক সৃজন কৰিলে কোনে আই?

মায়া : তেওঁক আৰু সৃজন কৰোঁতা কেওঁ নাই। তেওঁ নিজেই নিজেই সৃষ্টিকৰ। তেওঁতেই আদি আৰু তেওঁতেই অন্ত । তেওঁৰ আদেশমতে আকাশত জোন-বেলিযে পোহৰ দিয়ে , মেঘে বৰষুণ দিয়ে, পৃথিৱীযে ফল-ফুল-শস্য দিয়ে। তেওঁৰ ক্ষমতা অসীম। তেওঁৰ মহিমাৰ অন্ত নাই। তেওঁৰ প্ৰতি সদায ভক্তিমান হবি সোণ!

ভগ : তেওঁ কি কৰিলে ভাল পায় আই?

মায়া : ন্যায় পথত থাকিলে, বিবেকৰ সজ পৰামৰ্শমতে কাম কৰিলে, তেওঁৰ প্ৰতি অচলা ভক্তি ৰাখিলে তেওঁ জীৱক অসত্যৰ পৰা সত্যলৈ, আন্ধাৰৰ পৰা পোহৰলৈ, মৃত্যুৰ পৰা আমৰত্বলৈ বাট দেখুৱাই লৈ যায়।

ভগ : কি কৈছা মই দেখোন ভালকৈ বুজি পোৱা নাই।

মায়া : এইবোৰ কথা বুজিবলৈ বৰ টান, আকৌ চাবলৈ

গ'লে নিচেই সহজ । বাৰু আজি নিশা সকলোবোৰ কথা ভালকৈ বুজাই দিম।

**ভগ** ঃ দিবা আই। ভালকৈ বুজাই দিবা। মই ঈশ্বৰৰ প্ৰিয়কাৰ্য্য কৰিবলৈ চেষ্টা কৰিম ।আজিৰ পৰা মোক এনে শিক্ষা দিবা আই , যি শিক্ষাই ঈশ্বৰক সন্তুষ্ট কৰে, তোমাক আৰু দেউতাক গৌৰৱান্বিত কৰে, মোক অমৰ কৰে ।

**মায়া** ঃ নিশ্চয় দিম। মই সঁচাকৈয়ে কৈছোঁ সোণ। মাতৃৰ আশীৰ্বাদিত ভগদত্ত অমৰ হ'ব।

**ভগ** ঃ এতিয়া বাঘটো থৈ পহু এটা আনোঁগৈ। ( বাঘটো তুলি কান্ধত লয।

**মায়া** ঃ ব'ল ময়ো তোৰ লগত গৈ চাওঁ।

**ভগ** ঃ আহাঁ তেন্তে আই। এখন মৰা জন্তুৰ পৰ্বত চাব পাৰিবা।

( ভগদত্তই মাযাক কাপোৰৰ আঁচলত ধৰি লৈ যায়)

# তৃতীয় দৰ্শন

## বৰলুইতৰ দাঁতি

দূৰৈত কামাখ্যা মন্দিৰ অস্পষ্টভাৱেদেখা গৈছে । মন্দিৰলৈ উঠা বাটৰ এক অংশ ভালদৰে দেখা যায়। আকাশত ৰঙামুখে ৰঙা বেলিয়ে বিদায মাগিছে ।লুইতৰ জিলমিল্ ঢৌত ৰংচুৱা কিৰণ - মালাই নাচিব লাগিছে। এনে সময়তে হাতত কমণ্ডলু লৈ ধীৰ - স্থিৰ গম্ভীৰ হৈ ভক্তি গদ -গদভাৱে বশিষ্ঠৰ গীত গাই প্ৰৱেশ।

------বৰগীত---

ৰাগ-সিন্ধুড়া , তাল- যতি

**ধ্ৰুং ঃ** কেলি কৰে বিৰিন্দাবনে মোহন গোপাল।
খেলে সংগে ৰংগে ধংগে ব্ৰজেৰ ছৱাল।।
কেহো কেহো নাচে হাসে কেহো বায বেণু।
বাঁশীৰ স্বৰে নাম ধৰিয়া ডাকিযা আনে ধেনু ।।
পঞ্চম উচ্ছায়া বেণু বায যদুমণি।
মদন শৰে মুৰুছি পৰে দেৱৰ ৰমণী।।
গোপন সংগে ধেনু চৰাৱে হৰি জগতৰ পতি ।
গগনে দেৱতাগণে কৰে স্তুতি -নতি।।
অন্যো-অন্যো মাতিযা বলে অমৰগণ।
ত্ৰিভুবন জিনি শোভা কৰে বৃন্দাবন।।

(চাৰিওফালে থকা পৰ্বতৰ টিঙৰ মন্দিৰবোৰত সন্ধিয়াৰ আৰতি-দবা, শংখ -কাহ আদি বাজি উঠে। বশিষ্ঠই ভক্তি ভাৱে প্ৰণাম জনায়।)

**বশিষ্ঠ** ঃ কি সুন্দৰ প্ৰাগজ্যোতিষপুৰ নগৰ। প্ৰকৃতিৰ উপবন, পৃথিৱীৰ নন্দন - কানন। প্ৰত্যেক পৰ্বতৰ টিঙত , লোহিত্যৰ বুকুত , পুৱে- পশ্চিমে উত্তৰে-দক্ষিণে একোখনি তীৰ্থস্থান।প্ৰত্যেকেই যেন একোখনি স্বৰ্গৰ দুৱাৰ। সৌৱা নীলাচল , আই ভৱানী কামাখ্যা গোসাঁনীৰ মহাপীঠ। ( প্ৰণাম কৰে) ওপৰত ভুৱনেশ্বৰী মাতৃৰ আকাশলংঘা মন্দিৰ।সৌৱা ব্ৰহ্মপুত্ৰৰ বুকুত যোগেশ্বৰ মহাদেউৰ ভস্মাচল। মাতৃহন্তা পৰশুৰামে হাতৰ তেজৰ চেকা ধুই মুক্তি পোৱা এযে সেই পৱিত্ৰ লৌহিত্য । মোৰ কনিষ্ঠ ভ্ৰাতা- পিতৃদেৱতা ব্ৰহ্মাৰ মানসপুত্ৰ ।কল কল ৰৱে আজিও গাইছে সেই পৰশুকুণ্ডৰ অপূৰ্ব মহিমা। আহিছো -মনত অনন্ত হাবিয়াস লৈ। পিতৃদেৱ সৃষ্টিকৰ্তা ব্ৰহ্মাৰ জ্যোতিষৰ মানমন্দিৰ শ্ৰীসূৰ্য্যৰ পাহাঁৰ আৰু নৱগ্ৰহৰ বিগ্ৰহ চাই আহিলো। এতিয়া একমাত্ৰ বাকী আদ্যাশক্তি মহামায়াৰ চৰণত ভক্তি পুস্পাঞ্জলি দিবলৈ তাপসৰ শান্তিপ্ৰৱাহিনী কামাখ্যা দেৱীৰ পাদোদক পিবলৈ। ( নৰকৰ প্ৰৱেশ)

**নৰক** ঃ কোন তুমি জঁটা বন্ধলধাৰী শ্ৰীমন্ত পুৰুষ?

**বশিষ্ঠ** ঃ মোৰ নাম বশিষ্ঠ বৎস।
আশীৰ্বাদ কৰিছো তোমাক।

**নৰক** ঃ আৰ্শীৰ্বাদ। আৰ্শীৰ্বাদ ।
নালাগে ।নকৰিবা আৰ্শীৰ্বাদ মোক,
নাভাবিবা দয়াৰ ভিখাৰী মই।
কোৱা প্ৰয়োজন?

**বশিষ্ঠ** ঃ কামাখ্যা মহাপীঠ দৰ্শন।

**নৰক** ঃ মোৰ বিনা অনুমতিত এই কামৰূপ ৰাজ্যত প্ৰৱেশ কৰাৰ শাস্তি কি জানা নে তপস্বী?

**বশিষ্ঠ** ঃ জানিবৰ আৱশ্যাক নকৰে বৎস।

**নৰক** ঃ তুমি বোধকৰো নাজানা ময়েই ত্ৰিলোকৰ অধীশ্বৰ বিশ্ববিজয়ী নৰকাসুৰ -- নৰকাসুৰ!

**বশিষ্ঠ** ঃ তোমাক দেখি মই বৰ সন্তোষ পাইছো।

**নৰক** ঃ সামান্য তপোবলত নৰকক অৱজ্ঞা প্ৰকাশ?

**বশিষ্ঠ** ঃ ওহোঁ কেতিয়াও নহয় বৎস । মই অতি সামান্য তপস্বী। কাকো অৱজ্ঞা কৰিব পৰা শক্তি মোৰ নাই। তুমি জানো দেৱীৰ দুৱাৰ ব্ৰাহ্মণৰ কাৰণে মুকলি কৰি ৰখা নাই বৎস?

**নৰক** ঃ ব্ৰাহ্মণ। ব্ৰহ্মণ তুমি? জানো তপস্বী ! বিশ্বগ্ৰাসী নৰকাসুৰে আজি দেৱতা ব্ৰাহ্মণ সকলোৰে মুৰত পদাঘাত কৰি সৃষ্টি ওলটপালট কৰি দিছে।তোমাৰ ইচ্ছা পূৰ্ণ নহব। তোমাক কামাখ্যা দৰ্শন সৌভাগ্যৰ পৰা মই বঞ্চিত কৰিলো।

**বশিষ্ঠ** ঃ ( নিমাত)

**নৰক** ঃ নীৰব হ'লা কিয় বশিষ্ঠ? কি কৰিবা সমিধান দিয়া।

**বশিষ্ঠ** ঃ সমাধান দিবলৈ একো নাই। দেৱী-দৰ্শন নহয় মানে মই এই ৰাজ্যৰ পৰা উলটি নাযাওঁ। তুমি যেতিযালৈ অনুমতি নিদিয়া তেতিযালৈ অপেক্ষা কৰি ৰ'ম।

**নৰক** ঃ কিমান দিন অপেক্ষা কৰিবা তপস্বী ? মোৰ জীৱন কালত সেই অনুমতি কেতিযাও নিদিওঁ। আৰু মোৰ মৃত্যুও যে নাই?

**বশিষ্ঠ** ঃ যদি ঈশ্বৰৰ ইচ্ছা তেনে হয় সেয়েই হ'ব । তুমি যিমান দিন জীযাই থাকা,সিমান দিন অপেক্ষা কৰিয়েই ৰ'ম। যাওঁ এতিয়া প্ৰকৃতি সন্তান বিহগ-বিহগীসকলৰ লগত সন্ধ্যা- ললিতা- কান্তাৰ ভক্তিবিমিশ্ৰত সুৰতে সুৰ মিলাই দি সন্ধ্যাচলত সেই শুভদিনলৈ প্ৰতীক্ষা কৰোঁগে।

(বশিষ্ঠৰ শূন্যমাৰ্গত থাকি পৱনে কৈ যায়)

**পৱন** ঃ আসুৰিক তেজত দীপ্ত হৈ আসন্ন মৃত্যুৰ সন্মুখত পৈশাচিক নৃত্য কৰিছ নৰক। ৰঘুবংশৰ উপদেশদাতা, প্ৰাতঃস্মৰণীয় শ্ৰীৰামচন্দ্ৰৰ শিক্ষাগুৰু বশিষ্ঠৰ ইচ্ছাত বাধা দি কিমান দিন ৰাখিবি? যি পৰ্য্যন্ত তোৰ এই আকাশলংঘা মইমতালিৰ ওৰ নপৰে , যিপৰ্য্যন্ত তোৰ পাপ নৰকমূৰ্তি পৃথিৱীৰ পৰা অন্তৰ্হিত নহয , সেই পৰ্যন্ত ক্ষমাৰ অৱতাৰ মুনি বশিষ্ঠ তোৰ ৰাজ্যত ৰ'ল। আজি মোৰ মুক্তিৰ কালত তোৰেই কল্যাণৰ কাৰণে কই যাওঁ--অসুৰ । এতিযাও প্ৰতিকাৰ কৰ। ইয়াৰ পৰিণাম বৰ ভযংকৰ । ( প্ৰস্থান)

**নৰক** ঃ হা হা হা ! ব্ৰাহ্মণৰ অভিশাপ ! দেৱতাৰ অভিশাপ। দিয়া, কোনে পাৰা মোৰ মূৰত আৰু অভিশাপ দিয়া। দেৱতা। সি মোৰ ওপৰত অভিশাপ নহয - কৰুণাৰ বৰ। (প্ৰস্থান)।

# চতুৰ্থ দৰ্শন

## শূন্য পথ

( গীত গাই গাই ইন্দুমতীৰ প্ৰৱেশ।)

---------- গীত------

স্বৰগত জ্বলে নৰকৰ শিখা
ইনো কি বিধান বিধাতাৰ লিখা
পাৰোঁ নে থাকিব ইয়াকো সহিব
অবিচাৰ - অপমান ,
নৰকত পচি কান্দে দেৱতাই
দেখিলে বিলাই বুকু ফাটি যায
ইমানতো তাৰ প্ৰতিকাৰ নাই
ভগৱান! ভগৱান!
দিযাগে শকতি, দিয়াহে ভকতি
কান্দি কান্দি কান্দি গুচাওঁ দুৰ্গতি
চাওঁ কিনোদৰে পাৰে বসুমতী
ৰুধিব প্ৰলয -বান।

**আকাশবাণী** ঃ নাগাবা , নাগাবা দেৱী শোকৰ সংগীত
ভাহিছে ব্ৰহ্মাণ্ড তযু চকুৰ পানীত।
পূৰ্ণব্ৰহ্ম ভগবান কৃষ্ণ অৱতাৰ
অচিৰতে মুক্তিলাভ হ'ব দেৱতাৰ।

**ইন্দু** ঃ পৱিত্ৰ আকাশবাণী!
শিৰ পাতি ললো মই নিদেৰ্শ তোমাৰ । (প্ৰস্থান)

# পঞ্চম দৰ্শন

## কামাখ্যা পৰ্বতৰ নামনি

পৰ্বতলৈ উঠা খটখটীৰ ওচৰত এজোপা ডাঙৰ গছ। ওপৰত দেৱী মন্দিৰৰ এক অংশ ৰিনিকি ৰিনিকি দেখা যায। ভিতৰত শিল ভঙা , শিল পৰা আদি শব্দ । হাজাৰ হাজাৰ বলৱন্ত অসুৰে কাম কৰাৰ উমান পোৱা যায়। মাজে মাজে ভিতৰত কাম কৰা জোৰৰ পোহৰ। এইফাললৈকো আহে । অন্ধকাৰ পুৱতি নিশা। এজন বুঢ়া আৰু এজন ডেকা অসুৰৰ চুচুকচামাচক কৰি প্ৰৱেশ।

**১ম অসুৰ** ঃ তোৰ বুধিটো হ'লে বৰ শলাগিবছোঁ পাই । তই সেই জোৰগছ নুমুৱাই নিদিযাহেতেন কাৰ সাধ্য আছে দেৱজিৎ সেনাপতিৰ চকুত ধূলি দি পলাব? উঃ । কান্ধ দুখন তেনেই গেল্সি গ'ল বোপাই- সেই জযধন শিলবোৰ কঢ়িযাই । ভাল নৰকাসুৰৰ ৰাজ্যত উপজিছিলো ঐ। গধূলিৰে পৰা যদি এক্ষন্তেক জিৰণি পালো ইপিনে বোলে আন শিলটো - সিপিনে বোলে ধৰ এইপাট। এই ছকুৰি হাজাৰ অসুৰকনো এনেকৈ গৰু খটাব লাগে নে? উ উ: উ - দেহি ঐ।

**২য় অসুৰ** ঃ এৰা মোৰ বান্ধ । নকবি আৰু। আমাক আৰু কিহে পালে ক'ব নোৱাৰো । ৰণ কৰা, যুজ দিযা বুজিলো। এইখন আকৌ নলগা জেগাত হাত দিবৰ সকাম কি? আজি বোলে - দে কামাখ্যালৈ উঠা বাটটোত শিলৰ খটখটী বান্ধি - সিও আকৌ একেটা নিশাতে - কুকুৰাই দিবলৈ নৌ পাওঁতেই বান্ধি অটাব লাগিব। লাগিলে কাইলৈ ক'ব বোলে - দে বৰলুইতৰ ওপৰেদি সাঁকো এখন একে পৰৰ ভিতৰত । এঃ ! এনে অতপালি হ'লে এইখন দেশত আৰু কেনেকৈ থাকিব?

**১ম অসুৰ** ঃ এৰা পাই! মোৰ হ'লে আজি বৰ তিতা লাগিছে

দেই। কিবা বোলে নে--( এনেতে নেপথ্যৰ পৰা ৰঙা পোহৰ গাত পৰাত সেই ফাললৈ চকু যায়। ) হেৰৌ মেমেৰা। তত ল, তত ল । সৌজাক দেখিছ? কমেও এহেজাৰ জোৰ লগাই কেনেকৈ ধুমুহা আহাদি আহিছে? খালে বাপেকে , ইহতকো আজি । মানুহজাকৰ কথা বা কি , বতৰা বা কি -- এতিয়া শিল বোৱাই ধুনিব নহয়।

**২য় অসুৰ :** হয় পাই । ইস্ ইস্ ইস্ । (কিবা দেখি) ঔ কথা । বিষমেই। সৌ দুটা পহৰীযা দেখিছ? পলৰীয়া বিচাৰি পিতপিতাই ফুৰিছে । আমাক হ'লে পালেই আৰু । পালেহিযেই - এইখিনিতে আৰ হৈ থাকো আহ। হে কামাখ্যা গোসাঁনী।

( অলপ পৰ চোপা লৈ থাকে । এনেতে বৰ ডাঙৰ শিল এটা বাগৰাৰ ভীষণ শব্দ হয় -- প্ৰায বজ্ৰ পৰাৰ নিচিনা । অসুৰ দুটাই ভীষণ চকু খাই উঠে।)

**১ম অসুৰ :** শুনিলি ? সেইটোনো কম শিল বগৰালেনে? তাৰ হেচাত চাগৈ তোৰ মোৰ নিচিনা কিমান কুকুৰ ধুলিৰ পেটু ওলাল। উঃ কটা গাহৰিৰ পো কুকুৰা কেইজনীনো আজি ক'ত মৰিলগৈ দে বাপেকে মাত এটা মাতি --লেঠা মৰি 'ক । আগৰ হিচাপেৰে হ'লে গধূলিৰে পৰা এতিযালৈকে এনিশাহে নালাগে সানিশামান পৰ হ'ল -- নহয় নে অ'?

**২য় অসুৰ :** এঃ কেলেই নহয আকৌ । মোৰ মনেৰে হ'লে কোনোবা দেৱতাইহে চৰকান্ত কৰি বেলিটোক বান্ধি থৈছে দেই । নহ'লে কোন কাহানিয়েই ৰাতি পুৱাব লাগিছিল।

**২য় অসুৰ :** এৰা! ভোকটোলৈ চাই , মোৰ হ'লে এমাহ নোখোৱাকৈ থাকিলেও এনেপাট ভোক নালাগে পাই। ( অলপ ভাবি) আৰু এবাৰ ভাবো -- কিজানি কামাখ্যা গোসানীয়েই মন পৰিতৰ্পন হৈ ৰাতি পুৱাবলৈ দিয়া নাই। মাইকীৰ মনৰ কি তলানলা পাবি? এতিয়াই বোলে ছেই ছেই-- আকৌ খন্তেকতে বোলে ঔস ঔস । গাতেই নাপাইছ? গোসাঁনী হ'ল বুলি আৰু কিবা হেৰি নে?

**২য় অসুৰ :** এঃহয়তো। পিছে -- হেৰিয়া ঔ ! কথাষাৰ ভাল মনত পৰিল। কামাখ্যালৈ ৰজাই শিলৰ খটখটী বন্ধাব বুলিহে জানিলো -- কিন্তু কথাষাৰৰ সম্ভেদটো হ'লে নেপালোঁ। তোকে সোধোঁ বুলি --

**১ম অসুৰ :** ( কথাৰ ওপৰতে) এঃ শুনা এতিয়া ! কিবা বোলে নে ক'ৰ পৰা আহিলি , ক'ত দিলি ভৰি , চোতালখন ফাটি গ'ল চেৰ চেৰ কৰি ।তোক যে ঘৈণীয়েৰে 'ভেলেকা ডেকা' বুলি জোকায় , জোকাবই পায়। তইনো এইষাৰ কথাৰে গম নাপালি নে পাই?

**২য় অসুৰ :** এ. নাজানো দেখিতোন সুধিছোঁ আকৌ !

**১ম অসুৰ :** ৰ আকৌ । ক'ব তো পাৰোবেই । পিছে আমি কথাত লাগিলে কোনোবা ফালেদি পালি -পহৰীয়াই পায়হি বুলিহে ভয় ।

**২য় অসুৰ :** পায় পাব দে। কি ৰজাৰ ধাৰাসোপা খাইছো আমি? সিহতেও আমাৰ নিচিনা বাপেকে কামৰ কোবত পলাবলৈ চেলু বিচাৰি ফুৰিছে। ( আকৌ এটা ভীষণ শিল বাগৰে)

**১ম অসুৰ :** আৰু এটা ! আজি খটখটীৰ লগত শিলকে অন্ত কৰিব যেন পাওঁ বাপেকে। শুন - কওঁ চুম্বকতে। পিছে চকুৰে -কাণে তত ৰাখিবি দেই। আমাৰ ৰজা নৰকাসুৰ আজি পৰ্বতৰ ওপৰলৈ গৈছিল। সেই সময়ত কামাখ্যা দেৱীযেও তেওঁৰ সহচৰী জয়া - বিজয়াক লৈ হাৱা খাই ফুৰিছিল। পৰিল বাপেকে ৰজাৰ চকুত । পৰা মাত্ৰেই তেওঁৰ মনটো লাগিল কেনেবা। বুঢ়াৰ হাতৰ পৰা চেঙেলী যায় ক'লৈ য় তৎক্ষণাৎ কামাখ্যা দেৱীক বাট আগচি ধৰি ৰজাই বিবাহৰ প্ৰস্তাপ জনালে। কতনো মৰ,কতনো তৰ বাপেকে ? তেওঁ হ'লদেৱী আৰু এওঁ হ'ল অসুৰ।

**২য় অসুৰ :** তাৰ পিছে? তাৰ পিছে ?

**১ম অসুৰ :** তাৰ পিছে আৰু কি হ'ব? এই বাৰ কিন্তু পৰিল শালে-শিঙীয়ে।

**২য় অ :** হয় নেকি? কি হ'ল বেগতে ক।

**১ম অসুৰ :** দেৱীও কম নহয়-- ৰজায়ো নেৰে । গোসাঁনীয়ে তেতিয়া ঠাইতে এটা ব্যৱস্থা কৰি পেলালে। যদি একে নিশাতেই -- কুকুৰাই ডাক নৌ দিওঁতেই আমাৰ ৰজাই তেওঁৰ পৰ্বতলৈ উঠা আলিটো শিলেৰে বান্ধি দিব পাৰে তেন্তে তেওঁ ৰজাত বিয়া বহিব পাৰে। কিন্তু কেনেবাকৈ যদি চুলি এডালৰ সমানো ইফাল সিফাল হয় তেন্তে নেচেল। ৰজাই হেনো তিনি সইত খাই সেই প্ৰস্তাপতে মান্তি হৈ আহিছে। সেয়েহে ইমান লৰালৰি । এতিয়া খাই শলীয়া ডালত উঠিল, কাথিচেলেকা আমাৰ মৰণ মিলিল।

**২য় অসুৰ :** ইয়াকেই বোলে দুষ্টৰ লটপট , শান্তৰ মৰণ। কি তিৰী আকলুৱা ৰজা ঔ ! বন্দীশালত দেখোন নগদ ষোল হাজাৰ তীখা যেন গাভৰু আছেই । তাৰ ওপৰঞ্চি ইপিনে কৰেঙতো আমাৰ দীপলিপ মায়া দেৱীকে আদি কৰি কাণী লিগিৰীৰ পাটিগাভৰু জীয়েক দুজনীলৈকে লেখি নিলে দেখোন সিপিনেও ওঠৰ হাজাৰমান ওলায়। আমাৰ দেখোন এজনীতে

ৰাপ নোহোৱা হ'লহি। ৰজাৰনো ইমানবিলাকতো হেপাহ নপলায় নে? এইদৰে বাটে পথে তিৰী আকলুৱা হৈ ফুৰাৰনো সকামটো কি?

**১ম অসুৰ** : নকবি, হেৰৌ নকবি। কেনোবাই ক'ৰবাত শুনিলে থিয়ৈ থিয়ৈ পোতা যাবি।

( দুযোফালৰ পৰা জোৰৰ পোহৰৰ আভাস পোৱা যায়। ভিতৰত ৰজাৰ আগমনৰ শব্দ । বহুত মানুহৰ সমাগম বুজা যায়। অস্ত্ৰৰ ঝনঝননি।)

**২য় অসুৰ** : মৰাহে বুলিছ! সৌৱা চা- এইপিনেও আৰু এজাক — সেনাপতিযে নে চেনাপতিযেই কাঁড অহাদি আহিছে। কোনবা ঐ সৌকেইটা। আগৰটো বৰসেনাপতি যেনহে পাওঁ। আমাৰ সমুখতে হবহি এতিযা । কি কৰ? কলৈ পলাওঁ? ঐ মোৰ বুকুৰ ডিলিম্বী । তোক আৰু চাবলৈ নাপালো।

**১ম অসুৰ** : হেৰৌ নিচিএৰিবি — নিচিএৰিবি । ঠাইতে মৰভাও জোৰ - মৰাভাও জোৰ । কেলঢেং দি পৰি থাক। নহ'লে গলি বাপেকে।

( নিজে মৰাভাও জোৰে — আনটোকো বগৰাই দি মৰা সৈন্যৰ দৰে পৰি থাকে। ক্ষন্তেকৰ পিছতে সৈসনিক নৰকাসুৰৰ ব্যগ্ৰভাৱে প্ৰৱেশ।)

**নৰক** : কোন সেইবোৰ ? দেৱজিৎ ।—

( দেৱজিতৰ ব্যগ্ৰভাৱে প্ৰৱেশ। দুটা অসুৰো জ্বলা জোৰ দুটা লৈ পাছত থিয় হৈ থাকে।)

**দেৱ** : সম্ৰাট ! মই নিজেই আপোনাক বাট দেখুৱাই নিবলৈ আহিছো। চাওকহি এৰা , বিশ্বকৰ্মাৰ দিহামতে কি বিদ্যুৎ বেগেৰে কাম চলিব লাগিছে। আপোনাৰ আদেশ অনুযায়ী এটা অসুৰকো পানী এটুপি পিবলৈ আজৰি দিয়া নাই । টেঁটু ফাটি মৰিছে যদিও চাবলৈ সময় নাই। এই মাত্ৰ চৈধ্য শ অসুৰে ধৰাধৰি কৰি এটা এশ ঐৰাৱততকৈয়ো গধুৰ —

**নৰক** : ( বাধা দি ব্যস্তভাৱে) ৰবা এক্ষন্তেক । আগেয়ে কোৱা — নিশা আৰু কিমান বাকী আছে? বিশ্বকৰ্মাই কি কৰিছে? খটখটীৰ কিমানখিনি বন্ধা হ'ল ?

**দেৱ** : সৌৱা পৰ্বতৰ শিখৰত— দেৱশিল্পী নিজেও হাতে -কামে ব্যস্ত । মোৰ হিচাপমতে— মাজনিশা উকলিছে মাথোন। নিশা আৰু আধাখিনি বাকী আছে। খটখটীও প্ৰায় সজোৱা হ'লেই বুলিব পাৰি । কমেও তিনিভাগ বন্ধোৱা হৈছে— আৰু এভাগ বাকী । যি প্ৰচণ্ড বেগত কাম চলিছে আৰু সৰহ বেলি নালাগিব।

**নৰক** : আৰু কুকুৰা? কি ব্যৱস্থা কৰিলা সিহঁতৰ কণ্ঠৰোধ কৰিবৰ?

**দেৱ** : অসুৰ সম্ৰাট । পূবে নৱগ্ৰহ পৰ্বতৰ পৰা পশ্চিমে কৃষ্ণবক্ষা নৈলৈকে , উত্তৰে দীৰ্ঘেশ্বৰী , মণিকৰ্ণেশ্বৰকে ধৰি , দক্ষিণে সুদূৰ সন্ধ্যাচললৈকে এই গোটেই খণ্ডৰ ভিতৰত কুকুৰাহে নালাগে কুকুৰাৰ ঘোলা কণী এটা পৰ্য্যন্ত বাকী ৰখা নাই। সমস্ত চুচি-মচি আনি কাটি-ছিণ্ডি ব্ৰহ্মপুত্ৰৰ সোঁতত ভহাই দিছো।

**নৰক** : সঁচাকৈয়ে নে?

খটখটী তিনি ভাগ বন্ধা হই গ'ল।<br>
নিশা এতিয়াও আধা হই গ'ল।<br>
নিশা এতিয়াও আধা বাকী।<br>
কুকুৰাও সবংশে নিৰ্মূল।<br>
চমৎকাৰ।<br>
দেৱজিৎ।<br>
ধন্য তুমি কাৰ্য্যাধ্যক্ষ মোৰ<br>
নৰকৰ যোগ্য সেনাপতি।<br>
ভাষা নাই এই আনন্দৰ।<br>
এতিয়া-<br>
কামাখ্যা বৰদে দেৱী<br>
নীলপৰ্বতবাসিনী।<br>
লোৱা চাই নৰকৰ দোৰ্দণ্ড প্ৰতাপ।<br>
অসম্ভৱো কৰিলোঁ সম্ভৱ।<br>
এইবাৰ নহ'লা নে তুমি<br>
অসুৰৰ পালংকশায়িনী?<br>
মহিষ অসুৰ বধি খৰ্গ-আঘাতত<br>
অবাবতে ৰক্তবীজ কণ্ঠচ্ছেদ কৰি<br>
যি দৰ্পত শাসি ফুৰা কৌটি ব্ৰহ্মাণ্ডক<br>
সেই দৰ্প- অন্তহীন সৌন্দৰ্য্য-সুষমা<br>
বান্ধি থ'ম অসুৰৰ বিলাসকক্ষত।<br>
যি দৰ্প- অন্তহীন সৌন্দৰ্য্য-সুষমা<br>
বান্ধি থ'ম অসুৰৰ বিলাসকক্ষত।<br>
যি দেব-যৌৱন তৱ অনন্ত অক্ষয়<br>
গৰ্বত নৰ্তন কৰে বক্ষত তোমাৰ-

(নেপথ্যত কুফুৰাই ডাক দিয়ে।)

ক্ষন্তেকত কি ঘটিল?

(দেৱজিৎ আদি সকলো আতংকিত)

দেৱজিৎ! দেৱজিৎ

(দেৱজিতে পলকতে কুকুৰাৰ অনুসৰণ কৰিবলৈ গ'ল)

ধৰা,ধৰা শীঘ্ৰ<br>
বধ কৰা ততালিকে দুৰন্ত পক্ষীক।

পশু হ'ল - পশু হ'ল - বুৰিল সকলো।
হ'ল মোৰ সৰ্বনাশ
দৰ্পনাশ নহ'ল দেৱীৰ।
ইকি দোৰ্ঘোৰ অন্যায়-
ইকি দোৰ্ঘোৰ অন্যায়-
ইকি অসম্ভৱ কথা
অকাল-বোধন আজি কাৰ ছলনাত।
কাৰ আজি ইমান সাহস।
বুজিছোঁ নিশ্চয়-
দেৱতাই ষড়যন্ত্ৰ কৰিছে দোৰ্ঘোৰ।
(ৰাঙলী তৰোৱাল আৰু কটী টুকুৰা লৈ দেৱজিতৰ প্ৰৱেশ)

নৰক ঃ দুষ্ট পক্ষী। কালশত্ৰু মোৰ।
দুস্বপ্নত অভিভূত হই-
ভাঙি দিব খোজ মোৰ সুখৰ সপোন?
দেৱজিৎ। আছে নিশা বাকী
উষাৰ উদয়াচল-
এতিয়াও ঘোৰ অন্ধকাৰ।
নাই ভয়, চিন্তা নকৰিবা
কেতিযাও-
নৰকৰ ই প্ৰতিজ্ঞা অথলে নাযায়।
যোৱা তুমি কাৰ্য্যক্ষেত্ৰলৈ
বান্ধাগই খটখটী বিদ্যুৎ বেগেৰে।
(দেৱজিতে পাক লওঁতেই চাৰিওফালৰ পৰা অসংখ্য কুকুৰাই একেলগে মাতি উঠে।)

নৰক ঃ দেৱজিৎ। ইকি হ'ল।
ইকি হ'ল । অ-ক-স্মা-ৎ-

আকাশবাণী ঃ উষাদেৱী লগ্নমতে বহিছে পাটত।
চা সৌৱা - আতৰিল মেঘ -যৱনিকা
(হঠাতে ৰঙ্গমঞ্চ পোহৰ হৈ উঠে)
মাৰ্তণ্ডই লভিলে মুকুতি
নহ'ল অসুৰ তোৰ কাৰ্য্য সম্পূৰণ।
অবাবতে অখ্যাতি আজিলি
কামাখ্যাত লোভ কৰি ব্যৰ্থ আস্পৰ্দ্ধাত
ওচৰতে মৰণ মাতিলি

নৰক ঃ দে-ব-জি-ৎ। দিয়া মোক বাহুৰ আশ্ৰয়।
(পৰি যাব খোজে -দেৱজিতে ধৰোঁ)
-ঐক্যতান-

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### দ্বাৰকা - শ্ৰীকৃষ্ণৰ প্ৰমোদ কুঞ্জ

শ্ৰীকৃষ্ণ আৰু সত্যমাভাই দুবৰি বনৰ বেদীত বহি পাশা খেলি আছে। দুজনী লিগিৰীয়ে চোঁৱৰেৰে বিচি থাকে। চৌপাশে অসংখ্য ফুল সিঁচৰিত হৈ পৰি আছে। বসন্ত কাল। প্ৰকৃতি ৰাংঢালী। প্ৰত্যেকজোপা ফুলগছেই নতুন পাত আৰু ফুলেৰে ৰমকজমক হৈ পৰিছে। কুঞ্জৰ আঁৰে আঁৰে কুলি, কেতেকী, দহিকতৰাৰ সুললিত গীতৰ প্ৰতিধবনি উঠিছে।

সত্য ঃ প্ৰাণনাথ।
বাৰে বাৰে ঘটিছা কেৱল,
চোৰাঁ, এইবাৰো জিকিলোঁময়েই।
(পাশা মাৰে)

শ্ৰীকৃষ্ণ ঃ প্ৰিয়তমা সত্যভামা।
ভাগ্যবলে কথমপি জিকিলা দুবাৰ।
সেইদেখি - ভাবিছা হবলা
চিৰকালে তুমিয়ে জিকিবা?
চোৱা, এইবাৰ জয হ' মোৰ।
(পাশা মাৰে)

সত্য ঃ অসম্ভৱ জয়লাভ মুখৰ কথাৰে।
এই চোৱা জিকিলোঁ ময়েই।

শ্ৰীকৃষ্ণ ঃ সেই বাবে নাই একো ভয়ৰ কাৰণ।
(পাশা মাৰে)
তুমিয়েই ভাগ্যলক্ষ্মী জয়লক্ষ্মী মোৰ-
হৃদযৰ একমাত্ৰ অধিষ্ঠাত্ৰী দেৱী।
থাকিলে কাযত তুমি-
আন লক্ষ্মী নকৰোঁ কামনা
(পাশা মাৰে)

সত্য ঃ নিদাৰুণ।
দোৰ্ঘোৰ কপট তুমি।
কোনমুখে কোৱা আজি কথা তেনেকুৱা?
কুণ্ডিলকঁৱৰী সেই ৰুক্মিণী সতিনী
মোতোকই বেছি আদৰৰ।
সিদিনা মাথোন-
দেৱৰ্ষিয়ে আনি দিয়া পাৰিজাত পাহি
আথেবেথে তুমি যাক দিছিলা পিন্ধাই
কোন সেই ভাগ্যৱতী কোৱা জনাৰ্দন?
এই সত্যভামা নে সেই ৰুক্মিণী?

শ্ৰীকৃষ্ণ ঃ বুজিও নুবুজা তুমি কিয় সুবদনী?
একেপাহ পাৰিজাত দেৱৰ্ষিয়ে দিয়া
শোবা কৰে ৰুক্মিণী -খোপাত,
মানি ললোঁ সেই কথা অতি সঁচা বুলি
কিন্তু মই তেতিয়াই দিলোঁ প্ৰতিশ্ৰুতি,

অলপতে স্বৰ্গযাত্ৰা কৰি
দেৱৰাজ ইন্দ্ৰকো পৰাজি
গছে-মূলে পাৰিজাত আনি
ৰুই দিব সযতনে যাৰ দুৱাৰত
নহয় নে সেইজনা
প্ৰিয়তমা সত্যভামা মোৰ?
নিমাত এতিয়া কিয় হ'লা সুলোচনে?

**সত্য ঃ** থাকক সিকথা বাৰু
মাৰা পাশা পুনৰ্বাৰ।

**শ্ৰীকৃষ্ণ ঃ** (পাশা মাৰে)

(দুৱৰীয়ে আহি সেৱা জনায)

**দুৱৰী ঃ** যে দ্বাৰকেশ্বৰ।
ৰই আছে দুৱাৰত দেৱাবালা এটি।
সুধিছিলোঁ পৰিচয়, একোকে নকয়
মাগে মাথোঁ দৰশন ৰাতুল চৰণ।

**শ্ৰীকৃষ্ণ ঃ** পাব পাৰে দৰশন ইয়াতেই মোক
আহিবলে' দিছোঁ অনুমতি।

**দুৱৰী ঃ** তুলি ললোঁ আদেশ শিৰত।

**শ্ৰীকৃষ্ণ ঃ** এইবাৰ চোৱা, হ'ল মোৰ জিত।

**সত্য ঃ** কথমপি জিকিলা কিঞ্চিৎ।
ইমানতে আজিলই বাৰু
সামৰণি পৰক খেলৰ।

**শ্ৰীকৃষ্ণ ঃ** নাই মোৰ অলপো আপত্তি।

**সত্য ঃ** কোনে বাৰু কিনো কাৰণত
মাগিছেহি দৰশন নাথ?

**শ্ৰীকৃষ্ণ ঃ** ধৈৰ্য্য ধৰা ক্ষন্তেক সময
বুজি পাবা নিজেই সকলো।

**সত্য ঃ** আহি পালে সৌৱা।

(ইনুমতীৰ প্ৰৱেশ)

**ইন্দু ঃ** উভয়ৰে চৰণত
প্ৰণিপাত শত কোটিবাৰ।

**শ্ৰীকৃষ্ণ ঃ** যৌৱনৰ পাটৰাণী দেৱী সন্ন্যাসিনী
কোন তুমি দিয়া পৰিচয়।

**ইন্দু ঃ** বঢ়িয়া প্ৰশ্ন
যদি জানিব খোজা যদুপতি।
তেন্তে শুনা,-
পিতৃহীনা অনাথ বালিকা
আজি এই দেৱৰ জীয়ৰী
ভিখাৰিণী তোমাৰ দ্বাৰত

**শ্ৰীকৃষ্ণ ঃ** কোন তোমাৰ পিতা?

**ইন্দু** ঃ ক'ম, যদি মোক ভিক্ষা দিয়া তেন্তে সকলো কম। কোৱা যদুপতি। দিবা নে ভিক্ষা?

**শ্ৰীকৃষ্ণ** ঃ কোৱা, লাগে কি ভিক্ষা?

**ইন্দু** ঃ আগেয়ে কোৱা দিবা নে নিদিয়া,তাৰ পিছত ক'ম। যদিদিবৰ শক্তি নাই-নহয়, শক্তি তোমাৰ আছে, যদি ইচ্ছা নাই তেন্তে স্পষ্ট কথা কৈ দিয়া, গুচি যাওঁ।

**শ্ৰীকৃষ্ণ** ঃ নাম নুশুনিলে একো ক'ব নোৱাৰোঁ।

**ইন্দু** ঃ তেন্তে ভিখাৰিণীক বিমুখ কৰি খেদি দিবা? বৰ আশা কৰি আহিছিলোঁ তোমাৰ কাষলৈ। সপোনতো ভবা নাছিলোঁ এনে কাঠসমিধান পাম বুলি। একে আষাৰ কথাতেই সকলো শেষ কৰি দিলা। সোণৰ সপোন মোৰ -নিৰাশাত বিলীন কৰি দিলা যদুপতি।

**সত্য** ঃ ভিক্ষাৰীক বিমুখ কৰিব নাপায় নাথ।

**শ্ৰীকৃষ্ণ** ঃ কি কৰিবা সত্যভামা? দেৱবালা। আন উপায় সম্প্ৰতি নাই।

**ইন্দু** ঃ ইমান নিদাৰুণ। বামন অৱতাৰত যিজনাই বলিৰ পৰা তিনি পদ ভূমি ভিক্ষা কৰিছিল, সেইজনাৰে তুমি পূৰ্ণ অৱতাৰ নোহোৱা নে? উস্। সিও এদিন আৰু ইও এদিন। অভাগিনীৰ অদৃষ্টৰ ফলত আজি হিমালয়ত অগৰু নাই, সাগৰত পানী নাই, পুৰুষপ্ৰধান ভগৱান শ্ৰীকৃষ্ণৰ এটি সামান্য ভিক্ষা দিবলৈ কৰুণা নাই। ইয়াতকৈ আৰু পৰিতাপৰ বিষয় কি হ'ব পাৰে? যাওঁ গোপীনাথ। মোৰ সেৱা গ্ৰহণ কৰা। (সেৱা কৰি যাব খোজে)

**সত্য** ঃ (উঠি গৈ ইন্দুৰ হাতত ধৰি) নাযাবা ভনীটি। মই তোমাক যি লাগে তাকে দিম।

**শ্ৰীকৃষ্ণ** ঃ তাৰ আগেয়ে ভাবি চাবা সত্যভামা।

**সত্য** ঃ ভাবিবৰ একো নাই নাথ।

**ইন্দু** ঃ পাৰিবা নে মাতৃ তুমি?

**সত্য** ঃ নোৱাৰিম কিয় ভনীটি? দেৱৰাজ ইন্দ্ৰৰ নন্দনবনৰ পৰা পাৰিজাত পুষ্প আনি দুৱাৰত ৰুব খুজিছোঁ। তাতকৈও নোৱাৰা বস্তু নে?

**ইন্দু** ঃ তাতোকৈ দুৰ্লভ। যিজনৰ ভৰিৰ তলত আজি দেৱৰাজ ইন্দ্ৰৰো মুকুট বাগৰিছে, মোক লাগে সেই দেৱ দ্বিজ-ৰমণীৰ উৎপীড়ক নৰকাসুৰৰ তেজ।

**শ্ৰীকৃষ্ণ** ঃ নৰকাসুৰ যে মোৰ পুত্ৰ। পিতাৰ কাষলৈ আহিছা পুত্ৰৰ তেজ বিচাৰি - কোন তুমি ৰাক্ষসী?

**ইন্দু** ঃ মই ৰাক্ষসী নহওঁ। পীতাম্বৰ। শান্তিৰ সুশীতল ছায়া ভিখাৰিণী। নৰকাসুৰৰ প্ৰতি খোজত আজি ব্ৰহ্মাৰ ব্ৰহ্মাণ্ডই টলবল কৰিছে। দেৱতাৰ দেৱভূমি আজি নৰকৰ পদানত, দেৱৰাজ ইন্দ্ৰ নৰকৰ কৃপা-ভিখাৰী, বৰুণ ছত্ৰধাৰী, পৱন চোঁৱৰধাৰী, বিশ্বকৰ্মা নৰকৰ দুৰ্গনিৰ্ম্মাতা আৰু দেৱমাতা অদিতি নৰকমাতা ধৰিত্ৰীৰ পৰিচালিকা। স্বৰ্গ-মৰ্ত্য-পাতাল সকলোতে আজি

দোর্ঘোৰ অৰাজকতা। হিমাদ্রি প্রদেশৰ পৰা ষোড়শ হাজাৰ কুমাৰী হৰি নি নৰকে বন্দিনী কৰি ৰাখিছে। সিহঁতৰ তপ্ত অশ্রুজলেও তোমাৰ আসন চলাব নোৱাৰিব নে জগন্নাথ? কেৱল নৰকেইতো তোমাৰ আসন টলাব নোৱাৰিব নে জগন্নাথ? কেৱল নৰকেইতো তোমাৰ পুত্র নহয়। ব্রহ্মাণ্ডৰ সকলো জীৱই তোমাৰ পুত্র-পুত্রী। আজি যদি এজনৰ অকল্যাণত বিশ্বৰ সকলোৰে কল্যাণ হয়, তেন্তে তুমি নীৰৱ হৈ থকাৰ কাৰণ কি কল্যাণময়? চোৱা - স্বৰ্গত আজি নৰক, যেনিয়েই চোৱা তেনিয়েই দেখা পাবা কেৱল সেই পুতিগন্ধময় জ্বলন্ত নৰক।

**শ্রীকৃষ্ণ** : পাৰিবা নে সত্যভামা? ভাবি চোৱা।

**সত্য** : তোমাৰ দীপ্তিতে যে মই দীপ্তিময়ী প্রভু। তোমাৰ অনুগ্রহ হ'লে এই সামান্য ভিক্ষা দিবলৈ টান নহ'ব। নহয় নে বাৰু?

**শ্রীকৃষ্ণ** : ক'ব নোৱাৰোঁ। বাৰু বিবেচনা কৰি চাম।

**ইন্দু** : এতিয়া আৰু বিবেচনা কৰিবৰ সময় নাই। মোৰ কথা সমূলি মিছা নহয়। সেয়া শুনা- দুৱাৰত দেৱতাসকলেও আহি সমস্বৰে তোমাৰ স্তুতিগীতি আৰম্ভ কৰিছে।

-নেপথ্যত দেৱতাসকলৰ গীত -

"মধু-দানৱ দাৰণ দেৱ বৰং।
বৰবাৰিজলোচন চক্ৰধৰং।।
ধৰণীধৰ ধাৰণ ধ্যেয় পৰং।
পৰমাৰ্থ বিদ্যাশুভ নাশকৰং।।
কৰ চূৰ্ণিত চেদীপ ভূমিভগং।
ভগভূষণ কোহচ্চিত পদযুগংযষ
যুগনাযক নাহৰ বেশ ৰুচিং।
ৰুচিৰাংশুবিধান শৰীৰ শুচিং।।
শুচিচামৰবায়ু নিসেব্য তনুং।
তনু মধ্যগ দেহ সুবেশ হনুং।।
হনুমন্ত-হৰীশ সহায় ৰতং।
ৰতৰাঙ্গ-পৰাযুণ শক্ৰ নতং।।.."

(বৃহস্পতি আৰু বৰুণৰ প্রৱেশ)

বৃহৎ, বৰুণ। প্রণিপাত।

**শ্রীকৃষ্ণ** : কি বাতৰি দেৱগুৰু।

**বৃহ** : মাধৱ। যি অনুগ্রহত দেৱতাই খাই অমৰ হৈছিল সেই অনুগ্রহৰ শুভ-বৰ প্রত্যাহাৰ কৰা। আমাৰ আৰু আন উপায় একো নাই। দেৱতাৰ আজি অমৰত্বত হাবিলাষ নোহোৱা হৈছে। আহিছোঁ তোমাৰা কাষলৈ, পাম বুলি মৰণ-নিৰ্মালি।

**বৰুণ** : আমি কেৱল দুজনেই নহয়। সদৌ দেনতামণ্ডলীৰ প্রতিনিধি আমি। সকলোৱে আজি মৰণপথৰ যাত্রী।

**শ্রীকৃষ্ণ** : জীৱনত তোমালোকৰ আজি ইমান বিতৃষ্ণ কিয়? দেৱতা অবিহনে সৃষ্টি কেনেকৈ ৰ'ব? সৌৰজগতৰ কি কলিাই হ'ব?

**বৃহ** : যি হ'ব লাগে এতিয়াও নোহোৱাকৈ থকা নাই। নামতহে দেৱতা হৈ জীযাই আছোঁ, কিন্তু সকলো আজি পৰাধীন-দেৱত্ব প্রভাৱহীন। ব্রহ্মাণ্ডৰ পৰা দেৱতাৰ নাম লুপ্ত হৈ যাওক, স্বৰ্গ দেৱতাবিহীন হওক। জ্বলক, জ্বলক লহ লহ জিভা মেলি প্রলয়ৰ নৰকাগ্নি। পুৰিব ধৰিছে, গোটেই শৰীৰ পৰাধীনতাই দহিব ধৰিছে। ৰক্ষা নাই, শান্তি নাই।

সত্য। ধৈৰ্য্য ধৰা দেৱগুৰু। অস্থিৰ নহবা। শান্তিময় ভগৱানৰ কাষত থাকি অশান্তিত কৰিছা কিয়?

**বৃহ** : এতিয়া শান্তি পাইছোঁ সংচা, কিন্তু এই শান্তি যে বিজুলীৰ পোহৰৰ দৰে ক্ষন্তেকীয়া কৰুণাময়ী।

**বৰুণ** : দিয়া, দিয়া প্রভু। আৰু অপেক্ষা কৰিব নোৱাৰোঁ। দেৱতাক মৰণ-নিৰ্মালি দিয়া।

**শ্রীকৃষ্ণ** : বাৰু মই ভাবি চাম। তোমালোক যোৱা।

**বৃহ** : ডোৱাৰ আহেযে দেৱতাৰ জীৱন-মৰণ স্থিৰ কৰি দিব লাগিব প্রভু। যদি দেৱতাক জীৱনদান দিব খুজিছা তেন্তে তুমি পুনৰ পোহৰ আৰু আন্ধাৰৰ মাজৰ কালসন্ধ্যাত নৰসিংহ মূৰ্তি ধৰি হিৰণ্যাক্ষৰ বক্ষ বিদাৰণ কৰাৰ ভীষণ মূৰ্তিৰে নৰকাগ্নি নুমাব লাগিব। মুখত অমৃত, পেটত গৰলৰ আৰু প্রয়োজন নাই। স্পষ্ট কথা কৈ দিয়া - তোমাৰ বিপদবাৰণ নাম সাৰ্থক কৰিবা নে নকৰা?

শ্রীকৃষ্ণ (হাঁহি) যদি নকৰোঁ?

**বৰউণ** : তাৰ উত্তৰ বহুবাৰ দিয়া হৈছে প্রবু।

**শ্রীকৃষ্ণ** : কাইলৈ পুৱা তোমালোক আহি মোৰ মন্ত্রণাচ'ৰাত লগ লাগিবা। তাত সকলোৱে মিলি এই বিষয়ে বহলাই আলচ কৰিম।

**বৰুণ** : তেন্তে আমি এতিয়া বিদায় হওঁ।

(বৃহস্পতি আৰু বৰুণৰ প্রস্থান।)

**শ্রীকৃষ্ণ** : আমিও ইয়াৰপৰা যাওঁ আহাঁ সত্যভামা।

(শ্রীকৃষ্ণৰ প্রস্থান)

**সত্য** : তুমি আজি মোৰ আলহী ভনীটি। মোৰ লগতে আহাঁ।

**ইন্দু** : ব'ৰ কৰুণাময়ী। (স্বগত) ভগৱানে মোহনিদ্রাৰ পৰা চকু মেলি চালে। সাৱধান নৰকাসুৰ। (দুয়োৰো প্রস্থান।)

# দ্বিতীয় দৰ্শন

## দ্বাৰকা - কাৰেঙৰ সন্মুখ

(শ্রীকৃষ্ণ আৰু বসুমতীৰ কথা পাতি পাতি প্ৰৱেশ)

বসু : তুমি নৰকাসুৰৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবাই নেকি?

শ্রীকৃষ্ণ : মই অস্ত্ৰ ধৰিব খোজা নাই বসুন্ধৰা। নৰকাসুৰে মোক অস্ত্ৰ ধৰিবলৈ বাধ্য কৰিছে।

বসু : নৰকাসুৰে তোমাক বাধ্য কৰিছে? মিছা কথা।

শ্রীকৃষ্ণ : মিছা কোৱা মোৰ অভ্যাস নাই।

বসু : তেন্তে প্ৰৱঞ্চনা। মিছা নক'লেও প্ৰৱঞ্চনা কৰিবলৈ উপদেশ দিয়া?

শ্রীকৃষ্ণ : হ'লেইবা প্ৰৱঞ্চনা। তুমি মোক কি কৰিবলৈ উপদেশ দিয়া?

বসু : উপদেশ দিবলৈ মোৰ স্পৰ্দ্ধা নাই - অধিকাৰো নাই। সম্প্ৰতি এই-যুদ্ধ আযোজন স্থগিত ৰাখিবলৈ সবিনযে অনুৰোধ জনাইছোঁ৷

শ্রীকৃষ্ণ : সেয়েই যথেষ্ট কাৰণ হ'ব নোৱাৰে।

বসু : তোমাৰো পুত্ৰ কি নাৰাযণ।

শ্রীকৃষ্ণ : মই সেই কথা জানো। সিও যথেষ্ট কাৰণ হ'ব নোৱাৰে।

বসু : জানিশুনিও তেন্তে তুমি পুত্ৰহত্যা কৰিবলৈ কুণ্ঠিত নোহোৱা?

শ্রীকৃষ্ণ : বিকল্প যে না? দুৰ্জয কুলাংগাৰ পুত্ৰ হ'লে যে কি যন্ত্ৰণা হয়, তাক একমাত্ৰ জন্মদাতাইহে জানে।

বসু : জানিওশুনিও তেন্তে তুমি পুত্ৰহত্যা কৰিবলৈ কুণ্ঠিত নোহোৱা?

শ্রীকৃষ্ণ : বিকল্প যে নাই? দুৰ্জয কুলাংগাৰ পুত্ৰ হ'লে যে কি যন্ত্ৰণা হয,তাক একমাত্ৰ জন্মদাতাইহে জানে।

বসু : ভগৱান।

শ্রীকৃষ্ণ : কৰ্তব্যৰ আহ্বান বৰ কঠোৰ, বৰ ভীষণ বসুন্ধৰা। তাৰ আগত মাযা- মমতা, পুত্ৰ-স্নেহ, পিতৃস্নেহ একো নাই। মই উপাযহীন।

বসু : তাৰ অপৰাধ কি?

শ্রীকৃষ্ণ : অতি গুৰুতৰ। যি কাম কৰি কামাখ্যাৰ অসন্মান, দেৱতাৰ স্বাধীনতা অপহৰণ, ৰমণীৰ ক্ৰন্দন আৰু ব্ৰাহ্মণৰ অভিশাপৰ মূল হৈছে তুমি তাৰ ভাল কাৰণ দেখুৱাব পাৰিবা নে?

বসু : তাৰ মূলতেই যে তুমি। যন্ত্ৰীৰ ইচ্ছামতেহে যন্ত্ৰ ঘূৰে।

শ্রীকৃষ্ণ : সেই কাৰণেইতো মই নিজৰ ভুল নিজে নিৰ্মূল কৰিবলৈ চেষ্টা কৰিছোঁ।

বসু : নহয়, মই তোমাৰ ভৰিত ধৰিছোঁ। নৰকৰ দোষ মাৰ্জনা কৰা। দয়ামষ তুমি -পুত্ৰৰ তেজেৰে মাতৃৰ বুকু ৰঞ্জিত নকৰিবা প্ৰভু।

শ্রীকৃষ্ণ : সৰ্বমংগলা দেৱী বসুন্ধৰা।
অন্নদাত্ৰী মাতৃ তুমি জীৱ-জগতৰ।
বিশ্বৰ কল্যাণ হেতু
মাতৃস্নেহ সমূলঞ্চে দিয়া বিসৰ্জন।
ভাবি চোৱা ভেদ কৰি মায়া আভৰণ
কোন মই- কোন তুমি- কোনেবা নৰখ।
কি সম্বন্ধ আছে কাৰ সতে?
সন্মুখত স্বাৰ্থৰ কুঁৱলী
মাজত নাচিছে ঘোৰ মাযা-বিভীষিকা
তিয়াগৰ জিলিকনি আছে সিপাৰত।
পাহৰিছা কিয আজি তুমি -
জানকী তনযা যাৰ জগত- আৰাধ্যা
তুমিযেই পুণ্যমযী সেই বসুন্ধৰা।
পুনু আজি নৰকৰ জ্বলন্ত শিখাত
কলংকিত হ'ল সেই পুণ্য মাতৃ নাম।

বসু : হওঁ মই কলংকিতা বিশ্বৰ ঘৃণিতা
সেযে মোৰ স্বৰ্গসুখ -
তাতকই বেছি একো নকৰোঁ কামনা।
যদুপতি।
নাই প্ৰযোজন-
নালাগে কৰিব তুমি কলংকঞ্জন।
ভীষণ নৰক অগ্নি প্ৰলয-শিখাৰে
জ্বলন্ত অনন্ত কাল বসুধা-বুকুত
হোৱা নাই - নহ'বও কাতৰা ধৰিত্ৰী।

শ্রীকৃষ্ণ : আপোনপাহৰা তুমি মাযাৰ মোহত
সাৰটিছা হীন স্বাৰ্থ মাথোঁ দিনে-ৰাতি।
অপত্য স্নেহত দেৱী দুচকু তোমাৰ
ঢাকিলে তেনেই আজি সংসাৰী মাযাই।
দেখিও যে দেখা নাই বুজিও নুবুজা
দহিছে অন্তৰ তব ভাৱাক্ৰান্তা তুমি।

বসু : (চলচলীয়া চকুৰে) তেন্তে তুমি নৰকক হত্যা কৰিবলৈ দৃঢ প্ৰতিজ্ঞ?

শ্রীকৃষ্ণ : সেয়েই যে মোৰ ধৰ্ম।

বসু : নিষ্ঠুৰ। পুত্ৰহত্যাই তোমাৰ ধৰ্ম? বাঃ। কেনে সুন্দৰ-কুৎসিত ধাৰ্মিত তুমি?

শ্রীকৃষ্ণ : তোমাৰ অনুমতি লাগিব। সময়ত সিও হ'ব।

বসু : অসম্ভৱ। পিতৃয়ে আজি ৰাক্ষস মূৰ্তি ধৰি পুত্ৰৰ তেজৰ কাৰণে লালায়িত হ'ব পাৰে কিন্তু মাতৃস্নেহ চিৰসত্য, চিৰউজ্জ্বল. চিৰস্নিগ্ধ গৰীয়সী। মোৰ পৰা কেতিয়াও তুমি সেই অনুমতি নোপোৱা নিষ্ঠুৰ।

শ্ৰীকৃষ্ণ : এতিয়াও সেই নিমিত্তে চিন্তা কৰিবলৈ সময় অহা নাই।

বসু : যদুপতি। যদুপতি।। সেই ভীষণ প্ৰলয় মুহূৰ্তৰ আগেত মোক বধ কৰা।

শ্ৰীকৃষ্ণ : নাৰীহত্যা মহাপাপষ

বসু : নাৰীহত্যাৰ মহাপাপ হ'ব পাৰে, কিন্তু পত্ৰহত্যাও যে মহাপুণ্য নহয়। দুইটাই অগাপিছাকৈ হওক।

শ্ৰীকৃষ্ণ : তুমি এতিয়া যোৱা বসুন্ধৰা। উতলা হৈ মোক পগলা নকৰিবা।

বসু : কলৈ যাম। পুত্ৰৰ মৃত্যুদৃশ্য চাবলৈ - নহয় নে? উস্। হৃদয়ত ৰাৱণৰ চিতা জ্বলিছে। সাতো সাগৰৰ পানী ঢালিলেও তাক নুমাবৰ সাধ্য নাই। কি কৰিলা নিষ্ঠুৰ? একেটি পুত্ৰ- দুখুনীৰ আঁচলৰ নিধি। বৰ যত্নেৰে, বৰ স্নেহেৰে তাক বুকুত বান্ধি লৈ ফুৰিছিলোঁ। তাক আজি তুমি কাটি নিবলৈ ওলাইছা - বিনা বিচাৰে বিনা কাৰণে-বিনা অধিকাৰে। কেনে সুন্দৰ কুৎসিৎ বিচাৰক তুমি। চমৎকাৰ তোমাৰ বিচাৰ - অতি চমৎকাৰ। সাৰ্থক তোমাৰ দয়াময় নাম- অন্তৰ কপটতাৰে পূৰ্ণ। কিন্তু - নৰক মোৰ অমৰ- অবধ্য। তাক বধ কৰিবলৈ হ'লে তোমাক মোৰ অনুমতি, মাতৃৰ লাগিব -যি কদাপিতো সম্ভৱ হ'ব নোৱাৰে। (বসুমতীৰ প্ৰস্থান)

শ্ৰীকৃষ্ণ : দোৰ্ঘোৰ সমস্যা। দেৱতাৰ মৰণ মানে নৰকৰ জীৱন। নৰকৰ জীৱন মানে দেৱতাৰতো মৰণ হ'বই নোৱাৰে - গতিকে নৰকৰ মৰণ অনিবাৰ্য্য।

(শ্ৰীকৃষ্ণৰ প্ৰস্থান)

(নেপথ্যত অলপ আঁতৰেদি গীত গাই গাই যাজৱ-সেনাবিলাকে সমদল পাতি আছে। গীতৰ লগে লগে শিঙা-বাদ্য। হাতত পাঞ্জজন্য লৈ শ্ৰীকৃষ্ণৰ পল্নৰ প্ৰৱেশ। গীতৰ মাজে মাজে পাঞ্চজন্যধ্বনি।)

-গীত-

"আগত আজি তব অতিথি অভিনৱ
মন্দিৰদুৱাৰে মাতৃ,
জাগ্ৰত আজি তব কাণ্ডাৰী মাধৱ
মিলিত যত দূৰ-যাত্ৰী।
আজি মহাপৰবৰ অপূৰ্ব পয়োভৰ
উল্লাস-গীতি ঘনে বাজে,
মংগল-আৰতি শুনা দূৰ-সুৰপুৰে
বাজে পাঞ্চজন্য বিপুল ভীমসুৰে
উজ্বলি উঠে জিনি ভৱিষ্য লক্ষ্য
সুদূৰে সুন্দৰ সাজে
উল্লাস-গীতি ঘনে বাজে।
পুৰণি গৌৰৱ স্মৰি বিজয় কেতন ধৰি
ব'লা সবে হোৱা আগুৱান -
নতুন যুগৰ নৱ-বাৰতা সূচাই আজি
উঠিছে নৱৰবি কিৰণে জগৎ ৰাজি,
পৰিহৰি উদাসীন আলস্য ভাব হীন,
ৰাখা বীৰ জাতিৰ সন্মান
ব'লা সবে হোৱা আগুৱান

(গীত শেষ হোৱাৰ আলপ আগতে শ্ৰীকৃষ্ণৰ প্ৰস্থান। সাত্যকিৰ প্ৰৱেশ)

সাত্যকি : সাজা, সাজা যাদুৱবাহিনী।
উৰুলি-জোকাৰে, শিঙা-শংংখ ফোকাৰে
ধৰা সবে আনন্দ ৰাগিণী।
গছত চৰায়ে গায়,
আকাশত নাচে অপেস্বৰা,
গন্ধৰ্বই মৃদংগ বজায়,
আনন্দত মনপ্ৰাণ হ'ক মাতোৱাৰা।
দেৱতাই জয়ধ্বনি কৰে
ব'লা সবে বুকু ফিন্দুৱাই,
পুৰুষপ্ৰধান কৃষ্ণ সেনাপতি যাৰ
কদাপি জানিবা তাৰ পৰাজয় নাই।
শুনা, উঠে প্ৰতিধ্বনি-
পৰাজয় নাই
যাদৱৰ পৰাজয় নাই।

(কাষত নাঙল লৈ বলৰামৰ প্ৰৱেশ।)

বল : কিহৰ নিমিত্তে এই যুদ্ধসজ্জা সাত্যকি?

সাত্য : প্ৰাগজ্যোতিষপুৰৰ অধীশ্বৰ নৰকাসুৰৰ বিৰুদ্ধে আৰ্য্য।

বল : কোন নৰকাসুৰ?

সাত্য : পৃথিৱীপুত্ৰ নৰকাসুৰে আজি স্বৰ্গ মৰ্ত্য-পাতাল ত্ৰিলোক দিগ্বিজয় কৰি বিশ্বজোৰা অশান্তিৰ সৃষ্টি কৰিছে।

বল : ধন্য নৰকাসুৰৰ বাহুবল। মই তাক প্ৰশংসা কৰোঁ।

সাত্য : সকলো ভাবি চাব আৰ্য্য। নৰকৰ অত্যাচাৰত আজি দেৱতাৰ চকুত টোপনি নাই। তিৰোতাৰ যৌৱনত হাবিলাষ নাই। তপস্বীৰ তপস্যাত শান্তি নাই।

বল : সেই কাৰণেইতো কৈছোঁ, সেই মহাশক্তি কেতিয়াও অৱজ্ঞাৰ পাত্ৰ হ'ব নোৱাৰে। সশংকিত হওক দেৱতাসমাজ। কান্দক পাৰেমানে তিৰোতাই। তপস্যা এৰি গৃহবাসী হওক তপস্বীৰ দল। তাৰ লগে লগে নৰকৰ দীপ্তি ব্ৰহ্মাণ্ডত জ্বলি উঠক। হানি কি? সাৰ্থক কৰক নৰকে তাৰ অন্তৰ্নিহিত মহাশক্তি। মাভৈ মাভৈ।।

সাত্য ঃ আৰ্য্য।

বল ঃ কোৱাগৈ তোমাৰ শ্ৰীকৃষ্ণক- নৰকে দ্বাৰকা গোকুল মথুৰাৰ এনে একো অনিষ্ট কৰা নাই, যাৰ বাবে এনে ৰণসজ্জাৰ প্ৰয়োজন হৈছে। পাৰে যদি সি ইমানতে ক্ষান্ত হৈ এই যুদ্ধসজ্জা পৰিত্যাগ কৰক। আৰু যদি নোৱাৰে তেন্তে মই নৰকক সহায় কৰিম।

(শ্ৰীকৃষ্ণৰ প্ৰৱেশ)

শ্ৰীকৃষ্ণ ঃ দাদা। মোৰ নমস্কাৰ গ্ৰহণ কৰা।

বল ঃ কিয় কৃষ্ণ? মনুষ্যৰক্তলৈ তোৰ ইমান হেঁপাহ কিয়?

শ্ৰীকৃষ্ণ ঃ ভুল বুজিছা দাদা। মই কেতিয়াও মনুষ্যৰ ৰক্ত নিবিচাৰোঁ মই বিচাৰোঁ শান্তি কিন্তু তাৰ পৰিবৰ্ত্তে পাওঁ কেৱল অশান্তি। সেই চোৰা মাতুল কংস।, শিশুপাল, জৰাসন্ধ, কালযৱন সকলোটিয়েই শান্তিৰ পথত অশান্তিসূচক ধূমকেতু নিচিনা উদয় আৰু অস্ত হৈছে। আজি পুনু নৰকাসুৰ। শান্তিৰ সুশীতল আকাশ-তলত ঠিক যেন এক অশান্তিৰ উল্কাপাত। সুজলা-সুফলা শস্যশ্যামলা সহনশীলা বসুন্ধৰা আজি বজ্ৰ-বিদ্যুৎ-অগ্নি -প্ৰসবিনী প্ৰতিশোধ-পৰাযণা বিশ্ব-নাশিনো। ইমানতো মই হাঁত সাৰটি বহি থাকিব পৰোঁ নে দাদা?

বল ঃ উত্তম । তই নৰকৰ বিৰুদ্ধে যাত্ৰা। কৰ ত্ৰিলোকৰ মহাশক্তি লৈ আৰু মই ওলোৱাঁ নৰকৰ সাহায্যাৰ্থে কান্ধত এই নাঙল লৈ। দেখা যাওক প্ৰজ্জ্বলিত নৰকাগ্নি নুমাবৰ কাৰ সাধ্য।

( বসুমতীৰ প্ৰৱেশ)

বসু ঃ প্ৰয়োজন নাই ৰাম। নৰকে তোমাৰ সহায় গ্ৰহণ নকৰে। পাৰে যদি সি আত্মাশক্তিত বলিয়ান হৈ ব্ৰহ্মাণ্ডৰ সম্মিলিত শক্তি ভৰিৰে মোহাৰি পেলাব আৰু যদি নোৱাৰে তেন্তে অদৃষ্টত যি লিখা আছে সেয়েই হ'ব। তথাপি তোমাৰ সহায় গ্ৰহণ কৰি কদাপি সি তাৰ উচ্চ শিৰ অৱনত নকৰে । সাজা, সাজা দুই ভাই ৰাম-কৃষ্ণ! ওলোৱা প্ৰাগজ্যোতিষপুৰলৈ। লাগে যদি ময়েই তোমালোকক বাট দেখুৱাই লৈ যাম। নৰকৰ আজি মহাগৌৰৱ । একেলগে সাত জনমৰ তপস্যা সিদ্ধি। হৃদয় । আনন্দ কৰ! আনন্দ কৰ!

( বসুমতীৰ প্ৰস্থান)

শ্ৰীকৃষ্ণ ঃ দেখিলা দাদা! দাম্ভিকা নৰকামাতাৰ ঔদ্ধত্য কিমান! ইমানতো তুমি নীৰৱ হৈ থকা উচিত হৈছে নে?

বল ঃ মোৰ পৰাজয় হ'ল কৃষ্ণ। তোৰ ইচ্ছামতে কাৰ্য্য কৰ। মোক সামান্য তৃণ হেন ভাবি যি ৰামৰ সহযোগ হেলাৰে দলিয়াই পেলাব পাৰে তাৰ ক্ষমা নাই। আহাঁ সাত্যকি।

সাত্য ঃ ব'লক আৰ্য্য, জয় ৰামকৃষ্ণৰ জয়!

( বলৰাম আৰু সাত্যকিৰ প্ৰস্থান)

শ্ৰীকৃষ্ণ ঃ জ্যেষ্ঠ মোৰ শ্ৰেষ্ঠ তুমি
তেওঁ নুবুজিলা হায় কৃষ্ণৰ উদ্দেশ্য!
আৰু কি বুজিব আনে?
ঘিণ কৰোঁ যুদ্ধ মই আতি শুদ্ধচিতে ।
সমাৰ্থক নহওঁ হিংসাৰ।
তাথাপিতো ভাৱে লোকে--
মই হেনো যুদ্ধ আভিলাষী।
কি কৰিম---
আনিচ্ছাৰে ভৰি দিছোঁ কাৰ্য্যৰ ক্ষেত্ৰত।
অমংগলে মংগলৰ অ পূৰ্ব সুচনা,
আশান্তিয়ে শান্তিৰ কাৰণ ।
কিবা দোষ মোৰ গাত বাৰু?

( সত্যভামাৰ প্ৰৱেশ)

সত্য ঃ প্ৰিয়তম।

শ্ৰীকৃষ্ণ ঃ সত্যভামা যে। অসময়ত মোৰ কাষ চাপিছাহি কিয় প্ৰিয়া?

সত্য ঃ তোমাৰ ওচৰত আকৌ সময় অসময় কি নাথ? সময়ৰ সীমাৰ বাহিৰত তুমি।

সত্য ঃ মযো তোমাৰ লগত যাম।

শ্ৰীকৃষ্ণ ঃ কলৈ?

সত্য ঃ প্ৰাগজ্যোতিষপুৰলৈ আৰু স্বৰ্গৰ নন্দনবনলৈ।

শ্ৰীকৃষ্ণ ঃ কিয়?

সত্য ঃ আকৌ সুধিছা কিয়। একেলগে আইৰো বাৰ্তা গংগাৰো যাত্ৰা হ'ব। কেনেকৈ তুমি যুদ্ধ কৰি নৰকক বধ কৰা সেই দৃশ্য উপভোগ কৰিম, লগতে তুমি পাৰিজাত -হৰণ কৰি কেনেকৈ তোমাৰ অংগীকাৰ পূৰণ ক ৰা তকো চাই আহিম। মই কাষত থাকিলেহে ইন্দ্ৰ আৰু শচীৰ দৰ্প চুৰ্ণ কৰিব পাৰিবা । কোৱা নিবা নে?

শ্ৰীকৃষ্ণ ঃ তুমি নিশ্চয় ভাবিছা মই কিজানি নৰকাসুৰক বধ কৰি শুদা হাতে উলটি আহোঁ, কিজানি পাৰিজাত আনি দিম বুলি ৰোহঘৰত ফাঁকি দিহে তোমাৰ ঠেহ ভাঙিলোঁ — সেই অবিশ্বাস নিশ্চয় কৰিছা। নহয় জানো?

সত্য ঃ অৱশ্যে কৰিবৰ কথাই! তুমিনো কাক ফাঁকি দিয়া নাই? নন্দ যশোদাক ফাঁকি দিলা, আৰু যে কতক ফাঁকি দি কন্দুৱালা, কিমান লেখ দিম? সেই বাবে মই সালধান হ'ব খোজো। পিছে কোৱা, লগত মোক নিবা নে নিনিয়া।

শ্ৰীকৃষ্ণ ঃ ওলাবা, ভালেহে হ'ব । কথা - বতৰা পাতি গ'লে

দীঘলীয়া বাট চমু হ'ব।

সত্য : মই নিজে তোমাক যুদ্ধ সাজপাৰ কৰি দিম। হাতত সুদৰ্শন চক্ৰ আৰু বিজয় শংখটি তুলি দি আনন্দ লভিম। তাতকৈ আৰু অধীনৰ কি বেছি সৌভাগ্য হ'ব পাৰে নাথ?

শ্ৰীকৃষ্ণ : বাৰু এতিয়া তুমি কাৰেঙলৈ যোৱা । মই এতিয়াই ৰুক্মিণীৰ পৰা বিদায় লৈ আহোঁ।

সত্য : ভাল নাথ।

(সত্যভামাৰ প্ৰস্থান)

শ্ৰীকৃষ্ণ : তাহানি বসুমতীয়ে মোক প্ৰকাশ্যে পতিৰূপে পাবলৈ ইচ্ছা কৰাৰ ফলতেই আজি তেওঁৰ সত্য ভামাৰৰূপে নৰক-নিধন সহজতে হ'ব। হতভাগিনী ধৰিত্ৰীয়ে সেই কথা বুজি পোৱা নাই।

(ভাবি ভাবি প্ৰস্থান)

# তৃতীয় দৰ্শন

## প্ৰাগজ্যোতিষ-মন্ত্ৰণাচ'ৰা

(সিংহাসনত সুৰাপানমত্ত নৰকাসুৰ, কাষত দেৱজিৎ আৰু আগত নটীবিলাকৰ নাচগান)

--------- গীত ---------

সোণৰ বাটিত সুৰগা চৰাই
ঢালা, ঢালা সখী! সুধাধাৰ--
নিযাহে নাগৰ পিয়া পিয়া অমিয়া
দিযাহে পীৰিতি-উপহাৰ।
চিকিমিকি বাট জিকিমিকি ৰাতি
তাতে কেনে মধুসনা অভিসাৰ---
উলাহতে ভাহি বিলোৱা হাঁহি
মিলোৱা পৰাণ আমাসাৰ।

(মায়া আৰু সভাসদসকলৰ প্ৰৱেশ)

মায়া : বা মহাৰাজ ত্ৰিদিব ঈশ্বৰ।
ৰাজসভা কিম্বা ইটো বিলাসমন্দিৰ?
সুৰাপানমত্ত হই নটীৰ উটুৱাই
বিলাস - সোঁতত।
শোণিতপতিৰ সতে নৃপতি তোমাৰ
বন্ধুত্বৰ পৰিণাম
হ'ল জানো আজি এনেকুৱা?

নৰক : মায়া! নেজানো নে তুমি
শোণিতৰ নৰপতি বান
পৰম বান্ধৱ মোৰ?
সম্মানেৰে উচ্চাৰিবা নাম সিজনাৰ।

মায়া : সম্মানিত বন্ধুৱে তোমাক
নিদিলে কিয়নো বাৰু শিক্ষা সন্মানৰ?
দেখিছোঁ আগত এই বাৰাংগনা দল;
উঠিছে নামিছে তাতে ফাটিকাৰ ধল্ল
দিলেনেকি এই শিক্ষাকেই
সম্মানিত বন্ধুৱে তোমাক?
বুজি পোৱা নাই কিয় প্ৰিয় !
সুৰাৰ সোঁতত তুমি বুৰিছা সমূলি
পতিতাই কৰিছে পতিত।
জ্ঞান -বিবেকৰ স্থান
নাই আজি কাষত তোমাৰ।
হায় হায় প্ৰাণনাথ।
এয়ে নেকি হ'ল আজি
ৰাজধৰ্ম প্ৰাগজ্যোতিষৰ?

নৰক : মায়া দেৱী। নকৰিবা অসন্তোষ।
নুতুলিবা কোনো প্ৰশ্ন
নাজনাবা ওজৰ আপত্তি।
নেজানা নে তুমি
প্ৰশ্নৰ অতীত মই
ভুল-ভ্ৰান্তি সবাৰে অতীত
সৰ্বশক্তিমান নৰক-অসুৰ।
নৰ্তকীসকল।
হ'লা কিয কৰ্তব্যবিমুখ?
ফটিকাৰ ভোগজৰাবোৰ
শেষ কৰি দিয়া সোনকালে।
ঢালা সুৰা-- ঢালা সুধা
পান কৰোঁ আকুণ্ঠ পুৰাই।

মায়া : যাওঁ ব'লা সভাসদবৰ্গ!
নোহে ইটো ৰাজসভা প্ৰাগজ্যোতিষৰ।
প্ৰেমালয়, বেশ্যালয়, পাপাৰ আগাৰ
থাকিলে ইয়াত আমি জন্মিব ব্যাঘাত।

নৰক : মায়া দেৱী!
নিদিবা হঠাতে ভাঙি বিনা অধিকাৰে
আনন্দৰ সোণৰ সপোন।
যোৱা তুমি, কুঁৱৰীটোলত গই
নিজ ইচ্ছামতে তাত কৰা বিচৰণ।
ই যে ৰাজসভা প্ৰাগজ্যোতিষৰ
নাই যে ইয়াত মায়া, তিৰোতাৰ স্থান।

মায়া : হে ৰাজন!
তোমাৰ কথাকে কওঁ কৰি সমাৰ্থন --
ৰাজসভা ইটো,
ৰজাৰ সভাত নাই তিৰোতাৰ স্থান।

কিয় তেন্তে সেই নীতি কৰি উলংঘন।
বিৰাজিছে সোঁৱা-বাঁৱে কামিনী কাঞ্চন ?
মুখত সুৰাপাত্ৰ , বাৰাংগনা - গীত
এয়ে নে তোমাৰ ৰাজ আজি ৰাজনীতি
ৰাজ্যজুৰ অনাবৃষ্টি
মহামাৰী লাগিছে ভীষণ
প্ৰজালৰে ঘৰে ঘৰে কৰিছে ক্ৰন্দন ,
কৰিছা নে কিবা ৰাজ প্ৰতিকাৰ তাৰ ?
প্ৰজাৰঞ্জক অতি
আছিলা এদিন তুমি সকলোৰে প্ৰিয় ,
আজি কিয় আচৰণ কৰা বিপৰীতে ?
প্ৰজাসৰে আগৰ নিচিনা
নাগায়ে সুযশ কিয় ?
শান্তিৰ আধাৰ তুমি,
কিয় আজি হ'লা এনে ঘোৰ অত্যাচাৰী ?
নাই সুশাসন, নাই সুবিচাৰ
প্ৰজাসৰে কৰে হাহাকাৰ
সুৰাৰ বান্ধৱ বাৰ্ণ শোণিতপতিয়ে
এনে হেন দুৰ্দিনৰ মহাসংকটত
দিয়া মোক সমিধান--
মায়া।

**নৰক** উপযাচি দিবলই উপদেশ মোক
নাই তব একো অধিকাৰ।
কবলই আছে যদি কিবা
কবা বাৰু আন সময়ত ,
ধৈৰ্য্য ধৰি শুনিব নিশ্চয়।

**মায়া** তোমাৰেই মংগলহেতু
কইছো যতেক কথা, কওঁ আৰু বাৰ --
এতিয়াও হোৱা সাৱধান।
নুলিয়াবা চকুপানী নিৰীহ প্ৰজাব,
দেৱ-দ্বিজ - ৰমণীক অত্যাচাৰ কবি
নেনামিব। -- নেমামিবা তললই আৰু
সমূলঞ্চে তল যাবা পাপৰ পংকত।

**( মায়াৰ প্ৰস্থান)**

**নৰক** প্ৰেমময়ী ৰূহীসকল!
মন মোৰ ভাল লগা নাই,
যোৱা সকলোটি।
( সুৰাপাত্ৰ আদি লৈ নটীবিলাক , **দেৱজিৎ আৰু**
সভাসদবৰ্গক প্ৰস্থান । বসুমতীৰ **প্ৰৱেশ।)**

**বসু** : নৰকাসুৰ!

**নৰক** : আই ।

**বসু** : **হিমালয়-প্ৰদেশৰ পৰা যোড়শ হাজাৰ কুমাৰী কাৰ** আদেশত অনা হৈছে?

**নৰক** : প্ৰাগজ্যোতিষক -সম্ৰাট নৰকাসুৰৰ আদেশত।

**বসু** : প্ৰাগজ্যোতিষ-সম্ৰাট নৰকাসুৰৰ আদেশত?

**নৰক** : হয় আই! প্ৰাগজ্যোতিষ সম্ৰাট নৰকাসুৰৰ আদেশত।

**বসু** : নৰকাসুৰ! কুলাংগাৰ পুত্ৰ! তোক যে হিমাদ্ৰি প্ৰদেশৰৰ পৰা কুমাৰী ষোড়শ হাজাৰ আনিবলৈ বাধা দিছিলো -- তাৰ কাৰণ আন একো নহয়, কেৱল তোৰ মৃত্যুপথত বাধা দিয়াই মোৰ অভিপ্ৰায় আছিল। কিন্তু দেখিছোঁ , ঈশ্বৰ ৰ উদ্দেশ্য বিপৰীত। মই যাওঁ কিন্তু --- ( যাব খোজে)

**নৰক** : আহিছা যেতিয়া বহু দিনৰ মূৰত মোৰ আতিথ্য গ্ৰহণ কৰি মোক ধন্য কৰা নাই!

**বসু** : আতিথ্য- গ্ৰহণ। দেল-দ্বিজ-ৰমণীৰ উৎপীডক তই -- তোৰ আতিথ্যগ্ৰহণ ? আৰু নহব অসুৰ ! নিলাজী ধৰিত্ৰীৰ দ্বাৰা আৰু তেনে কাম হ'ব নোৱাৰে । চিৰ অভাগিনী মই।

**নৰক** : আই।

**বসু** : আৰু যে মোৰ আজ্ঞা পুত্ৰ নৰকাসুৰ জীৱিত নাই। ধন্য কাল। তোৰ মাজত কি যে ব্যৱধান -- কিযে পৰিৱৰ্তন।

**নৰক** : অভিমান এৰি দিয়া আই। সঁচাকৈয়ে মই তোমৰ অবাধ্য কুলাংগাৰ পুত্ৰ । দোষ কৰিছোঁ , ক্ষমা কৰা। ( সেৱা কৰা। আগত পট পৰে)

## চতুৰ্থ দৰ্শন

### প্ৰাগজ্যোীতষ -- দুৰ্গ

( বিশ্বকৰ্মাই কেতবোৰ শিল কাম কৰি আছে।)

**বিশ্ব** : শিল ভাঙিছোঁ। চকুপানীৰে নৰকৰ দুৰ্গৰ দেৱাল গাথিছোঁ। মই দেৱতাশিল্পী বিশ্বকৰ্মা। মোৰ এই কাম। বিৰাম নাই , বিশ্ৰাম নাই , কেৱল কাম কৰিছোঁ। বৰ সুন্দৰহৈছে। অতৃপ্তিৰ মাজেদি তৃপ্ত হৈছোঁ । নৰককুণ্ডত পাতি থাকিও ৰিণিকি ৰিণিকি বৈকুণ্ঠৰ পট দেখা পাইছো। বেছ হ'ল। ভগৱান ! ভগৱান । যি কৰিছা বৰ ভালেই কৰিছা । এতিয়া মই বৰ সুখত আছোঁ! এই মহা সুমংগল নাটৰ যেন শেষ আঁৰকাপোৰ নপৰে ।

( ইন্দুমতীৰ প্ৰৱেশ)

**ইন্দু** : পিতা! পিতা!

**বিশ্ব** : কোনে মোক পিতা বুলি মাতে?

**ইন্দু** : মই তোমৰ অভাগিনী কন্যা।

বিশ্ব ঃ মোৰ কন্যা নাই।

ইন্দু ঃ এবাৰ মোৰ মুখৰ ফালে চোৱা পিতা। ইমান সোনকালে তোমাৰ ইন্দুমতীক পাহৰি পেলালা নে?

বিশ্ব ঃ ইন্দুমতী। ইন্দুমতী। হা হা সপোন সপোন। গুচি যোৱা! মোক বিৰক্ত নকৰিবা। বেছ সুখত আছোঁ। আৰু বেছি সুখ নেলাগে।

ইন্দু ঃ এবাৰ অতীতৰ কথা মনত পেলোৱাপিতা।

বিশ্ব ঃ একো লাভ নাই। অতীত অতীতত বিলীন হৈ গৈছে।

ইন্দু ঃ তথাপিতাৰ লগত পিতৃ-কন্যাৰ সম্বন্ধ এতিয়াও লীন হোৱানাই। বিশ্বকৰ্মাৰ মৰমৰ ইন্দুমতী এতিয়াও জীযাই আছে পিতা।

বিশ্ব ঃ থাকিব পাৰে জীযাই সেই ইন্দুমতী আৰু থাকিব পাৰে জীযাই এই বিশ্বকৰ্মা। কিন্তু সেই ৰামো নাই, অযোধ্যাও নাই। সপোন - তুমি সপোন- সকলো সপোন। মাযাৰ আভৰণে সকলোৰে চকু অন্ধ কৰিছে। এবাৰ সেই মায়া-আভাৰণ গুচাই মানস চকুৰ দিব্য দৃষ্টিৰে দূৰলৈচাই পঠিওৱাচোন। কি দেখা .পাবা জানো? সেই শংখচক্ৰগদাপদ্মাধাৰী শ্ৰীমধুসুদন। হাঁহো হাঁহো বদন, ঢুলু ঢুলু নযন, পীতাম্বৰ পংকজ-চৰণ সেই জগজনবিমোহন মিলাই দি এবাৰ চিন্তা কৰি চোৱাচোন -কাম কাৰ পিতা, কোন কাৰ কন্যা ভোজবাজী- এই বিশ্ব ব্ৰহ্মাণ্ডই এটা ভোজবাজী মাথোন। বুজিলা নে দেৱবালা? মজাৰ ধেমালি নহয় নে?

ইন্দু ঃ পিতা। মই তোমৰ মুক্তিৰ আযোজন কৰিছোঁ।

বিশ্ব ঃ মুক্তি - মুক্তি! বিশ্বকৰ্মাৰ আজি মুক্তি!! যোৱা দেৱবালা। ইমান দুৰ সাহ নকৰিবা। বিশ্বকৰ্মা আজি মুক্তিকামী নহয। তাক লাগে কি বুজিছা? বন্ধন ,দাসত্ব, মই পিশাচ। মোক ক্ষমা কৰাদেৱী।

ইন্দু ঃ হঠাৎ ক'ৰ পৰা ওলালাহি ভাই। কিহৰ নিমিত্তে তোমাক ক্ষমা কৰিবল লাগে?

ময় ঃ মই যে তোমাৰ ভৰিধুলি এটিৰো যোগ্য নহওঁ। তোমাৰ স্থান হিমাদ্ৰিসদৃশ উচ্চ। গুৰুদেৱৰ অপমানৰ প্ৰতিশোধ লবলৈ তুমি যি স্বৰ্গীয় উপায অৱলম্বন কৰিছা তাৰ তুলনা নাই। পুৰুষপ্ৰধান শ্ৰীকৃষ্ণ ভগৱানক যি নিজৰ প্ৰতিশোধ ল'বলৈ ব্ৰহ্মাস্ত্ৰৰূপে ব্যৱহাৰ কৰিব পাৰে সেই ৰমণী সামান্য শক্তিসম্পন্না নহয়। মোকো মোৰ কৰ্তব্যপথ দেখুৱাই দিয়া দেৱী।

ইন্দু ঃ বলা ভাই। আমি দুয়ো যাদৱবাহিনীক সহায় কৰোঁগে যাতে নৰখাসুৰৰ সবংশে ধ্বংস হয় -আমাৰ পিতৃঋণ পৰিশোধ হয় -দেৱতাৰ অপমানৰ প্ৰতিশোধ হয।

বিশ্ব ঃ কিহৰ গুপ্ত মন্ত্ৰণা সেয়া? প্ৰতিশোধ -মোৰ কাৰণে আকৌ কিহৰ প্ৰতিশোধ? মোৰ আকৌ মান-অপমান কি?

ময় ঃ গুৰুদেৱ। নৰকাসুৰে আপোনাক দিযা জঘন্য শাস্তিৰ প্ৰতিশোধৰ চমু চাপিছে।

বিশ্ব ঃ নাই। বিশ্বকৰ্মাৰ হৃদয়ত আজি প্ৰতিশোধৰ পৈশাচিত প্ৰতিহিংসাৰ ঠাই নাই। তাৰ পৰিৱৰ্তে দযা, প্ৰেম, কৰুণা, ভক্তি, আদিৰে মোৰ অন্তৰ ভৰপূৰ হৈছে। তোমালোকে যোৱা। মোৰ নিমিত্তে ভাবিব নালাগে। বিশ্বকৰ্মা সঁচাকৈয়ে বৰ সুখত আছে। নৰকাসুৰৰ ওচৰত সি বৰ কৃতজ্ঞ। শিল ভাঙ বিশ্বকৰ্মা। শিল ভাঙ। (শিল ভাঙে)

ইন্দু ঃ ব'লা ময়। এই বিষয়ে আমি আলচ কৰোঁগে। আহিলোঁ পিতা।

ময় ঃ প্ৰণাম পিতা।

(ইন্দু আৰু মযদানৱৰ প্ৰস্থান। নৰকৰ প্ৰৱেশ।)

নৰক ঃ ইযাত কিহৰ গুপ্ত যড়যন্ত্ৰ হৈছিল বিশ্বকৰ্মা। বোধকৰোঁ। নৰকাসুৰ হত্যাৰ?

বিশ্ব ঃ হ'লে হ'ব পাৰে কিন্তু বিশ্বকৰ্মা তাত লিপ্ত নাই।

নৰক ঃ থাকিলেও ভয কৰিব নেলাগে। নৰকাসুৰে একো নকৰে।

বিশ্ব ঃ ইমান উদাৰ আজি নৰকাসুৰ। অসম্ভৱ।

নৰক ঃ একো অসম্ভৱ নহয়। সমগ্ৰ বিশ্বৰ সম্মিলিত মহাশক্তিৰ আগত নৰকাসুৰ আজি অকলে থিয় হবলৈ প্ৰস্তুত।

বিশ্ব ঃ বন্দী অৱস্থাতো যদি মোৰ এফেৰিমান স্বাধীনতা আছে তেন্তে আশীৰ্বাদ কৰিছোঁ ৰজা। তোমাৰ যশৰ ধ্বজাই আকাশ স্পৰ্শ কৰক।

নৰক ঃ উপহাস নকৰিবা দেৱতা।

বিশ্ব ঃ উপহাস নহয়। অন্তৰৰ কথা - জ্বলন্ত্য সত্য কথাষ শুনিছোঁ মই, জানিছোঁ মই, তোমাৰ বিৰুদ্ধে বিষ্ণুৰ পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণ নিজে অগ্ৰসৰ হৈছে। শুনি আনন্দত গৰ্বত এই বিশ্বকৰ্মাৰ বুকু ফুলি উঠিছে। মনত ৰাখিবা, এইবাৰহে আচল ৰণ হ'ব। এই ৰণতহে তোমাৰ প্ৰকৃত গৌৰৱ। জিকিলে সন্মান আছে। হাৰিলে লাজ নাই - বৈকুণ্ঠ আছে। ধন্য তুমি। বৈৰীভাৱে চিন্তা কৰি ইমান সোনকালে ঈশ্বৰৰ শুভদৃষ্টি লাভ কৰিছা। ভাগ্য -ৰজা। তুমি মহাভাগ্যৱান। তোমাৰ সৌভাগ্য দেখি বাস্তৱিকতে মোৰ ঈৰ্ষা হৈছে।

নৰক ঃ তোমাৰ কাম আৰু কিমান বাকী।

বিশ্ব : প্ৰায় শেষ -আৰু অলপ বাকী। চোৱা সৌৱা- তোমাৰ দুৰ্গৰ চূড়াই আকাশ চুইছেগৈ। চাই লোৱা ৰজা। তোমাৰ মনোমত হৈছে নে নাই। যদিও মই চকুপানীৰে তোমাৰ এই দুৰ্গ গাঁথিছোঁ তথাপি তাত অলপো ফাঁপিফুকা নাই। যি পৰ্য্যন্ত তুমি এই দুৰ্গৰ ভিতৰত থাকা, তোমাৰ কেশাগ্ৰ স্পৰ্শ কৰিবলৈকো কাৰো সাধ্য নহ'ব। বিশ্বৰ এনে মহাশক্তি নাই, এনে মহামন্ত্ৰ নাই যি এই দুৰ্গৰ এছটা শিল খহাব পাৰিব। এতিয়া থাকা, মই মোৰ কামত লাগোঁগৈ।

(বিশ্বকৰ্মাৰ প্ৰস্থান)

নৰক : সঁচাকৈয়ে আজি মোৰ জীৱন সাৰ্থক। ভগৱান বিষ্ণুৰ পূৰ্ণ অৱতাৰ পুৰুষশ্ৰেষ্ঠ শ্ৰীকৃষ্ণ মোৰ বিপক্ষত। ইয়াতকৈ গৌৰৱৰ কথা আৰু কি হ'ব পাৰে? শ্ৰীকৃষ্ণৰ পদধুলি লৈ কনকলংকা ধন্য হৈছিল, আজি তেনেকৈ শ্ৰীকৃষ্ণৰ পদধুলি লৈ প্ৰাগজ্যোতিষৰ প্ৰতি ধূলিকণা পৱিত্ৰ হ'ব। প্ৰাগজ্যোতিষ পৱিত্ৰ হ'ব। প্ৰাগজ্যোতিষ ! মোৰ প্ৰাণত প্ৰাণ, ধৰাৰ স্বৰ্গ প্ৰাগজ্যোতিষ ! আজি তোমাৰ কি সৌভাগ্য! যদি মোৰ জয় হয় তেন্তে অনন্তকাল তোমাৰ বুকুত ভগৱানক বন্দী কৰি ৰাখিম। তেতিয়া- তেতিয়া মোৰ স্বৰ্গদপি গৰিয়সী প্ৰাগজ্যোতিষ! তুমি মহাতীৰ্থত পৰিণত হ'বা। গংগা গয়া কাশী সকলোৰে দৰশনৰ ফল তোমাৰ দৰশনতে লাভ হ'ব। আহা - আ ! মধুৰ কল্পনা ! তুমি জীৱন্ত হোৱা। বিশ্বত নৰকৰ গৌৰৱ বাঢক, প্ৰাগজ্যোতিষৰ মহিমা বিৰ্যাপ পৰক আৰু লগতে আনন্দময়ী বসুন্ধৰাৰ মুখ উজ্বল হৈ উঠক।

(সাৰথিৰ বেশেৰে ৰণৰ সাজপাৰ লৈ মায়াৰ প্ৰৱেশ।)

মায়া : প্ৰভু!

নৰক : ই কি ছলনাময়ী বেশেৰে মায়া?

মায়া : তুমি যুদ্ধলৈ ওলাইছা আকৌলৈ ? মই স্থিৰ হৈ কাৰেঙত সোমাই থাকিব পাৰো নে নাথ? সাজপাৰ কৰি আহিছো। তুমি যোদ্ধা, মই তোমাৰ ৰথৰ সাৰথি। তুমি শ্ৰীকৃষ্ণৰ লগত ৰণ কৰিবা-- মই ৰথৰ অশ্ব পৰিচালনা কৰিম। কেনে -- ভাল হ'ব নে?

নৰক : ই আকৌ কি নতুন মায়া প্ৰিয়া ! হঠাৎ তোমাৰ এই পৰিবৰ্তন কিয়!

মায়া : আজি মায়া তোমাৰ কায়াৰ ছায়া নাথ! শুনিছোঁ শ্ৰীকৃষ্ণৰ সাৰথি তেওঁৰ সহধৰ্মিণী মায়াওতো জীয়াই আছে। তেন্তে আৰু কিহৰ ভ? ? ওলোৱা, ওলোৱা নাথ! অতি ওচৰতে শক্ৰৱে কিৰীলি পাৰিছে, তেজৰ নৈ বৈ গৈছে। শ্ৰীকৃষ্ণৰ পাঞ্চজন্য - নিদত পৃথিৱীৰ বুকুত কঁপনি উঠিছে। সেনাপতি পঞ্চমুণ্ড মুৰ ছিন্নমুণ্ড হৈ লুইতত ভাহি গৈছে। সেনাপতি দেৱজিৎ আহত হৈ মাটিত বাগৰি পৰিছে। অসুৰ -সৈন্য নায়কৰ অভাৱত হতাশাগ্ৰস্ত। এইবাৰ তুমি আৰু মই। আজি তোমাক নিজ হাতেৰে মই যুদ্ধৰ সাজপাৰ কৰি দিম।

নৰক : দিয়া, দিয়া, প্ৰিয়া! মোক সাজ পাৰ কৰি দিয়া। দেখা যাওক মায়া-নৰকৰ যুদলশক্তিৰ আগত সত্যভামা -শ্ৰীকৃষ্ণৰ যুগলশক্তি কিমান পৰ তিষ্ঠিব পাৰে! আজি মোৰ বৰ আনন্দৰ দিন। আজিৰ প্ৰভাত কেনে সুন্দৰ! আজিৰ দিবাকৰ কেনে উজ্জ্বল! আৰু আজিৰ অই মায়া মোৰ তাতোকৈ কেনে উজ্জ্বল মহাশক্তিসম্পন্না!

(বসুমতীৰ প্ৰৱেশ)

বসু : পলোৱা, পলোৱা পুত্ৰ। সোণকালে পলোৱা। আজি তোমাৰ নিস্তাৰ নাই। মহাকালৰ তাণ্ডৱ নৃত্যত আৰু যে স্থিৰেৰে থাকিব নোৱাৰোঁ।

নৰক : কিয়? নৰকাসুৰ পলাব কিয়?

বসু : পলোৱা, পলোৱা নৰকাসুৰ ! নহলে যে আজি ত্ৰিলোকৰ সম্ৰাট নৰকাসুৰ পলাব? মোক পলাবলৈ উপদেশ দিব আহিছা কোন তুমি উন্মাদিনী?

নৰক : কোন - মোৰ মাতৃ বসুন্ধৰা! চাওঁ -নহয়। তুমি আজি মোৰ সেই আনন্দময়ী আবিসুন্ধৰা নোহোৱা। তুমি যে আজি তোমাত নাই! তোমাৰ মুখৰ পৰা সেই মিৰ্চিকিয়া হাঁহি লোপ পাইছে। তোমাৰ অন্তৰৰ পৰা আনন্দ অন্তৰ্দ্ধান হৈছে। সৌৱা, সৌৱা -- তোমাৰ দুই চকুৰেদি দুকুৰা জুই ওলাইছে, নিশ্বাসত বিষ ওলাইছে। মই যে তোমাৰ বুকুত মহাশ্মশানৰ ভয়ংকৰী দৃশ্য স্পষ্টৰূপে দেখিছো। যোৱা, যোৱা নাৰী! মই গৌৰৱ-যজ্ঞলৈ জয়যাত্ৰা কৰি ওলাইছো, তুমি বাধা দি অমংগল নুসুচাবা। আহা মায়া।

(মায়া আৰু নৰকৰ প্ৰস্থান)

বসু : উস, মোৰ বাছাৰ কি হ'ল ! ধৰিত্ৰী ! তোৰ সোণৰ সপোন ভাগিল। উপায় দিয়া। উপায় দিয়া। উপায় দিয়া ভগৱান! নহয়- ই মোৰ প্ৰলাপ - প্ৰলাপ ! তুমিতো দয়ামযা নোহোৱা। নিষ্ঠুৰ হৃদযহীন পাষাণ তুমি। কান্দিলে কি হ'ব? লাভ নাই -- লাভ নাই।

(বসুমতীৰ প্ৰস্থান। বলৰাম, সাত্যকি আৰু ময়দানৱৰ প্ৰৱেশ।)

ময় : এতিয়া আৰু উপায় কি সাত্যকি ? যদি নৰকাসুৰে নিজে দুৰ্গ-দুৱাৰ মুকলি কৰি ওলাু নাহে তেন্তেতো আমি আপেক্ষা কৰি থকাৰ পৰা লাভ একো নহব।

সাত্য : আমি জানো যুদ্ধ কৰি দুৰ্গৰ দুৱাৰ মুকলি কৰিব

নোৱাৰিম আৰ্য্য?

**ময়** : আশা অতি কম। সি ময়গুৰু দেৱশিল্পী বিশ্বকৰ্মাৰ নিৰ্মিত। তাক ভেদ কৰিব খোজাটো বলিয়ালি।

**সাত্য** :তেন্তে মহাবিসংগতিৰ কথাই হ'ল। যদি কোনোমতে বিশ্বকৰ্মাক সন্মত কৰিব পৰা যায় তেন্তে তেওঁ দুৰ্গৰ দুৱাৰ মেলি দিব পাৰে।

**ময়** : অসম্ভৱ।

**বল** : যদি মই বিশ্বকৰ্মাক অনুৰোধ কৰোঁ?

**ময়** : তেওঁ সেই অনুৰোধ পূৰ্ণ নকৰে।

**বল** : তাৰ পিছত যদি আদেশ কৰোঁ?

**ময়** : তেওঁ সেই আদেশ দলিয়াই পেলাব।

**বল** : ইমান সাহ সেই সামান্য দেৱতাৰ কদাপি নাই।

**ময়** : প্ৰমাণ চাব পাৰে।

**বল** : সাত্যকি। তুমি বিশ্বকৰ্মাক মোৰ আদেশ জনোৱাগৈ। ক'বা, যিমান শীঘ্ৰে পাৰে প্ৰাগজ্যোতিষ দুৰ্গৰ দুৱাৰ মুকলি কৰি দিব লাগে।

**ময়** : সাত্যকি যোৱাৰ প্ৰযোজন নাই। সৌৱা গুৰুদেৱ আহিছেই ।

( ময়দানৱৰ প্ৰস্থান । বিশ্বকৰ্মাৰ প্ৰৱেশ)

**বিশ্ব** : জয় ৰাম - কৃষ্ণৰ জয়।

**বল** : বিশ্বকৰ্মা।

**বিশ্ব** : আজি বিশ্বকৰ্মাৰ মুক্তি হলধৰ। ইমান দিন নৰকত পচি আছিলো । মুকলি আকাশৰ মুকলি বতাহৰ অশৰীৰী দেৱতা হৈ পৃথিৱীৰ সামান্য অন্ধকূপত আৱদ্ধ হৈ আছিলো। আজি মোৰ দুৰ্গ নিৰ্মাণ দ সেষ, সেই কাৰণে এই মুক্তি। হলা ধীৰে নন্দনৰ মুক্ত সমীৰণ! বহু দিনৰ মূৰত আকৌ আগৰ দৰে প্ৰাণ শীতল কৰা । স্বাধীনতা । স্বাধীনতা।।। তুমি মানৱক, দানৱক , দেৱতাক কি স্বৰ্গীয় সুধা দিয়া। আজিহে বুজিছো -- কেৱল বুজাই নহয়, মৰ্মে মৰ্মে হাড়ে হাড়ে তাৰ শিহৰণ অনুভৱ কৰিছো।

**বল** : বিশ্বকৰ্মা শিল্পীপ্ৰধান । তোমাৰ কাষত ৰামৰ এটা ভিক্ষা আছে। বিশ্ব। কোৱা ৰাম । অনুগৃহীত কৰা।

**বল** : মোৰ সামান্য ভিক্ষা -- তুমি প্ৰাগজ্যোতিষ দুৰ্গৰ দুৱাৰ মুকলি কৰি দিব লাগে।

**বিশ্ব** : তাৰ বাহিৰে আন কি লাগে কোৱা ৰাম।

**বল** : ভাবি চাবা বিশ্বকৰ্মা। মই ৰাম- কৃষ্ণৰ অগ্ৰজ । আজি ভিক্ষাই তোমাৰ কাষত।

**বিশ্ব** : সেই নিমিত্তেইতো তোমাক বুজাবলৈ আৱশ্যেক নকৰে কিয় মই সেই ভিক্ষা দিবলৈ অসামৰ্থ । নিজ হাতেৰে ৰোৱা গছ পুলিটিৰ গাত কুঠাৰ মাৰিবলৈ অনুৰোধ কৰাটোৱেই ৰামৰ ভুল।

**বল** : অনুৰোধ নহয় বিশ্বকৰ্মা। আদে ।

**বিশ্ব** : তোমাৰ াদেশ পালন কৰিব পাৰে অনুজ শ্ৰীকৃষ্ণই, সহচৰ সাত্যকিয়ে আৰু তলতীয়া যাদৱ সৈন্যবিলাকে। কিন্তু এই বিশ্বকৰ্মাই নোৱাৰে ৰাম।

**বল** : তেন্তে এই ঔদ্ধত্যৰ পৰিণাম বুজিবলৈ সাজু হোৱা। মোৰ নাঙল আনা সাত্যকি!

**বিশ্ব** : ভয় নাই ।তাৰ নিমিত্তে একো ভয় নাই ৰান। প্ৰৱয়ৰ ঘনঘোৰ অন্ধকাৰ নামি বিশ্বকৰ্মাৰ ভাগ্যাকাশ অন্ধকাৰ কৰক। তাৰ নিমিত্তে প্ৰস্তুত আছো।

( শ্ৰীকৃষ্ণৰ প্ৰৱেশ)

**শ্ৰীকৃষ্ণ** : সাধু সাধু বিশ্বকাৰ্ম। শলাগো সম্ভাসো মই । ধন্য তুমি-- উচ্চ অতি মহান হৃদয় ।আৰু চিন্তাৰ কাৰণ নাই দাদা। নৰকাসুৰে নিজে দুৰ্গৰ দুৱাৰ মুকলি ৰাহিঁৰ ওলাই আহিছে। এতিয়া শুভন্য শীঘ্ৰম হলেই আমাৰ কাৰ্যসিদ্ধি ।

**বল** : ভালৰেই কথা।

**বিশ্ব** : আজি তোমাৰ মো হন বংশীটি ক'ত বংশীধাৰী? যি বংশীৰ সুললিত তানমত গোকুলৰ গোপিনীসকলক থম্‌কি থমকি নচুৱাইছিলা, যমুনাক পাগলিনী কৰি উজাই বোৱাইছিলা, সেই মনোহৰ বংশীটি ক'ত দলিয়াই পেলাই আজি যোদ্ধাৰ বেশ পিন্ধি আকুলি হৈ লৰি আহিছা বংশীবদন ? আজি নৰকৰ ইমান ভাগ্য হচ্ছ নে যে তুমি নিজে আহি শংখধ্বনি কৰি কৰি তাক মুক্তি দিবা? প্ৰভু ! অপাৰ কৰুণাসিন্ধু !! ৰামকৃষ্ণ দুই ভাইক আজি একেলগে দেখা পাই বিশ্বকৰ্মাৰ নয়নৰ দৃষ্টিশক্তি শতবাৰ ধন্য হ'ল। প্ৰভু ৰাম। মই তোমাৰ আদেশ পালিব নোৱাৰাৰ দোষ মৰিষণ কৰা।

**বল** : তথাস্তু। ব'লা সাত্যকি!

( সাত্যকি আৰু বলৰামৰ প্ৰস্থান)

**শ্ৰীকৃষ্ণ** : তুমি এতিয়া মোৰ দ্বাৰকানগৰীলৈ যোৱা বিশ্বকৰ্মা। তুমিয়েই এদিন সমুদ্ৰৰ বুকুত সেই বিচিত্ৰ হৈমপুৰী নিৰ্মাণ কৰি দিছিলা নহয়। বৰ্তমানে সেই নগৰীতে পুনৰ মোৰ নিমিত্তে এটা নতুন অট্টালিকা কৰি তাত চালে চকু ৰোৱা ষোল হাজাৰ আঠজনা কুঁৱৰীটোল সাজিব। আঠটা মোৰ প্ৰধান আঠজনা কুঁৱৰীটোল সাজিবা। আঠটা মোৰ প্ৰধান আঠজন কুঁৱৰীৰ নিমিত্তে আৰু বাকী ষোল হাজাৰ নৰকে হিমাদ্ৰি প্ৰদেশৰ পৰা বন্দিনী কৰি ৰখা কুমাৰীসকলৰ নিমিত্তে। তেওঁলোকে মোৰ বিবাহিতা পত্নী হ'ব।

**বিশ্ব** : ( নিমাত)

**শ্ৰীকৃষ্ণ** : নিমাত হৈ ৰ'লা যে বিশ্বকৰ্মা ! এই ষোল হাজাৰ

কুঁৱৰীৰ ৰহস্য বুজা নাই নহয় নে? ত্ৰেতাত যেতিয়া মেঘনাদে মোৰ আগত মায়া-সীতা বধ কৰে তেতিয়া মই শোকত বৰ ব্যাকুল হলো। মিত্ৰ বিভীষণে ক'লে— তেওঁ প্ৰকৃত সীতা নহয়। সি কেৱল ৰাক্ষসৰ ছলনাহে। তেতিয়াই সেই কথাত প্ৰত্যয় জন্মাবলৈ যোল হাজাৰ সীতা মূৰ্তি লৈ অগ্নিদেৱতা মোৰ সমুখত উপস্থিত হ'ল। মই আচল কথা বুজ পাই প্ৰকৃতিস্থ হোৱাত মূৰ্তিবিলাকে কৰযোৰে কলে --'প্ৰভু! আমাক গ্ৰহণ কৰক। আপোনাৰ নিমিত্তেই আমাৰ সৃষ্টি।' মই তেওঁলোকক কৈছিলো -- 'এক সীতাৰ বাহিৰে এই জন্মত মই আৰু দ্বিতীয় পত্নী গ্ৰহণ নকৰোঁ। তোমালোকে মনোবাঞ্ছা পূৰ্ণ কৰিম।' এতিয়া বুজিলা নে বিশ্বকৰ্মা? এই নৰকঅপহৃতা যোল হাজাৰ কুমাৰীযেই সেই অগ্নিদেৱতা নিৰ্মিত সীতামূৰ্তিসকল।

বিশ্ব : বুজিছো। প্ৰভু! সকলোলেই অলৌকিক। মই এতিয়া তোমাৰ আদেশ পালন কৰিবলৈ যাওঁ। তাৰ আগতে তোমাৰ কাষত এটা নিবেদন আছে। প্ৰভু! অনুগ্ৰহ কৰি মোৰ কন্যা ইন্দুমতীকো গ্ৰহণ কৰি মোক কৃতাৰ্থ কৰা। সৌৱা তাই আহিছেই।

(ইন্দুমতীৰ প্ৰৱেশ)

ইন্দু : ভয় নেখাবা ৰুক্মিণীবল্লভ! মযে সেই ইন্দুমতী। বিবাহ-বন্ধনত ইন্দুমতী বান্ধ নেখায়। মুক্ত আকাশত বিচৰণ কৰা চিৰস্বাধীনা বিহংগিনী মই। সোণত সজাত সোমাই আবদ্ধ হ'ব নোৱাৰো। পিতা! অবাধ্যা তনয়াৰ দোষ মৰিষন কৰিবা।

বিশ্ব : ইন্দুমতী কন্যা মোৰ!

ইন্দু : আজি পুনু কিহৰ মায়া পিতা? শ্ৰীকৃষ্ণ! হ'ব পাৰা তুমি সেই সত্য শিৱ সুন্দৰ মোৰ চিৰপূজ্য চিৰআৰাধ্য দেৱতা নাৰায়ণৰ পূৰ্ণ অৱতাৰ। তথাপি তোমাৰ মোৰ আকাংখ্যা নাই। নাৰায়ণৰ মনুষ্যমূৰ্তিক মই পূজা নকৰোঁ। তুমিও এদিন মৰিবা। তুমিও এদিন ধ্বংস হ'বা। আজি তুমিও মিছা। সৌৱা চোৱা, মোৰ স্বামী নাৰায়ণ। তেওঁৰ মৃত্যু নাই, ধ্বংস নাই, আকাৰ নাই, পৰিবৰ্তন নাই। চোৱা, চোৱা সৌৱা, তেওঁ হাহিছে। তেওঁৰ লগতে গোটেই বিশ্বত হাহিৰ খলকনি উঠিছে। সৌৱা আকাশত হাঁহি, বতাহত হাঁহি, জলত হাঁহি, স্থলত হাঁহি, তোমাৰ হাঁহি, মোৰ হাঁহি, কেৱল হাঁহি! আৰু মই স্থিৰ হৈ থাকিব পাৰো নে পিতা?

(বেগেৰে প্ৰস্থান)

বিশ্ব : সঁচা কথা যদুনাথ! কৰ্মপ্ৰাণ বিশ্বকৰ্মা আৰু কিমান পৰ অলস হৈ ৰ'ব? প্ৰণাম!

(বিশ্বকৰ্মাৰ প্ৰস্থান)

শ্ৰীকৃষ্ণ : সুন্দৰ!

(লাহে লাহে প্ৰস্থান। আউলি-বাউলি চুলি মেলি শোকাতুৰা বিষাদিতা বসুমতীৰ প্ৰৱেশ।)

বসু : আজি মোৰ পুত্ৰ নৰকাসুৰক ৰক্ষা কৰিব কোনে? ইমান বুজনিতো সি বুজনি নামানি দুৰ্গৰ দুৱাৰ মুকলি কৰি ৰণ কৰিবলৈ আগবাঢ়ি গচ্ল। হায় হায় ধৰিত্ৰী! বৰ অভাগিনী তই। আজিৰ পৰা পুত্ৰহীনা হবি। সৌৱা চা, শূন্যত দেৱতাসকলে খিলখিলাই হাঁহিছে, গন্ধৰ্বসকলে আনন্দত আত্মহাৰা হৈ মৃদংগ বজাইছে আৰু অপেস্বৰাসকলে শ্ৰীকৃষ্ণৰ মূৰত পাৰিজাত বৃষ্টি কৰি সংগীতৰ তাল ধৰিছে। উস্! মোৰ পুত্ৰফ মৃত্যুৰ আগন্তুক দেখি আজি সকলো আনন্দ। সেই আনন্দই মোৰ বুকুত শক্তিশেল হানিছে। পুত্ৰহীনা বসুমতী মই। কি কৰো? ক'লৈ যাওঁ? কোনে মোৰ বাছাক ৰক্ষা কৰিব? ব্ৰহ্মাণ্ডত এনে দযালু কোন আছে? কোনো নাই। কান্দ ধৰিত্ৰী। হিয়া -মূৰ ধুনি ধুনি পাৰমানো কান্দ। চকুলোৰে নৈ বৈ যাওক। সেযে তোৰ সান্ত্বনা। আৰু বেছি কি কৰিব পাৰয় মৃত্যু! মৃত্যু!! (বেগেৰে প্ৰস্থান)

# পঞ্চম দৰ্শন

## অসুৰৰ পৰ্বতৰ নামনি

(প্ৰদ্যুম্নৰ প্ৰৱেশ)

পদ্যু : এই দেশত ভৰি দিয়াৰ লগে লগেই মোৰ মনত কত পুৰণি স্মৃতি — কত খেলিমেলি ভাবৰ হেন্দোলনি উঠিছে!! পূৰ্বজন্মৰ সকলো কাহানীয়েই এটাৰ পাছত এটাকৈ মানসপটত উদয় হৈছে। মনত পৰিছে — সেই তাহানি ফুলৰ বুকুত উঠি সুখেৰে নিদ্ৰা যোৱা, নিযৰত স্নান কৰা, মলযাত উটি -ভাহি ফুৰা আৰু প্ৰিযতমা ৰাজিৰ লগত বিবিধ স্বৰ্গীয় খেলা কৰা। মনত পৰিছে— সেই আনন্দ-উৎফুল্ল হৈ কামজযী মহেশ আৰু পাৰ্বতী দেৱীৰ গাত ফুলশৰ হনা। আৰু তাৰ লগতে মনত পৰিছে সেই ভীষণ দৃশ্য — হৰৰ কোপানলত পৰি মুহূৰ্ততে কামভস্ম হোৱাৰ কথা। এতিয়াও সেই স্থানেই সেই মোৰ শতস্মৃতিবিজড়িত পুণ্যস্থান। ইয়াতেই পুনৰ পাৰ্বতী দেৱীৰ অনুগ্ৰহন নৱজীৱন পাইছিলো। মযে সেই হৰৰ কোপত ভস্মীভূত হোৱা মদন আৰু এয়েই সেই মধুৰ স্মৃতিয়ে আজি মোক উতলা কৰিছে! মধুৰ অতি মধুৰ! সোণৰ

অতীজৰ মহিমা-স্মৃতিৰ কামৰূপী মায়াত আবদ্ধ মই কামদেৱ।

( ভগদত্ত আৰু সাত্যকিৰ যুদ্ধ কৰি প্ৰৱেশ । সাত্যকি প্ৰায় পৰাস্ত।)

সাত্য : কি চাই আছা প্ৰদ্যুম্ন । কাঠৰ পুতলাৰ দৰে থিয় হৈ ৰ'লা কিয়? যদি সহায় নকৰা তেন্তে ক্ষন্তেকতে শেষ নিশ্বাস পেলাব লাগিব।

পদ্যু : তুমি অৱসৰ লোৱা সাত্যকি । মই তোমাৰ সলনি অসস্ত্ৰ ধৰিলোঁ।

ভগ : আহাঁ বীৰ। তোমাৰ বাহুবলৰ পৰিচয় দিসাহি আৰু লগতে অনুভৱ কৰাহি নৰকনন্দন ভগদত্তৰ অস্ত্ৰশিক্ষা কেনে।

প্ৰদ্যু : কৰা যুদ্ধ।

( প্ৰদ্যুম্ন আৰু ভগদত্তৰ যুদ্ধ কৰি প্ৰস্থান)

সাত্য : ভগদত্ত। তুমি অসাধাৰণ শক্তিসম্পন্ন বীৰ।

( প্ৰস্থান । গদাযুদ্ধ কৰি কৰি দেৱজিৎ আৰু বলৰামৰ প্ৰৱেশ)

বল : অসুৰ সেনাপতি। ৰামৰ ভীষণ গদাৰ প্ৰহাৰ কিমান পৰ সহ্য কৰিবা ? ইতিমধ্যে আহত হৈছা, নিহত হবলৈ আৰু বিলম্ব নাই। ইমানতো আগবাঢ়ি আহিছা কিয়? তোমাৰ লগৰীয়া মূৰ দৈত্যক মাৰি শ্ৰীকৃষ্ণই মুৰাৰি নাম পাইছে। বলৰামৰ গদাৰ প্ৰহাৰতো তুমি নিঃশেষ হৈ যাবা।

দেৱ : মৃত্যুৰ ভয়ত অসুৰ সেনাপতি দেৱজিৎ কাতৰ নহয়। যুদ্ধক্ষেত্ৰত মৃত্যু গৌৰৱৰ কথা।

বল : তেন্তে গ্ৰহণ কৰা গৌৰৱৰ মৃত্যু।

( যুদ্ধ কৰি দুযোৱে প্ৰস্থান । তেজেৰে ৰাঙলি হৈ পুনৰ প্ৰদ্যুম্নৰ প্ৰৱেশ।)

প্ৰদ্যু : বালকৰ লগত যুদ্ধ কৰি তিষ্ঠিব নোৱাৰিলো । লাজ-মান, বংশৰ গৌৰৱ সকলোকে জলাঞ্জলি দি ক্ষুদ্ৰ প্ৰাণৰ ভয়ত পলাই আহিলোঁ। ছি ছি । বৰ ভুল কৰিলোঁ । পিতাদেৱতা। তোমাৰ আগত এই পাপ-মুখ দেখুৱাম কেনেকৈ? তুমি জানো এই কাপুৰুষৰ পলায়ন অনুমোদন কৰিবা? কামৰূপ ! তোমাৰ কি সম্মোহিনী শক্তি । কি যাদু কৰি বীৰৰ সন্তান মোৰ যুদ্ধক্ষেত্ৰত ভেৰা কৰিলা?

( প্ৰদ্যুম্নৰ প্ৰস্থান।)

## ষষ্ঠ দৰ্শন

### অশ্বাক্ৰান্তৰ বালি

( ৰথত শ্ৰীকৃষ্ণ আৰু সাৰথি সত্যভামাৰ প্ৰৱেশ)

সত্য : আৰু যে ৰথ অগ্ৰসৰ হ'ব নোৱাৰে চক্ৰপাণি । সমুখত মহাবাহু ব্ৰহ্মপুত্ৰ ।

শ্ৰীকৃষ্ণ : তেন্তে ইয়াতেই অশ্বাক্ৰান্ত গুচল। চোৱা, চোৱা নৰকে কি প্ৰচণ্ড বিক্ৰমেৰে যুদ্ধ কৰিছে। চকুৰে প্ৰত্যক্ষ দৰ্শন কৰা । দাদা বলভদ্ৰ পৰাস্ত, প্ৰদ্যুম্ন আহত, সাত্যকি মৃতপ্ৰায় অচেতন, ময়ো যে জিকিব পাৰিম তাৰেই বা কি বিশ্বাস ! দেখিছা, নৰকাসুৰ সামান্য শক্তি নহয়। মোৰ সকলো অস্ত্ৰকে এক পলকতে ব্যৰ্থ কৰি দিয়ে।

সত্য : কি প্ৰতিভাশালী বীৰ নৰকাসুৰ!

শ্ৰীকৃষ্ণ : নৰকাসুৰৰ ভাবনা এৰি দিয়া সত্যভামা। সি অমৰ, সি অবধ্য -- চিন্তা কৰা তোমাৰ শ্ৰীকৃষ্ণৰ নিমিত্তে। আজি যে জিকিব পাৰিম সেই আশা অতি কম।

সত্য : কিয় তেনে কথা কোৱা নাথ?

শ্ৰীকৃষ্ণ : সত্যভামা । সত্যভামা ! দেখা নাই নে নৰকাগ্নিৰ ভীষণ শিখাই জিভা মেলি আকাশ চুইছেগৈ । ৰাম, কাম, সাত্যকি সমগ্ৰ যাদৱ-সেনাই পৃষ্ঠভংগ দিলে। কেৱল বাকী আছোঁ মই। এইবাৰ মোৰ লগত নৰকৰ শেষ শক্তি পৰীক্ষা।

( শ্ৰীকৃষ্ণ আৰু সত্যভামাৰ ভৰিত পুষ্পবৃষ্টি হয়।)

সত্য : ক'ৰ পৰা আহি একেলগে ইমানবোৰ ফুল পৰিল নাথ?

শ্ৰীকৃষ্ণঃ নৰকে পুষ্পবাণেৰে আমি দুয়োকো পূজা কৰি মোৰ লগত যুদ্ধ ঘোষণ শবানল জ্বলি উঠিব।

সত্য : দাৰুকক স্মৰণ কৰা নাথ। মই আৰু তোমাৰ ৰথৰ সাৰথি হ'ব নোৱাৰোঁ! দুৰ্বলা অবলা মই। ৰণক্ষেত্ৰত মোৰ ঠাই নাই।

শ্ৰীকৃষ্ণ : ভয় কৰিছা কিয়? একো ভয় নাই । চোৱা, নৰকৰ সহধৰ্মিণীয়ে কেনেকৈ ধীৰ স্থিৰ গম্ভীৰ হৈ নিজৰ কাৰ্য্য কৰিছে, তুমি আকৌ অস্থিৰ হৈছা?

সত্য : সেই ভয় মোৰ নাই । ময়ো পুৰুষপ্ৰধান শ্ৰীকৃষ্ণৰ সহধৰ্মিনী। কিন্তু মনটো দেখোন বৰ চঞ্চল হৈ উঠিছে, সেই কাৰণেহে । সি যি নহওক হৃদয়ত বল বান্ধিছো নাথ। তুমি যুদ্ধ কৰা।

( ৰথত নৰকৰ প্ৰৱেশ । সাৰথি মায়া।)

নৰক : যদুপতি কংসাৰি শ্ৰীকৃষ্ণ ।

শ্ৰীকৃষ্ণ : কোৱা, তোমাক কি লাগে ?

নৰক : জিভা সংযত কৰি কথা ক'ৰা গোপিকাৰঞ্জন। মোক কিবা লাগে নে তোমাক কিবা লাগে? কোন কাৰ দুৱাৰত ভিখৰী? সাৱধান হোৱা। নৰকে আজি তোমাৰ অন্যায় যুঁজত হিৰণ্যকশিপু বধ আৰু দৈত্যৰাজ বলিক ছলনা কৰাৰ প্ৰতিশোধ লবলৈ

আগবাঢ়িছে।

**শ্ৰীকৃষ্ণ** ঃ তুমি সেই প্ৰতিশোধৰ উত্তৰাধিকাৰী নোহোৱা

**নৰক** ঃ তুমি দানৱো নোহোৱা, অসুৰো নোহোৱা, জন্ম - অধিকাৰত তুমি তাতোকৈ বহুত ওপৰত । দেৱবীৰ্য্য তোমাৰ সিৰাই সিৰাই প্ৰৱাহিত। তুমি যে নাৰায়ণৰ পুত্ৰ আৰু মযো যে নাৰাযণৰ পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণ।

**নৰক** ঃ ( ৰথৰ পৰা নামি আগবাঢ়ি ) কি ক'লা, কি ক'লা শ্ৰীকৃষ্ণ? আকৌ কোৱা সকলোৰে শুনাকৈ উচ্চস্বৰে কোৱা -- মই দৈত্য নহওঁ, অসুৰ নহওঁ, জন্ম- অধিকাৰত মই দেৱতা । কেৱল ক'লেই নহ'ব -- তাৰ প্ৰমাণ লাগে। যদি তোমাৰ কথা সঁচা হয তেন্তে মোৰ এই বৈষ্ণৱাস্ত্ৰৰ গতি প্ৰতিৰোধ কৰা। যদি পাৰা তেতিয়া বিশ্বাস কৰিম, তেতিয়া জানিম তুমি মোৰ পিতা-- জগৎপিতা নাৰায়ণ।

**শ্ৰীকৃষ্ণ** ঃ কিন্তু তাৰ লগে লগে যে তোমাক হেৰুৱাম নৰক ।

**নৰক** ঃ তথাপি মোৰ মনত শান্তি হ'ব। বিশ্বই জানিব-- তুমি মোৰ পিতা? মৰণত বৈকুণ্ঠ পাম।

**শ্ৰীকৃষ্ণ** ঃ মৃত্যুৰ আগতে এবে জনোৱা প্ৰাৰ্থনা,
আনন্দেৰে দিম শেষ বৰ।

**নৰক** ঃ নকৰোঁ জীৱনভিক্ষা মৃত্যুৰ কালত
সঁচাকৈয়ে যদি তুমি হোৱা দযাময
তেন্তে হে শ্ৰীকৃষ্ণ !
শেষ বৰ কৰিলোঁ প্ৰাৰ্থনা--
দিয়া মোক অমৰত্ব দান।

**শ্ৰীকৃষ্ণ** ঃ তথাস্তু।
আজি ঘোৰ অমাৱস্যো নিশা
তোমাৰ ই মৃত্যু উপলক্ষে
জ্বলিব অযুত বন্তি -- হ'ব দীপান্বিতা।
আজিয়ে প্ৰথম দীপালী
জ্যোতিৰ্ময় প্ৰাগজ্যোতিষত।
আলোকি ধৰাৰ বক্ষ
বছৰে বছৰে হ'ব এই তিথিতেই
নৰকৰ যুগমীয়া কীৰ্ত্তিৰ দীপালী
---- অমৰত্ব সেয়েই তোমাৰ।

**নৰক** ঃ তেন্তে আৰু নকৰিবা অযাথা পলম।
চোৱা চক্ৰপাণি।
এই মোৰ বৈষ্ণৱাস্ত্ৰ কৰিলোঁ নিক্ষেপ।
( বৈষ্ণৱাস্ত্ৰ জুৰিলে)

**শ্ৰীকৃষ্ণ** ঃ সত্যভামা ! এক মাত্ৰ বাকী সুদৰ্শন?

**সত্য** ঃ আত্মৰক্ষা কৰা নাথ। সুদৰ্শনে কৰক সহায়।

**শ্ৰীকৃষ্ণ** ঃ তেন্তে আৰু দোষ নাই মোৰ!

**নৰক** ঃ শ্ৰীকৃষ্ণ।
( বৈষ্ণৱাস্ত্ৰ নিক্ষেপ কৰিলে)

**শ্ৰীকৃষ্ণ** ঃ যোৱা সুদৰ্শন!
(সুদৰ্শন চক্ৰই বৈষ্ণৱাস্ত্ৰ ব্যৰ্থ কৰি নৰকৰ ফালে আগবাঢ়ি যায় ।)

**নৰক** ঃ যদুপতি। পিতা। নাৰায়ণ !
(নেপথ্যত) জয় ভগৱান শ্ৰীকৃষ্ণৰ জয ( নৰকৰ মুৰত পুষ্পবৃষ্টি।)

**মায়া** ঃ স্বামী। স্বামী । -- মোকো নিযা তোমাৰ লগত। ( মূৰ্চ্ছা)

**সত্য** ঃ ( ৰথৰ পৰা নামি গৈ)
সঁচাকৈযে -- সঁচাকৈযে কি কৰিলা--
কি কৰিলা তুমি নাৰাযণ ?
দাবানল জ্বলিল বুকুত।
নৰক । পুত্ৰ মোৰ।। ( নৰকক সাৱটি ধৰে)

**শ্ৰীকৃষ্ণ** ঃ যোৱা বীৰ ।
বৈকুণ্ঠত নিজ স্থান ক ৰা আধিকাৰ ।
সত্যভামা ! নোপজে হঠাতে আৰু
এনে বীৰ বসুধানন্দন ।
( এফালৰ পৰা বাউলি বসুমতী আৰু আনফালৰ পৰা ভগদত্তৰ বেগেৰে প্ৰৱেশ।)

**বসু** ঃ মিছলীয়া।

**ভগ** ঃ পিতৃহন্তা।

**শ্ৰীকৃষ্ণ** ঃ পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।।

# আঁৰকাপোৰ

# নিবেদন ।

জয়মতী কুঁৱৰীৰ আত্মত্যাগৰ কাহিনীয়ে আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে চমক লগাইছে, নৱ-জাগৰণত নতুন প্ৰেৰণা দিছে, লগে লগে জয়মতীৰ তিথি জাতীয় উৎসৱত পৰিণত হৈছে। প্ৰায় সকলো ঠাইতে অভিনয়ৰে উৎসৱৰ সামৰণি মৰা হয় সেইকাৰণে উৎসৱৰ লগত খাপ খোৱাকৈ সতীৰ আত্মত্যাগ আৰু ফলাফলৰ চিত্ৰ দেখুৱাবলৈ এই ক্ষুদ্ৰ নাটকৰ অৱতাৰণা।

এই নাটক ৰচনাৰ মূলত বাণ ষ্টেজৰ বিখ্যাত অভিনেতা ডঃ ললিত মোহন চৌধুৰী। প্ৰথমতে ইয়াক হাতত লবলৈ লেখকৰ সমূলি ইচ্ছা নাছিল, কিন্তু উক্ত চৌধুৰীদেৱে দিনে-ৰাতিয়ে এনে ভাৱে পীড়া- পীড়ি কৰিবলৈ ধৰিলে যে শেহত ইয়াক নিলিখাকৈ তেওঁৰ হাত সৰা অসম্ভৱ হৈ উঠিল। অগত্যা দিনে এক অঙ্ককৈ লিখি তেওঁৰ হাতত অৰ্পণ কৰা হ'ল। নাটকৰ নামকৰণো তেওঁৰেই।

১৮৫৩ শকৰ বহাগ মাহত জয়মতী উৎসৱ উপলক্ষে "সতীৰ তেজ" বাণ ষ্টেজত প্ৰথম অভিনীত হয়। সৌভাগ্যৰ কথা, অভিনয়ে দৰ্শক সকলক আশাতীতৰূপে সন্তুষ্ট কৰিছিল। আনকি, নেদেখা সকলে পুনৰাভিনয়ৰ নিমিত্তে চেক্ৰেটাৰীক অনুৰোধো জনাইছিল।

নাটক আৰু অভিনয়ৰ এই কৃতকাৰ্যতাৰ মূলত শ্ৰীযুত চৌধুৰীদেৱ। অসমীয়া ৰঙ্গমঞ্চৰ উন্নতিৰ নিমিত্তে তেওঁৰ যি প্ৰৱল আগ্ৰহ, সেয়েই এই নাটকৰ উৎপত্তিৰ কাৰণ। অকল এইখনেই নহয়, বাণ ষ্টেজত সুখ্যাতিৰে অভিনীত হোৱা লেখকৰ "চিলাৰায" আৰু "অগ্নিপৰীক্ষা" নাটকৰো জন্ম কাহিনী প্ৰায় একেই। সেইবাবেই তেওঁ অকল গ্ৰন্থকাৰৰ নহয়, নাট্যামোদী মাত্ৰৰেই শলাগৰ পাত্ৰ। নাটকখন পঢ়ি যি সকলে সঙ্কেতাদিৰে সাহায্য কৰিছিল, তেওঁলোকৰ ভিতৰত উক্ত চৌধুৰীদেৱৰ বাহিৰেও বিখ্যাত অভিনেতা কলা-কুশল শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰধান। বাণ ষ্টেজৰ মেনেজাৰ শ্ৰীযুত সুৰেন্দ্ৰ কুমাৰ বৰুৱাৰ পৰাও দুই এটা আৱশ্যকীয় সঙ্কেত পোৱা গৈছিল। সেইকাৰণে তেওঁলোক সকলোটিলৈকে শলাগৰ শৰাই আগবঢ়ালো।

এওলোকৰ বাহিৰেও বাণ থিয়েটাৰৰ সভ্য আৰু কাৰ্য্যকাৰক সকলে লেখকক নানা প্ৰকাৰে সাহায্য কৰিছে। তেওঁলোকেই নাটকখনৰ উপযোগিতা পৰীক্ষা কৰিবলৈ প্ৰথম সুযোগ দিয়ে। আৰু এটি সাহায্য ৰজনীৰ ব্যৱস্থা কৰি ইয়াৰ প্ৰকাশ সহজ আৰু সোনকাল কৰি তোলে। সেইকাৰণে উক্ত থিয়েটাৰৰ সভ্য ভাৱৰীয়া, আৰু বিশেষকৈ চেক্ৰেটাৰী শ্ৰীযুতা ৰাধিকা কান্ত দাস গ্ৰন্থকাৰৰ বিশেষ ধন্যবাদৰ পাত্ৰ।

সামৰণিত ইয়াকে কওঁ যে 'সতীৰ তেজ' লেখকৰ প্ৰথম প্ৰকাশিত নাটক। ইয়াৰ প্ৰচাৰৰ ওপৰতে আন কেইখন নাটকৰ প্ৰকাশ নিৰ্ভৰ কৰিছে। ইতি ––

কেতকীবাৰী।
বিনীত।
১৭ ফাগুন, ১৮৫৩ শক।
গ্ৰন্থকাৰ।

# ভাৱৰীয়াসকল।

## মুনিহ।

| | |
|---|---|
| চুলিক্‌ফা বা ল'ৰা ৰজা | অসমৰ ৰজা। |
| আতন | বুঢ়াগোঁহাই, ৰাজমন্ত্ৰী। |
| লাইথেপেনা | বৰগোঁহাই। |
| গদাপাণি | তুঙ্খুঙ্গীয়া ফৈদৰ কোঁৱৰ। |
| লাই, লেচাই | ঐ পুত্ৰদ্বয়। |
| বন্দৰ | বৰফুকন। |
| জপলু | এটা নগা। |

পানী ফুকন, চাওদাং বৰুৱা, বন্দীপাল বৰুৱা, কটকী, চোৰাংচোৱা, পগলা,দুটা পাইক, বাটৰুৱা মানুহ, বেপাৰী নগা, দুবৰী, প্ৰহৰী, ল'ৰাবিলাক, চাওদাং বিলাক, সৈন্যবিলাক, দৰ্শকসকল, বিষয়াসকল, গায়ন-বায়ন ইত্যাদি।

## তিৰুতা।

| | |
|---|---|
| জয়মতী | গদাপাণিৰ পত্নী। |
| বাউলী .. | গদাপাণিৰ বায়েক, বন্দৰৰ পত্নী। |
| ৰাণী | চুলিক্‌ফাৰ মহিষী। |
| কেতেকী | জয়মতীৰ লিগিৰী। |
| ৰতনী ... | বৰগোঁহাইৰ ঘৰৰ বান্দী। |
| ৰেণু | জপলুৰ ভনীয়েক। |
| জেণু | ৰেণুৰ সখীয়েক। |

লিগিৰী দুজনী, কুমাৰীসকল, নাৰীসকল ইত্যাদি।

# সতীৰ তেজ

## প্ৰথম অঙ্ক

গদাপাণিৰ ঘৰৰ আগচোতাল। ওচৰতে এজোপা গুটি লগা আম।
ঘৰৰ দুৱাৰ মুকলি। সময় আবেলি। লাই, লেচাই আৰু তেওঁলোকৰ লগৰীয়া ল'ৰাবিলাকে গীত গায়।
প্ৰত্যেকৰে হাতত ধেনু-কাঁড়।

### গীত।

আকাশত হাঁহিছে সোণালী সূৰুযে
পৃথিৱীত হাঁহিছে ফুল।
তাৰ মাজে মাজে পখিলা উৰিছে,
পাখিতে সগন্ধি বোল।
আমৰে ডালতে কলীয়া কুলিযে
কু-উ-কু-কু-উ-কু গায়।
সৰগৰ অমিয়া মৰতত সিঁচিচে,
ৰিব্ ৰিব্ মলয়া বাই।
আকাশে হাঁহিছে বিৰিখে হাঁহিছে,
প্ৰভুৰে জেউতি লৈ।
ঢালো চৰণতে ভকতি আঁজলি
কৰুণাৰ ভিক্ষাৰী হৈ।

(লাহে লাহে কেতেকী আহি দুৱাৰমুখত থিয় হয়।)

**লেচাই** : আইতাই কৈছিল অৰ্জুনে হেনো বৰ ওপৰত থোৱা মাছ এটা হাঁ চাই বিন্ধিছিল। আমিও নোৱাৰিম নে চাগৈ?

**লাই** : কেলেই নোৱাৰিম। এতিয়া নোৱাৰিলেও অভ্যাস কৰিলেই পাৰিম, পাৰিমেই পাৰিম।

**প্ৰথম ল'ৰা** : ময়ো পাৰিম।

**দ্বিতীয় ল'ৰা** : মই হ'বলা নোৱাৰিম?

**কেতেকী** : বাৰু, লক্ষ্য বিন্ধিব নালাগে, সৌ যে ওপৰত অকলশৰীয়াকৈ আমটো আছে, তাকে সৰোৱাচোন।

**প্ৰথম ল'ৰা** : বাৰু, চোৱা তেন্তে, মই একেপাত কাঁড়তে মাটিত পেলাই দিম।
(কাঁড় মাৰে, কাঁড় বহুত আঁতৰেদি যায়।)

**দ্বিতীয় ল'ৰা** : বৰ কথা কৈছিলি, নোৱাৰিলি কিয়? মই সৰাম চাবি।
(কাঁড় মাৰে, কাঁড় আঁতৰি যায়।)

**লাই** : তোমাৰ কাঁড় দেখোন ওভোটা ফাললৈ হে গ'ল। লেচাই পাৰিবা নে?

**লেচাই** : চাওচোন বাৰু পাৰো নে নোৱাৰো।
(কাঁড় মাৰে, কাঁড় লাগো লাগো হে যায়।)

**প্ৰথম ল'ৰা** : লাগিল। লাগিল। এঃ অলপতহে সাৰিল।

**লাই** : এইবাৰ ময়ো চাওচোন।
(কাঁড় মাৰে, আৰু আমটো সৰি পৰে।)

**সকলোৱে** : ঠিক লাগিল। সৰিল! সৰিল।
(আনন্দত চাপৰি বজায়।)

**কেতেকী** : (লাইক সাবটি ধৰি) ডাঙৰ হ'লে তুমি নিশ্চয় অৰ্জুনৰ সমান বীৰ হ'বা। এতিয়া যোৱা, আইদেৱে জলপান খাবলৈ মাতিছে।
(আটাইকেইজন ভিতৰলৈ সোমায়।)

**কেতেকী** : ভাগ্যৰ বলতহে আইদেউক পাইছো। লোকে গিৰিহঁতৰ হতুৱাই সকলো কাম কৰাই নিজে পৈৰ ওপৰত ঠেং তুলি ঘৰ চলায়। আমাৰ আইদেৱে সকলো কাম নিজেই কৰে। টান কামটো মোক অকলে কৰিবলৈ কেতিয়াও নিদিয়ে। বাহিৰৰ কাম থাকিলেহে মোৰ বিচাৰ লয়। জন্মে জন্মে যেন আইদেউৰ বেটী হ'বলৈ পাও।
(চুচুক চামাককৈ চাৰিওফালে চাই ৰতনী সোমায়।)

**ৰতনী** : বাই, কুঁৱৰী ঘৰত আছে নে?

**কেতেকী** : নাথাকি নো ক'লৈ যাব? আমাৰ কুঁৱৰীয়ে কিবা লোকৰ দৰে ঘৰে ঘৰে মেল মাৰি ফুৰে নে? এতিয়াই কামৰ পৰা আজৰি হৈ তাঁতত বহিছে গৈ। আহা, বহাহি।

**ৰতনী** : মই নবহো, সময়ো নাই। থিয়ে থিয়ে কথা একাষাৰ কৈ যাবলৈ হে আহিছো।

**কেতেকী** : উ আই। ইমান নো তত নোহোৱা হ'ল নে?

**ৰতনী** : তত থাকিলে নো লৰালৰি কৰিছো নে? বেগাই কুঁৱৰীক মাতি দিয়া।

**কেতেকী** : বাৰু, নবহা যদি ৰ'বা, আইদেউক কওঁ।
(প্ৰস্থান)

**ৰতনী** : দিন কালৰ যেনেহে গতি হৈছে, গুলাব সোমাবলৈকে এক্ষিব লগা হ'ল। মোৰ ওপৰত বা কাৰ চকু পৰিছে, কোনে জানে! তেহেলৈ মোৰ যি হয় হওক, কুঁৱৰীক কথাটো জনাবই লাগিব।
(জয়মতীৰ প্ৰৱেশ।)

জয়মতী : অ' ৰতনী, ইযাতে ৰ'লা কিয ? ভিতৰলৈ আহা।

ৰতনী : মই যাওৱেই। আঁচলত জীৱ বান্ধিহে আহিছো। এটা গুপুত কথা আছে। কোঁৱৰ ক'লৈ গ'ল ?

জয়মতী : দুপৰতে ওলাই গৈছে, এতিয়াও ঘূৰা নাই। সুধিলা কিয ?

ৰতনী : আইদেউ ! মই আপোনাক এটা ভয়ানক বাতৰি দিবলৈ আহিছো। (চাৰিওফালে চাই) আজি কোঁৱৰক ধৰাই নিব।

জয়মতী : কোনে ?

ৰতনী : স্বৰ্গদেৱে।

জয়মতী : কিয ?

ৰতনী : ক'ব নোৱাৰো।

জয়মতী : (হাঁহি হাঁহি) নহয, তোমাৰ ভুল হৈছে। স্বৰ্গদেৱে ধৰাই নিব কিয ? তেওঁতো কোনো অপৰাধ কৰা নাই ?

ৰতনী : মোৰ ভুল হোৱা নাই। অপৰাধ নহ'লেও ধৰাই নিব -- আজি গধূলিতে। আই-দেউতাই কেনেবাকৈ গম পাই মোক পঠিযাই দিছে। কথা অতি গোপন, ওলাবৰ হ'লে মোৰো মূৰ যাব। তাতে বৰগোঁহাই ডাঙৰীযাও এতিযা নগৰত নাই, ভাটীত আছে। মই যাও। গধূলিৰ আগতে কিবা এটা নকৰিবৰ হলে কোঁৱৰক আৰু নাপায। আনবোৰ কোঁৱৰৰ অৱস্থা দেখিছেই। (সশঙ্কিত ভাৱে প্ৰস্থান।)

জয়মতী : স্বামীৰ বিপদ ! মোৰ দেখোন বিশ্বাস কৰিবৰ মন নাযায। তেওঁক দেখোন সকলোৱে ভাল পায। হঠাৎ কি ৰজাঘৰীয়া অপৰাধ লগালে ? নহয, মই বিশ্বাস কৰো। (গদাপাণিৰ প্ৰৱেশ।)

গদাপাণি : জয়া ! আহোম বংশৰ সকলো কোঁৱৰ শেষ হ'ল, মযেই মাথোন বাকী। এইবাৰ মোৰ পাল, মোৰ পিছত শত্ৰু।

জয়মতী : আপোনাৰ পিছত শত্ৰু ! আপুনি নো কাৰ কি কৰিছে ?

গদাপাণি : বনত হৰিণ থাকে, সি নো কাৰ কি কৰে ? তথাপি মানুহে তাক খেদি খেদি মাৰে কিয ?

জয়মতী : তাত মাৰোতাৰ পেট ভৰে।

গদাপাণি : ইযাতো হত্যাকাৰীৰ স্বাৰ্থসিদ্ধি।

জয়মতী : হত্যাকাৰী নো কাক বুলিছে?

গদাপাণি : আৰু কোন হ'ব ? পাষণ্ড চুলিক্‌ফা। যিমান গোপনে কৰক এইবোৰ যে চুলিক্‌ফাৰ কাম, তাক বুজিবলৈ কাৰো বাকী নাই। ৰাজকোঁৱৰ সকলৰ মৃত্যুত তাৰ বাহিৰে আনৰ স্বাৰ্থ থাকিব নোৱাৰে। সি ভাবিছে কোঁৱৰসকলক বধি নাইবা ঘৃণীয়া কৰি তাৰ একাধিপত্য স্থাপন কৰিব। তোমাক কোৱা নাই এদল গুপ্তচৰ সদায মোৰ পিছত ঘুৰিব লাগিছে। সিঁহতে ইমান দিন মোৰ গাত হাত দিবলৈ সাহ কৰা নাছিল, মযো সিহতক অৱজ্ঞাৰ চকুৰে চাইছিলো। আজি সিহত মৰণত শৰণ দি লাগিছিল। দিখৌ ঘাটৰ ওচৰতে আজি হঠাৎ দুপাত কাঁড মোৰ কাণৰ কাষেদি ভোঁ-ভোঁৱাই গ'ল। মই ওভটি চাওতেই দুটা মানুহ লৰ মৰা দেখিলো। সিহতৰ কপাল ভাল, মই বিচাৰি নাপালো, নতুবা সিহতক আজি ধোবাই আছাৰা দি আছাৰিলোহেতেন।

জয়মতী : তেন্তে ৰতনীৰ কথা সঁচা।

গদাপাণি : কি কথা ?

জয়মতী : আজি হেনো ৰজাই আপোনাক ধৰাই নিব খুজিছে।

গদাপাণি : হ'ব পাৰে। গুপ্তচৰে বলে নোৱাৰা দেখি দেখাদেখিকৈ লাগিব খুজিছে। সকলো কোঁৱৰৰ অন্ত হ'ল, মোক মাৰিব পাৰিলেই সি নিষ্কণ্টক।

জয়মতী : তেন্তে উপায় কি প্ৰিযতম ?

গদাপাণি : উপায় মোৰ এই বাহু দুটা ?

জয়মতী : ৰজাঘৰীয়া ফৌজৰ লগত আপুনি অকলৈ কি কৰিব ?

গদাপাণি : সিহতৰ কুৰিটাক আছাৰি মাৰিবৰ শক্তি মোৰ এই বাহুত আছে।

জয়মতী : কুৰিটাক মাৰিলেই ৰজাৰ ফৌজ নুটুকায়। বাকীবোৰে আপোনাক বন্দী কৰিব।

গদাপাণি : মোক মাৰিব পাৰিব, বন্দী কৰিব নোৱাৰে। নহয, মৰিব লাগিবই যেতিয়া বীৰৰ দৰে মৰিম। (ভোঁ ভোঁ কৰে ভিতৰলৈ সোমাই যায়।)

জয়মতী : কি কৰিলা প্ৰভু ! ই যে বিনামেঘে বজ্ৰপাত। (ভিতৰলৈ যাব খোজে। এনেতে হাতত হেংদান লৈ গদাপাণি ওলাই আহে আৰু বেগেৰে যাবলৈ ধৰে। জয়মতীয়ে সাউৎ কৰে গদাপাণিৰ বাহুত ধৰে।)

জয়মতী ঃ হেংদান লৈ কলৈ যায়?

গদাপাণি ঃ ৰজাৰ চাওঁলৈ, — নৰাধম চুলিক্‌ফাক তাৰ পাপৰ যোগ্য প্ৰতিফল দিবলৈ। এটা এটাকৈ অঙ্গ ছেদ কৰি তাক বধ কৰিম, ইমানবোৰ কোঁৱৰৰ অঙ্গক্ষত কৰাৰ প্ৰতিশোধ ল'ম।

জয়মতী ঃ তাৰ পৰিণাম যে ভযানক হ'ব।

গদাপাণি ঃ ভযানক আৰু কি হ'ব। -- মৃত্যু। ঘৰত বহি মৃত্যুক বৰণ কৰাতকৈ পাপীক শাস্তি দি মৰিম।

জয়মতী ঃ আপুনি ৰজাৰ চাওঁলৈ যাব কেনেকৈ? বাটতে ফৌজৰ হাতত পৰিব।

গদাপাণি ঃ তাতেই বা হানি কি? যেনেকৈযে হওক, মৃত্যুৰ বাহিৰে মোৰ আন পথ নাই। নিৰ্জীৱৰ দৰে মৰাতকৈ এবাৰ চেষ্টা কৰি মৰিম।

জয়মতী ঃ আপোনাৰ অবিহনে এই অত্যাচাৰৰ প্ৰতিকাৰ কৰিব কোনে? নহয় প্ৰিয়তম, আপুনি মৰিব নোৱাৰে, জীয়াই থাকিবই লাগিব। অকল মোৰ নিমিত্তে নহয়, পোনা দুটাৰ নিমিত্তে নহয়, আনকি আপোনাৰ নিজৰ নিমিত্তেও নহয়। অৰাজক আহোম ৰাজ্যত শৃঙ্খলা লগাবলৈ, আহোমৰ নুমাব খোজা বন্তিগছ জ্বলাই তুলিবলৈ আপোনাৰ বাহিৰে কোনো নাই। আপুনি ধৰা দিব নোৱাৰে। গধূলিৰ আগতে ৰজাঘৰীয়া ফৌজ আহিব, তাৰ পূৰ্বেই আপুনি এই ঠাই এৰিব লাগিব।

গদাপাণি ঃ পলাই প্ৰাণ ৰাখিব লাগিব। ন'কবা জয়া, গদাপাণি কাপুৰুষ নহয়। তুমি আজিও মোক নিচিনিলা।

জয়মতী ঃ আপোনাক চিনো বুলিয়েই মই এই অনুৰোধ কৰিছো, আপুনি প্ৰাণৰ ভয়ত পলালে কাপুৰুষ হ'ব পাৰে, কিন্তু পত্নী-পুত্ৰৰ নিমিত্তে, জ্ঞাতি-বন্ধুৰ নিমিত্তে, স্বদেশ-স্বজাতিৰ নিমিত্তে প্ৰাণৰক্ষা কৰা কেতিয়াও কাপুৰুষতা হ'ব নোৱাৰে। সি মহানুভৱতা। আপুনি এতিয়াই ঘৰ এৰিব লাগিব।

গদাপাণি ঃ (চিন্তান্বিত হয)

জয়মতী ঃ নিজক শত্ৰুৰ বিৰুদ্ধে সজ্জিত কৰিবলৈ সময় আৰু সুযোগ বিচাৰি পিচ হোঁহকা যুদ্ধৰ ৰীতি। তাত লজ্জিত হোৱাৰ কাৰণ নাই। অকল সেয়ে নহয়, আপোনাৰ বিপদ ঘটিলে মই এক মুহূৰ্ত্তও জীয়াই নাথাকো, আহোম ৰাজ্য ৰক্ষাৰ উপায় নাথাকে। পোনা দুটিৰ কি হ'ব, তাকেই বা কোনে জানে! ইমানতো আপুনি প্ৰাণ দিব নে? আত্মগৌৰৱ ৰক্ষাৰ নিমিত্তে ইমানবোৰৰ বধ লব নে? নহয়, আপুনি কেতিয়াও ইমান স্বাৰ্থপৰ হ'ব নোৱাৰে।

গদাপাণি ঃ (ব্যাকুলভাৱে) জয়া। জয়া।

জয়মতী ঃ আপুনি ভাবি চাওক দুদিন আত্মগোপন কৰি থাকিলেই আপুনি এই সকলো ৰক্ষা কৰিব পাৰে। নহ'লে এয়েই আহোমৰ সমাধি।

গদাপাণি ঃ তুমি মোক উন্মাদ কৰিছা। মোৰ অন্তৰৰ হাহাকাৰৰ লগত ভৱিষ্যত কৰ্তব্য চিন্তাৰ তুমুল তৰঙ্গ তুলিছা। মই কেনি যাম? কোনটো প্ৰকৃত পথ?

জয়মতী ঃ সম্প্ৰতি আত্মগোপনেই একমাত্ৰ পথ। আপুনি ছদ্মবেশেৰে নগৰৰ বাহিৰ হওক, নিৰাপদ ঠাইৰ পৰা ৰাজ্যৰ গতি বিধি লক্ষ্য কৰক। এদিন নিশ্চয় সুযোগ মিলিব, গোটেই ৰাজ্য আপোনাক বিচাৰি ব্যাকুল হ'ব। সেইদিন নাহে মানে গোপনে থাকক। তাকে কৰিলে দুয়ো কুল ৰক্ষা পৰিব।

গদাপাণি ঃ (আপোনা-আপুনি) বৰ্তমান আৰু ভৱিষ্যত। আত্মসমৰ্পন আৰু আত্মৰক্ষা। কোনটো মোৰ কৰ্তব্য। ধৰা দিলে গৌৰৱ ৰক্ষা, প্ৰাণৰ সঙ্কট; পলালে আত্মৰক্ষা, দুৰ্ঘোৰ কলঙ্ক। মোৰ অন্তৰাত্মাই কৈছে আত্মসন্মান ৰক্ষা কৰি বিপদৰ সন্মুখীন হ'বলৈ, প্ৰাণ আহুতি দিবলৈ। কিন্তু জয়াৰ অনুৰোধ -- সি যে স্নেহৰ দাবী, সি যে জয়াৰ অস্তিত্বৰ লগত জড়িত! তাকেই বা অৱহেলা কৰো কেনেকৈ! (অলপ পৰ নীৰৱে ভাবি) নহয়, জয়াক অৱহেলা কৰিব নোৱাৰো। জয়াৰ ৰক্ষাৰ নিমিত্তে মোৰ সকলো এৰিম, মনুষ্যত্ব বিসৰ্জন দিম, পলৰীয়া হৈ প্ৰাণৰক্ষা কৰিম। (ফুটাই) তোমাৰ আদেশ পালন কৰিম, তুমি মোক বাট দেখুৱাই দিয়া।

জয়মতী ঃ তেন্তে আপুনি এতিয়াই ছদ্মবেশেৰে ওলাই যাওক, তাৰ পাচত অৱস্থা বুজি ব্যৱস্থা কৰিব।

গদাপাণি ঃ কিন্তু মোৰ ভয় হয়, মই গলে যদি তোমালোকৰ ওপৰত অত্যাচাৰ কৰে! পোনা দুটিৰ কিবা অমঙ্গল ঘটায়।

**জয়মতী** ঃসেইবাবে চিন্তা নকৰিব। মই নাৰী, নাৰীৰ ওপৰত কোনেও অত্যাচাৰ নকৰে। তদুপৰি ৰজাৰ স্বাৰ্থ আপোনাৰ জীৱনৰ লগত, মোৰ লগত নহয়। পোনা দুটিক এতিয়াই বুঢ়ী মাকৰ লগত পঠিয়াই দিম, তাত সিহঁতৰ গাত হাত দিবৰ কাৰো সাধ্য নাই।

**গদাপাণি** ঃ মোৰ আত্মা বিদ্ৰোহী হৈ উঠিছে। গদাপাণিয়ে পলৰীয়া হৈ প্ৰাণ ৰাখিব। ---- নহয়, নাভাবো, তোমাৰ ইচ্ছাই পূৰ্ণ হওক। কিন্তু ছদ্মবেশ ধৰিম কেনেকৈ?

**নেপথ্যত** ঃ হু-উ-হু হু উ-হু। হু-উ-হু।

(গদাপাণি আৰু জয়মতীয়ে বাহিৰলৈ চায়। এনেতে আলু, কচু, জলকীয়া আদিৰ হোৰা এটা পিঠিত লৈ এটা নগাৰ প্ৰৱেশ)

**নগা** ঃ কিবা ল'ব না?

**জয়মতী** ঃ নালাগে।

**নগা** ঃ আলু আছে, কচু আছে, জলকীয়া আছে, আদা আছে বৰ ভাল আছে।

**গদাপাণি** ঃ থাকক, নালাগে।

(পূৰ্ব্ববৎ শব্দ কৰি নগা ওলাই যায়।)

**জয়মতী** ঃ ঠিক, এয়েই উপযুক্ত ছদ্মবেশ। আপুনি নগাৰ বেশ ধৰি নগা পৰ্বতলৈ যাওক। এই নগাৰ আগমন বিধি প্ৰেৰিত বুলি মোৰ বিশ্বাস জন্মিছে। আহক, পলম নকৰিব, প্ৰতি মুহূৰ্ত্ততে বিপদ ওচৰ চাপিছে। (যাবলৈ ধৰি) অ'নহয়, নগাটোক মাতক, তাৰ হোৰা, টুপী কিনি লওঁ।

(গদাপাণিয়ে অলপ আগবাঢ়ি সংকেতেৰে নগাটোক মাতি আনে। তাৰপিছত গদাপাণি আৰু জয়মতী একেলগে ভিতৰ সোমায়। গদাপাণিৰ সংকেতমতে নগাটোও পিচে পিচে যায়। অলপ পাছতে এটা চেৰাবলিয়া মগনীয়া গীত গাই সোমাই আহে। তাৰ চোলা ফটা- ছিটা, মূৰত চৰাইৰ পাখি, গাত এখন ফটা কাপোৰ, হাতত এডাল গছৰ ঠাল। গীত শুনি লাই,লেচাই আৰু আন আন লৰা সোমাই আহে, কেইটামান লৰাই পগলাক জোকায়!)

**পগলা** ঃ কচুৰ বৰে খুটা কলী কলী ঐ
মেটেকাৰ মাৰলি কলী কলী কলী ঐ
জানো ঘৰ হুৰুষাই ভাগে ঐ কলী ঐ
কলী কলী কলী ঐ।
ভিতৰত থাপিছে কলী কলী কলী ঐ
সোণৰে সিংহাসন কলী কলী কলী ঐ
ৰখীয়া-পৰীয়া লাগে ঐ কলী ঐ
কলী কলী কলী ঐ।
ৰজাৰে মূৰতে কলী কলী কলী ঐ
সোণালী কিৰিটি কলী কলী কলী ঐ,
চকুতে টোপনি নাই কলী ঐ
কলী কলী কলী ঐ।
দুখীয়া নিচলাই কলী কলী কলী ঐ,
পিন্ধে ফটাকানি কলী কলী কলী ঐ,
ফোচ ফোচ ঘুমটি যায় ঐ কলী।

**প্ৰথম ল'ৰা** ঃ এইটো সেই পগলাটো দেখোন।

**পগলা** ঃ মোৰ জগৰ লাগিছে পগলা হ'বলৈ। হেৰ' মই ৰজা নে ৰজাৰ লৰা, তালৈকে পগলা হ'ব লাগিছে।

**দ্বিতীয় ল'ৰা** ঃ ৰজা হলে হে হবলা পগলা হয়?

**পগলা** ঃ নহয় নো কোন হয়? ধন-বস্তু থাকিলেই পগলা দেৱতাই ধৰি মানুহৰ কাচুটি এৰুৱাই। ৰজাৰ ধন-বস্তু সকলোতকৈ সৰহ, সেই দেখি তেওঁ আটাইতকৈ ডাঙৰ পগলা। মোৰ ঘৰো নাই, ধনো নাই। মই আকৌ পগলা হ'বলৈ যাম কিহৰ জগৰত?

(কেতেকী সোমাই পগলাক চাউল দিয়ে। সি তাৰে এগাল মুখত ভৰাই চোবায় আৰু বাকীখিনি কাপোৰত বান্ধি ওলাই যায়। লগে লগে লাই-লেচাইৰ বাহিৰে বাকী কেইটা লৰাও ওলাই যায়।)

**কেতেকী** ঃ যবে পগলা যলৈকে যায়, যাওক, তোমালোক ভিতৰলৈ আহা।

(কেতেকী আৰু লাই, লেচাই ভিতৰলৈ সোমাই যায়। অলপ পাছতে এটা চোৰাংচোৱা অতি সতৰ্কভাবে সোমায়।)

**চোৰাংচোৱা** ঃ বুঢ়াগোঁহাই ডাঙৰীয়াৰ আদেশ ডাঁৰৰ বাতৰি ডাঁৰে জনাব লাগে। পিচে দুপৰৰ পৰা চোপ লৈছো হে লৈছো, গদা কোঁৱৰৰ গমেই নাই দেখোন। কিমান নো অহা-যোৱা কৰিম। বৈ থাকিবলৈকো ভয়! কেনেবাকৈ ধৰা পৰিব লাগিলে আমাৰ ফালে গতিয়েই লাগিব।

(চাৰিওফাললৈ চাই) মই যাওতেই ইফালে আহিলেই কিজানি! গম লোৱা যাওক।

(চাপৰি চাপৰি বাৰৰ কাষে কাষে জুমি জুমি চায়। তাৰপিছত বাৰত কাণ লগাই শুনে।)

ঠিক। কোঁৱৰেই হয়। আকৌ বা কলৈ যায়। বেগাই যাও, বুঢ়াগোঁহাই ডাঙৰীয়াক বাতৰি দিওগৈ। ধৰাই দিব পাৰিলে মই এটা লেখৰ মানুহেই হ'ম।

(চোৰাংচোৱা ওলাই যায়। তেনেতে লাই-লেচাইক লৈ কেতেকী ভিতৰৰ পৰা ওলায়।)

**কেতেকী** ঃ আহা মোৰ পোনাহত। আইদেউতাই সদায় তোমালোকক মাতি আছে। তোমালোকক পালে বৰ ৰং পাব।

**লাই** ঃ আমি তাত অভিমন্যু-বধ ভাওনা কৰিম।

**লেচাই** ঃ মই হলে অভিমন্যু হ'ম। বেছত সোমাই সপ্তৰথীৰ লগত যুদ্ধ কৰিম।

**কেতেকী** ঃ কৰিবা মোৰ সোণ। এতিয়া আহা। সৌৱা গধূলি হৈ আহিল।

(তিনিও ওলাই যায়।)

(জয়মতী আৰু নগাবেশী গদাপাণি ওলাই আহে তেতিয়া সময় প্ৰায় গধূলি।)

**জয়মতী** ঃ আৰু পলম নকৰিব দেৱতা। গধূলি হবলৈ আৰু সময় নাই। ক'ত কিমান চোৰাংচোৱা ঘূৰিছে কোনে জানে?

**গদাপাণি** ঃ যাও, নগলে নেৰা যেতিয়া যাও। কিন্তু জয়া। নিশ্চয় জনিবা, মোৰ শৰীৰ মাথোন আতঁৰ হ'ব, প্ৰাণে তোমাক এৰিব নোৱাৰে। ভগৱান। মোৰ সাধ্বী ভাৰ্য্যাক আজি তোমাৰ চৰণত সমৰ্পণ কৰিলো, সকলো বিপদৰ পৰা ৰক্ষা কৰিবা।

**জয়মতী** ঃ (সেৱা কৰি পদধূলি লৈ) আপোনাৰ চৰণ-ধূলিযেই মোৰ ৰক্ষা কৱচ। আৰু পলম নকৰিব।

**গদাপাণি** ঃ এই যাও। (আকুল দৃষ্টিৰে চাই চাই ওলাই যায়।)

**জয়মতী** ঃ ভগৱান। তোমাৰ সুদৰ্শন চক্ৰই যেন স্বামীক সততে আবৰি ৰাখে। যদি বলিৰ প্ৰয়োজন হয়, এই দাসীৰ প্ৰাণ উচৰ্গা কৰিছো।

(গদাপাণি উভতি আহে।)

**গদাপাণি** ঃ নোৱাৰো ভৰি নচলে। তোমাক এৰি যাব নোৱাৰো।

**জয়মতী** ঃ দেৱতা মোৰ, ধৈৰ্য্য নেৰিব, দাসীৰ বধ নল'ব। আৰু এখন্তকো ইয়াত নৰ'ব।

**গদাপাণি** ঃ মই যে পলাব নাজানো, অভ্যাস নাই।

**জয়মতী** ঃ সৌৱা ফৌজ আহিছে, আৰু নৰ'ব, পিচফালে বেগাই ওলাই যাওক।

**গদাপাণি** ঃ জয়া! জয়া! (আলিঙ্গন।)

**জয়মতী** ঃ কাবৌ কৰিছো, আৰু নৰ'ব। যাওক, যাওক। সৌৱা পালেহি, দাসীৰ মিনতি ৰাখক, ৰক্ষা কৰক।

**গদাপাণি** ঃ হৃদয় চুডমাৰ হওক, কণ্ঠৰোধ হওক, তোমাৰ আদেশ পালন কৰিম।

(চকুৰে দেখালৈকে জয়মতীলৈ চাই চাই ওলাই যায়, জয়মতীয়েও ব্যাকুলভাৱে চাই থাকে।)

**জয়মতী** ঃ প্ৰিয়তম। দেৱতা মোৰ। (অলপ পিচত ওপৰলৈ চায় কৰযোৰে) ভগৱান। এই দুখুনীৰ কাতৰ প্ৰাৰ্থনা যেন বিফল নকৰা। লৈ যোৱা, মোৰ দেৱতাক তোমাৰ মঙ্গলময় হাতেৰে আবৰি লৈ যোৱা। বেগাই লৈ যোৱা, আৰু নুঘূৰাবা।

(এদল সশস্ত্ৰ চাওদাঙৰে সৈতে চাওদাং বৰুৱাৰ প্ৰবেশ।)

**চাওদাং বৰুৱা** ঃ (চাওদাং বিলাকক) ঘৰ ভেটা দিয়া। অতি সাৱধানে থাকিবা, যেন ভৰি পৰুৱা এটাও বাহিৰ ওলাব নোৱাৰে।

(চাওদাংহত ৰ কিছুমান চাৰিওফালে পিয়াপি দিয়ে।)

**জয়মতী** ঃ কি লাগে আপোনালোকক?

**চাওদাং বৰুৱা** ঃ কোঁৱৰক লগ পাব লাগে।

**জয়মতী** ঃ কিয়?

**চাওদাং বৰুৱা** ঃ স্বৰ্গদেৱৰ আদেশ। তেওঁ ৰাজদ্ৰোহত লিপ্ত বুলি জনা গৈছে।

**জয়মতী** ঃ মিছা কথা।

**চাওদাং বৰুৱা** ঃ মিছা-সঁচা আমি নাজানো। আমি আদেশৰ ভৃত্য। তেওঁ নিজে ধৰা দিলেই দুয়ো পক্ষৰ মঙ্গল।

**জয়মতী** ঃ তেওঁ ঘৰত নাই।

**চাওদাং বৰুৱা** ঃ হবই নোৱাৰে। এই এডাঁৰ বেলিৰ আগতে তেওঁ ঘৰ সোমাইছে।

**জয়মতী** ঃ সোমাব পাৰে, কিন্তু এতিয়া ঘৰত নাই।

**চাওদাং বৰুৱা** ঃ তেন্তে মই ঘৰত সোমাবলৈ বাধ্য হ'ম। এই স্বৰ্গদেৱৰ আদেশ-পত্ৰ।

**জয়মতী** ঃ সোমাব পাৰে আদেশ-পত্ৰৰ মোৰ প্ৰয়োজন

নাই।

চাওদাং বৰুৱা ঃভাল তেন্তে, সেযে হওক।

(অনুচৰ সহ ভিতৰ সোমায়।)

জয়মতী ঃ এক মুহূৰ্ত্ত। আৰু এক মুহূৰ্ত্ত বিলম্ব হোৱা হলেই স্বামীক ৰক্ষা কৰা অসম্ভৱ হ'লহেতেন। বিচাৰক, যিমান বেছি পৰ বিচাৰে সিমানেই মঙ্গল।

(হাতযোৰ কৰি গায।)

ত্ৰাহি দেৱ দামোদৰ যাদৱানন্দ
দীন দযাশীল স্বামী।
কৰাহা নিস্তাৰ তোমাৰ চৰণে
শৰণে পশিলো আমি।

(সানুচৰ চাওদাং বৰুৱা বেগেৰে ওলাই আহে।)

চাওদাং বৰুৱা ঃ নাই। সঁচাকৈয়ে নাই। নিশ্চয আগধৰি সম্ভেদ পালে। পলাইছে। কিন্তু পলাই সাৰিব ক'ত? (অনুচৰবিলাকক) আহা, বেগাই আহা, চাৰিওফালে পিতপিতকৈ বিচাৰা। তেওঁ বাহুবলী হ'ব পাৰে, কিন্তু ইমান মানুহৰ চকুত ধূলি দিব পৰা মাযাবী নহয।।

(অনুচৰসহ বেগেৰে ওলাই যায়।)

জয়মতী ঃ (স্থিৰ দৃষ্টিৰে শূন্যৰ ফালে চাই থাকি) চুলি চিঙি কাতৰ কৰি মাতিছো, মোৰ জীৱ দান দিছো, মোৰ দেৱতাক ৰক্ষা কৰা জগদীশ্বৰ।

(আঠু কাঢে)

।। **প্ৰথম অঙ্ক শেষ** ।।

# দ্বিতীয় অঙ্ক।

(ৰজাৰ চাংঘৰৰ শোৱা খোটালিৰ আগচালি। তাত এখন শয্যাত চুলিকফা। দুকাষে দুজনী লিগিৰীয়ে চোঁৱৰেৰে বিচি বিচি নাম গাইছে। চাংঘৰৰ পৰা বুলনিলৈ খট্‌খটি। টোলৰ দুৱাৰত দুযোফালে সশস্ত্ৰ প্ৰহৰী। সময় আবেলি।)

লিগিৰী ঃ
সোণালী পালেঙত অ' মন তৰা,
ৰূপালী তলিচা অ' মনতৰা,
কমোৱা তুলাৰে তুলী মন তৰা,
আহা নিদ্ৰাৱলী স্বৰ্গৰ পৰা।
চোঁৱৰে সিচিছে অ' মন তৰা,
সুগন্ধি মলয়া অ' মন তৰা
স্বৰ্গদেৱ নিদ্ৰা যাওক বুলি মন তৰা,
আহা নিদ্ৰাৱলী স্বৰ্গৰ পৰা।

ৰজা ঃ শত্ৰু। চাৰিওফালে শত্ৰু। আকাশত শত্ৰু, বতাহত শত্ৰু, আন্ধাৰত শত্ৰু, পোহৰত শত্ৰু। যেনি চাও তেনি বিভীষিকা, ---- খোলা তৰোৱালৰ তিৰ্‌বিৰণি। সপোনত ষড়যন্ত্ৰ, দিঠকত অৰাজকতা। সৌৱা গদাপাণি আহিছে, মোৰ তেজ পিবলৈ। (চক্ খাই জাপ মাৰি উঠি) মই কলৈ যাও। ক'ত লুকাও। কোনে মোক ৰক্ষা কৰিব।

(বেগেৰে খট্‌খটিযেদি নামি আহে, এজনী লিগিৰীও পিচে পিচে আহে। ইজনী ভিতৰলৈ সোমাই যায।)

ৰজা ঃ (চকিত ভাবে চাৰিওফালে চাই) স্বপ্ন। দিনে-নিশাই স্বপ্ন। মই আজি এক বিভীষিকাময স্বপ্নৰ সমষ্টি। এযেই নে সিংহাসনৰ মূল্য।

(লিগিৰীৰ সৈতে ৰাণীৰ প্ৰৱেশ।)

ৰাণী ঃ বঙহৰ দেও। আপুনি শয্যা এৰি আহিল কিয? আপোনাৰ বিশ্ৰামৰ আৱশ্যক।

ৰজা ঃ শয্যা দুখীযাৰ শান্তিৰ আকৰ, পৰিশ্ৰমৰ অৱসাদ দূৰ কৰিবৰ অমোঘ ঔষধ। কিন্তু ৰজাৰ শয্যা কাঁইটেৰে ভৰা, তাত শান্তি নাই। সজাগত চিন্তাৰ জুয়ে হৃদয ভস্ম কৰে, টোপনিত চিক্‌মিকিয়া তৰোৱালে বুকুৰ তেজ পিবলৈ নাচি আহে।

ৰাণী ঃ বঙহৰ দেও। আপুনি মিছা আশঙ্কাত বিতত হৈছে কিয? এনে ৰখীযা-পৰীযাৰ মাজত শত্ৰুৰ ভয ক'ত?

ৰজা ঃ শত্ৰু যে মোৰ মগজুত। তাক খেদাব নোৱাৰো।

ৰাণী ঃ আপুনি ভিতৰলৈ আহক, মূৰত অলপ তেল লওক। বেজবৰুৱাই কৈছে ৰাজকাৰ্য্যৰ চিন্তাত আপোনাৰ মূৰত তাপ সোমাইছে, অলপ টোপনি আহিলেই সকাহ পাব।

ৰজা ঃ তাপ সোমাইছে। ঠিক কথা! কিন্তু সেই তাপ নকমে। আৰু টোপনি! টোপনি নহাই মঙ্গল। চকু মুদিলে যি ভয়াবহ দৃশ্য মোৰ চকুত পৰে, সি দিঠকতকৈও ভয়ঙ্কৰ।

ৰাণী ঃ আপুনি অমূলক চিন্তাত বিতত হৈছে কিয়?

ৰজা : অমূলক নহয় ৰাণী। চকুৰ আগত ছজন ৰজাৰ হত্যা দেখিছো। তেওঁলোকৰ প্ৰেতাত্মা এতিযাও ঘূৰিব লাগিছে। যেতিযালৈকে গদাপাণি জীয়াই থাকিব, তেতিযালৈকে মোৰ জীৱনৰ আশা নাই। ইমান দিন কোঁৱৰ আছিলো, বৰ সুখত আছিলো। চিন্তা নাছিল, চৰ্চা নাছিল, ভয় নাছিল, উদ্বেগ নাছিল। কি শান্তিৰ জীৱন। আজি সিংহাসন লৈ সকলো হেৰুৱালো। ছজন ৰজাৰ তেজেৰে ৰাঙলী এই সিংহাসন। আজি ইয়াত প্ৰেতৰ তাণ্ডৱ লীলা, সন্মুখত বিভীষিকাৰ দানবী মূৰ্ত্তি, পিচত অজ্ঞাত ষডযন্ত্ৰৰ ভীষণ জাল!

কোনে ক'ব --- কেতিয়া মোৰ প্ৰাণ যায়।

ৰাণী : আপুনি চিন্তা এৰক, বিপদৰ ছায়া আপুনি নিলগ হ'ব।

ৰজা : তুমি বিপদৰ গুৰুত্ব বুজা নাই, --- নুবুজা। ভিতৰলৈ যোৱা। দুৱৰী।

(দুৱৰীয়ে সেৱা জনাই।)

ৰজা : বুঢ়াগোঁহাই ডাঙৰীয়া অহা নাই?

দুৱৰী : ত'ত অথনিয়েই আহিছিল। স্বৰ্গদেৱে বিশ্ৰাম লৈছে বোলাত চ'ৰাতে বৈ আছে।

ৰজা : ইয়ালৈকে মাতি আন। ৰাণী নোযোৱা কিয়?

(এফালে দুৱৰীৰ , আনফালে ৰাণী আৰু লিগিৰীৰ প্ৰস্থান।)

ৰজা : অনৰ্থক ৰক্তপাত। অনৰ্থক অঙ্গক্ষত। অনৰ্থক ষডযন্ত্ৰ। সকলো কোঁৱৰৰ অন্ত হ'ল, কিন্তু যাৰ ভয়ত মোৰ চকুত টোপনি নাই, প্ৰাণত শান্তি নাই, সেই গদাপাণি পলাল। ইমান আয়োজন, ইমান সতৰ্কতা ব্যৰ্থ হ'ল। নেগুৰ কাটি জীয়া বাঘ চোঙত মেলিলো। তাক বধিব নোৱাৰিলে মোৰ ৰক্ষা নাই, সি মোৰ তেজ পিবলৈ কৰবাত জোপ ল'ব লাগিছে। হয় গদাৰ নহয় মোৰ মৃত্যু অনিবাৰ্য্য। দুয়োৰে জীৱন অসম্ভৱ।

(বুঢ়াগোঁহাইৰ প্ৰৱেশ।)

ডাঙৰীয়া, গদাপাণিক পালে নে নাই?

বুঢ়াগোঁহাই : নাই স্বৰ্গদেৱ। চাৰিওফালে সৈন্য পঠিয়ালো, হাবি-বন, জ্ঞান-জোপোহা পিতপিতকৈ বিচৰালো, কিন্তু গদাপাণি নোলাল। দেখিছো বুলি কওতাও কোনো নাই।

ৰজা : গদাপাণিৰ দৰে এটা প্ৰকাণ্ড মুনিহ অলক্ষিতে পলাই যায়, ---- ই হ'ব পাৰে নে ডাঙৰীয়া? নিশ্চয় কোনোবাই দেখিছে। মই বুজিছো মোৰ সকলো প্ৰজা ৰাজভক্ত নহয়। আপুনি চোৰাংচোৱা নিযুক্ত কৰক, যাৰে ওপৰত সন্দেহ হয় তাকেই কঠোৰ শাস্তি দিয়ক।

বুঢ়াগোঁহাই : তাৰ ব্যৱস্থা কৰা হৈছে। অনুসন্ধানৰ কোনো পন্থা বাদ দিয়া নাই।

ৰজা : অকল অনুসন্ধান কৰিলেই নহয়, গদাপাণিক ধৰিব লাগিব। যি অভয় বাণীৰে আপুনি মোক সিংহাসন ল'বলৈ আহ্বান কৰিছিল, প্ৰতিদ্বন্দীশূন্য কৰিবলৈ প্ৰতিশ্ৰুত হৈছিল, গদাপাণিক ধৰিব নোৱাৰিলে সি প্ৰতাৰকৰ চাটু বাক্যত পৰিণত হ'ব। আপুনি যাওক, জয়মতীক সোধক, গদাপাণি ক'লৈ গৈছে আনে নাজানিলেও জয়মতীয়ে নিশ্চয় জানে।

বুঢ়াগোঁহাই : জনাটোৱেই সম্ভৱ।

ৰজা : সম্ভৱ কি ডাঙৰীয়া। নিশ্চয় জানে। আপুনি এতিযাই জয়মতীক সুধি বাতৰি আনক।

বুঢ়াগোঁহাই : সুধিবলৈ বাকী নাই। জয়মতীয়ে নকয়।

ৰজা : নকয়। কবলৈ বাধ্য নকৰিলে কিয়?

বুঢ়াগোঁহাই : স্বৰ্গদেৱ! সকলো উপায় অৱলম্বন কৰিলো, কিন্তু ফল নধৰিলে। অনুনয় বিনয় কৰি সুধিলো, প্ৰলোভন দেখুৱাই সুধিলো, কূট প্ৰশ্নৰ আশ্ৰয় ললো, - একোৱেই জয়মতীক টলাব নোৱাৰিলে। শেহত ভয় দেখুৱালো, তথাপিও জয়মতী নিৰুত্তৰ।

ৰজা : তাইক তেতিয়াই বন্দী নকৰালে কিয়?

বুঢ়াগোঁহাই : তাৰ বাকী ৰখা নাই। জয়মতীক ধৰাই অনা হৈছে। বৰ্তমান তেওঁ বন্দীপাল বৰুৱাৰ তত্ত্বাবধানত আছে।

ৰজা : তাইক শাস্তি দিয়া নাই কিয়?

বুঢ়াগোঁহাই : তাৰ কাৰণ আছে। স্বৰ্গদেৱৰ সিংহাসন দৃঢ় কৰি ৰাজ্যত শান্তি স্থাপন কৰাই মোৰ একমাত্ৰ উদ্দেশ্য, তথাপি সকলোৱে বিশ্বাস কোঁৱৰ সকলৰ অঙ্গক্ষতত মোৰ হে যেন কিবা স্বাৰ্থ আছে, যেন ই মোৰ ৰাজক্ষমতা অধিকাৰৰ গোপন ষড়যন্ত্ৰ। তাতে জয়মতী ৰাজ-বোৱাৰী। সেইদেখি জয়মতীৰ বিচাৰৰ দায়িত্ব

মোৰ গাত ল'ব নেখোজো। স্বৰ্গদেৱে নিজে বিচাৰ কৰক। যদি স্বৰ্গদেৱৰ আদেশ মানি উত্তৰ দিয়ে, ভালে ভালে পঠিয়াই দিব, যদি নিদিয়ে এনে শাস্তিৰ বিধান কৰিব যাতে সঙ্কল্পৰ সকলো দৃঢ়তা ছিগি ভাগি মষিমূৰ হয়।

রজা ঃ ভাল কথা। তাইক আনিবলৈ কওক।

বুঢ়াগোঁহাই ঃ (দুৱৰীৰ প্ৰতি) তই যা। বন্দীপাল বৰুৱাক ক --জয়মতীক লৈ আহক।

(দুৱৰী ওলাই যায়।)

ৰজা ঃ এজনী সামান্য নাৰী, তায়ো মোক অৱজ্ঞা কৰে। মই ৰজা, মই তাৰ বিচাৰ কৰিম। মোৰ কাৰ্য্যত ব্যাঘাত জন্মিলে , --- নাৰী হওক, পুৰুষ হওক কাৰো ৰক্ষা নাই।

(ৰজা আৰু বুঢ়াগোঁহায়ে আসন গ্ৰহণ কৰে। তাৰ পাচত বন্দীপাল বৰুৱা আৰু চাওদাং বেষ্টিতা জয়মতীৰ প্ৰৱেশ। জয়মতীযে ৰজাক ওলগ জনায়।)

ৰজা ঃ জয়মতী, তোমাক নকলেও হ'ব --- কিয় তোমাক ইয়ালৈ অনাইছো। কোনো ৰাজনৈতিক কাৰণত তোমাৰ স্বামীৰ প্ৰযোজন হৈছে। তেওঁক আমি লগ পোৱা নাই। তেওঁ ক'ত আছে, আমাক তাৰ বাতৰি লাগে।

জয়মতী ঃ (নিমাত।)

বুঢ়াগোঁহাই ঃ গদাপাণিৰ বিৰুদ্ধে গুৰুতৰ অভিযোগ আছে। তেওঁ ৰাজদ্ৰোহৰ ষডযন্ত্ৰত লিপ্ত বুলি জনা গৈছে।

জয়মতী ঃ মিছা কথা।

ৰজা ঃ হ'ব পাৰে মিছা, কিন্তু তাৰ প্ৰমাণ দিয়াৰ ভাৰ তেওঁৰ ওপৰত। তাকে নকৰি তেওঁ পলাই গৈ দোষ বঢাইছে কিয়?

বুঢ়াগোঁহাই ঃ এতিযাও তেওঁৰ দোষ সাব্যস্ত হোৱা নাই। যদি তেওঁ নিজক নিৰ্দোষ বুলি প্ৰমাণ কৰে, কোনেও তেওঁৰ চুলি এডালো স্পৰ্শ নকৰে।

ৰজা ঃ তুমি নিৰ্ভযে বাতৰি দিয়া। কোৱা তোমাৰ স্বামী ক'ত?

জয়মতী ঃ মই নকও।

ৰজা ঃ জয়মতী! মনত ৰাখিবা শাসন বিধি বৰ কঠোৰ। ই কেচুৱাৰ ধেমালি নহয়। এতিয়াও সময় দিছো। তুমি মোৰ প্ৰশ্নৰ উত্তৰ দিয়া।

জয়মতী ঃ (নিমাত।)

বুঢ়াগোঁহাই ঃ তুমি বাৰে বাৰে স্বৰ্গদেৱৰ আদেশ অমান্য কৰিছা, নামাতি ৰণ জিকিব খুজিছা। কিন্তু সি নহ'ব। তোমাৰ মুখত কথা নোলালে আমি উলিযাই ল'বলৈ বাধ্য হ'ম।

জয়মতী ঃ মোৰ কথা মই কৈছো। স্বামীৰ সম্পৰ্কে মোৰ পৰা কোনো বাতৰি নাপায।

ৰজা ঃইমান দম্ভ। শেষ বাৰ মই কৈছো ---- মোৰ প্ৰশ্নৰ উত্তৰ দিয়া। মনত ৰাখিবা -- বিচাৰত মতা-তিৰুতা নাই, ডাঙৰ-সৰু নাই, আপোন-পৰ নাই। যদি তুমি মঙ্গল বাঞ্ছা কৰা, ততালিকে কোৱা গদাপাণি ক'ত?

জয়মতী ঃ (আপোনা আপুনি)

মঙ্গল। নিজৰ মঙ্গল।
বিপদ বহ্নিৰ ঘোৰ জ্বলন্ত কুণ্ডত
স্বামীক অৰ্পন কৰি আপোন হাতেৰে,
নাৰীৰ মঙ্গল যদি, অমঙ্গল ক'ত?
নাৰীৰ সম্পদ সুখ, জ্যোতি জীৱনৰ,
যত দিন নিৰাপদ জীৱন-ঈশ্বৰ।
শাসকৰ দণ্ডাঘাতে, নীচ প্ৰলোভনে,
নন্দনৰ সুধাসনা মুকলি বাহুৰে
পাৰিবঁ নে নিলগাব পূৰ্বে প্ৰলযৰ,
সতীক পতিৰ পৰা পথ ভুলোৱাই?
আচৰিতঁ। ৰজা আজি ইমান অবোধ।

ৰজা ঃ জয়মতী। উত্তৰ নিদিয়া তুমি? তুমি জনা উচিত ধৈৰ্য্যৰো সীমা আছে। এই মুহূৰ্ত্তে মোক সমিধান লাগে। নহলে --- কঠোৰ --- অতি কঠোৰ শাস্তি ভোগ কৰিবা।

জয়মতী ঃ স্বৰ্গদেৱ। আপোনাৰ ক্ষমতা অশেষ, যি ইচ্ছা কৰিব পাৰে মোৰ সমিধান দি থৈছো। মোৰ স্বামীৰ কথা মই নকওঁ।

বুঢ়াগোঁহাই ঃ জয়মতী। তুমি ৰাজ আদেশ লঙ্ঘন কৰি নিজক দোষী সাব্যস্ত কৰিছা, গদাপাণিৰ বাতৰি গোপন কৰি তুমিও ষডযন্ত্ৰত লিপ্ত বুলি প্ৰমাণ কৰিছা। দুয়োটাই গুৰু অপৰাধ। তাৰ শাস্তি অতি ভীষণ। তুমি নাৰী, সেইদেখি মই তোমাক অনুৰোধ কৰিছো, তোমাৰ সঙ্কল্প পৰিত্যাগ কৰা, কোঁৱৰ কলৈ গ'ল কৈ দিয়া, নিৰ্বিঘ্নে ঘৰলৈ যোৱা।

জয়মতী ঃ ক্ষমা কৰিব, মই তেনে অনুৰোধ ৰাখিব নোৱাৰো।

ৰজা ঃ তুমি নোকোৱা?

জয়মতী ঃ নকও।

**ৰজা** : নোকোৱা ?

**জয়মতী** : (নিমাত।)

**ৰজা** : অসহ্য ! বন্দীপাল বৰুৱা ! এইক লৈ যোৱা। যেতিয়ালৈকে তাই গিৰিয়েকৰ কথা নকয়, তেতিয়ালৈকে কঠোৰ শাস্তি দিবা। চাও, তাইৰ অহঙ্কাৰ কিমান পৰ থাকে।

(বন্দীপাল বৰুৱাৰ ইংগিত মতে চাওদাঙে কঁকালত জৰী লগাই।)

**জয়মতী** : (আপোনা আপুনি)

ধৈৰ্য্য দিয়া, শক্তি দিয়া, হৃদয়-দেৱতা।
শাস্তি যেন হয় মোৰ শান্তিৰ অমিয়া,
পশুবল উটি যায়, হাঁহিৰ সোঁতত।
পতি প্ৰেম হোক মোৰ অক্ষয় কৱচ।
উপস্থিত শুভক্ষণ। বলি দি ই প্ৰাণ,
পাৰো হে ৰাখিব যদি পতিৰ সম্মান,
ধন্য হব নগন্য ই নাৰীৰ জীৱন।
পৰিণাম দেশৰ মঙ্গল। ভয় কিয় ?
শাস্তি যে কৰুণা-ধাৰা বিশ্ব-বিধাতাৰ,
ধুই য'ত ধূলি-বালি চেকা সংসাৰৰ,
নিৰ্মুক্ত নিৰ্মল আত্মা কৰিব স্বাধীন,
প্ৰেৰণাত বিশ্ব জুৰি ব'ব শান্তি নৈ।
ইযে মোৰ জীৱনত দেৱ-আশীৰ্বাদ,
আত্ম-পৰীক্ষাৰ এক সুৱৰ্ণ-সুযোগ।
(ফুটাই) স্বৰ্গদেৱ ! ডাঙৰীযা ! নমস্কাৰ গ্ৰহণ কৰিব।

(বন্দীপাল বৰুৱাই জয়মতীক লৈ যাবলৈ ধৰে।)

**ৰজা** : (বহাৰ পৰা উঠি) কি ! ইমান অহঙ্কাৰ ! বন্দীপাল বৰুৱা ! যিমান কঠোৰ শাস্তিৰ কল্পনা কৰিব পাৰা, তাৰ এটাও বাদ নিদিবা। বেতৰ কোব, চমটা, চোৰাত, আমৰলি-একোৱে বাকী নাৰাখিবা। তেও যদি নকয়, গাৰ মঙহ ডোখৰে ডোখৰে ছিঙি, হাড় গুৰি কৰি, কলিজা চিৰাচিৰ কৈ ফালি অন্তৰৰ পৰা উলিয়াই আনিবা— গদাপাণি ক'ত।

(বেগেৰে ওলায় যায়।)

।। দ্বিতীয় অঙ্ক শেষ ।।

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য।

(নগা পাহাৰৰ এটা টিলা। কাষেদি এটা জুৰি বৈ গৈছে; বেলিৰ পোহৰত পানীত এটা তিৰবিৰণি উঠিছে। পাৰত নানা জাতীয় গছ, মাজে মাজে শিল আৰু ঠায়ে ঠায়ে গহ্বৰ। সময় আবেলি। ভৈয়ামলৈ মুখ কৰি নগাবেশী গদাপাণি, সন্মুখত গছৰ তলত লুকুৱা গাওঁ, নগৰ আদি, পিছফালে ওখ পৰ্বতৰ শাৰী।)

**গদাপাণি** : যিমান হেপাহে মোৰ দৃষ্টি বিয়পাও,
সিমানে আন্ধাৰে কৰে সৃষ্টি অন্ধকাৰ।
নেদেখো সি ৰম্যপুৰী ৰজাৰ কাৰেং,
সৌন্দৰ্য্য পোহাৰী নাই চঞ্চলা ফুলনি,
দিখৌৰ সংগীতধ্বনি নপশে কাণত।
সন্মুখত মাত্ৰ এক অৰণ্য বিশাল,
আন্দোলিত পল্লৱৰ অনন্ত সাগৰ।
তাৰেই গৰ্ভত হায়। কোন এচুকত
অভাগাৰ জীৰ্ণাবাস অভাব-মলিন.
অনন্ত ই আন্ধাৰৰ বুকুত বিলীন!
চিৰ হাস্যময়ী সেই মুকুতা উজ্বল
জয়াৰ বদনখনি স্নিগ্ধ সুষমাৰ,
বিজুলী চমকে যায় দেখা দি লুকায়।
(জপলুৰ প্ৰবেশ।)

**জপলু** : অ'। তুমি অ'হে ইয়াতে অকলে টাকিছে। গৰত কেলে নযায়। বাত নাখায় না ?

**গদাপাণি** : (আপোনা-আপুনি) ঘৰ। ঘৰ ক'ত!
পৰ্বতৰ গুহা, — এয়ে ঘৰ দুৰ্বলৰ।
সন্মুখত মহাবন, অতল গহ্বৰ,
পিছত আকাশ-ছোৱা পৰ্বতৰ শিৰ, -
অতি উপযুক্ত এয়ে স্থান ঢাকিবৰ
কাপুৰুষ— বদনৰ কলঙ্ক লাজৰ।
(ফুটাই)

মোৰ অলপ কাম আছে। নগৰৰ বাতৰি আনিবলৈ মানুহ পঠিয়াই ছিলো, এতিয়াও অহা নাই। আহিলেই যাম।

**জপলু** : ইয়াতে নাটাকিবি, বাট কাই আহিবি। আমি ওপৰ চাওতে যাব। তাতে হুৰ নগা মানু আছ, আমি লগতে ল'ব লাগিব। এতিয়া গৰতে যাবি। তুমি গৰতে নাযালে বেণু বাট নাকায়। তাই তোকে বৰ বাল পায়। আমি আহিলে। (প্ৰস্থান।)

গদাপাণি : নগ্ন দেহ, নগ্ন ভাষ, সৰল নগাৰ,
কৰা নাই সভ্যতাই জটিল-কুটিল।
গৃহহীন অতি দীন পলৰীয়া মই,
তথাপি আদৰ কৰি যাচিছে আশ্ৰয়,
কিমান সন্মান কৰে দেও ৰজা বুলি।
কিমান শ্ৰদ্ধাৰে মোক শুশ্ৰূষে যতনে
নাগবালা ৰেণু মোৰ ভগিনী মিত্ৰৰ।
জানিলেহেতেন যদি প্ৰাণৰো প্ৰাণত
একেখনি ছবি মোৰ যাউতিযুগীয়া
জীৱনে-মৰণে, নতু জন্মজন্মান্তৰে, -
— যাৰ অভাৱত মোৰ অস্তিত্ব নৰয়,
নাৰীৰ মস্তকমণি জয়মতী মোৰ।
(প্ৰস্থান।)
(ৰেণু আৰু জেণুৰ প্ৰবেশ।)

জেণু : দেও ৰজা দেও ৰজা বুলি কেলে গুৰি পুৰিছে? বলিযা ৰজা বনাই পুৰিছে, তাকে নাপাবি। কেলে বিচাৰিব লাগিছে? বোক লাগিলে এনেযে গৰতে যাব।

ৰেণু : নাযায। আমি আগে ডেকিছে। পাহাড়ত্তে বহি টাকিব, হুমুনিযা কাঢ়িব, নহলে বৈয়ামলৈ চাই বহি টাকিব।

জেণু : বাট নোকোৱাকে নো কেইদিন টাকিব। টাকিব নাপাৰিলে নাযাব না? আমি নবহে, এতিয়া আহিবি।

ৰেণু : নাযায। হি নাকালে আমিও নাকায। আমি কাব, হি লগোনে টাকিব, হেইটো হ'ব নাপাৰে। আমি তাকে ডেকিব। ইযাত্তে বাগ আছে, ম' আছে, হাতী আছে, তাকে দৰি মৰিব।

জেণু : হেইটো মানু মাৰিব পাৰে না?

ৰেণু : ডেকিলে নোৱাৰিব, নেডেকিলে কি কৰিব? তাকে নেডেকিলে আমি টাকিব নাপাৰে, বুকুকান পুৰি টাকে। হৌ জুৰিৰ দাঁতিতে ডেকিব, আহিবি।

জেণু : আমি নাযায়। ইয়াত্তে গান গাই টাকিব, শুনিলে হিও আহিব।

ৰেণু : নাহিলে অ'লে ডেকিব লাগিব।

জেণু : ডেকিব, এতিয়া গাবি।
(দুয়োৰে নৃত্য-গীত।)

দুয়ো : তিৰবিৰ তিৰবিৰ জুৰিৰ নাচন,
গছৰ আগত সোণৰ টৌ।
দিপ্‌লিপ কুলত ফুলৰ কাচন,
ৰিব্ ৰিব্ বাত জৰে মৌ।
জিলিৰ তালত জিন্-জিন্-জিন্-জিন্,
বিৰিখ নাচে ধিন্-ধিন্-ধিন্-ধিন্,
উগুল-থুগুল আকুল মন, বুকুৰ
মাজত কিবাৰ টৌ
(গীতৰ মাজে মাজে ৰেণুৱে চঞ্চল ভাৱে ই ফালে সিফালে চায।)
(হঠাৎ গীত বন্ধ কৰি।)

ৰেণু : হেই ফালে কিবা আহিছে।

জেণু : (ভালকৈ চায) হয, হেই দুটা বৈয়ামৰ মানু, কিবা ডেকিছে, ধেনু-কাঁড লগত আনিছে, জুপি জুপি আহিছে।

ৰেণু : আমি জানিছে, দেওৰ জাকে মাৰিব আহিছে। আৰু এদিন আহিছিলে। আহিবি, দেও ৰজাকে ডেকিব।
(এফালে দুযো লৰি ওলাই যায়, আনফালে হাতত ধনু-কাঁড লোৱা দুটা মানুহ সোমায়।)

প্ৰথম : (নিলগলৈ দেখুৱাই) মনে মনে ব'ল, সেইটো ঠিক গদা কোঁৱৰেই হয।

দ্বিতীয় : হয় যেন লাগিছে। নহ'লে ইমান দীঘল-ডাঙৰ মানুহ ক'ৰ পৰা ওলাব।

প্ৰথম : এই পালেই আহিছে, ভালকৈ চাই লোৱা যাওক। যদি হয একে লগেই কাঁড মাৰিম দেই।

দ্বিতীয় : আহ, সৌ জোপোহাটোৰ আঁৰত লুকাই লও। বৰকৈ কাষ নাচাপিবি আকৌ। আগ ধৰি গম পাবৰ হলে আহৰি।
(দুযো এফালে ওলাই যায, আনফালে ব্যাকুলভাৱে গদাপাণি সোমায়।)

গদাপাণি : (আপোনা-আপুনি)
কি শুনিলো।
কঠোৰ পীডন সহি পাষণ্ড ৰজাৰ
জয়া মোৰ মৃত্যুৰ মুখত। আৰু মই।
খ্যাতি ল'ই বীৰবাহু গদাপাণি বুলি
দেশ এৰি হীনবেশে ৰাখিছো জীৱন।
ছিগি যা হৃদয় গ্ৰন্থি, দূৰ হ চেতনা,
হানা বজ্ৰ পুৰন্দৰ নিৰ্ম্মম বুকুত।
নৰক। বদন মেলি কৰ মোক গ্ৰাস।
(আগত ৰেণু আৰু পিচত জেণু লৰি সোমায়।)

ৰেণু : (সোমোৱাৰ লগে লগে) ৰজা! ৰজা!

বৈয়ামৰ মানু — বৈয়ামৰ মানু —

(গদাপাণিক সাৱটি ধৰে। এনেতে বাহিৰৰ পৰা দুপাত কাঁড আহি ৰেণুৰ কাষেদি সোমায়, গদাপাণিৰ ভৰিৰ ওচৰত ৰেণু বাগৰি পৰে।)

গদাপাণি : (চক খাই উঠি) কি হ'ল! কি হ'ল! ৰেণু! ৰেণু!

(ৰেণুক ধৰে।)

ৰেণু : বৈয়ামৰ মানু।

গদাপাণি : (বাহিৰলৈ ডিঙি মেলি চাই ভোঁ-ভোঁ কৰে ওলাই যায়।)

জেণু : (ৰেণুৰ গাত উবুৰি খাই পৰে।)

(জপলুৰ প্ৰৱেশ।)

জপলু : টুকুৰা টুকুৰ কৰিলে। মিতাকে মাৰিব আহিছিলে!

(ৰেণুক দেখি।)

ৰেণু! ৰেণু!

(ধৰে।)

ৰেণু : বৈয়ামৰ মানু, কাঁড় মাৰিছিলে।

(গদাপাণিৰ প্ৰবেশ।)

গদাপাণি : ৰেণু! ৰেণু! মোক ৰক্ষা কৰিবলৈ তোমাৰ প্ৰাণ দিলা!

(ৰেণুক ধৰে।)

জপলু : আমি ওপৰ চাঙৰ পৰা আহিছিলে, বৈয়ামৰ মানু লৰি গৈছিলে, ডৰি কাটি পেলালে।

ৰেণু : (অলপ মূৰ দাঙি) ৰজা! ৰজা!

(গদাপাণিৰ ফালে দুয়োহাত মেলি উঠিবলৈ চেষ্টা কৰি বাগৰি পৰে আৰু মৃত্যু হয়।)

জেণু : (ৰেণুক সাৱটি ধৰি কান্দে।)

জপলু : (কান্দে।)

গদাপাণি : (একেৰাহে কিছুপৰ ৰেণুলৈ চায় থাকি)

ক্ৰুৰ সৰ্প গত-প্ৰাণ।
কিন্তু সেই আশীবিষে হৰিলে জেউতি
প্ৰকৃতি বুকুৰ এটি ফুল্ল কুসুমৰ।
মোৰেই পাপত এই নাৰীৰ মৰণ।
আৰু এটি নাৰী প্ৰাণ যায় যায় যায়!
নোৱাৰো থাকিব স্থিৰ, নালাগে জীৱন,
নহও নহও আৰু কাৰো বধ-ভাগী।
নালাগে নালাগে মোক সহায় সাৰথি,
নকৰো কামনা আৰু ৰাজ-সিংহাসন।
আজি শেষ নগাবেশ, প্ৰাণৰ মমতা,
শেষ আজি জীৱনৰ সকলো সাধনা।
বিদায়! বিদায় মোৰ আশ্ৰয়ৰ স্থল, বিপদৰ বন্ধু মোৰ অন্তিম বিদায়! যাও, যাও, উৰি যাও, নোৱাৰো থাকিব, বিজুলী-সঞ্চাৰে গৈ ৰজাৰ হাতত দিও ধৰা, দিও সঁপি নিৰ্কৰ্মা জীৱন। খণ্ড খণ্ড কৰি মোৰ মাংস শৰীৰৰ বিতৰক মাংসাহাৰী প্ৰাণীৰ মাজত; হোক যোগ্য প্ৰায়শ্চিত্ত কাপুৰুষতাৰ। লুপ্ত হোক গদা নাম পৃথিৱীৰ পৰা।

(বেগেৰে প্ৰস্থান।)

জপলু : মিতা! মিতা!

(পিচত লৰি যায়।)

(জেণুৱে ৰেণুৰ গাত ধৰি থকা অৱস্থাতে তেওঁলোকৰ ফালে মূৰ তুলি চায়।)

## দ্বিতীয় দৃশ্য

ৰজাৰ ভিতৰ চ'ৰা।

সময় - ডেৰ পৰ।

(চুলিক্ফাৰ প্ৰৱেশ।)

ৰজা : ইমান দিনেও গদাপাণিৰ বাতৰি নোলাল। খাওতে, শোওতে, উঠোতে, বহোতে ভূতৰ দৰে মোৰ পিচে পিচে গদাপাণি। তাৰ চকুৰ জ্যোতিয়ে শৰীৰ দহি নিয়ে, ভ্ৰূকুটিত অন্তৰ কঁপি উঠে। কোনে মোক তাৰ দৃষ্টিৰ পৰা ৰক্ষা কৰিব! আৰু জয়মতী — ইমান ধৈৰ্য্য, ইমান সহিষ্ণুতা এই তিৰুতাজনীৰ! ই স্বপ্ন নে দিঠক!

(বন্দীপাল বৰুৱা সোমায় আৰু ৰজাক সেৱা জনায়।)

বন্দীপাল বৰুৱা! মই মাতিছো তোমাক সুধিবলৈ — কেনেকৈ তুমি ইমান অকৰ্ম্মন্য হ'লা। এজনী তিৰুতাৰ মুখৰ পৰা একেষাৰ কথা উলিয়াব নোৱাৰিলা!

বন্দীপাল বৰুৱা : স্বৰ্গদেৱ! বন্দীৰ কোনো অপৰাধ নাই। জয়মতীৰ মুখৰ পৰা কথা উলিওৱা সাধ্যৰ অতীত।

ৰজা : তুমি শাস্তি দিওঁৱাত কৃপণতা কৰিছা।

বন্দীপাল বৰুৱা : কেতিয়াও কৰা নাই স্বৰ্গদেৱ। এনে গুৰুতৰ শাস্তি পৃথিৱীত কোনেও কাকো দিয়া নাই। আপুনি নিজে তাৰ প্ৰমাণ চাব পাৰে। বেতৰ কোবত গোটেই গা ডোখৰে ডোখৰে ছিগি গৈছে, কাপোৰ-কানি তেজেৰে ৰাঙলী হৈছে,

কোৰ ত পতাই গোটেই গা পুৰি দিয়া হৈছে। তাৰ ওপৰত খাৰণি, চোৰাত, আমৰলি। ইমানতো জয়মতীৰ কান্দোন ওলোৱা নাই, হাঁহি-মুখ মলিন হোৱা নাই। যেনে অৱস্থা হৈছে শাস্তি দিবলৈ আৰু ঠাই নাই।

ৰজা : ঠাই থাকক বা নাথাকক, শাস্তি বন্ধ হ'ব নোৱাৰে।

বন্দীপাল বৰুৱা : স্বৰ্গদেৱ। জয়মতীৰ আয়ুস আৰু এদিন কি দুদিন মাথোন। এতিয়া শাস্তি দিয়াত লাভ কি?

ৰজা : লাভ হওক, ক্ষতি হওক, তাৰ বিচাৰ তোমাৰ কাম নহয়। তোমাৰ কৰ্তব্য আদেশ পালন। যোৱা, শাস্তিৰ কোব তিনিগুণ চৰাই দিয়া। হয় গদাপাণিৰ বাতৰি, নহয় মৃত্যু -- এয়ে তাইৰ উপযুক্ত উপায়। ইয়াৰ যেন অন্যথা নহয়। পৰিণামলৈ লক্ষ্য ৰাখি কাম কৰিবা।

(বন্দীপাল বৰুৱাৰ প্ৰস্থান।)

এজনী সামান্য তিৰুতা, মোহাৰিলেই মৰে, তাইৰ ইমান অহঙ্কাৰ।

(ৰাণীৰ প্ৰৱেশ।)

ৰাণী : বঙহৰ দেও! দাসীৰ এটি মিনতি ৰাখক, ---এতিয়াও জমতীক এৰি দিয়ক।

ৰজা : তুমি মোৰ বিৰুদ্ধে থিয় হ'ব খুজিছা। যোৱা, আৰু মোক তেনে অনুৰোধ নকৰিবা।

ৰাণী : বঙহৰ দেও। মই আপোনাৰ দাসী -- সহধৰ্ম্মিণী আপোনাৰ মঙ্গল কামনাৰ বাহিৰে আৰু মোৰ উদ্দেশ্য নাই।

ৰজা : জয়মতীৰ মুক্তিত মোৰ মঙ্গল নে অমঙ্গল?

ৰাণী : নাৰীৰ ওপৰত অত্যাচাৰ কৰাৰ পৰা কেতিয়াও কাৰো মঙ্গল হোৱা নাই। যি ন্যাৰীৰ সন্মান নুবুজে তাৰ ধ্বংস নিচেই ওচৰত। দ্ৰৌপদীক অপমান কৰাৰ ফলত কৌৰৱৰ চিন নাথাকিল, সীতাক লাঞ্ছনা দি ৰাৱণৰ বিৰাট পৰিবাৰ ধ্বংস হৈ গ'ল। এই যে জয়মতীৰ ওপৰত অত্যাচাৰ, ইয়াৰ পৰিণাম বৰ ভয়ানক হ'ব। আপুনি এতিয়া ক্ষান্ত হওক। ভাবি চাওক -- গদাপাণিৰ বাতৰি দিলেও জয়মতীয়ে দেখুৱাই দিব নোৱাৰে, বিচাৰিব লাগিব। তেনেস্থলত নাৰী হত্যাৰ প্ৰযোজন কি?

ৰজা : নাৰীয়ে নাৰীৰ দৰে আচৰণ নকৰে কিয়?

ৰাণী : নাৰীৰ আচৰণ। এয়েই তো নাৰীৰ আচৰণ। সংসাৰত এনে কোনো প্ৰিয়বস্তু নাই, যাক সতীয়ে পতিৰ নিমিত্তে বিসৰ্জন দিব নোৱাৰে। আনকি স্বামীৰ ওচৰত নিজ প্ৰাণো অতি তুচ্ছ। আপুনি আজিও নাৰীৰ অন্তৰৰ পৰিচয় পোৱা নাই। নাৰীৰ অন্তৰত কোমলতা-কঠিনতাৰ মধুৰ মিলন। সাধাৰণ দুখৰ দৃশ্যতে নাৰীৰ চকুত চকুলো ওলায়, অলপ শোকতে মূৰ্চ্ছা যায, সহজে অন্তৰ বিচলিত হয। কিন্তু বিপদক বুকু পাতি দি যেতিযা প্ৰতিজ্ঞা কৰে, ঘাইকৈ যদি তাত স্বামীৰ সম্পৰ্ক থাকে, তেতিয়া নাৰীৰ সেই কঠিনতা ইন্দ্ৰৰ বজ্ৰযো ভেদ কৰিব নোৱাৰে। তেনে প্ৰতিজ্ঞা লৰাবলৈ চেষ্টা কৰাত নাৰী চৰিত্ৰৰ অজ্ঞতা মাথোন প্ৰকাশ পায।

ৰজা : তোমাৰ পাণ্ডিত্য মোক নালাগে। --- তিৰুতা তিৰুতাৰ দৰে থাকাগৈ, মোক ৰাজনীতি শিকাবলৈ নাহিবা। মই জানো, মই ৰজা, মই যি আদেশকে দিও প্ৰজাই পালিব লাগিব। নহ'লে ৰজাৰ গৌৰৱ ক'ত?

ৰাণী : জয়মতীৰ শাস্তিৰ আদেশে আপোনাৰ গৌৰৱ বঢোৱা নাই, টুটাইছে। শাস্তিয়ে জয়মতীক কন্দুৱাব পৰা নাই, কিন্তু হেজাৰ হেজাৰ মানুহৰ চকুলো বোৱাইছে। আপুনি বুজা নাই, সেই চকুলোৱে আপোনাৰ ওপৰত দেৱতাৰ অভিসম্পাত বৰ্ষণ কৰিছে। প্ৰজাক কন্দুৱাই ৰজাই কেতিয়াও শান্তি নাপায। সেই দেখি মই আকৌ খাটিছো, কাবৌ কৰি কৈছো --- জয়মতীক এৰি দিয়ক।

ৰজা : কি। বাৰে বাৰে একেটা কথা। গুচি যোৱা --গুচি যোৱা।

(ৰাণীৰ প্ৰস্থান।)

ৰজা : (উত্তেজিতভাবে কিছু সময় খোজ কাঢি) মোৰ আদেশৰ বিৰুদ্ধাচৰণ। দোষীৰ লগত সহানুভূতি। আৰু কঠোৰ হ'ব লাগিব, অবাধ্য প্ৰজাক ধৰি আনি শালত দিব লাগিব। যাওক, সকলো যাওক, --- সুখ যাওক, শান্তি যাওক, প্ৰজা যাওক, পৰিয়াল যাওক, তথাপিও মোৰ প্ৰতিজ্ঞা যাবলৈ নিদিও। উগ্ৰ দণ্ডেৰে সকলোকে বুজাব লাগিব মই ৰজা, মোৰ আদেশ অলঙ্ঘনীয়।

(প্ৰস্থান।)

# তৃতীয় দৃশ্য

জেৰেঙা পথাৰ।
সময় -- সূৰ্য্যাস্ত

(এজোপা কোঁটকৰা গছৰ গাতে লগাই জয়মতী বন্ধা অৱস্থাত। তেওঁৰ কঁকালত আৰু বুকুৰে হাতে সাৱটাকৈ জৰিৰে বান্ধ। তেওঁ গছতে লাগি স্থিৰ ভাবে থিয় হৈ থাকে, ডিঙি অলপ বেঁকা হৈ মূৰটো দোঁ খায়। ওচৰত চাওদাং বিলাকৰ এটাৰ হাতত চমটা, এটাৰ হাতত চোৰাত, আন এটাৰ হাতত বেত। অলপ আঁতৰতে এটাই জুইত লোহা তপতাই আছে। ইফালে সিফালে কেইটামান খাৰণি আৰু পানীৰ কলহ। অলপ নিলগত বন্দীপাল বৰুৱা। দৰ্শক বিলাক -- অহা আহিছে, যোৱা গৈছে, কোনোৱে থিয় দি চাইছে। সকলো দৰ্শকৰ চকুত চকু-লো।

**জয়মতী** : যিমান বেগাই মোৰ সজা ভাগি যায়,
সিমানে মুকলি হয় দূৰ নীলিমাত,
উৰি উৰি আনন্দত কৰিম বিহাৰ, ---
ভগা সজা ৰ'ব পৰি মিলিব ধৰাত।
উৰ্ব্বৰ মূৰৰ যত উগ্ৰ আবিষ্কাৰ
---- শাসন-নীতিৰ নামে যমৰ যাতনা
সকলো কৰিছো জয় স্থিৰ সাধনাত।
সংসাৰৰ লীলা-খেলা অৱসান প্ৰায়।
ধিমিকি জ্যোতিৰে পৰে ৰিণিকি চকুত
সাধনাৰ শেষ লক্ষ্য --- জীৱন প্ৰভাত।
এখন্তেক --- আৰু এখন্তেক ৰাখা
প্ৰভু! স্থিৰ মনোবল, নাহে যেন ভ্ৰান্তি,
মোৰ লক্ষ্য নেহেৰায়।
গীত।

ব্ৰহ্মা আদি কৰি জীৱ যত ৰাম ৰাম ৰাম ৰাম ৰাম,
মায়া শয্যা মাজে আছয় ঘুমটি যায়।
তুমি সি চৈতন্য সনাতন, ৰাম ৰাম ৰাম ৰাম ৰাম,
আমি অচেতন নিয়োক নাথ জগাই।।
ক্ষুদ্ৰ সুখে বহু আশা কৰি ভৱৰূপে জীৱ আছে পৰি,
কালসৰ্পে দংশি হৰিল চেতনা তাৰ।
মোক্ষৰূপ তয়ু বাক্যামৃত, কৃপায়ে সিঞ্চিয়া প্ৰতিনিত,
দয়াময় কৃষ্ণ কৰিও মোক উদ্ধাৰ।।

(লাহে লাহে মূৰটো ওলমি পৰে। বন্দীপাল বৰুৱা আদিয়ে ওচৰ চাপি মৰিল নে আছে চায়।)

**জয়মতী** : (মূৰ তুলি)
চকুৰ আগত দৃশ্য কি যে জ্যোতিৰ্ম্ময়!
অন্তিমত অনন্তৰ অনন্ত আলোক!
কত সূৰ্য্য, কত তৰা, কতনা চন্দ্ৰমা,
আলোক-তৰঙ্গ তুলি ধীৰে চলি যায়।
বতাহত উটি ফুৰে নন্দন-সুৰভি,
কাণত বৰষে কিয়ে ত্ৰিদিবৰ সুৰ।
নাই তাত কপটীৰ কপট প্ৰণয়,
হিংসা নাই, দ্বেষ নাই, নাই প্ৰতাৰণা,
শান্ত শিৱ অদ্বৈতৰ অখণ্ড জ্যোতিৰে
উদ্ভাসিত মহাকাশ, স্থাবৰ, জঙ্গম।
প্ৰাণ মোৰ উৰো উৰো, উৰিব বেগাই,
ভাঙি-ছিঙি দুদিনীয়া দেহাৰ পিঞ্জৰ;
বিপুল সি তৰঙ্গত হৈ এটি ঢৌ
নাচি নাচি একেবাৰে নামি ধৰণীত
ঢৌৱাই প্ৰত্যেক প্ৰাণ, প্ৰতি গছ-লতা,
স্বামীৰ চৰণ চুমি যাব পুনৰায়।
জীৱনৰ কাম সাধি মাহেন্দ্ৰ ক্ষণত
যিদিনা প্ৰভুৱে মোৰ ল'ব একে বাট,
দুয়ো মিসি মিলি যাম পূৰ্ণ মিলনত -
আনন্দ, পৰমানন্দ, পূৰ্ণানন্দৰূপে।
(স্থিৰ হয়, চকু মুদ যায়, ডিঙি মোটোকা খায়।)

**বন্দীপাল বৰুৱা** : মেলি দে, আৰু বান্ধি ৰখাৰ সকাম নাই। তেওঁ এতিয়া বন্ধনৰ বাহিৰত।
(চাওদাঙে বান্ধ মেলি দিয়ে। জয়মতী পৰি যাবলৈ ধৰে। চাওদাঙে বহুৱাই দিয়ে। জয়মতী ভৰি মেলি বহি গছত আউজি ৰয়।)

**জয়মতী** : (লাহে লাহে মূৰ দাঙি ক্ষীণ মাতেৰে)
সংসাৰৰ মায়া-গাঁঠি ছিঙিবৰ বেলা
সন্মুখত অতীতৰ বিজুলীৰ ৰেখ ---
বিশাল আহোম ৰাজ্য, স্বামী-পুত্ৰ
মোৰ, ভাই-ভনী স্বদেশৰ আশ্ৰিতা-
আশ্ৰিত, ছিঙিম বন্ধন আজি স্থূল
সম্বন্ধৰ। প্ৰাণৰ কামনা মোৰ, -- হক
সকলোৰে জয়-জয়-ময়-ময় ধৰম-
কৰম!

সৃষ্টি-স্থিতি প্ৰলয়ৰ নিত্য আৱৰ্ত্তন ---
যি মহা শক্তিৰ চক্ৰ ঘূৰে অলক্ষিতে
ঘূৰাব সেয়েই ভাগ্য বিপন্ন ৰাজ্যৰ,
শান্তিৰ অন্তত কৰি শান্তিৰ প্ৰচাৰ।
যাবৰ সময় হ'ল, বিদায় ধৰণী।
থাকিবা কুশলে দুটি প্ৰাণৰ কুমাৰ,
নাথ মোৰ চিৰসংগী জীৱনে-মৰণে,
জনালো অন্তিম সেৱা শ্ৰীচৰণত।
(কাতি হৈ পৰে।)

**বন্দীপাল বৰুৱা** ঃ(ওচৰ চাপি) সকলো অন্ত। ইমান শান্তিতো একেষাৰ টান কথা নোলাল। যোৱা দেৱী। আজিযেই মোৰো বিষয়ৰ শেষ। বাট দেখুৱাই নিবা। (চকু ঢাকে।)

**চাওদাং বিলাক** ঃআমাৰো শেষ! আমাৰো শেষ। (নিজ নিজ অস্ত্ৰ-শস্ত্ৰ দলিযাই পেলাই চকুত হাত দি তলমুৰ হয়। তেতিয়া সন্ধ্যাৰ অন্ধকাৰ ক্ৰমশঃ ঘন হৈ আহিছিল।)

**জয়মতী** ঃ(চকু মেলি লাহে লাহে মূৰ দাঙি গছত আউজে। তাৰ পিছত স্থিৰ দৃষ্টিৰে ওপৰলৈ চাই।)
আহিছে বিমান, আহা কেনে জ্যোতিৰ্ম্ময়! স্নিগ্ধ, শান্ত, সুমধুৰ উঠিছে সংগীত। সুৰে সুৰে উঠি তাৰ, শূন্যৰ কোলাত উটি যাম আলোকৰ সিন্ধু-তৰঙ্গত। কিযে শান্তি! আজি মোৰ প্ৰাণ পূৰ্ণকাম! (আকাশলৈ উঠাৰ দৰে হাত মেলে। এনেতে 'জয়া', 'জয়া' বুলি চিঞৰি গদাপাণি লৰি সোমায। জয়াৰ মৃতদেহ গদাপাণিৰ ভৰিৰ ওচৰত বাগৰি পৰে।

**গদাপাণি** ঃ জযা। জয়া। কলৈ যোৱা জযা!
(জয়মতীৰ মৃতদেহ সাৱটি ধৰে।)
।। তৃতীয় অঙ্ক শেষ।।

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য।

ব্ৰহ্মপুত্ৰৰ পাৰৰ ৰাজঘাট।
সময়- দুপৰীয়া।
গদাপাণিৰ প্ৰৱেশ।

**গদাপাণি** ঃ পচোৱা বতাহৰ দৰে উৰি আহিছিলো ধৰা দিবলৈ, লৰা ৰজাৰ হাতত প্ৰাণ সমৰ্পণ কৰি জয়াক ৰক্ষা কৰিবলৈ। কিন্তু পলম হ'ল, নাপালো, জয়া মোৰ অদৃশ্য ৰাজ্যলৈ গুছি গ'ল। থৈ গ'ল ৰাজ্য-জোৰা এটা হাঁহাকাৰ, এটা হিযা ভগা কৰুণ সুৰ। আজি মোৰ জযা নাই, প্ৰাণৰ মাযা নাই, সংসাৰৰ বন্ধন নাই। আজি মোৰ জীৱন-মৰণ উভয সমান। (চিন্তা কৰি) কিন্তু অৰাজক আহোম ৰাজ্যৰ শৃঙ্খলা লগাবলৈ আত্মগোপন কৰি প্ৰাণ ৰক্ষা কৰিছিলো, আজি জযাৰ মহাপ্ৰযাণে সেই উদ্দেশ্য আৰু মহৎ কৰিছে। তাক সাধন নকৰাকৈ মৰিবৰ মোৰ অধিকাৰ আছে জানো? -- নাই। তেন্তে --জীযাই থাকিব লাগিব, সতীৰ সাধনা সফল কৰিব লাগিব, শান্তিৰ ৰাজ্য প্ৰতিষ্ঠা কৰিব লাগিব। (অলপ সময আকাশলৈ চাই থাকি) আত্মৰক্ষা কৰিম, জয়াৰ আদেশ পালন কৰিম, সতীৰ তেজেৰে উদ্দীপ্ত হৈ লক্ষ্যস্থানলৈ আগবাঢ়িম, আত্মগোপন কৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে জুই জ্বলাই দিম। যেতিযা সি জিভা মেলি আকাশ লঙ্ঘিব, তেতিযা তাত দিম সেই পাষণ্ড নৰঘাতীদলৰ শোণিতৰ আহুতি। সেইদিনা হে মোৰ জীৱন সাৰ্থক হ'ব, স্বেচ্ছাচাৰিতাৰ লৌহদণ্ড ধূলিত মিলিব, জযাৰ ভৱিষ্যত দৃষ্টি বৰ্ত্তমানত পৰিণত হ'ব। (অলপ ৰৈ) জযা। জয়া। শক্তিমযী তুমি, মোক শক্তি দিযা, ধৈৰ্য্য দিযা, কঠোৰ সংযম দিযা, যেন হিযা ভেদি ওলোৱা প্ৰলয়ৰ হুঙ্কাৰ চেপি ৰাখি কৰ্ম্মক্ষেত্ৰ প্ৰস্তুত কৰিব পাৰো। যেন পশুবল নিৰ্ম্মূল কৰি প্ৰতিশোধৰ ভস্মৰ মাজত শান্তিৰ ৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰো।
(স্থিৰ দৃষ্টিৰে শূন্যলৈ চাই থাকি)
সৌৱা, সতীৰ তেজৰ ঢল উঠিছে, জযাৰ চিতাৰ ধোঁৱাই আকাশ জুৰিছে। ৰাজ্য জুৰি ধুমুহা মাৰিব, শিলাবৃষ্টিত জগৎ কপিঁব, দেৱতাৰ বজ্ৰত পাপীৰ হৃদয চূৰ্ণ-বিচূৰ্ণ হ'ব। ধৈৰ্য্য ধৰ গদাপাণি, হৃদয় বজ্ৰৰ দৰে কঠিন কৰ, শোকৰ উচ্ছাস প্ৰতিহিংসা বহ্নিৰ তাপেৰে শুকুৱাই পেলা। নিজৰ প্ৰতি নিৰ্ব্বিকাৰ হৈ সাধনা কৰ -
প্ৰতিশোধ — ভীষণ প্ৰতিশোধ।
(প্ৰস্থান)
(দুটা মানুহৰ প্ৰৱেশ।)

**প্ৰথম** ঃনাথাকো বুলিছোঁ, নাথাকোঁ। ক'ৰবাত শুকাই

মৰিম, তেও এনে অধৰমী ৰজাৰ ৰাজ্যত নাথাকোঁ।

দ্বিতীয় : এক প্ৰকাৰ বুঢাই হলোহি, তেও এনে দেখা নাই, শুনাও নাই। লোকে তিৰি-বধ বুলি দোহাই দিলে কৰিবলৈ ধৰা কামো নকৰে। এওঁ দেখাদেখিকৈয়ে তিৰি-বধ কৰিলে।

প্ৰথম : চাচোন বাৰু কুঁৱৰীক যে মাৰিলেই, আকৌ যি তাত বেজাৰ কৰিছিল তাকো মাৰিছে। গদাকোঁৱৰে তাক ওচৰ চপাই পাব লাগিছিল, মাগুৰ মাছ কছা দি কছিলেহেতেন।

দ্বিতীয় : পৰা হ'লে নো শুদাই এৰে বুলি ভাবিছ নে? তেওঁ হ'ল অকলশৰীয়া, ৰজাৰ লগত হেজাৰ হেজাৰ পাইক।

প্ৰথম : হ'ব নোৱাৰিছে। কোঁৱৰে কৰবাত চল চাই হে আছে। সুবিধা পালে একে মোহাৰতে তাৰ নেলু ছিঙি তেজ পিব।

(আৰু দুটা মানুহৰ প্ৰৱেশ)

তৃতীয় : ককাইহঁত কলৈ যাব?

প্ৰথম : যলৈকে চকু যায়।

চতুৰ্থ : এৰা ককাই, এই দেশত আৰু থাকিব নোৱাৰি। এতিয়াও যে জীয়াই আছো এয়েই পৰম ভাগ্য। এনে ৰাজ্যত থকাতকৈ হাবিত বাঘ-ঘোঙৰ লগত থকাই ভাল।

তৃতীয় : চাচোন বাৰু, প্ৰজা আছে বুলিহে ৰজাটো। প্ৰজা নহলেনো ৰজাটো কিহৰ? এই ফেৰাও নো তেওঁৰ বিবেচনা হ'ব নাপায় নে?

প্ৰথম : বিবেচনা হ'ব। দেখা নাই নে কেনেকৈ যাকে য'তে পায় ধৰি ধৰি মাৰিছে।
(নেপথ্যত ঢোলৰ শব্দ। সকলোৱে সেইফাললৈ চায়, এনেতে কান্ধত ঢোল আৰু হাতত এখন দীঘল সাঁচিপাত লৈ দুটা ৰজাঘৰীয়া পাইকৰ প্ৰৱেশ।)

প্ৰথম পাইক : (সাঁচিপাত চাই) প্ৰবল প্ৰতাপান্বিত মহামহিম শ্ৰীল শ্ৰী শ্ৰী শ্ৰীযুক্ত স্বৰ্গদেৱ চুলিক্‌ফাৰ আদেশ সকলোৱে শুনিবাহক। -
(দ্বিতীয় পাইকে ঢোল বজায়। মানুহকেইটা থৰ হয়। আন বাটৰুৱা মানুহ কিছুমান গোট খায়।)

প্ৰথম পাইক : (সাঁচিপাত চাই)
যেহেতু ৰাজদ্ৰোহী গদাপাণি ভেশছল কৰি ফুৰিছে বুলি জনা গৈছে, সেই হেতুকে সমূহ প্ৰজাক জনোৱা যায় যে যেয়ে গদাপাণিৰ মূৰ আনি দিব পাৰিব, সেয়ে এহেজাৰ সোণৰ মোহৰ বঁটা পাব।
(দ্বিতীয় পাইকে ঢোল বজায়)
যদি কোনোবাই পায়ো গোপন কৰে সবংশে শালত দিয়া হ'ব।
(দ্বিতীয় পাইকে ঢোল বজায়)
(পুনৰায় পূৰ্ব্বৱৎ পাঠ কৰি দুয়ো ওলাই যায়।)

প্ৰথম মানুহ : গদাকোঁৱৰৰ মূৰ অনাকেইটা হে হয়। লগ পালেই বাৰু, কাষ চাপিবলৈ সাহ কৰিব কোনে? জেৰেঙা পথাৰত চাওদাঙৰ মাজতে ওলাইছিল বুলি শুনিছো, তেওঁ দেখোন ধনি ৰাখিব একা।

দ্বিতীয় মানুহ : গদা কোঁৱৰক ধৰাটো বাৰু হৈছে। মুঠেই মাজতে নিৰ্দোষ মানুহ কিছুমানৰ মূৰ যাব।

চতুৰ্থ মানুহ : মই নকৈছো এই ৰাজ্যত মানুহ নাথাকে।

তৃতীয় মানুহ : ইমানতে আঁতৰাই ভাল। ইয়াৰ পাচত পলোৱাৰো মুদা মৰিব আকৌ লাগে যদি ঢোল পিতি শুনাব বোলে যেয়ে ঘৰৰ বাহিৰ ওলাব তাৰে প্ৰাণদণ্ড।

প্ৰথম মানুহ : লৰা ৰজা থাকক মাথোন, তাৰ আটক নাই। এতিয়াই কৰবাত পৰ্বতে-পাষণ্ডে সোমাই থকাই ভাল।

দ্বিতীয় মানুহ : এৰা, বলহক, ইয়াৰ পৰা আঁতৰ হওঁ।
(সকলোৱে প্ৰস্থান)
(বিপৰীত ফালৰ পৰা গদাপাণিৰ প্ৰৱেশ।)

গদাপাণি : গদাৰ প্ৰাণৰ মূল্য সহস্ৰ মোহৰ, ---
ৰাজ্য যুৰি ঘূৰিছে ৰজাই। নাজানে সি ---
জয়াহীন গদাপাণি নাই মূল্য তাৰ।
সংসাৰৰ মায়া-মোহ সকলো ছিগিল,
সোণৰ সংসাৰ মোৰ হ'ল ছাৰখাৰ, ভৰা নাও ডুবি গ'ল অতল জলত। অকাতৰে দিব পাৰো আত্মবিসৰ্জন। কিন্তু জয়াৰ আদেশ মই নোৱাৰো পেলাব, নোৱাৰো কৰিব ব্যাৰ্থ সাধনা সতীৰ। ভাগি যোৱা বুকু মোৰ শিলেৰে বন্ধাই, শত যাতনাৰ সহি শত শক্তিশেল, ৰাখিব লাগিব প্ৰাণ; প্ৰতিহিংসা, প্ৰতিশোধ হ'ব মোৰ বিষল্য-কৰণী। প্ৰাণৰো প্ৰাণত য'ত কমল-কোৰক আছিল জয়াৰ স্থান, তাত আজি নব বেদী শ্মশান-ভস্মৰ, অধিষ্ঠাত্ৰী প্ৰতিহিংসা লোলজিহ্বা মেলি। অন্তৰ্হিত দয়া-ক্ষমা, প্ৰণয়-বন্ধন, অন্তৰ্ধান কল্পনাৰ চিত্ৰ অতীতৰ।

সন্মুখত অতি গাঢ অন্ধ অন্ধকাৰ, প্ৰতিহিংসা সাধনৰ সুবৰ্ণ সুযোগ। নাচি উঠ শিৰে শিৰে দানৱ-প্ৰবৃত্তি, জ্বলি উঠ দীপশিখা মহা প্ৰলয়ৰ, তুমুল তৰঙ্গ তুলি ঘূৰ্ণ প্ৰভঞ্জন বই যা মোহাৰি বিশ্ব অস্তিত্ব উৰাই।

(বেগেৰে যাবলৈ ধৰে। এনেতে এদল সৈন্য গদাপানিৰ আগত উপস্থিত হয় আৰু গদাপাণিক বেৰি ধৰে।)

গদাপাণি : সাৱধান কুকুৰৰ দল? ব্যাধৰ টিহনি শুনি চেঁকুৰিআহিছ! নাহিবি, আঁতৰ হ, নহলে প্ৰাণ যাব। (সৈন্যবিলাক সাৱধানে চাপি আহে)

গদাপাণি : কি! কথা নুশুন। এই তাৰ প্ৰতিফল। (সন্মুখত যাক যতে পাই ওফৰাই পেলাই বিজুলী সঞ্চাৰে ওলাই যায়।)

প্ৰথম সৈন্য : পাই হেৰুৱালো, সৌৱা একেজাপেই লুইতত পৰিল। টোপা কাঁড যোৱাদি গৈছে।

দ্বিতীয় সৈন্য : নাও বিচাৰ, নাও বিচাৰ। ৰজাই শুনিলে আধ্যা পৰিব।

সকলোৱে : ব'ল, ব'ল, নাও ল, খেদা দিও।

(সকলো লৰি ওলাই যায়)

পট-পৰিৱৰ্তন।

ব্ৰহ্মাপুত্ৰৰ মাজ।

(নৈৰ সোঁতৰ হো-হোৱনি উঠিছে, ঢৌৱে আফালিব লাগিছে, ডকা ফুটিছে। গদাপাণিয়ে অবিৰাম সাঁতুৰিছে, মাজে মাজে মূৰ উলিযাই পিচলৈ চাইছে চাওতে চাওতেই গদাপাণি অদৃশ্য হৈ গ'ল। তাৰ পিচত নাৱত সৈন্য বিলাকৰ প্ৰৱেশ। সিহতে কোবেৰে বঠা মাৰি নাও উৰুৱাই নিযা দি নিছে।)

## দ্বিতীয় দৃশ্য

বৰ চ'ৰা।

সময-আবেলি।

চ'ৰাৰ ভিতৰত এফালে সাতখলপীয়া সিংহাসন, ওপৰত চন্দ্ৰতাপ। সিংহাসনৰ ওপৰত ডাঙৰ গাৰু। সকলোতে নানা ৰত্ন আৰু কাৰুকাৰ্য্যৰ বিতোপন সৌন্দৰ্য্য। সিংহাসনৰ পৰা আঁতৰত দুয়োকাষে দুশাৰী খুটাৰ দাঁতিত ডাঙৰীয়া সকলৰ আসন। দুৱাৰ মুখত সশস্ত্ৰ প্ৰহৰী।

(কথাপাতি পাতি বৰগোঁহাই আৰু বুঢ়াগোঁহাইৰ প্ৰৱেশ।)

বুঢ়া :আপুনি ভুল বুজিছে। স্বৰ্গদেৱৰ কাৰ্য্যত মোৰ কোনো হাত নাই। কোঁৱৰ সকলৰ অঙ্গহানি, জয়মতীৰ শাস্তি, প্ৰজাৰ পীড়ন আদি সকলো স্বৰ্গদেৱৰ নিজৰ ইচ্ছা। মোৰ পৰামৰ্শত তেনে কৰিছে বুলি যদি আপোনাৰ বিশ্বাস, তেন্তে সি মহাভুল।

বৰ : আপুনি পৰামৰ্শ নিদিব পাৰে, কিন্তু সন্মতি দিছে, —সাহাৰ্য্য কৰিছে।

বুঢ়া :স্বৰ্গদেৱৰ বিৰুদ্ধে চলিবলৈ মই অপাৰগ।

বৰ : বিনা দোষত শাস্তি দিয়া ৰাজধৰ্ম্ম নহয়। আপুনি মন্ত্ৰী, ৰজাক সুমন্ত্ৰণা দিয়াটো আপোনাৰ কৰ্ত্তব্যৰ ভিতৰত। অন্যায কাৰ্য্যত নিৰ্ব্বিবাদে সাহায্য কৰাটো আৰু অন্যায়।

বুঢ়া : ন্যায-অন্যায় অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। এক অৱস্থাত যিটো অন্যায, বিপৰীত অৱস্থাত সেযে কৰ্ত্তব্য।

বৰ : তেন্তে আপুনি এই হত্যাকাণ্ড সমৰ্থন কৰে?

বুঢ়া : নকৰি উপায নাই।

বৰ : আপুনি এতিয়াও ভাবি চাওক। যি কৰিলে কৰিলে, এতিয়াও ক্ষান্ত হওক। নিৰ্দ্দোষ প্ৰজাৰ তেজেৰে দেশ ৰাঙলী নকৰিব।

বুঢ়া : দোষ ৰজাৰ নহয়। গদাপাণি পলৰীযা অপৰাধী। তেওঁক ধৰি দি ৰজাক সাহায্য কৰা প্ৰজাৰ কৰ্ত্তব্য। তাকে নকৰি গদাপাণিক পলাবলৈ যি সুযোগ দিয়ে, সি নিশ্চয় ৰাজদ্ৰোহী। মৃত্যুৰ বাহিৰে তাৰ আন শাস্তি নাই।

বৰ : আপুনি তেন্তে এই অত্যাচাৰত বাধা নিদিয়ে?

বুঢ়া : ৰাজ্যৰ বৰ্ত্তমানৰ অৱস্থালৈ চাই নিদিও। ডাঙৰীয়াসকলে ৰাজকাৰ্য্যত হস্তক্ষেপ কৰাৰ পৰাই ৰাজ্য প্ৰায অৰাজক। চুন্যৎফা, চুক্ৰনফা, চুহুং, গোবৰ, চুজিন্‌ফা আৰু চুদৈফা স্বৰ্গদেৱৰ অকাল মৃত্যুৰ কাৰণ অকল ডাঙৰীয়াসকলৰ প্ৰাধান্য লাভৰ চেষ্টা আৰু কোঁৱৰসকলৰ প্ৰতিদ্বন্দ্বিতা। এনে অৱস্থাত যদি স্বৰ্গদেৱে আত্ম প্ৰতিষ্ঠাৰ নিমিত্তে কঠোৰ নীতি অৱলম্বন কৰে, সি কোনোমতেই দূষণীয় নহয়।

**বৰ** ঃ এযে তেন্তে আপোনাৰ মত?

**বুঢ়া** ঃ আন পথ নাই। বৰ্ত্তমান আহোম শাসনৰ বিশৃঙ্খলা আঁতৰ নহ'লে, এই ৰাজ্য নাথাকে। যেতিযালৈকে সিংহাসনৰ প্ৰতিদ্বন্দ্বী থাকিব, ৰাজক্ষমতা মন্ত্ৰীসকলৰ আকাঙ্খাৰ বশৱৰ্ত্তী হ'ব, তেতিযালৈকে গুপ্তহত্যা, অৰাজকতা — একোৰেই অন্ত নপৰে। বৰ্ত্তমান স্বৰ্গদেৱে তাৰ মূল উচ্ছেদ কৰি দৃঢ় ভেঁটিৰ ওপৰত সিংহাসন প্ৰতিষ্ঠা কৰিবলৈ আগবাঢ়িছে। আমাৰ সকলোৰে কৰ্ত্তব্য — সামান্য স্বাৰ্থ বিসৰ্জ্জন দি তেওঁৰ এই মহৎ উদ্দেশ্য সাধনত সাহাৰ্য্য কৰা। দেশক যি ভাল পায, আহোম গৌৰৱ যাৰ প্ৰিয, তেওঁ কেতিয়াও স্বৰ্গদেৱৰ কাৰ্য্যত ব্যাঘাত জন্মাব নোৱাৰে।

**বৰ** ঃ হ'ব পাৰে আপোনাৰ উদ্দেশ্য সাধু। কিন্তু আপুনি ভাবে নে আপোনালোকৰ অৱলম্বিত উপায়েৰে সেই উদ্দেশ্য সিদ্ধি হ'ব? মই দঢ়াই দঢ়াই কওঁ — কেতিয়াও নহয। মই যদি বঙালৰ বিৰুদ্ধে অভিযানত আবদ্ধ হৈ নাথাকিলোহেঁতেন, তেন্তে গুৰিৰে পৰা আপোনালোকৰ কাৰ্য্যত বাধা জন্মালোহেঁতেন। মোৰ অনুপস্থিতিৰ সুযোগ লৈ, আপোনালোকে শাসনৰ নামত পীড়ন, বিচাৰৰ নামত গুপ্তহত্যাৰ প্ৰৱৰ্ত্তন কৰি দেশৰ সুখ-শান্তি দূৰ কৰিলে। এতিযাও মই সাৱধান কৰি দিওঁ, অত্যাচাৰ বন্ধ কৰক। উৎপীড়নে কোনো কালে কোনো দেশতে সুশাসন প্ৰৱৰ্ত্তন কৰা নাই। নহ'লে ইয়াৰ যি পৰিণাম হ'ব, সি অতি ভয়ঙ্কৰ অকল স্বৰ্গদেৱে নহয়, আপুনিও তাৰ পৰা মুক্তি নাপায়।

(বৰপাত্ৰ গোঁহাই আৰু অন্যান্য বিষয়াসকলৰ প্ৰৱেশ। এনেতে নেপথ্যত শঙ্খ-ঘন্টা বাজি উঠে। দুশাৰী সশস্ত্ৰ চাওদাঙৰ মাজেদি শৰীৰৰক্ষী আৰু ছত্ৰচামৰধাৰী সহ ৰজাই প্ৰৱেশ কৰে। ডাঙৰীয়াসকলে অভিবাদন জনায। ৰজাই আসন গ্ৰহণ কৰে। চাওদাং বিলাক চ'ৰাৰ দুৱাৰ মুখত থিয় দি থাকে।)

**ৰজা** ঃ(উগ্ৰ দৃষ্টিৰে কেউফালে চাই) ডাঙৰীয়াসকল। ৰাজদ্ৰোহী গদাপাণি আজিও ধৰা নপৰিল। ইয়াৰ কাৰণ কি? মই অনুমান কৰিছো আপোনালোকে ৰাজকাৰ্য্যত অৱহেলা কৰিছে।

**বৰ গো** ঃ স্বৰ্গদেৱ! ই আমাৰ ওপৰত অযথা দোষাৰোপ। গদাপাণি ৰাজদ্ৰোহী হয নে নহয, সি আমাৰ অজ্ঞাত। তথাপিও তেওঁক ধৰাই যদি স্বৰ্গদেৱৰ ইচ্ছা, তেনেহলে প্ৰচলিত কাৰ্য্য কৰা উচিত। তাকে নকৰি নীতি বিৰুদ্ধ উপাযৰ আশ্ৰয ললে কিয? হুৱামুৰাকৈ আগ বাঢ়ি গদাপাণিক হুৰাই দিলে কিয? জানিব লাগিছিল, যিমানেই চোকা বাঘ নহওক, গুজৰি গুজৰি গৈ পহু ধৰিব নোৱাৰে।

**ৰজা** ঃ তাৰ মানে কি? আপুনি ক'ব খোজে নেকি, গদাপাণিক মোৰ তেজ পিবলৈ দি মই হাত সাবটি বহি থাকিব লাগিছিল? এয়েই নে আপোনাৰ পৰামৰ্শ? মই সিমান মূৰ্খ নহও ডাঙৰীযা। মই বুজিছো ডাঙৰীযাৰ পৰা কাঁড়ীলৈকে গোটেই ৰাজ্যই মোৰ বিদ্ৰোহ আচৰণ কৰিছে।

**বুঢ়া** ঃ তাত সন্দেহ নাই স্বৰ্গদেৱ! প্ৰায গোটেই ৰাজ্যই জয়মতীৰ মৃত্যুৰ বাবে স্বৰ্গদেৱৰ গাত দোষাৰোপ কৰিছে। নানা প্ৰকাৰে শাস্তিয়েও সিহঁতৰ শিক্ষা দিব পৰা নাই। এতিয়া শুনিছো জাকে জাকে মানুহ গাওঁ এৰি পলাবলৈ ধৰিছে।

**ৰজা** ঃপলাবলৈ ধৰিছে! নহয়, সিহঁত পলাব নোৱাৰে। যেয়ে পলাব খোজে তাৰেই শাস্তি হ'ব লাগিব। আজিৰ পৰা যিকোনো মানুহ বিনা অনুমতিত নিজ গাৱৰ বাহিৰ ওলাব, তাৰেই শাস্তি প্ৰাণদণ্ড।

**বৰ** ঃ তাৰ ফল ভাল নহ'ব স্বৰ্গদেৱ। যি জুই জ্বলালে, তাক নুমুৱাবলৈ যত্ন কৰক, নতুনকৈ জুই জ্বলাই বিপদ নবঢ়াব। জুই জ্বলোৱা অতি সহজ, কিন্তু যেতিয়া সি জিভা মেলি চৌদিশ জুৰিব, তেতিয়া সাগৰৰ পানীৰেও তাক নুমুৱাব নোৱাৰে। অন্তৰ্বিপ্লৱৰ সুযোগ লৈ বঙালমাটিৰনবাবে গুৱাহাটী অধিকাৰ কৰিছিল, প্ৰাণপণ চেষ্টাৰ ফলত সিদিনা মাত্ৰ পুনৰুদ্ধাৰ হৈছে। এনে অৱস্থাত যদি ৰাজ্যত উৎপাত অশান্তি বঢ়াই দিয়ে, সিহতে আকৌ মূৰ তুলি উঠিব। আভ্যন্তৰিক শান্তিস্থাপন নহ'লে, --- নিশ্চয় জানিব, আহোম ৰাজ্য নাথাকে।

**ৰজা** ঃ নাথাকে নাথাকক। বিদেশী শত্ৰুৰ ভয়ত

গৃহ শত্ৰুৰ হাতত আত্মসমৰ্পণ কৰিব নোৱাৰোঁ। বিদ্ৰোহীক দমাব লাগিব, সিহঁতৰ সচ মাৰি দেশত শান্তি প্ৰৱৰ্তৱি লাগিব। তাৰ বাবে যিমান কঠোৰ হোৱাৰ প্ৰয়োজন, হ'ব লাগিব।

বৰ ঃ স্বৰ্গদেৱ পাহৰিছে প্ৰজাশক্তি সিমান ক্ষুদ্ৰ নহয়। সন্মিলিত প্ৰজাশক্তিৰ ওচৰত ৰাজদণ্ড অতি তুচ্ছ। প্ৰীতিৰে প্ৰজাক বশ নকৰিলে, আন কোনো উপায়েৰে বশ কৰিব নোৱাৰি। সেইকাৰণে মই আকৌ আপোনাক অনুৰোধ কৰিছো, সকলো কঠোৰ ব্যৱস্থা পৰিত্যাগ কৰক।

ৰজা ঃকি! আপুনিও তেনেহ'লে বিদ্ৰোহীৰ দলত?

বৰ ঃযদি এয়ে স্বৰ্গদেৱৰ ধাৰণা, তেন্তে এই পৰামৰ্শত বিদ্ৰোহীৰ যোগ নথকাই উচিত। অপৰাধ হলে মাৰ্জ্জনা কৰিব। মই আশা কৰো, যি সকলৰ মত মোৰ লগত মিলে, তেওঁলোকো এই পৰামৰ্শৰ পৰা আঁতৰি থাকিব।

(বৰগোঁহাই ওলাই যায়, আন বিষয়া দুজনমানো ওলায।)

ৰজা ঃএই দেশৰ ৰজা কোন? মোৰ সন্মুখত মোৰেই কৰ্ম্মচাৰীয়ে ঔদ্ধত্য দেখুৱাই গুছি যায়! ই দেখাদেখিকৈ বিদ্ৰোহৰ সূচনা। মই তাৰ বিচাৰ কৰিম, ইহঁতক সবংশে ধ্বংস কৰিম।

বুঢ়া ঃস্থিৰ হওক স্বৰ্গদেৱ! সময়তকৈ আগ নাবাঢ়িব। এতিয়াই গৃহ-বিবাদ আৰম্ভ কৰিলে সকলো উদ্দেশ্য ব্যৰ্থ হ'ব। আগেয়ে গদাপাণিৰ ব্যৱস্থা হওক, তাৰ পিচত আন বিলাকৰ বিচাৰ কৰিব।

ৰজা ঃগদাপাণিৰেই বা কি ব্যৱস্থ হ'ব! আইজ ইমান দিনেও তাক ধৰিব নোৱাৰিলে। তাৰ ভীষণ মুৰ্ত্তি দেখিছো, সি মোক হত্যা কৰিব।

বুঢ়া ঃ আপোনাৰ কল্পনা অসঙ্গত। এইবাৰ এনে উপায়ত ধৰিব লাগে, যাতে গদাপাণিৰ মৃত্যু অপৰিহাৰ্য্য হয়।

ৰজা ঃ কি উপায়?

বুঢ়া ঃ উপায় স্বৰ্গদেৱে কোৱাটোৱেই, মাত্ৰ তাতে অলপ যোগ দিব লাগিব। ঘোষণা কৰা হওক --এতিয়াৰ পৰা কোনো মানুহে নিজ গাওঁ এৰিব নোৱাৰে, আৰু অচিনাকি মানুহ মাত্ৰৰেই প্ৰাণদণ্ড। তেতিয়া গদাপাণি নিশ্চয় মৰিব। অৱশ্যে লগতে কিছুমান নিৰ্দ্দোষি মানুহো মৰা পৰিব পাৰে।

ৰজা ঃকিছুমান মানুহ মৰিব, মৰক। গোটেইবোৰ মানুহ মাৰিও যদি গদাপাণিক বধিব পাৰি, তাতো মই সন্মত। যি ৰাজ্যই ৰজাক নামানে, সেই ৰাজ্য ধ্বংস হৈ যাওক।

বুঢ়া ঃতেন্তে এই ব্যৱস্থা মতেই কাৰ্য্য আৰম্ভ হওক।

ৰজা ঃএতিয়াই, -- অবিলম্বে। যেনে উপায়েৰেই হওক, মোৰ ৰাজক্ষমতাৰ মৰ্য্যাদা ৰাখিব লাগিব। প্ৰজাই বুজিব লাগিব, মোৰ ইচ্ছাৰ বাহিৰেসিহঁতৰ ধৰ্ম্ম নাই।

(বুঢ়াগোঁহাইৰ বাহিৰে সকলোৰে প্ৰস্থান)

বুঢ়া ঃডেকেৰা বৰবৰুৱা নাই, লালুকশোলা বৰফুকন আজি সিপুৰীত। আজি অসমৰ ভাগ্য-বিধাতা এই আতন বুঢ়াগোঁহাই। যি কাৰ্য্য আৰম্ভ কৰিছো, তাক শেষ নকৰাকৈ মই বিশ্ৰাম নলও। স্বৰ্গদেৱৰ সকলো প্ৰতিদ্বন্দ্বীৰ শেষ কৰিম, সিংহাসনৰ দৃঢ়তা স্থাপন কৰিম, ৰাজ্য-জোৰা হুলস্থূল, অৰাজকতাৰ বিভীষিকা, সকলো শেষ কৰি আহোম ৰাজ্যলৈ নতুন আলোক নমাই আনিম। সিংহাসন নিষ্কন্টক কৰি, ৰজা-প্ৰজা সকলোকে হাতৰ মুঠিত ৰাখি অপ্ৰতিহত ক্ষমতাৰে এনে ভাবে ৰাজ্যৰ গতি নিৰ্দ্দেশ কৰিম, যাতে ভবিষ্যৎ বুৰঞ্জীত ৰাজমন্ত্ৰী আতন বুঢ়াগোঁহাইৰ নাম স্বৰ্ণাক্ষৰে জিলিকি থাকে।

(প্ৰস্থান।)

# তৃতীয় দৃশ্য

বৰফুকনৰ চ'ৰা।

সময়- আগবেলা।

বন্দৰ আৰু বাউলী গাভৰু।

বন্দৰ ঃ ৰাজ্যত হুলস্থূল, চাৰিওফালে কটা মৰা। অকল গদাপাণিৰ কাৰণেই কিমান মানুহ মৰিছে, তাৰ সীমা-সংখ্যা নাই।

বাউলী ঃস্বৰ্গদেৱৰ এনেবোৰ অন্যায় দেখি-শুনি আপোনালোকে সহি আছে কিয়? অকল

ৰজাক নহয়, আপোনালোককো ইযাৰ দোষে চুব।

**বন্দৰ** ঃমই যে কোনো উপায ভাবি পোৱা নাই! ৰাজপ্ৰতিনিধিস্বৰূপে ৰজাৰ আদেশ মানিবলৈ মই বাধ্য। মোৰ আগৰ দুজন প্ৰতিনিধিযে গুৱাহাটী মোগলৰ হাতত অৰ্পন কৰিছিল, মই তাক উদ্ধাৰ কৰিছো। ৰঙামাটিৰ যুদ্ধত নিজ প্ৰাণলৈ ভ্ৰূক্ষেপ নকৰি আহোম গৌৰৱ ৰক্ষা কৰিছো, স্বৰ্গদেৱৰ শত্ৰু নাশ কৰি ৰাজ্য বিস্তৰ কৰিছো। তথাপিও স্বৰ্গদেৱৰ ধাৰণা মই গদাপাণিক ধৰিবলৈ যত্ন কৰা নাই, কিযনো তেওঁ মোৰ আত্মীয। এনে অৱস্থাত প্ৰতিবাদ কৰো কেনেকৈ? তেনে কৰিলে স্বৰ্গদেৱে মোকো অপৰাধী নকৰাকৈ নাথাকে।

**বাউলী** ঃকিন্তু ভাবি চাওক, গদাৰ দোষ কি? আহোম কুলৰ লক্ষ্মী জয়াৰ তেজৰ সোঁত এতিয়াও মাৰ যোৱা নাই। আকৌ মোৰ একেটি ভাইৰ তেজেৰে হাত বোলাবনে?

**বন্দৰ** ঃকি কৰিম! স্বৰ্গদেৱৰ বিশ্বাস গদাপাণি এই অঞ্চলতে আছে। মই কি চেষ্টা কৰিছো, তাক বুজিবলৈ নতুন নতুন চোৰাংচোৱা পঠিয়াব লাগিছে। তেনেস্থলত মই কৰ্ত্তব্যত অৱহেলা কৰিব নোৱাৰো।

**বাউলী** ঃতেনেহলে আপুনি গদাক ধৰি দিব?

**বন্দৰ** ঃপালে ধৰিবই লাগিব। ইচ্ছা হয -- মই নিজে মাতি আনি আশ্ৰয় দিও, কিন্তু সি যে ৰাজদ্ৰোহ! গদা মোৰ অতি চেনেহৰ, কিন্তু কৰ্ত্তব্যৰ ঠাই তাৰো ওপৰত। কৰ্ত্তব্যৰ উপাসনাৰ বাহিৰে মোৰ আন ধৰ্ম নাই। হৃদযৰ শিলেৰে বন্ধাই, চকুৰ লোতক চকুতে শুকুৱাই, উলাই অহা কান্দোনৰ ঢৌটু চেপি ধৰি নিজে নিজৰ গাত অস্ত্ৰ বহুৱাইও কৰ্ত্তব্য পালিব লাগিব।

**বাউলী** ঃনহয প্ৰিযতম, এনে নিদাৰুণ নহ'ব। ৰজাৰ কাৰ্য্যই প্ৰমাণ কৰিছে তেওঁ উন্মাদ। ৰাজ-আজ্ঞা পালন ধৰ্ম্ম হ'ব পাৰে, কিন্তু উন্মাদৰ উক্তি সমৰ্থন কৰা ধৰ্ম্ম নহয়।

**বন্দৰ** ঃতেন্তে কি কৰিবলৈ কোৱা?

**বাউলী** ঃমোৰ একেটি মাথোন ভাইক ৰক্ষা কৰক। আপুনিয়েই কৈছিল, সিদিনা খেদা খোৱা বঙালে আকৌ গুৱাহাটী লবলৈ যো-যা কৰিছে বুলি। যদি সেয়ে হয়, এই দুৰ্যোগৰ সময়ত দেশ কেনেকৈ ৰক্ষা কৰিব। নিশ্চয় জানিব, গদাক ৰক্ষা নকৰিলে দেশ ৰক্ষা নহয়।

**বন্দৰ** ঃযুদ্ধৰ অন্তত বৰগোহাঁই ডাঙৰীয়া গড়গাঁৱলৈ গৈছে। তেওঁৰ পৰা নগৰৰ সবিশেষ সংবাদ পাম বুলি আশা কৰিছো। তেওঁৰ বাতৰি পোৱাৰ পিছত যদি মত পৰিৱৰ্ত্তনৰ আৱশ্যক হয়, সি ভিন্ন কথা, কিন্তু বৰ্ত্তমানত স্বৰ্গদেৱৰ আদেশ পালনৰ বাহিৰে মোৰ আন কৰ্ত্তব্য নাই।

(দুৱৰীৰ প্ৰৱেশ।)

**দুৱৰী** ঃডাঙৰীযা দেউতা। গড়গাঁৱৰ পৰা এজন কটকী আহিছে।

**বন্দৰ** ঃ আহিব পাৰে।

(দুৱৰীৰ প্ৰস্থান।)

**বাউলী** ঃ আপুনি যেন মোৰ অনুৰোধ দলিয়াই নেপেলায।

(বৰফুকনলৈ কাতৰ দৃষ্টিৰে চাই ওলাই যায়।)

(কটকীৰ প্ৰৱেশ আৰু বৰফুকনৰ প্ৰতি অভিবাদন।)

**বন্দৰ** ঃ কটকী। কি সংবাদ।

**কটকী** ঃ ডাঙৰীয়া। সংবাদ অতি ভীষণ আৰু সম্প্ৰতি গোপনীয। এইখন বৰগোহাঁই ডাঙৰীয়াৰ চিঠি।

(সাঁচিপাতত লিখা এখন দীঘল চিঠি দিয়ে। বৰফুকনে নিবিষ্ট চিত্তে চিঠিখন পঢ়ে। পঢ়াৰ লগে লগে তেওঁৰ কপাল আৰু চকুত বিৰক্তি আৰু উদ্বেগ প্ৰকাশ পায়।)

**বন্দৰ** ঃ(চিঠি পঢ়া হলত) তেন্তে স্বৰ্গদেৱ সচাঁকৈয়ে উন্মাদ হ'ল! বহুলাই কোৱাচোন কি হৈছে।

**কটকী** ঃচিঠিতেই সকলো পাব পায়। সচাঁকৈ স্বৰ্গদেৱৰ মূৰৰ ঠিক নোহোৱা হৈছে। আগেই যি হ'ল হ'ল, এতিয়া কুঁৱৰীক মৰাৰ বাবে কোনোবাই বেজাৰ কৰিছে বুলি শুনিলেও ধৰাই আনি শালত দিছে। গদা কোঁৱৰৰ হৈ যি একেষাৰ কথাও কৈছে, তাকেই ৰাজদ্ৰোহী বুলি শাস্তি দিছে। চকীয়াল, ঘাটৈ প্ৰভৃতিয়ে গদাপাণিৰ বাতৰি দিব নোৱাৰাৰ বাবেই শাস্তি পাইছে। মানুহৰ ঘৰৰ পৰা ওলাব নোৱাৰাত পৰিছে। এতিয়া আকৌ গদাপাণিৰ নামৰ লগত মিল থকা নাম পালেই যাকে

তাকে মাৰিবলৈ আদেশ হৈছে। ডাঙৰীয়াসকল নিৰুপায়। বুঢ়াগোঁহাই ডাঙৰীযাৰ বাহিৰে বাকী ডাঙৰীয়াসকল ৰজাৰ বিৰুদ্ধে থিয় দিবলৈ বাধ্য হৈছে। দেশৰ শান্তিৰ নিমিত্তে বৰ্ত্তমান স্বৰ্গদেৱক ভাঙি আন এজনক পাটত বহুওৱাই তেওঁলোকৰ ইচ্ছা। আপুনিও তেওঁলোকৰ লগত যোগ দিব লাগে, এযে আপোনাৰ ওচৰত তেওঁলোকৰ গোহাৰি।

বন্দৰ ঃতেওঁলোকেনো কাক পাটত বহুৱাব খোজে?

কটকী ঃকাক বহুৱাব। গদা কোঁৱৰৰ বাহিৰে জানো উপযুক্ত কোঁবৰ আছে?

বন্দৰ ঃগদাৰ বাতবি পাইছে জানো?

কটকী ঃনাই পোৱা। সকলোৰে বিশ্বাস তেওঁ এই ফালেই কৰবাত ছদ্মবেশে আছে। আপুনি অভয় দিলেই তেওঁ ধৰা দিব।

বন্দৰ ঃগদাক সাহায্য কৰা মানে ৰাজদ্ৰোহ আচৰণ কৰা। সি যে মহা পাপ। তদুপৰি সকলোৱে ক'ব আত্মীয বুলিহে মই গদাৰ পক্ষ অৱলম্বন কৰিছো।

কটকী ঃকোনেও নকয। গদা কোঁৱৰক আপুনি পাটত বহুৱাব খোজা নাই, খুজিছে ডাঙৰীযা-বিযযা সকলে, সমূহ অসমীয়া প্ৰজাই। ৰাজ্যৰ যেনে অৱস্থা, দৃঢ়ভাবে ৰাজদণ্ড ধৰিব পৰা এজন ৰজা নহ'লে আহোমৰ বুৰঞ্জী ইমানতেই শেষ হ'ব। তথাপিও যদি আপুনি প্ৰজা পক্ষ অলম্বন নকৰে, তেনেহেলে নিশ্চয নিশ্চয পিছত অনুতাপ কৰিব লাগিব।

বন্দৰ ঃবাৰু, এতিযা তুমি যোৱা, বিশ্ৰাম লোৱাগৈ। মই ভাবি চাও।

(কটকী ওলাই যায। বন্দৰে চিঠিখনকে ঘূৰাই ঘূৰাই পঢে।)

বন্দৰ ঃদুই নাৱত দুই ভৰি। কোন পথ লও। মোৰ কৰ্ত্তব্য কি।

(বাউলীৰ প্ৰৱেশ।)

বাউলী ঃকটকীযে কি বাতৰি দিলে?

বন্দৰ ঃবাতৰি ভয়ানক? বৰগোঁহাইকে আদি কৰি ডাঙৰীয়াসকল বিদ্ৰোহী হৈছে, স্বৰ্গদেৱক ভাঙি গদাপাণিক পাটত বহুৱাবলৈ সংকল্প কৰিছে। তেওঁলোকৰ লগত যোগ দিবলৈ মোকো আহ্বান কৰিছে।

বাউলী ঃ এনে দিন যে আহিব তাক ভাবিবও নোৱাৰিছিলো। ই পৰমেশ্বৰৰ কৃপা। আপুনি এনেযে গদাৰ ফলীযা হোৱা হলেও কোনেও দোষ দিব নোৱাৰিলেহেতেন। এতিযা লোকে সাহায্য বিচাৰিছে, আহোম ৰাজ্য ৰক্ষা কৰিবলৈ এযেই মাহেন্দ্ৰ সুযোগ। ইযাক নেৰিব। এনে সজ উদ্দেশ্যত দোষ হ'ব নোৱাৰে।

বন্দৰ ঃতথাপিও সি ৰাজদ্ৰোহ।

বাউলী ঃহওক ৰাজদ্ৰোহ। তাৰ পৰা দেশৰ মঙ্গল হ'ব। সমূহ প্ৰজাৰ মঙ্গলৰ নিমিত্তে আপুনিও বিদ্ৰোহী হ'ব লাগিব। মই মিনতি কৰিছো, আপুনিও এই প্ৰস্তাৱত সন্মতি দিয়ক, দেশ ৰক্ষা কৰক, নিৰীহ নৰ-নাৰীৰ অকাল মৃত্যু ৰোক কৰক।

(দুৱৰীৰ প্ৰৱেশ।)

দুৱৰী ঃপানীফুকন ডাঙৰীযাই লগ পাব খুজিছে।

বন্দৰ ঃ যা, ইযালৈকে মাতি আন।

(দুৱৰীৰ প্ৰস্থান)

বাউলী ঃআপুনি যেন গদাৰ অমঙ্গল নিচিন্তে। গদাৰ কিবা হবৰ হলে মই জীয়াই থাকিব নোৱাৰো। (প্ৰস্থান)

(বন্দৰে চিঠিখনকে চাই চিন্তান্বিত হয। অলপ পিচতে পানীফুকনৰ প্ৰৱেশ।)

বন্দৰ ঃফুকন। আহক! কিবা নতুন বাতৰি আছে নে?

পানীফুকন ঃএকো নাই! ইমান চেষ্টা, ইমান অনুসন্ধান মিছা হ'ল। গদাপাণিৰ কোনো বাতৰি নাই, জীয়াই আছে নে নাই তাতেই মোৰ সন্দেহ জন্মিছে।

বন্দৰ ঃকিয়?

পানীফুকন ঃইমানবোৰ মানুহ মৰা হৈছে, কিজানি তাৰ ভিতৰত কোনোবাটো গদা কোঁৱৰেই আছিল।

বন্দৰ ঃসি যি কি নহওক, সম্প্ৰতি আৰু এটা নতুন বাতৰি আছে, এইখন পঢ়ি চাওক।

(চিঠিখন দিয়ে, পানীফুকনে পঢে, মুখত আনন্দৰ চিন বিৰিঙে। বন্দৰে তেওঁৰ মুখ-চকুৰ ভঙ্গী সাৱধানে লক্ষ্য কৰে।)

পানীফুকন ঃকথা দেখোন গুৰুতৰ। হওতে অকল উজনিতে নহয়, এইফালেও সকলোৰে মনৰ ভাব তেনে বুলিয়েই অনুমান হয়।

বন্দৰ ঃআপোনাৰ মত কি?

পানীফুকন ঃমোৰ মত কি হ'ব। আপুনি যি আদেশ দিয়ে, সেয়েই মোৰ মত।

বন্দৰ ঃআপুনি মোৰ প্ৰশ্নটো সন্দেহেৰে লৈছে। সেইটো আপোনাৰ ভুল। মই আপোনাক পৰীক্ষা কৰিব খোজা নাই। অতি সৰলভাৱে বিশ্বাসতে আপোনাৰ মতামত জানিব খুজিছো।

পানীফুকন ঃশুনক তেন্তে। ৰাজ-ভৃত্য স্বৰূপে মোৰ যি মত, ব্যক্তিগতভাৱে সেই মত নহয়। ব্যক্তিগতভাৱে মই বৰগোঁহাই ডাঙৰীয়াৰ প্ৰস্তাৱ সৰ্ব্বান্তঃকৰণে সমৰ্থন কৰো।

বন্দৰ ঃতাৰ কাৰণ?

পানীফুকন ঃতাৰ কাৰণ স্বৰ্গদেৱৰ কাৰ্য্যত বাধা নিদিলে ৰাজ্য নাথাকে, অন্ততঃ গুৱাহাটী আহোমৰ হাতত নাথাকে। ৰজাৰ কাৰ্য্যত কামৰূপৰ সকলো প্ৰজা বিৰক্ত, বৰুৱা-চৌধুৰী সকলৰ মাজত বিদ্ৰোহৰ ভাৱ, ৰঙামাটিৰ নবাব গুৱাহাটী আক্ৰমণ কৰিবলৈ সাজু। দেশক শান্তি নহ'লে শত্ৰুক ভেটা দিব কেনেকৈ?

বন্দৰ ঃভাল তেন্তে, আজি আবেলিলৈ চৰাৰ মেলত ইয়াৰ মীমাংসা কৰিব লাগিব।

পানীফুকন ঃআপোনাৰ আঁসে নাপালে কোনেও মনোভাৱ ব্যক্ত কৰিবলৈ সাহ নকৰে। কিন্তু আপুনি যদি বৰগোঁহাইৰ ডাঙৰীয়াৰ প্ৰস্তাৱত সন্মত হয়, তেন্তে সকলোৱে আপোনাক সমৰ্থন কৰিব।

বন্দৰ ঃযদি সকলোৱে একমত হয়, ময়ো আৰু আপত্তি নকৰো। অনিচ্ছাৰে হলেও ৰাজদ্ৰোহকেই কৰ্ত্তব্য বুলি গ্ৰহণ কৰিম। কিন্তু যাক কেন্দ্ৰ কৰি আয়োজন, সেই গদাপাণিয়েই যে নাই।

(এজন চোৰাংচোৱাৰ প্ৰৱেশ।)

চোৰাং ঃ(সেৱা জনাই) ডাঙৰীয়া দেউতা, গদাপাণিৰ বাতৰি পাইছো।

বন্দৰ ঃক'ত আছে?

চোৰাংচোৱা ঃক'ত আছে সঠিককৈ নাজানো, কিন্তু গুৱাহাটীৰ ভিতৰতে ক'ৰবাত আছে।

বন্দৰ ঃকেনেকৈ জানিলা?

চোৰাংচোৱা ঃমই বহুত অনুসন্ধান কৰি কালি জানিব পাৰিলো, লুকী বুলি গাৰোৱানী এজনীৰ ঘৰত বৰ শকত-আৱত উজনীয়া মানুহ এজন আছে। মই পম খেদি গৈ নিৰ্ভুলকৈ বুজিব পাৰিলো, --- তেওঁ গদাপাণিৰ বাহিৰে আন কোনো নহয়।দুৰ্ভাগ্যবশতঃ কালি ৰাতিয়েই তেওঁ তাৰ পৰা নগৰমুৱা হৈ আহিল, মই অলক্ষিতে তেওঁৰ পিচ ললো। নগৰৰ ওচৰলৈকে মই তেওঁক দেখিছিলো, কিন্তু এবাৰ হঠাৎ নোহোৱা হ'ল, কেনি গ'ল, কলৈ গ'ল মই একোকে ঠাৱৰাব নোৱাৰিলো। এতিয়ালৈকে বহু প্ৰবন্ধেৰে বিচাৰিলো, তথাপিও কোনো শুংসূত্ৰ পোৱা নগ'ল। এইটো হলে ডাঠি কব পাৰো, তেওঁ নগৰৰ ভিতৰতে কৰবাত আছে।

বন্দৰ ঃবাৰু, এতিয়া যোৱা, মই তাৰ ব্যৱস্থা কৰিম, তুমিও লক্ষ্য ৰাখিবা।

(চোৰাংচোৱাৰ প্ৰস্থান)

পানীফুকন ঃযদি এয়ে হয়, কোঁৱৰক পোৱা কঠিন নহব। আপুনি অভয় দি জাননী দিওক, নিশ্চয় তেওঁ আত্মপ্ৰকাশ কৰিব।

বন্দৰ ঃআপোনালোকৰ যেতিয়া সেয়ে ইচ্ছা, ময়ো আৰু আপত্তি নকৰো। আপুনি যাওক, আবেলিকৈ দোপদৰত সকলো সন্মিলিত হ'ম, তাতেই ভৱিষ্যত কাৰ্য্য পদ্ধতি স্থিৰ কৰিম। (পানীফুকনৰ প্ৰস্থান)

মত দিছো, কিন্তু মন শান্ত হোৱা নাই। কব পৰা নাই -- কোনটো বাট ঠিক।

(চিন্তান্বিত হয়।)

(বাউলীৰ প্ৰৱেশ)

বাউলী ঃ কি স্থিৰ কৰিলে?

বন্দৰ ঃকিনো কৰিম! উভয় সঙ্কট। সকলোৰে মত -- গদাক সাহায্য কৰিব লাগে। মোৰো সেয়েই আন্তৰিক ইচ্ছা। কিন্তু কৰ্ত্তব্যই কয় তাৰ বিপৰীত আচৰণ কৰিবলৈ।

বাউলী ঃআপোনাৰ আন্তৰিক ইচ্ছাই বিবেকৰ বাণী, সেয়ে আপোনাৰ কৰ্ত্তব্য। তাৰ বাহিৰে আন একোৱেই আপোনাৰ কৰ্ত্তব্য নহয়। গদাক পাটত বহুৱাওক বা নবহুৱাওক, সি পিচৰ কথা, সম্প্ৰতি প্ৰাণদান দিয়ক।

বন্দৰ ঃকেনেকৈ?

বাউলী ঃআপুনি গদাক আশ্ৰয় দিয়ক, যাতে তেওঁৰ প্ৰাণ নিৰাপদ হয়, তাৰ ব্যৱস্থা কৰক।

বন্দৰ ঃকিন্তু গদাক এতিয়াও পোৱা নাই।

বাউলী ঃগদাক পোৱা একো টান কাম নহয়। মাত্ৰ আপুনি কওক -- পালে আশ্ৰয় দিব।

বন্দৰ ঃদিম।

বাউলী ঃঠিক দিব? কওক, --- আৰু গদাৰ প্ৰাণৰ ভয় নাই?

বন্দৰ ঃতুমিও মোক সন্দেহ কৰা নে?

বাউলী ঃএনেযে নকৰো। কিন্তু ই জীৱন-মৰণৰ কথা -- ৰাজনীতিৰ কথা।

বন্দৰ ঃতোমাৰ ওচৰত মোৰ কোনো ৰাজনীতি নাই, বিশ্বাস কৰা।

বাউলী ঃদেৱতা মোৰ! ক্ষমা কৰিব। (অলপ আগবাঢ়ি ভিতৰলৈ চায়) গদাপাণি!

বন্দৰ ঃ(বিমূঢ় ভাবে) কি! গদাপাণি! (জিজ্ঞাসু দৃষ্টিৰে বাউলীলৈ চায, এনেতে গদাপাণি সোমাই আহে)

বন্দৰ ঃ(গদাপাণিক নিলগতে দেখি) গদাপাণি!

গদাপাণি ঃভিনীহিদেউ! (বেগেৰে আহি বন্দৰৰ পদধূলি লব খোজোতেই বন্দৰে সাৱটি ধৰে।)

**চতুৰ্থ অঙ্ক শেষ**

# পঞ্চম অঙ্ক

ৰজাৰ নগৰ-গড়ৰ ভিতৰ

সময়-তিনিপৰীয়া

চুলিক্‌ফা আৰু বুঢ়াগোঁহাইৰ প্ৰবেশ

ৰজা ঃআমাৰ সকলো চেষ্টা ব্যৰ্থ হ'ল, শত্ৰু আজি দুৱাৰমুখত। এতিয়া উপায় কি ডাঙৰীযা?

বুঢ়াগোঁহাই ঃউপায় নাই স্বৰ্গদেৱ। গুৱাহাটীৰ পৰা শত্ৰু আহি গড়গাও পালে, আমাৰ সকলো বাধা বিফল হ'ল। সকলো উপায় শেষ হ'ল।

ৰজা ঃতেন্তে সিংহাসন ৰাখিব নোৱাৰো?

বুঢ়াগোঁহাই ঃনোৱাৰো। গদাপাণি নিজে বীৰ, বৰফুকন প্ৰধান সহায়, পানীফুকন, সলাল গোহাই তেওঁৰ সহকাৰী, কামৰূপৰ বিষযাসকল অনুগত। প্ৰজা বিদ্ৰোহী, ডাঙৰীযাসকল শত্ৰুৰ লগত। এনে অৱস্থাত সিংহাসন ৰক্ষাটো দূৰৰ কথা, ইযাত থাকি আত্মৰক্ষা কৰাও অসম্ভৱ।

ৰজা ঃতেন্তে কি কৰিব লাগে?

বুঢ়াগোঁহাই ঃঅবিলম্বে নগৰ এৰিবৰ ব্যৱস্থা কৰিব লাগে।

ৰজা ঃকিয? এতিযাও বহুতো বিষযা আমাৰ দলত আছে, এতিযাও ৰাজকীয সৈন্য শেষ হোৱা নাই, আপোনাৰ পাইক এতিযাও টুকোৱা নাই, এতিযাও মোৰ বাহু অৱশ হোৱা নাই। তেন্তে নগৰ এৰিম কিয?

বুঢ়াগোঁহাই ঃপ্ৰাণ ৰক্ষাৰ নিমিত্তে। সৰহীযা দল-বল লৈও শত্ৰুক বিমুখ কৰিব নোৱাৰিলো। এতিযা যি সহায-সাৰথি অৱশিষ্ট, তাৰে জযলাভ হ'ব নোৱাৰে।

ৰজা ঃজযলাভ নহ'ব পাৰে, কিন্তু এতিযাও যুদ্ধ হ'ব পাৰিব।

বুঢ়াগোঁহাই ঃবিদ্ৰোহী প্ৰজাৰ হাতত লাঞ্ছনা ভুগিবলৈ যুদ্ধ কৰাৰ প্ৰযোজন কি?

ৰজা ঃআৰু পলাই প্ৰাণ ৰাখিবৰ প্ৰযোজনেই বা কি?

বুঢ়াগোঁহাই ঃপ্ৰযোজন আছে। আজি প্ৰজাৰ অসন্তোষত গদাপাণিৰ সুযোগ মিলিছে, কাইলৈ হযতো গদাপাণিৰ শাসনত আকৌ প্ৰজা বিদ্ৰোহী হ'ব, আকৌ আপোনাক বিচাৰি আনিব।

ৰজা ঃডাঙৰীযা! আপোনাৰ মন্ত্ৰণা আৰু মই নুশুনো। যি সিংহাসন ৰক্ষাৰ নিমিত্তে নাৰীবধ কৰিবলৈকো কুণ্ঠিত নহ'লো, নিজৰ তেজ-মঙহৰ কোঁৱৰ সকলৰ তেজেৰে হাত ৰাঙলী কৰিলো, শই শই নিৰীহ প্ৰজাক শালত দি ৰাজ্যত মহামাৰীৰ সৃষ্টি কৰিলো, সেই সিংহাসন মই স্ব-ইচ্ছাত এৰিব নোৱাৰো, -- - নেৰো।

বুঢ়াগোঁহাই ঃস্বৰ্গদেৱ! মানুহৰ অৱস্থা কালৰ মুখাপেক্ষিণী। কোনে জানে কেতিযা কি হয। সম্প্ৰতি আত্মৰক্ষা কৰি ভৱিষ্যতলৈ অপেক্ষা কৰাই একমাত্ৰ সদুপায।

ৰজা ঃভৱিষ্যত মোক নালাগে, মোক লাগে বৰ্ত্তমান। বৰ্ত্তমানে কৈছে -- মই অসমৰ ৰজা, মোৰ প্ৰজা আৰু বিষয়া বিদ্ৰোহী। হয় সিহত ক দমন কৰি সিংহাসনৰ গৌৰৱ বঢাব লাগিব, নহলে সিংহাসনে সৈতে ধূলিৰ লগত মিলি যাব লাগিব।

বুঢ়াগোঁহাই ঃজানি-শুনি তেনে কৰাটো পতঙ্গ-বৃত্তিৰ বাহিৰেএকো নহয়।

ৰজা ঃযি হওক, সেয়ে মোৰ স্থিৰ সিদ্ধান্ত।

বুঢ়াগোঁহাই ঃমই তাক সমৰ্থন কৰিব নোৱাৰো। মই

আকৌস্বৰ্গদেৱক জনাও, আত্মগোপনৰ বাহিৰে অন্য পথ নাই।

ৰজা ঃআপোনাৰ পৰামৰ্শ মোক নালাগে। শেহলৈকে যুদ্ধ কৰিব লাগিব, এয়ে মোৰ আদেশ।

বুঢ়াগোঁহাই ঃস্বৰ্গদেৱ! তেনে আত্মঘাতী আদেশ পালন কৰিবলৈ মই অক্ষম। জ্বলা জুইত জাপ দিয়া বিবেচকৰ কাৰ্য্য নহয়।

ৰজা ঃমই সুধিব পাৰো নে ডাঙৰীয়া, এই জুই জ্বলালে কোনে? কোনে আগৰ ৰজাক হত্যা কৰি মোক পাটত বহুৱাইছিল? কোনে কূট পৰামৰ্শেৰে অত্যাচাৰৰ বীজ-মন্ত্ৰ মোক দান কৰিছিল? কাৰ মন্ত্ৰণাৰ বাণত সকলো সজ-পৰামৰ্শ উটুৱাই দি ৰাজ্যত হাহাকাৰ লগালো? আজি ৰজা হৈও প্ৰজাৰ চকুত হীন, আপুনি ক'বনে ই কাৰ সুবিবেচনাৰ ফল?

বুঢ়াগোঁহাই ঃমই চিৰদিন স্বৰ্গদেৱৰ অৰ্থে প্ৰাণ আগবঢাই আহিছো। মোৰ বিবেচনা, মোৰ ৰাজনীতি, সকলো স্বৰ্গদেৱৰ মঙ্গলৰ নিমিত্তে। জানি শুনি দোষাৰোপ কৰিলে মোৰ ক'বলৈ একো নাথাকে।

ৰজা ঃক'বলৈ নাথাকে, নক'ব। ইমান দিন আপোনাৰ ওপৰত নিৰ্ভৰ কৰি চলিলো আৰু নচলো। যুদ্ধ কৰিব লাগিব, বিদ্ৰোহীক যিমান পৰ পাৰি ভেটিব লাগিব, প্ৰয়োজন হ'লে শত্ৰুৰ তৰোৱালত বুকু পাতি দিব লাগিব। মোৰ সঙ্কল্প শুনক, -- বাহিৰত শত্ৰুক বাধা দিবৰ আৰু সময় নাই, কিন্তু ৰাজপুৰী ৰক্ষা কৰিবলৈ সকলো সুযোগ বৰ্ত্তমান। গড়ৰ ভিতৰৰ পৰা যুদ্ধ কৰিম, শেষ মুহূৰ্ত্তলৈকে অস্ত্ৰ-ত্যাগ নকৰো। হয় শত্ৰুক্ষয়, নহয় মৃত্যু -- এয়ে মোৰ প্ৰতিজ্ঞা। আপুনি প্ৰস্তুত হওক।

বুঢ়াগোঁহাই ঃস্বৰ্গদেৱ! উন্মাদ নহ'ব, আত্মহত্যা নকৰিব।

ৰজা ঃকিয় নকৰিম! হত্যা যে মোৰ জীৱন-যজ্ঞ! হত্যাতেই মোৰ ৰাজ্যাভিষেক, হত্যাই মোৰ শাসন-মন্ত্ৰ। আৰু তাৰ পুৰোহিত আপুনি স্বয়ং। এতিয়াও পূৰ্ণাহুতি বাকী, তাক সম্পূৰ্ণ কৰিব লাগিব। জানে নে কিহেৰে? তেজেৰে -- ইন্দ্ৰবংশী মহাৰাজ চুলিকফা আৰু আতন বুঢ়াগোঁহাইৰ তেজেৰে। ই মোৰ স্থিৰ সিদ্ধান্ত, আপুনি দ্বিৰুক্তি নকৰিব।

(এজন সৈনিকৰ প্ৰৱেশ।)

সৈনিক ঃ(সেৱা কৰি) স্বৰ্গদেৱ! আমাৰ সৈন্য ছিন্ন-ভিন্ন হ'ল, শত্ৰু মহাপযোভৰেৰে আহিছে, গড় পাবলৈ পলম নাই।

(প্ৰস্থান)

ৰজা ঃগড় পালেহি! ডাঙৰীয়া কি চাই আছে? বেগাই আহক, শত্ৰুক ভেটা দিব'ল এয়েই শেষ সুযোগ।

বুঢ়াগোঁহাই ঃস্বৰ্গদেৱ! এতিয়া ধৈৰ্য্য হেৰুৱাবৰ সময় নহয়, ভৱিষ্যত ভাবিবৰ সময়।

ৰজা ঃসেই সময় অতীত হৈছে। সম্মুখত একেটি মাথোন পথ - যুদ্ধ - মৃত্যু। প্ৰস্তুত হওক, - - শীঘ্ৰে, পলম নকৰিব।

বুঢ়াগোঁহাই ঃস্বৰ্গদেৱ! প্ৰাণৰ মমতাত মই যুদ্ধ ত্যাগৰ প্ৰস্তাৱ কৰা নাই। কৰিছো ভৱিষ্যতৰ চিন্তাত, মোৰ নীতিৰ ব্যৰ্থতা দেখি। আপুনি ভুলৰ ওপৰত ভুল নকৰিব। এতিয়াও আহক, আত্মগোপন কৰি উজ্জ্বল ভৱিষ্যতৰ সন্ধান কৰো, ব্যৰ্থ নীতি -পাৰো যদি সফল কৰো। যদি নোৱাৰো,তেতিয়াও মৰিবৰ উপায় ওলাব। মৃত্যুৰ নিমিত্তে ইমান বিতত হৈছে কিয়?

ৰজা ঃযুক্তি-তৰ্ক, মোক নালাগে, মোক স্পষ্ট উত্তৰ লাগে -- মোৰ আদেশ পালিবলৈ আপুনি প্ৰস্তুত নে অপ্ৰস্তুত?

বুঢ়াগোঁহাই ঃযদি মৃত্যুৱেই স্বৰ্গদেৱৰ একমাত্ৰ অভিলাষ, তেনেহলে আৰু উপায় নাই। কিন্তু মনত ৰাখিব,এই ভ্ৰান্ত নীতিৰ ফল শুভ নহয়। এতিয়াআপুনি নুবুজিলে, যেতিয়া বুজিব, তেতিয়া আৰুসংশোধনৰ সুযোগ নাথাকে।

ৰজা ঃকি সিদ্ধান্ত কৰিলে?

বুঢ়াগোঁহাই ঃজানো --- যুদ্ধত নমা ভুল হ'ব। তথাপি সেই ভুলেই যেতিয়া স্বৰ্গদেৱৰ শেষ অভিলাষ তাক পূৰ্ণ কৰিম।

ৰজা ঃযাওক তেন্তে, শেষ চেষ্টাৰ নিমিত্তে সজ্জিত হওক। মৃত্যুৰ পূৰ্ব্বৰ মুহূৰ্ত্তলৈকে অস্ত্ৰত্যাগ নকৰিবলৈ সঙ্কল্প কৰক। যাওক, ৰাজপুৰী ৰক্ষাৰ নিমিত্তে জীৱন-পণ কৰি অগ্ৰসৰ হওক।

বুঢ়াগোঁহাই ঃযাও। কিন্তু ফলাফলৰ বাবে মই দায়ী নহও। (প্ৰস্থান)

ৰজা ঃযিদিনা সিংহাসনত বহিলো, সেইদিনাৰ

পৰাই মৃত্যুৰ বিভীষিকা মোৰ সঙ্গিনী -- দিঠকে সপোনে। আজি সিংহাসন এৰিলেও তাই মোক এৰি নিদিয়ে। হয় সিংহাসন নহয় মৰণ, আন পথ নাই। (অলপ ভাবি) সিংহাসন। অদ্ভুত মহিমা তোৰ! তই মানবক দানব কৰিব পাৰ, বিশ্বাসক ঘাতকৰ খড়গত পৰিণত কৰিব পাৰ, ৰাজসুখৰ নামত হলাহল পিয়াই দেহ-মন জৰ্জ্জৰিত কৰিব পাৰ। তথাপিও তোক নেৰোঁ -- যেতিয়ালৈকে তই নিজে এৰা নিদিয়। (অলপ পৰ স্থিৰ দৃষ্টিৰে চাই থাকি) সৌৱা, মৃতকৰ প্ৰেতাত্মাবোৰ লৰি আহিছে, মোক বেৰি ধৰিছে। পলাব নোৱাৰো, -- পলাবৰ চেষ্টা নকৰো, তেওঁলোকৰ তৰ্পণ কৰিবলৈ আজি মোৰ এক মাত্ৰ সম্বল বুকুৰ শোণিত।

(যাব খোজে। এনেতে বুঢ়াগোঁহাইৰ প্ৰৱেশ)

**বুঢ়াগোঁহাই** ঃস্বৰ্গদেৱ! শত্ৰু পালেহি। গড় ভাঙিবলৈ আৰম্ভ কৰিছে। গড়-ৰখীয়া সেনা প্ৰায় শেষ। ভেটা দিয়া অসম্ভৱ।

**ৰজা** ঃতথাপি শেষ মুহূৰ্ত্তলৈকে ভেটিব লাগিব। ব'লক, শৰীৰৰ সকলো সামৰ্থ্য একেলগ কৰি শত্ৰুৰ ওপৰত জপিয়াই পৰোঁগৈ।

(দুযোৰে প্ৰস্থান)

(নেপথ্যত হিলৈৰ শব্দ আৰু লগে লগে জয়ধ্বনি ঃ "জয় গদাপাণিৰ জয়"। পিচলৈ চাই চাই কেইটামান সৈনিকৰ প্ৰৱেশ আৰু প্ৰস্থান। অলপ পিচত ব্যস্ত ভাৱে ৰজাৰ প্ৰৱেশ)

**ৰজা** ঃশত্ৰুৱে গড় অধিকাৰ কৰিলে। আৰু সময় নাই। চুলিক্ফা! তোৰ অস্তিত্ব আৰু এক মুহূৰ্ত্ত।

(বুঢ়াগোঁহাইৰ প্ৰৱেশ)

**বুঢ়াগোঁহাই** ঃস্বৰ্গদেৱ! সকলো অন্ত। গড় অতিক্ৰম কৰি শত্ৰুৱে পুৰীত প্ৰৱেশ কৰিছে। আৰু উপায় নাই স্বৰ্গদেৱ। যদি প্ৰাণ ৰক্ষাৰ প্ৰয়োজন আছে সুৰঙ্গৰ আশ্ৰয় লওক।

**ৰজা** ঃৰাজ্যেশ্বৰ হৈ বন্য পশুৰ দৰে চুলিক্ফাই গহ্বৰত আশ্ৰয় নলয়। আত্মগোপন অসম্ভৱ। এয়ে আমাৰ শেষ মুহূৰ্ত্ত। আহক এই মুহূৰ্ত্তৰ সদ্ব্যৱহাৰ কৰো। শত্ৰুৰ ভোগৰ নিমিত্তে এই ৰাজপুৰী ৰক্ষা কৰাৰ প্ৰয়োজন নাই। তাক জ্বলাই দিও। তাৰপিচত শত্ৰুৰ মাজত জপিয়াই পৰি জীৱনৰ শেষ কৰ্ত্তব্য সাধন কৰো।

(দুয়োৰে প্ৰস্থান)

**নেপথ্যত** ঃজয় গদাপাণিৰ জয়! জয় গদাপাণিৰ জয়। জয় গদাপাণিৰ জয়।

(গদাপাণি, বন্দৰ, পানীফুকন আৰু সৈন্যৰ প্ৰৱেশ।)

**গদাপাণি** ঃশত্ৰু সৈন্য ছিন্ন-ভিন্ন, নগৰৰ প্ৰাচীৰ ধূলিসাৎ। ততালিকে ৰাজপুৰী অধিকাৰ কৰি জয়লাভ সম্পূৰ্ণ কৰিব লাগিব। আৰু অপেক্ষা নকৰিব, আগবাঢ়ক, এটি শত্ৰুও যেন পলাব নোৱাৰে। আজি চুলিক্ফাক বুজাই দিও -- নীচ ষড়যন্ত্ৰৰ পৰিণাম কি ভয়াবহ, সতীৰ তেজৰ চেকা কিমান গভীৰ, নাৰী-পীড়নৰ কি অচিন্তনীয় ভীষণ প্ৰতিফল।

(সকলোৰে প্ৰস্থান)

(কেইটামান ৰজাঘৰীয়া ৰণুৱাৰ প্ৰৱেশ)

**সকলোৱে** ঃপলা, পলা।

**প্ৰথম** ঃহেৰ পলাবি কলৈ? বোলে নগাৰ চাঙৰ তলে হে বাট।

**দ্বিতীয়** ঃতেওঁ বোলে নমৰে মানে চাবা, নুবুৰে মানে বাব।

(ওলাব খুজি থমকা খাই ৰয়। সন্মুখ ফালৰ পৰা সসৈন্যে পানীফুকন সোমায।)

**পানীফুকন** ঃনপলাবি। যদি জীৱনৰ মাযা আছে, অস্ত্ৰ পৰিত্যাগ কৰ, আত্মসমৰ্পণ কৰ।

(ৰজাঘৰীয়া ৰণুৱাকেইটাই অস্ত্ৰ-শস্ত্ৰ আগবঢ়াই দি সেৱা কৰে।)

**পানীফুকন** ঃসৈনিক। এওঁলোক যুদ্ধৰ বন্দী। লৈ যোৱা। (ওলাই যায়। সৈন্যবিলাকে অস্ত্ৰ-শস্ত্ৰ আৰু বন্দীবিলাকক লৈ যায়। বুঢ়াগোঁহাইৰ প্ৰৱেশ।)

**বুঢ়াগোঁহাই** ঃ ব্যৰ্থ হ'ল। শেষ ৰক্ষা কৰিব নোৱাৰিলো, স্বৰ্গদেৱৰ অধীৰতাই মোৰ নীতি ব্যৰ্থ কৰিলে। বৃথা চেষ্টা! এইবাৰ নিস্তাৰ নাই।

(বন্দৰৰ প্ৰৱেশ)

**বন্দৰ** ঃআতন বুঢ়াগোঁহাই! এতিয়াও ৰণৰ হেপাহ পলোৱা নাইনে? চুজিন্ফা স্বৰ্গদেৱৰ অকাল মৃত্যু, বীৰ-জায়া জয়মতীৰ পাশবিক হত্যাকাণ্ড, প্ৰজাৰ ওপৰত কৰা নৃশংস অত্যাচাৰ, -- সকলো মহাপাপৰ মহা প্ৰায়শ্চিত্ত আহিব লাগিছে। প্ৰস্তুত হোৱা,

নহ'লে আত্মসমৰ্পণ কৰা।

বুঢ়াগোঁহাই ঃকোন তই? বন্দৰ! কাৰ অনুগ্ৰহত আজি তই ৰাজ প্ৰতিনিধি? এয়েই নে তোৰ ৰাজভক্তি? এয়েই নে তোৰ কৃতজ্ঞতা? বিশ্বাসঘাতক।ৰাজদ্ৰোহী! ইহকালত তোৰ শাস্তি প্ৰাণদণ্ড, পৰকালত অনন্ত নৰক।

বন্দৰ ঃ বক্তৃতা শুনিবলৈ অৱসৰ নাই! যদি মঙ্গল বাঞ্ছা কৰা, আত্মসমৰ্পণ কৰা।

বুঢ়াগোঁহাই ঃআত্মসমৰ্পণ! ৰাজদ্ৰোহীৰ ওচৰত আত্মসমৰ্পণ! আচৰিত! এতিয়াও তোৰ কণ্ঠ ৰোধ হোৱা নাই! আতন বুঢ়াগোঁহাই বিশ্বাসঘাতক নহয়। নিশ্চয় জানিবি আতন বুঢ়াগোঁহায়ে স্বৰ্গদেৱৰ বাহিৰে কাৰো ওচৰত আত্মসমৰ্পণ নকৰে।

বন্দৰ ঃতেন্তে আত্মৰক্ষা কৰ।

(আক্ৰমণ কৰে। যুদ্ধ কৰি দুয়ো ওলাই যায়।)

(গদাপাণিৰ প্ৰৱেশ)

গদাপাণি ঃসকলো শেষ! একমাত্ৰ বাকী আহোম কুলৰ কলঙ্ক চুলিক্‌ফা। তাক সময় দিছোঁ -- তাৰ পাপৰ পৰিণাম চাবলৈ, আসন্ন মৃত্যুৰ ভীষণ দৃশ্যত আৰ্ত্তনাদ কৰিবলৈ। এইবাৰ শেষ বাৰ। তাৰ তেজেৰে জয়াৰ তৰ্পণ কৰিম, - প্ৰতিশোধৰ শেষ তৃষ্ণা নিবৃত্ত কৰিম।

(যাব খোজে। এনেতে ওপৰত জুইৰ পোহৰ দেখা যায়, আৰু আকাশ ৰঙা হৈ উঠে। ঘনে ঘনে হিলৈৰ শব্দ শুনা যায়। গদাপাণি থমকা খায় বৈ সেইফাললৈ চায়।)

গদাপাণি ঃকি! নগৰত জুই লগালে কোনে? (অলপ ৰৈ) বেচ হৈছে, সুন্দৰ হৈছে। নাৰকীয় লীলাৰ স্থল, পিশাচৰ গহ্বৰ এই পাপপুৰী ধূলিৰ লগত মিলিযাওক, পাপীৰ শেষ চিহ্ন পৰ্য্যন্ত অন্তৰ্হিত হওক। এই নগৰ মোক নালাগে। পুৰণিক সমাধিৰ গৰ্ভত এৰি নতুন নগৰ নিৰ্ম্মাণ কৰিম, আহোমৰ লুপ্ত কীৰ্ত্তি পুনৰ উদ্ধাৰ কৰিম।

(বন্দৰৰ প্ৰৱেশ)

বন্দৰ ঃ আমাৰ কাৰ্য্য শেষ। ৰজা, বুঢ়াগোঁহাই দুয়ো বন্দী।

গদাপাণি ঃ লৈ আহক।

(বন্দৰৰ প্ৰস্থান)

গদাপাণি ঃআজি মোৰ জীৱনৰ সাধনা পূৰ্ণ হ'ল। (স্থিৰ দৃষ্টিৰে ওপৰলৈ চায়) জয়া! জয়া! চোৱাহি আজি তোমাৰ মহাব্ৰতৰ শেষ পৰিণতি, পাপীৰপ্ৰতি উদাস অন্তৰৰ নিৰ্ম্মম প্ৰতিশোধ!

(প্ৰহৰী বেষ্টিত ৰজা, বুঢ়াগোঁহাইক লৈ বন্দৰ আৰু পানীফুকনৰ প্ৰৱেশ।)

গদাপাণি ঃআতন বুঢ়াগোঁহাই! মনত আছে নে ইমান দিনে কত নৰ-নাৰীক হত্যা কৰিলা? কত ৰজা- ৰাজকুমাৰক বধ কৰিলা? এইবাৰ তোমাৰ হত্যা। তোমাৰ ক'বলগীয়া কিবা আছে নে?

বুঢ়াগোঁহাই ঃমোৰ বক্তব্য -- মোৰ কাৰ্য্যত কোনো ব্যক্তিগত উদ্দেশ্য নাই। যি কৰিছো ৰাজ কৰ্মচাৰীৰূপে কৰ্ত্তব্যৰ অনুৰোধত। আজি মোৰ নীতি ব্যৰ্থ হৈছে, তথাপিও মোৰ সান্ত্বনা মই কৰ্ত্তব্য ভ্ৰষ্ট হোৱা নাই, ৰাজদ্ৰোহ মহাপাপত লিপ্ত হোৱা নাই।

গদাপাণি ঃ(চিন্তিতভাবে) হ'ব পাৰে, --- ভাবিব লাগিব, প্ৰকৃত উদ্দেশ্য জানিব লাগিব। (প্ৰহৰীৰ প্ৰতি) প্ৰহৰী, লৈ যা। এওঁৰ বিচাৰ আজিলৈ স্থগিত থাকিল।

(বুঢ়াগোঁহাইক লৈ যায়।)

গদাপাণি ঃ(ৰজালৈ চাই) চুলিক্‌ফা! আছেনে তোমাৰ কিবা ক'বলগীয়া?

ৰজা ঃ(ঘৃণা আৰু বিৰক্তিৰ ভাবেৰে গদাপাণিলৈ চায়।)

গদাপাণি ঃকি শাস্তি তোমাৰ উপযুক্ত হ'ব কব পাৰা নে?

ৰজা ঃএদিন আগতে এই প্ৰশ্ন ওলোটা হলহেঁতেন। আজি তোমাৰ পাল। মোৰ কোনো বক্তব্য নাই।

গদাপাণি ঃক্ষমা প্ৰাৰ্থনা?

ৰজা ঃৰাজদ্ৰোহীক ৰজাই শাস্তি দিয়ে, ক্ষমা নোখোজে। তুমি আজি বিজেতা হ'ব পাৰা, তথাপিও তুমি ৰাজদ্ৰোহী।

গদাপাণি ঃশুনা তেন্তে তোমাৰ শাস্তি-সম্প্ৰতি অন্ধকাৰ কাৰাগাৰত তোমাৰ ঠাই, অনাহাৰ তোমাৰ ব্ৰত। নিজ দুষ্কাৰ্য্য সুঁৱৰি, অনুতাপৰ বহ্নিত জ্বলি জ্বলি, অনাহাৰত মৃত কল্প হৈ যেতিয়া মৃত্যুক আৰাধনা কৰিবা, তেতিয়াহে তোমাৰ আচল শাস্তি আৰম্ভ হ'ব। সি যেনে-তেনে শাস্তি নহয় --- কল্পনাতীত। শৰীৰৰ বেলেগ বেলেগ অংশ এনেভাবে ক্ষত-বিক্ষত কৰা হ'ব, যাতে যন্ত্ৰণাৰ তীব্ৰ জ্বালাত প্ৰাণ কণ্ঠাগত

হয়, অথচ মৃত্যু নহয়। আমৰণ এই শাস্তিৰ ব্যৱস্থা হব। প্ৰহৰী। লৈ যা।

(প্ৰহৰীয়ে নিব খোজে। এনেতে বেগেৰে ৰাণীৰ প্ৰৱেশ।)

ৰাণী ঃকোঁৱৰ। মোৰ স্বামীৰ প্ৰাণ দান দিয়া কোঁৱৰ।

গদাপাণি ঃকোন তুমি?

ৰাণী ঃমই তোমাৰ শত্ৰুৰ সহধৰ্ম্মিণী।

গদাপাণি ঃতেন্তে তোমাৰ অনুৰোধ অন্যায। তোমাৰ স্বামীৰ যি অপৰাধ, পৃথিৱীৰ সকলো শাস্তি একেলগে দিলেও যথেষ্ট নহয়।

ৰাণী ঃকিন্তু কোনো শাস্তিয়ে অতীতক ওভটাব নোৱাৰে, --- যি গ'ল তাক ঘূৰাই নিদিযে। সেই মহা অমঙ্গলে যি ৰাজসম্পদ তোমাক চপাই দিছে, তাকো তুমি এৰিব নোৱাৰা। সেইকাৰণে মই প্ৰাৰ্থনা কৰিছো, স্বামীক ৰক্ষা কৰা। শাস্তি নিদিলে যদি নহয়, তেওঁৰ সলনিত মোক শাস্তি দিয়া, --- জযাৰ ওপৰত কৰা অত্যাচাৰৰ প্ৰতিশোধ মোৰ ওপৰত লোৱা।

গদাপাণি ঃতুমি নাৰী। নাৰীৰ ওপৰত অত্যাচাৰ হব নোৱাৰে।

ৰাণী ঃনহয়, সি ভুল। নাৰীৰ তেজৰ চেকা ঢুবলৈ নাৰীৰ তেজেই উপযুক্ত বিচাৰৰ সমতা ৰক্ষা কৰি স্বামীৰ হৈ মোক শাস্তি দিয়া। স্বামীক মুক্তি দিয়া।

গদাপাণি ঃমুক্তি। --.অসম্ভৱ।

ৰাণী ঃতেন্তে মই নিজে শাস্তি গ্ৰহণ কৰিম, মোৰ প্ৰাণ বিসৰ্জ্জন দি স্বামীৰ পাপৰ প্ৰায়শ্চিত্ত কৰিম।বিদায়। অন্তিম বিদায়।

(লৰ মাৰিব খোজে।)

গদাপাণি ঃৰ'বা, নাযাবা!

ৰাণী ঃমোৰ কাকুতিৰ যেতিয়া ফল নধৰিলে বৈ কি কৰিম। পতিৰ অবিহনে একমাত্ৰ মৃত্যুৱেই সতীৰ আশ্ৰয। তাৰ বাহিৰে আৰু ঠাই ক'ত? তুমি জয়াৰ স্বামী, তোমাক সৰহ কোৱাৰ সকাম নাই। স্বামীৰ লগতেই মোৰো জীৱনৰ শেষ।

(যাব খোজে।)

গদাপাণি ঃক্ষান্ত হোৱা ৰাণী? পাপৰ জোখ আৰু নভৰাবা। তোমাৰ প্ৰাৰ্থনা গ্ৰহণ কৰিলো।

(ৰজালৈ চাই)

চুলিকৃফা। চোৱা -- নাৰীৰ স্বাৰ্থ ত্যাগ, নাৰীৰ মহিযসী শক্তি। এই নাৰীৰ যি অৱমাননা কৰে, তাৰ মনুষ্যত্ব ক'ত?

ৰজা ঃগদাপাণি। মই তোমাৰ করুণা ভিখাৰী নহও, শাস্তিৰ নিমিত্তে প্ৰস্তুত আছো।

গদাপাণি ঃকিন্তু নাৰীৰ মৰ্য্যদা ৰাখিব লাগিব। ৰাণী, যোৱা, তোমাৰ স্বামীৰ প্ৰাণদণ্ড ৰহিত কৰিলো। তেওঁক যাৱজ্জীৱন নামৰূপলৈ নিৰ্বাসিত কৰা হ'ল। তাত তেওঁ সকলো সুবিধা ভোগ কৰিব পাৰিব, কিন্তু যদি কেতিযাবা কোনো ষডযন্ত্ৰত লিপ্ত হয, তেন্তে পূৰ্বৰ শাস্তি পূৰ্ণ ভাৱে ভোগ কৰিব লাগিব। যোৱা এতিয়া।

ৰাণী ঃকোঁৱৰ। তোমাৰ ধাৰ মই এই জীৱনত শুজিব নোৱাৰো। মোৰ কৃতজ্ঞতা গ্ৰহণ কৰা। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰো, তোমাৰ মঙ্গল হওক, তোমাৰ যশস্যা দেশে দেশে বিয়পি পৰক।

গদাপাণি ঃযোৱা এতিয়া।

(ৰাণীৰ প্ৰস্থান।)

প্ৰহৰী, ৰজাক লৈ যা, চাবি, যেন ৰাজ-সন্মানৰ লাঘৱ নহয।

(ৰজাক লৈ প্ৰহৰী যাব খোজে।)

ৰজা ঃগদাপাণি। তোমাক কাৰ্য্য দেখি বুজিছো, শত্ৰু হলেও তুমি মহান। সেইবাবে তোমাক এটা উপদেশ দিও, --- যদি সিংহাসন ৰাখিব খুজিছা, খুটাকেইটা সলাই লবা।

(প্ৰহৰী সহ প্ৰস্থান।)

বন্দৰ ঃআমাৰ কাৰ্য্য সুচাৰুৰূপে সমাধা হ'ল, অতি শীঘ্ৰে অভিষেক সম্পন্ন কৰিব লাগে।

পানীফুকন ঃতাৰ পূৰ্বেই নগৰ সু-সজ্জিত কৰিব লাগিব, বিধ্বস্ত নগৰক জীৱন্ত কৰিব লাগিব।

গদাপাণি ঃ নালাগে, -- একো নালাগে। গড়গাও শ্মশানত পৰিণত হওক, তাৰ অস্তিত্ব বিস্মৃতিৰ গৰ্ভত লয় যাওক। য'ত শিবিৰ পাতি গডগাও অধিকাৰ কৰিছো, সেই বৰকলাই মোৰ নগৰ, তাতেই অভিষেকৰ কাৰ্য্য সম্পন্ন কৰিম।

(গায়ন-বায়নেৰে সৈতে ডাঙৰীয়া, বিষয়া আৰু অন্যান্য লোকৰ প্ৰৱেশ।)

সকলোৱে ঃ(সকলোৱে আঠুকাঢ়ি সেৱা জনাই।)

গদাপাণি ঃআপোনালোকৰ ব্যৱহাৰত সন্তুষ্ট হৈছো। এতিয়া আহক, এক মুহূৰ্ত্তও অবাবত নষ্ট

কৰিব নোৱাৰি। ৰাজ্যজুৰি অৰাজকতা, তাক গুচাই শান্তি স্থাপন কৰিব লাগিব, দেশক নতুনকৈ গঢ়িব লাগিব। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰক--যেন ই মানতেই ৰাজ্যৰ সকলো অপায়-অমঙ্গল আতৰ হয়, যেন দেৱতাৰ আৰ্শীব্বাদত ঘৰে ঘৰে শান্তিয়ে বিৰাজ কৰে, ---- অৰাজক আহোম ৰাজ্য ৰাম ৰাজ্যত পৰিণত হয়।

(সকলোৱে মূৰ দোৱায়।)

**পঞ্চম অঙ্ক শেষ**

## সামৰণি

জেৰেঙা পথাৰ।

পথাৰৰ মাজতে জয়মতীক বন্ধা কোটকৰা গছজোপা। দুয়ো দাঁতিয়ে অসংখ্য মানুহ, এফালে মতা, এফালে তিৰুতা। কেইজনমান শান্তিৰক্ষক প্ৰহৰী।

**এজন প্ৰহৰী** : স্বৰ্গদেৱ আহিব লাগিছে, তোমালোক কোনেও হাই-উৰুমি নকৰিবাহক।

(কোঁচত ফুল লৈ কেইজনীমান কুমাৰীৰ প্ৰৱেশ।)

**কুমাৰীসকল** :
জয় সৰগৰে জ্যোতি,
জয় সতী জয়মতী,
জয় নাৰী সমাজৰে ৰাণী।
জয় মৰণক জিনিলা,
জয় স্বামীকো ৰাখিলা,
জয় সতীৰে ধৰমে মানি।
জয় আকাশে বতাহে,
জয় শুনো একেৰাহে,
জয় তোমাৰে খিযাতি গোৱা।
জয় ভকতিৰে তোলা,
জয় চকু-লোৰে ধোৱা,
জয় ফুলৰে আঁজলি লোৱা।

(ফুলৰ আজলি কোটকৰা গছৰ গুৰিত দিয়ে। লগে লগে পুৰুষ সকলে - "জয় মহাসতী জয়মতীৰ জয়' বুলি জয়ধ্বনি কৰে, নাৰীসকলে উৰুলি দিয়ে। এনেতে লাই, লেচাই বিষয়া আৰু সৈন্য সকলেৰে সৈতে গদাপাণিৰ প্ৰৱেশ।)

**সকলোৱে** : জয় স্বৰ্গদেৱ গদাধৰ সিংহৰ জয়! জয় স্বৰ্গদেৱ গদাধৰ সিংহৰ জয়। জয় স্বৰ্গদেৱ গদাধৰ সিংহৰ জয়!

(গদাপাণিয়ে একোলৈকে ভ্ৰূক্ষেপ নকৰি কোটকৰা গছৰ কাষ চাপে। পিছে পিছে গৈ লাই-লেচায়েও তেওঁৰ ওচৰত থিয় দিয়ে।)

**গদাপাণি** : এয়ে মোৰ মহাতীৰ্থ, অসমৰ পুণ্যক্ষেত্ৰ। অত্যাচাৰ প্ৰপীড়িত কোন ক'ত আছা, আহা, এবাৰ এই পুণ্যক্ষেত্ৰৰ সঞ্জীৱনী শক্তি লৈ মূৰ তুলি উঠা। পাপ-তাপৰ দহনত দগ্ধ মানৱ, আহা, এই তীৰ্থলৈ আহা, শান্তি পাবা। আহা অসমৰ নাৰী, যদি তোমাৰ গৃহস্থালি নন্দন গন্ধেৰে আমোদিত কৰিব খোজা, এবাৰ এই তীৰ্থত কসুমাঞ্জলি প্ৰদান কৰা, ইয়াৰ ধূলি-কণা শিৰত লৈ পবিত্ৰ হোৱা। জয়া মোৰ ৰাণী। জয়াৰ ৰাজত্ব চিৰস্থায়ী। এদিন এই ইন্দ্ৰবংশী আহোম ৰজাই অস্তিত্ব হেৰুৱাব পাৰে, শাসকৰ দ্বন্দ্ব এৰি দাসত্বৰ শৃঙ্খল পিন্ধিব পাৰে, কিন্তু জয়াৰ ৰাজত্ব নাযায়। যেতিয়ালৈকে পৃথিৱীত সতীত্বৰ আদৰ থকিব, যেতিয়ালৈকে নাৰীৰ নাৰীত্ব বিলোপ নহয়, যেতিয়ালৈকে পশুবল জিনিবলৈ দুৰ্জয় মনোবলৰ প্ৰয়োজন হব, তেতিয়ালৈকে জয়া মোৰ অজৰ-অমৰ।

আজি মই অসমৰ ৰজা। ই মোৰ বাহুবলত নহয়, মন্ত্ৰীৰ মন্ত্ৰণাত নহয়, ই জয়াৰ অলৌকিক সতীত্ব-প্ৰভাৱত। আজি অসমৰ প্ৰত্যেক নৰ-নাৰীৰ হৃদয়ত জয়াৰ অলৌকিক শক্তিৰ প্ৰতিবিম্ব, গছ লতা, মাটি-পানী সকলোতে জয়াৰ আলোকময় সৌন্দৰ্য্য। অসমৰ ৰাণী জয়া, নাৰীৰ আদৰ্শ জয়া, আহোম গৌৰৱৰ অনন্ত আলোক জয়া, মোৰ জীৱনৰ ধ্ৰুৱতৰা জয়া। জয়া! জয়া! জয়া।

(আঠুকাঢ়ে, আৰু স্থিৰ দৃষ্টিৰে শূন্যলৈ চাই থৰ হয়। কিছুসময় তেনেকৈ থকাৰ পাছত পট-পৰিৱৰ্তন হয়, জেৰেঙা পথাৰৰ দৃশ্যৰ ঠাইত জয় সাগৰৰ এখন ছায়াময় পট তেওঁৰ চকুৰ আগেদি ভাহি যায়। তাকে চাই চাই)

মই দিব্য দৃষ্টিৰে দেখিছো, এই জেৰেঙা পথাৰ আৰু শ্মশান নহয়, জয়াৰ অমৰ নাম লৈ ই অমৰ তীৰ্থ। সৌৱা, ভগীৰথৰ বিনা আহ্বানত ভাগীৰথী নামি আহিছে, শ্মশানৰ ভয়ঙ্কৰ বুকতবিশাল সাগৰে ভুমুকি মাৰিছে, সুশীতল বাৰিধাৰাই জয়াৰ

করুণার্দ্র হৃদযৰ স্নেহ ধাৰা উদ্বেলিত কৰিছে। তাৰ পাৰত সুৰম্য মন্দিৰ সতীৰ অতুলনীয় কীৰ্তিৰ জীৱন্ত মূৰ্ত্তি। জয়া আজি দেৱী, জযাৰ নামত শঙ্খ-ঘন্টা বাজি উঠিছে, লক্ষ লক্ষ নৰ-নাৰীযে জযাৰ উদ্দেশ্যে কসুমাঞ্জলি লৈ অপেক্ষা কৰিছে। সোণৰসিংহাসনত বহি জযাই মোৰ সকলোকে আশীৰ্ব্বাদ কৰিছে।

লাই : মাতৃৰ প্ৰতি এই কৰ্ত্তব্য মোৰ। আপোনাৰ সপোন মই দিঠকত পৰিণত কৰিম।

(ছায়া-পট আঁতৰি যায।)

গদাপাণি : (চক খাই উঠি থিয হৈ) সপোন। মোৰ সপোন। কেনি গ'ল। লুকাই। জযা। জযা। আহা মোৰ হৃদযৰ ৰাণী।

(দুযো হাত মেলি শূন্যত সাৱটি ধৰে।)

পুৰুষসকল : জয মহাসতী জযমতীৰ জয।
জয স্বৰ্গদেৱ গদাধৰ সিংহৰ জয!

(লগে লগে নাৰীসকলে উৰুলি দিযে।)

# অন্ত

# মুনিহ

| | |
|---|---|
| চন্দ্ৰকান্ত সিংহ | : অসমৰ ৰজা |
| পুৰন্দৰ সিংহ | : ব্ৰজনাথ গোহাইৰ পুতেক, পাছত অসমৰ ৰজা। |
| যোগেশ্বৰ সিংহ | : বগাকোঁৱৰৰ পুতেক, মানে পতা অসমৰ ৰজা। |
| ৰুচিনাথ বুঢ়াগোহাঁই | : পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পুতেক আৰু মন্ত্ৰী। |
| জগন্নাথ ঢেকিয়াল ফুকন | : „ „ আৰু প্ৰধান বিষয়া । |
| কলিবৰ বুঢ়াগোহাঁই | : মন্ত্ৰী, মাটীবৰ সেনাপতিৰ ভায়েক । |
| পতাল বৰবৰুৱা | : খৰমিয়াল কছাৰি ফৈদৰ প্ৰধান বিষয়া । |
| চক্ৰধৰ | : বৰগোহাঁই ফৈদৰ, পাছত চন্দ্ৰকান্ত সিংহৰ জোঁৱায়েক । |
| জন্মি ডেকাফুকন | : বদন বৰফুকনৰ পুতেক । |
| লুকু ডেকাফুকন | : চিকুণ তামুলীৰ ঘৰৰ, লুখুৰাসন খেলৰ, প্ৰধান বিষয়া। |
| আলুংমিঙ্গি | : মান সেনাপতি । |
| মিঙিমাহা তিলোৱা | : „ |
| মিঙি মাহা কাড্যাউঙ | : „ |
| মিঙিমাহা বন্দুলা | : অসমত মানৰ শাসনকৰ্তা। |

গায়নৰ বৰুৱা, ব'ৰাগী বাপু, নগৰীয়া বৰুৱা, চৈযত সিং, নোমল হাৰ্জাৰিকা, মান ফুকন, মান কটকী, মিৰি গাম, কটকী, দূত, দুৱৰী, বিষয়াসকল, মান সৈন্য, অসমীয়া ল'ৰা, বুঢ়া, ডেকা, অসমীয়া মানুহ ।

# তিৰোতা

| | |
|---|---|
| নুমলী গাভৰু ৰাজমাও | : চন্দ্ৰকান্ত সিংহৰ মাক । |
| দেৱযানী | : চন্দ্ৰকান্ত সিংহৰ জীয়েক, চেমনীয়া ছোৱালী। |
| লীলাৱতী | : দেৱযানীৰ লগৰীয়া । |
| ৰহিলা | : মিৰি ছোৱালী । |

ধনেশ্বৰী, লিগিৰী, নাচনী, গাঁৱলীয়া তিৰোতা আদি ।

## চন্দ্ৰকান্ত সিংহ

### প্ৰথম অঙ্ক

### প্ৰথম পট

**ৰংপুৰ---বগাকোঁৱৰৰ চ'ৰাঘৰ ।**

**সময়--- দুপৰীয়া ।**

**যোগেশ্বৰঃ** ফুকন, মই কেতিয়াও ভবা নাছিলো, মোৰ ভনী ভামো আইদেওৰ নামে তোমালোকৰ ৰজাই এখন নতুন নগৰ পাতি তাৰ নাম 'ভামো নগৰ' দিব বুলি । সঁচাকৈয়ে বৰ্ম্মা দেশৰ ৰজা প্ৰতাপী বডোফা এজন গুণীৰ আদৰ বুজোতা মহৎ লোক ।এতিয়াহে বুজিছো, মোৰ আদৰৰ ভনী ভামোক যোগ্য পাত্ৰতে সমৰ্পণ কৰা হৈছে।

**মানফুকন :** কোঁৱৰ, মানীয়ে মানীৰ সন্মান ৰাখিব জানে । চাওক, আমাৰ ৰজাই আপোনাৰ লগত মিত্ৰতাৰ সূত্ৰ আৰু দৃঢ়তৰ হ'বৰ নিমিত্তে, সুদূৰ আসমলৈ আমাৰ সাতজন ফুকনক ৰাণীৰ মাতৃ আৰু ভাতৃক নিবলৈ পঠিয়াই দিছে। আমি এতিয়া জানিব পাৰো নে, মান দেশলৈ জীয়াৰী চাবলৈ কোঁৱৰৰ কোন কোন যাব?

**যোগেশ্বৰ :** ফুকন, আইতা আৰু মোৰ ভাই ধনী কোঁৱৰ তোমালোকৰ লগত মান দেশলৈ জীয়াৰী চাবলৈ যাব। স্বৰ্গদেৱলৈ অনুমতি খুজি পঠিওৱা হৈছে, অনুমতি পালেই তোমালোকে যাত্ৰা কৰিব পাৰিবা।

**মান ফুকন :** কোঁৱৰ, বঢাই কি ক'ম, অসমৰ জীয়াৰীৰ ইমান ৰূপ ইমান জ্যোতি, ইমান সৌন্দৰ্য্য বুলি আগেয়ে আমি কেতিয়াও জনা নাছিলো। যিদিনা ভামো কোঁৱৰীয়ে মান ৰজাৰ ৰাজকাৰেং স্বৰ্গীয় সৌন্দৰ্য্যৰে আলোকিত কৰিলে গৈ সেই দিনা মান ৰজা বডোফা শত ধন্য। শুনি আচৰিত হ'ব, মান দেশৰ শত-সহস্ৰ প্ৰজাই দিনৌ ভামো কোঁৱৰীৰ অপৰূপ সৌন্দয্য চাই নিজক ধন্য মানিছেহি। কোঁৱৰ, ধন্য আপোনালোকৰ তিৰোতাৰ ৰূপ।

**যোগেশ্বৰ :** বাৰু, ফকন, তুমি এতিয়া বিশ্ৰাম লোৱাগৈ। আমি আকৌ যাত্ৰাৰ সম্বন্ধে কথা পাতিম।

(মান- ফুকন ওলাই যায)

(নিজে নিজে) হোঃ মোৰ ভনী- জোঁৱাই প্ৰবল প্ৰতাপী বৰ্ম্মাৰাজ বডোফা ক'ত আৰু মই তেওঁৰ কুঁৱৰীৰ ককায়েক যোগেশ্বৰ ক'ত? আজি মই ৰাজবংশৰ হেয এজন নগণ্য কোঁৱৰ। অথচ, মোৰ ভনীক মান ৰজালৈ বিযা দিযে, চন্দ্ৰকান্ত সিংহ আজি সিংহাসনত নিৰাপদ।

(যোগেশ্বৰ দুৱাৰ মেলি ভিতৰলৈ যায, এনেতে এজন ব'ৰাগীযে হাতত কৰতাল লৈ গীত গাই গাই সোমাই

আহে।)

গীত

বৰাগী : বাৰীৰে আঠীয়া মিঠা কল এজুপি
সিও মোৰ সোদৰৰ ভাই।
জীযাই থাকোতে খাওঁ ফল-মুল
মৰিলে লগতে যায়।
বাৰীৰে আখীয়া জাতি বাঁহ এজুপি
সিও মোৰ সোদৰৰ ভাই।
জীযাই থাকোতে কৰো কাঠী কামী
মৰিলে লগতে যায়।।
বৰ ঘৰ সাজি ফুল চতি দিলো,
সিও মোৰ সোদৰৰ ভাই।
আন্ধাৰ ঘোপতে কি লৈ বঞ্চিলো,
লগৰে সাৰথি নাই।।
নদীৰে কাষৰত উত্তম চাপৰি
তাতে থাকে বাপু শুই।
মূৰৰে ওপৰে সাতোটি ঘোৰা ঐ
কোন সতে লগাম জুই।।
কহয় মাধৱে শুনা বন্ধু সৱে
ইও বিষযৰ ধান্দা।।
ভাৰ্য্যা পুত্ৰ সব বিষয তেজিযা
হৰিনাম গলে বান্ধা।।

(গীত শেষ হোৱাৰ লগে লগেই যোগেশ্বৰ ভিতৰৰ পৰা ওলাই আহে। বৰাগীয়ে আশীৰ্ব্বাদ কৰে ।)

ব'ৰাগী : কোঁবৰৰ জয় হওক ।

যোগেশ্বৰ : তুমি ক'ৰ মানু হ ?

ব'ৰাগী : কোঁবৰ, আমি মাজুলিৰ কেবলীযা ভকত । কৃষ্ণদেউৰ কৃপাত, এইদৰে ঘৰে ঘৰে ঈশ্বৰৰ নাম কীৰ্ত্তন কৰি ফুৰো। কাৰোবাৰ আৱশাক হলে চোৰা-চিতাও কৰো। হৰি মোৰ কৃষ্ণদেউ।

যোগেশ্বৰ : বাৰু ভকত, তুমি ভালকৈ চাব পাৰা নে ?

ব'ৰাগী : হয়, কোঁবৰ, পাৰো । কৃষ্ণদেউৰ কৃপাত, আমি যিটি কথা চাই পেলাই কওঁ সি প্ৰায় অখণ্ডনীয় ।

যোগেশ্বৰ : বাৰু, চোৱাচোন ভকত, এই মাহত পুব দে শলৈ যাত্ৰাকোন তিথিত ভাল ?

ব'ৰাগী : কৃষ্ণদেউৰ অনুগ্ৰ হ । (পুথি-পাঁজি চাই) এৰা, এই মাহৰ আজি কৃষ্ণ চতুৰ্থী । কোঁবৰ, অহা শুক্ল ত্ৰয়োদশীয়েই অতি শুভ তিথি। কৃষ্ণদেউৰ কৃপাত, সেই দিনা যি কামলৈ যাত্ৰা কৰে, সেই কাম নিশ্চয় সিদ্ধি হ'ব ।

যোগেশ্বৰ : ত্ৰয়োদশী তিথি । বাৰু এইযা ধৰাচোন । (দক্ষিণা দিয়ে।)

ব'ৰাগী : (দুখোজমান গৈ আকৌ উলটি) কোঁবৰ ক্ষমা কৰিব। কৃষ্ণদেউৰ কৃপাত, আপোনাৰ কপালত ৰাজদণ্ড জিলি-কিছে। আপুনি এদিন ৰাজপাটত বহিব লাগে।

যোগেশ্বৰ : কি ? মই ৰাজপাটত বহিম ? ৰাজদণ্ড ? মিছা কথা, যোৱা ।

ব'ৰাগী : কাটক বা মাৰক, কোঁৱৰে যেন তেতিয়া এই ছালছিগাৰ কথাযাৰ মনত পেলায় । কোঁৱৰৰ জয় হওক । হৰি মোৰ কৃষ্ণদেউ ।
(ব'ৰাগী ওলায় যায)

যোগেশ্বৰ : (ভাবি ভাবি) ব'ৰাগীয়ে কলে, মই এদিন ৰাজপাটত বহিম । এই ভবিষ্যত বাণী সচাঁই হব নে কি ? নাই, মিছা, এনে বলিয়া ব'ৰাগীৰ কথাত কাণ দিয়া মোৰেই ভুল। কিয ? হ'বও পাৰে। জগতত যে একোঁৱেই অসম্ভৱ নহয। কালৰ গতিত ৰজাও খৰিভাৰী হয়, খৰিভাৰীও ৰজা হয। কালৰ গতি বুজা বৰ টান। যদি সঁচা হয ( অন্যামনস্কভাৱে বাব খোজে, এনেতে আন ফালৰপৰা জন্মি আহে।)

জন্মি : কোঁৱৰ ভিতৰলৈ যায নে কি?

যোগেশ্বৰ : (উলটি) অ' ডেকাফুকন, কোন ফালে আহিলা ?

জন্মি : শুনিলো, মানদেশৰ ফুকন জনদিয়েক আহিছে।

যোগেশ্বৰ : অঁ, মান-ফুকন সাত জন আহিছে। কিবা প্ৰয়োজন আছে নে কি ?

জন্মি : প্ৰযোজন আছে কোঁৱৰ, ল'গ পাব নোৱাৰো নে?

যোগেশ্বৰ : আহা তেন্তে লগতে। হেঁওঁবিলাকৰ লগত চিনাকি কৰি দিওঁগৈ। (এই বুলি আগ বাঢ়ে।)

জন্মি : (যাওঁতে) আপোনাৰ অনুগ্ৰহ। পিতৃহন্তা বুঢ়াগোহাঁইৰ ঘৰৰ ওপৰত প্ৰতিশোধ লোৱাৰ এয়েই সোণালী সুযোগ। (ওলাই যায়।)

## দ্বিতীয় পট

চিলামাৰী- ব্ৰজনাথ গোহাইৰ ঘৰ।

সময়- পুৱা।

(পুৰন্দৰ আৰু জগন্নাথ ঢেকিয়াল ফুকনে কথা পাতি পাতি সোমাই আহে।)

পুৰন্দৰ : বুজিছা ঢেকিয়াল ফুকন, দেউতাই সিংহাসনৰ আশাত নিৰাশ হৈ, তাত জলাঞ্জলি দি, দেশৰ, জাতিৰ, জাতিৰ মমতা ছিঙি থৈ, আজি এই সীমান্ত দেশৰ গাঁৱৰ গাৱলীয়া হৈ, দুবেলা দুমুঠি খাই দিন কটাইছেহি। আমি এতিয়া বেছ সুখেৰে আছো, ঢেকিয়াল ফুকন। আমাক আৰু সিংহাসনৰ লোভ দেখুৱাই বলিয়া নকৰিবা। তোমাক কা'বৌ কৰিছো, শুচি যোৱাগৈ ।

জগন্নাথ : কোঁৱৰ, আজিৰ এই আৱাহন সিংহাসনৰ লোভৰ নিমিত্তে নহয় । সমগ্ৰ অসমৰ মঙ্গলৰ অৰ্থে, আহোম

ৰাজকুলৰ গৌৰৱৰ অৰ্থে আৰু ৰাজসিংহাসন ৰক্ষাৰ নিমিত্তে । ভাবি চাব, কোঁৱৰ, এই আবাহন অকল বুঢ়াগোহাঁইৰ ঘৰৰ নহয়,সমগ্ৰ অসম দেশৰ ।

**পুৰন্দৰ ঃ** ঢেকিয়াল ফুকন, কাবৌ কৰিছো আৰু ন'কবা । তোমাৰ বঙহ-পৰিয়ালৰ, মিতিৰ-কুটুমৰ আৰু নিৰীব প্ৰজাসকলৰ শোণিতৰে জন্মভূমি-আই অসমৰ বুকু তিয়াই, ৰাজভোগ আমি ইচ্ছা নকৰো ।

**জগন্নাথ ঃ** কোঁৱৰ, আপুনি জনা- বুজা জ্ঞানী লোক । আপুনি ভালকৈয়ে জানে, চন্দ্ৰকান্ত সিংহ ৰাজসিংহাসনৰ সম্পূৰ্ণ অযোগ্য ।চন্দ্ৰকান্তই ভাল পায গীত- নাচ, ৰং-ধেমালিত দিন কটাবলৈ,ৰাজনীতিৰ কাৰণে একেবাৰে পিঠি । আপুনি এইটোও জানে, চন্দ্ৰকান্ত সিংহৰ দুৰ্ব্বলতাৰ কাৰণেই বদনে বিদেশী মানক আনি দেশ লুণ্ঠন কৰালেহি । ইমানতো আপুনি ভাবে নে, অযোগ্যৰ চন্দ্ৰকান্ত সিংহৰ ৰাজত্বত দেশৰ স্বাধীনতা নিৰাপদে থাকিব বুলি ?

**পুৰন্দৰ ঃ** তথাপিও আমি নিজৰ জ্ঞাতি-কুটুম্বৰ তেজেৰে হাত ৰাঙলী কৰিব নোৱাৰিম ।

**জগন্নাথ ঃ** ই মমতাৰ কথা নহয়, ই কৰ্ত্তব্যৰ কথা। কোঁৱৰ, মহাভাৰত- ৰামায়ণৰ যুদ্ধবিলাকলৈ মনত পেলাওক, অৰ্জ্জুনৰ প্ৰতি ভগৱান শ্ৰীকৃষ্ণৰ উক্তিলৈ মনত পেলাওক । কৰ্ত্তব্য পালনত একো মমতাই টিকিব নোৱাৰে । কোঁৱৰ, আকৌ কওঁ, এই সোণালী সুযোগ এবাৰ হেৰুৱাবলৈ হ'লে, ভৱিষ্যৎ ফলাফলৰ বাবে আপোনালোকেই দাযী হ'ব ।

**পুৰন্দৰ ঃ** ঢেকিয়াল ফুকন, তুমি বৰ জটিল সমস্যাত পেলাই দিলা। বৰ ডাঙৰ দাযিত্ব । অলপ ভাবিবলৈ দিয়া ।

**জগন্নাথ ঃ** ভাবিব সময নাই কোঁৱৰ । আপুনি ৰাজকুলৰ সন্তান, আপোনাৰ কৰ্ত্তব্য সদায় জটিল । মনত ৰাখিব, আপুনি যি কামকে কৰক, সেই কাম দেশৰ আৰু প্ৰজাৰ মঙ্গলৰ নিমিত্তে হ'ব লাগিব । ইয়াত আপুনি নিজৰ বুলি ভাবিবলে একো নাই। প্ৰজাই যেতিয়া আপোনাক এই ৰাজসিংহাসনৰ দাযিত্বৰ নিমিত্তে বিচাৰ কৰিছে, ইয়াত আপোনাৰ কোনো আপত্তিয়েই নৰজে । ইমানতো যদি আপুনি পাছ-হোঁহকে, মনত ৰাখিব, ভৱিষ্যতে যদি দেশৰ অকল্যাণ হয, তাৰ বাবে আপুনি জন্ম-জন্মান্তৰলৈ কলংক আৰ্জ্জিব । কোঁৱৰ, আহক তেন্তে, পিতৃ-পিতাম হসকলৰ সিংহাসন ৰাখিবলৈ সাজু হওকহি ।

(জগন্নাথে পুৰন্দৰক হাতত ধৰি লৈ যায ।)

## তৃতীয় পট

যোৰহাট- ৰাজকাৰেং- তামুলী চৰা।

সময- গধুলি ।

(চন্দ্ৰকান্ত সিংহ বহি থাকে ,ওচৰতে গায়নৰ বৰুৱা। নাচনীবিলাককে গীত-নাচ কৰে)

গীত

মধু-মিলনৰ ৰাতি
বিহগে গাইছে জোনায়ে হঁহিছে
মধুৰ মধুৰ আজি।
কাৰ নো হিয়াৰ বীণৰ তাঁৰত,
সপ্তসুৰৰ তানা -নানাত,
ঢৌ উঠিছে ঢৌ নামিছে
বীণৰ সুৰত বাজি।

**চন্দ্ৰকান্ত ঃ** গায়নৰ বৰুৱা, নাচ গান বন্ধ কৰা। এতিয়া ভাল লগা নাই।

**গাঃ বৰুৱা ঃ** স্বৰ্গদেউৰ যি আদেশ।

(নাচনীবিলাক ওলাই যায।)

**চন্দ্ৰকান্ত ঃ** গায়নৰ বৰুৱা, কানিৰ কথা কি কৈছিলা সেইদিনা? আকৌ কোৱাচোন।

**গাঃ বৰুৱা ঃ** স্বৰ্গদেউৰ, আফু খেতি আমাৰ দেশত অতীজৰে পৰা আছে । পুৰ্ব্বে ইয়াক আমাৰ মানুহে আঞ্জা আৰু ঔষধত খাইছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত ইংৰাজে যেতিয়া মোৱামৰীয়াৰ হাতৰ পৰা সিংহাসন উদ্ধাৰ কৰিবলৈ আহে, তেতিয়া সেই ইংৰাজৰ পশ্চিমীয়া সৈন্য- বিলাকে আফু গছৰ পৰা কেনেকৈ কানি উলিয়াই খালে নিছা হয তাক শিকাই থৈ যায।

**চন্দ্ৰকান্ত ঃ** কিন্তু নিচা বহুতো খালো, ইয়াৰ সমানতো একোৱেই নহয়! কানিৰ নিছা ইমান আৰামী। ইয়াক খালে প্ৰাণত এক অনিন্দনীয় শান্তি পোৱা যায।

**গাঃ বৰুৱা ঃ** স্বৰ্গদেউ, পাবৰ কথাই। ই যে দিল্লীৰ বাদছাসকলৰ অতি আদৰৰ বস্তু আছিল। কানি সাধাৰণ মানুহৰ বস্তু নহয়, ই কেৱল ৰাজ- ৰাজোৱানৰ হে।

**চন্দ্ৰকান্ত ঃ** তাকে কোৱা । মই কওঁ, ইয়াৰ উন্নতি আৰু হব লাগে। মোৰ দেশত যাতে কানিৰ একাধিপত্য ৰাজত্ব হয। সঁচাকৈয়ে গায়নৰ বৰুৱা, পচিমৰ জাতিবিলাক যেনে প্ৰবল সিহঁতৰ বস্তুবিলাকো তেনে বলিষ্ঠকৰ।

**গাঃ বৰুৱা ঃ** স্বৰ্গদেউ।

**চন্দ্ৰকান্ত ঃ** কি আচৰিত , আফু গছৰ পৰা এনে সুন্দৰ বস্তু ওলাই, তাক আমাৰ মানুহে নাজানে। তাক শিকাই থৈ গ'ল কোনে? সেই প্ৰতাপী ইংৰাজ পচিমীয়া বাহিনীযে। কোন ডেকাফুকন নে?

(লুকু সোমাই আহি সেৱা জনায়।)

**চন্দ্ৰকান্ত ঃ** ডেকা ফুকন, কি সম্বাদ?

**লুকু ঃ** স্বৰ্গদেউ, গুৱাহাটীৰ কটকীযে সংবাদ দিছেহি ৰুচিনাথ

বুঢ়াগোহাঁই আৰু নগৰলৈ নাহে। তেখেতে ৰাজকাৰ্য্যৰ পৰা অৱসৰ লৈছে।

**চন্দ্ৰকান্ত :** কি? অৱসৰ লৈছে ৰাজকাৰ্য্যছ্ত্ৰৰ পৰা? তেন্তে ৰুচিনাথ বুঢ়াগোহাঁই আৰু নাহে?

**লুকু :** হয় স্বৰ্গদেউ, ৰুচিনাথ বুঢ়াগোহাঁই আৰু নাহে।

**চন্দ্ৰকান্ত :** এই সম্বাদ আইতাই পাইছে নে?

**লুকু :** এতিয়াহে ৰাজমাও দেউতাক দিম গৈ।

**চন্দ্ৰকান্ত :** যোৱা, শীঘ্ৰে সম্বাদ দিয়াগৈ।

( লুকুৱে সেৱা কৰি ওলাই যায়।)

(চিন্তান্বিত) কাৰণ কি? ৰুচিনাথ বুঢ়াগোহাঁইয়ে ৰাজকাৰ্য্যৰ পৰা অৱসৰ লৈছে কিয়? বদন বৰফুকনে মান আনোতে ৰুচিনাথৰ লগত গুৱাহাটীলৈ পলাই নোযোৱাৰ বাবেই জানোচা ৰুচিনাথে মোক ত্যাগ কৰিলে। তেন্তে ৰুচিনাথ আকৌ নগৰলৈ ঘূৰি আহিব বুলি অবাবতেই বদন বৰফুকনক হত্যা কৰিলে। উস ৰাজনীতি ইমান জটিল। মোৰ ইয়াৰ পৰা ৰাজহাউলি নে কি? মোক বিচক্ষণ ৰজা সিংহাসনত থকাৰ নে কি? বিপ্লব হবলৈ ধৰিলে যে কোনো ৰজংহাসনত বহুৱাই পিতৃদেৱৰ সেই সজ ইচ্ছা পূৰ্ণ কৰিব লাগিব। কোঁৱৰ, আহক ইতিয়া ৰাজ -হাউলি অৱৰোধ গৈ।

**চন্দ্ৰকান্ত :** হয় আইতা, ৰুচিনাথ আৰু নাহে।

**ৰাজমাওঁ :** তেন্তে?

**চন্দ্ৰকান্ত :** তেন্তে ৰু কি? ৰাজ্যৰ আজি ধৰণী কোনো নাই। বদন বৰফুকন থকা হলে

**ৰাজমাও :** আকৌ তুমি দেশদ্ৰোহী বদন বৰফুকনক শলাগা?

**চন্দ্ৰকান্ত :** তথাপি বদন বৰফুকন যে এজন নিপুন বিষয়া আছিল -ধ্ৰুৰূপ। নহলে নো বদনে দেশ- বিদেশ পাৰ হৈ, সাগৰ পৰ্ব্বত অতিক্ৰম কৰি, মানদেশত ওলাই, বিদেশীৰ লগত মিত্ৰতা কৰি সিহঁতক নিজৰ হুকুমত লৈ আহিবগৈ পাৰে নে?

**ৰাজমাও :** তোমাৰ মঙ্গলৰ নিমিত্তেই নে?

**চন্দ্ৰকান্ত :** আইতা মোৰ মঙ্গলৰ নিমিত্তে ন'হলেও মোৰ ধ্বংসৰ নিমিত্তে কৰা নছিল। সি যি কি নহওক, বদনক আমাৰ ফলিয়া কৰি লব পৰা হ'লে আজি এনে গুৰুতৰ চিন্তাত পৰিব নেলাগিলেহেতেন।

**ৰাজমাও :** ই সম্পূৰ্ণ ভুল তোমাৰ চক্ৰান্ত! যাৰ নিজৰ দেশলৈ বিদেশী মানক আনিবলৈ এবাৰো মমতা নজন্মিল, তাৰ পৰা তুমি তোমাৰ মঙ্গলৰ নিমিত্তে সহায় পালাহেতেন -অসম্ভৱ।

**চন্দ্ৰকান্ত :** অসম্ভৱ। এতিয়া ৰুচিনাথ অহাটোও যে অসম্ভৱ হ'ল। একো কথা নাই, ৰুচিনাথ নাহিল, নাই। অসমত

**গাঃ বৰুৱাঃ** স্বৰ্গদেউ, নিমিত্তে মানুহ নোলাব? আহা, এই অতি আদৰৰ বস্তু আদি ঠিৰাং কৰিম। নহয়, ই কেৱল ৰাজ-ৰাজোৱা।

**চন্দ্ৰকান্ত :** তাকে কোৱা। মই কওঁ, ইয়াৰ উন্নতি হব লাগে। মোৰ দেশত যাতে কানিৰ একাধিপত্য ৰাজত্ব হয়। সচাকৈয়ে গায়নৰ বৰুৱা, পচিমৰ জাতিবিলাক যেনে প্ৰৱল সিহঁতৰ বস্তুবিলাকো তেনে বলিষ্ঠকৰ।

# চতুৰ্থ পট

## কাকডোঙা নৈৰ পাৰ

সময়--- শেষ ৰাতি।

( কিছু মান অসমীয়া আৰু হিন্দুস্থানী সৈন্যৰে পুৰন্দৰ ৰুচিনাথ আৰু জগন্নাথ সোমাই আহে।)

**ৰুচিনাথ :** জগন্নাথ, জগন্নাথ, তুমি এতিয়াই কিছুমান সৈন্যৰে নগৰৰ ওচৰ চাপি থাকা আমিও তোমাৰ পাছে পাছে গৈছো।

**জগন্নাথ :** ডাঙৰীয়াৰ যি আদেশ। (কিছুমান সৈন্যৰে জগন্নাথ ওলাই যায়।)

**ৰুচিনাথ :** কোঁৱৰ, এইখনেই কাকডোঙা নৈ। ইয়াৰ পৰা ধ লীনৈৰ মাথোন ডেৰ ক্ৰোশ বাট হ'ব। ধ লীয়েই যোৰহাট নগৰৰ দক্ষিণ পচিম সীমা। কোঁৱৰেতো যোৰহাটৰ নতুন নগৰ দেখা নাই। বৰ্ত্তমান যোৰহাট নগৰৰ পৰিধি প্ৰায় পাচ ক্ৰোশ হ'ব। নগৰৰ পুব সীমা হৈছে ভোগদৈ নৈ, উত্তৰ সীমা হৈছে মালৌৰ গোহাঁই পাও। পিতৃ বুঢ়াগোহাঁই ডাঙৰীয়াই যোৰহাটত নতুন ধৰণৰ অদ্বিতীয় নগৰ পাতিম বুলি ৰংপুৰৰ পৰা ৰাজহাউলি তুলি আনিছিল। কিন্তু দুৰ্ব্বল ৰজা সিংহাসনত থকাৰ বাবে ৰাজ্যত ইমান বিপ্লব হ'বলৈ ধৰিলে যে, কোনোমতেই পিতৃদেৱৰ ইচ্ছা পূৰ্ণ নহ'ল। এইবাৰ কোঁৱৰক ৰাজসিংহাসনত বহুৱাই পিতৃদেৱৰ সেই সজ ইচ্ছা পূৰ্ণ কৰিব লাগিব। কোঁৱৰ, আহক এতিয়া, ৰাজ-হাউলি অৱৰোধ কৰোঁ গৈ।

**পুৰন্দৰ :** ডাঙৰীয়া, চাব যেন আমাৰ কাৰ্য্যৰ ফলত দেশ ভগন নহৈ, গঠন হয় যেন।

**ৰুচিনাথ :** কোঁৱৰ, এই বিষয়ে আপুনি নিশ্চিন্ত থাকক, সকলো কাম সুচাৰুৰূপে কৰি যাম। ভাবি চাওক, স্বৰ্গদেও গৌৰীনাথ সিংহৰ দিনৰ পৰা প্ৰকৃততে দেশখন আমাৰ ঘৰেই চলাই আহিছে। সেই ঘৰৰ ল'ৰা-মই ৰুচিনাথ। এজনক ৰজা ভাঙি এজনক ৰজা পাতিবলৈ মোৰ কিমান পলম লাগিব? আহক।

**পুৰন্দৰ :** ডাঙৰীয়া, আপোনাৰ কথাত মোৰ সম্পূৰ্ণ বিশ্বাস। ৰাজনীতিৰআও-ভাও নেজানো দেখিহে মনত কেতিয়াবা সন্দেহ ওপজে।

**ৰুচিনাথ :** কোঁৱৰ এই বিষয়ে আপুনি একো ভাবিব নালাগে।

ৰাজকাৰ্য্য চলাবলৈ বুঢ়াগোহাঁইৰ ঘৰ আছে। আহক এতিয়া, পলমৰ আৰু সময় নহয়। (সকলো ওলায় যায় আৰু যাওঁতে নিজে নিজে কৈ যায়--) যি বুঢ়াগোহাঁইৰ ঘৰৰ কৃপাত চন্দ্ৰকান্ত সিংহ ৰাজসিংহাসনত, সেই বুঢ়াগোহাঁইৰ ঘৰৰ মোক-- ৰুচিনাথক সন্দেহ কৰি বদনক আপোন ভাবিলে। মই কোবা সত্ত্বেও মোৰ লগত চন্দ্ৰকান্ত সিংহ গুৱাহাটীলৈ নাহিল, আৰু নিজ সাক্ষাততে আমাৰ ঘৰক বদনৰ হতুৱাই শত অত্যাচাৰ কৰোৱালে। তাৰ প্ৰতিশোধ লৈ বুঢ়াগোহাঁইৰ ঘৰৰ প্ৰতাপ কিমান তাৰ পৰিচয় দিম, পৰিচয় দিম।

(ওলায় যায়।)

## পঞ্চম পট

**যোৰহাট নগৰ--- ৰাজ-কাৰেঙৰ সিংহ-দুৱাৰ**
**সময়--- ৰাতি পুৱাই পুৱাই আহিছে।**

(নগৰীয়া বৰুৱাই লৰালৰিকৈ বৰকাঁহ এখন বজাবলৈ ধৰেহি। বৰকাঁহৰ মাতত জনদিযেক বিষয়া আৰু কিছুমান সৈন্যৰে সৈতে লুকু ডেকাফুকন বেগেৰে আহে।)

**লুকু** : সাৱধান, সাৱধান, এই পুঁৱতীয়া ৰাতি কাৰ আয়ুস শেষ হ'ল? কোনে টিংখং বজাই ৰণ আৱাহন কৰে? (আন ফালৰ পৰা সসৈন্যে চন্দ্ৰকান্ত সিংহ আহে।)

**চন্দ্ৰকান্ত** : আচৰিত, মুঠিৰ তৰোৱালত নৌ মাৰিবে ধৰোঁতেই কাৰ সাহ ইমান। টিংখং বজায়?

**ন বৰুৱা** : (আগবাঢ়ি) স্বৰ্গদেউ, দাসেই টিংখং বজায় অপৰাধ কৰিছো। স্বৰ্গদেউ, ভয়ানক বিপদ, ভয়ানক বিপদ।

**চন্দ্ৰকান্ত** : কি? তুমি টিংখং বজালা? কিয়?

**নঃ বৰুৱা** : স্বৰ্গদেউ, চোৰৰ দৰে শত্ৰু আহি নগৰত সোমাইছে।

**চন্দ্ৰকান্ত** : - শত্ৰু। কোন শত্ৰু আহিছে?

**নঃ বৰুৱা** : ৰুচিনাথ বৰগোহাঁয়ে বহুত দেশী-বিদেশী সৈন্য লৈ পুৰন্দৰ কোঁৱৰক সিংহাসন দিবলৈ আহিছে।

**চন্দ্ৰকান্ত** : কি? ৰুচিনাথ আহি ছে? তুমি ভুল কৰিছা। মই মাতি পঠাইছিলো, সেই বাবে আহিছে।

**নঃ বৰুৱা** : নহয়, স্বৰ্গদেউ, সম্পূৰ্ণ যুদ্ধ সাজেৰে, একেবাৰে শত্ৰু ভাবেৰে--- ইযাত অলপো সন্দেহ নাই। মই নিজ-চকুৰে ৰুচিনাথক সৈন্য-সামন্তৰে দেখি আহিছো।

**চন্দ্ৰকান্ত** : শত্ৰু ভাবে আহিছে! ৰুচিনাথ!! (এনেতে নিলগত বৰতোপৰ ধ্বনি হয়।)

**লুকু** : সেইয়া ৰৰতোপৰ ধ্বনি। সঁচাকৈয়ে ৰুচিনাথ শত্ৰু ভাৱেই আহিছে। পলমৰ সময় নাই, স্বৰ্গদেউৰ আদেশ লাগে।

**চন্দ্ৰকান্ত** : সঁচাকৈয়ে তেন্তে ৰুচিনাথ মোৰ শত্ৰু!

**লুকু** : স্বৰ্গদেউ।

**চন্দ্ৰকান্ত** : ডেকাফুকন, ক্ষন্তেক অপেক্ষা কৰা। (বিষয়াসকললৈ) যোৱা, তোমালোক তুৰন্তে ৰণৰ আয়োজন কৰি আহা। (নগৰীয়া বৰুৱালৈ) নগৰীয়া বৰুৱা, তুমি এতিয়াই নগৰত মোৰ আদেশ শুনাই দিয়া, প্ৰত্যেক বিষয়ায়ে নিজ নিজ সৈন্য লৈ সিংহ-দুৱাৰত উপস্থিত হওক হি। (ডেকাফুকনৰ বাহিৰে সকলো ওলাই যায়) ডেকাফুকন মই বেগতে আহিছো।

(ভিতৰলৈ সোমাই যায়।)

**লুকু** : ৰুচিনাথ আজি শত্ৰু। পূৰ্ণানন্দ বুঢ়াগোহাঁই-- যি নিজৰ প্ৰাণ চন্দ্ৰকান্ত সিংহৰ বাবে আহুতি দিলে, তেওঁৰ পুতেক ৰুচিনাথ, চন্দ্ৰকান্ত সিংহক সিংহাসনৰ পৰা নমুৱাই, পুৰন্দৰক বহুৱাবলৈ আহিছে। ইমান শক্তি! অসম্ভৱ নহয়। ৰুচিনাথে জানে, ৰাজশক্তি মানে গচকি থৈ গৈছে। আজি নগৰত উপযুক্ত মন্ত্ৰী নাই, সেনাপতি নাই। ৰাজশক্তি আজি বলহীন।

(চন্দ্ৰকান্ত সোমাই আহে।)

**চন্দ্ৰকান্ত** : ডেকাফুকন।

**লুকু** : স্বৰ্গদেউ, আমাৰ দেহত শেষ বিন্দু শোণিত থকালৈকে ৰুচিনাথ কাৰেঙত সোমাবহি নোৱাৰে।

(এনেতে বৰতোপৰ ধ্বনি হয়।)

**চন্দ্ৰকান্ত** : শত্ৰু আহি সিংহ-দুৱাৰ পায়-পায়। কিন্তু, মোৰ কৰ্ত্তব্য! উস, এনে বিপদত মোৰ মন্ত্ৰী নাই --- মন্ত্ৰণা কৰিবলৈ।

**লুকু** : স্বৰ্গদেউ, স্বৰ্গদেউ, আদেশ দিয়ক, যাওঁ তত্তালিকে, ৰুচিনাথক আগ ভেটোগৈ।

**চন্দ্ৰকান্ত** : ডেকাফুকন। (অলপ ভাবে।)

**লুকু** : স্বৰ্গদেউ!

**চন্দ্ৰকান্ত** : শুনা। (কাণৰ ওচৰত ফুছ্‌ফুছাই কিবা কয়।)

**লুকু** : স্বৰ্গদেউৰ যি আদেশ।

**চন্দ্ৰকান্ত** : ডেকাফুকন, মোৰ ৰাজ-সিংহাসনৰ মৰ্য্যাদা তোমাৰ হাতত গতালো।

(এনেতে ধুম্-ধাম্ হিলৈৰ শব্দ হয়, নগৰীয়া বৰুৱা সোমাই আহে।)

**নঃ বৰুৱা** : স্বৰ্গদেউ, স্বৰ্গদেউ, শত্ৰু নিচেই ওচৰ পালেহি। চাৰিওপিনে হিলৈৰ গুলি, বৰতোপৰ গুলি।

(ওলাই যায়।)

**চন্দ্ৰকান্ত** : (অস্থিৰভাৱে) ডেকাফুকন, ডেকাফুকন!

(আকৌ হিলৈৰ শব্দ।)

**লুকু** : স্বৰ্গদেউ, সজ্জিত নাও ভোগদৈত বন্ধা আছে, এতিযাই যাওক! শত্ৰু সেনা নিচেই ওচৰত, মই

আৰু আপেক্ষা নকৰো ।

**চন্দ্ৰকান্ত** : (কৰুণ দৃষ্টিৰে ) ডেকাফুকন ।

**লুকু** : স্বৰ্গদেউ, প্ৰাণ দিও নগৰ ৰক্ষা কৰিম । যাওক, যাওক, পলম নকৰিব ।(আকৌ হিলৈৰ শব্দ)

**চন্দ্ৰকান্ত** : (বিহ্বল হৈ ) ডেকাফুকন, তুমিযেহে মোৰ একমাত্ৰ বিপদৰ বন্ধু । মোৰ মান-মৰ্য্যাদা, সিংহাসন, সকলো তোমাৰ ওপৰত নিৰ্ভৰ।

(নেপথ্যতঃ জয় পুৰন্দৰ সিংহৰ জয় । জয় পুৰন্দৰ সিংহৰ জয় ।।)

**লুকু** : স্বৰ্গদেউ, স্বৰ্গদেউ, যাওক, যাওক, আৰু পলম নকৰিব, নিজক ৰক্ষা কৰক, ৰক্ষা কৰক ।

**চন্দ্ৰকান্ত** : ডেকাফুকন, মই আহিলো। মোৰ যথাসৰ্ব্বস্ব তোমাৰ ওপৰত।

(যাওঁ-নেযাওঁকৈ চন্দ্ৰকান্ত সিংহ ওলাই যায় । নগৰীয়া বৰুৱা বেগেৰে আহে ।)

**নঃ বৰুৱা** : ডেকাফুকন, ডেকাফুকন, বুঢ়াগোহাঁইৰ সৈনাৰ আগত আমাৰ সৈন্যৰ 'বই নোৱাৰিলে । আহক, আহক, কিবা এটা উপায় কৰকহি। (ন বৰুৱা ওলাই যায় ।)

(এনেতে পুবফালে বেলি ওলাই পোহৰ হয় ।)

**লুকু** : এঁ ?া ! (বেগেৰে ওলাই যায় ।)

(ন বৰুৱা আকৌ আহে ।)

**নঃ বৰুৱা** : আচৰিত, ৰুচিনাথে ইমান সৈন্য আনিছে ! নামনি অসমৰ প্ৰায় সকলো বিষয়া ৰুচিনাথৰ লগত । সকলোৱেই ৰজাৰ বিপক্ষে অস্ত্ৰ ধৰিছে । এই অন্ত-ৰ্বিপ্লৱৰ শেষ ফল কি ? কোনে জানে ।

(ওলাই যায় ।) (আনফালৰ পৰা লুকু আহে ।)

**লুকু** : নোৱাৰিলো, নোৱাৰিলো । চাৰিওফালে শত্ৰু-সৈন্যই আগুবি ধৰিছে । ইমান সোনকালে ৰাজ-বাহিনীৰ পৰাজয় হ'ল ।

(ঘনে ঘনে বৰতোপৰ ধ্বনি হয় ।)

( নেপথ্যত জয় পুৰন্দৰ সিংহেৰ জয় । জয় পুৰন্দৰ সিংহেৰ জয় ।।)

আকৌ, আকৌ সেইয়া শত্ৰুৰ জয়ধ্বনি ।। আৰু ভাবিবৰ সময় নাই , পাৰিলে প্ৰচণ্ড অগ্নিত জাপ দি তাক নিবাৰণ কৰো ।

(লুকু যাব খোজে, সমুখৰ পৰা কিছুমান সৈন্যৰে জগন্নাথে আগভেটি ধৰি সোমাই আহে ।)

**জগন্নাথ** : ক'লৈ পলাবা লুকু ? সৈন্যসকল, ততালিকে ৰাজকাৰেং লুট-পাট কৰ । চন্দ্ৰকান্ত সিংহক বন্দী কৰ ! পলম নকৰিবি, আগ বাঢ়, আগ বাঢ় ।

**লুকু** : ৰাজদ্ৰোহী নৰাধমহঁত । তৰোৱাল ল, তৰোৱাল ল। ইমান নীচ তহঁত, চোৰৰ দৰে আহি ৰাজকাৰেং সোমাইছ !

**জগন্নাথ** : চোৰ নহয় লুকু, প্ৰকৃত গিৰীহঁত ! বাধা নিদিবা, বাধা দিলে তোমাৰ অমঙ্গল !

**লুকু** : মোৰ অমঙ্গল-- সিংহাসনৰ নিমিত্তে, স্বৰ্গদেউৰ নিমিত্তে, দেশৰ নিমিত্তে , মোৰ অমঙ্গল ! হওক অমঙ্গল, তথাপি দেৱতাৰ মন্দিৰত পিশাচক সোমাবলৈ নিদিওঁ ।

**জগন্নাথ** : বেছ, তেন্তে নিজক ৰক্ষা কৰা ।

(উভয়ে ৰণ কৰিবলৈ ধৰে । এনেতে কিছুমান সেনাৰে ৰুচিনাথ সোমাই আহে ।)

**ৰুচিনাথ** : বন্দী কৰা, বন্দী কৰা লুকুক ! ছি লুকুৰ লগত যুদ্ধ ! সামান্য লুখুৰাসনৰ ল'ৰা সি. আজি ৰাজকাৰেং ৰক্ষা কৰে !!

( কিছুমান সৈনাই লুকুক বন্দী কৰে ।)

লুকু ডেকাফুকন, নগৰত কি গোহাঁইৰ ল'ৰা কোনোৱেই নাই ? সামান্য লুখুৰাসনৰ ল'ৰা এটাৰ ওপৰত ৰাজনগৰৰ ভাৰ ! কি অধ পতন !!

**লুকু** : ৰাজদ্ৰোহী ৰুচিনাথ ! নুবুজিলা ? তুমিয়েই • বুঢ়াগোহাঁইৰ ল'ৰা নোহোৱা নে ? এতিয়া তুমি কি ? সিংহাসনৰ বিপক্ষে ষড়যন্ত্ৰ কাৰক্তা ?

**ৰুচিনাথ** : সাৱধান লুকু, ক' ততালিকে তোৰ চন্দ্ৰকান্ত সিংহ ক'ত ?

**লুকু** : মই নকওঁ, মোক হত্যা কৰা, তাৰ পাচত মোৰ ৰজাক বিচাৰিবা। মই তোমালোকৰ গোহাঁইৰ ল'ৰাৰ দৰে অকৃতজ্ঞ, বিশ্বাসঘাতক নহওঁ। মই ৰাজভক্ত, দেশ ভক্ত, আহোমৰ লুখুৰাসনৰ ল'ৰা!

**ৰুচিনাথ** : লুকু, জাননে তই কাৰ হাতত বন্দী। সাৱধানে কথা কবি। শুন লুকু, দুৰ্বল চন্দ্ৰকান্ত সিংহৰ ৰাজত্বত দেশত অশান্তি বিয়পিছে। যোগ্য ৰজা পুৰন্দৰ সিংহক লগত লৈ দেশত শান্তি থাপিবলৈ আহিছো। নিজৰ আৰু দেশৰ যদি মঙ্গল বাঞ্চা কৰ, তুৰন্তে ক, চন্দ্ৰকান্ত সিংহ ক'ত?

**লুকু** : জানো, জানো, জানো ৰুচিনাথ, দেশ যদি ধ্বংস হবলৈ হয়, সিংহাসন যদি চুৰ্ণ হ'বলৈ হয়, চিৰ-আৰাধনীয়া স্বধীনতাক যদি লুপ্ত হ'বলৈ হয়, তেন্তে হ'ব- তোমালোক গোহাঁই কেইঘৰৰ স্বেচ্ছাচাৰিতা, জঘন্য স্বাৰ্থপৰতাৰ ফলত। ৰুচিনাথ, এবাৰ অতীত বুৰঞ্জী মেলি চোৱা। দেশত যতবাৰ অন্ত ৰ্বিপ্লৱ হৈছে, কেৱল তোমালোক গোহাঁই কেইঘৰৰ স্বৰ্থপৰতাতে ---- নহয় নে? আৰু আজি যি হৈছে, তোমাৰ কু-অভিসন্ধিতে, নহয় নে ৰুচিনাথ? এতিয়াও কওঁ, দেশৰ মঙ্গলৰ নিমিত্তে ভুল সংশোধন কৰা।

**ৰুচিনাথ** : কি? মোৰ ভুল? ৰুচিনাথ, বুঢ়াগোহাঁইৰ? সাবধান

লুকু। শীঘ্ৰে ক' তোৰ চন্দ্ৰকান্ত সিংহ ক'ত?

ঃ মই নকওঁ।

**ৰুচিনাথ** ঃ নকৰ?

**লুকু** ঃ নকওঁ, নকওঁ।

**ৰুচিনাথ** ঃ নকৰ?

**লুকু** ঃ নকওঁ, নকওঁ নকওঁ।

**ৰুচিনাথ** ঃ সামান্য লুখুৰানৰ ল'ৰা, তোৰ ইমান অহঙ্কাৰ। ৰুচিনাথ বুঢ়াগোহাঁইক অবজ্ঞা কৰ।। সৈন্যসকল, লৈ যা, নিমিষতে প্ৰাণদণ্ড দে।

(সৈন্য সকলে লুকুক টানি নিয়ে আৰু লুকুৱে উলটি কৈ যায়)

**লুকু** ঃ ৰুচিনাথ, ৰুচিনাথ, ৰাজদ্ৰোহী ৰুচিনাথ,শুন্, এই নীচ লুখুৰা -সনৰ ল'ৰা লুকুৰ শেষ বাণী। আজি তই যি অন্তৰ্বিপ্লব আনি, ৰাজ - কাৰেঙত সোমালিহি, ভায়ে ভায়ে বিবাদ লগালিহি, সেয়ে খাণ্ডৱদাহনত পৰিণত হ'ব। তই বিষম ভুল কৰিছ। এই ভুলত দেশ ছাৰ-খাৰ হ'ব। আহোম কুল--- ৰবি চিৰ দিনলৈ মাৰ যাব। এতিয়াও সময় আছে ৰুচিনাথ, ভুল সংশোধন কৰ। স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমিক ধ্বংস নকৰিবি। ৰুচিনাথ, ৰুচিনাথ।

(লুকুক টানি লৈ যায়। ৰুচিনাথে খঙেৰে লুকুৰ ফালে চাই থাকে। বাকীবিলাকে তল মুৰ কৰে।)

## দ্বিতীয় অঙ্ক

### প্ৰথম পট

ৰংপুৰ---- জয় সাগৰৰ পাৰঃ এফালে পুখুৰীৰ খাৱৈ আৰু দ'ল দেখা যায়।

সময় -- -আবেলি।

(দুটামান সৈন্যৰ সৈতে জগন্নাথ ঢেকিয়াল ফুকন সোমাই আহে।)

**জগন্নাথ** ঃ আহাঁ আহাঁ, সাবধানে আহা। পুখুৰীৰ সৌ খাৱৈতেই লুকাই থাকো। চন্দ্ৰকান্ত সিংহ সৌৱা দলত সোমাইছে। দলৰ পৰা এইপিনেই যাব হি। কাৰ্য্যসিদ্ধি কৰিবলৈ এয়ে আমাৰ সোণালী সুযোগ।

(সকলোৱে খাৱৈত লুকাযগৈ।)

(চন্দ্ৰকান্ত সিংহ চিন্তামগ্ন হৈ দলৰ পৰা ওলাই আহে।)

**চন্দ্ৰকান্ত** ঃ আচৰিত কথা, সামান্য ৰণ এখনতে লুকু ডেকা ফুকনক বন্দী কৰি বধ কৰিলে। পুৰন্দৰক অবাধে ৰুচিনাথে ৰাজসিংহাসনত বহুৱালে। অসম ৰজাৰ ৰাজবাহিনী এখন সামান্য ৰণতে পৰাভৱ হ'ল। কিয় তেনে হ'ল? ৰুচিনাথৰ বাহিনী কি ইমান প্ৰতাপী? আমাৰ সৈন্য সিহতৰ আগত তিষ্ঠিবই নোৱাৰিলে! কি উপায় কৰা যায়? (ভাবি ভাবি অলপ ইফাল সিফাল কৰি পাৰৰ শিল এটাতে বহে)

সংসাৰৰ সকলো বিপদৰ মাজত থাকিও, এই পুণ্য সৰোবৰৰ পাৰত বহিলে মন-প্ৰাণ শীতল পৰি যায়। আই, মোৰ পিতামহী জয়মতী, তোমাৰ নামত শতকোটী সেৱা। (প্ৰণাম কৰে)

তুমি এদিনা ৰাজ সিংহাসনৰ পৰা অত্যাচাৰী জনক নমাই যোগ্যজন স্বামী গদাপাণিক বহুৱাবলৈ, ইয়াতেই নশ্বৰ দেহ ত্যাগ কৰিছিলা। তিৰোতাৰ প্ৰাণতো ইমান বল আছিল, মই কিন্তু পুৰুষ হৈয়ো ইমান দুৰ্ব্বল!

( এনেতে নিলগৰ পৰা পাৰ্ড এদাল আহি চন্দ্ৰকান্ত সিংহৰ কাণত লাগেহি।)

উস্ উস্ ---- এইডাল কাৰ্ড কৰ ? ( নিজৰ কাণত হাত দিয়ে)

নাই নাই ইয়াতো থকিব নোৱাৰি। চাৰিউফালে শত্ৰু, শত্ৰু নৰাধম, পাষণ্ড, কাৰ আয়ু শেষ হ'ল?

(তৰোৱাল ওলিয়াই বেগেৰে দলৰ ফালে যায়।)

(লাহে লাহে সন্ধ্যা লাগি আহে। সন্ধ্যাৰ লগে লগে জগন্নাথ আৰু গোটাদিয়েক সৈন্য ওলাই আহে।)

**জগন্নাথ** ঃ গ'ল, গ'ল, চন্দ্ৰকান্ত সিংহ সৌৱা তলাতলি ঘৰ পালে গৈ । তথাপি, তথাপি আমাৰ জয়। আজিহে আমাৰ কাৰ্য্য সিদ্ধি হ'ল। ৰাজ কোঁৱৰৰ অঙ্গ - ক্ষত হলে যে ৰাজ- সিংহাসনৰ অযোগ্য, তাক ৰজা প্ৰজা সকলোৱে জানে। কাৰ্ড লাগি চন্দ্ৰকান্ত সিংহ কৰ্ণ-ক্ষত হৈছে। এতিয়া আৰু সন্দেহ নাই, পুৰন্দৰ সিংহই এক মাত্ৰ অসমৰ ৰাজা ধিৰাজ।

(সকলো ওলাই যায়)

### দ্বিতীয় পট

সোৱনশিৰিৰ দাঁতি ---- দূৰৈত মিৰি -চাং দেখা যায় ।

সময় ---- আবেলি।

(নৈৰ পাৰত চক্ৰধৰ বৰগোহাঁই।)

**চক্ৰধৰ** ঃ আহা, কি সুন্দৰ দৃশ্য। সোৱণশিৰিৰ দুই পাৰে সেউজীয়া গছ-গছনিয়ে কি অভিনৱ শোভা তুলি ধৰিছে। তাতে পশ্চিমৰ বেলিটিৰ শেষ ৰঙা ৰেখাটিয়ে ৰূপালী পানীত কেনেকৈ তিৰ-বিৰ্ কৰিছে। আহা, ধন্য এই ঠাই ! এই ঠাইত থকিলে, মানুহে পৰম-পিতাৰ বিমল শান্তি অনুভৱ কৰিব পাৰে। ৰাজ - উদ্যানকো নেওচি কোন বিধাতাই এই নিৰ্জ্জনত এনে মনোৰম স্থান নিৰ্ম্মাণ কৰিলে।

(এনেতে এটা মিৰি গামে হাতত নাৱৰ বঠা এপাট লৈ সোমাই আহে)

**মিৰি গাম** ঃ ( নিজে নিজে) অ' এইটোৱেই আমাৰ বৰুৱাই

কোৱা দৌতা হ'ব পায়। এ নিচেই ল'ৰা মানুহ দেহোন, হয নে নহয ? ডেকা ল'ৰা বুলিছিলি নহয, হ'ব পায়।
(চক্ৰধৰৰ ওচৰ চাপি আঠু লয় ।)

**চক্ৰধৰ** : কোন অ' ? কত চিনিব পৰা নাই দেখোন ?

**মিৰি** : আও, দৌতাইনো মোক চিনিব নোৱাৰিলি নে ? কেলেই মই সৌ সিপাৰৰ মিৰি গাঁওখনৰ গাম নহয জানো ?

**চক্ৰধৰ** : অ' তুমিযে গাম নেকি ?

**মিৰি** : মযেতো আকৌ গাম । মোতকৈ আৰু মিৰিৰ ভিতৰত কোন নো ডাঙৰ আছে অ' ?

**চক্ৰধৰ** : গাম, তো মাক মই বিছাৰিছিলোৱেই । ভালেই হ'ল আহিলা । মোক মিৰি বন্ধুৱাই কৈছে, তুমি বোলে ৰাজকৰ শোধোৱা নাই ?

**মিৰি** : কেলেই নো দিম অ' ? আমি মিৰি হ'লো বুলি আৰু অগিযান হ'ম নে ? তইতে নো কাক সুধি আগৰ ৰজাটো ভাঙি নতুন ৰজা পাতিলি ? আমি হলে মিৰিয়ে নতুন ৰজাটোক ৰজা বোলা নাই । এনেদৰে হলে দোহোন মোকো ভাঙি এটা নতুন গাম পাতিবি । আগৰ ৰজাটোৱে আমাক একো দুখ দিযা নাই । এইটোৱে হেনো মানুহক বৰ শাস্তি কৰে । আমি হলে আগৰটো ৰজাক হে ৰজা বুলিম, নতুন ৰজাটোক হলে কৰ নিদিম ।

**চক্ৰধৰ** : (নিজে নিজে) আচৰিত, উত্তৰ পাৰৰ প্ৰত্যেক মানুহেই সেই একে কথাকে কয । (ফুটাই) বাৰু গাম, তুমি এতিয়া যোৱা । কাইলৈ পুৱা, মিৰি বন্ধুৱাৰ লগত আহিবা । তেতিয়া কথা পাতিম ।

**মিৰি** : বাৰু দৌতা, মই আহিলো । আমাৰ হলে মিৰি মানুহৰ কথা এটাহে, দুটা নহয়, মনত ৰাখিবি ।
(সেৱা জনাই মিৰি গাম ওলাই যায় ।)

**চক্ৰধৰ** : ডালৰ মিৰিয়েও ৰাজকাৰ্য্যৰ ভুল ধৰিছে । কি সাধ্য কৰ তোলা । বুঢ়াগোহায়ে মোক পঠিযাইছিল কৰ তুলি বলৈ , এনে উত্তৰত কি সাধ্যে প্ৰজাক মই শাস্তি দিওঁ । এজন ৰজা থাকোতে আন এজনক ৰজা পতাটো সঁচাকৈয়ে অত্যন্ত গৰ্হিত কাম হৈছে । (ভাবে) নাই, এনে ৰাজকাৰ্য্য হাতত নলওঁ । অবাবতে বুঢ়াগোহাঁইৰ লগত আমিও পাপৰ ভাগী নহওঁ । মোৰ যে অনুমান হয় , প্ৰত্যেক মানুহেই আমাক সন্দেহৰ চকুৰে চাইছে । আমি যেন কাৰোবাক ভাঙি কাৰোবাক পাতিবলৈহে আহিছো ! আমি কম মানুহ নহওঁ, আমি ৰজা ভঙা মানুহ। ছিঃ, প্ৰজাই আমাক এনে কলংকৰে কলুষিত কৰিছে ! ওঁ হো !
(এনেতে নেপথ্যত মিৰি ছোৱালিয়ে বিহু নাম গায় )

অতি চেনেহৰে মৃগাৰে মহুৰা
অতি চেনেহৰে মাকো ।
অতি চেনেহৰে বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো ।।

**চক্ৰধৰ** : অ'ই কি শুনো । জিলিৰ মাতত কোনে সেই গীত গালে ? গীতটিৰ সুৰে সোৱণশিৰি নৈখন যেন উৰুলিকৃত কৰিলে । গছ-গছনিয়ে নিৰৱ হৈ শুনিছে ! ধন্য গায়িকা ? আকৌ ।

(নেপথ্যত) বৈ নো বৈ ধেমালি কৰিম ঐ মইনা
বৈ নো বৈ ধেমালি কৰিম ।
জীয়াই থাকোমানে ধেমালি কৰিম ঐ
মৰিলে কাহানি কৰিম ?
(গীত শেষ হোৱাৰ লগে লগে তুলুঙা নাও এখনৰ পৰা ৰহিলাওলাই পাৰলৈ উঠে ।)

**চক্ৰধৰ** : এয়ে সেই গাযিকা ! ভৰা সুঁতিত অকলৈ নাওৰ টিঙত ।
(ক্ষন্তেক উভযে উভযলৈ চাই অবাক হয় ) কোন তুমি গাভৰু ?

**ৰহিলা** : মই ? মই গামৰ জীযেক ৰহিলা । তুমিনো কৰ মানুহ ?

**চক্ৰধৰ** : গাভৰু , মই নগৰৰ পৰা আহিছো ।

**ৰহিলা** : অ', তুমি দেখে ডাঙৰ মানুহৰ ল'ৰা । ইয়াত অকলৈ হাবিৰ মাজত কি কৰিছাহি ? ইয়াত বৰ ডাঙৰ ডাঙৰ বাঘ আছে । ব'লা আমাৰ চাঙলৈকে যাওঁ । আমি আলহী সুধি বৰ ভাল পাওঁ ।

**চক্ৰধৰ** : গাভৰু, সৌ আমাৰ ডাঙৰ নাও আছে ।

**ৰহিলা** : অ' সেইখন নাও তোমাৰ হবলা । আমাৰ ইয়ালৈ আহিলে আমাৰ যে আলহী হ'ব লাগিব, তুমি সেইটো নেজানা হবলা ? কাইলৈ আমাৰ চাঙলৈ আহিবা দেই । মই নিবলৈ আহিম ।

পানী টুপি দেখি ঐ পিয়াহে গিলে
তোমাক দেখি গিলে দয়া ।
মুঠিৰ কটা তামোল মুঠিতে শুকালে
ন'হলা আপোনাৰ গওৱা ।।
( ৰহিলাই গীত গাই গাই নাও মেলি গুচি যায় ।)

**চক্ৰধৰ** : (ৰহিলা যোৱালৈ চাই থাকি ) এইজনী মিৰিয়নী ছোৱালী নে এপাহি কবিতা । ধন্য প্ৰকৃতি, ধন্য তোমাৰ সৰল স্বভাৱৰ কুমাৰ- কুমাৰী ।
( নাৱৰ ফালে গুচি যায় ।)

## তৃতীয় পট

**ৰংপুৰ — তলাতলি ঘৰ : ওপৰৰ এটা কোঠালি ।**

(উভয় পক্ষে যুদ্ধ কৰি কৰি ওলাই যায়, আৰু অলপ পাছতে চক্ৰধৰক বন্দী কৰি মিঙিমাহা তিলোৱা আৰু মান সৈন্য ঘুৰি আহে)

**মিঃ তিলোৱা :** চা অসমীয়া, মান সেনাপতি মিঙিমাহা তিলোৱাৰ পৰাক্ৰম কি! আজি প্ৰত্যেক অসমীয়াই বুজক, অসমৰ ৰজা চন্দ্ৰকান্ত সিংহ নহয়, পুৰন্দৰ সিংহ নহয়, যোগেশ্বৰ সিংহ নহয়, অসমৰ ৰজা, ৰজা কিয় অসমৰ দেৱতা অসমৰ ভাগ্য - বিধাতা, অসমৰ সকলো, আজি মান, মান, মান, !

**সৈন্যবিলাক :** মান, মান, মান, !

(সকলোৱে মিঙিমাহাৰ লগে লগে চিঞৰি উঠে)

## পঞ্চম অঙ্ক

প্ৰথম পট

যোৰহাট - ৰাজকাৰেং, ৰাজচ'ৰা।

সময় - পুৱা

(মাজতে আসন খালি থকে, কেউফালে মিঙিমাহা তিলোৱা, আৰু মান বিষয়া আদি বৈ থাকে।)

**মিঃ তিলোৱা :** অসমত আজি আমাৰ তাণ্ডৱ নৃত্য। অসম আজি আমাৰ লীলা ভূমি। মানুহে সপোনতো নভবা কথা, অসমত আমি প্ৰাণভৰি উপভোগ কৰিছো। মদ, মঙহ, তিৰী, আজি আমাৰ আন্দৰ সামগ্ৰী। কিন্তু ৰাজনীতি। ভৱিষ্যতে বুৰঞ্জীয়ে যাতে আমাৰ অপবাদ নানে, সেই বাবেই অসমীয়া ৰজা যোগেশ্বৰ সিংহ আজি আমাৰ ৰজা অসমৰ অসমীয়া আজি শেষ। আজি বীৰশূণ্য অসম ভূমি। আৰু দুই অদিনতে অসম আমাৰ অকন্টকা ৰাজ্য হ'ব।

(এনেতে যোগেশ্বৰ সিংহ সোমাই আহি খালি আসনত বহেহি। সকলোৱে সেৱা জনাই।)

**যোগেশ্বৰ সিংহ :** সেনাপতি, এতিয়াও মোৰ বিপক্ষে কোৱা কোনো ডেকা ৰাজ্যত আছে নে?

**মিঃ তিলোৱা :** স্বৰ্গদেউ, অসমত ৰাজদ্ৰোহী প্ৰায় শেষ। যাকে আমি ৰাজদ্ৰোহী বুলি অনুমান কিম্বা বিবেচনা কৰিছো, তাকে আমাৰ মানে ততালিকে হত্যা কৰিছে। স্বৰ্গদেউ, অসমত অত্যাচাৰী বিষয়া বিলাকে দেশত অশান্তি সৃষ্টি কৰিছিল বুলিয়েই অসম ৰজাৰ মঙ্গলৰ অৰ্থে এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰকৈ মান বাহিনীয়ে অত পৰিশ্ৰম কৰি অসমলৈ আহিছে। স্বৰ্গদেউ, আপোনাৰ মঙ্গলৰ অৰ্থেই আজি অসমত আমি ইমান দিন দুখে কষ্টে আছো।

**যোগেশ্বৰ :** সেনাপতি, মোৰ সম্পূৰ্ণ বিশ্বাস, আপুনি যি কৰে সকলো মোৰ মঙ্গলৰ অৰ্থে।

(এনেতে দুটামান মান সৈন্যই জন্মি আৰু ৰহিলাক বন্দি কৰি আনে ।)

**মিঃ তিলোৱা :** কোন ? ডেকাফুকন, তুমি বন্দী হ'লা ? তুমি কি চন্দ্ৰকান্ত সিংহৰ লগত ? এই গাভৰু কোন ?

**জন্মি :** (নিজে নিজে) বন্দীতো হলোৱেই ; সচা কথা কবলৈ গলে নিস্তাৰ নাই । ফাকি দিয়ে চাওঁ বাৰু ! (ফুটাই) সেনাপতি, পিতৃহন্তাৰ জুই এতিয়াও হিয়াত মোৰ জ্বলি আছে, নুমুৱা নাই ! চন্দ্ৰকান্ত সিংহক বন্দী কৰি দিম বুলিয়ে, লোকক দেখুৱাই মানৰ বিপক্ষ হৈ ফুৰিছিলো। মান সৈন্যই মোক বুজিব নোৱাৰি বন্দী কৰিছে । সেনাপতি, এই গাভৰু মোৰ ভনী ।

(মিঃ তিলোৱাই নিজে দুইকো মুক্তি কৰি দিয়ে)

**মিঃ তিলোৱা :** ডেকাফুকন, তোমাৰ এই অৱস্থা দেখি বৰ দুঃখীত হ'লো ।

**জন্মি :** একো কথা নাই । সৈন্যবিলাকে মাথোন নিজৰ কৰ্ত্তব্য পালন কৰিছে ।

**মিঃ তিলোৱা :** ডেকাফুকন । তোমালোকৰ ঘৰ মানৰ অতি আপোন মানুহ। তুমি যদি চন্দ্ৰকান্ত সিংহক বন্দী কৰি আনিব পাৰা, মই সত্যে কৈছো, তোমাক অসমৰ ৰাজমন্ত্ৰী পাতিম। (কাড্যাউঙলৈ) কাড্যাউঙ, ডেকাফুকনক অতিথি সৎকাৰ কৰাগৈ।

(কাড্যাউঙ, ৰহিলা আৰু জন্মি ওলাই যায় ।)

**জন্মি :** (যাওঁতে নিজে নিজে) অধম মান, নুবুজিলি মই কোন ? মই যোগেশ্বৰ নহওঁ । মই খাটি অসমীয়া । অসমীয়াই সকলো ভুল কৰিলেও, জানি-শুনি প্ৰাণ গ'লেও স্বদেশৰ অহিত নিচিন্তে ।

(আন ফালৰ পৰা মান সৈন্যই চক্ৰধৰক লৈ আহে )

**মিঃ তিলোৱা :** কোন । চক্ৰধৰ । তাক প্ৰাণদণ্ড দিয়াগৈ । অ' নহয়, তাৰ বিচাৰ কৰা হওক ! ( যোগেশ্বৰলৈ ) স্বৰ্গদেউ, এই ডেকা বয়সত কম হ'লেও, ভয়ানক উগ্ৰ । ই আমাৰ প্ৰতি কাৰ্য্যত বাধা দি ৰাজদ্ৰোহ আচৰে । ইয়াৰ বিচাৰ হ'ব লাগে ।

**যোগেশ্বৰ :** সেনাপতি, ইয়াক মই চিনিছো । ই অতি দুৰন্ত । ইহঁতৰ নিচিনা চেঙেলীয়া ডেকাবোৰেই মোক বিদ্ৰূপ কৰি ফুৰে। চক্ৰধৰ, এতিয়া এবাৰ চা। অসমৰ ৰাজ সিংহাসনত সেই অৱহেলিত কোঁৱৰ আজি যোগেশ্বৰ সিংহ ।

**চক্ৰধৰ :** (নিৰুত্তৰ)

**যোগেশ্বৰ :** কথা নকৱ! শুন চক্ৰধৰ, মই অসমৰ ৰজা। ৰজাৰ দৰে তোক ক্ষমিব পাৰো, তই যদি মোৰ চৰণ চুই আৰু এনে অপৰাধ নকৰো বুলি স্বীকাৰ কৰ ।

চক্ৰধৰ : যোগেশ্বৰ, জান নে তই আজি ৰাজসিংহাসনত বহি মানৰ পদলেহন কৰি, তোৰ ভৰিত ধৰি, সেৱা কৰি, তোক মই ক্ষমা খুজিব পাৰো, কিন্তু প্ৰাণৰ ভয়ত নহয়-স্বজাতি, স্বদেশৰ মঙ্গলৰ হকে, তই যদি মানৰ দাসত্ব পৰিহাৰ কৰি, স্বদেশ উদ্ধাৰৰ অৰ্থে কাম কৰ ।

যোগেশ্বৰ : চক্ৰধৰ, তোৰ ৰাজনীতি মই বুজো ! তই মোৰ ৰাজসিংহাসনত বহাটো সহিব নোৱাৰি, স্বদেশৰ দোহাই দিছ ! চক্ৰধৰ, তোতকৈ মই ৰাজনীতি বহুতো বুজো। তোৰ অপৰাধ স্বীকাৰ কৰ ।

চক্ৰধৰ : যোগেশ্বৰ, ভুল বুজিলি মোক । মনত ৰাখিবি, বিজেতা মানৰ মানত তই কুকুৰৰো অধম । পৰাধীনতাৰ দেৱভোগ কুকুৰৰ খাদ্যতকৈও অধম । স্বাধীন দেশত সামান্য প্ৰজা হলেও, তাত স্বৰ্গ সুখ ।

যোগেশ্বৰ : মুখ বন্ধ কৰ, চক্ৰধৰ ।

চক্ৰধৰ : নকৰো বন্ধ । সামান্য মানৰ দাসৰ কথাত, মই মুখ বন্ধ কৰিম, কেতিয়াও নহয় ।

যোগেশ্বৰ : তেন্তে, তোক প্ৰাণদণ্ড দিলো । সৈনিক, লৈ যা বন্দীক।

(দুটা সৈনিকে চক্ৰধৰক লৈ যাব খোজে)

চক্ৰধৰ : (উলটি) কুলাঙ্গাৰ দেশদ্ৰোহী যোগেশ্বৰ, এক নৰাধম বদনে নৰপশু মানক অসমৰ বৰঘৰ দেখুৱালে, তই দ্বিতীয় নৰাধমে মানৰ হতুৱাই সোণৰ অসম চাৰ-খাৰ কৰাইছ ।

মিঃ তিলোৱা : চুপ । সৈনিক ।

(সৈনিকে চক্ৰধৰক বলেৰে লৈ যায়)

যোগেশ্বৰ : (খঙেৰে) সেনাপতি, মই বেছ বুজিছো, অসমীয়া ডেকা মাত্ৰেই ৰাজদ্ৰোহী । সিহঁতৰ যাকে য'তে পায় ততালিকে বন্দী কৰক ।

( বেগেৰে ওলাই যায়)

মিঃ তিলোৱা : (যোগেশ্বৰৰ ফালে একে থিৰে চাই থাকি) যোগেশ্বৰ, তুমিওআৰু অলপ দিন মাথোন ! এতিয়াওঁ ইমান অহঙ্কাৰ এই অসমীয়া জাতিটোৰ । "নৰপশু মানেবৰঘৰ দেখিলে।" হাঃ হাঃ হাঃ, অকল বৰঘৰ দেখিয়ে মান সন্তুষ্ট নহয় । অসমীয়া, মানে তহঁতৰ এটা এটাকৈ বুকু ফালি, তেজ চুহি, তহঁতৰ সোণৰ অসম মৰিশালিত পৰিণত কৰি, অসমীয়াৰ চিন পৰ্যন্ত নাইকীয়া কৰি, অসম আৰু বৰ্ম্মা বুয়োকো এক কৰি এখন বিশাল মান-ৰাজ্য প্ৰতিষ্ঠা কৰিম; আৰু সেই বিশাল মান- ৰাজ্যৰ ৰজা হ'ব বৰ্ম্মাৰাজ বডোফা আৰু সেনাপতি এই মিঙিমাহা তিলোৱা বজু ।(ওলাই যায় ।)

# দ্বিতীয় পট

যোৰহাট নগৰৰ দাঁতিৰ হাবি ।

সময়— শেহ ৰাতি (কৃষ্ণপক্ষ)

(জম্মি, চক্ৰধৰ আৰু ৰহিলা সোমাই আহে )

চক্ৰধৰ : ডেকাফুকন, মই কেতিয়াও এনেদৰে পলাই নাহিলোহেতেন, কেৱল আপুনি যে ক'লে, মোৰ নিমিত্তে এগৰাকী তিৰোতাই আত্মহত্যা কৰিব বুলি । কওঁক এতিয়া মোৰ কৰ্ত্তব্য কি ?

জম্মি : আমাৰ এতিয়া প্ৰধান কৰ্ত্তব্য, স্বৰ্গদেউৰ যোগ হৈ, দেশ উদ্ধাৰ কৰা । কিন্তু প্ৰথমতে এই গাভৰুক সন্তুষ্ট কৰা । এই গাভৰুৱে তোমাৰ নিমিত্তে সিদিনা ব্ৰহ্মপুত্ৰত জাপ দি আত্মহত্যা কৰিব খোজোতেই মই তোমাক দিম বুলি এওঁক উদ্ধাৰ কৰি আনিলো

চক্ৰধৰ : ( ৰহিলালৈ) ধন্যমিৰিৰ ভালপোৱা মই যে তোমালোকলৈ পাহৰিলোয়েই । কিন্তু তোমালোকে মোক পাহৰা নাই । ৰহিলা এতিয়া মোক দেখিলা নহয় তুমি চাওলৈ যোৱাগৈ।

ৰহিলা : বুজিছা গোহাঁইদেও আমি মিৰি মানুহ বৰ পোনপটি । তোমালোকৰ ডাঙৰ মানুহৰ নিচিনা আমি হৰক-তৰক নহওঁ। আমি এবাৰ যাক ভাল পাওঁ, তাক আৰু কেতিয়াও নেপাহৰো। তোমাক এতিয়া.... .

চক্ৰধৰ : ৰহিলা, তুমি যে মোক ভাল পোৱা সেইটো মই বুজিছো। কিন্তু, আমাৰ যে কাম বহুত, বহুত ঠাই ঘুৰিব লগে। এতিয়া দেখিছানে, দেশত ৰণ লাগিছে। মই এতিয়াৰণলৈ যাওঁ। তুমি এতিয়া চাওলৈ যোৱাগৈ। ৰণৰ পাচত মই চাওলৈ যাম।

ৰহিলা : তুমিহে ৰণ কৰিব পাৰা, মই নোৱাৰোনে কি ? ময়ো ধেনু-কাড় ধৰিব জানো। মই তোমাৰ লগতে থাকিম, ময়ো ৰণ কৰিম। তুমি নহলে মই এখন্তেকো থকিব নোৱাৰো।

জম্মি : গাভৰু , গোহাঁইদেও তোমালোকৰ চাওলৈ যাওঁ বুলিছে নহয়। বাৰু এতিয়াই আমি তোমাক থৈ আহিমগৈ। ব'লা!

চক্ৰধৰ : ৰহিলা ব'লা বাৰু তোমালোকৰ চাওলৈ যাওঁ।

ৰহিলা : গোহাঁইদেও, তুমি হ'লে আমাৰ চাওত থাকিব লাগিব। নহলে আকৌ তোমাৰ লগতে মই গুচি আহিম।

(জম্মি, চক্ৰধৰ আৰু ৰহিলা ওলাই যায়। আনফালৰ পৰা দুটা মান সেনা সোমাই আহে।)

১ম মান : উস্ ভাল সাৰিলে পাই , ভাল চকুতে ধূলি দি আহিল।

**২য় মান** ঃ পাছে এতিয়ানো সেনাপতিৰ আগত কি কবাঁগৈ?

**১ম মান** ঃ আৰু জানো নিবিচাৰ ?

**২য় মান** ঃ আৰু নো কিমান বিচাৰিবি অ'? বিচাৰিবি জানিবা, এই ঘোপ মৰা এন্ধাৰত হাবিত ক'ত পাবি? হেৰ',আমাৰ গাত নো কি দোষ, সেই মানুহটো ডেকাফুকন নে কি, সি বোলে আমাৰ সেনাপতিৰ মিতিৰ। সিয়ে আকৌ চাচোন, আমাক মদ খুৱাই বন্দীটো লৈ পলাল!

**১ম মান** ঃ সেই বুলি তোৰ কাণখন, মোৰ নাকটো নেজাবনে?

**২ য় মান** ঃ আমাৰ গাত দোষ নাই, দোষ হৈছে যদি সেই ডেকাফুকনৰ। নাক -কাঁণ গলে তাৰহে যাব! ব'ল এই ডেকাফুকনটোক বিচাৰো।

(দুয়ো ওলাই যায়)

## তৃতীয় পট

নগাওঁ ফুলগুৰি - এখন বহ গাঁৱৰ মাজ

সময় - কৃষ্ণপক্ষৰ আউসী ৰাতি।

(মাজতে একুৰা বৰ জুই । কেউফালে কিছুমান মৰা মানুহৰ হাত -ভৰি আদি কিছুমান পৰি থাকে। কিছুমান সৈন্যই বিকট আনন্দৰ কিৰিলি মাৰি নাচি নাচি গান কৰি মানুহৰ হাত- ভৰি জুইলৈ দলিয়াই।)

গীত

**মান সৈন্য ঃ**

ধৰি আন কাটি আন দেহি জুইত দলিয়াই।
নথ'বি নথ'বি সচঁ, হেৰ, পতিযন নাই।।
নাইনে দেখা ককাল ভগা
ফেৰ পাতে অসমীয়া
দেখা পালেই ধৰিআন, দে-হি জুইত দলিয়াই।।
দপ্ দপ্ কৈ পোহৰাই,
উঠক জুই তেজ খাই
তেজৰ হোম পাতিছো চক শিয়াল ফেৰুৱাই।।
(গীতৰ লগে লগেই কাড্যাউণ্ড আহে)

**মিঃ কাড্যাউণ্ড ঃ** কি চমৎকাৰ ! পাচঁ -শ অসমীয়াক আজি এই ভীষণ অগ্নিত আহুতি দিয়া হ'ল। সৈন্যসকল ! সৈন্য- সকল এবাৰ জযধ্বনি দিয়া, আজি অসমৰ শেষ ধ্বংস বুলি জয়ধ্বনি দিয়া।

**সকলোৱে ঃ** জয় বৰ্ম্মা ৰজাৰ জয় ! জয় মিঙিমাহা তিলোৱাৰ জয় ।। মাজুলি ধ্বংস কৰি আজি তিনিওটা মানবাহিনী ইয়াত ফুলগুৰিত সন্মিলিত হৈছেহি। আৰু বাকী আছে গুৱাহাটী আৰু বিজিনি। এইবাৰ গুৱাহাটী আৰু বিজনি ধ্বংস কৰি, লেটাই ধুবুনীৰ ঘাটলৈ সকলো শেষ কৰি, মান সেনাপতি মিঙিমাহা তিলোৱাৰ মনোবাঞ্ছা পূৰ্ণ কৰিম।

( এনেতে মান সৈন্যবিলাকে কিৰিলি মাৰি জয়ধ্বনি দিয়ে।)

জয় বৰ্মা ৰজাৰ জয়। জয় মিঙিমাহা তিলোৱাৰ জয়।।

( মিঃ তিলোৱা সোমাই আহে।)

**মিঃ তিলোৱা ঃ** কাড্যাউণ্ড, কাড্যাউণ্ড, এইমাত্ৰ সংবাদ পালো, চন্দ্ৰকান্ত সিংহ গুৱাহাটীত নাই। ভীৰু অসমীযা ৰজা চন্দ্ৰকান্ত সিংহই আমাৰ আগমনৰ কথা শুনি, অসমৰ সীমান্ত দেশ, ইংৰাজ ৰাজ্যত সোমাইছে গৈ। মই ইযাৰ পৰাই ওলটো। তুমি সৈন্য- সামন্ত লৈ গুৱাহাটী বিজনি ধ্বংস কৰি সীমান্ত দেশলৈ যাবা। আৰু ইংৰাজক কবা, আমাৰ পলৰিযা ৰজা চন্দ্ৰকান্ত সিংহক বন্দী কৰি দিবলৈ, নতু ইংৰাজ ৰাজ্যও আক্ৰমণ কৰিম।

**কাড্যাউণ্ড ঃ** সেনাপতি।

**মিঃ তিলোৱা ঃ** কাড্যাউণ্ড, মোৰ আদেশ যেন অন্যথা নহয। মোৰ ইচ্ছা,আজিৰ পৰাধীন অসমক আৰু স্বাধীন হবলৈ কেতিযাও নিদিওঁ। অসমীযা পুৰুষৰ বীৰত্ব, তিৰোতাৰ সতীত্ব আৰু সিহঁতৰ ধন - ঐশ্বয্য, একেবাৰে ধ্বংস কৰি, অসমত মানৰ ৰাজত্ব বিস্তাৰ কৰিম। অসমীযাই বুজক, আমি বিজযী মান অসম ধ্বংস কৰোঁতা, শাসন কৰোঁতা।

(ওলাই যায)

( সকলোৱে কিৰিলি মাৰি জযধ্বনি দিয়ে)

## চতুৰ্থ পট

সোৱণশিৰি নৈৰ কাণৰ মিৰি-চাং

সময় - আবেলি।

(জন্মি সোমাই আহে)

**জন্মি** ঃ সংসাৰৰ মায়া বুজা টান। যাক এদিন বিষম শত্ৰু ভাবিছিলো, সি আজি মোৰ পৰম বান্ধৱ ! কিন্তু যাৰ বাবে আজি মোৰ জীৱনৰ অঙ্কই উলটিল, তেওঁ আজি ক'ত? মোলৈ নো তেওঁৰ এতিযা মনত পৰে নে? কোনে জানে কোমলাঙ্গী তিৰোতাৰ কোমল ভাব বতাহত আকৌ কেনি উৰি গ'ল! কিন্তু এবাৰ যদি তেওঁক মই জনাব পাৰিলোহেতেন যে, তেওঁৰ বাবে আজি মোৰ জীৱনৰ গতিয়েই সলনি হ'ল, তেন্তে মই নিজকেই শত-ধন্য মানি অন্তিম সুখ-নিদ্ৰা লভিব পাৰিলোহেতেন! লীলা, লীলা, মোৰ প্ৰাণৰ লীলা, তুমি যেতিয়া বুজিবা, তোমাৰ মধুৰ হাঁহিটিতে ভোল গৈ, মোৰ মহা শত্ৰুৰ লগতো বন্ধুত্ব কৰিলো - তুমি

তেতিয়া তোমাৰ সেই কোমল বাহু দুটিৰে মোক সাবতি বান্ধি লবা নে? তেন্তে মই কিহৰ নিমিত্তে।

(চক্ৰধৰৰ আহে)

**চক্ৰধৰ** : ডেকাফুকন, ডেকাফুকন।

**জন্মি** : গোহাঁইদেউ !

**চক্ৰধৰ** : ডেকাফুকন, স্বৰ্গদেউক জানো লগ ধৰিব পাৰিব?

**জন্মি** : সংবাদ যদি সচা হয়, মই নিশ্চয় স্বৰ্গদেউক গুৱাহাটীতে লগ ধৰিম। গুৱাহাটীৰ পৰা আমি দুয়ো মানৰ লগত ৰণ দি দি, এই ফালে উজাই আহিম। তুমি যি পাৰা, দাঁতি- কাষৰীয়া সৈন্য লৈ আমাক লগ ধৰিবাগৈ। মই আৰু পলম নকৰো। নাও সাজু হৈ আছে, এতিয়াই ৰাওণা হ'ম। গোহাঁইদেউ।

( উভয়ে উভয়ক আলিঙ্গন কৰে আৰু জন্মি ওলাই যায।)

**চক্ৰধৰঃ** (জন্মি যোৱাৰ লৈ চাই থাকি) নহয়, ময়ো যাওঁ, যি পাৰো সৈন্য সামন্ত লৈ, স্বৰ্গদেউক সহায় কৰোগৈ। স্বৰ্গদেৱে এইবাৰ অসীম সাহসেৰে উজাই আহিছে, এইবাৰ যদি মানক খেদাব পৰা নহয়, তেন্তে অসমৰ ভবিষ্যত ঘোৰ অন্ধকাৰময়। যাওঁ, যাওঁ।

(এনেতে ৰহিলা বেগেৰে সোমাই আহে)

**ৰহিলা** : ক'লৈ নো যাওঁ, যাওঁ, কৰিছা, হো? আকৌ পলাব খুজিছা নে কি? ওঁ - হোঁ, এইবাৰ মই পলাবলৈ নিদিওঁ।

**চক্ৰধৰ** : (নিজে নিজে) হাবিয়লীয়া মিৰিয়নী ছোৱালীৰ অন্তৰত কি আছে, মই বুজিব পৰা নাই। কেতিয়াবা ভাবো, মোক চেঙেলীয়া ডেকা দেখিয়ে, এই ছোৱালীজনী আপোন পাহৰা হৈছে। ক'তা? বিয়া কৰাৰ কথাটো তাই নকয়, কেৱল, "ভাল পাওঁ, ভাল পাওঁ।" ই নো কি ভাল পোৱা, ময়ে বুজিব পৰা নাই।

**ৰহিলা** : গোহাঁইদেও, গোহাঁইদেও।

**চক্ৰধৰ** : ৰহিলা।

**ৰহিলা** : বেয়া পালা নেকি? পলোৱাৰ কথা নকও বাৰু। তুমি মোক এৰি নেযাবা দেই।

**চক্ৰধৰ** : ৰহিলা মই নকৈছো. দেশত ৰণ লাগিছে, মই ৰণ কৰিবলৈ যাব লাগে।

**ৰহিলা** : ময়ো নকৈছো, ময়ো ৰণ কৰিবলৈ যাম। মোক এৰি থৈ নেযাবা দেই। আহোঁ এতিয়া, আজি গাভৰু - চাণ্ডত বিহু মাৰিব নহয়?

**চক্ৰধৰ** : ( নিজে নিজে) মই যে বুজিব পৰা নাই — এই সামান্য ছোৱালীজনীয়ে মোক কিহেৰে বান্ধিছে? সমুখত বিশাল কৰ্ত্তব্যই মোক মাতিব লাগিছে, তথাপি এই হাবিয়লীয়া ছোৱালীটিক এৰি যাব পৰা নাই। নাই, নহয়, যাবই লাগিব। দেশৰ এনে হাঁহাঁকাৰ অবস্থাত মই গাভৰু লৈ খেলিবৰ সময় নহয়। ( ৰহিলালৈ ) ৰহিলা!

**ৰহিলা** : গোহাঁইদেও!

**চক্ৰধৰ** : তুমি মাতিছা, ক'লৈ?

**ৰহিলা** : ( হাঁহি হাঁহি ) ক'লৈ? আমাৰ গাভৰু চাণ্ডলৈ। তাত আজি বিহু মাৰিব, মই নাচিম নহয়? তুমি ভালকৈ চাই কেনে দেখা, মোক কবা দেই। আহাঁ।

(চক্ৰধৰক হাতত ধৰি লৈ যায়)

## পঞ্চম পট

* নগাওঁ - কলঙৰ মুখ

চন্দ্ৰকান্ত সিংহৰ সৈন্যৰ ছাউনি

এফালে বৰ নৈ, আনফালে পৰ্ব্বতৰ শাৰী

সময়- আবেলি।

( চন্দ্ৰকান্ত সিংহ আৰু জন্মি সোমাই আহে)

**জন্মি** : স্বৰ্গদেউৰ অসীম সাহস আৰু পৰাক্ৰম নবখানি নোৱাৰো। অসংখ্য দুৰ্দ্দান্ত মানক যে, এই সামান্য সৈন্য লৈ গুৱাল পাৰাৰ পৰা খেদি আনিছে, ই কম সৌভাগ্যৰ কথা নহয়। মই যিমান দূৰ বুজিব পাৰিছো, এইবাৰ আমাৰ জয় নিশ্চিত।

**চন্দ্ৰকান্ত** : যোৱা ফুকন সকলোকো সাজু হৈ থাকিবলৈ কোৱা! আমাৰ কাম এই আৰম্ভ হে। বহুত বাকী, বহুত বাকী।

(জন্মি ওলাই আহে)

(ভাবি ভাবি) স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমি মোৰ আই অসম, মোৰ অতি মৰমৰ পুত্ৰ স্বৰূপ অসমীয়া প্ৰজাবৃন্দ আৰু প্ৰবল- প্ৰতাপী ইন্দ্ৰবংশী আহোমৰ ছ-শবছৰীয়া পূৰ্ব্বপুৰুষ সকলৰ গৌৰৱৰ ৰাজসিংহাসন, আজি বিদেশী মানৰ হাতত চূৰ্ণ বিচূৰ্ণ। মই, মই, অসমৰ ৰজা চন্দ্ৰকান্ত সিংহই প্ৰাণৰ ভয়ত হাবিয়ে - পৰ্ব্বতে দেশে বিদেশে পলাই ফুৰিছো। কি অপমানৰ কথা! জগতত আজি মোতকৈ কোনোবা কাপুৰুষ আছে নে? ৰজা হৈ দেশৰ স্বাধীনতা গৌৰৱ আৰু ৰাজসিংহাসন ৰাখিবলৈ অসমৰ্থ! নহয়, নহয়, এইবাৰ আৰু নপলাম! সন্মুখত সৌ বিশাল ব্ৰহ্মপুত্ৰ, আকাশত সূৰ্য্যদেৱ আৰু অসমৰ দশদিকপালক সাক্ষী কৰি প্ৰতিজ্ঞা কৰিলো, হয় মোৰ জন্মভূমিক বিদেশীৰ হাতৰ পৰা উদ্ধাৰ কৰিম, নতু চিৰদিনলৈ অসমীয়াৰ কাপুৰুষ, আহোমৰ কলঙ্ক, ৰজাৰ অযোগ্য মই চন্দ্ৰকান্ত সিংহই অসমৰ ধূলি- মাটিত লীন হৈ যাম।

(এনেতে চৈয়ৎ সিঙে দুটা অসমীয়াক বন্দী কৰি

সোমাই আহে )

চৈয়ৎ : ( সেৱা কৰি ) বন্দেগি মহাৰাজ !

চন্দ্ৰকান্ত : চুবাদাৰ — কি সংবাদ ?

চৈয়ৎ : মহাৰাজ, এই দুটা অসমীয়া মানুহ । ইহঁতে মানৰ দৰে ওভোটা খোপা বান্ধি মুখেৰে ইং-বাং দোৱান দি, অসমীয়াৰ গাওঁ লুটপাত কৰি নিৰীহ মানুহৰ ওপৰত অতি কদৰ্য্য অত্যাচাৰ কৰিছে । ইহঁতৰ এতিয়া উচিত বিচাৰ হ'ব লাগে ।

চন্দ্ৰকান্ত : কি ? ইহঁত অসমীয়া মানুহ ? বিদেশী মানৰ ভাও জুৰি নিজৰমানুহৰ ওপৰত অত্যাচাৰ কৰিছে ! সচাঁ নে ? উত্তৰ দে !

১ ম মানুহ : ( সেৱা কৰি ) স্বৰ্গদেউ ঈশ্বৰ, কাটক বা মাৰক, মিছা নেমাতো । দেশ অৰাজক হোৱাত, পেটৰ পোৰণিত খাবলৈ নেপাই, মানৰ ভেশ ধৰি ফুৰা সঁচা । আমি দোষী, আমাক কাটক ।

চন্দ্ৰকান্ত : (হুমনিয়া পেলাই ) হো · — ঈশ্বৰৰ ইচ্ছা ! অসমীয়া জাতিটো ইমান তললৈ নামিল, সামান্য পেটৰ বাবে, দয়া, মায়া, স্নেহ সকলো বিসৰ্জ্জন দি অসমীয়াই অসমীয়াক কাটি-মাৰি লুট-পাত কৰিছে । বুজিছো, অসমীযা জাতিটো একেবাৰেই জাত এৰি বিজতৰীয়া হ'ল । চৈয়ৎ সিং, এইবাবে ইহঁত দায়ী নহয় । মই হে, মই হে দায়ী । মই অসমৰ ৰজা হৈ, প্ৰজাসকলক শান্তিৰে ৰাখিব নোৱাৰি, নৰ-পিশাচ মানৰ হাতত হেদাণ্ডি মেলিছো । হায়, আজি অসমীযাৰ কি দুৰ্ভাগ্য ! (মানুহ দুটালৈ ) তহতৰ কু-কাৰ্য্যৰ যি দণ্ড, সেই দণ্ড ঈশ্বৰৰ ওচৰত মই লম ! তহঁত এতিয়া নিৰ্দ্দোষী, তহঁত যাব পাৰ !

(ততালিকে মানুহ দুটাই দীঘল দি সেৱা কৰে )

১ম মানুহ : স্বৰ্গদেউ ঈশ্বৰ, আমি বহু অপৰাধত দোষী । দণ্ড দিয়ক, কাটক, মাৰক !

২য় মানুহ: স্বৰ্গদেউ ঈশ্বৰ, আমি স্বৰ্গদেউৰ দাসৰো দাস প্ৰজা । আমাক ক্ষমা কৰিলে যেতিয়া, কৃপা কৰি আমাক স্বৰ্গদেউৰ ফৌজত সোমাবলৈ আদেশ দিয়ক ! আমি এবাৰ মানৰ লগত যুজি, আমাৰ পাপৰ পৰাচিত হওঁ ।

চন্দ্ৰকান্ত : উত্তম ! সেয়ে হওক ! এতিয়া যাহঁত !

(মানুহ দুটা ওলাই যায় )

চৈয়ৎ সিং, ভোটানত ৰুচিনাথ আৰু পুৰন্দৰেও সৈন্য সংগ্ৰহৰ সংবাদ পঠাইছে । তেওঁবিলাকেও অলপতে আমাৰ লগত যোগ দিবহি । আমি এতিয়া দ্বিগুণ উৎসাহে আগবাঢ়িব লাগে । আহাঁ ।

চৈয়ৎ সিং : মহাৰাজৰ যো হুকুম ! (দুয়ো ওলাই যায় )

(আনফালৰ পৰা ৰণৰ সাজে সজ্জিত, কঁকালত তৰোৱালত বান্ধি, লীলাৱতী লাহে লাহে সোমাই আহে)

লীলা : ক'তা ? কোনোৱেই নাই দেখোন ! ভাবিছিলো, এইপিনে আহিলে স্বৰ্গদেউৰ লগত ডেকাফুকনক দেখা পাম ! মিছা হ'ল । ৰণ আয়োজনত সকলোৱেই ইমান ব্যস্ত, কোনেও কাৰো খবৰ ল'বলৈ সময় নাই ! সৈন্য ছাউনিত আলেঙে আলেঙে ইমান ফুৰিলো, তথাপি এটিবাৰো দেখা নেপালো ।

( পাছ ফালৰ পৰা ৰণৰ সাজ পিন্ধা দেৱযানী ওলাযহি)

দেৱ : বাইদেও, বাইদেও, মোক এৰি থৈ কেলেই আহিছিলা ? তোমাক বিচাৰি-বিচাৰি, মই সৌ পৰ্ব্বতটো উঠিছিলোগৈ ।

লীলা : আইদেউ, বেয়া নেপাবা দেই ! কিবা কথা এটা মনত পৰিছিল, তাকে ভাবি ভাবি সৌ শিলটোতে বহি আছিলো ।

দেৱ : কি কথা, হয়নে বাইদেউ ?

লীলা : তুমি সৰু ছোৱালী, কি বুজিবা ? ব'লা এতিযা তৰোৱাল খেলোঁগৈ, আইদেউ !

দেৱ : পাশা খেলতকৈ তৰোৱাল খেলিলে মনটো বৰ ভাল লাগে, বাইদেউ ! তোমাৰো লাগেনে ?

লীলা : মোৰো লাগে আইদেউ ! নেলাগিবই বা কিয় ? ই হৈছে ৰণচণ্ডীৰ খেল ।

( লাহে লাহে দুয়ো ওলাই যায় ।)

## ষষ্ঠ পট

**কলঙৰ মুখ -- নৈৰ ঘাট ।**

**সময় — পুৱা ।**

(ঘাটত কেইবাখনো সজ্জিত নাও থাকে । হাতত অসমৰ নিছান লৈ চন্দ্ৰকান্ত সিংহৰ সৈতে, সৈন্য-সামন্তই গীত গাই গাই নাৱত উঠিবলৈ আহে ।)

সৈন্যগণ : গীত

পৱৰ্বত ভৈয়াম মিলি অসম
জান অসমীয়া তোৰ ।
বিদেশী শত্ৰুৰ গৰাহত আজি
সাজু হ ডেকাবোৰ ।।
তই পাহৰিলি পেলাচো' ভেদ,
তই কৰিছ কিহৰ খেদ,
ধৰ্ম্ম জাতিৰ ভেদা-ভেদ এৰ
দুৰ্জ্জয় অসম তোৰ ।।
তই অসমৰ বিজয় পুত,

তই স্বাধীন অসমৰ দূত,
অসমৰ বাবে . পৰাণ এৰিবি
ৰাখিবি গৌৰৱ তোৰ ।।
তই ওলাচো সাজি বীৰ,
তই কাটিবি শত্ৰুৰ শিৰ,
অসমা অসম সুষমা অসম
স্বাধীন অসম তোৰ ।।

**চন্দ্ৰকান্ত** :মোৰ মৰমৰ সৈন্যসকল ! আমি এতিয়া কৰ্ত্তব্যৰ দুৱাৰদলিত। এবাৰ তোমালোকে মনত পেলোৱা তোমালোকে কি আছিলা, তোমালোকৰ দেশ কি আছিল ! আজি তোমালোকৰ তিৰোতাৰ ওপৰত পাশৱিক অত্যাচাৰ কৰি, সুজলা সুফলা শস্য- শ্যামলা প্ৰকৃতিৰ কাম্যভুমি সোণৰ অসমক বিদেশী অত্যাচাৰী মানে মৰিশালিত পৰিণত কৰিছে । ইমানতো তোমালোকে হাত সাৱটি নীৰৱে বহি থাকিবানে ? সৈন্যসকল, তোমালোকৰ অস্ত্ৰৰ আগত আজি অসমৰ জয়লক্ষ্মী ! মোক ৰাজসিংহাসন দিবলৈ বুলি, তোমালোকক মই আহবান কৰা নাই ; তোমালোকক মই আহবান কৰিছো, তোমালোকৰ চিৰ স্বাধীনতা দস্যু মানৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ। তোমালোকৰ পুৰ্ব্বপুৰুষ সকলৰ কত তেজেৰে এই সোণৰ অসমক গঢ়ি তুলিছিল, সেই স্বৰ্গতো অধিক জনম -ভুমিক কি তোমালোকৰ দিনত, তোমালোকে ধ্বংস হবলৈ দিবা ? সৈন্যসকল, আজি স্বাধীন আৰু পৰাধীনৰ কথা। কোৱা তোমালোকে পৰাধীন হৈ কুকুৰৰো অধম জীৱন যাপন কৰিবানে? নাই স্বাধীন হৈ স্বৰ্গ - সুখ ভোগ কৰি জয় - জয় ময় - ময় হ'বা?

**সকলোৰে** : স্বাধীন ! স্বাধীন ! স্বাধীন।

**চন্দ্ৰকান্ত** : তেন্তে আহাঁ। এই ব্ৰহ্মপুত্ৰৰ বুকুত থিয় হৈ, সূৰ্য্যদেৱতাক সাক্ষী কৰি, পূৰ্ব্বপুৰুষ সকলক স্মৰণ কৰি,প্ৰতিজ্ঞা কৰা, স্বাধীনতা হন্তে শেষ বিন্দু শোণিত থকালৈকে তৰোৱাল ধৰিম।

**সকলোৰে** : জয় চন্দ্ৰকান্ত সিংহৰ জয়। জয় অসমৰ জয়।।

গীত

গিৰিপ গিৰিপ খোজতে কঁপা
অসম মাতৃৰ বুকুৰ ব্যথা
মুক্ত তৰোৱাল হাতত লৈ,
অসমৰ আমি তেজাল ডেকা
বিদেশী শত্ৰুৰ বুকুৰ তেজ,
কলিজা ফালি কৰিম শেষ
মাতৃৰ শিৰত পিন্ধাম মুকুট
আই অসমক কৰো সেৱা।।

* * *
* * * * *

(গীত গাই গাই সকলোৱে নাৱত উঠিবলৈ যায়)

# সপ্তম পট

ম'হগড - ৰণক্ষেত্ৰ।
সময় - কৃষ্ণ পক্ষৰ অষ্টমীৰ ৰাতি

(চাৰিউফালে বৰটোপ আৰু হিলৈৰ শব্দ হয়। এফালে "জয় বৰ্ম্মা ৰজা" আৰু আনফালে "জয় অসমৰ জয়" বুলি ঘনে ঘনে জয়ধ্বনি হয়।)

(মিঙিমাহা তিলোৱা আৰু কাড্যাউঙ সোমাই আহে।)

**মিঃ তিলোৱা** : কাড্যাউঙ, কাড্যাউঙ, আজি পিতমৰা অসমীয়াৰ বলবীৰ্য্য দেখি অবাক মানিছো। চন্দ্ৰকান্ত সিংহই নিজে সৈন্য চালনা কৰিছে। সাৱধানে ৰণ কৰিবা ৰত্নগৰ্ভা অসম আজি আমাৰ দেশ, আমি হে ইয়াক ভোগ কৰিম, অসমীয়াই নহয়। আজিৰ ৰাতিটো কোনো মতে ৰক্ষা কৰিব পাৰিলেই, কাইলৈ আমাৰ নতুন সৈন্যৰে সেনাপতি বন্দুলা পাইছি। যোৱা, যোৱা, প্ৰাণটাকি ৰণ কৰা। বন্দুলা আহি নোপোৱালৈকে আমাৰ ব্যূহ ৰক্ষা কৰিব লাগিব।

(দুয়ো দুফালে ওলাই যায়)
(চন্দ্ৰকান্ত সিংহ সোমাই আহে)

**চন্দ্ৰকান্ত** : দেখিছো, যুদ্ধৰ গতি অতি সুন্দৰ ! আমাৰ আজি জয় নিশ্চিত। হে দেৱতা, আমাক আজি নিস্তাৰ কৰা, নিস্তাৰ কৰা!

(ওলাই যায়)

(কাড্যাউঙে কিছুমান অসমীয়া সৈন্যৰে ৰণ কৰি কৰি যায়। বাহিৰত ঘনে ঘনেবৰটোপৰ শব্দ আৰু জয়ধ্বনি হয়)

(মিঙিমাহা তিলোৱা সোমাই আহে)

**মিঃ তিলোৱা** : মান সৈন্য বহুতো পৰিল। ঘনে ঘনে কেৱল অসমীয়াৰ জয়ধ্বনি। আচৰিত, পিতমৰা অসমীয়াৰ ইমানতো দেহত প্ৰাণ আছে ! মই কেতিয়াও ভবা নাছিলো, অসমীয়া সৈন্য ইমান নিপুন বুলি । উপযুক্ত চালক নাছিলবুলিয়ে ইহঁত ইমান দিন চিটিকি ফুৰিছিল। আজি যে প্ৰত্যেকটো অসমীয়াই একোকুৰা প্ৰচণ্ড দাবানল। যাওঁ, মান সৈন্য এটা থকালৈকে যুজিম, তথাপি - তথাপি, আমাৰ এনে দেৱ - ভোগ এৰি থৈ ড উলটি নেযাওঁ। (বেগেৰে ওলাই যায়)

(নেপথ্যত - "জয় স্বৰ্গদেউৰ জয়" ধ্বনি হয়)
(চন্দ্ৰকান্ত সিংহ সোমাই আহে)

**চন্দ্ৰকান্ত ঃ** জ্বলি উঠ, জ্বলি উঠ, অসমীয়াৰ প্ৰাণৰ জুই আৰু জ্বলি উঠ ।বিদেশী শত্ৰু ধ্বংস কৰি, অসমৰ চিৰ স্বাধীনতা উজ্বল হ, উজ্বল হ,।

(ওলাই যায়)

(আনফালৰ পৰা কাড্যাউঙ আহে)

**কাড্যাউঙ ঃ** হতাশ, হতাশ ! নোৱাৰিলো - আৰু নোৱাৰিম । এই বাৰ মান সৈন্য সমূলে ঘাটিল।

(নেপথ্যত - "জয় স্বৰ্গদেউৰ জয়" ধ্বনি হয)

সেইযা, সেইযা - আকৌ অসমীয়াৰ জযধ্বনি ।যাওঁ, যাওঁ, শেষ চেষ্টা কৰি চাওঁ ।( বেগেৰে ওলাই যায়)

(নেপথ্যত বৰটোপ আৰু হিলৈৰ শব্দহয়। কিছুমান মান সৈন্যক অসমীয়া আৰু শিখ সৈন্যই খেদি নিযে। চন্দ্ৰকান্ত আৰু চৈযৎ সিং ওলাই আহে)

**চন্দ্ৰকান্ত ঃ** চুবাদাৰ, ধন্য তোমাৰ বীৰত্ব। ধন্য তোমাৰ শিখ জাতিৰ অসীম বীৰত্ব ।তোমালোকৰ সহাযতেই আজি মোৰ জয লাভ। চুবাদাৰ, তোমাৰ ঋণ মই জনমে জনমে সুজিব নোৱাৰো।

**চৈয়ৎ সিং ঃ** মহাৰাজৰ মেহেৰবানি । মহাৰাজ, আমি মাথোন আমাৰ কৰ্ত্তব্য বুজো। মহাৰাজৰ নিমখ খাইছো যেতিয়া, আমি কেতিযাও নিমখ - হাৰামি নকৰো। আহক মহাৰাজ, আমাৰ খাৰ - বাৰুদ চাই লৈ মানক আমি খেদিয়াওঁ।

(উভযে ওলাই যায)

( এনেতে কিছুমান অসমীয়া সৈন্য আৰু শিখ সৈন্যই ৰণোন্মত্ত হৈ নাচি নাচি ওলাই যায )

(আন ফালৰ পৰা মিঙিমাহা তিলোৱা আৰু কাড্যাউঙ বেগেৰে সোমাই আহে )

**মিঃ তিলোৱাঃ** ক্যাডাউঙ, কাড্যাউঙ, সোণালী সুযোগ ।চন্দ্ৰকান্ত সিংহৰ খাৰ-বাৰুদ অন্ত পৰিল !এই মুহূৰ্ত্ততে সিহঁতক আক্ৰমণ কৰা ।আক্ৰমণ কৰা ।

(উভযে বেগেৰে ওলাই যায )

**পট পৰিবৰ্তন**

চন্দ্ৰকান্ত সিংহৰ ছাউনি ।

(হাতত খোলা তৰোৱাল লৈ দেৱযানী আৰু লীলা থিয হৈ থাকে, দুৰৈত মান সৈন্যৰ জযধবনি হয়।)

**দেৱযানী ঃ** বাইদেউ, বাইদেউ, এই অলপৰ আগতে আমাৰ সৈন্যৰ জযধবনিত গগন বিদৰিছিল , আকৌ হঠাতে দেখোন মান সৈন্যৰ জয়ধবনি উঠে ?

**লীলা ঃ** আইদেউ, যুদ্ধ বুলিলে এনেকুৱাযে । শেহত যিয়ে জয লাভ কৰে সেযে বিজযী !

**দেৱ ঃ** বাইদেউ, মোৰ মনটোৱে বৰ উৎপাত কৰিছে। কিয ? ব'লা-আমিও ৰণলৈ যাওঁ ।

(এনেতে চন্দ্ৰকান্ত সিংহ আৰু চৈয়ৎ সিং সোমাই আহে )

**চন্দ্ৰকান্ত ঃ** আইদেউ, আইদেউ, বিধি আমাৰ প্ৰতি বাম ।হঠাৎ আমাৰ খাৰ-বাৰুদ অন্ত পৰিল ! মানে আমাক ঘেৰি লৈছে ।আহা, আহা, আমি তুৰন্তে ইযাৰপৰা আতৰো।

(তেওঁলোক ওলাই যাওতেই হঠাৎ মিঃ তিলোৱা, কাড্যাউঙ আৰু কিছুমান সৈন্যই আগভেটি ধৰেহি )

**মিঃ তিলোৱা ঃ** হাঃ হাঃ হাঃ ।চন্দ্ৰকান্ত, কলৈ সাৰিবা ।ভাবিছিলা ৰণজযী হ'লো বুলি । ভুল, ভুল, সম্পূৰ্ণ ভুল । তোমাৰ আগত সাক্ষাৎ কৃতান্ত আহি উপস্থিত ।

(দেৱযানী আৰু লীলালৈ চাই) বাঃ কি সুন্দৰ । কাড্যাউঙ, এই গাভৰুহঁতক বন্দী কৰা ।(সৈন্যবিলাকে দেৱযানী আৰু লীলাক ধৰিব খোজে, সকলোৱে তাৰোৱাল দাঙে, চৈযৎ সিঙে আগবাঢি আহোঁতেই মিঃ তিলোৱাই শেল মাৰি বধ কৰে। এনেতে হাতত তৰোৱাল লৈ জন্মি সোমাই আহে )

**জন্মি ঃ** কি, কি, নৰাধম দুৰাচাৰ মান ! গাভৰুৰ ওপৰত অত্যাচাৰ। নিজক ৰক্ষা কৰ ।(উভযে ক্ষন্তেক যুদ্ধ কৰে আৰু তৰোৱাল লাগি জন্মি মুচ্ছিত হৈ পৰে )

**মিঃ তিলোৱা ঃ** চন্দ্ৰকান্ত ।এতিযা--এতিযা তোমাক কোনে ৰক্ষা কৰে?

**চন্দ্ৰকান্ত ঃ** নৰাধম মিঙিমাহা তিলোৱা ।

(যুদ্ধলৈ উদ্যত হয )

**মিঃতিলোৱা ঃ** চন্দ্ৰকান্ত, দুৰ্জ্জয় মানৰ লগত প্ৰতিদ্বন্দিতা কি ভয়ানক, এতিযা কাৰ সাধ্য তোমাক আমাৰ হাতৰ পৰা মুক্ত কৰে। সৈন্যগণ বন্দী কৰ।

(মান সৈন্যবিলাকে তত্তালিকে বন্দী কৰিবলৈ আগবাঢে, হঠাৎ আনফালৰ পৰা অসংখ্য সৈন্যৰে চক্ৰধৰ সোমাই আহে )

**চক্ৰধৰ ঃ** কি কলি, নৰাধম, নৰপিশাচ মান। কাৰ সাধ্য আমাৰ ৰজাক বন্দী কৰে? নেজাননে, নৰাধম, এটা মাত্ৰ অসমীয়াৰ দেহত প্ৰাণ থকালৈকে অসম কেতিযাও--কেতিযাও পৰাধীন নহয।

(উভয় পক্ষৰে যুদ্ধ আৰু মিঃ তিলোৱা আদি মান সৈন্যৰ পলায়ন )

**চক্ৰধৰ ঃ** (জন্মিলৈ ) ইকি ডেকাফুকন ! ডেকাফুকন, ডেকাফুকন। (জন্মিৰ গাত ধৰি )

**জন্মি ঃ** (উঠি) উঃ -- কোন ? গোহাঁইদেউ ।

**চক্ৰধৰ ঃ** কি ডেকাফুকন, বৰ আঘাত লাগিল নে কি ?

**জন্মি ঃ** নহয গোহাঁইদেউ, আঘাত সামান্য ।হঠাৎ অচেতন হৈছিলো ।

**চক্ৰধৰ ঃ** স্বৰ্গদেউ, চাৰিউ ফালে শত্ৰু! আহক শীঘে আমি এই

স্থান পৰিত্যাগ কৰো। সৈন্যগণ, চাৰিউফালে সতর্ক দৃষ্টি ৰাখা! (সৈন্যবিলাকে চাৰিউফালে প্ৰহৰাত নিযুক্ত হয়)

চন্দ্ৰকান্তঃ (হঠাৎ টোপনিৰ পৰা উঠাৰ দৰে) তুমি, তুমি চক্ৰধৰ! তুমি সেই বৰগোহাঁই ফৈদৰ ডেকা চক্ৰধৰ। তুমি এই বিপদত পৰম বন্ধু হ'লা। মোৰ আজি কি আছে, কিহেৰে তোমাক আদৰ কৰো! চক্ৰধৰ! এদিন তাহানি তোমাক দেখি ভাবিছিলো, মোৰ এই কন্যাটি উপযুক্ত হলে তোমাৰ হাতত সমৰ্পণ কৰিম। কিন্তু এই শত সহস্ৰ বিপদৰ মাজত মোৰ সেই মনোবাঞ্ছাপূৰ্ণ নহব! চক্ৰধৰ, আজি ৰাজোচিত ভাৱে ৰাজকন্যাক দান দিবলৈ মোৰ সামৰ্থ্য নাই। (দেৱযানীৰ হাতত ধৰি) মোৰ এই একমাত্ৰ সমল মোৰ কন্যা দেৱযানীক মোৰ এই জীৱন-মৰণৰ সন্ধিস্থলত, তোমাক আজিয়েই সমৰ্পণ কৰিলো।

(এই বুলি চক্ৰধৰৰ হাতৰ লগত মিলাই দিয়ে)

(তাৰ পাচত জন্মিৰ ফালে ঘুৰি কয়)

ডেকাফুকন, মোৰ বহুদিনৰ মনৰ আশা মনতে মাৰ গ'ল। যুদ্ধৰ শেষ ফল কি মই এতিয়াও বুজিব পৰা নাই। কিন্তু আমাৰ অৱস্থা আজি অতি শোচনীয়। উদ্ধাৰ হ'ব ন'হব কোনে জানে? মই ৰাজৰাজেশ্বৰ চন্দ্ৰকান্ত সিংহ আজি গৃহহীন বাটৰ মগনীয়া। এই ম'হগড়ৰ ৰণ-ক্ষেত্ৰতে মোৰ আজি সকলো শেষ হ'ল। যাওক, নেভাবো। ডেকাফুকন, লোৱা, এই গৃহহীন ৰজাৰ শেষ দান মোৰ চেনেহৰ কন্যাতুল্যা লীলাৱতীক, তোমাক সাদৰে অৰ্পণ কৰিলো। (এই বুলি দুইৰো হাত মিলাই দিয়ে) তোমালোকৰ দৰে বীৰৰ পক্ষে যুদ্ধ-ক্ষেত্ৰয়ে উপযুক্ত বিবাহ স্থল। হায়, মই নিজে ভাগ্যহীন! তোমালোকক কি (চক্ৰধৰ আৰু দেৱযানী, লীলা আৰু জন্মিয়ে চন্দ্ৰকান্তক সেৱা কৰে) আশীৰ্ব্বাদ কৰো, ধ্বংসৰ পৰা যেন আই মোৰ অসমক উদ্ধাৰ কৰা।

(চন্দ্ৰকান্ত সিংহ ওলাই যায়)

(আনফালৰ পৰা ৰহিলাই আহি চক্ৰধৰৰ হাতত ধৰি কয়)

**ৰহিলা :** গোহাঁইদেও, যুদ্ধত জিকিলা আৰু; আহাঁ এতিয়া যাওঁ। আজি আমাৰ মিৰি গাঁৱে ডাঙৰকৈ বিহু মাৰিব নহয়!

**জন্মি :** গোহাঁইদেও আৰু এতিয়া তোমাৰ নহয়। গোহাঁইদেও এতিয়া এওঁ দেৱযানী আইদেউৰহে।

**ৰহিলা :** ওঁ, মই নিদিলে মোৰ গোহাঁইদেউক কোনে নিব পাৰে? ওঁ, এইজনী ক'ৰ গাভৰু অ', মোৰ গোহাঁইদেউক নিয়া জনী চাওঁ!

**জন্মি :** গাভৰু, ৰজাৰ জীয়েকক তেনেকৈ ক'ব নেপায়, তেওঁবিলাক দুয়োকো যে এতিয়া স্বৰ্গদেৱে বিয়া দিলে!

**ৰহিলা :** কি? এতিয়াই বিয়া দিলে?

**জন্মি** : এতিয়াই বিয়া দিলে ।

**ৰহিলা** : হয় নে গোহাঁইদেউ?

**চক্ৰধৰ** : হয়।

**ৰহিলা** : তেন্তে—তেন্তে—(হুক-হুক কৰে কান্দি চক্ৰধৰৰ ভৰিত পৰি সেৱা কৰি। দেৱযানীয়ে ৰহিলাক তুলি ধৰে, থিয় হৈ ৰহিলাই হাঁহিবলৈ ধৰে আৰু নিজৰ ডিঙিত থকা ফুলৰ মালা এধাৰ চক্ৰধৰক আৰু এধাৰ দেৱযানীক পিন্ধাই কয়।) আইদেউ, আজিৰ পৰা মোৰ গোহাঁইদেউক তোমাক দিলো। চাবা, যেন মোৰ গোহাঁইদেৱে মনত দুখ নেপায়! গোহাঁইদেউ, মোৰ কাম স্বৰ্গদেৱে কৰিলে। মই বুজিছিলো, গাভৰু এজনী নিদিলে, তুমি সদায় অনাই-বনাই ফুৰিবা! আজিৰ পৰা তুমি আইদেউক মৰম কৰিবা দেই।

(উৰুলি এজোলোকা দি নাম গাই গাই ওলাই যায়)

**গীত**

চৰাই খাবৰে ধানে মোৰ চেনাই ঐ
উৰ্ফাৰি পৰিবৰ কণ,
অতি চেনেহৰে আমাৰ বিহু তলিত
গজিলে দুবৰি বন ।।

(বাকীবিলাক আনফালে লাহে লাহে ওলাই যায়)

---

## অষ্টম পট

**যোৰহাট -- মানৰ ছাউনি।**

**সময় — দু পৰীয়া।**

(যোগেশ্বৰ সিংহ, মিঙিমাহা বন্দুলা, মিঙিমাহা তিলোৱা, কাড়াউণ্ড মান আৰু অসমীয়া বিষয়া আদি কথা পাতি বহি থাকে।)

**বন্দুলা** : তিলোৱা, তোমালোক যদিও ম'হ গড়ৰ ৰণত জিকিলা, কিন্তু, চন্দ্ৰকান্ত সিংহক বন্দী কৰি আনিব নোৱাৰিলা? চন্দ্ৰকান্ত সিংহক যেনে-তেনে বন্দী কৰিব লাগে।

**মিঃ তিলোৱা :** সেনাপতি, মই সংবাদ পাইছো, চন্দ্ৰকান্ত সিংহ নিজেই এতিয়া আহিব। আহিলেই তাৰ ব্যৱস্থা কৰা হ'ব।

**বন্দুলা** : যদি নাহে?

**মিঃ তিলোৱা :** নিশ্চয় আহিব। আমি যি বুদ্ধি কৰি, বৰ্ম্মা ৰজাৰ আদেশত তেওঁক ৰাজ্য পুনৰ শোধাই দিম বুলি

লিখিছো, তেওঁ কেতিয়াও নহাকৈ নেথাকে।

**যোগেশ্বৰ :** ময়ো বুজিছো, চন্দ্ৰকান্ত সিংহ নিশ্চয় আহিব। সেনাপতি! মোৰ বৰ সৌভাগ্য--আপোনালোক আজি মোৰ সহায়।

(এনেতে চন্দ্ৰকান্ত সিংহ আৰু মান কটকী সোমাই আহে)

**চন্দ্ৰকান্ত :** (নিজে নিজে) ম'হগড়ৰ ৰণতে আমাৰ শক্তি অস্তপৰিল; মানৰ বিৰুদ্ধে যুজিবৰ আৰু সাধ্য নাই। আজি জানি - শুনি শত্ৰুৰ মাজলৈ আহিছো। হয় অসমক আজি পুনৰ উদ্ধাৰ কৰিম, নতু নিজে আজি বন্দী হ'ম!

(সকলোকে এবাৰ চাই লৈ)

সেনাপতি ময়েই অসমৰ ৰজা চন্দ্ৰকান্ত সিংহ। মোক নিমন্ত্ৰণ কৰি আনি সন্মান নকৰা কিয়?

**মিঃ তিলোৱা :** চন্দ্ৰকান্ত, কোনে কয় তোমাক অসমৰ ৰজা? তুমি আমাৰ পলৰীয়া বন্দী। কাড্যাউণ্ড বন্দী কৰা। (কাড্যাউণ্ডে ততালিকে বন্দী কৰে আৰু দুটা সৈনিক চন্দ্ৰকান্তৰ দুই কাষে থিয় হয়)

**চন্দ্ৰকান্ত :** কি? কি - বিশ্বাসঘাটক নৰাধমহঁত। তহঁতৰ বন্দুলা, বন্দুলা ক'ত?

**বন্দুলা :** চন্দ্ৰকান্ত, ময়েই আজি অসমৰ শাসন কৰ্ত্তা মিঙিমাহা বন্দুলা। মই বাৰ্ম্মা ৰজাৰ আদেশত তোমাক বন্দী কৰিলো। কাড্যাউণ্ড, লৈ যোৱা বন্দীক।

**চন্দ্ৰকান্ত :** কি ?

(চন্দ্ৰকান্ত সিংহক ততালিকে বন্দী কৰি লৈ যায়।)

**বন্দুলা :** সৈনিক যোগেশ্বৰক বন্দী কৰ! আজিৰ পৰা অসমৰ শাসনকৰ্ত্তা মই - মিঙিমাহা বন্দুলা।

(ততালিকে দুই সৈনিকে যোগেশ্বৰক বন্দী কৰে)

**যোগেশ্বৰ :** (চক খাই) কি সেনাপতি! কি অপৰাধত? মই কেতিয়াও তোমালোকৰ অন্যায় কৰা নাই। উপকাৰহে কৰিছো। ক্ষমাকৰা মোক!

**বন্দুলা :** মুখ বন্ধ কৰ, যোগেশ্বৰ। আজিৰ পৰা এই অসম অসমীয়াৰ নহয়, মানৰ, মানৰ - মানৰ!

(এফালে সৈনিকে যোগেশ্বৰক লৈ যায়, আনফালে মিঃ বন্দুলা আদি সকলো ওলাই য়ায)

## নবম পট

**যোৰহাট - বন্দীশাল**

**সময় - মাজৰাতি**

**বন্দী - চন্দকান্তসিংহ**

**চন্দ্ৰকান্ত সিংহ :** মই, মই কোন? ময়েই নে প্ৰবল- প্ৰতাপী ইন্দ্ৰবংশী অসমৰ ৰজা চন্দ্ৰকান্ত সিংহ। মোকেই নে এদিন লক্ষ লক্ষ প্ৰজাই সেৱা কৰিছিল! মোৰেই আদেশত লক্ষ লক্ষ প্ৰজাই প্ৰাণ দিছিল নে? নহয়, নহয় - নহয় মই চন্দ্ৰকান্ত সিংহ! মই কোনোবা, কোনোবা! মই অসমীয়া নহওঁ, নহওঁ!

(ভাৱে) ক'ত হায় মণি- মৰকতৰ ৰাজসিংহাসন, ক'ত আজি বন্দীশাল! আজি স্বৰ্গ কি, নৰক কি, মই ভালকৈয়ে বুজিছো। আৰু বুজিছো, স্বধীনতা কি ধন পৰাধীনতা কি পাপ! উস্ -বিধি, তুমি ইমান কৰিব পাৰা। মানুহক ইমান তলত পেলাবহি পাৰা। তোমাৰ অনন্ত লীলা কাৰ সাধ্য বুজে? নেভাবো - মোৰ দেশ, মোৰ ৰাজ্য, মোৰ সিংহাসন - নেভাবো। মোৰ ভাবিবৰ অধিকাৰ নাই। মই বন্দী, মই বন্দীশালত - মই মৰিম, মোৰ মৃত্যুয়েই শ্ৰেয়ঃ? কিন্তু মই মৰিলেও, মোৰ পাপৰ পৰাচিত হ'ব নে? উস - স্বাধীন অসম পৰাধীন হ'ল। মই - ৰজা হৈ, মোৰ অসম ৰাখিব নোৱাৰিলো! বজ্ৰ! বজ্ৰ! মোক ধ্বংস কৰা, মই মোৰ আই অসমৰ পৰাধীন অবস্থা চাব নোৱাৰো। (নীৰব) মই এতিয়া বুজিছো,ভলকৈয়ে বুজিছো, আমাৰ কিহৰ দোষত আমাৰ কত শত তপস্যাৰ স্বাধীন অসমক চিৰদিনলৈ হেৰুৱালো! কেৱল, কেৱল অসমীয়াৰ পৰশ্ৰীকাতৰতা আৰু আত্মকন্দল। এতিয়াও - কোন ক'ত আছা অসমীয়া। শুনা, এবাৰ কাণপাতি শুনা, তোমালোকৰ পৰশ্ৰীকাতৰতা আৰু আত্মকন্দল বিসৰ্জ্জন দিয়া! অসমীয়াই অসমীয়াক বিশ্বাস কৰা, আদৰ কৰা, আকোঁৱালি ধৰা। হতভাগ্য অসমীয়া, তোমালোকৰ দেশ যদি এতিয়াও ৰাখিব খোজা, লুপ্ত স্বাধীনতা যদি উদ্ধাৰ কৰিব খোজা, তেন্তে - তেন্তে তোমালোক আকৌ মানুহ হোৱা— মানুহ হোৱা, মানুহ হোৱা! মই- -মই মানুহৰো অযোগ্য চন্দ্ৰকান্ত সিংহই অপৰাগ - অপৰাগ। (মুৰ্চ্ছিত হৈ পৰি যায়।)

# যবনিকা

# নীলাম্বৰ

প্ৰসন্নলাল চৌধুৰী

প্ৰথম প্ৰকাশ ঃ ১৯৩৩ চন

# দ্বিতীয় সংস্কৰণৰ পাতনি

সময়ে সময়ে নানা ফালৰ পৰা নীলাম্বৰ নাটৰ বাবে তাগিদা পাই, ১৯ বছৰৰ পিচত আকৌ দ্বিতীয় সংস্কৰণৰ বাবে মন মেলিলোঁ। প্ৰথম বাৰ ছপাৰ পিচত কোনো কোনা সদাশয় বন্ধুৱে অনুগ্ৰহ কৰি কেইটিমান ইঙ্গিত দিছিল আৰু এই সুযোগতে সেইদৰে সাল-সলনি কৰি দিয়া হৈছে। তেখেতসকলৰ ভিতৰত নাম মনত আছে তেজপুৰৰ স্বৰ্গীয় গগন চন্দ্ৰ ভূঞা, ডাক্তৰ শ্ৰীযুত ললিতমোহন চৌধুৰী আৰু গোৱালপাৰাৰ শ্ৰীযুত মণিকান্ত দাস ডাঙৰীয়া।

তেতিয়াৰ "তিন দিনীযা অসমীয়া"ৰ ১৭ নৱেম্বৰ, ১৯৩৩ খৃঃ সংখ্যাত লিখা সমালোচনাৰ শলাগ লৈ ক'ব খোজোঁ (যদিও কবলৈ গ'লে এটা যুগ পাৰ হৈ গ'ল), যে হাস্যৰসটো মোৰ গাত বৰ বেচিকৈ নাই যেনেই পাওঁ। তথাপি মাজে সময়ে মন পাতলাব পৰা কথা নাইবা দৃশ্য দুই এটি দিবৰ চেষ্টা কৰিছো, অভিনযৰ সময়ত সেইবোৰ চকুত পৰিব বুলি আশা কৰো।

সেই সমালোচনাৰ কেইটিমান আখৰ জোঁটনিক ভুল নুবুলি অপ্ৰচলিত বুলি কোৱা দেখি আশ্বস্ত হৈছো। অসমীয়া শব্দৰ তেনেকুৱা ৰূপ ব্ৰহ্মপুত্ৰ উপত্যকাৰ অন্ততঃ তিনিখন জিলাত প্ৰচলিত আছে। নাটৰ ঘটনা প্ৰাচীন কামৰূপৰ এমুৰীযা ঠাইত হোৱা গতিকে, কেইটিমান শব্দ এমুৰীযা ঠাইত চলা বিধৰ চাই দিয়া হৈছিল। লগতে এনে ভাব এটিও মনত [illegible]াছিল যে অসমীযা ভাষাৰ লিখাত সকলো অঞ্চলৰ শব্দ, বৰ্ণবিন্যাস আৰু প্ৰযোগৰ প্ৰতিধ্বনি থাকিলে ভাষাৰ সাৰ্বজনীনতা বাঢিব। একে শব্দৰ একাধিক গঢ যেনে 'নেলাগে' বা 'নালাগে', 'তাৰাসকল' বা তেৰাসকল', ছাপা' বা ' ছেপা' বা 'ছপা', 'কনীযা' বা 'কইনা' আদি অসমীয়াত অপ্ৰচলিত নহয়। সেই আৰ্হিৰে 'উল্টা' বা 'ওলোটা', 'চখু' বা 'চকু', 'শিখিলা' বা 'শিকিলা' ব্যৱহাৰ কৰাত আপত্তি হ'ব নালাগে দেখোন। ওলোটা বা উল্টা একে শব্দ। মাত্ৰ স্থান ভেদে উচ্চাৰণ বেলেগ হয। চক্ষু বা চকযু একে শব্দৰে ভিন্ন উচ্চাৰণ। তাৰে পৰাই কোনো কোনো ফালে 'কৰ' উচ্চাৰণেৰে চকু হৈছে, 'খ'ৰ উচ্চাৰণেৰে 'চখু' হৈছে। 'শিকিলা' বা 'শিখিলা'ৰ ক্ষেত্ৰতো সেযে। হিন্দী 'আউৰ' বা 'আৱৰ' শব্দই অসমীযাত 'আৰু' বা 'আৰ' গঢ লৈছে। পুথিতো 'আৰো' শব্দ এই দুটা শব্দৰে এটা গঢ হিচাবে ব্যৱহৃত হৈ আছে। 'তোকেই চ'লা' বাক্যত 'তালৈকে'ৰ 'লৈ' উচ্চাৰিত হোৱা নাই। যেনে ক'বাত কৰবাতক'তবাত, মুখখনি মু'খনি ইত্যাদি। চ'লা শব্দটো চত ধাতুৰপৰা অহা, অসমীয়া পুথিত আৰু কথ্য ভাষাত ব্যৱহাৰ হৈ আছে। অপ্ৰচলিত বুলি ইযাক এলাগী কৰাৰ একো যুক্তি নেদেখো। অপ্ৰিয় হ'লেও কোৱা উচিত যে অসমৰ দুই এখন জিলাৰ শব্দ বা বৰ্ণবিন্যাসৰ লগত অলপ অমিল হ'লেই কিছুমান অসমীয়া সাহিত্যিকে ভয় খাই সেইবোৰ শব্দক গ্ৰহণ নকৰিব নোখোজে, অথচ তেওঁলোকৰ নিজৰ ফলীযাসকলে ব্যৱহাৰ কৰা নগৰীয়া খিচিৰি শব্দ আৰু আঁতি-গুৰি বিচাৰি নোপোৱা স্থানীয শব্দবিলাককো সামৰি লয। ইযাৰ ফলতে আজি 'আই'ৰ ঠাই লব লাগিছে অনা অসমীযা 'মা' শব্দই 'শুৱাগৰ ঠাই লৈছে সোহাগ' শব্দই, বৰ্ত-বা জীয়াৰ ঠাই লৈছে 'বাচা' শব্দই 'জাপি লোৱা'ৰ ঠাই লৈছে 'চপাই লোৱাই' 'আৰু'ৰ ঠাই ল'ব লাগিছে 'ও' শব্দই, ইংৰাজী demand শব্দৰ অনুৰূপ 'খাওচ' শব্দৰ ঠাই লৈছে 'চাহিদা' শব্দই জীৱ-জন্তুৰ'ঠাই লৈছে 'জন্তু-জানোৱাৰ' শব্দই। বিচাৰিলে এনেকুৱা ব্যৱহাৰ আৰু ওলাব। দেখি দেখি এনে লাগিছে, অসমীয়া লিখাৰু বহুতে সন্তাতে পোৱা বঙলা লিখাৰ গঢ গতি বা অনুপ্ৰেৰণা লৈযেই যেন কাপ হাতত লয। দেশখনৰ পুৰণি লিখা, ব্যাকৰণ, অভিধান , জতুৱা ঠাচ, কোৱা কথাৰ গঢ আদিলৈ চকু দিবলৈ যেন আহৰিকে নেপায়, কি জানিবা প্ৰগতিযে তেওঁলোকক পাহৰি বেগাই গুচিযেই যায। অসমীযা ভাষাই যদি অসমীযা সাজ-পাৰ ল'ই বাহিৰলৈ ওলাব লাজ কৰে তেন্তে ভিতৰৰ অসমীয়া প্ৰাণপুৰুষটিযেও সোনকালে বিদায় লবৰ কাল চাপি আহিছে বুলিব লাগিব।

যি হওক, আশা কৰোঁ এই চিনেমাৰ যুগত নাট্যামোদীসকলে নাটখনিক মৰমৰ চকুৰে চাব।

২৩।১০।৫২

বিনীত

বৰপেটা **শ্ৰীপ্ৰসন্নলাল চৌধুৰী**

### তৃতীয় সংস্কৰণৰ পাতনি

কলেজীয়া পাঠ্যপুথি লহিচাবে গুৱাহাটী বিশ্ববিদ্যালায নোনীত কৰাত লনীলাম্বৰ নাটখন পাঠ্যপুথিৰূপে ছপা নকৰা হ'ল। বিষয়-বস্তুৰ একো পৰিৱৰ্তন নকৰাকৈ সৰু-সুৰা খুঁত-নাতিবোৰ মাৰি ইযাক পুনমুদ্ৰণ কৰা হ'ল। ইতি-

২৫।৭।৬৮

বিনীত

**বৰপেটা** লিখক

### সপ্তম সংস্কৰণৰ বিষয়ে

প্ৰসন্নলাল চৌধুৰী বিৰচীত লনাটখনি ১৯৭২ চনত ৬ষ্ঠ-সংস্কৰণ প্ৰকাশিত হৈছিল। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ে এই নাট খনি স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্য পুথি ৰূপে মনোনীত কৰাত ছাত্ৰ-ছাত্ৰীৰ সুবিধাৰ বাবে ৭ম সস্কৰণ প্ৰকাশ কৰিবলৈ আমি আগবাঢিলোঁ। **বনলতা** প্ৰকাশনে পুথিখনি ছপাবলৈ গাত লোৱাত তেওঁলোকলৈ ধন্যবাদ জনালোঁ।

ইতি-

২৭।৮।০২ **বিজনলাল চৌধুৰী**

## ভূমিকা

নাটক লিখাৰ এই প্ৰচেষ্টাৰ বিষয়ে ক'ব খুজিলেই, প্ৰথমে তেজপুৰৰ বাণ ষ্টেজৰ কথা ওলায়। প্ৰায় ১৯২১ খৃঃত উক্ত থিয়েটাৰ ঘৰত বিজুলী বন্তিৰ ব্যৱস্থা হয় আৰু দৃশ্যাৱলীত তাৰে সহায় ল'ব পৰাকৈ এখন নাটক লিখিবলৈ চিত্ৰকৰ বন্ধু শ্ৰীযুত পিয়াৰী মোহন চৌধুৰীয়ে মোক উৎসাহিত কৰে। ফলত তেজপুৰতে, নীলাম্বৰ নাটকৰ পৰিকল্পনা হৈ উঠে। এই কামত শ্ৰীযুত যতীন্দ্ৰ মোহন চৌধুৰীৰপৰা অযাচিতে বৰ সহায় পাওঁ। তাৰ পাচত কলিকতালৈ গৈ এক মাহ মানৰ ভিতৰত নাটকখন সম্পূৰ্ণকৈ লিখি উলিয়াওঁ। এই কাৰ্যত মোৰ উদ্দেশ্য আছিল, মাত্ৰ অসমীয়া ষ্টেজত অভাৱ পূৰ্ণ কৰা। সাহিত্যৰস সৃষ্টি নাইবা মৌলিকতা আদিৰফালে চকু দিবৰ সময় নাছিল বুলিলেও হয়। আজি প্ৰায় বাৰ বছৰ হ'ল, সেই উদ্দেশ্যৰপৰা ওপৰলৈ উঠিবৰ সময় নাই হোৱা যেনেই লাগে। সেইবাবে ইচ্ছা সত্বেই হওঁক, বা অনিচ্ছা সত্বেই হওঁক। সেই সময়ত বৰকৈ প্ৰচলিত অন্য ভাষাৰ নাটক এখনত আৰু ছেক্সপীয়েৰৰ ওথোলোৰ প্ৰভাৱ এৰুৱাব নোৱাৰিলো তাৰ বাবে দোষ দিলেও উপায় নাই।

যি হ'ক বাণ ষ্টেজে পূজাত দুবাৰকৈ অভিনয় কৰি এই নতুন লিখকক যি সহানুভূতি আৰু উৎসাহ দিছে তাক পাহৰিব নোৱাৰোঁ। বিখ্যাত অভিনেতা * শ্ৰীযুত কামিনীকান্ত দাস, শ্ৰীযুত ললিতমোহন চৌধুৰী, * শ্ৰীযুত জগন্নাথ গোস্বামী, শ্ৰীযুত পৰশুৰাম বৰুৱা আদিয়ে যথাক্ৰমে নন্দ, নীলাম্বৰ, চন্দ্ৰা আৰু ললিতাৰ ভূমিকাত যি কৃতিত্ব দেখুৱাইছিল, সি আজিও মোৰ চকুৰ আগত স্বপ্ন যেন হৈ ভাহি উঠে।

তাৰ পাচত ১৯২৪ খৃঃত আৰ্ল ল কলেজৰ ছাত্ৰাৱস্থাত থাকোঁতে সহপাঠী বন্ধুসকলৰ উদ্যোগত গুৱাহাটীত আৰু এবাৰ এই নাটকৰ অভিনয় হয় আৰু সেই সত্ৰে লক্ষীমপুৰৰ জমিদাৰ * শ্ৰীযুত নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু গুৱাহাটীৰ শ্ৰীযুত লক্ষ্মীনাথ দাস এম-এছ-ছি ডাঙৰীয়াৰ লগত মোৰ পৰিচয় হয়। চৌধুৰী ডাঙৰীয়াৰ উৎসাহে আৰু দাস ডাঙৰীয়াৰ * বৰ্তমান স্বৰ্গগত।

## চৰিত্ৰবিলাক

### পুৰুষ

| | |
|---|---|
| নীলাম্বৰ - | কমতাপুৰৰ ৰজা। (বয়স কম, সুশ্ৰী আৰু সুন্দৰ) |
| শচীপাত্ৰ - | কমতাপুৰৰ প্ৰধান মন্ত্ৰী। (বুঢ়া বয়স, ব্ৰাহ্মণ) |
| মনোহৰ - | কমতাপুৰৰ সেনাপতি। (শচীপাত্ৰৰ পুতেক, ৰূপৱন্ত, ডেকা, নীলাম্বৰৰ সমান বয়সীয়া) |
| নন্দ | কমতাপুৰৰ অন্যতম সেনাপতি। (ছদ্মবেশী পাল বংশৰ কুমাৰ, কূট প্ৰকৃতি, বয়স নীলাম্বৰৰ সমান) |
| সাধুচৰণ | কমাতপুৰৰ ৰাজ বিষয়া। (বয়স আদহীয়া) |
| চন্দ্ৰকুমাৰ | সন্ন্যাসীবেশী নন্দৰ সাহায্যকাৰী। |
| কালীচৰণ - | নন্দৰ অনুচৰ, ভীষণ প্ৰকৃতি। |
| হোছেন চাহ | গৌৰৰ বাদচাহ। (জাতিত পাঠান, দীঘল নাক, দীঘল চকু উজ্জ্বল বৰণ, ভোগ-পুষ্ট শৰীৰ, পৰিণত বয়স) |
| ফৰিদ খাঁ - | গৌৰৰ সেনাপতি। (ডেকা বয়স) |

ৰজাসকল, বিষয়াসকল, ৰাজদূতসকল, ব্ৰহ্মণবিলাক, ভৱানী মন্দিৰৰ পূজাৰী, ছত্ৰ-চামাৰধাৰীবিলাক, ৰাজকবি, নেপালৰ কটকী, মণিপুৰৰ কটকী, ব্ৰাহ্মণকুমাৰসকল, কমতাৰ সৈন্যসকল, গৌৰৰ সৈন্যসকল, কমতাৰ নগৰীয়াবিলাক, দূত, প্ৰহৰী আদি।

### স্ত্ৰী

| | |
|---|---|
| সুনীতি - | নীলাম্বৰৰ মাক বয়সস্থা। |
| চন্দ্ৰাৱলী - | নীলাম্বৰৰ ৰাণী। ধীৰ প্ৰকৃতি, সুন্দৰী। |
| ললিতা - | সাধুচৰণৰ জীয়েক, ৰাণীৰ সখীয়েক, চঞ্চল প্ৰকৃতি। |
| ৰাজিয়া - | গৌৰৰ বেগম। সুন্দৰী, আদৰুৱা, ভাবপ্ৰৱণ স্বভাৱ। |

নৰ্তকীবিলাক, পুৰনাৰীবিলাক, কুমাৰীবিলাক, ৰাণীৰ সখীসকল।

## ভূমিকা

সূক্ষ্ম সমালোচনাই নীলাম্বৰৰ বহুত ভিতৰুৱা আসোঁৱাহ ৰদূৰ কৰি আজি প্ৰকাশ কৰিবলৈ মোক সাহ দিছে। এই পুথিখনিৰ যদি কিবা মূল্য হৈছে, তেন্তে উপৰোক্ত বন্ধুসকলৰ পৰাই আৰু যদিহে হোৱা নাই, মোৰ অক্ষমতাই তাৰ বাবে দায়ী। তেওঁলোক সকলোটিৰে উদ্দেশ্য এই দীন লিখকে কৃতজ্ঞতা নিবেদন কৰিছে। এই প্ৰসঙ্গতে স্বীকাৰ কৰোঁ, ছপা নআদি কাৰ্যত শ্ৰীযুত সোণাপতি দেৱ শৰ্মা বি,এল, ডাঙৰীয়া আৰু ধন-কড়ি সম্পৰ্কে শ্ৰীযুত ধনশ্যাম দাস, বি,এ ডাঙৰীযাৰ সহায নাপালে এই নাটক আৰু নযে কিমান দিন বাকচৰ তলতে পচি থাকিল হয় নতাক নেদেখাজনেহে জানে। ছপাঁৰ লআকৰেৰে শলাগ লৈ এই ধাৰ সুজিবলৈ চেষ্টা কৰা বিফল যত্ন মাত্ৰ।

শেষত বহুদিন ক্ষীণ আশা এটি পূৰ্ণ হ'বলৈ ওলাওঁতে লগতেঁ এটি গভীৰ বেদনা জড়িত হৈ এই বিযোগান্ত নাটকৰ বিষাদ ৰাশি আৰু গভীৰ কৰি দিলে। যোৱা বহাগ মাহৰ দোমাহিত বৰপেটাৰ মিলন মন্দিৰ ষ্টেজত নীলাম্বৰ অভিনয়ৰ সকলো যো-জাঁ হওঁতে, লওঁ বোলা ভূমিকা এৰি থৈ মিলন মন্দিৰৰ প্ৰাণ স্বৰূপে অভিনেতা দেৱোপম অগ্ৰজ গণেশলাল চৌধুৰীয়ে সংসাৰ ৰঙ্গভূমি পৰিত্যাগ কৰি অকালতে স্বৰ্গধামলৈ গতি কৰিলে।

বৰপেটা
বিনীত
১৮।৮।৩৩ **শ্ৰীপ্ৰসন্নলাল চৌধুৰী**

# (প্ৰথম অঙ্ক)

## প্ৰথম দৃশ্য

' সময়-অতি প্ৰত্যুয

(কমতাপুৰৰ অভিষেক মণ্ডপ। চন্দ্ৰাতপৰ তলত ওখ মৰ্মৰ বেদীৰ ওপৰত ৰাজ সিংহাসন। নামনিত- দুই কাষে নিযন্ত্ৰিত ৰজাসকল, বিষযাসকল, ৰাজদূতসকল, সভাসদসকল আৰু ব্ৰাহ্মণবিলাক। সূক্ষ্ম আৰঁ-কাপোৰৰ সিফালে পুৰনাৰীসকল। শচীপাত্ৰই একে ধ্যানে আকাশৰ ফালে চাই আছিল। ভিতৰত কোমল যন্ত্ৰসঙ্গীত হৈ আছিল, লাহে লাহে মাৰ গ'ল।)

**শচী -** কি সুন্দৰ। এতিযাও সূৰ্যকিৰণ আহি পৃথিৱী পোৱাহি নাই। সুখ-সপোনৰ ৰেখাবোৰ এতিযাও নীলিমাৰ সোঁতত পমি যোৱা নাই। নৈশ উৎসৱৰ কোমল বীণা ক্লান্ত হৈ এই নীৰৱতাৰ বুকুত মিলি গ'ল। কি মধুৰ। কি পৱিত্ৰ লগ্ন। ভগৱান তোমাৰ নযনৰ সৌম্য জেউতিৰে এই অভিষেক-সজ্জা উদ্ভাসিত কৰা অৰুণৰ তৰুণ বিভাৰে সৈতে, সৌভাগ্যৰ সোণালী পদ্ম-ৰেণুৰে এই নবীন ৰাজমুকুট মণ্ডিত হওক।
(ভিতৰত শঙ্খধ্বনি নহ'ল, সম্মুখত খোলা তৰোৱাল ল'ই নন্দ আৰু মনোহৰ আহিল। তাৰপাচত নালাম্বৰ আৰু চন্দ্ৰাৱলী, ছত্ৰ-চামৰধাৰীবিলাক আৰু সকলোৰে শেষত সশস্ত্ৰ শৰীৰৰক্ষীবিলাক আহিল। নীলাম্বৰ অহা মাত্ৰে সকলোৱে থিয হৈ সন্মান দেখুৱালে। তেওঁলোক বহাৰ লগে লগে সকলো বহিল।)

**নীলা -** (মনত) আজি মোৰ জীৱনত কি অভিনব দিন। অথচ ক'ব নোৱাৰো, কিয মোৰ মন এনে লাগিছে! মই যেন সকলোকে এৰি বনৰৰাগীহৈ ক'ৰবালৈ গুচি যাম! (মালা আৰু নিৰ্মালি লৈ ভবানীমন্দিৰৰ পূজাৰী আহিল)

**পূজাৰী -** মহাৰাজ জয় হওক।
(পূজাৰীযে ৰঙা সেন্দুৰৰ ফোঁট ৰজা আৰু ৰাণীৰ কপালত দি মূৰত মালা আৰু নিৰ্মালি দি সসম্ভ্ৰমে নামি আহি নিজ আসনত বহিল। লগে লগে পুৱাৰ পোহৰে অভিষেক মণ্ডপ উপচি পৰিল। ৰাজছত্ৰ মুকলি হ'ল। দূৰত ৰণবাদ্য বাজিল। আঁৰ কাপোৰৰ সিফালৰপৰা হাতধৰী দুজনী লগত লৈ ৰাজমাতা সুনীতি আহিল।
তেওঁক দেখি সকলো থিয হ'ল, আৰু যেতিয়া তেওঁ সকলোকে উদ্দেশ্য কৰি হাতযোৰ কৰিলে তেতিয়া সকলো বহিল।)

**সুনীতি -** বৎস নীলাম্বৰ। কামৰূপৰ শিৰৰ মণি যেন নতুন প্ৰাগ্‌জ্যোতিষ, তোমাৰ পিতৃপুৰুষৰ গৌৰৱ লীলাভূমি

কমতাপুৰৰ ৰাজদণ্ড আজি তোমাৰ হাতত। খেন বংশৰ আদি পুৰুষৰ পবিত্ৰ সিংহাসনে আজি তোমাক কোলাত লৈ গৰ্ব অনুভৱ কৰিছে। বংশৰ কুলদেৱতা সকলে প্ৰসন্নমনে তোমাক আশীৰ্বাদ কৰিছে। কমতাৰ ৰাজলক্ষ্মী অচলা হৈ তোমাৰ অঙ্কত শোভা পাওক। পুত্ৰ বুলি মোৰপৰা যি পাব লগা, তাক সদায় পাই আহিছা; আজি ৰজা বুলি তোমাৰ প্ৰাপ্য গ্ৰহণ কৰা। ৰাজমাতা হ'লেও মই আজিৰপৰা তোমাৰ প্ৰজা। কামৰূপৰ একছত্ৰ ৰাজশক্তিৰ আগত মূৰ দোৱাই একান্ত ৰাজভক্তি জনাইছোঁ।

(সুনীতিয়ে আঠু লয। নীলাম্বৰ আৰু চন্দ্ৰা সিংহাসনৰপৰা নামি আহি, আগত হাতযোৰ কৰি আঠু লয। সুনীতিয়ে দুয়োৰো মূৰত হাত দি কল্যাণ কামনা কৰি নিজ ঠাইলৈ যায়।)

**শচী** - মহাৰাজ নীলাম্বৰ। কমতাপুৰৰ প্ৰাচীন মন্ত্ৰী, শচীপাত্ৰই আজি আপোনাৰ ৰাজত্বৰ প্ৰথম মুহূৰ্ততে, তাৰ চিৰ সঞ্চিত ৰাজভক্তি জনাইছে। মাতৃ ভবানীয়ে আপোনাক অজেয় দিগ্বিজয়ী কৰি, নৰক ভগদত্তৰ দৰে কীৰ্তিশালী, বাণ, ভীষ্মকৰ দৰে ভাগ্যবান আৰু শঙ্কৰ, ভাস্কৰৰ দৰে প্ৰতাপী কৰক। কামৰূপৰ মহাগৌৰৱৰ সূচনা হওক, এয়ে মোৰ ভগৱন্তৰ ওচৰত একান্ত প্ৰাৰ্থনা।

**নীলা** - ময়ো প্ৰাৰ্থনা কৰোঁ, কামৰূপৰ পিতৃপ্ৰতীম মহামন্ত্ৰীৰ আশীৰ্বাদে আমাৰ ওপৰত ভৱিষ্যদ্বাণী হওক।

**নন্দ** - কমতাৰ ৰাজলক্ষ্মীৰ একান্ত অনুগত, এই সেৱকে আজি কামৰূপৰ সিংহাসনৰ আগত তাৰ জন্মগত, অব্যভিচাৰী ভক্তি জনাইছে। আজি অতি দীন হ'লেও এই হৃদযৰ ভক্তিত, এই বাহুৰ শক্তিত যেন আমাৰ অন্তৰৰ গোপনতম সাধনাৰ বস্তু, পিতৃ-পিতামহৰ পূজাৰ প্ৰতিমা কমতাৰ ৰাজশ্ৰীয়ে, সকলো চক্ৰান্তকাৰীৰ হিয়া কঁপাই, অন্যাযৰ আস্ফালন স্তব্ধ কৰি, জগতৰ চকুত উজ্জ্বল হৈ উঠে। যেতিয়ালৈকে ঘাতৰ সলনি প্ৰতিঘাত আছে, উত্থানৰ পাচত পতন আছে, অন্যায় অত্যাচাৰৰ ঠাইত প্ৰতিশোধ আছে, তেতিযালৈকে এই হিয়াৰ তেজ কামৰূপৰ নিমিত্তে, কোষৰ অস্ত্ৰ ন্যায়ৰ প্ৰতিপালক ৰাজবংশৰ নিমিত্তে, সকলো শক্তি সম্বল এই সিংহাসনৰ নিমিত্তে।

(তৰোৱাল উলিয়াই, আঠু লৈ সিংহাসনৰ ভেঁটি স্পৰ্শ কৰাই পিচত নিজৰ কপালত লগাই সেৱা জনাই নিজৰ ঠাইলৈ গ'ল)

**মনো** - কামৰূপৰ পবিত্ৰ সাম্ৰাজ্যৰ চিৰভক্ত এই সেৱকে আজি এই শুভদিনত, এই মহান যজ্ঞভূমিত, ৰজা-প্ৰজাৰ সম্মিলিত মহাশক্তিক সাক্ষী কৰি, তাৰ অন্তৰৰ অবিচল, গভীৰ আৰু একান্ত ৰাজভক্তি বাক্যেৰে প্ৰকাশ কৰিছে। (নন্দই কৰাৰ নিচিনাকৈ সেৱা জনাই নিজ ঠাইলৈ গ'ল। নেপালৰ কটকী আহি আঠু লই উপহাৰ যাচিলে।)

**নে-কটকী** - মহা মহিমান্বিত নেপাল ৰাজ্যৰ ৰাণা ভীম চন্দ্ৰৰ জং ৰাজাধিৰাজ বাহাদুৰে মহাৰাজৰ অভিষেক মহোৎসৱ উপলক্ষে কিঞ্চিৎ সন্দেশ পঠিয়াইছে।

**শচী** - মহাৰাজে সাদৰেৰে গ্ৰহণ কৰিছে।
(নেপালৰ কটকী আহি আঠু লৈ উপহাৰ যাচিলে।)

**ভু-কটকী** ভূটানৰ অধীশ্বৰ দেৱবংশী ইনকাল বাহাদুৰে মহাৰাজ পাটত উঠা বাতৰি পাই প্ৰীতিভাৱে কিছু সন্দেশ নিবেদন কৰিছে।

**শচী** - মহাৰাজে সাদৰেৰে গ্ৰহণ কৰিছে। (ভূটানৰ কটকীয়ে আসন লয। মণিপুৰৰ কটকীয়ে আঠু লৈ উপহাৰ যাচে)

**ম-কটকী** - পাণ্ডৱ বংশী মহাবলী মণিপুৰ নৃপতিয়ে মহাৰাজৰ শুভ অভিষে উপলক্ষে কিছু সন্মানী পঠাইছে।

**শচী** - মহাৰাজে সাদৰেৰে গ্ৰহণ কৰিছে।
(কটকীয়ে নিজ আসন লয। হাতত মালা লৈ ব্ৰাহ্মণ কুমাৰসকলৰ প্ৰৱেশ)

গীত

এই সুন্দৰ, এই মনোহৰ, এই উজ্জ্বল বৰণী,
নব পৰিমল শত শত দল গন্ধ বিধুৰ ধৰণী,
এই যে মধুৰ সূৰ্যকিৰণ, গভীৰ স্নিগ্ধ ছায়া,
আকাশে পৱনে সাগৰে ভুবনে অপৰূপ নব মায়া;
দিব নিতে আনি নতুন মাধুৰী
হ'ব দুনয়ন মোহিনী।
এই যে নীৰৱ চন্দ্ৰকিৰণ, পুলকিত ফুল গন্ধ
বন-নিৰ্ঝৰ বিৰচিত আৰু চঞ্চল মধুছন্দ,
গোপনে ঢালিব অমিয়া লহৰী
নন্দন বন বাহিনী।
পূৰ্ণ ভুবন মথিত মাধুৰী উচ্ছল সুধা ধাৰা,
গন্ধে বৰণে গীতে আনন্দে আকুল আত্মহাৰা
চোৱা, লোৱা আজি সাদৰি তোমাৰ
ই ধৰা যে আদৰিণী।

(ৰজা আৰু ৰাণীক মালা পিন্ধাই কুমাৰসকল যায়। এজন দূত আহিল)

**দূত** - মহাৰাজৰ জয় হওক।

**শচী** - কি সংবাদ?

**দূত** - প্ৰভু! পূব সীমান্তৰ প্ৰধান কৰ্মচাৰীৰ অশ্বাৰোহী আহিছে, এই তেখেতৰ চিঠি। (চিঠি ঠগিখন মন্ত্ৰীৰ আগত থয়)

**শচী** - (চিঠিখন আনি পঢ়ি চালে) কি সৰ্বনাশ! বাৰু তুমি এতিয়া যোৱা।
(দূত যায)

**নীলা** - কি বাতৰি মন্ত্ৰী মহাশয?

**শচী** - মহাৰাজে মন কৰিবলগা বিশেষ একো নহয।

**নীলা** - তথাপি-?

**শচী** - এটা সাধাৰণ কথা। সীমান্তৰ কিছুমান ক্ষুদ্ৰবুদ্ধি অৰ্বাচীনে অলপ অশান্ত ভাব দেখুৱাইছে। তাৰেই কথা ৰাজ সমীপত নিবেদন কৰিছে। এই মাত্ৰ।

**নীলা** - আপুনি বোধহয অলপ পাতলাই কৈছে। বাৰু চিঠিখন মোক দিয়কচোন- (শচীপাত্ৰই চিঠি দিয়ে, নীলাম্বৰে পঢ়ি চালে)
কি! সীমান্তত এটা প্ৰবল বিদ্ৰোহী দলে, তাৰ উৎসৱ মত্ত ৰাজসৈন্যক অতৰ্কিত আক্ৰমণ কৰি অৰাজকতা আনিছে।

**শচী** - হয়তো আমাৰ কৰ্মচাৰীৰ অসাৱধানতাত এনে হৈছে, তাৰ উপৰিও অলপ অতিৰঞ্জনো থাকিব পাৰে।

**নীলা** - মোৰ বিশ্বস-তেনে হোৱা নাই। সীমান্তত উপযুক্ত কৰ্মচাৰীয়ে আছে। বিদ্ৰোহৰ অৱস্থা নিশ্চয গুৰুত্বপূৰ্ণ।

**মনো** - কাৰ এনে দুঃসাহস হ'ব পাৰে?

**শচী** - সম্ভৱ এইটো পালবংশৰ জ্ঞাতি-কুটুম্ববিলাকৰেই কাম। সেই অঞ্চলত তেওঁলোক অলপ প্ৰবল।

**নন্দ** - কি মহাৰাজ নীলাম্বৰৰ ৰাজত্বত ইমান স্পৰ্ধা! আদেশ দিয়ক মহাৰাজ!

**নীলা** - নহয, এই কাম মোৰ। এই বিদ্ৰোহে মোৰ যোগ্যতাৰ পৰীক্ষা বিচাৰিছে। ভাল, অকল মোৰ তৰোৱালেৰেই ইয়াৰ যোগ্য উত্তৰ দিয়া হ'ব।

**শচী** - মহাৰাজে নিজে এই ভাৰ লোৱাতকৈ, কৌশলেৰেও কাম সিদ্ধি হ'ব পাৰে।

**নীলা** - নহয নহয। মোৰ কথাৰ লৰচৰ নহ'ব। যোৱা মনোহৰ, যোৱা নন্দ, মোৰ যাত্ৰাৰ আযোজন কৰাগৈ। (নন্দ আৰু মনোহৰ যায়)

**ৰাজকবি** - অল্পমতি ৰাজদ্ৰোহীহঁতে নাজানে যে ন্যায়ৰ অগ্নিকুণ্ডৰ কাষত ৰাজ্যৰ শান্তিৰ কাৰণে, সশস্ত্ৰ নীলাম্বৰ সদায় সজাগ ৰক্ষক। এইবাৰ বুজিব, মহাৰাজে কেনেকৈ অৰাজকতাৰ উষৰ ক্ষেত্ৰলৈ বাৰিষাৰ জলপ্ৰপাতৰ দৰে নামি যায, দেখিব তেওঁৰ তৰোৱালৰ প্ৰভাত আকাশৰ বিজুলীও স্তব্ধ হৈ ৰয, কমতাৰ জয় পতাকাই সূৰ্য্য মণ্ডল ঢাকি ধৰে, কামৰূপৰ জয়ধ্বনিত নামি অহা বজ্ৰযো ভযত উলটি যায়। আহা! ই এটা সুন্দৰ কবিতাৰ বিষয়।
(সুনীতি আগবাঢ়ি আহিল)

**সুনীতি** - আজিৰ দৰে শুভ দিনত তুমি নগৰ এৰি যোৱা ভাল হ'বনে? সামান্য বিদ্ৰোহ, তোমাৰ সেনাপতিয়ে সহজে দমাই আহিব।

**নীলা** - নহয়, আই, মই যাবই লাগিব। কমতাৰ ৰাজলক্ষ্মীৰ পূজা এনেকৈযে আৰম্ভ হ'ব। এই বিদ্ৰোহে মোৰ ক্ষমতাত ঈৰ্ষা প্ৰকাশ কৰিছে, মোৰ যোগ্যতাত সন্দেহ কৰিছে, মহাৰাজ নীলধ্বজৰ ভেঁটিত কুঠাৰ মাৰি দৃঢ়তা চাইছে। নিশ্চিত হোৱা আই, তোমাৰ আশীৰ্বাদত জয বাদ্যেৰে সৈতে ঘূৰি আহি সিংহ দুৱাৰত থিয হ'মহি। মোক বিদায় দিয়া আই।

**শচী** - এযে নীলধ্বজৰ বংশধৰৰ যোগ্য কথা।

**সুনীতি** - তেনে আৰু কি ক'ম! যোৱা বাছা, ঈশ্বৰ তোমাৰ সহায হওক!

**নীলা** - আৰু সময নাই। মই এই মুহূৰ্ততে যাত্ৰা কৰিম। সকলোৰে ওচৰত বিদায মাগিছো। মোক আশীৰ্বাদ কৰা আই।
(নীলাম্বৰ গ'ল। চন্দ্ৰা সিংহাসনৰপৰা নামি আহি সুনীতিৰ ওচৰত থিয দিলে)

**সুনীতি** - আজিৰ দৰে শুভ দিনত বিমঙ্গলীযা বিদ্ৰোহৰ বাতৰি! অভিষেকৰ পুণ্য স্তোত্ৰৰ যেন হঠাৎ ছন্দ পতন হ'ল, নখৰ আঘাতত যেন আধা বজা বীণাৰ তাঁৰ ছিগি গ'ল।

**শচী** - কিহৰ চিন্তা আই? নীলাম্বৰ সৰ্বজযী বীৰ। কাতৰ হৈছে কিয?

**সুনীতি** - মোৰ হিয়া বৰ অথিৰ হৈছে মন্ত্ৰী! বাছা মোৰ সুকুমাৰ, সি কেনেকৈ বিদ্ৰোহী শত্ৰুৰ মাজত অকলে যুদ্ধ চলাব?

**শচী** - নীলাম্বৰ বীৰ। তেওঁৰ মাকৰ মুখত এনে কথাই শোভা নাপায।

**সুনীতি** - তুমি যিহকে নোকোৱা, মোৰ মনে কিন্তু প্ৰবোধ মনা নাই। যাওঁ, মাতৃ ভবানীৰ চৰণত প্ৰাৰ্থনা জনাওঁ গৈ। (সুনীতি আৰু চন্দ্ৰা যায। দৃশ্যপট পৰে)

## দ্বিতীয় দৃশ্য

### গৌৰৰ নৱাবৰ প্ৰাসাদ কক্ষ

(হোছেন চাহ আৰু ফৰিদ খাঁ)

**হোছেন** - ইমান যত্ন কৰি গৌৰত শান্তি স্থাপন কৰিলোঁ। বল সঞ্চয় কৰিলো, উৰিষ্যা জয কৰিলো, তথাপি বুকুৰ মাজত কি যেন এটা আপছোচ থাকি যায। আজিও পাঠানে কামৰূপ দখল কৰিব নোৱাৰিলে। দুবাৰ কৈ হাৰ মানিবলগীয়া হৈছে।

ফৰিদ - নতুবা আজি চীনৰ প্ৰাচীৰলৈ ইছলামৰ বিজয় পতাকা উৰিলেহেঁতেন।

হোছেন - এতিয়া আৰু নীলাম্বৰৰ নেতৃত্বত কামৰূপে কেনে মূৰ্তি ধৰে ভাবিবলগীয়া হৈছে।

ফৰিদ - এতিয়া কি নীতি স্থিৰ কৰে? মিত্ৰতা নে?

হোছেন - নহয়! নহয়। মিত্ৰতাৰ গম পালে, কবৰৰ ভিতৰতো মহম্মদ ঘোৰীৰ মৃতদেহে যন্ত্ৰণাত ধৰফৰাই উঠিব, লক্ষ লক্ষ পাঠানে বুকুৰ খুন দি অৰ্জা মান-গৌৰব মুহূৰ্ততে জাহান্নামত বুৰ মাৰিব।

ফৰিদ - সঁচা, পাঠানে জয় কৰিবলৈ আহিছে। সন্ধি বা মিত্ৰতা কিহৰ?

হোছেন - তেন্তে মাতা সেই হিন্দু ফকীৰক। কিবা সুবিধা হয় নেকি পৰীক্ষা কৰি চোৱা যাওক।

(ফৰিদ ওলাই যায)

সন্ধি বা মিত্ৰতা কিহৰ চাচ্চা বা। জয় লাগে, ইচলামৰ বিস্তাৰ লাগে। নহ'লে বাদ্‌চাগিৰী কিহৰ?

(ফৰিদ আৰু সন্ন্যাসী চন্দ্ৰকুমাৰ আহিল)

ফৰিদ - এয়ে সেই হিন্দু ফকীৰ জাহাপনা।

(চন্দ্ৰকুমাৰে সেৱা জনায)

হোছেন - তুমি কমতাপুৰৰপৰা আহিছা?

চন্দ্ৰ - হয জাহাপনা।

হোছেন - ৰাজ্যত কিবা অভাৱ অনাটন আছেনে?

চন্দ্ৰ - নাই সম্প্ৰতি। ধনে সম্পদে উভৈনদী বুলিব পাৰি।

হোছেন - বাৰু ৰজা আৰু প্ৰজাৰ মাজত কিবা বিৰোধ আছে নে

চন্দ্ৰ - একো নাই।

হোছেন - তেন্তে প্ৰজাই প্ৰজাই কিবা দলগত বিৰোধ আছে নে?

চন্দ্ৰ - সামান্য আছে। কনৌজৰপৰা অহা ব্ৰহ্মাণ আৰু কাযস্থৰ লগত পুৰণি সমাজৰ ঈৰ্ষা ভাব।

হোছেন - কৰ্মচাৰী আৰু সৈন্যসকলৰ মাজত কিবা অসন্তোষৰ ভাব আছে নে?

চন্দ্ৰ - বাহিৰত দেখাকৈ একো নাই।

হোছেন - নীলাম্বৰৰ ৰণবলৰ পৰিমাণ কেনে?

চন্দ্ৰ - সঠিক পৰিমাণ নাজানো কিন্তু যথেষ্ট পৰাক্ৰমী।

হোছেন - এতিয়া তেমাৰ আৰ্জি কি?

চন্দ্ৰ - পালবংশৰ ৰাজকুমাৰে মোক পঠাইছে। তেওঁ আশা কৰে, গৌৰৰ সহায়ত কামৰূপ ৰাজ্যত তেওঁৰ ন্যায়সঙ্গত অধিকাৰ স্থাপিত হ'ব।

হোছেন - আমি শুনিছোঁ পালবংশ লোপ পোৱাৰ পাচত খেন বংশই কামৰূপ অধিকাৰ কৰে।

চন্দ্ৰ - জাহাপনাই ঠিকেই শুনিছে। কিন্তু প্ৰকৃত সংবাদ এয়ে যে ৰাজবিপ্লৱত আত্মগোপন কৰি পালবংশধৰসকল এতিয়াও জীয়াই আছে, ৰাজ্য উদ্ধাৰৰ চেষ্টা কৰি আছে।

হোছেন - কেনে ধৰণৰ চেষ্টা হৈছিল।

চন্দ্ৰ - গোপন চেষ্টা সদায় চলি আছে। নীলাম্বৰৰ অভিষেকৰ সময়ত পুব সীমান্তত প্ৰবলভাৱে বিদ্ৰোহ আৰম্ভ হৈছিল, কিন্তু নীলাম্বৰৰ কোঠোৰতাত কাম সিদ্ধি নহ'ল। এতিয়া যদি গৌৰ আমাৰ সহায় হয় তেনেহ'লে জয়ৰ আশা কৰিব পাৰি।

হোছেন কামৰূপৰ লগত বৰ্তমান সময়ত যুদ্ধৰ কাৰণ বএকো দেখা নাযায, তথাপি আমি বিচাৰ কৰি চাওঁ। সময়ত খবৰ পাবা।

চন্দ্ৰ - জাহাপনাৰ অনুগ্ৰহ।

ফৰিদ বাহিৰত খোজা ৰৈ আছে, তোমাক বাট দেখুৱাই নিব। কৈ হ্যায়?

(এজন খোজা আহি থিয় হ'ল। চন্দ্ৰকুমাৰে প্ৰণাম জনাই খোজাৰ লগত গ'ল)

হোছেন শুনিলানে? তুমি কি কোৱা?

ফৰিদ - মই একো নকওঁ। মই যুদ্ধ কৰো।

হোছেন তাৰ অৰ্থ?

ফৰিদ - মই জ্ঞানী আৰু বিবেচকবিলাকৰ নিচিনা ভূত-ভৱিষ্যত ভাবি নাথাকি তৰোৱালৰ ধাৰেদি সকলো মীমাংসা কৰো।

হোছেন - সঁচা কথা। যুদ্ধ লাগে, জয় লাগে। উৰিষ্যা জয়ত তোমাৰ বীৰত্ব মই পাহৰা নাই। কিন্তু যি শুনিলোঁ সি আশাপ্ৰদ নহয়। এতিয়া সময় আৰু সুযোগলৈ বাট চোৱাই উচিত হ'ব।

ফৰিদ - মই ভাবিছিলো হিন্দুৰ সহায হ'লে, হিন্দুক সহজে জিতিম। তথাপি জাহাপনাই যেনে উচিত বুজে।

হোছেন - কিন্তু শুনিছাইতো ফকীৰৰ কথাবিলাক। তেনে অৱস্থাত বাহিৰৰ শত্ৰুই দেশ জয় কৰা টান। তুমি এতিয়া যোৱা, পিচত বিবেচনা কৰি চাম।

ফৰিদ - আপোনাৰ যেনে ইচ্ছা। (ফৰিদ যায়)

হোছেন - এতিয়াও কামৰূপ আক্ৰমণ কৰিবৰ সময় অহা নাই। অথচ একো একোটা সুযোগ আহি মন উতলা কৰি দিয়ে। .. .হঠাৎ যেন তৰোৱাল খাপৰপৰা নাচি ওলাই আহিব খোজে-

(ৰাজিয়া আহিল)

ৰাজিয়া - আকৌ যুদ্ধ?

হোছেন - তোমাক বাৰু কোনে কলে?

ৰাজিয়া - কোনে ক'ব লাগে? আজি কেইদিনমানৰপৰা আপোনাৰ মুখত যুদ্ধৰ ছায়া পৰিছে।

হোছেন - তুমি হাৰেম এৰি আহিছা কিয়?

**ৰাজিয়া** - হাৰেম তো হাৰেম। মই দৰ্কাৰ হ'লে পৰ্দাকে নলওঁ বুলি ভাবিছো। এই ফালৰ দেশবোৰ এনে সুন্দৰ। পৰ্দা ল'ই এই সৌন্দৰ্যৰপৰা বঞ্চিত হওঁ কিয়?

**হোছেন** - তুমি ফুলবনৰ বন্দিনী, স্বধীনতাৰ মৰুভূমিলৈ হেপাহ কৰা কিয়?

**ৰাজিয়া** - এতিয়া মোক সেইবোৰ কৈ পাহৰাব নালাগে।

**হোছেন** - তুমি বাৰু পাঠান ৰমণী হৈ যুদ্ধলৈ ইমান ভয় কৰা কিয়?

**ৰাজিয়া** - যুদ্ধলৈ মই ভয় নকৰো। কিন্তু যুদ্ধ নোহোৱাকৈও পৃথিৱীত সুখৰ বাট বহুত আছে।

**হোছেন** - যুদ্ধৰ এটা বেলেগে আনন্দ আছে।

**ৰাজিয়া** - সেইটো কচাইৰ ৰক্তপাতৰ আনন্দ।

**হোছেন** - তুমি মোক কচাই বুলিছা। অপমান কৰিছা।

**ৰাজিয়া** - আপোনাক ৰোলা নাই।

**হোছেন** - আলবৎ বুলিছা।

**ৰাজিয়া** - তেন্তে ক্ষমা কৰক। বন্দীৰ গোস্তাকী মাফ্ কৰক জাহপনা।

**হোছেন** - তুমি মোক ঠাট্টা কৰিছা। মই জাহাপনা বুলি তোমাক কোনে ক'লে?

**ৰাজিয়া** - সেযেতো! আপোনাৰ যুদ্ধৰ ভূতটোৱে কাণে কাণে ক'লে নেকি?

**হোছেন** - তুমি ভূত বিশ্বাস কৰা?

**ৰাজিয়া** - কৰোঁ। কাৰণ, দেখা পাইছো।

**হোছেন** - দেখিছা? কেনেকুৱা?

**ৰাজিয়া** - কমতাপুৰৰপৰা অহা ফকীৰটোৰ দৰে। সেইটো মই আজিয়েই খেদাম।

(যাব খোজে)

**হোছেন** - শুনা! শুনা! তাক একো উৎপাত নকৰিবা। (দুয়ো যায)

# তৃতীয় দৃশ্য

**কমতাপুৰৰ অন্তঃপুৰৰ ফুলনি**

(চন্দ্ৰাই বেদীত বহি মালা গাঁথে, ললিতাই গায়। সময় উজ্জ্বল পুৱা)

**গীত**

হিয়াৰ তন্ত্ৰীত কম্পিত আজি
অশ্ৰু নিজৰা জৰে,
প্ৰভাতৰ হাঁহি, মলয়াৰ বাঁহী
নীৰৱে মূৰছি পৰে।
কত সোঁৱৰণী মধু অভিলাষ,
কতনা বেদনা, কত কিযে আশ,
কত জোনালীৰ তৃষ্ণা গভীৰ
অন্তৰ ভৰি পৰে।

**চন্দ্ৰা** - এতিয়া আৰু কি গান গাইছা সখী?

**ললিতা** - এতিয়া নাগাই তোমাৰ দৰে কিবা আমন জিমন হৈ থাকিমনে? এনে সুন্দৰ পুৱাটি।

**চন্দ্ৰা** - থোৱাচোন তোমাৰ কবিতাখন! উঠা, মোক দুটামান চম্পা ফুল আনি দিয়া, নহ'লে মোৰ মালাধাৰ আধাগঁথা হৈ ৰ'ল।

**ললিতা** - আসন্ন বিৰহক মালাৰ লোভ দেখুৱাই ভুলাব খুজিছা নেকি?

**চন্দ্ৰা** - যোৱা যোৱা-ধেমালিখন এৰাচোন।

**ললিতা**- বাৰু বাৰু- (যায়)

**চন্দ্ৰা** - বিৰহক ভুলাব খোজা নাই, বিৰহৰ দেৱতাক পূজিব খুজিছোঁ- (নীলাম্বৰ আহিল)

**নীলা** - চন্দ্ৰা!

**চন্দ্ৰা** - আহিছে! এতিয়াওতো যাবৰ সময় হোৱা নাই।

**নীলা** - যাবৰ সময় হৈছে চন্দ্ৰা।

**চন্দ্ৰা** - ইমান সোনকালে? এয়া চাওক, মোৰ মালাধাৰেই গাঁথি উঠিব পৰা নাই।

**নীলা** - সময় নিষ্ঠুৰ, সি তোমাৰ মালালৈ বাট নাচায, মোৰো আকুলতালৈ মন নকৰে।

**চন্দ্ৰা** - তেনেহলে বাৰু কি কম। এই আধা গঁথা মালাৰেই এই দীনা পূজাৰিণীয়ে অৰ্ঘ্যদান কৰিছে। (মালা পিন্ধাই দিয়ে)

**নীলা** - তোমাৰ জযমালাৰে মোক বন্দী কৰিছা কিয? মোক বিদায় দিয়া চন্দ্ৰা।

**চন্দ্ৰা** - বিজুলীৰ দৰে এনেকৈ দেখা দি যাব আহিছিল কিয?

**নীলা** - তোমাক আকৌ এবাৰ চাবলৈ। আজি তোমাৰ মুখত এক নতুন সৌন্দৰ্য, হৃদযত নতুন ভাব, মাতত নতুন মাধুৰী, পৰশত নতুন পুলক। জানোবা মোৰ চকুৱে তোমাক বহুদিনৰ চোৱা আজিযেই চাই লৈছে।

**চন্দ্ৰা** - আপোনাৰ কৰ্তব্যত যেন মই বাধা নিদিওঁ। যাওক, জয় গৌৰব লৈ ঘূৰি আহক।
মই বাধা নিদিওঁ. ....

**নীলা** - কিন্তু তোমাৰ চলচলীয়া চকুৱে দিছে, কঁপি উঠা ওঁঠে দিছে, তোমাৰ বুকুৰ আকুল কঁপনিযে দিছে। তোমাৰ বিষণ্ণ কান্তিয়ে মোৰ দিগ্বিজয়ৰ আশাৰ চকুৰ পোহৰ কাঢ়ি নিছে। মোক বাধা দিয়া চন্দ্ৰা। তোমাৰ এটি হাঁহিয়েই বিশ্ববিজয়ৰ গৌৰৱতকৈ বেচি মোহ লগা। দিয়া চন্দ্ৰা, মোক বাধা দিয়া।

**চন্দ্ৰা** - আপুনি ইমান কাতৰ হৈছে?

নীলা - কাতৰ হৈছোঁ। হাঁয। তুমি তেনেহ'লে আজিও মোক বুজিব পৰা নাই।

চন্দ্ৰা - মইনো কি কম এতিয়া।

নীলা - কোৱা, নিমাত নহ'বা। হিয়া মুকলি কৰি কোৱা। বৰ সুন্দৰ সময। এতিযাৰ দৰে তোমাৰ চিন্তাই মোক আকষণ কৰা নাই, এতিয়াৰ দৰে তোমাক কেতিযাও ভাল পোৱা নাই, এনেকৈ কেতিযাও তোমালৈ চোৱা নাই, এনে শুৱনী কেতিয়াও তোমাক দেখা নাই। কোৱা চন্দ্ৰা। এযে যদি আমাৰ শেষ মিলন হয়-

চন্দ্ৰ - এনে ভাব কিয় মনলৈ আনিছে? মোৰ বৰ বেয়া লাগে। (ললিতা আহিল)

ললিতা - সখী, পিতাই কৈ পঠাইছে- যাত্ৰাৰ লগ্ন ওচৰ চাপিছে।

নীলা - মই গৈছোঁ।
(ললিতা যায়)
তুমি তেনেহ'লে থাকিবা চন্দ্ৰা। মই সোনকালে ঘূৰিম।

চন্দ্ৰা - ভাল। সোনকালে আহিব, দিনৰ বাতৰি দিনে পঠাব। (নীলাম্বৰ যায়)
এতিযাই নীলিমাত সোণালী কিৰণে হাঁহিছিল, গছত কুলিযে মাতিছিল, ফুলত সুৰভি উৰিছিল, এতিযাই ক'লৈ গ'ল ?-
(বিষণ্নমনে তলমুৱা হৈ বহি ৰ'ল, কোমল যন্ত্ৰসঙ্গীত হ'ব ধৰিলে। দূৰত নীলাম্বৰক আকৌ দেখা গ'ল)

নীলা - প্ৰাণৰ পিযাহ নপলাল, সেই অমৃতৰ নিজৰা বিচাৰি আকৌ এই ফুলবন পালো।... চন্দ্ৰা।

চন্দ্ৰা - (ঘূৰি চাই উঠি হাতত ধৰিলে) আজি তেন্তে যোৱা নহ'ল ?

নীলা - যাব লাগিব। এতিযাই।

চন্দ্ৰা - মোৰ দেখোন মালাধাৰি আধা গঁথা হৈ ৰ'ল, অলপ বহক, মই মনৰ জোখাৰে ভালকৈ আৰু এধাৰ গাঁথি দিওঁ।

নীলা - আন মালা আৰু কিয় লাগিছে. .। তোমাৰ হাত দুখনিয়েই কোমল ফুলৰ মালাতকৈ সুকোমল।

চন্দ্ৰা - আপুনি ইযাতে অলপ বহক, মই দুপাহমান ফুল অনাই লওঁ।
(নীলাম্বৰ বহিল, কিন্তু চন্দ্ৰা যাব ধৰোঁতে পিচতে মাত দিলে)

নীলা - চন্দ্ৰা!

চন্দ্ৰা - কি কৈছে?

নীলা - কি ক'ম? কবলৈ একো নাই। মাতিলে ভাল পাওঁ! ....চন্দ্ৰা!
(চন্দ্ৰাৰ যোৱা নহ'ল, কাষৰতে বহিল। ললিতা আহিল হাতত কিছুমান ফুল পাত আদি ল'ই)

ললিতা - মহাৰাজক আগবঢাবলৈ দুৱাৰত সকলোৱে বৈ আছে।

নীলা - মই যাওঁ চন্দ্ৰা। মই যাওঁ।

চন্দ্ৰা - সোনকালে আহিবা। (নীলাম্বৰ আগবাঢ়িল)

ললিতা - আহা সখী, যাত্ৰাৰ সমাৰোহ চাওঁগৈ। (সকলো যায়)

# চতুৰ্থ দৃশ্য

সময়-সন্ধ্যা

(কমতাপুৰৰ সভাগৃহৰ এটা এফলীয়া কোঠা। নন্দ অকলে)

নন্দ - একোতে মন নপৰে। চিন্তাই এৰা নিদিয়ে। সমাজ। জাৰজ বুলি মোক যি বিহ ঢালি দিছা, তাকে বুকুৰ ভিতৰত উতলাব লাগিছোঁ তাৰ উগ্ৰ বাষ্প ধীৰে ধীৰে ৰাজ্যখনত বিয়পাই দিম। নীলাম্বৰৰ সিৰে সিৰে ভেদি যাব, শচীপাত্ৰৰ উশাহ বন্ধ কৰিব, সমগ্ৰ ব্ৰাহ্মণ সমাজৰ অন্তৰ দহি নিব। চাওঁতে চাওঁতে এনে এটা ভূমিকম্প মতলীয়া হৈ উঠিব, যে পলকতে কমতাৰ ৰাজপুৰী ধূলিসাৎ হৈ যাব, ৰসাতলৰ তিমিৰে পৃথিৱী ফালি, সেই ধ্বংসাৱশেষ গিলিবলৈ খেদি আহিব। তেতিয়া বিস্মৃতিৰ অন্ধকাৰৰপৰা, আকৌ পিতামহ ব্ৰহ্মপালৰ ৰত্নসিংহাসন উঠি আহি কামৰূপত একাধিপত্য বিস্তাৰ কৰিব। সাৱধান নীলাম্বৰ, তোমাৰ বৰ্মৰ ভিতৰত তক্ষকে বাহ লৈছে; এতিয়া ব্ৰহ্মতালু বিচাৰি পালেই হয়।
(চন্দ্ৰকুমাৰ আৰু কালীচৰণ আহিল)

চন্দ্ৰ - তুমি ইয়াতে আছা? মই তোমাক বিচাৰি হাৰাশাস্তি।

নন্দ - কি সকাম?

চন্দ্ৰ - সকাম, -এতিয়া কি কৰা যায়? গৌৰত আমাৰ চেষ্টা বিফল হ'ল। ইয়াৰ পিচত-

নন্দ - সেই পৰামৰ্শ যাৰ লগত কৰিব লাগে কৰিম। তুমি নিশ্চিত হোৱা।

চন্দ্ৰ - আৰুনো কোন আছে? কাৰ লগত কৰিবা?

নন্দ - মই এটা কৰ্ণপিশাচ পুহিছো।

চন্দ্ৰ - তুমি কি কোৱা ক'ব নোৱাৰো। মোৰ হ'লে চিন্তাই হৈছে। অভিষেকৰ সময়ত সীমান্তৰ বিদ্ৰোহত আমাৰ সৰ্বনাশ হৈছে। নীলাম্বৰে এজন বিদ্ৰোহীকো জীয়াই এৰা নাই, বাকী ৰৈছো, কেৱল আমি তিনিজন।

নন্দ - তুমি চিন্তা নকৰিবা। মই এটা নতুন উপায় ভাবিছো। অতি সুন্দৰ উপায়।

চন্দ্ৰ - মই ক'বৰ হ'লে তুমি নিজৰ পৰিচয় দিয়া। সকলোৱে নহ'লেও এভাগে তোমাকে সহায় কৰিব। দেশত জ্ঞানী-সজ্জনৰ অভাৱ হোৱা নাই।

নন্দ - জ্ঞানী সজ্জন! স্বাৰ্থপৰ নৈষ্ঠিক বামুণবিলাক সিহঁতে

কনৌজৰ পৰা আহিছে আমাক ধ্বংস কৰিবলৈ, সিহঁতে ন্যায় বিচাৰ কৰিব। তুমি দেখিছোঁ এতিয়াও মোৰ অৱস্থা ভালকৈ বুজা নাই।

চন্দ্ৰ - সিমান ভালকৈ নাজানো অৱশ্যে।

নন্দ- শুনা পালবংশৰ শেষ ৰজা সুবাহুৰ পাটৰাণীৰ সন্তান নাছিল। এনেতে ৰজাৰ মৃত্যু হ'ল। তেতিয়া মোৰ পিতামহে ৰাজ্যৰ দাবী কৰে, তেওঁ ৰজাৰ উপপত্নীৰ গৰ্ভজাত সন্তান। কিন্তু ৰাজ্যৰ মুখিয়াল ব্ৰাহ্মণ সমাজে, তেওঁ মন্ত্ৰ মাতি জুইত ঘিউ পুৰি কৰা বিবাহৰ সন্তান নহয় দেখি, জাৰজ আখ্যা দি তেওঁৰ দাবী অগ্ৰাহী কৰি সিংহাসন দিলে কাক? বামুণৰ সাধাৰণ গৰুৰখীয়া অজ্ঞাত কুলশীল কান্তনাথক,-নাম দিলে নীলধ্বজ। ইমানৰ পাচতো ক'ব খোজা-সুবিচাৰৰ আশা আছে বুলি?

চন্দ্ৰ - তাৰ পাচত তেওঁ কি কৰিলে?

নন্দ - তাৰ পাচতো মোৰ পিতামহ ৰক্ষা নপৰিল। খেন বংশৰ প্ৰতিপালক ব্ৰাহ্মণ বৰ্তমান শচীপাত্ৰৰ পিতাকে তেওঁক বধ কৰায়। আমি পলাই কোনোমতে ৰক্ষা পাওঁ। মৃত্যুকালত তেওঁৰ বংশ থাকে মানে সেই অত্যাচাৰৰ প্ৰতিহিংসা লবলৈ কৈ গৈছে। মোৰ গাত যদি ব্ৰহ্মাপালৰ তেজ থাকে, জন্ম-জন্মান্তৰলৈকে মই শচীপাত্ৰৰ শত্ৰু, ব্ৰাহ্মণৰ শত্ৰু, নীলাম্বৰৰ শত্ৰু, ধৰ্মপত্নীৰ গৰ্ভজাত প্ৰত্যেক মানুহৰে শত্ৰু।

চন্দ্ৰ - কিন্তু এনে হিংসা মনুষ্যত্ব বিৰোধী।

নন্দ - মনুষ্যত্ব? এনে এদিন আছিল চন্দ্ৰ, যিদিনা নিজৰ গাত দেৱতাৰ অস্তিত্ব অনুভৱ কৰিছিলো। কিন্তু যিদিনাই মোৰ বংশৰ কাহিনী শুনিছো, সিদিনাই মোৰ সেই সংস্কাৰ লোপ পাইছে।

চন্দ্ৰ - কিন্তু তথাপি নীলাম্বৰে তোমাৰ উপকাৰ কৰিছে, সামান্য সৈনিকৰপৰা তুলি নি তোমাক এজন মুখ্য সেনাপতিৰ বাব দিছে।

নন্দ - চন্দ্ৰ, যিদিনাই মই ৰাজপুত্ৰই ভোকে পিয়াহে মূৰ থবলৈ ঠাই নাপাইছিলো, সিদিনা নীলাম্বৰে মোৰ কি কৰিছিল? আজি নীলাম্বৰে মোক চিনি পাওকচোন, দেখিবা তেওঁ মোৰ কি উপকাৰ কৰে। মই নিজৰ প্ৰতিভাৰ বলত মানুহ হৈছো, কোনে মোৰ কি কৰিছে।

চন্দ্ৰ - মই ক'বৰ হ'লে কিছুদিন নিতাল মৰাই ভাল, কেনেবাকৈ যদি তুমি ধৰা পৰা, তেন্তে সকলো যাব।

নন্দ - একো চিন্তা নাই। এইবাৰ শেষ চেষ্টা। হয় জিনিম, নহ'লে হাৰিম। এইবাৰ মৰ সাহ দি চাম, যি হয় হ'ব। ...বাৰু তুমি এতিয়া যোৱা।

চন্দ্ৰ - মই ভবানীৰ মন্দিৰত আশ্ৰয় লৈছো।
(যায়)

কালী - দেউতাক দুদিনমান বৰকৈ গুণা-গঁথা কৰা দেখিছো। কথাটোনো কি হৈছে?

নন্দ - এটা নতুন উপায় ভাবিছো কালী, যদি কৃতকাৰ্য হওঁ, তেন্তে আৰু কথাই নাই।

কালী - কিবা উপায়? আমি শুনিব পাৰিম জানো?

নন্দ - এইবাৰ সংসাৰ ধৰ্মত মন দিম।

কালী - সংসাৰ ধৰ্ম কি? মই একো বুজিব পৰা নাই।

নন্দ - বুজিবি। অতি সহজ। ইমান দিনে বাহিৰে বাহিৰে যত্ন কৰি চালো, বিদ্ৰোহ কৰালো, লাভ একো নহ'ল। এইবাৰ নগৰত থিতাপি হৈ অকলে চেষ্টা কৰি চাম। ভিতৰত বিশৃঙ্খলা লগাই দিব পাৰিলে, বহিৰৰপৰা আক্ৰমণ কৰিবলৈ সহজ হ'ব।

কালা - চকুত থাকি বুকুত খাব?

নন্দ - তই বুজিছই। বাৰু, ৰাণীৰ সখীয়েক ললিতাক বিয়া কৰালে কেনে?

কালী - সুধিছেহে নে আকৌ। বৰ সুন্দৰ হয়।

নন্দ - আচল কথা কোৱাতেই বা কি লাজ, মযো অলপমান
(অৰ্থপূৰ্ণ হাঁহি মাৰিলে)

কালী - কিন্তু এই উপায়ে কেনেকৈ যে আপুনি কাম সিদ্ধ কৰিব পাৰিব, মই ভাবি পোৱা নাই।

নন্দ - পোৱা নাই? শিয়ালৰ বুদ্ধি, বাঘৰ লোলুপ দৃষ্টি, সাপৰ বিষ নিশ্বাস, ভ্ৰূণহত্যাৰ বিভীষিকা, সকলোকে গোটাই থৈছোঁ। যেতিয়া নীলাম্বৰৰ গোটেই গাৰ তেজ চুহি মৰাশটো শত্ৰুবিলাকৰ মাজলৈ দলিয়াই দিম, আৰু সিহঁতে সেই শুকান হাড় আৰু মঙহখিনিলৈ কচা-আঁজোৰা কৰিব, তেতিয়া-তেতিয়া-সকলো বুজিবি!
(কালীচৰণে নন্দৰ ফালে চালে, আৰু নন্দৰ উত্তেজিত মূৰ্তি দেখি লাহে লাহে আঁতৰি গ'ল)
উঃ। আজি ইমান সহজে মোৰ মূৰ গৰম হৈছে কিয়?
(অলপ তলমূৰ হৈ ইফালে সিফালে ঘূৰিলে)
ঠিক্ নীলাম্বৰৰ বুকুত এনেকৈ ঘাপ দিব লাগিব, যেন তাতেই বাট মুকলি হৈ যায়। আৰু শচীপাত্ৰ-কমতাৰ ধৰণী, তেওঁকো আঁতৰাব লাগিব। কিন্তু কেনেকৈ? শচীপাত্ৰ যেনে তেনে লোক নহয়, অলপ ব্যতিক্ৰম হ'লেই বিপদ। এনে আঘাতৰ প্ৰয়োজন যেন দুনাইবাৰ কি হ'ল বুলি সুধিব নোৱাৰে। ......বাৰু, তাকেই কৰা যাব। ভাবি চাওঁ-ইষ্টদেৱ তুমি মোৰ সহায় হোৱা,-এই বৈৰ নিৰ্য্যাতন ব্ৰত পূৰ্ণ কৰা!
(শচীপাত্ৰ আহিল)

শচী - শুনিছানে নন্দ, এটা বৰ সুখৰ বাতৰি!

নন্দ - (নমস্কাৰ কৰি) কি সুখৰ বাতৰিৰ কথা কৈছে?

শচী - মহাৰাজৰ জয়-বাৰ্তা। প্ৰতি যুদ্ধতে জিতি, সকলো শত্ৰু দমন কৰি, তেওঁ এতিয়া সসৈন্যে বঙ্গ দেশত সোমাইছে। আৰু ইতিমধ্যে তাৰ পূব অংশ কামৰূপৰ ভিতৰুৱা কৰি লৈছে। নীলাম্বৰ বীৰৰ নামত আজি পূব ভাৰত কম্পমান।

নন্দ - আপোনাৰ সংবাদ কি পৰিমাণে বিশ্বাসযোগ্য?

শচী - আজি পৰে পৰে দূত আহিব লাগিছে। এতিয়া বিজিত ৰাজ্য শাসনৰ বাবে যোগান পঠাব লগা হৈছে।

নন্দ - অতি আনন্দৰ বাতৰি।

শচী - কিন্তু নন্দ, তোমাক ইমান চিন্তিত যেন দেখিছোঁ কিয়? তুমি যেন বলেৰে হাঁহিব খুজিও হাঁহিব পৰা নাই, কি হৈছে ক'বানে?

নন্দ - ক'ত? তেনেতো একো হোৱা নাই ডাঙৰীয়া।

শচী - মই হ'লে দেখাত তেনেই দেখিছোঁ। দিগ্বিজয় যাত্ৰাত তোমাক নপঠাই মনোহৰক পঠোৱা হ'ল, তাৰ বাবে মোৰ ওপৰত খং কৰিছা নেকি?

নন্দ - আপুনি কি কথাবোৰ ভাবিছে? এইবোৰ ভাব মোৰ সপোনৰো আগোচাৰ।

শচী- মোৰ ভুলতেই হৈছে। কিন্তু তোমালোক ডেকা মানুহ, তাৰপৰা তুমি ক্ষুণ্ণ হ'বও পাৰা, যশ লাভৰ ফালৰপৰা।

নন্দ - নিশ্চয় জানিব তেনে একো হোৱা নাই।
(সুনীতি আহিল। নন্দই নমস্কাৰ জনালে)

সুনীতি - লোৱা মন্ত্ৰী, এই ৰত্নহাৰ মই আমাৰ দূতক পুৰস্কাৰ দিছো।
(হাৰ এধাৰ দিলে)

শচী - বাৰ্তাবহৰ উপযুক্ত উপহাৰ হৈছে।

নন্দ - ধন্য মহাৰাজ বীৰত্ব। শঙ্ক, ভাস্কৰৰ পাচত আৰু কামৰূপত এনে দিগ্বিজয়ী পুৰুষ ওপজা নাই। কিন্তু মহাৰাজৰ কোমল বয়সলৈ চাই, ভৱিষ্যতে তেওঁলোককো অতিক্ৰম কৰিব যেনেহে লাগিছে।

শচী - সঁচা কৈছা নন্দ। ধন্য কামৰূপ, যে নীলাম্বৰৰ দৰে বীৰপুত্ৰ পাইছে, আৰু ধন্য আপুনি, যি এনে পৰাক্ৰমী পুৰুষৰ জন্মদাত্ৰী। এই বয়সতে তেওঁ যেনে প্ৰতিভাৰ চিনাকি দিছে সি কেৱল কামৰূপতে কিয়, -গোটেই ভাৰতৰ ইতিহাসতে অতুলনীয় হৈ থাকিব।

সুনীতি - ঈশ্বৰে তোমাৰ শুভ ইচ্ছা পূৰ্ণ কৰক।

শচী - আপোনাৰ ওচৰত মোৰ এটি নিবেদন আছে আই। আজি এই আনন্দৰ দিনৰ স্মৰণাৰ্থে, মোৰ আজন্ম সঞ্চিত যি সামান্য ধনৰত্ন আছে, তাক আপোনাৰ হাতত গতাই দিব খুজিছো। তাৰে প্ৰজাৰ হিতৰ অৰ্থে আলি, পুখুৰী, দেৱমন্দিৰ আদি সজাই মোক কৃতাৰ্থ কৰক।

সুনীতি - কি কৈছা মন্ত্ৰীবৰ? ৰাজভঁৰালৰ ধনেৰে কামৰূপৰ চাৰিসীমাত সোণৰ প্ৰচীৰ তুলিব পাৰি। তোমাৰ এই মহৎ দান মই গ্ৰহণ কৰি আকৌ ঘূৰাই দিছোঁ। ধন্য তোমাৰ স্বদেশ-প্ৰেম। ধন্য তোমাৰ ৰাজ ভক্তি।

শচী - মোৰ শ্ৰদ্ধাৰ দান অৱহেলা নকৰিব আই। এতিয়া বুঢ়া হৈছো, কেতিয়া মৰো ক'ব নোৱাৰো। মোৰ যি আছে সকলোকে মই দেশৰ হকে দি যাব খোজো। মনোহৰকো মই আপোনাৰ হাতত সপিলো, মোক মুক্ত কৰক আই।

সুনীতি - তেন্তে আৰু তোমালৈ থাকিল কি?

শচী - একণিকা গভীৰ তৃপ্তি।

সুনীতি - তুমি মানুহ নোহোৱা। মযো মোৰ সকলো ৰত্ন অলঙ্কাৰেৰে তোমাৰ সোণৰ প্ৰতিমা সজাই সিংহাসনৰ আগত থম। মনোহৰ আজিৰপৰা মোৰ অন্যতম পুত্ৰ।

শচী - আৰু মই নিশ্চিন্ত। যাওঁ, এতিয়াই ইয়াৰ ব্যৱস্থা কৰোগৈ।

সুনীতি ব'লা মযো গৈছো। (দুয়ো যায়)

নন্দ - কি কৈছে এওঁলোকে! হাঁহি উঠিব খোজে। নিজৰ স্বাৰ্থলৈ নাচাই, কিহৰ এইখন কি ভাওনা দেখুৱায়। আচৰিত! এই শচীপাত্ৰই নীলাম্বৰৰ কাৰণে, অকাৰণে নিজৰ সৰ্বস্ব বিলাই দিব পাৰে। অথচ মোৰ কাৰণে নাজানি হ'লেও অপকাৰটোহে কৰে মোৰ জন্মস্বত্ব কাঢ়ি নিও সন্তোষ নাই, দিগ্বিজয়ৰ সময়ত মোক পঠালে কিজানি মোৰ গৌৰৱ লাভ হয়, তাৰোপৰা মোক বঞ্চিত কৰিলে। ঠিক। শচীপাত্ৰৰ তেজত পালবংশৰ প্ৰতি শত্ৰুতাৰ বীজ স্বভাৱতে নিহিত আছে। বাৰু, মোৰো গাত যদি পালবংশৰ তেজ আছে, তেজেৰেই ইয়াৰ প্ৰতিশোধ দিম। (যায়)

## পঞ্চম দৃশ্য

বঙ্গদেশ - (নীলাম্বৰৰ শিবিৰ)
(সৈনিকবিলাকে গায়)
গীত

ঘনে ঘনে কঁপে হিয়াৰ তন্ত্ৰী
আহিছে মিলন দিন।
আকুল চিত্ত কৰিছে নৃত্য,

বাজে কি নবীন বীণ!
দীৰ্ঘ বিৰহ অন্ত, লাগিছে নৱ বসন্ত,
পৰাণত জাগে প্ৰিযাৰ আনন
অসহ বিৰহ ক্ষীণ।
স্মৰণতে যায় শ্ৰান্তি, পৰশত কত শান্তি,
অধৰে অধৰে হৃদয়ে হৃদযে
নিখিল ভুবন লীন।
(সৈনিকবিলাক যায়। মনোহৰ আহিল)

মনো - আকৌ ঘৰ। ঘৰ। কি সুন্দৰ ঠাই! কল্পনাৰ স্বৰ্গও ইয়াৰ আগত মলিন হৈ যায়। ঘৰ, য'লৈ জন্মদিনৰ আশীৰ্বাদ ল'ই ঈশ্বৰ নিজে নামি আহিছিল, য'ত সেই আশীৰ্বাদৰ অক্ষয় কিৰণ অনন্ত কাল জিলিকি থাকে, য'ৰ আলোকত মোৰ চকুৰ প্ৰথম দৃষ্টি উপচি গৈছিল, য'ৰ বতাহে মোৰ প্ৰথম নিশ্বাস বোৱাইছিল, সেই ঘৰ! য'ৰ ধূলি কণাত ল'ৰালিৰ স্মৃতিৰ সৌৰভ, পিতাৰ পবিত্ৰ আশ্ৰয়, আইৰ দৰে অনুপম তীৰ্থ, ভাই-ভনীৰ দৰে আনন্দৰ নিজৰা, সেই ঘৰলৈ ওলাইছো! ঘৰ! ঘৰ বোলোঁতে আৰু এখনি মুখলৈ মনত পৰে। সেই মুখ- সেই মুখ ললিতাৰ! হাঁয মই পখী হৈ নুপজিলো কিয়!
(নীলাম্বৰ আহিল)

নীলা - অকলে অকলে কি ভাবিছা মনোহৰ?

মনো - মই? নাই, একো ভবা নাই।

নীলা - মোৰ মনে নধৰে, তুমি যেন কিবা সুখৰ সপোনত ভাহি আছিলা।

মনো - তোমাৰ কথা একপ্ৰকাৰ সঁচাই মই ঘৰৰ কথা ভাবি আছিলোঁ।

নীলা - তাকে নকৈছিলা কিয়?

মনো - বাৰু ঘৰলৈ বুলি তোমাৰ নো মন আকুল হোৱা নাইনে?

নীলা - সেইটো পাচত বুজিবা। সম্প্ৰতি শিবিৰ তুলিবৰ আয়োজন কিমান আগ বাঢিছে?

মনো - প্ৰায় সম্পূৰ্ণ।

নীলা - কিন্তু মনোহৰ, ৰাজসভাত বহি বিধি নিষেধৰ বন্ধনত বন্দী হৈ থকাতকৈ যুদ্ধ-ক্ষেত্ৰক মই বেচি ভাল পাওঁ।

মনো - এক ফালেদি ভাল সঁচা। কিন্তু এইবাৰ তুমি যুদ্ধ-ক্ষেত্ৰতো যেনে নিয়ম বান্ধি দিছা, তাৰে চাই-

নীলা - কি কৰিম কোৱা। যোৱা বিদ্ৰোহ দমনৰ মোৰ কোঠোৰতাৰ কথা শুনি চন্দ্ৰাই মোক শপত দি থৈছে। মই যেন কোনো তিৰোতাৰ মনোকষ্টৰ কাৰণ নহওঁ।

মনো - পিছে এটা কথা, তুমি যে বিপদক এনেকৈ আগ ভেঁটি ফুৰা, সেই বিষযে নো একো কোৱা নাইনে?

নীলা - সদায়েই কয়। কিন্তু উত্তৰ দিওঁ, যি মৰিবলৈ ভয় কৰে সি জীয়াই থাকিবলৈ তাতোকৈ বেচি ভয় কৰা উচিত।

মনো - এই কথা মানিলেও, তুমি নিজক বিপন্ন কৰি ফুৰা মই সহিব নোৱাৰো।

নীলা - মনোহৰ তুমি মোৰ ভাই হৈ নুপজিলা কিয়?

মনো - মোক মাত্ৰ বন্ধু বুলিযেই ভাবা, মই তাতে সন্তুষ্ট হ'ম।

নীলা - তোমাৰ দৰে বন্ধু অৱশ্যে নিজৰ ভাইতকৈও ডাঙৰ।

মনো - বোধহয ভুল কৰিলা।

নীলা - ভুল নহ'ব লাগে। কাৰণ দেখা নাইনে ভাইককাইৰ সম্পৰ্কও সম্পত্তিৰ যোগেদিহে বহু ক্ষেত্ৰত।

মনো - সঁচা কিন্তু, বেলেগ হয অন্ন, বেলেগ হয সম্পত্তি আৰু বেলেগ হয বোৱাৰী। কিন্তু ভাইৰ প্ৰাণ বেলেগ নহ'ব লাগে। আৰু সিযো যদি হয, তেন্তে জানিবা সেই প্ৰাণ জন্তুৰ, মানুহৰ নহয়।

নীলা - তুমি ইমান কথা ক'ত শিকিলা?

মনো - এইবোৰনো শিকা কথানে? এইবোৰ দেখা কথা, অতি সাধাৰণ।

নীলা - তিৰোতা সম্পৰ্কে তোমাৰ কি ধাৰণা?

মনো - পুৰুষৰ মনত তিৰোতা ৰহস্য। শাস্ত্ৰযো বোধহয় ভালকৈ ধৰিব পৰা নাই, মই কেনেকৈ কওঁ কোৱা?

নীলা - কিয় তোমাৰ দেখোন অন্তঃপুৰৰ তিৰোতা মহলত হৰ-গৌৰী সংবাদ পুথিৰ পাঠক বুলি বৰ নাম, তুমিনো নাজানানে?

মনো - সেইবোৰ তেওঁলোকক ভুৱা দিয়া কথা। বামুণ কুলত জন্মিলেও পণ্ডিতালি মোৰ কি আছে? এতিয়া অলপ জিৰণি লোৱা যাওক আহা।
(দুযো যায়)

# ষষ্ঠ দৃশ্য

কমতাৰ ৰাজবাট (সময-দুপৰীয়া)
(নন্দ অকলে)

নন্দ - দিগ্বিজয কৰি আজি নীলাম্বৰ সমাৰোহেৰে নগৰ সোমাব। কমতাপুৰ আনন্দত মতলীয়া। এই আনন্দত কিন্তু মোৰ ঠাই নাই। এই জয-বাৰ্তা শুনি গাত একুৰা জুই জ্বলিব লাগিছে, বুকুৰ প্ৰত্যেক কামীহাড় পলে পলে ডেই গৈছে। এটা ছিদ্ৰ পালেই তাৰ বিষাক্ত ধোঁৱাই এই উৎসৱৰ লগত সোপা দি মাৰি পেলাব পাৰে। কিন্তু চল নোপোৱাৰ বাবে তাক লুকাই ৰাখিব লগা হৈছে, অথচ তাৰ তাপত মোৰ সৰ্বশৰীৰ সিজি গৈছে। যক, ৰাজহাড়ৰ মাজলৈ বজ্ৰকীট খুলি খুলি

সোমাই গ'লেও বাহিৰত মৰাশৰ দৰে হাঁহি দেখুৱাব লাগিব। অতি সাধাৰণ সৈনিক এটায়ো আজি ৰণজয়ৰ কাহিনী লৈ লোকৰ চকুত সন্মানৰ পাত্ৰ হ'ব, অথচ মই নীৰৱে বিস্মিত হৈ তাকে শুনিব লাগিব, নিজে নিজে ধিক্কাৰ দিব লাগিব, ওঃ। ইয়াৰ একমাত্ৰ কাৰণ এই কুটিল শচীপাত্ৰ।

(সাধুচৰণ আহিল)

সাধু - নন্দ। তুমিনো ইয়াত কৰিছা কি? কোনো ৰং-ধেমালিত যোগ দিয়া নাই, আন কামো একো কৰা নাই।

নন্দ - ৰং-ধেমালি মই নিজে কৰাতকৈ লোকক কৰা চায়েই ভাল পাওঁ।

সাধু - তোমাৰ দৰে ডেকা মানুহে, আজিৰ দৰে আনন্দৰ দিনত আমন্-জিমন্কৈ ফুৰা মই ভাল নাপাওঁ। আহা, মোৰ তাত বহি, অলপ জিৰাই-শঁতাই দয়ো একে লগে ওলাই যামগৈ।

নন্দ - মহাৰাজে আহি পাবৰ সময় হ'বহিযেই।

সাধু - ব'লা, ব'লা তালৈ যথেষ্ট সময় আছে। (দুয়ো যায়)

### সপ্তম দৃশ্য

### সাধুচৰণৰ ঘৰ

(বহল দুৱাৰেদি ভিতৰৰ দৃশ্য চকুত পৰে। এখন ডাঙৰ আৰ্চীত ললিতাই উৎসৱৰ ৰূপসজ্জা কৰিছে। কোঠাৰ বাহিৰত এখন বহল কাঁথি)

ললিতা - কিহৰ কাৰণে এই সাজ পাৰ। মনোহৰ-মনোহৰতো এতিয়াও নাহিল। মনোহৰ। সুন্দৰ মনোহৰ। তোমাক পাবৰ আশা মোৰ এই জনমত নাই। তুমি বামুণৰ ঘৰত উপজিছিলা। মই শূদ্ৰাণী। মোৰ কাৰণে তুমি আকাশৰ তৰা। কিন্তু তেওঁ কিয় এই আকৰ্ষণ। নাই সেইবোৰ আজি নাভাবো। আজি তুমি আহা, হাঁহা, মোক দেখি মুগ্ধ হোৱা। উৎসৱৰ বাঁহী উতলা হৈ বাজিব লাগিছে, আজি যদি বুজাব পাৰিলোহেঁতেন মই তোমাক কিমান ভালপাও। এই আখৰ কেইটা আৰু মুকুতাৰ মণি কেইটাই আজি তোমালৈ উপহাৰ। (বাহিৰলৈ ওলাই আহিল আৰু আৰু চিঠিখন পঢ়ি চালে) "হে বিজয়ী বীৰ। মই এপাহ ফুল হোৱা হ'লে তোমাৰ সপোনত ইমান দিনে ক'লৈবা ভাহি গ'লো হয়। আৰু তুমি এখনি নৈ হোৱা হ'লে, তোমাৰ শীতল বুকুত মই পমি গ'লো হয়, থাকিলহেঁতেন বাকী এই কঠিন মুকুতাৰ মণি কেইটা। দেখিলে চিনি পালা হয়নে?"

(সাধুচৰণ আৰু নন্দ আহিল। ললিতাই তৎক্ষণাত চিঠিখন সামৰি কাপোৰৰ আঁৰ কৰি, সহজ অৱস্থালৈ আহিল। নন্দ আৰু সাধুচৰণ কাঁথিত বহিল)

সাধু - ললিতা, আমাৰ কাৰণে কি আছে অলপ জলপানৰ দিহা কৰাচোন আই।

ললিতা - ভাল পিতা, অলপমান বহক। (ললিতা যায়)

সাধু - বাৰু নন্দ, মই মন কৰিছো তুমি সদায় এনে অকলশৰীয়াকৈ থাকা,- কি কাৰণ কোৱাচোন?

নন্দ - আপোনাক নো আৰু কি কম? পৃথিৱীত মোৰ কেও কিছু নাই, সামৰিক কৰ্তব্যৰ বাহিৰে সময় নিয়াবলৈ একো অৱলম্বনেই নাই।

সাধু - কিন্তু, তোমাৰ বয়সৰ মানুহৰ পক্ষেতো এনে হ'ব নালাগিছিল। মাজে সময়ে আজৰি পালে আহিবাচোন আমাৰ ফালেই।

নন্দ আপোনাৰ মৰমৰ প্ৰতিদান দিবলৈ মোৰ একো নাই।

সাধু - পিছে এটা কথা। তুমিনো সদায় অকলশৰীয়া হৈয়ে থাকিবানে? সংসাৰৰ দায়িত্বৰ বিষয়েও ভবা-চিন্তা কৰিব লাগে নহয়।

নন্দ - সেইবিলাক চিন্তা দেখোন মনলৈ অহাই নাই।

সাধু ওঃ সেইটো নহয়। সময়ৰ কাম সময়ত হ'ব লাগে। (ললিতা আহে)

ললিতা - পিতা, ভিতৰলৈ আহিবৰ হৈছে। (দূত এজন আহিল)

সাধু - কি সংবাদ?

দূত মন্ত্ৰীদেউতাই আপোনাক মাতি পঠাইছে, ডাঙৰ সকাম আছে বুলি কৈছে।

সাধু - মাতিছে। বাৰু কওঁগে মই গৈছো।

নন্দ ব'লক ময়ো যাওঁ।

সাধু - নহয় নন্দ, তুমি বহা। একো বেয়া নাপাবা, মই এতিয়াই আহিম।

নন্দ - নালাগে মোৰো আনফালে কাম আছে-

সাধু - তুমি আমাক পৰঙ্গান নকৰিবাচোন ইমান। বহা খন্তেক। আই ললিতা, বোপাটিলৈ জলপান সজোৱা, মই আহো অলপমান-

ললিতা - ভাল বাৰু।

(সাধুচৰণ আৰু দূত যায়)

(ললিতাই ভিতৰৰ কোঠালীত জলপানৰ দিহা কৰে। নন্দই মাজে মাজে তলমুৱাকৈ ভাবে, ইফালে সিফালে লক্ষ্য কৰে আৰু কেৰাকেৰিকৈ ললিতালৈ চায়। ললিতা ওলাই আহিল)

ললিতা - অলপ ভিতৰলৈ আহিলে ভাল আছিল।

নন্দ - অ, গৈছো বাৰু (ভিতৰ সোমাই গ'ল, হঠাৎ ললিতাৰ হাতত ধৰিলে)

ললিতা - ছিঃ। কেনে কৰে। হাত এৰক।

নন্দ - মই মোহিত হৈছো- (সাবটি ধৰিব খোজে, ললিতাৰ

গাৰপৰা আগতে লুকুৱাই থোৱা চিঠিখন সৰি পৰে)

**ললিতা** - সাৱধান। হয় ভাল মানুহৰ দৰে ব্যৱহাৰ কৰিব, নহ'লে,-

**নন্দ** - আও! ইমানটো খং খাব পাযনে? আমিনো এনেহে হীন হ'লোনে যে-। (মাটিত পৰা চিঠিখন দেখি ললিতাৰ অজ্ঞাতে সেইখন তুলি ললে)

**ললিতা** - এতিযাই দিয়াব পাৰো শিক্ষা। বাৰু আহক পিতা ঘূৰি। (দুৱাৰ জপাই দিলে, নন্দ আগবাটি চোতাললৈ আহিল)

**নন্দ** - নাই কথাটো খেও নাখালে। বাৰু এইখন কি পালো। (চিঠি পঢ়ে) ওঃ। ললিতাই মনোহৰলৈ চিঠি দিছে। গলৰ মণি সোলোকাই উপহাৰ দিছে। উঃ। ইযাতো সেই একে শত্ৰু। শচীপাত্ৰৰ পুতেক মনোহৰ মোৰ প্ৰণযৰ পথৰ কণ্টক। বাৰ বছৰ অনুসন্ধানৰ পাচত কলিযে আজি ছিদ্ৰ পাইছে। -ৰাজ্যৰ ধৰণী পৰম ব্ৰাহ্মণ শচীপাত্ৰৰ পুতেকৰ লগত শূদ্ৰাণীৰ গুপ্ত প্ৰণয। শাস্ত্ৰীয ঘৃণাৰ প্ৰাচীৰত এটা বিন্ধা পোৱা গ'ল। ইয়াকে লৈ কাম আৰম্ভ কৰা যাওক। (বেগাবেগিকৈ গুচি যায)

**জিৰণি পট পৰিব**

**দ্বিতীয় অঙ্ক**

**প্ৰথম দৃশ্য**

**সাধুচৰণৰ ঘৰৰ কোঠা**

(ললিতাই অকলে গীত গাই আছে)

গীত

ওৰণি ল', ও সখী তই,
আহিছে তোৰ বৰ।
সপোন পুৰীৰ, ফুলৰ কেঁৱৰ,
ৰূপৰ মধুকৰ।।
তোৰ নযনত ভাহে ইকি
নবীন জোনালী?
গালত ফুলে অনুৰাগৰ আভা সোণালী।
হিযাত সোণৰ কমলকলি
গোপন হৰষৰ।

(মনোহৰ লাহে লাহে আহি পিচফালৰপৰা শুনি থাকে)

**মনো** - সুন্দৰ! সুন্দৰ। মিঠা!

**ললিতা** - অ'। তুমি! কেতিয়া আহিলা মনোহৰ?

**মনো** - অলপ আগতে। তোমাৰ গীত শুনিবলৈ বৈ আছো।

**ললিতা** - কথাটো মিছা নহয়, বোলে 'চোৰৰ বৰ বল, চোৰে খোজে দৈ কল', চুৰকৈ এবাৰতো গীত শুনিব-তাৰ পাচতো শুনিবলৈ দাবী কৰিব। ইমান পৰাকৰম।

**মনো** - ইঃ! থোৱাহে থোৱা। মই তোমাৰ গীতহে চুৰকৈ শুনিছো। তুমি চুৰ কৰিছা মোৰ চিত অৰ্থাৎ-ললিতা

- হৈছে - হৈছে, বহুত হৈছে। পিছে কিহলৈ বুলিবা এই ফালে অহা হৈছে?

**মনো** - মই তোমাৰ পিতাৰাক বিচাৰি আহিছোঁ। তেওঁ ঘৰত আছেনে?

**ললিতা** - তেওঁ নাই, এতিয়াই ওলাই গ'ল। তুমি বাটত লগ পোৱা নাইনে?

**মনো** - ক'তা। নাই পোৱাতো, তেওঁমো ক'লৈ গ'ল?

**ললিতা** - জানিলে মই নকওঁ নে?

**মনো** - আও। তেনেকৈ কোৱা নাই। বাৰু অলপ বাট চাব লগাই হ'ল। এটা লাগতিযাল কথা আছিল।

**ললিতা** - বাৰু বহা তেনেহ'লে।

**মনো** - বহিবলৈ পৰা হ'লেতো ভালেই আছিল। পিছে বহুতো কাম। কি কৰো। তেওঁ বহিছো বাৰু। (বহিল)

**ললিতা** - ভাল, বহা। আজি কালি মোৰো বহুত কাম হৈছে, এখন্তেক বহিযে দুষাৰ কথা-বতৰা পাতি মনটো পাতলাম, তাৰো উপায নোহোৱা হৈছে। তুমি তেন্তে বহিবা দেই, মই আহো (যায)

**মনো** - এঃ। কি মস্কিল! কত কথা কওঁ বুলি আহিছিলো- যাও ইযাত থাকিনো আৰু কি হ'ব। (যাব খোজে আৰু ললিতা পিচফালৰপৰা আহি ওলায)

**ললিতা** - ক'তা। গ'লা নেকি? বহা, পিতা আহিছে।

**মনো** - আহিছে? মই তেন্তে যাওঁ ললিতা।

**ললিতা** - তুমি আকৌ ক'লৈ যোৱা? ৰবা। তোমাৰ সকামৰ কথা কোৱা, মই তেওঁক ইযালৈ মাতি আনো।

**মনো** - মোক এৰি দিযা ললিতা, হঠাৎ মোৰ গা বেযা হৈ গ'ল পিচতো তেওঁক লগ ধৰিম।

**ললিতা** - গা বেয়া যদি তুমি ধীৰে সুস্থিৰে থাকা, পিতা আহক, ঔষধ পাতিৰো ব্যৱস্থা কৰিব তেওঁ।

**মনো** - মোৰতো তেওঁক ক'ব লগা একো নাই।

**ললিতা** - একো নাই? কিয় তুমিচোন এতিয়াই কৈছিলা আছে বুলি।

**মনো** - কৈছিলো হয়। সেইটো মোৰ ভুল হৈছিল।

**ললিতা** - ভুল হৈছিল। তেনেহলে কিয আহিছা ক'ব লাগিব।

**মনো** - কিয বোলোতে-। কিয বোলোতে-। এই, তোমাক চাবলৈ।

**ললিতা** - মোক? মোক দোখোন দেখিলাই। এতিয়া যোৱা।

**মনো** - তোমাক হেপাহ-পলুৱাই চাওঁ বুলি-

**ললিতা** - হৈছে। জানিছো। এতিয়া যোৱা।

**মনো** - লাগে যাওঁ। কিন্তু সঁচাকৈ তেওঁ আহিছে নেকি?

**ললিতা** - পিতা এতিয়াও অহা নাই, পলম আছে তুমি যোৱা।
**মনো** - মই তোমাক ভাল পাওঁ। বৰ ভাল পাওঁ।
**ললিতা** - মোৰ গা সাতখন আঠখন কৰিছে- হিঃ! হিঃ! হি!
**মনো** - তুমি হাঁহিলাহে?
**ললিতা** - ও ভুল হৈছে নেকি? ৰবা, তেনে হ'লে কান্দো।
**মনো** - তুমি ধেমালি বুলি ভাবিছা?
**ললিতা** - নাই ভবা। ভালপোৱা নামৰ বেমাৰ হ'লে হাঁহি আৰু কন্দোন সমানে আহে। নহয় বুলি কোৱাচোন বাৰু।
**মনো** - মোৰ এই গভীৰ ভালপোৱা, তাৰ মূল্য তুমি নুবুজিলা?
**ললিতা** - মূল্য নুবুজিবলৈ ইয়াত কি টান অঙ্কটো আছে কোৱা? তুমি কৈছা, মই তোমাক ভাল পাওঁ। ময়ো তেনেকৈ ক'ব পাৰোঁ, চেঙা খাবলৈ মই বৰ ভাল পাওঁ, নাইবা ফেঁচা নকা মানুহ দেখিলে মোৰ হাঁহি উঠে। ইয়াতনো কি মূল্যৰ কম বেছি থাকিব পাৰে?
**মনো** - বুজিলো। তুমি মোক ভাল নোপোৱা।
**ললিতা** - সেইটো হওঁতে ভাবি চাব লগা কথা। ৰবা তেন্তে এবাৰ ভাবিযেই চাওঁ।
(ভবাৰ ভাও জোৰে)
**মনো** - তোমাৰ লগত আৰু নোৱাৰি।
**ললিতা** - উঃ! ৰবাচোন। দেখা নাইনে মই ভাবিছো।
**মনো** - তুমি ধেমালিখন নেৰা নহয়?
**ললিতা** - তুমিযেইচোন ধেমালি পাতিছা। মই ভাবিব খুজিলেও ভাবিবলৈ নিদিয়া আৰু দোষটো দিয়া মোৰ গাত।
**মনো** - বাৰু, নিদিওঁ দোষ। থাকা, মই আহিলো। (উঠিল)
**ললিতা** - আগফালৰ দুৱাৰ বন্ধ। যাব পৰা যদি যোৱা। মই পিতাক মাতি আনোগৈ ৰ'বা ইতিমধ্যে-।
**মনো** - মোৰে শপত। বহিলো বাৰু। কিন্তু যি সোধো ক'বানে?
**ললিতা** - মইনো কি কোৱা নাই তোমাক? পৰাই নোৱাৰাইতো কৈয়েই আছো। তোমাৰহে ক'বৰ কথা নাইকিয়া হৈছে। আৰু লাগে যদি কোৱা, বেছি সুতত মই কথা ধাৰলৈও দিব পাৰো।
**মনো** - তুমি যদি এইবোৰ অৰ্থহীন কথা বলকি থাকা, মোৰ পক্ষে ইয়াত প্ৰতিষ্ঠা টান হৈ উঠিব আৰু।
**ললিতা** - ভালে ভালে বহি থাকিবা দেই-
**মনো** - বহি থাকিনো কি কৰিম বাৰু?
**ললিতা** - বহি থাকি মানুহে সাধাৰণতে যি কৰে। আকাশত চাং পাতে।
**মনো** - বহি থাকি মানুহে মনৰ কথাহে কোৱা-মেলা কৰে।
**ললিতা** - চোৱা, ইমান পৰে বৰেতে মুখত বিহ উঠিল, এইবোৰনো মোৰ মনৰ কথা নকৈ গাৰ কথাহে কলোনে?
**মনো** - তুমি ক'ৰ কথা নি ক'ত সানা, মই ক'বই নোৱাৰো।
**ললিতা** - নোৱাৰা, যদি থাকা। ময়ো তোমাৰ অধ্যাপকটো নহওঁ যে বিদ্যাক ভাঙি-মুচৰি তোমাৰ মূৰত সুমাই দিম।
**মনো** - হোৱা হোৱা, তুমি মোৰ প্ৰেমৰ গুৰু হোৱা ললিতা।
**ললিতা** - তুমি চুপতি নেৰা; নহয়?
**মনো** - সঁচাকৈ মই তোমাক বৰ ভাল পাওঁহে।
**ললিতা** - তোমাৰ নৰিয়া টান হৈছে। দৰৱ খাব লাগে-
**মনো** - দৰৱ আছে কিন্তু তোমাৰেই হাতত।
**ললিতা** - তুমি দুষ্ট ৰোগী। বেমাৰ হয় নিজেই চপাই লৈছা, নতুবা কুপথ্য খাই বঢাই লৈছা।
কোনো বেজেই তোমাক ভাল কৰিব নোৱাৰে, গতিকে ময়ো নোৱাৰো। বুজিছানে?
**মনো** - বুজা নাই।
**ললিতা** - জানো, তুমি নুবুজা আৰু নুবুজিবাও। বেমাৰে বুকুৰপৰা গৈ মূৰ পাইছে নহয়।
**মনো** - সেইবোৰ আৰু তুমিহে গম পোৱা-
**ললিতা** - বাৰু এতিয়া এখন তামোলকে খাবা জানো?
**মনো** - তোমাৰ হাতৰ তামোল অমৃত, মইনো নাখাই থাকিব পাৰোনে, দিয়া, গাত ধৰাকৈ দিয়া- (বটা আনি তামোল কাটে)
**ললিতা** - আবেগৰ বানে এতিয়া সকলোকে উটাই নিয়ে যেন পাওঁ। লোৱাচোন
(বটা আগ বঢাই দিয়ে)
**মনো** - নহয় নহয়, তেনেকৈ নহয়। হাতে হাতে দিয়া আকৌ।
**ললিতা** - বুজিছো। ৰোগৰ অৱস্থা সাংঘাতিক।
(তামোল হাতে হাতেই দিলে)
**মনো** - (তামোলখন শুঙি চাই ক'লে) তুমি তামোল খুৱাই মোক আহুদি কৰিছা যেন পাওঁ।
**ললিতা** - ইঃ কথা কৈছে চোৱা।
**মনো** - আগ চোতালত কোনোবা আহিছে যেন পাওঁ-
**ললিতা** - সেয়া পিতা আহিছে, তুমি বহা।
(ললিতা যাব খোজে, মনোহৰে হঠাৎ উলটি ললিতাৰ হাতত ধৰে)
**মনো** - ললিতা!
**ললিতা** - বলিয়া নেকি?- যোৱা। (দুয়ো দুফালে যায়)

**দৃশ্যপট পৰে**

**দ্বিতীয় দৃশ্য**

**সভা ঘৰৰ একাল**

**(শচীপাত্ৰ আহিল)**

**শচী** - এনে সঙ্কটত পৰিম বুলি ভাবা নাছিলো। ৰাজ-সভাৰ সময় আহিলেই মোক ভাবনাই ধৰে। এনে অৱস্থা মোৰ এই সুদীৰ্ঘ জীৱনত কেতিয়াও হোৱা নাছিল। ৰজাই যদি সভাত থাকিবলৈ হেলা কৰে, তেন্তে সেই

সভাই বা কি, আৰু ৰাজকাৰ্যই বা কি? মাতৃ ভৱানী, মোক এই বয়সত এইখন কি দেখুৱাব খুজিছা।

(নন্দ আৰু সাধুচৰণ আহিল)

**সাধু** - তুমি ইয়াত অকলে কি কৰিছা? ব'লা, সভাৰ সময় হৈছে।

**শচী** - কিন্তু-মহাৰাজ?

**সাধু** - মহাৰাজতকৈ তোমাকহে সকলোৱে আশা কৰে।

**শচী** - গৈছো। কিন্তু মই গৈ কি কৰিব পাৰো, যদি মোক সমৰ্থন কৰা জন নাথাকে।

**সাধু** - আজি শুনিছো মহাৰাজক বাতৰি দিয়া হৈছিল।

**শচী** - হৈছিল, কিন্তু নিশ্চিত সমিধান পোৱা নগ'ল।

**সাধু** - তেনেহ'লেইতো মস্কিল।

**নন্দ** - মই ক'বৰ হ'লে, মহাৰাণীৰ ওচৰলৈকেই বাতৰি পঠোৱা হওক। তেৱেঁই ৰাজ্যৰ মঙ্গলৰ ভাৰ হাতত লওক।

**শচী** - এইটো আকৌ কেনে কথা হ'ব?

**নন্দ** - মোৰ বোধেৰে ভালেই হ'ব। ৰাজ্যৰ কাৰণে মহাৰাজ আৰু মহাৰাণীৰ মাজত অপ্ৰীতি সৃষ্টি কৰিলেও একো বেয়া কথা নহ'ব যেন পাওঁ।

**শচী** - এইটো অতি ভয়ঙ্কৰ কথা।

**নন্দ** - মই দেখো তেনে নাভাবো।

**শচী** - নাভাবা নাই, কিন্তু মই জানো, তাৰ পৰিণাম কি হ'ব পাৰে।

**সাধু** - সেইবোৰ এৰা, এতিয়া সভাৰ সময় ওচৰ চাপিছে। আজিৰ দিনটো ভালে-কুশলে খেদোৱাই দিহা কৰা।

**শচী** - দিন যাব, কিন্তু কেনেকৈ যাব, তাকে ভাবিহে মই ব্যাকুল হৈছো-

**নন্দ** - এনেকুৱাই যেতিয়া হৈছে, তেনেহ'লে আপোনালোক আগতীয়াকৈ সভাত উপস্থিত হোৱাই ভাল-

**সাধু** - সঁচাই কৈছা। আহা সকলোটি একে লগে যাওঁ।

**শচী** - সেযে ভাল। আহা, যাওঁ।

**নন্দ** - আপোনাসকল আগ হওক, মোৰ আজি সভাত বিশেষ কাম নাই।

**শচী** - বাৰু তুমি তেনেহ'লে থাকা।

(সাধুচৰণ আৰু শচীপাত্ৰ গ'ল)

**নন্দ** - সেয়েতো! মূল্যবান কথাষাৰ পালো। স্বয়ং শচীপাত্ৰৰ মুখৰপৰাই। নীলাম্বৰৰ প্ৰাণান্তিক দুৰ্বলতা প্ৰণয়ত, সেই সূত্ৰেই প্ৰথম আঘাত দিব লাগিব। এয়েই উপযুক্ত সময়, ৰাজকাৰ্য এৰি প্ৰমোদ বনত লাহ-বিলাহত ভাহি আছে- বাৰু চাওঁচোন কি কৰিব পাৰি। নীলাম্বৰ -শচীপাত্ৰ-আৰু সমাজ-।

(লাহে লাহে ওলাই গ'লে)

**দৃশ্যপট উঠিব**

## তৃতীয় দৃশ্য

### নীলাম্বৰৰ প্ৰমোদ কানন

(সময়-জোনাকী সন্ধিয়া)

*(ললিতা আৰু চন্দ্ৰ আহিল)*

**ললিতা** - সখী। সুন্দৰ সন্ধিয়া। সুন্দৰ জোনালী! সুন্দৰ আকাশ। সুন্দৰ বতাহ।

**চন্দ্ৰা** - কিন্তু তেওচোন তোমাৰ মনটি আমন্-জিমন্!

**ললিতা** - তুমি সকলোকে আমন্-জিমনহে দেখা-

**চন্দ্ৰা** - নেদেখো, যদি তোমাক সৌ জোপা ফুলৰ লগত মিলাই দিব পাৰো-

**ললিতা** - তোমাৰ আৰু আন কথা নাই।

**চন্দ্ৰা** - নিজৰ কথাত নিজে ধৰা পৰা কিয়? মই কৈছো, গছ জোপা যেনেকৈ ফুলেৰে জাতিস্কাৰ হৈ পৰিছে, তোমাকো তেনেকৈ ফুলেৰে সজাই দিওঁ, তেনেহলে তোমাৰ মুখত হাঁহি ফুলি উঠিব।

**ললিতা** - বাৰু হৈছে, পণ্ডিতালি আমাৰ আগত নকৰিলেও হ'ব।

**চন্দ্ৰা** - তেনেহ'লে ব'লা, তোমাৰ গীতৰ বকলাখনকে মেলাহি।

(দুযো গ'ল আনফালৰপৰা নীলাম্বৰ আহিল)

**নীলা** - ক'তা চন্দ্ৰা কেনি গ'ল? জোনাক আহি তৰল মেঘৰ ছাঁৰে সৈতে ভাহি যাব লাগিছে, সন্ধ্যাৰ শেষ মাধুৰীয়ে মধুনিশাৰ কোলাত শুই শুই সপোন দেখিব লাগিছে, এই সময়ত চন্দ্ৰা কেনি গ'ল।

(এখন বেদীত বহিল। দূৰত ললিতাই গীত আৰম্ভ কৰিলে। লগে লগে এদল নৰ্তকী আহি নৃত্য কৰিব ধৰিলে, এজনী পৰিচালিকা আহি ৰজাক মৃদু মদিৰা পৰিবেশন কৰিব ধৰিলে।)

**গীত**

মধুৰ যামিনী আজি, ইকি বেথা বিৰহৰ।
বেদনা বিধুৰ হিয়া, আকুলতা পৰাণৰ।
কিনো ফুলবন শোভা, নীৰৱতা মনোলোভা।
মতলীয়া সমীৰণ, নীলা আভা গগনৰ।
ধীৰে ধীৰে মেঘলেখা ফুলে যেন তুলি ৰেখা,
বয় কিয় সুকোমল, ই কালিমা জোনাকৰ!
জানো ই হিযাৰে ছায়া,- ধৰিছে মেঘৰ মায়া,
উৰে লাহী পাখি মেলি, জোনে স'তে আকাশৰ।

(লাহে লাহে নীলাম্বৰ তন্দ্ৰামগ্ন হ'ল, গীত শেষ হোৱাৰ লগে লগে চন্দ্ৰাই ফুলৰ অলঙ্কাৰ ভৰিত নে পুৰ আৰু বগা পাটৰ কাপোৰ পিন্ধি সোমাই আহিল। বতাহত চন্দ্ৰাৰ কাপোৰৰ আঁচল উৰিব ধৰিলে। নৰ্তকীসকল আঁতৰি গ'ল।)

**চন্দ্ৰা** - তন্দ্ৰা - তন্দ্ৰা আহিব পায়!-চাই চাই তৃপ্তি

নপলায়, যেন চকুৰ জেউতিখিনিকে লীন কৰি দি চাই ৰ'ম! ভাল পাই, হিয়াখিনিকে জোনটিৰ দৰে কলা কল্যকৈ ক্ষয় কৰি পলাম। গলত সাবটি 'চিৰদিনলৈ' নিজক পাহৰি যাম। (বেদীত অলপ আঁতৰি বহিল)

নীলা - (সাৰ পালে) অ' তুমি। আহা, কাষলৈ আহা।

চন্দ্ৰা - ইয়াত শুইছিল কিয়?

নীলা - সপোন দেখিছিলো! কেৱল সপোন। মধুৰ সপোন। কিন্তু সি তোমাৰ চুলিৰ সৌৰভত মিলি গ'ল। এনেকৈ কলা-ঘুমটিত পৰি সপোনৰ মাধুৰিমা ভোগ কৰাই যদি জীৱন হ'ল হয়!

চন্দ্ৰা - জীৱন সপোন হ'লেও ই সচিত। আহক ভিতৰলৈ যাওঁ, চাওঁক পঞ্চমীৰ জোন মাৰ যাবৰ হ'ল।

নীলা - জোন মাৰ যক! মই তাকে চাই তোমাৰ ধীৰে ধীৰে মৰি যাওঁ।

চন্দ্ৰা - ছিঃ। কিবাবোৰ কয়।

নীলা ভয় কিহৰ চন্দ্ৰা। তোমাৰ ওঁঠৰ ইমান ওচৰৰপৰা মৃত্যুৱে মোক নিব কেনেকৈ? আৰু যদি নিলেই জানিবা, সেই মৃত্যুতো মৃত্যু নহ'ব, সি এটা জীৱনতকৈও ৰসাল জীৱন! স্বপ্নৰো অতীত সৌন্দৰ্য্য। সৌ চোৱা নজোনটি মেঘৰ আঁৰ হৈ যাব লাগিছে। পৃথিৱী আলোক আন্ধাৰৰ লীলাভূমি! সংসাৰ এটা সুখৰ সপোন! জীৱন এটা মধুৰ ছন্দ, টৌ খেলি গৈ গৈ ক'ত যে লীন হয়- কোনোৱে নাজানে।

চন্দ্ৰা - মই হ'লে মাজে মাজে ভাবো-এই কল্পনা আৰু কোমল অনুভূতিবিলাকেই সঁচা নে চকুৰ আগত দেখি থকা এই সংসাৰখনেই সঁচা।

নীলা - নাই, নাই এনে নিৰস তুমি নহ'বা, তুমি মোৰ সুকোমল অনুভূতিৰ নিজৰা হৈ থাকা, ভালপোৱাৰ সপোন এটি হৈ থাকা। কোৱা চন্দ্ৰা, তুমি মোক ভাল পোৱা?

চন্দ্ৰা - (নীলাম্বৰৰ হাতত নিজৰ হাতখন দিয়ে) কেনেকৈ কওঁ। মোৰ ভালপোৱা ইমান ক্ষুদ্ৰ যে.

নীলা - কিন্তু তুমি এনে সুন্দৰ কিয়? এই ৰূপ তুমি ক'ত পালা?

চন্দ্ৰা - এই ৰূপ আপোনাৰ মনৰ, যি দেখিছে সি আপোনাৰ নিজৰ ৰূপ।

নীলা - তেন্তে তোমাৰ নিজৰ ৰূপ ক'ত?

চন্দ্ৰা - ৰমণীৰ ৰূপ! ৰমণী ৰূপ নহয়, ৰমণী হৃদয়! আচল ৰমণী ৰূপত লুকাই থাকে। ৰূপ-খন্তেকৰ অযত্নত যি মলিন হৈ যায়, চকুৱে যি ভিন্ন আকৃতি ধৰে, সেই চঞ্চল ৰূপত ৰমণীক নিবিচাৰিব, ....নাপায়। ৰমণী আছে হৃদয়ত-যি-ৰোগ, শোক, দুখ, লাঞ্ছনা, অবিচাৰ অত্যাচাৰতো বসুমতীৰ দৰে স্থিৰ-যি পৰশমণিৰ দৰে সকলোকে সোণালী কৰে ধ্ৰুৱ তৰাৰ দৰে বাট হেৰুৱা পথিকক চেনেহৰ কোলাত তুলি দিয়ে, মমতা, প্ৰেম ভক্তিৰে বিশ্ব বিজয় কৰিব পাৰে, সেই হৃদয়তে ৰমণীৰ ৰূপ, সৌন্দৰ্য্য আৰু প্ৰাণ।

নীলা - বুজিছো-কিন্তু কিজানি বুজা নাই, ক'ব পৰা নাই তুমি ৰূপতেই নে হৃদয়তেই।

চন্দ্ৰা - সৌৱাচোন মন্ত্ৰী ডাঙৰীয়া!

নীলা - মন্ত্ৰী ইযাত এই অসময়ত।

চন্দ্ৰা - কিজানি ডাঙৰ কথাও থাকিব পাৰে। মই অলপ আঁতৰ হওঁ, আপুনি কথা পাতক।

(চন্দ্ৰা আঁতৰি যায়- শচীপাত্ৰক অহা দেখা যায়)

শচী - মহাৰাজৰ জয় হওক।

নীলা - আহক মন্ত্ৰী ডাঙৰীয়া। আশা কৰো ৰাজ্যৰ সকলো মঙ্গল!

শচী ক্ষমা কৰিব মহাৰাজ। ৰাজ্যৰ কথা, ৰাজকাৰ্যৰ কথা, আপুনি ৰাজসভাত বহি সোধা হ'লেই ভাল পালোহেঁতেন।

নীলা- মই আপোনাৰ সন্তানৰ তুল্য, আপোনাৰ ওপৰত নিৰ্ভৰ কৰিয়েই মই চকু মুদি বহি আছো।

শচী - সেই বুলিয়েই এই অসময়ত, আপোনাৰ ওচৰলৈ আহিছো। আপোনাৰ স্বৰ্গীয় পিতাৰ শেষ অনুৰোধ মই এতিয়াও দৈবাদেশৰ দৰে মনত আছো। এই বুঢ়া বয়সত মোৰ পৰকালৰ চিন্তাতকৈ ৰাজ্যৰ চিন্তা বেছি হৈছে। কিন্তু নোৱাৰা হৈছো। সেই কাৰণ অৱসৰ লোৱাৰ আগতে এবাৰ চাব আহিছো, এখন বিশাল ৰাজ্যৰ দায়িত্ব লৈ আপুনি কেনেকৈ চলিছে।

(নীলাম্বৰ নিমাত হৈ ৰ'ল, শচীপাত্ৰই আকৌ সুধিলে) এই সময়ত নিৰ্লিপ্তভাৱে, বিলাসত মজি থকাটো উচিত হৈছে নে আপুনি নভাবি চাবৰ আজৰি পাইছেনে?

নীলা - ৰাজ্যত কিবা অসুবিধা হৈছে নেকি?

শচী - ঈশ্বৰৰ অসীম কৰুণা যে হোৱা নাই। কিন্তু হ'লৈ কিমান পৰ চাৰিওফালে প্ৰবল ৰাজ্যবিলাক, তাৰ ওপৰত উদীয়মান পাঠান শক্তি, সকলোৱে কমতাৰ সমৃদ্ধি সন্দেহৰ চকুৰে চাইছে। আহক মহাৰাজ, ৰাজ্যৰ বাঘজৰী নিজৰ সংযত হাতলৈ নিয়ক, এই বুঢ়াই আৰু তাক কিমান দিন টানিব! বৰ দুৰ্বল হৈ আহিছো।

নীলা - আজি আপোনাক ইমান কাতৰ দেখিছোঁ কিয়?

শচী - কাতৰ দেখিছে? মহাৰাজ! বিলাসী যুবক আপুনি, সংসাৰ আপোনাৰ মনত প্ৰমোদ কানন; নহ'লে বুজিলে

হয়, বুঢ়াৰ প্ৰাণৰ বেদনা, সি কিমান গভীৰ, কিমান আৰ্ত! যি কমতাৰ ৰাজদণ্ড আপুনি ধেমালিৰ বস্তু বুলি ভাবিছে, সি মোৰ চকুত কি জানেনে? যদি নাজানে, তেন্তে মোৰ বাৰ্ধক্যক সোধক, মোৰ পকা চুলিক সোধক, মোৰ জীৰ্ণ শৰীৰক সোধক, সিহঁতে শত মুখে কৈ উঠিব-**নীলা** - আপুনি চিন্তিত নহ'ব। ভয় কিহৰ? বিশ্বাস কৰক, মই কৰ্তব্য পাহৰা নাই। প্ৰয়োজন হ'লে চাব, মই অৰ্কমণ্য নহওঁ।

**শচী** - শুনি সুখী হ'লো। কিন্তু ভয় কিহৰ বুলি আপুনি নিজক বুজাব পাৰে, মোক নোৱাৰে। ভয় কিহৰ? ৰাজ্য, মেঘৰ ওপৰলৈ উৰি চৰাযে যদি পাখি জপাই নিজক এৰি দিয়ে, তেতিয়া কি হয়? এখন ৰাজ্য উন্নতিৰ শিখৰত তুলি দি নিজে ভোগ-বিলাসৰ মাজত বুৰ গ'লে কি আপুনি ক'ব পাৰেনে? যদি পাৰে তাৰে ভয়। মই আহিলো মহাৰাজ। যি ভাল দেখে কৰিব, কিন্তু শচীপাত্ৰৰ হাত কঁপিছে, সি আৰু নোৱাৰে। (শচীপাত্ৰ যায-চন্দ্ৰা আহে)

**চন্দ্ৰা** - প্ৰিয়তম!

**নীলা** - শুনিছা প্ৰিয়তমে?

**চন্দ্ৰা** - শুনিছোঁ।

**নীলা** - তুমি কি কোৱা?

**চন্দ্ৰা** - মন্ত্ৰীয়ে উচিত কথাকে কৈছে।

**নীলা** - তেন্তে সেয়ে হওক চন্দ্ৰা। কালিৰপৰা মই ৰাজ্যৰ হাহাকাৰত বুৰ মাৰিম। কোনে জানে কোন পাৰত গৈ উঠোঁ এতিযাও ৰাতি আছে, আহা, চুম্বনৰ অগ্নিময় অমৃতেৰে মোক জৰ্জৰিত কৰি দিয়াহি। (দুয়োৰে প্ৰস্থান। আন ফালৰপৰা আহিল)

**মনো** - ললিতাক লগ নাপালো, আজি কেবাদিন দেখা পোৱা নাই-

(ললিতা আহিল)

**ললিতা** - ইকি। তুমি ইয়ালৈ আহিলা কেনেকৈ?

**মনো** - তোমাক লগ পাবলৈ।

**ললিতা** - কি কৈছা তুমি? কোনোবাই দেখিলে কি হ'ব?

**মনো** - তোমাৰ ওচৰলৈ অহা বুলি ক'ম।

**ললিতা** - তুমি সৰ্বনাশ কৰিবা দেখিছো।

**মনো** - তোমাক কেবাদিনো দেখা নাই।

**ললিতা** - যোৱা। এতিযাই যোৱা—সৌৱা মহাৰাজ—(ললিতা গুচি গ'ল)

**মনো**- ছিঃ! বৰ বেয়া হ'ল। যাওঁ আৰু, দুৱৰীয়ে দুৱাৰ জপাব।

(নীলাম্বৰ আহিল)

**নীলা** - কোন? মনোহৰ! তুমি ইয়াত?

**মনো** - মোৰ অপৰাধ হৈছে,- তোমাক লগত পোৱাৰ-

**নীলা** - মোক লগ পোৱাৰ বকাৰণে দেখিছোঁ লকলো অস্থিৰ। তোমাৰ ভালনে?

**মনো** - কিন্তু তুমি এনে সঙ্কুচিত হৈছে কিয? ইয়ালৈ অহাৰ বাবে, নহয নে?

**মনো** - মোৰ অপৰাধ হৈছে-

**নীলা** - মই ক্ষমা কৰিছোঁ। -হ'লনে? পিছে কিবা বিশেষ কাম আছিলনে?

**মনো** - কাম একো নাই হওঁতে।

**নীলা** - বাৰু তেন্তে যোৱা এতিযা, পাচত কথা হ'ব।

**মনো** - ভাল, এতিয়া যাওঁ।

(মনোহৰ গ'ল)

**নীলা** - মনোহৰ বোধ হয শচীপাত্ৰৰ লগত আহিছিল, মোক দেছি লাজ পালে।

(নীলাম্বৰ যায)

**দৃশ্যপট পৰিল**

**চতুৰ্থ দৃশ্য**

**নন্দৰ ভিতৰুৱা কোঠা**

(সময়-দুপৰীযা)

(নন্দ আৰু কালীচৰণ কথা পাতি ওলাই আহিল)

**নন্দ** - তাৰ পিচত? তাৰ পিচত?

**কালী** - কিন্তু ৰজাৰ চকু এৰাব নোৱাৰিলে ধৰা পৰিল।

**নন্দ** - পাইছে? দেখিছ?

**কালী** - চকুযোৰক মই অবিশ্বাস কৰিব নোৱাৰো।

**নন্দ** - কি কথা পাতিলে?

**কালী** - সেইটো হে শুনিব নোৱাৰিলো।

**নন্দ** - মনোহৰ লুকাই গৈছিল?

**কালী** - লুকাই গৈছিল বুলি মই কৈছোৰেই নহয।

**নন্দ** - পিছে আহিল কেনেকৈ?

**কালী** - আহিল দুৱাৰেদিযেই-

**নন্দ** - বাৰু-বাৰু- (ভাবিব ধৰিলে)

**কালী** - আৰু এটা কথা। মহাৰাণী বোলে আজি গধুলি সেৱা কৰিবলৈ যাব।

**নন্দ** - (খিৰিকীৰে চাই ক'লে) সৌৱা মনোহৰ! তই সিফালে যা দেই।

**কালী** - ভাল বাৰু। (কালীচৰণ যায় মনোহৰ সোমাই আহে)

**নন্দ** - মনোহৰ দেখোন, তুমি বহুত দিন জীবা। মই তোমাৰ কথাকে ভাবিছিলো। আহা- আহা-

**মনো** - মোৰেই ভাগ্য।

**নন্দ** - তুমি দেখোন বৰ বিশিষ্ট ভদ্ৰলোক হৈ পৰিলাহে। এনেকৈ উত্তৰ দিবলৈ তোমাক কোনেনো শিকালে?

**মনো** - শিকাবলৈ কোনো নাই। পিছে এটা খাটনি লৈহে তোমাৰ ওচৰলৈ আহিলো।

নন্দ - খাটনি। কোৱা কি কৰিব লাগে।

মনো - আজি মহাৰাজে সৈন্যবাহিনী পূৰ্ণগঠনৰ কাম আৰম্ভ কৰিব কৈছিল নহয়-

নন্দ - কৈছেতো। -কিয়? কি কৰিব লাগে?

মনো - কাম বহুত। তুমি অকলে আৰম্ভ কৰিব পাৰিবানে? মোৰ অলপ অসুবিধা হ'ল।

নন্দ - অৰ্থাৎ-?

মনো - আবেলিৰপৰা গধূলিলৈ মোৰ এটা কাম ওলাল। আজি এইখিনি সময়-মোক ক্ষমা কৰিব লাগে।

নন্দ - মই ক্ষমা কৰিবৰ কোন কোৱা? তাতকৈ মহাৰাজক নোকোৱা কিয়?

মনো - তেওঁক জনাবলৈ বেয়া লাগিব। জনাই নহয়, তেওঁ কেনে টানকৈ কৈছে।

নন্দ - যদি তেওঁ কথাটোৰ গম পায়?

মনো - নাপাব লাগে। কালিৰপৰাতো মই যামেই।

নন্দ - বাৰু, তেন্তে একো কথা নাই। পিছে এটা কথাহে- তুমি কোনোবা এদিন নিশা মহাৰাজৰ প্ৰমোদ উদ্যানত মনে মনে সোমাই আছিলাগৈ? পিছে মহাৰাজে দেখা পালে, হয়নে?

মনো - তোমাক কোনে ক'লে?

নন্দ - কোনে জানো ক'লে, মোৰো মনত নাই। আজি পুৱা সভাত কোনোবা দুজনমানে ফুচ্‌ফুচাই মেল কৰা কাণত পৰিছিল। তোমাৰ নামটো শুনিহে মন দিছিলো, নহ'লেতো জনাই সেইবোৰত মোৰ ৰতি নাই।

মনো - পৰচৰ্চা বস্তুটো এনেই, তিলক তাল কৰে। প্ৰমোদ বনলৈ মনে মনে যাবৰ সাধ্য কাৰ? মই পিতাৰ লগত গৈছিলো হয় তালৈ, কথা ইমানেই।

নন্দ - কিন্তু সেইখন দেখোন অপেস্বৰীসকলৰ দেশ। তোমাক লম্ভিলে নেকি কোনোৱাই?

মনো - তোমাৰো কথাবিলাক।

নন্দ - মহাৰাজে তোমাক তাত দেখি আচৰিত নহ'লনে?

মনো - কি আচৰিত হ'ব। বাৰু মই যাওঁ এতিয়া। তোমাক ধন্যবাদ। (মনোহৰ গ'ল)

নন্দ - বুজিছো। মনোহৰে সম্ভৱতঃ ললিতাক লগ ধৰিবলৈ গৈ নীলাম্বৰৰ আগত ধৰা পৰি আহিছে। ইফালে আজি গধূলি ৰাণী মন্দিৰলৈ যাব, লগতে ললিতাও যাব নিশ্চয়। তালৈকেই মনোহৰো যাব ওলাইছে, এই যোগ অপূৰ্ব। কালী! কালী!

(কালীচৰণ আহিল)

কালী - কি হৈছে?

নন্দ - ৰজাৰ দোলাভাৰীহঁতক চিনি পাব নে?

কালী - সিহঁত মোৰ পানী পিয়া লগ।

নন্দ - ৰজাক ফুৰিবলৈ যাওঁতে আজি আবেলি ভৱানীৰ মন্দিৰলৈ নিযাব লাগে। পাৰিবানে?

কালী পাৰিব লাগে দেখোন। চেষ্টা কৰিব লাগিব হওঁতে।

নন্দ - ৰজাই জানে ৰাণী মন্দিৰত, গতিকে চৌদোলা লোৱা মানুহ কিজনে যদি এবাৰ সোধে চৌদোলা মন্দিৰৰ ফালে নিব নেকি, তেনেহ'লেই বোধ হয় কাৰ্য সিদ্ধি হ'ব। যা, তই এতিয়াই যা-

কালী ভাল মই যাওঁ। (দুয়ো যায়)

**দৃশ্যপট পৰিল**

**পঞ্চম দৃশ্য**

(সময়-গধূলি)

(ভৱানী মন্দিৰৰ চোতাল, এফালে মন্দিৰৰ খটখটী। কামত্ত ফুলনি এখন দেখা যায়)

(মনোহৰ আহিল)

মনো কালিও ললিতাক লগ নাপালো। আজি কথা পাতিবলৈ পোৱা হ'লেও। কোনে কয় তিৰোতাৰ হিয়া সুকোমল বুলি। জানো ললিতাক মই নাপাওঁ, সমাজে নিদিয়ে। তেওঁ কিয় এই আকৰ্ষণ। সৌৱা ৰাণী আহিছে, অলপ এফলীয়া হওঁগৈ, দেখিলে কি জানি ললিতাই লাগ দিয়েই। (এফলীয়া হৈ যায়)

(চন্দ্ৰা, ললিতা আৰু সখীসকল আহিল, সখীসকলৰ এজনীয়ে চন্দ্ৰাৰ হাতত এখন ফুলে ভৰা সোণৰ থাল তুলি দিলে)

চন্দ্ৰা - সখী। তোমালোক অলপ বহাঁ, মই সেৱা কৰি আহো।

(সখীবিলাক আঁতৰি যায়)

(চন্দ্ৰাই সোঁ হাতৰ তলুৱাত থালখন লৈ মন্দিৰৰ ওখ খটখটীলৈ গ'ল, আৰু খটখটীৰ তলৰ স্তম্ভৰ ওপৰত কিলাকণি হৈ আঁউজী থমকি ৰ'ল)

চন্দ্ৰা - কিমান চেষ্টা কৰি দেৱীৰ চৰণত মন থিৰ কৰিছিলোঁ, আকৌ তেওঁলৈ মনত পৰি, মন চঞ্চল হৈ গ'ল। কাৰ চৰণত ফুল দিম, কাক পূজা কৰিম!

(অলপ পৰ ভাবি থাকি মন্দিৰৰ ভিতৰলৈ উঠি গ'ল)

(ফুলনিৰ জোপোহাৰ মাজৰপৰা নন্দ আৰু কালীচৰণে জুমি চাব ধৰিলে)

কালী ৰজা আহিছে। ৰজা আহিছে!

নন্দ - মনোবাঞ্ছা সিদ্ধি কৰা প্ৰভু।

কালী আহক। আহক! সৌৱা মনোহৰো...

নন্দ - দেখিছো!...দেৱতা মোৰ অনুকূল।

(দুয়ো লুকালগৈ, আনফালৰপৰা নীলাম্বৰ আহিল)

নীলা দুপৰীয়াৰপৰা চন্দ্ৰাক দেখা নাই। ৰাজসভাৰপৰা গৈ অন্তঃপুৰখন অৰণ্য যেন লাগিল, থাকিব নোৱাৰা

যেন পালো। বাহকবিলাকেও মোৰ মন বুজিযেই নেকি চৌদোলা এই ফালেই লৈ আহিল। চন্দ্ৰা বোধ হয় মন্দিৰত পূজাত মগন।

(মন্দিৰৰ চোতালত ইফালে সিফালে অহা-যোৱা কৰিব ধৰে আৰু এবাৰ নেদেখা হৈ পুৰে, সেই সময়তে মনোহৰ আহি সেইখিনি পালে)

মনো - ললিতাই মোক নেদেখিলে যেন পাওঁ। কি আক্ষেপৰ বিষয়! আগতে বাতৰি পঠাবলৈও নহ'ল!

নীলা - কি মনোহৰ! তুমি ইয়াত কিয়?

মনো - মই -মই এনেযে এইফালে আহোতে -

নীলা - আজি কোৱা মতে সৈন্যবাহিনীৰ কাম চাই আহিছানে?

মনো - তালৈ -যা - যাব - যাব পৰা নাই -

নীলা - কিয়? কিয় যাব পৰা নাই?

মনো - তালৈ যাওঁ বুলি ওলাইহে আহিছো।

নীলা - কিন্তু তাৰ ওলোটা বাটে? মনোহৰ! ছিঃ ছি! তুমি এনেকৈ কৰ্তব্য পালন কৰিছা? তাৰ উপৰি মোক ফাঁকি দিছা!

মনো - (নিমাত হৈ তলমুৰা কৈ ৰ'ল)

নীলা - সকলোৱে কয় মই বিলাসী, কৰ্তব্য-জ্ঞান নাই! অথচ তোমালোকে এইবিলাক কি চানেকি দেখুৱাব লাগিছা? তোমাৰ হৈছে কি? আগেয়েতো তুমি এনে নাছিলা? ছি!ছি!ছি! -

মনো - মোৰ ভুল হৈছে। মোক মাৰ্জনা কৰা!

নীলা - যোৱা, এতিয়াই যোৱা -নিশা হ'লেও হ'ব, কাম আৰম্ভ কৰাগৈ।

(দুয়ো ওলাই গ'ল, সুদা থালখন হাতত লৈ চন্দ্ৰা মন্দিৰৰ পৰা নামি আহিল)

চন্দ্ৰ - আজি মোৰ পূজা অথলে গ'ল! (অলপ অন্যমনে হাঁহিমুখে ৰ'ল) বাৰে বাৰে সেই সপোনটিহে মনত জিলিকি উঠে! কি সুন্দৰ সপোন! ক'ৰ সেই বননিখন জানো! তেওঁ যেন তৰুণ মুনিৰ কোঁৱৰটিযেই! - মোৰ চিনাকি সুধিলে। লাজতে উত্তৰ দিবলৈ নাপালো, হাতত ধৰি পেলালে -

(ললিতা আৰু সখীসকল আহিল)

ললিতা - সখী ব'লা। বেলি পৰি আহিল, যাওঁ মানে পুৰীত সন্ধ্যাদীপ জ্বলাবৰ হ'ব।

চন্দ্ৰা - যাম বাৰু, ব'লা অলপ সময় পুখুৰী ঘাটতে বহোঁগৈ!

ললিতা - বেছি সময় হ'লে কৰিব নোৱাৰিবা।

(সকলো ওলাই যায়, নন্দ আহি সেইখিনি পায়)

নন্দ - বাপু মনোহৰৰ প্ৰেমৰ সঁফুৰাত সাপ ওলাল! বামুণ হৈ শুদ্ৰাণীত মজিছে, মুখ ফুটাই ক'বও নোৱাৰে! মৰক এতিয়া!

(নীলাম্বৰ আহিল)

নীলা - তুমিও ইয়াত! নন্দ তোমালোকে মোক বলিয়া নকৰাকৈ নেৰা।

নন্দ - মহাৰাজৰ জয় হওক। মই কোনো বেয়া ভাৱে অহা নাই মহাৰাজ।

নীলা - বেয়া-ভালৰ কথা মই নুবুজো। সৈন্যবাহিনীৰ কাম আৰম্ভ কৰি আহিছানে নাই, তাকে কোৱা।

নন্দ - দাসৰ কৰ্তব্য পাৰ্যমানে কৰি আহিছো।

নীলা - মনোহৰক লগ পাইছানে?

নন্দ - অপৰাধ মাৰ্জনা কৰক। মনোহৰ আজি তালৈ যোৱাৰ আগন্তুক নেদিখি মই অকলেই-

নীলা - মই আগেযেই জানিছো তোমালোক এনেকুৱাই কৰ্তব্য-পৰাযণ। কিন্তু জানেনে এনে অপৰাধৰ শাস্তি কিমান গুৰুতৰ?

নন্দ - মহাৰাজ সকলোৰে গৰাকী, কিন্তু বিচাৰ কৰি মোক শাস্তি দিয়ক, মোৰ মাতিবৰ নাই।

নীলা - তোমাৰ সপক্ষে কি ক'ব লগা আছে?

নন্দ - মহাৰাজ! মনোহৰক মই টানি নিবৰ সাধ্য নাই, যদি নিজৰ দাযিত্ব বুজি নিজে আগবাঢ়ি নাযায়। আৰু সঁচা ক'ব লাগিলে, নক'লেও হ'ব- যে তেওঁ কিবা ডাঙৰ টানত মেৰ খাইছে।

নীলা - কি ডাঙৰ টান?

নন্দ - শুনিব খোজে, মই ক'বলৈ বাধ্য। কিন্তু নোকোৱা হ'লেই ভাল আছিল নেকি?

নীলা - নাই নাই, কৈ দিয়া, ক'ব লাগিব।

নন্দ - ক'ব লাগে বাৰু ক'ম। কিন্তু মহাৰাজ! সেইবিলাক পাপ কথা শুনি-নাই- নুশুনাই ভাল। কাৰণ নজনাকৈ হিয়াৰ এফাল গ'লেও সহিব পাৰি, কিন্তু জনাকৈ চুলি এডাল সৰিলেও দুখ লাগে।

নীলা - পাপ কথা! তুমি কি লক্ষ্য কৰি এইবোৰ কৈছা? ক'ব লাগিব স্পষ্টকৈ।

নন্দ - কি বিপদ! নাই মহাৰাজ! মোৰেই দোষ, মোকেই দণ্ড দিয়ক। কিয় এইবোৰ শুনি নিজৰ শান্তি নষ্ট কৰিব খুজিছে? এতিয়াও শুনা নাই যদি, শুনিবই নালাগে। যি হ'বৰ হৈছে।

নীলা - এওঁ কি কয়! নিজৰ শান্তি! শুনিবই নালাগে! নাই, সেইবোৰ এৰা, কোৱা, মোক কোৱা, মোক সন্দেহত নাৰাখিবা।

নন্দ - এইবোৰ সন্দেহৰেই কথা। কিন্তু আপুনি বৰ সৰল।

নীলা - যদি ক'বই লাগে, অভয় দিয়ক, মই হয়তো আপোনাৰ সকলোতকৈ প্ৰিয়জনৰ গাত পৰাকৈও ক'ব পাৰো।

নীলা - নিৰ্ভয়ে কোৱা, যদি মোৰ ওপৰতো পৰে, ঈশ্বৰৰ

ওপৰতো পৰে, তথাপি কোৱা।

নন্দ - ইফালে প্ৰাণৰ ভয় লগে লগে ৰজাৰ দণ্ড। কি কৰো।

নীলা - মোৰ আদেশ পালন কৰা।

নন্দ - (অলপ টলকা মাৰি থাকিল, লগে লগে ৰজাৰ মুখলৈ সন্দিগ্ধ দৃষ্টি কৰি) মহাৰাজ। মোৰ তেনেকৈ ক'বলগীয়া বিশেষ সঠিক একো নাই। কিছুমান জনৰৱ শুনি মই এটা কিবা অনুমান কৰিছিলো, সেইটোৱেই কথা। কিন্তু মুখৰ কথা হ'লেও, অতিৰঞ্জিতবিলাক বাদ দিলে এইখিনি থাকে- মনোহৰে বোলে অসময়তো গোপনে মহাৰাজৰ অন্তঃপুৰত সোমায়।

নীলা - কি! গোপনে অন্তঃপুৰ। পিছে কি হ'ল তাৰপৰা?

নন্দ - মই কওঁ, একো নহয়। মহাৰাজৰ অন্তৰঙ্গ বন্ধু, যাব পাৰে মহাৰাজৰ অন্তঃ পুৰলৈ। আন কি ক্ষমা কৰিব, ঈশ্বৰে নকৰক, যদি স্বয়ং মহাৰাণীৰ ওচৰলৈকো যাবৰ সাহ কৰে, তাতো বেয়া দেখিবৰ একো নাই। ইমান ডাঙৰৰপৰা ইমান হীনতা সম্ভৱ নহয়। কিন্তু মানুহবোৰ মুৰ্খ, সিহঁতৰ কথাবোৰ নীচ।

নীলা - সিহঁতে কয় কি? নন্দ, সিহঁতে কয় কি?

নন্দ - সেইবোৰনো সোধে কিয়? কথাই হোৱাকো নোহোৱা কৰে, নোহোৱাকো হোৱা কৰে। সিহঁতে কয়, নিজৰ ঘৈণী হ'ল বুলি, সাত-লক্ষ্মী ভাবি থাকিলে ঠগ খাব লাগে। তিৰোতাক যিমান অপূৰ্ব বস্তু বুলি ভাবি থকা যায়, আচলতে সিমানটো নহয়, সেইটো এটা ডাঙৰ ভুল। পুৰুষৰ যিমান শিথিলতা আছে তিৰোতাৰো সিমানেই আছে।

নীলা - তুমি কি কৈছা নন্দ। উস্। মূৰৰ ভিতৰত যেন সাতখন নৰক জ্বলিব লাগিছে। স্পষ্টকৈ কোৱা, মনোহৰৰ কথা তুমি কি জানা?

নন্দ - মনোহৰ গাৰলা * বাঘ মহাৰাজ। তেওঁ ক'ত থাকি ক'ত কামুৰি ধৰে, সেই তত্ত্ব কোনেও নাপায়। কিন্তু আকাৰে ইঙ্গিতে গম পাইছিলো, কিবা উদ্দেশ্যে মন্দিৰলৈ আহিছিল। সম্ভৱ কোনো অসূৰ্য্যম্পশ্যা সুন্দৰীক লগত পোৱাও হ'ব পাৰে।

নীলা - কাক? কাক লগ পাব আহিছিল?

* কামৰূপৰ এখন গাঁওৰ নাম। প্ৰবাদ আছে তাত বাঘৰ উৎপাত অতি বেছি আছিল। আনকি ৰবাকামি ভাঙিও মানুহ খাইছিল। এই বাঘৰ কাৰণেই গাঁওখন শেষত ভাগি যায়। তাৰে পৰাই অঘাইতং বুজাবলৈ গাৰলা বাঘ শব্দৰ সৃষ্টি হৈছে।

নন্দ - সেই কথা মই ভাঠকৈ ক'ব নোৱাৰো। যিহওক, আপুনি তেওঁৰ গেতি-বিধি, কথা-বতৰা, ভাব-ভঙ্গীলৈ চকু দিয়ক। এইটো আপুনি সহজে পাৰিব, আপোনাৰ বন্ধু যেতিয়া। আৰু পুৰীৰ ভিতৰতো যাৰ লগত এনে হ'ব পাৰে, তেনেবিলাকৰ ফালে নজৰ ৰাখক।

নীলা - উস্। কি হ'ব তাৰপৰা?

নন্দ - সকলো কথা আপুনি ওলাই পৰিব। সেয়ে যি নহওক, মোৰ হ'লে ধাৰণা যদিও ৰূপত মন্মথৰ দৰে, তথাপি ক্ষুদ্ৰমতি, সখী-সহচৰীতকৈ ওপৰলৈ হাত মেলিব নোৱাৰে। কলঙ্ক থাকিলেও চন্দ্ৰক কোনেও ঢুকি নাপায়।

নীলা - তুমি প্ৰেতৰ ভাষাত কথা কৈছা।

নন্দ - মহাৰাজক অলপ বিচলিত দেখিছোঁ কিয়? নহ'ল হ'লেই কিবা, কি হ'ব তাৰপৰা? কত সুন্দৰীয়ে মহাৰাজৰ পদসেৱা কৰিবলৈ পালে সাত পুৰুষে সৈতে উদ্ধাৰ পাব!

নীলা - যা- দূৰ হ' ৰাক্ষস।

নন্দ - দেৱতা মোৰ সহায়। (কটিল আনন্দৰ হাঁহি মাৰি বিদায় ল'লে)

নীলা - উস্। কি হ'ল। বুকুত যেন কালী নাগৰ উৰ্তলোৱা বিষ বাষ্পই সোপাদি ধৰিছে। গা লোমে লোমে সাপে দংশিব লাগিছে। উশাহে পতি আহ মগুহ কোঁচ খাই গৈছে। সাধ্য নাই এই জ্বালা জুৰাওঁ। শক্তি নাই, প্ৰাণ শীতল কৰো। . আকাশত বিহ বতাহত বিহ! পানীত বিহ। মাটিত বিহ! ক'লৈ যাওঁ! ক'ত পলাওঁ। ..কি কৰিম। বিশ্বাস নাই? তেন্তে ঈশ্বৰ মায়া? জন্ম মৃত্যু? সত্য মিছা? মই মৰা নে জীয়া? ই সজীৱৰ চিন্তা নে নৰকত প্ৰেতৰ দুঃস্বপ্ন? . চাৰিওফালে ক'লা ক'লা জুইৰ শিখা। নিঃশব্দে সকলো ডেই পুৰি ছাই কৰি নিব লাগিছে! তপত মোৰ অস্থি মজ্জালৈকে সিজি গৈছে। উঃ (মন্দিৰৰ খটখটীত অৱশ হৈ বহি ৰ'ল; আৰু চন্দ্ৰা আহি ওলাল)

চন্দ্ৰা - তেওঁ বোলে ইয়াতে আছিল, ক'লৈ গ'ল? ..অ আই! এনেকৈ আছে কিয়? উঠক উঠক, কি হৈছে কওক।

নীলা - (একো নকৈ চন্দ্ৰাৰ ফালে ৰ'লাগি চাই থাকে)

চন্দ্ৰা - কিয় এনে কৰিছে? মোৰে শপত, কওক!

নীলা - ক'ব নোৱাৰো!-

চন্দ্ৰা - কি হ'ব!-কি কৰো!-সখি! সখি!

নীলা - নামাতিবা!

চন্দ্ৰা - কি হৈছে আপোনাৰ? কওক! কওক মোক!

নীলা - (চন্দ্ৰা হাতখনি নিজৰ বুকুত লগাই দি) চোৱা! বুজিছা কিবা?- নাই! তোমাৰ হাতত জুই! (হাত এককাই আঁতৰি আহে)।

**চন্দ্ৰা -** কি কৈছে আপুনি ?

**নীলা -** কৈছো নীলাম্বৰ মৰিছে৷ (গুচি গ'ল)

(চন্দ্ৰা বিবুদ্ধি হৈ ৰ'ল, চকুপানী পৰিব ধৰিলে)

**দৃশ্যপট পৰিল**

**ষষ্ঠ দৃশ্য**

**ৰাজপ্ৰাসাদৰ এফালৰ কাঁধি**

(সময়-দুপৰীয়া)

(বহল মুকলি দুৱাৰেদি কোঠালীৰ ভিতৰলৈ দেখা যায়। কোঠাৰ ভিতৰৰপৰা চন্দ্ৰা ওলাই আহি দুৱাৰ পালেহি)

**চন্দ্ৰা -** মই নো কি দায লগালো ? জানিতো একো কৰা নাই৷ তথাপি এনে আচৰিত ব্যৱহাৰ দেখিলোঁ কিয ? আন কিবা বেযা বাতৰি পাই এনে হোৱা হ'লেও, আজিলৈকে মইতো শুনিলো হয ! গা বেযাওতো হোৱা নাই। মোৰ ওপৰতেই খং কৰিছে হয়, নহ'লে আজিও মোক দেখা নিদিব কিয ? তেওঁৰ ইমান বিৰক্তি লৈনো মই জীযাই থাকিব পাৰোঁনে ?(ললিতা [illegible]হিল)

**ললিতা** [illegible] এনে আমন্ জিমন্‌কৈ আছা কিয় ? কোৱাচোন কোৱা, কিনো হৈছে ? চন্দ্ৰা - একো হোৱা নাই সখী। এটা বেয়া সপোন দেখিছিলোঁ, সেযে মনটো ভাল লগা নাই।

**ললিতা-** সেইবোৰো ভাবি থাকিব লাগেনে ? আহাচোন, মোৰ তাঁতশালখনত অলপ বহাঁহি, ফুল শাৰী[illegible] কনী এটাত কেনা লাগিল।

**চন্দ্ৰা -** মইনো পাৰিমনে ? তেওঁ গৈছো ব'লা।

(দুয়ো ভিতৰলৈ সোমাই গ'ল)

(নীলাম্বৰ আহি দেখা দিলে)

**নীলা -** নন্দই নজনা একো নাই। কেৱল মই বেযা পাওঁ বুলি আভাস মাত্ৰ দি গৈছে।. মনোহৰ প্ৰমোদ বনলৈ মনোহৰ ৰাতি যায় কিয় ? . .মন্দিৰলৈ গৈ মিছা মাতে কিয ? ইমান চক্ৰান্ত৷ ইমান দিনে মই কি অঁকৰাভাৱে দিন নিয়ালো ! . এনে প্ৰৱঞ্চনাও মানুহে কৰিব পাৰেনে ? ছি৷ ছি৷ ছি৷ কি লাজ কি ঘৃণা ! এয়েই নাৰীৰ প্ৰেম৷ এযেই নাৰীৰ অন্তৰ৷ . ইহঁতেই জগতৰ মাতৃ-মূৰ্তি৷ . তাতকৈ পুৰুভুজ ভাল। .ইহঁতৰ চকুত ছলনা, কথাত প্ৰৱঞ্চনা, হাঁহিত পাপ, হিয়াত নৰক, চুমাত বিষ, আলিঙ্গনত অপমৃত্যু। অথচ কি সুন্দৰ৷ কি মনোমোহা !.. ইকি ! ইয়াত কিয় ? ...ইযাত কিয় ?....

(চন্দ্ৰা আহি ভৰিত লুটি খাই পৰিল)

**চন্দ্ৰা -** প্ৰভু মোৰ ! দেৱতা মোৰ ! মোক ক্ষমা কৰক।

**নীলা -** ক্ষমা৷ কিহৰ ক্ষমা ? পাপ স্বীকাৰ কৰিছানে ? .যোৱা, পৰাচিত কৰাগৈ, মোক আৰু কিয ?

**চন্দ্ৰা -** পাপ৷ আপুনি কি কৈছে? . পাপ কি মই নাজানো। নজনাত যদি কিবা অপৰাধ কৰিছোঁ ক্ষমা কৰক। ইমান নিৰ্দয় আপুনি হ'ব নোৱাৰে।

**নীলা -** কাম নাই। যোৱা, তুমি কোন . আৰু মযেই বা কোন !

**চন্দ্ৰা -** হাঁয ! জীৱনত মই কথাৰে আপোনাক একো বুজাব পৰা নাছিলো, কেৱল আপুনি নিজ গুণে মোক অগাধ বিশ্বাস কৰি আহিছে। আজিও তাকে কৰক। নহ'লে মই এইদৰে ইযাতে মৰি থাকিম। তাতকৈ মোৰ আন গতি নাই।

**নীলা -** হৈছে হৈছে৷ যোৱা৷ হয তুমি যোৱা নতুবা মই আহিলো।

**চন্দ্ৰা -** তেন্তে মযেই যাওঁ। সকলো মোৰ অদৃষ্টৰেই দোষ। বৰ আশা কৰিছিলো, অন্তিমত আপোনাৰ চৰণ মূৰত লৈ মৰিব পাৰিম, কিন্তু ঈশ্বৰে মোক নিৰাশ কৰিলে৷ (চন্দ্ৰাৰ কণ্ঠৰোধ হ'ল। নীলাম্বৰে আপোন পাহৰ ভাৱে চন্দ্ৰালৈ চাই আছিল, পাচত লাহে লাহে অবেগপূৰ্ণ মাতে ক'লে)

**নীলা -** চন্দ্ৰা৷. .চন্দ্ৰা !

**চন্দ্ৰা -** মাতক ! আৰু এবাৰ মাতক ! মোৰ মৰণতো শান্তি দিযক। প্ৰাৰ্থনা কৰিছো--

**নীলা -** কৰা, প্ৰাৰ্থনা কৰা৷ নহ'লে মই মৰিছোঁ, তুমিও মৰা।

**চন্দ্ৰা -** ময়ে মৰিছো। মোৰ পৰমাযুৰে আপুনি জীযক।

**নীলা -** নহয নহয় ! দুয়ো মৰিছো। হতভাগিনী ! শুনা নাই, মোৰ মাতত মৃত্যুৰ আৰ্তনাদ ? দেখা নাই, মোৰ বুকত জীৱনৰ চিতাগ্নি ? বুজা নাই- মোৰ মনত সন্দেহৰ প্ৰেতমূৰ্তি ? নীলাম্বৰ মৰিছে, কমতাপুৰ পুৰি গৈছে, মই তাৰ প্ৰেতাত্মা, এই শ্মশানত ঘূৰি ফুৰিছোঁ। (হতাশভাৱে লাহে লাহে আঁতৰি যাবলৈ ধৰে)

**চন্দ্ৰা -** নাযাব-নাযাব। এবাৰ মোৰ মুখলৈ চাই কওক যে

**নীলা -** ঠিক্৷ চোৱা, মোৰ চকুলৈ চোৱা !

(হঠাৎ ঘূৰি আহি চন্দ্ৰাৰ সন্মুখ হৈ একে থৰে চকুৱে চকুৱে এখন্তেক চাই থাকি অকস্মাৎ মুখ ঘূৰাই আনিলে)

নাই ! নাই ! মিছা ! ই এক সৃষ্টি-মৰুভূমিৰ বিপক্ষে এক বিন্দু অশ্ৰুৰ মিছা সাক্ষী। যা আঁতৰি যা ! (চন্দ্ৰাক ঠেলা মাৰি থৈ গুচি গ'ল)

(ললিতা আহিল)

**ললিতা -** সখী ! এইবোৰ কি ? কি হৈছে, কোৱাচোন !

**চন্দ্ৰা -** কি হ'ব সখী ! সঁচাকৈয়ে মোত বিশ্বাস নাই; নহ'লে নো-

**ললিতা** - এইবোৰ কি কৈছা। এনে কথাও হ'ব পাৰেনে? কোৱাচোন কোৱা কি হৈছে?

**চন্দ্ৰা** - ময়ো একো নাজানো।

**ললিতা** - তেন্তেনো এইবোৰ কি দেখিছো?

**চন্দ্ৰা** - এইবোৰ সকলো সপোন। সকলো সপোন। ব'লা যাওঁ, ঈশ্বৰে সকলো দেখি আছে। (দুয়ো সোমাই গ'ল)

**দৃশ্যপট উঠিব**

**সপ্তম দৃশ্য**

**ৰাজপুৰীৰ বাহিৰৰ ফুলনি**

(সময়-আবেলি)

(নন্দ এখন বেদীৰ ওপৰত বহি আছে)

নন্দ - নীলাম্বৰ ভালকৈ মেৰ খাইছে। কোনো ফালৰপৰা আৰু ৰক্ষা নাই। উত্তম। এতিয়া বাকী আছে শচীপাত্ৰ, আৰু-আৰু মনোহৰ। তেনেহ'লেই মই নিষ্কণ্টক। তাৰ পাচত অকস্মাৎ এটা ধুমুহা লগে লগে মোৰ নতুন সৃষ্টিৰ পাতনি। সেয়া আহিছে। বাৰু.

(টোপনি অহা ভাও জুৰি বেদীৰ ওপৰত শুই থাকিল, নীলাম্বৰে অন্যমনস্কভাৱে দেখা দিলে)

নীলা - বিশ্বাস নাই. নিশ্বাস নাই। চন্দ্ৰাত বিশ্বাস নাই। মনোহৰত নিশ্বাস নাই তেন্তে বিশ্বাস ক'ত আছে কাক কৰিম? আঃ এইবোৰ যদি সপোন হ'লহেঁতেন। চন্দ্ৰা আৰু মনোহৰ পবিত্ৰ হৈ থকা হ'লে, মই ইয়াতোকৈ শত গুণ যন্ত্ৰণাত পচি মৰোঁ, তাতো শান্তি আছিল তাতো সুখ আছিল। কোন? নন্দ ইয়াত। নন্দ।

নন্দ - আঃ আকৌ কিয় মনোহৰ?

নীলা - কি কৈছা নন্দ?

নন্দ - (ৰজাক দেখি অপ্ৰতিভ হোৱা দেখুৱাই) অ'। ক্ষমা কৰিব মহাৰাজ। জুৰ বতাহ লাগি মোৰ টোপনি আহিছিল, তাৰে জালাত কিবা কওঁতে কিবা কৈ পেলাইছো।

নীলা - তুমি মনোহৰৰ নাম নাকাটিছিলানে? কি কৈছিলা তুমি?

নন্দ - (লুকাব খোজা যেন দেখুৱাই) নাই নাই, বিশেষ একো নহয় বুলিয়েই ধৰক। ঘুমটিৰ আলজালতে, কিবা ভাবি কিবা কৈছো। ক্ষমা কৰিব।

নীলা - নহয় নন্দ। ক'বই লাগিব। তুমি জানা বহুত, কিন্তু কোৱা অলপ। নক'লে নেৰিলো।

নন্দ - ক'লেতো আপোনাৰ একো উপকাৰ নাই, হিতাহিত জ্ঞান হেৰুৱাব বুলিহে ভয় কৰো।

নীলা - তুমি ভাবানে নন্দ, যে মোৰ হিতাহিত জ্ঞান এতিয়াও আছে, আৰু তাকে হেৰুৱাম?-কোৱা তুমি যি জানা মোক কোৱা-অকপটে-মুক্ত কণ্ঠে!

নন্দ - মোৰেই দুৰ্ভাগ্য। যিমানে নিৰ্লিপ্তভাৱে থাকিব খোজোঁ তিমানেই এই অপ্ৰীতিকৰ ঘটনাবোৰে মোক আগুৰি ধৰে। সৰল মানুহ বুলি লোকেও মোৰ আগত লুকাব নোখোজে, শেষত মোৰ গাতেই লাগে যিমানবিলাক আপদ। কি কৰোঁ এতিয়া!

নীলা - উঃ। নন্দ, তুমি মোক পানীত পেলাই ৰং চাইছা।

নন্দ - মহাৰাজে তেনেকৈ বুজিছে যেতিয়া মইনো আৰু কি ক'ম। পিছে ক'বলগীয়া হৈছে যেতিয়া, মই যি জানো একো গোপন নকৰোঁ, ক'মেই, বিশেষতঃ আপোনাৰ কাৰণে। আপুনি ধৈৰ্য ধৰক।

নীলা ধৈৰ্য্য। ধৈৰ্য্যৰ কথা কৈছা? আন হোৱা হ'লে এনে কথা শুনা মাত্ৰে কি কৰিলেহেঁতেন জানানে?

নন্দ হয়তো এটা প্ৰলয় কাণ্ড কৰিলেহেঁতেন।

নীলা কিন্তু মই? চোৱা, এতিয়া তোমাক সুধি সুধি সেইবোৰ কাহিনী শুনিব লাগিছো, তাত মোৰ পৰম সন্তোষ।

নন্দ সঁচা কৈছে। মই স্বীকাৰ কৰো, মহাৰাজৰ ধৈৰ্য্য অসীম। কিন্তু এনেও বহুত দেখিছোঁ-যি প্ৰথমতে আপোনাৰ দৰেই শান্ত হৈ থাকে, কিন্তু পিচত হঠাৎ ভীষণ হৈ উঠে।

নীলা - ওঁ। কোৱা পাতনি নেমেলিবা। সেইন কথা তেনেভাৱে মোক কোৱা।

নন্দ কোৱাত ক'ম। কিন্তু মহাৰাজ বিচলিত হয় নেকি?

নীলা - কোৱা। মনোহৰ। মনোহৰ। মনোহৰৰ কি কথা কৈছিলা কোৱা।

নন্দ - মনোহৰে আজি বাৰে বাৰে মোক আমনি নকৰি আছিল, আপুনি অন্তঃপুৰত নে ক'ত সেই খবৰটোৰ কাৰণে। কথা ইমানেই।

নীলা - অন্তঃপুৰতনে ক'ত? কোৱা আৰু কি?

নন্দ - কথা এয়েই, বুঢ়াই ক'বলৈ মোৰ একো নাই। কিন্তু এফালেদি চালে ই-তো একো কথা নহয়। মনোহৰে আন কাৰণেও সুধিব পাৰে। নলে-গলে লগা বন্ধু মনোহৰ। তাত মহাৰাজ ইমান বিচলিত হৈছে কিয়? ই সামান্য কথা!

নীলা - সামান্য কথা! হায় নন্দ। তুমি মোক এইবিলাক কথা শুনালা কিয়? নুশুনা হ'লেই কিজানি সুখে থাকিলো হয়।

নন্দ - ক্ষমা কৰিব মহাৰাজ। মই নকৰেই বুলিছিলো; কিন্তু আপোনাৰ আদেশতো মই অমান্য কৰিব নোৱাৰো।

তথাপি আপুনি এইবোৰ বিশ্বাস নকৰাই ভাল। আৰু মোৰোতো ভুল হ'ব পাৰে! আৰু ভাবি নাচায়? কিয়? তিৰোতাৰ সতীত্বৰ ওপৰত বিশ্বাস কৰিযেই পুৰুষে সিহঁতৰ হাতত নিজক সমৰ্পণ কৰে। মোৰ কথা শুনক, অন্তঃপুৰলৈ গৈ এইবোৰ কথা পাহৰিবলৈ চেষ্টা কৰক।

নীলা - তুমি কেৱল কথাৰ পৰামৰ্শ দিলা, কামৰ পৰামৰ্শ দিব নোৱাৰিলা। সংসাৰৰ নৰককুণ্ডত যি পৰা নাই, ইযাৰ জঘন্যতাৰ ভু যি নাপায়, বতাহে এনে ধাৰণা। এদিন ময়ো তেনে আছিলো , এটা মিচিকিয়া হাঁহিত উটি গৈ স্বৰ্গৰ উপকুল পাইছিলোঁ। কিন্তু এতিয়া তাৰ প্ৰকৃত স্বৰূপ দেখিছো। উঃ! মানুহ কি মূৰ্খ। নাৰীৰ কোলাত মুৰ থৈ সুখৰ সপোন দেখে!

নন্দ - সেয়েই সংসাৰৰ প্ৰচলিত নিয়ম।

নীলা - যোৱা! ......তুমি মোক নিয়ম শিকাব নালাগে।

নন্দ - মহাৰাজৰ যেনে ইচ্ছা। মইনো আৰু কি কৰিম। (যাযগৈ)

লীনা - সংসাৰৰ নিয়ম। . তিৰোতা। .. সিহঁতে এটা চকুৰে কান্দে, এখন হাতেৰে আদৰ কৰে, সিখন হাতেৰে বিহ দিযে। পুৰুষ. মূৰ্খ সিহঁতে- (ললিতা আহি দেখা দিযে)

নীলা - তুমি কিয়? তুমি আকৌ কিয়?

ললিতা - মোৰ এফেৰি কথা আছে।

নীলা - যোৱা যোৱা, আঁতৰ হোৱা।

ললিতা - কিযনো আঁতৰ হ'ব লাগে?

নীলা - তিৰোতাৰ লগত মোৰ একো কথা নাই

ললিতা - অন্ধ পুৰুষ! নাৰীৰ চকুত জ্বলা সত্যৰ জুই কেতিয়াবা চকুত পৰিছেনে? সতীৰ চকুলোৰ মহিমা কেতিযাবা দেখিছেনে? সিহঁতৰ কোমলতাৰ প্ৰাণ অনুভৱ কৰিছেনে? যি চকুৰে পবিত্ৰ জেউতিত আকাশৰ তৰাও শেতা পৰি যায়, সৃষ্টিৰ ফটিক দাপোণ সেই নাৰীৰ চকুৰপৰা সঁচা মিছা চিনিব নোৱাৰে? এয়েনে আপোনাৰ জ্ঞানৰ প্ৰভাৱ? ইয়াৰেই আপুনি এখন দেশ শাসন কৰেনে?

নীলা - (তল মুৰহৈ কেৱল ভাৱে আৰু কয়) মই জানো, মই জানো।

ললিতা - এনে কি হৈছে মহাৰাজ? অকস্মাৎ আপোনাৰ এনে পৰিবৰ্তন কেনেকৈ হ'ল?

নীলা - কি হৈছে? .যি কথা আজি কম তাৰ হাটে-বজাৰে প্ৰচাৰ হৈছে, মোৰ হতুৱাই তাৰে কীৰ্তন কৰাব খুজিছা নে?

ললিতা - কি কৈছে আপুনি?

নীলা - বাৰু, তুমি তো প্ৰায়ে অন্তঃপুৰতে থাকা, তুমি...তুমি মনোহৰক ভিতৰলৈ অহা-

ললিতা - ছি! ছি! ছি! মিছা! মিছা! জ্বলন্ত মিছা।

নীলা - কিন্তু মই জানো-সঁচা।

ললিতা - এনে সঁচা নৰকত ডুবক। সত্য কথা ঈশ্বৰে জানে আৰু জানে- (এনেতে নন্দ আহিল, তেওঁ গলত মুকুতাৰ মণি এধাৰ পিন্ধি আহিছে, সেই বাৰ আগৰ অষ্টত ললিতাই মনোহৰক উপহাৰ দিবলৈ আগবঢাইছিল আৰু নন্দই চিঠিৰ লগত পৰি থকা পাইছিল)

নন্দ - ললিতা আইদেওৰ গা ভালনে? (ললিতাই মণিধাৰ দেখি স্তম্ভিত হ'ল)

ললিতা - সেই কুন্দচটোৱে । (ললিতাই একো ক'ব নোৱাৰি আঁতৰি গ'ল)

নন্দ - আমাৰ চিত্ৰলেখী আইদেও বা আহিছিল কিয?

নীলা - চিত্ৰলেখী নে ললিতা?

নন্দ - সেই একে জনাই। মনোহৰৰ চিত্ৰলেখী। মোক দেখি উছাহ মাৰি গুচি গ'ল কিয জানিছো।

নীলা - সেযেতো, কিয় গ'ল জানো?

নন্দ - কাৰণ এই মণিধাৰ! অন্তঃপুৰৰ ফালৰপৰা এখন চিঠিৰে সৈতে মনোহৰৰ নামে উপহাৰ হিচাবে আহিছিল। আৰু আমাৰ আইদেৱেই আছিল সেই বাতৰি অনা-নিয়া চিত্ৰলেখী।

নীলা - এই মণিধাৰ! -মইতো অন্তঃপুৰতে কেতিয়াবা দেখা যেন পাওঁ! -কিন্তু চিঠি? বাৰু চিঠিখন চাওঁ-

নন্দ - চিঠিখন? চিঠিখন ক'ত জানো থলোঁ বিচাৰি নাপালো.. তাতকৈ বৰং দুদিনমানে ৰাতি প্ৰমোদ বনৰ ভিতৰত চকু ৰাখিলেও, ইযাতকৈ ভাল প্ৰমাণ কিবা পাব পাৰে। মহাৰাজ বাহিৰত থকাত সিফালে চাগৈ মহোৎসৱ মিলিছে!

নীলা - সংসাৰ ৰসাতলে যা।

জিৱণি পট পৰিব

****

### (তৃতীয় অঙ্ক)

### প্ৰথম দৃশ্য

**শোৱা কোঠা (সময়-মাজ ৰাতি)**

(মনোহৰ ঘৰৰ ভিতৰত শুই আছে, ভিতৰৰ ফালে খিৰিকী মেলা, বাহিৰৰ ফালে দুৱাৰ মুকলি, চোতালৰপৰা, ঘাটে সৈতে কংকালৰপৰা মুখলৈ দেখি ভিতৰত এটা চাকিৰ পোহৰ মনোহৰৰ গাত পৰিছে। বাহিৰত নাম মাত্ৰে পোহৰ) (মনোহৰে সপোনত ললিতাৰ মূৰ্তি দেখিলে আৰু

যেন কোমল কণ্ঠে এফাকি গীত শুনিলে)

গীত

মধুময় হাঁহিটি ফুলে হাঁয়।
সপোনৰ কিৰণত আতুৰ প্ৰায়।
চাওঁতেই হাঁয়
হিয়া পমি যায়,
অমিয়াৰ লহৰী নিখিলময়।
পিচতেই বিলীন পৰে জঁয়।

(ললিতাৰ ছায়া-মূৰ্তি অন্তৰ্হিত হয়)

(দুৱাৰৰ বাহিৰত, চোতালত সন্তৰ্পণে নন্দই দেখা দিলে আৰু দুৱাৰেদি খুকুৰিয়াই চালে, তাৰ পিচত চোতালৰ এচুকত বাট চাই ৰৈ থাকে)

নন্দ - এটা মাৰাত্মক অভিনয় কৰিব লাগিব। সুন্দৰ সময় গভীৰ নিস্তব্ধতা কেও ক'তো নাই। সাৱধান মনোহৰ! তোমাৰ কাল চাপি আহিছে এই ভীষণ ৰাতি, পৃথিৱী ভয়ত ঘামিব লাগিছে, বতাহত উৰিছে, গছৰ লতৰ আন্ধাৰে আন্ধাৰে ঘোৰ কৃষ্ণ বৰ্ণ কৰাল হত্যাই খাপ লৈ আছে। এবাৰ যদি আৰ্তনাদ কৰি উঠিব পাৰা, তেওঁ কিজানি আজিলৈ সাৰিব পাৰা। এয়ে তোমাৰ শেষ নিদ্ৰা, তোমাৰ প্ৰাণত মোৰ প্ৰযোজন আছে হত্যাৰ প্ৰেত বাহিৰত ৰৈ আছে, তোমাক এতিয়া এবাৰ উলিযাই নিব পাৰিলেই হ'ল। সি তোমাৰ টেঁটুত এনেকৈ চেপি ধৰিব, যে উশাহ এটাও লবলৈ আজৰি নহ'ব

(কালীচৰণ আহিল)

কালী - সিফালে সকলো ঠিক।

নন্দ - কি দেখি আহিলি?

কালী - ৰজাই পুৰীৰ বাহিৰ ফালে ধুৰি ফুৰিব লাগিছে। ৰাণী আৰু ললিতাই প্ৰমোদ-বনৰ ভিত ৰৰ সেই অশোক জোপাৰ তলত বহি কথা পাতি আছে।

নন্দ - বাৰু। তেন্তে মনোহৰক মই তালৈ লৈ যাম, নীলাম্বৰক তই তালৈ নিবি।

কালী - কিন্তু মনোহৰেতো আমাৰ কথা কৈ দিব, ৰজাই যদি বিশ্বাস কৰে ?

নন্দ - মূৰ্খ। মনোহৰ এনেয়ে লাজত পৰি আছে। ৰজাযো মনোহৰত বিশ্বাস হেৰুৱাইছে। তাতে যদিহে মনোহৰক প্ৰমোদ-বনত ৰাণীৰ ওচৰত উলিয়াই দিব পাৰো, তেতিয়া. ...

কালী - সোঁৱা! আহিছে!

নন্দ - শচীপাত্ৰ। আহ লুকা। লুকা!

(দুয়ো আন্ধাৰত অদৃশ্য হ'ল, শচীপাত্ৰ আহি ওলাল)

শচী - কি কু-সপোনবিলাক দেখিলোঁ। এখন সাম্ৰাজ্যৰ সহস্ৰ চিন্তা! এক দণ্ডৰ জিৰণি, তাতো দুঃস্বপ্ন! মোৰ ইহকালৰ ঐশ্বৰ্য্য, পৰকালৰ শান্তি, ঈশ্বৰে তোক মোৰ মূৰৰ চুলিৰ সমান পৰমায়ু দি কুশলে ৰাখক। ৰাজ্যৰ সহস্ৰ বিপদতো যি হৃদয় ভয় কি নাজানে, আজি মোৰ সেই হিয়াই অলীক সপোন এটাত ইমান ভয় খাইছে? হায়। অপত্য স্নেহক, তুমি ইমান দুৰ্বল। .... নাই -যাব লাগিব। হয়তো তোৰ টোপনি ভাগি যাব। কিন্তু, কিয়? ... যাওঁ বুলিও যাব নোৱাৰো! কোনোবাই যেন কৈছে সাৱধান! সাৱধান! নাই নাযাওঁ, টোপনি আজিলৈ এৰিলো। কিন্তু এইটো মোৰ দুৰ্বলতা নহয় নকি? যাওঁ চকু জপাবৰ চেষ্টা নকৰোগৈ-

(যাওঁ নাযাওকৈ গুচি গ'ল)

(লাহে লাহে নন্দ আহিল, অলপ ৰ'ল, চাৰিও ফালে চাই ললে, পিচত বেগাই দুৱাৰ মেলি ভিতৰত সোমাই ভীষণ ব্যস্ত ভাৱে মনোহৰক জগাব ধৰিলে)

নন্দ মনোহৰ। মনোহৰ। উঠা-

মনো হোঁ। কোন? কি হৈছে?

নন্দ উঠা। আহা। হাঁয়। হাঁয়।

মনো কি। কি হৈছে-হোঁ। ইমান ৰাতি, তুমি কিয় আহিলা?

নন্দ - সেইবোৰ পিচতো শুনিব, এতিয়া মোৰ লগত ব'লা।

মনো - মহাৰাজক হত্যা কৰিবলৈ গুপ্তঘাতক। প্ৰমোদ উদ্যানত। ইমান পৰে জানো কি হৈছে, ক'ব নোৱাৰো!

মনো উপায়? তেন্তে উপায়?-কেনেকৈ?

নন্দ - আহা! ওলোৱা। বাধা দিবৰ চেষ্টা কৰোগৈ।

মনো - ব'লা। ব'লা। (মনোহৰক হাতত ধৰি লৈ নন্দ বেগাই ওলাই যায়)

দৃশ্যপট পৰিল

## দ্বিতীয় দৃশ্য

প্ৰমোদ-কানন-দৃশ্য অন্ধকাৰ

(সময়-মাজ ৰাতি)

(চন্দ্ৰ আৰু ললিতা আহিল)

ললিতা - এতিয়া ব'লা সখী, ভিতৰলৈ যাওঁ। ৰাতি বহুতো হ'ল।

চন্দ্ৰা - ভিতৰ! ভিতৰ আৰু ক'ত? আজি মই বাটৰ ভিখাৰিণীতকৈও হীন! . সংসাৰত কাকো মোৰ সমান সুখী বুলি নাভাবিছিলো, ভাগ্যৱতী বুলি মোৰ বৰ অহঙ্কাৰ আছিল, বিধিৰ লিখনত আজি মোৰ সকলো গৈছে।

ললিতা - মানুহৰ জীৱন সুখ-দুখৰ ঢৌ, উঠি নামি গৈ থাকে। তাত কাতৰ হ'ব নাপায়। কমতাপুৰৰ ৰাজৰাণী তুমি,

ধৈৰ্য্য হেৰুৱাবা কিয়?

**চন্দ্ৰা** - ৰাজৰাণী! মিছা। যাৰ চৰণৰ দাসী হৈ মই ৰাণীৰ গৌৰব কৰিছিলোঁ আজি বিনা কাৰণত তেওঁ মোলৈ পিঠি দিছে, তুচ্ছ ধন জনৰ ওপৰত মই কোনো নহয়, তাৰ মাজত মোক ঠাই নালাগে।

**ললিতা** - হায় পুৰুষ। তোমালোকে পুৰুষত্বৰ গৌৰৱ কৰা! তোমালোকে নিৰ্য্যতনত পুৰুষ হ'ব পাৰা, এনেই হ'লে কাপুৰুষ।

**চন্দ্ৰা** - তুমি তাকে ভাবি নিৰাশ নহ'বা। ৰজাৰ এই ক্ষণিক মতিভ্ৰম নো নুগুচি পাৰেনে?

**চন্দ্ৰা** - এতিযাও আশা। অকাৰণতে যেতিয়া ইমান ডাঙৰ কথা হৈ পৰিছে, তাতে বুজি পোৱা নাইনে আশা আছেনে নাই।

**ললিতা** - অকাৰণ বুলিয়েইতো আশা আছে। সামান্য ভুল একণ। আঁতৰাবলৈ কিমান পৰ লাগিছে

**চন্দ্ৰা** - হোৱাত কিন্তু হয় তাৰ বিপৰীতটোহে। সামান্য কথাইহে যতমানে সৰ্বনাশৰ মূল।

**ললিতা** - কি হ'ল সখী তেনেহলে?

**চন্দ্ৰা** - যি হ'ব লগা আছে সেযে হ'ব। কি হ'ব ভাবি ওৰ নোপোৱা। নিজত যদি বিশ্বাস থাকে সেয়ে যথেষ্ট। ওপৰত ঈশ্বৰ, তলত মানুহ আৰু কোনোবা অন্তৰালত অদৃষ্ট। এই লৈযেই জীৱন, এই লৈয়েই সংসাৰ।

**ললিতা** - হায বিধাতা। তুমি কি দুখৰ আবেগত এই সৃষ্টিখন ৰচিছিলা। পৰিপূৰ্ণ সুখৰ মাজতো দুখৰ অৰডালিহে বজাই তোলা।

**চন্দ্ৰা** - চোৱা। চোৱা। সৌটো তৰা কেনেকৈ খহি পৰিল!

**ললিতা** - সেইটো পপীযা তৰা। চাব নাপায়। ভিতৰলৈ যাওঁ ব'লা।

**চন্দ্ৰা** - তাত সোমাইচোন চাৰিওফালৰপৰা স্মৃতিৰ শলাকাঠীয়ে খঁচিবলৈ ধৰে। স্তব্ধতাই ইতিকিং কৰি হাঁহে, বিষন্নতাত হিয়াৰ পোৰণি দুগুণে জ্বলি উঠে। নহয সখী, তুমি যোৱাগৈ। ইয়াতে সিদিনা তেওঁ থিয হৈছিল, আজি মই ইযাতে মূৰ দি শুই থাকিম? (কাপোৰৰ আঁচল পাতি শুব খোজে)

**ললিতা** - তুমি এনেখন কৰি থাকিবলৈ হ'লে মই আৰু ইয়াত নাথাকোঁ। যদি তাকে তুমি ভাল পোৱা, মই আহিলো।

(যাব খোজে)

**চন্দ্ৰা** - বাৰু বাৰু, গৈছো ব'লা। (দুয়ো ওলাই যায়)

(হাতত সাৰে ভৰিত সাৰে নন্দ আৰু মনোহৰৰ প্ৰবেশ)

**মনো** - মোৰ বুকু কঁপিছে! কিন্তু ক'ত একোতো গম নাপাওঁ।

**নন্দ** - ৰ'বা, বুকু কঁপিছে। কিন্তু ক'ত? একোতো গম নাপাওঁ।

**নন্দ** - ৰ'বা, অলপ কাল অনোৱা।

**মনো** - প্ৰমোদ ভৱনলৈ বলাচোন, বেগ দিয়া।

**নন্দ** - ৰবাচোন, ৰ'বা। হয়তো আমি মিছা খবৰো শুনিব পাৰো। ভাবি চিন্তি কাম কৰা ভাল। কেনে ভয়ানক অৱস্থাত আছো ভাবি নোচোৱা কিয? তুমি ইয়াতে ৰোৱা, মই অলপ আগবাঢ়ি গম-গতি বুজি চাওঁ-

**মনো** - সঁচাতো। যদি মিছা হয়। আৰু যদি কোনোৱাই দেখে। এনেযে নীলাম্বৰে বেযা পাই আছে যেন পাওঁ। নন্দ। নন্দ। নন্দ ক'লৈ গ'ল। পলাল নেকি? সৰ্বনাশ। নন্দৰ উদ্দেশ্য কি? তেন্তে মোক ছল কৰি ইযালৈ আনিলে নেকি? উঃ। কি মূৰ্খ মই। সৌৱা কোনোৱা আহে যেন পাওঁ! ভগৱান। আজি ৰক্ষা কৰা।

(সাৱধানে পিচুৱাই যাব ধৰে আৰু এফালৰপৰা চন্দ্ৰা সোমাই আহে)

**চন্দ্ৰা** - ওলাই আহিলোঁ, ঘৰ মোৰ অসহ্য হৈছে।

**মনো** - কোন? ললিতা নেকি? (থমকি ৰ'ল)

(অকস্মাৎ ঠাই ডোখৰ পোহৰত উজ্জ্বল হৈ পৰিল। দেখা গ'ল নীলাম্বৰে নিৰ্বাক হৈ বজ্ৰাহতৰ দৰে এচুকৰপৰা চাই আছে। মনোহৰৰ লগে লগে চুকিত হৈ পলাব খোজোঁতেই, সন্মুখত নীলাম্বৰক দেখি অৱশ হৈ বহি পৰে। চন্দ্ৰাই ঘটনাৰ সংযোগ দেখি নীলাম্বৰ আৰু মনোহৰৰ ফালে চাই স্তম্ভিত হৈ খন্তেক ৰৈ থাকি মূৰ্ছিত হৈ ঢালি পৰিল। কেই মুহূৰ্তমান তেনেকৈ থকাৰ পাচত মনোহৰে কঁপা কঁপা মাতেৰে কৈ উঠিল)

**মনো** - উঃ। ভগৱান।

**নীলা** - (নিৰ্বাক হৈ একেবাৰে চকুৰ পলক নপৰাকৈ চায়েই ৰ'ল)

**মনো** - নীলাম্বৰ! ভাই! তোমাৰ ভৰিত ধৰিছো, স্থিৰ হোৱা মই কি কওঁ এবাৰ শুনা।

**নীলা** - ম-নো-হ-ৰ। এই-ই!

**মনো** - যি দেখিছা সকলো ষড়যন্ত্ৰ! শুই আছো, এনেতে নন্দই গৈ কৈছে, উঠা! উঠা। গুপ্তঘাতক প্ৰমোদ উদ্যানত সোমাইছে, নীলাম্বৰক হত্যা কৰে!' মই আতুৰ হৈ লৰি আহিলোঁ। আন্ধাৰত নন্দ পলাল। সকলো নন্দৰ ছল!

**নীলা** - আজি নন্দৰ ছল। ভৱানী মন্দিৰত আছিল কাৰ ছল? সিদিনা গধূলি কাৰ ছলত ইয়ালৈ আহিছিলা নবন্ধু?

**মনো** - কি কম! মই ললিতাক ভাল পাওঁ, সেই কাৰণে-

**নীলা** - পতিত ব্ৰাহ্মণ!....তোমাৰ বিশ্বাস কি!

**মনো** - হ'ব পাৰো। পতিত। কিন্তু আজি মই নিৰ্দোষ। মোক নন্দই প্ৰতাৰণা কৰি আনি বিপাঙত পেলাইছে।

নীলা - কিন্তু ইজনাক প্ৰতাৰণা কৰি আনিলে কোনে? মই? নহয়নে? ভাণ্ড! মিত্ৰদ্ৰোহী! ম্লেচ্ছ!

মনো - অবিশ্বাসীৰ আগত বেদব্যাসো মিছা। তোমাৰ আৰু মই কি বিশ্বাস জন্মাম! কিন্তু জানিবা এই সংঘটনৰ কৰ্তা নন্দ।

নীলা - নন্দও তোমাৰ প্ৰতিদ্বন্দী আছিল বোধহয়?

মনো - ঈশ্বৰ! বিপন্ন সতীৰ মান ৰক্ষা কৰিবলৈ এবাৰ সংসাৰলৈ নামি আহা, নতুবা লক্ষ বজ্ৰাঘাত কৰি এই হীন পৃথিৱী চূৰ্ণ কৰি দিয়া। ওঃ ভগৱান!

নীলা - মনোহৰ! মূৰ দাঙা। মোৰ ফালে এবাৰ চোৱা, নিজৰফালে এবাৰ চোৱা, আৰু এই-এইফালে এবাৰ চোৱা। কোৱাচোন আজি আমাৰ মাজত কি বিতোপন সম্বন্ধ!

মনো - উঃ নীলাম্বৰ! চিৰদিনৰ বন্ধু নীলাম্বৰ! বাক্য-যন্ত্ৰণা আৰু কিমান দিয়া। তাতোকৈ মোক এতিয়াই বধ কৰা, বন্ধুৰ উচিত কাম কৰা।

নীলা - বধ! বধ মই কাকো নকৰো। তোমাৰ শাস্তি মই তোমাৰ হতুৱাই দিয়াম। যেতিয়ালৈকে তুমি আত্মগ্লানিত উন্মত্ত হৈ ধুৰি ছিঙি আত্মহত্যা নকৰা, তেতিয়ালৈকে তোমাক লোহাৰ গঁৰালত সমুৱাই কামৰূপৰ বাটে বাটে দেখুৱাই লৈ ফুৰাম। । সকলোৰে ক'ব, 'এই চোৰা বিশ্বাস হন্তা, বন্ধুদ্ৰোহী লম্পট, নৰকৰ কীট।'

(কালীচৰণ প্ৰমুখ্যে দুজন প্ৰহৰী আহি মনোহৰক আগুৰি ধৰে)

মনো - এতিয়াও শুনা নীলাম্বৰ, নন্দৰপৰা সাৱধান হোৱা।

নীলা - তথাপি আত্ম-গোপনৰ চেষ্টা!

মনো - গোপনৰ নহয়, প্ৰকাশৰ। বুক ফালি দেখুৱালে অন্তৰ দেখা পোৱা হ'লে ইমান কথা মই নক'লোহেঁতেন। নিৰ্দোষীৰ ডাকত ভগৱানৰ আসন টলা হ'লে তুমি নীলাম্বৰে, ইমান পৰে এই সতীৰ চৰণত ধৰি ক্ষমা খুজিলাহেঁতেন। আজি সত্যযুগ হোৱা হ'লে-নাই থক্। তথাপি মনত ৰাখিবা, সত্যৰ প্ৰকাশ অনিবাৰ্য্য, শেষত ধৰ্মৰেই জয়।

নীলা - আৰু নক'বা, যোৱা দূৰ হোৱা।

(প্ৰহৰীবোৰে ধীৰে ধীৰে মনোহৰক আঁতৰ কৰে, নীলাম্বৰে লক্ষ্যহীন ভাবে চাই ৰয়)

নীলা - এয়ে নৰক. .. নাই বিশ্বাস. .নাই বন্ধুত্ব. .. .নাই পবিত্ৰতা! উত্তম পুৰস্কাৰ!. ..হীন...হীনতকৈও হীন!.. .উঃ! উঃ জ্বলি গ'ল, গলি গ'ল...গেলি গ'ল....পচি গ'ল. . বীভৎস ব্যভিচাৰৰ সোত....ছলনাৰ আবৰ্ত!....মনোহৰ! ম-নো-হ-ৰৰ....উঃ কি ভয়ঙ্কৰ!...আৰু চন্দ্ৰা? চন্দ্ৰা নাই ! কোনো নাই ...মিছা!. মিছা! কিন্তু....এইবোৰ কি?. কি হ'ল? সৌৱা দিগন্তেদি প্ৰলয়ৰ মেঘ উঠি আহিছে!. এতিয়াই সকলো ধ্বংস হ'ব ক'লৈ যাওঁ .কি অন্ধকাৰ! দিশহাৰা হৈ আন্ধাৰত মিলি গ'ল।

দৃশ্যপট পৰিব

## তৃতীয় দৃশ্য

### ভৱানীৰ মন্দিৰ-মন্দিৰৰ দুৱাৰ মৰা

(সময়-ৰাতি)

(চন্দ্ৰকুমাৰ ধীৰে ধীৰে সোমাই আহে)

চন্দ্ৰ - দুশ্চিন্তাত জীৱনৰ ভাৰ আৰু ব'ব নোৱাৰাত পৰিছো। ভাবো, এই ছদ্মবেশ এৰি নিজৰ স্বৰূপ ব্যক্ত কৰো। নন্দৰ ৰাজ্য উদ্ধাৰৰ লগত মোৰ সম্পৰ্ক কি? কিন্তু তাকেইনো কৰোঁ কেনেকৈ? কিহৰ আশাত? ভৱিষ্যত বৰ স্বেচ্ছাচাৰী, সি আশাৰ মুখতো ছাঁই দিয়ে, আৰু নিৰাশাতো কেতিয়াবা পোহৰ দেখুৱায়। আৰু বৰ্তমানকেই বা দোষ দিওঁ কেনেকৈ হাতত পোৱা বস্তুটিৰ দোষ সহজে ওলায়, কিন্তু দূৰৰটিৰ হ'লে কেৱল ওপৰৰ ৰংটোতহে চকু পৰে। নাই নাভাবো। যেনেকৈ আছো সেয়ে ভাল। নৈৰ সোঁতবৈ আছে, তাত পাৰৰ একো ক্ষতি নাই। যদি তাত বাধা দিব যাওঁ, তেন্তে উপচি পাৰ ভাঙি দিয়ে। যক্ আৰু ভাবি কি হ'ব?

(নন্দ আহিল)

নন্দ - তোমাকেই বিচাৰিছোঁ চন্দ্ৰ।

চন্দ্ৰ এই অসময়ত! কিয়?

নন্দ - তুমি এটা ডাঙৰ কাম কৰিব লাগে।

চন্দ্ৰ - কি সকাম, কোৱা! বুজাই দিয়া আগেয়ে।

নন্দ - সামটো অলপ টান, আহা মই বুজাই কওঁ-

(দুযো ফুচ্‌ফুচাই মেল পাতি ওলাই গ'ল, আনফালেদি চন্দ্ৰা আহি দেখা দিলে)

চন্দ্ৰা - পূজা শেষ হৈ গৈছে, এতিয়া আৰু এই ফুল-পাতৰ কাম কি! দেৱতাৰ বোধন হৈ গৈছে, আজি বিসৰ্জনৰ সময়। আই ভৱানী, অভাগিনীৰ শেষ বলি গ্ৰহণ কৰা। মোৰ মোৰ শেষ নিবেদন সাৰ্থক হওক।

আই বসুমতী! তনয়াক এই জন্মলৈ বিদায় দিয়া। আৰু যেতিয়া তোমাৰ কোলালৈ ঘূৰি আহো, তেতিয়া ইজন্মত যাৰ সেৱাৰপৰা বঞ্চিত হ'লো তেওঁৰ কাষ চপাই নদিয়া।... ইজন্মৰ অপূৰ্ণ আশা! এই পৰম ক্ষণতো মোৰ চকুলো বোৱাই

নানিবা।. .আৰু মোৰ দুখ নাই আই ভৱানী। তুমি এই অভাগিনীক চৰণত ঠাই দিয়া-

(ছুৰী উলিয়াই মন্দিৰৰ দুৱাৰ ডলিত আত্মহত্যা কৰিব খোজে, এনেতে চন্দ্ৰ কুমাৰে আহি বাধা দিয়ে)

চন্দ্ৰ - ৰ'বা। ৰ'বা! ক্ষান্ত হোৱা।

চন্দ্ৰা - আপুনি কোন দেৱ কাৰ্যত বাধা দিলে। (ছুৰী পৰি গ'ল)

চন্দ্ৰ - আত্মহত্যা মহাপাপ। জানানে এইখন পবিত্ৰ ঠাই?

চন্দ্ৰা - হত্যা নহয়, ই আত্মবলি।

চন্দ্ৰ - বুজিছো-মহাৰাণীৰ আজি এনে বেশ। কিন্তু ভৱিষ্যতো এনে নহয়।

চন্দ্ৰা - কোন আপুনি?

চন্দ্ৰ - সন্যাসীৰ পৰিচয় নাই। স্থিৰ হোৱা আই, আত্মহত্যাৰ ব্যৱস্থা বৰ পাপীৰ কাৰণেও নাই।

চন্দ্ৰা - তেন্তে মোৰ গতি কি হ'ব প্ৰভু? জীৱনৰ যন্ত্ৰণা আৰু কিমান ভোগ কৰিম?

চন্দ্ৰ- নকৰি উপায় কি? বিধিৰ বিধান খণ্ডাবৰ সাধ্য কাৰো নাই, তুমি জীয়াই থাকিবই লাগিব। ভৱিষ্যতেইতো তাকেই কয়।

চন্দ্ৰা - যদি মই তাক মানিব নোখোজো?

চন্দ্ৰ - নামানিবতো খুজিছিলাই, কিন্তু পাৰিলা ক'ত? এনেকৈয়ে বিধিলিপি পূৰ্ণ হয়। তাৰ ওপৰত মানুহৰ চেষ্টা নিষ্ফল। ভাগ্যলিপি নামানে, এনে সাধ্য কাৰ?

চন্দ্ৰা - আপুনি সিদ্ধপুৰুষ। মোৰ ভৱিষ্যতৰ অলপ আভাস দিবনে?

চন্দ্ৰ - ভৱিষ্যৎ জানিবৰ সাধ্য কাৰ! আৰু সেইবোৰ শুনি তুমি সুখী নহ'বও পাৰা।

চন্দ্ৰা - প্ৰভু। সুখ অসুখ মোৰ নাই। দয়া কৰি মোৰ সন্দেহ দূৰ কৰক।

চন্দ্ৰ - কিন্তু বিশ্বাস কৰিবানে?

চন্দ্ৰা - যি হ'ব লগা আছে, তাত বিশ্বাস কৰিয়েই বা কি কৰিম আৰু নকৰিয়েই বা কি কৰিম। সিতো যেনে হ'লে ফলিবই।

চন্দ্ৰ - তেনেহ'লে শুনা-

চন্দ্ৰা - আপোনাৰ অনুগ্ৰহ।

চন্দ্ৰ - তুমি তোমাৰ স্বামীৰ ওপৰত কিবা প্ৰতিশোধ ল'ব লাগে।

চন্দ্ৰা - প্ৰতিশোধ ল'ব লাগে?

চন্দ্ৰ - উচাপ খাই উঠিলা কিয়?

চন্দ্ৰা - প্ৰতিশোধ ল'ব লাগে?

চন্দ্ৰ - প্ৰতিশোধ ল'ব লাগে।

চন্দ্ৰা - প্ৰতিশোধ! কিহৰ প্ৰতিশোধ?

চন্দ্ৰ - সেইটো নাজানো। হয়তো কিবা অন্যায়ৰ প্ৰতিশোধ হ'ব পাৰে।

চন্দ্ৰা - স্বামীৰ ওপৰত?

চন্দ্ৰ - স্বামীৰ ওপৰত।

চন্দ্ৰা - যদি আপোনাৰো ভুল হয়?

চন্দ্ৰ - তেন্তে ক'ব লাগিব, মোৰ সৰ্ব সাধনাই মিছা, দেৱীৰ কৃপা মিছা।

চন্দ্ৰা - তথাপি মই তাত বিশ্বাস নকৰিবও পাৰো দেখোন।

চন্দ্ৰ - নকৰিবা। কিন্তু তোমাৰ সাধ্য কি যে অদৃষ্টৰ বিপৰীতে জয়ী হোৱা। যেনেকৈ হওক ভৱিষ্যৎ ফলিবই ফলিব। বিশ্বাস কৰা বা নকৰা একে কথা। দিয়া অস্ত্ৰ দিয়া, সন্তোষ মনে নিজৰ ঠাইলৈ যোৱা। জানিবা বিধাতাৰ বিধান, প্ৰতিশোধ তুমি ল'বই লাগিব-

(চন্দ্ৰকুমাৰ গ'ল চন্দ্ৰাই ভাবিব ধৰিলে)

চন্দ্ৰা - প্ৰতিশোধ। প্ৰতিশোধ। এই বিধিলিপি? সিও মোৰ হাতেৰে। মিছা, হ'বই নোৱাৰে। কিন্তু ইওটো এটা প্ৰতিশোধ। প্ৰতিশোধত প্ৰতিহিংসা নহয়? আই ভৱানী। মোৰ এই দুৰ্বল প্ৰাণত শক্তি দিয়া জানিছোঁ ঘোৰ বিপদে তেওঁক আগুৰি ধৰিছে, এয়ে মোৰ প্ৰতিযোধৰ উপযুক্ত সময়।

(চিন্তিতভাৱে গুচি গ'ল)

**দৃশ্যপট উঠিব**

**চতুৰ্থ দৃশ্য**

**মৃগয়া ক্ষেত্ৰৰ শিবিৰৰ কক্ষ**

(সময়-ৰাতি)

(নীলাম্বৰ আৰু নন্দ বহি আছে)

(কেইজনীমান নাচনী আহি নৃত্য-গীত আৰম্ভ কৰিলে) নীলাম্বৰৰ সেইবোৰলৈ লক্ষ্য নাই।

গীত

নীল মেঘে ঝঙ্কাৰে,
বিজুলী সঞ্চাৰে,
ঘন ঘোৰ মৃদঙ্গে কৰে গৰজন।
শিহৰে তমাল বন,
আতুৰ ভুৱন মন,
-কিয় সখী আয়োজন?
-নাহে প্ৰিযজন।
তেনে সখী গোৱা আজি
অভিনৱ গান,
বুকত বেদনা ৰাখি-
তোলা মধু তান,
কাজল গগন ছানি-
সোণালী বিজুলী হানি-

আনিব শীতল কৰা নৱ বৰষণ।

নীলা - ইহঁতক কোনে আহিব কৈছে?

নন্দ - সিহঁতৰ কৰ্তব্য কৰিছে মহাৰাজ, মৃগয়া শিবিৰত আনন্দৰ যোগান ধৰি।

নীলা - দূৰ কৰা-। যাব দিয়া-। তুৰন্তে।

নন্দ - (ইঙ্গিত কৰি নাচনীইঁতক যাব দিলে) মোৰ বোধেৰে দুষ্কৃতৰ উপযুক্ত শাস্তি নহ'লে মনৰ অশান্তি যাব নোৱাৰে।

নীলা - তোমাক কৈছো নহয়, এনে ব্যক্তিক্ৰমৰ কি উচিত শাস্তি হ'ব পাৰে, মই ভাবি নাপাওঁ। কি দণ্ড হ'ব পাৰে আবিষ্কাৰ কৰা প্ৰযোগ কৰা, মোৰ মস্তিষ্ক বিকল হৈছে।

নন্দ - মই নিমাষিত প্ৰাণী। মহাৰাজৰ লিখিত আদেশ পালে সাহ হয।

নীলা - বাৰু তাকে দিম। কি দণ্ড হ'ব পাৰে তাৰে বিধান কৰা।

নন্দ - তেন্তে এখন্তেক অনুমতি দিয়ক, মই তুলাপাত আনো। (নন্দ যায-নীলাম্বৰে অৰ্থহীন দৃষ্টিৰে বৈ থাকে, অলপ পাচতে নন্দই এখন শৰাইত কাপ মৈলাম আৰু তুলাপাত নীলাম্বৰৰ আগত ধৰে)

নীলা - আনিছা? পাইছা বিচাৰি? -ক'ত। মই একো বুজিব পৰা নাই আখৰবিলাক চকুৰ আগতে বিযপি গৈছে নেকি?

নন্দ - শাস্ত্ৰকাৰণ আৰু দেশ দস্তুৰ মিলাই, উচিত বিধান লিখিবলৈ ঠাই মুকলিকৈ ৰাখি, সম্প্ৰতি মাহাৰাজ নাম অঙ্কিত কৰি দিবলৈ মাত্ৰ গোহাঁৰি জনাইছো। সকলো কথা অতি গোপনে হ'ব লাগিব, হ'লেও ঘটনাটো প্ৰকাশ হ'লে মহাৰাজৰ সন্মানত আঘাত কৰিব পাৰে।

নীলা - বাৰু সেযে হওক। এই মোৰ নাম অঙ্কিত কৰিলো। দিয়া শাস্তি, দিয়া শাস্তি, যদি ৰাজ বিধানত বিচাৰি পোৱা।

(ওলাই যায)

নন্দ - আৰু চিন্তা নাই। সকলো দায়িত্ব এতিয়া নীলাম্বৰৰ ওপৰত আন কৌশলৰ আশ্ৰয় ল'ব লগা হ'লহেঁতেন। দেৱতা মোৰ সহায়। পিতৃ পুৰুষসকলৰ প্ৰেতাত্মা মোৰ সমৰ্থক! মৃত্যুত্তৰ প্ৰতিহিংসা মোৰ পথ প্ৰদৰ্শক। (নীলাম্বৰৰ নাম লিখা কাকতখনত মনোহৰৰ দণ্ডাদেশ লিখিব ধৰে। এনেতে কালীচৰণ আহিল)

কালী - মোৰ গা কঁপিব লাগিছে। শেষত সৰ্বনাশ নহ'লে ৰক্ষা।

নন্দ - ভয় নাই! সাৱধানে কাম কৰি যা।

কালী - লোকক মৰাৰ কাৰণে ভয় নকৰো, কিন্তু নিজৰ প্ৰাণৰ বাবে ভয় অলপ আছেতো।

নন্দ - তোৰ প্ৰাণৰ ভয় নাই। তিলাৰ্ধও নাই। যা

কালী - কিন্তু এটা কথা। যি হ'ল হ'ল। শেষৰছোৱা কাম এৰাই ভাল নেকি? মানুহৰ ওপৰত মানুহে এনে কৰাটো বৰ অতিপাত হ'ব যেন পাওঁ।

নন্দ - মানুহ! ইওতো পূৰ্বৰ ব্যৱহাৰ্ তই ভয় খাইছ? কাপুৰুষ।

কালী - ভয় খোৱা নাই।

নন্দ - তেন্তে কিয় এনে কৰিছ? যা। মন্ত্ৰীক আনিবলৈ মানুহ গৈছে, আহি পাবহি এতিয়াই। এই তুলাপাতখন ল'। অতি সাৱধান। খোৱাৰ শেষত তামোলৰ লগত আনি শচীপাত্ৰৰ হাতত দিবি। তই নিজ হাতেৰে দিবি। পাৰিবিনে? ক'। নাইবা মই অন্য দিহা কৰো।

কালী - নোৱাৰিবৰ কথা একো নাই। দিয়ক

নন্দ - এতিয়া যা। সকলো দিহা আগৰ দৰেই। কাম শেষ কৰগৈ। (কালীচৰণ যায়)

(শচীপাত্ৰ আহিল)

নন্দ - আহক মন্ত্ৰী মহাশয়। আসন গ্ৰহণ কৰক।

শচী - এৰা, ৰজাই বেয়া পায় বুলিহে কোনো মতে আহিলো, নতুবা এই অৱস্থাত আহিব মনেই নাছিল।

নন্দ আহি ভালেই কৰিছে, মানুহৰ সংসৰ্গত মন পাতল লাগিব, আৰু কোনো ফালৰপৰা কিবা খবৰ বাতৰিও পাব পাৰিব।

শচী - উঃ! (হুমুনিয়া কাড়িলে) পিছে ৰজাক দেখা নাইচোন?

নন্দ - মহাৰাজ অলপ আগতে নগৰলৈ গুচি গ'ল, কি ভাবি জানো ক'ব নোৱাৰিলো-

শচী - তেখেত নাই যেতিয়া, মোৰো যাবৰেই মন।

নন্দ - এঃ। এনে কথাও আছেনে? আপুনি গ'লে এইবোৰ আয়োজন অথলে যাব বহক। পিছে মনোহৰৰ কিবা নতুন বাতৰি পালেনে?

শচী - একো নাই। নাজানো নন্দ, মোৰ কপালত কি আছে।

নন্দ - অমঙ্গল চিন্তা মনলৈ আনিছে কিয়? তাতোকৈ আশীৰ্বাদ কৰক, তেওঁ য'তে আছে, ত'তে কুশলে থাওক।

শচী - তোমাৰ মুখত ফুল চন্দন পৰক! এতিয়ালৈকে এই ৰাজ্যত এটি প্ৰাণীয়েও মোক এনে এষাৰ কথা কোৱা নাই।

নন্দ - সেইবিলাক ভাবিলে বহুত কথা ওলায়। কাৰ জ্বৰত কোনে পানী পিয়ে ডাঙৰীয়া! মনোহৰৰ আগত বন্ধুৰ অন্তই নাছিল, কিন্তু আজি দেখিছে নহয়, কি হৈছে বুলি বাতৰি এষাৰ সোধোঁতা জনো এটি নাই। মানুহ এনেই, নিজে আদায় কৰিবৰ বেলিকা আছে, কিন্তু সামান্য মুখৰ মাতষাৰ দিবলৈকো নাই।

শচী - তুমি সঁচাই কৈছা নন্দ। মানুহ এনে বুলি মই অনুভৱ কৰা নাছিলোঁ।

নন্দ - নকৰিবতো। আপোনালোক থাকে ৰজা ৰাজ্য আদিৰ ভাবত। সামান্য মানুহৰ অন্তৰ কাৰ কেনে তাকনো জানিব কেনেকৈ। সেইবিলাক আমি, লক্ষুমতি প্ৰাণীযে ।

শচী - কিন্তু সকলোকে সাৰিলো হয - মানোহৰ এনে আঘাত নিদিযা হ'লে।

নন্দ - নাই, ভাবি ভাবি মন বেযা নকৰিব। তাতকৈ অলপ নাচ-গানকে উপভোগ কৰক, মন ভাল লাগিব।

শচী - গান-বাজনা শুনাৰ বয়স আমাৰ নাই নন্দ। সেইবিলাক জঞ্জাল নাতাই ভাল।

নন্দ - আপোনাৰ যেনে ইচ্ছা।

শচী - বাৰু নন্দ, তুমিনো একো ক'ব নোৱাৰানে?

নন্দ - মই কিবা জানিলেনো আপোনাক নোকোৱাকৈ থাকোঁনে বাৰু!

শচী - সঁচা। কিন্তু নুসুধিও নোৱাৰো। কেৱল তোমাক নহয়, যাকে লগ পাইছোঁ তাকে সুধিছো, এজনক বাৰে বাৰে সুধিছো। কিমান চৰ নিযুক্ত কৰিছো, কিন্তু কেৱে একো ক'ব পৰা নাই।

নন্দ - আপুনি জ্ঞানী, নিজে নিজক প্ৰবোধ দিব লাগে। বেচিনো আৰু কি ক'ব পাৰো আমি।

(কালীচৰণ আৰু এজন পৰিচালক আহিল)

কালী - সিপিনে সকলো সাজু হৈছে। উঠিবলৈ আজ্ঞা হওঁক।

নন্দ - আপুনি আগবাঢক, মই আৰু কোন আহে বাট চাওঁ।

শচী - এৰা, আজি ইযাতো সুদা যেন লাগিছে, তাতে ৰজাও অনুপস্থিত। এৰা দিব পৰা হ'লেই ভাল আছিল।

কালী - এইফালে আহক। এই ফালে আহক।

(শচীপাত্ৰ, কালীচৰণ আৰু পৰিচালকজন যায)

নন্দ - আৰু অলপ সময়। দেৱতা মোৰ সহায হোৱা। এইখিনি সুকুলমে হৈ যাওক। কিন্তু ই কিহৰ কঁপনি? নন্দৰ নে ভযৰ। হৃদয ডাঠ হ", সন্মুখত ভীষণ পৰীক্ষা! উঃ কি গৰম। বুকখন কিয় এনে কৰে! উঃ কোন? বতাহ ক'ত আকৌ কি? নাই। ছিঃ অস্থিৰ হৈছোঁ নেকি? কি লাজৰ কথা! কোন? কি সংবাদ? তুমি ইয়াত কিয়?

(কালীচৰণ আহিল)

কালী - সৰ্বনাশ হৈছে। খাই পেলাইছে। নিজৰ পুতেকৰ মাংস। বাপেকে খাইছে। উঃ। উঃ।

নন্দ - খবৰ্ দাৰ। (গলত চেপি ধৰিলে) এতিয়া এইবোৰ কৰিলে তোক হত্যা কৰিম। যা স্থিৰ হৈ থাকগৈ।

কালী - যাওঁ-যাওঁ এৰি দিয়ক।

নন্দ - তুলাপাত ডোখৰ আছেনে?

কালা - সময়মতে আগত-আছেনে মনত?

কালী - আছে মনত।

নন্দ - যা সাৱধানে কাম শেষ কৰগৈ।

নন্দ - পৰৰ পুতেকৰ জীৱন ব্যৰ্থ কৰি, তাক সংসাৰৰ ন্যায্য অধিকাৰৰপৰা বঞ্চিত কৰি, মানুহক মানুহৰ শাৰীৰপৰা নমাই দি, মানুহে মানুহৰ মঙ্গহ যুগে যুগে খাই আহিছে। মই তাৰ কিঞ্চিত প্ৰতিশোধ আজি দিলো। পিতৃ পিতামহসকল। তোমালোকৰ তেজ মাংসৰ মোল নুবুজা শচীপাত্ৰক, আজি নিজৰ পুতেকৰ মাংসেৰে মূল্য বুজালো, ধাৰ শুজিলো।

(শচীপাত্ৰ আহিল)

শচী - নন্দ।

নন্দ - ইমান লৰালৰিকৈ আহিল? আপোনাৰ আহাৰ হ'ললনে?

শচী - কি আহাৰ কৰিম নন্দ।

নন্দ - নাখাই নব'ই আপুনি কি কৰিব খুজিছে ক'ব নোৱাৰো। (কালীচৰণে বাটত তামোল আনে, আৰু লগতে পৰিচাৰক এজনে শৰাই ৰজাই চহী দিযা তুলাপাতখন আনি শচীপাত্ৰক ভেটিলে)

শচী - (তামোল ল'ই উঠি) এইখন আৰু কি? নন্দ, চোৱাচোন তুমি, মই ভালকৈ মানিব পৰা নাই।

(পৰিচাৰক আৰু কালীচৰণ যায)

নন্দ - (পটি চাই চঞ্চল হোৱাৰ ভাও দেখুৱালে।)

শচী - তুমি এনে কৰিছা কিয?

নন্দ - মই। মই একো কৰা নাই-কিন্তু-কিন্তু-আপুনি সৰ্বনাশ কৰিছে। হায। হায।

শচী - কি কৈছা। কি কৈছা? ভালকৈ কোৱা।

নন্দ - ঈঃ। ঈঃ। কি ক'ম এতিযা?

শচী - কোৱা, নন্দ কোৱা তুমি মনোহৰক কিবা কৈছা? কোৱা মুখেৰে নোকোৱা ইঙ্গিতেৰে কোৱা, সি আছেনে নাই।

নন্দ - শেষত মযে আপোনাক ক'ব লগাত পৰিলোঁ।

শচী - উঃ। উঃ। উঃ। আগেযে জানিছো। মোৰ বুক সুদা হৈছে? মনোহৰ। মনেহৰ! মনোহৰ। -কোৱা কেনেকৈ কি হ'ল কোৱা।

নন্দ - এইখন দেখিছো ৰজাৰ আজ্ঞা পত্ৰ। খাইছে যি আন একো নহয়-ম-নো-হ- ৰ-ৰ মাংস। (তুলাপাতখন দেখুৱায়)

শচী - কি ক'লা নন্দ? মই একো শুনা নাই ভগৱান। ভগৱান? তুমি ক'ত? উঃ। উঃ!

নন্দ - প্ৰণয় ঈৰ্ষাত ৰজাই আপোনাৰ পুত্ৰক হত্যা কৰাইছে।

শচী - মনোহৰক! ও! ওঃ। নহয়। কোৱা নন্দ তুমি মিছা কৈছা। নীলাম্বৰে মনোহৰক?- কি কৰিছে? ওঃ নাই

অসম্ভৱ। মই সপোনত নৰকৰ যন্ত্ৰণা ভোগ কৰিছো। দিয়া নন্দ, তোমাৰ তৰোৱাল মুঠিলৈকে মোৰ বুকুত হানি দিয়া, এই পাপ টোপনি ভাগি য'ক।

নন্দ - হতভাগ্য। ই সপোন নহয় নির্মম সত্য।

শচী- তুমি যদি কলাহেঁতেন, সূৰ্য্যৰ ঘঁহনি খাই, পৃথিৱী কঁপি, কঁপি ছাই মুঠি হৈ আকাশত বৈ গৈছে, আৰু তাৰ প্ৰত্যেক অণু-পৰমাণুবোৰ ফিৰিঙতি হৈ জ্বলি ওপৰলৈ উৰি যাব লাগিছে, মই বিশ্বাস কৰিলো হয় যদি ক'লাহেঁতেন, এই পাপ সংসাৰ উটাই নিবলৈ প্ৰলয়ৰ বান আহি মোৰ ভৰিৰ কাষ পাইছে, মই বিশ্বাস কৰিলোঁ হয়, কিন্তু-কিন্তু, ইযে বিশ্বাসৰ অতীত।

নন্দ - এই চাওক ৰজা আজ্ঞা যদি বিশ্বাস নকৰে। মই আৰু কি ক'ম।

শচী - ওঃ। মনোহৰ পুত্ৰ মোৰ। ক'ত তই।

নন্দ - বিপদত ধৈৰ্য্য ধৰক, জ্ঞানী আপুনি।

দৃশ্যপট পৰিব

## পঞ্চম দৃশ্য

নগৰৰ আলি (সময়-ৰাতি)

(সাধুচৰণ আহিল)

সাধু - কি শুনিলো। কি শচীপাত্ৰ! কি মনোহৰ। কি নীলাম্বৰ। মানুহবিলাকে কি কয়? একো বুজিব নোৱাৰো। এই ৰাতি এইখন কি চঞ্চলতা! জুমে জুমে মানুহ গোট খাইছে আৰু ফাহা-ফুহাকৈ কি কথা পাতিছে? মই কাষ চাপিলে সকলো নিমাত হয় দিহাদিহি গুচি যায়। ইকি কথা। আন্ধাৰ ৰাতি। কি যে বিভীষিকাই আগুৰি আহিছে। যাওঁ ভালকৈ খবৰ ল'ব লাগিব। সেইটো প্ৰহৰী আহিছে। সিহঁতেই কিবা জানে নেকি? (দুজন নগৰ ৰখীয়া আহিল)

১ম প্ৰ - সেইজন কোন হে? কোন?-

২য় প্ৰ - অ' আপুনি। আমি বোলো আকৌ কোন।

সাধু - ক'ব পাৰানে কি হৈছে? মানুহবিলাকে কিয় এনেকৈ ফুৰিছে? সিহঁতে কি কোৱা-মেলা কৰিছে?

১ম প্ৰ - বাপ! ভীষণ বাতৰি!

সাধু - কি। কি বাতৰি?

১ম প্ৰ - সঁচা মিছা ক'ব নোৱাৰো। জনৰৱ এই, সেনাপতি মনোহৰৰ বাতৰি ওলাইছে। ৰাজ আদেশত তেওঁৰ প্ৰাণ গৈছে।

সাধু - প্ৰাণ গৈছে। কি কৈছে?

১ম প্ৰ - হয় বাপ, আমি তেনেকৈয়ে শুনিছোঁ আৰু তাতোকৈ ডাঙৰ কথা, তেওঁৰ মণ্ডহ ৰান্ধি বুঢ়া মন্ত্ৰীক খুৱা হৈছে।

সাধু - ই অসম্ভৱ। মিছা! মিছা! (বেগাই যায়গৈ)

২য় প্ৰ - কি দিনকাল হ'ল! দেশত নোহোৱা কথা হ'ল দেখোন।

১ম প্ৰ - যি হৈছে হৈ থাওক। অলপ চলপ লাভৰ আশা হয় নেকি আমাৰ তালৈ চাই থাক।

২য় প্ৰ - লাভৰ আশাৰ মাখিটো মকৰাটো নিমিলা হৈছে।

১ম প্ৰ - মিলে। মিলে। বিচাৰিব জানিলে মিলে।

২য় প্ৰ - ক'ত মিলিব বোপাই। কথা বতৰা দেখি তভক্ মাৰিব লগা হৈছে।

১ম প্ৰ - কিয়, সেই পখিলা বোলা জনীয়ে-

২য় প্ৰ - আইও। কিবা কৈছে নেকি? -কি কৈছে?

১ম প্ৰ - কৈছে নেকি। কৈছেতো। আৰু যিহে চকু পাক দি কৈছে কি ক'ম বোপাই। বুকুৰে ধান বনা দিব লাগিছে-

২য় প্ৰ - তেনেহ'লে দেখোন বৰ লহইচ্টো হৈছে। ব'লচোন ব'ল, সেই ফালেই এটা পাক দি আহোঁ। গঙ্গাৰো যাত্ৰা মাহীৰো বাত্ৰা। (দুয়ো গ'ল)

দৃশ্যপট উঠিব

## ষষ্ঠ দৃশ্য

মৃগয়া ক্ষেত্ৰৰ শিবিৰৰ এট' ৰুক্ষ

(সময়-ৰাতি

(শচীপাত্ৰ আৰু নন্দ আহিল)

শচী - হৃদয় টান হ'। টান হ'। খহি নপৰিবি। কোৱা নন্দ, ক'ত। মোৰ পুত্ৰ? মোক এবাৰ চাবলৈ দিয়া, ৰাজ আদেশ পালন কৰো।

নন্দ - হাঁয। প্ৰাণ দিও যদি আপোনাক শান্তি দিব পাৰিলো হয় এই দুখ পাতলাব পাৰিলো হয়।

শচী - দুখ। সি সংসাৰৰ বাহিৰা কথা। মোক পদাঘাত কৰা, লাঞ্চনা কৰা, এই শুকান বুকুত কটাৰী বহুৱাই দি ৰং চোৱা, সেয়ে মোৰ সহানুভুতি, তাতে মোৰ সান্ত্বনা। দুখ আৰু কি। মোৰ যোগ্য পুৰস্কাৰ হৈছে। কোৱা ক'ত মোৰ পুত্ৰ-

নন্দ - ধৈৰ্য্য ধৰক, আপুনি জ্ঞানী, চিত্ত স্থিৰ কৰক। শোকত কাতৰ নহ'ব।

শচী - শোক! কি শোক কৰিছো নন্দ। যদি এই যাতনাৰ জোখাই শোক কৰিছো নন্দ। যদি এই যাতনাৰ জোখাই শোক থাকিলেহেঁতেন, তেন্তে পৃথিৱী গলি গ'লহেঁতেন, সূৰ্য্য চেঁচা পৰিলহেঁতেন, ঈশ্বৰো আৰ্তনাদত বিশ্বব্ৰহ্মাণ্ড ফালি গ'লহেঁতেন। শোক নাই গুণে, চোৱা এই বেঁকা কামীহাড কেডাল ৰাজহাড়ত লাগি আছে, এতিয়াও চকুৰে দেখি আছো, কাণেৰে শুনি আছো, এতিয়াও সকলো আগৰ দৰে আছে। ওঃ! ওঃ! ওঃ! মনোহৰ।

নন্দ - এই যাতনাৰ একমাত্ৰ শান্তি প্ৰতিহিংসাত।

শচী - সেই শক্তি আৰু নাই নন্দ। দেখিছানে-জৰা বাৰ্দ্ধক্যই অপদাৰ্থ কৰি থৈছে। নহ'লে আজি সেই শচীপাত্ৰ থকা হ'লে, তাৰ ব্ৰহ্মতেজৰ সেই প্ৰভাৱ হ'লে! ওঃ!

নন্দ - একো যোৱা নাই, সকলো আছে। মোৰ বিশ্বাস, ইচ্ছা কৰিলে আপুনি কি কৰিব নোৱাৰে।

শচী - আৰু নাই! নক'বা। গৈছে যেতিয়া সকলো যক। চোৱা জীৱনৰ সন্ধ্যা নামি আহিছে, এতিয়া আৰু হিংসাৰ ক্ৰুদ্ধ চীৎকাৰ কিয়? মৃত্যুতকৈও এটা গভীৰ সুষুপ্তিৰ আয়োজন কৰা, এটা অতল বিস্মৃতিৰে মোক ঢাকি দিয়া।

নন্দ - পিতা হৈ আপুনি সন্তানৰ হত্যাৰ প্ৰতিশোধ নলয়। আচৰিত এনে অত্যাচাৰতো আপুনি নিৰ্বিকাৰে পুত্ৰঘাতীক ক্ষমা কৰিব পাৰিছে। সেইযা চাওক। ভালকৈ চাওক, -কি দেখিছে!

(দুজন ঘাতকে এখন কাহীত কটামূৰ লৈ আহে আৰু শচীপাত্ৰৰ সন্মুখত ঢাকনী গুচাই দিয়ে। শচীপাত্ৰই উদগ্ৰীৱ হৈ চাই হঠাৎ নিচেই ওচৰতে পুতেকৰ কটামূৰ দেখি উচপ খাই মুখ ঘূৰাই উলটি আহে। কাঁহীখন মাটিত থৈ ঘাটক যায়গৈ।)

শচী - ইকি! ইকি! ইকি! দেখিছোঁ উঃ উঃ! মনোহৰ! পুত্ৰ পুত্ৰ মনোহৰ!

(পলাব খুজি অস্থিৰতা বশতঃ মাটিত বাগৰি পৰে।)

নন্দ - এযে সেই মূৰ-যাৰ মুখ চাই এদিন পৃথিৱীত স্বৰ্গৰ ছবি দেখিছিল, যি মুখত চুমা খাই আত্মহাৰা হৈছিল, এদিন যি মুখৰ পিতৃ সম্বোধনে আপোনাক অমৃতত বুৰাই ৰাখিছিল, এই আপোনাৰ সেই একমাত্ৰ সন্তানৰ মূৰ। ওঃ! ওঃ! ওঃ! ইতো এনে বিকৃত নাছিল, এনে ৰক্তাক্ত নাছিল। কোনে তাক এনে কৰিলে। ওঃ! এই মনোহৰৰ মাংস আপুনিয়েই খাইছে। নিজৰ পুত্ৰৰ মাংস নিজে খাইছে। অতি হিংসুক জন্তুৱেও যি কাম নকৰে, আজি আপুনি তাকে কৰিছে। অথচ- -অথচ আপোনাৰ পুত্ৰ-স্নেহৰ তুলনা নাই।

শচী - ৰ'বা, ৰ'বা, নন্দ! মই ক'ত? মই ক'ত? এইখন মহা শ্মশান! মহানৰক।

সাধু - ইকি হ'ল। নন্দ! কি এইবোৰ কৰিছা? ইয়ালৈ আনিছা কিয়? লৈ ব'লা, সৰ্বনাশৰ ওপৰত সৰ্বনাশ নামাতিবা।

নন্দ - মই নিৰুপায়। বুজাই বৰাই নিব পৰা নাই।

শচী - আহিছা! তুমিও আহিছা! আহা চোৱা মোৰ কি মহোৎসৱ মিলিছে। মোৰ মনোহৰক পাইছোঁ, তাক মই কেনেকৈ এৰি যাওঁ-সি মোৰ লগ নেৰে।

সাধু - হায়! হায়! অদৃষ্ট (চকুলো টুকিব ধৰে)

(ললিতা চকু পৰাত থমক খাই ৰয়-)

সাধু - তই ইয়ালৈ নাহিবি আই, যা- যা!

(ললিতা মূৰ্ছিত হৈ পৰিল)

**জিৰনি পট পৰিল**

*****

# (চতুৰ্থ অঙ্ক)

**প্ৰথম দৃশ্য**

**ৰাজপুৰী কাঁথি**

(সাধুচৰণ আৰু নীলাম্বৰ)

সাধু - প্ৰথমেই মোৰ সন্দেহ হৈছে ঘটনাস্থলত নন্দক দেখি, তাৰ পিছত দেখিলোঁ দণ্ডাদেশত নন্দৰ আখৰ।

নীলা - নন্দক এতিয়াও পোৱা নাইনে বিচাৰি?

সাধু - এতিয়ালৈকে পোৱা নাই বিচাৰি। সম্ভৱ তেওঁক ঘৰত অনুসন্ধান কৰাৰ বাতৰি পায়েই, বাহিৰে বাহিৰে পলাই গ'ল।

নীলা - ঘৰত সন্দেহজনক কিবা প্ৰমাণ পোৱা গ'লনে?

সাধু - ললিতাই মনোহৰলৈ লিখা চিঠি এখন, মণি এইধাৰ, আৰু আন আন কিছুমান কাকত-পত্ৰ পোৱা গৈছে। সেইবোৰৰ পৰীক্ষা হ'ব লাগিছে।

(মণিধাৰ উলিয়াই দেখুৱালে)

নীলা - এই ধাৰকেই হবলা, এদিন নন্দই পিন্ধি আহি ললিতাক দেখুৱাইছিল, ললিতাই মোক কিবা ক'বলৈ আহি হঠাতে উলটি গৈছিল।

সাধু- সম্ভৱ! আৰু মহাৰাজ অনুমতি দিলে, নন্দৰ লগৰীয়া এজনক আনি সকলো ৰহস্য ভেদ কৰি দেখুৱাব পাৰো।

(চন্দ্ৰকুমাৰ আহি নমস্কাৰ জনালে)

সাধু - চন্দ্ৰকুমাৰ-

চন্দ্ৰ - মহাৰাজৰ জয় হওক।

নীলা - তুমি কোন?

চন্দ্ৰ - মহাৰাজৰ ক্ষমা ভিক্ষা কৰিছোঁ। মই এজন ছদ্মবেশী, ভণ্ড সন্যাসী, নুতাপত দগ্ধ হৈ আত্মসম্পৰ্ণ কৰিছোঁ।

নীলা - কি কৈছা তুমি এইবোৰ?

চন্দ্ৰ - সঁচা কথাকে কৈছো, কাৰণ সঁচা কওঁ বুলিয়েই ধৰা দিছো। মই নন্দৰ অনুচৰ। নন্দৰ চক্ৰান্তত মনোহৰে প্ৰাণ দিলে, শচীপাত্ৰই পুতেকৰ মঙহ খালে। সেই বিলাকৰ জনা খিনি মহাৰাজক নিবেদন কৰি মোৰ বুকুৰ বোজা পাতলাব আহিছো। কিবা যদি পৰাচিত হয় হওক বুলি!

নীলা - নন্দৰ নন্দৰ চক্ৰান্ত! সঁচা নহয় যেন লাগে। মযেইতো

নন্দক নামঙ্কিত তূলাপাত দিছিলো, গোপনে শাস্তি বিধান কৰিবৰ অনুমতি দিছিলো।

চন্দ্ৰ - সকলো ভুল হৈ গ'ল। নিৰ্দোষীৰ ওপৰত অমানুষিক শাস্তি হ'ল।

নীলা - ওঃ! মনোহৰেওতো শেষলৈ তাকেই কৈ আছিল।

চন্দ্ৰ - যি জানো তাতকৈ আৰু বিশেষ নাজানো।

চন্দ্ৰ - নন্দ পাল ৰাজবংশৰ উপ-পত্নীৰ ফালৰ সন্তান। সীমান্তত বিদ্ৰোহ ঘটাইছিল, গৌৰ ৰাজ্যৰ লগত ষডযন্ত্ৰ কৰিব খুজিছিল, শেষত ৰাজ্যত অৰ্ন্তবিপ্লৱ ঘটাই অৰাজকতা আনিব খুজিছে।

সাধু - ভয়ঙ্কৰ কথা।

নীলা - ই বিশ্বাসৰ যোগ্য কথানে?

চন্দ্ৰ - মই সাধ্য অনুসৰি প্ৰমাণ দিম। কিন্তু মোৰ প্ৰমাণ অকাট্য নহ'বও পাৰে, সম্পূৰ্ণ নহ'বও পাৰে, মই নন্দৰ হাতৰ যন্ত্ৰ মাত্ৰ আছিলো। আৰু সেই সূত্ৰতে যিখিনি জানো, তাকেই নিবিদন কৰিব পাৰিম।

নীলা - নাই। দূৰ হোৱা! মোক একো প্ৰমাণ নালাগে, মোৰ ভুল হোৱা নাই। তুমই ৰজা, মই ভুল নকৰো, কৰিব নোৱাৰো।

সাধু - বিষয়টো অতি গুৰু।

নীলা - হওক গুৰু। সেই বিলাকৰ ভাৰ তুমি লোৱা। মোক ভুল লৈয়েই থাকিব দিয়া, ভুলৰ ৰাজ্য শান্তিৰ ৰাজ্য।

সাধু - তুমি তেন্তে এতিয়া জিৰণি লোৱাগৈ। পিছত মই লগ ধৰিম?।

চন্দ্ৰ - যেনে আদেশ।

নীলা - কি সঁচা, কি মিছা, কোনোৱে ক'ব নোৱাৰে। আজি যি সঁচা কালিলৈ সেয়ে মিছা হৈ যায, কালি যি মিছা, আজি সেয়ে সঁচা হৈ উঠে।

সাধু - মহাৰাজে সুস্থিৰ চিত্তে বিচাৰ কৰি চাওক, সঁচা মিছাৰ তাৰতম্য আপুনি ফট্‌ফটিযা হৈ উঠিব।

নীলা - ফট্‌ফটীযা হৈ উঠিছে, শুণেই কৈছো, নন্দৰ দুৰভিসন্ধি থকা হ'লে মোকেই দেখোন প্ৰথম হত্যা কৰিলে হয়; সি কিয মনোহৰক হত্যা কৰিব যাব, শচীপাত্ৰক তাৰ মাংস খুৱাব, আৰু চন্দ্ৰাকেই বা মিছা অপবাদ দিব কিয? কোনে নাজানে যে চন্দ্ৰা মোৰ মানত কলঙ্কিনী নহয়। চন্দ্ৰা যে সদায় উজ্জ্বল সুন্দৰ নিৰ্মল পবিত্ৰতামযী দেৱী। চন্দ্ৰা যে মোৰ মানত অশৰীৰ অপাৰ্থিব জ্যোতি। তুমি কি কৈছা- কি কৰিব খুজিছা! যোৱা যোৱা মোক বলিয়া নকৰিবা।

**(নীলাম্বৰ আঁতৰি গ'ল, সাধুচৰণ ৰ' লাগি চাই ৰ'ল)**

**দৃশ্যপট পৰিব**

# দ্বিতীয় দৃশ্য

**গঙ্গাৰ পাৰ** (সময়-আবেলি)

(শচীপাত্ৰ)

শচী - পৰাচিত। পৰাচিত। কিহৰ পৰাচিত? সকলো মিছা। দান ধৰ্ম, যাগ-যজ্ঞ,ব্ৰত-তপ, পূজা-পাতল, সকলো মিছা, বামুণৰ ফাঁকি-ফুকা। শত চান্দ্ৰায়ণতো সেই বিকাৰ নুগুচিল, চকু জপালেই সেই কটা মুৰ চকু মেলিলেই সেই তেজৰ নৈ দেখো।

দিনে ৰাতিয়ে মনত পৰি থাকে সেই বিভীষিকাময ৰাতি, মাজ নিশা কাৰ যেন অন্তিম আৰ্তনাদ শুনি চিঞৰি উঠো, বুকুত জুই জ্বলিব ধৰে, মূৰেদি ধোঁৱা উঠিব ধৰে। কোটিবাৰ গঙ্গ-স্নানেও এই জ্বালা জুৰাব নোৱাৰিলে, গঙ্গাৰ সমগ্ৰ বায়ু প্ৰবাহেও এক মুহূৰ্ত শান্তি দিব নোৱাৰিলে, বুকুত আৰু একেবাৰেই নাই, কেৱল পোৰণি, কেৱল জুই, জুইৰ ওপৰত জুই। গ'ল সকলো জ্বলি পুৰি গ'ল ওঃ!

(পাৰে পাৰে গৈ নেদেখা হ'ল। চন্দ্ৰকুমাৰে আহি দেখা দিলে)

চন্দ্ৰ শুনিলোঁ। শচীপাত্ৰ এই ফালেই আহিলে। লগ ধৰি সকলো কথা ক'ব পাৰিলে কিজানি তেওঁক নন্দৰ হাতৰ পৰা ৰক্ষা কৰিব পৰা যাব। নতুবা শচীপাত্ৰ নন্দৰ হাতত পৰিলে, সৰ্বনাশৰ মাত্ৰা আৰু চৰিব। যাওঁ ভালকৈ বিচাৰি চাব লাগিলে।

(চন্দ্ৰকুমাৰ চিন্তিতভাৱে যায- পিছু দূৰত আন এফালে শচীপাত্ৰক গৈ থকা দেখা যায, আৰু নন্দ আহি তেওঁক লগ ধৰে)

নন্দ - এই দেখোন মন্ত্ৰী ডাঙৰীয়া, অকলে ইয়াত কি কৰিছে?

শচী - তুমি কোন আঁতৰি যোৱা, ওচৰলৈ নাহিবা।

নন্দ - মই নন্দ। আপুনি ইমান সোনকালে পাহৰিলে?

শচী - গুচা। গুচা! যেয়ে নহ'লা লাগিলে-

নন্দ - আচৰিত! নন্দক পাহৰিলে আপুনি। কমতাপুৰত-

শচী - অ'! চিনিছো। আচৰিত নহ'বা। মানুহে জীৱন ব্যাপি স্নেহ প্ৰেম দয়া, মায়া, ভয়, ভক্তি, আদৰ, উপকাৰ, সকলোকে মুহূৰ্ততে পাহৰি যায়। পিছে তুমি ইয়াত কিয়?

নন্দ - গম পইছো, আপোনাৰ প্ৰাণত ৰজাৰ আক্ৰোশ আছে, তাকে জনাবলৈ পলাই আহিছো। আপুনি সাৱধান হওক।

শচী - ইয়ালৈকে। ইমানেই যেতিয়া গৈছে, প্ৰাণটোতকৈ আৰু বেছি কি যাব? হয়তো তাৰ পৰা শান্তিও পাব পাৰোঁ।

নন্দ - শান্তি তাত নাই। মই তাৰ সুন্দৰ উপায় উলিয়াই

থৈছো।

**শচী** - উলিয়াইছা! কি উলিয়াইছা! কিন্তু বিহ খোৱা, গলত ফাঁচ লগোৱা, পানীত জাহ দিয়া, বুকুত কটাৰী বহুৱা, এইবিলাক ইমান ক্ষুদ্ৰ উপায়, যে তাৰ দ্বাৰা এই দুঃসহ যাতনাৰ শান্তি পাম বুলি মনে নধৰে কোৱা আৰু কি নতুন উপায় উলিযাইছা?

**নন্দ** - নিজে মৰি শান্তি ক'ত পাব। শান্তি আছে প্ৰতিহিংসাত।

**শচী** - প্ৰতিহিংসা! নাই আৰু নক'বা। শেষত কিবা হৈ পৰিব। যি হৈছে, মোৰ অদৃষ্টতেই হৈছে। নীলাম্বৰক মই ক্ষমা কৰিছোঁ।

**নন্দ** - কৰিছে ভাল। ক্ষমা দেৱতাৰ বস্তু। কিন্তু পুত্ৰ-বৎসলতা মনুহৰ পিতৃহৃদয় মানুহৰ। অথচ আপুনি কি দেখুৱাইছে! নহয়-নহয় নিশ্চয় আপুনি শোকত কৰ্তব্য জ্ঞান হেৰুৱাইছে, নহ'লে মানুহে পুত্ৰঘাতীকো ক্ষমা কৰিব পাৰেনে। এবাৰ ভাবকচোন, মনোহৰক অকল হত্যা কৰিয়েই এৰা নাই, তেওঁৰ আগমঙ্গহ ৰান্ধি আপোনাক খুৱাইছে, তেওঁৰ কটামূৰ আপোনাক দেখুৱাইছে। ইমানতো আপুনি নিৰৱে সহ্য কৰিব পাৰিছে! আপুনি ইমান নিৰ্দয় বুলি কিজানি মনোহৰে জনা নাছিল। তেওঁ হয়তো শেষ মুহূৰ্ততো, মৃত্যু যন্ত্ৰণাত কাতৰ হৈ আপোনাক মাতিছিল, প্ৰতিহিংসা কামনা কৰি প্ৰাণ এৰিছিল। এতিযাও বোধহয় মনোহৰৰ প্ৰেতাত্মাই প্ৰতিহিংসা কাৰণে সদায় জ্বলি-পুৰি তৰণি পোৱা নাই, অথচ আপুনি নিৰ্বিকাৰভাৱে পুত্ৰহন্তাক ক্ষমা কৰি, নিজে বুকুত ভুকুৱাই মৰিব লাগিছে। জানেনে আপোনাৰ এই অস্বাভাবিক ক্ষমাই, মনোহৰৰ বুকুত নীলাম্বৰৰ ছুৰীতকৈও কিমান দকৈ ধৰিছে? নীলাম্বৰ আপোনাৰ কোন যে প্ৰতিহিংসা নলৈ এৰি দিযে?

**শচী** - কি প্ৰতিশোধ ল'ম নন্দ! যি দুৰ্ঘোৰ অন্যায় তাৰ জোখাই প্ৰতিশোধ ল'বৰ ক্ষমতা মোৰ কি আছে। দেখা নাই এই বুঢ়া বয়স? এই শুকান কামী-হাড় কিডালত পুত্ৰ শোকৰ নিদাৰুণ শেলাগাত, এই অসাৰ্থক অৱস্থা। প্ৰতিশোধ শক্তি মোৰ কি আছে। আজি সেই আগৰ শচীপাত্ৰ থকা হ'লে আজি ব্ৰাহ্মণৰ সেই তপঃতেজ থকা হ'লে, তাৰ ৰোষাগ্নিৰ ভয়ত, মনোহৰক হত্যা কৰাৰ আগতে পৃথিৱীত ভূমিকম্প হ'ব ধৰিলেহেতেন, সূৰ্য্যও ডেই ক'লা পৰি গ'লহেঁতেন। কিন্তু সেই দিন আৰু নাই। মোৰ কোনো ক্ষমতাই নাই। সকলো গৈছে নন্দ, সকলো গৈছে।

**নন্দ** - মই কওঁ, সকলো আছে' মই জানো সকলো আছে। আজিও শচীপাত্ৰ নামত ভাৰতৰ ৰজাসকলে কামৰূপলৈ ভয় কৰে। আপোনাৰ এটা ইঙ্গিতত তেংেলোকে নীলাম্বৰক সিংহাসনৰপৰা নমাই আনি পিহি ধূলি কৰি দিব।

**শচী** - মোৰ ছোৱালী নাই, কমতাপুৰেই মোৰ ছোৱালী। আজি মই নিপুত্ৰী হৈ কেনেকৈ সেই কন্যাক শত্ৰুৰ মুখত দিওঁ? আৰু ক'বলৈ কথা নোলায-নীলাম্বৰো মোৰ পুত্ৰতুল্য আছিল।

**নন্দ** - কিন্তু পুত্ৰতুল্য হৈও নীলাম্বৰ আপোনাৰ পুত্ৰহন্তা, তেঁৱেই আপোনাক মনোহৰৰ মাংস খুৱাইছে। ক'তা! কমতাপুৰৰ কোনোৱেচোন আপোনাক এষাৰ সান্তনা দিবলৈ অহা নাই। আপোনালৈ সিহঁতৰ মৰম থকা হ'লে, তেতিয়াই নীলাম্বৰক কাৰেঙৰপৰা টানি আনি আপোনাৰ ভৰিত পেলাই দিলেহেঁতেন। কিন্তু তেনেতো কোনেও কৰা নাই, সকলো স্বাৰ্থপৰ, অন্ধ, ৰজাৰ গোলাম। সিহঁতৰ মনুষ্যত্ব ক'ত?

**শচী** - সঁচা কৈছা, সঁচা কৈছা নন্দ। তেন্তে-তেন্তে মই বাঢ়িম নে আগ? বাঢ়িম নে? কোৱা নন্দ মই কি কৰোঁ।

**নন্দ** - আহক! আজিযেই গৌৰলৈ যাওঁ, নৱাবে আপোনাক আকোঁৱালি ধৰিব। সৌৱা দূৰত মোৰ নাৱ সাজু হৈ আছে।

**শচী** - তেন্তে ৰ'বা, মই সন্ধ্যা সমাপন কৰি আহো, তাৰ পাচত চাম।

(শচীপাত্ৰ এফলীয়া হৈ গুচি গ'ল। কালীচৰণ আহি নন্দৰ ওচৰ পালে)

**কালী** - এটা দৰ্কাৰী কথা। চন্দ্ৰকুমাৰ আহিছে।

**নন্দ** - আহিছে? কেলেই আহিছে?

**কালী** - ভাঙি নক'লে। কবৰ মন নাই? মোৰ সন্দেহ হৈছে।

**নন্দ** - হযনে? বাৰু আহচোন যাওঁ-লগ ধৰো।

(দুযো আগধাটি যায, এনেতে চন্দ্ৰকুমাৰ আহি সেইখিনি ঠাই পায)

**নন্দ** - ইকি চন্দ্ৰকুমাৰ! তুমি কেতিযা আহিলা?

**চন্দ্ৰ** - মই আজি আহিছো।

**নন্দ** - তোমাক মই ৰাজধানীত থাকিব নকৈছিলো নে?

**চন্দ্ৰ** - কথাটো তেনেকুৱা আছিল। কিন্তু মই তাত থকা সুবিধা যেন নেদেখিলোঁ।

**নন্দ** - বাৰু, মোৰ সম্পৰ্কে মানুহে কি কৈছে?

**চন্দ্ৰ** - মই ক'ব নোৱাৰো।

**নন্দ** - তুমি তেন্তে মোৰ লগত ব'লা। যাবানে?

**চন্দ্ৰ** - ক'লৈ?

**নন্দ** - সেইটো পাচত জানিবা। মুঠতে মই যলৈ যাওঁ ত'লৈ যাব লাগিব।

**চন্দ্ৰ** - নাই-মই ভাবি গুণি চাব লাগিব।

নন্দ - ভাবি গুণি চাব লাগিব। এই গঙ্গাৰ পবিত্ৰ পানী চুই এদিন কোনে প্ৰতিজ্ঞা কৰিছিল?

চন্দ্ৰ - ময়ে কৰিছিলো।

নন্দ - তেন্তে আজি কি কৰিছা?

চন্দ্ৰ - যেতিয়া ডাঙৰ ভূমিকম্প হয়, তেতিয়া দ বাম হয়, বাম দ হয়। আজিও তোমাৰ কাৰ্যই মোৰ মনত যি পৰিবৰ্তন আনিছে, সি পৃথিৱীৰ সকলো ভূমিকম্পতকৈ ডাঙৰ। গতিকে আগৰ কথা আৰু নুলিযাবা।

নন্দ - বিশ্বাস-ঘাতক।

চন্দ্ৰ - মই যদি বিশ্বাস-ঘাতক, তেন্তে তুমি কি?

নন্দ - সাৱধান চন্দ্ৰ, মনত ৰাখিবা, তুমি কাৰ আগত কথা কৈছা।

চন্দ্ৰ - আছে, মনত, পাল ৰজাৰ ৰক্ষিতা দাসীৰ সন্ততিৰ আগত কৈছো। লাজ নালাগেনে? ছি! ছি! তুমি কামৰূপৰ সিংহাসনত বহিবলৈ।

নন্দ - সঁচানে? বাৰু কালী-

(হত্যাৰ ইঙ্গিত দিলে, কালীচৰণে নিঃ শব্দে পাচফালৰ পৰা ছুৰী মাৰিলে)

চন্দ্ৰ - ওঃ। ওঃ। মৰিলোঁ। (ঘূৰি কালীচৰণকো ছুৰী মাৰিলে, দুযো বাগৰি পৰিল)

নন্দ - কালীচৰণ। কালীচৰণ।

কালী - মই মৰোঁ। তেজ। কেৱল তেজ। ওঃ। ওঃ।

চন্দ্ৰ - নোৱাৰিলো। নন্দৰ পাপৰ প্ৰকাশ নহ'ল। (শচীপাত্ৰ আহি ওলাল)

শচী - কিহৰ হাহাকাৰ! ইকি! এইবোৰ কি। নন্দ।

নন্দ - চাওক। নীলাম্বৰে পঠোৱা গুপ্তঘাতকৰ হাতত-

চন্দ্ৰ - শচীপাত্ৰ। এযে তোমাৰ-

নন্দ - নৰঘাতী পাষণ্ড! (মুখত সোপাদি ধৰিলে) মৰ পাষণ্ড। আপোনাৰ পাপত আপুনি মৰ। (চন্দ্ৰকুমাৰ মৃত্যু হ'ল)

চাওক! চাওক। নীলাম্বৰৰ গুপ্তঘাতকৰ হাতত কেনেকৈ মোৰ বিশ্বাসী ভৃত্যই প্ৰাণ দিলে। আৰু অপল হ'লেই আঘাত আপোনাৰ বুকুত বহিলহেঁতেন। ওঃ! ওঃ। ওঃ। আজি মই এটা ৰত্ন হেৰুৱালো।

শচী - একো নুবুজিলোঁ। যেন দিনৰ সপোন।

নন্দ - আপুনি ইয়াত নিৰাপদে নহয়-

শচী - তেন্তে মই কি কৰো?

নন্দ - আহক, আৰু পলম নকৰো। এতিযাই যাত্ৰা কৰো।

শচী - সেয়ে হওক। ব'লা নন্দ, আজি জীৱনত এটা নতুন ব্ৰত লৈ ওলাইছো। কি কৰিব লাগে মই একো নাজানো। তুমি বাট দেখুৱাই যাবা, মই কৰি যাম।

এই প্ৰতিহিংসাৰ যজ্ঞৰ তুমি হোতা হৈ ঘিউ ঢালি দিবা, ব্ৰহ্মণ মই আজি শূদ্ৰক পুৰোহিত বৰণ কৰিলোঁ। আৰু মোৰ দেখা দ্বিধা নাই, আৰু মোৰ দ্বন্দ নাই। আহা-আহা যাত্ৰা কালত মৰাশ দেখা ভাল। প্ৰতিহিংসা পূৰ্ণ হ'ব। (দুযো ওলাই যায)

**দৃশ্যপট পৰিল**

# তৃতীয় দৃশ্য

**সাধুচৰণৰ ঘৰত লগা ফুলনিৰ এটা নিৰলা কুঞ্জ**

(সময়-ম্লান সন্ধ্যা)

(এখন শিলৰ বেদী। ওচৰত আউলী বাউলী বেশে ললিতা)

ললিতা - মোৰ চুলিটাৰ ইমান দীঘল কিয়? পেলামেই নেকি উভালি? নাই নাই থাওক, বিধাতাক ফাঁচী দিব লাগিব। হিঃ। হিঃ! আযে দেহি। কেনেনো ধুনীয়া জোনাক। দেখি দেখি মোৰ টোপনি নাই হৈছে। বতাহত গা[illegible] শি[illegible] উঠিছে।

সৌৱা আকাশত মেঘ উৰিছে, মাটিতো দেখোন মেঘবোৰ উৰিব লাগিছে। মেঘৰ মাজত এইখন ফুলনি কাৰ? আৰু, আৰু এইটোচোন মনোহৰ। এই কুঞ্জৰ ছাঁত, শুই আছে। উঠা মনোহৰ, উঠা এনে ৰূপালী জোনাক আৰু নোপোৱা. ব'লা এই পোহৰে পোহৰে দুযো গুচি যাওঁ। . . . নুঠিলা?

নুঠা? বাৰু মযো তেন্তে তোমাৰ লগতে শুই থাকোঁ . মই গাওঁ- তুমি শুনি থাকিবা

(সুৰ ধৰি গায)

নিলগে নিলগে হাঁহিবা, নাহিবা
জ্বলাব আৱেগৰ জুই,
মলয়াত বাগৰে, মাধৱী লতিকা
মযো ৰওঁ লগতে শুই।

(বেদীত মূৰ থৈ শুই ৰয় আৰু সাধুচৰণ আহে)

সাধু - ললিতা। ব'ল আই ঘৰলৈ ব'ল।

ললিতা - অ'! এটা বঢ়িয়া সাধু-কথা মনত পৰিছে।

সাধু - ব'ল আই, ইয়াত ইয়াত নাথাকিবি। চাচোন আন্ধাৰ হৈ আহিছে, নিশা হ'ল, -উঠচোন উঠ।

ললিতা - কোন এইটো? হেৰা কোনহে তুমি?

সাধু - মোকো চিনি পোৱা নাই-হায় অদৃষ্ট।

ললিতা অ' পিতা। ঠিক চক, দুটা জোনাকী পৰুৱাৰ দৰে জ্বলি এখন মুখ, দুই পাৰি দাঁতে সৈতে, এখন জিভা, দুখন ভৰি, পাঁচোটাকৈ আঙুলি, তাৰ আগত চোকা নখ। অ' আই। কি ভয় লগা। ধৰিব

পাৰিলেই চোবাই খাই পেলাব। যাওঁ।

(ভয় খোৱাৰ দৰে উঠি গুচি গ'ল)

**সাধু** - উঃ প্ৰভু মোৰ চকুৰ জেউতি কাঢ়ি নি আকৌ হুল ফুটাই যাতনা দিছা কিয়। .. . নাই, যাওঁ ৰাজকৰ্যলৈ চকু দিওঁ গৈ। যাৰ গাৰ কাপোৰত জুই লাগিছে, সিয়ে ঘৰৰ জুই নুমাব লগা হৈছে।

(সাধুচৰণ যায়। ললিতা আকৌ আহে)

**ললিতা** - বৰ সাৰিলোঁ কি ভয়ানক জীৱ। বল আছে বুদ্ধিও আছে, মাটিত খোজ কাঢ়ে ইপিনে পানীতো সাঁতুৰিব পাৰে, লাগিলে উৰিবও। ..কিন্তু আকাশৰ গাত তেজৰ চিটিকনি কিয়? জোনৰ গালৈকে বাগৰি গৈছে। সৰ্বনাশ! গ'ল জোনটিও তেজৰ সোঁতত নুমাই গ'ল। যাঃ .কি আন্ধাৰ। এই আন্ধাৰৰ সাগৰত মানুহবোৰৰ খোৱা কামেৰা চোৱা। খ। বাপেক। কামোৰা ছিঙিনে চোৱা। কোনে কিমান পাৰ গিল। ভাই খা, বন্ধু খা, পিতা খা, পুত্ৰ খা, স্নেহ খা, দয়া খা, মায়া খা সকলো খা পুৰস্কাৰ পাবি। ক'তো একোৱেই নাইকিয়া হ'ল। ক'লৈ গ'ল। মই তেনেহ'লে এইবোৰ সপোন দেখিছো নেকি? সৌৱাচোন আকাশ। তৰাবোল দিছে। এটা-দুটা-তিনিটা-চাৰিটা-নাই আৰু লেখিব নোৱাৰি।

(বেদীৰ কাষত বহি অলপ ওপৰলৈ চাই ৰ'ল আৰু পাচত গালে)

**গীত**

পৰাণৰ গান আজি অৱসান
হিয়া ভেদি আজি হাহাকাৰ।
নাই সুখ হাঁহি নাবাজে সি বাঁহী
ছিঙিছে মধুৰ বীণাৰ তাঁৰ।
মৌন মুগ্ধ চন্দ্ৰমাৰ
জৰে আজি কিয় অশ্ৰুধাৰ।
সকলো মাধুৰী হইছে বিলীন
পৰি আছে ম্লান ছাঁয়া তাৰ।

(তলমুৰা হৈ ৰ'ল, চকু পানী পৰিব ধৰিলে, ধীৰে ধীৰে আন্ধাৰ নামি আহিল)

**দৃশ্যপট পৰে**

# চতুৰ্থ দৃশ্য

**নগৰৰ বাহিৰত গৌৰৰ সৈন্য শিবিৰ**

(নৱাব হোছেন চাহ, উজীৰ, ফৰিদ খাঁ আদি সামৰিক বিষয়াসকলে শিবিৰ পৰিদৰ্শন কৰি গোট খাইছে)

**হোছেন** - যুদ্ধৰ আয়োজন তোমাৰ মনৰ জোখাৰে হৈছেনে উজীৰ চাহেব?

**উজীৰ** - জাহাপনাৰ তদ্‌বিৰত হোৱা কামত খুঁত ধৰিবৰ স্পৰ্দ্ধা আমাৰ নাই। সকলো কাম নিখুঁতভাৱেই হৈছে।

**হোছেন** - কিন্তু তথাপি মোৰ মনৰ আকাঙ্খা গুচা নাই। কামৰূপ এনেয়ে বিপদ সঙ্কুল ঠাই, তাৰ উপৰি কমতাৰ সৈন্যবল বৰ কম নহয়। আল্লাহ তালাৰ কৃপাই প্ৰধান ভৰসা।

**ফৰিদ** - নিশ্চিত হওক জাহাপনা। আমাৰ একোজন সৈন্য একোটা আগ্নেয়গিৰিৰ সমান। প্ৰতিৰোধ কৰে, সাধ্য কাৰ।

**উজীৰ** - তাৰ উপৰি কমতাৰ আগৰ তেজ এইবাৰ আৰু নাই। সেনাপতি মনোহৰ নিহত হৈছে, নন্দই আমাৰ পক্ষ লৈছে, শচীপাত্ৰ কমতাৰ শত্ৰু হৈছে।

**ফৰিদ** - জাহাপনাই মাফ কৰিলে এটা কথা কবৰ মন যায়।

**হোছেন** - কি কথা? ফৰিদ এটা গোপন আফ্‌চোচ।

**হোছেন** - আফ্‌চোচ? কি আফ্‌চোচ।

**ফৰিদ** - জাহাপনা আজি খোদাৰ অনুগ্ৰহত এটা বহুদিনীয়া আশা পূৰ্ণ হ'ব খুজিছে, আমি বুকৰ খুন দি তাক সফল কৰিম। কিন্তু তাক ভোগ কৰিব আনে।

**হোছেন** - আৰু অলপ স্পষ্টকৈ কোৱাচোন।

**ফৰিদ** - কমতাপুৰৰ সম্পৰ্কে নন্দৰ লগত আমাৰ যি সন্ধি হৈছে মই তাৰেই কথা কৈছোঁ। শেষত বোধহয় নন্দই সিংহাসনত বহিব।

**হোছেন** - সম্প্ৰতি নন্দৰ লগত আমাৰ তেনে বন্দোবস্তই হৈছে। কিন্তু যুদ্ধৰ ক্ষতিৰ পৰিমাণ অনুসৰি এটা অঞ্চল আমাক এৰি দিব।

**ফৰিদ** - সেয়েইতো হৈছে কথা। আমি ধনে-প্ৰাণে ক্ষতিগ্ৰস্ত হ'ম। ঘোৰ সঙ্কটৰ সম্মুখীন হ'ম, কিন্তু পাম এটা অঞ্চল মাত্ৰ, আৰু নন্দই পাব সিংহাসন।

**হোছেন** - ফৰিদ, আমাৰ প্ৰথম উদ্দেশ্যে যুদ্ধ জয়। তাৰ পাচত অন্য কথা। আমাৰ অসুবিধা কৰি একো বন্দোবস্ত কাৰ্য্যকৰী হ'ব নোৱাৰে।

**উজীৰ** - জাহাপনাৰ কথাৰ মূল্য বুজিছো। এই সময়ত বহু কূট-কৌশলৰ দৰ্কাৰ সঁচা।

**হোছেন** - এতিয়া বুজিব পাৰিছা নিশ্চয়। কমতাপুৰ অগাধ ৰত্নৰ ভঁৰাল প্ৰথমে তাক দখল কৰা, তাত ইচলামৰ শক্তিৰ বীজ ৰোৱা।

(নন্দ আহিল)

**নন্দ** - বাদচাহৰ জয় হওক।

**হোছেন** - আহা নন্দ, আমি তোমাৰেই বাট চাই আছো।

**নন্দ** - মোৰ পলম হ'ল, মাফ কৰিব। কেবাজনো গুপ্তচৰৰপৰা নানাবিধ বাতৰি শুনি আহিলোঁ।

**হোছেন** - নতুন খবৰ কিবা পালানে?

নন্দ - শুনিলোঁ নীলাম্বৰ এতিয়ালৈকে নিশ্চিন্ত। যুদ্ধৰ আয়োজন কৰা নাই।

হোছেন - আমাৰ আয়োজনৰ কথা শুনিছেনে?

নন্দ - সেইটো সঠিককৈ ক'ব পৰা নাই, কিন্তু আনুমান হয় নুশুনাকৈ থকা নাই।

হোছেন - কিন্তু একো নিৰ্ভৰ কৰিব নোৱাৰি।

নন্দ - শুনিছো। নীলাম্বৰৰ মানসিক অবস্থা ভাল নহয়, হয়তো বিনা যুদ্ধে আত্ম-সমৰ্পণো কৰিব পাৰে।

হোছেন - নীলাম্বৰে আত্মসমৰ্পণ কৰিব? এনে কথা বিশ্বাস কৰিব নোৱাৰি।

নন্দ - মই অবশ্যে এটা সম্ভাবনাৰ কথাহে কৈছোঁ।

ফৰিদ - কিন্তু সেই বুলি আমাৰ আয়োজনত যেন কোনো প্ৰকাৰে খুঁত নাথাকে।

হোছেন - সহজ জয়ৰ আশাই বীৰত্ব নাশ কৰে সাৱধান। আমাক জয় লাগে, প্ৰাণৰ সলনি দি পোৱা জয় লাগে। অজস্ৰ ৰক্তপাত কৰি পোবা জয় লাগে। তাতহে আমাৰ প্ৰাণৰ আনন্দ।

নন্দ প্ৰয়োজনত আমি সকলোকে দিম, কিন্তু সহজে পালেও আমি সাদৰি ল'ম।

উজীৰ - যুদ্ধত কৌশলৰ আশ্ৰয় লোৱা বুদ্ধিমানৰ কাৰ্য, কিন্তু শেষ বল অস্ত্ৰৰ মুখতে বিচাৰিব লাগে।

হোছেন - আমাৰ অস্ত্ৰৰ যোগান সম্পূৰ্ণ হৈছেনে?

ফৰিদ - আগৰ হিচাব অনুসৰি হৈছিল। কিন্তু পিচত দুটা নতুন সৈন্য দল গঠন হোৱাত অলপ নাটনি হৈছে।

উজীৰ - দুই চাৰি দিনৰ ভিতৰতে সেই যোগান সম্পূৰ্ণ হ'বা।

হোছেন -অস্ত্ৰৰ যোগাৰ সমানে চলি থাওক, যুদ্ধ কিমান দিন চলে, বা ক্ষতিৰা পৰিমাণ কিমান হয়, ক'ব নোৱাৰি।

উজীৰ - তেনে হুকুমেই দিয়া হৈছে।
(শচীপাত্ৰ আহিল)

হোছেন -আহক মন্ত্ৰী মহাশয়।

নন্দ - আমি সকলো সাজু হ'ব লাগিছো।

শচী - মযো ওলাই আছো। প্ৰতিৰোধ লাগে। এনে প্ৰতিৰোধ লাগে যে, ওঃ! থক্ এতিয়া নুলিয়াওঁ, উত্তাপ কমি যাব। বুকত লোহাৰ সাঁফৰ মাৰি, সকলোখিনি ৰুদ্ধ তাপ সাঁচি থৈছো, একে মুখে একে ঠাইতে এৰি দিম।

হোছেন -আমি কমতাপুৰ আক্ৰমণ কৰিম, নীলাম্বৰক বন্দী কৰি আনি আপোনাৰ আগত হাজিৰ কৰি দিম। আপুনি শাস্তি দিব।

শচী - প্ৰথমে কমতাপুৰৰ পৰ্বত যেন প্ৰাচীন উৰুৱাই দিব, মানুহৰ তেজেৰে পিহি কামৰূপ মিহি কৰি দিব, যেন সেই বিভীষিকা সুঁৱৰি যুগে যুগে মানুহ ভয়ত জিকাৰি উঠে। বুক শুকাই যায়। অন্তৰাত্মা কঁপি থাকে। যি দেশত বাপেকে পুতেকৰ মগুহ খাব লাগে সেই দেশৰ অস্তিত্বই যেন ধ্বংসৰ অন্ধকূপত লীন হৈ যায়। পাৰিবানে? পাৰিবানে? তেনে উগ্ৰ অবিমিশ্ৰ মাৰাত্মক প্ৰতিশোধ ব্যৱস্থা কৰিব...

হোছেন - পাৰিম। কবুল কৰিছো। উজীৰ, ফৰিদ, যোৱা মন্ত্ৰী মহাশযক লৈ গৈ আৰাম দিয়াৰ দিহা কৰাগৈ।

উজীৰ - যো হুকুম।

ফৰিদ - আহক মন্ত্ৰী মহাশয।
(নন্দ, উজীৰ আৰু ফৰিদে শচীপাত্ৰক লৈ যায)

হোছেন খোদা! বহুত আশা কৰি তোমাৰ সত্য প্ৰচাৰৰ বাবে আজি তৰোৱাল লৈছো। বান্দাক দয়া কৰা, জয় দিয়া।
(ৰাজিয়া আহিল)

ৰাজিয়া - বন্দেগী জাহাপনা।

হোছেন - ই কি! ৰাজিযা! তুমি ইয়াত কিয় ৰাজিয়া?

ৰাজিয়া - পিচে আপুনিনো ইযাত কি কৰিছে জাহাপনা?

হোছেন কিয তুমি নাজানা নে? যুদ্ধৰ আয়োজন চলিব লাগিছে, দুই এদিনতে আমি যাত্ৰা কৰিম।

ৰাজিয়া - তেনেহ'লে মযো যাম।

হোছেন তুমি আকৌ তাত কি কৰিবা, যুদ্ধ ক্ষেত্ৰ সেই ঠাই।

ৰাজিয়া - আপুনি তাত বাৰু কি কৰিব।

হোছেন - মোৰ লগতেই ৰণ আৰু মই কি কৰিম?

ৰাজিয়া নীলাম্বৰৰ লগত আপোনাৰ ৰণৰ কাৰণ কি?

হোছেন -নীলাম্বৰৰ অত্যাচাৰৰ কথা শুনা নাইনে? চকুৰ আগতে ইমানবোৰ অৰ্ধম চাই থাকিলে পাপৰ, ভাগী হ'ব লাগে। মই সোনকালে যুদ্ধ শেষ কৰি আহিম।

ৰাজিয়া - মযো লগতে যাওঁ ব'লক। সোনকালে যুদ্ধ শেষ হ'লেই আহিম।

হোছেন - তুমি কেনেকৈ যাবা? কামৰূপ ভয়ানক ঠাই। সি ভূত-প্ৰেতৰ, হুৰী-পৰীৰ দেশ, তাত ভীষণ যাদুমন্ত্ৰৰ খেলা, মানুহ ভেঁৰা হৈ যায।

ৰাজিয়া - সেই কাৰণেই তো মই যাব লগা হৈছে। আপুনি যদি ভেঁৰা হৈও যায মই আপোনাক লৈ আহিব পাৰিম।

হোছেন - তুমি কেৱল ধেমালিতে আছা, নহয়নে?

ৰাজিয়া - ধেমালি নহয়, সঁচাকৈয়ে মই যাম।

হোছেন - যাম বুলিলেই হ'লনে? দেখিছো তোমাৰপৰা মই বিপদত পৰিছো।

ৰাজিয়া - আপোনাৰপৰা মই তাতোকৈ বেছি বিপদত পৰিছো।

হোছেন - এতিয়া তামাছাৰ সময় নহয় ৰাজিয়া, ই সৈন্য ছাউনি।

ৰাজিয়া - এইটো অবশ্যে খণ্ডৱা ঠাই ন হয়, কাৰণ-

হোছেন - কি মুস্কিল!

ৰাজিয়া - ভাল, আপুনি যদি যোৱাত বাধা দিয়ে মই নাযাওঁ,

কিন্তু মোৰ বাটত বাধা নাই।

**হোছেন** - বাধা নাই! ক'লৈ যাব তেনেহ'লে?

**ৰাজিয়া** - য'লৈ গ'লে কোনো ঘুৰি নাহে।

**হোছেন** - ছিঃ মৰিবা কিয? মৰা জানো ইমান সহজ?

**ৰাজিয়া** - আপোনাৰ লগত যোৱাই যদি ইমান টান, তেন্তে মৰা তাতকৈ বহুত সহজ।

**হোছেন** - তুমি তাত গৈ দুখ পোৱা বুলিহে যাব কোৱা নাই।

**ৰাজিয়া** - তাকেনো ভাঙি নকৈছিল কিয? আপোনাৰ কাষতনো মোৰ কি দুখ।

## পঞ্চম দৃশ্য

**দূৰ্গৰ ভিতৰত** (সময-আবেলি)

(সাধুচৰণ আৰু নীলাম্বৰ)

**নীলা** - যুদ্ধত বাৰে বাৰে জিতিছোঁ। কিন্তু আনন্দ নাই, উৎসাহ নাই, সুখ নাই, জয়ধ্বনি নাই। কি আছে? একো নাই। গৌড়ৰ প্ৰতাপী সৈন্যৰ বীৰ বিক্ৰম আমাৰ আগত তিষ্টিব পৰা নাই। কমতাপুৰ পৰ্বতৰ দৰে অটল হৈ আছে। কিন্তু তথাপি জয় আস্ফালন? নাই, যেন এটা বিশাল ছাযাই নীৰৱে যুদ্ধ কৰি গৈছে। কিয় এনে হৈছে জানানে?

**সাধু** - সেইবিলাক ভাবি কি হ'ব, এতিয়া কামৰ সময। এই বিপদৰপৰা দেশ মুক্ত কৰিবৰ চেষ্টা কৰক। অতীত সদায অতীত।

**নীলা** - কিন্তু অতীতৰ ফল অতীত নহয়, অতীতৰ ফলেই বৰ্তমান। আৰু মানুহৰ মন যদি মন হৈয়েই থাকে তেন্তে অতীতৰ কথা নুসুঁৱৰি উপায নাই।

**সাধু** - কামতো পাৰ্যমানে কৰিছোঁ। এনে যুদ্ধ নীলাম্বৰে আগেযে কেতিযাবা কৰিছিল নে? মোৰ তৰোৱাল অগ্নি চক্ৰেৰে নগৰ আগুৰি থৈছো, কিন্তু তথাপি প্ৰাণত এক বিন্দু শান্তি পোৱা নাই, মনত আত্মপ্ৰসাদ পোৱা নাই। এনে অৱস্থা কাৰোবাৰ হৈছেনে?

**সাধু** - এই সকলোবোৰৰ মূল নন্দ। তাক বধ কৰিব পাৰিলেই যতবোৰ বিপদ আঁতৰি যাব। নন্দৰ পৰামৰ্শ মতেইতো নৱাবে এতিয়াও ৰণ চলাইছে।

**নীলা** - নন্দক বধিবা? বিশ্বাস কৰা, যুদ্ধত যিমান বাৰ শত্ৰুৰ মাজত সোমাইছো তিমান বাৰেই নন্দ সন্মুখৰপৰা সাৰি গৈছে। তাৰ গাত হাত দিবৰ প্ৰবৃত্তি হোৱা নাই। যাবলৈ দিছোঁ।

**সাধু** - যাবলৈ দিছে! বধ নকৰে, বন্দী নকৰিলে কিয়?

**নীলা** - কিহলৈ?

**সাধু** - আপুনি বেযা পায নন্দক কমতাপুৰৰ প্ৰজাৰ হাতত পেলাই দিব সিহঁতে তাক বলিয়া কুকুৰ মৰাদি মাৰিব।

**নীলা** - ভুল সাধুচৰণ। এটা চাকিৰ জুয়ে তোমাৰ সৰ্বস্ব পুৰি ছাই কৰিছে। চাকিটো নুমাই দিলে তোমাৰ সকলো উলটি আহিবনে, নাই তাৰেই কিবা শান্তি হ'ব।

**সাধু** - অৱশ্যে আপুনি যদি তেনেকৈ ভাবে মই ক'বলৈ একো নাই।

**নীলা** - জানা, চন্দ্ৰা পবিত্ৰ আছিল। মনোহৰ পবিত্ৰ আছিল।

**সাধু** - সেযেই মোৰ বিশ্বাস। তদুপৰি চন্দ্ৰকুমাৰৰপৰা যি প্ৰমাণ পাইছিলোঁ সেইটো উৰাই দিব লগা নহয।

**নীলা** - চন্দ্ৰকুমাৰে যদি সেইখিনি পোহৰ নেপেলালেহেঁতেন! ভুলেই বৰং মোৰ শান্তি আছিল। কিয তোমালোকে মোক শুধৰাই দিলা?

**সাধু** - সত্যৰ প্ৰকাশ অনিবাৰ্য।

**নীলা** - আজি আৰু মোক সত্য নালাগে। বৰং কোৱা মনোহৰ কপট আছিল, চন্দ্ৰা কলঙ্কিনী আছিল। মোৰ মনলৈ শক্তি ঘুৰি আহিব, জৰ ওপৰত বিশ্বাস হ'ব। নতুবা সকলো মাযা, মিছাৰ ৰচনা।

**সাধু** - তেনেবোৰ ভাবনা এতিযা এৰক।

**নীলা** - এৰিছো। নহ'লে মই জীযাই আছো কেনেকৈ! চন্দ্ৰাক কলঙ্কিনী বুলি ভাবিও মই জীয়াই আছিলো আৰু আজি চন্দ্ৰাক দেবী বুলি জানিও জীযাই আছো। কেনেকৈ? কোৱা কেনেকৈ?

**সাধু** - কৰ্তব্য, কঠোৰ কৰ্তব্যই সকলো সমস্যা দূৰ কৰিব।

**নীলা**- মই সেইবোৰ একো নুবুজো। মই বুজো ভাগ্য! মোৰ দুৰ্ভাগ্য যে মই মই নন্দক বিশ্বাস কৰিছিলো, কিন্তু তাতোকৈ দুৰ্ভাগ্য যে এতিযা তোমাৰ কথাত, চন্দ্ৰকুমাৰৰ কথাত পৰ্ত্তিযন গৈছো।

(নীলাম্বৰ যায। সাধুচৰণো পিচে পিচে যায)

**দৃশ্যপট উঠিব**

## ষষ্ঠ দৃশ্য

**কমতাপুৰৰ ওচৰৰ অৰণ্যভূমি,**

**দূৰত কমতাপুৰৰ নগৰ দুৰ্গ** (সময-সন্ধ্যা)

(দুই পাঠান সৈন্য ওলাই আহিল)

**১ম সৈন্য** - মিএগ্ৰা, জান হায়ৰান।

**২য় সৈন্য** - হায়ৰান আৰু কি? ভয়বাণ মিএগ্ৰা ভয়বাণ!

**১ম সৈন্য** - কি ভযবাণ?

**২য় সৈন্য** - **এই হিন্দুবোৰে কয় অৰ্থাৎ যেতিয়া বৰকৈ ভয় লাগে তেতিয়া ভয়বাণ লগা বুলি কয়। পিছে মই কওঁ, ভয় নাই।**

১ম সৈন্য -ভয নাই কি? ভয আছে। নিজেই দেখিলো, যুদ্ধৰ মাজতে নীলাম্বৰৰ মূৰ যায় যায় অৱস্থা। এনেতে গধূলিৰ আন্ধাৰত ক'ৰ পৰা খামাখা সেই ডাইনী আহি পৰিল ওপৰত, হাতৰ হাতিয়াৰ হাততে ৰ'ল, ক'ৰ ফৌজ ক'লৈ গ'ল। ঠাইতে সকলো চাফ্?

২য় সৈন্য - নাই! নাই! কি ডাইনীৰ কথা কৈছে। কাফেৰৰ দানা-দৈত্যকে যদি ভয কৰিম তেন্তে আমি মুচলিম কিহৰ।

১ম সৈন্য - মিঞা চাহাব, এইবোৰ বৰ বৰ মৌলবী, মৌলানা আদিযে ক'লে ভাল শুনি। কিন্তু আমি সাধাৰণ তৰপে দেখা কথা, ভয আছে। পাচে ভয় কৰা নকৰা সেইটো পাচ কথা। মুঠতে জানটো যদি এবাৰ নিকালিব লাগিল, তাক ঘূৰাই পোৱা টান।

২য় সৈন্য - হেঃ! তুমি আজিৰপৰা কুচ-কাৱাজ এৰি বাবুৰ্চি খানাত বিবিচাহাবসকলক মচলা বাটি দিবাগৈ।

১ম সৈন্য - সিওঁ ভাল, কাফেৰৰ দানা-দৈত্যৰ আগত কোৰ্বানী হোৱাতকৈ।

২য় সৈন্য - কেনে? সেইটো আৰু কি কথা।

১ম সৈন্য - সেই বন্দী কাফেৰ দুটাই কি কৈছে জানা?

২য় সৈন্য - এঁ! কিবা কৈছে নেকি? কি কৈছে?

১ম সৈন্য - কৈছে এই। সেই সিদিনা গধূলি যে ওলাইছিল, সেইটো কেৱল ডাইনীযে নহয। ডাইনীৰো ওপৰৱালা কিবা বোলে ভূৱানী দেৱী, যাৰ আগত বছৰে লাখ লাখ জানোৱাৰ কোৰ্বানী হয়। ইবাৰ খুনৰ পিযাহ বেচি হৈছে, কাজেই নিজে আহি হাজিৰ। অৰ্থাৎ কাক খাওঁ, কাক খাওঁ, এই ভাব।

২য় সৈন্য - হয নেকি? মৌলবী চাহেবক সুধি চাব লাগিল তেনেহ'লে। কুচ পৰোৱা নাই, ব'লা গধূলিৰ নামাজ আছে।

১ম সৈন্য - ৰ'বা কেনোবা অহা যেন পাওঁ, সেযা দূৰত-কিবা ছাযা যেন-।

২য় সৈন্য - এঁ! সেই নহয তো! এঁ।

১ম সৈন্য - এঁ! দোস্ত মোক ধৰা। উ-হু-হু!

২য় সৈন্য - এঁ! দোস্ত মোক ভালকৈ ধৰা-উ-হু-হু।

দুয়ো - আল্লা! আল্লা! আল্লা! (দুয়ো কঁপি কঁপি পলাই যায়)

(দৃশ্যান্তৰ যুদ্ধক্ষেত্ৰ। আনফালৰপৰা দুটা হিন্দু সৈন্য আহিছে)

১ম সৈন্য - শত্ৰু সৈন্যৰ দেখোন একো সন্ধান পোৱা নগ'ল।

২য় সৈন্য - মুচলমান সৈন্যৰ মনৰ বল টুটি আহিছে যেনে দেখা যায়।

১ম সৈন্য - সঁচা, দৈৱই আমাক সহায় কৰিব।

২য় সৈন্য - কেনেকৈ?

১ম সৈন্য - কিয, শুনা নাই? পূজাৰীযে সপোন দেখিছে, কমতেশ্বৰী ভৱানী দেৱীক তেজ লাগে। দেখিছাই নহয় তেওঁ শশৰীৰে ৰণক্ষেত্ৰত দেখা দিছে।

২য় সৈন্য - অৱশ্যে এনে কথা আৰু জীৱনত দেখা নাছিলোঁ। তথাপি মই হ'লে কিন্তু বিশ্বাস কৰিবলৈ টান পাওঁ।

১ম সৈন্য - কিয টান পোৱা? দেৱীযেইতো ৰজাক ৰক্ষা কৰিলে। ন'হলে মহাৰাজৰ জীৱনতো গৈছিলেই বুলিব লাগে। দৈৱিক নহ'লে এনে অসম্ভৱো সম্ভৱ হ'ব পাৰেনে?

২য় সৈন্য - হ'লে হ'বও পাৰে। কিন্তু ভাবি নোচোৱা কিয, ইফালে সন্ধ্যাৰ আন্ধাৰ, সিফালে ঘোৰ যুদ্ধ। তাৰ মাজত হঠাতে দেখা দিলে ঘোৰাৰ ওপৰত এজনী তিৰোতা মানুহ। সকলোৱে একেমুখে জযধ্বনি কৰি উঠিল 'জয় ভৱানী দেৱীৰ জয।' তাতেই যুদ্ধৰ গতি ঘূৰি গ'ল। বিশ্বাস কৰিলেও কৰিব পাৰা, নকৰিলেও নাই।

১ম সৈন্য বিশ্বাস কৰিবই লাগিব। নহ'লে তেওঁনো কোন আৰু ইমান মানুহৰ মাজত ক'ত[illegible] মায়া হোৱাদি হ'ল।

২য় সৈন্য - সিযোটো হওঁতে হয।

১ম সৈন্য - জয় আমাৰ নিশ্চয। দেৱীক তেজ লাগে।

২য় সৈন্য ক'ব নোৱাৰি। দেৱীক যদি তেজেই লাগে, তেওঁনো এই মেলেচ্ছৰ তেজহে গ্ৰহণ কৰিব বুলি কোৱানে? ল'লে আমাৰ তেজেহে ল'ব।

১ম সৈন্য - নাই নাই তেনে নহয়, ইয়াৰ গুঢ কথা আছে। ব'লা শিবিৰত হাজিৰা দিবৰ সময় পাৰ হ'বলগীয়া হ'ল। (দুযো যায়গৈ। ধীৰে ধীৰে যোগিনী বেশে চন্দ্ৰা ওলাই আহিল)

চন্দ্ৰা - এনে দিন আহিব বুলি ভাবা নাছিলো। যুদ্ধ ক্ষেত্ৰত তেওঁক কেতিয়াবা একোবাৰ দেখিছো। মাতিব নোৱাৰো। অকস্মাৎ কাষ পাইছো। চুব নোৱাৰো। এখন্তেক ৰৈ চাব' নোৱাৰো। জানোচা চিনি পায়। ভাগ্য সিদিনা গধূলি আছিল। যুদ্ধক্ষেত্ৰত কেৱে চিনি নাপালে। আই ভৱানী মোৰ জীৱনৰ ব্ৰত পূৰ্ণ কৰা। (চন্দ্ৰা লাহে লাহে গুচি গ'ল। অলপ পাচত শচীপাত্ৰ সোমাই আহিল)

শচী - কমতা! কমতা! সোণৰ কমতা পুৰ! অপূৰ্ব সম্পদশালিনী কমতাপুৰ! বিদায়! চিৰদিনলৈ বিদায়! কালে তোৰ চুলিত ধৰিলে! দুদিন পাচতে তয়ো যাবি ময়ো যাম! ..... ক'লৈ? কোনে জানে। জুলা জুইত পানী ঢালিলে জুইবা ক'লৈ যায়! পানীয়েই বা ক'লৈ যায়। ......থাকিবনে এটা মৰ্মদাহী বিষবাস্পৰ তপত

হুমুনিয়া। ... সন্ধ্যা নামি আহিছে, দুদিন পাচত সেই মন্দিৰৰ ওপৰেদি সন্ধ্যাতাৰা নুঠা হ'ব, সূৰ্যই আহি এই স্তব্ধতাৰ ওপৰেদি নিৰবে গুচি যাব, আঁউসীৰ আন্ধাৰে ইয়াত মৃতশয্যা পাতিব। হাঁহ কমতা, এতিয়াই হাঁহি ল'। দুদিন পাচত তোৰ দুৰ্গশিখৰৰ শেষ হাঁহি ফেৰা মই প্ৰেতৰ দৰে চেলেকি খাই পেলাম। (ফৰিদ, নন্দ আৰু হোছেন চাহ আহিল)

নন্দ - আপুনি ইয়াত কি কৰিছে?

শচী - চোৱা নন্দ, দূৰত সেইটো কি জ্বলিছে?

নন্দ - কমতাৰ নগৰ দুৰ্গ, গোধূলিৰ ৰঙা কাজল লাগি ভীষণ মূৰ্তি ধৰিছে।

শচী - নহয়, সেইটো মোৰ কীৰ্তি। মোৰ চিতাগ্নিৰ বিপুল সমিধ। তাক কেঁচা তেজৰ ৰঙত বোলাব লাগিব, শিশুৰ মূৰৰ ঘিউ আৰু ডেকাৰ তেলত ডুবাব লাগিব, তেহে সহজতে জ্বলি উঠিব।

নন্দ - সেইটো আমি কৰিম। আপুনি এতিয়া জিৰণি ল'কৈগে।

শচী - মোৰ জিৰণি? মনোহৰৰ দিনৰ ভাগৰ নপলাল। মাজে নিশাতে-মাজ নিশাতে- উঃ কি হ'ল। মই ক'ত জিৰণি পাম।

নন্দ - শান্ত হওক। আপুনি জিৰণি পাব।

শচী - তেন্তে দয়া নকৰিবা, মৰম নকৰিবা। পোক, পৰুৱা নিৰ্বিশেষে ল'ৰা, ডেকা, বুঢ়া, মতা, মাইকী সকলোকে বধ কৰিবা। ঘৰে ঘৰে জই দিবা, দুৱাৰে দুৱাৰে কুঠাৰ মাৰিবা, আৰু যেতিয়াই গোটেই নগৰ জুই উঠি খহি পৰো পৰো হ'ব, তেতিয়া মোক তাত শুৱাই থ'বা, তোমালোকো শুবা। মানুহ বুলিবলৈ কোনো নৰ'ব। তেহে মোৰ সুন্দৰ জিৰণি হ'ব। শ শ বছৰলৈ সেই সমাধি এটা বিস্ময় হৈ ৰ'ব। এটা আত্মঘাতী মহাকীৰ্তি বৈ যাব। কেনে? পাৰিবা নে?

নন্দ - তাৰ বাবেই আমি যত্ন কৰিব লাগিছো। আপুনি এতিয়া শিবিৰলৈ যাওঁক। ফৰিদ, মন্ত্ৰী ডাঙৰীয়াক শিবিৰলৈ পঠাই দিয়া।

শচী - কিন্তু মনত ৰাখিবা, প্ৰতিহিংসা নাপাহৰিবা! (ফৰিদৰ লগত যায়গৈ)

হোছেন - এতিয়া কি কৰিবা নন্দ? এই যুদ্ধ আৰু শেষ নহয় যেন লাগিছে।

নন্দ - নিজৰ শক্তিৰ ওপৰত বিশ্বাস নেহেৰুৱাব।

হোছেন - সেই বিশ্বাসৰ বলতেই ইমান দিনে যুজিলোঁ। এতিয়া দেখিছোঁ নীলাম্বৰ দৈৱ বলেৰে বলী। এনে ক্ষেত্ৰত যুদ্ধ আৰু সম্ভৱ নহয়।

নন্দ - সাধাৰণ সৈন্যবোৰে জানিবা এই মিছা জনৰৱত ভোল গৈছে, কিন্তু স্বয়ং জাহাপনায়ো যে তাত ভোল যায়, এইটোহে বৰ আচনক যেন লাগে।

হোছেন - সাধাৰণ সৈন্যবোৰৰ ওপৰতেইতো সকলো ভাৰসা। কিন্তু আলৌকিক কিবা যে হৈছে, সেইটো অবিশ্বাস কৰিব নোৱাৰি। নহ'লে সিদিনাৰ যুদ্ধত নীলাম্বৰ উভতি যাব নালাগিছিল। এইখন যাদুৰ দেশ, অসম্ভৱ একো নহয়। মোৰ আৰু কমতা জয়ত স্পৃহা নোহোৱা হৈছে।

নন্দ - হঠাতে ইমান নিৰাশ হৈছে কিয় জাহাপনা?

হোছেন - ক'ব নোৱাৰো নন্দ তুমি কেনে মানুহ। দেখা নাই জাকে-জাকে গৌৰৰ বীৰ সৈন্যদল নিৰ্মূল হ'ল, বাৰে বাৰে হাৰি যুঁজত পিঠি দেখুৱাব লগা হৈছে-দুৰ্দান্ত নীলাম্বৰে শিবিৰ পৰ্য্যন্ত লুটি গৈছে। ইমানতো তুমি নিশ্চিন্ত। জয়ৰ আশা কৰা?

নন্দ - প্ৰাণ থাকে মানে কৰো। এতিয়া নতুন প্ৰণালীৰে যুদ্ধ আৰম্ভ কৰিম।

হোছেন - কি নতুন প্ৰণালী?

নন্দ - মাত্ৰ ৰাতিৰ আক্ৰমণ। দিনত যোগানৰ বাট আগুৰি ৰাখি, ৰাতি গুপ্ত আক্ৰমণ কৰি শত্ৰুক ব্যস্ত ৰখা।

হোছেন - এই উপায়ৰ দ্বাৰা কেনে ফল হয়, ভাবি চাবলগীয়া

নন্দ - মাত্ৰ আৰু এমাহ সময় বাট চাওক, বেছি সময় মই নোখোজো।

হোছেন - কিন্তু যিমান ক্ষতি হ'ল, তাৰে এখন কমতাপুৰ তৈয়াৰ হ'ল হয়।

নন্দ - কমতাপুৰ অগাধ ৰত্নৰ ভঁৰাল। তাৰ কাৰণে কোনো ক্ষতিয়ে অসহনীয় নহয়।

(সকলোৱে যায়)

## সপ্তম দৃশ্য

**নগৰৰ দুৰ্গৰ প্ৰাচীৰ তল**

**দৃশ্য অন্ধকাৰ** (সময়-মাজ ৰাতি)

(সশস্ত্ৰ প্ৰহৰীবিলাকে জুইৰ জোৰ লৈ গীত গাই যায়)

**গীত**

পৰ দে ভাই, পৰ দে ভাই, শত্ৰু যায়-শত্ৰু যায়।
অস্ত্ৰ কৰি ল' মুক্ত, ঢালে ঢালে কৰি যুক্ত,
যমো যদি আহে সুধিহে আহিব,
নহ'লে ৰক্ষা নাই!
পৰ দে ভাই, পৰ দে ভাই.........
আহিলে আহিব প্ৰলয় ঝঞ্জা,
খেদি তাৰো স'তে লড়িম পাঞ্জা,
আহক বজ্ৰ বিদাৰি অস্ত্ৰ,

নাই তাকো পৰোৱাই।
পৰ দে ভাই, পৰ দে ভাই .
আহে যদি নিজ পক্ষ, ঈঙ্গিত কৰি পৰম সখ্য,
দিযা, সাৱধানে বাটৰ সন্ধি, শঙ্কা যদিহে নাই,
হবি সাৱধান নিশাৰ প্ৰহৰী, মূৰতে সকলো দায়।
পৰ দে ভাই, পৰ দে ভাই... ... .

(প্ৰহৰীবিলাক গৈ দূৰ পালে, পিছুত নন্দ, ফৰিদ আৰু সৈন্য কিছুমান আহিল)

নন্দ - এইখিনিতে ক'ৰবাত সেই গুপ্ত দুৱাৰখন আছে, মই অনুসন্ধান কৰি আহো। তোমালোক সেই গছৰ তলে গৈ থাকা। সাৱধান যেন কোনো প্ৰহৰীৰ আগত অতৰ্কিতে গৈ নপৰা।

ফৰিদ - আপোনালৈ আমি ক'ত বাট চাম?

নন্দ - সেই গছৰ শাৰীৰ সিমূৰত।
(নন্দ ওলাই গ'ল)

ফৰিদ - আক্ৰমণৰ সুন্দৰ সময়। ওপৰত তৰাবোৰ . ভযত কঁপিছে। .. তলত পৃথিৱী . আতঙ্কত ঘামিছে . মাজত বতাহ ফোঁপাই উঠিছে। সেইবোৰ কি?....অ' প্ৰহৰীহঁতৰ জুই। সেই ফালৰপৰা অকস্মাৎ আক্ৰমণ হ'ব পাৰে। সাৱধানে খোজ দিবা! হুচিয়াৰ। কোন মুহূৰ্তত মৃত্যু আহি পায় ঠিক নাই। আস্তে! আস্তে আগবঢা।
(সকলো কেইজন ওলাই গ'ল)
(কিছু দূৰত প্ৰাচীৰৰ ওঁপৰত এক অংশত নন্দক সন্তৰ্পণে আগবাঢি অহা দেখা গ'ল)

নন্দ - এই কমতাপুৰ! ৰণত ৰাক্ষসৰ দৰে কালান্তক। এতিযা আন্ধাৰৰ কোলাত শুই আছে। এযেই ছেগ। ৰণক্ষেত্ৰৰ মৃত্যু বিবৰ্ণ অন্ধকাৰে মোক বৰ্ম হৈ আগুৰিব,পপীযা তৰাৰ পোহৰে পোহৰে মোৰ কাম শেষ হৈ যাব।
(নন্দ আগবাঢ়ি যায় আৰু ঠাইতে প্ৰাচীৰৰ তলত এখন গুপ্ত দুৱাৰ মেলখাই যায়। নীলাম্বৰ ওলাই আহি নন্দক খেদি লৈ আহে। নন্দই-"ফৰিদ ফৰিদ।" বুলি চিঞৰি মুকলি ঠাই পায় আৰু নীলাম্বৰে নন্দক কৌশলেৰে বগাই বুকত বহি লয)

নীলা - এইবাৰ নন্দ!

নন্দ - এঁ! এঁ! শত্ৰু মই নহয়!

নীলা - শত্ৰু নহয়। শত্ৰু নহয! কামুৰি বুকু ফালি....হৃৎপিণ্ড উঘালি আনি......চৌৰাশী নৰকত উতলাই লওঁ.....পিচত।........
(ছুৰী উলিয়াই হানিব খোজে, নন্দই দুই হাতে বাধা দিয়ে আৰু লগে লগে চিঞৰি ধৰে)

নন্দ - ওঃ! ফৰিদ! ফৰিদ! কোন আছা!
(দূৰত সসৈন্যে ফৰিদ দেখা দিয়ে)

ফৰিদ - আক্ৰমণ কৰ! আক্ৰমণ কৰ।
(দূৰৰ পৰাই সকলোৱে নীলাম্বৰক লক্ষ্য কৰি ধনু পাতে নীলাম্বৰে তৎক্ষাণাত নন্দক এৰি দি তৰোৱাল লৈ খেদামাৰি ওচৰ চাপে, সৈন্যবোৰে কাঁড পাট এৰি দি তৰোৱাল লৈই আক্ৰমণত বাধা দিয়ে)

নীলা - কাৰ সাধ্য সন্মুখলৈ আহ।
(দুৰ্গৰ বেৰত পিঠি দি যুদ্ধ কৰে)

নন্দ - বধ কৰ! এজন মানুহ! ভয নাই।
(যুদ্ধ কৰে। দুৰ্গৰ ভিতৰৰ ফালৰপৰা মুকলি তৰোৱাল লৈ চন্দ্ৰা আহিল)

চন্দ্ৰা - মৰিবৰ বাসনা যাৰ আছে সি আহক! কাপুৰুষহঁত।
(নীলাম্বৰৰ কাষত থিয়া হৈ যুদ্ধ কৰি আগুৱাই আহত হৈ বহি যায়)

নীলা - কি ইমান স্পৰ্দ্ধা! (সকলোকে তৰোৱালৰ আগত খেদি লৈ গ'ল)

চন্দ্ৰা - ঘূৰি আহক। ঘূৰি আহক! দূৰলৈ নাযাব! উঃ। প্ৰভু জীৱনৰ ব্ৰত পূৰ্ণ কৰিছা। তোমাক প্ৰণাম। এতিয়া মোৰ অন্তিম কামনাটি অপূৰ্ণ নাৰাখিবা। তেওঁক নিৰাপদে মোৰ কাষলৈ আনা। উঃ। শেষ বিদায়ৰ পৰত মোক মাতৰ নাটনিত নেপেলাবা।
(নীলাম্বৰ আহিল)

নীলা - কোন তুমি? কোন তুমি? ক'ত দুখ পাইছা?

চন্দ্ৰা - আহক। আৰু ওচৰলৈ আহক। মোক ভৰি-ধূলি-!

নীলা - কি কৈছা? ইকি! ইকি! কোন তুমি।

চন্দ্ৰা - মই চন্দ্ৰা। চিনি লওক!

নীলা - চন্দ্ৰা। চন্দ্ৰা। চন্দ্ৰা তুমি!

চন্দ্ৰা - আপোনাৰ-চন্দ্ৰা. .....। (মৃত্যু)

নীলা - চন্দ্ৰা! চন্দ্ৰা! ওঃ। ওঃ। কেনেকৈ আহিলা। কেনেকৈ গ'লা। ক'লৈ গ'লা। কেনেকৈ পালো। কেনেকৈ হেৰুৱালো। নাই, নাই, এইবিলাক কি? আনন্দ কৰা, উৎসৱ কৰা, মোৰ চন্দ্ৰা আজি যায়। মোক চিৰকাললৈ এৰি যায়। নহয় নহয়। ই সপোন! তুমি মৰা নাই! তুমি আছা! নহয়-নহয়, তুমি সপোন মই সপোন। জন্ম সপোন! মৃত্যু সপোন! সৃষ্টি সপোন! গ'ল পৃথিৱী মহাশূন্যত লীন হৈ গ'ল। সকলো বাষ্প হৈ গ'ল। চন্দ্ৰা। চন্দ্ৰা। (মূৰ্ছিত হৈ পৰিল)
(নন্দ আৰু ফৰিদ আহিল)

নন্দ - মই সিংহাসনত বহাৰ আগতে, এই অস্ত্ৰ নীলাম্বৰৰ বুকত বহক।
(আঘাত কৰিব খোজোঁতে ৰাজিয়া আৰু এদল সৈন্য আহি উপস্থিত হয়)

ৰাজিয়া - খবৰদাৰ নন্দ।

(নন্দ স্তম্ভিত হৈ ৰৈ গ'ল)

**জিৰণি পট পৰিব**

*****

# পঞ্চম অঙ্ক

**প্ৰথম দৃশ্য**

(সময়-পুৱা)

(দুৰ্গৰ ভিতৰৰ এটা বহল কক্ষ, এমূৰে ওপৰ মহলালৈ উঠি যাব পৰা এখন খট্‌খটী। মজিয়াত পুষ্প সজ্জাৰে সজোৱা চন্দ্ৰাৰ মৃতদেহ এখন বেদীত শোৱাই থোৱা আছে। কাষত নীলাম্বৰ, অতি কাতৰভাৱে বহি আছে)

নীলা - জীৱনৰ অন্ধকাৰ ভেদ কৰি, জেউতিৰে জগত পূৰ্ণ কৰি, মোৰ অন্ধ চকুৰ আন্ধাৰ আৰু গভীৰ কৰি ক'লৈ গ'ল চন্দ্ৰা? . ..এটি মাণিক পানীত পৰিছিল, নেহেৰাল, কিন্তু হেৰাল তাৰ জেউতি! .. এয়েনে মৃত্যু। এয়েনে জীৱনৰ শেষ! নহয় নহয়! মৃত্যুৰ এনে ৰূপ নহয়। ই ঈশ্বৰৰ কিবা অপূৰ্ব বিধান, স্বৰ্গৰ পথহাৰা কিৰণ ফেৰিক পৃথিৱীৰপৰা সামৰি লৈ যাব আহিছে।.. যোৱা চন্দ্ৰা, তুমি মুক্ত! তোমাক আৰু মই কি দিম। কিন্তু তুমি এষাৰ কথা কৈ যোৱা, নোৱাৰা যদি ইঙ্গিতেৰে মোক ক্ষমা জনাই যোৱা। (ললিতা গীত গাই গাই সোমাই আহিল, কোনো ফালে চকু নিদি ধীৰে ধীৰে খট্‌খটী খনেদি দুৰ্গৰ ওপৰৰ ফালে উঠি যাব ধৰিলে।)

গীত

ফুলে ফুলিলে, জোনেও হাঁহিলে,
বাঁহীয়েও ধৰিলে তান-
শীতল মলযা মূৰছি পৰিলে,
তটিনীযে গালে গান।
অলস কুসুম শয়ন,
এৰা এৰা মেলা নয়ন,
আহা আহা সখী, উষা আছে ৰখি,
মধু নিশা অৱসান!
কিয় লাহী চকু পাহি
নুঠে ৰূপে ৰসে ভাহি?
এতিয়াই সখী, সাৰি পাব পখী
এৰা এৰা অভিমান।

(গীতৰ শেষ ভাগত ললিতা নেদেখা হৈ লাহে লাহে গ'ল, মাত্ৰ গীতৰ কৰুণ সুৰ ক্ষীণ হৈ আহিব ধৰিলে)

নীলা - ইকি? কল্পনাৰ ফুলৰ ওপৰত স্বৰ্গৰ কিৰণ, নে কঠিন মৰ্ত্যৰ ওপৰত দুখৰ বেদনা। ই হাঁহি নে অশ্ৰু? জীৱন নে মৃত্যু? ই মিলনৰ আবেগ নে বিচ্ছেদ যাতনা? ই জন্মৰ উৎসৱ গীতি নে মৃত্যুৰ বিননি?

(ফৰিদ খাঁ আৰু দুজন পাঠান ৰাজদূত লগত লই সাধুচৰণ আৰু দুজনমান অস্ত্ৰধাৰী প্ৰহৰী আহিল)

ফৰিদ— ইকি দৃশ্য! মোক, ক'লৈ আনিলে?

সাধু— তুমি কামতেশ্বৰ নীলাম্বৰৰ সম্মুখত। তোমালোকৰ বক্তব্য অতি সংক্ষেপ নিবেদন কৰিব পৰা। কিন্তু চাবা কোনো প্ৰকাৰে তেওঁৰ শান্তিত ব্যাঘত নহয়।

ফৰিদ— মই বাদচাহৰ আজ্ঞাবহ। অতি অপ্ৰিয় হ'লেও তেওঁৰ পৰা অনা বাতৰি মহাৰাজত নিবেদন কৰিব আহিছোঁ। তাৰ বাবে মোক ক্ষমা কৰিব।

সাধু— মো মতে এই সময়ত তেওঁক ৰাজ্য বা যুদ্ধ সংক্ৰান্ত কথা কৈ বিৰক্তি দিয়াহে হ'ব। তাতকৈ আন সময়লৈ বাট চোৱাই উচিত আছিল।

নীলা— কোন এওঁলোক? গৌৰৰ নৱাবে পঠাইছে, বিশেষ কিবা সমাচাৰ দি।

ফৰিদ— (দূতৰ হাতৰ পৰা এখন থালত এখন চিঠি থৈ, থালখনি আগবঢ়াই দি ক'লে) গৌৰৰ বাদচাহে কমতেশ্বৰৰ ওচৰত বীৰ ধৰ্মৰ নিয়ম অনুসাৰে যথাশক্তি যুদ্ধৰ পাচত সসম্মানে নিজৰ পৰাজয় স্বীকাৰ কৰে। কাৰণ দেখা গৈছে মহাৰাজ দৈৱ বলত বলবান। গৌৰৰ বাদচাহে আজিয়েই যুদ্ধ পৰিহাৰ কৰি নিজ দেশলৈ উভতি যোৱাত ৰাজি আছে যদি-

সাধু— যদি কি?

ফৰিদ— এটি মাত্ৰ ক্ষুদ্ৰ যোৱাৰ আগতে যদি বেগম চাহেবাক এবাৰ মহাৰাণীৰ ওচৰত শেষ বাৰলৈ উপযুক্ত ভাৱে শ্ৰদ্ধা নিবেদন কৰিবৰ অনুমতি দিয়ে, তেন্তে—

নীলা— ওঃ! (চন্দ্ৰাৰ মৃতদেহৰ ওচৰত মূৰ পেলাই ৰ'ল)

সাধু— সেইটো কেনেকৈ হয় দূত! নাজানো মহাৰাণী আৰু নাই?

ফৰিদ— জানো। আৰু তাকে জানিয়েইতো সেই পুণ্যৱতীৰ পাৰ্থিৱ অৱশেষৰ ওচৰত শ্ৰদ্ধা নিবেদন কৰিবলৈ বেগম চাহেবাই প্ৰাৰ্থনা জনাইছে। আপোনালোকেইতো শুনিব পায় শত্ৰু পক্ষীয়ে হৈও তেৱেঁই সঙ্কট ক্ষণত মহাৰাজৰ জীৱন ৰক্ষা কৰিছে।

সাধু,— আমি তেনেহলে এই প্ৰস্তাৱৰ যথোচিত আলোচনা কৰোঁ; পিচত তোমাক মহাৰাজৰ ইচ্ছা জনোৱা হ'ব।

নীলা— প্ৰশ্ননাই, সন্দেহ নাই, আলোচনা নাই। তোমাৰ উদ্দেশ্য সফল হৈছে।

সাধু— অন্ততঃ প্ৰথা ৰক্ষাৰ কাৰণে, নাম মাত্ৰ আলোচনা

হোৱা উচিত আছিল। এইটো যুদ্ধ বিগ্ৰহ সম্পৰ্কীয় বিষয়।

**নীলা—** একো কথা নাই, তেওঁলোক আহিব; স্বয়ং বেগম চাহেবা আহিব যেতিয়া একো প্ৰশ্ন নাই। চন্দ্ৰাই অবিশ্বাস পাইছিল কিন্তু মোৰ কাৰণে প্ৰাণ দি গৈছে, বেগম শত্ৰুনাৰী অথচ মোৰ ৰক্ষা কৰিছে। স্বৰ্গৰ দুৱাৰ মুকলি হৈ যায়, যোৱা দুৰ্গৰ দুৱাৰ মুকলি কৰি দিয়া—

**ফৰিদ—** আমাৰ বিদায়সম্ভাষণ গ্ৰহণ কৰক। মহাৰাজৰ জয় হওক!

*(সাধুচৰণ নীলাম্বৰ ওচৰত ৰৈ গ'ল, বাকী সকলো ওলাই যায়)*

**সাধু—** কিন্তু মহাৰাজ?

**নীলা-** কি?

**সাধু—** সন্দেহ আৰু কি?

**সাধু—** যদি এইবোৰ নন্দৰ ষড়যন্ত্ৰ হয়। চক্ৰান্ত কৰি যদি দুৰ্গৰ ভিতৰৰা অৱস্থা, জানি যায়? নাইবা যদি বিশ্বাস-ঘাতকতা কৰে?

**নীলা—** কৰিলে কৰিবও পাৰে। কিন্তু নকৰিবওতো পাৰে?

**সাধু—** তথাপি—

**নীলা—** তথাপি আৰু একো নাই। যি হওক হৈ থাওক।

**সাধু-** কিন্তু সেই বুলি অকাৰণত কামৰূপৰ স্বাধীনতা, মহাৰাজ নীলধ্বজৰ কীৰ্ত্তি-স্তম্ভ-চৰম লক্ষ্য। যক সংসাৰ ভস্ম হৈ, কাৰ কি?

**সাধু—** ভগৱান। তোমাৰ ইচ্ছা পূৰ্ণ হওক।

দৃশ্যপট পৰিব

## দ্বিতীয় দৃশ্য

**নদীৰ পাৰ (সময়-দুপৰীয়া)**

*(ললিতা)*

**ললিতা--** সিহঁতে মোক পাগলী বোলে। মইনো কিহৰ পাগলী? সিহঁতেই পাগলী। হিঃ। হিঃ। হিঃ!—কথা কয়। বাৰু পাগলীয়ে ক'বাত হাঁহেনে? কথা কয়নে? এনেকৈ ৰং কৰিব পাৰেনে? এযাচোন মই ললিতা, এই জুপি নব-মল্লিকা, এই জোপা পলাশ, এই জুপি সেউতি! আৰু চোৱা এই এক, এই দুই, এই তিনি, তাৰ পাচত? তাৰ পাচত? তাৰ পাচতি কি? পাহৰিলোঁ নহয়। ওঁ। পাঁচ। হয় পাঁচ। মোৰ মাজে মাজে হাঁহিও উঠিব খোজে, আৰু কেতিয়াবা চকুলোও ওলাব খোজে। কিয়? কিয় বাৰু! মই বোলে কিবা—ছিঃ। কিবা কৈছোঁ। কোনোবাই শুনিলে কি বুলিব!

*(সুৰ ধৰি গালে)*

চোতালত বহিছে ৰাইজে সমাজে,
কোনেনো আহিছে দোলাত?
আজিনো দাদে'কৰ কি দয়া লাগিছে,
মাইছানাক লৈ আছে কোলাত।

মনোহৰ অহিছে! গাত বৰৰ সাজ, হাতত দাপোণ কটাৰী। মনোহৰে মোক ভাল পায়, মযো মনে মনে বৰ ভাল পাওঁ। মুখেৰেহে দেখোন ক'বলৈ কিবা লাজ লাগে, বুকুৰ মাজত বিজুলী মাৰিব ধৰে! তেনেহ'লে মুখেৰে নক'লে হ'ল। চকুতে যদি কিবা গম পায় পাব, নহ'লে মনতে এখনি ছবি হৈ থাকিব।

*(সুৰ লগাই গালে)*

এনেয়ে ফাগুণ মনে উৰোঁ উৰোঁ
তাতে কিহৰ সোঁৱৰণী।
মনৰ বনে বনে, বিনাই ফুৰে কোনে,
পিন্ধি চকুপানীৰ মণি।

সেইবোৰ কি? দোলা নহয় নে? অ' মনত পৰিছে আজিতো বিয়া! কাৰ লগত?

—এ। নামাতো কাঢিব নোবাৰিম। কিন্তু কইনা কোন? ছিঃ সঁচাকৈ মই অলপ বলিয়া হৈছোঁ নেকি? নাই—এইবাৰ অলপ গহীন হ'ব পাৰোনে চাওঁচোন। .তাৰ পিচত মনোহৰে পুথিৰপৰা মাতিলে--অং হং নমং মলুৱাং ৰত্নং মধুং ৰসঃ— অৰ্থা কোনোৱে শুঙি নোচোৱা পুৱাৰ ফুল, নখৰ ঘা নলগা কুমলীয়া কুঁহি পাত, বেজীৰে নিবিন্ধোৱা গোটা মণি, মুঠতে সোৱাদ নোলোৱা মউজোল আহা হা।—তাৰ পিচত কি সেইটো শুগুনী লতা নেকি--পাহৰিলোঁ নহয়—

*(সাধুচৰণ আহিল)*

**সাধু—** ললিতা। পলাৰ নগৰত শত্ৰু সোমাইছে।

**ললিতা—** কি। কি হৈছে?

**সাধু--** সৰ্বনাশ হৈছে!

**ললিতা--** কিহৰ ঢোল বাজিছে? কোন আহিছে?

**সাধু—** ব'ল অভাগী। ঘৰলৈ ব'ল। সকলো ফালে শত্ৰু। ক'ত থওঁ—ক'ত তোক নিৰাপদে ৰাখোঁ।

**ললিতা—** নাযাওঁ—কলৈকো নাযাওঁ। (ওচৰত নিনাদ)

**সাধু—** গ'ল! কমতাপুৰ গ'ল। আৰু ৰক্ষা নাই। সকলো যক্, কিন্তু মান ৰাখোঁ কেনেকৈ? এতিয়াই শত্ৰুৰ হাতত পৰিব! তাতকৈ। তাতকৈ!.....এই পিনে আহ আই, মই নিশ্চিত হওঁ!

(ললিতাক ওচৰলৈ আনি এখন হাতেৰে টানকৈ ধৰে--আৰু আনহাতেৰে তৰোৱাল তোলে)

**ললিতা—** উঃ। উঃ। মৰিলোঁ। মৰিলোঁ।

(হোছেন চাহ আৰু কিছুমান সৈন্য আহিল)

**সাধু—** ভয় নকৰিবি। মৰিবলৈ ভয় নকৰিবি।

**হোছেন--** কোন তুমি? নাৰী হত্যা কৰা কিয়? *(বাধা দিলে)*

সাধু— এৰি দিয়া ?! এতিয়াও আমি স্বাধীন, নিজৰ মান সম্ভ্ৰম ৰাখিবৰ ক্ষমতা আছে।

হোছেন— তেন্তে অস্ত্ৰ ধৰা, যুদ্ধ কৰা। হত্যা কৰি নাৰীৰ মান ৰক্ষা কৰাৰ প্ৰয়োজন নাই। মান ৰক্ষা কৰাৰ ভাৰ নাৰীৰ ওপৰত দিয়া।

সাধু— তেন্তে অস্ত্ৰ ধৰা, যুদ্ধ কৰা। হত্যা কৰি নাৰীৰ মান, ৰক্ষা কৰাৰ প্ৰয়োজন নাই। মান ৰক্ষা কৰাৰ ভাৰ নাৰীৰ ওপৰত দিয়া।

সাধু— ধিক্ তোমাৰ ৰণনীতিক, তাতোকৈ ধিক্ তোমাৰ উপদেশক। যোৱা হত্যা কৰাগৈ, বীৰত্ব কৰাগৈ। মোৰ ছোৱালীক মই বধ কৰিম।

হোছেন— নোৱাৰিবা। হয় যুদ্ধ কৰা, নহয় আত্মসমৰ্পন কৰা।

*(সৈন্যবোৰে সাধুচৰণ আৰু ললিতাৰ মাজত ব্যৱধান সৃষ্টি কৰি থিয় দিলে)*

হোছেন— ধৰ্ম! তুমি অভাগিনীক চাবা! ল' বাছা, এয়ে তোৰ পিতৃধন! এয়ে তোৰ যৌতুক, তোৰ বংশৰ আশীৰ্বাদ।

*(ছুৰী এখন দলি মাৰি দিলে আৰু ললিতাই সেইখন লৈ পলাই গুচি গ'ল)*

যা আত্মৰক্ষা বা আত্মহত্যা কি হয় কৰিবি। আৰু চিন্তা নাই। এতিয়া আহা।

*(নগৰীয়া কিছুমান আহিল, দুয়ো পক্ষই যুদ্ধ কৰি গৈ থাকে)*

দৃশ্যপট পৰিৱ

# তৃতীয় দৃশ্য

**প্ৰথম দৃশ্যত বৰ্ণোৱা দুৰ্গৰ কক্ষ (সময়—দুপৰীয়া)**

*(চন্দ্ৰৰ মৃত দেহৰ কাষত নীলাম্বৰ)*

নীলা— আকৌ দিন আহিছে। নিষ্ঠুৰ সূৰ্য ৰঙা পৰি আগৰ দৰে উঠিছে। চন্দ্ৰাৰ ম্লান মুখ দেখি, তাৰ একবিন্দু কিৰণ ক'লা পৰা নাই, অথচ প্ৰতিপলে মোৰ হিয়া ক্ষয় পাব লাগিছে। এবাৰ আহা চন্দ্ৰা, এবাৰ কথা কোৱা, চোৱা মই তোমাৰ কাৰণে কেনেকৈ জীৱনত মৃত্যুৰ পুৰী সাজি লৈছোঁ। মৃত্যুৰ মুমূৰ্ষু কিৰণে মোক ধীৰে ধীৰে আগুৰি আহিছে! চন্দ্ৰা! সুন্দৰী চন্দ্ৰা! যদি মোক ভাল পাইছিলা, যদি প্ৰেম পৰকালতো থাকে, তেন্তে মোক তোমাৰ কাষলৈ নিয়া।

*(যুদ্ধৰ শব্দ ওচৰলৈ আগবাঢ়ি আহিল)*

আঃ! কিহৰ শব্দ...ও হয়! জানিছোঁ, কিবা এটা হ'বই হ'ব! গ'ল এজনৰ অদৃষ্ট দোষত কমতাপুৰ গ'ল! যক্! চন্দ্ৰাই গৈছে— সকলো যক্!

(সাধুচৰণ আহিল)

সাধু— সৰ্বনাশ পূৰ্ণ হ'ল।

নীলা— জানিছোঁ—

সাধু— পাৰিলে প্ৰাণ ৰক্ষা কৰক! মাত্ৰ প্ৰাণটি ৰক্ষা কৰক। আৰু আশা নাই।

নীলা— স্থিৰ হোৱা। স্থিৰ হোৱা।

সাধু— বেগমৰ পৰিচাৰিকা অহা বুলি বহু দোলা নগৰ সোমাইছে। সকলোবোৰ পাঠান সৈন্যৰে ভৰা। বাধাই কাম দিয়া নাই। পলাবৰ দিহা কৰি আহিছোঁ। আত্মৰক্ষা কৰক—

নীলা— প্ৰাণ ৰক্ষা? মই? কিহলৈ?? মিছাতে হাহাকাৰ কৰি কি হ'ব? জানিছোঁ কমতাপুৰ যাব, ৰক্ষা কৰিব নোৱাৰিম। চেষ্টা কৰি কি হ'ব? ইমান দিনে কৰিলোঁ আৰু সেই ক্ষমতা নাই? শোক এৰা সাধুচৰণ, আজি কান্দা দিন নহয়। হাঁহা, আনন্দ কৰা, উৎসৱ কৰা, বন্তি জ্বলোৱা, মহা সমাৰোহেৰে বিসৰ্জনৰ আয়োজন কৰা। আজি সন্ধ্যাৰ আগতে কমতাপুৰৰ ৰাজলক্ষ্মীয়ে চিৰ বিদায়ালব।

সাধু— অদৃষ্টত এয়ে আছিল।

নীলা— চকুলো মচা। এই মঙ্গল মুহূৰ্তত অমঙ্গল নামাতিবা। আহা, এই জনমলৈ শেষ আলিঙ্গন দিয়া, বুক ডাঠ কৰা।

*(দুয়ো সাবটা সাবটি কৰে)*

সাধু— ভগৱান! ইয়ালৈকে কমতাক মৰ্ত্যৰ অমৰাৱতী কৰি তুলিছিলা। ইয়ালৈকেই মহাৰাজ নীলাম্বৰৰ জয় গৌৰৱত পৃথিৱী উপচি গৈছিল।

নীলা— সেয়েই সংসাৰৰ নিয়ম। মৰন্ময় ল'ৰাটিহে সকলোতকৈ আগেয়ে মৰে। যোৱা সাধুচৰণ, নিজে সাজু হোৱা, সকলোকে সাজু কৰাগৈ একে লগে যাব লাগিব।

*(সাধুচৰণ ওলাই গ'ল)*

আহিছে! মুক্তি আহিচে। উঠা, চন্দ্ৰা! টোপনি এৰা! কমতাপুৰ যায়! নীলাম্বৰ যায়। কিন্তু গ'লেও যদি তোমাক লগ নাপাওঁ! সৰ্বনাশ! তোমাক ইয়াত এৰোঁ কেনেকৈ?

*(ফৰিদ, নন্দ আৰু এজন সৈন্য আহিল)*

নন্দ— পাইছোঁ! পাইছোঁ! ফৰিদ, এই নীলাম্বৰ!

নীলা— নন্দ! নন্দ! নাই আৰু নহয়। আজি তুমি মোৰ আলহী-

নন্দ— কি চাইছা! আক্ৰমণ কৰা।

ফৰিদ— ৰ'বাচোন।

নীলা— স্থিৰ হোৱা। ভয় নাই, কথা আছে।

নন্দ— আঁ! কথা আছে! কাৰ লগত?

নীলা— তোমাৰ লগত! চক্ নাখাবা, তোমাৰ লগত। তুমি

মোক বধ কৰিবলৈ যিমান ব্যগ্ৰ মই মোক ধ্বংস কৰিবলৈ তাতকৈ বেছি ব্যগ্ৰ। তুমি ভাবিছা অস্ত্ৰৰ এটা আঘাতত মোক মুক্তি দিবলৈ, কিন্তু মই ভাবিছোঁ মোৰ নিজৰ ৰক্ত মাংসৰ ওপৰত প্ৰতিশোধ লবলৈ। শুনা, স্থিৰ হৈ শুনা। আৰু দুদিন মোক চন্দ্ৰাৰ প্ৰতিমাখনিৰ ওচৰত থাকিব দিয়া যদিও তুমিয়েই মোক চন্দ্ৰাৰ লগত বিচ্ছিন্ন কৰিছা। তাৰ পিচত দেখিবা তোমাৰ কাম মই নিজে কৰি থৈছোঁ। চোৱা বিবেচনা কৰা। লাভ-ক্ষতি গুণি চাই উত্তৰ দিয়া। লাগে তাৰ বাবে মই তোমাক ৰাজ মুকুট পিন্ধাই দিওঁ, সিংহাসনত বহুৱাওঁ, এই কমতাৰ ধ্বংস ৰাশি মুঠি মুঠিকৈ উপহাৰ দিওঁ। কোৱা আছানে সন্মত?

নন্দ— ই উন্মত্ততা।

নীলা— উন্মত্ততা নহয়। কোৱা তুমি সন্মত নে অসন্মত। আচৰিত নহ'বা। ভাবি চোৱা তুমি মোৰ ওচৰত কি অত্যাচাৰ কৰা নাই। সৰ্বনাশৰ ওপৰত সৰ্বনাশ জ্বালি দিছা! কিন্তু মই এবাৰো কোৱা নাই, ভগবান ইয়াৰ বিচাৰ কৰা। সকলো সহি আছোঁ। কেৱল মোৰ দুৰ্ভাগ্য যে আজি মোৰ শেষ ভিক্ষা, এই ফেৰা অনুগ্ৰহ তোমাৰ ইচ্ছাধীন। যদি পূৰ্ণ কৰা, এক সৃষ্টি অন্যায় সত্বেও কৈ যাম, তুমি মোৰ পৰম বন্ধু, তুমি সৰল, তুমি মহৎ, তুমি ধাৰ্মিক! কোৱা নন্দ মোৰ প্ৰাৰ্থনা পূৰ্ণ হ'ব নে?

নন্দ- কেনেকৈ? নাই - হ'ব নোৱাৰে।

ফৰিদ- মহাৰাজ। মোৰ বিনীত প্ৰাৰ্থনা, আপোনাৰ অস্ত্ৰ সমৰ্পণ কৰক। মই আপোনাক কথা দিছোঁ সমগ্ৰ দুনিয়া এফাল হ'লেও মই আপোনাৰ ইচ্ছা পূৰ্ণ হোৱাত সহায় হ'ম। আপোনাৰ প্ৰাণত আমাৰ প্ৰয়োজন নাই।

নীলা- অস্ত্ৰ ত্যাগ নকৰোঁ, বশ্যতা স্বীকাৰ নকৰোঁ। অজেয় হৈ আহিছিলো অজেয় হৈ যাম।

নন্দ- তেনেহ'লে যুদ্ধ কৰক-

নীলা- সিয়ো ভাল। কিন্তু ইয়াত নহয়। তীৰ্থথ ৰক্তপাত নকৰো, তীৰ্থত নৰহত্যা নকৰিবা। দুৰ্গৰ বাহিৰলৈ ব'লা, জগতে দেখি ধিক্কাৰ দিয়ক, চন্দ্ৰ-সূৰ্যই লাজত মুখ ঢাকক, সেই অন্তহীন আন্ধাৰত মীমাংসো হওক, কোনে হাৰে কোন জিকে।

নন্দ- তেনে হ'ব নোৱাৰে, ইয়াতে যি হয় হওক।

ফৰিদ- মিনতি কৰিছো, মাত্ৰ নামত আত্ম-সমৰ্পণ কৰক, আপুনি যি বিচাৰে তাকে পাব। আপোনাক বধ কৰি আমি কলঙ্ক নিকিনো।

নীলা- মই কিন্তু নেৰিছো। হয় বধ কৰা, নহয় গুচি যোৱা। দুটাৰ এটা। আহা কলঙ্কৰ ভয় কিহৰ? বিশ্বাসঘাতক হৈ নগৰ, সোমাইছা, ৰমনীৰ আঁচলত ধৰি আক্ৰমণ কৰিছা, ধিক্কাৰ তোমাক। লোৱা অস্ত্ৰ, কৰা আত্মৰক্ষা। (আক্ৰমণ কৰিলে, ফৰিদে সাৱধানে আত্মৰক্ষা কৰিব ধৰিলে নন্দয়ো আক্ৰমণত যোগ দিলে)

ফৰিদ- মই মাত্ৰ আত্মৰক্ষা কৰিছো, আপুনি ক্ষান্ত হওক।

নীলা- পাৰা বধ কৰা, নহ'লে পলোৱা-

নন্দ- তেন্তে সেয়ে হওক —

(অতৰ্কিতভাৱে পাচফালৰপৰা আঘাত কৰে নীলাম্বৰ আহত হৈ পৰি যায়)

নীলা- ওঃ! নন্দ! কাপুৰুষ।

ফৰিদ- ছি! ছি! নন্দ! কি কৰিলা?

নন্দশ- শত্ৰু নিপাত কৰিছো।

ফৰিদ- তোমাৰ লগত আৰু মোৰ সহযোগ নাই ইমান হীন মই হ'ব নোৱাৰো। ছিঃ! ছিঃ! ছিঃ!।

(সসৈন্যে ওলাই গুচি যায়)

নীলা- তোক কিন্তু সহজে নেৰিছোঁ - পাৰিলে লগত নিম। (কোনোমতে উঠি নন্দক আক্ৰমণ কৰিলে)

নন্দ- মিছা চেষ্টা। মিছা চেষ্টা।

(শৰীৰ ৰক্ষকবোৰক ল'ই ৰাজিয়া আহিল। নন্দই তেওঁক দেখিয়েই ওলাই গ'ল)

নীলা- উঃ! নহ'ল! নোৱাৰিলো! চন্দ্ৰা! চন্দ্ৰা!

ৰাজিয়া- হায়! হায়! ৰক্ষা কৰিব নোৱাৰিলো। বৰ পলম হৈ গ'ল।

*(নীলাম্বৰৰ মুৰ কোলাত লৈ ধৰে)*

নীলা— উঃ! কোন তুমি! ইমান কোমল তোমাৰ হাত।

ৰাজিয়া— ক্ষমা কৰা। যাৰ নামত আজি এই সৰ্বনাশ হৈছে, ময়ে সেই অভাগিনী!

নীলা— চিনিছো! তুমি জগৎমাতা ভৱানী। অন্তিমত মোক দেখা দিছা!

ৰাজিয়া— মই নাৰী। ইয়াতকৈ আৰু মোৰ পৰিচয় নাই; কিন্তু বৰ দুখ ৰ'ল যে সময়ত আহি নাপালো। তোমাক ৰক্ষা কৰিব নোৱাৰিলো।

নীলা— প্ৰাণৰ প্ৰলোভন আৰু নুলিয়াবা জননী! বৰ দুৰ্ভগীয়া মই। আশীৰ্বাদ দিয়া যেন পৰ জন্মত...*(কণ্ঠৰোধ হ'ল)*

ৰাজিয়া — আৰু নাকান্দিবা ভাই। জগতৰ যি ঈশ্বৰ তেওঁক মাতা।

নীলা— বিশ্বব্যাপী মহামাৰীৰ ওপৰত এটি স্বৰ্গীয় কৰুণাৰ কণিকা। প্ৰভু! তুমি নিষ্ঠুৰ হ'লেও দয়াৰ আধাৰ, তোমাৰ সংসাৰ কুচ্ছিত হ'লেও সৌন্দৰ্যৰ এক আদৰ্শ। ইকি দৃশ্য। জগদীশ্বৰ। মোৰ নিশাৰ সুখৰ সপোন ভাঙি দিও তুমি এখনি মনোৰম প্ৰভাতৰ ছবি

চকুৰ আগত তুলি ধৰিছা। চন্দ্ৰা! ক'ত তুমি।–

*(লাহে লাহে মাত নোলোৱা হৈ গ'ল)*

**ৰাজিয়া**— গ'ল! সপোন সপোনত মিলি গ'ল, প্ৰেমে মৃত্যুৰ লগত ধৰি অমৰ সমাধিত মগ্ন হ'ল।

**দৃশ্যপট পৰিব**

## চতুৰ্থ দৃশ্য

**নিৰ্জন প্ৰান্তৰ** (সময় সন্ধ্যা)

*(ললিতা অকলে)*

**গীত**

বুকুৰে সখী। মই কোন সতে
এৰি যাওঁ তোক।
বনৰে বিননি সখিযতী কান্দে,
ওপচাই দুগুণে শোক,–
ও সখী ও–ওপচাই দুগুণে শোক।
দেখি হিয়া ফাটে,
সমাজৰে মাজতে
কান্দে সমাজৰে লোক,
পিতে' পাটীত পাৰি,
মায়ে গলত ধৰি
কান্দিছে সুমৰি তোক
ও সখি ও কান্দিছে সুমৰি তোক।
যাবি তই যাগৈ
পালি তই লাগ ঐ
কোননো আপোনাৰ লোক।
গলোঁ হই উৰি মই,
নিদিলে বিধাতাই
পখী জন্ম কৰি মোক
ও সখী ও
কোন সতে এৰি যাওঁ তোক।

**দৃশ্যপট উঠিব**

## পঞ্চম দৃশ্য

**ৰাজপথ** (সময়–গধুলি)

*(দুযো হাতে প্ৰজ্বলিত জুইৰ জোৰা ল'ই উন্মত্ত প্ৰায় শচীপাত্ৰ ল'ৰি আহে)*

**শচী**— প্ৰতিহিংসা! প্ৰতিহিংসা। কেনে প্ৰতিহিংসা! আগত তৰোৱাল, পিচত জুই! জ্বল্ কমতা! জ্বলি উঠ! ছাই হৈ যা! আৰু তোক কোনে ৰাখে। জ্বল্! জ্বল্! গছ জ্বল্, লতা জ্বল্! পানী জ্বল, জুই জ্বল্! আকাশ জ্বল! বতাহ জ্বল্! চন্দ্ৰ জ্বল্! সূৰ্য জ্বল! বিশ্ব জ্বল্! ব্ৰহ্মাণ্ড জ্বল্! যা যা লুপ্ত হৈ যা–

*(ঘৰে ঘৰে জুই জ্বলাই দি গুচি গ'ল। জুই জ্বলিব ধৰে)*

## ষষ্ঠ দৃশ্য

**বিধ্বস্ত কমতাপুৰ নগৰৰ ৰাজপথ**

(সময়—গধূলি)

*(দুৰত জুইৰ গৰ্জন আৰু আৰ্তস্বৰ। সাধুচৰণ আহিল)*

**সাধু**-- গ'ল সোণৰ কমতা ভস্মীভূত হৈ গ'ল। ঘৰে ঘৰে জুই লাগিছে, দেউল মন্দিৰ খহি পৰিছে, মানুহ মৰি উচ্ছন্ন হৈছে। আৰু আশা নাই। এতিয়া কৰ্তব্য কাম মৃত্যুৰ গৌৰৱ ৰক্ষা কৰা। কোন আছা! ওলাই আহা বীৰৰ দৰে মৰাহি। ছাইত যদি পোত গৈ আছা প্ৰাণ পণে চীৎকাৰ কৰি উঠা, শত্ৰু সৈন্যই খেদি আহক, পাচত যুদ্ধ কৰি মৰা। নাই। কোনো নাই। সকলো গৈছে। বাকী মাত্ৰ মই। আহা হোছেন চাহ। আহা ফৰিদ খাঁ। আহা নন্দ। কমতা এতিয়াও তোমালোকৰ মূৰ ধিযাই উন্মত্ত হৈ নাচিব লাগিছে।–তথাপি নাই। যাওঁ মযেই বিচাৰি যাওঁ।

(ওলাই গ'ল। আন-ফালৰ পৰা লাহে লাহে শচীপাত্ৰ আহিল)

**শচী**— ক'লৈ আহিলো। খোজ দিবৰ সন্ধি নাই, মানুহৰ কেঁচা মূৰ তেজত ভৰি পিছলি যায়, মাজে মাজে গাত খোজ পৰি আধা মৰা ল'ৰা-ছোৱালীয়ে চিঞৰি উঠে, পোৰা অস্থি-মাংসৰ দুৰ্গন্ধত উশাহ বন্ধ হৈ যায়। এনে কমতাপুৰ! আজি পুৱাৰপৰা মাথোন যুদ্ধ হৈছে, তাতেই ইমান পৰিৱৰ্তন! অথচ ইযাক সাজোঁতে শচীপাত্ৰৰ জীৱন গৈছে। তাৰ পিতৃ-পিতামহৰ জীৱন গৈছে। সৌ ভৱানীৰ মন্দিৰ খহি পৰিছে, বজ্ৰৰ দৰে দৃঢ় প্ৰাচীৰ জুহৰ্ত গলি গৈছে, প্ৰচণ্ড ঘৰবোৰ ছাই হৈ পৰি যাব লাগিছে। ঠিক ৰেখাই ৰেখাই মিলিছে। মোৰ হিয়াৰ ভিতৰতো এনে এটা ধ্বংসৰ জ্বলন্ত চিত্ৰ, এনে এখন ৰাৱণৰ অনন্ত চিতা জ্বলিব লাগিছে। কিন্তু ইয়াৰ বাবে দায়ী কোন? মই? শচীপাত্ৰ কমতাৰ ধূলি এটাও উৰি যোৱা সহিব নোৱাৰিছিল, কিন্তু আজি তাৰে ভস্মীভূত সম্পদ ৰাশিৰ পৰা ভমকে ভমকে এইবোৰ উকা উৰি যাব লাগিছে! মই তাকে চাই তৃপ্ত হৈছোঁ। কি ভয়ঙ্কৰ! মাটিত মানুহে মানুহে যুদ্ধৰ অন্ত হৈছে, আকাশত জুয়ে আন্ধাৰে যুদ্ধৰ আৰম্ভ হৈছে। আন্ধাৰে মৃত্যুৰ দৰে ঢাকি আহিব খুজিলেই এই প্ৰজ্বলিত ভস্ম-স্তূপৰপৰা ৰক্তিম কালানলপুঞ্জ হত্যাকাৰীৰ দৰে

জঁপিয়াই উঠি তাৰ হৃৎপিণ্ডত কামুৰি ধৰিছে। আকৌ! আকৌ ইকি দেখিছো! জুইৰ মাজে মাজে নাচি ফুৰিছে! মনোহৰ। গোটেই গাতে জুই! মূৰৰ চুলিয়ে চুলিয়ে জুই! পিতা। পিতা! বুলি আৰ্তৰাৱ কাঢ়িছে। ৰ'বি যাব লাগিছো!

*(লৰ মাৰি যাব খোজে, সাধুচৰণে আহি হাতত ধৰে)*

সাধু— কোন তুমি? শচীপাত্ৰ নোহোৱা নে?

শচী— এৰি দিয়া, মোৰ বুকুৰ জুই মনোহৰৰ গাত লাগিছে, সেয়ে গৈ আকাশত লাগিছে। চোৱা, আকাশে কেনে বৰণ ধৰিছে। এতিয়াই গুড়ি হৈ খহি পৰিব।

সাধু— স্থিৰ হোৱা উন্মাদ। চোৱা মই কোন? চিনিছানে?

শচী— কোন তুমি? মোক হত্যা কৰিবা? কৰা। কিন্তু এই অগ্নি সাক্ষী ৰ'ল, কমতাৰ চিতাগ্নি সাক্ষী থাকিল, প্ৰতিফল পাবা। কৰা হত্যা।

সাধু— কৰিলোঁহেঁতেন হত্যা, সময়ত পোৱা হ'লে। কিন্তু এতিয়া আৰু নহয়। চোৱা মই সাধুচৰণ, পৰিছে মনত?

শচী— সাধুচৰণ। ভাই। এইবোৰ কি দেখিলো?

সাধু— তোমাৰেই কীৰ্তি। চোৱা মোৰ মুখলৈ চোৱা!

শচী— ক্ষমা কৰা। অস্বাভাবিক জ্বালাই মোক বলিয়া কৰিছে। কি কৰিলো ক'ব নোৱাৰো; সকলো যেন নিশাৰ সপোন, কিন্তুময়েনে ইয়াৰ গুৰি?

সাধু— আৰু গুৰি বিচাৰিলে হ'ব কি? পিতৃ-পুৰুষক স্বৰ্গত কন্দুৱালা, স্বজন স্বজাতিক জুই আৰু তৰোৱালেদি বিধ্বস্ত কৰিলা আৰু ভৱিষ্যত বংশক জন্মাৰ আগতে চিৰদিনলৈ গোলামৰ হাতত বেচি থলা। ধিক্ তোমাক। আজি এই মহা সন্ধ্যাত, মই খোলা তৰোৱাল লৈ মৃত্যুক খেদি ফুৰিছো, কিন্তু—তুমি—তুমি নিশ্চিত কিয় দেশদ্ৰোহী? তুমিছোন এই অৱস্থা সুন্দৰৰূপে উপভোগ কৰিব লাগিছা?

শচী— সাধুচৰণ, মই দোষী সঁচা। কিন্তু অবিচাৰ নকৰিবা। ভাবি চোৱা মই বিনা দোষত একমাত্ৰ পুত্ৰৰ মাংস খাবলগীয়া হৈছে। এনে অমানুষিক বৰ্বৰ দণ্ড মানুহে মানুহক নিদিয়ে। অতি হিংসুক জন্তুৱেও তাঁলৈ কোঁচ খায়!

সাধু— কি কৰিছা অধম বৃদ্ধ। আজীৱন কূটনীতিৰ চৰ্চা কৰি শেষত এজন মানুহৰ চক্ৰান্তত ভোল গ'লা। নুবুজিলা কোন তোমাৰ পুত্ৰঘাতী? কি ক'ম। তোমাৰ দৰে দয়াৰ পাত্ৰ আৰু নাই।

শচী— কি কৈছা। তেন্তে নীলাম্বৰ নহয়! ওঃ কোন সি?

সাধু— যেতিয়া জ্ঞান আছিল বুজিবৰ শক্তি আছিল, তেতিয়া নুবুজিলা, এতিয়া পুত্ৰশোকত জ্ঞান হেৰুৱাই, নিজৰ সৰ্বনাশ নিজে কৰি হিতাহিত জ্ঞান শূন্য হৈ বুজিবা?

শচী— বুজিম। কোৱা একে আষাৰে কৈ দিয়া। আৰু ইয়াৰ পাচত কি কৰিম তাৰো এটা উপায়—

সাধু— একে আষাৰে! যদি প্ৰলয়ৰ গৰ্জনৰ দৰে বাক্ শক্তি থাকিল হয় যদি বজ্ৰাগ্নিৰ দৰে ভাষা থাকিল হয়, তেও কিজানি শত সাধুচৰণে, সহস্ৰ কণ্ঠে কৈ, এই অন্তৰ্দাহ পলুৱাব নোৱাৰিলেহেঁতেন। আৰু কি কৰিবা তাৰ উপায়? এই সৰ্বনাশলৈ চোৱা ইয়াৰ পাচতো কিবা কৰিব লগা থাকেনে? তোমাৰ কি সাধ্য? মোৰ কি সাধ্য। ইয়াৰ পাচৰ কাম স্বয়ং কালে কৰিব।

শচী— পাতনি এৰা। স্পষ্টকৈ কোৱা কোন সি?

সাধু— জগতত যদি সত্য আছে, তেন্তে সেই নাম তোমাৰ মুখেদি ব্যক্ত হ'ব। কোৱা, কোন হ'ব পাৰে তোমাৰ পুত্ৰহন্তা?

শচী— বাৰু. নন্দ.. ?

সাধু— সত্যৰ জয় হওক। কেনে কয় তুমি উন্মাদ। সেই নন্দই তোমাৰ পুত্ৰহন্তা। কমতাৰ মহাঘাতক।

শচী— উঃ। উঃ। উঃ। মাজে মাজে সন্দেহ হৈছিল, কিন্তু--

সাধু— এতিয়া কি কৰিবা? জীয়াই থাকিবা নে মৰিবা? কোৱা সময় সংক্ষেপ।

শচী— নুসুধিবা। ভাল সময়ত তোমাক লগ পাইছো। দেখুৱাই যোৱা মই কৰি যাওঁ।

সাধু— তেন্তে আত্মঘাতীৰ আক্ৰোশ ল'ই, মৃত্যুৰ ক্ৰিয়াৰ দৰে-আহা, এই শেষ মুহূৰ্তত যুদ্ধ কৰো, প্ৰতিহিংসা লওঁ।

শেষত মৰো।

শচী— মোৰ মহাপাতকৰ প্ৰায়শ্চিত্ত হ'বনে?

সাধু— যদি নহয়, মোৰ সকলো পূণ্য তোমাক দি মই অনন্ত নৰকত পচি ৰ'ম। কাকূতি কৰিছো তুমি জীয়াই নাথাকিবা। মোৰ লগতে মৰিবলৈ ওলোৱা।

শচী— মৰাত মৰিছো। কিন্তু প্ৰাণ যোৱা নাই, আজি তুমি সহায় হোৱা, এই নৰক যান্ত্ৰণাৰ অৱসান হৈ য'ক।

সাধু— শুনা। সন্ধ্যাৰ অন্ধকাৰত, দগ্ধ নগৰীৰ ধোঁৱাৰ তলত, এতিয়াও হিংসাৰ উন্মাদনা, মৃত্যুৰ প্ৰেত উল্লাস, শত্ৰু-মিত্ৰৰ চিন নাই, কেৱল অন্ধ শোণিত লিপ্সা। আহা, তাতে জাপ দিওঁগৈ—।

*(দুয়ো যায় গৈ)*

**দৃশ্যপট পৰিব**

# সপ্তম দৃশ্য

**দুৰ্গৰ দুৱাৰ মুখ এখন (সময়—সন্ধ্যা)**

*(ভাঙি পৰোঁ পৰোঁ হোৱা ডাঙৰ শিলৰ বেৰ এখন*

*আৰু মাজেদি এখন বহল খটখটী। আন্ধাৰৰ মাজে মাজে অলপ অলপকৈ জোনাকৰ ৰেখা পৰিছে)*

(গীত গাই গাই ললিতা আহিল আৰু দুৰ্গৰ দুৱাৰত লগা শিল এটাত বহি ল'লে)

**গীত**

বীণাৰ তাঁৰ—বীণাৰ তাঁৰ,
মৰম বীণাৰ ছিন্ন তাঁৰ।
নুতুলিবি নুতুলিবি নুতুলিবি আৰু
বিষাদ গান।
পাহৰণি ওৰণি খনি
টানি ঢাকি দে'হি
সকলো গান;
আহিছে ধীৰ—আহিছে ধীৰ
মন্ত্ৰ মুগ্ধ গোধূলি ম্লান।

**ললিতা—** এই ক'লা চুলি, তাতোকৈ আকাশ বেছি ক'লা! এই ধোঁৱাৰ কুণ্ডলীবোৰ—উঃ কেনে গোন্ধাইছে। এইৰঙা ৰঙা পোহৰ ক'ৰপৰা পৰিল! কি ৰঙা!— যেন জুইৰ আঙঠা। সৌৱা জোন উঠি আহিব খুজিছে, কিন্তু আন্ধাৰক বলে পৰা নাই। দেহি ঐ। সুন্দৰ জোনটি। ভাগৰ লাগি শেঁতা পৰিছে; আহক উঠি, আহিব দিয়া।- যা, আঁতৰি যা আন্ধাৰ। মোৰ আদেশ! কি। পৰ্বতৰ জুইবোৰো দেখোন। কোনে আহিব দিলে ইহঁতক। মোৰ আদেশ। যা যা নুমাই যা! তহঁতৰ ৰাণীৰ আদেশ।- তথাপি নুনুমায়। বিদ্ৰোহী প্ৰজা! আনো ধুমুহা? আনো মেঘ, আনো বৰষুণ? আনো বিদ্যুৎ? আনো সাতো সাগৰৰ ওপচা ঢৌবোৰ? ....সৌৱা, মনোহৰে হাঁহিছে! মোৰ খং দেখি হাঁহিছে। আৰু হোমৰ কাষত বহি জুইৰ ফিৰিঙতিৰ ফুল ছটিয়াব লাগিছে। তাকেতো! মোৰ প্ৰজা বিদ্ৰোহী হ'ব কিয়? *(নন্দ আহিল)*

**নন্দ—** ললিতা ইয়াত! কি সুন্দৰ! ললিতা।

**ললিতা—** কোন?—ও! দময়ন্তীৰ স্বয়ম্বৰক অহাৰ দৰে ইযালৈকো কলি আহিছে! প্ৰণাম দেৱতা।

**নন্দ—** তাত আছা কিয়? আহাচোন নামি আহা সুন্দৰী।

**ললিতা—** ও। দেৱতা ডোখৰ দেখোন অলপ সি বিধৰ।

**নন্দ—** আহা, আহা মোৰ লগত ব'লা। ইযাত তোমাৰ বহুত বিপদ।

**ললিতা—** ই কি, শেষ নিসাৰ ভোজৰ পাচত ৰুগ্ন,খকুৱা, মগনীয়াৰ দৰে কি লোলুপ দৃষ্টি। চিনিছো। এয়ে সেই! এয়ে সেই!

**নন্দ—** আহা! নামি আহা ললিতা। মই তোমাক ৰক্ষা কৰিম। *(ওপৰলৈ উঠি গৈ ললিতাৰ হাতত ধৰে)*

**ললিতা—** ওঁহো! মই নাযাওঁ! মই নাযাওঁ!

**নন্দ—** যাব লাগিব, আহা—

**ললিতা—** নিবলৈ আহিছ! বাৰু নে এইবাৰ। *(টনা আঁজোৱাৰ মাজতে ছুৰীৰ আঘাত কৰি বগৰাই দিয়ে)*

**নন্দ—** উঃ। ডাইনী! চাওঁ বাৰু তোক কোনে ৰাখে।

**ললিতা—** হাঃ হাঃ হাঃ! কেনে মজা। কেনে মজা। *(ললিতাই খটখটীৰে ওপৰ মুখে ল'ৰি গুচি গ'ল, নন্দই খেদা মাৰিব খোজোঁতে পিচ ফালৰপৰা শচীপাত্ৰ আহি তৰোৱালেৰে ঘপিয়াই নন্দক মাটিত পেলাই দিয়ে)*

**শচী—** প্ৰতিহিংসা পূৰ্ণ হওক। প্ৰতিহিংসা পূৰ্ণ হওক।

**নন্দ—** উঃ। শচীপাত্ৰ! উঃ। উঃ! *(বাগৰি পৰি ধৰফৰাব ধৰিলে)*

**শচী—** পুত্ৰ হত্যাৰ প্ৰতিশোধ। মনোহৰৰ মাংসৰ প্ৰতিশোধ। কমতাৰ সৰ্বনাশৰ প্ৰতিশোধ। চাই যা নন্দ। ই ধৰ্মৰ বিচাৰ।

**নন্দ—** ময়ো কওঁ, ধৰ্মৰ বিচাৰ তোমাৰ ওপৰত কেতিযাবাই আৰম্ভ হৈছে। ভাবি চোৱা কাৰ শক্তি বেছি হৈছে— মোৰ নে তোমাৰ? সমদৰ্শী ভগৱান, তুমি ধন্য।

**শচী—** ভগৱানৰ নাম চুৱা নকৰিবি নৰাধম।

**নন্দ—** ভগৱান সকলোৰে ব্ৰাহ্মণ, নাভাবিবা কেৱল মযে দোষী। দোষী তুমি, দোষী তোমাৰ শাস্ত্ৰ, দোষী তোমাৰ ধৰ্ম। মই কোন চিনিছা? মই পালবংশৰ বংশধৰ, সুবাহুৰ উপপত্নীৰ সন্ততি—

**শচী—** তয়ে সেই জাৰজ? কালসৰ্প।

**নন্দ—** সেই জাৰজক ধ্বংস কৰিবলৈ তোমালোকৰ শাস্ত্ৰীয় অত্যাচাৰৰ কথা মনত কৰাচোন। তোমাৰ বিবেকক ভালকৈ এবাৰ সোধা, তুমি দোষী নে নিৰ্দোষী।

**শচী—** জাৰজ সমাজৰ পাপৰ প্ৰতিমূৰ্তি। তাক নিৰ্মূল কৰাত পাপ নাই, দোষ নাই।

**নন্দ—** কিন্তু তোমালোকৰ দোষত, তোমালোকৰ দুৰ্বলতাত মোৰ উৎপত্তি। তোমাৰ শ্ৰুতিস্মৃতিয়েও মোক বাধা দি ৰাখিব পৰা নাই। অথচ তোমালোকে ঘৃণাৰে মোক দমন কৰিব খোজা! তোমালোক হোৱা নিৰ্দোষ—দুই ধেনু পৰাচিত কৰি গুচি, মই হওঁ চিৰ কলঙ্কিতা! মোক মানুহৰ শাৰীত ঠাই নিদিয়া নাই, মই পিশাচৰ ৰাজ্যত ৰজা হৈছো। তোমালোকৰ আনন্দৰ বৰ ঘৰত জুই দিছো।

**শচী—** তাৰ লগতে নিজেও অধঃপাতে গৈছা, কামতাৰো পতন আনিছা।

**নন্দ—** নিজৰ বাবে মোৰ দুখ নাই ব্ৰাহ্মণ! কিন্তু জানিব

খোজানে কমতাৰ পতন কিহে আনিছে? কামতাৰ পতনৰ কাৰণ মই অকলে নহয়, তুমিও নহয়, নীলাম্বৰো নহয়, গৌৰৰ নৱাবো নহয়।কমতাপুৰ ধ্বংস কৰিলে মানুহৰ প্ৰতি মানুহৰ ঘৃণাই, পবিত্ৰতাৰ অন্ধ বায়ুই। বামুণীয়া আভিজাত্যৰ মদগৰ্বই। আজি এই ভস্মস্তুপৰ ওপৰত বহি অপঘাত মৃত্যুক আলিঙ্গন কৰি, মই ভৱিষ্যত বাণী কৰি যাওঁ, শুনা জাত্যাভিমানী মূৰ্খ মানৱ! যেতিয়ালৈকে মানুহক মানুহ বুলি, আপোন বুলি অনুভৱ নকৰিবা, জন্মৰ কাৰণে, অৱস্থাৰ কাৰণে হীন বুলি উপেক্ষা কৰি থাকিবা, তেতিয়ালৈকে এই নন্দৰ আত্মাই ধূমকেতুৰ দৰে যুগে যুগে দেখা দি থাকিব, তোমালোকৰ আনন্দৰ হাটত মহামাৰী বিলাব।

*(ওপৰত ভীষণ শব্দ হব ধৰিলে, শিল ইটা খহি পৰিব ধৰিলে)*

**শচী**— গ'ল দুৰ্গৰ শিখৰ জুইত খহি গ'ল! যা যা কমতা। চিৰদিনাল অস্ত যা।

*(ফাটি পৰোঁ পৰোঁ থকা হৈ দেৱালখনে শচীপাত্ৰ নন্দ সকলোকে হেঁচি ধৰিলে, ধোঁৱা আৰু ধূলিয়ে আন্ধাৰ কৰি পেলালে)*

**অঙ্ক পতন**

## সামৰণি দৃশ্য

**নদীৰ পাৰৰ নিৰ্জন বননি (সময়--পুৱা)**

*(হোছেন চাহ আহিল)*

**হোছেন**— কমতাৰ জয় সম্পূৰ্ণ হ'ল, লগে লগে অন্তও হ'ল। কি জয় কৰিলো।--এখন কবৰ স্থান। কমতাৰ বিজয় কীৰ্তি ছাই হৈ মাটিত বাগৰি আছে। আজি যি পৰিল সি কেতিয়াবা উঠিবনে?

*(ৰাজিয়া আহিল)*

**ৰাজিয়া**— আপুনি ইয়াত, অকলে?

**হোছেন**— তুমি পৰ্দা এৰিয়েই ইমান স্বাধীন হ'ব পৰা বুলি মোৰ ধাৰণাই নাছিল।

**ৰাজিয়া**— পৰ্দা এৰিতো মই জগতৰ একো ক্ষতি কৰা নাই,বৰং পাৰিছোঁ মানে শান্তিৰহে যত্ন কৰিছোঁ।

**হোছেন**— সকলোৱে তাকে পাৰিব জানো?

**ৰাজিয়া**— নোৱাৰিব পাৰে বুলি সকলোকে জগতৰ বাহিৰ কৰি থ'লে ভাল হ'ব জানো?

**হোছেন**— তোমাৰ লগত তৰ্ক নকৰোঁ। পিছে ইয়ালৈ আহিছা কিয়?

**ৰাজিয়া**— মই তীৰ্থ-দৰ্শন কৰিব আহিছোঁ।

**হোছেন**— মই বুজিব পৰা নাই।

**ৰাজিয়া**— কেনেকৈ বুজিব! বাদচাহীৰ বাহিৰেও যে পৃথিৱীত এখন সুন্দৰ ৰাজ্য আছে তাকতো আপোনালোকে নাজানে? এয়ে সেই পবিত্ৰ ঠাই, ইয়াতে মই চন্দ্ৰা আৰু নীলাম্বৰৰ শেষ সংকাৰ কৰাইছোঁ। আহা, কুমাৰীসকল! বছোৰাৰ ফুল আনা, গঙ্গাৰ জল আনা, ঈৰানৰ সৌৰভ আনা, পদ্ম-চন্দনেৰে সৈতে একণি একণিকৈ চিতাভস্মত ছটিয়াই দিয়া। জীৱনৰ সকলো পোৱণি চেঁচা পৰি য'ক, মুক্ত আত্মাৰ শান্তি হওক, ধৰণীত স্বৰ্গৰ ছবি ফুলি উঠক--

*(ভৱানী মন্দিৰৰ কুমাৰীসকল আহিল, গীত গাই চিতা প্ৰদক্ষিণ কৰি ফুল, পানী আদি ছটিয়াই দিব ধৰিলে)*

**গীত**

শান্তি! শান্তি! নামি আহা
পৰম শান্তি!
শেষ হ'ল জীৱন শত দ্বিধা দ্বন্দ,
তালে তালে তালে বাজি
আহা সুধা ছন্দ,
মৰম বিদাৰী গান,
হ'ল আজি অৱসান,
অৱসান হ'ল যত ভ্ৰান্তি।
অতীতত ঢালা কিয অশ্ৰুবিন্দু?
--লাহে ধীৰে ভাহি উঠি
সান্ত্বনা ইন্দু,
ঢালা নৱ ফুলজল
শাঁত হওক চিতানল
ফুলি ৰ'ক সকৰুণ কান্তি!
শান্তি! শান্তি!... ..... .. . .

# যৱনিকা

# নিবেদন

জাঁজী নাট্য সমাজৰ এক অধিবেশনত পৰা পক্ষত মৌলিক নাটকৰহে অভিনয় কৰিবলৈ থিৰ কৰে। এই সমাজৰ অন্যতম গুৰি ধৰোতা শ্ৰীযুত হেমনাথ শৰ্ম্মা আৰু শ্ৰীযুত ডম্বৰুধৰ খাওণ্ড ডাঙৰীয়া আদিয়ে আমাক মহাভাৰত আৰু ৰামায়ণৰ সাৰ কথা খিনি লৈ একোখন নাটক লিখিবলৈ উদগনি দিয়ে। তেখেত সকলৰ আদেশ আশী ৰ্ব্বাদ শিৰত লৈ স্থানীয় বয়োবৃদ্ধ নাট্য ৰসিক শ্ৰীকেশৱচন্দ্ৰ বৰুৱা ডাঙৰীযাৰ উপদেশ আদিৰে এই নাটকখন লৰালৰিকৈ লিখি ১৯৩১ চনৰ পূজাত জাঁজী নাট্য মন্দিৰত প্ৰথম অভিনয় কৰা হয়। ইতিমধ্যে নাট বিষযত বিশেষজ্ঞসকলে, বিশেষকৈ যোৰহাট নাট্য সমাজৰ অন্যতম প্ৰধান উদ্যোগী শ্ৰীযুত বিষ্ণুচন্দ্ৰ বৰুৱা এম,এ,বি, এল দদাইদেৱে চাই চিতি দুই এটা আসোঁৱাই দেখুৱাই দিয়াত যতদূৰ সম্ভৱ সেই দোষ বিলাক গুছোৱা হল। উক্ত বিষযত আমি তেজপুৰ বাণ-ৰঙ্গমঞ্চৰ প্ৰধান কৰ্ম্মী শ্ৰীযুত ৰাধিকানন্দ দাস ডাঙৰীযাৰ ওচৰতো বিশেষভাবে কৃতজ্ঞ। নাটখনত আমি গোটেই মহাভাৰতৰ সাৰ কথাখিনি প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিলো। সেই চেষ্টা কতদূৰ সফল হৈছে নিজে একো উমান নেপালো। এইটো কথা মুঠতে বুজিলো, যে নাটখন দীঘল হ'ল।

নাটকত দিযা গান বিলাকৰ সুৰ শ্ৰীযুত খগেশ্বৰ বৰঠাকুৰ আৰু শ্ৰীযুত কালীপ্ৰসাদ পূজাৰীযেই উলিযাই দি ব্যৱহাৰৰ উপযোগী কৰিলে। 'পৰাণ আকুল' . ইত্যাদি আৰু 'চকা-মকা ডাৱৰ' আদিৰে আৰম্ভ হোৱা গান দুটা সমাজৰ ওচৰত আমি সদাযেই কৃতজ্ঞ। 'আৱাহন' ৰ সুযোগ্য সম্পাদক শ্ৰীযুত দীননাথ শৰ্ম্মাদেৱে নাটখন ধাৰাবাহিক ৰূপে তেখেতৰ কাকতত উলিয়াই দিযাত তেজপুৰৰ বাণ-ৰঙ্গমঞ্চ আদি কৰি অনেক ঠাইত এই নাটৰ অভিনয হৈ গল। আমি সম্পাদক শৰ্ম্মা দেৱ আৰু বিভিন্ন ঠাইৰ নাট্যমোদী সকললৈ কৃতজ্ঞাতৰ শৰাই আগ বঢ়ালো। আমাৰ সহকৰ্ম্মী শ্ৰীযুত গঙ্গেশ্বৰ শৰ্ম্মা বি, এ, বি, টি শ্ৰীযুত ভ্ৰমৰচন্দ্ৰ শইকীয়াই শ্ৰীযুত হিতেশ্বৰ বৰঠাকুৰ আৰু শ্ৰীযুত মানিকচন্দ্ৰ বৰুৱা বি, এই নাটখনৰ বৰ্ণাশুদ্ধিকে আদি কৰি আন সকলো কথা চাই দিয়াত আমাৰ বহুত উপকাৰ হল। এই নিমিত্তে আমি তেখেত সকলৰ ওচৰত ঋণী হৈ থাকিলো।

আজৰি সময়ত এই নাটকখন নকল আদি কৰি দিয়াত সহায় কৰোতা, আমাৰ মৰমৰ ছাত্ৰ শ্ৰীলক্ষেশ্বৰ ভট্টাচাৰ্য্য, শ্ৰীমান নন্দনাথ বৰঠাকুৰ, শ্ৰীমান নকুলচন্দ্ৰ চক্ৰবৰ্ত্তী, শ্ৰীমান গিৰীশচন্দ্ৰ ভূঞা, শ্ৰীমান লক্ষীপ্ৰসাদ খাওণ্ড আৰু শ্ৰীমান বিভূতি নাথ খাওণঅড আদিক হিযা উদঙাই আশীৰ্ব্বাদ দিছো, - যেন তেওঁবিলাক প্ৰত্যেকেই, অসম মাতৃৰ একোটি সুপুত্ৰ হৈ সকলোৰে আদৰ পায়।

এই নাটক ৰাইজৰ আগলৈ উলিওৱাত প্ৰধান সহায় কৰোচা, আমাৰ সকলো উদ্যম উদ্যোগৰ গুৰি, 'বৰদৈচিলাৰ' সুযোগ্য সম্পাদক শ্ৰীযুত কমলচন্দ্ৰ বৰুবা দদাইদেৱৰ ঋণ এই জন্মত আমি সুজিবই নোৱাৰো। এই চেষ্টাত বিশেষ সহায কৰোতা শ্ৰীমান নৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীমান শিৱপ্ৰসাদ বৰুৱা আৰু শ্ৰীমান কৃষ্ণপ্ৰসাদ বৰুৱাৰ নাম উল্লেখযোগ্য। তেওঁবিলাক আমাৰ আশাৰ থল।

শেহত কবলগীযা, -আমাৰ নাট লিখাৰ এয়ে প্ৰথম প্ৰয়াস। ৰাইজৰ সহায সহানুভূতি পালে আকৌ কবখ মন যায

"এবাৰ গাথিলে মালা লুভীয়া মালীযে
পাৰে কি নেগাঁথি থাকি আকৌ এধাৰ"।

জামুগুৰি চাপৰি
জাঁজী — বিনীত
১ কাতি, ১৮৫৫ । — শ্ৰীবনন্দচন্দ্ৰ বৰুৱা

# পাৰ্থ সাৰথি

## প্ৰথম অঙ্ক

১ম দৃশ্য - প্ৰমোদ বন।
জনী গাভৰু, সন্ত, মালী (গীত )
২ য় দৃশ্য - অন্তঃপুৰৰ কোঠা।
দুৰ্য্যোধন, দুৱৰী, অৰ্জ্জুন, কৃষ্ণ।
৩ য় দৃশ্য- ৰাজবাট।
সন্ত, নগৰীয়া, ৩ জনী গাভৰু।
(গীত)
৪ ৰ্থ দৃশ্য - বিদুৰৰ ঘৰ।
কৃষ্ণ, কুন্তী ,বিদুৰ। সাত্যকি,
৫ ম দৃশ্য- হস্তিনাৰ ৰাজসভা।
বৈতালিক, ধৃতৰাষ্ট্ৰ, ভীষ্ম, দ্ৰোণ, বিদুৰ, কৰ্ণ, দুৰ্যোধন, শকুন, নাৰদ, ধৌম্য আদি সভাসদ সকল, দুত, দুৱৰী ইত্যাদি।
(গীত )

## ২ য় অঙ্ক

১ ম দৃশ্য - হস্তিনাৰ আলিবাট।
কৃষ্ণ, কৰ্ণ, সাত্যকি, কুন্তী, শকুনি।
২য় দৃশ্য - ভিতৰ চৰা।
গান্ধাৰী, দুৰ্য্যোধন।
৩ য় দৃশ্য - কুৰুক্ষেত্ৰ।
ভীষ্ম, কুৰুসৈন্যবিলাক, কৃষ্ণ, অৰ্জ্জুন।
৪ ৰ্থ দৃশ্য- তেজেৰেৰঙ্গা, মৰাশৰেভৰা যুদ্ধক্ষেত্ৰ।
৩ জনী ভৈৰবী, সন্ত, সেনা, ১ ম আৰু ২ য় চাণ্ডাল।
(গীত-২ )
৫ ম দৃশ্য - দুৰ্য্যোধনৰ শিবিৰ।
শকুনি, প্ৰহৰী, দুৰ্য্যোধন, কৃষ্ণ অৰ্জ্জুন।
৬ ষ্ঠ দৃশ্য- পাণ্ডৱশিবিৰ।
উত্তৰা, অভিমন্যু। (গীত ১)
৭ ম দৃশ্য - যুদ্ধক্ষেত্ৰৰ একাংশ।
ভীষ্ম, কৃষ্ণ, অৰ্জ্জুন, ১ ম আৰু ২ য অনাৰ্য্য সৈন্য।
৮ ম দৃশ্য- কুৰুক্ষেত্ৰ।
শিখণ্ডি, সন্ত, কৃষ্ণ, অৰ্জ্জুন, দুৰ্য্যোধন, কুৰুসৈন্য, গঙ্গা বিৰাগী।
(গীত-২ )

## ৩ য় অঙ্ক

১ ম দৃশ্য - প্ৰমোদভৱন।
উত্তৰা, ১ ম, ২ য আৰু ৩ য় সখী, অভিমন্যু
(গীত-২)
২ য় দৃশ্য- কুৰুক্ষেত্ৰৰ একাংশ। দ্ৰোণ , দুৰ্য্যোধন , কুৰুবীৰসকল , সন্ত , পাণ্ডৱ সেনাসকল , অভিমন্যু, সৈনিক , জয়দ্ৰথ , ভীম , (গীত-১)।
৩ য় দৃশ্য -পাণ্ডৱশিবিৰৰ চোতাল ১ম ,২য় সৈন্য, অৰ্জ্জুন , কৃষ্ণ , যুধিষ্ঠিৰ , ভীম।
৪ ৰ্থ দৃশ্য - শিবিৰৰ ভিতৰ। উত্তৰা, ১ ম সখী।
৫ ম দৃশ্য - কুৰুক্ষেত্ৰৰ একাংশ।
জয়দ্ৰথ, দ্ৰোণ, দুৰ্য্যোধন, সৈন্যসকল, ভীম, দুঃশাসন, অলম্বুষ, ঘটোৎকচ, অৰ্জ্জুন, কৃষ্ণ।
৬ ষ্ঠ দৃশ্য- হস্তিনাৰ কাৰেং।
ধৃতৰাষ্ট্ৰ, সঞ্জয়, গান্ধাৰী, বিদুৰ।
৭ ম দৃশ্য- কুৰুক্ষেত্ৰ।
কৃষ্ণ, যুধিষ্ঠিৰ, ধৃষ্টদ্যুম্ন, ভীম, অৰ্জ্জুন, কুৰুসৈন্য, অশ্বথামা, দুৰ্য্যোধন, কৰ্ণ।

## ৪ ৰ্থ অঙ্ক

১ ম দৃশ্য - শিবিৰৰ একাংশ।
যুধিষ্ঠিৰ, অৰ্জ্জুন, কৃষ্ণ।
২ য় দৃশ্য - শিবিৰৰ সম্মুখ।
কৰ্ণ, বৃদ্ধাব্ৰাহ্মণবেশী ইন্দ্ৰ, ইন্দ্ৰ, পদ্মা, বৰাগী।(গীত)
৩ য় দৃশ্য - কুৰুক্ষেত্ৰ
কৰ্ণ, অশ্বথামা, ভীম, দুঃশাসন, কুৰুসৈন্য, দুৰ্য্যোধন, শকুনি।
৪ ৰ্থ দৃশ্য - কুৰুক্ষেত্ৰৰ একাংশ।
কৃষ্ণ, কৰ্ণ, অৰ্জুন।
৫ ম দৃশ্য - কুৰুক্ষেত্ৰ।
৩ জনী ভৈৰবী, সন্ত, পদ্মা, বৃষকেতু। (গীত )
৬ ষ্ঠ দৃশ্য- শিবিৰৰ দাঁতি।
দুৰ্য্যোধন, যুযুৎসু, সঞ্জয়, কৃপ, কৃতবৰ্ম্মা।

## ৫ ম অঙ্ক

১ ম দৃশ্য- আলিবাট।
বৰাগী, ৩ চিকাৰী, কৃষ্ণ, যুধিষ্ঠিৰ, অৰ্জ্জুন, ভীম, (গীত )।
২ য় দৃশ্য- দ্বৈপায়ন হ্ৰদ।
কৃপ, কৃতবৰ্ম্মা, অশ্বথামা, দুৰ্য্যোধন, কৃষ্ণ, পাণ্ডৱসকল, বলৰাম।

৩ য় দৃশ্য - সমন্ত পঞ্চক।

পাণ্ডৱসকল, কৃষ্ণ, দুৰ্যোধন, ভীম, বলৰাম।

৪ ৰ্থ দৃশ্য- আলিবাট।

ভৈৰৱী তিনিজনী , সন্ত , (গীত-১)

৫ম দৃশ্য -শোৱা কোঠা।

দুৰ্য্যোধন , অশ্বত্থামা , পাৰিষদ।

৬ ষ্ঠ দৃশ্য - কাৰেং ।

ধৃতৰাষ্ট্ৰ , সঞ্জয় , বিদুৰ।

৭ ম দৃশ্য- শিবিৰ।

কৃষ্ণ , সন্ত , ভীম , দ্ৰৌপদী।

৮ম দৃশ্য -শ্মশান ।

গান্ধাৰী , পদ্মা , ভানুমতী , দাস-দাসী , কুন্তী , উত্তৰা, বৰাগী , কৃষ্ণ , ধৃতৰাষ্ট্ৰ , পাণ্ডৱসকল।

# পাৰ্থ-সাৰথি

## প্ৰথম অঙ্ক।

## ১ম দৃশ্য

*(দ্বাৰকাৰ প্ৰমোদ বন। সময় পুৱা নগৰীয়া গাভৰু তিনি গৰাকীয়ে হাতে প্ৰতি ফুলৰ মালা লৈ কৃষ্ণলৈ বাট চাই গীত গাই নাচি আছে।)*

আকাশে পাতালে নাচে তালে তালে
তোমাৰে বাতৰি কৈ
তোমাৰে বাতৰি কৈ
মোহন কলীয়া ঐ।
গছে পাতে ফুলে ৰঙে হালে জালে
কুলি কেতেকীয়ে উৰে ডালে ডালে
উষাতে সূৰুযে সু-কিৰণ ঢালে,
তোমাৰে বাতৰি কৈ
তোমাৰে বাতৰি কৈ
মোহন কলীয়া ঐ।
ভয়ে ভয়ে শুনে বাতৰিটি কলে
থৰে থৰে কঁপে আহি দেখা পালে
চৰা চৰে ধীৰে মৃদু গীতি গালে
তোমাৰে বাতৰি কৈ
তোমাৰে বাতৰি কৈ
মোহন কলীয়া ঐ।

*(গীত শেষ কৰি যাবখোজোতে সন্তৰ প্ৰবেশ)*

**সন্ত** : বোলো শুনিছানে? হেৰা মোৰ বাঘিনীহঁত। থোৱা থোৱা আৰু আজি ত'ত এইফালে নাহে। অ', মালাকিধাৰি থবলৈ ঠাই নাপালে এইটি ডিঙ্গিতে নিসন্দেহ স্থাপন কৰি যাব পাৰা।

**১ ম গাভৰু** : এওঁবা কাক বাঘিনী দেখিলে?

**সন্ত** : বাঘিনী নহয় যদি গাগিনী।

**২ য় গাভৰু** : এওঁৰ আৰু সদায় চুপতি।

**সন্ত** : বেয়া পাইছা যদি তোমালোক কলিজা, বাখৰ, দুগ্ দুগী, ফেঁচী বুন্দী, অ-শ্ৰীবিষ্ণু। নহঃ. ভাল, ভাল সকলো যেনে - পেমলতা, ভেমলতা, আকাশীলতা, ভেদাইলতা ইত্যাদি। বোলো মোৰ চিকুণীহঁত। তত পালানে এতিয়া?

**৩ য় গাভৰু** : বাৰু সন্তকাই সেইখন থোৱা। আমাৰ প্ৰভুৰ কথা দেখোন তুমি সকলো জানা। ত'ত সচাকৈয়ে নাহে নেকি?

**সন্ত** : কাৰ মূৰত ধৰি শপত খাব লাগে অ'। নাহে বুলিছো নাহে বচ্।

**৩ য় গাভৰু** : সদায় আহে, আজিনো কিয় নাহে?

**সন্ত** : কি কেঁচাইখাতী অ' এইজনী। তাক সুধিব লাগিছে নে? লোকৰ এক দুই নহয়, একুৰি দুকুৰি নহয়, এশ দুশ নহয়, এহেজাৰ দুহেজাৰ নহয়। কিন্তু ৰূপ সৈতে ধৰা যোল হেজাৰ আঠ গৰাকী কুঁৱৰী। তাৰ লগত বা ফাও কিমান আছে তাৰ ঠিকেই নাই। অতবোৰ এৰি তোমালোকৰ ফেঁচা বদন কিখনি - অ' শ্ৰীবিষ্টু। চন্দ্ৰবদন কিখনি চাবলৈ কিয আহিব?

**১ম গাভৰু** :আমাক জানো চাবলৈ আহে বুলি কৈছো? আমিহে পুৱাতে তেওঁক মালা দি পূজা কৰিবলৈ আহোঁ।

**সন্ত** : তইঁতৰ হবলা ঘৰত কাম বন নাই?

**২ য় গাভৰু** :আছে, কেলৈ নাই। পাৰোতে আহোনে? তোমাৰে শপত ককাইটি। কিহবাই যেন টানিহে আনে।

**সন্ত** : (*মুখ বিদৰাই*) অ' হলেই আৰু। তোমালোকক যদি সেইডালি এনা-জৰীয়ে মোৰ বুলিলে তেনে ভাল কেণাই লাগিল। তেন্তে তোমালোক এই জেওৰা খৰিব নিচিনা ৰস নাইকিয়া সন্তৰ প্ৰতি

ধেনা।

**৩ য় গাভৰু ঃ** নহয় সন্ত। কাৰৌকৈ মাতিছো।
কোৱাচোন প্ৰভু কৃষ্ণ আন কালৰ দৰে
ইযালৈ কিয় নাহিল।

**সন্ত** ঃবাৰু কাৰৌ কৰিলি যেতিয়া কওঁ, শুন।
তৰ সেই খৰাহিয়ে খৰাহিয়ে আনি থোৱা
তিৰুতা সকলৰ যোল হেজাৰ আঠফেৰা
মুখ চায়েই বন্দী হৈ আছে। সেই কথা
যদি নপতিয়াৱ তেন্তে তেওঁক দেখা
কৰিবলৈ আলহী অহাৰ কথা আছে।

**১ ম গাভৰু ঃ**(*মুখ আমোলাই*) এইবোৰ মালা কাইলৈ
লেবেলিব, লাগে যদি লোৱা।

**সন্ত** ঃ(*হাতযোৰকৈ*) আইহঁত। ধেমালিহে
কৰিছিলোঁ। মোৰ দেৱতাৰ ফুল মই কি
সাধ্যৈ লম। যাঁ আইহঁত যাগৈ।

(*গাভৰুহঁতৰ প্ৰস্থান*)

**সন্ত** ঃ(*নিজে নিজে*) তঁহতক নো কি কম, সেই
কলীয়াই মোৰ গাতো গোঁসাই নাইকিয়া
কৰিছে তহঁতৰ সৈতেই সংসাৰখন পাতো
বুলিছিলো, তহঁতকো কলীযাই শুদাই এৰা
নাই। (*কান্ধত কোৰ লৈ মালীৰ প্ৰবেশ*)

**মালী** ঃবোলো সন্তকাই। কিহৰ আলহীৰ কথা
পাতিছিলা? সেই গাভৰু কিগৰাকীক
তোমাৰ গৰৰ নিগাজি আলহী কৰিব
খুজিছা নে কি?

**সন্ত** ঃখোজো তো আকৌ, পাৰিলেহে।
সম্প্ৰতি সেই আলহীৰ কথা কোৱা নাই।
কৌৰৱ আৰু পাণ্ডৱৰ মাজত খোৱা-
কামোবা লাগিবৰ উপক্ৰম হৈছে।
তালৈকে আমাৰ শ্ৰীকৃষ্ণ প্ৰভুৰ সহায়
বিচাৰি আহিব, কৌৰৱৰ দুৰ্য্যোধন আৰু
পাণ্ডৱৰ সেই অৰ্জ্জুন নে পাৰ্থ বোলাজন।

**মালী** ঃ দুযোজন আহিলে কাক সহায় কৰিব?

**সন্ত** ঃ কাক সহায় কৰিব লোকে থিৰ কৰি
থৈছে। আমি ভাবিবলৈ থোৱা নাই।
তথাপি মোৰ বুধিৰ ভুৰুকাই ভাল বুধি
এটা সাজি থৈছে। তেওঁৰ এখন খাটৰ
শিতানৰ ফালে এখন সিংহাসন থৈ
টোপনিৰ ভাও ধৰি শুই থাকিব। চকু
মেলিয়েই যাকে দেখিব তাৰে সহায় হব।
অৰ্থাৎ ভৰিপথানৰ জনৰ কপাল মুকাব।
বুজিলা নে কথাটো? মুঠতে দুৰ্য্যোধন
সিংহাসনত নবহি ভৰিপথানত থিয়
নিদিয়েহি।

**মালী** ঃ বুধিটো হ'লে শলাগিব লগীয়া দেই।

**সন্ত** ঃ নকবা, বুধিৰ ভুৰুকা। সেই দৰেই
সংসাৰ চলিছে।

**মালী** ঃ মই যাওঁ দেই, ফুলপুলি গোটা চেৰেক
ৰোওঁগৈ।

**সন্ত** ঃ আমি নো কি অকলে ইযাত ৰাজপাটখন
খাম। আমিও যাওঁগৈ। (*প্ৰস্থান*)

## ২য় দৃশ্য

(*অন্তঃপুৰৰ কোঠাত শ্ৰীকৃষ্ণ খাটত শুই আছে। মূৰৰ শিতানত পাতি থোৱা খাটত দুৰ্য্যোধন বহি আছে।*)

**দুৰ্য্যোধন** ঃ (স্বগতঃ) নাৰাযণে মানীৰ মান ভালকৈ
বুজে। মই আহিম বুলি জানিযেই নিজৰ
শিতানত সিংহাসন থৈ দিছে। অতিথিৰ
নিমিত্তে পাদ্য অৰ্ঘ্য আৰু কমণ্ডলু
থোৱাৰো ত্ৰুটী কৰা নাই। ধন্য কৃষ্ণ, তুমি
কম নহয়। মোলৈ যেতিযা এইদৰে
যতনাই থৈছে, নিশ্চয সাৰথিও তেওঁ
মোৰেই হব। ভাল টোপনি আহিছে।
অতবেলি বহিলোঁ যেতিয়া নজগাওঁ আৰু
ৰাজ্যৰ চিন্তা, পৃথিৱীৰ চিন্তা, যুদ্ধবিগ্ৰহৰ
চিন্তা - অতবিলাক চিন্তা স্বত্বেও এই
ফটফটীযা দিনটোত ভাল শুইছে।
(*অলপ সময় নিমাতে থকাৰ পিছত বাহিৰত দুৱৰীৰ মাত শুনি কাপোৰকানি চপাই সন্তম হৈ বহে।*)

**নেপথ্যত দুৱৰীঃ**আহক, আহক মধ্যম পাণ্ডৱ। সেইফালে
যক - সেইফালে যক।
(*দুৰ্য্যোধনৰ বিপৰীত ফালৰ পৰা, শ্ৰীকৃষ্ণৰ ভৰিৰ ফালে অৰ্জ্জুনৰ প্ৰবেশ। দুৱৰীয়ে লগে লগে আহি অৰ্জ্জুনক থৈ পাছফালৰ পৰাই প্ৰস্থান।*)

**অৰ্জ্জুন** ঃ নাৰাযণ। তোমাৰ উদ্দেশ্যে দীন
অৰ্জ্জুনৰ অলেখ প্ৰণাম গ্ৰহণ কৰা।
(*প্ৰণাম কৰি ভৰিপথানৰ এখন সামান্য আসনত বহে*)

**দুৰ্য্যোধন** ঃ(স্বগতঃ) কি অধঃপতন। কুৰুবংশত জন্ম
গ্ৰহণ কৰি নিজৰ আৰু বংশৰ মৰ্য্যাদা
ভৰিৰে ঠেলি, দৈৱকীৰ পুত্ৰ, গৰখীয়া
শ্ৰীকৃষ্ণৰ ভৰিপথানত বহিবলৈ অৰ্জ্জুনৰ
লাজ লগা নাই নে? তাতে আকৌ প্ৰণাম,
ছিঃ। এনে কুলাঙ্গাৰকো কুৰুবংশধৰ বুলি

চিনাকি দিবলগীয়া হৈছে। বাস্তৱিকতে কুৰুপতিৰ দুৰ্ভাগ্য।
*(শ্ৰীকৃষ্ণই গামুৰি দিয়ে আৰু ওপৰলৈ মূৰ কৰিয়েই শুই চকু মেলি অৰ্জুনক দেখি উঠি কথা কৈ বহে।)*

**কৃষ্ণ** : অ' সখি সব্যসাচি দেখোন। (চকু মোহাৰি) অহা বহুত বেলি হ'ল নে কি?

**অৰ্জুন** : অলপ অৰশ্যে হৈছে। কিন্তু ইযাত বহা বেছি সময় হোৱা নাই।

**কৃষ্ণ** : বহি যে আছা নজগালা কিয়?

**অৰ্জুন** : সখি। নিদ্ৰাদেবী তোমাৰ প্ৰতি ইমান সদয়া হোৱা দেখি জগাবৰ ইচ্ছা নহ'ল। সেইকাৰণে অলপ বহিলোৱেই।

**কৃষ্ণ** : বাৰু, সকলোটিৰে ভাল নে? এঃ তোমাৰ চাঁগে বৰ আমনি লাগিল, জগোৱা হেতেনো হয়। হঠাৎ আজি এইফালে আহিবৰ নো কি মন গ'ল?

**অৰ্জুন** : আমনি আৰু কি লাগিব সখি। জন্মজন্মান্তৰে যেন এনে আমনিকে পাওঁ। বৰ্ত্তমান ভগৱন্তৰ কৃপাত একপ্ৰকাৰ মঙ্গল। কিন্তু কৌৰৱৰ লগত যুদ্ধ অৱশ্যাম্ভাৱী। কুৰুক্ষেত্ৰত যি যুদ্ধ হব সেই যুদ্ধত আপুনি সেনাপতি হৈ সহায় কৰিবলৈ ধৰ্ম্মৰাজে অনুৰোধ কৰিছে।

**কৃষ্ণ** : বুজিছা সখি। মই যুদ্ধবিগ্ৰহ সমূলি ভাল নাপাওঁ। তাতে কৌৰৱ আৰু পাণ্ডৱ দুয়োঘৰ আপোন। কাক ধৰিম কাক এৰিম। উপায় নাই। (*অলপ টলকা মাৰি ভাবে*) বাৰু, ধৰ্ম্মৰাজৰ অনুৰোধ ৰক্ষা কৰিম। মই তোমাৰ সাৰথিহে হ'ম, কিন্তু অস্ত্ৰ হলে নধৰো। ই মোৰ প্ৰতিজ্ঞা।

**অৰ্জুন** : সখি। মোৰ আজি জীৱন সাৰ্থক হল। তোমাৰ সাৰথিত্বত এই দীনহীন অৰ্জুনৰ শৌৰ্য্য বীৰ্য্য দহগুণে বাঢ়িব।

**কৃষ্ণ** : (হাঁহি) বাৰু সেইবোৰ পাছ কথা। যুদ্ধ যাতে নোহোৱাকৈয়ে হয় তাৰ চেষ্টাহে প্ৰথমে কৰা যুগুত। আহা অৰ্জুন । মাতৃৰ ওচৰলৈ তোমাক লৈ যাওঁ।
*(উঠিয়েই দুৰ্য্যোধনক দেখি আচৰিত হোৱা যেন দেখুৱায়।)*
ই কি কথা। এয়া দেখোন কুৰুপতি মহাৰাজ দুৰ্য্যোধন। আমাৰ আজি কি সৌভাগ্য। (*আকৌ বহে*)

**দুৰ্য্যোধন** : যদুপতি। আপোনাক দেখি মোৰ যি সৌভাগ্য মোক দেখি আপোনাৰ তেনে হব নোৱাৰে। হলেও সি সৌজন্যহে। *(হাঁহে)*

**কৃষ্ণ** : আজি একে সময়তে দুজন কুৰুবংশধৰক দ্বাৰকাপুৰীত দেখি মনত বাস্তৱিকতে বৰ আনন্দ লাগিছে। পিছে কুৰুপতিৰ শুভাগমনৰ উদ্দেশ্যেই বা কি?

**দুৰ্য্যোধন** : উদ্দেশ্যে সেই একেটাই যদুপতি। উলুকৰ আগত কৈ পঠোৱা মতে মই স্বয়ং আপোনাক সাৰথি বৰণ কৰিবলৈ অৰ্জুনতকৈও আগেযে আহি বহি আছোঁ।

**কৃষ্ণ** : (ইতস্ততঃ কৰি মূৰ খজুৱাই) কিন্তু ইয়াৰ আগতেই যে মই অৰ্জুনৰ নিমন্ত্ৰণ গ্ৰহণ কৰিলো মহাৰাজ।

**দুৰ্য্যোধন** : মইহে উলুকক পঠিয়াই আপোনাক প্ৰথমে সাৰথি বৰণ কৰিছো। আপোনাৰ ইচ্ছামতে মযেই প্ৰথমতে আহি ইযাত বহি আছোঁ। আপুনি মোৰ সাৰথি হ'বই লাগিব। সামান্য যোদ্ধাৰ সাৰথি হোৱাতকৈ কুৰুপতিৰ সাৰথিত্ব বেছি সন্মানজনক। সাৰথি হোৱা গৌৰৱৰ হে কথা, কাৰণ, সাৰথিৰ গুণত হে ৰথীৰ বীৰত্ব প্ৰকাশ পায। সকলোৱে শুনা শুনিছো আপুনি হেনো ইন্দ্ৰৰ মাতলিতকৈও নিপুণ সাৰথি। আপুনি জানেই, মোৰ সাৰথি হলে আপোনাৰ একো সন্মান লাঘৱ নহয়। ত্ৰিপুৰাসুৰক মহাদেৱে বধ কৰিলে স্বযং ব্ৰহ্মাক সাৰথি লৈ। বৃত্ৰাসুৰক বধ কৰোতে দেৱৰাজে দেৱ-গুৰু বৃহস্পতিক সাৰথি লৈছিল।

**কৃষ্ণ** : মহাৰাজ। দুভাৰ্গ্য বা সৌভাগ্যবশতঃ যদিও সকলোৱে পৰা আপোনাৰ দৰে মানুহ -ৰথীয়া হোৱাৰ সৌভাগ্যৰ পৰা বঞ্চিত হৈ সামান্য গৰখীয়া হলো তথাপি সামান্য কথা সকলো বুজো। মোৰ মানত বৃন্দাবনত গৰু চৰোৱা আৰু দ্বাৰকাত ৰজা হোৱা একে কথা মহাৰাজ। মান আৰু অপমান সকলো মনৰ বস্তু। দুৰ্য্যোধন। তেন্তে মোৰ সাৰথি হোৱাত আপোনাৰ একো কথা নাই।

**কৃষ্ণ** : সাৰথি হোৱাত মুঠতে আপত্তি নাই।

কিন্তু মই আগেযে অৰ্জ্জুনক কথা দিলো, সেই কাৰণে অৰ্জ্জুনৰহে সাৰথি হ'ব লাগিব। উলুকক আপুনি যেতিয়া পঠিযাইছিল তেতিয়া মই ভালকৈ কৈ পঠিযাইছিলো। কৌৰৱ আৰু পাণ্ডৱ মোৰ দুয়ো ঘৰেই আপোন, কাক এৰি কাক ধৰিম। সেই দেখি আপুনি আৰু অৰ্জ্জুন যেযে প্ৰথমতে মোক সাৰথি বৰণ কৰিবহি মই তাৰে সাৰথি হম। কিন্তু মহাৰাজ। দুৰ্ভাগ্যই বোলক বা সৌভাগ্যই বোলক মই প্ৰথমে অৰ্জ্জুনক দেখি তেওঁৰ সাৰথিত্ব স্বীকাৰ কৰিলো।

দুৰ্য্যোধন ঃ যদুপতি। মোৰ দুৰ্ভাগ্যহে, সৌভাগ্য কেনেকৈ বুলিব?

কৃষ্ণ ঃ নকব মহাৰাজ। সৌভাগ্যও হব পাৰে। দাদা বলভদ্ৰই তীৰ্থলৈ যাত্ৰা কৰাৰ আগত, এই যুদ্ধ হলে, যদুকুলক অস্ত্ৰ ধাৰণ কৰিবলৈ হাক দিছিল। সেই দেখি কুৰুক্ষেত্ৰ যুদ্ধত মই অস্ত্ৰ ধাৰণ কৰিবলৈ হাক দিছিল। সেই দেখি কুৰুক্ষেত্ৰ যুদ্ধত মই অস্ত্ৰ নধৰো বুলি প্ৰতিজ্ঞা কৰিছো। মোৰ পৰা পাণ্ডৱৰ বিশেষ উপকাৰ একো নহয। তথাপি আমাৰ মানত যেতিয়া দুয়ো দলেই আপোন, আপোনাকো বিমুখ নকৰো। মোৰ সাত কৌটি নাৰায়ণী সেনা আছে। সিহঁতৰ পৰাক্ৰম অদ্ভুত। তাৰ একোটাই মোৰ সমান হব। নাৰাযণী সেনাকে আপুনি লৈ যাওক। অকল বহুৱাই থবলৈ মোক নিয়াতকৈ মহাপৰাক্ৰমী নাৰায়ণী সেনা নিয়াটো সৌভাগ্যৰ বিষয় নহয় জানো?

দুৰ্য্যোধন ঃ (স্বগতঃ) হওঁতে হয়; অকলে কৃষ্ণক নি সাৰথি কৰি বহুৱাই থোৱাৰ পৰা কি লাভ হ'ব। আমাৰ জানো সাৰথিৰ অভাৱ হৈছে? মহাপৰাক্ৰমী সাতকৌটি নাৰায়ণী সেনা পোৱা বাস্তৱিকতে সৌভাগ্যহে।

কৃষ্ণ ঃ মহাৰাজ। নিমাতে থাকিল দেখোন। মোৰ প্ৰস্তাৱ বেয়া শুনিছে নেকি?

দুৰ্য্যোধন ঃ নাই শুনা যদুপতি। মই নাৰায়ণীসেনা পালেই সন্তোষ পাম।

কৃষ্ণ ঃ অতি আনন্দৰ কথা। আপোনাৰ ফলীয়াহে কুৰুক্ষেত্ৰত সাতকৌটি নাৰায়ণী সেনা উপস্থিত হ'ব।

দুৰ্য্যোধন ঃ তেন্তে, নাৰায়ণ। বিদায দিলে হস্তিনালৈ যাব পাৰো। নগৰৰ বাহিৰত সৈন্যবিলাকে বৈ বৈ আমনি পাইছে। অতিথিৰ আন সকলো প্ৰকাৰৰ অভ্যৰ্থনা আগধৰিয়েই হৈ গৈছে। মাত্ৰ আপোনাক দেখা পাবলৈহে বাকী আছিল। (উঠে)

কৃষ্ণ ঃ ভাল মহাৰাজ। সৈন্যবিলাকক কষ্ট দি আপোনাক ৰাখি নথওঁ। কুৰুপতিক ঘৰতে দেখা পাই বৰ সন্তোষ পালো।

দুৰ্য্যোধন ঃ সি কেৱল আপোনাৰ উদাৰতা।

কৃষ্ণ ঃ *(হাতত ধৰি)* বলক মহাৰাজ। আপোনাক আগ বঢাই থৈ আহোঁগৈ।

*(হাতত ধৰাধৰিকৈ দুযোৰে প্ৰস্থান)*

অৰ্জ্জুন ঃ (স্বগতঃ) অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত প্ৰত্যেকেই নাৰায়ণৰ তুল্য বীৰ সাত কৌটী নাৰায়ণী সৈন্য দিলে দুৰ্য্যোধনক। আৰু আমাৰ ফলীযা হ'ল শুদাহাতে তেওঁ। যদুপতি। এই দীনহীন অৰ্জ্জুনক কি ছলনাৰে ছলিছা, অকল তুমিযেইহে জানা। তোমাৰ মহিমা তুমিযেইহে বুজা। যেনে ভাল তেনে কৰা, কিন্তু পাৰ্থৰ ভৰসা একমাত্ৰ তুমি। *(কৃষ্ণৰ পুনঃ প্ৰবেশ)*

কৃষ্ণ ঃ সখি। চিন্তিত কিয় তুমি? ৰূপে-গুণে যি মোৰ নিচিনা হব তেৱেঁই নাৰাযণী সেনা বধ কৰিব লাগিব। তোমাৰ বাহিৰে ৰূপে-গুণেমোৰ নিচিনা কোন হ'ব? সেই দেখি নাৰায়ণী সেনা তোমাৰ বিপক্ষে দিছোঁ।

অৰ্জ্জুন ঃ সখি ইযাৰ কাৰণ কি?

কৃষ্ণ ঃ তাহানি পিতৃশ্ৰাদ্ধৰ নিমিত্তে মগধ ৰাজ্যত বৰাহ চিকাৰ কৰিবলৈ যাওঁতে দুৰন্ত জৰাসন্ধই বাধা দি যুদ্ধ পাতিলে। প্ৰবল পৰাক্ৰমী জৰাসন্ধক অকলে বলে নোৱাৰি মোৰ শৰীৰৰ পৰা এই নাৰায়ণী সেনা স্ৰজণ কৰিলো। তাহাঁতৰ সহায়ত যুদ্ধ জয়ী হৈ সিহঁতক বৰ লবলৈ কলো। সিহঁতৰ ইচ্ছামতে ৰূপে-গুণে মোৰ নিচিনা এজনৰ হাতত সিহঁতৰ মৃত্যু হব বুলি কলো।

অৰ্জ্জুন ঃ সখি। তোমাৰ অপাৰ মহিমা। তোমাৰ মায়াৰ অন্ত নাই। বিশ্ব চৰাচৰৰ আদি-অন্ত

তুমিযেই। তুমি সহায় থাকোঁতে মোৰ আৰু কালৈকো ভয় নাই। তোমাৰ সহায়ত কৌৰৱ ধ্বংস হব, পৃথিৱীত ধৰ্ম্মৰাজ্যৰ প্ৰতিষ্ঠা হব।

কৃষ্ণ : *(অৰ্জুনৰ গাত মৰমেৰে চাপৰ মাৰি)* বাৰু মই যিটো কৰি দিম পিছত দেখিবা।

অৰ্জ্জুন : দাদাই আপোনাক মোৰ লগতে লৈ যাবলৈ কৈছিল।

কৃষ্ণ : ভাল কথা, আজি বহুত দিন দাদাক দেখা নাই। দুৱৰী।

দুৱৰী : *(সোমাই আহি)* প্ৰভু।

কৃষ্ণ : বিৰাটৰ নগৰলৈ যাবলৈ ৰথ সাজু কৰি থবলৈ ক। *(দুৱৰীৰ প্ৰণাম কৰি প্ৰস্থান।)*

# ৩ য় দৃশ্য

## দ্বাৰকাৰ ৰাজবাট।

## (সন্ত আৰু এজন নগৰীয়া)

সন্ত : বুইছা ককাই। পেটটো তেনেই পাণ্ডৱৰ ফালে। নহলেনো দোৰ্য্যোধনক এইদৰে ঠগিবৰ কি আবশ্যক? ক'ৰবাট নো একে ঠাইতে থকা দুটাৰ ভিতৰত এটাক নেদেখি আনটোক দেখে নে? তাতে আকৌ এজনৰে সৈতে ফেদেলি-পুৰাণ মেলি সাৰথি হবলৈও প্ৰতিজ্ঞা কৰিলে। পাছফালে ই যেনিবা থাকিল, দোৰ্য্যোধনৰ নিশ্বাস এটাও নুশুনিলে নে? সেইটো যেনিবা দুৰ্য্যোধন নহয় এটা দোৰ্ঘোৰ বাঘ, তেতিয়া খালে হেতেন নহয়, দুৰ্য্যোধনো সেই বৰ ৰজাটো হৈ থম্-থম্‌কৈ বহি থাকিল। বাৰু গলখেকাৰি এটা মাৰিও গম দিব নাপায় নে? ৰ্জাজ বুলি যেনিবা নাই ঢোল-ডগৰ, পেঁপা কালি, গলখেকাৰিটো-তো নিশ্চয় আছিল। নগৰীয়া দুৰ্য্যোধনৰে বা কি বেয়া হ'ল। লোকে থম্ - থম্ কৰে বহি থাকিও পালে সাতকোটি, টিকাত চাপৰ মাৰিব নোৱাৰা তেজী, নিঘুণী, নাৰায়ণী সেনা। অৰ্জ্জুনে ভৰি পিটিকি পালে অকল কৃষ্ণক। তেৰোঁ সাৰথিহে হবগৈ - যুদ্ধও নকৰে। বুইছা সন্তকাই। তুমি এতিয়া ছাটো ফুৰাদি তেওঁৰ লগে লগে ফুৰা। কৈ দিবাগৈ বুলিও ভয় লাগে, তথাপি ফটা মুখ নকৈ নোৱাৰো। তেওঁক সেই হাজাৰে হাজাৰে তিৰুতা বিলাকৰ মাজত সুমুৱাই দিলেহে নেগুৰ কটা বাঘ হৈ পৰে? যুদ্ধত কিবাটো কৰিব পৰা বৰ আশা নাই। পাৰোতেনো জৰাসন্ধৰ খেদাত সাগৰৰ বলুকাত বাহ লয়হিনে?

সন্ত : লোকক যে কৈছা নিজৰ গাতে পিটিকি চোঁৱাচোন। লোকে যেই হক ষোল হেজাৰৰ ওপৰতে নেগুৰ কটা বাঘ হব পাৰে। তুমি এজনীকে চম্ভালিব পৰা নাই।

নগৰীয়া : সেইটো বাতৰি নো তোমাক কোনে দিলে? তুমি তিৰুতাৰ ভয়তে দাং-বৰলা হৈ কুকুৰৰ ছাঁটো হৈ ফুৰিছা। সেই বুলি আটাইবিলাক তেনে হবনে?

সন্ত : তুমি বুজহে পোৱা নাই। তোমাৰ দুৱাৰমুখ ৰখীয়াকো তেওঁৰ এনা-জৰীৰে কেণা লগাই পদূলিমুখ পোৱাইছেগৈ। সকলোকে সেই একে বেমাৰেই পাইছে। তোমাকো যে নাই পোৱা তাক কোনে জানে? বাৰু ককাই কোৱাচোন, কৃষ্ণ নাথাকিলে নগৰখন শুদা নালাগেনে? তেওঁক দেখিলে চাই থাকিম যেন নালাগেনে?

নগৰীয়া : সেইটো জানো মই নহয় বুজিছোঁ। কেতিয়াবা এনে মন যায় যেন তেওঁৰ পাছে পাছে ফুৰিযেই ফুৰিম।

সন্ত : তেন্তে নিজৰ গাতে গোন্ধ। মোক মিছাকৈয়ে কৈছা। তুমি যেনিবা তোমাৰ ইচ্ছাটো পেটৰ ভিতৰত হেঁচা মাৰি সুমাই থৈ তাৰ বিপৰীতে চলি বাহাদুৰি কৰিছা; মই যেনিবা তাকে কৰি শান্তি খোৱা নাই।

নগৰীয়া : বাৰু সেইবোৰ এৰা। কৌৰৱ-পাণ্ডৱৰ তেনে যুদ্ধ হবই?

সন্ত : হব লাগে ভগৱন্তই কৰিলে।

নগৰীয়া : হলে ভাল পোৱা নেকি?

সন্ত : মৰক বাপেকে ক্ষত্ৰিয় এসোপা। ইহঁতৰ উৎপাত বেছি হৈছে।

নগৰীয়া : অমঙ্গলৰ চিন হওঁতে ওলাইছেই। কাউৰীৰ ৰমলিয়নি, দিনত শিয়ালৰ হোৱা, তাতে আকৌ ভুঁইকঁপ। এইবাৰ শেনৰ একজাত।

সন্ত : এৰা; সেইবোৰৰ কোবত কাণত সোপা

দিহে ফুৰিছো। সিদিনা হঠাৎ মোৰ
দাঢ়িকোছা ঘট্‌ঘট্‌কৈ লৰিবলৈ ধৰিলত হে
গম্ পাইছো ভূঁইকঁপ আহিছে বুলি।

নগৰীয়া ঃ কথাই কথাই চুপতি কৰা কেলৈ?
আনবোৰ মৰিলে তুমি আকৌ ৰাজপাট
খাবলৈ নোপোৱা। শিয়ালেহে কয়, বাঁহৰ
আগলৈকে পানী হক। কাউৰীবোৰ ওপঙ্গি
ফুৰিব। ধৰি ধৰি খাম। কিন্তু বপুৰাইঁতে
নাভাবে যে বাহৰ আগলৈকে পানী হলে
সিহঁতৰ কি গতি হব। তোমাৰ কথাখন
দেখি শিয়ালৰ কথা যেনহে লাগিছে।

সন্ত ঃ অ' তেন্তে মোক শিয়ালহে পাতিলা।
ক'তা, মই তো হোৱা দিয়া নাই। কথাহে
পাতিছো। মোৰ ঠেঙ দুটাহে। এই দুখন
হাত হে।

নগৰীয়া ঃ এটা কথাৰ কথাহে কৈছো। কেলেই
হবা শিয়াল দেও। আচল কথা নোকোৱা
দেখিহে কৈছো।

সন্ত ঃ সোধা আকৌ, মই জানো আচল কথা
নকওঁ বুলি কৈছো?

নগৰীয়া ঃ কোৱা বাৰু, আমাৰ শ্ৰীকৃষ্ণ কৰ্লৈ গৈছে।
তুমিও গৈছিলা নহয়? তেখেত নৌ
আহোঁতেই গুচি আহিলা কিয়?

সন্ত ঃ তেওঁ যেতিয়া লোকৰ সাৰথি লোকে
যেনেকৈ চলাব তেনেকৈ চলিব। অৰ্জ্জুনে
সাৰথিও কৰিলে, গিলিপদাৰ কৰি লৈও
গ'ল লগতে।

নগৰীয়া ঃ তুমি গৈ গুচি আহিলা কিয়?

সন্ত ঃ নাহি কৰিম কি? যিহে বিৰাট ৰজাৰ
দেশ। আমাৰ নিচিনা বিদেশী মানুহে তাত
কেনেকৈ থাকিম? যাওঁতে যি জালহে
পালো। ঘোঁৰাকিটাই ৰথখন লৈ যেনিবা
উৰাহে মাৰিলে দেও। একেবাৰে উশাহ
নিশাহ নাপাই গলোগৈ। ৰথৰ খুঁটা এটা
খামোচা মাৰি ধৰি চকু মুদিহে পালোগৈ
কোনোমতে সেইখিনি।

নগৰীয়া ঃ তেন্তে ভয়তেহে আকৌ এইখিনি
পালাহি?

সন্ত ঃ ৰবাচোন, লোকক নিজৰ দৰে
নেদেখিবা। কৃষ্ণ যেৱাৰ পিছতেই
যুধিষ্ঠিৰে সৈতে বহুত কথাবাৰ্ত্তা হল।
তেওৰ মনেৰে ভাই ককাইৰ মাজত
যুদ্ধখন পতাতকৈ টালিটোপোলা বান্ধি
বনলৈ যোৱাই ভাল। ভায়েকহঁতে নামানে
গুণেহে পাঁচখন গাঁৱকে খুজিব খুজিছে।
তাৰ্লৈকে কৃষ্ণক মধ্যস্থ কৰি হস্তিনালৈ
পঠাইছে। মই নো আচহুৱা দেশত অকলৈ
কি কৰিম? প্ৰভুৱে লগত নিনিলে দেখি
ঘৰৰ ল'ৰা ঘৰলৈ গুচি আহিলো। যুদ্ধ
হলে এখুন্দা মাৰি চাম বাপেকে।

নগৰীয়া ঃ তেন্তে কৃষ্ণ গ'ল যেতিয়া কিবা এটা
কৰিব । তুমি এখুন্দা মাৰিবলৈ নথয়।

সন্ত ঃ হে হে মোৰ কুটুম। মই তোমাৰ মূৰত
ধৰি শপত খাই কব পাৰো, যুদ্ধ হ'বই।
সিটোৱে যি গোজ পুতিলে পুচিলেই।
দুৰ্য্যোধনে হেনো বিনাযুদ্ধে সুচ্যগ্ৰ ভূমিও
নিদিয়ে। দিব বা কেলেই মোৰ কুটুম। চগা
জুইত পৰি মৰিবলৈ সাজু। আঁৰ দিলে
কি হ'ব? তাতে আমাৰ গৰাকীৰ মধ্যস্থতা
মুখত হে। তত যুঁজ হলে ভাল পাব যেন
হে লাগে। পিছে এইবোৰ কথা পাতি
থাকিলে আমাৰ পেটে নামানে। বলা
যাওঁহঁক।

নগৰীয়া ঃ আমাৰ উদৰ দেৱতাই বিদ্ৰোহ
নকৰিলেই হয়।

*(দুযোৱো প্ৰস্থান)*

(গীত গাই গাই গাভৰুহঁতৰ প্ৰবেশ)

পৰাণ আকুল আজি তোমাৰ বিনে
আজি বজোৱা, মন মজোৱা,
বজাই মুৰলী কুলু কুলু তানে।
হিয়াৰ মাজত ছবিটি আঁকি
পূজিছিলো যতনেৰে দিনে ৰাতি
গ'লা দূৰ হৈ প্ৰাণ কাঢ়ি লৈ
বিৰহ জ্বালা জ্বলাই প্ৰাণে।
আপোন মনে ঘূৰি ঘূৰি
ক'ত আছা মোৰ মুৰলীধাৰী
আহা চাপি আহা চাপি
জুৰুৱাহি মন প্ৰাণ
দৰশন দানে।

*(সন্তৰ আকৌ প্ৰবেশ)*

সন্ত ঃ হেৰ থ থ থ। ঘৰলৈ যাইঁক। তহঁতৰ
কৃষ্ণক আৰু নাপাৱ। এইবাৰ কাৰ শৰৰ
আগত উৰে ঠিক নাই। গাভৰু গাভৰু
ছোৱালী, টুকৰিয়াই টুকৰিয়াই বেছ বাজন

বাজন চাই ডেকা একোটা লৈ ঘৰ পাতগৈ। এই পথে কেলেই ফুৰিছ?

১ ম গাভৰুঃ কেনৈ আমাৰ প্ৰভু কলৈ গ'ল ?

সন্ত ঃ যুজলৈ অ'- যুজলৈ। মৰামৰি কটাকটি কৰিবলৈ। আগৰ দৰে মহিষী সকলৰ ওফোন্দ ভাঙ্গিবলৈ নহয়।

২ য় গাভৰুঃ যুজ নো কাৰে কাৰে?

সন্ত ঃ কৌৰব আৰু পাণ্ডৱৰ যুদ্ধ। পাৰ্থৰ সাৰথি কৃষ্ণ। মযো যাওঁ তালৈকে। তহঁত ঘৰলৈ যাঁহক। *(সন্তৰ প্ৰস্থান)*

১ ম গাভৰুঃ তেওঁ আমাক হে কব। সন্তই কৃষ্ণ নহলে থাকিব নোবাৰে।

২ য় গাভৰুঃ ঘৰত থাকি কি কৰিবি? আমাৰ কোন আছে? আমিও ভৈৰৱীবেশে যুদ্ধক্ষেত্ৰলৈ যাওঁ। আলেঙে- আলেঙে প্ৰভুক সহায় কৰিম।

৩ য় গাভৰুঃ বেছ কলি, মযো তাকে ভাবিছিলোঁ। ইযাত এইদৰে ধৰফৰাই থকাতকৈ তাত বেছি সুখ।

১ ম গাভৰুঃ দ্বাৰকাত হেজাৰ হেজাৰ মানুহ আছে। তথাপি আজি যেন কোনো নাই। সকলোৰে ঘৰবাৰী আছে। আমাৰ কেও নাই। মাউৰী ছোৱালী। গোটাই আনি হাঁহি-মাতি মালা দিযাৰ বাব দি প্ৰভুৱে আমাক খুৱাই আছে। খাবলৈ পালেও প্ৰভুৰ বিনে এইখন মৰিশালি। গোটেইটোৱেই হে ভাল হ'ব, বলহক।

*(প্ৰস্থান)*

# চতুৰ্থ দৃশ্য।

*(হস্তিনাপুৰ এক অংশত বিদুৰৰ ঘৰ। শ্ৰীকৃষ্ণ, সাত্যকি আৰু কুন্তী বহি আছে)*

কৃষ্ণ ঃ যোৱা কথা গ'ল। তাকে আকৌ মনত পেলাই কান্দি কাটি থাকিলে কি হব। পাণ্ডৱৰ আকৌ সুখৰ দিন আহিল। আৰু মাত্ৰ দিনচেৰেকৰ পিছত আকৌ যুধিষ্ঠিৰ ৰজা হ'ব। আপোনাৰ পঞ্চপুত্ৰৰ গৌৰৱত বসুমতী গৌৰৱান্বিত হ'ব।

কুন্তী ঃ তুমিয়েই সকলোৰে গৰাকী। অতদিন যেনেকৈ ৰাখি ফুৰিছিলা ঠিক তেনেকৈ মোৰ লৰাকিটা ৰাখি ফুৰিবা।

কৃষ্ণ ঃ বাৰু সেইবোৰ যি হয় হ'ব। বৰ্ত্তমান আমি ক্ষুধাতুৰ।

কুন্তী ঃ দুৰ্য্যোধনৰ আলহী নাথাকি আহিছা মগনীযাৰ ঘৰলৈ। বিদুৰ ভিক্ষাৰ পৰা ঘূৰি আহক। খুদ-কণ যি পায় ৰান্ধি দিম, খাবা।

সাত্যকি ঃ কেলেই, বিদুৰে ভিক্ষা কৰিলেহে হয়।

কুন্তী ঃ বিদুৰে কৌৰৱৰ বৃত্তি গ্ৰহণ নকৰে। ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি ভিক্ষান্নতে প্ৰবৰ্ত্তে।

সাত্যকি ঃ তেনে বিদুৰৰ বৰ দুখ।

কৃষ্ণ ঃ বৰ দুখ নহয় সাত্যকি বৰ সুখ। কাৰো অনুগ্ৰহপ্ৰাৰ্থী নহয়।

*(কানত ভিক্ষাৰ জোলোঙা লৈ বিদুৰৰ প্ৰবেশ)*

সাত্যকি ঃ এঁৱা বিদুৰ আহিল। তুমি বহুত দিন জীৱা।

কৃষ্ণ ঃ আমি তোমাৰ জোলোঙাৰ সম্বললৈকে বহি আছো, বিদুৰ।

*(বিদুৰ আনন্দত অধীৰ হৈ মাতিব নোৱাৰা হৈ খপখপাই এচুকত জোলোঙা থৈ আঁঠু লৈ হাত যোৰ কৰে)*

কৃষ্ণ ঃ বিদুৰ। আলহী দেখি ভয় খালা নে কি? মামাতাই দেখোন।

বিদুৰ ঃ (থোকা থুকিকৈ) দীনহীন বিদুৰৰ আজি বৰ সৌভাগ্য। শ্ৰীহৰিৰ চৰণ স্পৰ্শত বিদুৰৰ কুটিৰ পবিত্ৰ হ'ল। কি দি সন্তুষ্ট কৰিম প্ৰভু। নিজৰ গুণে নিজে সন্তুষ্ট নহলে দীন বিদুৰৰ একো নাই প্ৰভু।

কৃষ্ণ ঃ যি পাই আনিছা সেয়ে হ'ব বিদুৰ। তোমাৰ সঙ্কোচ কিহৰ?

বিদুৰ ঃ প্ৰভু। আজি মোৰ বৰ দুৰ্ভাগ্য। ভিক্ষাৰ চাউল মাত্ৰ একাঁজলি পাই আনিছো। প্ৰভু। অলপমান যদি অপেক্ষা কৰে নগৰত আৰু এটা পাক মাৰি আহিব পাৰো।

কৃষ্ণ ঃ তুমি কোঁৱা কি বিদুৰ। ঘৰত আলহী বহুৱাই থৈ তুমি ভিক্ষালৈ যাবা, সি কেতিয়াও হ'ব নোৱাৰে।

বিদুৰ ঃ (স্বগতঃ) বিদুৰৰ আজি বৰ দুভাৰ্গ্য। ব্ৰহ্মাণ্ডৰ শ্ৰেষ্ঠ অতিথিক ঘৰতে পায়ো বিদুৰে সুধিব নোৱাৰা হ'ল। হে নাৰায়ণ। এনেকৈ বিদুৰক বঞ্চিত কৰি কি সুখ পোৱা?

কৃষ্ণ ঃ বিদুৰ কি ভাবিছা? যি পাইছা তাকে ৰান্ধিবলৈ দিয়া। তাৰেই আমাৰ সকলোৰে হ'ব।

*(বিদুৰে উপায় নাপাই কুন্তীক জোলোঙা দিয়ে। কুন্তীয়ে তাকে লৈ যায। বিদুৰে হাত যোৰ কৰি ভক্তিত গদগদ হৈ স্তৱ কৰে)*

কৃষ্ণ ঃ বিদুৰ। তোমাৰ ভক্তিত কোনো সন্তুষ্ট নহৈ নোৱাৰে। এই ভক্তিৰ কাৰণেই দুৰ্য্যোধনৰ আতিথ্য গ্ৰহণ নকৰি তোমাৰ ভগা পজালৈ আহিছো। ভক্তিৰে দিয়া পানী এচলু কপট ভাবেৰে দিয়া সুমেৰু সমান সুবৰ্ণতকৈও শ্ৰেষ্ঠ।

বিদুৰ ঃ সেইটো প্ৰভুৰ অনুগ্ৰহ মাথোন।

কৃষ্ণ ঃ বাৰু। হাস্তিনালৈ মই অহাৰ উদ্দেশ্যে সিদ্ধি হবনে?

বিদুৰ ঃ প্ৰভু। নিজে জানি শুনিও কিয প্ৰবঞ্চনা কৰে। দুৰ্য্যোধনে শান্তি নিবিচাৰে। শান্তিদূত হৈ অহাৰ দোষত কাইলৈ আপোনাকো সভাৰ মাজত বন্দী কৰিব খুজিছে।

কৃষ্ণ ঃ (ব্যাগ্ৰভাৱে) কি মোক কৌৰৱে সভাৰ মাজত বিশ্বাসঘাতকতা কৰি বন্দী কৰিব খুজিছে। হাঃ হাঃ হাঃ । কৌৰৱৰ বৰ আশা। বিদুৰ। সচাঁকৈয়ে কৌৰৱ ইমান নীশ নে?

বিদুৰ ঃ সচাঁকৈয়ে কৌৰৱ ইমান নিচ নে?

বিদুৰ ঃ প্ৰভুৱে নিজেই সকলো জানে।

কৃষ্ণ ঃ (খঙেৰে) কৌৰৱে এতিয়াও জনা নাই, সুদৰ্শন চক্ৰৰ প্ৰতাপত এক নিমিষতে সকলো নষ্ট কৰিব পাৰো বুলি। কৌৰৱে এতিযাও জনা নাই দাদা বলভদ্ৰৰ নাঙলৰ আগত বা গৰুড়ৰ ঠোটত গোটেই হস্তিনাৰ চিন মাৰিব পাৰো বুলি। আই। সাত্যকি। ভাৰত যুদ্ধৰ কাম এক নিমিযতে শেষ কৰি দিওঁ।

বিদুৰ ঃ (কাওবাও কৰি) প্ৰভু!

কৃষ্ণ ঃ (হাঁহি) বিদুৰ। ভয়ৰ একো কাৰণ নাই। কুৰুক্ষেত্ৰত যুদ্ধ পাতিবই লাগিব। অকল কৌৰৱ মৰিলেই নহব। অনেক ক্ষত্ৰিয় তাত ধ্বংস হ'ব লাগিব ক্ষত্ৰিয়ৰ যজ্ঞ আজিকালিতেই আৰম্ভ হব। তুমি ভয নকৰিবা বিদুৰ। মোক বন্দী কৰি ৰাখিব পৰা কোনো নাই। ইচ্ছা কৰিলে তুমিহে পাৰা।

*(আনন্দিত হৈ কুন্তীৰ প্ৰবেশ)*

কুন্তী ঃ বিদুৰ। তুমি মোক কিয় ভাবিছিলা? তোমাৰ জোলোঙাত আজি অত মানুহক খুৱাব পৰা সম্বল ক'ত পালা? তোমাৰ ঘৰত আগেয়ে এনেকৈ কোনো দিনে পোৱা নাছিলো।

বিদুৰ ঃ আজি দুৰ্দ্দিন নহয সুদিন হে।

বিদুৰ ঃ (আচৰিত হৈ কুন্তীৰ ফালে চাই) সঁচাকৈয়ে আচৰিত কথা। কুন্তী। কিবা এটা ভুলহে হৈছে।

কৃষ্ণ ঃ যি হৈছে হৈ থক - আমাৰ হলেই হল।

কুন্তী ঃ আহা কৃষ্ণ, সাত্যকি। মই তোমালোকক মাতি নিবলৈহে আহিছিলো। *(প্ৰস্থান)*

কৃষ্ণ ঃ ব'লা সাত্যকি। ব'লা। *(দুযোৰে প্ৰস্থান)*

বিদুৰ ঃ (স্বগতঃ) হে নাৰাযণ, তোমাৰ কি মহিমা। তোমাৰ অন্ত কোনে পায়? যি ভিকহুৰ ঘৰত আলহী থাকিবলৈ আহিছা, নিজেই সন্তুষ্ট হ'ব লাগিব। সঁচাকৈয়ে ই আচৰিত কথা। নহলে মোৰ প্ৰভুৰ কিবা এফেৰি অনুগ্ৰহ। সঁচাকৈ আজি কিন্তু মই একাঁজলিতকৈ বেছি চাউল পোৱা নাছিলো। যেই হ'ক কৰ্ত্তাই নিজে কৰি লৈছে। (অলপ ইফাল সিফাল কৰি হঠাৎ উত্তেজিত হৈ) বিদুৰ। আজি তোৰ বৰ ভাগ্য। তোৰ হৃদযৰ দেৱতাক ঘৰতে পাই তই ধন্য। দেৱতাই দীন বিদুৰৰ ঘৰত সন্তোষৰ সম্বল গোটাই লৈ তৃপ্তি লাভ কৰিছে। ই সপোন নে দিঠক? যেই হ'ক প্ৰভু। জনমে জনমে যেন তোমাৰ শ্ৰীচৰণত মতি থাকে।- অ' মই কি কৰিছো। - মোৰ অতিথি--।

*(প্ৰস্থান)*

## পঞ্চম দৃশ্য

**(হস্তিনাৰ ৰাজসভা)**

(বৈতালিকৰ গীত)

জয় জয কুৰুপতি
জয় জয মহীপতি
জয় প্ৰজা পালক হে।
জয় প্ৰজা ৰঞ্জন
জয় ভয় ভঞ্জন
জয় সুখ কাৰণ হে।
জয় ভীতি নাশক
জয় দীন পালক
জয় নীতি পাৰগ হে।
জয় অৰি ঘাতক
জয় মহা সাধক

জয় বীৰ কুলমনি হে।

**দুৰ্য্যোধন** ঃ তোমাৰ গীত শুনি আমি আনন্দ পাইছো। হোৱা পুৰস্কাৰ লোৱা।
*(বৈতালিকে হাত পাতি পুৰস্কাৰ লৈ প্ৰণাম কৰি গুচি যায়)*

**ধৃতৰাষ্ট্ৰ** ঃ সভাসদসকল। আজি যদুপতি শ্ৰীকৃষ্ণই পদাৰ্পণ কৰি আমাৰ সভা পৱিত্ৰ কৰিবহি। আপোনালোক সকলো তেখেতৰ অভ্যৰ্থনাৰ নিমিত্তে সাজু হওক।

**ভীষ্ম** ঃ যদুপতিৰ পদাপৰ্ণত আজি কুৰুসভা ধন্য হ'ব। ই বাস্তবিকতে আনন্দৰ বিষয়।

**শকুনি** ঃ (অলপ ব্যাঙ্গভাবে) ধন্যই হয়নে তাৰ বিপৰীতটো হয় দেখা যাওক। (কৰ্ণৰ গাত হাত দি) কি কোৱা কৰ্ণ?

**কৰ্ণ** ঃ বিচক্ষণ মন্ত্ৰী মাতুল শকুনিৰ কথাত ক্ষুদ্ৰবুদ্ধি কৰ্ণৰ আৰু কি কবলৈ থাকিব পাৰে?
(ডেকাসকল ইটোৱে সিটোলৈ চাই হাঁহে)

**দুৰ্য্যোধন** ঃ (অলপ উঠি চায় ) সৌৱা কৃষ্ণ আৰু সাত্যকি সিংহদুৱাৰ পালেহি।
(বৈতালিকৰ প্ৰৱেশ আৰু সভাক প্ৰণাম)

বৈতালিকঃ (অলপ ডাঙৰকৈ) যদুপতি শ্ৰীকৃষ্ণই মহাবীৰ সাত্যকিৰে সৈতে কৌৰৱ -সভাত পদাপৰ্ণ কৰিছে।
(এফলীয়া হয়)

**দুৰ্য্যোধন** ঃ (আগবাঢ়ি) আহক সাত্যকি, আহক যদুপতি। আজি আমাৰ বৰ ভাগ্য। (সাত্যকি আৰু শ্ৰীকৃষ্ণই সন্মতিসূচক হাঁহি মাৰি সভাত প্ৰবেশ কৰে। সভাৰ কোনো কোনোৱে থিয় হৈ প্ৰণাম কৰে। কৃষ্ণয়ো মূৰ দুপিয়াই প্ৰণাম জনাই, দুৰ্য্যোধনে দেখুৱাই দিয়া সিংহাসনত বহে। সাত্যকিও ওচৰৰ আসনত বহে। সভাত ইটোৱে সিটোৱে চুকে চুকে ফুচফুচীয়া কথা পাতে। মাজে মাজে ঠাৰ-চিএৰ দিয়ে। ইতিমধ্যে শ্ৰীকৃষ্ণৰ সন্মানসূচক শঙ্খ, ঘণ্টা আদি বাজনা নেপথ্যত বাজি উঠে। সভাৰ এফালে দুঃশাসন, শকুনি, কৰ্ণ আদিয়ে থিয় হৈ দুৰ্য্যোধনক মাজত লৈ কিবা পৰামৰ্শ কৰি থাকে - তাৰ ভিতৰত শকুনিৰ ঠাৰ-চিএৰ প্ৰধান। বাজনা বন্ধ হলত সভাত পুষ্পবৃষ্টি। বৈতালিকৰ গীত আৰম্ভ। গীত গাই থাকোতেই কৃষ্ণ আৰু সাত্যকিয়ে মূৰ দুপিয়াই ভীষ্ম দ্ৰোণ আদিক হাঁহি হাঁহি এজন এজনকৈ অভিবাদন জনায়। তেওঁবিলাকে প্ৰতি-অভিবাদন জ্ঞাপন কৰে। ইতিমধ্যে সৌম্যমূৰ্ত্তি বিদুৰ সভাত সোমাই সকলোকে প্ৰণাম জনাই ধৃতৰাষ্ট্ৰৰ ওচৰত বহে।)

**(বৈতালিকৰ গীত)**

জয় নন্দ নন্দন,
গোপিকা ৰঞ্জন,
সুন্দৰ গিৰিধাৰী।
জয় যাদব ধন,
শ্যাম নব ঘন,
কালী দমনকাৰী।
অগতিৰ দতি,
শ্ৰীধৰ শ্ৰীপতি,
ভকতৰ ভয়হাৰী?
দেহু গতি মতি,
তব পদে ৰতি,
বৃন্দাবনচাৰী।

*(গীতৰ অন্তত বৈতালিক কৃষ্ণক প্ৰণাম জনায়। কৃষ্ণই বৈতালিকক এধাৰ মালা দিয়ে। বৈতালিকে মালাধাৰি ভক্তিভাৱে মূৰত লগাই আকৌ প্ৰণাম কৰি প্ৰস্থান।)*

**ধৃতৰাষ্ট্ৰ** ঃ আজি যদুপতিৰ আগমনত আমি সকলোৱে আনন্দ পাইছো। যদুপতি আৰু মহাবীৰ সাত্যকিক আমাৰ সাদৰ সম্ভাষণ জনাইছো।

**কৃষ্ণ** ঃ কুৰুপতিৰ সম্ভাষণত আমিও সন্তোষ পাইছো। আমাৰ আগমনৰ উদ্দেশ্য সুধিলে আৰু কৃতাৰ্থ হ'ম।

**ধৃতৰাষ্ট্ৰ** ঃ যদুপতি আগমনৰ কথা আমি আগেয়ে বুজি যদুপতিলৈ আমাৰ বিশেষ শ্ৰদ্ধা হৈছে। সভাৰ আগত যদুপতিয়ে উদ্দেশ্য বেকত কৰিলে আমি পৰম সন্তুষ্ট হ'ম।

**কৃষ্ণ** ঃ তেন্তে শুনক মহাৰাজ। কৌৰৱ আৰু পাণ্ডৱ দুয়োদলেই মোৰ আপোন। দুয়োদলৰ উন্নতি হলেই মই ভাল পাওঁ। পাণ্ডৱে শকুনিৰ ছলনাত অন্যায় পাশাত হাৰি বনত আৰু অজ্ঞাত বাসত থাকিব লগীয়া হল। এতিয়া এই সত্যৰ পৰা পাণ্ডৱ উদ্ধাৰ হৈছে। পূৰ্ব্বৰ প্ৰতিশ্ৰুতি মতে তেওঁবিলাকৰ ভাগৰ ৰাজ্য ঘুৰাই দিয়ক। যুদ্ধ কৰাৰ কোনো আৱশ্যক নাই। যুদ্ধত পৃথিবীৰ মহা মহা বীৰসকল ধ্বংস হয়। হেজাৰ হেজাৰ তিৰোতা বিধৱা হয়। আৰু হেজাৰ হেজাৰ ল'ৰা ছোৱালী অনাথ হয়। দেশত মাৰি মৰক, দুৰ্ভিক্ষ আদিয়ে দেখা দিয়ে। ধৰণীৰ ওপৰত নৰ ৰক্তৰ সোঁত বয়। সুজলা সুফলা শ্যাসশ্যামলা ধৰণীক বিকটবদনা ধ্বংসপৰায়ণা কৰি তোলে। এই দুই দলৰ ভিতৰত যেযে জিকক লাগে, তেওঁ নিজৰ ককাই- ভাইক ধ্বংস কৰি একো সুখ নাপাব! সেই দেখি সম্ৰাট দুৰ্য্যোধনক যুদ্ধৰ পৰা ক্ষান্ত কৰক। নিজৰ ভিতৰত যুদ্ধ নেপাতি দুয়োদল মিলি গোটেই পৃথিবী ভোগ কৰক। ভাবি চাব ভীষ্ম, দ্ৰোণ, কৰ্ণ, অশ্বত্থমা আৰু শত ভাই

দুৰ্য্যোধনৰ লগত পাঁচোটা মহাপৰাক্ৰমী সিংহৰ নিচিনা পাণ্ডুৱ লগ লাগিলে ভাৰতত আৰু কোনেও বেলেগ স্বাধীনতাৰ গৌৰৱ নিচান তুলিব নোৱাৰিব। আকৌ ভাবি চাব মহাৰাজ। পাণ্ডুৱ সদায় আপোনাৰ অনুগত। আপুনি তেওঁবিলাকক যেতিযাই যি আদেশ কৰিছে তেতিযাই তেওঁবিলাকে ন্যায অন্যায বিচাৰ নকৰি পালন কৰিছে। ধৰ্ম্মৰাজে মোৰ আগত ইযাকো কৈ পঠাইছে, আপুনি আধা ৰাজ্য দিবলৈ টান পালে তেওঁবিলাকে মাত্ৰ পাঁচখন গাঁও পালেও সন্তোষ পাব। হে কুৰুপতি। আপুনি বৃদ্ধ, আপুনি অভিজ্ঞ, আপুনি ৰাজনীতিপাৰদৰ্শী আপোনাক প্ৰাৰ্থনা কৰিছো আপুনি অদুৰদৰ্শী দুৰ্য্যোধনক এই আত্মঘাতী যুদ্ধৰ পৰা ক্ষান্ত কৰক। নহলে কুৰু বংশৰ ধ্বংস অনিবাৰ্য্য।

**ভীষ্ম** ঃ অনিবাৰ্য্য। মযো কওঁ, ধ্বংস অনিবাৰ্য্য। য'তে ধৰ্ম্ম ত'তে জয়। ন্যাযৰ এটি ফিৰিঙ্গতিযে অন্যায়ৰ ব্ৰহ্মাণ্ড পুৰি ছাৰখাৰ কৰিব পাৰে।

**দুৰ্য্যোধন** ঃ তুমি যুদ্ধৰ অহঙ্কাৰ পৰিত্যাগ কৰি ন্যায পথ অৱলম্বন কৰা। যদুপতিৰ অনুৰোধ ৰক্ষা নকৰিলে পৃথিবীত ধ্বংসৰ প্ৰলয-অগ্নি জ্বলি উঠিব।

**দ্ৰোণ** ঃ আমি আগেযে কৈছোঁ মহাৰাজ দুৰ্য্যোধনক এই যুদ্ধৰ পৰা ক্ষান্ত কৰক।

**বিদুৰ** ঃ পিতৃহীন অনাথ পাণ্ডৱক যথেষ্ট অত্যাচাৰ কৰা হৈছে। এতিযাও এই অত্যাচাৰ চলিলে ধৰ্ম্মই নসহিব মহাৰাজ ।

**নাৰদ** ঃ মহাৰাজ। স্বযং পূৰ্ণব্ৰহ্ম ভগৱন্ত ধৰাত অৱতীৰ্ণ হৈ পৃথিৱীৰ ভাৰ হৰণ কৰিব। পৃথিবীত ন্যায-ৰাজ্য স্থাপন কৰিব। সেই নৰৰূপী আজি নিজে আহি আপোনালোকৰ ওচৰত শান্তি প্ৰাৰ্থনা কৰিছে। এনে সুযোগ আৰু মহাৰাজ। কোনেও ক'তো পোৱা নাই। আপুনি উদ্ধত পুত্ৰৰ কথা নুশুনি পুত্ৰ-স্নেহ বিসৰ্জ্জন দি দুৰ্য্যোধনক শাসন কৰক। যুদ্ধৰ পৰা ক্ষান্ত কৰক। নহলে অবিলম্বে শোণিতৰ বন্যাই পৃথিবী বুৰাই পেলাব। সকলো ক্ষত্ৰিযই সেই ধৰ্ম্মযজ্ঞৰ আহুতি।

**ধৌম্য** ঃ মহাৰাজ। আপুনি সকলো জানে। উদ্ধত আৰু অহঙ্কাৰী পুত্ৰক শাসন নকৰিলে কি পৰিণাম হয তাক পৌৰাণিক ঘটনাবিলাকৰ পৰা আপুনি ভালকৈ বুজিছে। যুদ্ধ বৰ অপকাৰী। ভ্ৰাতৃবিৰোধ আৰু সাংঘাতিক। কৌৰৱ-পাণ্ডৱৰ ভিতৰত যুদ্ধ হ'লে তেহলৈ যেয়ে জিকক লাগে, সেয়ে এখন শ্মশানত ৰাজ্য কৰিব লাগিব। তাক কোনেও নকৰক বুলিযেইহে পাণ্ডৱে আপোনালৈ শান্তি প্ৰাৰ্থনা কৰি পঠিযাইছে। যুদ্ধৰ কি ভীষণ পৰিণাম মহাৰাজ। যুদ্ধত মৃত্যু হোৱা বীৰবিলাকৰ বিধবাবিলাকে কৰুণ কান্দোনত যেতিযা দিগ্বিদিক বিদীৰ্ণ কৰিব; যেতিযা অনাথ লৰা-ছোৱালীবিলাকে লোকৰ হাত-মুখলৈ চাই কাল কটাব, যুদ্ধৰ ফল স্বৰূপে যেতিযা পৃথিৱীত দুৰ্ভিক্ষ হ'ব, দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত মানুহবিলাকে যেতিয়া ধ্বংস পাব, বীৰবিলাকৰ অভাৱত যেতিযা নীচ প্ৰকৃতিৰ মানুহে নিছলা প্ৰজাক অত্যাচাৰ কৰিব, তেতিযা মহাৰাজ। এইবিলাক কেনেকৈ চাই থাকিব? পুৰোহিতৰ কাম পুৰৰ হিত চিন্তা কৰা। সেই কাৰণে মহাৰাজ। এই যুদ্ধৰ পৰা ক্ষান্ত হবলৈ অনুৰোধ কৰো। নহলে কুৰুক্ষেত্ৰ কুৰুৰ তেজেৰে ৰাঙ্গলী হ'ব।

**ধৃতৰাষ্ট্ৰ** ঃ ৰাঙ্গলী হ'ব। সচা কৈছে ঋষি। ৰাঙ্গলী হ'ব। যদুপতি, দেৱৰ্ষি নাৰদ আৰু সভাসদসকলে যি কৈছে সকলো সঁচা। মই সকলোটি ভালকৈ বুজিছো। আৰু বুজিছো, য'তে ধৰ্ম্ম ত'তে জয়। নাৰাযণক সাৰথি লৈ মহাবীৰ পাৰ্থই যেতিযা গাণ্ডীৱত শৰ জুৰিব, তেতিযা সেই শৰে কাক পুৰিব তাকো অনুমান কৰিছো। মোৰ বৰ্ত্তমানত পঞ্চ পাণ্ডৱৰ ওপৰত যি অত্যাচাৰ কৰা হৈছে,চকুৰে নেদেখিলেও ভালকৈ বুজিছো। তথাপি যদুপতি। তথাপি, বুজিও নুবুজাত পৰিছো। মই দুৰ্য্যোধনক বুজাবলৈ বাকী ৰখা নাই। কিন্তু দুৰ্য্যোধনে নুবুজে, কি কৰিম। মই 'অন্ধ, ক্ষমতাহীন। (দুৰ্য্যোধনৰ প্ৰতি) দুৰ্য্যোধন। যদুপতি শ্ৰীকৃষ্ণ, দেবৰ্ষি নাৰদ, মহামতি ধৌম্য আৰু পিতামহকে আদি কৰি সভাসদসকলে যি কলে তুমি শুনিলা। এতিযাও ভাবি চোৱা দুৰ্য্যোধন। ভ্ৰাতৃবিৰোধৰ কি ভীষণ পৰিণাম। অন্যায নকৰিবা। ন্যাযমতে পাণ্ডৱক যিহকে ইচ্ছা এৰি দিযা। একেলগে এশ পাঁচজনে পৃথিবী ভোগ কৰা। তাকে কৰিলে ধৰ্ম্ম হ'ব। পৃথিৱীত শান্তি হ'ব। কুৰুবংশ ৰক্ষা পাব।

**দুৰ্য্যোধন** ঃ পিতা। দেহা থাকে মানে পাণ্ডৱৰ লগত সন্ধি কৰা অসম্ভৱ। পাশা খেলা ক্ষত্ৰিযৰ ধৰ্ম্ম। ধৰ্ম্মমতে পাণ্ডৱে সকলো হেৰুৱাই আকৌ কোন লাজে ভিক্ষুকৰ দৰে মোক ৰাজ্য খুজিবলৈ আহে? কোন লাজেৰে সিঁহতে বিৰাট দ্ৰৌপদাদিৰ লগ লাগি আমাৰ লগত যুদ্ধ কৰিব খোজে? পিতা। অসম্ভৱ কথা কৈ মোক বিৰক্ত নকৰিব।

**দ্ৰোণ** ঃ অন্ধৰাজৰ দুখত আমি বৰ দুখ পাইছো। দুৰ্য্যোধন। এতিয়াও সময আছে, ভাবি চোৱা, দকৈ ভাবি চোৱা। কুৰুবংশ ধ্বংস নকৰিবা। পৃথিবীত যাবৎ চন্দ্ৰ দিবাকৰ অপযশ নথবা। সময আছে দুৰ্য্যোধন। এতিয়াও অমৰবিজযী পাৰ্থই বাসুদেৱক সাৰথি লৈ গাণ্ডিৱত

গুণ লগোৱা নাই। এতিয়াও ধৌম্য পুৰোহিতে শত্ৰু সৈন্যৰ নামত যজ্ঞাগ্নিত আহুতি দিয়া নাই। এতিয়াও ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে তোমাৰ সৈন্যবাহিনীক ক্ৰোধচকুৰে চোৱা নাই। এতিয়াও মহাবীৰ বৃকোদৰে কৌৰৱ - সৈন্য মথন কৰা নাই। সেই দেখি এই সুযোগতে ভাবী হত্যাকাণ্ড ক্ষান্ত হওক। তুমি যুধিষ্ঠিৰক সন্মান কৰা। যুধিষ্ঠিৰে তোমাক স্নেহ কৰক। তাৰ পিছত কৌৰৱ-পাণ্ডৱে দুযোদলে পৃথিৱী ভোগ কৰক।

দুৰ্য্যোধন ঃ গুৰুদেৱ। আৰু সন্ধিৰ কথা নকৈ যুদ্ধৰ আয়োজন কৰিলে অনুগৃহীত হ'ম। আগবাঢ়ক গুৰুদেৱ। আপোনাৰ শৰৰ প্ৰতাপত পাৰ্থ আৰু তেওঁৰ সাৰথিৰ অহঙ্কাৰ চুৰ্ণ হওক। ঘৃণিত ভীমৰ ৰক্তমাংস মাটিত মিহলি হ'ক।

বিদুৰ ঃ (এফলীয় হৈ স্বগতঃ) মুৰ্খ দুৰ্য্যোধন। তোৰ আগত সজ উপদেশ সকলো মিছা।

দুঃশাসন ঃ সাৱধান দাদা। তোমাক এতিয়া ভীষ্ম দ্ৰোণাদিয়ে বন্দী কৰিব।

শকুনি ঃ হেঃ হেঃ হেঃ বোপা দুৰ্য্যোধন। ক্ষত্ৰিয়ৰ সন্তান হৈ যুদ্ধলৈ নাপাহৰিবা।

কৃষ্ণ ঃ তেন্তে যুদ্ধ অৱশ্যম্ভাৱী। কুৰুক্ষেত্ৰত কালি পৰহিৰ পৰা ভাৰত যুদ্ধ আৰম্ভ হ'ব। ক্ষত্ৰিয়ৰ শোণিতেৰে পৃথিৱী প্লাৱিত হ'ব। মহাৰাজ দুৰ্য্যোধন। এই শেষ বাৰ পাণ্ডৱৰ হৈ পাঁচখন গাঁও ভিক্ষা মাগিছো।

দুৰ্য্যোধন ঃ অসম্ভৱ যদুপতি। অসম্ভৱ। ভীষ্ম -দ্ৰোণ বিদুৰৰ ভযৰ কাৰণ হলেও দুৰ্য্যোধনক সকলো দোষৰ ভাগী কৰি পাণ্ডৱক ধাৰ্ম্মিক পতা কৃষ্ণৰ উচিত হোৱা নাই। ই পাণ্ডৱৰ সভাও নহয়, যাদৱৰ সভাও নহয়।

যদুপতি ঃ আপুনি দ্বিৰুক্তি নকৰি পাৰ্থৰ সাৰিথিত্বৰ সন্মান লাভ কৰি কুৰুক্ষেত্ৰৰ যুদ্ধ আৰম্ভ কৰক। মোৰ জীৱিত অৱস্থাত পাণ্ডৱক পাঁচখন গাঁও নালাগে সূচ্যাগ্ৰ মেদিনীও এৰি নিদিওঁ। সুমেৰু লৰচৰ হলেও মোৰ প্ৰতিজ্ঞা লৰচৰ নহয়।

সাত্যকি ঃ (খঙেৰে) সাৱধান কুৰুপতি। যাদৱে তোমাৰ অহঙ্কাৰ সহ্য নকৰে।

দুৰ্যোধন ঃ সহ্য কৰিলেও দুৰ্য্যোধনে নকৰিবলৈ বাধ্য কৰিব।

কৃষ্ণ ঃ উত্তম কথা সাত্যকি উঠা। সভাসদসকল আৰু ঋষিসকল। মই নিৰ্দোষী। দুৰ্য্যোধন ধাৰ্ম্মিক-ন্যায়নিষ্ঠ। কপট পাশাখেল, দ্ৰৌপদীৰ বস্ত্ৰ হৰণ, যতুগৃহ দাহ, ভীমসেনক বিষ প্ৰয়োগ আদি সকলো দুৰ্য্যোধনৰ ধৰ্ম্ম। শুনা ধাৰ্ম্মিক দুৰ্যোধন। ই বাস্তৱিকতে উত্তম কথা। কুৰুক্ষেত্ৰত ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ হ'ব। পাণ্ডৱৰ দূত স্বৰূপে মই কৌৰৱ সমাজক কুৰুক্ষেত্ৰত বল পৰীক্ষা নিমন্ত্ৰণ কৰিলো। মহাৰাজ ধৃতৰাষ্ট্ৰ। তেন্তে এতিয়া বিদায়। (যাব খুজি আকৌ উভতি আহে) যোৱাৰ আগতে কৈ যাওঁ মহাৰাজ। দুৰ্য্যোধনে মোক সভাত বন্দী কৰাৰ কথাও মই শুনিছো। হাঃ হাঃ হাঃ। (ডাঙৰকৈ হাঁহে) ধাৰ্ম্মিক দুৰ্য্যোধনৰ কি সুন্দৰ উপায। (প্ৰকৃতিস্থ হৈ খঙেৰে) কি দোষত দুৰ্য্যোধনে মোক বান্ধিব পাৰে? মূৰ্খ কৌৰৱ। এতিয়াই মই দেখুৱাব পাৰো। কিন্তু মহাৰাজ ধৃতৰাষ্ট্ৰ। আপোনাৰ কাৰণেই ক্ষমা। অভিমানী অহঙ্কাৰী দুৰ্য্যোধন। তোৰ লগৰীয়া পাষণ্ডবোৰৰ সৈতে চাই ল কোন ক'ত আছে। কোন কাৰ গৰাকী। (শ্ৰীকৃষ্ণৰ গাত দিব্যজ্যোতিৰ আবিৰ্ভাব। ভীষ্ম, দ্ৰোণ, বিদুৰ, ধৃতৰাষ্ট্ৰ, মুনিঋষি আদিৰ বাহিৰে সকলোৰে মূৰ্চ্ছা।)

ধৃতৰাষ্ট্ৰ ঃ প্ৰভু। দীন অন্ধলৈ চাই ক্ষমা কৰক।

ভীষ্ম ঃ প্ৰভু।

নাৰদ। নাৰাযণ।

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

**হস্তিনাৰ আলিবাট। কৰ্ণৰ ঘৰৰ আগ।**

*(কৰ্ণৰ লগত কথা পাতি শ্ৰীকৃষ্ণৰ প্ৰৱেশ। পাছে পাছে সাত্যকি)*

কৃষ্ণ ঃ ভাবি চোৱা কৰ্ণ, কেনে সুন্দৰ প্ৰস্তাৱ। পৃথিৱীবিখ্যাত দাতাকৰ্ণ তোমাৰ ভ্ৰাতা কোন? পঞ্চপাণ্ডৱ, দ্ৰৌপদীৰ পঞ্চপুত্ৰ আৰু অভিমন্যু আদিয়ে তোমাক ভৃত্যৰ দৰে পৰিচাৰ্য্য কৰিব। যুধিষ্ঠিৰ আদি পঞ্চপাণ্ডৱে তোমাৰ ভৰি ধুৱাব। তুমি হ'বা মহাৰাজ কৰ্ণ, যুধিষ্ঠিৰ যুৱৰাজ। ভীম তোমাৰ ছত্ৰধাৰী, ধনঞ্জয় সাৰথি। পৃথিৱীৰ ৰজাই তোমাক পূজা কৰিব। মই বৃষ্ণিবংশলৈ তোমাৰ পাছে পাছে যাম। এনে সম্পদ ভোগ কৰা কৰ্ণ।

কৰ্ণ ঃ হে নাৰায়ণ। তোমাৰ কৃপাত কৰ্ণই সকলো জানে। সূৰ্য্যৰ বৰত মই কুন্তীৰ নন্দন বুলি ভালকৈ জানো। ইয়াকো জানো, মাতৃয়ে মোক বিসৰ্জ্জন দিলে। মোক মৃত্যুৰ বুকুত সুমাই দিলে। অধিৰথ আৰু ৰাধাই মোক মৃত্যুৰ মুখৰ পৰা টানি আনি পোহপাল দিছে। সকলোৱেই জানে নাৰায়ণ। মই হীন কৰ্ণ সুতৰ পুত্ৰ। দুৰ্য্যোধনে মোক উদাৰ ভাৱে সাবট মাৰি ধৰি অপমানৰ পৰা ৰক্ষা কৰিছে। অশেষ অনুগ্ৰহ কৰি সামান্য সুতৰ পুত্ৰ বুলি জানিও অঙ্গদেশৰ ৰজা পাতি পোহপাল দিছে। ৰাজ্য পালেও মই দুৰ্য্যোধনকেই দিব লাগিব। দুৰ্য্যোধনৰ কৃপাত মোৰ কোনো অভাৱ

নাই। হে দামোদৰ। অৰ্জ্জুনেৰে সৈতে যুদ্ধ কৰিম বুলি মই কৌৰৱৰ আগত প্ৰতিজ্ঞা কৰি থৈছো। মই সত্যভঙ্গ কৰিব নোৱাৰো। তথাপিও নাৰায়ণ। এইটো ভালকৈ জানো, পাণ্ডৱৰ জয়, কৌৰৱৰ ক্ষয়। য'তে ধৰ্ম্মে য'তে কৃষ্ণ ত'তে জয়। কোনে কাক বধ কৰিব মই তাকো জানো। অৰ্জ্জুনৰ হাতত মোৰ মৃত্যু অনিবাৰ্য্য। তথাপি যদুপতি। সত্যৰক্ষা কৰিবই লাগিব। আশীৰ্ব্বাদ কৰিব, যাতে কৰ্ণ সত্যভ্ৰষ্ট নহয়। কিন্তু যুধিষ্ঠিৰক এই গুপ্ত ৰহস্য নজনালেই মঙ্গল।

কৃষ্ণ ঃ সকলো জানো কৰ্ণ। তথাপি সুধি চাইছো। তোমাৰ সত্যৰক্ষা হোৱাই শ্ৰেয়। তোমাক সহোদৰ জ্যেষ্ঠ বুলি জানিলে যুধিষ্ঠিৰে যুদ্ধ পৰিত্যাগ কৰিব। সেইটো মোৰ উদ্দেশ্য নহয়। পাণ্ডৱে ন্যায় অংশ পাবই লাগিব।

কৰ্ণ ঃ (হাঁহি হাঁহি) কৃষ্ণৰ ছলনাৰ হাত আজলী গোপিনীযেও সাৰিব নোৱাৰে।

কৃষ্ণ মোৰ ধৰ্ম্ম কৰ্ণ।

কৰ্ণ ধৰ্ম্ম যদুপতি। তেনে-

কৃষ্ণ ঃ তেনে আৰু নাই অঙ্গৰাজ। বেয়া নেপাবা। আজিলৈ বিদায়। আকৌ আন এদিন -

সাত্যকি ঃ এৰা, পলম হৈছে কৰ্ণ। যাওঁহে।

কৰ্ণ ঃ বান্ধি থবৰ হে ইচ্ছা হয়। পাছে পাণ্ডৱৰ হাতত থকা এনাজৰীডাল নাই। যোৱা যোৱা দেও, নগলে পাণ্ডৱে সূদায় এৰিবনে?

*(কৃষ্ণ আৰু সাত্যকিৰ হাঁহি প্ৰস্থান।)*

কৰ্ণ ঃ (স্বগতং ) হে নাৰাযণ। দীনহীন। কৰ্ণৰ সহস্ৰ সহস্ৰ সেৱা গ্ৰহণ কৰা। আকৌ আন এদিন লগ পোৱা হয় নহয় তাক তুমিযেই একমাত্ৰ জানা। লগ পালে তাক ভ্ৰাতৃভাৱেই নে শত্ৰুভাৱেই তাকো তোমাৰ অবিদিত নাই। (অলপ পৰ ইফাল সিফালকৈ ভাবি) দিনমণি। কি দোষত কৰ্ণক তোমাৰ পুত্ৰত্বৰ পৰা বঞ্চিত কৰিলা? (ভাবি) ভাল কৰিলা। ৰাধাৰ নন্দনো যেনে সূৰ্য্যৰ নন্দনো তেনে। সুতেই হওঁ বা সুতৰ পুত্ৰই হওঁ, যেযে হওঁ লাগে, দৈবৰ হাতত কুলৰ বিচাৰ। মোৰ হাতত মাত্ৰ পুৰুষালি।

*(ভাবি ভাবি যাব খোজে, এনেতে কুন্তীৰ প্ৰবেশ।)*

কুন্তী ঃ (স্বগতঃ) এয়া, এযা মহাবীৰ কৰ্ণ। মোৰ পুত্ৰ কৰ্ণ - সূৰ্য্যৰ নিচিনা তেজস্বী, কি সুন্দৰ মোৰ জ্যেষ্ঠ পুত্ৰ কৰ্ণ। অভাগিনী কুন্তী। তই আজি এনে পুত্ৰৰ পৰা বঞ্চিত। হে সূৰ্য্যদেৱ। অভাগিনীক কি বৰ দিলা? পুত্ৰই নিজৰ মাতৃক চিনি নাপায়। মাতৃয়ে পুত্ৰক পুত্ৰ বুলিব নোৱাৰে - কি আচৰিত অনুগ্ৰহ।

কৰ্ণ ঃ অ' আপুনি পাণ্ডৱ-জননী।

কুন্তী ঃ অকল পাণ্ডৱ-জননী নহয় বাছা। মহাবীৰ কৰ্ণৰো অভাগিনী জননী।

কৰ্ণ ঃ (হুমুনিযাহ পেলাই) দেৱী। পৃথিবী বিখ্যাত চন্দ্ৰবংশোদ্ভৱ কুৰুকুলৰ পঞ্চসিংহ স্বৰূপ পঞ্চ পাণ্ডৱৰ জননী কৰ্ণৰ জননী হ'ব কেনেকৈ? কৰ্ণ ইমান ভাগ্যৱান নহয়। কৰ্ণ সুত, ৰাধাৰ নন্দন- তাৰ পিতা অধিৰথ।

কুন্তী ঃ নহয় বাছা। তুমি তোমাৰ জন্মবৃত্তান্ত জনা নাই।

কৰ্ণ ঃ মোৰ জন্মবৃত্তান্ত মই সকলো জানো ।

কুন্তী ঃ সঁচাকৈযে জানা?

কৰ্ণ ঃ (উত্তেজিত হৈ) সঁচাকৈযে জানো। কৰ্ণৰ মিছা কোৱাৰ অভ্যাস নাই। মোৰ মাতৃযে মোক নিষ্ঠুৰ ভাৱে অনাথ আৰু অজান অৱস্থাত নৈত উটাই দিয়া কথা বেছকৈ জানো। আৰু জানো, সেই নিষ্ঠুৰ প্ৰকৃতিৰ মাতৃ পাণ্ডৱৰো মাতৃ। পঞ্চ-পাণ্ডৱক সাবট মাৰি ধৰি নিষ্ঠুৰ ভাবে কৰ্ণক মৃত্যুৰ মুখলৈ ঠেলি দিয়া, কৰ্ণক শত সহস্ৰ লাজ-অপমান সহি থাকিবলৈ এৰি দিয়া মাতৃ এতিয়া মোৰ সন্মুখত উপস্থিত। নহয়। নহয়। মই ৰাধাৰ নন্দন। যেযে মোক তুলিলে তালিলে, যাৰ অনুগ্ৰহত জীযাই আছো, চকু মেলি যাৰ স্নেহৰ মূৰ্ত্তি দেখিছো, জ্ঞান পাবৰ পৰা যাক নিজে নিজে মাতৃ বুলি ভাবিছো, সেযেহে মোৰ মাতৃ। লুকুৱা কুন্তী মোৰ মাতৃ নহয়।

কুন্তী ঃ বাছা (তলমূৰ কৰি চকুপানী টোকে)

কৰ্ণ ঃ মই ক্ষত্ৰিযৰ জন্ম লৈছিলো কুন্তী। তোমাৰ নিষ্ঠুৰ কাৰ্য্যৰ দ্বাৰা মই ক্ষত্ৰিযৰ কুল হেৰুৱাই সুত হ'ব লগাত পৰিলো। ইযাতকৈ বেছি অপকাৰ পৃথিৱীত আৰু কোনোবাই কাৰোবাক কৰিব পাৰে নে?

কুন্তী ঃ বাছা। তুমি মোক বুজা নাই। মোক ক্ষমা কৰা।

*(তলমূৰ কৰি চকুপানী টোকে)*

কৰ্ণ ঃ (উত্তেজিতভাবে ইফাল সিফাল কৰি হঠাৎ শান্ত হৈ) ভুল হ'ল মাতৃ। ক্ষমা কৰক। কৰ্ণ আজি জানি শুনিও ক্ৰোধৰ দাস হৈছে। ঈশ্বৰৰ ইচ্ছাৰ বিৰুদ্ধে কোনেও একো কৰিব নোৱাৰে। ই দৈৱৰ লিখন। কিন্তু মই মাতৃ। দুৰ্য্যোধনৰ ওচৰত কৃতজ্ঞ। দুৰ্য্যোধনক মই উৎসাহ দিছো, সাহ দিছো আৰু ভৰসা দিছো। এই যুদ্ধত মই দুৰ্য্যোধনৰ ফলীয়া হবই লাগিব। যেতিয়া পাৰ্থই পাৰ্থ-সাৰথি নাৰায়ণৰ সৈতে যুদ্ধক্ষেত্ৰত দেখা দিব তেতিয়া কোনো ক্ষত্ৰিয়ই ভয় নকৰাকৈ নাথাকে। মোক জানে সকলোৱে ৰাধাৰ নন্দন বুলি। এনে স্থলত কৃষ্ণাৰ্জ্জুনক একত্ৰ দেখি

উপস্থিত যুদ্ধৰ সময়ত পাণ্ডৱৰ লগ ললে ৰাধাৰ নন্দন হৈও যিফেৰা সন্মান নিজৰ পুৰুষালিৰ দ্বাৰা আৰ্জ্জিছো সিও নাইকিয়া হ'ব। সকলোৱে ক'ব, নীচভাৱে প্ৰাণৰ ভয়ত মিছা কথা কৈ পাণ্ডৱৰ লগ লৈছে।

কুন্তী ঃ ই যথাৰ্থ সত্য, কৰ্ণ।

কৰ্ণ ঃ কৰ্ণৰ মানত সত্য মাথোন এটা। সাধাৰণ সত্য আৰু যথাৰ্থ সত্য বুজি নাপায়। আপুনি কোৱা কথা সত্য হলেও মাতৃ। সত্য গ্ৰহণ কৰা লোকৰ বৰ অভাৱ। তাতে মই প্ৰতিজ্ঞাবদ্ধ। মই দুৰ্য্যোধনক সহায় কৰিমেই। দুৰ্য্যোধনৰ ধাৰ শুজিবৰ উত্তম সুযোগ হৈছে। আপোনাৰ পুত্ৰৰ ভিতৰত মাত্ৰ অৰ্জ্জুনৰ সৈতেহে যুদ্ধ কৰিম। বাকী চাৰিজনক একো নকৰো। হয় অৰ্জ্জুনক বধ কৰি দুৰ্য্যোধনৰ উপকাৰ কৰিম নহয় অৰ্জ্জুনৰ হাতত মৰি যশ লাভ কৰিম। যেনেতেনে আপোনাৰ পাঁচ পুত্ৰ জীযাই থাকিবই। কিন্তু মাতৃ য'তে ধৰ্ম্ম ত'তে জয়। আপোনাৰ পঞ্চসিংহৰ তুল্য পঞ্চপাণ্ডৱ একেদৰে থাকিব। কৰ্ণৰ নিধন অৱশ্যাম্ভাবী।

কুন্তী ঃ বাছা কৰ্ণ। তোমাৰ কথাত মোৰ আৰু কবলৈ একো নাই। কিন্তু তুমি যে পাৰ্থৰ বাহিৰে আন চাৰিজনক অভয় দিলা সেই কথা যেন মনত থাকে। বাছা ' তোমাৰ প্ৰতিজ্ঞা ৰক্ষা হওঁক। বিপৰীত তোমাৰ যশ উপচি পৰক।

*(প্ৰস্থান)*

কৰ্ণ ঃ (অন্তগতঃ) ঈশ্বৰৰ ইচ্ছা, দৈৱৰ লিখন, ইয়াক খণ্ডন কৰা অসম্ভৱ। সৌৱা শকুনি মামা আহিছে। ভালেতিহে মাতৃ হঠাৎ গুচি গ'ল। যেই হ'ক শকুনিৰ মুখে সকলো সংবাদ পোৱা হ'ব। আৰু বেছি দিন নাই। ভগৱন্তৰ সেইহে তোমাৰ দুৰ্য্যোধনৰ ৰাজসভাত আবিৰ্ভাৱ।

*(শকুনিৰ প্ৰবেশ)*

শকুনি ঃ এ,তুমি কৰ্ণ। মই তোমাক বিচাৰি ফুৰিছো দেও। বেছ বেছ ইয়াতে আছা। মই বোলো বা সলিসিয়ান কৃষ্ণৰ কথাত গলি সিফলীয়াই হ'ল।

কৰ্ণ ঃ মামা, কৰ্ণ কৰ্ণই। আন কোনো নহয়।

শকুনি ঃ বেছ, বেছ, কিন্তু কথাটো ভাল নহয় দেই। তুমি হেন মহাবীৰ থাকোতে সদায় পাণ্ডৱৰ ফলীয়া হৈ থকা বৃদ্ধ ভীষ্মক সেনাপতি পতা কোনো মতেই যুক্তিসঙ্গত হোৱা নাই। দুৰ্য্যোধনে নিজৰ ভৰিত নিজে কুঠাৰ মাৰিছে। ভীষ্মই দহদিন যুদ্ধ কৰিবলৈ প্ৰতিজ্ঞা

কৰ্ণ ঃ ভাল কৰিছে, বুঢ়া সকলোতে আগবঢ়া উচিত। কিন্তু মই ভীষ্ম সেনাপতি থাকে মানে যুদ্ধ নকৰো। বাৰু মই যাওঁ।'

*(অন্যমনস্কভাৱে প্ৰস্থান)*

শকুনি ঃ কথাই বিন্ধিলে দেই। দুৰ্য্যোধনক প্ৰথমতে পাণ্ডৱক অন্যায় নকৰিবলৈ প্ৰতি-প্ৰতিকৈ হাক দিলো, নুশুনিলে। লাহে লাহে মোৰ প্ৰতিহিংসাৰ জুই জ্বলি উঠিছে। অহ। (মূৰত হাত দিয়ে) সিহঁতে মোৰ বৃদ্ধ পিতামাতাক মোৰ শত ভ্ৰাতৃক তিলতিলকৈ বধ কৰিলে। তাৰ প্ৰতিশোধ মই লবই লাগিব। সৌৱা মোৰ পিতা, মাতা, ভাই সকলোৱে মোলৈ অপেক্ষা কৰিছে। (বলিয়াৰ দৰে) ৰবা, ৰবা গৈছো। হাঃ হাঃ হাঃ কি সুন্দৰ সময় উপস্থিত। মোৰ শান্তি ইয়াতেই। কি আনন্দ। কি আনন্দ। কুৰুক্ষেত্ৰৰ যুদ্ধ আৰম্ভ। ৰথী পাৰ্থক লৈ সাৰথি কৃষ্ণই জ্বলন্ত হুতাশনৰ দৰে কুৰুবংশ ধ্বংস কৰিবলৈ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ। হৃদয় আনন্দ কৰ। হৃদয় আনন্দ কৰ। (অলপ ঘূৰে আকৌ গম্ভীৰ হৈ) পিতা। ৰবা গৈছো। তোমাৰ অস্থিনিৰ্ম্মিত পাশতিযে (পাশতি দেখুৱাই) সিহঁতক মৃত্যুৰ মুখলৈ টানি আনিছে। বেছি সময় নাই, নৰমেধযজ্ঞ আৰম্ভ। হাঃ হাঃ হাঃ কি সুন্দৰ। কি আনন্দ। হাঃ হাঃ -হে বীভৎস নমস্কাৰ।

*(প্ৰস্থান)*

## দ্বিতীয় দৃশ্য

**ভিতৰ চৰা**

দুৰ্য্যোধন ঃ যুদ্ধৰ সময় উপস্থিত মাতৃ। আমি বিদায় লবলৈ আহিলো।

গান্ধাৰী ঃ (বেজাৰভাৱে হুমুনিয়াহ কাঢ়ি) আজি বহুত দিনৰ কথা মনত পৰিছে পুত্ৰ। তাহানি কুন্তী আৰু মই দুয়ো দেৱাদিদেৱ মহাদেৱক পূজা কৰিছিলো। তেতিয়া মই ৰাজমাতা মহাৰাণী। কুন্তী দীনহীনা দুখঃকাতৰা। আমাৰ দুয়োৰো প্ৰতি মহাদেৱৰ আদেশ হ'ল - "কাইলৈ মোক যেয়ে অষ্টোত্তৰ শত পদ্মেৰে পূজা কৰিব তেওঁৰ পুত্ৰ সসাগৰা পৃথিবীৰ অধীশ্বৰ হ'ব।" মোৰ মনত অহঙ্কাৰ হ'ল, পৰমুখাপেক্ষী কুন্তীয়ে কি সাধ্যে আগধৰি পূজা কৰিব? কিন্তু ফল হ'ল বিপৰীত। পাছদিনা গৈ দেখোঁ মোতকৈ অনেক আগেয়ে কুন্তীয়ে পদ্ম ফুলেৰে পূজা কৰি গুচি গৈছে। পঞ্চসিংহ তুল্য মাউৰা পঞ্চশিশুৰ প্ৰতি দেৱাদিদেৱে চকু মেলি চালে।

দুৰ্য্যোধন ঃ জননী। এইবোৰ পুৰণি কথা, ইয়াত নিৰ্ভৰ

কৰিবলগীয়া একো নাই। মনৰ মাত্ৰ একোটা বিশ্বাস।

**গান্ধাৰী** ঃ ই সঁচা বিশ্বাস দুৰ্য্যোধন। মই এতিয়াও হিত উপদেশ দিওঁ। তুমি যুদ্ধ এৰা। পঞ্চ পাণ্ডৱেৰে সৈতে প্ৰীতি কৰি শতভায়ে মোৰ বুকু জুৰাবাহি। ধৰ্ম্ম হ'ব - সুখ হ'ব - যশ হ'ব।

**দুৰ্য্যোধন** ঃ অসম্ভৱ উপদেশ মাতৃ। অসম্ভৱ। কুৰুক্ষেত্ৰ যাত্ৰাৰ নিমিত্তে আমাৰ সৈন্য সমবেত হৈছে। কৌৰৱৰ ৰথ-ৰথী, গজ-বাজী, ছত্ৰচামৰ, পতাকাই এতিযা গোটেই কুৰুক্ষেত্ৰৰ শোভা বৰ্দ্ধন কৰিব। সৈন্যৰ কোলাহলত আৰু সেনা নায়ক সকলৰ শঙ্খধ্বনিত গোটেই পৃথিবী টলবল কৰিছে। কৌৰৱৰ ফলীয়া বীৰসকলৰ ধনুষ্টঙ্কাৰত পাণ্ডৱপক্ষ থৰে থৰে কঁপিছে। মোৰ হকে প্ৰাণ দি পাণ্ডৱক বধ কৰিবলৈ মহাবীৰ কৰ্ণ, মাতুল, শকুনি, মদ্ৰপতি শৈল্য, প্ৰাগজ্যোতিষৰ অধিপতি ভগদত্ত আদিয়ে ধনুত শৰ যোজনা কৰি থৈছে। সৌৱা, মোৰ নিমিত্তে সকলো অপেক্ষা কৰি আছে। মাতৃয়ে এতিয়াও জনা নাই - আমাৰ ফলীয়া গুৰু দ্ৰোণ, পিতামহ ভীষ্ম, অশ্বথামা, কৃপাদি অজেয বীৰ। কুৰুক্ষেত্ৰত অষ্টাদশ অক্ষৌহিনী সেনা সমবেত হ'ব। তাৰ ভিতৰত এঘাৰ অক্ষৌহিনীযেই আমাৰ সৈন্য।

**গান্ধাৰী** ঃ তোমাৰ সেনাসংখ্যা আৰু ৰথী -মহাৰথীৰ বীৰত্বৰ বিষয়ে মই জানো। কিন্তু মনত ৰাখিবা, নাৰাযণ আজি পাৰ্থ-সাৰথি।

**দুৰ্য্যোধন** ঃ যাদুবিদ্যাত, মুখৰ চালনাত, কুপৰামৰ্শত নাৰাযণ প্ৰবল বুলি মযো জানো। কিন্তু যুদ্ধ শিক্ষাৰ উপযুক্ত কালত যি নাৰাযণে নন্দৰ গৰু চৰাই পেট প্ৰৱৰ্ত্তাইছিল সেই নাৰায়ণে পাণ্ডৱক একো সহায় কৰিব নোৱাৰে জননী। যুদ্ধবিদ্যাত অলপো পাৰদৰ্শী হোৱা হলে কৃষ্ণ জৰাসন্ধৰ খেদাত দ্বাৰকা নাপায়গৈ।

**গান্ধাৰী** ঃ *দুৰ্য্যোধন। সেইবোৰ কথা মোৰ আগত নকলেই ভাল পাওঁ। তুমি কি ধৰ্ম্মৰ সহায়ত এই যুদ্ধলৈ সাজু* হৈছা। পাণ্ডৱে তোমাক কি কৰিলে। পাণ্ডৱৰ যশগৌৰৱৰেই তোমাৰ হিংসাৰ কাৰণ নহয় নে দুৰ্য্যোধন? মই তোমাৰ মাতৃ, তথাপি মই কওঁ, আজিলৈকে যি অমানুষিক ঘটনাৰ দ্বাৰা পাণ্ডৱক নিৰ্য্যাতিত কৰা হৈছে সেইবিলাকৰ কাৰণে তুমি দাযী নহয নে? তুমি ভাবিছা নে দ্ৰৌপদীৰ বস্ত্ৰহৰণৰ নিচিনা অত্যাচাৰ ধৰ্ম্মই সহিব বুলি? তুমি ভাবিছা , পাণ্ডৱক নিৰ্ম্মূল কৰি কুৰুবংশৰ বিজয়-ধ্বজা অকলে উৰুৱাবলৈ বুলি? কৌৰৱ আৰু পাণ্ডৱে দুয়ো মিলি সেই গৌৰৱ উপাৰ্জ্জন কৰিলে কি হানি হব? নিজৰ যশ, গুণ, বল, বীয্যাদিৰে পাণ্ডৱক চেৰ পেলাবলৈ যত্ন নকৰা কিয়? যুধিষ্ঠিৰৰ কিমান সহনীয গুণ চোৱাচোন। সকলো তোমাক এৰি দি খুজিছে মাত্ৰ পাঁচখন গাওঁ। কৰ্ণক অঙ্গদেশ দান কৰিবলৈ তুমি বেয়া নাপালা, কিন্তু নিজৰ বংশৰ ভাই পাঁচোটাক প্ৰৱৰ্ত্তিবলৈ পাঁচখন গাঁও দিব নোৱাৰিলা। কি কম। দৈৱৰ লিখন কোনে খণ্ডাব। তোমাক হিংসাৰ জুযে তিলতিলকৈ পুৰিছে।

**দুৰ্য্যোধন** ঃ এতিয়া আৰু এই বিষয়ে তৰ্ক কৰিবৰ সময নাই মাতৃ। সকলো থিৰ হৈ গৈছে। মই পলম কৰা অন্যায হৈছে। আহিলোহে মাতৃ। *(সেৱা কৰে)*

**গান্ধাৰী** ঃ যোৱা পুত্ৰ। যুদ্ধত যশস্যা লাভ কৰাগৈ। দৈৱৰ লিখন কোনে খণ্ডাব, যথা ধৰ্ম্ম তথা জয।

*(দুৰ্য্যোধনৰ প্ৰস্থান)*

অপায় আৰু অমঙ্গলৰ প্ৰবল সূচনা। স্বৰ্গত বিভীষিকা, প্ৰকৃতিত বিভীষিকা, আকাশ, পাতাল, স্বৰ্গ, মৰ্ত্ত্য, সকলোতে বিভীষিকা। প্ৰভু! তোমাৰ ইচ্ছা, তুমিযেই কৰাওঁতা, সেই দেখি কৰিছে, তুমিযেই দুৰ্য্যোধনৰ বুকুত হিংসাৰ জুই জ্বলাই দিছা আৰু নুমাব লাগিবও তুমিযেই।

*(প্ৰস্থান)*

## তৃতীয় দৃশ্য

### কুৰুক্ষেত্ৰ

**(দুয়োফালে সৈন্যৰ জয়ধ্বনি। ভীষ্ম আৰু কুৰু সৈন্যবিলাক)**

**ভীষ্ম** ঃ অন্যায় যুদ্ধৰ মই পক্ষপাতী কেতিযাও নহওঁ, পাণ্ডৱৰ লগত দহদিন মাত্ৰ যুদ্ধ কৰিম। শ্ৰীকৃষ্ণৰ সাক্ষাতে অৰ্জ্জুনে ৰক্ষা কৰা অন্তত দহ হেজাৰ ৰথী-সৈনিক দিনে বধ কৰিম। এইদৰে পাণ্ডৱ সৈন্য নাশ কৰি কৌৰৱসৈন্য ৰক্ষা কৰিম। তোমালোকে মোৰ যুদ্ধনীতি শুনি তাক পালন কৰিবা। তাৰ অন্যথা কৰিলে তোমালোক যুদ্ধৰ ৰীতি মতে দায়ী হবা। ভয়াতুৰ, শৰণাগত আৰু অস্ত্ৰহীনক বধ কৰা অনুচিত। অস্ত্ৰহীনৰ ওপৰত অস্ত্ৰ প্ৰয়োগ কৰেতাৰ পতন নিশ্চিত। এজনৰ লগত যুদ্ধ কৰি আন এজনক সংহাৰ কৰা যুদ্ধনীতিৰ বাহিৰ। যিবিলাকে অস্ত্ৰ-সস্ত্ৰ যোগায, যি দুত আৰু যিবিলাক বাদ্যকৰ সেইবিলাকলৈ অস্ত্ৰ প্ৰয়োগ কৰা নিষেধ। ৰথীয়ে-ৰথীয়ে, পদাতিয়ে পদাতিয়ে অশ্বাৰোহীয়ে অশ্বাৰোহীয়ে, সমানে সমানে যুদ্ধ কৰাই যুদ্ধনীতি। ইয়াৰ অকণো ব্যতিক্ৰম

নকৰিবা। মনত ৰাখিবা, যুদ্ধত মৃত্যু হলে স্বৰ্গলাভ, জয়ী হলে যশস্যা লাভ। ইয়াকে ভাবি যুদ্ধত তৎপৰ হোৱা। *(প্ৰস্থান)*

**কুৰুসৈন্য** : জয় মহাৰাজ দুৰ্য্যোধনৰ জয়। জয় কুৰু সেনাপতি দেৱব্ৰতৰ জয়।

(কুৰুসৈন্যৰ প্ৰস্থান) বিপৰীত ফালে সৈন্যৰ কোলাহল। অৰ্জ্জুনে চক খাই অহাদি আগে আগে আহে। শ্ৰীকৃষ্ণই পাছে পাছে ব্যগ্ৰভাৱে ঘোঁৰা খেদোৱা চাবুক লৈ মাতি মাতি আহে।)

**কৃষ্ণ** : সখি। সখি পাৰ্থ। যুদ্ধৰ সময়ত তুমি ৰথৰ পৰা নামি এইদৰে গুচি অহা ক্ষত্ৰিয়োচিত হোৱা নাই। গাণ্ডিৱ তুলি লোৱা পাৰ্থ। আহা।

**অৰ্জ্জুন** : (ক'তীয়াকৈ ঘুৰি চাই ব্যগ্ৰভাৱে হাতযোৰ কৰি) প্ৰভু ৰক্ষা কৰা, মই নোৱাৰিম।

**কৃষ্ণ** : অৰ্জ্জুন। ক্ষত্ৰিয়ৰ ধৰ্ম্ম বিসৰ্জ্জন নিদিবা। (অৰ্জ্জুনক ধৰে)

**অৰ্জ্জুন** : প্ৰভু। সখি। বন্ধু বান্ধৱ, ইষ্ট-মিত্ৰ-কুটুম্ব, ভাই-ককাই, পো-নাতি এইবোৰক মই নিজহাতে বধ কৰিম, ই কেতিয়াও হব নোৱাৰে। পিতামহ ভীষ্ম, গুৰু দ্ৰোণ, মাতুল শকুনি শতভাই দুৰ্যোধন, শল্য, কৃপ, অশ্বত্থামা কৰ্ণ আদিক মই নিজহাতে বধ কৰিম, ই কেতিয়াও হব নোৱাৰে। অসম্ভৱ প্ৰভু। অসম্ভৱ। নিজ পৰিয়াল বধ কৰা কেতিয়াও উচিত নহয়। সিইঁতে মোক কি কৰিছে? এইবিলাকক মাৰি কি লাভ? কাক চাই মই জীযাই থাকিম? বংশৰ গৌৰব ৰক্ষা কৰিবলৈ যি ৰাজ্যৰ আৱশ্যক সেই বংশ ধ্বংস কৰি ৰাজ্যৰে কি কৰিম? সখি। মই কৰযোৰে মাতিছো, মোক এই ধ্বংসযজ্ঞলৈ নামাতিবা। জীৱনৰ অনেক কাল এইদৰে গৈছে, বাকীদোখৰো যাব। বংশনাশতকৈ বনবাস শ্ৰেয়ঃ।

*সখি। কাবৌ কৰিছো, মোক সন্ন্যাসী হবলৈ এৰি দিয়া।*

**কৃষ্ণ** : হাঃ হাঃ হাঃ (উচ্চহাস্য) সন্ন্যাসী হবলৈ এৰি দিম কৃষ্ণই ইমান সহজে নেৰে, মনত ৰাখিবা ধনঞ্জয়। মোৰ নিমন্ত্ৰণ আছিল বীৰ অৰ্জ্জুনৰ সাৰথি হবলৈ, সন্ন্যাসী অৰ্জ্জুনৰ সাৰথি হবলৈ নহয়।

**অৰ্জ্জুন** : (আঁঠু কাটি ভৰিত ধৰিব খুজি) ৰক্ষা কৰা সখি। ৰক্ষা কৰা, মই নোৱাৰিম।

**কৃষ্ণ** : পাৰিব লাগিব, উঠা। (হাতত ধৰি তোলে) কৰ্ত্তব্য কৰ্ম্ম নকৰা মহাপাপ।

**অৰ্জ্জুন** : ই কৰ্ত্তব্য নহয়, অকৰ্ত্তব্য, অধৰ্ম্ম, অকৰ্ম্ম। কুল ধ্বংস কৰি, কুলধৰ্ম্ম বিনষ্ট কৰি, কুলস্ত্ৰী বিধৱা কৰি পৃথিৱীৰহে নালাগে ত্ৰৈলোক্যৰো আধিপত্য নালাগে।

**কৃষ্ণ** : ই কৰ্ম্ম, কৰ্ত্তব্য। তুমি একো বুজা নাই। ক্ষত্ৰিয়ৰ যুদ্ধই ধৰ্ম্ম।

**অৰ্জ্জুন** : অসম্ভৱ সখি। অসম্ভৱ। গুৰুহত্যা, পুত্ৰহত্যা, ভ্ৰাতৃহত্যা। বন্ধুবান্ধৱ হত্যা মহাপাপ। ই কেতিয়াও ধৰ্ম্ম হব নোৱাৰে -কেতিয়াও কৰ্ত্তব্য হব নোৱাৰে। এনে ধৰ্ম্ম মোক নালাগে।

**কৃষ্ণ** : এনে ধৰ্ম্ম তোমাক লাগিবই। এই ধৰ্ম্ম পালন কৰাবলৈ মই তোমাৰ ৰথৰ সাৰথি।

**অৰ্জ্জুন** : তোমাৰ কৰ্ত্তব্য তুমিযেই কৰা প্ৰভু। আহিলোঁহে *(যাব খোজে)*

**কৃষ্ণ** : অৰ্জ্জুন ৰবা।

**অৰ্জ্জুন** : নোৱাৰিম ৰব আৰু প্ৰভু। *(আকৌ যাব খোজে)*

**কৃষ্ণ** : (অৰ্জ্জুনৰ হাতত ধৰি) তুমি মোহগ্ৰস্ত হৈছা।

**অৰ্জ্জুন** : আগেযে অহঙ্কাৰ কৰি কৌৰৱৰ লগত যুদ্ধ কৰিবলৈ আহি উলটি গলে। জগতে তোমাক কি বুলিব? বিপক্ষৰ সৈন্যৰ ভয়ত পলাল বুলি লোকে নকব নে? ক্ষত্ৰিয়ৰ শিৰোমণি অৰ্জ্জুনৰ নাম হব ভীৰু কাপুৰুষ।

**অৰ্জ্জুন** : ভীৰু হওঁ, কাপুৰুষ হওঁ তাত কোনো কথা নাই। কিন্তু আত্মীয়স্বজন বধ কৰি মোক বীৰৰ নাম নালাগে প্ৰভু।

**কৃষ্ণ** : তোমাক আগ কৰি লৈ যুধিষ্ঠিৰে ইয়ালৈকে যুদ্ধ পাতিছিল।

**অৰ্জ্জুন** : কাপুৰুষ নহবা। সম্মুখ সংগ্ৰামত অস্ত্ৰ ধৰা।

**অৰ্জ্জুন** : সখি। প্ৰভু। জাতিবধ মহাপাপ। মই তোমাৰ শৰণাপন্ন, মোক ৰক্ষা কৰা।

**কৃষ্ণ** : তুমি মোৰ শৰণাপন্ন স্বীকাৰ কৰিছোঁ, মই যি কৰিবলৈ কওঁ তাকে কৰিবা।

**অৰ্জ্জুন** : সখি।-

**কৃষ্ণ** : (হাঁহি) তুমি ঠিক পণ্ডিতৰ দৰেই কথা কৈছা। কিন্তু অবাবত বন্ধুৰ নিমিত্তে শোক কৰি মুৰ্খামি কৰিছা। পণ্ডিতে কাৰো নিমিত্তে শোক নকৰে। জীৱাত্মাৰ জন্মমৃত্যু একো নাই। ই অটুট, ইয়াক অগ্নিযে দাহ কৰিব নোৱাৰে, অস্ত্ৰই ছেদন কৰিব নোৱাৰে। যেনেকৈ মানুহে জীৰ্ণ বস্ত্ৰ পৰিত্যাগ কৰি নব বস্ত্ৰ পৰিধান কৰে, সেইদৰে জীৱাত্মাৰ কৰ্ম্ম অনুসৰি, দেহান্তৰ ঘটে। যুদ্ধ ক্ষত্ৰিয়ৰ ধৰ্ম্ম। যদি তুমি এই যুদ্ধ পৰিত্যাগ কৰা, তেন্তে স্বধৰ্ম্মত্যাগী পাপী হবা। স্বধৰ্ম্মত নিধনো শ্ৰেয়, পৰধৰ্ম্ম ভয়াবহ। তুমি স্বধৰ্ম্ম সাৰ কৰি যুদ্ধত মন দিয়া। যুদ্ধত মৃত্যু হলে অক্ষয় স্বৰ্গলাভ। জয় হলে পৃথিৱী লাভ। কৰ্ম্মত প্ৰবৃত্ত হোৱা অৰ্জ্জুন। কৰ্ম্মফল নাবাবি, জয়-পৰাজয় নাভাবি, তোমাৰ কৰ্ত্তব্য কৰা। দুখত কাতৰ নহৈ, আনন্দত বিভোৰ নহৈ, অনুৰাগ

আৰু ভয় বিসৰ্জ্জন দি প্ৰকৃত জ্ঞানীৰ দৰে কাম কৰা। যি জ্ঞানী তেওঁৰ মনত ভোগ, বিলাস, মায়া, মমতা, হিংসা, দ্বেষ অহঙ্কাৰ একো নাই। জ্ঞান সকলোতকৈ শ্ৰেষ্ঠ।

অৰ্জ্জুন : হে যদুপতি। তোমাৰ কথাতেই স্থিৰতা নাই। তুমি কেতিযাবা কৰ্ম্মক আৰু কেতিযাবা জ্ঞানক প্ৰশংসা কৰিছা। যদি কৰ্ম্মতকৈ জ্ঞান শ্ৰেষ্ঠ, তেন্তে মোক এই ধ্বংসযজ্ঞলৈ আহ্বান কৰিছা কিয়?

কৃষ্ণ : সখি। বিনাকৰ্ম্মে প্ৰকৃতিযে কাকো থাকিবলৈ নিদিয়ে। আসক্তি নোহোৱাকৈ কৰ্ম্ম কৰি যি ইন্দ্ৰিয় সংযম কৰে তেওঁ শ্ৰেষ্ঠ। কৰ্ম্মৰপৰা হোৱা জ্ঞানেই প্ৰকৃত জ্ঞান। ত্ৰিভুবনত মোৰ একোৰে অভাৱ নাই। তথাপি মোৰ একো অকৰ্ত্তব্য নাই। মই কৰ্ম্ম নকৰিলে সকলোৰে মোক দেখি কৰ্ম্মত্যাগ কৰিব। সেইদৰে ব্ৰহ্মাণ্ড উৎসন্ন হব। সেইদেখি মুৰ্খই যেনেকৈ ফল আশা কৰি কাম কৰে, বিদ্বানে তেনেকৈ আসক্তি এৰি লোকধৰ্ম্ম ৰক্ষাৰ কাৰণে কাম কৰে। তুমি অন্তৰ্য্যামী পুৰুষৰ লগত কাম কৰিছো বুলি ভাবি সুখ দুখ পৰিত্যাগ কৰি যুদ্ধ কৰা। কামনাই জ্ঞানক আচ্ছন্ন কৰি ৰাখে। বাসনা পৰিত্যাগ কৰি কৰ্ম্ম কৰিলে জ্ঞান জ্বলি উঠে। সেই দেখি অৰ্জ্জুন উঠা। কৰ্ম্মেন্দ্ৰিয় জগাই তোলা। শ্ৰেয় কৰ্ম্ম কৰি যোৱা। ক্লৈবতা এৰি দিয়া, মোৰ হৈ তুমি কৰ্ম্ম কৰিব লাগিব। এইদৰে মই অনন্তকাল কৰ্ম্ম কৰি আহিছোঁ। যেতিযাই অধৰ্ম্মৰ প্ৰভাৱত ধৰ্ম্ম নষ্ট পায় তেতিযাই মই ধৰাত জন্ম ধৰি ধৰ্ম্ম সংস্থাপন কৰোঁ।

অৰ্জ্জুন : প্ৰভু মই জানিও নজনা হৈছোঁ। তুমিযেই সেই অনাদি অনন্ত পুৰুষৰ অৱতাৰ। তুমিযেই সকলোৰে হৰ্ত্তা-কৰ্ত্তা। তথাপি মোক এই ধ্বংসযজ্ঞলৈ নামাতিবা।

কৃষ্ণ : (অলপ ইতস্ততঃ কৰি) অৰ্জ্জুন। মোৰ ইচ্ছাত তোমাৰ দিব্য-চকু হক। তুমি মোৰ জ্যোতিৰ্ম্ময় দিব্য জ্যোতি দৰ্শন কৰা। কোনে কাক মাৰে। (শ্ৰীকৃষ্ণই জ্যোতিৰ্ম্ময় দিব্যৰূপ ধৰে। অৰ্জ্জুন আচৰিত হৈ হাতেৰে চকুত আঁৰ দি এখাজ দোখোজকৈ পাছলৈ যায়।)

অৰ্জ্জুন : (আচৰিতভাৱে) ই কি যদুপতি। ই কি তোমাৰ ৰূপ। মই প্ৰকৃতিস্ত হৈ থাকিব পৰা নাই প্ৰভু। হে শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী পৰমাত্মা। নীল আকাশৰ চন্দ্ৰ সূৰ্য্য তোমাৰ চকু। তুমি তোমাৰ প্ৰভাৱেৰে ব্ৰহ্মাণ্ড ব্যাপি আছা। যক্ষ, ৰক্ষ, নৰ, দেৱতা সকলো তোমাৰে অঙ্গভূক্ত, তোমাৰ ইচ্ছাতে সকলোৰে জন্ম আৰু ধ্বংস হৈছে। হে জগন্নাথ। প্ৰসন্ন হোৱা। তোমাৰ মূৰ্ত্তি দেখি মোৰ শৰীৰ ৰোমাঞ্চিত হৈছে। মহাবীৰ ভীষ্ম, দ্ৰোণ, কৰ্ণ আৰু শতভাই দুৰ্য্যোধন আদি তোমাৰ কৰাল মুখত সোমাবলৈ আৰম্ভ কৰিছে। নৈ বিলাক সাগৰত লয় হোৱাৰ দৰে, অগ্নিত পতঙ্গ ধ্বংস হোৱাৰ দৰে তোমাৰ শৰীৰত সকলো ধ্বংস হৈছে। হে ত্ৰৈলোক্যৰ ঈশ্বৰ। (আঠুকাঢ়ি) মই তোমাক নমস্কাৰ কৰিছো। তুমি প্ৰসন্ন হোৱা। তোমাৰ ৰূপ সম্বৰণ কৰা। মোৰ দিবাচকু লৈ যোৱা। মই একো নাজানো। তুমি কোন মোক কোৱা? *(উঠে)*

কৃষ্ণ : অৰ্জ্জুন। মই পৃথিৱীৰ ভাৰ লাঘৱ কৰিবৰ নিমিত্তে সাক্ষাৎ কালৰূপে ধ্বংস কৰিবলৈ প্ৰবৃত্ত হৈছো। তোমাৰ বাহিৰৰ বিপক্ষৰ সকলোটি ধ্বংস হব। সেইদেখি তুমি যুদ্ধত প্ৰবৃত্ত হোৱা। শত্ৰু বধ কৰি ৰাজ্য আৰু যশ লাভ কৰা। মই আগেযে সকলো বধ কৰি থৈছো। তুমি এতিযা বধৰ নিমিত্ত মাত্ৰ হোৱা। তুমি ভীষ্ম, দ্ৰোণ, কৰ্ণ আদিক দুখ শোক পৰিত্যাগ কৰি বধ কৰা। বিলম্ব নকৰিবা। তোমাৰ জয় নিশ্চয় হব। তোমাৰ বাহিৰে মোৰ এই ৰূপ কোনেও দেখা নাই। যৌগসকলে এই ৰূপ দেখিবলৈ বাঞ্চা কৰে। ইযাত তুমি মোহিত নহবা। ভয় ভ্ৰান্তি এৰি মোক আগৰ দৰেই চোৱা। দেখিবা মই তোমাৰ পূৰ্ব্বৰ সখি কৃষ্ণই।

অৰ্জ্জুন : (আঁঠু কাঢ়ি কৰযোৰে) হে প্ৰভু। মোক ক্ষমা কৰা। মোৰ এতিযা জ্ঞানচক্ষু হৈছে। তুমি আদি, তুমি মধ্য, তুমি অন্ত। তুমি সৃষ্টি আৰু প্ৰলয দুযোৰে কাৰণ, তোমাৰ জন্ম মৃত্যু একো নাই। তুমি অবিনাশী ব্ৰহ্মা। হে বিশ্বেশ্বৰ। মোৰ সহস্ৰ প্ৰণাম গ্ৰহণ কৰা, হে বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিমূৰ্ত্তি। মই তোমাক সোৰেঁ-বাৰেঁ তলে-ওপৰে প্ৰণাম কৰিছোঁ, মোৰ প্ৰণাম গ্ৰহণ কৰা। তুমিযেই চন্দ্ৰ সূৰ্য্য, গ্ৰহ-উপগ্ৰহ, তুমিযেই বায়ু, যম, অগ্নি, বৰুণ, প্ৰজাপতি, তুমিযেই বজ্ৰপাণি ইন্দ্ৰ, তোমাৰ শক্তিয়েই উনপঞ্চাশ পৱন। তুমি অনন্তবীৰ্য্য, অনন্ত পৰাক্ৰমী। তুমি গোটেই বিশ্বত ব্যাপকভাৱে আছা। হে জগৎ কাৰণ। তোমাক মই কৃষ্ণ, সখি আদি বুলি সম্বোধন কৰিছো, তোমাক মই খাওঁতে-শোঁওতে, বহোঁতে, লগত থাকোঁতে, বা অকলে অনেক তিৰস্কাৰ কৰিছোঁ, মোক ক্ষমা কৰা। পিতাই যেনেকৈ পুত্ৰৰ, মিত্ৰই যেনেকৈ মিত্ৰৰ, স্বামীযে যেনেকৈ ভাৰ্য্যাৰ, প্ৰভুৱে যেনেকৈ ভৃত্যৰ দোষ মৰিষণ কৰে, স্বামীযে যেনেকৈ ভাৰ্য্যাৰ, প্ৰভুৱে যেনেকৈ ভৃত্যৰ দোষ মৰিষণ কৰে, সেইদৰে মোক

ক্ষমা কৰা। মই তোমাক পুনঃ পুনঃ প্ৰণাম কৰোঁ।

কৃষ্ণ ঃ ধনঞ্জয় উঠা। মই এতিয়াও তোমাৰ সখি সেই কৃষ্ণই। তোমাৰ এতিয়াও বহুত জানিবলৈ আছে, সেইবোৰ মই তোমাক লাহে লাহে কম। এইদৰে তুমি জ্ঞানী সকলৰ পৰা প্ৰণিপাত, প্ৰশ্ন আৰু সেৱাৰ দ্বাৰা জ্ঞান ভিক্ষা কৰিবা। এতিয়া উঠা, সন্মুখ সংগ্ৰামলৈ বিপক্ষ দল সাজু হৈ আছে। শৰীৰৰ জড়তা দূৰ কৰি গাণ্ডীৱ তুলি লোৱা। গাণ্ডীৱৰ টঙ্কাৰত ত্ৰিভুবন কঁপি উঠক - শত্ৰুসৈন্যৰ বল ক্ষয় হ'ক। (অৰ্জ্জুনে আনন্দ মনেৰে একেজাপে উঠি কঁকালৰ টঙ্গালি টানি মাৰে আৰু গাণ্ডীৱ তুলি লয়। আগে আগে অৰ্জ্জুন আৰু পাছে পাছে কৃষ্ণৰ প্ৰস্থান)

# চতুৰ্থ দৃশ্য

**তেজেৰে ৰাঙলী মৰা শৰে ভৰা যুদ্ধক্ষেত্ৰ।**
**(ভৈৰবী বেশে গাভৰু তিনি গৰাকীৰ গীত)**

কি সুৰত বাজে বাঁহীটি তোমাৰ
কি সুৰত উঠে তান।
উথলি উঠিছে শোণিত সিন্ধু
ধৰণী কম্পমান।
যি বাঁহীৰ তানে যমুনা উজায়
যি বাঁহীৰ তানে গোপী নচুৱায়
কি সুৰে বজালা সেই বাঁহী আজি
শিযৰি উঠিলে প্ৰাণ।।
কাল কৰালে গ্ৰাসে চৰাচৰ
কম্পিত আজি যত দেৱ নৰ
স্তম্ভিত শুনি বাঁহীটি তোমাৰ।
উথলে প্ৰলয় বাণ।

*(প্ৰস্থান)*

(সন্তৰ ভৈৰৱবেশে প্ৰবেশ। তেজ, মৰা শ আদিৰ ওপৰে ওপৰে ডেও দি দি ফুৰে)

সন্ত ঃ তেজ। তেজ। গোটেইখনতে তেজ। ভৰি দিবলৈ ঠাই নাই। ইমানবোৰ মৰা মানুহ। ইয়াকে বোলে কচু কটা। ভাল কথা। আগেযে তেজৰ নাম, শুনিলেই ভয় লাগে, এতিয়া তেজৰ মাজে মাজে ডেও দি ফুৰি বৰ ভাল লাগিছে। বাঃ। বাঃ। কলীয়া, তোমাৰ লীলা, তেজ - তেজ, বৰ সুন্দৰ, ৰঙা যেনিবা জবাফুলহে ছিঙি -ভাঙি থৈছে। কি সুন্দৰ - কি পূজা - গছৰ জবাফুলতকৈ মানুহৰ বুকুৰ জবাফুল বেছি ভাল। নহয় নে মাতৃ মহাকালী? (হঠাৎ মৰা শ এটাত উজুটি খাই) অ' অ' এইজন আমাৰ চিনাকি, এৰোঁ দাত নিকটালে। বুকুতে শালিলে। বাৰু ভাল হৈছে। এইদৰেই সংসাৰ। কালি বাটটো সুধিলত কবলৈ বেয়া পালা। পেংলাই কৰিলা। বাৰু। (আন এটা তললৈ পেট পেলাই পৰি থকা দেখি) এইটোৰ দেখোন গাত মৰা কটাৰ একোৰে চিন্ নাই। কোনোবাই নেলু চেপা দিলে নে কি? (হাতেৰে ছুই ঠেলি) বোলো হেৰা পেট পেলোৱা ভকথ। তুমি মৰিলা নে জী আছা? হয নে? বোলো মৰিলানে জীযাই আছা? (স্বগতঃ) বিশ্বাস হোৱা নাই। (ডাঙৰকৈ) ভগা দা এডোখৰ আনি বাৰু খুচি চাওঁচোন। (দা বিচাৰে)

সেনা ঃ (ঘপকৈ উঠি উত্ৰাৱল হৈ সন্তৰ ভৰিত সাৱট মাৰি ধৰি) হে ঈশ্বৰ। তুমি দেৱতাই হোৱা বা মনুষ্যই হোৱা মোক ৰক্ষা কৰা, ভৰিত পৰি মাতিছোঁ।

সন্ত ঃ নালাগে মাতিব শুই থাকা। মই দাৰে খুচি চালেহে মাতিবা।

সেনা ঃ দেউতা। ৰজাৰ দোহাই - গুৰুৰ দোহাই।

সন্ত ঃ বাৰু হৈছে, হৈছে। মই এধমকহে বিচাৰি ফুৰিছোঁ। জীযাবলৈ, তুমি দেখোন পুৰা জীযটোৰেই ইয়াত ভযত মৰা পৰা দিছা। ৰাতি হলেই মানুহে নেদেখাকৈ লৰ দিবলৈ নহয?

সেনা ঃ (মূৰ খজুৱাই) এ ৰা-

সন্ত ঃ যুঁজ নকৰিলে নো তোমাক কোনে শাস্তি দিয়ে? লোকে বেয়া বোলে বুলি আহ ভাও ধৰিলাহি, নহয়?

সেনা ঃ এৰা-

সন্ত ঃ ৰজাৰ ধন ইযালৈকে খাইছা, নহয?

সেনা ঃ এ-ৰা-

সন্ত ঃ তুমি তেন্তে মস্ত বীৰ?

সেনা ঃ এ-ৰা-

সন্ত ঃ তুমি হবলা এৰাকেহে চিনি পোৱা।

সেনা ঃ এ-ৰা -

সন্ত ঃ অ' এইটো বলিয়া হবলা।

সেনা ঃ হেঃ হেঃ হেঃ এ-ৰা।

সন্ত ঃ যাঃ (সন্ত আন ফালে যায়)

সেনা ঃ হ'ক তেওঁ, ঈশ্বৰ। আজিলৈ কোনোমতে সাৰিলো। পোন হৈ) উঃ ৰাম। *(সন্তই নেদেখাকৈ প্ৰস্থান)*

১ম চণ্ডাল ঃ (নেপথ্যত) নহয়, তই চুৰিয়াখন ল, মোক দে চোলাটো।

২ য় চা ঃ (নেপথ্যত) নহয়, মইহে চোলা লম।

১ম চা ঃ ( প্ৰৱেশ) তই আন এটা নিবি।

৩ য় চা ঃ (প্ৰবেশ) এহে এইটোৰ নিচিনা ৰজাৰ চোলা আজি ক'ত পাবি? এনেকুৱা চোলা পিন্ধা ৰজা আমি মৰাই

নাই।

১ ম চা   মই নিদিওঁ যা। (তেজেৰে ৰাঙ্গলী চোলা চুৰিয়া, লৈ কঢা আঁজোৰা কৰে।)

সন্ত   ঃ হেৰ এই কিটাক কিহে পালে? হেৰ বন্দী মানুহৰ শগুণহঁত। তহঁতৰ হল কি?

১ম চা   ঃ চাচোন ডাঙ্গৰীযা, মোৰ চোলাটো নিদিযে। (চোলা সামৰে)

২ য় চা   ঃ নহয় তাৰ চোলা। আমি দুয়ো মৰা ৰজাটো একে সময়তে দেখিছিলো। সি চোলাটো লৈ মোক চুৰিযাখন দিব খুজিছে।

১ম চা   ঃ একেলগে দেখিলি পিছে কি হল? তেজৰ মাজৰ পৰা মইহে আগধৰি চোলাটো সোলোকাই আনিলো। (২য় চণ্ডালে চোলাটো প্ৰথমটোৰ হাতৰ পৰা আঁজোৰে) একেচৰে হাঁহে ঘুৰাদি ঘুৰিৰি একা কৈ দিছো।

২ য় চা   ঃ হেৰ মই হবলা শুদাই এৰিম। (আকৌ কঢা আঁজোৰা কৰে।)

সন্ত   ঃ ৰ, ৰ, মৰামৰি নকৰিবি, মই বিচাৰ কৰো।

১ ম চা   ঃ বাৰু ডাঙ্গৰীযা তই ভাগ কৰি দে।

২ য় চা   ঃ হয বাৰু ভাগ পাত।

সন্ত   ঃ (স্বগতঃ) যি যিহৰ লাযক, মোৰ বিচাৰো হ'ক সেইদৰে। (ফুটাই) মই যিহকে কম তাকে শুনিবি, নহলে চোৰ বুলি ৰজাৰ ওচৰলৈ ধৰি নিম, বুজিছ? (দুয়োটাই মূৰ জোকাৰে) সৌ দাখন আন। (১ম চাণ্ডালে দাখন আনে) দে চুৰিযা দে। (চোলা লৈ পিঠিৰ সিযনিযে দি দুফাল কৰি দুইকো দুফাল দিযে) চুৰিয়াৰে পাগুৰি মাৰ। চোলা পিন্ধ। (চাণ্ডাল দুটাই তাকে কৰে)

২ম চা   ঃ ডাঙ্গৰীয়া। তই কি কৰিলি? চোলা দেখোন এফালহে হ'ল, এখন হাতহে সোমাল।

১ য় চা   ঃ মোৰো এখন হাত হে হ'ল। ইখন হাত উদং হৈযে থকিব নেকি?

সন্ত   ঃ হেৰ ৰজাৰ হাত আছিল দুখনহে। সমানে সমানে ভগালে এটাকৈ নপৰি আৰু কেইটাকৈ পৰিব? কেতিযাবা চাৰিহতীয়া ৰজা মৰিলে চাৰিহতীয়া চোলা আনিবি। দুটা দুটা হাত পাবি। নহলে আকৌ দুহাত থকা এটা আনি ভাগ পাতিলৈ লগাই লগাই লবি। মুখেৰে নামাতিবি। ইযাৰ পৰা তৎক্ষণাৎ ভাগ। (চণ্ডাল দুটাই এফাল এফাল চোলাৰ ৰেহৰূপ চাই গুচি যায়)

সন্ত   ঃ সৌৱা আমাৰ গাভৰুহঁত ভৈৰবীৰ বেশেৰে ইয়াতে ফুৰিছে। এইহঁতৰ মনে মোৰ মনে বেছ খাপ খাই পৰিছে দেই। ৰণ ভাগক। আমাৰ কলীযা প্ৰভুক খুজি এই তিনিওটিৰে পাণিগ্ৰহণ কৰিব লাগিব। ত'ত যেতিযা হাজাৰে হাজাৰে ৰখাইছে, আমাক তিনটীও নিদিব নে? ইহঁতক দেখা নিদিওঁচোন। আলেঙে আলেঙে ফুৰো। *(প্ৰস্থান)*

*(ভৈৰৱীহঁতৰ প্ৰবেশ)*

১মা ভৈ   ঃ হয় পায, হয অ'।

২ য়া ভৈ   ঃ মোৰো হয যেন লাগিছে।

৩ য়া ভৈ   ঃ আমাতকৈ লোকে আগেযে আহিছে।

১ মা ভৈ   ঃ মানুহটোলৈ বৰ মোহ সোমাল পাই।

২ য়া ভৈ   ঃ মাতচোন বাৰু মাত।

৩ য়া ভৈ   ঃ (ডাঙ্গৰকৈ) হেৰা সন্ত ককাইটি। ৰবা।

১ মা ভৈ   ঃ নহয়,নহয়, উভতিকে নাচালে। কোনোবাহে।

২ য়া ভৈ   ঃ ছিঃ কাৰবাক হে মতা হল।

৩ য়া ভৈ   ঃ বলা বলা, কি হব আৰু। সন্ত অহা হলে বৰ ভাল লাগিলহেঁতেন।

*(তিনিওৰে প্ৰস্থান)*

*(সন্ত ওলাই লৰ দি কৈ যায)*

সন্ত   ঃ ককাইটিহে হয়। এইহঁতে পালে শুদাই নেৰে। আলেখ-লেখ চাওঁ।

পঞ্চম দৃশ্য।

ৰাতি- দুৰ্য্যোধনৰ শিবিৰ।

ৰাতিৰ সাজত দুয্যোধন, শকুনি আৰু প্ৰহৰী।

**দুৰ্য্যোধন**   ঃ ৰাতি ভালেমান হ'ল মামা। আপুনি তেন্তে যক।

*(দুৰ্য্যোধনৰ প্ৰস্থান)*

**শকুনি**   ঃ যাওঁ ভাগিন যাওঁ। (স্বগতঃ) দুৰ্য্যোধন বৰ আনন্দ, ভীষ্মই প্ৰতিজ্ঞা কৰি পাঁচোটা শৰ বাছি লৈছে। কোনে জানে কৃষ্ণৰ মহিমা। তেওঁ বা ইতিমধ্যে কি কৰে। ভীষ্মৰ প্ৰতিজ্ঞাৰ কথাটো নিশ্চয় পাণ্ডৱৰ শিবিৰ পালেগৈ। দেখা য'ক ক'ৰ পানী কলৈ যায়। (বিপৰীত ফালে প্ৰস্থান। প্ৰহৰী অলপ গৈ দুৱাৰ মুখৰ পৰা ঘূৰি আহে)।

**প্ৰহৰী**   ঃ মোৰ পিতলৰ গোসাঁই। এইখনক কিহে পালে ঐ। দিন নাই ৰাতি নাই, ইটো আহিব। ইটোক আগবঢ়া, সিটোক আগবঢ়া। হেৰ পালে কিহে? দিনত যেনিবা খোৱা কামোৱা কৰি মৰ, ৰাতি কৰিছ কি এইখন? (দুৱাৰ মুখত অলপ থিয় হৈ পহৰা দি লাঠীৰ মূৰত

আওজি থিয়ৈ থিয়ৈ টোপনি যায। হঠাৎ উচাপ খাই হামিয়াই হেঁকতিযাই ভিতৰলৈ যায়। বিপৰীত ফালৰপৰা আগে আগে অৰ্জ্জুন পাছত শ্ৰীকৃষ্ণৰ প্ৰবেশ। শ্ৰীকৃষ্ণই দুৱাৰ মুখত কথমপি গা দেখুৱায়।)

কৃষ্ণ : সখি। মই এইখিনিতে আছো। তুমি দুৰ্য্যোধনক মাতি মুকুটটো খোজা। যেনেকৈ কবলৈ কৈছো ঠিক সেইদৰে কবা। যোৱা এতিয়া।

অৰ্জ্জুন : প্ৰহৰী।

প্ৰহৰী : (লৰালৰিকৈ ওলাই আহি অৰ্জ্জুনক আঁঠু কাঢ়ি প্ৰণাম কৰে) প্ৰভু। ইমান ৰাতি?

অৰ্জ্জুন : মহাৰাজক কওঁগে, তৃতীয় পাণ্ডৱ অৰ্জ্জুনে বাহিৰ চ'ৰাত অপেক্ষা কৰিছে।

*(প্ৰহৰীৰ প্ৰস্থান)*

অৰ্জ্জুন : (অলপ ইফাল সিফাল কৰি তলমূৰ কৰি ভাবি স্বগতঃ) দৈৱৰ ফেৰত আজি ঘৰতে আলহী।

*(প্ৰহৰীৰে সৈতে দুৰ্য্যোধনৰ ব্যগ্ৰভাৱে প্ৰবেশ)*

দুৰ্য্যোধন : (অৰ্জ্জুনক এখন হাতেৰে আকোৱালি ধৰি) এ আজি অৰ্জ্জুন দেখোন। ৰাতিখন ক'ৰবাৰ মানুহৰ দৰে ইযাত থিয় হৈ আছা। কেলেই অৰ্জ্জুন। ভিতৰলৈ বলা। ৰণৰ সময়তহে ৰবা। আমি এইদৰে বহুত দিন লগ পোৱা নাই অৰ্জ্জুন। কিয় আহিলা অৰ্জ্জুন? বলা ভিতৰলৈ।

অৰ্জ্জুন : দাদা। ঈশ্বৰৰ ইচ্ছাত এনে হব লগা আছিল। কি কৰিব। বহুত পলম হৈছে, ধৰ্ম্মৰাজে চিন্তা কৰিব। থিয়ৈ থিয়ৈ কথাষাৰ কওঁচোন।

দুৰ্য্যোধন : কি কৰিবা অৰ্জ্জুন। ভগৱন্তৰ ইচ্ছা। কোৱা বাৰু কি কথা।

অৰ্জ্জুন : আমি বনবাসী হৈ থাকোঁতে দৈবদুৰ্ব্বিপাকত আপোনাক সদলে গন্ধৰ্ব্বই বন্দী কৰাৰ কথা মনত আছেনে?

দুৰ্য্যোধন : আছে, আছে অৰ্জ্জুন। সেইদিনা তুমি উদ্ধাৰ নকৰা হেতেন কুৰুক্ষেত্ৰ যুদ্ধই নহল হেতেন, নহয় নে? (অৰ্জ্জুনক পিঠিত চপৰিযাই) অৰ্জ্জুন। সেইদিনা তোমাৰ পৰাহে ৰক্ষা পালো।

অৰ্জ্জুন : আপুনি সেইদিনা সন্তোষ পাই মোক বৰ দিব খুজিছিল। মই পিছত লম বুলি কোৱাত আপুনি মান্তি হল, নহয় নে?

দুৰ্য্যোধন : হয় হয় অৰ্জ্জুন। মই সত্য কৰা আছে। এতিয়া লাগে নেকি? কোৱা কি লাগে - ধন, বস্ত্ৰ, মান, মৰ্য্যদা, সসাগৰা পৃথিৱী যিহকে লাগ তাকে দিম।

অৰ্জ্জুন : (হাঁহি) সসাগৰা পৃথিৱী! দেখোন যুদ্ধ কৰিবই নালাগে।

দুৰ্য্যোধন : সত্যৰক্ষাৰ নিমিত্তে তাকো দিবলৈ সাজু আছো।

অৰ্জ্জুন : দাদা, এই পাতি লোৱা যুদ্ধখন হেঁপাহ পলোৱাকৈ নকৰি সসাগৰা পৃথিৱী নালাগে। মোক এটা ক্ষুদ্ৰ দান দিয়ক, আপোনাৰ মুকুটটো।

দুৰ্য্যোধন : বৰ বস্তুটো খুজিলা। তোমাৰ মুকুট এটাও নাই নে? কোঁৱা কোঁৱা আৰু কি লাগে?

অৰ্জ্জুন : আৰু একো নালাগে, মুকুটোৱেই সকলো। দুৰ্য্যোধন। আহাঁ, তাকে নিয়াহি।

*(দুযোৱো ভিতৰলৈ প্ৰস্থান)*

প্ৰহৰী : আকৌ মোৰ কিলৰ কুটুমহঁতে গোট খাই বা কিমান পৰ কৰে। বেগেতে চেলেকা- চেলেকি, বেগেতে কটাকটি। বাৰুকিটা হওঁতে হয। (ইফাল সিফাল কৰি পহৰা দিযে)

(হাতত মুকুট লৈ দুৰ্য্যোধন আৰু অৰ্জ্জুনৰ প্ৰবেশ)

দুৰ্য্যোধন। এইটো তোমাৰ বৰ আৱশ্যকীয় বস্তু। (অৰ্জ্জুনৰ মূৰত মুকুট পিন্ধাই দিযে) বেছ হৈছে, পাছে তোমাৰ উপকাৰৰ প্ৰতিদান হল'ন নহল?

অৰ্জ্জুন : হব দাদা। সি মোৰ কৰ্ত্তব্যহে। আৰু যাওঁহে। (প্ৰণাম কৰে)

দুৰ্য্যোধন : (সাবটি) যোঁৱা অৰ্জ্জুন। (আগে আগে দুৰ্য্যোধন পাছে পাছে প্ৰহৰীৰ ভিতৰফালে প্ৰস্থান। অৰ্জ্জুন এখোজ দোখোজকৈ অহাফালে যাওঁতে আগৰ থকা ঠাইৰপৰা কৃষ্ণৰ প্ৰবেশ)

কৃষ্ণ : ঠিক তোমাৰ দুৰ্য্যোধনৰ নিচিনাই হৈছে দেখিবলৈ। এতিয়া বেগেতে ভীষ্মৰ শিবিৰলৈ গৈ নিজক দুৰ্য্যোধন বুলি চিনাকি দিয়াগৈ। তুমি যোৱাৰ উদ্দেশ্যে সুধিলে কবা -পিতামহ! মই নিজহাতে পাণ্ডৱ বধ কৰিবলৈ আপুনি বাছি থোৱা শৰ কেইটা প্ৰাৰ্থনা কৰিবলৈ আহিছো। হেজাৰ হক নিজহাতে পাণ্ডৱক বধ কৰিবলৈ বুঢ়াই ভাল নাপায়। দুৰ্য্যোধন বুলি তোমাক শৰ পাচোঁটা দি ভীষ্মই বৰ ভাল পাব। মুকুটটোৰ কাৰণে ভীষ্মই তোমাক ৰাতি দুৰ্য্যোধন বুলিয়েই জানি লব। মনত ৰাখিবা, শৰ পাচোঁটা নানিলে মই কালিলৈ পাঁচ পাণ্ডৱক ৰাখিব নোৱাৰিম। বলা বেগাই বলা। মই দুৱাৰ মুখতে থাকিম। ( প্ৰস্থান)

## ষষ্ঠ দৃশ্য

### পাণ্ডৱ- শিবিৰ।

(উত্তৰাই অকলে মালা গাঁথি গীত গাই বহি আছে)

গীত।

নিতে নিতে নিতে নিতে

স্তব্ধ ধৰণী পৰে দিনমণি
বিষাদ বিৰাগ চিতে।।
নিতে নিতে নিতে নিতে
তোমাৰ কৰুণা কৃপাকণাদানে
জ্বলোৱা বন্তি আন্ধাৰ প্ৰাণে
তৃপ্ত কৰাহে হিযাৰ সৰগ
মঙ্গলময় গীতে।।
নিতে নিতে নিতে নিতে
জোনে মাৰে হাহি, ফুলে ফুলপাহি
তৰা শাৰী শাৰী নাচে নীলাকাশে
বয বাযু বয় পৰশে মধুৰ
বিশ্ব জগত হিতে।।
তোমাৰ কৰুণাময বিন্দু
এই চৰাচৰ জীৱৰ সিন্ধু
ঘোষিছে তোমাৰ মহিমা অপাৰ
মঙ্গলময় গীতে।।

(মনে মনে পাছৰ ফালৰপৰা অভিমন্যু আহি উত্তৰাৰ চকু মুদাই ধৰে।)

**উত্তৰা** : কোন এযা? মই এনে চুপতি ভাল নাপাও। অভিমন্যু। কোন বাৰু কোৱা।

**উত্তৰা** : আমি চিনি পাইছো বা।

**অভি** : চিনিলা যদি এৰিলো। অকলে অকলে যে গান গাই আছা, আমাকো গানৰ ভাগ দিবালৈ

**উত্তৰ** : আপোনাৰ যুদ্ধৰ ভাগ আমাক দিলে গানৰ ভাগ দিব পাৰো।

**অভি** : যুদ্ধৰ ভাগ লৈ তুমি কি কৰিবা উত্তৰা?

**উত্তৰা** : ভাগ ললে কিজানি সোনকালে আহিবলৈ সময় পায়েই।

**অভি** : নহয় উত্তৰা। সময় আৰু কি পাবা? সময় এইদৰেই থাকিব।

**উত্তৰা** : বাৰু আপুনি নো কেনেকৈ যুদ্ধ কৰে?

**অভি** : তাকো নাজানা- তৰোৱালেৰে কাটি, শৰেৰে বিন্ধি।

**উত্তৰা** : বাৰু যুদ্ধ নো কেতিয়া শেষ হব।?

**অভি** : যেতিয়া আমি আটাবোৰ হম।

**উত্তৰা** : য'ক—

**অভি** : যাবলৈ নাই, এই কিদিনৰ ভিতৰত কিমানবোৰ ক্ষত্ৰিয় কুমাৰ বধ হৈছে কব পাৰানে উত্তৰা? ক্ষত্ৰিয়ৰ লৰা যুদ্ধত মৰিবই লাগিব।

**উত্তৰা** : তেনে কথা মোৰ আগত নকব শপত দিছো। তেনেবোৰ কথা হবলৈ মোৰ ওচৰলৈ নাহিবই।

**অভি** : বাৰু তেনে নাহোঁ।

**উত্তৰা** : ন্নাথ। *( চকু চলচলীয়া হয়, তলমূৰ কৰে)*

**অভি** : (হাতত ধৰি) নহয় উত্তৰা। মই ধেমালি হে কৰিছো। ক্ষত্ৰিযৰ তিৰোতাই নিজ স্বামীক পিন্ধাই উৰাই যুদ্ধলৈ পঠিয়াই দিয়ে। তুমি দেখোন ভয় কৰিছা?

**উত্তৰা** : কোনে কৈছে মই ভয় কৰিছো বুলি। মযো পঠিয়াম আপোনাক পিন্ধাই-উৰাই, পিছে যুদ্ধত জয় লাভ কৰিবলৈহে দেই।

**অভি** : জয় কৰিবৰ আশাতহে সকলোৱে যুদ্ধলৈ যায় উত্তৰা? পিছে পিতামহ ভীষ্মই যি পৰাক্ৰম দেখুৱাইছে তালৈ চাই যুদ্ধ জয কৰা অসম্ভৱ যেন দেখিছো। কালি নিশা পিতামহে পাঁচ পাণ্ডৱক বধ কৰিবলৈ পাঁচপাত শৰ বাছি থৈছিল। যদুপতিৰ বুদ্ধিত যেনিবা পিতাই শৰ কিপাত আনিলে।

**উত্তৰা** : কৃষ্ণ নোহোৱা হলে আমাৰ কি হলহেঁতেন?

**অভি** : যোৱা ৰাতি পিতামহে বাছি থোৱা শৰেৰে পৃথিৱী শূন্য কৰিলে হেঁতেন।

**উত্তৰা** : পিতাৰ যেতিয়া নাৰাযণ ৰথৰ সাৰথি আমাৰ কি ভয, নহয নে?

**অভি** : হবও পাৰে নহবও পাৰে উত্তৰা। তেওঁৰ মহিমা কোনে বুজ পায? পিতামহে দহদিন যুদ্ধৰ প্ৰতিজ্ঞা কৰিছে। এই আঠ দিনতে আমাৰ সৈন্য ইমানবোৰ কমিল, এই কি দিনত বা কি হয?

**উত্তৰা** : বাসুদেৱে কিবা এটা উপায কৰিব।

**অভি** : কথা পাতি থাকিবৰ সময় নাই উত্তৰা। যুদ্ধ আৰম্ভৰ সময় হল। বলা যাওঁ।

**উত্তৰা** : বলক। আপুনি কিন্তু যুদ্ধত লাগি এইফালে নাপাহৰিব।

**অভি** : নাপাহৰো উত্তৰা। তোমালৈ কেনেকৈ পাহৰিম? *(উভযৰ প্ৰস্থান)*

সপ্তম দৃশ্য

যুদ্ধক্ষেত্ৰৰ একাংশ।

(ভীষ্মই যুদ্ধ কৰি আছে)

**ভীষ্ম** : এইবাৰ সাৱধান যদুপতি। অৰ্জ্জুনক ৰাখা। ৰথ থিৰেৰে ৰাখা। নিজৰ গোপিকাৰঞ্জন সুন্দৰ সুঠাম দেহটিক ক্ষুদ্ৰ ভীষ্মৰ হাতৰ পৰা ৰক্ষা কৰা। মোৰ প্ৰতিজ্ঞা ভঙ্গ হল প্ৰভু। তোমাৰ ছলনাত (শৰ মাৰি যাব খোজে)। অ' সৌৱা যদুপতিয়ে ৰথৰ পৰা নামি হাতত ৰথৰ চক্ৰ লৈ যুদ্ধ কৰিবলৈ আহিছে। সেই উদ্দেশ্যে মযো নামি আহিছোঁ। (নিজে অহা ফাললৈ চাই) সাৰথি। তুমি ৰথ আঁতৰাই ৰাখা, মোৰ উদ্দেশ্যে সিদ্ধি হৈছে।

নেপথ্যত সাৰথি। আপোনাৰ আজ্ঞামতে ৰথ ঘুৰালো

প্ৰভু।

ভীষ্ম : (স্বগতঃ) অৰ্জ্জুন। তোমাৰ সাৰথিক ৰথী কৰি তুমি কি ৰং চাইছা। (হাতত ৰথৰ চক্ৰ লৈ খঙ্গেৰে শ্ৰীকৃষ্ণৰ প্ৰবেশ)

কৃষ্ণ : (খঙ্গেৰে) ভীষ্ম।

ভীষ্ম : করুণাময। ভীষ্মৰ উদ্দেশ্যে সিদ্ধি কৰা। (হাতৰ ধনুশৰ পেলাই আঁঠু কাঢ়ি কৰযোৰ কৰে)

কৃষ্ণ : (খঙ্গেৰে)জানা ভীষ্ম, তোমাৰ সৈতে গোটেই কৌৰৱ-বংশ খন্তেকতে সংহাৰ কৰিব পাৰো।

ভীষ্ম : ভগৱান। তাকে কৰক বুলিযেই ৰথৰ পৰা নামি সাজু হৈ আছোহি। হে গোপিকাৰঞ্জন। হে মধুসূদন। যি মৰণ গৌৰৱৰ কাৰণে চৰাচৰে বাঞ্ছা কৰে, আজি অপ্ৰত্যাশিতভাৱে সেই মৰণ নিৰ্ম্মালি দি ভীমক কৃতাৰ্থ কৰা।

কৃষ্ণ : তোমাৰ যদি ইমান ভক্তি তেন্তে জানি-শুনিও কৌৰৱৰ ফলীযা কিয হৈছিলা? তুমি দেখুওৱা, ধাৰ্ম্মিক, কিন্তু ধৰ্ম্মৰ বিৰুদ্ধে অস্ত্ৰ ধৰা।

ভীষ্ম : সেই কথা মই স্বীকাৰ কৰো প্ৰভু। দুৰ্য্যোধন অনুগ্ৰহত জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰি বিপদৰ সময়ত দুৰ্য্যোধনক এৰি আহিলে জগতে মোক কি বুলিব? তোমাৰ অনুগ্ৰহত ভীষ্মৰ আজি যিখিনি গৌৰৱ আছে সিও ধ্বংস হব। তথাপি যতদূৰ সম্ভৱ দুৰ্য্যোধনক এই সৰ্ব্বনাশী যুদ্ধৰ পৰা বিৰত কৰিবলৈ চেষ্টা কৰিছিলো, কিন্তু কি হব, যমে যাৰ চুলিত ধৰি টানে তালৈ অমৃতো বিষতুল্য।

কৃষ্ণ : তেন্তে তোমাৰ প্ৰভুৰ অন্যায কামত প্ৰশ্ৰয দিযাই, কুৰুক্ষেত্ৰৰ এই ভীষণ সমৰত তুমি সেনাপতি হোৱা· একমাত্ৰ উদ্দেশ্য।

ভীষ্ম : দেখাত সেয়ে একমাত্ৰ উদ্দেশ্য হলেও প্ৰভু! তুমি ভীষ্মৰ বৈৰী নহলে তাক আনে সংসাৰ-সাগৰৰ পৰা মুক্ত কৰিব নোৱাৰে। প্ৰভু! ভীষ্ম ইচ্ছামৃত্যু। মোৰ দহদিন মাত্ৰ যুদ্ধৰ প্ৰতিজ্ঞা। দহদিনতকৈ বেছি মই যুদ্ধ নকৰো। যুধিষ্ঠিৰে মোক সেনাপতি হোৱা দেখি ভয় খাই মোৰ ওচৰলৈ আহিছিল। যুধিষ্ঠিৰক মই কৈ থৈছোঁ, পাণ্ডৱৰ জয় নিশ্চিত। তথাপি অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত থকা অৱস্থাত মোক কোনেও বধ কৰিব নোৱাৰে। শিখণ্ডি পুৰুষ নহয়। এই শিখণ্ডিক মোৰ আগত থৈ অস্ত্ৰ প্ৰহাৰ কৰিলে মই অস্ত্ৰ নধৰো। মোৰ বধৰ নিমিত্তেই শিখণ্ডিৰ অৱতাৰ। প্ৰভু! মোৰ বধৰ উপায় পৰ্য্যন্ত মই যুধিষ্ঠিৰক কৈ থৈছো; তথাপি কালি মোৰ প্ৰতিজ্ঞা ভঙ্গ কৰালা ছলনাময়। সেই নিমিত্তে তোমাৰো প্ৰতিজ্ঞা ভঙ্গ কৰিলো। তোমাৰ কুৰুক্ষেত্ৰত অস্ত্ৰ নধৰো বোলা কথা মিছা হল প্ৰভু।

কৃষ্ণ : তেন্তে ভীষ্ম। তুমি মোৰ প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ মোক ক্ষত-বিক্ষত কৰিছিলা?

ভীষ্ম : অকল সেয়ে নহয় প্ৰভু। তোমাৰ চক্ৰ সম্বৰণ নকৰিবা, অধমৰ প্ৰাৰ্থনা পূৰণ কৰা, এই দীনহীনৰ পূজা গ্ৰহণ কৰা। (আঁঠু কাঢ়ি কৰযোৰে স্তুত কৰে)

নমো নাৰায়ণ হৰে।
নমো নাৰাযণ হৰে।
ভকতৰ ধন অৰুণ চৰণ
সেৱকে বাঞ্ছা কৰে।
নমো নাৰাযণ হৰে।
শ্ৰীমধুসুদন পতিপাৱন
পতিতে চৰণ ধৰে।
নমো নাৰায়ণ হৰে।
জগত কাৰণ পাপ বিনাশন
নামে যাৰ পাপী তৰে।
নমো নাৰায়ণ হৰে।
হে হৰি শ্ৰীহৰি মুকুন্দ মুৰাৰি
দীনজন পদে পৰে।
নমো নাৰায়ণ হৰে।

কৃষ্ণ : ভীষ্ম। মই তোমাৰ ভক্তিতে সন্তুষ্ট, তুমিও জানিবা ভক্তৰ বাহিৰে মোৰ প্ৰতিজ্ঞা কোনেও ভাঙিব নোৱাৰে। তোমাৰ ভক্তি আৰু বীৰত্বৰ তুলনা বিৰল।

*(অৰ্জ্জুনৰ বেগেৰে প্ৰবেশ)*

অৰ্জ্জুন : যদুপতি। কুৰুক্ষেত্ৰৰ যুদ্ধত অস্ত্ৰ নধৰো বুলি কৈ এতিয়া অস্ত্ৰ ধৰা ভাল হোৱা নাই। মই নিমিত্তৰ ভাগ লবলৈ নাপাম নে কি সখি?

কৃষ্ণ : বলা অৰ্জ্জুন। মোৰ অস্ত্ৰ ধৰিবৰ ইচ্ছা সমূলি নাই, কিন্তু তুমি এতিয়াও মায়া-মোহ ত্যাগ কৰিব পৰা নাই দেখিহে মই অস্ত্ৰ ধৰিবলৈ বাধ্য হৈছোঁ।

অৰ্জ্জুন : ক্ষমা কৰা সখি। মই নোৱাৰাৰ কাৰণেহে পিতামহে তোমাক ক্ষত-বিক্ষত কৰিলে।
(ভীষ্মই আঁঠু -কাঢ়ি চকু মুদি কৰযোৰে থাকোতেই কৃষ্ণাৰ্জ্জুনৰ প্ৰস্থান।)

ভীষ্ম : (চকু মেলি চকখাই) প্ৰভু! প্ৰভু! তুমি মোক তোমাৰ মৃত্যু নিৰ্ম্মালিৰ পৰা বঞ্চিত কৰিলা আৰু বেছি সময় নাই।

*(প্ৰস্থান)*

*(দুটা অনাৰ্য্য সৈনিকৰ যুজ কৰি প্ৰবেশ)*

১ম সৈঃ : তই হবলা জানিছ তই হে যাদু জান বুলি। মই নাজানোৱেই নাকি? মোৰ বজাটোৰ ঘৰেই

কামৰূপত, জনা নাই হবলা? গোটেই দেশখনেই যাদুতে যাদুতে পুত খাই আছে। আমি তোৰ নিচিনা মানুহক কুকুৰ কৰি দিব পাৰো।

২য় সৈ: ঃ বৰ কথাটো কৈছে। আমি নাজানুঙেই অবলা। আমাৰ অলেঙ্গুক ৰজাটো তুৰ গটোৎকচ ৰজাতকৈ বৰ ডাঙ্গৰ। (হাতেৰে দেখুৱাই) ইমান ডাঙ্গৰ। তঅঁতৰটু ইমানকণ (হাতেৰে দেখুৱাই)। বাটিতে পুৰি কাই তব পাৰি। বাৰু তইনু ইমান দুৰ দেকৰ পৰা ইযাত মৰিবলৈ আহিলি কেলৈ আকৌ?

১ ম সৈঃ ঃ মোক যে সুধিছ তইনো কেলৈ আহিলি?

২ য় সৈঃ ঃ মই ৰজাৰ লগত আইলুঁ, তই তাকু নাজানা না?

১ম সৈঃ ঃ ময়ো আকৌ ৰজাৰ লগত আহিলো, সুধিছ কেলৈ?

২ য় ঃ তইনা কি যাদু জান দেকুৱাচোন বাৰু।

১ ম সৈঃ ঃ ৰ বাপেৰে দেখুৱাম এতিয়া। (হাতত ধুলি দুটামান লৈ) পুক মন্ত্ৰপুক, কামৰূপ-কামাক্যা পুক। মআদেৰ পুকে। (দ্বিতীয় সৈনিকৰ গালে মাৰি) তই গুৰি গুৰি বাগৰি হাঁহি তাক। (দ্বিতীয় সৈনিকে ঘুৰি ঘুৰি বাগৰি থাকে)

১ ম সৈ: ঃ পাইছ্না মজাটু বাপেৰে। (আকৌ ধুলি লৈ মাৰে) পুক মন্ত্ৰ পুক পগলা মহাদেউ পুক। পাগলী মাই পুক। ধূলি মাৰি তই উঠি যা। (২য় সৈনিক উঠি পৰে)

২য় সৈ ঃ তুকু উদাই নেৰো ৰ বাপেৰে। আজি

১ ম সৈ ঃ উদাই এৰিবলৈ ক'ত পাবি? (খেদি যায়, দুয়োটাই আটাহ পাৰি যুজ কৰি লৰি গুচি যায়)।

## ৮ম দৃশ্য।

### কুৰুক্ষেত্ৰৰ একাংশ।

শিখণ্ডি ঃ (স্বগতঃ) আজি মনত পৰিছে সিজন্মৰ কথা। নিজ স্বাৰ্থৰ কাৰণে দেৱব্ৰতৰ ভয়ানক অন্যায়ৰ কথা। ভাল সোঁৱৰাই দিলা যদুপতি। প্ৰতিশোধ লবৰ আজিয়েই শেষ দিন। ভীষ্ম সেনাপতি হোৱা দহদিন হল। আজিৰ দিন সাৰিলে আৰু এনে দিন কেতিয়াও নাহে। অম্বা হৈ মই ভীষ্মক বধ কৰিব নোৱাৰিলো, সেই কাৰণে আজি শিখণ্ডিৰূপে জন্মগ্ৰহণ কৰিছো। ভীষ্মক বধ নকৰি গোটেই জীৱনটোৰ উদ্দেশ্যে নষ্ট কৰা মুৰ্খামি মাথোন। দেৱব্ৰত, আজি সাৱধান। মনত পেলোৱা তোমাৰ অলৰ অচল প্ৰতিজ্ঞা; মনত পেলোৱা তুমি কেনেকৈ মহাৰাজ শাল্বৰ নিচিনা পতিৰ পৰা বঞ্চিত কৰিলা; মনত পেলোৱা তুমি সত্য ৰক্ষাৰ নিমিত্তে মোক কেনেকৈ প্ৰত্যাখ্যান কৰিলা।

*(প্ৰস্থান)*

*(কৃষ্ণাৰ্জ্জুনৰ অলপ পিছতে প্ৰবেশ)*

কৃষ্ণ ঃ যোঁৱা কেইটাই অলপ জিৰণি লক সখি। ক'তা, এইফালে শিখণ্ডিক অহা দেখিছিলো নহয়। ক'লৈ গল? ভালেতোহে ভীষ্মই অস্ত্ৰ ত্যাগ কৰে। ই সদায় অমঙ্গলীয়া।

অৰ্জ্জুন ঃ শিখণ্ডিক মোৰ আগত বহুৱাই ললে পিতামহে নিশ্চয় অস্ত্ৰ ত্যাগ কৰিব। সেই অৱস্থাত মোৰ পক্ষে অস্ত্ৰ প্ৰযোগ কৰা টান হব সখি।

কৃষ্ণ ঃ সেইবোৰ কথাৰ এতিযা সময় নহয়। মই যি কৰিবলৈ কম তাকে কৰিবা। দেখা নাই নে ভীষ্মৰ কি ভীষণ বীৰত্ব। ৰথে সৈতে আমাক পাছলৈ পঠাইছে। সেই বীৰক সাধাৰণভাৱে কোনেও বধ কৰিব নোৱাৰে।

অৰ্জ্জুন ঃ পিতামহে মোৰ ৰথখন লৰালতেই ইমান ভয খাবৰ আৱশ্যক কি যদুপতি। মই দেখোন পিতামহক ৰথে সৈতে অনেক দুৰলৈ ঠেলিলো।

শ্ৰীকৃষ্ণ ঃ অৰ্জ্জুন। তুমি এতিয়াও একো জনা নাই। তোমাক ৰথধ্বজা অমিত বিক্ৰমশালী পৱননন্দন হনুমন্ত, সমস্ত ব্ৰহ্মাণ্ডৰ ভৰ দি মই ৰথত অৱস্থিত, তাৰ উপৰি তুমি আছাই; এনে অৱস্থাত তুমি তোমাৰ ৰথ ভীষ্মৰ ৰথৰ লগত কেনেকৈ ৰিজাবা? ভীষ্মৰ ৰথ অনেক ক্ৰোশ ঠেলাতকৈও তোমাৰ ৰথ লৰোৱাটো বেছি আচৰিত।

অৰ্জ্জুন ঃ এনে বীৰক বধ কৰা যুক্তিসঙ্গত নহয় সখি।

কৃষ্ণ ঃ যুক্তি আৰু অযুক্তি মই জানো। মই যিহকে'কওঁ তাকে কৰিম বুলি প্ৰতিজ্ঞা কৰি থৈছা। এতিযা মই কৈছো তোমাৰ ৰথৰ আগত শিখণ্ডিক বহুৱাই লৈ ভীষ্মক বধ কৰা । তুমি ভীষ্মক ধৰাশায়ী নকৰিলে শিখণ্ডিৰ হাতত মৃত্যু হবৰ যোগ্য নহয, সেইদেখি মোৰ সাক্ষাতে শিখণ্ডিক আগত থৈ ভীষ্মৰ লগত যুদ্ধ কৰাহি। সৌৱা শিখণ্ডি আহিছেই।

*(শিখণ্ডিৰ প্ৰবেশ)*

শিখণ্ডি ঃ যদুপতি! আপুনি মোকেই বিচাৰি ফুৰিছে নেকি? মযো আপোনাক বিচাৰি ফুৰিছো।

কৃষ্ণ ঃ যুদ্ধৰ কি খবৰ শিখণ্ডি?

শিখণ্ডি ঃ যুদ্ধৰ খবৰ আৰু কি হব, কৃষ্ণাৰ্জ্জুনক নেদেখি ভীষ্মই পাণ্ডৱৰ সৈন্য ধ্বংস কৰিবলৈ ধৰিছে। বৃকোদৰে সৈন্য ৰক্ষা কৰিব পৰা নাই। ভীষ্মৰ পৰাক্ৰম অসীম।

কৃষ্ণ ঃ শিখণ্ডি। তোমাৰ জন্মৰ কথা মনত থাকিব পায়। আহা আজিয়েই শেষ দিন। আজিৰ পৰা আৰু প্ৰতিশোধৰ সুবিধা নাই।

শিখণ্ডি ঃ ময়ো আপোনাক সেই কাৰণেই বিচাৰি ফুৰিছো।

কৃষ্ণ : তেন্তে আহা, সৌৱা ভীষ্মই কালান্তক যমৰ দৰে সৈন্য সংহাৰ কৰিছে। সৈন্যবিলাক ঠাৰৰিব নোৱাৰি পলাবলৈ ধৰিছে।

(আগে আগে কৃষ্ণ, পাছে পাছে শিখণ্ডি আৰু অৰ্জ্জুনৰ প্ৰস্থান। কৃষ্ণাৰ্জ্জুন যোৱা ফালৰ পৰা সৈন্য গোটাচেৰেক ভয়ত লৰি যায। অলপ পিছতে ফোঁপাই ফোপাই চুচুক-চামাককৈ সন্তৰ প্ৰবেশ)

সন্ত : হ'ক তেও কোনোমতে এইখিনি পালেহি। যুদ্ধ চাই থকাতকৈ কৰটোহে বেছি ভাল। যুদ্ধ কৰি মৰিলেও সন্তোষ জীলেও সন্তোষ। (হঠাৎ উত্তেজিত হৈ) বাঃ সন্ত, তই জী থাকি কৰিবি কি? যদি ন্যাযযুদ্ধত তোৰ অঙ্গহি-বঙ্গহিবোৰ বন্দী হৈ তিল-তিলকৈ জীৱন দিব লাগে, যদি নিষ্ঠুৰ বিপক্ষৰ স্বাৰ্থৰক্ষাৰ নিমিত্তে প্ৰাণ দিব লাগে, যদি দেশৰ ৰানী, মানী, বিদ্যান, বুদ্ধিমান, দেৱতুল্য লোকসকলে প্ৰাণপণ কৰি অন্যাযৰ প্ৰতিকাৰৰ নিমিত্তে ওলাব লাগে, তই তোৰ ক্ষুদ্ৰ প্ৰাণটো খামোচা মাৰি ধৰি কি কৰিবি সন্ত? জী থাকিলে ঘৃণাৰ পাত্ৰ মৰিলেও নৰক-বাস। মানুহৰ দৰে মৰা, মানুহৰ দৰে শক্তি লৈও সত্যৰক্ষাৰ নিমিত্তে সাহ কৰাবোৰে তোক কি কৰিব কব পাৰ নে?- লথিযাব, কাণ মলিব, হাঃ, হাঃ, হাঃ - কাণত ধৰি চৰিযাব। (আতৰলৈ চাই) সূৰ্য্য ঢাকিলে। কিনো শৰৰ কোব ঔ। আজি শেনৰ একাজাত, হয অৰ্জ্জুন, নহয ভীষ্ম - যমৰ ঘৰত এজনলৈ ঠাই ঠিক হৈ আছে। দেখা যাওক ক'ৰ পানী কলৈ যায। এইবাৰ ভাল চোকা চাই দা এডুখৰিয়ে ঢাল এখনিযে গোটাই লব লগা হল। সৌৱা এজাক যমৰ আলহী লৰি আহিছে। ধৰ্ম্মৰাজ। তুমি সিফালে সিধা-পাতি গোটোৱা, ইফালে আমাৰ ফলীযা সাৰথিযে নিজে ভাল মানুহটি হৈ থাকি লোকৰ হতুৱাই এটি দুটিকৈ পঠিযাই থাকিব।

*(বেঙা মেলি চাই প্ৰস্থান)*

*(দুৰ্য্যোধন আৰু কুৰুসৈন্যৰ প্ৰবেশ)*

দুৰ্য্যোধন : কি চাই আছা কুৰুবীৰ সকল! কপট কৃষ্ণই ৰথৰ আগত শিখণ্ডিক বহুৱাই লৈ ভীষ্মবধৰ আয়োজন কৰিছে। অৰ্জ্জুনে নিতান্ত কাপুৰুষৰ দৰে সহস্ৰ অস্ত্ৰ ত্যাগ কৰিছে। আৰু আশা নাই, কুৰুবীৰসকল! আৰু আশা নাই। পিতামহক বেঢি ধৰি ৰক্ষা কৰা।

*(প্ৰস্থান)*

কুৰুসৈন্য : জয় মহাৰাজ দুৰ্য্যোধনৰ জয়, জয় কুৰুপতিৰ জয়।

*(সৈন্যসকলৰ বেগেৰে প্ৰস্থান)*

**(বিপৰীত ফালৰ পৰা ঢাল-তৰোৱাল লৈ সন্তৰ প্ৰবেশ)**

সন্ত : হাঃ হাঃ হাঃ। কুৰুপতিৰ জয়! জয় আৰু নহয়। হোৱাৰ আশা নাই। ভীষ্মই নিজে নিজক নাৰাখিলে এশ দুৰ্য্যোধনেও ৰক্ষা কৰিব নোৱাৰে। অৰ্জুনৰ শৰে ভীষ্মক থকা সৰকা কৰিলে। (আতৰলৈ চাই) আঃ বৰ নিষ্ঠুৰ কৃষ্ণ! কুৰুবৃদ্ধ ৰথৰ পৰা বাগৰি পৰিল। শৰৰ শয্যাই মহাবীৰৰ শয্যা হল। কৌৰৱৰ ধৰণী ভাগিল, সন্ধ্যা হোৱাৰ লগে লগে পৃথিবীৰ এটি ৰত্ন খহি পৰিল। আজিলৈ যুদ্ধ শেষ - জয় পাৰ্থ-সাৰথিৰ জয়। *(প্ৰস্থান)*

*(গঙ্গাৰ প্ৰবেশ)*

গঙ্গা : অসম্ভৱ, ইচ্ছামৃত্যু অসম্ভৱ। (প্ৰকৃতস্থ হৈ) গঙ্গা, তোমাৰ পুত্ৰ ভীষ্মক কোনেও বধ কৰিব নোৱাৰে। যদি কপট কৃষ্ণই মোৰ পুত্ৰক মৃত্যুৰ দুৱাৰত থৈছে, তেন্তে সাৱধান কৃষ্ণ। সাৱধান! গঙ্গাৰ শক্তি অসীম। প্ৰতিশোধ -প্ৰতিশোধ - প্ৰতিশোধ।

*(প্ৰস্থান)*

*(বৰাগীৰ গীত গাই গাই প্ৰবেশ)*

উটি গল আজি বসুধাৰ বুকু
খহি গল মণিতাৰ।
শোণিত সাগৰ কোনে সিচি দিব
কোনে বা কৰিব পাৰ।।
আকাশত সৌ তৰা শাৰী শাৰী
উলাহত কিনো নাছে হালিজালি,
মাতিছে লগৰী নিজক পাহৰি --
আকাশী চকুৰ ঠাৰ।।
মৰণত আজি শৰণ বিচাৰি
দিয়ে কতজনে শোণিতত পাৰি,
গৰজি উঠিছে কালৰ কৰাল-
ধৰণীৰ হৰি ভাৰ।।

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

**প্ৰমোদ-ভৱন**

**(উত্তৰা আৰু প্ৰথম সখী বহি থাকে)**

উত্তৰা : এনে গান গোৱা সখী! যি গানে স্তুপীকৃত বিৰহ, বিচ্ছেদ, শোক, বেজাৰ উটাই নি পৃথিবীক এখন নন্দন কানন কৰিব পাৰে।

১ম সখী : সখী! তোমাৰ আকৌ কিহৰ দুখ আছে?

**উত্তৰা** : সেইটো মিছা কথা সখী! সুখ-দুখ মানুহৰ চিৰ-লগৰীয়া। দুখে দেখা দিছে সেইদেখি সুখক চপাব খুজিছো, সঙ্গীতকে নিমিত্ত কৰি।

**১ম সখী** : সুনীল আকাশত জোনে যেনেকৈ পোহৰ দিয়ে, সেইদৰে তোমাৰ জীৱন-আকাশত মহাবীৰ অভিমন্যুই পোহৰ দি আছে। কি স্নিগ্ধ, সুন্দৰ নিৰ্ম্মল পোহৰ সখী। এনে পোহৰ আৰু কোনে পাইছে? দিনটোৰ বিৰহতে ইমান বেজাৰ কৰা উচিত নহয় সখী! এইদৰে অভিমন্যুৱে যুদ্ধ এৰিলেহে হ'ব।

**উত্তৰা** : যুদ্ধ এৰিব নালাগে সখী! আমি ক্ষত্রিয়ৰ জীয়াৰী, ক্ষত্রিয়ৰ কৰ্ত্তব্য কৰ্ম্ম যুদ্ধ। আৱশ্যকৰ সময়ত যি ক্ষত্রিয়ই যুদ্ধ এৰি ঘৰত সোমাই থাকে আমি তাক ঘিণ কৰো।

**১ম সখী** : তেন্তে আকৌ মন মাৰি থকাৰ সকাম কি?

**উত্তৰা** : নহয় সখী। মোক কিছুমান অমঙ্গলে দেখা দিছে, তাতে যোৱা নিশা সমাজিক দেখিলো, মনত পৰিলে এতিয়াও বুকু কঁপি উঠে।

**১ম সখী** : যি সপোন দেখিলা সখী! তাৰ বিপৰীতে ভালটোহে হ'ব। তাৰ বাবে ভাবিবৰ সকাম নাই।

**উত্তৰা** : ঈশ্বৰে তাকে কৰক। (অলপ ভাবি) সেইবোৰ কথা এৰো। মই [illegible]কাৰাটো কৰা। সৌৱা সখীসকলো আহিছে।

(২য়া, ৩য়া সখী আহি উত্তৰাক অভিবাদন কৰি ফুল উপহাৰ দিয়ে উত্তৰাই আঁচলৰ আগৰ পৰা মোহৰ উলিয়াই উপহাৰ দিয়ে। দুই সখীয়ে ভক্তিভাৱে গ্ৰহণ কৰে আৰু গায়)

আমাৰ চকুৰ ঠাৰত বিজুলীৰ ছাটি
থোপাত তৰাৰ ফুল;
আমাৰ মধুৰ মাতত মধুৰ ভৰাল
হাঁহিত জগত ভুল।
সৌ যে আকাশ সুনীল বিকাশ
ফুলায় তৰাৰ ফুল,
অৰূপ ৰূপৰ বহল সাগৰ
তাতেই আমাৰ মূল।
সুখৰ সৰগ দুখৰ মৰ্ত্ত
মনৰ উৰণ ভুল,
চাই ল জগত কিমান কাষত
ৰঙৰ ৰসাল ফুল।।

(গান অলপ বাকী থাকোঁতে অভিমন্যুই পাছফালে মনে মনে শুনি থাকেহি)

**অভিমন্যু** : সুন্দৰ। তোমাৰ সখীসকলৰ গীতৰ ধ্বনিত মই থিৰেৰে থাকিব নোৱাৰিলো, উত্তৰা! ৰলা কিয় সখীসকল। গোৱা আৰু এটা গান গাই দিনটোৰ যুজৰ ভাগৰ পলাই দিয়া।

**উত্তৰা** : গোৱা সখী! আৰু এটি গোৱা।

*(সখীসকলৰ গীত)*

মিলিত প্ৰাণৰ মাধুৰী।
আজি সাবটিছে ধৰাখনি কিনো সাদৰী।
মিলন গৰিমা ৰাজি, তালে নাচি উঠিছে,
ভগা বীণাখনি যেন নৱসুৰে বাজিছে,
শুনি ধ্বনি মনোহৰ বিশ্ব উঠে শিয়ৰি।
আকুল হিয়াৰ ভাবে মৰম পৰশে,
দেনদূতে শান্তিবাৰি মৰতে বৰষে,
হিয়াৰ কালিমাৰাশি পেলোৱা মোহাৰি।

*(সখীসকলৰ প্ৰস্থান)*

**উত্তৰা** : ক্ষত্রিয়ৰ পুত্ৰক বীৰৰ বেশেৰে দেখিবলৈ যিমান সুন্দৰ হয়, আন বেশেৰে কেতিয়াও নহয়।

**অভি** : মোক এই বেশেৰে বৰ ভাল দেখিছা নেকি উত্তৰা? শৰীৰত ক্ষত আৰু তেজৰ চেকাবোৰো ভাল নে?

**উত্তৰা** : বীৰৰ গাৰ তেজৰ চেকা একোপাহি ফুল মাখোন। সেইবোৰ বাৰু থ'ক। যুদ্ধৰ বাতৰি কি?

**অভি** : সংবাদ আৰু কি? পিতামহে শৰশয্যা গ্ৰহণ কৰা কথা শুনিছাই। এতিয়া কৌৰৱৰ সেনাপতি আচাৰ্য্য দ্ৰোণ। পিতামহৰ লগে লগে আমাৰো অনেক বীৰ হানি হৈছে, কৌৰৱৰ কথাই নাই।

**উত্তৰা** : গুৰু দ্ৰোণৰ লগত যুদ্ধ কৰাও সামান্য কথা নহয়।

**অভি** : আৰু অসামান্য হৈ উঠিছে উত্তৰা। কালিলৈ যদুপতিৰে সৈতে পিতাই সংসপ্তকৰ লগত যুদ্ধ কৰিবলৈ যাব। তেতিয়া আমাৰ সৈন্য ৰক্ষাৰ কি ব্যৱস্থা কৰা হয় তাক কব পৰা নাই। কাইলৈ আমাৰ বিপদ ঘন। সেই কাৰণে তোমাৰ ওচৰত বিদায় লবলৈ আহিলো, উত্তৰা।

**উত্তৰা** : আজি আকৌ এই বিদায়ৰ অৰ্থ কি? (বেজাৰ মনেৰে তলমূৰ কৰে)

**অভি** : কাইলৈ তুমল যুদ্ধ হ'ব। অৱশ্যে কেলেই বিদায় লৈছো কব নোৱাৰো। ধৰি লবা এটা মনৰ প্ৰেৰণা।

**উত্তৰা** : (বেজাৰ মনেৰে তলমূৰ কৰি থাকে)

**অভি** : (হাঁহি) ভয় নাই উত্তৰা! বেজাৰ কৰিছা কিয়? তুমি দেখোন তেজৰ চেকাকো ফুল বোলা।

**উত্তৰা** : (প্ৰকৃতিস্থ হৈ) বেজাৰ আৰু কি কৰিম! ভগৱন্তই আমাৰ মঙ্গল কৰিব।

**অভি** : সেয়ে হ'ক উত্তৰা! আহা যাও।(প্ৰস্থান)

উত্তৰা : (স্বগত) হঠাৎ সোঁ চকু নাচিছে। বুকু ধৰফৰাইছে। মন উত্ৰাৱল। (হাতযোৰ কৰি) হে প্ৰভু মঙ্গলময়। চুলি ছিঙি কাতৰ কৰিছো। দুখুনীৰ প্ৰতি প্ৰসন্ন হোৱা।

*(পট পৰে)*

# দ্বিতীয় দৃশ্য

**কুৰুক্ষেত্ৰৰ একাংশ**

**(দ্ৰোণ, দুৰ্য্যোধন আৰু কুৰুবীৰসকল)**

দ্ৰোণ : সাধ্যৰ যি অতীত নহয় তাক কৰিবলৈ দ্ৰোণক নকলেও হব। তুমি নিশ্চিন্ত মনে থাকা দুৰ্য্যোধন। চাই থাকা, এই বৃদ্ধই কেনেকৈ মহা ভৈৰৱৰ ৰূপ ধৰি পাণ্ডৱৰ সৈন্যৰে যুদ্ধ কৰে।

দুৰ্য্যোধন : গুৰুদেৱ! আজি উপযুক্ত সময় উপস্থিত। অৰ্জ্জুন সংসপ্তকৰ যুঁজত ব্যস্ত আছে, কুটবুদ্ধি দিবলৈ কৃষ্ণ নাই। উপযুক্ত সময় গুৰুদেৱ পাণ্ডৱ সৈন্য সংহাৰ কৰিবৰ উপযুক্ত সময়।

দ্ৰোণ : এই যি চক্ৰব্যূহ ৰচিত হৈছে, তাত ঠিক মই কোৱাৰ দৰেই নিজ নিজ ঠাই সকলোৱে ল'ক। জয়দ্ৰথে ব্যূহৰ দুৱাৰ ৰক্ষা কৰক। বলা কুৰুবীৰসকল। সকলোৱে নিজ নিজ কৰ্ত্তব্যত থিৰ থাকিবা।

কুৰুবীৰসকল: জয় কুৰুপতিৰ জয়। জয় কুৰুসেনাপতিৰ জয়।

*(সকলোৱে প্ৰস্থান)*

সন্ত : আজি দেখা যাওক এই দিনটো কেনেকৈ যায়। কৃষ্ণও নাই অৰ্জ্জুনো নাই। কৌৰৱ সেনাৰ টিঘিল্‌ঘিলনি কোনে চায়। হওতে অৰ্জ্জুনৰ পুত্ৰ অভিমন্যুও এলাপেচা নহয়। ধৰ্ম্মৰাজে অভিমন্যুকে আগ বঢ়াইছে হবলা। যেই হ'ক তেহেলৈ দ্ৰোণৰ বেহুটোৰ মাজত দুৰ্য্যোধন গোটেই ডোখৰ নেগুৰকটা বাঘ। এই লাপুং বুঢ়াটো হৈছে সেনাপতি, মৰিবলৈ চাই দিন আছে। ইয়াক পাইছে কিহে। এনেয়ে বুঢ়া তাতে বামুণ। ৰাতিপুৱাই কাউৰীয়ে কা কৰোতেই গাটি তিযাই লৈ আজিকালিৰ ৰ'দ কাচলিত পিঠিটো মেলি দি জপং-জাপংকৈ দিনটো কটাব পায়, তেহে শুৱায়। তাকে নকৰি বুঢ়া ৰণজিৎ, ৰণজিৎ। তুমি যিমানেই বুঢ়া ভকত। তোমাক কোনো চকু থকা গাভৰুৱে ভাল নেদেখে, নহয় নে বাৰু? হাঃ হাঃ হাঃ। মাৰচোন বাৰু সন্ত তযো এখুন্দা আজি। (বিপৰীত ফালে চাই আজিহে আজি আকাশ ঢাকিলে- যাওঁ ক'ৰবাত লেৰোলা চেপেটা লগৰীয়া এডোখৰ বিচাৰি এশিকা দিও।

(অভিমন্যু আৰু পাণ্ডৱ সৈন্যৰ প্ৰৱেশ। অভিমন্যুৱে আগ বাঢ়ি সুসজ্জিত হৈ থিয় হৈ থাকে, পাণ্ডৱ-সৈন্যবিলাকে গান গাই-গাই প্ৰৱেশ কৰি ঘূৰি ঘূৰি গান গাই থাকে। সন্তই সেই দলৰে লগ লৈ পাছে পাছে যায়)

মৰণে আমাৰ শৰণ ললে
মৰণ আমি নকৰো ভয়
ৰক্তবীজৰ বংশ আমি
হয় তো ধ্বংস নহয় জয়।
যুগৰ নায়ক মহান পুৰুষ
যুগৰ আত্মা মহান প্ৰাণ।
শক্তিপূজক ভক্ত আমি
বুকুৰ ৰক্ত কৰিম দান।
মৰণ্ত আমাৰ ধূলা খেলা
মৰণ আমাৰ পূজাৰ ফুল।
উৰাও সবাৰ বিজয় নিচান
ভয় যে মাথোন মনৰ ভুল।

অভি : যোৱা বীৰসকল! বজ্ৰৰ দৰে শত্ৰু-সৈন্যৰ ওপৰত পৰি শত্ৰু-সৈন্য ধ্বংস কৰা। মনত ৰাখিবা, আজি পাৰ্থ-সাৰথি নাই, তোমালোক প্ৰত্যেকেই পাৰ্থ-সাৰথি।

*(সন্তৰ বাহিৰে সকলোৱে প্ৰস্থান)*

নেপথ্যত পাণ্ডৱ সৈন্য। জয় পাৰ্থ-সাৰথিৰ জয়। জয় ধৰ্ম্মৰাজৰ জয়!

সন্ত : আজি আনকালৰ দৰে মনটো ঠিক লগা নাই। (ভিতৰত যুদ্ধৰ শব্দ হৈ থাকে) সেয়া যুদ্ধৰ গতি বিপৰীত। পাণ্ডৱ-সৈন্য বিলাকে ছত্ৰভঙ্গ দিছে। (আতৰলৈ চাই) অভিমন্যু কলৈ গল? এই ওঁঠ চেপিলে গাখীৰ ওলোৱা ফুকলীয়া লৰাটোক যুদ্ধলৈ পঠিওৱা ভাল কথা নহল দেই। (যুদ্ধৰ ফালে চকুৰ ওপৰত হাত দি চাই কাণেৰে শুনা ভাও ধৰি) নাই, আঁতৰি থাকিব নোৱাৰি, দেখা য'ক কি হৈছে।

*(প্ৰস্থান)*

(ভিতৰত যুদ্ধৰ ভয়ঙ্কৰ শব্দ, সৈন্যৰ কোলাহল, মৰিলো ঔ, সাৱধান যুদ্ধ কৰ ইত্যাদি শব্দ, এটা দুটা কাৰ আহি পৰিবলৈ ধৰে, যুদ্ধৰ ফালৰ পৰা ছত্ৰভঙ্গ পাণ্ডৱ সৈন্য এটা-দুটাকৈ পাছলৈ চাই চাই ভয়েৰে আহি বিপৰীত ফালে গুচি যায়, এইদৰে অলপ সময় থকাৰ পিছত এখন হাতেৰে আনখন হাত ধৰি মুখত যন্ত্ৰণাৰ চিন দেখুৱাই এটা সৈনিকৰ প্ৰৱেশ)

সৈনিক : মৰিলা ঔ, নোৱাৰি উঁসহাত ভাগিল। আজি "বেহুৰ" মুখত জয়দ্ৰথ নহয় যেনিবা সাক্ষাৎ ৰুদ্ৰ, আজি কোনো "বেহুত" সোমাব নোৱাৰে। জয়দ্ৰথৰ নিচিনা

বীৰৰ হাত আজি মহাবলী বৃকোদৰ বাৰে বাৰে পৰাজিত হৈছে। উস্ বৰ যন্ত্ৰণা।

*(প্ৰস্থান)*

*(নেপথ্যত ভয়ঙ্কৰ গদাযুদ্ধ, অলপ পিছতে গদাযুদ্ধ কৰি কৰি ভীম আৰু জয়দ্ৰথৰ প্ৰৱেশ)*

**জয়দ্ৰথ** ঃ আৰু আশা নাই বৃকোদৰ। অভিমন্যুই শেষ, আৰু কোনো বেহুত সোমাব নোৱাৰে।

**ভীম** ঃ জয়দ্ৰথ! সামান্য লৰা এটাক ব্যূহৰ ভিতৰত সোমাই লৈ কাপুৰুষৰ দৰে বেঢ়ি ধৰিবলৈ লাজ লগা নাই নে?

**জয়দ্ৰথ** ঃ অভিমন্যু বীৰ, বীৰৰ দৰে ব্যূহত প্ৰৱেশ কৰিছে, তুমি সুপুৰুষজনে কিয় নোৱাৰিলা?

**ভীম** ঃ নগণ্য জয়দ্ৰথৰ হাতত এতিয়াও ভীমৰ পৰাজয় হোৱা নাই। সাৱধান জয়দ্ৰথ!

*(দুয়োৰো গদাযুদ্ধ - ভীমৰ পৰাজয় আৰু বিপৰীত ফালে ভীমৰ প্ৰস্থান)*

**জয়দ্ৰথ** ঃ (ফোপাই ফোপাই তাচ্ছীল্য কৰি) নগণ্য জয়দ্ৰথ, তাৰ হাততে আকৌ গণ্যমান্য বৃকোদৰৰ পৰাজয়। (ৰণৰ ফালে উভতি প্ৰস্থান, অলপ পিছতে বিপৰীত ফালৰ পৰা ভীমৰ প্ৰৱেশ)

**ভীম** ঃ জয়দ্ৰথ। নাই, ভীম এতিয়াও মৰা নাই, অসম্ভৱ। অসম্ভৱ। যুঁজৰ গতি বিপৰীত। কৃষ্ণই আজি জানি শুনিও আমাক বিপদত পেলাইছে।) (নেপথ্যত জয় কুৰুপতিৰ জয়, জয় কুৰুপতিৰ জয়) ভীমৰ হাতত এই ভয়ঙ্কৰ গদা থাকোতে কি শুনো - "জয় কুৰুপতিৰ জয়"। ভীম! এতিয়াও তই জীয়াই আছ নে? এইটো তোৰ শৰীৰ নে কঙ্কাল, (জয় কুৰুপতিৰ জয় - সৈন্যৰ কোলাহল আৰু ৰণৰ শব্দ) আকৌ সেই "জয়" "জয় কুৰুপতিৰ জয়", ই দিঠক নে সপোন। নহয়, ই কৃষ্ণৰ মায়া, এই যাদুকৰৰ লগত পৰি গোটেই কুৰুক্ষেত্ৰৰ যুদ্ধই যাদুত পৰিণত হৈছে। বাৰে বাৰে যদি সামান্য জয়দ্ৰথৰ হাতত পৰাজয় হয় তেন্তে এই গদাৰ আৱশ্যক কি? (গদা পেলাই দিয়ে) নেপথ্যত পাণ্ডৱৰ সৈন্য। ৰক্ষা কৰা বৃকোদৰ। ৰক্ষা কৰা, ৰক্ষা কৰা।

**ভীম** ঃ (উচাপ খাই উঠি) কি, কি, ৰক্ষা! কেনে ৰক্ষা কৰিব? নেপথ্যত। ৰক্ষা কৰা বৃকোদৰ!

**ভীম** ঃ কি ৰক্ষা কৰিব বৃকোদৰে? ঠিক, ৰক্ষা কৰা মোৰ কৰ্ত্তব্য। ভয় নাই, এতিয়াও বৃকোদৰ জীয়াই আছে। (উত্ৰাৱল হৈ গদা তুলি ৰণৰ ফালে প্ৰস্থান। ভিতৰত যুদ্ধ শব্দ, অলপ পিছতে বিপৰীত ফালৰ পৰা সন্তৰ প্ৰৱেশ)

**সন্ত** ঃ (স্বগতঃ) ভীমৰ বাবে বাবে পৰাজয়। ধৰ্ম্মৰাজ মূৰ্চ্ছিত, পাণ্ডৱৰ সকলো বীৰ আজি পৰাজিত, ইফালে ষোল বছৰীয়া লৰা অভিমন্যুৰ প্ৰতাপত কৌৰৱৰ সকলো বীৰেই পৰাজিত। এতিয়া নীচ কাপুৰুষৰ দৰে ক্ষত্ৰধৰ্ম্মত কলঙ্ক সানি, সপ্তৰথীয়ে একেলগে সেই লৰাটিক বধ কৰিবলৈ ধৰিছে, অভিমন্যুক সিহঁতে বধ কৰিব, কিন্তু লগে লগে কৌৰৱৰো পতন, ইমান অন্যায় সহা কি সামান্য কথা। যুজ চাবলৈ আহিছিলি সন্ত। চাই ল, হাঃ হাঃ হাঃ, কলীযা। তোমাৰ লীলা।

# তৃতীয় দৃশ্য

**পাণ্ডৱৰ শিবিৰৰ চোতল।**

**(যুদ্ধ শেষ হোৱাৰ লগে লগে অভিমন্যুক সপ্তৰথীয়ে অন্যায়কৈ বধ কৰিছে, দুটা সৈনিকৰ প্ৰৱেশ।)**

**১ ম সৈন্যঃ** আজিৰ দিনটো যেনেকৈ গল তালৈ চালে এই যুঁজ -বাদৰখন নাপাতি বনবাস কৰাই ভাল আছিল। এ- ৰাম -কিমান শুনিবা, কিমান সহিবা,চাৰিওপিনে কান্দোনৰ ধ্বনি, কাক কোনে শান্তনা দিব।

**২ য় সৈন্য** ঃ নাকান্দি পাৰে কেনেকৈ? সেই হেন মালভোগ কল যেন, - বিদ্যাই -বুদ্ধিয়ে, বলে-কৌশলে দ্বিতীযটো নাই, আমি সামান্য দৰ্ম্মহা পোৱা সেনাহে। আমাৰে বুকু হমহমাই গৈছে, বেহুৰ ভিতৰৰ পৰা ওলাই আহিব পৰা হলেই লৰাটো ৰক্ষা পৰে!

**১ম সৈন্য** ঃ ওলাই আহিব পৰা হলে তো কথাই নাছিল, ওলাই আহিব নোৱাৰা হল দেখিহে। পাণ্ডৱৰ বৃকোদৰকে আদি কৰি এসোপা বীৰ সোমাই যাব পৰা হলে কৌৰৱৰ বীৰবিলাক মহতীযাই ওলাই আহিব পাৰিলেহেতেন। ভীমে ইমান চেষ্টা কৰিলে, জয়দ্ৰথক এবাৰো হৰুৱাব নোৱাৰিলে। যুধিষ্ঠিৰ, নকুল, সহদেৱ আদিৰ কথাই নাই। যুদ্ধত যুধিষ্ঠিৰ পৰ্য্যন্ত মূৰ্চ্ছিত হল।

**২ য় সৈ** ঃ ধৰ্ম্মৰাজৰ গাত কি দোষ! দৈৱৰ লিখন কোনে খণ্ডাব! তেও ভাবিছিল অভিমন্যুই বাট উলিয়াই দিলেই ভীমকে আদি কৰি পাণ্ডৱ বীৰসকলে বেহু প্ৰবেশ কৰিব। এইদৰে পাণ্ডৱবীৰ সৰহকৈ সোমালে বেহু ভাঙ্গি ওলাই আহিব পাৰিব। দৈৱৰ দুৰ্বিপাকত বৃকোদৰ হেন বীৰকো জয়দ্ৰথে বাৰে বাৰে পৰাজয় কৰি বেহুৰ মুখৰ পৰা ঘূৰাই পঠালে।

**২ য় সৈ** ঃ যেই হ'ক কৌৰৱৰ সকলো বীৰে এনেকৈ অন্যায় নকৰা হলে অভিমন্যুক বধ কৰিব নোৱাৰে।

১ ম সৈ : নোৱাৰাটো ধুৰুপ। অভিমন্যুই প্ৰত্যেকজন বীৰকে গাইগুটীয়াকৈ বাৰে বাৰে পৰাজয় কৰিছে। সপ্তৰথীক একেলগে সাতবাৰ পৰাজয় কৰিছে, এনে নোহোৱা, নোপজা বীৰৰ কথা ক'তো শুনা নাই। শেষৰ বাৰত অস্ত্ৰহীন বালকক নৃসংশভাৱে হত্যা কৰিছে।

২ য় সৈন্যঃ ইযাক বীৰে বীৰক বধ কৰা নুবুলি চাণ্ডালে পশুহত্যা কৰা বুলিলে বেছি ভাল হব।

১ ম সৈ : অকল অভিমন্যুক এই দৰে বধ কৰি কি কৰিব।

২ য় সৈ : দুৰ্য্যোধনৰো বেছি দিন নাই। সৌৱা শোকত বিহ্বল অৰ্জ্জুনক কৃষ্ণই সান্ত্বনা দি লৈ ফুৰিছে, এই ফাললৈকে আহিছে। আমি যোৱাহে ভাল, পাৰ্থ বিবৰ্ণ।

*(সৈনিকদ্বয়ৰ প্ৰস্থান)*

*(কৃষ্ণাৰ্জ্জুনৰ প্ৰৱেশ)*

অৰ্জ্জুন : মই নিজকে প্ৰবোধ দিব পৰা নাই, যদুপতি! আনক কেনেকৈ দিম, শিবিৰৰ কন্দাকটা জুই সদৃশ। আজি সংসপ্তক যুঁজৰ পৰা আহোতে অনুভৱ কৰা অমঙ্গল ইযাতকৈ আৰু কি ফলিযাব! সখি! মোক কিহলৈ আনিছা? অমৃতৰ লোভত পদে পদে বিহ। (কপালত হাত দি তলমূৰ কৰে)

কৃষ্ণ : সখি! তুমি বীৰ। অভিমন্যুৰ কাৰণে শোক কৰিলে কি হব! এই কেইদিনৰ যুদ্ধতে কত ক্ষত্ৰিয় নিধন হৈছে। সেই বুলি কোনেও কৰ্ত্তব্যলৈ আওহেলা কৰা নাই। শোকত বিহ্বল হলে শক্তি ক্ষয় হয়। প্ৰতিশোধ লবলৈ শক্তিৰ আৱশ্যক।

অৰ্জ্জুন : মনে নামানে যদুপতি!

কৃষ্ণ : মনে নামানিব কিয় অৰ্জ্জুন! অভিমন্যুৰ পূৰ্ব্ব বৃত্তান্ত তুমি নাজানা। ঋষিৰ শাপত চন্দ্ৰই পৃথিবীত জন্ম গ্ৰহণ কৰি যোল বছৰ আছিল। অভিমন্যুই সেই চন্দ্ৰ, কাল শেষ হলত উভতি গল।

*(আগে আগে শোকাবিহ্বল যুধিষ্ঠিৰ, পাছে পাছে ভীমৰ প্ৰৱেশ)*

যুধিষ্ঠিৰ : অৰ্জ্জুন! মই নিজ হাতেৰে অভিমন্যুক যমৰ মুঠিত দিলো। হে যদুপতি! মোক কিয় এই জীয়া জুইত পেলাই দিলা! মোক শাপ দিয়া যদুপতি! মই ভস্ম হওঁ! ভীম! মোক আকৌ বনলৈ লৈ বলা।

অৰ্জ্জুন : দাদা! (তলমূৰ কৰি হাতেৰে চকু মোহাৰে)

কৃষ্ণ : দাদা! অভিমন্যুক আপুনি যমৰ মুখলৈ ঠেলিবৰ কি সাধ্য দৈৱৰ লিখন কোনে খণ্ডাব!

ভীম : দাদা! ক্ষত্ৰিয়ই বেজাৰ কৰা অনুচিত। অৰ্জ্জুন! আহাঁ আমি ৰুদ্ৰমূৰ্ত্তি ধৰি কৌৰৱ বধ কৰি সকলো অন্যায়ৰ প্ৰতিশোধ লওঁ। চাওঁ ভীমাৰ্জ্জুনৰ গতি কোনে ৰোধ কৰে!

কৃষ্ণ : দাদা! বৃকোদৰেই ক্ষত্ৰিয়ৰ দৰে কথা কৈছে। অৰ্জ্জুন! সখি! তুমি শোক এৰা। ধৰ্ম্মৰাজ! আপুনি প্ৰকৃতিস্থ হওক।

যুধিষ্ঠিৰ : মোক বনলৈ লৈ যোৱা, মোক বনলৈ লৈ যোৱা। মোক থৈ আহি তোমালোকে যেনে ভাল দেখা তাকে কৰা। অৰ্জ্জুন! অভিমন্যু বধৰ কাৰণ মই, এই মুখ আৰু কাকো দেখুৱাবৰ ইচ্ছা নাই।

অৰ্জ্জুন : (উত্তেজিত হৈ) আপুনি কাৰণ নহয় দাদা, কাৰণ দৈৱ। ভীমাৰ্জ্জুন জীৱিত থাকোতে আপুনি বনবাসী হব নোৱাৰে। মই আপোনালোক সকলোৰে আগত প্ৰতিজ্ঞা কৰিছো - কালিলৈ সন্ধ্যাৰ আগতে জয়দ্ৰথক বধ কৰিম। সুমেৰু যদি লৰচৰ হয়, সূৰ্য্যদেৱে যদি পশ্চিমত উদয় হৈ পুবত মাৰ যায়, তথাপিও মোৰ প্ৰতিজ্ঞা লৰচৰ নহয়। সন্ধ্যাৰ আগত জয়দ্ৰথক বধ কৰিব নোৱাৰিলে মোৰ নিজৰ শৰীৰ অগ্নিত অৰ্পণ কৰিম।

যুধি : শোকৰ উপৰি শোক পাৰ্থ! ই ভীষণ প্ৰতিজ্ঞা।

কৃষ্ণ : সঁচাকৈয়ে ভীষণ প্ৰতিজ্ঞা সখি! এনে প্ৰতিজ্ঞা সখি! এনে প্ৰতিজ্ঞা কৰা উচিত নহয়।

ভীম : ই শোকৰ বিষয় নহয় আনন্দৰ হে বিষয়। যদুপতি! পাৰ্থৰ যদি প্ৰতিজ্ঞা অনুচিত, তুমি পাৰ্থ সাৰথি হোৱা অনুচিত। ভয় নাই দাদা, কালিলৈ ভীমাৰ্জ্জুনে কৌৰৱ ধ্বংস কৰিব। (পট পৰে)

## চতুৰ্থ দৃশ্য

**(শিবিৰৰ ভিতৰ - আউলী-বাউলী হৈ উত্তৰাৰ প্ৰৱেশ, পাছে পাছে বেজাৰ মনেৰে সখীসকলৰ প্ৰৱেশ)**

উত্তৰা : (কান্দি কান্দি) মোৰ কি হল! মই কি কৰো! কলৈ যাও! সখী, মই এতিয়াও জীয়াই আছোনে? মোৰ বুকু ভাগি গল! (বুকুত হেচা মাৰি ধৰি বহিব খোজে) মোৰ এই পৃথিৱীৰ আৱশ্যক নাই! গোটেই পৃথিবী পুৰি ছাই হল! মোলৈ একো নাই! (বহি পৰে, প্ৰথম সখীয়ে চাপি ধৰে, উত্তৰাৰ মুৰ সখীৰ মূৰত ধলি পৰে, আন এজনী সখীয়ে মূৰত বিচে, সখীসকলে চকুপানী টোকে)

১ ম সখী : সখী! সখী (চকুপানী টোকে) হে প্ৰভু, ইয়াকে চাবলৈ জীয়াই থৈছিলা, সখী! সখী!

উত্তৰা : (উচাপ খাই উঠি) নাথ! নাথ! ইমান কাবৌ কৰো তথাপি ইমান পলম! মোৰ ফুলৰ মালা যে শুকাই যায় নাথ! বৰ সুন্দৰ নাথ! আমাৰ সংসাৰ বৰ সুন্দৰ।

হে প্ৰিয়তম! হে দেৱতা! তুমি মোৰ, কেৱল মোৰ, আৰু কাৰো নোহোৱা, নহয নে? বাঃ তুমি যে বৰ বীৰ, তোমাৰ গাৰ তেজৰ চেকা একো পাহি জৰাফুল। আঃ কি সুন্দৰ কোমল মধুৰ পৰশ তোমাৰ। (সখীৰ হাতত খামোচা মাৰি ধৰি সখীৰ মুখলৈ চায়) আঃ তুমি, সুভদ্ৰা নন্দন! উত্তৰাৰ দেৱতা নোহোৱা? তেন্তে (মুৰ ভুকুৱাই আকৌ কোলাত ধলি পৰে। সখীসকলে আনফালে চকু পানী টোকে)

**১ ম সখী** ঃ সখী, সখী। ( ২য সখীযে মুৰত বিচি দিযে) হে হৰি! তোমাৰ কি লীলা!

**উত্তৰা** ঃ তেন্তে সখী মোৰ প্ৰাণৰ দেৱতা সচাকৈযে নাই? কোনে মোৰ প্ৰাণৰ দেৱতাক মোৰ বুকুৰ পৰা ছিঙিলৈ গল। আচৰিত কথা। মিছা কথা সখী, মিছা কথা, শ্ৰীকৃষ্ণৰ ভাগিন, মহাবীৰ অৰ্জ্জুনৰ অতি মৰমৰ পুত্ৰ, উত্তৰাৰ প্ৰাণৰ দেৱতাক কি যমে লৈ যাব পাৰে? অসম্ভৱ, যমৰ ইমান সাহ হোৱা নাই। নহয সখি! স্বামীৰ মৃত্যু হোৱা নাই, তেওঁ ধেমালি কৰিছে, মোক ভয খুৱাইছে। সৌৱা সৌৱা মোৰ প্ৰাণৰ দেৱতা, মোৰ ইহ-পৰকালৰ ধন মোৰ ওচৰলৈ লৰি আহিছে। আহা, মোৰ দেৱতা! (ঘপকৰে উঠি একেফালে একেথৰে চাই হাত মেলি যায, সখিযেকে ধৰে)

**১ ম সখী** ঃ সখী! সখী! (তোমাৰ ভ্ৰম হৈছে সখী!)

**উত্তৰা** ঃ তোমাৰ ভ্ৰমনে মোৰ ভ্ৰম সখি (অলপ পৰ থৰ লাগি চাই) হয সখি হয, ভ্ৰম মোৰ, মোৰ প্ৰাণ নাই আৰু, নাই। সিহঁতে কাটি নিলে, সিহতে কাটি নিলে, মোৰ হৃদযৰ দেৱতাক সিহতে কাটি নিলে।
*(নিজৰ মুৰ হাতেৰে টেপা মাৰি ধৰি কান্দে)*

**১ম সখী** ঃ সখী, এইদৰে আৰু কান্দি থাকিলে কি হব! যি গল সি আৰু কেতিযাও ঘূৰি নাহে। তোমাৰ অৱস্থা দেখি সুভদ্ৰা আদি সকলো মূৰ্চ্ছা গৈ পৰি আছে। সখী উঠা, উপায় নাই।

**উত্তৰা** ঃ (ঘপকৰে উঠি বলিযানীৰ দৰে আউলী বাউলী হৈ) সখী আনা, ধনু, কাঁড়, ৰথ আনা। বেগতে আনা। মই ক্ষত্ৰিযৰ জীয়ৰী, মোৰ স্বামীক সাতোটা বীৰে বেৰি বধ কৰে। মই সিহতক বধ কৰিম। (অলপ ভাবি) সিহতৰ তিৰোতাবোৰৰ কি অৱস্থা হব। নহয থাওক। সিহতক বধ কৰিলে সিহতৰ তিৰোতাবোৰৰো মোৰ অৱস্থা হব। তাহাঁতে মোৰ একো দোষ কৰা নাই। নাথ! তুমি মোক লগতে লৈ যোৱা, লৈ যোৱা নাথ! লৈ যোৱা। (যাব খোজে, সখিয়ে ধৰে) নহয় সিহতক ক্ষমা কৰিব নোৱাৰি, যদি পাণ্ডৱৰ কোনো বীৰে সিহতক বধ কৰিব নোৱাৰে, মই বধ কৰিম। ৰণচণ্ডীৰ বেশেৰে যুদ্ধক্ষেত্ৰত প্ৰবেশ কৰিম। মোৰ চকুৰ জুইৰে সিহতক পুৰি মাৰিম। বলা, সখি বলা, - (যাব খোজে সখিয়ে ধৰে) নাথ! - নাথ! -- স্বামী ! ! (মূৰ্চ্ছা)

## পঞ্চম দৃশ্য

**কুৰুক্ষেত্ৰৰ একাংশ**

**(দ্ৰোণ আৰু জয়দ্ৰথ)**

**জয়দ্ৰথ** ঃ আজি আৰু ৰক্ষা পোৱাৰ উপায় নাই গুৰুদেৱ! অৰ্জ্জুনে কালি গধূলি শ্ৰীকৃষ্ণক সাক্ষী কৰি প্ৰতিজ্ঞা কৰিছে। আজি সন্ধ্যাৰ আগতে মোক বধ কৰিব নোৱাৰিলে তেও নিজেই অগ্নিত প্ৰবেশ কৰিব।

**দ্ৰোণ** ঃ ভয় নাই জযদ্ৰথ! আজি তোমাক গোটেই কুৰুসৈন্যাই ৰক্ষা কৰি থাকিব, অৰ্জ্জুনে তোমাৰ ওচৰ পাবগৈযে নোৱাৰে। মই সকলোকে সাৱধান কৰি দিছো।

**জয়দ্ৰথ** ঃ তথাপি গুৰুদেৱ, যাৰ সাৰথি স্বয়ং নাৰাযণ তাৰ প্ৰতিজ্ঞা দলিযাই পেলাব নোৱাৰি।

**দ্ৰোণ** ঃ ভয় নাই জযদ্ৰথ! তুমিও ক্ষত্ৰিয সন্তান।

**জয়দ্ৰথ** ঃ ভয় কৰা নাই গুৰুদেৱ! এই প্ৰাণ আজি বা কালি এদিন যাবই, তথাপি এই ছলতে অৰ্জ্জুনে নিজে নিজে অগ্নিত প্ৰবেশ কৰিলে কৌৰৱৰ জয় নিশ্চিত।

**দ্ৰোণ** ঃ সেই কথা মযো স্বীকাৰ কৰো; কিন্তু - বাৰু তুমি আগবঢা কুৰুসৈন্যৰ একেবাৰে শেষত লুকাই থাকাগৈ। *(জয়দ্ৰথৰ প্ৰস্থান)*
কিন্তু কৃষ্ণই অৰ্জ্জুনক অগ্নিত প্ৰবেশ কৰিবলৈ এৰি নিদিযে।
*(দুৰ্য্যোধন আৰু কুৰুসৈন্যৰ প্ৰৱেশ)*

**দুৰ্য্যোধন** ঃ এই যে গুৰুদেৱ অকলে ইযাত আছে।

**দ্ৰোণ** ঃ আজি যুদ্ধ সাংঘাতিক, পাণ্ডৱ সৈন্যৰ যুদ্ধ দেখি অৰ্জ্জুনৰ ভয়ত জয়দ্ৰথ মোৰ ওচৰ পাইছেহি। মই তেওক দেখা দিবলৈ বাধা দিছো।

**দুৰ্য্যো** ঃ গুৰুদেৱ! সঁচাকৈয়ে আজি পাণ্ডৱ পক্ষই মৰো-জীও সো-আদিকৈ লাগিছে। (সৈন্যক সম্বোধন কৰি) সৈন্যসকল! প্ৰাণৰ মাযা এৰি যুদ্ধ কৰা। মনত ৰাখিবা, মৰিলে স্বৰ্গলাভ, জিনিলে আজীৱন যশ লাভ দুয়ো ফালেই লাভ। কিন্তু পলাই গলে নমৰিও মৰাৰ তুল্য অপযশত গোটেই পৃথিৱীয়ে নাক কোঁচাব। যোৱা বীৰসকল, আৰু বেছি সময় নাই, এই বেলাটো মাত্ৰ জয়দ্ৰথক ৰক্ষা কৰিব পাৰিলে আজি এনেয়ে জয়ী হম।

*(দ্ৰোণৰ প্ৰস্থান)*

সৈন্যসকলঃ জয় কুৰুপতিৰ জয়। জয় কুৰুপতিৰ জয়। *(প্ৰস্থান)*

*(গদা ঘূৰাই ঘূৰাই মহাবিক্ৰমেৰে ভীমৰ প্ৰৱেশ।)* দুৰ্য্যোধনে ভীমক দেখি যাব খুজিও ঘূৰি আহি ভীমৰ লগত গদাযুদ্ধ কৰে। যুদ্ধ কৰি দুয়োৰো প্ৰস্থান।

(ভীম ঘূৰি আহে)

ভীম ঃ (স্বগতঃ) কতবাৰ এই দুৰ্য্যোধন মোৰওচৰত পৰাজিত হৈছে। তথাপি সৈন্যদল ভেদ কৰি এতিয়াও জয়দ্ৰথক লগ পোৱা নাই। আজি শত কৌৰৱ ধ্বংস হব। এতিযাও আধা-আধি বাকী। অভিমন্যুৰ লগতে আজি অৰ্জ্জুনকো হেৰুৱাম হবলা। তথাপিও ভয কৰা নাই,ক্ষত্ৰিযৰ সন্তান প্ৰতিজ্ঞা ৰক্ষা কৰিব।

*( প্ৰস্থান)*

( পাণ্ডৱ সৈন্য এজাকে কুৰুসৈন্য এজাকক যুদ্ধ কৰি কৰি খেদি নিয়ে । অগাপিছাকৈ দুযোদলৰ প্ৰস্থান)

*( ভীমৰ প্ৰৱেশ)*

ভীম ঃ ভীমৰ আজি হেঁপাহ পলাইছে। জয়দ্ৰথক ৰাখিবলৈ গৈ দুৰ্য্যোধনৰ নবৈটা ভায়েকে এই গদাৰ আঘাতত প্ৰাণ এৰিছে । বাকী আছে দহোটা , আজি তাৰো নিস্তাৰ নাই।

*( খণ্ডে বেজাৰে দুৰ্যোধনৰ প্ৰৱেশ)*

দুৰ্য্যো ঃ মোৰ নবৈটা ভাইক বধ কৰি ৰণক্ষেত্ৰৰ পৰা পলাই সাৰিবলৈ আহিছ বৃকোদৰ ! মোৰ হাতত আজি তোৰ ৰক্ষা নাই ।

ভীম ঃ মযো বাট চাই আছিলো , দুৰ্যোধন ! ধৃতৰাষ্ট্ৰৰ বাকী দহোটাক জীযাই এৰি যাবৰ মন যোৱা নাই। ভালেই হল।

( দুয়োৰে যুদ্ধ হয, দুৰ্য্যোধন লাহে লাহে হুঁহকি পলাই যায)

ভীম ঃ ( স্বৰ্গত ) যা, এতিয়াই তোক মৰণৰ সুখ নিদিওঁ । চাই ল নিজচকুৰে, কেনেকৈ তোৰ কুলাঙ্গাৰ ভ্ৰাতৃবোৰ অন্ত হয।

*(দু শাসনৰ প্ৰৱেশ)*

দু:সাশন ঃ সাৱধান বৃকোদ ৰ !

ভীম ঃ কুটিল কৌৰৱৰ আগত পাণ্ডৱ জন্মাৱধি সাৱধান , তাকে সোৱৰাই অনুগ্ৰহ নকৰিলেও হব। তই নিজে সাৱধান হ দু:শাসন!

( দুয়োৰে ভয়ঙ্কৰ গদাযুদ্ধ , দু:শাসন হাৰি পলাই যায়)

ভীম ঃ য'তে আছে বাকী আঠোটা কৌৰৱ তাতে বিচাৰি বধ নকৰিলে মোৰ আজি হেঁপাহ নপলায়। দু:শাসন তই যা , তোৰ আৰু বেছি দিন নাই। (ভীমৰ কাল মূৰ্ত্তি ধৰি প্ৰস্থান। বিপৰীত ফালৰ পৰা ভীমৰ মূৰ্ত্তি ধৰি ঘটোৎকচৰ আৰু অলম্বুষৰ গদাযুদ্ধ কৰি প্ৰৱেশ।)

ঘটোৎকচঃ অলম্বূষ ! সাৱধান ; মই কামৰূপী। তোতকৈ মই মাযা বেছি জানো । তই জানিয়েই থ মোৰ হাততে তোৰ মৃত্যু হৈছে। বেছি নালাগে এই গদাৰ একোব মাথোন , বুজিছ? দু:শাসন , কৰ্ণ আৰু কত বীৰ হাৰি হাৰি পলাইছে। আকৌ তই আহিছ মোক মাৰিবলৈ হা হা হা. ! গিলিয়েই থম নেকি অ তোক ?

অলম্বূষ ঃ কোনে কাক গিলিব পাৰে আহচোন চাওঁ। বাৰু আগধৰি তোৰ বলটোকে দেখুৱাচোন । তই ভাবিছ, মই ভীমৰ পুত্ৰ , মোৰ সমান কোনো নাই । ময়ো কম নহওঁ, জানি থবি। *( দুযো গদাযুদ্ধ কৰে)*

ঘটোৎকচঃ ( গদা পেলাই) অলম্বূষ। গদা পেলা , এইবাৰ হাতে হাতে লাগো , আহ।

( অলম্বূষে গদা পেলাই বাহু যুদ্ধ কৰি বগৰা-বগৰি কৰে আৰু মাজে মাজে একোটা বিকট চিঞৰ শোধায়। অলপ পৰৰ পিছত ঘটোৎকচে অলম্বূষক তল পেলাই বুকুত ওপৰত বহি নেলুত টেপা দি থেকেচি , চিঞৰি উঠি আহ গদা লয়।)

অল ঃ ( ঘপ কৰে উঠি গদা লৈ) মই মৰিলো বুলিযেই ভাবিলি হবলা। আহ।

ঘটোৎ ঃ মৰি মৰি নো কিমান জীবি অ'?

*( দুয়োৰো গদাযুদ্ধ কৰি কৰি প্ৰস্থান)*

*( সন্ধ্যাৰ সময -- কৃষ্ণাৰ্জ্জুনৰ প্ৰৱেশ)*

কৃষ্ণ ঃ সখি ! ঘোঁৰা কেইটাক ৰথৰ পৰা এৰুৱাই পানী খাবলৈ দিওঁতেই দেখোন সন্ধ্যা ওচৰ চাপিল।

অৰ্জ্জুন ঃ তেন্তে সখি মোৰো সময় পালেহি ! মোৰ প্ৰতিজ্ঞা পালন কৰিমেই।

কৃষ্ণ ঃ কি কৰিবা সখি ! ইমান বেগাবেগিকৈ ৰথ চলাই মৰো-জীওঁকৈ যুদ্ধ কৰিও কৌৰৱ সৈন্য ভেদ কৰিব পৰা নহল। আজি বিধি আমাৰ প্ৰতি বাম। জয়দ্ৰথক দেখাকে পোৱা নহল।

অৰ্জ্জুন ঃ তেন্তে মোৰ প্ৰতিজ্ঞা ৰক্ষা হ'ক সখি!

কৃষ্ণ ঃ নিশ্চয় , ক্ষত্ৰিয়ই প্ৰতিজ্ঞা ৰক্ষা কৰিবই লাগিব।

*( সন্ধ্যাৰ আন্ধাৰ হল — জয়দ্ৰথ , দুৰ্যোধন, দু:শাসনৰ প্ৰৱেশ)*

জয়দ্ৰথ ঃ কি অৰ্জ্জুন ! সন্ধ্যা হৈ গ'ল । তোমাৰ প্ৰতিজ্ঞা ৰক্ষা কৰি অগ্নিকুণ্ডত জীৱন বিসৰ্জ্জন দিয়া ! ক্ষত্ৰিয়ই প্ৰতিজ্ঞা ৰক্ষা নকৰিলে অনন্ত কাল নৰক ভোগ কৰিব লাগিব।

দুৰ্য্যো ঃ অৰ্জ্জুন! অহংকাৰ কৰি প্ৰতিজ্ঞা কৰিছিলা । এতিয়া তাক ৰক্ষা নকৰি কি ভাবিছা ?

ঃ কুৰুপতি ৰক্ষা কৰিম । জয়দ্ৰথ , ভয় নাই , মোৰ প্ৰতিজ্ঞা মই ৰক্ষা কৰিম। কিন্তু তুমিও সাৱধান। সখি! অগ্নিকুণ্ড প্ৰস্তুত কৰাগৈ।

( কৃষ্ণৰ প্ৰস্থান , দাতিত অগ্নিকুণ্ড জ্বলায়। বাহিৰলৈ পোহৰ আহে )

**জয়দ্ৰথ** ঃ অৰ্জ্জুন । তুমি মোৰ নিমিত্তে চিন্তা নকৰি নিজে চৰম পৰীক্ষাৰ নিমিত্তে সাজু হোৱা। যুধিষ্ঠিৰ আদিলৈ বাট নাচাবা , বেয়া হব।

**অৰ্জ্জুন** ঃ জযদ্ৰথ। বাৰে বাৰে অনুৰোধ কৰিবৰ আৱশ্যক নাই। মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিম , কিন্তু তুমিও শিশুহত্যাৰ প্ৰায়শ্চিত্ত হবলৈ সাজু হোৱা ।

**নেপথ্যত কৃষ্ণ** ঃ সখি। অগ্নিকুণ্ড প্ৰস্তুত।

**অৰ্জ্জুন** ঃ তেন্তে কুৰুপতি বিদায়। আজিৰ পৰা পাৰ্থৰ কাৰণে বিশেষ চিন্তাৰ সকাম নাই।

( শৰ ধনু পেলায় যাব খোজে )

**দুৰ্য্যো** ঃ বেছি পলম কৰিলে মায়া মোহে বেৰি ধৰিব। কুণ্ডত জাপ দিয়া , বীৰধৰ্ম্ম পালন কৰি পৃথিৱীত কুৰুবংশৰ বিমল যশ থৈ যোৱা।

**নেপথ্যত কৃষ্ণ** ঃ ধনুশৰ নেৰিবা পাৰ্থ । তুমি বীৰ -- হাতত ধনুশৰ লৈ অগ্নিত প্ৰৱেশ কৰা।

( অৰ্জ্জুনে হাতত ধনুশৰ লৈ কুণ্ডৰ ফালে যাব খোজে)

**অৰ্জ্জুন** ঃ কুৰুপতি। ভয নাই , মই কুণ্ডত জাপ দিমেই , তুমি জযদ্ৰথক লৈ ঘৰলৈ যোৱা।

*( এনেতে হঠাৎ পোহৰ হয় -- শ্ৰীকৃষ্ণৰ প্ৰৱেশ)*

**কৃষ্ণ** ঃ প্ৰতিজ্ঞা ৰক্ষা কৰা অৰ্জ্জুন । জয়দ্ৰথক বধ কৰা।

( সকলো আচৰিত হয়, অৰ্জ্জুনে শৰ মাৰি জযদ্ৰথক বধ কৰে)

**দুৰ্য্যোধন** ঃ ই কি আচৰিত । ঘোৰ অন্যায়!

(কুৰুবীৰবিলাকৰ ভয়ত প্ৰস্থান। অৰ্জ্জুনে শৰ মাৰি থাকে , গদা ঘূৰাই ভীমৰ প্ৰৱেশ)

**ভীম** ঃ অন্যায নাই। সকলো ন্যায। শিশুহত্যা ন্যায়, কপট পাশা ন্যায় , জতুগৃহ দাহ ন্যায় , দ্ৰৌপদীৰ বস্ত্ৰহৰণ ইত্যাদি সকলো ন্যায। অন্যায় বোলা একো নাই । যদুপতি! দুৰ্য্যোধন আৰু দু শাসনৰ বাহিৰে আজি শত কৌৰৱ শেষ।

**কৃষ্ণ** ঃ তোমাৰ বীৰত্বৰ বৰ্ণনা নাই দাদা বৃকোদৰ।

**ভীম** ঃ তোমাৰ মাযাৰ অন্ত নাই যদুপতি ! তুমি নহলে আজি অৰ্জ্জুনৰ ৰক্ষা নাই।

## ষষ্ঠ দৃশ্য

**হস্তিনাৰ কাৰেং।**

**( ধৃতৰাষ্ট্ৰ আৰু সঞ্জয়)**

**ধৃতৰাষ্ট্ৰ** ঃ কি কলি সঞ্জয ! ভীমৰ গদাৰ প্ৰহাৰত মোৰ শতপুত্ৰ ধ্বংশ হৈছে। সেই কাৰণেই অন্তঃপুৰত ইমান কান্দোনৰ ধ্বনি উঠিছে । জযদ্ৰথক অৰ্জ্জুনে বধ কৰিছে। মোৰ নাতিপুতি সকলোকে সিহঁতে অন্ত কৰিছে। অসম্ভৱ সঞ্জয় । অসম্ভৱ শত কৌৰৱক পাঁচ পাণ্ডৱে ধ্বংস কৰা সম্ভৱ নহয়। পিতামহ মাত্ৰ শৰশয্যাত। দ্ৰোণ , কৰ্ণ , অশ্বত্থামা, কৃপ , শল্য আদি বীৰসকল জীৱিত থাকোতে পাণ্ডৱে মোৰ বংশ ধ্বংশ কৰিব পাৰে নে ?-- আ , সঞ্জয ! মোক কৰবালৈ লৈ যা, মোৰ বুকু ভাগি গৈছে। সঞ্জয , অন্ত পুৰত তিৰোতাবিলাকে কিয ইমানকৈ কান্দিছে? তাহাতক কান্দিবলৈ হাক দে। (অলপ ভাবি) নহয় নিদিবি হাক , কান্দক , কান্দিলে হিয়াৰ শোক অনেক পৰিমাণে কমিব , মোকো উপায দে সঞ্জয ! মোক ধৰ, মোক লৈ যা । গান্ধাৰী! বিদুৰ।

*( মূৰ্চ্ছা, সঞ্জয়ে ধৰে , গান্ধাৰীৰ কান্দি কান্দি প্ৰৱেশ)*

**গান্ধাৰী** ঃ ( কান্দি) এতিয়া অধীৰ হলে কি হব, য'তে ধৰ্ম্ম ত'তে জয়। অন্যায কৰিলে তাৰ ফল ভোগ কৰিবই লাগিব নাথ। ইমানকৈ কোৱাতো সিহঁতে নুশুনিলে , বোপাইহতক যমে টানি নিলে।

**ধৃতৰাষ্ট্ৰ** ঃ গান্ধাৰী ! মোক লৈ যোৱা , ক'ৰবালৈ লৈ যোৱা। মই-- মই আৰু শুনিব নোৱাৰো । সিহঁতৰ কান্দোন শুনিব নোৱাৰো।

*(গান্ধাৰীয়েতলমূৰকৈ এফলীয়া হৈ কান্দে)*

**সঞ্জয়** ঃ মহাৰাজ! অধীৰ নহব। দুৰ্য্যোধন আৰু দু শাসন এতিযাও জীৱিত।

*( বিদুৰৰ প্ৰৱেশ)*

**ধৃতৰাষ্ট্ৰ** ঃ মই জানিছো সেই কথা সঞ্জয় । এশটাৰ মাত্ৰ দুটা বাকী পৌত্ৰও শেষ।আ বৰ সান্ত্বনাৰ কথা ।দুৰ্য্যোধন আৰু দু:শাসন বাকী , সিহঁতেই বা থাকিব আৰু কিমান পৰ? সঞ্জয ! বিদুৰ কলৈ গল?

**সঞ্জয়** ঃ এয়া বিদুৰ ওচৰতে থিয় হৈ আছে।

**ধৃত ৰাষ্ট্ৰ** ঃ ( খেপিয়ায়, বিদুৰ ওচৰলৈ আহিলত ধৃতৰাষ্ট্ৰই হাতত ধৰি অতি কাতৰভাৱে) বিদুৰ! বিদুৰ। মোক ক্ষমা কৰা, বিদুৰ! মই তোমাক কাবৌকৈ মাতিছো। সিহঁতক ঘূৰাই আনা।

**বিদুৰ** ঃ ক'ৰপৰা মহাৰাজ !

**ধৃতৰাষ্ট** ঃ ( বিৰক্ত ভাৱে ডাঙৰকৈ কান্দোনৰ সুৰে) যমৰ দুৱাৰ মুখৰ পৰা , বিদুৰ ! যমৰ দুৱাৰ মুখৰ পৰা।

**বিদুৰ** ঃ অসম্ভৱ মহাৰাজ । সিহঁত আৰু ঘূৰি নাহে।

**ধৃতৰাষ্ট্ৰ** ঃ দুৰ্য্যোধন , দু:শাসন ঘূৰি নাহে?

**বিদুৰ** ঃ নাহে ( ধৃতৰাষ্ট্ৰৰ হাত এৰে) সচাকৈয়ে মৃত্যু হোৱা কেইটাক আনিব পাৰিলেও জীয়াই থকা কেইটাক আনিব নোৱাৰি।

**ধৃতৰাষ্ট্ৰ** ঃ তেন্তে গান্ধাৰী মই যাওঁ।

**গান্ধাৰী** ঃ কলৈ ? ( চকুৰ পানী টোকে)

**ধৃতৰাষ্ট্ৰ** ঃ ( বলিয়াৰ দৰে) লগে লগে যমৰ ঘৰলৈ গান্ধাৰী। যমৰ ঘৰলৈ । (বিৰক্ত হৈ) আ গান্ধাৰী । সিহঁতক কান্দিবলৈ কেলৈ দিছা ? সিহঁতে কিয় কান্দিব ?

**গান্ধাৰী** ঃ কিয় কান্দিছা নাথ। ( উচুপি) পতি পুত্ৰ হেৰুৱাই অনাথিনী হৈ কান্দিছে। পঞ্চপতি বিদ্যমান দ্ৰৌপদীক অনাথিনীৰ দৰে কন্দুৱাৰ প্ৰতিফল। ভয়ঙ্কৰ -- ভয়ঙ্কৰ , ভয়ঙ্কৰ প্ৰলয় কাহিনী নাথ। সতীৰ চকুৰ এটোপা পানীৰে পৃথিৱী উটি গৈছে। জুই হৈ ব্ৰহ্মাণ্ডও ছাৰখাৰ কৰিছে। নাথ। আৰু একো নাই । সিহঁতে কান্দিব আৰু পৃথিৱীত কতই কান্দিব । ৰজাই যেতিয়া নাৰী পীডন কৰিব , তাৰ ফল কান্দোনৰ ধ্বনি উঠিবই।

**ধৃতৰাষ্ট্ৰ** ঃ এ কি কোৱা । সতীৰ পীডন , নাৰী নিৰ্য্যাতন , অসম্ভৱ কথা , মই বহি থাকোঁতে কুৰুসভাত সতীৰ বস্ত্ৰ হৰণ । অসহ্য । সেই বুলিয়েই মোৰ পুত্ৰবোৰক সিহঁতে বধ কৰিব নে? তাহাঁতক কান্দিবলৈ নিদিবা সঞ্জয় ? ৰথ সজা , ৰথ সজা, ধনু শৰ গদা আন। মই যুদ্ধ কৰিম , মই দুৰ্য্যোধন , দুঃশাসনক সহায় কৰিম। পাণ্ডৱক বধ কৰিম। বিদুৰ। সঞ্জয় । গান্ধাৰী । কি চাই আছা ?

**গান্ধাৰী** ঃ আপুনি থিৰ হক , ধৈৰ্য্য ধৰক।

**ধৃত ৰাষ্ট্ৰ** ঃ আ গান্ধাৰী । মই বলিয়া হৈছো নেকি ? কি কৰিবা মই -- মই বলিয়া হৈছো। মোক ক্ষমা কৰা । বিদুৰ । মই কলৈ যাওঁ ? মই কেনেকৈ সহি থাকো ? পুত্ৰস্নেহ বৰ ডাঙৰ , বিদুৰ।

**বিদুৰ** ঃ সেই স্নেহৰ অতিমাত্ৰাতেই আজি এই গতি , মহাৰাজ । দুৰ্য্যোধন উপজিবৰ দিনাই মই তাক ত্যাগ কৰিবলৈ কৈছিলো , আপুনি নুশুনিলে । দুৰ্য্যোধনৰ অন্যায় কামত মই বাধা দিলেও আপুনি প্ৰশ্ৰয় দিয়ে। এতিয়া আৰু কি উপায় আছে। আৰ্জ্জিলে ভুঞ্জিবই লাগিব। ই প্ৰকৃতিৰ নিয়ম। কৌৰৱবংশ ধ্বংস কৰিবলৈকে দুৰ্য্যোধনৰ অৱতাৰ।

**ধৃতৰাষ্ট্ৰ** ঃ গান্ধাৰী। সঞ্জয় । কোন আছা মোক লৈ যোৱা । বিদুৰ ! আৰু নকবা। যথেষ্ট হৈছে। ধিক কৰ্ম্মফল। পুৰি মাৰিছে । উস্ ! মোক পুৰি মাৰিছে । তিল তিলকৈ মাৰিছে। কান্দোন নুশুনা ঠাইলৈ লৈ যোৱা। ( সঞ্জয় আৰু গান্ধাৰীয়ে ধৰি ধৰি লৈ যায়। বিদুৰ পাছে পাছে যায়।)

# সপ্তম দৃশ্য।

**কুৰুক্ষেত্ৰ ।**

*( কৃষ্ণ আৰু যুধিষ্ঠিৰৰ প্ৰৱেশ)*

**কৃষ্ণ** ঃ দাদা। ইমান এটা আৱশোকত এষাৰ কথা কৈ নগলে , যুদ্ধ জয় কৰা অসম্ভৱ । বৃকোদৰে কৈ গৈছে অশ্বথামাক বধ কৰিলো বুলি । দ্ৰোণে বিশ্বাস নকৰে।

**যুধিষ্ঠিৰ** ঃ যুদ্ধত জয় নহয়, কি কৰিম। সেই বুলি মিছা কোৱা টান যদুপতি !

**কৃষ্ণ** ঃ মিছা কবলৈ কোৱা নাই। দ্ৰোণ ঘূৰি ফুৰিছে তোমাক সুধিবলৈ , ভীমৰ হাতত অশ্বথামাৰ মৃত্যু হৈছে নে নাই হোৱা। আনৰ কথাত প্ৰত্যয় নযায় , তুমি কলেহে বিশ্বাস কৰিব। ভীমৰ হাতত আশ্বথামা হাতীৰ পতন হৈছে , একেবাৰে সচা কথা । তাক কবলৈ কিহৰ ভয়। মাত্ৰ হাতী বুলি নকৈ অশ্বথামাক বধ কৰিছে বুলি কব লাগে। সেইটো মিছা কথা নহয়।

**যুধিষ্ঠিৰ** ঃ যদুপতি । আৰু আন উপায় নাই নে?

**কৃষ্ণ** ঃ নাই ! অশ্বথামাক বধ কৰিলে বুলি কবই লাগিব।

যুধিষ্ঠিৰ। তেন্তে কম , কিন্তু --

**কৃষ্ণ** ঃ কিন্তু আৰু নাই।

**যুধিষ্ঠিৰ** ঃ গজ বুলি লগতে কলেও হানি হব নে?

**কৃষ্ণ** ঃ নুশুনাকৈ কলে একো কথা নাই। কিন্তু গজক বধ কৰিছে বুলি কোৱাই নোকোৱাই একে।

**যুধিষ্ঠিৰ** ঃ বাৰু , কিন্তু --

**কৃষ্ণ** ঃ কিন্তু নাই। সৌৱা দ্ৰোণে তোমাক বিচাৰি ফুৰিছে। কথাষাৰ কলেই সকলো শেষ হব। যোৱা।

*( কৃষ্ণৰ প্ৰস্থান)*

**যুধিষ্ঠিৰ** ঃ ভীষণ সমস্যা।

*( ভাবি ভাবি বিপৰীত ফালে প্ৰস্থান)*

*(ধৃষ্টদ্যুম্নৰ প্ৰৱেশ)*

**ধৃষ্ট** ঃ ( স্বগত:) আজিৰ যুদ্ধত মোৰ জন্ম সাৰ্থক কৰিব লাগিব। পিতা দ্ৰোপদে মোক আৰু দ্ৰৌপদীক যজ্ঞৰ পৰা উৎপন্ন কৰাইছিল দ্ৰোণ বধৰ নিমিত্তে । পিতাৰ উদ্দেশ্য সফল কৰিবলৈ হলে আজি দ্ৰোণক বধ কৰিবলৈ লাগিব। ( অলপ ভাবি) পিতা আজি স্বৰ্গত । প্ৰাগজ্যোতিষ পতি নৰকনন্দন ভগদত্তই মোৰ পিতাক বধ কৰিলে। মই সেই প্ৰতিশোধ লবলৈ নৌ পাওঁতেই অৰ্জ্জুনে ভগদত্তক বধ কৰিলে। ক্ৰমে ক্ৰমে কুৰুক্ষেত্ৰত বীৰসকলৰ অন্ত হৈছে। দ্ৰোণবধ নৌ হওঁতেই এই পাঁচ দিনতে অনেক বীৰৰ মৃত্যু হৈছে। ( অলপ ভাবি) পিতা! তোমাৰ মৃত্যুত খেদ নাই।

বীৰধৰ্ম্ম পালন কৰোতে সন্মুখ সংগ্ৰামত তোমাৰ মৃত্যু হৈছে। স্বৰ্গৰ পৰা এই অধম পুত্ৰক আশীৰ্বাদ কৰা যেন দ্ৰোণক বধ কৰি তোমাৰ আত্মাৰ সন্তোষ বিধান কৰিব পাৰো।

*( ভীমৰ প্ৰৱেশ)*

**ভীম** ঃ দাদাই অশ্বথামা হত বোলোতেই " ইতি গজ " বুলিছিল কিন্তু গুৰুদেৱে নুশুনিলে । এওঁক আঁতৰাব পাৰিলে বীৰৰ ভিতৰত বাকী থাকিব কৰ্ণ , দুৰ্য্যোধন , দু শাসনৰ লেখকে নধৰো। গুৰুপুত্ৰ অমৰ হৈয়ো অকলে একো কৰিব নোৱাৰে। কি ভাবিছা ধৃষ্টদ্যুম্ন? বলা যুদ্ধৰ সামৰণি পৰেহে লাগে।

**ধৃষ্টদ্যুম্ন** ঃ তাকেই ভাবিছো বৃকোদৰ।

*( দুয়োৰো প্ৰস্থান)*

*( শ্ৰীকৃষ্ণৰ প্ৰৱেশ)*

ঃ ( স্বগত ) অৰ্জ্জুনে নিৰস্ত্ৰ গুৰুক কেতিয়াও বধ নকৰে। অস্ত্ৰে-শস্ত্ৰে সজ্জিত দ্ৰোণক বধ কৰিবৰ ক্ষমতা নাই। ধৰ্ম্মৰাজে যেনিবা কথমপি কথাষাৰ কলে। এওঁলৈ এটা উপায় কৰা যাওক। সৌৱা দ্ৰোণে বুকুত জোৰ পেলাই পুত্ৰশোকত মূৰে-কপালে হাত দি বহি আছে। জোৰদাল যেনিবা এটা সাপহে। অমৰ পুত্ৰৰ শোকত দ্ৰোণে শোক কৰিবৰ কথাই । যেই হ'ক বুদ্ধিৰ ফল ধৰিছে।

*( অৰ্জ্জুনৰ প্ৰৱেশ)*

**অৰ্জ্জুন** ঃ সখি ! ৰথৰ পৰা নামি আহি অতবেলি কি কৰিছা? মোৰ বহি আমনি লাগিল। ৰবৰ সময় নাই, পাণ্ডৱ-সৈন্যবিলাকক কৌৰৱ সৈন্যবিলাকে দলি আনিছে। দাদা বৃকোদৰ দুৰ্য্যোধনৰ লগত যুদ্ধত ব্যস্ত। গুৰুদেৱ যেনিবা পুত্ৰশোকত যুদ্ধ এৰি ৰথতে বহি আছে।

**কৃষ্ণ** ঃ সখি। আজি বৰ কৰ্ত্তব্যপৰায়ণ। হেজাৰ হ'ক শত্ৰু হলেও তোমাৰ গুৰু , চোৱাচোন সৌৱা গুৰুক সৰ্পে দংশন কৰিব খুজিছে। চোৱাচোন বুকুত সাপটো বগাইছে। মাৰা ,মাৰা শৰ মাৰি সাপটো বেগেতে কাটি পেলোৱা।

( অৰ্জ্জুনৰ ব্যগ্ৰভাৱে অস্ত্ৰ ক্ষেপন , অলপ পৰ চাই থাকে)

**অৰ্জ্জুন** ঃ সখি। গুৰু দেখোন ৰথত মূৰ্চ্ছিত হল।

**নেপথ্যত কুৰুসৈন্য** ঃসেনাপতিক ৰক্ষা কৰা। সেনাপতিক ৰক্ষা কৰা। *(কোলাহল)*

**কৃষ্ণ** ঃআহাঁ , সেইবোৰ একো নহয়। ৰথত উঠি লোৱাহি।

*( অৰ্জ্জুনক হাতত ধৰি লৈ যায়।)*

(নেপথ্যত কোলাহল) গুৰুক বধ কৰিলে। আচৰিত , অসম্ভৱ ।

*(অলপৰ পিছত দ্ৰোণৰ কটা মূৰ , তেজেৰে ৰাঙলী তাৰোৱাল লৈ ধৃষ্টদ্যুম্নৰ প্ৰৱেশ)*

**ধৃষ্টদ্যু** ঃ প্ৰতিজ্ঞা পূৰ্ণ হল। হা·হা.হা· । প্ৰতিজ্ঞা পূৰ্ণ হল। পিতা ! তোমাৰ উদ্দেশ্য সিদ্ধি হৈছে। তোমাৰ পুত্ৰই তোমাৰ শত্ৰু অজেয় বীৰ দ্ৰোণৰ মূৰ কাটি হাতত লৈছে। আজি বৰ আনন্দ -- বৰ তৃপ্তি।

*( প্ৰস্থান)*

**নেপথ্যত বহুতে** ঃ ধৰ, ধৰ , কেনি গল। সেনাপতিৰ মূৰ কাটি নিছে। নেৰিবি, সেই ফালে , অশ্বথামা। সেই ফালে। ( এজাক কুৰুসেনাই ধৃষ্টদ্যুম্নক খেদি যায, দু শাসনৰ গদা ঘূৰাই লগে লগে প্ৰৱেশ আৰু প্ৰস্থান । অশ্বথামা উত্তেজিত হৈ হাতত অস্ত্ৰ লৈ প্ৰৱেশ)

**অশ্বথামা** ঃ কি, অশ্বথামাৰ বৰ্ত্তমানত অশ্বথামাৰ পিতৃবধ । ধৃষ্টদ্যুম্নই মোৰ পিতৃক বধ কৰে । কলৈ পলাবি ধৃষ্টদ্যুম্ন? পিতা।' পিতা।

*( দুৰ্য্যোধন আৰু কৰ্ণৰ প্ৰৱেশ)*

**দুৰ্য্যোধন** ঃ কি হব! গুৰুৱে আমাক বিপদ-সাগৰত পেলাই নিজে স্বৰ্গলৈ গুচি গল।

**কৰ্ণ** ঃ নহয় সখি। ইয়াৰ প্ৰতিশোধ লব লাগে। এতিয়া বেজাৰৰ সময় নহয?

**অশ্বথামা** ঃ শুনক মহাৰাজ। ধৃষ্টদ্যুম্নক বধ নকৰোমানে মোৰ শান্তি নাই। মই ধৃষ্টদ্যুম্নক বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিলো । এই প্ৰতিজ্ঞা ৰক্ষা নহলে মোৰ গাত গোবধ, ব্ৰহ্মবধ আৰু স্ত্ৰীবধ পাপ লাগিব, সকলো ধৰ্ম্ম নষ্ট হব।

# চতুৰ্থ অংক।

## ১ম দৃশ্য

*( যুধিষ্ঠিৰ শুই আছে , অলপ পিছতে কৃষ্ণাৰ্জ্জুনৰ প্ৰৱেশ)*

**কৃষ্ণ** ঃ কৰ্ণ সেনাপতি হৈয়েই , ধৰ্ম্মৰাজক পৰাজয কৰি ডিঙিত ধনুৰ জোৰ দি বন্দী কৰে। তুমি এই সংবাদ জনা নাই হবলা?

**অৰ্জ্জুন** ঃ মই অলপ জানো, কিন্তু দাদাক ইমান অপমান কৰাৰ কথা গম পোৱা নাই , কিন্তু এই দৰে হাতত পাই দাদাক এৰি দিয়ালৈ চাই বিশ্বাস নহয়।

**কৃষ্ণ** ঃ বিশ্বাস নকৰিবৰ কোনো কাৰণ নাই। দাদাই সেই অপমানত মৰণান্তিক হৈ যুদ্ধক্ষেত্ৰ ত্যাগ কৰি শুই আছেহি । কৰ্ণই প্ৰতিজ্ঞা কৰি থৈছে , য়ে তোমাৰ বাহিৰে পাণ্ডৱৰ কাকো অপকাৰ নকৰে।

অৰ্জ্জুন ঃ ইয়াৰ কাৰণ কি?

কৃষ্ণ ঃ কাৰণৰ আৱশ্যক নকৰে, পিছত জানিবা। এতিয়া দাদাক মাতা। ( অৰ্জ্জুনে মাতিবলৈ ধৰে, স্বগত·) আজি গতি বিষম। ধৰ্ম্মৰাজে কৰ্ণৰ হাতত অপমান পাই আহিছে। দোষ লাগিব অৰ্জ্জুনৰ গাত। ইয়াৰ উপায়।

যুধিষ্ঠিৰ ঃ ( সাৰ পাই) কোন, অৰ্জ্জুন। যুদ্ধৰ সংবাদ কি অৰ্জ্জুন? কৰ্ণ বধ কৰি আজি তুমি মোৰ সকলো চিন্তা দূৰ কৰিলা। তোমাক কি পুৰস্কাৰ দিম? দেৱাসুৰজয়ী কৰ্ণ, যাক মহামানী দুৰ্য্যোধনে সভাৰ মাজত সন্মান কৰি সখী সম্বোধন কৰে, যাক পৰশুৰামে নিজ হাতে ধনু পুৰস্কাৰ দিলে-- যাৰ কবচ কুণ্ডল অভেদ্য -- যাৰ ভয়ত আজি তেৰ বছৰ চিন্তিত আছো, পৃথিৱীৰ সেই অসম্ভৱ বীৰ কৰ্ণক বধ কৰি যাবৎ-চন্দ্ৰ-দিবাকৰ সুখ্যাতি ৰাখিলা। ভাই! তোমাৰ বীৰত্বত আজি পঞ্চ পাণ্ডৱ ধন্য হল। কোৱা ভাই অৰ্জ্জুন। সেই মহাবীৰ কৰ্ণক কেনেকৈ বধ কৰিলা? যদুপতি। কি উপায়েদি অৰ্জ্জুনৰ হতুৱাই অসাধ্য সাধন কৰালা?

( কৃষ্ণ অলপ চিন্তান্বিত হৈ তলমূৰ কৰি মুখত আঙুলী দি ভৱিৰে মঙ্গল চায়। অৰ্জ্জুনে ভয়ত কোঁচ খাই এখোজ আঁতৰি মূৰ খজুৱায়)

অৰ্জ্জুন ঃ দাদা। -- ( নিমাত)

যুধিষ্ঠিৰ ঃ কোৱা অৰ্জ্জুন। কোৱা। সচা প্ৰশংসাত লাজ কিহৰ।

অৰ্জ্জুন ঃ দাদা। আজি মই সংসপ্তকৰ লগত যুদ্ধত লিপ্ত আছিলো। তাৰ পিছত গুৰুপুত্ৰই আগ ভেটি ধৰি যুদ্ধ কৰিলে। কৰ্ণক বিচাৰি ফুৰোতেই দাদা বৃকোদৰৰ পৰা আপোনাৰ পৰাজয় বাৰ্ত্তা শুনি এই ফাললৈ আহিলো। আপুনি যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰাত সৈন্য, সেনাপতি সকলো হতাশ।

যুধিষ্ঠিৰ ঃ ( উঠি) কি, কৰ্ণ বধ এতিয়াও হোৱা নাই? নিলাজ অৰ্জ্জুন। ভীমক অকলে যুদ্ধক্ষেত্ৰত এৰি তোৰ পলাবলৈ লাজ লগা নাইনে? কৰ্ণলৈ তোৰ ইমান ভয়। তোৰ জন্মতে গোটেই পৃথিৱী জিনিবি বুলি দৈৱবাণী হৈছিল। এতিয়া দেখিছো তই দেৱতাৰ কথাও মিছা কৰিলি তোৰ নিচিনা পুত্ৰ জন্ম দি মাতৃ কুন্তীয়ে পুত্ৰৱতী নাম লোৱা নিতান্ত অন্যায় হৈছে। কুবেৰে ধনু, ইন্দ্ৰই শৰ, মহেশ্বৰে ত্ৰৈলোক্য সংহাৰ কৰিব পৰা অস্ত্ৰ আৰু গন্ধৰ্ব্ব পতিয়ে তোক মায়াৰথ এনেয়ে দিলে। তোৰ ৰথত ধ্বজা মহাপৰাক্ৰমী হনুমন্ত। সাৰথি অনন্ত প্ৰতাপী শ্ৰীকৃষ্ণ। তোৰ প্ৰত্যেক অস্ত্ৰ পৱনৰ গতিশীল। হাতত ত্ৰিভুৱন বিখ্যাত গাণ্ডিৱ ধনু। আৰু লগত অক্ষয় তূণ। ইমানতো কৰ্ণৰ ভয়ত পলাই আহিবলৈ লাজ লগা নাইনে? তই গাণ্ডিৱৰ যোগ্য নহৱ। কৃষ্ণক গাণ্ডীৱ দে। তেওঁ ৰথী বওক, তই সাৰথি হ। অতদিন কৃষ্ণক ৰথী কৰি তই সাৰথি হোৱা হলে গোটেই কুৰুসৈন্য ধ্বংস হল হেতেন।

অৰ্জ্জুন ঃ ( খঙত অস্থিৰ হৈ) কি। মই গাণ্ডীৱৰ যোগ্য নহওঁ। নিজে কৰ্ণৰ হাতত অপমানিত হৈ মোক গাণ্ডীৱ পেলাবলৈ কয.. অসহ্য ..( খাপৰ পৰা তৰোৱাল উলিয়াই ধৰ্ম্মৰাজক কাটিব খোজে, কৃষ্ণই হাতত ধৰে)

কৃষ্ণ ঃ কি কৰা অৰ্জ্জুন? তুমি তোমাৰ জ্যেষ্ঠক বধ কৰিব খুজিছা। ছি, ইমান আবোধৰ দৰে কাৰ্য্য কৰা উচিত নহয়।

অৰ্জ্জুন ঃ সখি। মোৰ প্ৰতিজ্ঞা আছে, যেয়ে মোক গাণ্ডীৱ এৰিবলৈ কব, গুৰু হলেও মই তেওঁক বধ কৰিম। ক্ষত্ৰিয়ৰ প্ৰতিজ্ঞা লঙ্ঘন কৰিলে অনন্ত কাল নৰকত স্থান। গুৰু বধ কৰিলেও নৰক ভোগ। শাস্ত্ৰৰ কথা তুমি মোতকৈ বেছি জানা।

কৃষ্ণ ঃ ( হাঁহি) ইয়াৰ উপায় আছে পাৰ্থ। ক্ষান্ত হোৱা। গুৰু বধ কৰিবৰ আৱশ্যক নাই।

অৰ্জ্জুন ঃ দোষ নাজানি যি অপমান কৰে, তাৰ বধেই প্ৰায়শ্চিত্ত। তুমি ৰাখিলা সখি, নহলে গুৰু বধ নিশ্চয় হলহেঁতেন। নিজে কৰ্ণৰ ভয়ত পলাই আহি মোক অপমান কৰা উচিত হোৱা নাই। ধৰ্ম্মৰাজৰ অধৰ্ম্ম শোভা নাপায। অতুল প্ৰতাপী বৃকোদৰেও যুদ্ধক্ষেত্ৰত প্ৰলয়ৰ অৱতাৰণা কৰে। বিপক্ষৰ সহস্ৰ সহস্ৰ ৰথী, পদাতি, গজ-বাজী সংহাৰ কৰে, সকলো অকলেই কৰে। কালৈকো আশা কৰি নাথাকে। দাদা বৃকোদৰে মোক বৰ্ব্বৰ বুলি কেতিয়াও অপমান নকৰে। তুমি সভাৰ ভিতৰত পাশাত হাৰি সকলোকে কষ্টত পেলোৱা। তোমাৰ নিমিত্তেই আমি চাৰি ভ্ৰাতৃয়ে বনত নানা ভোগ কৰিলো। নাই, মোৰ পক্ষে আত্মহত্যাই শ্ৰেয়।

( নিজৰ ডিঙিলৈ তৰোৱাল দাঙে, কৃষ্ণই ধৰে)

কৃষ্ণ ঃ কি কৰা অৰ্জ্জুন, তুমি অধৈৰ্য্য হৈছা কিয়?

অৰ্জ্জুন ঃ বাধা। নিদিবা সখি। গুৰুনিন্দা অধৰ্ম্ম, তাৰ পৰাচিত আত্মহত্যা।

কৃষ্ণ ঃ ( হাঁহি) তাৰো উপায় আছে সখি। শাস্ত্ৰৰ মতে আত্ম প্ৰশংসো মৃত্যুৰ তুল্য। তুমি আত্মপ্ৰশংসো কৰিলেই উদ্ধাৰ হবা।

অৰ্জ্জুন ঃ নহয় সখি মোক আত্মহত্যা কৰিবলৈ দিয়া।

কৃষ্ণ ঃ সাৱধান অৰ্জ্জুন! কৃষ্ণৰ ই অনুৰোধ নহয়, আদেশ। কুৰুক্ষেত্ৰ যুদ্ধ এতিযাও শেষ হোৱা নাই। ইয়াক শেষ কৰা তোমাৰ কৰ্ত্তব্য । তুমি আত্মপ্ৰশংসা কৰা।

অৰ্জ্জুন ঃ ক্ষমা কৰা সখি । মই ধৈৰ্য্যহীন হৈছো। মোৰ ধৈৰ্য্য নহব কিয়? মই ত্ৰিভূবন -বিখ্যাত মহাবীৰ অৰ্জ্জুন । মোৰ সমান কোন আছে ? মই খাণ্ডৱ দাহ কৰি অগ্নিৰ তৃপ্তি সাধন কৰিছো। মোৰ য'তে ত'তে জয়। সুৰাসুৰ মোৰ ভয়ত ত্ৰস্তমান । ভীষ্ম দ্ৰোণক মই বধ কৰিছো । মোৰ বাহুবলত যুধিষ্ঠিৰ পৃথিৱীৰ অধীশ্বৰ হব। ( যুধিষ্ঠিৰৰ ভৰিত ধৰি) দাদা। মোক ক্ষমা কৰক। মই অধৈৰ্য্য হৈ পাপ কৰিলো। ধৰ্ম্মৰক্ষাৰ নিমিত্তে মই আপোনাক নিন্দা কৰিলো । মোৰ প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণেহে এনে কৰিলো। দাদা। মোক ক্ষমা কৰক। আপোনাৰ চৰণ স্পৰ্শ কৰি শপত খাইছো , কৰ্ণক বধ কৰিব নোৱাৰিলে মোৰ সত্য ভ্ৰষ্ট হব।

যুধি ঃ উঠা অৰ্জ্জুন । মই নিজে অধৈৰ্য্য হৈ তোমাক অধৈৰ্য্য কৰিছো। শোকবেজাৰ আৰু অপমানত জৰ্জ্জৰিত হৈ তোমাক এনে কথা কলোঁ।

অৰ্জ্জুন ঃ আজি কৰ্ণবধ অনিবাৰ্য্য । সখি । তোমাৰ প্ৰসাদত আজি জয় লাভ কৰিম ।ৰাজা ধৃতৰাষ্ট্ৰ পুত্ৰ-পৌত্ৰহীন হব। গোটেই পৃথিৱী ধৰ্ম্মৰ তলতীয়া হব। কৰ্ণবধৰ লগে লগে দুৰ্য্যোধন দু শাসনৰো মৃত্যু হব। শকুনিয়ে আৰু খেলিবলৈ নাপায়। দাদা। আপুনি আজি সুখেৰে শুব পাৰিব।

## ২য়দৃশ্য

**শিবিৰৰ সমুখ**

**( পুৱা কৰ্ণৰ যুদ্ধযাত্ৰা -- কৰ্ণই সূৰ্য্যক প্ৰণাম কৰে)**

কৰ্ণ ঃ হে জগতৰ প্ৰাণদাতা ভাস্কৰ ! কৰ্ণৰ সহস্ৰ সহস্ৰ প্ৰণাম গ্ৰহণ কৰা। তোমাৰ দীনহীন পুত্ৰ কৰ্ণ, পৃথিৱীৰ নীহ সুতৰ তনয় কৰ্ণ , দৈবৰ বলত ভাৰত যুদ্ধৰ সেনাপতি । হে দেৱ ! আশীৰ্বাদ কৰিবা, যেন কৰ্ণই ন্যায় যুদ্ধত খ্যাতি লাভ কৰে।

*( আকৌ প্ৰণাম)*

*( বুঢ়া ব্ৰাহ্মণবেশী ইন্দ্ৰৰ প্ৰৱেশ)*

ইন্দ্ৰ ঃ ( স্বগত ) এইয়া সূৰ্য্যৰ পুত্ৰ কৰ্ণ। কি সুন্দৰ , কি তেজস্বী । এয়েই সূৰ্য্যৰ পুত্ৰ মহাবীৰ কৰ্ণ । এয়েই পৃথিৱীৰ হীন সুতৰ নন্দন । যাৰেই পুত্ৰ হক লাগে , -- পৃথিৱীৰ আন এটি সূৰ্য্য ।

(কৰ্ণই আগবাঢ়ি যাব খুজি বৃদ্ধ ব্ৰাহ্মণবেশী ইন্দ্ৰক দেখি চক খাই ৰয়। ব্ৰহ্মণবেশী ইন্দ্ৰই লাখুটিত ধৰি কঁপি থোকা-থেকি মাতেৰে আৰম্ভ কৰে।)

ইন্দ্ৰ ঃ মহাৰাজ অঙ্গপতি কৰ্ণৰ জয় হ'ক।

কৰ্ণ ঃ ( প্ৰণাণ কৰি) হে ব্ৰাহ্মণ। আপোনাক এই দীন কৰ্ণই কেনেকৈ সন্তুষ্ট কৰিব পাৰে?

ইন্দ্ৰ ঃ নিচেই দুখীয়া বামুণ । দাতা কৰ্ণৰ ওচৰত এটি দান বিচাৰি আহিছো।

কৰ্ণ ঃ আপুনি নিসন্দেহে কওক। যুদ্ধযাত্ৰা কৰি আহিলেও মই আপোনাক সন্তুষ্ট কৰিম। আপুনি অকণো সন্দেহ নকৰিব।

ইন্দ্ৰ ঃ মহাৰাজ। বহুত ঠাইত লাজত পৰিছো। আপুনি প্ৰতিজ্ঞা নকৰিলে কেনেকৈ বিশ্বাস কৰো?

কৰ্ণ ঃ আপোনাৰ আৱশ্যেক হলে এই দীন কৰ্ণই প্ৰাণ পৰ্য্যন্ত--

( হঠাৎ আতুৰ হৈ পদ্মাৰ প্ৰৱেশ , কৰ্ণৰ ভৰিত ধৰি)

পদ্মা ঃ নাথ ,নাথ , ক্ষান্ত হওক , এই বৃদ্ধক তুৰন্তে আঁতৰ কৰক।

কৰ্ণ ঃ পদ্মা।

পদ্মা ঃ নাথ। ( কাও-বাও কৰি ভৰিত ধৰি) এটিমাত্ৰ অনুৰোধ ৰক্ষা কৰক নাথ।

কৰ্ণ ঃ কি অনুৰোধ পদ্মা।

পদ্মা ঃ আগধৰি প্ৰতিজ্ঞা কৰক।

কৰ্ণ ঃ কৰ্ত্তব্যত বিঘিনি নোহোৱা সকলো অনুৰোধকে মই তোমাৰ ৰক্ষা কৰি আহিছো । এতিয়াও কৰিম পদ্মা , উঠা।

পদ্মা ঃ নাথ এই যুদ্ধ ব্ৰাহ্মণক দূৰ কৰক। ভিক্ষাৰ প্ৰতিজ্ঞা নকৰিব । এই ব্ৰহ্মণে কাৰেঙত আপোনাক লগ পাবলৈ অনেক যত্ন কৰিও নোৱাৰিলে। মই এটা বৰ বেয়া সমাজিক দেখিছো।

কৰ্ণ ঃ দান কৰা মোৰ কৰ্ত্তব্য ! কৰ্ত্তব্য বাধা দি মোক অধৰ্ম্মৰ ভাগী নকৰিবা।

ইন্দ্ৰ ঃ আইদেৰে বেয়া পাইছে যেতিয়া যাওঁহে মহাৰাজ।

কৰ্ণ ঃ অসম্ভৱ ব্ৰাহ্মণ। আপুনি যাব নোৱাৰে।

পদ্মা ঃ ( কৰ্ণৰ ভৰিত ধৰি কান্দি ) নাথ। মোৰ অনুৰোধ ৰক্ষা কৰক।

কৰ্ণ ঃ পদ্মা তুমি মোৰ পত্নী। মই তোমাক অনুৰোধ কৰিছো-- যদি তুমি প্ৰকৃততে সতী , অলপ আঁতৰ হোৱা । মোক বাধা নিদিবা।

পদ্মা ঃ নাথ। ( মুখ ঢাকি চকু মোহাৰি কান্দি আঁতৰ হয়)

কৰ্ণ ঃ ব্ৰাহ্মণ! আৱশ্যাক হলে প্ৰাণ পৰ্য্যন্ত দিম।

ইন্দ্ৰ : তেন্তে আপোনাৰ কবচ কুণ্ডল দান কৰক।

কৰ্ণ : কবচ কুণ্ডলেৰে কি কৰিব ব্ৰাহ্মণ! ধন-সোণ-ঐশ্বৰ্য্য-বিভূতি, দাস-দাসী যিহকে লাগে –

ইন্দ্ৰ : ওহো সেইবোৰ নালাগে।

কৰ্ণ : ৰাজ্য।

ইন্দ্ৰ : নালাগে , নালাগে , নিদিয়ে যদি যাওঁ।

কৰ্ণ : নাযাব ,মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিম। ( স্বগত.) ব্ৰাহ্মণ নহয়। ইন্দ্ৰই ব্ৰাহ্মণ বেশে অৰ্জ্জুনক সহায় কৰিছে । ( ফুটাই) হে দেৱৰাজ । আৰু ছলনাৰ আৱশ্যক নকৰে। ( কবচ কাটি কুণ্ডল দি ) এই কবচ গ্ৰহণ কৰক। যি পাৰ্থৰ সাৰথি সাক্ষাৎ কৃষ্ণ , তাৰ নিমিত্তে দেৱৰাজৰ ছলনাৰ আৱশ্যক নাই ।

( ব্ৰাহ্মণ পোন হৈ থিয় হয় , প্ৰকৃত মাতেৰে কয় )

ইন্দ্ৰ : কৰ্ণ। তোমাক ছলা সাধাৰণ কথা নহয়। তোমাৰ গৌৰৱ ৰক্ষা হওঁক । আৰু কি বৰ লাগে কৰ্ণ কোৱা।

কৰ্ণ : কি বৰ দিব দেৱৰাজ । দিয়ে যদি একাঘ্নি অস্ত্ৰ দান কৰক।

ইন্দ্ৰ : লোৱা কৰ্ণ মই আনন্দ মনেৰে এই অস্ত্ৰ দান কৰিলো।

*(কৰ্ণই অস্ত্ৰ লৈ প্ৰণাম কৰে ইন্দ্ৰৰ প্ৰস্থান)*

কৰ্ণ : কি হব। এহাতে মোক বধ কৰিব পৰাকৈ কবচ কুণ্ডল নি আনহাতে দি গল অৰ্জ্জুন বধৰ অস্ত্ৰ । সকলো ব্যৰ্থ । পাৰ্থৰ সাৰথি কৃষ্ণ। পাৰ্থ অবধ্য।

*( ভাবি ভাবি প্ৰস্থান)*

*( গান গাই বৰাগীৰ প্ৰৱেশ)*

গীত

নমো দিবাকৰ ভাস্কৰ তেজকৰ
নমো মঙ্গলকৰ হে।
জগতৰ তুমি প্ৰাণৰ সাৰথি
বিশ্বৰ তুমি শিৰৰ কিৰীটি
তুমি দেৱৰ দেৱতা হে।
সৰগৰ তুমি উজ্জ্বল শিখা
মহানৰকৰো জেউতিৰ ৰেখা
সত্যৰ তুমি কিৰীটি হে।

( পদ্মাৰ উত্ৰাৱল হৈ প্ৰৱেশ । বৰাগীক দেখি কোঁচ খাই যাব খোজে)

**বৰাগী : আই ভয় নাখাবা । আপুনি মহাৰাজ কৰ্ণৰ পত্নী**

**পদ্মা : আপোনাক কি লাগে?**

**পদ্মা : ( আচৰিত হৈ) আপুনি ....**

**বৰাগী : মই সকলো জানো। আপোনাক জানো। ভয় নাখাব,** আচৰিত নহব। জনাই মোৰ ব্যৱসায়। মহাৰাজ কৰ্ণ যুদ্ধলৈ গল। আপোনৰ বাধা নামানি ব্ৰাহ্মণবেশী ইন্দ্ৰক কবচ কুণ্ডল কাটি দিলে।

পদ্মা : আপুনি যেয়ে হক। মোৰ স্বামীক ..

বৰাগী : আপোনাৰ স্বামীক মই কি কৰিব পাৰো? বিধাতাৰ বিধানত কোনে বাধা দিব। মহাকালৰ চক্ৰ ঘূৰিব লাগিছে। কালত যি হব লাগে হব। ব্ৰহ্মাণ্ড অনন্তত লীন হব। আপুনি আমি কোন ছাৰ। ক'তা বিধাতাৰ ইচ্ছা – মহাৰাজে কবচ কুণ্ডল দিব লাগে। আপুনি জানো ৰখাব পাৰিলে? বিধাতাই যি বিধান দি থৈছে, সেইদৰে মহাৰাজৰো হব। অ' আপুনি যাওক । লৰাকিটিয়ে আপোনাক নেদেখি ব্যাকুল হব।

*( প্ৰস্থান)*

পদ্মা : (স্বগত ) কুস্বপ্ন দেখি ইমান যত্ন কৰিলো , স্বামীক আঁতৰাই ৰাখিবলৈ ,--- নোৱাৰিলো। বিধিৰ বিধান মই ক্ষুদ্ৰ নাৰীয়ে কি লৰচৰ কৰিম। দেৱৰাজে ব্ৰাহ্মণৰ বেশে ৰাক্ষসৰ দৰে মোৰ স্বামীক ছলনা কৰিলে। ( প্ৰণাম কৰি ) হে চৰাচৰৰ গৰাকী পৰম পুৰুষ । তুমি যেয়ে – তোমাৰ যি বিধানেই থক --- মোৰ স্বামীক মোৰ মুখলৈ চাই ৰক্ষা কৰিবা।

# তৃতীয় দৃশ্য

## কুৰুক্ষেত্ৰ

**( কেতবিলাক ভয়াৰ্ত্ত কুৰুসৈন্যৰ প্ৰৱেশ , বিপৰীত ফালৰপৰা কৰ্ণৰ প্ৰৱেশ)**

কৰ্ণ : ৰণক্ষেত্ৰৰ পৰা পলোৱা উচিত নহয়। যুদ্ধ কৰা; হয় জয়লাভ , নহয় স্বৰ্গলাভ।

এটা সৈন্যঃ অসম্ভৱ মহাৰাজ। ভীমে ৰাক্ষস মূৰ্ত্তি ধৰি সৈন্য সংহাৰ কৰিছে। মহাৰাজ দুৰ্য্যোধন আৰু সৌবলৰাজ আদি কৰি সকলো তেওঁৰ ভয়ত পলাই গৈছে। সকলো পৰাজিত।

কৰ্ণ : ভয় নাই , মই আছো , যুদ্ধ কৰা। ( এনেতে বিপৰীত ফালৰ পৰা সাত্যকি , নকুল , সহদেৱ আদি পাণ্ডৱ - বীৰসকলে প্ৰৱেশ কৰি কৰ্ণৰ লগত যুদ্ধ কৰে। কৰ্ণ আৰু তেওঁৰ ফলীয়া বীৰসকলে পাণ্ডৱবীৰসকলক খেদি নিয়ে। ধৃষ্টদ্যুম্ন আৰু অশ্বত্থামাৰ যুদ্ধ কৰি কৰি প্ৰৱেশ)

**অশ্বত্থামা : মই পিতৃহত্যাৰ প্ৰতিশোধ নোলোৱাকৈ কলৈ পলাবি ধৃষ্টদ্যুম্ন!**

**ধৃষ্ট : ভয় নাই অশ্বত্থামা ! ক্ষত্ৰিয়ই যুদ্ধক্ষেত্ৰৰ পৰা নপলায়**

*( যুদ্ধ কৰি ধৃষ্টদ্যুম্নক খেদি অশ্বত্থামাৰ প্ৰস্থান , গদা ঘূৰাই ঘূৰাই ভীষণ বেগেৰে ভীমৰ প্ৰৱেশ)*

ভীম : আৰু কোন ক'ত আছ কৌৰৱ কুলাঙ্গাৰ । পলাইছ কিয় ? আজি শত্ৰু বধ কৰি হেঁপাহ পলাইছে ।শকুনি আৰু দুৰ্য্যোধন যুদ্ধক্ষেত্ৰৰ পৰা পলাই গৈছে। ছি ! লাজ নাই । ক্ষত্ৰিয়হৈ যুদ্ধক্ষেত্ৰৰ পৰা পলাই যায়। দু শাসন আৰু দুৰ্য্যোধন বাকী ? চাওঁ কৰ্ণই তহঁতক কেনেকৈ ৰক্ষা কৰে।

*( যাব খোজোতে বিপৰীত ফালৰ পৰা দু শাসন আৰু কুৰুসৈন্যৰ প্ৰৱেশ)*

দু:শাসন : সাৱধান বৃকোদৰ ! সাধাৰণ সৈন্যবধ কৰি ইমান অহংকাৰ কৰিবলৈ লাজ লগা নাইনে ?

ভীম : দু শাসন । মহাবীৰ । নিৰীহ সৈন্যবিলাকক আগবঢ়াই দি লুকাই থাকিবলৈ তোৰ লাজ লগা নাই । আহ কুলাঙ্গাৰ । দ্ৰৌপদীৰ অপমানৰ প্ৰতিশোধ লওঁ।

দু শাসন : মোৰ সকলো ভ্ৰাতৃ বধ কৰি তোৰ সাহ বাঢ়িছে। আজি তাৰ প্ৰতিশোধ ।

ভীম : দু:শাসন! আজি তোক সাক্ষাৎ ৰুদ্ৰযো ৰক্ষা কৰিব নোৱাৰে। ( দুয়োৰো ভয়ঙ্কৰ গদাযুদ্ধ , এফালে ভীম ,আনফালে দু.শাসন , লগে লগে কেতবিলাক সৈন্য। কেইবাবাৰো খেদাখেদিকৈ প্ৰস্থান আৰু বিপৰীত ফালে প্ৰবেশ । এইদৰে এবাৰ দু:শাসন মূৰ্চ্ছিত হৈ পৰে। ভীমে ৰাক্ষসমূৰ্ত্তি ধৰি চিঞৰিচিঞৰি ওপৰত বহে)

কুৰুসৈন্য : হেৰ' পলা, অ' পলা , এইটো ৰাক্ষস।

ভীম : ( ডাঙৰকৈ ) মই দু.শাসনৰ ৰক্ত পান কৰিম । কোন ক'ত আছ , পাৰ যদি ৰক্ষা কৰহি । আহ কাপুৰুষহঁত । দু:শাসনক ৰক্ষা , কৰহি । ( চাৰিওফালৰ পৰা ভীমৰ গাত কাঁড় পৰে। ভীমে হাতেৰে আটাইবিলাক নিবাৰণ কৰে, এনেতে নকুল , সহদেৱ , ধৃষ্টদ্যুম্ন আদি বীৰসকলে প্ৰৱেশ কৰি চাৰিওফালে কুৰুসৈন্য বিলাকক খেদি নিযে। ভীমে ভয়ঙ্কৰ গোজৰণি মাৰি দু:শাসনৰ বুকু ফালি তেজ পিযে।)

ভীম : আজি মোৰ তৃপ্তি হৈছে। দ্ৰৌপদীৰ অপমানৰ প্ৰতিশোধ । আজিৰপৰা দ্ৰৌপদীয়ে খোপা বান্ধিব পাৰিব ।( ৰঙা হাত চাই) কি সুন্দৰ উপকৰণ। ইয়াৰে আজি দ্ৰৌপদীযে মূৰ মেলাব।

*( প্ৰস্থান)*

*( দুৰ্য্যোধনৰ প্ৰৱেশ)*

দুৰ্য্যো : হায় ভাই দু:শাসন ! আজি মই অকলশৰীয়া হলো , মোৰ আশা ভৰসা সকলো লুপ্ত হল। হে বিধাতা। মহামানী দুৰ্য্যোধনৰ কপালত ইয়াকে লিখিছিলা ? ৰাক্ষস ভীমৰ সকলো প্ৰতিজ্ঞা পূৰ্ণ হৈছে। মোৰ উৰু-ভঙ্গ বাকী । পাৰে যদি ভীমে প্ৰতিজ্ঞা পূৰ্ণ কৰক। বহ্নি নুমাবলৈ হলেও জ্বলিব লাগিব।

*( শকুনিৰ প্ৰৱেশ)*

শকুনি : ভাগিন। বেজাৰ কৰিলে কি হব ? বলা যুদ্ধ কৰাগৈ প্ৰতিশোধ লোৱা।

দুৰ্য্যো : যুদ্ধ নেৰো মামা ! মোৰ দু.শাসনক হেৰুৱাই পৃথিৱী শূন্য লাগিছে। আজি বৰ বিষম দিন। পিতৃ মাতৃক আজি কোনে সান্ত্বনা দিব।

শকুনি : যুদ্ধ ক্ষত্ৰিয়ৰ ধৰ্ম্ম , সন্মখ সংগ্ৰামত মৃত্যু হোৱাও সেই একে ধৰ্ম্ম , পোনে পোনে স্বৰ্গলাভ। পাণ্ডৱে অকল দু.শাসনক নাই। কৌৰৱৰ সকলো বীৰকে বধ কৰিছে। কৰ্ণপুত্ৰ বৃষসেনক অৰ্জ্জুন বধ কৰিলে। কৰ্ণকো আজি বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিছে।

দুৰ্য্যো : মামা! মোৰ কি হব ?

শকুনি : দেখা য'ক ভাগিন কি হয । আমি আছো নহয। বলা ভাগিন , অবশ নহবা , যুদ্ধলৈ বলা।

*( দুৰ্য্যোধনৰ লাহে লাহে তলমূৰ হৈ প্ৰস্থান)*

শকুনি : হা. হা. হা: মহাৰাজ মহামানী --- অত্যাচাৰী দুৰ্য্যোধন ! কুলাঙ্গাৰ -- অনাচাৰী দু শাসন । কেনে শান্তি । পাপৰ পৰাচিত হাতে হাতে । পিতা। খুব তৃপ্তি নহয়। ভাইহঁত । ৰ'বা অলপ আছে । গৈছোঁ।

*( প্ৰস্থান)*

## চতুৰ্থ দৃশ্য

কুৰুক্ষেত্ৰৰ একাংশ

( অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণৰ প্ৰৱেশ)

কৃষ্ণ : আজি পাণ্ডৱৰ জয় নিশ্চিত। অৰ্জ্জুন। ভীমে দু শাসনৰ ৰক্ত পান কৰি প্ৰতিজ্ঞা ৰক্ষা কৰিছে। তুমি কৰ্ণ বধ কৰা । সৌৱা ভূৱন-বিজয়ী মহাবীৰ কৰ্ণ দ্বিতীয় সূৰ্য্যৰি দৰে ৰণক্ষেত্ৰত অৱতীৰ্ণ হৈছে। আজি কৰ্ণ বধ কৰি প্ৰতিজ্ঞা ৰক্ষা কৰা। অলম্বুষক বধ কৰাৰ নিমিত্তে কৰ্ণই একাঘ্নি অস্ত্ৰেৰে ঘটোৎকচক বধ কৰি আহিছে ।

অৰ্জ্জুন : সখি! আজি হয় পাৰ্থ , নহয় কৰ্ণ নিধন হব।

( এনেতে কৰ্ণই অৰ্জ্জুনলৈ শৰ মাৰে)

কৃষ্ণ : কৰ্ণই যুদ্ধ আৰম্ভ কৰিছে। সাৱধান অৰ্জ্জুন !

*( অৰ্জ্জুন আৰু কৰ্ণৰ যুদ্ধ)*

কৰ্ণ ঃ যদুপতি ! আজি অৰ্জ্জুনক ৰক্ষা কৰা। ( অস্ত্ৰ মাৰে অৰ্জ্জুনৰ মূৰ্চ্ছা। কৃষ্ণই ধৰি প্ৰকৃতিস্থ কৰে)

কৃষ্ণ ঃ ভয় নাই কৰ্ণ তুমি তোমালৈ চিন্তা কৰা। অৰ্জ্জুন ! চোৱা সৌ ভয়ঙ্কৰ অস্ত্ৰ কৰ্ণই এতিয়া প্ৰযোগ কৰিব। ই সৰ্পাস্ত্ৰ। খাণ্ডৱদাহ কৰোতে তুমি এই সৰ্পৰ মাতৃক বিনাশ কৰিছিলা। তাৰ প্ৰতিশোধ লবৰ নিমিত্তে সৰ্পই অস্ত্ৰৰূপে কৰ্ণক ধৰা দিছে। সাৱধান অৰ্জ্জুন।

( অস্ত্ৰ আহে)

অৰ্জ্জুন ঃ ( ঘনে ঘনে অস্ত্ৰ প্ৰয়োগ কৰি) অসম্ভৱ সখি। এই অস্ত্ৰ ব্যৰ্থ কৰা অসম্ভৱ ।

কৃষ্ণ ঃ অসম্ভৱ ! কি কৰা যায়। কৃষ্ণই ৰথখন আঁঠুকাটি বহুৱাই দিয়ে। সৰ্পাস্ত্ৰ অগ্নিৰ নিচিনা হৈ অৰ্জ্জুনৰ মূৰৰ কিৰীটি কাটি লৈ গুচি যায়

অৰ্জ্জুন ঃ সখি, কথমপি ৰক্ষা। তুমি সাৰথি নোহোৱা হলে আজি মৃত্যু নিশ্চিত । ( কৃষ্ণৰ ওপৰত পুষ্পবৃষ্টি) পুষ্পবৃষ্টি কিয় ?

কৃষ্ণ ঃ তোমাক ৰক্ষা কৰাৰ নিমিত্তে ইন্দ্ৰাদি দেৱাতসকলে আনন্দ প্ৰকাশ কৰিছে।

নেপথ্যত। (ওপৰ ফালৰ পৰা) কৰ্ণ। মোক আকৌ সন্ধান কৰা , লক্ষ্যভ্ৰষ্ট হল। প্ৰতিশোধ এইবাৰ নিশ্চিত।

কৃষ্ণ ঃ তোমাৰ ইন্দ্ৰই দিয়া কিৰীটি কটা গল অৰ্জ্জুন ! সাৱধান ! সেই সৰ্পাস্ত্ৰ কৰ্ণই পুনৰ প্ৰহাৰ কৰিছে। ভয় নাই , সৰ্পৰ মূৰ কাটি পেলোৱা। ( সৰ্পবাণ আকৌ আহে , অৰ্জ্জুনে দিব্যবাণ মাৰি কাটি পেলায)

কৰ্ণ ঃ সৰ্পবাণ ভ্ৰষ্ট কৰি নিশ্চিন্ত হবৰ আৱশ্যক নাই। অৰ্জ্জুন সাৱধান।

( আকৌ যুদ্ধ । যুদ্ধ কৰি থাকোতে হঠাৎ কৰ্ণৰ ৰথৰ চকা পৃথিৱীয়ে গ্ৰাস কৰে , কৰ্ণই একে জাপেই নামে)

কৃষ্ণ ঃ কি চাইছা অৰ্জ্জুন ! কৰ্ণক বধ কৰা।

কৰ্ণ ঃ ( কৰুণ সুৰে হাতযোৰ কৰি) ক্ষন্তেক ক্ষমা কৰা অৰ্জ্জুন। বসুমতীয়ে মোৰ ৰথচক্ৰ গ্ৰাস কৰিছে। মোক ৰথ উদ্ধাৰ কৰিবলৈ দিয়া। হে অৰ্জ্জুন ! ক্ষত্ৰিয়ই শৰণাগতলৈ অস্ত্ৰ প্ৰয়োগ নকৰে। তুমি ধাৰ্ম্মিক , মহৎ ; তোমাক মই প্ৰাৰ্থনা কৰিছো , ক্ষন্তেক অপেক্ষা কৰা , তুমি ৰথৰ ওপৰত , দুৰ্ভাগ্যবশত: মই মাটিত , কৃষ্ণৰ পৰা ভয় নাই। তুমি ক্ষন্তেকলৈ মাত্ৰ অভয় দিয়া।

কৃষ্ণ ঃ বিপদ কালত মাত্ৰ ধৰ্ম্মচিন্তা , দ্ৰৌপদীৰ বস্ত্ৰহৰণ আদি অন্যায় কাৰ্য্যৰ সময়ত ধৰ্ম্ম ক'ত থৈছিলা ? কোন ধৰ্ম্মমতে সপ্তৰথীয়ে বেৰি শিশু অভিমন্যুক বধ কৰিলা ? অৰ্জ্জুন ! যিহৰ ঔষধ বিহ। আৱশ্যক হলে অন্যায়ক উঘালিব লাগিব । অস্ত্ৰ প্ৰয়োগ কৰা, মনত ৰাখিবা , কৰ্ণও এজন অভিমন্যুৰ হত্যাকাৰী।

অৰ্জ্জুন ঃ ক্ষমা নাই কৰ্ণ! অভিমন্যু বধ মনত পৰিলে হিয়া এতিয়াও পোৰে , শিশুবধী দুবৃত্তৰ প্ৰতি ক্ষমা নাই। ক্ষমা অসম্ভৱ ।

( অস্ত্ৰ প্ৰয়োগ , কৰ্ণই মাটিৰ পৰা যুদ্ধ কৰে। )

কৰ্ণ ঃ ছি এয়ে তোমাৰ ধৰ্ম্ম।

অৰ্জ্জুন ঃ তোমালৈ মোৰ ধৰ্ম্ম নাই। ( দুয়োৰে যুদ্ধ , অৰ্জ্জুন মূৰ্চ্ছিত হয়, কৰ্ণই ৰথচক্ৰ উদ্ধাৰ কৰিব খোজোতেই কৃষ্ণৰ পৰিচাৰ্য্যাত অৰ্জ্জুনে জ্ঞান পাই উঠে)

কৃষ্ণ ঃ কি চাইছা অৰ্জ্জুন! কৰ্ণক তুৰন্তে বধ কৰা। ( অৰ্জ্জুনে যুদ্ধ কৰে , কৰ্ণয়ো চকা এৰি যুদ্ধ কৰে)

কৰ্ণ ঃ তোমাৰ ক্ষমাৰ আৱশ্যক নাই , অৰ্জ্জুন ! যদুপতি ! তুমি বেছ ধাৰ্ম্মিক !

কৃষ্ণ ঃ কি কৰিবা কৰ্ণ ! উপায় নাই।

(অলপ পৰ যুদ্ধৰ পিছত অৰ্জ্জুনে জ্যোতিস্ময় শৰেৰে কৰ্ণ বধ কৰে , আকাশ ৰঙ্গা হয় , পৃথিৱী কঁপি উঠে)

কৰ্ণ-------- ধা -----ৰ্ম্মিক-- --য-----দু----প----তি অ ৰ্জ্জুন !

( কুৰুসৈন্য কিছুমানৰ প্ৰৱেশ আৰু কৰ্ণক বেঢ়ি হাহাকাৰ )

কৃষ্ণ ঃ কৰ্ণবধ অসম্ভৱ ঘটনা , অৰ্জ্জুন ! যাবৎ চন্দ্ৰ দিবাকৰ পৃথিৱীত সুখ্যাতি ৰাখিলা। মহাবীৰ কৰ্ণ পৰিল। পৃথিৱী লৰি গল , সৌৱা তেজস্বী কৰ্ণৰ তেজ সুৰ্য্যৰ লগত মিল হল। আজি যুধিষ্ঠিৰৰ ৰাজ্য লাভৰ কোনো বাধা নাই। তোমাৰ প্ৰতিজ্ঞা পূৰ্ণ হৈছে। সন্ধ্যা হল। বলা অৰ্জ্জুন ! ধৰ্ম্মৰাজক এই শুভ সংবাদ দিওঁগৈ।

*( প্ৰস্থান)*

পঞ্চম দৃশ্য

কুৰুক্ষেত্ৰ

(জোনাক ৰাতিৰ চকামকা পোহৰ , ভৈৰৱীসকলৰ গীত)

চকামকা পোহৰৰ জোনালী ৰেখাটি ,
আকাশ আবৰিলে ধৰিছে সাবটি ,
কাল লিখনী লৈ নিয়তি আকিছে
ধৰাৰ হিয়াত সৌ বিষাদৰ ছবি ।
বিকট হাঁহিটি লৈ প্ৰকৃতি হাঁহিছে ,
তেজৰ সোতত বৈ কাল খেলা খেলিছে
নিজান নিজান প্ৰাণ ঘনে কঁপি উঠিছে
অজান কৰুণ সুৰে উঠিছে শিয়ৰি।

সন্ত : ( হাতত জোৰ লৈ শ চাই চাই ফুৰে ) বেছ, শুনিছো মোৰ বাঘিনীহঁত ! গোৱা , বৰ বং পাইছা নহয় ! ক'ৰবাত পাছে কন্ধে গিলিব।

প্ৰ: ভৈৰৱী : মাতটোত চিনি পাওঁ যেন লাগিছে মানুহজনক।

দ্বি: ভৈৰৱী : বাৰু আমাৰ সন্ত নহযনে ?

প্ৰ: ভৈৰৱীঃ হেৰি আপুনি কোন ?

সন্ত : এ— পূৰ্ণিমাৰ জোন। পাছে ডাৱৰীয়াৰ হে।

দ্বি: ভৈৰৱীঃ পূৰ্ণিমাৰ জোন আকাশত হে থাকে এই মৰিশালিখনত কি আৱশ্যক ?

সন্ত : বৰ কথাটো সুধিলা। জোন, তৰা , বেলি এই বিলাকৰ মনত জানো কিবা বেয়া ভাল আছে? পূৰ্ণিমাৰ জোনৰ মনত ৰজাৰ কাৰেং যেনেকুৱা তোমাৰ আমাৰ ভগা বহাও তেনেকুৱা। দুৰ্য্যোধন ৰজাও যেনেকুৱা মযো তেনেকুৱা। ৰজাৰ জীয়েকৰ গোলাপী গালকিখনত যিটো পীৰিতি তোমাৰ ফেঁচা বদনখনতো সেই একেই।

প্ৰ: ভৈৰৱীঃ বাৰু আছে কি ?

সন্ত : নকলেও নোৱাৰো ফটা মুখ কলেও লাগে ভকতৰ দোষ , অ' শ্ৰীবিষ্ণু ভকতনীৰ দোষ। এস দেও মুখখন কিবা। নহয ,নহয , ৰজাৰ জীয়াৰীহঁতৰ দোষ । বাৰু বাঘিনী নুবুলিনো মানুহ কেনেকৈ বোলো , ৰাতি মৰাৰ মাজত মানুহ থাকে জানো ?

তৃ· ভৈৰৱীঃ কি হব কলে ডাঙৰীযা , পাছতে ফুৰিছোঁনে? দ্বাৰকাৰ পৰা আমাৰ প্ৰভুৰ লগে লগে যুজৰ ঠাইলৈকে আহিলা। ইয়াত আহি যদুপতিৰ প্ৰিয় সহচৰ সন্তক লগ পালো, তেওঁ কলে , ইয়ালৈ আহিলা যেতিয়া যদুপতিৰ প্ৰিয় সহচৰ সন্তক লগ পালো , তেওঁ কলে , ইয়ালৈ আহিলা যেতিয়া যুজ ভগাৰ পাছত গধূলি গধূলি সেই এধা মৰা মানুহবোৰ বিচাৰি বিচাৰি শুশ্ৰূষা কৰিবলৈ ধৰা। তেওঁৰ কথা মতেই আমি সদায তাকে কৰি আছো। কি কম ডাঙৰীয়া জীৱৰ অৱস্থা । বীৰবোৰ মৰিলে সিবিলাকৰ যে তিৰোতাবিলাক আহি গধূলি হোৱা মাত্ৰকে বিননি ধৰেহি , বুকু ফাটি যায়। যুদ্ধ শেষ হবৰ হোৱা নাইনে ডাঙৰীয়া ?

সন্ত : কেলেই নাই হোৱা হোঁ , কৰ্ণই কাণ পেলালেই ; দুৰ্য্যোধনে কৰ্ণ মৰা মাত্ৰে শল্য বোলা ডোখৰক সেনাপতি পাতিছে। সেই ডোখৰলৈ অৰ্জ্জুন -চৰ্জ্জুনৰ আৱশ্যক নকৰে। কাইলৈ ওলালেই কোনোবাই বহাব।

তৃ: ভৈৰৱীঃ আমি সন্তক লগ পালে যাবই পাৰিলোহেতেন ।

সন্ত : বোলো তোমালোকৰ সন্ত অন্ত হল বা , অৰ্থাৎ সিফলীয়া হল বা।

তৃ: ভৈৰৱীঃ নকব ডাঙৰীয়া তেনে কথা, আমাৰ বুকু ফাটি যায়।

সন্ত : তেন্তে সম্বন্ধত সন্ত তোমালোকৰ ঘৰৰ মানুহ জনেই নেকি ?

দ্বি: ভৈৰৱীঃ ( তলমূৰ কৰি) আমাৰ ভাগ্যত সিমান নাই , মানুহজনক হলে ভাল পাওঁ।

( ভৈৰৱীহঁতে তলমূৰ কৰে)

সন্ত : তেন্তে তোমালোকৰ মন নাইকিয়া , নহয়।

তৃ: ভৈৰৱীঃ আমাৰ প্ৰভুৱে আদেশ দিলেহে হৈছে।

সন্ত : সেইটো বাৰু দেখা যাব, মোৰ বাঘিনীহঁত ,সন্ত বৰ টেঙৰ মানুহ , মই তেওঁক লগ পায়েই থাকো , গাটো বচাই ফুৰিছে যদিও সন্ত বৰ বীৰ দেই , কত ডাঙৰ ডাঙৰ বীৰ ,সন্তৰ হাতত মৰিছে। সেইটোৱে তহঁতক মোৰ বুলিলে বহালি হলে দেই । বাৰু যুজ শেষ হক , সন্ত বাঘৰ ঘৰখন তহঁত তিনিজনী বাঘিনীৰে সৈতে পাতি দিম। বাপেকে সন্ত অন্ত নোহোৱাটোৱেই থিৰাং।

প্ৰ: ভৈৰৱীঃ ক'ৰ অ' এইটো ! বাৰু সেইবোৰ কথা নালাগে। মানুহবোৰ আওমৰণে কেলৈ মৰিছে ?

সন্ত : হাত-ভৰিয়ে কুটকুটাইছে।

প্ৰ: ভৈৰৱীঃ সচাঁকৈয়ে কওকচোন।

সন্ত : বাৰু , ঘৰ এৰি তোমালোকে ইয়ালৈ কেলৈ আহিছা ?

প্ৰ: ভৈৰৱীঃ কেলৈ আহিছো কেনেকৈ কম । কৃষ্ণই যেন আমাক টানি আনিছে।

সন্ত : ইহঁতৰো ঠিক সেই একেপাত কথাই , টিঘিলঘিলনি বেছি হল। অলপ পৃথিৱীখনে তত প'ক বুলিয়েই এনে কৰা হৈছে। সিহঁতেও ঠিককৈ কব নোৱাৰে , কেলৈ মৰিবলৈ আহিছে। বাৰু যাবাহেঁ । ( অলপ গৈ ঘূৰি আহি )ঃ সন্তক লগ পালে তোমালোকৰ কথা কম। ( স্বগত ) মোকে বিচাৰি মোকে চিনি নেপালে। সিহঁত কৃষ্ণৰ পৰা গৈ এই নিছলা সন্তক লাগিলহি। মুখ চাই হে গৰাহ । এই বনৰীয়া বাঘিনী কিজনী পুহি ঘৰ লগোৱাটো এটা বাহাদুৰিয়েই হব।

*( প্ৰস্থান)*

তৃ: ভৈৰৱীঃ আমিও যাওঁ বলা।

দ্বি: ভৈৰৱীঃ ( আঁতৰিলৈ চাই) ৰবাচোন সৌৱা ইনাই বিনাই মাইকী মানুহ এগৰাকী আহিছে , কোন নো চাওঁ চোন।

প্ৰ. ভৈৰৱীঃ মোৰ মনত হলে এটা খুদৰনি থাকিল। আমি লগ পোৱা মানুহজনক মই হলে সন্ত যেন পাওঁ পাই।

দ্বি: ভৈৰৱীঃ থ , থ, তই সন্তটো দেখিলি বৰ আইহে।

*( পদ্মাৰ আউলী-বাউলী হৈ প্ৰৱেশ)*

পদ্মা ঃ ক'ত আছে, কোনে নিলে মই নেদেখাকৈ। ( অলপ ডাঙৰকৈ কান্দি) হেৰা তোমালোকক কাবৌ কৰি মাতিছো মোক , দেখুৱাই দিয়া মোৰ স্বামীক দেখুৱাই দিয়া , মোৰ দেৱতাক দেখুৱাই দিয়া।

তৃ: ভৈৰৱীঃ কাৰ কথা কৈছে আই ?

পদ্মা ঃ ( কান্দি) কেলৈ মোৰ স্বামীৰ -- তোমালোকে মোৰ স্বামীক চিনি নোপোৱা ? পোৱা , পোৱা , মিছাকৈ কৈছা।

তৃ: ভৈৰৱীঃ সচাকৈয়ে চিনি নাপাওঁ আই। আপুনি অলপ ধৈৰ্য্য ধৰকচোন।

(ভৈৰৱীইঁতে ধৰে)

পদ্মা ঃ তইঁত ৰাক্ষসী , মোক নধৰিবি , মোৰ দেৱতাক দে মই লৈ যাওঁ।

দ্বি: ভৈৰৱীঃ আমি চিনি পোৱা নাই , আই।

পদ্মা ঃ চিনি নেপাবি কিয , লোকৰ সুতপুত্ৰ , মোৰ দেৱতা , হেৰ মোৰ দেৱতা । ( কান্দি)

প্ৰ: ভৈৰৱী ঃ আপুনি মহাবীৰ কৰ্ণৰ ভাৰ্য্যা। অঙ্গ দেশৰ অধীশ্বৰী। আপোনাৰ পতি সম্মুখ সংগ্ৰামত পৰি স্বৰ্গগামী হৈছে। তেখেতৰ শৰীৰ সৎকাৰ কৰিবলৈ নিব পায। আপুনি কি য কাৰেংৰ পৰা আহিল ? আপোনাক চাগৈ বিচাৰি ফুৰিছে।

পদ্মা ঃ ( কান্দি) সিইঁতে মোৰ পতিক যমৰ ঘৰলৈ ঠেলি দি মোক ধৰি ৰাখিছিল , মই পলাই আহিছো -- মোৰ পতিক নিবলৈ।

প্ৰ: ভৈৰৱীঃ আপোনাক চাগৈ সকলোৱে বিচাৰি ব্যস্ত হৈছে।

পদ্মা ঃ হক , হক, আৰু হব মোৰ পতি সূৰ্য্যপুত্ৰ মহাবীৰ । ( মূৰ ভুকুৱায)

প্ৰ: ভৈৰৱীঃ ( আদৰেৰে ধৰি) ক্ষত্ৰিয়ৰ ধৰ্ম্ম সেয়ে আই।

পদ্মা ঃ ( খং আৰু বেজাৰেৰে) মৃত্যু ক্ষত্ৰিয়ৰ ধৰ্ম্ম হব পাৰে , কিন্তু বৈধব্য আমাৰ ধৰ্ম্ম নহয়।

প্ৰ: ভৈৰৱীঃ তেনে ঈশ্বৰক ধৰি দিব নোৱাৰানে মই নেলু টিপি মাৰি পেলাওঁ। ঈশ্বৰৰ ইচ্ছা নহয় মানুহৰ মুৰুখালি।

*(বৃষকেতুৰ কান্দি কান্দি প্ৰৱেশ)*

বৃষকেতু ঃ এইয়া , আই ! আই। পিতৃয়ে আজি এৰি গল। তুমিও এৰি যাব খুজিছা নেকি ? তোমাক বিচাৰি সকলো উত্ৰাৱল হৈছে।

পদ্মা ঃ পিতাৰে এৰিলে, বৃষসেনে এৰিলে। তই আছ আহ ,( সাবটি ধৰি) তোক -- তোক নিদিওঁ। যমৰ মুখলৈ তোক যাবলৈ নিদিওঁ। এই হত্যাকাণ্ডৰ যি কাৰণ , সি তাৰ নিজৰ মুৰ দিয়ক , তোক আৰু নিদিওঁ।

( কান্দে)

বৃষকেতু ঃ আই।

পদ্মা ঃ তই যাব নোৱাৰ বাছা। তোৰ আয়ুস মোৰ মূৰৰ চুলিৰ সমান হক , মোৰ নাম পিতাৰৰ নাম তই ৰাখিবি । মোৰ শেষ হল।

বৃষকেতু ঃ ( ডাঙৰকৈ কান্দি) আই।

পদ্মা ঃ বাছা।

তৃ: ভৈৰৱীঃ বলক, বলক , আই। বলক ৰাজকুমাৰ , কাৰেঙত থৈ আহোগৈ ।

বৃষকেতু ঃ আই।

# ষষ্ঠ দৃশ্য

## শিবিৰৰ দাঁতি

**( গদা হাতত লৈ অকলে দুৰ্য্যোধন)**

দুৰ্য্যো ঃ ( হতাশ হৈ অকলে) ভীমৰ প্ৰতাপ দিনে দিনে চৰি গৈছে। যুদ্ধক্ষেত্ৰত তিষ্ঠিব পৰা অসম্ভৱ হৈ উঠিছে। ( ভাবি) নাই , মোৰ আৰু একো নহল। ভীষ্ম দ্ৰোণকে আদি কৰি কৌৰৱ সকলো অস্ত হল। শল্যৰ বা কি বাতৰি আহে ভগৱন্তইহে জানে। সহদেৱে শকুনি মামাক বধ কৰিবলৈ আজি দৃঢ় প্ৰতিজ্ঞা । সসাগৰা পৃথিৱীৰ অধীশ্বৰ দুৰ্যোধন আজি সহায়-সাৰথিহীন । তাৰ ভাই ককাই পো-নাতি কেও নাই। হে ধ্বংস , হে কাল ,হে ৰুদ্ৰ , তুমি বিশ্ব সংহাৰ মূৰ্ত্তি ধৰি পৃথিৱীত নৰৰক্ত বোৱাই দিছা! ময়ে তাৰ কাৰণ । হে ৰুদ্ৰ । মই ক্ষুদ্ৰ হলেও তোমাৰ প্ৰধান বল। তোমাৰ কাম কৰি থাকিবা । কালৰ চকৰি এইদৰেই ঘূৰি থাকিব কিন্তু দুৰ্য্যোধন উচ্চ শিৰ অনন্ত কাললৈ উচ্চ হৈ থাকিব। তাক হীন কৰোঁতা কেও নাই। সহস্ৰ পাণ্ডৱ -সহস্ৰ কৃষ্ণ -- সহস্ৰ ভীম কোন চাৰ।

*( যুযুৎসুৰ প্ৰৱেশ)*

যুযুৎসু ঃ দাদা।

দুৰ্য্যো ঃ কোন তই ? যুযুৎসু। তই মৰিব জনা নাই! বিশ্বাস -ঘাতত ! ভয়াতুৰ । তোৰ মুখ দেখাও পাপ। মোৰ ভাই হৈ মোক পৰিত্যাগ কৰি যুধিষ্ঠিৰৰ লগ লবলৈ লাজ নেলাগিল নে?

যুযুৎসু ঃ মই বিশ্বাসঘাতক নহওঁ। অধৰ্ম্ম ত্যাগ কৰি ধৰ্ম্মৰ আশ্ৰয় লৈছো । আপুনি তাকে নকৰিহে সৰ্ব্বনাশ কৰিলে।

দুৰ্য্যো ঃ ( ওঠৰ চাপি আঙুলি দাঙি সৰুকৈ) আৰু নকৰিব নীচ ! তই ধাৰ্ম্মিক !

**যুযুৎসু** : বাৰু দাদা! সেইবোৰ এৰক। যোৱা কথা গল। সহদেৱে শকুনিক আৰু ধৰ্ম্মৰাজে মদ্ৰপতিক বধ কৰিলে। (এইদৰে কওঁতে দুৰ্য্যোধনে মুখত আঙুলি দি পাছ হোঁহকে) এতিয়া আপুনি কি কৰিব? সন্ধি কৰক।

**দুৰ্য্যো** : দুৰ্য্যোধনে সন্ধি কৰিব! অসম্ভৱ -- অসম্ভৱ -- অসম্ভৱ যুযুৎসু! দুৰ্য্যোধন কাপুৰুষ যুযুৎসু নহয়।( স্বগত ) এদিনৰ যুদ্ধতে শল্য , শকুনি , সুশৰ্ম্মা সকলো অন্ত হল। মই ভীমৰ ভয়ত যুদ্ধক্ষেত্ৰ এৰি আহিছো ।(ফুটাই ) বাৰু যুযুৎসু! হস্তিনাৰ খবৰ কি? এতিয়াও হস্তিনাপুৰ পৃথিৱীৰ ওপৰত একেদৰে আছেনে?

**যুযুৎসু** : হস্তিনাৰ খবৰ বিশেষ মই একো নেজানো। তথাপি সঞ্জযৰ মুখে শুনাত, তাত পিতৃ-মাতৃ অধীৰ হৈছে। অন্ত পুৰৰ কান্দোনৰ ৰোলত গছৰ পাত সৰিছে। মৃত বীৰসকলৰ লৰাতিৰোতা শোকত বলিযাৰ নিচিনা হৈছে । পুত্ৰশোকাতুৰা ৰাণী ভানুমতীৰ কান্দোন কোনেও সহিব পৰা নাই।

**দুৰ্য্যো** : পিতৃ মাতৃ অধৈৰ্য্য হৈছে । অন্ত পুৰত কান্দোনৰ ৰোল উঠিছে ।ভানুমতীয়ে কান্দিছে।কান্দক , উপায নাই। পুত্ৰ লক্ষ্মণৰ মৃত্যু হৈছে , মোৰ তো মৃত্যু হোৱা নাই । তেন্তে ভানুমতীয়ে কেলৈ কান্দিছে? মই অকলশৰীয়া দেখি কান্দিছে নেকি? মই শ্মশানত আছো , যুযুৎসু ,মই শ্মশানত আছো। ( যুযুৎসুৰ পিঠিত চাপৰিয়াই ) ভাই , তই কব পাৰনে , ই সপোন নে দিঠক? সপোন নহযনে যুযুৎসু?বেছ , কথা সপোন ! দুৰ্য্যোধনৰ পৰাক্ৰম কোনে ধ্বংস কৰিব পাৰে! সকলো তেন্তে সপোন নহয যুযুৎসু! সপোন যদি তই ভানুমতীক কান্দিবলৈ হাক নিদিয কেলৈ ? ছি ৰাজকুমাৰী , ৰাজনন্দিনী , ক্ষত্ৰিয তিৰোতাই আকৌ কান্দে!

**যুযুৎসু** : দাদা!

**দুৰ্য্যো** : অ' মই পাহৰিছো। তই ধাৰ্ম্মিক । মোৰ ধৰ্ম্ম নাই। তই মোক যুদ্ধ ত্যাগ কৰাবলৈ আহিছিলি। যা , যুধিষ্ঠিৰ পদসেৱা কৰি ধৰ্ম্ম কৰগৈ । মোক বুজনি দিবৰ আৱশ্যক নাই , মই অটল অচল , মোক বুজাবৰ কাৰো শক্তি নাই । চাকিত চগা পৰাদি যেতিয়া সকলো ধ্বংস হৈছে , মযো পৰিম , ভয নাই । তথাপি জীৱন থাকেমানে পাণ্ডৱক সূচ্যাগ্ৰ মেদিনীও নিদিও । তই যা , যুযুৎসু!

*( যুযুৎসুৰ প্ৰস্থান)*

**দুৰ্য্যো** : যুদ্ধক্ষেত্ৰত কুৰুসৈন্য নাই! অকলে মই কি কৰিম! ইয়াৰ পৰা কোনেও নজনাকৈ আঁতৰি থকাই ভাল হব। সময়ত আকৌ শক্তি হব পাৰে। ( গদা লৈ বেজাৰ মনেৰে যাব খোজে এনেতে সঞ্জযৰ প্ৰৱেশ ) অ' সঞ্জয়!

**সঞ্জয়** : যুদ্ধক্ষেত্ৰৰ পৰা সকলোৱে ভঙ্গ দিলে। ধৃষ্টদ্যুম্নই মোক কাটিব খুজিছিল যুধিষ্ঠিৰে ৰক্ষা কৰি পঠাই দিছে। মই হস্তীনালৈ যাওঁ। আপুনিও যায নেকি?

**দুৰ্য্যো** : ( গদা পেলাই হাতেৰে চকু ঢাকি কান্দি এখন হাতেৰে সঞ্জযৰ বাহুত ধৰি) সঞ্জয! মই যুদ্ধ ক্ষেত্ৰৰ পৰা পলাই আহিছো।

**সঞ্জয়** : ( চকুপানী টুকি) মহাৰাজ! আপোনাৰ এনে দুৰ্দ্দশা হব বুলি কোনে জানিছিল। শত সহোদৰ বেষ্টিত , সূৰ্য্যৰ নিচিনা তেজস্বী , দ্বিতীয যমৰ নিচিনা ৰথী মহাৰথী ৰক্ষিত ইন্দ্ৰতুল্য দুৰ্য্যোধনৰ এই দশা হব বুলি কোনে জানিছিল ! যাক সহস্ৰ নৃপতিয়ে বেৰি থাকে , যাৰ মূৰৰ ওপৰৰ পৰা ছত্ৰ -চামৰ নুগুচে সেই দুৰ্য্যোধনে আজি এইদৰে দীনহীন হৈ ৰণক্ষেত্ৰৰ পৰা পলাব বুলি কোনে জানে। এই দুৰ্য্যোধনৰ এনে অৱস্থাত আজি হস্তিনাত হাহাকাৰ।

**দুৰ্য্যো** : নকবা সঞ্জয ! আৰু নকবা! মোৰ হিযা ভাগি গৈছে । ( কান্দি) হস্তিনাৰ অন্ত পুৰৰ তিৰোতাৰ কান্দোনৰ কথা আৰু নকবা। মই জানো ভানুমতীয়ে কান্দিছে , দু:শলাই কান্দিছে সকলোৱে কান্দিছে। কি হব সঞ্জয! ভীষ্ম, দ্ৰোণ ,কৰ্ণ আদিৰ সহাযেৰে হীনবল পাণ্ডৱক জিকিম বুলি মোৰ ধাৰণা আছিল। অহংকাৰ কৰি যুদ্ধ আৰম্ভ কৰিলো , কিন্তু শেষত মোৰ অহংকাৰ চূৰ্ণ হল। পাণ্ডৱে মোৰ সকলো ধ্বংস কৰিলে। শ্ৰীকৃষ্ণৰ সংহাৰ মূৰ্ত্তিযে মোৰ সকলোকে সংহাৰ কৰিলে। কি কৰিম, কলৈ যাম, কোনে মোৰ হৈ ৰণ কৰিব! ভাগ্যৰ পৰিবৰ্ত্তন এইদৰেই হ য। পিতাক কবাগৈ অকলে দুৰ্য্যোধন ঘূৰি নাহে । মই এতিয়া দ্বৈপাযন হ্ৰদত সোমাই থাকিমগৈ।

**সঞ্জয়** : হস্তিনালৈ বলক মহাৰাজ! সকলোৱে আপোনাক দেখিলে সান্ত্বনা পাব।

**দুৰ্য্যো** : তুমি যোৱা সঞ্জয় , মই কোন লাজেৰে হস্তিনালৈ যাম। তিৰোতা বিলাকৰ কান্দোনে মোক বলিযা কৰিব। হায়! মোৰ ইযালৈকে জন্ম হৈছিল! মোৰ লগত আজি সহস্ৰ সহস্ৰ নাৰী বিধবা হৈছে। সঞ্জয় মোৰ প্ৰতিজ্ঞা আছে পাণ্ডৱক নিজিনাকৈ মই ঘৰলৈ নেযাওঁ। তুমি যোৱা সঞ্জয়! মই যাওঁ।

*( প্ৰস্থান আৰু বিপৰীত ফালে সঞ্জয় যাব খোজোতেই অশ্বথামা, কৃপ আৰু কৃতবৰ্ম্মাৰ প্ৰৱেশ)*

**অশ্বথামা** : অ' সঞ্জয় কি খবৰ । দুৰ্য্যোধনক ক'ত দেখিলা?

**সঞ্জয়** ঃ দুৰ্য্যোধন যুদ্ধক্ষেত্ৰৰ পৰা পলাই সৌৱা এই ফালে গৈছে।

**অশ্বথামা** ঃ কেনেকৈ গৈছে?

**সঞ্জয়** ঃ নিতান্ত দৰিদ্ৰৰ দৰে, শোকে বেজাৰে দুৰ্ব্বল হৈ খোজ কাটি গৈ আছে।

**কৃতবৰ্ম্মা** ঃ বলা অশ্বথামা। আমি পলম নকৰো, ৰজাক লগ ধৰোগৈ।

**কৃপ** ঃ তুমি কলৈ যোৱা, যোৱা সঞ্জয়। আমি লৰা-লৰিকৈ ৰজাক লগ ধৰোগৈ।

**সঞ্জয়** ঃ হয়, যক। বেগাবেগিকৈ যক। মই হস্তিনালৈ যাওঁ। আপোনালোকে লগ ধৰিছে বুলি কলেও বৃদ্ধ মহাৰাজে অলপ সান্ত্বনা পাব।

*( সঞ্জয়ৰ প্ৰস্থান. বিপৰীত ফালে তিনিও বীৰৰ প্ৰস্থান।)*

## পঞ্চম অঙ্ক

প্ৰথম দৃশ্য

( কুৰুক্ষেত্ৰৰ ওচৰৰ আলিবাট)

*( এজন বৰাগীৰ গান গাই গাই প্ৰৱেশ)*

কিনো মঙ্গল ধীৰ মৃদু সঙ্গীত
বৰষি ৰস সঞ্চাৰে,
ঢালে সুন্দৰ শিব সত্য মধুৰ --
শান্তিৰ সুধা ৰঙ্গেৰে।
নাচে স্বৰগে, নাচে মৰতে,
নাচে তালে তালে বিশ্ব জগতে,
আকুল আবেগে নাচে যাদুকৰে --
মুগ্ধ মোহন ভঙ্গীৰে।
জয় সনাতন স্ৰজন কাৰক,
জয় চৰাচৰ বিশ্ব পালক,
নমো কালৰূপ জগত নাশত ---
ভক্তি আকুল প্ৰাণেৰে।

*( তিনটা চিকাৰীৰ প্ৰৱেশ)*

**প্ৰ: চিকাৰী**ঃ হেৰা ককাই, আমাৰ ভীমসেন সেনাপতিক দেখিছিলানে?

**বৰাগী** ঃ কাৰ কথা কৈছা?

**দ্বি: চিকাৰী**ঃ কাৰ কথা আকৌ, সেই মহাৰাজ যুধিষ্ঠিৰৰ এটাইতকৈ শকত আবত ভায়েকটোক দেখিছিলানে?

**বৰাগী** ঃ কোননো আটাইতকৈ শকত-আবত বীৰ অ'।

**তৃ: চিকাৰী**ঃ সেই ভাবে ভাবে মঙ্গহ আৰু নাৰে ২ ভাত খোৱাটো অ'।

**বৰাগী** ঃ জানো মই কব নোৱাৰো পাই।

*( প্ৰস্থান)*

**প্ৰ: চিকাৰী**ঃ চিনিনো পোৱা কি? ঈশ্বৰে ভোগ কৰিবলৈ নচৰজিলেই, কি কৰিবা, ভোগীয়েহে ভোগীক চিনি পায়।

**দ্বি: চিকাৰী**ঃ খাবলৈ নোপোৱা বৰাগীয়ে বৰাগীকহে চিনি পায়।

**তৃ: চিকাৰী**ঃ তেৰাই কাৰ কথা কব পাৰিব বাৰু?

**প্ৰ: চিকাৰী**ঃ জানো?

**তৃ: চিকাৰী**ঃ তাকো নেজান। আমাৰ ৰজাৰ যে দদায়েক বুলি কয়, খুদমগনীয়া বিদুৰটো। সেইটোকে চিনি পায়।

**দ্বি চিকাৰী**ঃ হা. হা. হা ভাল ধৰিলি দেই কথাটো।

**প্ৰ চিকাৰী**ঃ হে, ভাল ধৰিলি হা: হা হা:। আজি বৰ স্ফুৰ্ত্তিৰ দিন। খবৰটো দিলেই কিমান ধন আনিবি? সোপাসোপ। ( গীত আৰু নাচৰ ভঙ্গী)

**প্ৰ চিকাৰী**ঃ হেৰ সোপাসোপ।

**দ্বি চিকাৰী**ঃ হেৰ ঘোকোঘোক।

**তৃ· চিকাৰী**ঃ বেলবেলীৰ মাকে আজি ভাল পাব মোক।

**প্ৰ চিকাৰী**ঃ হেৰ সোপাসোপ।

**তৃ চিকাৰী**ঃ হেৰ ঘোকাঘোক।

**দ্বি. চিকাৰী**ঃ ( তৃ·ৰ ফালে চাই ) হ'ল বাৰু তোৰ পিনে দীঘলীয়া পোক।

**প্ৰ: চিকাৰী**ঃ হেৰ যেনেতেনে, মোৰ আজি সোপাসোপ।

**দ্বি. চিকাৰী**ঃ মোৰ আজি ঘোকাঘোক

**তৃ চিকাৰী**ঃ ( দ্বি.লৈ চাই বাউসীত ধৰি ) ভাবিছনে নাই মোৰ অকণিকে চোক।

**দ্বি চিকাৰী**ঃ দিব বাৰু তোক।

**তৃ চিকাৰী**ঃ হুম চেনি জোক।

**প্ৰ: চিকাৰী**ঃ ঠিক, ঠিক, নিদিলে তিনিও আমি হুম চেনি জোক।

**তিনিও** ঃ ( পাক দি) বেচ্ বেচ্ নিদিলে তিনিও আমি হুম চেনি জোক।

**দ্বি: চিকাৰী**ঃ বাৰু চেনি জোক হৈ কৰিবি কি?

**তৃ: চিকাৰী**ঃ তাকো নেজাননে ভীমৰ নাকত সোমাই লীলিয়াই দিম।

**দ্বি: চিকাৰী**ঃ পিচে, কি হব?

**তৃ: চিকাৰী**ঃ পিচে কি হব। হাচ্ চিঁও, হাচ্ চিঁও, হাচ্ চিঁও, দিম ঔ দিম ঔ।

**প্ৰ: চিকাৰী**ঃ ভীমে হাচিয়াবলৈ হলে তই উফৰি খালত পৰিবিগৈ

**দ্বি: চিকাৰী**ঃ ধেত্ তেৰি ঘৰৰ মানুহজনীৰ ঠেঙ্গত।

**তৃ: চিকাৰী**ঃ খালতকৈ তাইৰ ঠেং ভাল হেৰ।

**প্ৰ: চিকাৰী**ঃ সৌৱা কোনোবা আহিছে পাই। ব'ল ব'ল কথা

কিবা হব।

*( তিনিওৰে প্ৰস্থান)*

*( শ্ৰীকৃষ্ণ , যুধিষ্ঠিৰ আৰু অৰ্জ্জুনৰ প্ৰৱেশ)*

**যুধিষ্ঠিৰ** ঃ যদুপতি দুৰ্য্যোধনক নেপালে কুৰুক্ষেত্ৰত অত বিলাক বীৰ বধ কৰাই নকৰাই একে হল। ৰাজ্যৰ লোভত অত বীৰ বধ কৰি পাপ কৰাৰ বাহিৰে একো নহল।

**কৃষ্ণ** ঃ মহামানী ক্ষত্ৰিয় ৰাজ দুৰ্য্যোধনৰ নিচিনা বীৰ ৰণক্ষেত্ৰৰ পৰা পলাব বুলি মই ধাৰণাকে কৰিব নোৱাৰিছিলো। এতিযাও বিশেষ চিন্তা কৰিবৰ সকাম নাই । ভীমসেনে দুৰ্য্যোধনক বিচাৰি চৰ পঠিযাইছে। তেওঁ পোৱা নোপোৱাৰ সংবাদ এই খিনিতে আমাক দিব লাগে। ইযাত লগ পোৱাৰ কথা আছিল।

**যুধি** ঃ দুৰ্য্যোধন সচাকৈয়ে পলাই গৈছেনে ?

**অৰ্জ্জুন** ঃ মোৰ মনেৰে দুৰ্য্যোধনে আকৌ সৈন্য সামন্ত গোটাই অশ্বথামা আদিক সেনাপতি পাতি যুদ্ধ কৰিবলৈ অপেক্ষা কৰিছে।

**কৃষ্ণ** ঃ মুঠতে দুৰ্য্যোধন পলাইছে।

**অৰ্জ্জুন** ঃ পলৰীযাক নো আমাৰ বিচাৰি ফুৰাৰ কি আৱশ্যক ?

**কৃষ্ণ** ঃ আৱশ্যক আছে সখি । শত্ৰু যেতিয়া অতবোৰ ধ্বংস কৰিলা , এটা থৈ পোখাবলৈ দিযাৰ লাভ কি ? তাকে কৰা মানে আকৌ হেজাৰ হেজাৰ ধ্বংস কৰা। দুৰ্য্যোধন জীয়াই থাকে মানে পাণ্ডৱ নিচিন্ত হৈ থাকিব নোৱাৰে।

**অৰ্জ্জুন** ঃ ( আঁতৰলৈ দেখুৱাই) সৌৱা দাদা বৃকোদৰ আমাৰ ফালে কেবাটাও মানুহৰ সৈতে আহিছে।

**কৃষ্ণ** ঃ ঠিক কোৱাৰ সময়তে পাইছেহি।

**যুধি** ঃ ভীমে বা কি সংবাদ আনিছে।

**কৃষ্ণ** ঃ গতিগোত্ৰ দেখি সংবাদ ভাল যেনেই লাগে।

*( চিকাৰীৰে সৈতে ভীমৰ প্ৰৱেশ)*

**কৃষ্ণ** ঃ নহযনে সংবাদ শুভ , দাদা বৃকোদৰ ?

**ভীম** ঃ সংবাদ অৱশ্যে শুভ যদুপতি । দ্বৈপায়ন হ্ৰদত দুৰ্য্যোধন লুকাই আছে। চিকাৰীহতে তাতে অশ্বথামা আদি বীৰ সকলেৰে সৈতে দুৰ্য্যোধনক থকা দেখি আহিছে।

**প্ৰ: চিকাৰীঃ** হেঁছে মহাৰাজ । বন্দীহতে কুৰু ৰাজক দেখি আহিছোহক।

**যুধি** ঃ আৰু তাত কাক দেখিছিলি ?

**প্ৰ: চিকাৰীঃ** মহাৰাজ। তাত সেই আপোনালোকৰ গুৰুৰ পুতেকজন , আৰু কোনোবা জনচেৰেকক দেখি আহিছো।

**কৃষ্ণ** ঃ ভাল কথা দাদা , এতিয়া সময নষ্ট নকৰি দ্বৈপায়ন হ্ৰদৰ ফালে যাব লগা হল।

**ভীম** ঃ হয, আমি অলপো পলম কৰা উচিত নহয়।

*( চিকাৰীৰ বাহিৰে সকলোৰে প্ৰস্থান)*

**তৃ· চিকাৰীঃ** ( মুখ বিদৰাই) অ' হলেই আৰু।

**দ্বি: চিকাৰীঃ** ( মূৰ খজুৱাই) এৰা পাই।

**প্ৰ: চিকাৰীঃ** গছত কঠাল ওঠত তেল নৌ খাওতেই চেল বেল।

( হঠাৎ ভীম আহি)

**ভীম** ঃ তহতে উপযুক্ত পুৰস্কাৰ পাবি। পৰহিলৈ ৰাজসভাত উপস্থিত থাকিবি , যিহকে বিচাৰ তাকে পাবি।

*( প্ৰস্থান)*

**দ্বি: চিকাৰীঃ** ( কাষলতিৰ তল বজাই) এইবাৰ খাই ল কিমান পাৰ।

**তৃ: চিকাৰীঃ** মই নকৈছিলো।

**প্ৰ: চিকাৰীঃ** কোনে কি লবি বাৰু।

**দ্বি· চিকাৰীঃ** মই বুকু চোলা এটাই , চুৰিয়া এখনে , ৰূপ এটকাই , টেকেলাৰ বাবটোৱে লম।

**প্ৰ· চিকাৰীঃ** মই যি লম, লম , এতিয়া নকওঁ।

**তৃ: চিকাৰীঃ** মই মানুহ জনীলৈ ভাল চাই কাপোৰ এসাজ লম। বিষযা চিষযা নহওঁ পাই । কোনে আকৌ ঘৰ এৰি টলৌ টলৌ কৰি ফৰিব। তাযো শুদাই নেৰে নহয।

**প্ৰ: চিকাৰীঃ** বাৰু বল , কি লৱ লৈ থাকিবি।

*(প্ৰস্থান)*

# দ্বিতীয় দৃশ্য

## দ্বৈপায়ন হ্ৰদ

**( অশ্বথামা , কৃতবৰ্ম্মা , কৃপ , দুৰ্য্যোধন)**

**কৃপ** ঃ মৃত্যুৰ তাণ্ডৱ লীলা চাই আজি এই নিৰ্জ্জন হ্ৰদৰ দাঁতি একেবাৰে জীৱনৰ আন এপিঠি যেন লাগিছে। মানুহৰে জীৱন এনেকুৱাই বিচিত্ৰ। মহাৰাজ বেজাৰ কৰিলে কি হব। উপায থাকিলে তাক অৱলম্বন কৰিব লাগে। পাণ্ডৱ আমাক নিবিচাৰি বহি থকা নাই।

( দুৰ্য্যোধন তলমূৰ কৰি গদাত ভৰ দি শোক মনেৰে বহি আছে। ক্ষন্তেক সকলো নিমাত)

**কৃত** ঃ কুৰুপতি যেই সেই এটা কৰিবই লাগিব। এইদৰে লুকাই কিমান দিন থাকিব্।

**অশ্বথামা** ঃ মহাৰাজ ! আগেয়ে যুদ্ধ নকৰিবলৈ অনুৰোধ কৰিছিলো। এতিয়া কিন্তু নকৰো - মোৰ পিতৃহত্যাৰ প্ৰতিশোধ এতিয়াও বাকী । পাঞ্চপাণ্ডৱক বধ কৰিবই

লাগিব। চাওঁ কৃষ্ণই কেনেকৈ ৰাখে।

**দুৰ্যোধন** ঃ আপোনালোকে যি ভাল দেখে তাকে কৰক। মই হতাশ । মোৰ বন্ধু- বান্ধৱ পুত্ৰ-পৌত্ৰ সকলো অন্ত হল। আছে হস্তীনাৰ কাৰেণ্ডত বিধবাৰ ক্ৰন্দন। চকুপানীৰ লানি নিছিগা ধাৰ।

**অশ্বত্থামা** ঃ এতিয়াও হতাশ হোৱাৰ সময় হোৱা নাই।

**কৃপ** ঃ মহাৰাজ! ( চাৰিওপিনে চাই) কোনোবা আহিছে। আমি ইয়াৰ পৰা যোৱাই যুগুত।

**দুৰ্যো** ঃ আপোনাসকল যক। যি উচিত বিবেচনা কৰে তাকে কৰিব লাগিব।

( সকলোৰে প্ৰস্থান , দুৰ্যোধনে গদাৰে দ্বৈপায়ন হ্ৰদৰ পানী ঘুৰাই ভাবি ভাবি লাহে লাহে হ্ৰদত প্ৰৱেশ কৰে। অলপ পাচতে বিপৰীত ফালৰ পৰা পাণ্ডৱ , শ্ৰীকৃষ্ণ আৰু চিকাৰী কিটাৰ প্ৰৱেশ । চিকাৰী কিটাই হাতত সাৰে ভৰিত সাৰে আগে আগে আহি হ্ৰদলৈ আঙুলিয়াই দেখুৱাই প্ৰস্থান)

**যুধি** ঃ দুৰ্যোধন পানীৰ ভিতৰলৈ কেনেকৈ সোমাল যদুপতি । পোবাই নোপোৱাই একে হল। পানীৰ পৰা উলিয়াই অনা উপাই নাই। যদুপতি , আমাৰ সকলো যত্ন মিছা হল।

**কৃষ্ণ** ঃ নাই হোৱা মিছা দাদা। মায়াবী দুৰ্যোধন মায়া কৰি পানীত সোমাই আছে। দুৰ্যোধন মহামানী , নিন্দা সহিব নোৱাৰে। নিন্দা কৰা ওলাই আহিব।

**যুধিষ্ঠিৰ** ঃ (অলপ ডাঙৰকৈ হ্ৰদৰ ফালে চাই) দুৰ্যোধন ,বন্ধুবান্ধৱ সকলোকে বধ কৰাই নিতে প্ৰাণ লৈ লুকাই থাকিবলৈ লাজ পোৱা নাইনে? আগৰ অহঙ্কাৰ কলৈ গল। ক্ষত্ৰিয় ৰজা হৈ যুদ্ধক্ষেত্ৰৰ পৰা পলাই যোৱা কি ধৰ্ম্ম। তোৰ অঙ্গীকাৰ , বীৰত্ব ,.সন্মান সকলো মিছা। ক্ষত্ৰীয় হৈ ইমান ভয় কৰি পৃথিৱীত কলঙ্ক থৈ যাবলৈকে ইমান অহঙ্কাৰ । নিজে কলঙ্কিত হৈ কুৰুবংশ কলঙ্কিত কৰিবৰ তোমাৰ কি অধিকাৰ।

**দুৰ্যো** ঃ ( হ্ৰদৰ ভিতৰৰ পৰা) মোৰ মিছাকৈয়ে নিন্দা কৰিছে মহাৰাজ । যুদ্ধত বন্ধু বান্ধৱ সকলোটিকে হেৰুৱাই মই অকলশৰীয়া হৈছো। বৰ্ত্তমান মোৰ ফলীয়া হৈ যুজোতা কোনো নাই। মোৰ আকৌ সৈন্য সামন্ত হক , তেতিয়া যুদ্ধ কৰিম। নহলে। মই অতবোৰৰ লগত কেনেকৈ বুজিম।

**যুধি** ঃ তুমি আন কাৰো সৈতে যুদ্ধ কৰিব নালাগে। মাত্ৰ পাণ্ডৱক পৰাজয় কৰি আকৌ ৰাজ্য উদ্ধাৰ কৰাহি।

**নে: দুৰ্যোঃ** মহাৰাজ! কুৰুক্ষেত্ৰত আপোনাৰ হাতত মোৰ সকলো সৈন্য নিধন হল। অন্যায় যুদ্ধত দ্ৰোণ , কৰ্ণ সকলোকে বধ কৰা হৈ গৈছে। এতিয়া মোৰ বিধবাৰ ওপৰত শাসন কৰিবৰ অভিপ্ৰায় নাই। আপুনি সকলো ৰকমে ৰাজপাটৰ যোগ্য। নিশ্চিয় মনে সিংহাসন গ্ৰহণ কৰক। বন্ধু- বান্ধাৱ , ইষ্ট- মিত্ৰ , কুটুম্ব হেৰুৱাই মই শোকত জৰ্জ্জৰিত। কি সতেৰে আকৌ ৰজা হম। মোৰ অৰণ্যই শ্ৰেয।

**যুধি** ঃ তুমি দেখোন আজি বৰিয়া ধাৰ্ম্মিক হৈ পৰিলা দুৰ্যোধন । এতিয়া ক্ষমা ক'ৰ পৰা আহিল, মৃত্যুৰ ভয়ত নেকি? শকুনিৰ কপট পাশা খেলা , দ্ৰৌপদীৰ বস্ত্ৰ হৰণ আৰু অভিমন্যু বধ আদিৰ সময়ত তোমাৰ ধৰ্ম্ম ক'ত আছিল। শিতানত যম দেখি জ্ঞান উদয় হোৱাত তোমাৰ লাজ লাগক নেলাগক মোৰ হলে লাজ লাগিছে।

**নে: দুৰ্যোঃ** ভঙ্গ কৰা মই যুধিষ্ঠিৰ। মই অকলশৰীয়া । অকল এটাৰ লগত যুজিবলৈ মই প্ৰস্তুত । ভীমক বা অৰ্জ্জুনক অকলৈ পালে এতিয়াও মোৰ পৰাক্ৰম দেখুৱাব পাৰো। এটা এটাকৈ পাণ্ডৱ বধ কৰাৰ সমৰ্থ মই এতিয়াও হেৰুৱা নাই। ভীম গদাযুদ্ধত পাৰ্গত ময়ো গদা যুদ্ধ ভাল পাওঁ।

**যুধি** ঃ মহামানী দুৰ্যোধনৰ মুখত এনে কথাই শোভা পায়। ভীমৰ লগত তোমাৰ গদাযুদ্ধ কৰাহি । ভীমক পৰাজয় কৰিলে আমি সকলোৱে পৰাজয় স্বীকাৰ কৰি আৰণ্যবাসী হম। তুমি নিশ্চিন্তমনে ৰাজচক্ৰবৰ্ত্তী হবা।

**কৃষ্ণ** ঃ সাৱধান দাদা বৃকোদৰ । পাণ্ডৱৰ সৌভাগ্যৰ নিমিত্তেই দুৰ্যোধনে তোমাৰ লগত যুদ্ধ বাঞ্ছা কৰিছে। তথাপি অহঙ্কাৰ কৰিবৰ বিশেষ কাৰণ নাই। দুৰ্যোধনৰ গদাযুদ্ধ অদ্ভুত।

( ইতিমধ্যে দুৰ্যোধনে গদা ঘূৰাই ঘূৰাই ক্ৰমাৎ হ্ৰদৰ পৰা ওলাই আহে।)

**ভীম** ঃ হে যদুপতি । তুমি যি কৰা । ( ভীমে যুধিষ্ঠিৰক প্ৰণাম কৰি গদা লৈ হ্ৰদৰ ফালে যায়। দুৰ্যোধন একেবাৰে উঠি আহে)

**দুৰ্যো** ঃ সাৱধান ভীম । মোৰ ভ্ৰাতৃবধৰ উপযুক্ত প্ৰতিশোধ লবলৈ নিজেই আহিছো।

**ভীম** ঃ ( ব্যঙ্গ কৰি ) পাণ্ডৱৰ ভয়ত হ্ৰদত লুকাই থকা মহামানী দুৰ্যোধনলৈ ভীমে ভয় নকৰে। মুঠতে সেই সকলৰ সহযাত্ৰী কৰিবলৈ হৈ মই তোক বিচাৰি ফুৰিছো।

**দুৰ্যো** ঃ বাৰু ভীম মোৰ দুৰ্ভাগ্যত ব্যঙ্গ কৰিবৰ আৱশ্যক নাই। তৰ্ক যুদ্ধতকৈ গদা যুদ্ধত মই বিশেষ পাৰ্গত ।

*( দুৰ্যোধন আৰু ভীমৰ যুদ্ধ)*

*( যুদ্ধ কৰি কৰি দুয়োৰে প্ৰস্থান । যোৱা ফালে*

*সকলোৱে চাই থাকে)*

**যুধি** ঃ দুৰ্য্যোধনৰ অসম্ভৱ পৰাক্ৰম যদুপতি । ভীমৰ মূৰৰ ওপৰত গদা চক্ৰাকাৰে ঘূৰিছে। আজি ৰক্ষা হলে তোমাৰ সাৰথিত্ব সফল হব।

**কৃষ্ণ** ঃ বিষম যুদ্ধ ধৰ্ম্মৰাজ । যেনিবা ইন্দ্ৰ আৰু বৃত্ৰাসুৰৰহে যুদ্ধ। ভীমৰ গদাৰ কোবে দুৰ্য্যোধনৰ মূৰ লৰাবকে পৰা নাই। ধন্য দুৰ্য্যোধন তোমাৰ বীৰত্ব।

**যুধি** ঃ যদুপতি আজি ৰাখিলেহে ৰাখা।

*( পাছ ফালৰ পৰা বলৰামৰ প্ৰৱেশ)*

**বলৰাম** ঃ কি হৈছে কৃষ্ণ! ইয়াত কাৰ যুদ্ধ? ( সকলোৱে উভতি চাই বলৰামক অভিবাদন কৰে)

**কৃষ্ণ** ঃ আপুনি তীৰ্থলৈ যোৱাৰ পাছত কৌৰৱ পাণ্ডৱৰ মাজত ভয়ঙ্কৰ যুদ্ধ হল। পাণ্ডৱৰ হাতত কৌৰৱ ধ্বংস হল। দুৰ্য্যোধন মাত্ৰ বাকী । আজি ভীম আৰু দুৰ্য্যোধনৰ শেষ যুদ্ধ।

**বলৰাম** ঃ মই সকলো জানিশুনিযেই আহিছো। দুৰ্য্যোধনৰ বন্ধু - বান্ধৱ সকলোকে মাৰিও তোমাৰ হেপাহ পলোৱা নাই। এতিয়া লুকাই থকা অসহায় দুৰ্য্যোধনক বিচাৰি লৈছাহি । দুৰ্য্যোধন মোৰ পুত্ৰ তুল্য। সি মোৰ মৰমৰ শিষ্য।

**কৃষ্ণ** ঃ কি কৰিম দাদা উপায় নাই।

**বলৰাম** ঃ উপায় আৰু কি হব কৃষ্ণ! তোমাৰ উপায় নাই? ( এনেতে দুৰ্য্যোধন হঠাৎ আহি শোকাকুলভাৱে বলৰামক সেৱা কৰে)

**দুৰ্য্যো** ঃ ( কান্দোনৰ সুৰে) প্ৰভু! আপোনাৰ অনুপস্থিতিত মোৰ এনে দশা হল। মোৰ সকলো গল। কৃষ্ণই ভৰিৰে ঠেলি পাণ্ডৱৰ ফলীয়া হৈ মোক নিৰ্বংশ কৰিলে।

**বলৰাম** ঃ কৃষ্ণ তুমি ইমান কপটীয়া । দুৰ্য্যোধনে তোমাক কি দোষ কৰিলে? দুযো দল মিলাই নিদি কিয় এনে কৰিলা?

**কৃষ্ণ** ঃ দাদা আপুনি পাণ্ডৱৰ বনবাস, কপট পাশা খেল, দ্ৰৌপদীৰ বস্ত্ৰ হৰণ আদি দুৰ্য্যোধনৰ সকলো অন্যায়ৰ কথা শুনিছে। সত্য পালন কৰি পাণ্ডৱ বনবাসৰ পৰা ঘূৰি আহিল। পাণ্ডৱে পাচখন মাত্ৰ গাওঁ খুজিলে। দুৰ্য্যোধনে বিনাযুদ্ধে সুচ্যাগ্ৰ মেদিনীও নিদিওঁ বুলি প্ৰতিজ্ঞা কৰিলে। মই মধ্যস্থ হৈ মিলাবলৈ যাওতে দুৰ্য্যোধনে নিতান্ত নীচৰ দৰে মোক বান্ধি থব খুজিলে। এনে স্থলত যুদ্ধৰ অবিহনে উপায় কি? মোৰ গাত কি দোষ পৰিল, এতিয়াও মিলাই দিয়ক।

**বলৰাম** ঃ (তলমূৰ কৰি অলপ ভাবি) দুৰ্য্যোধন তুমি এতিয়াও অৰ্দ্ধৰাজ্য দি সুখেৰে থাকা। ( যুধিষ্ঠিৰলৈ চাই) এই প্ৰস্তাৱত আপোনাৰ কিবা আপত্তি আছেনে?

**যুধি** ঃ শত্ৰু সকলো উচ্ছন্ন হল। মাত্ৰ দুৰ্য্যোধন বাকী । এনে অৱস্থাতো আধা ৰাজ্য হে নেলাগে মই পাঁচখন গাওঁ মাত্ৰ পালেই সন্তোষ পাম।

**বলৰাম** ঃ উত্তম কথা দুৰ্য্যোধন , ধৰ্ম্মৰাজক আধা ৰাজ্য এৰি দি সন্ধি কৰা।

**দুৰ্য্যো** ঃ ( এফলীয়া হৈ অলপ ভাবি ) প্ৰভু ! এতিয়া আৰু মোক সন্ধি কৰিবলৈ উপদেশ নিদিব। পাণ্ডৱক যথেষ্ট কষ্ট দিলো। এতিয়া প্ৰীতি হব নোৱাৰে। মোৰ প্ৰতিজ্ঞা অচল। বিনা যুদ্ধে সূচ্যাগ্ৰ মেদিনীও এৰিব নোৱাৰো।

**বল** ঃ ইচ্ছা মতে কাম কৰা দুৰ্য্যোধন। অন্যায আৰু অহঙ্কাৰক মই প্ৰশ্ৰয় নিদিওঁ। মই দ্বাৰকালৈ যাওঁ।

**কৃষ্ণ** ঃ এনে অপূৰ্ব্ব গদাযুদ্ধ অন্ত নকৰাকৈ যোৱা অনুচিত দাদা।

**বল** ঃ তেন্তে যুদ্ধ আৰম্ভ হক। কিন্তু তোমালোকে সকলো মোৰ লগতে সৌ সমন্ত -পাঞ্চক বোলা ঠাই ডোখৰলৈ বলা। কুৰুক্ষেত্ৰৰ ভিতৰত সেই ডোখৰ বৰ পবিত্ৰ ঠাই। তাত মৃত্যু হলেও স্বৰ্গলাভ। বলা তাত যুদ্ধ আৰম্ভ কৰাগৈ ।

*( চিকাৰী কিটাৰ বাহিৰে সকলোৱে প্ৰস্থান)*

**প্ৰ: চিকাৰীঃ** ভীমৰ আজি চিকাৰ আমি মিলাই দিলো। এতিয়া আমাক কি দিয়ে।

**দ্বি: চিকাৰীঃ** যিহকে বিচাৰ তাকে দিব খুজিছে।

**তৃ: চিকাৰীঃ** বাৰু হৈছে আৰু। যেতিয়ালৈকে কাম শেষ নহয় তেতিয়ালৈকে তইহে তই মইহে মই। কাম শেষ হলেই সকলো শেষ।

প্ৰ. চিকাৰী ঃ মোৰ হলে বেয়া লাগিছে বোপাই। বেচেৰাই তত নেপাই পানীত লুকালহি তাতো সণাহি কিটাৰ পৰা ৰক্ষা নেপালে।

**তৃ: চিকাৰীঃ** এ থ, থ, থ তোৰ মৰম খন পাইছো। দুৰ্য্যোধনে হবলা মাউৰা লৰা কিটিক সাধাৰণটো দুখ দিলে।

**প্ৰ: চিকাৰীঃ** এইবোৰ আলচ কৰাৰ পৰা লাভ নাই। বল যুজকে চাওঁগৈ । এনেখন যুজ আৰু ক'ত দেখিবলৈ পাবি?

**তৃ: চিকাৰীঃ** কেলৈ, তহঁতৰ ঘৰত ?

**প্ৰ: চিকাৰীঃ** মোৰ ঘৰত তোৰে সৈতে ফেৰ পাতিলেহে হব।

**তৃ: চিকাৰীঃ** মোৰে সৈতেনো ফেৰ পাতিব লাগিছে কেলেই। সিদিনা তোমাৰ গিৰিহঁতনীয়ে 'চুলি মেলি চেঙকলি হৈ' তোমালৈ যিটো খেদা দিলে, ভীমে দুৰ্য্যোধনক কি তেনে খেদা দিব পাৰিছে। তোমাৰ তেওঁৰ বাঢনীতাৰৰ নিচিনা গদাদালিকে বা পায ক'ত?

**প্ৰ: চিকাৰীঃ** তই কেতিয়া দেখিছিলি!

**তৃ: চিকাৰীঃ** নাকত ধৰি খেপিয়াচোন।

প্র: চিকাৰীঃ এনেকুৱাত কেতিয়াবা বেয়া হব দেই।

দ্বি: চিকাৰীঃ বেয়া হব তো , নেজানি নুশুনি যিহকে তিহকে কয়। সিজনীয়ে বাঢনী আনিছিল মৰমত। সেই দিনা চিকাৰীলৈ যোৱা নাছিল। বান্ধৰ গা কুটকুটাই আছিল। সেই কুটকুটনি মাৰি ধুলি , মাকতি গুচাই দিবলৈ হে সিজনীয়ে বাঢনী আনিছিল । তাকো নেজান পাই। বাৰু এইবোৰ সদাই দেখা যুঁজ। আগলৈও দেখিবি । চাব লগীযাখন শেষেই হব পায। বল বল।

*( দ্বি আৰু তৃ. প্ৰস্থান)*

প্র: চিকাৰীঃ এনেকুৱা সুৰতহে সাঁই উঠে। কেতিযাবা পহু মৰাদি মাৰিম বাপেকে । দুইটা লাগে বুলিহে ভয় লাগে। কেতিযাবা অকলশৰীযা হৈ ঘৰৰ ফালে যাবি বাৰু ? বুঢী মাৰকো লগাম।

*( প্ৰস্থান)*

# তৃতিয় দৃশ্য

**সমন্ত পঞ্চক**

**( দুৰ্য্যোধন আৰু ভীমৰ যুদ্ধ । বলৰাম , শ্ৰীকৃষ্ণ পাণ্ডৱ আৰু আন আন ৰজা আৰু সৈন্য সকল এফলীয়া হৈ আছে। এবাৰ ভীম আৰু এবাৰ দুৰ্য্যোধন মুৰ্চ্ছিত হয়)**

কৃষ্ণ ঃ বৃকোদৰ সাৱধান। (চকুৰে ইঙ্গিত কৰি নিজৰ কৰঙ্গনত চাপৰ মাৰে। ভীমে যুদ্ধ কৰি থাকোতেই কেৰাহিকৈ চাই। এইদৰে দুৰ্য্যোধনে এবাৰ ভীমৰ মূৰত গদা মাৰিবলৈ জাপ মাৰোতে ভীমৰ গদাই দুৰ্য্যোধনৰ কৰঙনত আঘাত কৰে। দুৰ্য্যোধনে উস্ বুলি কৰঙনত হাত দি ধলি পৰে।)

( দুৰ্য্যোধনৰ মূৰত পদাঘাত)

যুধি ঃ কি কৰিলি কুলাঙ্গাৰ। ইমান দুৰ্য্যোধন । সেই দুৰ্য্যোধনক তই ভৰিৰে আঘাত কৰ। চি. ভীম তই বৰ দুৰ্জ্জন। হায। মহামানী দুৰ্য্যোধন । যাৰ প্ৰতাপত বসুমতী কম্পামান সেই দুৰ্য্যোধনৰ মূৰত পদাঘাত । কি কৰিলি দুৰন্ত ভীম কি কৰিলি।

( বিলাপ)

কৃষ্ণ ঃ দাদা দুৰ্য্যোধনৰ লগত বিলাপ কৰিবলৈ তোমাৰ কি হৈছে। অনাচাৰী দুৰ্য্যোধনৰ অন্তত পৃথিৱীয়ে সকাহ পাইছে। সেই দেখি কঁপনি উঠিছে। আজি শোক কৰিবৰ দিন নহয় আনন্দ কৰিবৰ দিন।

দুৰ্য্যো ঃ ( কৃষ্ণৰ কথাত মাটিত হাতেৰে ভৰ দি উঠিব খুজি) কপটীয়া অনাচাৰী কৃষ্ণ । নিজে অনাচাৰী হৈ লোকৰ অন্যায় কৰিবলৈ লাজ পোৱা নাইনে? তই পাণ্ডৱৰ পক্ষ লৈ কি বুলি মোৰ অনিষ্ট কৰিলি। ভীষ্ম, দ্ৰোণ , কৰ্ণ আদিক অন্যায় যুদ্ধত বধ কৰিবলৈ কোনে বুদ্ধি দিছিল? তই নহয়নে? মোক মৰাৰ পৰা তোৰ কি লাভ হল?

কৃষ্ণ ঃ মোৰ লাভ হোৱা নাই। পৃথিৱীৰ লাভ হ'ল। শুন দুৰ্য্যোধন; তোৰ অধৰ্ম্মৰ কথা কৈ অন্ত পেলাব নোৱাৰি। দ্ৰৌপদীক যি সভাৰ মাজত বিবস্ত্ৰ কৰিব পাৰে , যি নিজৰ ভাইক পুৰি মাৰিব পাৰে , যি অভিমন্যুৰ নিচিনা শিশুক পহুৰ দৰে বেৰি মাৰিব পাৰে তাৰ নিচিনা কুলঙ্গাৰ কন্টকক পৃথিৱীৰ পৰা ছলে বলে কৌশলে উঘালি পেলোৱাই ধাৰ্ম্মিকৰ কৰ্ত্তব্য।মই নিজে পাণ্ডৱৰ নিমিত্তে পাঁচ খন গাওঁ খুজিবলৈ গলো তই নিতান্ত মূৰ্খৰ দৰে মোক বান্ধি থব খুজিলি , এতিযা মৃত্যুৰ দুৱাৰ হাতেৰে ঠেলি ধৰি কাৰণ বিচাৰিছ? নিলাজ ,কুলাঙ্গাৰ , অনাচাৰী।

দুৰ্য্যোধন ঃ আকৌ ধীৰ হৈ ) হ'ল হ'ল আৰু নালাগে যদুপতি । তোমাৰ বীৰত্ব কোনবিধৰ মই তাক চিনি নাপাওঁ। বেদশাস্ত্ৰ পঢি ধৰ্ম্ম অধৰ্ম্ম সকলো বুজি পাওঁ। তোমাৰ নিচিনাকৈ কাম কৰা কাকো নেদেখিলো। মোৰ যথেষ্ট হ'ল। দান , ধৰ্ম্ম , যুদ্ধ , জয সসাগৰা পৃথিৱী শাসন , অনেক কৰিলো । এতিয়া ক্ষত্ৰিয়ৰ দৰে যুদ্ধ কৰি পৃথিৱীৰ ৰত্নস্বৰূপ বীৰ সকলোৰে সৈতে মই স্বৰ্গলৈ যাওঁ। যুধিষ্ঠিৰে বিধবাৰ ওপৰত ৰাজত্ব কৰক।

( সকলোৱে তলমূৰ কৰে)

কৃষ্ণ ঃ ক্ষমা কৰিব মহাৰাজ । সকলো সঁচা কথা। কিন্তু আপুনি অন্যায় আৰু হিংসাৰ বশৱৰ্ত্তী হৈ সকলো নষ্ট কৰিলে।

দুৰ্য্যো ঃ সেইটো মোৰ দোষ নহয় যদুপতি । ধৰ্ম্মাধৰ্ম্ম সকলো জানো। তথাপি অন্যায় কৰিছো কিয়? ই মাথো তোমাৰ ইচ্ছা। হে ভগৱান ! যিহকে কৰাইছা তাকে কৰিছো।

কৃষ্ণ ঃ (স্বগত) সদায় দোষ গুণৰ ভাগী মই। পৃথিৱীয়ে গুণৰ ভাগী পাতিব নুখুজিলেও দোষৰ ভাগী বেগেতে পাতে , উপায় নাই।

( অত বেলি বলৰামে খঙ্গে বেজাৰে ইফালে সিফালে কৈ গুণা গথা কৰি আছিল। সকলো নিমাত দেখি আগবাঢ়ি আহে।)

বলৰাম ঃ অসহ্য , অসহ্য ঘোৰ অন্যায় ( দাঁত কামুৰি) অন্যায় সময়ত দুৰ্য্যোধনক আহত কৰা হৈছে। মই অত বেলি চাই আছিলো কৃষ্ণ। কোন যুদ্ধনীতিৰ মতে প্ৰতিদ্বন্দীৰ নিম্ন ভাগত ভীমে গদা প্ৰহাৰ কৰে। মোৰ আগত

ইমান অন্যায যুদ্ধ । অসহ্য , দুৰাচাৰ ভীমক ইয়াৰ প্ৰতিশোধ মই দিম।

( সকলো ভয়ত কোঁচ খায)

**কৃষ্ণ** ঃ দাদা খং নকৰিব । পাণ্ডুৰ মোৰ বন্ধু নহয় পাৰোতে পাণ্ডুৰৰ ফলীয়া হৈ দুৰ্য্যোধনক অনিষ্ট কৰা নাই। দুৰ্য্যোধনৰ অন্যায কথা কি কম। দ্ৰোপদীক সভাৰ মাজত বস্ত্ৰ হৰণ কৰোতে ভীমে দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰিবলৈ প্ৰতিজ্ঞা কৰিছিল। মৈত্ৰেয ঋষিয়েও দুৰ্য্যোধনক উৰু ভঙ্গৰ শাপ দি থৈছে। ঋষিৰ শাপ অন্যাথা হব নোৱাৰে । ভীমে প্ৰতিজ্ঞা কৰা স্বত্ত্বেও কৰো বুলি অন্যায কৰা নাই। হঠাৎ উৰুত গদা লাগিছে কুৰুপতিযে আঘাত পাইছে।

**বল** ঃ যেই হ'ক দুৰ্য্যোধন যুদ্ধবিদ্যাত শ্ৰেষ্ঠ । ভীমে কাপুৰুষৰ দৰে অন্যায যুদ্ধ কৰি দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰিছে।

( বলৰামৰ প্ৰস্থান ও পট পৰে)

# চতুৰ্থ দৃশ্য

**আলিবাট**

**ভৈৰৱীৰ গীত**

**গীত**

আকাশ তোমাৰ বুকুত বাঁজে
কাৰনো মধুৰ সুৰ ,
ধ্বনিত নাচে সৰগ মৰত
নাচে সুদূৰ দূৰ ।
জোনৰ নাচত মধুৰ লহৰ ,
বেলিৰ মুখত সোণৰ পোহৰ ,
তৰাই বেটি তোলে ৰগৰ
নীল আকাশ পূৰ।
বাযুৰ ছাটিত শৰীৰ জুৰাই
সাগৰ বুকুত লহৰ খেলাই
হিয়াৰ লগত হিযা জুৰাই
জগত কৰে জুৰ।
সুৰৰ লগত সুৰৰ মিলন ,
ফুলৰ মুখত ফুলৰ দোলন
আকুল মনত অৰূপ খেলন
ৰূপত মাৰি বুৰ।

**প্ৰ: ভৈৰৱীঃ** যুদ্ধ শেষ হ'ল আমি এতিযা দ্বাৰকালৈ যাওঁগৈ।

**দ্বি: ভৈৰৱীঃ** আমি অকল যুদ্ধ চাবলৈ অহা নাই। আমি আহিছিলো প্ৰভুৰ পৰিচৰ্য্যাৰ নিমিত্তে। প্ৰভুৱেই যেতিযা আমাৰ সকলো , তেওঁক এৰি আগবাঢ়াৰ পৰা আমাৰ কি লাভ।

**তৃ: ভৈৰৱীঃ** তেওঁৰ লগে লগে আমি দ্বাৰকালৈ যাম , কি বোলা।

**প্ৰ: ভৈৰৱীঃ** এতিয়াই মযো উৰা মাৰিব খোজা নাই। যুদ্ধ নাই। যুদ্ধ শেষ হ'ল যেতিযা তেওঁ যাবই। আমিও তেওঁৰ পাচে পাচেই যাম।

**দ্বি: ভৈৰৱীঃ** পাণ্ডুৰৰ শিবিৰত অত দিন থাকি আই সকলক এৰি যাবৰ মন যোৱা নাই।

**তৃ: ভৈৰৱীঃ** মোৰ হলে কেতিযা যাওঁ কেতিয়া যাওঁ লাগিছে । এইখন মৰিশালী হ'ল। ভাল হবলৈ বহুত দিন লাগিব।

*( সন্তৰ একেবাৰে গদ্‌গদ্ ভাবেৰে প্ৰবেশ)*

**প্ৰ: ভৈৰৱীঃ** সৌৱা কোন চা চোন। চিনিপাওঁ চিনিপাওঁ যেন লাগিছে। আহচোন , এই খিনিতে লুকাই থাকি কোননো চাওঁ।

*(প্ৰস্থান)*

**সন্ত** ঃ (স্বগত )সেই কেজনিক লগ পালো তেওঁ। লুকাইছে। বাৰু আচিনাকি ভাওকে ধৰো।এক আধ্যা শেষ হৈছে। দুৰ্য্যোধন আৰু উঠিব নোৱাৰে। অনাচাৰৰ এইয়েই পৰিণাম। বহুত মৰিল। মই নমৰিলো । কিয মৰিম ? মৰিবৰ আৱশ্যক নাই। কি সুন্দৰ আকাশ। কি সুন্দৰ পৃথিৱী , কি সুন্দৰ মোৰ প্ৰভু । এইবিলাক এৰি মই কেনেকৈ মৰো। মোৰ দৰেই দেহি দুৰ্য্যোধনে পাণ্ডুৱক নিৰ্ব্বিয়ে এৰি মৰিবৰ ইচ্ছা কৰা নাই। সেই দেখি অশ্বথামাক সেনাপতি পাতি পাণ্ডুৰ বধ কৰিবলৈ পঠাইছে । পাৰিলে মৃত্যুৰ আগতেই পাণ্ডুৰৰ পাচোটা মূৰ চাই লয়। অশ্বথামা হেজাৰেই বলী হ'ক। ইও এক অসম্ভৱ কথা। হ'লেই যেনিবা অসম্ভৱ । মানিলেহে হৈছে। সেইদৰে আগেযে সচাক সঁচা বোলাহেঁতেন , ধৰ্ম্মক ধৰ্ম্ম বোলাহেতেন , কুৰুক্ষেত্ৰৰ যুদ্ধই নহয়। এতিযা সন্ত তই কৰ কি ? য'ৰ মানুহ ত'লৈ বল। হা: হা. হা নহয় জানো! পৃথিৱীখন ঠিক বলীয়া।

( আনন্দিত হৈ ভৈৰৱী সকলৰ প্ৰবেশ , সন্তক বেটি হাতত ধৰে)

**প্ৰ: ভৈৰৱীঃ** এইয়া আমাৰ সন্ত হয় ,হয় ।

**দ্বি: ভৈৰৱীঃ** হয় আকৌ এইবাৰ সাৰিব নোৱাৰে।

**তৃ: ভৈৰৱীঃ** ধৰ ,ধৰ নেৰিবি। দ্বাৰকাৰ পৰা আমাক যেনেকৈ আনিছিলা , ভালে ভালে লৈ যোৱা। নহলে সুদাই নেৰো।

(ভৈৰৱীয়ে হাতত ধৰে। দুজনীয়ে দুখন হাতত ধৰে। সন্তই বেঙ্গা ভাও ধৰে , সিহঁতে ধৰি থাকোতেই বিৰক্তিৰ ভাব দেখুৱাই ঘূৰি থাকে)

সন্ত : এই কিজনী ক'ৰ কুঁজী দাহ। তইঁত ভূতনে পিশাচ ( তৃ: ভৈ চিকুতে) হেৰ নিচিকুটিবি , মূৰ নুঘূৰাই মানে হাতত ধৰি ঘূৰি থাক। মূৰ ঘূৰালে গাতে পৰিম একা। পিঠা হবি ।( আকৌ চিকুটে) দেখিছা এতিয়া হাত কি খনো বন্দী কৰি থৈছে। (মুখ মেলি) এতিয়া কামোৰ মাৰি চুলি কোছাকে আনিম। তাকলী হবি পাছে। কোনেও নিনিযা হব।

প্ৰ: ভৈৰবীঃ ( হাঁহি) বাৰু সেইখন থোৰা। চিকুটাৰ কথাহে কৈছা, তোমাক বাকুহিলেও দায় নাই। ইমান ফাকি?

সন্ত : হেৰ নেটানিবি , কিহে পালে।

দ্বি: ভৈৰবীঃ ভয় নাই , ভয় নাই , আমিহে পাইছো।

সন্ত : হেৰ' নেটানিবি – দুজনীৰ হাতত দুখন হাত এৰাযে যাব দেখোন । হেৰ মোৰ পখিলীহঁতক এৰি মই যুজতো নমৰিলো। এই কোবত তইঁতৰসৈতে ঘৰ পাতিম।

তৃ: ভৈৰবীঃ ক'ৰনো পখিলা পালাহে? ( হাত এৰে)

সন্ত : তইঁতে কি জান। আমাৰ কৃষ্ণৰ দ্বাৰকাত ফুল যোগোৰা পখিলী তিনটি মোলৈ আহিব খুজিছে। দেখাত তইঁতৰ নিচিনাই।

প্ৰ: ভৈৰবীঃ সিহঁত নো এতিয়া ক'ত আছে।

সন্ত : সিহঁত এতিযা । কওঁনে?

প্ৰ: ভৈৰবীঃ কোৱা , কোৱা ।

সন্ত : সিহঁতে এতিযা মোক টনা আজোৰা লগাইছে।

তৃ: ভৈৰবীঃ বাৰু ভাওটো ধৰিছা। আমি আগেযে জানিছো । পাচে সেই কিজনী বাঘিনীহে।

সন্ত : সিহত এতিযা দ্বাৰকাৰ পৰা উৰা মাৰি কুৰুক্ষেত্ৰ পাই পখিলী হ'ল।

দ্বি: ভৈৰবীঃ সেই বোৰ থোৱা। দুৰ্যোধনে কি কৰিছে।

সন্ত : ঠেঙ্গ ভাগি পৰি আছে। অশ্বথামাই পাণ্ডৱৰ মূৰ কেইটী দেখুৱালেই চকু মুদিব।

প্ৰ: ভৈৰবীঃ পাণ্ডৱৰ মূৰ কেইটী ক'ত পাব?

সন্ত : পাণ্ডৱৰ ডিঙি কিটীৰ ওপৰত।

প্ৰ: ভৈৰবীঃ নহয় , কাটিব কেনেকৈ?

সন্ত : দাৰে এইদৰে ( প্ৰ: ভৈৰবীক দা ' দাঙি কাটিব খোজে)

প্ৰ: ভৈৰবীঃ আই ঔ সচাকৈ কাটিব নেকি?

সন্ত : ঠিক সেই দৰে কাটিব নোৱাৰে হবলা।

তৃ: ভৈৰবীঃ বাৰু দ্বাৰকালৈ কেতিয়া যাব?

সন্ত : ইয়াত প্ৰভুৰ লগত এটা বন্দোবস্ত কৰিব পাৰিলে , কালিলৈকে যাম।

দ্বি: ভৈৰবীঃ কি বন্দোবস্ত হে ?

সন্ত : বৰ ডাঙৰ । তইঁত থাক।

*( প্ৰস্থান)*

প্ৰ. ভৈৰবীঃ মানুহ জনক এৰিবৰ মনকে নাযায়।

দ্বি· ভৈৰবীঃ তেৱো ভালকৈ ধৰিবৰ হে কাৰবাৰ কৰিছে।

তৃ: ভৈৰবী ঃ সেযে হলেও সন্তোষ পাম।

*( প্ৰস্থান)*

## পঞ্চম দৃশ্য

**( দুৰ্যোধনে কেকাই গেথাই শুই আছে। ওচৰত জনচেৰেক পৰিষদ বহি আছে।)**

দুৰ্যো : ( কেঁকাই ) কিমান বেলি হ'ল।

প্ৰ. পৰিষদঃ ৰাতি পুৱাইছেহি। মহাৰাজ।

দুৰ্যো : পুৱাইছে পুৱক , আৰু নুপুৱায়।

অশ্বথামা : মহাৰাজ ।

দুৰ্যো : বাহিৰত কোন। লৈ আহ ।( পৰিষদে অশ্বথামাক আনে ।অশ্বথামাই হাতত ৰক্তাক্ত পাঁচোটী মূৰ বান্ধি আনে)

প্ৰ

পৰি : মহাৰাজ! গুৰুপুত্ৰ সেনাপতি অশ্বথামা ।

দুৰ্যো : অ , মহাবীৰ অশ্বথামা , কুৰুক্ষেত্ৰৰ শেষ সেনাপতি।

অশ্বথামা : শুভ সংবাদ ।পাণ্ডৱৰ পাচটী মূৰ মহাৰাজক উপহাৰ দিবলৈ আনিছো।

দুৰ্যো : ( উঠিব খুজি নোৱাৰি) আকৌ চেষ্টা কৰি হাতত ভৰ দি গা দাঙ্গি) কি পাণ্ডৱৰ মূৰ ? যুদ্ধ কৰি পাণ্ডৱৰ মূৰ আনিলে?

অশ্ব : হয় , ৰাতি শিবিৰত সোমাই পাণ্ডৱক বধ কৰিলো।

দুৰ্যো : পাণ্ডৱৰ শিবিৰত কেনেকৈ সোমালে। অন্যায় কৰিলে। হ'ক বাৰু অন্যায়। পাণ্ডৱৰ মূৰ পালে অন্যায় কৰিলেও ক্ষমা আছে। পাণ্ডৱৰ কাৰণে কৃষ্ণই আগেযে অনেক অন্যায় কৰিলে। অন্যায়ক অন্যায়েৰে নিবিন্ধিলে উপায় নাই।

অশ্ব : পাণ্ডৱৰ দুৱাৰত সাক্ষাৎ দেৱাদিদেব মহাদেব দুৱৰী , কত কাবৌ কৰিলো বাট এৰি নিদিয়ে। অস্ত্ৰ প্ৰয়োগ কৰিলো। গিলি থলে। উপায় নাপাই বেলপাত এটিৰে পূজা কৰিলো। ভিতৰ সোমাই পাণ্ডৱ বধ কৰি এই পাচোটী মূৰ লৈ আহিছো। মোৰ হাতত পাণ্ডৱৰ ফলীয়া অনেক বীৰ ধ্বংস হৈছে।

দুৰ্যো : ভাল কৰিলে গুৰুপুত্ৰ , ভাল কৰিলে। জীৱনৰ শেষ মুহূৰ্ত্তত মোক সুখ দিলে। পাণ্ডৱৰ মূৰ পাচোটা মোৰ হাতলৈ দিয়ক --- দিয়ক --- দিয়ক।

**অশ্ব** ঃ ( মূৰ পাঁচোটা মোকোলাই দুৰ্য্যোধনৰ হাতত দিয়ে) ধৰক মহাৰাজ।

**দুৰ্য্যো** ঃ ( এটা মূৰ বাচি লৈ) এইটো ভীমৰ মূৰ ( টিপা মাৰি -- ভাঙ্গি বেজাৰ মনেৰে মাৰি পেলাই বাকী কিটাও সেইদৰে ভাঙ্গি মুখত বিৰক্তিৰ চিন দেখুৱাই হুমনিযাহ কাঢ়ে) অসম্ভৱ অশ্বথামা -- এই কেইটা পাণ্ডৱৰ মূৰ নহয়। যি ভীমৰ মূৰ পৰ্ব্বতৰ নিচিনা মোৰ ভীষণ গদায়ো একো কৰিব নোৱাৰিলে। ইমান সহজে সেই ভীমৰ মূৰ নাভাগে। যি ভীমে পৰ্ব্বত ভাঙ্গিব পাৰে , শত সহস্ৰ ৰাক্ষস বধ কৰিব পাৰে , কিৰ্ম্মিৰ , বক , হিৰিম্ব , জটাসুৰ আৰু কিচকৰ শত ভাইক মূৰ বিনাশ কৰিব পাৰে, সেই ভীমক বধ কৰিবলৈ অশ্বথামাৰ শক্তি নাই (অশ্বথামালৈ চাই) কি হ'ল গুৰুপুত্ৰ , কিহ'ল । পঞ্চ পাণ্ডৱৰ বুলি দ্ৰৌপদীৰ পঞ্চ শিশুক বধ কৰিলে। ব্ৰাহ্মণ হৈ শিশু বধ কৰি কলঙ্ক ৰাখিলে। মই অনন্ত নৰকৰ ভাগী হলো বৰ উপকাৰ কৰিলে গুৰুপুত্ৰ বৰ উপকাৰ ( কান্দোনৰ সুৰ মূৰ ভুকুৱাই) কি কৰিলে গুৰুপুত্ৰ কি কৰিলে! কুৰুক্ষেত্ৰত পিণ্ড দিবলৈকে কাকো নথলে। হায় মোৰ বংশ নিৰ্ব্বংশ হবলৈকে ইমান অনন্দ হৈছিল। মোৰ এইয়ে শেষ ( ওপৰলৈ মূৰকৈ থিৰেৰে শোৱে ) আৰু আনন্দ নেলাগে ব্ৰহ্মাণ। বৰ আনন্দ দিলা । বৰ অনন্দ দিলা। নাৰায়ণ যাৰ ৰথৰ সাৰথি। মোক তুমি, ক্ষুদ্ৰ ব্ৰাহ্মণে কি বধ কৰিবা? অশ্বথামা । গুৰু পুত্ৰ । ব্ৰহ্মণ। আনাচাৰি। ৰাক্ষস! তুমি আনন্দ নিদিলা । মৃত্যু দিলা।

**অশ্বথামা** ঃ ( গৰ্ব্ব কৰি) দুখ নকৰিব মহাৰাজ । অশ্বথামাই পাণ্ডবক জীৱন্তে কেতিয়াও নেৰে। সন্মুখ-সংগ্ৰাম কৰি পাণ্ডৱক বধ কৰিম। আপুনি থিয হ'ক।

**দুৰ্য্যো** ঃ আ-ৰু দ-ন্ত-ৰ আ-ৱ-শ্য-ক নাই।

( পটক্ষেপন)

# ষষ্ঠ দৃশ্য

## হস্তিনাপুৰ

**( পুৰা-সঞ্জয়ে ধৃতৰাষ্ট্ৰক ধৰি আনে)**

**ধৃতৰাষ্ট্ৰ** ঃ কোৱা , কোৱা যুদ্ধৰ আৰু সংবাদ---

**সঞ্জয়** ঃ সংবাদ প্ৰায় শেষ। ভীমে দুৰ্য্যোধনক উৰু ভঙ্গ কৰা কথা জানেই। অশ্বথামাই পঞ্চ পাণ্ডৱৰ মূৰ আনি দিম বুলি দ্ৰৌপদীৰ পঞ্চপুত্ৰৰ মূৰ আনি দুৰ্য্যোধনক উপহাৰ দিলেহি। গুৰুপুত্ৰই নিশা চিনিব নোৱাৰি এনে অন্যায় কৰিলে। নিৰ্দ্দোষী শিশু বধৰ বিবাদত দুৰ্য্যোধনৰ---

**ধৃতৰাষ্ট্ৰ** ঃ দুৰ্য্যোধনৰ -- কি হৈছে (উত্তেজিত হৈ ) কি হৈছে সঞ্জয় নোকোৱা কিয়?

**সঞ্জয়** ঃ (তলমূৰকৈ এফলীযাকৈ কান্দি) দুৰ্য্যোধন আৰু জগতত নাই।

**ধৃতৰাষ্ট্ৰ** ঃ (উত্তেজিত হৈ) জগতত নাই? তেন্তে দুৰ্য্যোধনৰ মৃত্যু হৈছে। মোৰ শতপুত্ৰৰ একপুত্ৰও নাই বিদুৰ। মোৰ জলপিণ্ড দিওঁতা কোনো নাই। হায়, বিধাতা মোক কি কৰিলা? কোৱা সঞ্জয় , কোৱা। ভীষ্ম , দ্ৰোণ , কৰ্ণ আদি মহাবীৰ কলৈ গ'ল। কুমন্ত্ৰণা দাতা শকুনি ক'লৈ গ'ল। সি মোৰ পুত্ৰক সজ মন্ত্ৰণা দিয়া হলে এনে কেতিয়াও নহয়। ঋষি, মুনি , পিতামহ ,গুৰু কাৰো কথা নুশুনিলো। সেই কাৰণে মোৰ এনে দশা। আচৰিত কথা সঞ্জয় , ভীষ্মক , পাণ্ডৱে পৰাজয় কৰা আচৰিত কথা। সঞ্জয় মোক যুদ্ধক্ষেত্ৰলৈ লৈ বলা। মই পাণ্ডৱক বধ কৰিম। মই পাণ্ডৱক বধ কৰি হেঁপাহ পলাওঁ।

**বিদুৰ** ঃ শোক কৰিলে কি হব মহাৰাজ। দৈবৰ লিখন খণ্ডাব পৰা কোনো নাই। আপোনাতকৈ জনা শুনা আৰু বৃদ্ধ কোনো নাই। আপুনি শাস্ত্ৰজ্ঞ , জ্ঞানী আপোনাক আৰু কি কম? যি হব লগীয়া আছিল , সি হল । নহলোনো অত গুৰুজনৰ উপদেশ মোহাৰি যুজলৈ যাযনে? আপোনাৰ নিচিনা জ্ঞানী পুৰুষেও পাশা খেলাত জিকা হৰা লৈ আনন্দ কৰিব লগীযা হৈছিল। এই সকলো কালৰ প্ৰেৰণা , মহাৰাজ , শোক কৰিলে কি হব।

**ধৃতৰাষ্ট্ৰ** ঃ তাৰ পাচত কি হৈছে সঞ্জয কোৱা , কোৱা , বিদুৰ , মোক যুদ্ধক্ষেত্ৰলৈ নিয়া।

**সঞ্জয়** ঃ তাৰ পাচত , মহাৰাজ , অশ্বথামাই পাণ্ডৱক বধ কৰিবলৈ আকৌ গৈছে। ভীমে দ্ৰৌপদীৰ পঞ্চপুত্ৰ বধৰ প্ৰতিশোধ লবলৈ কালান্তক যমৰ দৰে ওলাই আহিছিল। কৃষ্ণই অৰ্জ্জুনেৰে সৈতে ভীমক পাচ পেলাই অশ্বথামাৰ সন্মুখ হৈছে। অশ্বথামাই পাণ্ডৱ বধৰ নিমিত্তে অমোঘ অস্ত্ৰ প্ৰযোগ কৰিছে।

**ধৃতৰাষ্ট্ৰ** ঃ বিদুৰ। সঞ্জয। কুৰুক্ষেত্ৰলৈ সকলোকে লৈ বলা। সকলোৰে এবাৰ দুৰ্য্যোধন আদিৰ মুখ চাই লবা। কুলবধু সকলোকো ওলাবলৈ কোলা। মোৰ শত পুত্ৰ বধ কৰা ভীম কিমান বলী , পাৰিলে এবাৰ পৰীক্ষা কৰো।

*( প্ৰস্থান)*

# সপ্তম দৃশ্য

## পাণ্ডৱৰ শিবিৰ

### সন্ত আৰু শ্ৰীকৃষ্ণ

কৃষ্ণ : মই তোমাৰ কথা সকলো বুজিছোঁ। তুমি মোৰ পৰম ভক্ত। মোৰ মাউৰী সখী সকলে তোমাৰ লগে লগে যুদ্ধলৈ অহাৰ কথাও জানো। তোমালোকৰ প্ৰেম, তোমালোকৰ ভক্তি, তোমালোকৰ সেৱা দেখি মই বৰ সন্তোষ পাইছো। মোৰ অলপ কাম বাকী আছে। তোমালোক দ্বাৰকালৈ গলে তুমি তিনিওটি কন্যাৰ পাণিগ্ৰহণ কৰিব লাগিব। মাউৰী ছোৱালী কেটিক এই দৰে গতি লগাব পাৰিলেহে মোৰ চিন্তা দূৰ হয়।

সন্ত : প্ৰভু! যুদ্ধৰ অন্ত হলতো দ্ৰৌপদীৰ পঞ্চপুত্ৰ আৰু ধৃষ্টদ্যুম্নাদিৰ কিয় বধ হ'ল।

কৃষ্ণ : মই বিশেষ কি ক'ম সন্ত। পৃথিবীৰ ভাৰ কমাবলৈ হলে সেই বিলাক থকাৰ সঁচাকৈ যোগ্য নহয়। সেই দেখি এই হত্যাৰ লগে লগে অনাচাৰী ক্ষত্ৰিয়ৰ ধ্বংশ শেষ হল। মই ৰাখিবলৈ চেষ্টা নকৰিলো। ইচ্ছা কৰা হলে দ্ৰোণীয়ে বধ কৰিব নোৱাৰে। বাৰু যোৱা সন্ত, তোমালোক আগবাঢ়া।

*( সন্তৰ সেৱা কৰি প্ৰস্থান, অলপ পাচতে ভীম আৰু দ্ৰৌপদীৰ প্ৰৱেশ)*

কৃষ্ণ : ( স্বগত) মোৰ লগতেই বেচেৰীহঁত এই দৰে ঘূৰি ফুৰিছে। ঘৰ নাই বাৰী নাই মযেই সকলো। সেই ছোৱালী কেটি ক্ষত্ৰিয় ৰাজকন্যা । জৰাসন্ধৰ অত্যাচাৰত পিতৃ মাতৃ হেৰুৱাই উটিবুৰি ফুৰি এতিযা দ্ৰৌপদী,-- অশ্বথামাৰ শিৰোমণি অশ্বথামাৰ শিৰৰ তুল্য অশ্বথামা অমৰ।

ভীম : শিৰোমণিৰেই পঞ্চপুত্ৰ আৰু ভ্ৰাতা সকলৰ শোক পাহৰণ দ্ৰৌপদী। অশ্বথামা অমৰ উপায নাই।

কৃষ্ণ : দাদা তুমিও এইদৰে প্ৰতিজ্ঞা কৰা উচিত নহয়। দ্ৰৌণীযে তোমালৈ যি অস্ত্ৰ প্ৰযোগ কৰিলে সি অমোঘ। সেই অস্ত্ৰৰ উদ্দেশ্য পৃথিৱী নি পাণ্ডৱ কৰা। মই অনেক কষ্ট কৰি অশ্বথামাক সন্মত কৰাই তোমালোকৰ পৰা সেই অস্ত্ৰ উত্তৰাৰ গৰ্ভপাত কৰিবলৈ পঠালোঁ।

দ্ৰৌপদী : (উচাপ খাই) কি কৰিলা নাৰায়ণ । তুমি সৰ্বনাশ কৰিলা। এনেয়ে পঞ্চপুত্ৰৰ শোকত জৰ্জ্জৰিত তাতে যি এটি বংশধৰৰ আশা আছিল। তাকো নিৰ্ম্মূল কৰিলা, ভাল উপকাৰ কৰিলা প্ৰভূ
( তলমূৰ কৰি চকুৰ পানীটোকে)

ভীম : (খঙেৰে) যদি মোক বধ কৰিয়েই অস্ত্ৰ ক্ষান্ত হয়, তেন্তে কোন যুক্তিৰে গৰ্ভৰ শিশুক বধ কৰিলা? পাণ্ডৱক নিৰ্বংশ কৰিলা যদুপতি, তোমাৰ কপটাত অসহ্য তুমি যিমান উপকাৰী সিমান অপকাৰীও। হে কৃষ্ণ। তুমি যিমান সোনকালে আমাক এৰা সিমান ভাল (খঙত যাব খোজে)

কৃষ্ণ : (হাঁহি) ৰ'বা দাদা বৃকোদৰ খঙ কৰিছা কিয়? আত্মৰক্ষা সকলোৰে কৰ্ত্তব্য । এই হেন শিশু বধ কোন মূৰ্খই নকৰিব। শুনা দাদা শুনা।

ভীম : ( বিৰক্ত ভাৱে উভতি চাই) শুনিবলৈ আৰু কি আছে বাকী ? তুমি পাণ্ডৱৰ সৰ্বনাশ কৰিলা।

দ্ৰৌপদী : কি কম আৰু নাৰায়ণ তুমি সৰ্পৰ দৰে সংশন কৰিবলৈ নেৰা, বৈদ্যৰ দৰে জাৰিবলৈও পাছ নোহোঁহকা।

কৃষ্ণ : (হাঁহি) ঠিক কলা যাজ্ঞসেনী, জানিশুনি বেজাৰ কৰা কিয়?

ভীম : ( খঙেৰে) কপটীয়া কৃষ্ণই বেজাৰ নকৰিব পাৰে, সাধাৰণ মানুহলৈ ই অসম্ভৱ।

কৃষ্ণ : ভয় নাই সাধাৰণৰ। দাদা! এই অসাধাৰণক কিয় গালি পাৰিছা? মই তোমালোকৰ ৰক্ষাৰ নিমিত্তেই অতদিন কুৰুক্ষেত্ৰৰ কৰ্ণধাৰ ৰূপে কাম কৰিছো উত্তৰাৰ গৰ্ভত মই প্ৰৱেশ কৰি তোমালোকৰ বংশধৰক ৰক্ষা কৰিছো।

ভীম : তেন্তে যদুপতি ইমান বেজাৰ দিয়া কিয়? তুমি যেনেকৈ কৰিছা সেইদৰে পাণ্ডৱ জয়ী হৈ আছে। ক্ষমা কৰিবা ভাই। খঙত সেয় কথা কলো।

দ্ৰৌপদী : সদায় ইমান ধেমালি কিয় যদুপতি?

কৃষ্ণ : (বজাৰৰ ভাও ধৰি) কি কৰিম দ্ৰৌপদী, কি কৰিম দাদা : তোমালোকৰ নিমিত্তে ইমান যত্ন কৰিও পদে পদে অপমানিত আৰু লাঞ্ছিত। ইমানতো তোমালোকৰ সন্তোষ লগাব নোৱাৰো কি কৰিম। মোৰ শক্তি নাই।

ভীম : ( কুণ্ঠিত ভাৱে হাতত ধৰি) যদুপতি ক্ষমা কৰা। বেয়া নাপাবা। তুমি জানাই মোৰ পদে পদে দোষ । মই পোন কথাটোহে জানো।

দ্ৰৌপদী : ক্ষমা কৰা যদুপতি।

কৃষ্ণ : ( হাঁহি আগৰ নিচিনা হৈ) মোৰ ক্ষমা এৰা। তোমালোকে কৰিলেই হ'ল। সেইবোৰ কথা এৰা। অন্ধৰাজ ধৃতৰাষ্ট্ৰই সসৈন্যে কুৰুক্ষেত্ৰলৈ যাত্ৰা কৰিছে। এইবাৰ সাৱধান।

ভীম : ( আচৰিত হৈ) একো নুবুজিলো যদুপতি । কুৰুপতিৰ সৈন্য থাকিলে দুৰ্য্যোধনৰ এনে দশা নহয়।

কৃষ্ণ : এইবাৰ যি সৈন্য আহিব সি ভয়ঙ্কৰ । নাৰী সৈন্য আৰু যাৰ অস্ত্ৰ বাক্য। যাৰ ধৰ্ম্ম সতীত্ব, যাৰ ৰূপ লাৱণ্যৰ প্ৰভাৱত পৃথিৱী কম্পমান । যাৰ অপমানত

পৃথিবীত মহাপ্ৰলয় হৈ আহিছে। বলা দাদা সেই যুজলৈ সাজু হওঁগৈ।

ভীম : বাৰু ভয়তো খুৱাইছা যদুপতি।

কৃষ্ণ : বাৰু বলা তোমাৰ গদা আৰু অৰ্জ্জুনৰ গাণ্ডীৱ সৰি পৰেনে নপৰে চাম।

দ্ৰৌপদী : বাঁকি তুমি আছা নহয়।

*( সকলোৰে প্ৰস্থান)*

# অষ্টম দৃশ্য

## কুৰুক্ষেত্ৰৰ ভীষণ শ্মশান

**( গান্ধাৰী, পদ্মা , ভানুমতী আদি আৰু দাসদাসী গান্ধাৰীয়েভানুমতী আৰু পদ্মাক ধৰি আনে)**

গান্ধাৰী : (মূৰে কপালে হাত দি ) এইযেই কুৰুক্ষেত্ৰ , মোৰ স্বামীৰ লগতে মযো অন্ধ। স্বামীৰ লগতে মোকো অন্ধ কৰি ঈশ্বৰে ভাল কৰিলে।

পদ্মা : (মুখ চকু ঢাকি এবাৰ চাই শিযৰি) কি ভীষণ। কি ভীষণ। আই , আই। ৰণক্ষেত্ৰ বৰ ভীষণ ( বলিযানীৰ দৰে গান্ধাৰীৰ ভৰিত ধৰি কৰুণ সুৰে) মোৰ বৃষকেতু এটা মাথোন বাকী। তাক যুজলৈ নপঠাব , ( ডাঙ্গৰকৈ) ভীষণ , তেজেৰে ৰাঙলী।। (এচাৰ খাই পৰে)

( গান্ধাৰীযে চকু ঢাকি ফেকুৰী কান্দে , ভানুমতীযে মূৰে কপালে হাত দি বহি থাকে)

এজনী দাসীঃ (পদ্মাক) ৰাণী , ৰাণী আই উঠক উঠক।

পদ্মা : ( একে কোবে উঠি) উঠিম যুদ্ধ কৰিম। হা হা· চামুণ্ডাৰ ৰূপ ধৰিম। পাণ্ডৱ বধ কৰিম। মই আজি সেনাপতি হা হা· । (দাসীয়ে ধৰে) আন এজনী দাসীযে কান্দি থকা ভানুমতীক দাঙি ধৰে। এনেতে উত্ৰাবল হৈ উত্তৰাৰ প্ৰৱেশ । কুন্তী দ্ৰৌপদী আৰু দাসীযে কান্দি কান্দি পাচে পাচে খেদি আহে। কুন্তীযে উত্তৰাক আলফুলকৈ ধৰি মূৰৰ ফালে কোলাত খেদি আহে। কুন্তীযে উত্তৰাক আলফুলকৈ ধৰি মূৰৰ ফালে কোলাত লৈ বহি পৰিকান্দে।)

কুন্তী : উত্তৰা ,উত্তৰা।

উত্তৰা : আই যুদ্ধ কাৰ লগত?

কুন্তী : উত্তৰা , এই ভীষণ কুৰুক্ষেত্ৰলৈ কিয় আহিছিলি ইয়াত সকলো সমান। হায! পুত্ৰ কৰ্ণ কলৈ গ'ল ?মোৰ অতবোৰ নাতি ভাই বন্ধু কলৈ গ'ল? উঠ উত্তৰা বেজাৰ কৰিলে কি হব। যি গ' ল গ'ল সি ঘূৰি নাহে।

পদ্মা : অঙ্গপতি কলৈ গ'ল কোনে কব। মোৰ স্বামী মোৰ দেৱতা আছে মোৰ হৃদয়তে ।— নাই নিদিও , বধ কৰিবলৈ এৰি নিদিওঁ।

কুন্তী : পদ্মা--- পদ্মা। ( পদ্মা আকৌ মূৰ্চ্ছিত । দাসীয়ে ধৰে)

গান্ধাৰী : যতে ধৰ্ম্ম ততে জয় কুন্তী , য'তে কৃষ্ণ ততে ধৰ্ম্ম বৰ ভালকৈ জানো। কিন্তু মনে নাজানে ইযাত সকলো সমান। শ্মশানে শত্ৰুমিত্ৰ একে কৰে। ( মুখত কাপোৰ লৈ কান্দি। নেপথ্যত বৰাগীয়ে গীত গাই প্ৰবেশ কৰে। বৰাগীৰ গীত শুনি তিৰোতা বিলাক এফলীযা হয় কোনো থিয হয কোনোবহে , কোনোক দাসীয়ে ধৰি থাকে।

**বৰাগীৰ গীত**

জয় সনাতন স্ৰজন কাৰক---
জয় চৰাচৰ বিশ্ব পালক---
নমো কালৰূপ জগত নাশক-
ভক্তি আকুল প্ৰাণেৰে।।

কুন্তী : বৰাগী , এই ভীষণ মৰণ ক্ষেত্ৰত কিয?

বৰাগী : আৱশ্যক আছে কুন্তী।

কুন্তী : মোক কেনেকৈ চিনি পাইছে?

বৰাগী : মই সকলোকে চিনি পাওঁ। মোৰ ওচৰত অচিনা কোনো নাই। অচিনা হৈ থাকিবৰ কাৰো সাধ্য নাই।

কুন্তী : তুমি কোন?

বৰাগী : মই মহাকাল । মোৰ অগম্য স্থান নাই। মোৰ কৰ্ত্তব্যত ব্যাঘাত নাই । মই অজৰ অমৰ। চিৰকাল আছো চিৰকাল থাকিম।

কুন্তী : এই দৰে বৰাগী বেশে ঘূৰি ফুৰিছে কিয?

বৰাগী : বৰাগীৰ বেশ ধৰি কুৰুক্ষেত্ৰৰ যুদ্ধ সমাপ্ত কৰিছো। সকলো নিমিত্ত মাথো মই সকলো ধ্বংস লীলাৰ মুখত আছো।

কুন্তী : আপুনি যদি ঘাই , সাক্ষাৎ কৃষ্ণৰূপী ভগৱন্তৰ আৱশ্যক কি?

বৰাগী : ময়ো তেওঁৰ ভৃত্য মাত্ৰ। তোমালোকৰ শোক বেজাৰ মিছা। এই শোক বেজাৰ কোনেও খাণ্ডৱ নোৱাৰে। কালৰ কৰাল গ্ৰাসে কাকো কতো এৰি নিদিযে। সৌৱা দেখিছা! মহান জ্যোতি. তাত সকলো লীন হৈছে। (ওপৰত জ্যোতি ৰূপৰ বিচি ত্ৰ আৱিৰ্ভাৱ । সকলোৱে থৰ লাগি চাই থাকে বৰাগী গুচি যায়।)

কুন্তী : নিষ্ঠুৰ কাল পলাই গুচি গ'ল। সৌৱা এইফালে সকলো আহিছে অলপ আঁতৰ হোৱা।

( সকলোৱে অলপ পৰ ধীৰভাব ধৰি আঁতৰ হয় । **শ্ৰীকৃষ্ণ , পাণ্ডৱ , কৃপ আদি বীৰ সকল আৰু জনচেৰেক সৈন্য আহে। ধৃতৰাষ্ট্ৰক সঞ্জয়ে ধৰি আনে শ্ৰীকৃষ্ণই ধৃতৰাষ্ট্ৰৰ লগত কথাপাতি আহি।)**

কৃষ্ণ ঃ মহাৰাজ এতিয়াও ইমান অধৈৰ্য্য হোৱাৰ আৱশ্যক নাছিল। কপট বিলাপক আৱশ্যক নাই। আপোনাৰ হাতলৈ ভীমক এৰি দিয়া নাই। আপুনি লৌহ ভীম ভগ্ন কৰিছে। এনে কপটতাৰ কাৰণেই আপোনাৰ ধ্বংশ হৈছে।

ধৃতৰাষ্ট্ৰ ঃ কি কৰিম যদুপতি । তুমি নিজেই প্ৰতিহিংসাৰ জুই জ্বলাই দিছা।

কৃষ্ণ ঃ আপুনি পাণ্ডৱক ক্ষমা কৰি আৰ্শীবাদ দিয়ক। পাণ্ডৱে আপোনাক সেৱা কৰিছে। আৰ্শীবাদ কৰক ( পাণ্ডৱ সকলে আঁঠুলৈ ধৃতৰাষ্ট্ৰক সেৱা কৰে। সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ হাতত ধৰি যুধিষ্ঠিৰৰ মুৰত লগাই দিয়ে।)

ধৃতৰাষ্ট্ৰ ঃ পাণ্ডৱ অজেয় হৈ কুৰুবংশ উজ্জ্বল কৰা।
*(পাণ্ডৱে সেৱা কৰি উঠে গান্ধাৰীৰ প্ৰবেশ )*

গান্ধাৰী ঃপাণ্ডৱ অজেয় হ'ক তাত বিষাদ নাই। পাণ্ডৱ ধাৰ্ম্মিক হ'ক। ধৰ্ম্ম জয় ব্ৰহ্মাণ্ডৰ নীতি। (কৃষ্ণলৈ চাই) কিন্তু কৃষ্ণ কোন ৰীতি মতে মোৰ শতপুত্ৰ পাণ্ডৱৰ হতুৱাই ধ্বংস কৰিলা ?

কৃষ্ণ ঃ সিও ব্ৰহ্মাণ্ডত ৰীতিমতে'ই মাত্ৰ। মই ধ্বংস কৰা নাই । আপুনি শোক নকৰিব শোক কৰাৰ পৰা লাভ নাই।

গান্ধাৰী ঃ চোৱা কৃষ্ণ, মোৰ বোৱাৰীবিলাকৰ বিধবা হৈ কেনে দশা হৈছে। যি কুৰু নাৰীক সূৰ্য্যই দেখা নাই সেই নাৰীৰ আজি কুৰুক্ষেত্ৰত কি অৱস্থা। কোনো অচেতন, কোনো অজ্ঞান , কোনো বলিয়ানী। গান্ধাৰীৰ শতপুত্ৰৰ গৌৰৱত পৃথিৱী গৌৰৱান্বিত। পৃথিৱীৰ ৰাঙলি ক্ষেত্ৰত আজি শত কৌৰৱৰ দেহ বাগৰি পৰিছে। যি দুৰ্য্যোধনৰ চৰণত পৃথিৱীৰ ৰজা সকলে পূজা কৰে , সেই দুৰ্য্যোধনৰ চত্ৰ চামৰ মুকুট শোভিত মূৰ মাটিত বাগৰি ফুৰিছে। হে মুৰাৰি মাকৰ ওচৰত সুপুত্ৰ আৰু কুপুত্ৰ সমান। একে সময়তে মই ইমান শোক কেনেকৈ সহোঁ। যদুপতি! সংসাৰৰ মাজত যিমান শোক আছে , তাৰ ভিতৰত পুত্ৰ শোকেই প্ৰধান। গৰ্ভধাৰিণীৰ বাহিৰে তাক কোনে জানিব। সেই শোক অবৰ্ণনীয়। শকুনীৰ ক্ৰুৰমতিত মোৰ মহাবলী শতপুত্ৰ আজি নাই। সিহঁতৰ দেহ কুকুৰ শিয়ালে টানাটানি কৰিছে মই নিজেই কইছিলো। নাৰায়ণ , যতে ধৰ্ম্ম ততে জয়। মোৰ কথা সিহঁতে নুশুনিলে এতিয়া তাৰ ফল ভোগ কৰিছে। কোৱা প্ৰভু আমি কি দোষ কৰিছিলো ? এই কুলৰ বোৱাৰী বিলাকে কি কৰিছিল ? বৃদ্ধ ৰজাক কোনে পালিব ? এই অসহায়া ৰাৰীবিলাক , কোনে চাব , কি কৰিলা ?
( মূৰ্চ্ছা দাসীয়ে ধৰে)

ধৃতৰাষ্ট্ৰ ঃ গান্ধাৰী ! (মুখত কাপোৰ লৈ কান্দে)

উত্তৰা ঃ ( উত্ৰাৱল হৈ আহে) এইয়া মোৰ স্বামী ( শুন্যত খেপিয়াই) আহা ( কুন্তীয়ে ধৰি বহুৱাই ) গোবিন্দৰ ভাগিনীয়েক , মহাবীৰ পাৰ্থৰ নন্দন , পাণ্ডৱৰ আলাসৰ লাৰু মোৰ স্বামী ( ভীষ্ম , অৰ্জ্জুন আদিয়ে তলমূৰ কৰি এফলীযা হৈ , কিংকৰ্ত্তব্যবিমূঢ় হৈ ইফাল সিফাল কৰি ৰয় আৰু মুখত হাত দি ভাবে। এনেতে গান্ধাৰীয়ে চেতনা পাই উঠে)

গান্ধাৰী ঃ হে মুৰাৰি , হে যদুপতি , পৃথিৱী মোলৈ শুন্য। অহঙ্কাৰত মোৰ পুত্ৰ ধ্বংস হ'ল। ( খঙেৰে) কিন্তু কৃষ্ণ মই নকৈ নোৱাৰো তুমি ইয়াৰ একমাত্ৰ কাৰণ। পাণ্ডৱ তোমাৰ হাতৰ অস্ত্ৰ মাত্ৰ , তুমি এতিযা ধৰ্ম্ম দেখুৱাই দোষ খাণ্ডাবলৈ আহিছা। ধাৰ্ম্মিক যুধিষ্ঠিৰে এইবোৰ একো নাজানে। তুমি মাত্ৰ তেওঁক যুদ্ধলৈ আগবঢ়ালা। মই জানো তুমিয়েই জগতৰ একমাত্ৰ হৰ্ত্তাকৰ্ত্তা । তুমি অহঙ্কাৰী হবলৈ দিছিলা , সেই কাৰণেই মোৰ পুত্ৰ অহঙ্কাৰী।

কৃষ্ণ ঃ কৰ্ম্মফল কোনে খণ্ডাব আই।

গান্ধাৰী ঃ বুজিলো। কিন্তু তুমি ভাতৃৰ মাজত ভেদ নজন্মাই আন উপায় নকৰিলা কিয় ?

কৃষ্ণ ঃ মোৰ শক্তি নাই দেৱী ?

গান্ধাৰী ঃ(ডাঙৰকৈ খঙেৰে) তেন্তে আৰু শক্তি আছে কাৰ , কপটীয়া কৃষ্ণ। তুমি বাহিৰে ভিতৰে ক'লা। তোমাৰ কপট হাঁহিয়ে বিষ বৰষে। তাৰ পৰা ফুল নপৰে। যদিও ভাতৃ বিচ্ছেদ বন্ধ কৰিব নোৱাৰিলা , গুছি নগ'লা কিয় ? কেনে যুক্তিৰে পাৰ্থ-সাৰথি হৈ কৌৰৱ ধ্বংস যজ্ঞৰ পৌৰহিত্য কৰিলা ? বৰ ৰেজাৰৰ কথা কৃষ্ণ। কৌৰৱ আৰু পাণ্ডৱ তোমাৰ দুয়ো সমান। কপট নিদ্ৰাৰ চলেৰে তুমি দুৰ্য্যোধনক দেখিও নেদেখিলা। তাৰ পাচত তুমি পদে পদে কৌৰৱৰ শক্তি ব্যৰ্থ কৰি পাণ্ডৱক ৰক্ষা কৰি আহিছা। পাণ্ডৱ তোমাৰ কোন ( তলমূৰ কৰি চকুৰ পানী টোকে)

ধৃতৰাষ্ট্ৰ ঃ গান্ধাৰী শান্ত হোৱা , সঞ্জয় মোক লৈ বলা।

কৃষ্ণ ঃৰ'ব মহাৰাজ ! সংসাৰৰ লীলা এই দৰে চলি আছে। ইয়াক বাধা দিবলৈ কাৰো সাধ্য নাই!

গান্ধাৰী ঃ তোমাৰ সাধ্য আছে কৃষ্ণ।

কৃষ্ণ ঃ শান্ত হ'ক দেৱী।

গান্ধাৰী ঃ মোৰ আৰু শান্তি নাই। কৃষ্ণ! তুমি শান্তি দিয়া নাই ক'ৰ পৰা হব। যি মাতৃৰ এশ পুত্ৰৰ মৃত্যু হয় সি মাতৃয়ে শত শত বিধবা পুত্ৰবধুৰ কান্দোন শুনিব লাগে সেই মাতৃৰ শান্তি ক'ত ? হে ভগৱান কেতিয়াবা নাৰী হৈ

অৱতাৰ ধৰি পুত্ৰৱতী হৈ পুত্ৰ হেৰুৱাই মোৰ শোকৰ সোৱাদ লৈ চাবানে?

**কৃষ্ণ** ঃ আচৰিত প্ৰস্তাৱ।

**গান্ধাৰী** ঃ একো আচৰিত নহয়। তোমালৈ আচৰিত একো নাই। যি মোহিনী মূৰ্ত্তি ধৰি দেৱতাৰ হকে অসুৰক বঞ্চিত কৰিব পাৰে তেওঁলৈ আচৰিত নহয়। (উচুপি কান্দে)

**কৃষ্ণ** ঃ দেবী! ক্ষান্ত হ'ক। আপোনাৰ শোক মই বুজিছো, ইয়াৰ উপায় নাই। দাদা যুধিষ্ঠিৰ আত্মীয় স্বজনৰ সৎকাৰৰ চেষ্টা কৰা। তুমি যদি জনা নাই, জানিলোৱা কৰ্ণ তোমাৰ জ্যেষ্ঠ ভাতৃ।

**কুন্তী** ঃ ( যুধিষ্ঠিৰৰ বাউসীত ধৰি চকুপানী টোকে) পুত্ৰ! কৰ্ণ মোৰ জ্যেষ্ঠ পুত্ৰ! অসময়ত সূৰ্য্যৰি বৰত জন্ম হোৱাৰ কাৰণে বিসৰ্জ্জন কৰিলো।

**যুধিষ্ঠিৰ** ঃ তেন্তে জননী ইমান ডাঙ্গৰ কথা গুপ্ত কৰি ৰাখি, মোক চাণ্ডলৰ দৰে কিয় সহোদৰ বধ কৰালা? এনে যে কত কৃত ভাতৃ ইষ্টমিত্ৰৰ বধৰ ভাগী হৈছো,তাতে আকৌ জ্যেষ্ঠ সহোদৰ। অসহ্য! (তলমূৰ কৰি মুখ ঢাকে লগে লগে সকলোৱে তলমূৰ কৰে) এই কথা আগেযে জনা হলে যুদ্ধই নহলহেঁতেন।

**কৃষ্ণ** ঃ দাদা এতিয়া আৰু বেজাৰ কৰিলে কি হ'ব?

**গান্ধাৰী** ঃ তোমাৰ প্ৰবোধৰ মূল্য নাই শ্ৰীহৰি তুমি কাকো সুখেৰে এৰা নাই।

**যুধিষ্ঠিৰ** ঃ মই এই কথা আগেয়ে জনাহলে কৰ্ণক সিংহাসন এৰি দিলোহেঁতনে। কৰ্ণই মন্ত্ৰণা দিয়া হলে মোৰ ভাই বন্ধু এইদৰে বিনাশ নহয়। শুনা মাতৃ মোৰ অন্তৰে প্ৰবোধ মনা নাই। মাতৃ হৈয়ে তুমি ইমান নিষ্ঠুৰ! ভৱিষ্যতে মাতৃজাতি ইমান নিষ্ঠুৰ হব নোৱাৰাকৈ মই শাপ দিলোঁ। নাৰীৰ অন্তৰৰ পৰা যেন অতি গুপ্ত কথাও প্ৰকাশ পায়। (বেজাৰত তলমূৰ কৰে)

**কুন্তী** ঃ পুত্ৰ ( তলমুৰ কৰি চকুপানী টোকে)।

**গান্ধাৰী** ঃ উপযুক্ত বিধান যুধিষ্ঠিৰ। (ব্যঙ্গ কৰি) তোমাক উপযুক্ত পুৰস্কাৰ কি দিম যদুপতি?

**কৃষ্ণ** ঃ দেবী! যে পাৰিছো উপকাৰ কৰিছো, নোৱাৰিলে কি কৰিম। গান্ধাৰী। (ব্যাকুল হৈ) সঞ্জয়ৰ মুখে মুহূৰ্ত্তে মুহূৰ্ত্তে তুমি মোৰ পুত্ৰক কৰা উপকাৰৰ কথা শুনি আছো। তোমাক চৰাচৰ ব্ৰহ্মাণ্ডৰ কাৰণ বুলি কয়। তুমি মোক ভাবিব নোৱাৰা। তোমাৰ ওচৰত কৌৰৱ, পাণ্ডৱ দুয়োকুল সমান বুলি কেতিয়াও নকবা! মই অবলা নাৰী হলেও মোৰ আগত তোমাৰ বাকসংযম আৱশ্যক।

**কৃষ্ণ** ঃ দেবী, মোৰ বাক সদাই সংযমেই। দোষ হলেও পুত্ৰৰ তুল্য ক্ষমাৰ যোগ্য।

**গান্ধাৰী** ঃ ক্ষমা নাই। কপট কৃষ্ণৰ প্ৰতি শোকাতুৰা গান্ধাৰীৰ ক্ষমা নাই। মোৰ নিচিনা শোক তুমিও পালেহে মই ক্ষান্ত হম। মই তোমাক শাপ দিম। ( এনেতে পদ্মা, কুন্তী, যুধিষ্ঠিৰ, গান্ধাৰীৰ কাষচাপে)

**পদ্মা** ঃ ( শোক ভাবে) মাতৃ শাপ নিদিব, শাপ দিলে লাভ নাই। আমাৰ দৰে তিৰোতা যেন বিধবা নহয়। আপোনাৰ শাপত যেন কোনো মাতৃ আপোনাৰ দৰে পুত্ৰ পৌত্ৰ নেহেৰুৱায়।

**কুন্তী** ঃ দেবী! কৃষ্ণক ক্ষমা কৰক।

**যুধিষ্ঠিৰ** ঃ দেবী! যদুপতি দোষী নহয়, মই দোষী।

**কৃষ্ণ** ঃ আপোনালোকে বেজাৰ নকৰিব। শাপ মোৰ আৰ্শীবাদ। মোক শাপ দি সান্ত্বনা লাভ কৰক। মই আৰ্শীবাদ বুলি গ্ৰহণ কৰিম।

**গান্ধাৰী** ঃ শুনা কৃষ্ণ,মই যদি সতী তেন্তে মোৰ বাক্য অথলে নাযায় মই পোৱাৰ দৰে তুমিও পুত্ৰ শোক পাবা। মোৰ কুলবধুবিলাকৰ দৰে তোমাৰো কুলবধুবিলাক বিধৱা হব। তুমি কৌৰৱ পাণ্ডৱ ভেদ কৰাৰ দৰে যদুবংশ নিজে ভেদ হৈ ধ্বংস হব।
( উচুপি কান্দে বাকী বোৰে তলমূৰ কৰে)

**পদ্মা** ঃ মাতৃ বিনা দোষত আকৌ পৃথিৱীত বিধৱাৰ কান্দোনৰ সোঁত বোৱালে। আপুনি নিজে দোষী হ'ল। মাতৃ আপুনি অতি নিষ্ঠুৰা।

**যুধিষ্ঠিৰ** ঃ কি কৰিলা মাতৃ?

**কৃষ্ণ** ঃ (স্বগত) ভূমি ভাব হৰণ কৰাই মোৰ কৰ্ত্তব্য লঙঘন নহয়। ভালেই হৈছে। (ফুটাই) দেবী! মোক বিনা দোষত শাপ দিলে। আপুনি উঠক,শাপ দিও বিলাপ কৰিছে কিয়?

**গান্ধাৰী** ঃ যদুপতি!

**কৃষ্ণ** ঃ (গান্ধাৰীলৈ চাই) হে প্ৰতিশোধ পৰায়না, বিশ্বনাশিনী, জননী, অধমৰ নমস্কাৰ গ্ৰহণ কৰক। আপোনাৰ শাপ এই অধমে মূৰ পাতি গ্ৰহণ কৰিছে। পাৰ্থ সাৰথিৰ ই উপযুক্ত পুৰস্কাৰ। দেবী! মোৰ কৰ্ত্তব্য কাৰ্য্যত আপুনি সহায় কৰিলে। যদুকুল ধ্বংস কৰিবই লাগিব। সেই কাৰ্য্যৰ মই হলোঁ নিমিত্ত,আৰু আপুনি হ'ল কাৰণ। (পদ্মালৈ চাই) হে কৰুণাময়ী, ক্ষমাশিলা, জননি, এই অধমৰ নমস্কাৰ গ্ৰহণ কৰক। এই পবিত্ৰ শান্তি আৰু ভীষণতাৰ মাজত পাৰ্থ সাৰথিৰ বিদায়।

**যৱনিকা পতন।**

# বিসৰ্জ্জন

(লক্ষ্মণ বৰ্জ্জন)

আনন্দচন্দ্ৰ বৰুৱা

প্ৰথম প্ৰকাশ ঃ ১৯৩৩ চন

# বিসৰ্জ্জন

(লক্ষ্মণ বৰ্জ্জন)

শ্ৰী আনন্দচন্দ্ৰ বৰুৱা
'বকুল বন', যোৰহাট

স্বৰ্গীয় দাদা

**নগেন্দ্ৰনাথ বৰুৱাৰ পবিত্ৰ স্মৃতিত**

আমি ছয় ককাই-ভাইৰ ভিতৰত যিজন আছিল সৱ বৰ তেওঁৱেই আমাৰ আটাইৰে অতি শ্ৰদ্ধাৰ দাদা। ৰামৰ দৰেই দাদাই আছিল পৰম দয়ালু--অতি স্নেহশীল। নবৌ অকালতে ঢুকাল। দুটি মাত্ৰ কন্যা থাকিল । দাদাৰ ল'ৰা নাছিল। ভাযেকহঁতেই তেওঁৰ অন্তৰত থকা পুত্ৰ-স্নেহ ভোগ কৰিলে। চাহ-বাগিচাৰ চাকৰি কৰিযেই জীৱন কটালে। অধ্যয়নত দাদাৰ মানসত যি উচ্চ আদৰ্শ, প্ৰেম আৰু পৰোপকাৰ বৃত্তি আছিল সেযে তেওঁক মোৰ মানত দেৱতা কৰি থৈছে। সেইজন দেৱতাৰ পৱিত্ৰ স্মৃতিত ভাযেকৰ এযা অসীম শ্ৰদ্ধাৰ অৰ্ঘ্য

————আনন্দ।

মহাদেৱৰ প্ৰৱেশ)

**মহাদেৱ**—লক্ষ্মণ, আহাঁ—পলম নকৰিবাঁ।

**লক্ষ্মণ**— ধৰা- মোৰ হাতত ধৰি লৈ বলা। মই অচল। ধৰা— মোৰ হাতত ধৰি লৈ বলা।

**মহাদেৱ**—যাত্ৰাৰ সময় যাও যাও হৈছে। উপবাসী দুৰ্ব্বাসাই সৰযূ-তীৰত অপেক্ষা কৰি আছে।

**লক্ষ্মণ**-- মোৰ দৃষ্টি শক্তিহীন হ'ল সন্ন্যাসী। মোক ধৰি নিয়া।

**মহাদেৱ**—মোহৰ লোতক মোহাৰি পেলোৱা। নহ'লে সকলো অথলে যাব। আত্ম-বিসৰ্জ্জন দি মায়াৰ চাকনৈয়াত ডুব গ'লে অনন্ত কাললৈ অন্ধহৈ থাকিবা। চোৱা-- চকু মেলি চোৱা--সৃষ্টিখনেই ত্যাগৰ আদৰ্শ।

**লক্ষ্মণ**-- (উৎফুল্ল হৈ) ত্যাগ! ত্যাগ! ৰামৰ কাৰণে লক্ষ্মণৰ ত্যাগ! বলা সন্ন্যাসী। মই প্ৰস্তুত। (হাতত ধনু-কাঁড লৈ বেগেৰে লৱ- কুশৰ প্ৰৱেশ)

**লৱ**-- সৰযুৰ জলৰাশি শুকাই পেলাম! বিশ্ব-ব্ৰহ্মাণ্ড ধ্বংস কৰিম। খুড়া? খুড়া?

**লক্ষ্মণ**-- সেইদৰে আৰু নামাতিবা। যোৱা তোমালোক, উলটি যোৱা।

**কুশ**-- কিন্তু তোমাক এৰি থৈ যাব নোৱাৰো। তুমি কি কৰিব খুজিছা?

**মহাদেৱ**-- কি ভাবিছা লক্ষ্মণ? দুৰ্ব্বাসা ক্ষুধাত কাতৰ। যোৱা, তেওঁক আশ্বাস দিয়াগৈ।

**লৱ**-- তুমি—তুমি যোৱা সন্ন্যাসী। তুমি গৈ আশ্বাস দিয়াগৈ। যি ব্ৰাহ্মণে ক্ষত্ৰিয়ৰ তেজেৰে ভোক গুচাব খোজে তেওঁ আমাৰ পৰম শত্ৰু।

**মহাদেৱ**-- তেন্তে ক্ষত্ৰিয়ই প্ৰতিজ্ঞা কৰে কিয়?

**লৱ**-- ক্ষত্ৰিয়ই প্ৰাণ দিবৰ প্ৰতিজ্ঞাও কৰে আৰু ল'বৰ প্ৰতিজ্ঞাও কৰে।

**মহাদেৱ**-- (হাঁহি) তোমালোকৰ উদ্দেশ্য কি? ব্ৰহ্ম-হত্যা কৰি ৰাম- লক্ষ্মণক নৰক-গামী কৰাব খোজানেকি?

**লৱ**-- হয হওক ব্ৰহ্ম-হত্যা---হয হওক ৰাম-লক্ষ্মণ নৰগামী।

**মহাদেৱ**-- কিন্তু ৰঘু-কুল সত্যৰ পূজাৰী।

**কুশ**-- সত্য--সত্য বুলি ৰঘু-কুল ধ্বংস হ'ল। সন্ন্যাসী, আমি যুৱক। তেজৰ আহ্বানতকৈ আমাৰ আন সত্য একো নাই।

**মহাদেৱ**-- এই বাণী যৌৱনৰ উপযুক্ত বাণী। কিন্তু জীৱনৰ জয়বাণী নহয় বালক।

**লৱ**-- ক্ষত্ৰিয়ৰ অস্ত্ৰ জাগ্ৰত অস্ত্ৰ। ৰক্ত-পান নকৰিলে সি ক্ষান্ত নহয়।

**লক্ষ্মণ**-- মুক্তি দিয়া—মুক্তি দিয়া। মুক্তিদাতা, মুক্তিপথৰ পথিকৰ হৃদয়শক্তি হৰণ কৰি শেষৰ সময়ত তাক উটাই নিদিবা।

(থিৰ ভাৱে সৰযুৰ ফালে চাই থাকি গম্ভীৰ হৈ কয়) পাইছো -পাইছো। অপাৰ আনন্দ দেখিছো। সৌৱা - সৰযুৰ বুকুত মোৰ মুক্তিৰ সেন্দুৰী - আলি। এইযা বাটৰ ধুলি জীৱন ৰশ্মিৰে ৰঞ্জিত! ( সৰযুৰ মাজৰ পৰা এটা মধু কৰুণ ধ্বনি আহে)

**লৱ** - সৰজৰ বুকু ভেদ কৰি - সপ্ততল পাতালাৰ পৰাও উদ্ধাৰ কৰিম।

**মহাদেৱ** - ক্ষুদ্ৰ বালক - ই বিধাতাৰ কাৰ্য্য। (লৱ - কুশক পিঠিত চপৰিয়াই দিযে আৰু তেওঁবিলাক তাতে ৰ লাগে। হাতৰ ধনু - শৰ খহি পৰে। লক্ষন গৈ সৰযুৰ মাজ পাযগৈ। অকল ডিঙিৰ পৰা ওপৰ পিনে দেখা হয। 'ৰাম' 'ৰাম' বুলি কোৱাৰ লগে লগে লক্ষ্মণ অদৃশ্য হয।)

**লৱ** -

**কুশ** - সন্যাসী! সন্যাসী।

**মহাদেৱ** - বালক, আত্মত্যাগৰ এই চৰম আদৰ্শ, ভ্ৰাতৃ - প্ৰেমৰ এই অনন্ত মহিমা অকল লক্ষ্মণতেই সম্ভব। এই আদৰ্শ অমৰ।

## পঞ্চম দৃশ্য

প্ৰসাদ প্ৰাঙ্গণ

(সন্ধ্যা সময়। উৰ্ম্মিলাৰ গাত বগা সাজ। সন্ধ্যাৰ আন্ধাৰ পোহৰত উৰ্ম্মিলা দেখ্ - নেদেখ্ হৈ থাকে।)

**উৰ্ম্মিলা**-- ৰণ- ৰণ - ৰণ -! মনৰ লগত ৰণ - মোৰ পণ-! সৌৱা উষাৰ পোহৰ সন্ধিয়াৰ বুকুত মাৰ গ'ল ---- তথাপি তাত বিফলতাৰ হাহাকাৰ নাই! এই মোৰ নিমাতী বসুমতী আইৰ বুকুত কিমান অন্যায, অত্যাচাৰ হ'ব লাগিছে - তথাপি আয়ে সহি আছে। সকলো উপেক্ষা কৰিছে। দিছে কেৱল দিয়াৰ মোহতে আই মোৰ আপোন - পাহৰা! মোৰ দিবলৈ একো নাই কিন্তু সহিবলৈ আছে। সহিম। সহি সহি জহি যাম। আইৰ বুকুত বিলীন হৈ যাম। স্বামীৰ মঙ্গল কামনা কৰি কৰি বাক্‌ৰোধ কৰিম। (গীত গাই ব'ৰাগী সোমাই আহে)

গীত

বেহাগ মিশ্ৰ - ঝপতাল

অনন্ত আকাশ সম অকুল জলধি সৌ
গৰজি উঠিছে তাৰ মতলীয়া ঢৌ

জীৰ্ণ তৰণী মোৰ শীৰ্ণ হৃদয়,
উটি ভাহি যায় তৰী, লক্ষ্য নৰয়---
পাৰ কৰি দিযা হেৰা- প্ৰেমিক কাণ্ডাৰী।
উধাও হইছে প্ৰাণ,
শুনিসিপাৰৰ গান-----
হেন্দুলি উঠিছে তাৰ অমিয়া লহৰী।

**উৰ্ম্মিলা**-- ব'ৰাগী, মোৰ সৰ্ব্বস্ব গ'ল। মই পথৰ ভিক্ষাৰিণী হলে।

**বৰাগী** - আই, আপুনিনো পথৰ ভিক্ষাৰিণী হব পাৰেনে? আপুনি সতী ৰাণী। নাৰী সমাজৰ আদৰ্শ!

**উৰ্ম্মিলা** -ব'ৰাগী, সৰযূ আগৰ দৰেই ধীৰেৰে বব পাৰিছেনে? পাৰিছেনে ব'ৰাগী - সৰযূৱে মোৰ এই যন্ত্ৰণা পাহৰি থাকিব? -

**বৰাগী** - আই, প্ৰকৃতিৰ গতি আপোনা- আপুনি আহে আৰু আপোন মনেৰে গৈ থাকে। সেই গতিক বাধা দিবৰ ক্ষমতা কাৰো নাই। সৃষ্টি - কৰ্ত্তাই নিজেও নোৱাৰে।

**উৰ্ম্মিলা**- কিন্তু মই বাধা দিম। মই প্ৰকৃতিৰ উন্মাদিনী গতি ফল্গুধাৰৰ দৰে মনে মনে লুকাই থ'ম। সৃষ্টিৰ সকলো মাধুৰ্য্য হৰণ কৰি মোৰ গোপন ব্যথাত মিহলাই থ'ম। ব'ৰাগী, মই এবাৰ পতনৰ আগত বৰ ওপৰলৈ উঠিম - য'ৰ পৰা চালে মোৰ স্বামীৰ বুকুত তিৰবিৰাই থকা এধাৰি মানিক -মালাৰ দৰে সৰযূৰ ক্ষীণ ৰেখাটি আনন্দত নাচি উঠিব। য'ত অনন্ত কাললৈ মোৰ স্বামীৰ পদ - ৰেণু থাকিব। ব'ৰাগী, সৰযূ অনন্ত - বাহিনী নহযনে?

**ব'ৰাগী** - হয় আই। সৰযূ অকল লক্ষ্মণ বীৰৰে বিজয় মালা নহয আপোনাৰো হাতৰ ৰত্ন- বলয়।

**উৰ্ম্মিলা**- নহয় - নহয় - ব'ৰাগী, সৰযূ মোৰ স্বামীৰ মুক্তি- পথ। সৰযূৰ জল মোৰ স্বামী -তীৰ্থ। সৰযূৰ একোটি স্নান মোৰ কোটি জন্মৰ সফলতা। (ভিতৰ সোমায়)

**ব'ৰাগী** - ধন্য সতী উৰ্ম্মিলা । ধন্য তোমাৰ আদৰ্শ। সচাকৈয়ে সৰযূ তোমাৰ মহাতীৰ্থ। - আহা ! উৰ্ম্মিলাৰ ত্যাগ কিমান উজ্জ্বল। সতীৰ এধানি প্ৰাণত পতিৰ পৰম্পদ বিচৰা এখন মহাসাগৰ। যৌৱনৰ ভোগ- বাসনা বিসৰ্জ্জন দি যিদিনা লক্ষ্মণৰ আদেশত উৰ্ম্মিলাই চৈধ্য বছৰ ধৰি অযোধ্যাৰ ৰাজ - কাৰেংক তাপসীৰ আশ্ৰম কৰি তুলিছিল, সেইদিনাই জানো জগতৰ নাৰীসমাজ মুগ্ধ হোৱা নাই? যৌৱনৰ সেই জীয়া- খোৱা জুই সতীৰ ত্যাগৰ পানী যেন হৈ গৈছিল। -- -- বীৰ লক্ষ্মণ ভুবন- বিজয়ী হ'ল অকল তোমাৰ ত্যাগৰ মহিমাতে। আজি আকৌ তোমাৰ ত্যাগতে লক্ষ্মণে চিৰ - মুক্তি লাভ কৰিলে। তোমাৰ শক্তি- নিৰোধৰ গতিয়েই বাল্মিকীক সৌন্দৰ্য্যৰ প্ৰেৰণা দিলে। মহাসতী উৰ্ম্মিলা, তোমাক নমস্কাৰ কৰো। তোমাৰ পদ -ৰেণু শিৰত তুলি লও। তুমি কাম - বাসনাৰ অনন্ত সাগৰত ত্যাগৰ এটি অমৰ উৰ্ম্মি! তোমাক পূজা কৰিলে মোৰ প্ৰাণৰ দেৱতাই তৃপ্তি পাব। দেৱী, তোমাক আকৌ নমস্কাৰ!

# ষষ্ঠ দৃশ্য

**সৰযূ**

( আবেলি পৰ। সৰযূৰ বুকুত মাৰ- যোৱা সূৰ্য্যৰ ৰশ্মি পৰি তিৰবিৰাই উঠিছে। দূৰত নাৱৰীয়াই গীত গাই গাই নাও মেলি গৈছে। তন্ময হৈ ৰামে সৰযূৰ ফালে চাই আছে। দূৰৰ গীত আহি কাণত পৰিছে)

গীত

ভাটিয়ালী

অ' নাৱৰীয়া কাই,

পছোৱাৰ মাজতে নাও মেলি দিলি
এধানি সুখলৈ চাই
নাচনী সৰযূৰ দু --বাহু লৰিছে
দেখি মোৰ লাগিছে ভয়।
পাল তৰি দিয়া অ' নাৱৰীয়া
কি জানি কি গতি হয়। ( নাও নেদেখা হয়)

**ৰাম** -
মাটিৰ মোহত পৰি
ৰাতিৰ সপোনে
জগাই দিয়েহি নিতে পুৱা - কিৰণত।
দুৰ্লভ মাধুৰি যিটি
মহাসত্য জীৱনৰ -----
ঢাক খাই পৰে তাৰ
মোহৰ বাগীত?
সৌৱা ---
জীৱনৰ বুকু ভেদ কৰি
মৰণৰ ৰক্ত - ৰাগে
লেখি দিছে শেষ বাণী --
মৃত্যু মাথো মহাসত্য
অনন্ত কালৰ
নিয়তিৰ অধীন মানৱ -----
সীমা - বদ্ধা গতি তাৰ
শেহত স্থবিৰ!
বিচিত্ৰ এই ভৱ - হাট
সুচিত্ৰ নাটক।
নাট্যকাৰ, সূত্ৰধাৰ,

নেপথ্যত বাস।
চিৰ - মৌন সৌন্দৰ্য্যৰ
বিৰাট মেলাত
নিজকে গোপন কৰি
কি যে অহিমাৰে হায়
মেলিছে সুন্দৰে নিজে
নিজৰ প্ৰকাশ।
যেন
গোপনে প্ৰকাশে, প্ৰকাশে গোপনে,
ক্ষুধিত - বিশ্বই খুজি ফুৰিছে বিকাশ।
(ভৰত আৰু শত্ৰুঘ্নৰ প্ৰবেশ)

ভৰত - দাদা।

শত্ৰুঘ্ন - দাদা।

ৰাম - ভৰত, শত্ৰুঘ্ন,
আহা, আহা ভাইহত —
তিনি ভাই মিলি আজি
সৰযূৰ সোঁতৰ মাজত
তৃপ্তি - অৰ্ঘ্য দিওহক
ভ্ৰাতৃ- ভক্ত লক্ষ্মণৰ হৈ।
আহা ভাই,
শেহৰ তৰ্পণ আজি
অৰ্পণ কৰিব লাগে
পূৰ্ণ অঞ্জলিৰে——

ভৰত - মহানুভব!

ৰাম - ভৰত,
জীৱনৰ এই শেষ অন্তিম পৰত
মহানুভব নুবুলিবা মোক।
মহাত্বৰ অধিকাৰী
একমাত্ৰ অদৃশ্য যিজন!
নগণ্য মানৱ মই,
মানুহৰ ধৰ্ম্ম মোৰ
চিৰ পৰিচয়।
নিয়তিৰ হাতৰ পুতলা
ক্ষুদ্ৰ জীৱ মানুহৰ
নাই একো আন পৰিচয়
সৌ চোৱা———
সৰযূৰ সোঁতৰ মাজত
অস্ত - যোৱা সূৰ্য্যৰ
শেহৰ কিৰণে
তেজেৰে ৰাঙলি কৰি
লেখি দিছে তাকেই দুনাই!
(মহাকাল - বেশী মহাদেৱৰ প্ৰৱেশ)

মহাদেৱ - ৰাম, ভৰত, শত্ৰুঘ্ন,
গতিহীন মহাকাল —
অচল অটল সেই
অনন্তৰ গতি।
মানুহৰ পাৰ্থিৱ- সম্বন্ধ
কাল - ৰথ টানিবৰ
শিকলি মাথোন।
টানোতে টানোতে,
যেতিয়া এদিন
চিগি যায় শিকলিৰ
সকলো বান্ধোন ——
তেতিয়া মানুহে বুজে
মহাকালৰ অচল, অটল।
ক্ষুদ্ৰ চেষ্টা মানুহৰ
উত্তেজনা এটি।
( ৰাম, ভৰত আৰু শত্ৰুঘ্নই মহাদেৱৰ ফালে চাই থাকে)

মহাদেৱ - চোৱা,
সৌ দূৰ পশ্চিমত
আকাশ মিলিছে আহি
মাটিৰ লগত।
আকাশে- মাটিয়ে মিলি
আঁৰিছে এখনি তাত
ক'লা যৱনিকা।
তাতে শেষ।-

ৰাম - তথাপি সন্ন্যাসী তাতে
দেখিছোঁ লক্ষ্মণে মোৰ
বিচাৰিছে তৃপ্তি-জল
মোৰ আঁজলিৰে।

মহাদেৱ- এতিয়াও আছে বাগী
মোহৰ দৃষ্টিত।
আহাঁ ——
(মহাদেৱে ৰামৰ হাতত, ৰামে ভৰতৰ হাতত আৰু ভৰতে শত্ৰুঘ্নৰ হাতত ধৰে)

মহাদেৱ - ( সৰযূৰ ফালে গৈ থাকি)
অসীম অনাদি এই
অখণ্ড সোঁতত.
একোটি প্ৰাণীৰ জন্ম
এটি আলোড়ন।
আলোড়ন মাৰ যায়-
আকৌ মিহলি হয়
ক্ষুদ্ৰ আলোড়ন।
(সৰযূৰ বুকুত এটা উজ্জ্বল জ্যোতি জিলিকি উঠে। আগে আগে

মহাদেৱ আৰু পাছত ৰাম, ভৰত, শত্ৰুঘ্ন গৈ থাকে। এটা মৃদু - কৰুণ সঙ্গীতৰ ধ্বনি শুনা যায)

**ৰাম -** জীৱনত কেৱল সত্যৰ সেৱা কৰিলো। লোক-মাজত লাভ কৰিছিলো অপৰাজিত উপাধি। কিন্তু সন্মুখত এই মহাসত্য - এই মৃত্যুৰ ওচৰত বাধ্য হৈ নতশিৰে পৰাজয় গৌৰৱত সীতাৰ প্ৰেম, লক্ষ্মণৰ ভক্তি, ৰামৰ গতি সন্মিলিত হৈ যেন আজি কিবা এটি অপূৰ্ণৰ মূৰ্ত্তি পূৰ্ণ হৈ উঠিছে।

( এনেতে বৰাগী ওলাযহি আৰু আকুল কণ্ঠেৰে কয)

**ব'ৰাগী -** কেনি গৈছে প্ৰভু ?

**মহাদেৱ-** যেনি গ'লে ৰামাযণ সম্পূৰ্ণ হ'ব।

**ৰাম -** ব'ৰাগী, সত্যৰ ওচৰত আজি মোৰ প্ৰথম পৰাজয আৰু শেষ -আৰতিৰ আহ্বান। মহাকালৰ ৰথৰ চকৰিত আজি মোৰ বিসৰ্জ্জনৰ পূৰ্ণাঞ্জলি।

**ব'ৰাগী-** প্ৰভো।

(হঠাৎ এটা ভীষণ শব্দ হয়। পৃথিৱী অন্ধকাৰ হয। লাহে লাহে পোহৰ হয আৰু অবাক দৃষ্টিৰে চাই থকা অকল ব'ৰাগীক দেখা হয)

**ব'ৰাগী** বিস্মৃতিৰ আৱৰণ ভেদ কৰি স্মৃতিৰ আলোকত উদ্ভাসি উঠিছিল -ৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ! আৰু কিমান! - আকৌ যৱনিকা পৰিল। কিন্তু তাৰ যিটি ধ্বনি থাকি গ'ল বিসৰ্জ্জনৰ পূৰ্ণতাত সেই ধ্বনিৰ আহ্বান অবৰ্ণনীয়। --- বৈ থাকা সৰযূ - গৈ থাকা সৰযূ - তোমাৰ বুকুতে বাজি থ'কা এটি ধ্বনি - বিসৰ্জ্জন। বিসৰ্জ্জন।

# ওপৰঞ্চি

বাল্মিকীৰ স্মৃতি

মহাকালৰ কৃষ্ণবৰ্ণ সৃষ্টি লুকাই পৰিল। তলে ওপৰে, পূবে পশ্চিমে অন্ধকাৰ। এই আদি- অন্তহীন তমোৰাশিৰ মাজৰ পৰা বিজুলিৰ সঞ্চাৰ হ'ল। মাজতে এটি বিদ্যুৎপুঞ্জ দেখা হ'ল। তাৰ তিৰ্‌বিৰ্‌ণিৰ কঁপনিৰ লগে লগে এটি মৃদু ধ্বনি শুনা হ'ল। ধ্বনিয়ে আকাৰ ল'লে। এবাৰ হঠাৎ দুটি ধ্বনি দুফালে গ'ল। দুটি কৰ্চ্চণ (ক্ৰৌঞ্চ) চৰাই আকৃতিৰ দৰে ধ্বনি দুটি ঘুৰি ঘুৰি উৰিবলৈ ধৰিলে। সিইঁতৰ ডেউকা আৰু মহাশূন্যৰ মাজত যুদ্ধ লাগিল। গীত হ'ল ঃ-

গীত ঃ

(বহাগৰ লয়)

মধু! মধু! মধু!
মধু! মধু! মধু!
মধু!

সঙ্গীতৰ ধ্বনি বাটি যোৱাৰ লগে লগে পোহৰ বেছি হৈ আহে আৰু শুধ বগা সাজ পিন্ধা, বগা চুলি বগা দাঁৰিৰে বাল্মিকী হিমালয়ৰ শিখৰত বহি আছে। হাতত বীণা। বাওঁ হাতে বীণাখন বুকুত লগাই সোঁহতে অভয় দি কৈছে------

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীসমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধী কামমোহিতম্।।

# যৱনিকা

# ভাৱৰীয়া সকল

বেউলা

কামাখ্যানাথ ঠাকুৰ বি-এ, বি-টি

লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী ঃ অসম

মহাদেৱ, ইন্দ্ৰ, সূৰ্য্য, চন্দ্ৰ ইত্যাদি দেৱতাসকল।

**চন্দ্ৰধৰ** ঃ চম্পকনগৰৰ সদাগৰ।
**লক্ষীন্দৰ** ঃ চান্দসদাগৰৰ পুত্ৰ।
**লেঙ্গাই** ঃ চান্দ সদাগৰৰ ভৃত্য।
**সোমাই** ঃ চান্দ সদাগৰৰ পুৰোহিত।
**বাছু বণিক্‌** ঃ উজানী নগৰৰ সদাগৰ।
**শঙ্খ ওজা** ঃ চম্পকৰ এজন ওজা, চান্দ সদাগৰৰ বন্ধু।
**হৰি** ঃ বাছু বণিকৰ পুত্ৰদ্বয়।
**নাৰায়ণ** ঃ }
**বশ্চিক** ঃ } নেতা ধুবুনীৰ ল'ৰা।
**ধনাই আৰু মনাই** ঃ দুটা মানুহ।

মনসাৰ চৰ, গোধা ৰজা আৰু গোধাসকল, গাৱঁলীয়ামানুহ বিলাকৰ, প্ৰহৰী ইত্যাদি, ওজাৰ শিষ্য, কলাই কমাৰ।

**তিৰোতা—**

মনসা বা পদ্মাৱতী।

**নেতা** ঃ মনসাৰ ভনীয়েক।
**সনেকা** ঃ চান্দ সদাগৰৰ ভাৰ্য্যা।
**মেনকা** ঃ বাছু বণিকৰ ভাৰ্য্যা।
**নীলা** ঃ শঙ্খ ওজাৰ ঘৈণীয়েক। নীলাৰ বাইদেউ বেশী পদ্মাৱতী।
**দুৰ্ব্বলী** ঃ সনেকাৰ লিগিৰী।

সখীসকল, কলাইৰ ঘৈণীয়েক আৰু ল'ৰা, অপ্সৰা তিৰোতাসকল।

## প্ৰস্তাৱনা

### গীত

হেৰ নাৱৰীযা তোৰ নাও মেলি দে
তোৰ নাও মেলি দে, হেৰ তোৰ নাও মেলি দে
পশ্চিমত পছোৱা নাই।
শুৱনী সোঁতত শুকুলা পাল তৰী,
নাও তোৰ নে উৰুৱাই।
তোৰ নাও মেলি দে
সন্ধিযা কৰিলে তই ধুমুহা আহিব অই--
বিজুলি বেগেৰে টোৱে তলে বলাই--
নাও তোৰ নিব উতুৱাই।
তোৰ নাও মেলি দে .
নাৱৰে টিঙতে বহি গীত এফাঁকি গাই,
সুৰৰ চেৰে চেৰে বঠা পেলাই তোৰ
নাওখনি নে বাই বাই।
তোৰ নাও মেলি দে
(শ্ৰীযুত অপূৰ্ব্বচন্দ্ৰ বৰদলৈ)

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

(চম্পক নগৰ। চান্দ সদাগৰৰ শিৱ মন্দিৰ। মন্দিৰৰ ভিতৰত পূজাৰীসকলে মহাসমাৰোহে পূজা-আৰতি কৰি আছে। বেদীৰ ওচৰত চান্দ সদাগৰ ধ্যান-মগ্ন হৈ বাহ্য-জ্ঞান শূন্য। ওচৰত তেওঁৰ দুজনমান প্ৰতিবেশী বন্ধু বহি আছে। সকলোৱে কৰজোৰ কৰি আৰধনাত মগ্ন। মাজে মাজে শঙ্খ, ঘণ্টা, ঢোল আদি তালে তালে বাজি আছে। নটসকলে লয়-লাসেৰে তালে তালে নৃত্য কৰিছে। পিচত সকলোৱে বন্দনা গীত আৰম্ভ কৰে।)

### --গীত--

ৰাগিণী-- মিশ্ৰ ইমন। তাল--তেওৰা।
ভজহু মন আদিদেব ত্ৰিলোক পাল চৰণম্।
শম্ভু শঙ্কৰ ভূতনাথ ভৱভয় বাৰণম্।।
মহাজ্যোতি মহাদেৱ ৰুণ্ডমালা ভস্ম অঙ্গ।
ত্ৰিলোচন নীলকণ্ঠ সুৰত্ৰিপুৰ নাশনম্।।
শিব গঙ্গা চন্দ্ৰভাল ভুজঙ্গ শোভিত দিগম্বৰ,
লোকনাথ গিৰিবৰ্ গৌৰীসহ শৰণম্।।
দীনশৰণ ভক্ত দয়াল কৰুণামঙ্গল কাৰণম্।।
(শ্ৰীসুৰেন উজীৰ)

(চান্দৰ ধ্যান ভাগিলত বিগ্ৰহৰ আগত আঠুলৈ কৰলৈ ধৰিলে)

চান্দ : হেপ্ৰভু নীলকণ্ঠ। হে বিশ্বপতি, দেৱাদিদেৱ মহাদেৱ। ভক্তৰ ভক্তিৰ পুষ্পাঞ্জলি গ্ৰহণ কৰা। তুমি মোৰ জীৱনৰ একমাত্ৰ গতি। তুমিযেই প্ৰভু মোৰ কাম্য, মোক্ষ, মুক্তি। হে মোৰ দেৱতা! হে মোৰ চিৰ আৰাধ্য, চিৰ সুন্দৰ, চিদানন্দ প্ৰভু। আৰ্শীৰ্ব্বাদ দিয়া। মাথোন ইয়াকে আশীৰ্ব্বাদ দিয়া, সুখে-সম্পদে, আপদে-বিপদে কেতিযাও তোমাৰ উপচি পৰা কৰুণাৰ পৰা দাস যেন বঞ্চিত নহয়। ভোলানাথ। জয় শিৱ শম্ভো। (ধূলিত বাগৰি পৰে, আন সকলোৱে সেৱা কৰে। পুৰোহিত সোমাইযে নিৰ্ম্মালি প্ৰসাদ দিয়ে, সকলোৱে মূৰত লয়। চান্দসদাগৰ মন্দিৰৰ ধাপৰ পৰা নামি আহি প্ৰতিবেশী সকলৰ মাজত বহেহি, তাৰ পিচত পুৰোহিতক কয়)

চান্দ : পুৰোহিত। মোৰ ইচ্ছা, মোৰ অভিলাষ এই অঞ্চলৰ সকলো মন্দিৰে মন্দিৰে প্ৰচাৰ কৰোৱা হ'ল নে? যদি হোৱা নাই তুমি নিজে এবাৰ ওলাব লাগিব। সকলোকে জনাবা, সকলো ঠাইতে প্ৰচাৰ কৰিবা, শিৱ-পূজাত যদি অভাৱ অনাটন হয়, মই তাৰ সাধ্যমতে প্ৰতিকাৰ কৰিবলৈ সাজু আছো। মন্দিৰ সংস্কাৰ, বিগ্ৰহ স্থাপন, পূজাৰী পুৰোহিত নিযোগাদিত যাৰ যি অভাৱ মই তাক আঁতৰাবলৈ প্ৰস্তুত। যোৱা-- গাৱে গাৱে, নগৰে নগৰে মোৰ এই মনৰ অভিলাস প্ৰকাশ কৰি শিৱপূজা প্ৰচাৰ কৰাগৈ।

সোমাই : সদাগৰ। তোমাৰ যত্নত, তোমাৰ একনিষ্ঠ ভক্তিৰ প্ৰভাৱত এই চম্পক নগৰৰ কোনো ঠাইতে কাৰো একো অসুবিধা নাই। নোহোৱা ঠাইত মন্দিৰ গঠন হ'ল, নকৰা মানুহে শিৱপূজা কৰা হ'ল। ধন্য, সদাগৰ ধন্য! আশীৰ্ব্বাদ কৰিছো তোমাৰ মনৰ অভিলাষ পূৰ্ণ হওক।

১ম প্ৰতিবেশী : হয় হয় সদাগৰ! আপোনাৰ অনুগ্ৰহত আমি সকলোৱে অতি সমাৰোহে আমাৰ ইষ্টদেৱতাৰ পূজা অৰ্চ্চনা কৰিব পৰা হলো। অকল সেয়ে নহয়, আপোনাৰ অনুগ্ৰহত আমাৰ পানীখোৱা পুখুৰী, বাট, পদুলি আদিৰো অভাৱ গুচিল। ধন্য সদাগৰ ধন্য! আপুনিয়েই আমাৰ ৰক্ষক, আপুনিয়েই আমাৰ ৰজা, আপোনাৰ--

চান্দ : নকবা, নকবা, তেনে কথা কব নেপায়। মই কোন? মোৰ কি শক্তি? সকলো সেই দেৱাদিদেৱ মহাদেৱৰ কৃপা। ভক্তৰ বাঞ্ছা কল্পতৰু, মহাপ্ৰভু ভোলানাথৰ অনুগ্ৰহ। মোৰ প্ৰভুয়ে নকৰালে তোমাৰ মোৰ কিবা

করিবৰ শক্তি আছেনে? কৰুণাময় জগদীশ্বৰ প্ৰভু।
(সেৱা কৰে)

সোমাই : সদাগৰ! তোমাৰ শিৱ ভক্তি অচলা হওক। তোমাৰ মনৰ উদাৰতা দেশে বিদেশে বিয়পি পৰক।

চান্দ : অ'। পুৰোহিত শুনিছা। কবলৈ পাহৰিবেই আছো। সেই উন্মাদিনী কাণীযে আকৌ মোক আমনি কৰিবলৈ ধৰিছে। কিমান সুখ ঐশ্বৰ্য্যৰ প্ৰলোভন, মাজে মাজে আকৌ কিমান যে নিৰ্য্যাতনৰ ভয় তাই মোক দেখুৱাইছে তাৰ সীমা নাই। সপোনত কেতিয়াবা ৰঙা চকুৰে আদেশ, কেতিয়াবা আকৌ চলচলীয়া চকুৰে অনুৰোধ। পূজা লাগে, পূজা। চন্দ্ৰধৰৰ হাতে পূজা লাগে। উন্মাদিনী কাণী। চন্দ্ৰধৰে সকলো দিব কিন্তু সেইখিনি নিদিয়ে। যি হাতেৰে সি দেৱাদিদেৱ মহাদেৱৰ পূজা কৰে, সেই হাত অনাৰ্য্যা কাণীৰ পূজা কৰি কলঙ্কিত কৰিব নোৱাৰে .

সোমাই : সদাগৰ। সদাগৰ--

চান্দ : যাৰ প্ৰভু বিশ্বপতি ভোলানাথ সি আকৌ এজনী তেজ খাইতীৰ পূজা কৰিব। হাঃ হাঃ হাঃ।
(সকলোৱে মূৰে কপালে হাত দি "সৰ্বনাশ, বুলি ইজনৰ চকুলৈ সিজনে চাই থাকে। লেঙ্গাই সোমাই আহে।)

লেঙ্গাই : দেউতা। বাটচৰাত দুজন মানুহ আহি দেখা পাবলৈ ৰৈ আছেহি। বৰ বিপদত পৰি আহিছে হবলা।

চান্দ : তোমালোক কোন? কিয় এনেকৈ উধাতু খাই---

১ম মানুহঃ দেউতা। মহাবিপদ। আমাৰ বণিক বংশৰ "জালোমালোই" মনসাদেৱীৰ পূজা পাতিছে। আমাৰ দুজনমানে তাৰে হৈ কিবা কোৱাত আৰু হাক্ দিবলৈ যোৱাত, কৰপৰা কব নোৱাৰো দেউতা ভয়ানক সাপ দুটা মান ওলাই কেইজনকে খুটিলে। আমিও কথমপিহে সাৰি আহিছো দেউতা--

চান্দ : (খঙত) কি কলা। বণিক বংশৰ জালোমালোৰ ঘৰত কাণীৰ পূজা? চান্দ সদাগৰৰ এই চম্পক নগৰত, য'ত তাৰ ইষ্টদেৱতা দেৱাদিদেৱৰ মন্দিৰ, তাতে কুলাঙ্গাৰে কাণীৰ পূজা পাতি মোৰ শিৱৰ অপমান কৰে! মাতি আন লেঙ্গাই, মোৰ ৰক্ষীবিলাকক মাতি আন। মোৰ হেমতাল আন আজি চম্পক নগৰৰ সৰ্পকুল নিম্মূল কৰিব লাগিব। কুটিলা মনসাৰ কুটিল সৰ্পবংশৰ জইন মাৰিব লাগিব। জালোমালোৰ সৰ্পপূজা ভাঙি লুইতত উটুৱাই দিব লাগিব। যোৱা, তোমালোক সকলোৱে ওলোৱাগৈ।

২য় মানুহঃ দেউতা, যি দুই ভয়ঙ্কৰ অজগৰ ওলাইছিল, দেখি ভয়তে।

চান্দ : ভয় নকৰিবা। চান্দ সদাগৰৰ মহাশক্তিমান প্ৰিয়বন্ধু শঙ্খ ওজা জীয়াই থাকে মানে, সাপে খুটি মানুহ মাৰিব নোৱাৰে। পুৰোহিত, ঢোল কোবাই নগৰত জাননী দিওবা, "যি মানুহে বিষহৰী পদ্মাৱতীৰ পূজা পাতিব তাক ধনে প্ৰাণে সবংশে নিৰ্ব্বংশ কৰা হব।" ইয়াৰ জলন্ত প্ৰমাণ আজি এতিয়াই দেখুৱাম-- এই জালোমালোৰ দণ্ডবিধান কৰি।
(সদাগৰৰ প্ৰস্থান)

## দ্বিতীয় দৃশ্য

আলিবাট।

১ম মানুহঃ ককাই। কথা দেখোন কিবাহে হ'ল। আমাৰ ফালে দেখোন আইধাই পৰে একা? বতৰৰ অৱস্থা দেখিছই নহয়। যেনে পথাৰ তেনেই পৰি থাকিল, ক'তো পানী এটুপি নাই। ঈশ্বৰেহে জানিছে আমাৰ কপালত কি আছে।

২য় মানুহঃ (চাৰিওফালে চাই) হেৰ জানিছনে ই শাওপাত। দেৱতাৰ লগতনো বাৰু অৰিযা- অৰিখন পাতিবলৈ আমাৰ (আকৌ চাই) সদাগৰক পালে কিহে। পূজা এভাগ দিলেনো কি হানিটো হয়?

৩য় মানুহঃ হেৰ, মনে মনে থাকে, মনে মনে থাক-- চোৰাংচোৱাই পিয়াপি দি ফুৰিছে। কেনেবাকৈ গম পালে ধনে-প্ৰাণে মাৰিব, পেটৰ পোৱালী কাটি নি মাৰিব বাপেৰে।

৪ৰ্থ মানুহ : এৰা ককাই, আমাৰ আৰু মৰণেই হল। ইফালে সদাগৰৰ ভয়, সিফালে আই বিষহৰীৰ ভয়। এওঁৰ কথা নুশুনিলেও মৰণ, পূজাভাগী নিদিলেও মৰণ। এতিয়া কি কৰহঁক কৰ।
(দূৰৈত ঢোলৰ মাত)

২য় মানুহঃ সৌৱা আকৌ হল কি! অ' সৌটো দেখোন সদাগৰৰ মানুহ। ঢোল কোবাই কোবাই কিবা বলকি আহিছে। হল বা কি ঔ।
(সকলো থিয় হয়)

ঢুলীয়া : (ঢোলত চাব মাৰি প্ৰবেশ) শুনাহঁক! আজিৰপৰা এই চম্পক নগৰত কোনোবাই যদি বিষহৰীৰ পূজা পাতে তাক সদাগৰে সবংশে নিম্মূল কৰিব। (ঢোলত চাব মাৰে)। আৰু শুনা! কিবা বোলেনে-- যেয়ে যতে সাপ দেখে, দেখা মাত্ৰকে তাক মাৰিব লাগিব।
(ঢোল কোবাই যায় গৈ)

৪ৰ্থ মানুহঃ ককাই, কথা দেখোন বিষমেই একা। এতিয়া কৰোঁহঁক কি?

২য় মানুহঃ হেৰ, ইয়াত এইদৰে থিয় দি কথা আলচাটো ভাল হোৱা নাই দেই। বলহঁক পুৰোহিত

ডাঙৰীয়াকে বুধি ভাৰসা সোধোঁগৈ বল।

১ম মানুহ : ভাল বিপদত পেলালা গোঁসাই। ভাল লেঠাই পালে।

(সকলোৱে প্ৰস্থান)

## তৃতীয় দৃশ্য

(নৈৰ পাৰত অৰণ্যৰ মাজত মনসাৰ তপোবন। গছ, লতা, ফুলেৰে সুশোভিত কুঞ্জবন। গছ এজোপাত আউজি বহি মনসা দেৱী চিন্তা-মগ্ন। ওচৰতে ভনীযেক নেতাদেৱী বহি আছে। ইফালে সিফালে কেইজনীমান সৰ্পকুঁৱৰী বহি আছে। মাজে মাজে সুমধুৰ কৰুণ ৰাগিনী এটি বাজি উঠিছে।)

নেতা : এনেকৈ দুখকষ্ট দুশ্চিন্তা কৰি থাকিলে জানো কিবা ফল হব বাইদেউ? পৃথিৱীতলো তোমাৰ পূজা প্ৰচাৰ নোহোৱাকৈয়ে থাকিবনে? সামান্য মানুহ এটাৰনো আৰু কিমান শক্তি আছে? দেৱতাৰ বিৰুদ্ধে আৰু সি কিমান যুজিব? নিশ্চিন্ত হোৱা বাইদেউ। চান্দ সদাগৰে অচিৰে সেও লব। অচিৰতে তোমাৰ পূজা কৰিবই লাগিব।

মনসা : নহয় নেতা, নহয়। নাজাননে, দেখা নাইনে তই চান্দ সদাগৰৰ অমানুষিক শক্তি? সিতো সামান্য মানুহ নহয়। সি যে শিৱৰ ভক্ত। তাৰ গাত যে অসীম শিৱ-শক্তিবিৰাজ কৰিছে। যি শক্তিৰে পিতাই মোৰ হলাহল পান কৰিও অচল অটল, চান্দ সদাগৰ সেই শক্তিৰ বলত বলীয়ান। বুজা নাইনে নেতা, এই শিৱদত্ত মহাশক্তিৰে অকল মোকে নহয় সৌৰ জগতৰ সকলো দেৱতাক চান্দে উপেক্ষা কৰিব পাৰে। নাই, নাই নেতা, ইমান সহজে, ইমান সোনকালে মোৰ আশা, মোৰ কামনা পূৰ নহয়। পৃথিবীত মোৰ পূজা নহয়। উস্ পিতা! তোমাৰ কন্যাৰ ওপৰত কিয় এনে কঠুৱা বিধান?

নেতা : যিমানেই হওক বাইদেউ, তথাপি চন্দ্ৰধৰ মানুহ। মানুহ সদায় প্ৰলোভনৰ বশ। অকল মানুহেই কিয়, দেৱতাযো এই ৰিপুৰ হাতত পৰি দেৱত্ব পাহৰে। এই মহা অস্ত্ৰৰ পৰা নিজক ৰক্ষা কৰা মুখৰ কথা নহয়, বাইদেউ! সদাগৰে এবাৰ বা দুবাৰ তোমাৰ প্ৰলোভনক তুচ্ছ জ্ঞান কৰি গৈছে হয়; কিন্তু বাৰে পতি আৰু আৰু নোৱাৰে। অচিৰতে তোমাৰ উদ্দেশ্য সিদ্ধি হবই। মিছাতে অমূলক আশঙ্কা কৰি হতাশ হোৱা কিয় বাইদেউ? গোৱা কুঁৱৰীসকল, এটা মনপ্ৰাণ বিমোহা গীতকে গোৱা।

(কুঁৱৰীসকল উঠি গাবলৈ যো-যা কৰোঁতেই মনসাৰ চৰ এটিয়ে "আই মাতৃ" বুলি মাতি লৰি আহি সোমায়।)

মনসা : কি হ'ল, কি হ'ল? চান্দ সদাগৰে পূজা কৰিবনে? পূজা মোৰ দিবনে?

চৰ : নাই আই, নকৰে।

নেতা : (থিয় হৈ) পূজা কৰিলে দেৱীয়ে সদাগৰক ধৰণীশ্বৰ কৰিব বুলি তুমি কোৱাইছিলানে?

চৰ : সেই কথা শুনি, সেই প্ৰস্তাৱ শুনি সদাগৰ জ্বলি উঠি হেমতাল লৈ খেদি আহিল। জননীৰ জন্মলৈ পৰিহাস কৰি কাণী কাণীকৈ গৰজি উঠিল। কোঁৱৰ আস্তিকক জাৰজ বুলি অকথ্য ভাষাৰে গালি পাৰি হাঁহিবলৈ ধৰিলে।

মনসা : কি কলি? উস্--

চৰ : অৰু শুনক আই! আজি সৰ্ব্বনাশ হয়। আজি সদাগৰে নগৰৰ সৰ্পকুল বিনাশ কৰিবলৈ ওলাইছে। আপোন ভক্ত "জালোমালো"ৰ পূজা ভাঙি নৈৰ পানীত উটুৱাই দিলে। নগৰে নগৰে প্ৰচাৰ হৈ গল যে শিৱৰ ৰাজ্যত কেৱে মনসা পূজা কৰিব নোৱাৰে। কৰিলে তাৰ সবংশে নিৰ্ব্বংশ হব।

মনসা : (থিয় হৈ) হয় নে? হয় নে? নেতা, মোৰ আৰু দোষ নাই। মই মহাদেবৰ মানস কন্যা। মযো বিশ্বসংহাৰৰ ধ্বংসৰ কৰ্ত্তা, মহেশ্বৰৰ ধ্বংসশক্তিৰ অংশ লৈ জন্মিছো এইবাৰ ধ্বংস কৰিম। বুজাই দিম, দেখুৱাই দিম, কেনে শক্তিৰ বিৰুদ্ধে চন্দ্ৰধৰে আজি থিয় দিছে। উস্, মাতৃগৰ্ভত স্থান মোৰ নহল দেখি মোক পৰিহাস। বিমাতাই বিনাদোষত মোৰ চকুত আঘাত কৰিলে দেখি মোক কাণী বুলি পৰিহাস। স্বামীয়ে বিনাদোষত মোক পৰিত্যাগ কৰিলে সেই দেখি মোৰ পুত্ৰক উপহাস! প্ৰতিশোধ লম ইয়াৰ প্ৰতিশোধ লম। এই দাম্ভিক সদাগৰৰ দৰ্প চূৰ্ণ কৰিম।

চৰ : আজিৰ উপায় কি হব আই? সদাগৰে যে চম্পক নগৰৰ সৰ্পকুল নিৰ্ম্মূল কৰিবলৈ ওলাইছে?

মনসা : ইস্!-- সৰ্পকুল নিৰ্ম্মূল কৰিব। ইমান শক্তি। যা পাতালত জাননী দে, য'ত যিমান সাপ আছে, আজি চম্পক নগৰ বেৰি পেলাওক। চম্পক নগৰৰ বায়ু আজি সাপৰ বিষত বিষাক্ত হৈ উঠক .. চম্পক নগৰ আজি মৰাশৰে ভৰি পৰক. প্ৰতি ঘৰতে আজি হাহাকাৰ ৰোল উঠক।

নেতা : ক্ষান্ত হোৱা বাইদেউ! কি কলা? সৰ্পকুল নিৰ্ম্মূল কৰিবলৈ চান্দ সদাগৰ ওলাইছে?

চৰ : হয়, আই হয়।

নেতা : তেনেহ'লে বাইদেউ! এই দেশৰ যিমান সাপ আছে

পাতাললৈহে যাবলৈ আদেশ দিয়া।

মনসা : কি কলি নেতা! পাতাললৈহে যাবলৈ আদেশ দিম? কিয়?

নেতা : চান্দ সদাগৰৰ হেমতাল আৰু সেই শঙ্খ ওজাৰ কথা পাহৰিলানে বাইদেউ?

মনসা : শঙ্খ ওজা?

নেতা : সেই যে চান্দ সদাগৰৰ মহাশক্তিশালী ৰক্ষা কৱচ। যাৰ এফাকি বচনত সাপৰ দেহত প্ৰাণ নাইকিযা হয়! যাৰ এচাতি পানীযে সকলো সাপৰ বিষ নিমিষতে অমৃতময় কৰি পেলায। যাৰ মাথোন পৰশ পালেই মৰাশ জী উঠে, এই শঙ্খ ওজাৰ কথানো পাহৰি গলানে বাইদেউ? সেইহে কৈছো চন্দ্ৰধৰৰ এনে হেন মহা মহা অস্ত্ৰ থাকোঁতে সৰ্পকুলে কি কৰিব বাইদেউ? মাথোন বিনাশ হে হব।

মনসা : মই পাহৰিছিলো, মই পাহৰিছিলোঁ। খঙত মই হিতাহিত জ্ঞান হেৰুৱাইছিলো। যোৱা তুমি, নাগবিলাকক লৈ পাতাললৈ যোৱা। কিন্তু নেতা! প্ৰতিশোধ, প্ৰতিশোধ লওং কেনেকৈ? (চিন্তা কৰে)

(চৰ আৰু কুঁৱৰীসকলৰ প্ৰস্থান)

মনসা : নেতা!

নেতা : বাইদেউ!

মনসা : মই উপায় পাইছো। মায়া! মায়া যুদ্ধত চন্দ্ৰধৰৰ শক্তি হৰণ কৰিব লাগিব। ছল-চক্ৰান্ত কৰি আদিতে শঙ্খ ওজাক নাতবালে আৰু মোৰ উদ্দেশ্য সিদ্ধি নহব। হবিনে নেতা, তই মোৰ যুদ্ধৰ সহায হবিনে?

নেতা : কোৱা বাইদেউ! কেনেকৈ তোমাৰ সহায কৰিব লাগে কোৱা। স্বৰ্গৰ শিব শম্ভু আৰু মৰ্ত্তৰ ধন্বন্তৰী শঙ্খ ওজা যাৰ জাগ্ৰত ৰক্ষা কৱচ, তাৰ বিৰুদ্ধে তোমাক কেনেকৈ সহায় কৰিব লাগে কোৱা। যেনেকৈয়ে কোৱা মই তেনেকৈয়ে কৰিম।

মনসা : আহ, তেনেহলে আহ, আদিতে এই মৰ্ত্তৰ ৰক্ষা কৱচটি হৰণ কৰি আনিবলৈ মোক সহায় কৰ। তাৰ পিচত— সেই স্বৰ্গৰ মহাশক্তি ৰক্ষা কৱচ--

(নেতাক হাতত ধৰিলৈ প্ৰস্থান)

## চতুৰ্থ দৃশ্য

(চম্পক নগৰ। শঙ্খ ওজাৰ ঘৰ বাৰি। ভিতৰ চোতাল। ওজাৰ ঘৈণীয়েক নীলামতী আৰু তেওঁৰ বাইদেউয়েকৰূপী মনসাৰ প্ৰবেশ।)

নীলা : পিছে, বাইদেউ; নকলা দেখোন। আজিনো অকস্মাৎ এইদৰে খবৰ বাতৰি নিদিয়াকৈ ওলালাহি কিয়?

বাইদেউবেশী মনাঃ এৰা, এনেযে আহিলো। তহতক চাবলৈকে আহিলো। বহুত দিন অহা নাই; খা-খবৰো পোৱা নাই, সেই দেখিয়েই আহিলো।

(হুমুনিয়া কাটি চিন্তান্বিত হয়)

নীলা : বাইদেউ, তুমি কিবা লুকুৱাইছা। তোমাৰ দেখোন মনটোও মৰা। দীঘলকৈ হা-হুমুনিয়া পেলাইছা, কি হৈছে বাইদেউ? সঁচাকৈয়ে কোৱাচোন।

মনসা : নাই, একো নাই। ক'তা? কিনো দেখিলি? কৈছো নহয় তহতকে চাবলৈ আহিছো। লৰালৰিকৈ আহিলো দেখি বাতৰি দিব নোৱাৰিলো। (হুমুনিয়া কাঢ়ে)

নীলা : নহয়, নহয় বাইদেউ, মই বুজিছো। কিবা বিপদ হৈছে। নহলে তুমি কেতিয়াও এনেকৈ নাহা। দহোকুৰি, বাইদেউ কি হৈছে কোৱা।

মনসা : এৰা নীলা! তই নেৰ যেতিয়া, বাৰু কও শুন। পাচে কাকো আকৌ নকবি দেই। মোৰ মনটো বৰ বেয়া লাগি আছে' পাই। বৰ চিন্তাত পৰিহে এনেকৈ আহিলো।

নীলা : কি হৈছে! কি হৈছে!

মনসা : (ওচৰ চাপি) আই বিষহৰীৰে আমাৰ সদাগৰৰে অৰিযা-অৰিখন শুনিছই নহয়। এতিয়া আয়ে হেনো বলেৰে যেনেকৈ পাৰে সদাগৰৰ হতুৱাই পূজা কৰাবলৈ ওলাইছে। নহলে তেওঁৰ পূজা পৃথিৱীত প্ৰচাৰ নহয়। পিচে তোৰ গিৰিয়েৰ থকা বাবেই আয়ে বল কৰিবলৈ সাহ কৰা নাই। ভগতে সাপবোৰেও মৰ দাঙি সাহকৈ সদাগৰক একো কৰিব নোৱাৰা হৈছে। সেইহে এতিয়া বোলে দেৱীয়ে গোটেই সাপবোৰ লৈ তেওঁৰ বৈৰী হৈ পৰিছে। এই কথা শুনিবৰ পৰা আই মোৰ মুখত পানী নোহোৱা হৈছে। মই ভাবিয়েই আধামৰা হৈছো। জানোচা আমাকো কিবা অপকাৰ কৰে।

নীলা : উ এইটোৱেই কথা। বাইদেউ তুমিও ভাল দেও। অতপৰে তাকে কোৱা নাই। এই সোপা কথা শুনিয়েই তুমি ভাবি গুণি অস্থিৰ হৈছা। মুখ শুকাই পানী নোহোৱা হৈছে। ভয় নাই বাইদেউ, একো ভয় নাই। আমাৰ ওজাক সাপে একো অপকাৰ কৰিব নোৱাৰে।

মনসা : নোৱাৰে! কিয় নোৱাৰে? নোৱাৰাৰ কাৰণ কি?

নীলা : আছে, বাইদেউ কাৰণ আছে। পিচে সেই কথা কাকো ক'বলৈ হাক দিছে, সেইদেখি মই কব নোৱাৰো।

মনসা : মোকো নকবনে?

নীলা : নোৱাৰো কব বাইদেউ, বেয়া নাপাব।

মনসা : নোৱাৰো! মোকো নকৱ! মই তোৰ বায়েৰ। তহতৰ বিপদৰ কথা শুনি মই লৰি আহিছো। তহতৰ

কিবা হয় বুলি মোৰ দিনে ৰাতিয়ে শান্তি নাই। ভোক পিয়াহ পাহৰি উধাতু খাই লৰি আহিছো। মোকো কব নোৱাৰ, নহয়। বুজিছো, সময়ৰ গতিৰ লগে লগে সকলো পৰিবৰ্ত্তন হয। এদিন আছিল যেতিয়া তয়ে মযে একেটা আছিলো। তোৰ অতি গুপুত কথা মোক নোকোৱাকৈ নোৱাৰিছিলি। মযো মোৰখিনি তোক নকও মানে নহৈছিল। পিচে আজি মই তহতৰ বিপদৰ কথা শুনি বেজাৰত লৰি আহিলো। আকৌ তেনেকৈ উলটি যাম। তেনেকৈয়ে কাল কটাম। তই মোৰ প্ৰাণতকৈও মৰমৰ ভনী-জনী হৈ কথাষাৰ বিশ্বাস কৰি কৈ নিশ্চিন্ত কৰি পঠিযাবলৈ মন নকৰিলি। বাৰু তই নালাগে কব। ঈশ্চৰে তহতৰ মঙ্গল কৰিলেই হয -- যেনে তেনে সুখী হলেই হল। নীলা! এতিযা আহোহে। (যাব খোজে)

**নীলা** : (স্বগতঃ) কি কৰো। স্বামীযে এই কথা কাকো কবলৈ হাক দিছে। নকলেও বাইদেৱে বৰ বেজাৰ পাব। এঃ আন কাকো কবলৈহে হাক দিছে, বাইদেউক কবলৈতো হাক দিযা নাই। (ফুটাই) বাইদেউ! বেযা নাপাবা শুনা। তোমাৰে শপত বাইদেউ আন কাকো নক'বা দেই।

(হাতত ধৰি ওচৰলৈ আনে)

**মনসা** : নালাগে ক'ব আই, নালাগে ক'ব। তোৰ যদি মোৰ ওপৰত বিশ্বাসেই নাইকিয়া হ'ল, নালাগে ক'ব। বাৰু তইযে কলি-- কাকো নকবা শপত দিছো বুলি-- মই জানো তোৰে মোৰে ভিতৰত হোৱা কথা কাৰবাৰ আগত কেতিযাবা উলিএৱা বুলি শুনা তোৰ মনত পৰে?

**নীলা** : নাই বাইদেউ নাই। মই তোমাৰ পৰা কথা ওলায বুলি ভয কৰা নাই। স্বামীযে মোক এই কথা নক'বলৈ বৰকৈ কোৱাতহে তেনেকৈ কৈছিলো। শুনা বাইদেউ, (চাৰিওফালে চাই) পদ্মাৱতী দেৱীযে নিজে যদি স্বৰ্পৰূপ ধৰি মোৰ স্বামীযে ফু মাৰি লগ নোপোৱা অঙ্গত দংশন কৰিব পাৰে, তেতিযাহে তেওঁৰ বিপদ হ'ব পাৰে। বুজিলানে এতিযা বাইদেউ?

**মনসা** : বুজিলো আই, বুজিলো। নীলা, এতিযাহে মই অলপ নিশ্চিন্ত হৈছিলো। বৰ আনন্দ পালো। এতিযা আৰু যাওগৈ আই। অইন এদিন আহিম বাৰু।

**নীলা** : ৰ'বা বাইদেউ, মইনাহতলৈ মই কিবা অলপ দিও।

(ভিতৰলৈ যায়)

**মনসা** : স্থিৰ হোৱা মন, উতলা নহবা। এতিয়া আৰু স্নেহ, মায়া মমতাৰ সময় নহয। কাৰ্য্যসিদ্ধিৰ অৰ্থে এনেকৈয়ে বহু নিৰাপৰাধীক সৰ্ব্বনাশ কৰিব লাগিব। চকুৰ পানীৰে পৃথিবী তল নিয়াব লাগিব।

(হাতত টোপোলা এটা লৈ নীলাৰ প্ৰবেশ)

**নীলা** : (টোপোলা দি) এইটি মইনাহতৰ হাতত দিবা দেই বাইদেউ। বতৰ ভালে থাকিলে সিহতকো এদিন লৈ আহিবাচোন।

**মনসা** : বাৰু আই। এতিযা আহোহে। ঈশ্বৰে তহতক ভালে কুশলে ৰাখক।

(নীলাই সেৱা জনায, পদ্মা লাহে লাহে আতৰ হৈ যায় গৈ, নীলাইও ঘৰৰ ভিতৰ সোমাব খোজে। এনেতে আন ফালেদি লেঙ্গাইৰ "আই, আই" বুলি উধাতু খাই লৰি প্ৰবেশ।)

**নীলা** : কোন! লেঙ্গাই তই! কি হ'ল! কি হ'ল!

**লেঙ্গাই** : কি ক'ম আই! সৰ্ব্বনাশ হল। আমাৰ নীলপাণি, শূলপাণি, হলধৰ আদি সদাগৰৰ ছযোটি লৰাক সাপে খুটিলে। বিষৰ পোৰণিত সকলোটি ঢলি পৰিল। ওজা দেউতা ক'ত আছে আই? সোনকালে মাতি দিযক আই, মাতি দিযক।

**নীলা** : সাপে খুটিলে! সৰ্ব্বনাশ! লেঙ্গাই আজি তেখেত ঘৰত নাই। আজি প্ৰভুৰ ব্ৰত। ব্ৰত পালিবলৈ গৈছে।

**লেঙ্গাই** : (আৰ্ত্তনাদ কৰি) নাই! ওজাদেউতা ঘৰত নাই? (মাটিত বহি পৰি) তেনেহলে কি হ'ব আই! উস্! মোৰ বাছাহতৰ তেনেহলে কি হব?

**নীলা** : কিনো কৰা হ'ব লেঙ্গাই, মযো বুজিব পৰা নাই। ময়ো ভাবিব পৰা নাই। উস্! মোৰ বাছাহত।

**লেঙ্গাই** : ক আই! জান যদি ক, শঙ্খ ওজা ক'ত আছে। মোৰ আইৰ এটি নহয, দুটি নহয, ছটি ল'ৰা চিৰকাললৈ গুচি যাবলৈ ওলাইছে। আই মোৰ বলিযাৰ দৰে হৈছে। ক আই, জান যদি ক, ওজা ক'ত আছে। মাকৰ শুদা হৈ যোৱা কোলাখিনিৰ কথা ভাবি ক আই --দেউতা কত আছে ক।

**নীলা** : (উৰ্চুপি উচুপি) যা লেঙ্গাই লৰি যা, সৌ নৈৰ কাণত হাবিৰ মাজতে তেখেত আছে। মাতি আন।

(নীলা আৰু লেঙ্গাইৰ প্ৰস্থান)

### পট পৰিবৰ্ত্তন

(শঙ্খ ওজাৰ ব্ৰতৰ ঠাই। গছ এজোপাৰ তলত ওজা ধ্যানমগ্ন হৈ বহি আছে। কেইজনমান শিষ্যও বহি আছে।)

**শঙ্খ** : (চকু মেলি চায) বাছাহত! ব্ৰতৰ সময় উকলি যাবৰ আৰু অলপহে সময় আছে। আজি এই ব্ৰত শেষ হ'লেই তোমালোক মন্ত্ৰৰ অধিকাৰী হবাহক। তোমালোক উপযুক্ত হৈছা। মই সকলো মন্ত্ৰ তোমালোকক শিকাই দিম।

(এনেতে লেঙ্গাই লৰি প্ৰৱেশ কৰি শঙ্খ ওজাৰ ভৰিৰ ওচৰত পৰি গ'ল)

লেঙ্গাই : প্ৰভু! প্ৰভু! ৰক্ষা কৰক, ৰক্ষা কৰক।

শঙ্খ : (খঙেৰে) কোন তই? কোনে আহি মোৰ ব্ৰতত বিঘিনি ঘটালিহি? ইকি? লেঙ্গাই, তই?

লেঙ্গাই : প্ৰভু! সৰ্ব্বনাশ! সদাগৰৰ সৰ্ব্বনাশ হ'ল। ছয়োটি লৰাকে সাপে খুটিলে। আটাইকেউটি ঢলি পৰিল আহক প্ৰভু, আহক।

শঙ্খ : সাপে খুটিলে? মোৰ সোণাইহঁতক সাপে খুটিলে? বল, বল লেঙ্গাই, বেগতে যাও। (উঠিব খোজে)

২য় শিষ্য : প্ৰভু! আজি আপোনাৰ ব্ৰত। আজি—

শঙ্খ : হওক ব্ৰত। হওক আজি শনিবাৰ অশ্লেষা অমাবস্যা, তথাপি মই যাম। ওজা মই, আসন্ন মৃত্যু শয্যাত পৰি থাকোতেও এনে বাতৰি পালে মই যাব লাগিব। তাতে আকৌ মোৰ প্ৰিয়বন্ধু চান্দ সদাগৰৰ পুত্ৰ। বল, বল, বল লেঙ্গাই লৰি বল।

(উঠিল, এনেতে গছৰ ওপৰৰ পৰা সাপ এটা ওলমি আহি ওজাৰ মূৰত খোটে, ওজাই মূৰত হাত দি বহে।)

১ম শিষ্য : সাপ! সাপ! সৰ্ব্বনাশ, প্ৰভুক সাপে খুটিলে।

শঙ্খ : (কঁপি কঁপি) সাপে খুটিলে! মোক! মই শঙ্খ ওজাক! মই ফু মাৰি লগ নোপোৱা ঠাইত মোৰ ব্ৰহ্ম তালুত খোঁট মাৰিলে। নিয়তি! নিয়তি! ইমান দিনে, ইমান দিনে--

(চান্দ সদাগৰৰ প্ৰৱেশ)

চান্দ : বন্ধু! বন্ধু! মোৰ বিপদ! মোৰ পুত্ৰকেউটিকে সাপে

লেঙ্গাই : প্ৰভু, প্ৰভু সৰ্ব্বনাশ হল, সকলো গল! ওজা দেউতাকো সাপে খুটিলে।

চান্দ : কি! সাপে খুটিলে! শঙ্খ ওজাক সাপে খুটিলে! অসম্ভৱ!

শঙ্খ : হয় বন্ধু হয়। ব্ৰহ্মশাপ আজি অতদিনে পূৰ্ণ হল। সদাগৰ! মই ফু মাৰি লগ নোপোৱা ঠাইত সৰ্প দংশন।

চান্দ : কি ক'লা! বন্ধু, উস্--

শঙ্খ : (উঠি বহে) তথাপি এবাৰ যুঁজি চাম। মৃত্যুৰ লগত, নিয়তিৰ লগত আৰু এবাৰ যুঁজি চাম। মই শঙ্খ ওজা এনেকৈ ইমান সোনকালে ধৰা নিদিও।

চান্দ : (ওজাক ধৰি) পাৰিবানে? পাৰিবানে? কৰা তেনেহলে, কিবা এটা উপায় কৰ বন্ধু।

শঙ্খ : বাছাহঁত শুনা! (শিষ্য এজনৰ কাণে কাণে কিবা কয়) যোৱা, বিচাৰা। এই গছ আনি শিপাই মূলে যদি বাটি খুৱাব পাৰা মই নমৰো। যোৱা, গছ আছে। আনি মোখ খুৱাই দিয়া—মই জীম।

(শিষ্য দুজনৰ প্ৰস্থান)

বন্ধু! বোধকৰো মই জীম। উস্, পোৰণি, অসহ্য পোৰণি, মোৰ গোটেই গা পুৰি গৈছে। দিনৰ পোহৰ মোৰ চকুত অসহ্য হৈছে। মোক ঘৰলৈ লৈ বলা।

(সদাগৰ আৰু লেঙ্গাইযে ওজাৰ দুই বাহুত দুজনে ধৰি ভিতৰলৈ প্ৰস্থান। সকলো আঁতৰ হোৱাত নীলাৰ বাযেকৰূপী পদ্মাৰ প্ৰৱেশ।)

পদ্মা : সৰ্ব্বনাশ! মৰিও নমৰে। গছ পালেটো আৰু ওজাৰ মৃত্যু নহয়। সৌৱা সিহঁত আহিছেই। (কান্দি কান্দি) আই ঔ! মোৰ নীলা আই ঔ! তোৰ কপালত ইয়াকেহে আছিল নে ঔ! উস্! অকালতে ঢুকাল ঔ।

(দৰবৰ গছ লৈ শিষ্যৰ প্ৰৱেশ)

১ম শিষ্য : এখেত কোন? ইয়াত বহি বহি বিনাইছে কিয়? কোন আপুনি?

মনসা : আই ঔ! নীলা আই ঔ! তইনো কেনেকৈ জীয়াই থাক! তোৰ নো কি গতি হ'ব? কণা গোঁসাইয়ে তোক ভাল মাৰিলে ঔ!

২য় শিষ্য : আই মাতৃ! আপোনাৰ কি হল? অকলৈ ইয়াত বহিবিলাপ কৰিছে কিয়? কওক আই, আমি কিবা সহায় কৰিব পাৰোনে?

মনসা : বাছাহঁত! তোমালোকে কি সহায় কৰিবা? আমাৰ সৰ্ব্বনাশ হল। মোৰ নুমলীয়া এটি মাথোন ভনী, তাইযো আজি বাঁৰী হল। তাইৰ গিৰিয়েক শঙ্খ ওজাক সাপে খুটি মাৰিলে। সৌৱা চোৱা মৰাশ নৈত উটুৱাই দিলে। (কান্দে)

২য় শিষ্য : কি কলে? ওজাৰ মৃত্যু হল? নৈত উটুৱাই দিলে? ভাই, তেনেহলে দেখোন সকলো শেষ হৈ গ'ল।

মনসা : আই ঔ, মোৰ নীলা আই ঔ, তোৰ কি হব?

১ম শিষ্য : ইয়াত ভাবি থিয়দি থাকিলে আৰু কি হ'ব! আইকে সান্ত্বনা দিওগৈ বলা। এই বোৰ নো আৰু মিছাতে ভাৰ বও কিয়? (গছ পেলাই দিয়ে) ব'লা।

(দুয়ো শিষ্যৰ প্ৰস্থান)

মনসা : আই ঔ, মোৰ ভনীটি ঔ! (ইফালে সিফালে কাকো নেদেখি গছ বুটলি লয়) উদ্ধাৰ! আৰু এটি মহৎ কাৰ্য্যৰ উদ্ধাৰ। চান্দ সদাগৰৰ মৰ্ত্তাৰ ৰক্ষাকবচৰ শক্তি ক্ষয়। দাম্ভিক সদাগৰ! আৰু কি লৈ, কিহৰ তেজত তই মোক উপেক্ষা কৰিবি?

(বেগেৰে প্ৰস্থান। আনফালে শঙ্খ ওজাক ধৰি চান্দ সদাগৰ আৰু শিষ্য দুজনৰ প্ৰৱেশ)

চান্দ : কোন খিনিত? ক'ত দৰবৰ গছ পেলাইছিলা? ক'ত সেই তিৰোতা গৰাকীক দেখিছিলা?

১ম শিষ্য : এই খিনিতে, নাই দেখোন! গছো নাই, মানুহো নাই।

**শঙ্খ** : নাই, তথাপি নমৰো। শঙ্খ ওজাৰ মৃত্যু ইমান সহজে নহয়। যোৱা-যি ঠাইত সেই গছ গজিছিল তাৰ মাটি আনি মোৰ মুখত দিয়া। তাতে বোধ কৰো মোৰ জীৱন ৰক্ষা পৰিব।

(২য় শিষ্যৰ প্ৰস্থান আৰু অলপ পাছতে পুনৰ প্ৰৱেশ)

**২য় শিষ্য** : প্ৰভু! তাত মাটি নাই। পানীৰে চলচলীয়া এটা পুখুৰী হৈ আছে। পানীৰ ওপৰত পদুম ফুল ফুলি আছে।

**শঙ্খ** : কি ক'লা? তাত মাটিও নাই? উস্। তেনেহ'লে আৰু উপায নাই। আৰু মোৰ যুঁজিবৰ অস্ত্ৰ নাই। চান্দ, ভাই, বন্ধু! বিদায়। শঙ্খ ওজাৰ লীলা খেলাৰ শেষ। দুখ নকৰিবা ভাই, এইযে মোৰ ললাটৰ লিখন। মোৰ কাৰ্য্য শেষ হ'ল। মোৰ মহা প্ৰস্থানৰ সময আহিল। মই যাবই লাগিব। বন্ধু মোৰ! মোৰ এই সংসাৰৰ সকলোখিনি তোমাকে গতাই দিলো। সিহতক চাবা। (শঙ্খ ওজাক চান্দ সদাগৰ আৰু শিষ্য দুজনে দাঙে আৰু শিষ্য দুজনে লাহে লাহে ধৰি লৈ প্ৰস্থান।)

**চান্দ** : ভোলানাথ! নুবুজিলো। ইনো তোমাৰ কিহৰ পৰীক্ষা নুবুজিলো।

**লেঙ্গাই** : (কান্দি কান্দি) দেউতা ঔ! গ'ল মোৰ বাছাহত, গুছি গল। কোলাত পিঠিত লৈ সিহতক ডাঙৰ দীঘল কৰিলো ইযাকে চাবলৈহে! উস্! এই বুঢাই এই চকুৰেই সিহতক বিষৰ পোৰ্ণিত চট্ফটাই মৰি যোৱা দেখিব লগীয়া হল। একো কৰিব নোৱাৰিলো। আমাৰ কি হ'ল দেউতা আমাৰ কি হ'ল--

: হ'ব আৰু কি লেঙ্গাই! কৰিবি আৰু কি? যাৰ বস্তু তেওঁ ওভোতাই নিলে। তই বা মই আৰু কি কৰিম? পুত্ৰ আছিল—গুচি গল। শঙ্খ ওজা আছিল-হেৰুৱালো। যি কৰে মোৰ ভোলানাথে কৰি থক। লেঙ্গাই, মোৰ ছটি পুত্ৰ গৈছে য'ক, কিন্তু যদি মই শঙ্খ ওজাক পালোহেতেন! কেনেবাকৈ যদি মোৰ সেই মহাশক্তি শঙ্খ ওজাক ঘূৰাই আনিব পাৰিলোহেতেন!

(এনেতে সনেক লৰি আহি সদাগৰৰ ভৰিত সাৱটি ধৰে। পাছে পাছে সোমাই পুৰোহিতৰো প্ৰৱেশ।)

**সনেকা** : প্ৰভু! দেৱতা মোৰ! মাকৰ আশাৰ অন্ত নাই। এভাগি পূজা কৰকচোন। জানোচা মোৰ বাছাহত আকৌ উলটি আহেই। কৰক প্ৰভু কৰক, মোৰ মনে কৈছে, সিহত মোৰ আহিব। দেৱতা মোৰ, পূজা এভাগি কৰক।

**চান্দ** : সনেকা। পূজা দেখোন কৰিয়েই আছো। পূজাটো মই কেতিয়াও পাহৰা নাই। নাহে সনেকা, নাহে। পূজা কৰিলেও আৰু যোৱাজন উলটি নাহে।

**সনেকা** : নহয়, নহয়, মই সেই নিত্য পূজাৰ কথা কোৱা নাই। আই বিষহৰী মাতৃৰ পূজা—

**চান্দ** : অ'! লেঙ্গাই! যা, ঢোল কোবাই নগৰে নগৰে প্ৰচাৰ কৰ, 'আজিৰ পৰা যি মনসাৰ নাম মুখত লব তাৰে প্ৰাণদণ্ড'। যা—

**সনেকা** : প্ৰভু!

**সোমাই** : সদাগৰ! কথা শুনা। আইৰ গাত লেঠা, ভবিষ্যত মঙ্গলৰ বাবে এনে আদেশ প্ৰত্যাহাৰ কৰা। আৰু সদাগৰ! পূজা এভাগ কৰিযেই চোৱাচোন। জানোচা অসম্ভৱ সম্ভৱ হযেহ।

**চান্দ** : হাঃ হাঃ হাঃ --পুৰোহিত! তুমিও! নালাগে পুৰোহিত,নালাগে মোক মোৰ পুত্ৰহতৰ পুনৰ জীৱন। সিহত গল ভালেই হল-- সিহত আছিল মোৰ বন্ধন, সিহত আছিল মোৰ মাযা, সিহত আছিল মোৰ মোহ। মাযা, মোহ, বন্ধন মোৰ খহি পৰিল। মই মুক্ত, মই নিশ্চিন্ত। কাণী! আৰু মোৰ কি কৰিবি? পূজা? হাঃ হাঃ হাঃ---

(বেগেৰে প্ৰস্থান)

(অলপ পাছত লেঙ্গাই আৰু পুৰোহিতৰ লগত সনেকাই চকুত কাপোৰ দি শোক আৰু বেজাৰত বলিযা হৈ প্ৰস্থান। ৰঙ্গমঞ্চৰ পোহৰ ম্লান হৈ পৰে।)

**পট পৰিবৰ্ত্তন**

(নীল বৰণীযা কাপোৰ এখনত মাথোন মেঘৰ চিত্ৰ। পোহৰো খাপ খোৱা হব লাগিব। পদ্মাৱতী আৰু নেতাৰ কথা কৈ কৈ প্ৰৱেশ।)

**নেতা** : বৰ ডাঙৰ, বৰ টান কাৰ্য্য এটা সমাধা কৰিলা, বাইদেউ—

**পদ্মা** : তই পাত লোৱাটোৰ কি কৰিলি? সদাগৰনীযে পূজা পতাৰ--

**নেতা** : পূজা পাতিছেই।

**পদ্মা** : (অতি আগ্ৰহেৰে) পূজা পাতিছেই! ক'ত পাতিছে--কোনে পূজা কৰিব?

**নেতা** : সদাগৰৰ চেনেহৰ শিৱ মন্দিৰতে— সদাগৰৰ অতি নিষ্ঠাৱান পূজাৰী সোমাই পুৰোহিতৰ হতুৱাই পূজা দিয়াব। সদাগৰক দেখুৱাই দিম তেওঁৰ ঘৰতে এইবাৰ "মনসা দেৱীৰ পূজা"--

**পদ্মা** : আহ, নেতা, আহ। লুকাই চুৰকৈ হলেও মই সেই পূজা নিজৰ চকুৰে চাই গ্ৰহণ কৰি আহোঁগৈ আহ--

## পঞ্চম দৃশ্য

(চান্দ সদাগৰৰ শিৱ-মন্দিৰ। মন্দিৰৰ দুৱাৰ মেলা। শিৱ-বিগ্ৰহৰ

তলত পদ্মাৱতীৰ ঘট স্থাপন কৰা হৈছে। সোমাই পুৰোহিত পূজাত বহিছে। মন্দিৰৰ দুৱাৰ দলিত মূৰ থৈ সনেকা মাটিত পৰি আছে। অলপ আঁতৰত এফালে কেইজনীমান দেবদাসী বহি আছে। মাজে মাজে শঙ্খ-ঘন্টা বাজি উঠিছে। লাহে লাহে চন্দ্ৰধৰৰ প্ৰবেশ আৰু চাৰিওফালে সন্দেহৰ চকুৰে চায়। বিপৰীত ফালেদি ভয়ে ভয়ে লেঙ্গাইৰ প্ৰৱেশ।)

চান্দ : সনেকা।

সনেকা : (আঁঠুকাঢি) প্ৰভু। দেৱতা। নাথ, মই পূজা পাতিছোঁ। মোৰ ভৱিষ্যত সন্তানৰ কল্যাণ কামনাত, মোৰ মৃত পুত্ৰ-কেটিৰ আত্মাৰ মঙ্গল আশাত আজি মহামায়াৰ আৰাধনা কৰিছো। আহক, নাথ আহক, আপুনিও এপাহি ফুল দিয়কহি। দেৱতা মোৰ! আৰু এজন আহিব আমাৰ এন্ধাৰ ঘৰ পোহৰাবলৈ, নিৰাশাৰ অৱলম্বন আৰু এজন আহিব। তাৰে কল্যাণৰ হৈ ফুল এপাহি নিদিয়েনে নাথ?

চান্দ : মহামায়াৰ পূজা! কোন মহামায়াৰ পূজা? লেঙ্গাই, কিহৰ পূজা অ'? পুৰোহিত! এই অসময়তনো আজি কাৰ পূজাত বহিছাহে? (অলপ বৈ) কিহে দেখোন-সকলো নিমাত। বুজিলোঁ, ষড়যন্ত্ৰ, মোৰ ঘৰতে আজি মোৰ বিৰুদ্ধে ষডযন্ত্ৰ—সকলো মোৰ শত্ৰু।

পুৰোহিত : (আগবাঢি আহি) কিয় সদাগৰ, কিয় এনে কথা কোৱা? কিহৰ ষডযন্ত্ৰ- কোন তোমাৰ শত্ৰু—

চান্দ : (বিদ্ৰূপেৰে) সোমাই পুৰোহিত, হিতাকাঙ্খী বন্ধু মোৰ, তেনেহলে নোকোৱা কিয়— কিহৰ পূজা—

সনেকা : (ভৰিত পৰি) প্ৰভু — মই —মহামায়া আই বিষ-হৰি. ..

চান্দ : অ'! বেছ, সনেকা মই ওলালো — এই ঘৰ পৰিত্যাগ কৰি ওলালো। থাকা সনেকা, তুমি তোমাৰ মনসাৰ পূজা লৈ সুখেৰে থাকা; মই মোৰ বিগ্ৰহ লৈ ওলালো- (মন্দিৰৰ ভিতৰ সোমায় আৰু ঘট দেখি খঙত বলিয়া হৈ পৰে। বাওঁহাতে ঘটটো ধৰি বাহিৰলৈ ওলায়।)

সনেকা : (হাতত ধৰি) নাভাঙিব, নাভাঙিব, অমঙ্গল হব।

চান্দ : (আঁতৰি আহি) নাই নাই —পূজা কৰিম, পূজা— লেঙ্গাই!

লেঙ্গাই : (কঁপি কঁপি) দেউতা!

চান্দ : যা এইবাৰ নগৰে নগৰে, গাৱেঁ গাৱেঁ, চিঞৰি চিঞৰি প্ৰচাৰ কৰি আহ—আজি চন্দ্ৰধৰে মনসাৰ পূজা কৰিব। এইদৰে —এনেকৈ (হেমতালেৰে কোবাই ঘট ভাঙে) মহা সমাৰোহে ষোড়শোপচাৰে পূজা কৰিব। যা—

সনেকা : উস্ (মূৰ্চ্ছা হৈ পৰে)

পুৰোহিত : সৰ্ব্বনাশ! কি কৰিলা সদাগৰ?

চান্দ : হাঃ হাঃ হাঃ —পুত্ৰ হব। বংশধৰ হব, ছটাকৈ পুত্ৰৰ শোক পাহৰাব— তাকে জীয়াই ৰখাবলৈ হলে কাণীৰ পূজা। কেনে পূজা হল। যা লেঙ্গাই যা। তই নগৰে নগৰে, গাৱেঁ গাৱেঁ এই এনেকৈ (ভঙা ঘট দেখুৱাই) কাণীৰ পূজা প্ৰচাৰ কৰি আহ। মই দেশে দেশে প্ৰচাৰ কৰিবলৈ যাত্ৰা কৰোঁ। সজা, সজা মোৰ চৈধ্য ডিঙা মধুকৰ, বজা শঙ্খ, বজা ঢোল, আজি মই দেশে দেশে এই এনেকৈ কাণীৰ পূজা প্ৰচাৰ কৰিবলৈ যাত্ৰা কৰিম।

(প্ৰস্থান)

## দ্বিতীয় অঙ্ক
### প্ৰথম দৃশ্য

(এখন শুৱনী গছ-লতা-ফুলেৰে উপচি পৰা কুঞ্জবন। দূৰৈত গছ-লতাৰ মাজেদি নৈ এখনি বৈ যোৱা দেখিবলৈ পোৱা গৈছে। অস্ত যাবলৈ ধৰা বেলিৰ ৰঙচুৱা পোহৰ পৰিছে। বেউলা দেবীয়ে গছৰ তলে তলে ফুলৰ জোপোহাৰ মাজে মাজে ফুৰি ফুৰি চাই ফুৰিছে। মাজে মাজে আপোনাৰ মনেৰে গুণ্ গুণকৈ গীত গায়-তাব পাচত এবাব লযলাস দি নাচেও, গীতো ডাঙৰকৈ গায)

#### গীত

বেহাগ খাম্বাজ -কাহাৰৱা
মধু ঋতু মধু বাৰে শোভিছে ফুলনি
ফল ফুলে জকমক কৰি।
মউ পিয়া মউ আশে বিয়াকুল গন্ধে বাসে
বেৰি বেৰি গাইছে গুঞ্জৰি।।
নিকুঞ্জ সুতানে সপোন মগন
ফুলৰ অমিয়া বিলাই।
অস্তমিত ৰবিৰ উজ্জ্বল আভৰণে
শোভিছে কি মুনিমন মোহি।।

বেউলা : এঃ নহল। ভুল হ'ল। ছিঃ, লয়লাসবোৰ বৰ বেয়া হল। আৰু এবাৰ চাব লাগিল।

(আকৌ গায়, আকৌ নাচে)
নিজৰা নিজৰি সুগীত লহৰি
উপচি পৰিছে বুকু।
শীতল মলয় হিয়া জুৰ কৰা
আনে কি মাধুৰী মাতি।।

(এনেতে পাচ ফালত গছৰ আঁৰৰ পৰা কেইজনীমান সখীয়েকে ভুমুকিয়াই চায়- সিহতৰ মাজতে কিবা

কয়। লাহে লাহে আগবাঢ়ি আহে, বেউলা দেৱী আপোন গীত-নাচত আপোনপাহৰা। হঠাৎ সখীসকল ওলাল আৰু এজনীয়ে মাত লগায়)

১ম সখী : বিতোপন! সখি বিতোপন! বৰ মনমোহা!

বেউলা : (উচপ্ খাই) যোৱা, তোমালোক বৰ বেয়া সখি! মই এনে ভয় খালো। এনেকৈ মনে মনেনো কেলৈ আহাহক সখি? অ' হেৰা সিদিনা যে শিকিছিলো সেই নাচোন আৰু গীতটো তোমালোকৰ মনত আছেনে? মই দেখোন -পাহৰি গলো। নাচোনো পাহৰিলো, গীতৰ সুৰটিও পাহৰিলো।

১ম সখী : আজি কালি দেখোন বৰকৈ পাহৰা হলা সখি! কিনো হল? অ' বুইছো, গাত হবলা পচোৱা বতাহ লাগিছে। হয়নে?
(আটাইবোৰে হাঁহে)

বেউলা : কি বতাহৰ কথা ক'লা সখি? ক'তা মই দেখোন গাত লগা গম পোৱা নাই।

১ম সখী : ই, এইচাতি বতাহৰ বা গাত লাগিলে বৰকৈ গম নেপায়। মনটোহে উৰুৱাই নি বলিয়া কৰে।

বেউলা : জানো সখি, তুমি কি বতাহৰ কথা কৈছা, মই কব নোৱাৰো। বাৰু সখি! সঁচাকৈয়ে কোৱাচোন তোমালোকৰ সেই গীতটো আৰু নাচোন মনত আছেনে? মই তোমালোক অহাৰ আগতে নাচি গাই চাইছিলোঁ, নহল দেখোন।

১ম সখী: নাই হোৱা সখী, নাই হোৱা। আমি সৌ ফুলগছৰ আঁৰৰ পৰা চাই আছো। সঁচাকৈয়ে তোমাৰ গীত-নাচোন বৰ মনমোহা, বৰ বিতোপন। আমি তোমাক লুকাই আমনি কৰিম বুলি কিমান আলচি আহিলো, পিচে, তোমাৰ গীত শুনি, তোমাৰ নাচোনৰ মনমোহা লযলাস দেখি সকলো পাহৰি গলো। ইয়াকো তুমি ভুল বুলিলে, আমাৰ শিকোৱাতকৈ তেনেহলে তোমাৰ ভুল খিনিয়েই ভাল লাগিল।

বেউলা : সখি! তুমি আৰু মোক সঁচাই মিছাই শলাগিহে থাকা। মই জানো নহয়, তোমালোকক সোধাই মিছা। তোমালোকেনো বাৰু মোৰ ভুল, বেয়া হোৱা নেদেখা কিয় সখি? মোক ভালপোৱা বাবে হয়নে? ভাল পালে দেখোন ভুল হ'লে, বেয়া হ'লে শুধৰাইহে দিব লাগিছিল।

(মেনকাৰ প্ৰবেশ)

মেনকা : বেউলা!

বেউলা : কি আই!

মেনকা : অ' আইহত, তহতো আছ। একো নহয় আই; মই চাবলৈহে আহিলো। তহত কেতিয়া আহিলি? ক'তা মোক দেখোন মাত এষাৰকে নিদিলিহক।

১ম সখি : আই, এতিয়া অলপতে আহিছো। সখীক ইয়াতে লগ পাই ভিতৰলৈ আৰু যাবলৈ নহল। কিবা কথা পাতি আছোহক।

বেউলা : আই, আজি হ'লে কব লাগিব। আমি আটাই কিজনী লগ লাগিছো। আমাক সেই সাবিত্ৰীৰ উপাখ্যান আৰু সীতা, দ্ৰৌপদী, অহল্যাৰ কথা আজি কৈ শুনাব লাগিব। সিদিনা কৈছিলা নহয়-আটাইকেইজনী লগ লাগিলে কবা বুলি।

মেনকা : তোক দেখোন সিদিনাও কৈছিলো।

বেউলা : নহয আই, মোৰ বৰ ভাল লাগে। আকৌ কব লাগিব আই।

১ম সখী : হয আই, কক। আমি ভালকৈ শুনাই নাই নহয, কক।

মেনকা : আজি দেখোন মোৰ আজৰিকে নাই আইহত। খতৰি পালো কাইলৈ পুৱাই বেউলাৰ পিতাক বেপাৰৰ পৰা উভতি আহি পাবহি।

বেউলা : পিতা কাইলৈ পাবহি? তেনেহলে মই পিতালৈ বুলি লগোৱা চেলেংখন নোলালেই নহয আই।

মেনকা : নোলাল যেতিয়া আৰু কি কৰিবি? আহি পালেও বৈ উলিয়াই দিবি। আইহত, মই যাও। তহতে ৰং ধেমালি কৰহক। মই আজৰি পালে তহত আটাইকেউজনীকে উপখ্যানবোৰ কম বাৰু।

(মেনকাৰ প্ৰস্থান)

বেউলা : সখিহত! চোৱাচোন সৌ ফালে চোৱা। মাৰ যাবলৈ ধৰা সৌ বেলিটি কেনে ধুনীয়া হৈছে দেখিবলৈ। ৰঙা বেলিটিৰ ৰঙা পোহৰ পৰি নৈ খনিযে কেনে ধুনীয়া বৰণ ধৰিছে। চোৱাচোন চোৱা। সৌ দূৰৈৰ পৰ্ব্বতবিলাকে কেনে সুন্দৰ হৈ পৰিছে।

১ম সখী : আৰু লগে লগে চোৱাঁচোন চোৱাঁ আমাৰ ৰূপহী সখীৰ ধুনীয়া মুখ খনিও ৰঙা বেলিৰ ৰঙা বৰণ পৰি কেনে হৈছে।

বেউলা : যোৱা সখি!

(এই বুলি কৈ বেউলাৰ প্ৰস্থান। পাছে পাছে সখীসকলেও অনুসৰণ কৰে।)

## দ্বিতীয় দৃশ্য

### নৈৰ দাঁতিৰ এখনি উপবন। ৰাতিপুৱা

(মনসাদেৱী আৰু নেতাৰ প্ৰবেশ।)

মনসা : দেখিছনে নেতা, দেখিছনে? কেনেকৈ চন্দ্ৰধৰে দেশে দেশে মোৰ অপযশ ৰটনা কৰি মোৰ পূজা

লঘু কৰি ফুৰিছে। বিধে বিধে শাস্তি দিছো, কতনো অপমান কৰিছো—একোতে চন্দ্ৰধৰক বিৰত কৰিব পৰা নাই। নেতা—

নেতা : সৌৱা, সৌৱা— আকৌ সদাগৰৰ চৈধ্য ডিঙা মধুকৰ বিজুলী সঞ্চাৰে এই পাৰৰ ফালে আহিছে। এতিয়াই আহি পাৰত লাগিবহি--

মনসা : তেনেহলে উপায়! এই দেশৰ ৰজা বীৰনাথ মোৰ পূজক। সদগৰে আহি ইয়াতো মোৰ কুযশ গাবাহ— মোৰ পূজা ভাঙিবহি। কি কৰো নেতা? নোৱাৰনে, যেনে তেনে চন্দ্ৰধৰৰ গতি ৰোধ কৰিব, নোৱাৰনে-

নেতা : কেনেকৈ, বাইদেউ কি সাহেৰে সদাগৰৰ গতিৰোধ কৰা। নেদেখিছা সৌৱা নাওত হাতত হেমতাল লৈ, শিৱৰ বৰপুত্ৰ চন্দ্ৰধৰ আৰু সমুখত তাৰ দেৱাদিদেৱ--আমাৰ পিতাৰ বিগ্ৰহ। কোনটো সাহেৰে ভেটা দিবলৈ আগবাঢ়া—

মনসা : তেনেহলে ক নেতা ক, কি কৰোঁ ক--

নেতা : কিনো কৰা হয় মই ভাবিয়েই পোৱা নাই--

মনসা : নেতা-(ভাবে)

নেতা : বাইদেউ!

মনসা : অসম্ভৱ! মোৰ এইৰূপ প্ৰতিষ্ঠা, মোৰ এইৰূপ সম্মান মই হেৰুৱাব নোৱাৰো-মোৰ অপমান মই আৰু সহ্য নকৰো-সদাগৰৰ এই কুযশ কীৰ্ত্তন আৰু প্ৰশ্ৰয় দিব নোৱাৰো। বান্ধ্ নেতা বান্ধ্, আকৌ শিলেৰে বুকু বান্ধ্ অন্তৰৰ পৰা স্নেহ, মাযা, মমতাক আঁতৰাই পিশাচীৰ মূৰ্ত্তি ধৰ। মাযা যুদ্ধত চন্দ্ৰধৰৰ চৈধ্য ডিঙা আজি সমুদ্ৰৰ অগাধ পানীৰ তললৈ পঠাই সকলো ধ্বংশ কৰি পেলাও—আহ—

(বেগেৰে প্ৰস্থান)

(সাগৰত ধুমুহা। বিশাল ঢৌ উঠি সাগৰ তল ওপৰ কৰি পেলাইছে। মেঘে ঢকা বেলিৰ পোহৰ। মাজে মাজে বিজুলী ঢেৰেকণি মাৰি আছে।- নেপথ্যত নাৱৰীযাৰ আৰ্ত্তনাদ আৰু দুটা এটা নাৱৰীয়া উটি যোৱাও দেখা গল।)

নেপথ্যত : হায় হায, মৰিলো। ৰক্ষা কৰা, ৰ-ক্ষা

(মনসা আৰু নেতাৰ প্ৰবেশ)

মনসা : নেতা! চন্দ্ৰধৰৰ চৈধ্য ডিঙা, মধুকৰ ধ্বংশ কৰিলোঁ। সৌৱা চা- দাম্ভিক সদাগৰৰ দুৰ্ৰৱস্থা চা। (পানীত চান্দ সদাগৰ আহে। এবাৰ তললৈ যায, এবাৰ ওপঙি উঠে-পানী খাই কক্বকাই। কেন্দ্ৰভূত পোহৰ পৰে)

চান্দ : অস্ আৰু নোৱাৰো-আৰু বল নাই।

(তললৈ যায় আকৌ উঠি সাতোঁৰে)

মনসা : হাঃ হাঃ হাঃ -কেনে আনন্দ! কেনে সুখ!

চান্দ : শিৱ শম্ভু! দেৱাদিদেৱ-মহেশ্বৰ! অন্তৰ্য্যামী প্ৰভু! চন্দ্ৰধৰৰ মৃত্যুৰ ব্যৱস্থানো এনেকৈয়ে কৰি থৈছিলানে? জয় শিৱ-শ-

(তললৈ যায়)

নেতা : ভয় নাই, ভয নাই, সদাগৰ! পাতালৰ অধিষ্ঠাত্ৰী দেৱীক মাতা। তেওঁৰ শৰণ লোৱা, এতিয়াই তুমি উদ্ধাৰ পাবা। এতিয়াই তোমাৰ প্ৰাণ ৰক্ষা পৰিব।

চান্দ : কোন! কাৰ মাত? পাতালৰ অধিষ্ঠাত্ৰী! নাই নাই-চন্দ্ৰধৰে সেই দেৱীক চিনি নেপায়।

মনসা : নেতা! নেতা! সৰ্ব্বনাশ।

নেতা : কি হ'ল বাইদেউ! চিৰ শত্ৰু তোমাৰ, চিৰকাললৈ সাগৰৰ অগাধ পানীৰ তললৈ গ'ল। তেনেহলে আকৌ এই আৰ্ত্তনাদ কিহৰ বাইদেউ?

মনসা : চন্দ্ৰধৰ অগাধ সমুদ্ৰৰ তললৈ যোৱাৰ লগে লগে মোৰো যে-

নেতা : তোমাৰ কি বাইদেউ?

মনসা : মোৰ পূজা! জগতত মোৰ পূজা প্ৰচাৰৰ আশাও যে তললৈ যায় নেতা। উস্। পাহৰ কিয, এই চন্দ্ৰধৰে নিজ হাতে মোৰ পূজা নকৰিলে যে মৰ্ত্ত্যত মোৰ পূজা প্ৰচলিত নহয়।

নেতা : সৰ্ব্বনাশ! তোলা তেনেহলে, তোলা। তোমাৰ মায়া বলত চন্দ্ৰধৰক আকৌ জীয়াই তোলা। কি মহাপাপ কৰিছিলা বাইদেউ যে পৰম শত্ৰুকো নাশ কৰিব নোৱাৰা হলা?

মনসা : তোমাৰে জয় চন্দ্ৰধৰ। আজিও তোমাৰেই জয়। মুগ্ধ মই! বিস্মিত মই! তোমাৰ নিষ্ঠাত, তোমাৰ অচলা ভক্তিত মুগ্ধ, বিস্মিত। নেতা! নেতা! মোক লাগে-এই অপূৰ্ব্ব নিষ্ঠাৰ, এই অচলা ভক্তিৰ কণা এটি পাবলৈ মই বলিয়া হৈছো। উন্মাদ হৈছো। কিন্তু কেনেকৈ? কি উপায়েৰে পাম?

(নেতা আৰু মনসাৰ প্ৰস্থান)

(অলপ পাছত সদাগৰক আকৌ ওপঙি উঠা দেখা গল। সদাগৰে প্ৰাণপনে যত্ন কৰি সাঁতুৰি পাৰৰ ফালে আহিবলৈ ধৰিলে। মুখত মাথোন "জয় জয় শিৱ শম্ভু। ভো-লা-না-থ" এই মাত। ক্ৰমাৎ ৰঙ্গমঞ্চ একেবাৰে আন্ধাৰ হৈ উঠে, তাৰ পাচত লাহে লাহে আকৌ পোহৰ হয়। পোহৰ হোৱাত দেখা গ'ল, সাগৰৰ পাৰত বালিত সদাগৰ পৰি আছে। এখন হাতত হেমতাল, আন হাতেৰে বুকুত সাৱটি বিগ্ৰহ; অলপ পৰৰ পাচত চেতনা পাই আগ হাতত ভৰ দি লাহ লাহে বহে আৰু চাৰিও ফালে চায়। দুয়োহাত জোৰকৈ

ইষ্ট দেৱতাক সেৱা কৰে।)

চান্দ : উস্! প্ৰাণ যায। পানী-এটোপা পানী!

(মলিনী বেশে নেতাৰ প্ৰবেশ)

নেতা : (ওচৰ চাপি) হেৰা! কোন তুমি? এনেকৈ ইয়াত তিতিঁ বুৰি জুৰুলি জুপুৰি হৈ আছা কেলৈ?

চান্দ : আই, মই পানীত পৰিছিলো। টৌৱে আনি ইয়াত পেলালেহি। মোৰ বৰ পিয়াহ লাগিছে-মাত মাতিবৰ শক্তি নাই। তুমি কোন মাতৃ? মোক পানী এটুপি দিয়া।

নেতা : মই ৰজাৰ মালিনী। আইৰ পূজাৰ ফুল যোগাই দি এইফালে ঘৰলৈ যাবলৈ আহিছো। হোৱা, এইয়া আইৰ প্ৰসাদ গাখীৰ আছে খোৱা।

চান্দ : দিয়া, দিয়া, দেৱী! দিয়া (গাখীৰ পাত্ৰ লৈ খাব খোজে) আইৰ প্ৰসাদ বুলি কলা, কোন আইৰ প্ৰসাদ মাতৃ?

নেতা : কিয? আই বিষহৰীৰ।

চান্দ : অ'!

(গাখীৰ থৈ উঠি যাব খোজে)

নেতা : কিহে, গাখীৰ নেখালা দেখোন? ঢলং পলংকৈ গৈছাহে দেখোন। বলিয়া হৱলা!

চান্দ : (উঠি) হয, হয, মই বলিয়া, মই উন্মাদ। পিচে মোৰ এইখিনি জ্ঞান আছে। মোক বিহ দিছিলা, সাপৰ বিহ। মই খাব নোৱাৰিলো।

(লাহে লাহে ঢলং পলংকৈ যায গৈ)

নেতা : (আচৰিত হৈ চাই থাকি) ধন্য চন্দ্ৰধৰ, ধন্য!

## তৃতীয় দৃশ্য

### গাৱঁলীয়া বাট। গছ-গছনিৰে আবৰা

(ভদাইৰ প্ৰবেশ)

ভদাই : (গছৰ তলত বহি) হৰি গুৰু বন্ধৱ!

(গেন্ধেলাৰ প্ৰবেশ)

গেন্ধেলা : ই, এইজনা দেখোন আমাৰ ভদাই কাই। হাটলৈ অহা হৈছিল হবলা। ইস্, যিহে ৰদ-ছাত ওলাইছে দেও। (গাৰ ঘাম মচি বহে, আৰু তামোলৰ হাচতি উলিয়াই তামোল কাটে, খায় আৰু দিয়ে) পিছে আজি কালি 'কাইটিক দেখোন দেও-মনিছে নেদেখা হল একা। ন ঘৈণী, ন সংসাৰ পাতি, গোটেই ভোল গ'লা নিহে 'কাই।

ভদাই : এৰা 'পাই কিনো কবি। কাৰ দুখ কোনে পতিযায। আমাৰ আৰু ওলোৱা সোমোৱাৰ আজৰিকে নাইকিয়া হ'ল। উস্! খন্তেকো জিৰাবলৈ, বহিবলৈ সময় নোপোৱা হলো। বোপাই, তহতিযেই ইযাৰ কাল হলি। বুঢাবয়সত ভাল দোলদাল টেঁটুত লগাই দিলিহক। তাইৰ 'পৰতাপত' আমি দিনে ৰাতিযে গুৰু ভগৱন্তক সুৱৰিব লাগিছো আজি বোলে লাগিল অমুক, কালি বোলে লাগিল ত'মুক, সাজে পতি মাছ গাখীৰ নহলে ভাত নসৰকে। এতিয়া ক'ত মৰ মৰ। আকৌ কিবা বোলেনে কাকৈ দাপোণ লাগে। হেৰ-মোৰ সাত পুৰুষ মৰি গ'ল সেইবোৰ নেদেখাকৈ। এতিয়া তাইক লাগে দাপোণ! মৰণ, বোপাই, এওঁৰ যহত মোৰ তেনেই মৰণ হ'ল।

গেন্ধেলা : ই 'কাই, তুমি ইমানতে পেপুৱা হলা-বিচুৰ্ত্তি হৈছা তোমাৰ তেওঁ যহন তহন ন ঘৈণী। অলপ ধুন-পেচ নেমাৰিলে জানো গা ৰয? পেছে আমাৰ বুঢীৰ কোব চায় কোনে? একোব চাৰহে। ফুল বছা ৰিহা, ফুলবছা মেখেলা, ৰাজ্যত য'ত যিমান ফুলাম কাপোৰ আছে তাকেহে লাগে। নহলে বুঢীযে আমাৰ উলটিকে নেচায নহয। কি কবা, 'কাই, সকলোৰে সমান, সকলোৰে সমান।

(আকৌ তামোল পান কাটি খায)

(চান্দ সদাগৰৰ আউল-বাউল হৈ ঢলং পলং কৈ প্ৰবেশ)

চান্দ : ভোলানাথ! দেৱতা মোৰ! ভক্তৰ পৰীক্ষাৰ নো শেষ নহল নে? হোৱা নাই যদি, দিয়া আৰু দিয়া - সকলোৱেই তোমাৰ দান, তোমাৰ স্নেহ, কৰুণা, আশীৰ্ব্বাদ।

গেন্ধেলা : হেৰৌ 'কাইটি, চাচোন চা সৌদাল কোন। বলিয়া হবলা। কিবোৰ দেখোন বলকিব লাগিছে।

চান্দ : (সিহতক দেখি) হেৰা কব পাৰানে, কোন ফালেদি গলে মই চম্পকনগৰ পামগৈ। জানানে ইযাৰ পৰা কিমান দূৰৈত সেই নগৰ? (ভদাই গেন্ধেলা উঠে)

ভদাই : কি কলি? কিহৰ কি? (আগবাঢে)

গেন্ধেলা : হেৰা 'কাই সিমানকৈ ওচৰ নাচাপিবাচোন। বলিযাই নে চলিয়াই অঠোন। নেদেখিছা কিবা বুঢা ভালুকটোৰ দৰে।

চান্দ : জানা যদি কোৱা। চম্পকনগৰ কোনফালে মোক কোৱা।

গেন্ধেলা : বলা 'কাই, বলা।

(দুয়োৰে প্ৰস্থান)

চান্দ : হেৰা, মোক কৈ যোৱা। গুচি গ'ল। মোক দেখি মানুহবোৰ দেখোন আঁতৰি যোৱা হ'ল। ব'ল, চন্দ্ৰধৰ ব'ল, যি ফালেই তোৰ চকুৱে লৈ যায় বল। ভোলানাথ! সকলো তোমাৰ ইচ্ছা।

(প্ৰস্থান)

(আনফালেদি মনসা আৰু নেতাৰ প্ৰৱেশ)

মনসা : নেতা, তই মুহূৰ্ত্ততে দৈব্যজ্ঞৰ ৰূপ ধৰি চম্পক নগৰত সনেকাক কৈ আহগৈ — সিহঁতৰ ঘৰত কাইলৈ ৰাতি চোৰে সৰ্ব্বনাশ কৰিব। ধন, ৰত্ন, মণি, মাণিক য'ত যি আছে সকলো নিবলৈ চোৰ সোমাব। সকলো যেন সাৰে থাকে, সশস্ত্ৰ থাকে।

নেতা : কিয় এনে কৰিব লাগে বাইদেউ?

মনসা : কাইলৈ ৰাতি সদাগৰ ঘৰ পাবগৈ। সোমোৱা মাত্ৰকে যেন সকলোৱে তাক মাৰি কিলাই অপমান কৰে। নেতা, চন্দ্ৰধৰক মই এখন্তকো শান্তিৰে থাকিবলৈ নিদিও। পদে পদে লাজ অপমানত জীৱন তাৰ অস্থিৰ কৰি দিম। নিজ পত্নী, পুত্ৰ, ভৃত্যৰ হতুৱাই প্ৰহাৰ কৰাম। শিকাই দিম মোৰ বাহিৰে তাৰ আৰু অন্য গতি নাই। যা নেতা, তই যা-

নেতা : যাও বাইদেউ—

(প্ৰস্থান। মনসাৰ আনফালে প্ৰস্থান)

## তৃতীয় অঙ্ক
### প্ৰথম দৃশ্য
### কাল-ৰাত্ৰি

(চান্দ সদাগৰৰ ঘৰৰ এফাল-দূৰৈৰ নৈৰ দৃশ্য। ম্লান পোহৰ।)

(লেঙ্গাই আৰু সনেকা)

লেঙ্গাই : যিহকে কওক আই, মোৰ হ'লে গণক বাপুৰ কথা বৰকৈ পতিযাবৰ মন যোৱা নাই। এই ঘৰত চোৰ সোমাব। যাৰ নাম শুনিযেই ভযতে পেটত হাত-ভৰি লুকায, সেই সদাগৰ দেউতাৰ ঘৰত চুৰ কৰিবলৈ সাহ কৰিব। নাই আই, ই চকুৰে দেখিলেও মই পতিয়াব নোৱাৰিম।

সনেকা : নহয, লেঙ্গাই। এতিয়া আমাৰ আৰু সেই দিন নাই। এতিযা সকলো সম্ভৱ। আজি কুৰি বছৰ প্ৰভু নিৰুদ্দেশ। এই সুবিধাত মানুহে কৰো বুলিলে নানান অন্যায উপদ্ৰৱ কৰিব পাৰে লেঙ্গাই। তই সকলোকে ঘৰৰ চাৰিওফালে আৰু প্ৰতি দুৱাৰতে ভালকৈ পৰ দিবলৈ কলিনে?

লেঙ্গাই : কৈছো। সকলোৱে উজাগৰে থাকি সাবধানে পৰ দিব। আৰু কি কৰিব লাগে কওক আই।

সনেকা : যা লেঙ্গাই, তই বুঢ়া মানুহ—অলপ শোগৈ যা। লাগিলে মাতি আনিম।

লেঙ্গাই : আৰু আমাৰ আয়ে হবলা চোৰ ধৰিবলৈ গোটেই ৰাতি চোপা দিযে। হয়নে? য'ক আই য'ক্, শোৱক গৈ য'ক। লেঙ্গাই বুঢ়া থাকে মানে একো ভয় নাই য'ক। মই পৰীয়াবিলাকক ঘনেপতি কৈ আহিছো সিহঁতে যেন কৰবাত অলপ খাটাং খুটুং কৰিলেই লৰি গৈ চায। য'ক্ আই য'ক্, কিয মিছাতে টোপনি খতি কৰি নৰিযা পৰে? এনেযে আটিছে তাতে আকৌ আপুনিও পৰক—

সনেকা : নহয় লেঙ্গাই, নহয। অকল চোৰৰ ভয়ত মই ৰাতি নোশোৱা নহয। আজি ৰাতিতে গণকে কোৱা মতে, মই লখাইৰ হৈ পূজা এভাগিও কৰাব লাগে।

লেঙ্গাই : কৰাওক আই কৰাওক। আমাৰ লখাইৰ যিহতে ভাল হয় তাকে কৰাওক। পিছে আই, ৰাতি দুপৰত পূজানো দিব খুইছে কাৰ?

সনেকা : আই বিষহৰীৰ।

লেঙ্গাই : (অলপ উচপ খাই) আই বিষ-(স্বগতঃ) অস্ আকৌ সেই পূজা। সদাগৰৰ শিৰদলত আকৌ সেই পূজা। (ফুটাই) আই! আই! জানোচা এই গণক কোনোবা মাযাবীৰ চৰ। মই একোকে বুজিব পৰা নাই। মূৰত মোৰ একো নাই। আজি ইমান বছৰ দেউতাক নেদেখি, মোৰ বল, বুধি, সাহ সকলো কেনিবা গল। তই যিহকে ভাল দেখ তাকে কৰ, আই। এই বুঢ়াই লখাইৰ হৈ যিহকে যিহকে কৰিবলৈ ক'ব তাকে কৰিম।

সনেকা : আই ভগৱতী। দায় নধৰিবা। তুমিও সন্তানৰ জননী। জননীৰ হিয়াৰ দুখ জানো তুমি বুজা নাই মাতৃ। মোক ক্ষমা কৰিবা মোক কৃপা কৰা তোমাৰে অনন্ত শক্তিৰ অন্তৰ্ভূত আই বিষহৰীৰ পূজাত অসন্তুষ্ট নহবা, বিমুখ নহবা।(সেৱা জনাই)

লখাই : আই আই।

(সনেকাই লখাইক সাবটি ধৰে)

সনেকা : কি হ'ল লখাই! কি হ'ল সোণ? তোৰ চকুত নো টোপনি নাইনে?

লখাই : নাই, আই নাই। সপোন— সপোন। মোৰ বুকুখন কঁপিছে।

সনেকা : কিনো সপোন দেখিলি আকৌ?

লখাই : কি দেখিলো? মই আজন্ম নেদেখা মোৰ নিৰুদ্দেশ হৈ যোৱা পিতাক দেখিলো। আই-আই! পিতাৰ মোৰ কেনে সৌম্য মূৰ্ত্তি। পিতা মোৰ এনে সুন্দৰ. এনে গহীন। পিতাৰ মূৰ্ত্তিটিয়ে কি কৰিলে জানানে আই? লাহে লাহে আহি মোৰ মূৰত হাতখনি থলেহি। মোৰ তপত মূৰ চেঁচা পৰি গল। গহীন কোমল মাতেৰে মাতিলে, "লখাই"। মই ভিভোল হৈ পৰিছিলো.... মাতিব নোৱাৰিলো.. গুচি গ'ল. আই, আই.. এইপিনে..

এই পিনেদিযেই শুছি গ'ল ক'ব নোৱাৰানে আই কেনি গ'ল?

**সনেকা** : বাছা মোৰ' বোধকৰো অতি সোনকালে তোৰ পিতাৰ ঘূৰি আহিব। সপোনত আহি সেইযা জাননী দি গৈছেহি।

**লখাই** : আই' নিতৌ মাথোন শুনি আছো 'আহিব'। সৰু কালৰে পৰা এই একেটি আমনি লগা কথাকে শুনি আহিছো। পিছে আজিলৈকে পিতা হলে নাহিল। নাই, আই। আৰু মই এই ল'ৰা নিচুকোৱা নিষ্ফল 'আহিব', 'আহিব' কথাত ভোল নাযাও। মই এইবাৰ বিচাৰি যাম, পৃথিৱীৰ ইমূৰৰপৰা সিমূৰলৈ বিচাৰিম। মোৰ নেদেখা পিতাক উলিযাইহে এৰিম। আই মই যাম যাম মোক বিদায দিযা।

**সনেকা** : বাৰু যাবি বাছা যাবি। মই আৰু হাক নিদিও। পিছে চিনি জানো পাবি? এই বিশাল জগতৰ অপাৰ অনন্ত দেশৰ অলেখ মানুহৰ মাজৰ পৰা তোৰ পিতাৰক বাছি উলিযাব পাৰিবি জানো? তই পিতাৰক দেখা নাই পিতাৰে তোক দেখা নাই-চিনি জানো পাবি?

**লখাই** : পাম আই পাম। কল্পনাৰে মই মোৰ পিতাৰ ছবি হিযাত আকি লৈছো সপোনত নিতৌ সেই মূৰ্ত্তি দেখিযেই আছো মই পাম আই, চিনি পাম।

**সনেকা** : পাব যদি একো কথা নাই। সঁচাকৈযে মই বৰ ৰঙেৰে তোক যাবলৈ দিম। কাইলৈ পুৱাই তোৰ যোৱাৰ দিহা কৰিম। ইমান কাল বাট চালি বাছা, এই ৰাতিৰ দুটা প্ৰহৰ নো ৰব নোৱাৰিবিনে? যা, এতিযা অলপ শুই লগে যা।

(লখাইৰ প্ৰস্থান)

আৰু নো কিমান দিন এনেকৈ মিছা আশাৰে প্ৰবোধ দি ৰাখিম'

: আই' পূজাৰীযে কৈ পঠিযাইছে বোলে পূজাৰ সকলো দিহা হ'ল-যাবৰ হৈছে। বেলি হলে হেনো পূজাৰ লগন উকলি যাব। আইযে অপৰাধ লব।

**সনেকা** : গৈছো' দুৰ্ব্বলী, তই এবাৰ চাই আহচোন পৰীযাবিলাকে কি কৰিছে।

**দুৰ্ব্বলী** : আই, সিহতে দা যাঠি আদি লৈ সাৰে আছে।

**সনেকা** : ব'ল, তেনেহলে মন্দিৰলৈ যাও ব'ল।

(প্ৰস্থান)

(পোহৰ কমি আহে। অলপ পাচত চান্দ সদাগৰে চোৰৰ দৰে মনে মনে সশঙ্কিত ভাবেৰে ইফালে সিফালে চাই, লাহে লাহে ইটাৰ বেৰ পাৰ হৈ ঘৰৰ বাৰাণ্ডাত উঠে। গাৰ কাপোৰ- কানি পচি ফাটি গৈছে। দাটি-চুলিত জট। হঠাৎ দেখিলে সদাগৰ বুলি চিনিবকে নোৱাৰি। এখন হাতত হেমতাল, আন হাতেৰে বুকুত সাৱটি বিগ্ৰহ।)

**চান্দ** : নীৰব নিস্তব্ধ' কাৰো ক'তো মাত-বোল, সাৰ-সুৰ নাই। সদাগৰৰ ঘৰৰ সকলো এতিযা নিদ্ৰাদেৱীৰ সুকোমল কোলাত টোপনিত অচেতন। কিন্তু মই- এইঘৰৰ গৰাকীযে, এই পৰিযালৰ প্ৰভুৱে বিনিদ্ৰ হৈ চোৰৰ দৰে লুকাই মোৰে ঘৰত সোমাইছোহি। (অলপ ৰৈ, চাৰিওফালে চায) হু এই ফালৰ বিশেষ একো পৰিবৰ্ত্তন হোৱা নাই। আহেনে? মানুহ এতিযাও সেই মন্দিৰ চাবলৈ, মোৰ শিৱৰ পূজা দিবলৈ, প্ৰসাদ পাবলৈ আহেনে? (আকৌ অলপ ৰয) সনেকাৰ বা হ'ল কি? বোৱাৰীহতৰ বা অবস্থা কেনে? বহু বছৰৰ অদৰ্শন, কিমান বা পৰিবৰ্ত্তন, কিমান বা কি হৈছে, কোনে জানে? (হুমুনিযাই)

(এনেতে চান্দৰ বোৱাৰীযেক এজনীযে হাতত ফুল আদিৰ থাল এখন লৈ সেই ফালে আহে-হঠাৎ চান্দ সদাগৰৰ অদ্ভুত ৰূপ দেখি ভয খাই চিঞৰ মাৰি দিযে।)

**চান্দ-বো** : আই ঔ মৰিলোঁ ঔ সৌটো কি ঔ (থাল আদি পেলাই লৰ মাৰে।)

(লগে লগে চাৰিওফালৰ পৰা পৰীযাবিলাকে হাতত দা, যাঠী ইত্যাদি লৈ 'চোৰ চোৰ" বুলি চিঞৰি আহি সদাগৰক মাৰিবলৈ দাঙে। সদাগৰ বিমোৰ হৈ পৰে আৰু নিজক ৰক্ষা কৰিবলৈ হাত দাঙে।)

**চান্দ** : ৰ'বা, ৰ'বা অলপ ৰ'বা মই চোৰ নহয মই মই এজন পৰীয়া-- ইস্, চোৰ নহয। একো নুশুনিবি-মাৰ

(এনেতে দুৰ্ব্বলীৰ লৰি প্ৰৱেশ)

**দুৰ্ব্বলী** : (পৰীযাবিলাকক ভেটাদি) নামাৰিবা নামাৰিবা সেইযা আমাৰ দেউতা সদাগৰ' মই মাততে চিনি পাইছো- দেউতাৰ মাত পাহৰা নাই।

(সকলোৱে আচৰিত হৈ চায। পোহৰ উজ্জ্বল হয। সনেকাৰ লৰি প্ৰবেশ আৰু সদাগৰৰ মুখলৈ চায।)

**সনেকা** : আপুনি এনেকৈ (অলপ ৰ লাগি চাই পাচত সেৱা জনায়) এস্, আজি দৈৱজ্ঞৰ চলনাত ভোল গৈ সৰ্ব্বনাশ কৰিবলৈ ওলাইছিলো। (সদাগৰে সনেকাক দাঙে আৰু অলপ পৰ মুখলৈ চাই থাকে) প্ৰভু। দেৱতা মোৰ' আপোনাৰ ইকি অৱস্থা' এনেকৈ অকস্মাৎ ক'ৰ পৰা ওলালহি? কি হ'ল?

**চান্দ** : ভাগ্য, সনেকা ভাগ্য। মোৰ দুৰ্ভাগ্যই আজি মোক এনেকৈ এই অবস্থাত লৈ আহিছে। দিনত নোৱাৰিলো লাজ অপমানৰ ভয়ত দিনত

নোবাৰিলো.. ৰাতি আহিছো। চোৰৰ দৰে . চোৰ হৈ সোঁ বাৰীৰ চুকৰ দুৱাৰেদি সোমালোহি।

সনেকা : মধুকৰ- আমাৰ চৈধ্য ডিঙা মধুকৰ ক'ত?

চান্দ : নাই, এঠাইত থৈ আহিলো--

সনেকা : ক'ত থৈ আহিল?

চান্দ : সাত সমুদ্ৰৰ অগাধ পানীৰ অতল তলত।

সনেকা : কি কলে, কি কলে? হায় .হায়. প্ৰভু আমাৰ কি হ'ল! উস্, কি অপৰাধৰ এনে শাস্তি।

চান্দ : বিধাতাৰ লিপি সনেকা, বিধাতাৰ লিপি-

(এনেতে লেঙ্গায়ে মানুহ ঠেলি হেচুকি সোমায আৰু সদাগৰৰ ভৰিত ধৰি।)

লেঙ্গাই : (মুখলৈ চাই) দেউতা দেউতা বল, বুধি, শক্তি মোৰ। আহিলি তই আহিলি। কলৈনো গৈছিলি? এই বুঢ়াৰ মূৰত সংসাৰখন পেলাই ইমান দিননো আছিলি গৈ ক'ত .?

চান্দ : (লেঙ্গাইক তুলি ধৰে) লেঙ্গাই, ভাই-বন্ধু। তই আছ। মই সকলো হেৰুৱাই আহিছো. .তহত আছ।

লেঙ্গাই : হেৰৌ লখাই মইনা, চাহিচোন, চাহি-কোন আহিল।

(লখিন্দৰৰ লৰি প্ৰৱেশ)

লখাই : (সনেকাক ধৰি) আই..আই। সেইয়া, সেইয়া, মোৰ কল্পনাৰ প্ৰাণহীন ছবিৰ . মোৰ সপোনত দেখা দেৱতাৰ সজীৱ প্ৰতিমূৰ্ত্তি ।

সনেকা : (লখাইক সদাগৰৰ ফালে আগবঢাই) লওক প্ৰভু ল'ক্-আপোনাৰ পুত্ৰ আমাৰ বুকুৰ মাণিক লখাই . ল'ক-

চান্দ : (ৰ লাগি খন্তেক চাই) পুত্ৰ! মোৰ পুত্ৰ! (ধৰিবলৈ যায়, কিন্তু কিবা ভাবি ৰৈ যায়, মাথোন কয়) দীৰ্ঘজীৱী হোৱা--শিৱভক্ত হোৱা। (লখাই আঠু কাঢে)

(আগত পট পৰে)

## দ্বিতীয় দৃশ্য

### সদাগৰৰ বাটচৰা।

(কিছুমান মানুহৰ প্ৰৱেশ)

১ম মানুহঃ (ভিতৰলৈ চাই) আও বোপাই। মানুহে তেনেই খাজ খাই আছে ঔ। কেনিও অকণিকে সন্ধিযেই নাই। নগৰ গোটেইখন ভাগি আহিল। মই বোলো আমিয়েই আটাইতকৈ আগ হবলা। পিছে কথা দেখোন বেলেগ একা। হেৰ কৰহক কি? এতিয়া সোমাবহক কেনি--

২য় মানুহঃ এৰা, ছেঃ কথা মিছাই হ'ল। এই মেদেলাপাতৰ পৰাহে এনেখন হবলৈ পালে। এই পাতৰ আকৌ লেঠাকে নমৰে। পালিনে এতিয়া সেকাটো। ছেঃ ইমান দিনৰ মূৰত সদাগৰ দেউতা ঘৰ পালেহি, মুখৰ কথা এফাকি নুশুনাকৈয়ে উলটি যাব লগা হ'ল। এৰা চা বাৰু-

৩য় মানুহঃ ইস্, এতিয়া জগৰ হ'ল মোৰহে। কিয় মই দেখোন গৰুকিটা মেলি দিয়েই ওলাই ছিলো। তহতিহে কলি বোলে বেলি হোৱা নাই--ধপাত এচিলিমকে খাওদে- চিলিমৰ পাচত চিলিম চিঙি কথা চেলবেলাবলৈ ধৰিলি। ভাল হ'ল এতিয়া চিলিম চিগিল নহয়। এৰা-

১ম মানুহঃ এৰা পাই, দোষ কাৰো নাই। দোষ যিমান সেই ধোঁৱা-পাতৰ হে, এৰা। ধোঁৱা খোৱাটিৰ কলা গালতনো কি মৌ আছে আৰু বুজিব নোবাৰিলো পাই। এবাৰ সোহাটো মাৰিলেইএৰিবৰ আৰু মন নেযায়, এৰা। এওঁৰ ৰাগীত ভোলগৈ আমাৰ কেবা বাৰো নাগুৰ নাগতি হৈছে। আৰু তেওঁৰ বেলি কি বোলেনে--

(এনেতে মিনাৰাম নামে মানুহ এজনৰ প্ৰৱেশ)

অ' মিনাই 'কাই দেখিলানে, সদাগৰক দেখিলানে?

মিনাৰাম : এৰা দেখাই নেদেখাই মাজতে--মানুহৰ হেঁচাত ভালকৈ দেখা শুনা কৰাৰ ইপায় হলেহে।

২য়মানুহ : ককাই কেনেনো দেখিলা? দেউতাৰ আমাৰ ভালনে? হাহি মাতি সেই আগৰ দৰে কথা-বতৰা পাতিছেনে?

মিনাৰাম : আছে, সদাগৰ দেউতা আমাৰ আগৰ দৰেই আছে। পিছে, দেউতাৰ কথা শুনিহে বৰ বেজাৰ লাগিল বোপাই--

সকলোৰে : কি হ'ল--কি হ'ল?

মিনা : কিনো কবি মোৰ বোপাইহঁত! দেউতাৰ অতিকে হেঁপাহৰ চৈধ্য ডিঙা মধুকৰ সকলো বয়-বস্তুৰে পানীত তল গ'ল।

সকলোৰে : কি কোৱা, ইস্! অস্, অস্! (দুখ প্ৰকাশ) মধুকৰ পানীৰ তললৈ গ'ল!

১ম মানুহঃ এস্, আমাৰ সদাগৰ দেউতাক পালে কিহে? লালী লাগি ইটোৰ পাছত সিটো আপদ লাগিয়েই আছে দেখোন!

২য় মানুহঃ এৰা, আমি তাহানিয়েই জানিছো। এৰা, এই দেৱতাৰ--

১ম মানুহঃ হেৰ' মনে মনে থাক। কি কথা উলিয়াব খুইছ। মৰিবি.. বাপেৰে নিগমে মৰিবি।

৩য় মানুহঃ অ' সৌৱা লেঙ্গাই 'কাই আহিছে--

(লেঙ্গাইৰ বেগাই প্ৰৱেশ আৰু ব্যস্ত হৈ যাব ধৰে)

হেৰি, লেঙ্গাই 'কাই! বোলো অলপ মাত দি

যোৰাচোন।

**লেঙ্গাই** : (ৰয) অ' তহতি আহিছ। মোৰ বোপাই, আজৰিকে নোহোৱাত পৰিছো। শুনিছই নহয, আমাৰ দেউতা আহি ওলাইছেহি। অ' তহতি দেখা পালি জানো?

**সকলোৱেঃ** নাই, নাই, 'কাই।

**৩য় মানুহঃ** আমি সোমাবকে পৰা নাই 'কাই। এবাৰ আমাক দেখুৱাই আনা।

**সকলোৱেঃ** (লেঙ্গাইক বেৰি ধৰে) হয, হয ককাই।

**লেঙ্গাই** : এ, বোপাই মই এতিয়া নোৱাৰো। মোক অঠোন নধৰিবিহক। মই এতিয়া দ'লত পূজাৰী ডাঙগৰীযাক মাতিবলৈ যাও। তাৰ পাচত আকৌ আইক গণক বাপৃ এজন লাগে বিচাৰি যাও। তাৰ পাচত আকৌ কিবা পূজা পাতে, তাৰ দিহা কৰিব লাগিব। মোক এতিয়া নধৰিবি বোপাইহত। বেলিয়েই হ'ল ছেঃ। মই যাওযেই দেই। তহতিনো ইযাত বৈ থাকি কৰহঁক কি? এতিয়া আৰু দেখা পোৱাটো হৈছে। অলপ পৰৰ পাছতে শিৱদ'ললৈ আহিব। তালৈকে নাযাব কিয? (প্ৰস্থান)

**২য় মানুহঃ** এৰা, ইযাত বহি থকা মিছাই তেনেহ'লে। ব'ল, আগে ভাগে গৈ লেঙ্গাই 'কাইযে কোৱা মতে দ'লৰ চোতালতে বহি থাকোগৈ। নহ'লে তাতো সোমোৱাটো হ'ব।

**সকলোৱেঃ** এৰা, ব'ল, ব'ল--

(সকলোৱে প্ৰস্থান)

**পট পৰিবৰ্ত্তন**

**চন্দ্ৰধৰৰ ঘৰৰ আগচোতাল।**

(আধ-বযসীয়া স্বাস্থ্যৱান মুখীয়াল এজনৰ সৈতে এজাক ধুনীয়া ডেকা-গাভৰু হাতে হাতে ঢোল, পেঁপা, তাল ইত্যাদি আমাৰ দেশীয বাদ্যযন্ত্ৰাদি লৈ সদাগৰৰ প্ৰত্যাগমন উপলক্ষে অলপ নাচি বাগি আনন্দ প্ৰকাশ কৰিবলৈ সোমাই আহে। তেওঁলোকৰ সাজপাৰ ৰংচঙীয়া ফুলাম, নিখুত জনজাতীয় ধৰণৰ। আৰু নৃত্যাদি যি দেখুৱাব সিও আমাৰ কোনোবিধ জনজাতীয ভাইভনী সকলৰ "লোকনৃত্য" (উন্নত বিধৰ) হ'লেহে খাপ খাব। সোমাই আহিযেই ঢুলীয়া জনে ঢোলত কোব এটা মাৰে, শুনি লেঙ্গাইৰ প্ৰৱেশ।)

**লেঙ্গাই** : অ' তহত ওলালিহি? মই বোলো আকৌ কোন? আহ, আহ, বোপাইহত, আহ। উ, আইটীহতো দেখোন- (গাভৰুসকলে মুখত কাপোৰ দি হাঁহে)

**মুখীয়াল** : এৰা আকৌ। আমাৰ সদাগৰ দেউতা ইমান দিনৰ মূৰত ঘূৰি আহি ঘৰ পালেহি, আমি অলপ ৰংধেমালিকে কৰো বুলি আহিলো, লেঙ্গাই 'কাই। এই মখাই আকৌ দেউতাক দেখাই নাছিল নহয ইহত নৌওপজোতেই দেউতা বেহালৈ ওলায গ'ল--

**লেঙ্গাই** : বৰ ভাল কৰিলি বোপাইহত। এইখিনিতে অলপ ধেমালি-ধুমুলা কৰহক, বাৰু। দেউতাক লগ পাইয়েই আহিছ নহয?

**মুখীয়াল** : পালো 'কাই- পাই আহিছো। ইঃ, দেউতাক দেখি আমাৰ কিমাননো ভাল লাগিল 'কাঁই, কি কয়। আনকি দেখি দেউতাইও বৰ ভাল পালে, আকৌ কাইলৈ মখাকে দল লৈ আহিবলৈ কৈছে। ও তহ'তে আকৌ কি চাই আছহঁক। কি দেখুৱাব নেদেখুৱাহক কিয? সৌৱা বোপা দেউতাও আহিল--

(লক্ষীন্দৰৰ প্ৰৱেশ। লেঙ্গাইযে লৰা-লৰিকৈ ভিতৰৰ পৰা আনি পাতি দিযা মেৰ ঢাৰী এখনত বহে। অলপ আঁতৰত মুখীয়ালজন আৰু লেঙ্গাইও বহিল। আদেশ পাই ডেকা-গাভৰু জাকে নৃত্য-বাদ্যাদি আৰম্ভ কৰিলে। শেহত লক্ষীন্দৰে লেঙ্গাইযে ইতিমধ্যে আনি থোৱা শৰাই এখনত দান-দক্ষিণা আগবঢাই তেওঁলোকৰ মান ধৰিলে।)

**মুখীয়াল** : আমাৰ সদাগৰ দেউতাৰ জয হওক--সকলোৰে কুশল হওক। আজিলৈ আৰু আহোহে বোপা দেউতা-

**ডেকা গাভৰুঃ** বোপাদেউতা যাও দেই-লেঙ্গাই 'কাই যাও দেই--

(বুলি সকলোৱে প্ৰস্থান কৰিলে)

(বিশেষ দ্ৰষ্টব্য -- ৰঙ্গমঞ্চৰ কৰ্ম্মকৰ্ত্তাসকলে বিশেষ চকু দিব লাগিব যাতে নৃত্যবাদ্যাদি মাথোন ৪/৫ মিনিটমান হে হয। আভাস মাত্ৰ হলেও দৰ্শকে দৃশ্যটিৰ উদ্দেশ্য বুজিব। অত্যাধিক আৰু দীঘলীয়া হ'লে বেলি হ্ব আৰু পৰবৰ্ত্তী দৃশ্যাদিৰ প্ৰাধান্য কমি যাব।)

## তৃতীয় দৃশ্য

**চান্দ সদাগৰৰ ভিতৰ চৰা।**

(সদাগৰ আৰু সনেকাই বহি মেল পাতি আছে)

**চান্দ** : বাৰু সনেকা। তোমালোকৰ সকলোৱে যেতিয়া আগ্ৰহ, মই লখাইৰ বিযাৰ যো- জা সোনকালেই কৰিম।

**সনেকা** : এৰা কৰক। মোৰ লখাইৰ বিয়াখনি চাই মৰিব পাৰিলে মোৰ মনৰ দুখ বহুতো পাতলিব। বহুতে ছোৱালী যাচিছে, আপুনি মাথোন পাতো বুলিলেই হয়।

**চান্দ** : উভ্ৰাৱল নহ'বা সনেকা। ভোলানাথৰ যেতিয়া ইচ্ছা হব বিয়া আপুনিয়েই হব। বিয়া পাত বুলিলেই নো পাতিব পাৰিবনে সনেকা? লখাইৰ সোঁৱৰণী চোৱাব

লাগিব, বিয়াৰ মূল বস্তু কন্যা বিচাৰি উলিয়াব লাগিব, ৰাহি যোৰা চোৱাব লাগিব।

সনেকা : কলোৱেই দেখোন বহুতে ছোৱালী যাচিছে।

চান্দ : বুইছো। পিছে সকলো কথাৰ আতিগুৰি লৈছো জানো? সাজ-পাৰ পিন্ধি, তেল- টেঙা ঘহি, দেখাত শুৱনী, বেৰত আৰি থোৱা পট এখনি আনিলেতো আমাৰ সংসাৰ নচলে। আমাক লাগে কামে-কাজে সুনিপুণা, সকলো ফালে সুলক্ষণা যথাৰ্থ গৃহলক্ষ্মীৰ গৌৰৱ অটুট ৰাখিব পৰা ছোৱালী এটিহে। সেইহে কৈছিলো সনেকা, হক বুলিলেই বিয়া নহয়। যি হওক, বিয়া পাতিম বুলিছো যেতিয়া, যিমান সোনকালে পাৰো পাতিম। পিছে, তোমাৰ পুত্ৰৰ জন্মোৎসৱৰ কি দিহা হল?

সনেকা : গণকে দিন-বাৰ চাই আজিয়েই ভাল বুলিছে। লেঙ্গাইকে পুৰোহিতকে সকলো দিহা কৰিবলৈ কৈছো। ভাল কথা প্ৰভু, গণক আছেই, লখাইৰ সৌৰৱণীখন এতিয়াই চোৱাই ল'কচোন।

চান্দ : বাৰু। তেওঁক সৌৰৱণীখন দি ইয়ালৈকে পঠিয়াই দিয়া।

(সনেকাৰ প্ৰস্থান)

(এজন গণকৰ প্ৰৱেশ, হাতত সৌৰৱণী, পাজি-পুথি)

চান্দ : আহক দেউতা আহক। আহিবৰে পৰা দেখাই নাই। ঘৰৰ সকলোৱে কুশল নে? বহক।

গণক : অলপ লেঠাত ঘৰত নাছিলো। ৰাখিছে- আপোনালোক দহৰ আশীৰ্ব্বাদে কোনোমতে ৰাখিছে। পিছে আমাৰ আই মাতৃয়ে এইয়া বোপাৰ জন্ম- পত্ৰিকাখানিৰে দেখোন সদাগৰ ডাঙৰীয়াৰ ওচৰলৈ পঠিয়াই দিছে।

চান্দ : এৰা মইয়ে মতাইছিলো। লখাইৰ সৌৰৱণীখন চাই দিয়ক। তাৰ বিয়াখন পাতিবৰ মন। চকচোন সৌৰৱণীনো কেনে?

গণক : বোপাৰ বিয়া পাতেনে? হ'ক, হ'ক পাতিব লাগেতো। মই চাই দিও বাৰু। (পাজি, পুথি সৌৰৱণী আদি মেলি লেখি গণি চায়) অস্! অতি উত্তম, অতি উৎকৃষ্ট। সকলো ভাল। জন্ম লগ্ন পৰমোত্তম। জন্মৰাশিত চন্দ্ৰ, ধনলাভ। একাদশ কেতু সম্মান, ভোগ, ৰাজপূজা সুখ; দশমত ৰাহু অতি শুভ। সদাগৰ বোপাৰ সৌৰৱণী, নকৈছো বৰ ভালেই—

চান্দ : বুজিলো পিছে দেউ, পৰমায়ুৰ কথা দেখোন একোকে নকলে। আদিতে সেইয়াহে চাব লাগে হ'বলা?

গণক : প-ৰ-মা-য়ু। (আকৌ লেখে গণে) এৰা-প-ৰ-মা-য়ু-

(গম্ভীৰ হয় আৰু কবলৈ ইতস্ততঃ কৰে)

চান্দ : কি হ'ল? এনে কৰিছে কিয়? কথা কবলৈ কোঁচ খাইছে কিয়? বুজিছো, আপুনি কিবা অশুভ, লক্ষণ, কিবা আসোৱাহ পাইছে। হ'ক অশুভ, হ'ক অমঙ্গল, কবলৈ আপুনি আশঙ্কা নকৰিব। গণনাত যিহকে পাইছে কবলৈ কুণ্ঠিত নহ'ব। নাভাবিব যে মই বিচলিত হ'ম-উৎকণ্ঠিত হ'ম। নিৰ্ভয়ে নিঃসন্দেহে আপুনি আপোনাৰ গণনাৰ ফল মোক ক'ক। এটা ভৱিষ্যত অমঙ্গলৰ পূৰ্ব্ব আভাসে মোক অকণো অস্থিৰ কৰিব নোৱাৰে। জানি থলে প্ৰতিকাৰকে কৰিব পাৰো বা। আৰু নোৱাৰিলেও অন্ততঃ বিপদৰ ভাৰ ববলৈ সাজু হৈয়ে থাকিব পাৰিম।

গণক : এৰা। সদাগৰ। এই-এই স-ৰ্প- দংশনত মৃ-ত্যু ভয় আছে বুলিছে।

চান্দ : (চক্ খাই উঠে) কি। সৰ্প-দং-শ-ন।

গণক : হয়। বিয়াৰ ৰাতি শোৱনি ঘৰত সেই ৰাতিত যদি সাপৰ খোটৰ পৰা ৰক্ষা কৰিব পাৰে, তেঁনেহলে বোপাৰ আৰু একো বিষ্টই নাই। সুদীৰ্ঘ জীৱন লাভ কৰি ৰাজপূজা আৰু পৰম সুখ সন্তোষত কাল নিয়াব।

চান্দ : হু। এইখিনিয়েই বিষ্ট। তাৰ বাহিৰে আৰু একো নাই। সৌৰৱণী তেনেহলে ভালেই নহয়নে?

গণক : নকৈছো-আন সকলো অতি উত্তম। এই ফেৰিৰ বাহিৰে আন সকলো গ্ৰহৰে শুভ দৃষ্টি পৰিছে। বিষ্ট ফেৰিৰ বাবে গ্ৰহ পূজা আদি শান্তি স্বস্ত্যয়ন কৰিলে দোষৰ উপশম হবও পাৰে। সকলোৱে উপৰি পাৰিলে আই—বিষ—

চান্দ : কৰিম, ময়ো ভাবিছো। অৱশ্যে গ্ৰহ পূজাদি কৰিব লাগিব। প্ৰতিকাৰৰ অৰ্থে যত্ন কৰিম। লেঙ্গাই!

(লেঙ্গাইৰ প্ৰৱেশ)

যা, আইয়েৰক কগৈ দক্ষিনাদি দি এখেতক বিদায় দিয়ক। দেউ! এতিয়া নমস্কাৰ হে। অ' আমাৰ পুত্ৰোৎসৱলৈ আহিবলৈ নাপাহৰে যেন।

গণক : (উঠে) ভাল। এতিয়া আৰু বিদায় হে।

(বহাৰ পৰা উঠে। লেঙ্গাইৰ লগত গণকৰ প্ৰস্থান)

চান্দ : ভোলানাথ! আৰু পৰীক্ষা। বেছ। তোমাৰে ইচ্ছা পূৰ্ণ হওক! মই যন্ত্ৰ, তুমি যন্ত্ৰী। যিহকে কৰাবৰ মন কৰি থাকা হে ভগবান। (অলপ ৰয়) প্ৰতিকাৰ! হু! (আকৌ অলপ ৰৈ) পাইছো; লক্ষীন্দৰৰ দুষ্ট গ্ৰহ শান্তিৰ উপায় মই পাইছোঁ। প্ৰতিকাৰৰ উপায় হ'ল। লেঙ্গাই—

(লেঙ্গাই 'দেউতা' বুলি প্ৰবেশ)

লেঙ্গাই : দেউতা।

চান্দ : এতিযাই কলাই কমাৰক মাতি মোৰ ওচৰলৈ পঠিয়াই দেগৈ যা। (আকৌ বহে)

লেঙ্গাই : ভাল দেউতা।

(লেঙ্গাইৰ প্ৰস্থান, আন ফালেদি সনেকাৰ প্ৰৱেশ)

সনেকা : গণকে গণি কি পালে? লখাইৰ সোঁৱৰণী কেনে বুলিলে?

চান্দ : ভালেই। সকলো গ্ৰহৰ দৃষ্টিযেই ভাল। সামান্য ৰিষ্ট এফেৰি আছে-তাৰ হে-

সনেকা : কি কলে। ৰিষ্ট। মোৰ লখাইৰ কিহবাত ৰিষ্ট আছে? অস্। কিহত? কি হ'ব। কি-

চান্দ : সনেকা। ছিঃ। অস্থিৰ হৈছা কিয়? সেইহে মই তোমাক একো নকও। কলোৱেই দেখোন ৰিষ্ট তেনে বিষম বিধৰ একোৱেই নহয়। আৰু জীৱনত অলপ অচৰপ ৰিষ্ট নথকা মানুহ কোনোবা আছেনে? নিশ্চিন্ত হোৱা, প্ৰতিকাৰৰ উপযুক্ত বিধান মই পাইছো। সময়মতে যি কৰিব লাগে মযে কৰিম। যোৱা সনেকা, তুমি আনন্দেৰে তোমাৰ পুত্ৰৰ জন্মোৎসৱৰ দিহা কৰোৱাগৈ। মানুহক মতা বোলা কৰোৱা হলনে? যোৱা, সকলো যাতে নিখুত হয় চাবা। (অলপ ৰয়। সনেকাও যাবলৈ ধৰে) অ' আৰু বুইছা সনেকা। পুত্ৰোৎসৱৰ পিচতে মই লখাইৰ কন্যা বিচাৰি নিজেই ওলাম। ভাবি চালো, সকলো ভাল যেতিয়া বিয়াখন সোনকালে পাতি তোমালোকৰ মনৰ অভিলাষ পূৰ্ণ কৰাই ভাল।

সনেকা : প্ৰভু। আমাৰ একেটি ৰতন- মোৰ চকুৰ মণি লখাইৰ যিহকে ভাল হয় তাকে কৰক।

(প্ৰস্থান। আন ফালেদি লেঙ্গাইৰ লগত কলাই কমাৰৰ প্ৰৱেশ। কমাৰক থৈ লেঙ্গাইৰ প্ৰস্থান। কমাৰে আঠুকাঢি সেৱা জনায)

কমাৰে : (সেৱা কৰি) দেউতা ইশ্বৰে বোলে বন্দীক মাতিছিল।

চান্দ : ও, মাতিছিলো। মোক এটা বিশেষ কাম কৰি দিব লাগে। পাৰিবানে?

কলাই : কামটো বা কি? এই দাসে দেউতাৰ আদেশ পালিবলৈ সদায় সাজু! কি কৰিব লাগে, আদেশ কৰক।

চান্দ : মোক এটা মেৰ ঘৰ লাগে।

কলাই : মেৰ ঘৰ!

চান্দ : ও, এৰা মেৰ ঘৰ; এটা শিলৰ মেৰ ঘৰ। শিলৰে বেৰ-শিলৰে চাল- শিলৰে দুৱাৰ- সকলো শিলৰ। সেই শিলৰ দুৱাৰ খনৰ বাহিৰে আৰু চুলি এদাল সুমুৱাব পৰা ফুটাও নথকা হব লাগিব। পাৰিবিনে কলাই, মোক এনে এটা ঘৰ সাজি দিব পাৰিবিনে?

কলাই : শিলৰ মেৰ ঘৰ। উস্। বন্দীক বৰ আচৰিত কাম গতালে দেউতা।

চান্দ : মোৰ সকলো অদ্ভুত, সকলো ওলোটা। সেইহে তোক, মোৰ অতি আচৰিত সুনিপুণ শিল্পী-তোকহে মাতো। পাৰিবিনে?

কলাই : পাৰো বুলিনো ডাঠকৈ কও কেনেকৈ দেউতা। আগে পাছে কাহানিও কৰি পোৱা নাই, শুনাও নাই। দেউতাই কৈছে যেতিয়া লাগি চাব পাৰো।

চান্দ : তই লাগিলেই হ'ব। শুন। এই খনেই আমাৰ লখাইৰ বিয়াৰ শোৱনি ঘৰ হ'ব।

কলাই : বোপা দেউতাৰ বিয়া। কাহানিকৈ দেউতা?

চান্দ : মেৰ ঘৰ সজা হ'লেই বিয়া পাতিম।

কলাই : য'তে যেনেকৈয়ে কয় তেনেকৈয়ে বন্দীয়ে সাজিবলৈ গাত ললো দেউতা।

চান্দ : আহ তেনেহলে, আজিৰ পৰা ঘৰ সজাৰ উদ্যোগ কৰোগৈ আহ। (উঠে আৰু যাওতে যাওতে) এইযে মোৰ গ্ৰহশান্তিৰ প্ৰথম উপকৰণ-দ্বিতীযতে-এটি অতি সুলক্ষণা কন্যা, বৈধব্যযোগ লক্ষণ আদি নথকা সুলক্ষণা কন্যা-

(দুয়োৰে প্ৰস্থান)

(সদাঘৰৰ ঘৰৰ আন কক্ষ-লক্ষীন্দৰৰ প্ৰবেশ)

লখাই : বিয়া! মোৰ হেনো বিয়া পাতে। বিয়াৰ যো-জা নৌ হওতেই দেখোন আটাইবোৰ ৰঙতে উচল্-পাচ্ল। বিয়াৰ নামতে ইমান, পাতিলে বা এঠোন হয কি।

(লেঙ্গাইৰ প্ৰবেশ)

লেঙ্গাই : এইয়া! মই মৰো গোটেইখন ঘৰ বিচাৰি। এওঁ আহি সোমাই আছেহি এই চুকটোত। বোলো, হেৰা বোপা লখাই। এই বিয়াৰ গোন্ধ পাযেই দেখোন আমাৰ পৰা আঁতৰি ফুৰিছা। বিয়াখন কৰাই আহিলে দেখোন কথা কিবাহে হব একা। ইয়াতনো কৰিছা কি? অকলে অকলে বহি বহি ভাবিছা হবলা, দেউতা কাহানিকৈ কইনাৰ দিহা কৰি ওলাইহি। হযনে? থহে বোপাই থ। কিমাননো আৰু বিয়াৰ কথাকে আলচি থাক। তইহে জানিবা বিয়া কৰাবলৈ ওলালি। আমি হবলা কৰোৱাই নাই, নহয় ?-

লখাই : হয়নে ককাই? তুমিও বিয়া কৰাইছিলা? আমাৰ বাইনো কেনেজনী আছিল, ককাই? বাৰু ককাই, তোমাৰ বিয়া পতা শুনি মনটো কেনে লাগিছিল?

লেঙ্গাই : তইও ভাল বোপাই। হেৰ, মোৰ বিয়া কৰোৱা বা কেইকুৰি বছৰ হ'ল। সেই সোপাহে মোৰ মনত

আছেগৈ? বিয়া কৰালো কোন কাহানি, তিৰুতাও মৰি ঢুকাবৰ আজি দুকুৰি বছৰ, এতিয়া এতিযা এওঁ সোধে-ককাই তোমাৰ বিয়া পতা শুনি কেনেনো লাগিছিলহে? কেনেনো লাগিব লাগে অ'?

**লখাই** : জানো ককাই! মোৰ হ'লে ভাল লগা নাই-

**লেঙ্গাই** : অ' হলেই! হাঃ হাঃ হাঃ -- কয় শুনা এওঁৰ বোলে ভাল লগা নাই। হেৰ, তোৰ বিযা শুনি মোৰে, এই বুঢা দেহাৰেই তিনিটা জাপ মাৰিবৰ মন গৈছে। এওঁৰ আকৌ বেযা লাগিছে যা যা, হেৰ সেইবোৰ টালি-ভুলি লোকৰ আগত কৰি ফুৰগৈ, মোৰ আগত নেলাগে। মই তোৰ টুপাই বুৰ মৰা কথা বুজ পাও।

**লখাই** : নহয় 'কাই। তোমাৰ আগত মই কাহানিও মিছা কোৱা নাই। সঁচাকৈয়ে মোৰ কেনেবা লাগিছে।

**লেঙ্গাই** : হ'ওতে হ'বও পাৰে। কেনেবাটো লাগিবই। পিতাৰে বা কেনেজনী ছোৱালী চাই থৈ আহে। তোৰ মনৰ জোখাৰে এঠোন হয়নে নহয়, এই কাকিনী তামোলৰ গছ যেনেই হযনে এঠোন চুটি চাপৰ পঠালিযে বহল লেধেমী এজনীয়েই হয়, আকৌ কি বোলেনে শহুৰৰ ঘৰ-পুটুং পুটুং কৰে গৈ থাকিবলৈ-ওচৰতে হয, নে সাদিনীয়া বাটৰ অন্তত হয -এইবোৰ ভাবি কেনেবা লাগিলেও লাগিব পাৰেতোন। পিচে শুন। মই তোৰ বাপেৰৰ চাকৰ। সকলোৰে পৰা জানো। মোৰ দেউতাই চাইচিতি যিটি দিহা কৰে তাৰ দৰে আৰু একোকে হ'বই নোৱাৰে। দেউতাই নিজেই যেতিয়া তোৰ ছোৱালী চাবলৈ গৈছে তই একো চিন্তাকে কৰিব নেলাগে। মই ইযাকে কলো। তোৰ মনৰ জোখাতকৈও এধাপ ওপৰতহে তোৰ কন্যা বাছি থৈ আহিব। পিছে এটা কথা। কি বোলেনে বতৰৰ কথা বতৰতে কৈ থওা। বিযা কৰাই আনি আকৌ এই বুঢাহতক নাপাহৰিবি দেই! আৰু বুইছ, তোৰ ঘৈণীযেৰক মই 'বোৱাৰী বুলিহে মাতিম। আই চাই হ'লে বুলিবনোৱাৰো বোপাই।

**লখাই** : যোৱা। তুমিনো কিখন কোৱা, কিখন গোৱা মই কব নোৱাৰো। বিযাই এঠোন নহ'ল, এওঁ কাক কি বুলি মাতিব তাৰহে লেখ দিছেহি--

**লেঙ্গাই** : ই! বিযা হ'ল বুলিয়েই ধৰচোন। দেউতাই পাতো বুলিছে যেতিয়া বিয়া হ'লেই বুলি ধৰ। অ' এতিয়া ব'ল, আইয়ে কাহানিবাই মাতি পঠিয়াইছিল ব'ল--

(প্ৰস্থান)

## পঞ্চম দৃশ্য

## নৈৰ দাঁতিৰ উপবন।

(বেউলা আৰু তেওঁৰ সখীসকল গা ধুবলৈ আহি তাতে গীত গাইছে। সকলোৰে লগত একোটি ধুনীয়া সৰু কলহ আৰু একোখনি ফুলাম গামোচা।)

### গীত

আহাহে তটিনী আকি বাকি নাচি
কুলু কুলু গীত গাই।
আমি সখিসবে সেই তালে তালে
নাচো হিযা উবুৰাই।।
মুকলি আকাশ সুবদি বতাহ
তলে স্ফটিকৰ নৈ।
আজি মন পুলকিত নাচো গাও গীত
কাষতে কলহ লৈ।।
নাচে উপবন কিনো বিতোপন
মুক্ত মলয বায়।
নিৰ্ম্মলি অৰুণৰ সোনালি কিৰণ (তাতে)
ৰূপতে ৰঙে চৰায়।।

(শ্ৰীসুৰেন্দ্ৰ উজিৰ)

**বেউলা** : ব'লা সখিহঁত বলা। বেলি বহুতো হল। আৰু গীত গাই বহি থাকিলে নহয়। গানো ধুবা কাহানিকৈ? আয়ে চাগৈ বাট চাই আছে।

**১ম সখী** : ইয়াত বহি বৰ ভাল লাগিছিল! গোটেই গা মন জুৰ পৰি গ'ল।

**২য়সখী** : সঁচাকৈয়ে বৰ ভাল লাগিছিল, পিছে ইয়াতে আৰু বেলি কৰিলে নহব-গাকে ধোৱা নহব-বলাহক।

(সকলোৰে প্ৰস্থান)

(আন ফালেদি প্ৰকৃতিৰ দৃশ্য উপভোগ কৰি কৰি হাতত জাপি এটা লৈ লাহে লাহে চান্দ সদাগৰৰ প্ৰবেশ)

**চান্দ** : অস্! প্ৰাণমন শীতল পৰি গ'ল। আশ্ৰমৰ দৰে এনে ধুনীয়া এই ঠাইখনি। (গছ এজোপাৰ তললৈ যায় আৰু ওপৰলৈ চায়, তাৰ পাচত মূৰত জাপি লৈ বহে) বহুত ঠাইলৈকে গলো; কতনো ঠাই দেখিলো, কিন্তু মোৰ চিকুণী আই জন্মভূমিৰ দৰে এনে সুন্দৰ, এনে প্ৰাকৃতিক দৃশ্যৰে পৰিপূৰ্ণ দেশ আৰু ক'তো চকুত নপৰিল। সঁচাকৈয়ে মোৰ দেশ প্ৰকৃতিৰ কুঞ্জবন, দেৱতাৰ কাম্যভূমি, মুনিমনমোহা বিতোপন দেশ।

(বেউলা আৰু সখীসকলৰ গাধোৱাৰ পিচত আকৌ প্ৰবেশ)

**৩য় সখী** : অ' সখী, বাৰু মোক কোৱাচোন, সীতা সাবিত্ৰীক নো সতী বুলিলে কিয়?

**বেউলা** : সিদিনা দেখোন আয়ে ভালকৈ বুজাই দিছিল,

তইনো শুনা নাছিলিনে?

৩য় সখী : মই দেখোন সেইদিনা আহিবকে নোৱাৰিলোঁ। কোৱাচোন সখী!

বেউলা : সীতাই হেনো হাঁহি হাঁহি স্বামীৰ লগত বনবাস খাটিছিল। স্বামীৰ আদেশতে অকলে বনবাসলৈ গৈছিল, সতীত্বৰ পৰীক্ষা দিছিল। সাবিত্ৰীয়ে যমৰ পৰা বৰ লৈ মৰা স্বামীক জীয়াইছিল। যিসকলে স্বামীৰ কাৰণে সকলো সুখ- দুখ উচৰ্গি মৰিবলৈকো আগবাঢ়ে, স্বামীক দেৱতা জ্ঞান কৰি পূজা কৰে, সখি তেওঁবিলাকেই 'সতী'।

(এনেতে এজনীয়ে চান্দ সদাগৰক মূৰত জাপি লৈ গছৰ তলত বহি থকা দেখি হাঁহিবলৈ ধৰে)

২য় সখী : সখী চোৱাচোন চোৱা,সৌ মানুহজনলৈ চোৱা। গছৰ ছাঁত বহি কেনেকৈ জাপি এটা মূৰত লৈ আছে। (হাঁহিবলৈ ধৰে, বেউলাৰ বাহিৰে সকলোৱে হাঁহিত যোগ দিয়ে)

বেউলা : হাঁহিছা কিয় সখী?

১ম সখী : নাহাঁহি পাৰিলেহে দেও। চোৱাচোন গছৰ ছাঁত বহিও মূৰত ইমানটো জাপি-(সকলোৱে হাঁহে)

বেউলা : নেপায সখী! তোমালোকে নুবুজিহে হাঁহিছা। এওঁ এজন মহাপুৰুষ- বৰ জ্ঞানী মানুহ। গছৰ তলত উদং মূৰে বহিলে ওপৰৰ পৰা চৰাই চিৰিকতিয়ে কাপোৰ-কানি মূৰ বেয়া কৰিব পাৰে। সেইহে সখি, তেখেত আগৰ পৰা সাৱধান হৈ বহিছে। বলা সখিহঁত ব'লা। আৰু ইয়াত বেলি কৰিব নালাগে।

(বেউলা আৰু সখীসকলৰ প্ৰস্থান)

(সদাগৰে একান্ত মনেৰে বেউলাহঁতৰ কথাবাৰ্ত্তা শুনি আছিল, মাজে মাজে মুগ্ধ হৈ আৰু আচৰিত ভাবে বেউলাৰ ফালে চাইছিল--তেওঁলোক যোৱাৰ পিচত বহাৰ পৰা উঠে)

চান্দ : কোন। এই ছোৱালীটি কাৰ? এনে অপূৰ্ব্ব লাবণ্য, এনে অলৌকিক দৈৱিক শৰীৰ, এনে তেজোময় গঠন! ছোৱালিটিৰ যুক্তিপূৰ্ণ কথাৰ প্ৰতি অক্ষৰটিয়ে যেন অমৃত বৰ্ষণ কৰি গ'ল। মোৰ আদৰ্শৰ লগত মিলি গৈছে। মই যিহকে বিচাৰি আহিছিলো সেয়ে। কাৰ এই অপৰূপ ৰূপ-গুণ-সম্পন্না-ছোৱালীটি কাৰ?

(এনেতে এজন গাৱঁলীয়া মানুহৰ প্ৰৱেশ)

চান্দ : হেৰ' ককাই! অলপ ৰবাচোন! কব পাৰানে সেই ছোৱালীটি কাৰ?

মানুহ : কোনটি? ছোৱালী দেখোন এজাকে গৈছে। তুমি বা কোনটিৰ কথা সুধিছা?

চান্দ : সেই পাচত যোৱাটিৰ কথাহে সুধিছো।

মানুহ : ই! তুমিনো কৰহে? বেউলা আইদেউক চিনি নোপোৱা। তোমাকহে পালো দেও-

চান্দ : বেউলা। ককাই মই ইয়াৰ মানুহ নহও নহয়, বহুত দূৰৈৰ--

মানুহ : এৰাটোন। আমাৰ এইফালৰ মানুহে আৰু বেউলা আইদেউক নিচিনা নজনা নাই। আইদেউ আমাৰ 'সাইখাত' আই ভগৱতী। ওচৰ চুবুৰীয়া গাওঁ কেউখনৰ মানুহেই আইদেউৰ ধৰুৱা।

চান্দ : ককাই ক'ব নালাগে, ছোৱালীটিক দেখিয়েই মই সেইটো বুজিছো, সেই হে কাৰ বুলি সুধিছো।

মানুহ : সেইটী আমাৰ বাছু সদাগৰৰ জীযেক--

মানুহ : বাছু বণিকৰ! (স্বগতঃ) সনেকাই এই ছোৱালীটিৰ কথাটো মোক কৈছিল--

মানুহ : অ' সৌৱা আমাৰ সদাগৰ ডাঙৰীযাও এই ফালেই আহিছে।

(বাছু বণিকৰ প্ৰৱেশ, মানুহজনে সেৱা জনাই)

বাছু : কোন? অ' ধনীৰাম। গা ধুবলৈ আহিছা হবলা। এওঁ কোন?

মানুহ : কব নোৱাৰো দেউতা। বন্দীয়ে গা তিযাবলৈ বুলি আহিছিলো। ইয়াতে লগ পাই কথা দু এষাৰ সুধিলে --তাকে কৈছো--

চান্দ : সদাগৰ মোক চিনি পোৱা নাই?

বাছু : (মুখলৈ চাই) এৰা, কৰবাত দেখা যেন লাগিছে, আৰু মাতটোও চিনাকি যেন লাগিছে--ভালকৈ ততহে ধৰিব পৰা নাই।

চান্দ : একো আচৰিত নহয। বহু বছৰৰ অদৰ্শন, বহুত পৰিবৰ্ত্তন। মই চন্দ্ৰধৰ।

বাছু : কি কলে! আপুনি! এনেকৈ! (নমস্কাৰ জনাই)

মানুহ : (স্বগতঃ) ইস্! ইস্। ৰাম, ৰাম! ভাল কথা হল! কাক কি কলো। (ফুটাই) দেউতা বন্দীয়ে নেজানি নুশুনি চৰণত জগৰ লগালো-- (সেৱা কৰে)

চান্দ : নাই ককাই, তুমি একো জগৰ লগোৱা নাই। এৰা বন্ধু, বিশেষ এটি লেঠাত এই ফালে আহিলো।

বাছু : খা-খবৰ এটিওনো দিব নাপাইনে? ঘৰলৈ উলটি অহা বাতৰিও আমি সিদিনাহে শুনিলো--

চান্দ : আগতে বাতৰি দিবলৈ, মই তোমাৰ এইখিনি পামহি বুলি ওলোৱা নাছিলো। আহোতে আহোতেহে এইখিনি পোৱাহি হ'ল।

বাছু : পাচে, কিবা সকামত বা ঘৰৰ পৰা ওলাল? নহয়, সেইবোৰ কথা পাচে পৰেও হ'ব। এতিয়া আহক অধমৰ পজাত চৰণৰ ধূলি পেলাই কৃতাৰ্থ কৰকহি।

চান্দ : আহি এইখিনি পালোহি যেতিয়া তোমাৰ

ঘৰলৈনো নোযোৱাকৈয়ে থাকিম নে? পিচে শুনা, কিয় মই এনেকৈ ফুৰি ফুৰিছো, শুনা--

বাছু : ধনী 'কাই, তুমি লৰি গৈ ঘৰত সদাগৰ আহিছে বুলি কৈ যোৱাগৈ।

মানুহ : ভাল, দেউতা!
(দুইকো সেৱা কৰি প্ৰস্থান)

বাছু : কওক কিবা কও বুলিছিল--

চান্দ : মোৰ পুত্ৰ লখিনৰ বিয়া পাতিব খুজিছো। মই এটি উপযুক্ত কন্যা বিচাৰি ওলাইছিলো। বন্ধু, তোমাৰ ছোৱালীটিৰ যদিহে ক'তো দিহা হোৱা নাই, মোৰ লখিনলৈকে নিদিয়া কিয়?

বাছু : মোৰ কন্যাক আপোনাৰ নিচিনা মহাপুৰুষৰ পুত্ৰলৈ দিব পাৰিলে নিজকে অতি ভাগ্যবান বুলিহে ভাবিম। এই বিষযে আপুনি বিদেশত থাকোতে আপোনাৰ ঘৰলৈ মানুহ পঠিযাই কোৱাইছিলোও। আপোনালোকৰ আপত্তি নাথাকিলে ৰাহি জোৰা আদি আহিলে, মই নকৈছো, মোৰ কন্যাক আপোনাৰ বোৱাৰী কৰিবলৈ পালে নথৈ ৰং পাম, বৰ কৃথাৰ্থ হ'ম। আহক, ঘৰত বহি সুস্থিৰ হৈ এই সকলো কথাৰ মীমাংসা কৰোহক আহক।

চান্দ : ব'লা বন্ধু, ব'লা –
(উভযৰ প্ৰস্থান)

## চতুৰ্থ অঙ্ক

### প্ৰথম দৃশ্য

বাছু বণিকৰ ঘৰৰ এটা কক্ষ।

(বেউলাক মাজত বহুৱাই সখীসকল নাম গাই গাই বিযাৰ 'কইনা' সজাইছে। কোনোৱে চুলিকে আচুৰিছে, কোনোৱে কাপোৰকে গাত ভালকৈ দিছে। এনেকৈ সকলোৱে বেউলাক লৈ ব্যস্ত। কোনোজনীযে আকৌ মাজে মাজে কাণত কিবা ফুচফুচাই কৈ হাঁহি ৰং-ধেমালিকে কৰিছে -লগে লগে নামো চলি আছে।)
(বিশেষ দ্ৰষ্টব্য --ৰঙ্গমঞ্চৰ কৰ্ম্মকৰ্ত্তা সকলে বিশেষ চকু দিব যাতে এই বিযাৰ দৃশ্য কেইটাৰ কোনো এটাও অতিমাত্ৰালৈ নেযায়। অভিনেতাসকলে সংযত ভাবে য'ত যেনেকৈ অভিনয় কৰাৰ ইঙ্গিত দিয়া হৈছে তেনেদৰে যেন কৰে। গোটেই দৃশ্যটো পট পৰিবৰ্ত্তন সহ যেন ১৫ মিনিটমান সময়ৰ ভিতৰতে হৈ যায়। তাৰ বাবে এটায়ে প্ৰস্তুত থাকিব লাগিব।)

-নাম-

"তুলিতে তুলিছা অ' মন টগৰ-
বহিছে ললিতা অ' মন টগৰ-
সৰাই লৈ মেলাইছে চুলিহে টগৰ-
আজি শুদা হব কুন্দিলা নগৰ।
দহো আঙ্গুলিয়ে অ'মন টগৰ-
ৰত্ন জ্বলিছে অ' মন টগৰ-
নেপুৰেও ধৰিছে তুলিহে টগৰ
আজি শুদা হব কুন্দিলা নগৰ।।"
ইত্যাদি।

(অলপ পৰ নাম গোৱা বন্ধ হ'ল)

১ম সখী : বোলো সখী, ভাবিছা কি? মনটো কেনে লাগিছেহে?

২য় সখী : কিনো ভাবিব আৰু! ভাবিছে চাগৈ কেতিয়াকৈনো দৰা আহি পাইহি কাহানিকৈনো দৰাৰ হাতত হাতখনি লগাই দিবগৈ

বেউলা : যোৱা, তোমালোকৰ হে তেনে লাগিছে-

১ম সখী : ইস্, সঁচাকৈয়ে কোৱাচোন তোমাৰ দৰাক চাবলৈ মন গৈছে নে নাই?

বেউলা : জানো সখি, তোমালোকে কিবোৰ সুধি থকা। মোৰ বৰ আমনি লাগিছে।

২য় সখী : আজিৰ পৰা আৰু আমনি কৰিবলৈ নাহো নহয়। আজিৰ পৰা আৰু আমাক নালাগে, নিবিচাৰাও নহয়নে সখী? আমালৈ জানো কাহানিবা আৰু মনত পৰিব। (সখীসকলে আকৌ নাম গায়! বেউলা মাথোন তললৈ মূৰ কৰি চকুত আচল দি কান্দে)
তুলিতে তুলিছা অ' মন টগৰ-
ইত্যাদি।

(মেনকাৰ প্ৰবেশ)

মেনকা : আইসকল, সজোৱা হ'ল নে? দৰা বোলে আহি পাইছেহিহে লাগ। অ' বেউলা! তই দেখোন চকুপানী টুকিছ! কি হ'ল, মোৰ আই?
(সাৱটি ধৰে)

বেউলা : আই, আই! মোৰ মনটো কেনেবা লাগিছে।

মেনকা : নেপায়, আই, এই সময়ত চকুপানী টুকিব নেপায়। আজি তই তোৰ পতি দেৱতাক বৰণ কৰিবলৈ ওলাইছ, বুক ডাঠ কৰি নতুন জীৱনৰ কৰ্ত্তব্য পালন কৰিবলৈ সাজু হ। আমি আশীৰ্কাদ কৰিছো, তয়ো যেন সতীকুলৰ আদৰ্শ, সতীকুলৰ গৌৰৱ অটুট ৰাখি জগতত অক্ষয় কীৰ্ত্তি থৈ যাব পাৰ। আইহত, যা তহতে বেউলাক নোৱাৰি ঘৰলৈ লৈ যা। তাত আইসকল আকৌ বহি আছে নহয়। মই গৈছো।
(সখীসকলৰ সৈতে বেউলাৰ প্ৰস্থান। বাছু বনিকৰ প্ৰৱেশ)

বাছু : মেনকা -(শোকত আৰু মাতিব নোৱাৰা হয)

মেনকা : কি হ'ল ? মনটো দেখোন মাৰি আহিছেছ ? কন্দৰ্পৰ দৰে ধুনীয়া, ভাগ্যবান দেৱতুল্য জোৱাই পাই -চান্দ সদাগৰৰ নিচিনা বিঁযে পাই মনটো কিয বেযা কৰে প্ৰভু ? কি হ'ল ?

বাছু : ক'ব নোৱাৰো মেনকা মোৰ কি হৈছে। মাজে মাজে দেখোন মোৰ বুকুখন কঁপি উঠিছে। কোনোবাই যেন অকস্মাৎ মনে মনে মোৰ কাণে কাণে কৈ গৈছে, "পৰিহাস--নিযতিৰ নিৰ্ম্মম, কঠুৱা পৰিহাস।" অদৃষ্টৰ নিষ্ঠুৰ ষডযন্ত্ৰৰ ফলতহে হেনো মোৰ বেউলাৰ লগত চান্দ সদাগৰৰ পুত্ৰৰ বিযা। কিয এনে হয মেনকা ? মোৰ হ'ল কি ? অস্। আই ভগৱতী। মোৰ এটি ঃ মাথোন কন্যা-- তাইক চাবা আই।

মেনকা : অনাহকতে চিন্তা কিয কৰে প্ৰভু। আপোনাৰ অতি মৰমৰ বেউলাই আমাক আজি এৰি থৈ আনৰ ঘৰলৈ যাবলৈ ওলাইছে, সেইকাৰণে মনৰ স্থিৰতা নাই, তাতে আকৌ লঘোন ভোকে থাকি পৰিশ্ৰম কৰি ফুৰিছে,- সেইহে দুৰ্ব্বল মস্তিষ্কত এইবিলাক অৰ্থ নেহোৱা কথাই ঠাই পাইছে। য'ক আপুনি নিশ্চিন্তে বিযাৰ দিহা কৰগৈ, দৰা আদৰিবলৈ, কন্যা সম্প্ৰদান কৰিবলৈ সাজু হ'ক গৈ।

বাছু : এৰা মেনকা, আগপাছ নিচিন্তি, এই বিযা পাতি ভালকে কৰিলো নে বেযাকৈ কৰিলো একো মই তত ধৰিব পৰা নাই।

মেনকা : একো নাভাবিব প্ৰভু। বেউলা আই মোৰ তিৰোতা জাতিৰ মহাশক্তি লৈ উপজিছে -- এনেজনী কন্যাৰ মোৰ বেয়া হ'ব পাৰেনে ?

(এনেতে ভিতৰত ঢোল, কালীযা, পেঁপা আদি বাজি উঠিল, হাই-উৰুমি লাগি পৰিল।)

নেপথ্যত : হেৰৌ দৰা পালেহি ঔ, দৰা পালেহি- কোনে কোনে দৰা আগছ আহ ঔ-

(ইত্যাদি চিঞৰৰ বাখৰ লাগি পৰিল)

বাছু : মেনকা, সেইয়া দৰা পালেহি ! এৰা, কপালত যি আছে হবই। তোমালোকে সাজু হোৱাহক। বৰ্ত্তমান কৰ্ত্তব্য শেষ কৰোহক বলা। আই মহামাযা। তুমি সকলো জানা, তোমাতে সকলো ভাৰসা !

(দুইৰো প্ৰস্থান)

**পট পৰিবৰ্ত্তন।**

**উজ্জ্বল দীপাৱলী**

(বাছু বণিকৰ ঘৰত বিবাহ মণ্ডপ। বিয়াৰ সকলো দিহা হৈ আছে। পুৰোহিত আদিযে বহি অমুক কৰক তমুক দিয়ক বুলি বিয়াৰ মন্ত্ৰ মাতিছে। দৰাৰ বাওঁফালে কন্যাটি বহুৱাও হল। ইফালে সিফালে বহুত মানুহ, বামুণ আদি বহি আছে। ওচৰতে বহি আইসকলে নাম গাইছে। কেইজনমান মানুহে বিযালৈ অহা মানুহসকলৰ আলপৈচান ধৰিছে, তামোল পান আদি দিছে, মাজে মাজে আকৌ একো একোজনক ভিতৰলৈ জলপান আদি খুৱাবলৈ লৈ গৈছে।)

(কৰ্ম্মকৰ্ত্তাসকলে চকু দিব যাতে দৃশ্যটিৰ কোনো বিষয অতিৰিক্ত নহয়)

কঃ পুৰোহিত : কইনাৰ হাতখনি দৰাৰ হাতত দিযক - (বাছু বণিকৰ ফালে চাই) আপুনি কওক--

(মন্ত্ৰ মাতে। বাছু বণিকেও অনুকৰণ কৰে -এনে ধৰণৰ কাম চলি আছে। নাম চলি আছে-- মাজে মাজে ঢোল পেঁপা আদিৰো মাত শুনিবলৈ পোৱা গৈছে।)

-নাম-

ৰাম ৰাম চৰাইৰে চিকুণে
ৰাম ৰাম তেলিযা সাৰেঙে
ৰাম ৰাম মাছৰে চিকুণে মোৱা"
ইত্যাদি--

দঃ পুৰোহিতঃ এতিয়া দৰা কইনা অলপ থিয দিব লাগে।

(দৰা কইনা থিয দিযে- পিচে দৰা অলপ থিয দিয়েই ঢলি পৰে আৰু অজ্ঞান হৈ পৰিল, চাৰিওফালে হুৱা-দুৱা লাগি পৰিল। হেৰ কি হ'ল, বোলো হল কি ? -- পানী আন, হেৰ বিছু, বেৰি নধৰিবা, হেৰ কৰিছ কি পানী আন" ইত্যাদি নানাবিধৰ গণ্ডগোল হবলৈ ধৰিলে। বাছু বণিক হতবুদ্ধি হৈ, নিৰ্ব্বাক নিষ্পন্দ হৈ পৰে- বেউলা বাছু বণিকৰ কোলাত ঢলি পৰে। কিছু পৰৰ পাছত সকলোৱে নিস্তব্ধ হৈ শুশ্ৰূষাত ব্যস্ত- মাথোন এমূৰে দুজনমান মানুহে কথা বতৰা পাতে)

১ম মানুহঃ বোলো হেৰা ককাই। এইখন আকৌ কি কথা, কি বতৰা ! বোলো ইকি কাণ্ড। সম্প্ৰদান হোৱা মাত্ৰকে দেখোন ঢলি পৰিল একা-

২য় মানুহঃ এৰা -বৰ বেয়া ! বৰ অশুভ- অতি অমঙ্গল। এই শাস্ত্ৰত কৈছে, কি বোলেনে "সম্প্ৰদানে--

এজন ডেকা ঃ থোৱা থোৱা, তোমাৰ শাস্ত্ৰৰ বকলা মেলিব নালাগে। লঘোনে ভোকে ইমানখন বাট আহিছে, জুইৰ তাপত মূৰ ঘূৰাই আচন্দ্ৰাই কৰিলে। ইয়াত আকৌ শাস্ত্ৰই ক'ব কিহে ? আৰু ইয়াত অমঙ্গল অকল্যাণেই বা হ'বৰ কাৰণ আছে কিটো ?

২য় মানুহঃ তোমালোক হৈছা ডেকা তেজৰ নযুগৰ মানুহ- তোমালোকে এইবোৰ কাণ নকৰিব পাৰা --পিচে

আমিহে বুইছো-

ডেকা : বাৰু হৈছে আপোনালোকেই গম পাই ফলাওক, আমাক বুজাব নালাগে।

(এনেতে এটা মানুহে কমণ্ডলু এটাত পানী লৈ প্ৰবেশ কৰে আৰু বাছু বণিকক দিয়ে)

মানুহ : (মনে মনে) দেউতা! আয়ে এইয়া আই মনসা দেবীৰ শান্তি পানী দিছে, অলপ দৰাৰ গাত চতিয়াই দিলে হেনো ভাল হৈ পৰিব।

(পানী দিয়া হ'ল আৰু অলপ পাচত লখিন্দৰ উঠি বহিল- সকলোৱে জয়ধ্বনি কৰে - আই সকলে উৰুলি আদি দিয়ে। আকৌ বিয়াৰ কাৰ্য্য চলি থাকে। চান্দ সদাগৰৰ আৰু লেঙ্গাইৰ প্ৰবেশ। সদাগৰ সকলোৰে মাজেদি গৈ লখাইক ধৰি মুখলৈ চায়)

চান্দ : কি কৈছে- লখাইৰ বোলে--

বাছু : (উঠি) নিশ্চিন্ত হওক সদাগৰ। বোপা অকস্মাৎ অচেতন হৈ পৰিল—এতিয়া ভাল হ'ল। সৌৱা আকৌ শুভ কাৰ্য্য কৰিব ধৰিছে।

(বিয়াৰ কাৰ্য্য - নাম আদি চলি থাকে, আগত পট পৰে)

**পট পৰিবৰ্ত্তন**

(বাছু বণিকৰ ঘৰৰ আন এটা কক্ষ। চান্দ সদাগৰৰ আৰু বাছু বণিকৰ প্ৰবেশ।)

বাছু : (অস্থিৰ হৈ) কি ক'লে? দৈৱজ্ঞই গণি কৈছে! আজি এই বিয়াৰ ৰাতি শোৱনি ঘৰতে! উস্, সদাগৰ, মই একো বুজিব পৰা নাই! মোৰ মূৰ বিকৃত হৈ পৰিছে, চকুৰে মই এন্ধাৰ দেখিছো। অস্, অস্, মোৰ চিৰ আনন্দৰ প্ৰতিমাখনিৰ -- মোৰ একোকে নজনা ৰাংঢালী বেউলাৰ কপালত নো এয়ে আছিল নে?

চান্দ : নাই নাই, একো চিন্তা, একো ভয় নাই, সদাগৰ! মই একোতেই এই দৈবজ্ঞৰ গণনা ফলিয়াবলৈ নিদিও! সেই হে তোমাৰ কন্যা- তোমাৰ এই দৈৱিক শক্তিসম্পন্না, বৈধব্য-লক্ষণহীনা কন্যাক মোৰ বোৱাৰী কৰি ললো। মোৰ এই মহাশক্তিশালিনী বোৱাৰীৰ সহায়েৰে মই অদৃশ্যৰ লিখন খণ্ডন কৰিম --দৈৱজ্ঞান গণনা বিফল কৰিম। তোমাৰ কন্যা মোৰ দৈৱৰ বিৰুদ্ধে যুদ্ধৰ ব্ৰহ্মাস্ত্ৰ হ'ল। আৰু মই কি কৰি থৈ আহিছো, জানানে?

বাছু : (আগ্ৰহেৰে) কি কৰিছে, কি উপায় কৰি থৈ আহিছে? আই মনসা, দেৱী বিষহৰীৰ পূজা পাতিছে, নহয় নে? কৰক, পূজা কৰক। আহক আমি দুয়ো -- মই কন্যাৰ আৰু আপুনি দৰাৰ পিতা, -দুইয়ো আই ভগৱতী পদ্মাৰ চৰণ তলত বাগৰি পৰো- দেৱীৰ ক্ৰোধ উপশম কৰো। তেনেহলে আৰু ভয়...

চান্দ : (খঙেৰে) কি ক'লা বণিক! কাৰ পূজা পাতিব লাগে? আৰু নকবা, দুনাই আৰু সেই কথা উচ্চাৰণ নকৰিবা। জানানে? তুমি জানানে? এটি নহয়, দুটি নহয়, ছ-ছটিকৈ পুত্ৰ মোৰ চকুৰ আগত চট্‌ফটাই মৰি গৈছে, মোৰ চৈধ্য ডিঙা মধুকৰ সমুদ্ৰৰ অগাধ পানীৰ অতল তললৈ গৈছে, তথাপি মই মোৰ দেৱতাৰ নাম পাহৰি অকৃতজ্ঞ হোৱা নাই, কৰ্ত্তব্যৰ ক্ৰুটি কৰা নাই। কি কম, বণিক, আজি তুমি নহৈ আন কোনোবাই এনে এষাৰ কথা কোৱা হলে-- (সংযত হৈ) যক' সেইবোৰ কথা! বেজাৰ নকৰিবা। মোক ক্ষমা কৰিবা সদাগৰ। মই বৰ উত্তেজিত, বৰ উতলা হৈ পৰিছিলো। মোৰ অসংযত কথাবোৰৰ বাবে বেয়া নাপাবা। সদাগৰ! মই শিৱৰ উপাসক। যি হাতেৰে মই মোৰ ইষ্ট-দেৱতাৰ চৰণত ফুল এপাহি দিও, সেই হাতেৰে আনৰ পূজা বিশেষকৈ অনাৰ্য্যা তিৰোতা এজনীৰ পূজা কৰি হাত অশুচি কৰো কেনেকৈ, সদাগৰ! ইয়াৰ বাবে যদি মোৰ সপ্তম-- মোৰ শেষ জীৱিত পুত্ৰ, লখিনকো হেৰুৱাও, তথাপি মই বিচলিত নহও।

বাছু : তেনেহলে কি হব! কিনো কৰিছে বুলি কলে দেখোন? কি কৰিছে? কি উপায়েৰে--

চান্দ : দৈৱজ্ঞৰ গণনা শুনিয়েই মই এটা দুৰ্গ সজোৱাই থৈ পুত্ৰক বিয়া কৰাবলৈ পঠিয়াইছো। সেই দুৰ্গ, সেই মেৰঘৰ মোৰ, শিলেৰে সজোৱা -- দুৱাৰ, বেৰ, চাল সকলো শিলৰ। সেই পাষাণ দুৰ্গৰ দুৱাৰখনিৰ বাহিৰে আৰু চুলি এডালো সোমোৱাৰ ফুটা নাই। চাৰিওফালে তাৰ শ শ সতৰ্ক সজাগ প্ৰহৰী, তাৰ উপৰি, নেউল, ম'ৰা আদি সাপৰ চিৰ-শত্ৰু জন্তুবিলাকক জাকে জাকে মেলি দিছো। এনেহেন ৰক্ষী, এনেহেন পাষাণ দুৰ্গ ভেদ কৰি সাপৰ কি সাধ্য মোৰ লখিনক--

বাছু : তথাপি, সদাগৰ, তথাপি ইযে দৈৱৰ বিৰুদ্ধে, দেৱতাৰ বিৰুদ্ধে যুদ্ধৰ আয়োজন।

চান্দ : তোমাৰ যদি এই আয়োজনটিত প্ৰত্যয় নাই, বিশ্বাস নাই, বেছ! তেনেহলে তোমাৰ যিহকে মন কৰাগৈ। কিন্তু মনত ৰাখিবা বণিক-- মোৰ পুত্ৰই যেন লোকৰ কথামতে ভয়ত মোৰ দেৱাদিদেৱৰ বাহিৰে আন কাকো নুপুজে। মই তেনেহলে আহোহে। জয় শিৱ শম্ভু-- (যাব ধৰে)

বাছু : (হতাশ হৈ থিয় দি থাকে, পাচত লৰি চান্দ সদাগৰক গৰা মাৰি ধৰি) সদাগৰ! সদাগৰ! লৈ যক'; আপোনাৰ পুত্ৰ, আপোনাৰ কন্যাক লৈ যক'। আপোনাৰ হাতত সিহতক সপি দিলো-- যিহকে ভাল

দেখে তাকে করক। মই দুৰ্ব্বল, মোৰ স্থিৰতা নাই। কি ভাল, কি বেয়া বিচাৰৰ শক্তি মোৰ নাই। আহক, সিহঁতক লৈ যাওকহি।

(দুইৰো প্ৰস্থান)

## দ্বিতীয় দৃশ্য

### উপবন।

(মনসা দেবী আৰু নেতাৰ প্ৰবেশ)

মনসা : চা নেতা, চাইল -স্বৰ্গৰ দেৱতাৰ কেনে দুৰ্গতি, কেনে দুৰ্দ্দশা এবাৰ চাই ল। উস্, সামান্য মানুহ এটাক বশ কৰিব নোৱাৰিলো! প্ৰলোভন, অত্যাচাৰ, সকলো মোৰ মিছা হ'ল। মাথোন কেইবাটিও নিৰপৰাধীৰ অকালতে জীৱন নষ্ট হ'ল। নেতা, নেতা, আৰু মই সহিব নোৱাৰা হৈছো। সেই নিৰ্দ্দোষ জীৱ কেউওটিৰ মৰণকালৰ হা হুমুনিয়াই মোক যেন পাচে পাচে খেদি ফুৰিছে, সকলো সময়তে মোৰ নিষ্ঠুৰতাৰ কথা সোঁৱৰাই অন্তৰ মোৰ দহি পেলাইছে। আৰু নসহে, নেতা আৰু মই নোৱাৰো--

নেতা : নোৱাৰিলে হব কেনেকৈ, বাইদেউ। বহু আগবাঢ়িলো, এতিয়া নোৱাৰো বুলি এৰি দিবানে? তেনেহলে তোমাক আৰু পৃথিবীৰ মানুহৰ পূজা নেলাগে নহয় নে? তেনেহলে তুমি আৰু দেৱতাৰ উপহাস অশ্ৰদ্ধা নিন্দাত অপমানিত নোহোৱা, নহয় নে? তুমি-তুমি তেনেহলে--

মনসা : নেতা--নেতা

নেতা : লাগে যদি এই খন্তেকীয়া দুৰ্ব্বলতাক আশ্ৰয় নিদিবা। সঁচাকৈয়ে যদি চন্দ্ৰধৰে তোমাৰ পূজা নকৰে মানে পৃথিবীত তোমাৰ পূজা প্ৰচাৰ নহয়, তেনেহলে নিষ্ঠুৰতা অত্যাচাৰ আদিৰ কথা ভাবি শোক কৰিবৰ, সহানুভূতি দেখুৱাবৰ সময় নাই। এতিয়া করুণাৰে উপচি পৰা দেৱীৰ হিয়া বলেৰে কাতিকৈ থৈ দানবৰ কঠুৱা হিয়া লৈ যেনে তেনে "মন্ত্ৰৰ সাধন" কৰিব লাগিব। ব'লা, বাইদেউ, ব'লা। নাপাহৰিবা, শিলৰ দুৰ্গৰ শিলৰ দুৱাৰ এবাৰ জাপ খালে চুলি এডালো আৰু সোমোৱাৰ বাট নাই--

মনসা : (অলপ ৰৈ) সঁচা কৈছ, নেতা, তই সঁচা কৈছ। মোক পূজা লাগে--পৃথিবীত মোৰ পূজা প্ৰতিষ্ঠা হবই লাগিব। দেৱতাৰ উপহাস, আওহেলাৰ পৰা ৰক্ষা পাবলৈ হলে--দেৱতাৰ শাৰীত বহি দেৱতাৰ সন্মান পাবলৈ হলে, মানুহৰ পূজা মোক লাগিবই! তাকে পাবলৈ মই এটা জীৱন্ত ৰাক্ষস, এটা প্ৰেত, এটা পিশাচৰ ৰূপ ধৰিব লাগিব . . নহয় নে নেতা? আহ তেনেহলে আহ, সেইযে হওক আকৌ অত্যাচাৰ, নিষ্ঠুৰতা, ধ্বংসৰ অৱতাৰ হৈ যুদ্ধত অৱতীৰ্ণ হও আহ।

(নেতাৰ হাতত ধৰি লৈ বেগেৰে প্ৰস্থান)

## তৃতীয় দৃশ্য

(শিলৰ মেৰ ঘৰৰ বাহিৰ ভাগৰ দৃশ্য। চান্দ সদাগৰ আৰু সনেকাৰ প্ৰবেশ। দূৰৈত মাজে মাজে এটা দুটা প্ৰহৰীক অহা যোৱা কৰি থকা দেখা গৈছে। কলাই কমাৰকো মাজে মাজে মেৰ ঘৰ পৰীক্ষা কৰি ফুৰা দেখা গৈছে --ৰাতি মাজ নিশা।)

চান্দ : (মেৰ ঘৰলৈ আঙুলিয়াই) সেই ঘৰটিযেই আজি লখিন্দৰ শোৱনি ঘৰ। সনেকা! পো-বোৱাৰীক আদৰি আনিবলৈ সাজু হোৱা--

সনেকা : এইটো! এই শিলৰ সজাটো--এই গডটো মোৰ লখাইৰ বিয়াৰ শোৱনি ঘৰ! কিয় প্ৰভু, কিয় মোৰ বাছাহঁতক আজি সিহঁতৰ নতুন জীৱনৰ প্ৰথম মিলন নিশাটিত এনেকৈ সেই শিলৰ গডটোত বন্দী কৰি থবৰ দিহা কৰিছে? কিয় প্ৰভু, কিয় আজি--

চান্দ : সনেকা, মইতো সিহঁতক দুখ দি আনন্দ উপভোগ কৰিবলৈ এনে দিহা কৰা নাই। জানি শুনি কিয় এনে প্ৰশ্ন কৰা, সনেকা? আমাৰ অদ্ভুত অদৃষ্টৰ বিৰুদ্ধে যুদ্ধৰ এযে আমাৰ অদ্ভুত সঁজুলি।

সনেকা : বুজিছো প্ৰভু! পিছে ইয়াতকৈ সহজ সৰল উপায় থাকোতে--আপোনাৰ মুখৰ কথা এফাকি, আপোনাৰ হাতৰ ফুল এপাহিযেই যেতিয়া সকলো অপায়-অমঙ্গল, বিপদ-আপদৰ শান্তি বিধান--

চান্দ : আকৌ! আকৌ সেইকথা! সনেকা, তুমি মোৰ সহধৰ্ম্মিনী নোহোৱানে?

সনেকা : ইনো আকৌ কি প্ৰশ্ন, প্ৰভু?

চান্দ : হোৱা যদি--তুমি মোক, তোমাৰ স্বামীক, তেওঁৰ ধৰ্ম্মৰ বিৰুদ্ধে, তেওঁৰ ইষ্ট-দেৱতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ উচটাইছা কিয়, সনেকা? এযেনে তোমাৰ প্ৰতিভক্তি, তোমাৰ প্ৰতিব্ৰতাৰ লক্ষণ! ছিঃ! বেচ সনেকা, লখাই তোমাৰহে পুত্ৰ, মোৰতো কেও নহয়--তোমাৰ পুত্ৰৰ, তোমাৰ বোৱাৰীৰ যিহতে কল্যাণ হয়, সুখ আনন্দ হয়, কৰা, মোক বিদায় দিয়া--

সনেকা : খং নকৰিব নাথ। পুত্ৰ-স্নেহত মই জ্ঞানহীনা হৈ পৰিছো মোৰ সাতোটাকৈ পুত্ৰৰ এটি মাথোন জীৱিত

পুত্র লখিনৰ কল্যাণ কামনাত মই অধীৰা, মোৰ কথাত খং নকৰিব। আপুনি যিহকে ভাল দেখে-

চান্দ : তেনেহ'লে যোৱা, দৰা কন্যাক আদৰি আনিবলৈ যো-জা কৰাগৈ যোৱা। সনেকা, মাথোন আজি ৰাতিৰ এই দুটা প্ৰহৰ-তাৰ পাচত সিহতৰ য'ত যেনেকৈ থবৰ মন, থবা। --যোৱা।

(সনেকাৰ প্ৰস্থান)

চান্দ : (মেৰ ঘৰ পৰীক্ষা কৰি চাই) কলাই।

(কমাৰ সমুখলৈ আহে)

কলাই : দেউতা!

চান্দ : কমাৰ--

কলাই : বন্দী আহিছো, কওক দেউতা।

চান্দ : শিলৰ ঘৰ নিখুঁত হৈছেনে?

কলাই : দেউতাই যেনেকৈ কৈছিল তেনেকৈয়ে কৰা হৈছে।

চান্দ : তেনেহলে মই একেবাৰে নিশ্চিন্ত নহয় নে? মোৰ লখাইৰ --আমাৰ এটি মাথোন পুত্ৰৰ-- সনেকাৰ বুকুৰ মাণিকটিৰ জীৱনলৈ তেনেহলে আৰু ভয় নাই নহয় নে?

কলাই : দেউতা, বন্দীয়ে সাধ্য অনুসৰি আপোনাৰ দিহা মতে এই মেৰ ঘৰ থিয় কৰিছো। এই দুৱাৰখনৰ বাহিৰে আৰু কোনো ফালে চুলি এডাল সোমোৱাৰো বাট নাই।

চান্দ : ক, কমাৰ ক, তোক কি লাগে ক।

কলাই : (ভৰিত পৰি) একো নেলাগে মোৰ দেউতা, একোকে নেলাগে। আপোনাৰ খাইয়ে মই মানুহ। মাথোন দেউতাৰ আশীৰ্বাদ -- এই চৰণ দুটিৰ ধূলি দুটিমান হ'লেই মোৰ সকলো হব।

চান্দ : (কমাৰক তুলি বাহুত ধৰি) কলাই, আজি ৰাতিৰ এই দুটা প্ৰহৰ নিৰ্বিঘ্নে, নিৰাপদে পাৰ হৈ গ'লে, পুৱা তোক মই মাটি-বাৰী, ধন-সোণ যিহকে লাগে তাকে দিম। জয় শিৱশম্ভু--

(প্ৰস্থান)

(কলাই কমাৰে আকৌ ঘৰটো পৰীক্ষা কৰি চাই লাহে লাহে যাবলৈ ধৰে। এনেতে মনসা আৰু নেতা সোমাই আহি কলাই কমাৰক আগভেটি ধৰে। কলায়ে উচাপ খাই উঠে আৰু তেওঁলোকক দেখি তধা লাগে)

নেতা : ৰ'বা, কমাৰ, ৰ'বা। অলপ কথা আছে, শুনাচোন।

কলাই : কোন?

নেতা : চিনি নেপালা। কমাৰ, আই বিষহৰী মনসাদেৱীৰ নাম শুনিছানে?

কলাই : (ভয়ত কঁপিবলৈ ধৰে, ফুটা নফুটাকৈ কয়) আই বিষহৰী! (সেৱা জনায়)

নেতা : একো ভয় নাই কমাৰ। তুমি আইক এফেৰি উপকাৰ কৰি দিব লাগে।

কলাই : আইক। উপকাৰ! মই।

নেতা : এৰা, কমাৰ, তুমি। বিশেষ একো নহয়, সৌ শিলৰ ঘৰৰ শিলৰ বেৰখনত, ইমানটি ফুটা এটা কৰি দিব লাগে।

কলাই : ফু-টা। (নিমাত হৈ পৰে)

নেতা : এৰা, সামান্য ফুটা এটা কৰি দিয়া কমাৰ--

কলাই : (বিমোৰ হৈ নিমাত)

মনসা : দিয়া কমাৰ দিয়া। সদাগৰে তোমাক কাইলৈ ধন-সোণ মাটি-বাৰী দিও বুলিছে, মই তাতোকৈ সৰহ দিম। জগতত দুৰ্লভ, অমূল্য মাণিক, সাপৰ মূৰৰ মণিৰ হাৰ,--নহয় -তোমাক যিহকে লাগে তাকে দিম। মোক মাথোন সৌ শিলৰ বেৰত ফুটা এটা কৰি দিয়া-

কলাই : (ভৰিত পৰি) নোৱাৰো, আই মই নোৱাৰো। মই সদাগৰৰ চাকৰ। মোক বৰ বিশ্বাস কৰে। মই নোৱাৰো, আই, মোৰ অপৰাধ নলব।

নেতা : কি ক'লা। নোৱাৰা। আমাৰ কথা তুমি নুশুনা!

কলাই : (নেতাকো সেৱা কৰে) নোৱাৰিলো, আই, দাই নধৰিব।

নেতা : আকৌ সুধিছো, কমাৰ, আমি কোৱামতে তুমি ফুটা এটা কৰি দিবানে নিদিয়া--

কমাৰ : (উঠে) নোৱাৰো--

মনসা : তেনেহলে সৌৱা চোৱা, তোমাৰ চকুৰ আগতে তোমাৰ ল'ৰা-তিৰোতাক সাপে খুটি মাৰে -

(কলাইৰ সৰু ল'ৰা এটি আৰু তিৰোতাক সাপ এডালে মেৰাই মুখৰ ওচৰত ফেঁট তুলি থকা দেখা গ'ল। ৰঙ্গমঞ্চৰ ইফালে কিছুমান সাপ দেখিবলৈ পোৱা গ'ল। ল'ৰা-তিৰোতাক দেখি কলায়ে লৰি যাব খোজে। অসুবিধা হলে এইখিনি দৃশ্য প্ৰকৃততে মঞ্চত নেদেখুৱাব।)

নেতা : (আগ ভেটি) ৰ'বা, ৰ'বা কমাৰ। বলিয়াৰ দৰে লৰ দিছা কলৈ? সাপ মাৰিবলৈ, নহয় নে? হাঃ হাঃ। কমাৰ, কোৱা- এতিয়াও কোৱা, যি কৰিবলৈ কৈছো, কৰিবানে নকৰা, কোৱা?

কলাইৰ লৰা : পিতাই ঔ! মৰিলো ঔ। খালে ঔ-

কলাই : (ভৰিত দীঘল দি পৰি কাতৰভাৱে) ৰক্ষা কৰা আই; তোমাৰ দুখানি চৰণত পৰিছো, অধমৰ ল'ৰা-তিৰোতাক ৰক্ষা কৰা- তাৰ সলনি মোক--

মনসা : তেনেহলে উঠা, যি কৰিবলৈ কৈছো কৰা।

কলাই : আই, আই মই যে চাকৰ-

মনসা : নকৰিলে আগেয়ে তোমাৰ সৌ লৰা, তাৰ পাচত

তোমাৰ তিৰোতা-শেষত--

**কলাইৰ ল'ৰাঃ** আই ঔ--খালে ঔ-

**কলাই** : (বাগৰি পৰে) অস্--

**নেতা** : (হাতুৰী আৰু গজাল এটা কলাইৰ হাতত গুজি দিয়ে) হোৱা, কমাৰ হোৱা।

(হাতত ধৰি তুলি, মেৰ ঘৰৰ ফাললৈ যায কমাৰে ল'ৰা- তিৰোতাৰ ফালে চাই চাই যায। নেতাই বেৰত হাত লগাই দিয়ে) দিয়া কমাৰ---সামান্য ফুটা এটা হলেই হব।

(কমাৰে বিবুদ্ধি হৈ এবাৰ এবাৰ ল'ৰা- ছোৱালিলৈ চাই গজাল মাৰি বেৰত ফুটা কৰি দিয়ে--লগে লগে দূৰৈত উৰুলি, শঙ্খ আদিৰ মাত শুনিবলৈ পোৱা গ'ল। কমাৰৰ লৰা-তিৰোতাৰ গাৰ পৰা আৰু সকলো ফালৰ সাপবিলাক আঁতৰ হ'ল।)

হল কমাৰ, হল। বাইদেউ, বলা। সৌৱা দৰা-কইনা আহিছে। আমাৰো কাম হ'ল।

**মনসা** : কমাৰ তুমি মুক্ত। তোমাৰ ল'ৰা তিৰোতাক লৈ ঘৰলৈ যোৱা। মই সময়ত তোমাক যথোচিত পুৰস্কাৰ দিম।

(কমাৰে লৰাতিৰোতাক লৈ লাহে লাহে প্ৰস্থান কৰে)

যোবা -আহ নেতা, আহ। সৌৱা চান্দ সদাগৰ আহিছে, আহ-

**নেতা** : অ' ঋাইদেউ, এটা কথা। (দুযো যাবলৈ খোজ দিয়ে) বেৰত জানিবা ফুটা হ'ল-- পিচে হাতত হেমতাল সজাগ প্ৰহৰী চন্দ্ৰধৰ আৰু তেওঁৰ অসংখ' পৰীযাবিলাকৰ কথা পাহৰিলা হ'বলা--

**মনসা** : হয়, তই ভাল সোঁৱাৰাই দিলি। আহ, নিদ্ৰাদেৱীক কাকুতি মিনতি কৰোঁগৈ। এতিয়াই এই পুৰীৰ সকলোকে যেন অলপ পৰ টোপনিত পেলাই থয-- আহ, নেতা আহ--

(বেগেৰে দুযোৰো প্ৰস্থান)

(বিপৰীত ফালেদি চান্দ সদাগৰৰ প্ৰবেশ-আকৌ নেপথ্যত উৰুলি শঙ্খ ইত্যাদিৰ মাত)

**চান্দ** : সৌৱা আমাৰ শেষ সন্তান, আমাৰ চকুৰ মণি উভতি আহিছে। আগে আগে সৌৱা যেন নাৰায়ণ, পাচত সেযা মোৰ লক্ষ্মী। আহ বাছাহত আহ--

(আগে আগে সনেকা, পাছত লখিন, তাৰ পাছত বেউলা, তাৰ পাছত আন আন তিৰোতা সকলৰ প্ৰবেশ। লখিন বেউলাই সদাগৰক সেৱা কৰে)

**চান্দ** : জয় শিৱশম্ভু' ভোলানাথ' আশীৰ্ব্বাদ কৰিছো। দেবাদি-দেৱ মহেশ্বৰে তহতৰ মঙ্গল কৰক। যোৱা সনেকা, ল'ৰা-ছোৱালীক সেই ঘৰলৈ লৈ যোৱা। ৰাতি বহুতো হ'ল, আৰু মিছাতে বেলি কৰাৰ একো সকাম নাই, যোৱা--

(সনেকা আৰু তিৰোতাসকলে লখিন বেউলাক মেৰ ঘৰৰ ভিতৰ সুমায-অলপ পাচত ওলাই আহে আৰু দুৱাৰ জপাই দিয়ে)

**চান্দ** : যোৱা সনেকা, এতিযা অলপ জিৰোৱাগৈ যোৱা।

(সনেকাই বেজাৰ মনেৰে মেৰ ঘৰৰ ফালে চায আৰু চকুত কাপোৰ দি তিৰোতাসকলেৰে প্ৰস্থান)

**চান্দ** : (মেৰ ঘৰ পৰীক্ষা কৰে -দুৱাৰ ভালকৈ মাৰ খালেনে চালে) শিলৰ দুৰ্গৰ শিলৰ দুৱাৰ বন্ধ হৈ গ'ল আৰু কিহৰ চিন্তা' চুলি এডালো সোমাব নোৱাৰা হ'ল-আৰু কিহৰ ভয'। নিযতি-- হাঃ হাঃ হাঃ। ইকি' অকস্মাৎ মোৰ বুকুখন কঁপি উঠিল কিয ? বুঢ়া হৈছো- সেইহে বোধ কৰো এনে হৈছে। একো নহয, একো নহয, জয শিৱ শম্ভু। লেঙ্গাই--

(লেঙ্গাইৰ প্ৰবেশ)

**লেঙ্গাই** : দেউতা--

**চান্দ** : সাৰে আছ' ব'ল, পৰীযাবিলাকে কি কৰিছে এবাৰ চাই আহোঁগৈ ব'ল।

(দুযোৰে প্ৰস্থান)

আন ফালেদি ছাযাৰূপিণী নিদ্ৰাদেৱীৰ প্ৰৱেশ। লগে লগে ৰঙ্গমঞ্চৰ পোহৰ কমি আহে, মাথোন নিদ্ৰাদেৱীৰ চাৰিওফালে সেউজীযা প্ৰখৰ পোহৰ-লগে লগে এটি সুমধুৰ সুৰ বাজি উঠে)

**নিদ্ৰাদেৱী** : সদাগৰ, তোমাব চকুত, তোমাৰ লগৰীয়া সকলোৰে চকুত খন্তেকলৈ এইযা মই টোপনি -- সুমধুৰ গভীৰ টোপনি চতিযাই দিছো, অলপ শোৱা। আজিৰ গোটেই দিন কামকে কৰিলা, ভাগৰো লাগিছে- দুখ ভাগৰ হৰা টোপনিত পৰা -- সকলো পাহৰি যাবা-

(বাজি থকা সুৰত এখন্তেক গায- লাহে লাহে অন্তৰ্ধান হয-গীতৰ সুৰ দৃশ্যটিৰ শেষ হোৱালৈকে মৃদু মৃদুকৈ বাজি থাকে)

**গীত-পূৰবী মিশ্ৰ।**

মোহিনী মই মাযাবিনী, বিলাওঁ সুখৰ মদিৰা
মোৰেই মাযা জালত পৰি
এই ত্ৰিলোকৰ যতেক প্ৰাণী
দুখ, শোক সকলো পাহৰি, নিতৌ আপন পাহৰা।
সপোন ৰাজ্যৰ হাঁহি কান্দোন
মোৰেই কুহক পাশৰ বান্ধোন
পাবা নিতে মোৰেই কোলাত, অমূল্য শান্তি নিজৰা।

(শ্ৰীসুৰেন্দ্ৰ উজিৰ)

(হামিয়াই গা এঙামুৰি দি টলং ভটং কৰি দুটা পৰীযাৰ

প্ৰবেশ)

**১ম প্ৰহৰীঃ** মই হ'লে আৰু নোৱাৰা হৈছো। বৰ টোপনি- য়ে ধৰিছে--উস্ বোপাই উ--(হামিযাই)

**২য় প্ৰহৰীঃ** (হামিয়াই) ময়ো নোৱাৰা হৈছো--উ (হামিযাই) বল, সৌফালে সৌ কেৰে নেদেখাকৈ অলপ শুই লওঁ--

**১ম প্ৰহৰীঃ** এৰা--বল--বল। অলপ শুয়েই লওঁ।

(প্ৰস্থান)

(চান্দ সদাগৰৰ প্ৰবেশ)

**চান্দ** : (হামিযাই চকু-মুখ মোহাৰি) আৰু ৰাতি বা কিমান পৰ আছে। উস্ বৰ ভাগৰ লাগিছে; টোপনিযে চকু দুটা মুদ খুৱাই আনিছে, আৰু দেখোন সাৰে থাকিব নোৱাৰা হৈছো, উস্-বৰ টো-প-নি (চকু মুদ খাই আৰু মূৰ দোঁ খায) ইকি, আকৌ টোপনি! নাই --চকুৰে মুখে পানী দিব লাগিল, লেঙ্গাই'--

(চকু মুখ মোহাৰি প্ৰস্থান)

(এনেতে সাপ এডাল বগাই আহি লাহে লাহে মেৰ ঘৰৰ বেৰেদি বগাই উঠি ফুটাইদি সোমায)

**পট পৰিবৰ্ত্তন**

(লাহে লাহে ৰঙ্গমঞ্চৰ পোহৰ অতি কম হৈ আহে আৰু লগে লগে এখন কলা পাতল যৱনিকা পৰে। তাত সৰু সৰু তৰাবিলাক টিমিক ঢামাককৈ জ্বলি থকা দেখা যায। বাজি থকা সুৰত নিদ্ৰাদেৱীৰ আকৌ ডাঙৰকৈ গান গাই প্ৰবেশ আৰু লাহে লাহে আন ফালেদি প্ৰস্থান)

(এমেচাৰ ৰঙ্গমঞ্চত নিজ নিজ সুবিধা সুচল মতে এই দৃশ্য বা পটৰ দিহা কৰিব পাৰে, আন উপায নহলে আগত ততাঁতৈযাত ব্যৱহাৰ কৰা পট "emergency screen" পেলাবও পাৰে।)

**বেউলা** : ভয? নহয-আপোনাৰ কথা শুনি মোৰ বৰ ভাল-অ', নহয। এই শিলৰ ঘৰটোত থাকি কিবা যেন লাগিছে।

**লখিন** : বাৰু মই নোশোও। তুমি ভয় নকৰিবা। হেৰা, মোৰ দেখোন ভোক লাগিছে। গোটেই দিনটো লঘোনে আছো নহয, এতিয়া ভোক লাগিছে। বিয়াৰ পাচত তোমাৰ আযেৰে লাৰু পিঠা বহুত দিছিল। মই লাৰু এটা লৈ খাব খোজোতেই তোমাৰ সখীসকলে কৰবাৰ পৰা আহি হাঁহি দিলে। মোৰ লাজ লাগিল--খোৱা নহল। এতিয়া কি খাওঁ--

**বেউলা** : (চাৰিওফালে চায়) ভাত খাই যদি মই ৰান্ধি দিব পাৰো--

**লখিন** : ভাত? তুমি ভাত ৰান্ধি দিব পাৰা-কেনেকৈ? ইয়াত দেখোন একোকেই নাই--

**বেউলা** : আছে, সৌৱা জুই, সৌৱা চাউল আৰু সৌৱা ঘটৰ পানী। খাও বুলিলে মই ৰান্ধি দিব পাৰিম।

**লখিন** : খাম, খাম। মোৰ বৰ ভোক লাগিছে। মই ভোকতে অস্থিৰ-পাৰা যদি দিযা বেউলা।

(বেউলাই নাৰিকল চৌকা সাজে। ধুপৰ খৰি কৰি পিন্ধা কাপোৰৰ আগ ফালি তেলৰ চাকিত লগাই জুই আনি চৌকাত জুই ধৰে, লখিনে হাতৰ ওপৰত মূৰ থৈ চাই থাকে)

**লখিন** : আমাৰ বিযাৰ প্ৰথম ৰাতিতে তুমি কেনেকৈ ভাত দি মোৰ ভোক গুচালা পুৱাই প্ৰথমে এই কথাই মই আইক কম-আয়ে শুনিলে এনে ভাল

**বেউলা** : যক, তেনেহলে মই নেৰান্ধো।

**লখিন** : বাৰু নকওঁ, বেউলা-নকওঁ। তুমি ৰান্ধা। উস্-মই ইয়াতেই অলপ বাগৰি থাকো দেই-

(বেউলাই মাটিৰ পাত্ৰ এটাত চাউল পানী দি চৌকাত তুলি দি সিজাব ধৰে। নেপথ্যত আকৌ নিদ্ৰাদেৱীৰ গীতৰ সুৰটি বাজি থাকে।)

এই অবসৰত লখিনৰ টোপনি আহিল। অলপ পাচত ভাত সিজোৱা হলত, বেউলা লাহে লাহে উঠি, লখিনৰ ওচৰলৈ যায় আৰু চায়।)

**বেউলা** : অ' আকৌ শুই থাকিলে দেখোন। ভাত হ'ল নহয, উঠক। ছেঃ কেনেকৈ জগাওঁ। নাই শোৱক। বৰ ভাগৰ লাগিছে বুলি কৈছে, শোৱক। সাৰ পালে ভাত হোৱাৰ কথা কম। উস্, মোৰো বৰ ভাগৰ লাগিছে, টোপনিও ধৰিছে (পালেঙৰ দাঁতিত বহে আৰু লখিনৰ মুখলৈ চায) ছেঃ কেতিয়াকৈ বা সাৰ পায। উস্ মোৰ চকু দুটা টো-প-নি-য়ে (মূৰ দুপিয়াই) নাই, নাই, ছিঃ।

(চকু মোহাৰে আৰু একেথিৰে লখিনৰ মুখলৈ চাই থাকে। লাহে লাহে আকৌ টোপনিযাই -আকৌ চক্ খাই উঠাৰ দৰে সাৰ পাই -এনেকৈ থাকি কিছু পৰৰ পাচত টোপনিত ঢলি পৰি লখিনৰ ওচৰতে শুই পৰে। এনেতে "কালিনাগ" বগাই আহি লখিনৰ ভৰিৰ ওচৰত ফেঁট তুলি ৰয়। লখিনে বাগৰ সলাওতে হঠাৎ টোপনিত নাগক আঘাত কৰে। আঘাত পাই নাগে ভৰিত খোঁট মাৰি দিযে।)

**লখিন** : উস্, উস্, (চিপমাৰি উঠি বহে, ভৰিত দেখে তেজ) মোৰ ভৰিত কিহবাই খুটিলে। সৌদাল সাপ! মোক সাপে খুটিলে। উস্ বেউলা, মোৰ গোটেই গা পুৰি নিছে, অস্! আই, পিতা, ম-ৰি-লো-(ঢলি পৰে) বেউলা--

**বেউলা** : (সাৰ পাই তৎক্ষনাত উঠি) কি হল, কি হল--

**লখিন** : বে-উ-লা-(হাতত ধৰে) মোক সৌদাল -সা-পে খুটিলে। অ-স্, বৰ পি-যা-হ। বে-উ-লা(মৃত্যু)

**বেউলা** : সাপে খুটিলে। সাপে। (বেউলা লখিনৰ ফালে চাই গাত হাত দিয়ে) কি হ'ল। গোটেই গা দেখোন কলা পৰি গ'ল-সোণবৰণীয়া দেহাটি দেখোন কলা হৈ পৰিল। উস্-উঠক উঠক, মোৰ ভয় লাগিছে। উঠক (ভৰিত সাৰটি ধৰে) ইকি। ভৰিকিটা ইমান চেঁচা-শিল যেন চেঁচা (চিএঞৰ মাৰে) আই, আই -উ-(উত্ৰাৱল হৈ লৰি সনেকাৰ প্ৰবেশ। গাৰ কাপোৰ ধূলিত চুচৰি আহে)

**সনেকা** : কি হ'ল আই মোৰ, কি হল?

**বেউলা** : (সনেকাক দেখি লৰি আগবাঢে আৰু সাবটি ধৰি কঁপে) আ-ই, সাপে খুটিলে-সৌৱা, শিল যেন চেঁচা হৈ পৰিল।

**সনেকা** : কি। কি। সাপে (লৰি লখাইক সাবটি ধৰে) লখাই -লখাই ঔ-(চিএঞৰি উঠে)
(চান্দ সদাগৰ, কেবাজনো মতা আৰু তিৰোতা মানুহ ব্যস্ত হৈ/লৰি আহে)

**চান্দ** : কি হল, সনেকা, চিএঞৰ মৰা শুনিলো-

**সনেকা** : লখাইক সাপে, অস্-(লখাইৰ বুকুৰ ওপৰত ঢলি পৰে)

**চান্দ** : য়্যাঁ, সাপে। (ওচৰলৈ গৈ লখিনৰ গাত হাত দি চায- ভৰিত খোটৰ চিন আৰু তেজ বৈ থকা দেখে।) নাই। গ'ল। (বিমোৰ হৈ থিয় দিয়ে) পৰাজয, নিযতি-পৰাজয। (সকলোৱে -হায, হায, অস্ অস্, ইত্যাদি কৰি দুঃখ প্ৰকাশ কৰে)

**সনেকা** : (সদাগৰৰ ভৰিৰ ওচৰত লৰি আহি পৰি সদাগৰৰ কাপোৰ আজুৰি) চকচোন, লখাইৰ মোৰ কি হল চকচোন। (আকৌ লখাইক সাবটি) হেৰ লখাই, লখাই ঔ। উঠচোন। মোক এবাৰ মাতচোন। বিযা কৰাই আহিবৰে পৰা মোক দেখোন মতাকে নাই। অস্, মোক নমতাকৈ তই থাকিবই নোৱাৰ। মাত, মাতচোন, লখাই, লখাই। (লখাইৰ ডিঙিৰ তলেদি হাত সুমুৱাই দাঙে) অস্ নেমাত। (আকৌ সদাগৰক আজোৰেহি) চ'কচোন, চ'কহি, লখায়ে মোক নেমাতে কৌলৈ-চ'কহিচোন,

**চান্দ** : সনেকা, লখিনে আৰু নেমাতে, তোমাকো নেমাতে, মোক নেমাতে- কাকো নেমাতে, এই টোপনি আৰু নেভাগে। (স্বগতঃ) পৰাজয। নিযতিৰ নিৰ্ম্মম বিধিৰ খণ্ডন নহল। কিন্তু বুজিব নোৱাৰিলো কেনেকৈ কি হল। বুজিব নোৱাৰিলো--মোৰ এই দুৰ্গ দেখোন অভেদ্য আছিল, লক্ষ্মীস্বৰূপিনী দেৱীৰ ভাগ্যত বোলে বৈধব্য লক্ষণ নাই। তেনেহলে--(অলপ ৰৈ) অনাৰ্য্যা কুটিলা কাণীৰ চক্ৰান্ত নহয তো? নহয, নহয, লীলা-আদৃষ্টৰ, নিযতিৰো যি সৃষ্টিকৰ্ত্তা, তেওঁৰে লীলা। ভোলানাথৰ ইচ্ছা। (ফুটাই) সনেকা, তোমাৰ লখিন আৰু নাই।

**সনেকা** : নাই। নহব পাৰেনে? লখাই মোৰ নোহোৱা হব পাৰেনে? মোক, তাৰ মাকক, জন্মদাতৃ জননীক এৰি থৈ যাব পাৰেনে?

**চান্দ** : স্থিৰ হোৱা, দেৱী, শোক নকৰিবা। বেজাৰ শোকে লখাইক আৰু ওভোতাই নানে। মাথোন আমাৰ শত্ৰুক লাই দিব, সিহতে হাঁহিব--

**সনেকা** : (ভৰিত সাবটি ধৰে) প্ৰভু, দেৱতা, এতিয়াও সময আছে, আপুনি মন কৰিলে লখিন মোৰ--

**চান্দ** : (আঁতৰি যায) বুজিছো, সনেকা, তোমাৰ অৰ্থ মই বুজিছো। কিন্তু মিছা,সেইফেৰি মোৰ পৰা নহয। আৰু সনেকা, নগণ্যা কাণী পদ্মাৱতীৰ ইযাত একো হাত নাই। লখিনৰ মহাপ্ৰস্থানৰ দিন পৰিছিল, গুচি গল। বিধিৰ বিধান মতেই এজন আহিছে, এজন গৈছে। সকলো তেওঁৰে ইচ্ছা। উঠা, সনেকা উঠা, এইটিৰো পাহৰা। বুকু ডাঠ কৰা- সেই নিচলা, মৰহি যোৱা দেৱী প্ৰতিমাখনিক সান্ত্বনা দিযা-

**সনেকা** : (বেউলাক সাবটি ধৰে) আই ঔ মোৰ। কি হল। কি কৰিলো, তোক কি কৰিবলৈ আনি কি কৰিলো-আই-

**চান্দ** : লেঙ্গাই-
(লেঙ্গাইৰ কান্দি কান্দি প্ৰবেশ)

**লেঙ্গাই** : দেউতা। (বহি পৰে) মোৰ লখাইৰ কি হ'ল দেউতা। অস্ অস্। কণা গোঁসাই। কি কৰিলি? মোক কিয মাৰি নিনিলি? লখাই ঔ, কলৈ গলি-মোক লগত নোলোৱাকৈ দেখোন কলৈকো নেযাৱ। আজি দেখোন অকলৈয়ে ওলালি-আজি দেখোন মোক নলগা হল--হেৰ লখাই-

**চান্দ** : লেঙ্গাই-

**লেঙ্গাই** : অস্ অস্--

**চান্দ** : লেঙ্গাই--

**লেঙ্গাই** : দেউতা-

**চান্দ** : মৃতকক বাজলৈ নিযাৰ দিহা কৰ-আহ, তহঁতেও ধৰ।
(মানুহকিজনে লখাইক উলিযাবলৈ আগবাঢে, বেউলাই তৎক্ষণাৎ উঠি লখিনক আগুৰি ধৰে-)

**বেউলা** : নুচুবা, নুচুবা। টোপনি ভাগিব। সাৰ পাব। বৰ হেনো ভাগৰ লাগিছিল, টোপনি আহিছে। তোমালোকে

যোবা। মই আছো, সাৰ নেপায মানে বহি থাকিম। আৰু নোশোও। যোৱা তোমালোক--

(মানুহ কিজন পাচ হোহোকে)

চান্দ : আই মোৰ – (আগবাঢ়ে)

বেউলা : কোন? অ' দেউতা। শুইছে নহয়নে? ভাগৰ লাগিছে শুইছে নহয়নে? আকৌ এতিযাই সাৰ পাব নহয়নে?

চান্দ : (স্বগতঃ) অস্ ভোলানাথ 'কিয দেৱতা, কিয এই নিৰপৰাধা-আধাফুটা সুকোমল ফুলৰ কলিটিক - এনেকৈ অকালতে মৰহিবলৈ দিলা? কিহৰ দোষত এই বালিকাক মোৰ অদৃষ্টৰ লগৰীযা কৰিলা, মোৰ দুভাগ্যৰ কালচক্ৰত পেলালা? ভোলানাথ' নিজৰ মোৰ শেষ সন্তান গৈছে অকাতৰে সহিছো, কিন্তু পৰৰ ঘৰৰ এটি নিৰপৰাধী পৰিযালৰ হিয়া চিঙি অনা সৌ দেবী প্ৰতিমাখনিৰ এনে অৱস্থা কৰিলা কিয় ভগবান? (অলপ পৰ ৰৈ প্ৰকাশ্যে) আই উঠা, তোমাৰ স্বামী আৰু ইহজগতত নাই--

বেউলা : ইস্' এযা দেখোন আছে। অ' এন্ধাৰত হবলা আপুনি মনিব পৰা নই। এইযা, চাওক, এইযা শুই আছে--

চান্দ : নহয আই' সেইটো দেহাত আৰু প্ৰাণ নাই--

বেউলা : নাই' কলৈ গ'ল' কলৈ গল?

চান্দ : স্বৰ্গলৈ, আই, সৌ অসীম অনন্ত আকাশৰ ওপৰত ক'ৰবাত থকা স্বৰ্গলৈ।

বেউলা : আই' দেউতাক তেনেহলে সোনকালে মাতি আনিবলৈ ক'ক।

সনেকা : অস্ অস্--

চান্দ : আই মোৰ, মোৰ মাত আৰু লখাইযে নুশুনে।

বেউলা : মোৰ হলে শুনিব। মোৰ মাত শুনি হেনো ভাল পাইছিল। ময়ে তেনেহলে মাতি আনোগৈ।

চান্দ : অস্, আই মোৰ একবাৰে উন্মাদ। কেনেকৈ সান্ত্বনা দিও, কেনেকৈ নিচুকাও। সনেকা, কি কৰিছা--

বেউলা : দেউতা, মই বলিয়া হোৱা নাই। মই সঁচাকৈয়ে কৈছো। আমাক ভূৰ এখনত তুলি নৈখনত উটুৱাই দিযক, মই আপুনি কোৱা সেই স্বৰ্গলৈ গৈ প্ৰভুক জগাই আনোগৈ। দিয়ক দেউতা, আমাক ভূৰ এখনত উটুৱাই দিযক--

চান্দ : (স্বগতঃ) ই আকৌ কি বিপদত পেলালা প্ৰভু' (প্ৰকাশ্যে) এনে কৰিব নেপায নহয় আই। যা তহতে আৰু কি চাই আছ। নে বাজলৈ নেহক। লেঙ্গাই, যা- (মানুহ কেজনমানে আগবাঢে- সদাগৰো লগতে - যায়-হঠাৎ বেউলা ঠিয় দি দুই হাত মেলি আগভেটি সিহঁতলৈ চাই)

বেউলা : কাক নিবলৈ আহিছা? নাহিবা। আৰু আগ নেবাঢ়িবা। নোৱাৰা নিব-(মানুহকেজন পাচ হুঁহকি যায়) দেউতা মযো লগতে যামেই-

চান্দ : (বেউলাৰ মুখলৈ চাই) ইকি মূৰ্ত্তি' বালিক[illegible]ত ইকি দিব্য জ্যোতি' ইকি বিশ্ব সংহাৰিণী, জগত মোহিনী, যোগিনী মূৰ্ত্তি' ভোলানাথ' [illegible]? (অলপ ৰৈ) বুজিলো সতীৰ কোলাৰ পৰা মৃত পতিৰ দেহা কাটি আনিবৰ শক্তি মোৰ নাই যমে নোৱাৰিলে আৰু মই' হ'ক, তেনেহলে সেযে হ'ক।- সহমৰণেই যদি তোৰ ইচ্ছা, আই সেযে হ'ক। লেঙ্গাই, যা ভূৰ এখনত মোৰ শেষ সন্তান, লখিনৰ মৰা শ আৰু সৌ দেৱী প্ৰতিমাক তুলি লুইতত বিসৰ্জ্জন দি আহ।)

(প্ৰস্থান)

সনেকা : আই ঔ --- (বেউলাক সাবটি ধৰে) লেঙ্গাই আৰু মানুহ আটাইবিলাকে চকুত কাপোৰ দি থাকে - আগত পট পৰে।)

## পঞ্চম অঙ্ক

### প্ৰথম দৃশ্য

নৈ

(বেউলাৰ ভূৰ লাহে লাহে উটি গৈছে। বেউলাই স্বামীৰ মৃৰটি কোলাত লৈ বিচনীৰে মাখি, মহ আদি খেদি আছে আৰু করুণ সুৰেৰে গীত এটি গায়।)

### গীত

বেউলা :

অকুল সাগৰে কাণ্ডাৰী বিহীন
চলে মোৰ লক্ষ্যহীন তৰী
উঠা কৰ্ণধাৰ মোৰ প্ৰাণনাথ
সুখ নিন্দ পৰিহৰি ।।
উঠা উঠা অ'মোৰ প্ৰাণ প্ৰিয়তম
তেজি অনন্ত শয়ন।
পুবত চৰিল বেলি বিজয় কেতন তুলি
উঠিল যত জীৱ প্ৰাণী।।
জগত উঠিল জিনি বিশ্ব বীণাৰ ধ্বনি
উঠা (মোৰ) প্ৰভু অভিমানী
অনাথিনী মই কান্দিছো কতনো
দিয়া সান্ত্বনাৰ বাণী ---

গান ঃ শ্ৰী উমেশ চন্দ্ৰ চৌধুৰী সুৰ ঃ শ্ৰী সুৰেন্দ্ৰ নাথ উজীৰ

বেউলা ঃ প্ৰভু মোৰ, দেৱতা মোৰ, শুনিলেনে মোৰ গীত, শুনিব খুজিছিল নহয়, শুনিলেনে? সৌৱা সকলোৱে সাৰ পালে, ইমানকৈ মাতিছো -- আপোনাৰ টোপনিনো নাভাগেনে? উস্, এই মাখিবিলাকে বৰ আমুনি কৰিছে। প্ৰভুৰ মোৰ টোপনি পূৰ হোৱা নাই। আমনি নকৰিবিচোন। আই বিষহৰি, তুমি বোলে স্বামীক মোৰ জগাই দিব পাৰা। দিয়া মাতৃ জগাই দিয়া, তাৰ সলনি মোৰ প্ৰাণটিকে লোৱা।

(হৰিৰ প্ৰৱেশ)

হৰি ঃ সৌৱা, সৌৱা ভুৰ। বেউলা ভনীটি —

বেউলা ঃ (উচপ খাই) কোন? কোনে মাতে? অ' ককাইদেউ - তুমি? আহিলা ভালেই হ'ল, মাতাচোন, তুমি এবাৰ মাতাচোন, সাৰ পায়েই বা?

হৰি ঃ উস্ উস্ প্ৰভু! কি কৰিলা, আজলী নুমলী ভনীটিৰ আমাৰ ইকি দশা কৰিলা। আহ, ঘৰলৈ উভতি আহ। আই দেউতা শোকত উন্মাদ হৈছে -- আহ, তোক পালে অলপ সান্ত্বনা পাব -- আহ বেউলা ---

বেউলা ঃ নাই, নাই — মই বিচাৰি যাম, সেই নেদেখা নিচিনা জনক মই উলিযাইহে এৰিম। আইক ক'বা মই আহিম, অকলে গলে বেজাৰ পাব। বেয়া বুলিব, দুয়ো একেলগে আহিম।

হৰি ঃ বেউলা, ভনীটি! কিয় মিছাতে বলিযালি কৰি তোৰ জীৱনটো নষ্ট কৰ? অসম্ভৱ কেনেকৈ সম্ভৱ হব। ভুৰ তোৰ অকুলত উটি যাব। এতিযাই তোক জলচৰ হিংস্ৰ জন্তুৱে, দুৰন্ত মানুহে অপকাৰ কৰিব। আহ, আই আহ, এনেকৈ উটি ফুৰিলে একো ফল নহয়। মৰা জনক কাহানি কোনে জীৱন দিয়া দেখিছ?

বেউলা ঃ আৰু নেমাতিবা ককাইদেউ! তুমি যোৱাগৈ, মোক আৰু নেমাতিবা, --- মোৰ বেলি হ'ল। মই আজি তোমালোকৰ কথা নুশুনো --- মই নেযাও! ব'ল ভুৰ উটি ব'ল -- সেই অজান দেশৰ নিচিনা নেদেখা জনৰ ওচৰলৈ উটি বল ---

(ভুৰ চলিবলৈ ধৰে)

হৰি ঃ কি হ'ল, কি কৰো। বেউলা আমাৰ একেবাৰে উন্মাদিনী! মোৰ আৰু বুজোৱাৰ শক্তি নাই, মই আৰু নোৱাৰো। বেউলা উস্ ---

(প্ৰস্থান)

## দ্বিতীয় দৃশ্য

(বাছু বণিকৰ ঘৰৰ আগচোতাল। হাতত কাহি এখনত ধান, দুবৰী, ফুল, লাৰু আদি লৈ মেনকা বলিযাৰ দৰে আউলী বাউলী হৈ লৰি আহে।)

মেনকা ঃ পালেহিনে, মোৰ সোণহত পালেহিনে? হেৰ, কৰিছহক কি? দে দে উৰুলি দে। সৌৱা মোৰ বাছাহত আহিছে। সৌৱা বেউলা আই মোৰ শাহুৱেকৰ ঘৰৰ পৰা উভতি আহিছে, লগত জোঁৱাইও। হেৰ আদৰি আনিব লাগিল। দে, দে উৰুলি দে ----

(বাছুৰ পুত্ৰ হৰিৰ প্ৰবেশ)

হৰি ঃ (মাকক ধৰি) আই, আই ভিতৰলৈ আহা ----

(বাছু বণিকৰ প্ৰবেশ)

বাছু ঃ মেনকা, অস্, মেনকা কৰিছা কি? স্থিৰ হোৱা। ব'লা, ভিতৰলৈ ব'লা ----

হৰি ঃ আই ---

মেনকা ঃ গুছ, গুছ, মই এথোন যাব নোৱাৰো। দেখা নাইনে মই কি কৰিবলৈ আহিছো। মোৰ জী-জোঁৱাই আহি পাইহিযেই লাগে। ৰবিচোন, আমনি নকৰ --- মই আকৌ আদৰি নিব লাগে নহয়? হেৰ, ভিতৰত সকলো দিহা হ'লনে? দে চোন দে --- তহতে উৰুলি দে --'

বাছু ঃ মেনকা, একেবাৰে বলিযা হলা। বাঃ! কেনে সুন্দৰ, কেনে ধুনীয়া সংসাৰ এটি মাথোন কন্যাক বিযা দি কেনে আনন্দ! মেনকা, এতিযা কেনে? সিদিনা ৰাতি দেখোন মোক বৰকৈ বুজনি দিছিলা, বৰ সান্ত্বনা দিছিলা, এতিয়া? বৰকৈ কৈছিলা দেখোন ---- আমাৰ এনেজনী কন্যাৰ অকল্যাণ নাই? মোৰ দুৰ্ব্বলতা দেখি দেখোন বৰকৈ হাঁহিছিলা-- পুতৌ কৰিছিলা। পাহৰিলা হবলা? ভগবান! ইনো তোমাৰ কি বিচিত্ৰ বিচাৰ! কি দোষৰ, কি অপৰাধৰ এনে গুৰু দণ্ড! অস্, মোৰ আজলী, ৰাংঢালী বেউলা, তোৰ কি হ'ল! কি কৰিলো।

মেনকা ঃ হেৰ, চাই আহচোন! কোনোবাই লৰি গৈ চাই আহচোন --- মোৰ বেউলাহত কিমানখিনি পাইছেহি চাই আহচোন। সেইয়া, সেইযা হবলা। সেইযা গাযন-বাযন ঢোলৰ মাত নহয় নে?

হৰি ঃ আই! আই -- আহা আই --- (ভিতৰৰ ফালে নিবলৈ আজোৰে)

মেনকা ঃ (হৰিক এহাতেৰে ঠেলি) মনে মনে থাক, -- আমনি নকৰ বুলি কৈছো নহয় ----

**বাছু** : মেনকা।

**মেনকা** : অ' আপুনিও আহিল। ল'ৰা-ছোৱালীক আদৰিবলৈ আপুনিও আহিল। ভাল হল। বাৰু আহক, সৌৱা সিহত আহি পাইহিযেই লাগে ---

**বাছু** : নাহে, মেনকা নাহে। তোমাৰ জী-জোৱাই আৰু কেৰো নাহে। এটি মৰি গল, আনটো উটি গল ---

**মেনকা** : য্যাঁ ---

(বুলি বাছু বণিকৰ ভৰিৰ ওচৰত পৰি গ'ল -- থাল আদি ছিটিকি যায। বাছুৱে বহি মেনকাক ধৰে --- হৰিও বহে-)

(Emergency)

(আগত পট পৰে)

## তৃতীয় দৃশ্য

### নৈ

(ভিতৰৰ পৰা নাৱৰীযাৰ গীত শুনা গল, দুশাৰীমান গোবাৰ পাচতে ভূৰৰ বিপৰীত ফালে ধুনীয়া নাও এখনৰ আগ দেখা গল, আৰু তাৰ পৰা নামি নাৱৰীয়া দুজনৰ প্ৰবেশ।)

**প্ৰথম নাৱৰীয়া** : (হঠাৎ বেউলাক দেখি) হেৰৌ কাই, সৌৱা কি চাচোন। এজনী দীপলিপ কইনাৰ নিচিনা সেইজনী কোনোবা দেখোন ভূৰ এখনত উটি আহিছে ---

**দ্বিতীয় নাৱৰীয়াঃ** অ হয় দেখোন। কি ঔ! বোলো কিনো কথা ঔ --- এই পৰত এনেকৈ উটি ফুৰিছে কিয় অ'?

**প্ৰথম নাৱৰীয়াঃ** কথাটো মই হলে ভাল পোৱা নাই দেই। মোৰ কিবা যেন হে লাগিছে। এই দেও-মনিচ নোহোৱা নৈ মাজত অকলশৰে -- ই কিবাহে বোপাই। ডেকা সদাগৰ দেউতাকে মাতিব লাগিল। দেউতা ঈশ্বৰ, চকহিচোন চকহি, কি ওলাইছে।

(নাৰায়ণে নাৱৰ পৰা নামি আহে)

**নাৰায়ণ** : কি ওলাইছে?

**১ম নাৱৰীয়াঃ** সৌৱা, সৌফালে--

**নাৰায়ণ** : (এবাৰ চাই স্বগতঃ) ই কি! কোন এওঁ, কেনে সুন্দৰ! কেনে ধুনীয়া! কেনে মনোমোহা অপৰূপ ৰূপ! কোন এওঁ! ৰাজ্যভ্ৰষ্টা কোন কমলাই এনে নিৰাশ্ৰযা হৈ এনেকৈ নৈত উটি আহিছে! (প্ৰকাশ্যে) সুন্দৰী! তুমি কোন? কিয এই অকূল সমুদ্ৰত মাথোন এখনি ভূৰৰ সহায়েৰে অকলে উটি ফুৰিছা? কলৈ যোৱা দেবী?

**বেউলা** : (মূৰ দাঙি চাই) মই বেউলা! মোৰ স্বামীক সাপে খুটিলে, এইয়া বিষত লালকাল হৈ পৰি আছে। মই সেই নজনা দেশৰ নেদেখা জনক লগধৰি খাটি-খুটি প্ৰভুক মোৰ জগাই দিবলৈ কওগৈ। কব পাৰে নে? সেইজনৰ দেশ পাবলৈ আৰু কিমান বাট? অ' আপুনি এবাৰ চাওকচোন, জানোচা আপুনিয়েই জগাই দিব পাৰে বা।

**নাৰায়ণ** : (স্বগতঃ) উন্মাদিনী! মৰা স্বামীৰ শোকত একেবাৰেই বলিয়া। সৰ্প দংশনত স্বামীৰ মৃত্যু হ'ল, সেইদেখি [illegible] বাই দিছে। কিন্তু কি আচৰিত, কি কঠ[illegible] প্ৰাণ, যি জনে এই জীৱন্ত প্ৰতিমাখ[illegible] শৰ লগত [illegible]কৈ উটুৱাই দিছে। যক্ সেই[illegible] -- মোৰ ভা[illegible] বিনহৰ? (আকৌ [illegible] লে চাই) আ-হা-[illegible] সুন্দৰ, বৰ ধুনীযা! এই দেৱ দুৰ্লভ অপূৰ্ব ৰূপৰাশিৰে উপচিপৰা সৌন্দৰ্য্যৰ প্ৰতিমাখনিনো এনেকৈ অযথা অকালতে নষ্ট হৈ যাবনে? নাই নাই, মই লৈ যাম --- এনে ৰূপ পৃথিৱীত বিৰল। মোৰ ঘৰ শুৱনি কৰিবলৈ লৈ যাম। সুন্দৰী --- (ভূৰৰ ওচৰ চাপে)

**বেউলা** : (লখিনৰ মূৰৰ কাপোৰ দাঙি দেখুৱাই) এইয়া চকচোন-- কেনেকৈ টোপনিত অচেতন - পাৰে যদি জগাই দিযকচোন ---

**নাৰায়ণ** : সুন্দৰী, কিয এটা মিছা আশাত এনেকৈ তোমাৰ যৌৱন, তোমাৰ এই সৌন্দৰ্য্য অকালতে অসীম সমুদ্ৰৰ অগাধ পানীত বিসৰ্জ্জন দিবলৈ ওলাইছা? আহা, সেই জঁকাটো পেলাই দি মোৰ লগত আহা। তোমাক মই অশেষ সুখ ঐশ্বৰ্য্য অধিকাৰিণী কৰিম। চিৰ জনম তুমি মোৰ হৃদয়-ঈশ্বৰী হৈ থাকিবা। আহা, সুন্দৰী আহা -- (আগবাঢ়ে)

**বেউলা** : আপুনি কি কৈছে, মই বুজিব নোৱাৰিলো। অলপতে সাৰ পাব নহয়নে?

**নাৰায়ণ** : সাৰ পাব? ছিঃ সুন্দৰী, তুমিনো ইমান অজলানে? ইমানেই নিৰ্বোধনে? সেইজন মৰিল আৰু নিৰ্জীৱে।

**বেউলা** : কোনে কয় নিজীয়ে! আপুনি পুৰাণ পঢ়া নাই? আপুনি সাবিত্ৰীৰ কথা নাজানে?

**নাৰায়ণ** : মিছা, মিছা, সেইবোৰ মিছা। পুৰাণৰ কথা মাথোন কিছুমান ল'ৰা-ছোৱালী নিচুকোৱা অৰ্থহীন উপাখ্যান। কোনোবাই মিছাকৈয়ে তোমাক উচটাই ৰং চাইছে। আহা, সুন্দৰী আহা, তোমাৰ ৰূপে মোক মতলীয়া কৰিলে, মই আৰু থিৰেৰে থকিব পৰা নাই -- আহা সুন্দৰী আহা--

(ধৰিব খোজে)

**বেউলা** : (ভয়ত অস্থিৰ হৈ) কি কৰে? কলৈ আহিছে?

**নাৰায়ণ** ঃ তোমাক মই নিবলৈ আহিছো। মই তোমাক মোৰ কৰিম-- তোমাক আকৌ মই বিযা কৰাম -- (আকৌ ধৰিব খোজে)

**বেউলা** ঃ ইকি --- । অন্তৰ্য্যমী দেৱতা মোৰ, ই আকৌ কিহত পেলালা প্ৰভু । (নাৰাযণক) তুমি কোন ? মোক কৃপা কৰা-- অনুগ্ৰহ কৰা, মোৰ প্ৰভুক লৈ মোক যাবলৈ দিযা। তোমাৰ দুখনি চৰণত ধৰিছো, আমাক নুছুবা - –

**নাৰায়ণ** ঃ সুন্দৰ, সুন্দৰ, তুমি [illegible] সুন্দৰ। মই তোমাৰ ৰূপত বলিয়া -- আহা, সুন্দৰী আহা, মোৰ বুকুলৈ আহা -- (বেউলাৰ হাতত ধৰে)

**বেউলা** ঃ উস্ -- এৰি দিযা, এৰি দিযা, মই শাও দিম -- শাও দিম -- যদি মই বণিক কুলৰ কন্যা, বাছুৰ জীযৰী হও, যদি শিৱৰ বৰপুত্ৰ চন্দ্ৰধৰৰ বোৱাৰী হও, যদি দেৱতুল্য গুণৰ আধাৰ দেৱ লখিন্দৰ মোৰ স্বামী হয, তেনেহলে, তেনেহলে, মোৰ শাওত তোমাৰ অকল্যাণ হব। এই শৰৰূপী দেৱতাক সাক্ষী কৰি মই তোমাক অভিশাপ দিম, তুমি ---

**নাৰায়ণ** ঃ ইকি ? ইকি ? দেৱী, কি ক'লা, কি ক'লা --- তোমাৰ পিতাৰ নাম কি বুলি কলা ---

**বেউলা** ঃ (সংযত হৈ) উজনি নগৰৰ বাছু বণিক - চিনি পোৱা ?

**নাৰায়ণ** ঃ হায, হায, ইকি ভযঙ্কৰ দুৰ্ঘটন। দেৱী, তোমাৰ ভাই-ককাযেৰ আছেনে ?

**বেউলা** ঃ আছে -- কেবাজনো আছে --- ডাঙৰজন ককাই মই নৌ-ওপজোতেই হেনো বাণিজ্যলৈ গল। মই তেওঁক দেখাই নাই ---

**নাৰায়ণ** ঃ অস্ ভগবান। কি কৰিলো, কি মহাপাপ কৰিলো

**বেউলা** ঃ কি হ'ল ? এনে কৰিছে কিয ?

**নাৰায়ণ** ঃ ভনীটি, এই নৰপিশাচ, জীৱন্ত পশুৱেই তোৰ ডাঙৰ ককাযেৰ -- যি ৰত্নখনিৰ পৰা তোৰ নিচিনা সতী সাবিত্ৰীৰ উৎপত্তি, সেই খনিতে এই নৰকৰ কীটৰো উৎপত্তি। নাচাবি, এই পাপ মুখৰ ফালে নাচাবি। উস্ ভগবান, কি প্ৰাযশ্চিত্ত কৰো, এই পাপৰ কি শাস্তি ? ভগিনি, নৰপিশাচক ক্ষমা কৰ, আশীৰ্ব্বাদ কৰ, সতীৰ বৰত যেন মোৰ আত্মাৰ সংগতি হয — জনমে জনমে যেন সতীৰ সেৱক হৈ জনম নিযাব পাৰো -- (নৈত জাঁপ মাৰে)

**নাওৰীয়া** ঃ সৰ্ব্বনাশ, হেৰ, সৰ্ব্বনাশ হ'ল। সদাগৰ দেউতাই নৈত জাপ দিলে। সৌৱা, সৌৱা, উটি গৈছে। মাৰ, মাৰ, নাও মাৰ, ধৰ ধৰ। (নাও লৈ প্ৰস্থান)

**বেউলা** ঃ ককাইদেউ। সেইযা মোৰ ককাইদেউ। জাঁপ দিলে। নাই, মোৰ আৰু ভাবিবৰ সময় নাই। বল, ভুৰ বল - (এনেতে ধনাই আৰু মনাই নামে দুটা মানুহৰ প্ৰবেশ)

**ধনাই** ঃ হেৰা মনাই, মিছা হ'ল। সদাগৰৰ নাও দেখোন গলগৈ। ছেঃ ধৰিব নোৱাৰিলো। তোৰ সোৰোপালিৰ পৰাহে এনে হল। ইস্, বয-বস্তুৰে তেনেই খাজ খাই আছিল বোপাই। ধৰিব পৰা হলে বহালোহেতেন।

**মনাই** ঃ এতিয়া দাযটো হলগৈ মোৰ। বোলো ধনাই, মইহে হবলা সেন্দুৰীৰ লগত চুপতিখন মাৰি থাকিলো হযনে ? তোৰ এই স্বভাৱটোৱেই কাল হল। হেৰৌ, কামৰ সমযত আকৌ তিৰোতা ছোৱালীৰ লগত চুপতিখন কিহৰ ? নাও ধৰিবলৈ বুলি আহি, দিলি লগাই বিহুখন, --- প্ৰেমখন। এতিয়া পালি নহয সেকাটো। চা বাৰু কিহৰ পৰা কি হ'ল। থাক বাপেৰে, এতিয়া দাঁত মুখ চেলেকি বহি থাক --- ছেঃ। নাওখন বা পালেগৈ কিমান -- (নৈৰ ফালে চায) ইযে। হেৰৌ ধনাই, চাচোন চা, ভুৰত সৌটো কি উটি আহিছে -- চা—

**ধনাই** ঃ অ', সেইজনী দেখোন ছোৱালী। আও, বৰ ৰূপহী ঐ। হেৰ কোন অ'। বোলো হএৰা অপেচৰী, তুমিনো কোনহে ? হেৰ মনাই, চিনি পাইছনে ? এইজনী আকৌ কোন গাঁৱৰ, অ' বোলো, শুনিছানে, আহাচোন আহা --- (হাত বাউলি দি মাতে) এই ফাললৈকে ভুৰখন চপোৱা। আমি বাঘ, ঘোং নহয, তেলেপ কৰি গিলি থবলৈ। আহাচোন আহা, সোধ-পোচ কৰো, চিনাকি হও --

**বেউলা** ঃ আকৌ বিপদ। প্ৰভু অগতিৰ গতি, বিপদৰ সহায, ৰক্ষা কৰা। অভাগীক বিপদৰ পৰা উদ্ধাৰ কৰা ---

**মনাই** ঃ বুইছ ধনাই, এটা কথা একা। তোৰ বহুত আছে, এইজনীক হলে মই লম দে --- আৰু নো কিমান দিন বৰলা হৈ থাকো হো ---

**ধনাই** ঃ কি কলি ? এহে -- হযতো এওঁক লবলৈ দিম। এইহেন অপেশ্বৰী জনী হবগৈ এওঁ ফেচাৰ ঘৈণী। হেৰ, মই ইমান অজলা নহয ঔ -- থাকিল লাগিলে, মোৰ ফেচা নাকী ওফণ্ডা গালিবোৰ। এইৰ যুৱীযা মোৰ এজনীও নাই, মইহে এইক লম।

**মনাই** ঃ ইস্, এওঁক হে লাগে। থৈ দে তোৰ ডাক্ষোপ মৰা কথা। এইবাৰ সেই ফাকি নেচেলে। বুৰে পতি শেলেকু। মই আগধৰি দেখিছো, মই লম।

**ধনাই** ঃ থ, থ, কথা নেচেলাবি। সিদিনাৰ কথা পাহৰিলি হবলা। আকৌ এসেকা পাব খোজহবলা। মই আগধৰি সোধাপোচা কৰিছো, মইহে লম। ইয়াত কোনোবাই

নুই কৰিলে একেচৰে দাঁত কেউটা ওফোৰাই দিম --

মনাই : এহ্ দাঁত উঘলাটোহে হয়। এওঁৰে বল আছে, আমাৰ নাযেই নহয, মই দেখিছো -- মইহে লম।

ধনাই : ল তেনেহলে ল বাপেৰে।

(এইবুলি চৰ মাৰি, গবামাৰি ধৰে, হালৰে আজোৰা-আজোৰি, বগৰা-বগৰি হয়। এই সুযোগতে বেউলাৰ ভুৰ উটি গৈ অদৃশ্য হয়। সিহত বগৰা-বগৰি কৰি পানীত পৰে। লগে লগে আগত পট পৰে।)

## চতুৰ্থ দৃশ্য

### উপবন।

(নেতাই গীত গাই সোমায়)

### গীত

নীল আকাশত তৰায়ে হাঁহিলে
জোনাযে ঢালিলে ৰূপালি ৰহণ।
 শুৱনি প্ৰকৃতি আজি
 ৰূপহী বেশেৰে সাজি
 বিলালে অমিয়া ৰাশি
  মুহি মোৰ মন।
 ইহেন সুৱদী নিশা
 অ'মোৰ হিয়াৰে সখা
 জুৰাবানে তুমি মোৰ
  তাপিত পৰাণ।

(শ্ৰীঅপূৰ্ব বৰদলৈ)

(গীত অন্ত হোৱাৰ লগে লগে মনসাৰ উদভ্ৰান্ত হৈ লৰি প্ৰবেশ আৰু নেতাক ধৰে)

মনসা : নেতা, নেতা, অস্ পুৰি গ'ল। সতীৰ হা-হুমুনিযাত অন্তৰ মোৰ দহি গল। কি কৰিলো, নেতা মই কি কৰিলো? পূজাতো মোৰ নহলেই, মাথোন যাৱৎ চন্দ্ৰ দিৱাকৰ থাকে মানে পৃথিৱীত এটা কলঙ্ক থৈ গলো। অস্, নিৰূপম সুন্দৰ সুকোমল ফুলকলি এটিক অকালতে মোহাৰি পেলালো, নিৰপৰাধা সৰ্বগুণসম্পন্না সৌন্দৰ্য্যৰ দেৱী প্ৰতিমা এটিৰ সৰ্বনাশ কৰিলোঁ। নেতা, সেই ছোৱালীটিৰ মৰ্ম্মভেদী শোকৰ করুণ নিশ্বাসে অন্তৰ মোৰ পুৰি ছাই কৰি পেলাইছে। মোৰ কৰ্ম্মই, মোৰ অত্যাচাৰে মোক অস্থিৰ কৰি পেলাইছে। নোৱাৰো আৰু সহিব, নোৱাৰো নেতা। নেলাগে মোক পূজা, নেলাগে মোক দেৱতাৰ সন্মান-

নেতা : আৰৌ অধৈৰ্য্য হ'লা। আকৌ দুৰ্ব্বলতা। বাৰু বাইদেউ, প্ৰলোভন, নিষ্ঠুৰতাই নোৱাৰিলে --- মৰম, স্নেহ, দয়া-মমতাই কি কৰে এবাৰ চাও বলা। মোৰ মনেৰে এই উপাযেৰেহে আমি অচিৰতে কৃতকাৰ্য্য হব পাৰিম। আহা বাইদেউ, এই উদ্যমেৰে তোমাৰ পূজাৰ ব্যৱস্থা কৰিবলৈ সাজু হওঁগৈ বলা ----

(দুযোৰে প্ৰস্থান)

## পঞ্চম দৃশ্য

(নৈ, [illegible] শিলত বহি গোধা ৰজা আৰু কিছুমান [illegible]বৰশী বাব ধৰিছে। সিহতৰ বৰশীৰ চিপজ[illegible]লিযে গোটেই নৈ খনকে ছাতি ধৰিছে। [illegible]কেউজনে টোপনিযাই টোপনিয়াই মাছে খোটালৈ বাট চাই বহি থাকে। বেউলাৰ ভুৰ লাহে লাহে উটি আহি গোধা ৰজাৰ বৰশীত লাগি ৰৈ গ'ল।)

বেউলা : কি হল, ভুৰ দেখোন নোযোবাত পৰিল -- কিহত লাগিল? ইকি বৰশী। গোটেই নৈ দেখোন বৰশীয়ে ছাতি ধৰিছে। হে নৰনাৰাযণ! অনুগ্ৰহ কৰা, এই দুখুনীক কৃপা কৰা। মোৰ ভুৰখন উজাই নিও, বৰশীকিটা অলপ ওপৰলৈ দাঙি ধৰা। বেলি হ'ল, বাটো বহুত, মোক যাবলৈ দিযা।

গোধাৰজা : (টোপনিযাই) কোন? কো নে আ-হি মো-ক বৰ-ৰ-শী বো-ৱা-ত আ-ম-নি ক ৰে-

আন আন গোধা বিলাকে : (একেলগে) কো-ন? কা-ৰ ই-মা-ন সাহ?

প্ৰথম গোধা : (চকু মেলি চাই) অ' ৰজা, বৰশীত সৌজনী দেখোন কইনাহে লাগিল --

আনবোৰে : অ, কইনাহে লাগিল।

ৰজা : এৰা, কইনা? চাও - অ' হয দেখোন ---

আনবোৰ গোধা : হযেই দেখোন ---

ৰজা : লাগে, মোক সেইজনী কইনা লাগে ---

আনবোৰে : লাগে, ৰজাক আমাৰ সেইজনী কইনা লাগে ---

ৰজা : মোৰ এজনীও ৰূপহী ৰাণী নাই -- মোক সেইজনী লাগে -

আনবোৰ : ৰজাৰ ৰূপহী ৰাণী নাই -- সেইজনী লাগে ---

দ্বিতীয় গোধা : হেৰা কইনা শুনিছানে, তোমাক হেনো ৰজাক লাগে, আহা, উঠি আহা ---

আনবোৰ : হয় আহা ---

ৰজা : কইনা, তোমাক দেখি মই ষাঠি হাজাৰ গোধাৰ ৰজা ভোল গৈছো ---

আনবোৰ : ভোল গ'ল -- আহা --

ৰজা : আহা কইনা, তোমাক মই বৰ ৰাণী কৰিম। সকলো

গোধা তোমাৰ গোলাম হ'ব।

**আনবোৰ** ঃ হয়, হয, গোলাম হ'ব —

**ৰজা** ঃ মোৰ এশজনী তিৰোতা তোমাৰ বেটী হব। মই তোমাৰ নিকিনা গোলাম হম। আহা কইনা আহা —

**আনবোৰ** ঃ হয, হয, আহা।

**ৰজা** ঃ হেৰ নেমাতে দেখোন -- ধুনীয়া কইনা নাহে দেখোন।

**আনবোৰ** ঃ এৰা, নাহে দেখোন—কইনাই নেমাতে দেখোন --

**ৰজা** ঃ কইনা, তুমি না[illegible] —

**এজন গোধা** ঃ হো কইনা, তুমি [illegible]ন ধুনীযা, এনে মনোমোহা আমাৰ [illegible] —

**আৰু এজন গোধা** ঃ এৰা চোৰাচোন, —হেৰা কইনা, এবাৰ চোৰাচোন -- কেনে ধুনীয়া —

**বেউলা** ঃ (লাহেকৈ মূৰ দাঙি চায়) ধুনীযা — পিচে ভৰি দুখন হে --

**ৰজা** ঃ এ্যা --- ভৰি। (ভৰিলৈ চায)

**সকলোৱে** ঃ এৰা ভৰি--- (নিজ নিজ ভৰি চায়)

**এজন গোধা** ঃ ৰজা, চাঁচিব লাগিল ----

**ৰজা** ঃ হয, ভৰি চাঁচি সৰু কৰিব লাগে। ৰূপহী কইনা, তুমি ৰবা -- আমি ভৰি চাঁচি আহোঁগৈ -- আহ --

**সকলো গোধা** ঃ হয, হয, কইনা আমি ভৰি চাঁচি আহোঁগৈ ৰবা- (ৰজা আৰু গোধাসকলৰ লাহে লাহে প্ৰস্থান)

**বেউলা** ঃ উস্ ৰক্ষা। (উদ্দেশ্যে সেৱা কৰে) প্ৰভু এনেকৈয়ে ৰক্ষা কৰি মোক বাট দেখুৱাই লৈ বলা। ইকি? ভূৰ নোযোৰা হল দেখোন। অস্ ভূৰ মোৰ পচি গল -- ভাঙি যায হে লাগে। কি হব। প্ৰভু কি কৰিলা। কোন ক'ত আছা, মোক অলপ কৰুণা কৰা, এফেৰি উপায দিযা -- মোৰ প্ৰভুৰ পৱিত্ৰ দেহ কেনেকৈ ৰক্ষা পৰে কৈ দিযা। হে ঈশ্বৰ, হে সৰ্ব্বনিয়ন্তা প্ৰভু, এই অনাথিনী, অভাগিনীৰ একমাত্ৰ সনাতন গুৰু মোৰ এই স্বামীৰ দেহটি ৰক্ষা কৰিবলৈ মোক উপায দিযা (শ সাবটি ধৰে)

(কেজনীমান ছোৱালীযে কাষত কলহ লৈ গীত গাই নাচি নাচি আহি পানী নিবলৈ প্ৰবেশ কৰে।)

**গীত**

**নামসুৰ।**

দ'লৈ নাযাবি অ' সমনীয়া, পাৰত নাথাকিবি বৈ,
পানীলৈ নাচাবি পানীৰে কুঁৱৰী কাষত কলহ লৈ।
লুইত উঠিল ভৰি, টৌৱে টৌৱে চৰি —
পাৰত কৰে হাহাকাৰ —
আজি কিনো অভিসাৰ —

(শ্ৰীউমেশ চৌধাৰী)

(গীত অন্ত নৌহওতেই এজনীয়ে পচা পচা গোন্ধ পাই নাকত সোপা দিয়ে)

**প্ৰথম ছোৱালী** ঃ ওহ, ছিঃ, কি গোন্ধাইছে। ৰাম ৰাম, এনে গেলা গোন্ধ।

(সকলোৱে নাকত সোপা দি —ৰাম, ৰাম, থুই, থুই ইত্যাদি কৰিবলৈ ধৰে।)

**দ্বিতীয় ছোৱালী** ঃ অ' চাহকচোন, চা, সৌটো ঘাটৰ ওপৰতে কি ওপঙি আছে। ছিঃ ছিঃ এনে গোন্ধ —

(বেউলাই মানুহৰ মাত শুনি মূৰ দাঙি চায আৰু ছোৱালীহতক দেখি উঠি বহে)

**প্ৰথম ছোৱালী** ঃ হেৰ, জীযা মানুহ দেখোন। তিৰোতা মানুহ -

**বেউলা** ঃ আইসকল। মোক অলপ কৃপা কৰা -- মোৰ প্ৰভুৰ দেহাটি ৰক্ষা কৰিবলৈ সহায কৰা। মই বহুত দূৰলৈ যাব লাগে -- মোৰ ভূৰখন পচি ভাগি গল। মোক দুদালি কলগছ অনোৱাই ভূৰখন ভালকৈ দিওৱা —

**দ্বিতীয়জনী** ঃ হেৰ কিবাবোৰ বকিছে অ' — সেইজনী মৰিশালীত থকা কিবা ভুতুনীযেই কি কিবা -- নেদেখিছ সেইদাল গেলা মৰাশ লৈ ফুৰাইছে। আহ, হেৰ গুছি আহ। উহঃ --ছিঃ-- থুই

(নাকত সোপা দিযে)

**প্ৰথমজনী** ঃ ছেঃ পানীও নিব নোৱাৰা কৰিলে। ঘাটটোৰ ওচৰতহে বেটি মৰিবলৈ পালেহি —

(সকলোৱে -- ছিঃ ছিঃ থুই ইত্যাদি কৰি প্ৰস্থান)

**বেউলা** ঃ নেযাবা, গুছি নেযাবা। মোৰ প্ৰভুক ৰক্ষা কৰিবলৈ সহায কৰা, ভনীসকল। গুছি গল। উস্ আই জগদ্ধাত্ৰি। কি সুখ পাইছা, মোৰ এনে গতি কৰি কি সুখ পাইছা? আই -- অস্ ---

(এনেতে হঠাৎ চাৰিওফালে এন্ধাৰে ঢাকি ধৰে। বিজুলী, ঢেৰেকণীয়ে খলক লগায়)

**নেপথ্যত** ঃ (ভীষণ বিকট হাস্য আৰু জলদগম্ভীৰ মাতেৰে) হাঃ হাঃ হাঃ -- পেলায দে, পেলায দে। সেই গলি পচি যোৱা হাড় কিডাল পেলায দে। হাডে জামো প্ৰাণ পায় -- হাঃ হাঃ হাঃ

**বেউলা** ঃ (চিঞৰি) আই ভগৱতী মাতৃ

(প্ৰাণপণ শক্তিৰে লখিনক সাবটি ধৰে)

(আকৌ হঠাৎ পোহৰ হৈ ভূতে-প্ৰেতাদি অদৃশ্য হয় - - বেউলাই লখিনৰ দেহ সাবটি পৰি থাকে। এনেতে কাপোৰৰ বোজা এটি লৈ ধুকুনী বেশত নেতাৰ প্ৰবেশ আৰু শশব্দে বোজাটি মাটিত পেলাই তাতে আউজি বহে)

**নেতা** ঃ উস্ মোৰ গোসাঁই। কাপোৰ নো আৰু কিমান

ধুবা দেওহে। ধুইছো হে ধুইছো -- অন্ত হলে নপৰে। হক, বোলো লাহে লাহে ধুই মেলিয়েই দিও। সিও নহয়। দিয়া মাত্ৰকে লাগিল। আজি বোলে অমুক যজ্ঞ, কালি বোলে তমুকৰ সভা, কাপোৰ নহলেই নহয়। মৰা এতিয়া ক'ত কেনেকৈ পাৰা মৰা। হু, (হুমুনিযাই) দুখ বেজাৰ কৰিনো কি হব? কপালত যদি আছে সুখনো কাহানিবা নহবনে?

(কথা কৈ থাকোতে কাপোৰৰ বান্ধ খোলে, কিছুমান কাপোৰ উলিযাই কথা শেষ হোৱাৰ লগে লগে হাতত লৈ নৈৰ ফালে যায় আৰু বেউলাক দেখে)

নেতা : অ' এওঁ বা কোন? বোলো হেৰা কোনহে? যেযে হোৱা, মোৰ ঘাটটোৰ পৰা-অলপ তেহেলেই যোৱা। (কাপোৰ দুখনমান পানীত জুবুৰিযাই)

বেউলা : (মাত শুনি মূৰ দাঙি চায়, স্বগতঃ) কোন, এইযা আকৌ কোন! মৰম স্নেহেৰে উপচি পৰা মাতৃমূৰ্ত্তিৰে মোৰ আগত থিয় দিছেহি -- এইযা কোন? নাই, নাই, আকৌ মায়া, আকৌ —

নেতা : (আকৌ বেউলালৈ চায়) হেৰা শুনিছানে বোলো, অলপ তেহেলৈ নোযোৱা কিয? গাত কাপোৰ ধোৱা পানীৰ ছিটিকনি পৰক — মোকহে গালি পাৰিবা আকৌ

বেউলা : আই, দেৱী, মাতৃ মোৰ, অভাগিনীক অলপ সহায কৰা -- মোৰ জীৱন-সৰ্ব্বস্ব পানীৰ তললৈ যায, ৰক্ষা কৰা আই।

নেতা : কি কলা, মই তোমাৰ কথা একোকে নুবুজিলো। ধুবুনীযে আকৌ তোমালোকৰ সেই পাক লগোৱা কথা বুজিলেহে— (কাপোৰ এখন মাজে মাজে খচে) তুমিনো কৰ পৰা আহিছা? যোৱা কলৈ?

বেউলা : বহুত কথা আই, বহুত কথা। কবলৈ বহুত পৰ লাগিব। সিমান পৰে মোৰ সৰ্ব্বনাশ হব। আই ভূৰত এইযা মোৰ প্ৰভু শুই আছে। ভূৰখন পচি গল। প্ৰভু মোৰ পানীৰ তললৈ যায়, মোক এখন নকৈ ভূৰ সজাই দি ৰক্ষা কৰা আই।

নেতা : জানো আই, তই কিখন বলকিছ। মই নবুজো চুবুজোও -- আন কাৰোবাক ধৰগৈ আই। মোৰ সময়ো নাই শুনিবৰ, কাইলৈ কাপোৰ নিদিলে আকৌ জগৰ লাগিব আই।

বেউলা : আই--

(বেউলাৰ কথালৈ কাণ নকৰি নেতাই সশব্দে কাপোৰ খছে আৰু দুই এখন শুকাবলৈ মাটিত মেলি দিয়ে। বৃশ্চিক নামে বাৰ বছৰীয়া ল'ৰা এটিয়ে পিঠিত কাপোৰৰ সৰু বোজা এটি লৈ লৰি প্ৰৱেশ কৰে)

বৃশ্চিক : আই—

নেতা : কি ঔ -- আহিলি -- আকৌ এসোপা আনিছনে?

বৃশ্চিক : (বোজাটি ধুমকৈ পেলাই) ল, এইসোপা গোসাঁনীৰ কাপোৰ --- কাইলৈকে লাগেই -- নহলে নহব—

নেতা : (কাপোৰ মেলে, খচে) এহ, নহলে নহব? সকলোৰে একেডাল কথা ---- কাইলৈকে লাগেই—

বৃশ্চিক : অ' আই, মোৰ বৰ ভোক লাগিছে অ'। কি আছে খাবলৈ দেহি আহ।

নেতা : (খণ্ডেৰে আৰু বেচি শব্দ কৰি কাপোৰ খচি) যা, যা, হেৰ ভোক লাগিছে! মোৰ বোলে মৰিবলৈ সময় নাইকিযা হৈছে — এতিয়া দিযাগৈ এওক খাবলৈ। যাওতে দেখোন এগাল গিলি গৈছিলি। লাগিলেই নে আকৌ ভোক। তহঁতৰ পেটতনো কি জুই আছে আৰু কব নোৱাৰো। নেদেখিছ সৌ কাপোৰৰ দ'ম। (কাপোৰ মেলিবলৈ যায।)

বৃশ্চিক : দে বুলিছো নহয়, দে, মোৰ বৰ ভোক লাগিছে। আহ, আই, আহচোন। (নেতাৰ কাপোৰৰ আচল ধৰি আজোৰে)

নেতা : বৃশ্চিক, আমনি নকৰ। মই এতিয়া নোৱাৰো। ৰ'দ পৰি আহিছে, এইবোৰ এতিয়াই ধুই মেলি নিদিলে আজি নুশুকাবই -- যা গুচ (গটা মাৰে)

বৃশ্চিক : নিদিয়, খাবলৈ নিদিয?

নেতা : নিদিও -- যা ইয়াৰ পৰা যা --

বৃশ্চিক : ৰ, তেনেহলে ( এই বুলি কৈ মেলিদিয়া কাপোৰবোৰ ভৰিৰে গচকে)

নেতা : (উঠে) দেখিছা, লৰাৰ উদ্ভণ্ডালি দেখিছা! ৰ আজি -- (এইবুলি খেদা মাৰি গৈ বৃশ্চিকক ধৰে আৰু চৰ মাৰি দিয়ে। ) মৰ! (বৃশ্চিক মৰাৰ দৰে পৰি যায়) কেনে, পালিনে? কৰ, এতিয়া কাক আমনি কৰ,কৰ —

(আকৌ কাপোৰ ধোৱে মেলে)

বেউলা : সৰ্ব্বনাশ লৰাটিক মাৰি পেলালে! ৰাক্ষসী! এইবাৰ আৰু পৰিত্ৰাণ নাই। ভূৰো নেযায় আৰু উপায় নাই। গ'ল, ৰাক্ষসীৰ হাতত পৰি এইবাৰ সকলো গ'ল। স্বামী, দেৱতা, অভাগিনীয়ে আৰু নোৱাৰিলে। করুণাময়, ইমান বিপদত ৰক্ষা কৰি শেষত ৰাক্ষসীৰ মুখত পেলাই সকলো শেষ কৰিলা।

নেতা : উস্ গোঁসাই হ'ল কোনোমতে। আজিলৈ তেও আজৰি হলো— ৰক্ষা পৰিলো (কাপোৰ চপায়) এই ভোক লাগিছিল দেহি লৰাটোক মাৰি থলো। (নৈৰ পানী দুছাটি বৃশ্চিকৰ গাত মাৰে) বৃশ্চিক, বোপাই মোৰ উঠ। (পানীৰ ছিটা গাত পৰাত বৃশ্চিক উঠি

বহে)

বৃশ্চিক : (হাত মেলি নেতাইক সাৱটি) আই, আই ---

নেতা : বাছা মোৰ (সাৱটি ধৰে) খাবলৈ দিওগৈ বল। সৌ কাপোৰবোৰ চপাই লৈ ঘৰলৈ যাও বল। (দুয়ো কাপোৰ চপায আৰু এটা সৰু বোজা নেতাই বৃশ্চিকক দিয়ে) তই আগবাঢ়, মই এইবোৰ লৈ গৈছো।

(বৃশ্চিকৰ প্ৰস্থান)

বেউলা : (স্বগতঃ) ইকি আচৰিত কথা! লৰাটিক মাৰি আকৌ জীযাই তুলিলে। কোন, এওঁ কোন? অ' পালো পালোঁ - এইযে সেই মোৰ অজান দেশৰ অচিনাকি জন -- (ভূৱৰ পৰা নামি লৰি আহি নেতাৰ ভৰি সাৱটি ধৰে) আই জগতজননী, দুৰ্গতিনাশিনী মাতৃ মোৰ, ৰক্ষা কৰা, অভাগিনী স্বামীঘাটিনী, চণ্ডালিনীক চৰণত শৰণ দিয়া, আই ---

নেতা : (ভৰি আতঁৰাই বেউলাক তোলে) ছিঃ ছিঃ, কৰিলি কি? ধুবুনীৰ ভৰিতনো ধৰিব পায়নে। উঠ, আই উঠ। ক আই, কি কৰিব লাগে ক --- মই আজৰি হলো। তোৰ কি কৰিব লাগে ক।

বেউলা : তোমাক আৰু কি কব লাগে জননী। তুমি দেখোন মাতৃ সকলো জানা, সকলো দেখা, সকলোকে বুজা। দিয়া আই, মোৰ সৌ টোপনিত পৰা স্বামীক জগাই দিয়া ---

নেতা : ভূৰত হবলা সেইযা তোৰ গিৰিয়েৰৰ মৰাশ?

বেউলা : নাই মৰা, মৰা নাই। জানি শুনি কিয় এনে কৰা আই? শুইছে, পিচে আমি মাতিলে নুঠে। আজি মই জগাওতা জনক পালো -- আৰু এৰি নিদিও --- (আকৌ বেউলাই নেতাৰ ভৰিত সাৱটি ধৰে) দিয়া আই দিয়া, মোৰ টোপনিত পৰি থকা হৃদয় দেৱতাক জগাই দিয়া ---

নেতা : ( বেউলাক আকৌ দাঙে) মই মতিলে বা তেওঁ উঠিব কিয? নাই আই, মইয়ো আৰু তেওঁক জগাই দিব নোৱাৰোঁ ---

বেউলা : কিয আই, কিয়? নহয় আই দেখিছো, মই বুজিছো, তুমি নোৱাৰা একো নাই। তোমাৰ সেই লৰাটিক জগাই তোলা মই দেখিছো--

নেতা : এ আই, মোৰ আপোনজনক জগাই দিব পৰাটোহে শিকি আহিছো-আনক আকৌ নোৱাৰো মোৰ আই--

বেউলা : শিকি আহিছা। কাৰ পৰা, ক'ৰ পৰা শিকি আহিলা? কোনে শিকালে? আই মোকো এবাৰ তেওঁৰ ওচৰলৈ নিনিয়ানে? মোক তোমাৰ কন্যাবুলি আশ্ৰয় দি এই উপকাৰ ফেৰিনো নকৰানে আই? এইফেৰি কৰুণা তোমাৰ এই স্নেহত উপচি পৰা মাতৃ অন্তৰতনো নহব পাৰেনে? আই--

(ভৰিত পৰে)

নেতা : উঠ, আই উঠ। মই বাৰু কৈ দিম। বাট দেখুৱাই দিম। কোন ফালে কেনেকৈ গলে জগাই দিব পৰা জনক লগ ধৰিব পাৰি মই কৈ দিম, আহ। মোৰ সাধ্যমতে তোৰ উপকাৰ কৰিম আহ।

বেউলা : আই-জননী মাতৃ মোৰ (সাবটি ধৰে)

(আগত পট পৰে)

## ষষ্ঠ দৃশ্য

### এটি কক্ষ

(চান্দ সদাগৰৰ প্ৰৱেশ)

চান্দ : নাই, আৰু অসহ্য। সংসাৰ একেবাৰে অসহ্য হৈ উঠিল। দুটি দণ্ড বহি যে মোৰ ইষ্টদেৱতাৰ ধ্যান-স্তুতি কৰিম তাৰো উপায় নাইকিয়া হল। কেনে অন্ধবিশ্বাস এই তিৰোতা জাতিৰ। পুত্ৰটি মৰি গল, বোৱাৰী উটি ভাহি সমুদ্ৰৰ অতল তলত লীন হৈ গল। তথাপি বিশ্বাস-উভতি আহিব--কাণীৰ পূজা এভাগ কৰিলেই হেনো, মৰাপুত্ৰ জীযাই উঠি বোৱাৰীক লগত লৈ আহি মোৰ ঘৰ উজলাবহি। আহ, কি আচৰিত অন্ধ বিশ্বাস।

(সনেকাৰ প্ৰৱেশ)

সনেকা : প্ৰভু, দেৱতা, মই আকৌ খাটিছো, আকৌ আমনি কৰিবলৈ আহিছো! এপাহি মাথোন ফুল দি--

চান্দ : উস্, সনেকা তোমালোকে কৰিব খুজিছা কি, ও। কিয় মিছাতে এনে ভুল বিশ্বাসৰ বশবৰ্ত্তী হৈ দুখ কৰা? যি হবৰ হল। কপালত নাই, কি কৰিবা। ফুল এপাহিৰে পূজা কৰিলেই যদি জীৱন পালেহেতেন, তেনেহলে দেখোন কোনোৱে আৰু নমৰিলেইহেতেন, তেনেহলে দেখোন কোনোৱে আৰু নমৰিলেইহেঁতেন সনেকা--

সনেকা : মোৰ অন্তৰৰ পৰা কোনোবাই কৈ দিছে --মই দেখিছো, মোৰ পো-বোৱাৰী হেনো উভটি আহিব। প্ৰভু, আপুনি কাণ কৰা নাই, দেখা নাই, সেই শিলৰ ঘৰত বিয়াৰ ৰাতি লগোৱা বন্তি আজিও নুমুৱা নাই, ৰান্ধি থোৱা ভাত আজিও শুকোৱা নাই। বোৱাৰীয়ে কৈ গৈছে --উভতি নাহে মানে বন্তি নুনুমায়-- ভাত নুশুকায়। দেৱতা মোৰ, বিষহৰি মাতৃৰ সোণৰ প্ৰতিমা এখনি মই প্ৰতিষ্ঠা কৰাম, আপুনি মাথোন এপাহি ফুল-

চান্দ : কি ক'লা, সনেকা, কি ক'লা? এইবাৰ সোণৰ

প্ৰতিমা - মোৰ হৰগৌৰীৰ মন্দিৰত এইবাৰ আকৌ অনাৰ্য্যৰ সোণৰ মূৰ্ত্তিৰ পূজা। সনেকা, তোমাৰ পুত্ৰ গৈছে, বোৱাৰী গৈছে, এইবাৰ মই যাম। মোৰ শিৱৰ বিগ্ৰহ বুকুত বান্ধি লৈ এই সৰ্পৰাজ্য এৰি পৃথিবীৰ কোনোবা নিৰ্জ্জন চুক এটালৈ গুছি যাম। যাম সনেকা, মোক বিদায় দিয়া।

সনেকা ঃ (ভৰিত সাৱটি ধৰি) নেযাব, নাথ নেযাব, পুত্ৰশোকাতুৰা উন্মাদিনীক এৰি নেযাব। প্ৰভু মই কি কৈছো কব নোৱাৰো। মোৰ কথাৰ অৰ্থ নাই। মোৰ মূৰৰ স্থিৰতা নাই। মোৰ ভূল হৈছে, অপৰাধ নধৰিব।

চান্দ ঃ উঠা, সনেকা উঠা। মই বুজিছো — পুত্ৰহাৰা জননীৰ দুখ যে কিমান মই জানিছো। পিচে, সনেকা, এইযে সংসাৰৰ নিয়ম। অকল তোমাৰ মোৰে এনে হোৱা নাই। সংসাৰত দিনৌ কিমান পৰিয়ালৰ যে এনে বিলৈ হৈছে, কিমানে যে কত শোক পাইছে তাৰ লেখ নাই। কৰ্ম্মফল ভোগ কৰিবই লাগিব। কৰ্ম্মফলৰ হাতৰ পৰা পৰিত্ৰাণ নাই। ধৈৰ্য্য ধৰা সনেকা — যি কেইটাদিন জীযাই আছোহক, ধৈৰ্য্য ধৰি থাকি, মুক্তিৰ যত্ন কৰোহক আহা -- আৰু যাতে সংসাৰলৈ আহি যন্ত্ৰণা ভোগ কৰিব নালাগে তাৰ যত্ন কৰোঁগৈ বলা, -- জয়, জয় শিব-শম্ভু।

(প্ৰস্থান)

সনেকা ঃ (করুণ ভাবে) লখাই-- বেউলা, আই মোৰ --

(প্ৰস্থান)

## সপ্তম দৃশ্য

(মন্দাৰ কাননৰ মাজত দেৱৰাজ ইন্দ্ৰ এখনি বিতোপন শিলৰ আসনত বহি আছে। অদূৰত আন আন দেৱতাসকল, যেনে -- অগ্নি, চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ, যম আদি যথাক্ৰমে বহি আছে। আনফালে নাৰদাদি দেৱৰ্ষি সকল, এচুকত শনি দেৱতা বহি আছে। অপ্সৰা-অপ্সৰী, গন্ধৰ্ব্ব, কিন্নৰী সকলে দেৱৰাজৰ বিজয় কীৰ্তন কৰিছে)

**বন্দনা গীত**

ৰাগিণী — ˈ সাৰ, তাল - খেমটা।

জয় দেব। জয় দেব!
জয় মঙ্গলদাতা বিশ্ববিধাতা
অচিন্ত্য অনন্ত দেৱ।।
লোক বন্দিত মহিমা দৃপ্ত
গুণ তেজশীল অমৰ বৃন্দ
অজ্ঞান জ্ঞান বুদ্ধি দায়ী ন দেব।।
অসুৰ দৈত্য দানব দলনে
বিৰাজিছা চিৰ-শান্তি মঙ্গল
মূঢ ভক্তজনে কৃপা কিঞ্চনে
বাঞ্ছা পূৰ্ণকাৰী দেব।।
"সুৰেন"

(গীতৰ অন্ত নৌহওতেই 'দিকপাল' লৰি আহি জাননী দিয়ে)
(সেৱা জনাই) দেৱৰাজ! ভূত-ভাবন দেৱাদিদেব মহাদেৱ দুজনা দেৱীক লগতলৈ, বৈ আছেহি --

ইন্দ্ৰ ঃ মোৰ সন্মান আৰু সমাদৰ জনাই আগবঢাই আনাগৈ - (দিকপালৰ প্ৰস্থান আৰু অলপ পাচতে মহাদেৱ, নেতা আৰু বেউলাৰ প্ৰৱেশ)
(সকলোৱে -- আহক ভোলানাথ আহক -- বুলি সমাদৰ কৰে)

মহাদেৱ ঃ বোম, বোম, বোম। জয় হওক, মঙ্গল হওক -- (বেউলাক) বাছা, এইযে দেৱ-সভা, সৌৱা দেৱৰাজ। (নেতাই সেৱা জনায, বেউলাই মাটিত আঠুকাটি দণ্ডবৎ কৰে)

ইন্দ্ৰ ঃ দেৱসভাৰ সন্মান, ভক্তি, উপহাৰ গ্ৰহণ কৰক দেৱাদিদেৱ মহেশ্বৰ। আসন গ্ৰহণ কৰি কৃতাৰ্থ কৰক। লগত সৌৱা কোন? অ' চিনি পাইছো, এজন আমাৰ নেতা দেৱী, কিন্তু সৌ লাৱণ্য, কান্তিৰে দেৱসভা চানি পেলোৱা দেৱীক চিনিও যেন চিনিব পৰা নাই। কোন এওঁ, ভূতনাথ?

মহাদেৱ ঃ দেৱৰাজ! এইযে সেই বেউলা -- যাৰ তপস্যা, যাৰ অপূৰ্ব্ব পতিভক্তিৰ, সতীত্বৰ কাহিনী সিদিনা মই দেৱসভাত নিবেদন কৰিছিলো — মোৰ কন্যা নেতাইৰ লগত আহি মোৰ কৈলাস উজ্জলোৱা, এইয়ে সেই পতিব্ৰতা সতী — মোৰ ভক্ত চন্দ্ৰধৰৰ বোৱাৰী বেউলা

সূৰ্য্যদেৱ ঃ আমি চিনি পাইছো দেৱৰাজ — পৃথিৱীত মোৰ দিনৰ কৰ্ত্তব্য কৰোতে বহুদিন এই বেউলাৰ অদ্ভুত, অপূৰ্ব্ব নৃত্য দেখি মুগ্ধ হৈছিলো। এতিয়া আকৌ সতীৰ কঠোৰ তপস্যা, সতীত্বৰ আচৰিত মহিমা দেখি স্তম্ভিত হৈছো —

বায়ু ঃ আমিও দেখিছো —

বৰুণ ঃ আমিও জানো —

চন্দ্ৰ ঃ সচাঁকৈয়ে অপূৰ্ব্ব আচৰিত এই সতীৰ তপস্যা।

ইন্দ্ৰ ঃ দেৱী, আমি সকলোৱে তোমাৰ পতিভক্তি আৰু তপস্যাত বৰ প্ৰীত হৈছো — তুমি হেনো নৰ্ত্তকীশ্ৰেষ্ঠা, এবাৰ আমাক তোমাৰ গীত শুনাই, নৃত্য দেখুৱাই আনন্দ নিদিয়ানে?

**নাৰদ** ঃ হয়, হয়, আমি সকলোৱে তোমাৰ দেৱতা-বাঞ্ছিত অপূৰ্ব্ব নৃত্যৰ লযলাস চাবলৈ আগ্ৰহ কৰিছোঁ।

**বেউলা** ঃ (নেতালৈ চাই) আই মাতৃ, ইকি। মোৰতো আৰু বল নাই — নাচিবৰ শক্তিতো আৰু মোৰ নাই। মই পাহৰিলো — গীতৰ সুৰ, নাচোনৰ লযলাস আৰু মোৰ মনত নাই — সেই সকলো মোৰ হৃদয় দেৱতা নিমাত হোৱাৰ লগে লগে নিমাত, নীৰৱ হৈ পৰিল। কেনেকৈ নাচিম মাতৃ?

**নেতা** ঃ (একাযৰীয়া হৈ বেউলাৰ কাণে কাণে) দেৱতাৰ আদেশ অমান্য নকৰিবা আই। মই কৈছিলো নহয়, স্বামীৰ জীৱন যদি লাগে, দেৱতাক তুষ্ট কৰিব লাগিব। দেৱতাই যদি তোমাৰ নৃত্য চাযেই তুষ্ট হয়, তেনেহলে যেনেকৈ পাৰা, যিকণ মনত পৰে, তাকে নাচি গাই আশীৰ্ব্বাদ বৰ লোৱা আই।

**মহাদেৱ** ঃ নাচ, আই মোৰ নাচ। ভাবিছ কি? এই অমৰাৱতী সদানন্দৰ ধাম — ইয়াত নিৰানন্দ, শোকৰ ঠাই নাই। হাঃ হাঃ হাঃ — ইয়াত সকলোৱে আনন্দৰ হে মোল বুজে। নাচ আই নাচ — ইও পৰীক্ষা — সতীৰ পৰীক্ষা-- নাচ --

(মহাদেৱ আৰু নেতা বহে আৰু উপায় নেপাই বেউলাই দেৱসভাক সেৱা কৰি কৰুণ গীত এটি গায, আৰু মাজে মাজে লযলাস দি নাচে। বেউলাৰ সকলো শোক আৰু দুখ সেই নাচ আৰু গীতত প্ৰকাশ পাবলৈ ধৰিলে। প্ৰতি লযলাসতে গভীৰ শোক ফুটি উঠিব ধৰিলে। প্ৰত্যেক দেৱতা আৰু দেৱৰ্ষিৰ আগত নৃত্যৰ লযলাসেৰে পতিৰ প্ৰাণ ভিক্ষা কৰিবলৈ ধৰিলে। সকলো দেৱতা আদিযে সেই কৰুণ গীত আৰু নাচত, শোকত আত্মহাৰা হল, নেতা আৰু আন আন দেৱীসকলে চকুপানী টুকিব ধৰিলে।)

--গীত--

ৰাগিনী-ভৈৰবী মিশ্ৰ

তাল-একতালা

হিয়া ভৰা শোকে কণ্ঠ ৰোধিলে, কেনেকৈনো গাও গীত।
(মোৰ) বীণাৰ তাঁৰ আজুৰি চিঙিলে নুঠে ঝঙ্কাৰ সুললিত।।
উদাস পৰাণ, অৱশ শৰীৰ, সঘনে কঁপিছে অঙ্গ।
কি নাচে নাচিম, দেৱতা মোহন, নাই তাল-লয স্থিৰ।।
শোকে তাপে মোৰ হৃদয দহিছে, কিদৰে তুষিম নৃত্যগীতে,
অন্তৰ্য্যামী দেৱ, বুজিছা সকলো, দিয়া দান প্ৰভু --
দিয়া দান মোক — দিয়া দান মোৰ প্ৰিয় বাঞ্ছিত ।।
"সুৰেন"

(মহাদেৱে আৰু সহিব নোৱাৰিলে)

**মহাদেৱ** ঃ অস্, দেৱৰাজ, আৰু নোৱাৰি, আৰু সহিব নোৱাৰি। আদেশ দিয়া -- নাচিব আৰু নালাগে। অস্, মোৰ এই শিলৰ বজ্ৰৰ হিয়াও এই শোকাতুৰাৰ কৰুণ ৰাগিণীযে বিদীৰ্ণ কৰি দিব খোজে -- বন্ধ কৰা, বন্ধ কৰা।

**দেৱতাসকল** ঃ আৰু নেলাগে, বেউলা আৰু নেলাগে -- অস্ অস্।

(বেউলাৰ গীতৰ সুৰ বাজিযেই থাকে, আৰু বেউলাই দেৱৰাজৰ আগত মাটিত অচেতন হৈ পৰি যায, নেতাই মূৰৰ ওচৰত বহি পৰেগৈ)

**দেৱৰাজ** ঃ উঠা, বেউলা উঠা। ধন্য তোমাৰ অদ্ভুত নৃত্য। ধন্য তোমাৰ অপূৰ্ব্ব কণ্ঠস্বৰ। (বেউলা পৰিযেই থাকে) সঁচাকৈযে তুমি নৰ্ত্তকী শ্ৰেষ্ঠা। মোৰ সভাৰ মেনকা, উৰ্ব্বশী, ৰম্ভা, তিলোত্তমাৰ নৃত্য-গীতে এটি তৰল উজ্জ্বল, ক্ষণস্থায়ী ৰস বিতৰণ কৰি মুহূৰ্ত্তলৈ চিত্ত লাঘৱ কৰে, কিন্তু দেৱী, তোমাৰ সংগীত, তোমাৰ নৃত্য সচাকৈযে নতুন, ইয়াৰ ৰস স্থায়ী -- স্বৰ্গত ই দ্বিতীয অমৃত সৃষ্টি কৰিলে -- ইয়াৰ কৰুণ স্নিগ্ধতাই দেৱতাৰ ওপৰতো পূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰিলে। ধন্য, বেউলা ধন্য। লোৱা, মোৰ এই পাৰিজাতৰ মালাধাৰি তোমাক মই উপহাৰ--.

**নেতা** ঃ এই উপহাৰ। দেৱৰাজ, এই গুৰু পৰীক্ষাৰ এই পুৰস্কাৰ। জনা নাইনে দেৱ, বুজা নাইনে কিহৰ আশাত এই মৰ্ম্ম যাতনাত দগ্ধ হৈও, অসীম শোকত ব্যাকুল হৈও সতীৰ আজি এই মৰ্ম্মভেদী কৰুণ সংগীত। প্ৰভু, সতীৰ মনোবাঞ্ছা পূৰ্ণ কৰক। (দেৱৰাজৰ আসনৰ আগত আঠুকাঢি) সতীৰ অমূল্য ৰত্নহাৰ দালি শুকাই মৰহি গল। সজীৱ কৰি সতী-মাহাত্ম্যৰ প্ৰতিদান দিযক দেৱৰাজ।

**সূৰ্য্যদেৱ** ঃ দেৱৰাজ, আমি সকলোৱে নেতা দেৱীৰ কথা সমৰ্থন কৰো। কৈছোৱেই নহয, দেৱৰাজ, এই শোকৰ প্ৰতিমূৰ্ত্তিৰ মৰ্ম্মভেদী হা-হুমুনিযাই আমাক নিজ নিজ কৰ্ত্তব্যত বিচলিত কৰি তুলিব খোজে, প্ৰতিকাৰ কৰক দেৱ।

**সকলোৱে** ঃ হয, হয়, আমিও কৈছো প্ৰতিকাৰ কৰক-

**দেৱৰাজ** ঃ মযো বুজিছো, মযো জানিছো। কিন্তু, দেৱী, পুনৰ জীৱিত কৰা শক্তিতো মোৰ নাই। জীৱাধিকাৰী যমৰাজে অনুগ্ৰহ কৰিলে মোৰ কোনো আপত্তি নাই। সতীয়ে এই যোগ্য উপহাৰ পালে মই পৰম আনন্দিতহে হম।

**যমৰাজ** ঃ দেৱৰাজ মোৰো শক্তি নাই--

**দেৱৰাজ** ঃ কি কয় যমৰাজ?

**যমৰাজ** ঃ লখিন্দৰৰ প্ৰেতাত্মা যোগিনী পদ্মাৱতী দেৱীয়ে

যোগ-বলেৰে নিজ অধিকাৰত ৰাখিছে, এতিয়াও সি মোৰ অধীনলৈ অহা নাই। দেৱীয়ে ইচ্ছা কৰিলেহে এই মৃত দেহত পুনৰ জীৱবায়ু সঞ্চাৰ কৰিব পাৰে।

ইন্দ্ৰ : তেনেহ'লে উপায়-

(মনসাৰ লৰি প্ৰৱেশ)

মনসা : উপায় মই কৰিম। সতীৰ মৃত-পতীৰ প্ৰেতাত্মা মই ওভোতাই দিম।

আদেশ কৰক দেৱৰাজ, মই পুনৰ জীৱিত কৰি তুলিম।

দেৱগণ : ধন্য, ধন্য, দেৱী বিষহৰী ধন্য-

শনি : মইও কও ধন্য। পিচে পৃথিৱীত আমাৰ দেৱীৰ তেনেহ'লে আৰু পূজা নহল- নহয়নে?

মনসা : নালাগে, পূজা মোক নালাগে- দেৱতাৰ সন্মান মোক নালাগে। সতীৰ দুখ আৰু মই সহিব নোৱাৰো- সতীৰ শোকাগ্নিয়ে অন্তৰ মোৰ দহি নিছে

মহাদেৱ : বোম্, বোম্, এইয়ে দেৱীৰ মাহাত্ম্য। তোল, আই তোল, সতীৰ পতিক জগাই তোল। পূজা তোৰ হব আই, পূজা তই পাবি। যি শক্তিৰে সৌ সতীয়ে মোৰ এই পাষাণৰ চকুৰেদি পানী বোৱাই দিলে, দেৱতা সমাজক জয় কৰিলে, মৰা পতিক সজীৱ কৰি তুলিলে, সেই মহাশক্তিৰ সহায়েৰে তৰো অভীষ্ট সিদ্ধি হ'ব। সতীৰ মহিমাত মইয়ে পগলা হলো-ভোল গলো, আৰু মোৰ ভক্তনো নোহোৱাকৈ থাকিব পাৰেনে? দে আই, সতীৰ মনোবাঞ্ছা পূৰ্ণ কৰি দে। তাৰ পাচত এই শক্তি লগত লৈ বল আমি দুয়ো- পিতা-পুত্ৰীয়ে ভক্ত চন্দ্ৰধৰক জয় কৰোঁগৈ ব'ল। বোম্, বোম্, বোম্। (প্ৰস্থান)

দেৱৰাজ : ধন্য, দেৱী বিষহৰী ধন্য। সঁচাকৈয়ে তুমি দেৱীৰ আদৰ্শ জয় হওক-তোমাৰ অভিষ্ট সিদ্ধি হওক। আৰু সতী বেউলা, তোমাক আৰু কি কম, তুমি আমাক স্তম্ভিত কৰিলা—দেৱতাৰ শক্তিকো পৰাজয় কৰিলা। পৃথিৱীত তুমি অমৰত্ব লাভ কৰা। দেৱী বিষহৰি! দিয়া, সতীৰ পতিক পুনৰ জীৱিত কৰি দিয়া। আমাৰ একো আপত্তি নাই। (সকলো দেৱতাৰ প্ৰস্থান, মাথোন নেতা, মনসা আৰু বেউলা থাকে)

মনসা : নেতা, আন, লখিন্দৰৰ কঙ্কাল আন, মই সজীৱ কৰি তোলো। (নেতাৰ প্ৰস্থান আৰু লখিনক দাঙি অনা দুজন বাহকৰে সৈতে পুনৰ প্ৰৱেশ। বাহকে মাটিত দেহটি থৈ প্ৰস্থান কৰে। মনসা লখিনৰ গাত কমণ্ডলুৰ পানী চতিয়াই তাৰ পিচত অচেতন হৈ পৰিথকা বেউলাৰ ওচৰ চাপি কাণে কাণে কয়) বেউলা, সতী আই মোৰ উঠ। তোৰ স্বামীৰ টোপনি পুৰ হ'ল-জগাই নিদিয়নে? মাতহি-সাৰ পাই উঠিব।

(নেতাক লৈ লৰি প্ৰস্থান)

বেউলা : (বহি) টোপনি পুৰ হ'ল। (লৰি আহি লখিনৰ দেহাটিৰ মুখৰ ওচৰলৈ মুখখন নি) উঠক দেৱতা, উঠক। মাতক, আকৌ এবাৰ আপোনাৰ বেউলাক মাতক। নাথ-(লখিন উঠি বহে, চকু মোহাৰে আৰু চাৰিওফালে চায়; বেউলাক বেউলাক দেখি হাত মেলি-)

লখিন : বেউলা- বেউলা-

বেউলা : (লখিনৰ বুকত মখ সুমুৱাই মুখলৈ চায়) দেৱতা, নাথ-

---

## ত্ৰোৰ অঙ্ক

(নৈৰ দাঁতিত চান্দ সদাগৰৰ এখন উদ্যান। শিলেৰে বন্ধোৱা সুন্দৰ ঘাট, দেৱাল ইত্যাদি। শিলৰ দেৱালত আউজি নৈৰ ফালে চাই চান্দ সদাগৰ চিন্তামগ্ন হৈ আছে।)

(লেঙ্গাইৰ প্ৰৱেশ)

লেঙ্গাই : দেউতা, শৰাধত বহিবৰ হৈছে হেনো-

চান্দ : গৈছোঁ, যা।

(লেঙ্গাইৰ প্ৰস্থান)

চান্দ : (হুমুনিয়াহ কাঢ়ি) হু, আজি লখাইৰ ছমহীয়া। ভোলানাথ, এই অধমৰ মহাপ্ৰস্থানৰ সময় জানো হোৱা নাই? আৰু- আৰু কিহৰ পৰীক্ষা। দিয়া প্ৰভু, মুক্তি দিয়া- হে মোৰ বিৰাট অনন্তৰূপী অনাদিদেৱ মহাদেৱ! তোমাৰ এই অভাগা ভক্তই দেখোন তোমাৰ নাম, তোমাৰ বেলপাত, তোমাৰ পূজা কাহানিও পাহৰা নাই। তেনেহলে? দিয়া, মুক্তি দিয়া, প্ৰভু দিগম্বৰ-

(হাতত এখন বিচনী লৈ লেঙ্গাইৰ লৰি প্ৰৱেশ)

লেঙ্গাই : দেউতা, দেউতা, চকচোন চক, কেনে আচৰিত, কেনে ধুনীয়া এই বিচনীখন-বিচনীৰ গাত এইয়া কেনে সুন্দৰ সুন্দৰ পটবোৰ আঁকা আছে!

চান্দ : (বিচনী হাতত লৈ) সঁচাকৈয়ে সুন্দৰ! (আকৌ চায়) ইকি! ইকি! এইয়া দেখোন মোৰ আটাই কেউটি মৃত পুত্ৰৰ বাস্তৱ প্ৰতিকৃতি। কোন এই অদ্ভুত চিত্ৰকৰ? কেনে নিখুঁতকৈ এই চিত্ৰবোৰ ইয়াত আঁকি আনিছে, লেঙ্গাই, কোনে এই বিচনী আনিছে?

লেঙ্গাই : এজনী পোহাৰী ছোৱালীয়ে বেচিবলৈ আনিছে, লয় নেকি দেউতা-

চান্দ : (বিচনীলৈ চায়) সুন্দৰ, বিতোপন, (ঘুৰাই বিপৰীত ফালে চায়) এইয়া মোৰ দেৱাদিদেৱ মহাদেৱ ধ্যান মগ্ন হৈ বহি চন্দ্ৰধৰৰ সেৱা গ্ৰহণ কৰিছে (আকৌ চায়) কিন্তু—কিন্তু, এইয়া কোন? (ভালকৈ পৰীক্ষা

কৰি চায় আৰু মনসাৰ পট বুলি জানি খণ্ডত বলিয়া হৈ বিচনী ভাঙি দলিযাই পেলায়) কোন এই পাপিযসী? কাৰ ইমান সাহ?

(পোহাৰীবেশী বেউলাৰ লৰিপ্ৰৱেশ)

**বেউলা** : কি কৰিলে, উস্ কি কৰিলে মোৰ বিচনী কিয় ভাঙি পেলালে, দেউতা, অস্, অস্ (কান্দোনৰ ভাও জোৰে)

**চান্দ** : কোন, কোন তই পাপীযসী? কি সাহেৰে চন্দ্ৰধৰৰ দেৱাদিদেৱৰ ধ্যানমগ্ন মূৰ্টিৰ ওপৰত কাণীৰ পট আকি মোৰ দেৱতাক অপমান কৰিলি-কি স্পৰ্দ্ধাৰে তই চন্দ্ৰধৰৰ প্ৰতিমূৰ্ত্তিক অনাৰ্য্যা তিৰোতা গৰাকীকক সেৱা কৰা দেখুৱাই মোৰ জাত-কুল ভ্ৰষ্ট কৰিলি? তই যেযে নহৱ-তোৰ আজি নিস্তাৰ নাই-। লেঙ্গাই আন মোৰ হেমতাল আন-

(সনেকাৰ প্ৰবেশ)

**লেঙ্গাই** : দেউতা, আই, আই চকচোন চক--

**সনেকা** : কি হল, কি হল--

**বেউলা** : আই, আই, ৰক্ষা কৰা। দেউতাই মোৰ সৌ বিচনীখন ভাঙিলে, এতিয়া মোক মাৰে। ৰক্ষা কৰা- (সনেকাৰ সমুখত আঠু লয)

**সনেকা** : কোন, তই কোন? (বেউলাই মুখ তুলি সনেকালৈ চায) এ্যাঃ, ইকি -- তই - বেউলা লখিনক মোৰ কত (লখাই লৰি আহে আৰু সনেকাৰ আগত আঠু লয়)

**লখাই** : এইযা আই -- মইও আহিছো -- মইও আহিছো (সনেকাই দুযোকে তুলি বুকুত সাবটি লয়, সদাগৰে স্তব্ধ হৈ চায থাকে)

**চান্দ** : ই আকৌ কি! সপোন নে দিঠক! মাযা, মাযা, সনেকা মায়া --

(লখাই লৰি আহি চান্দ সদাগৰৰ ভৰিত পৰি সেৱা জনায)

**লখাই** : পিতা, পিতা আমি আহিলো -- সপোন নহয়, মায়া নহয়, সচাকৈয়ে আমি আহিলো।

(এনেতে লেঙ্গাই লৰি প্ৰৱেশ)

**লেঙ্গাই** : দেউতা, দেউতা, সেইয়া আমাৰ লখাই আহিল - - লখাই --

(লখাইযে লৰি আহি লেঙ্গাইক সাৱটি ধৰে)

**লখাই** : লেঙ্গাই কাই ---

**লেঙ্গাই** : (বুকুত সাৱটি) হেৰ বোপাই মোৰ লখাই -- মোৰ সোণাহত ঘুৰি আহিল ঔ -- দেউতা ---

**চান্দ** : অসম্ভৱ, অসম্ভৱ! ছলনা, শত্ৰুৰ ইও এটা নতুন ছলনা---

**বেউলা** : নহয়, দেউতা নহয়। সচা -- সকলো সচা। আমি উভতি আহিছো -- মহামাযাই আমাক অনুগ্ৰহ কৰিলে। (চান্দৰ সম্মুখত আঠু লৈ) দেউতা বিষহৰী মাতৃৰ পূজা এভাগ--

**চান্দ** : নিদিলে -- আকৌ নোহোৱা হবিহক, নহযনে? হাঃ হাঃ হাঃ, সনেকা, নকলোনে মই, ই মায়া --- শত্ৰুৰ আৰু এবিধ নতুন কৌশল -- আৰু এটা নতুন ছল --

**লখিন** : নহয, নহয, নহয। কৌশল, প্ৰতাৰণা একো নহয। ই দেৱীৰ নিস্বাৰ্থ, নিষ্কাম দান। কিন্তু পিতা সন্তানৰ জীৱন দানৰ হৈ আপুনি কৃতজ্ঞতা অকণমানো নেদেখুৱাই নে?

**বেউলা** : (চান্দৰ ভৰিত পৰি) দিযক, দেউতা পূজা এভাগ দি জাৱন দানৰ ধাৰ শুজক ---

**সনেকা** : (সদাগৰৰ সম্মুখত আঠু লৈ) প্ৰভু, দেৱতা, অনুগ্ৰহ কৰক -- অলপ কৃপা কৰক -- আমাৰ হেৰোঁৱা মাণিকহতক আকৌ পালোহক -- পূজা এভাগ দিযক ---

**লেঙ্গাই** : দে দেউতা দেচোন, পূজা এভাগ দিলেনো কি হানি হব অ' দেউতা ---

(এনেতে বাছু বণিক, সোমাই পুৰোহিত আদি কৰি বহু মানুহৰ লৰি প্ৰবেশ)

**বাছু** : (চান্দ সদাগৰক ধৰি) সদাগৰ, সদাগৰ সদয হওক। অনুগ্ৰহ কৰক। এই মহৎ দানৰ প্ৰতিদান স্বৰূপে আই বিষহৰী মাতৃৰ পূজা এভাগ পাতক ।

**মানুহসকলে** : হয, সদাগৰ দেউতা, পাতক -- পাতক --

(চন্দ্ৰধৰ নি ৰ্বাক, বিবুদ্ধি হৈ থিয দি ৰৈ থাকে)

**বেউলা** : (লৰি গৈ ফুল এপাহ চিঙি আনি সদাগৰৰ হাতত গুজি দিযে) দিযক দেউতা -- ফুলপাহি আইৰ চৰণত উদ্দেশ্যে দিযক --

**চান্দ** : অস্! (চিএৰি) ভোলানাথ --

(এনেতে মহাদেৱৰ আৱিৰ্ভাব -- আগত মনষা দেৱী আৰু একাষত নেতা)

**মহাদেৱ** : চন্দ্ৰধৰ!

**চান্দ** : (উভতি চায) ইকি, ইকি, তুমি -- তুমি! প্ৰভু মোৰ, অন্তৰ্য্যামী দেৱতা মোৰ ---

(লৰি গৈ ভৰিৰ আগত আঠু লয। আন সকলোৱে মাটিত পৰি সেৱা কৰে আৰু পাচত সকলোৱে আঠু লৈ থাকে)

**মহাদেৱ** : চন্দ্ৰধৰ, মোৰ কন্যাক তোৰ হাতৰ ফুল এপাহি নিদিযনে? চাচোন চা -- এই মুখখনিৰ ফালে এবাৰ চা। বুজিছনে কাৰ আত্মজা! ভক্ত মোৰ, নেপাহৰিবি, দেৱ-দেৱী সকলোৱেই সেই এক বিৰাট অসীম অনন্ত

ৰূপৰ অন্তৰ্ভূক্ত — এজনৰহে ৰূপান্তৰ। দে, দে, ফুল এপাহি দে

চন্দ্ৰধৰ : হে মোৰ শিৱ-শক্তি স্বৰূপিনী, হে মোৰ ত্ৰিগুণময়ী জগতজননী — লোৱা — এই সামান্য ফুল এপাহি চৰণত দিছো — গ্ৰহণ কৰা আই —

"ওঁ সৰ্বস্বৰূপে সৰ্বেশে শিৱ-শক্তি সমন্বিতে।
ভযেভ্যস্ত্ৰাহি নো দেৱী পদ্মেদেৱী নমহস্তুতে।।
ফণিগণ মণিগণ ভূষিত মস্তে
খৰতৰ বিষধৰ কঙ্কণ হস্তে।।
বহুজন জনিজয় কূজ সমস্তে।
ভগৱতি বিষহৰী দেৱী নমস্তে।।"

(ফুল এপাহি চৰণত দি সেৱা জনায়)

মহাদেৱ : সুন্দৰ, সুন্দৰ। আই মনসা, তোৰ পূজা আজি জগতত প্ৰচাৰ হ'ল। চন্দ্ৰধৰ, ভক্ত পূজাৰী মোৰ, তোৰ ভক্তিত —তোৰ প্ৰেমত মই তুষ্ট। তোৰ সকলোৰে মঙ্গল হওক।

(প্ৰস্থান)

মনসা : আৰু সদাগৰ, মোৰ বৰত তোমাৰ পুত্ৰ, বন্ধু আদি কৰি সকলো হেৰোৱা বস্তুৰ পুনৰ লাভ হওক —

(চান্দ সদাগৰে সেৱা কৰে)

সকলোৱে : জয় বিষহৰী, পদ্মাবতীৰ জয় - জয় বেউলাৰ জয় —

(সকলোৱে সেৱা কৰি থাকে)

।। লাহে লাহে যবনিকা পৰে।।

## যবনিকা পতন।

# (ৰাজনটী)
# বা
# (বসন্তসেনা)

(ৰজা শূদ্ৰকে লিখা এখন প্ৰকাৰণ, সংস্কৃত সাহিত্যত এখনি উৎকৃষ্ট নাট । সংস্কৃত নাম "মৃচ্ছকটিকা" । ইয়াত তাৰ সম্পূৰ্ণ অনুবাদ নিদি কেৱল মূল গল্পটিলৈ নতুন ভাবে নাটক আকাৰত সজাই তুলিবলৈ চেষ্টা কৰা হৈছে ।)

পহিলা জুন ১৯৩৮
গুৱাহাটী। ----- প্ৰভাত-----

## কেইশাৰীমান কথা ।

কবলৈ গলে ডিব্ৰুগড অসমীয়া এমেচাৰ থিয়েটৰ ঘৰটিযেই মোৰ নাটক লিখিবলৈ ধৰাৰ পঢাশালি । মোৰ হাতে লিখা "বিগ্ৰহ" "আনাৰকলি" "উল্কা" আদি নাটক বোৰ ওপৰুক্ত থিযেটৰ ক্লাবৰ সভ্য সকলে অতি সুচাৰুৰূপে অভিনয় কৰি মোক যথেষ্ট উৎসাহিত কৰাৰ ফলতেই এই "ৰাজনটী"ৰ জন্ম। বিশেষকৈ শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰোহিণীকুমাৰ বৰুৱা, এম, এ (এডিন্) আৰু ডাঃ প্ৰভাতচন্দ্ৰ দাস, এম,বি সকলৰ উদগনি আৰু গভীৰ Suggestion বোৰ নোপোৱাহলে মোৰ "ৰাজনটী" ইমান দিনে কৰবাতে পৰি থাকিব লাগিলহেতেন। তাৰ বাবে তেখেত সকলৰ ওচৰত মই চিৰ কৃতজ্ঞ । যোৱা ১৯৩৭ চনৰ দুৰ্গাপূজাৰ উপলক্ষে এই নাটক দুবাৰকৈ ডিব্ৰুগডত অভিনীত হয় । প্ৰথম নিশাৰ দৰ্শকৰ মাজত সাহিত্য সম্ৰাট সাহিত্যৰথী স্বৰ্গীয় লক্ষীনাথ বেজবৰুৱা ডাঙৰীযাক পাই মই নিজকে নিজে বৰ ধন্য মানিছিলোঁ । তাৰ পাছতো শৰীৰ অসুস্থহৈ থকা স্বতেও তেখেতে মোৰ কিতাপখনিত হাত ফুৰাই মাজে মাজে শুধৰাই দিয়াৰ কথা মই এই জীৱনত পাহৰিব নোৱাৰোঁ ।

নাটকৰ প্ৰথম দৰ্শনৰ "দেৱতা দেবতা" গানটোৰ সুৰ দি শ্ৰীযুত কনক দাস ডাঙৰীযাই কিছুদিনৰ আগতে "হিজ্ মাষ্টাৰ্স" ৰেকৰ্ডত তুলিছিল। মোৰ আন্তৰিক ধন্যবাদ তেখেতক জনালোঁ।

অৱশেহত যি সকল বন্ধুৰ অক্লান্ত চেষ্টাত মোৰ ৰাজনটী ষ্টেজত সুন্দৰ ভাবে উঠিবলৈ পাইছিল সেই সকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। ইতি, ----

প্ৰভাত

## ৰাজনটী

পৰিচয় লিপি, --

| | |
|---|---|
| বসন্তসেনা | উজ্জয়িনিৰ নৰ্ত্তকী । |
| মদনিকা | ঐ সখী । |
| মালিকাৰ মাক | এজনী তিৰুতা । |
| পালক | উজ্জয়িনিৰ মহাৰাজ । |
| আৰ্য্যক | ঐ কাৰাদণ্ডিত ৰজা । |
| চন্দন | পালকৰ সেনাপতি । |
| সংস্থানক | পালকৰ শ্যালক । |
| কৰ্ণপুৰক | সংস্থানকৰ লগৰীয়া । |
| সংবাহক | পালকৰ আলধৰোতা । |
| দেবদত্ত | কামদেৱ মন্দিৰৰ পূজাৰী। |
| মাথুৰ | চৰ্দ্দাৰ । |

পৰিচালিকা, কামদেৱৰ পূজাৰ্থিসকল, সেনা কিছুমান, ৰাজদৰবাৰৰ নিমন্ত্ৰিত অতিথি সকল ইত্যাদি ।

## প্ৰথম আৰু দ্বিতীয় নিশাৰ "ৰাজনটী"ৰ অভিনেতা সকল ঃ—

| | |
|---|---|
| বসন্তসেনা | শ্ৰীযুত শাৰঙ্গধৰ ৰাজকোৱা, বি, এল, |
| মদণিকা | ,, জীবনৰাম ফুকন, এম, এস, সি, বি, এল, |
| মালিকাৰ মাক | ,, পুষ্পনাথ ফুকন । |
| পালক | ,, ডাঃ প্ৰভাতচন্দ্ৰ দাস, এম, বি। |
| আৰ্য্যক | ,, দেবকুমাৰ বৰুৱা । |
| চন্দন | ,, প্ৰবোধচন্দ্ৰ দাস, এস, ডি, সি। |
| সংস্থানক | ,, মুক্তিনাথ বৰদলৈ । (১ম বাৰ) |
| | ,, যদুদত্ত । (২য বাৰ) |
| কৰ্ণপুৰক | ,, লক্ষীকান্ত দত্ত । |
| সংবাহক | ,, সুৰেন্দ্ৰনাথ শৰ্ম্মা । |
| দেবদত্ত | ,, ৰোহিনীকুমাৰ বৰুৱা, এম, এ (এডিন) |
| মাথুৰ | ,, ৰাধাগোবিন্দ বৰুবা । |
| আন আন ভাওত,. | ,, জগন্নাথ দাস । |
| | ,, জগন্নাথ বৰুৱা । |
| | ,, উপেন দে । |
| | ,, ভূবন খাৰঘৰীযা । |
| | ,, তিলক দুৱৰা । |
| | ,, বঙ্কিম দুৱৰা । |

# ৰাজনটী

## -ঃ প্ৰথম দৰ্শন ঃ -

## কামদেৱৰ মন্দিৰ

[লাহে লাহে সন্ধিয়া নামি আহিছে, গতিকে মন্দিৰৰ ওচৰৰ গছগছনিবোৰ ছয়ামায়াকৈহে দেখিবলৈ পোৱা যায়। চাৰিওফালে আন্ধাৰ -- কেৱল আধাখোলা অৱস্থাত থকা মন্দিৰৰ দুৱাৰেদি ক্ষীণ পোহৰৰ ৰেখা এটা আহি মন্দিৰৰ আগ-চোতালত পৰিছেহি। এজন বৰ দুখীয়া মানুহে সেই মন্দিৰৰ খট্‌খটিত বহি কৰুণ গীত এটি গাই ভক্তিভাৱে প্ৰণতি কৰি গুচি গল। আকৌ নিজান--- কেৱল সেই কৰুণ গীতৰ সুৰটি তেতিয়াও বতাহত উটি ফুৰিছে।

অলপ পৰৰ পাছত বসন্তসেনাই ভয়ে ভয়ে পাছফাললৈ চাই আহি মন্দিৰৰ কাষ পালেহি। দূৰত হাইউৰুমি শুনা গ'ল। গাভৰুৱে ভয়ত মন্দিৰৰ গা ছুই থকা বেলগছ এজোপাৰ আঁৰত লুকাল।

সংস্থানক আৰু কৰ্ণপুৰকে বসন্তসেনাকে বোধকৰোঁ বিচাৰি বিচাৰি সেই ঠাইত ওলালহি। তেওঁলোক অহাৰ লগে লগে আৰু চাৰি পাঁচটা মান মানুহ আহি বসন্তসেনাক বিচাৰিবলৈ ধৰিলে।]

**সংস্থানক ঃ** হে হে হে ---- মই বৰ "অৰসিক" --- তুমি বৰ ঠিক কৈছাহে হে হে হে ----

**কৰ্ণপুৰক ঃ** পিছে বোলো সুন্দৰী, মিছাতে এই মাঘমহীয়া সন্ধিয়া খনত কিয় এনেদৰে দুখ খাব লাগিছে। তাতকৈ আমাৰ পুৰুষশ্ৰেষ্ঠ অনুপম সুন্দৰ এই সৰু মহাৰাজৰ ঘৰতেই যদি ----

**সংস্থানক ঃ** হে হে হে কৰ্ণপুৰক, তুমি কথাবোৰ বৰ খাজখুৱাই কব পাৰাহে। মই সঁচাকৈয়ে বৰ সুন্দৰ, নহয়নে বাৰু? হে হে হে ---- (নিজৰ শৰীৰটোকে ঘুৰাই পকাই চাবলৈ ধৰে। ইতিমধ্যে বসন্তসেনাই গছৰ আঁৰৰ পৰা ওলাই আহি মন্দিৰৰ পিৰালিয়েদি লাগি লাগি খট্‌খটিৰ কাষ পালেগৈ।)

**বসন্তসেনা ঃ** আপোনালোকে মোৰ পাছে পাছে কিয় এইদৰে আহিছে? গুচি যাওক আপোনালোক।

**সংস্থানক ঃ** কি? আমি গুচি যাম? হে হে হে মোক হৰলা তুমি চিনিবই পৰা নাই! এৰা, তোমাকেই বা কি দোষ দিম, ডাঙৰ ডাঙৰ একোটাইতেই চিনি নেপায়। কৰ্ণপুৰক, কৈ দিয়াচোন মই কোন?

*( ভেম ধৰি একাষত থিয় হয়।)*

**কৰ্ণপুৰক ঃ** এখেত হৈছে প্ৰবল প্ৰতাপান্বিত পুৰুষশ্ৰেষ্ঠ মহাবীৰ শ্ৰীল শ্ৰীযুক্ত শ্ৰীশ্ৰীসংস্থানক। --- উজ্জয়িনীৰাজ পালকৰ শ্যালক, অৰ্থাৎ এখেতৰ বায়েক হৈছে মহাৰাজৰ প্ৰধান ৰক্ষীতা।

**সংস্থানকঃ** হে হে হে। শুনিলা, শুনিলা এতিয়া মই কোন? মই যেনে তেনে বিধৰ মানুহ নহওঁ। মোৰ জন্ম বৰ ডাঙৰ কুলত। মোৰ পিতাঁ ৰজাৰ শহুৰেক, ৰজা পিতাৰ জোৱাঁয়েক, ৰজা হ'ল মোৰ বৈনাই আৰু মই হলোঁ ৰজাৰ জেঠেৰিয়েক। এতেকে ----

**কৰ্ণপুৰক ঃ**---- মুখেৰে এষাৰি মাত নমতাকৈ সুৰসুৰকৈ আমাৰ এই সৰু মহাৰাজৰ লগে লগে গৈ এখেতৰ ঘৰখন শুৱনি কৰি তোলাগৈ। অন্ততঃ এই ৰাতিটোৰ কাৰণে।

*(সংস্থানকে হাঁহিবলৈ ধৰে )*

**বসন্তসেনা ঃ** আপোনাসকলে এইবোৰ কি কথা কৈছে? আপোনাসকল সম্ভ্ৰান্ত লোক। মিনতি কৰিছোঁ--- মোক যাবলৈ বাট এৰি দিয়ক।

**সংস্থানক।** সেইটি মোৰ পৰা আশা কৰা মিছা সুন্দৰী। আজি বহুত দিনৰে পৰা মই তোমাৰ পাছে পাছে ঘূৰিছোঁ, সদায় মোৰ চকুত ধূলি দি পলাই যোৱা। আজি আৰু ক'লৈ পলাবা? মোৰ মনৰ বাসনা পূৰ্ণ নকৰামানে তোমাৰ আৰু হে হে হে কি কোঁৱা কৰ্ণপুৰক?

**কৰ্ণপুৰক ঃ**(হাঁহি) হৈছে সৰু মহাৰাজ।

**সংস্থানক ঃ** যদি নিজ ইচ্ছাৰে মোৰ লগত আহিবলৈ সন্মত নহয় তেন্তে তুমি এইক বলেৰে এই মানুহবোৰৰ সহায়েৰে মোৰ ঘৰৎ থৈ আহিব লাগিব। জানা ---- মই পুৰুষ ----- নাৰীলৈ ভয় নকৰোঁ।

**কৰ্ণপুৰক ঃ** নিশ্চয় সৰু মহাৰাজ। অকল পুৰুষ কিয়? আপুনি মহাপুৰুষ। নাৰীলৈ ভয় কৰিব কিয়?

**সংস্থানক ঃ**[ বীৰ দৰ্পেৰে বসন্তসেনাৰ ওচৰলৈ গৈ ] ঠিক কথা। মই মহাপুৰুষ। কোৱা, যাবানে নোযোৱা?

**বসন্তসেনা ঃ**মোক বাট এৰি দিয়ক।

**সংস্থানক ঃ** নোযোৱা? আৰু সহি থকিব নোৱাৰি। কৰ্ণপুৰক, ধৰা এইক।

[কৰ্ণপুৰক আৰু মানুহবোৰে ধৰিবলৈ আগ বাঢ়ে। বসন্তসেনাই চাৰিওফালে সহায় বিচাৰি চিঞৰি চিঞৰি মাতে।]

**বসন্তসেনা ঃ** কোন আছা ---- কোন ক'ত আছা এই দুৰ্বৃত্তবোৰৰ হাতৰ পৰা মোক ৰক্ষা কৰা। ৰক্ষা কৰা।

**সংস্থানক ঃ** কোনে ৰক্ষা কৰিব? সংস্থানকে যাক এবাৰ ধৰে তাক স্বয়ং ভগৱন্তযো ৰক্ষা কৰিব নোৱাৰে।

কৰ্ণপুৰক । *(কৰ্ণপুৰক আগ বাঢ়ে)*

**বসন্তসেনা :** উষ্ ৰক্ষা কৰা ---- ৰক্ষা কৰা ----

(এনেতে মন্দিৰৰ ভিতৰত শঙ্খ আৰু ডবাৰ মৃদু শব্দ শুনা গ'ল। বসন্তই সেই ফালে কাণ দিলে । বোধ কৰোঁ তাই তেতিযাহে জানিব পাৰিলে যে সেইটো এটা মন্দিৰ।)

**দেবদত্ত :** ভয নাই । মই দৰিদ্ৰ ব্ৰাহ্মণ, ধনহীন এতেকে শত্ৰুও মোৰ নাই । কিন্তু যাৰ ৰূপ আছে তাৰ শত্ৰু অনেক । ব'লা, কল্যাণী ।

(দুয়োৰে প্ৰস্থান)

**প্ৰথম দৰ্শন সমাপ্ত**

# দ্বিতীয় দৰ্শন

## (মহাৰাজ পালকৰ বিলাস কক্ষ ।)

*[ অতি সুন্দৰ ভাবে সজ্জিত কক্ষ । একাষত এখন শয্যাকক্ষৰ সোঁমাজত এখনি দীঘল চাপৰ আসন । আসনৰ সন্মুখত এখন ওখ পিঠি--তাৰ ওপৰত এখন ৰূপৰ পাত্ৰ সুৰাৰ সৰঞ্জাম আদিৰে পৰিপূৰ্ণহৈ আছে । এটা সুৰাৰপাত্ৰ ( বোধকৰোঁ বাগৰি গৈ) মাটিত পৰি থকা দেখা যায । আসন আৰু শয্যাৰ মাজ ভাগত এটা বৰ ওখ প্ৰদীপ, -- বোধকৰোঁ গোটেই নিশা জ্বলি অলপ পৰ হ'ল নুমাই গৈছে । দৃশ্য উঠোঁৱাৰ লগে লগে ৰঙ্গমঞ্চত ক্ষীণ পোহৰ দি অতি দোকমোকালিৰ সময জনোৱা হল । সেই পোহৰত ৰজা পালকক দীঘল আসন খনৰ ওপৰত আউজি শুই থকা দেখা গল । শয্যাৰ ওপৰত এগৰাকী গাভৰু ছোৱালী কক্ষৰ বেৰৰ ফালে মুখকৰি পৰি থকা দেখা গল । বহু দূৰৰ পৰা মন্দিৰৰ উষা কীৰ্ত্তনৰ সুৰ ভাহি আহিছে । পালকে চকুমোহাৰি শোৱাৰ পৰা এঙামুৰিদি আসনত বহি পৰিল। চকু ঘোৰ ৰঙা--- চুলি আউলি বাউলি, দেখিলেই মনত হয গোটেই নিশা যেন অত্যাধিক সুৰাপান আৰু অত্যাচাৰ কৰি কটাই শেহৰাতি অলপ শুই পৰিছিল । পালকৰ চকু মাটিত পৰি থকা সুৰাৰ পাত্ৰটোত পৰিল । হাতেৰে তুলি ধৰিযেই হঠাৎ যেন আগৰাতিৰ সকলো কথা মনত পৰিল এনে ভাব দেখুৱাই পাত্ৰটো পিঠৰ ওপৰত থৈ কোণত থকা শয্যাৰ কাষলৈ উঠি গল । অলপ পৰ শয্যাৰ কাষত ৰৈ থাকি ছোৱালীজনীৰ পৰিথকা হাত এখন ওপৰলৈ তুলি ধৰি এৰি দিলে । টোপনিত অচেতন হৈ পৰিথকা মানুহৰ দৰে হাতখনি শয্যাৰ কাষত ওলমি পৰিল । পালকে আউজি ছোৱালীজনীৰ বুকৰ ফালৰ পৰা তেজ লাগি থকা ছুৰিকা এখন তুলি লৈ আকৌ আসনত বহি পৰিল । ]*

**পালক :** [ছুৰিকা সুৰাৰ পাত্ৰৰ কাষত থৈ] সংবাহক ।

(নেপথ্যত ----- “প্ৰভু”)

(সংবাহক কক্ষৰ মাজ দুৱাৰেদি সোমাই আহি হাত যোৰ কৰি পালকৰ পিছফালে থিয হ'ল )

**সংবাহক :** প্ৰভু ! আদেশ কৰক ।

**পালক :** তুমি কব পাৰা সংবাহক, কালি ৰাতি মই জানো অত্যাধিক সুৰাপান কৰিছিলোঁ ?

**সংবাহক :** অত্যাধিক ! কোনে কয সম্ৰাট ! আনকালৰ তুলনাত কালিৰাতি অতি কমহে সুৰাপান কৰিছিল ।

**পালক :** তোমাৰ দৃষ্টি শক্তি অতি প্ৰখৰ সংবাহক । নহলে এনে এটা অতি সত্য গোপনীয কথা তুমি কেনেকৈ কব পাৰিলা !

[অলপ পৰ আঙুলিৰে সুৰাৰ পাত্ৰ এটা লিৰিকি বিদাৰি থকাৰ পাছত] আৰু এটা কথা সংবাহক ।

**সংবাহক :** কি কথা সম্ৰাট ?

**পালক :** (শয্যাৰ ফালে আঙুলিযাই ) কালিৰ সৌ বালিকাক কোনে সংগ্ৰহ কৰি আনিছিল ?

**সংবাহক :** ( সেই ফালে চাই ) প্ৰভুৰ ভোগৰ কাৰণে ওচৰৰ গাওঁ এখনিৰ পৰা কালি ৰাতি এই দীনেই সংগ্ৰহ কৰি আনিছিলোঁ । ( ওচৰলৈ আহি হাত যোৰ কৰি ) সম্ৰাট, এই অধমৰ কিবা ত্ৰুটি ঘটিছে নে কি ?

**পালক :** ত্ৰুটি ? ত্ৰুটি তোমাৰ কিয হব ? কিন্তু বৰ দুখৰ কথা সংবাহক যে তোমাৰ সেই নৈবেদ্য তোমাৰ প্ৰভুৰ ভোগত নেলাগিল ।

**সংবাহক :** নেলাগিল ?

*(পালকে লাহে লাহে তেজ লগা ছুৰিকাখন সংবাহকৰ ফালে আগবঢ়াই দিলে । সংবাহকে ছুৰিকাখন হাতত লৈ এবাৰ ছোৱালিটিৰ ফালে তাৰ পাছত ছুৰিকাখনৰ ফালে চাই কবলৈ ধৰে ।)*

**সংবাহক :** সম্ৰাট, তেন্তে তাইক আপুনি হত্যা কৰিলে ?

**পালক :** (মুৰজোকাৰি) হত্যা নহয, সংবাদহক, আত্মহত্যা।

**সংবাহক :** আত্মহত্যা।

**পালক :** কালিৰাতি তোমালোকে তাইক ইযাত থৈ যোৱাৰে পৰা কেৱল তাই কান্দিবলৈ ধৰিলে । কান্দে আৰু কয---- ঘৰত কেবল মাক-- --খাবলৈ নাই---- মুখত সেই একে কথা এৰিদিয়ক, এৰিদিযক । বোধকৰোঁ তাই মোৰ ভৰিতো ধৰিছিল ।

**সংবাহক :** তাৰ পাছত সম্ৰাট ?

**পালক :** সুৰাত মত্ত মই । মোৰ মনৰ বাধন তাৰ সীমা পাৰহৈ তেতিয়া বহু দূৰত । মন মোৰ অবাধ্য । তাৰ পাছত হঠাতে যে কি এটাহৈ গল, মুহূৰ্ত্ততে ভীতা সঙ্কুচিতা সেই বালিকা এক তেজোময়ী নাৰীত পৰিণত হল।

হাতত তাইৰ সৌ শাণিত ছুৰিকা । কেৱল এটি মুহূৰ্ত্তৰ মাত্র পলম । তাৰ পাছত ----সংবাহক । তাৰ পাছত- --তাৰ পাছত সম্রাট ?

**পালক** ঃ কেৱল তাইৰ বুকুৰ এটা শোণিতৰ দাগ আৰু চেতনাহীন অসাৰ তাইৰ শৰীৰ ।

**সংবাহক** ঃ সেইহে আপোনাৰ মনত বোধকৰোঁ আজি অলপ কষ্ট লাগিছে, --- নহয় নে বাৰু সম্রাট ?

**পালক** ঃ শিলৰ ওপৰত পৰি নিজে কষ্ট খাইছা তাক জানো কেতিযাবা কষ্ট দিব পাৰিছা ? সেইবোৰ কথা থাকক বাৰু সংবাহক । (উঠি) গোটেই ৰাতি সাৰে থকাৰ পাছত মই এতিযা বৰ ক্লান্ত । মই যাওঁ ।

*(কিছুদূৰ গৈ আকৌ উলটি আহি কয় ।)*

অ, আৰু এটা কথা সংবাহক ।

**সংবাহক** ঃ কি সম্রাট ?

**পালক** ঃ এই মৃতদেহ অবিলম্বে যেন গুপ্তভাবে প্রোথিত কৰা হয ।  বুজিলা ?

**সংবাহক** ঃ হয সম্রাট । কিন্তু এই বালিকাৰ মাক কালি ৰাতিৰে পৰা ৰাজদ্বাৰত আহি কান্দিকাটি উত্রাৱল হৈ পৰি আছেহি, কোনো মতেই তাইক ফিৰাই পঠিয়াব পৰা নাই ।

**পালক** ঃ মাক ? (অলপ ভাবি লৈ) বাৰু সংবাহক যোৱা । মাকৰ ইচ্ছামতেই এই দেহৰ সৎকাৰ কৰিবা । কিন্তু অতি সঙ্গোপনে।

(পালক গুচি যায।)

*(সংবাহকো ছোৱালিটিৰ ফালে এবাৰ চাই আন এখন দুৱাৰেদি ওলাই যায । অলপ সময়ৰ পাছত সংবাহকে আকৌ বন্ধহৈ থকা দুৱাৰ এখন খুলি দিলে । ---- এজনী তিৰুতা সোমাই আহিল । কক্ষটোৰ কেউকাষে এবাৰ চকু ফুৰৱাৰ পাছত মালিকাৰ দেহৰ ওপৰত চকু পৰিল । প্রথমতে আচৰিত হল । তাৰ পাছত "মালি" বুলি চিএৰি তাইৰ গাত পৰিল । সংবাহক ওলাই গ'ল ।)*

**মালিকাৰ মাক** । মালিকা ---- মালিকা । (দেহটো লুটিযাই পেলালে ।) ইকি ? তেজৰ দাগ । বুকুত চেতনা নাই যাঃ সকলো শেষ । আৰু মোৰ মালি নাই । উষ, তই যে মোক এৰি এটি মূহুৰ্ত্তও থাকিব নোৱাৰ । আজি নো তই  কোন সতেৰে তোৰ এই দুখুনী মাৰক এৰি গুচি গলি ? আৰু যে মোৰ কেও নাই । শেহত তযো ---- মালি, মালি ---- কথা ক । এবাৰ মুখ তুলি চা, মালি --- মালি----

*(জীয়েকৰ মৃতদেহৰ ওফৰত পৰি পৰি কান্দিবলৈ ধৰিলে । এনেতে আকৌ সংবাহক সোমাই আহিল ।)*

**সংবাহক** । কক্ষৰ বাহিৰত মৃতদেহ নিবৰ কাৰণে বাহক আহি ৰৈ আছেহি । আৰু বেছি সময় অপেক্ষা কৰিব নোৱাৰি। তুমি গুচি আহাঁ ।

**মাক** ঃ *(ঘপকৰে মুৰ তুলি সংবাহকলৈ চাই )* কি ? গুচি যাম ? জীযেকৰ ওচৰৰ পৰা তাইৰ মাক গুচি যাব ? আৰু যি জীযেকক তোমালোকেই নিষ্ঠুৰ ভাবে হত্যা কৰিছা । তোমালোক---তোমালোকেই ইযাৰ বাবে দাযী । (আঙুলি জোকাৰি ) তুমি - - তুমি --- তোমাৰ ৰজাই মোৰ মালিকাক হত্যা কৰিছে । ক'ত তোমাৰ সেই ৰজা । কোৱা---- কোবা মোক তাক লাগে ।

**সংবাহক** ঃ সামান্য এজনী পথৰ ভিখাৰিণীৰ লগত উজ্জযিনীৰাজ পালকৰ সাক্ষাৎ হোৱা অসম্ভব ।

**মাক** ঃ অসম্ভব---অসম্ভব-- । আৰু সেই পথৰ ভিখাৰিণীৰ কন্যাকেই  তোমাৰ ৰজাৰ সুখ ভোগৰ কাৰণে তোমালোকেই বলেৰে ধৰি আনিছিলা । কোৱা, ক'ত সেই পাপীষ্ঠ ৰজা ? তাৰ লগত মোৰ সাক্ষাৎ নোহোৱালৈকে কোনেও মোক এই ঠাইৰপৰা নিব নোৱাৰে ।

**সংবাহক** ঃ বাৰু ---- দেখাই যাওক । ( দুৱাৰৰ ওচৰলৈ গৈ ) এই কোন আছ ?

*(আহিল কিন্তু পালক । সংবাহক অপ্রস্তুত হল ।)*

**সংবাহক** ঃ অ' সম্রাট । (সেৱা কৰে )

**পালক** ঃ কি হৈছে সংবাহক ?

**মাক** ঃ  তুমি---তুমিয়েই উজ্জয়িণীৰ ৰজা পালকনে ?

**সংবাহক** ঃ সম্রাট, এই উদ্ধতা নাৰীযে -----

**পালক** ঃ সংবাহক, তুমি অলপ সময় এই কক্ষৰ বাহিৰত অপেক্ষা কৰা ।       যোৱা--

*(নতশিৰে সংবাহকে সেই আদেশ পালন কৰিলে ।)*

**পালক** ঃ  (আসনত বহি ) নাৰী, মোৰ আদেশ পালন নকৰি তুমি মোক অবমাননা কৰিছা । শুনা নাই মোৰ আদেশ ?

**মাক** ঃ শুনিছোঁ, কিন্তু কিয ? কোন অপৰাধত, -- - হে নিষ্ঠুৰ সম্রাট, তুমি মোৰ এই একেটি মাথোন সন্তানক এনে ভাবে হত্যা কৰিলা ? কোৱা- - তাই তোমাৰ কি অপৰাধ কৰিছিল ?

**পালক** ঃ একো অপৰাধ কৰা নাই নাৰী । আৰু মযো তোমাৰ কন্যাক হত্যা কৰা নাই । তাই নিজে আত্মহত্যা কৰিছে। তাৰকাৰণ মই কব নোৱাৰোঁ ।

**মাক** ঃ মিছাকথা । কোনে কয় তাই আত্মহত্যা কৰিছে । তুমি --- সম্রাট  তুমিযেই সেই প্রাণ সংহাৰ কৰিছা যি প্রাণ তুমি আৰু কেতিয়াও ওলোটাই দিব নোৱাৰা।

**পালক** ঃ নিশ্চয নোৱাৰোঁ নাৰী । মইতো ভগবান নহঁও ।

**মাক** ঃ তাক জানো সম্রাট, কিন্তু এইদৰেই উজ্জয়িণীৰ

কিমান নৰনাৰী তোমাৰ সৌ দুই হাততেই প্ৰাণ ত্যাগ কৰি আহিছে। তোমাৰ অত্যাচাৰ---তোমাৰ নিৰ্ম্মম শাস্তিৰ ভয়ত কোনেও এষাৰি মুখতুলি কথা কব পৰা নাই । ভাবিছা তুমি ৰজা, তোমাৰ ওপৰত কেও নাই , ---- ভাবিছা তোমাৰ এই নিষ্ঠুৰ অত্যাচাৰ সিহঁতে সদায় সহ্য কৰি যাব । কিন্তু তুমি ভাবিব পৰা নাই, যে মোৰেই নিচিনা কত নাৰীৰ অভিসপ্ত চকুলো আৰু হাহুমুনিযাই তোমাৰ প্ৰতিশোধৰ কাৰণে কেউকাযে ঘুৰি ফুৰিছে ।

**পালক** ঃ প্ৰতিশোধ ? প্ৰতিশোধৰ ভয়ত, তোমালোকৰ হাহুমুনিযাহ আৰু চকুলোৰ ভয়ত মই অলপো কাতৰ নহওঁ । শুনা নাৰী, তোমাৰ নিচিনা শত শত নৰনাৰীৰ চকুলো মিলিত হৈ কেৱল মোৰ এই চৰণ শিক্ত কৰি যাবহি - তোমাৰ নিচিনা শত শত নাৰীৰ হাহুমুনিযাহ আৰু কান্দোনৰ ৰোল শিলৰ ওপৰত আঘাত কৰাৰ দৰে মোৰ এই বুকুত আহি এচাৰ খাই উভতি যাবহি । তথাপি সিহঁতে মোৰ একো কৰিব নোৱাৰো ।
উজ্জযিণীৰ ক্ষুদ্ৰশক্তি ধাৰী এই জনসাধাৰণলৈ মোৰ অন্তৰত যদি অলপমানো ভয় থাকিলেহেঁতেন তেন্তে মই সিংহাসনত উঠিযেই গোপালপুত্ৰ সেই আৰ্য্যকক কাৰাগাৰত নিক্ষেপ নকৰিলোঁহেতেন । কেৱল তাৰ অপৰাধ-- কোনো এক জ্যোতিষীযে আহি কৈছিল - সমযত সেই আৰ্য্যক হেনো উজ্জযিণীৰ ৰাজ পাটত বহিব । কিন্তু সি নেজানে সেই ভবিষ্যৎ বাণী মই খণ্ডন কৰিম । আৰ্য্যাক চিৰজীৱন মোৰ কাৰাগাৰৰ পচাঁ গোন্ধত বুৰি মৰিব লাগিব।

**মাক** ঃ সম্ৰাট -- উজ্জযিণী উটি ভাহি যাওক -- লগে লগে মৃত আহি গ্ৰাস কৰক যতমানে প্ৰজা আছে তাৰ । তথাপি -- তথাপি তুমি, তুমি সাৰি যাব নোৱাৰিবা । সৌ অত্যাচাৰত মৃতা মোৰ কন্যাক আগত থৈ মই আজি শপত কৰিছো --- তোমাৰ বুকুৰ তেজেৰে মোৰ এই দুই হাত ৰাঙলি কৰি তুলিম ।

**পালক** ঃ স্তব্ধ হোৱা নাৰী । পালক দানব নহয -- নহলে ক্ষুদ্ৰ এক নাৰী তাৰ সম্মুখত ইমান স্পৰ্দ্ধাভৰত এতেপৰে প্ৰাণলৈ থিযহৈ থাকিব নোৱাৰিলেহেতেঁন। --- কোন আছ ? সংবাহক । (নেপথ্যত । --প্ৰভু-- ।সংবাহক সোমাই আহিল।)
**ৰাজধানীৰ বাহিৰৰ অৰণ্যত এই ৰমণীক থৈ আহাঁগৈ এজনী ঘৃণিতা নাৰীৰ দেহ ভক্ষন কৰিবলৈ বন্য জন্তুৰ অভাব নহব । যোৱা---**

(সংবাহক আগবাঢ়ি যায )

**মাক** ঃ অতি সুন্দৰ তোমাৰ কথা সম্ৰাট । ঘৃণিতা নাৰী । সেই নাৰীৰ গাত যেতিযা লৈকে শোনিতৰ প্ৰবাহ আছিল --- প্ৰাণ আছিল --- উত্তেজিত ৰূপৰ গোন্ধৰ সফুৰা আছিল, তেতিযালৈকে সেই নাৰী আছিল স্বৰ্গৰ পাৰিজাত - হীৰাৰ খনি । কিন্তু যেতিযা মৃত্যুৰ লগে লগে ৰূপ যৌবন সকলোবোৰ আতঁৰি গল তেতিযা হল সেই নাৰী উপেক্ষিতা ঘৃণিতা ভঙা শিলৰ এটা কুৎসিত মূৰ্ত্তি । (পালকে খঙত একো কৰিব নোৱাৰি ঘুৰি পাকি এবাৰ কিবা এটা তাইক কবলৈ বুলি ওচৰত থিয হৈ আকৌ সংবাহকৰ ওচৰলৈ গৈ চিঞৰি কয় )

**পালক** ঃ আহ্ সংবাহক । (আকৌ আনফালে যাযগৈ )

**মাক** ঃ ইমান অধিৰ নহবা সম্ৰাট । এজনী ঘৃনিতা নাৰীৰ তোমাৰ প্ৰাসাদৰ পৰা বাজ কৰি দিবলৈ উতলুৱা নহবা। মই নিজে যাম । কিন্তু যোৱাৰ পূৰ্বে কৈ যাওঁ --- যি পুৰুষৰ মন নাৰীৰ বাহিৰৰ ৰূপ যৌবন লৈযে আত্মহাৰা সি নাৰীৰ অন্তৰৰ কথা নেজানে । তুমি দেহৰ উপাসক -- নাৰীৰ অন্তৰ তোমাৰ মনত এটা দুৰ্ভেদ্য বস্তু। (তাই গৈছিলগৈ কিন্তু আকৌ উচাত মাৰি ঘুৰি আহি কলে ) আৰু সম্ৰাট , সৌ অসাৰ দেহৰ মোৰ আৰু প্ৰযোজন নাই । সেই দেহ তুমি নষ্ট কৰিছা, সি তোমাৰ ।
(যাব খোজে । পালক অলপ বিচলিত হল, মিনতিৰ স্বৰে মাতিলে)

**পালক** ঃ শুনি যোৱা -- শুনি যোৱা এবাৰ ।

**মাক** ঃ নাই --- নাই সম্ৰাট । মই আৰু এক মহূৰ্ত্তও থাকিব নোৱাৰোঁ। কাৰ কাৰণে আৰু মই থাকিম ? মালিকা মোৰ নাই । মই যাওঁ--- মই যাওঁ।
( প্ৰায কান্দি কান্দিযেই তাই গুচি গল । সংবাহকে তাইৰ পাছে পাছে যাবলৈ ধৰে, এনেতে পালকে মাতি আনে ।)

**পালক** ঃ সংবাহক, যাবলৈ দিযা । তাই উন্মাদ । তাই উন্মাদ।
*(এই বুলি দুই হাতেৰে মুখ ঢাকি দীঘল আসন খনৰ ওপৰত ধুপ কৰে বহি পৰিল । অলপ পৰৰ পাছত মুখ তুলি দেখিলে বিচাৰিকা আহি সম্মুখত সুৰা দি গল । পালকে সেই সুৰা পান কৰিবলৈ ধৰিলে । )*

**পালক** ঃ (কেই পাত্ৰমান পান কৰাৰ পাছত) সংবাহক !

**সংবাহক** ঃ সম্ৰাট । ( হাতযোৰ কৰি কাষত আহি থিয় হয় )

পালক : (ৰুদ্ৰভাবে ) দাযী কোন ?

সংবাহক : সম্ৰাট ?

পালক : সৌ বালিকাৰ মৃত্যুৰ বাবে দাযী কোন ? মাকনে-- মই--- অথবা তোমালোক ? কোৱা --- কোৱা--- (বাঁউসি দুটাত ধৰি জোকাৰিবলৈ ধৰে )

সংবাহক : (ভয়কৰি) সম্ৰাট, দাযী ও ও ও পালক । দাযী তাইৰ ৰূপ--- তাইৰ যৌবন । যি মোক সদায বলিয়া কৰি তোলে । কব পাৰানে সংবা হক, কিয় সিহঁতে নাৰী অন্তৰৰ কমনীয়তা আৰু সৰলতা সিহঁতৰ সেই ক্ষণস্থায়ী ৰূপসৌন্দৰ্য্যৰে আবৰি পুৰুষৰ আগত থিয হয ? পুৰুষৰ মন জানো ইমান সোনকালেই জয কৰিব পৰা যায ? --- যোৱা যোৱা সংবা হক , আজিৰ পৰা তোমালোকে কোনো নাৰীকেই তাইৰ ৰূপ সৌন্দৰ্য্যৰ মনোমোহা আভাৰে সজাই মোৰ ওচৰলৈ লৈ নাহিবা ।

সংবাহক : ( অবাক হৈ ) সম্ৰাট ?

পালক : যোৱা --- ।
*( সংবাহকে গৈ দুৱাৰৰ কাষ পাইছে মাত্ৰ এনেতে বাহিৰত সংস্থা নক আৰু কৰ্ণপুৰকহতঁৰ লগত অগাভেটা হল । সংবাহকে সিহঁতক দুৱাৰৰ বাহিৰতে অপেক্ষা কৰিবলৈ ইঙ্গিত দি আকৌ লাহে লাহে ভযত পালকৰ কাষ পালেহি । )*

সংবাহক : *( হাত যোৰ কৰি )* অপৰাধ নলব সম্ৰাট, সংস্থানকে কিবা বৰ প্ৰযোজনীয কথাত আপোনাৰ লগত দেখা কৰিব খুজিছে ।

পালক : বাৰু , আহিবলৈ কোৱা । --- অ'ৰবা । ( উঠিগৈ কাপোৰ এখনেৰে মৃতদেহটি ঢাকি থৈ সংবা হকক যাবলৈ ইঙ্গিত দিযে । অথবা ছোৱালীজনীক তাৰ পৰা তুলি নিবলৈ ইঙ্গিত দি পালক বাহিৰলৈ গুচি যায । সংবাহকে বাহকৰ হতুৱাই ছোৱালীজনীক লৈ যোৱাৰ পাছতহে আকৌ পালক সোমাই আহিল । )
*(সংস্থাপক আৰু কৰ্ণপুৰক সোমাই আহিল । সংবাহক গুচি গল ।)*

সংস্থানক : (ফোপাই জোপাই ) সম্ৰাট, কি কব, এনে বস্তু মই যে দেখি পোৱা নায়েই মোৰ চৌধ পুৰুষে.

পালক : আহহা, ইমান অধিৰ হৈছা কিয় সংস্থানক । ধীৰে- — ধীৰে, বহি লোৱাচোন আগেয়ে ।
*(কান্ধত ধৰি সংস্থানকক আসনত বহুৱাই দি সুৰা বাকিবলৈ ধৰে। )*

সংস্থানক : মই যদি মিছা কৈছো সম্ৰাট এই কৰ্ণপুৰককে আপুনি এবাৰ সুধি চাওক । আহা কি সুন্দৰ ৰূপ । গাখীৰৰ ওপৰত ভুলতে কোনোবাই যেন এছাটি সেন্দুৰ হে পেলাই থৈছে । কি কোৱা কৰ্ণপুৰক?

কৰ্ণপুৰক : নহয বুলিলে সৰুমহাৰাজক মিছাতে পেলোৱা হব ।

পালক : *( সংস্থানকৰ আগত একপাত্ৰ সুৰা ধৰি )* লোৱা সংস্থানক, আগেয়ে অলপ সুৰা পান কৰি সুস্থ হৈ লোৱা । লোৱা লাজ কিহৰ ? তুমি হৈছা মহামান্য পালকৰ শ্যালক আৰু যেই সেইটো শ্যালক নোহোৱা একেবাৰে ৰাজ-শ্যালক । অত এব *(সংস্থানকৰ হাতত গুজি দিযাত লাজ কৰি সংস্থানকে, আনফালে মুখ ঘুৰাই পান কৰিবলৈ ধৰে । )*

পালক : (একপাত্ৰ নিজেও লৈ ) সংস্থানক, কি গাখীৰৰ কথা কৈছিলা ? বৰ ভাল লাগিছিল শুনি । কোৱাচোন শুনোঁ ।

সংস্থানক : গাখীৰ নহয সম্ৰাট । গাৰ বৰণটোৰ কথাহে কৈছিলোঁ । উস তেজে একেবাৰে গাল ফুটি যাওঁ ফুটি যাওঁ কৰিছে --- চুলিকোছা আহি পৰিছেহি একেবাৰে সৰুগাঁঠিৰ ওপৰত -- - হৰিণীৰ নিচিনা চকুজুৰি । বসন্তসেনাৰ ৰূপ এই মুখেৰে বৰ্ণাব নোৱাৰি সম্ৰাট । কি কোৱা কৰ্ণপুৰক?

কৰ্ণপুৰক : হয সৰু মহাৰাজ, আমাৰ নিচিনা চকুলৈ বসন্তসেনাৰ ৰূপ চাব পাৰি বৰ্ণাব নোৱাৰি ।

পালক : কি ক'লা ? বসন্তসেনা ? উজ্জয়িণীৰ শ্ৰেষ্ঠ নৰ্ত্তকী?

সংস্থানক : হয় সম্ৰাট । সেই ৰূপ একমাত্ৰ সৌ দুটি চৰণৰহে ভোগৰ যোগ্য । (পালকৰ ওচৰলৈ আহি) সেই বাবেই আপোনাৰ চৰণত নিবেদন কৰা হল । যদি সম্ৰাটৰ অভিৰুচি হয তেন্তে-----

পালক : (সংস্থানকৰ বাঁউসিত ধৰি হাঁহি ) তোমাৰ মনৰ কথা মই বৰ ভালকৈ বুজিছোঁ সংস্থানক । পিছে বৰ্ত্তমান মোৰ সেইবোৰত অৰুচি হৈ পৰিছে । আৰু দেখিছোঁ মোতকৈ আজিকালি তোমাৰহে ৰুচি বৰ ভয়াবহ হৈ পৰিছে । (সংস্থানক তলমুৰ কৰে ) লাজ কিহৰ ? যদি সম্মত নহয় মোৰ মানুহৰতো অভাব নাই ।
(পালক আনফালে গৈ সুৰাৰ ওচৰ পায় । )

সংস্থানক । (কৰ্ণপুৰকৰ ওচৰলৈ গৈ মনে মনে কয় । ) দেখিলা, --- কথা দেখোন আন ফালেহে পাক ললে । তাতে সেই বামুনটোৰ কথাও---

কৰ্ণপুৰক : এহ আপুনিহে গোলমালখন লগালে । ৰ'ব ; মই

কৈ চাওঁ । (পালকৰ কাষলৈ আহি ) সম্রাট, আৰু এটা কথা । ৰাজপ্রাসাদত নৃত্যগীতৰ কাৰণে বসন্তসেনা আমাৰ লগতেই ইযালৈ আহিছিল । কিন্তু কামদেৱৰ মন্দিৰৰ কাষ নৌপাওঁতেই দেবদত্ত আহি বসন্তসেনাক আমাৰ হাতৰ পৰা বলেৰে কাঢ়িলৈ গল ।

**পালক** : দেবদত্ত ?

**কর্ণপূৰক** : হয সম্রাট । বলেৰে আমিও আনিবলৈ গলোঁ, কিন্তু সি তাৰ আগেযে বসন্তসেনাক নি মন্দিৰৰ ভিতৰত সুমুৱাই থলে । আৰু কলে ---- সেই মন্দিৰৰ ভিতৰত পৰা উলিযাই নিবলৈ স্বযং আপোনাৰো হেনো সাধ্য নাই ।

**সংস্থানক** : তাৰ উপৰিও সেই মন্দিৰৰ ওপৰত কেৱল আপোনাৰেই হেনো হাত নাই । ধনী, দুখীয়া আনকি চণ্ডাল, বেশ্যা পর্য্যন্ত সকলোৱে বোলে একেলগে পূজা দিব পাৰিব । চাই আহকগৈ সম্রাট ইমান পৰে বোধকৰো কামদেৱৰ মন্দিৰত ভীষণ লীলা আৰম্ভ হৈ গৈছে।

**পালক** : দেবদত্ত ? হীন কপর্দকহীন ভিখাৰী সি ---- তাৰ ইমান সাহ ? যাৰ পিতা সাগৰদত্ত ভীষণ ঐশ্বর্য্যশালীহৈও পালকৰ অলপ মাত্র দযাৰ আশাত এই চৰণ তলত পৰি থাকে ----- তাৰ পুত্র সেই দেবদত্ত ? আহ্ আহ্ (ভীষণ ক্রোধ ) সংবাহক ----- সংবাহক । ( সংবাহক ওলাই আহিল --- "প্রভু" ) যোৱা, এই মুহূর্ত্ততে সেনাপতি চন্দনক এযালৈ পঠিযাই দিযাগৈ । এইবাৰ সি বুজিব উজ্জযিণী ৰাজ পালকৰ অপমান কৰাৰ পৰিণাম কি ভীষণ ।

(সংবাহকৰ প্রস্থান) ।

**কর্ণপূৰক** : কিন্তু বসন্তসেনা সম্রাট ।

**পালক** : কোনো সাৰি নেযায । উজ্জযিণী ছাৰখাৰ কৰি হলেও তাৰ মাজৰ পৰা সেই নর্ত্তকীক উলিযাই আনিব লাগিব । (চন্দনৰ প্রবেশ) শুনিছা চন্দন ? তোমাৰ সম্রাটক অপমান কৰে আহি উজ্জয়িণীৰ নগন্য এটা অপদার্থ জীৱে ?

**চন্দন** : (উত্তেজিত হৈ) কোন সেই পাপীষ্ঠ, সম্রাট ? চন্দন জীবিত থাকোতে----

**পালক** : দেবদত্ত---দেবদত্ত । কামদেব মন্দিৰৰ পূজাৰী । ৰজা মই ---- কয সি ---- মোৰো হেনো অধিকাৰ নাই সেই মন্দিৰত ।

**চন্দন** : (থং মাৰ গল দেবদত্তৰ কথাশুনি) সম্রাট, এই কথা কোনো মতেই মই বিশ্বাস কৰিব পৰা নাই । দেবদত্ত মহাপুৰুষ । হব পাৰে দৰিদ্র কিন্তু অন্তৰ তেওঁৰ বৰ নির্ম্মল ।

**পালক** : মহাপুৰুষ ? নিশ্চয বলিযা তুমি । গণিকা ৰূপসী নর্ত্তকীক কোন মহাপুৰুষে তাৰ লালসাগ্নিৰ আহুতি দিবৰ কাৰণে ধৰি লৈ যায ? কোন মহাপুৰুষে পবিত্র ধর্ম্ম মন্দিৰ হীন জাতি চণ্ডালৰ সেৱাৰ কাৰণে উন্মুক্ত কৰি দিযে ? মহাপুৰুষ । মহাপুৰুষ । শুনা চন্দন, এই মুহূর্ত্ততে সেই মহাপুৰুষ দেবদত্তৰ ঘৰবাৰি জুই লগাই পুৰি দিযাগৈ । পথৰ ভিখাৰী সি পথ হব ঘৰ বাৰি তাৰ।

**সংস্থানক** : অতি সুন্দৰ শাস্তি বিধান হৈছে সম্রাট । কি কোৱা কর্ণপুৰক ?

**কর্ণপূৰক** : নিশ্চয । চাওকচোন বাৰু এনে এটা শাস্তিৰ কথা আমি অথনিৰে পৰা ভাবিযেই উলিযাব পৰা নাছিলোঁ । হেজাৰ হওক -- - ৰজা মহাৰজাৰ আৰু আমাৰ মগজ জানো একে হব পাৰে ?

**চন্দন** : সম্রাট, মোৰ অপৰাধ নলব । মোৰ বোধেৰে নিশ্চয কোনো কুজনে সেই দেবতুল্য দেবদত্তৰ নিন্দাবাদ আপোনাৰ কানত পেলাইছেহি । আপুনি এবাৰ বিবেচনা কৰি চাওক । (সংস্থানক আৰু কর্ণপুৰকে ইটোৱে সিটোলৈ চোৱাচুই কৰিলে ।)

**পালক** : মিছা তর্ক মোৰ লগত নকৰিবা। চন্দন যোৱা, লগতে কামদেৱৰ মন্দিৰৰ দুৱাৰ চিৰদিনৰ কাৰণে বন্ধ কৰি থৈ আহিবা। আৰু যদি সেই চণ্ডালবোৰে বাধা দিযে তোমাৰ সৌ তৰবাৰি প্রযোগ কৰিবা।

**চন্দন** । আকৌ মিনতি কৰি কৈছোঁ মোক ক্ষমা কৰক সম্রাট যি হাতেৰে সদায পূজা দি আহিছোঁ সেই হাতেৰেই আজি এনে কাম মই কোনো মতেই কৰিব নোৱাৰোঁ ।

(পালক অলপ পৰ আচৰিত হৈ নিবর্বাক হৈ ৰল।)

**পালক** : মোৰ আদেশ, তুমি পালন কৰিবই লাগিব চন্দন । জানা মই তোমাৰ কোন ?

**চন্দন** : জানো সম্রাট । গৰাকী--- শৰীৰৰ কিন্তু চৰিত্রৰ নহয মোক ক্ষমা কৰিব, ধর্ম্মৰ বিপক্ষে মই অস্ত্র ধৰিবলৈ অক্ষম ।

**পালক** : তুমি ধৰিবই লাগিব । যেতিযালৈকে তুমি মোৰ অধীনস্থ সেনাপতি তেতিযালৈকে তুমি মোৰ আদেশ পালন কৰিবলৈ বাধ্য ।

**চন্দন** : (অলপ ভাবি) সেযে যদি হয সম্রাট, মই এই মুহূর্ত্তৰ পৰা সেনাপতি পদৰ পৰা অব্যাহতি গ্রহণ কৰিলোঁ । জীৱনত আপোনাৰ ওচৰত এয়ে বোধকৰোঁ মোৰ প্রথম অবাধ্যতা । তেনে

আদেশ আৰু মোক নকৰিব । মই যাওঁ ।
(মুৰৰ পৰা শিৰস্ত্ৰান আৰু তৰবাৰি খহাই থৈ পালকৰ পদতলত থৈ প্ৰণাম জনাই যাবলৈ প্ৰস্তুত হয় ।)

**পালক** : শুনি যোৱা অবাধ্য যুবক । পালকৰ বাহু এতিয়াও সিমান নিস্তেজ হৈ পৰা নাই যে তোমাৰ নিচিনা দুই এটা ক্ষুদ্ৰ সেনাপতি গুচি গলে তাৰ কাম অসম্পূৰ্ণ থাকি যাব । যোৱা, যোৱা চন্দন, যদি পাৰা সৌ তোমাৰ সুকোমল বক্ষেৰে ৰক্ষা কৰা মদন মন্দিৰ। বন্ধ কৰিম মদনৰ পূজা । মই নিজে । চাও কাৰ সাধ্য বাধা দিযে মোক ।

**চন্দন** : (ঘুৰি আহি) কি ? বন্ধ হব মদনৰ পূজা ? মযো কওঁ শুনক সম্ৰাট----এই দেহত প্ৰাণ থাকে মানে ৰক্ষা কৰিম মদন মন্দিৰ । বন্ধ হব পূজা সেইদিনা -- যি দিনা উজ্জযিণীৰ প্ৰত্যেক নৰনাৰীয়ে বলি দিব নিজপ্ৰাণ ধৰ্ম্মৰ কাৰণে । তাৰ আগেযে অসম্ভব পূৰ্ণ হোৱা আপোনাৰ মনৰ বাসনা ।

*(প্ৰস্থান)*

**পালক** : হাঃ হাঃ হাঃ --- কি কৈ গল ? অসম্ভৱ ? বলিযাই গাই যায প্ৰলাপ বচন শুনা তাকে কানপাতি সৱে ।

**সংস্থানক** : নিশ্চয বলিযা সম্ৰাট । নহলেনো এনেবোৰ কথা কযনে । কি কোৱা কৰ্ণপুৰক ?

**কৰ্ণপুৰক** : নিশ্চয সৰু মহাৰাজ । (পালকৰ ওচৰলৈ আহি কৰযোৰে ।) কিন্তু বসন্তসেনা সম্ৰাট ?

**পালক** : তাইকো --- তাইকো মোক লাগে কৰ্ণপুৰক । যেনে তেনে ধৰি আনা সেই নৰ্ত্তকীক ।

**সংস্থানক** : কিন্তু এটা কথা সম্ৰাট । এনেয়ে যদি মান্তি নহয তেন্তে আন কোনো বুদ্ধি কৰি

**পালক** : আহ । যোৱা, যোৱা সংস্থানক যি ভাবেই হওক আনি দিযা বসন্তসেনাক । চাই লওঁ এবাৰ ---- বয কিমান ৰূপৰ নিজৰা সেই গৰ্বিৰ্বত দেহৰ পৰা । তাৰ পাছত ধ্বংশ কৰিম মদন মন্দিৰ---লগে লগে সেই পাষণ্ড ব্ৰাহ্মণৰ শিৰ লুটাবহি মোৰ এই চৰণতলত ।
(সংস্থানক আৰু কৰ্ণপুৰকক মাজৰ দুৱাৰেদি যাব ধৰা দেখা গল। পালক গৰ্ব্ব ভাবে আসনত বহি পৰিল, এনেতে দৃশ্য পৰে।)

দ্বিতীয় দৰ্শন সমাপ্ত ।

# তৃতীয় দৰ্শন

## -- বসন্তসেনাৰ ঘৰ---

*( বিতোপন ভাবে সজাই থোৱা এটা ডাঙৰ কক্ষ । বেৰৰ ঠাযে ঠাযে তানপুৰা, খোল, মৃদঙ্গ, বীন আদি নানা তৰহৰ বাদ্যযন্ত্ৰ আওঁজাই থোৱা আছে । মজিযাৰ ওপৰত বহিবৰ কাৰণে কেইখন মান চাপৰ চাপৰ আসন । এদাঁতীত এখন আসনৰ ওপৰত এটা তামোল পানৰ বটা---আন এখনৰ ওপৰত কিছু মান ফুল । বসন্তসেনাই এখন আসনৰ ওপৰত বহি সম্মুখত এখন দাপোন লৈ প্ৰসাধনত ব্যস্ত । মুখত গুণ গুণকৈ গান । ওচৰৰ আন এটা কক্ষৰ পৰা কোনোবা নৰ্ত্তকীৰ নুপুৰৰ ঝিনঝিননি শব্দ শুনা যায । অলপ পাছত মদনিকা নাচি নাচি সেই কক্ষৰ ভিতৰত সোমাল । ভৰিত নুপুৰ । তাই আহি কিছুপৰ নাচি থকাৰ পাছত বসন্তই এবাৰ ঘুৰি চাই হাঁহে । নাচ বন্ধ হয ।)*

**মদনিকা** : বসন্ত বাইদেও, মই কোনোমতেই তুমি কালি শিকাই দিযা নাচতো ভালকৈ শিকিব পৰা নাই । এবাৰ নাচি শিকাই দিযাচোঁন ।

**বসন্তসেনা** : (ঘুৰি চাই ) তোৰ আৰু কোনোমতেই নাচ শিকা নহব মদনিকা । ভৰিৰ তাল থাকিব এফালে --- মন থাকিব এফালে । নাচ হলে গীত নহয, গীত হলে নাচ নহয় । (আকৌ সাজসজ্জা কৰে ।)

**মদন** : সেই কাৰণেইতো তোমাৰ ওচৰলৈ আহিছোঁ, নহলে আমি কেতিযাবাই বিছনাত বাগৰি পৰিলোঁহেতেন । শিকাই দিযাচোনএবাৰ বসন্ত বাইদেও ।

**বসন্ত** : এবাৰ নহয---দুবাৰ নহয় , --হেজাৰ বাৰ তোক নাচি দেখুৱাইছোঁ। সেই একে কথা ।

**মদন** : এইবাৰ চাবা মই একেবাৰতে শিকি লম ।

**বসন্ত** : আঃ মই তোক কেইবাৰ কম যে মোৰ এতিযা সময নাই ।

**মদন** : বাৰু তেনেহলে অলপ পাছত দেই ?

**বসন্ত** : অলপ পাছতো মই নোৱাৰোঁ । আজি মোৰ বহুত কাম আছে ।

**মদন** : কাম আছে যদি আৰুনো আমি কি কৰিম ?
(আসন এখনত ধুপ কৰে বহি পৰি নুপুৰ এপাত খুলিবলৈ ধৰে ।)
বাৰু বসন্ত বাইদেও । আজিনো তোমাৰ কি হৈছে? এই এবেলা ধৰি সাজপাৰ পিন্ধিছা শেষেই নহয়। এবাৰ সলাইছা আকাশি ৰঙৰ জোৰ --- এবাৰ সলাইছা গোলাপি জোৰ কোনোবা ৰাজপুত্ৰৰ মন হৰণ কৰিব খুজিছানেকি ?

**বসন্ত** : (মদনৰ ফালে ঘুৰি ) তই বৰ ধৰিলি মদন । পিছে

ৰাজপুত্ৰ নহয়।

**মদন** : তেন্তে মন্ত্ৰিপুত্ৰ ?

**বসন্ত** : ওহো---

**মদন** : কটোৱাল পুত্ৰ একা ?

**বসন্ত** : সিও নহয় ।

**মদন** : তেন্তে আমি আৰু নোৱাৰিছোঁ । ৰাজপুত্ৰও নহয়- মন্ত্ৰিপুত্ৰও নহয়---কটোৱাল পুত্ৰও নহয় । তেন্তে আৰু তোমাক লাগেনো কাক ?

**বসন্ত** : কিয় ? সিদিনাৰ সেই আৰ্য্যপুত্ৰ ।

**মদন** : কি ক'লা ? আৰ্য্যপুত্ৰ ? অ সেইহে কালিৰাতি একেবাৰে এযাৰলৈকে আহি থৈ গৈছিলহি ? পিছে বেয়া ঠাইত তোমাৰ চকু পৰিছে দেই । একে বামুণ তাতে দুখীয়া ।

**বসন্ত** : মদন । গণিকাৰ মনে সাধাৰণতে দৰিদ্ৰক নিবিচাৰে---মই অসাধাৰণ হব খোজোঁ ।

**মদন** : ইয়াৰ ওপৰত মোৰ আৰু একো কবলগীয়া নাই ।

**বসন্ত** : মদন, মোৰ নুপূৰ জোৰ পিন্ধাই দেচোন । (ভৰিৰ ওচৰত বহি পিন্ধাবলৈ ধৰে । বসন্তই তেতিয়াও প্ৰসাধণত ব্যস্ত) কিন্তু ইমান ৰাতি হ'ল এতিয়ালৈকে যে তেওঁ নাহিল ?

**মদন** : মোৰ মনেৰে এনে ঠাইলৈ তেওঁ কেতিয়াও নাহে । তুমি মিছাকৈয়ে কাপোৰ কানি পিন্ধি মৰিছা ।

**বসন্ত** : নহয় মদন, কালি যে আহিব বুলি মোক কথা দি গৈছে । মোৰ অন্তৰত মই অনুভব কৰিছোঁ তেওঁ ইয়ালৈ নহাকৈ কেতিয়াও থাকিব নোৱাৰে । *(বাহিৰত শব্দ হয়)* সেইযা সেইয়া---। নিশ্চয় তেওঁ আহিছে । তই গৈ দুৱাৰ খন খুলি দে মদন । *( মদনিকাই উঠি দুৱাৰ খুলি দিবলৈ যায় । বসন্তই আকৌ এবাৰ নিজৰ কাপোৰ আদি ঠিক কৰি লয় । মদনে দুৱাৰ খোলাত বসন্তই আনন্দ মনেৰে দেবদত্ত আহিছে বুলি আগবঢ়াই আনিবলৈ যায় । কিন্তু দেবদত্তৰ পৰিবৰ্ত্তে সোমাই আহিল সংস্থানক আৰু কৰ্ণপুৰক । বসন্তৰ খং উঠিল ।)*

**কৰ্ণপুৰক** : নমস্কাৰ । ( তথা কৰণ )

**বসন্তসেনা** : আপোনালোকে কিয় আকৌ আহি মোক বিৰক্ত কৰিছেহি ? কালিৰাতিৰ নিৰ্লজ্জ ব্যৱহাৰৰ পাছত আকৌ কোন মুখেৰে মোৰ লগত দেখা কৰিছেহি ? বসন্তসেনাৰ লগত আপোনালোকৰ কোনো প্ৰযোজন থাকিব নোৱাৰে । ইয়াৰ পৰা আঁতৰি যাওক ।

**কৰ্ণপুৰক** : ( অতি বিনয সহকাৰে) এৰা বসন্ত, হঠাতে যে কালি কিবোৰ হৈ গল ! সেইবোৰ আৰু এৰি পেলোৱা । সচাঁকৈ কবলৈ গলে তোমাক আমি চিনিব নোৱাৰিহে

**বসন্তসেনা** : থক্ যথেষ্ট হৈছে আৰু কব নেলাগে । অনুগ্ৰহ কৰি আপোনালোকে ইয়াৰ পৰা আঁতৰি গলেই মই আনন্দ পাম । মদন, এখেতসকলক ওলাই যাবলৈ দুৱাৰ খন দেখুৱাই দেচোন ।

**মদন** । যি খনেদি সোমাই আহিছিল সেইখনেই দি দেখোন ওলাই যাব পাৰে । তোমাৰ ৰূপদেখি ইমান সোণকালেই বাট পাহৰি গলনে? — মিছাকৈহে আহি মোৰ নাচটো মাটি কৰি পেলালে। (ভোৰভোৰাই গুচি যায় । সংস্থানকে খঙ্গত মদনৰ ফালে চালে — কৰ্ণপুৰকে মনে মনে থাকিবলৈ কয় ।

**কৰ্ণপুৰক** : সৰুমহাৰাজ, ধৈৰ্য্য ধৰক । এনে ঠাইলৈ আহিলে ইয়াতকৈও ডাঙৰ ডাঙৰ কথা শুনিব লাগিব ।

**সংস্থানক** : তুমি শুনি থাকা কৰ্ণপুৰক । মই কিয় শুনি মনে মনে থাকিম হে ।

**বসন্ত** : সৌ মহাপুৰুষে কি কৈছে ?

**কৰ্ণপুৰক** : এখেতে কৈছে --- কালিৰ ব্যবহাৰৰ কাৰণে আমি বৰ লজ্জিত। সেই বাবে যেন ক্ষমা কৰা । মিছাতে আমাৰ ওপৰত অসন্তোষৰ ভাব আৰু নেৰাখিবা বসন্ত ।

**বসন্ত** : আপোনালোকৰ ওপৰত মই একো অসন্তোষৰ ভাব ৰখা নাই । যাৰ বিবেক নাই তাক কোনেও মানুহ বুলি নেভাবে ।

**কৰ্ণপুৰক** : নিশ্চয । মানুহ বুলি ভবাও মহাভূল। পিছে বসন্ত এটা বৰ প্ৰয়োজনীয় কথাতহে তোমাৰ ওচৰলৈ আহিব লগীয়াত পৰিল । বেয়া নোপোৱা যদি কৈ চাব পাৰোঁ ।

**বসন্তসেনা** : কওক বাৰু কি ক'বৰ আছে ।

**কৰ্ণপুৰক** : মহাৰাজ পালকৰ জন্মদিন উপলক্ষে কালিলৈ প্ৰাসাদত এটা বিৰাট ভোজৰ আয়োজন কৰা হৈছে। মহাৰাজৰ ইচ্ছা, তুমি এবাৰ সন্ধিয়াতে গৈ তোমাৰ অভিনব নৃত্যগীতেৰে সেই অনুষ্ঠান সম্পূৰ্ণ কৰি তোলা । ইয়াকে জনাবলৈকেহে তোমাৰ ওৰিলৈ আমাৰ অহা হৈছিল ।

**বসন্ত** : ঈশ্বৰৰ কাষত মহাৰাজৰ দীৰ্ঘজীবন কামনা কৰিছোঁ। পিছে তেখেতক কব---উজ্জয়িনীত নৰ্ত্তকীৰ অভাৱ নহব । এনে এটা অনুষ্ঠানলৈ মোৰ নিচিনা সামান্য নৰ্ত্তকী এজনী নোযোৱাই ভাল হব বোধকৰোঁ ।

**সংস্থানক** : মহাৰাজৰ প্ৰসাদত তেনে নৰ্ত্তকীৰ অভাব নাই

সচাঁ, কিন্তু তেখেতে অকল নৃত্যগীতেই বিচৰা নাই।

বসন্ত : আপোনাৰ মহাৰাজে তেন্তে কি বিচাৰিছে ?

সংস্থানক : বিচাৰিছে তোমাৰ নিচিনা ধুনিয়া ৰূপহী নৰ্ত্তকী । তোমাৰ ৰূপৰ কথা কেতিযাবাই মহাৰাজৰ কাণত পৰিল । সেইহে তোমাৰ ইযালৈ পঠিয়াইছে ।

বসন্ত : বুজিছোঁ। মোৰ অসামান্য ৰূপ মাধুৰিৰ বৰ্ণনা আপোনালোকেই মহাৰাজৰ কাণত বৰ্ষণ কৰিলেগৈ। যক্ মহাৰাজক কব-----
বসন্তসেনাই তেখেঁতৰ নিমন্ত্রণ প্রত্যাখান কৰিলে ।
( ঘুৰি আনফালে যায ।)

কৰ্ণপুৰক : ইমান ডাঙৰ সুযোগ দলিযাই নেপেলাবা বসন্তসেনা। মহাৰাজ পালকৰ প্রাসাদত নৃত্য কৰিবা, --- পাবা একসহস্র স্বৰ্ণমুদ্রা, লগত মহাৰাজ পালকৰ অসীম অনুগ্রহ ।

সংস্থানক । ঠিক--ঠিক কৈছা কৰ্ণপুৰক । এনে অনুগ্রহ কেইজনীৰ ভাগ্যত মিলিছে । হেঃ হেঃ হেঃ -- --

বসন্তসেনা। (আকৌ ঘুৰি) তেনে স্বৰ্ণমুদ্রা নৰ্ত্তকী বসন্তসেনাই এই হাতেৰেই দলিযাই পেলাই দিযে-----মহাৰাজ পালকৰ তেনে অনুগ্রহৰ ওপৰত পদাঘাত কৰে । (সংস্থানকে ভীষণ খঙত বসন্তসেনাৰ ফালে চোচা মাৰি যায,---- কৰ্ণপুৰকে হাতত ধৰি ৰখায় ।)

কৰ্ণপুৰক : সহি থাকক, সহি থাকক সকলোবোৰ সৰু মহাৰাজ এবাৰ যদি কোনোমতে সন্মত কৰাই লব পাৰোঁ তেতিয়া আৰু আমাক কোনে পায ।

সংস্থানক : কি কোৱাহে তুমি ? এই দুই কানেৰেই ভগ্নিপতিৰ নিন্দাবাদ শুনো কেনেকৈ ? অসহ্য----অসহ্য----

বসন্ত : আহ্ আপোনালোকে এতিযাও থিযদি ৰৈ আছে । গুচি যাওক.এতিযাই । মদন---মদন----

কৰ্ণপুৰক : (সংস্থানক) বলক সৰুমহাৰাজ, এতিযা তেওঁ বৰ গৰম । শান্ত হলে পাছত আকৌ এবাৰ জোকাই চাম। (বসন্তক) ভালবাৰু । আমি যাওহে এতিযা, পাছত আকৌ আহিম । (দুযো গুচি যায এনেতে মদন আহি সোমায ।)

মদন : (চাইলৈ) তেওঁলোক গুচিগল বাইদেও ।

বসন্ত : গুচি যোৱা নাই, খেদাই দিলোঁ ।

মদন : তেওঁলোকৰ আগমন বা কিয় হৈছিল ?

বসন্ত : মহাৰাজৰ জন্মদিন উপলক্ষে মোক নিমন্ত্রণ জনাবলৈ আহিছিল। কিন্তু সেই নিমন্ত্রণ মই প্রত্যাখান কৰিলোঁ ।

মদন : ভাল নকৰিলা বসন্ত ।

বসন্ত : কি ভাল নকৰিলোঁ মদন ? বসন্তসেনা জানো ইমান হীন হৈ পৰিল, যে সামান্য স্বৰ্ণমুদ্রা কেইটা মান আৰু মহাৰাজ পালকৰ অনুগ্রহৰ প্রলোভন দেখুৱাই সিহঁতৰ যিহকে ইচ্ছা তাকে কৰিব পাৰিব ? শুন মদনিকা, আজিৰ পৰা মোৰ বৃত্তি মই পৰিত্যাগ কৰিলোঁ । নুপূৰৰ আৰু মোৰ প্রযোজন নাই, --- মই আৰু নেনাচোঁ ।
*(ভৰিৰ নুপূৰ খুলিবলৈ ধৰে এনেতে পাছফালৰ দুৱাৰেদি দেবদত্ত সোমাই আহিল ।)*

দেবদত্ত : নমস্কাৰ দেবী । ইমান খং কাৰ ওপৰত ? বেচেৰা নুপূৰ জোৰে কৰিলে কি ?
(বসন্তই ঘুৰি চাই অপ্রস্তুত হল ।)

বসন্ত : অ আপুনি ? প্রণাম । ----খং মোৰ আপোনাৰ ওপৰত ।

দেবদত্ত : মোৰ ওপৰত ? অপৰাধ .?

বসন্ত : (বহিবলৈ আসন দি) ইমান পলম কৰি অহাৰ কাৰণে ।

দেবদত্ত : ক্ষমা কৰিবা বসন্ত । দেবদত্তই সময়ৰ মূল্য আজিহে বুজিব পাৰিলে ।
*(আসনত দেবদত্ত বহি পৰিল । বসন্তই তামোল কাটিবলৈ ধৰিলে । মদনিকাই দেবদত্তক বিচিবলৈ ধৰে, তাকে দেখি দেবদত্তই কয় ।)*

দেবদত্ত : বিচিব নেলাগে কল্যাণী । ইমান আদৰ মোৰ সহ্য নহব ।
*(বিচনি থৈ মদনিকা গুচি গল ।)*

দেবদত্ত : সংস্থানক আৰু কৰ্ণপুৰকৰ আগমন আকৌ কিয় হৈছিল বসন্তসেনা ? দুৱাৰ মুখত সিহঁতক দেখা যেন লাগিছিল ।

বসন্ত : সিহঁতে মোক নিমন্ত্রণ জনাবলৈ আহিছিল । ৰাজপ্রাসাদত মহাৰাজ পালকৰ জন্মদিন উপলক্ষে কাইলৈ বিৰাট অনুষ্ঠান । মোৰ নৃত্যগীতে সেই অনুষ্ঠান হেনো আৰু মনোৰম কৰি তুলিব ।
*(হাঁহিবলৈ ধৰে আৰু তামোলৰ বটা আগবঢাই দিয়ে ।)*

দেবদত্ত : তোমাৰ যোৱা কিন্তু নিতান্ত প্রয়োজন ।

বসন্ত : মই সেই নিমন্ত্রণ প্রত্যাখান কৰিলোঁ । মই নেযাওঁ।

দেবদত্ত : মহাৰাজ পালকে তোমাৰ একো কৰা নাই । সম্রাটে নিমন্ত্রণ কৰি পঠিয়াইছে, তোমাৰ সেই নিমন্ত্রণ ৰক্ষা কৰা উচিৎ ।

বসন্ত : বিপদ আহিছে বুলি জানিও ?

দেবদত্ত : বিপদ দেখাদি অহাতকৈ গোপনে অহা আৰু ভয়ঙ্কৰ । তুমি যাবা ।

বসন্ত : আৰু আপুনি ?

দেবদত্ত : শুনিলোঁ সেই উপলক্ষে উজ্জয়িনীৰ কোনো প্ৰজাই নিমন্ত্ৰণৰ পৰা বাদ পৰা নাই । কিন্তু মই হলে এতিয়াও নিমন্ত্ৰণ পোৱা নাই। বোধকৰোঁ মহাৰাজ পালকে ভাবিছে, দুখীয়া বামুনৰ আকৌ নিমন্ত্ৰণ কিহৰ ? খবৰ পালেই গৈ উপস্থিত হব । *(হাঁহে )*

বসন্ত : মযো নেযাওঁ তেন্তে ।

দেবদত্ত : অত্যাচাৰ বাঢ়িব । তুমি নোযোৱাকৈ নেথাকিবা । য্যবৰ মোৰো ইচ্ছা একেবাৰেই নাছিল , কিন্তু এতিয়া দেখিছোঁ, বিনা নিমন্ত্ৰণে গৈও লাভ আছে । মই যাওঁ বসন্ত । ( উঠি যাব খোজে )

বসন্ত : ইমান ৰাতি আপুনি অকলে কেনেকৈ যাব ? লগত মই মানুহ দিও । ঘৰত আপোনাক থৈ আহিব ।

দেবদত্ত : (হাঁহি ) ঘৰ মোৰ আৰু নাই বসন্তসেনা ।

বসন্ত : নাই ? (অবাক হৈ চাই থাকিল )

দেবদত্ত : কালি শেহনিশা কোনোবাই মনে মনে আহি জুই লগাই শেষ কৰি গলহি । কেইটাই বা ঘৰ আছিল ? তাকো সিহঁতৰ সহ্য নহল ।

বসন্ত : ঘৰেই যদি নাই তেন্তে এতিয়া কলৈ যাব আপুনি ?

দেবদত্ত : কামদেৱৰ মন্দিৰ । বৰ্ত্তমান তাৰে এচুকত আশ্ৰয় লৈছোঁ । কব নোৱাৰোঁ ইযাৰ পাছত কলৈ যাম ? কিন্তু যেনেকুৱা দেখিছোঁ উজ্জয়িনীত আৰু বোধকৰোঁ মোৰ বাস কৰা নহব ।

বসন্ত : উজ্জয়িনী কিয় এৰি যাব ? আপোনাক ভাল নোপোৱা ইযাত কোন আছে ? যদি তেনে এজনে আপোনাৰ থাকিবৰ কাৰণে ঘৰবাৰি এৰি দিয়ে,---- তেতিয়াও আপুনি জানো এই ঠাই এৰি গুচি যাব ?

দেবদত্ত : তেনে স্বাৰ্থত্যাগী মানুহ এই পৃথিবীত নাই বসন্তসেনা ।

বসন্ত : কিয় নাই ? এই ধৰক মযে যদি মোৰ এই ঘৰ কেইটা এৰি দিবলৈ সন্মত হওঁ তেতিযাও মোৰ কিবা স্বাৰ্থ আছে বুলি আপুনি কবনে ?

দেবদত্ত : (হাঁহি) নিশ্চয কম । অলপ নহয অলপ নিশ্চয় তোমাৰ স্বাৰ্থ থাকিবই । নহয জানো বসন্ত ?

বসন্ত : সেইবোৰ কথা এৰক এতিয়া । ঘৰ নাই দুৱাৰ নাই যাব কলৈ আপুনি ? সচাঁকৈ কৈছোঁ মোৰ অতি উৎকৃষ্ট ঘৰ কেইটিযেই আপোনাক এৰি দিম । আপুনি উজ্জয়িনী এৰি নেযাব । যদি প্ৰযোজন হয আৰ্থিক সহায কৰিবলৈকে মই প্ৰস্তুত আছোঁ ।

দেবদত্ত : (আগ্ৰহ সহকাৰে) পাৰিবা---পাৰিবা বসন্তসেনা অৰ্থৰে মোৰ বৰ প্ৰযোজন । পূৰ্বৰ ৰজা আৰ্য্যক পালকৰ হাতত বন্দি । যেনে তেনে আৰ্য্যকক পালকৰ কাৰাগাৰৰ পৰা উদ্ধাৰ কৰি উজ্জয়িনীৰ সিংহাসনত বহুৱাব লাগিব এযে মোৰ একমাত্ৰ পন। লাগে তাৰ কাৰণে কেৱল অজস্ৰ ধন । তলে তলে মই বহুত সৈন্য সংগ্ৰহ কৰিছোঁ কেৱল ধনৰ অভাৱ । কোৱা বসন্তসেনা, তুমি মোক এই সময়ত সহায কৰিবা ।

বসন্ত : নিশ্চয কৰি । কেৱল আপুনি মোৰ ইযাতে থাকক। দুবেলা মাৰ গৃহ দেবতাৰ অৰ্চ্চনা কৰিব,---- পাব মাহৰ শেষত এক সহস্ৰ স্বৰ্ণমূদ্ৰা ।

দেবদত্ত : (ভীষণ আনন্দ) এক সহস্ৰ। এটা মাহৰ পৰিশ্ৰমৰ মূল্য এক সহস্ৰ স্বৰ্ণমুদ্ৰা। সচাঁ---সচাঁনে বসন্তসেনা ?

বসন্ত : সচাঁ---সচাঁ----

দেবদত্ত : (আনন্দ তিৰোহিত হয) বসন্তসেনা, বুজিছোঁ তুমি মোক বিদ্ৰূপ কৰিছা । তুমি শত সহস্ৰ ধন, ঐশ্বৰ্য্য, দাস দাসীৰ গৰাকী আৰু মই এটা বাটৰ ভিখহু । এমুঠি অন্নৰ সংস্থান যাৰ নাই তাক বিদ্ৰূপ নকৰি কৰিবা কাক ?

বসন্ত : মিছা----মিছাকথা----

দেবদত্ত : মিছা কথা ? বসন্তসেনা, মোৰ এই হাত তোমালোকৰ নিচিনা ধনীৰ পৰা ভিক্ষা মাগিবলৈ ধাৰণ কৰা নাই । নাই----নাই । তুমি মোক বিদ্ৰূপ কৰিছা । মই যাওঁ । *( যাব খোজে )*

বসন্ত : (হাতযোৰ কৈ ভৰিত পৰি ) ক্ষমা--- ক্ষমা কৰা দেবদত্ত । তুমি নেজানা তোমাৰ অলপ কষ্টৰ কথা শুনিলে মোৰ মন কি হৈ যায। কি কবলৈ গৈ কি কৈছোঁ কব নোৱাৰোঁ। মোৰ অপৰাধ নলবা ।

দেবদত্ত : নাই মই যাওঁ । মোক এৰি দিয়া । মই অতি দুখীয়া।

বসন্ত : মই তোমাতকৈঁও দুখীয়া দেবদত্ত । ধন, ঐশ্বৰ্য্য, দাস, দাসী সকলো থাকিও আজি মোৰ এনে এটা বস্তুৰ অভাব যি বস্তু মই তোমাৰ ওচৰত দেখিবলৈ পাইছোঁ । নেযাবা ---- তুমি নেযাবা দেবদত্ত । মোৰ আশা মোৰ বাসনা এটি মুহুৰ্ত্তৰ উত্তেজনাত তুমি নষ্ট কৰি নেযাবা । মই তোমাক বৰ ভালপাওঁ। তুমি সুন্দৰ --- তুমি অতি মহৎ ।

দেবদত্ত : (মনৰ ভীষন অবস্থা) বসন্ত মই সামান্য মানুহ, মই মহৎ নহওঁ--মহৎ তুমি । মোৰ অন্তৰ শত সুখ, ধন, ঐশ্বৰ্য্য গৌৰবৰ কাৰণে বলিযা, সি শতমুখি । আৰু তোমাৰ অন্তৰে বিচাৰে এক সুখ, প্ৰেম । মহৎ তুমি । ---

বসন্ত : যদি সেয়ে হয়---সেই মহত্ব মই তোমাৰ পৰাই

পাইছোঁ । মনত পৰেনে দেবদত্ত, সেই মন্দিৰৰ কথা ?

দেবদত্ত ঃ বসন্ত, তোমাৰ কথাই মোক বলিয়া কৰি তুলিছে । মোৰ অন্তৰৰ সুপ্ত কামনাক তোমাৰ সোনৰ কাঁঠিৰ পৰশত সঞ্জীৱিত কৰি তুলিছে । সি অবাধ্য হৈ পৰিছে । আৰু থাকিব নোৱাৰোঁ । মই যাওঁ । আৰ্য্যকক যদি উজ্জয়িনীৰ সিংহাসনত পুন প্ৰতিষ্ঠিত কৰিব পাৰোঁ, --- সেই দিনা, সেইদিনা দেবী, মোৰ এই অবাধ্য কামনাক তোমাৰ অন্তৰৰ স্নেহৰ নিজৰাৰে শান্ত কৰাম । বিদায়---বিদায় বসন্ত ।

(গুচি যায । বসন্তই সেইফালে কিছুপৰ চাইথাকি আনন্দত উত্ৰাৱল হৈ মদনক মাতে ।)

বসন্ত ঃ মদন। মদন।।

(হাতত ফলৰ ঠাল এখন লৈ মদনৰ প্ৰবেশ ।)

মদন ঃ গুচিগল ? ( পাত্ৰ মাটিত থলে )

বসন্ত ঃগুচিগল । কিন্তু মদন, মোক আজি যি দি গল---- সি অপূৰ্ব্ব--- সি মহান ।

(আবেগতে বসন্তই গীত জুৰিলে । লগে লগে নাচ। মদনেও থিৰেৰে থাকিব নোৱাৰিলে । নিজেও গীত গাবলৈ আৰু নৃত্য কৰিবলৈ ধৰিলে ।)

(বসন্ত আৰু মদনৰ গীত)

বসন্ত ঃতোমাৰ পৰশে মোৰ
ফুলে আজি হৃদে প্ৰেম-ফুল ।
পুলকে শিঞৰি উঠে
বুকে খেলে প্ৰেম দোলে দোদোল দোল ।।

মদন ঃ মদন অনলে দহে,
মিলন উতলা বুকে ,
ৰুণ ঝুণ ৰুণ ঝুণ নুপূৰ ধ্বনি চঞ্চল ।।

*(নৃত্যগীত চলি থাকোতেই সংস্থানক আৰু কৰ্ণপুৰক আহি সোমাইহি । সিহঁতক দেখিয়েই নৃত্যগীত বন্ধ হল ।)*

বসন্ত ঃ আপোনালোক আকৌ আহিছে ?

কৰ্ণপুৰক ঃ (ভানধৰি কান্দি কান্দি) এইবাৰ তুমি ৰক্ষা নকৰিলে আৰু আমাৰ উপায় নাই । সম্ৰাটে কৈছে,--- তোমাক নিব নোৱাৰিলে আমাৰ দুয়োটাৰে মুৰ কেইটা কান্ধত আৰু ওলমি নেথাকে। দয়া কৰি যদি এবাৰ---

বসন্ত ঃ- আহ্ । যাম--যাম বাৰু । মোৰ এই চৰণৰ এটা নৃত্যই যদি তোমালোকৰ দুটা মুৰ ৰাখিব পাৰে--- মই তাকে কৰিম । তোমালোক যোৱা ।--

(আনন্দ মনেৰে সিহঁত গুচি যায় । বসন্ত আৰু মদনে হাহিঁবলৈ ধৰে।)

*তৃতীয় দৰ্শন সমাপ্ত ।*

---

# চতুৰ্থ দৰ্শন

## মহাৰাজ পালকৰ নৃত্যশালা

*(নানা ৰঙৰ ফুল পাত আদিৰে থোৱা বিতোপন কক্ষ। মাজত মহাৰাজ পালকৰ বহিবৰ কাৰণে আসন । আসনৰ সন্মুখত নৃত্যগীতৰ কাৰণে বহুমূল্য সুদৃশ্য দলিচা । তাৰ চাৰিওকাষে নিমন্ত্ৰিত অতিথি সকলৰ কাৰণে অসংখ্য চাপৰ চাপৰ আসন । কক্ষৰ বেৰত ঠায়ে ঠায়ে নানা তৰহৰ বাদ্যযন্ত্ৰ ।*

*দৃশ্য উঠোৱাৰ লগে লগে দেখা গল, বসন্তসেনাই নৃত্য কৰিছে । সেই অপূৰ্ব্ব নৃত্যে নৃত্যশালাৰ নিমন্ত্ৰিত অতিথি সকলৰ আত্মহাৰা কৰি তুলিছে । নুপূৰৰ ধ্বনিয়ে কক্ষৰ বায়ু বলিয়া কৰি তুলিছে । আসনৰ ওপৰত সুৰাৰ মোহত পালক আনন্দত আপ্লুত । সংস্থানক নিমন্ত্ৰিত অতিথি সকলক অভ্যাৰ্থনা কৰাতব্যস্ত ।)*

(বসন্তসেনাৰ নৃত্য)

*(নৃত্যৰ পাছত বসন্তসেনাই মহাৰাজ পালকক সেৱা জনাই দলিচাৰ একাষত বহি পৰে ।)*

*(জনতাৰ মাজৰ পৰা "সুন্দৰ- সুন্দৰ" "অপূৰ্ব্ব" আদি ধ্বনিয়ে কক্ষটো কিছুপৰ তপত কৰি তুলিলে ।)*

*পালক । (শান্ত হোৱাৰ পাছত) নিমন্ত্ৰিত অতিথি আৰু প্ৰিয় সভাসদ্‌বৰ্গ । আপোনালোকে অশেষ কষ্ট স্বীকাৰ কৰি আহি আজিৰ এই মহা অনুষ্ঠান সুন্দৰভাবে সম্পূৰ্ণ কৰি তোলাত মই আপোনালোকৰ ওচৰত অশেষ ভাবে ঋণী । বিশেষকৈ বসন্তসেনা, তোমাৰ অপূৰ্ব্ব নৃত্যগীতত মই যথেষ্ট তৃপ্তিলাভ কৰিছোঁ । তোমাৰ শৰীৰৰ লয়লাস আৰু নাচোনৰ তালে মোৰ অন্তৰত এটা অভিনব সুৰৰ স্পন্দন জগাই তুলিছে । সঁচাকৈয়ে তোমাৰ তুলনা নাই --তুমি অতুলনীয়- তুমি অপূৰ্ব্ব । তোমাৰ নৃত্যগীতত মুগ্ধ হৈ আজি এই প্ৰকাশ্য সভাত তোমাক মই ৰাজনটী নামে অভিষিক্ত কৰিলোঁ । তুমি আজিৰ পৰা ৰাজনটী বসন্তসেনা । সকলোৰে । জয় মহাৰাজ পালকৰ জয় ।*

*(কৰ্ণপুৰকে স্বৰ্ণমুদ্ৰাৰে পৰিপূৰ্ণ এখন পাত্ৰ পালকৰ হাতত দিলে, পালকে সেইখন সংস্থানকৰ ফালে আগবঢাই দিলে। তাকে আকৌ সংস্থানকে বসন্তসেনাৰ হাতত তুলি দিয়ে । বসন্তসেনাই পাত্ৰ গ্ৰহণ কৰি একাষত থৈ দিলে।)*

পালক ঃ আপোনালোকে জানে আজি মোৰ সপ্তবিংশ জন্মদিন। আজিলৈকে আপোনাসকলৰ পৰা মই যি সহায় পাই আহিছোঁ, মোৰ ৰাজ্য সুশাসনৰ সেয়ে মুলভেটি । ভৱিষ্যতলৈ আপোনালোকৰ পৰা মই

তাকে আশা কৰিলো । জানিব ন্যায, ধৰ্ম্ম আৰু প্ৰজাক ৰক্ষা কৰাই মোৰ অন্তৰৰ একমাত্ৰ ইচ্ছা।

**কৰ্ণপুৰক** : মহাৰাজৰ জয হওক । মহাৰাজৰ নিচিনা এজন ন্যায প্ৰজানুৰঞ্জক নৃপতিৰ তলত থকাত আমিও অতি ভাগ্যবান । উজ্জযিনীৰ প্ৰতি ঘৰ আজি আনন্দত মতলীযা । কেউফালে শুনিছোঁ কেৱল মহাৰাজৰ জযগান ।

**পালক** : শুনা কৰ্ণপুৰক । নিমন্ত্ৰিত প্ৰত্যেক অতিথিক দান দিবা । এশ স্বৰ্ণমুদ্ৰা মোৰ নিজা ভৰালৰ পৰা । চাবা ভালকৰি । বাদ যেন নপৰে কোনেও । গোৱা---গোৱা বসন্তসেনা । তোমাৰ নুপুৰৰ ধ্বনিত এই নৃত্যশালা উন্মাদ কৰি তোলা, তোমাৰ সুৰৰ পৰশত মোৰ হৃদযৰ নিদ্ৰিত বাসনাক সজাগ কৰি তোলা । গোৱা---নাচা, আজি আন একো নাই, কেৱল আনন্দ----আনন্দ--- ।

*(পালকে নিজৰ আসনৰ সন্মুখত থকা ফুলৰ পাত্ৰৰ পৰা এপাহি ডাঙৰ ৰঙা গোলাপ ফুল আনি বসন্তসেনাৰ বুকুলৈ দলিযাই পেলালে । ফুলপাহ হাতত লৈ বসন্তসেনাই আকৌ গান গাই গাই নাচিবলৈ ধৰে । কৰ্ণপুৰকে মহাৰাজক মাজে মাজে সুৰা দিবলৈ ধৰিলে ।)*

( গীত ও নৃত্য )

মোৰ ফুলনিৰে শেৱালি ।
মাধবী লতাই মালা গাঁথে তাৰ
পুৰতী নিশাই তুলি ।।
গন্ধ বিলায় মালতি জুযে,
কয বাৰতা কাণে কাণে ,
হাস্না হানাৰ পৰশ লাগি
গোলাপ পৰিল ঢলি ।।

*(বসন্তসেনাই নৃত্য কৰি থাকোতেই কোনেও নেদেখাকৈ দেবদত্ত আহি একাষত ঠিয দি তাকে । কিন্তু বসন্তৰ চকুৰ পৰা এৰাব নোৱাৰিলে । বসন্তসেনাই নাচি নাচি এবাৰ দেবদত্তৰ ওচৰলৈ গৈ হাতত থকা ৰঙা গোলাপ ফুল পাহ দেবদত্তৰ গালৈ দলিযাই দিলে । দেবদত্তই আগ্ৰহেৰে ফুল পাহ বুকুত তুলি ললে । ইফালে কৰ্ণপুৰকে এই দৃশ্য পালকক আঙুলিযাই দেখুৱালে । পালকৰ ভীষণ ক্ৰোধ । আসনৰ পৰা একে চাবে নামি আহি দেবদত্তৰ কাষ পালেহি । নৃত্য গীত বন্ধ হল ।)*

**কৰ্ণপুৰক** : (পালক দেবদত্তৰ কাষ নৌপাওতেই) দেবদত্ত সম্ৰাট । কামদেব মন্দিৰৰ পূজাৰী ।

**পালক** : দেবদত্ত ? সেই পাপীষ্ঠ ব্ৰাহ্মণ ? তুমিযেই কৈছিলা, মোৰ হেনো অধিকাৰ নাই সেই মন্দিৰত ।

**দেবদত্ত** : (হাঁহি ) হয সম্ৰাট । মযে সেই দেবদত্ত । দৰিদ্ৰ ব্ৰাহ্মণ---- লাজ কিহৰ আহিবলৈ বিনা নিমন্ত্ৰনে ।

**পালক** : স্তব্ধ হ কুক্কুৰ । প্ৰাণলৈ যদি কণামাত্ৰও ভয থাকে তেনেহলে এই মুহুৰ্ত্ততে এই স্থান এৰি গুচি যা । সংস্থানক, এই নীচ ব্ৰাহ্মণৰ ডিঙিত ধৰি ইযাৰ পৰা বাজকৰি দিযা । ই বলিযাৰ প্ৰলাপ বকিবৰ স্থান নহয । *( সংস্থানক আগবাঢে )*

**দেবদত্ত** : যাম সম্ৰাট, ভয নকৰিব । আপোনাৰ কেইটিমান স্বৰ্ণ মুদ্ৰাৰ লোভত মই ইযালৈ অহা নাই । এজনক কথা দিছিলোঁ, সেই কাৰণেই মই আহিছিলোঁ । মই যাওঁ কিন্তু মনত ৰাখিব সম্ৰাট, আপুনি যিহৰ কাৰণে উন্মাদ সহস্ৰ স্বৰ্ণ মুদ্ৰাতকৈও দুৰ্লভ, সেই ৰত্ন এই দৰিদ্ৰই হঠাৎ বুটলি পাইছে । তাক আপুনি আপোনাৰ সমগ্ৰ উজ্জযিনীৰ বিনিমযতো লাভ কৰিব নোৱাৰে ---- বিদায-বিদায বসন্ত ।

(দেবদত্ত তেনেভাবে গুচি যোৱাট পালকৰ খং গৈ বসন্ত সেনাৰ ওপৰত পৰিল ।)

**পালক** : বুজিছোঁ বসন্তসেনা, এইবোৰ তোমাৰ চাতুৰি । তুমি বুজিব পাৰা পালকৰ লগত ধেমালি কৰাতকৈ কালসৰ্পৰ লগত ধেমালি কৰা শতগুনে ভাল ।

**বসন্তসেনা** : মহাৰাজ, মই আপোনাৰ কথা একো বুজিব পৰা নাই ।

**কৰ্ণপুৰক** : মই হলে সকলোবোৰ বুজিব পাৰিছোঁ মহাৰাজ ।---- কিয বসন্তসেনাই প্ৰথমতে আপোনাৰ ইযালৈ আহিবলৈ অসন্মত হৈছিল । এতিযাহে দেখিছোঁ এই বামুনটোৰেই সকলোবোৰৰ মূল।

**পালক** : মই সকলো শুনিছোঁ বসন্তসেনা । মোৰ স্বৰ্ণমূদ্ৰা দলিযাই পেলোৱা, --- মোৰ অনুগ্ৰহৰ ওপৰত পদাঘাত কৰা ? (বসন্তসেনাই তলমুৰ কৰে ) সৌৱা দুই হাত মেলি গ্ৰহণ কৰা পালকৰ মুদ্ৰা এতিযাও তোমাৰ কাষত জিলিকিব লাগিছে । পালকৰ অনুগ্ৰহৰ ধূলিকণা এতিযাও তোমাৰ শিৰত তিৰবিৰাব লাগিছে । কৰা -- পদাঘাত কৰা, চাও তোমাৰ সাহ, --- চাও সামান্য এজনী নৰ্ত্তকীৰ বুকৰ স্পৰ্দ্ধা ।

**বসন্ত** : মহাৰাজ মোক ক্ষমা কৰিব । মই আৰু এই ঠাইত এটি মুহূৰ্ত্তও থাকিব নোৱাৰোঁ । আহি ভুল কৰিছিলোঁ, মই যাওঁ ।

**পালক** : কলৈ যাবা সুন্দৰি ? দেবদত্তৰ লগত কামদেবৰ সেই ভগা মন্দিৰলৈ ? নোৱাৰা----তুমি যাব নোৱাৰা । তোমাৰ ৰূপ---তোমাৰ সৌন্দৰ্য্য

ভগবানে দেবদত্তৰ কাৰণে সৃষ্টি কৰা নাই। স্বৰ্গলোকৰ শ্ৰেষ্ঠ সৌন্দৰ্য্য আৰু জ্যোতিৰ প্ৰত্যেক কনাটিৰে তোমাক সৃষ্টি কৰিছে ভগবানে এই পালকৰ সুখভোগৰ কাৰণে। —তুমি পালকৰ—।

**সংস্থানক।** নিশ্চয় মহাৰাজ। এই হেন নিপোটল চেহেৰাটি ভগবানে এনেয়ে পানীত পৰি উটি যাবলৈ দিছে জানো হোঁ কি কোৱা কৰ্ণপুৰক ?

**কৰ্ণপুৰক।** মইনো মহাৰাজ আৰু সৰুমহাৰাজৰ কথাৰ ওপৰত মাত দিব পাৰোঁনে ? কেৱল হয় হে দি যাব পাৰোঁ। —— সেই চালছিগাটোৰ কথা এৰি দিয়া বসন্তসেনা। —— মহামান্য সম্ৰাটৰ কথা—

**বসন্ত** : মনে মনে থাকক আপোনালোক। ৰাজনটীয়ে কথা কয় মহাৰাজৰ লগত— মাজত আপোনালোক কোন ? শুনক সম্ৰাট, সৌ কেই মুঠি স্বৰ্ণমুদ্ৰাৰ লোভত আপোনাৰ ইয়ালৈ মই অপমানিত হবলৈ অহা নাই। হব পাৰে আপুনি উজ্জয়িনীৰ একচ্ছত্ৰ ৰজা——তথাপি এজনী অবলাক অকলে পাই এনে ব্যবহাৰ কৰা আপোনাৰ উচিৎ হোৱা নাই। মোক যাবলৈ দিয়ক। মই যাওঁ।

**পালক** : তুমি অপৰাধী। কৈফিয়ৎ দিব পাৰা, কিন্তু পালকৰ কথাৰ ওপৰত মতামত দি গুচি যাব নোৱাৰা।

**বসন্ত** : মই যাবই লাগিব মহাৰাজ। থাকিলে ইয়াতকৈও বেচি অপমান হবৰ সম্ভাবনা আছে। সৌ স্বৰ্ণমুদ্ৰা আৰু আপোনাৰ অনুগ্ৰহৰ মোৰ প্ৰয়োজন নাই। মোক কেৱল যাবলৈ দিয়ক।

**পালক** : পালকৰ অনুগ্ৰহ আৰু ইচ্ছা অনিচ্ছাৰ ওপৰত তোমাৰ যোৱা নিৰ্ভৰ কৰা নাই। তুমি বন্দী।

**বসন্ত** : ই কেনে ব্যবহাৰ আপোনাৰ ? মোক যাবলৈ দিয়ক। যথেষ্ট হৈছে, মোক আৰু প্ৰকাশ্য সভাৰ মাজত এনেভাবে লাঞ্ছিতা নকৰিব।

**পালক** : লাঞ্ছিতা ? পথৰ নৰ্ত্তকী তুমি, কিহৰ গৰ্বব ? উজ্জয়িনীৰ পথত তোমাৰ নিচিনা কিমান ৰূপহী নৰ্ত্তকী নিতৌ পন্যদ্ৰব্যৰ দৰে ক্ৰয় কৰিবলৈ পোৱা যায়।

তোমাৰ আকৌ লাজ——অপমান—— ·

**বসন্ত** : সঁচা সম্ৰাট, উজ্জয়িনীত মোৰ নিচিনা নৰ্ত্তকীৰ অভাব নাই। কিন্তু জানিব, মই নিজে আপোনাৰ ইয়ালৈ অহা নাই। সৌ দুই মহাপুৰুষে মোৰ এই চৰণত পৰি বহু কাকুতি মিনতি কৰাৰ পাছতহে মই ইয়ালৈ আহিবলৈ সন্মত হৈছিলোঁ। কিন্তু আহি যি দেখিলোঁ ঘৃণাত মোৰ অন্তৰ উপচি পৰিছে। সম্ৰাট, উজ্জয়িনীৰ সিংহাসনৰ ওপৰত আপুনি কলঙ্ক সানিছে। যি নাৰীৰ মৰ্য্যাদা ৰাখিব নেজানে সি পুৰুষ নহয়।

**পালক** : বসন্তসেনা, নাৰীৰ ৰূপ সৌন্দৰ্য্য পুৰুষে ৰক্ষা নকৰে, ৰক্ষা কৰে তাৰ অন্তৰৰ নাৰীত্ব। তুমি নটী, — তোমাৰ আকৌ কিহৰ নাৰীত্ব ?

**বসন্ত** : হব পাৰো নটী, তথাপি সম্ৰাট

**পালক** : স্তব্ধ হোঁৱা নাৰী। সংস্থানক, যোৱা, এই নাৰীক মোৰ বিলাস কক্ষত বন্দি কৰি থৈ আহাঁগৈ।

(সংস্থানক আগ বাঢ়ে এনেতে চন্দন আহি বসন্তৰ কাষত থিয় হয়।)

**চন্দন** : সাবধান সংস্থানক। এই তৰবাৰি যদি তোমাৰ ওপৰত প্ৰযোগ কৰিব নেলাগে তেন্তে আগ নেবাঢ়িবা।

(সংস্থানকে ভয়ত পাছ হুহকি যায়। চন্দনক দেখি পালকৰ ভীষণ ক্ৰোধ। আসনৰ কাষত আওজাই থোৱা তৰবাৰি খন তুলি চন্দনৰ ফালে খেদি যায়।)

**পালক** : চন্দন, —— পথৰ কুকুৰ। বাধা দিয় ৰাজ আদেশ তই ?

(কৰ্ণপুৰকে হাতত ধৰি শান্ত কৰাবলৈ চেষ্টা কৰে।)

**কৰ্ণপুৰক** : মুহূৰ্ত্তৰ উত্তেজনাত এনে কাম নকৰিব মহাৰাজ। চাৰিওফালে নিমন্ত্ৰিত অতিথি সকল। ধৈৰ্য্য ধৰক। ক'লৈ পলাব সিহঁত ? য'তে থাকক আনি দিম সিহঁতৰ তিনি মূৰ আপোনাৰ চৰণ তলত।

( তৰবাৰি হাতৰ পৰা লৈ যায়।)

**পালক** : সংস্থানক। সংস্থানক!।

**চন্দন** : অসম্ভৱ সম্ৰাট। যি পুৰুষে কেৱল নাৰীৰ আবৰণলৈ তাৰ অন্তৰৰ নাৰীত্ব পৰীক্ষা কৰিবলৈ যায়, —— যি পুৰুষে তাৰ মনৰ পশুশক্তি নাৰীৰ ওপৰত প্ৰয়োগ কৰিবলৈ যায় সি প্ৰকৃত পুৰুষ নহয়। হব পাৰে নৰ্ত্তকী — হব পাৰে এজনী সামান্য গণিকা, যাৰ স্থান আপোনালোকৰ সমাজত নাই, তথাপি তাই নাৰী। সেই দেহ, সেই মন, সেই একে বিবেকৰে পৰিচালিত সেই শৰীৰ— যি জাতিৰ স্তনৰ প্ৰত্যেক বিন্দুটি আপোনাৰ সৌ দেহত মিহলি হৈ আছে।

**পালক** : আহ্। চন্দন তুমি পদচ্যুত কৰ্ম্মচাৰী। কোন সাহত প্ৰবেশিছা পালকৰ ৰাজপ্ৰসাদত ?

**চন্দন** : মাৰ্জ্জনা কৰিব সম্ৰাট। সত্যধৰ্ম্ম আৰু নাৰীৰ ৰক্ষাৰ কাৰণে যদি এই সামান্য এটা প্ৰাণ যায় তাৰ কাৰণে চন্দনে ভয় নকৰে।

**বসন্ত** : কোন তুমি ?

**চন্দন** : ভয় কিহৰ ? পুত্ৰ তোমাৰ, কামদেব মন্দিৰত

দেবদত্ত ৰৈ আছে তোমাৰ কাৰণে । ব'লা আই , চন্দন জীবিত থাকোতে কাৰ সাহ্‌স্পৰ্শ কৰে তোমাৰ শৰীৰ ?

( বসন্তসেনাক লৈ চন্দন গুচি যায । তেতিয়াহে সভাসদ সকল গৰ্জ্জি উঠিল । সংস্থানকে চিঞৰি কয় ।)

**সংস্থানক** ঃ চোৰা --চোৰা----ইমানবোৰ মহাৰাজৰ বীৰ সভাসদ থাকোতে কোনে আহি বসন্তসেনাক লৈ যাব পাৰে ? বন্দি কৰা----বন্দি কৰা---।

**পালক** ঃ মনে মনে থাকা সংস্থানক । শিয়ালৰ দললৈ মই আজি মিছা গৰ্বধ কৰোঁ উজ্জয়িনীৰ মহাৰাজ বুলি । দেবদত্তক, --- চন্দনক,যাক মই আববৰ্জনাৰ কীট বুলি নকৰোঁ ভ্ৰুক্ষেপ, ----- সেই সামান্য কীটে আজি বাৰে বাৰে দংশে আহি মোক । সজোঁৰা---- সজোঁৰা মোৰ সৈন্যবাহিনী । পাষাণৰ বুকুছিৰি মদন মন্দিৰৰ, উলিযাই লৈ আহঁা বসন্তসেনাক । যদি নোৱাৰা, কৰ্ণপুৰক দিয়া মোৰ তৰবাৰি । ছিন্ন কৰি দেবদত্ত-চন্দনৰ শিৰ, প্ৰতিশোধ--- প্ৰতিশোধ লওঁ আজি মই ।

*চতুৰ্থ দৰ্শন সমাপ্ত ।*

# পঞ্চম দৰ্শন ।

## কামদেৱ-মন্দিৰ ।

(সময সন্ধিযা । মন্দিৰৰ ভিতৰত পূজাৰ আযোজন চলিছে । নানা জাতিৰ মানুহে মন্দিৰ প্ৰাঙ্গনত আহি পূজাৰ কাৰণে গোট খাইছেহি । পূজাৰ্থীসকলৰ সমবেত সঙ্গীতৰ সুললিত ধ্বনিযে ঠাইডোখোৰ পবিত্ৰ কৰি তুলিছে । মাজে মাজে দুই এজন মানুহে ফল ফুল উপহাৰ আদি আনি দেবতাৰ উদ্দেশ্যে আগবঢ়াই সেৱা কৰি সেই সঙ্গীতত যোগ দিছেহি । ধূপ, ধুনা আদি সুগন্ধি বস্তুৰ সুৰভিত গোন্ধে গোটেই ঠাইডোখৰ এক নিৰ্ম্মল, পবিত্ৰ ভাবত সজাই তুলিছে । এনেভাবে কিছুপৰ যোৱাৰ পাছত চন্দন আৰু বসন্তসেনা সোমাই আহিল। মন্দিৰৰ মুখত দেবদত্তক লগপাই বসন্তসেনাই প্ৰণাম কৰিলে। দেবদত্তই আগবঢ়াই তেওঁলোকৰ মন্দিৰৰ ভিতৰলৈ লৈ গ'ল। শঙ্খ, ডবা, কাহঁ আদি বাজি উঠিল । বাহিৰৰ মানুহবোৰে কৰজোৰে দেবতাৰ উদ্দেশ্যে সেৱা জনালে । সেই ধ্বনি লাহে লাহে মাৰ গ'ল । এনেতে মন্দিৰৰ ভিতৰৰ পৰা দেবদত্ত আৰু চন্দন ওলাই আহিল।)

( সমবেত সঙ্গীত )

আজি মঙ্গল দিন আমাৰ----
গোৰা সৰে গোৰা মিলি এবাৰ ।
আহঁা দেৱতা মন্দিৰ দ্বাৰ খুলি,
নীচ হীন আমি লোৱা তুলি ,
তোমাৰ পৰশে যেন মলিন অন্তৰ খনি
নিৰ্ম্মল হওক সবাৰ ।।
যুগ যুগ ধৰি পদদলিত আমি,
সবাৰো ঘৃণিত আমি নাইযে উদ্ধাৰ----
মোহন মুকলি এৰি চক্ৰ-গদা ধৰি
ভাঙি দিয়া গতি দূৰ্ববাৰ ।।

**দেবদত্ত** ঃ শুনা চন্দন । তোমালোকেও শুনা । আমাৰ অনন্দ কৰিবৰ এতিযাও সময অহা নাই । আমাৰ কৰ্ত্তব্য এতিযাও অসম্পূৰ্ণ । যিদিনা আমাৰ কৰ্ত্তব্য শেষ হব---সেই দিনা জযধ্বনিৰে উজ্জযিনীৰ আকাশ আচ্ছন্ন কৰি তুলিবা । আজি নহয বন্ধু । উজ্জযিনীৰ প্ৰকৃত ৰজা আৰ্য্যক এতিযাও পালকৰ হাতত বন্দি । আৰ্য্যকে আজি সাত বছৰ ধৰি পালকৰ নিৰ্ম্মম অত্যাচাৰ সেই কাৰাগাৰত বহি নীৰবে সহিব লাগিছে । আমিও কম অত্যাচাৰ সহ্য কৰা নাই । ভাবি চোৱাঁ কি ভাবে পালকে তাৰ ভৰিৰ তলত চেপি ৰাখি আমাক তিল তিলকৈ বধ কৰিব ধৰিছে । আমি উপাযহীন, তাৰ সেই অত্যাচাৰৰ বিপক্ষে মুৰ তুলি এষাৰি কথা কবলৈ আমাৰ শক্তি নাই ।

**মাথুৰ** ঃ কোনে কয শক্তি নাই ? তই এবাৰ হুকুম দি চা দেবদত্ত । এই মাথুৰে ইচ্ছা কৰিলে এই মানুহবোৰৰ সহাযেৰে তোৰ ৰজা পালকক তাৰ গদিৰ পৰা নমাই আনি ভৰিৰ তলত পিহি পিহি মাৰিব পাৰে । হুকুম দে তই কেৱল ।

**দেবদত্ত** ঃ তেনে ভাবে নহয মাথুৰ । অস্ত্ৰৰ বিপক্ষে অস্ত্ৰ নতুলিবা,---তেতিযাহে তোমাৰ জয হব । পালকে বুজা নাই, যে অত্যাচাৰিত আৰু প্ৰপীডিতৰ সহায হয় ভগবান নিজে । --- সি বুজা নাই যে, এনে দুৰ্যোগ আৰু বিপদৰ দিনতে স্বযং ভগবান তেওঁৰ অত্যাচাৰিত ভক্তৰ ৰক্ষাৰ কাৰণে এই পৃথিবীত আহি জন্ম লয । পূজা আজি মোৰ শেষ হ'ল মাথুৰ, --- আহঁা । আজি দেবতাৰ সন্মুখত এক চিত্তে পবিত্ৰ অন্তৰে সকলোৱে শপত কৰোঁ যে, আমাৰ প্ৰত্যেক জনৰ বুকুৰ তেজৰ বিনিময়ত হলেও ৰজা আৰ্য্যকক পালকৰ হাতৰপৰা মুক্ত কৰি আনিম । ই আমাৰ জীৱনৰ পণ ।

**চন্দন** ঃ আৰু শুনা, এই শপত কৰাৰ আগেযে প্ৰত্যেক

জনে ভালকৈ ভাবি চোৱা । এই কাম ইমান সহজ নহয় যে কেৱল মুখেৰে শপত কৰিলেই সমাধা হব। পালকৰ ৰঙা চকু আৰু তাৰ সৈন্যৰ খোলা তৰবাৰিৰ জিকমিকণি দেখি যদি ভয় খাবৰ মনত অলপ মাত্ৰাও আশঙ্কা থাকে তেনে জানিবা, তোমালোকৰ মনৰ আশা কেতিয়াও পূৰণ নহয় । যদি সেয়েই হয়, তেন্তে দেবতাৰ নামত মিছাকৈয়ে শপত নকৰিবা । আৰু যদি মৰণলৈ ভয় নাই, তেন্তে আগবাঢ়ি আহি পালকৰ তৰবাৰিৰ সন্মুখত বুক খুলি থিয় হোৱা ।

মাথুৰ : ( আগবাঢি আহি ) মৰণলৈ আমাৰ কিহৰ ভয় চন্দন। ভালকৈ এমুঠি খাবলৈ পোৱা নাই, --- ভালকৈ এডুখৰি পিন্ধিবলৈ পোৱা নাই । তাৰ উপৰিও পালকৰ নিষ্ঠুৰ অত্যাচাৰত তিল তিলকৈ পুৰি মৰাতকৈ তাৰ খোলা তৰোৱালৰ আঘাতত যদি একেবাৰেই মৰিব পাৰোঁ, সেই মৰণ শতগুণে ভাল। আৰু পালক ! কিহৰ ৰজা সি ? যি প্ৰজাৰ দযাৰ ওপৰত নিৰ্ভৰ কৰি সি আজি উজ্জয়িনীৰ সিংহাসনত বহিব পাৰিছে, সেই প্ৰজা আজি তাৰেই অত্যাচাৰত মৰিবলৈ ওলাইছে ।

দেবদত্ত : মাথুৰ, মই তোমাৰ সকলো কথা বুজিছোঁ । সেই মৰণ আজি তোমালোকেই জয় কৰিব লাগিব । আৰ্য্যকৰ উদ্ধাৰৰ অৰ্থে তোমালোকৰ সকলো শক্তি গোটাই লৈ পালকৰ তীক্ষ্ণ তৰবাৰিৰ সন্মুখত তোমালোকেই বুকু তুলি থিয় হব লাগিব । আৰু যদি তাত তোমালোকৰ মৃত্যু হয়, --- হওক,---সেই মৰণৰ পৰিবৰ্ত্তে উজ্জয়িনীয়ে যি নতুন জন্ম লাভ কৰিব সি হব এক অভিনব স্বাধীন জন্ম ।

মাথুৰ : ঠিক --- ঠিক দেবদত্ত । সেই মৰণ আমাক লাগে---যি মৰণে আমাৰ স্বাধীনতা --- আমাৰ শান্তি ফিৰাই আনিব পাৰে ।

দেবদত্ত : মাথুৰ, এই মৰণেই তোমালোকৰ স্বাধীনতা, শান্তি সকলো ফিৰাই আনিব । যুদ্ধ নহয় --- বিগ্ৰহ নহয়,--- সিহঁতে আঘাত দিব, আৰু তোমালোকে সেই আঘাত বুকু পাতি লবা । আৰু যেতিয়া আঘাতৰ পাছত আঘাত দি সিহঁতে ভাগৰি পৰিব তেতিয়া জয় আহি তোমালোকৰ দুখ কষ্ট সকলো ধুই পেলাবহি।

সকলোৱে: দে দে তেন্তে সেই মৰণ । আমি প্ৰস্তুত ।

চন্দন : তেন্তে আহাঁ, সকলোৱে দেবতাৰ পবিত্ৰ নামত শপত কৰিছো, আৰ্য্যকৰ উদ্ধাৰ আমাৰ জীবনৰ একমাত্ৰ পণ ।

দেবদত্ত : সুন্দৰ । মই আজি ভালকৈ অনুভব কৰিব পাৰিছো তোমালোকৰ জয় অনিবাৰ্য্য । এতিয়া তোমালোক মন্দিৰৰ ভিতৰলৈ আহাঁ, দেবতাৰ প্ৰসাদ গ্ৰহণ কৰাহি।

( সকলোবোৰ মানুহ মন্দিৰৰ ভিতৰ সোমায় । অলপ পৰৰ পাছত লৰি কৰ্ণপুৰক সোমাই আহিলে ।)

কৰ্ণপুৰক : দেবদত্ত , দেবদত্ত !!

(চন্দনৰ প্ৰবেশ)

চন্দন : কিহৰ প্ৰয়োজন ইযাত তোমাৰ ?

কৰ্ণপুৰক : চন্দন, দেবদত্ত ক'ত ?

চন্দন : পালকৰ পদসেৱী নিৰ্লজ্জ কৰ্ণপুৰকৰ লগত দেবদত্তৰ কিহৰ প্ৰয়োজন ? যোৱা, ইয়াৰপৰা ।

কৰ্ণপুৰক : নহয় বন্ধু ! বিশেষ প্ৰযোজনত মই দেবদত্তৰ লগত দেখা কৰিবলৈ আহিছোঁ । কোৱা, ক'ত দেবদত্ত ?

চন্দন : থাকক প্ৰয়োজন । তুমি গুচি যোৱা ।

( এনেতে দেবদত্ত ওলাই আহিল ।)

দেবদত্ত : চন্দন

(চন্দনে উভটি চাই দেবদত্তক দেকি অলপ দূৰত গৈ থিয় হয । দেবদত্ত আহি কৰ্ণপুৰকৰ কাষ চাপেহি।)

দেবদত্ত : কৰ্ণপুৰক ! আকৌ কি অভিসন্ধিলৈ এই দৰিদ্ৰ ব্ৰাহ্মণৰ ওচৰলৈ আহিছা ? তোমাৰ সম্ৰাটে মোক বন্দি কৰি নিবলৈ তো পঠিওৱা নাই ?

কৰ্ণপুৰক : মোক বিদ্ৰূপ নকৰিবা দেবদত্ত । পালক আৰু মোৰ ৰজা নহয ।

চন্দন : হাঃ হাঃ হাঃ । পালক তোমাৰ ৰজা নহয ! ৰজা তেন্তে কোন ? কৰ্ণপুৰক, চন্দন ইমান মূৰ্খ নহয় যে, তোমাৰ বাক চাতুৰিত সি ইমান সোনকালে ভোল যাব । দেবদত্ত, কাম নাই তৰ্ক কৰি সেই পাপীষ্ঠৰ লগত । গুচি আহাঁ তুমি ।

কৰ্ণপুৰক : নহয়---নহয়, ভুল নবুজিবা মোক । মোৰ নিজৰ মান, মৰ্য্যাদা সকলো পালকৰ ভৰিৰ তলত সমৰ্পণ কৰিও কিহৰ কাৰণে মই ইমান দিন জীয়াই আছোঁ তাকতো তোমালোকে নেজানা ? কিহৰ কাৰণে নিজৰ জী, নিজৰ স্ত্ৰীকো সেই পাপীষ্ঠৰ হাতত তুলি দি মুখত সদায় হাঁহি লৈ তাৰ লগে লগে ঘুৰি ফুৰিছোঁ তাকতো তোমালোকে নেজানা। তোমালোকে দেখিছা কেৱল মোৰ বাহিৰটো; - অন্তৰত মই তিল তিলকৈ পুৰি মৰিব লাগিছোঁ । দেবদত্ত, তুমি মোক আজি বিশ্বাস কৰা ।

দেবদত্ত : কোৱাঁ কৰ্ণপুৰক, কিহৰ প্ৰয়োজন তোমাৰ?

কৰ্ণপুৰক : ইয়াৰ পৰা তুমি এই মুহূৰ্ত্ততে পলাই যোৱা দেবদত্ত। মহাৰাজৰ তোমাৰ ওপৰত ভীষণ ক্ৰোধ । তোমালোক দুয়ো পলাই যোৱা নহলে তাৰ শক্তিশালী সৈন্য বাহিনীৰ আক্ৰমণত তোমালোক কৰবালৈ উটি যাবা । লগে লগে সহস্ৰ বছৰৰ বিজয় কীৰিতি এই

কামদেৱ মন্দিৰো ধূলিকণাত পৰিণত হব ।

**চন্দন** ঃ এই কথা কবলৈকে ইমান ব্যগ্র হৈ লৰি আহিছিলা ? আমি পালকৰ আক্রমণৰ কাৰণে সম্পূর্ণ প্রস্তুত যোৱা তোমাৰ ৰজাক কবা,----চন্দন নিজে মন্দিৰ ৰক্ষাৰ ভাৰ গ্ৰহণ কৰিছে । যদি সাধ্য থাকে নিজে আহি ধ্বংস কৰক মদন মন্দিৰ ।

**কর্ণপুৰক** ঃ কেৱল এই কথাকে কবলৈ মই ইয়ালৈ ল'ৰি অহা নাই । শুনা দেবদত্ত, আৰ্য্যকক মই গোপনে কাৰাগাৰৰ পৰা মুক্ত কৰি প্ৰসাদৰ ভিতৰতে লুকুৱাই থৈছো । আৰ্য্যক এতিয়া মুক্ত । এই কথা কবলৈকে ইমান ব্যগ্র ভাবে তোমাৰ ওচৰলৈ লৰি আহিছিলোঁ ।

**দেবদত্ত** ঃ ( আনন্দত কর্ণপুৰকক সাবটি ধৰি ) আৰ্য্যক মুক্ত ? তুমি --তুমি মুক্ত কৰি দিলা ? কর্ণপুৰক, যদি সচাঁ হয় এই নিঃকিন দেবদত্তৰ যি সামান্য অর্থ সঞ্চিত আছে সেই সকলোবোৰ তোমাৰ ।

**চন্দন** ঃ বিশ্বাস নকৰিবা দেবদত্ত, কর্ণপুৰকে উপকাৰ কৰিব নেজানে, ---প্রলোভনদেখুৱাই তোমাক বিপদত পেলাবলৈ তাৰ এইবোৰ চাতুৰি ।

**কর্ণপুৰক** ঃ চন্দন । তুমি মোক এতিয়াও বিশ্বাস কৰিব নোৱাৰিলা । দেবদত্ত মই যাওঁ । আৰ্য্যকক যদি তোমাৰ হাতত গটাই দিব পাৰোঁ, তেতিয়াহে মই মোৰ বিশ্বাসৰ মূল্য চন্দনৰ পৰা আদায় কৰিম । এতিয়া নহয় । বিদায় চন্দন ।

( কর্ণপুৰকৰ প্ৰস্থান )

**চন্দন** ঃ তুমি এই কথা বিশ্বাস কৰিব পাৰিছা দেবদত্ত

**দেবদত্ত** ঃ মই মানুহ চিনি পাওঁ চন্দন । বেজাৰ নেপাবা তুমি। কর্ণপুৰকৰ আজিৰ কথা মই বিশ্বাস কৰিব পাৰিছোঁ ।

**চন্দন** ঃ সেযে যেন হয় দেবদত্ত । কব নোৱাৰোঁ ভুল কাৰ? (মন্দিৰৰ ঢাপত বহি পৰে )

**দেবদত্ত** ঃ ইকি চন্দন ? মন্দিৰৰ ভিতৰত সকলোৱে দেবতাৰ প্ৰসাদ গ্ৰহণ কৰিছে , আৰু তুমি বহি পৰিলা ? ব'লা ভিতৰলৈ ।

**চন্দন** ঃ তুমি যোৱা দেবদত্ত । আমি সকলোটি এই ঠাই এৰি গুচি যোৱা নিৰাপদ নহব । এনে এটা গহীন ৰাতিতেই তোমাৰ ঘৰ বাৰি পুৰি ভস্মীভূত হৈছিল । --- তোমাৰ মনত আছে বোধ কৰোঁ ।

**দেবদত্ত** ঃ তোমাৰ সদায় ভয় । পালকে ইমান ৰাতি আহি কেতিয়াও আক্রমণ নকৰে । ব'লা চন্দন, নহলে বসন্তই মোকহে দোষ দিব ।

**চন্দন** ঃ নহয়, মোক ইয়াত থাকিবলৈ দিয়া দেবদত্ত । দেবীক কবা, --- দেবতাৰ প্ৰসাদ পাছত গৈ মই গ্ৰহণ কৰিম। তুমি যোৱা দেবদত্ত ।

**দেবদত্ত** ঃ বাৰু মই যাওঁ । কিন্তু মনত ৰাখিবা পলম হলেই তোমাৰ দেবীয়ে নিজে আহি তোমাক লৈ যাবহি । ( অলপ দূৰ গৈ আকৌ ঘূৰি এবাৰ চন্দনলৈ চাই গুচি গ'ল ।)

**চন্দন** ঃ নিৰ্ম্মল অন্তৰ, সদা প্রফুল্ল মুখ দেবদত্তৰ । কব নোৱাৰোঁ কোন দেবকুমাৰ শাপভ্ৰষ্টহৈ এই ধৰালৈ আহি অত্যাচাৰিতৰ ৰক্ষাৰ হেতু জন্ম গ্ৰহণ কৰিছে। যেযে হোৱা তুমি তোমাৰ জীযাই থকা একান্ত প্ৰযোজন । মোৰ শৰীৰৰ শেষ ৰক্তবিন্দু দি হলেও তোমাক ৰক্ষা কৰিব লাগিব । মই বুজিব পাৰিছোঁ, তোমাৰ দ্বাৰাই এদিন উজ্জয়িনীলৈ শান্তি উলটি আহিব। আৰ্য্যকক উদ্ধাৰ কৰিব পাৰিবা একমাত্র তুমিযেই । হে দেৱ, চন্দনৰ ভক্তিপূর্ণ প্ৰণাম তুমি গ্ৰহণ কৰা ।

( অলপ পৰৰ পাছত চন্দনৰ টোপনি আহিবলৈ ধৰিলে। বলেৰে সাৰে থাকিবলৈ চেষ্টা কৰিবলৈ ধৰিলে ।)

ইকি ? ৰাতিৰ এই প্ৰথম প্ৰহৰতে নিদ্রা কিয আহে মোৰ চকুত ? নাই--নাই অসম্ভব । মই কোনো মতেই শুব নোৱাৰোঁ গোটেই দিনৰ পৰিশ্ৰমৰ পাছত সকলোৱে মন্দিৰৰ ভিতৰত বিশ্ৰাম গ্ৰহণ কৰিছে । এনে অৱস্থাত মই সাৰে থকা নিতান্ত প্ৰযোজন । তথাপি উষ

(আকৌ চকু মোহাৰিবলৈ ধৰে । অলপ পৰৰ পাছত মন্দিৰৰ খটখটিত আউজি শুই পৰে । অন্তৰালৰ পৰা সিতাৰৰ কৰুণ সুৰ অলপ পৰৰ পাছত সংস্থাপক আৰু সংবাহক সোমাই আহিল । )

**সংস্থানক** ঃ সংবাহক, চোৱা মই নকৈছিলোঁ, ---- উজ্জযিনীত কোন এনে মূৰ্খ আছে , যি এই ৰাতি আহি মন্দিৰত পূজা দিবহি । সকলো মিছা । ---- কর্ণপুৰকটোৱেই এই সকলোবোৰেৰ মূল ।

**সংবাহক** ঃ তেন্তে সৰু মহাৰাজ, আমাৰ সকলোবোৰ আযোজন বৃথাই গল। পানীতো নামিলোঁ মাছ ধৰাও নহল ।

**সংস্থানক** ঃ এৰা তেনে যেনেই লাগিছে । মন্দিৰত কেওঁ নাই কাৰ লগতনো যুদ্ধ কৰিম । ( হঠাৎ চন্দনক দেখি ) অ ৰ'বা, ৰ'বা । সৌটো কোন শুই আছে ? চন্দন নহযনে ? খুব ভাল হৈছে । যদি আগেযে ইযাক শেষ কৰি থব পাৰোঁ আমাৰ বহুত কাম আগবাটি থাকে ।

**সংবাহক** ঃ হয সৰু মহাৰাজ । এযে উপযুক্ত সময, পলম নকৰিব ।

(সংস্থানকে কৰ্কালৰ পৰা ছুৰি উলিযাই চন্দনৰ ফালে

আগবাঢ়ে, কিন্তু ওচৰ পাই আকৌ উলটি আহে ।)

**সংস্থানক** : সংবাহক, মই বীৰপুৰুষ হৈ শুই থকা কাপুৰুষ এটাক কেনেকৈ বধ কৰোঁ ? হোৱা তুমিয়েই তাক বধ কৰা। চাবা আকৌ, যদি সাৰপাই আমাৰ ফালে আৰু জীযাই থাকিবৰ আশা নেথাকিব ।

(সংস্থানকৰ হাতৰপৰা ছুৰি লৈ সংবাহকে খুব লাহে লাহে গৈ পাছফালৰপৰা চন্দনৰ বুকুত ছুৰি বহুৱাই দিয়ে । চন্দনে চিঞৰি উঠে । সংবাহক আহি সংস্থানৰ পাছফালে থিয় হয় ।)

**চন্দন** : উষ্, — কোন, কোন তই ? — কাপুৰুষ । চোৰৰ দৰে আহি মোক আঘাত কৰিলি ?

**সংস্থানক** : কোন চিনি পোৱা নাই ? সংস্থানক মই । বিশ্বাস ঘাতকতা কৰি গুচি অহাৰ পুৰস্কাৰ ।

**চন্দন** : সংস্থানক তুমি, তুমি শেহত আহ্ কাপুৰুষ । ৰ'বা -- ৰ'বা । (মন্দিৰৰ ফালে চাই ) দেবদত্ত । দেবদত্ত ।। নেপথ্যত চন্দন ।

**সংস্থানক** : গুচি আহা — গুচি আহা সংবাহক ।

(দুয়ো ভয়ে ভয়ে লৰি ওলাই যায়গৈ ।)

(দেবদত্তৰ প্ৰবেশ )

**দেবদত্ত** : চন্দন । চন্দন ।। কি হ'ল তোমাৰ ? (চন্দনে দেবদত্তক আকোৱালি ধৰিলে ।) ইকি । তেজ কিহৰ ?

**চন্দন** : একো হোৱা নাই দেবদত্ত । তুমি ভিতৰলৈ যোৱা। সকলোকে নিদ্ৰাৰ পৰা তুলি দিয়াগৈ । বিপদ -- বিপদ।

( বসন্তসেনা ব্যগ্ৰহৈ ওলাই আহিল )

**বসন্ত** : চন্দন, কি হল তোমাৰ ?

**দেবদত্ত** : বসন্ত তুমি চন্দনক ধৰাহি , চন্দন আহত ।

**বসন্ত** : আহত ? ( চন্দনক ধৰিলেহি )

**চন্দন** : আই , সিহঁতে মোক হত্যা কৰিব খুজিছিল ।

**দেবদত্ত** : কোন — কোন সিহঁত ?

**চন্দন** : সংস্থানক । উষ্ , আজি ৰাতিটো যদি মোক সিহঁতে জীযাই থাকিবলৈ দিলেহেঁতেন ।

**বসন্ত** : তেনে কথা নকবা চন্দন । মাকে পুতেকক ইমান সহজে মৰিবলৈ এৰি নিদিয়ে ।

**চন্দন** : তেন্তে ব'লা আই । মোক ভিতৰলৈ নি তোমাৰ কোমল কোলাত মুৰথৈ মৰিবলৈ দিয়া ।

(দেবদত্ত আৰু বসন্তই চন্দনক ধৰি মন্দিৰৰ ভিতৰলৈ লৈ গল । অন্তৰালত কৰুণ সুৰ । অলপ পৰৰ পাছত মালিকাৰ মাক সোমাই আহিল । জৰাজীৰ্ণ অবস্থা -- চুলি আউলি বাউলি, দেখিলে মনত হয় যেন তিনি চাৰি দিন পেটত একোৱেই পৰা নাই । চাৰিও ফালে ভয়ে ভয়ে চাই তাই একেবাৰে মন্দিৰৰ কাষ পালেহি ।)

**মালিকাৰ মাক** : সিহঁত গল কলৈ ? পলাই গল ? মানুহবোৰে মোক দেখিলে ভযত পলাই যায কিয় ? এমুঠি মোক দিব লাগে বুলি ? তিনি পেটলৈ খুদ এটি সোমোৱা নাই ---- পিন্ধিবলৈ গাত এড়ুখৰি কাপোৰ নাই । -- -- মই জীযাই থাকোঁ কেনেকৈ ? ---- (অলপ ৰৈ ) কিন্তু মই জীযাই থাকিবই লাগিব । নিজৰ গাৰ মঙহ এটুকুৰা এটুকুৰাকৈ খাই হলেও মই জীযাই থাকিবই লাগিব । যি মোৰ এই অবস্থা কৰিলে তাৰ ৰাজ্যতেই মই খাবলৈ নেপাই মৰি যাব লাগিব ? সি কেতিয়াও হব নোৱাৰে । মই জীযাই থাকিম । --- থাকিম --- থাকিম । ( ৰৈ ) কিয় ? কিয় জীযাই থাকিম ? নকওঁ । হি হি হি। কেলেই কম ? তোমালোকে তাক মনে কৈ দিবলৈ । নকওঁ কেতিয়াও নকওঁ ।

(এনেতে মন্দিৰৰ পিৰালিৰ ওপৰত থকা কেইটামান ফল আৰু এঘটি পানীলৈ চকু পৰিল । পানী ঘটি তুলি লৈ ঘট ঘটকৈ একে উশাহে খাই পেলালে । তাৰ পাছত পিৰালিত বহি লৈ বৰ তৃপ্তিৰে সৈতে ফল এটা কামুৰি কামুৰি খাবলৈ ধৰিলে । এটা ফল বাগৰি গৈ মাটিত পৰিল । তুলিলৈ দেখিলে ফলটি তেজেৰে ৰাঙলিহৈ পৰিছে । আকৌ তললৈ চোৱাত তাই ছুৰি এখন দেখি হাতত তুলি ললে । চন্দনৰ তেজেৰে ৰাঙলি হৈ থকা ছুৰি ।)

**মাক** : তেজ । কাৰ তেজ ? মালিকাৰ বুকুৰ তেজ ? কোনে কোনে তাইক হত্যা কৰিলে ? নাই -- - নাই তাইৰ বুকুৰ তেজ কোন কাহানিবাই শুকাই নাইকীয়া হ'ল । বাকী আছে কেৱল সেই পাপীষ্ঠৰ তেজ । ৰঙা তপত তেজ ক'ত সি ? মোক কোনে কৈ দিব? কব পাৰেনে তোমালোকে ? যদি পাৰা --- কৈ দিয়া মোক ।

*( এনেতে বাহিৰত কাৰাবাৰ ভৰিৰ শব্দ শুনা গল । তাই ভয়ে ভয়ে গৈ মন্দিৰৰ পাছ ফালে এজোপা গছৰ আৰঁত লুকাই ৰ'ল । দেবদত্ত আৰু মাথুৰে কথা পাতি পাতি সোমাই আহিল । মথুৰাৰ হাতত এডাল বাঁহৰ ডাঙৰ লাঠি ।)*

**দেবদত্ত** : মাথুৰ, মই ভাল বুজিব পাৰিছোঁ---- আজি ৰাতিৰ ভিতৰতেই পালকে আহি আমাক আক্ৰমন কৰিবহি । আমাৰ খুব সাবধানে থকা উচিৎ।

**মাথুৰ** : কিহৰ ভয় ? তোৰ মাথুৰ আৰু দেড়শ লাঠিয়াল জীৱিত থাকোতে কোনে আহি তোৰ গাত হাত দিব পাৰে ? হো

( লাঠিডাল মাটিত জোৰকৈ মাৰি )

**দেবদত্ত** ঃ মোৰ নিজৰ কাৰণে মই সিমান ভবা নাই মাথুৰ, ভয় মোৰ কেৱল কামদেৱৰ মন্দিৰৰ কাৰণে । বাৰ শ বছৰৰ মোৰ বংশৰ গৌৰবৰ চিন এই মন্দিৰ, —বোধ কৰোঁ মই আৰু তাক ৰক্ষা কৰিব নোৱাৰিম ।

**মাথুৰ** ঃ একো ভয় নকৰিবি তই । মাথুৰৰ দেহত প্ৰাণ থকালৈকে তোৰ দেবতা আৰু তাৰ দেবতাক ( দেবদত্তক দেখুৱাই ) সি ৰক্ষা কৰিব।

**দেবদত্ত** ঃ মোৰ সেইটো বিশ্বাস আছে মাথুৰ । তইঁত যে মোৰ প্ৰাণতকৈও আপোন । --- কিন্তু আৰু এটা মই কথা ভাবিছোঁ মাথুৰ ।

**মাথুৰ** ঃ কি কথা ?

**দেবদত্ত** ঃ মিছাকৈয়ে আৰু তেজৰ সোঁত বোৱাই লাভ কি ? এইবোৰৰ কাৰণেই অনাহকতে আজি মই মোৰ প্ৰাণৰ চন্দনক হেৰুৱাবলৈ ধৰিছোঁ । জীৱন তাৰ সঙ্কটাপন্ন । আৰু লাভ নাই মাথুৰ । ব'লা, দেবতাক বুকুত বান্ধিলৈ আমি পাটলিপুত্ৰলৈ গুচি যাওঁ । উজ্জয়িনীৰ উদ্ধাৰৰ আৰু আশা নাই । বিধাতাৰ ই বিধান, ----- আমি কি কৰিম ?

**মাথুৰ** ঃ সি হব নোৱাৰে দেবদত্ত । আৰ্য্যকক পালকৰ হাতৰ পৰা উদ্ধাৰ কৰিবই লাগিব । ইমান দূৰ যেতিয়া আগ বাঢ়িলোঁ এতিয়া আৰু উলটি নেযাওঁ । যা, তই মানুহবোৰক টোপনিৰ পৰা উঠাই ইয়ালৈ পঠিয়াই দেগৈ । তোৰ ইয়াত থকা কোনো দৰকাৰ নাই । মাথুৰে অকলশৰেই তাৰ কাম কৰিব পাৰিব । তই যা ।

**দেবদত্ত** ঃ তুমি যিহকে ভালদেখা তাকে কৰা মাথুৰ । মই আজি বৰ দুৰ্ব্বল, ---- ভাবিবৰ শক্তি মোৰ নাই ।

( প্ৰস্থান। )

( মাথুৰে কান্ধত লাঠিডাল পেলাই লৈ পহৰা দিবলৈ ধৰিলে। অলপ পৰৰ পাছত মন্দিৰৰ ফালে কাৰোবাক দেখি হাত বাউল দি মাতিলে। কিছুমান মানুহ হাতত লাঠিলৈ মন্দিৰৰ ভিতৰৰ পৰা ওলাই আহি কিছুমানে পিৰালিত কিছুমানে মাটিতে বহি পৰিল।)

**মাথুৰ** ঃ খুব সাবধানে থাকিবি । কেতিয়া কি হয় একো কব নোৱাৰি ।

**মানুহবোৰ** ঃ আমি সকলো প্ৰস্তুত ।

**মাথুৰ** ঃ উত্তম ।

(অলপ সময় যোৱাৰ পাছত মাথুৰে দূৰত কোনোবা অহা গমপাই সকলোকে প্ৰস্তুত হবলৈ ইঙ্গিত দিয়ে। মানুহবোৰে ঘপ কৰে উঠি হাতত লাঠিলৈ নিজৰ নিজৰ কৰ্কালত টানকৈ গাঁঠিদি একাষত আনে নেদেখাকৈ প্ৰস্তুত হয় । এনেতে বেগেৰে পালক আৰু পাছে পাছে সংস্থানক, সংবাহক আদি সোমাই আহিল।)

**পালক** ঃ যোৱা সংস্থানক, বেদিৰ পৰা লৈ আহাঁ মদনৰ মূৰ্ত্তি। হীন জাতি চণ্ডালৰ স্পৰ্শত অপবিত্ৰ সেই মূৰ্ত্তি উটুৱাই দিওঁ আজি জাহ্নবী বুকুত । —তাৰ পাছত দেবদত্ত, বসন্তসেনা, ----যোৱা ।

( সংস্থানক আগবাঢে । মাথুৰ ওলাই আহি আগভেটি ধৰে । )

**সংস্থানক** ঃ কোন তই ?

**মাথুৰ** ঃ তোৰ যম ।

**পালক** ঃ কোন ---- কোন তই ?

**মাথুৰ** ঃ দেবদত্তৰ ভৰিৰ দাস ।

**পালক** ঃ ক'ত --- ক'ত সেই দেবদত্ত ? হীন জাতি চণ্ডালৰ গুৰু ঢেপি মাৰোঁ মোৰ এই ভৰিৰ তলত । আন -- আন মাতি তাক ।

**মাথুৰ** ঃ তাৰ আগেয়ে দেবদত্তৰ ভৰিৰ দাস এই মাথুৰৰ গাত হাত দি চা ৰজা । চণ্ডাল, --- চণ্ডাল মানুহ নহয় ? ভগবানে তইঁতক তৈয়াৰ কৰিছে তেজ মাংস দি আৰু এই চণ্ডালক তৈয়াৰ কৰিছে দুৰ্গন্ধ পচা আবৰ্জ্জনাৰে । ( দেবদত্তৰ প্ৰবেশ । )

**দেবদত্ত** ঃ কিহৰ গোলমাল মাথুৰ ?

**মাথুৰ** ঃ একো হোৱা নাই । তই গুচি যা ।

**পালক** ঃ দেবদত্ত ।

**দেবদত্ত** ঃ অ' সম্ৰাট ? জানিব পাৰোনে কি প্ৰয়োজনত এই দুখীয়াৰ ঘৰলৈ অহা হৈছে ?

**পালক** ঃ মনে মনে থাক দুৰাচাৰ । পালকে আজিলৈকে তইঁতৰ সকলো অত্যাচাৰ সহ্য কৰি আহিব লাগিছে। আৰু নহয় । সি আজি দানব । দয়া-মায়া একো নাই তাৰ । অন্তৰত তাৰ দপ দপকৈ জুই জ্বলিব লাগিছে। ৰক্ষা নাই---ৰক্ষা নাই , ক -- ক --- ক'ত লুকুৱাই ৰাখিছ বসন্তসেনাক ?

**দেবদত্ত** ঃ বসন্তসেনা মোৰ আশ্ৰিতা । আশ্ৰিতাক ৰক্ষা কৰাই মানুহৰ ধৰ্ম্ম।

**পালক** ঃ স্তব্ধ হ কুকুৰ ! ধৰ্ম্মাধৰ্ম্মৰ কথা শিকাবি তোৰ সৌ চণ্ডালহঁতক। মোৰ ধৰ্ম্মই বিচাৰিছে সেই বসন্তসেনাক। যদি উলিয়াই নিদিয় তেন্তে তোক হত্যা কৰি হলেও লৈ আহিম সেই নৰ্ত্তকীক ।

*( তৰোৱাললৈ দেবদত্তক বধ কৰিবলৈ খেদি যায় । কিন্তু তাৰ আগেয়ে মালিকাৰ মাক লুকাই থকা ঠাইৰপৰা ওলাই আহি পাছফালৰপৰা পালকৰ পিঠিত ছুৰি বহুৱাই দিয়ে । পালক*

*চিঞৰি উঠে আৰু লগে লগে হাতৰপৰা তৰোৱাল খহি পৰে । সংস্থানক আৰু সংবাহক বহু আগেযে পলাই গ'ল ।)*

**মাক** ঃ হাঃ হাঃ হাঃ ।

**পালক** ঃ উহ্ ----- কোন তই ?

**মাক** ঃ চিনি পোৱা নাই ? সেই ঘৃণিতা নাৰী । **ৰূপ নাই** - সৌন্দৰ্য্য নাই ---- আছিল কেৱল বুকুৰ মাজত প্ৰতিশোধ । সিও আজি তাইৰ নাই ।

( প্ৰস্থান । )

**পালক** ঃ আহ । সংস্থানক ---- । ( পৰি যায )

( আৰ্য্যকৰ প্ৰবেশ, লগত **কৰ্ণপূৰক** ।)

**আৰ্য্যক** ঃ দেবদত্ত । দেবদত্ত ।।

*( সকলোবে আনন্দত নাচি উঠিল । সিহঁতে পালকৰ কথা পাহৰি পেলালে । দেবদত্তই আনন্দত অধিৰ হৈ আৰ্য্যকক সাবটি ধৰিলে ।)*

**দেবদত্ত** ঃ মহাৰাজ ! তুমি মুক্ত ? তুমি মুক্ত ?

**আৰ্য্যক** ঃ মই মুক্ত দেবদত্ত । কৰ্ণপূৰক মোৰ মুক্তি দাতা ।

**কৰ্ণপূৰক** ঃ (মূৰ দোৱাই) চৰণত দাস আপোনাৰ ।

**আৰ্য্যক** ঃ কিন্তু দেবদত্ত, পালক — সেই নৰাধম **পালক কত** ?

**দেবদত্ত** ঃ পালক এই পৃথিবীত নাই মহাৰাজ । ( **পালকক** আঙুলিৱাই দেখুৱাই ) নিযতি---নিযতি । **এক উন্মাদ** নাৰীযে পালকক হত্যা কৰিলে ।

**মাথুৰ** ঃপালকৰ উপযুক্ত শাস্তিযেই ভগবানে দিলে দেবদত্ত। অত্যাচাৰী ৰজা পালক উজ্জয়িনিৰ সিংহাসনত আৰু নাই তাৰ ঠাইত আমি পাই ছোঁ ন্যায় অবতাৰ মহাৰাজ আৰ্য্যক ।

**"জয় মহাৰাজ আৰ্য্যকৰ জয় ।"**

**সকলোৱে** ঃ-- জয় মহাৰাজ আৰ্য্যকৰ জয় ।"

*( আকৌ মন্দিৰৰ ভিতৰৰ পৰা মঙ্গল আৰতি বাজি উঠিল । লগে লগে সমবেত সঙ্গীতৰ ধ্বনিয়ে সেই দৃশ্য অপৰূপ কৰি তুলিলে ।)*

## ----ঃ পট পৰিবৰ্ত্তন ঃ---

## কামদেব - মন্দিৰ (পূৰ্ব্ব দৃশ্য)

( ৰঙ্গমঞ্চত কোনো নাই । অন্তৰালৰ পৰা সুমধুৰ সুৰ এটি ভাহি আহিছে । অলপ পাছত হাতত এখন উপহাৰৰ পাত্ৰ লৈ অতি উৎকৃষ্ট সজ্জাৰে সজ্জিত হৈ বসন্তসেনা সোমাই আহিল। মন্দিৰৰ দুৱাৰ মুখত পাত্ৰখনি থৈ দেবতাৰ উদ্দেশ্যে প্ৰণাম জনালে । লাহে লাহে পাছফালৰ পৰা দেবদত্ত সোমাই আহি বসন্তৰ কাষত থিয হলহি । প্ৰণাম কৰি উঠি বসন্তই দেবদত্তক দেখি ওচৰলৈ আহি তেওঁক প্ৰণাম কৰিলে । দেবদত্তই লাহে লাহে বসন্তক উঠাই ললে তাৰ পাছত দুযোজনে আকৌ মন্দিৰৰ ওচৰলৈ গৈ প্ৰণাম কৰিলে । মন্দিৰৰ ভিতৰত তেতিয়াও সমবেত সঙ্গীত চলি আছে । )

**----ঃ সমাপ্ত ঃ---**

# চিত্ৰাঙ্গদা

## চৰিত্ৰ লিপি

শ্ৰীকৃষ্ণ
অৰ্জ্জুন
উলুপী
বৃষকেতু
কুন্তী
মেঘবৰ্ণ
যুবনাশ্ব
অনুশাল্ব
বভ্ৰুবাহন
পুণ্ডৰীক
ধৃতৰাষ্ট্ৰ
অনন্ত
হিৰণ্যাক
বৰাগী
দূত
চিত্ৰাঙ্গদা
উলুপী
কুন্তী
চিত্ৰাঙ্গদা

## প্ৰস্তাৱনা

(পাণ্ডৱৰ ৰাজসভা—বিভিন্ন আসনত শ্ৰীকৃষ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, ব্যাস, ধৌম্য,যুবনাশ্ব, অনুশাল্ব আদি ৰজাসকল পাৰিষদ উপবিষ্ট। বেদীত পতাকা, ধনুশৰ, ধূপ, দীপ, গন্ধপুষ্প, পূজাৰ নৈবেদ্য-সামগ্ৰী প্ৰস্তুত)

বৈতালিকে প্ৰৱেশ কৰি গীত গালে-

জয়হে যুধিষ্ঠিৰ ধীৰ গম্ভীৰ বাৰ মহাৰাজ
জয় ৰাজন্যকুল-তিলক মহা মহীপতি
জয় স্বয়ম্ভু সত্যসন্ধ আশ্ৰমী যোগী যতি
জয়হে সুৰ কিন্নৰ নৰ প্ৰণত
চক্ৰৱৰ্ত্তী ৰাজ অধিৰাজ।
(গীতান্তত সভামণ্ডলীক প্ৰণাম জনালে)

ব্যাস ঃ ধৰ্ম্মৰাজ।
ভাগ্যবান তোমাৰ সমান
কোন এনে আছে মহিমান?
অশ্বমেধ যজ্ঞ তয়ু
অনায়েসে হ'ব সমাধান।

অনুশাল্বঃ চক্ৰৱৰ্ত্তী ৰাজনাম
অশ্বমেধ মহাযজ্ঞে কৰিব প্ৰচাৰ।
আসমুদ্ৰ হিমাচলে কৰিব ঘোষণা।
যাদব প্ৰধান কৃষ্ণ
জগতৰ নমস্য পালক
মিত্ৰ তয়ু-বন্ধু তয়ু
সম্পদে বিপদে
চিৰদিন ভাগ্যে তয়ু
অণুনত অতিথি গৃহৰ।

যুবনাশ্বঃ ধৰ্ম্মৰাজ।
অপাৰ সৌভাগ্য তয়ু।
তাতকৈ পৰম সম্পদ
কোনে বাৰু কৰে আকিঞ্চন?
কৃষ্ণ চৰণৰ ছায়া
অপ্ৰয়াসে লভিছা সততে।
অশ্বমেদ তুচ্ছ কথা-
কৃষ্ণ প্ৰসাদত,
অপ্ৰয়াসে মহাযজ্ঞ হ'ব অনুষ্ঠিত।

**অনুশাল্বঃ** মহাৰাজ!
দুৰ্ব্বলতা কৰা পৰিহাৰ।
**যুবনাশ্বঃ** ধৰ্ম্মৰাজ।
উৎকণ্ঠাত অপেক্ষিছে সভাস্থ সকলো
কৰা তয়ু সন্মতি জ্ঞাপন।
**ভীমঃ** তয়ু অনুগ্ৰহ হেতু মহাৰাজ
সুলক্ষণ যজ্ঞ অশ্ব লভিলে পাণ্ডৱে।
দৈত্যৰাজ অনুসাল্বে পাণ্ডৱ স্নেহত
যজ্ঞ অশ্ব ৰক্ষা ভাৰ
ললে স্ব-ইচ্ছায়।
যদুকুলমণি কৃষ্ণ প্ৰপন্ন পালকে
আশ্ৰিতক দানিলে অভয়।
অৱশ্যই মহাৰাজ।
পাণ্ডৱৰ সৌভাগ্য অপাৰ।
**ব্যাসঃ** ধৰ্ম্মৰাজ।
অবাবত হয় কালক্ষয়,
নিবেদন কৰা তয়ু সংকল্প মনৰ।
**যুধিষ্ঠিৰঃ** মহামুনি হে মহাভাগ,
হে শ্ৰীকৃষ্ণ আশ্ৰিত বৎসল,
দৈত্যপতি অনুশাল্ব,
আৰু যত সভাস্থমণ্ডিলী
কৰযোৰে নমিছো সবাকো,
কিন্তু-
নিবেদিম কোন সাহে
আশঙ্কা অগণি মোৰ
দুৰ্ব্বল মনৰ।
ক্ষুদ্ৰবুদ্ধি হীনবল মই
পাৰিমনে আচৰিব এনে মহাব্ৰত?
এনে ভাগ্য হবনে আমাৰ?
অশ্বমেধ মহাযজ্ঞ হ'ব সম্পাদন।
**ভীমঃ** কিয় আৰ্য্য?
কিয় এনে হতাশৰ দুৰ্ব্বল আশঙ্কা?
হিমাচল সম মহাবল
আছে তয়ু দুই বাহু ভীম ধনঞ্জয়।
অৱহেলি কুৰুক্ষেত্ৰ লভিলে বিজয়।
ক্ষুত্ৰকুল ভাৰতৰ কৰিলে নি শেষ।
আসমুদ্ৰ হিমাচল অৱনত আজি হস্তিনাৰ!
অবাধে সম্পন্ন হ'ব যজ্ঞ পাণ্ডৱৰ
বৃথা শঙ্কা গুছোৱা মনৰ।
**শ্ৰীকৃষ্ণঃ** ধৰ্ম্মৰাজে ধৰ্ম্ম কাৰ্য্য বিচাৰে সততে,
কিন্তু,
প্ৰাৰম্ভতে, ধৰ্ম্মৰ প্ৰচুৰ্য্যে
নিষ্ফলতা শঙ্কা অনা
আজিৰ নহয়।
চিৰকাল দেখিছো দাদাৰ
শুভকাৰ্য্য প্ৰাৰম্ভত,
অস্থিৰ অন্তৰ।
অগ্নিৰ মন্দাগ্নি হোৱা
কোনে বাৰু শুনিছে কেতিয়া?
(সকলোৱে হাঁহে)
**ব্যাসঃ** ধৰ্ম্মৰাজ।
আশঙ্কাৰ নেদেখো কাৰণ
নাৰায়ণ সহায় তোমাৰ।
ভীমাৰ্জ্জুন দুই বাহু হিমাদ্ৰি সদৃশ
ইন্দ্ৰসম মহাবীৰ্য্যবান।
বৃষকেতু মেঘবৰ্ণ দুই পুত্ৰ
দুই অনুজৰ
আদেশ অপেক্ষি আছে
নিৰন্তৰ, তয়ু শ্ৰীমুখৰ
মহাৰাজ যুবনাশ্ব-
সাহাৰ্য্যৰ আছে সহচৰ,
যাৰ সহায়ত
পীত পুচ্ছ, মেঘশ্যাম-সৰ্ব্বলুক্ষণ,
যজ্ঞ অশ্ব লভিলা অক্লেশে-।
যাদব বিজয়ী বীৰ
অনুশাল্ব দৈত্যনৃপতিয়ে
স্ব-ইচ্ছায়-
যজ্ঞ অশ্ব ল'লৈ ৰক্ষাভাৰ।
যাজ্ঞসেনী সতে নিজে
অসিব্ৰত আচৰণ কৰিছা সংকল্প,
কিয় চিত্ত দুৰ্ব্বল তথাপি?
দিয়া আজ্ঞা,
শুভ কাৰ্য্য হ'ক আৰম্ভণ।
**ধৌম্যঃ** মহাৰাজ।
আজি মধু-পূৰ্ণিমা মিলিছে,
দিগ্বিজয় যাত্ৰা হেতু,
অতি শুভদিন।
এনে লগ্ন নিমিলে হঠাতে।
(অশ্ব-কপালৰ বিজয় ঘোষণা লেখা, সুবৰ্ণ দৰ্পণলৈ বৃষকেতু আৰু মেঘবৰ্ণৰ প্ৰবেশ)
**মেঘবৰ্ণঃ** পিতা!
কনক, কিঙ্কিনি, ৰাজু,
বলয়, নেপুৰ,
দিব্য বস্ত্ৰ অলঙ্কাৰে

বিভূষিত যজ্ঞ তুৰঙ্গম
দুৱাৰত ৰাখিছো প্ৰস্তুত।
এযা তাৰ বিজয়ী দৰ্পণ।
পঢ়া দাদা
বিজয ঘোষণা তাৰ
শুনোৱা সভাত-।

**বৃষকেতুঃ** প্ৰণত মস্তকে মই সভাস্থ সবাৰো,-
অনুমতি কৰিছো প্ৰাৰ্থনা।
অশ্ব কপালৰ এয়ে বিজয় দৰ্পণ।
শুনক ৰাজন্যবৰ্গ,
এয়ে তাৰ বিজয ঘোষণা।
"অশ্বমেধ যজ্ঞ ব্ৰতী
একচ্ছত্ৰী ৰজা যুধিষ্ঠিৰ,
যজ্ঞ অশ্ব ত্ৰিভুবন কৰিব ভ্ৰমণ-
এনে দু সাহস যদি আছে কাৰবাৰ
ৰোধে গতি যজ্ঞ তুৰঙ্গৰ,
সবংশে নিধন তাৰ ধ্ৰুব সুনিশ্চিত।"

**ভীমঃ** আজ্ঞা দিয়া দাদা,
বিলম্বত হ'ব কাৰ্য্য নাশ।
উপযুক্ত হইছে দৰ্পণ-
উপযুক্ত হইছে ঘোষণা।
উঠাহে মধ্যম,
প্ৰণামি চৰণ এই সবাস্থ সভাৰো,
দিগ্বিজয যাত্ৰা হেতু কৰা আযোজন।

**ব্যাসঃ** আজ্ঞা দিয়া ধৰ্ম্মৰাজ
অশ্বপদ কৰি প্ৰক্ষালন,
কুল পুৰোহিতে তাৰ
কপালত লেপক চন্দন,
বাজক মঙ্গল শঙ্খ,
পুৰনাৰী সবে মিলি দিযক উৰুলী,
নিজ হাতে ধৰ্ম্মৰাজে-,
আৰি দিয়া বিজয দৰ্পণ,
অশ্ব-বল্গা ধৰক পাৰ্থই
যজ্ঞ কাৰ্য্য হওক আৰম্ভণ।

**ধৌম্যঃ** গন্ধ পুষ্প অগৰু চন্দন
সুবৰ্ণ ভৃঙ্গাৰ ভৰা পুত গঙ্গাজল
ধূপ, দীপ, পাদ্য-অৰ্ঘ্য ৰাখিছো প্ৰস্তুত।
আজ্ঞা পালে শুভকাৰ্য কৰো সম্পাদন।

**যুধিঃ** নাৰাযণ!
তুমি চিৰ বন্ধু পাণ্ডৱৰ,
তত্মু নাম কৰি উচ্চাৰণ
বাক্য দিলো-
হওক যজ্ঞ আৰম্ভণ।
যোৱা ধোম্য, যোৱাহে অৰ্জ্জুন।
কৰ্ত্তব্য নিঃশেষ কৰা প্ৰত্যেকে নিজৰ।
শ্ৰীকৃষ্ণ সহায়-
যজ্ঞ কাৰ্য্য সুকলমে হ'ব সম্পাদন।

**সকলোৱেঃ** "জয় মহাৰাজ যুধিষ্ঠিৰৰ জয়"
(ধৌম প্ৰস্থান)

**শ্ৰীকৃষ্ণঃ** ধৰ্ম্মৰাজ।
খেলিলেনে সদবুদ্ধি আজ্ঞা দানিবৰ?
এইবাৰ একচ্ছত্ৰী লভিবা সন্মান।
ভাৰতৰ মহা মহা ৰাজন্যবৰ্গই
একবাক্যে জয়গীত গাব পাণ্ডৱৰ-
ত্ৰিভুবনে ঘোষিব কীৰিতি।
মোৰো শুভইচ্ছা আজি কৰিছোঁ জ্ঞাপন,
শুভকাৰ্য্য সুকলমে হোক সম্পাদন।

**যুধিঃ** হে কৃষ্ণ পাণ্ডৱ বান্ধৱ
তত্মু শ্ৰীমুখৰ এই আশিষ বচন
পাণ্ডৱৰ নিত্য আকিঞ্চন।

**শ্ৰীকৃষ্ণঃ** উঠা সখা,
কুৰুক্ষেত্ৰ কৰিলা বিজয়-
এইবাৰ তাতোকই উন্নত যশস্যা
আৰ্জ্জিবৰ কৰা আযোজন।
সমবেত নৃপতি মণ্ডলে
যোগ্যপাত্ৰ কৰিছে নিযোগ।
নায়কৰ বিশিষ্ট সন্মান
একবাক্যে সকলোৱে দানিছে তোমাক
উঠা-, কৰ্ত্তব্যত হোৱা অগ্ৰসৰ।

**পাৰ্থঃ** সখা মোৰ, প্ৰভু মোৰ
কাৰ খ্যাতি? কোন আৰ্জ্জে?
কাৰ প্ৰভাৱত?
নেপালে চৰণ ছায়া তত্মু শ্ৰীপদৰ
নিৰ্জ্জীৱ পাৰ্থৰ বাহু,
নিৰ্জ্জীৱ গাণ্ডীৱ।
(আগে আগে ধৌম্য, তাৰ পিচত মাঙ্গলিক গীত গাই গাই পুৰনাৰী বিলাকৰ প্ৰবেশ)

গীত

মধু বৰষক! মধু বৰষক!
স্বৰ্গে বিমানে মধু বৰষক।
শঙ্খ-উৰুলীৰ মঙ্গল ধ্বনীয়ে নভ পৰষক
আজি মধু বৰষক।
অক্ষত দুবৰিৰে শান্তি ঢালি,
ধূপধূনা বন্তিৰে দিপালী জ্বালি-

আশীষ দিছো ঢালি
দীতি উজ্জ্বলক
জয় গানে বিজয়ৰ নভ পৰষক
আজি মধু বৰষক-।

ধৌম্যঃ মহাৰাজ
প্ৰস্তুত সজ্জিত অশ্ব
মাঙ্গলিক কাৰ্য্যাদিও হ'ল সম্পাদিত,

ব্যাসঃ ধৰ্ম্মৰাজ,
চন্দন তিলক দিয়া পাৰ্থ কপালত।
দিয়া খৰ্গ বৰ্ম্মৰে সজাই।
(যুধিষ্ঠিৰে অৰ্জ্জুনৰ কপালত তিলকদি অস্ত্ৰবৰ্ম্ম আদিৰে সজাই দিয়ে)

যুধিঃ হে মধ্যম,
তুমিয়েই হোত্ৰী এই মহান যজ্ঞৰ।
নায়ক স্বৰূপে দিলো বৰণ তিলক
লোৱা অসি লোৱা ধনুশৰ
মহাৰাজ যুবনাশ্ব দৈত্যপতি অনুশাল্ব
সাহায্যাৰ্থে যাব সহচৰ
অশ্বসতে ত্ৰিভুবন কৰিবা ভ্ৰমণ-।
অক্ষয় পাণ্ডৱ কীৰ্ত্তি ৰাখি বাহুবলে,
ৰাজ্যলৈ ফিৰিবা পুণৰ।

বৃষকেতুঃ মোকো লাগে আজ্ঞা মহাৰাজ,
ময়ো আছো আদেশ অপেক্ষি,
খুৰাৰ সাহাৰ্য্য হেতু
যাব খোজো অশ্বৰ লগত।

শ্ৰীকৃষ্ণঃ আজ্ঞা দিয়া ধৰ্ম্মৰাজ
বৃষকেতু বীৰ্যবান পিতাৰে সমান,
অবহেলি পৰাজিলে
অনুশাল্ব সমবীৰ যাদৱ বিজয়ী,
পৰম সহায় হ'ব অৱশ্যে সখাৰ ।

যুধিঃ আজ্ঞা দিছো বাছা
কৰা যাত্ৰা পিতৃব্য সহিতে
লোৱা এই
বিজয় পতাকা পাণ্ডৱৰ
অক্ষুন্ন অক্ষত তাৰ ৰাখিবা সন্মান-।
(বৃষকেতুৰ হাতত পতাকা দিয়ে)

বৃষকেতুঃ নতশিৰে জনাই বন্দনা
সমবেত জন মণ্ডলীক
কৰপুটে জনাই সন্মান
বিজয় পতাকা এই কৰিলো গ্ৰহণ।
প্ৰাণ দিও উন্নত ৰাখিম
সগৌৰবে ফিৰিম হস্তিনা।

মেঘবৰ্ণঃ এনে শুভ যাত্ৰা উদ্যোগত
দাদা! মোকো নিয়া তোমাৰ লগত।

বৃষকেতুঃ আছে পিতা পিতৃব্যসকল
মাগিলোৱা অনুমতি
দুয়ো ভাই কৰো যাত্ৰা
অবহেলি জিনিম জগত।

যুধিঃ আজ্ঞা দিছো বাছা!
বাৎসল্য মোহত মাথো
বাক্য সৰি নোলায় মুখত
যোৱা বাছা পিতৃব্য সহি ত।
(অৰ্জ্জুন, বৃষকেতু, মেঘবৰ্ণ, অনুশাল্ব, যুবনাশ্বই শ্ৰীকৃষ্ণক সেৱ কৰে আৰু তাৰ পিছত যুধিষ্ঠিৰক সেৱা কৰে, যুধিষ্ঠিৰে অশ্বদৰ্পণ লৈ আগে আগে যায় আৰু লগতে শ্ৰীকৃষ্ণও যায়। পুৰুনাৰীবিলাকে উৰুলী দিয়ে, শঙ্খধ্বনি হয় আৰু পিছে পিছে সকলোৰে প্ৰস্থান।)

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

(মণিপুৰ ৰাজ প্ৰাসাদৰ সন্মুখৰ ফুলনিত অৰ্জ্জুনৰ মৰ্ম্মৰ প্ৰতিমূৰ্ত্তি, যেন কোনো এক লক্ষ্যভেদৰ কাৰণে ধনুত শৰ যোজনা কৰিছে। মূৰ্ত্তিৰ পৰা অলপ দূৰত এজোপা গছৰ কিছু ওপৰত ঘূৰণীযা ঢাল এখন অৰা আছে। মাজত এটা বগা লক্ষ্য-যলৈ লক্ষ্য কৰি বভ্ৰুবাহনে শৰ নিক্ষেপ কৰে। মূৰ্ত্তিৰ পদতলত বহি তন্ময় ভাৱে মুখলৈ চাই থকা অৱস্থাত চিত্ৰাঙ্গদা)

### চিত্ৰাঙ্গদাৰ গীত

নাহিবি নাহিবি দিঠকৰ দাপোন ঐ
নানিবি পোহৰৰ জাল
এন্ধাৰৰ কোলাতে সপোনৰ সুৱদি
জ্বলি থ'ক চিৰটি কাল ।
অতীতৰ বুকুৰে সোণৰ জিলিকনি
সাগৰৰ বুকুৰে ঢউ
উটিযা উটিযা অসীমৰ সোঁতে
মউ তাৰ সোঁহাতে নউ।

(গীতান্তত হাতৰ মালা ভক্তি ভাৱেৰে মূৰ্ত্তিৰ ডিঙিত পিন্ধাই দিয়ে)

চিত্ৰা : অন্তৰৰ সকলো মাধুৰী প্ৰিয়
যৌবনৰ ৰঙা অনুৰাগ
বিৰহৰ তপত চকু-লো
পুষ্পাঞ্জলি দিছো কত বিগত সন্ধিয়া
তথাপিতো,
পাষাণ দেৱতা তুমি নিদিলা দৰ্শন,

পৰিছে মনত মোৰ
ম্লান পৰি যোৱা আজি
অতীতৰ কুমাৰী জীৱন।
ফুৰোতে অকলশৰে পৰ্ব্বতে কন্দৰে
দেখা পোৱা-
তুমি বীৰ-
গেৰুৱা বসন পিন্ধা
ব্ৰহ্মচাৰী বেশ-
আজানুলম্বিত বাহু
যিদিনা দিছিলা ধৰা-
অকস্মাৎ মোৰ এই দৃষ্টি সম্মুখত।
সেই স্মৃতি,-সিদিনাৰ সেই অনুৰাগ।
সেই মোৰ জীৱনৰ নৱ শিহৰণ
সেই সন্ধ্যা শৰতৰ-
আকাশৰ উজ্জ্বল জোনাক
বিচাৰি যিদিনা মই
দৈন্যতাৰ পুৰ্ণ অৱসান,
নিজকে কৰিলো প্ৰিয
আত্ম সমৰ্পণ
এই দুটি ৰঙা চৰণত।
(মূৰ্ত্তিৰ ভৰিত অঞ্জলি দিযে)
আৰু সখা,
তোমাৰেই বসন্ত হিল্লোলে অনা
ফুলৰেণু যেন
তাহানিযে ফুলি উঠা
এপাহী কুসুম মোৰ
নয়নৰ মণি সেই সন্তান ৰতন-,
ধীৰে ধীৰে হ'ল
আজি যেন পৰিণত ফল।
অতিক্ৰমি বিৰহৰ দীৰ্ঘ ব্যৱধান-
উঠিছে সবল হই
তোমাৰেই ক্ষুদ্ৰ তাণ্ডৱণ
পাষাণ দেৱতা মোৰ
অঞ্জলি গ্ৰহণ কৰা
অন্তৰৰ মোৰ।
নোৱাৰো সহিব আৰু
গতিহীন-বাণীহীন স্পশহীন
পাষাণত পাষাণ স্বৰূপ।
(মূৰ্ত্তিৰ ভৰিত মূৰ লগাই সেৱা কৰি লাহে লাহে যায়গৈ
আৰু অলপ পাচতে হাতত ধনুশৰ লৈ বভ্ৰুবাহন
সোমাই আহে)
**বভ্ৰুবাহনঃ** আজি মোৰ মন মৃগ
মূৰ ডাঙি ফুৰিছে চেকুৰি
অন্বেষণ কৰি দুৰ বনবনান্তত
এৰি অহা-ক'ৰবাত
এটি যেন প্ৰিয় পৰিচয়।
অন্তৰ উন্মাদ মোৰ
উত্তপ্ত ললাট-
লালাযিত কৰে যেন পৰশ বিচাৰি-
ভিক্ষাৰীৰ দৈন্যতাৰে
মাগি ফুৰে বাটে বাটে দুৱাৰে দুৱাৰে
কাৰবাৰ এষাৰি স্নেহ সম্ভাষণ।
নোৱাৰো নিজেই ক'ব
কাক লাগে? কি বিচাৰি উন্মাদ অন্তৰ
ওচৰত আছে যেন-
তথাপি নিলগ।
খুজিলে সাবটি ল'ব
অদৃষ্য অশৰী হই
হাত মেলি মাতে যেন
সউ আঁতৰত।
কস্তুৰী হৰিণ হই-ফুৰিছো বিচাৰি
অন্তৰৰ কোনো যেন গোপন প্ৰতিমা।
যাকে ধৰো- যিহকে বিচাৰো
সকলোতে আজি যেন
ভুল হয় মোৰ।
(অৰ্জ্জুনৰ মৰ্ম্মৰ মূৰ্ত্তিত চকু পৰে, একেথৰে
সেইপিনে চাই চাই ভৰিৰ কাষৰ ফুলবোৰ বুটলি)
পুৱাতে বুটলি আনি
অভাগিনী আযে মোৰ বনৰ কুসুম
দুটোপাল অশ্ৰুৰে তিযাই-
ফিৰি গ'ল অঞ্জলি প্ৰদানি
তোমাৰেই-
এই দুটি পাষাণ পদ্মত।
পিতা। পিতা।
দেখা নাই কিমান সুন্দৰ।
লভা নাই স্পৰ্শ সুখ কিমান মধুৰ।
পোৱা নাই বঞ্চিত ললাটে মোৰ-
সউ দুটি অধৰৰ আশীষ চুম্বন।
তথাপিতো কত সন্ধ্যা-
কৈশোৰৰ কত মোৰ জোনাক যামিনী।
মুগ্ধ হই শুনি শুনি
তোমাৰ গৰিমা ৰাশি
বীৰত্বৰ অপুৰ্ব কাহিনী
পৰোতে আপুনি ঢলি

নিদ্ৰাৰ কোলাত-
সপোনত তুমি অহি
আদৰেৰে তুলি দিছো তোমাৰে গাণ্ডীৱ
হাত থই সিৰত স্নেহেৰে
আশীৰ্ব্বাদ কৰিছা কিমান।
মযে বুলি একমাত্ৰ-
ধৰিত্ৰীত গাণ্ডীৱৰ যোগ্য অধিকাৰী-।
তুমি মোৰ আৰাধ্য জনক
পৃথিৱীৰ শ্ৰেষ্ঠ ধনুৰ্দ্ধাৰ-।
তোমাকে প্ৰত্যক্ষ কৰি
সম্মুখত মোৰ
অস্ত্ৰ শিক্ষা কৰিছো যতনে
স্বৰ্গ মোৰ -ধৰ্ম্ম মোৰ-
সিদ্ধি তুমি মোৰ কল্পনাৰ-
তুমি মোৰ উন্মাদ কামনা।
তোমাক প্ৰণমি কৰো সুদুৰৰ সৌ
লক্ষ্যভেদ।
(দূৰৈত ৰিঁণিকি দেখা ঢালৰ লক্ষ্যলৈ শৰ মাৰে)
অব্যৰ্থ সন্ধান-
গাণ্ডীৱৰ হ'ম মই যোগ্য অধিকাৰী
(আকৌ শৰ যোৰে)
শুনিছো মাতৃৰ মুখে
যাজ্ঞসেনী জনীৰ- স্বয়ম্বৰ দিনা-
প্ৰতিবিম্ব মাত্ৰ চাই
ঘূৰ্ণমান চক্ৰস্থিত
মৎস চকু বিন্ধিলা যিদৰে-,
সেইদৰে মযো আজি
তযু নখ-দৰ্পণত, লক্ষ্য কৰি স্থিৰ-
ভেদ কৰো ঘূৰ্ম মান-
সউ লক্ষ্য -সউ সুদুৰৰ!
(শৰ মাৰি লক্ষ্য ভেদ কৰি আনন্দত উত্ৰাৱল হৈ মূৰ্ত্তিক সাৱটি ধৰে)
পিতা! পিতা! শঙ্কৰ বিজয়ী তুমি
তযু কীৰ্ত্তি -নিস্প্ৰভ কৰিব
তোমাৰেই পৰিত্যক্ত অভাগা সন্তানে।
(পুণ্ডৰীকৰ অতৰ্কিতে প্ৰৱেশ)

**পুণ্ডৰীকঃ** কুমাৰ!
তাতোকৈ বাৰ্ত্তা আনন্দৰ
মৎস চক্ৰভেদী সেই-
পিতাই তোমাৰ
বিৰাট বাহিনী সহ
প্ৰবেশিছে মণিপুৰ।
বিস্তৃৰ্ণ প্ৰান্তৰ জুৰি নগৰ সীমাত
স্থাপন কৰিছে আহি বিৰাট শিবিৰ।
(প্ৰতিহাৰীৰ প্ৰৱেশ)

**প্ৰতিহাৰীঃ** মহাৰাজ!
নগৰৰ সামান্তত
দিব্য ৰত্ন বিভুষিত
মেঘবৰণীয়া এটি অশ্ব সুলক্ষণ
কৰিছেহি সুখে বিচৰণ।
কপালত অৰা আছে তাৰ
স্বৰ্ণ লিপিকাত লেখা
পাণ্ডৱৰ বিজয় ঘোষণা-।
নাযক আহিছে বোলে
পাৰ্থ নামে তৃতীয পাণ্ডৱ।
বাহিৰত সেনানীযে
অপেক্ষিছে ৰজাৰ আদেশ।

**বভ্ৰুবাহনঃ** পুণ্ডৰীক! যোৱা! যোৱা!
নিজে গই গোসানীৰে সতে
অশ্ব ধৰি আনিবা যত্নেৰে-
কপাল লিপি তাৰ
সাৱধানে সযতনে
এৰুৱাই আনি দিবা মোক-।
(পুণ্ডৰীক যাব খোজে)
আৰু শুনা,
যদি প্ৰশ্ন কৰে কোনোবাই
সৈন্য কিম্বা কোনো সেনানীযে
মণিপুৰ ভুপতিৰ শুনাবা আদেশ-
"তৃতীয় পাণ্ডৱে যদি প্ৰবেশি নগৰ
আতিথ্য গ্ৰহণ কৰে বভ্ৰুবাহনৰ
তেহে অশ্ব পাব পাৰে দান-।"
(প্ৰতিহাৰী আৰু পুণ্ডৰীকৰ প্ৰস্থান)

**বভ্ৰুবাহন ঃ** ইকি হ'ল আজি অকস্মাৎ-
অতিক্ৰমী মন্দাকিনী পাৰ
পদ্ম- ৰেণু গন্ধ গঙ্গা-
অপুৰ্ব্ব পুলকৰাশি যেন কৰবাৰ
পাখি মেলি উৰি আহি
স্পৰ্শিলে শৰীৰ-।
পৰশতে তাৰ
দেহ মন উঠিছে ৰোমাঞ্চি।
পিতা! পিতা!
নোৱাৰিবা! নোৱাৰা পলাব
আজীৱন পূজি অহা অন্তৰৰ জাগ্ৰত দেৱতা।

গুচি যাবা সমুখৰ চোতাল খচকি
অৱহেলি মোৰ এই পূজা আয়োজন।
অসম্ভৱ! অসম্ভৱ!
প্ৰাসাদে প্ৰান্তৰে আজি
বৰণৰ মালা আৰি দিম
দুৱাৰে দুৱাৰে মোৰ
দিব্য গন্ধ কুসুমৰ তোৰণ পাতিম
ঘৰে ঘৰে পাতিম দিপালী
শঙ্খ ঘণ্টা উৰুলীয়ে লঙিঘব আকাশ
প্ৰান্তৰে পথাৰে মোৰ বনাগ্নি জ্বলাম
তোৰণে তোৰণে মোৰ প্ৰাসাদে পজাই
দিপালীৰ বন্তিও জ্বলাম-।
আজীৱন কল্পনাৰ- কামনাৰ -সাধনাৰ-
সিদ্ধি সেই স্বৰ্গ মোৰ-
নামি আহি দিছে ধৰা
আপোন ইচ্ছাৰে।
অভাগিনী আইয়ে মোৰ
নয়ন সলিল ঢালি ধুৱাব চৰণ
ম্লান-মুক-মণিপুৰে-
চৰণত দিব ধালি সঞ্চিত সাদৰ।
উত্ৰাৱল হিয়া মোৰ
নোৱাৰো ৰোধিব গতি
অন্তৰৰ উচ্ছ্বশিত পুলক সোঁতৰ
মাতৃ! মাতৃ! আজি
পাষাণত জাগিছে দেৱতা
অদূৰত শুনা যায়
পদধ্বনি মৃদুল মন্থৰ
মাতৃ পুত্ৰ দুয়ো মিলি
নয়ন সলিল ঢালি
দেৱতাৰ ধুৱাম চৰণ।
পিতা তুমি স্বৰ্গ তুমি
আদৰ্শৰ মূৰ্ত্তদেৱ- স্বাগত! স্বাগত!
শুভাগত হেৰা মোৰ চিৰ পৰিচিত-
মন মন্দিৰৰ মোৰ চিৰ অভ্যাগত।
(আনন্দ আৰু উত্তেজনাৰ প্ৰাবল্যত
মূৰ্ত্তিৰ পদতলত ঢলি পৰে।)

## দ্বিতীয় দৃশ্য

(মণিপুৰ উপকণ্ঠৰ উপবনত গন্ধৰ্ব্ব কুমাৰীবিলাকে পৰ্ব্বতীয়া নিজৰাৰ কোলাত গীত গাই গুছি গ'ল)

গীত

জাহ্নৱী জল নামে নামে থল-!
তলবল তলবল ঢৌ সুশীতল
নামে সমতল - নামে সমতল-।
কল! কল!! কল!!
গাজুৰণি ঐ দেহি
মন জুৰণি ঐদেহি
বেথালগা গীত মাত
গা মন পৰে শাঁত
শুৱন সুৰভিসনা সৰগৰ ধল।
(গীতান্তত লাহে লাহে অকলশৰে হাতত ধনুশৰ লৈ অৰ্জ্জুন সোমাই দিগ্বিজয়ী দৃপ্ত তেজ যেন ম্লান পৰা মুখ চিন্তা ক্লিষ্ট)

**অৰ্জ্জুন :** কি বিচিত্ৰ উপবন-
শুনা গ'ল ৰিণিকি ৰিণিকি -
কিন্নৰৰ কণ্ঠ জিনা-
সুৰে সুৰে ওপজোৱা গন্ধৰ্ব্বৰ গীত।
কি মোহিনী আছে ঐ স্থানত!
ৰণ-জিনা উত্তপ্ত শোণিত যেন
ম্লান পৰি গ'ল এই মোহিনী স্পৰ্শত।
সউ নিজৰাৰ মৃদু সুৰৰ লগত
নামে যেন মৌন স্মৃতি
কোন অতীতৰ কোন মধু সন্ধিয়াৰ।
পৰিছে মনত আজি,
গৈৰিক বসনাবৃত ব্ৰহ্মচাৰী নবীন অতিথি-
তীৰ্থ কৰি পৰ্য্যটন-
পশিছিল মন্দিৰ প্ৰঙ্গণ
এনে এক সন্ধিযাতে-
এনে কোনো পাৰ্ব্বত্য ভূমিতে
গন্ধৰ্ব্বৰ ৰাজ্য এই মণিপুৰতেই।
মনত পৰিছে আজি
সেই পাৰ্থ-ছদ্মবেশী নবীন সন্ন্যাসী
মৃগয়া-অন্বেষী সেই-
দৃপ্ত তেজ তৰুণ যুৱক
যুৱৰাজ মণিপুৰ গন্ধৰ্ব্বদেশৰ-
কটাক্ষতে যাৰ
ব্ৰহ্মচৰ্য্য কেনিবা লুকাল!
অৱজ্ঞাৰ ধনু পৰশত-
উথলিল দৃপ্ত ক্ষেত্ৰ-তেজ-!
নজলে তাচ্ছিল্য-
পাৰ্থ মই-দিলোঁ পৰিচয়!
ভাস্কৰৰ তেজোদীপ্ত গৰ্ব্বিত কুমাৰ-
বিস্মিত তন্ময় চিত্ত হ'ল মুহূৰ্ত্তত-!

কঁপিল অধৰ-
পুৰুষত্ব হ'ল পৰাভূত-।
নাৰীত্বই দিলেহি ভুমুকি-।
দিলে পৰিচয়-
চিত্ৰাঙ্গদা নাম-
মণিপুৰ অধিপতি চিত্ৰভানু গন্ধৰ্ব্ব ৰাজৰ-
পুত্ৰ ৰূপে পালিতা তনযা।
বিদ্যু সঞ্চাৰি কটাক্ষে হ'ল প্ৰথম মিলন।
স্মৃতি সেই গুমৰি উঠিছে-
পৰিছে মনত আৰু-
বছৰ অন্তৰ সেই বিদায পৰৰ
চকু-লোৰ অঞ্জলি সম্ভাৰ
উন্মনা বিদায়বাণী ৰাজকুমাৰীৰ
*"যোৱাঁ নাথ-*
*হোৱা নাই পূজা মোৰ*
আজিযে নিঃশেষ।
কুমাৰী গৰ্ভত মোৰ-
মধ্যাহ্ন ভাস্কৰ সম-
মঞ্জৰিছে ক্ষুদ্ৰ যিটি তোমাৰ প্ৰতিভা-
প্ৰভো-
আহিবা এদিন-
পৰিণত হ'লে সেই কুসুম অঙ্কুৰ
দ্বিতীয ফাল্গুনী বুলি দিব পৰিচয"
সেয়েনেকি উন্মনা অন্তৰ
অলস শিথিল যেন
তেজবীৰ্য্য মাংস পেশী মোৰ-।

(বৃষকেতু আৰু মেঘবৰ্ণৰ প্ৰবেশ)

**মেঘবৰ্ণ ঃ** হে পিতৃব্য
ক'ৰবাতে এৰিলে শিবিৰ-
ৰম্য ই প্ৰদেশ দেখি-
লগিছেনে ইমান মমতা।

**অৰ্জ্জুন ঃ** বাস্তবিক মেঘবৰণ
গন্ধৰ্ব্বৰ এই ৰাজ্যখনি-
শুৱনি লাৱণি আৰু অতিকে বিচিত্ৰ।

**বৃষকেতুঃ** হে পিতৃব্য-
তাতোকৈয়ো শুনোতে বিচিত্ৰ-
মণিপুৰ নৃপতিৰ বীৰত্ব কাহিনী
সুকুমাৰ কিশোৰ কুমাৰ-
মধ্যহ্ন ভাস্কৰ জিনা-
মুখকান্তি প্ৰদীপ্ত উজ্জ্বল-
শ্ৰীবভ্ৰুবাহন নাম-
মাতৃভক্ত- মহাবীৰ্য্যবান-
গন্ধৰ্ব্বৰ জাগ্ৰত বিগ্ৰহ-
ইচ্ছা হয়-চাই আহো-
মুখনি এবাৰ-।
নতু!
বিৰাট বিপুল কই কৰি আযোজন
মাতি আনি শিবিৰত
মোহন আলহীৰূপে দিও সম্ভাষণ-
বান্ধ খাও বন্ধুত্ব বন্ধনে।

**অৰ্জ্জুন ঃ** বৃষকেতু।
উত্ৰাৱল নহবা ইমান-।
বীৰত্ব বৈভৱ-
যি শুনিছা গন্ধৰ্ব্ব ৰজাৰ-
হ'ব পাৰে বৰ্ণে বৰ্ণে সঁচা-
অচিৰতে সমস্তই হ'ব প্ৰমাণিত-।
ধৰে যদি যজ্ঞ ঘোৰা-
পৰিচয় পাম বীৰত্বৰ
বীৰ বীৰ পৰিচয- ৰণ প্ৰাঙ্গণত।
অসিমুখে হ'লে পৰিচয-
ভবা দৰে-আনিবা সাদৰি-
বন্ধুত্বৰ- ভ্ৰাতৃত্বৰ-
সমাৰোহে অভিষেক পাতিবা তেতিযা-।
ব'লা যাও-
শুনোগই শিবিৰত কি আছে বাতৰি-।

(সকলোৰে প্ৰস্থান)

## তৃতীয়দৃশ্য

(মণিপুৰৰ শ্যামল প্ৰান্তৰ। মণিপুৰ সৈন্যই যজ্ঞ অশ্ব ধৰি লৈ গ'ল। বৃষকেতুৰ প্ৰৱেশ)

**বৃষকেতু-** উদ্বাউল মনে মোৰ-
বিচাৰিছে যেন কিবা-
অমৃতৰ মধু আস্বাদন-।
গন্ধৰ্ব্বৰ সোমালো নগৰ
বই গ'ল শিৰে শিৰে-
আনন্দৰ- উল্লাসৰ
বসন্তৰ হিল্লোলৰ মধুৰ প্ৰবাহ-।
এই মাটি-এই বায়ু
শস্যৰ হৰিৎ ক্ষেত্ৰ
শ্যামল বননি।
সকলোৱে যেন মোক-
বন্ধু আহিছে বুলি জনায় সম্ভাষণ
বন অন্তৰৰ পৰা স্বচক্ষে দেখিলোঁ-
যজ্ঞ অশ্ব ধৰি নিলে গন্ধৰ্ব্ব সেনাই।

পুলকিত চিত্ত মোৰ নৃত্য কৰি উঠিছে সঘনে।
জিলিকিছে মানস পটত
অদূৰৰ কিবা যেন মধুৰ লগন
উৎসবৰ নবীন প্ৰভাত।
সউ দেখো আহিছে কোনোবা
অনুমানো গন্ধৰ্ব্বৰে
যজ্ঞ অশ্ব বন্দী কৰা
কোনোবা সেনানী-।
অলক্ষিতে থাকি বাৰু-
শুনি চাও কি কৰে আলাপ।
নতু' সুধি চাম-
মণিপুৰ অধীশ্বৰে-
পাৰিবনে পাণ্ডৱৰ ৰোধিব শকতি?
(অন্তৰালত আঁৰ হয়-, আৰু পুণ্ডৰীক ও এজন মণিপুৰী সেনানীৰ প্ৰবেশ)

পুণ্ডৰীক : এনে সুলক্ষণীয়া সাত ৰজাৰ সোণ ,সুৱৰ্ণ হীৰা মাণিকেৰে সুসজ্জিত অপুৰ্ব্ব এটি ঘোৰা, ভাবিছিলো ধৰাই টান হ'ব। পিছে দেখিলি কেনে অনায়াসে ধৰা দিলে-।

সৈনিক : ভালৰ সকলো ভাল-। অশ্ব পালকহতে লৈ যাওতেহ কেনে মোহলগা তাৰ গজগতি গমন চালে চকু বৈ যোৱা। আমাৰ ৰজাৰ বিশ্বজিৎ, সাতশৰীৰ নিচিনাই ইও এটা সৰ্ব্ব সুলক্ষণীয়া ঘোৰা। বেচ ধৰি অনা হ'ল কিন্তু, তাৰনো গৰাকীয়ে কোনসতে সহিব দেহি-।

পুণ্ডৰীক : মুৰ্খ' গৰাকীযে তাক কৰবাৰ সাহ আছে যদি ধৰক বুলিযেইতো এৰি দিছিল।

সৈনিক : ধৰক বুলি দিছে' তেনেহলে ভালেই হৈছিল দেখোন। এলাফ মাৰি চেকুৰাই চেকুৰাই চাব পৰা হ'লে ভালেই আছিল দেখোন।

পুণ্ডৰীক : এস্ এনে চেকুৰাই চোৱা চোৱাৰটো দেহি। লাগেহে থৈয়া-নথৈয়া যুঁজ-মুৰ বা কাৰ হাত যায় তাৰ ঠিক নাই-বৰ মই মতালি নেদেখুৱাবি বোপাই।

সেনানী : মণিপুৰীযা পোৱালীহে তেওঁ- ঘোৰা চেকুৰাইছো কঁকালত কাছুটি নিপিন্ধাৰে পৰা। সিমান পৰি মৰা নহও-।এবাইচ্ দি এবাইচ্ লব পৰাহে অমুকা। যুঁজ বাগৰ এখন লগাই হ'লে দেখিলোহেতেন-।

পুণ্ডৰীক: যুঁজকে খিয়াইছ, বাৰু পাবি। এইবাৰ কাঠক কাঠে। পাণ্ডৱো কম নহয়-। গন্ধৰ্ব্বও শুদা নহয়। পাণ্ডৱৰো ঘাই জনেই আহিছে।

সেনী : লাগকচোন যুঁজ, মণিপুৰীয়াই কচুকটা দিয়েনে নিদিয়ে?

পুণ্ডৰীক : বাৰু দেখিলেহে লেখিম।
(বৃষকেতু সোমাই আহে)

বৃষকেতু : তোমালোক এই মণিপুৰৰে সেনানী?

পুণ্ডৰীক : হয়। মোৰ লগত এইজন সেনানীয়েই। মই কিন্তু সৈন্য বিভাগৰ নহয়। আপুনি একা?

বৃষকেতু : মোৰ পৰিচয় বাৰু পাবা। পাণ্ডৱৰ যজ্ঞ অশ্ব তোমালোকেই ধৰি নিছা?

সেনানী : হয় আমিয়েই ধৰিছো-।

বৃষকেতু : তোমালোকৰ ৰজাই এই বাৰ্ত্তা জানেনে? নাই তোমালোকে নিজ ইচ্ছাৰেহে ধৰিছা? ইয়াৰ পৰিণাম যে পাণ্ডৱৰে বিৰোধ আৰু লগে লগে গন্ধৰ্ব্বৰ সৰ্ব্বনাশ, এই কথা নভবাকৈ ঘোৰা বন্দী কৰা মণিপুৰৰ পক্ষে মঙ্গলজনক হোৱা নাই।

পুণ্ডৰীক : মঙ্গল অমঙ্গল বিবেচনাৰ একো প্ৰয়োজন হোৱা নাই। গন্ধৰ্ব্বেশ্বৰ মহাৰাজ শ্ৰীবভ্ৰুবাহন মণিপুৰৰ সাক্ষাত দেৱতা। প্ৰত্যেক গন্ধৰ্ব্বৰ জ্বলন্ত বিগ্ৰহ -সেই দেৱতাৰ দৰে ইঙ্গিত মাত্ৰকে সহস্ৰ তৰোৱাল বিদ্যুতৰ চমকি উঠিব। আপুনি যদি পাণ্ডৱ পক্ষৰ কোনোবা, তেন্তে শুনক মণিপুৰ মহাৰাজৰ প্ৰচাৰিত আদেশ-
"তৃতীয় পাণ্ডৱে যদি প্ৰবেশি নগৰ
আতিথ্য গ্ৰহণ কৰে বভ্ৰুবাহনৰ-
তেহে অশ্ব পাব পাৰে দান"
ভাল, আহিলো এতিয়া। ৰাজ আজ্ঞাতেই ঘোৰা ধৰা হৈছে আৰু পাণ্ডৱৰ জ্ঞাতাৰ্থে- উক্ত ৰাজ আদেশ প্ৰচাৰিত হৈছে।
(সেনানী আৰু পুণ্ডৰীকৰ প্ৰস্থান)

বৃষকেতু: উৎসবৰ আনুষ্ঠিত হ'ল অধিবাস।
মিলিল সুযোগ-।
বাস্তবিক- বীৰত্বৰ জ্বলন্ত প্ৰতীক।
হে পিতৃব্য-।
নিৰ্ব্বাপিত হ'ব তযু আকাঙ্ক্ষা মনৰ।
ৰণ-প্ৰাঙ্গণত লভি বীৰ পৰিচয়।
নুমুৱাম উদ্বেগ মনৰ-
বান্ধ খাম-বন্ধুত্বৰ চিৰ বন্ধনত।
যাও শীঘ্ৰে-
দিও গই বাৰ্ত্তা পিতৃব্যক।
(আনন্দত অধীৰ ভাৱে প্ৰস্থান)

## চতুৰ্থ দৃশ্য

(মণিপুৰৰ প্ৰাসাদ কক্ষ। চিত্ৰাঙ্গদা আৰু উলুপী বহি থাকে। চিত্ৰাঙ্গদাৰ গীত শেষ, হও হওতেই বাহিৰৰ

গোলমাল কাণত পৰেহি। দুযো উঠি চাবলৈ যাব খোজোতেই বভ্ৰুবাহন সোমাই আহে।)

গীত

উতলা পবনে আনে মৌন স্মৃতি।
কোন অতীতৰ মধু মিলন গীতি-।
হৰিষতে বিষাদৰ চকু-লো সৰি
প্ৰিয় বিৰহৰ স্মৃতি উপচি পৰে,
গুপুতে বুকুতে মোৰ উঠে গুমৰি-
নবীন প্ৰেমৰ সেই সপোন প্ৰীতি-।

উলুপী : আজি পুৰীত কিহৰ জয়োল্লাস?
(হাতত অশ্ব-দৰ্পণলৈ বভ্ৰুবাহনৰ প্ৰবেশ)

বভ্ৰু : আই ! আই ! আজি তোমাৰ পুত্ৰৰ বৰ গৌৰবৰ দিন।
পুত্ৰই আজি বীৰাগ্ৰগনি পাণ্ডৱৰ যজ্ঞ অশ্ব ধৰি আনিছে-।

চিত্ৰা : পাণ্ডৱৰ যজ্ঞ অশ্ব।

বভ্ৰু : (অশ্বদৰ্পণ দেখুৱাই) পাণ্ডৱৰ যজ্ঞ অশ্ব। এই চোৱা, অশ্ব কপালত আৰি দিয়া বিজয় দৰ্পণ।
লেখা আছে-
"অশ্বমেধ যজ্ঞব্ৰতী একচ্ছত্ৰী ৰজা যুধিষ্ঠিৰ-
যজ্ঞ অশ্ব ৰক্ষক অৰ্জ্জুন-
ধৰণীৰ শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ-।
যজ্ঞ অশ্ব ত্ৰিভুবন কৰিব ভ্ৰমণ-।
এনে দুঃসাহস যদি আছে কাৰবাৰ
ৰোধে গতি যজ্ঞ তুৰঙ্গৰ-
সবংশে নিধন তাৰ ধ্ৰুব নিশ্চিত।-"
আৰু শুনা-
বান্ধি এই অশ্ব মই
দূত মুখে দিছো সমাচাৰ
"তৃতীয় পাণ্ডৱে যদি প্ৰবেশি নগৰ
আতিথ্য গ্ৰহণ কৰে বভ্ৰুবাহনৰ
তেহে অশ্ব পাব পাৰে দান।"

চিত্ৰঃ কি কৰিলা বাছা মোৰ-
যাৰ মূৰ্ত্তি ধ্যান কৰি- আশৈশৱ তুমি
সপোনতো পিতা বুলি চিঞৰি উঠিছা
আজি-পায়ো সম্মুখত কিয-
কৰিলা বিৰোধঃ

বভ্ৰুঃ বিৰোধ? নহয় মাতৃ,
আকিঞ্চন কৰি মাথো-
পৰম আৰাধ্য সেই চৰণদৰ্শন
আকুল অন্তৰে মোৰ-
আবাহন কৰিছে জ্ঞাপন।

চিত্ৰঃ নহয় কুমাৰ,
ত্ৰিভুবন পৰিচিত পাণ্ডু বংশধৰ
সখা যাৰ নিজে নাৰায়ণ
অধিকাৰী উচ্চতম বংশ মৰ্য্যদাৰ-
সাক্ষাৎ দেৱতা পিতা-
তুষ্ট হ'লে পিতা-
তুষ্ট হয় সকলো দেৱতা-

বভ্ৰুঃ আজি ৰুষ্ট হ'ব মোৰ প্ৰতি
যজ্ঞ অশ্ব বন্ধাৰ কাৰণে?
কিয আই?
অশ্ববন্ধনেৰে দিলে-
ৰামে পুত্ৰে পৰিচয নিজ বীৰত্বৰ-।
বান্ধি থই সেই অশ্ব
আযোজন কৰিছো নিপুণ
বান্ধিবৰ হেতু সেই-
আকাঙ্ক্ষিত অতিথিক-
অন্তৰৰ চেনেহ ডোলেৰে।

উলুপীঃ কিন্তু বীৰ-,
নগৰৰ প্ৰান্তৰতে পাণ্ডৱ শিবিৰ-
তথাপিতো,
নিজ মুখে নিমন্ত্ৰণ নকৰি জ্ঞাপন-
নিজ হাতে শ্ৰদ্ধাঞ্জলি নকৰি প্ৰদান,
দূত মুখে দিলা সমাচাৰ-
নিযোগ কৰিলা কিয দ্বিতীয় জনক?

চিত্ৰাঃ হীন মনোবৃত্তি বুলি দিলা পৰিচয়-
বান্ধি থই যজ্ঞ-অশ্ব
বিৰোধৰ কৰিলা সূচনা
কৃষ্ণ সখা জনক তেমাৰ
অসন্তুষ্ট হয যদি মুখকে নেচায ।

বভ্ৰুঃ মুখকে নেচায।
ফিৰি যাব দুৱাৰৰ মোহন আলহী?
ভুল। ভুল আই।
ভুল শঙ্কা কৰিছা মনত।
আজি সন্ধ্যা আহিব অতিথি-,
দীপালীৰ সহস্ৰ বন্তিযে
উজ্জ্বলাব নগৰ কাৰেং -
তুমি মাতৃ,-
দ্বাপৰৰ অনাদৃতা - জনক দুহিতা
বই যাব তোমাৰ দুগালে-
আনন্দৰ দুধাৰি চকু-লো-
স্পৰ্শ কৰি দেৱতাৰ যুগল চৰণ।
অঞ্জলি কৰিবা দান আপোন হাতেৰে

আৰু মই-
গুণমুগ্ধ সন্তানে তোমাৰ
যোৰকৰে শিৰ পাতি লম পদধুলি-

উলুপী : নহয কুমাৰ-।
সুশিক্ষিত, সুপণ্ডিত তুমি-।
কিয়নো পাহৰা-
সেই যজ্ঞ- তুৰঙ্গই
ত্ৰিভুবন কৰিব ভ্ৰমণ-।
ৰোধা যদি গতি তাৰ
ৰোধ কৰা হ'ব সেই
হস্তিনাৰ পূত অভিযান!

চিত্ৰা : কষ্ট হ'ব পাৰে বীৰ
বৃথা বিলম্বনত-।

বভ্ৰু : বিলম্বত একো ক্ষতি নহয জননী
আজীৱন কৰিছো অপেক্ষা-
চকু- লোৰে পাষাণৰ পখালি চৰণ।

চিত্ৰাঃ নহয় কুমাৰ,
শুনা উপদেশ মোৰ,
যোৱা লই যজ্ঞ-অশ্ব পাদ্য অৰ্ঘ্য স হ-
দিযা গই পিতৃ চৰণত
(স্বগতঃ) যদি হৈও থাকে অপৰাধ
নিজগুণে অৱশ্যে ক্ষমিব-।

বভ্ৰুঃ তেন্তে আই,
তোমাৰেই তুষ্টিৰ কাৰণে
যাম লই যজ্ঞ-অশ্ব।

চিত্ৰাঃ পুত্ৰ মোৰ-
দ্বিধা শঙ্কা কৰা পৰিহাৰ-।
পূৰ্ব্বস্মৃতি সুঁৱৰি পিতাই-
অৱশ্যে সাৱটি ল'ব বুকুত নিজৰ-।

বভ্ৰুঃ কিন্তু আই-
ধৰি অশ্ব দিও যদি নিজেই ফিৰাই-।
যদি ভাবে ভীৰু বুলি।
অপমান কৰে মোক-অক্ষত্ৰিয় ভাবি।

চিত্ৰাঃ তুমি বীৰ-
সুৰক্ষিত মণিপুৰ তোমাৰ যত্নত।
অক্ষত্ৰিয় বুলি কেৱে নেভাবে কদাপি।
যোৱা বাছা-
মাতৃৰ মনত আৰু নিদিবা আঘাত-।

বভ্ৰুঃ ভাল আই-
অবাধ্য নহও মই-
মাতৃ আজ্ঞা বৰ্ণে বৰ্ণে কৰিম পালন। (প্ৰস্থান)
(বৈতালিকৰ প্ৰৱেশ)

চিত্ৰ : বৈতালিকৰ। কত যুগ বিৰহ অন্তত-
আজি, বুকুলই আহিছে দেৱতা।
গোৱা সেই আৱাহনী গীত-।
আহা ভনী,
কৰো গই পূজা আয়োজন।

গীত

বৈতালিক- স্বাগতম! স্বাগতম। হে বিজয়ী-।
মুকুতি তোমাৰে আঁকি-
ৰাখিছো হিয়াতে থাপি-
গাঁথিছো ফুলৰে চাকি-
হে বিজয়ী।
অতীত সুৱদি উৰি-
আহিছে আকউ ঘুৰি
বহাহি থাপনা জুৰি
হে বিজয়ী। হে বিজয়ী-।

## পঞ্চম দৃশ্য

(পাণ্ডৱ শিবিৰ। অৰ্জ্জুন, অনুশাল্ব,যুবনাশ্ব, বৃষকেতু, মেঘবৰ্ণ, সৈন্যসামন্ত পৰিজন বেষ্টি হৈ বহি থাকে দূৰৈত মাঙ্গলিক গীত শুনা যায়। গীত ক্ৰমন্বয়ে স্পষ্টতৰ হৈ আহে)

স্বাগত! স্বাগত। হে বিজয়ী
অতীত সুৱদি উৰি
আহিছে আকউ ঘুৰি
বহাহি থাপনা জুৰি হে বিজয়ী।
স্বাগত। স্বাগত! হে বিজয়ী।

অনুশাল্বঃ অদুৰত শুনা যায় গীত কাৰোবাৰ
কোনে গায়?
গীতধ্বনি শিবিৰৰে চাপিছে ওচৰ।

যুবনাশ্বঃ অপূৰ্ব্ব সংগীত।
গন্ধৰ্ব্বৰ গীত যেন হয় অনুমান-।

অনুশাল্বঃ হ'ব পাৰে গন্ধৰ্ব্বৰে গীত।
গন্ধৰ্ব্বৰে মনোময় দেশ।
সঙ্গীতৰ সুৰধুনি-
গন্ধৰ্ব্বয়ে- নমায় ধৰাত।
(এজন দূতৰ প্ৰৱেশ)

দূতঃ হে আৰ্য্য
পাদ্য অৰ্ঘ্য সমন্বিতে-
পৰিজন সহ-
মণিপুৰ মহাৰাজ পসিছে শিবিৰ
যজ্ঞ-আশ্ব আনিছে ফিৰাই-

**অৰ্জ্জুনঃ** যজ্ঞ-অশ্ব আনিছে ফিৰাই।

**বৃষকেতুঃ** (আচৰিত হৈ) অসম্ভৱ এনে বাৰ্ত্তা-
চঞ্চলনে ইমান গন্ধৰ্ব্ব।
(দূতৰ প্ৰস্থান। আগে আগে শুকুলা পতাকাধাৰী
সৈন্যদল, তাৰ পিছত পাদ্য অৰ্ঘ্যাদি লৈ পুৰোহিত।
তাৰ
পিছত ধূপদ্বীপ বৰণৰ থাল লৈ গন্ধৰ্ব্ব কুমাৰী বিলাক
গীত গাই গাই প্ৰবেশ কৰিলে। পিচে পিচে বভ্ৰুবাহন
পৰিজন বেষ্টিত হৈ সোমাই আহিল। পুৰোহিতে পাদ্য
অৰ্ঘ্যাদি অৰ্জ্জুনৰ আগত থলে। বভ্ৰুবাহন প্ৰণত হ'ল।

**গন্ধৰ্ব্বকুমাৰীৰ গীত**

মূৰুতি তোমাৰ আকি
ৰাখিছো হিতাতে থাপি
গাঁথিছো ফুলৰে চাকি হে বিজয়ী-
স্বাগতম। স্বাগতম। হে বিজয়ী-।

**বভ্ৰুঃ** প্ৰণামো চৰণ দাসে
পৰিচয় নেজানি আগেযে
যজ্ঞ-অশ্ব ধৰিলো কিঙ্কৰে,
ক্ষমা অপৰাধ পিতা।
মণিপুৰ অধিপতি দাস-
শ্ৰীবভ্ৰুবাহন নাম
জন্ম মোৰ
চিত্ৰ ভানু কন্যা চিত্ৰাঙ্গদাৰ গৰ্ভত
বীৰ শ্ৰেষ্ঠ পাৰ্থ ঔৰসত।
ধৰিছিলো যজ্ঞ ঘোৰা-
কৰিছিলো আদেশ প্ৰচাৰ-
"আতিথ্য গ্ৰহণ মোৰ কৰিলে পিতাই
যজ্ঞ-অশ্ব দিব পাৰো দান"
জননীৰ মিনতিত এৰিলো সংকল্প
যজ্ঞ-অশ্ব আনিলো ফিৰাই।
ক্ষমা পিতা-
যদি কিবা অপৰাধ কৰিছে পুত্ৰই।

**অৰ্জ্জুন ঃ** কি বিচিত্ৰ ৰীতি গন্ধৰ্ব্বৰ
কি দুঃসাহস।
সন্মুখত থিয় হৈ
কলঙ্ক অৰ্পণ কৰে
নিষ্কলঙ্ক পাৰ্থৰ নামত।
চৰিত্ৰ বিহীনা-
কোন গন্ধৰ্ব্ব দুহিতা-
চিত্ৰাঙ্গদা জননী বা তোৰ?
পাৰ্থৰ বিক্ৰম শুনি-
ভীৰুদৰে পশিছ শৰণ।

**বভ্ৰু ঃ** নোহো ভীৰু-
নেসানিবা কলঙ্ক কালিমা
সতী সাধ্বী মাতৃ মোৰ
চিত্ৰাঙ্গদা পবিত্ৰ নামত।
আজিও মাতৃয়ে মোৰ
শিৰো ধৰি পাদুকা তোমাৰ
নিতে পূজে চৰণ যুগল।

**অৰ্জ্জুন ঃ** সচা কথা-।
মানি ললো চিত্ৰাঙ্গদা পৰিণীতা মোৰ।
কিন্তু,
অসম্ভৱ জন্ম তোৰ পাৰ্থ ঔৰসত।
পাৰ্থৰ তনয বীৰ-
অভিমন্যু কুলৰ ভুষণ।
সপ্তৰথী সতে যুজি পৰিল ৰণত।
পাৰ্থৰ তনয় বীৰ-
ইলাৱন্ত উলুপী কুমাৰ
কুৰুক্ষেত্ৰ সমৰত
অসিহাতে কৰিলে প্ৰযাণ।
পাৰ্থ-পুত্ৰ,
হীনবীৰ্য্য তোৰ দৰে
নহয কদাপি।

**বভ্ৰু ঃ** মাতৃ আজ্ঞা পালি মাথো
পঞ্চৰত্ন পাদ্য অৰ্ঘ্য
পূজা সম্ভাৰেৰে
সেৰিছোহি পিতাৰ চৰণ
ধৰি অশ্ব দিছোহি ফিৰাই-
নতুবা-
পিতাপুত্ৰে পৰিচয
হ'লহয অস্ত্ৰে অস্ত্ৰে সমৰ ক্ষেত্ৰত।
পাৰ্থৰ শোণিত বয-
শিৰে শিৰে মোৰ-
হীনবীৰ্য্য নহও কদাপি।
ক্ষমা অপৰাধ পিতা-
তুষ্ট হোৱা কিঙ্কৰৰ প্ৰতি

**অৰ্জ্জুন ঃ** ভীৰু। কাপুৰুষ তই-
প্ৰাণৰ ভয়ত আহি
বিচাৰিছ পিতৃ পৰিচয।
চিত্ৰা যদি মাতৃ তোৰ-
দ্বি-চাৰিণী সেই চিত্ৰা পাৰ্থ পৰিণীতা।

**বভ্ৰুঃ** বজ্ৰ। বজ্ৰ। ক'ত বজ্ৰ।
বসুমতী। দ্বিধা হোৱা-মুখ লুকুৱাও!
আই মোৰ-

আৰু সহ্য নহয় প্ৰাণত।
উলঙ্ঘিম আদেশ তোমাৰ।
নহয়--
মাতৃৰ ইপ্সিত ইযে-
কেনেকই মাতৃ-বাক্য কৰিম লঙ্ঘন।
পিতা! ধৰো চৰণত
যত পাৰা তিৰস্কাৰ
কৰা তযু অযোগ্য পুত্ৰক-
যত পাৰা হানা বাক্যবাণ-।
কিন্তু--
নবুলিবা দুৰ্ব্বাক্য মাতৃক-
চিত্ৰাঙ্গদা নাম মোৰ বুকুৰ কবচ-।
সি নামত নকৰিবা কলঙ্ক অৰ্পণ--।

অৰ্জ্জুন : আজি পিতৃ-সম্বোধন কৰিছ পাৰ্থক-
কালিলই সম্বোধিবি অন্য এজনক-
অক্ষুন্ন সতীত্ব ৰব জননীৰ তোৰ-?

বভ্ৰু : একক জনক মোৰ-
জননীৰ সাধনাৰ একক বিগ্ৰহ-।
কিন্তু-
তোমাক প্ৰতীক বুলি সেই বিগ্ৰহৰ
আজি চিত্ত সন্দিহান মোৰ
কোৱা বীৰ সুধিছো তোমাক
তুমি বোলে ইন্দ্ৰ তনয়-
তথাপিতো শুনো লোকমুখে
গৰ্ব্ব কৰা জন্ম বুলি-
পাণ্ডু ঔৰসত-।
উভয়েনে জনক তোমাৰ
নতু--
কোন সত্য, কৰিবানে সন্দেহ ভঞ্জন?

অৰ্জ্জুন : হেৰ, হেৰ, নিলাজ বৰ্ব্বৰ-
পদাঘাত কৰো তোৰ
পুত্ৰ আখ্যাস্পৰ্দ্ধা কৰা-
জাৰজ শিৰত।
(অৰ্জ্জুনে বভ্ৰুবাহনত পদাঘাত কৰে। বভ্ৰুবাহন পৰি যায়। তাৰ পিছত ৰুদ্ৰ মূৰ্ত্তিৰে উঠে-)

বভ্ৰু : উস্!
জাৰজ! জাৰজ!
ভাঙি পেলা-
ভাঙি পেলা শুকুলা পতাকা
পাদ্য অৰ্ঘ্য নে ওভোতাই।
উৰা উৰা! ৰাঙলী নিচান। বন্দী কৰি থ'
অশ্ব! বজা! বজা ৰণৰ দুন্দুভি-!
বজা আজি ৰণ-শিঙা
অৰাতিৰ অন্তৰ কপাই-
(শুকুলা পতাকা পতাকাধাৰীৰ হাতৰ পৰা কাঢ়ি আনি ভাঙি পেলায)
শুনা!
শুনা মোৰ প্ৰতিজ্ঞা বিজয়-
ৰণলই কৰিলো আহ্বান-
বিনা ৰণে
নিদিও নিদিও অশ্ব
প্ৰাণ থাকে মানে-।
(সকলোৱে সমস্বৰে "জয় মহাৰাজ বভ্ৰুবাহনৰ জয়" "জয় মণিপুৰৰ জয়-" বভ্ৰুবাহনৰ প্ৰস্থান, আৰু পিছে পিছে গন্ধৰ্ব্ব পক্ষৰ সকলোৱে প্ৰস্থান)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

(দূৰৈত মণিপুৰৰ সৈন্যৰ শিবিৰ। সৈন্যবোৰে যেন কাৰোবাৰ প্ৰতীক্ষাত ব্যাকুল ভাবে অপেক্ষা কৰিছে। সেনাপতিয়ে সিহঁতৰ অস্ত্ৰাদি পৰীক্ষা কৰি ফুৰিছে। বভ্ৰুবাহনৰ ধীৰে ধীৰে প্ৰবেশ। মুখত এটা অস্বাভাবিক গাম্ভীৰ্য্য)

বভ্ৰু : দীপালীৰ দীপ্তি আজি
ম্লান পৰি গ'ল।
ভৰি গ'ল তিক্ততাৰে গোটেই জীৱন।
পান কৰি বিষ তাৰ আকণ্ঠ পূৰাই।
সমীৰণে- উতলা পৱনে
সকলোৱে কৰিছে ঘোষণা
সেই হীন উচ্চাৰণ।
আগ্ৰহৰ অৱনত শিৰ দেখা পাই-
সমবেত জনতাৰ সেই সম্মুখত
প্ৰতিপন্ন কৰি হীন
দৃঢ়হস্তে চেপি ধৰি কণ্ঠনলী মোৰ
লেখি দিলে দীপ্ত ললাটত
কলঙ্কৰ হীন হস্তাক্ষৰ-
জাৰজ! জাৰজ!
আজি--
মূৰ্চ্ছা গ'ল বসন্তৰ প্ৰফুল্ল কুসুম
সৰি গ'ল পাহি তাৰ
মাৰ গ'ল পাহি সৌন্দৰ্য্য সৌৰভ।
জীৱনৰ আজি মোৰ
ফাগুন উকলি গ'ল-।

অদূৰত সৌ মোৰ চাউনী সৈন্যৰ
উৎকণ্ঠ ব্যাকুল হৈ কৰিছে প্ৰতিক্ষা-
মৌন সন্ধিযাৰ এই ম্লান গাম্ভীর্য্যই
দিছে যেন সিহতক,
আগজান আজি মোৰ
অন্তৰত সুপ্ত থকা-
আগন্তুক কাল ধুমুহাৰ।
মেঘৰ মাজত লুপ্ত
বাৰিষাৰ বিদ্যুৎ লহৰে,
ধমনীত ৰক্ত স্ৰোত কৰক সঞ্চাৰ।
বিদ্ৰোহ উঠক নাচি
ঘনঘোৰ ডম্বৰু বজাই-
স্ফীত কৰি সৰ্ব্ব অঙ্গ-
সৰ্ব্ব লোমকূপ-।
আজি মোৰ, ফাগুন উকলি গ'ল-
আহিল সুচনা-
অনাহুত কাল বহাগীৰ-।
আকণ্ঠ কৰিছে পান-
তীব্ৰ হলাহল।
আজি-
দেখা পাব মণিপুৰে-
দেৱতা, দানৱ, যক্ষ, ৰক্ষ, গন্ধৰ্ব্ব, কিন্নৰ।
দেখা পাব সকলোৱে-
প্ৰলয়ৰ ৰুদ্ৰ ৰূপ-
অপমান লাঞ্চনাৰে
বেদনা বিষেৰে হোৱা-
জৰ্জ্জৰিত ভৈৰৱৰ-
ব্যথা ক্লিষ্ট -মৃত্যুঞ্জয-
নীলকণ্ঠ ৰূপ।
(এইবুলি কৈ বায়ু বেগে সৈন্যশিবিৰত সোমাল।
সৈন্যবোৰৰ মুখত এটা ত্ৰস্তমান ভাব-)

**বভ্ৰুঃ** সেনাপতি।
মণিপুৰ বাহিনীয়ে
যুদ্ধ যাত্ৰা কৰিব পুৱাতে।
হয়তে শুনিছা সবে কাৰণো ইযাৰ-
তথাপিও শুনা সকলোৱে
সৈনিক সেনানী-।
সমবেত জনতাৰ সম্মুখত আজি
পদাঘাত কৰি এই উন্নত শিৰত-
সেনাপতি-
উচ্চকণ্ঠে-হীনবাক্য ক'লে ফাল্গুনীয়ে-।

**সেনাপতিঃ** (বাধাদি) ক্ষান্ত হোৱা।
ক্ষান্ত হোৱা মহাৰাজ,
জননীৰ সুসন্তান
মণিপুৰ বাহিনীৰ শিৰৰ ভুষণ-
শ্ৰেষ্ঠ নৰ-তুমি নৰপতি
তযু শিৰ দেখা পাই
শত শিৰ নত হয। হে ৰাজেন্দ্ৰ,
তুমি ৰজা উচ্চতম-
ধৰণীত ঈশ্বৰৰ সাক্ষাত প্ৰতীক।

**বভ্ৰুঃ** মই ৰজা।
ধৰণীত ঈশ্বৰৰ সাক্ষাত প্ৰতীক-
পদাঘাত লাভ কৰি উন্নত শিৰত
শত শিৰ নত কৰি
আৰ্জ্জি আনি আৱৰ্জ্জনা
সানি দিলো
অভাগিনী জননীৰ পবিত্ৰ নামত।
অপূৰ্ব্ব আখ্যান-
অৰ্থ তাৰ-
জননী অসতী মোৰ।
পিতা,
এক অনিশ্চিত -কোনোবা অজ্ঞাত।
(কণ্ঠ ৰুদ্ধ হয)

**সেনাপতিঃ** মহাৰাজ। মহাৰাজ।
নৰ শ্ৰেষ্ঠ। ক্ষান্তহোৱা।
মণিপুৰে ঢালি দিব শোণিত বুকুৰ
সৃষ্টি কৰি শোণিতৰ বিৰাট প্লাৱন-
মচি দিব মলিযন-
ধুই দিব কেঁচা চাৰ।
তীক্ষ্ণশৰ হানি সেই অৰাতি বুকুত
স্তব্ধ কৰিদিব তাৰ-
হীন কণ্ঠ চিৰদিনলই।
তুমি দেৱ।
এটি মাত্ৰ কৰিলে ইঙ্গিত-
শতকণ্ঠ ভেদ কৰি
উৎসৱৰ উঠিব লহৰ-।
আঁতৰিব সৰ্ব্ব গ্লানি
সমস্বৰে সকলোৱে-
গাব সেই-
বিপুল গৌৰৱ সনা জাতীয় সঙ্গীত-
"জয়তু জয়তু জয় মণিপুৰ
জয়তু জয়তু জয় মণিপুৰ-"

**সকলোৱেঃ** দৃপ্ত শকতি যাৰ বিজয়ী বাহুৰ-
গৰজে বিষাণ যাৰ লঙ্ঘিব সুদুৰ-

স্বৰগে বিমানে ঘোষে মৃত্যু ৰিপুৰ-
ৰাণী মোৰ- দেৱী মোৰ- সেযে মণিপুৰ।

## দ্বিতীয় দৃশ্য

(মণিপুৰৰ প্ৰাসাদ কক্ষ)

**চিত্ৰাঃ** বাইদেউ, আজি মনলৈ অলপো শান্তি অহা নাই
কিয় ? দুৱাৰত দেৱতা-তথাপি এটা আশঙ্কা-

**উলুপীঃ** কিয় আশঙ্ক কৰিছা ? সৌৱা কুমাৰ আহিছেই।

(বভ্ৰুবাহনৰ প্ৰবেশ)

**চিত্ৰা ঃ** আহিছে? আহিলানে বাছা ? আহিছেনে দেৱতা ?
আলহী ? কোৱা, কি দিলে সমিধান ?

**বভ্ৰু-** সমিধান যি পালো আই, কবলৈ মোৰ জিভা
অপাৰগ। পাদ্য অৰ্ঘ্য দি চৰণ সেৱা কৰি পাই
আহিছো পদাঘাত।

**উলুপীঃ** পদাঘাত ! কিয় বাছা ?

**চিত্ৰাঃ** পিতাৰ পদাঘাত পুত্ৰৰ মানত একো ধৰিবলগীয়া
নহয। দোষ হ'লে পিতাই পুত্ৰক শাসন কৰেই।

**উলুপীঃ** পদাঘাতেৰে শাসন কৰে ভনীটি ?

**বভ্ৰুঃ** সেই পদাঘাত মূৰ পাতি লৈছিলো আই। কিন্তু
আই, কিয মোৰ পিতৃ পৰিচয় জন্ম-জন্মান্তৰৰ
কাৰণে অজ্ঞাত নাৰাখিলা ?

**চিত্ৰাঃ** বাছা ! কি হ'ল তোৰ ? পিতাৰ ওপৰত অভিমান
কৰি আহিছ?

**বভ্ৰু ঃ** অভিমান ! অভিমান যদি ৰজিলহেতেন আই !
ৰামপুত্ৰ লৱকুশে যিদৰে পিতাক পৰিচয় দিছিল-
ভাবিছিলো সেইদৰে মযো দিম পুত্ৰ পৰিচয।
তোমাৰ কথাতে সেই আশা বিসৰ্জন দিছিলো।
অভাগিনী আই মোৰ ! কুক্ষণত এনে পুত্ৰৰ জননী
হৈছিলা। বৰ
আশা কৰি, পুত্ৰ বুলি পিতাৰ সাদৰ আলিঙ্গন আশা
কৰি, সমিধান পালো মই- জাৰজ-

**চিত্ৰা ঃ** (বজ্ৰাহতৰ দৰে হৈ) জাৰজ !

**উলুপীঃ** (গৰ্জ্জনৰ সুৰেৰে) জাৰজ।
(কিছুপৰ সকলো নিমাত। চিত্ৰাঙ্গদাৰ চকুত এটা
শুন্য হতাশাৰ দৃশ্য)

**চিত্ৰা ঃ** লীন গ'ল অন্তৰত
হৃদয়ৰ নিভৃতত সপোন-
অনুৰাগ ঢালি চৰণত
আজি পালো উপহাৰ
পদাঘাত !
অসতী আখ্যান।

**বভ্ৰুঃ** জননী। বিবাদৰ নাই অৱসৰ-
আজীৱন চকুলো টুকিবা।
আজি। আজিহে জননী-
পাৰা যদি দিয়া তযু-
তনয়ৰ হীন ললাটত-
এটি ফোঁট ৰক্ত চন্দনৰ।

**চিত্ৰাঃ** বাছা। অভাগীৰ আঁচলৰ ধন।

**উলুপীঃ** কুমাৰ ! কুমাৰ ! ক্ষান্ত হোৱা-
বাক ৰুদ্ধ কণ্ঠ ভেদ কৰি-
তোমাৰ স্বৰত যেন বাজিছে মাদল।
দাহনৰ অগ্নি শিখা
উঠে ফুটি সউ দুটি নীল উৎপলত।

**বভ্ৰুঃ** সচা মাতৃ !
অনুমান যথাৰ্থ তোমাৰ।
কালিলই প্ৰথম পুৱাতে-
মণিপুৰে পাণ্ডৱক
দিব এক নব পৰিচয়-

**চিত্ৰাঃ** আচলৰ ধন মোৰ-
মানিক চকুৰ-
সৰ্ব্বনাশ আৰু কিয় কৰিব খুজিছে?

**বভ্ৰুঃ** সৰ্ব্বনাশ হই গ'ল-
আৰু তাৰ একো বাকী নাই।
তেন্তে কিয় দ্বিধা মাতৃ !
(মাকৰ চকুলো বৈ যোৱা দেখি ওচৰ চাপি মুখৰ
ওচৰলৈ মুখ নি)

**বভ্ৰুঃ** আই!
চকু-লো টুকিম দুয়ো-
জীৱনত হ'লে অৱসৰ।
আজি, সম্মুখত মহান কৰ্ত্তব্য
দিয়া মাথো প্ৰসন্ন বিদায়।

**উলুপীঃ** বভ্ৰুবাহন। কুমাৰ!
মনোব্যথা বুজিছো তোমাৰ-
যিদৰে তাহানি মোৰ
ইলাৱন্ত কুমাৰক-
যুদ্ধৰ সাজত নিজে কৰি বিভুষিত-
চন্দন-তিলক সানি
গৌৰৱেৰে ললাটত দিছিলো চুম্বন-
আজি ঠিক তেনেদৰে-
তেনেদৰে তোমাকো সজাম-
পৰিচয় পতাকা তোমাৰ-
নিজহাতে কৰিবা প্ৰতিষ্ঠা-
মই-মাতৃ
মই দিম প্ৰসন্ন বিদায়।

তুমি। তুমি!
তুমি দিবা প্ৰসন্ন বিদায়!
পাৰিবা? পাৰিবা মাতৃ?
পাৰিবা। ইলাৱন্ত তোমাৰ সন্তান-

উলুপীঃ তুমি মোৰ ইলাৱন্ত-
অতীতৰ ইলাৱন্ত-
আজি ফিৰি আহিছা দুনাই।
(চিত্ৰাঙ্গদাক) ভনীটি। শান্তভাৱে
স্থিৰ চিত্তে ভাবি চোৱা-
তুমি নাৰী-
কিয় হ'বা ইতৰ সামান্যা-
অৱহেলা অপমান কৰি
হৃৎপিণ্ড চিণ্ডি লই-
খেলি যাব লৰা'ৰ ধেমালী-
গুচি যাব ভৱিৰে খচকি।
(চিত্ৰাঙ্গদাৰ মুখ তুলি ধৰি)
আজি তুমি লাঞ্ছিতা
গৰ্ব্ব যাৰ ধূলি দৰে-
বাগৰে বাটত -(দুৰৈত শঙ্খধ্বনি)

বভ্ৰুঃ শঙ্খধ্বনি। শিবিৰত।
সঙ্কেত যুদ্ধৰ।
আই।
দিবানে বিদায়।

উলুপীঃ নকৰো পলম পুত্ৰ।
তুৰন্তে আনিম মই-
অস্ত্ৰ-সস্ত্ৰ-যুদ্ধৰ সজুলি। (প্ৰস্থান)

বভ্ৰুঃ আসন্ন সমৰ।
মনোকষ্ট বুজিছো তোমাৰ।
জয়ী হ'লে মণিপুৰ
মাৰ যা কপালৰ-
সেন্দুৰৰ ৰঙা ফোঁট চিৰদিনলই!
আৰু যদি হয় পৰাজিত-
হেৰুৱাবা বুকুৰ সন্তান-
কিন্তু, কি কৰিম আই।
নিৰুপায়-নিৰুপায় মই।
(উলুপী আৰু পুৰনাৰীবিলাকে থালত চন্দন বাটি,
অস্ত্ৰ-সস্ত্ৰ আদি যুদ্ধৰ পৰিচ্ছদাদি লৈ প্ৰবেশ)

উলুপীঃ কুমাৰ!
আহা দিও অস্ত্ৰ- সস্ত্ৰ-
পৰিচ্ছদ তূণ বৰ্ম্ম স্বহস্তে পিন্ধাই।
(উলুপীয়ে পৰিচ্ছদাদি পিন্ধাই- শেষত মুকুট পিন্ধাই
অসি আৰু ধনু আগবঢ়াই দিয়ে)
এই লোৱা অসি ধনুৰ্ব্বাণ।
(বভ্ৰুবাহনে দুয়ো হাত পাতি ধনু লয়)

বভ্ৰুঃ ধনুৰ্ব্বাণ নতশিৰে কৰিছো গ্ৰহণ-
কিন্তু আই-।
শুনিছো লোকৰ মুখে
গাণ্ডীৱ পিনাকধাৰী তৃতীয়ে পাণ্ডৱ
ধৰণীৰ শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ-।
সেই দেখি কৰিছো সংকল্প,
আজি সমৰত
সম্মুখীন হওতে পাৰ্থৰ
ব্যৱহাৰ মাত্ৰ মই কৰিম কাৰ্ম্মুক
গাণ্ডীৱৰ প্ৰতি অস্ত্ৰৰূপে।

উলুপীঃ ভনী চিত্ৰা-,
মুখ তোলা, চোৱা কুমাৰক-
তেজোদীপ্ত যেন এটি নবীন ভাস্কৰ।
বীৰ মাতৃ তুমি-
এইবাৰ নিজ হাতে-
পিন্ধোৱা তিলক-।
(চিত্ৰাঙ্গদাই পুতলাৰ দৰে মুখলৈ চাই থাকে।
বভ্ৰুবাহনে মাকৰ ওচৰত আঁঠু লযগৈ)

বভ্ৰুঃ আই। আই।
আশীষ চুম্বন এটি বিদায় পৰত
দিয়া মোক তপ্ত ললাটত।
(চিত্ৰাঙ্গদাই কান্দোন ৰাখিব নোৱাৰে- পুৰনাৰীবিলাকৰ চকু চলচলীয়া। চন্দন বাটিৰ পৰা চন্দন আনি মন্ত্ৰ মুগ্ধৰ দৰে চিত্ৰাই বভ্ৰুবাহনৰ কপালত তিলক পিন্ধাই দিয়ে। পুৰনাৰীবিলাকে উৰুলী দিযে। বভ্ৰুবাহৰ চকুত পানী। দুয়ো হাতেৰে মাকৰ হাতধৰি নিজৰ শিৰত লগাই আঁঠু কাঢে)

বভ্ৰুঃ মাতৃ! মাতৃ।
তোমাৰ মঙ্গল হস্ত
আৰু - আৰু কিছুপৰ
থোৱা মোৰ তপত শিৰত।
(সকলো যেন ম্ৰিয়মান। আকৌ দূৰৈত শঙ্খধ্বনি।
সকলো উৎকণ্ঠাত আকুল হৈ পৰে।)
আই। আই! সেনানী ব্যাকুল-
নসয় পলম-। এইবাৰ দিয়া পদধূলি-।
(চিত্ৰাঙ্গদাৰ পদধূলি লয। উলু পীৰ ইঙ্গিতত পৰনাৰীবিলাকে উৰুলী দিয়ে। বভ্ৰুবাহন লাহে লাহে উঠি উলুপীক সেৱা কৰি পদধূলি লয় আৰু যাবলৈ প্ৰস্তুত হয়।)
আই-।

মই অতি দুৰ্ভগীয়া সন্তান তোমাৰ
আৰু তোমালোক দুয়ো মোৰ
জনম দুখুনী আই।
দুখনি স্নেহৰ হিয়া - মুখ জুৰাবৰ-।
যদি দৈৱ দুৰ্ভাগ্যত-
নোৱাৰো কৰিব মই প্ৰতিষ্ঠা নিজক-
নোৱাৰো আহিব ফিৰি
জিৰণীৰ এই বুকুলই—
তেনেহ'লে —
হে'ৰা মোৰ পৰম আৰাধ্যা
দুযো গই সমৰ ক্ষে ত্ৰত-
বাছি লই ৰক্ত ধৌত মৃত দেহ মোৰ-
দুযো দিবা দুটি চুমা-
কলঙ্কৰ মহীসনা
এই মোৰ জাৰজ শিৰত-।
বিদায় জননী-।
(বভ্ৰুবাহনৰ প্ৰস্থান। চিত্ৰাঙ্গদা উলুপীৰ গাত ঢলি পৰে)

## তৃতীয় দৃশ্য

(ৰণস্থলৰ একাংশত অৰ্জ্জুন, যুবনাশ্ব, মেঘবৰ্ণ, বৃষকেতু, আদি)

**মেঘবৰ্ণঃ** হে পিতৃব্য-
ৰণ জয় কৰিছো বিস্তৰ—
কিন্তু—
গন্ধৰ্ব্বৰো আছে বুলি এনে পৰাক্ৰম—
ভবা নাই কোনো কালে।
বাস্তবিক দাদা—
এনে ৰণতেই আছে বীৰৰ গৌৰব—

**বৃষকেতুঃ** গন্ধৰ্ব্ব বিক্ৰম তুমি—
স্বচক্ষে দেখিছা
নিধন দেখিছা আৰু পাণ্ডৱ সেনাৰ-।
পদাৰ্পণ কৰিয়েই এই প্ৰদেশত-
অনুমান কৰিছিলো যথাৰ্থ শকতি-
মিলিছে দেখিছা তাৰ যথেষ্ট প্ৰমাণ!

**অনুশাল্বঃ** যোগ্যে যোগ্যে লাগিছে সমৰ-
গন্ধৰ্ব্বয়ো বুজিছে শকতি-।
পাণ্ডৱ আৰতি-
তাতে পুনু নেতৃত্ব পাৰ্থৰ -
জীৱন মৰণ পণ কৰিছে ৰণত-।

**যুবনাশ্বঃ** অগ্নিৰ সন্মুখত ক্ষুদ্ৰ পতঙ্গৰ দৰে-
অবিলম্বে জাহ যাব গন্ধৰ্ব্ব সেনানী-।
পাণ্ডৱৰ তীব্ৰ তীক্ষ্ণ অনল মুখত।
একো শঙ্কা নাই -
আজ্ঞা দিয়া ধনঞ্জয় -
কোন কেনি যাব লাগে -
আজিৰ ৰণত।

**অৰ্জ্জুনঃ** দিম আজ্ঞা -
নিৰ্দ্দেশিম - প্ৰত্যাককে কৰ্ত্তব্য নিজৰ-
কিন্তু, তাৰ পূৰ্ব্বে—
সাবধান কৰিছো সবাকে
সন্তৰ্পণে কৰিবা সমৰ-
সামান্য নহয় এই গন্ধৰ্ব্ব কুমাৰ।
মায়াবী বুলিহে মোৰ অনুমান।
হেলাৰঙে পৰাজিলো-
দেশে দেশে কত শত ক্ষত্ৰিয় নৃপতি-
এনে বাধা-
ক'তো পোৱা নাই-

**বৃষকেতুঃ** হে পিতৃব্য-
পাণ্ডৱে সমৰত-
জীৱন মৰণ পণ কৰিছে গন্ধৰ্ব্বে।
সেই হেতু, এনে সৈন্য ক্ষয়।
আদেশ কৰক-
মেঘবৰ্ণ সতে পশি সমৰ প্ৰাঙ্গণ-
যজ্ঞ- অশ্ব আনিম উদ্ধাৰি।

**মেঘবৰ্ণঃ** সজ যুক্তি হে পিতৃব্য-
দানক আদেশ
যাও আজি জ্যেষ্ঠ সতে-
চাওগৈ কত শক্তি আছে গন্ধৰ্ব্বৰ।
বীৰ ৰক্ত উতলিছে আজি ধমনীত-
দিয়ক আদেশ-
দুয়ো ভায়ে আজি সমৰত
দিওগৈ পৰিচয় ক্ষত্ৰিয় বাহুৰ।
(মণিপুৰ - সৈন্যৰ জয়ধ্বনি শুনা যায়)

**অৰ্জ্জুন ঃ** শুনা শুনা জয়ধ্বনি গন্ধৰ্ব্ব সেনাৰ।
ভাল কথা-
বৃষকেতু, মেঘবৰ্ণ!
উভয়ে ৰোধিবা শত্ৰু দক্ষিণ দ্বাৰত-
দৈত্যৰাজ অনুশাল্ব থাকিব পূবত-
পশ্চিমত যুবনাশ্ব বেহু সন্মুখত
চাবা যেন শত্ৰু সৈন্য
পলাবৰ নেপায় সন্ধান
যাও মই
সন্মুখত ৰোধো গই গতি গন্ধৰ্ব্বৰ

আহা শীঘ্ৰে।
(অৰ্জ্জুন, যুবনাশ্ব, আৰ অনুশাল্বৰ প্ৰস্থান)

মেঘবৰ্ণ: শুনা দাদা-
জয়ধ্বনি গন্ধৰ্বৰ চাপিছে ওচৰ
বাধা পোৱা নাই যেন হয় অনুমান-
অনুমতি দিয়া দাদা
শীঘ্ৰে গই চাই আহো - (প্ৰস্থান)

বভ্ৰুবাহন : পলাল পাণ্ডৱ সেনা
কেনি গ'ল সেনাপতি
নেপালো বিচাৰি।

বৃষকেতু: গন্ধৰ্ব্ব কুমাৰ
সামান্য সৈনিক দুটা বধি সমৰত-
বীৰত্ব বৰাই দেখো নধৰে মুখত।

বভ্ৰু :  হে বীৰ কুমাৰ
অঙ্গ লাৱণিয়ে তয়
দিয়ে দেখো শিশু পৰিচয়।
শুৱাব লাৱণি-
জননীৰ কোমল কোলাত-
ৰণস্থল নোশোভে তোমাৰ।

বৃষকেতু : নুশুনাৰা বাক্যৰ চাতুৰী
আহা বীৰ-
অস্ত্ৰে অস্ত্ৰে হো'ক পৰিচয়।

বভ্ৰু : শিশু তুমি
শুনা কও পুনৰ্ব্বাৰ-
ৰণ বাঞ্ছা কৰা পৰিহাৰ।

বৃষকেতু : অস্ত্ৰ লোৱা গন্ধৰ্ব্ব কুমাৰ
নিবাৰা শিশুৰ বাণ-
শক্তি যদি আছে দ্বিবাহুত।

বভ্ৰু : নিতান্তই বাঞ্ছিছা মৰণ
কৰা তেন্তে হৰিক স্মৰণ।

বৃষকেতু : ইষ্ট মান জপ কৰা গন্ধৰ্ব্ব কুমাৰ
মৃত্যুবাণ কৰিলো নিক্ষেপ-
এই বানে ৰথ ধ্বজা কৰিলো ছেদন
এই বানে কাটিলো সাৰথি।

বভ্ৰু: এই চোৱা নিবাৰিলো বাণ-।
(বাণ এৰি বাণ কাটে)

বৃষকেতু : এই বাণে ছেদিলো কিৰীটি-

বভ্ৰু : খণ্ড খণ্ড কৰিলো শূণ্যতে।

বৃষ : এই বাণ মৃত্যুবাণ বভ্ৰুবাহনৰ-

বভ্ৰু : নিস্তেজ কৰিলো বাণ।
এই বাৰ আত্ম ৰক্ষা কৰাহে কুমাৰ-
অৰ্দ্ধচন্দ্ৰ বাণ এই কৰিলো নিক্ষেপ-
শিৰ কাটি পেলাব মাটিত-

বৃষ : উস্ ! নাৰায়ণ।
হে কৃষ্ণ বিপদ বাৰণ। (মৃত্যু)

বভ্ৰু: পৰিল বালক বীৰ-
গৰ্ব্ব খৰ্ব্ব হ'ল পাণ্ডৱৰ
এইবাৰ, এইবাৰ চাওগই
ক'ত আছে পাণ্ডৱ নায়ক।
(বভ্ৰুবাহনৰ প্ৰস্থান আৰু অৰ্জ্জুন, অনুশাল্ব, যুবনাশ্ব, আৰু মেঘবৰ্ণৰ প্ৰৱেশ)

মেঘ : দাদা। দাদা।
মুহুৰ্ত্তৰ বাবে মাত্ৰ দিছিলা বিদায়।
কিয় এৰি গলো অকলেই -
উস্।

অৰ্জ্জুন : বৃষকেতু ! বাছা মোৰ-
মাতি যা-
খুৰা বুলি মাতি যা এবাৰ
কি কৰিলি ?
কিয় ই দাৰুণ শেল হানিলি বুকুত।
কাৰ মুখ চাই আৰু জুৰাম নয়ন-
কোন মুখে ফিৰিম হস্তিনা
কি বুলি প্ৰবোধ দিম-
কুন্তী জননীক ?
হা পুত্ৰ! প্ৰাণাধিক
(নেপথ্যত) জয় মণিপুৰৰ জয়।

যুবনাশ্ব : হে ফাল্গুনি।
শুনা সেই -
ৰণোন্মত্ত অৰাতি গৰ্জ্জণ।

অনুশাল্ব: হে বীৰ কেশৰি।
বীৰ পুত্ৰে ৰণমৃত্যু কৰিছে বৰণ-
সন্তাপৰ নহয় সময়।

অৰ্জ্জুন : সন্তাপৰ নহয় সময়।
ভাল কথা কৰিলা স্মৰণ-
পুত্ৰৰ তৰ্পণ হেতু
লাগে তেজ - লাগে, তপত শোণিত
পুত্ৰঘাতী অৰতি বক্ষৰ-
যোৱা দৈত্য ৰাজ!
যোৱা যত পাণ্ডৱ সেনানী-
গন্ধৰ্ব্ব তেজেৰে আজি ——
হ'ব লাগে পুত্ৰৰ তৰ্পণ।
(যুবনাশ্ব, অনুশাল্ব ও মেঘবৰ্ণৰ প্ৰস্থান।
মণিপুৰৰ সৈন্যৰ জয়ধ্বনি)
অৰাতিৰ জয়ধ্বনি চাপিছে ওচৰ-

মিলিছে সুযোগ-
ধুলিৰেণু দৰে আজি-
মোহাৰিম গন্ধৰ্ব্ব সেনানী-
(বভ্ৰুবাহন আৰু মণিপুৰৰ সেনাপতিৰ প্ৰৱেশ)

বভ্ৰু : হে পাণ্ডৱ।
ক্ষত্ৰিয় মৰণ পুত্ৰে কৰিছে বৰণ
কিয় তাত কৰিছা সন্তাপ-
লোৱা অস্ত্ৰ, দিয়া ৰণ।

অৰ্জ্জুন : হেৰ নীচ গন্ধৰ্ব্ব তনয়-
শিশুহত্যা কৰি কৰ বীৰত্ব বৰাই?
চাও আজি কত শক্তি তোৰ?

বভ্ৰু : এনেকৈয়ে সমৰত শিশু আগ কৰি
অমৰ বিজয়ী বুলি -
কৰিছানে সুখ্যাতি অৰ্জ্জুন?
আজি তাৰে হ'ব পৰিচয়।

অৰ্জ্জুন : হীন জিভা তোৰ-
উচ্চা -বাচ্য অতি অশোভন-
ইষ্ট নাম কৰ সোঁৱৰণ
পৰিত্ৰাতা নাই তোৰ
আজি সমৰত।

বভ্ৰু : সেনাপতি, যোৱা তুমি-
ৰোধা গতি পাণ্ডৱ সেন্যৰ-
মই বুজো শক্তি নায়কৰ
(সেনাপতিৰ প্ৰস্থান)
এই বাণ কৰিলো সন্ধান-
মাতাহে পাণ্ডৱ-
সঙ্কটৰ গোবিন্দ সাৰথি। (বাণ এৰিলে)

অৰ্জ্জুন : নিস্তেজ গন্ধৰ্ব্ব বাণ পাৰ্থ সন্মুখত।
আত্মৰক্ষা কৰ ভীৰু-
প্ৰহাৰিলো এই মৃত্যুবাণ।

বভ্ৰু : হাঃ হাঃ হাঃ হাঃ
পুষ্পশৰে স্পৰ্শিলে শৰীৰ-
ৰোধা প্ৰতিশৰ।

অৰ্জ্জুন : ক'ত চিত্ৰা গন্ধৰ্ব্ব দুহিতা?
মাত ভীৰু-
অন্তিমত সোঁৱৰ এবাৰ-
চাই লক পুত্ৰ মুখ-
শেষ বাৰলই।

বভ্ৰু : আত্ম চিন্তা কৰাহে পাণ্ডৱ-
বীৰ খ্যাতি শুনিছো পাৰ্থৰ-
চাও আজি সাৰ্থকতা তাৰ-।

অৰ্জ্জুন : ব্ৰহ্ম অস্ত্ৰ কৰিলো নিক্ষেপ
মৃত্যু তোৰ সন্নিকট-
নাই পৰিত্ৰাণ-।
(শূণ্যত গঙ্গাদেৱীৰ আবিৰ্ভাৱ)

গঙ্গা : শুনা শুনা হে বভ্ৰুবাহন
গঙ্গাবাণ অপেক্ষিছে তূণত তোমাৰ-
অভিশাপ আছে জাহ্নবীৰ-
আজি তাৰ পৰিণতি-।
হেৰ হেৰ পুত্ৰঘাতী অৰাতি অৰ্জ্জুন-
অভিশাপ কৰ সোঁৱৰণ-
ভোগ কৰ - আজি পৰিণাম
গন্ধৰ্ব্ব কুমাৰ-।
গঙ্গাবাণ কৰাহে সন্ধান
অবিলম্বে পাৰ্থ শিৰ-
লুটিব ধৰাত-।

অৰ্জ্জুন : গঙ্গাবাণ! গঙ্গাবাণ! উস্-
অভিশাপ জাহ্নবীৰ-।
পিতামহ ভীষ্মদেৱ হত হোৱা অন্যায় ৰণত-
আজি তাৰ পৰিণতি-।

বভ্ৰু : গঙ্গাবাণ! গঙ্গাবাণ! আহা হা ----।
কোন ইষ্ট তুষ্ট মোৰ প্ৰতি-
হে পাণ্ডৱ -
পৰিত্ৰাহী মাতা মাধৱক -
গঙ্গাবাণ কৰিলো সন্ধান-
লোৱা ইষ্ট নাম -। (গঙ্গাবাণ এৰিলে)

অৰ্জ্জুন : হে মধুসূদন -।
সন্নিকট মৰণ পাৰ্থৰ-
সতী সাধ্বী পতিব্ৰতা -
চিত্ৰাঙ্গদা পাৰ্থ পৰিণীতা-
নিন্দিছিলো মিছা সন্দেহত-
আজি তাৰে ভুঞ্জো পৰিণাম-।
নাৰায়ণ! নাৰায়ণ!

বভ্ৰু : পিতা! পিতা!
শঙ্কৰ বিজয়ী বিজয়-
পুত্ৰৰ হাতত আজি
হেৰুৱালা প্ৰাণ।
পুত্ৰঘাতী হোৱাৰ ভয়ত-
সন্তানক পিতৃঘাতী কৰিলা শেহত-?
(অৰ্জ্জুনৰ মৃতদেহৰ ওপৰত ঢলি পৰে)

## চতুৰ্থ দৃশ্য

(মণিপুৰৰ ৰাজ অন্তেষপুৰ। বাউল বৰাগীয়ে

গীতজুৰি সোমাই আহে।)

## গীত

দেহাৰ এই দুদিনবেহা
দুদিনতে সাং-
বান্ধে দুদিনতে সাং-।
মন বলিযাৰ আকাশী চাং----।
ভাঙ ঐ বান্ধে ভাঙ--।
দুদিনতে সাং-।
মানি লবি শিলৰ ৰেখা
চিকমিকিয়া যিমান দেখা-
সোণ নহয় ৰাং বান্ধে-
সোণ নহয় ৰাং-।

(গীতান্তত চিত্ৰাঙ্গদা আৰু উলুপী সোমাই আহে)

**উলুপী** : আজি কিয এনে করুণ বিননি জুৰি মনলৈ শোকৰ অগণি টানি আনিছা বৰাগী?

**চিত্ৰা** : কোৱা বাউল বৰাগী, কি বাতৰি আনিছা?

**বৰাগী** : বাৰ্ত্তা লৈ কুমাৰ নিজেই আহিব লাগিছে মহাৰাণী। মই কেৱল মহাৰাজৰ আগমনৰ আগজাননীহে দিবলৈ আহিছো। সৌৱা-কুমাৰ আহিছেই।

(বভ্ৰুবাহনে প্ৰবেশ কৰি চিত্ৰা আৰু উলুপীক সেৱা কৰে)

**বভ্ৰু** : আই। আই।

**চিত্ৰা** : বাছা, কি হ'ল তোৰ?

**উলুপী** : তোমাক আজি এনেকুৱা দেখিছো কিয কুমাৰ? কি হ'ল?

**বভ্ৰু** : কণ্ঠ ৰুদ্ধ, কবলৈ কথা ফুটি নোলায় জননী-

**চিত্ৰা** : বাছা মোৰ, কথা ক'। কি হ'ল তোৰ?

**বভ্ৰু** : আই মোৰ, মহাপাপ কৰি আহিছো। পিতৃহত্যা কৰি আহিছো।

**উলুপী** : কি ক'লা? পিতৃহত্যা কৰিলা?

**চিত্ৰা** : উস্। বাইদেউ-। কি কৰিলি ৰাক্ষস? পুত্ৰ হৈ জননীৰ শিৰৰ সেন্দুৰ মচি পেলালি। উস্। মোৰ কি হ'ল বাই-- দেউ-।

(মূৰ্চ্ছা গ'ল)

**বভ্ৰু** : অভিশাপ দিয়া আই। কুক্ষণত এনে সন্তানক গৰ্ভত ধাৰণ কৰিছিলা।

**উলুপী** : কি সৰ্বনাশ কৰিলা বাছা? অভিশপ্ত অভাগীৰ সাধনাৰ বিগ্ৰহ-মুহূৰ্ত্ততে খণ্ড খণ্ড কৰি ধূলিৰ লগত মিহলি কৰি দিলা? কি কৰিলা?

**চিত্ৰাঙ্গদা** : (অলপ প্ৰকৃতিস্থ হৈ) বাইদেউ! মোক লৈ ব'লা--। মোৰ স্বামীৰ সমাধি ক্ষেত্ৰলৈ লৈ ব'লা। স্বামীৰ লগত এই পাপ প্ৰাণ বিসৰ্জ্জন দিওগৈ-।

**বভ্ৰু** : ক্ষমা কৰা আই-। মই মহাপাপী। মই পিশাচ। পিতৃবধী কুলাঙ্গাৰ মই। এই পাপ প্ৰাণৰ মোৰ একো প্ৰয়োজন নাই। পিতাৰ হাতত মৃত্যু নহ'ল। এইবাৰ আত্মহত্যা কৰি পিতৃহত্যাৰ প্ৰায়শ্চিত্ত কৰিম। যাও আই। মাগিছো বিদায়।

**উলুপী** : ছি--ছি--কুমাৰ, তেনেবাক্য উচ্চাৰণ কৰিব নেপায়। কথা শুনা কুমাৰ, কথা শুনা ভনীটি, কৃষ্ণসখা অৰ্জ্জুনৰ মৰণ অসম্ভৱ। আজি ভাল কথা মনত পৰিছে। মোৰ বিবাহত পিতাই সঞ্জীৱনী মণি যৌতুক দিছিল। সেই মণি স্পৰ্শত মৃতকে প্ৰাণ পায়-।

**বভ্ৰু** : ক'ত আছে সেই মণি জননী? কোৱা। স্বৰ্গ, মৰ্ত্ত্য, পাতাল য'তে আছে তৰে পৰা তাক এই মুহূৰ্ত্তে লই আহোঁগৈ-।

**উলুপী** : ব্যগ্ৰ ন'হবা কুমাৰ। সেই মণি স্পৰ্শ কৰাই-স্বামীৰ জীৱন ফিৰাই আনিম-। উতলা নহবা ভনীটি। শীঘ্ৰে সেই মণি আনিবৰ ব্যৱস্থা কৰিম-। পুণ্ডৰীক। পুণ্ডৰীক।

**বভ্ৰু** : আজ্ঞা দিয়া আই। নিজে যাও, ক'ত আছে মণি আনোগৈ।

(পুণ্ডৰীকৰ প্ৰবেশ)

**পুণ্ডৰীক** : এইয়া পুণ্ডৰীক উপস্থিত। কি সকামত বা মতালে দেবী-। আদেশ কৰক, কি আজ্ঞা পালন কৰিম-।

**উলুপী** : পুণ্ডৰীক। আদেশ অতি কঠোৰ-। এই মুহূৰ্ত্তে পাতালপুৰীলৈ যাব লাগে, পিতাৰ ওচৰলৈ-।

**পুণ্ডৰীক** : আদেশ কৰক,-- কি বাৰ্ত্তা নিব লাগে-।

**উলুপী** : বাৰ্ত্তা নহয় পুণ্ডৰীক-। মোৰ বিবাহৰ যৌতুক পিতৃদত্ত সঞ্জীৱনী মণি পাতালত পিতাৰ হাতত আছে। স্বামীৰ জীৱন ফিৰাই আনিবৰ কাৰণে সেই মণিৰ আজি এতিয়াই প্ৰয়োজন হৈছে-। যোৱা পুণ্ডৰীক-এই মুহূৰ্ত্তে পাতালপুৰীলৈ যাত্ৰা কৰি, পিতাক খুজি সঞ্জীৱনী মণি লই আহাঁগৈ। যোৱা পলমৰ সময় নাই-।

**পুণ্ডৰীক** : তেন্তে সেৱাহে জনালো দেবী। (প্ৰস্থান)

**উলুপী** : কুমাৰ তুমিও যোৱা। সমৰক্ষেত্ৰত পিতাৰ আৰু তেওঁৰ প্ৰিয় পৰিজনৰ মৃত শৰীৰ অতি সাবধানে ৰক্ষা কৰাৰ ব্যৱস্থা কৰাগৈ।

**বভ্ৰু** : যি আজ্ঞা জননী। হতভাগ্য সন্তানৰ শত অপৰাধ আজীৱন ক্ষমা কৰিছা জননী। আজি তাৰ ব্যাকুলতাত অভিশাপৰ আহুতি নিদিবা।

(প্ৰস্থান)

**উলুপী** : ব'লা ভনীটি। স্বামীৰ চৰণত অভাগীহঁতৰ চকু-

লো পুস্পাঞ্জলি দিওঁগৈ।

(দুয়োৰো প্ৰস্থান)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

(হস্তিনাৰ প্ৰাসাদ কক্ষ। চিন্তাকুলা কুন্তী। দূৰৈৰ পৰা অহা এটি নিচুকনি ভাবৰ সুৰে কৃষ্ণ আগমন বাৰ্ত্তা আনে-। সেই সুৰত কুন্তী চঞ্চলা হৈ উঠে-)

**শ্ৰীকৃষ্ণৰ প্ৰবেশ**

কুন্তী : আহিছা। আহিছা, প্ৰভো।
কাতৰ মিনতি মোৰ
ব্যৰ্থ হোৱা নাই-।

কৃষ্ণ : মাতৃ।
ব্যাকুলতা কিয় শুনো কণ্ঠত তোমাৰ?
পঞ্চ বীৰে - পাঞ্চালী সখিয়ে-
প্ৰতিদিনে কৰে যাৰ চৰণ বন্দনা-
এনে ভাগ্য কাৰ?
কোৱা মাতৃ-
কিয় দেখো চঞ্চলা তোমাক?

কুন্তী : অন্তৰ্য্যামী। জানা তুমি
কিমান স্নেহৰ মোৰ পাৰ্থ বৃষকেতু?

কৃষ্ণ : জানো দেৱী,
প্ৰবাসী পুত্ৰৰ প্ৰতি—
স্বভাৱতে বই যায় মাতৃৰ চেনেহ--
কিন্তু দেৱী, আশঙ্কাৰ নুবুজো কাৰণ--।

কুন্তী : প্ৰভো। জানাতো মাতৃৰ মন।
শঙ্কালই নেলাগে কাৰণ।

কৃষ্ণ : সখা ধনঞ্জয় মোৰ—
ধৰণীৰ শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ—
বৃষকেতু বীৰ সহচৰ—।
দিগ্বিজয়ো শেষ প্ৰায়--
বীৰ পুত্ৰ বীৰ নাতি তযু--
বীৰদৰ্পে আহিব উলটি
মহাযজ্ঞ অশ্বমেধে কৰিব প্ৰচাৰ--
ধৰ্ম্মক্ষেত্ৰ ভাৰতৰ—
একচ্ছত্ৰী ধৰ্ম্মপ্ৰাণ ৰজা যুধিষ্ঠিৰ—

কুন্তী : শুনা প্ৰভো-।
যিবা হেতু অভাগীৰ অস্থিৰ অন্তৰ-।
গ'ল ৰাতি দেখিলো সপোন-
শোকে দুখে উন্মাদিনী জাহ্নবী জননী—
ৰণচণ্ডী বেশে আহি—
কই গ'ল তীব্ৰ স্বৰে--
"কান্দ আজি পুত্ৰহীনা অভাগী জননী—
বুকু ভাঙি কৰ অশ্ৰুপাত--
বৃষকেতু, অৰ্জ্জুনৰ প্ৰাণহীন দেহ-
পৰি আছে মণিপুৰ গন্ধৰ্ব্ব দেশত।
স্বপ্ন যদি সচা হয়-।
হে মুৰাৰী—।
স্বপ্ন যদি সচা হয়—।

কৃষ্ণ : ব্যাকুলতা জননী হিয়াৰ--
দুৰ্ব্বলতা বাৰ্দ্ধক্যাৰ --
এয়ে হেতু অলীক স্বপ্নৰ-।

কুন্তী : নহয় মাধৱ
দুৰ্ব্বাৰ আশঙ্কা অগ্নি--
অস্থিৰ অন্তৰ-

কৃষ্ণ : স্থিৰ হোৱা পাণ্ডৱ জননী
কুশলে আহিব ফিৰি-
বীৰ নাতি বৃষকেতু
কৃষ্ণ সখা বীৰেন্দ্ৰকেশাৰী ।

কুন্তী : মাতৃ প্ৰাণে নেমানে প্ৰবোধ-
তুমি কায়া--
ছায়া মাথো পাণ্ডৱ তোমাৰ--
তুমি যদি নাথাকা সাৰথি –
গাণ্ডীৱত নেবাজে টঙ্কাৰ -।
যোৱাহে পাণ্ডৱ সখা
যোৱা প্ৰভো কৰিছো মিনতি -
আনি দিয়া বৃষকেতু অৰ্জ্জুনক মোৰ--।

কৃষ্ণ : পাণ্ডৱ জননী তুমি--
কৃষ্ণৰো জননী—
এৰা খেদ—
অবিলম্বে দূৰ হ'ব আশঙ্কা মনৰ -।
আজ্ঞা তযু পালি--
যাম আজি মণিপুৰলই
ৰজা য'ৰ কিশোৰ কুমাৰ—
চিত্ৰাঙ্গদা পুত্ৰ বীৰ দ্বিতীয় ফাল্গুনী--।

কুন্তী : দ্বিতীয় ফাল্গুনী—।

কৃষ্ণ : বীৰত্বত—
মাতৃ। যেয়ে হোক পাণ্ডৱৰ
প্ৰতিদ্বন্দ্বী ভাৰত ভূমিত—
ধৰ্ম্ম প্ৰভাৱত ৰ'ব
চিৰজয়ী পাণ্ডৱ সদায়-।

কুন্তী : চিৰজয়ী। হে গোবিন্দ—
বৃষকেতু অৰ্জ্জুনৰ প্ৰাণৰ সলনি—

নকৰো কামনা—
চিৰজয়ী নাম পাণ্ডৱৰ—।
হেৰুৱালো অকালত—
অভিমন্যু পুতলি প্ৰাণৰ—
পাণ্ডৱে আৰ্জ্জিলে খ্যাতি—
চিৰজয়ী নাম—।
কৰ্ণ গ'ল—।
সখাই তোমাৰ
চিৰজয়ী আৰ্জ্জিলে সুখ্যাতি—।
কৰ্ম্মস্মৃতি বৃষকেতু মোৰ—
পুত্ৰ ধনঞ্জয়—
হয়তোবা হে নিষ্ঠুৰ—
অকালত নিবা কাঢ়ি
পাণ্ডৱৰ চিৰজয়ী নামৰ কাৰণে?

**কৃষ্ণ:** বুজিছো ইঙ্গিত মাতৃ।
শুনা তেন্তে কৰো নিবেদন—
হে জননী—
যি সত্য প্ৰতিষ্ঠা হেতু—
অনুষ্ঠিত কুৰুক্ষেত্ৰ ভাৰত ভূমিত—
অশ্বমেধ মহাযজ্ঞে—
সেই সত্য কৰিব প্ৰচাৰ
ভাৰতৰ প্ৰপীড়িত নৰনাৰী সবে
বীজমন্ত্ৰ সমনিতে-
যুগে যুগে জপিব হিযাত—
জীৱন্ত জাগ্ৰত এই সত্যৰ মহিমা—
মহিমাতে তাৰ—
মুখৰিত হ'ব পুনু—
ভৱিষ্যত কোনো মুক মলিন শতাব্দী—।
মাতৃ! অসমাপ্ত হ'ব যজ্ঞ—
হয যদি ফাল্গুনী নিধন—।
অসমাপ্ত ৰ'ব সত্য—
মহাবাণী ভাৰতত নহব প্ৰচাৰ—।

**কুন্তী:** হে কৃষ্ণ—
নিমিলিত জ্ঞান চকু মোৰ—
উন্মিলিত কৰিছা তুমিযে—
প্ৰপন্ন পালক তুমি—
পাণ্ডৱক কৰিছো অৰ্পণ—
সউ দুটি ৰঙা চৰণত—।

## দ্বিতীয় দৃশ্য

(নাগৰাজ অনন্তৰ মন্ত্ৰণা কক্ষত অনন্ত আৰু মন্ত্ৰী ধৃতৰাষ্ট্ৰ)

**অনন্ত:** শুনা মন্ত্ৰী-।
তোমাৰ বুদ্ধিতে আজি—
নাগৰাজ্য হ'ল ছাৰখাৰ—
পুণ্ডৰীক নাগে আহি—
সানুনযে নিবেদিলে—
মিনতি বচন মোৰ—
প্ৰিয়তমা কন্যা উলুপীৰ—।
মণি স্পৰ্শে গুচাব খুজিলে—
হীন বৈধব্য যন্ত্ৰণা—।
যুক্তি ভাবি তোমাৰে ছলনা—
নুগুনিলো আগ-পাছ-
ভোলগালো তোমাৰেই বাক্য চাতুৰীত—।
নিদিলো অমৃত মণি—
অৰ্জ্জুনে নেপালে প্ৰাণ—
ৰুষ্ট হ'ল কন্যামোৰ—
ৰুষ্ট হ'ল পাৰ্থ পুত্ৰ শ্ৰীবভ্ৰুবাহন—
ৰুষ্ট হ'ল পাৰ্থ সখা শ্ৰীমধুসূদন—।

**ধৃতৰাষ্ট্ৰ:** মহাৰাজ!
নকৰিব বৃথা তিৰস্কাৰ।
চিৰদিন নাগশত্ৰু খ্যাতি অৰ্জ্জুনৰ—।
যদিও জামাতা তযু—
শত্ৰু মোৰ প্ৰিয় স্বদেশৰ—।
অতি ক্ৰুৰ-অতি খল-
চিৰশত্ৰু নাগকুলৰেই —
তেনে শত্ৰু জীলে পুনৰ্ব্বাৰ—
নাগকুল হ'ব ছাৰখাৰ
বিধিৰে ই মঙ্গল বিধান—
এনে শত্ৰু হইছে নিপাত—।

**অনন্ত:** পাৰ্থ আজি অৰি যাৰ—
পাৰ্থ পুত্ৰ আৰু ছাৰ-
নহলে কিয়নো-
বীৰৰ নন্দন বীৰ শ্ৰীবভ্ৰুবাহন-
নাগৰাজ্য প্ৰবেশি বিক্ৰমে-
নাগকুল ধ্বংসমূল-
কৰে অপ্ৰয়াসে-।
নহলে কিয়নো-
স্বদেশৰ সোণোৱালী নাও-
বুৰো বুৰো আজি অকুলত-।
দুশ্চিন্তা অপাৰ-
সেই হেতু কটুবাক্য বুলিছো তোমাক-।
কাক ক'ম তোমাক নকই-।
কিয় মন্ত্ৰী কৰা অভিমান-?

ধৃতৰাষ্ট্ৰ : হে ৰাজন-।
একো নাই অভিমান মোৰ-।
হিত ক'লে ধৃতৰাষ্ট্ৰে হয় বিপৰীত।
সেই দেখি,
আৰু কথা নকও একোকে-।
যায় যদি-
য'ক দেশ ৰসাতললৈ
লাভ ক্ষতি কিনো তাত মোৰ-
দিযে দিব মণি গন্ধৰ্ব্বক-
হয় হ'ব নাগকুল সমূলে নিৰ্ম্মূল-।
নাগ মন্ত্ৰী ধৃতৰাষ্ট্ৰে নিদিযে কুবুদ্ধি-

অনন্ত : এনে শঙ্কটত মোক এৰি অকুলত-
কলৈ পলাবা মন্ত্ৰী-?
কি উপায়ে ৰাখিবা স্বদেশ-?
সম্পদত বন্ধু ৰূপে
বিপদত ত্ৰাতা ৰূপে-
তুমিয়েই দিছা সদুপায়-
আজিও ই শঙ্কট কালত
তুমিয়েই চিন্তা কৰা-
সদুপায় স্বদেশ ৰক্ষাৰ-।

ধৃতৰাষ্ট্ৰ : অতদিনে সেবিলো স্বদেশ-
আজি মোৰ পক্ক কেশ-
স্থবিৰ দ্বিবাহু-।
অসমৰ্থ দেশসেৱা কিবা কৰিবৰ-
সেইবাবে মাগিছো মেলানি
অৱসৰ দিযক বৃদ্ধক-।

অনন্ত : শুনা মন্ত্ৰী। এৰা খেদ-
এৰা অভিমান-!
তোমাৰেই বিচক্ষণ বুদ্ধি প্ৰভাৱত
নাগৰাজ পাতালৰ-
ধনজন সমৃদ্ধিৰ ইমান প্ৰাচুৰ্য্য।
আজি মোৰ বাতুল বুদ্ধিত-
স্বেচ্ছাকৃত আওহেলা হেতু-
মহাশত্ৰু স্নেহৰ নাতিনী
বিপন্ন স্বদেশ-।
শুনা মন্ত্ৰী-।
এতিয়াও নাই যোৱা উকলি সময়-।
এতিয়াও আছে দেশ ৰক্ষাৰ উপায়-।
কৰো যদি সন্ধিৰ প্ৰস্তাৱ-
কৰযোৰে মাতো যদি বভ্ৰুবাহনক
দিম বোলো সঞ্জীৱনী মণি-
পাৰ্থপুত্ৰে নকৰে সমৰ-
স্নেহৰ নাতিনী মোৰ তুৰন্তে আহিব-।
মতামহ বুলি মোক সাৱটি ধৰিব-।
ৰক্ষা হ'ব দুয়ো কুল-।
দিয়া মন্ত্ৰী দিয়াহে সম্মতি-
চিৰদিন নাগবন্ধু তুমি-
কৰযোৰে মিনতি কৰিছো-
কথা ৰাখা মোৰ-
ৰক্ষা কৰা বিপন্ন স্বদেশ-

ধৃতৰাষ্ট্ৰ : হে ৰাজন!
আপুনিয়ে পাতালৰ ভাগ্যৰ বিধাতা-
উপলক্ষ্য এটি মাত্ৰ মই-
যদি দেখে সমীচীন-
দিয়ক আদেশ
সন্ধি হোক গন্ধৰ্ব্বৰে স'তে-
মই বাধা নিদিও একোতে-।
(উত্ৰাৱল ভাবে ধৃতৰাষ্ট্ৰ পুত্ৰ হিৰণ্যাকৰ প্ৰবেশ)

হিৰণ্যাক : সৰ্ব্বনাশ হ'ল পিতা।
সৰ্ব্বনাশ হ'ল মহাৰাজ-!
গৰুড় বাণেৰে ছাতি
আকাশ পাতাল-
পাৰ্থপুত্ৰে নাগকুল কৰিলে নিৰ্ম্মূল।
ছিন্ন ভিন্ন নাগ সৈন্য-
প্ৰাণলৈ কথমপি-
বাৰ্ত্তা মাথো দিবলৈ আহিছো পলাই-।
যিবা হয় কৰক উপায়-
নতু, সৰ্ব্বনাথ উপস্থিত
ধনেজনে নাগৰাজ্য যায় ৰসাতলে-।

অনন্ত : সন্ধি। সন্ধি। হিৰণ্যাক।
এইমাত্ৰ সন্ধিৰেই কৰিছো মন্ত্ৰণা-
যোৱা তুমি-
সৈন্য বাহিনীক শুনাবা আদেশ
সন্ধি স্থিৰ গন্ধৰ্ব্বৰে সতে
ৰণ শান্তি হ'ব হ'ব অচিৰাৎ-।

হিৰণ্যাক : মহাৰাজ।
সঞ্জীৱনী মন্ত্ৰ মাত্ৰ লাগে গন্ধৰ্ব্বক-।
সন্ধি শান্তি একোকে নেমানে-
মণি পালে গন্ধৰ্ব্বই
হ'ব পাৰে সমৰ বিৰতি-।

অনন্ত : হিৰণ্যাক।
যোৱা তুমি প্ৰচাৰা আদেশ-
নাতি মোৰ গন্ধৰ্ব্ব কুমাৰ-
অৱশ্যেই মানিব প্ৰস্তাৱ-

ব'লা মন্ত্ৰী-,
দুয়ো মিলি সমাদৰে-
আনোগই মাতি কুমাৰক
সমাৰোহ সম্বৰ্দ্ধনা জনাই আমাৰ-।
জামাতাৰ ৰক্ষা হেতু-
সঞ্জীৱনী মণি মোৰ দিম উপহাৰ।

**ধৃতৰাষ্ট্ৰ :** শিৰোধাৰ্য্য ৰাজাদেশ-
আজ্ঞামতে-
বৰ্ণে বৰ্ণে পালিম অচিৰে-

**অনন্ত :** আহা মন্ত্ৰী!
দিও গই উপদেশ-
অভ্যৰ্থনা আযোজন হেতু নগৰত-
যোৱা তুমি হিৰণ্যক-
শীঘ্ৰে মোৰ প্ৰচাৰা আদেশ।

**হিৰণ্যক :** যিবা আজ্ঞা মহাৰাজ
অবিলম্বে পালিম আদেশ।

**ধৃতৰাষ্ট্ৰ :** ইচ্ছামতে মহাৰাজ-,
অভ্যৰ্থনা আয়োজন ক'ৰক ৰাজ্যত।
নাতিনীৰ সম্বৰ্দ্ধনা,
মাতামহে ভালদৰে কৰিব পাৰিব।
নিজে মই কৰোঁ গই সন্ধিৰ প্ৰস্তাব।
সমাদৰে ৰাজসভালই-
আনোগই গন্ধৰ্ব্ব ৰাজক।

**অনন্ত :** মন্ত্ৰী! সেয়ে অতি সজ যুক্তি।
যোৱা শীঘ্ৰে! মযো যাও-,
শীঘ্ৰে গই কৰো আযোজন-।

(অনন্তৰ প্ৰস্থান)

**হিৰণ্যক :** পিতা, আহিলো এতিযা-।
মোৰো যে কৰ্ত্তব্য ভাৰ-
সামান্য নহয।
অবিলম্বে লাগিব পালিব।

**ধৃতৰাষ্ট্ৰ :** ক্ষন্তেক অপেক্ষা কৰা-,
ৰাজাদেশ অৱশ্যেই লাগিব লপালিব।
কিন্তু, তাৰ পুৰ্ব্বে-
এটি কথা শুন পিতাৰৰ-।
দুৰুহ কৰ্ত্তব্য,
পালিবও লাগিব গোপনে।
সৰ্ব্বনাশ হ'ব যদি জানে কোনোবাই।

**হিৰণ্যক :** কোৱা পিতা, আজ্ঞা দিয়া।
যেনেকি দুৰূহ হ'ক
অৱশ্যে পালিম।
বিপন্ন হ'লেও প্ৰাণ-
আজ্ঞা তযু গোপনে পালিম-।

**ধৃতৰাষ্ট্ৰ :** হিৰণ্যক! বাছা মোৰ-।
নাগৰাজে নুশুনিলে
হিতবাক্য মোৰ।
স্নেহ বশীভুত হই-মণি দান কৰি
পুনৰ জীযাব খোজে-
নাগশত্ৰু জামাতা পাৰ্থক-।
হিতাহিত নাভাবি অলপো—
নাগকুল ধ্বংশ হেতু-
বিষবৃক্ষ ৰুলে পুনৰ্ব্বাৰ।

**হিৰণ্যক :** তেন্তে পিতা কি হ'ব উপায়-?
দুযোকুল দেখো ধ্বংস হয।

**ধৃতৰাষ্ট্ৰ :** আছে বাছা দুযোকুল ৰক্ষাৰ উপায-
শঙ্কটজনক মাত্ৰ-
সমাধান কৰা সি কৰ্ত্তব্য।

**হিৰণ্যক :** আজ্ঞা দিয়া পিতা
যেনেকি দুৰ্ব্বাৰ হওক
নাগকুল ৰক্ষা হেতু-
নিজে সেই কৰ্ত্তব্য পালিম।

**ধৃতৰাষ্ট্ৰ :** ভাল কথা,
শুন তেন্তে বাছা মোৰ-
অবিলম্বে নাগ বাহিনীত-
ৰাজাদেশ-সন্ধিৰ প্ৰস্তাব,
নিজে গ'ই কৰিবি প্ৰচাৰ।
তাৰ পাছে-
তুৰন্তে গোপনে-
যাবি গ'ই গন্ধৰ্ব্বৰ
মণিপুৰ নামে ৰাজ্যলই।
যাক জীযাবৰ বাবে
মণি প্ৰয়োজন
সেই দুই ছিন্ন শিৰ
বৃযকেতু আৰু অৰ্জ্জুনৰ-
সাৱধানে ৰক্ষীয়ে আবৰি-
ৰাখি আছে সমৰ ক্ষেত্ৰত-।
ছলেবলে যিকোনো কৌশলে-
সেই দুই ছিন্ন শিৰ-
কৰিবি হৰণ-।
নাগ শত্ৰু নিৰ্জীয়ে দুনাই
বন্ধুত্বও ৰ'ব গন্ধৰ্ব্বৰে সতে
ৰক্ষা হ'ল ইকুল সিকুল
ইমানেই কৰ্ত্তব্য-।
যোৱা বাছা-,

বিলম্বিত হ'ব কাৰ্য্যনাশ-।

হিৰণ্যক : শিৰোধাৰ্য্য আজ্ঞা পিতা
বৰ্ণে বৰ্ণে তযু আজ্ঞা-
পালিম গোপনে
আহিলো এতিয়া। (উভয়ৰে প্ৰস্থান)

## তৃতীয় দৃশ্য

(পাতালৰ নাগৰাজ অনন্তৰ সুসজ্জিত ৰাজসভা। পাৰিষদাদি পৰিবেষ্টিত নাগৰাজ অনন্ত। নাগকন্যাবিলাকে ফুলৰ মালা লৈ অপেক্ষা কৰি থাকে। এখন সজাই থোৱা আসন আৰু তাৰ আগত এটি পাত্ৰত অমৃত মণি। দুৱৰীয়ে শুকুলা প তাকালৈ থাকে আৰু শঙ্খ, ঘণ্টা, ঢাক, ঢোল, তুৱৰী, ছানাই আদি বাদ্যৰে বাদ্যকৰ, নৰ্ত্তকী আদি প্ৰস্তুত হৈ থাকে)

অনন্ত : সমবেত সভাসদ সব-।
পৰম সৌভাগ্য আজি-
নাগৰাজ্য পাতালৰ।
তাতোকই সৌভাগ্য অপাৰ
আজি মোৰ স্নেহৰ নাতিনী-
অভিমানী গন্ধৰ্ব কুমাৰ-
বৃদ্ধ মাতামহ বুলি-
বুকুলই আহিছে উভতি-
উৎকণ্ঠা আকুল চিত্ত-
জানোছা বা স্নেহৰ পুতলী
অভিমান কষ্ট হয-
অভ্যৰ্থনা ত্ৰুটীৰ কাৰণে।
(এজন দূতৰ প্ৰবেশ)

দূত : মহাৰাজ!
পাতালৰ মন্ত্ৰী সতে-
প্ৰবেশিছে সিংহ দ্বাৰ-
গন্ধৰ্ব ঈশ্বৰ-

অনন্ত : বজোৱা মঙ্গল শঙ্খ-
ঢাক-ঢোক-উৰুলী-ডম্বৰু।
(বাদ্যাদি বাজি উঠে)
(ধৃতৰাষ্ট্ৰ সতে বভ্ৰুবাহন সোমাই আহে। অনন্তই আগবঢাই আনি নিৰ্দ্দিষ্ট আসনত বহুৱায়)
আহা আহা মোৰ স্নেহৰ পুতলী-
পুৰোৱা হিয়াৰ মোৰ-
গোপন বাসনা-।
বহা সউ স্বৰ্ণ আসনত।
চাই চাই জুৰাওঁ নয়ন-।

গোৱা গীত-
আজি মহা উৎসৱৰ দিন-।

নাগকন্যাৰ গীত

শিৰত উৰে ফণা-
আমাৰ শিৰত উৰে ফণা-
হিয়াৰ আমাৰ উতলা বাণ
বান্ধোন নমনা
একো বান্ধোন নমনা-।
(আমাৰ) চিতি পাতিত আকন ফুলৰ দুল
খোপাত পিন্ধো ধুতুৰা ফুল-
কেতেকীৰে ফুলৰ ৰেণুৰ
গালত ৰহন সনা।
(আমাৰ) গালত ৰহন সনা-।
(গীতান্তত বভ্ৰুবাহনক নাগকন্যা সকলে হাতৰ মালা পিন্ধাই দিয়ে)

ধৃতৰাষ্ট্ৰ : গন্ধৰ্ব ঈশ্বৰ-
পৰম সৌভাগ্য আজি-
নাগকুল, নাগৰাজ্য-
নাগপ্ৰজা, নাগভূপতিৰ।
আজি হন্তে নাগাকুল-
বান্ধ খালে গন্ধৰ্বেৰে-
চিৰন্তন বন্ধু বন্ধনত-।

অনন্ত : স্নেহৰ পুতলী মোৰ-
এই লোৱা মণি সঞ্জীৱনী-
উপহাৰ দিছে মাতামহে -
ভ্ৰমহেতু যি ঘটিল মনৰ মালিন্য -
তাৰ বাবে যেন একো -
নকৰা আক্ষেপ -।
অভ্যৰ্থনা ত্ৰুটি যদি -
হয়ো থাকে কিবা -
মাতামহ বুলি তাকো -
নিজগুণে ক্ষমিবা সকলো -।

বভ্ৰু : মাতামহ -,
আজি মোৰ আনন্দ অপাৰ
চিৰদিন আকাঙ্ক্ষাৰ
পালো আজি স্নেহৰ সোৱাদ -।
দুৰ্ব্বাৰ কৰ্ত্তব্য হেতু -
বিৰোধৰ হ'ল সৃষ্টি -
অপলাপ হ'ল চেনেহৰ -।
আজি তযু সমাদৰ -
সম্বৰ্দ্ধনা স্নেহ উপহাৰ -।
ধুই দিলে মলিনতা -।

দৃঢতৰ হ'ল আজি -
চিৰস্নেহ, বন্ধুত্বৰ পবিত্ৰ বন্ধন।
সম্মুখত কঠোৰ কৰ্ত্তব্য -
সেই হেতু মাতামহ -,
এনে আনন্দকো ঠেলি -
মাগিছো বিদায় ।
লোৱা মাতামহ আজি
সেৱা নাতিনীৰ -।
(বভ্ৰুবাহনে অনন্তক সেৱা কৰে। অনন্তই সাৱটি ধৰি মুখত চুমা খায়। সঞ্জীৱনী মণিলৈ বভ্ৰুবাহনৰ প্ৰস্থান -। সকলোৱে আগবঢাই দিয়ে)

## চতুৰ্থ দৃশ্য

(মণিপুৰ ৰণ প্ৰান্তৰত অৰ্জ্জুন আৰু বৃষকেতুৰ মৃতদেহৰ কাষত অমৃত মণি লৈ শ্ৰীকৃষ্ণ, বভ্ৰবাহন, চিত্ৰাঙ্গদা, উলুপী, সৈন্যসামন্ত আদি )

**বভ্ৰুবাহন :** হে মধুসূদন
পিতৃবধী মহাপাপী মই
ক্ষমা অপাৰাধ প্ৰভো -
লোৱাঁ সেৱা বভ্ৰুবাহন
ধন্য মণিপুৰ -,
পাই তযু ধূলি শ্ৰীপদৰ

**উলুপী :** হে শ্ৰীনাথ,
সৌভাগ্য অপাৰ আজি
ক'ত জন্ম সাধনাৰ
পুণ্যৰ ফলত
অপ্ৰয়াসে পালোঁ আজি -
দেৱতা - বাঞ্চিত নিধি
সউ তযু ছায়াঁ চৰণতৰ -।
ৰাজাদেশ - সন্ধিৰ প্ৰস্তাব,
নিজে গই কৰিবি প্ৰচাৰ।
তাৰ পাছে -
তুৰন্তে গোপনে-
যাবি গই গন্ধৰ্ব্বৰ
মণিপুৰ নামে ৰাজ্যলই।
যাক জীয়াবৰ বাবে
মণি প্ৰয়োজন
সেই দুই ছিন্ন শিৰ
বৃষকেতু আৰু অৰ্জ্জুনৰ-
ৰখি আছে সমৰ ক্ষেত্ৰত -।
ছলেবলে যিকোনো কৌশলে -
সেই দুই ছিন্ন শিৰ -

কৰিবি হৰণ -।
নাগাশত্ৰু নিজীয়ে দুনাই
বন্ধুত্বও ৰ'ব গন্ধৰ্ব্বৰে সতে
ৰক্ষা হ'ব ইকুল সিকুল -।
ইমানেই কৰ্ত্তব্য -।
যোৱাঁ বাছা -,
বিলম্বত হ'ব কাৰ্য্যনাশ -।
হিৰণ্যক - শিৰোধ্যাৰ্য্য আজ্ঞা পিতা
বৰ্ণে বৰ্ণে তযু আজ্ঞা -
পালিম গোপনে,
আহিলোঁ এতিয়া। ( উভয়ে প্ৰস্থান)

## তৃতীয় দৃশ্য

(পাতালৰ নাগৰাজ অনন্তৰ সুসজ্জিত ৰাজসভা। পাৰিষদাদি পৰিবেষ্টিত নাগৰাজ অনন্ত। নাগকন্যাবিলাকে ফুলৰ মালা লৈ অপেক্ষা কৰি থাকে। এখন সজাই থোৱা আসন আৰু তাৰ আগত এটি পাত্ৰত অমৃত মণি। দুবৰীয়ে শুকুলা পতাকালৈ থাকে আৰু শঙ্খ, ঘন্টা, ঢাক, ঢোল, তুৰৰী, ছানাই আদি বাদ্যৰে বাদ্যকৰ, নৰ্ত্তকী আদি প্ৰস্তুত হৈ থাকে)

**অনন্ত -** সমবেত সভাসদ সব
পৰম সৌভাগ্য আজি -
নাগৰাজ্য পাতালৰ।
ততোকই সৌভাগ্য অপাৰ
আজি মোৰ নেহৰ নাতিনী
অভিমানী গন্ধৰ্ব্ব কুমাৰ -
বৃদ্ধ মাতামহ বুলি -
বুকুলই আহিছে উভতি -
উৎকণ্ঠা আকুল চিত্ত -
জানোছা বা স্নেহৰ পুতলী
অভিমান কষ্ট হয় -
অভ্যৰ্থনা ত্ৰুটীৰ কাৰণে।
( এজন দূতৰ প্ৰৱেশ)

**দূত -** মহাৰাজ।
পাতালৰ মন্ত্ৰী সতে -
প্ৰবেশিছে সিংহ দ্বাৰ -
গন্ধৰ্ব্ব ঈশ্বৰ -

**অনন্ত -** বজোৱাঁ মঙ্গল শঙ্খ
ঢাক- ঢোল- উৰুলী - ডম্বৰু।
(বাদ্যাদি বাজি উঠে)
(ধৃতৰাষ্ট্ৰ সতে বভ্ৰুবাহন সোমাই আহে । অনন্তই আগবঢাই আনি নিৰ্দিষ্ট আসনত বহুৱাই )

আহাঁ আহাঁ মোৰ স্নেহৰ পুতলী-
পুৰোৱা হিয়াৰ মোৰ-
গোপন বাসনা- ।
বহা সউ স্বৰ্ণ আসনত ।
চাই চাই জুৰাও নয়ন- ।
গোৱা গীত-
আজি মহা উৎসৱৰ দিন- ।

নাগকন্যাৰ গীত

শিৰত উৰে ফণা-
আমাৰ শিৰত উৰে ফণা-
হিয়াৰ আমাৰ উতলা বাণ
বান্ধোন নমনা
একো বান্ধোন নমনা -।
(আমাৰ) চিতি পাতিত আকন ফুলৰ দুল
খোপাত পিন্ধো ধতুৰা ফুল-
কেতেকীৰ ফুলৰ ৰেণুৰ -
গালত ৰহন সনা- ।
(আমাৰ) গালত ৰহন সনা-।
(গীতান্তত বভ্ৰুবাহনক নাগকন্যা সকলে হাতৰ মালা পিন্ধাই দিয়ে)

ধৃতৰাষ্ট্ৰ- গন্ধৰ্ব ঈশ্বৰ-
পৰম সৌভাগ্য আজি-
নাগকুল, নাগৰাজ্য-
নাগপ্ৰজা, নাগভূপতিৰ ।
আজি হন্তে নাগকুল-
বান্ধ খালে গন্ধৰেৱে-
চিৰন্তন বন্ধু বন্ধনত-।

অনন্ত- স্নেহৰ পুতলী মোৰ-
এই লোৱা মণি সঞ্জীৱনী-
উপহাৰ দিছে মাতামহে-
ভ্ৰমহেতু যি ঘটিল মনৰ মালিন্য-
তাৰ বাবে যেন একো-
নকৰা আক্ষেপ ।
অভৰ্থনা ত্ৰুটি যদি-
হয়ো থাকে কিবা-
মাতামহ বুলি তাকো-
নিজগুণে ক্ষমিবা সকলো ।

বভ্ৰু- মাতামহ-,
আজি মোৰ আনন্দ অপাৰ
চিৰদিন আকাঙ্ক্ষাৰ
পলো আজি স্নেহৰ সোৱাদ-।
দুৰ্বাৰ কৰ্ত্তব্য হেতু-
বিৰোধৰ হ'ল সৃষ্টি-
অপলাপ হ'ল চেনেহৰ-।
আজি তযু সমাদৰ-
সম্বৰ্দ্ধনা স্নেহ উপহাৰ-
ধুই দিলে মলিনতা-।
দৃঢ়তৰ হ'ল আজি-
চিৰস্নেহ, বন্ধুত্বৰ পবিত্ৰ বন্ধন ।
সম্মুখত কঠোৰ কৰ্ত্তব্য-
সেই হেতু মাতামহ-,
এনে আনন্দকো ঠেলি-
মাগিছোঁ বিদায়-।
লোৱা মাতামহ আজি
সেৱা নাতিনীৰ-।
(বভ্ৰুবাহনে অনন্তক সেৱা কৰে ।অনন্তই সাৱটি ধৰি মুখত চুমা খায় ।সঞ্জীৱনী মণি লৈ বভ্ৰুবাহনৰ প্ৰস্থান। সকলোৱে আগবঢাই দিয়ে ।)

## চতুৰ্থ দৃশ্য

(মনিপুৰ ৰণ প্ৰান্তৰত অৰ্জ্জুন আৰু বৃষকেতুৰ মৃতদেহৰ কাষত অমৃত মণি লৈ শ্ৰীকৃষ্ণ, বভ্ৰুবাহন, চিত্ৰাঙ্গদা, উলুপী, সৈন্য-সামন্ত আদি)

বভ্ৰু. হে মধুসুদন-
পিতৃবধী মহাপাপী মই-
ক্ষমা অপৰাধ প্ৰভু-
লোৱা সেৱা বভ্ৰুবাহনৰ-
ধন্য মোৰ প্ৰজা আজি-
ধন্য মনিপুৰ-,
পাই তযু ধুলি শ্ৰীপদৰ-

উলুপী : হে শ্ৰীনাথ,
সৌভাগ্য অপাৰ আজি-
উলুপী চিত্ৰাৰ-
ক'ত জন্ম সাধনাৰ-
পুণ্যৰ ফলত-
অপ্ৰয়াসে পালো আজি-
দেৱতা-বাঞ্ছিত নিধি-
সউ তযু ছায়া চৰণৰ-

চিত্ৰা : হে প্ৰভু।আশ্ৰিত-বৎসল-।
অন্তৰ্য্যামি নাম তযু-
জনা তুমি ব্যথা ব্যথিতৰ
দিয়া প্ৰভো দিয়া স্বামী দান-
ৰক্ষা কৰা অভাগীৰ প্ৰাণ

শ্ৰীকৃষ্ণ : বুজিছো সবাৰো ব্যথা-
অৱস্থাও স্বচক্ষে দেখিছো-
মিনতিৰ নাই প্ৰয়োজন-।
কিন্তু-
কি কৰো উপায-
শিৰ নাই অৰ্জ্জুনৰ পুত্ৰৰ-।
শিৰ নাই কৰ্ণৰ পুত্ৰৰ--।
ছল কৰি কোনোবাই কৰিছে হৰণ-।
বৃথা হ'ল পৰিশ্ৰম-
অসাৰ্থক মণি অনা-
ব্যৰ্থতাৰ বিফল প্ৰয়াস ।
বৃষকেতু অৰ্জ্জুনৰ
পুনৰ জীৱন লাভ-নেদেখো সম্ভৱ ।

চিত্ৰা : তুমি প্ৰভো অন্তৰ্যামী,
জানা তুমি কাৰ ই ছলনা-।
কোনে শিৰ কৰিছে হৰণ-।
চুলি চিঙি কৰিছো কাতৰ-
ৰাখা নাথ মিনতি বচন-
পতিপ্ৰাণ দিয়া দান ।

উলুপী : অগতিৰ তুমি গতি-
আতুৰৰ তুমি নাৰাযণ-
দয়া কৰা ,
দিয়া ভিক্ষা স্বামীৰ জীৱন-।

শ্ৰীকৃষ্ণ : নিৰুপায় কৰিছা কৃষ্ণক-
মোৰো যে অৰ্জ্জুন সখা-
ময়ো বাঞ্ছো সখাৰ জীৱন ।
কিন্তু-
উপস্থিত এনে সঙ্কটত-
উপায় একোকে দেখো-
নেপাও বিচাৰি-।

বব্ৰু : পিতৃ-সখা তুমি দযাময়-,
পুত্ৰ মানি ক্ষমা অপৰাধ-৷
বধিলো পিতৃক-
পূৰ্ণহ'ল নিয়তি লিখন ।
তথাপিও ক্ষীণ আশা-
পুহিছিলো মনৰ কোণত,
পিতাই লভিব প্ৰাণ-
চকু-লোৰে ধুৱাম চৰণ-
সকাতৰে মাগিম মাৰ্জনা-।
লুপ্ত সেই আশা মোৰ-
তেন্তে প্ৰভো-।
কিয় ৰাখো হীনপ্ৰাণ,-
হীন এটা আৱৰ্জনা-
সংসাৰ বুকুৰ-
লুপ্ত হ'ক জগতৰ কুশল কাৰণে-।
এই শৰ জুৰিলো ধনুত-
পিতাৰ লগতে য'ক পুত্ৰৰো জীৱন ।
(ধনুত শৰ জুৰি আত্মহত্যা কৰিব খোজে আৰু শ্ৰীকৃষ্ণই বাধা দিযে)

শ্ৰীকৃষ্ণ : কি কৰা কুমাৰ-
আত্মহত্যা মহাপাপ-।

বব্ৰু : পিতৃহত্যা লঘু নেকি পাপ-?
কিয় প্ৰভো দিয়া বাধা-?

শ্ৰীকৃষ্ণ : নকৰিবা বৃথা খেদ-,
সম্মুখ ৰণত তুমি
বধিছা পিতৃক-
পিতাযো তোমাৰ-
বধিছিল পিতৃতুল্য
গুৰু ব্ৰাহ্মণক-।
একো পাপ নাই তাত-।
চাই থাকা গন্ধৰ্ব্ব কুমাৰ-।
বাক্য প্ৰভাৱত মোৰ,
হাত দুই ছিন্ন শিৰ,
আহিব আপুনি-
সঞ্জীৱনী মণি প্ৰভাৱত-
প্ৰাণ পাব-
পিতৃ ভ্ৰাতৃ উভয়ে তোমাৰ-
দিয়া মণি
এই চোৱা মণি স্পৰ্শ-
কৰিলো দেহত-
চোৱা বাছা, চোৱা সউ
সঞ্জীৱীত হ'ল মৃত দেহ-।

(শ্ৰীকৃষ্ণৰ বাক্য প্ৰভাৱত পাৰ্থ বৃষকেতুৰ কটা মূৰ পৃথিৱী বিদীৰ্ণ কৰি ওলাই আহে আৰু অৰ্জ্জুন, বৃষকেতুৰ শিৰ জোৰা দি শ্ৰীকৃষ্ণই মণি স্পৰ্শ কৰায। অৰ্জ্জুন, বৃষকেতু জীৱিত হয়। চকু মোহাৰি আচৰিত হয়)

শ্ৰীকৃষ্ণ : বৃষকেতু-।
বৃষকেতু : প্ৰভো।
শ্ৰীকৃষ্ণ : সখা-।
অৰ্জ্জুন : সখা! সখা! সখা! ইকি।
ক'ত মই-?
ৰণ এৰি হলোনে নিদ্ৰিত-?
শ্ৰীকৃষ্ণ : সখা মোৰ,
চিৰনিদ্ৰা অভিভূত আছিলা উভয়ে-

হেৰুৱালা প্ৰাণ-
নিজ পুত্ৰৰ হাতত।
পুনৰ্ব্বাৰ পালা প্ৰাণ-
পুত্ৰৰে যত্নত-।
এনেকুৱা পুত্ৰ সতে কৰিলা বিৰোধ?
লোৱা, লোৱা সখা সাৰটি বুকুত-।
চোৱা সখা,-
প্ৰিয় ভাৰ্য্যা চিত্ৰাঙ্গদা-
উলুপী তোমাৰ,
আজীৱন বিচ্ছেদৰ
সহি নিৰ্য্যাতন-
চকুলো অঞ্জলি লই
চাই আছে স্বামী মুখলৈ।
সতীৰ চকুলো মছি
আঁতৰোৱা আসন্ন অপায়-
লোৱা আজি সামৰি বুকুত,
শুভদিন আজি পাণ্ডৱৰ।
সমাৰোহে-
সপুত্ৰ ভাৰ্য্যাৰে-
যোৱা সখা ৰাজ্যলই।
কৰা গৈ মহোল্লাসে-
অশ্বমেধ যজ্ঞ সমাপন-।

(সকলোৰে প্ৰস্থান)

## সমাপতি

(পটপট মণিপুৰৰ পতাকা উৰিছে। সিংহাসনত উপবিষ্ট শ্ৰীকৃষ্ণ, অৰ্জ্জুন যুবনাশ্ব, অনুশাল্ব, মেঘবৰ্ণ, বৃষকেতু, পাৰিষদ আদি। বভ্ৰুবাহন সেনাপতি সৈন্য সমন্বিতে স্ফীতবক্ষে থিয় হৈ থাকে। দীপালীৰে সুসজ্জিত মঞ্চ। শ্ৰীকৃষ্ণ,অৰ্জ্জুনলৈ মণিপুৰৰ অভিনন্দন)

শ্ৰীকৃষ্ণ : কিয় সখা,
ভাণ কৰি বিস্মৃতিত দিছিলা বুৰাই
এনে এটি মনোময় সুখৰ সপোন?

অৰ্জ্জুন : আৰু লাজ নিদিবা যাদৱ
তুমি কৰ্ত্তা-
মই তযু ক্ৰীড়াৰে-।
ইচ্ছাতযু পুৰাত্ত ক্ৰীড়াৰে।

শ্ৰীকৃষ্ণ : গৌৰৱৰ গটিলা প্ৰাচীৰ-
অপত্যৰ তেজ বীৰ্য্য
দেখুৱালা ধৰণীৰ ক্ষত্ৰ সমাজত-
ত্ৰিদিব বিজয়ী তুমি-
পৰাভূত পুত্ৰৰ হাতত-
তাতকৈ কি লাগে বৈভৱ-?
তাতকৈ কি লাগে গৌৰৱ

বভ্ৰুবাহনঃ হে প্ৰভো যাদৱ কেশৰী-
আজি মোৰ সৌভাগ্য অপাৰ ।
আজীৱন -কল্পনা-
কামনাৰ- সাধনাৰ-
ধ্যানৰ প্ৰতীক মোৰ-
অভ্যাগত-
অনাহূত মোহন আলহী-।
সাধনাৰ ধন মোৰ-
ধ্যানৰ দেৱতা
ধৰা দিলে অপ্ৰয়াসে-।
সুপ্ৰভাত আজি মোৰ
গৃহতে দেখিলো মোৰ
সপোনৰ আৰাধ্য দেৱতা।
আজি মোৰ ৰাজ্য জুৰি-
দীপালীৰ আনন্দ উৎসৱ
গন্ধৰ্ব্বৰ কণ্ঠে কণ্ঠে
আনন্দৰ মিলনৰ-
মধুৰ উচ্ছাস
জয়ধ্বনি আনন্দ উল্লাস
বনাগ্নিয়ে লঙ্ঘিছে আকাশ।
নগৰে প্ৰান্তৰে মোৰ
দীপালীৰ বিদ্যুত তোৰণ-
দুৱাৰে দুৱাৰে শঙ্খ উৰুলীৰ ধ্বনি ।
সঙ্গীতেৰে গন্ধৰ্ব্বই নন্দন নমাই
অভ্যাগত দেৱতাক জনায় সম্ভাষা।

শ্ৰীকৃষ্ণঃ গন্ধৰ্ব্ব কুমাৰ।
অভিনন্দনৰ এই বৈচিত্ৰ তোমাৰ
কল্পনাৰো অতীত আমাৰ-।
আনন্দত- উল্লাসত
উৎফুল্ল অন্তৰ।
পিতাও তোমাৰ চোৱা আনন্দ বিহ্বল ।
সখা।
বিজয় নামৰ তযু-
সাৰ্থকতা আনিলে পুত্ৰই-।
চুম্বন আশীষ দিয়া পুত্ৰ ললাটত-।

অৰ্জ্জুন : আহা বাছা, আহা বুকুলৈ-।
আনন্দ অশ্ৰুৰে মুখনি পখালি-,
চুম্বনেৰে দিও আশীৰ্ব্বাদ।
কীৰ্ত্তিৰেই তোমাৰ-
পিতাৰেই বঢ়ালা সন্মান-

পাণ্ডৱৰ বঢ়ালা মৰ্য্যাদা-।

(বভ্ৰুবাহনক সাৱটি ধৰি মুখত চুমা খায়)

পিতা। পিতা।
কণ্ঠনলী ভেদি মোৰ-
সুৰধুনী হইছে নিঃসৃত-
পিতা। পিতা! পিতা বুলি-
জন্ম জন্ম চিএঞৰি চিএঞৰি
আকণ্ঠ পুৰাই পান কৰিম অমৃত।-
পিতা। পিতা।

**অৰ্জ্জুনঃ** পুত্ৰ। পুত্ৰ।

**বভ্ৰুবাহনঃ** পিতা। পিতা।
হিয়া মোৰ নাচোন বলিয়া-।
চুম্বনেৰে উত্তপ্ত ললাট-
স্ফীত বক্ষ ৰোমাঞ্চ শৰীৰ।

**শ্ৰীকৃষ্ণঃ** বৃষকেতু। মেঘবৰ্ণ-।
আলিঙ্গন কৰা কুমাৰক-।
সখা। অশ্বমেধ যজ্ঞ হেতু-
এনে মিলনৰ আজি মিলি ল সুযোগ-।
ৰাজেন্দ্ৰ তোমাৰ পুত্ৰ-
যজ্ঞলৈ দিয়া নিমন্ত্ৰণ-
যজ্ঞ আয়োজন হেতু-
পিতাপুত্ৰ উভয়ৰে সমকাৰ্যভাৰ

**বভ্ৰুঃ** হে প্ৰভো যাদৱ ঈশ্বৰ-
পিতাৰ লগত পুত্ৰ অৱশ্যে লৰিব-
যোগ্য কাৰ্য্যভাৰ এই মহান যজ্ঞত-
গন্ধৰ্ব্বয়ো কৰে আকিঞ্চন-।
কিন্তু প্ৰভো। হোৱা নাই পৰ বিদায়ৰ-
হোৱা নাই সমাপতি অভিনন্দনৰ-।
গন্ধৰ্ব্ব প্ৰজাই মোৰ গন্ধৰ্ব্বৰ বৈশিষ্ট সম্পদ-
দেখুৱাব খোজে আজি অভিনন্দনত-।
কুৰুক্ষেত্ৰ তোমাৰ ৰচনা
মহ্যমান মোহ মুগ্ধ-
গাণ্ডীৱ পিনাক ধাৰী তৃতীয় পাণ্ডৱ-
সিও লীলা তোমাৰেই-।
পাৰ্থ সতে পাৰ্থ সাৰথিৰ-
অমৰ অপুৰ্ব্ব লীলা-
জগতৰ তমনাশী জ্ঞানৰ পোহৰ-
গীতা বাখ্যা তযু শ্ৰীমুখৰ-
সঙ্গীতেৰে সুকুমাৰ কলাৰ যোগেৰে-
মণিপুৰে- গন্ধৰ্ব্ব শিল্পীয়ে-
দেখুৱাব খোজে তাৰে সামান্য আভাস-।

**বৃষকেতুঃ** অনুমতি দিয়া প্ৰভো।
তৃপ্তি লভে-
দীপ্তিমান ভাতৃ কৃতিত্বত-

**মেঘবৰ্ণঃ** প্ৰভো। আজ্ঞা দিয়া-
আৰু দিয়া নিমন্ত্ৰণ-
মহা যজ্ঞ অশ্বমেধলৈ-
ভাৰতৰ সমবেত ৰাজন্যবৰ্গই
দেখা পাব গন্ধৰ্ব্বৰ কলাৰ কৌশল-
সঙ্গীতৰ অ পূৰ্ব্ব সাধনা-।
পুত্ৰই বঢাব খোজে পিতাৰ গৌৰৱ
তাত আৰু কিহৰ সন্মতি-?
গন্ধৰ্ব্ব কুমাৰ-,
আনা মাতি-শীঘ্ৰে কৰা আয়োজন-।

**বভ্ৰুঃ** অপাৰ সৌভাগ্য মোৰ-
আত্ম প্ৰসাদত আজি উৎফুল্ল অন্তৰ-।
নিজ কৃপাগুণে তযু-
কৃতাৰ্থ কৰিলা আজি গন্ধৰ্ব্ব প্ৰজাক-।
সেনাপতি-।
আনা মাতি নৃত্যবিদ্ শিল্পীসকলক-।
সন্মুখত লভি আজি-
পূৰ্ণব্ৰহ্ম জাগ্ৰত বিগ্ৰহ-
গীত বাখ্যা কৰক ভঙ্গীৰে-,
সঙ্গীতেৰে নৃত্য ভঙ্গীমাৰে-
সৃষ্টি কৰি দিযক নন্দন।

(সেনাপতিয়ে নৃত্যশিল্পীসকলক লৈ প্ৰৱেশ কৰিলে। নৃত্যৰে গীতা ব্যাখ্যা। নৃত্যান্তত সকলোৱে সমস্বৰে গালে-)

"জানামি ধৰ্ম্মম নচমে প্ৰবৃত্তি-
জানাম্য ধৰ্ম্মম নচমে নিবৃত্তি-
ত্বয়া হৃষিকেশ হৃদি স্থিতেন-
যথা নিযুক্তোস্মি তথা কৰোমি-।

# যবনিকা

# সভাসদৰ নাচ

### *ভৱকান্তৰ ঘৰ*

(লাহেশ্বৰে নাম গাই আছে)

নাম

বিহুতি আহিলে বিহুতি যাবগৈ
গাই যাও বিহুৰে নাম।
মনত গুণো-গাঁঠো সমনীয়াৰ সতে
কেনেকৈ হুচৰি গাম।।

(পাচফালৰ পৰা কলাই আহে)

কলাই : হয়, হয় কেনেকৈ হুচুৰি গাম। ঘৰলৈ যাবলৈ গা নাচি আছে। তই মাঘৰ বিহুত গৈ অহা নাই - আৰু যাবৰ সময়ত তই কোৱা নাছিলিনে যে কলাই ব'হাগৰ বিহুত যাব, মই মাঘৰ বিহুত যাঁও।

লাহেশ্বৰ : তেতিয়া যেনিবা কলোযেই এতিয়া কেলেই কম। এইহেন বহাগৰ বিহুটোত ঘৰলৈ নোযোৱাকৈ পাৰিহে হয়।

কলাই : মই হাকিমক সুধি থৈছো।

লাহে : কি বুলি ?

কলাই : এই বিহুটোত ঘৰলৈ যাম বুলি।

লাহে : হাকিমে মূৰ দুপিয়াইছিলি ?

কলাই : দুপিযাইছিলতো।

লাহে : হেঃ দুপিযাইছিল। চাম তই কেনেকৈ যাব।

কলাই : অমুকা কলাইযো পৰিমৰা মানুহ নহয, মযো চাম, তইনো কেনেকৈ ঘৰৰ ফালে খোজ লব তোৰ নিচিনা এটা ঠগ্ এই ভূভাৰন্তত নাই। "বহাগৰ বিহুত কলাই যাব, মই মাঘৰ বিহুত যাওঁ", মাঘৰ বিহুত গৈ আহিলি এতিযা বহাগৰতোতো পাখি মেলিছ। বন্দবস্ত মতে কাম কৰিব লাগে বুজিছ।

লাহে : আজিকালি সংসাৰত বন্দবস্ত মতে কাম কোনে কৰিছে অ' তই দেখোন বন্দবস্ত কৰিছিলি যে ৰাতিপুৱা তই কোৰ মাৰিবি আবেলি মই মাৰিম।

কলাই : আজি বজাৰত শাক-পাচলি বিলাকৰ বৰ দাম বোপাই।

লাহে : বোলো কথা পাহৰাইছ কেলেই, কোৰ মাৰিছিলিনে ?

কলাই : জলকীয়া বিলাকৰো এনে দাম উঠিল।

লাহে : বোলো কোৰ মাৰিছিলিনে ?

কলাই : কালি মটৰগাড়ী এখনে মানুহ এটা এনে খুন্দিযালে।

লাহে : খুন্দিযালেই যেনিবা, কোৰ মাৰিছিলিনে ? বন্দবস্ত মতে কাম কৰিছিলিনে ?

কলাই : তই একা, তই একা, ৰাতিপুৱা ৰাতিপুৱা তই চোতাল সাৰিম বুলি কৈছিলি, আবেলিৰ পাল মোৰ গাত আছিল। তই জানো ৰাতিপুৱা চোতাল সাৰিছিলি ?

লাহে : (মনে মনে) ই মোকো ফান্দত পেলালে।

কলাই : এতিযা মুখেৰে নেমাত কেলেই, ৰাতিপুৱা চোতাল সাৰিছিলিনে ?

লাহে : ৰ, মই বৰ মস্ত কথা এটা ভাবিছো।

কলাই : মোৰ কথাৰ উত্তৰ দেছোন। চোতাল সাৰিছিলিনে ?

লাহে : (চকুপোন্দাই) ইমান মস্ত কথা এটা ভাবোতে মোক আমনি কৰিবলৈ নাহিবি।

কলাই : চোতাল সাৰিছিলনে ? (লাহেশ্বৰে নেমাতে)

কলাই : নেমাত কেলেই। চোতাল সাৰিছিলিনে ? (লাহেশ্বৰে নেমাতে)

কলাই : চোতাল সাৰিছিলিনে ?

লাহে : সাৰো নেসাৰো কেলেই অ' তোক কেলেই (খেদামাৰি যায)

কলাই : আবেলি কোৰ মাৰোনে সেই কথানো মোক সোধা তোৰ কি দৰ্কাৰ, (কলাযেও খেদামাৰি যায এনেতে নেপথ্যত কোনোবাই বিহু নাম গায, দুযো কাণ পাতি শুনে)

*নাম*

আজি ঐ ৰঙৰে দিনে ঐ বান্ধৈ ঐ
আজি ঐ বিহুৰে দিন।
খঙ্গকে তিয়াগি ৰঙত নাছি বাগি
বিহুৰে ৰখাই যা চিন।।

কলাই : শুনিছ লাহেশ্বৰ, আজি কাজিযাৰ দিন নহয। আজি বিহুৰ দিন, ৰং ৰহস্যৰ দিন।

লাহে : এৰা গলো খেদা মাৰি খঙত।

কলাই : তই অহা দেখি মযো গলো। (কান্ধত ধৰা ধৰি কৰি দুযো গাই।

*নাম*

এৰিলো খঙ্গকে চেনেহৰ বান্ধৈ ঐ
খঙ্গকে নিদিও ঐ লাই।
খঙ্গকে সাবতি ধৰিলে বান্ধৈ ঐ
সকলো অথলে যায়।

(কোনোবা অহাৰ শব্দ শুণে)

কলাই : সেইজন পালেহি হবলা, খাব এতিয়া।

(কলাই যায, ভৱকান্ত আহে)

ভৱকান্ত : কাম কাজ কৰিব নোৱাৰ, ইযাত আহি দুয়োটাই বিহু নাম গাইছহি।

লাহে : "দুযোটাই" মানে দেউতা।

ভৱ : কলাই আৰু তই।

লাহে : কলাইক মই দেখাই নাই দেউতা।

ভৱ : দুটা মানুহে একেলগে গোৱা যেন শুনিছো। মোক আকৌ ফাকি দিবলৈ আহিছ।

লাহে : কেলেই ফাকি দিম দেউতা, মোৰ মাতটো হল ডাঙৰ ঘৰটোত ঝনজনাই উঠে, সেই কাৰণে দুটা মানুহে গোৱা যেন শুনিলে হবলা।

ভৱকান্ত : কথা কবলৈ আহিছ। খালি বিহুনাম, খালি বিহুনাম।

লাহে : বিহুনাম নহয দেউতা হৰি নামহে গাইছিলো। তাতে আজি বিহু নাম গালেও একো হানি নাই। আজি গৰু বিহু নহয।

ভৱ : থ, থ, তহতৰ বিহু, মানুহ বিহু, গৰু বিহু, ঘোৰা বিহু, হাতি বিহু, মেকুৰী বিহু, খালি বিহু, খালি বিহু। কলাই কলৈ গল।

লাহে : কৈছো নহয দেউতা, কলাইক মই দেখাই নাই। কাম বন নকৰি কত ঘূৰি ফুৰে কবই নোৱাৰো। মই দেউতা কামো কৰিছো, নামো গাইছো।

ভৱ : কি কাম কৰিছ?

লাহে : চেঃ দেউতা পাহৰি গলো। (মূৰ খজুৱাই) কি কাম কৰিছিলো।

ভৱ : পাহৰি গলি, ভাত খাবলৈ নেপাহৰনে?

লাহে : সেই মুঠি খাবলৈ পাহৰিলে চকু মুদিবহে লাগিব।

ভৱ : কথা এনে সুন্দৰকৈ কব জান তহতে। যা এতিয়া কাম কৰগৈ। (যায ভিতৰলৈ)

লাহে : দৰমহা কিমান দিছে, কাম কৰিবলৈ। খালি গৰু বান্ধ, কোৰমাৰ, গোবৰ পেলা, চাহ-পানী দে, বজাৰ কৰিবলৈ হলে মোক নিদিযে দিয়ে কলাইক। মই কিজানি বজাৰৰ পযচা খাও। কলাই জানো কম। তিনিপোৱা মাহত এপোৱা শিল গুটী মিহলাই একিলো কৰি অনাতোহে। (অলপৰৈ) ঘৰলৈ যোৱাৰ কথা সুধিবই নোৱাৰিলো। চকু কেইটা যিহে জলকীয়াৰ গুৰি যেন হৈ আছে। সুধিলে জানোছা সেই হাতত থকা সৌকা দালেৰে কোবাই দিয়ে। (কলাই আহে)

কলাই : তোক কোবাবহে লাগে। হাকিমৰ আগত মই কাম বন নকৰো বুলি কেলেই লগাইছিলি?

লাহে : হেৰ অকৰা, তই যদি খুব কাম কৰ বুলি কও তেন্তে তোক কামকেহে কৰিবলৈ দিব আৰু সমুলি কাম-বন নকৰ বুলিলে সেইটোক কোনে কাম-বন কৰিবলৈ পাচে বুলি তোক বহি থাকিবলৈহে দিব। ভাৰুকলত আকৌ বেয়া শুনিলি।

কলাই : আঐ দেহি মোৰ চেনেহত এও পমি গল। মই কাম কৰি হাৰ ভগাযেন দেখিলে এওঁৰ বেজাৰত চকু - পানী ওলাই। তোৰ নিচিনা এটা ভাল শিয়াল পৃথিৱীত আৰু নোলাই।

লাহে : (খঙৰে) শিয়াল নুবুলিবি দেই।

কলাই : খং নো খাইছ কেলেই?
(গায) আজি ঐ ৰঙৰে দিনে ঐ বাজি ঐ
আজি ঐ বিহুৰে দিন।

লাহে : অ' হয, হয়, পাহৰিলোযেই, আজি বিহুৰ দিন আজি ৰঙৰ দিন।

দুয়ো : (গায) খৰুকে তিয়াগি ৰঙত নাচি-বাগি
বিহুৰে ৰখাই যাওঁ চিন।

লাহে : সেইজন ওলাই চকু পোন্দাই ধৰেহিহে লাগে। যাওঁ, কাম খিনিৰ লেঠা মাৰি থওঁগৈ। (যায়)

কলাই : ইস্ ই আকৌ এতিয়া বৰ কামিলা হৈ পৰিল। কথা পাতোতে টোপনিযাই থকাটোহে তই। (অলপ ৰৈ) তাৰ চিন্তা হৈছে সি সোনকালে কেনেকৈ তাৰ ঘৰ পাযগৈ। মোৰো সেই তাকেই চিন্তা, কেনেকৈ ঘৰ পাওঁ, কেনেকৈ চিৰা-পিঠা খাওঁ কেনেকৈ হুচৰি গাওঁ। (ভৱকান্ত আহে)

ভৱকান্ত : কলাই কি কৰিছ? (কলায়ে উচাপ খাই উঠে)

কলাই : দেউতা, দেউতা আছোহে।

ভৱ : আছোহে আছোহে মাৰিবলৈ আহিছ।

কলাই : মই ভাবিছো দেউতাই মোক ইমান মৰম কৰে, কিন্তু মই গোলামে দেউতাৰ কাৰণে একোটো কৰিবপৰা নাই।

ভৱ : বাৰু থোৱা, তুমি মোৰ কাৰণে কান্দি মৰিব নেলাগে। লাহেশ্বৰ কলৈ গ'ল?

কলাই : তাৰ কথা মোক দেউতা নুসুধিব, সেইটোক এনেয়ে দৰমহা কেইটকা দি পানীত পেলাইছ আৰু ভাতটো যি গাল খায়।

ভৱ : তুমি কম খোৱা হবলা।

কলাই : দেউতা লাহেশ্বৰতকৈ মই অলপ কম খাওঁ যেন লাগে।

ভৱ : মিছা কথা, তোমাৰ লাহেশ্বৰতকৈ এগালি সৰহ।

কলাই : নহয় যেন লাগিছে।

ভৱ : বাৰু যোৱা এতিয়া, তোমাৰ কথা নেলাগে। আজি ভিতৰত সেই মাটি এডোৰ কোৰ মাৰি উলিয়াব লাগিব। পৰহিলৈ ফুলপুলি ৰুব লাগে। শুনিছনে নাই।

কলাই : শুনিছো দেউতা।

ভৱ : কাম পুৰা হৈ থাকিব লাগিব।

কলাই : কলাইৰ ওপৰত ভাৰষা কৰিলে সকলো পুৰা হৈ থাকে।

ভৱ : বৰ কথা চহকী তই। (ভৱকান্ত যায়)

কলাই : আজি বিহুৰ দিনা ঘৰলৈ নগৈ মই কোৰ চুম, এনে কথা হব পাৰেনে?

(লাহেশ্বৰ আহে)

লাহেশ্বৰ : মই ভাত সৰহকৈ খাওঁ, তই কমাই খাব, এনে কাম হব পাৰেনে?

কলাই : তই হবলা শুনি আছিলি। সেইদৰে কথা শুনি থাকিব নেপায় নহয়।

লাহে : ইস্ ই বৰ কথা নুশুনাতো ওলালহি। মই ভাত সৰহকৈ খাওঁ, তই কমাই খাব।

কলাই : ক'ব অকৰা অ' এইটো, বুজা নাইনে মই হাকিমৰ আগত কিয় সেইদৰে কৈছিলো, তই ভাত সৰহকৈ খাব বুলিলে তোক বেগাই ঘৰলৈ যাবলৈ দিব। তোৰ কাৰণে মই খুব ভাবো নহয়।

লাহে : ভাত সৰহকৈ খোৱাৰ কথা কৈহে তই মোৰ ওচৰত চেনেহতো দেখুৱাবলৈ পালি, অইন কথা আৰু তোৰ মুখৰ পৰা নোলাল।

কলাই : (বাহিৰ ফালে চাই) হেৰ সেইজন আহিছে। দুযোটাকে ইযাত দেখিলে সুদাই নেৰে, যা, যা, বেগাই যা।

(লাহেশ্বৰ যায, ভৱকান্ত আহে)

ভৱ : তই যোৱাই নাই হবলা।

কলাই : দেউতা বজাৰখন কৰিব লাগিছিলে।

ভৱ : কি নাই?

কলাই : ভেন্দি নাই।

ভৱ : তই ভেন্দি খাই ভাল পাব কাৰণে প্ৰথমেই ভেন্দি নাই বুলি কৈছ, আৰু কি নাই।

কলাই : জলকীযা।

ভৱ : সেই দুটা বস্তুকে তই বেছি ভাল পাব কাৰণে সেই দুটাৰ আগতে নাম কাঢ়িছ, অ' মোৰ কাপোৰ কেইটা ধোবা ঘৰৰ পৰা আনিলিনে?

কলাই : দেউতা ধোবাক লগেই নেপালো আজিও সেই একে কথা।

চন্দ্ৰা : (ভিতৰৰ পৰা) একেবাৰে মিছা কথা ককাইদেউ কালি দিনতো সি শুই আছিল মই উঠিবলৈ কলত সি কলে "আইদেউ দৰমহা কেইটকা দিছে"।

ভৱ : হয়নে কলাই তই সেই দৰে কৈছিলি।

(কলায়ে মূৰ খজুৱাই) নেমাত কেলেই --

কলাই : দেউতা মই ভাবিযেই আছো সেইদৰে কৈছিলোনে নাই।

ভৱ : অ' লাহেশ্বৰ।

(লাহেশ্বৰে দেউতা বুলি ভিতৰৰ পৰা ওলাই আহে) হয়নে কালি ই দিনটো --

লাহেশ্বৰ : হয দেউতা কালি ই দিনটো --

কলাই : কাম বন কৰি থকা নাইনে বাৰু?

ভৱ : তাক কবলৈ নিদি তই মুখতে ধৰিছ কিয?

কলাই : সিও সেইটোকেহে কব দেউতা।

লাহে : (মনে মনে) কালি দিনতো শুই আছিল, এতিযা আকৌ কাম কৰিছিল বুলি কেনেকৈ কম।

ভৱ : ক, লাহেশ্বৰ, ই কালি দিনটো শুই আছিলেনে নাই?

লাহে : কালি দেউতা ই দিনতো শুই (কলাযে 'শুই' বোলোতেই ভৱকান্তই নেদেখাকৈ লাহেশ্বৰক কবলৈ হাক দিযে) বহি নেথাকি অ'ত ত'ত কাম কৰি ফুৰিছিল।

ভৱকান্ত : তেন্তে চন্দ্ৰাই কেনেকৈ ক'লে ই কালি দিনতো শুই আছিল বুলি আৰু উঠিবলৈ কলত আইদেউ দৰমহা কেইটকা দিছে বুলি কোৱা মিছানে কি?

কলাই : চন্দ্ৰা আইদেউৰ কথানো ধৰিব লাগেনে?

ভৱ : ওঁ তইত হে সচা মানুহ। যা এতিযা কোনোবা এটা, ধোবা ঘৰৰ পৰা মোৰ কাপোৰ কেইটা লৈ আহগৈ। কোন যাবি কলাই নে লাহেশ্বৰ?

লাহেশ্বৰ : দেউতা কলায়েই যক। ধোবাতোৰ সৈতে তাৰ বৰ ভাল।

ভৱ : তেন্তে কলায়ে যা। লাহেশ্বৰ তুমিও যোৱা। কাম কৰাগৈ। যোৱা যোৱা ইযাতে কলাইৰ সৈতে ফুচফুচিযা মেল মাৰিবলৈ ৰব নেলাগে। (লাহেশ্বৰ যায়) কলাই এঘন্টাৰ ভিতৰত কাপোৰ আনি দিব লাগিব।

কলাই : এঘন্টাৰ কথানো কেলেই কয। কমাই কলেহে ভাল পাওঁ।

ভৱ : বাৰু তুমি বেয়া পোৱা তোকে মই কৈছো। (যায়)

কলাই : ইতো আন সিতো আন সেইবোৰ আনি থাকেতেই মোৰ আৰু ঘৰলৈ যোৱা নহব। ঘৰলৈ যোৱাৰ কথা সোধো বুলি ভাবো কিন্তু যিহে উগ্ৰমূৰ্ত্তি ধৰি আহে সুধিবলৈকে মুখখন মেল খাব নোখোজে।

(বাহৰ চুঙ্গা এটা লৈ গেন্ধেউ আহে)

অ' গেন্ধেউ কাই, কি বিচাৰি আহিছা বাহৰ চুঙাপাত লৈ।

গেন্ধেউ : হাকিম আছেনে নাই?

কলাই : কেলেই?

গেন্ধেউ : তইনো উৰহি গছৰ ওৰতো কেলেই বিচাৰিছ?

কলাই : এস এও হাকিমৰ লগত হে কথা পাতে আমি চাকৰ বিলাক মানুহেই নহয়।

চন্দ্রা : (ভিতৰৰ পৰা) গেন্ধেই কাই ককাইদেউ কেনিবা ওলাই গল হবলা।

গেন্ধেউ : (মনে মনে) ভালেই হৈছে। তেওঁ নেথাকিলে যদিহে তেল অকণ পাম। (ফুটাই) কৰাচিন তেল অকণ বিচাৰি আহিছিলো কালি বজাৰৰ পৰা আনিবলৈ পাহৰিলো, আজি বিহু। তাতে হুচৰিও আহিব। নোৱাৰাত হে খুজিবলৈ আহিলো। কাৰণ বিহুৰ দিনা বস্তু খুজিব নেপায বুলি কয। ঘৰত সৰু লৰাটিৰো জ্বৰ।

চন্দ্রা : (ভিতৰৰ পৰা) কেনেকুৱা জ্বৰ?

গেন্ধেউ : দাগদৰক দেখুৱাইছিলো মেলেৰীযা বুলি কলে আৰু দেৰাইখানাৰ পৰা এটা গেৰেলা বটলৰ পৰা পানী কিছুমান বাকী দিনে তিনি পালিকৈ খাবলৈ দিছে। দৰবটোৰ নাম হেনো কিবা কলিযন মিচকাৰ বুলি আমাৰ গাবৰ মোলোকাই কৈছে।

কলাই : জ্বৰ এৰিছে জানো?

গেন্ধেউ : ক'ত জ্বৰ এৰিছে, ল'ৰা শুকাইহে গৈছে। কালি পিছে বেজে ঔটেঙা জোপাৰ ভুত লাগিল বুলি বেজে ডোলো দিছে আৰু ঔটেঙা জোপাৰ পৰা ঔটেঙা পাৰি আনি বৰালি মাছৰ সৈতে আঞ্জা ৰান্ধি লৰাটিক তিনি-চাৰিদিন বাহী পানীৰে গা ধুৱাই ভাত খুবালে ভূত সন্তুষ্ট হব বুলি কোৱাত তাকো খুৱাইছো। মোৰ লৰাটিৰ যে জ্বৰ হৈছে ই নিশ্চয ভূতৰহে কাম।

কলাই : ভূতে পোৱাটোৱেই ঠিক। পিছে এনেধৰণৰ ভূতে পোৱা বেমাৰত আমাৰ গাঁৱৰ জালীযা বেজক লগোৱা হলে একেবাৰি মন্ত্রতে কলৈ ভূতক খেদালেহেতেন তাৰ ঠিকনা নাই।

গেন্ধেউ : বাৰু এইটো বেজে কি কৰে চাওঁছোন।

চন্দ্রা : (ভিতৰৰ পৰা) ডাক্তৰী দৰবেই ভাল কৰিব। পিছে এইদৰে বাহী পানীৰে গা ধুৱাই বৰালি মাছত ঔটেঙা দি আঞ্জা ৰান্ধি খুবালে জ্বৰ বেগাই নেৰে।

গেন্ধেউ : নহয আউদেউ, ভূত সন্তুষ্ট হব জ্বৰো এৰিব।

কলাই : বাৰু এইদৰে জ্বৰ নেৰিলে কেইদিনমান পইতাভাত খুৱাই চাবাচোন। আমাৰ গাবৰ বগাযে জ্বৰ উঠিলেই পইতাভাত খায় আৰু খোৱা মাত্রকে গা ঘামি একেবাৰে চেঁচা হৈ পৰে।

গেন্ধেউ : সেই কথাও মনতে ভাবি থৈছোঁ।

চন্দ্রা : কলাই, গেন্ধেউ কাইক তেল একণ দে, তেওঁৰ বেলি হৈছে।

কলাই : আমাৰে নাই দেখোন, টিঙটোৰ তলিতে এপোৱা মান তেল আছে। সেইকণ এওঁক দিলে আজি গধূলিকৈ জুই কোবাইহে ভাত খাব লাগিব।

চন্দ্রা : (ভিতৰৰ পৰা) তাৰে পৰাই অকণমান দে। (কলাই যায)

গেন্ধেউ : বহুত চাকৰ দেখিছো কিন্তু লাহেশ্বৰ আৰু কলাইৰ নিচিনা অঘাইটং চাকৰ মই ক'তো দেখা নাই। (কলাযে কেৰাচিন তেলৰ টিন এটা আৰু চুপি এটা লৈ আহে।)

কলাই : চাওঁ চুঙাপাট দিয়া, (গেন্ধেউৱে দিয়ে) মোৰ হাতত দিলে কি হব, তুমি ভালকৈ চুঙাটো ধৰা, তেতিয়াহে মই তেল একণ বাকী দিব পাৰো।

গেন্ধেউ : হে'ৰ তই "চুঙাপাট দিয়া" বুলিলতহে দিছো।

কলাই : হ'ল, এতিযা মোৰ গাত দোষ দিবলৈ আহিছা, ধৰা, ধৰা, চুঙাটো ধৰা, (গেন্ধেউৱে চুঙাটো ধৰে, কলাযে চুঙাতোৰ মুখত চুপিটো দি টিনটো চুপিটোৰ মুখত ধৰি থাকে।)

গেন্ধেউ : বিহুত ঘৰলৈ যোৱা নাই হবলা?

কলাই : যাম যাম কৰি আছোঁ, পিছে লোকৰ চাকৰ নহয কেনেকৈ বেগাই যোৱা।

গেন্ধেউ : ইযাত পিছে আজি বিহু খালিনে নাই।

কলাই : এইবোৰ বিহুখোৱা মানুহ বুলি ভাবিছানে কি? বিহুৰ নাম শুনিলেই বাঘে গোজৰাদি গোজৰিবলৈ ধৰে। আজি কি খালো কমনে?

গেন্ধেউ : কচোন কি খালিনো?

কলাই : আতাগুৰি দেখিছা নহয, বগা যে।

গেন্ধেউ : মোক আৰু তই ইমান গাৱলীয়া পাইছনে যে মই আতাগুৰি দেখিবলৈ পোৱা নাই। আৰু আমাৰ লৰাৰ মাকে লুছি ভাজিব নেজানে বুলি ভাবিছনে কি? আজিকালি গোটেই খনতে দুপৰিয়া গধুলি ৰাতিপুৱা চেঁ চেঁ চাঁ চাঁ কৰি লুচি ভজাৰ হে শবদ্ লুচিৰ শবদত আজিকালি চিৰা পিঠা খুন্দা ঢেকিৰ শবদ কমি গল। আজি হবলা লুচিৰেই বিহু খালি।

কলাই : লুচি খুৱাবহে হয়। মেকুৰীৰ কান যেন পাতল শুকানে ২ খন কতি, সেইযে আমাৰ বিহুৰ জলপান তাৰ পাচত শাকে পাতে ভাত এগাল। কৰ পৰা দিলে কব নোৱাৰো পাতৰে নে চৰুৰে।

গেন্ধেউ : বঢ়িয়া বিহু খালি।

কলাই : এই চুঙাদাল অনাত কৈ ৰেল কোম্পানীৰ পিপা এটা লৈ নাহিলা কিয় । বুইছা গেন্ধেউ কাই তেল নিবলৈ আহিলে বটল এটা লৈ আহিব লাগে।

গেন্ধেউ : বতল নাই কাৰণেহে চুঙাটো আনিছো।
কলাই : তুমি হৰলিক মিলিক নোখোৱা জানো।
গেন্ধেউ : জানো কি হিলিক মিলিকৰ কথা কৈছ।
কলাই : নিয়া, চুঙাটো নিয়া, বহুত দিলো,
(গেন্ধউ এ চুঙাটো আনে)
গেন্ধেউ : পাতল পাইছো দেখোন।
(চুঙাটো লুটিযাই দিয়ে)
কলাই : চুপতি কৰি নেথাকিবা, ধৰা আকৌ চুঙাটো
(গেন্ধেউ এ আকৌ চুঙাটো ধৰে)
গেন্ধেউ : মোৰ গাত দোষ দিয কেলেই অ'।
কলাই : এইবাৰ বহুত দিছো, নিয়া।
(গেন্ধেউৰে চুঙাটো আনি জোকাৰি চায)
গেন্ধেউ : বৰ কণ দিলি।
কলাই : তাকে যে পাইছা।
গেন্ধেউ : থ, থ তোৰ নিজৰ হোৱা হলে কথাই নাছিল।
কলাই : দুঅনা মান পযচা দিলেহে অকণমান সৰহ দিবৰ মন যায।
(গেন্ধেউ এ কলাইক চকুপোন্দাই ধৰে)
কলাই : থোৱা চকুপোন্দাই ধৰিব নেলাগে।
(গেন্ধেউ যায)
কলাই : আজি বিহুৰ দিন কাৰণেহে তোক তেল একণ দিলো, তিপ চাকি এটা আধাঘন্টা মানহে জলাব পাৰিবি।
(পৱন বৰুৱা আহে)
পৱন : হেৰ দেউতাৰ ঘৰত আছেনে নাই?
কলাই : নাই কেনিবা ওলাই গৈছে।
পৱন : চেঃ মিচাকৈযে আহিলো। শুন, মই আহিছিলো কবি, মোক চিনি পাৱ নহয।
কলাই : পাওঁ দেউতা, আপোনাক ভূ-ভাৰন্তে চিনি পায যেতিয়া মইনো নেপাম কিয?
পৱন : মোৰ নামটো কব পাৰিনি জানো?
কলাই : পাৰিম টো, (মনে মনে) মই নামটো কেলেই জানি থৈছো।
পৱন : কি বুলি কবি?
কলাই : শ্ৰীযুত (অলপ ৰই)
পৱন : তাৰ পাচত।
কলাই : দেউতা আপোনাৰ নামতো কাটিবলৈ বৰ লাজ পাইছো।
পৱন : বাৰু সেইটো একো লাজৰ কথা নহয়।
কলাই : ইমান ডাঙৰ মানুহৰ নামটোনো মই কাটো কেনেকৈ, মোক নকব, মই নোৱাৰিম, নাম কাটিলে মোৰ মহাপাপ হব, নৰকত পৰিম।
পৱন : ইমান যদি বেযা পাইছ তেন্তে তই মোৰ নাম কাঢ়িব নেলাগে, মযে মোৰ নামটো কৈ যাওঁ, কবি পৱন বৰুৱা আহিছিল বুলি?
কলাই : ভাল দেউতা (পৱন যায)
জানিলেহে নামটো কব পাৰো, (অলপ ৰৈ) কি বৰুৱা বুলি গল জানো তাকো পাহৰিলো। এখেতৰ নামটোহে নেজানো কিন্তু এখেতৰ গাত যিখিনি গুণ আছে সেইখিনিৰ কাৰণে এখেতৰ বটিযাকৈ চিনিব পাওঁ। গোটেই খনতে এখেতৰ ধাৰ, ধৰুৱাই পযচা খুজিলে কাইলৈ দিম বুলি তেনেকুৱা কত কাইলৈ পাৰ কৰি দিযে তাৰ ঠিক নাই। কেতিযাবা আকৌ ধৰুৱা দেখিলে ছাতিটো মেলি দিযে, কথাও বৰ ডাঙৰ, যেন তেখেতৰ নিচিনা ভাল মানুহ পৃথিৱীত নাযেই। (যায, বিপৰিত ফালৰ পৰা পৱন আৰু ভবকান্ত আহে)
পৱন : মই ঘূৰিহে গৈছিলো তোমাক লগ নেপাওঁ বুলি।
ভব : মই ওচৰতে আছিলো, (দুযো বহে)
অ' লাহেশ্বৰ, লাহেশ্বৰ, লাহেশ্বৰ ---
লাহেশ্বৰ : (ভিতৰৰ পৰা) দেউতা গৈছো।
(লাহেশ্বৰ আহে)
ভব : তইঁতে এযাৰত কেতিযাও নেমাত।
লাহে : যেতিযাই "লাহেশ্বৰ" বুলি মতা মোৰ কাণত পৰিছে তেতিযাই ওলাই আহিছো, কি কৰিব লাগে হুকুম কৰক।
ভব : চন্দ্ৰাক ক দুই কাপ চাহ কৰি দিব লাগে।
লাহে : ভাল দেউতা, মই কিন্তু দেউতা কথা এযাৰ কৈ থও, বিহুতো এনেযে যাব নহয, মোক ঘৰলৈ যাবলৈ দিযক।
ভব : কি বিহু বিহু মাৰি থাক সদায, ইযাত খাবলৈ পোৱা নাই নে কি? দেখিছানে বৰুৱা ইহত বিহু বুলিযেই পাগল। ঘৰলৈ গৈ খাব কিতো কিছুমান তেলত ভজা পিঠা, আৰু চিৰা আখৈ এগালত কিছুমান গেলা টেঙা দৈ বাকী গুৰ এসোপা মিহলাই সেই সোপাও পেটলৈ পঠিযাব, সেইখনকে বিহু খাব, যা কগৈ চাহৰ কথা।
(লাহেশ্বৰ যায)
পৱন : বিহুত আৰু কি কি কৰিব জানানে নেজানা? ধোল কোবাই হাই কৰিব। হাতত জেতুকানে ফেতুকাৰ ৰং কিছুমান সানিব, কাণে মূৰে নতুন গামোচাও লব, নতুন কাপোৰ কানিও পিন্ধিব, সেইখনকে বিহু পাতে।
ভব : ধোল কোবাই হাই কৰি যি পয়চা পাব তাৰে কি কৰিব কব পাৰেনে?
পৱন : কেলেই নোবাৰো নিমখ কিনিব।
ভব : দেখিছা অসমীযাৰ নিমখত চখ।

পৱন : মাঘৰ বিহু বোলোতোতো খৰি কিছুমান উধাই মুধাই পুৰিব ভোজ খাব জলপান খাব। কাতি বিহু বোলা বিহু এটাও আছে। সেইটোতো কিছুমান তেঙ্গা দৈৰে সৈতে খাই বিহু খালো বুলি উগাৰ মাৰি ফুৰিব।

ভৱ : নিমখ কিনি খোৱাতকৈ লোজেন্স কিনিও খাব পাৰে দেখোন। (কলাই আহে)

কলাই : দেউতা ভিতৰৰ সকলো কাম শেষ কৰিলো এতিয়া ঘৰলৈ যাওঁ বিহু হৈছে নহয় লাহেশ্বৰ এইবাৰ নেযাই। (লাহেশ্বৰ আহে)

লাহেশ্বৰ : মই নেযাম বুলিছিলোনে?

ভৱ : ভাল বিহু পাগল দুটাক মোৰ ঘৰত ঠাই দিলো।

কলাই : দেউতা লাহেশ্বৰৰ সৈতে মোৰ বন্দবস্ত আছিল যে সি মাঘৰ বিহুত যাব মই বহাগৰ বিহুত যাম। সি মাঘৰ বিহুত গৈ আহিলে নহয় দেউতা।

লাহেশ্বৰ : দেউতা একেবাৰে মিছা কথা। মই তেনেকুৱা কোনো বন্দবস্ত কৰা নাই যেন লাগে।

ভৱ : এটাও যাব নোৱাৰ। দেখিছানে বৰুৱা এই অসুৰ কেইটা, বিহুৰ নামত বলিয়া অকল ইহঁতেই নহয় গোটেই অসমীয়া জাতিতোৱেই বলিয়া।

পৱন : আমি ভাই চাহাব হৈ ওপজা হলে বৰ ভাল আছিল। অসমীয়া হৈ উপজি বহুত সুখৰ পৰা বঞ্চিত হৈ আছো।

ভৱ : ঠিক কলা ভাই; (অলপ ৰৈ) মোৰ এক কথা তহঁত কোনো এটাকে যাবলৈ নিদিও।

কলাই : সেইটোহে কলেগৈ দেউতা।

পৱন : নগলে নহযনে?

লাহে : বছেৰেকৰ মূৰত বিহুতো আহিছে, গলে এবছৰলৈ যাব নহয়।

ভৱ : সি বছৰলৈ যাবি।

লাহে : নহয নহয় দেউতা এই বছৰেই যাও।

পৱন : সি বছৰলৈ তই মৰিবিনে কি?

লাহে : এস দেউতা আপদ চোচোৰাই কেলেই। আই-বোপাইৰ কি গতি হব।

পৱন : কি গতি হব আৰু। কেইদিনমান কান্দিব তাৰ পাচত হাঁহিব।

লাহে : দেউতা কলাই থক মোক যাবলৈ দিযক।

কলাই : দেউতা লাহেশ্বৰ থক মোক যাবলৈ দিয়ক।

ভৱ : দুইটিয়েই থাকা, কোনো এটি যাবলৈ নেলাগে।

ভৱ : (কলাইক) কলাই, তোৰ পৰাহে মই যাব নোৱাৰা হলো।

কলাই : (লাহেশ্বৰক) তইহে মোক খালি।

ভৱ : ইয়াতে থাক। নানা ৰকমৰ নাচ-গান দেখিবলৈ পাবি। মই বাঈজী নাচো আনিম।

লাহে : সেইবোৰ বৰ ভাল নেলাগে দেখোন।

পৱন : তহঁত বান্দৰে নাৰিকলৰ মোল কি বুজিবি।

ভৱ : সচাঁকৈযে তহঁতে একোৰে মোল নুবুজ। আমি খোৱা জলপানৰ মোল নুবুজ।

লাহে : (মনে মনে) শুকান টিকিৰাহে খায।

ভৱ : আমাৰ নাচ-গানৰ মোল নুবুজ। বুজ খালি, ঢোল, পেঁপা, টকা ,চিৰা, সান্দহ, তেলত ভজা পিঠা, গুৰ, টেঙা দৈ, গাখীৰ, বিহু আৰু হুচৰি।

(লৰা এটাই এখন চিঠি ভৱকান্তৰ হাতত দি যায হি)

ভৱ : (চিঠিখন খুলি চাই) শুনা বৰুৱা এইখন চিঠি খগেন বৰুৱাই দিছে। মই পঢ়ি যাওঁ - "প্ৰিয় বৰুৱা, আমি কেইজনমান বন্ধুৱে গোটখাই অসমৰপৰা বিহু প্ৰথা উঠাই দিম বুলি প্ৰতিজ্ঞা কৰি আজি আপোনাৰ ঘৰত এখন সভা পাতিবলৈ ঠিৰাং কৰিছো।"

পৱন : ধন্য ধন্য খগেন বৰুৱা, তোমালোক দেশৰ সুসন্তান তোমালোকৰ পৰা দেশ দুই ইঞ্চি উন্নতিৰ খাপত উঠিব বুলি মই প্ৰাণ খুলি কলো।

ভৱ : শুনিছ লাহেশ্বৰ, কলাই, আমাৰ দেশৰ মানুহে বিহুক আমাৰ দেশৰ পৰা খেদাই দিব খুজিছে, সেই বিহুকে তহঁতে আকৌ খাবলৈ ওলাইছ।

লাহে : য'লৈকে খেদাই ত'লৈকে আমিও যাম। তাতে খামগৈ।

কলাই : তাতে খামগৈ।

ভৱ : বৰুৱা তুমিযেউ চিঠিখন পঢ়াচোন, আখৰবোৰ মই বৰ সৰু পাইছো।

(ভৱকান্তই চিঠিখন পৱনৰ হাতত দিয়ে)

লাহে : (মনে মনে) আখৰ সৰু নহয়, পঢ়িবহে নোৱাৰে।

কলাই : (মনে মনে) এখেতে কিজানি আকৌ আখৰ বৰ ডাঙৰ পাই পঢ়িব নোৱৰা হয়।

পৱন : আপোনাৰ ঘৰত পতাৰ উদ্দেশ্য আপোনাৰ ঘৰত চকি মেজ বহুত আছে। চাহপানীৰ জোগাৰতোও ভালকৈ ৰাখিব। সভাপতি মৃগেন দত্ত, আপুনিও দুযাৰমান কব বুলি আশা কৰা হল।

ভৱ : মইও দুযাৰমান কব লাগিব। কি সুন্দৰ কথা। চকুৰে বৰ্ণাব নোৱাৰি। ভাবেৰে দেখিব নোৱাৰি। লাহেশ্বৰ লাহেশ্বৰ চাহপানীৰ খবৰ কি? আজিএই সুখৰ দিনত এটোপা চাহপানী প্ৰাণ ভৰি খোৱা হক।

লাহে : আইদেউৱে গাখীৰ নাই বুলি কৈছে।

লাহে : হক কোনো কথা নাই

দুগ্ধ বিহিন চাহ।

থাক বোলে ভাষাবিদ

ৰঙা ফিকা চাহ,
সেই চাহকেই খাই
আজি এই সুখৰ দিনত,
আনন্দত প্ৰাণ নচুৱাব।

পৱন : যোৱা লাহেশ্বৰ আনা ফিকা চাহ।

(লাহেশ্বৰ যায, কলাই আহে)

কলাই : দেউতা মোৰ ঘৰলৈ যোৱাৰ কথা কি কৰিলে।

(লাহেশ্বৰ আহে)

কলা : দেউতা মোৰ কথাও নেপাহৰিব। নহলে দেউতা মই আৰু ইযাত নেথাকিম। দৰমহা যি বাকী ৰল ৰল।

কলাই : মোৰো একে কথা। চাৰিমাহৰ পইচা পোৱা নাই। সকলো এৰি ঘৰৰ ফালেহে যাত্ৰা কৰিম।

ভব : হেৰ বিহুৰ কাৰণে আৰু বলিযা নহবি। আমি বিহু উঠামেই।

কলাই : দেউতা বিহু উঠাই নুঠাই থিয কৰাই বহুৱাই সেইবোৰ আমি একো নেজানো। আজি যামেই। একেবাৰে যাম। যদি জাবলৈ নিদিযে।

লাহে : মইও, মইও।

ভব : (মনে মনে) পুৰণা মানুহ ইহত। মোলৈ ভযো নকৰে ইহত একেবাৰে গুছি গলে মোৰ বৰ জুলুম হব। (ফুটাই) বাৰু আমাৰ এই মিতিংখন হৈ যক। তেতিযা তহত জাবি।

লাহে : (মনে মনে) মন্ত্ৰ ফাৰ্কি হলে ভাল দেই, একেবাৰে ওলাই যাম বুলিলতহে যাবলৈ দিছে, নহলে যাবলৈ দিযা মানুহ নহয। (যায)

কলাই : (মনে মনে) টানত পৰি যাম বুলিছে, নহলে চকু পোন্দাই "নোৱাৰ" যাব। (যায)

ভব : বিহু উঠাবই লাগিব।

পৱন : নিশ্চয উঠাব লাগিব।

ভব : লাহেশ্বৰ চাহ হৈছেনে নাই।

লাহে : বলা ভাই ভিতৰলৈকে।

পৱন : তেনে ভিতৰলৈ মাতিছে যেতিযা চাহৰ লগত লুচিও দিব পায দেই। (দুযো উঠে)

ভব : আজিৰ সভাখনত কথা কবলগীযা হোৱাৰ কাৰণে মোৰ বুকুখন ধপধপাই আছে। কাৰণ মই কোনো দিন সভাত কথা কোৱা নাই।

পৱন : ভয নাই মই আছো।

ভব : তুমি মোক তাত আৰু কৈ দিব পাৰিবানে?

পৱন : তথাপিও মই তোমাৰ ওচৰত বহি থাকিলে তোমাৰ অলপ সাহস থাকিব।

ভব : থিক কৈছা অ' লাহেশ্বৰ।

(লাহেশ্বৰে ভিতৰৰ পৰা দেউতা বুলি মাতে)
কলাইকো মাতি আনি এই চকি বিলাক আৰু মেজখন চাফা কৰি পেলা। আৰু ভিতৰত আৰু কিমান কি আছে সেই বিলাক আনি ইযাত থহি।

লাহেশ্বৰ : (ভিতৰৰ পৰা) ভাল দেউতা চাহপানী খাবলৈ আহক, নহলে সেইবোৰ চাহপানী নহৈ শীলপানী হব।

পৱন : বলা ভাই। (দুযো যায লাহেশ্বৰ আহে)

লাহেশ্বৰ : অ' কলাই, কলাই ই শুনিছে কিন্তু শুনিও নাইমতা হেৰ নেমাত কেলেই, শুনি নেমাতিলে কাণ কলা হয বুলি নেজাননে? (কলাই আহে)

কলাই : কেলেই চিঞৰি আছ অ'।

লাহেশ্বৰ : হাকিমে তোক এই চকি মেজ বিলাক চাফ কৰিবলৈ কৈছে। আৰু ভিতৰত থকা চাকি খিনিও উলিযাই আনিবলৈ কৈছে।

কলাই : তোক হবলা চকিত বহি মোৰ কাম চাবলৈ কৈছে দুযোটাকে কোৱা নাই মই শুনিহে আছিলো।

লাহে : মোক কেলেই কব। তই শুনিলি কিবাতো।

কলাই : ৰ হাকিমক সুধি আহো।
(যাব খোজে)

লাহে : আহ আহ নেলাগে সুধিবলৈ যাব। সিমান সৰু কথা এটা সুধিবলৈ যাব নেলাগে। দুযো কামত লাগো আহ। ঘৰলৈও শোনকালে যাব লাগে। প্ৰথমেই চকি খিনিকে মুচি লওঁ, ফটাকানি দুখন আনিলেহে হব। ৰ মই লৈ আহো।
(লাহেশ্বৰে ফটাকানি এখন লৈ আহে)

লাহে : (ফটাকানি ফালি) হো ল এই টুকুৰা, এলাহ নকৰিবি কামত লাগি যা।
(কলাযে লয)

কলাই : ইস্, ই মোকো আকৌ কথা শিকাবলৈ আহিছে। (লাগি যায) এলাহ নকৰিবি কামত লাগি যা। হেৰ তোৰ নিচিনা মই এলেহুৱা নহয়।

লাহে : হেৰ বলি হৈছে। মোচ চকি বিলাক। বিহু উঠুৱাৰ সভা হব।

কলাই : কি বিহু উঠিব। বিহু বহিবহে।
(লাহেশ্বৰে কলায়ে চকি বিলাক মুচিবলৈ ধৰে)

কলাই : ঘৰলৈ যাবলৈ পাইছো যেনিবা।

লাহে : সোনকালে সভাখন হৈ গলেই হয।
(দুযো চকি মুচি থাকে আৰু লগে লগে তলত দিয়া গীততি দুয়ো গায়।

বিহুৰে ঐ বতৰা পালে হেৰ বান্ধৈঐ
মনেনো উৰু উৰু কৰে।

বিহুৰে ঐ বতাহ ঐ    লাগিলে ঐ শৰীৰত
শতেক ঐ জেউতী চৰে।।

**কলাই** ঃ সেইজনে শুনিলেহি চকু ৰঙাকৈ ধৰিব।

**লাহে** ঃ থ, থ।

(ভৱকান্ত আৰু পৱন আহে)

**ভৱকান্ত** ঃ সৌৰা, খগেন বৰুৱাহঁত পালেহিযেই কি কৰিম এতিয়া মই। ময়ো সভাত কথা কব লাগিব। তেওঁৰ লগত মানুহো বহুত আহিছে, কলাই, লাহেশ্বৰ, চকি মেজ যত যি আছে উলিযাই আন।

(লাহেশ্বৰ, কলাই যায, তেনেতে খগেন বৰুৱাহঁত পাযহি)

**পৱন** ঃ আহক বৰুৱা।

**খগেন** ঃ আহিছো বিহু উঠাম বুলি।

এনেতে নেপথ্যত তলত দিযা বিহু নামতী কোনোবাই সমস্বৰে গায সকলোৱে কাণ পাতি শুনে)

*নাম*

নাহৰ ফুলে ফুলিলে    কপৌ ফুলে ফুলিলে
চৰাযে ঐ তুলিলে ৰোল।
আহিলে ঐ বিহুতী    মোৰে হেৰ ভাইটি
সানিল ঐ জেতুকাৰ বোল।

**খগেন** ঃ বৰ সুৱলা শুনিবলৈ।

(আকৌ গায়)

বিহুৰেই গামোচা মোৰ
চিকি মিকি জলে ঐ তাতেনো পাৰি দিযা
ঝিকি মিকি কৰি ৰঙা ফুল।

**খগেন** ঃ ৰব নোৱাৰো, আমাৰ বিহুও সুন্দৰ, বিহু নামো সুন্দৰ। (সকলোৱে নাচিবলৈ ধৰে, কলাই লাহেশ্বৰে হাতত চকি দুখন লৈ ওলাই আহি সকলোৱে নাচি থকা দেখি চকি দুখন মাটিত লৈ সিহঁতেও নাচিবলৈ ধৰে)।

## ঃঃঃ যৱনিকা ঃঃঃ

## নিবেদন

মহাভাৰত আৰু ৰামায়ণৰ মুখ্য ঘটনা লৈ দুখনি নাট লিখাৰ পৰিকল্পনা আমাৰ মনত ভালেমান দিনৰ পৰাই আছিল। অসমীয়া নাটবোৰত এই শ্ৰেণী নাটৰ বিশেষ সমাদৰ। ধৰ্ম্মপ্ৰাণ ভাৰতীয় নৰ-নাৰীসকলক অনাদি কালৰে পৰা মহাভাৰত আৰু ৰামায়ণৰ চমকপ্ৰদ ঘটনাৱলীয়ে সদায় আকৰ্ষণ কৰি আহিছে। কুৰুক্ষেত্ৰৰ যুদ্ধ পুৰণি হোৱা নাই--নতুনো নহয়। চিৰকালে-যুগে যুগে বিভিন্ন আকাৰত এই যুদ্ধ চলিযেই আছে--চলিযেই থাকিব। অনন্ত শযনতো ভগৱানৰ বিৰাম নাই, শান্তি নাই। পাঞ্চজন্য আজিয়েই আছে, গীতৰ মাভৈ মন্ত্ৰই বিশ্বমানৱক মতলীয়া কৰিবই লাগিছে, অৱশ্যে সুৰ তাল-ছন্দ-ভাষা একে নহয়, সদায় বেলেগ।

সি যি নহওক অভাৱ অনুসৰি যোগান ধৰিবৰ মনত সঙ্কল্প লৈ ১৯৩৪ চনত আমি 'কুৰুক্ষেত্ৰ' নাট ৰচনা কৰিবলৈ হাতত লওঁ। চতিয়াৰ শ্ৰীযুত যোগেন্দ্ৰনাথ বৰকাকতী আৰু যোৰহাটৰ শ্ৰীযুত জনাৰ্দ্দন ঠাকুৰ বন্ধুদ্বয়ৰ নেৰানেপৰা যুটীয়া খাটনিৰ অনুপ্ৰেৰণাত আৰু আন আন বহু নাট্যামোদী বন্ধুৰ আশীৰ্বাদ শিৰত লৈ প্ৰায় এমাহমানতে নাটখনি লিখি উলিযাওঁ। আমাৰ বিবেচনাৰে মদগৰ্ব্বী কৌৰৱসকলৰ অত্যাচাৰে চৰম সীমা ঢুকি পাইছিল দ্ৰোপদীৰ বস্ত্ৰহৰণৰ সময়তেই । সেই কাৰণে বস্ত্ৰহৰণৰ গাৰ নোম শিযৰি উঠা নাৰী-নিৰ্য্যাতনৰ চিত্ৰকেই এই নাটৰ প্ৰস্তাৱনা হিচাপে সজোৱা হৈছে। মহৰ্ষিৰ ৰচনাৰ বিশেষ একো পৰিবৰ্ত্তন নঘটোৱাকৈয়ে দুই এটি চৰিত্ৰত অলপ আধুনিক ৰহণ সানিবলৈ চেষ্টা কৰিছো আৰু আন দুই এঠাইত সামান্য স্বাধীনতা লৈছো।

যোৱা বছৰত কামৰূপ নাট্য সমিতিৰ সদস্য বন্ধুসকলে 'কুৰুক্ষেত্ৰ' ক আদৰি নি ৰঙ্গমঞ্চৰ পাদপ্ৰদীপৰ সম্মুখত দাঙি ধৰাত নাটখনি হাতেলিখা অৱস্থাতে পৰীক্ষা কৰি চাবলৈ আমি এটি অপূৰ্ব্ব সুযোগ পাওঁ। এই অভিনযত আমাৰ কেবাটাও লাভ হ'ল। বন্ধুবৰ শ্ৰীযুত ঈশ্বৰপ্ৰসাদ চৌধুৰীয়ে দৃশ্যাৱলীৰ সাজসজ্জাৰ পৰিকল্পনাত আৰু গোৱালপাৰাৰ ডাঃ শ্ৰীযুত সুৰেন্দ্ৰনাথ দাস ডাঙৰীয়াই বচনভঙ্গীৰ আৱশ্যকীয় সঙ্কেত দি নাটখনিৰ উন্নতি সাধন কৰায়। ডাঃ দাসৰ 'কৰ্ণ' ৰ ভাৱে গোটেই অভিনয়খনিকে জয়শ্ৰীমণ্ডিত কৰি তুলিছিল। সন্ধিয্যা-সম্মিলনীৰ গুৱিয়াল শ্ৰীযুত শশীকান্ত গোস্বামী আৰু শ্ৰীযুত নাৰায়ণচন্দ্ৰ বৰুৱাদেৱে সুৰ-তাল সংযোগ কৰাৰ আহুকাল নিজৰ গাত চপাই লৈ আমাক নিজেই গান লিখিবলৈ বাধ্য কৰিলে। আমাৰ পক্ষে ইও এক সৌভাগ্যই।

বৰ্ত্তমান অসমীয়া নাটলিখকসকলে বহু বাধা-বিঘিনি অতিক্ৰম কৰিবলগীয়াত পৰিছে। নিমাতী ছায়াছবিৰ যুগ নেদেখাকৈয়ে উন্নত কাযাছবিৰ যুগত উপস্থিত হৈ প্ৰতিযোগিতাৰ অগ্নিপৰীক্ষাত আত্মৰক্ষাৰ বাবে সাজু নহ'লে উপায় নোহোৱা হৈছে। এই যুগৰ আন আন নাট্যকাৰ আৰু আমাৰ ভস্মৰ দেবীকে যেন অচিৰতে প্ৰতিভাশালী ভাবী অসমীয়া নাট্যকাৰসকলৰ নিপুণ হাতেৰে বিশ্বনাট্যৰ যুগমীয়া সোণৰ সৌধ নিৰ্ম্মিত হ'ব পাৰে--এযেই আমাৰ একান্ত হাবিলাষ। সেযে হ'লেই আমাৰ পৰিশ্ৰম সাৰ্থক।

| | |
|---|---|
| গুৱাহাটী | বিনীত |
| ১১।৭।৩৬ | লিখক |

## আশীৰ্ব্বাদ

### সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

এইখন শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাই ৰচনা কৰা নাট। ইযাৰ বিষযে মই এইফেৰাকে মাথোন কমঃ-

হাজৰিকাই আৰু কেইবাখনো নাট লেখিছে। সেইবোৰ মই পঢ়িবলৈ পোৱা নাই, অৱশ্যে মই পঢ়িবলৈ বিচৰাও নাই। তেওঁৰ 'নংদদুলাল' আৰু 'কুৰুক্ষেত্ৰ' এই দুখনেই, তেওঁৰ নাট ৰচনা কৰিব পৰা ক্ষমতাৰ চিনাকি দিবৰ পক্ষে যথেষ্ট। আজিলৈকে অসমীয়া ভাষাত ওলোৱা অমিত্ৰাক্ষৰ ছন্দত ৰচিত যি কেইখন নাট মোৰ চকুত পৰিছে, তাৰ ভিতৰত মই নিৰ্ভযে কওঁ যে হাজৰিকাৰ নন্দদুলাল আৰু কুৰুক্ষেত্ৰ শ্ৰেষ্ঠ। তেওঁৰ ছন্দ আৰু কথাৰ সোঁত নৈৰ সোঁতৰ দৰে বৈ গৈছে, ক'তো ডকা-চাকনৈয়াৰ কোবত পৰা নাই। তাৰ ভাব আৰু মৰ্ম্মও মৰ্ম্মভেদী। মই বুকু ফিন্দাই কব পাৰোঁ যে বহু দেশৰ ডাঙৰ ডাঙৰ নাট্যকাৰৰ ৰচিত এই গঢ়ৰ নাটকতকৈ হাজৰিকাৰ নাট কোনো গুণে কম নহয়। আৰু কওঁ যে আজিকালিৰ সময়োপযোগী অসমৰ নাট্যজগতত হাজৰিকাৰ নাম সততকাই মাৰ নাযায়।

দৈনিক বাতৰি, দেওবাৰ, ২৭ আঘোণ ১৮৫৮
১৩।১২।৩৬

# কুৰুক্ষেত্ৰ

## চৰিত্ৰ

শ্ৰীকৃষ্ণ, ধৃতৰাষ্ট্ৰ, ভীষ্ম, দ্ৰোণ, কৰ্ণ, দুৰ্যোধন, দুঃশাসন, বিকৰ্ণ, বিদুৰ, শকুনি, শৈল্য, জয়দ্ৰথ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, অভিমন্যু, ব্ৰাঃ ইন্দ্ৰ, অশ্বত্থামা, সঞ্জয়, বৈতালিক, কুৰুসৈন্য, সভাসদ আদি

ৰাজলক্ষ্মী
গান্ধাৰী
কুন্তী
দ্ৰৌপদী
পদ্মা
উত্তৰা

### প্ৰস্তাৱনা

সিংহাসনত অন্ধৰাজ ধৃতৰাষ্ট্ৰ--পাছফালে সঞ্জয়। দুজনী লিগিৰীয়ে চোঁৱৰ লৈ বিচি আছে। ভীষ্ম আৰু দ্ৰোণ সিংহাসনৰ দুকাষে দুখন আসনত উপবিষ্ট। একাষে অলপ দূৰৈত থিয় হৈ আছে বিদুৰ। পাশা খেলত যুধিষ্ঠিৰ আৰু শকুনি। যুধিষ্ঠিৰ বাৰে বাৰে ঘাটিছে। শকুনিৰ ওচৰতে দুৰ্যোধন, দুঃশাসন আৰু বিকৰ্ণ আদি কৌৰৱসকল আৰু বিপৰীত ফালে পঞ্চপাণ্ডৱ। আঁতৰত প্ৰতিকামী, সভাসদ, পৰিষদ, দুৱৰী, প্ৰহৰী আদি যথাস্থানত।

**বিদুৰ** : মহাৰাজ!
এতিয়াও কৰা বাধা দান।
সৰ্ব্বনাশা এই পাশাখেলে
দাবানল জ্বলাব ভীষণ।
কুৰুবংশ ধ্বংস হ'ব
কোনো ক'তো বাকী নেথাকিব।

**ধৃত** : (মুখত ব্যৰ্থতাৰ হাঁহি লৈ)
মিছা--মিছা--মিছা!
অন্ধ মই--বৃদ্ধ মই--শক্তিহীন মই।
(কৰুণভাবে) হে বিদুৰ! অনুৰোধ নকৰিবা মোক।

**দুৰ্য্যো** : মনে মনে থাকা তুমি ধাৰ্ম্মিক বিদুৰ!
কোনেও বিচৰা নাই উপদেশ বাণী।
ভয় নাই পিতা!
পাশাখেলা ধৰ্ম্ম ক্ষত্ৰিয়ৰ
ন্যায়মতে জয়লাভ কৰিম নিশ্চয়।

**শকুনি** : (দুৰ্যোধনৰ কথা শুনি মুখ বেকা কৈ হাঁহে।)
ধৰ্ম্মৰাজ! কৰা পুনু পণ
যোগ্যতাৰ দিয়া পৰিচয়!

**যুধি** : মহাবীৰ প্ৰিয় ভ্ৰাতৃ নকুলক মোৰ
এই বাৰ ৰাখিলো পণত।

**শকুনি** : চোঁৱা, চোৱা জয়লক্ষ্মী আজি কৌৰৱৰ। (পাশতি মাৰে। কৌৰৱে জয় গৌৰৱত হাঃ হাঃ কৈ হাহে। ভীষ্ম, দ্ৰোণ আদিৰ মুখ ক'লা পৰে।)

দুৰ্য্যো : মাতুলৰ অতুল কৌশল
অজীৱন ঋণী ৰ'ল এই দুৰ্যোধন।
যুধি : এইবাৰ মহাজ্ঞানী বীৰ সহদেৱ।
শকুনি : এই চোৱা সহদেৱো ঘাটিল পণত।
হেৰুৱালা দুই ভ্ৰাতৃ বিমাতৃনন্দন
ভীমাৰ্জ্জুন বাকী এতিয়াও
নকৰিবা বেছি স্নেহ নিজ ভ্ৰাতৃ বুলি।
নকুল : মন্দমতি হে মাতুল!
ভ্ৰাতৃবিৰোধৰ ভাব তোমাতে সম্ভৱ।
পঞ্চপাণ্ডৱৰ একো নাই ভিন পৰ।
যুধি : (হতাশৰ সুৰত) এই বাৰ ত্ৰিভুৱনজয়ী
বীৰভ্ৰাতা অৰ্জ্জুনক ৰাখিলো পণত।
(কৌৰৱৰ মনত আনন্দ আৰু ভীষ্ম দ্ৰোণাদিৰ
উৎকণ্ঠাৰ ভাব)
শকুনি : এই চোৱা অৰ্জ্জুনকো হেৰুৱালা ৰজা।
(আটাইবিলাক নিজম পৰিল।)
যুধি : মহাবলী ভীমসেন এই বাৰ।
শকুনি : এই চোৱা একে পৰিণাম।
যুধি : এই বাৰ নিজকেই ৰাখিলো পণত।
হলে পৰাজয়
মানি লব যুধিষ্ঠিৰে কৌৰৱ-দাসত্ব।
(ভীষ্ম আদিয়ে মূৰে কপালে হাত থয়।
অন্ধ ৰজাই মুখ ঘূৰায়।)
ধৃত : সঞ্জয়। কোৱা কিবা হ'ল?
সঞ্জয : বাৰে বাৰে ধৰ্ম্মপুত্ৰ হ'ল পৰাজিত।
শকুনি : (ভ্ৰূকুটি কৰি) এইবাৰ দ্ৰুপদনন্দিনী—
ভীষ্ম : হেৰ নীচ সুবলনন্দন।
কি সাহে বুলিলি তেনে ঘৃণিত বচন?
ভীম : ৰাজন।
(ভীষ্মৰ প্ৰতি) নকৰিবা অযথা বাৰণ।
ধৃত : নাই প্ৰযোজন--
দ্ৰৌপদী যে কুলবধূ ৰাজলক্ষ্মী মোৰ?
যুধি :দেখা য'ক শেষ বাৰ বাৰু।
লোৱা পাশা—দ্ৰৌপদীকো ৰাখিলো পণত।
শকুনি : এই চোৱা কৌৰৱৰ জয়।
কৰ্ণ, দুৰ্য্যোধন, দুঃশাসনৰ হাঃ হাঃ হা।
(অট্টহাস্য)
(পঞ্চপাণ্ডৱৰ মুখ ক'লা পৰে। হতাশ হৈ
বহে।)
ধৃত : সঞ্জয়।

সঞ্জয় : এই বাৰো জিকিছে কৌৰৱ।
কৰ্ণ : যুধিষ্ঠিৰ। নোহোৱাতো মহাৰাজ আৰু
অনুগত চাৰি ভ্ৰাতা সহ
ত্যাগ কৰি ৰাজপৰিচ্ছদ
বহা গৈ দাসৰ শাৰীত।
ভীম : দাসত্ব। দাসত্ব।।
(পঞ্চ পাণ্ডৱে গাৰ পৰা ৰত্ন-অলঙ্কাৰ খঁহায়।
ভীমে খণ্ডত জৰ্জ্জৰিত হৈ অলঙ্কাৰবোৰ
চিঙি আঁতৰলৈ দলিয়াই দিয়ে।)
কৰ্ণ। দ্ৰৌপদী?
দুৰ্য্যো : দ্ৰৌপদীও আজি হন্তে হ'ল দাসী মোৰ।
হে বিদুৰ। যোৱা তুমি
লৈ আহা দ্ৰৌপদীক ৰাজসভালৈ।
বিদুৰ : (চক খাই উঠি)
অসম্ভৱ--অসম্ভৱ তেনুৱা প্ৰস্তাৱ।
হ'ব পাৰে ছালছিগা ভিকছু বিদুৰ
তথাপিতো তাৰ দ্বাৰা আজি
নোৱাৰে কদাপি হ'ব এনে নীচ কাম।
তদুপৰি শুনা কুৰু ৰজা দুৰ্য্যোধন!
কিবা শক্তি আছে মোৰ--অতি ক্ষুদ্ৰ মই
কি সাধ্যে আনিম সেই সিংহৰ গৃহিনী?
দুৰ্য্যো : তাৰ অৰ্থ—পাণ্ডৱৰ ভয়ত কাতৰ?
যোৱা তুমি ভ্ৰাতৃ দুঃশাসন।
আনিবা চুলিত ধৰি
নিজ হাতে দাসী পাঞ্চালীক
দুঃশা : (মুখত হাঁহিৰে) আনন্দেৰে পালিম
আদেশ। (প্ৰস্থান)
ভীষ্ম : এতিয়াও সহিছে ধৰ্ম্মই
মহাৰাজ! এতিয়াও কৰিলে বাৰণ
দুঃশাসন আহিব উলটি
ভাৰতৰ কুলবধূ নহব লাঞ্ছিতা।
ধৃত : হে গাঙ্গেয়। কাক মই কৰিম আদেশ
কোনে বাৰু কৰিব পালন?
দুঃশাসন যোৱা নাই মোৰ আদেশত
সতীৰ লাঞ্ছনা নোহে মোৰ ইচ্ছামতে।
দ্ৰোণ : তথাপিতো ধৃতৰাষ্ট্ৰ তুমি
হস্তিনাৰ ৰাষ্ট্ৰশক্তি--ৰাজসিংহাসন
তুমি মাথোঁ অধিকাৰী তাৰ।
অন্ধৰাজে কৰিলে আদেশ
কাৰ সাধ্য কৰিব লঙ্ঘন?

বিদুৰ : স্নেহ--পুত্ৰস্নেহ বোলে ইয়াকেই।
পুত্ৰৰ স্নেহত আজি
অন্ধৰাজ আপোনপাহৰা
হেৰৱালে হিতাহিত জ্ঞান।

দুৰ্য্যো : ক্ষান্ত হোৱা পিতামহ!
ক্ষান্ত হোৱা গুৰুদেৱ!
ক্ষান্ত হোৱা ভিক্ষুক বিদুৰ!
শুনি শুনি ধৰ্ম্মৰ বক্তৃতা
জ্বলাকলা হ'ল কাণ মোৰ।
ৰোৱা সৰে স্থিৰ হৈ, চাৰি ভ্ৰাতা সহ
মেৰিযাই ল'ব গাত বাকলি-বসন।

ধৃত : (হাত মেলি দি উঠিবলৈ চেষ্টা কৰি)
হে সঞ্জয়!
লৈ ব'লা-আতৰাই লৈ ব'লা মোক।

বিদুৰ : মহাৰাজ! ক'লৈ পলোৱা?
ধীৰে স্থিৰে ৰোৱা তুমি আৰু কিছু পৰ।
কীৰ্ত্তিৱান পুত্ৰই তোমাৰ
যাউতিযুগীযা কীৰ্তি অজৰ অমৰ
আজিযেই আৰ্জ্জিব ধৰাত।

ভীষ্ম : ঠিক কথা কৈছে বিদুৰে।
জ্বলালা যিকুৰা জুই অপত্য স্নেহৰ
অনুভৱ কৰি লোৱা
কিবা হয় পৰিণাম তাৰ।
(নেপথ্যত দ্ৰৌপদী। ৰক্ষা কৰা, ৰক্ষা কৰা মোক। দুঃশাসনে দ্ৰৌপদীক সভাৰ মাজলৈ টানি আনে। দ্ৰৌপদীযে বাউলী হৈ চুলি মেলি সজলনযনে সকলোৰে প্ৰতি চায। কিছু সময সকলো নিমাত। বতাহতে এটা করুণ সুৰ)

দ্ৰৌপদী : (আকুল হৈ) ৰক্ষা কৰা, ৰক্ষা কৰা,
কোন ক'ত আছা ৰক্ষা কৰা মোক।

দুঃশাসন : মহাৰাজ কৌৰৱ-ঈশ্বৰ!
আখৰে আখৰে চোৱা পালিছো আদেশ,
আনিছো চুলিত ধৰি
পাণ্ডৱৰ কুলবধূ--দাসী চৰণৰ।

দ্ৰৌপ : ইকি! ইকি!
নিমাত সকলো কিয?
কাঁহ পৰি জীণ যোৱা হস্তিনাৰ সভা!
হে ধৰ্ম্মৰাজ! বীৰ বৃকোদৰ!!
হে ফাল্গুনী! মাদ্ৰীপুত্ৰদ্বয!!
চোৱা, চোৱা মুখ তুলি--
তোমালোক সৱাৰে আগত
একবস্ত্ৰা ঋতুমতী অৱস্থাত মোক
অপমান কৰে আজি দুঃশাসন-বাঘে
(দ্ৰৌপদীযে ক্ৰন্দনৰ সুৰত কৈ কৈ আৰু ক'ব নোৱাৰা হয। কাৰো মুখত মাতবোল নোহোৱা দেখি কিছু সময়ৰ পিছত খঙতে জলিপুৰি বিকৰ্ণই থিয হৈ ক'বলৈ ধৰে।)

কৰ্ণ : সতীৰ চকুৰ পানী পৰি ধাৰাসাৰে
ভাহি গ'ল ৰাজসভা হস্তিনাপুৰৰ!
মহাপাপে বুৰালে বসুধা
প্ৰলযৰ ঘন-ঘোৰে ঢাকিলে আকাশ।
কোন ন্যায ধৰ্ম্মমতে বাৰু
যুধিষ্ঠিৰে অকলই হৈ পৰাজিত
কৰে আজি দ্ৰৌপদীক কৌৰৱৰ দাসী?
কোৱা সভাসদ! ইকি সুবিচাৰ?
হ'ল জানো এই কাৰ্য্য
সমুচিত ৰাজোচিত কৌৰব সভাৰ?
এতিযাও সকলো নিমাত?
বৃদ্ধ পিতা, পিতামহ, গুৰু দ্ৰোণাচাৰ্য্য
সকলোৱে মৌন ব্ৰত ধৰি
কিনো হেতু পাপকাৰ্য্য কৰে সমৰ্থন
ন্যায-নীতি দিলে বিসৰ্জ্জন?
নাই নেকি কাৰো আজি ধৰ্ম্মলৈ ভয?
সতী ভাৰ্য্যা পণ কৰি বিনা অধিকাৰে
কিনো হেতু ধৰ্ম্মৰাজে কৰিছে অধৰ্ম্ম?
কলুষিত কলঙ্কিত--ধিক শতধিক
হস্তিনাৰ ৰাজসভা আজি।

দুৰ্য্যো : বালক বিকৰ্ণ!
নচলে ই ৰাজসভা তোৰ ইচ্ছামতে
কৌৰৱৰ ভ্ৰাতৃ হৈ কিয আজি তই
নীচভাৱে অনুগত হলি পাণ্ডৱৰ?
হস্তিনাৰ ৰাজচ'ৰা
নোহে তোৰ প্ৰলাপৰ ঠাই!
দূৰ হ পাষণ্ড!

বিকৰ্ণ : পাষণ্ড নহওঁ মই।
যতমানে সভাসদ আজিৰ সভাৰ
সকলোৱে নৰাধম বিবেক বৰ্জ্জিত
জ্ঞানীজন নেথাকে ইয়াত
যাম মই আপোন ইচ্ছাৰে।

দুৰ্য্যো : (খঙেৰে) আঁতৰ হৈ যা পিশাচ!
বিকৰ্ণ : যাম---কৈ যাওঁ যোৱাৰ আগতে
প্ৰলয়ৰ দাবানল জ্বলিব অচিৰে
ধ্বংস হ'ব আৰ্য্যভূমি সোণৰ ভাৰত।
জ্বলিব চিতাৰ জুই দপ্ দপ্ কৰি
স্বামীহীনা ভাগ্যহীনা বহু ৰমণীয়ে
কান্দি কান্দি কৌৰৱক দিব অভিশাপ।
কুৰুপতি! বিকৰ্ণই মাগিছে বিদায়
চলক পাপৰ লীলা বিনা-প্ৰতিবাদে।
(বেগেৰে প্ৰস্থান)
ভীষ্ম,দ্ৰোণাদি : সাধু সাধু বিকৰ্ণ!
দ্ৰৌপ : প্ৰাণ যায় লাজে-অপমানে।
কোনে পাৰা ৰক্ষা কৰা মোক।
কৰ্ণ : নোহে অপমান--
হে সুন্দৰী! ই যে অতি সৌভাগ্য তোমাৰ।
কুৰুপতি মহামতি ৰজা দুৰ্য্যোধনে
দাসী বুলি মৰমেৰে কৰিব গ্ৰহণ।
দুৰ্য্যো : অৱশ্যেই কৰিম গ্ৰহণ!
হে সুন্দৰী! আহা মোৰ কাষলৈ চাপি
(উৰু দেখুৱাই) পুণ্যৰ ফলত শূন্য কোলা
মোৰ শোভা কৰি শতবাৰ হোৱা ধন্য
আজি।
ভীম : কি ক'লি, কি ক'লি হেৰ কুৰুকুলাঙ্গাৰ!
পতিৰ আগত কৰি সতীৰ লাঞ্ছনা
কিহেতু কৰিছ তই মিছা অহঙ্কাৰ?
নেজান নে ভীমৰ গদাই
মুহূৰ্ত্ততে চূৰ্ণ কৰি পাপ ৰাজসভা
কুৰুকুল কৰিব নিৰ্ম্মূল
হস্তিনাত মিলাব প্ৰলয়?
অৰ্জ্জুন : (ভীমৰ প্ৰতি) হে জ্যেষ্ঠ! স্থিৰ হোৱা
ধৰ্ম্মৰাজে কৰিছে নিষেধ।
আজীৱনে--বিনা বাক্যে--বিনা প্ৰতিবাদে
যিজনাৰ পালিছো আদেশ
আজি যদি ধৈৰ্য্য হেৰুৱাওঁ
তেন্তে--তেন্তে হে অগ্ৰজ!
সত্যভ্ৰষ্ট হবে সেই ধৰ্ম্মযুধিষ্ঠিৰ।
ভীম : তথাপিতো দৃঢ় ভাবে কৰিছো প্ৰতিজ্ঞা
নীৰৱে নকৰো সহ্য এই অপমান।
শুন, শুন সবে কোন ক'ত আছ--
যি উৰু দেখুৱাই পাপী দুৰ্য্যোধনে
সতীৰ মনত দিছে পৰম আঘাত
উৰুৱাম সেই উৰু গদাৰ প্ৰহাৰে।
আৰু হেৰ দুঃশাসন দুৰ্ম্মতি দুৰ্জ্জন।
কৰিলি নিৰ্লজ্জভাৱে
পঞ্চালীৰ কেশ আকৰ্ষণ।
নেভাবিবি-নেভাবিবি ৰক্ষা পাবি তই।
বুকু ফালি কৰি ৰক্তপান
তপত তেজেৰে তোৰ
যুক্ত কৰি মুক্ত দেবী দ্ৰৌপদীৰ
বৃকোদৰে ল'ব প্ৰতিশোধ প্ৰতিশোধ!
দ্ৰৌপ : আৰু তাৰে আপেক্ষাত শুনা ভীমসেন
মুক্ত হৈ ৰ'ব বেণী লাঞ্ছিতা কৃষ্ণাৰ।
অৰ্জ্জুন : দেব দ্বিজ গুৰু সাক্ষী কৰি
মযো আজি কৰিছো প্ৰতিজ্ঞা-
দুৰাচাৰ কৰ্ণৰ নিধন
--সেয়ে হ'ব অৰ্জ্জুনৰ জীৱনৰ ব্ৰত।
হে ঘৃণিত সূতপুত্ৰ!
মুখ তুলি পাঞ্চালীৰ ফালে
কি সাহে বুলিলি তই নিৰ্লজ্জ বচন?
সমুচিত প্ৰতিফল বধ কৰি তোক
সময়ত দিব ধনঞ্জয়।
(অৰ্জ্জুনৰ প্ৰতিজ্ঞা শুনি কৌৰৱসকল আৰু সঙ্কুচিত হয়। শকুনিয়ে মিচিকিয়াই হাঁহি)
সদাদেব : যি জনে জ্বলালে এই ধ্বংসৰ অগনি
কুটিল মাতুল সেই শকুনিৰ শিৰ
ছিন্ন কৰি সহদেৱে পেলাব মাটিত।
শকুনি : (সহদেৱৰ কথা শুনি অৱজ্ঞাৰ হাঁহি)
নকুল : আহি পালে সেই শুভ দিন
নকুলেও মহাকাল হৈ
দলিব কৌৰৱ দল ধুমুহাৰ দৰে।
শকুনি : ধন্য, ধন্য পাণ্ডৱসকল!
সকলোৱে যথাযোগ্য কৰিলা প্ৰতিজ্ঞা।
বোপা দুৰ্য্যোধন! বোপা দুঃশাসন
কিনো চাই ৰ'লা তোমালোকে?
দুৰ্য্যো : দুঃশাসন! মিলিছে মাহেন্দ্ৰ ক্ষণ।
পঞ্চপতি আছে সন্মুখত
ষষ্ঠ জনে কৰিছে আদেশ--
তুৰন্তে বিবস্ত্ৰা কৰা
গৰ্বিনী দ্ৰৌপদীক প্ৰকাশ্য সভাত।
বিদুৰ : মহাৰাজ!

দুৰ্য্যো : প্ৰতিবাদ নাই--দয়া নাই--ক্ষমা নাই।
সকলোৱে চোৱা স্থিৰ হৈ।

দুঃশাসন : (দ্ৰৌপদীৰ কাপোৰ টানিবলৈ উদ্যোগ কৰে।)

দ্ৰৌপ : (কান্দি কান্দি) হে অন্ধৰাজ নমস্য শহুৰ।
এতিয়াও কৰা তুমি পুত্ৰক বাৰণ।
হস্তিনাৰ কুলবধু মই
ৰক্ষা কৰা হেৰা পিতামহ!
ৰক্ষা কৰা গুৰুদেৱ।
ৰক্ষা কৰা বীৰ পঞ্চপতি।।

ভীষ্ম : ভীষ্ম-দ্ৰোণ মৃত সকলোৱে
কাক সতী মাতিছা সঘনে?
কাৰ আছে সাধ্য হায় ৰক্ষা কৰিবৰ?
মানুহৰ পৰা একো নোপোৱা সহায
মাতা দেৱী সকাতৰে পাণ্ডৱসখাক।
অত্যাচাৰ প্ৰপীড়ণে দুৰ্জ্জন জনৰ
যেতিযাই এই দৰে পায় শীৰ্ষস্থান
তেতিয়াই মহাঘোৰ মহাকাল হৈ
যুগে যুগে জগতত জাগে ভগৱান।
এতিযাই কৰো মই ভৱিষ্যৎবাণী
ভাৰতৰ আগন্তুক মহাসমৰৰ
আজিযেই হ'ল প্ৰস্তাৱনা।

দুঃশাসন : (দ্ৰৌপদীৰ কাপোৰ টানে।)

দ্ৰৌপ : (কান্দি কান্দি) অগতিৰ গতি প্ৰভু জগৎতাৰণ।
চুলি চিঙি কৰিছো কাকুতি
আহা--আহা প্ৰভু বিপদবাৰণ।
কৰা আজি দ্ৰৌপদীৰ লজ্জানিবাৰণ।
(দুঃশাসনে যিমানে টানে সিমানে কাপোৰ বাঢ়ি ওলাই থাকে। বহু দূৰৈৰ পৰা ভাহি অহা মৃদু মধুৰ মুৰুলীধ্বনি শুনা যায়। হাতত শঙ্খ চক্ৰ লৈ শ্ৰীকৃষ্ণৰ আবিৰ্ভাব--অপূৰ্ব্ব স্বৰ্গীয় জ্যোতিৰে ৰাজসভা উদ্ভাসিত।)

শ্ৰীকৃষ্ণ : (মুখত মিচিকি হাঁহিৰে)
ভয নাই কৃষ্ণা।
আকুল আহ্বান আৰু কাতৰ ক্ৰন্দনে
বিচলিত কৰি এই আনিছে কৃষ্ণক।
তোমাৰ বস্ত্ৰই হ'ব
কৌৰৱৰ মৰণৰ অস্ত্ৰ।

(কাপোৰৰ পৰ্ব্বতাকৃতি দম হয়। দুঃশাসন ভাগৰি পৰি যায়।)
(ঐক্যতান)

# প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

## হস্তিনা--ৰাজউদ্যান

-গীত-

(গীত গাই গাই ৰাজলক্ষ্মীৰ প্ৰৱেশ।)

আহিব লাগিছে প্ৰলযৰ বান
দুকুল উপচি পৰা--
পাপৰ মজিযা তল যাওঁ যাওঁ
সাধ্য নাই ৰক্ষা কৰা।
জ্বলিছে অগনি, উঠিছে পোৰণি
হিংসাৰে বসুধা ভৰা,
সন্ত-মহন্তই কৰে হাহাকাৰ
জীযাই থাকিও মৰা।
কাৰেঙত কান্দিব কাৰেঙৰ লিগিৰী
আকাশত কান্দিব তৰা,
হস্তিনা নগৰী পৰিব বাগৰি
যমুনাৰ খঁহিব গৰা।
নোৱাৰো থাকিব চকুলো টুকিব
নাৰাযণ। ৰক্ষা কৰা--
মাগিছো বিদায যাওঁ মই ওলাই
ৰাজকাৰেঙৰ পৰা।

(প্ৰস্থান। ভীষ্ম আৰু দ্ৰোণৰ প্ৰৱেশ।)

ভীষ্ম : শুনা, শুনা হে আচাৰ্য্য।
বিষাদৰ গীত গাই গাই
হস্তিনাৰ ৰাজলক্ষ্মী আজি
কান্দি কান্দি গুচি যায় দুৰ দেশলৈ
যি দেশত ভ্ৰাতৃ-বিভাজন
যি দেশত নাৰী-নিৰ্য্যাতন
সেই দেশ--সেই জাতি ৰব কেই দিন?

দ্ৰোণ : কুৰুবংশ হ'ব ধ্বংস অতি সোনকালে
নাই তাত অলপো সংশয।
পৃথিৱীৰ ক্ষত্ৰিয় সমাজ
মদগৰ্ব্বে আপোনপাহৰা।
অহঙ্কাৰী দুৰ্য্যোধন হস্তিনাপুৰৰ
ৰচিছে আপোন হাতে মৰণৰ বেদী।

ভীষ্ম : সৌ চোৱা--
ক'লা মেঘ এচপৰা উঠে আকাশত
অচিৰতে আহিব ধুমুহা
ভীষণ ধুমুহা--
হস্তিনাত মিলিব প্ৰলয
ভাৰতত হ'ব বিপৰ্য্যয।
দ্ৰোণ : কোৱা মোক গঙ্গাৰ নন্দন
কিবা অৰ্থ কথাৰ তোমাৰ?
ভীষ্ম : ধৰ্ম্ম আৰু অধৰ্ম্মৰ
চলিছে তুমুল প্ৰতিযোগিতা।
অধৰ্ম্মই কৰিছে প্ৰযাস
ধৰ্ম্মৰ মূৰত উঠি নাচিব তাণ্ডৱ।
কৌৰৱ পাণ্ডৱ--সমগ্ৰ ভাৰত
তুমি-মই--সকলোৰে বাবে
আহিব লাগিছে এক প্ৰচণ্ড সঙ্কট।
দ্ৰোণ : অন্ধৰাজ কিয বাৰু নিস্পদ নীৰৱ?
নেজানে নে তেওঁ বাৰু
পৰিণাম ভ্ৰাতৃবিবাদৰ
হ'ব পাৰে কেনে ভয়ঙ্কৰ?
জ্ঞান আৰু বিবেকৰ চকু দুটিৰেও
হ'ল নেকি তেওঁ আজি একোকে নেদেখা?
ভীষ্ম : সঁচাকৈযে ধৃতৰাষ্ট্ৰ মহা অন্ধ আজি
জ্ঞান-চকু, চৰ্ম্ম-চকু বন্ধ সকলোটি,
পুত্ৰৰ স্নেহৰ বাদে একোকে নেদেখে।
নামত যদিও আজি ৰজা ধৃতৰাষ্ট্ৰ
স্বৰূপ অৰ্থত তেওঁ ৰাষ্ট্ৰশক্তিহীন।
সকলো শক্তিকে তেওঁ কৰিছে অৰ্পণ
অহঙ্কাৰী কুলাঙ্গাৰ পুত্ৰৰ হাতত।
মই হ'লে পৰিণাম ভাল দেখা নাই।
দ্ৰোণ : একো বাৰু নাই জানো কৰ্ত্তব্য আমাৰ?
নীৰৱ দৰ্শক হৈ
লাগিব নে চাব এই অতপালিবোৰ?
কোৱা হেৰা গঙ্গাৰ নন্দন!
এতিয়াও নাই জানো ৰক্ষাৰ উপায়?
ভীষ্ম : প্ৰতিকাৰ মানুহৰ সাধ্যৰ অতীত।
দিনে-দিনে পাপ-ভাৰ বাঢ়িছে ধৰাত
হস্তিনাত উঠে তাৰ ভীষণ তৰঙ্গ।
অৱশ ভীষ্মই আজি বৃদ্ধ বয়সত
গণিছে নিৰলে বহি মৰণৰ দিন।
আজীৱন ব্ৰহ্মচাৰী হৈ
জীৱন কৰিলো পণ সত্যৰ কাৰণে।
কৰিছিলো সত্য তাহানিযে--
যি জনে কৰিব শোভা
হস্তিনাৰ ৰাজসিংহাসন
শুদ্ধচিতে সিজনৰ
ৰম মই চিৰ অনুগত।
কিন্তু, আজি হায় তাৰেই নিমিত্তে
সেই সত্য ৰক্ষা হেতু মোৰ
দিনে দিনে অসত্যই লভিছে প্ৰশ্ৰয।
চাই আছো সজল নয়নে
শক্তি নাই--সাধ্য নাই বাধা দিবলৈ।
পৰিহৰি পিতৃস্বত্ব, বিবাহবন্ধন,
হস্তিনাৰ ৰাজসিংহাসন
কৰি লালো জীৱনৰ সাধনাৰ ধন।
সেই বাবে আজি এনে ঘটিছে বিভ্ৰাট
সেই বাবে আজি মই হৈছো নিমাত।
দ্ৰোণ : মোৰো সেই একেই অৱস্থা
কৌৰৱ-পাণ্ডৱ দুয়ো সমান স্নেহৰ
অতি যতনেৰে মই অতি মৰমেৰে
ক্ষত্ৰিযৰ অস্ত্ৰ-শিক্ষা দিছিলো দুয়োকে।
নুবুজিলো, নেভাবিলো তেতিয়া কদাপি
হ'ব বুলি এনেকুৱা তাৰে পৰিণাম,
ভায়ে ভাযে হিংসাহিংসি কটাকটি কৰি
বোৱাব তেজৰ নদী ভাৰতভূমিত
মানৱত্ব ধৰাত লুণ্ঠিত।
অহঙ্কাৰী দ্ৰুপদৰ প্ৰতিশোধ হেতু
ব্ৰাহ্মণ যদিও মই বিশ্বহিতাকাঙ্ক্ষী
ক্ষত্ৰিয়াৰ ধনু-শৰ তুলিছো হাতত।
বুজি পালো ভালদৰে আজি
ব্ৰাহ্মণৰ ক্ষত্ৰবিদ্যা নাই প্ৰয়োজন
তেনে কৰা মোৰ পক্ষে নহ'ল উচিত।
ভীষ্ম। নোৱাৰো কৰিব আমি
অনুচিত উচিত বিচাৰ।
সূত্ৰধাৰে আঁৰে আঁৰে কৰায় যিদৰে
কৰি যাম সেইদৰে আছো যি দুদিন।
শুনা নে আচাৰ্য্য ! শেষ হ'ল পাণ্ডৱৰ
বনবাস দ্বাদশ বছৰ
পূৰ্ণ হ'ল এবছৰ অজ্ঞাতবাসৰ।
এইবাৰ জ্বলিব অগনি
এই বাৰ পুৰিব কৌৰৱ

নহ'ব যে তুমি মই কাৰো পৰিত্ৰাণ।
ভাবিলে কি হ'ব আৰু
ইচ্ছা পূৰ্ণ হ'ব বিধাতাৰ।
বলা গুৰু! জুৰণি কক্ষত গৈ
কৰো দুয়ো নিৰলে বিশ্ৰাম।
(দুয়োৰো প্ৰস্থান। শকুনিৰ প্ৰৱেশ)

শকুনি। নাই আজি শকুনিৰ চকুত টোপনি
দিনে ৰাতি চিন্তাৰ পোৰণি
হৃদযত ৰাৱণৰ চিতাৰ অগনি।
গান্ধাৰৰ অন্ধকাৰ সেই কাৰাগাৰ
জ্বলি আছে শকুনিৰ চকুৰ আগত।
শত ভ্ৰাতা, পিতা মোৰ শুকাই-খীণাই
তিল তিল কৰি হায এৰিলে জীৱন।
এটুপি পানীৰ বাবে চিঞৰি চিঞৰি
শুকান ডিঙিৰ আঁত নেপালে তিযাব।
নটলিল কাঠবুকু পাপী কৌৰৱৰ
হাঁহি হাঁহি ভোগালে নিকাৰ
সেই নিদাৰুণ দৃশ্য --
হিযাভেদী যমৰ যন্ত্ৰণা
জ্বলি আছে দিনে-ৰাতি চকুৰ আগত।
মই মাথোঁ বাকী আছো
প্ৰতিশোধ ল'বৰ কাৰণে
কৰি আছো সকৰুণ জীৱন ধাৰণ।
লৌহময পিতৃৰ অস্থিৰে
পাশা এই কৰিছো নিৰ্ম্মাণ।
যতনেৰে ৰাখি তাক বুকুত সুমাই
চিতানল চিতানল কৰিছো সৃজন।
মৰিব তাতেই পুৰি পাপী দুৰ্য্যোধন
ধ্বংস হ'ব কুৰুবংশ শত ভ্ৰাতা তাৰ
জযী হ'ব জন-জনাৰ্দ্দন।
সেই দিনা --- সেই দিনা
তৃপ্ত হ'ব পিতৃ-পিতামহ
কি যে মহা তৃপ্তি হ'ব এই শকুনিৰ।
বুজা নাই মূৰ্খ দুৰ্য্যোধনে ----
কিদৰে চকুত থাকি কামুৰি বুকত
হাঁহি হাঁহি শকুনিযে কৰে অভিনয।
(দুৰ্য্যোধনৰ প্ৰৱেশ।)

দুৰ্য্যো। হে মাতুল। কি ভাবিছা অকলে অকলে
কিনো হেতু তুমি আজি চিন্তিত ইমান?

শকুনি। স্নেহৰ ভাগিন যাৰ তুমি দুৰ্য্যোধন
নাই তাৰ একোৱেই চিন্তাৰ কাৰণ।
কিন্তু (অলপ ভাবি)
সহদেৱে কৰে পণ—শকুনি-নিধন
অলপ চিন্তিত সেযে কৰিছে ভাগিনি।

দুৰ্য্যো : অ' সেযে যদি ভয হয
দিছো মই তোমাক নিৰ্ভয।
সকলোটি মিলি আমি ধনুশৰ ধৰি
ৰাখিম তোমাক বেটি আমাৰ মাজত।
কিবা সাধ্যে সহদেৱ চাপিব ওচৰ?

শকুনি : তেন্তে আৰু অলপোকে ভয নাই মোৰ।
মযো নিজে নোহো কাপুৰুষ।
কোৱা হে ভাগিন।
আছে জানো আৰু কিবা বক্তব্য তোমাৰ?

দুৰ্য্যো : শুনা তেন্তে--
আজি এই দুৰ্য্যোধনে কৌৰৱসকলে
পাযো যেন একো পোৱা নাই।
কিন্তু আন ফালে
ঘনে ঘনে ঘাটি খাযো পঞ্চপাণ্ডৱৰ
নাই যেন একোৰে অভাৱ।
বনবাস শেষ কৰি বিজয গৰ্ব্বেৰে
আহিছে সিহঁত পুনু
বিৰাটৰ ৰাজকন্যা লৈ।
হস্তিনাৰ অধীনত
বিৰাট বিশাল এই বিপুল ভাৰত,
সিহঁতৰ নাই কিন্তু এচমকা ঠাই
তথাপিতো পাণ্ডৱৰ যশ-গৌৰৱত
ম্লান হৈ যায আজি
হস্তিনাৰ বিপুল বৈভৱ।
কোৱা হে মাতুল।
ইযাতোকে আছে জানো দুখৰ কাৰণ?

শকুনি : নাই--নিশ্চয় নাই।

দুৰ্য্যো : গুপ্তচৰে দিছে সমাচাৰ--
ভাৰতৰ সকলো ঘৰতে
দীনহীন পাণ্ডৱৰ উঠে জযগান
কৌৰৱক সকলোৱে দিয়ে গৰিহণা।
আঁৰে আঁৰে হেনো মোৰ সকলোৱে কয়-
অত্যাচাৰী অহঙ্কাৰী কৌৰৱসকল
মদগৰ্ব্বী ৰজা দুৰ্য্যোধন।
কোৱাচোন তুমিয়েই বাৰু
কিদৰে সহিম মই

এনে হেন মৰ্ম্মঘাতী বৃশ্চিক-দংশন?

শকুনি : ধৈৰ্য্য ধৰা বোপা দুৰ্য্যোধন।
কৌৰৱৰ আহিব সুদিন।

দুৰ্য্যো : কেতিয়া মাতুল?
কেতিযা আহিবা বাৰু সুদিন আমাৰ?
পাণ্ডৱক তললৈ নমাবৰ বাবে
যিমানেই কৰিছো যতন
সিমানেই হৈছো বিফল।
আৰু অসহ্য।
বেঁকা বাট কৰি পৰিহাৰ
অস্ত্ৰবল, ৰণবল কৰিম গ্ৰহণ।
ইচ্ছা হয এই মুহূৰ্ত্ততে
সিংহবিক্ৰমেৰে আমি
পাণ্ডৱৰ ওপৰত পৰো জপিযাই
বিষবৃক্ষ হৈ য'ক সমুলি নিৰ্ম্মুল।

শকুনি : গাৰ বল, অস্ত্ৰ বল কৰিলে প্ৰযোগ
ৰক্তবীজ পাণ্ডৱৰ হ'ব জানো ক্ষয?
পাৰিবানে লভিব সুফল?

দুৰ্য্যো : নিশ্চয পাৰিম।
তুমি আছা গান্ধাৰৰ তেজস্বী সন্তান
আছে মহাৰথী কৰ্ণ, আমি শত ভ্ৰাতা
আৰু কাকো নাই প্ৰযোজন।
ভীষ্ম-দ্ৰোণ থাকিলে লগত
অনৰ্থক বাঢিব জঞ্জাল,
আমিযেই একগোট হৈ।
পাণ্ডৱক কৰিম দমন।

শকুনি : পাৰিলেতো ভালৰ কথাই।
কিন্তু বোপা দুৰ্য্যোধন।
পুৰণি কাহিনীবোৰ নেযাবা পাহৰি।
অলকা বিজয় কৰি অব্যৰ্থ শৰেৰে
পাৰ্থ হ'ল বীৰ ধনঞ্জয।
জতুগৃহ-দাহ,
দ্ৰৌপদীৰ সযম্বৰ, পঞ্চপতি লাভ
বস্ত্ৰহৰণত আৰু ব্যৰ্থতা আমাৰ
এইবোৰ বাস্তৱ ঘটনা।
তদুপৰি যদুপতি কৃষ্ণ
পাণ্ডৱৰ প্ৰধান সহায়।
মনত ৰাখিবা--মহাকুটনীতিবিদ
জটিল কুটিল সেই কৃষ্ণৰ চৰিত্ৰ।
তথাপিতো নকৰিবা ভয়
দেখা যাব ক'ৰ পানী কোন ফালে যায়।

দুৰ্য্যো : যাদৱ পাণ্ডৱে মিলি মহাপযোভৰে
সমৰৰ কৰে আযোজন।
তাৰ বাবে ভালদৰে কৌৰৱো প্ৰস্তুত।
আহা হে মাতুল!
বৈ আছে সখি কৰ্ণ গোপন কক্ষত
তাতে গৈ কৰো আমি অধিক মন্ত্ৰণা।
(দুযোৰো প্ৰস্থান)

### দ্বিতীয় দৰ্শন

## দ্বাৰকা—কক্ষ

সুসজ্জিত শয্যাত শ্ৰীকৃষ্ণ শুই আছে। শিতানত সুন্দৰকৈ সিংহাসন সজোৱা আছে। দুৰ্য্যোধনৰ প্ৰবেশ।

দুৰ্য্যো : যদুপতি গভীৰ নিদ্ৰাত।
অলপ অপেক্ষা কৰো বহি লাহে-ধীৰে
টোপনিৰ নকৰো ব্যাঘাত।
সুন্দৰ সজ্জিত কক্ষ -চালে চকু ৰয
শিতানত পৰা আছে সুন্দৰ আসন
তাতে মোৰ উপযুক্ত স্থান।
(শিতানৰ আসনত বহে। অলপ পিছত লাহে লাহে অৰ্জ্জুনৰ প্ৰবেশ।)

অৰ্জ্জুন : আহা--কি সুন্দৰ।
মোহন মূৰুতি ধৰি দ্বাৰকাপতিযে
সুবৰ্ণৰ পালঙ্কাত কৰিছে শযন
দশোদিশ উদ্ভাসিত স্বৰ্গীয জ্যোতিৰে।
বহু ভাগ্যে--বহু পুণ্যে মই
লভিম এফেৰি স্থান চৰণ তলত।
(ভৰিৰ ওচৰত বহি শ্ৰীকৃষ্ণৰ ভৰি পিটিকি থাকে)।

দুৰ্য্যো : (স্বগত) ছিঃ ছিঃ।
ক্ষত্ৰিয় বংশত জন্মি নিলাজ অৰ্জ্জুনে
নীচতাৰে যাদৱৰ পদসেৱা কৰে।
কলঙ্কিত হ'ল নিজে
কলঙ্কিত কৰিলে বংশক।

শ্ৰীকৃষ্ণ : (উঠি বহি অৰ্জ্জুনক দেখি) অ' সখি ধনঞ্জয়।
কেতিয়া আহিলা তুমি?
বহু বেলি কৰিলো শয়ন
কোৱা, আছে আজি কিবা প্ৰয়োজন?

অৰ্জ্জুন : ধৰ্ম্মৰাজে পঠিয়ালে মোক

ভাৰতৰ মহাৰণলৈ
নিমন্ত্ৰণ জনালো তোমাক।

**শ্ৰীকৃষ্ণ** : উত্তম, নিমন্ত্ৰণ কৰিলো গ্ৰহণ।
কিন্তু সখি! আছে মোৰ জ্যেষ্ঠৰ নিষেধ
নধৰিম অস্ত্ৰ মই ভাৰতযুদ্ধত।
এই ৰণ--অবাবতে ভ্ৰাতৃৰ বিৰোধ
সমূলঞ্চে নোহে বাঞ্ছনীয়।
তথাপিতো, নিতান্তই হয় যদি ৰণ
তোমাক সাৰথি হৈ কৰিম সহায়।
(দুৰ্য্যোধনলৈ ঘূৰি চাই) অ' তুমিও?
মহাৰাজ দুৰ্য্যোধন!
কোৱা, কিবা কাৰ্য্য কৰিম সাধন?

**দুৰ্য্যো** : উলুকক পঠিয়াই বহু আগতেই
যথাবিধি নিমন্ত্ৰণ জনালো তোমাক
তুমি ক'লা--নিজে মই অহা প্ৰযোজন।
সেইমতে আজি--
অৰ্জ্জুনৰ বহুত আগতে আহি
নিদ্ৰাভঙ্গ হ'বলৈ কৰিলো অপেক্ষা।
কিন্তু তুমি--হে চতুৰ কৃষ্ণ!
পাণ্ডৱক সহায়ৰ দিলা প্ৰতিশ্ৰুতি।

**শ্ৰীকৃষ্ণ** : মোৰ বাৰু কিবা দোষ তাত?
প্ৰথমতে অৰ্জ্জুনক দেখি
সাহায্যৰ জনালো সন্মতি।
তথাপিতো মহাৰাজ! নহ'বা অধৈৰ্য্য
নকৰিম তোমাকো বিমুখ।

**দুৰ্য্যো** : ভাৰতযুদ্ধত তেন্তে কৌৰৱৰ ফালে
দিয়া কৃষ্ণ! অস্ত্ৰেশস্ত্ৰে সাহায্য তোমাৰ।

**শ্ৰীকৃষ্ণ** : আছে মোৰ সাত কোটি নাৰাযণী সেনা
প্ৰতি জন মহাযোদ্ধা নিপুণ ৰণত
দিব পাৰো সকলোটি লাগিলে তোমাক।
ভাবি চোৱা ৰজা দুৰ্যোধন!
এফালে অকলে মই
থাকিম নিৰস্ত্ৰ হৈ নকৰিম ৰণ,
আনফালে সাত কোটি নাৰাযণী সেনা
প্ৰতি জনে প্ৰাণপণে কৰিব সমৰ
বাছি লোৱা কাক লাগে অভিৰুচিমতে।

**দুৰ্য্যো** : সাত কোটি নাৰায়ণী সেনা!
সিহঁতকে তুমি মোক দিয়া যদুপতি!
নেলাগে তোমাক মোক নিয়ক অৰ্জ্জুনে
অকলই কি কৰিবা তুমি?

**শ্ৰীকৃষ্ণ** : সেয়ে হ'ব--তাকে তুমি পাবা মহাৰাজ!
কৰিলো তোমাৰ মই বুদ্ধিৰ প্ৰশংসা।

**দুৰ্য্যো** : আহিলো এতিয়া তেনে নকৰো পলম।
নাৰাযণী সেনা দল শীঘ্ৰে পঠিযাবা
নকৰিবা ভঙ্গ প্ৰতিশ্ৰুতি। (প্ৰস্থান)

**শ্ৰীকৃষ্ণ** : বেয়া পালা নেকি তুমি সখি ধনঞ্জয়?
মোৰ বিবেচনামনে--নিজিকিলা তুমি।

**অৰ্জ্জুন** : তুমি সখি থাকিলে সহায়,
সাত কৌটি সেনা তাৰ কথাকে নকওঁ
সাতোখন স্বৰ্গজয় কৰি
নিমিষতে আহিম উলটি,
কৰিব পাৰিম ধ্বংস এক নিমিষতে
কৌৰৱৰ সমগ্ৰ বাহিনী
হে ছলনাময়!
ভালদৰে বুজি পালো আজি
ভালপোৱা পাণ্ডৱক তুমি অতিশয়।

**শ্ৰীকৃষ্ণ** : তোমাৰ হাততে সখি
ধ্বংস হ'ব যতমানে নাৰাযণী সেনা।
নাৰাযণী সেনাসৱে জন্মৰ পিছত
খুজিছিল বৰদান মোক--
মোৰ সম জনে মাথোঁ যেন
দিব পাৰে সিহঁতক মৰণ-নিৰ্ম্মালি।
তুমি মই অভিন আতমা
নাই একো প্ৰভেদ আমাৰ।
ভাৰতৰ মহাসমৰত
মোৰ প্ৰিয় নাৰায়ণী সেনাবিলাকক
তুমিযে লাগিব দিব মৃত্যুদণ্ড দান।

**অৰ্জ্জুন** : অনুগ্ৰহ অসীম তোমাৰ।
পাৰ্থৰ সাৰথি হৈ নিজ কৃপাগুণে
ব্যৰ্থ কৰি দিবা দযাময
কৌৰৱৰ শত অভিযান,
ধৰ্ম্মৰাজ্য পৃথিৱীত কৰিবা স্থাপন।
দুৰ্য্যোধন নিতান্ত নিৰ্ব্বোধ
অসীম বিশ্বৰ এই দুৰ্লভ ৰতন
পাযো হেৰুৱালে আজি হাতৰ মুঠিত।

**শ্ৰীকৃষ্ণ** : বলা সখি! কাৰেঙৰ ফালে।
দেখা পালে ৰুক্মিণী দেৱীয়ে
লভিব যে পৰম সন্তোষ।
সত্যভামা আহি আথেবেথে
সুভদ্ৰাৰ কথা সুধি সুধি

জ্বলাকলা কৰিব তোমাক।

অৰ্জ্জুন : ব'লা। (দুযোৰো প্ৰস্থান।)

## তৃতীয় দৰ্শন

### হস্তিনা—বিদুৰৰ পঁজা ঘৰ

( কথা পাতি পাতি কুন্তী আৰু শ্ৰীকৃষ্ণৰ প্ৰবেশ।)

শ্ৰীকৃষ্ণ : পেহীদেউ৷ চিন্তাৰ কাৰণ নাই
পাণ্ডৱৰ দুখ-নিশা হ'ব অৱসান।
শেষ হ'লে কৃষ্ণ-পক্ষ
জগতৰ চিৰন্তন নীতি অনুসৰি
শুক্ল-পক্ষ আহিব নিশ্চয।
ধৰ্ম্ম বলে বলীযান পঞ্চ পাণ্ডৱৰ
নাই একো ভযৰ কাৰণ
যতে ধৰ্ম্ম, ততে জয শাস্ত্ৰৰ বচন।

কুন্তী : জানো কৃষ্ণ! ভালদৰে জানো মই
তুমি যাৰ প্ৰধান সহায
ভয নাই, ক্ষয নাই সেই পাণ্ডৱৰ।
তথাপিতো ৰাশি ৰাশি বিপদে যেতিযা
বেঢ়ি ধৰে আহি মোৰ পুত্ৰসকলক
দুৰ্ব্বল হৃদযে এই নেমানে প্ৰবোধ
অপত্য স্নেহত হওঁ অতিকে কাতৰা।
কোৱা কৃষ্ণ৷ বাকী আছে আৰু কত দিন
ভাৰতত শান্তিৰাজ্য হ'ব প্ৰতিষ্ঠিত?
ভাযে ভাযে হিংসাহিংসি, আত্মখৰিযাল
কেতিযানো সামৰণি পৰিব ইযাৰ?

শ্ৰীকৃষ্ণ : মযো তাকে ভাবিছো সদায
বিচাৰিছো তাৰে প্ৰতিকাৰ।
তাৰেই নিমিত্তে আজি শান্তিদূত হৈ
পশিছোহি হস্তিনা নগৰ৷
পেহীদেউ৷ সাজু হৈ ৰণৰ কাৰণে
মহাবীৰ পাণ্ডৱসকলে
বিচাৰিছে আশিস তোমাৰ
কোৱা, দিযা যদি কিবা সমাচাৰ।

কুন্তী : ন্যায্য অধিকাৰ হেতু
ক্ষত্ৰিয় সন্তানে যুদ্ধ অৱশ্যে কৰিব
বাধা মই নিদিওঁ কদাপি।
কিন্তু কৃষ্ণ৷ ক'বাগৈ পাণ্ডৱক তুমি
সত্যভ্ৰষ্ট ধৰ্মভ্ৰষ্ট নহ'ব কদাপি।
সেই বাবে হয় হ'ব অশেষ দুৰ্গতি
যায় যাব নৰতনু অস্থাযী জীৱন।

শ্ৰীকৃষ্ণ : ধন্য তুমি বীৰৰ জননী
বীৰোচিত উপদেশ দিছা সন্তানক।
পাণ্ডৱেও শিৰোধাৰ্য্য কৰি
মানি ল'ব আদেশ তোমাৰ।
যোৱা এবে, ৰন্ধনৰ কৰা আযোজন
হলো মই অতিশয় ক্ষুধাত কাতৰ।

কুন্তী : নেজানো কিহেতু কৃষ্ণ
ৰাজযোগ্য অভ্যৰ্থনা ভৰিৰে গচকি
পেহীয়াৰ সমীপত আজি
ক্ষুদকণা আহিছা বিচাৰি।
ভিক্ষাৰ চাউল লৈ আহক বিদুৰ
ৰান্ধি দিম যিবা পাওঁ সাধ্য অনুসৰি।
ৰোৱা কৃষ্ণ! ৰন্ধনশালৰ পৰা
এতিযাই আহিম উলটি। (যাব খোজে)

শ্ৰীকৃষ্ণ : শুনা পেহীদেউ৷
আৰু এটা কথা আছে জনাবলগীয়া।
সখি মোৰ ধনঞ্জয় মধ্যম পাণ্ডৱে
কৰ্ণবধ ভযঙ্কৰ কৰিছে সঙ্কল্প।

কুন্তী : যদুপতি৷ আগন্তুক সমৰৰ পৰা
যেনে তেনে কৰা তুমি কৰ্ণক বিৰত।
জন্মা মাত্ৰে জননীৰ বক্ষ-ক্ষীৰধাৰা
অকাতৰে যি পুত্ৰক কৰিছো বঞ্চিত
সেই মোৰ হতভাগ্য বৰ্জ্জিত পুত্ৰক
জনাৰ্দ্দন৷ নকৰাবা সিদৰে নিধন।

শ্ৰীকৃষ্ণ : নেলাগে ভাবিব তুমি কৰ্ণৰ কাৰণে
অদ্বিতীয় বীৰ কৰ্ণ নিজ বাহুবলে।
ভাবা মাথো কিনো দৰে পাণ্ডৱে তোমাৰ
কৰ্ণৰ হাতৰ পৰা প্ৰায় পৰিত্ৰাণ।
ইচ্ছামৃত্যু ভীষ্মদেৱ, গুৰু দ্ৰোণাচাৰ্য্য
যতমানে সেনাপতি কৌৰৱ পক্ষৰ
সকলোকে পৰাজিব পাৰিব পাণ্ডৱে।
কিন্তু মযো তোমাৰে তনয়
কবচ-কুণ্ডলধাৰী কৰ্ণ মহাবীৰে
দয়া-মায়া কৰি বিসৰ্জ্জন
পশিলেহি ৰণৰ প্ৰাঙ্গণ
নকওঁ আনৰ কথা
নোৱাৰে ৰুধিব গতি
নিজে এই শ্ৰীকৃষ্ণয়ো ধৰি সুদৰ্শন।
সেই কাৰণেহে তুমি পেহীদেউ

চিন্তা কৰা পাণ্ডৱৰ ৰক্ষাৰ উপায়।

কুন্তী : তাতকৈ তুমিয়েই কোৱা চিন্তামণি!
পাণ্ডৱৰ মঙ্গলৰ বাবে
কোন দেৱতাক পূজি কিনো উপচাৰে
লম মই বৰ-ভিক্ষা দান?

শ্ৰীকৃষ্ণ : নেলাগে পূজিব কোনো আন দেৱতাক
সেই ভিক্ষা দিব পাৰে কৰ্ণই তোমাক।

কুন্তী : যিভাৱেৰে তুমি মোক কৰিবা নিৰ্দ্দেশ
কোৱা তেন্তে, তাকে মই কৰিম পালন।

শ্ৰীকৃষ্ণ : শুনা পেহীদেউ।
প্ৰতি দিনে প্ৰাতসতে যমুনা তীৰত
কৰ্ণই তোমাৰ কৰে সূৰ্য্য উপাসনা।
তুমি গৈ সেই সময়তে
বিচাৰিবা জ্যেষ্ঠ পুত্ৰ কৰ্ণৰ কাযত
পঞ্চভ্ৰাতা পাণ্ডৱৰ জীৱভিক্ষা দান
দাতা কৰ্ণ, নকৰিব বিমুখ তোমাক।

কুন্তী : সেযে হ'ব, তাকে মই অৱশ্যে কৰিম।
সৌ চোৱা পালেহি বিদুৰ।

শ্ৰীকৃষ্ণ : আহা ভক্তশিৰোমণি।
আগ্ৰহেৰে বাট চাই আছো তোমালৈ।
(বিদুৰৰ প্ৰৱেশ।)

বিদুৰ : ইকি। আজি প্ৰভু কিনো ভাগ্য মোৰ।
জগতৰ আৰাধ্য দেৱতা
দিলা আহি পদধূলা নিজ কৃপাগুণে
দীনহীন বিদুৰৰ টোকোৰা পঁজাত।

কুন্তী : হে বিদুৰ! দিযা মোক জোলোঙা তোমাৰ
দীনবন্ধু হৰি আজি অতিথি আমাৰ।

বিদুৰ : তেন্তে--তেন্তে দেৱী।
আজি মোৰ অতিকে দুৰ্ভাগ্য।
ভিক্ষা কৰি নাপালো যে ক্ষুদকণ এটি
নাই একো শূন্য জোলোঙাত।
কিহেৰেনো পূজিম দেৱতা?

শ্ৰীকৃ: : পেহীদেউ। অসন্তোষ নকৰা মনত।
চোৱাগৈ আখলৰ টেকেলি-কলহ
যিবা পোৱা তাকে বান্ধি দিয়া হৰিষেৰে।
(বেজাৰেৰে কুন্তীৰ প্ৰস্থান।)

শ্ৰীকৃ: : কোৱা হে বিদুৰ!
দিয়া মোক হস্তিনাৰ আগলি বাতৰি।
কিদৰে কৰিব বাৰু কৌৰৱপতিয়ে
কালিলৈ অভ্যৰ্থনা মোক?

বিদুৰ : অন্তৰ্য্যামী তুমি ভগৱান।
তথাপিতো সুধিছা যেতিয়া
শুনা কওঁ - কৌৰৱৰ সভাত নিশ্চয
নেপাবা কদাপি তুমি ভাল ব্যৱহাৰ।
দুৰ্য্যোধন - দুঃশাসনে শকুনিৰে মিলি
বান্ধিব তোমাক প্ৰভু কৰিছে মন্ত্ৰণা।
দুৰ্জ্জনৰ ৰাজসভালৈ
নোযোৱাই যুগুত তোমাৰ।

শ্ৰীকৃষ্ণ : বন্ধনৰ ভয় কৰি কাপুৰুষ হৈ
কৌৰৱৰ ৰাজসভা নকৰো বৰ্জ্জন।
পাৰিব নে বান্ধিব কৌৰৱে?
লৱনু কৰোতে চুৰ যশোদা মাতৃযে
পাৰিছিল বান্ধিব তাহানি
এতিয়াও আছে সেই বন্ধনৰ চিন।
আৰু সেই গোকুলৰ গোপিনীসকলে
বিৰিন্দাৰ ধেনু- বৎস, তৃণ -লতিকাই
ৰাখিছিল বান্ধি মোক স্নেহৰ ডোলেৰে,
সেই শক্তি আছে আজি বিদুৰ তোমাৰ।
পাপিষ্ঠ কৌৰৱে মোক নোৱাৰে বান্ধিব
সেই শক্তি নাই কৌৰৱৰ।
সেই বাবে মিছা চিন্তা কৰা পৰিহাৰ।

বিদুৰ : ভকতৰ ভগৱান দযামঘ তুমি
দীনহীন বিদুৰৰ কাঙাল ঠাকুৰ
কোনে পায মহিমা তোমাৰ?
শুনিবা নে এবে প্ৰভু। গীত এটি গাওঁ?

শ্ৰীকৃষ্ণ : গোৱা হেৰা ভক্তশিৰোমণি।
আনন্দত মন মোৰ কৰা মতলীযা।

বিদুৰ : গীত

( পূৰৱী - একতাল)

নৱ অনুৰাগে ৰঞ্জিতা প্ৰকৃতি
কুঞ্জে কুঞ্জে উৰে ফুলৰে ৰেণু -
বজোৱা বাঁহীটি, দেখুৱা হাঁহিটি
নন্দৰে নন্দন ব্ৰজৰে কানু!
পীত বসন চাৰু কলেবৰ
নৱঘনশ্যাম জ্যোতি মনোহৰ
মোহন নাগৰ প্ৰেমৰ সাগৰ
চন্দন চৰ্চ্চিত শ্যামল তনু।
ব্ৰজৰে গোপিকা তোমাৰে প্ৰেমিকা
পাগলী ৰাধিকা চৰণসেবিকা

উথলে যমুনা বিচাৰি কৰুণা
হে সুন্দৰ কানু! বজোৱা বেনু।।
(কুন্তীৰ পুনৰ প্ৰবেশ।)

কুন্তী : হে বিদুৰ! টেকেলিৰ ক্ষুদকণ লৈ
সিজালো যেতিয়া মই
উপচি পৰিছে তাৰে ভাতৰ কেৰাহি।
নাই দেখোঁ একোৰে অভাৱ
পাৰো এবে জগতক হেলাৰে সুধিব।

বিদুৰ : জগতৰ দয়ালু ঈশ্বৰে
নিজে আহি কৃপা কৰে যাক
তাৰ দেৱী কিহৰ অভাৱ?

কুন্তী : ব'লা কৃষ্ণ! ব'লা দয়াময়!
লভিম সৱাই আমি প্ৰসাদ তোমাৰ।

শ্ৰীকৃষ্ণ : ব'লা পেহীদেউ!
নিমিলে যিহেন খাদ্য ৰাজকাৰেঙত
সেই খাদ্য, তাতোকৈ বেছি সমাদৰ
পোৱা যায দৰিদ্ৰৰ ক্ষুদ্ৰ কুটিৰত।
আহা বিদুৰ!
(শ্ৰীকৃষ্ণ আৰু কুন্তীৰ প্ৰস্থান।)

বিদুৰ : জগতৰ মোহন অতিথি
বিদুৰৰ দুখীয়া পঁজাত!
জগতৰ ৰাজৰাজেশ্বৰে
ঋষি-মুনি সাধুসকলে
নেপায বিচাৰি যাক
এনুৱা অতিথি আজি
ভিকহু বিদুৰে এই পালে হেলাৰঙে।
কোনে কয দৰিদ্ৰ বিদুৰ? (প্ৰস্থান।)

# চতুৰ্থ দৰ্শন

### হস্তিনা—সুসজ্জিত ৰাজচ'ৰা

সিংহাসনত ধৃতৰাষ্ট্ৰ, কাষতে সঞ্জয়। দুৰ্যোধন, দুঃশাসন, কৰ্ণ, শকুনি, ভীষ্ম, দ্ৰোণ আদি সকলোৱে যথাস্থানত বৈ শ্ৰীকৃষ্ণৰ আগমন প্ৰতীক্ষা কৰিছে। শ্ৰীকৃষ্ণলৈ বহুমূলীয়া আসন সজাই থোৱা আছে। সভাসদ, প্ৰহৰ ছত্ৰধাৰী, চোঁৱৰধাৰী আদিয়ে নিজ কৰ্ত্তব্য সম্পাদন কৰি আছে।

ধৃত : দুৰ্যোধন!
হ'ল জানো আয়োজন সম্পূৰ্ণ আমাৰ?

দুৰ্য্যো : পিতা! চিন্তাৰ কাৰণ নাই।
যদুপতি শ্ৰীকৃষ্ণৰ অভ্যৰ্থনা হেতু
পূৰ্ণ এবে ৰাজকীয় সৰ্ব্ব আয়োজন।
কি কোৱা মাতুল? (কেৰাহিকৈ অৰ্থপূৰ্ণ চাৱনি)

শকুনি : (ক্ৰুৰ হাঁহিৰে)
অৱশ্যাই অতুলন এই আয়োজন।
আগেপিছে ক'তো কেতিয়াও
পোৱা নাই যদুপতি এনে অভ্যৰ্থনা।
(নেপথ্যত দবা শঙ্খ, কাঁহ বাজে)

দ্ৰোণ : যদুপতি আহিছে নিশ্চয়।
আদৰণি দবা শঙ্খ কাঁহ
বাজিব লাগিছে সেয়া সিংহদুৱাৰত।

ধৃত : যোৱা বোপা দুৰ্য্যোধন!
নিজে তুমি আগবাঢ়ি 'গৈ
লৈ আহা যথাযোগ্য সন্মান জনাই।

দুৰ্য্যো : আনন্দেৰে পালিম আদেশ। (প্ৰস্থান।)

ভীষ্ম : শুভ ক্ষণ চাপিল ওচৰ।
হস্তিনাৰ ৰজাৰ সভাত।
নিমিলিব কেতিয়াও এনে পুণ্য দিন।
সভাসদ! পাৰিষদ! ব্ৰাহ্মণসকল!
সাজু হোৱা সকলোৱে
নিজ কাৰ্য্য সম্পাদন হেতু।

শ্ৰীকৃষ্ণ, বিদুৰ আৰু দুৰ্য্যোধনৰ প্ৰবেশ। আগে আগে বিদুৰে কোচৰ পৰা ফুল ছটিযাই আহে। পুনৰ মঙ্গলসূচক শঙ্খ, ঘণ্টা ডবা কাঁহ বাজে। সকলোৱে থিয হৈ যথোচিতভাৱে শ্ৰীকৃষ্ণক সন্মান দেখুৱায়। দুৰ্য্যোধনে দেখুৱাই দিয়া আসনত শ্ৰীকৃষ্ণ বহে। বৈতালকে গীত গায।

-গীত-

আপদ মুৰাৰি গোকুলবিহাৰী
শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী--
জয় জগবন্দন দৈবকীনন্দন
পদ্ম-পলাশ-লোচন হৰি।
গোপিকাৰঞ্জন ভৱ-ভয়-ভঞ্জন
বন্দিত-নন্দিত-ৰঞ্জিত তনু--
বজাৱত বেণু চৰাৱত ধেনু
নাচত গাৱত মোহন কানু।
জ্বলমল উজ্জ্বল কৌস্তুভ কুণ্ডল
কৌটি সূৰ্য্য প্ৰকাশে জ্যোতি,
বন্দো হে গোবিন্দ! চৰণ অৰবিন্দ
জয়তু যাদৱ যদুপতি।।

ধৃত : স্বাগতম্ হে দ্বাৰকানাথ!
যথাযোগ্য সম্ভাষণ জনাও আমাৰ।
হস্তিনাৰ ৰজা-প্ৰজা সবাৰে সলনি
শ্ৰদ্ধা-প্ৰীতি নিবেদন কৰিছো তোমাক।

শ্ৰীকৃষ্ণ : ৰাজাধিৰাজ ধৃতৰাষ্ট্ৰ।
পিতামহ ভীষ্মদেৱ, গুৰু দ্ৰোণাচাৰ্য্য!
আৰু যত পাত্ৰ-মন্ত্ৰী নমস্য সবাকে
সবিনয়ে নিবেদন কৰিছো সন্মান।
দুৰ্যোধন, দুঃশাসন, মাতুল শকুনি
সভাসদ, পাৰিষদ সদস্য সভাৰ
সকলোটি ভ্ৰাতৃ-বন্ধু অতিকে আপোন
হৃদয়ৰ প্ৰীতি মোৰ কৰিছো জ্ঞাপন।

ভীষ্ম : নৰশ্ৰেষ্ঠ শ্ৰীকৃষ্ণ পদধূলি লৈ
ধন্য হ'ল ৰাজসভা হস্তিনাপুৰৰ।
ধন্য তুমি শতধন্য ভিক্ষুক বিদুৰ।
ব্ৰহ্মাণ্ডৰ শ্ৰেষ্ঠ অতিথিয়ে
স্বেচ্ছাৰে গ্ৰহণ কৰি আতিথ্য তোমাৰ
যাচি দিলে পৰম গৌৰৱ।

শ্ৰীকৃষ্ণ : পিতামহ! পাণ্ডৱৰ দূত আজি মই।
আনিছো লগত মোৰ অতি সবিনয়ে
ভাৰতৰ--জগতৰ শান্তিৰ বতৰা।

ধৃত : হে দ্বাৰকানাথ!
ভাঙিপাতি কোৱা এবে উদ্দেশ্য তোমাৰ।
নোহে যদি সাধ্যৰ অতীত
পূৰ্ণ হ'ব পাণ্ডৱৰ মনৰ কামনা।

শ্ৰীকৃষ্ণ : মহাৰাজ! কালিয়েই বিবৰিলো মই
অকপটে হৃদয়ৰ কথা যতমানে।
পুনুবাৰ মুঠ কথা ক'বলৈ হ'লে-
যুধিষ্ঠিৰ ধৰ্ম্মৰ নন্দনে
নিবিচাৰে ভ্ৰাতৃৰ বিৰোধ,
নিবিচাৰে বংশ-নাশ ধ্বংস কৌৰৱৰ।
সন্ধিৰ প্ৰস্তাৱ মই আনিছো বিনয়ে।
দিব লাগে ভাবিচিন্তি সমিধান তাৰ।

দুৰ্য্যো : বহু বাৰ দিছো আমি স্পষ্ট সমিধান
অসম্ভৱ মিত্ৰতা আমাৰ।

শ্ৰীকৃষ্ণ : ভাবি চোৱা পুনৰায় আজি।
ধৰ্ম্মপ্ৰাণ পাণ্ডৱে তোমাক
খোজ নাই বিশাল সাম্ৰাজ্য
খোজা নাই সিংহাসন অতুল ঐশ্বৰ্য্য।
পাণ্ডৱক লাগে মাত্ৰ পাঁচখন গাঁও
তাকে লৈ হ'ব খোজে সন্তুষ্ট পাণ্ডৱ।

দুৰ্য্যো : পাঁচখন গাঁও কিয়?
দিব পাৰো গোটেই সাম্ৰাজ্য,
দিব পাৰো সিংহাসন, মূৰৰ মুকুট
খোজে যদি দান বুলি ভিক্ষুক পাণ্ডৱে

শ্ৰীকৃষ্ণ : ভিক্ষাবৃত্তি ক্ষত্ৰিয়ৰ নহয় ভূষণ
খুজিছো পাণ্ডৱে মাথোঁ নিজ অধিকাৰ।

দুৰ্য্যো : ক্ষত্ৰিয়ই নিজ স্বত্ব--নিজ অধিকাৰ,
দাবী কৰে সমৰত তীক্ষ্ণ অসি লৈ,
কিন্তু আজি কাপুৰুষ ভীৰু যুধিষ্ঠিৰে
ক্ষত্ৰিয়ৰ ৰীতিনীতি দিছে বিসৰ্জ্জন।

শ্ৰীকৃষ্ণ : ভুল দুৰ্য্যোধন! অতি ভুল!
বীৰ পঞ্চপাণ্ডৱৰ দ্বাৰা
সপোনতো ভীৰুতাৰ নহয় কল্পনা।
অনৰ্থক যুদ্ধ কৰি শক্তি হ্ৰাস কৰা
নহয় জ্ঞানীৰ কাম,
পাণ্ডৱৰো নোহে তেনে মনৰ উদ্দেশ্য।
মযো দুৰ্য্যোধন! নিবিচাৰো ৰণ,
অহিংসাৰ উপাসনা কৰো দিনে-ৰাতি
শান্তি--বিশ্বশান্তি লাগে মাথো মোক।
কৌৰৱ-পাণ্ডৱে মিলি অপাৰ শান্তিৰে
সসাগৰা ধৰণীৰ হোৱা অধীশ্বৰ
সেয়ে হ'লে হ'ব মোৰ পৰম সন্তোষ!
কওঁ মই জগতৰ মঙ্গলৰ বাবে
সন্মানেৰে সন্ধি কৰা পাণ্ডৱৰ স'তে।

দুৰ্য্যো : নুশুনাবা কৃষ্ণ তুমি সন্ধিৰ প্ৰস্তাৱ।
শুনা তেন্তে-- নিতান্তই সন্ধি যদি হয়
সমৰক্ষেত্ৰত মই আগবাঢ়ি গৈ
পাণ্ডৱৰ তপ্ত তেজ মুক্ত অসি লৈ
সন্ধিপত্ৰ ৰক্তাক্ষৰে কৰিম স্বাক্ষৰ।

বিদুৰ : অনৰ্থক উত্তেজিত নহ'বা ৰাজন!
এনেকুৱা সোণালী সুযোগ
ঘূৰি বাৰ জীৱনত নেপাবা কদাপি।
সুমঙ্গল সন্ধিৰ কাৰণে
নিজে আহি যদুপতি জনায় প্ৰাৰ্থনা।
ইমানতো তুমি দুৰ্য্যোধন!
দিয়া যদি ব্যৰ্থ কৰি শান্তি-অভিযান
তেনেহ'লে জানিবা ধ্ৰুৱপ,
সঁচাকৈয়ে জগতৰ আহিছে দুৰ্দ্দিন।

দুৰ্য্যো : কোনো উক্তি, কোনো যুক্তি

দুৰ্য্যোধনে নোখোজে শুনিব।

শ্ৰীকৃষ্ণ : দুৰ্য্যোধন! স্থিৰ হৈ শুনা মোৰ কথা-
ইন্দ্ৰপ্ৰস্থ, বৰণাৱত
কুশস্থল, সিদ্ধিগ্ৰাম, পাণ্ডুৱনগৰ
এই মাথোঁ পাঁচখনি গাঁও
এৰি দিয়া শান্তিকামী পাণ্ডৱক তুমি।
তাকে লৈ চিৰমিত্ৰ হৈ
সন্তোষেৰে থাকিব পাণ্ডৱ।

দুৰ্য্যো : নিদিওঁ কদাচ এৰি
বিনা যুদ্ধে সূচ্যাগ্ৰ মেদিনী।
শক্তি যদি আছে পাণ্ডৱৰ
হয় যদি ক্ষত্ৰিয়নন্দন
কৌৰৱক পৰাজয় কৰি
ল'ব পাৰে হস্তিনাৰ ৰাজসিংহাসন।

দুঃশা : উপযুক্ত কথা সেয়ে কৌৰৱপতিৰ।
শুনা হেৰা পাণ্ডৱৰ দূত!
যোগ্যতাৰ কাৰণে আমাৰ
উপভোগ্য হ'ল বসুন্ধৰা।
কৌৰৱৰ বিশ্বজোৰা যশগৌৰৱত
খিযালত জ্বলিপুৰি মৰক পাণ্ডৱ
গৰবিনী পাঞ্চালীৰ দৰ্প চূৰ্ণ হক।
কাপুৰুষ যুধিষ্ঠিৰে ধৰ্ম্মৰ নামত
ভীৰুতাকে--নীচতাকে ধৰিছে সাৰটি।
ৰক্ষস ভীমৰো সেই
নাই আজি দম্ভ-আস্ফালন।
সেযে ভাল
অনৰ্থক কিয় কৰে ৰাজ্যৰ ভাবনা?

শ্ৰীকৃষ্ণ : দুঃশাসন! স্থিৰ হৈ শুনা মোৰ কথা।
দুৰ্য্যোধন! এতিয়াও ভাবি চোৱা তুমি
বিষময় পৰিণাম ভাতৃবিৰোধৰ।
মিছা অহঙ্কাৰ কৰি ধ্বংস হ'বা তুমি
ধ্বংশ হ'ব শত ভ্ৰাতা আত্মীয়-স্বজন।
শত শত কুলবধু তোমাৰ পাপতে
অকাল-বিধৱা হৈ অনাথিনী হ'ব
পুত্ৰহীনা অনাথিনী হ'ব বহু মাতৃ।
মৰণৰ সিপাৰতো তুমি
নেদেখিবা সন্তোষৰ মুখ
মোৰ কথা যদিহে নুশুনা
ধ্বংস হ'বা নিজৰ দোষতে
নোৱাৰিব কোনেও ৰাখিব।

ধৃত : বোপা দুৰ্য্যোধন! মযো তাকে কওঁ--
বিবেচনা কৰি চোৱা সন্ধিৰ প্ৰস্তাব।

দুৰ্য্যো : বহুত আগেয়ে পিতা! বিবেচনা কৰি
দৃঢভাৱে কৰিছো সিদ্ধান্ত।
কৌৰৱৰ চিৰশত্ৰু পাণ্ডৱসকল
জন্মৰ লগ্নতে স্থিৰ সম্বন্ধ আমাৰ
অসম্ভৱ মিত্ৰতা এতিয়া

ভীষ্ম : নোহে অসম্ভৱ!
এতিয়াও ধৰ্ম্মপুত্ৰ ধীৰ যুধিষ্ঠিৰে
তোমালৈ স্থিৰভাৱে কৰিছে অপেক্ষা,
এতিয়াও কালান্তক ভীমৰ গদাই
তোলা নাই ধ্বংসৰ ধুমুহা,
অৰ্জ্জুনেও জোৰা নাই গাণ্ডীৱত শৰ।
নিজে আহি দ্বাৰকাপতিযে
বিচাৰিছে কৰুণা তোমাৰ।
এতিয়াও ভালদৰে দুৰ্য্যোধন তুমি
ভাবি চোৱা শেষ বাৰলৈ।

দ্ৰোণ : সঁচা, সঁচা হে গাঙ্গেয!
ধূমকেতু নেজালতৰাই
এতিয়াও আকাশত বৈ
কৰা নাই জগতৰ বিপদ সূচনা।
সোণালী সুযোগ এই
দুৰ্য্যোধনে কৰিলে গ্ৰহণ
হ'ব সঁচা জগতৰ অশেষ কল্যাণ।

দুৰ্য্যো : গুৰু দ্ৰোণ, ভীষ্ম পিতামহ
দুযোজন বাৰ্দ্ধক্যৰ প্ৰবল হেঁচাত
সশঙ্কিত যদি আজি যুদ্ধৰ নামত
পাণ্ডৱৰ প্ৰতি যদি ইমানেই ভয়
তাৰো মই কৰি দিম সহজ ব্যৱস্থা
অব্যাহতি পাব দুয়ো সমৰৰ পৰা
মহাবীৰ কৰ্ণ সখা সেনাপতি হৈ
যোগ্যতাৰে কৌৰৱৰ চলাব বাহিনী।
নোখোজো শুনিব মই ধৰ্ম্ম উপদেশ।

বিদুৰ : জয় কালত ভয় নাই।
মৰণ কালত ঔষধ নাই!

শ্ৰীকৃষ্ণ : হয় যদি মহাযুদ্ধ তেন্তে দুৰ্য্যোধন!
যুগে যুগে পৃথিৱীৰ নৰ-সমাজত
তুমিয়েই সেই বাবে হ'বা অপৰাধী।
মনত পেলোৱা সেই জতুগৃহদাহ,
শকুনিৰ কূটনীতি কপট পাশতি,

বস্ত্ৰহৰণৰ কথা ভাবা দ্ৰৌপদীৰ।
এতিয়াও সকলোকে সহিছে পাণ্ডৱে
--সহিব অনন্ত কাল
তুমি যদি ইচ্ছা কৰা আজি।
পৰাজয় কৰো বুলি পঞ্চপাণ্ডৱক
যিমানেই ছলে-বলে কৰিছা যতন
বাৰে বাৰে পৰাজিত হৈছা সিমান
ধৰ্ম্মৰ বলত বলী বিজয়ী পাণ্ডৱ।

দুৰ্য্যো : ক্ষান্ত হোৱা কপটীয়া কৃষ্ণ।
নেলাগে শুনাব মোক
পাণ্ডৱৰ বিজয়কাহিনী।

শ্ৰীকৃষ্ণ : নোহে মাথোঁ পাণ্ডবৰ বিজয় কাহিনী
লগে লগে পৰাজয় কাহিনী তোমাৰ।
পুৰিলেও নোপোৰে পাণ্ডৱ
মাৰিলেও নমৰে কদাপি।
নোৱাৰিলা দ্ৰৌপদীক বিবস্ত্ৰা কৰিব,
অগ্নিঋষি দুৰ্ব্বাসাক পঠিযালা তুমি
পাণ্ডৱক অভিশাপ দিব
কিন্তু সেই ভাব কথা হ'ল বিপৰীত।
অভিশাপ পোৱাৰ সলনি
আশীৰ্ব্বাদ পাণ্ডৱৰ মিলিল ভাগ্যত।
চিত্ৰৰথ গন্ধৰ্ব্বপতিয়ে
বান্ধি নিলে যেতিয়া তোমাক
অৰ্জ্জুনেহে আনিলে উদ্ধাৰি।
সকলোকে জানিশুনি তুমি
দুৰ্য্যোধন। কিয় আজি ইমান নিৰ্ব্বোধ?

দুৰ্য্যো : জানো কৃষ্ণ। জানো মই সকলো কথাকে
জানো আৰু ইযাকো লগতে
সকলোৰে মূল তুমিয়েই।
পাণ্ডৱৰ হিতাকাঙ্ক্ষী তুমি
কৌৰৱৰ চিন্তাৰ কাৰণ।
তুমিযেহে আজি অত দিনে
ছলে-বলে পাণ্ডৱক ৰাখিছা জীযাই।
শুনা কৃষ্ণ। ইযাকো জানিছো মই
বহু চেষ্টা পৰিশ্ৰম মোৰ
দোৰ্যোৰ ছলনা কৰি
বাৰে বাৰে তুমিযেই কৰিছা বিফল।
আজি পুনু উপকাৰী হৈ
খুজিছাহি দিব মোক অজগৰ খোট।
সেই বাবে এই দুৰ্য্যোধনে
নিজকেই ৰাখিছে প্ৰস্তুত।
নিদিওঁ সহজে এৰি হে কপট কৃষ্ণ।
আজি তুমি ৰাজবন্দী হস্তিনাপুৰৰ।

শ্ৰীকৃষ্ণ : (খঙেৰে) মূৰ্খ দুৰ্য্যোধন!
কাৰ সাধ্য বন্দী কৰে মোক?
দেখা য'ক কাৰ আছে ইমান শকতি
শ্ৰীকৃষ্ণৰ কৰে গতিৰোধ?
সাজা সাজা ৰজা দুৰ্য্যোধন।
সাজা সৱে শত ভ্ৰাতা।
মাতা আৰু কোন আছে ক'ত।
আহক আচাৰ্য্য দ্ৰোণ, কৃপ, অশ্বত্থামা
ভীষ্ম, কৰ্ণ সেনাপতি আহক তোমাৰ।
সকলোৱে একেলগে একে সময়তে
ধনু পৰ গদা অসি ধৰি
পাৰে যদি--সাধ্য আছে যদি
ৰাখক বাধা দি মোক।
হাঃ হাঃ হাঃ। হাঃ হাঃ হাঃ।

(শ্ৰীকৃষ্ণই সংহাৰ-মূৰ্ত্তি ধাৰণ কৰে। গাৰ পৰা দিব্য-জ্যোতি প্ৰকাশ হয়। পৃথিৱী কঁপিবলৈ ধৰে--আকাশত বজ্ৰপাত বিজুলী হয--ধুমুহাৰ হো-হোৱনি শব্দ উঠে। শূন্যত শ্ৰীকৃষ্ণৰ গদা, চক্ৰ ঘুৰিবলৈ ধৰে। ভযত সকলো ম্ৰিয়মান : এই সংহাৰ-দৃশ্যৰ মাজত ভীষ্মৰ স্বৰ শুনা যায-)

ভীষ্ম : ক্ষমা কৰা, ক্ষমা কৰা দেৱনাৰাযণ।
বিশ্বধ্বংস মূৰ্ত্তি প্ৰভু কৰা সম্বৰণ।

**: প্ৰথম অঙ্ক সমাপ্ত :**

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

## কুৰুক্ষেত্ৰ-ৰণস্থল

(শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুন।)

শ্ৰীকৃষ্ণ : আৰ্য্যভূমি মহাভাৰত
ধৰ্মক্ষেত্ৰ কুৰুক্ষেত্ৰ ৰণপ্ৰাঙ্গণত
সমৱেত অষ্টাদশ আক্ষৌহিনী সেনা।
দেখুৱালো এফালৰ পৰা
চাই ল'লা সকলোকে তুমি
নাই আৰু ৰবৰ সময়--
বীৰ পাৰ্থ। জোৰা ধনু-শৰ

কৰ্ত্তব্যত হোৱা অগ্ৰসৰ।

অৰ্জ্জুন ঃ দেখিলো সকলো সখি। বীৰ মহাবীৰ,
পিতামহ, গুৰু মোৰ ভ্ৰাতৃ বন্ধু আদি
সাজিকাচি সকলোৱে মহাপযোভৰে
বীৰদৰ্পে সিংহনাদ কৰিছে সঘনে।
দ্ৰুপদ, বিৰাট, শল্য, ভগদত্ত আদি
সুবিশাল ভাৰতৰ সকলো ৰাজ্যৰে
নৃপ-সেনা, ৰথ-হস্তী আহিছে বিস্তাৰ।
কিন্তু সখি। ভয়ঙ্কৰ ৰণসজ্জা চাই
সমূলি গুচিল মোৰ ৰণৰ পিয়াহ
অনৰ্থক এই ৰণ--নাই প্ৰযোজন।
(হাতৰ পৰা গাণ্ডীব সৰি পৰে।)

শ্ৰীকৃষ্ণ ঃ কিয় সখি। হঠাতেই ইমান কাতৰ?
হেলাৰে ত্ৰিলোক জিনি
পৰাজিলা যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিমান।
আজি কিয় বীৰ ধনঞ্জয়
পাছুৱাই যাব খোজা ৰণৰ ক্ষেত্ৰত?
উঠা পাৰ্থ। তুলি লোৱা গাণ্ডীব হাতত।

অৰ্জ্জুন ঃ বিসৰ্জ্জিলো ৰাজ্যৰ কামনা
ৰাজ্য লৈ দুৰ্য্যোধনে থাকক সুখেৰে।
হ'ব লাগে পঞ্চভ্ৰাতা হ'ম বনবাসী
সিও ভাল, মানি ল'ম তাকেই সহজে।
তথাপিতো আজি
জ্ঞাতিনাশ-বংশনাশ নকৰো কদাপি।
সকলো আপোন মোৰ, নোহে কোনো পৰ
কোৱা সখি? কাৰ প্ৰতি লক্ষ্য কৰি মই
কৰো এবে শৰৰ সন্ধান?
যিসৱক মান কৰি আজিও
পূজি আছো দেৱতাৰ দৰে
সেইসকলৰ গাত অস্ত্ৰাঘাত কৰি
যুদ্ধ মই কৰিম কিদৰে?
কান্দি কান্দি গান্ধাৰী মাতৃয়ে
বুকু ভাগি চকুলো টুকিব,
শত শত ভ্ৰাতৃবধু
অকাল বিধৱা হৈ মোকেই শাপিব,
কিদৰেনো হ'ম তাৰ ময়েই কাৰণ?

শ্ৰীকৃষ্ণ ঃ ইয়াকেই আশা কৰি ধৰ্ম্মৰ নন্দনে
পাণ্ডৱৰ বৰ সেনাপতি
কৰিছিল বৰণ তোমাক?
ইয়াকেই আশা কৰি সতী দ্ৰৌপদীয়ে
সহিছিল অশেষ লাঞ্ছনা?
হে অৰ্জ্জুন! নোহোৱা নে ক্ষত্ৰিয়নন্দন
ভীৰু হৈ খোজা কিয় মুখ লুকুৱাব?
হৃদযৰ দুৰ্ব্বলতা ত্যাগ কৰা পাৰ্থ
এনে কাৰ্য্য নিন্দনীয় অতি অশোভন।
নিশ্চয় জানিবা তুমি--
কুৰুক্ষেত্ৰ সমৰৰ ধ্বংস স্তূপত
গঢ়িব খুজিছো মই নতুন জগৎ।
দুৰ্য্যোধন, দুঃশাসন আদি
যতমানে বিশ্ব অমঙ্গল
সকলোকে কৰিম নিৰ্ম্মূল।
হৃদযত দুৰ্ব্বলতা লৈ
অস্ত্ৰ তুমি যদিহে নধৰা
তথাপিতো অনিবাৰ্য্য কুৰুক্ষেত্ৰ-ৰণ।
নতুন বিশ্বৰ সোণালী সপোন
যেনে তেনে দিঠকত হ'ব পৰিণত।
পৰম অত্মাৰ নাই কদাপি বিনাশ
সেয়ে মাথোঁ সত্য ধন
সেই দেখি এৰি দিয়া বেজাৰ মনৰ
উঠা পাৰ্থ! কৰা তুমি ৰণ।

অৰ্জ্জুন। ঃ শক্তি নাই ৰণ কৰিবৰ
মন মোৰ অতি বিষাদিত।
ভ্ৰাতৃ বন্ধু জ্ঞাতিসকলৰ
মৰণৰ কথা ভাবি ভাবি
আজি সখি। জীৱনতে মোৰ
দেখা নাই একো প্ৰযোজন।

শ্ৰীকৃষ্ণ ঃ জন্মিলে মৰিব লাগে নীতি চিৰন্তন
কৰিবই লাগিব পালন,
মৰণৰ কথা ভাবি কদাপিতো তুমি
নকৰিবা শোক অকাৰণ।
এনে যুদ্ধ সকলোৱে নিমিলে ভাগ্যত
ভাগ্যবান ক্ষত্ৰিয়ৰ বিনে
স্বধৰ্ম্ম পাহৰি হ'লে কৰ্ত্তব্যবিমুখ
পাতকত পৰিবা গোপনে।
চিৰকাল সকলোৱে গাব অপযশ
শুনা হেৰা সখি ধনঞ্জয়।
কীৰ্ত্তিবান পুৰুষৰ অকীৰ্ত্তি কাহিনী
মৰণো যে ভাল তাতকৈ।
শত্ৰুৱে ভাবিব তুমি ভয়ে কম্পমান
কুবচন ছটা কথা শুনাব বহুত
পাৰিবা নে সহিব নীৰবে

বাক্যবাণে শেল সম হানিলে বুকুত?
হোৱা যদি জয়ী তুমি ভুগিবা মেদিনী
মৰিলেও বাস স্বৰগত
জয় কিম্বা পৰাজয় দুয়োটাতে লাভ
লোৱা পাৰ্থ, গাণ্ডীৱ হাতত।
ফলাফল সমৰ্পণ নিৰ্লিপ্ত ভাৱেৰে
কৰা সখি, মোৰ ওচৰত
তোমাৰ কাৰ্য্যকে আজি চাইছে জগতে
ভালদৰে ৰাখিবা মনত।

অৰ্জ্জুন : শুনালা যিমান মোক তত্ত্ব উপদেশ
আখৰে আখৰে সঁচা জানিছো নিশ্চয
তথাপিতো কি কৰিম সখি?
সামান্য মানৱ মই -
মায়া-মোহ স্নেহৰ হেঁচাত
বশীভূত হিয়া মোৰ অতিকে দুৰ্ব্বল।

শ্ৰীকৃষ্ণ : দুৰ্ব্বল হৃদয় সখি!
কৰি লোৱা তুৰন্তে সবল
মায়া-মোহ দিয়া বিসৰ্জ্জন।
কোন মই, কোন তুমি
এতিয়াই সকলো বুজিবা
চোৱাচোন মুখলৈ মোৰ।
(মুখ মেলি অৰ্জ্জুনক বিশ্বৰূপ দৰ্শন কৰায়। অৰ্জ্জুনে মুগ্ধ আৰু বিস্মিত হৈ বহু পৰ চাই ৰয়।)

অৰ্জ্জুন : দেখিলো সকলো সখি
হ'ল মোৰ ভুল সংশোধন!
তোমাৰ মুখতে আছে ব্যাপ্ত ত্ৰিভুৱন
চন্দ্ৰ, সূৰ্য্য, গ্ৰহ তৰা অনন্ত বিশ্বৰ
সকলোকে তুমিয়েই কৰিছা ধাৰণ,
পৃথিৱীৰ নৰলোক বিৰাজে তাতেই।
ভীষ্ম, দ্ৰোণ, কৰ্ণ, শল্য ক্ষত্ৰিয় ব্ৰাহ্মণ
শত্ৰু মিত্ৰ প্ৰিয় পৰিজন,
সকলোকে তুমি সখি কৰালা দৰ্শন।
কাক মই কৰিম সংহাৰ?
কি শকতি আছে মোৰ দুৰ্ব্বল বাহুত!

শ্ৰীকৃষ্ণ : বুজিছা অলপ সখি!
বাকী আছে আৰু বুজিবৰ।
কৰ্ম্মযোগ, জ্ঞানযোগ, ভক্তিযোগ আদি
আজি মই ভাঙিপাতি বুজাম তোমাক।
শুনিলে সকলো কথা
মোহমুক্ত হ'বা অৱশ্যেই।
কৰিব লাগিব কাম মোৰ ইচ্ছামতে
যি ইচ্ছাত চলিছে সংসাৰ।

অৰ্জ্জুন : ব'লা সখি! সৌ মোৰ ৰথলৈ গৈ
শুনি তযু উদ্দীপনা বাণী
হৃদয়ত লভিম প্ৰেৰণা।
তুমিয়েই কুৰুক্ষেত্ৰ ৰণৰ নায়ক
মোকো আজি তুমি দিয়া মহাশক্তি
শিষ্যত্ব তোমাৰ! (গাণ্ডীৱ তুলি লয়)।

শ্ৰীকৃষ্ণ : হে ভাৰত!
ধৰ্মৰ যেতিয়া গ্লানি হয ভাৰতত
অধৰ্মৰ বাঢে প্ৰাদুৰ্ভাৱ,
তেতিয়াই নিজে মই হওঁ আবিৰ্ভাৱ।
সাধু-পৰিত্ৰাণ কৰি
দুৰ্জ্জনক কৰো ছাৰখাৰ,
ধৰ্মসংস্থাপন হেতু
যুগে যুগে ধৰো অৱতাৰ।
আহা।(দুয়োৰো প্ৰস্থান। বৰাগীৰ প্ৰবেশ)

বৰাগী।

--গীত--

বজোৱা, বজোৱা,শঙ্খ বজোৱা
ধ্বংসৰ মাজত শঙ্খ বজোৱা,
ছিন্ন কৰি তাঁৰ জীৰ্ণ বীণাৰ
নৱজীৱনৰ ৰাগিণী শুনোৱা!
কৰিছে বিধাতৃ আজি শুভদৃষ্টি
হব নৱসৃষ্টি কৰা পুষ্পবৃষ্টি,
হে অমৃত-পুত্ৰ! মেলা তুমি নেত্ৰ
চোৱা কুৰুক্ষেত্ৰ হিয়া কঁপোৱা।
আজি নৱৰূপে ওলোৱা সূৰ্য্য
লভি নৱবীৰ্য্য বজোৱা তূৰ্য্য
চোৱা নব বিশ্ব, জাগা শক্তিশিষ্য।
মাভৈ মন্ত্ৰেৰে সুধা বিলোৱা।
(প্ৰস্থান।)

# দ্বিতীয় দৰ্শন

## যমুনাৰ তীৰ

ব্ৰহ্মপুৰা। আকাশত সূৰ্য্যোদয। কৰ্ণই নৈৰ পাৰত বহি সূৰ্য্য-পূজা কৰিছে। আগত এটা কমণ্ডলু আৰু পুষ্পপাত্ৰত বহুতো ফুল।

কৰ্ণ : জবাকুসুমসঙ্কাশং কাশ্যেপেয়ং মহাদ্যুতিম্।

ধবান্তাৰিং সৰ্ব্বপাপঘ্নং প্ৰণতোঽস্মি
দিবাকৰম্।।
দিনমণি! দীনহীন কৰ্ণৰ দেৱতা!
লোৱা মোৰ সহস্ৰ প্ৰণাম।
তেজ দিয়া, শক্তি দিয়া!
বলবীৰ্য্য দিয়া প্ৰভু অনন্ত অসীম।
জন্মৰ কাহিনী মোৰ কোনেও নেজানে
সেই বাবে হে দেৱতা বিশ্বৰ প্ৰদীপ!
জন্মিছো যদিও মই
তোমাৰেই আশীৰ্ব্বাদ দেৱবীৰ্য্য লৈ
তথাপিতো আজি
পদে পদে উপেক্ষিত নিৰ্য্যাতিত হৈ
পাৰ হয় এই দীন কৰ্ণৰ জীৱন।
তিৰস্কাৰ--পুৰস্কাৰ মোৰ
তাতকৈ বেছি একো নকৰো কামনা।
পিতৃ তুমি দিব্যজ্যোতি উজ্জ্বল মাৰ্ত্তণ্ড
উদ্ভাসিত হয় বিশ্ব তোমাৰ জ্যোতিৰে
আৰু মই পুত্ৰ অভাজন
সংসাৰৰ অভিশপ্ত তপ্ত দিয়া মোৰ।
(কৰযোৰে চকু মুদি ধ্যানমগ্ন। লাহে লাহে
কুন্তীৰ প্ৰৱেশ)

কুন্তী ঃ পুত্ৰ কৰ্ণ! নয়নৰ মণি মোৰ!

কৰ্ণ ঃ (চকু মেলি আচৰিত হৈ)
কোন তুমি দেৱী
আচম্বিতে উপস্থিত হৈ
পুত্ৰ বুলি শুনালাহি মধুৰ বচন?
যেযেকি নোহোৱা তুমি
জানিবৰ নাই প্ৰয়োজন
পিতৃপূজা শেষ হ'ল মোৰ
থিয় দিয়া সমুখত আহি
বাকী থকা ফুলৰ অঞ্জলি
চৰণত দিলো উপহাৰ
মাতৃৰূপে কৰিবা গ্ৰহণ।
নিজগুণে আহিছা যেতিয়া
পুত্ৰ বুলি সম্বোধন কৰিছাহি মোক
মোৰ এই ভক্তিৰ অঞ্জলি
নিঘিণাই কৰিবা গ্ৰহণ।
(অঞ্জলি দি সেৱা কৰে।)

কুন্তী ঃ লোৱা পুত্ৰ হিয়াভৰা আশীৰ্ব্বাদ মোৰ
কুন্তী মই-

কৰ্ণ ঃ (থিয় হৈ আতৰি গৈ) পাণ্ডৱ-জননী?

কুন্তী ঃ তুমি পুত্ৰ, জ্যেষ্ঠ্য পাণ্ডৱৰ
তেজোদীপ্ত সূৰ্য্যৰ নন্দন
কুন্তী মই--সচাঁকৈয়ে জননী তোমাৰ।
অভাগিনী মাতৃয়ে তোমাক
বিচাৰিছে ল'ব আজি সাবটি বুকুত।

কৰ্ণ ঃ মাতৃ তুমি পঞ্চপাণ্ডৱৰ
সেই নিমেত্তেই মাথোঁ
জগতৰ পাইছা বন্দনা।
কিয় দেৱী উপযাচি আহি
ভাগ্যহীন নিঃকিন কৰ্ণক
যাচি দিছা মাতৃত্ব তোমাৰ?
মইতো বিচৰা নাই সেই অধিকাৰ
তেনে আশা দিয়া নাই হৃদযত ঠাই।
এতিযাও যোৱা তুমি দেৱী
লৈ মোৰ ভক্তি-অৰ্ঘ্য পূজাৰ অঞ্জলি।
মাতৃ হৈ যশোৱন্ত পঞ্চপাণ্ডৱৰ
গৌৰৱিনী যশস্বিনী হৈ
থাকা দেৱী দূৰতে উজ্জ্বলি।
সুত্ৰপুত্ৰ--ৰাধাৰ তনয
দীন মই- হীন মই
নেচাপিবা কাষ মোৰ কৰিছো মিনতি।

কুন্তী ঃ অভিমান এৰি দিয়া পুত্ৰ!
যিমানেই সৰু বুলি তুমি
ভাবি আছা নিজকে মনত
নোহোৱা সিমান সৰু
দাতা কৰ্ণ ভুৱনবিখ্যাত।
উচ্চ শিৰ হিমাদ্ৰিৰ দৰে
জ্যেষ্ঠ তুমি শ্ৰেষ্ঠ পাণ্ডৱৰ।

কৰ্ণ ঃ সেই কথা নেজানে জগতে
নিবিচাৰো আজিও জনাব।
সুতপুত্ৰ--অধিৰথ ৰাধাৰ নন্দন
সেয়ে অতি উপযুক্ত পৰিচয় মোৰ।
লাভ কৰি তুমি মোক কুমাৰী কালতে
লুকুৱাব কলঙ্কৰ বোজা
মাতৃ হৈ জনমদায়িনী
অতি নিকৰুণভাৱে
বিসৰ্জ্জিলা নদীৰ গৰ্ভত
ঠেলি দিলা যমৰ মুখত।
নেভাবিলা সেই দিনা অলপো মনত

মাতৃ হৈ নিজ হাতে ৰাক্ষসী বেশেৰে
কি শাস্তি বিহিলা এই পুত্ৰক তোমাৰ।
জগতত তোমাৰ নিচিনা
আছে আৰু কোন মাতৃ ইমান নিষ্ঠুৰা?
যোৱা কথা হৈ গ'ল
সেইবোৰ পাহৰা কাহিনী।
আজি কিয় আহিছা জননী?
বোৱাব খুজিছা কিয় কৰ্ণৰ আগত
চেনেহৰ মন্দাকিনী ধাৰ?
মেলি দিছা মমতাৰ কিয় ৰুদ্ধদ্বাৰ?

**কুন্তী** : ভুল মোৰ—দোষ মোৰ
আজি মই কৰিছো স্বীকাৰ।
লুকুৱা কলঙ্ক মোৰ
উচ্চকণ্ঠে জগতত কৰিম প্ৰচাৰ।
কৰ্ণৰ মাতৃৰ সেই কলঙ্ক কাহিনী
কৰ্ণৰেই যশস্যাৰ স্নিগ্ধ আলোকত
হ'ব আজি উদ্ভাসিত মহিমামণ্ডিত।
অভিমানী পুত্ৰ মোৰ।
সেই বাবে নিজ হাতে আজি
দিয়া তুমি শত দণ্ড মোক।

**কৰ্ণ** : তাৰ বাবে মাতৃ! হ'ল আজি বহুত পলম।
তথাপিতো দোষ মই নিদিওঁ তোমাক
দোষ মোৰ নিজ অদৃষ্টৰ।

**কুন্তী** : মই পুত্ৰ চিৰ ভাগ্যহীনা। (চকুলো টোকে)

**কৰ্ণ** : নুটুকিবা চকুলো জননী।
পুত্ৰহে চকুলো মাতৃৰ
নোৱাৰো যে চাব স্থিৰ হৈ।

**কুন্তী** : এতিয়াও কোৱা যদি মোক
দিয়া যদি দিবলৈ সঁচা পৰিচয়
পঞ্চভ্ৰাতা আহিব লৰৰি
যুধিষ্ঠিৰে আঁঠু ল'ব তোমাৰ আগত।
জ্যেষ্ঠ তুমি পঞ্চপাণ্ডৱৰ
হস্তিনাৰ সিংহ-আসনৰ
সহজতে হ'বা অধিকাৰী।

**কৰ্ণ** : নেলাগে, নেলাগে মাতৃ সিমান সৌভাগ্য।
মৰ্ত্যৰ মানৱ মই নহওঁ দেৱতা
নাকিবা আগত মোৰ
স্বৰগৰ নন্দনৰ ছবি।
পাণ্ডৱৰ জ্যেষ্ঠ হ'বলৈ
কৰা নাই কদাপিতো হাবিলাষ মই।
দুৰ্য্যোধন হিতাকাঙ্খী মহামিত্ৰ মোৰ।
যাৰ মই কৰুণা বলত
লাভ কৰি ৰাজপদ অতুল সম্পদ
সমাজত লভিছো স্বীকৃতি।
সেই বাবে—সেই বাবে আই।
কৌৰৱৰ হিতাকাঙ্ক্ষী হৈ
তুলিম হাতত অস্ত্ৰ ভাৰতযুদ্ধত।
পদে পদে দলিত হ'লেও
নিবিচাৰো দৈববল, ভাগ্যৰ সহায়,
আছে মোৰ নিজ বাহুবল
আছে মোৰ পুৰুষত্ব কৰাযত্ব হৈ।
তাৰ সহায়তে মই
অধিকাৰ কৰি ল'ম
জগতত নিজ প্ৰাপ্য স্থান।
হে জননী! কওঁ মই তথাপি তোমাক
ৰ'বা তুমি চিৰকাল
মাতৃ হৈ পঞ্চ সন্তানৰ।

**কুন্তী** : কোৱা পুত্ৰ!
কি ভৰসা আছে এই তাপিতা মাতৃৰ?
মহাবীৰ তোমাৰে হাতত
পাণ্ডৱৰ হ'ব নে নিস্তাৰ?

**কৰ্ণ** : অৰ্জ্জুনহে একমাত্ৰ প্ৰতিদ্বন্দ্বী মোৰ
কৰিছো প্ৰতিজ্ঞা মই অৰ্জ্জুন-বধৰ।
বাকী চাৰি পাণ্ডৱৰ
নহ'ব অনিষ্ট একো কৰ্ণৰ হাতত।

**কুন্তী** : শুনি এই প্ৰতিশ্ৰুতি লভিলো সন্তোষ।
কিন্তু পুত্ৰ! নৰ'ব নে অৰ্জ্জুনো জীয়াই?

**কৰ্ণ** : সেই কথা কোনেও নেজানে।
অৰ্জ্জুন থাকিলে এই কৰ্ণ নেথাকিব
কিম্বা থাকে যদি মহাৰথী কৰ্ণ
অৰ্জ্জুনৰ নিস্তাৰ নহ'ব।
যোৱা মাতৃ!
পঞ্চপুত্ৰ যেনে তেনে থাকিব তোমাৰ।

**কুন্তী** : (স্বগত) হয় যদি বিধিলিপি তেনে
কোনে হায় কৰিব খণ্ডন!
অভাগিনী কুন্তী! ব'ল তই
কান্দোতে কান্দোতে তোৰ যাব ই জীৱন।
(কৰ্ণক) পুত্ৰ কৰ্ণ! আহিলো এতিয়া
থাকে যেন প্ৰতিশ্ৰুতি মনত তোমাৰ।

কৰ্ণ ঃ অৱশ্যে থাকিব।
যোৱা মাতৃ নিৰ্ভয় মনেৰে।
(কুন্তীৰ প্ৰস্থান।)

কৰ্ণ ঃ (কিছু সময় কুন্তী যোৱাৰ ফালে চাই থাকি পিছত কয়)
কৰ্ণৰ হিতৰ বাবে
আজিওতো নাহিলা জননী।
আহিছিলা পাণ্ডৱৰ মঙ্গলৰ বাবে
তাকে পাই গুচি গ'লা তুমি।
তাৰ লগে লগে
এই হীন উপেক্ষিত কৰ্ণক তোমাৰ
নেজানিলা দিলা কিনো দান।
ৰাক্ষসী জননী।
মাতৃ হৈ পুত্ৰৰ আগত
মেলি দিলা মৃত্যুৰ দুৱাৰ।
(বেগেৰে প্ৰস্থান।)

## তৃতীয় দৰ্শন

### কৌৰৱ শিবিৰ

**(শকুনি, কৰ্ণ আৰু দুৰ্য্যোধনৰ প্ৰৱেশ)**

শকুনি ঃ ঠিক ঠিক ঠিক
ভাগিন কৰ্ণৰ কথাই অতি ঠিক।
বৃদ্ধ ভীষ্ম স্নেহৱান পাণ্ডৱৰ প্ৰতি
নাই তাত অলপো সংশয়।
ভাবি চোৱা বোপা দুৰ্য্যোধন।
পিতামহে কৰিছে মাথোন
দহ দিন যুদ্ধৰ প্ৰতিজ্ঞা।
আছে আৰু এতিয়া বাকী যি দুদিন
হ'ব যে বিশেষ কিবা লাভ কৌৰৱৰ
দেখা নাই তাৰ মই অলপো লক্ষণ।
এতিয়াও কৰা তুমি কৰ্ণক আদেশ
হয় যদি কৌৰৱৰ কৰ্ণ সেনাপতি
তেতিয়াহে সুনিশ্চিত ধ্বংস পাণ্ডৱৰ।

দুৰ্য্যো ঃ সেই কথা বুজিছো আগতে।
ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্য আদি
পাণ্ডৱৰ প্ৰতি অতি দয়াপৰৱশ।
তেওঁলোকে যুদ্ধ জয় কৰি
উৰাব যে কৌৰৱৰ গৌৰৱ নিছান
সেই কথা সপোনৰো আগোচৰ মোৰ
কৰা নাই কেতিয়াও তেনে অনুমান।
বৃদ্ধ বুলি, পূজ্য বুলি মাথোঁ
অনিচ্ছাৰে নমালো ৰণত।
এতিয়াও পিতামহে ললে অৱসৰ
দ্ৰোণাচাৰ্য্যে মাগিলে বিশ্ৰাম
হ'ব মোৰো অতিশয় আনন্দ মনত।
জানো মই কৰ্ণৰ বিক্ৰম
বুজো মই বীৰৰ সন্মান।
কৰ্ণ যদি হয় সেনাপতি
উলাহেৰে- নিৰ্ভয়েৰে চলাম সংগ্ৰাম।

কৰ্ণ ঃ অযথা প্ৰশংসা কৰি
অবাবতে লাজ মোক নিদিবা ৰাজন।
সুতপুত্ৰ--ৰাধাৰ নন্দন
জগতৰ নিন্দনীয়া ঘৃণনীয় মই।
পদে পদে জীবনৰ যাৰ
অপমান শিৰৰ ভূষণ
সেই কৰ্ণ--তোমাৰে কৃপাত
অঙ্গৰাজ মহাবীৰ আজি।
বাটৰ ভিকহু মোক বুকুত সুমাই
যি মৰম চেনেহৰ ধাৰ
অযাচিতে দিছা দান হস্তিনা ঈশ্বৰ।
তাৰ বাবে আছে মোৰ ঋণী ই জীৱন।
যিবা তুমি কৰিবা আদেশ
প্ৰাণপণে পালিব কৰ্ণই।
যথা সময়ত মই
হৃদয়ৰ সৰ্ব্বশক্তি সমবেত কৰি
পাণ্ডৱবিহীন এই কৰিম ধৰণী।

শকুনি ঃ সাধু সাধু কৰ্ণ।
উপযুক্ত এনে কথা মুখত তোমাৰ।
বুঢ়া ভীষ্ম দ্ৰোণৰ মুখত
শুনা নাই কেতিয়াও এনে বীৰবাণী।
পিছে কৰ্ণ। পলমৰ নেদেখো সকাম
শীঘ্ৰে তুমি ৰণলৈ হোৱা ধাবমান।

কৰ্ণ ঃ থাকিব যিমান দিন
বৃদ্ধ ভীষ্ম ৰণৰ ক্ষেত্ৰত
নধৰিম অস্ত্ৰ মই কৰিছো প্ৰতিজ্ঞা।
ভৱিষ্যতে--ভীষ্ম অবিহনে
যেতিয়াই হ'ব প্ৰয়োজন
কৰ্ণই চিনাকি দিব নিজ যোগ্যতাৰ
আৰু তাৰ লগে লগে

দেখুৱাব জগতবাসীক
নিপীড়িত নিৰ্য্যাতিত অস্পৃশ্য কৰ্ণই
কিমান শকতি তাৰ ধৰিছে বাহুত।
সৌৱা--এই ফালে আহে পিতামহ
মযো তেনে আহিলো আতৰি।
(কৰ্ণৰ প্ৰস্থান। বিপৰীত ফালৰ পৰা ভীষ্মৰ প্ৰৱেশ)

ভীষ্ম : দুৰ্য্যোধন। কিহৰ মন্ত্ৰণা?
বোধকৰো--
গুপ্ত ষড়যন্ত্ৰ কিবা ভীষ্মৰ বিৰুদ্ধে?

দুৰ্য্যো : পিতামহ! অনুমান সঠিক তোমাৰ
আজি কৈছে মানুহে--

ভীষ্ম : (উত্তেজিত ভাবে) কি কয় দুৰ্য্যোধন?
কি কয় মানুহে আজি ভীষ্মৰ বিৰুদ্ধে?

দুৰ্য্যো : পাণ্ডৱৰ প্ৰতি তুমি অতি স্নেহশীল।

ভীষ্ম : আৰু কৌৰৱৰ প্ৰতি?

দুৰ্য্যো : এতিয়াও ভালদৰে বুজি পোৱা নাই।
ভাৰ্গৱবিজয়ী তুমি মহাধনুৰ্দ্ধৰ
সুৰাসুৰ কম্পমান তোমাৰ নামত।
কিন্তু আজি পিতামহ।
কুৰুক্ষেত্ৰ ৰণৰ ক্ষেত্ৰত
দেখা নাই এতিয়াও বিক্ৰম তোমাৰ।
কিনোদৰে কৌৰৱক ভালপোৱা তুমি
এতিয়াও পোৱা নাই পৰিচয় তাৰ।

ভীষ্ম : দুৰ্য্যোধন! সকলো বুজিছো মই।
অবিশ্বাস মোৰ প্ৰতি আজি?
পাণ্ডৱক ভালপাওঁ মই
সেই কথা এশ বাৰ কৰিছো স্বীকাৰ।
কিন্তু আজি মই সত্যৰ নিমিত্তে
স্নেহ-মায়া দিছো বিসৰ্জ্জন
নীৰৱে চাইছো ৰৈ
পাণ্ডৱৰ অশেষ দুৰ্গতি।
এই দুই চকুৰেই দেখিছো আগত
দ্ৰৌপদীৰ অপমান কৌৰৱ সভাত
কৰা নাই প্ৰতিবাদ তাৰ।
ৰাজঅন্ন জীৰ্ণ কৰো বুলি
জানি শুনি অধৰ্ম্মক যাচিছো প্ৰশ্ৰয়।
তথাপিতো অবিশ্বাস মোক?
হস্তিনাৰ ৰাজসিংহাসন
আজীৱনে সেৱি আছো পৰম ভক্তিৰে
সেযে মোৰ সাধনাৰ ধন,
প্ৰৱঞ্চনা নাই মোৰ এই সাধনাত।
দুৰ্য্যোধন! কেনেকুৱা ৰাজভক্তি মোৰ
বহুবাৰ কৰিছো প্ৰমাণ
তথাপিতো অবিশ্বাস মোক?

দুৰ্য্যো : পিতামহ! অবিশ্বাস নকৰো তোমাক।
কিন্তু আজি আগৰ নিচিনা
দেখা নাই বল-বীৰ্য্য প্ৰতাপ তোমাৰ
-হ'ব পাৰে বাঢি অহা বয়সৰ বাবে।
সেই কাৰণেই কওঁ--
অৱশ যদিহে তুমি লোৱা অৱসৰ
অঙ্গৰাজ কৰ্ণ বীৰ হওক সেনাপতি।

ভীষ্ম : নোৱাৰিলে যি কাম ভীষ্মই
পাৰিবনে সেই ভাৰ ল'ব
মহামিত্ৰ কৰ্ণই তোমাৰ?
চিত্ৰৰথ গন্ধৰ্ব্বৰ বন্ধনৰ পৰা
অৰ্জ্জুনেহে আনিছিল উদ্ধাৰি তোমাক
তেতিয়া আছিল ক'ত কৰ্ণৰ বিক্ৰম?
বিৰাটৰ ৰাজ্যত সিদিনা
আনোতে গোধন হৰি
পৰাজিলে সকলোকে কোনে অকলে?
অৰ্জ্জুনে যেতিয়া শৰ জুৰিলে ধনুত
মহাবীৰ কৰ্ণই তোমাক
কৰিছিল কিদৰে সহায?
সেই কৰ্ণ-শকুনিৰে কুমন্ত্ৰণা কৰি
আজি তুমি শিবিৰত বহি
পাণ্ডৱৰ বল-বীৰ্য্য কৰা উপহাস,
দিব খোজা উৰুৱাই ভীষ্মৰ বিক্ৰম?
সুতপুত্ৰ কৰ্ণ হ'ল বুকুৰ বান্ধৱ
আৰু এই বৃদ্ধ ভীষ্ম
প্ৰতি বিন্দু ৰক্ত যাৰ হৈছে অৰ্পিত
হস্তিনাৰ হিতৰ কাৰণে
সেই ভীষ্ম--অপদাৰ্থ তোমাৰ মনত?
চা'ক আজি ভালদৰে
ভাৰতৰ সকলো প্ৰজাই
পকাই মুৰৰ চুলি আজীৱনে মই
ৰাজভক্তি যাচি অকাতৰে
পালো তাৰ কেনে পুৰস্কাৰ!
কওঁ আজি সকলোকে
স্বাৰ্থপৰ ৰজাক কোনেও

নকৰিবা এনেদৰে ৰাজভক্তি দান;
বিদ্ৰোহৰ জ্বলাবা অগনি
অশান্তিৰ দাবানল কৰিবা সৃজন।

**শকুনি** ঃ ক্ষমা--ক্ষমা খোজা বোপা দুৰ্য্যোধন!
পিতামহে পাইছে বেজাৰ।

**দুৰ্য্যো** ঃ দোষ হ'লে পিতামহে অৱশ্যে ক্ষমিব।

**ভীষ্ম** ঃ শুনা দুৰ্য্যোধন।
সঁচাকৈয়ে ভীষ্ম আজি হৈছে কাতৰ।
কঁপে আজি দুই হাত মোৰ
কঁপে আজি হস্তিনাৰ ৰজাৰ মুকুট
শীঘ্ৰে মই লম অৱসৰ।
তথাপিতো--তোমাৰ তৃপ্তিৰ হেতু
কালিলৈ প্ৰাণটাকি কৰিম সমৰ।
বাছি ললো এই পঞ্চশৰ
নিধনৰ বাবে মই পঞ্চপাণ্ডৱৰ।
পকা চুলি বাৰ্দ্ধক্যই মোক
নোৱাৰিব কালিলৈ বাধা দি ৰাখিব।
প্ৰকাশিম যৌৱনৰ লুকুৱা শকতি।
মৰণৰ আগতে এবাৰ
সিংহৰ নিচিনা কৰি উঠিম গৰজি।
নকৰিবা ভয় দুযোধন।
এই পঞ্চশৰ মোৰ থাকিলে হাতত
অৱশ্যেই হ'ব কালি পাণ্ডৱনিধন ;
নোৱাৰিব কোনেও ৰাখিব।
নিজে আহি যদি যদুপতি
পাণ্ডৱৰক্ষাৰ হেতু লয় ধনু-কাঁড়
তথাপিতো নেপাব নিস্তাৰ।

**দুৰ্য্যো** ঃ ধন্য ধন্য পিতামহ।
হলো মই পৰম নিশ্চিন্ত।
তুমি বিনে কাৰ সাধ্য
হস্তিনাৰ ৰাখিব সন্মান?

**ভীষ্ম** ঃ আহিলো এতিয়া।
কালিযেই শেষ চেষ্টা কৰি
দিম মোৰ শক্তিৰ পৰীক্ষা।

**দুৰ্য্যো** ঃ মযো যাওঁ,বলা পিতামহ!
(ভীষ্ম আৰু দুৰ্য্যোধনৰ প্ৰস্থান)

**শকুনি** ঃ লাপুং ভীষ্মই
কালি হেনো পাণ্ডৱক কৰিব নিধন;
হাঁহি উঠে শুনি মোৰ প্ৰতিজ্ঞাৰ কথা।
জগত ঈশ্বৰ হৰি
জৰাসন্ধ শিশুপাল কংসধ্বংসকাৰী
পাণ্ডৱৰ থাকোঁতে সহায়
হ'ব জানো পূৰ্ণ এই ভীষ্মৰ প্ৰতিজ্ঞা?
অসম্ভৱ--অসম্ভৱ এনুৱা কল্পনা।
কুৰুক্ষেত্ৰ ৰণপ্ৰাঙ্গণত
নৰমেধ মহাযজ্ঞ কৰি আয়োজন
শকুনিয়ে কৰিব তাত পিতৃৰ তৰ্পণ
যতমানে মহাবীৰ, বীৰ ভাৰতৰ
সকলোৰে আগবাঢ়ি আহি
নিজ নিজ শোণিতেৰে যাচিব আহুতি।
এই যজ্ঞ সম্পূৰণ হেতু
কৌৰৱ পক্ষত আজি
পাৰ হয় শকুনিৰ বিনিদ্ৰ ৰজনী;
আৰু পাণ্ডৱ পক্ষত
যজ্ঞেশ্বৰ নিজেই শ্ৰীহৰি।
সৌৱা, সৌৱা--তাৰেই নিমিত্তে সৌ
পিতৃ-পিতামহে মোৰ কৰিছে অপেক্ষা।
(প্ৰস্থান। আন ফালৰ পৰা কথা পতি
দুৰ্য্যোধন আৰু অৰ্জ্জুনৰ প্ৰৱেশ)

**দুৰ্য্যো** ঃ কোৱা ভাই ধনঞ্জয়।
কি উদ্দেশ্যে আচম্বিতে কৰি পদাৰ্পণ
কৰিলাহি ধন্য মোৰ কৌৰৱ শিবিৰ?

**অৰ্জ্জুন** ঃ মহাৰাজ। প্ৰয়োজন আছিল বিশেষ।
তাহানি তোমাক মই
গন্ধৰ্ব্বপতিৰ পৰা আনোতে উদ্ধাৰি
প্ৰতিশ্ৰুত হ'ল মোক বৰ দিবলৈ।
আজি হে ৰাজন!
পৰে জানো সেই কথা মনত তোম্যৰ?

**দুৰ্য্যো** ঃ কোৱা ভাই! সেই বাবে চিৰঋণী মই।
নিসঙ্কোচে কোৱা আজি মোক--
যিবা লাগে তাকে দিম নিশ্চয় তোমাক।

**অৰ্জ্জুন** ঃ দিয়া মাথোঁ ধাৰলৈ মুকুট তোমাৰ
পৰম সন্তুষ্ট হ'ম তাকে পালে মই
ঋণমুক্ত হ'বা তুমি
আমাৰো তাৰেই হ'ব উদ্দেশ্য সফল।

**দুৰ্য্যো** ঃ ভাই সব্যসাচী!
তুমি আজি হঁহুৱালা মোক।
সসাগৰা পৃথিৱীৰ অধীশ্বৰ মই
মোৰ ওচৰত আহি আজি তুমি ভাই
সামান্য মুকুট এটা কৰিছা প্ৰাৰ্থনা

তাকে লৈ লভিবা সন্তোষ।
লাভ কৰি এনে এটা সোণালী সুযোগ
আজি তুমি ইমান সহজে
মোৰ দ্বাৰা অঙ্গীকাৰ কৰাবা পূৰণ?
কোৱা লাগে যদি আৰু আন কিবা?

অৰ্জ্জুন ঃ নেলাগে একোকে আৰু
তাকে পালে গাম মই সুখ্যাতি তোমাৰ।
মহাৰাজ! পৰম যশস্বী তুমি
বদান্যতা ভুৱনবিখ্যাত
অবিদিত নাই জগতৰ।
ঃ আহা তেন্তে ভাই!
অভিলাষ পূৰাম তোমাৰ
নিযাহি মুকুট মোৰ।
(দুযোৰো প্ৰস্থান)

# চতুৰ্থ দৰ্শন

## কুৰুক্ষেত্ৰ-ৰণস্থল

(দুঃশাসন আৰু দ্ৰোণাচাৰ্য্যৰ প্ৰৱেশ। নেপথ্যত ভীষ্ম আৰু অৰ্জ্জুনৰ ভীষণ যুদ্ধ। মাজে মাজে দুযোপক্ষৰ কাণ তাল মৰা শঙ্খধ্বনি শুনা যায়।)

দুঃশা ঃ চোৱা--চোৱা হেৰা গুৰুদেৱ!
পৰশুৰামৰ শিষ্য জাহ্নৱীনন্দনে
প্ৰকাশিছে প্ৰবল বিক্ৰম।
যদুপতি অৰ্জ্জুনৰ ৰথৰ সাৰথি
তথাপিতো ৰক্ষা আজি নাই পাণ্ডৱৰ।

দ্ৰোণ ঃ দুঃশাসন!
পাণ্ডৱ নিধন হেতু আজিৰ ৰণত
ভীষ্মদেৱে কৰিছে প্ৰতিজ্ঞা
বাছি থলে পঞ্চশৰ সেই উদ্দেশ্যেৰে।
কিন্তু, কালি ৰাতিযেই
যদুপতি শ্ৰীকৃষ্ণৰ পৰামৰ্শমতে
দুৰ্য্যোধনে দান দিয়া শিৰৰ মুকুট
পিন্ধি লৈ ধনঞ্জয় চাপিল ওচৰ
--বাছি থোৱা পঞ্চশৰ জনালে প্ৰাৰ্থনা।
অৰ্জ্জুনকে দুৰ্য্যোধন-ভ্ৰমে
বৃদ্ধ ভীষ্মদেৱে সেই দিলে শৰদান।
জলদতবক চকু
নমনিলে ভালদৰে ৰাতি
নুবুজিলে কৃষ্ণৰ ছলনা।
এইদৰে চতুৰ শ্ৰীহৰি
অশেষ যতন কৰি নিজ কৰুণাৰে
পাণ্ডৱৰ ৰাখিলে জীৱন।

দুঃশা ঃ তথাপিতো গুৰুদেৱ! আজিৰ ৰণত
সহজতে পাণ্ডৱৰ নেদেখো নিস্তাৰ।
শুনা সেয়া-
শ্ৰীকৃষ্ণৰ পাঞ্চজন্য, অৰ্জ্জুনৰ দেৱদত্ত
ৰৈ ৰৈ বাজিছে সঘনে।
কিন্তু--তাতোকৈ দুগুণ শব্দে
বাজিছে ভীষ্মৰ শঙ্খ পৃথিৱী কঁপাই।
সৌ চোৱা--
ঐৰাৱত-আৰোহণ কৰা
বজ্ৰপাণি ইন্দ্ৰৰ নিচনা
ভগদত্ত নৰপতি প্ৰাগজ্যোতিষৰ
শোভা পায 'সুপ্ৰতীক' গজৰ পিঠিত।
আনিছে লগত তেওঁ
অক্ষৌহিণী কামৰূপী সেনা
সকলোটি নিপুন ৰণত।
চাই লোৱা সি দেশৰ ৰণৰ কৌশল।

দ্ৰোণ ঃ তথাপিতো দুঃশাসন!
বুজা নাই জয়লক্ষ্মী কাৰ।
যিপক্ষত আছে যদুপতি
সহজতে সেই পাণ্ডৱৰ
পৰাজয় কদাপি নহয়।

দুঃশা ঃ মিছাতেই নৈৰাশ্যৰ নেদেখো সপোন।
ব'লা গুৰু! পাছ পৰি নেথাকো আমিও।
নিজ নিজ শত্ৰুৰ উদ্দেশ্যে
তুলি লৈ ধনু-শৰ মহাশকতিৰে
ৰণভূমি কৰো কম্পমান।
ৰক্ষা আজি নাই পাণ্ডৱৰ।
(দুযোৰো প্ৰস্থান। অলপ পিছতে ভীষ্মৰ প্ৰৱেশ।)

ভীষ্ম ঃ আজি মোৰ পৰম সৌভাগ্য
ধন্য হ'ল আজি এই ভীষ্মৰ জীৱন।
সৌৱা,সৌৱা--
ৰথচক্ৰ তুলি লৈ দেৱ চক্ৰপাণি
বায়ুবেগে আহি মোক কৰে আক্ৰমণ।

**শ্ৰীকৃষ্ণ(নেপথ্যত)ঃ সাৱধান! সাৱধান ভীষ্ম!**
**আজি তুমি নেপাবা নিস্তাৰ।**
**(হাতত ৰথচক্ৰ লৈ বেগেৰে শ্ৰীকৃষ্ণৰ**

প্ৰৱেশ।)

ভীষ্ম : আহা, আহা হেৰা দেৱ চক্ৰপাণি!
ই জীৱনে যিহৰ কাৰণে
কৰিছো অপেক্ষা মই বৈ অতদিনে
তাকে তুমি হাতে হাতে দিবা আজি দান।
তোমাৰ হাতৰ প্ৰভু! মৰণ নিৰ্ম্মালি
বিনা বাক্যে--বিনা প্ৰতিবাদে
হাঁহি হাঁহি দেৱব্ৰতে কৰিব গ্ৰহণ।

শ্ৰীকৃষ্ণ : (খঙেৰে) হে ধাৰ্ম্মিক ভীষ্ম!
কিয আজি অধৰ্ম্মৰ পক্ষপাতী তুমি?
কিয আজি কৌৰৱৰ চলাই বাহিনী
কুৰুক্ষেত্ৰ মহাসমৰত
সশঙ্কিতা কৰিছা মেদিনী?

ভীষ্ম : সিও যে তোমাৰ ইচ্ছা হেৰা ইচ্ছাময়!
শিৰ পাতি কৰ্ত্তব্যৰ পালিছো আদেশ।
যদুপতি! মোৰ ধৰ্ম্ম বুজিছো যিদৰে
সেইমতে কৰ্ম্ম মই অৱশ্যে কৰিছো।
কিন্তু তুমি কোন ধৰ্ম্মমতে
হে নিষ্ঠুৰ! ভঙ্গ কৰি প্ৰতিজ্ঞা ভীষ্মৰ
বজ্ৰঘাত দিছা এই তাপিত বুকুত?
আৰু কিয অযথা পলম?
দিয়া, দিয়া নাৰাযণ!
মৃত্যুদণ্ড তোমাৰ হাতৰ
সকাতৰে--সবিনয়ে মাগিছে ভীষ্মই।

শ্ৰীকৃষ্ণ : উঠা ভীষ্ম! উঠা মোৰ ভক্তশিৰোমণি!
ভঙ্গ হ'ল বুলি আজি প্ৰতিজ্ঞা তোমাৰ
অতিশয হৈছা কাতৰ।
তুমিও কৰালা ভঙ্গ কৃষ্ণৰ প্ৰতিজ্ঞা।
ভাবি চোৱা গঙ্গাৰ নন্দন!
প্ৰতিশোধ ল'লা ভালদৰে।
কুৰুক্ষেত্ৰ সমৰত মই
অস্ত্ৰ নধৰিম বুলি কৰিছিলো পণ,
আজি কিন্তু তোমাৰ বিৰুদ্ধে
পাণ্ডৱৰ ৰক্ষাৰ নিমিত্তে
বাধ্য হৈ ললোঁ মই নিজে অস্ত্ৰ তুলি।

ভীষ্ম : নুবুজো তোমাৰ লীলা হেৰা লীলাময়!
তোমাৰেই তুষ্টিৰ কাৰণে
ভক্ত পাণ্ডৱৰ আৰু ৰক্ষাৰ নিমিত্তে
দিম আমি সকলোৱে নিজ ৰক্তদান।
(অৰ্জ্জুনৰ প্ৰৱেশ।)

অৰ্জ্জুন : আহা সখি? উঠাহি ৰথত।
কিয় আজি প্ৰতিজ্ঞা পাহৰি
অবাবতে অস্ত্ৰ তুমি কৰিলা ধাৰণ?

ভীষ্ম : হে অৰ্জ্জুন! ভকতৰ ৰক্ষাৰ নিমিত্তে
ভগৱানে এইদৰে পাহৰে নিজক।

শ্ৰীকৃষ্ণ : যোৱা পিতামহ!
পুনুবাৰ উঠি লোৱা ৰথত তোমাৰ
পূৰ্ণ হক প্ৰাৰ্থনা পাৰ্থৰ।

ভীষ্ম : দযাময! সভক্তিৰে আজি
তুলিলো শিৰত মই আদেশ তোমাৰ
(ভীষ্মৰ প্ৰস্থান।)

অৰ্জ্জুন : ভীষ্মবধ মোৰহে প্ৰতিজ্ঞা।
কোৱা সখি!
কিয় আজি এইদৰে আগবাঢি আহি
ভীষ্মবধ কৰি আযোজন
অতিশয লাজ দিলা মোক?

শ্ৰীকৃষ্ণ : লাজ দিয়া নাই পাৰ্থ'
ব্যৰ্থ কৰি দিলো মাথোঁ ভীষ্মৰ বিক্ৰম।
ভীষ্মবধ ভীষণ সমস্যা!

অৰ্জ্জুন : তাৰ বাবে নাই মোৰ ভয
তুমিয়ে কৰাবা সেই সমস্যা পূৰণ।

শ্ৰীকৃষ্ণ : দহ দিন হ'ব কালি ভীষ্মৰ যুদ্ধৰ
কালিযে লাগিব হ'ব ভীষ্ম-পৰ্ব্ব শেষ।
(অলপ ভাবি) কাইলৈ সখি! তোমাৰ
ৰথত
শিখণ্ডীও থাকিব লাগিব
তেতিয়াহে হ'ব পাৰে ভীষ্মৰ নিধন।

অৰ্জ্জুন : তুমি সহজতে পৰা নাই যাক
শিখণ্ডিযে কি কৰিব সখি?
শিখণ্ডীৰ নাই প্ৰযোজন--
চেষ্টা কৰি চাম মই
তুমি মাথোঁ থাকিবা সহায।

শ্ৰীকৃষ্ণ : নেভাবিবা ভীষ্মবধ সিমান সহজ।
ভীষ্মক নিধন কৰি
প্ৰতিশোধ পূৰাবৰ হেতু
বীৰাঙ্গনা অম্বাৰ জনম।
নপুংশক শিখণ্ডীক দেখিলে আগত
ধনু-শৰ নধৰে ভীষ্মই
বধিব পাৰিবা তুমি সেই সুযোগতে।
ভাগ্যবান তুমি ধনঞ্জয়!

বলেৰে নোৱাৰা কাম ছলেৰে পাৰিবা।
সৌৱা--পিতামহ উঠিল ৰথত
ব'লা, পুনুবাৰ কৰাগৈ তুমি
গাণ্ডীৱত শৰৰ যোজনা।

অৰ্জ্জুন : ব'লা। (দুযোৰো প্ৰস্থান)

# পঞ্চম দৰ্শন

হস্তিনাৰ কাৰেং
(ধৃতৰাষ্ট্ৰ আৰু সঞ্জয়।)

ধৃত : হে সঞ্জয়! ভীষ্মদেৱ পৰিছে ৰণত!
অসম্ভৱ বাতৰি তোমাৰ
কিনোদৰে কৰিম বিশ্বাস?

সঞ্জয : অসম্ভৱ নহয় ৰাজন!
শিখণ্ডীক দেখা পাই ৰথৰ আগত
ভীষ্মদেৱে ধনু-শৰ দিলে বিসৰ্জ্জন।
সেই সুযোগতে
ফাল্গুনীয় তীক্ষ্ণ শৰ কৰিলে নিক্ষেপ
মহাবীৰ পৰিল বাগৰি।

ধৃত : (বিলাপৰ সুৰত) বসুন্ধৰা, নিক্ষত্ৰিয়কাৰী
জামদগ্ন্য ৰামক পৰাজি
যি বীৰৰ অতুল যশস্যা,
জিতেন্দ্ৰিয়, সত্যবাদী, বসুধাগৌৰৱ
সেই বীৰ ক্ষত্ৰিযতিলক
ধৰাশায়ী হ'ল আজি মোৰ দুৰ্ভাগ্যত!
জয়ধ্বজা--লৌহস্তম্ভ
হস্তিনাৰ ৰাজকাৰেঙৰ
হ'ল আজি আচম্বিতে লুণ্ঠিত ধৰাত!

সঞ্জয় : মহাৰাজ! নোহে ইটো শোকৰ সময
লাখ লাখ বীৰ মহাবীৰে
এতিয়াও কৌৰৱ পক্ষত
নকৰি অলপো শঙ্কা
জয়ডঙ্কা বজায় উলাহে।
হ'লে তুমি শোকত কাতৰ
উদ্দীপনা কমিব সবাৰে।
এই সময়ত মাথোঁ সকলোৰে আজি
বিচাৰিছে উত্তেজনা, উছাহৰ বাণী।

ধৃত : দিবই লাগিছো তাকে আজি অতদিনে
আজিও তাকেই দিম।
অন্তৰৰ জীয়া জুই অন্তৰতে ৰাখি
কৌৰৱক দিম উত্তেজনা
কৌৰৱক যাচিম প্ৰেৰণা
তাকেইতো বিচাৰিছে দুৰ্য্যোধনে মোৰ?

সঞ্জয় : সঁচা মহাৰাজ!
সকলোৱে বিচাৰে তাকেই।

ধৃত : অন্ধ মই --জ্যোতিহীন মই।
জ্ঞান নাই-ধৰ্ম্ম নাই
নাই মোৰ বিবেকৰ বল।
আছে মাথোঁ পুত্ৰস্নেহ,
অতিশয অপত্য স্নেহত
ৰাষ্ট্ৰৰ কল্যাণ চিন্তা কৰি পৰিহাৰ
ধৃতৰাষ্ট্ৰ আপোনপাহৰা। (বিদুৰৰ প্ৰৱেশ।)

বিদুৰ : মহাৰাজ!

ধৃত : কোন-- বিদুৰ?
আহা ভাই!
শুনোৱা তোমাৰ এটি উদাস সঙ্গীত
সংসাৰৰ কথা মোক দিয়া পাহৰাই।

বিদুৰ :

--গীত-

ভাইৰে, দেহৰ ভাৰসা নাই
অথিৰ মানৱী দেহা কোন দিনা বা যায।।
সুৱৰ্ণৰে কাঠি-কামি মাণিকৰে ৰুৱা।।
তাতে বহি ভোজন কৰে শগুণ বপুৰা।
কাক হ'ব কাণ্ডাৰী, শগুণ মহাদানী।
শৃগালে দোকান দেয মাংস টানি টানি।।
বামে উঠি শৃগালে পাৰে মহা গেৰি।
দেখা ভাই বন্ধুসকল ভেলৰে বিলাই।।

ধৃত : বিদুৰ!
বৰ মিঠা—বৰ মিঠা সঙ্গীত তোমাৰ।
ৰত্নহাৰ লোৱা পুৰস্কাৰ। (হাৰ দিব খোজে)

বিদুৰ : ৰত্নহাৰ পুৰস্কাৰ লৈ
কি কৰিব ভিক্ষুক বিদুৰে?
মহাৰাজ! ধন্যবাদ কৰিছো জ্ঞাপন।
নিবিচাৰো ৰাজঅনুগ্ৰহ
দিনভিক্ষা প্ৰাণৰক্ষা মোৰ।

ধৃত : বুজি পালো আজি ভালদৰে
ৰজাতকৈ ভিক্ষুক সুখীয়া
মোতকৈ বেছি সুখ বিদুৰ তোমাৰ।

বিদুৰ : সুখ-দুঃখ মানুহৰ মনৰ কল্পনা।
মহাৰাজ!—

ধৃত : নকৰিবা ভুল সম্বোধন।
কোন আজি মহাৰাজ হস্তিনাপুৰৰ?
নিৰ্জীৱ পদাৰ্থ মই কাঠৰ পুতলা
সেই বাবে--সেই বাবে আজি
কুৰুক্ষেত্ৰ কৰিছো সৃজন
জ্ঞাতি-বন্ধু ধ্বংস আযোজন
যমৰ মুখত দিছো এশ পুত্ৰ মোৰ।
কোৱা বাৰু তোমালোকে--মৃত্যুৰ পিছত
কোনে দিব জলপিণ্ড মোক?

বিদুৰ : মহাৰাজ।
এতিয়াও হ'ব পাৰে প্ৰতিকাৰ তাৰ।

ধৃত : মিছা--মিছা বিদুৰ।
দুৰ্য্যোধনে তেনে ইচ্ছা নকৰে কদাপি।
আৰু--দুৰ্য্যোধনে নকৰিলে ইচ্ছা
মোৰো ইচ্ছা অলৰ অচৰ।
ব'লা সঞ্জয়। শয্যালৈ লৈ ব'লা মোক।
(ধৃতৰাষ্ট্ৰ আৰু সঞ্জযৰ প্ৰস্থান।)

বিদুৰ : বুজিও নুবুজে আজি জানিও নেজানে
এইদৰে চলি আছে চলিব সংসাৰ।
এইদৰে সকলো যুগতে
মূৰ্খ ভ্ৰান্ত পৃথিৱীৰ নৰে
অনৰ্থৰ সৃষ্টি কৰি ঘটায জঞ্জাল।
ধন্য তুমি প্ৰভু মোৰ বৈকুণ্ঠবিহাৰী।
কোনে পায মহিমা তোমাৰ? (প্ৰস্থান)

## ষষ্ঠ দৰ্শন

### ৰণস্থলৰ একাংশ

(শৰশয্যাত ভীষ্ম। একাষে যুধিষ্ঠিৰ আদি পঞ্চপাণ্ডৱ আৰু আন কাষে দুৰ্য্যোধন, দ্ৰোণ, দুঃশাসন, শকুনি আদি কৌৰৱসকল। সকলো শোকত ম্ৰিযমান।)

যুধি : ইচ্ছামৃত্যু ভীষ্ম পিতামহে
হাঁহি হাঁহি শৰশয্যা কৰিলে গ্ৰহণ।
পিতৃহীন হ'ল আজি কৌৰৱ-পাণ্ডৱ
পিতৃহীন হ'ল আজি ভাৰতৰ প্ৰজা।
পিতামহ ভীষ্মদেৱ মোৰ
অভ্ৰভেদী ভাৰতৰ তুষাৰ কিৰীটি।
আজি হায নিজ হাতে আমি
শিৰশ্ছেদ কৰিলো নিজৰ।

অৰ্জ্জুন : হৃদয় দহিছে মোৰ
তাৰ বাবে অপৰাধী নিষ্ঠুৰ অৰ্জ্জুন।

দুৰ্য্যো : মিছা--মিছা--অপৰাধী নহয় অৰ্জ্জুন।
দুৰ্য্যোধন ঘাই অপৰাধী
স্বীকাৰ কৰিছো মই নিজ অপৰাধ।

ভীষ্ম : অপৰাধী কোনোৱে নোহোৱা
সকলোৱে নিমিত্ত মাথোন।
আজি অতি আনন্দৰ দিন
মিলে মহা শুভ ক্ষণ মোৰ জীৱনৰ।
অনৰ্থক নকৰা বেজাৰ
অসন্তোষ নাই মোৰ প্ৰফুল্ল মনত!
দুৰ্য্যোধন।

দুৰ্য্যো : পিতামহ।

ভীষ্ম : হালি আছে মূৰ মোৰ দিযা পোন কৰি।

দুৰ্য্যো : দুঃশাসন।
কোমল গাৰুৰ কৰা তুৰন্তে ব্যৱস্থা।

দুঃশা : প্ৰস্তুত ৰাখিছো শয্যা
দিওঁ গাৰু তাৰে পৰা মই!
(গাৰু আগবঢাই দিয়ে)

ভীষ্ম : দুৰ্য্যোধন। মৰণযাত্ৰীযে আজি
নিবিচাৰে ৰাজসুখ বিলাস তোমাৰ
ধনঞ্জয়। (অৰ্জ্জুনলৈ চায)

অৰ্জ্জুন : পিতামহ। প্ৰস্তুত গাণ্ডীৱ মোৰ।
ইযাৰেই বীৰশয্যা কৰিলো ৰচনা,
অনুমতি কৰিলে পুনৰ
দিম শিৰ শৰেৰে পোনাই!

ভীষ্ম : দিযা শীঘ্ৰে।

অৰ্জ্জুন : (এপাত কাঁড় মাৰি মূৰ পোন কৰি দিযে।)

ভীষ্ম : বীৰ তুমি--বুজি পালা বীৰৰ কামনা।
আশীৰ্ব্বাদ কৰিছো তোমাক
হোৱা পাৰ্থ। ত্ৰিলোকবিজয়ী।
দুৰ্য্যোধন। প্ৰাণ মোৰ অতি পিপাসিত
পিয়াহত অণ্ঠকণ্ঠ গৈছে শুকাই।

দুৰ্য্যো : আছে পানী সোণৰ ভোগজৰাত
দয়া কৰি পিতামহে কৰক গ্ৰহণ।

ভীষ্ম : এতিয়াও দুৰ্য্যোধন! নিচিনিলা মোক
নুবুজিলা কিনো মোৰ মনৰ কামনা।
তিতা পানী মিছাতে আনিছা
তাৰে মোৰ নুগুচে পিয়াহ।
ধনঞ্জয়! তৃপ্ত কৰা পিপাসিত প্ৰাণ।

অৰ্জ্জুন : পিতামহ! পুৰাম কামনা।

(গাঁণ্ডীৱত শৰ জুৰি পৃথিৱী ভেদ কৰে। এধাৰ গঙ্গাৰ নিৰ্ম্মল পানী মাটি ফুটি ওপৰলৈ বৈ ভীষ্মৰ মুখত পৰে। ভীষ্মই সেই পানী পান কৰে।)

অৰ্জ্জুন : আহিছে পাতালী গঙ্গা আই ভোগৱতী
ধাৰাসাৰে অমৃতৰ ধাৰ
ঢালি দিছে মুখত তোমাৰ
ইচ্ছামতে কৰা পান।

ভীষ্ম : তৃপ্ত হলো, ধন্য হলো মই।
ধনঞ্জয়! মৰণশয্যাৰ পৰা
অজস্ৰ শলাগ পুনু কৰিলো জ্ঞাপন।
(শ্ৰীকৃষ্ণৰ প্ৰবেশ)

শ্ৰীকৃষ্ণ : পিতামহ! পিতামহ!!

ভীষ্ম : আহা, আহা দেব নাৰায়ণ!
বৃদ্ধ ভক্ত--অধম ভক্তক
দয়াময়! চোবাহি এবাৰ।

শ্ৰীকৃষ্ণ : পিতামহ।
বীৰৰ শয্যাত তুমি কৰিছা শয়ন
যাউতিযুগীয়া নাম ৰাখিছা ধৰাত।

ভীষ্ম : দয়াময়! কৰুণাসাগৰ!!
পিতামহ পিতামহ বুলি
এতিয়াও কিয় তুমি মোক
বুৰাই ৰাখিবা খে[illegible]া মৰ্ত্ত্যৰ মাযাত?
ছিন্ন কৰি মাযাৰ বন্ধন
ভৱসিন্ধু পাৰ হ'বলৈ
অপেক্ষা কৰিছো বৈ শৰৰ শয্যাত।
সূৰ্যাই যেতিয়া পাব উত্তৰ অযন
তেতিয়াই মুদিম নয়ন
তেতিয়াই হ'ব মোৰ অন্তিম শয়ন।
আজি দয়াময়!
তীৰ্থযাত্ৰী--মুক্তিযাত্ৰী--স্বৰ্গযাত্ৰী মই।
পিতাৰো তুমিয়ে পিতা অনাদি কালৰ
জগতৰ পিতা তুমি
আহিছা যেতিয়া আজি ভৱৰ কাণ্ডাৰী
দিয়া তুলি পদধূলি বুঢাৰ শিৰত,
তাকেই সমল লৈ
পাৰ হ'ম হেলাৰঙে বৈতৰণী নৈ।

শ্ৰীকৃষ্ণ : যুগে যুগে জগতত জন্মিছে মানুহ
কিন্তু, সকলো যুগতে
নহয় ধৰাত জন্ম মহাপুৰুষৰ।
ভীষ্মদেৱ!
জগতত বিলালা জেউতি
ৰাখি গ'লা অমৰ গৌৰৱ।
আজীৱন ব্ৰহ্মচাৰী হৈ
সহজে উত্তীৰ্ণ হ'লা
প্ৰতিজ্ঞাৰ অগ্নি-পৰীক্ষাত,
বিবাহৰ নাগপাশ ছিঙিলা দূৰতে
ভৰিৰে ঠেলিলা তুমি ৰাজসিংহাসন,
দীপ্ত হ'লা হে মহান! ত্যাগ-আলোকত।
সকলো যুগৰ নৰে সদায় তোমাৰ
অতুলন ত্যাগৰ গৰিমা
শত মুখে কৰিব ঘোষণা।
অজৰ অমৰ হৈ জিলিকি থাকিবা
সত্যব্ৰত দেৱব্ৰত তুমি
ভাৰতৰ ভীষ্ম পিতামহ।
শুনা হেৰা গঙ্গাৰ নন্দন!
পৰম তৃপ্তিতে আজি নিজে শ্ৰীকৃষ্ণই
হাত থৈ শিৰত তোমাৰ
কল্যাণ কামনা কৰে অমৰ আত্মাৰ।

**: দ্বিতীয় অঙ্ক সমাপ্ত :**

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

### প্ৰমোদ-কুঞ্জ

(আকাশত জোন উঠিছে। মেঘ নাই--অগণন তৰা। জোনাকত ফুল গছবোৰ জিলিকি উঠিছে। ফুলেৰে সজোৱা বেদীত বহি উত্তৰাই গীত গাইছে--কোলাত মুৰ থৈ অভিমন্যু স্বপ্নবিভোৰ।)

উত্তৰা : --গীত--

তৰালী আকাশে দীপালী পাতিলে
ৰূপালী জোনালী হাঁহি,
তৰাৰে সভাতে জোনে দৰা সাজি
ফুলালে ভেটৰে পাহি।
ৰূপালী ৰহনে ৰূপালী কিৰণে
চৰালে ৰূপৰে পানী;-
লাহতী প্ৰকৃতি উঠিলে জিলিকি
সোণতে সুৰগা সানি।
ফুলৰে মাজতে ফুলৰে কুঁৱৰী
শোভা নকইনা হৈ;-

জোনাযে জুমিলে গালতে চুমিলে
বুকুতে মইনা লৈ।

উত্তৰা : চোৱাচোন প্ৰিযতম।
আকাশৰ সৌ জোনবাই
ইমান ধুনীযা দেহি
হাঁহি থাকে, নাচি থাকে মোৰ ফালে চাই।
আৰু,
তুমিও যে উত্তৰাৰ হৃদযমাণিক।
ঠিক সেই জোনটিৰ দৰে
অলপোকে নেদেখো প্ৰভেদ
দুযোটিযে অতিকে ধুনীযা।

অভি : কেঁচাসোণ।

উত্তৰা : কোৱা, কোৱা মোৰ পূৰ্ণিমাৰ জোন।

অভি : কোনোবা জন্মত যেন সঁচাকৈযে প্ৰিযে।
সেই জোন আৰু মোৰ নাছিল প্ৰভেদ।
ৰিণিকি ৰিণিকি মোৰ পৰিছে মনত
কত যুগ-যুগান্তৰ তাতে যেন মই
জোনৰ দেশত সেই কৰিলো ৰাজত্ব।
আজি যেন আকাশৰ সৌ ভৰা জোন
মৰা হৈ বৈ আছে মোৰ অবিহনে
বেজাৰতে জ্যোতিহীন নিষ্প্ৰভ মলিন।
সেই কথা ভাবি
আজিও যে মাজে মাজে হায
মন মোৰ ভৰি উঠে উদাস ভাবত।
সঘনে মনত পৰে--
আকৌ কেতিযা যাম, পাম স্বৰ্গপুৰী
পিম সেই অমিযামাধুৰী
কোনে যেন আহি ঘনে ঘনে
মনে মনে কৈ যায মোক--
অভিমন্যু! নাই আৰু বেছি দিন তোৰ
চন্দ্ৰলোকে কৰিছে আহ্বান
সোণকালে যাবই লাগিব।
কোৱাচোন বিৰাট নন্দিনী
কিয আহে মনলৈ এনে ভাব মোৰ?

উত্তৰা : থোৱা থোৱা প্ৰিয়তম।
কেঁচুৱা ল'ৰাৰ দৰে
ভাবা তুমি তেনেবোৰ কাণখোৱা কথা
কোৱা বাৰু
লাগে যদি গাওঁ মই নিচুকনী গীত।

অভি : চেনেহী উত্তৰা মোৰ!
এতিযাও আছা তুমি ছোৱালীটি হৈ।
(জাত লগাই গায়)
'শিযালী এ। নাহিবি ৰাতি, তোৰে কাণে
কাটি লগামে বাতি। আমাৰে মইনা শুৱ এ-
---এতিযাই গৰু লৈ যাব এ।'

অভি : পাতা আজি আন কথা।
কাপোৰৰ কইনাবোৰকে
পিছেপৰে নাম গাই শুনাবা তোমাৰ।

উত্তৰা : কঠুৱা তোমাৰ হিয়া
অবাবতে ৰণ কৰি কৰি
কৰিলা হৃদয়খনি শিল যেন টান।
বাৰু, নুশুনা যদিহে গীত
কোৱা মোক যুঁজৰ শাতৰি।

অভি : তাৰ বাবে দিবা জানো পুৰস্কাৰ মোক?

উত্তৰা : লোৱা যদি কিযনো নিদিম?
নিজ হাতে গাঁথি আনি মুৰৰ চুলিৰে
বকুলৰ মালা মই পিন্ধাম তোমাক।

অভি : নেলাগে লাহৰী মোক তেনে পুৰস্কাৰ।
কোৱা দিবা জানো প্ৰিযে।
লাগে মোৰ এশ এটা চুমা উপহাৰ
সেন্দুৰীযা গালত তোমাৰ।

উত্তৰা : থোৱা, থোৱা তেনে কথা ইয়াত নহয।
কোৱা যদি কোৱা।

অভি : যদিহে নকওঁ?

উত্তৰা : বেযা পাম।

অভি : তথাপি নক'লে?

উত্তৰা : ঠেহ পাতিম।

অভি : মই ঠেহ ভাঙিম।

উত্তৰা : কিহেৰে?

অভি : (ততালিকে চুমা খাই) এই দৰে চুমাৰে।

উত্তৰা : তুমি বৰ দুষ্ট।

অভি : আৰু তুমি বৰ শান্ত।

উত্তৰা : এতিয়া কোৱা।

অভি : নকওঁ।

উত্তৰা : তেন্তে তোমাক নেমাতো।

অভি : মই হ'লে মাতিম।

উত্তৰা : তেন্তে কোৱা।

অভি : মাতিলা দেখোন?

উত্তৰা : কোৱা।

অভি : কওঁ আহা।

উত্তৰা : ক'লৈ।

অভি : এই মোৰ বুকুলৈ (উত্তৰাক বুকত সাৱটি ধৰি কয়)
এতিয়াই গাই মোক শুনালা নহয়--
'ফুলৰে মাজতে ফুলৰে কুঁৱৰী
শোভে ন-কইনা হৈ
জোনাযে জুমিলে গালতে চুমিলে
বুকুৰে মইনা লৈ।'
তুমিযেই ফুলৰ মাজৰ
ফুলৰ কুঁৱৰী 'মোৰ
ন-কইনা ৰূপহী মইনা
আৰু মই জোনাযে তোমাক
এই দৰে সাৱতি বুকুত
চুমা দিম গোলাপী গালত (পুনৰ চুমা খায।)
এই বাৰ প্ৰিযতমে।
নাচ এটি দেখুৱা তোমাৰ।
নৃত্যৰ ছন্দত মই যাওঁ উটিভাহি।

উত্তৰা : আনন্দেৰে পালিম আদেশ
বৃহন্নলা শহুৰে শিকোৱা
লৰণুচোৰৰ নাচ--
দেখা পাবা অলপ পিছতে।
ৰ'বা এক্ষন্তেক
কৰি আহোঁ সাঁজপাৰ মই।
(প্ৰস্থান। অলপ পিছত নাচি নাচি প্ৰৱেশ, লৰণুচোৰা নাচ দেখুৱায।)
(নেপথ্যত ভীম।) অভিমুন্য। ধৰ্ম্মৰাজে বিচাৰে সাক্ষাৎ।

অভি : যোৱা প্ৰিযে। অন্তেসপুৰত।
ধৰ্ম্মৰাজে কৰিছে আহ্বান--
এতিয়াই গৈ মই আহিম উলটি।
ক্ষন্তেক পিছতে আহি
ৰণৰ কাহিনী মই শুনাম তোমাক।
(দুযোৰে দুফালে প্ৰস্থান।)

# দ্বিতীয় দৰ্শন

## দ্ৰোণাচাৰ্যৰ শিবিৰ

### (অকলে দ্ৰোণচাৰ্য্য)

দ্ৰোণ : ভীষ্মপৰ্ব্ব হ'ল শেষ
দ্ৰোণপৰ্ব্ব হ'ল আৰম্ভণ।
ভাৰতৰ ক্ষত্ৰিয়সকলে
নিজে নিজে কটাকটি কৰি
বিচাৰিছে অচিৰতে ধ্বংস হ'বলৈ।
বিশ্বৰ কল্যাণকামী,
মই আজি যদিও ব্ৰাহ্মণ,
ব্ৰহ্মবিদ্যা দিছো বিসৰ্জ্জন।
ক্ষত্ৰিযৰ দৰ্পচূৰ্ণ কৰিবৰ বাবে
ধনুৰ্বিদ্যা কৰিছো গ্ৰহণ।
সেই নিমিত্তেই
দ্ৰোণাচাৰ্য্য কৌৰৱৰ সেনাপতি আজি
পাৰো যদি এই বাৰ মই
ব্ৰহ্মতেজ, ক্ষত্ৰশক্তি সমাৱেশ কৰি
ভালদৰে জ্বলাম অগনি।
দেখুৱাম জগতক তাৰ লগে লগে--
যাগ-যজ্ঞ, পূজাতে মাথোন
সীমাবদ্ধ ব্ৰাহ্মণৰ নোহে অধিকাৰ।
ধনুবিদ্যা ক্ষত্ৰিযবিদ্যাতো
হ'লে প্ৰযোজন
পাছ পৰি তিযাও নেথাকে ব্ৰাহ্মণ।
(দুৰ্যোধন আৰু জযদ্ৰথৰ প্ৰৱেশ।)

জয় : গুৰুদেৱ। সংশপ্তক সেনাৰ যুদ্ধত
কৃষ্ণাৰ্জ্জুন আছে আঁতৰত।
সোণোৱালী এই সুযোগতে
সপ্তৰথী হৈছে প্ৰস্তুত।

দুৰ্য্যো : গুৰুদেৱ। নকৰা পলম।
এই সুযোগতে তুমি
চক্ৰবেহু কৰিলে নিৰ্মাণ
পাণ্ডৱৰ এক মহাবীৰ
যেনেতেনে হ'ব ধৰাশাযী।

দ্ৰোণ : হ'ব জানো ধৰ্ম্মযুদ্ধ ইটো?

দুৰ্য্যো : সেই কথা বিবেচনা কৰিম পিছত।

দ্ৰোণ : এই কাৰ্য্য নোহে মোৰ বিবেকসন্মত।
তথাপিতো ৰজা তুমি মোৰ
তুমি মোক কৰিলে আদেশ
ৰাজভক্ত প্ৰজাৰ নিচিনা
অৱশ্যে কৰিম মই আদেশ পালন।

দুৰ্য্যো : পাপৰ গধুৰ ভাৰ, গঞ্জনাৰ বোজা
দিবা গুৰু মোৰ মূৰতেই।
তথাপিতো--তথাপিতো আজি
নেৰিবা হেলাৰে এই সোণালী সুযোগ

অনুৰোধ কৰিছো তোমাক।

দ্ৰোণ : পাপ হ'ক পুণ্য হ'ক নকৰোঁ বিচাৰ।
ভিক্ষাৰী ব্ৰাহ্মণ এই
ক্ষত্ৰিযৰ হিংসাবৃত্তি অন্তৰত লৈ
যিদিনাই ৰাজ-অন্ন কৰিছো গ্ৰহণ
সিদিনাই পাপ-পূণ্য দিছো বিসৰ্জ্জন!
মহাৰাজ দুৰ্য্যোধন! পালিম আদেশ
জযদ্ৰথ! পাৰিবা নে ৰাখিব দুৱাৰ?

জয় : গুৰদেৱ! নিশ্চয পাৰিম।
শিৱৰ বৰত মই এদিনৰ বাবে
হব পাৰো হেলাৰঙে পাণ্ডৱবিজযী।
যেতিযাই হয প্ৰযোজন
হাঁহি হাঁহি বীৰ জযদ্ৰথে
যোগ্যতাৰ দিব পৰিচয।

দ্ৰোণ : ব'লা তেন্তে
সকলোটি মিলি আমি কৰো আযোজন।
(সকলোৰে প্ৰস্থান। কৰ্ণ আৰু শকুনিৰ প্ৰৱেশ।)

কৰ্ণ : দুৰ্য্যোধনে কৰিছে আদেশ--
দ্ৰোণাচাৰ্য্যে চক্ৰবেহু কৰিব নিৰ্মাণ
ভাৰত-যুদ্ধত আজি ৰাখিব সুখ্যাতি।

শকুনি : দুৰ্য্যোধন দ্ৰোণাচাৰ্য্য নহয কেৱল
সাতোজন বীৰ আমি সপ্তৰথী হৈ
নিজ নিজ শকতিৰ দিম পৰিচয।
ব'লা কৰ্ণ! আগবাঢো আনন্দ মনেৰে
তুমিও লাগিব হ'ব বীৰ মহাৰথী।
মোৰে দিহামতে মাথো দুৰ্য্যোধনে আজি
কৰে এই চক্ৰবেহু ৰণ-আযোজন।
বীৰ শিশু অভিমন্যু অৰ্জ্জুন নন্দন
এইবাৰ নিপাতিম হাঁহি হাঁহি আমি।

কৰ্ণ : এনেকুৱা যুঁটীযা যুদ্ধত
কৰ্ণই মনত একো নেপায় সন্তোষ।
মোক লাগে--জগতৰে যুঁজিব অকলে,
মোক লাগে--সমুখ যুদ্ধত
ত্ৰিলোকবিজয়ী বীৰ মহাশক্তিমান।
এনেভাৱে ক্ষুদ্ৰ যুদ্ধ কৰি
সাত জনে একজনক কৰি আক্ৰমণ
বীৰত্বৰ দিম মই কিদৰে চিনাকি?

শকু : অৱশ্যাই কৰ্ণ!
এনে কথা শোভা পায় তোমাৰ মুখত!
মনৰ কামনা তযু ৰণৰ পিযাহ
পূৰ্ণ হ'ব অতি সোনকালে।
কৰি যোৱা আজি মাথো তুমি
যেনেভাৱে আহিছে কৰ্ত্তব্য।

কৰ্ণ : আজিৰ কৰ্ত্তব্য ইটো অতিকে কঠোৰ।
ব্ৰাহ্মণ-ক্ষত্ৰিয সৱে মিলি পৃথিৱীৰ
কৰিব খুজিছে আজি চক্ৰবেহু সাজি
অভিনৱ উপায়েৰে বীৰ শিশু বধ।
সেই বাবে নিবিচৰা হ'লে
সুতপুত্ৰ কৰ্ণৰ সহায
লভিলোহেঁতেন মই অধিক আনন্দ।
কিন্তু আহা হে মাতুল!
মহাৰাজ দুৰ্য্যোধনে আদেশিছে
অৱহেলা নকৰো কদাপি। (প্ৰস্থান)

শকুনি : সুন্দৰ এখনি হিয়া দেখিলো আগত।
মহাবীৰ এই কৰ্ণ--যাৰ হৃদগত
জ্বলিছে আগ্নেযগিৰি ক্ষত্ৰ শকতিৰ।
অগ্নিশিখা জুই-ফিৰিঙতি
দিনে-ৰাতি থাকি তাত
ওলাবৰ বিচাৰিছে বাট।
নাই কাৰো পৰিত্ৰাণ,
সকলোটি মৃত্যুমুখী বীৰ।
ধ্বংসৰ যজ্ঞৰ এই হোতা শকুনিয়ে
সকলোকে এটা এটা কৰি
বিচাৰিছে দেখুৱাব যমৰ নগৰ।
শকুনিৰ সঙ্কেততে আজি
অভিমন্যু নিধন হ'লেই
বাধা দি ৰাখিব কোনে ক্ষিপ্ত পাণ্ডৱক?
জ্বলিব দুগুণ তেজে
মহামাৰি প্ৰলয অগনি
ভস্ম হ'ব দুৰন্ত কৌৰৱ।
প্ৰতিশোধ-প্ৰতিহিংসা মোৰ
এইদৰে ছলে-বলে কৰিম পূৰণ।
তাৰেই নিমিত্তে সৌ স্বৰগত বৈ
পিতৃ-পিতামহে মোক কৰে আশীৰ্ব্বাদ
যাচে ধন্যবাদ।
কুৰুবংশ ধ্বংস কৰি অতি অচিৰতে
হ'ব লাগে শকুনিৰ জয়
দিব লাগে জগতত যোগ্য পৰিচয়।
(বেগেৰে প্ৰস্থান।)

# তৃতীয় দৰ্শন

## অন্তেসপুৰ

গুণ গুণ কৰি নাম গাই গাই উত্তৰাই অভিমন্যুক ধনু-শৰ, আদি হাতত তুলি দি যুদ্ধৰ সাজপাৰ কৰি আছে।

উত্তৰা ঃ - গীত -

সাঁজা বীৰমণি লোৱা ধনুখনি
ফুলৰে মালাৰে যাচিছো পীৰিতি--
তুমি মহামতি আজি সেনাপতি
ভাৰতৰ মাজে লভিবা খিযাতি।
বীৰবেশে আজি উলাহেৰে সাঁজি
যোৱা প্ৰাণমণি জিনিবা অৰাতি--
মুৰৰে দীপিতি বিজয-কিৰীটী
জযমালা পিন্ধি আহিবা উলটি।

অভি ঃ উত্তৰা প্ৰিযতমে!
জীৱনৰ জযযাত্ৰা হ'ব আজি মোৰ।
শুভ ক্ষণ চাপিল ওচৰ,
দিযা মোক ৰংমনে বিদায এতিযা।

উত্তৰা ঃ প্ৰিযতম! উত্তৰাৰ জীৱনৰো আজি
অতিশয গৌৰৱৰ দিন।
ধৰ্ম্মৰাজে নিজে আহি যাচিছে সন্মান।
কুৰুক্ষেত্ৰ মহাসমৰত
পাণ্ডৱৰ সেনাপতি তুমি
ইযাতোকে লাগে জানো সৌভাগ্য আমাক?

অভি ঃ সেই বাবে ঈশ্বৰক দিযা ধন্যবাদ।
তাৰ লগতেই প্ৰিযে! জনোৱা প্ৰাৰ্থনা--
পিতৃ মোৰ বিশ্বজযী অব্যৰ্থ পাৰ্থৰ
উপযুক্ত পুত্ৰৰূপে যেন
খিযাতি ৰাখিব পাৰো আজিৰ ৰণত।
সপ্তৰথী কৰিছে আহ্বান
হাঁহি হাঁহি চক্ৰবেহু কৰিম প্ৰবেশ
পাণ্ডৱৰ ৰাখিম সন্মান।
মাতৃৰ গৰ্ভত থাকি
পিতৃৰ মুখৰ পৰা
প্ৰৱেশৰ শিকিছো কৌশল
কিন্তু নেজানিলো ওলোৱা উপায।
সেই বাবে একো চিন্তা নাই
বীৰ মই, বীৰৰ নন্দন
সমযত হ'লে প্ৰয়োজন
শাণিত অস্ত্ৰৰে এই
ওলোৱাৰ উলিযাম বাট।

উত্তৰা ঃ যোৱা নাথ! চকুলোৰে যাচিছো বিদায।
শুভ ইচ্ছা দীনা উত্তৰাৰ
থাকিব লগত মাথো সদায তোমাৰ।
সোনকালে ঘূৰি আহি ৰণজয কৰি,
দিবা মোক বিজয বাতৰি।

অভি ঃ নেজানো আহো নে নাহো ঘূৰি পুনুবাৰ।
সেই কথা ভবা নাই মই
সেই কথা নেভাবিবা তুমি
হ'ব পাৰে শেষ বাৰ আজিযে বিদায।
নুটুকিবা চকুলো লাহৰী!
সুভদ্ৰা মাতৃকো মোৰ
তুমিযেই যাচিবা প্ৰবোধ।

উত্তৰা ঃ নুশুনাবা তেনেবোৰ নিদাৰুণ কথা
তেনে মই নকৰো কল্পনা।
আশীৰ্ব্বাদ জ্যেষ্ঠসকলৰ
উত্তৰাৰ শুভ ইচ্ছা হিযাৰ কামনা
অভেদ্য কৱচ হৈ
ৰ'ব নাথ! দেহত তোমাৰ।

অভি ঃ হয যদি ভালৰেই কথা।
(নেপথ্যত ৰণ-বাদ্য বাজে।)

(নেঃ সৈন্য।) জয অভিমন্যুৰ জয।

অভি ঃ শুনা, শুনা উত্তৰা!
তোৰণত ৰণবাদ্য বাজিছে সঘনে।
মোকেই অহ্বান কৰি
সৈন্যবোৰে দিছে জযধ্বনি
এই যাত্ৰা জয়যাত্ৰা মোৰ
হযতো মৰণে আহি দিব মাল্যদান।
আৰু মই নকৰো পলম
বিদায--বিদায। (কিছু দূৰ যায।)

উত্তৰা ঃ বি-দা-য।

অভি ঃ (বেগেৰে ঘূৰি আহি) উত্তৰা!

উত্তৰা ঃ (ওচৰলৈ গৈ) প্ৰিযতম!
(দুযোৰে আলিঙ্গন। নেপথ্যত ৰণবাদ্য বাজি থাকে। আগত দৃশ্যপট পৰে।)

# চতুৰ্থ দৰ্শন

## কুৰুক্ষেত্ৰ--ৰণস্থল

(ৰণবাদ্য বাজি আছে। আগত অভিমন্যুক লৈ যুধিষ্ঠিৰ,

ভীম, নকুল, সহদেৱ আৰু সুজজ্জিত পাণ্ডৱ সৈন্যবিলাকৰ শাৰী পাতি প্ৰৱেশ আৰু প্ৰস্থান। নেপথ্যত সপ্তৰথী আৰু অভিমন্যুৰ যুদ্ধ। বিষণ্ণ ভাবেৰে ভীমৰ প্ৰৱেশ।)

ভীম : ক্ষুদ্ৰ জয়দ্ৰথে আজি ৰুদ্ৰমূৰ্ত্তি ধৰি
পৰাজিলে পাণ্ডৱৰ সকলো সেনাকে,
বাৰে বাৰে পৰাজিলে মোক।
ক'তনো লুকাল আজি ভীমৰ শকতি?
হ'ল কিয় শক্তিহীন দুই বাহু মোৰ?
কুমলীয়া অভিমন্যু অকলৈ গৈ
বীৰবেশে সোমাল বেহুত,
নোৱাৰিলো কৰিব সহায়।
পুনুবাৰ চাওঁ চেষ্টা কৰি।
সাৱধান জয়দ্ৰথ।
(বেগেৰে প্ৰস্থান। আন বাটেৰে যুধিষ্ঠিৰ প্ৰৱেশ।)

যুধি : অকলশৰীয়া আজি সিংহৰ সন্তান!
দুৰ্জ্জয় শকতি লৈ সিংহৰ সপ্তৰথী সৌ
নিদাৰুণ আক্ৰমণ কৰিছে অভিক।
বুজা নাই–কি কৰিলো মই।
বাঁও চকু লৰিছে সঘনে
নুমায় কিজানি আজি
পাণ্ডৱৰ বংশৰ প্ৰদীপ।
ক'ত তুমি কৃষ্ণ দয়াময়।
ক'ত আজি হ'লা অন্তৰ্দ্ধান?
আহা আহা যদুপতি।
ৰক্ষা নাই আজি পাণ্ডৱৰ
প্ৰাণভিক্ষা দিয়াহি আমাক।
ভীষণ দুৰ্য্যোগ আৰু
সঙ্কটৰ মিলিছে মুহূৰ্ত্ত।
অভিমন্যু। অভিমন্যু।।
(প্ৰস্থান। ভীম আৰু জয়দ্ৰথৰ প্ৰৱেশ।)

জয় : কেনে পালা বীৰ বৃকোদৰ?
বাৰে বাৰে জয়দ্ৰথে আজি
পৰাজিত কৰিছে তোমাক
তথাপিতো নিলাজ ভাবেৰে
ঘূৰি ঘূৰি আক্ৰমণ কৰা কিয় মোক?

ভীম : জয়দ্ৰথ।
অকলৈ যুঁজে সৌ অভিমন্যু মোৰ।
নীচভাৱে–হীনভাৱে অতি
শিশুৰ লগত আজি
সপ্তৰথী কৰিছে সংগ্ৰাম।
বাট দে–বাট দে মোক।

জয় : হাঃ হাঃ হাঃ। বৃথা আস্ফালন।
নকৰিবা অৰণ্যৰোদন।
চক্ৰবেহু ভেদ কৰা অতি অসম্ভৱ।

ভীম : অসম্ভৱ–কিয় অসম্ভৱ?
ব'ল জয়দ্ৰথ। পুনুবাৰ ভীমৰ গদাই
গুৰি কৰি হাড়-মুৰ তোৰ
ইচ্ছা কৰে বিচাৰিব বাট।

জয় : হোৱা নাই যদিহে সন্তোষ--
বাক্যবীৰ বৃকোদৰ। লোৱা গদা তুলি।
(গদাযুদ্ধ কৰি দুয়োৱে প্ৰস্থান। সহদেৱৰ প্ৰৱেশ)

সহ : পাণ্ডৱ পক্ষৰ আজি
সকলোৰে হ'ল পৰাজয়।
সহস্ৰ শত্ৰুৱে সৌ একেলগ হৈ
যুঁজ কৰে অভিৰ লগত।
একমাত্ৰ অভিমন্যু হায়।
যুঁজিব কিমান পৰ অসহায় ভাৱে?
(নেপথ্যত কুৰুসৈন্য। জয় কুৰুপতি দুৰ্য্যোধনৰ জয়।)

সহ : ইকি। ইকি।। কৌৰবৰ জয়ধ্বনি সেয়া।
বীৰ অভি তেন্তে যায় পৰিল ৰণত।
অভিমন্যু। অভিমন্যু।। বেগেৰে প্ৰস্থান।)
নেপথ্যত শকুনি। অভিমন্যু পৰিল ৰণত
জয়দ্ৰথে কৰিলে সংহাৰ
সৈন্যবোৰ। দিয়া জয়ধ্বনি।

নেপথ্যত কুৰুসৈন্য। জয় কুৰুপতি দুৰ্য্যোধনৰ জয় গীত গাই গাই জয়নিছান উৰুৱাই শিঙা শঙ্খ-কালী আদি বাদ্য বজাই কুৰুসৈন্যৰ সমদল আহে। সমদলৰ মাজত দ্ৰোণাচাৰ্য্য, দুৰ্য্যোধন, কৰ্ণ, দুঃশাসন, শকুনি আদি বীৰসকল। সকলোৰে মনত উল্লাস ভাব।

কুৰুসৈন্য : –গীত--
জয় জয় কুৰুপতি
গোৱাহে আজি জয়গান
জয়ধ্বনিত কৰা সৱে
আকাশ বতাহ কম্পনাম।
বাজিছে বাজক পাঞ্চজন্য
দলে দলে আছো কুৰুসৈন্য
নিপাতি অৰাতি হ'ম সবে ধন্য

উলাহে নাচে আজি প্ৰাণ।
নাশিছো দুৰ্জ্জয় পাণ্ডৱবংশ
গুৰিতে গজালি কৰিছো ধ্বংস
উৰুৱা পতাকা, বজোৱা শঙ্খ
গোৱাহে আজি জয়গান।
(সকলোৰে প্ৰস্থান।)

## পঞ্চম দৰ্শন

## পাণ্ডৱ শিবিৰ

(যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱ আদি পাণ্ডৱ বীৰসকলে বিষণ্ণভাৱে বহি আছে। এনেতে কৃষ্ণ অৰ্জ্জুনৰ প্ৰৱেশ। কিছু সময় কাৰো মুখত মাতবোল নাই।)

**অৰ্জ্জুন** : কোৱা সখি।
কাঁহ পৰি জীণ যোৱা নিমাত নিতাল
কিয় আজি পাণ্ডৱ শিবিৰ?
কিয় আজি সকলোবে বিষণ্ণ বদন?
কাহানিও এনে দেখা নাই।
ধৰ্ম্মৰাজে আগৰ নিচিনা
কৰা নাই কিয় মোৰ স্নেহ-সম্ভাষণ
সোধা নাই যুঁজৰ বাতৰি?

**শ্ৰীকৃষ্ণ** : বোধকৰো হ'ল আজি অঘটন কিবা।
সকলোৰে মলিন মুখত
দেখো মাথো তাৰে আমি প্ৰত্যক্ষ প্ৰমাণ।

**অৰ্জ্জুন** : তেন্তে সখি। যতমানে অমঙ্গল চিন
দেখা পালো আহোতে বাটত
সেইবোৰে সচা হ'ল অতি সোনকালে।
কোৱা দাদা। মূৰ তুলি চোৱা।
কি বিপদ দুৰ্ঘটনা হ'ল পাণ্ডৱৰ?
ভয় নাই
এতিয়াও আছে এই অৰ্জ্জুন জীয়াই
কোৱা দাদা বিপদকো কৰিম বিজয়।

**ভীম** : অৰ্জ্জুন। কিনো ক'ম আমি—
অভিমন্যু পাণ্ডৱৰ হৃদয়ৰতন
নাই আৰু এই পৃথিৱীত।

**অৰ্জ্জুন** : কি। 'কি!! অভিমন্যু নাই? (বহি যায)

**সহদেৱ** : সঁচা--সঁচা দাদা।
ক্ষন্তেকতে--মুহূৰ্ত্ততে আমি
হেৰুৱালো পূৰ্ণচন্দ্ৰ
পাণ্ডৱৰ হিয়া-আকাশৰ।

**শ্ৰীকৃষ্ণ** : স্থিৰ হোৱা সখি।
বীৰ তুমি বিষাদত নহ'বা কাতৰ।

**অৰ্জ্জুন** : নেলাগে নুশুনো সখি প্ৰবোধৰ বাণী।
দেই গ'ল, পুৰি গ'ল হিয়া আজি মোৰ
নেঢালিবা তাত তুমি সান্ত্বনাৰ পানী।
কেনেকৈ--কিনো দৰে দাদা।
হেৰাল ইদৰে আজি বংশৰ মাণিক?

**যুধি** : বীৰ ধনঞ্জয়।
তুমি ভাই নিজ হাতে শাস্তি দিয়া মোক।
অভিমন্যু পুত্ৰক তোমাৰ
মযেই মৰালো ভাই। মযেই মৰালো।

**নকুল** : নিজ হাতেৰেই আমি মৃত্যু-মুখলৈ
ঠেলি দিলো কুমলীয়া প্ৰাণৰ অভিক
সোণৰ পুতলি আজি দিলো বিসৰ্জ্জন।

**যুধি** : সেই বাবে পাৰ্থ তুমি দণ্ড দিয়া মোক
বাছি বাছি চোকা চোকা শঁৰ
পাৰামানে হানা এই তাপিত বুকুত।
তেতিয়াহে আজি ভাই, শান্তি পাম মই।

**শ্ৰীকৃষ্ণ** : চোৱা সখি। অভিৰ শোকত
ধৰ্ম্মৰাজ অতিশয় বিষাদিত আজি।

**অৰ্জ্জুন** : শেষ হ'ল আজিযেই কুৰুক্ষেত্ৰ ৰণ।
জ্বলিছে চিতাৰ জুই অভিৰ শোকত
হতভাগ্য পাণ্ডৱৰ প্ৰতি বুকুতেই।

**শ্ৰীকৃষ্ণ** : লাভ নাই বেজাৰ কৰিলে।
যুদ্ধ কৰি বীৰপুত্ৰ ক্ষত্ৰিয়নন্দনে
সমুখ ৰণত দিছে আত্মবিসৰ্জ্জন।
শাপগ্ৰস্থ চন্দ্ৰদেৱে আহি
জন্ম ল'লে পৃথিৱীত অভিমন্যু হৈ।
শাপমুক্ত হৈ পুনু স্বৰ্গৰ দেৱতা
গুচি গ'ল হাঁহি হাঁহি নিজ স্থানলৈ।

**অৰ্জ্জুন** : কিয় সখি যুঁজৰ কাৰণে
সংশপ্তক দলৰ লগত
তুমি মোক নিলা আঁতৰাই?
চোৱা আজি সেই সুযোগতে
লৰা যমে লৰি আহি
হৰি নিলে অমূল্য ৰতন
পাপিষ্ঠ কৌৰৱে মিলি আমাক বুকুত
জীয়াজুই দিলে কেনেকৈ?

**শ্ৰীকৃষ্ণ** : বুজালেও যদিহে নুবুজা
কিনো দৰে যাচিম সান্ত্বনা?

আহি পালে মানুহৰ মৰণৰ ক্ষণ,
কোনে পাৰে কৰিব বাৰণ?
অভিমন্যু আছিল দেৱতা,
শেষ হ'ল ধৰাত আয়ুস
কোনো নৰ পৃথিৱীত নহয় অমৰ,
সেই বাবে কন্দুৱাই সবাকে ইদৰে
মুক্ত জীৱ পুণ্যৱান জীৱ
গুচি গ'ল আজি এনে দৰে।

**ভীম** : কপটীয়া কৃষ্ণ!
জানিছো সকলো মই তোৰেই ছলনা।
লোকে কয় ভগৱান তই
পাণ্ডৱৰো তেনেকুৱা মনৰ বিশ্বাস।
তথাপিতো কিয় আজি তই
পাণ্ডৱৰ বুকুত ইদৰে
বজ্ৰাঘাত কৰিলি ভীষণ?
প্ৰাণৰ ভাগিন তোৰ নিজ ভগিনীৰ
তাকো আজি হে নিষ্ঠুৰ কৃষ্ণ।
জানিশুনি এৰি গ'লি মৃত্যুৰ মুখত?
এনে নিদাৰুণ তই কাঠবুকু তোৰ
নাই নেকি লেশ মাত্ৰ দয়ামায়া তাত?

**শ্ৰীকৃষ্ণ** : পাৰা মানে গালি পাৰা দাদা।
কি কৰিব পাৰো বাৰু মই?
বিশ্বনিয়ন্ত্ৰণ নীতি অখণ্ড বিধান
তাৰ দ্বাৰা মযো নিয়ন্ত্ৰিত।
পাৰিলেনো আজি বাৰু মই
ভাগিনক আঁতৰাই নিজে
ভগিনীক চকুপানী দিওঁ উপহাৰ?

**যুধি** : নোদোষো তোমাক কৃষ্ণ।
সেই বাবে অপৰাধী আমিযে পাণ্ডৱ।
কোনোবা জন্মত কিবা কৰিলো পাতক
সেই বাবে এই শোক মিলিছে ভাগ্যত।

**ভীম** : তেনেবোৰ ধৰ্ম্মৰ কথাত
ভীম এই নেযায় প্ৰত্যয়।
ভীমে মাথো জানে ভালদৰে
কপট কৃষ্ণই পাৰে সকলো কৰিব।
আৰু সেই নিদাৰুণ কলীয়া কৃষ্ণই
অভিমন্যু প্ৰাণৰ পুতলি
অন্যায ভাৱেৰে আজি কৰাই নিধন
হতভাগ্য পঞ্চপাণ্ডৱৰ
কাটি কাটি কলাখাৰ ঢালিছে বুকুত।

**অৰ্জ্জুন** : ক্ষান্ত হোৱা দাদা।
কিনো হ'ব দোষিলে আনক?
এতিয়াতো অভি আৰু নাহিব উলটি
নুনুমায় হৃদয়ৰ এই জীয়া জুই।
(দ্ৰৌপদীৰ প্ৰবেশ।)

**দ্ৰৌপদী** : এতিযাও তলমূৰ কৰি
পাণ্ডৱসকল কিয শোকত কাতৰ?

**ভীম** : চিৰকাললৈ দেৱী!
পাণ্ডৱৰ হ'ল তলমূৰ।

**অৰ্জ্জুন** : অভিৰ শোকত আজি
জৰ্জ্জৰিত হৈছে পাণ্ডৱ।

**দ্ৰৌপদী** : এযে নে মুখৰ কথা ভীম অৰ্জ্জুনৰ?
উত্তৰাই কান্দে মোৰ
কান্দি কান্দি সুভদ্ৰাও হৈছে পাগলী।
তেনেভাৱে--তিৰোতাৰ দৰে
বীৰ পাণ্ডৱেও আজি
পেলাব নে চকুপানী অভিৰ শোকত?
এযে জানো ধৰ্ম্ম ক্ষত্ৰিযৰ?
ইযাকেই বোলে নে পুৰুষ?
এতিয়াহে ভালদৰে বুজি পালো মই
অবাবতে বীৰপুত্ৰ হ'ল স্বৰ্গগামী
অবাবতে অভিমন্যু ত্যজিলে জীৱন

**ভীম** : অশেষ চেষ্টাৰে দেৱী!
নোৱাৰিলো ৰাখিব অভিক।

**দ্ৰৌপদী** : জানো মই সেই কথা
সেই বাবে পাৰো মানে কৰিছো বেজাৰ।
কিন্তু হেৰা বীৰ ধনঞ্জয়!
কিনো দৰে মহাবীৰ পুত্ৰৰ তোমাৰ
কৰিব খুজিছা আজি স্মৃতিৰ তৰ্পণ?

**শ্ৰীকৃষ্ণ** : সঁচা হে পাঞ্চালী!
আলোচনা হ'ব লাগে শীঘ্ৰে সেই কথা।
কিন্তু এই পাণ্ডৱসকলে
তাৰ পৰিৱৰ্ত্তে চোৱা
অবাবতে শোক কৰি কটায সময়।

**দ্ৰৌপদী** : ক'ত আজি পাৰ্থৰ শকতি?
বৃকোদৰ কিয়নো নিমাত?
ধৰ্ম্মৰাজ শোকত কাতৰ
শক্তিহীন মাদ্ৰী পুত্ৰদ্বয়?
নৰহন্তা জয়দ্ৰথ পুত্ৰহন্তা মোৰ
এতিয়াও কৰিছে সি সুখে বিচৰণ।

তোমালোক পাণ্ডৱসকলে
মহাবীৰ ক্ষত্ৰিয়সকলে
সহ্য কৰি পুত্ৰশোক থাকা মনে মনে।
মযে আজি ল'ম প্ৰতিশোধ--
দ্ৰৌপদীযে বীৰাঙ্গনা হৈ
অস্ত্ৰ ধৰি ৰণৰ ক্ষেত্ৰত
ওফৰাব পুত্ৰহন্তা জয়দ্ৰথশিৰ।
ধৰ্ম্মৰাজ! দিয়া অনুমতি
তেতিয়াহে পুত্ৰশোক গুচিব দাৰুণ।

অৰ্জ্জুন ঃ স্থিৰ হোৱা দ্ৰুপদনন্দিনী!
অন্তৰৰ দুখ মই বুজিছো তোমাৰ।
সকলোৰে তৃপ্তিৰ কাৰণে
ময়ে কালি হ'ম যত্নৱান।
যক্ষ ৰক্ষ দেৱ দ্বিজ পৃথিৱীৰ নৰ!
যেযে য'তে আছা পুনু শুনা সকলোৰে-
কালিৰ ৰণত মোৰ
পুত্ৰহন্তা জযদ্ৰথে নেপাব নিস্তাৰ।
জযদ্ৰথ-বধ চাই কালিৰ সূৰ্য্যই
হাঁহিমুখে অস্তাচল চাপিব ওচৰ!
পৰ্ব্বতৰো বুকু ফালি
সাগৰকো ভেদ কৰি মই
বিচাৰি আনিম সেই পৰম শত্ৰুক
যেনে তেনে কৰিম নিধন।
তেতিযাও--তেতিযাও যদি
কোনোমতে মোৰ দুৰ্ভাগ্যৰ
জীযাই থাকিব পাৰে দুষ্ট জযদ্ৰথ
সন্তপ্ত অৰ্জ্জুনে এই
অগ্নিত প্ৰৱেশ কৰি
নিজ প্ৰাণ দিব বিসৰ্জ্জন।
নোৱাৰো ৰাখিব যদি
এই মোৰ প্ৰতিজ্ঞা আজিৰ
যতমানে মহাপাপ আছে জগতত
সকলোৰে ভাগী হ'ম মই।

যুধি ঃ ভীষণ প্ৰতিজ্ঞা ই যে কৰিলা অৰ্জ্জুন!
নতুন বিপদ কিয
ল'লা তুমি পুনুবাৰ ওচৰ চপাই?

শ্ৰীকৃষ্ণ ঃ সেই বাবে চিন্তা নাই দাদা!
ধনঞ্জযে কৰিছে প্ৰতিজ্ঞা
কৃষ্ণই ভাবিব তাৰ ৰক্ষাৰ উপায়।

যুধি ঃ তেনে ব'লা অন্তেসপুৰত।

(সকলোৰ প্ৰস্থান।)

# ষষ্ঠ দৰ্শন

## ৰণক্ষেত্ৰৰ একাংশ

**(শকুনি আৰু জয়দ্ৰথৰ প্ৰৱেশ)**

শকুনি ঃ বোপা জযদ্ৰথ! গোটেই দিনটো আজি
সকলোতে পাত পাত কৰি
বিচাৰিলে অৰ্জ্জুনে তোমাক।
ক'ত পায ইমান সহজে?
কৌৰৱৰ সকলো বীৰে
পাছফালে থিতাতে লুকাই
তুমি আজি ৰাখিলা জীৱন
অৰ্জ্জুনৰ মিলালা মৰণ।
চোৱাচোন, তোমাৰেই মঙ্গলৰ বাবে--
আজিৰ দিনটো গ'ল অতি সোনকালে।
ঘোপ মৰা অন্ধকাৰ গোটেই আকাশ।
এতিযাতো ভয নাই আৰু?

জয় ঃ তথাপিতো হে মাতুল!
মাৰ যোৱা নাই মোৰ বুকুৰ কঁপনি।
ৰৈ ৰৈ সমুখত মাথো
অৰ্জ্জুনকে দেখিছো সঘনে।

শকুনি ঃ কালি দেখোঁ তুমিযেই ভাগিনজোৰাই!
পৰাজিলা এটা এটা কৰি
পাণ্ডৱৰ সকলো বীৰকে।
আজি পুনু কিয এইদৰে
কঁপিব লাগিছা বাৰু পাৰ্থৰ ভযত?

জয় ঃ আজি আৰু নাই মোৰ কালিৰ বিক্ৰম।
এদিনৰ বাবে মাথো মই
পাণ্ডৱবিজয়ৰ হেতু শিৱৰ বৰত
লভিছিলো দুৰ্জ্জন শকতি।

শকুনি ঃ অ' পৰিছে মনত মোৰ--
কাম্যবনৰ ৰম্য জ্যোতি
দ্ৰৌপদীক পাই তুমি অকলশৰীয়া
বীৰবেশে কৰিলা হৰণ।
পিছে ভীমসেনে আহি যথা সময়ত
ভালদৰে যাচি দিলে উত্তম মধ্যম।
তীব্ৰ অপমান লভি সেই বেজাৰতে
কৰিছিলা শিৱ আৰাধনা।
আৰু কালি শিৱৰ বৰেই

এদিনৰ নিমিত্তে তোমাক
পাণ্ডৱবিজয়ী বীৰ কৰিলে ধৰাত
নহয় নে ভাগিনজোৱাই?

জয় ঃ সেই কথা অস্বীকাৰ কৰা নাই মই।
কোৱাচোন এতিয়া মাতুল।
হ'ল জানো সঁচাকৈয়ে পৰিত্ৰান মোৰ?

শকুনি ঃ সেই বাবে নকৰিবা অকণোকে ভয়।
ঘনঘোৰ মূৰ্ত্তি ধৰি সন্ধিয়া নামিছে।
প্ৰতিজ্ঞাৰক্ষাৰ হেতু অৰ্জ্জুনে নিশ্চয
বেজাৰেৰে চিতাৰ অগ্নিত
বিসৰ্জ্জিব অনুতপ্ত প্ৰাণ।
ধন্য ধন্য শতধন্য ভাগিনজোৱাই।
তোমাৰেহে নিমিত্তে মাথোন
হ'ব আজি অৰ্জ্জুনবিনাশ
বিষবৃক্ষ হ'ব আৰু নিজেই নিৰ্ম্মূল।
আজি ৰাতি কৌৰৱৰ
ভালদৰে আহিব টোপনি।
ব'লা বোপা।
নয়ন সাৰ্থক কৰোঁ সেই দৃশ্য চাই।

জয় ঃ ভৰি মোৰ আগবাঢ়ি যাব খোজা নাই।
তথাপিতো মাতিছা যেতিয়া
ব'লা হে মাতুল!
চাই লওঁ আনন্দ-উছৱ
অৰ্জ্জুনৰ চিতা-আৰোহণ।
(দুয়োৰো প্ৰস্থান।)

## পট পৰিবৰ্ত্তন

### পাণ্ডৱ-শিবিৰৰ সন্মুখ

(আকাশ অন্ধকাৰ। প্ৰজ্জ্বলিত অগ্নিকুণ্ডৰ একাষে শ্ৰীকৃষ্ণ আৰু পঞ্চপাণ্ডৱ আন কাষে দ্ৰোণাচাৰ্য্য, দুৰ্য্যোধন, দুঃশাসন, কৰ্ণ আদি কৌৰৱসকল। শকুনি আৰু জয়দ্ৰথৰ ভয়ে ভয়ে প্ৰৱেশ।)

দুৰ্য্যো ঃ প্ৰস্তুত অগ্নিৰ কুণ্ড
এতিয়াই ধনঞ্জয়ে বিসৰ্জ্জিব প্ৰাণ।
দাদা যুধিষ্ঠিৰ!
শত্ৰু আমি যদিও তোমাৰ,
এনে সময়ত আজি শোকৰ কালত
নাই একো শত্ৰুতা আমাৰ।
সেই বাবে সকলোটি আমি
ত্যাগ কৰি যুঁজাৰুৰ বেশ
মিত্ৰভাবে চাপিছোঁ ওচৰ।

যুধি ঃ সেই বাবে ধন্যবাদ জনাও সবাকে।
সঁচাকৈয়ে ভাই দুৰ্য্যোধন।
সকলোৰে আজি অতি বেজাৰৰ দিন।
অৰ্জ্জুনক হেৰুৱাই আজি এনেদৰে
কোনেওতো নেপাব সন্তোষ।

কৰ্ণ ঃ সঁচা কথা ভাই যুধিষ্ঠিৰ।
অৰ্জ্জুন বধৰ পণ
এতিয়াও বাকী আছে মোৰ।
আজি যদি এই পাৰ্থ ধনুৰ্দ্ধৰে
বিসৰ্জ্জন দিয়ে প্ৰাণ অগ্নিৰ কুণ্ডত
নুগুচিব কৰ্ণৰ হৈঁপাহ
নহ'ব যে মোৰ সেই প্ৰতিজ্ঞা পূৰণ।

শ্ৰীকৃষ্ণ ঃ সেই বাবে কৰ্ণ তুমি নহ'বা চিন্তিত
প্ৰতিজ্ঞা পূৰণ হেতু
বহু বাৰ লভিবা সুযোগ।

সহদেৱ ঃ মিছা হ'ল আজি মোৰ চৰ্চ্চা জ্যোতিষৰ।
অৰ্জ্জুন দাদাৰ এই অকাল মৰণ
কিয় বাৰু গণনাই নিদিলে সন্ধান?
ধিক মোৰ চৰ্চ্চা জ্যোতিষৰ।
আজি এই অগ্নিৰ কুণ্ডতে
গণনাৰ পুথিপাঁজি মোৰ
সকলোকে কৰিম নিক্ষেপ।

শ্ৰীকৃষ্ণ ঃ ধৈৰ্য্য ধৰা সহদেৱ।
সঁচা হ'বলৈ সেই জ্যোতিষৰ কথা
এতিয়াও হোৱা নাই উত্তীৰ্ণ সময়।

দ্ৰোণ ঃ কোৱা কৃষ্ণ। নাই জানো এতিয়াও বাৰু
অৰ্জ্জুনৰ ৰক্ষাৰ উপায়?

শ্ৰীকৃষ্ণ ঃ (হাঁহি) থাকে যদি পাবা জানো ভাল?

দুঃশা ঃ এৰা, এৰা, গুৰুদেৱে কিয় আজি
তেনে চিন্তা আনিছে মনত?
যেনেতেনে উপায়েৰে মাথো
দূৰ হ'ক কৌৰৱৰ প্ৰধান কণ্টক।

শকুনি ঃ দুঃশাসনে কয় ঠিক কথা।
পণ কৰি ৰাখিব নোৱাৰা
অৰ্জ্জুনৰ ঘৃণিত জীৱন
ৰখা আৰু নাই প্ৰয়োজন।

অৰ্জ্জুন ঃ সঁচা সঁচা সখি।
এই মোৰ ঘৃণিত জীৱন
বৈছি পৰ আৰু মই নকৰোঁ ধাৰণ;

এই মোৰ কলঙ্কিত মুখ
চিৰকাললৈ এবে শীঘ্ৰে লুকুৱাওঁ।
সকলোৰে দিয়া অনুমতি
থও ধনু-শৰ
কৰো মই অগ্নিত প্ৰৱেশ।

**শ্ৰীকৃষ্ণ** : ধনু-শৰ থ'বা কিয় পাৰ্থ?
বীৰ তুমি ভুৱনবিখ্যাত
মৰিব লাগিব আজি বীৰৰ বেশেৰে।

**অৰ্জ্জুন** : সেয়ে হ'ব যদুপতি, তাকেই কৰিম।
দাদা ধৰ্ম্মৰাজ! দিয়া অনুমতি
ৰক্ষা কৰো প্ৰতিজ্ঞা নিজৰ।

**শ্ৰীকৃষ্ণ** : ৰ'বাচোন পাৰ্থ!
লৰালৰি কিয়নো ইমান?
(আকাশ মুকলি হয়। সূৰ্য্য দেখা যায়।)

**শ্ৰীকৃষ্ণ** : সৌ চোৱা দিনমণি ওলাল আকৌ
এতিয়াও নহয় সন্ধিয়া
সুদৰ্শন চক্ৰে মাথোঁ, মোৰ
ঢাকি ধৰি আছিল আকাশ।

**জয়দ্ৰথ** : গুৰুদেৱ! গুৰুদেৱ!! ৰক্ষা কৰা মোক।

**শ্ৰীকৃষ্ণ** : কিনো চাই আছা সব্যসাচী?
সন্মুখত শত্ৰু জয়দ্ৰথ
শৰ জুৰি শীঘ্ৰে গাণ্ডীৱত
কৰা তুমি প্ৰতিজ্ঞা পূৰণ।

**জয়** : হায হায! দুৰ্য্যোধৰ ছলনা!!
ৰক্ষা কৰা, ৰক্ষা কৰা মোক! (লৰি পলাল)

**অৰ্জ্জুন** : (খঙেৰে) পুত্ৰহন্তা!
কোনে আজি ৰক্ষা কৰে তোক?
(গাণ্ডীৱত শঁৰ জোৰে)

**শ্ৰীকৃষ্ণ** : মূৰ কাটি নেপেলাবা মাটিত অৰ্জ্জুন!
কটা মূৰ দিব লাগে উপহাৰ তুমি
জয়দ্ৰথৰ তপস্বী পিতৃক।
(অৰ্জ্জুনে শৰ এৰিলে।)

## : তৃতীয় অঙ্ক সমাপ্ত :

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### কৰ্ণৰ কক্ষ

(আগে আগে কৰ্ণ-পাছত ব্ৰাহ্মণ বেশী ইন্দ্ৰৰ প্ৰৱেশ।)

**ব্ৰাঃ ইন্দ্ৰ** : মহাৰাজ কৰ্ণ!

**কৰ্ণ** : (ঘূৰি চায) কোন তুমি--আচম্বিতে আহি
যাত্ৰাৰ কালত মোৰ পাছফালে মাতি
অমঙ্গল কৰিলা সূচনা?

**ব্ৰাঃ ইন্দ্ৰ** : ব্ৰাহ্মণ মই--দানপ্ৰাৰ্থী!
দাতা কৰ্ণ তুমি--
পূৰাবা নে মোৰ আজি মনৰ কামনা?

**কৰ্ণ** : অসম্ভৱ যদিহে নহয
আনন্দেৰে প্ৰাৰ্থনা।
কোৱা--
কিনো বিচাৰিচা তুমি কৰ্ণৰ কাষত?

**ব্ৰাঃ ইন্দ্ৰ** : বিচাৰিছো কৱচকুণ্ডল।

**কৰ্ণ** : কৱচকুণ্ডল---কৱচকুণ্ডল?

**ব্ৰাঃ ইন্দ্ৰ** : এৰা--কৱচকুণ্ডল।
সেই বাবে হ'লা কিয় চিন্তিত ইমান?

**কৰ্ণ** : কি খুজিছা আজি তুমি মোৰ ওচৰত
জানা নে ব্ৰাহ্মণ?

**ব্ৰাঃ ইন্দ্ৰ** : জানো--কৱচকুণ্ডল

**কৰ্ণ** : নহয়-- নেজানা তুমি
কিম্বা জানা সমুদায
জানিশুনি প্ৰাণ মোৰ ল'বলৈ আহিছা।

**ব্ৰাঃ ইন্দ্ৰ** : সেই কথা জানিবৰ নেদেখো সকাম।
কোৱা, পূৰাবা নে অভিলায মোৰ
দিবা জানো কৱচকুণ্ডল? (পদ্মাৰ প্ৰৱেশ)

**পদ্মা** : মহাৰাজ পদ্মাৰ ঈশ্বৰ!
খেদি দিয়া শীঘ্ৰে ব্ৰাহ্মণক।
ব্ৰাহ্মণ নহয ইটো ছদ্মবেশী।
আহিছে হৰিব আজি সৰ্ব্বস্ব আমাৰ।

**কৰ্ণ** : ক্ষান্ত হোৱা পদ্মা!
নজনাবা তেনে অনুৰোধ।

**পদ্মা** : মহাৰাজ! শুনা এই দাসীৰ মিনতি।

**ব্ৰাঃ ইন্দ্ৰ** : মহাৰাজ! মহাৰাণী পদ্মাই তোমাক
ঘনে ঘনে কৰিছে নিষেধ (যাব খোজে।
যাওঁ মই নিবিচাৰো দান!

**কৰ্ণ** : ৰ'বা, ৰ'বা নেযাবা ব্ৰাহ্মণ!

**পদ্মা** : মহাৰাজ!

**কৰ্ণ** : পদ্মা! নকৰিবা নিষেধ দুনাই।
পত্নী হৈ স্বামীক তোমাৰ
অধৰ্ম্মত নুবুৰাবা আজি।
ব্ৰাহ্মণৰ তৃপ্তিৰ বাবেই

নিজ হাতে কাটি দিলো পুত্ৰৰ মণ্ডহ
আৰু আজি এই মোৰ অতি ক্ষুদ্ৰ প্ৰাণ
তাৰ বাবে ভাবনা কিহৰ?
নিসঙ্কোচে দিম মই দান।
ব্ৰাহ্মণ! যেযেকি নোহোৱা তুমি
অৰ্জ্জুনৰ হিতাকাঙ্খী অতি
সেই কথা জানিছো নিশ্চয়।
তথাপি তোমাৰ মই
অভিলাষ পূৰাম মনৰ।
ৰ'বা এক্ষন্তেক।
অলপ সময়ৰ পিছতে পুনৰ আহি পদ্মাৰ হাতেদি কৱচকুণ্ডল দিযাম। দুয়ো ব্ৰাহ্মণক সেৱা জনায। (প্ৰস্থান।)

ব্ৰাঃ ইন্দ্ৰ : ধন্য ধন্য কৰ্ণ।
শলাগিছো শত মুখে মই।
অনুমান সঠিক তোমাৰ,
ইন্দ্ৰ মই ছদ্মবেশে আহি
এই দান কৰিলো গ্ৰহণ।
পৰম সন্তুষ্ট হৈ দিছো প্ৰতিদান
উপহাৰ লোৱা এই বান
একাঘ্নি শৰৰ নাম--এই অস্ত্ৰ লৈ
ইচ্ছামতে সেই এজন বীৰক
নিপাত কৰিবা তুমি সূৰ্য্যাৰ নন্দন! (কৰ্ণক শৰ দিযে।)

কৰ্ণ : হে দেৱতা! দান মই কৰিলো গ্ৰহণ।

ইন্দ্ৰ : আশীৰ্ব্বাদ দিওঁ পুনু যোৱাৰ কালত
অক্ষয কীৰিতি তযু থাকিব ধৰাত। (প্ৰস্থান)

পদ্মা : নুবুজিলো দেৱতাৰ অৰ্থ ছলনাৰ।
এহাতেদি লৈ গ'ল জীৱন তোমাৰ
আন হাতে থৈ গ'ল
মহা অস্ত্ৰ শত্ৰু নিধনৰ।

কৰ্ণ : পদ্মা!
দেৱতা মানৱে আজি একেলগে মিলি
কৰে ঘোৰ ষডযন্ত্ৰ কৰ্ণৰ বিৰুদ্ধে।
তথাপিতো, নাই একো চিন্তাৰ কাৰণ;
যোৱা প্ৰিয়ে! নকৰিবা অসন্তোষ তুমি।
এই অস্ত্ৰ--দেৱতাৰ দান
ইয়াৰেই অৰ্জ্জুনক নিপাতিম মই
দেৱতাৰ ষডযন্ত্ৰ কৰিম নিস্ফল।
(দুয়োৱো দুফালে প্ৰস্থান।)

---

# দ্বিতীয় দৰ্শন

## ৰণক্ষেত্ৰ

(ভীম আৰু শ্ৰীকৃষ্ণৰ প্ৰৱেশ।)

ভীম : অভিমন্যু-শোক আমি নৌ পাহৰোতে
ঘটোৎকচৰ শোক পালো পুনু আজি।
কামৰূপী মহাবীৰ হিডিম্বানন্দনে
অগণন কুৰুবীৰ নাশ কৰি আজি
হাঁহি হাঁহি প্ৰাণ দিলে কৰ্ণৰ হাতত।
ভীমৰ কঠুৱা হিয়া
জৰ্জ্জৰিত হ'ল পুনু পুত্ৰৰ শোকত।
শোকৰ উপৰি শোক কিমান সহিম!

শ্ৰীকৃঃ : দাদা! প্ৰাণ দিছে হিডিম্বানন্দনে
কিন্তু, তাৰ লগে লগে
জীবদান দিছে অৰ্জ্জুনক।

ভীম : তাৰ অৰ্থ?

শ্ৰীকৃষ্ণ : ইন্দ্ৰে দিয়া এক পুৰুষ ঘাতিনী অস্ত্ৰ
ৰাখিছিল সূতপুত্ৰে অৰ্জ্জুনৰ বাবে।
কিন্তু আজি সেই বাণে
সংহাৰি ঘটোৎকচ পুত্ৰক তোমাৰ
পালে গৈ ইন্দ্ৰৰ ওচৰ।
ভয আৰু নাই অৰ্জ্জুনৰ
সেই বাবে দাদা তুমি হোৱা আনন্দিত।

ভীম : বুজা নাই একো মই
কোন ফালে কিনো আজি হয কেনেকৈ।
ব'লা কৃষ্ণ! কাৰোগৈ ৰণ।
তোমাৰ কথাৰে মই
অশ্বত্থামা নামে হাতী কৰিছো সংহাৰ।

শ্ৰীকৃষ্ণ : ব'লা দাদা? তাৰো পৰা ফলিব সুফল।
(দুয়োৱো প্ৰস্থান। আন বাটেদি ভাবি ভাবি যুধিষ্ঠিৰৰ প্ৰৱেশ।)

যুধি : এফালে নিৰ্ম্মম সত্য--কৌৰৱৰ জয়,
আনফালে যদুপতি কৃষ্ণৰ মিনতি
আৰু তাৰ লগে লগে
পাণ্ডৱৰ অশেষ মঙ্গল।
দোৰ্ঘোৰ সমস্যা ইটো হ'ল সমাগত
কিনোদৰে কৰো সমাধান?
সৌৱা, সৌৱা কৌৰৱ পক্ষত--
গুৰুদেৱ দ্ৰোণাচাৰ্য্যে
প্ৰাণটাকি কৰে ৰণ সিংহবিক্ৰমেৰে।

নেপথ্যত দ্ৰোণ : কোৱা, কোৱা হেৰা ধৰ্ম্ম-যুধিষ্ঠিৰ!

এতিযাও সঁচা কথা কোৱা তুমি মোক।
শুনোৱা,শুনোৱা মাথোঁ
তোমাৰ মুখৰ মোক কথা একেষাৰ।
সঁচাকৈয়ে অশ্বথামা বীৰপুত্ৰ মোৰ
হ'ল জানো সেই দৰে হঠাতে নিধন?
মিছা হ'ল দৈববাণী
অমৰত্ব নাহিল কামত?
কোৱা—কোৱা ধৰ্ম্ম যুধিষ্ঠিৰ!
দূৰ কৰা সংশয় মনৰ।
(বেগেৰে শ্ৰীকৃষ্ণৰ প্ৰৱেশ--হাতত পাঞ্চজন্য।)

শ্ৰীকৃষ্ণ : ধৰ্ম্মৰাজ। মোৰ কথা ৰাখিবা মনত
নতুন আজি জানিবা সঠিক
সহজতে পাণ্ডৱৰ নহ'ব নিস্তাৰ।

যুধি : গুৰুদেব! আশ্বথামা পৰিছে ৰণত

শ্ৰীকৃষ্ণ : (শঙ্খধ্বনি।)
কিন্তু সেই নামে হাতীহে মৰিছে।

যুধি : কি কৰিলা তুমি দযাময?
সেইদৰে শঙ্খধ্বনি কৰি
নিদিলা শুনাব মোক সকলো কথাকে
কয মোক অধৰ্ম্মত বুৰালা ইদৰে।

শ্ৰীকৃষ্ণ : ধৰ্ম্মৰাজ। নকৰিবা আক্ষেপ মনত।
ধৰ্ম্মনীতি, যুদ্ধনীতি ৰাজনীতি আৰু
সকলোকে একে সময়তে
প্ৰযোগ কৰিব পৰা নহয সহজ।

যুধি : সকলো তোমাৰ ইচ্ছা জানো যদুপতি!

শ্ৰীকৃষ্ণ : সৌৱা—যুদ্ধসাজে আছে ধনঞ্জয
ক্ষন্তেক আতৰি যোৱা তুমি ধৰ্ম্মৰাজ!
(যুধিষ্ঠিৰৰ প্ৰস্থান। আন বাটেদি অৰ্জ্জুনৰ প্ৰবেশ।)

অৰ্জ্জুন : চোৱা সখি? গুৰুৰ মুখত
সৰ্প দুটি সৌ কৰে আক্ৰমণ।

শ্ৰীকৃষ্ণ : পাৰা যদি কৰা প্ৰতিকাৰ।

অৰ্জ্জুন : এই চোৱা তাৰ বাবে মই
গাণ্ডীৱত শঁৰ মোৰ কৰিলো যোজনা।
(দুপাত শঁৰ মাৰে।)

শ্ৰীকৃষ্ণ : নোহে সৰ্প সখি!
দুধাৰি চকুলো সেযা পুত্ৰৰ শোকৰ
নযনৰ পৰা নামি আহে তললৈ।
চোৱা সৌ তোমাৰ শৰত
শঁৰবিদ্ধ দ্ৰোণাচাৰ্য্য বহিল ৰথত।

অৰ্জ্জুন : নেজানিলো সেই কথা মই
কিয় সখি, নক'লা আগতে?
মিছাতেই শঁৰ হানি
দিলো মই গুৰুক যন্ত্ৰণা।

শ্ৰীকৃষ্ণ : ব'লা বাৰু চাওঁগৈ ওচৰৰ পৰা।
গুৰুৱে তোমাৰ আজি
সোনকালে মাগিব মেলানি।
সৌ চোৱা--
খড়গ লৈ ধৃষ্টদ্যুম্ন গ'ল আগবাঢ়ি।
(দুযোৰে প্ৰস্থান। অলপ পিছতে শকুনিৰ প্ৰৱেশ।)

শকুনি : আনন্দ! আনন্দ!!
ভৰপূৰ আনন্দই আজি
শকুনিক কৰিছে উতলা।
বৃদ্ধ গুৰু দ্ৰোণাচাৰ্য্য পৰিছে ৰণত
শত শত মহাবীৰ বাগৰে ধৰাত।
আৰু এইদৰে—আঁতৰে আঁতৰে
তাকে চাই হাঁহে শকুনিযে।
এতিযাও দুৰ্য্যোধন, দুঃশাসন বাকী
ৰ'ব আৰু কিমান সময?
জানিছো ধুৰুপ মই
সিহঁতৰো নাই বেছি দিন।
হাঁহা, হাঁহা মোৰ পিতৃ-পিতামহ!
অট্টহাস্য কৰা তোমালোকে।
প্ৰতিশোধ—প্ৰতিশোধ—প্ৰতিশোধ।
(বেগেৰে প্ৰস্থান)

## তৃতীয় দৰ্শন

### কৌৰৱ শিবিৰ

**(দুৰ্য্যোধন আৰু শল্যৰ প্ৰৱেশ।)**

শল্য : কিহেতু মতালা মোক কোৱা মহাৰাজ!
কিবা প্ৰিয় কাৰ্য্য মই কৰিম সাধন?
আনি দিম কটা মূৰ কোন অৰাতিৰ?

দুৰ্য্যো : মদ্ৰপতি হে মাতুল!
বীৰেন্দ্ৰকেশৰী কৰ্ণ সেনাপতি মোৰ
আজিহে লভিলো মই পৰিপুৰ্ণ সুখ।
পিতামহ বৃদ্ধ ভীষ্ম, আচাৰ্য্য দ্ৰোণই
নিপাতিলে পাণ্ডৱৰ অলেখ সেনানী
তথাপিতো পাণ্ডৱক ৰাখিলে জীয়াই।

এই বাৰ মহাবীৰ কৰ্ণৰ হাতত
পাণ্ডৱে কদাপি আৰু নেপাব নিস্তাৰ।
জিনিম সহজে আমি কুৰুক্ষেত্ৰ ৰণ।
কৰ্ণৰ সাৰথি হোৱা তুমি মদ্ৰৰাজ!
তেতিয়াহে সিদ্ধি হ'ব কামনা আমাৰ।

শল্য : মহাৰাজ দুৰ্য্যোধন
কিয় আজি কৰা তুমি উপহাস মোক?
কিহেতু কৰিম মই কৰ্ণৰ দাসত্ব?
কোন গুণে কৰ্ণ বাৰু শ্ৰেষ্ঠ মোতকৈ?
তদুপৰি, প্ৰচলিত নিয়মমতেও
সুতেহে কৰিব লাগে ক্ষত্ৰিয়ৰ সেৱা।
জানি-শুনি কিয় সেই কথা
ক্ষত্ৰিয় শল্যক তুমি
কৰিব খুজিছা দাস সুতনন্দনৰ?

দুৰ্য্যো : মদ্ৰৰাজ। নুবুজিবা ভুল তুমি মোক।
কৰ্ণৰ সাৰথি হৈ কৰিব সহায
সবিনয়ে অনুৰোধ কৰিছো তোমাক।
কৰ্ণৰ দাসত্ব তুমি
কিবা হেতু কৰিবা ৰাজন?
তেনে মোৰ নহয উদ্দেশ্য।

শল্য : তাতকৈ কোৱা দুৰ্য্যোধন।
কালিৰ ৰণত মই
কোন ব্যূহ কৰিম ৰচনা?
কোন শত্ৰু কৰিম নিপাত?
সেয়ে হ'লে হাঁহি হাঁহি পালিম আদেশ।
দেখুৱাম সকলোকে ৰণৰ ক্ষেত্ৰত
মদ্ৰপতি শল্যৰ বিক্ৰম।

দুৰ্য্যো : মদ্ৰৰাজ! জানো মই তোমাৰ বিক্ৰম।
দক্ষতা যোগ্যতা আৰু বীৰত্ব তোমাৰ
একো মোৰ নাই অবিদিত।
কৃষ্ণ আৰু পাণ্ডৱৰ কুট কৌশলত
মহাবীৰ ভীষ্ম আৰু দ্ৰোণৰ নিচিনা
যদিহে এৰিব লাগে কৰ্ণই জীৱন
তেতিয়াতো তুমিয়েই হ'বা সেনাপতি।
মদ্ৰৰাজ। তুমিয়ে লাগিব ল'ব
অচিৰতে সমৰৰ অতি গুৰুভাৰ।

শল্য : অৱশ্যেই ল'ম দুৰ্য্যোধন!
সেই বাবে থাকা তুমি নিশ্চিন্ত মনেৰে

দুৰ্য্যো : কিন্তু মদ্ৰৰাজ! তাৰ আগতেই
সহযোগ কৰি তুমি কৰ্ণৰ লগত
অৰ্জ্জুনক কৰাবা নিধন।
এতিয়াও আতৰতে থাকি
সশঙ্কিত বীৰ পাৰ্থ কৰ্ণৰ ভয়ত,
অৰ্জ্জুন-কৰ্ণৰ ৰণ হ'ব আচিৰতে।
জানাইতো তুমি মহাৰাজ।
মহাবল বাসুদেৱ পাৰ্থৰ সাৰথি।
যদুপতি শ্ৰীকৃষ্ণ কৌশলত মাথো
প্ৰকাশিছে অৰ্জ্জুনে বীৰত্ব।
তুমিওতো নোহোৱা দুৰ্ব্বল,
পাৰ্থৰ সাৰথি হৈ দৈৱকীনন্দনে
পৰা নাই যি কাৰ্য্য সাধিব
তাতোকৈ টান কাৰ্য্য--বহু পৰাক্ৰম
সম্ভৱ তোমাৰ দ্বাৰা হেৰা মদ্ৰৰাজ।
হোৱা যদি তুমি মাথো কৰ্ণৰ সাৰথি
তেতিয়াহে হ'ব পাৰে অৰ্জ্জুন নিধন।
কৃষ্ণতোকে বহু শ্ৰেষ্ঠ তুমি মহাবীৰ।

শল্য : এইবাৰ প্ৰশংসিলো ভাগিন তোমাক।
যদুপতি কৃষ্ণতোকে শ্ৰেষ্ঠ বুলি মোক
নিসঙ্কোচে দিছা তুমি উচিত সন্মান।
সেই বাবে অনুৰোধ ৰাখিম তোমাৰ
হ'ম মই সুতপুত্ৰ কৰ্ণৰ সাৰথি।
কিন্তু শুনা ভাগিন দুৰ্য্যোধন।
চলিব লাগিব কৰ্ণ মোৰ কথামতে
সহিব লাগিব মোৰ অপ্ৰিয বচন।
তাৰ বাবে সুতপুত্ৰ হ'ব নে সন্মত?

দুৰ্য্যো : সন্মত কৰাম মই সহজে কৰ্ণক।
যোৱা এবে মদ্ৰৰাজ।
অৰ্জ্জুন বধৰ বাবে কৰ্ণৰ লগত
কৰাগৈ যুগুত মন্ত্ৰণা

শল্য : উত্তম--আহিলো মই।
(স্বগত) যুধিষ্ঠিৰ।
সহজে ৰাখিম মোৰ পূৰ্ব্ব প্ৰতিশ্ৰুতি।
(প্ৰস্থান। আন বাটেদি দুঃশাসনৰ প্ৰৱেশ।)

দুঃশা : দাদা! আহিছো জনাব সেৱা
যুঁজলৈ যোৱাৰ আগতে।

দুৰ্য্যো : যোৱা ভাই। নিসঙ্কোচে জিনিবা সমৰ।

দুঃশা : আজি দেখো মন মোৰ নহয় উজ্জ্বল।
বিপদৰ বিভীষিকা নজনা-নুশুনা
কিয় জানো ভাহি উঠে মোৰ সন্মুখত?

দুৰ্য্যো : সেইবোৰ অৰ্থহীন ভাব

সেই বাবে নহ'বা চিন্তিত।
তেনেকুৱা কত শত
বিভীষিকা প্ৰহেলিকা আহি
মোকো যে অধীৰ কৰে কোনো সময়ত
সেই বুলি নহওঁ কাতৰ।
যোৱা ভাই তুমিও ৰঙেৰে
ৰাতিলৈ শিবিৰত পুনু
সকলোটি লগ হৈ কৰিম আনন্দ।

**দুঃশা** ঃ আহিলো দাদা--বিদায়? (যাব খোজে।)

**দুৰ্য্যো** ঃ বিদায়। নহয়--নহয় দুঃশাসন
চাপি আহ চাই লওঁ আকৌ এবাৰ।

**দুঃশা** ঃ (ঘূৰি আহি) দাদা। (আলিঙ্গন।)

**দুৰ্য্যো** ঃ (এৰি দি) যা-- (দুঃশাসনৰ প্ৰস্থান।)
হিয়া-হিমাচল মোৰ অচল অটল
কিয় আজি এইদৰে হঠাতে কঁপিল?
কিয় আজি ভেদ কৰি কাঠবুকু মোৰ
দুধাৰি চকুৰ পানী হঠাতে নামিল?
ছি। কি ভাবিছো?
কিয় আজি হলো মই ইমান দুৰ্ব্বল?
দুৰ্য্যোধন। মনত ৰাখিবি--
কুৰুক্ষেত্ৰ যুদ্ধজয় বিচাৰিছ তই।
(প্ৰস্থান।)

## চতুৰ্থ দৰ্শন

### ৰণস্থল

(কৰ্ণৰ সন্মুখত পৰাজিত যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱ।)

**কৰ্ণ** ঃ সাৰ্থকতে ধৰিছিলো ধনুৰ্ব্বাণ মই।
এজন এজন কৰি চাৰি পাণ্ডৱক
পৰাজিলো হেলাৰঙে অতি।
বন্দী আজি সকলোটি কৰ্ণৰ হাতত
ইচ্ছা যদি কৰো মই।
এতিয়াই সকলোৰে ল'ব পাৰো প্ৰাণ।

**নকুল** ঃ কৰা নাই অস্বীকাৰ আমি
সুতপুত্ৰ কৰ্ণৰ বিক্ৰম।

**সহ** ঃ হ'ব পাৰো বন্দী আমি
কথাপিতো দয়া-ভিক্ষা নকৰে পাণ্ডৱে

**কৰ্ণ** ঃ সুকুমাৰ নকুল!
বীৰ-শ্ৰেষ্ঠ সহদেৱ!
তোমালোক দুয়োজন কিশোৰ বালক।
যোৱা গুচি, মুক্তি মই কৰিলো প্ৰদান।
(নকুলৰ সহদেৱ যাব খোজে।)

**কৰ্ণ** ঃ কিন্তু--যোৱাৰ আগতে
দিয়া মোক বিজয়ীৰ যোগ্য অধিকাৰ।
(নকুল, সহদেৱৰ প্ৰণাম জনাই প্ৰস্থান।)

**কৰ্ণ** ঃ আৰু যুধিষ্ঠিৰ ধৰ্ম্মৰ নন্দন।
ভাৰতৰ ভাবী ৰাজেশ্বৰ!
তোমাকো মুক্তি মই কৰিলো প্ৰদান।
যোৱা তুমি, কোৱাগৈ শিবিৰত বহি
গৰবিণী যাজ্ঞসেনী ৰাণীক তোমাৰ
কেনেকৈ সুতপুত্ৰ কৰ্ণই তোমাক
ডিঙিত ধনুৰ জৰী দিলে উপহাৰ।

**যুধি** ঃ ইয়াতোকে মৰণেই ভাল। (প্ৰস্থান)

**কৰ্ণ** ঃ আৰু তুমি কি কৰিবা ভীমসেন?
অভিমানী উদৰসৰ্ব্বস্ব।
মিছাতেই বঢ়ালা বৃহৎ শৰীৰ,
নোৱাৰিলা লগাব কামত।
যোৱা হে দাম্ভিক ক্ষত্ৰিয়নন্দন!
তোমাকো মুক্তি মই কৰিলো প্ৰদান।

**ভীম** ঃ সুতপুত্ৰ।
নেপাহৰে বৃকোদৰে এই অপমান
তাতকৈ মৃত্যুকেই লাগে মোক দান।

**কৰ্ণ** ঃ বোধহীন বৃকোদৰ।
মৃত্যুৰ মুখত বহি
এনেদৰে দম্ভ তই কৰিছ যেতিয়া
বাৰু ল--
মৃত্যুকেই পাবি তই দান (চুম্বন)
বাঃ বাঃ ভীমসেন।
বজ্ৰসম সুকঠিন কৰিলি শৰীৰ
কিন্তু এই গণ্ড তোৰ ইমান কোমল।
যা হেৰ দ্বিতীয় পাণ্ডৱ।
কেতিয়াও আৰু তই
নাহিবি আগত মোৰ যুঁজিবৰ বাবে।
(ভীমৰ প্ৰস্থান।)

**কৰ্ণ** ঃ (ব্যাকুল ভাবে) ভীমসেন! শীঘ্ৰে যা ভাই!
দুৰ্ম্মতি দুৰ্য্যোধনে
দেখা পালে নিৰস্ত্ৰ শত্ৰুক
প্ৰাণ লৈ ঘটাব বিপদ। (শল্যৰ প্ৰৱেশ।)

শল্য : আহা কৰ্ণ! প্ৰস্তুত ৰাখিছো ৰথ।
কৰ্ণ : মদ্ৰপতি! চাৰি জন পাণ্ডৱক আজি
হাঁহি হাঁহি পৰাজিলো মই।
এই দৰে--এই বীৰত্বেৰে
অৰ্জ্জুনকো হেলাৰঙে কৰিম বিনাশ।
শল্য : অসম্ভৱ কৰ্ণ!
তেনে কথা বাতুলৰ বাণী
মিছাতেই নানিবা মুখত।
যক্ষ ৰক্ষ দেৱ নৰ ত্ৰিলোক বিজয়ী
অৰ্জ্জুনক নোৱাৰা জিনিব!
অৰ্জ্জুনৰ পৰাক্ৰম জানা ভালদৰে,
যদুপতি কৃষ্ণৰ ভগিনী
সুভদ্ৰাক লভিলে যি নিজ বাহুবলে
পাঞ্চালীকো লভিলে যি লক্ষ্য ভেদ কৰি
সেই অৰ্জ্জুনক কিয় ভাবিছা দুৰ্ব্বল?
সুতপুত্ৰ--নৰাধম তুমি।
কৰ্ণ : সুতপুত্ৰ! সুতপুত্ৰ!!
সেযে মোৰ হ'ল আজি পৰম গৌৰৱ।
যদিওৱা নিপীড়ত, নিৰ্য্যাতিত মই
তথাপিতো কৌৰৱৰ সেনাপতি আজি।
জন্মা নাই উচ্চৰ কুলত
খুজি লোৱা নাই কাকো এই পুৰস্কাৰ
আৰ্জ্জি ললো নিজ যোগত্যাৰে।
মদ্ৰপতি শল্যৰাজ।
জন্ম লভি উচ্চৰ কুলত
জন্ম লভি ক্ষত্ৰিয় বংশত
অৰ্জ্জুনে ইমান দিনে আৰ্জ্জিছে যশস্যা,
আৰু এই সুতপুত্ৰ অস্পৃশ্য কৰ্ণই
পদে পদে নিযতিৰ প্ৰতাৰণা সহি
লভিব পাৰিছে আজি নিজ যোগ্যতাৰে
ক্ষত্ৰিযৰ আকাঙ্খিত গৌৰৱ সন্মান,
এইবাৰ অৰ্জ্জুনৰ নাই পৰিত্ৰাণ।
শল্য : পোৱা যাব পৰিচয় সোনকালে তাৰ।
কৰ্ণ : আহা এবে উঠোঁগৈ পুনৰ ৰথত
বিজুলি বেগেৰে কৰা অশ্ব সঞ্চালন।
শল্য : ব'লা বাৰু, চোৱা চেষ্টা কৰি।
(দুয়োৰো প্ৰস্থান। শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰৱেশ।)
অৰ্জ্জুন : কিয় সখি!
আজি তুমি ভঙ্গ পুনু কৰিলা প্ৰতিজ্ঞা?
কি কাৰণে বুকু পাতি নিজে
ল'লা বাৰু ভগদত্ত-বাণ?
শ্ৰীকৃষ্ণ : ভগদত্ত নৰক নন্দনে
বৈষ্ণৱাস্ত্ৰ কৰিলে প্ৰয়োগ।
এই বাণ মোত বিনে কোনো জনে আৰু
নোৱাৰিব কেতিয়াও কৰিব বিফল।
এই চোৱা বৈষ্ণৱ অস্ত্ৰই
কৃষ্ণৰ বুকুত হ'ল কুসুমৰ মালা।
পিতৃদত্ত এই মহা অস্ত্ৰ
হেৰুৱাই ভগদত্ত হ'ল শক্তিহীন।
প্ৰাগজ্যোতিষৰ পতি
মহাবীৰ নৰক নন্দন
এইবাৰ হ'ব সখি সহজে নিধন।
অৰ্জ্জুন : ব'লা তেনে, কৰো পুনু তাৰে আযোজন।
(দুযোৰো প্ৰস্থান। দুঃশাসন আৰু শকুনিৰ প্ৰৱেশ),
শকুনিৰ পাৰ্ব্বত্য বেশ।
দুঃশা : হে মাতুল। অসভ্য পাৰ্ব্বত্য বেশ
ল'লা আজি কিবা হেতু তুমি?
ৰণৰ ভূমিত এই
কৰা কিয় এনে অভিনয?
শকুনি : হে ভাগিন।
আজি মই সুসজ্জিত নিজৰ বেশত।
কোন এই জানা নে শকুনি?
গান্ধাৰৰ অসভ্য বৰ্ব্বৰ--
বাসস্থান পৰ্ব্বতৰ হিংস্ৰ গহ্বৰত।
বৰ্ব্বৰনন্দিনী সেই মোৰেই ভগিনী
পৰ্ব্বতৰ নীল পদ্মফুল
কৌৰৱৰ ৰাজৰাণী অনাৰ্য্যা গান্ধাৰী।
সঁচাকৈয়ে শকুনিৰ এই অভিনয়
অভূতপূৰ্ব্ব অনিন্দ্যসুন্দৰ!
পাণ্ডৱ পক্ষত থকা এজনৰ বিনে
কোনেওতো নুবুজিলে মৰ্ম্মবাণী তাৰ।
শুনা হে ভাগিন! সামান্য আভাস--
ভাবি লোৱা মনৰে এবাৰ
তুমি ভক্ষ্য, মই ৰক্ষ্য
তোমালোক সুসভ্য কৌৰৱ
ৰক্তপাত নিপীড়ন নিত্য ধৰ্ম্ম যাৰ,
আৰু মই পৰ্ব্বতৰ বৰ্ব্বৰ গান্ধাৰ
জগতৰ অভিশাপ, দেশৰ কলঙ্ক

জ্বালামুখী আগ্নেয় পৰ্ব্বত
তোমালোক সৱাৰে আতঙ্ক
পলোৱা, পলোৱা শীঘ্ৰে
নতুৱা নিজেই পুৰিবা।

দুঃশা : এৰা এই ভাষা সাঁথৰৰ
দিয়া মাথোঁ ৰণৰ সন্ধান।

শকুনি : আহে সৌ বৃকোদৰ এই ফাললৈ।
সাৱধানে কৰিবা সমৰ
নকৰিবা অকণোকে ভয়।
মই সৌ আতৰতে ৰৈ
ছল চাই শৰেৰে হানিম।
থাকা তুমি, আহিলো ভাগিন!
(শকুনি প্ৰস্থান। বিপৰীত ফালৰ পৰা ভীমৰ প্ৰৱেশ।)

ভীম : সাৱধান দুঃশাসন!
আজি তোক বিনাশিম মই।
কৰিম পূৰণ আজি
প্ৰতিশোধ বহুত দিনৰ।

দুঃশা : বহু বাৰ পাইছ সুযোগ
তথাপিতো পৰা নাই পৰাজিব মোক।
ভাবিছ নে আজিও পাৰিবি?

ভীম : (গদা দাঙি) পাৰে নে নোৱাৰে এই
সুধি চা গদাক মোৰ--পাবি সমিধান।

দুঃশা : মই জানো ৰ'ম পাছ পৰি?
আহ তেন্তে। (গদাযুদ্ধ কৰি কৰি দুয়োৰো প্ৰস্থান।)

শকুনি : (নেপথ্যলৈ চাই) ভীমসেন! মনত পেলোৱা আজি
দুঃশাসন ৰক্তপান প্ৰতিজ্ঞা তোমাৰ। (প্ৰস্থান।)

## পট পৰিবৰ্ত্তন

### যুদ্ধক্ষেত্ৰৰ আন একাংশ

দুঃশাসনৰ বুকৰ ওপৰত ভীম। চাৰিও দিশৰ পৰা ভীমৰ গাত শৰ বৰিষণ।)

ভীম : এইবাৰ--এইবাৰ দুষ্ট দুঃশাসন!
বুকু ফালি তোৰ মই কৰো ৰক্তপান
পূৰ্ণ কৰো প্ৰতিশোধ মোৰ।
কোন ক'ত আছ হেৰ কুৰু কুলাঙ্গাৰ
পাৰ যদি বাধা দেহি ৰাক্ষস ভীমক।
(ধুমুহাৰ দৰে ভীষণ শব্দ কৰি দুঃশাসনৰ বুকু ফালি তেজ পিয়ে।)
তেজ তপ্ত তেজ কৰি পান
আজিহে গুচিছে মোৰ পিপাসা প্ৰাণৰ।
(উঠি আহি) দ্ৰৌপদী! দ্ৰৌপদী!!
মুক্ত বেণী যুক্ত কৰি আজি
বঢাব তোমাৰ ভীমে মনৰ আনন্দ।
(প্ৰস্থান। শকুনিৰ প্ৰৱেশ।)

শকুনি : হাঃ হাঃ হাঃ। (দুই হাতে দুঃশাসনৰ তেজ সানি লয়।)
তেজ! তেজ! কেঁচা তেজ!!
দুঃশাসন পৰম শত্ৰুৰ
দুই হাতে সানি কেঁচা তেজ
শকুনিৰ মহা তৃপ্তি আজি।
বৃকোদৰ! পৰম বান্ধব মোৰ!
শকুনিৰ অন্তৰৰ লুকুৱা যাতনা
শান্ত কৰি আজি তুমি
কি যে তৃপ্তি--কি আনন্দ
এৰি গ'লা অযাচিতে তপ্ত ৰুধিৰত!
পিতৃ-পিতামহ।
তৃপ্ত হোৱা--দীপ্ত হোৱা আজি
মহাশত্ৰু হৈছে নিধন
ঘাটিছে ভাৰত--জয় গান্ধাৰৰ। (প্ৰস্থান।)

## পঞ্চম দৰ্শন

### হস্তিনাৰ কাৰেং

(ধৃতৰাষ্ট্ৰ, সঞ্জয় আৰু বিদুৰ)

সঞ্জয় : মহাৰাজ!
দুঃশাসন আৰু আজি নাই জগতত

ধৃতৰাষ্ট্ৰ : জানিছো সঞ্জয়!
সেই কথা জানিছো আগতে।
বুঢা বট বৃক্ষ এজুপিৰ
আছিল এশটি গুটি
ভৱিষ্যতে নধৰিব আৰু।
আজি সেই সকলোটি গুটি
কালধুমুহাই পাই এটি এটি কৰি
সৰুৱাই পেলালে মাটিত।
দুৰ্য্যোধন, দুঃশাসন আছিল জীয়াই--
হ'ল আজি দুঃশাসনো শেষ।

উত্তম, কোৱা সঞ্জয়।
কাৰ দ্বাৰা আজি মোৰ সেই বংশধৰ
হ'ল বাৰু লুণ্ঠিত ধৰাত?
কোনেনো কৰিলে মোৰ এই উপকাৰ?

সঞ্জয় : দ্বিতীয় পাণ্ডৱ ভীমে
হত্যা কৰি নৃসংস ভাবেৰে
কৰিলে শোণিত পান বুকু ফালি তাৰ।

ধৃত : উস্ ইমান নিৰ্দ্দয়।
ভ্ৰাতৃৰ বুকুৰ তেজে ৰাক্ষস ভীমক
তৃপ্তি দিলে কিদৰে সঞ্জয়?
তুমি বাৰু কি কোৱা বিদুৰ?

বিদুৰ : মহাৰাজ।
পাহৰিছে কিয় সেই পুৰণি কাহিনী?
হস্তিনাৰ কুলবধু দ্ৰৌপদী দেৱীক
উলঙ্গিনী কৰাৰ প্ৰয়াস
কৌৰৱ সভাত সেই সতীৰ লাঞ্ছনা
তাতকৈ নহয় ভীষণ।

ধৃত : সিওঁ অসম্ভৱ। ইও অসম্ভৱ।
দুযোটাই অতিকে ভীষণ।
হে বিদুৰ।
যিসকলৰ কেতিয়াও পুত্ৰ জন্মা নাই
কিম্বা, জন্মিলেও জন্মিয়ে মৰিছে
সিসকল মোতকৈ বহুত সুখীযা।
মোৰ দৰে এশকুৰা জুই
নজ্বলেতো কেতিয়াও
অপুত্ৰক পিতাৰ বুকুত।
মযো বাৰু অপুত্ৰক নহ'লো কিযনো?
সেযে হোৱা হ'লে—
নেপালোঁহেতেন আজি
অন্তৰত দাৰুণ সন্তাপ
নহ'লেহেঁতেন এই কুৰুক্ষেত্ৰ ৰণ,
নহ'লেঁহেতেন আৰু
অবাবতে পৃথিৱীত শোণিতৰ ধাৰ।

বিদুৰ : মহাৰাজ! অখণ্ডন বিধিৰ বিধান
কোনে কৰে প্ৰতিৰোধ তাৰ?
কুৰুক্ষেত্ৰ ৰণৰ নায়ক
ভগবান শ্ৰীকৃষ্ণ নিজেই
অসমৰ্থ হ'ল বাধা দিবলৈ।
সি যে হায় মানুহৰ সাধ্যৰ অতীত!
উমি উমি জ্বলি থকা অন্তৰে অন্তৰে
ভাৰতৰ এই জুই পাৰে নে নজ্বলি?

ধৃত : তথাপি--তথাপি--বিদুৰ। সঞ্জয়।
এতিয়াও বাকী আছে দুৰ্য্যোধন মোৰ—
তাক মই অকালতে নিদিওঁ মৰিব।
নিজ হাতে ৰোধ কৰি যমৰ দুৱাৰ
তাক মই যেনে তেনে আনিম ঘূৰাই।

সঞ্জয় : পাৰিলেহেঁতেন সেই আগতে এদিন
কিন্তু আৰু নোৱাৰিব আজি।

ধৃত : নোৱাৰিম? কিয় নোৱাৰিম?
বুঢ়া হ'লো বুলি- অন্ধ হ'লো বুলি
শক্তি মোৰ ক'লৈ পলাব?
এশ ভীম--এশ ধনঞ্জয়
কৰিব পাৰিম চূৰ্ণ
পাওঁ যদি হাতৰ মুঠিত
হোৱা নাই শক্তি হ্ৰাস মোৰ।
ভীষ্ম দ্ৰোণে পৰা নাই,
পৰা নাই এশ পুত্ৰে মোৰ
তথাপিতো ধৃতৰাষ্ট্ৰে নিশ্চয় পাৰিব
হেলাৰঙে জিনিব পাণ্ডৱ।
ব'লা, ব'লা তোমালোকে লৈ ব'লা মোক
কুৰুক্ষেত্ৰ সমৰৰ কৌৰৱ পক্ষৰ
ধৃতৰাষ্ট্ৰ সেনাপতি আজি।

বিদুৰ : স্থিৰ হোৱা মহাৰাজ।
উত্তেজিত নহ'বা মিছাতে।

ধৃত : উত্তেজিত হৈছো?
মই উত্তেজিত হৈছো?
এশ পুত্ৰ যমৰ মুখত
নিজ হাতে ঠেলি দিছো মই
ইমানতো উত্তেজিত নহ'ম বিদুৰ?
তোমালোকে কেতিয়াও
পোৱা নাই এনে পুত্ৰশোক।
হোৱা নাই কেতিয়াও কাৰো এনে দৰে
এশ পুত্ৰ যমৰ আলহী।
কি বুজিবা মোৰ প্ৰাণৰ যন্ত্ৰণা?
সেই অনুপাতে মই
শোক যদি কৰিলোঁহেতেন
অন্ধ দুই নয়নেদি মোৰ
অশ্ৰুধাৰা ওলালহেঁতেন
লভিলোঁহেতেন মই প্ৰাণত সান্ত্বনা,

চকুলোৰ প্লাৱনত মোৰ
বুৰিলহেঁতেন এই ৰক্ষিসী পৃথিৱী।
কিন্তু—কিন্তু মই
এতিয়াও সহি আছো সকলো নীৰৱে।
শুনি আছো কাণ পাতি
বিধৱাৰ ক্রন্দনৰ ধ্বনি।
শুনি আছো কাণ পাতি
সন্তানৰ মৰ্ম্মভেদী মৰণ কাহিনী।
ইমানতো হে বিদুৰ।
উপদেশ দিছা মোক স্থিৰ হ'বলৈ?

বিদুৰ : তাৰ বাদে নাই যে উপায়?

ধৃত : ব'লা সঞ্জয়। সোনকালে লৈ ব'লা মোক।

সঞ্জয় : ব'লা মহাৰাজ।
(ধৃতৰাষ্ট্ৰ আৰু সঞ্জয়ৰ প্ৰস্থান।)

বিদুৰ : এইদৰে পৃথিৱীত নিজৰ দোষতে
যুগে যুগে জ্বলিপুৰি মৰিছে মানৱ।
বিদুৰৰ কাঙাল ঠাকুৰ।
বিচিত্ৰ তোমাৰ খেলা কৰুণ মধুৰ।
(প্ৰস্থান)

# ষষ্ঠ দৰ্শন

## পাণ্ডৱ শিবিৰ-কক্ষ

(যুধিষ্ঠিৰ শুই আছে। ওচৰতে বহি দ্ৰৌপদীয়ে ম'ৰাৰ পাখিৰ বিচনীৰে বিচি আছে।)

বাহিৰত শ্ৰীকৃষ্ণ। ধৰ্ম্মৰাজ। ধৰ্ম্মৰাজ।।

দ্ৰৌপদী : ইয়াতেই আছে ধৰ্ম্মৰাজ।
যদুপতি। আহা তুমি ভিতৰ সোমাই।
(শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰৱেশ।)

শ্ৰীকৃষ্ণ : ইকি কৃষ্ণা। ধৰ্ম্মৰাজে কৰিছে শয়ন
এতিয়াতো টোপনিৰ নহয় সময়?

দ্ৰৌপদী : যদুপতি। সুতপুত্ৰ কৰ্ণৰ হাতত
বেযাভাৱে পৰাজিত হৈ
দুখে-শোকে, লাজ-অপমানে
ম্ৰিয়মান ধৰ্ম্মৰাজে আহি
শুই আছে ত্যাগ কৰি সমৰ প্ৰাঙ্গণ!

অৰ্জ্জুন : অসহন এই অপমান!
প্ৰতিশোধ যেনে তেনে ল'বই লাগিব।

দ্ৰৌপদী : তাৰ আগতেই পাৰ্থ! সান্ত্বনা বাণীৰে
শান্ত কৰা জ্যেষ্ঠক তোমাৰ।

অৰ্জ্জুণ : (ওচৰলৈ গৈ) দাদা! দাদা।
উঠা, চোৱা চকু মেলি
প্ৰণিপাত জনায় অৰ্জ্জুনে।

যুধি : কোন? ভাই ধনঞ্জয়—তুমি?
শুনো বুলি কৰ্ণবধ বীৰত্ব কাহিনী
তোমালৈ বাট চাই থাকোঁতেই মই
নিদ্ৰাদেৱী চাপিল ওচৰ।
কোৱা ভাই। কিনো দৰে বধিলা কৰ্ণক
ৰাখিলা ধৰাত আজি অতুল খিযাতি?
কৰ্ণক নিধন কৰি
আজিহে কৰিলা ভাই সুস্থিৰ আমাক।

অৰ্জ্জুন : দাদা।

যুধি : কোৱা পাৰ্থ। নকৰিবা লাজ
নহয় লাজৰ কথা সঁচা প্ৰশংসাত।
কৰ্ণ-বধ বিজয় কাহিনী
ভাঙিপাতি শুনোৱা আমাক।
যদুপতি শ্ৰীকৃষ্ণৰ সাহায্য লভিহে
লভিব পাৰিলা আজি অমৰ গৌৰব।
কোৱা ভাই। এতিযাও নিৰুত্তৰ কিয?

অৰ্জ্জুন : (নিমাত)

যুধি : কোৱা যদুপতি।
কিনো দৰে তুমি আজি অৰ্জ্জুনৰ দ্বাৰা
পৰম শত্ৰুক সেই কৰালা বিনাশ?

অৰ্জ্জুন : দাদা। যুঁজিছিলো আজি মই
নাৰায়ণী সেনাৰ লগত,
তাৰ পিছে গুৰুপুত্ৰ অশ্বত্থামা আহি
ৰণলৈ কৰিলে অহ্বান।
পৰাজি গুৰুৰ পুত্ৰ
আহোতে কৰিব ৰণ কৰ্ণৰ লগত
বৃকোদৰ দাদাই জনালে—
কৰ্ণৰ হাতত আজি
পৰাজয় কাহিনী তোমাৰ।
সেই বাবে আহিলো এতিযা
লওঁ বুলি সবিশেষ বতৰা তোমাৰ।

যুধি : (খঙেৰে) কি কলি অৰ্জ্জুন।
এতিয়াও কৰা নাই কৰ্ণক নিধন?
এতিয়াও সুতপুত্ৰ আছে পৃথিৱীত?
বীৰ পাৰ্থ তই
শুনালিহি কিয় এই কাপুৰুষ-বাণী?

ভীৰু হৈ কৰ্ণৰ ভয়ত
আতৰে আতৰে থাকি কৰি পলায়ন
কলঙ্ক সানিলি তোৰ ক্ষত্ৰিয় নামত।
মিছাতে কৃষ্ণক ল'লি ৰথৰ সাৰথি
মিছাতেই তুলি ল'লি গাণ্ডীৱ হাতত।

অৰ্জ্জুন : অসহ্য! অসহ্য অতি এই অপমান।
দাদা! কোন কাপুৰুষ?
তুমি নে মই?
কোনে আজি কৰ্ণৰ হাতত
হীনভাৱে পৰাজিত হৈ
শুই আছে এইদৰে শিবিৰত আহি?
মিছাতেই কিয় মোক কৰা তিৰস্কাৰ
গাণ্ডীৱক কৰা অপমান?
লোৱা তাৰ এই সমিধান--
(যুধিষ্ঠিৰক কাটিবলৈ তৰোৱাল দাঙে। শ্ৰীকৃষ্ণই বাধা দিয়ে।)

শ্ৰীকৃষ্ণ : ক্ষান্ত হোৱা সখি!

দ্ৰৌপদী : বীৰ ধনঞ্জয়!
জ্যেষ্ঠহত্যা কৰি তুমি কি কাৰণে আজি
নিজ হাতে নৰকৰ মেলিবা দুৱাৰ?

অৰ্জ্জুন : অঙ্গীকাৰ আছে মোৰ--সকলো সহিম
সহস্ৰ লাঞ্জনা মোৰ শিৰত তুলিম।
কিন্তু, যিজনে বুলিব এই
গাণ্ডীৱৰ কুবাক্য বচন
জ্যেষ্ঠ হ'ক, শ্ৰেষ্ঠ হ'ক, ক্ষমা নাই তাৰ।

শ্ৰীকৃ : অপমান কৰিলে জ্যেষ্ঠক
মৃত্যুৰো অধিক দণ্ড কৰা হয় দান।
ধনঞ্জয়! তাকে তুমি কৰা তেনেহ'লে।

অৰ্জ্জুন : ধৰ্ম্মৰাজ! সমৰক্ষেত্ৰৰ পৰা
এক ক্ৰোশ আঁতৰত থাকি
কেনেকৈ তুমি মোক কৰা অপমান?
ভীম দাদা দ্বিতীয় পাণ্ডৱে
মহাকাল ধ্বংস মূৰ্ত্তি ধৰি
সৃষ্টি কৰে মহাপ্ৰলয়ৰ,
সহ্য হ'ব তেওঁ যদি কৰে তিৰস্কাৰ।
কিন্তু হেৰা কাপুৰুষ ধৰ্ম্মৰ নন্দন!
সততেই থাকা তুমি সুৰক্ষিত হৈ।
আজি এই দ্ৰৌপদীৰ কোমল শয্যাত -
শয়ন কৰিছা আহি
অবাবতে অৰ্জ্জুনক তিৰস্কাৰ হেতু?
অক্ষখেলা খেলি তুমি লক্ষ্য হেৰুৱাই
দক্ষতাৰ, যোগ্যতাৰ নিদিলা চিনাকি,
কত শত নিৰ্য্যাতন ভোগালা আমাক।
তুমিয়েই পঞ্চপাণ্ডৱৰ
যতমানে অনিষ্টৰ মূল।
(অলপ ভাবি) যদুপতি! দাদা!!
এইবাৰ আত্মহত্যা কৰো মই
জ্যেষ্ঠনিন্দা পাপৰ কাৰণে। (তৰোৱাল উলিয়ায)

শ্ৰীকৃষ্ণ : পুনুবাৰ কি কৰা অৰ্জ্জুন?
নকৰিবা তেনে পাপ কাম।

অৰ্জ্জুন : প্ৰায়শ্চিত্ত নাই মোৰ মহাপাতকৰ,
নিজ হাতে নিজৰেই কৰি শিৰচ্ছেদ
আশীৰ্ব্বাদ মাগিম জ্যেষ্ঠৰ।

শ্ৰীকৃষ্ণ : আত্মহত্যা উপযুক্ত প্ৰায়শ্চিত্ত তাৰ
কিন্তু শুনা শাস্ত্ৰৰ বচন--
আত্মহত্যা কৰা যায় আত্মপ্ৰশংসাৰে।
এতেকে তুমিও আজি
নিজ মুখে নিজৰে তোমাৰ
পাৰা মানে কৰা সখি মহিমা কীৰ্ত্তন,
হ'ব পাৰে পাতকখণ্ডন।

অৰ্জ্জুন : সখি! যদিও অপ্ৰিয় কাৰ্য্য
তথাপিতো মানি ললো তোমাৰ কথাকে।
শুনা দাদা! হেলাৰে জিনিছো মই
কুবেৰৰ ৰত্নৰ ভাণ্ডাৰ,
পৰাজিলো দেৱ পশুপতি
পাশুপাত মহা অস্ত্ৰ পালো সেইবাবে।
তুষ্ঠ কৰি ৰুষ্ট হোৱা অগ্নিদেৱতাক--
খাণ্ডৱদাহন কৰি মধ্যম পাণ্ডৱে
পুৰস্কাৰ লভিছে গাণ্ডীৱ।
ৰাজসূয় মহাযজ্ঞ
ভালভাৱে সম্পাদন কৰালো ময়েই।
আজিওতো এই সমৰত--
বিপক্ষৰ অৰ্দ্ধেক সেনানী
নিপাতিছে অকলে অৰ্জ্জুনে।
ভীষ্ম, দ্ৰোণ মোৰেই শৰত
ধৰণীত বাগৰি পৰিছে,
ভগদত্ত আদি কৰি
আৰু যত পৰাক্ৰান্ত বীৰ
ধৰাশায়ী কৰিছে অৰ্জ্জুনে।

সেইদৰে যেনে তেনে আজিৰ ৰণত
সুতপুত্ৰ কৰ্ণক বিনাশি
পাণ্ডৱৰ বঢ়াম সন্তোষ।
কৰো মই পুনৰ প্ৰতিজ্ঞা--
হ'ব আজি পুত্ৰহীনা কৰ্ণৰ জননী
নতুবা আমাৰ মাতৃ চেনেহী কুন্তীয়ে
অৰ্জ্জুনক হেৰুৱাই পেলাব চকুলো।
দাদা! চৰণত ধৰি মই
বাৰে বাৰে অনুৰোধ কৰিছো তোমাক
অবাবতে দাৰুণ সন্তাপ
দিলো আজি মনত তোমাৰ।
এই দোষ ক্ষমাৰো অতীত
তথাপি হে জ্যেষ্ঠ!
অনুতপ্ত দগ্ধ হিয়া মোৰ
ভাই বুলি--দাস বুলি মোক
দয়া কৰি দিয়া তুমি চৰণত ঠাই।

যুধি : উঠা ভাই! ক্ষমিলো তোমাক।
নিজে মই শোকে-দুখে আপোন পাহৰি
হৈছিলো মিছাতে উতলা
সেই বাবে দিলো মাথো বেজাৰ তোমাক
তুমি আজি ধৰ্ম্মৰক্ষা কৰি
ভালদৰে কৰিছা কৰ্ত্তব্য
তাকে দেখি সুখ মোৰ বাঢ়িছে মনত।

অৰ্জ্জুন : দাদা! তুমি আৰু বৃকোদৰ
সহদেব নকুল ভ্ৰাতৃৰ
সকলোৰে নাম লৈ কৰিছো শপত
আজিৰ ৰণত মই কৰ্ণক বধিম।

শ্ৰীকৃষ্ণ : মোকো তুমি ক্ষমা কৰা দাদা!
গাণ্ডীৱৰ মৰ্য্যাদাৰ হেতু
অৰ্জ্জুনৰ হতুৱাই মই
অপমান কৰালো তোমাক।

দ্ৰৌপদী : অপমান নোহে যদুমণি!
কাটিলে সন্ধিৰ বাঁহ বুদ্ধিযে তোমাৰ।
গাণ্ডীৱৰো বঢ়ালা সন্মান
ধৰ্ম্মৰাজ, অৰ্জ্জুনৰো ৰাখিলা জীৱন।

যুধি : সঁচা, সঁচা হেৰা পাৰ্থৰ সাৰথি!
ধন্যবাদ আৰু আশীৰ্ব্বাদ মাথো
পুৰস্কাৰ তোমাৰ ভাগৰ।

শ্ৰীকৃষ্ণ : আশীৰ্ব্বাদ কৰা অৰ্জ্জুনক--
হ'ব পাৰে যেন আজি ৰণত বিজয়ী
কৰ্ণক নিধন কৰি জয়মালা পিন্ধি
পৰাজিব পাৰে যেন কৌৰৱক।

যুধি : নিশ্চয় পাৰিব কৃষ্ণ, নিশ্চয় পাৰিব।
লাভ কৰি কৰুণা তোমাৰ
বীৰ ভ্ৰাতৃ ধনঞ্জয়ে মোৰ
কৰ্ণৰ তেজেৰে আজি বসুধা ভহাব।

শ্ৰীকৃষ্ণ : ধৰ্ম্মৰাজ! পাতনিতে ৰণৰ সিদিনা
ভক্তিভাৱে প্ৰণামিলা যেতিয়া শল্যক
আশীৰ্ব্বাদ দিছিল তোমাক
আৰু গাত ল'লে তেওঁ--
কৰ্ণৰ সাৰথি হৈ কটু কথা কৈ
উত্তেজিত কৰিব কৰ্ণক।
পাণ্ডৱৰ হিতৰ কাৰণে
মদ্ৰপতি শল্য আজি কৰ্ণৰ সাৰথি
কৰ্ণক নাশিব এয়ে সোণালী সুযোগ।

দ্ৰৌপদী : তেন্তে আজি বুজিছো ধ্ৰুৱপ
কৰ্ণ-বধ নিশ্চিত যেতিয়া
শেষ হ'ব সোণকালে কুৰুক্ষেত্ৰ ৰণ।
সেই দিনা কৌৰৱ-সভাত
দ্ৰৌপদীক অপমান কৰা
আজিযেই প্ৰতিফল লভিব কৰ্ণই।
বীৰ সব্যসাচী! কৰ্ণৰ বধৰ বাবে
তুলি ল'বা যেতিয়া গাণ্ডীৱ
সেই মোৰ অপমান পেলাবা মনত।
তেতিয়াই সেই মুহূৰ্ত্ততে
অদৃশ্য ভাবেৰে এই দ্ৰৌপদীযে গৈ
যোগ দিব তোমাৰ লগত
অসীম শকতি তুমি লভিবা বাহুত।
আৰু হেৰা পাৰ্থৰ সাৰথি!
কৰ্ণৰ সকলো চেষ্টা সকলো বিক্ৰম
তুমিযেই দিবা ব্যৰ্থ কৰি।

অৰ্জ্জুন : নাই আৰু সমূলঞ্চে ভয়।
ব'লা সখি! নতুন উদ্যমে আজি
পাঞ্চজন্য উঠক গৰজি।

যুধি : ব'লা ভাই! যাওঁ সকলোটি।
(সকলোৰে প্ৰস্থান)

## সপ্তম দৰ্শন

### প্ৰান্তৰ

(বৰাগীৰ প্ৰৱেশ)

বৰাগী : -- গীত --

মালকোষ--তেওৰা

বাজে কি ৰাগিণী বিশ্বসংহাৰিণী
হে পাৰ্থসাৰথি শ্ৰীকৃষ্ণ মুৰাৰি।
গৰ্জ্জে কুৰুক্ষেত্ৰ নাশে শত্ৰু-মিত্ৰ
পাঞ্চজন্য আজি উঠিছে ফুকাৰি।
গীতাৰ মন্ত্ৰেৰে হৃদয়-তন্ত্ৰী
বান্ধি দিয়া তুমি জগতযন্ত্ৰী
তিমিৰ বিদাৰি জ্বলালা বৰ্ত্তি
উঠে হুঙ্কাৰি গাণ্ডীৱধাৰী।
চিত্ত-অৱসাদ মৃত্যু-বিভীষিকা
লুপ্ত কৰি দিলা মায়া-কুহেলিকা
সুপ্ত ক্ষত্ৰ-শক্তি জগালা আজি
শক্তি সঞ্চাৰি ভৱ-ভয়-হাৰী।

(প্ৰস্থান। শকুনিৰ প্ৰৱেশ।)

শকুনি : এশ জন পাপিষ্ঠ কৌৰৱ
মহাশত্ৰু গান্ধাৰৰ মোৰ
লাহে লাহে সকলোটি সৌ
পালেগৈ যমৰ নগৰ।
বাকী মাথো আছে দুৰ্য্যোধন,
সিও যাব--সিও যায--নোৱাৰে থাকিব
আৰু মোৰ অপেক্ষাৰ নাই প্ৰযোজন।
পিতৃঘাতী, ভ্ৰাতৃঘাতী অৰাতিৰ মোৰ
সৌৱা--
তপ্ত তেজ, ৰুধিৰৰ ধাৰা
ধাৰাসাৰে বাগৰে ধৰাত।
হে জগৎ! জয়ধ্বনি দিয়া শকুনিৰ
আজি মই জিনিছো ৰণত।
প্ৰতিহিংসা গঙ্গাৰ বুকুত
পিতৃ-অস্থি কৰিলো নিক্ষেপ
আহা কৃষ্ণ! আহা নাৰায়ণ!!
আজি মই প্ৰাণ ভৰি মাতিছো তোমাক।
ভক্তি-অৰ্ঘ্য হৃদয়ৰ তপত শোণিত
নিবেদিব শকুনিয়ে ৰঙা চৰণত।

(সহদেৱৰ প্ৰৱেশ।)

সহ : হে মাতুল! সাজু হোৱা মৰণৰ বাবে।
আজি আৰু নাই পৰিত্ৰাণ।

শকুনি : আহা, আহা সহদেৱ!
আহা মোৰ বন্ধু অন্তিমৰ!
আজি মই তোমাকেই বিচাৰি ফুৰিছো।

সহ : মৰণ কালত তুমি!
কিয় মোৰ মাগিছা শৰণ?
নাই প্ৰয়োজন,
দিয়া ৰণ, কৰো মোৰ প্ৰতিজ্ঞা পূৰণ।
নিশ্চিত জানিবা আজি
সহদেৱ ৰূপ লৈ আহিছে শমন।

শকুনি : সেয়ে হ'ব--তাকে তুমি পাবা সহদেৱ!
সৌ মোৰ ওচৰতে থকা
যুঁজিম ৰথৰ পৰা
আহা বন্ধু! সম্ভাষণ জনাম শঁৰেৰে।

সহ : উত্তম! (দুয়োৰে প্ৰস্থান)

## অষ্টম দৰ্শন

### ৰণস্থল

(কৰ্ণই ৰথৰ চকা মাটিৰ পৰা তুলিবলৈ চেষ্টা কৰিছে। অৰ্জ্জুনে বাণ বৰষি আছে। ওচৰতে শ্ৰীকৃষ্ণ। কৰ্ণ তেজেৰে ৰাঙলী।)

কৰ্ণ : উস্--দুই বাহু পৰিছে ভাগৰি!
ৰাক্ষসী ধৰাই আজি কালমূৰ্ত্তি ধৰি
গ্ৰাস কৰে ৰথচক্ৰ মোৰ।
গুৰু-অভিশাপ আৰু ঋষি অভিশাপ
ফলিযায় নেকি হায় আজি এনেদৰে?

অৰ্জ্জুন : উঠা কৰ্ণ! কৰা তুমি ৰণ।

কৰ্ণ : অলপ সময় দিয়া বীৰ ধনঞ্জয়!
মেদিনীৰে গ্ৰাস কৰা ৰথচক্ৰ মোৰ
মুক্ত কৰি পুনুবাৰ যুঁজিম তোমাৰে।

শ্ৰীকৃষ্ণ : সব্যসাচী! নেৰাখিবা শত্ৰুৰে মমতা
অপেক্ষাৰ নাই প্ৰয়োজন।

শল্য : সুতপুত্ৰ!
অৰ্জ্জুন ৰূপেৰে আহি শমনে নিজেই
আহ্বানিছে মৃত্যুদণ্ড লৈ
আজি আৰু নাই পৰিত্ৰাণ।

কৰ্ণ : (বিৰক্তিৰে) মনে মনে থাকা মদ্ৰৰাজ!
নকৰিবা তুমি মোক সঘনে অস্থিৰ।
হে অৰ্জ্জুন! আজি তুমি ইমান নিষ্ঠুৰ!
ভয় যদি কৰা ধৰ্ম্মলৈ

দয়া কৰি ৰোৱাচোঁ ক্ষন্তেক।

**শ্ৰীকৃষ্ণ** : (খঙেৰে) হে কৰ্ণ! মৰণ কালত তোৰ
কিয় দিয় আজি তই ধৰ্ম্মৰ দোহাই?
শকুনিৰে যোগ হৈ
যিদিনা খেলিলি পাশা অন্যায় ভাবেৰে
ধৰ্ম্ম জানো নাছিল সিদিনা?
দ্ৰৌপদীৰ বস্ত্ৰহৰণত
পাহৰি আছিলি কিয় ধৰ্ম্মৰ মাহাত্ম্য?
জতুগৃহ দাহৰ কালত
ধৰ্ম্ম ক'ত আছিল লুকাই?
বীৰ শিশু অভিক আমাৰ
সপ্তৰথী লগ হৈ অন্যায় ভাৱেৰে
সংহাৰোতে ৰাক্ষসৰ দৰে
ধৰ্ম্মভয় কিয় পাহৰিলি?
আজি তই কোন মুখে নিলাজ ভাবেৰে
চিঞৰিছ ধৰ্ম্ম ধৰ্ম্ম কৰি?
চিঞৰিলে পাবি জানো ধৰ্ম্মৰ সহায়?
হে অৰ্জ্জুন! নকৰিবা ক্ষমা
পুত্ৰহন্তা অভিমন্যু হত্যাকাৰী সৌ
কঁপিব লাগিছে আজি তোমাৰ আগত।

**অৰ্জ্জুন** : ঠিক কথা- দয়া মায়া দিলো বিসৰ্জ্জন।
সাৱধান পুত্ৰহন্তাকাৰী। (শঁৰ মাৰে।)

**কৰ্ণ** : নেলাগে নোতোলা ৰথ- নিবিচাৰো দয়া।
যুঁজিম মাটিৰ পৰা বীৰৰ নিচিনা। (যুদ্ধ কৰে)

**কৰ্ণ** : (স্বগত) ব্যবহাৰ সময়ৰ শঁৰ
কিয় মোৰ নপৰে মনত?
ফলিযালে আজি হায় গুৰু অভিশাপ
নিৰ্য্যাতিত নিপীড়িত অভিশপ্ত মই!
যদুপতি! তুমিযেই আজি
নিৰ্য্যাতিত ভাগ্যহীন অস্পৃশ্য কৰ্ণক
ছলে-বলে কৰাবা নিধন
নেবাঢে ইযাৰ পৰা সুখ্যাতি তোমাৰ।
কিন্তু--এই দৰে পৃথিৱীৰ পৰা
অস্পৃশ্যতা মহাব্যাধি
ধ্বংস তুমি কৰাবা যিদিনা
সেই দিনা--সেই দিনা মাথো হ'ব
সাৰ্থক তোমাৰ নাম পতিতপাৱন।
এই মোৰ মৰণ কালত
ভাল শিক্ষা পালো মই দয়া ভিক্ষা কৰি।
অস্পৃশ্যাই তুচ্ছ ভাবে উচ্চৰ কাষত
নল'ব একোকে খুজি ভৱিষ্যতে যেন।
ধনঞ্জয়! কৰা পুনু ৰণ।

**অৰ্জ্জুন** : অঞ্জলীক মহা অস্ত্ৰ
গাণ্ডীৱত কৰিলো যোজনা
বীৰ কৰ্ণ! লোৱা বুকু পাতি। (শঁৰ মাৰে।)

**কৰ্ণ** : যদু -পতি! নাৰায়ণ! (অৰ্জ্জুনৰ শঁৰত বাগৰি পৰে)

**শ্ৰীকৃষ্ণ** : পৃথিৱীৰ সৰ্ব্বশ্ৰেষ্ঠ বীৰ
তোমাৰ শঁৰত সখি পৰিল বাগৰি।
বিনাশিলা জেষ্ঠ্যক তোমাৰ
মহাৰথী বীৰ কৰ্ণ কুন্তীৰ নন্দন।

**অৰ্জ্জুন** : কিয় তেন্তে আজি সখি
জাপি দিলা জ্যেষ্ঠহত্যা নতুন পাতক?
অলপ আগতে যদি জানিলোহেঁতেন!

**শ্ৰীকৃষ্ণ** : অখণ্ডন বিধিৰ বিধান।

**অৰ্জ্জুন** : দাদা! (কৰ্ণক পৰিচৰ্য্যা কৰে)

**কৰ্ণ** : বীৰ পাৰ্থ! যোগ্যতাৰ দিছা পৰিচয়।
উপযুক্ত মহাবীৰ ভ্ৰাতৃ তুমি মোৰ
উজ্জ্বল কৰিছা আজি মাতৃৰ সন্মান।
লোৱা আশীৰ্ব্বাদ
হোৱা ভাই ভুৱনবিজয়ী।
কায চাপি আহা নাৰায়ণ!

**শ্ৰীকৃষ্ণ** : যোৱা ভক্ত দিব্য ধামলৈ।
ধনঞ্জয়! মৰ্ত্ত্যৰ মাৰ্ত্তণ্ড আজি
অস্ত গ'ল চিৰকাললৈ।
বীৰ কৰ্ণ জেষ্ঠ্যাই তোমাৰ
বীৰত্বৰ, মহত্বৰ, উজ্জ্বল আদৰ্শ
ৰাখি গ'ল হেলোৰে ধৰাত।
চোৱা সৌ দিব্য জ্যোতি-
ধীৰে ধীৰে উঠি আকাশত
মিলি গ'ল সূৰ্য্যৰ লগত।
ভক্তিভাবে সকলোৱে কৰা প্ৰণিপাত।

*ঐক্যতান*

## পঞ্চম অঙ্ক

### প্ৰথম দৰ্শন

**প্ৰান্তৰ**

(দুৰ্য্যোধন আৰু অশ্বত্থামা।)

**দুৰ্য্যো** : অশ্বত্থামা!

যুদ্ধজয় কৌৰৱৰ নাছিল ভাগ্যত।
কৃতবৰ্ম্মা, কৃপাচাৰ্য্য, তুমি অশ্বত্থামা
তিনি জন মহাবীৰ মাথো
ৰ'ল আজি অৱশেষ বিৰাট ধ্বংসৰ।

অশ্ব : মহাৰাজ! সেই বুলি নহ'বা হতাশ।
মৰা নাই পিতৃহন্তা ধৃষ্টদ্যুম্ন মোৰ।
মৰা নাই চিৰশত্ৰু পাণ্ডৱসকল।
এতিয়াও যুদ্ধৰ নিমিত্তে
হওঁ যদি অগ্ৰসৰ আমি
অৱশ্যেই জিকিম শেষত।

দুৰ্য্যো : সেই আশা দুৰাশা মাথোন।
হস্তিনাৰ কাৰেঙত আজি
বিধৱাৰ চকুলোৰে সাগৰ হৈছে
সৰিছে গছৰ পাত ক্ৰন্দন ধ্বনিত।
কান্দোনেই হ'ল আজি জয়ধ্বনি মোৰ
চকুপানী গঙ্গাজল উঠিছে উথলি
স্নান কৰি তাতে মই যাত্ৰাৰ কালত
সাজু হ'ম পুনুবাৰ ৰণৰ কাৰণে।
অশ্বত্থামা! জীৱনত কেতিয়াও মই
ৰণৰ বাতৰি শুনি ভয় কৰা নাই
আজিও নকৰো ভয়।
যদিওবা হলো মই অকলশৰীয়া
তথাপিতো শেষ বাৰ চলাম সংগ্ৰাম।

অশ্ব : সেযেতো বীৰৰ কথা।
বিচাৰিছো তাকে আজি আমি

দুৰ্য্যো : কিন্তু বৰ ক্লান্ত মই
কিছু দিন কৰিম বিশ্ৰাম।
তোমালোকে এই সময়তে
সৈন্যবল—ৰণবল গোটোৱা সমল।
নতুন উদ্যমে পুনু
কৰা হ'ব সমযত ৰণ আৰম্ভণ।

অশ্ব : তেন্তে যাওঁ মই?

যুৰ্য্যো : ৰ'বা, ময়ো যাম।

অশ্ব : মইতো নেযাওঁ ঘূৰি কাৰেঙৰ ফালে?

দুৰ্য্যো : মোৰো আৰু হস্তিনাৰ ৰাজকাৰেঙত
স্থান নাই অশ্বত্থামা জানিবা নিশ্চিত।
কন্টকৰ মাজলৈ সেই
নেযায় দুনাই ঘূৰি ক্লান্ত দুৰ্য্যোধন।
হস্তিনাৰ কাৰেঙৰ ভিতৰত আজি
জ্বলিছে চিতাৰ জুই, নাচিছে পিশাচ।
বিসৰ্জ্জিছো ৰাজসুখ মই;
দ্বৈপায়ন হ্ৰদৰ গৰ্ভত
সুশীতল পানীৰ মাজত
দগ্ধ দেহা ৰাখিম লুকাই।
হেৰোৱা শকতি আৰু লুকুৱা মহিমা
যিপৰ্য্যন্ত নহয় উদ্ধাৰ
সেই পৰ্য্যন্ত জন-সমাজৰ পৰা
এই মুখ ৰাখিম লুকাই।
ব'লা অশ্বত্থামা।
(দুৰ্য্যোধনৰ প্ৰস্থান।)

অশ্ব : পিতৃহন্তা পাণ্ডৱৰ জয়ধ্বনি শুনি
অমৰত্ব অভিশাপ লৈ
অশ্বত্থামা।
কৰি আছ এতিয়াও জীৱন ধাৰণ?
গুৰুবধী, ব্ৰহ্মবধী পাপী ধৃষ্টদ্যুম্নে
এতিযাও অক্ষত শৰীৰে
পৃথিৱীত কৰে বিচৰণ।
পিতৃদেৱ! দিয়া আশীৰ্ব্বাদ
হ'ক আজি জীৱনৰ জয়যাত্ৰা মোৰ।
কালিৰ সূৰ্য্যই যেন পুৱাতে ওলাই
দিব পাৰে জগতত তূৰ্য্যধ্বনি কৰি
পিতৃহন্তা ধৃষ্টদ্যুম্ন বধৰ বাতৰি।
আৰু যেন ক'ব পাৰে ঘৰে ঘৰে গৈ--
পাণ্ডৱবিহীনা আজি হ'ল বসুমতী।
অশ্বত্থামা! জয় লাগে
পাণ্ডৱৰ কটা মুৰ লাগে-
আৰু লাগে তোক
তপ্ত ৰক্ত পিতৃহন্তা দ্ৰুপদ পুত্ৰৰ।
(প্ৰস্থান।)

## দ্বিতীয় দৰ্শন

### দ্বৈপায়ন হ্ৰদ

(পঞ্চপাণ্ডৱ আৰু শ্ৰীকৃষ্ণৰ প্ৰৱেশ।)

ভীম : এয়ে সেই দ্বৈপায়ন হ্ৰদ।
বিয়াধৰ মুখে মই লভিলো বাতৰি
ইয়াতেই আছে দুৰ্য্যোধন।

শ্ৰীকৃষ্ণ : মায়াবীৰ দুৰ্য্যোধনে মায়াৰ বলেৰে
পানীৰ মাজত আছে গোপনে লুকাই।

অৰ্জ্জুন : কি উপায় কৰা যায় বাহিৰ এতিয়া?

শ্ৰীকৃষ্ণ : আছে মাথো একেটা উপায়।
অৰ্জ্জুন : কোবা সখি!
শেষ হ'ক শেষ শত্ৰু বুদ্ধিৰে তোমাৰ।
শ্ৰীকৃষ্ণ : শুনা তেন্তে—ধৰ্ম্মৰাজে ইয়াতেই থাকি
কৰে যদি তিৰস্কাৰ দুটা কথা কৈ
অভিমানী বীৰ দুৰ্য্যোধনে
কেতিয়াও সহ্য নকৰিব;
নিজেই আহিব উঠি ৰণ দিবলৈ।
দাদা যুধিষ্ঠিৰ!
সম্ভাষণ কৰা আজি তিতা বচনেৰে
পলৰীয়া মহাশত্ৰু ভ্ৰাতৃক তোমাৰ।
যুধি : (ডাঙৰকৈ) মহাৰাজ দুৰ্য্যোধন!
কিয় আজি পানীৰ তলত
লুকাই পলাই তুমি আমাৰ ভয়ত
চোৰৰ নিচিনা কৰি ৰাখিছা জীৱন?
সেইদৰে থাকি জানো লাজ পোৱা নাই?
অহঙ্কাৰ, অভিমান, সন্মান তোমাৰ
কিয় আজি সকলোকে দিছা বিসৰ্জ্জন?
দুৰ্য্যো : (পানীৰ তলৰ পৰা)
যুধিষ্ঠিৰ! দুৰ্য্যোধনে লভিছে বিশ্ৰাম।
যুধি : এতিয়াহে বিশ্ৰামৰ হ'ল নে সময়?
বিনা যুদ্ধে পঞ্চপাণ্ডৱক
নিদিছিলা এৰি তুমি পাঁচখন গাওঁ,
চোৱা আজি সেই পাণ্ডৱেই
অধিকাৰ কৰি ল'লে বাহুৰ বলেৰে
হস্তিনাৰ ৰাজসিংহাসন,
এনে সময়তো তুমি লভিছা বিশ্ৰাম?
দুৰ্য্যো : (পানীৰ তলৰ পৰা) আকৌ লাগিব ৰণ
দুৰ্য্যোধনে যুঁজিব পুনৰ
এতিয়াও পৰাজিত হোৱা নাই মই।
যুধি : কিয় তেন্তে কৰিছা পলম?
উঠি আহা, স্থিৰ কৰা জয়-পৰাজয়।
দুৰ্য্যো : (পানীৰ তলৰ পৰা) কিছু দিন পিছে
যুধিষ্ঠিৰ! কিছু দিন পিছে।
এতিয়া নহয়—ক্লান্ত—শ্ৰান্ত মই!
ধৰ্ম্মৰ নন্দন!
ধৰ্ম্মযুদ্ধ হ'ব পুনু অতি অচিৰতে।
যুধি : তুমিয়ে নে দুৰ্য্যোধন হস্তিনা-ঈশ্বৰ!
বিচাৰিছা ধৰ্ম্মযুদ্ধ আজি?
দ্ৰৌপদীৰ অপমান—জতুগৃহদাহ
শকুনিৰ পাশাখেল—অভিমন্যু বধ
সেইবোৰে ধৰ্ম্মযুদ্ধ যদিহে তোমাৰ
কিয় আজি ভয়াতুৰ, পলৰীয়া তুমি?
জ্ঞাতি-বন্ধু ভ্ৰাতৃ আৰু আত্মীয়-স্বজন
সকলোকে নাশ কৰি পুলিয়ে-পোখাই
ৰাখিছা নিজৰ প্ৰাণ ভয়তে লুকাই,
ইও নেকি অভিনৱ ধৰ্মই তোমাৰ?
দুৰ্য্যো : (পানীৰ পৰা)
বাক্যবাণ সহ্য মই নোৱাৰো কৰিব,
নকৰিবা তেনেভাৱে তিৰস্কাৰ মোক।
ৰ'বা,ৰ'বা গৈছো
দিম মই শক্তিৰ চিনাকি।
দুৰ্য্যো : (পাৰলৈ উঠি আহি) শুনা যুধিষ্ঠিৰ।
এতিয়াও অকলেই কৰিম সমৰ।
ৰজা হৈ জন্মিছিলো
ৰজা হৈ বাহুবলে ভূঞ্জিছো মেদিনী,
যথোচিত আহিলে সময়
ৰজা হৈয়ে লম লম মই অন্তিম মেলানি।
দৰিদ্ৰ,ভিক্ষুক কিম্বা কাপুৰুষৰূপে
কোনো দিনে দুৰ্য্যোধনে এই জীৰ্ণনত
কৰা নাই কেতিয়াও অৱনত শিৰ
নকৰে আজিও বুলি জানিবা ধুৰুপ।
ভাগ্যবান পাণ্ডৱসকল!
নেভাবিবা হীন বুলি, ভীৰু বুলি মোক
শৰীৰত শক্তি মোৰ আছে এতিয়াও
চাব পাৰা আজি তাৰ পৰীক্ষা দুনাই।
যুধি : দুৰ্য্যোধন! তুমি হেন বীৰৰ লগত
যুদ্ধ কৰি সকলোৱে লভিব সন্তোষ।
অকলশৰীয়া হৈ অসহায়ভাৱে
কি দৰে যুঁজিবা তুমি পঞ্চপাণ্ডৱেৰে?
আমাৰ মাজৰ পৰা কোনো এজনক
ইচ্ছামতে বাছি লৈ তুমি
যুদ্ধ কৰি কৰা পৰাজিত।
জয় হয় যদিহে তোমাৰ
পৰাজিত হ'ম তেন্তে সকলোটি আমি।
দুৰ্য্যো : আগবাঢ়ি আহা তেন্তে নিজেই এজন।
তুলি লোৱা গদা—
কাৰ আছে মোৰ সতে যুঁজাৰ শকতি?
শ্ৰীকৃষ্ণ : দ্বিতীয় পাণ্ডৱ ভীমে যুঁজক তোমাৰে।
ভীম : (আগবাঢ়ি গৈ) তেন্তে আজি পূৰ্ণ হ'ব

ভীমৰ প্ৰতিজ্ঞা
কুৰুপতি! উৰু ভঙ্গ কৰিম তোমাৰ।
দুৰ্য্যো : কাম নাই অসাৰ দৰ্পৰ
কুৰুপতি দুৰ্য্যোধন নোহে হীনবল।
শ্ৰীকৃষ্ণ : ধৰ্মৰাজ! বাছনিৰ সুবিধা প্ৰদানি
কৰিছিলা এতিয়াই মাৰাত্মক ভুল।
পাহৰি পেলালা কিয় গদাৰ যুদ্ধত
মহাৰাজ দুৰ্য্যোধন মহাশক্তিমান?
ভীমৰ বাহিৰে আৰু
তোমালোকে কোনো এজনেও
সিজনৰ সমকক্ষ নোহোৱা কদাপি।
যুধি : ৰণ তেন্তে হুক আৰম্ভণ।
শ্ৰীকৃষ্ণ : নেলাগে ইয়াত হ'ব
যাওঁ ব'লা কুৰুক্ষেত্ৰ ৰণ প্ৰাঙ্গণত।
তাতে হ'ব ভয়ঙ্কৰ এই গদা-যুদ্ধ
তাতে হ'ব ভাৰতৰ ৰণৰ সমাধি।

(সকলোৰে প্ৰস্থান)

# তৃতীয় দৰ্শন

## হস্তিনা-কাৰেঙৰ সন্মুখ

(ৰাজলক্ষ্মীৰ প্ৰৱেশ।)

ৰাজলক্ষ্মী : --গীত--

বন্তি জ্বলোৱা, বন্তি জলোৱা
শান্তি শিখাৰ পোহৰ বিলোৱা--
ভায়ে ভায়ে মিলি কৰা কোলাকুলি
হিংসা জুইকুৰা নুমুৱা, নুমুৱা।
নতুন ভাৰত, নতুন জগৎ
জনতাৰ হাঁহি ফুলোৱা, ফুলোৱা,
নতুন যুগৰ নৱপ্ৰভাতৰ
বোধন মন্ত্ৰৰ ধ্বনি শুনোৱা।

(ৰাজলক্ষ্মীৰ প্ৰস্থান। শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰৰ প্ৰৱেশ।)

শ্ৰীকৃষ্ণ : প্ৰহাৰত বিয়াগোম ভীমৰ গদাৰ
মহাৰাজ দুৰ্য্যোধন নিধন হোৱাত
হ'ল আজি সকলোৰে মনত আনন্দ।
সন্তোষ মনেৰে পুনু জয়গীতি গাই
ভাৰতৰ ৰাজলক্ষ্মী আহিছে উলটি।
বহু দিন লক্ষ্মী দেৱী অকলে নিৰলে
নিৰ্য্যাতিতা সন্তাপিতা হৈ
দূৰে দূৰে আছিল আতৰি।
যুধি : কৰিছোঁ কামনা মই অকপটভাৱে
ইন্দ্ৰপ্ৰস্থ-হস্তিনাৰ ৰাজকাৰেঙত
হ'ক চিৰস্থায়ী বাস ৰাজলখিমীৰ।
শ্ৰীকৃষ্ণ : ধৰ্ম্মৰাজ! ভাৰতৰ চুকে-কোণে থকা
ক্ষুধাতুৰ দৰিদ্ৰৰ দুৱাৰে দুৱাৰে
দৰিদ্ৰ বেশেৰে তুমি কৰিছা ভ্ৰমণ।
দৰিদ্ৰৰ মৰ্মবাণী অন্তৰৰ কথা
ভালদৰে বুজি পালা তুমি,
বুজিব পাৰিছা তুমি আৰু এই কথা
প্ৰকৃততে জনগণে নৰনাৰায়ণ।
সেই দেখি আজিৰ পৰাই
ভাৰতৰ সুখী-দুখী সকলো প্ৰজাৰে
যোগ্যতম শ্ৰেষ্ঠতম প্ৰতিনিধি হৈ
ন্যায়দণ্ড, ধৰ্ম্মদণ্ড শান্তিছত্ৰ লৈ
দয়ালু পিতৃৰ দৰে পালিবা প্ৰজাক।
জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো জনকে
চাবা তুমি ধৰ্ম্মৰাজ সমান চকুৰে।
নিয়তিৰ ঘূৰিল চকৰি
স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ হ'ল সমাপন
আজি হন্তে নৱযুগ মহাভাৰতত।
যুধি : ৰজা মই ভাৰতৰ প্ৰজাৰ সেৱক
প্ৰজাৰ আশিস লৈ পালিম প্ৰজাক
কিন্তু তুমি হেৰা যদুপতি!
ৰজা-প্ৰজা ধনী-দীন সবাৰে নায়ক,
ভাৰতৰ জনতাৰ কপিধ্বজ ৰথ
তুমিয়ে সাৰথি হৈ চলাবা পুনৰ।
শ্ৰীকৃষ্ণ : ব'লা বাৰু, সেই কথা জানে নিয়তিয়ে।
(দুয়োৰো প্ৰস্থান।)

# চতুৰ্থ দৰ্শন

## দ্ৰৌপদীৰ কক্ষ

(শ্ৰীকৃষ্ণ আৰু দ্ৰৌপদীৰ প্ৰৱেশ।)

দ্ৰৌপদী : যদুপতি! দিনে-নিশা পুৰিছে অন্তৰ
হেৰুৱালো পঞ্চপুত্ৰ--পাঁচোটি মাণিক
হেৰুৱালো ধৃষ্টদ্যুম্ন প্ৰাণৰ সোদৰ।
শ্ৰীকৃষ্ণ : শুনা কৃষ্ণা! লাভ নাই বেজাৰ কৰিলে।
ক্ষত্ৰিয়দুহিতা তুমি ক্ষত্ৰিয়াৰমণী
সেই কথা উপলব্ধি কৰা ভালদৰে।

**দ্ৰৌপদী** ঃ নমৰিল বাছাহঁত ৰণৰ ক্ষেত্ৰত
নমৰিল দুৰাৰোগ্য কঠিন ব্যাধিত!
চোৰৰ নিচিনা কৰি ৰাতি মনে মনে
গুৰুপুত্ৰ নৰঘাটী অশ্বত্থামা আহি
কিনো সতে শিৰচ্ছেদ কৰিলে সবাৰে।

**শ্ৰীকৃ**ষ্ণ ঃ সি যে কৃষ্ণা অতিশয় সৌভাগ্য তোমাৰ
সকলো ভালৰ বাবে কৰে ভগৱানে।
মনে মনে হত্যা কৰি পঞ্চপাণ্ডৱক
কটা মূৰ দিবলৈ কৌৰৱপতিক
আহিছিল অশ্বত্থামা আন্ধাৰে আন্ধাৰে।
ভাগ্য ভাল—শিবিৰত নাছিল পাণ্ডৱ
ভাগ্য ভাল—তুমি কৃষ্ণা নহ'লা বিধৱা।

**দ্ৰৌপদী** ঃ তাকে লৈ দুৰ্য্যোধনে পালে নে সন্তোষ?

**শ্ৰীকৃষ্ণ** ঃ কেতিয়াও নাই পোৱা ভাল
যদিও পৰম শত্ৰু মহা অহঙ্কাৰী
তথাপিতো দুৰ্য্যোধন আছিল মহৎ।
দেখি সি শিশুৰ মূৰ বংশৰ প্ৰদীপ
কৰিছিল তিৰস্কাৰ গুৰুৰ পুত্ৰক
আৰু সেই বেজাৰতে তেওঁ
বিসৰ্জ্জিলে ভগ্নদেহ নশ্বৰ জীৱন।

**দ্ৰৌপদী** ঃ এতিয়াও ভীমাৰ্জ্জুন নাহিল উলটি।
এতিয়াও পুত্ৰহন্তা অশ্বত্থামা-শিৰ
নোৱাৰিলে আনি দিব মোক।

**ঃষ্ণ** ঃ এতিয়াই সকলোটি আহিব ৰথত।
আগবাটি আহি পালো মই।
আজি পুনু হৈ গ'ল এক মহাৰণ
শুনিবা নে আদ্যোপান্ত তাৰ?

**দ্ৰৌপদী** ঃ কোৱা কৃষ্ণ।
পুত্ৰহন্তা কেনেকৈ হ'ল পৰাজিত?

**শ্ৰীকৃষ্ণ** ঃ ভীমাৰ্জ্জুন যোৱা দেখি অশ্বত্থামা গৈ
ঠাই ল'লে আশ্ৰমত মহৰ্ষি ব্যাসৰ।
সিমানতো যোৱা দেখি আমি পাছে পাছে
ভয়াতুৰ গুৰুপুত্ৰে প্ৰাণৰ ভয়ত
ব্ৰহ্মশিৰা মহাঅস্ত্ৰ কৰিলে প্ৰয়োগ
সেই শৰে বিনাশিলে নিৰ্ম্মমভাৱেৰে
কুলবধু উত্তৰাৰ গৰ্ভস্থ সন্তান!

**দ্ৰৌপদী** ঃ ততোধিক মৰ্ম্মভেদী দুখৰ বাতৰি।
তেন্তে কোৱা কৃষ্ণ।
হ'ল নেকি সমূলঞ্চে নিৰ্ব্বংশ পাণ্ডৱ?
আৰু সেয়ে যদি হয়—
কুৰুক্ষেত্ৰ যুদ্ধজয় কিহৰ নিমিত্তে?
কাৰ নিমিত্তে তুমি
ভাৰতত ধৰ্ম্মৰাজ্য কৰিলা স্থাপন?

**শ্ৰীকৃষ্ণ** ঃ সেই বাবে নাই একো ভয়ৰ কাৰণ।
সঞ্চাৰিলো ততালিকে মই
নৱপ্ৰাণ উত্তৰাৰ গৰ্ভস্থ শিশুৰ।
সৌ চোৱা ভীমাৰ্জ্জুন আহিল তোমাৰ
বন্দী হৈ গুৰুপুত্ৰ আহিছে লগত।
(ভীমাৰ্জ্জুনৰ প্ৰৱেশ। ভীমে অশ্বত্থামাক বন্দী কৰি আনিছে।)

**ভীম** ঃ হে পাঞ্চালী!
পুত্ৰহন্তা, ভ্ৰাতৃহন্তা আহিছে তোমাৰ!
দিয়া শীঘ্ৰে অনুমতি মোক
শিৰশ্চ্ছেদ কৰো নাৰকীৰ।

**দ্ৰৌপদী** ঃ (কিছু সময় অশ্বত্থামাৰ ফালে একেথৰে চাই থাকি)
নেলাগে, নেলাগে ভীম! নহ'বা নিষ্ঠুৰ
যাবলৈ দিয়া এৰি গুৰুৰ পুত্ৰক।

**অৰ্জ্জুন** ঃ হাতৰ মুঠিত পাই শত্ৰুক তোমাৰ
কিয় বাৰু এৰি তুমি দিবা যাজ্ঞসেনী?
মনত ৰাখিবা—
দুনাই নিমিলে এনে সোণালী সুযোগ।

**শ্ৰীকৃষ্ণ** ঃ তুমিযে প্ৰথমে কৃষ্ণা!
বিচাৰিলা প্ৰতিশোধ সন্তানহত্যাৰ,
বিচাৰিলা পুত্ৰহন্তা অশ্বত্থামা শিৰ।
পাহৰিলা সেই কথা কিয়নো এতিয়া?

**দ্ৰৌপদী** ঃ মাতৃয়ে পুত্ৰৰ শোক কিয় পাহৰিব?
তথাপিতো—

**ভীম** ঃ কিহৰ তথাপি? দিয়া মোক অনুমতি-
নেৰাখো শত্ৰুৰ শেষ
ধ্বংস কৰো বংশ অৰাতিৰ।

**দ্ৰৌপদী** ঃ প্ৰয়োজন নাই আৰু ব্ৰাহ্মণহত্যাৰ

**ভীম** ঃ ব্ৰাহ্মণ নহয় কৃষ্ণা!
ব্ৰাহ্মণে নকৰে কাম গুপ্ত ঘাটকৰ।

**দ্ৰৌপদী** ঃ হত্যাৰ দ্বাৰাই আজি
প্ৰতিশোধ নহ'ব হত্যাৰ
ক্ষমা কৰা সকলোৱে গুৰুৰ পুত্ৰক।
পুত্ৰহীনা দ্ৰৌপদীয়ে শুদ্ধচিতে আজি
হতভাগ্য ব্ৰাহ্মণক কৰিছে মাৰ্জ্জনা।
ভীমসেন! পুত্ৰশোক কেনুৱা ভীষণ

ভালদৰে আজি মই
অনুভৱ কৰিব পাৰিছো।
এই জুই—ৰাৱণৰ চিতা
মোৰ হৃদয়ত আজি জ্বলিব লাগিছে।
এনেকুৱা পুত্ৰশোক চিতাৰ অনল
কিদৰেনো দিবা উপহাৰ
মাতৃসমা গুৰুপত্নী কৃপীক পামাৰ?
প্ৰযোজন নাই যদুপতি।
কেতিয়াও মোৰ দৰে কোনো জননীক
নকৰিবা ভাগ্যহীনা পুত্ৰহীনা তুমি।
ক্ষমা আৰু কৰুণাই শ্ৰেষ্ঠ প্ৰতিশোধ
মহাশান্তি সেযেই আমাৰ।
দূৰ হ'ক হিংসা-পাপ পৃথিৱীৰ পৰা
অহিংসাই চিত্তশুদ্ধি কৰক সবাৰ।

শ্ৰীকৃষ্ণ : ধন্য হেৰা ক্ষমাশীলা দ্ৰুপদনন্দিনী!
এই ক্ষমা ঈশ্বৰৰ স্নেহৰ আশিস
মানি ল'ব সকলোৱে তোমাৰ কথাকে।
যুগে যুগে জগতত ইদৰে সদায়
অহিংসাই নুমুৱাব হিংসাৰ অনল।
বৃকোদৰ। কাটা যদি মূৰৰ মণিটি
সেযে হ'ব শিৰচ্ছেদ অবোধ দ্ৰোণীৰ।
সেই মণিটিকে ৰাখি কুকৰ্ম্মৰ চিন
হাঁহি হাঁহি পূৰ্ণ কৰা পূৰ্ব্ব অঙ্গীকাৰ
ৰক্ষা কৰা অনুৰোধ দ্ৰোপদী দেৱীৰ!

ভীম : (অশ্বত্থামাৰ শিৰৰ মণি কাটি এৰি দি)
যা নৰাধম। আগলৈ আৰু এইদৰে
কেতিয়াও নকৰিবি এনে নীচ কাম
কোনো জননীক তই নিদিবি সন্তাপ।

অশ্ব : দযাময়ী হে দেৱী দ্ৰৌপদী।
মাতৃ হৈ করুণারূপিনী
তুমি মোৰ ৰাখিলা জীৱন।
শ্ৰদ্ধাভৰা লোৱা নমস্কাৰ।
(মূৰত হাত দি পগলাৰ দৰে প্ৰস্থান)

শ্ৰীকৃষ্ণ : যোৱা কৃষ্ণা! নেথাকা ইয়াত
(দ্ৰৌপদীৰ প্ৰস্থান। ধৃতৰাষ্ট্ৰ, সঞ্জয় আৰু
যুধিষ্ঠিৰৰ প্ৰৱেশ।)

যুধি : যদুপতি!
এশ পুত্ৰ হেৰুৱাই অন্ধৰাজে আজি
পালে আহি পদব্ৰজে পাণ্ডৱশিবিৰ।
বিচাৰিছে সম্ভাষণ কৰিব ভীমক
কৰা কৃষ্ণ। যুগুত ব্যৱস্থা।

শ্ৰীকৃষ্ণ : মহাৰাজ ধৃতৰাষ্ট্ৰ! কাক তুমি আজি
কৰিব খুজিছা বাৰু স্নেহ-আলিঙ্গন?

ধৃত : পঠিয়াই দিয়া কৃষ্ণ!
লাগে মোক ভীমক এবাৰ
লওঁ তাক মৰমেৰে বুকুত সাৱটি।

শ্ৰীকৃষ্ণ : সৌ জন বীৰ ভীমসেন
ৰৈ আছে আঁতৰত তোমাৰ নিমিত্তে।
লৈ যোৱা সঞ্জয়।
(ভিতৰলৈ নিৰ্দ্দেশ কৰে। সঞ্জয়ে ধৃতৰাষ্ট্ৰক
সেই ফালে লৈ যায়। সকলোৱে নেপথ্যৰ
ফালে চাই থাকে।)

নেপথ্যত ধৃত : (খঙেৰে) ভীম! পুত্ৰহন্তা মোৰ!
আজি তোক পাইছো বুকুত
নিদিওঁ সহজে এৰি নোৱাৰ সাৰিব।
(নেপথ্যত লৌহ ভীম চূৰ্ণ কৰাৰ ভীষণ
শব্দ।)

যুধি : চোৱা কৃষ্ণ!
অন্ধৰাজে ভীষণ বিক্ৰমে
গাৰ জোৰে চেপি ধৰি লোহাৰ ভীমক
চূৰ্ণ-বিচূৰ্ণ কৰি পেলালে মাটিত।
আজি হ'লে একোতেই
পৰিত্ৰাণ নাছিল ভীমৰ
কিন্তু কৃষ্ণ।
কৰুণাই—বুদ্ধিয়ে তোমাৰ
ৰাখিব পাৰিলে মাথো ভীমৰ জীৱন।

শ্ৰীকৃষ্ণ : লৈ আহা সঞ্জয়।
মহাৰাজে কষ্ট পালে সৰ।
(সঞ্জয় আৰু ধৃতৰাষ্ট্ৰৰ প্ৰৱেশ)

ধৃত : সঁচাই কৰিলো মই ভীমক নিধন!
উস্ জ্বলি গ'ল হিয়া।
পাপৰ উপৰি পাপ বঢ়ালো মিছাতে

শ্ৰীকৃষ্ণ : অন্ধৰাজ!
নকৰিবা শোক তুমি ভীমৰ কাৰণে
গুৰি কৰা নাই তুমি আচল ভীমক
সেই শক্তি নাই যে তোমাৰ।
চূৰ্ণ কৰি লৌহভীম
নিষ্ঠুৰ হিয়াৰ দিলা পূৰ্ণ পৰিচয়।

ভীম : অন্ধ মহাৰাজ!
কৃষ্ণই নিদিলে এই ভীমক মৰিব।

তাৰ লগতেই হ'ল ইয়াকো প্ৰমাণ
কপটতা চতুৰতা ভৰা
এতিয়াও হৃদয় তোমাৰ।
মৃত্যুবেও শত সন্তানৰ
নোৱাৰিলে কিয় বাৰু সজ শিক্ষা দিব?

ধৃত। : সঁচাকৈয়ে হ'লো হায় পৰম নিষ্ঠুৰ।
পুত্ৰৰ শোকত মই
হিতাহিত জ্ঞান হেৰুৱালো,
হ'লো হায় অবাবতে ক্ৰোধৰ অধীন।
যদুপতি। নতুন পাপৰ পৰা
সৰুৱালা দয়া কৰি সন্তপ্ত অন্ধক।
অনুতপ্ত দগ্ধ হিয়া মোৰ
ক্ষমা কৰা পাণ্ডৱসকল।
ক্ষমা কৰা দৈৱকীনন্দন।

শ্ৰীকৃষ্ণ : ক্ষমা হ'ল পৃথিৱীৰ অমূল্য ৰতন
ক্ষমা হ'ল মানুহৰ দেৱাঙ্গ ভূষণ
মহাৰাজ। ক্ষমা আমি কৰিছো তোমাক।
অপেক্ষাৰ নাই প্ৰযোজন
যাওঁ ব'লা সকলোটি ৰাজসভালৈ।
(সকলোৰে প্ৰস্থান।)

# পঞ্চম দৰ্শন

## হস্তিনা-ৰাজসভা

সুসজ্জিত বেদীৰ ওপৰত সজোৱা ৰাজসিংহাসনত যুধিষ্ঠিৰ। ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আদিযে ভাগে ভাগে ছত্ৰ চোঁৱৰ আদি লৈ থিয় হৈ আছে। সোঁফালৰ সুসজ্জিত ফুলাম আসনত শ্ৰীকৃষ্ণ আৰু বাওঁফালৰ আন এখন আসনত ধৃতৰাষ্ট্ৰ বহি আছে। সভাসদ, ব্ৰাহ্মণসকল আদি--)

শ্ৰীকৃষ্ণ : মধুৰেণ হ'ল সামৰণি
ধৰ্ম্মক্ষেত্ৰ কুৰুক্ষেত্ৰ মহাসমৰৰ।
ধৰ্ম্মৰাজ। সোনকালে অতি
কৰিব লাগিব মই দ্বাৰকা গমন।
শান্তিৰ শুকুলা ধ্বজ তুলি দিশে দিশে
তোমালোকে ৰাজ্যভোগ কৰা নিৰাপদে।

ভীম : থাকিলে কাষত কৃষ্ণ বুকুৰ বান্ধৱ
ৰাজ্যলৈ হাবিলাষ নকৰে পাণ্ডৱে।
শত শত ৰাজ্যসুখভোগ
মিলে অতি সহজতে
সোঁ দুটি সুশীতল ৰাতুল পদত।
: সখি পীতাম্বৰ।
সত্যভামা-ৰুক্মিণীৰ বিৰহৰ জুয়ে
যদিহে পুৰিছে আজি অন্তৰ তোমাৰ
তাকো আমি কৰিম শীতল।
সকলোকে মাতি আনি অতি সবিনয়ে
পাতি দিম সুমধুৰ প্ৰীতি-সন্মিলন।

নকুল : সঁচা। সঁচা।
অতি আচম্বিতে আজি পাণ্ডৱক এৰি
যদুপতি কদাপিতো নোৱাৰিব যাব।

শ্ৰীকৃষ্ণ : হে নকুল। দাদা বৃকোদৰ। সখি ধনঞ্জয়।।
সুখে-দুখে, সম্পদে-বিপদে
কোন দিনা পাণ্ডৱক এৰিছে কৃষ্ণই?

সহ : অশান্তিতে পাণ্ডৱৰ গৈছে জীৱন
বিপদত চিৰকাল পাইছো তোমাক।
কিন্তু হে মাধৱ।
সম্পদ কালতো যেন
কদাচিতো এৰি তুমি নিদিয়া আমাক।
ভোল গৈ সুখ-সম্ভোগত
যদিহ্যাতো পাহৰে পাণ্ডৱে
তুমি যেন নেপাহৰা নিজ কৃপাগুণে।

ধৃত : ধন্য হেৰা পাণ্ডৱসকল।
তোমালোকে ভালদৰে চিনিছা কৃষ্ণক।
সেই নিমিত্তেই মাথো
কুৰুক্ষেত্ৰ মহাসমৰৰ
জয়মালা পিন্ধিছা শিৰত।
মূৰ্খ মই--মূৰ্খ মোৰ আত্মীয়-স্বজন
লাভ কৰি ধন-জন বিপুল সম্পদ
পৃথিৱীৰ মানুহৰ ধৰ্ম্ম অনুসৰি
মহা অন্ধ মই
নোৱাৰিলো চিনিব তোমাক
ধৃতৰাষ্ট্ৰ হ'ল ৰাষ্ট্ৰহীন।
আজি তুমি অশেষ কৃপাৰে
হৰি নিছা পুত্ৰ-পৰিজন
ছিঙি দিছা মায়াৰ বন্ধন।
ঢালি শান্তি-মন্দাকিনী জল
ধৌত কৰি দগ্ধ হিয়া কৰিছা নিৰ্ম্মল।
দয়াময়! আজি মই চিনিছো তোমাক
চিনি পাম অচিৰতে আৰু ভালদৰে।
গুচি যাম বিচাৰি তোমাক

ভেদ কৰি নদ নদী, পৰ্ব্বত-প্ৰান্তৰ
দূৰলৈ-বহু দূৰলৈ,
হিমাদ্ৰিৰ নিৰ্জ্জন প্ৰান্তত
বানপ্ৰস্থ কৰিম গ্ৰহণ
ভাৰতত মোৰ আৰু নাই প্ৰয়োজন।
ধৰ্ম্মপ্ৰাণ পাণ্ডৱসকল!
লোৱা মোৰ স্নেহ-আশীৰ্ব্বাদ
সকলোটি মিলিজুলি মহাভাৰতৰ
ধৰ্ম্মৰাজ্য—স্বৰ্গৰাজ্য কৰা সংস্থাপন।
(বেগেৰে গান্ধাৰীৰ প্ৰৱেশ।)

**গান্ধাৰী** : ধৰ্ম্মৰাজ্য! কিহৰ ধৰ্ম্মৰাজ্য?
ধৰ্ম্মৰাজ্য নোহে মহাৰাজ!
বিধবাৰ ৰাজ্য মাথো হৈছে সৃজন
যুধিষ্ঠিৰে নিষ্কণ্টক কৰিব ৰাজত্ব।
সেই বাবে পঞ্চ-পাণ্ডৱক
আৰু সেই যদুপতি পাণ্ডৱসখাক
আশীৰ্ব্বাদ দিবৰ কাৰণে
পুত্ৰহীনা আহিছে গান্ধাৰী
আহিছে দুঃশলা, পদ্মা
আৰু মোৰ যতমানে বিধবা বোৱাৰী,
সকলোৱে বাহিৰত কৰিছে অপেক্ষা।
মহা মহা বীৰপৰ্ব্ব হৈছে সম্পূৰ্ণ
এই বাৰ নাৰী-পৰ্ব্ব—
বিধবাৰ চকুপানী পৰ্ব্ব
গৰ্ব্ব কৰি তোমালোকে কৰা আৰম্ভণ।

**যুধি** : ক্ষমা কৰা পূজনীয়া মাতৃ!
নেহানিবা আৰু তুমি বাক্যৰ বাণেৰে।
আজি হন্তে দয়া কৰি পঞ্চপাণ্ডৱকে
পুত্ৰ বুলি লোৱা তুমি বুকুত সাৱটি।
আজি হন্তে দীনহীন এই সেৱকক
সবিনয়ে কৰিছো মিনতি
অধিকাৰ দিয়া মাতৃ! চৰণসেৱাৰ।

**গান্ধাৰী** : ধৰ্ম্মপুত্ৰ!
কৰুণাৰে ভৰা এই গান্ধাৰী-হিয়াত
জ্বলে আজি দপদপ চিতাৰ অনল
তাৰ পৰা বিষবাষ্প ওলায় সঘনে।
বিচাৰিছা কিয় তুমি তাত
মাতৃত্বৰ স্নিগ্ধ স্নেহধাৰ?
পুত্ৰহীনা যোগ আছে মোৰ কপালত
ৰাজৰাণী অভাগিনী মই
যদিহে বিচৰা তুমি নিজৰ কল্যাণ
নজনাবা পুত্ৰ মোক তেনুৱা আহ্বান।

**অৰ্জ্জুন** : দেৱী তুমি—লাভ কৰি কৰুণা তোমাৰ
ধন্য হ'ম আজি আমি মহাপুণ্য লৈ।

**গান্ধাৰী** : তোমালোক ধন্য নহ'লেও
ধন্য হ'ব দুখুনী গান্ধাৰী।
কোৱা যুধিষ্ঠিৰ!
আছে নে ইয়াত সেই দৈৱকীনন্দন?
পুত্ৰহন্তা জ্ঞাতিহন্তা মোৰ
আজি ক'ত ফুৰিছে লুকাই?

**শ্ৰীকৃষ্ণ** : আছো মই আগতে তোমাৰ
লোৱা দেৱী?
শ্ৰীকৃষ্ণৰ ভক্তিৰ অঞ্জলি।

**যুধি** : নুদুষিবা কৃষ্ণক জননী!
অপৰাধী যুধিষ্ঠিৰ
শাস্তি দিয়া মোক।
(গান্ধাৰীৰ ভৰিত ধৰে)

**গান্ধাৰী** : উঠা যুধিষ্ঠিৰ!
দোষী তুমি কদাপি নোহোৱা।
জানো মই ভালদৰে- কোন অপৰাধী
জানো মই ভালদৰে
কোনে মোৰ শতপুত্ৰ কৰালে বিনাশ।
জানো আৰু ভালদৰে মই
ভাৰতৰ ঘৰে ঘৰে চিতানল জ্বলি
কোনে আজি বিধবাৰ অন্তৰ দহিলে
কোনে আজি ঘৰে ঘৰে চকুলো বোৱালে।

**শ্ৰীকৃষ্ণ** : হে দেৱী গান্ধাৰী!

**গান্ধাৰী** : দেৱী? দেৱী মই কদাপি নহওঁ।
ৰাক্ষসী গান্ধাৰী মই
এশ পুত্ৰ ময়েই গ্ৰাসিছো।
যদুপতি! স্বামী মোৰ অন্ধ
সেই দেখি অন্ধ মই আপোন ইচ্ছাৰে।
দেখা নাই বহু দিন দিনৰ পোহৰ
দেখা নাই মনোহৰ ৰূপ জগতৰ।
শুনিছো তোমাৰ নাম শত শত বাৰ
ভাবি ভাবি পোৱা নাই আদি অন্ত তাৰ।
শুনিছো তোমাৰ নাম নৱঘনশ্যাম
অতিকে সুন্দৰ হেনো নয়নাভিৰাম!
আজি মই মেলিম নয়ন
চাই ল'ম এবাৰ তোমাক—

কেনেনো সুন্দৰ তুমি পুত্ৰহন্তা মোৰ।
চাই ল'ম কোন জনে কিনো ৰূপ লৈ
গান্ধাৰীৰ শতপুত্ৰ কৰালে নিধন,
ভাৰতৰ ঘৰে ঘৰে আজি কোন জনে
তুলি দিলে মৰ্ম্মভেদী কাতৰ ক্ৰন্দন।
চাম আজি ভালদৰে তোমাক এবাৰ
দয়াশীল হে নিষ্ঠুৰ ৰাক্ষস সুন্দৰ।

শ্ৰীকৃষ্ণ ঃ মেলি দি চকুৰ বান্ধ নিজ হাতে মই
ধন্য হওঁ দেৱী!
(গান্ধাৰীৰ চকুৰ বান্ধ মেলি দিয়ে।)

গান্ধাৰী ঃ সুন্দৰ।
সুন্দৰ পৃথিৱী ই যে সুন্দৰ আকাশ
দশোদিশে সুন্দৰৰ অপূৰ্ব্ব বিকাশ।
তুমি কিন্তু সুন্দৰৰো অতিকে সুন্দৰ
সাৰ্থক কৰিলা মোৰ জ্যোতি নয়নৰ।
তুমিয়ে নে সেই কৃষ্ণ দৈৱকীনন্দন
গোপিনীৰ বস্ত্ৰচোৰ মদনমোহন?
তুমিয়ে নে সেই কৃষ্ণ নন্দৰ দুলাল
তুমিয়ে নে শ্যামকানু ব্ৰজৰ গোপাল?
তুমিয়ে নে সেই কৃষ্ণ কংস-ধ্বংসকাৰী
তুমিয়ে নে ব্ৰজনাথ গোবৰ্দ্ধনধাৰী?
তুমিয়ে নে সেই কৃষ্ণ দেৱনাৰায়ণ
কৰিছিলা দ্ৰৌপদীৰ লজ্জা-নিবাৰণ?
তুমিয়ে নে বিদুৰৰ কাঙাল ঠাকুৰ
তুমিয়ে নে পাণ্ডৱৰ বান্ধৱ বুকুৰ?
তুমিয়ে নে বনমালী মুৰুলী বজাই
উন্মাদিনী যমুনাক বোৱলা উজাই?
তেন্তে--তেন্তে হে সুন্দৰ যাদুকৰ।
ক'ত আজি মোহন মুৰুলী?
ক'ত সেই বনমালা গোপালৰ বেশ?
সকলোকে দলিয়াই থৈ হে নিষ্ঠুৰ।
তুমি আজি কিয় বাৰু যুঁজাৰুৰ বেশে
ধৰি শঙ্খ পাঞ্চজন্য, চক্ৰ সুদৰ্শন
কুৰুক্ষেত্ৰ মহাৰণ কৰিলা সৃজন?
এনেকুৱা চিতাৰ অনল
কিয়নো জ্বলালা এই গান্ধাৰীৰ বুকুত?
কোৱাচোন কৃষ্ণ। তপত বুকুত এই
কেনেকৈ হ'ল আজি এনে বিন্ধা মোৰ
তুমিয়ে নোহোৱা জানো কাৰণ ইয়াৰ?

শ্ৰীকৃষ্ণ ঃ শুনা দেৱী!
মহাভাৰতৰ পদ জ্ঞান-তত্ত্বপূৰ্ণ
ব্যাসদেৱে কৰিছে ৰচনা।
তুমি অতি প্ৰিয় শিষ্যা মহৰ্ষি ব্যাসৰ
সকলো কথাকে সেই নিশ্চয় জানিছা।
গীতাৰ নিষ্কাম ধৰ্ম্ম
বিহিত মানৱী কৰ্ম্ম
তোমাক নতুন কৰি
বুজাবৰ নাই প্ৰযোজন।
দুৰ্য্যোধনে যুদ্ধযাত্ৰা কৰাৰ কালত
প্ৰতি দিনে প্ৰণিপাত জনালে তোমাক।
তেতিয়াতো তুমি দেৱী।
কোনো দিনে দিয়া নাই
পুত্ৰক কল্যাণবাণী আশিস-বচন।
ধৰমৰে জয় হ'ক বুলি
তেতিয়াও পাণ্ডৱকে দিলা আশীৰ্ব্বাদ।
এনে মাতৃ জগত আছে কেইজনা--
সত্য নিষ্ঠা, ধৰ্ম্ম আৰু বিমল পুণ্যই
চিৰকাল তোমাতেই লভিছে থিতাপি।
অধৰ্ম্মৰ বাবে আজি নিজৰ দোষত
ধ্বংস হ'ল ভাৰতৰ নৃপতিসকল
--ধ্বংস হ'ল যত মানে কৌৰৱকোঁৱৰ
সেই কথা তুমি মাতৃ নিশ্চয় জানিছা।

গান্ধাৰী ঃ কিন্তু তুমি কোৱা যদুপতি।
মানুহৰ পাপ-পুণ্য ধৰ্ম্ম-অধৰ্ম্মৰ
নোহোৱা নে তুমিয়ে গৰাকী?
কিয় বাৰু অধৰ্ম্মৰ ফালে
যাব দিলা তুমি মোৰ পুত্ৰবিলাকক?
কোৱাচোন নকৰিলা কিয়
সিহঁতকো পুণ্যবান তুমি?
গান্ধাৰীক জীয়াজুই দিবৰ নিমিত্তে
জীয়াৰী-বোৱাৰীবোৰে
হিয়া ধুনি কান্দিবৰ বাবে
হে নিষ্ঠুৰ কৃষ্ণ! তুমিহে মাথোন
কৌশলেৰে কুৰুক্ষেত্ৰ কৰিলা সৃজন।
মৰ্ম্মভেদী এনে পুত্ৰশোক
এনেকুৱা যমৰ যন্ত্ৰণা
সাতশত্ৰুৰেও মোৰ
পাবলৈ কেতিয়াও নকৰো কামনা।
আজি মই বুজিছো নিশ্চিত
যিমান সুন্দৰ তুমি সিমান নিষ্ঠুৰ

যিমান কোমল তুমি সিমান কঠোৰ।
তুমিযে ৰাক্ষস কৃষ্ণ! তুমিয়ে দেৱতা
তুমিযেই মহাকাল, তুমিযে বিধাতা।
শুনা হেৰা নিদাৰুণ ৰুক্মিণীবল্লভ!
আজি মই অব্যাহতি নিদিওঁ তোমাক।
পুত্ৰহীনা গান্ধাৰীযে দিছে অভিশাপ--
মোৰ দৰে পুত্ৰশোক চিতাৰ অনল
তোমাৰ বুকুতো কৃষ্ণ জ্বলিব এদিন
মোৰ দৰে তুমিও কান্দিবা
মোৰ দৰে জ্বলিপুৰি তুমিও মৰিবা।
তেতিযাহে ভালদৰে তুমি
বুজি পাবা যাদুকৰ জগৎ-ঈশ্বৰ!
পুত্ৰশোক কেনুৱা ভীষণ
মানৱক কৰা তুমি কেনে দণ্ডদান,
আৰু তেতিযাহে তুমি
ভৱিষ্যতে হ'বা সাৱধান,
যাকে তাকে শাস্তি দান কৰাৰ পূৰ্ব্বতে
ভাবিচিন্তি চাবা ভালদৰে।

শ্ৰীকৃষ্ণ : অভিশাপ দিলা মোক যদিও ভীষণ
মানি ললো নতশিৰে আশীৰ্ব্বাদ বুলি।
ইয়াৰ ফলতে দেৱী
পৃথিৱীত অধৰ্মৰ বাঢ়িলে প্ৰভাৱ
ভূভাৰ হৰণ হ'ব পুণৰ এদিন।

(গীত গাই গাই বিদুৰৰ প্ৰৱেশ)

বিদুৰ : -গীত-

ভৈৰবী-একতাল

জয় জয় জয় কৃষ্ণ কৃপাময়
অগতিৰ গতি হৰি
কৰিছো কাকূতি দেৱ যদুপতি
দুখানি চৰণে ধৰি।
ধন জন মিছা অহঙ্কাৰ
পুত্ৰ-পৰিবাৰ সকলো অসাৰ
মাযাৰে মুহিছা ই বিশ্ব-সংসাৰ
ৰাখা প্ৰভু দয়া কৰি।

(গীতৰ লগে লগে ক্ৰমাৎ আঁঠু লৈ শ্ৰীকৃষ্ণৰ ভৰিত সাৱটি ধৰে।)

শ্ৰীকৃষ্ণ : শান্তি! শান্তি!! শান্তি!!

(শঙ্খ ঘন্টা দবা বাদ্য বাজি উঠে। পুষ্পবৃষ্টি হয়। এই বাদ্যধ্বনিৰ মাজতে সামৰণি।)

## আঁৰকাপোৰ

# কাৰেঙৰ লিগিৰী

জ্যোতিপ্ৰসাদ আগৰৱালা

প্ৰথম প্ৰকাশ ঃ ১৯৩৭ চন

কাৰেঙৰ লিগিৰী

# প্ৰনেতাৰ কথা

এই নাটকখনি আজি প্ৰায দহ বছৰৰ আগতে লিখা। নাটকৰ সকলো চৰিত্ৰ আৰু ঘটনা কাল্পনিক। ইয়াক বিশেষকৈ অসমীয়া গঢ দি সাজ - সজ্জাৰে উলিযাবৰ কাৰণেহে, অসমীয়া বুৰঞ্জীমূলক নাটকৰ ঠাচত লেখা হৈছে। ৰাজমাও, বুঢাগোহাঁই ইত্যাদি আহোমীযা নামবোৰ এই নাটকত ৰাজমাতৃ মন্ত্ৰী ইত্যাদিৰ অসমীয়া প্ৰতিশব্দ বুলিহে ব্যৱহাৰ কৰা হৈছে। আহোম সমাজৰ চানেকি বা আহোম চৰিত্ৰ দেখুৱা হিছাপে এই নাটক লিখা হোৱা নাই আহোম সম্প্ৰদাযৰ কোনো লোকে এই বিষযে ভুল ধাৰণা কৰে বুলিহে এই কথাষাৰি লিখা হ'ল। এই নাটৰ 'সোণৰ পালেঙত অ' মনতৰা' গীতৰ ঠাচত শ্ৰীযুত দণ্ডিনাথ কলিতাদেৱৰ জযমতী নাটত এটা গীত দিয়া হৈছে। এই নাটৰ সেই গীতটি কিন্তু কলিতাদেৱৰ জযমতী ওলোৱা প্ৰায পাঁচ বছৰ আগেতে লিখা হৈছিল আৰু প্ৰচাৰো হৈছিল। সেই কাৰণে পাঠকসকলে এই গীত শ্ৰীযুত কলিতাদেৱৰ গীতৰ অনুকৰণেৰে লিখা হৈছে বুলি যেন নাভাবে।

ইতি
ৰাইজৰ আশীৰ্বাদ ভিক্ষাৰী
শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱাল

# পাতনি

(এক)

নাট্য-শিল্পী ৰূপে জ্যোতিপ্ৰসাদ আগৰৱালাই যে'আধুনিক অসমীয়া সাহিত্যত নতুন পথ মুকলি কৰিছিল এই কথা প্ৰায়েই কোৱা হয। তেনেকৈ গীত-ৰচনা, গীতৰ সুৰ-সম্পদ, কথাছবি, অসমীয়া স্থাপত্যৰ নৱ-মূল্যায়ন, অসমীয়া মানুহৰ সাংস্কৃতিক অভিজ্ঞতাৰ নতুন যুগোপযোগী ব্যাখ্যা ইত্যাদি বিষযতো তেওঁ ন মাটি ভাঙি উলিযাইছিল। গুৱাহাটী বিশ্ববিদ্যালযৰ কাৰণে তেওঁ ঘৰ-দুৱাৰৰ যি স্থাপত্যমূলক পৰিকল্পনা কৰি সচিত্ৰ ৰূপ দান কৰিছিল, আৰু তাৰ দ্বাৰা ক্ষুদ্ৰ অসমৰ মানসক বহল বিশ্বৰ মানৱ-মানসৰ সৈতে সম্পৰ্কিত কৰাৰ কল্পনা কৰিছিল, তাক বাস্তৱায়িত কৰি তোলা হলে কিজানি অসমীয়া জাতিযে ভাৰতৰ ভিতৰতে শিক্ষাযতনিক আদৰ্শ দাঙি ধৰিব পাৰিলেহেঁতেন। ইমানবিলাক বহুধা-বিভক্ত সাংস্কৃতিক চিন্তা-চৰ্চাৰ মাজতো যে তেওঁ ৰাজনৈতিক আন্দোলনতো সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰিছিল - অসমীয়া নাট্যকলাত অভিনৱত্ব প্ৰদান কৰি গ'ল তাৰ দ্বাৰা তেওঁ তেওঁৰ বহুমুখী প্ৰতিভাৰে প্ৰমাণ দি থৈ গ'ল। যি যি বিষযত তেওঁ নতুনত্বৰ নিদৰ্শন দাঙি ধৰিলে সেই সম্পৰ্কত সচৰাচৰ কোৱা হয যে জ্যোতিপ্ৰসাদ আগৰৱালায়েই পোন প্ৰথমে ৰোমাণ্টিক নাট্য-ৰীতি ভঙ্গ কৰি নাট্যকাৰৰ সূক্ষ্মদৃষ্টিৰে বিভিন্ন দৃশ্যৰ পৰিকল্পনা তথা বিস্তৃত নাট্য-নিৰ্দেশৰ অৱতাৰণা কৰে , এক মানবীৰ (ঊষা) সপোনক, বা অধিক বাস্তৱভাৱে কল্পনাক, কামনাক বাস্তৱত ৰূপ দিয়া চিত্ৰলেখাৰ শিল্পী-সত্তাৰ সাৰ্থক ৰূপদান কৰিলে, সুন্দৰ-শেৱালি-ৰাজমাওৰ যোগেদি আহোম যুগৰ পটভূমিত মানুহক বাস্তৱ দৃষ্টিৰে চাবলৈ শিকালে, মহাযুদ্ধৰ নিচিনা বিৰাট বিপৰ্যযৰ মাজত পৰিলে এজনী গাঁৱলীয়া অসমীয়া ছোৱালী লভিতাই কেনেদৰে প্ৰতিক্ৰিয়া কৰিব পাৰে তাক পৰীক্ষা কৰি চালে, অসমৰ ওচৰে-পাজৰে আবহমান কালৰে পৰা বাস কৰি অহা পৰ্বতীয়া জাতিৰ মাজত (যিসকলৰ সাদৃশ্য ব্ৰহ্মদেশ, শ্যাম, কম্বোদিয়া আদি দক্ষিণ-পূব এছিয়াৰ দেশবিলাকত আছিল বুলি অনুমান কৰি ল'ব পাৰি) মানৱ মনৰ ক্ৰিয়া প্ৰতিক্ৰিয়া কেনে হ'ব পাৰে তাৰ এটা প্ৰমাণ কৰি চালে ইত্যাদি। এই গোটেইখিনি কথা আগৰৱালাৰ নাট্য-প্ৰতিভাৰ মৌলিকতাৰ নিদৰ্শন নিশ্চয় হয়, কিয়নো তেওঁৰ পূৰ্বে এই ধৰণৰ নাট্য-পৰিকল্পনা কোনো নাট্যকাৰে কৰা নাছিল। তেওঁৰ পিছতো অৱশ্যে কোনো নাট্যকাৰে তেওঁ নিচিনাকৈ নাট্য-পৰিকল্পনা কৰা নাই। কিন্তু সেই যে 'কাৰেঙৰ লিগিৰী'ত মানুহৰ জীৱন সম্বন্ধে বাস্তৱ দৃষ্টিভঙ্গী গ্ৰহণ কৰিলে, আৰু তাৰ পিছতো 'লভিতা' আৰু 'ৰূপালীম'লৈকে একেই বাস্তৱভঙ্গী গ্ৰহণ কৰি থাকিল, সেইটোৱে অসমীয়া নাট্য-ধাৰালৈ এটা নতুন চেতনা আনি দিলেঃ ইয়াৰ পিচত পৌৰানিক নাট ৰচনা প্ৰায় বন্ধই হৈ গ'ল, বুৰঞ্জীমূলক নাটক দুই এখন ৰচিত হ'লেও 'কাৰেঙৰ লিগিৰী'ৰ দৰেই তেনে কাহিনীৰ আধুনিক ব্যাখ্যা

হ'বলৈহে ধৰিলে-- নহ'লে চকুৰ আগৰ দৈনন্দিন জীৱনৰ ওপৰতে ভিত্তি কৰি নাট লিখাটোৱেই নতুন ধাৰা হৈ উঠিল ।

কিন্তু এই সকলোখিনি অভিনৱত্বৰ জিলমিলনিত এটা দিশৰ প্ৰতি প্ৰায়েই সৰ্ব্বসাধাৰণৰ চকু গৈছে কমকৈ বা প্ৰায় যোৱাই নাই-- চৰিত্ৰ-চিত্ৰণ । এই দিশটোত আগৰৱালা নিজেই 'কাৰেঙৰ লিগিৰী' লিখা সময়টো সচেতন আছিল । কোমল বয়সত লিখা 'শোনিত কুৱৰী'ৰ কথা বেলেগ । 'ৰূপকোৱৰ'ৰ (নিমাতী কইনা) কথাও এই সম্পৰ্কত নুঠে, কিয়নো এইখন সাধাৰণ মঞ্চৰ উপযোগী নাটক নহয় । অৱশ্যে এই প্ৰসঙ্গত উল্লেখ কৰা প্ৰয়োজন,মনোবিশ্লেষণধৰ্মী চৰিত্ৰ অঙ্কন কৰাটো যে সচেতন সচেষ্ট কৰ্ম হব লাগিব তাৰ কোনো অৰ্থ নাই । শ্বেক্সপিয়েৰৰ প্ৰসঙ্গত সমালোচকে কৈছে যে আধুনিক চিকিৎসা পদ্ধতিত মনঃসমীক্ষণ এটা বিজ্ঞান বুলি প্ৰতিষ্ঠিত হোৱাৰ বহু আগতেই শ্বেক্সপিয়েৰে এই মনোবিজ্ঞানক তেওঁৰ চৰিত্ৰ বিশ্লেষণত প্ৰয়োগ কৰিছিল । গ্ৰীক ট্ৰেজেডীৰ ৰজা ইডিপাছৰ ভয়ঙ্কৰ নৈতিক দ্বিধাভাৱক ছিগমুণ্ড ফ্ৰয়েডে তেওঁৰ মনঃসমীক্ষণৰ আধাৰ কৰি লোৱাটোও এই প্ৰসঙ্গত স্মৰণ কৰিব পাৰি । 'ৰূপালীম' লিখিবৰ সময়ত জ্যোতিপ্ৰসাদ আগৰৱালা মানৱ চৰিত্ৰৰ বৈচিত্ৰতা আৰু বৰ্ণাঢ্যতা সম্বন্ধে যে সজাগ আছিল এই কথা তেওঁ নিজেই লিখি গৈছে । তেওঁ তেওঁৰ নাটকৰ পাঠক আৰু সমালোচকক সকীয়াই দিছিল, 'ৰূপালীম' নাটকত 'আদৰ্শ চৰিত্ৰ দাঙি ধৰাতকৈ চৰিত্ৰৰ বৈচিত্ৰতাহে দেখুৱাবলৈ প্ৰয়াস কৰা হৈছে । মোৰ আগৰখন 'কাৰেঙৰ লিগিৰী'ৰ 'সুন্দৰ'ৰ চৰিত্ৰটোৰ বিষয়ে বহুতকে ভ্ৰম ধাৰণা কৰা দেখা পাইছো । সুন্দৰৰ চৰিত্ৰ এটা আদৰ্শ হিচাপে তাত দাঙিধৰাতকৈ চৰিত্ৰৰ বৈচিত্ৰ-- এটা চিৰবিপ্লৱী মনৰ দুৰ্নিবাৰ গতিৰ সৈতে সমাজৰ সংঘৰ্ষ আৰু সংঘাত, তাৰ পৰিণতি দেখুৱাবলৈহে প্ৰয়াস পোৱা গৈছিল ।" ওপৰত কৈ অহা বহুধা-বিভক্ত চিন্তা-চৰ্চাৰ মাজতো যে তেওঁ এইটো সৃষ্টিধৰ্মী দিশত মনোনিবেশকৰিছিল সেইটো বিস্ময়কৰ ।

সুন্দৰ কোঁৱৰ কেনে চৰিত্ৰ ? নাট্যকাৰৰ মতে তেওঁ বিপ্লৱী-সমাজৰ প্ৰচলিত নিয়ম-বন্ধন মানি চলিব নোখোজে । তেওঁ ৰাজ্যৰ দায়িত্ব ল'ব কিন্তু এগৰাকী কুঁৱৰী গ্ৰহণ নকৰে- ৰাজমাওৰ মতে যিটো পূৰ্বাপৰ ৰীতি । তেওঁ শাস্ত্ৰাদি চৰ্চা কৰি নিজৰ মতে জীৱন অতিবাহিত কৰিব খোজে যিটোৰ কাৰণে প্ৰচলিত সামাজিক ৰীতিৰ প্ৰতিভূ মাকে কয় যে পুথিবোৰ পঢ়ি পঢ়িয়েই ল'ৰাটোৰ মূৰটোবেয়া হ'ল । কিন্তু সমাজত থাকি সামাজিকতাক একেবাৰে উলাই কৰা সহজ নহয় -- সেই কাৰণে ৰাজপাট আৰু ৰাজকাৰেঙৰ বশৱৰ্তী হৈ তেওঁ কাঞ্চনক বিয়া কৰাবলৈ বাধ্য হ'ল যদিও অনঙ্গৰ সৈতে বিবাহ পূৰ্ব-প্ৰণয়ৰ সম্পৰ্ক থকা কাৰনে কুঁৱৰীক নিৰ্বাসন দণ্ডদি প্ৰেমিকৰে সৈতে কাজিৰঙাত মেলি থৈ আহিল । দেখাত সুন্দৰ নাৰী-বিদ্বেষী, কিন্তু বাস্তৱতে নহয়, কিয়নো লিগিৰী শেৱালীৰ প্ৰতি তেওঁ আসক্ত আছিল-- হয়তো নিজৰ অজ্ঞাতেই পাফ্নুচিয়াচৰ অবচেতনাত থৈইচ লুকাই থকাৰ দৰে। নগা পৰ্ব্বতত নিৰ্বাসিতা শেৱালিৰ যেতিয়া সলিল-সমাধি হ'ল, তেতিয়া নিৰুপায় বেদনাত জৰ্জৰিত সুন্দৰে যিটো বলিয়া প্ৰেমিকৰ উপযোগী আচৰণ দেখুৱালে সেইটো এজন স্বভাৱিক মানুহৰ ক্ষেত্ৰত নঘটে- অৱশ্যে সুন্দৰ কোঁবৰ আন দহজন স্বভাৱিক মানুহৰ নিচিনা নাছিল ।

চমুকৈ এই নাটৰ বাকীবিলাক চৰিত্ৰ পৰীক্ষা কৰি চালে দেখা যায়, ৰাজমাও সাধাৰণ স্বাভাৱিক তিৰোতা মানুহ, যি স্বামীৰ দিনৰ, বোপা-ককাৰ দিনৰ ৰাজপাত বৰ্তি থকাটো বিচাৰে, পুতেকৰ বিয়াৰ যোগেদি বংশ-গতি অক্ষয় হৈ থকা বিচাৰে । অনঙ্গৰাম অবিচল প্ৰেমিক কিন্তু দুৰ্বল মানুহ, যি কাঞ্চনমতীৰ প্ৰতি থকা গোপন গভীৰ প্ৰেমৰ কথা বন্ধু সুন্দৰৰ আগত বিয়াৰ আগতে খুলি কবলৈ সাহ কৰিব নোৱাৰিলে। কাঞ্চনো অবিচল প্ৰেমিকা, কিন্তু তেওঁ দুৰ্বল নাছিল, তেওঁ অনঙ্গৰ দুৰ্বলতা বুজিব পাৰিছিল, সুন্দৰৰ অন্যায় ধৰিব পাৰি তাক আঙুলিয়াই দিব পাৰিছিল - কৈ দিব পাৰিছিল যে সুন্দৰে যদি কেৱল সমাজৰ সজ ৰাখিবলৈকে মন নোহোৱা সত্ত্বেও তেওঁক বিয়া কৰাই আনিব পাৰে তেনেহ'লে তেবো মনটো আন এঠাইত থৈ কেৱল মানুহজনী কাৰেঙৰ ভিতৰলৈ আহিব নোৱাৰিব কিয় ? কাঞ্চন আছিল এক প্ৰকাৰে সুন্দৰৰ সমকক্ষ চৰিত্ৰ, দুয়ো দুয়োৰে সন্মুখত কাঠে কাঠে পৰিছিল। এইটো সহ্য কৰিব নোৱাৰিও সুন্দৰে কাঞ্চনক কঠোৰভাৱে দণ্ড দিব পাৰে। নায়িকা শেৱালি আছিল উভয় পক্ষৰ দ্বন্দ্বৰ বলি। তাই আছিল তাইৰ নামৰ ফুলৰ দৰেই সুৰভিত, কোমল নম্ৰ - ৰাজমাওৰ দৰে সাধাৰণ মানুহ আৰু চলিত সমাজৰ কাৰণে প্ৰয়োজনতকৈ অতিৰিক্ত নহয়। তাইৰ এটি নিজা গাভৰু মন আছিল আৰু সেই মন আছিল অনুৰক্ত সুন্দৰ কোঁৱৰৰ প্ৰতি উন্মুখ, কিন্তু এজনী লিগিৰী হৈ সেই মন উন্মুক্ত কৰি দিবৰ সাহস তাইৰ নাছিল, সেইবাবে ৰাজমাওৰ নিৰ্বাসন - দণ্ড তাই বিনা প্ৰতিবাদে মানি লৈছিল। তাই কোঁৱৰক ' এনেয়ে ভাল পাওঁ' বুলি কৈছিল। এনেয়ে কোনেও ভাল পাব নোৱাৰে --- ডেকাই গাভৰুক, গাভৰুৱে ডেকাকতো নোৱাৰেই। বিৰাট সামাজিক বাধাৰ কাৰণে তাই এনেয়ে ভাল পাওঁ বুলি কৈছিল - নহ'লে লিগিৰী বা নাচনী ছোৱালীক ৰজা বা ৰাজকোঁৱৰে বিয়া কৰাই ৰাণী কৰি লোৱাৰ দৃষ্টান্তৰ অভাৱ নাছিল -- -- শেৱালিয়েও হয়তো মনে মনে তেনেকুৱাই কিবা এটা আশা পোষণ কৰিছিল।

এনে ধৰণৰ মানুহ আমাৰ মাজত থাকিব পাৰেনে নোৱাৰে ? কেনে ধৰণৰ মানুহনো আমাৰ মাজত থাকিব নোৱাৰে ? - এই বুলি ওলোটাই প্ৰশ্ন কৰিব পাৰি। আমাৰ লগত নিমিলা, আমাৰ অভিজ্ঞতাৰে কোনো মানুহক পালে আমি বিস্মিত হওঁ, স্বীকাৰ কৰো তেওঁলোকৰ অস্তিত্ব আছে। সাহিত্যত অৱশ্যে জীৱন সমলক চালি-জাৰি কেৱল আৱশ্যকীয় মানুহখিনিকহে

গ্ৰহণ কৰাৰ ৰীতি প্ৰচলিত হৈ আহিছে। ইংৰাজ লেখক ছমাৰছেট মমে তেওঁৰ নিজৰ অভিজ্ঞতাৰ পৰা কৈছে যে নিতৌ লাভ কৰা অভিজ্ঞতাৰ পৰাই সাহিত্যৰ সমল লোৱা হয় যদিও লেখকে দৰকাৰীখিনিহে লয়, বাদ- বাকীখিনি পৰিহাৰ কৰে সেয়ে একোটি চৰিত্ৰৰ চিত্ৰণত তীব্ৰ কেন্দ্ৰীভূতকৰণ হয়। কিন্তু তেনে কেন্দ্ৰীভূতকৰণৰ পৰাই সাধাৰণ পৰিচিত পাঠকৰ মনত অনুভূত হয়। সমাজ- সংসাৰৰ বন্ধনৰ পৰা মুক্তি বিচৰা সুন্দৰ কোঁৱৰৰ তীব্ৰ অনুভূতিয়ে সেইকাৰণেই আমাক স্পৰ্শ কৰে। তেওঁৰ নিচিনা মানুহে জীৱনত কেতিয়াও সুখী হ'ব নোৱাৰে। বন্ধন- মুক্ত হ'বলৈ অহৰহ সংগ্ৰাম চলাই যোৱা কোনো বীৰ বা দেশনেতাযেই গোলাপৰ শয্যাত সহজে শুবলৈ পোৱা নাই। সুন্দৰ ব্যক্তি - স্বাধীনতাৰ আকাংক্ষাৰ প্ৰতীক। ৰীতি - নীতি, নিয়ম- কানুনেৰে দৃঢ়ভাৱে আবদ্ধ এখন সমাজত তেওঁৰ দৰে সম্পূৰ্ণ ব্যক্তি- স্বাধীনতা বিচৰাতো একপ্ৰকাৰ অসম্ভৱ কল্পনা। তথাপি ব্যক্তি- স্বধীনতাৰ কাৰণে দেশে দেশে যুগে যুগে প্ৰচেষ্টা চলিয়েই আছে। সুন্দৰ সেই প্ৰচেষ্টাৰো প্ৰতীক। সেইবাবেই 'কাৰেঙৰ লিগিৰী' অসম বুৰঞ্জীৰ কোনো এটা যুগত সীমাবদ্ধ কৰাৰ প্ৰশ্ন নুঠে। আগৰৱালাই নিজে কৈছে যে তেওঁ আহোম যুগক পটভূমি কৰি লৈছে কাহিনী ভাগক অসমীয়া পৰিবেশ দিবৰ কাৰণেহে, অন্য কোনো কাৰণত নহয়। অৰ্থাৎ তেওঁ সুন্দৰৰ জৰিয়তে কেতবোৰ চিৰন্তন প্ৰশ্নৰহে অৱতাৰণা কৰিব খুজিছিল, কোনো বিশেষ বা সীমাবদ্ধ বিষয়ৰ নহয়। সুন্দৰৰ নিচিনা বিদ্ৰোহীৰ মাজত সাধাৰণতে হৃদয় আৰু মস্তিষ্কৰ দ্বন্দ্ব থাকে। কাৰণ এনে লোকে হৃদয় -বৃত্তিক তল পেলাই মস্তিষ্কৰ চিন্তাৰ দ্বাৰা পৰিচালিত হ'বলৈ চেষ্টা কৰে। সুন্দৰে মস্তিষ্কেৰে তিৰোতা মানুহক অগ্ৰাহ্য কৰি হৃদয়েৰে মনে মনে শেৱালিক গ্ৰহণ কৰি আহিছিল। যেনেকৈ ৰাস্কলনিকফে এটা আদৰ্শৰ বশৱৰ্তী হৈ বন্ধকী ব্যৱসায়ী বুঢ়ীগৰাকীক অকাতৰে হত্যা কৰিছিল, অথচ তাৰ পিছত অপৰাধবোধত ভুগি ভুগি শেষত মানৱ - প্ৰেমকে উচ্চতৰ স্থান দিছিল। আনহাতে শেৱালিৰ মাজত বিদ্ৰোহৰ চিন মোকাম নাছিল। সমাজত তাইৰ যি স্থান, কাৰেঙৰ ভিতৰত তাইৰ যি স্থান, তাক তাই অকাতৰে মানি লৈছিল। হৃদয় - বৃত্তিক তায়ো তল পেলাই থৈছিল, কিন্তু সুন্দৰৰ দৰে কাৰণত নহয়, সামাজিকতাৰ কাৰণতহে। দৈহিক - মানসিক সৌন্দৰ্যৰে তাই কোঁৱৰক মোহিত কৰিছিল, লগৰ লিগিৰীবিলাকক কৰিছিল ঈৰ্ষান্বিত। তাইৰ স্বাভাৱিক শক্তি ৰাজমাৱে অনুভৱ কৰিছিল। সেই কাৰণেই তেওঁ তাইক কাৰেঙৰ পৰা বাদ কৰি দিছিল। এক হিচাপে ৰাজমাও আৰু শেৱালি দুয়োটা টাইপ চৰিত্ৰ। ৰাজমাও আছিল নিজৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰা সাধাৰণ তিৰোতা, শেৱালিও আছিল এজনী সাধাৰণ ছোৱালী যি আত্ম- ধ্বংস কৰাৰ বাহিৰে সামাজিক নীতি - নিয়মৰ বাহিৰলৈ গৈ নিজৰ আকাঙ্খা পূৰ্ণ কৰাৰ কিবা উপায়ৰ চিন্তা কৰিব নোৱাৰে। শেৱালিৰ হিয়াৰ গোপনত প্ৰেম আছিল, কিন্তু তাক চৰিতাৰ্থ কৰাৰ কাৰণে সুন্দৰৰ দৰে সকলো বাধা - বিঘিনি অতিক্ৰম কৰি যাবলৈ চেষ্টা কৰাৰ মানসিক প্ৰস্তুতি তাইৰ নাছিল। সেইটো হয়তো কৰিব পাৰিলেহেতেন কাঞ্চনে; কাৰণ কাঞ্চন বেলেগ ধাতুৰ ছোৱালী আছিল - শেৱালি সহজেই পৰি দিয়া বিধৰ নাছিল। এক হিচাপে অনঙ্গৰ দুৰ্বলতা আৰু বিশ্বসঘাতকতাৰ কাৰণেই কাঞ্চনে কোঁৱৰৰ সৈতে বিয়া হ'বলৈ সন্মতি দিছিল - এটা প্ৰতিশোধৰ ভাৱত। প্ৰেম নোহোৱাকৈও বিয়া হয়, সংসাৰ হয়। কাঞ্চনৰো হ'লহেতেন । কিন্তু সুন্দৰৰ আচৰণে সেইটো হ'বলৈ নিদিলে। শেৱালিলৈ আমাৰ সহানুভূতি ওপজে, কাঞ্চনে আমাৰ পৰা সন্মান আদায় কৰে। শেৱালিৰ সৌৰভ আৰু কাঞ্চনৰ উজ্জ্বলতা আমাৰ স্মৃতিত চিৰদিন ৰৈ যাব।

ৰূপালীম নামৰ পাহৰীয়া গাভৰুজনীৰ মাজত এক প্ৰকাৰ শেৱালিৰ পুনৰাবৃত্তি ঘটিছে বুলিব পাৰি। 'ৰূপালীম' নাটকখনৰ পটভূমি ভালেখিনি কষ্টকল্পিত, নাট্যকাৰে ক'বৰ দৰে মণিপুৰৰ লগত ৰিজাব পৰা, বৌদ্ধ পৰ্বতীয়া জাতি কল্পনা কৰিবলৈ ভালেখিনি টান হয়। ৰূপালীমৰ ওপৰত পৰ্বতৰ সৰলতা আৰোপ কৰা হৈছে। প্ৰেমিক মায়াব'ৰ প্ৰতি প্ৰেম প্ৰকাশত এটা পাৰ্বত্য স্বাভাৱিকতা আছে তাকে সঙ্গীত - শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালাই এটা চপল কাব্যিক ৰূপ দিছে ঃ আমাৰ বনঘোৰাৰ উপমাবোৰলৈ মনকৰিলে এনে কবি - কল্পনা অবাস্তৱ যেন নালাগে। তাই বিয়া হৈ গুচি গ'লে বুঢ়া বাপেক জুনাফা তেনেই অকলশৰীয়া হৈ পৰিব বুলি বিয়াত সন্মতি দিব নোখোজাতো এক প্ৰকাৰে এটা সামাজিকতা যিটো মানিচলা নিয়মাধীন ছোৱালী ৰূপালীমৰ পক্ষে স্বাভাৱিক। তাইৰ যি ৰূপে মণিমুগ্ধক বলিয়া কৰি তুলিলে, আৰু ক'বলৈ গ'লে গোটেই নাটক খনৰে সংঘাত সৃষ্টি কৰিছে, সেই ৰূপ অৱশ্যেই তাইৰ এক ডাঙৰ শক্তি। কিন্তু ৰূপ - সৌন্দৰ্য, স্বভাৱৰ দান - ব্যক্তিৰ তাত কৰিবলগীয়া একো নাই - তাৰ সহায়ত ব্যক্তিয়ে কিবা কৰিব খুজিলে বেলেগ কথা। শেৱালিয়ে ৰূপ দেখুৱাই ইচ্ছা কৰি সুন্দৰৰ মন মুহিবলৈ যোৱা নাছিল। ৰূপালীমেও স্বেচ্ছাই গা দেখুৱাই মণিমুগ্ধক জয় কৰিবলৈ যোৱা নাছিল। তাই যদি বন্দিনী অৱস্থাত মণিমুগ্ধৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ ওলাইছিল তেন্তে সচেতনভাৱে ৰূপৰ বলেৰে নহয়, নিতান্ত অনিচ্ছাৰে, বাপেক আৰু মায়াব'ৰ মুক্তিৰ বিনিময়তহে। এই আত্ম - বলিদান নিশ্চয় মহৎ বুলি পৰিগণিত হ'ব। কিন্তু অত্যন্ত সৰলতাৰ বশৱৰ্তী হৈহে তাই এই ত্যাগ কৰিবলৈ ওলাইছিল। ইয়াক শেৱালিৰ আত্ম - ধ্বংসৰ সৈতে নিজান পাৰি। শেৱালিয়ে সামাজিকতাৰ কাৰণে আত্ম - নিগ্ৰহ কৰিছিল, ৰূপালীমেও বুঢ়া বাপেকৰ কাৰণে আত্ম - নিগ্ৰহ কৰিছিল, জুনাফা আৰু মায়াব'ক উদ্ধাৰ কৰাৰ ইচ্ছাতে নিজক ধ্বংস কৰিবলৈ ওলাইছিল। এনে সৰল গাঁৱৰ গাভৰু কুটিল শক্তিৰ কবলত পৰি বিপন্ন হোৱাটো আমি সদায় দেখিয়েই আছো।

ইযাৰ বিপৰীতে ইতিভেন বহুত বেছি জটিল। ইতিভেন কৌশলী, ঈৰ্ষাপৰায়ণ আৰু ভীষণ প্ৰতিশোধপৰায়ণ। আগৰবালাই নাৰী চৰিত্ৰৰ এনে বৈপৰীত্য বৰ স্পষ্টকৈ অংকণ কৰিছে। উগ্ৰ ক্ৰিয়াশীলতাৰে নাটকখনত ইতিভেনে বহুত সময়ত ৰূপালীমৰ পৰা নায়িকা পদ কাঢ়ি নিব খোজে। তিৰোতাৰ ডাঙৰ শত্ৰু তিৰোতা - বিশেষ কৈ যদি সংশ্লিষ্ট পুৰুষ একেজন হয় - তাৰ দৃষ্টান্ত ইতিভেন। তেওঁ ৰুকমীৰাজৰ ভনীযেক , তেওঁ ৰাজ - ক্ষমতা অধিকাৰ কৰি মণিমুগ্ধৰ বাক্‌দত্তা ৰূপে ভাবী স্বামীক উদ্ধাৰ কৰিবলৈ সকলো শক্তি প্ৰযোগ কৰিলে, প্ৰজা- সাধাৰণক উচটাই দিলে, মণিমুগ্ধৰ প্ৰান্তদেশ আক্ৰমণ কৰিলে, ভুৱা বিচাৰেৰে ৰূপালীমক অসতী বুলি ঘোষণা কৰি প্ৰাণে মৰাই হুতাহ পূৰালে। মণিমুগ্ধই ৰুকমী ৰাজ্য পুৰি চাই কৰিলেঃ সেই জুই আছিল ইতিভেনৰ ঈৰ্ষাৰ জুই। এইবোৰে তেওঁৰ বুদ্ধি - কৌশল প্ৰমান কৰে, যি বুদ্ধি- কৌশল সৎ কমাত নিযোজিত হোৱা নাছিল আনহাতে ইতিভেনৰ অন্তৰৰ প্ৰেম আছিল একান্ত আৰু নিৰ্মল। মাত্ৰ মণিমুগ্ধক আন এগৰাকীৰ সৈতে ভগাই লব'লৈ তেওঁ প্ৰস্তুত নাছিল - কোনো তিৰোতাই বোধহয় প্ৰস্তুত নহয়। আকৌ, তেওঁ ৰাজকুমাৰী, এজন শক্তিশালী ৰজাৰ বাক্‌দত্তা, এজনী সাধাৰণ গাঁৱলীয়া ছোৱালীৰ ওচৰত তেওঁ হাৰি যাব, এনে কথা হব নোৱাৰে। সেইকাৰণেই তেওঁ তেওঁৰ স্বাভাবিক উগ্ৰতাৰে প্ৰতিকাৰৰ নানান কৌশলত লাগি গ'ল ----- যাৰ ফলত ৰূপালীম ধ্বংস হ'ল, ৰুকমী ৰাজ্য ধ্বংস হ'ল, সকলো ধ্বংস হ'ল। তেওঁ উগ্ৰ মদাহী, দুৰ্বল ৰজা - ককাযেকক ৰাজ্যৰ বাহিৰ কৰি দি তেওঁ নিজে শাসন ভাৰ গ্ৰহন কৰিছিল। তেওঁ কূট আৰু নিষ্ঠুৰ - নিজৰ প্ৰতিহিংসা পূৰ্ণ কৰিবলৈ কৌশলেৰে ৰাইজক উচটাই দি ৰূপালীমক দোষী প্ৰমাণিত কৰি মৰালে। ভাৱী স্বামী মণিমুগ্ধক তেওঁ সচাই ভাল পাইছিল ---- মণিমুগ্ধৰ কাৰেঙত সসৈন্যে অনুপ্ৰৱেশ কৰি তেওঁক আহত কৰি আন্তৰিকতাৰে প্ৰেম প্ৰকাশ কৰিছিল। ইমানবিলাক গুণাগুণৰ সমাবেশ হৈছে ইতিভেনৰ মাজত , ইমান বিলাক বিভিন্ন বৈশিষ্ট একত্ৰিত হৈছে। তথাপি নাটকখন পঢ়ি গ'লে একো অসম্ভৱ যেন নালাগে। কাৰণ আমি এনেকুৱা আচৰণ কৰা তিৰোতা মানুহক লগ পাই আহিছো। এই প্ৰসঙ্গত লেডী মেকবেথৰ কথা মনলৈ আহিব খোজে। লেডী মেকবেথেও স্বমীযে জগাই তোলা উচ্চাকাংক্ষা পূৰণ কৰিবলৈ এনে উগ্ৰ আৰু নিষ্ঠুৰ মূৰ্তি ধাৰণ কৰিছিল যে কাৰ্য্যক্ষেত্ৰত তেওঁ স্বামীকো পাছ পেলাই থৈ গৈছিল। অৱশ্যে ইতিভেন আৰু লেডী মেকবেথৰ চৰিত্ৰ পৰিকল্পনা একে নহয়। শেক্সপীয়েৰৰ নাৰী চৰিত্ৰটিৰ সুপ্ত অৱদমিত উচ্চকাংক্ষা হঠাৎ সাৰ পাই উঠিছিল, আৰু সি এনে তীব্ৰ বেগত গতি কৰিছিল যে প্ৰবল ধুমুহাৰ দৰে সন্মুখত যি পালে তাকেই উভালি মহটিযা লৈ গ'ল। ইতিভেনৰ উগ্ৰতাযো সমুখৰ সকলোখিনিকে উভালি - মহটিযাই লৈ গ'ল -- কিন্তু তাৰ কাৰণ অৱদমিত উচ্চাকাংক্ষা নহয়, এগৰাকী মহিলাৰ আহত সন্মানবোধহে। এনে পৰিস্থিতিত যি কোনো নাৰীযেই বোধহয় একে ধৰণে প্ৰতিক্ৰিয়া কৰিব - ইতিভেনৰ সমান উগ্ৰতাৰে হয়তো নহবও পাৰে।

মণিমুগ্ধৰ অভিজ্ঞতা অসমীয়া সাহিত্যত ভালেখিনি নতুন। চৰিত্ৰ সৃষ্টি হিচাপে ই অনন্য সাধাৰণ। ৰূপালীমক বলেৰে ধৰাই নি নানান কৌশলেৰে সৈমান কৰিবলৈ চেষ্টা কৰি সফল হোৱাৰ প্ৰাচীন যুগৰ ৰাৱণিক গোন্ধ আৰু সামান্ত যুগৰ নিবিচাৰ অত্যাচাৰৰ নমুনা থকিলেও অনিচ্ছাকৃতভাৱে দেহদানেচ্ছু ৰূপালীমক মণিমুগ্ধই অন্তৰ অভিজ্ঞতাৰ এক নতুন পোহৰত এৰি দিযাটো সাধাৰণ অভিজ্ঞতাৰ বাহিৰত। ৰজা- ৰাজোৱাৰ, সৈন্য- সেনাপতিৰে নাটকখনৰ সামন্ত - যুগীয পৰিবেশত মণিমুগ্ধৰ দৰে উৎপীডক নৃপতিৰ উপস্থিতি অস্বভাৱিক নহয়। আজিৰ দিনতো ধনৰ বলত বলীযান এনে উৎপীডক আছে ,মণিমুগ্ধৰ দৰে ক্ষমতাৰে বলীযান লোকেও নাৰীৰ মৰ্যাদা হৰণ কৰে। ইযাত সুবিচাৰৰ আশা নাই ইযাত মানৱীযতাৰ প্ৰশ্ন নুঠে। উৎপীডক আৰু উৎপীডিতৰ সম্পৰ্কৰ কথা এইটো। ৰোম সম্ৰাট নিৰোৰ সৈতে ৰজা মণিমুগ্ধক তুলনা কৰা হৈছে, কিযনো তেওঁৰ অত্যাচাৰৰ ফলতে ৰুকমী ৰাজ্যৰ গাৱে গাৱে দাউদাউকৈ জুই জ্বলি উঠিবৰ সমযত কাৰেঙত সোমাই মণিমুগ্ধই ফটিকাৰ ৰাগীৰে মন - প্ৰাণ ৰঞ্জিত কৰি লৈ অপহৃতা ৰূপালীমৰ ওচৰত প্ৰেমনিবেদন কৰি আছিল। এইখিনিলৈকে মণিমুগ্ধ আমাৰ কাৰণে অপৰিচিত নহয়, তেওঁৰ কাৰ্য -কলাপ আমাৰ অভিজ্ঞতাৰ বহিৰ্ভূত নহয়। ৰূপালীমৰ দৈহিক সৌন্দৰ্যই তেওঁক প্ৰৱলভাৱে আকৰ্ষণ কৰাটোও একো আচৰিত কথ নহয়। ইতিভেনৰ সৈতে তেওঁৰ বিযা ঠিক হৈ আছিল। সেই বুলিযেই যে আন এজনী ছোৱালীযে তেওঁক আকৃষ্ট নকৰিব তাৰ কি নিশ্চযতা আছে? ইতিভেনৰ ওপৰত মন স্থিৰ কৰি থোৱা অৱস্থাতে যদি ধৰিব নোৱাৰা মনৰ গতিত আন এঠাইৰ পৰা প্ৰবলতৰ আকৰ্ষণ আহে তেন্তে কি উপায আছে? বিলাসী আৰু ক্ষমতা মত্ত এজন যুৱকৰ পক্ষে মনৰ বাঘজৰী ঢিলাই দিযাও একো আচৰিত কথা নহয়। কাৰেঙৰ ভিতৰত ৰাতি যেতিযা আক্ৰমনকাৰী ইতিভেনৰ লগত সংঘৰ্ষ হয তেতিযা মণিমুগ্ধই কৈছিল যে ৰূপালীমৰ প্ৰতি তেওঁ কৰা আচৰণ সত্বেও তেওঁ হেনো ইতিভেনক বৰ ভাল পায-- আৰু এই স্বীকাৰোক্তিত উগ্ৰমূৰ্তি ইতিভেন ক্ষণিকৰ কাৰণে হ'লেও ভোল গৈছিল। কিন্তু মণিমুগ্ধৰ এই উক্তি মিথ্যাকথন নাছিল বুলি কোনে কব? এগৰাকী দেৱীৰ আগত সাষ্টাঙ্গে প্ৰণিপাত কৰি প্ৰাৰ্থনা কৰাৰ দৰে ৰূপালীমৰ ওচৰত মন-প্ৰাণ সকলো অৰ্পণ কৰি থকা অৱস্থাতে তেওঁৰ সেই উক্তি মুঠেই বিশ্বাসযোগ্য নহয। দুষ্ট, অন্যাযকাৰী, কামপৰাযন ৰজাৰ পক্ষে এই সকলোখিনিযে সম্ভৱ। কিন্তু তাৰ মাজতো কবি-শিল্পী জ্যোতিপ্ৰসাদে যি অনিৰ্বচনীয় আত্মিক অনুভূতি আৰু মনসিক সৌন্দৰ্যৰ সন্ধাম পালে সিযেই মনিমুগ্ধক সাধাৰণৰ ওপৰলৈ উন্নীত কৰি লৈ

গ'ল। মনিমুদ্ধই বল প্ৰয়োগ কৰি ৰূপালীমক ধৰাই আনিলেও বলাৎকাৰ কৰা নাই ,বৰং নিজৰ কাৰেঙৰ ভিতৰত অকলশৰে পাযো তাইৰ মন পাবলৈ চেষ্টা কৰিছে। এবাৰ মণিমুদ্ধই তাইক কৈছে ," মই তোমাক ইযাৰ পৰা লৈ যাম-- সৌ দূৰণিলৈ। সৌৱা নীলা আকাশৰ পৰা নিজৰি তৰাৰ হীৰা ফুলীযা পোহৰবোৰ আহিছে , জোনৰ জোনাকে য'ত জোনোৱালী সপোনৰ ৰাজ্য পাতিছে , তালৈ আমি দুযো ওলাই যাও ব'লা। তুমি মোৰ কোলাত বহি তোমাৰ বুকুৰ মৰমৰ কথা ক'বা। মই কাণ পাতি শুনিম মিলন-পিযাসী বুকুৰ কম্পন।" সাধাৰণ খেতিযকৰ ছোৱালী ৰূপালীমে এই ধৰণৰ ভাষা বুজি নপায। কিন্তু ইযাৰ পৰাই মণিমুদ্ধৰ মাজৰ কবি-শিল্পী সুলভ সূক্ষ্ম অনুভূতিৰ আভাস পোৱা যায- যিহে তেওঁৰ সাধাৰণ উদগ্ৰ মানবীয বাসনাকো এটা নতুন পোহৰ দিছে। উক্ত বচন ফাকিযে আগৰৱালাৰ 'ৰূপকোৱৰ' নাটত দিযা আধ্যাত্মিক বা ৰহস্যবাদী অনুভূতিৰো এটা ইংগিত দিযে। ইযাৰ পিচত মণিমুদ্ধই ৰূপালীমক জানিবলৈ দিছে যে তেওঁ তাইক অপহৰণ কৰিবৰ সময়ত এটা বিছা আছিল যদিও এতিযা এটা পখিলাত পৰিণত হৈছে-- সেই পখিলাই ৰূপালীম ফুলত পৰিব খুজিছে। তেওঁৰ মুখৰ ভষা আৰু বেছি কাব্যিক হৈ পৰিছে -- "তোমাৰ ৰূপে আৰু মোক মানুহ কৰি থোৱা নাই। মই এটা অদম্য বাসনা। মই তোমাৰ ৰূপৰ, তোমাৰ সৌন্দৰ্যৰ এটা ৰূপ ধৰা পিযাহ। মই তোমাৰ সুন্দৰ অবযবৰ অন্তৰালত থকা সুশুভ্ৰ আত্মালৈ হোৱা এটা চিৰদিনীযা হাবিলাষ।" ইযাৰ পিচত মণিমুদ্ধ আৰু কেৱল এজন কামুক, উৎপীডক, শক্তিশালী ব্যক্তি হৈ থকা নাই। তেওঁক ৰূপালীমৰ ৰূপ নেলাগে, দেহ নেলাগে-- লাগে দেহৰ লগতে দেহাতীত প্ৰেমো, ৰূপৰ লগতে মনো। কিন্তু ৰূপালীমে সেই দুটা দিব নোৱাৰিলে। তাই আধুনিক বেপাৰী সভ্যতাৰ সৃষ্টি, জটিল মনৰ উচ্চ শিক্ষিতা, এলবাৰ্টো মোৰাবিযাই ক'বৰ দৰে প্ৰেম আৰু যৌনতাক একাকাৰ কৰি পেলোৱা এজনী ছোৱালী হোৱা হলে কি কৰিলেহেতেন কোৱা টান। কিন্তু সেইখিনি গুণ নথকাৰ কাৰণে তাই 'মৰ্মৰ মূৰ্ত্তি এটাৰ দৰেহে' (মণিমুদ্ধৰ ভাষা) আত্মসমৰ্পণ কৰিবলৈ ওলোৱাত তাইৰ ওচৰত মণিমুদ্ধৰ পৰাজয সম্পূৰ্ণ হৈ গ'ল। মণিমুদ্ধ অত্যাচাৰী হ'লেও তেওঁৰ এটা শিল্পীসুলভ সুক্ষ্ম মন আছিল। তেওঁ কেৱল ৰূপালীমৰ শৰীৰটো বিচৰা নাছিল, বিচাৰিছিল লগতে মনটোও, তাইৰ আত্মাটোও। যুদ্ধ কৰি জুনাফা-মাযাব'হতক বন্দী কৰি, সিহতৰ গাঁও-ভূঁই জুই লগাই দি তেওঁ যিমানখিনি অপকাৰ কৰিলে সিমানখিনিৰ প্ৰয়োজন নহ'লহেতেন কেৱল এটা মমৰ মূৰ্তি বা এডোখৰ জগাকাঠৰ কাৰণে। নিশা অৱসান হৈ অহাৰ লগে লগে এটা নতুন দিনৰ পোহৰত যে মণিমুদ্ধযো এটা নতুন সত্য উপলব্ধি কৰিলে, মনবিহীন এটা নাৰীদেহৰ কোনো মূল্য নাই। ফলত তেওঁৰ অৱসাদ আহিল। তেওঁ পৰাজয স্বীকাৰ কৰি ল'লে। তেওঁ বন্দিনী ৰূপালীমক মুক্তি দিলে। এইখিনিৰ পৰাই মণিমুদ্ধৰ কামুকতা আৰু অত্যাচাৰৰ কথা পাহৰি আমি তেওঁৰ সুক্ষ্ম অনুভূতিৰ প্ৰতি গভীৰ দৃষ্টি দি তেওঁক সহানুভূতিৰে চাবলৈ আৰম্ভ কৰো। জ্যোতিপ্ৰসাদে ইযাৰ দ্বাৰাই আমাক মানুহৰ সাধাৰণ সম্পৰ্কৰ মাজত সাংস্কৃতিক মাধুৰী উলিয়াই দেখুৱালে। প্ৰকৃত শিল্পীয়ে এনেকৈযে জীৱনক নতুন অৰ্থ প্ৰদান কৰে।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ আটাইকেইখন নাটকৰ চৰিত্ৰসমূহক এই আলোচনাত অন্তৰ্ভুক্ত কৰা হোৱা নাই। তথাপি তেওঁৰ নাট্য-ৰাজিৰ এটা বিশিষ্ট দিশৰ প্ৰতি সৰ্বসাধাৰণ পাঠকৰ দৃষ্টি আকৰ্ষণৰ চেষ্টা এটা ইযাত কৰা হৈছে। মনোবিশ্লেষণাত্মকভাৱে এনে চৰিত্ৰ সৃষ্টি বোধহয অসমীযা নাটত তেৱেঁই পোন প্ৰথমে কৰে। আলোচিত চৰিত্ৰ কেইটিয়ে প্ৰায়েই আত্মবিৰোধী কাম কৰা পাঠক বা দৰ্শকৰ চকুত পৰিব। আমি জানো প্ৰায়েই স্ব-বিৰোধী আচৰণ নকৰো? মুখেৰে এটা কও, কামত অন্য এটা নকৰোনে? সদায কথা ৰাখিব পাৰোনে? নুলুকাওনে? সুপ্ত বাসনাযো আমাক বহু সময়ত বিপৰীত আচৰণ কৰোৱায়। এনে অৱস্থাত আগৰৱালাৰ চৰিত্ৰবিলাকে কৰা আচৰণক আমি স্বাভাবিক বুলিবই লাগিব। সুন্দৰ, ৰাজমাও, শেৱালি, মণিমুদ্ধ, ৰূপালীম, ইতিভেন প্ৰত্যেকেই নিজৰ নিজৰ মনৰ তাড়নাত কামবোৰ কৰি গৈছে, বহুত সময়ত তেওঁলোকে সেই মনৰ তাডনা পোহৰলৈ আনি দেখুওৱা নাই, আমি যত্ন কৰিলেহে সেইবোৰ ধৰা পেলাব পাৰো।

যোগেশ দাস

## (দুই)

উনবিংশ শতিকাৰ আগ ভাগত নৱঙ বা নওৰঙ্গ আগৰৱালা নামৰ এজন ব্যৱসাযী সুদূৰ ৰাজস্থানৰ পৰা অসমলৈ আগে। দেখাত সাধাৰণ হ'লেও এই ঘটনাটিয়ে ভাষা-সাহিত্য-সংস্কৃতিৰ বুৰঞ্জীত গভীৰ প্ৰভাব পেলায। কাৰণ এই অনা-অসমীয়া সাউদজনেই সুবিখ্যাত অসমীয়া আগৰৱালা পৰীয়ালৰ উপৰিপুৰুষ। এওঁ জীৱিকাৰ সন্ধানত ভাৰতৰ পূব প্ৰান্তৰ ৰাজ্য অসমলৈ আহি নিজকে ক্ৰমে অসমৰ মাটি আৰু মানুহৰ লগত মিলাই দিয়ে। তেওঁ অসমীয়া ছোৱালী বিয়া কৰাই স্থায়ী ভাৱে অসমত থাকিবলৈ লয় আৰু অনা-অসমীযা গুচি হাড়ে হিমজুৱে অসমীয়া হৈ পৰে।

এই নওৰঙ্গ আগৰৱালাৰ বৰ পো হৰিবিলাস। হৰিবিলাস আগৰৱালাই তামোলবাৰী আৰু ভোলাগুৰিত দুখন চাহ-বাগিচা পাতিয়েই ক্ষান্ত নাথাকি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভেটি টনকিয়াল কৰা কামত মনোনিবেশ কৰে। তেৱেঁই পোন প্ৰথমে কীৰ্ত্তন, দশম, নামঘোষা, বৰগীত আদি ধৰ্মীয় পুথি আৰু গীত চপাই উলিয়াই অসমীয়া সাহিত্যলৈ মহৎ বৰঙণি আগবঢ়ায়। এওঁৰে পুত্ৰ পৰমানন্দ, পৰমানন্দ আগৰৱালাৰ পুত্ৰ জ্যোতিপ্ৰসাদ।

১৯০৩ চনত ডিব্ৰুগড়ৰ তামোলবাৰী চাহ-বাগিচাত

জ্যোতিপ্ৰসাদৰ জন্ম হয়। ডিব্ৰুগড আৰু তেজপুৰৰ হাইস্কুলত শিক্ষা লাভ কৰি ১৯২১ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকাৰ বাছনি পৰীক্ষাত উঠি পাছত কলিকতাৰ পৰা ইয়াৰ চূড়ান্ত পৰীক্ষাত উত্তীণচ্ছ হয। তাৰ পাছত জ্যোতিপ্ৰসাদে কলিকতাৰ নেশ্যনেল কলেজত আই, এ ৰ দ্বিতীয় বাৰ্ষিকলৈ পঢ়ে। সিমানতে তেওং কলিকতাত কলেজীয়া শিক্ষাৰ ওৰ পেলাই ১৯২৬ চনত বিলাতলৈ যায। এডিনবৰা বিশ্ববিদ্যালযত নাম ভৰ্ত্তি কৰি জ্যোতিপ্ৰসাদে নানা বিষয অধ্যযন কৰে, কিন্তু তাতো কোনো ডিগ্ৰীৰ বাবে যত্ন নকৰি তেওঁ বোলছবি-শিল্প সম্পৰ্কীয শিক্ষা গ্ৰহণৰ বাবে জাৰ্মেনিলৈ যায়।১৯৩০ চনত জ্যোতিপ্ৰসাদ অসমলৈ উভতি আহে। তাৰ ছবছৰমানৰ পাছত (১৯৩৬ চন) ডিব্ৰুগড়ৰ কন্যা দেৱযানী ভূঞাৰ লগত তেওঁৰ বিবাহ সম্পন্ন হয।

জ্যোতিপ্ৰসাদৰ ককাক হৰিবিলাসৰ দিনৰ পৰাই আঢ্যৱন্ত আগৰৱালা পৰিযালৰ ঘৰখন গীত-মাত, সঙ্গীত চৰ্চাৰ কেন্দ্ৰস্থল হৈ পৰিছিল। জ্যোতিপ্ৰসাদৰ দেউতাক পৰমানন্দ আৰু মাক কিৰণমতীও সঙ্গীতপ্ৰেমী আছিল। বৰদেউতাক চন্দ্ৰকুমাৰ আছিল কবি। এনে পৰিৱেশত জ্যোতিপ্ৰসাদৰ শিল্পীমন সহজে ঠন ধৰি উঠিছিল। স্কুলীযা ছাত্ৰ অৱস্থাত চৈধ্য বছৰ বযসত তেওঁ প্ৰথমখন নাটক 'শোনিত-কুৱৰী' ৰচনা কৰে। বিশ-এবৈশ বছৰমান বযসত তেওঁ কেইবাটাও চুটি গল্প লিখি প্ৰকাশ কৰে। বিলাতত থাকোতেই জ্যোতিপ্ৰসাদে 'কাৰেঙৰ লিগিৰী' নাটকখন লিখি শেষ কৰে। তেওঁৰ অন্যান্যনাটকৰ ভিতৰত 'ৰূপালীম' (ৰচনা ১৯৩৬, প্ৰকাশ ১৯৬০), 'লভিতা' (প্ৰকাশ ১৯৪৮) আৰু 'নিমাতী কন্যা' বা 'ৰূপকোৱৰ' (ৰচনা ১৯৩৬, প্ৰকাশ ১৯৬৪) উল্লেখযোগ্য।

গল্প আৰু নাটকৰ বাহিৰেও জ্যোতিপ্ৰসাদে কবিতা, গীত, এখন জীৱনী গ্ৰন্থ (চন্দ্ৰকুমাৰ আগৰৱালা), ভালেমান প্ৰবন্ধ আৰু ইশশু উপযোগী ৰচনা অসমীয়া সাহিত্যলৈ দান দি গৈছে। তদুপৰি তেওঁ বিভিন্ন সভা-সন্মিলনত পাঠ কৰা ভাষণ সমূহ অসমীয়া ভাষা-সাহিত্য আৰু চিন্তা জগতলৈ বিশিষ্ট অৱদান। সুখৰ কথা যে জ্যোতিপ্ৰসাদৰ সমগ্ৰ ৰচনাৱলী এক থুপ কৰি অসম প্ৰকাশন পৰিষদে 'জ্যোতিপ্ৰসাদ ৰচনাৱলী' নামৰ গ্ৰন্থ প্ৰকাশ কৰি উলিযাইছে।

জ্যোতিপ্ৰসাদৰ শিল্পীমন সকলোৰে পৰাই দেশপ্ৰেম আৰু জাতীয চিন্তাৰ দ্বাৰা উদ্বুদ্ধ হৈছিল। সেযে কেৱল লিখা-মেলা কৰি আৰু সভা-সমিতিত বক্তৃতা দিযে ক্ষান্ত নাথাকি তেওঁ সক্ৰিযভাৱে ভাৰতৰ স্বাধীনতা আন্দোলনত জপিযাই পৰিছিল। ৰজ্মচৰ চনৰ অসহযোগ আন্দোলনত জ্যোতিপ্ৰসাদে দেহেকেহে খাটিছিল। বিলাতৰ পৰা উভতি আহি তেওঁ স্বাধীনতা আন্দেলনত বেছি সক্ৰিয় হৈ পৰে। এই ৰণৰ ৰণুৱা হৈ তেওঁ দিঘলীয়া সময়ৰ বাবে সশ্ৰম কাৰাদণ্ড ভুগিব লগা হয আৰু যক্ষ্মা ৰোগৰ দ্বাৰা আক্ৰান্ত হোৱাৰ বাবে তেওঁৰ স্বাস্থ্যও ভাগি পৰে। কাৰাগাৰৰ পৰা মুকলি হৈ জ্যোতিপ্ৰসাদে কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনী গঠনকে ধৰি আন্দোলনৰ সংগঠনৰ কামত মনোনিবেশ কৰে। ইযাৰ উপৰিও তেওঁ দেশপ্ৰেমমূলক গীত-নাট লিখি সেইবোৰ গাই, গোৱাই, প্ৰদৰ্শন কৰি সৰ্বসাধাৰণক স্বদেশপ্ৰেম আৰু জাতীয চেতনাৰ ভাবেৰে উদ্বুদ্ধ কৰিছিল। সাংবাদিকতাৰ যোগেদিও তেওঁ দেশ সেৱাৰ কামত ব্ৰতী হৈছিল।

ইউৰোপত বোলছবি শিল্পৰ বিষযে লাভ কৰি অহা শিক্ষা জ্যোতিপ্ৰসাদে স্বদেশলৈ ঘূৰি আহি কামত লগাবলৈ বদ্ধপৰিকৰ হয। সেই উদ্দেশ্যে ১৯৩৪ চনত তেওঁ বোলাগুৰি চাহ বাগানত 'চিত্ৰলেখা মুভিটোন' প্ৰতিস্থা কৰি পিছৰ বছৰত প্ৰথম অসমীযা বোলথবি 'জযমতি' নিৰ্মান কৰি উলিযাই। ইযাৰ পিছত তেওঁ বিষ্ণুপ্ৰসাদ ৰাভাৰ লগ হৈ 'জযমতী' আৰু 'শোনিত-কুঁৱৰী' নাটকৰ গ্ৰামোফোন ৰেকৰ্ড কৰে। 'জযমতী' চিনেমা কৰি জ্যোতিপ্ৰসাদে আৰ্থিকভাবে যথেষ্ট লোকচান ভৰিব লগা হৈছিল। সেয়ে ১৯৩৯ চনত তেওঁ তুলনামুলকভাবে কম খৰচত 'ইন্দ্ৰমালতী' নামৰ সামাজিক ছবি এখন নিৰ্মান কৰি উলিযায়।

এইবোৰৰ উপৰিও অসমত এখন সুকিযা বিশ্ববিদ্যালয স্থাপনৰ দাবীত জ্যোতিপ্ৰসাদে যথেষ্ট প্ৰচাৰ কাৰ্য চলাইছিল। ৰজ্মচ্ছচ্ছ চনত 'দৈনিক অসমীযা' কাকতৰ সম্পাদনাৰ দাযিত্ব গ্ৰহণ কৰি তেওঁ বিশ্ববিদ্যালয স্থাপনৰ আন্দোলনত অশেষ সহায কৰে। আনকি হ'ব লগা বিশ্ববিদ্যালযৰ গৃহ-নিৰ্মাণৰ বাবে তেওঁ স্থাপত্যৰ আৰ্হিও আকি দিছিল।

কিন্তু স্বাস্থ্য বেযা হোৱা বাবে জ্যোতিপ্ৰসাদে মাত্ৰ সাত মাহ চলায়ে কাকতৰ সম্পাদনাৰ ভাৰ এৰিব লগা হয। তাৰ পাচত তেওঁ ডিব্ৰুগড তামোলবাৰী চাহ-বাগিচাত থাকিবলৈ লয। অসুখীযা গাৰেও তেওঁ গীত-মাত, নাটক আদি লিখাৰ কাম এৰি দিযা নাছিল।

দুৰাৰোগ্য অসুখৰ বাবে জ্যোতিপ্ৰসাদৰ স্বাস্থ্যৰ অৱস্থা ক্ৰমে বেযা হবলৈ ধৰে, আৰু ১৯৫১ চনৰ ১৭ জানুৱাৰীৰ দিনা মাত্ৰ দুকুৰি আঠ বছৰ বয়সত তেওঁৰ দেহাবসান হয।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰথম নাটক 'শোনিত-কুৱৰী' এখন পৌৰানিক আখ্যানমূলক নাটক। যিসমযত এই নাটকখন লিখিছিল (১৯১৭ চন) সেই সময়ত পৌৰাণিক আৰু বুৰঞ্জীমূলক নাটক অসমৰ দৰ্শক পাঠকৰ মাজত সবাটোকৈ জনপ্ৰিয আছিল। গতিকে মাত্ৰ চৈধ্য বছৰীযা জ্যোতিপ্ৰসাদে অসমৰ এটি অতি জনপ্ৰিয পৌৰাণিক আখ্যানৰ আধাৰত তেওঁৰ পহিলা নাটকখন ৰচনা কৰে। উষা-অনিৰুদ্ধৰ প্ৰেম, তেওঁলোকৰ গন্ধৰ্ব বিবাহ, চিত্ৰলেখাৰ অবিশ্বাস্য চিত্ৰকুশলতা,হৰি-হৰৰ যুদ্ধ আদি পৌৰাণিক নাটকখনত সামৰা হৈছে। কিন্তু নাট্যকাৰৰ কম বয়সৰ ৰচনা হ'লেও আৰু পৌৰানিক আখ্যানমূলক হলেও 'শোনিত-কুৱৰী' নাটকত নতুনৰ সুৰ শুনিবলৈ পোৱা যায়। পুৰণি কালৰ

কবিসকলৰ লেখিযাকৈ ইযাত নাট্যকাৰৰ ঘাই উদ্দেশ্য হৰি-হৰৰ যুদ্ধ বা কৃষ্ণৰ মাহাত্ম্য দেখুওৱাটো নহয়, তেওঁৰ লক্ষ্য হৈছে উষা-অনিৰুদ্ধৰ প্ৰেমৰ কাহিনীত আধুনিক ৰোমান্তিকতাৰ বোল সানি এখন আধুনিক যুগৰ ৰোমান্তিক নাটক ৰচনা কৰা। সেইদৰে চিত্ৰলেখাৰ চৰিত্ৰক ৰহস্যময় কৰি তোলাৰ পৰিৱৰ্তে তেওঁক এগৰাকী অতি বান্ধৱীপ্ৰেমী, চিত্ৰকুশলী, মানৱ-কন্যা হিচাপেহে দেখুৱা হৈছে। তদুপৰি বিশদ মঞ্চ নিৰ্দেশনা, নাটকীয সাজ-সজ্জাৰ বৰ্ণনা, আধুনিক নাটকৰ উপযোগিকৈ প্ৰাচীন অসমীযা সঙ্গীতৰ ব্যৱহাৰ, ভাৰতীয মঞ্চত নিষিদ্ধ বুলি বিবেচিত চুম্বনৰ দৃশ্য সূচনা আদি বিভিন্ন কাৰণত জ্যোতিপ্ৰসাদৰ এই নাটকখনক আধুনিক অসমীযা নাট্যজগতত এক অভিলেখী পদক্ষেপ বুলৰ পাৰি।

'কাৰেঙৰ লিগিৰী'ৰ আলোচনা পিচলৈ থলে জ্যোতিপ্ৰসাদৰ আন দুখন উল্লেখযোগ্য নাটক 'ৰূপালীম' আৰু 'লভিতা'ৰ কথা আমাৰ মনলৈ আহে। 'ৰূপালীম'ৰ কাহিনী সম্পুনৰূপে কাল্পনিক। নাটকৰ চৰিত্ৰ-চিত্ৰন, পৰিবেশ, গতিবিধি সকলো পিনৰ পৰাই ই এখন ৰোমান্তিকধৰ্মী নটক। ৰুকমী এখন কাল্পনিক ৰাজ্য। এই ৰাজ্যৰে ছোৱালী ৰূপালীম। নিজ ৰাজ্যৰ এজন যু ৱক মাযাব'ৰ ওচৰত ৰূপালী বাগদত্তা। কিন্তু চুবুৰীযা ৰাজ্যৰ ৰজা মনিমুগ্ধই তাইক বলেৰে আনি নিজৰ কাৰেঙত বন্দী কৰি থয। মনিমুগ্ধই তেওঁ ইতিমধ্যে বন্দি কৰি ৰখা মাযাব' আৰু ৰূপালীমৰ পিতাক জুনাফাক মুকলি কৰি দিবলৈ সম্মত হয এটা চৰ্তত, ৰূপালীমে তেওঁৰ ওচৰত সম্পূৰ্ণ আত্মসমৰ্পন কৰিব লাগিব। নিজৰ পিতৃ আৰু হ'ব লগা স্বামীৰ প্ৰাণ ৰক্ষাৰ খাতিৰত মনিমুগ্ধৰ এই কথাত ৰূপালীম মান্তি হয, কিন্তু অসামান্য ব্যক্তিত্বই মনিমুগ্ধক এনেকৈ মোহিত আৰু চমকিত্বৰে যে তেওঁ তাইৰ কাষেই চাপিব নোবাৰে। এইদৰে তাইৰ চৰিত্ৰত কোনো চেকা নপৰাকৈ ৰূপালীম মনিমুগ্ধৰ হাতৰ পৰা মুক্ত হৈ আহে। কিন্তু নিজৰ গাৱলৈ উভতি আহি ৰূপালীমে অসতী আখ্যাহে পায আৰু হিংসা পৰাযনা ইতিভেনৰ ঈৰ্ষাৰ কোব ইমানেই বেছি হয যে ৰাণীৰ আদেশ মতে তাইক জুইত পুৰি মৰা হয়। এই নাটকখনত বেলজীযাম দেশৰ নাট্যকাৰ মৌৰিচ মেটাৰলিংকৰ 'মন্নাভান্না' নামৰ নাটকৰ প্ৰভাৱ নপৰা নহয। এই কথা নাট্যকাৰে নাটকৰ পাতনিত উল্লেখ কৰিছে। পুঙ্খানুপুঙ্খৰূপে চালে দুযোখন নাটকৰ মাজত নানা দিশত মিল দেখা যায। কিন্তু জ্যোতিপ্ৰসাদৰ কৃতিত্বএইখিনিতে যে তেওঁ নাটকখনক স্বকীয় বৈশিষ্টৰে মহিমামণ্ডিত কৰি এটি মৌলিক সৃষ্টি কৰি তুলিব পাৰিছে। 'মন্নাভান্না' (Monna Vanna) এখন 'স্থৈতিক নাটক' (Static Drama), সেয়ে ইযাৰ নাটকীয় গতিশীলতা কম। আনহাতেদি এখন ৰোমান্টিক ট্ৰেজেদি বুলি কব পৰা 'ৰূপালীম'খন নাটকীয় ক্ৰিযাৰে পূৰ্ণ আৰু অতি খৰ গতিৰ। চমুতে কব পাৰি সংলাপ, ৰচনা-শৈলীৰ চৰিত্ৰ চিত্ৰণ, নাটকীয় গঠন প্ৰণালী আদি বিভিন্ন দিশত 'ৰূপালীম'ৰ সুকীয়া বৈশিষ্ট উলাই কৰিব নোৱাৰি।

'লভিতা'ৰ কাহিনী ৪২ৰ স্বাধীনতা আন্দোলন আৰু দ্বিতীয় মহাসমৰৰ পটভূমিত কেতবোৰ বাস্তৱ ঘটনাৰ আধাৰত গঢ দিয়া হৈছে। নাট্যকাৰে নাটকখনৰ পাতনিত এই কথা মুকলিভাৱেই কৈছে। সেই সময়ত সামৰিক বাহিনাত মানুহে অসমৰ গাৱে ভূঞে শিবিৰ পাতিছিল। অনেক অসমীযা ডেকা-গাভৰু সামৰিক বাহিনীৰ গুণ্ডা কিছুমানৰ অত্যাচাৰৰ বলি হ'ব লগা হৈছিল। ইহঁতৰ অত্যাচাৰৰ পৰা হাত সাৰিবলৈ বহুতো ছোৱালী আৰু তিৰোতাই হয সামৰিক চিকিৎসালযত পৰিচাৰিকা হিচাপে কাম কৰিবলৈ লৈছিল, নহয আত্মমৰ্যদা ৰক্ষাৰ বাবেআপোনঘাটী হৈছিল। এই ধৰণৰে এজনী ছোৱালী লভীতা, নাটকৰ ঘাই চৰিত্ৰ। নাট্যকাৰৰ মতে এই নাটকৰ কোনো নাযক-নাযিকা নাই, ইয়াৰ নাযক গোটেই অসমীযা ৰাইজেই। লভিতা গাঁৱৰ ছোৱালী হ'লেও শিক্ষিতা আৰু সাহসী। ১৯৪২ চনত জাপানী বিমান আক্ৰমনত গাৱৰ অনেক মানুহৰ লগতে লভিতাৰ পিতাকৰো মৃত্যু হোৱাত নিৰাশ্ৰয হৈ পৰে। লভিতাই স্থানীয মৌজাদাৰৰ ঘৰত আশ্ৰয লয়, কিন্তু মৌজাদাৰণীৰ অত্যাচাৰ সহিব নোৱাৰি তাৰপৰা ওলাই যায। বাটত সামৰিক গুণ্ডাৰ হাতত ধৰ্ষিতা হোৱাৰপৰা তাইক এজন কৰ্তব্যপৰাযণ পুলিচ বিষয়াই ৰক্ষা কৰে। তথাপি তাই নিজৰ সমাজত স্থান নাপাই ইলাহী নামৰ বৃদ্ধ মুছলমান লোক এজনৰ ঘৰত আশ্ৰয লয। পিছত তাই সামৰিক নাৰ্চ হিছাপে বৃটিছ বাহিনীত সোমায আৰু কহিমা পাযগৈ। যুদ্ধৰ সময়ত লভিতা জাপানী আৰু আজাদ হিন্দ ফৌজৰ হাতত বন্দী হয় আৰু আন অসমীযা ডেকা গাভৰুৰ লগতে তাই আই, এন, এ, ফৌজত যোগদান কৰে। দেশৰ স্বাধীনতাৰ বাবে যুঁজি হাজাৰজন ভাৰতীযৰ লেখীযাকৈ লভিতাযো বিদেশী বৃটিছ বাৰুদৰ আগত মৃত্যুক আকোৱালী লয়।

লভিতাৰ কাহিনীভাগ চমুতে এযে এইখন এখন বাস্তৱ কাহিনী ভিত্তিক ৰাজনৈতিক নাটক। এই দিশত নাটখনৰ গুৰুত্ব যথেষ্ট।

জ্যোতিপ্ৰসাদে 'নিমাতী কন্যা' বা ৰূপকোঁৱৰ নামৰ সৰু নাটক খনক 'শিশু - নাটিকা' বুলিছে, হলেও নাটক অন্তৰ্নিহিত ভাব গধুৰ। আইন এখন শিশু -নাটিকা 'সোন পখিলী' অসম্পূৰ্ণ। জ্যোতিপ্ৰসাদে আৰু দুখন মান নাটক লিখিবলৈ লৈ সম্পূৰ্ণ নকৰিলে। ৰচনাৱলী'ত ইবোৰৰ বিষয়ে বিশদ খবৰ আছে।

আধুনিক অসমীযা নাটক আৰু মঞ্চলৈ জ্যোতিপ্ৰসাদৰ সবাতোকৈ উল্লেখযোগ্য বৰঙনি তেওঁৰ 'কাৰেঙৰ লিগিৰী' নামৰ নাটকখন। নাটকখনক নাট্যকাৰে কাল্পনিক নাটক বুলি কৈছে, আমাৰ নাট - সমালোচক আৰু বুৰঞ্জীকাৰসকলেও ইয়াক ৰোমান্টিক হিছাপেই বিবেচনা কৰা দেখাযায়। অৱশ্যে মনত ৰাখিব লাগে যে নাটকখন এই অৰ্থতহে কাল্পনিক যে "নাটকৰ সকলো

চৰিত্ৰ আৰু ঘটনা কাল্পনিক" কিন্তু নাটকীয় শৈলী, কাৰিকৰী চিন্তাচৰ্চা ইত্যাদি দিশত 'কাৰেঙৰ লিগিৰা' এখন বাস্তৱিক চিন্তামূলক সামজিক নাটক।

মধ্যযুগৰ ৰজাদিনীয়া পটভূমিত 'কাৰেঙৰ লিগিৰী'ৰ কাহিনী ৰচনা কৰা হৈছে। নাটকৰ নায়ক সুন্দৰ কোঁৱৰ এজন শিক্ষিত, চিন্তাশীল, আদৰ্শবাদী, অভিজাত যুৱক। কথা- বতৰা আৰু ভাবভংগীৰ পৰা ভাব হয় সুন্দৰৰ যেন তিৰোতাৰ প্ৰতি ভাল ভাব নাই আৰু সেয়ে তেওঁ বৈবাহিক জীৱন আৰম্ভ কৰিবলৈ অনিচ্ছুক। ইফালে মাক ৰাজমাৱে কোঁৱৰক নেৰানেপেৰাকৈ ধৰি আছে কাৰেঙলৈ কুঁৱৰী আনিব লাগে। শেষত উপায় নাপায় সুন্দৰে মাকৰ ইচ্ছা অনুসৰি ৰাজ্যৰ প্ৰধানমন্ত্ৰীৰ জীয়েক কাঞ্চনমতীক বিয়া কৰায়। কিন্তু লাহে লাহে কোঁৱৰে গম পায় যে তেওঁৰ পত্নীয়ে তেওঁক প্ৰকৃততে ভাল নেপায়। কাঞ্চনমতী অন্য কোনো ডেকাৰ প্ৰতি আসক্ত। তেতিয়া কোঁৱৰে পাহৰি যায় যে আচলতে তেওঁ কাঞ্চনমতিক ভাল পাই নহয় মাকৰ মন ভাল লগাবৰ বাবেহে তাইক বিয়া কৰাইছিল। তথাপি সুন্দৰে পত্নীৰ পৰা দেহ আৰু মন দুয়োটা দাবী কৰে। তেতিয়া কাঞ্চনমতীয়ে সুন্দৰক কয় যে তাইৰ পৰা প্ৰকৃততে ভালপোৱা আদায় কৰাৰ অধিকাৰ তেওঁৰ নাই। কাৰণ সামাজিক অনুষ্ঠান হিছাপে বিবাহৰ ক্ষেত্ৰত কেৱল দৈহিক পবিত্ৰতাৰ ওপৰতহে ওপৰতহে গুৰুত্ব দিযাহয়, ডেকা গাভৰু দুজনৰ ইজনে সিজনক প্ৰকৃততে ভাল পায় নে নেপায় সেয়া বিচাৰ কৰাৰ প্ৰযোজনীয়তা অনুভৱ কৰা নাহয়। কোঁৱৰে তেওঁৰ ভুলৰ কথা উপলব্ধিকৰে, কিন্তু এই ভুল শুধৰাবলৈ গৈ তেওঁ অইন এটা ভুল কৰি পেলায। বনভোজ খাবলৈ যোৱাৰ ছলেৰে তেওঁ এদিন কাঞ্চনমতীক কাজিৰঙাৰ হাবিলৈ নি তাত তাইৰ পূৰ্বৰ প্ৰেমিক অনঙ্গৰ হাতত এৰি থৈ আহে। কাঞ্চনমতীয়ে বিহ খাই আত্মহত্যা কৰে আৰু এই ঘটনাই কাৰেঙত হুলস্থুলৰ সৃষ্টি কৰে। ইতিমধ্যে কাৰেঙৰ লগুৱা - লিগিৰীবোৰৰ মাজত বু-বু -বা - বা চলে যে কোঁৱৰৰ শেৱালি নামৰ লীগিৰীজনীৰ প্ৰতি দুৰ্বলতা আছে আৰু সেয়ে তেওঁ নিজৰ বিবাহিত স্ত্ৰীকো ত্যাগ কৰিছে। কথাবোৰ লাহে লাহে ৰাজমাওৰ কানত পৰেগৈ। তেওঁ বুদ্ধি কৰি শেৱালিক কাৰেঙৰপৰা আঁতৰাই নগাপাহাৰলৈ নিৰ্বাসন দিযে। কোঁৱৰে এই কথা গম পালত শেৱালীক বচাবৰ বাবে খৰখেদাকৈ নাগাপাহাৰ পাযগৈ। পাহাৰত গৈ সুন্দৰ শেৱালীক লগ পায আৰু তাইক কুঁৱৰী কৰিব বুলি ঘোষণা কৰে। কিন্তু শেৱালীয়ে এই কথআ ভালকৈ জানে যে কোঁৱৰে যদি লিগিৰী এজনীক বিয়া কৰায তেতিয়া ডাঙৰীযাসকলে তেওঁক ৰজাতো ভাঙিব আনকি তেওঁক মাৰি পেলাবও পাৰে। সেয়ে সুন্দৰক এনে এটা সংকটৰ পৰা ৰক্ষা কৰিবলৈ তাই নিজে পাহাৰৰ জুৰিলৈ জাঁপ দি মৃত্যুক সাৱতি লয়। শেৱালিৰ এই প্ৰাণ -দানৰ ঘটনাই কোঁৱৰৰ মনত ভীষণ শোক আৰু প্ৰৱল অন্তৰ্দ্বন্দ্বৰ সৃষ্টি কৰে।

'কাৰেঙৰ লিগিৰী'ৰ কাঁহিনী চমুতে এনে। নাটকৰ কাৰিকৰী , চৰিত্ৰ -চিত্ৰণ, কথোপকথন, চিন্তা-চৰ্চা আদি বিভিন্ন দিশত এই নাটকখন অসমীয়া সাহিত্যত এক অপূৰ্ব সৃষ্টি। থোৰতে ক'ব লাগিলে জ্যোতিপ্ৰসাদৰ এই নাটকখনেই আধুনিক অসমীয়া নাট্য-সাহিত্যত বাস্তৱধৰ্মী চিন্তাশীল নাটকৰ সূচনা কৰে।

গুণভিৰাম বৰুৱাৰ 'ৰাম- নৱমী নাটক' (১৮৫৭) নামৰ সামাজিক নাটকেৰে আধুনিক অসমীয়া নাটকৰ বুৰঞ্জী আৰম্ভ হয় তেতিযাৰেপৰা জ্যোতিপ্ৰসাদৰ 'শোনিত- কুৱৰী'ৰ দিনলৈকে অসমীযাত বহুতো নাটক ৰচনা কৰা হয়। এই নাটকবোৰৰ বিষয বস্তু ঘাইকৈ পৌৰাণিক, বুৰঞ্জী মূলক আৰু সামাজিক। পৌৰাণিক আখ্যানমূলক আৰু বুৰঞ্জীৰ ঘটনাভিত্তিতক নাটকৰ ক্ষেত্ৰত এই শতিকাৰ প্ৰথন দুটামান দশকতে অসমীয়া সাহিত্যই যথেষ্ট প্ৰগতি লাভ কৰে। কিন্তু সামাজিক সমস্য-মূলক আৰু চিন্তাশীল আলোচনাত্মক নাটকৰ বেলিকা জ্যোতিপ্ৰসাদৰ আগলৈকে আমাৰ সাহিত্যত বিশেষ পদক্ষেপ লোৱা হৈছিল বুলি ক'ব নোৱাৰি। প্ৰকৃত অৰ্থত জ্যোতিপ্ৰসাদেই অসমীয়া সাহিত্যত এই বিধ নাটকৰ প্ৰথম আৰু প্ৰধান বাটকটীয়া।

জ্যোতিপ্ৰসাদে শিশু-নাটিকা বোলা নাটক দুখন কাব্যধৰ্মী আৰু ৰূপকধৰ্মী। অৰ্থাৎ বিমূৰ্ত চৰিত্ৰৰ কবিতাময কথোপকথনৰ মাজেদি নাট্যকাৰে কোনো গভীৰ অৰ্থ প্ৰকাশ কৰিবলৈ বিচাৰিছে। নিমাতী কন্যাক কলালক্ষ্মীৰ প্ৰতীক হিছাপে আৰু ৰূপকোঁৱৰক চিৰসুন্দৰৰ প্ৰধান মহাসিদ্ধ সাধক সহাসিদ্ধ সাধক হিছাপে লোৱা হৈছে বুলি নাট্যকাৰে পাতনিত উল্লেখ কৰিছে। তেওঁ লিখিছে, 'মানৱ জাতিৰ সকলো কলা সাধনাই পৃথিৱীত আনন্দ আৰু শান্তি প্ৰতিষ্ঠাৰ কাৰণে। মানুহৰ সভ্যতাৰ অধিষ্ঠাত্ৰী হৈছে কলালক্ষ্মী। পৃতিৱীৰত আজি সকলোৱেই নানা কলা সাধনাৰে এই কলালক্ষ্মীৰ হাঁহি আৰু গান উলিযাব পৰা নাই। কিন্তু সদায জগতত ভুৱা পণ্ডিত, শক্তিশালী ক্ষমতান্ধ, দুষ্ট বুদ্ধি স্বাৰ্থান্ধ, ভণ্ড এই বিলাকে এই সাধক গুণীৰ সাধনাৰ ফল ডকা দি বা চুৰকৈ খবলৈ বিচাৰে আৰু তাৰ বাবে সিহঁতৰ নিজৰ ভিতৰতে কন্দল খৰিয়াল পাতি পৃথিৱীত অশান্তিৰ সৃষ্টি কৰে। পৃথিৱীৰ শক্তিৰ বাঘজৰি থকিব লাগে কবি দাৰ্শনিকৰ হাতত। যিদিনাই এই artist philososopher ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসন ক্ষমতাৰ বাঘজৰি উঠিবগৈ তেতিয়াৰেপৰাহে পৃথিৱীয়ে আচল শান্তিৰ মুখ দেখিবগৈ। তাৰ আগতে তেতিয়াও নহয় .।" আনখন কাব্যধৰ্মী ৰূপক 'সোনপখিলী' অসম্পূৰ্ণ। শিশু-উপযোগী বুলি কোৱা হৈছে যদিও নাটিকাখনৰ অন্তৰ্নিহিত অৰ্থ আছে। কিন্তু অসম্পূৰ্ণ হৈ ৰেআৱা বাবে নাট্যকাৰৰ বক্তব্য সম্পূৰ্ণকৈজনাৰ পৰা আমি বঞ্চিত হ'লো। এইটো অৱশ্যে স্পষ্ট যে 'সোনপখিলী'ক সৌন্দৰ্য আৰু আনন্দৰ প্ৰতীক হিচাপে দেখুওৱা হৈছে।

## কাৰেঙৰ লিগিৰী

নাট্যকাৰ হিচাপে জ্যোতিপ্ৰসাদৰ ঘাই অৱদান হৈছে 'শোনিত-কুঁৱৰী', 'কাৰেঙৰ লিগিৰী' আৰু 'লভিতা'। ওপৰত কৈ অহা হৈছে যে প্ৰথমখন নাটকৰ বিষয়বস্তু পৌৰানীক, দ্বিতীয়খনৰ কাল্পনিক আৰু শেষৰখনৰ সামাজিক-ৰাজনৈতিক। কিন্তু বিষয়বস্তু বেলেগ বেলেগ হলেও নাটক কেইখনৰ মাজত কেতবোৰ সাদৃশ্য আছে। নাটকীয় কথোপকথন, বিশদ মঞ্চ-নিৰ্দেশনা, সাজ-সজ্জাৰ বৰ্ণনা, অংক-দৃশ্যৰ বিভাজন আদিত তিনিওখন নাটকৰ মাজত মিল দেখা যায়। কেউখন নাটকৰে কথোপকথন গদ্যৰ আৰু কেউখনতে মঞ্চ, সাজ-সজ্জা, চৰিত্ৰ আদিত বিশদ বৰ্ণনা দিয়া হৈছে। 'শোনিত কুঁৱৰী'খন যিহেতু নাট্যকাৰৰ কম বয়সৰ ৰচনা, পিচৰ দুখন নাটকত এই আটাইবোৰ বস্তু বেছি পৈনত ভাৱে উপস্থাপিত হোৱা লক্ষ্য কৰা যায়।

জ্যোতিপ্ৰসাদৰ এই নাটক কেইখনত প্ৰধানকৈ 'কাৰেঙৰ নিগিৰী' আৰু 'লভিতা'ত পশ্চিমীয়া সাহিত্যৰ বাস্তৱধৰ্মী, সমস্যামূলক, চিন্তাশীল নাটকৰ প্ৰভাৱ পৰিছে। ঊনৈশ শতিকাত নৰৱে দেশৰ নাট্যকাৰ হেন্‌ৰিক ইব্‌চেনেপোন প্ৰথমে এই ধৰণৰ নাটক লিখি ইউৰোপৰ নাট্য জগতত বিপ্লৱৰ সূচনা কৰে। পিচত ইংৰাজী সাহিত্যত বাৰ্নাৰ্ড শ্বই চিন্তামূলক, আলোচনা প্ৰধান নাটকৰ প্ৰসাৰ সাধন কৰে। পৃথিৱীৰ অন্যান্য সাহিত্যৰ লেকিয়াকৈ অসমীয়া সাহিত্যতো ইব্‌চেনৰ প্ৰভাৱ ইংৰাজী সাহিত্যৰ যোগেদি পৰেহি। জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ নিগিৰী' নাটকত ইব্‌চেনীয় নাট্য-ৰীতিৰ সুন্দৰ ব্যৱহাৰ পোন প্ৰথমবাৰৰবাবে আমাৰ সাহিত্যত দেখা যায়। কথোপকথনত গদ্যৰ ব্যৱহাৰ, আলোচনাৰ প্ৰধান্য, সুন্দৰৰ দৰে বিপ্লৱীচৰিত্ৰৰ উপস্থাপন, কাঞ্চনমতী আৰু শেৱালীৰ নিচিনা বৈশিষ্টপূৰ্ণ আৰু ব্যক্তিত্বসম্পন্ন নাৰী চৰিত্ৰৰ সৃষ্টি আদি দিশত এই নাটকখন ইব্‌চেনৰ নাটকৰ লগত তুলনীয়। অৱশ্যে এইটো ভাবিব নালাগে যে জ্যোতিপ্ৰসাদে পাশ্চাত্যনাটকৰ অন্ধ অনুকৰণ কৰিছে। তেওঁ কেৱল ইব্‌চেনৰ লেখিয়া মহান লেখকৰ বৈপ্লৱীক নাট্য-চিন্তা আৰু ইয়াৰ কৃতকাৰ্যতাৰ দ্বাৰা প্ৰভাৱিত আৰু উৎসাহিত হৈ অসমীয়াতো এই ধৰণৰ নাটক সৃষ্টি কৰি নিজৰ মৌলিক প্ৰতিভাৰহে চিনাকি দিছে।

জ্যোতিপ্ৰসাদৰ এই নাটক কেইখনৰ আন এটা উল্লেখযোগ্য দিশ হৈছে তেওঁৰ সমাজ সচেতনতা। 'শোনিত কুঁৱৰী' খন পৌৰানীক আখ্যানৰ আদাৰত ৰচিত নাটক। তদুপৰি এইখন নাট্যকাৰৰ চেমনীয়া বয়সৰ ৰচনা। গতিকে ইয়াত জ্যোতিপ্ৰসাদৰ ৰাজনৈতিক চিন্তাৰ আভাস পোৱা নাযায, যদিও এই নাটকখন গতানুগতিক পৌৰানীক আখ্যানমূলক নাটক বা কবিতাতকৈকিছু সুকিয়া। 'কাৰেঙৰ নিগিৰী'ত জ্যোতিপ্ৰসাদৰ বৈপ্লৱীক চিন্তা-চৰ্চাৰ স্পষ্ট আভাস পোৱা যায়। সমাজৰ কু সংস্কাৰ, অন্ধবিশ্বাস, উৱলি যোৱা ৰীতি-নীতি আৰু অনুষ্ঠানবোৰ ধ্বংস কৰি যুক্তি আৰু বিজ্ঞানসম্মত চিন্তাৰ ভেটিতএখন নতুন সমাজ প্ৰতিষ্ঠা কৰাৰ নাট্যকাৰৰ যি প্ৰয়াস সেয়া নাটকৰ কথোপকথনত সুন্দৰকৈ প্ৰকাশ পাইছে। উদাহৰণ স্বৰূপে দ্বিতীয় অংক, প্ৰথম দৰ্শনৰ সুন্দৰ আৰু কাঞ্চনমতীৰ মাজত হোৱা কথোপকথনৰ কথালৈ আঙুলিয়াব পাৰি। ইয়াত আমাৰ সমাজত প্ৰচলিত বিবাহ অনুষ্ঠানৰ বিষয়ে নাট্যকাৰৰ সমালোচনামূলক দৃষ্টিভংগী প্ৰকাশ পাইছে। সুন্দৰ কোঁৱৰৰ চৰিত্ৰ বৈপ্লৱীক মানসিকতাৰ প্ৰতীক। তেওঁৰ দৃঢ় বিশ্বাস ৰূপান্তৰৰ মাজেদি নতুন সমাজ গঢ়িব লাগিব, আৰু ৰূপান্তৰৰ বাবে বিপ্লৱ অৱশ্যম্ভাৱী। তেওঁৰ কথা-বতৰাত এই বিশ্বাস প্ৰকাশ পাইছে। স্বভাৱিকভাৱেই সুন্দৰ চৰিত্ৰৰ আগছোৱাত চৰিত্ৰৰ দুৰ্বলতা আৰু দোদুল্যমান অৱস্থাৰ আভাস আছে। সুন্দৰে মাকে পছন্দ কৰা ছোৱালী বিয়া কৰাবলৈ অনিচ্ছুক, কিন্তু তেওঁ মুকলি আৰু দৃঢ়ভাৱে নিজৰ মত প্ৰকাশ কৰি ৰাজমাওৰ বিৰুদ্ধে যাব পৰা নাই; তদুপৰি উচ্চ বংশ আৰু আভিজাত্যৰ ভেম তেওঁৰ চৰিত্ৰৰ প্ৰথম অৱস্থাত প্ৰকাশ পাইছে। লিগিৰী শেৱালীৰ প্ৰতি অলপ হলেও সুন্দৰৰ দুৰ্বলতা থকা যেন লাগে, কিন্তু ৰাজসম্মান হানি হোৱাৰ ভয়ত তেওঁ সেই কথা স্বীকাৰ কৰিব পৰা নাই। লাহে লাহে অৱশ্যে সুন্দৰে বৈপ্লৱীক মানসিকতাৰ এই লেখিয়া প্ৰাৰম্ভিক দুৰ্বলতা জয় কৰিবলৈ সক্ষম হয়। নৈতিকভাৱে গ্ৰহনযোগ্য নহলেও নিজৰ পত্নীক আনৰ হাতত গতাই দিয়াটো বা শেৱালীৰ লেখীয়া লিগিৰী এজনীক 'বিয়া কৰাম' বুলি খোলাখুলিভাৱে ৰাদমাও মাকৰ আগত কোৱাটো এজন কোঁৱৰৰ বাবে কম সাহসৰ কথা নহয়। বিপ্লৱী মন এটাতহে এনে ধৰণৰ সাহস সম্ভৱ।

'লভিতা'ত দেখাদেখিকৈ কোনো ৰাজনৈতিক সামাজিক চিন্তা বা মতবাদৰ প্ৰকাশ দেখিবলৈ নাপাওঁ। নাট্যকাৰে নিজেই পাতনিত কৈছে, 'এই নাটক কোনো ৰাজনৈতিক মতবাদ সমৰ্থন কৰি লিখা হোৱা নাই। কিন্তু সেই বুলি ইয়াত নাট্যকাৰৰ সামাজিক আভাস মুঠেই নাই এনে নহয়। লভিতা স্ত্ৰী চৰিত্ৰ, কিন্তু বীৰ পুৰুষৰ দৰেই তাই প্ৰথমে জীৱন সংগ্ৰামত অৱতীৰ্ন হৈছে। নানা ঘাত প্ৰতিঘাত, তিতা-কেঁহা অভিজ্ঞতাৰ মাজেদি তাই জীৱনৰ সত্য উপলব্ধি কৰিছে আৰু মূল লক্ষ্যথ উপনীত হৈছে। তাই চিঞৰি চিঞৰি কৈছে, "যি ডেকাৰ অন্তৰত বিপ্লৱৰ জুই জ্বলা নাই, সি আজিৰ ডেকা হ'বই নোৱাৰে। ৰজাৰ অন্যায, আইনৰ অন্যায়, দে ৰ অন্যায়, দেশৰ চলি থকা অন্যায় নিয়ম কাৰণ মূৰ্খ সমাজৰ, সংকীৰ্ণ মনৰ মানুহৰ নিৰপৰাধী নিমাখিতৰ ওপৰত অন্যায়, অত্যাচাৰৰ বিৰুদ্ধে নিজৰ সুখ-সম্পদ আনকি জীৱনকো দি যি ডেকাৰ থিয় হ'বলৈ মনত বল নাই, বুকুত শক্তি নাই, সি আজিৰ ডেকা হ'বই নোৱাৰে।" (৩য় অংক, ২য় দৰ্শন)।

এয়া লভিতাৰ সৰ্বকালৰ 'ভাৰতীয় তথা অসমীয়া নতুন পুৰুষৰ প্ৰতি এটি সকীয়নি।

**ড° পোনা মহন্ত**

## ভাৱৰীয়া

| | | |
|---|---|---|
| সুন্দৰ কোঁৱৰ | ঃ | অসমৰ এখন ৰাজ্যৰ কোঁৱৰ |
| সুদৰ্শন | ঃ | ৰাজ্যৰ মুকুতা সাউদৰ পুতেক, সুন্দৰ কোঁৱৰৰ অন্তৰঙ্গ বন্ধু |
| অনঙ্গৰাম | ঃ | ৰাজ্যৰ মন্ত্ৰীৰ পুতেক |
| বপুৰা | ঃ | সুন্দৰৰ বিশ্বাসী লিগিৰা |
| ৰাজমাও | ঃ | সুন্দৰ কোঁৱৰৰ মাক |
| কাঞ্চনমতী | ঃ | সুন্দৰৰ কুঁৱৰী- বুঢ়াগোহাঁইৰ জীয়েক |
| শেৱালী | ঃ | সুন্দৰৰ হাতধৰী লিগিৰী |
| ৰেৱতী | ঃ | এজনী কাৰেঙৰ লিগিৰী |
| বুঢ়াগোহাঁয়নী | ঃ | কাঞ্চনকুঁৱৰীৰ মাক |
| ৰুণুক | ঃ | |
| জুনুক | ঃ | নাগিনী ছোৱালী |
| ঠুনুক | ঃ | |

চাওডাঙ, সৈন্য, নগাল'ৰা, নগা, মানুহ এজনী, চন্তৰী, নাদৰীয়া ইত্যাদি।

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

(কাৰেঙ--- সুন্দৰ কোঁৱৰৰ শোৱনি কোঠা। কোঠাৰ সোঁমাজতে পাছৰ বেৰৰ দাঁতিলৈ পথালিকৈ এখন সিংহৰ মূৰ আৰু আগ ভৰিৰ ওপৰত থিয হোৱা ঠগৰ খুৰা লগোৱা সোণখটোৱা চালপীৰা। পাছফালৰ বেৰত তিনিখন ডাঙৰ ডাঙৰ ৰূপৰ দাপোন। পালেঙৰ ওপৰত বৰ ডাঙৰ সোণৰ বৰজাপি এটা তৰি থোৱা আছিল। কোঠাটোৰ বাওঁফালে তিনিগছি শলিতাৰ বন্তি এটা ওপৰৰপৰা ওলোমাই থোৱা আছিল। চালপীৰাৰ আগত সোঁফালে অলপ আঁতৰত এখন বৰপীৰা। তাৰ শকত শকত খুৰাবোৰত সোন ৰূপৰ ফুলকটা আৰু ওপৰত এখন ডাঠ দলিচা পৰা। তাত এদ'ম হাতেলিখা পুথি। চালপীৰাৰ বাওঁফালে হাতেৰে চুকি পোৱাত চালপীৰাৰ সমান ওখ এখন বহল সোণৰ শৰাই। তাতো বহু পুথি। কোঠাটোৰ সোঁ আৰু বাওঁফলৰ বেৰত দুখন দুৱাৰ। দুৱাৰৰ ওপৰভাগ কলডিলৰ গঢ়ৰ, ৰূপৰ আৰু ফুলকটা, কোঠাৰ ভিতৰলৈ মেল খায। এতিয়া দুয়োখন জপোৱা আছে। আঁৰ কাপোৰ তুলিলত সুন্দৰ কোঁৱৰক চালপীৰাৰপৰা ভৰি ওলোমাই গাৰুত আঁউজি কপালৰ গাঁঠি থোপকৈ ওলমি থকা চাকিটোৰ ফালে থিৰ চকুৰে চাই, গালত হাত দি, কিলাকুটিৰে গাৰুত ভৰ দি বৰ চিন্তাকৈ থকা দেখা গ'ল। সুন্দৰ যদিও বয়সত ২৮ বছৰীয়া, কিন্তু মুখৰ ভাব কিছু বয়সীয়াৰ দৰে। দীঘলীয়া মুখেৰে দেখিবলৈ কিছু ধুনীয়া। গাৰ বৰণ গৌৰ। নিপোটল যদিও শকত নহয। সুন্দৰে সেইদৰে অলপ সময থাকি ওচৰতে থকা শৰাইৰপৰা পুথিৰ পাত এটা আনি চকু ফুৰাবলৈ ধৰোতেই সোঁফালৰ দুৱাৰত কোনোবাই খুন্দিযাই। সুন্দৰে সাৰ নিদিয়ে। আকৌ খুন্দিযাই আৰু মাতে "সুন্দৰ অ' সুন্দৰ, দুৱাৰ মেলচোন" এইবাৰ সুন্দৰে অলপ চক খায আৰু দুৱাৰৰ ফালে চকু ঘূৰাই। খুন্দিওৱা বাঢে আৰু আগতকৈ ডাঙৰকৈ "দুৱাৰ মেলচোন"। সুন্দৰে বৰ বিৰক্তিৰে উঠি গৈ দুৱাৰৰ ডাঙ খুলি দি তিনি খোজ পাছলৈ আহি, তীব্ৰভাৱে দুৱাৰৰ ফালে চাই থাকে। দুৱাৰ মুকলি হয। ৰাজমাও সোমাই আহে। বযস প্ৰয ৫০ অৰ ওপৰ। চুলি আধাপকা। বাৰ্দ্ধক্যৰ ছাঁ পৰিছে যদিও খোজে - কাটলে আদবযসীয়াৰ দৰেহে। ৰাজমাৱে কিবা এটা কব খোজোতেই সুন্দৰে কয।)

**সুন্দৰ** : আইতা, তুমি মোৰ মুৰটো ঘোলা নকৰা মানে নেৰা নেকি? দিন নাই ৰাতি নাই সেই একেটা কথা। তোমাৰ

আৰু ভাবিবলৈ কৰিবলৈ একো নোহোৱা হ'ল নেকি? ( বৰ বিৰক্তিৰে ৰাজমাওৰ ওচৰৰপৰা আতৰি গৈ বৰপীৰাত বহি পুথিবোৰ লৰাই - চৰাই খং মুৱা হৈ বহি থাকে। )

ৰাজমাও : (খং উঠে যদিও নিজকে চম্ভালি কোমল মাতেৰে ) তইনো কেনেকৈ জানিলি মই সেই একে কথাকে

সুন্দৰ : জানিবলৈ আৰু ভাবিব লাগিছেনে? সেই একেটি কথাৰ বাহিৰে তোমাৰ আৰু কি কথা থাকিব পাৰে? তোমাৰ আজি কেবছৰে চিন্তা সেইটিয়েই। কামৰ ভিতৰত মোক সেই একেটি কথাকে দিনটোত দহবাৰ শুনাই চৌধ্যবাৰ আমনি কৰিবা।

ৰাজমাও : আজি বা আন কথাকে -----

সুন্দৰ : আজি তেন্তে ভূতৰ ওপৰতে দানহ ।( ৰাজমাওলৈ চাই কি আকৌ ন বতৰা?

ৰাজমাও : স্বৰ্গদেৱ ঈশ্বৰ বুঢ়া হৈছে। ৰাজ্যভাৰ তোমাক দি ধৰ্ম কাৰ্য সাধিবৰ মন।

সুন্দৰ : পিতৃৰ বোজা পুত্ৰই ল'ব। তাতনো সুধিবৰ কি আছে (ৰাজমাও কিছুপৰ মনে মনে থাকি যাব খোজে - পিছে কও নকওকৈ।)

ৰাজমাও : পিছে ৰজা হৈ বহিবলৈ গলে - -

সুন্দৰ : বিবাহ কৰিব লাগিব। তাকে কোৱা, তাকে কোৱা (ডাঙৰকৈ হাঁহে । ৰাজমাও অপ্ৰস্তুত হয়। সুদৰ্শন আৰু অনঙ্গৰাম সোমাই আহে। দুয়ো সুন্দৰৰ বয়সীয়া। সুদৰ্শন গৌৰ বৰণৰ মুখ ঘূৰণীয়া। অনঙ্গৰাম শাও বৰণীয়া আৰু দীঘলীয়া মুখৰ আৰু কুন্দত কটা গঢ়ৰ। অনঙ্গই এবাৰ সুন্দৰৰ ফালে আৰু এবাৰ ৰাজমাওৰ ফালে তীব্ৰভাৱে চাই, তেওঁলোকৰ ভিতৰত হোৱা কথাৰ আভাষ পাবলৈ যেন চেষ্টা কৰে।)

অনঙ্গ : (হাঁহি ) হাঁহিবৰ নো কি হ'ল মোৰ বান্ধ?

সুন্দৰ : (ডাঙৰকৈ হাঁহি) অনঙ্গ মোৰ বান্ধ তিৰোতাৰ বান্ধ। তিৰোতাৰ বুদ্ধি মূৰৰপৰা নোলায় পেটৰপৰাহে ওলাই। (হাঁহে)

ৰাজমাও : (সুদৰ্শনক ) বাপা সুদৰ্শন, ঠিক জানিলো ইয়াৰ কিবা মূৰৰ বিকাৰ হৈছে। ইয়াক শাস্ত্ৰই নুশুজে।

**(সুন্দৰে আকৌ ডাঙৰকৈ হাঁহে। এইবাৰ ৰাজমাৱে 'নোৱাৰো তোৰ লগত মোৰ বোপাই' বুলি তাৰপৰা ওলাই যায।)**

সুদৰ্শন : কিনো কথাত হাঁহা। ময়ো নুবুজাকৈয়ে হাঁহিছো। কথাৰ গুৰিনো ক'ত?

সুন্দৰ : এ, আমাৰ আইদেউতাৰ মূৰৰ কটুৰ মাটিত। আজি মোৰ আইয়ে ৰাজমুকুটৰ ভিতৰত কইনা এজনী লুকাই আনিছিল মোৰ বান্ধ- ৰাজমুকুটৰ ভিতৰতে।

অনঙ্গ : (কৃত্ৰিমালিৰে) বৰ ভালৰে কথা। পিছে, বান্ধই বা কি ক'লে?

সুন্দৰ : ৰাজমুকুটটো গধুৰ। তাৰেই ভাৰ দুবহ। আৰু নো আন এটা ভাৰ তাত কিয়? (অনঙ্গ আৰু সুদৰ্শনে হাঁহে)।

সুন্দৰ : (চিন্তাযুক্ত হৈ) বন্ধু, তোমালোকে যিয়েই কোৱা লাগে, মই আইৰ এনে প্ৰস্তাৱত মত নিদিও। বন্ধু, ইয়াৰ পৰা উদ্ধাৰ কৰিব নোৱাৰানে?

সুদৰ্শন : মোৰ কিন্তু মত আন। বিবাহ বান্ধনিত সামাজিক আৰু শাৰীৰিকভাৱে সোমালো তুমি মন আঁতৰত ৰাখিব পাৰা। সেয়ে হ'লে সামাজিক প্ৰথাও উলঙ্ঘন নহয়, মাতৃ আজ্ঞা আৰু প্ৰজাৰ আগহো ৰয়। একো ক্ষতি নহয়।

সুন্দৰ : হ'ব। তিৰোতা আৰু খোঁচৰ ব্যাধি একে বস্তু। তাৰ এবাৰ সংস্পৰ্শত আহিলে সি তোমাক জুৰি ল'ব। সেই কাৰণে মুক্তি আৰু শান্তিপ্ৰয়াসী মুনি ঋষিসকলে, আমাৰ ধৰ্মৰ বহু শাস্ত্ৰই কামিনী কাঞ্চন ত্যাগ কৰি তাক দূৰতে বিদুৰ কৰিবলৈ কৈছে। তেওঁলোকৰ বহু গৱেষণা, চিন্তা আৰু অভিজ্ঞতাৰ ফলত এনে এটা পন্থাৰ উদ্দেশ্য আমি পাইছো যে সেই পন্থা যেতিয়া মোৰ মনঃপূত হৈছে, তোমালোকে বলেবে মোক কিয় আন বাটেদি নিব খুজিছা?

সুদৰ্শন : সেইবোৰ শাস্ত্ৰকাৰ আৰু মুনি ঋষিৰ মনৰ বেমেৰুৱা অৱস্থাত সপোনত দেখা পন্থা। সেইবোৰ মাত্ৰ অলংকাৰ আৰু চন্দ্ৰশাস্ত্ৰ সম্মত শ্লোক ছন্দেৰে লিখা মিছা যুক্তিপূৰ্ণ প্ৰলাপৰ বাহিৰে একো নহয়।

সুন্দৰ : বেছ বেছ, বেছ কলা কিন্তু। সেই বুলি সহজে তোমাৰ যুক্তিত মই পতিয়ন যাম বুলিও নাভাবিবা। বন্ধু, তোমাৰ তৰ্কৰপৰা আমাক বেগাই দিব লাগে। তৰ্কৰ জালেৰে বুকুৰ ভাব বন্দী নহয়। (কিছুপৰ তলকা মাৰি থাকি) নহয় নহয়, মোৰ বিবাহ নহ'ব। মোৰে সৈতে আৰু তৰ্ক নকৰিবা। বিয়াৰ ৰভাঘৰৰ তলেদি অগ্নিক সাক্ষী কৰি, কন্যাৰ আঁচলৰ গাঠিতহে যদি

মোৰ ৰাজমুকুট আহিবৰ বাট তেন্তে সি দূৰতে থাওক। সম্বন্ধ নথকা কথাৰে বিশেষ সম্বন্ধ পাতি তাক অছেদ অভেদ বুলি দেখুৱাব পৰা অলীকপ্ৰিয় তিৰোতাৰ ইযো এটা ওজা কাৰিকৰী।

(ৰাজমাও বৰ খঙমুৱা হৈ সোমাই আহে)।

**ৰাজমাও** : মোৰ তৰ্কবাগীশ পুত্ৰ- তই ইয়ালৈকে শাস্ত্ৰ পটিলি। বেদ বেদান্তই ইয়াকে কয়? পুৰাণ ভাৰতে মাতৃ আজ্ঞা লঙঘন কৰিবলৈ কয়? (বৰ অধৈৰ্য হৈ) মোৰ বাপ। আজি তিনি বছৰে মাৰক তিল তিলকৈ পুৰিছ। আৰু নো কিমান দিনমোক এনে কষ্ট দিবি? তৰ্কৰে ৰাজ্য নচলে, বুঢ়া বাপেৰ সন্তুষ্ট নহয়। জনম দিয়া মাৰব পেটৰ পোৰণি নুগুচে। (অনঙ্গ উঠি ৰাজমাওৰ ওচৰলৈ আহি)

**অনঙ্গ** : ৰাজমাও দেউতা, অধৈৰ্য হ'বৰ একো কাৰণ নেদেখো। অপেক্ষা কৰোক মাও। সুন্দৰৰ মতি-গতিবো সালসলনি হ'বৰ সময় আছে। বিবাহৰ বয়সো উকলি যোৱা নাই। ইজনী কন্যাত অমত হ'বও পাৰে। আন কন্যা চাই-চিতি সুন্দৰৰ মত সুধিলেও হ'ব মাও। খৰ-খেদানো কিয়? শান্ত হওক।

**সুন্দৰ** : (ৰাজমাওক) তুমিও মোৰ যেনে মাও, মযো তোমাৰ তেনে সন্তান। তুমিও নেৰা মযো নেৰো। তুমি আৰু মোক আমনি নকৰিবা। মোক বিবাহৰ কাৰণে এনেকৈ আমনি কৰিলে মই কাৰেঙ-ৰাজ্য এৰি দি গুচি যাম। বিযা সুন্দৰে নকৰায়।

**অনঙ্গ** : বান্ধ তুমি দিনে দিনে ল'ৰা হৈহে আহিছাঃ বলা ইয়াৰ পৰা আহা। (এই বুলি বাহুত ধৰি সুন্দৰক সোঁফালৰ দুৱাৰেদি লৈ যায। সুদৰ্শনো পাছে পাছে যাযগৈ। ৰাজমাৱে তাত কিছুপৰ থিযদি থাকি দীঘলকৈ হুমুনিযাহ পেলায। ঘুৰি-পকি কোঠাটোৰ চাৰিওফালে চাবলৈ ধৰে। বৰশৰাইখনৰ ওচৰলৈ গৈ পুথি পাজিবোৰ লুটিযাই লুটিযাই চাইপুথিবোৰৰ ওপৰত পৰ বিৰক্তি ভাব প্ৰকাশ কৰে।)

**ৰাজমাও** : এই পুথি পাজিবোৰেই ইয়াৰ কোমল মতি অবাটে নিলে। এইবোৰে ইয়াৰ মূৰটো ঘোলা কৰিলে। (বাওঁফালে ছোৱালীৰ হাঁহি-খিকিন্দালি। ৰাজমাৱে সেইফালে ঘূৰি খঙেৰে) কোন সেইজনী তাতে? (ভিতৰৰ পৰা "আমি ৰাজমাও দেউতা")।

**ৰাজমাও** : অ' শেৱালী, ৰেৱতী। এইফালে আহহক। (শেৱালী-ৰেৱতী লৰা-ঢপৰাকৈ সোমাই আহে। শেৱালীযে এযোৰ কলপতীয়া, গাত বগা ফুলীয়া ৰিহা-মেখেলা পিন্ধে, বযস প্ৰায় সোতৰ-ওঠৰমান। দেখিবলৈ বৰ ধুনীয়া আৰু বগা। মুখত এটা কোমল কৰুণ ভাব। ওখ, পাতল গঢ়ৰ আৰু লাহি কঁকালৰ খোজত গাম্ভীৰ্য। ৰেৱতীৰ গাত ৰঙা ফুলাম ৰিহা মেখেলা। বৰ ওখ নহয। স্বভাৱতে লচপচী। শাওবৰণীয়া সুন্দৰী। চকুত এটা আক্ৰোশৰ আৰু বিৰক্তিৰ ভাব বৰ্তমান, বয়স বিশ মান হ'ব।) তহতৰ গাত কি লাগিছে। হাঁহি-খিকিন্দালিত কাৰেঙ উৰাব ধৰিছে। কিনো কৰিছিলি তাত?

**ৰেৱতী** : (অলপপৰ ৰৈ) মূৰ মেলাইছিলো ৰাজমাও দেউতা।

**ৰাজমাও** : (বিদ্ৰূপেৰে) মূৰ মেলাইছিলে মোৰ অপেশ্বৰীহতে। ঘৰৰ বন-বাৰী এৰি আইদেউহতে দাপোন চাই সেওঁতা ফালিছিলে। ধুন মাৰি, ধুন মাৰি, গা দেখাই গা দেখাই মোৰ ল'ৰাটোক বলিয়া কৰিলে। (শেৱালী-ৰেবতীক তলমুৰ কৰি থকা দেখি) এতিয়া অপেচৰী আইটীহত- নখে মাটি লেখি থাকিব নালাগে। হাতে হাতে বন ধৰিব পায। পুথি-পাঁজিবোৰ সিচৰিতকৈ কেনেকৈ থৈ গৈছ-সজাই থহক। (তাৰ পাছত খঙেৰে নিজে গৈ পুথি কিছুমান থাক কৰি) তাৰ মূৰত কিবা যখিনি শাকিনীযেহে বাহ লৈছে। শাস্ত্ৰ-শাস্ত্ৰ পটিচে। শাস্ত্ৰ পটি অশাস্ত্ৰীয মতৰ বৰভেটি বান্ধিছে। (ৰাজমাও বেগেৰে বাঁওফালেদি ওলায যাযগৈ। শেৱালী আৰু ৰেৱতীযে ৰাজমাওৰ ফালে চাই থাকে। ৰাজমাও ওলাই গলত ৰেৱতীযে মুখখন বেকেটা কৰি গাটোৰে বিৰাগসূচক ভঙ্গি কৰি উচাট মাৰি যোৱাদি গৈ পালেঙত সিচৰিত হৈ থকা পুথিবোৰ গোটাবলৈ লাগি শেৱলীৰ ফালে ডিঙি বেঁকা কৰি চায। শেৱালীযে তলমুৰকৈ ৰিহাৰ আচলটো চিকুটা চিকুটিকৈ থকা দেখি।)

**ৰেৱতী** : বোলো শেৱালী ভনীটিৰ গাত বৰকৈ বাজিলেনেকি? (আনফালে মুখ ঘুৰাই) বাজিবতো।

**শেৱালী** : (অভিমানেৰে) তোৰ নালাগিব পাৰে। মইতো তোৰ দৰে মানুহৰ মন ভুলাবলৈ গোন্ধতেল ঘঁহি নুফুৰো নহয।

**ৰেৱতী** : উ-- এতিয়া মোৰ গাতহে খোপটো লাগিলগৈ? মইয়ো চাও নে আন কোনোবাই, বুজোতাই বুজি কৈ গ'ল নহয়। উলুৰ লগতে মই মাজতে বগৰী পুৰিলো।

(শেৱালী কিছুপৰ মাতিব নোৱাৰা হৈ থাকে।) (ওঠত এটা দুষ্টালিৰ হাঁহিৰে) ভনীটি, বোলো মাত-বোল হৰিল দেখোন? কথা গৈ গাজত লাগিলগৈ হ'বলা।

**শেৱালী** : তোৰহে ভিতৰি ভিতৰি তেনে মন হ'ব পায। মোৰ কথা কোৱাৰ ছলেৰে নিজৰ মন উবুৰিযাই দিছ।

**ৰেৱতী** : উ— আমি এতিযা কুঁৱৰীজনী হ'বলৈহে আশা পালি আছো। (হাঁহি) এৰা এৰা এইবাৰ কুঁৱৰী হৈ বহি শেৱালী সতিনীক চুলিত ধৰি বনবাস দিম। মোৰ গোসাই ঐ--ডেকা -বুঢ়াটোলৈ তোৰ মন খালে বুলি আটাইৰে মন খাবনে? আমি কোঁৱৰ দৰা বিচাৰি ফুৰা নাই নহয।

কাঁহীত নাখাও বাটিত নাখাও
নাখাও সঁফুৰাত গুৱা
মনৰ জোখাই
নাপাও মানে
দেহাকো নকৰো চুৱা।

**শেৱালী** : তই মুখ ৰাখি কথা কোৱা ভাল বুজিছ।

**ৰেৱতী** : অ' তোৰ বুকুত হবলা বেজাৰে খুন্দা মাৰি ধৰিলেগৈ। পিছে নেচেল, যিযেই আলচা মিছা। কুঁৱৰী হ'বলৈ নোপোৱা। 'পৰ্ব্বতত কাছকণী, সাগৰত জুই, তাক নিবিচাৰি থাকিবা শুই।' কোঁৱৰে তোক অলপ মৰম কৰে দেখি হ'বলা বৰকৈ মুখ মেলিছ? অস অস্ আশাধাৰী জীৰ ঐ।

**শেৱালী** : অ' সেইহে হ'বলা বেজাৰে খুন্দা মাৰি ধৰিলেগৈ।

**ৰেৱতী** : এৰা এৰা হযতো। সেইফেৰিৰ তুমিযেই গৰাকী হোৱা। আমাৰ ভাত নোযোৱা হোৱা নাই। লাজো নালাগে কটা। ভালটোহে ৰাজমাৰে গেৰেজ কৰে সেইষাৰ মাৰি গ'ল।

**শেৱালী** : থাক তেনে তযে ইযাতে।

(এই বুলি শেৱালীযে কন্দনামুৱা হৈ বাওঁফালেদি ওলাই যাবলৈ দুৱাৰমুখ পাওতেই ভিতৰৰ পৰা বপুৰা আহি আগভেটি ধৰেহি। শেৱালীয়ে তাৰপৰা আঁতৰলৈ আহি তললৈ চাই চকু মোহাৰে। বপুৰা আহি একো কথা-বতৰা নকৈ শেৱালীৰভৱিৰ পৰা মূৰলৈকে চাই- তললৈ মূৰকৈ জুমি চকু পানী চায়। বপুৰা বয়সত যদিও মানুহটো বুঢ়া অহীয়া, তেনেই চুটি চাপৰ আৰু গাঠলু। মুখত বৰ ডাড়ি-গোফ গজা নাই. পাহ কটা চুলি। শাওবৰণীয়া। মুখখন দেখিলেই হাঁহি উঠা। নোম টেঙৰ। আঠুমুৰীয়া চুৰিযা আৰু ক'লা হাতখৰা গা চোলা পিন্ধা, কাণত কেৰু, ডিঙিত সৰু মাদলী।)

**বপুৰা** : বোলো মেঘৰ গাজনি নেমাৰোতেই দেখোন হোৰ হোৰকৈ বৰষুণ?

**ৰেৱতী** : (ভেকাহি মৰাৰ দৰে) কি ডালনো মই ক'বলৈ যাম। মোৰ কিহে পাইছে। যি ক'ব লাগে সেযে কৈছে।

**বপুৰা** : কোনে কোনে ? কি ক'লে?

**ৰেৱতী** : (আনফালে মুখ ঘূৰাই, পালেঙৰ কাপোৰ টান, আজোৰা কৰি) ৰাজমাও জানো কৈঁচুৱা শেৱালীজনী। কাৰ কেনে পাণ্ড-- নুবুজে জানো?

**বপুৰা** : পাণ্ড? কি পাণ্ড? এইখনো আকৌ কি টাং বাং?

**শেৱালী** : (খঙতে ৰেৱতীৰ ওচৰলৈ আহি) তই এনেকৈ সঁচাই মিছাই এইবোৰ কৈ নাথাকিবি। তই এনে নিলাজী বুলি

**ৰেৱতী** : (উভতি) মই নিলাজী নে আন কোনোবা---(এই বুলি দুযো দুযোৰে ফালে খঙ ভাবত থৰ লাগি প্ৰায় চুলিযা চুলি কৰা ভাব দেখুৱায, তাকে দেখি বপুৰাই গা ভেঙুৰা ভেঙুৰ কৰি)

**বপুৰা** : চেংকলি নিকলি
কাঁহী-বাটি নুধুলি
ঠেহ পাতি নাখালি ভাত,
সাতপুৰীয়া সেন্দুৰৰ
যোৰ ফোট মাৰিলি
গোন্ধ তেল ঘহিলি গাত।

(শেৱালী-ৰেৱতীয়ে হাঁহি ৰাখিব নোৱাৰা হৈ মুখত সোপা দিয়ে)।

**ৰেৱতী** : যা কটা এই পাট।

**বপুৰা** : (কৃত্রিম ক্রোধেৰে) ও কি কলি? কি কলি? মই লিগিৰী বৰাক 'এই পাট' বুলিলি? নব সাহ পালি দেখোন? অ' (চকু টেলেকা কৰি তাইৰ ভৰিৰ পৰা মূৰলৈকে চায় আৰু নাকেৰে মাতি) এই শেৱালীলৈ আঙুলিয়াই কলি কঠালটোৰ এঠা উলিযাই মই বুঢ়াটোকো টুকুৰিয়াই চাইছ হ'বলা? এক্ষেপাট চৰতে শালিম বুলি জনা নাই। জিভাত লেগাম লগাই কথা কবি। (ৰেৱতী উচাট মাৰি ভোঁ ভোঁ কৰি তাৰপৰা ওলায় যায়গৈ। বপুৰাই তাই যোৱা ফালে কিছুপৰ খঙ ভাবেৰে চাই থাকি পাছত ইফালৰপৰা সিফালে

টহলি শেৱালীৰ ওচৰলৈ আহি) অ' তাই বেটী কম নহয়।(অলপ হঁহা যেন কৰি) আন্দাজটো পিছে হওতে হয দেইবা।

**শেৱালী** : (আচৰিত হৈ) কি হওঁতে হয?

**বপুৰা** : (নিজৰ অনুমানতে বিশ্বাস থাপি) হো হো হো হো ৰাজমাৰে কথাটো টং কৰিছে। আটাযে কৰিছে, পিছে তইহে 'বিটং' কৰিছ।

**শেৱালী** : কি কয অ' এইটোৰে ঠোৰে-চিয়াৰে কোৱা কথাবোৰ মই নুবুজো পাই।

**বপুৰা** : (নিজৰ অনুমানত সন্দেহ কৰি) তোকনো ৰেৱতীযে কি কৈছিল?

**শেৱালী** : জোৰাই দিছিল।

**বপুৰা** : (বৰ ৰং পাই) হে হে দিবটো, নিদিব কিয? তোকে মোকে সকলোৱে ভাল যোৰ হ'ব বুলি দেখিছে, দেখিহে আকৌ।

**শেৱালী** : কটা লাজো নালাগে। তোৰে সতে— তোৰে সতে হ'বলা?

**বপুৰা** : কাৰ সতেনো?

**শেৱালী** : (তললৈ মুৰকৈ) কোঁৱ ।সতেহে।(সৰুকৈ) মি ছা কৈযে।

**বপুৰা** : (অতি বিৰক্তিৰে) ক টা (শেৱালীৰ ভাৱভঙ্গিলৈ সন্দেহেৰে লক্ষ্য কৰি অলপ দূৰলৈ আঁতৰি যায— আৰু গহীন হৈ) বাৰু তাইক মই ইযাৰ প্ৰতিফল দিম। বাৰু, তই এতিযা তোৰ বনত ধৰ (বিচাৰকৰ গাম্ভীৰ্যৰে) বাৰু, মই ইযাৰ শোধ কৰিম।

(এই বুলি বপুৰা বৰ অসন্তোষ মনেৰে, কিন্তু গহীনভাৱে সো দুৱাৰলৈ যায আৰু উভতি উভতি শেৱালীলৈ চায। একো উত্তৰি কথা পাতিবলৈ শেৱালীযে সুবিধা নিদিয়া দেখি ওলাই গৈ দুৱাৰখন ধুম কৰে জপায যায শেৱালী তাত কিছুপৰ নিমাত হৈ গুণা-গথাকৈ থাকি লাহে লাহে পালেঙৰ ওচৰলৈ গৈ পুথিবোৰ সজাই দিহা লগাই থবলৈ ধৰে। মাজে মাজে কিবা ভাৱি-গুণি ৰ লাগি ৰৈ থাকে। লহে লাহে তাই আপোন-বিভোৰা হৈ আহে। আগতকৈ খৰধৰকৈ অহা-যোৱা কৰে। তাইক অলপ উত্ৰাৱল যেন দেখা যায। হঠাৎ এবাৰ খৰকৈ গৈ দাপোনৰ ওচৰত ৰয়গৈ। মূৰৰ চুলি ভালকৈ লয। আকৌ পালেঙ সজোৱাত লাগে। কিবা মুখৰ ভিতৰতে গুণগুণাবলৈ ধৰে। লাহে লাহে তাই কিবা সুখ-সপোনত পাগলী হোৱাৰ দৰে কোঠাটোত ঘূৰি ফুৰি মাজে মাজে দাপোন চাই, আপোন-পাহৰা হৈ নাম গাই মতলীযা হৈ থাকে।)

নাম

সোণৰে পালেঙত অ' মনেতৰা
সোণৰে পালেঙত অ' মনেতৰা।
ধুনীয়া কোঁৱৰৰ ঘুমটি নাহিলে
কপাহৰে তলিচা পৰা মনেতৰা
সোণৰে
চাতোনৰ দলিচা পাৰি দিম শুবলৈ অ' মনেতৰা
বগলীৰ পাখিৰে গাৰু দিম শুবলৈ অ' মনেতৰা
ওপৰে তৰি দিম ম'ৰাৰে পাখিৰে
চান্দোৱা তৰাফুল বছা মনেতৰা
সেণেৰে
পদুমৰ পাহিৰে গুঠি দিম বিচনী
বা দিম সুৰভি ভৰা মনেতৰা
কাষতে লিগিৰী বহিনো নামে গাম
কোনোবা বিতোপন দেশৰে সাধু কম
নিশাটো কাষতে বহি মনেতৰা
টোপনি টোপনি অ' মনেতৰা
আহিব টোপনি অ' মনেতৰা।

## দ্বিতীয় দৰ্শন

(ৰাজ আলি বাট। দুযো কাষৰ ওখ ওখ পাকৰী গছবোৰে বাটটোৰ ওপৰত চালি ধৰি, হাবিতলীযা বাট যেন কৰি থৈছিল। পাতৰ মাজে মাজে জোনৰ পোহৰ আহিছিল। গাত খনীযা এখন লৈ মূৰত আধাসোলোকা পাগ এটাৰে, সুদৰ্শনক বেগাবেগিকৈ অহা দেখা পালে। পাছৰপৰা বপুৰা ফোপাই-জোপাই লৰি আহি 'ৰব মোৰ ঈশ্বৰ' বুলি ৰৈ ফোপাবলৈ ধৰে। সুদৰ্শন উভতি—)

**সুদৰ্শন** : (আচৰিত হৈ) বপুৰা দেখোন, কি হ'ল?

**বপুৰা** : (ফোপাই) আপোনাক লগ পাবলৈ-- উস্-- অ— ফো-অ— ফো চেকুৰি আহিছো নহয়। (কিছু শান্ত হয়)

**সুদৰ্শন** : কি হ'ল বা?

**বপুৰা** : (বৰ কিবা গূঢ় তত্ত্ব আবিষ্কাৰৰ আনন্দ আৰু উৎসাহেৰে) আজি সোপাই ধৰা পৰিল নহয়। কোঁৱৰে বিয়া নকৰোৱাৰ লেঠাটো কোনখিনিত আজি বপুৰাৰ তেনেয়ে হৃদয়ঙ্গম হ'ল।

সুদৰ্শন : (উৎসুক আৰু কৌতুহলী হৈ) কেনেকৈ?

বপুৰা : এ কটা কবলৈকে লাজ লাগে। নকলেও বেয়া। (কিছুপৰ টলকা মাৰি) বুজিছে সাউদৰ পুতেক দেউতা, কোৱঁৰে বিয়া নকৰোৱাৰ কাৰণটো ঘৰতে। মিছাকৈয়ে আপোনালোকে পুথি-পাজিবোৰ চলাথ কৰিছে। তাইক মই এতিয়াহে চিনি পালো।

সুদৰ্শন : কাক অ' কাক?

বপুৰা : তাই বেটীৰ নিশাটো কাষতে থাকি বহি বহি নাম গাই থাকিবৰ মন--

সুদৰ্শন : কাৰ অ' কাৰ?

বপুৰা : এ পদুমৰ পাহিৰে হেনো বিচনী এখন গোঠে।

সুদৰ্শন : কোনে?

বপুৰা : কি ক'ম সাউদৰ পুতেক দেউতা বুকুৰ সোণে।

সুদৰ্শন : খপৰাই নকব কিয?

বপুৰা : দীঘল আলিবাটটো নো কেনেকৈ খপৰাই চমু কৰে মোৰ গোসাঁই। তাই ভিতৰি ভিতৰি এনেকৈ সিদ্ধি দিযে বুলিনো কোনে ক'ব পাৰিব?

সুদৰ্শন : এহ্ তই নকব যদি মই যাও।

বপুৰা : এ শুনক, কথাটো হৈছে এই--- বোলেনে-- উস্ উস্ উস্।

সুদৰ্শন : (অলপ গমি) কোনে শেৱালীযে,নহযানে?

বপুৰা : মই ইমান দিনৰে পৰা যিটো থিৰাংকৈ আহিছিলো সিযে ঠিক?

সুদৰ্শন : কি ঠিক?

বপুৰা : আপুনি যে সৰবজান।

সুদৰ্শন : তাই বাৰু তেনে কেতিয়া কৰিছিলে?

বপুৰা : এই এতিয়া। মই এতিয়া তাৰেপৰাহে আহিছো আকৌ। ৰেৱতীৰে সতে তাই চুপতা-চুপতিকৈ আছিল- কোঁৱৰৰে কথা পাতি। এই বেটী ৰেৱতীয়ে কথাবোৰ জানে হ'বলা দেই। পিছে ৰেৱতীক মই কিবা এটা কওতেই তাই ভোঁ ভোঁ কৰে গুচি গ'ল। মনে, বাপেকে এই বনাবোৰ দিহা লগাই কৰে নে নকৰে চাও বুলি মনে মনে চোৰাংকৈ চাই আছিলো। পিছে উ আই-- ক'ত খাও ক'ত যাও, কাছকণী বিচাৰি পৰ্বত বগাও দেখোন।

সুদৰ্শন : (কঠোৰতা আৰু ককৰ্থনাৰে) এই দেখ বপুৰা, তই মিছাকৈয়ে মনতে এইবোৰ কথা ভাবিছ। তাই তেনেকৈ নাম এটা গালে বুলিযেই তই তেনে কথা ভবা ভাল হোৱা নাই। সাৱধান-- মোৰ আগত যি তই এনে কথা কলি আৰু কাৰো আগত নকবি, বুজিছ?

বপুৰা : ইস্ ইস্ কেলেই আনক কম। মোৰ মনৰ খুকুৰি আপোনাক নোকোৱাকৈও বেয়া নহয। মোৰ মনেৰে এইটো হ'লে ঠিক আপুনি যিয়েই বোলক লাগে। কোঁৱৰে সেই কাৰণেহে বিয়া নকৰায। মই ঠিক জানিলো। তাইক কাৰেঙত থলে কোঁৱৰৰ বিয়াখন হাতী কণীৰ ভিতৰত। অজগৰে হৰিণাক মেৰিওৱাদি তাই কোঁৱৰক মেৰিযাই চেপি চেপি জোল পিব লাগিছে। তাৰ দৰব আছে সাউদৰ পুতেক দেউতা-- তাৰ আছে। (জ্ঞানী ভাবেৰে মূৰ দুপিয়াই)

সুদৰ্শন : কি দৰব?

বপুৰা : আছে আছে। সেই দৰৱপালি দিলে কোঁৱৰৰ বিকাৰো যাব আৰু নবোৱাৰী আহি একেচাটেই কাৰেঙৰ বৰ ভেটি গচকিব।

সুদৰ্শন : কচোন বাৰু কি?

বপুৰা : আছে আছে।

সুদৰ্শন : কছোন?

বপুৰা : ( কিছুপৰ কেৰো ঘেঁহোকৈ থাকি) হেঃ সাউদৰ পুতেক দেউতা, হেঃ এই বপুৰাৰ লগত তাইৰ ৰাহি যোৱা আমাৰ তিনি পুৰুষ আগৰেপৰা মিলি আছে -- -- হে হৰি --- হে হৰি --- (বপুৰাই উদ্বিগ্ন হৈ সুদৰ্শনৰ মুখলৈ চাই থাকে।)

সুদৰ্শন : (হাঁহি) বাৰু বুজিছো বপুৰা, এতিয়া ৰাতি হ'ল যা। কিন্তু তোৰ এই বোৰ সন্দেহ তেনেযে অমলক। মোৰ কথা মনত ৰাখিবি। এইবোৰৰ বিষয়ে দুনাই কথা পতা শুনিলে কিন্তু তোৰ বেয়া হ'ব।

বপুৰা : হৰি হৰি ---- তেনে কথা কয়নে? গছৰ মূঢ়া এটাৰ আগটো নকও নহয়। হৰি হৰি।

সুদৰ্শন : এৰা নক'বি। (ওলাই যায় গৈ)

বপুৰা : (বহুপৰ গুণি - গাথি থাকি বেজাৰমুৱা হৈ লাহে লাহে যায়গৈ)

ইয়াকে ---- বোলে ----

ভোলেকা বহুৱা থাকিল চাই

খোলোকা বাপুৱে সুপুৰ সুপুৰ খায়।

# তৃতীয় দৰ্শন

(আগ নিশা। বুঢ়াগোহাঁইৰ টোল। বুঢ়াগোহাঁইৰ একেজনী জীয়েক কাঞ্চনমতী আইদেউৰ তাঁত -সূতা বাৰা পাছফালৰ ঘৰ এটাৰ এটা খোটালি। কোঠাটোৰ সোঁফালে এখন জাপ-দুৱাৰ। মাজৰ বেৰৰ সোঁ মাজেদি দীঘে - পথালিযে দুহাত জালিকটা। তাৰ ওপৰত হেঙুল - হাইতাল বোলোৱা দাঙি থোৱা জাপ। কোঠাটোৰ বাঁও চুকত বেৰৰ দাঁতিত দলিচা এখন পাৰি কাঞ্চনমতীযে যঁতৰ এটাত মহুৰা ফুৰাই আছে। বযস ওঠৰ উনৈশ। ভকুভকীযা বগা আৰু দেখিবলৈ অতিকৈ শুৱনি। গাতত গোসাঁনীৰ গাম্ভীৰ্য। চকু পদুমৰ পাহি যেন। তেওঁৰ গাত পদ্মিনী তিৰোতাৰ সকলো লক্ষণ বৰ্তমান। তেওঁৰ ওচৰতে বেৰত কিছুমান মগাসূতা আৰু কপাহী সূতাৰ উঘা আঁওজাই থোৱা আছে। চেৰেকী - লেটাই ইত্যাদি কিছুমানো তাত দেখা গৈছে। এটা ৰূপৰ গছাত তিনি গছি শলিতা লগোৱা আছে। ওচৰতে হেঙুল - হাইতাল বোলোৱা ঠগাত এখন পুথি। আগত তামোল পানৰ বঁটা। খোটালিৰ ওপৰত এখন বগা তৰাফুলিযা ৰঙা চন্দোৱা তৰা আছে। খোটালিৰ বেৰেবোৰ পৰ্বতীযা ঢেঁকীযাৰ, পিতলৰ চকচকীযা কামিৰে বন্ধা। বেৰৰ মুঠাবোৰ হাইতালেৰে বোলোৱা আৰু চিত্ৰ -বিচিত্ৰ কৰা। কাঞ্চনমতীযে তললৈ মূৰ কৰি একান্ত মনেৰে মহুৰা ফুৰাই আছে। এনেতে সোঁফালৰ দুৱাৰখন লাহেকৈ মুকলি কৰি আদ্‌বযসীযা তিৰোতা এজনী সোমাই আহে। তাই কোঠাটোৰ চাৰিওফালে চাই চোৰৰ দৰে আহি কাঞ্চনমতীৰ কিছু ওচৰ পাযহি। কাঞ্চনমতীযে মূৰ দাঙিচাই আকৌ মহুৰা ফুৰোৱাত মনযোগ দিযে। মানুহজনী আহি কুৰৱীৰ বাওফালে অলপ দূৰত মাটিত লেপেটা কাটি বহেহি।

কাঞ্চনমতীযে মূৰ দাঙি প্ৰশ্নসূচক দৃষ্টিৰে মানুহজনীলৈ চায। তাই কিবা এটা ক'ব খুজি কোঠাটোৰ চালে-বেৰে এবাৰ চকু ফুৰাই হোহোকা মাৰি কাঞ্চনৰ ওচৰ চাপি আহি সৰুকৈ।)

**মানুহজনী :** আইদেউ, অনঙ্গ বোপা দেউতাই আপোনাক এবাৰ নিৰলে লগ পাব খোজে।

**কাঞ্চনমতী :** ( বৰ আচৰিত হৈ) কিয ? কিয? ইমান নিশা?

**মানুহজনী :** জানো বোলে বৰ জৰুৰি কথা আছে।

**কাঞ্চনমতী :** বাই --- (বুলি অলপ পৰ তলকা মাৰি থাকি) বাই, মই এনে নিশা লগ দিব নোৱাৰো বুলি কোৱাগৈ।

**মানুহজনী :** পাবই লাগে বুলি কৈছে আকৌ।

**কাঞ্চনমতী :** নহয যোৱা ( দীঘলকৈ হুমুনিযাহ পেলাই) লগ পালেনো হ'ব কি? নহয় বাই, যোৱা কোৱাগৈ বোলে লগ নাপায়। ভাইগে সাজি দিয়া ঘৰটোৰ বৰ খুটা মানুহে লৰাবলৈ টান। সি কষ্ট বঢায, খুটা উভাল নাখায়।

**মানুহজনী :** পিছে আইদেউ তেখেতে মনত বৰ বেজাৰ পাব নহয।

**কাঞ্চনমতী :** মুনিহ মানুহে বেজাৰ সহিব পাৰিব লাগে। (মানুহজনীযে কাঞ্চনমতীক অলৰ-অচৰ দেখি আৰু আমনি নকৰি থবলৈ থিয হয)।

**মানুহজনী :** লগ তেনে দিব নোৱাৰিব আৰু? (কাঞ্চনে অসম্মতিসূচক মূৰ জোকাৰি মহুৰা ফুৰাবলৈ ধৰে। মহুৰাটোলৈ একেথৰে চাই, যন্ত্ৰই চলোৱাদি যঁতৰ চলায। কাঞ্চনমতীযে তন্ময হৈ মহুৰা ফুৰাই থাকোতেই অনঙ্গৰাম বৰ উদ্বিগ্নহৈ নিঃশব্দে দুৱাৰখন লাহে লাহে মেলি হাতত সাৰে ভৰিত সাৰে সোমাই আহি থিয হয। তেওঁক বৰ উত্তেজিত দেখা গৈছিল।)

**অনঙ্গৰাম :** (গহীনকৈ সৰু মাতেৰে) কাঞ্চন তুমি— (কাঞ্চনমতীযে উচপ খাই উঠে— যঁতৰৰ পৰা হাত এৰাই — বৰ সন্ত্ৰস্ত হৈ অনঙ্গৰ ফালে হতভম্ব হৈ চাই থাকে) মোক ল'গ পাব নোখোজা । কিন্তু মোৰ লগ পোৱাৰ আৱশ্যাক হৈছে। এনেকৈ অহাৰ বাবে ক্ষমা কৰিবা।

**কাঞ্চনমতী :** (কঁপা মাতেৰে) আপুনি কি কৰিব খুজিছে? এনেকৈ এনে সময়ত? মানুহে মোক ব্যভিচাৰিণী বুলিব।

**অনঙ্গৰাম :** (শিলকঠুৱা হৈ) মানুহে একো মিছা কথা নক'ব।

**কাঞ্চনমতী :** তাৰ অৰ্থ?

**অনঙ্গ :** ফট্‌ফটীযা।

**কাঞ্চনমতী :** আপোনাৰ মনতো।

**অনঙ্গ :** নিঃসন্দেহে।

**কাঞ্চনমতী :** ব্যভিচাৰিণীৰ সতে আপোনাৰ প্ৰযোজন বা কি?

**অনঙ্গ :** আছে।

**কাঞ্চনমতী :** কি?

**অনঙ্গ :** তাকে তোমাক হ'বলৈ নিদিয়া।

**কাঞ্চনমতী :** সিতো অতি সহজ।

**অনঙ্গ :** অতি সহজ।

**কাঞ্চনমতী :** এৰা আপুনিযেই বুলিছে— আপুনি নহয বুলিয়েই নহ'লো।

**অনঙ্গ :** বাক্যৰ চাতুৰি নেখেলিবা। তাৰ সময় নহয়। তোমাক

মই বুজি পালো। কাঞ্চনমতী, তুমি মোৰ ইমান আন্তৰিক চেনেহ এইদৰে তলসৰা শুকান পাত গচকাদি গচকি নাযাবা বুলি ভাবিছিলো। তুমি মোৰ সকলো সপোন ভাঙিলা।

কাঞ্চনমতী : (ৰূঢ়ভাৱে) কাৰো সপোন কোনেও ভাঙিব নোৱাৰে। সপোন নফলিযাইহে।

অনঙ্গ : (অন্তৰে অন্তৰে জ্বলি উঠে আৰু কিছু একো কব নোৱাৰি ঘামি-যামি একাকাৰ হয়) তুমি মিছলীয়া-মিছলীয়া।

কাঞ্চনমতী : মই একো মিছা কোৱা নাই- আগলৈকো নকও।

অনঙ্গ : নোকোৱা? নোকোৱা? মোক ভাল পাও বুলি কোৱা নাছিলা?

কাঞ্চনমতী : (অতি ধীৰ ভাৱে) কৈছিলো আৰু সঁচা কথাই কৈছিলো।

অনঙ্গ : যদি সঁচাই তেন্তে খন্তেকতে সি কেনেকৈ নাকিয়া হ'ল?

কাঞ্চনমতী : (অলপো বিচলিত নহৈ) আছে।

অনঙ্গ : (উত্তৰত আচৰিত হৈ) আছে? আছে?? আছে??? এতিয়াও। কোন মুখেৰে কৈছা। তোমাৰ কথাত এতিয়াও মোক পতিয়ন যাবলৈ তুমি আশা কৰানে? তিৰোতাই সচাকৈয়ে মুনিহবোৰক ভুৱা দিব পাৰে বুলি বিশ্বাস কৰে হ'বলা।

কাঞ্চনমতী : নিদিযে আৰু নকৰেও।

অনঙ্গ : (উত্তেজিত হৈ কেইখোজমান আগবাঢ়ি) নাই নাই আৰু নক'বা। মই আৰু সৰু ল'ৰাটিৰ দৰে তোমাৰ কথা কাণ পাতি শুনি বিভোল হোৱা দিন গ'ল। তোমাৰ চেনেহত মোৰ আশা নাই, কিন্তু শেষ কথা কেইটামান ক'বলৈ আহিলো মাথোন। বাৰু যদি তুমি মোক ভাল পোৱা তেন্তে মোক বিয়া নকৰোৱা কিয়?

কাঞ্চনমতী : আমাৰ দেশৰ ছোৱালীয়ে যাকে ইচ্ছা অৱশ্যে তাকে ভাল পাব পাৰে, কিন্তু যাকে ইচ্ছা তাকে বিয়া কৰাব নোৱাৰে। চৰুক সুধি চাউল নবহায়।

অনঙ্গ : ইচ্ছা কৰিলেও নোৱাৰেনে?

কাঞ্চনমতী : বিয়াৰ বিষয়ে আমি ছোৱালীযে আই-বোপাইৰ ইচ্ছাৰ ভিতৰেদিহে ইচ্ছা কৰিব পাৰো। নিজৰ ইচ্ছাৰে বিয়া কৰিবলৈ গ'লে সি বি। নহৈ বেমেজালিও হোৱাৰ সম্ভৱ। এই কথা আপুনি জানে।

অনঙ্গ : মৰমে যদি তোমাক সেই বেমেজালিত পৰিবলৈ মনত বল আৰু বুকুত সাহ নিদিযে, নিশ্চয় তাক সোণসেৰীয়া ভালপোৱা বুলিব নোৱাৰি। তুমি যদি সঁচাকৈযে মোক ভাল পালাহেতেন তেন্তে সুন্দৰৰ সতে তোমাৰ বিযা ৰোধিবলৈ নিশ্চয় চেষ্টা কৰিলাহেঁতেন। (কাঞ্চন-কুঁৱৰীয়ে বহুপৰ অনঙ্গৰ চকুৰে চকুৰে চাই থাকে।) তিৰোতাৰ মন সাগৰৰ তলিলৈ পুৰুষ কেতিয়াও নামিব নোৱাৰে- বোধকৰো তলিও নাই।

কাঞ্চনমতী : তলি নিশ্চয আছে, সিমান তলিলৈ নামিবৰ পুৰুষৰহে বুদ্ধিৰ অভাৱ। তিৰোতাৰ মন সাগৰৰ ঢৌত চলচলাই ফুৰা পুৰুষহে সৰহ, গভীৰ তলিলৈ বুৰিয়াই নামিব পৰা অতি বিৰল।

অনঙ্গ : বুদ্ধি নহৈ ভাল হৈছে। নামিব পাৰিলেও পণ্ডশ্ৰম, আন্ধাৰ ঘোপমৰা তলিলৈ নামিলেও একো নেদেখে বুজিব নোৱাৰে।

কাঞ্চনমতী : সূক্ষ্ম দৃষ্টিৰ বন্তি লগাই চালে দেখিব।

অনঙ্গ : হুঁ (বুলি মনে মনে থাকে)

কাঞ্চনমতী : বাৰু, আপুনি যে মোক দুষিছে আপুনি মোক ভাল পায়নে?

অনঙ্গ : অ (হাঁহি) সেই কথা নাজানিছিলো, দেখিযেই হ'বলা একো চেষ্টা কৰা নাই। যদি পাওঁ বোলো?

কাঞ্চনমতী : তেন্তে আপুনি সুন্দৰৰ সৈতে মোৰ বিয়া ভাঙিবলৈ কিয় চেষ্টা কৰিছে? (অনঙ্গ মাতিব নোৱাৰা হৈ বহুপৰ ৰৈ থাকে, তাৰ পাছত দোষী ভাবেৰে)

অনঙ্গ : কাঞ্চন, তোমাৰ কথা সঁচা। মই একো কৰা নাই। পিছে, মইতো একো কৰিব নোৱাৰো।

কাঞ্চনমতী : কিয় সুন্দৰ কোঁৱৰক আপুনি কিয় হাক নিদিয়ে? তেওঁক সকলো কথা ক'লে, তেওঁ যদি আপোনাৰ প্ৰকৃত বন্ধু হয় নিশ্চয শুনিব।

অনঙ্গ : মই তাকে কৰিলে, তোমাৰ মোৰে প্ৰণয়ৰ কথা ওলাইপৰিব।

কাঞ্চনমতী : ওলাই পৰিলে কি হ'ব?

অনঙ্গ : সমাজে কি বুলিব?

কাঞ্চনমতী : তাৰমানে আপোনাৰ সমাজলৈ ভয়। আপুনি মুনিহ মানুহ হৈ যেতিয়া সমাজলৈ ভয় কৰিছে, আমি

তিৰোতা সমাজৰ আঁঠুৰা তলৰ মহ হৈ ভয় কৰিলে আপুনি কিয় আচৰিত হয়?

**অনঙ্গ** ঃ তুমিতো সমাজৰ বিৰোধী কাম একো কৰিবলৈ যোৱা নাই,তুমি কোনো কাৰণ উলিয়াই সুন্দৰলৈ বিয়া নহও বুলি নিশ্চয় ক'ব পাৰা।

**কাঞ্চনমতী** ঃ সমাজৰ নিয়ম যে, মাক-বাপেকিয়ে নিজ ইচ্ছাৰে যাক দিব জীয়েকে কোনো প্ৰতিবাদ নকৰাকৈয়ে তালৈকে যাব লাগিব। পিতা-মাতাৰ ইচ্ছাৰ বিৰুদ্ধে বিয়া হোৱাতকৈ সমাজৰ নিয়মৰ বিৰুদ্ধে বিয়া হোৱা হ'ল।

**অনঙ্গ** ঃ তেন্তে তুমি কোনো প্ৰতিবাদ কৰিব নোখোজা?

**কাঞ্চনমতী** ঃ সমাজে প্ৰতিবাদ কৰিবলৈ কোনো অধিকাৰ দিয়া নাই।

**অনঙ্গ** ঃ (হুমুনিয়াহ পেলাই) ওঁ বুজিলো, সোণৰ মূল্যই এই জগতত সবাতোকৈ সৰহ। সোণৰ চিকমিকনিত প্ৰণয় সুন্দৰীৰ চকুত জলক-তবক লাগে। -- হু-- (কিছুপৰ বৈ) পোনাই ক'লৈই হ'ল- মোক ভাল নোপোৱা বুলি।

**কাঞ্চনমতী** ঃ আপোনাৰ পাটীৰ তিৰোতা নোহোৱাকৈ জানো আপোনাক মই ভাল পাব নোৱাৰো?

(অনঙ্গই কাঞ্চনৰ ফাল্থৰ লাগি চাই হতাশাৰ হুমুনিয়াহ পেলায। কাঞ্চনৰ আওপকীয়া কথাৰ গঢ়ত বিৰক্ত হৈ পাছলৈ খোজ দি গৈ দুৱাৰমুখত ৰযগৈ।)

**অনঙ্গ** ঃ (ভাৱত গদ্ গদ্ হৈ) কাঞ্চন-- সমাজৰ নিয়ম তেন্তে কেতিয়াও লংঘন নকৰিবা।

(এই বুলি অনঙ্গ সাউৎকৰে দুৱাৰ মেলি, বিজুলী যোৱাদি গুছি যায। কাঞ্চন বহাৰপৰা উঠি দুৱাৰত বৈ, দুৱাৰ অলপ মেলি বহুপৰ বাহিৰলৈ চাই থাকে। তাৰ পাছত দুৱাৰ জপাই মুখত হাত দি হুক্ হুক্ কৰে কান্দি কান্দি মাটিত লেপেটা কাটি বহে আৰু কান্দি কান্দি মাটিত উবুৰি খাই পৰে।)

## চতুৰ্থ দৰ্শন

(ৰাজ আলিবাট। দুপৰীয়া। টোমে টোমে গাখীৰ, গুৰ, কোমল চাউল লৈ থোৰে থোৰে মানুহ যাব লাগিছে। কল, কুঁহিয়াৰ আৰু নানা বয়বস্তু, হোৰা হোৰে কটিযাই নি থকা দেখা গৈছে। জাকে জাকে পাইকবোৰে কলগছ, বাহ ইত্যাদি নানা বস্তু লৈ আহিছে, গৈছে। তাৰ মাজে মাজে বৰা, হাজৰিকা, বিষযা এজন-দুজন আহিছে, গৈছে। এখন দোলাতএজন ডাঙৰীয়া আৰোৱানৰ আঁৰ হৈ সেই বাটেদি যায।)

## পঞ্চম দৰ্শন

(কাবেঙত সুন্দৰৰ কোঠা (প্ৰথম দৰ্শন) ৰাতি। সুন্দৰ চালপীৰাত বহি আছে। ৰাজমাৱে ওচৰতে চকুপানী মচি বহি আছে।)

**সুন্দৰ** ঃ আইতা, তুমি এনে অবুজ হ'লে কেনেকৈ হ'ব? সামান্য কথাৰ হকে তুমি এইদৰে নাখাই-নবই থাকিব লাগিছে কিয?

**ৰাজমাও** ঃ মৰিম, মৰিম মই, নাখাই-নবই মৰিম। মোৰ পেটৰ পোৱালি হৈ তই মোক লাজত পেলাব খুজিছ। আজি বাদে কাইলৈ জোৰণ পিন্ধাব লাগিব-- তই এতিযাও বিনা কাৰণত--

**সুন্দৰ** ঃ কাৰণৰ কথা নক'বা। কাৰণৰ কথা তুমি কেতিযাবা বুজিবলৈ চেষ্টা কৰিছানে?

**ৰাজমাও** ঃ কি কাৰণটোনো আছে? কিছুমান অজাতৰীয়া শাস্ত্ৰ গোটাই লৈ বৈৰাগী হ'ব খুজিছ।

**সুন্দৰ** ঃ আইতা--

**ৰাজমাও** ঃ বুজিছ সুন্দৰ, দহ মাহ গৰ্ভধৰা জননীৰ আশাত এনেকৈ কুঠাৰ মৰা ভাল নহয। তই বংশটোৰ নাম নুমাব খুজিছ। তই মোৰ একেটা ল'ৰা। তই বিয়া নকৰালে বংশটো কেনেকৈ ৰক্ষা পৰিব? মাকক এনেকৈ কষ্ট দিয়া মহা পাপ। মোক তই মানুহৰ আগত মুখ উলিযাব নোৱাৰা কৰিব খুজিছনে? বিয়াৰ সকলো দিহা-পোহা হ'ল। বস্তু-বেহানি গোটাই- পিটাই বিয়াৰ দিন-বাৰ ঠিক-ঠিকনা কৰি ৰাইজ মতা হ'ল। এতিযা সেইবোৰ ভেকোভাওনাহে হ'ব আৰু।

**সুন্দৰ** ঃ মোৰ মত নোহোৱাকৈ তুমি--

**ৰাজমাও** ঃ তোৰ মতটো কেলেই? মাইকী-বাপেকীয়ে নিজৰ কৰ্ত্তব্য কৰিবই। তোক আমিটো গডখাৰৈত পেলাবলৈ পাওপতা নাই নহয। যিটো দেশ-দস্তুৰ, ভগৱন্তই বান্ধি দিয়া বিধান, তাক আমি পালিবলৈ আগবাঢ়িছো মাথোন। ক'ত দেখিছা, ক'ত শুনিছা মাক-বাপেকীয়ে বিয়া দিব খোজাত ল'ৰাই এনেদৰে বিধি-পথালি দিছে বুলি।

**সুন্দৰ** ঃ ও,তেন্তে মোৰতো মাতিবলৈ একো নাই। তেন্তে মোকনো আৰু কিয় সুধিব-পুছিব লাগিছে?

**ৰাজমাও** ঃ তই অকৰামতীয়া হৈছে দেখিহে আকৌ তোৰে

সৈতে যুঁজ-বাগৰ কৰি আছো।

সুন্দৰ : সুধিছাই যদিআৰু মোৰ মতৰ ওপৰতেই যদি মোৰ বিয়া নিৰ্ভৰ কৰিছে তেন্তে আইতা, বিয়া ভাঙিবলৈ এতিয়াও বহু সময় আছে। এতিয়াও ৰাইজক, প্ৰজাক আৰু ডাঙৰীয়া সকলক আনভাগে বুজাই দিয়াগৈ।

('সুন্দৰ'-- এই বুলি ৰাজমাও তাৰপৰা উঠি উচাত মাৰি গুচি যায়গৈ আৰু বাও দুৱাৰেদি ওলাই যায়। 'অই'দউতা' বুলি সুন্দৰ পাছে পাছে যায়। সুদৰ্শন সোঁফালৰ দুৱাৰেদি সোমাই আহে।)

সুদৰ্শন : (কোঠাটোত চাই) ক'তা সুন্দৰ নাই দেখোন? (সুদৰ্শনে ইফাল-সিফাল কৰোতেই ভিতৰৰ পৰা ৰেৱতী ভোৰ ভোৰাই আহি তাত ওলায়হি 'কি শনি সোমাল অ' কাৰেঙত দিনে-ৰাতিয়ে দেখোন বাক্-বিতণ্ডা নুগুচা হ'ল' সুদৰ্শনক দেখি থমকি ৰয়।)

ৰেৱতী : এ সাউদৰ পুতেক ককাইদেউ হে, মোৰ দেউতাটি। সৌ কোঁৱৰক আইদেউতাৰ ওচৰৰ পৰা লৈ আহকগৈ। বলকনিৰ প্ৰতাপত এতিয়া আইচু দেউতাৰ যিকেইডাল কেঁচা চুলি আছে তাকো পকাবলৈ।

সুদৰ্শন : কিনো কৰিছে?

ৰেৱতী : আজি দিনটো কাৰেঙত কেৱে ভাত-পানী খাব পৰা নাই-- আইচু দেউতাৰ অৱস্থা দেখি। জানো, কি শনি সোমাইছে কোঁৱৰৰ। বিয়াখননো পাতিলে কি হয়। আইচু দেউতাই আজি তিনি-চাৰি সাজ নাখই-নবই কান্দি-কাটি-- (এনেতে সুন্দৰৰ মাত শুনা গ'ল)।

সুন্দৰ : (ভিতৰত) মাতৃৰ মতেই মত। পুত্ৰৰ তেনে মাতিবলৈ একো নাই। (সুন্দৰ আহি সোমাইহি, সুদৰ্শনলৈ নাচাই ৰেৱতীক) কি হ'ল? তোৰ মোৰে সতে কিবা তৰ্কবাদ আছেনেকি? নালাগে, নালাগে-- যা যা মোৰ বিয়া পাতিব। ৰজাৰ পৰা প্ৰজালৈকে, ডাঙৰীয়াৰ পৰা পাইকলৈকে সকলোৰে কেৱল বিয়া বিয়া বিয়া।(ৰেৱতী ওলাই যায়)

সুদৰ্শন : (বৰ গহীন হৈ) মোৰ বিবেচনা মতে সুন্দৰ তুমি বিয়া কৰোৱা। জন্ম, মৃত্যু আৰু বিবাহ— ই বিধাতাৰ নিবন্ধন।

সুন্দৰ : তুমিও— তুমিও— (এই বুলি সুন্দৰ হতাশ হোৱাৰ দৰে আহি বৰপীৰাত বহে) তেন্তে বন্ধু বুজিলো, বিধাতাৰ শিলৰ ৰেখা মই আঙুলিৰে মচিব খুজিছো। (বহুপৰ বৈ থাকি) সুদৰ্শন তুমিও -- তাকে কোৱা।

সুদৰ্শন : এৰা বন্ধু-- মই কওঁ তুমি বিবাহত সম্মতি দিয়া।

সুন্দৰ : হৃদয়ৰ দেৱতাৰ বেদীৰ ওচৰতে তোমাৰ ঠাই-- তুমি জানা। নাজানানে বন্ধু-- ৰুদ্ধ মোৰ প্ৰাণৰ দুৱাৰ, তিৰোতাৰ প্ৰৱেশৰ তাত নাই অধিকাৰ?

সুদৰ্শন : (আৰু গহীন হৈ) অধিকাৰ দান কৰা।

সুন্দৰ : অসমৰ্থ।

সুদৰ্শন : নিজৰ সত নাযাই আনে কৰক।

সুন্দৰ : মই জানি, চকুৰ আগতে দেখি, হাত সাবটি--

সুদৰ্শন : সময় বিশেষে অৱশ্যে।

সুন্দৰ : বন্ধু- তোমাৰ মতৰ বিচিত্ৰতা আছে বুলি মই স্বীকাৰ নকৰি নোৱাৰো। তুমি তেন্তে জানিও ভুল কৰিবলৈ কোৱা, ইচ্ছাকৃত ভুল।

সুদৰ্শন : ইচ্ছাকৃত ভুলতো আনন্দ আছে। তুমি উচ্চাৰণ কৰা 'ইচ্ছাকৃত ভুল' শব্দটোৰ ঠাইত মই 'ত্যাগ' শব্দটো বহুৱালে কোনেওমোক ভুল ধৰিব নোৱাৰিব। তোমাৰ বৈৰাগ্য পন্থা মাতৃৰ সন্তুষ্টিৰ কাৰণে ত্যাগ কৰ। (বহুপৰ সুন্দৰ নম্ৰতাকৈ থাকি হঠাৎ চঞ্চল হৈ) তেন্তে সেয়ে হওকঃ সেয়ে হক। ত্যাগৰ ৰথত উঠি স্বাৰ্থই দিগ্বিজয় কৰক। (শেৱালী সোমাই আহে)

শেৱালী : সাউদৰ পুতেকৰ ককাইদেউক ৰাজমাও দেউতাই বিচাৰিছে।

সুদৰ্শন : বাৰু-- (সুন্দৰৰ ফালে চাই) তেন্তে, সুন্দৰ--

সুন্দৰ : তেন্তে আৰু কি বান্ধ? মোক কি সুধিছা? যোৱা বান্ধ সুদৰ্শন-- যোৱা যি ইচ্ছা তাকে কৰা-- আয়ে যি ইচ্ছা তাকে কৰক। দেশ দস্তুৰ কাৰো মতৰ কাৰণে- কোনো যুক্তি-তৰ্কৰ কাৰণে কাৰো আপত্তি-বিপত্তিৰ কাৰণে অপেক্ষা নকৰে। আইৰ সন্তুষ্টি হওক, প্ৰজাৰ সন্তুষ্টি হওক। (সুদৰ্শন তললৈ মূৰ কৰি থাকে, সোফালৰপৰা অনঙ্গ সোমাই আহি)

অনঙ্গ : বন্ধু।

সুন্দৰ : তুমি আৰু মোক একো ক'ব নালাগে-- আৰু আৱশ্যক নাই।

অনঙ্গ : কি?

সুন্দৰ : তুমিও তাকেইহে কবা। তোমালোকে বন্ধু হৈ মোক নুবুজিলা। মোৰ মনৰ ৰাজ্যত মই ইমান অকলশৰীয়া- তুমি শুনি সুখী হবা-- সুদৰ্শনে আইৰ ওচৰলৈ মোৰ

বিবাহৰ মত লৈ গৈছে।

**অনঙ্গ** : (বৰ বিচলিত হৈ) তুমি মত দিলা সুন্দৰ তেন্তে-সঁচাকৈ।

**সুন্দৰ** : (বৰ কৰ্কশ ভাৱে) মত লৈ গৈছে।

**অনঙ্গ** : তেন্তে তোমাৰ মত নোহোৱাকৈ বলেৰে তেওঁ কবলৈ গৈছেনেকি? তেন্তে?

**সুন্দৰ** : একো নাই-- সন্তুষ্টি, সকলোৰে সন্তুষ্টি হওক, কেৱল মোৰ হৃদযত ঠাই দিব নোৱাৰা এটা বস্তু লৈ গোটেই জীৱন জ্বলি-পকি মৰো।

**অনঙ্গ** : নহয় নহয়-- সুদৰ্শনে এইটো মহা ভুল কৰিছে। সঁচাকৈয়ে যদি তোমাৰ মত নাই তেন্তে কিয়? -- কিয়? ৰবা-- বাৰু মই যাও (বুলি অনঙ্গ বেগেৰে যাব খোজোতেই বাওঁফালৰ দুৱাৰেদি সুন্দৰে যাবলৈ হাক দি ৰখাই)

**সুন্দৰ** : বান্ধু, হ'ব মোৰ বিয়া হ'ব। বন্ধু জন্ম, মৃত্যু আৰু বিবাহ বোলে অনিবাৰ্য- সি বোলে হ'বই। বন্ধু, হ'বলগীয়া তেন্তে হৈ যাওঁক-- সংসাৰ তাৰ আপোন ইচ্ছা বুলি যাওক। সংসাৰৰ ৰীতি,সমাজৰ নিয়ম বোপা-ককাৰ সহজ,গুৰু জনৰ আজ্ঞা, আইৰ হেঁপাহ, প্ৰজাৰ আগ্ৰহ সকলো ৰওক-- মাথো মই সকলোৰে গচকত মষিমূৰ হৈ যাও। প্ৰাণৰ অগনিত মনৰ শান্তি, জীৱন ভষ্ম হৈ, ছাই হৈ-- ধুলি হৈ উৰি যাওক-- কেৱল আগ্ৰহ থাওক, হেঁপাহ থাওক, সমাজৰ নীতি, সমাজৰ ৰীতি থাওক আৰু মোৰ বাহিৰে গোটেই সংসাৰৰ সন্তুষ্টি হওক।

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

(সুন্দৰৰ কাৰেঙত কাঞ্চন কুঁৱৰীৰ শোৱনি কোঠা। শেৱালীয়ে হাতত এটা কুকী আনি এখন শৰাইত সজাই থয। আন বন কৰে। মাজে মাজে চকু পানী মচে। এনেতে সেউজী লিগিৰী সোমাই আহে। তাইৰ মুখখন ঘুৰণীযা আহোমগটী; বগা, দেখিবলৈ সুন্দৰী নহয যদিও মৰম লগা। গাঠলু আৰু নিপোটল। মুখত উদাৰ হাঁহিসনা।)

**সেউজী** : এ শেৱালী বাইটি তই ইযাতে আছ। (শেৱালীয়ে উচপ খায আৰু লৰালৰিকৈ চকু মচে) বাইটি অ' তই দেখোন চকু মোহাৰিছ-- কিবা সোমালনেকি? চাও চাও। (ওচৰ চাপি আহি চকুলৈ চাই) এ কান্দিছহে হবলা। আই ঐ দেহি কিনো হ'ল বাইটি। ৰেৱতীয়ে কিবা ক'লেনেকি? (শেৱালীয়ে হুক হুক কৰে কান্দে, সেউজীয়ে সাবট মাৰি ধৰি) কেলেইনো কান্দিছ বাইটি। কচোন বাইটি কি হ'ল? (শেৱালী অলপ ৰৈ)

**শেৱালী** : সেউজী, মইনো বাৰু ৰেৱতীক কি কৰিলো-- তাই যে মোক দুই চকুৰে দেখিব নোৱাৰে। সঁচাই-মিছাই মোৰ কথাবোৰ ৰাজমাও দেউতাক টুটকীযা লগাই থাকে।

**সেউজী** : (সহানুভূতিৰে) তাইৰ কথাত নধৰিবি। তাই তেনেকুৱাই--কিনো বাৰু, কি লগালে?

**শেৱালী** : মইনো বাৰু কেতিযা কোঁৱৰক ভুলাবলৈ গাত লিপিত খুৱাই মেখেলা পিন্ধি ফুৰিছিলো। কোঁৱৰক হেনো মই কিবা আহুদি কৰিলো। সেইহে হেনো কোঁৱৰে ন ঘৈনীৰ সতে আজি এমাহেও কথা এটাকে পতা নাই। এনেকৈ কৰিলে কেনেকৈ থাকিবি-- মই সেউজী- ক'ৰবাত পানীত পৰি-- (কান্দিবলৈ ধৰে)

**সেউজী** : (খং ভাব দেখুৱাই) এঃ তাই ক'লেই হ'বনে? তাইহে তেনেকুৱা যাৰে - তাৰে সতে ছল পালেই চুপতি। ক ওক বাৰু, কওক দে তাই। বাৰু কোঁৱৰেনো কিয় কুঁৱৰীক নামাতে - নোবোলে ?

**শেৱালি** : জানো মোৰ আই - মই কেনেকৈ কম।

**সেউজী** : এৰা আই - দিনে- ৰাতিযে দেখোন নছোৱালীজনীৰে সৈতে বাক-বিতণ্ডা কৰি ধুমখুলি বাই থাকে। আনে নছোৱালী বিয়া কৰাই আনি গাতে পমি যাব খোজে,আমাৰ এখেতে আকৌ ভুলে-চুকে এখোজ কাষ চাপিলেও তিনিখোজ পাচলৈহে যায। শেৱালী বাই কোঁৱৰ আৰু আগৰ কোঁৱৰ নহয। বিয়া কৰোৱাৰ পৰা দেখোন কিবা হ'ল। মনটো সদায মাৰি থাকে,দেখিলে মোৰ হ'লে বেযা লাগে বাই।

**শেৱালী** : লাগেতো, কেনে পূৰ্ণিমাৰ জোন যেন হাঁহি থকা মুখখন কেনে হ'ল দেখা নাই। আগেযে দিনটোত কেইসাজনো নসলাব, কেইবাৰনো দাপোন চাই মূৰ নেমেলাব। তাকে ৰেৱতী বাইৰ আগত কৈ দুখ কৰিলে কয় আকৌ বোলে মোৰ হেনো কোঁৱৰলৈ ধাউতি। (শেৱালী কিছুপৰ নিতাল মাৰি থাকে)

সেউজী : পিছে এটা কথা দেই শেৱালী বাই। এটা কথা হলে। এই হালৰ কেতিয়াও মিল নহয়। যি লাই বাঢে তাৰ দুপাততে চিন। বিয়া কৰায়েই যদি এনে অসুখ অশান্তি পিছে পৰে বা কি হয়। কিবা এটা নিশ্চয়কৈ কেৰোণে ধৰিছে। অ' বাই, বাই এটা কথা। (কাণৰ ওচৰলৈ মুখ নি) কালি নিশা সিহঁতৰ হালে কথা পাতি থাকোতে মই বেৰত কাণ পাতি শুনি আছিলো। কোঁৱৰে কিবা বোলেনে— অনঙ্গ ককাইদেউৰ কথা কৈ গুজৰি-গুমৰি আছিল। কুঁৱৰীৰো মুখ কম নহয়দে কথা আখৈ ফুটাদি ফুটিছে নহয়। এনেতে কোঁৱৰ উচাত মাৰি অহা দেখি মই ভয়তে নিধাতু খাই চাংমাইশাল পালোগৈ। বোলো মোক দেখিলে হবলা। সোতাৰ খং বাঢ়নীত জাৰেহিবা।

শেৱালী : তাৰ পাছত আৰু কি কৈছিল?

সেউজী : এ কৈছো নহয় মই বোলো চাংমাইশাল পালোগৈ বুলি। (এনেতে গহীন হৈ কাঞ্চন কুঁৱৰী সেই কোঠাটোলৈ সোমাই আহে; শেৱালী আৰু সেউজী নিফুট মাৰে)

কাঞ্চনমতী : (দুয়োলৈকে মৰমৰ চকুৰে চাই) শেৱালী আৰু সেউজী তহত বাৰু যা, নিশাও হৈ আহিছে, খাই বৈ শোগৈ।

শেৱলী : চালপীৰাখন সজোৱা।

কাঞ্চনমতী : বাৰু নালাগে মযেই লম, তহত যা (শেৱালী-সেউজী অলপ পৰ ৰৈ আৰু নমতা দেখি লাহে লাহে ওলাই যায়। সোঁফালে বেৰৰ দাতিত কাঞ্চন কুঁৱৰীয়ে এখন দলিচাত বহি টাকুৰি এটাত এৰী কাটিবলৈ ধৰে আৰু ৰিহাৰ আঁচলেৰে চকুপানী মচিবলৈ ধৰে। সুন্দৰ সোমাই আহি কোঠালীটোত এপাক মাৰি চালপীৰাত বহি একান্তমনে কাঞ্চনৰ ফালে চাই থাকে। কাঞ্চনে কিন্তু তলমূৰকৈয়ে সূতা কাটি গৈ থাকে আৰু তলমূৰকৈয়ে সুন্দৰৰ সকলো কথাৰ উত্তৰ দি যায় আৰু প্ৰশ্ন কৰে।)

সুন্দৰ : কুঁৱৰী, মোৰ এযেই প্ৰথম আৰু শেষ কথা। তুমি মোৰ জীৱনৰ পৰা আঁতৰি যাব লাগিব।

কাঞ্চনমতী : (বৰ তীব্ৰতাৰে) মোৰ এইদৰে জীৱন মৰণ লৈ ল'ৰা- ধেমালি কৰা আপোনাৰ উচিত হোৱা নাই। এটা ভুল কৰিলে— কি তাতকৈ এটা ডাঙৰ ভুলেৰে আপুনি সেই ভুল শুধৰাবলৈ গৈছে। আপুনি ইমান দুৰ্ব্বল বুলি মই ভাবিব নোৱাৰো।

সুন্দৰ : (ডাঙৰকৈ হাঁহি) মোৰ ই দুৰ্বলতা নে সবলতা সি এটা মীমাংসা কৰিবলগীয়া প্ৰশ্ন। বাৰু, মোৰ এটা প্ৰশ্নৰ উত্তৰ দিয়া—

কাঞ্চনমতী : কি?

সুন্দৰ : সত্যক আকোৱালি ধৰা দুৰ্বলতানে?

কাঞ্চনমতী : কেতিয়াও নহয়।

সুন্দৰ : বিবাহ আৰু ভালপোৱাৰ পাৰ্থক্য কি?

কাঞ্চনমতী : বিবাহৰ দ্বাৰাই শাৰীৰিক সম্বন্ধ ঘটে আৰু মানসিক সম্বন্ধ হ'বই লাগিব বুলি সমাজে ধৰি লয়, নিৰ্দেশ কৰে। ভালপোৱা মানসিক সম্বন্ধ, শাৰীৰিক সম্বন্ধ তাৰ উদ্দেশ্য নহ'বও পাৰে।

সুন্দৰ : তেন্তে সি দুটা বস্তু নহয়নে।

কাঞ্চনমতী : দেখাতেই।

সুন্দৰ : বঢিয়া কথা। তেন্তে তুমি মন এঠাইত থৈ শাৰীৰিক এঠাইত থাকিবলৈ একো আপত্তি নকৰা ।

কাঞ্চনমতী : তাত বিচিত্ৰতা কি? আপুনি শাৰীৰিকে এই কোঠাটোত সোমাই থাকি মনটোনে হিমালয়ত থাকিবও পাৰে।

সুন্দৰ : সমাজৰ কথা তুমি নিশ্চয় মানি চলিব খোজা?

কাঞ্চনমতী : ওঁ।

সুন্দৰ : তেন্তে সমাজে টালৈ তোমাক দিয়া দিছে-- তাকে ভাল পোৱা সমাজৰ নিৰ্দেশ- তাক তুমি কেনেকৈ পালন কৰিবা?

কাঞ্চনমতী : অন্তৰতম প্ৰদেশৰ বিষয়ে সমাজে যদিও নিৰ্দেশ দি থৈছে সি সঁচাকৈয়ে পালিত হৈছেনে সমাজে তাক চাবলৈ চন্তৰী নপঠায় কিন্তু বিবাহিত তিৰোতাই বাহিৰা নিয়মবোৰ ৰীতি মতে পালন কৰে নে নকৰে তাৰ কাৰণে সমাজে যথেষ্ট চোৰাং-চোৱা থৈছে। আৰু সমাজ তাতেই সন্তুষ্ট-- কাৰণ এইখিনি পালন হ'লেই সমাজৰ অনিষ্ট নহয় অৱশ্যে শাৰীৰিকে।

সুন্দৰ : শুনিবলগীয়া। তেন্তে সতীত্ব মানে শাৰীৰিক সতীত্ব।

কাঞ্চনমতী : সেয়ে হ'লে সমাজ সন্তুষ্ট--

সুন্দৰ : কিন্তু সুন্দৰতো নহয়। সমাজে বলে নোৱাৰা পিলক পৰি নমস্কাৰ জনাব পাৰে-- কিন্তু সুন্দৰে নোৱাৰে। কৃত কৰ্মৰ সতে সমাজৰ সম্বন্ধ-- কিন্তু ব্যক্তিৰ ভাৱৰ সৈতে? ভাবেই কৰ্ম-গছৰ গুটি যেতিয়া সেই গুটিৰ

বিষয়ে মই শঙ্কিত নহয় কিয় ? আমৰণ গুটিৰ পৰা কোনদিনা অঙ্কুৰ ফুটি গছ গজে তাক কোনে ক'ব পাৰিব। সমাজক সন্তুষ্ট কৰিবলৈ তুমি মোক বিয়া কৰাইছিলা। শাৰীৰিক সতীত্বতেই সমাজ সন্তুষ্ট।

কাঞ্চনমতী : অৱশ্যে— কাৰণ আপুনিও মোক মাত্ৰসমাজৰ সন্তুষ্টিৰ কাৰণেহে বিবাহ কৰাইছিল— আৰু ভালকৈ জানিছিল-- আপোনাৰ মাতৃ আৰু সমাজে আমাৰ শাৰীৰিক মিলন বিচাৰিছিল- আপুনি তাত মত দিয়া নাছিলনে ?

সুন্দৰ : কিন্তু তোমাৰ মনে যে আনক—

কাঞ্চনমতী : তাৰ সতে আপোনাৰ সম্বন্ধ কি ? মাতৃৰ অনুৰোধত আপুনি মাত্ৰ শৰীৰটো বিবাহ কোঠালৈ পঠাই— আন পক্ষৰ মনকো তাত বিচৰাটো যুক্তিযুক্ত কথা হৈছেনে ? (সুন্দৰ হতবম্ব হৈ বহুপৰ টলকা মাৰি থাকে।)

সুন্দৰ : (এক উশাহতে) সি মোৰ ভুল শুধৰাব—

কাঞ্চনমতী : সকলো ভুল শুধৰাব নোৱাৰি।

সুন্দৰ : কিয় ?

কাঞ্চনমতী : কিছুমান ভুল নুশুধৰালে অপকাৰ হয়। কিন্তু কিছুমান ভুল শুধৰাবলৈ গলে ধ্বংস হয়। ঘৰঘৰৰ খুটাবোৰ ভুলকৈ পুটি ঘৰবোৰ সজাৰ পাছত খুটাবোৰ শুদ্ধকৈ খুৱাবলৈ গ'লে গোটেই ঘৰটোকে ভাঙিব লাগিব।

সুন্দৰ : (বৰ উত্তেজিত হৈ) ভুল যি সি ভুলেই। ঘৰ ভাগক বা সংসাৰভাগক তাক শুধৰাবই লাগিব।

কাঞ্চনমতী : সেই বুলি আপোনাৰ ঘৰৰ ভিতৰত শিকলিৰে মানুহ বান্ধি থৈ ঘৰৰ খুটা শুধৰাবলৈ গৈ ঘৰ ভাঙি মানুহ মাৰিবৰ কিবা অধিকাৰ আছে জানো ?

সুন্দৰ : ওলাই গলেই হ'ল।

কাঞ্চনমতী : শিকলিৰে বন্ধা সেই শিকলি চিৰকাললৈ খুলিবৰ শক্তি নাই। সেই অশৰীৰী শিকলিৰ বান্ধ এবাৰ খোৱা মানুহে নমৰালৈকে এৰাই যাব নোৱাৰে।

সুন্দৰ : মৰিলে তেন্তে।

কাঞ্চনমতী : (কিবা এটা ভাবত হাঁহি— সুন্দৰলৈ বাৎসল্য ভাব দেখুৱাই) আপোনাৰ ভুল শুদ্ধ হ'ব আৰু। (সুন্দৰে লাজ পোৱাদি পায— কিন্তুএকো নামাতে— তাৰ পাছত নুবুজা কিবা অকৰাৰ দৰে।)

সুন্দৰ : নহয়—নহয় ভুল শুধৰাবই লাগিব— মোৰ নিজৰ ৰাজ্যৰ এমূৰৰপৰা আন মূৰলৈ যদি জুই লাগে তথাপি ভুল শুদ্ধ কৰিব লাগিব। তুমি মোক আচৰিত কৰিছা অনঙ্গৰ সৈতে তোমাৰ আন্তৰিক ভালপোৱাৰ কথা মোক নিঃসঙ্কোচে আৰু তেজস্বীতাৰে, নিজৰ স্বামীৰ আগত কোনো কথা গুপুত নাৰাখো বুলি, প্ৰকাশ কৰি, সাহ দেখুৱাই এহাতে তোমাৰ মানসিক নিৰ্ভীকতা দেখুৱাইছা। কিন্তু, আকৌ আনফালে সেই বাস্তৱ আৰু জীৱন্ত সত্যক উপেক্ষা কৰি, নিৰ্মম কঠোৰ ভাৱে ভৰিৰে মোহাৰি,সমাজৰ প্ৰাণহীন নিয়ম প্ৰতি প্ৰতিকৈ মানি মোৰ সতে সংসাৰ কৰিবলৈকো আগবাঢ়িছা। এই পৰস্পৰ বিৰোধী কথা দুটাৰ তুমি মিলন বিচাৰিছা-- বিশেষকৈ-- মই যেতিয়া সকলো কথা বুজি তোমাৰ আন্তৰিক পবিত্ৰতা ৰক্ষা কৰিবলৈ সহায় কৰিবলৈকো সাহকৈ আগবাঢ়িছো।

কাঞ্চনমতী : হ'ব পাৰে সেইটো, কিন্তু আপোনাৰ মতে কাম হ'বলৈ হ'লে এতিয়া সমাজত এটা প্ৰলয় উপস্থিত হ'ব।

সুন্দৰ : প্ৰলয় হ'ব হওক। প্ৰলয়ৰ আৱশ্যক হৈছে। শতাব্দী ধৰি গোট খাই থকা সমাজৰ আবৰ্জনা ধুই সমাজক নিৰ্মল আৰু পবিত্ৰ কৰিবলৈ এক প্ৰলয়ৰ অতি আৱশ্যক হৈছে। তেন্তে মই সেই প্ৰলয়ক আজি আহ্বান কৰিছো। মোৰ জীৱনলৈ, সমাজৰ জীৱনলৈ মই প্ৰলয়ক আমন্ত্ৰণ কৰি আনিম। সুদৰ্শন-- নহয় অনঙ্গৰ সতে-- নহয় নহয় অনঙ্গক মই দেখা পাব লাগিব অনঙ্গ-- (এই বুলি উত্তেজিত হৈ তাৰপৰা ছাট মাৰি ওলাই যায়গৈ। কাঞ্চন ধীৰ-স্থিৰ হৈ থাকে-- কিছুপৰ ওপৰলৈ টলকা মাৰি আকৌ একান্তমনে টাকুৰি ঘুৰাবলৈ ধৰে)

## দ্বিতীয় দৰ্শন

(মাজনিশা। সুদৰ্শনৰ কোঠাত সুদৰ্শন শুই আছে। বাহিৰৰ পৰা বপুৰাই দুৱাৰ ঢকিয়াই মাতে)

বপুৰা : হে, উঠক হে দেউতা— হে ঈশ্বৰ— হে উঠক (বৰকৈ ঢকিয়াই) হেৰেই হেৰেই সাউদৰ পুতেক দেউতা, অ'দেউতা— (সুদৰ্শন ধৰফৰাই শোৱা পাটিৰ পৰা উঠি বিস্ময়মানি চাৰিওফালে চাই)

সুদৰ্শন : কোন-- কোন ?

বপুৰা : (অধৈৰ্য হৈ) হে দেউতা আগেযে দুৱাৰখন মেলি দিয়কচো - পাছেও নামটো ক'ম। (সুদৰ্শন আহি

দুৱাৰত কাণ পাতি কোন? কোন?)

বপুৰা : হে মোৰ গোঁসাই। ডকাইতো নহও চোৰো নহও।

সুদৰ্শন : অ' বপুৰা— (সাউতকৈ দুৱাৰখন মেলি বপুৰাই হাতেৰে চুৰিয়াখন ধৰি ককালত ৰাখি, পাছে পাছে কাপোৰত বাহৰ জেং এডাল চোচৰাই সোমাই)

বপুৰা : মোৰ দেউতা উঠক উঠক— ব'লক— ব'লক তেনেই সৰ্বনাশ হ'ল। (জেংডাল হাতেৰে একৰাই এচাৰ মাৰে)

সুদৰ্শন : কি হ'ল, অ' কি হ'ল— জেঙে-জাবৰে দেখোন এনেকৈ ওলাইছহি।

বপুৰা : নকব আৰু মোৰ প্ৰভু যি হ'বলগীয়া হ'ল। এনেকুৱাখন বুলি জনা হ'লে— হৰি হৰি। ব'লক ব'লক- - হালৰে এতিয়া কটা-কটি, মৰা-মৰি নহ'লেই হৈছে।

সুদৰ্শন : (অলপ পৰ টলকা মাৰি) কোঁৱৰ অকলে আছেনে নে লগত আৰু কোনোবা আছে? (বপুৰাই সেইফালে বেবুৰা খায) কি হ'ল তোৰ দেখোন মাত বোল হৰিল।

বপুৰা : হৰিবৰ ককাই। পিছে আপুনি জানেই— পিছে কি কৰে।

সুদৰ্শন : পিছে ঘটনাটো হৈছে কি?

বপুৰা : ধেমালিনো কৰে কিয় মোৰ প্ৰভু।

সুদৰ্শন : তই আহোতে কোঁৱৰ ক'ত? (এই বুলি সুদৰ্শনে মুৰত পাগ মাৰিব ধৰে আৰু বপুৰাই বলকি যায)

বপুৰা : এই অলপ আগতে কোঁৱৰে দেখোন কুঁৱৰীৰ সতে কিবা বাক-বিতণ্ডা কৰি এবাৰ কাৰেঙৰ পৰা ওলাই পোনচাটেই বুঢ়াগোহাঁইৰ টোললৈ আহি অনঙ্গ ডেকা দেউতাক জগাই আগবাৰীৰ ফুলনিলৈ মাতি আনি কিবা নানা বাক-বিতণ্ডা আৰম্ভ কৰিলে। কোঁৱৰে দেখোন কুঁৱৰীৰ কথা ঘনাই ঘনাই কোৱা শুনিলো, পিছে এতিয়া দুযোৰে কথা কোৱা চৰি গৈছেগৈ। মই কথাৰ গঢ ভাল দেখা নাই। (বপুৰা সুদৰ্শনৰ ওচৰলৈ আহি) দেউতা ঈশ্বৰ, অনঙ্গ ডেকা দেউতাৰ কুঁৱৰীৰ সতে কিবা খেচেৰ-মেচেৰখন আছিল হ'ব পায়। ৰাম ৰাম শ্ৰীহৰি। ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ, হৰ পাৰ্বতী, কামাখ্যা গোসানী— গণেশ গোবিন্দ হৰি হৰি বোলে-

ধুন মৰা ধুনীয়া

তুলি মাৰে খোপা

এই হেন পুৰুষৰ

কল তলত জোপা

হ'লে বাৰু কেনেকৈ হয? (সুদৰ্শনৰ পাগ মৰা হয় আৰু গাত কাপোৰ লৈ ওলাবলৈ ধৰোতে ঘপহ কৰে দুৱাৰখন দুফাল কৰি সুন্দৰ আৰু অনঙ্গ সোমাই আহে। বপুৰা এঁকে ছাটেই জিভা কামুৰি দুৱাৰেদি পত্ৰং দিয়ে। সুদৰ্শনে তৎক্ষনাৎ অতি কিবা ঐশ্বৰিক গাম্ভীৰ্যতাৰে থিয হৈ সাংঘাতিক তীক্ষ্ণদৃষ্টিৰে চাবলৈ ধৰে। সুন্দৰ আৰু অনঙ্গযো পলক নেপেলোৱাকৈ সুদৰ্শনলৈ চাই থাকে।)

সুন্দৰ : সুদৰ্শন, বিশেষ এটা কথাৰ অৱতাৰণা কৰিবলৈ তোমাক আমনি কৰিবলৈ আহিলো। দিগ নাপাবা। আহাচোন বাহিৰলৈ ওলাই যাও আহা। (এই বুলি সুন্দৰে আগবাটি দুৱাৰেদি ওলাই যাযগৈ। অলপ পৰ বৈ সুদৰ্শন আৰু অনঙ্গ লাহে লাহে ওলাই যায।)

## তৃতীয় দৰ্শন

(কোটোহা বাঁহৰ জোপাৰ তলৰ গৰু বাট। ধান খেৰৰ জুমুঠি এটা লৈ আগুনি কোবাই বপুৰা আহি থাকে।)

বপুৰা : দ'ত বাঁক যখ যখিনি নিশাৰ নিশাচৰ জলদেৱ থলদেৱ ৰাকিনী শাঁকিনী-- এই হেন আচানত পৰা বপুৰাক কৃপা কৰিবা। আৰু যদি নকৰা-- কিনো কৰিবা--ঘাৰহে মোহাৰিবা, তালৈ বপুৰাই কেৰেপ নকৰে। (ডাঙৰকৈ কেবাবাৰো গল হেকাৰি মাৰি) হচ হৈচ হেঃ হেঃ হেঃ হে শাম প্ৰভু বাট দেখুৱাই নিবা। ভাল অৰণ্যত সোমালোঁহি। (এনেতে ৰাতি পহৰীয়াই সোধে 'বাৰী চুকে কোন যায') কোন যায কটা তোৰ চৌধ পুৰুষৰ পাছৰ তোক এৰি এপুৰুশৰ জোঁৱায়েক-- এহ কৰ্তা— ধেৎ তাই বা কিমান বুঢ়ী— হেৰ কটা নহয তোৰ জীয়েৰ আছে যদি বাপেৰে তোৰ জোঁৱায়েৰে যাও।

(আকৌ মাত ওচৰত 'কোন যায')

ঔ শহুৰ দেখোন ওচৰতে। বোলো পিতাই—

(এটা চাওডাং ৰাতি পহৰীয়া আহে)

(হঠাৎ ভাও জুৰি) পিতাই পিতাই উ পিতাই ঔ বৰ হুল এডালে বিন্ধিলে পাই। ইস্ ইস্ এই শেষ নিশাও হুলবোৰৰ এনে চোক কটা।

চণ্ডৰী : শেষনিশা বপুৰা! (আচৰিত হৈ)

বপুৰা : (মাটিত বহি হুল উলিয়াই) মোৰ কি জগৰ। ৰাতি

জনীকনো মই কেনেকৈ চাঙৰ তলত বান্ধি থও। হবতো শেষ নিশা-- সন্ধিয়া লাগোতে জালোৱা মানুহ যদি বালি-চৰাত নাও লগাদি কোটোহা বাহৰ জোঙত লাগি থাকেহি।

**চন্দ্ৰৱী** ঃ পিছেঁ বপুৰা এনেহেন সময়ত তোক লিগিৰী টোলৰ পাছবাৰীত দেখিবলৈ ভাল হোৱা নাই।

**বপুৰা** ঃ (আচৰিত হৈ) কি কি লিগিৰী টোলৰ পাছবাৰী--

**চন্দ্ৰৱী** ঃ নজনা ভাওনো কিয় ধৰ?

**বপুৰা** ঃ হৰি-- হৰি !

**চন্দ্ৰৱী** ঃ আৰু তই কিন্তু সজে সজে--

**বপুৰা** ঃ হৰি--হৰি।

(এনেতে বিজুলী বেগেৰে আহি সুন্দৰ তাতে ওলাইহি। চন্দ্ৰৱীটোৱে সেৱা জনাই দূৰত থিয় হয়। বপুৰা থৰমৰ খাই ৰয়। সুন্দৰৰ ইঙ্গিতত চন্দ্ৰৱী সেৱা জনাই গুছি যায়। বপুৰাই থেৰো-ঘেহোকৈ।)আজি তিনিদিনে শুকান খৰিৰ দুখত-- দিনত সময়ো নাপাও-- কোঁৱৰৰ আলপৈচান ধৰোতে।

**সুন্দৰ** ঃ (চকু গাঁঠি থোপা কৰি) কথা নাসাজিবি, মই তোক সুদৰ্শনৰ তাত দেখিছিলো--

**বপুৰা** ঃ এঃ দেখিছিলেই যদি-- এ[illegible]যে মিছা মাতিলো পিছে-

**সুন্দৰ** ঃ (গোমোঠা হৈ বাধা দি) থ এতিয়া মোৰ কথা শুন। এতিয়াই যা। মোৰ হাইতাল বোলোৱা নৈফুৰা নাওঁখন নাৱৰীয়াৰ সতে সাজু কৰগৈ। মই আজি এতিয়াই কুঁৱৰীৰ সৈতে বালি ভাত খাবলৈ যাম। (বপুৰা গিৰিপকৈ উঠে)

**বপুৰা** ঃ কি কথা আছে মোৰ ঈশ্বৰ থিতাতে মই ঘাটত নাওঁ খেৰা কৰাম।

**সুন্দৰ** ঃ (অধৈৰ্য হৈ) বেলি নকৰিবি যা। যা। এখন্তেক নৰবি।

**বপুৰা** ঃ নৰও মোৰ ঈশ্বৰ-- (বুলি একে উশাহতে লৰ মাৰি আকৌ গুলিটো অহাদি আহি) পিছে পাচলি কুটিবলৈ শেৱালীকো---

**সুন্দৰ** ঃ (খঙেৰে) নালাগে-- নালাগে--তই--মই যিটো কৈছো তাক কৰগৈ।

(পাছলৈ নাচাই বপুৰাই নিধাতু খাই লৰি ওলাই যায়- সুন্দৰে বপুৰাক যোৱাগৈ দেখি লাহে লাহে সোঁফালে ওলাই যায়গৈ)।

# চতুৰ্থ দৰ্শন

(কাজিৰঙা অৰণ্য। লুইতৰ পাৰ। এজোপা লুইতৰ গৰাত থকা বৰ ডাঙৰ পাকেৰি গছৰ তল। লুইতৰ সিপাৰে দূৰত ৰিণিকি ৰিণিকি দৰঙীয়া পৰ্বতবোৰ দেখা গৈছিল। বাৰিষাৰ লুইতৰ হোহোৱনি কাণত পৰিছে। ঠাইডোখৰ ভয়লগা গহীন। গছৰ তলৰ মুকলি ডোখৰৰ বাহিৰে দুয়োফালে কাহট-জেঙেৰে ভৰা অটব্য হাবি। পাকৰি গছজোপাৰ তলতে এটা মূঢ়াত অনঙ্গ বহি আছে। হাতত এডাল নগা যাঠি। বাহুত ধেনু আৰু পিঠিত কাঁড় থকা টোপা। কঁকালত এখন দীঘল তৰোৱাল। অনঙ্গ কেবাদিনো জ্বৰত ভোগা মানুহৰ দৰে বিবৰ্ণ আৰু ৰুক্ষ। এটা অতি কঠোৰ ভাব লৈ লুইতৰ ফালে চাই থাকে। অনঙ্গৰ কঠোৰতা আৰু নিৰৱতাই গোটেই ঠাইডোখৰ আৰু গহীন কৰি পেলাইছে। সোফালৰ পৰা সুন্দৰ কোঁৱৰৰ লগত কাঞ্চন-কুঁৱৰীক লৈ দৃঢ় খোজেৰে সোমাই আহি অনঙ্গক ভৰিৰ পৰা মূৰলৈকে তীব্ৰ আৰু কঠোৰ ভাবেৰে চাই থিয় হৈ ৰয়। শেহত বপুৰা, পিঠিত নানাবস্তুৰ বোজা এটা-- সোঁহাতত এডাল যাঠি। ভৰিত ফানতি-গহীন। হাব ভবৰ ভাবত একো পাতালামি নাই)

**সুন্দৰ** ঃ (বপুৰাক) বপুৰা, (সোহাতে আঙুলিয়াই) এইফালে দলিছা পাৰি কুঁৱৰীক বহুৱা। (বপুৰাই গাৰ বোজা নমাই থৈ, হাতৰ যাঠিডাল মাটিত খোচা মাৰি থিয়কৈ আৰু টোপোলাৰ পৰা দলিছা উলিযাই পাৰি দিয়ে-- ইতিমধ্যতে সুন্দৰে অনঙ্গৰ আগত অহা-যোৱা কৰি থাকে।)

**বপুৰা** ঃ কুঁৱৰী দেউতা গা থওকহি।

(কাঞ্চন কুঁৱৰীয়ে লাহে লাহে গৈ তাত বহে আৰু ওৰণি খনি একতীয়াকৈ লৈ লুইতৰ ফালে ৰ' লাগি ৰৈ থাকি সুন্দৰক বিশেষ উৎসুকতা আৰু দৃঢ়তাৰে-)

**অনঙ্গ** ঃ তাৰ পাছত বন্ধু তোমাৰ এনে আচৰিত ব্যৱহাৰ আৰু এইদৰে অভাৱনীয়ভাৱে কাজিৰঙাৰ অটব্য অৰণ্যলৈ মাতি অনাৰ উদ্দেশ্য?

**সুন্দৰ** ঃ উদ্দেশ্য মহৎ। (বপুৰাক) তই এতিয়া ইয়াৰ পৰা যাব পাৰ। (বপুৰা ওলাই যায়)

**অনঙ্গ** ঃ অৱশ্যে মহৎ হ'বই লাগিব। তেন্তে মহৎ উদ্দেশ্যৰ

বাখ্যান হওক।

সুন্দৰ : হ'ব। বাখ্যান হবলৈ বিশেষ একো নাই। কালি নিশা হোৱা কথাৰ শেষ মীমাংসা কৰিবলৈ মই তোমাক ইয়ালৈ মাতি আনিছো। (অনঙ্গৰ চকুৰে চকুৰে চায)

অনঙ্গ : (ঘপহ কৰে থিয হৈ বিস্ময়ত) কি? কি কৈছা?

সুন্দৰ : (শান্ত আৰু কঠোৰভাবে) যি কৈছো তাকে দোহাৰিছো। (কাঞ্চন কুঁৱৰীটে এতিয়া দুয়োলৈকে চাই কিবা এটা ত্ৰাসত অভিভুত হোৱা যেন কৰে।)

অনঙ্গ : সেই মিমাংসাৰ ঠাই তুমি তুমি এই কাজিৰঙা অৰণ্যত-

সুন্দৰ : এই কথাৰ মীমাংসাৰ হয়ে অতি উপযুক্ত স্থান। বিশেষকৈ মই সোধা প্ৰশ্নৰ তুমি যেতিয়া সিদিনা একো উত্তৰ নিদি-- সেইবোৰ কথা নুলিযাবলৈ ইমান বাক বিতণ্ডা কৰিলা। মুঠতে তুমি কালি নিশা মোৰ সকলো প্ৰশ্নৰ উত্তৰ দিবলৈকে অস্বীকাৰ কৰিলা বিশেষকৈ কাঞ্চন কুঁৱৰীক আগত ৰাখি মই তোমাক সকলো কথা কব খোজো। আৰু তাকে কৰিবলৈ এই কাজিৰঙা অৰণ্যৰ বাহিৰে আৰু আন ঠাই নাই। (সুন্দৰে ভাৱৰ আধিক্যত বহুপৰ নমতাকৈ থাকি হঠাৎ অনঙ্গলৈ থৰ হৈ চাই কয)

সুন্দৰ : কাঞ্চন কুঁৱৰী আৰু তোমাৰ ভাল পোৱাৰ কথা তুমি মোক বিয়াৰ আগতে নকলা কিয?

অনঙ্গ : (সুন্দৰলৈ বৰ কৌতুহলপূৰ্ণ চকুৰে চাই--এবাৰ কাঞ্চন কুঁৱৰীৰ ফালে চাই নিজকে দোষী যেন দেখুৱাই-- কিন্তু মনলৈ সাহ আনি ডাঠি)

এৰা বন্ধু-- নকলো কিয?

সুন্দৰ : বন্ধু হৈ তুমি শত্ৰুৰ কাম কৰা নাইনে?

অনঙ্গ : শত্ৰুৰ কাম? নিশ্চয নাই কৰা।

সুন্দৰ : কৰিছা।

অনঙ্গ : কেনেকৈ?

সুন্দৰ : মনটি হৰি ৰাখি সুদা দেহাটো মোক আগবঢাই দিলা। বন্ধু হৈ তুমি মোক এনে কৰিলা কিয়? তুমি ভালকৈ জানিছিলা-- যে মই কাঞ্চন কুঁৱৰীক বিয়া কৰালে মাথোন হৃদযহীন এটি প্ৰতিমাৰহে গৰাকী হম-তাকে কেতিযাবা মই জানিলে আৰু সি এদিন নহয এদিন ওলাবই, মোৰ সংসাৰ বিহেৰে পৰিপূৰ্ণ হ ব। বন্ধু হৈ তুমি মোৰ ওচৰত কথা লুকালা। তেন্তে মই তোমাৰ অন্তৰত ঠাই পোৱা নাই?

অনঙ্গ : দেখাতেই তেনে হ'ল-- কিন্তু সুন্দৰ সি নহয়। তুমি মোক ভুল বুজিছা। সেই কথা মই ওঁঠৰ আগত লৈ ফুৰাযো তোমাক ক'বলৈ সাহ নহ'ল। মোৰ মানসিক কাপুৰুষালিযে মোক তেনে কৰালে।

সুন্দৰ : (কাঠ হাঁহি মাৰি) মানসিক কাপুৰুষালিযে মোকো মোৰ সংকল্পৰ পৰা পিছুলাই দিলে-- কাঞ্চন কুঁৱৰীক মই বিযা কৰালো-- কিন্তু বন্ধু, এই কাঞ্চন কুঁৱৰাৰ পৰা সকলো জানিব পানি, তেওঁৰ মানসিক সাহ দেখি মোৰো সাহ উপজিছে। মই সাহ কৰিব খোজো-- সাহ-- সাহ। এৰা-- (খুব দৃঢতা দেখুৱাই)

অনঙ্গ : (বুজিব নোৱাৰা যেন দেখুৱাই) কেনে?

সুন্দৰ : তোমালোক দুযোৰে যে ভালপোৱা আচল আৰু চিৰকাল থাকিব-- ইযো সঁচা-- আৰু কাঞ্চন কুৱৰীৰ দেহাটো যে সমাজৰ সম্মতিৰে মোৰ শোৱনি-কোঠাটোলৈ সুমাইছো- - সিওঁ সচা।

অনঙ্গ : তাৰ পাচত?

সুন্দৰ : তাৰ পাচত ভয কৰি কৰা ভুল সাহ কৰি শুধৰাব লাগিব।

অনঙ্গ : কেনেকৈ?

সুন্দৰ : প্ৰকৃততে কাঞ্চন কুঁৱৰী তোমাৰ - আৰু তুমি তেওঁৰ (অনঙ্গ আচৰিত হয) বুজিছো। সঁচাকৈয়ে এতিয়া বাহ্যিকতো সেযে হব লাগে।

অনঙ্গ : তাৰ মানে?

সুন্দৰ : ফট্‌ফটিয়া। মইযেতিয়া জানিলো কাঞ্চনৰ হৃদয তোমাৰ--মোৰ আৰু কাঞ্চনৰ সতে গৃহবাস কেনেকৈ সম্ভৱ হব পাৰে?

অনঙ্গ : কেনৈ হ'ব নোৱাৰিব--? মই তোমালোকৰ জীৱনৰ পৰা একেবাৰে আতৰি যাম-- তেতিযাহ'লে মই কাঞ্চন কুঁৱৰীৰ মনৰ পৰাও নাইকিয়া হ'ম।

সুন্দৰ : (অবিশ্বাসৰ হাঁহি মাৰি) ভুল, বন্ধু তোমাৰ ভুল।

অনঙ্গ : কেনেকৈ?

সুন্দৰ : সি কেতিয়াও হ'ব নোৱাৰে। কাঞ্চনমতীয়ে তোমাক কেতিযাও পাহৰিব নোৱাৰে-- আৰু মযো পাহৰিব নোৱাৰো যে কাঞ্চনমতীয়ে তোমাক ভাল পায। তাৰ উপৰিও যেতিয়া নাঙঠা সত্য আমাৰ চকুৰ আগত ওলালহি তাক আৰু ঢাকি ৰাখি, সি নাই বুলি নজনা ভাও জুৰি চলিব নোৱাৰো।

অনঙ্গ : নচলি কি কৰিবা ? এতিয়া তোমালোক বিবাহিত-- তোমালোকে যেনেতেনে সেইদৰে থাকিবই লাগিব।

সুন্দৰ : নহয়, তাক মই কৰিব নোৱাৰো-- নজনাকৈ -- ভুল--

অনঙ্গ : বুজিছো। পিছে তোমাৰ ইচ্ছা কি-- বা কি প্ৰকাৰে তুমি ভুল সংশোধন কৰিব খুজিছা-- আৰু খুজিলেও পাৰিবানো কেনেকৈ ?

সুন্দৰ : তোমাৰ কাঞ্চন কুঁৱৰীক মই তোমাক গতাই দিব খোজো--আমাৰ বিবাহ সম্বন্ধ ছিণ্ডিব খোজো।

(কাঞ্চনে চকু কেইটা ডাঙৰকৈ মেলি সুন্দৰৰ ফালে চায়। অনঙ্গ কিছুপৰ মাতিব নোৱাৰা হৈ থাকি)

অনঙ্গ : অসম্ভৱ কথা নকবা।

সুন্দৰ : নহয়, একো অসম্ভৱ নহয়।

অনঙ্গ : এনেকুৱা এটা নোহোৱা নোপোজা ঘটনা হ'লে সমাজত আমি থাকিম কেনেকৈ ?

সুন্দৰ : আগেয়ে যেনেকৈ আছিলা। নাইবা সমাজ নোহোৱাকৈ থাকিবা।

অনঙ্গ : সুন্দৰ। সমাজ তোমাক নালাগিব পাৰে, কিন্তু মোক লাগে। পুৱাৰ পৰা গধুলিলৈকে, জন্মৰ পৰা মৃত্যুলৈকে আমাৰ সমাজৰ সতে সম্বন্ধ। সামাজিক সম্বন্ধই সকলো বিধৰ জীৱনৰ সুখ দুখৰ নিয়ামক। সেই অতি শুভাকাঙ্খী নিয়ামকৰ ফুলতো কোমল আৰু শিলতো কঠিন বুকুত আমি হেলাৰঙে আঘাত কৰিব পাৰিলেও তাৰ প্ৰতিঘাত সহিব নোৱাৰিম। সেই প্ৰতিঘাতত হয়তো আমি কোনোবা ৰসাতলৰ অতল তলিত উঠিব নোৱাৰা হৈ পুৰুষানুক্ৰমিকে পৰি থাকিম।

সুন্দৰ : সেই প্ৰতিঘাত ল'ব লাগিব আৰু সত্যৰ বলত নিপিছলাকৈ থাকিব লাগিব। মই কিন্তু থিয় দিম। মই--

অনঙ্গ : তুমি হয়তো পাৰিবা আৰু সাৰিবাও। তুমি দেশৰ ৰজা। তোমাৰ হাতত শক্তি। তোমালৈ সমাজে ভক্তি কৰক নকৰক ভয় কৰে আৰু সেই অনুকুল আৱস্থায় হয়তো তোমাৰ হাতত শক্তি থাকে মানে তোমাক জয়ী কৰাব, কিন্তু মোৰ,-- মোৰ কি হ'ব ?

সুন্দৰ : সমাজক বুজাব লাগিব।

অনঙ্গ : সমাজৰ কেইজনমানে বুজিলেও সমাজে বান্ধি থোৱা ৰীতিবোৰতো নুবুজিব আৰু-- আৰু কোনো কাহানিও বুজাব নোৱাৰে। সেই কাৰণেই সমাজ-সংস্কাৰক সকলে ৰীতিবোৰকে গুচাই আকৌ ন ন ৰীতিৰ প্ৰৱৰ্তন কৰে। কাৰণ পুৰণি ৰীতি আৰু ন কথাৰ আহি নকুল সম্বন্ধ।

সুন্দৰ : হ'ব পাৰে। কিন্তু ইযো সচা যে তেনে ৰীতিৰ বিৰুদ্ধে থিয় দিব নোৱাৰাটোও কাপুৰুষতা।

অনঙ্গ : সুন্দৰ, তুমি যি কাম কৰিবলৈ আগবাঢ়িছা সেই কামে তোমাৰ বন্ধুৰ জীৱন অসম্ভৱ নকৰিবনে ? বন্ধুৰ জীৱন এইদৰে ভস্মীভুত কৰা বন্ধুৰ কাম হ'বনে ?

সুন্দৰ : (উত্তেজিত হৈ) বন্ধুত্বৰ কথা নকবা। তোমাৰ কাপুৰুষালিখিনি বন্ধুত্বৰে মই ঢাকিব লাগিব ? যদি বন্ধুলৈ ইমানেই প্ৰেম-- তেন্তে জানি-শুনি তুমি মোক তোমাৰ কাঞ্চন কুঁৱৰীৰ সৈতে থকা সম্বন্ধৰ কথা নকৈ মোক এনে জ্বলা জুইত পেলালা কিয় ? তুমি স্বাৰ্থপৰ-- তোমাৰ জীৱনৰ সুখলৈ মোক ভাৰিবলৈ কোৱা ? কিন্তু তোমাৰ বন্ধুত্ব এয়ে নেকি ??? নহয় মই তোমাৰ এনে কাপুৰুষালি নসহো--

অনঙ্গ : তুমি যদি নাজানিলাহেতেন তেন্তেতো কাঞ্চনৰ সৈতে তুমি সুন্দৰকৈ গৃহবাস--

সুন্দৰ : (কঠোৰ ভাৱে) কিন্তু জানিলে। নাজানিলোহেতেন, যদি সেইটো কেলৈ যেতিয়া জানিলো। এতিয়া সি বেলেগ হ'ল। কোৱা। তোমাৰ মতামত কি ? তোমাৰ সাহ আছেনে নাই ? সত্যৰ সন্মুখীন হ'বলৈ তুমি পাছ হুহকিবা কিয় ?

অনঙ্গ : (তললৈ মূৰকৈ মনে মনে থাকে) মোৰ ভুলৰ বাবে তুমি এনে কঠোৰ শাস্তি--

সুন্দৰ : শাস্তি ? নহয় নহয়, শাস্তি নহয় শান্তিহে দিব খোজো। যাৰ কাৰণে হয়তো তোমালোকৰ গোটেই জীৱন হিয়া জ্বলি পুৰি থাকিব তাৰ শান্তিৰ ব্যৱস্থা শাস্তি হ'ল ? মই বন্ধুৰ উপযুক্ত কাম কৰিছো।

অনঙ্গ : তুমি যি ভাবিছা কৰা-- কিন্তু, অৱস্থাভেদে ই শান্তি হৈছে--তোমাৰ বন্ধুতা নহৈ পৰম শত্ৰুতা হৈছে।

সুন্দৰ : তেন্তে সেয়ে হওক। সত্যৰ বাবে মই সেই পন্থা লবই লাগিব। শান্তি তেন্তে শাস্তি হওক-- বন্ধুতা তেন্তে শত্ৰুতা হওক। মই তোমাৰ শত্ৰু, কাঞ্চন কুঁৱৰীৰ শত্ৰু, আইৰ শত্ৰু,পিতাৰ শত্ৰু । সমাজৰ, ৰাইজৰ, ৰজা-প্ৰজা সকলোৰে শত্ৰু-- মাত্ৰ এটি কঠোৰ সত্যৰ বন্ধু। সত্যৰ বন্ধুতা মই ৰাখিম-- আৰু

সকলোৰে শত্ৰুতা কৰিম।

**অনঙ্গ** : (খং আৰু বিৰক্তি জৰ্জৰিত হৈ আগ-পাছ নুগুনি) সুন্দৰ, তেন্তে মই তোমাৰ বিষয়ে সঁচা কথা কওঁ। তোমাৰ এই সত্যৰ দোহাই আটাইবোৰ ভণ্ডামি। (আঙুলি দাঙি থিয় হৈ) তুমি- তুমি অবৈধ প্ৰণযত আবদ্ধ— আৰু সেই অবৈধ প্ৰণযৰ বিঘিনি ঘটিব বুলিয়েই বিয়া কৰাবলৈ অসন্মতি কৰিছিলা, আৰু এতিয়া বাধ্যত পৰি বিয়া কৰাই— সেই প্ৰণয়ৰ প্ৰাবল্য হোৱাত বিবাহ বান্ধোনৰ পৰা মুক্তি বিচাৰিছা। সত্যৰ স্পৃহা, সমাজ সংস্কাৰ, উচ্চ হৃদয়তাৰ ভাও ধৰি তুমি মাত্ৰ তোমাৰ--

**সুন্দৰ** : (খণ্ডত অগ্নিমূৰ্তি ধৰি) হীন কাপুৰুষ! অপবিত্ৰ মনৰ গৰাকী শঠতাৰ প্ৰধান সেৱক। মোকো তোমাৰ দাপোনত প্ৰতিফলিত তোমাৰেই প্ৰতিবিম্ব বুলি ভাবিছানে? মই ভুল কৰিছো। তোমাক মই যি বুলি ভাবিছো তুমি সি নোহোৱা। উদাৰতাই, সত্য চেনেহ, যুক্তিয়ে তোমাক বুজাব নোৱাৰে। অনঙ্গৰাম এই মুহূৰ্তৰে পৰা তুমি মোৰ বন্ধু নোহোৱা। মই ৰজা আৰু তুমি প্ৰজা। মই ন্যায়দণ্ডধাৰী বিচাৰক, তুমি দোষী। মূৰ পাতি মোৰ দণ্ড গ্ৰহণ কৰিবলৈ বাধ্য। যুক্তিৰে আৰু সত্যৰ দোহাই দি যেতিয়া ন্যায় কাম কৰাব নোৱাৰি তেতিয়া কঠোৰ শাসনেৰে তাক সমাধা কৰিব লাগিব (বপুৰাক) বপুৰা, মাতি আন মোৰ গা-ৰখীয়া সেনাক। (অনঙ্গ খণ্ডত তলমূৰকৈ থাকে। বাহিৰত শিঙা বাজে আৰু অলপ পাচতে কেইটামান দৈত্য যেন চাওদাঙ আহি সুন্দৰৰ আগত আঠু লযহি)

**সুন্দৰ** : (অনঙ্গ) অনঙ্গৰাম, ছিঃ অবৈধ প্ৰণয মোৰ? কি অলীক কল্পনা। কি নিজৰ অন্যায় কাৰ্য্যৰ হীন প্ৰতিষেধকবাক্যৰ প্ৰযোগ। মোৰ অবৈধ প্ৰণয? (তললৈ মূৰকৈ বেজাৰত) উস্! ইযাতকৈ আৰু বন্ধুৱে কি ডাঙৰ আঘাত দিব পাৰে? তোমাৰ মানসিক কাপুৰুষালি ঢাকিবলৈ কি মিছাৰ সৃষ্টি কৰিলা!

**অনঙ্গ** : (ভয়ঙ্কৰ উত্তেজিত হৈ) মিছা? মিছা?? মিছা??? অতি সত্য, ই অতি সত্য! সুন্দৰ!

**সুন্দৰ** : (এটা অনুকম্পাৰ হাঁহিৰে) সত্যনিষ্ঠ ভূতপূৰ্ব বন্ধুবৰ। শুনা তোমাৰ ৰজাৰ আদেশ। এই কাঞ্চনমতী আজি এই মুহূৰ্তৰ পৰা তোমাৰ। (কাঞ্চন আৰু অনঙ্গ বিষমকৈ উচপ খোৱা যেন হয়) মই ৰজাই তোমাক সেই অধিকাৰ দান কৰিলো। অসজ বিদাযৰ পৰত তোমাৰ ভূতপূৰ্ব বন্ধুৰ দান গ্ৰহণ কৰা। আৰু তোমাৰ শত্ৰুৰ, ৰাজ— শত্ৰুৰ, তোমাৰ কাপুৰুষতাই জন্ম দিয়া শত্ৰুৰ দণ্ড গ্ৰহণ কৰা। মই তোমাক— অনঙ্গৰামবৰগোহাঁইক আৰু কাঞ্চনমতীক মোৰ ৰাজ্যৰ পৰা নিৰ্বাসন দিলো। (কাঞ্চন থক্ থক্ কৰে কঁপি মাটিত পৰি যায। অনঙ্গ ধীৰ-স্থিৰ) চাওদাঙহত, মোৰ ৰাজ্যৰ সীমা বাহিৰ কৰি এই মানুহহালক এৰি থৈ আহগৈ।

(চাওদাঙবোৰে সেৱা কৰি মাটিত মূৰ লগায়) পুৰণি জীৱন পাহৰি গৈ ন জীৱন দেশত আৰম্ভ কৰাগৈ। বিদায। (সুন্দৰ গহীন হৈ ওলাই যাবলৈ খোজ দিয়ে)

**অনঙ্গ** : সুন্দৰ, সুন্দৰ! বন্ধু হৈ বন্ধুক নুবুজিলা। পণ্ডিত হৈ যুক্তি নুশুনিলা-- হৃদয়বান হৈ আনৰ কলিজাৰ তেজেৰে ফাকু খেলিলা--মনত ৰাখিবা সুন্দৰ কোঁৱৰ। তুমিও সাৰি নোযোৱা। যি ৰথৰ বাঘজৰি ধৰি তুমি নিৰ্মম ভাৱেৰে আমাৰ ওপৰেদি ৰথ চলাই লোহাৰ চকৰিৰে আমাক নিষ্পেষিত কৰি গ'লা, এদিন এদিন-- তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিষ্পেষিত হবা। যি অগ্নিৰে ধেমালি পাতি তুমি আনৰ ঘৰ ভস্মিভূত কৰিলা, সেই অগ্নিযে উভতি তোমাৰ জীৱন ছাৰ-খাৰ কৰিব, তোমাক তিল-তিলকৈ পুৰি তোমাক মৰ্মে মৰ্মে মোৰ হৃদয়ৰ জ্বালা অনুভৱ কৰাব আৰু তোমাৰ প্ৰতি লোমকূপ এটি জ্বালামযী আগ্নেয়গিৰিত পৰিণত হ'ব।

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

(সুন্দৰৰ শোৱনি কোঠা। প্ৰথম অঙ্ক প্ৰথম দৰ্শনৰ দৰে, কিছুমান বস্তু খোৱাত মাত্ৰ সাল-সলনি, সন্ধিয়া লাগি আন্ধাৰ হোৱাৰ কিছু সময় পাছত। শেৱালী আৰু ৰেৱতীক কোঠাত পালেঙ সজোৱা ইত্যাদি বন কৰি থকা দেখা যায়। দুয়োজনীয়ে মুখত বৰ গামোঠা ভাব শেৱালীক বৰ ক্ষীণ আৰু উদ্বিগ্ন দেখা গৈছিল। উপবাসত থকা ক্ষীণ মুখত এটা তপঃক্লিষ্ট জেউতি মুখত উঠাৰ দৰে তাইৰ মুখত এটি জেউতি বিৰিঙিছিল। তাইৰ খোজ-কাটলত, চাৱনি-হাৱ-ভাবত অন্তৰৰ ঘোৰ অশান্তি আৰু চাটি-ফুটি প্ৰকাশ পাইছিল। শেৱালী এবাৰ বন কৰি থাকোতে এখন দাপোনৰ সন্মুখীন হয়। দাপোনত মুখ দেখি নজনা ভাবে আউল-বাউল চুলিবোৰ অলপ ভাল কৰি ল'বলৈ প্ৰয়াস পায়-- তাকে দেখি ৰেৱতীয়ে।)

ৰেৱতী : (কঠোৰ কৰ্কশ মাতেৰে) হৈছে হৈছে, এতিয়া চুলি মেলাৰ নেলাগে পালেহি ------

শেৱালী : পাওঁ [illegible] ---- তই ----

ৰেৱতী : ছিঃ কটা লাজো নালাগে। মোৰ এনে বোৰ কথা ওলোৱা হ'লে মই দাপোণ চাই মুখ মেলাও ছাৰি বৰ পুখুৰীত জাঁপ দি মৰিলোহেঁতেন।

শেৱালী : মৰিবৰ মন আছে তই মৰগৈ। মই মিছা কথাতে কেলেই মৰিমগৈ। তযেই মোৰ কথা ফুফু - ফাফা কৰি এই দৰে উলিযালি। তই কম নহয়। মন আছিল তোৰ- -- পিছে কোঁৱৰে মেক অলপ মৰম কৰে দেখি তই খিযালত ---

ৰেৱতী : (খঙত পকি - জকি) তেনে কথা নকবি- মই - মই কৈছোনে? গোটেই ৰাইজেই কৈছে। ৰাজমাওৰ চকু নাই? কাৰেঙৰ ইমান-বোৰ মানুহৰ চকু নাই ? আও মোৰ বিধি -- ইমানবোৰ কৰিও তোৰ লাজ লগা নাই। তোৰ কাৰণেই কোঁৱৰে নিজৰ বিযা কৰোৱা তিৰোতাৰ [illegible] গতি কৰিলে -- কল্যাণ কুৱৰী বিহ খাই মৰিবলগা [illegible] ল অনঙ্গ ডেকা, দেউতা দেশ এৰি দেশান্তৰী হ'ল। ৰাম মোৰ ঈশ্বৰ - তই কোঁৱৰৰ মূৰটো খালি ---- কাৰেঙত জুইদিলি - তই শাঁকিনি। সেই বুলি এতিযাও জানো লাজ হৈছে - আকৌ মূৰ মেলাই কোঁৱৰক ভুলা ----- ( ৰাজমাও সোমাই আহি উগ্ৰ মূৰ্ত্তিধৰি

ৰাজমাও : ( শেৱালীক) তোক তোক মই কোঁৱৰৰ কোঠালিলৈ আহিবলৈ হাক দিছো নহয় -- নেলাগে তই মোৰ ল'ৰাৰ আল - পৈচান ধৰিব।

শেৱালী : ( তললৈ মূৰ কৰি) মই মই ৰেৱতীযে মোক মাতি আনিছে।

ৰেৱতী : মই মইহে অনা হ'লো--

শেৱালী : নাই - নাই ----- মতা?

ৰাজমাও : মনে মনে থাক। ওলাই যা ---- ওলাই যা তই --- --ওলাই যা। তই মোৰ ঘৰ ভাঙিলি ----- মোৰ ল'ৰাক বলিযা কৰিলি। ঘৰত জুই দিলি। (শেৱালীযে হুক হুককৈ কান্দিবলৈ ধৰে) কান্দি কান্দি দেখুৱাইছ ---ৰ তোৰ মঙহ খাম। তোৰ মই জীৱ লৈহে এৰিম। যা যা ওলা - ওলা।

(শেৱালী কান্দি কান্দি ওলাই যাযগৈ)

ৰেৱতী : ৰাজমাও দেউতা --- এই শাকিনীক কাৰেঙত থলে যি হৈছে দেখিছেই নহয় -।

ৰাজমাও : তই বাৰু মোক বুদ্ধি দিব নালাগে। তাৰ উপায় মই কৰিছো। তাইক মই আঁতৰাবৰ দিহা ভালকৈয়ে কৰিছো। উস্ উস্ প্ৰভু মোৰ । এনে বুলি জনা হ'লে, কথা ইমানলৈকে শিপাইছে বুলি জনা হ'লে, তাইৰ মই কেতিযাবাই ------

ৰেৱতী : আইদেউতা, মই কোঁৱৰে বিযা কৰআওঁ - নকৰাওঁকৈ থকাতেই কৈছিলো নহয বোলে, শাস্ত্ৰ ভাগৱত পঢ়াৰ বাবে নহয় কথা ক'ৰবাতহে।

ৰাজমাও : এৰা, এৰা, মই ---- হে হৰি ( দীঘল হুমুনিযাহ পেলাই (সুন্দৰ আৰু সুদৰ্শন সোমাই আহে)

ৰাজমাও : (সুন্দৰক দেখিযে খঙত বেজাৰত জৰ্জৰিত হোৱা হেন হয আৰু থোকাথুকিকৈ) তই - তই - কি --- --কি হ'ব খুজিছ? বলিযা হলিনে পগলা হলিগৈ? কি হলি এই আজি তিনি দিন জ্বৰীযা গাৰে কলৈ ওলাই গৈছিলি ---- তই ---- তই-----

সুন্দৰ : আইদেউতা ---- তুমি কি বকিছা?

ৰাজমাও : বকিছো। মই বকিছো? মই বলিযা হৈছো। তই মোক খালি । তই মেক বলিযা কৰিলি। ক'ত দেখিছ, ক'ত শুনিছ ----- লিগিৰী এজনীৰ সৈতে বলিযাহে ----

সুন্দৰ : তুমি এই বোৰ কি কৈছা?

ৰাজমাও : সঁচা কৈছো । গোটেই ৰাইজৰ মানুহে কি কৈছে -- - কাৰেঙৰ কোঠাই কোঠাই কিহৰ মেল? উস্? আগতে এনে ফেটি সাপ পুহিছিলো বুলি জনা হ'লে -------- - হে মোৰ ঈশ্বৰ?

সুন্দৰ : ( হাঁহি সেইবোৰ কথা উৰাই দিব খুজি) সেইবোৰ কথাত তুমি বিশ্বাস নকৰিবা আই। ৰজাৰ কোঁৱৰে লিগিৰীক তিমান ওপৰলৈ নোতোলে।

ৰাজমাও : হাঁহিছ নিলাজ তই। তোৰ মান - অপমানৰ জ্ঞান নাই। তই সেইবোৰৰ বহু তললৈ গ'লি ইমান দিন মোক ভুৱা দিলি --- ভুৱা দিলি ---------

সুন্দৰ : ভুৱা একো দিযা নাই। তোমাৰ মগজুত বহু আৱৰ্জনাই ঠাই পাইছে, তাক উলিযাবৰ ব্যৱস্থা কৰাগৈ যোৱা।

ৰাজমাও : ( খঙত টিকিছি - বিকিছি হৈ) আৱৰ্জনা মোৰ মূৰত নে তোৰ মূৰট । তই যিবোৰ কাম কৰিলি ----- (সুন্দৰে বাধা দি)

সুন্দৰ : সেইবোৰ কথা তুমি নুবুজা। সমাজে বেযা বুলিছে দেখি তোমাৰ মূৰ ঘূৰাইছে । যোৱা, মোক আমনি নকৰিবা। মই এনে অশান্তিত থাকিব নোৱাৰো ---- --মই কাৰেঙ এৰি ক'ৰবালৈ গুচি যাম। (ৰাজমাও খঙত কঁপি কঁপি কিবা ক'ব খোজোতেই বাহিৰত কোনোবা তিৰোতাৰ হৃদয়বিদাৰক কান্দোন শুনা যায আৰু "ৰাজমাও দেউতা, কোঁৱৰ, মোৰ জীযাৰীৰ কি হ'ল অ' কোঁৱৰ" বুলি কন্দা সুৰে মতা শুনা যায়।)

ৰাজমাও : এস্! এস্ সেইজনী বুঢী গোহাঁযনী বলিয়া বতিয়া হৈ ওলাইছেহি। হে প্রভু! কি কৰিলা কি মেলিলা! (ৰাজমাও ওলাই যাব খোজোতেই কান্দি বাউলি হৈ কল্যান কুৱৰীৰ মাক বুঢীগোহাঁযনী তালৈ হিয়ালি-জিযলিকৈ সোমাই আহে। সুন্দৰলৈ চাই 'অ' মোৰ জীযাৰীক ক'ত মাৰিলাগৈ' বুলি কান্দি কাটি মাটিত ধাচকৈ লুট খাই পৰেহি। আটাইবোৰ ব্যতিব্যস্ত হৈ পৰে। ৰাজমাৱে লৰালৰিকৈ ওচৰলৈ গৈ মূৰটো দাঙি ধৰে। ৰেৱতী, সেউজী আটাইবোৰ লিগিৰী তাত ওলাইহি। কোনোৱে বিচে, কোনোৱে পানী আনে। সুন্দৰে সেই ফালে তললৈ মূৰকৈ থিয হৈ থাকে। বুঢীগোহাঁযনীযে উঠি বহি আকৌ হুৱাও-ৰাওকৈ কান্দিবলৈ ধৰে। সুন্দৰৰ ফালে চাই চাই-- 'অ' মোৰ জীযাৰীক কি কৰিলা-- ক'ত মাৰিলাগৈ-- অ' মোৰ কাঞ্চন তোক ক'ত হেৰুৱালে মই-- কান্দি কান্দি ঢাল খাই পৰি যায়-- ৰাজমাও লিগিৰীহঁতে দাঙি লাহে লাহে খোজ কঢ়াই লৈ যায। অলপ পৰৰ পাছত বাহিৰত কন্দাৰ শব্দ শুনা যায়-- তাৰ পাচত সকলো নিতাল হয। সুন্দৰে আহি পালেঙত বহে, আৰু মূৰে-কপালে হাত দি কিবা ভাবিবলৈ ধৰে। তাৰ পাচত সুন্দৰে ঘোৰ অশান্তি পাই ,ছাটি-ফুটি কৰি পালেঙৰ পৰা উঠি ইফাল-সিফাল কৰি আকৌ পালেঙত দীঘল দি পৰি থাকে-- সুদৰ্শন ওচৰৰে মুঢ়া এটাত বহে আৰু ধূপকাঠি এডাল, ওলমি থকা চাকিত লগাই এখন শৰাইত থয। ধূপৰ ধোঁৱাৰ সুগন্ধত সুন্দৰে অলপ অলপ অস্বস্তি বোধ কৰা যেন কৰি হঠাৎ উঠি সুদৰ্শনৰ চকুৱে চকুৱে চাই)

সুন্দৰ : বন্ধু-- এই কথাবোৰৰ বিষয তুমি কি ভাবা?

সুদৰ্শন : কি কথা?

সুন্দৰ : শেৱালীৰে সতে মোৰ এনে--

সুদৰ্শন : বুজিছো। (মিচিকিকৈ হাঁহে)

সুন্দৰ : হাঁহিলা দেখোন।

সুদৰ্শন : এৰা।

সুন্দৰ : (প্রশ্নসূচক দৃষ্টিৰে আৰু কৌতুহলপূৰ্ণ ভাৱেৰে সুদৰ্শনলৈ চাই ৰৈ থাকে)

সুদৰ্শন : তুমি শেৱালীক আন লিগিৰীতকৈ মৰম কৰা?

সুন্দৰ : কৰোনেকি?

সুদৰ্শন :তুমি যেই সেই কামত শেৱালীকহে মাতা?

সুন্দৰ : জানো! হ'বলা! সুদৰ্শন : আন লিগিৰীতকৈ তাইৰ সতে কথা বতৰা সৰহ? ( সুন্দৰে-- যেন কিবা মনত পেলাব খুজিছে এনে ভাব ধৰে)

সুদৰ্শন : লিগিৰীবোৰৰ সতেতো তুমি ঠাট্টা-মস্কৰা বা ৰং-ধেমালী নকৰা?

সুন্দৰ : নিশ্চয নকৰো।

সুদৰ্শন : কিন্তু শেৱালীৰ সতে মাজে মাজে-

সুন্দৰ : কৰোনেকি?

সুদৰ্শন : সেই বিষযে তোমাৰ সন্দেহ আছে।

সুন্দৰ : পিছে কৰিলোৱেই যেনিবা।

সুদৰ্শন : বন্ধু, পিছে সেই যেনিবাযেই কথা কেনিবা নিছেগৈ।.

সুন্দৰ : কেনেকৈ?

সুদৰ্শন : তেনেকৈয়ে। সেইবোৰেই প্রতিযমান কৰাইছে যে তুমি শেৱালীলৈ আসক্ত। তিৰোতা মানুহৰ কথা, তাকে লিগিৰী টোলত বঢ়াই নি নি মাখিটোকে হাতীটো যেন কৰিলে, এতিয়া সেই হাতীটোৱে বনৰীযা হৈ গাঁও-নগৰ, হাবি-বন গোটেইখন ম হটিয়াই ফুৰি উৎপাতৰ সৃষ্টি কৰিছে।

সুন্দৰ : হুঁ (বুলি মৌন হয)

সুদৰ্শন : (কিছুপৰ মনে মনে থাকে) আৰু এটা কথাও। এই বিষযে আজি কিছুদিনৰ পৰা মোৰ ঘোৰ সন্দেহ হৈছে।

সুন্দৰ : কি?

সুদৰ্শন : (সৰুকৈ) শেৱালীযে তোমাক ভাল পায।

সুন্দৰ : ( টোপনিৰ পৰা সাৰ পোৱাৰ দৰে) লিগিৰী এজনীৰ ইমান স্পর্ধা! কেনেকৈ?-- কেনেকৈ?

সুদৰ্শন : ভালপায মানে তোমালৈ আকাংক্ষা নকৰে। জোনটোক মানুহে যেনেকৈ ভাল পায়, কিন্তু তাক পাবলৈ আকাংক্ষা নকৰে, পোৱা অসম্ভৱ বুলি জানে, কিন্তু তাৰ শীতল কিৰণত ফুৰি আনন্দ পায়, সেইদৰে তাইয়ো তোমাক পাবলৈ কেতিয়াও আকাংক্ষা নকৰে, কিন্তু তোমাৰ মৰমৰ উমনি সপোন দেখি বলিয়া হৈ থাকে।

সুন্দৰ : তিৰোতাই ভাল নেপায়-- মিছা কথা।

সুদৰ্শন : সেই বিষযে মই তৰ্ক কৰিবলৈ নাযাও। মাত্র মোৰ সন্দেহৰ কথাটো কলো। সময়ত সকলো কথা তল পৰি যাব, মানুহে পাহৰি যাব। সেই কাৰণে এইবোৰলৈ তুমি বৰকৈ কাণ নিদিবা। কথাটো বৰ নাভূত-নাশ্রুত হ'ল-- সমাজত আলোড়ন হ'বই আৰু মানুহে গুৰি বিচাৰি স্বাভাৱিকতে ফুৰিবই। দুদিনৰপাছত আকৌ পাহৰি পেলাব-- লেঠা ছিগিব।

সুন্দৰ : হু, (সুন্দৰে যদিও দেখাতে সেই বিষয়ে নমতা হয় তথাপি মনৰ ভিতৰত সেইবোৰ কথা যে পাগুলিবলৈ আৰম্ভ কৰিছে তাক মুখৰ ভাৱত বেছ বুজিব পৰা হয়)

সুদৰ্শন : বন্ধু, এতিয়া নিশাও হ'লহি-- তুমি শুবলৈ দিহা কৰা। ময়ো যাও। কাইলৈ পুৱা আকৌ কথা পাতিমহি।

(এই বুলি সুদৰ্শন উঠে)

সুন্দৰ" : নহয় বন্ধু, অলপ বহা, মোৰ মনটো কেনেবা কেনেবা লাগিছে। এটা গীত গোৱা, তাৰ পাছত যাবা।

সুদৰ্শন : হয়নেকি বাৰু তেন্তে। কোন আছে? সেউজী, টোকাৰীখন লৈ আহচোন (সেউজীয়ে অলপ পাছতে টোকাৰীখন লৈ আহে সুদৰ্শনে লৈ গায)

মোৰে জীৱনৰে সখা কৃষ্ণ তই
মোৰে জীৱনৰে সখা কৃষ্ণ।
মোৰে জীৱনৰে সখা কৃষ্ণ তই
বজাব কি সুৰে বেণু।
কপালতে তোৰ কোনে আঁকি দিলে ইন্দ্ৰধনু?
পুৱতি নিযৰে, সানে চৰণতে
শুকুলা মুকুতাৰ বেণু
অ' তোৰ শ্যামল গাতে কোনে
চন্দন পিন্ধালে
অ' তোৰ ফুল কুমলীযা তনু
বজাব সোণৰে বেণু কৃষ্ণ তই
বজাব সোণৰে বেণু।
সুৰৰে জিঞ্জিৰি পিন্ধালি মোক
সুৰৰে জিঞ্জিৰি।

(গীত শেষ হ'লত সুদৰ্শন উঠে)

সুদৰ্শন : তেন্তে বন্ধু তুমি শুবলৈ দিহা কৰা। মিছা চিন্তা বোৰ কৰি নাথাকিবা। মই যাওঁ।

(সুন্দৰে আনমনা হৈ 'বাৰু' বুলি কয। সুদৰ্শন লাহে লাহে ওলাই যাযগৈ। কিছুপৰৰ পাছত সুন্দৰ পালেঙৰপৰা উঠি বৰ উদ্বিগ্নতাৰে কোঠাটোত অহা -যোৱা কৰি থাকে। তাৰ পাছত পালেঙত বহি, কিবা এটা অৱসাদত ভাগৰি পৰাৰ দৰে, ভৰি ওলমাই থৈ পালেঙত পৰি থাকে। অলপ পৰৰ পাছত শেৱালীয়ে ৰূপৰ কাঁহী এখনত এটা ৰূপৰ বাণ - বাটিত পত গাখীৰ আনি কোঠাটোত সোমাযহি আৰু সুন্দৰক সেইদৰে পৰি থকা দেখি থমক খাই ৰয। তাৰ পাছত থৰক বৰক কৰি সুন্দৰৰ ওচৰৰ মূঢ়া এটাত কাঁহীখন তৈ তলমুৰ কৈ)

শেৱালী : ডেকা কোঁৱৰ,তপত গাখীৰ ৰাজমাৱে পঠাই দিছে। (সুন্দৰ গিৰিপকৰে বিছনাত উঠি বহে আৰু শেৱালী দুখোজমান পাছলৈ হুহকি যায)

সুন্দৰ : (তীব্ৰভাবে শেৱালীলৈ চাই কৰ্কশ স্বৰে)। আই দেউতাই তোৰ হাতত পঠাই দিছেনে?

শেৱালীয়ে : (কওঁ নকওকৈ ) নহয় ৰাজমাও দেউতা শোওনি ঘৰ সোমোৱাৰ আগতে চাংমাইক কোঁৱৰলৈ তপত গাখীৰ পঠাবলৈ কৈ গৈছিল — পিছে চাংমাইয়ে মোৰ হাততে পঠাই দিছে। (সুন্দৰ মনে মনে থাকে। শেৱালীযে নমতা - নোবোলাকৈ কিছুপৰ ওচৰতে থিয দি থাকি এখোজ দুখোজকৈ ওলাই যাবলৈ ধৰে। সুন্দৰে ঘপহ কৰে থিয হৈ)

সুন্দৰ : শেৱালী, এই ফালে আহ। (শেৱালি আচৰিত হৈ উভতি আহে। আৰু সুন্দৰৰ মুখ ৰঙা পৰে) দুৱাৰখন জপাই আহ। (শেৱালীযে কি কৰে কি নকৰোঁকৈ থৰক - বৰক কৰি দুৱাৰৰ ফালে যাও নাযাওকৈ সুন্দৰৰ মুখলৈ চাই থাকে)

সুন্দৰ : (অলপ খঙেৰে) দু -ৱাৰ— খন জপাবলৈ কৈছো নহ -যই।

(শেৱালী কিংকৰ্তব্য বিমূঢ় হৈ নীৰৱ নিস্পন্দ হৈ শিলামূৰ্ত্তিৰ দৰে মাথোন সুন্দৰৰ মুখলৈ চাই থাকে) তই শুনিছ নে নাই? (শেৱালীযে খৰকৈ গৈ দুৱাৰ জপাই আহি নিৰীহভাৱে থিয দি থাকে। সুন্দৰ ওচৰলৈ আহি আক্ৰমনৰ ভাৱেৰে)

তই এই দৰে য'তে ত'তে এইবোৰ কি কথা উলিযাই ফুৰিছ?

শেৱালী : মইনো কি উলিযাম?

সুন্দৰ : মানুহে এইবোৰ কথা ক'ৰপৰা ক'বলৈ পাইছে?

শেৱালি : জানো মানুহে এইবোৰ কিয উলিযাইছে। (সুন্দৰে শেৱালীৰ মুখৰ ভাব লক্ষ্য কৰি পাছ হুহকি পালেঙত বহি)

সুন্দৰ : শেৱালী তই মোক ভাল পাৱনে?

শেৱালী : (স্বাভাৱিকভাৱে) পাও কোঁৱৰ।

সুন্দৰ : (উগ্ৰ হৈ) মোক ভা---- ল পাৱ?

শেৱালি : ( ভয খাই নমতা হয)

সুন্দৰ : (আত্মসম্বৰণ কৰি) কিয ? কিয ভাল পাৱ?

শেৱালী : এনেযে ভাল পাও।

সুন্দৰ : ( তীব্ৰতা আৰু ঘৃণাৰে) এনেযে পাৱ --- ? কেতিযাও নহয। ভাল পাৱ ? এনেযে ? মই - মই তোৰ তিৰোতাৰ লুইত মান ফেনেফোটোকাৰে বোৱা আকাংক্ষাৰ ভালকৈ সোণ ---- ৰূপ --- - মণি --মুকুতাৰে যোগান ধৰিব পাৰিম বুলি। সেই কাৰণে ----- সেই কাৰণে ভাল পাৱ? তিৰোতা -- তিৰোতাই ভাল পোৱা দিব। স্বাৰ্থৰ অগ্নিত ভাল পোৱা পুৰি ভস্ম কৰি ছাইসোপা আনি আগত ধৰি কৈছে, " হোৱা এয়া ভাল পোৱা" --- আৰু আমি পুৰুষে সেই ছাইখিনিকে গাত সানি সকলো পাহৰি পাহৰি প্ৰণযন ধুনি জ্বলাই ------ তিৰোতাৰ প্ৰেমৰ বৰাগী। (শেৱালীয়ে একো বুজিব নোৱাৰি তবধ লাগি থাকে।) তই মোক এনেয়ে ভাল নাপাৱ। ভাল পোৱাৰ ছাই

তহতে পুৰুষৰ চকুত মাৰি পুৰুষক কণা - মুনা কৰ, পুৰুষক ভুৱা দিয়া মায়াবিনা।

(এই বুলি সুন্দৰ শেৱালীৰ ওচৰলৈ চোঁচা মাৰি যোৱাদি যায় আৰু শেৱালী পাছ হুহকি যাওতে মেখেলাত গচকা খাই পৰে।)

**সুন্দৰ** : (তাচ্ছিল্যৰে) এনেযে ভাল পাৱ! এনেযে ভাল পাৱ। (শেৱালীয়ে কান্দিবলৈ ধৰে) এনেযে ভাল পাৱ! এনেযে ?

**শেৱালী** : (কান্দি কান্দি) পা---- ওঁ। এ ---- নে ---- যে। (কান্দে)

এনেযে ভাল পাৱ! এনেযে ভাল পাৱ!

**সুন্দৰ** : মিছা --- মিছা মিছা।

**শেৱালি** : (বৰকৈ উচুপি উচুপি) পা --- ও --- এনে --- যে।

(সুন্দৰে বিৰক্তি আৰু ঘৃণাৰে শেৱালীলৈ চাই আহি পালেঙত বহেহি শেৱালীয়ে কান্দি কান্দি উঠিবলৈ ধৰে। সুন্দৰে তীব্ৰ ভাৱে চাই থাকে। তাৰ পাছত সুন্দৰে খঙেৰে শেৱালীৰ ওচৰলৈ আহি তাইৰ বাহুত ধৰি থিয় কৰি দুৱাৰৰ ফালে হেচোকি মাৰি পঠায়। তাই পৰিবলৈ ধৰো ধৰো হৈ ৰয়গৈ। উচুপি উচুপি এখোজ দুখোজকৈ ওলাই যায়গৈ। সুন্দৰে থৰ লাগি তাইৰ ফালে চাই থকি পাছ হুহকি আহি পালেঙৰ ওচৰতে ৰযহি। লাহে লাহে সুন্দৰৰ উগ্ৰ মুখখন কুমলি আহে। কিবা এটা কৰুণ্যই সুন্দৰক জুমুৰি দি ধৰেহি। সুন্দৰ কৰুণ কোমল ভাবত অভিভূত হৈ পৰে। দীঘলকৈ উশাহ লৈ পালেঙত বহে। আৰু কিবা এক ভাবত থাকি দুই হাতেৰে নিজে নজনাকৈয়ে যেন, পালেঙৰ কাপোৰবোৰ সামৰি সুতৰি আনি বুকুৰ মাজত সাবতি ধৰি দীঘলকৈ হুমুনিয়াহ পেলায়।

## দ্বিতীয় দৰ্শন

(কাৰেঙৰ লিগিৰীটোলৰ এটা কোঠা। আন্ধাৰ। সাজ-সজ্জা বা বেৰ একো আন্ধাৰত দেখা নগৈছিল। ওচৰৰ আনটো কোঠাৰ অলপ দুৱাৰেদি চাকিৰ অলপ পোহৰত মাত্ৰ মানুহ বা আন বস্তুৰ চকামকাকৈহে আকৃতি - প্ৰকৃতি চিনা গৈছিল। তাত কেইজনীমান লিগিৰী সুদা মাটিতে শুই থকা দেখা গৈছিল। এনেতে এজনী লিগিৰী এন্ধাৰে মুন্ধাৰে আহি আন এজনী লিগিৰীক জগোৱা দেখা যায় আৰু ফুচফুচকৈ কথা পতা যেন দেখা যায়। তাৰ পাচত এজনী শোৱাৰপৰা উঠা যেন দেখা যায়, উঠি দুই জনী ৰংমনেৰে কিছুআগ ভাগলৈ আহে - শেৱালী আৰু সেউজী। শেৱালিৰ বাহুত ধৰি সেউজী)

**সেউজী** : (অলপ সৰু মাতেৰে) শেৱালী তই ভয় নকৰিবি। তোক ৰাজমাৱে কিবা ভিতৰুৱা কথা শুধিবলৈহে মাতিছে।

**শেৱালী** : (বৰ ভয় খোৱা যেন হৈ) সেউজী মোৰ ভয় লাগিছে। ৰাজমাও দেউতাই এইদৰে এনে নিশা কোনো কহানিও মাতি পঠোৱা নাই।

**সেউজী** : নাই- নাই এইবোৰ নানান কথা ওলাইছে নহয়-- সেই বিষয়ে হ'ব পায়।

**শেৱালী** : নহয় নহয়, মোৰ বৰ ভয় লাগিছে, ৰাজমাৱে মোক কিবা কৰিব।

**সেউজী** : নাই-- নাই-- মইযো যাম লগতে।

**শেৱালী** : আহ সেউজী মোক নেৰিবি - অ' সেউজী, আজি কেইদিন মানৰ পৰা মোৰ সোঁচকু, সোঁবাহু বৰকৈ লৰি আছে। বৰ ভয় লগিছে। (কন্দাৰ দৰে শেৱালীয়ে কুঁকুৰাই)

**সেউজী** : কেলৈ মিছাকৈযে ভয় কৰিছ? আহ একো নকৰে আহ। (সেউজীয়ে বাহুত ধৰি শেৱালিক লৈ যায়, শেৱালী যাও - নেযাওকৈ বৰ অনিচ্ছাৰে অথচবাধ্যত পৰি যোৱাৰ দৰে যায়। আনটো কোঠাত থকা চাকিটো সিহতে লৈ যোৱাগৈ বাবে এতিয়া এই কোঠাটো সমূলি আন্ধাৰ হৈ পৰে।)

## তৃতীয় দৰ্শন

(ৰাজকাৰেঙৰ এটা কোঠা। সুন্দৰ কোঁৱৰ আৰু সুদৰ্শনে কিবা পুথি এখন লুটিয়াই - পুটিয়াই চাই আছিল। সুন্দৰে নিৰ্বিকাৰভাৱে হাঁহিছিল আৰু বপুৱাৰ লগত কথা পাতি আছিল যদিও মাজে মাজে বৰ উদ্বিগ্ন হৈছিল। বপুৱাই সুন্দৰৰ ওচৰতে বহি কথা পাতিছিল)

**সুন্দৰ** : ((হাঁহি) বপুৱা তোৰ বাৰু তিৰোতালৈ এনে বিৰাগ কিয় জন্মিল ?

**বপুৱা** : কোঁৱৰ, তিৰোতা জাতিটো বৰ 'খেচ' জাতি। সংসাৰৰ কথা -বতৰা নিজেও নুবুজে আনে বুজালেও কিবাখন খেলি মেলি কৰি বুজাকো বিমোৰত - অলপো যদি মৰম বুজে কিনো কম কোঁৱৰ।

**সুন্দৰ** : কেলৈ তই দেখোন বিয়া কৰোৱাৰ আগেয়ে তিৰোতা লাগে লাগে বুলি হামৰাও কাটি মৰিছিলি। এতিয়া কি হ'ল আকৌ ?

**বপুৱা** : এৰা কোঁৱৰ, কাঢ়োতে কাটিছিলো। সোণত সুবগা চৰোৱা গাৰ বাকলিখন - ডালিম গুটিয়া দাঁতকেইটিয়েদি মাখৰ বিহুৰ মেজিৰ খৰিৰ মাজেদি ওলাই আহা জুইৰ নিচিনা বুকু পুৰি ভস্ম কৰা হাঁহিটো দেখি। বতাহে কৰোৱা বিৰিণাৰ সুহুৰি যেন মিঠা মাতটো শুনি। পিছে কি হ'ব? এনে টেঙৰ জাত ঐ - মোৰ গোসাঁই

! আগেযে সেইখন দেখুৱাই কিনো কম কোঁৱৰ বিয়াৰ কেইদিনমানৰ পাছতে ----- সেইবোৰ নো কোন মেৰতলিত লুকুৱালে সেইযা ভগৱতী গোসাঁনীয়েহে জানে। মানুহ বুলিয়েই নাভাৱে নহয় কোঁৱৰ। (সুন্দৰ আৰু সুদৰ্শনে হাঁহে)

**সুদৰ্শন** : কি বুলি নো ভাবে অ' তোক?

**বপুৰা** : হে হৰি ! কি বুলি ভাবিব নো ? গুটি ধানৰ ভঁড়ালটো বুলি। (সুন্দৰ আৰু সুদৰ্শনে হাঁহে।)

**সুদৰ্শন** : বাৰু বপুৰা তোৰ তিৰোতাজনী এনে হ'ল বুলিয়েই আটাইবোৰ তেনে হ'ব বুলি কিয় ভাবিছ?

**বপুৰা** : এটা ভাত পিটিকি চালেই বুজি নহয়, গোটেই চৰুটো সিজিছে নে নাই।

**সুদৰ্শন** : বাৰু, তই তিৰোতাবোৰক ভাতৰ লগত নিৰিজাই এপাছি সুমথিৰা টেঙাৰ সতেনো নিৰিজাৱ কিয়? তাৰে এটা গেলা পালে গোটেই পাচিটো জানো গেলা পাবি?

**বপুৰা** : ( কিছুপৰ ৰৈ) হওতে হয় কথাটো এৰা - মোৰেই কিবা পোক খোৱা ভাগ্যই। সেই গেলা সুমথিৰাটোতহে আকৌ হাতটো পৰিল গৈ। মোৰ কপাল খন কপাল নহয়, বিধাতাৰ চোতালহে হ'বলা। তাত বিধাতাই ওলাওতেই এগচক সোমাওতে এগচক মাৰি দুবৰিবোৰতো খাস্তাং কৰিলেই তাৰ উপৰিও বোকা তুলিলে। দুখীয়াৰ কপাল চোতাল হ'লে এয়েই হয়। ধনীৰ কপাল বিধাতাৰ চোতাল হ'লে আকৌ বিধাতাই তাত মৰণ মাৰি ভালকৈ গুটি ধান পেলাই হে যায়।

**সুন্দৰ** : বপুৰা তই দেখোন এইবোৰ বৰ ভাল কথা কৈছ একা, ক'তনো শিকিলি?

**বপুৰা** : মোৰ ঈশ্বৰ! সৰুতে পঢ়াশালিত পঢ়িবলৈ নহ'ল। ক টোৰ চুককেইটা তাৰে উৱাদিহ নাপাও পিছে এতিয়া বুঢ়া কালত আমাৰ শ্ৰীমতীয়ে যিখন পঢ়াশালি পাতিছেহি তাত শিকোৱা কথাৰ ভৰত বপুৰাৰ ৰাজহাড় ভেমেছা। আৰু কিছু শিকিলে বা কি হয়? কথাফাকি এইদৰে ক'লেহে শুনিবলৈ ভাল হয় বোলে ------ গ'ল বপুৰা গ'ল বিয়া কৰাবলৈ গ'ল শ্ৰীমতীক লগ পাই ডেকা বপুৰাকাই ষাঠি বছৰীয়া হ'ল। (সুন্দৰ -সুদৰ্শনে বৰকৈ হাঁহে)

**সুন্দৰ** : বপুৰা, বাৰু যাচোন শেৱালীক ভালকৈ তামোল দুখনমান আনিবলৈ কগৈ। (বপুৰা উচপ খাই উঠে আৰু নুঠি বহি থাকি সুদৰ্শনৰ ফালে টহ্ টহ্ কৰে চাই থাকে) কি হ'ল ? নাযাৱ কিয়?

**বপুৰা** : (বৰ চঞ্চল হৈ) আইদেউতাই শেৱালীক কোঁৱৰৰ ওচৰলৈ আহিবলৈ হাক দিছে নহয় ----- ময়েই আনোগৈ।

**সুন্দৰ** : (খংমুৱা হৈ) কেলৈ, তাইৰ কি দোষ - তাই কেলৈ মোৰ ওচৰলৈ নাহিব ?যা তাইক ----- (মাতে) লিগিৰী ! কোন আছ? শেৱালী? (ৰেৱতী সোমায় আহে)

**ৰেৱতী** : কিবা ডেকা কোঁৱৰ?

**সুন্দৰ** : শেৱালি ক'তা? ( ৰেৱতী মাতিব নোৱাৰা হৈ ৰঙা পৰে) শেৱালিক মাতি আনাচোন।

**ৰেৱতী** : আইদেউতাই -------

**সুন্দৰ** : নেলাগে মোক আইদেউতাৰৰ কথা ---- মই মাতিছো বুলি কগৈ। (ৰেৱতী নগৈ ৰৈ থাকে) নাযাৱ কিয়?

**ৰেৱতী** : আইদেউতাই খং ----

**সুন্দৰ** : মই --- মই ---- মই ---- মাতিছো --- যা, মাতি আন।

( এই বাৰ ৰেৱতী বেবুৱা হৈ যাযগৈ)

**সুন্দৰ** : এতিয়া শেৱালীৰ গাতহে জগৰ লাগিলগৈ। মিছাকৈয়ে নিৰপৰাধী ছোৱালীজনীক এনে অত্যাচাৰ কৰিছে।

**সুদৰ্শন** : তুমিও নো ইমান অকৰা হৈছা কিয়? ৰাজমাও দেউতাই তাইক আহিবলৈ হাক দিছে যেতিয়া আন লিগিৰীয়ে আলপৈচান ধৰক।

**সুন্দৰ** : কেলৈ তাইক মোৰ ওচৰলৈ আহিব নিদিব? মিছা ধাৰণা এটা কেলৈ মূৰত সুমাই থব?

**সুদৰ্শন** : কিন্তু তুমি এনে অকৰা হ'লে মানুহে কবলৈ আৰু--

**সুন্দৰ** : কওক-- কওক। সেয়ে বুলি যদি ভাবিছে-- তেন্তে--মই-- মই

**সুদৰ্শন** : এই বলিয়ালিখন নকৰিবা।

**সুন্দৰ** : কিহে তুমিও সেই। বলিয়ালিকে কৰিম। সমাজে এনেকৈ মিছা গোজ পুতি ধৰি থাকিব। বপুৰা-- যা শেৱালীক মাতি আনগৈ।

**বপুৰা** : কেলৈ নামাতিম মোৰ স্বৰ্গদেউ-- তাইক মই এতিয়াই তামোল-পানৰ বটাৰে--

(এই বুলি বপুৰা গৰ্বভৰে তাৰ পৰা উঠি যায)

**সুদৰ্শন** : সুন্দৰ তুমি কিছুমান অলাগতিয়াল কথাৰ ওপৰত ইমান কিয় বল কৰা মই নুবুজো।

**সুন্দৰ** : অতি লাগতিয়াল। (বুলি আৰু একো নকৈ খংমুৱা হৈ মনে মনে থাকে দুয়ো এইদৰে কিছু সময় থকাৰ পাছত সুন্দৰ অধৈৰ্য হৈ--) বপুৰা! বপুৰ! (কাৰো মাত নাহে)ৰেৱতী! শেৱালী! (কাৰো মাত নাহে) কোন আছে? কোন আছে? (সুন্দৰ থিয় হৈ) বপুৰা! বপুৰা! (বপুৰা লৰি সোমাইহি) ক'তা শেৱালী ক'তা?

**বপুৰা** : জানো কোঁৱৰ, বিচাৰিছো দেখোন। ৰেৱতীয়ে

লিগিৰী টোলত চাবলৈ গৈছে।

**সুন্দৰ** : অথনিৰে পৰা ইমান পৰ কিয হৈছে? ৰেৱতী। ৰেৱতী। (এনেতে ৰেৱতী চুচুক- চামাককৈ সোমাই আহে) পালি নে নাই শেৱালীক?

(ৰেৱতীয়ে উত্তৰ দিবলৈ অলপ থেৰো-গেথো কৰে, এবাৰ তলমূৰ কৰে-- এবাৰ বপুৰালৈ চায)

**ৰেৱতী** : ডেকা কোঁৱৰ শেৱালি লিগিৰী টোলতো নাই। (সুদৰ্শনে এতিয়া নিৰ্বিকাৰ ভাব এৰি কথাবোৰলৈ ভালকৈ কাণ দিয়ে)

**সুন্দৰ** : কলৈ গ'ল?

**ৰেৱতী** : জানো ক'ব নোৱাৰো।

**সুন্দৰ** : (ৰেৱতীৰ ভৰিৰ পৰা মূৰলৈকে তীক্ষ্ণভাৱে চাই) তই ভালকৈ কথা ক'ব পৰা নাই কিয? কথা যেন ও (অলপ কিবা ভাবি সন্দেহ কৰা যেন কৰে) শেৱালী কাৰেঙৰ হাউলিৰ ভিতৰত আছেনে নাই?

**ৰেৱতী** : (কঁপা মাতেৰে) ক--- ব--- নোৱাৰো?

**সুন্দৰ** : (বৰ আচৰিত হৈ) কি। বৰ আচৰিত কথা। এনে কথাতো কেতিয়াও হোৱা নাই। (সুদৰ্শনলৈ চাই) বন্ধু শুনিছা নে নাই? শেৱালী বোলে কাৰেঙত নাই। হঠাৎ কিয নোহোৱা হ'ব? হু বুজিছো-- (মূৰ দুপিযাই) মই বুজিছো এই বপুৰা। ৰেৱতী। মোক শেৱালীক বিচাৰি আনি দিব লাগিব। ৰাজমাও দেউতাক সোধ- - শেৱালী ক'লৈ গ'ল?

**সুন্দৰ** : শেৱালী ক'লৈ গ'ল? (ৰাজমাও লাহে লাহে সোমাই আহোতেই সুন্দৰে ৰাজমাওলৈ বাঘে চোৱাদি চায)

**ৰাজমাও** : (অতি ৰূঢ় হৈ) শেৱালীক তোক কেলৈ?

**সুন্দৰ** : (আগতকৈ ডাঙৰকৈ) শেৱালী ক'লৈ গ'ল কোৱা। (ৰাজমাৱে বাঘিনীৰ দৰে সুন্দৰৰ ফালে ঘৃণাৰে চাই নামাতি ৰৈ থাকে)

**সুন্দৰ** : (বপুৰা আৰু ৰেৱতীক) কলৈ গ'ল? (ৰেৱতী আৰু বপুৰাই নামাতে) ক-- লৈ গ'ল নক-- ৱ-- কিয? (বুলি বপুৰাক বাউসিত ধৰি জযঘন্টা লৰাই জোকাৰি) কিয? কি-- কি-- কিয--অ।

**বপুৰা** : (লটি-ঘটি হৈ) হে মোৰ ঈশ্বৰ, মই মই নাজানো। (সুদৰ্শন উঠি সুন্দৰক ধৰে)

**সুন্দৰ** : জান জান জান। এই কাৰেঙত আটাইবোৰে জানে? আটাইবোৰে (পগলাৰ দৰে) এই কোন-- কোন-- মাত- - মাত আটাইবোৰ মানুহকে মাত (বপুৰা লৰ মাৰি ওলাই যায়। সুন্দৰৰ চিঞৰ শুনি, মানুহ তিৰোতা, লিগিৰা লিগিৰী আহি তাত ওলাই ত্ৰাসত উদ্বিগ্ন হৈ ৰৈ থাকে। সুন্দৰে আটাইবোৰলৈ চাই) শেৱালী ক'লৈ গ'ল? (আটাইবোৰে একেলগে 'আমি কব নোৱাৰো') (প্ৰত্যেকটো আখৰত জোৰ দি) পা-- ৰি- - ব-- লা-- গি-- ব। নহ'লে মই তহতক কঠোৰ শাস্তি বিহিম-- মই অসুন্দৰ হম-- এনে অমানুষিক-- অসুন্দৰ হ'ম-- মই বপুৰা। বপুৰা। চাওদাং বৰুৱাক মাত-- তুৰন্তে এতিয়াই (সুন্দৰ খঙত থৰ থৰ কৰে কঁপি থাকে। সুদৰ্শন কিংকৰ্তব্যবিমূঢ়)

**ৰাজমাও** :(সুন্দৰক) তোৰ-- মূৰত কি সোমাইছে। জগতত নকৰা কাম কৰিলি। নিজৰ বিয়া কৰোৱা তিৰোতাক আনৰ হাতত গতাই দিলি। ৰাজ-বংশৰ মুখত এলান্ধু সানিলি, নিজৰো মান মৰ্যদা, সকলোৰে মূৰ খালি, বুঢ়াগোহাঁইৰ বুকুত শেল দিলি। ৰাজঘৰ, ৰাইজৰ হাঁহিযতাৰ পাত্ৰ কৰিলি? সমাজৰ ৰীতি, ধৰ্মাধৰ্ম সকলো জলাঞ্জলি দিলি। এতিয়াও তোৰ লাজ নহ'ল। তই নিলাজ পাপিষ্ঠ। এতিয়া আকৌ লিগিৰীজনীৰ কাৰণে বলিয়া হৈছ?

**সুন্দৰ** : বৰ ভাল হৈছো। শেৱালী কলৈ গ'ল? শেৱালীক তুমি কি কৰিলা?

**ৰাজমাও** : মই শেৱালীক মাৰিলো বা কাটিলো যিয়েই কৰিলো।

**সুন্দৰ** : যিয়েই কৰিলো বুলি কলে নচলিব আই মাতৃ।

**ৰাজমাও** : চলিব লাগিব। মোৰ কথা তই শুনিব লাগিব।

**সুন্দৰ** : নুশুনো-- নুশুনো-- নচ-- লো। শেৱালীক যদি লুকাই থৈছা উলিযাই দিয়া। খেদাই দিছা যদি ওভোতাই আনা। নিৰ্বাসিত কৰিছা যদি সেই আজ্ঞা ৰদ কৰা। অঙ্গক্ষত কৰিছা যদি অঙ্গদি আনা। প্ৰাণে মাৰিছা যদি- তুমি-- তুমি -- তাইৰ প্ৰাণ দি সঞ্জীৱিত কৰি মোৰ ওচৰলৈ আনি দিয়া।

**ৰাজমাও** : নহ'লে তই কি কৰিবি?

**সুন্দৰ** : মই কি কৰিম? তোমাৰ যি কণ মান-মৰ্যাদা গৌৰৱ আছে তাকো মই -- ভৰিৰে গচকি নাইকিয়া কৰিম। (চাওদাং বৰুৱা আহি আঁঠু লৈ বয়হি) চাওদাং বৰুৱা। শেৱালী বোলা লিগিৰীজনী হেৰাইছে। তোমাৰ সকলো ৰখীযা-পৰীযা-- তাইক বিচৰোৱা কামত লগাব লাগে। আৰু নগৰৰ প্ৰত্যেক ঘৰে ঘৰে হাবি-বননি চলাথ কৰিব লাগে। কাৰেঙৰ এই আটাইবোৰকে নি শেৱালীক কি কৰিলে ক'ত থলে সুধি সুধি যেনে তেনে সিহঁতৰ মুখৰ পৰা কথা উলিয়াব লাগে। মই আটাইবোৰ জানো-- গোটেই কাৰেঙৰ ইয়াত যোগ আছে।

**ৰাজমাও** : (দৃঢ়তাৰে) সুন্দৰ, তই কাৰেঙৰ ভিতৰলৈ শেৱালীক সুমাব নোৱাৰ।

**সুন্দৰ** : তুমি যদি তাকে কোৱা তেন্তে মই আৰু কৰিম। মোক শেৱালীক আনি দিব লাগিব। চাওদাং বৰুৱা,

লিগিৰী লিগিৰী, তুৰন্তে-তুৰন্তে তাইক বিচাৰি উলিযাই আন। (ৰাজমাওক) কাৰেঙত সুমাব নোৱাৰো? আই মাতৃ, তোমাৰ এই হুকুম অমান্য কৰিম। তাকে কৰিযেই নেৰো, তাতকৈ আৰু কৰিম। তোমাৰ আজ্ঞা, সমাজৰ আজ্ঞা মোৰ উপৰি পুৰুষৰ আজ্ঞা, শাস্ত্ৰৰ বিধান, শাস্ত্ৰকাৰৰ নিবন্ধন, আটাই বোৰৰ বিৰুদ্ধে যাম। মই শেৱালীক কাৰেঙৰ ভিতৰলৈ আনিম --- মই - মই --- তাইক বিয়া কৰাম। ( আটাইবোৰ চকখাই উঠে) আৰু ---- কি কৰিম জানিছানে আই মাতৃ ---- গোটেই কাৰেঙক, গোটেই ৰাইজক তাইৰ আগত আঁঠু লোৱাম---তাইক মই কাৰেঙৰ লিগিৰী গুচাই কাৰেঙ ৰ কুঁৱৰী কৰিম।

## চতুৰ্থ অঙ্ক

### প্ৰথম দৰ্শন

(নগা পৰ্বতৰ নামনি। অলপ দূৰত পৰ্বতৰ গাত নগাৰ চাঙ দেখা গৈছে। চাৰিওফালে বৰ ওখ ওখ পৰ্বতবোৰে সেই ডোখৰ বেটি থৈছিল। পুৱা দোক - মোকালি বৰষুণৰ ডাৰবীযা, মাজে মাজে মেঘৰ গাজনি আৰু চকা-মকা বিজুলী দেখা গৈছিল। এনে সময়ত তিনিটা বৰ গাঠলু চাওদাং পিঠিত একোটাকৈ বোজা লৈ আহি তাত ওলালহি। সিহঁতৰ মাজতে কন্দনামুৱা শেৱালি, মুখখন তাইৰ তেনেই শেতা, ভালকৈ খোজ কাঢিব পৰা নাই। চকুৰ পৰা অবিৰল লো বাগৰিব লাগিছে। শুকান চুলিবোৰ বতাহত উৰি উৰি মুখত পৰিছেহি, দেখোতে তাইক বাউলী যেন দেখা গৈছিল। চাওদাংকেইটাই ওচৰতে টালি-টোপোলাবোৰ থয)

**১ম চাওদাঙ :** প্ৰভু মোৰ (কঁকালত হাত দিযে) হৰি হৰি (শেৱালীক) শেৱালী অ' বহ আই বহ, এই শিলটোতে বহ। বৰ ভাগৰ লাগিছে নহযনে আই। ভোক লাগিছেনে? কিবা খাবিনে?

শেৱালী : (কালৈকো নেচাই মূৰ জোকাৰে) ওহো ( তাৰ পাছত শেৱালীযে গাৰ কাপোৰখন গুচাই শিল এটাত বহি দীঘলকৈ উশাহ লয)

**৩য় চাওদাঙ :** বহ,বোপাইহত বহ, বৰ ভাগৰ ধৰিছে।

**২য় চাওদাঙ :** হেৰৌ, তামোল-চালি কিবা আছে যদি দেচোন (২য চাওদাঙে তামোল উলিযাই দুয়োটাকে দিয়ে, তাৰ পাচত শেৱালীক যাচে)

**২য় চাওদাঙ :** শেৱালী অ' আই-- চালি এখন খাবিনে?

**শেৱালী :** নেখাও। (আটাইকেইটা চাওদাঙে চাৰিওফালে চকু ফুৰাই চাই কিছুপৰ মনে মনে থাকে)

**১ম চাওদাঙ :** পিছে আই শেৱালি,আমাৰ কথা হ'লে এযেই। দেখিছই নহয আমাৰ ৰাজমাও দেউতাই তোক কোনোবা ৰাজ্যত এৰি থৈ আহিবলৈ কৈছে আৰু তযো যদি আমাৰ পিছতে নগৰ ওলাবগৈ আমাৰ থিতাতে মৰণ। তযে যেন কেতিযাও আৰু দেশত মুখ নেদেখুৱাই আমাৰ জীৱন দান দিয। ভৈযামলৈ তই উভতি গলে আৰু আমাৰ মূৰ গাৰিত নাথাকে। ইযাকেহে ক'লো আই। তযো আৰু কথাষাৰ বুজিবি বুলি তেৰে আৰু প্ৰভু ভগৱন্তৰ ওপৰত ভৰষা কৰি ইযাতে এৰি থৈ যাম। নগাহত বৰ ভাল মানুহ। সিহঁতৰ সৈতে মিতিৰালিকৈ থাকিবি, নহ'লে আৰু আন উপায নাই।

**২য় চাওদাঙ :** এৰা শেৱালি, তোৰ মুখটল আমি যেনেকৈ চালো তযো যেন আমাৰ মুখলৈ চাৱ আই।

**শেৱালী :** (কিছুপৰ মনে মনে থাকি) চাওদাঙ ককাইহত, তোমালোকে এচুলিমানো ভয নকৰিবাহক। ইযাতে আও মৰণৰে মৰিবলৈ হ'লেও মই আৰু ভৈযামত মুখ নেদেখুৱাও। সেইটো সইতে জানিবা। ভৈযামতনো কাৰ মুখ চাবলৈ যাম আৰু। (কান্দে)

**১ম চাওদাঙ :** নেকান্দিবি আই নেকান্দিবি। হৰি নাম লৈ থাকিবি আই। প্ৰভু ভগৱন্তই যদি তোক মৰণৰ পৰা সৰুৱাইছেই তেৱেঁই তোক সকলো বিঘিনিৰ পৰা ৰাখিব আই। যিমানদিনলৈ পৃথিবীত চাউল-কঠা বিধাতাই দিছে তাৰ পৰা তোক কোনে বঞ্চিত কৰিব আই।

**শেৱালী :** (কান্দি) মোকনো কিয মাৰি নেপেলোৱা। এইদৰে জীযাই যমৰ যান্ত্ৰনা সহাতকৈ আই-অ'। মইনো এই নিৰ্জনবনত কেনেকৈ অকলে অকলে থাকিম। আই-অ' (কান্দে) চাওদাঙ ককাইহত মোকনো ইযাত কেনেকৈ অকলে অকলে এৰি থৈ যাবাগৈ? মোৰ কপাল অ' (কান্দে)

(শেৱালিৰ এনে অৱস্থা দোখ চাওদাং কেইটাৰ মন বৰ বিমৰিষ হয। এটাই কেইটাই শেৱালীলৈ বৰ কৰুণভাৱে চাই থাকে। আৰু অলপ পৰৰ পাছত তিনিওটাৰ চকুৰ পানী ওলায়। সিহতে সাউৎ কৰে মচি আনফালে চকু ঘুৰায)

**১ম চাওদাং :** (শেৱালীৰ ওচৰলৈ গৈ গালত হাত ফুৰাই) আই-অ'— কান্দিলে কি হ'বনো এতিযা। আমিনো কি কৰিম আই। বিধাতাৰ নিবন্ধন কোনেনো খন্দাব। যা আই উঠ, সেই জুৰিৰ পানীৰে মুখ ধুই কোমল চাউল কেইটামানকে খা। যা-- যা-- আই উঠ। (এই বুলি শেৱালীক হাতত ধৰি জুৰিৰ ফালে পঠাই দিয়ে। শেৱালীযেও ফেকুৰি ফেকুৰি যায়গৈ)

**১ম চাওদাং :** (আন দুটাক) বল ককাইহঁত এতিয়াই আমি যাওঁগৈ, তেহে বেলি পৰে মানে গাওঁখন পামগৈ। তাইৰ মুখখন দেখিলে আকৌ শোক লাগিব। ভালক বুলিয়েই তাইক এৰি গলো, তাই যদি পিছে আমাৰ বধৰ ভাগি হয় সেইটো তাইৰ ধৰ্মই জানে। ব'ল ব'ল ককাইহঁত, তাই আহি পাইহিহে লাগে। (এই বুলি তিনিওটা চাওদাঙে ততাতৈয়াকৈ উঠি টালি-টোপোলা লৈ ৩াৰ পৰা বেগাই গুছি যাযগৈ। অলপ পৰৰ পাচত শেৱালী তালৈ আহি চাৰিওফালে আকুল হৈ চাবলৈ ধৰে। ৰিহাৰ আঁচলেৰে সোপা কৰি মুখত দি কান্দে আৰু সোপাটো মুখেৰে কামুৰিবলৈ ধৰে। তাৰ পাছত এবাৰ ইফালে সিফালে লৰি গৈ ককো নেদেখি আতুৰত পৰাৰ দৰে নিধাতু খাই 'কান্দি কান্দি চিঞৰি চিঞৰি 'চাওদাং ককাইহঁত' বুলি চাৰিওফালে পাগলীৰ দৰে লৰি ফুৰিবলৈ ধৰে। (এবাৰ লৰি ৰঙ্গমঞ্চৰ পৰা ওলাই যাযগৈ।) দূৰত কান্দোন আৰু চাওদাঙক মতা শুনা যায। এইদৰে মাজে মাজে শেৱালীৰ কান্দোন আৰু চিঞৰ শুনা যায। দুই মিনিটমান পাছত শেৱালী আকৌ ৰঙ্গমঞ্চত সোমাই বাউলীৰ দৰে 'মোক ক'ত এৰি থৈ গ'লাগৈ' বুলি ভযত উচপ খোৱাৰ দৰে হৈ কান্দিবলৈ ধৰে। পাছত উদ্ধাৰৰ একো আশা নেদেখি মাটিত ধাচ কৰে পৰি কান্দি থাকে। তাৰ পাছত উঠি বহি হঠাৎ শান্ত হয, যেন কিবা এটা শক্তিয়ে তাইক গহীন কৰি পেলালেহি)

**শেৱালী :** ইযাকে বোলে কপালৰ লিখন। ক'ৰ শেৱালী ক'ত আছিলো, ক'লৈ আহিলো। (কান্দে, কান্দোন এৰি অল প পৰ মৌন হৈ থাকে) ভাবিনো হ'ব কি নেভাবিলেনো (কিছুপৰ মনে মনে জলকা লাগি থৰ হয, তাৰ পাছত ৰাগি লগা মানুহৰ দৰে) আই অ' কোঁৱৰৰ মুখখন মাজে মাজে মনত পৰি বুকুখন চিৰিংকৈ গৈছে। কোঁৱৰলৈ মোৰ ইমান মৰম কিয? তুমি নুবুজা নহয মোৰ তোমালৈ কিমান মৰম মোৰ বুকুৰে নধৰে, মোৰ মনেও ভাবি ভাবি শেষ কৰিবলৈ ভাগৰে। কিমান মৰম। সূৰুজৰ পোহৰ বোৰ যেনেকৈ পৃথিৱীলৈ বিযাকুল হৈ আহি আই বসুমতীক সাবটি ধৰি আছে ----- মোৰ মৰমবোৰ তোমালৈ সেইদৰে গৈ তোমাক আগুৰি আছেগৈ। তোমাৰ সোণবৰণীযা মুখত মোৰ মৰমবোৰ জিলমিলাই আছে। মই দেখিছো তোমাৰ কেঁকোৰা চুলিৰ চামে চামে মোৰ মৰমবোৰে লুকাভাকু খেলিছে। তোমাৰ ডিঙিৰ মুকুতা মণি কেইটিত কোনে ৰহণ সানিলে। তুমি মোলৈ নীলা আকাশৰ পূৰ্ণিমাৰ জোন, তোমাক মই নাপাওঁ। কিন্তু তোমাৰ মৰমৰ জোনাকত মোক জুৰ ল'বলৈকো নিদিবানে? বৰ মৰম---তোমালৈ মোৰ বৰ মৰম। সৌৱা, সৌৱা আকাশত নীলা--- নীলা নীলাবোৰ যিমান দূৰলৈ গৈ গৈ আছে সিমান --- সিমান সিমান ।। ( কিছুপৰ স্তব্ধহৈ থাকি) ক'তা ক'তা মোৰ দেখোন ভয নলগা হ'ল? কি হ'ব মৰিলেনো? ক'তা মৰিবলৈ দেখোন ভয নালাগে? খাওক খাওক মোক বাঘে সাপে খায খাওক। মৰিম, মৰিম--- মৰিলেই শান্তি পাম। ( শেৱালীযে আকাশলৈ চাবলৈ ধৰে। কিছুমান ক'লা ডাৱৰে আকাশখন ঢাকি ধৰেহি। শেৱালী বৈ আকাশলৈ চাই বুকুৰ মাজত হাত দুটা সুমাই স্তব্ধ। তাৰ পাছত নিজৰ মনতে গাই যায।)

বাৰিষাৰে ঘন ঘোৰ
বজালি প্ৰাণত মোৰ
কিনো উদাসীন সুৰ?
পৱন অ' উৰুৱাই তাক -----
নিবিনো কত দূৰ?
শূইন জীৱন অ' মোৰ
উটি যাব কোন ফালে
কোন আকুলতে পাবি কুল?
আকাশ পৱন জোৰা
একেখনি ছবি অ'
কৰি থবি মোৰ এই
জীৱনকে বিযাকুল।

(এনেতে "এইজনী কোন অ' ।।। বুলি তিনিজনী নাগিনী ছোৱালী ৰুণুক, জুনুক আৰু ঠুনুক সেই ঠাইডোখৰলৈ আহি তভক মাৰি ৰয, আৰু ভয় খোৱা যেন কৰে। তাৰ পাছত আগতকে লাহেকৈ ৰুণুকে কয, "এইজনী কোন অ'?" তিনিওজনীয়ে মুখলৈ চোৱা চুই কৰি আৰু লাহেকৈ জুনুকে কয, " এইজনী কোন অ'?" তাৰ পাছত মুখত আঙুলি দি ঠুনুকে আন দুজনীৰ চকুলৈ চোৱা চুই কৰি তাতোকৈ লাহেকৈ কয়, "এইজনী কোন অ'?"

**শেৱালী :** ( সিহঁতৰ ফালে চাই অলপ হঁহা যেন কৰি) এইকেইজনী নো কোন?
(প্ৰত্যেকজনীয়ে ইজনীৰ মুখলৈ সিজনীয়ে চাই নিজৰ গালে আঙুলিয়াই )

**১ ম জনী :** মই ৰুণুক।

**২ য় জনী :** মই জুনুক ।

**৩ য় জনী :** মই ঠুনুক।

( এই বুলি তাহাঁতে খিলখিলাকৈ হাঁহি

দিযে)

ৰুণুক : ভৈয়ামৰ ছোৱালী তই ভয খাইছ নেকি?

শেৱালি : নাই খোৱা কেলেই খাম? তহতে মোক দেখি ভয খোৱা নাই দেখোন। মই দেও বুলি জনা নাই হ'বলা? (আকৌ আটাইকেইজনীযে খিলখিলকৈ হাঁহি দিযে)

ৰুনুক : ইহ্। আমি হ'বলা নেজানো তই কেলেই দেও হবি অ'? তই ভৈযামৰ ছোৱালীজনীহে তেওঁ। আমি তোক দূৰৰেপৰা সেই ভৈযামৰ মানুহৰ সতে অহা চাই আছিলোহে তেওঁ। সিহতে তোক ইযাতে এৰি থৈ গ'লগৈনেকি? (এই বুলি কলত শেৱালীযে উচুপি উচুপি কান্দে)

ৰুণুক : কিয কান্দিছ, নেকান্দিবি। তোকনো সিহতে কিয এৰি গ'ল?

শেৱালি : মোক ঘৰৰ পৰা খেদাই দিছে। (আকৌ কান্দে)

ৰুণুক : নেকান্দিবি অ'। দিযক বাৰু সিহতে খেদাই, তই আমাৰ লগত থাকিবি। আমাৰ বাই - ভনীৰ দৰে থাকিবি। আমি তোক বৰ মৰম কৰিম। আমাৰ লগত থাকিবলৈ অলপো দুখ নেপাব। আমাৰ আই-বোপাযে তোক মৰম কৰিব। তোৰ কোনো নাই নেকি অ'?

শেৱালি : ওঁহো।

ৰুণুক : আই ঐ দেহি? পিছে তই আমাৰ লগত থাকিবিনে?

শেৱালী : নেথাকি আৰু ক'লৈ যাম ?

ৰুণুক, জুনুক, ঠুনুক : (নাচি জপিয়াই) বৰ ভাল হ'ব, আমি এতিযা চাৰিজনী হ'লো।

(আটাইকেইজনীযে শেৱালীক সাবটি ধৰি চুমা খাই)

ৰুণুক : পিছে আমি তোক কি বুলি মাতিম? ও?

শেৱালি : ও ------ মোৰ ---- নাম ---- ৰ ---- কও ---- বাৰু-

-

ৰুণুক : ও ---- ও ---- মই কওং --- মই কও ------ দেই- তই হৈছ ভৈযামৰ মইনা পখী। মই- না। অ, মই -না, ম-ই না ঠিক ঠিক ঠিক হ'ব। পিছে মইনা , গীত এটা নোগোৱানে? আমি তেও তোমাৰ গীত শুনিলোহে।

শেৱালি : (হাঁহি) মোৰ যদি শুনিছিলি তইঁতে এটা মোক গাই নুশুনাৱ কিয়? মই যদি ভৈযামৰ পোহনীযা মইনা তইঁত বনৰ বনৰীযা মইনা। গাচোন তহতৰ এটা বনৰীযা গীত। ( আটাইকেইজনীযে খিল খিলকৈ হাঁহি ---- " আমি বোলে বনৰীযা মইনা"।)

ৰুণুক : বাৰু বাৰু গাও শুন।

(ৰুণুক জুনুক ঠুনুকে গায---- )

বনৰীযা আমি বনৰ চৰাই

বনে বনে ফুৰু অনাই বনাই

অনাই বনাই আমি

অনাই বনাই আমি

অনাই বনাই অ' অনাই বনাই

উ - উ - উ- উ ----- উ,উ-উ ------ উ।

ভৈযামৰ মইনা তই পোহনীয়া পখী

বনৰীযা মইনাৰে পতালিহি সখী

ঘৰৰ কথা আমি বনত পতি

বনৰ কথা আমি ঘৰত পাতি

পৰ্বতৰে বননি ফুৰিম বগাই

অনাই বনাই অ'

অনাই বনাই।

## দ্বিতীয় দৰ্শন

(নগা পৰ্বতৰ এটা পৰ্বতৰ গাৰ সমতল। এটা গুহাৰ আগৰ মুকলি ঠাই। অলপ পৰ পাছতে এটা নগা ল'ৰা হাতত এপাত যাঠি লৈ ক'ৰবাৰ পৰা ল'ৰ মাৰি আহি তাত থিয হযহি। তাৰ চকুত অৰ্থহীন দৃষ্টি। মুখৰ ভাব মুহূৰ্তে মুহূৰ্তে সলনি হৈছে। চাৰিওফালে চাই হঠাৎ কিবা এটা আনন্দত সি কিৰীলি মাৰি হাঁহি উঠে। তাৰ পাছত কথা নাই বতৰা নাই, সি উন্মত্ত হৈ নাচিবলৈ ধৰে। তাৰ সেই নাচোন মাথোন মনৰ অসংলগ্ন অৱস্থা আৰু ভালকৈহে ফুটাই তাক বলিযা বুলি পতীযমান কৰায। সি এইদৰেই নাচি থাকোতেই অনঙ্গৰাম অতি ধীৰ আৰু দাৰ্শনিকৰ খোজেৰে সোমাই অলপ দূৰত থৰ হৈ থিয দি তাক চাবলৈ ধৰে। অনঙ্গৰামৰ চুলিবোৰ অতি ৰুক্ষ। বহুত দিন তেলটেঙা নঘংহাত তাৰ বৰণ ৰঙচুৱা । গাত যদিও আগৰ পাটৰ চোলা চাৰিযা, সি এতিযা জীৰ্ণ আৰু মলিন। অনঙ্গৰামৰ মুখৰ বৰণ বৰ শেতা আৰু গালত কিছু ডাটিও গজিছিল। চকুত কিন্তু এটা উদাৰ দৃষ্টি। মুখত এটা মুক্ত সন্যাসীৰ দৰে নিৰ্বিকাৰ ভাব আৰু আমন্দৰ হাঁহি লাগি আছিল অনঙ্গ লাহে লাহে তাত পৰি থকা শিল এটাত বহে। নগা ল'ৰাটোৰ এবাৰ হঠাৎ অনঙ্গৰ ওপৰত চকু পৰিলত নিমিষতে নাচ বন্ধ কৰি কাঠৰ পুতলাৰ দৰে অনঙ্গৰ ফালে চকু টেলেকাকৈ চাই থাকে।)

অনঙ্গ : নাচ।

নগা ল'ৰা : নাচিলে মূৰ ঘুৰাই।

অনঙ্গ : তেন্তে কিয নাচিছিলি?

নগা ল'ৰা : (অট্টহাস্য কৰি) কিয? কিয নানাচিম? গছে নাচে, পাতে নাচে, নৈয়ে নাচে মযো নাচিম। তই মোৰ 'চাৰাপেন'ক দেখিছিলি?

অনঙ্গ : চাৰাপেন কোন?

নগা ল'ৰা : মোৰ বুকুৰ সোণ, তাইক আজি মই বহুদিন বিচাৰিছোঁ, তাইনাই, কৰবালৈ গ'ল তাই মোৰ নাচ চাবলৈ বহু ভাল পাইছিল। মই নচা দেখিলে তাই বহুতদূৰৰ পৰ লৰি আহিছিল।

অনঙ্গ : তাই কিমান দিন হ'ল হেৰাল?

নগা ল'ৰা : দুবাৰ জাৰ হ'ল, দুবাৰ বৰষুণ হ'ল। সেই জুৰিটো দুবাৰ শুকালে, দুবাৰ ফেনে-ফোটোকাৰেবলে। ৰঙা ফুলবোৰে দুবাৰ ফুলিলে, মোৰ চাৰাপেন নাচ চাবলৈ নাহিলে। তাইলৈ মই মনত পৰিলে মই নাচো, কিজানি তাই দূৰৰ পৰা মোক নচা দেখি থাকিব নোৱাৰি লৰ মাৰি চাবলৈ আহে। ক'তা, পিছে মই নাচি আছোঁ, পৰ্বতৰ টিঙত উঠি নাচিছো, নৈৰ পাৰত নাচিছো, বনৰ মাজত, ভৈয়ামৰ পথাৰত নাচিছো,ক'তা নাচিছো চাৰাপেন দেখোন মোৰ নাচ চাবলৈ লৰ মাৰি নাহে।

অনঙ্গ : (হুমুনিযাহ কাঢ়ি) তোৰ এই নাচৰ ক'ত শেষ হব তেন্তে আৰু? বুজিলো ই তোৰ অনন্ত নৃত্য। ব্যৰ্থ প্ৰেমিকৰ ব্যৰ্থ নৃত্য। (নগা ল'ৰাটো ৰে একো নুবুজি অনঙ্গৰ ফালে চাই থাকে) বাৰু, তোৰ নাচ মই চালে নহ'বনে?

নগা ল'ৰা : ন'হ্‌ব ন'হ্‌ব। কচোন বাৰু মোৰ চাৰাপেন কলৈ গ'ল?

অনঙ্গ : তোৰ চাৰাপেন গছৰ কুমলীয়া পাত হ'ল, ৰঙা ফুল হ'ল, হালধীয়া চৰাই হ'ল, জুৰিৰ পানী হ'ল, বৰষুণৰ টোপাল হ'ল।

নগা ল'ৰা : (তন্ময হৈ শুনি) আৰু কি হ'ল?

অনঙ্গ : ধুনীয়া পখিলা হ' ল, পুবাৰ বতাহ হ'ল, বেলিৰ পোহৰ হ'ল, জোনৰ হাঁহি হ'ল, নীলা আকাশ হ'ল।

নগা ল'ৰা : তেন্তে গছপাত ফুল, পখিলা, হালধীয়া চৰাই, জুৰিৰ পানী, বৰষুণ, ৰদ, বেলি, জোন, তৰাক মই মৰম কৰিলে, ভাল পালে চাৰাপেনক মৰম কৰা হ'বনে? ইহতে মোৰ নাচ দেখিলে চৰাপেনে দেখিবনে?

অনঙ্গ : পাব, পাব, দেখিব, দেখিব।

নগা ল'ৰা : (হাঁহি জপিযাই কিৰিলি পাৰি) ভাল হ'ল, কেনে ভাল হ'ল। এজনী চাৰাপেনৰপৰা কিমানবোৰ চাৰাপেন হ'ল। তেনে এতিয়া যদি পৰ্বতে-ভৈয়ামে য'তে থাকো তাতো চাৰাপেন থাকিব। য'তে নাচো তাতে চাৰাপেনে দেখিব! হিঃ হিঃ হিঃ। বাৰু, মই ফুলবোৰক চুমা খালে চাৰাপেনৰ গালত সেই চুমা লাগিবনে?

অনঙ্গ : লাগিবতো।

নগা ল'ৰা : কেনে ভাল হ'ল। বাৰু, হালধীয়া চৰাইক মিঠাগুটি খুৱালে চাৰাপেনে সোৱাদ পাবনে?

অনঙ্গ : পাবতো, কেলেই নেপাব?

নগা ল'ৰা : হিঃ হিঃ হিঃ। তেন্তে মই হালধীযা চৰাইক মিঠাগুটি খুৱাওগৈ, ফুলক চুমা খাওগৈ। (জপিয়াই ওলাই যায) অনঙ্গই দীঘলকৈ উশাহ লয। তেওঁ বহুত পৰ বিভোল হৈ থাকি লাহে লাহে আহি এটা শিলৰ ওপৰত বহে। চচাৰিওফালে চাবলৈ ধৰে। অনঙ্গ বৰ বিযাকুল হৈ আহিবলৈ ধৰিলে। তেওঁৰ মুখত এটা দিব্য কোমলতা ফুটি উঠিল। চকুত এটা বৰ সহজ জ্ঞানী ভাব ওলাই পৰিল। অনংগ তন্ময। তেওঁ চাৰিওফালৰ দৃশ্যবোৰ বৰ মৰমেৰে চাবলৈ ধৰিলে, তেওঁ এনেকৈ চাবলৈ ধৰিলে যেনিবা আগত এখনি
বৰ ডাঙৰ পুথি পৰি আছে আৰু তাৰ অৰ্থ বুজি বৰ আনন্দিত হৈছে।)

অনঙ্গ : আইৰ দৰে শান্ত স্নিগ্ধ
হৈ তুমি প্ৰকৃতি সুন্দৰী
দিছা সুবিমল স্নেহ বাকি,
প্ৰিযাৰ সৌন্দৰ্য্য লৈ পূৰ্ণ
যৌবনৰ লাজুকি হাঁহিটি মাৰি।
প্ৰণয় বাতৰি ক'ব খোজাহে সুন্দৰী,
ওৰণিৰে মুখ ঢাকি
বিশ্বৰ কুৰূপ তুমি পুনু বাছি আনি
কিয কোৱা হাঁহি?
ভ্ৰান্ত ধাৰণা তোৰ সকলো
মাযাৰ লীলা দুদিনতে
সৰি যোৱা উৎসৱলৈ বুলি গঁথা
বিচিত্ৰ বৰ্ণৰ ফুলৰ চাকি।
তুমি প্ৰহেলিকাময়ী, বৈচিত্ৰ্যক
বিচিত্ৰৰে ৰাখিছাহে ঢাকি।
আপোন নৃত্যতে তুমি আপুনিযে
হোৱা বিযাকুল। আপোনাতে
আপুনি বিভোল, তুমি বিদ্যাধৰী।
আপোন ৰথৰ তুমি আপুনি সাৰথি,
এহাতেৰে ধৰি বাঘজৰি
আনহাতে কৰিছা সন্ধান
আপোনাৰ লক্ষ্য ভেদ কৰি!
আপোন হাতেৰে তুমি গঢ়িছা
নিজেই অব্যৰ্থ সন্ধানকাৰী
মহা অগ্নিবাণ! আপেন
বানেৰে তুমি নিজকেই কৰিছাহে
অব্যৰ্থ সন্ধান।

আপুনি ইঙ্গিত
তুমি কৰিছা নিজেই , নিজে
জ্যোতিৰ্ময়ী হোৱা কৰি জ্যোতিষ্মান।
আপোন কুৰূপ তুমি আপুনি মোহাৰি
নিজে মথি উলিয়াই সৌন্দৰ্য নিৰ্যাস,
আপোনাৰ শৰীৰতে আপুনিয়ে সানি,
আপুনিযে বিতৰিছা আপোন হাতেৰে
আপোনাৰ সৌন্দৰ্যৰ যশ।
আপোন হাতেৰে তুমি ভাঙি আনি
নিজ ফুলনিৰ, সহস্ৰ সহস্ৰ কত
কুসুম কোমল সুৰভিৰে ভৰা
কত আৰু কতবোৰ পৰিমল ৰেণু,
ফুল মধু আনি তুমি ভৰাই দুকৰ
নিজে শিলাকুটি হৈ ভাস্কৰ্য নিপুণ তুমি
গঢ়িছাহে আপোন হাতেৰে
নন্দন- বিজয়ী বীৰ কুসুম কোঁৱৰ।
কবি কল্পনাৰ ইন্দু নিন্দি পৰকাশী,
অধীশ্বৰী হেৰা অবিনাশী সৌন্দৰ্যৰ
কিনো বিশ্বব্যাপী আৱৰণ আঁচলৰ।
তপস্যাৰ সিন্ধু মথি তুমিহে তাপসী
নিজৰেই উপবন ভাঙি কৰি চুৰ
পিন্ধিছাহে নিজে চৰ্মবাস। বাসনাৰে
লিপ্ত কত শত উপবন
কৰি পুণ্য কৰি তপোবন,
তপস্যাৰ মন্ত্ৰ বাকি কৰ্ণকুহৰত
নিজ হাতে কৰিছা স্থাপন,
অপূৰ্ব আতমা শুভ্ৰ নিষ্কাম তাপস।
আজি জনালাহে প্ৰকৃতি বিপুল,
বিশ্বগ্ৰাসী বিৰাট সুন্দৰী
অন্তৰত মোৰ, প্ৰণযৰ দীপ্ত হুতাশন।
জলক দীপিতি তাৰ
ভেটি উঠি আৱৰণ দূৰ
দিগন্তৰ আন্ধাৰৰ
জাগি উঠ প্ৰণযৰ সুন্দৰী প্ৰতিমা।
তোৰ যোজন বিযপা যজ্ঞবেদী অন্তৰত মোৰ
আজি হৃদয় মন্দিৰ মোৰ
আলোকৰে কৰি পুৰ, জ্বলিলে
সাত বৰণীয়া অগ্নি শিখা
প্ৰকৃতিৰ প্ৰাণময় প্ৰণয যজ্ঞৰ।
হোমানল মথি তই যা—অ' সুন্দৰী ।
বিতৰ, বিতৰগৈ শুভ্ৰ তোৰ নিৰ্মল পোহৰ
উৎসৱময়ী কৰি নিমাত নিতাল
যত বিৰহীৰ মৌন প্ৰণযৰ
কুঞ্জ শত শত,
উজ্জ্বলালে আশাৰে আলোকি
উদাসী মুখখনি প্ৰেমিকৰ।
কুসুম কোমল যাৰ প্ৰণয়ৰ কুঞ্জ মনোহৰ,
হ'ল কালে কাঁইটনি বন,
কাটিলে সি মাথো এটি তপত হুমুনিয়া
তাৰে সি নিকুঞ্জখনি উৎসৱময়ী পুনু কৰ তই
উৎসৱময়ী পুনু কৰ।

(বহুতপৰ তন্ময হৈ থাকি, তাৰ পাছত শিলৰ পৰা অধিৰ হৈ উঠি আহি।)

দৃষ্টি, দৃষ্টি, দৃষ্টি দিযা মোক।
স্পৰ্শ, স্পৰ্শ, স্পৰ্শ দিযা মোক
মোৰ ইন্দ্ৰিয অন্ধকূপ।
দৃষ্টিৰ প্ৰসাৰ মোক দিয়াহে সুন্দৰী
চাবলৈ অন্তহীন ৰূপ। ই কি।
বিশ্ব বিমোহিনী সৌন্দৰ্যতো সোন্দৰ্য অপৰূপ।

( অঙ্গৰ মুখ এক দিব্য আভাত উদ্ ভাসিত হৈ পৰে। তাৰ পাছত মাটিত বহি শিলত মূৰ থৈ থৰ লাগি চাই থাকে। বতাহ বলে। বতাহ গছৰ পাতত লাগি দূৰৰ বাঁহীৰ দৰে, অনবৰত ঠুনুক ঠানাককৈ ভগা-ছিগা সুৰৰ দৰে শব্দ আহি সেই ঠাইডোখৰ বুৰাই পেলাযহি। সেইফালে অঙ্গ নিতাল মাৰে। অলপ অলপ আন্ধাৰ হৈ আহে। এনেতে ৰুণুক, জুনুক, ঠুনুক হাতত পোৱা আলু-কচু লৈ আহে। ৰুণুকৰ হাতত এডাল আঁৰিযা।)

**ৰুণুক** : অ--উ, উ, উ –মিতা, উ–উ।

**জুনুক** : উ--উ--উ মিতা। সেইটো হবলা। (ৰুণুকৰ চকু অঙ্গৰ ওপৰত পৰে)

**ঠুনুক** : এ ৰুণুক এইটো হ'ব পায। এ জলকা লাগি পৰি আছে উ, উ, মিতা উ।

**অনঙ্গ** : (উঠি) কি হ'ল ৰুণুক?

**ৰুণুক** : মিতা মিতা, তই ইয়াত নেথাকিবি।

**অনঙ্গ** : কিয়?

**ৰুণুক** : ৰজাৰ নগৰৰপৰা বহুতো মানুহ আহি হাতে হাতে আঁৰিয়া লৈ আমাৰ গাঁৱত কিবা বিচাৰি ফুৰিলে। তোক ধৰি নিব।

**অনঙ্গ** : (হাঁহি) মোক, মোক, মোক ৰজাৰ একো প্ৰয়োজন নাই।

**ৰুণুক** : তেন্তে মইনাক নিবলৈ আহিছে।

**অনঙ্গ** : কোন মইনা?

**ৰুণুক** : আজি ভৈয়ামৰপৰা এজনী ছোৱালী আহিছে নহয়।

অনঙ্গ : (আচৰিত হৈ) কেনেকুৰা?

ৰুণুক : তাই কান্দি থাকে। মাজে মাজে হাঁহে। তাইক আমি লুকুৱাই থৈছো। তাইক ৰজাৰ মানুহে পালে হেনো কাটিব।

অনঙ্গ : (কিছুপৰ ভাবি থাকি) তাই বাৰু ক'ত আছে?

ৰুণুক : নকওঁ।

অনঙ্গ : মোক নকবনে? বলচোন মই চাওঁগৈ। তাইক ভালকৈ এঠাইত লুকাই নথলে তহতৰ হাতৰপৰা ৰজাৰ মানুহে ধৰি লৈ যাব।

ৰুণুক : (ভয় খাই) তেন্তে আমি তাইক ক'ত থম? কি কৰিম?

অনঙ্গ : মোক বাৰু তাইৰ ওচৰলৈ লৈ বল। মই তাইক আটাইবোৰ কথা সুধিলেহে ক'ত থলে ভাল হ'ব ক'ব পাৰিম।

ৰুণুক : বল তেনে মিতা, আহ, বেগাই আহ। সৌবোৰ দেখিছনে ৰজাৰ মানুহবোৰে কেনেকৈ আঁৰিয়া আৰু জোৰ লৈ পিযা পি দি ফুৰিছে। সৌৱা কিছুমান এইফালেও আহিছে।

অনঙ্গ : বল।

(তিনিওজনী নাগিনী আৰু অঙ্গ ওলাই যায় আৰু অলপ পৰৰ পাছতে সেই বাটেদি আঁৰিয়া লৈ লৈ কিছুমান মানুহ যাযহি। এইদৰে কিছুপৰলৈ সেই ঠাই ডোখৰেদি আঁৰিয়া লৈ মানুহ দলে দলে অহা-যোৱা কৰি থকা দেখা যায়।)

**আঁৰ-কাপোৰ**

## পঞ্চম অঙ্ক

### প্ৰথম দৰ্শন

(এটা ওখ টিলাৰ ওপৰত এখন অকলশৰীয়া নগা চাং। ওখ ওখ গছে ঠাইডোখৰ ছাটি থৈছিল। বহুত দূৰণিৰ নামনিৰ দৃশ্য দেখা গৈছিল। আকাশত জোনটো ওলাই পোহৰ দি আছিল। ঠাইডোখৰ নিজান নিস্তব্ধ। নগাচাঙৰপৰা অলপ ওপৰত নামনিৰ দৃশ্য চাই শেৱালি বননিত বহি আছিল। ওঁচৰত কেও নাছিল। শেৱালিয়ে নামনিৰ দৃশ্যৰ ফালে আৰু জোনটোৰ পোহৰ একেথৰে চাই থাকি মনতে হঁহা যেন কৰে আৰু গুণ্ গুণ্ কৈ গায়।)

**গীত**

যাউতিযুগীয়া ধনে মোৰ অ'।
প্ৰাণতে দিলা মোক মৰম কুমলীয়া
মনত সোঁৱৰণী সুৰদীয়া
বুকুত পালে পোৱা অ' প্ৰাণৰ ধনে
যাউতিযুগীয়া ধনে মোৰ অ'।
স্ম-তিৰ ছবিখনি প্ৰণয় ফুটকীয়া
কল্পনা পুৰাই দিলা মোক অ'।
যাউতিযুগীয়া ধনে মোৰ অ'।
ভাৰত অগণনে হুমুনিয়া
অময়া সৌন্দৰ্য জীৱন ওপচোৱা
থবলৈকে ঠায়ে নোজোৰে অ'
যাউতিযুগীয়া ধনে মোৰ অ'।
সুখ বিনন্দীয়া মৰণতে বাকি
সৰগী সপোন টোপনিতে গটি দিলা মোক অ'
যাউতিযুগীয়া ধনে মোৰ অ'।
বুজা-নুবুজাৰে হাঁহি কান্দোনৰে
জীৱনত পাতিলা মেলা মোৰ অ'।
যাউতিযুগীয়া ধনে মোৰ অ'।

(ৰুণুক নিধাতু খাই লৰি আহে)

ৰুণুক : দেখিছ দেখিছ বাৰু, এতিয়া তয়ো মৰিবি, আমাকো মাৰিবি।

শেৱালী : (অতি নিৰ্বিকাৰভাৱে) কিনো হ'ল?

ৰুণুক : তই এনেকৈ ডাঙৰ ডাঙৰকৈ গীত গাইছিলি কেলেই? শুনিলে তই ক'ত আছ জানিব নহয়।

শেৱালী : জানক দে ৰুণুক, মই আৰু জীয়াই থাকিব নোখোজো। শুনক, শুনি মোক ধৰিব নি কাটি পেলাওকগৈ।

ৰুণুক : ইহ্! কোনে কাটি পেলাবগৈ। এই, তই আমাৰ মিতাক চিনি নেপাব নহয়। সিও ভৈয়ামৰে মানুহ। বৰ ভাল মানুহ। তোক চাবলৈ আহিছে--উ মিতা আহ্ আহ।
(অনঙ্গ সোমাই আহে। শেৱালীৰ ফালে চাই শেৱালীক চিনিব নোৱাৰি থৰ লাগি চাই থাকে। কিছুপৰৰ পাছত অঙ্গই চিনি পায়।)

অনঙ্গ : তই শেৱালী নহবনে?

শেৱালী : (অনঙ্গৰ মাত শুনি ভালকৈ চিনি পায়) হয় মেৰ ডেকা দেউতা।
(আঁঠু লৈ হুক্-হুক্ কৰে কান্দিবলৈ ধৰে)

অনঙ্গ : তই ইয়ালৈ কেনেকৈ আহিলি?

শেৱালী : মোৰনো কথা কি কম? (কান্দে)

অনঙ্গ : কি হ'ল কথাবোৰ কচোন।

শেৱালী : ৰাজমাও দেউতাই মোক চাওদাঙৰ হাতত কাটিবলৈ পঠিয়াই দিছিল। (মনে মনে থাকে)

অনঙ্গ : পিছে--

শেৱালী : পিছে সিহঁতে ইয়াতে এৰি থৈ গ'ল।

**অনঙ্গ** : অ' সেই কাৰণে আকৌ তোক ৰজাৰ মানুহে বিচাৰি আহিছে। তোক কিয এনেকৈ পঠাই দিলে? (অঙ্গ কিছুপৰ মনে মনে থাকে) কিয? (শেৱালীয়ে নেমাতে) কচোন? (শেৱালীয়ে নেমাতে।)

**শেৱালি** : আপোনাৰ সতে কুঁৱৰীক পঠাই দিয়া আৰু কুঁৱৰীয়ে বিহ চেলেকি মৰাৰ পাছৰপৰা--(নীৰৱ হয়)

**অনঙ্গ** : কি হ'ল?

**শেৱালী** : কাৰেঙৰ আটাইবোৰ মানুহে মোৰ কোঁৱৰৰে নানা কথা উলিযযালে, তাতে ৰাজমাৱৰ--

**অনঙ্গ** : শেৱালীৰ মনৰ ভাব আৰু অভিব্যক্তি ভালকৈ নিৰীক্ষণ কৰি) কচোন শেৱালী সঁচা কথা, ঈশ্বৰক সাক্ষীকৈ--সেইবোৰ সঁচানে?

**শেৱালী** : (একে উশাহে অনংগৰ চকুৱে চকুৱে চাই) তেনেই মিছা।

**অনঙ্গ** : (তাইৰ মুখৰ ভাব আৰু কথাৰ গঢ দেখি তাইক সম্পূৰ্ণ বিশ্বাস কৰি) তেন্তে সুন্দৰে একো হকা-বধা কৰা নাইনে? তোক এনেকৈ পঠোৱা সুন্দৰে নাজানেনে?

**শেৱালী** : মই ক'ব নোৱাৰো।

**অনঙ্গ** : অলপ আগতে গীত তযে গাইছিলিনে?

**শেৱালী** : (নেমাতে)

**অনঙ্গ** : সুন্দৰলৈ তোৰ বৰ মৰম নেকি? (শেৱলিয়ে উচুপি উচুপি কান্দিবলৈ ধৰে, এনেতে হুৰমূৰ কৰি হাতত আঁৰিযা লৈ কিছুমান চাওদাং আহি তাত ওলাই আটাইবোৰকে বেটি ধৰে, "এইজনী শেৱালী শেৱালী" বুলি চিঞৰিবলৈ ধৰে ৰুণুক, জুনুক, ঠুনুকহঁতে ভযত চিঞৰিবলৈ ধৰে। অঙ্গই কঁকালত টঙালি বান্ধি তৰোৱাল খাপৰপৰা উলিযাই তৰোৱাল দাঙে।)

(বজ্ৰগম্ভীৰ মাতেৰে) তহতক কি লাগে।

**১ম চাওদাংঃ** শেৱালী লিগিৰীক।

**অনঙ্গ** : সজে সজে উভতি যা।

**১ ম চাওদাং** : শেৱালী লিগিৰীক আমি লৈ যাম, আমাৰ স্বৰ্গদেৱৰ আদেশ। এনেযে নিদিলে আমি বলেৰে নিম।

**অনঙ্গ** : তেন্তে (বুলি কঁকলৰ শিঙা এটা বজায, দূৰত কিৰীলি শুনা যায)

**১ ম চাওদাং** : ধৰ ককাইহঁত, তাইক ল।

চাওদাং আৰু অঙ্গৰ ভিতৰত যুঁজ আৰম্ভ হয। গোটেইখন হুৱাদুৱা লাগে। কিছুমান নগাই যাঠি-জোং লৈ তাত যোগ দিয়েহি। এই গোলমালৰ ভিতৰৰপৰা ৰুণুক, জুনুক, ঠুনুক আৰু শেৱালী আঁতৰি দূৰলৈ যাযগৈ। কেবাটাও চাওদাং ঘাইল হয। এনেতে সৰহকৈ কিছুমান চাওদাঙৰ সতে এজন ৰাজবিষযা, মূৰত পাগমৰা আৰু মুখখন চকু-নাকৰ বাহিৰে আন ঢাকি, হাতত তৰোৱালেৰে ওলাযহি।)

**ৰাজবিষয়াঃ** কোনে ৰজাৰ মানুহক কৰ্তব্যত বাধা দিছে?

**অনঙ্গ** : (আগ বাঢি) মই দিছো। কৰ্তব্যত নহয, অন্যাযত বাধা দিছো আৰু শেষলৈকে দিম।

**ৰাজবিষয়াঃ** কোন, কোন তুমি?

**অনঙ্গ** : যেযে নহ'লো। এই ৰাজ্য তোমাৰ ৰজাৰ নহয। ইয়াৰ ওপৰত তোমাৰ অধিকাৰ নাই। ভৈযামৰ অন্যায-অধৰম পৰ্বতলৈ নুতুলিবা। য'ৰ মানুহ ত'লৈ উভতি যোৱাগৈ।

**ৰাজবিষয়াঃ** (মুখৰ কাপোৰ গুচায) নহয বন্ধু অনঙ্গৰাম, অন্যায অনা নাই, ন্যায লগত লৈ আহিছো।

**অনঙ্গ** : (বৰ আচৰিত হৈ) অ' সুন্দৰ আকৌ কি নৱ-অভিযান? নবসংস্কাৰেৰে অনুপ্ৰাণিত হৈ আজি এই বনৰীযা জীৱনত ধূমকেতুৰ দৰে পৰি কিহৰ উপদ্ৰৱৰ সৃষ্টি কৰিবলৈ আহিছা? ইযাত তো সত্যতা নাই, শাস্ত্ৰৰ বিধান নাই, ৰীতি নাই, নীতি নাই। ইযাত কি ভাঙিবলৈ আহিলা? এই নিৰীহ অজলা প্ৰাণীবোৰৰ অস্থিপঞ্জৰ? এই প্ৰকৃতিৰ কোলাত বিৰল সুখত উমলি থকা প্ৰাণীবোৰৰ শান্তি!

**সুন্দৰঃ** ক্ষমা কৰিবা বন্ধু! শান্তি ভাঙিবলৈ অহা নাই, শান্তি বিচাৰি আহিছো।

**অনঙ্গ** : কিন্তু শান্তি নেভাঙিলে যে শান্তি নোপোৱা। বাৰু কেলৈ আহিলা, শেৱালীৰ নিৰ্বাসন ৰহিত কৰিবলৈ, হযনে?

**সুন্দৰ** : অকল নিৰ্বাসন ৰহিত কৰিবলৈ অহা নাই।

**অনঙ্গ** : তেন্তে।

**সুন্দৰ** : মোৰ কুঁৱৰী কৰিবলৈ।

**অনঙ্গ** : (ডাঙৰকৈ হাঁহিবলৈ ধৰে--গোটেই পৰ্বত জনাজনাই যায়) হাঃ হাঃ হাঃ হাঃ হাঃ হাঃ---তেন্তে লৈ যোৱা, লৈ যোৱা, শেৱালীক লৈ যোৱা। হাঃ হাঃ হাঃ আহা আহা, আজি মোৰ অতিথি হোৱাহি। কাইলৈ শেৱালীক লৈ যোৱা। আহা আহা।

**সুন্দৰ** : ইমান হাঁহি কিয বন্ধু?

**অনঙ্গ** : বহুত দিন হাঁহিব পৰা নাই। আজি প্ৰাণ খুলি হাঁহিবলৈ অৱকাশ পাইছো। আহা আহা, আহা বন্ধু, আজি নিৰ্বাসনৰ আলহী হোৱাহি।

(সুন্দৰক বাহুত ধৰি লৈ যায় আৰু আন আন চাওদাং আটাইবোৰে তাৰপৰা ওলাই যাযগৈ। ৰুণুক, জুনুক, ঠুনুকে বেঢ়ি লৈ শেৱালীক সাবটি ধৰি এখোজ-

দুখোজকৈ আঁতৰি থকা ঠাইৰপৰা আহে।)

ৰূণুক : তেন্তে মইনা তোক কাইলৈ লৈ যাবগৈ। তই কুঁৱৰী হবিগৈ?

শেৱালী : (বিমনা হৈ) মই কুঁৱৰী নহও, তহঁতৰ লগতে থাকিম।

ৰূণুক : কেলৈ কুঁৱৰী নহবি? কুঁৱৰী হ'বলৈ পালে--ইমান-- ৰজাৰ ল'ৰালৈ তোৰ জানো মৰম নাই।

শেৱালী : (হাঁহি) ও ও (মূৰ জোকাৰে) সেই--সেই কাৰণেই বুজিছ ৰুণুক মই কুৱৰী নহওঁ।

ৰূণুক : ইহ্! বৰ আচৰিত কথা দেখোন। মৰম আছে যদি হ'বহে লাগে।

শেৱালী : ৰজাৰ ল'ৰাই মোক কুৱঁৰী পাতিলে ৰজাৰ ডাঙৰীযা- সকলে কোৱঁৰক ৰজা ভাঙিব। আৰু মৰোৱাই পেলাব পাৰে বুজিছ।

ৰূণুক : (চকু টেলেকাকৈ চাই থাকে) হযনেকি?

শেৱালী : ও।

ৰূণুক : তেন্তে তই ইযাতে থাকিবি। ৰজাৰ ল'ৰাকো কাটিব, তোকো কাটিব গ'লে। নালাগে যাব, নালাগে যাব।

শেৱালী : নেযাওঁ বাৰু, বল এতিযা ৰাতি হ'ল।

(দুৰৰপৰা ৰুণুকৰ মাকে মতা শুনা যায)

(ৰুণুক—উ—উ--উ)

ৰূণুক : উ--উ--উ। (আটাইকেইজনী ওলাই যায)

## দ্বিতীয় দৰ্শন

(নগা পৰ্বতৰ অঙ্গ থকা গুহাৰ আগত। দুপৰীয়া সুন্দৰ কোঁৱৰ গুহাৰ আগৰ শিল এটাত আমন-জিমনকৈ বহি আছে। ওচৰতে মাটিত কিছুমান গছৰ পাত পাৰি লৈ অঙ্গৰাম আৰু সুদৰ্শন। তিনিওজনে ইজনৰ সৈতে সিজনে কথা-বতৰা নপতাকৈ নিজৰ নিজৰ ভাবতে বিভোল হৈ আছে।)

সুদৰ্শন : (মূৰ দাঙি) সুন্দৰ, তোমাৰ এই সংকল্প এৰা।

সুন্দৰ : সুন্দৰে সংকল্প কৰে, কিন্তু সংকল্প নেৰে।

সুদৰ্শন : কিন্তু ইযাৰ পৰিণাম বৰ ভযাবহ। তাক তুমি উপলব্ধি কৰিছা নে নাই ক'ব নোৱাৰো। এনেযে তোমাৰ আগৰ এটি কামে ডাঙৰীযাসকলক আৰু ৰাইজক বৰ অসন্তুষ্ট কৰি থৈছে। এই কামে মাত্ৰ সেই উমি উমি জ্বলি থকা জুইকুৰা দপদপকৈ জ্বলাইহে দিব।

সুন্দৰ : দিযক--দিযক। মোৰ ৰাজ্য, মোৰ ৰাজপাট পুৰি ছাৰখাৰ কৰি দিযক। ৰাজ্য, ধন, সিংহাসন যাওক, কেৱল মাত্ৰ মোৰ সংকল্প থাওক।

সুদৰ্শন : নহয নহয, তুমি সেই একে কথাকে ক'লে নহ'ব। দেশৰ মুখলৈ চাই, প্ৰজাৰ মুখলৈ চাই তুমি--

সুন্দৰ : তেন্তে দেশ উচ্ছন্ন যাওক, প্ৰজাৰ সৰ্বনাশ হওক।

অনঙ্গ : (বেজাৰকৈ) সুন্দৰ তোমাৰ এনে সংকল্পৰ ফলত আজি তোমাৰ এই বন্ধুৰ (নিজৰ গালে আঙুলিযাই) কি অৱস্থা হ'ল দেখিলানে? কাঞ্চনমতীযে কেনেকৈ আঁচলৰ গাঁথিৰ বিহৰে তোমাৰ দণ্ডাদেশ উপেক্ষা কৰি গ'ল?

সুন্দৰ : দেখিলো বন্ধু। আজি তোমাৰ অভিশাপক মই নিজে প্ৰাণ দি জীৱন্ত কৰি তুলিবলৈ ওলাইছো। মই বাঘজৰি ধৰা ৰথৰ চকাৰ তলত জাঁপ দি মই নিজেই গুৰি হৈ যাবলৈ ওলাইছো। মোৰ সংকল্প মই এৰিব নোৱাৰো।

অনঙ্গ : তোমাৰ সংকল্পৰ সিদ্ধি হওক। অভিশাপৰ ঠাইত মই তোমাক আশীৰ্বাদ দিছো।

সুন্দৰ : (সেইবোৰ কথা তল পেলাই হাঁহাতে) অনঙ্গ, সিদিনা তুমি ইমানকৈ কিয হাঁহিছিলা?

অনঙ্গ : তুমি হঁহুৱাইছিলা দেখি।

সুন্দৰ : কেনেকৈ?

অনঙ্গ : তাক তুমি ভালকৈ জনা অৱশ্যে।

সুন্দৰ : তেন্তে শেৱালীৰে সৈতে মোৰ অবৈধ প্ৰণয থকা তুমি বিশ্বাস কৰা?

অনঙ্গ : বন্ধু, তাৰ বাবে মই আজি তোমাৰ ওচৰত ক্ষমা বিচাৰিছো। সি মোৰ ভুল ধাৰণা আছিল।

সুন্দৰ : তেন্তে তুমি সেই বিষযে নিঃ সন্দেহ?

অনঙ্গ : সম্পূৰ্ণ। কিন্তু বন্ধু, তোমাৰ এনে সংকল্পই যে আন সকলোকে তোমালোকৰ বিষযে এনেবোৰ সন্দেহ আৰু বদ্ধমূল হ'বলৈকে সুবিধা দিব।

সুন্দৰ : দিযক। সেইকাৰণেই মই শেৱালীক কাৰেঙৰ কুঁৱৰী কৰিব খুজিছো।

অনঙ্গ : ওঁ বুজিছো। তেন্তে তিৰোতা এতিযাও তোমাৰ হৃদযৰ দুৱাৰ ডলিৰ বাহিৰ তেনে?

সুন্দৰ : (হাঁহি) তাত অলপো সন্দেহ নাই।

অনঙ্গ : কিন্তু, তিৰোতা লৈয়েই দেখোন তোমাৰ জীৱনৰ মেলা পাতিলা?

সুন্দৰ : পাতিলো যদিও তিৰোতাৰপৰা মই আঁতৰত। পদুম পাতৰ পানীৰ দৰে তিৰোতা মোৰ জীৱনলৈ আহিলে-গ'লেও মোক তিযাব নোৱাৰে বন্ধু।

অনঙ্গ : (কৌতুহলী হাঁহিৰে সন্দেহ প্ৰকাশ কৰি) অহঙ্কাৰ নকৰিবা।

সুন্দৰ : অহঙ্কাৰ নহয বন্ধু। ই মাথোন মোৰ জীৱন-বুৰঞ্জীৰ তৰোতাসংশ্লিষ্ট ঘটনাৱলীৰ পৰ্যবেক্ষণ আৰু বিশ্লেষণৰ মন্তব্যহে। (এনেতে ৰূণুক, জুণুক, ঠেনুকে হাতত আলু কচু আৰু ফুল লৈ সোমাই আহে)

সুন্দৰ : ক'তা নাগিনী ছোৱালীহত? তহতৰ সতে শেৱালী নাহিলে দেখোন?

ৰুণুক : ৰজাৰ ল'ৰা, শেৱালী আজি তোৰ লগত যাব নহয়, সেই গুণে তাই ভালকৈ মূৰ মেলাইছে, খোপাত ফুল পিন্ধিছে, হাতত ফুল পিন্ধিছে আৰু গালত ৰঙা ফুলৰ গুৰি সানিছে–তাই আহিব হো-তোলৈ এইবোৰ ৰঙা ৰঙা ফুল দিছে। (ৰুণুকে সুন্দৰক কিছুমান ফুল দিয়ে। সুন্দৰে সেই ফুলবোৰ হাতত লয়) ৰজাৰ ল'ৰা, তই এনেকৈ মন মাৰি কেলৈ থাক? (অঙ্গক) মিতা, বাৰু ৰজাৰ ল'ৰাৰ কিয় বেজাৰ?

অনঙ্গ : (হাঁহি) তহতে ৰজাৰ ল'ৰাক নাম-গুণ্ গাই নেদেখুৱাব দেখি।

ৰুণুক : ইহ্!

অনঙ্গ : হয় আকৌ

ৰুণুক : (সুন্দৰক) আমি নাম গালে জানো তোৰ মন ভাল লাগিব? (সুন্দৰে মূৰ দুপীয়ায় আৰু ৰঙা ফুল এটা লৈ মোহাৰি থাকে।)

ৰুণুক : বাৰু, আমি তেনে নাম গাম—নাচিম—দেই জুনুক—দেই ঠুনুক।

জুনুক-ঠুনুক : ও'ও নাচিমতো—নাচিমতো (ৰুণুক, জুনুক, ঠুনুকে গায় আৰু নাচে)

পৰ্বততে ফুলিলে ৰঙানোকৈ ফুলে কলি
ৰেণুৰে বোলালি তই কুমলীয়া হাত।
অ' ভৈয়ামৰ সোণামুৱা কিনো কৰ গুণি গাথি
লেখি লেখি সেউজীয়া পাত।
বনে মইনা সেউজীয়া,
গছে মইনা সেউজীয়া,
পাতে মইনা সেউজীয়া পাত,
মইনা চৰাইটিয়ে গছৰ ডালে পাতে পৰি
তোলকে মাতিছে মিঠা মিঠ মাত।
আমনে জিমনেকৈ
থাকনো তই কিয় ঐ
গালতনো দিয় কিয় হাত?
হাঁহ অ' মোৰ মইনা
হাঁহ অ' হাঁহ।
ভালেনো পাও চাবলৈ,
ৰঙা ওঁঠৰ হাঁহিৰ সতে
জিকিমিকি দুযোপাৰি দাঁত।

ৰুণুক : ৰজাৰ ল'ৰা, এতিয়া তোৰ মন ভাল লাগিছেনে? (সুন্দৰে হাঁহি মূৰ জোকাৰে) তেন্তে তহতে এতিয়া একো নাখাবনে? চাচোন, বেলিটো মূৰৰ ওপৰ পালেহি নহয়। এইয়া আমি আলু আনিছো, কচু আনিছো। যা—তহতে নিজৰাত গা ধুই আহগৈ। আমিও গা ধুই মইনাক লগত লৈ আহিম। তই তেতিয়া বৰ ভাল পাবি, নহয়নে?

সুন্দৰ : (উঠি) বাৰু ৰুণুক তহতে যা, মই যাম।

ৰুণুক : আমি এতিয়াই আহিমদেই : (ৰুণুক, জুনুক ঠুনুক যাযগৈ। বপুৰা সোমাই আহে)

বপুৰা : পিছে ঈশ্বৰসকলে জানো গা নিতিযাই? বন্দীয়ে খাবলৈ সকলো যতাই-পিতাই আহিছো নহয়।

সুদৰ্শন : বলা সুন্দৰ ।

অনঙ্গ : বলা। (আটাইকেইজন উঠি তাৰ পৰা ওলাই যায আৰু বপুৰাই অলপ ইফাল-সিফাল কৰি থাকোতেই এটা গা-ৰখীয়া চাওদাং আহে।) গা-ৰখীয়া চাওদাং—পিছে বৰা, আজি আমাৰ যোৱা হ'ব নে নহয়?

বপুৰা : নহ'ব কিয়? খাই-বৈ, শেৱালী কুৱঁৰীক তহতৰ কান্ধত তুলি গাযনে-বাযনে গিজতাও গিজতাও কৈ নগৰ হেন্দোল দোপ্ দলদোপ্ লগাই পেলামগৈ নহয়। মই নিজে ঢোল বায আগে যাম বুজিছ—(হাতেৰে ঢোলত কোব মৰা যেন কৰি) ধিনদাও খিত তাও, ধিনদাও খিত ভাও,খিতি খিতি তাও, তাও তাও তাও তাও, খিতাঘিনা খিতিত্তাও ধিন্দাক ধেই। এইদৰে বাপেকে কেনে শুনিলে?

গা-চাওদাং : বঢ়িয়া। বোলো আমাৰ লিগিৰী বৰা মুখ বাযন নে কোন?

বপুৰা : মুখ বাযন হে , কাষত দুটা, মূৰত এটা, পিঠিত এটা, আগত এটা লৈ যেতিয়া বাই দিম হেঃ। পিছে তাৰ পাছত শেৱালী কুঁৱৰীৰ পাছতে কোন যাব জান?

গা-চাওদাং : কোন?

বপুৰা : যিহে এজনী ছমক ছাযা। (বুলি আনন্দত টকালি পাৰি তিনি দেও মাৰে)

গা-চাওদাং : তেৰাজনী পিছে কোন বা?

বপুৰা : এই বপুৰাৰ ভাগৰজনী।

গা-চাওদাং : পিছে বৰাৰ আগৰজনী?

বপুৰা : আগৰজনীক—হেঃ তাইক কাচি কচি তেল খাৱণি দি দলনিত পোনা মেলিমগৈ। তাই বেটিযে নাজানে এই বপুৰা বৰাই লাগ বুলিলে কেইজনী অপেচৰী পাব পাৰে। মেনকাক আনিবলৈ বপুৰাৰ এটি চকুৰ টিপ, উৰ্বশীক এটা সুহুৰি আৰু তিলোত্তমাক এটি টিলিকিৰ হে 'বশ্যক'। হেঃ তাই বেটিযে মোক বেযা দেখিছে— হেঃ, মই টঙ্ কৰি আছো, ওৰণিৰ তলেদি দুৱাৰপৰীযাৰ মাজু পুতেকলৈ মিচিকি হাঁহিটো মাৰি পঠোৱা। বেটি হেঃ তাইক "তিৰি মিৰি ভাটো কোৱা, এই চাৰি জাতিৰ আসৈ নোপোৱা।" এই কথা কেইফাকি যি বাপেকৰ পুতেকে সৰজিলে সিটো তাৰ বাপেকৰ পুতেকেই আৰু ককাকৰো নাতিযেক। সি

পণ্ডিত নহৈ মূৰুখ আছিল যদিও বৰ গিয়ানি মূৰুখ পুৰুষপ্ৰবৰ।

গা-চাওদাং : পিছে এতিয়ানো কোনজনা অপেচৰী আপোনাৰ দেহাত ওলোমা বাদুলী দি লম্ভিছে?

বপুৰা : এতিয়াও পিছে মই ইন্দ্ৰৰ ভাগৰ কেইজনীলৈ চকু দিয়া নাই। দিমনো কেলৈ? ভাল মানুহৰ ভাল কথা। পিছে এই বোলেনে কিম্ভুত প্ৰকাৰে এজনী নাগেশ্বৰীক হে মোৰ গাটো মেৰপাক খুৱাই ধৰিবলৈ সুবিধা কৰি দিছো। এনে কোমল নিমজ নাগপাশজনী ঐ (বৰ কোমল ভাব দেখুৱাই) গাটো তাই চুই দিলে (নিজৰ গাত আলফুলকৈ হাত ফুৰাই) বৰ ভাল লাগে নহয়। (গাত সেইদৰে হাত ফুৰাই থাকোতেই সুন্দৰ তিতা কাপোৰেৰে আহি তাত থিয় হয় হি। সুন্দৰক দেখি বপুৰা উচপ খাই উঠে।) এহ্ গাত কটা চোৰত পাত লাগিলে হবলা। এহ্ এহ্ (বুলি বেগেৰে ওলাই যায়।) চাওদাংটোও সেৱা কৰি ওলাই যায়। সুন্দৰে হাতৰ গামোচাখন মূৰত দি, মূৰৰ পানী টুকি এখোজ দুখোজকৈ গুহাৰ মুখৰ ফালে যাওতে দূৰত কিৰীলি পাৰি হঁহাৰ শব্দ শুনি থমক্ খাই ৰৈ উভতি চাই, অকৌ এখোজ - দুখোজ কৈ গৈ গুহাত সোমাইগৈ। এনেতে দূৰত চিঞৰি ৰুণুক জুনুক ঠুনুকে কন্দা শুনা যায় আৰু লগতে " মইনা উটি গ'ল ঐ ----- মইনা উটি গ'ল" বুলি চিঞৰা শুনা গ'ল। সুন্দৰ গুহাৰ ভিতৰৰ পৰা তিতা কাপোৰেৰেই ভয়ঙ্কৰ উদিগ্ন হৈ - -------- " কোন বা কোন? কোন উটি গ'ল?" বুলি ওলাই চাৰিওফালে চাই যি ফালৰপৰা শব্দ অহা যেন শুনিছিল সেইফালে (বাওঁফালে) বেগেৰে যাব খোজোতেই ৰুণুক, জুনুক ঠুনুক, নিধাতু খাই, তিতা কাপোৰেৰে ই কান্দি কান্দি হাঁয়ে - বিঁয়ে কৰি তাত ওলাইহি আৰু " দেৱে লৈ গ'ল অ' দেৱে লৈ গ'ল" বুলি কান্দিবলৈ ধৰে। সুন্দৰে সিহত অহা ফাললৈ "ক'ত? ক'ত? কোন ফালে?" বুলি যাবলৈ ধৰোতে আটাই কেইজনীয়ে আঠুকাটি ভৰিত সাৱট মাৰি ধৰি "তই নাযাবি অ' ৰজাৰ ল'ৰা তোকো দেৱে লৈ যাব---- তই নাজাবি' বুলি বাধা দিয়ে। কিন্তু সুন্দৰে হাতেৰে বলেৰে আঁতৰাই নিধাতু খাই লৰি ওলাই যায়। ৰুণুক জুনুক ঠুনুক থিয় হৈ সুন্দৰ যোৱা ফালে মহা আতঙ্কৰে চাই কান্দিবলৈ ধৰে। এনেতে সুদৰ্শন আৰু অনঙ্গৰাম তিতা কাপোৰেৰে তালৈ সোঁফালেদি সোমাই সুন্দৰ যোৱা ফালে লৰি ওলাই যায়গৈ। তাৰ পাচতে সুন্দৰ আৰু অনঙ্গৰামে মূৰ্চিত সুন্দৰক তালৈ লৈ আহে। সুন্দৰৰ তেনে অৱস্থা দেখি ৰুণুক, জুনুক, ঠুনুকে হুৱাওৱাওকৈ কান্দিবলৈ ধৰে। সুদৰ্শনে হাতেৰে হাক দিয়াত সিহতে মুখত কাপোৰৰ সোপা দি উচুপিবলৈ ধৰে, আৰু ওচৰলৈ আহি সুন্দৰলৈ ব্যাকুল হৈ চাবলৈ ধৰে। অনঙ্গই সুন্দৰৰ মূৰ কোলাত লৈ পানী থপিয়াই শুশ্ৰূষা কৰিবলৈ ধৰে। সকলোৰে মুখত ভীষণ উদ্বিগ্নতা। কিছুপৰ শুশ্ৰূষাৰ পাছত সুন্দৰে লাহে লাহে চেতন পায় আৰু মূৰ দাঙিবলৈ চেষ্টা কৰে, কিন্তু সুদৰ্শনে উঠিবলৈ নিদিয়ে। অলপ পানী মুখত দিয়ে।)

সুন্দৰ : পালানে? শেৱালীক পালানে? (কোনেও উত্তৰ নিদিয়ে, সুন্দৰে উঠিবলৈ মূৰ দাঙি কিলাকুটিত ভৰ দি।) তেন্তে পোৱা নাই, নাই? তেন্তে শেৱালী সঁচাকৈয়ে উটি গ'ল? উটি গ'ল? নিজৰাত উটি গ'ল। চাকনৈয়াৰ বুকুত মাৰ গ'ল। বন্ধু, বন্ধু, সুদৰ্শন। অনঙ্গ। শেৱালী কলৈ গ'ল?? (আটাইবোৰ বিমৰ্ষ আৰু নিমাত) বুজা নাছিলো বন্ধু-- বুজা নাছিলো। বুজালি-- শেৱালী মোক বুজালি। জীৱনেৰে বুজালি, মৰণেৰে বুজালি-- মোৰ জীৱনযজ্ঞত তোৰ জীৱন আহুতি দিলি। তিৰোতাৰ অন্তৰৰ গুপুত সৌন্দৰ্যৰ নিৰ্জন খনি পোহৰাই জ্বলি থকা তিৰোতাৰ হীৰাতোশুভ্ৰ ভালপোৱাৰ সম্ভেদ মোক কৈ গলি। ত্যাগৰ মুকুটাৰে উজলি শেৱালী গোসাঁনী মোৰ জীৱন সুদাকৈ, কাৰ আহ্বানত, সৃষ্টিৰ ইন্দ্ৰজাল ভেদি-- কোন ব্ৰহ্মাণ্ডলৈ উফৰি গলি? বিশ্বজগতৰ সকলো তিৰোতাৰ গালতে কি গৌৰৱৰ সেন্দুৰ সানি গলি। মোৰ কাৰণে অ' মোৰ কাৰণে তই হাঁহি মুখে চাকনৈয়াক চুমা খালি! বন্ধু, এৰি দিয়া, মোক এৰি দিয়া। শেৱালীক মই বিচাৰি যাও। পৰ্বতৰ গাই গাই, নিজৰাৰ পাৰে পাৰে-- বিচাৰি যাও-- শেৱালীক মই বিচাৰি যাও। (উঠিব খোজে, কিন্তু সুদৰ্শন আৰু অনঙ্গই ধৰি ৰাখে।)(বৰ উত্তেজিত হৈ) কি চাই আছা? কি চাই আছা? বন্ধু কি চাই আছা?? শেৱালীক আনি নিদিয়া কিয়? শেৱালীক বিচাৰি নোযোৱা কিয়? পৰ্বতৰ নিজৰাৰ পানী সিঁচি, নিজৰা শুকুৱাই শেৱালীক চাকনৈয়াৰবুকু ফালি মোক আনি নিদিয়া কিয়? (সংযম হেৰুৱাই) আনি দিয়া, আনি দিয়া, আনি দিয়া. শেৱালীক মোক আনি দিয়া-- নিদিয়া কিয়? (লাহে লাহে মূৰ্চা যোৱাৰ দৰে হৈ আহে) উটি গ'ল! উটি গ'ল!! শেৱালী মোৰ উটি গ'ল!!! কোন পানীৰ ফটিক কোঠালিলৈ উটি গ'লগৈ? আহ, আহ উভতি আহ- তামোলৰ বটাটি লৈ, ফুলৰ কুকিটি লৈ

# নিৰ্ম্মলা

বিশ্বনাথ নাট্য মন্দিৰত প্ৰথম অভিনিত (১৯৪১)
**সপ্তমী ৰাতি দূৰ্গা পূজা উপলক্ষে**

ৰক্ষণশীল সকলৰ নানান বিৰোধ সত্বেও কৃতকাৰ্যতাৰে অভিনিত হৈ যায়।

কৃতী ভাৱৰীয়া সকল ঃ

| | | |
|---|---|---|
| ১। বৰুৱা | ঃ | শ্ৰীযুত জুৱেল প্ৰসাদ আগৰৱালা। |
| ২। মহেশ্বৰ দেউ | ঃ | " জীৱন চন্দ্ৰ বৰুৱা। |
| ৩। পদ্ম | ঃ | " শিৱ বৰঠাকুৰ। |
| ৪। নিৰ্ম্মলা | ঃ | " বসন্ত কুমাৰ সিংহ। |
| ৫। যমুনা | ঃ | " ঠানুৰাম দাস। |
| | | আৰু অন্যান্য সকল। |

## প্ৰোগ্ৰাম

### প্ৰথম অঙ্ক

**১ম দৃশ্য** ঃ (বৰুবাৰ আগচোতাল) মনু, পুৱাই, পানীৰাম, ভুধৰ, বৰুৱা, নিৰ্ম্মলা।
**২য় দৃশ্য** ঃ (বৰুৱাৰ ভিতৰ) বৰুৱানী, বৰুৱা, ধিতাই, পদ্ম, নিৰ্ম্মলা আৰু মহেশ্বৰ।
**৩য় দৃশ্য** ঃ (মহেশ্বৰৰ ঘৰৰ একোঠালী) মহেশ্বৰ, মনু, ভকতনী, চণ্ডী, যাদু বাপু, কলিমন।
**৪ৰ্থ দৃশ্য** ঃ (পুখুৰি ঘাট) সুমথিৰা, কপাহী, ফেদেলী, বকুলী, ভুধৰ,পানীৰাম, মনেশ্বৰ, ভোকোন্দ, কান্দুৰা, মহেশ্বৰ।
**৫ম দৃশ্য** ঃ (বৰুৱাৰ ঘৰ) বৰুৱা, বৰুৱানী পদ্ম, চণ্ডী, মহেশ্বৰ।

### দ্বিতীয় অঙ্ক

**১ম দৃশ্য** ঃ (মহেশ্বৰৰ ঘৰ) মহেশ্বৰৰ বৰ পুতেক, বৰবোৱাৰী, সৰু পুতেক, মহেশ্বৰী।
**২য় দৃশ্য** ঃ (মহেশ্বৰৰ গৰু ঘৰ) মহেশ্বৰৰ সৰু বোৱাৰীযেক, মহেশ্বৰী, সৰু পুতেক।
**৩য় দৃশ্য** ঃ (মহেশ্বৰৰ চ'ৰা) মহেশ্বৰ, মনু, চণ্ডী, সিদ্ধিনাথ, পানীৰাম, বুধৰ, পুৱাই, বকুলী, ভোকোন্দ।
**৪ৰ্থ দৃশ্য** ঃ (বালিকা বিবাহ নিবাৰণী সভা) পদ্ম, মানিক, কৃষ্ণ, বিষ্ণু, শুকদেৱ, গোবিন্দ।
**৫ম দৃশ্য** ঃ (যমুনাৰ ঘৰ) যমুনা, মহেশ্বৰ, পদ্ম।

### তৃতীয় অঙ্ক

**১ম দৃশ্য** ঃ (বৰুৱাৰ ঘৰ) বৰুৱা, বৰুৱানী, পদ্ম, ধিতাই, নিৰ্ম্মলা।
**২য় দৃশ্য** ঃ (পুখুৰী ঘাট) কপাহী, বকুলী, ফেদেলী, ভকতনী।
**৩য় দৃশ্য** ঃ (বৰুৱাৰ ঘৰ) নিৰ্ম্মলা, পদ্ম, বৰুৱা।
**৪ৰ্থ দৃশ্য** ঃ (সদৰ আমিনৰ ঘৰত বিয়া) ঢাকাযা বাইজী দুজনী, মন্মথবাবু, বৰনাথ, কুমুদ, বলৰাম।
**৫ম দৃশ্য** ঃ (বিয়াঘৰৰ পদুলি) মানিক (দৰা), মহেন্দ্ৰ, প্ৰিয, বলোৰাম,হৰেশ্বৰ।
**৬ষ্ঠ দৃশ্য** ঃ (বৰুৱাৰ ঘৰ) নিৰ্ম্মলা, কপাহী, মহেশ্বৰী, বৰুৱানী,বৰুৱা।
**৭ম দৃশ্য**—(যমুনাৰ ঘৰ) বৰুৱা, যমুনা, পদ্ম।

### ৪ৰ্থ অঙ্ক

**১ম দৃশ্য** ঃ (ব্ৰাহ্মণৰ সভা) চণ্ডী, মহেশ্বৰ, বৰুৱা।
**২য় দৃশ্য** ঃ (বৰুৱাৰ ঘৰ, সময ৰাতি) নিৰ্ম্মলা, বৰুৱা।
**৩য় দৃশ্য** ঃ (বৰুৱাৰ ঘৰ) বৰুৱানী, বৰুৱা, পদ্ম।
**৪ৰ্থ দৃশ্য** ঃ (পমুৱা ঘৰ) নিৰ্ম্মলা, ভকতনী।
**৫ম দৃশ্য** ঃ (গাৰৰ অন্য এক অংশ) মহেশ্বৰ, ভকতনী, নিৰ্ম্মলা।

### ৫ম অঙ্ক

**১ম দৃশ্য** ঃ (বাটৰ দাঁতি) পদ্ম, ১ম বাটৰুৱা, ২য বাটৰুৱা।
**২য় দৃশ্য** ঃ (আশ্ৰম) নিৰ্ম্মলা, সন্যাসী।
**৩য় দৃশ্য** ঃ (আলিবাট) বৰুৱা, ১ম বাটৰুৱা, ২য বাটৰুৱা।
**৪ৰ্থ দৃশ্য** ঃ (ৰাজআলি) পদ্ম।
**৫ম দৃশ্য** ঃ (ব্ৰহ্মপুত্ৰ পাৰ) বৰুৱা, নিৰ্ম্মলা, পদ্ম।
সামৰণিত-- কৰুণ ঐক্যতান ৰাগিণী।

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

**স্থান — বৰুৱাৰ আগচোতাল**

(মনুগায়ন, পুৱাই, পানীৰাম, ভুধৰ প্ৰভৃতি গাঁৱলীয়া ডেকাৰ ঢোল, তাল লৈ প্ৰৱেশ)

**মনুগায়ন**— ৰাতি ভালেখিনি হলহি পাই। ইযাত সোনকালে সামৰণি নামৰিলে, মণ্ডলৰ ঘৰ নৌ পাওঁতেই পুৱে পোহৰ দিবহি।হেৰ খৰধৰ কৰহঁক।

**পুৱাই**— হৰৌ পানীৰাম, শুনিছানে বোলোঁ, বৰুৱাৰ ঘৰত পাঁচ টকাৰ কম হলে নহব একা।

**পানীৰাম**—মোক হবলা কম ভকত পাইছ। মই পোনতে দহ টকাতহে চাব মাৰিম। তহঁতে হযভৰ দি ধৰিলেহে যদি পাঁচ টকামান সৰকে।

**মনুগায়ন**—বুজিছহঁকনে আজি কালি বৰুৱাৰ আৰু আগৰদিন নাই। নহলে তেওঁ যিহে অমাযিক পুৰুষ। পাঁচ টকা নালাগে, দহ টকাকে দিলেহেঁতেন।

**ভুধৰ**— চাওঁ জুইচুলাটো দেছোন, চিক্ৰট এহোঁপাকে মাৰি লওঁ। মোৰ জুইচুলাডাল কৰবাত পৰিল হবলা।

**পানীৰাম**—চেলেউ মোকো এটা দিবিছোন। মুখখন দেখোন কেনেবা লাগিছে।

**ভুধৰ**— হেৰ তোৰ মোক চিক্ৰট খুজিবলৈ লাজ লগা নাই নে? কালি দেখোন মই খোজোতে বৰ গপডাল চেলাই হোপাটোকে নিদিলি, আজি মোক বস্তু খুজিবলৈ লাজ লগা নাই নি অ'?

**পানীৰাম**—নিদিয় যদি নিদিওঁ বুলি কবি, হেকান পাৰ কিয?

**পুৱাই**— অ'ইহঁত পেংলাইতহে লাগিল, হেৰ ইযাতে ৰাতি পুৱাব খুজিছ নে?

**সকলোৰে**-এৰা, এৰা, ধৰহঁত বোপাই—(সকলোৱে হঁৰি গায়) ঔৱা হৰি বোঁলা, ঔৱা ৰাম!!বোপাইদেউৰ পদুলীত গোন্ধাইছে মালতী। কেতেকী মলেমলাই হে গোবিন্দাই ৰাম!!

(ইত্যাদি)

(হুঁচৰিৰ মাজতে বৰুৱা আৰু নিৰ্ম্মলাৰ প্ৰৱেশ)

**বৰুৱা**— (হুচৰি শেষ হলত) নিৰ্ম্মলা, ভিতৰৰ পৰা শৰাইখন আনগৈ যা, তাতে তামোল-পান এটাও আনিবি।

**নিৰ্ম্মলা**— বাৰু (প্ৰস্থান)

**বৰুৱা**— ৰাইজ সকল, আজি বছৰেকৰ বিহু উপলক্ষে আপোনালোকে মোৰ ঘৰত ভৰিৰ ধূলা দিয়াত, মই বৰ সন্তোষ পালোঁ, আৰু নিজকে কৃতাৰ্থ মানিলো। ভাই, বন্ধু, লৰাছোৱালী, আত্মীয়-স্বজন সহকাৰে আপোনালোকে সুখ- সন্তোষে থাওক। ঈশ্বৰৰ ওচৰত মোৰ এয়ে সৰল প্ৰাৰ্থনা। আপোনালোকক যথাযোগ্য সন্মান কৰিবৰ ক্ষমতা মোৰনাই, যি পাৰোঁ তাকেই আপোনালোকৰ আগলৈ আগবঢ়াই মিনতি জনাইছোঁ। ইয়াকে গ্ৰহণ কৰি নিজগুণে সন্তুষ্ট হয যেন।

(ইতিমধ্যে নিৰ্ম্মলাৰ প্ৰৱেশ, নিৰ্ম্মলাৰ হাতৰ পৰা শৰাই লৈ, বৰুৱাই তাত ধন দি আগ বঢাই দিযে)

**ভুধৰ**— পানীৰাম, চা-চোন দাঙ্গি, কিমান দিছে।

**পানীৰাম**—(কাপোৰ দাঙ্গি) মুঠেই দুটকাহে দিছে ঐ। ডাঙ্গৰীয়া, আমি বহুতো আশা কৰি আহিছিলোঁ। তথাপি ৰূপ পাঁচ টকা পেলাওক।

**ভুধৰ**— পাঁচ টকাৰ কম হ'লে আমি নিনিওঁয়েই।

**বৰুৱা**— আপোনালোক গাওঁৰে ভাই, ককাই, জ্ঞাতিকুটুম্ব। জীৱনে-মৰণে আপোনালোকক নিবিচাৰিলে গতি নাই। আপোনালোকক সন্তুষ্ট কৰিবলৈ পাঁচ টকা নালাগে, পাঁচশ দিলেও বিফলে নাযায। কিন্তু আপোনালোকে মোৰ বৰ্ত্তমান অৱস্থা জানেই। গতিকে ইযাকে অনুগ্ৰহ কৰি গ্ৰহণ কৰিলে পৰম বাধিত হম।

**মনুগায়ন**— ডাঙ্গৰীয়াৰ কথাতে আমাৰ সন্তোষ। যি দিছে সেয়ে বহুত।

**ভুধৰ**— তই কেপ্‌কেপাই থাক কিয? বাকী কিটকা সি যেন নিজৰ পেৰাৰ পৰাহে দিব।

**পুৱাই**— ভুধৰ, তোৰ তেল বাটি গৈছে দেখিছোঁ। ডাঙ্গৰীয়া দেউতাৰ আগতো দেখোন তোৰ বৰ কথা! একেজনী কাহঁতলীয়া চৰত দাঁত দুযো পাৰি উফৰিব বুজিছ? মই তোৰ ৰেহ ৰূপটো চাইহে আছোঁ তেও।

**ভুধৰ**— দদাযেৰক দেকোন বৰকৈ জোকাই লৈছে। একে গোবেই পেটটো ভাঙ্গিব দিছ নে?

**পুৱাই**— (খেদা মাৰি) হেৰ, মোৰ নেলুদাল চিঙ্গি তেজ পিম বাপেৰে।

**বৰুৱা**— আপোনালোকে কিয মিছাতে কাঁজিযা কৰিছে? (ভুধৰ ও পুৱাইৰ অৰিয়া-অৰি লাগে আনবোৰ ভাঙ্গি দিযে)

**মনুগায়ন**— ডাঙ্গৰীয়া যি পাইছোঁ, আমাৰ তাতে সন্তোষ। ৰাইজ হৰিধ্বনি দিয়া।(হৰিধ্বনি)

(এফালে বৰুৱা ও নিৰ্ম্মলা, আনফালে বাকীবোৰৰ প্ৰস্থান)

## দ্বিতীয় দৃশ্য

**বৰুৱাৰ ভিতৰ।**

**বৰুৱানী**— তাকেটো, আজি ইমান বেলিলৈকে অহা নাই কিয়? বেলিও বহুত হ'ল। সোনকালে উভতিম বুলি কৈ

গৈছিল দেখোন? (বৰুৱাৰ প্ৰবেশ) ইমান পৰ হল কিয়? বৰনগৰতো মুঠেই ইযাৰ পৰা তিনি মাইলহে।

**বৰুৱা**— মনোহৰ ভট্টাচাৰ্য্যৰ ঘৰতে ইমান পলম হ'ল।

**বৰুৱানী**—পিছে ভট্টাচাৰ্য্যইনো কি সমিধান দিলে? কিবা আশা আছে নে? ল'ৰাটো বোলে বৰ ভাল। কলিকতাত পঢ়িছে বোলে।

**বৰুৱা**— (অলপ হাঁহি) কলিকতাত পঢ়িলেই লৰা ভাল নহয়? তথাপি ভট্টাচাৰ্য্যৰ লৰাটোৰ বুদ্ধিটো চোকা বুলি মযো শুনিছো। ভট্টাচাৰ্য্যৰ বোলে বিয়া কৰাবৰ ইচ্ছা আছে; যদি লৰাৰ কলিকতাত পঢ়াৰ খৰচ যোগাব পাৰোঁ। লৰাৰ হেনো এতিয়া বিয়া কৰাবৰ ইচ্ছা নাই। লৰাৰ মাকে বোলে আকৌ বলোৰাম সদৰ আমিনৰ ছোৱালীটি বিয়া কৰাব বুলি কথা দিচে। পিছে খবৰ পাইছো সদৰ আমিনৰ ছোৱালীৰ দৰা অন্য ঠাইতহে ঠিক হৈছে। মুঠতে পঢ়াৰ খৰচ দিব পাৰিলেহে বিয়া কৰাব। পিচে মোৰ বৰ্ত্তমান অৱস্থাত এটা লৰাৰ পঢ়াৰ খৰচ যোগাবৰ সামৰ্থ্য নাই। আগৰ ধাৰ বিলাকৰ কাৰণেই মাটি-ভেটি যাওঁ যাওঁ হৈ আছে। পদ্মই কিন্তু এটি ভাল লৰাৰ কথা কৈছিল। লৰাটি বোলে পঢ়াইশুনাই, কথাই-বতৰাই বৰ ভাল। পদ্ম এতিয়া ইযালৈকে অহাৰ কথা আছে তাৰ মুখেই সকলো শুনিবা।

**বৰুৱানী**— এৰা, এই বহাগ, জেঠৰ ভিতৰুতে যেনে-তেনে বিযাখন পাতিবই লাগিব। বযসো এইফাগুনে বাৰত সোমাল। তাইৰ তেজ-পানী দেখি মানুহে এতিযাৰ পৰা চি-চি চা-চা কৰিবলৈ ধৰিলেই।

**বৰুৱা**— এনেকৈ চাবলৈ গলে, বাৰ-বছৰ একোৱেই নহয়। বাৰ-বছৰত লৰা কেচুৱা হৈযে থাকে। সোনকালে বিয়া দি উলিযাই দিলে, ছোৱালীবিলাকৰ স্বাস্থ্যও নষ্ট হয। আৰু শিক্ষাৰ সময়ো নাপায়। কিন্তু কি কৰিবা? আগৰে পৰা এনেকৈযে চলি আহিছে যেতিয়া আজি ইচ্ছা নাথাকিলেও তেনেকৈযেই চলিব লাগিব।

**বৰুৱানী**— আগৰ ঋষি মুনি সকলে কিবা এটা ভাল দেখিহে চাগৈ এনে নিযম কৰি গৈছে। পিতৃ-পিতামহৰ নিয়মটো এৰিলে বাট থাকিব ক'ত।

**বৰুৱানী**— (অৰ্দ্ধ স্বগতঃ) ঋষি-মুনি সকলৰ নামত, পিতৃ-পিতামহ সকলৰ দোহাইত, সমাজত ঘোৰ বীভৎসতাৰ সোঁত বৈ গৈছে! কোন ঋষিযে কোন মুনিযে কোন পণ্ডিতে দিন কাল পাত্ৰৰ কি অৱস্থাত কি নিযমৰ প্ৰৱৰ্তন কৰিছিল, তাৰ খবৰ লয কোনে? সকলোৱে কেৱল, গভীৰ অন্ধকাৰত বাট হেৰুওৱা পথিকৰ দৰে দুৰত আলোক পোহৰ দেখি, নিশ্চিত ধ্বংসলৈ অগ্ৰসৰ হৈ গৈ আছে। এই অনিৰ্দিষ্ট ঋষি-মুনিসকলৰ মুৰত নিজৰ দায়িত্বহীনতাৰ, নিজৰ দুৰ্ব্বলতাৰ ভাৰ জাপি দি আমাৰ মনত কুসংস্কাৰে এনে চিৰকলীযা ঘৰ পাতি লৈছে, দুৰ্ব্বলতা এনে গভীৰ ভাবে সোমাইছে যে, সাধাৰণ ভাল বেযা বিচাৰো আমাৰ লোপ পাইছে।

**বৰুৱানী**—(অলপ অধীৰ ভাৱে) দহজন বাৰু যেতিয়া অইন ৰকমে চলিব আমিও চলিম। দহ জনক এৰি জানো আমি চলিব পাৰিম ?

**বৰুৱা**— (অৰ্দ্ধ স্বগতঃ) এই দহজনৰ কাৰণেইটো আজি বিবেকক বলি দি দুগ্ধপোষ্য শিশুক এখন এচিনাকী নতুন সংসাৰৰ ভাৰত প্ৰপীড়িত কৰিবলৈ হাবাথুৰি খাই ফুৰিছো। সমাজ-নামক প্ৰাণহীন অত্যাচাৰী সমূহৰ ভযতে, চকুৰ মণি, আচলৰ ধন, জীৱন সম্বল একমাত্ৰ কন্যাক স্বাস্থ্য, সুখ-শান্তি সকলোৰে পৰা বঞ্চিত কৰিবলৈ ওলাইছোঁ। (বৰুৱানীৰ প্ৰতি) তুমি বোধকৰো আমাৰ আচাৰ ব্য ৱহাৰ, নীতি-নিযম বিলাকৰ কথা ভালকৈ ভাবি চোৱা নাই। অলপ গমি চালেই বুজিলাহেঁতেন, কিছুমান অৰ্থহীন, সাৰহীন কথাই আমাক এনেকৈ সাৱতি ধৰি আছে যে, সেহঁতৰ হাতসাৰি স্বাধীন চিন্তাৰ কাষলৈকে যাব নোৱাৰি। এই নীতি নিযম বিলাকৰ আচল উদ্দেশ্য কি কোনেও তাৰ আলোচনা নকৰে। যি জাতিৰ মানসিক অৱস্থা এনে শোচনীয তাৰ উন্নতি ক'ত?

**বৰুৱানী**— সেইবোৰ কথাৰ আপোনালোকেহে ভূ-পায, আমাকনো উৰহী গছৰ ওৰটো কেলৈ?

**বৰুৱা**— (স্বগত) কি অস্বাভাৱিক ঔদাস্য। যি সমাজৰ সমানে এফাল, ইযাৰ মঙ্গল-অমঙ্গল, ভাল-বেযাৰ প্ৰতি ইমান উদাৰ,--যি সমাজে তিৰোতা জাতিক ঘৰচীযা পশু শ্ৰেণীলৈ টানি আনি নিজেই পঙ্গু হৈ পৰিছে, সেই সমাজৰ ভবিষ্যৎ ঘোৰ অন্ধকাৰ।

(ধিতাইৰ প্ৰবেশ)

**ধিতাই**— দেউতা, হাজৰিকাৰ পোৱক আহি বাহিৰতে বহি আছে।

**বৰুৱানী**—কোন? পদ্ম আহিছে? যা ইযালৈকে মাতি আনগৈ। পিৰা এখনো লৈ আহিবি।

**ধিতাই**— বাৰু আই। (প্ৰস্থান)

**বৰুৱানী**—হে ভগৱান! পদ্মৰ মুখে যেন ভাল খবৰ পাওঁ। চিন্তাত মোৰ টকুত টোপনি নোহোৱা হৈছে।

(ধিতাই ও পদ্মৰ প্ৰৱেশ, ধিতাইয়ে পিৰা পাৰি দিযে, তাতে পদ্ম বহে আৰু ধিতাইৰ প্ৰস্থান।)

**বৰুৱানী**—বাপা, জানাইতো। ছোৱালীজনী এঠাইত দিব নোৱাৰিলে আমাৰ খাৱন শোৱন নোহোৱা হৈছে। খুৱাদেউৱাই ক'তো ঠিক কৰি উঠিব্‌ পৰা নাই। তুমি

ভাল ল'ৰা এটাৰ সন্ধান পাইছা বুলি শুনি, তোমাৰ মুখে সকলো কথা শুনিবলৈ বাট চাই আছোঁ।

বৰুৱা— আজি তোমাৰ মাণিক বোলা ল'ৰাটিক লগ পাবৰ কথা আছিল। লগ নাপালা নে কি?

পদ্ম— হয় লগ পাইছিলো। কিন্তু মাণিকৰ ইচ্ছা অন্যৰকম দেখিলোঁ। যদিও আপোনাৰ অৱস্থাৰ কথা শুনি সি সহানুভূতি প্ৰকাশ কৰিলে, তথাপি সি ডাঙৰ ছোৱালী এটিহে বিয়া কৰাবৰ ইচ্ছা কৰে । এনে অৱস্থাত মযো টানকৈ অনুৰোধ কৰিবলৈ সুচল নাপালো। যদি আপুনি নিৰ্ম্মলাকে কিছুদিন ৰাখিবলৈ সাহ কৰে তেন্তে

বৰুৱানী— অসম্ভৱ। মই থকা দিন কেইটিত তেনে হব নোৱাৰে। মই মৰিলে, তোমালোকে যি ভাল পোৱা কৰিবা। ইস্ ইস্ এইবোৰ জাত যোৱা কথা।

বৰুৱা— মোৰ ইচ্ছাটো জানাই। কিন্তু এফালে সমাজৰ ভীষণ উৎপীড়নৰ ভয় আৰু আনফালে খুৰী দেৰেৰাৰ ঘোৰ অশান্তি। এই দুটা বিপদৰ মাজত পৰি নিৰ্ম্মলাৰ যেনে তেনে বিয়াখন দি মনস্তাপ ভুঞ্জিবলৈকে প্ৰস্তুত হৈছোঁ।

পদ্ম— কি কৰিম। সৰু ছোৱালী বিয়া কৰাবলে যে মাণিক ৰাজি নহয়।

বৰুৱা— পদ্ম, যদি এই মাণিক বোলা লৰাটিয়ে সচাঁকৈ এনে এটা কাম কৰিব পাৰে তেন্তে তাতকৈ আনন্দৰ কথা একো নাই। মাণিকে বিয়া নকৰোৱাত যদি মোৰ নিৰ্ম্মলা নিতান্ত অপদাৰ্থ এটাটো পৰে, নতুবা তাইৰ একেবাৰে বিয়া নোহোৱাকৈ থাকে তথাপিও অবলাৰ কল্যাণ কামনা কৰিছে বুলি মই মাণিকক হৃদয়ৰ অন্তৰতম প্ৰদেশৰ পৰা আশীৰ্ব্বাদ কৰিম। পৃথিৱীত সাহ হ'লেও নতুন কাম কৰা বৰ টান কথা। কাৰণ সুভাৱতে ৰক্ষণশীল মানৱ সমাজে এনে মানুহৰ ওপৰত ভীষণ অত্যাচাৰ কৰে। যি সকলে সকলো কষ্ট মূৰ পাতি লৈ সত্যক আকোৱালী ধৰে, তেওঁলোক ধন্য। কাৰণ তেওঁলোক নোহোৱা হলে, মানুহ আজিও পশু হৈযে থাকিলেহেঁতেন।

বৰুৱানী— বাপা। অকমান বঁহা, চাহ এটোপাকে কৰোগৈ। (প্ৰস্থান)

বৰুৱা— আৰু আন ঠাইত কিবা আশা দেখিছানে?

পদ্ম— লিখা-পঢ়া জনা ল'ৰাবিলাকে নিজৰ বিলাস অক্ষুণ্ণ ৰাখিবলৈ ধনী মানুহৰ ছোৱালী বিচাৰে আৰু পাযো। ইপিনে নিচেই গাৱঁলীযাবিলাকে আপোনাৰ ছোৱালী ৰূব-দাবৰ অনুপযুক্ত বুলি বিয়া কৰাব নোখোজে। এনে অৱস্থাত ল'ৰা পোৱাই টান হৈছে। তবু চেষ্টাত থাকিম। (নিৰ্ম্মলাৰ প্ৰবেশ)

নিৰ্ম্মলা— পদ্ম দাদা, কেতিয়া আহিলা? আজি দুদিন দেখোন তুমি এইপিনে অহাই নাই।

পদ্ম— মই বৰনগৰত আছিলোগৈ। পিছে তই জানো ইংৰাজীৰ সৰু ফলাৰ আখৰ লিখি থৈছ আৰু পদ্য কিটাও।

নিৰ্ম্মলা— আখৰ লিখিলোঁ। পদ্যহে মুঠেই দুটা আহিছে। বাকী কেইটা আওৰাবৰ সময়কে পোৱা নাই। আজিকালি আয়ে মোক তাত ববলৈ শিকায় নহয়। এইবাৰ বিহুৰ গামোছাত মই নিজেই ফুল দিছোঁ।

পদ্ম— অ'মোক এইবাৰ বিহুত গামোছা নিদিলি নহয়।

নিৰ্ম্মলা— তুমি অহাই নাই। আয়ে তোমালৈ গামোছা এখন থৈ দিছে। মই বোৱা এখনো দিম নে?

বৰুৱা— তই বোৱা এখনো পদ্মৰ নাম লিখি দিবি।

পদ্ম— তই নাম লিখিবলৈকো শিকিছ নে কি?

নিৰ্ম্মলা— কিয়, মইনা বাই দুপৰীযা দুপৰীয়া আহি মোক উলৰ কাম শিকায় নহয়? (মহেশ্বৰৰ প্ৰবেশ)

বৰুৱা— আহক দেউ। পিছে সৰু ল'ৰাটিৰ গা-অসুখ বুলি শুনিলোঁ। কেনে আছে?

মহেশ্বৰ— ঔষধ পাটি কৰিব লাগিছোঁ। তথাপি একোৰো একোটা নাই।

পদ্ম— দেউ, টঙ্কেশ্বৰ ডাক্তৰক দেখুৱাইছিল জানো?

মহেশ্বৰ— ৰাম। ৰাম।। ডাগ্‌দৰি ঔষধ বেবহাৰ কৰি জাতটো খেদাম নে?

পদ্ম— বেমাৰত ডাক্তৰৰ ঔষধ খুৱালেই যদি জাত যায়, তেন্তে আপোনাৰটোও বৰ জাত।

মহেশ্বৰ— কি কলি? ডাগ্‌দৰি দেৱাই খালে জাত নাযায়? ইংৰাজী পঢ়িলেই কটা লৰাবোৰ এনে গুৰুজনক পেংলাই কৰিবলৈ শিকে। কটা অধৰমীহঁত!

বৰুৱা— যাৰযেনে ৰুচি সি সেই ভাৱেই চলিব। পিছে ডাক্তৰি ঔষধৰ পৰা যদি উপকাৰ হয়, তেন্তে তাক ব্যৱহাৰ কৰাত একো আপত্তি নাথাকে। শাস্ত্ৰতো কৈছে ঔষধাৰ্থে—

মহেশ্বৰ— যাৰ যি ৰুচি তাকে কৰিয়েইতো সমাজ অধঃপাতে গৈছে। নহলেনো আজি আপুনি সাহ কৰি উঠি থকা ছোৱালী এজনী—

বৰুৱা— সাৱধান, এনে মিচা অপবাদ শুনিবলৈ মই প্ৰস্তুত নহওঁ। বিশেষতঃ সকলো কথা দেশ কাল পাত্ৰ চাই ক'ব। নিৰ্ম্মলা, আই তই ভিতৰলৈ যা।

(নিৰ্ম্মলাৰ প্ৰস্থান)

মহেশ্বৰ— কি হে, তোমাৰ ঘৰত পাই মোক কিলাবা নে কি? তোমালোকে পাপ কৰিবলৈ ভাল হয আৰু আমি কলেই জগত লাগে। বৰ ডাঙৰ মানুহ ওলাইছা নহয়?

বৰুৱা— আপুনি মোৰ ঘৰৰ পৰা যাওক। যি মানুহে এনে জ্বলন্ত,

মাৰাত্মক, অসত্য ইমান অসঙ্কোচে প্ৰকাশ কৰিব পাৰে, তেনে মানুহৰ প্ৰতি ভদ্ৰোচিত ব্যৱহাৰ কৰা সদায় সম্ভৱ নহবও পাৰে।

**মহেশ্বৰ**— বৰ ভদ্ৰডাল চেলাইছাঁ? বুঢ়ী ছোৱালী ঘৰত ৰাখ, তাকে ক'লে আকৌ মাৰিবলৈ আহ। বাৰু চাই লবি, মোৰ নাম যদি মহেশ্বৰ হয়, তেন্তে এই অপমানৰ প্ৰতিশোধ লৈহে এৰিম।

(প্ৰস্থান)

**পদ্ম**— বৰ অস্পৰ্দ্ধাতো—

**বৰুৱা**— বলাঁ ভিতৰলৈ যাওঁ, এনে কথাৰ আলোচনা বহল নকৰিলেই ভাল। (প্ৰস্থান)

## তৃতীয় দৃশ্য

### মহেশ্বৰৰ ঘৰৰ একোঠালী

**(হাতত মলা লৈ মহেশ্বৰ পিৰাত বহে)**

**মহেশ্বৰ**—(স্বগতঃ) সেযেতো, আজি ভকতনী ইমান পৰলৈকে নাহিল কিয়? কি জানি, কিবা বিঘিনীযেই ঘটিল নে কি? বেটিযে মোৰ পইচা কেইটা পানীতহে পেলালে হবলা।

(নেপথ্যত—দেউ ঘৰত আছেনে?)

**মহেশ্বৰ**—ৰাম,ৰাম, কৃষ্ণ, কৃষ্ণ। (নেপথ্যত—বোলো দেউ, ঘৰত আছে নে?) হৰি। তুমিযেইহে মোৰ। অ'কোন সোমাই আঁহা।

(হাতত টোপোলা লৈ মনু গাযন বৰাৰ প্ৰবেশ)

**মনু**— টোপোলা আগবঢাই দি সেৱা কৰে) দেউ আজি পাচ দিন হ'ল, মোৰ বৰ ল'ৰাটোক অমুটক জ্বৰ,কণ এটিও পেটলৈ যোৱা নাই। পানী অকণ গলেও ওকালি আহে। দেউ চাওকচোন কি কৰিলে ল'ৰাটোৰ জ্বৰখন এৰাব।

**মহেশ্বৰ**— ৰাম, কৃষ্ণ, হৰি। (মাটিত মঙ্গল চাই) গাযন বৰা তোৰ ল'ৰাটোৰ ওপৰত শনিৰ দৃষ্টি পৰিছে। ৰঙা কাপোৰ এজোৰ, ধান তিনি দোন, সোণ এফেৰা, ৰূপ এফেৰা আৰু ক'লা ছাগলী এটা বামুণক দিলেই দেখোন তোৰ ল'ৰাটোৰ ভাল হব লাগে।

**মনু**— ভাল দেউ, খুজি মাগি তাৰেই দিহাটো কৰোঁগৈ। পিছে কাইলৈ দুপৰীয়াই দুখীযাৰ ঘৰত ভৰিৰ ধূলা দিযেহি যেন।

**মহেশ্বৰ**— কুশল হওক। (মনুৰ প্ৰস্থান)।

**মহেশ্বৰ**— এঃ এতিযাও নাহিলা দেখোন। কটাৰজী বেটীযে বৰ চিন্তাত হে পেলালে। (ভকতনীৰ প্ৰবেশ।) আই তই আহিছ। দুৱাৰ খন মাৰি আহ।

**ভকতনী**— মই দুৱাৰ মাৰি আহিছোঁ।

**মহেশ্বৰ**— পিচে কি ক'লে কচোন?

**ভকতনী**— ক'ব কি। খাবলৈহে নাইকিযা, ইপিনে ভেমটো চাই কোনে? তেনে ভেম এই ভকতনীযে কতৰ ভাঙ্গিলোঁ, দেৱেই জানে দেখোন। প্ৰথমতে পাঁচ টকা, তাৰ পাচত দহ টকা, তাৰপাচত কুৰি টকাৰ, নাম কৰিলো, তথাপিওঁ নুবুলিলে। শেহত মিছা বদনাম উলিযাম বোলাত হে অলপ শাম কাটিলে। আজি দুসাজৰ মূৰত দেউৰ পইচা কিটা পাই পেটত অন পৰিব। ইফালে ফাটিহা দেখিলেই ভয লাগে।

**মহেশ্বৰ**— ভকতনী তোৰ কামত মই বৰ সন্তুষ্ট হৈছো। এইবাৰ তোক মই ভাল থুৰীযা এজোৰ কৰাই দিম।

**ভকতনী**— (হাহিঁ) দেউৰ অনুগ্ৰহ। আপোনাৰ খাযেই জীয়াই আছোঁ, আপোনাক সন্তোষ নকৰি কৰিম কাক?

**মহেশ্বৰ**— বাৰু এতিযা তই যা। (ভকতনীৰ প্ৰস্থান)। (স্বগতঃ) সুখৰ কাৰণেই সকলো বিযাকুল। শাস্ত্ৰতো আছে বোলে আনন্দই সকলোৰে মূল। এনে অৱস্থাতে যাই যিমান পৰা সুখ ভোগ কৰি লোৱা উচিত। পাপ-পূণ্য সকলো সমাজৰ মানুহক ডঁৰিত ৰাখিবলৈ কল্পনা কৰি লোৱা বস্তু। সমাজৰ আঁৰত নিযম ভাঙিলে তাৰ পৰা একো বেযা নহয। যাই হওক শেহত ৰাজী হ'ল এযে বহুত।

(নেপথ্যত—মহেশ্বৰ দেউ ঘৰত আছে নে?)

**মহেশ্বৰ**— হৰে ৰাম। আছোঁ সোমাই আহক। (চণ্ডী, যাদু প্ৰভৃতি ব্ৰাহ্মণ সকলৰ প্ৰবেশ)

**চণ্ডী**— পিচে, মতাইছিল বা কিয?

**মহেশ্বৰ**— আপোনালোক সকলোটি বাপুসকল আজি ইযাত উপস্থিত। আমাৰ সমাজত কোনো উচ্ছৃংখল হলে, আপোনালোকে তাৰ বিহিত ব্যৱস্থা কৰিব লাগে। বৰ্ত্তমান বৰুৱাৰ ঘৰত আমাৰ সমাজত নোহোৱা — নোপোজা এটা ডাঙৰ পাপৰ কথা হৈছে। বৰুৱাৰ ছোৱালীজনীৰ বিযা দিবৰ বযস কেতিযাবাই উকলি গল। এতিযা মানুহ হৈছে বুলি শুনা যায। আপোনালোকক এই কথাৰ এটা মীমাংসা কৰিবলৈহে মতাইছিলো।

**চণ্ডী**— উঃ কি ঘোৰ অইনাই। সাতাম পুৰুষত নোহোৱা কথা বৰুৱা পাষণ্ডৰ ঘৰত হৈ গ'ল। ইযাৰ অতপালিতো কম নহয়। ইংৰাজৰ দিন নোহোৱা হ'লৈ, ইযাক খুচি মাৰিলোঁহেতেন। ঘোৰ কলি, ঘোৰ কলি। শাস্ত্ৰতো কৈছে কলি কালত চাৰি জাতৰ একেতা চৰু হ'ব।

**যাদু**— ইযাৰ সমুচিত এটা নকৰিলে বাস কৰাই টান হব।

বৰুৱাক জুই পানী নিষেধ কৰি চৰালৰ শাৰীত ঠাই দিয়া হওক।

**চণ্ডী**— অকলে বৰুৱাই নহয়, বৰুৱাৰ লগত যি সংসর্গ কৰে, সিও চৰাল হ'ব।

**যাদু**— দেউসকল, মই এটা কথা কব খোজোঁ। ইয়াত কোনো শূদ্ৰিৰ আদি নাই। গতিকে নির্ভয়ে মই মনৰ কথাটো কব পাৰো। আপোনালোকে জানেই যে, মোৰ চতুর্থ পক্ষৰ ঘৈণী গৰাকী আজি পাঁচ দিন হ'ল ঢুকাল। যদি আপোনালোকে অনুমতি কৰে তেন্তে বৰুৱাৰ ছোৱালীটীকে মই বিয়া কৰাব খোজোঁ।

**চণ্ডী**— দেউ! বুঢ়া কালত এই মহাপাপ আচৰিব নে? হৰি! হৰি!!

**যাদু**— দেউসকল! যদি আপোনালোকে এই বিষয়ে মনে মনে থাকেবলৈ গাত লয়, তেন্তে ইয়াত উপস্থিত সকলোৰে গাই পতি কুৰি টকাকৈ পাব। (সকলোৰে মুৰ খজুৱাই, মহেশ্বৰ যাদুক ওচৰলৈ মাতি নি কাণে কাণে কয়।)

**মহেশ্বৰ**— বাৰু যাওক, আঢৈ কুৰিকৈ দিম বুলি কওক।

**যদু**— কোনো কথা নাই, দিয়াহব।

**মহেশ্বৰ**— (ডাঙৰকৈ) বাপুসকল! এটা কথা। বৰুৱাৰ ছোৱালীটো মানুহ হোৱা বুলি আমি উৰা বাতৰিহে পাইছো। খবৰটো তিমান বিশ্বাস কৰিব লগীয়া নহয়। তাৰ উপৰি বামুণৰ মান ৰক্ষা কৰাত সকলোৰে সহায় কৰিব লাগে। যাদুবাপুৰ ঔষচ গ'লেই যাতে বিয়া হয় এই বিষয়ে সকলোৰে চেষ্টা ৰাখে যেন।

**সকলোৰে**— বেচ, ঠিক, ভাল, আমিতো আছোঁয়েই।

**মহেশ্বৰ**— হেৰ কলিমন! এই টোপোলাটো আৰু পিৰাখন লৈ যাহি।

(কলিমনৰ প্রবেশ আৰু টোপোলাও পিৰালৈ প্রস্থান)

(সকলোৰে প্রস্থান)

# চতুর্থ দৃশ্য

## পুখুৰী ঘাট

(কোনো তিৰোতাই কাপোৰ ধোৱা, কোনোৰে গা ধোৱা, কোনোৰে কথা পতা অবস্থাত থাকে।)

**সুমথিৰা**— কপাহী, কালি যে জকাই বাই গৰৈ পোৱালী কিটা পাইছিলো, তাৰেই মধুসোলেং দুপাত মানেৰে শাক ৰান্ধিছিলোঁ। আমাৰ মাইকণৰ বাপেকে খাই বৰ ভাল পালে।

**কপাহী**— মোৰ বৰ ল'ৰাটোৱে কালি মোহন বামুণক গালি পাৰি টোকান এডাল লৈ খেদি গৈছিল। হাক দিলে মোক হে মাৰিবলৈ আহে।

**সুমথিৰা**— ডাঙৰ হলে ভাল কৰা টান হব? চকু দিবা।

**কপাহী**— তোৰ কিটাকে ভালকৰ। এধানমান ল'ৰাটোৱে গালি এষাৰ পাৰিলতে জগৰ লাগিল।

(বকুলীয়ে আচাৰা কাপোৰৰ পানী ফেদেলীৰ গাত পৰে)

**ফেদেলী**—হৰ্যৌৱা, হতচিৰীহতি, মৰিব নাজানতী, কাপোৰ ধোৱা পানীবোৰ গাত পেলাইছা কিয়। মানুহ নেদেখ নে কি? চকুহালত কোনোবাই

**বকুলী**— সুগুণী, গাত পানী নপৰাকৈ দেখোন এনেয়ে গালী পাৰি আহ।

**ফেদেলী**—নকবি আই, দিন কাল গুচিল। আজি বামুণ চুবুৰীলৈ গৈ যি আষাৰহে কথা শুনি আহিলোঁ, শুনিলেও গঙ্গাস্নান লাগে।

**সকলোৰে**-(আগ্রহেৰে ওচৰ চাপি) কি কথা, কি কথা।

**ফেদেলী**--দেশত নোহোৱা কথা আই! ধৰম কৰম বামুণহঁতেই গুচালে।

**সকলোৰে**-(দুগুণ আগ্রহেৰে) কি কথা নো মোৰ শপত, মোৰ মূৰকে খোৱা কোৱাচোন?

(ফেদেলীয়ে আটাইৰে কাণত ফুচফুচাই কয়, আটাইবোৰ আচৰিত হয়।)

**কপাহী**-- বামুণীহঁতে আমাক এনেয়েহে ঘিণায়। তাইহঁতৰ ভিতৰি ক'ত পাপ আছে।

**বকুলী**-- আছেতো। কুন্তী বামুণীৰ কথানো কোনে নাজানে?

**সুমথিৰা**-- অধৰমীৰ বেটীহঁত, তোহোঁত হবলা কম। মই বুটী মাৰে এটাইৰে আটাইবোৰ কথা বাকি দিম এতিয়া।

(দূৰৈত বিহু নাম গাই ভূধৰ ও পানীৰামৰ প্রবেশ।)

**নাম**

তোৰে যে, কথা ঐ — পুৱাতে যে পাটীতে
চেৰেংকৈ মনতে পৰে।
হালোৱা তলিটো — তোৰে যে শোকতে
মন মোৰ বিয়াকুল কৰে।।
দুপৰৰ ৰদতে — গছৰ ছাঁত জিৰাওঁতে
বতাহৰ চাতিৰে দৰে।
মনলৈ আহে মোৰ — তোৰে যে চিতাটো ঐ
পাটীত চাতি-ফুটি কৰে।।
নিশা দুপৰতো — টোপনী যে নাহে ঐ
পাটীত চাতি-ফুটি কৰো।
আহ ঐ লাহৰী — মোৰে যে কাষলৈ
হিয়াতে সাৰটি ধৰোঁ।।

**ভূধৰ**— পানীৰাম দেখিছ নে? সেই, সেইজনী বকুলী। বুজিছনে ভাই! এইবাৰ বিহুতে তাইক ধৰি নিওঁ

বুলিছিলো, কিন্তু সাহ নহল ঐ।

**পানীৰাম**— এঃ, তই মোক নকলি কিয? বাৰু আঁজি খাপ দিওঁ ধৰ। পিছে, তাইৰ মনটো জুখি চাইছ জানো নি অ তাইৰ মন নাথাকিলে অলপ দিকদাৰি কৰিব ঐ।

**ভূধৰ**— তাইক মই টুকুৰিযাই চাইছোঁ। মন আছে যেন লাগে ঐ। সৌজনী, এই ফালেই আহিছে। (মূৰত ধোৱা কাপোৰ লৈ বকুলী ধীৰে ধীৰে পানীৰামৰ অলপ কাষ চাপি আৰু লাহে লাহে গায।)

**বকুলী**— কুটুমে যে মোৰে ঐ শোকে নকৰিবা
শৰীৰক নিদিবা দুখ।
তোমাৰে সঙকে নাপালে যে মিতিৰ ঐ
মোৰো নহব সুখ।।
ৰাঙলি মদাৰত ৰঙা ফুল ফুলিব
ভোমোৰাই চুহিব ৰস।
আমাৰো এদিন ঐ সুখৰ দিন আহিব
এযে মোৰ মনৰে আশ।।

(উত্তেজিত ভাবে ভূধৰে গায)

**ধূধৰ**— আজিনো ৰাতি লৈ বৰবাটৰ কাষতে
বাটে চাই থাকিমে মই।
লাজে নেপেলাবি নিৰাশ নকৰিবি
মোৰো যেন কথাটি ৰয।।

**পানীৰাম**— আজি যেনে তেনে এইক ধৰিবই লাগিব। হেৰ তাইৰ গঢ গতিৰ পৰা ইছাটো আ[illegible] যেন লাগিলে। তয়ো কিন্তু মোক (কাণে কাণে কয)

**ভূধৰ**— এই কাৰ্য্যত তই মোক সহায কৰিলে, মইনো তোক এৰি দিম নে?

(কপাহী, ফেদেলীৰ বাহিৰে তিৰোতা বিলাকৰ প্ৰস্থান)

(হাতত জাল-জৰি লৈ মনেশ্বৰ, ভেকোন্দ প্ৰভৃতি নদীযালৰ প্ৰবেশ)

**ভোকোন্দ**— উঃ আজি ভাল সাৰীলো পাই, মছন্দৰী দেৱতাই পাইছিলেই। পিচে মনেশ্বৰে চকুৰে চকুৰে কথাটো কৈহে ৰইসা কৰিলে পাই।

**কান্দুৰা**—এৰা বোপাই, ভাল ৰইসা পালোঁ। সিদিনা মছন্দৰীযে পাই নগএাক নকৰিবৰ চকৰী কৰিলে নহয়। এতিযাও সেই ডাল পৰি আছে।

**ভোকোন্দ**— হেৰ কাণকটা, জুমুঠিটো এই ফালে দেছোন, ধোৱা এহোপাকে খাই লওঁ। পৰো ভালে খিনি হল ঐ. মযো কানি অকণকে খাওঁ ৰ।

**কান্দুৰা**— ভোকোন্দ' আমি গেহান এটাকে গাও আহ। সেই থিযতৰাত যে, গাইছিল, সেইটোকে গাও ধৰ। বৰ ভাল গাহান পাই।

**ভোকোন্দ**— অ' ধৰিবি। (সকলোৱে নিজ সুৰত গায) পৃথিবীৰ ভিতৰত মোৰ জনীযেই স কলোতকৈ ভাল তিৰী। এনে সুলইসনীযা ক'ত দেখিছাঁ, তুলিলে বাপেকৰ পিৰী। মুখৰ গোন্ধ ভেটেকা ভেটেক, নাকটো চোতাল হেন। পেটটো গেৰেলা দেখিবলৈ সাইলাস শকত গাহৰী যেন? এহাতলৈ ওলোৱা দাঁত কিদাল, দেসোতেই মন সাই পৰে। আমাৰ সিজনীৰ ওফোন্দা গাল, ভেকুলীৰ দৰে মাত। সোজ কাঢোতে জপিযাই যায, দেহাটি এনে চিকুণ। কথাই পতি গালি শপাত, তাই হলে বৰ পোন। দুপৰ বেলিলৈকে পাটীখন নেৰে, মাতিলেও গালিহে শপে। সিজনীৰ নিচিনা নাই কাৰো ঘৈণী এনে কামে, বনে ৰূপে।।

**কান্দুৰা**—হেৰ ভোকোন্দ, বোলোঁ কথা এটা শুনিছনে? বৰুৱাৰ জীযেক বোলে মানুহ হ'ল। বৰ মানুহ দেখিহে মনে মনে আছে। নহলে গোৱে পোৱে তল যোৱা কথা পাই।

**ভোকোন্দ**— সচাঁ নে কি? ইস ৰাম। ভালেতোহে দেশত ইমান অপায অমঙ্গল হৈছে ঐ? সইত কালত মানুহ এশহতীযা আছিল। এতিযা সৰু হোবাৰ গুৰিনো কি বুলি ভাবিছ?

**ভূধৰ**— (আগবাঢি আহি) ভোকোন্দ কাই, চিলীমটো দেছোন।

**পানীৰাম**— চাবি অ' ডোমডালে লেতিযালেই হেঁতেন এতিযা।

**কান্দুৰা**— কতা হোন্দো, দেখোন বৰ সাহ। একে কোবেই মূৰ ওফৰাব দিছনে?

**ভোকোন্দ**— কতা, আমি কৈৱৰ্ত্ত হৈছো বুলি নাজান নে? কালি পাতেৰেই শালি থমনে বাপেৰে?

**কান্দুৰা**— (হেৰ, ইহঁতক ধৰি মাছ কচা দি কাচি পেলাইঁক অ'।

(পানীৰামে খেদা মাৰি যায, ভোকোন্দহঁতে চুই চাবিনে, চুই চাচোন বুলি পাচ হুহঁকি যায। কান্ধত গামোছা লৈ মহেশ্বৰৰ প্ৰৱেশ।)

**মহেশ্বৰ**—ৰাধা কৃষ্ণ ৰাম, হেৰ তহঁতে কি খকা-খুন্দা লগাইছহঁক।

**পানীও ভূধৰ**— চাওকচোন দেউ, সচা কথা কলে ইহঁতৰ জগৰ লাগে। সাত পুৰুষ মৰি গ'ল—

**মহেশ্বৰ**—ভোকোন্দা কিবা পাইছিলি নে?

**ভোকোন্দ**-হয দেউ, সৰিযা এটা পাইছোঁ। বাৰু চাওকচোন দেউ, এই হোন্দো-

**মহেশ্বৰ**— বাৰু, বাৰু, মই সিহঁতক পৰাচিত কৰিম। হেৰ' তহঁতে মানুহ বুজি কথা নকৰ কিয? ভোকোন্দা' মাছটো মোৰ ঘৰত দি আহিবি।

**ভোকোন্দ**— ভাল দেউ'

**মহেশ্বৰ**—তহঁতৰ সাত ধেনু পৰাচিত লাগিল। তহঁতে অন্ত্যেজৰ লগত বেবহাৰ কৰিছ।

**ভূধৰ**-- দেউ, সিহঁতেতো আমাক মৰা নাই। পানী ৰামেহে--

**মহেশ্বৰ**—মোক ৰূপ দহ টকা দিলে বাৰু তহঁতৰ পৰাচিত নালাগে।

**ভূধৰ**-- মৰা হলে পৰাচিত হলোঁহেতেন, আপোনাক আকৌ ৰূপ দিম কিয়?

**মহেশ্বৰ**—মযো তেনে তহঁতক দেখিম?

**পানীৰাম**-আমাক ওভোতাই চেলাব বাৰু? বল অ' ভূধৰ বেলি হ'ল।

(ভূধৰ ও পানীৰামৰ প্ৰস্থান)

**মহেশ্বৰ**-- ইহঁতক যেনে-তেনে এসেকা দিব লাগিব।

(আগবাঢ়ি যায আৰু কপাহীৰ ফালে ঘনে ঘনে চায়।)

**ফেদেলী**-- দেউ সেৱাহে!

**মহেশ্বৰ**-- কুশল হওক।

**কপাহী**—(ফেদেলীৰ কাণে কাণে) কুঠীযা ডালে কেনেকৈ চাই। লাজো নালাগে আই।

**মহেশ্বৰ**-- বৰহমপুত্ৰং মহাবাহুং শান্তনুং কুলনন্দনঃ-

(তিৰোতাসকলৰ প্ৰস্থান)

(স্বগতঃ) কপাহীটো দেখিবলৈ বেয়া নহয। লাহে লাহে হাত কৰিব লাগিব। (অলপ ৰৈ) ভগবানৰ মোৰ ওপৰত কি অনুগ্ৰহ। মোৰ সুখৰ কাৰণেই যেন এই সংসাৰ স্ৰজন কৰিছে। স্বাস্থ্য আৰু ধন, যাক নহলে পৃথিৱীৰ সকলো সুখৰ পৰা মানুহ বঞ্চিত থাকিব লাগে, তাকো ঈশ্বৰে মোক যথেষ্ট পৰিমাণে দিছে। মোৰ ডেকাকাল এটা অতীত বেয়া সপোনৰ দৰে হৈ পৰিছে। কিন্তু তাৰ ঘিণ লগা স্মৃতিযেই মোৰ প্ৰত্যেক নতুন সুখ ভোগত এটা আনন্দৰ যোগান দিযে। কোনে ভাবিছিল সেই মাউৰা ভিক্ষাৰী ল'ৰা মহো, এদিন সমাজৰ নেতা হৈ সুখেৰে কাল কটাব। সেইবাৰ বৰুৱাৰ ঘৰত চুৰ কৰিবলৈ ঈশ্বৰে ভাল বুদ্ধিটোকে মোৰ মূৰত সুমুৱাই দিছিল। বৰুৱাই চোৰ ধৰি মৰম কৰি এটা থানথিত লগাই নিদিযা হলে, মোৰ জীৱন যে কেনে ভাবে গঢ়ি উঠিলহেতেন তাক নজনা জনেহে জানে। কিন্তু এই উদাৰতাৰ, এই দযাৰ ভিতৰত এনে এটা শ্ৰেষ্ঠতাৰ গৰ্ব্বৰ ভাৱ লুকাই আছে যে এই ঘটনা মনত পৰিলেই মোৰ মনলৈ সঙ্কোচৰ ভাব আহে। মোৰ সকলো সুখ সৌষ্ঠবৰ ওপৰত যেন এটা মলিন ছাঁ পেলাই এই ঘটনাই মোক বিদ্ৰূপ কৰি কয়,—'মহেশ্বৰ তই লোকে পতা মানুহ'। মোৰ জীৱনৰ পৰা এই কলঙ্ক গুছোৱাৰ একমাত্ৰ উপায় হৈছে, বৰুৱাক সমুলি ধ্বংস কৰি সমাজক দেখুওৱা— মহেশ্বৰৰ প্ৰতাপ বৰুৱাতকৈ কোনো ৰকমে কম নহয়। দেখা যাওক ঈশ্বৰে এই কথাত মোক কিমান দুৰ সহায় কৰে। (প্ৰস্থান)

## পঞ্চম দৃশ্য

### বৰুৱাৰ ঘৰ

**বৰুৱা**-- শৰাধৰ সকলো যোগান হ'ল নে?

**বৰুৱানী**— হৈছে, ধিতাইক কৈ খোল্ল কেইটামান শিযাই থওক।

**বৰুৱা**-- বাৰু নৈবেদ্য পাতিব লাগিছিল?

**বৰুৱানী**—নিৰ্ম্মলাই পাতিছে। (পদ্মৰ প্ৰৱেশ)

**বৰুৱা**-- (উৎকণ্ঠিত হৈ) কিবা কৰিব পাৰিলা নে?

**পদ্ম**-- আপোনালোকৰ আগত মুখ দেখুৱাবলৈকে লাজ লগা হৈছে। কত ল'ৰাক কলো, খাতিলোঁ সকলোৱে কয়, আগেয়ে থিতাপি লাগি লও, তাৰ পিছতহে বিয়াৰ কথা ভাবিম। একোটা ল'ৰাক আকৌ গান বাজনা জনা ছোৱালীহে লাগে। নিজৰ গাত কিমান গুণ তালৈ কোনেও চকু নিদিযে। মুঠতে একো কৰিব নোৱাৰিলো।

**বৰুৱা**-- লৰা বিলাকৰ বাস্তৱিক একো দোষ নাই। দিন কাল এনে বেযা হৈছে যে, নিজৰ পেটটো চলোৱাই টান হৈ পৰিছে। তাৰ উপৰি বিযা বাৰু কৰাই দায়িত্ব বঢ়াই লবলৈ ভয়ৰ কাৰণ হোৱা স্বাভাৱিক।

**বৰুৱানী**-- তেন্তে উপায়।?

**বৰুৱা**-- কালি নিমন্ত্ৰণ কৰিবলৈ যাওঁতে, মহেশ্বৰে কলে চাৰিওপিনে ছোৱালীটী পুষ্পিতা হ'ল বুলি ওলাইছে হেনো। এই কথা শুনি হেনো যি কেইটা গাৱঁলীয়া ল'ৰা হাতত আছিল সিহঁতেও বিয়া নকৰাও বুলি জবাব দিছে। যাদু বাপুৱে বোলে মোৰ ধৰ্ম্মটি ৰক্ষা কৰিবৰ মনেৰে বিয়া কৰাম বুলি মহেশ্বৰক কথা দিছে।

**বৰুৱানী**-- কোন যাদু বাপু! বামুণ চুবুৰীৰ বুঢ়াটো নে?

**বৰুৱা**-- এৰা।

**বৰুৱানী**— বুঢ়া মৰিবলৈ দুদিন আছে, বিযাৰ নাম কাঢ়িবলৈ তাৰ লাজ লগা নাইনে? আৰু বিতলীয়া বিলাকে মিছা কথাবোৰ উলিয়াই মোৰ মগুহ খাব খুজিছে কিয়?

**বৰুৱা**-- এই বিষয়ে মই একো অৰ্থ বিচাৰি পোৱা নাই। নিৰীহ দুটি প্ৰাণী, ছোৱালীটো বুকুত বান্ধি এচুকত পৰি আছো, পাৰিলে কাৰো উপকাৰ কৰিছো উপকাৰ কৰিছো, জ্ঞান--বিশ্বাস মতে কাৰো অপকাৰ কৰা নাই। তথাপি মোৰ ভীষণতকৈ ভীষণতৰ অপকাৰ কৰিবলৈ সকলো যেন উদগ্ৰীব। নিৰ্ম্মলাৰ সচাঁকৈয়ে যদি তেনে এটা ঘটনা হ'লহেতেন, তেনে এটা যাউতী-যুগীয়া নিয়ম ভঙাৰ কাৰণে সকলো শাস্তি মূৰ পাতি লবলৈ বাধ্য থাকিলোহেঁতেন। এই অপবাদ যে অসত্যৰ ওপৰত প্ৰতিষ্ঠিত। আটাইতকৈ দুখ লাগে, এই সমাজৰ নিষ্ঠুৰতা দেখি। যি বাৰ বছৰীয়া আজলী ছোৱালী

এটিক আজিতবাদে কালিলৈ মৰিবলৈ ওলোৱা বুঢ়া এটালৈ নিঃসঙ্কোচে বিয়া দি ধৰ্ম্মৰক্ষা কৰিবলৈ প্ৰস্তুত। মোৰ অপৰিসীম প্ৰেমেৰে বৰ্দ্ধিত, যি মোৰ জীৱনত একমাত্ৰ স্নেহৰ সামগ্ৰী, এনে আদৰৰ নিৰ্ম্মলাক এই বৃদ্ধৰ হাতত তুলি দি তাইৰ সমস্ত জীৱনটোকে প্ৰাণ গলেও, মই হাহাঁকাৰেৰে পূৰ্ণ কৰিদিব নোৱাৰোঁ।

**পদ্ম**— মযো গাৱঁত এই কথাকে শুনি আহিছোঁ। কিন্তু উপায় যে একো নেদেখো।

(চণ্ডীও মহেশ্বৰৰ প্ৰৱেশ, বৰুৱানী যায)

**বৰুৱা**-- দেউসকল। আহক, বহক হি।

**পদ্ম**— এতিয়া মই আহোঁহে। ঘৰ পোৱাগৈযে নাই এচোন। বাহিৰে বাহিৰে ইযাত সোমাইছোঁহি।

**বৰুৱা**— ইযাতে জা জলপান এমুঠি খাই যোৱাঁ। ধিতাই অ', অ' ধিতাই! পদ্ম বাপাক গা ধুবৰ দিহা কৰি দে।

**চণ্ডী**-- বৰুৱা, পিছে এইখন নো কি শুনো। কথা যদি সচাঁ হয, তেন্তে আপোনাৰ লগত ব্যৱহাৰ কৰা দেখোন অসম্ভৱেই হৈছে। লাগে দেহাই যাওক, তথাপি ধৰমতোটো এৰিব নোৱাৰি। শাস্ত্ৰত কৈছে শৰীৰ মাদ্যং, খালি ধৰ্ম্ম সাধনঃ। শৰীৰ খালি ধৰ্ম্ম সাধনলৈহে।

**পদ্ম**-- বোধকৰোঁ কথাটো আপোনালোকে শুনিছেহে। সেই বিষযে জানো সঠিক প্ৰমাণ পাইছে?

**মহেশ্বৰ**--তুমি কিয কেপকেপাই থাকাহে? শুদিৰৰ ল'ৰা দুটা লিখাপঢ়া সিকি, বৰ মানুহ বোলাইছোঁ। এই বৰুৱাযে ইযাকে লাই দি উদণ্ড কৰিলে।

**বৰুৱা**-- আপোনালোকে মোক যথা ইচ্ছা গালি পাৰিব পাৰে। কিন্তু পদ্মক বেযা কথা কলে মই বৰ বেযা পাম। কাৰণ আজি তেওঁ মোৰ আলহী।

**চণ্ডী** - সেইখন কথা এৰাঁ এতিয়া। পিচে যাদুবাপুলৈকে কন্যা দিবানে--নে -অইন--

**বৰুৱা** - দেউসকল। যাৰ মৃত্যুৰ দিন আঙুলীৰ মূৰত গণিব পাৰি, যাৰ ল'ৰা ছোৱালীৰ সতি-সন্ততি হৈছে, এনে এক বুঢ়ালৈ কোন বাপেকে নিজৰ জীযেক ক দিব পাৰে?

**মহেশ্বৰ** -তেনে তোমাৰ শেষ কথা, মাৰ মান ৰাখি যাদুবাপুলৈ ছোৱালী নিদিযাই। ফলাফল ভালকৈ ভাবি চাবা বৰুৱা, মনত আছে "বিষস্য বিষমহাশধম্"।

**চণ্ডী**— যদি আপোনাৰ সেযে অভিমত হয়, তেনে আপোনাৰ ঘৰলৈ অহাৰ বাবে আমি পৰাচিত হ'ম আৰু চাৰিউপিনে আপোনাৰ নামে এনে এটা ডাঙৰ অপবাদ ৰতি দিম যে, সকলোৱে আপোনাক চণ্ডালতকৈও অধিক ঘিণ কৰিব।

**বৰুৱা**-- মোক আৰু অলপ সময দিয়ক। আৰু এমাহ, য'তে হয যেনে তেনে লৰা এটা বিচাৰি

**মহেশ্বৰ**-- আৰু এদিনো নহয, পৰহিলৈ যাদুবাপুৰ লগত তোমাৰ কন্যাৰ বিযা নাপাতিলে তোমাক চিৰ দিনৰ কাৰণে সমাজৰ পৰা বাহিৰ কৰি দিযা হব।

**বৰুৱা**-- আৰু এসপ্তাহ--

**মহেশ্বৰ** - আৰু এক মুহূৰ্তত্ত নহয। যদি স্বীকাৰ পোৱা তোমাৰ পিতাৰ শৰাধ আমি খাম, নহলে এই উঠিলো।

**বৰুৱা** - (অলপ ৰৈ অৰ্দ্ধ স্বাগত) কি ঘোৰ দুচিন্তাত পেলালা ভগৱান, এফালে নিৰ্ম্মলাৰ সুখ- শান্তি আৰু বিবেক আৰু আনফালে সমাজৰ সমবেত শক্তি আৰু পিতৃ শ্ৰাদ্ধ। নহয নিৰ্ম্মলাক মই এনেকৈ পানীত উতাই দিব নোৱাৰোঁ। কিন্তু - কিন্তু যদি এই কুক্ষণত মই সমাজৰ বিৰোদ্ধে থিয হওঁ তেতিযাই বা তাইৰ কি সুখ হব? কলঙ্কৰে দেশ ভৰি যাব। মোৰ আৰু নিৰ্ম্মলাৰ নামে সহস্ৰ মিছা অপবাদেৰে জগৎ ভৰি পৰিব। তেন্তে তোমাৰ ইচ্ছাই পূৰ্ণ হওক ভগৱান। (ওপৰলৈ হাত যোৰ কৰি) পিতা পৰম গুৰু, তোমাৰ প্ৰীতিৰ অৰ্থে এই শ্ৰাদ্ধ কৰিবলৈ ওলাইছোঁ। নাজানো কি ভাৱে তুমি এই শ্ৰাদ্ধৰ নামত তোমাৰ অশৰীৰী আত্মা তোমাৰ গুণৱান, পুত্ৰৰ কীৰ্ত্তি দেখি ধৰ্ম্মাধৰ্ম্মৰ জ্ঞান দেখি, বিৱেকৰ বল দেখি ঘৃণাত যেন কণ্টকিত হৈ নুঠে (মহেশ্বৰৰ প্ৰতি) মই স্বীকাৰ কৰিছোঁ।

**সকলোৱে** --- এৰা, এতিযাহে বৰুৱাৰ লাযেক কথা ওলাইছে। বলাঁ বলাঁ, সকলোৱে শৰধৰ সকলো দিহা পোহা কৰোঁগৈহঁক।

(প্ৰস্থান)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

(মহেশ্বৰৰ ঘৰ, বৰ পুতেক আৰু বৰ বোৱাৰী)

**বঃ বোৱাৰী ঃ** মোক বান্দী কৰি আনিছিলি নহয? হেৰিযাৰ পিতেক জীয়েকহঁতৰ দিনে ৰাতিযে লেদেনা উকটিবলৈ?

**বঃ পুতেক ঃ** কি, কি হ'ল ? মই তোমাক সৰু বাপুক মাতিবলৈ হে কৈছিলোঁ?

**বঃ বোৱাৰীঃ** মোৰ সেই হে গৰজ পাইছে?

**বঃ পুতেক ঃ** বাৰু নামাতা যদি থওক। পিচে আজি কালি জাৱেৰাৰ চালছলন কেনে দেখিছা?

বঃ বোৱাৰী ঃ কেনে হ'ব আৰু? বৰ মানুহৰ ছোৱালীআনিছে, ঠেঙত ঠেং তুলি খবলৈ। এগছ কুটা দুগছ নকৰে। তাৰ উপৰি তাইৰ গেজেৰা গেজেৰী খন দেখিলেই ভয় লাগে।

বঃ পুতেক ঃ এৰা, ইয়াৰ ব্যৱস্থা এটাহে কৰিব লাগিব। মোৰ বেলেগ হবৰেই মন।

বঃ বোৱাৰী ঃ বেলেগ নহবলৈ কোনোবাই নেলুপাটত গছক মাৰিহে ধৰিছে যেন। (সৰু পুতেকৰ প্ৰৱেশ)

সৰু পুতেক ঃ ককাই ! এই কলগ্ৰহটো ভাল ডিঙিত লগাই দি মোক ভাল বধিলিহঁক। ইপিনে বৌৰ গালি, ইপিনে নবৌৰ অসন্তোষ। মই মহা বিপাঙতহে পৰিলোঁ।

বঃ বোৱাৰী ঃ লাই দি ডিঙিত তোলকগৈ । ন -বোৱাৰী ক'ত তাইক দাবি হঁকি দি উঁৰি কৰিব অ' সাদৰহে চেলাই - এতিয়া ধুন চাট পাওঁক।

(মহেশ্বৰীৰ প্ৰৱেশ)

মহেশ্বৰী ঃ ( সৰু পুতেকৰ প্ৰতি) হেৰ কাণকটা নিধক। দিনৰ দিনটো ঘৈনিয়েৰৰ লগত ফিঃ ফিঃ ফাঃ ফাঃ কৰি মেল পাতি থাকিবলৈ লাজ লগা নাইনে? ভাল শাকিনীজনী ঘৰত সুমুৱালেহি।

বঃ পুতেক ঃ সৰু বাপু। তই ঘৈনিয়েৰক অলপ শাসন কৰিবি, নহলে তিষ্টাই টান হল?

বঃ বোৱাৰী ঃ মই বুঢী মাকে হোৱা হলে তাইৰ পিঠিত নিতৌ চোৰত আমৰলী মেলি পানী ঢালি দিলোহেতেন।

মহেশ্বৰী ঃ তাই যখিণীযে ইয়াক আহুদি খুৱালে। নহলে সি তাইৰ পিছে পিছে কুকুৰটোৰ দৰে ঘুৰি ফুৰে কিয়?

সঃ পুতেক ঃ মই জানো মাৰ - পিট্ কৰা নাই? পিচে অগিযানৰ জীযেকৰ গিযান হোৱা নাই। এইহাৰ তাইৰ জানটো লৈহে এৰিম। (সকলোৰে প্ৰস্থান)

## দ্বিতীয় দৃশ্য

মহেশ্বৰৰ গৰুঘৰ

সঃবোৱাৰী ঃ (গোবৰৰ পাচি লৈ চকু মচি) হে ভগৱান। মোক মাৰি নিনিযা কিয়? মোক কিয় জনম দিছিলা প্ৰভু। গোটেই খন ঘৰে মোৰ কাৰণেই অশান্তি ভোগিছে। কত চেষ্টা কৰোঁ আইৰ মনত, বাইদেউৰ মনত সন্তোষ দিবলৈ! কিন্তু সন্তোষ পাওক চাৰি দিনে দিনে মোৰ ওপৰত সকলোৰে খং বাঢ়িহে গৈছে। নিজৰ ভুল শুধৰাবলৈ কিমান যতন কৰোঁ, পিছে ভুলটো কোনখিনিত হয় তাকেহে ধৰিব নোৱাৰোঁ। দিনে ৰাতিয়ে গালি খাই কিমান থাকিম প্ৰভু! মোক মাৰি নিয়া ঈশ্বৰ। (কান্দে)

(মহেশ্বৰীৰ প্ৰৱেশ)

মহেশ্বৰী - হঁয়েৰা শাকিনী, কোন গিৰিযেৰটো মৰাত চকুৰ পানী টুকিছে? মই আগেযে জানিছিলোঁ এই ৰাইকহীযে মোৰ ঘৰ ভাঙিহে এৰিব। অ' গোবৰবোৰ হবলা সৌ তামোল কেইজোপাৰ তলতে দ'মালি গৈ। ডোমৰ জীযেক বেটী।

সঃ বোৱাৰী--কিয়? আপুনিযেই কালি তাত পেলাবলৈ কৈছিল নহয়?

মহেশ্বৰী-- অধৰমীৰ জীযেক বেটী। মুখে মুখে দেখোন কথাৰ উত্তৰ দিযে? (থকৰা মুকতী মাৰি) অ' এতিয়া মইহে মিছলীযা হলো

(সৰু পুতেকৰ প্ৰৱেশ)

শুনাছোন তোমাৰ আলাসৰ লাৰু ঘৈণীৰ কথা। মই হেনো মিছলীযা, দন্দুৰী, মই হেনো চুৰুণী, শাকিনী, যখিনী। মই হেনো---

সঃ পুতেক--লাঠিখাই মৰাৰ জীযেক--(চুলিত ধৰি বৰকৈ কোবায়, সঃ বোৱাৰীযেকে গিৰিযেকৰ ভৰিত ধৰি কান্দে, সঃ পুতেকে শেহত গোৰ এটা মাৰি গুছি যায)

সঃ বোৱাৰী--সদায সদায এনে জীযাতু সহি থকাতকৈ একেবাৰে মৰি যোৱাই ভাল। তেতিয়া এওঁলোকেও এসাজ সুখেৰে খাব পাৰে। প্ৰভু আত্মহত্যা পাপে যেন মোক নোচোৱে। অসহ্য যাতনাত অস্থিৰ হৈহে মই এনে কাম কৰিবলৈ ওলাইছোঁ।

(প্ৰস্থান)

## তৃতীয় দৃশ্য

মহেশ্বৰৰ চ'ৰা, মহেশ্বৰ আৰু মনু

মহেশ্বৰ---গায়ন বৰ! সকলোকে খবৰ দিয়া হ'ল নে?

মনু গায়ন--মই ৰাতিপুৱাই শৰিয়াই দি আহিছো নহয় দেউ, ৰাইজ আহিবৰ পৰ হৈছেহি। বাৰু আচম্বিতে দেউৰ ঘৰত বিপদটো কেনেকৈ হল। পুখুৰিৰ পাৰে চাৰে সেই সময়ত কোনো নাছিল নে?

মহেশ্বৰ--গায়ন বৰা। এই কথা মোৰ আগৰে পৰাই জনা আছিল। এনেকুৱা হলে ছোৱালীৰ আশংকা থাকে। এতিয়া লৰাটোৰ ঘৰখন আকৌ পাতি দিব লাগিছিল। কোনোবা ভাল ছোৱালীৰ খবৰ তই জানানে?

(চণ্ডী শৰ্ম্মাৰ প্ৰৱেশ)

অ' চণ্ডীবাপু! আহক। কি মন কৰিনো আজি এইফালে আহিলা।

চণ্ডী-- শুনিলো সৰু বাপুৰ ছোৱালীটি পানীত পৰি ঢুকাল।

আকৌ বিয়া বাৰুৰ কিবা দিহা হৈছে নে? তাৰেহে ভূ লবলৈ আহিলোঁ।

**মহেশ্বৰ**--বিয়া এখনটো পাতিবই লাগিব। ভাল ছোৱালী এটি বিচাৰি দিয়ক?

**চণ্ডী**-- এৰা, মোৰো ভাগিনী ছোৱালী এটি আহিছিল। কামে কাজেও ভাল। দেখা শুনাতো বেয়া নহয়। যদি ইচ্ছা কৰে তেনে কথাটো হ'বই পাৰে।

(সিদ্ধনাথৰ প্ৰৱেশ)

**মহেশ্বৰ**--সিদ্ধ খুৰা, আহক। বহুত দিনৰ মুৰতহে দেখোন ওলালহি।

**সিদ্ধ**-- শুনিলো, সৰু বোৱাৰীযেৰাৰ অকাল মৃত্যু ঘটিল। কি কৰিবাঁ, সকলো ঈশ্বৰৰ ইচ্ছা। ভগবানে গীতাত নিজ মুখে কৈছে, "তযা হৃষিকেষ হৃদিস্থিতেন--যথা নিযুক্তোস্মি, তথা, কৰোমি চ"। পিচে লৰাৰ পুনৰবাৰ সংস্কাৰৰ কিবা কথা বতৰা চলিছে জানো? মোৰো কন্যা এটি আছিল।

**মহেশ্বৰ**--ৰাহি জোৰা আহিলে মোৰ কোনো আপত্তি নাই। আপোনালোক পুৰণিকলীযা ভট্টাচাৰ্য্যৰ ঘৰৰ মানুহ, আপোনালোকৰ লগত সম্বন্ধ কৰাত একো বাধা নাই। বাৰু, পিচেও কথা বতৰা হ'ম।

(মেলুৱৈসকলৰ প্ৰৱেশ)

**মহেশ্বৰ**-- আহাঁ, ৰাইজ! বহাঁ। (সকলোবহে)

**মনু**-- হেৰ, পানীৰাম নাহিল দেখোন। এটা লৰ মাৰি গৈ, ভূধৰ আৰু পানীৰামক মাতি আনগৈ যা। ৰাইজ বৈ আছে বুলি ক'বি।

**মহেশ্বৰ**-- ৰাইজ! ভূধৰৰ গপটো চোৱাঁ, সি ইমান ৰাইজক অমাইন কৰি ইমান পৰলৈকে নাহে!

**মনু**-- তাক এই বাবে দন্দ বিহিব লাগে দেউ! আহক আজি সি।

(হাতত তামোল-পাণলৈ পানীৰামঁহতৰ প্ৰৱেশ)

**মনু**-- হেৰ! তোক মাতিবলৈ মানুহ পঠাই ছিলোঁ হে?

**ভূধৰ**- এৰা ককাই, তামোল কিটা পাৰোঁতেই বেলি হ'ল।

**মহেশ্বৰ**--গায়ন বৰা, বকুলী ক'তা?

**মনু**-- জানো,--পুৰাইকাই জীয়েৰাক দেখোন নানিলা?

**পুৰাই**-- তাই পাপীষ্ঠা, সেই দিনাৰ পৰাই ঘৰ চপা নাই।

**মনু**-- ভূধৰ, বকুলী ক'ত আছে?

**ভূধৰ**-- ঘৰতে আছে, লাগে যদি মাতি আনিবগৈ পাৰোঁ।

**মনু**-- লাগিবতো আকৌ, যা মাতি আন গৈ।

(ভূধৰৰ প্ৰস্থান)

**মহেশ্বৰ**-- পুৰাই, এই ফালে আহচোন। (কাণে কাণে) যদি তোক ছোৱালী লাগে আমাক সন্তুষ্ট কৰ।

**পুৰাই**-- (কাণে কাণে) ভাল দেউ! পিছে মই গৰীব মানুহ, তথাপি যি পাৰো আৰু।

**মহেশ্বৰ**--(কাণে কাণে) পাঁচ টকা লাগিব। (ডাঙৰকৈ) এতিয়া মেলৰ কথা আৰম্ভ কৰাহঁক।

**মনু**-- অলপ ৰব-- ভূধৰ আহক।

(ভূধৰ আৰু বকুলী প্ৰৱেশ।)

ভূধৰ সভাৰ অৰিহণা পেলা।

**ভূধৰ**-- সি ফালৰ পৰা দিয়কচোন--মই দিম।

**মনু**-- পাঁচ টকা, পাঁচ টকা পেলাহঁত।

**পুৰাই**-- দেউতাসকল! মই নিচেই নিচলা মানুহ।

**মনু**-- নিচলা যদি মেল গোটাইছিলি কিয? জিলালৈ যোৱা হ'লে, মাটি-ভেটি সোপাকে গলহেঁতেন। এতিয়া ৰূপ পাঁচ টকা দিবলৈকে গা দুখাইছে নহয়।

**পুৰাই**-- এই দুটকীকে দি ৰাইজক মাতিছোঁ।

**চণ্ডী**-- দে দে আৰু দুটকা দে।

**পুৰাই**-- (আৰু এটকা দি) মোৰ হাতত আৰু ফুটাকড়ি এটিও নাই।

**মনু**-- ভূধৰ তই পেলা।

**ভূধৰ**-- (ভূধৰে ৩ টকা পেলাই কয) নিযা--

**মনু**-- অঁ কবি,--তই পুৰাইৰ জীযেকক চিনি পাৱ নে?

**ভূধৰ**-- পাওঁ।

**মনু**-- তই তাইক, পানীৰামেৰে সৈতে লগ হৈ ধৰি নিযা সচাঁ নে?

**ভূধৰ**-- সচাঁ।

**মনু**-- কেইদিন হ'ল?

**ভূধৰ**-- আজি পাঁচ দিন হেছে।

**মনু**-- কিমান পৰত নিছ?

**ভূধৰ**-- এই, সন্ধিয়া পৰত।

**মনু**-- পানীৰাম হয নে অ'?

**পানী**-- হয দিয়া।

**চণ্ডী**-- বকুলী! তোক পানীৰাম আৰু ভূধৰে বলেৰে টানি নি ভূধৰৰ ঘৰত সুমুৱা হয়নে?

**বকুলী**-- মই আপোন খুচি মতে গৈছোঁ? বলেৰে টানি নিব কিয?

**চণ্ডী**-- তোক আগেযে ভূধৰে ফুচুলাইছিল নে?

**বকুলী**-- বৰ কেঁচুৱা ছোৱালী পাইছে ফুচুলাবলৈ।

**মহেশ্বৰ**-- বাপেৰক নোসোধাকৈ কিয় গৈছিলি?

**বকুলী**-- কলিমন বেপাৰীৰ ধন খাই বোপায়ে মোক তালৈ দিব খুজিছিল। সি জানো নাজানে কলিমন নে চলিমন সেইডালৈ মোৰ যাবৰ মন নাই বুলি! তাৰ উপৰি কোন জনী তিৰুতা ছোৱালীয়েনো অমুকলৈ যাওঁ বুলি কয়?

**চণ্ডী**-- তই আপোন খুচী মতে গৈছ?

বকুলী— তাকেনো কেইবাৰ কব লাগে, পেঘেনীযাই যে থাকা ?

মহেশ্বৰ— পুৰাই। তই কি কৰ ?

পুৰাই — মইনো কি কম। তাই বেঁটীযে মোৰ নাক এনেও কাটিলে, তেনেও কাটিলে। তাইৰ যেতিয়া মন গৈছে যাওক, মইনো কি হুকা-বধা দিম। ৰাইজে কিবা এটা বন্দৱস্ত কৰি দিলেই হয় এতিযা।

মহেশ্বৰ— নহয় পুৰাই কাই, ই ৰাজি খুচিৰ কথা নহয়। এই ডেকা ল'ৰাবিলাকৰ উত্তগুালি সহিব নোৱাৰা হৈছে। তই মকৰ্দ্দমা কৰ। এই ভূধৰ আৰু পানীৰামক বগা ঘৰৰ ভাত খুৱাইহে এৰিব লাগে। তাৰ উপৰি সিহঁতক নদীয়ালে কিলাইছে। সিহঁতৰ জাত গৈছে, নহয় নে ভোকোন্দ।

ভোকোন্দ— হয় প্ৰভু। সিহঁতক নদীযালে কিলাইছে।

পানীৰাম—ভোকোন্দ। মিছা কথা নকবি দেই। ৰাইজ। সেই ভোকোন্দহঁতৰ স'তে অলপ কাজিযা লাগিছিল হয, হতা-হতি হলে হোৱা নাই। সিয়েই বাৰু ৰাইজলৈ চাই কওক, সচাঁ কৈছো নে মিছা কৈছোঁ ?

ভোকোন্দ— হয, হতা-হতি হ'লে হোৱা নাই।

মহেশ্বৰ— ধেই, কুকুৰ, তই নিজ চকুৰে কিলোৱা দেখিছ, কানুৰামে দেখিছে?

ভোকোন্দ— হয দেউ ! কানুৰামেও দেখিছে?

মহেশ্বৰ-- ৰাইজ ! চোৱা, এই পেন্দু কণা ওঠ চেপিলে পিয়াহ ওলোৱা লৰাটোৰ মইমতালি চোৱা, সি মোকো মিছাত পেলাব বিচাৰে। ইপিনে সাক্ষীযে-বাদীযে প্ৰমাণ হৈছে যে সিহঁতক নদীযালে কিলাইছে। তাৰ বাবে সিহতৰ পাৰ্চ ধেনু পৰাচিত লাগিল। পৰাচিত নহলে সিহঁতৰ লগত কোনেও বেবহাৰ নকৰিবা আৰু পুৰাই, তই পুলিচত খবৰ দে, তোৰ ছোৱালী বলেৰে নিচে বুলি। আমি সকলোৱে সাক্ষী কম। চণ্ডী বাপু, অৰিহনাখিনি বাটি দিযা।

(চণ্ডী বাপুৰে সভাৰৰি বাটে, সকলোৱে আপত্তি কৰে)

# চতুৰ্থ দৃশ্য

## বালিকা বিবাহ নিবাৰণী সভা

পদ্ম— মই প্ৰস্তাৱ কৰোঁ যে. আজিৰ সভাত আমাৰ সুযোগ্য অধ্যাপক শ্ৰীযুক্ত কৃষ্ণকান্ত দাস এম, এ, ডাঙৰীয়াই সভাপতিৰ আসন গ্ৰহণ কৰোক। আপোনালোকৰ আগত তেখেতৰ চিনাকি দিবৰ আৱশ্যক নাই তথাপি একেষাৰ ক'বলগীয়া কথা এই যে, সমাজ নীতিৰ বিষয় তেখেতৰ বিশেষ জ্ঞান আছে আৰু আমাৰ সভাত সভাপতি হবৰ তেখেতৰ দৰে মানুহেই উপযুক্ত। আশাকৰোঁ আপোনালোক সকলোৱে মোৰ প্ৰস্তাৱটো গ্ৰহণ কৰিব। (বহে)

মাণিক— মই শ্ৰীযুক্ত পদ্ম হাজৰীকাই কৰা প্ৰস্তাৱটো গ্ৰহণ সাদৰেৰে সমৰ্থন কৰোঁ।(হাত তালি দিয়ে।)

কৃষ্ণ— (সভাপতিৰ আসন গ্ৰহণ কৰি) মৰমৰ ছাত্ৰ-বৃন্দ, মই সমাজ-নীতিৰ অলপ চৰ্চ্চা ৰাখোঁ, তথাপি মোতকৈ জ্ঞানে, বিদ্যায, অভিজ্ঞ, শ্ৰেষ্ঠ, অন্য এজন মানুহক সভাপতি পতা হ'লে, মই বিশেষ আনন্দ পালোহেঁতেন, মোক সভাপতি পতাৰ বাবে আপোনালোকক ধন্যবাদ দিছোঁ। এতিয়া সভাৰ কাৰ্য্য আৰম্ভ কৰা হওক। (কাৰ্য্য বিবৰণী চাই) প্ৰথমতে শ্ৰীযুক্ত বিষ্ণু শৰ্ম্মাই এটি গীত গাব।

বিষ্ণু— (গীত গায়) জাগাহে বীৰযুৱক বৃন্দ, অসম-মাতৃৰ ভৰসাস্থল।.

কৃষ্ণ— সম্পাদকে এতিয়া গত অধিবেশনৰ কাৰ্য্য বিবৰণী পাঠ কৰক।

মাণিক-- সভাপতি ডাঙৰীয়া আৰু উপস্থিত ভদ্ৰমণ্ডলী। কাৰ্য্য বিবৰণী পাঠ কৰাৰ আগেযে মোৰ এটা নিবেদন আছে। ভিতৰুৱা কোনো কাৰণৰ নিমিত্তে মই এই সভাৰ সম্পাদকৰ পদ ত্যাগ কৰিবলৈ বাধ্য হৈছোঁ। আশা কৰোঁ আপোনালোকে মোক বিদায় দি কৃতাৰ্থ কৰিব। (পঢে) ইং ১৯১৯ চনৰ ৭ ফেব্ৰুৱাৰী ৰবিবাৰে, আবেলি আঢৈ বজাত শ্ৰীযুক্ত মুকুন্দ মুৰালী বৰুৱা বি, এ মহোদয়ৰ সভাপতিত্বত স্থানীয় হাইস্কুলৰ ২য় শ্ৰেণীৰ কোঠাত বাল্য বিবাহ নিবাৰণী সভাৰ ৩য় অধিবেশ, বহে। এটি গানেৰে সভাৰ কাৰ্য্য আৰম্ভ কৰা হয়। তাৰ পাছত আগৰ অধিবেশনৰ কাৰ্য্য বিবৰণী পঠিত ও গৃহীত হয়। তাৰ পিচত শ্ৰীযুত মাণিক চন্দ্ৰ বৰুৱাই অতি সাৰুৱা যুক্তি পূৰ্ণ আৰু ভাৱগ্ৰাহী ৰচনা পাঠ কৰে। তাত তেখেতে দেখুৱায় যে আমাৰ বৰ্ত্তমান সামাজিক অনিষ্টৰ মূলতে বাল্য বিবাহ। শ্ৰীযুত মহেন্দ্ৰ লাল দত্ত প্ৰভৃতিদেও চুটি কেইবাটাও বক্তৃতা দিয়ে। তাৰ পিচত জল যোগেৰে সভা ভঙ্গ কৰা হয়।

কৃষ্ণ— কাৰ্য্য বিবৰণী গৃহীত হ'ব পাৰে নে ?

শুকদেৱ—শ্ৰীযুত শুকদেৱ খাওন্দে বোধকৰোঁ উক্ত সভাত এটি দীঘল অৰ্থপূৰ্ণ বক্তৃতা কৰিছিল। তাৰ উল্লেখ একো নেদেখিহে আচৰিত হৈছোঁ।

মাণিক— ইত্যাদি বুলি লিখা হৈছে। তথাপি তেখেতে অপত্তি কৰিলে, তেখেতৰ নামটি সুমুৱাই দিয়া হ'ব।

শুকদেৱ—ভাল, এতিয়া কাৰ্য্য বিবৰণী গৃহীত হ'ব পাৰে।

কৃষ্ণ— কাৰ্য্যবিবৰণী গৃহীত হ'ল। (চহী, কাগজ চাই) এতিয়া শ্ৰীযুত গোবিন্দ বৰঠাকুৰে বক্তৃতা কৰিব।

গোবিন্দ--(হাতত কাগজ লৈ উঠি) সভাপতি আৰু ভাতৃবৃন্দ। (কাগজ চায) অ' সভাপতি ডাঙৰীযা আৰু ভাতৃবৃন্দসকল। মোৰ সাধাৰণত ঃ সভাত বক্তৃতা কৰাৰ (কাগজ চাই) এঃ, বক্তৃতা কৰাৰ অভ্যাস, নহয,নহয habit নাই। পিচে আপোনালোকৰ request ত আৰু হৃদযৰ গভীৰ প্ৰৰোচনত (কাগজ চায) আঃ, প্ৰৰোচনাতনহয আৱেগত--হৃদয়খ গভীৰ আৱেগত পৰি, হেৰ মাণিক। পানী এগিলাচ এই ফালে দেচোন, মুখ শুকাই গৈছে দেখোন, আজি বুকত (শুকদেৱে--"বুকত নে ভৰিত" বুলি কয) সাহ--এ, এ, সাহ নহয ভয বান্ধি তোমালোকৰ আগত--

মাণিক--তোমালোকৰ নহয, আপোনালোকৰ আগত--(কাণে কাণে কয) তোমালোকৰ আগত, তোমালোকৰ নহয,--

গোবিন্দ-- আপোনালোকৰ আগত--তাৰ পিচত কি, কৈ নিদিযা কিয ? বাঘে খোৱা মই যে, আটাইবোৰ পাহৰিলোঁ।

মাণিক--ধেত, বক্তৃতা তই হে দিছ, মই কব লাগে কিয ? (কাণে কাণে কয) বাৰু সমাজৰ উৎপীডনৰ বিষযেঅলপ ক?

গোবিন্দ-- সমাজফ উৎপীডন, মহাপীডন, বৰপীডন--হায় হায সকলো পাহৰিলোঁ-- (সকলোৱে হাঁহি দিযে, গোবিন্দই অলপ তলকা মাৰি কাগজত কিবা লিখি সভাপতিক দি ওলাই যায।)

কৃষ্ণ-- শ্ৰীযুক্ত গোবিন্দ বৰঠাকুৰে এই চিঠিৰে, তেখেতে আজিৰ পৰা এই সভাৰ সভ্যৰপদ ত্যাগ কৰিলো বুলি জনাইছে।

মাণিক--চিঠিখন শুনিবৰ সভাৰ অধিকাৰ আছে।

কৃষ্ণ-- ভাল শুনিব।--"প্ৰেচিডেন্ট্ বগেজ অবলিভিযন মে অ'ভাৰটেক মি, ইফ্ ইন্ ডি ওৱৰ্ষ অব ফিউচাৰিটি, আই ক্লেইম কিনছিপ উইথ ডিচ এগ্ৰিগেছন অৱ্ ডেহিউমেনাইজড় মৰটেলচ। আই, ডেযাৰফৰ, উইথ ডি ফউল এপ্ৰভেল অব্ ডি ষ্টিল স্মল ভইস্ ইনচাইড় মি, গিভ আপ কনেক্চন উইথ ডিচ পেন্‌ডেমনীযম।"
জি, বৰঠাকুৰ

শুক-- ই আমাক গালি পাৰিলে, Ex-communicate ইযাক কৰিব লাগে।

মাণিক-- Ex-communicate কৰিলে তাৰ একো লোকচান নহয। মিছাই লাজত পৰাৰ একো আৱশ্যক নাই।

কৃষ্ণ-- এই Resignation গৃহীত হব নে ? (হাত তালি) তাৰ পিচত অন্য সমজুৱাৰ বক্তৃতা।

শুক-- আজি আপোনাৰ বক্তৃতাহে প্ৰধানকৈ শুনিবলৈ অহা হৈছিল। মোৰ এই ফালে অলপ কামো আছিল। অন্য একো আৱশ্যক নাই।

মাণিক-- তাৰ আগেযে মোৰResignation খন Accept কৰিব লাগিব।

পদ্ম-- শ্ৰীযুত মাণিক শৰ্ম্মাই এই কাৰ্য্য, দক্ষতাৰে চলাই আহিছে। সভ্যসকলৰ ফালৰ পৰা তেখেতক ভৱিষ্যতেও এই কাৰ্য্য চলাবলৈ অনুৰোধ কৰা হ'ল। (হাত চাপৰি)

মাণিক-- আপোনাসকলক ধন্যবাদ। পিছে বিশেষ কাৰণৰ নিমিত্তে মোৰ পক্ষে Secy হৈ থকাটো অসম্ভৱ।

শুক-- মইযে হলোহেঁতেন। পিছে Married হলে, Sympathiser হে হব পাৰি Rule মতে।

পদ্ম-- আমি বিষ্ণু শৰ্ম্মাক অনুৰোধ কৰিব খোজো।

বিষ্ণু-- অতি লাজ আৰু অপমানত মৃযমান হৈ মই জনাব লগীযাত পৰিছোঁ যে অহা মাহৰ ১০ দিন যোৰাত মোৰ বিযাৰ স্থিৰ হৈছে। কত Protest কৰিলোঁ সকলো মিছা হ'ল। শেহতFather ৰ Health ৰ Condition এহে মোক টলালে। তথাপি মই চিৰকাল Sympathiser থাকিম।

মাণিক-- পদ্ম তুমিযেই হোঁৱা।

পদ্ম-- মই সম্পাদক হ'লে, একো লাভ নহয। সম্পাদকজনৰ পৰা তেওঁ এইখিনি আশা কৰিব পাৰি যে তেওঁ অন্ততঃ বাল্য বিবাহ নকৰাব। আমাৰ সমাজতটো তাৰ চল নাযেই। ব্ৰাহ্মণ এজন হ'লেই ভাল।

কৃষ্ণ-- সম্পাদক নোহোৱাৰ কাৰণেই, তোমালোকৰ সভা মৰে দেখোন ?

পদ্ম-- সেযে হওক। ই জীযাই থাকিও একো লাভ কৰিব পৰা নাই। প্ৰথমতে যিবিলাক মেম্বৰ হৈছিল তাৰ এফালে সৰু ছোৱালী বিযা কৰালেই। বাকী খিনিযেও কেৱল চল হে চাই আছে। এনে সভাৰ একো প্ৰযোজন নাই।

কৃষ্ণ-- মৰমৰ ছাত্ৰসকল! আজি বৰ ডাঙৰ দাযিত্ব এটাৰ ভাৰ লৈ, হিযাত বৰ আশা বান্ধি মই এই সভালৈ আহিছিলো। ভাবিছিলো ভাৰতৰ যুৱকৰ হৃদয দীন দৰিদ্ৰৰ কান্দোনে, অবলা নাৰীৰ হা-হোতোস্মিয়ে স্পৰ্শ কৰিছে আৰু মনে মনে এই কথা ভাবি এটা আশা আৰু আনন্দ অনুভৱ কৰিছিলো। কাৰণ জগতৰ সকলো মহৎ কাম নবীন ভাৰত উদ্দীপ্ত, সত্যৰ বলেৰে বলীয়ান ডেকা সকলেই কৰে। কিন্তু সভাৰ কাৰ্য্য দেখি বৰ নিৰাশ হলো। ভাৰতবাসীৰ কৌটিকলিয়া দুৰ্ব্বলতা যেনেকৈ সকলো অনুষ্ঠানতে, সকলো কাৰ্য্যতে প্ৰকাশ হৈ পৰে, ইয়াতো তাৰ প্ৰক্ৰিয়াকে

দেখিলো। আপোনালোকে এটা Revolution, এটা বিদ্রোহ কৰিবলৈ ওলাইছিল- কিন্তু আপোনালোকে বুজা উচিত যে সামাজিক Revolution ৰাজনৈতিক Revolution বহুতো টান কাম কাৰণ ৰাজনৈতিক বিদ্ৰোহত উত্তেজনা, বল, উৎসাহ, সকলো আছে আৰু সকলোতকৈ ডাঙৰ Incevtive সাহৰ Formality আছে। কিন্তু সামাজিক বিদ্রোহত কেৱল নৈৰাশ্য, পীডা, ঘৃণা, অনাদৰ মাত্ৰ পাব। ভাযেকে ককাযেকক, বাপেকে পুতেকক, মাকে নিজৰ সন্তানক সমাজৰ কাৰণে ত্যাগ কৰে, ঘৃণা কৰে, স্পর্শ কৰিলেও স্নান কৰে। যি মানুহৰ হৃদয কৰ্ত্তব্য-জ্ঞান আৰু আদর্শৰ দীপ্তিৰে দীপ্ত হোৱা নাই তেনে মানুহে এই দুঃসাধ্য কাম কৰিব নোৱাৰে। কিন্তু আজিৰ সভাৰ কাৰ্য্য আলোচনা কৰি চাওক। এজন বন্ধু বক্তৃতা দিবলৈ উঠিছে। তেওঁৰ বক্তৃতা দিযাৰ অভ্যাস নাই গতিকে তেওঁৰ অলপ খোকোজা লাগিছিল। তেওঁক আপোনালোকে উৎসাহিত নকৰি বিদ্রূপ কৰি, সভা ত্যাগ কৰিবলৈ বাধ্য কৰিলে। আপোনালোকৰ সহানুভূতিৰ আৰু তেওঁৰ সহিষ্ণুতাৰ অভাৱৰ কথাকেই প্ৰমাণ কৰে। আৰু আমি যে, দাযিত্ব গ্ৰহণ কৰিবলৈ ভয কৰো, তাৰ প্ৰমাণ আমাৰ মাজত এই ক্ষুদ্র সভাৰ সম্পাদকৰ ভাৰ লবলৈ এজনো নোলাল। সমাজ সংস্কাৰৰ অসীম দাযিত্ব আমি গ্ৰহণ কৰিম কেনেকৈ? মনক দৃঢ কৰিব লাগিব, প্ৰাণ গলেও সমাজৰ মঙ্গল কৰিম, এনে আদর্শৰে অনুপ্ৰাণীত হব লাগিব। স্বার্থ একেবাৰে পাহৰিব লাগিব। অশেষ যন্ত্রণা সহিবলৈ প্ৰস্তুত হ'ব লাগিব,--হৃদয়ত শত্ৰু মিত্ৰ সকলোৰে প্ৰতি প্ৰেম ৰাখিব লাগিব- তেতিযাহে আমাৰ সাধনাৰ সিদ্ধি হ'ব। নহলে সকলো অৰণ্য ৰোদনত পৰিণত হ'ব। আজিলৈ সভা ভঙ্গ কৰা হ'ল। (পদ্ম আৰু মাণিকৰ বাহিৰে সকলো প্ৰস্থান)

পদ্ম— তুমি ৰিজাইন দি সভাখন কিয মাৰিলা?

মাণিক - কাৰণ আছে। দুদিন পাচত শুনিবাইতো। তথাপি কবলৈ লাজ লাগে। চাৰিওফালৰ পৰা Strong Pressure বুজিছা — মাই ভাত পানী এৰিলে। আই বোপাইৰ প্ৰতিতো এটা কৰ্ত্তব্য আছে।

পদ্ম— কি! মাণিকে বিয়া কৰাবা সৰু ছোৱালী! বাল্য বিবাহ নিবাৰণী সভাৰ প্ৰতিষ্ঠাতা, প্ৰধান উৎসাহী তুমি, তুমি এনে কাম কৰিবা? তোমাৰ নিজৰ অসীম যুক্তিতৰ্ক, বিবেক বিবেচনা, লাজ-অপমান সকলো গোট খাই এই কাৰ্য্যত তোমাৰ বাট ভেটি ধৰা নাই নে?

মাণিক— কি কৰিবা? দেউতাই মোক নোসোধাকৈয়ে সদৰ আমিনক কথা--

পদ্ম— তোমাৰ পিতা মাতাৰ প্ৰতি কৰ্ত্তব্য জ্ঞানটো আজি কিয় হঠাৎ সজাগ হৈ উঠিছে, তাৰ কাৰণটো এতিয়াহে বুজিছোঁ। মাণিক! আত্ম প্ৰৱঞ্চনা নকৰিবা। ডাঙৰ মানুহৰ লগত সম্বন্ধ কৰাৰ আশাই তোমাক মুগ্ধ কৰিছে আৰু তুমি নিজৰ দুৰ্ব্বলতা লোকৰ মূৰত জাপি দি আত্ম প্ৰসাদ লাভ কৰিছা। মাণিক! এটা পুৰণি নিষ্ঠুৰ ৰীতি ভাঙি দি যদি সমাজৰ দুখ মোচন কৰিব পাৰি তেন্তে সেই বিৰাট কৰ্ত্তব্যৰ ওচৰত তোমাৰ পিতাদেৱৰাৰ খন্তেকীযা মনস্তাপ অকিঞ্চিৎকৰ নহয় নে? যেই হওক সভাখন যে ভাগিল ভাল হ'ল। এই দুখ লগা বিষ সকলোৰে অস্থিয়ে মজ্জায আছে। Show এটা ৰাখি কি লাভ! মুঠতে বুজিছাই, কথাটো শুনি সন্তোষ নাপালোঁ।

মাণিক-- কি কৰিবা, ঈশ্বৰৰ ইচ্ছা।

— পট —

## পঞ্চম দৃশ্য

### যমুনাৰ ঘৰ

যমুনা— সন্ধিযা পৰত আহিলে দেখোন দেউ?

মহেশ্বৰ—এৰা এনেযেহে আহিছিলো। পিচে, শুনিলো যমুনা। তোমাৰ বোলে আজিকালি অলপ কষ্ট হৈছে। গাৱঁৰে ছোৱালী, মনতোৰে নসহিলে দেখিহে খবৰ লবলৈ আহিলোঁ।

যমুনা— হয। মাটি দুপুৰা থৈ গৈছিল। তাকে আধি দি ধান অলপ পাইছিলো, সিও ঢুকাল এতিয়া বিপাঙত হে পৰিছোঁ। আজি ল'ৰাটোক মোমাইহঁতৰ ঘৰলৈ ধান দুটা মানৰ কথা কৈ পঠিয়াইছোঁ।

মহেশ্বৰ—কিয়, ভকতনীযে তোমাক একো দি যোৱা নাই নে?

যমুনা-- ভকতনী আহিছিল হয। আপোনালোক গাৱঁৰে বুঢ়া,গুৰু স্থানীয। আপোনালোকৰ কোনো বস্তু লোৱাটো বেয়া কথা নহয়। পিচে তাই এনে এটা ঘিণ লগা কথা কলে তাইক চুই যে নিকিলালো সেয়ে তাইৰ ভাগ্য।

মহেশ্বৰ— যমুনা! সংসাৰৰ সকলো সুখৰ মূলতে প্ৰেম, ভগবানেও বৃন্দাবনত লীলা ৰস কৰি গৈছে। এনেস্থলত তুমি ভকতনীৰ কথাত ইমান খং খোৱা উচিত নাছিল।

যমুনা— দেৱে যে কি কথা কয়, তাৰ একো ঠিকেই নাই। দেউ! মোৰ অলপ কাম আছিল। এতিয়া উঠিলেই ভাল।

মহেশ্বৰ—যমুনা!-মই তোমাক বৰ ভাল পাওঁ। মোৰ প্ৰাণ তোমাৰ

সুন্দৰ ওঁঠ দুটিৰ ৰস পিবলৈ ব্যাকুল হৈছে। তুমি মোক গ্ৰহণ কৰা। তোমাৰ আৰু দুখ নাথাকে। মোৰ যি আছে সকলো তোমাৰ চৰণত দিম।

**যমুনা**— ছিঃ ছিঃ আপুনি প্ৰধান ব্ৰাহ্মণ হৈ বামুণৰ বিধবাৰ আগত এনে প্ৰস্তাৱ কৰিব পায নে? এনে কথা শুনিলেও পাপে চোৱে।

**মহেশ্বৰ**—পাপ পুণ্য সকলো দুৰ্ব্বলৰ কাৰণে কল্পনা কৰা, নেদেখা বস্তু। যমুনা! তোমাৰ সৌন্দৰ্য্যত, তোমাৰ ৰূপত, মই মোহ গৈছোঁ। তোমাৰ বিৰহে মোৰ হিয়া পুৰি দেই নিছে। যমুনা! মোৰ হোৱা, তোমাক ৰাণীৰ সুখত ৰাখিম। আঁহা, দুয়ো প্ৰেমত মগ্ন হৈ সুখী হওঁ, মোৰ হোৱা, তোমাক ৰাণীৰ সুখত ৰাখিম। আঁহা, দুযো প্ৰেমত মগ্ন হৈ সুখী হওঁ, মোৰ তাপিত প্ৰাণ শীতল হোক।

**যমুনা**— ছিঃ ছিঃ ছিঃ, হৰি! মোৰ ভাগ্যত এনে কথা শুনিবলৈকে লিখিছিলা। বুঢ়া বামুণ এই নিৰাশ্ৰয়া বিধবাৰ সতীত্ব নষ্ট কৰিবলৈ তোৰ অলপো ভয় লগা নাইনে? জীযেৰাৰ লগৰীযা মোৰ আগত এই অতি ঘিণ লগা প্ৰস্তাৱ কৰিবলৈ তোৰ অকণো লাজ লগা নাই নে? তযে নহয আমাৰ সমাজৰ নেতা? তোৰ অত্যাচাৰতে কত মানুহৰ সুখ শান্তি চিৰকাললৈ নষ্ট হৈ গৈছে। তোৰ মিছা অপবাদৰ জ্বালাত কতই জাত পৰ্য্যন্ত এৰিছে। আজি তযেই এই ভীষণ পাপ কৰিবলৈ আহিছ? ধন্য তঁহত —তহঁতেই তিৰোতাক কঠিন নিয়মেৰে বান্ধ, আকৌ তহঁতেই সিহঁতক পাপৰ পঙ্কিল পথলৈ টানি নিয। কি ঘোৰ কাপুৰুষতা।

**মহেশ্বৰ**—যমুনা তোমাৰ বক্তৃতা শুনিবলৈ মই অহা নাই। ভালে ভালে মান্তি নোহোৱা যদি বলাৎকাৰ কৰিবলৈকো মই পিছুনপৰো। কত সতী সাধ্বী দেখিলোঁ। এওঁ এতিযা বৰ সতীজনী চেলাইছে। নাপাহৰিবা, মই মহেশ্বৰ শৰ্ম্মা। মোক সন্তুষ্ট নকৰিলে একে বাৰেই সমাজৰ বাহিৰ হব লাগিব।

**যমুনা**— শত শত মিছা অপবাদ লৈ এই পাপীসমাজৰ পৰাদূৰ হৈ যাম, তথাপি প্ৰাণতকৈযো প্ৰিযতম, সূৰ্য্যতকৈযো উজ্জ্বল, ফটিকতকৈযো নিৰ্ম্মল, গঙ্গাতকৈয়ো পবিত্ৰ তিৰোতাৰ একমাত্ৰ অমূল্য ধন সতীত্বৰত্ন নষ্ট নকৰোঁ।

**মহেশ্বৰ**—দেখা যাওক —(হাতত ধৰে)

(যমুনাই কোন আছ ৰক্ষা কৰ বুলি চিএৰে — পদ্মৰ বেগেৰে প্ৰবেশ)

**যমুনা**— মোক ৰক্ষা কৰা, এই বিপদৰ হাতৰ পৰা মোক ৰক্ষা কৰা।

(পদ্মই গোৰ মাৰি মহেশ্বৰক পেলাই দিযে) কোন তুমি মোৰ পৰম বন্ধু! আজি এই পাষণ্ডই মোৰ ধৰ্ম্ম নাশ কৰিলেহেঁতেন।

**পদ্ম**— কোন, মহেশ্বৰ বাপু! ছিঃ ছিঃ তোমাৰ লাজ লগা নাই নে এনে জঘন্য কুকাৰ্য্য কৰিবলৈ? উঃ কি ভীষণ পাপীষ্ঠ তুমি। এফালে ধাৰ্ম্মিকৰ ভাও ধৰি সমাজৰ কত মানুহৰ ধৰ্ম্মনাশ কৰিছা, আন ফালে ভীষণ পাপ তুমি আচৰিছা, যাক দেখিলে সূৰ্যই মুখ ঢাকে। পৃথিৱীযে আকুল হৈ আপোন গতি পাহৰি যায। কোনো শাস্তিযেই তোমাৰ উপযুক্ত দণ্ড নহয।

**মহেশ্বৰ**—(পদ্মৰ ভৰিত ধৰে) পদ্ম বাপা! মই বৃদ্ধ ব্ৰাহ্মণ কিবা এটা গ্ৰহৰ বিকাৰতহে মোৰ এই কুভাৱ হৈছিল। তোমাৰ ভৰিত ধৰিছো, এই কথা যেন প্ৰকাশ নকৰা।

**পদ্ম**— বাইদেউ! পাষণ্ডৰ কথা দেখিছাঁ—কি কৰিবলৈ কয?

**যমুনা**— যদি বুঢ়াই আজি ঈশ্বৰৰ নামে শপত খাই কয যে ভৱিষ্যতে এনে কাম আৰু কৰে তেনে এই কথা গোপনে ৰখাই ভাল। নহ'লে মযেনো মানুহৰ আগত মুখ উলিযাম কেনেকৈ?

**মহেশ্বৰ**—মই ঈশ্বৰৰ, পৰমেশ্বৰ, দুৰ্গা, চণ্ডী সকলোৰে নামে শপত খাইছোঁ আৰু এনে কাম নকৰোঁ, কেতিযাও নকৰোঁ।

**পদ্ম**— বাৰু যোৱা। কিন্তু সাৱধান ভবিষ্যতে যেন এনে কাম আকৌ নকৰাঁ।

(ড্ৰপ)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

### বৰুৱাৰ ঘৰ

**বৰুৱা**— (অকলে) ধিতাইক খবৰ লবলৈ পঠিযালোঁ। সি এতিযাও নাহিল। হে দযাময প্ৰভু! সৰলা অবলা ছোৱালীটিৰ প্ৰতি প্ৰসন্ন হোৱা। তাইৰ অকাল বৈধব্য নঘটাবা কৰুণাময!

(বৰুৱানীৰ প্ৰৱেশ)

**বৰুৱানী**— কিবা খবৰ পালে নে? সৰ্ব্বেশ্বৰ দাগদৰ কালি গৈছিল নে নাই।

**বৰুৱা**— ধিতাই অহাই নাই। কালি ৰাতি মই দেখি আহোঁতে অলপ টানেই। ঈশ্বৰেহে জানে কি হয।

**বৰুৱানী**—এৰা ছোৱালী শান্তি হবৰো আজি দুবছৰ হ'ল। শান্তিটো দি দিয়া হলেও তেও গিৰীয়েকৰ শুশ্ৰূষাকে দিন-

দিযেক কৰিবগৈ পাৰিলেহেঁতেন। এতিয়া সিও তাইৰ কপালে হে নুঠিল।

**বৰুৱা**-- কি কৰিবা? বিয়া দিবৰ পৰাই জোৱাইৰ অসুখ। সাধাৰণ অসুখ বিসুখ হোৱা হ'লে এক কথা আছিল, উঠিব নোৱাৰা অৱস্থাতনো শান্তি খন পাতো কেনেকৈ? (পদ্মৰ প্ৰবেশ) বাপা খবৰ কি, মই কালি বাৰ মান বজাত আহিলোঁ। পুৱা কেনে আছে?

**পদ্ম**-- পুৱাৰ অৱস্থা ভাল নহয়? মই ডাক্তৰক খবৰটো দি ঘৰত গাটো ধুযেই এই পিনে আহিছোঁ। (ধিতাইৰ বেজাৰ মনেৰে প্ৰবেশ)

**বৰুৱা**-- ধিতাই খবৰ কি?
(ধিতাযে নেমাতি চকুলো টোকে)

**বৰুৱানী**--(উৎকণ্ঠিত ভাৱে) নামাত কিয? কেনে আছ?

**ধিতাই**-- (কান্দি) অ' মোৰ নিৰ্ম্মলা আইৰ কপালতনো কণা বিধাতাই কি লিখিছিল।
(বৰুৱানীযে হিয়ামূৰ ভুকুৱাই কন্দে)

**বৰুৱা**-- হিয়া স্থিৰ হঁ। উঃ অন্ধকাৰে যেন পৃথিৱী গ্ৰাস কৰিলে, বিশ্বব্ৰহ্মাণ্ড যেন চাৰ খাৰ হৈ গ'ল। এটা তপত বতাহ কৰবাৰ পৰা যেন আহি মোৰ উশাহ নিশাহ নিৰোধকৰি ধৰিছে, উঃ। তললৈ মূৰ কৰি থাকে) ইমান অস্থিৰ হৈছো কিয? আজি আঢৈ বছৰে এই বিপদকে বাট চাই আছো। কিন্তু যেতিয়া বিপদ সঁচাকৈযে আহিল তাক শান্ত ভাৱে গ্ৰহণ কৰিব নোৱাৰো কিয়? ভীষণ চিৰঁৰ মাৰি কান্দি উঠিবৰ মন যায় কিয? মন স্থিৰ হো, মোক কৰ্ত্তব্য ভাবিব দে।

**পদ্ম**-- খুৰাদেউ, আপুনি ইমান অস্থিৰ হ'লে চলিব কেনেকৈ? খুৰীদেউক বুজাব কোনে?

**বৰুৱা**-- ঠিক কৈছোঁ--কিন্তু (নিৰ্ম্মলাৰ প্ৰবেশ, বৰুৱানীযে বুকত লৈ কান্দে, নিৰ্ম্মলাই চকু-পানী টোকে, বৰুৱাই অন্য ফালে চায, পদ্মই কান্দে ধিতাযে কান্দে।)

**পদ্ম**-- (চকু মচি) খুৰাদেউ, নিৰ্ম্মলাৰ আগত ইমান অস্থিৰ হোৱা ভাল নহয়---বলক ভিতৰলৈ যাওঁ।

**বৰুৱানী**--অ' মোৰ আইৰ কপালত বিধাতাইনো কি লিখিছিল ঐ (বিনাই বিনাই কান্দে আৰুনিৰ্ম্মলাৰ কপালৰ ফোট মচি দিয়ে, অলঙ্কাৰ খোলে)

**নিৰ্ম্মলা**-- (চকুলো টুকি) আই, দেউতা, এই বিপদ যে, এদিন আহিব তাকতো সকলোৱে বুজিছিলোঁ। তেনে ইমান অস্থিৰ হোৱাৰ কাৰণ কি?

**বৰুৱা**-- (কান্দি উঠে) নিৰ্ম্মলা, আই মোৰ। তই কি বুজিবি, কি ভীষণ যন্ত্ৰণাৰে তোৰ ভবিষ্যৎ গঠিত হৈছে। চিৰ জীৱন অকলশৰীয়া হৈ বৈধব্য যন্ত্ৰণা ভোগ কৰি এদিন ঘৃণিত আৰু উপেক্ষিতৰ দৰে পৃথিৱীৰ পৰা বিদায লবি। মোৰ সোণৰ পুতলি তোৰ কপালতনো ঈশ্বৰে এনে নিদাৰুণ দুঃখ লিখিব পায় নে?

**পদ্ম**--(চকুলো টুকি) বলক ভিতৰলৈ যাও। মিছাই শোক কৰি একো লাভ নাই। যি হব লগা আছিল হৈ গ'ল। সকলো ঈশ্বৰৰ ইচ্ছা। (প্ৰস্থান)

## দ্বিতীয় দৃশ্য

### পুখুৰী ঘাট

**কপাহী**- হয নে অই, হাজৰিকাৰ পোৱাকৰ লগত বোলে বৰুৱাৰ জীযেকৰ বৰ হলি-গলি?

**বকুলী**-- নকবি আইহে, ডাঙৰ মানুহে কৰিছে দেখি, সেইবোৰ পাপ, পাপেই নহয়। তোৰ মোৰ কাৰণেহে পাপ।

**কপাহী**-- নিৰ্ম্মলাক বোলে পদুম নে চদুম সেই দালে কিতাপ পঢ়ায। তিৰোতা মানুহেনো কিতাপ পঢে নে আই।

**বকুলী**-- সেইটো চলহে, কথা কিবা এটাহে। ছোৱালীটিৰ হ'লে, কপালখন বৰ বেয়া। এনে ধুনীযা ছোৱালীটি দেখিলেই মৰম লগা। তাইৰ কপালখন নো তেনে হব লাগে নে?

**কপাহী**--ইঃ বৰ ৰূপহী জনী দেখিলি। তাইতকৈ কত ৰূপহী আছে।

**ফেদেলী**-- তই হবলা ৰূপহী বুলি বৰ্ ভেমটো ধৰিছ। বৰুৱাৰ জীয়েকৰ বান্দী হবৰ যোইগো তোৰ নাই।

**কপাহী**-- তই কেপ-কেপাই থাক কিয?

**ফেদেলী**--বুঢী মাকতিযৰক জোকাই নলবি মাৰে।

**কপাহী**-- শুগুণী বৰ সাহ পাই গৈছ দেখোন।

**ফেদেলী**-- হয়োঁৱা--পাপীষ্ঠা, মৰতী জহনামে জাতী, পঞ্ৰালাগতী--

**বকুলী**- ছিঃ বাই। অভইচ মাতবোৰ মাতিছোঁ কিয়। (ভকতনীৰ প্ৰবেশ) পিছে, আজি কালি মহেশ্বৰ বামুণৰ ঘৰলৈ যোৱা নে নাই?

**ভকতনী**-- ৰাম। বিষ্টু। হৰি।।। যাওঁ আই! দেউৱে ঈশ্বৰৰ নাম একেবাৰ শুনায়। তাকে পুৱা গধুলি শুনো গৈ।

**ফেদেলী**--ভকতনী আমাৰহে দিন কেইটা এনেয়ে গ'ল। বুঢ়া হলোঁ, তথাপি নাম একেবাৰ লৈ শৰীৰটো শুধ কৰিব নোৱাৰিলো।

**কপাহী**--লাজে, অভইচে যাকে পাই তাকে গালি পাৰি ফুৰাগে, আপুনি বৈকুণ্ঠৰ বোন্দাটো হবা।

**ফেদেলী**-- তহঁতৰ দৰে মই বাৰটা----

**ভকতনী**-- বিষ্টু বিষ্টু। সেইবোৰ কথা কিয কোৱা বাই পাপ হয় নহয়।

**বকুলী**-- ময়ো বাইক তাকে কওঁ, কিন্তু বাইৰ খং উঠিলে গুৰু

গোঁসাই নমনা হয।

ভকতনী-- বাই আজি কালি দিন বেযা হল, আজি যিহে এষাৰ কথা শুনি আহিলো।

সকলোৰে-- কি কথা--কি কথা--?

ভকতনী--পাপ লগা কথা আই। কৈছোঁ নহয, দেশত ধৰম নাইকীযা হ'ল।

সকলোৰে--(উদগ্ৰীৱ হৈ) কি কথা কোৱাছোন?

ভকতনী--এঃ যমুনা বামুণনীৰ কথা আই। হাজৰিকাৰ পোৱেক বোলে অহা যোৱা কৰে। এদিন সন্ধিযা লৰ মাৰি যোৱা মনুগাযন বৰা, মহেশ্বৰ বাপু সকলোৱে দেখিছে।

বকুলী-- ইঃ শুনিলেও লাজ বীজ লগা কথা আই।

কপাহী-- তাইৰ যিটোহে ফিটাহী হবই পায এনে।

বকুলী-- সাত শতুৰুৰো তেনে নহওক আই।

কপাহী-- বামুণীইতেই খালে হাজৰিকাৰ পোৰকটোও কম নহয।

ভকতনী--ব'ল আইইঁত বেলি হ'ল।

(সকলোৰে প্ৰস্থান)

# তৃতীয় দৃশ্য

বৰুৱাৰ ঘৰ

নিৰ্ম্মলা : ( অকলৈ কিতাপ পত্ৰ লৈ) পদ্ম দাদা আজি ইমান পৰেও নাহিল কিয়? তেওঁ অহা অলপ পলম হলেই মোৰ মনটো কেনেবা লাগে। কিবা এটা শোকে যেন মোক আবৰি ধৰিছে। বাৰু আজিৰ পঢ়া জানো আহিছে? "গ্লৌ" শব্দ মুখস্ত থাকিব লাগিব। গ্লৌ, গ্লাবৌ, গ্লাবঃ তাৰ পাচত ইযাৰ এক বচনটো মনত নপৰে দেখোন। ৰাতিপুৱা গোটেই শব্দটো আহিছিল, এতিয়া পাহৰিলোৱেই দেখোন? ইপিনে অনুবাদো কৰিব নহ'ল। ছিঃ আজি পদ্ম দাদাই খং কৰিব। কিন্তু ইমান পৰ তেওঁ নাহিল কিয? তেওঁ নাহিলে মোৰ ইমান বেযা লাগে কিয? আজি কালি মোৰ হ'ল কি? পঢ়োতে খাওতে শোওতে পদ্ম দাদাৰ কথা কিয মনত পৰে। কিন্তু এনেদৰে তেওঁৰ কথাটো দিনে ৰাতিযে মনত নপৰিছিল। অ' সৌৱা আহিছে।

(পদ্মৰ প্ৰৱেশ)

পদ্ম : নিৰ্ম্মলা! তুমি অনুবাদ খিনি কৰিলা নে? অনুবাদ ভালকৈ কৰিব নোৱাৰিলে সংস্কৃত শিকা নহয।

নিৰ্ম্মলা : পাহৰিলো, এতিযাহে মনত পৰিছে।

পদ্ম : পাহৰিলো, আগেযেতো কেতিযাও পাহৰা নাছিলা। দুদিন মানৰ পৰা তোমাক অলপ অন্য মনস্ক দেখিছো, কিবা অসুখ বিসুখ হৈছে নেকি?

নিৰ্ম্মলা : (তল মুৰ কৰি) নাই -----

পদ্ম : তেন্তে-----

নিৰ্ম্মলা : এনেযেহে পাহৰিলো।

পদ্ম : নিৰ্ম্মলা। তোমাৰ ভালকৈ সংস্কৃত পঢ়াৰ দৰকাৰ। বোধকৰো তুমি বুজিব পাৰিছা যে তোমাৰ সমস্ত জীৱন কঠোৰ ব্ৰহ্মচৰ্য্যত কটাব লাগিব। যাতে ধৰ্ম্ম চিন্তা কৰি, শাস্ত্ৰ আলোচনা কৰি জীৱনটো পৱিত্ৰ ভাৱে নিযাব পৰা তাৰ কাৰণেই খুৰাদেৱে তোমাক সংস্কৃত পঢ়াইছে।

নিৰ্ম্মলা : বাৰু এতিয়াৰ পৰা আকৌ মন দি পঢ়িম।

পদ্ম : আখৰ লিখিছিলা নে?

নিৰ্ম্মলা : লিখিছিলো, এইযা ( বহী দিযে)

পদ্ম : ( বহী লৈ) এইটো অনুস্বৰ নহৈ ম্ হ'ব। বাক্যৰ শেষত অনুস্বৰ নহৈ ম্ হয।

(বৰুৱাৰ প্ৰৱেশ)

বৰুৱা : পদ্ম কেতিযা আহিলা?

পদ্ম : এই অলপতে।

বৰুৱা : কেনে, নিৰ্ম্মলাই অলপ পাৰিছে নে?

পদ্ম : পাৰিছে, পিছে সংস্কৃত ভাষাতো স্বভাৱতেই টান, গতিকে অলপ সময লাগিব।

বৰুৱা : তুমি যে, তাইৰ কাৰণে ইমান চেষ্টা কৰিছা, তাৰ বাবেনো মই তোমাক কি দিম। নিৰ্ম্মলা তই সংস্কৃতটো অলপমন দি পঢ়িবি আই। গীতা এখনলৈ লিখিছো, আহিলে তাকে পঢ়ি দুযো সময কটাম।

পদ্ম : নিৰ্ম্মলা । আজি আৰু থাক। মই আবেলি আহিম। অনুবাদ খিনি কৰি থবা। (বহী দিযে)

(দুযো প্ৰস্থান)

নিৰ্ম্মলা : কি মধুৰ সুখকৰ, প্ৰণ উন্মদকাৰী স্পৰ্শ। মোৰ গোটেই শৰীৰটো মুহুৰ্ত্ততে ৰোমাঞ্চিত, সমস্ত হৃদয ব্যাকুল হৈ উঠিল। এক নতুন প্ৰভাৱত একে বাৰে আপোন পাহৰা হৈ গৈছিলো। কিন্তু দাদা আজি ইমান সোনকালে কিয আতৰি গ'ল। তেওঁ ওচৰত থাকিলে কিবা এটা কোমল সুখৰ ভাৱে খেলা কৰি থাকে আৰু তেওঁ চকুৰ আৰ হলেই মনটোৱে বিষাদত কান্দি উঠে। (নেপথ্যত মাতে "নিৰ্ম্মলা') আযে মাতিছে, যাও।

(প্ৰস্থান)

# চতুৰ্থ দৃশ্য

সদৰ আমনিৰ ঘৰত বিযা

(ঢাকৰ দুজনী বাযে এটা গানৰ শেষ স্তোত্ৰটো গাই নাচে, মন্মথ বাবু প্ৰবৃতি ভদ্ৰলোকসকলে মতলিয়া ভাও কৰে, অন্যান্য

শ্ৰোতাসকলে চুকত,টেবুলত মদৰ বটল গ্লাচত বাকে। তাৰ একোটুপি ঠেঙা পিন্ধা বাবুসকলে মাজে মাজে খায়)

গান : —— আমাৰ আহলাদে প্ৰাণ আটখানা।
(নাচে আৰু গায, শেষ হোৱাত বহে)

মন্মথ : এই বাৰ এই এক গানা আলিবাবাৰ গান গাও দি কিন?

হৰনাথ : এই বুজিছা এই এটা প্ৰে - প্ৰে -প্ৰেমৰ গান গাবা বুজিছা।

কুমুদ : ধৰ্ম্মৰ গান একটা গাইয়া দিন্
(উঠি গৈ মদ খাই)

মন্মথ : গান পাগল। এই তোমাৰ গাও আলিবাবাৰ 'লেও সাকী লেও' গানটা -
(গান আৰু নাচ কোনোৱে বাহবা, কোনোৱে তাল দিযে কোনোৱে মদ খায়।)

গান

লেও সাকী লেও ভৰ পিয়লা পিলেও দাৰু ফিন্
লালসিৰাজী আঙ্গুৰ সৰাৰ গুল ফেতৰ ৰঙ্গিন্।
লযনামে ঠাট্ চাটনী মিঠা বাট
আব্‌গানে দেও দিলি পিযাযা ৰসিৰ
ঘুম্‌না ফিৰণা খোস্ কৰণা কাম বৰা সঙ্গীন।।

মন্মথ : বেছ বেছ কি চমৎকাৰ

হৰনাথ : ঘুৰে ঘুৰে হিলে দুলে (উঠি গৈ মদ খায়)

কুমুদ : মন্মথ বাবু! এক পিযলা মদ নাই খালে ফুৰ্টিটা পকিযা উঠেনা। কি কওঁ।

মন্মথ : ঠিক বলছেন। (দুয়ো উঠি গৈ মদ খায়)

হৰনাথ : ( জৰিত কণ্ঠে) বাঃ কি পৰীযেই আহিছে। যেন আচমানৰ পৰাহে এওলোক আহিছে —— চিধা আচমানৰ পৰা, বেচ্ আৰু এটা পাক দিযা, মোৰ দিল একেবাৰেই খোস হৈ যাওক। (বলোৰাম সদৰ আমিনৰ প্ৰবেশ, সকলোৱে উঠি সম্বৰ্দ্ধনা কৰে)

কুমুদ : বেছ বাইজী অনাইছেতো, কি সুন্দৰ নাচ, কি সুন্দৰ গান, কি গ'লা।

হৰনাথ : কি চেহেৰা। কি চকু। কি -

মন্মথ : আমোদৰ আযোজনটা হযেছে ভাল, বাইজী দুটি বেছ।

বলোৰাম : আপোনালোকে ভাল পাইছে বুলি শুনি সুখি হ'লো। বাপা এই পিনে পাণ চিগাৰেট অনা নাই হবলা, পঠিয়াই দিযা।

হৰনাথ : আপোনাৰ দৰে এই অঞ্চলত ইমান সমাৰোহেৰে কোনেও এনে কাম কৰা নাই,আৰু আযোজনটো ৰুম। বাইজী দুটি যেন সাক্ষাৎ পৰী। এই বিযাৰ বিষযে মোৰ কাকতত যথেষ্ট লিখিম।

মন্মথ : আৰ একটী চলুক।

বলোৰাম : একটী ভাল দেখে গান গাওত এবেলা।

বাইজী : যে আজ্ঞা (গান বাদ্য আৰু নাচ)

গান

চাইনা চাইনা চাইনাৰে তোৰ ওজন কৰা ভালবাসা
সিন্ধুসম ভালবাসা, বিন্দুতে কি যায পিপাসা?
ভালবাসা পাকা সোণ, ভালবাসায় ভাব.মেলেনা।
ভালবালা বেচ কিনা ভৰা ডুবি কৰে আশা।
(দৰা, দৰা আহিছে বুলি সকলো লৰালৰি কৰি প্ৰস্থান)

## পঞ্চম দৃশ্য

(পদুলি মুখত মাণিক বৰ বেশে পিৰা এখনত থিয হৈ থাকে, নামতিযে নাম টুলিযাই ঢোল, পেপা াদি বজায অলপ পিচতে সদৰ আমিনৰ প্ৰবেশ)

মহেন্দ্ৰ : হেৰ দৰা, নাকটো ভাল দৰে ধৰ। আজি লাজ কৰিব পায নহয? নঃ ৰাম খুৰতে কোনোবাই জাবৌপ কৰি চাউল এমুঠি মাৰিলে বোপাই। বৰ অসভ্য এই ল'ৰাবোৰ। (জাৰৌপ জাৰৌপ চাউল মাৰে)

প্ৰিয় : এই ল'ৰাবিলাক অভদ্ৰতাৰ চুৰান্ত, ইহতে বোলে আকৌ লেখা পটা শিকিছে। বাটত সেই এপৰ বেলি ৰাখিলে। ইযাতো চাউল টাউল মাৰি মানুহক অস্থিৰ কৰিছে।

মহেন্দ্ৰ : প্ৰিয বাবু ! আপোনালোকৰ কাণ্ড দেখি, মই অবাক হৈছো। আজিকালিৰ দিনতনো এই Nasty নাম, ঢোল - খোলৰ ব্যৱহাৰনো ভদ্ৰলোকে কৰে নে? আপুনি আমাৰ দৰে ঢাকাৰ বাইজী আদি অনোৱা উচিত আছিল।

প্ৰিয় : (মূৰ খজুৱাই) এৰা সাতপুৰুষীয়া দস্তুৰ।

বলোৰাম : Hang your সাত পুৰুষীয়া দস্তুৰ। উঃ উঃ মোৰ কাণখন উৰি যোৱা যেন পালোঁ। কোন bloody swine এ মোৰ গাত চাউল মাৰিছে। uncivilised brutes.

হৰেশ্বৰ : হেৰ ৰুদ্ৰ, ইহঁতৰ মইমতালি বাঢ়িছেহে। বৰ ডাঙৰ মানুহ ওলাইছে, কথাই কথাই গালি। ধৰ ইহঁতক এসেকা দিওঁ।

মহেন্দ্ৰ : হেৰ, এটাই দৰাটো নি ৰভাৰ তলত বহুৱাই দে গৈ-- বাকীবোৰক এফালৰ পৰা সামৰি নিবি। (জাৰৌপ জাৰৌপ কৰে চাউল মাৰে, গৌৰীযে দৰা ডাঙি নিয়ে, আনবোৰ পলায।)

# ষষ্ঠ দৃশ্য

**বৰুৱাৰ ঘৰ**

**নিৰ্ম্মলা** ঃ (অকলে) আজি বহুত দিন হ'ল, পদ্ম দাদা আমাৰ ইযালৈ অহা নাই। যেতিয়া পদ্ম দাদা অহা নহাত মোৰ লাভ-লোকচান একো নহৈছিল, তেতিয়া তেওঁক পুৱা--গধূলি সদায লগ পাইছিলোঁ। আৰু এতিয়া শৰীৰৰ প্ৰতি অনু পৰমাণুৱে যেতিয়া তেওঁৰ আগমন প্ৰতীক্ষা কৰি থাকে, চকুৱে যেতিয়া তেওঁক নেদেখিলে নিজৰ জন্ম অসাৰ্থক বুলি ভাবে, কাণে যেতিয়া তেওঁৰ কথা শুনিবলৈ উদ্‌গ্ৰীৱ হৈ থাকে, তেতিযাই তেওঁ হঠাৎ নহা হ'ল। বাৰু মই পঢ়া--শুনা কৰিবলৈ হেলা কৰাত খং কৰি অহা নাই নে কি? তেওঁ নাজানে নে যে, তেওঁ নাহিলে মোৰ পঢ়া শুনা একো নহয। কি বিষাদতে এই দিন কিটা গৈছে, আজি পদ্ম দাদা আহে যেন প্ৰভু।

(কপাহী, মহেশ্বৰী আৰু বৰুৱানীৰ প্ৰৱেশ)

**কপাহী**-- এৰা বোলে, বাহ ল'ৰা গোট খাই দৰা ঘৰীযা, কইনা ঘৰীয়া সকলোকে অটালে। সদৰ আমিনৰ পিঠিটো দুকিলমান পৰিল বোলে।

**মহেশ্বৰী**-- পিচে বিয়া--

**কপাহী**-- সম্প্ৰদান যেনে তেনে হ'ল ধৰিবা।

**মহেশ্বৰী**-- আই, কথা এটা সোধোঁ বেয়া নাপায যদি।

**বৰুৱানী**-- সোধ আই, বেযা পাম কিয?

**মহেশ্বৰী**-- গাৱঁত শূদিৰনীহঁতৰ মুখে নিৰ্ম্মলাৰ কথা শুনি দুখ লাগে আই। তাই হেনো বিধবাৰ দৰে ব্যৱহাৰ নকৰে। হাজৰিকাৰ পোৱেকৰ সৈতে বৰ হলি--গলি কৰে, এইবোৰ কথা ওলোৱা জানো ভাল।

**বৰুৱানী**-- কি কৰিবি আই। বাপেক--জীযেকে মোৰ কথা নুশুনে, জীযেকক সংস্কৃত পঢ়াই পণ্ডিত কৰিব খুজিছে। ইপিনে একাদশী আঁউহীৰ নাম কৰিলে কয ছোৱালী মানুহ লাহে লাহে কৰিব। কিন্তু পদ্ম বৰ ভাল ল'ৰা। কোন অধৰমীযে এনে বেযা কথা উলিয়ায। সিহঁতৰ চকু নাই হবলা।

**মহেশ্বৰী**-- বামুণৰ বিধবা অলপ চাইচিতি চলিব লাগে।

**বৰুৱানী**-- শুনিছ নিৰ্ম্মলা? তোৰ নিমিত্তেই মোৰ সুখ-শান্তি নোহোৱা হ'ল। তই মোৰ মঙহ নোখোৱাকৈ নেৰ।

**নিৰ্ম্মলা**--তোমালোকে আমাৰ সুখ--শান্তিৰ যি দিহা কৰি দিছাঁ--তাৰ জোলে জুৰিছে। বাইদেউ, আহিলা কেতিয়া?

**মহেশ্বৰী**--পৰহি আই। তই অলপ সাবধানে থাকিবি মোৰে শপত।

**বৰুৱানী**-- ভিতৰলৈ ব'ল আই, কিবা কিবি এমুঠিৰ দিহা কৰোগৈ।

(নিৰ্ম্মলাৰ বাহিৰে সকলোৰে প্ৰস্থান)

**নিৰ্ম্মলা**-- সঁচাকৈযে মইতো বিধবা। মোৰ এক মাত্ৰ কৰ্ত্তব্য পতিৰ চৰণ চিন্তা কৰি অক্ষুণ্ণ ব্ৰহ্মচৰ্য্য ৰাখি জীৱন কটোৱা, মোৰ পক্ষে পদ্মৰ প্ৰতি অনুৰাগ মহাপাপ। কিন্তু যি পতিক মই কেতিয়াও দেখা নাই, যি কেৱল এক মুহূৰ্ত্তৰ কাৰণে দুষাৰ অৰ্থহীন মন্ত্ৰ মাতি গুচি গ'ল, যাৰ বযস, ৰূপ, গুণ একোৰে প্ৰতি মোৰ ভক্তি হব নোৱাৰে তেনে পতিৰ চৰণ চিন্তা কৰি কাল কটোৱাটো সম্ভৱ হয কেনেকৈ? দেউতাই যথেষ্ট কষ্ট পাইছে-- তেওঁ যেন মোৰ কাৰণে আৰু মনস্তাপ নাপায তালৈ চোৱাটো মোৰ নিতান্ত কৰ্ত্তব্য।

(বৰুৱাৰ প্ৰৱেশ)

**বৰুৱা**-- নিৰ্ম্মলা। পদ্মাই চিঠি লিখিছে বিশেষ কামৰ কাৰণে তেওঁ দুদিনমান আহিব নোৱাৰে। আজি গীতাখনো আহিছে। তাকে পঢ়ি তাৰে আলোচনা কৰি আমি দুযো সময কটাম, কিজানি তাপিত প্ৰানত অলপ শান্তি পাওঁৱেই। (প্ৰস্থান)

# সপ্তম দৃশ্য

**যমুনাৰ ঘৰ**

**বৰুৱা**-- আইটি, আমাক কিয মতাইছিলা?

**যমুনা** ঃ দদাইদেউ। ইয়াত মই আৰু থাকিব নোৱাৰো। আপুনি বোধকৰো শুনিছে, এই পাষণ্ডহতে মোৰ নামে এটা ভীষণ অপবাদ প্ৰচাৰ কৰিছে। অধৰমী মহেশ্বৰেই এই কামত মূলত! দদাইদেউ। আপোনাৰ আগত কবলৈ লাজ লাগে, নকলেও নহয --- এদিন এই মহেশ্বৰেই ঘৰত ল'ৰাটো নথকাৰ সুযোগ পাই মোৰ সৰ্ব্বনাশ কৰিবলৈ আহিছিল। পদ্ম বাপা হথাৎ আহি উপস্থিত নোহোৱা হলে, সেই দিনাই মোৰ গতি যে কি হ'লহেতেন তাক ঈশ্বৰেহে জানে। এতিয়া সেই পাপীষ্ঠ মহেশ্বৰেই পদ্মৰ লগত মোৰ বদ্‌নাম ৰতি ফুৰিছে। মই কেনিও মুখ উলিযাব নোৱাৰা হৈছো। একোবাৰ ভাবো, এইবোৰ কথালৈ পিঠি দি ঈশ্বৰ চিন্তাহে কৰি সময় কটাও --- কিন্তু নোৱাৰো সকলোৱে যেন মোৰ ফালে আঙুলিযাই "সেইজনী কলঙ্কিনী, জাত যোৱা যমুনা" বুলি হাহে। সকলোৱে যেন মোক দেখিলেই চকুৱে চকুৱে মোৰ কলঙ্কৰ কথাকে প্ৰকাশ কৰে। নাই নাই মই ইয়াত থাকিব নোৱাৰো। এই ঠাইৰ বতাহ পৰ্য্যন্ত বিষক্ত হৈ পৰিছে। আৰু মোৰ ল'ৰাটো। তাক যে সকলোৱে পতিতা যমুনাৰ ল'ৰা বুলি হাহিব। মোৰ এই মিছা বদ্‌নামেই

তাৰ চিৰ জীৱনটোত এটা অপবাদৰ কলিমা পেলাই দিব। মোৰ এটা দিহা কৰি দিয়ক, নহলে মই আপোনঘাটী হম।

পদ্ম : বলক, আপোনাক কাশীত থৈ আহোঁগৈ। তাতে ঈশ্বৰ চিন্তা কৰি সময় কটাব।

যমুনা : মই যে একেবাৰেই গৰিব।

পদ্ম : ধনৰ কাৰণে চিন্তা কৰিব নালাগে। কালি পুৱাই যাব লাগিব, প্ৰস্তুত থাকিব।

যমুনা : মই সদায় প্ৰস্তুত , কিন্তু ল'ৰাটো কি হ'ব।

পদ্ম : তাত স্কুল আছে, সি তাতে পঢ়িব। হিন্দু বিদ্যালযত মোৰ চিনাকী ল'ৰা আছে, সিহঁতে আপোনাৰ খা - খবৰ লৈ থকিব।

বৰুৱা : কিন্তু আইটি, পদ্মৰ লগত গ'লে জানোছা মানুহে বেযা বোলে।

যমুনা : বেযা বুলিবলৈ বাকী নাই, মই যাবই লাগিব। পদ্মাৰু আপোনাৰ বাহিৰে এই ঠাইত মই অইন কাকো বিশ্বাস কৰিব নোৱাৰো।

বৰুৱা : কিন্তু পদ্মৰতো এটা বদনাম হ'ব।

পদ্ম : মোৰ কাৰণে চিন্তা কৰিব নালাগে। মই এনে মিচা বদনামলৈ ভয় নকৰো। তাৰ উপৰি এই ঠাই এৰি মযো পলাও বুলিহে ভাবিছো। কাশীৰ পৰা ধুৰি আহি কৰবালৈ গুছি যাম।

বৰুৱা : মোৰ পক্ষেও এই ঠাই অতিষ্ঠ হৈ উঠিছে, পিছে উপায়হে একো নাই। তেন্তে আইটি, ওলাই থাকিবি, পদ্মই পুৱা লৈ যাবহি।

যমুনা : ( সেৱা কৰি) দদাইদেউ ! আশীৰ্ব্বাদ কৰিব, স্বামীৰ চৰণত মতি ৰাখি যেন মৰিব পাৰো আৰু কেতিযাবা কিবা যদি অপৰাধ কৰিছিলো ক্ষমা কৰিব। এযে আমাৰ শেষ দেখা।

বৰুৱা : (চকু পানী টুকি) আযুষ্মতি হো আই।

( ড্ৰপ )

## চতুৰ্থ অংক

### প্ৰথম দৃশ্য

### ব্ৰাহ্মণ সভা

চণ্ডী : বৰুৱা ইমান পৰে নাহিল কিয় ? আমাক অমাইন কৰিব খুজিছে নে কি ?

মহেশ্বৰ : অ'বৰুৱাক কম নুবুলিবা। বাহিৰত বৰ শান্তশিষ্ট, ভিতৰি বৰ দুষ্ট।

চণ্ডী : ঈশ্বৰৰ কৃপাত এই বাৰ এই বৰুৱাৰ নে চৰুৱাৰ ভিকাচন ভাগিল তাৰ মইমতালি দেখি আই বসুমতীৰো অসহ্য হৈছিল।

( বৰুৱাৰ প্ৰৱেশ)

চণ্ডী : বৰুৱা ! বেলি কৰিলে কেলৈ ! সমাজ আপোনাৰ কাৰণে বহি থাকিব নে ?

বৰুৱা : দেউসকল ! দোষ হ'ল' ক্ষমা কৰিব। ঘৰত পৰিবাৰৰ বৰ জ্বৰ, পুৱাৰে পৰা এৰিবই পৰা নাই। তাতহে অলপ পলম হ'ল।

মহেশ্বৰ : তোমাৰ ঘৰত কাৰ জ্বৰ কাৰ খৰ হ'ল, সেই বাবে আমি বহি থাকিব লাগে নেকি ?

চণ্ডী : পিছে জীযেৰক নানিলা কিয় ?

বৰুৱা : সেই কাম কৰিবলৈ মই অলপ অপৰাগ। আপোনালোকে বোধকৰো ইচ্ছা নকৰে যে কোনো ভদ্ৰমহিলা আহি প্ৰকাশ্য সভাত থিয় হৈ এনে বাদ অপবাদৰ কথা শুনে।

চণ্ডী : বৰ ভদ্ৰ মহিলা চেলাইছে, ইপিনে হ'লে বৰ কাজী।

মহেশ্বৰ : সেই কথা এৰা। এতিযা আচল কথা চলোক। বৰুৱা - আমি শুনিবলৈ পাইছো আপোনাৰ যুৱতী বিধবা কন্যাটিৰ হাজৰিকাৰ পুতেক পদ্ম নাথৰে গুপ্ত প্ৰণয় আছে, এই পদ্মনাথ আৰু তাৰে সৈতে বাদ ওলোৱাৰ যমুনাৰ চৰিত্ৰ যে বৰ কদৰ্য্য তাক নকলেও হব। পদ্ম ধনী মানুহৰ ল'ৰা ---- অভীভাৱক হীন। তাৰ চৰিত্ৰ যে বেয়া হোৱাটো স্বাভাবিক। কিন্তু আপুনি জনা বুজা মানুহ হৈ কিয তাক আপোনাৰ ঘৰ চাপিবলৈ দিছিল ?

বৰুৱা : কিছুপৰ নীৰৱে থাকি, হাতযোৰ কৰি)দেউতাসকল ! পদ্মনাথ নিৰ্ম্মল চৰিত্ৰৰ শিক্ষিত যুৱক। তাক মিছা অপবাদ নিদিব। সি যমুনা আইটিক কাশীত থৈ আহিবলৈ গৈছে বুলি মই জানো।

মহেশ্বৰ : আৰু তোমাৰ শিক্ষিতা গুণবান ডেকা পদ্মনাথৰ প্ৰণয় সেই বিষয়ে তোমাৰ কবলগীয়া কি আছে?

বৰুৱা : এই কলঙ্ক ঘোৰ অসত্যৰ ওপৰত প্ৰতিষ্ঠিত। মোৰ কণ্যাৰ চৰিত্ৰৰ আকাশৰ দৰে নিৰ্ম্মল, বাযুৰ দৰে পবিত্ৰ। বাহ্মাণ সকল। এই কথা মই ঈশ্বৰৰ নামে শপত খাই কবলৈকো প্ৰস্তুত আছো।

মহেশ্বৰ : "গৰু চোৰৰ গঙাচান।" এওঁ ঈশ্বৰৰ নামে শপত খাব আৰু আমি তাকে বিশ্বাস কৰিম। ভাল অকৰা পাইছে আমাক। দেউসকল ! এও ছোৱালী ইয়াঁলৈ ননাৰ কাৰণ কি বুজিছা ? গাৰ আসোৱাহ ধৰা পৰে বুলি ( বৰুৱাই কাণত আঙুলি দিয়ে) এনে পাপ খণ্ডন নোহোৱা উচিত নহব। এই সমাজৰ ৰায় এয়ে যে, তুমি তোমাৰ পতিতা জীয়েৰক অবিলম্বে ঘৰৰ পৰা

বাহিৰ কৰি দিবা তাইৰ লগত ব্যৱহাৰ কৰাৰ বাবে পৰিচিত হবা। তাক নকৰিলে তোমাক সমাজৰ বাহিৰ কৰা হ'ব।

চণ্ডী : সমাজৰ বাহিৰ নহয় একেবাৰে "চ্যুত" কৰা হব।

বৰুৱা : ( হাত যোৰ কৰি) দেউসকল ! অলপ বিবেচনা কৰোক। আপোনালোকৰ গুৰিত মই শৰণাগত। মোক নবধিব। আপোনালোক ব্ৰাহ্মণ, সজ্জন। এটা ভাল বিচাৰ কৰি আপোনালোকে সভাৰ মত প্ৰকাশ কৰক। সাক্ষী, প্ৰমাণ —

মহেশ্বৰ : কি সাক্ষী প্ৰমানৰ কথা কোৱা হে? সাক্ষী মই নিজে এই মহেশ্বৰ শৰ্মা।

চণ্ডী : কি কেপ্ কেপাই থাকাহে । সোনকালে পাপ দুৰ কৰি দিয়াগৈ। নহলে নিজৰ পিনে টান পৰিব।

মহেশ্বৰ : এতিয়া উঠাহে যাওক। (সকলো যায)

বৰুৱা : ভগৱান! কি দোষত মোক এনে কঠোৰ শাস্তি দিলা প্ৰভু!

## দ্বিতীয় দৃশ্য

বৰুৱাৰ ঘৰ, সময় ৰাতি

নিৰ্ম্মলা — (অকলে) মই কি কুলক্ষণী! দেউতাই মোৰ কাৰণেই অসীম জীযাতু ভুগিব লগাত পৰিছে। এতিয়া আকৌ সমাজৰ আদেশ নুশুনি দেউতাই মোক লগতে ৰাখিব খুজিছে। এনেখন কৰিলে যে সমাজে দেউতাৰ ওপৰত অমাণুষিক অত্যাচাৰ কৰিব তাত সন্দেহ নাই, এনে অৱস্থাত মই গলগ্ৰহৰ দৰে দেউতাৰ লগে লগে নাথাকি আঁতৰি যোৱাই ভাল। কিন্তু যাম কলৈ? ঈশ্বৰে যেনি নিয়ে, (ভাবে) ইপিনে আইৰ অসুখ আৰু মোক নেদেখিলে দেউতা বৰ ব্যাকুল হ'ব। যাৰ পাখিৰ তলত থাকি নিচিন্তে ইমান ডাঙৰহ'লো, যি মোৰ সুখত সুখী, মোৰ দুখত দুখী, যি মোৰ কাৰণে প্ৰাণ পৰ্য্যন্ত দিব পাৰে, এনে প্ৰেমময আৰু আই-দেউতাক এৰি যোৱাৰ কথা ভাবিলেও প্ৰাণ কান্দি উঠে। এই নিৰব, শান্ত আমাৰ ঘৰখনি, ইযাৰ প্ৰতি বস্তুটিযেই যেন মোক সাদৰ আলিঙ্গনেৰে ধৰি আছে। মোৰ জীৱনৰ সকলো কথাতেই এনে ভাৱে জড়িত আছে যে, ইযাক চিৰ কাললৈ এৰি অন্য ঠাইলৈ যোৱা কথা ভাবিলেও মন ব্যাকুল হয়। কিন্তু উপায নাই-- স্নেহৰ সকলো বান্ধোন চিঙিব লাগিব। (ভাবে) কি ৰহস্যময মোৰ জীৱনটো! সৰুৰে পৰাপিতা-মাতাৰ স্নেহ পাই ডাঙৰ হলোঁ, মাজতে ক'ৰবাৰ এটা অচিনাকি বুঢা বামুন, মোৰ জীৱন পথত ধুমকেতুৰ দৰে আবিৰ্ভাৱ হৈ জীৱনৰ গতিৰ পৰিৱৰ্ত্তন কৰি দি গ'ল, তাৰ পিছত পদ্ম দাদাৰ প্ৰতি অনুৰাগে মনত দেখা দিলে। ক'ত চেষ্টা কৰিলো এই অনুৰাগ দমন কৰিবলৈ, মনক অন্য পথেদি চলাবলৈ। কত যত্ন কৰিলো, কত ৰকমে নিজকে " বিধবাৰ পক্ষে এই কথা ঘোৰ পাপ বুলি" বুজালো — কিন্তু সকলো ব্যৰ্থ। কিবা এটাই যেন অন্তৰৰ প্ৰদেশৰ পৰা বাধা বুজনি সকলো ঠেলি মূৰ ডাঙি কয — বৈধব্য অৰ্থহীনই নিৰ্জ্জীৱ সমাজৰ নিৰ্ম্মম অত্যাচাৰৰ বাহিৰে একো নহয। ইফালে পদ্মৰ প্ৰতি অনুৰক্ত হোৱাতো মোৰ পক্ষে অতি স্বাভাৱিক। সূৰ্য্যৰ কিৰণস্পৰ্শত পদুম ফুলি উঠা যদি দোষ হয, পদ্ম দাদাৰ অমায়িক পাণ্ডিত্য, উদাৰ সহানুভূতি, আন্তৰিক সমদৰ্শিতা দেখি মুগ্ধ হোৱাও মোৰ পক্ষে অন্যায হৈছে। প্ৰথমে পদ্মদাদাৰ অদৰ্শনত কষ্ট পাইছিলো, সংসাৰ আন্ধাৰ দেখিছিলো। কিন্তু লাহে লাহে এই বিচ্ছেদ সহিব পৰা হলো।এতিয়া যদিও পদ্ম দাদাৰ চিন্তাত হৃদয মন সদায পুৰ্ণ থাকে, তথাপি দৰ্শনৰ কাৰণে সেই ভীষণ ব্যাকুলতা আৰু নাই। এতিয়া বুজিছো প্ৰকৃত প্ৰেমিকে প্ৰেমাস্পদৰ দৰ্শন নাপালেও তেওঁৰ চিন্তাতে সুখি হ'ব পাৰে। কিন্তু সমাজেটো মোৰ হৃদযৰ কথা নাজানে, সামাজিক নিয়মত মই সম্পুৰ্ণ পবিত্ৰ তথাপি একো প্ৰমাণ নোলোৱাকৈ এজনী অজ্ঞানী অবলা ছোৱালীৰ সৰ্ব্বনাশ কৰিবলৈ এই সমাজ অকণো কুণ্ঠিত নহ'ল। দুৰ্ব্বলৰ ওপৰত অত্যাচাৰেই এই সমাজৰ নিত্য - নৈমিত্তিক কাৰ্য্য। এনে সমাজৰ নাম উচ্চাৰণ কৰাও পাপৰ কথা।

(বৰুৱাৰ প্ৰবেশ)

বৰুৱা : আই! তই এতিযাও শুবলৈ যোৱা নাই?

নিৰ্ম্মলা : নাই যোৱা দেউতা! বাৰু কওকচোন দেউতা! মই যদি মৰো, আপুনি কি কৰিব?

বৰুৱা : (চকুলো টুকি) আই এনে কথা কিয কৱ ? আপদ বিপদ সকলো জীৱনতেআছে। যদি ব্ৰাহ্মণ সমাজে আমাক ঠাই নিদিযেও আমি তিনিটা প্ৰাণী একে লগে থাকিলে যি কোনো অৱস্থাতেই সুখি থাকিম আই।

নিৰ্ম্মলা : তথাপি কওকচোন দেউতা! আপুনি বৰ দুখ পাব? কি কৰি দেউতা - কওক?

বৰুৱা : কি কৰিম কব নোৱাৰো —— বোধকৰো পগলা হৈ যাম নহলে আত্মহত্য কৰিম। নিৰ্ম্মলা! এই অসীম লাজ অপমানৰ মাজত জীয়াই আছো কেৱল তোৰ মুখলৈ চাই। তোৰ সাদৰৰ 'দেউতা' মাত আৱাৰি

মোৰ পক্ষে মৃত সঞ্জিৱনী। যি দিনা সেই আযাৰি মাত মোৰ কাণে নুশুনিব, ব'ল শুবি, ৰাতি হ'ল।

**নির্ম্মলা** : (চকুলো টুকি) ব'লক (প্রস্থান।)

## তৃতীয় দৃশ্য

বৰুৱাৰ ঘৰ, বৰুৱানী নৰিযাত

**বৰুৱানী** : ( অকলে, চকু মেলি) নির্ম্মলা - নির্ম্মলা, আই মোৰ, -- ক'তা নাই দেখোন? দেখিলো নির্ম্মলাই যেন - "মোৰ ভোক লাগিছে আই" বুলি ঠেহ পতিছে? উঃ নির্ম্মলা যে ঘৰত নাই। মোৰ চকুৰ মণি আচলৰ ধন নির্ম্মলা। তাই যে মোৰ বৰ আজলী। কত কষ্ট যে তাই পাইছে চাগৈ দেহি। কাপোৰ এদোখৰ ল'বলৈ নাপাই জাৰত থক্ থক্ কৰে কপিছে চাগৈ দেহি। (চকুলো টোকে) প্রভু। য'তে যি অৱস্থাতে থাওক কুশলে ৰখা যেন প্রভূ। আৰু ভগৱান মোক সোনকালে মাৰি নিযা। এই জীযাতু মোৰ আৰু সহ্য নহয়। (হাতত পথ্য লৈ বৰুৱাৰ প্রৱেশ)

**বৰুৱা** : এই বার্লিকিণ খোৱা --- আহাৰ নকৰি নকৰি দুর্বল হৈছা।

**বৰুৱানী** : মোৰ আহাৰৰ আৱশ্যক নাই। পদজল এটোপা দিযক।

**বৰুৱা** : অকণমান খোৱা, বৰুৱানীযে এচামুচ খাই, বৰুৱাৰ ভৰিত হাত লগাই মূৰত হাত মচে।

**বৰুৱানী** : মই মৰিবলৈ আৰু বেছি সময নাই। মৰিলে সমাজৰ কোনো মানুহে যেন মোক নোচোৰে। নীহকুলীযা মানুহ এটা লৈ চোচোৰাই, বগৰাই পেলাই দিব। পদ্ম থকা হলে——

**বৰুৱা** : ছিঃ সেইবোৰ কথা কব নাপায। তুমি সোনকালে ভাল হবাঁ।

**বৰুৱানী** : (ক্ষীণ কণ্ঠে) উঃ স্বামী গুৰু। বুকুখনত কিবা এটাই হেচা মাৰি ধৰিছে। উশাহকে ল'ব নোৱাৰো। নির্ম্মলা আই মোৰ, বৰ দুখ পাইছ। মযো গৈছোঁ ৰবি। স্বামী - --- গুৰু, নির্ম্মলা ---- স্বামী (মৃত্যু)

**বৰুৱা** : "হৰে মুৰাৰে মধুকৈটভাৰে গোপাল গোবিন্দ মুকুণ্ড মুৰাৰে।" জীৱনৰ চিৰ লগৰীয়া, যি মোৰ সুখ- দুখৰ বাহিৰে নিজৰ সুখ - দুখ নাজানিছিল, যাৰ সৰল শ্রদ্ধা আৰু সেৱাই দুখময জীৱনত অলপ শান্তি দিছিল - সেই সতী লক্ষীয়েও আজি মোক অসময়তে এৰি গ'ল। যোৱা সতী ! শান্তিময় ধামলৈ যোৱা পৃথিৱীত বহুত কষ্ট পালা। সিপুৰীত যেন ঈশ্বৰে তোমাক শান্তি দিযে।

(উদভ্রান্ত বেশে পদ্মৰ প্রৱেশ)

**পদ্ম** : নির্ম্মলা বোলে নাই খুৰাদেউ? ই কি ! খুৰিদেউ ইয়াত এনেকৈ শুই আছে কিয? খুৰীদেউ।

**বৰুৱা** : পদ্ম। সতী স্বর্গগামী হ'ল। জীৱনত বহুত দুখ পাই খুৰীদেৱেৰাই দেহত্যাগ কৰিলে। নির্ম্মলাৰ নিৰুদ্দেশ কথা শুনিযেই তেওঁ মুচ্‌কচ্ গ'ল। মূর্চ্ছা ভাগিল হয, কিন্তু তেওঁ একেবাৰেই শয্যাগতা হ'ল আৰু শেহত মোক একেবাৰেই অ কলশৰীযা কৰি গুচি গ'ল গৈ।

**পদ্ম** : (শটোকশেৰা কৰি) খুৰীদেউ। জ্ঞানকৃত, অজ্ঞানকৃত সকলো অপৰাধ যেন তোমাৰ অ - শৰীৰী আত্মাই ক্ষমা কৰে। মাতৃহীন হৈযো তোমাৰ মৰমত মাতৃৰ দুখ পাহৰিব পাৰিছিলোঁ। কিন্তু বিধাতৰ বিধানত মযে মনস্তাপৰ কাৰণ হবলগীযা হ'লোঁ। মোক যেন ক্ষমা কৰা খুৰীদেউ। (থিয হৈ) নির্ম্মলাৰ বিষযে সকলো ভাঙি কওকচোন?

**বৰুৱা** : যিদিনা ব্রাহ্মণ সকলে নির্ম্মলাক ঘৰৰ পৰা দুৰ কৰিবলৈ আদেশ দিয়ে, তাৰ পিচদিনা পুৱা শুই উঠি দেখো নির্ম্মলা নাই। খবৰ পোৱা মাত্রকে খুৰীদেৱৰা মূর্চ্ছিত হৈ পৰিল আৰু মই ---- মই দেখিলো, সূর্য্য, আকাশ, পৃথিৱী সকলো যেন মোৰ চাৰিওফালে ঘুৰিব ধৰিছে। এটা তাগুৱ বাদ্য মই শুনিবলৈ পালো, তাৰ পাচত অন্ধকাৰ সকলো অন্ধকাৰ। চেতনা লভি দেখো মই বাহিৰত পৰি আছো। পৰি থকাৰ কাৰণ চিন্তা কৰাত আকৌ নির্ম্মলাৰ কথা মনত পৰিল। নির্ম্মলাক বিচাৰি পর্ব্বত, বন, গাওঁ-ভূই ঘূৰিবলৈ লাগিলোঁ। দুদিনৰ পিচত নির্ম্মলা উভতি আহিছে বুলি ঘৰলৈ আহি দেখো খুৰীদেৱৰাৰ অৱস্থা সাংঘাতিক। অমানুষিক বলেৰে নিজক দমন কৰি খুৰীদেৱৰাৰ শুশ্রূষাত লাগিলো। ধিতাই আজিলৈকে ঘুৰি আহা নাই। এই বাৰ প্রতি ঘৰ, প্রতি গাওঁ, প্রতি নগৰ, প্রতি পথত বিচাৰি চাম মোৰ নির্ম্মলা ক'ত আছে।

**পদ্ম** : মযো আজিয়েই বাহিৰ হৈ পৰিম। পিচে মানুহ - দুনুহ মতাব লাগিছিল নহয়।

**বৰুৱা** : আৱশ্যক নাই। তেওঁৰ শেষ ইচ্ছা তুমি আৰু মযেই যেন তেওঁৰ সৎকাৰ কৰো।

**পদ্ম** : কিন্তু মই যে, বামুণ নহয়।

**বৰুৱা** : পদ্ম! খুৰীদেৱৰা এতিয়া বামুণ সমাজৰ বহু ওপৰত। তেওঁ এনে এখন দেশলৈ গৈছে য'ত সকলো সুন্দৰ, সকলো মহিমা মণ্ডিত।

পদ্ম : তেন্তে সেয়ে হওক। (পট)

## চতুৰ্থ দৃশ্য

পমুবাঘৰ - ভকতনী আৰু নিৰ্ম্মলা

নিৰ্ম্মলা : বাই। তুমি মোৰ কোনোবা জনমৰ আই আছিলা, নহলে কোনে কাৰ কাৰণে ইমান দুখ কৰে। সেই দিনা ৰাতি তোমাৰ ঘৰত থাই দি ইযালৈ পলুৱাই ননা হলে, মই বৰ বিপদত পৰিলোহেঁতেন।

ভকতনী : সেই সকলো বোৰ দিহা পোহা আমাৰ ডাঙৰীযা দেউতাইহে কৰিছে। তেওঁ বৰ ভাল মানুহ আইটা তোমাৰ কাৰণে ক'ত কাপোৰ কানি, গহনাপাতি পঠিযাইছে। সেই বোৰ তুমি নিপিন্ধা বুলি শুনি তেওঁ বৰ দুখপাইছে।

নিৰ্ম্মলা : মই দুখীয়া মানুহৰ ছোৱালী, সেইবোৰ পিন্ধাৰ অভ্যস নাই। তাৰ উপৰি মই বিধবা। মোৰ পক্ষে সেইবোৰ নিপিন্ধাই ভাল।

ভকতনী : তোমাক সেইবোৰ নিযম - কাৰণ কেলৈ ? জাতটো এনেও গ'ল তাকটো আৰৌ ওভোতাই নোপোৱা। এচিযা অলপ সুখকে কৰি লোৱা। আমাৰ ডাঙৰীযা বৰ সদাসই মানুহ। তেওঁ ইচ্ছা কৰিলে, ৰজাৰ পাটমাদৈ সুখত ৰাখিব। তেওঁক অবহেলা কৰিলে পিচত পস্তাব লাগিব আই।

নিৰ্ম্মলা : ছিঃ তুমি বুঢী মানুহজনীযে এনে কথা কব পোৱা নে ? তোমাৰ এনে ভাৱ বুলি জনা হলে মই তোমাৰ লগত নাহিলোহেতেন।

ভকতনী : ভাল কথা কলে বেযা কিয পোৱা আই ? ৰূপ থাকোকেতেই দুটি পইছা সাচি লোৱা, নহলে বুঢ়া কালত খাবলৈ নেপাই মৰিব লাগিব।

নিৰ্ম্মলা : ছিঃ ছিঃ সেই বোৰ কথা নকবা (প্ৰস্থান)

ভকতনী : বুঢ়ীমাৰে তোৰ গপটো ভাঙিহে এৰিম ।ৰ।
(প্ৰস্থান)

## পঞ্চম দৃশ্য

গাৱৰ অন্য এক অংশ

মহেশ্বৰ : ( অকলৈ) এইবাৰ মনোমত বস্তু হাতত পৰিছে। ইপিনে ভোগৰ দিনো উকলি আহিল। তথাপি যি কেইটি আছে তাৰ সজ ব্যৱহাৰ কৰি ল'ব লাগিব। নিৰ্ম্মলা নামটি কি চিকুণ আৰু ৰূপটি ! নামটিতকৈও চৰা। যেন সোণত সুগৱাহে খটোৱা। নাকটি ঠিক যেন তিল ফুলটিৰ দৰে। চকুজুৰি - তাক বৰ্ণাব নোৱাৰি গোলাপৰ ৰঙৰ ওঠ দুটি দেখিলেই চুমা এটি খাবৰ মন যায। মোৰ ভাগ্যৰ বলতহে এনে মাণিক হাততে পৰিছেহি। ভকতনী। নিৰ্ম্মলাক এই পিনে লৈ আহ। (ভকতনী নিৰ্ম্মলাকলৈ প্ৰৱেশ)
ভকতনী। তই যা , নিৰ্ম্মলাৰ লগত মোৰ কথা আছে (ভকতনীৰ প্ৰস্থান)
আহা নিৰ্ম্মলা। সুন্দৰী , প্ৰেমমযী, দেৱী, মই তোমাক সপোনতো ধ্যান কৰো।

নিৰ্ম্মলা : শুনি কৃতাৰ্থ হলো।

মহেশ্বৰ : নিৰ্ম্মলা তুমি সৌন্দৰ্য্যৰ ৰাণী, তোমাৰ মাতত সঙ্গীত, হাহিত মৌ দৃষ্টিত আনন্দ। নিৰ্ম্মলা । তোমাক মই বৰ ভাল পাওঁ। তুমি মোৰ হবা নে?

নিৰ্ম্মলা : দেৰে বুঢ়া বযসত বেচ কবিতা শিকিছে। পিচে মতোৱাৰ উদ্দেশ্য।

মহেশ্বৰ : উদ্দেশ্য , তোমাৰ প্ৰেমত ভিক্ষা ---- ।

নিৰ্ম্মলা : দেউ ! প্ৰেম এনে বস্তু নহয যে ভিক্ষা কৰিলেই টপ্ কৰে পেলাই দিব পাৰি। বিশেষতে আপোনাৰ কবিত্বত মুগ্ধ হবৰ বযস মোৰ নাই। তাৰ উপৰি আপুনি জানেই যে, মই যাদু বাপুৰ বিধবা পত্নী।

মহেশ্বৰ : তোমাৰ জাত গৈছে ----- বিধবাৰ বিচাৰ তোমাক কিয ?

নিৰ্ম্মলা : জাত যোৱা তিৰুতাৰ লগত সংসৰ্গ কৰিলে, আপোনাৰ জাতটো থাকিব জানো ?

মহেশ্বৰ : সুন্দৰী । জাত তাত সেইবোৰ সাধাৰণ মানুহক শসন কৰিবৰ কাৰণে বন্ধা - কৰা বস্তু । নিৰ্ম্মলা তুমি মোৰ হোৱা। মই তোমাক বৰ সুখত ৰাখিম।

নিৰ্ম্মলা : ওহো দেউ । সকলো অৰণ্যৰ ৰোদন - আশা একো নাই।

মহেশ্বৰ : কৰুণামযী ! কৰুণা কৰা। কোৱা তুমি মোৰ হৈছা। তোমাক অতুল ঐশ্বৰ্য্যৰ অধিকাৰীনি কৰিম। তোমাক ৰাণীৰ দৰে ৰাখিম।

নিৰ্ম্মলা : (গম্ভীৰ হৈ ) নিলাজ কুকুৰ। মিছা অপবাদ দি পিতা-মাতাৰ স্নেহময আশ্ৰয়ৰ পৰা দুৰ কৰি অচিনাকী সংসাৰৰ অনিৰ্দ্দিষ্ট বিপদ সঙ্কুল পথত অকলে আগবাঢ়িবলৈ বাধ্য কৰিছ। সেই নিৰাশ্ৰয়া অবলা এজনী ক্ষুদ্ৰ বালিকাক নিজ কাম - বাসনাৰ নাৰকীয অগ্নিত দগ্ধ কৰি, তাইৰ ইহকাল পৰকাল কৰিবলৈ তোৰ অকণো সঙ্কোচ হোৱা নাই নে? তোৰ বিষৰ জ্বালাতে মোৰ দেৱতুল্য পিতাই অসীম যন্ত্ৰণা পাইছে। তোৰ কাৰণেই আজি মই পবিত্ৰ হৈয়ো পতিতা, ঘৃণিতা, নিৰ্ব্বাসিতা। মোৰ ওচৰত তই বেছি পৰ নাথাকিবি। তোক দেখিলে মোৰ গা জ্বলি উঠে। ইচ্ছা হয় তোক খণ্ড খণ্ড কৰি কাটি, তোৰ মঙহ কাউৰী শগুণক বিলাই

দিওঁ–।

**মহেশ্বৰ** ঃ বক্তৃতা এৰা। জানিবা ইযাত তোমাক কোনেও সাহায্য কৰিবলৈ নাহে। যদি ভালে ভালে সন্মত হোৱা, মঙ্গল। নহলে--

**নিৰ্মলা** ঃ সাৱধান নৰাধম। আৰু এখোজো আগ নাবাঢ়িবি।

মহেশ্বৰ ঃ মই মহেশ্বৰ হে, অইন নহওঁ। চাওঁ তোৰ গপটো ভাঙি দিওঁ। কত দেখিলোঁ, এতিয়া পেন্দুকণা ছোৱালীজনীযে মোক ভয় দেখুৱাই

(হাতত ধৰে)

**নিৰ্মলা** ঃ চন্দ্ৰ সূৰ্য্য সাক্ষী থাকিবা নিজৰ সতীত্ব ৰক্ষাৰ কাৰণে এই পাষণ্ডক হত্যা কৰিম। মুহূৰ্ত্তলৈ যেন নাৰীৰ কোমলতা দূৰ হৈ, পুৰুষৰ নিষ্ঠুৰ ভাৱে মোক আৱৰি ধৰে। মুহূৰ্ত্তলৈ যেন মই ইযাত শক্তি, হাতত বল পাওঁ। পাপীষ্ঠ। তোৰ উপযুক্ত শাস্তি— এই-- যে।

(বুকুত চুৰি মাৰি পলাই যায) (ড্ৰপ)

## পঞ্চম অঙ্ক

### প্ৰথম দৃশ্য

### বাটৰ দাঁতি

পদ্ম ঃ (অকলে) আজি অত দিন হ'ল একো সম্ভেদ নাপালোঁ। কত ঠাই ফুৰিলোঁ। কত ৰকমে খবৰ ললোঁ সকলো নিষ্ফল হ'ল। মাজে মাজে ভাবোঁ এই পৰিশ্ৰম বৃথা, ঘৰলৈ যাওঁগৈ। কিন্তু মনে কয নিৰ্মলাক এতিয়াওঁ পাবি। তাই ঘৰলৈ উভতি যোৱা নাই। আশা-- এদিন নিৰ্মলাক লগত লৈ গৈ খুৱাদেউক গতাই দি তেওঁৰ শত দুখ-যান্ত্ৰণামায জীৱনত অলপ সুখ দিব পাৰিম।

(দুটা বাটৰুৱাৰ প্ৰৱেশ)

১ম বাঃ ঃ হেৰ কেচাৰি ঘৰত হেন্দোলদোপ্ লাগিছে পায, যেন ৰ সৰাহহে হৈছে।

২য় বাঃ ঃ এৰা ল'ৰাটোৰে কৈছিল। কলিকতাৰ পৰা বৰবালেষ্টৰ এটা আহিছে বোলে। দিনে এহেজাৰ কৈ ৰূপ লয ঐ। বোলো হেজাৰ টকা ৰূপেৰে লি কৰে কি? চেনিকে সেৰে সেৰে খায় মনেৰে পাই। পিচে ধনবোৰনো কোনে দিছে, চৰকাৰে নেকি?

১ম বাঃ ঃ ভকতনী বোলা মানুহজনীয়ে দিছে, তাই মহেশ্বৰ বামুনক চুচিলে পায়, তেনেই চুচিলে হবলা?

২য় বাঃ ঃ তই চাবলৈ গৈছিলি নেকি? কচোন মকতমাটোৰ কথা?

১ম বাঃ ঃ আজি এতিযা তাৰে পৰাইহে আহিছো। মকতমাটোৰ কথানো কি কবি? শুনিবলৈ ভয়েই লাগে। ভকতনীযে ধনৰ লোভত মহেশ্বৰ বামুণক মাৰিলে বুলি পুলিচে তাইক চালান দিলে। পিচে তাই কয কৰবাৰ নিৰ্মলা নামৰ ছোৱালী এজনীযেহে বোলে বলাৎকাৰৰ ভযত বামুনক হত্যা কৰিলে।

২য় বাঃ ঃ এঃ সেইটো বিশ্বাস কৰিবলগীয়া কথানে? ৰায হ'ল কি?

১ম বাঃ ঃ থাই বেটীক ফাঁচিত দিব লাগিছিল। পিচে তাইক কলীযা পানীত মেলিলে।

(প্ৰস্থান)

পদ্ম ঃ কি শুনিলো ভকতনী, মহেশ্বৰ, নিৰ্মলা। ঠিক, নিৰ্মলা এতিয়াও জীযাই আছে। বিচাৰিলে এতিয়াও নিৰ্মলাক পাবৰ আশা আছে। নিৰ্মলা তুমি ধন্য, তুমি যে নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ গৈ মহেশ্বৰৰ দৰে দুৰ্দ্দান্ত পিশাচক হত্যা কৰিলা তাৰ বাবে তোমাক নথে ধন্যবাদ দিওঁ। মানুহে ইযাক হত্যাৰ্বুলিব পাৰে কিন্তু আচলতে ই গৌৰৱ মণ্ডিত দেৱকাৰ্য্য। আকৌ এবাৰ নিৰ্মলাক প্ৰাণ পাতে বিচাৰি চাম। যেতিযালৈকে এই বিচাৰ শেষ নহয, তেতিযালৈকে মোৰ প্ৰাণত শান্তি নাপাওঁ। (মৌন থাকি) নিৰ্মলা অকনমানি ফুলগছডালিৰ দৰে মোৰ জীৱন সৰোবৰৰ পাৰত তুমি থিয হৈছা যেতিযা সৌৰভময ফুলেৰে এই ফুলজুপি হাঁহি উঠিল-- তেতিয়া সেই ভুবন মোহন সুগন্ধত মোৰ মন-প্ৰাণ আত্মা আলোড়িত হৈ উঠিল। নৱ অনুভূতিৰ নিবিড়তম সুখত মোৰ হৃদয আন্দোলিত হবলৈ ধৰিলে। শত বসন্তৰ আগমন পৃথিবী যেন মুখৰিত হৈ উঠিল। আকাশ, চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, প্ৰকৃতি সকলোৰে যেন নতুন সৌন্দৰ্য্য, নতুন ভাব দেখিবলৈ পালো। নিৰ্মলাৰ কণ্ঠত অপূৰ্ব সুধা, দৰ্শনত অপূৰ্ব আনন্দ, স্পৰ্শত অসীম আবেগময ব্যাকুলতা অনুভৱ কৰিবলৈ আৰম্ভ কৰিলোঁ। কি সুখময স্বপ্নময, আনন্দময প্ৰথম যৌৱনৰ সেই প্ৰাণোন্মাদী দিন কেইটা। প্ৰেমৰ স্পৰ্শত যেন বিশ্বজগত সুবৰ্ণ ৰঙত ৰঞ্জিত হৈ উঠিছে। বজ্ৰাঘাতৰ দৰে যেতিয়া নিৰ্ম্মলাৰ অকলঙ্ক চৰিত্ৰৰ ওপৰত দোষাৰোপ হোৱা খবৰ মোৰ কাণত পৰিল, মই মুহূৰ্ত্তলৈ অন্ধকাৰ দেখিলোঁ। এটা বিৰাট হাহাকাৰে মোক গ্ৰাস কৰি ধৰিলে। কৰ্ত্তব্যৰ তাড়নাত নিৰ্মলাক ভৱিষ্যত বিপদৰ পৰা আৰ্তৰ কৰি কৰি ৰাখিবলৈ নিজকে সংযত কৰিলোঁ। নিৰ্মলাৰ ওচৰলৈ যাবলৈ একেবাৰেই এৰি দিলোঁ। ভগবান! তুমি জানা কি ভীষণ যন্ত্ৰণাদায়ক মোৰ এই

সংযম। মন, প্ৰাণ চিত্ত, আত্মা সকলো উধাও হৈ নিৰ্ম্মলাৰ ওচৰলৈ উৰি যাব খোজে, ইপিনে কৰ্ত্তব্যৰ বাৰণ। শেষত কৰ্ত্তব্যৰেই জয় হ'ল। কাশীত যমুনা বাইদেউক থৈ আহি যেতিয়া শুনিলোঁ নিৰ্ম্মলা নিৰুদ্দিষ্টা, মোৰ প্ৰাণ পৰ্যন্ত কঁপি উঠিল। একুৰা ভীষণ জুইয়ে যেন স্বৰ্গ, মৰ্ত্ত্য সকলো পুৰি একাকাৰ কৰি দিলে, মই অচেতন হৈ পৰিলো। চেতনা পাযেই খুৰাদেউৰ গুৰিলৈ কিবা খবৰ পাবৰ আশাত আকুল হৈ লৰি গলোঁ। তাত দেখো তেওঁৰো মোৰে অৱস্থাই। তাৰ পিচত আজি অতদিন কত গাওঁ-ভুই, দেশ-নগৰ ভ্ৰমিছোঁ কিন্তু নিৰ্ম্মলাৰ সন্ধান কেনেও দিব নোৱাৰিলে। আজি ঈশ্বৰৰ কৃপাত হঠাৎ শুনিলো নিৰ্ম্মলা জীৱিত। প্ৰভু! মোৰ এই আকুল অন্বেষণ যেন সাৰ্থক হয়। মোক নিৰ্ম্মলা দান দিয়া প্ৰভু!

(প্ৰস্থান)

## দ্বিতীয় দৃশ্য

আশ্ৰম

নিৰ্ম্মলা : সন্যাসীজন বৰ দযালু। তেওঁ কিমান যত্ন কৰি মোক ঈশ্বৰৰ উপাসনাৰ ধ্যান-কাৰণ শিকাইছে। সেই সকলো ধ্যান উপাসনাৰ মাজতো সেই এক মাত্ৰ চিন্তাক মোৰ মনৰ পৰা দূৰ কৰিব নোৱাৰো কিয ? ৰাতিপুৱা উপাসনাত বহি ঈশ্বৰৰ স্বৰূপ ধ্যান কৰোতে পদ্মৰ স্বৰূপ আহি মোৰ গোটেই হিযাখন জুৰি বহেহি। প্ৰাণামযত বিষ্ণু স্বৰূপ বন্দনা কৰোতে পদ্মৰ ৰূপৰ বাহিৰে অইন একো ৰূপ মনে বন্দনা কৰিব নোৱাৰে। মুঠতে ধৰ্ম চিন্তা মোৰ পক্ষে অসম্ভৱ হৈ পৰিছে। ই এটা বিৰাট ভণ্ডামিত পৰিছেগৈ। মোৰ সমান পাপীষ্ঠ সংসাৰত নাই। ক'ত ঈশ্বৰ স্তুতি পাঠ, ধ্যান-কাৰণ কৰি দেহটো শুদ্ধ কৰিম, তাকে নকৰি দিনে ৰাতিযে প্ৰেমাস্পদৰহে চিন্তা কৰি নিজৰ ইহকাল পৰকাল একেবাৰেই নষ্ট কৰিছোঁ। (চিন্তা কৰি) কিন্তু এই ঈশ্বৰ চিন্তা আদি ধৰ্ম্ম কাৰ্য্যৰ প্ৰকৃত উদ্দেশ্য কি ? ঐহিক আৰু পাৰত্ৰিক সুখেই যদি ইয়াৰ লক্ষ্য হয তেনে হলে মই এনে ঐহিক সুখৰ কল্পনাও কৰিব নোৱাৰো। য'ত পথৰ চিন্তা নাই তাত কোনো পাৰত্ৰিক সুখো মোৰপক্ষে সুখ হ'ব নোৱাৰে, যদি তাৰ পৰা পদ্মৰ স্মৃতি দূৰ কৰি দিয়া যায়। আজিৰ পৰা একান্ত চিত্তে মই প্ৰেমাস্পদৰ মধুৰ মুৰ্ত্তিটিকে হৃদয়ত ধ্যান কৰিম। সন্যাসীয়ে যোগক চিত্তবৃত্তি নিৰোধ বুলি কৈছে। তাৰ কাৰণ মন একাগ্ৰ হ'ব লাগে। পদ্মৰ চিন্তাৰ বাহিৰে অন্য একোৱেই মোৰ চিত্তক স্থিৰ একাগ্ৰ কৰিব নোৱাৰে। এই চিন্তাত যদি ইন্দ্ৰিয পৰিতৃপ্তিৰ ইচ্ছা বা সম্বন্ধ থাকিলহেতেন তেন্তে এই প্ৰেমক কামজ প্ৰেম বুলি ত্যাগ কৰিবলৈ চেষ্টা কৰিলোহেঁতেন। কিন্তু মোৰ এই প্ৰেম যে পবিত্ৰ, মহান। ই এক মধুৰ বেষ্টনেৰে মোৰ প্ৰাণ আত্মা ইহকাল পৰকাল জন্ম-জন্মান্তৰ বেটি আছে। সতীসকলে বোধকৰো এই প্ৰেমৰ আহ্বানতেই নিৰ্ভিক চিত্তে জুইত জাপ দি পৰিছিল। বিধবাবিলাকে আজিও এই প্ৰেমৰ আদৰ্শকে আগত লৈ জীৱন ব্যাপী কঠোৰ ব্ৰহ্মচৰ্য্যত আনন্দে দিন কটায।

(বাবাজীৰ প্ৰৱেশ)

সন্যাসী : বৎসে! তোমাক এটা কথা কবলৈহে আহিছিলোঁ। মই কালিলৈ পুৱাতে এই আশ্ৰম ত্যাগ কৰিম। তুমি ইযাতে অন্যান্য চেলাৰ লগত থাকিবা। তিৰোতা মানুহো আছে, একো ভয নাই। আজি আবেলি তোমাক কেইটামান শাধাৰণ ক্ৰম শিকাই দিম। বৰ্ত্তমান তাকে অভ্যাস কৰা। সমযত মই আকৌ উপস্থিত হমহি।

নিৰ্ম্মলা : বাবা! সেইদিনা ৰাতি ইমান কষ্ট কৰি সেই ভীষণ দুৰ্যোগত আপুনি মোক বাটৰ দাঁতিৰ পৰা বুটলি আনি অশেষ যত্ন কৰি শুশ্ৰূষা কৰি ৰক্ষা নকৰা হলে, সেই দিনাই মোৰ মৃত্যু হ'লহেতেন। বাবা! ইমান দয়া কৰি এতিয়া মোক এৰি যায নে? সংসাৰত যে আৰু মোৰ কোনো নাই। মই বৰ অকলশৰীযা। আপোনাৰ শ্ৰীচৰণৰ সেৱা কৰিবৰ সুযোগৰ পৰা বঞ্চিত নকৰিব। মোক এৰি নাযাব।

সন্যাসী : বৎসে! দেখিছাই এতিযাও মই যৌৱন অৱস্থা একেবাৰে অতিক্ৰম কৰা নাই। এনে স্থলত তোমাৰ নিচিনা অপুৰ্ব লাবণ্যমতী যুৱতীৰওচৰত সদায থকাতো মোৰ পক্ষে উচিত নহ'ব। মানুহৰ ইন্দ্ৰিযবিলাক সমযত দুৰ্দ্দমনীয হৈ উঠে। সিহঁতে কেতিয়া কাক কোন ফালে প্ৰৱল বেগে টানি নিযে তাৰ নিশ্চয়তা নাই। মই যদি ইন্দ্ৰিয পৰিতৃপ্ত কৰিব নোৱাৰা বৃদ্ধ হলোহেতেন, নতুবা সম্পূৰ্ণ জিতেন্দ্ৰিয় হলোহেতেন, তেতিয়া মই আজি এনেকৈ যাবলৈ কেতিযাও নোলালোহেঁতেন। তোমাৰ অতুলনীয় সৌন্দৰ্য্যৰ প্ৰভাৱে মোৰ হৃদয়ত প্ৰক্ৰিয়া কৰিবলৈ আৰম্ভ কৰিছেই। ইমানতেই আঁতৰি নগলে সৰ্বনাশ হ'ব পাৰে। বিশেষতঃ তুমি মোৰ আশ্ৰিতা, মোৰ পৰা অকনো অপকাৰ হলে, মই ঘোৰ পাতকৰ ভাগী হম।

নিৰ্ম্মলা : বাবা! আপোনাৰ আশ্ৰমৰ পৰা এই নগন্যা এজনী অচিনাকি ছোৱালীৰ কাৰণে, আপুনি নিজৰ শিষ্য প্ৰশিষ্যা এৰি কিয আঁতৰি যাব লাগিছে? তাতকৈ মইযে ইযাৰ পৰা দূৰ হৈ যোৱাই উচিত।

সন্যাসী : বৎসে! নহয, মোৰ কাৰণে তুমি চিন্তা নকৰিবা। মই সন্যাসী মানুহ য'তে ত'তে থকাই মোৰ কৰ্ত্তব্য। এই আশ্ৰমখনিৰ প্ৰতিও মোৰ মাযা হবলৈ ধৰিছে। গতিকে এই ঠআই এৰি যোৱাতো মোৰ সৰ্ব্বতো ভাবে উচিত। কিন্তু তুমি নিৰাশ্ৰযা যুৱতী। তোমাৰ পক্ষে এনে এটা আশ্ৰযৰ বিশেষ প্ৰযোজন। বাৰু আজি আবেলি কেইটামান নিযম আৰু প্ৰণালী শিকাই দি যাম। বৰ্ত্তমান তুমি সেই মতেই চলিবা। মই আকৌ এবাৰ আহি তোমাক আৰু কিছু শিকাই দি যাম। তুমি অলপ পিচতে উপাসনা ঘৰলৈ আহিবা।

(প্ৰস্থান)

নিৰ্ম্মলা : হৰিণাৰ নিজ মঙহেই মহা শত্ৰু হোৱাৰ দৰে, মোৰ ৰূপো মহা আপাদৰ বাহ হে হ'ল। ঈশ্বৰে কিয যে মোক সুন্দৰী কৰি সৃজন কৰিলে ক'ব নোৱাৰো। মদাৰ ফুলৰ দৰে ইযাৰ একো সাৰ্থকতা নাই। বহুত দিনৰ মুৰত যি আশ্ৰয পাইছিলো এই ৰূপ কাৰণেই তাকো হেৰুৱাব লগাত পৰিলো, এতিযা কি কৰা উচিত। কত পৰিশ্ৰম কৰি সন্যাসীজনে আশ্ৰমখনি গঢ়ি তুলিছে, কত মানুহে পুৱা গধূলি তেওঁৰ মুখে দুটি সজ কথা শুনি তাপিত প্ৰাণ শীতল কৰিছে, ইযাৰপৰা তেওঁ মোৰ নিমিত্তেই আতৰি যাব লগা হ'লেবেযা কথা হব আৰু অন্য গতি নাই। ৰাৱণ কুকুৰৰ আগত হৰিণীৰ দৰে, মযো বিপদৰ আগে লৰি ফুৰিছো। কিন্তু বিপদে মোক নেৰিলে। যি কৰে ঈশ্বৰে ---- সন্যাসীক আশ্ৰ্যম ত্যাগ নকৰাও। আজি ৰাতিয়েই ওলাই যাম। সন্যাসীজনৰ কিন্তু সত্যবাদীতা, সৰলতা আৰু ধৰ্ম্মভিৰুতা শলাগিবলগীযা, ঈশ্বৰে তেওঁৰ সাধনা সিদ্ধি কৰোক।

## তৃতীয় দৃশ্য

আলিবাট

(লাঠিত ভৰ দি বৰুৱাৰ প্ৰৱেশ)

বৰুৱা : শৰীৰ ক্ৰমে অবশ হৈ উঠিছে। ভৰি প্ৰতি খোজতে কপি উঠে। চকুৰেও লাহে লাহে মনিব নোৱাৰা হৈ আহিছো। জীৱনী শক্তিও হ্ৰাস হৈ আহিছে। আহা শক্তিদায়ক মৃত্যু। তোমাৰ মধুৰ কোমল স্নিগ্ধ কোলাতকৈ আৰু অধিক ইপ্সিত একো নাই। উঃ পিয়াহত অঠ কণ্ঠ শুকাই গৈছে। (বহে) কত দিন হ'ল, কত ৰকমে, কত ঠাইতে মোৰ আইক বিছাৰিলো, তথাপি একো উৱাদিহ নাপালো, পদ্মৰো বহুদিন খবৰ নাই। সেই এখন চিঠি পালো -- তাৰ পৰা খবৰেই আৰু একো নাই। (মৌন) ঘৰে - ঘৰে , গাৱে-গাৱে, নগৰে - নগৰে , দেশে - দেশে, পৰ্ব্বতে বন্দৰে বনে অৰণ্যাই দিন ৰাতি সমানে নিৰ্ম্মলাক বিছাৰিলো-- কিন্তু সকলো ব্যৰ্থ হ'ল। একো একোবাৰ পৰ্ব্বতৰ টিঙত উঠি --- নদী, ভৈয়াম, সকলো নিনিদিত কৰি নিৰ্ম্মলা নিৰ্ম্মলা বুলি চিঞৰি উঠো, তাৰ উত্তৰতমাথো প্ৰতিধ্বনিযে "নিৰ্ম্মলা" বুলি বিদ্ৰূপ কৰে। কতবাৰ বাযুদেৱতাক আকুল কণ্ঠে নিৰ্ম্মলাৰ বাতৰি মোক জনাই যাবলৈ মিনতি কৰিছো। বাযুযেও কেৱল হো- হো- কৰে হাহি উঠে, মোৰ বিপদ দেখি যেন সকলোৱে এক উৎকট আনন্দ উপভোগ কৰিছে। একেবাৰ পগলা হৈ যাও অনুমান হয গোটেই মানুহ জাতিটো পচি ভস্ম হৈ উটি গৈছে। আৰু এটা অসহ্য দুৰ্গন্ধি সৌ গলিত শৰস্তুপৰ পৰা উঠি আকাশ ভৰি পৰিছে। সেই মৰাশবিলাকৰ মাজৰ পৰা যেন এটা জঘন্য পচা শই তাৰ গলিত ওঠৰ মাজেদি দাত কেইটা উলিযাই মোক ব্যঙ্গ কৰি কয, " বৰুৱা চিনিব পাৰিছে নে? মই মৰিও গেলিও, পচিও মোৰ নিজৰ উৎকট দুৰ্গন্ধৰে তোক কষ্ট দিম।" এই দুৰ্গন্ধি সহিব নোৱাৰি , মোৰ চৈত্যন্য লোপ হৈ যায। পৰ্ব্বতৰ পৰা তলত চকুৰে মনিব নোৱাৰা খোৰোংবোৰ দেখিলে, ওখ গৰাৰ পৰা ভীষণ বেগৱতী নৈ বৈ যোৱা দেখিলে -- লোকলযত তীক্ষ্ণ অস্ত্ৰবোৰ চিক্ মিকাই থকা দেখা পালে, আত্মহত্যাৰ কাৰণে এটা প্ৰবল ইচ্ছা মনত জাগি উঠে। কিন্তু নিৰ্ম্মলাক আকৌ এবাৰ দেখা পোৱাৰ ক্ষীণ আশাই মোক বাধা দি ধ্ৰে - মোৰ যেন কাণে কাণে কয়, "নিৰ্ম্মলা কিজানি জীযাই আছে। কিজানি নিৰ্ম্মলাক তোৰ মৰুভূমিৰ দৰে শুকাণ হিয়াত আকৌ এবাৰ ধৰি তোৰ তাপিত প্ৰাণ শীতল কৰিব।" স্নেহ তই কি মাৰাত্মক একাধাৰে কালকূট আৰু অমৃত মিলাই ভগৱানে ইয়াৰ সৃজন কৰিছে। ইয়াৰ শীতল স্পৰ্শত মানুহৰ হৃদয়ত অপাৰ আনন্দৰ উদয় হয়। আকৌ স্নেহৰেই কঠোৰ তীব্ৰ দংশনত মানুহ অস্থিৰ হৈ বলীয়া হয়। আৰু নিৰ্ম্মলাৰ প্ৰতি মোৰ স্নেহ - তাৰ আদি নাই, অন্ত নাই, সীমা নাই। নিৰ্ম্মলাই মোৰ ভূত - ভবিষ্যত - বৰ্ত্তমান, ইহকাল পৰকাল সকলো জুৰি আছে।

(দুজন বাটৰুৱাৰ প্ৰৱেশ)

বৰ পিয়াহ লাগিছে, ওচৰত পানী আছে নে?

প্ৰঃবা ঃ - আছে, সৌৱা ইয়াৰ পৰা দেখিযেই।

দ্বিঃবা ঃ - মুঠেই ৰিঙ্গি এটাৰ বাট —— এই পোনেই।

বৰুৱা ঃ- তাত বামুণৰ বাহিৰে অন্য জাতৰ মানুহ আছে নে?

দ্বিঃবা ঃ - সেইখন বামুণ গাওঁহে বৰুৱা - নৈ পুখুৰী কিবা আছেনে?

প্ৰঃ বা ঃ - নৈ, এই পোনে গলেই পাবা, এমাইলমান গলেই হ'ব। গাৱঁতে পাবা তাত সকলো বামুণ সজনৰে ঘৰ।

দ্বিঃবা ঃ - আমিও বামুণ, আমাক কেন্দুকলাইৰ ঘৰ বোলে।

বৰুৱা - ঃ শুনি আনন্দিত হলো। (বাঃ প্ৰঃ) বামুনৰ জল স্পৰ্শ প্ৰাণ গলেও নকৰোঁ। বামুণেই মোৰ নিৰ্ম্মলাৰ সৰ্বনাশ কৰিলে। ( লাঠিত ভৰ দি উঠে) চুচৰি বাগৰি নৈৰ পাৰলৈকে যাওগৈ।

(প্ৰস্থান)

## চতুৰ্থ দৃশ্য

ৰাজ আলি

পদ্ম - (অকলে ) বৰ আশা কৰি, এইবাৰ নকৈ অন্বেষণ আৰম্ভ কৰিছিলো। ভাবিছিলো এই বাৰ নিৰ্ম্মলাক পাম। কিন্তু সফলো হব নোৱাৰিলো। আশা যে ক্ৰমে ক্ষীণ হৈ যাবলৈ ধৰিছে। তেন্তে নিৰ্ম্মলা জীযাই থকাৰ খবৰ একেবাৰে অলিক ! বোধ কৰো সেযে ঠিক। নিজৰ প্ৰাণ ৰক্ষাৰ কাৰণে ভকতনীয়ে এই ফাকিৰ সৃষ্টি কৰি বিচাৰকক ফাকি দিবৰ চেষ্টা কৰিছিল। মাজে মাজে ইচ্ছা হয় নিজান বনত কুটিৰ এটা বান্ধি তাতে বহি নিৰ্ম্মলাৰ চিন্তা কৰি জীৱনৰ বাকী দিন কেইটা কটাই দিও। নিৰ্ম্মলাৰ মৃত্যুৰ নিশ্চিত খবৰ নোপোৱালৈকে, মই অন্বেষণৰ বাহিৰে যে অন্য একো কৰিব নোবাৰো। এই কাৰ্য্যত যদি মোৰ মৃত্যু হয সিও মঙ্গল তথাপি বিচাৰিব লাগিব। জীৱনৰ শেহ মুহুৰ্ত্তলৈকে শৰীৰত একো বিন্দু তেজ থকালৈকে এই কঠোৰ ব্ৰতত ব্ৰতী থাকিব লাগিব। নহলে অসীম অস্থিৰতাই মনক ব্যাকুল কৰি তুলিব । একোবাৰ ভাবো সন্যাস গ্ৰহন কৰো। কিন্তু সন্যাসী হলেও কি শান্তি পাম। নিৰ্ম্মলাৰ চিন্তা ত্যাগ কৰি, ঈশ্বৰ চিন্তা কৰা কি মোৰ পক্ষে সম্ভৱ। অসম্ভৱ। নিৰ্ম্মলাৰ স্মৃতি মোৰ অস্থিয়ে মজ্জায় এনেকৈ প্ৰৱেশ কৰি আছে যে ঈশ্বৰ - চিন্তাৰ কাৰণেও মোৰ মনত ঠাই নাই। মোৰ জীৱনৰ বৰ্ত্তমান এক মাত্ৰ সাধনা নিৰ্ম্মলাৰ অন্বেষণ। এই সাধনাতে মই একাগ্ৰতা সাধন কৰিব লাগিব। (অলপ ৰৈ) নিৰ্ম্মলাৰ প্ৰেমে যেন বিশ্ব জুৰি মোক সাবটি ধৰিছে। সেই প্ৰেমত ইন্দ্ৰিযৰ একো কাৰ্য্য নাই। আছে কেৱল সূক্ষ্মতম্ অনুভূতি। ইন্দ্ৰিয বিলাক যেন আপোনা আপুনি শুই পৰিছে। বিচ্ছেদৰ হাহাকাৰৰ মাজতো নিৰ্ম্মলাৰ প্ৰেমৰ আস্বাদ দান কৰিছে। দেশ, কাল, পাত্ৰ, সমাজ, ৰীতি, নীতি, জন্ম, মৃত্যু, স্বৰ্গ, নৰক সকলোৰে ওপৰত মুৰ দাঙি যেন এই প্ৰেমে মোক কৈছে সকলো আমাৰ অসত্য। সত্য কেৱল সেই প্ৰেম যি প্ৰেমত কামনাৰ গোন্ধ, সেই বাসনাৰ উত্তেজনা নাই । সুখৰ আকৰ্ষণ নাই। ভোগৰ আশঙ্কা নাই, প্ৰেমষ্পদৰ সঙ্গ লিপ্সা পৰ্য্যন্ত নাই। য'ত আছে কেৱল সহানুভূতি, কেৱল আনন্দ, কেৱল ধ্যান। বিশ্বময এই প্ৰেমেই ঈশ্বৰ ইয়াক পালেই ঈশ্বৰ প্ৰাপ্তি হয। নিৰ্ম্মলা হৃদযৰ অধিষ্ঠাত্ৰী দেৱী ! তোমাৰ কৃপাত মই অলপ আস্বাদ পাইছো। তুমি তোমাৰ মঙ্গলময অদৃশ্য শান্তি বেলাত শিব সুন্দৰ আনন্দ স্বৰূপ যি পৰমাত্মা সেই ফালে মোৰ আত্মাক পথ দেখুৱাই লৈ গৈছা। মোৰ সাধনা এতিযাও সম্পুৰ্ণ হোৱা নাই। তোমাৰ সঙ্গলিপ্সা এতিযাও মোৰ মনত চিৰ জাগৰিত। বোধ কৰো সেই কাৰণেই দেৱী ! তুমি মোক এতিযাও দৰ্শন দিয়া নাই।

## পঞ্চম দৃশ্য

ব্ৰহ্মাপুত্ৰৰ পাৰ

(বৰুৱা শুই থাকে, নিৰ্ম্মলাৰ প্ৰৱেশ)

নিৰ্ম্মলা ঃ ব্ৰহ্মাপুত্ৰই গভীৰ নিনাদে মোক আহ্বান কৰি কৈছে - - সংসাৰতশত দুখ যন্ত্ৰণাত প্ৰপীড়িত নাৰী আহ মোৰ প্ৰশান্ত স্নিগ্ধ হিযাত স্থান লাভ কৰহি। ইযাত শান্তি পাবি। হে মহা পবিত্ৰ ব্ৰহ্মাপুত্ৰ ! আজি তোমাৰ বুকুতে চিৰ শয়ন কৰি তাপিত প্ৰাণ শীতল কৰিবলৈ আহিছোঁ। জীৱনত যন্ত্ৰণাৰ বাহিৰে সুখৰ মুখ নেদেখিলো, এইবাৰ মৰি চাওঁ, মৰণৰ সিপাৰে কিজানি অলপ শান্তি পাওঁৱেই। আজি জীৱন মৰণৰ সন্ধিক্ষণত সেই সৰু কালিৰ কথা মনত পৰিছেহি কিয় ? নিৰ্ম্মল বাল্য জীৱন, স্নেহৰ নিজৰা আই দেউতাৰ আদৰ মৰম, সকলো মনত পৰি হঠাৎ মোক ব্যাকুল কৰি তুলিছে কিয ? মোক নেদেখি দেউতা চাগৈ বলীযাৰ দৰে হৈছে, আয়ে কান্দি গছৰ পাত ৰাইছে। তোমালোকৰ ঘৰত মই

পিশাচিনী জন্মি, তোমালোকৰ সুখময় সংসাৰ চাৰখাৰ কৰি দিলো। (চকুলো টুকি) দেউতা। আই। তোমালোকৰ চৰণত মই কত অপৰাধী। তোমালোকৰ জীৱনত অশান্তিৰ কি প্ৰৱল ধুমুহাকে মই বোৱাই দিলো। আই-দেউতা মোক ক্ষমা কৰিবা। (নমস্কাৰ কৰে) আৰু যি সমাজৰ প্ৰৱল অত্যাচাৰত, অসত্য অ পবাদত, অৰ্থহীন উৎপীডনত মোৰ দেৱতুল্য দেউতাৰ এনে দুৰৱস্থা হ'ল, মোৰ এনে গতি হ'ল, আজি মৃত্যু দুৱাৰত উপস্থিত হৈ সেই সমাজক অভিশাপ দিওঁ, আজি মোৰ অভিশাপ দিয়াৰ দিন নহয়। আশীৰ্বাদ কৰো-- ঈশ্বৰে যেন সেই সমাজক সুমতি দিয়ে। সেই সমাজৰ মানুহে যেন বুজিব পাৰে তিৰুতাও মানুহ, সিহঁতৰো ৰক্ত-মাংসৰ শৰীৰ, সিহঁতেও সুখ-দুখ অনুভৱ কৰিব পাৰে, সিহঁতৰো বিবেক বুলি এটা বস্তু আছে, আৰু যেন সিহঁতে বুজিব পাৰে, যে তিৰোতাক শিক্ষা- দীক্ষাৰে মণ্ডিত কৰি শ্ৰদ্ধা সন্মান পূজা কৰিবলৈ নিশিকাই কেৱল নিজৰ বিলাস বাসনা মাত্ৰ চৰিতাৰ্থ কৰি নাৰীত্বৰ অপমান কৰিলে, অচিৰতে এই সমাজৰ ধ্বংস হয। (অলপ ৰৈ) আজি এই অন্তিম সময়ৰ শেষ মুহূৰ্ত্তত এবাৰ মোৰ প্ৰিয়তমৰ নাম উচ্চ-মুক্ত কণ্ঠে উচ্চাৰণ কৰি লও। পদ্ম আহা, 'পদ্ম' তুমি মোৰ হৃদয অধিকাৰ কৰি বহাহি। ইহ জনম, পৰজনমৰ লগৰীযা, ইষ্টদেৱ ঈশ্বৰ-- প্ৰাণৰো প্ৰাণ, আত্মাৰো আত্মা, পদ্ম তোমাক এই জনমত নাপালোঁ। মৰণৰ সিপাৰে যেন তোমাক পূৰ্ণতৰৰ, পূৰ্ণতম ভাৱে লাভ কৰো -- পদ্ম (জাপ মাৰিব খোজে, ঠিক এনে সময়তে পদ্মই বেগেৰে আহি নিৰ্ম্মলাক ঠাপ মাৰি ধৰে)

**পদ্ম** : নিৰ্ম্মলা সৰ্ব্বনাস কৰিব খুজিছা কিয ? স্থিৰ হোৱা।

**নিৰ্ম্মলা** : কোন পদ্ম ! মোৰ আৰাধ্য দেৱতা, প্ৰিয়তম প্ৰাণেশ্বৰ-

**পদ্ম** : মোৰ সাধনাৰ ধন, প্ৰাণেশ্বৰী নিৰ্ম্মলা। (আলিঙ্গন কৰে)

**বৰুৱা** : (ক্ষীণ কণ্ঠে) পানী-- পানী--

**পদ্ম** : কাৰ কণ্ঠে পানী পানী মতা বুলি মাত শুনিলো। সৌৱা, কোনোবাপৰি আছে-- আহাচোন কোন চাওঁ। (ওচৰ চাপি নিৰ্ম্মলাই দেউতাকক চিনি পাই বুকুত পৰি কান্দে)

**বৰুৱা** : উঃ বৰ পিযাহ-- পানী-- (পদ্মই পানী আনি লাহে লাহে খুৱায, অলপ সুস্থ হৈ নিৰ্ম্মলাৰ পিনে চাই কয়) ইকি। মোৰ আই নিৰ্ম্মলা। মই কি সপোন দেখিছো নে পগলা হৈ কিবা দেখিছো! ঈশ্বৰে এই শেষ সময খিনিও কঠিন বিদ্ৰুপেৰে পীডাদাযক কৰি তুলিছে। এযা পদ্ম দেখোন। তেন্তে মোৰ মস্তিষ্ক ঠিকেই আছে। মই সাৰে আছো আৰু নিৰ্ম্মলা মোৰ ওচৰতে। (সাৱতি ধৰি কান্দে) আই ! তোক কত দেশ দেশান্তৰত বিচাৰিলো ক'তো নাপালো। তই চাগৈ বহুত দুখ পালি মোৰ সোণ। মোক এটা চুমা দে মইনা (চুমা খাই) পদ্ম। তুমি ঠিক নিৰ্ম্মলাৰ ওচৰতে বহাচোন। অহ, যদি পদ্মৰ লগত নিৰ্ম্মলাক বিয়া দিলোহেঁতেন, কি সুন্দৰ, সুখময সেই মিলন হ'লহেঁতেন। ইটিৰ কাৰণে যেন সিটিক ঈশ্বৰে সৃজন কৰিছিল। পোনাহঁত তহঁতৰ মনৰ দুখ মই বুজিব পাৰিলেও সেই দুখ গুচাব পৰা মোৰ ক্ষমতা নাছিল। নিৰ্ম্মলা। তোৰ আযেৰে মোক মাতিছে। বিদায দে নিৰ্ম্মলা। বিদায পদ্ম-- "হৰে মুৰাৰে মধুকৈটভাৰে।"

(মৃত্যু)

**পদ্ম** : (সেৱা কৰি) যোৱা দেৱ। অনন্ত ধামলৈ গমণ কৰা। বহুত দুখ, বহুত যন্ত্ৰণা পৃথিৱীত পালা। এতিযা শান্তিময়ৰ কোলাত শান্তি লাভ কৰা।

**নিৰ্ম্মলা** : (উঠি) ব'লা পদ্ম। আমিও দেৱতাৰ পদ অনুসৰণ কৰো- মৰণৰ মধুৰ আহ্বান ঠেলি জীৱনৰ কোলাহল ৰাজ্যলৈ উভতি যাবৰ আৰু ইচ্ছা নাই। শীঘ্ৰে ব'লা দুৰ্ব্বলতাও আহিব পাৰে।

**পদ্ম** : বলা দেৱী। এই ক্ষণেকীযা জীৱন ত্যাগ কৰি আমি অনন্ত জীৱনৰ ৰাজ্যলৈ যাত্ৰা কৰো। এই পঞ্চভৌতিক দেহ আমাৰ অনন্ত অপৰিসীম প্ৰেমৰ পৰা উথ্থিত আমোদ ভোগ কৰিবলৈ অসমৰ্থ। আহা, আমি মৰণৰ সিপাৰে অনন্তৰ বুকুত সত্য স্বৰূপ, অক্ষয় প্ৰেম, পৰমানন্দত পূৰ্ণ বিকাশ, চৰম উৎকৰ্ষ, অনন্ত শান্তি লাভ কৰো গৈ। (দুয়ো নদীত জাপ দিয়ে)

# পট

# আঁৰকাপোৰ

# চাকৈ-চকোৱা

(সামাজিক নাট)

সত্য প্ৰসাদ বৰুৱা

প্ৰথম প্ৰকাশ ঃ ১৯৪০ চন

# চাকৈ-চকোৰা

## (সামাজিক নাট)

### প্ৰথম দৃশ্য

(পিতাকৰ মৃত্যুৰ পাছৰপৰা মিনতিৰ অন্তৰৰ যথেষ্ট পৰিৱৰ্ত্তন হৈছে। তাই অনুভৱ কৰিছে যে আৱেগৰ সোঁতত নিজক আৰু উটাই দিব নোৱাৰি। বিবেক আৰু কৰ্ত্তব্যজ্ঞানে তাকি নতুন আশাৰে অনুপ্ৰাণিত কৰিছে। তাইৰ কোমল মুখখনিত ফুটি উঠিছে- দৃঢ়প্ৰতিজ্ঞা আৰু আদৰ্শ উপলব্ধিৰ স্নিগ্ধ মাদকতা। অথচ বিজিতৰ একেবাৰে অজ্ঞাতসাৰেই মিনতিৰ অন্তৰৰ হৈছে এই আচৰিত ৰূপান্তৰ। সেই কাৰণেই অতীতৰ মধুৰ স্মৃতিৰাশি বুকুত বান্ধি লৈ যেতিযা বিজিতে-মিনতিৰ এই পৰিৱৰ্ত্তন লক্ষ্য কৰিলে,তেতিযা সি বৰ আচৰিত হ'ল। নানা ধৰণৰ চিন্তাই আহি এক মুহূৰ্ত্তৰ ভিতৰতে তাৰ অন্তৰত খেলি-মেলি লগাই দিলে।

সাধাৰণ হ'লেও কোঠাটো ধুনীয়াকৈ সজোৱা ভাল ৰুচিৰ পৰিচায়ক। বেৰত মিনতিৰ দেউতাকৰ এখন ডাঙৰ ফটো দেখা যায়।

পট উঠাত মঞ্চত কাকো দেখা নাযায। অলপ পৰ যোৱাত কৰুণা বৰুৱাৰ প্ৰৱেশ। কুটিল প্ৰকৃতিৰ এজন আদহীযা মানুহ। আনপিনেদি মিনতিৰ প্ৰৱেশ।

মিনতি : অ' আপুনি, হঠাতে নো ক'ৰপৰা ওলালেহি! বহক। ( দুযো চকীত বহে)

কৰুণা : কিবা এটা কামত নগাঁৱলৈ গৈছিলো। তাতে বাতৰিটো পালোঁ। মই সঁচাকৈয়ে সপোনতো ভবা নাছিলোঁ, তেখেতে আমাক এনেকৈ অকলশৰীয়াকৈ এৰি থৈ যাব।

মিনতি :( ধীৰ ভাৱে) কি কৰিব ? মৃত্যুৰ ওপৰত তো আমাৰ কোনো হাত নাই। .অ' এটা কথা, পিতাই মৃত্যু-শয্যাত আপোনাক ক্ষমা বিচাৰি গৈছে। আশা কৰোঁ আপুনি তেখেতক ক্ষমা কৰিব পাৰিব।

কৰুণা : (আচৰিত হৈ) ক্ষমা? মোৰ ওচৰত তো তেখেতে একো দোষ কৰা নাছিল।

মিনতি : আপোনাৰ ৰক্ষণশীল নীতিবোৰক পিতাই কেতিয়াও শলাগিব নোৱাৰিলে। সেই কাৰণে হয়তো আপুনি বেজাৰ পাব পাৰে।

কৰুণা : (হাঁহি) অ' তেখেতে শেষ মুহূৰ্ত্তত হ'বলা মোৰ মতৰ মূল্য বুজি পালে?

মিনতি : সেইটো অৱশ্যে সঠিককৈ ক'ব নোৱাৰি। কাৰণ মৃত্যুৰ আগতে পিতাই মোক যি বাট অনুসৰণ কৰিবলৈ কৈ গৈছে তাৰপৰা এইটো ভালকৈয়ে বুজিব পাৰি যে নিজৰ আদৰ্শৰপৰা তেখেতে একবিন্দুও আঁতৰা নাছিল।

কৰুণা : আমাৰ দেশৰ মানুহে যে সেই আদৰ্শক শ্ৰদ্ধা কৰি চলিব পাৰিব, আশা কম।

মিনতি : এইখিনিতেই তো পিতাৰ সৈতে আপোনাৰ মতৰ অমিল আছিল।

কৰুণা : তুমি ঠিক ধৰিছা। মই আজিলৈকে তেখেতৰ মতবোৰক গ্ৰহণ কৰিব নোৱাৰিলোঁ।

মিনতি : গ্ৰহণ কৰিবলৈ বাৰু কিবা চেষ্টা কৰিছিল নে?

কৰুণা : তেনে কোনো চেষ্টা কৰিবলৈ সঁচাকৈয়ে মনেই যোৱা নাছিল। কাৰণ মই সদায়েই ভাবিছিলোঁ তেখেতৰ এই উদ্যম একেবাৰেই বিফলে যাব।

মিনতি : কিয়?

কৰুণা : মোৰ বোধেৰে গুৰিতেই তেখেতে এটা বৰ ডাঙৰ ভুল কৰিছিল।

মিনতি : কি ভুল?

কৰুণা : আমাৰ দেশৰ মানুহবোৰ যে এতিয়াও হোজা, মূৰ্খ আৰু অশিক্ষিত হৈযে আছে তাক তেখেতে পাহৰি গৈছিল।

মিনতি : পাহৰি তেখেতে কেতিযাও যোৱা নাছিল। বৰং পিতাই সদাযে কৈছিল যে সিহঁতৰ অন্তৰবোৰ আমাতকৈ বহুতো বেছি পবিত্ৰ, কাৰণ কোনো বাহিৰা প্ৰভাৱে তাক কলুষিত কৰিব পৰা নাই। পিতাই দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে ইহঁতক যদি এবাৰ বুজাই দিব পাৰি -- মনুষ্যত্বৰ দাবী কি, যদি এবাৰ দেখুৱাই দিব পাৰি সিহঁতৰ অন্তৰে কি বিচাৰে, -- তেন্তে এক মুহূৰ্ত্ততেই সকলো ঠিক হৈ যাব। ( মিনতিৰ মুখখন ৰঙা হৈ পৰে)

কৰুণা : বাৰু যাওক সেইবোৰ কথা। এইখিনি অন্ততঃ তুমি জানি থোৱা দৰকাৰ যে বাহিৰত বিৰুদ্ধাচৰণ কৰিলেও তোমাৰ পিতাক মই অন্তৰেৰে সৈতে শ্ৰদ্ধা কৰিছিলোঁ।

মিনতি : সেই বাবে মোৰ আন্তৰিক ধন্যবাদ গ্ৰহণ কৰিব।

কৰুণা : বাৰু মই এতিয়া উঠোঁহে। ( চকীৰপৰা উঠি দুৱাৰৰ ওচৰ পায়গৈ, তাতে অলপ ৰৈ কওঁ নকওঁকৈ) অ' -- তোমাক এটা কথা ক'বলগীয়া আছিল।

মিনতি : কওক।

কৰুণা : মই এইবাৰelection অত stand কৰা কথাটো তুমি হয়তো জানাই।

মিনতি : হয়, পিতাৰ মুখতেই কথাটো শুনিছিলোঁ।

কৰুণা : তোমাৰ দেউতা জীয়াই থকা হ'লে মোৰ আৰু

কোনো চিন্তাই নাছিল, যাওক, দুখ কৰিনো কি হ'ব -- ভাগ্যৰ লিখন তো আৰু কোনেও খণ্ডাব নোৱাৰে। তুমি কিন্তু মোক অলপ সহায় কৰি দিব লাগিব।

**মিনতি** : মোৰ দ্বাৰা জানো আপোনাৰ কিবা উপকাৰ হ'ব?

**কৰুণা** : কিয়--? নহ'ব কিয়? তোমাৰ পিতাৰাৰ follower সকলক তুমি দেখোন এটা কথা কৈ দিলেই তেওঁলোকে মোক সহায় কৰিব। মোৰ কাৰণে তুমি কিন্তু এইখিনি কৰিবই লাগিব।

**মিনতি** : (হাঁহি) বাৰু মই যদি নিজেই stand কৰোঁ।

**কৰুণা** : এঃ, তিৰোতা মানুহ সেইবোৰ বেমেজালিত নোসোমোৱাই ভাল, বাৰু মই তেন্তে এতিয়া আহোঁহে।

(প্ৰস্থান--- যি পিনেদি আহিছিল সেই পিনেদিযেই। কৰুণা বৰুৱা যোৱাৰ অলপ পাছতে সেই একেখন দুৱাৰেদি "বিজিত" হুৰমুৰকৈ সোমাই আহে আৰু "মিনতি" বহি থকা দেখি হো হো কৰে হাঁহিব ধৰে।)

**মিনতি** : (বিজিতক) হৈছে হৈছে আৰু অভদ্ৰামি কৰি দেখুৱাব নালাগে, যথেষ্ট হৈছে।

**বিজিত** : (অভিমানৰ সুৰত) আমি তো সদায়ে অভদ্ৰ, তোমাৰ মানত সেই কৰুণা বৰুৱাৰ দৰে scoundrel বোৰহে ভদ্ৰ। আমিনো তেখেতৰ দৰে অন্তৰৰ কলুষিত ভাৱৰাশিক ইমান পাৰ্গতালিৰ সৈতে ঢাকি ৰাখিব পাৰিম কেনেকৈ?

**মিনতি** : তেখেতক কিন্তু মোৰ বৰ ভাল লাগিল।

**বিজিত** : লাগিবতো। চিৰকাল পিতাৰাৰ শত্ৰুতা শালি হয়তো এতিয়া দু-আষাৰ মিঠা কথাৰে সহানুভূতি দেখুৱাব আহিছে। তেখেত অহাৰ আচল কাৰণটো জানিব পাৰোঁনে?

**মিনতি** : তেখেতে এইবাৰ election অত stand কৰিবলৈ ইচ্ছা কৰিছে। মই বোলে অলপ সহায় কৰি দিব লাগে।

**বিজিত** : অ' তাকেই নোকোৱা কিয়? ধেৎ, মই বৰ অঁকৰা, এইখিনি কথাকেই বুজি নাপাওঁ।

**মিনতি** : কি কথানো?

**বিজিত** : শ্ৰীযুত বৰুৱাৰ প্ৰতি তোমাৰ এই আশাতীত কৰুণা,বোলো সেই কৰুণা গৈ প্ৰেমত পৰিণত নহ'লেহে ৰক্ষা।

**মিনতি** : বেজাৰ পালা নেকি বিজিত? মই ধেমালিহে কৰিছিলোঁ।

**বিজিত** : (অপ্ৰস্তুত হৈ) ইয়াত বেজাৰ পোৱা নোপোৱাৰ কোনো প্ৰশ্ন নুঠে। ই হৈছে সামান্য common sense ৰ কথা। তোমালোকৰ অন্তৰৰ এই সামান্য দুৰ্ব্বলতাখিনিক জয় কৰিব নোৱাৰিলে

**মিনতি** : সংসাৰত চলা টান হ'ব -- ইয়াকেই তো ক'ব বিচাৰিছা? মোৰ কিন্তু সেই ভয় নাই।

**বিজিত** : (আচৰিত হৈ) কিয়?

**মিনতি** : পিতাৰ আদৰ্শ আৰু তোমাৰ মৰমে মোক সদায়ে আবৰি ৰাখিব।

**বিজিত** : বাৰু মিনি, মোৰ চেনেহত তুমি ইমানখিনি বিশ্বাস কৰা নে?

**মিনতি** : (হাঁহি) কিয় তোমাৰ হ'বলা সন্দেহ হয়?

**বিজিত** : ভয় লাগে - জানোছা বা অভাগা বিজিতক পাহৰি যোৱা।

**মিনতি** : তেনে কথা কিয় কোৱা বিজিত? মোক দুখ দি তুমি বৰ ৰং পোৱা নহয় নে বাৰু?

**বিজিত** : সুখত যি স্মৃতি মৰহি যায় হয়তো বেদনাত সি প্ৰাণ পাব পাৰে, নোৱাৰে নে মিনি?

**মিনতি** : সেইবোৰ মই একো বুজি নাপাওঁ। মই মাথোঁ জানো সুখ বা দুখ যিয়েই আহক মোৰ বুকুৰপৰা তোমাক কোনেও কাঢ়ি নিব নোৱাৰে। তোমাৰ আৰু মোৰ হিয়াৰ মিলনটোক মই সদায়ে ভগৱানৰ আশীৰ্ব্বাদ বুলিযেই ভাবোঁ বিজিত।

(মিনতিৰ মুখত এটা স্নিগ্ধ প্ৰশান্তি ফুটি উঠে, তাকে লক্ষ্য কৰি বিজিতে একেথিৰে তাইৰ মুখলৈ চাই থাকে)

**মিনতি** : ৰ লাগি কি চাইছা?

**বিজিত** : (আবেগেৰে) চাইছোঁ --তুমি কিমান ধুনীয়া।

**মিনতি** : শিল্পীৰ চকুত নাৰী সদায়ে সুন্দৰী।

**বিজিত** : হয়তো হ'ব পাৰে।

**মিনতি** : কিন্তু তুমি পুৰুষ। তোমালোকে ভাবা পুৰুষৰ কাৰণেই তিৰোতাৰ সৃষ্টি হৈছে।

**বিজিত** : হয়টো আনে ভাবে। মই সেই কথাক বিশ্বাস নকৰোঁ।

**মিনতি** : তোমাৰ অন্তৰৰ অনুভূতিবোৰ মাৰ্জ্জিত। সেই কাৰণেই আনে তোমাৰ ভাবৰাশিক ঢুকি প্লাব নোৱাৰে। তুমি যি ভাবা আনে ভাবে ঠিক তাৰ ওলটাটো।

**বিজিত** : আনে কি ভাবে তাক জানি মোৰ একো লাভ নাই।

**মিনতি** : কিয়?

**বিজিত** : কাৰণ এই সংসাৰত মোৰ জানিবলগীয় বস্তু একমাত্ৰ তুমি।

মিনতি : (হাঁহি) অ'তেন্তে ইমান দিনে কিবা জানিব পাৰিলা নে?

বিজিত : জানিছোঁ।

মিনতি : কি?

বিজিত : তুমি সুন্দৰ। সাগৰৰ দৰে গভীৰ তোমাৰ অন্তৰ।

মিনতি : হিয়াৰ উপচি পৰা চেনেহৰে তুমি মৰুক সাগৰ কৰিছা বিজিত।

বিজিত : মিনি, অলপ সময় অলপ মনে মনে থাকা। তোমাৰ মুখনিত এই মুহূৰ্ত্তে যি অপূৰ্ব্ব সৌন্দৰ্য্য ফুটি উঠিছে, মোক উপভোগ কৰিব দিয়া। (মুখত গভীৰ আবেগৰ চিন, কিন্তু তাৰ অভিব্যক্তি অতি সংযত)

মিনতি : তোমাৰ এই বলিযালিখিনি কিন্তু মোৰ অকণো ভাল লগা নাই বিজিত।

বিজিত : তোমাৰ চকুত বলিয়ালি হ'লেও সিযেই মোৰ জীৱন মিনি। তোমাৰ সৌন্দৰ্য্যৰ মৌ পান কৰিযেই তো মোৰ অন্তৰৰ শিল্পীটো এতিযাও জীযাই আছে।

মিনতি : মোক দেও তুমিহে মাথোঁ ধুনীয়া দেখা।

বিজিত : সঁচাকৈ মিনি তোমাৰ মুখৰ চাৰিওপিনে কিয ক'ব নোৱাৰোঁ, মই এক অতি স্নিগ্ধ পোহৰ দেখিবলৈ পাওঁ। বিদ্যাপতিয়ে ঠিকেই কৈছিল-- "জনম অবধি হাম ৰূপ নেহাৰলুঁ নয়ন না তিৰপিত ভেল।" চিৰ জীৱন চাই থাকিলেও হয়তো মোৰ আমনি নালাগিব।

মিনতি : তোমাৰ ভুল হ'ল। তাতোকৈ ধুনীযা "লাখ লাখ যুগ হিযা হিযে ৰাখলুঁ তবু হিযা জুৰণ না গেলি"। তুমি পুৰুষ সেই কাৰণে বাহিৰা ৰূপতে মুগ্ধ।

বিজিত : আৰু তুমি নাৰী, হিযাত বিচাৰি পাইছা সৌন্দৰ্য্য অনুপম। কিন্তু মিনি, তোমাৰ ওচৰত মই নিজকে যেনেকৈ একেবাৰে বিলাই দিব পাৰিছোঁ, তুমি পাৰিছা নে?

মিনতি : তাক বাৰু নতুনকৈ ক'বৰ কিবা আৱশ্যক আছেনে কি? মইতো সদায়ে তোমাৰ বিজিত।

বিজিত : (আনন্দত চিঞৰি উঠে) মিনি -(একে উচ্ছাসেৰে) মিনি ব'লা এই দেশ, এই নগৰ, এই কলুষিত সমাজ এৰি থৈ আমি দুয়ো গুচি যাওঁ কোনোবা নিজান নিতাল ঠাইলৈ, য'ত প্ৰকৃতিৰ কোলাত আমাৰ দুটিৰ জীৱনক একেটি সুৰতে বান্ধি, একেটি সোঁতত উটাই দিব পাৰিম; ব'লা, ব'লা মিনি।

মিনতি : (সংযত) শান্ত হোৱা বিজিত। আবেগৰ উচ্ছ্বাসত নিজক উটাই দিয়াতো তোমাত শোভা নাপায়।

বিজিত : (একে উচ্ছ্বাসতে) আবেগ, উচ্ছ্বাস মই একো বুজি নাপাওঁ। মই মাথোঁ বুজোঁ তোমাক। তুমি মোৰ জীৱন, মোৰ প্ৰাণ। তোমাতেই মোৰ সকলো সাধনাৰ সমাপ্তি মিনি।

মিনতি : কিন্তু বিজিত সকলো মানুহৰ জীৱনৰ ধাৰা হয়তো একে নহ'বও পাৰে।

বিজিত : নিজৰ নাৰীকে ক্ষুন্ন নকৰিবা মিনি। তোমাৰ শ্ৰেষ্ঠ বিকাশক এনেকৈ ভৰিৰে আঁতৰ কৰি দিলে মনত ৰাখিবা --অবমাননা হ'ব গোটেই সৃষ্টিৰ। পাহৰি নাযাবা-- সৃষ্টিৰ বিকাশতেই তোমাৰ সাৰ্থকতা, প্ৰেমেই তোমাৰ শ্ৰেষ্ঠ ধৰ্ম্ম।

মিনতি : আৰু তাকেই হৃদযৰ প্ৰতি স্পন্দনতেই অনুভৱ কৰিছোঁ বুলিযেই হযতো ইমান সহজেই তোমাৰ অন্তৰৰ উচ্ছ্বাসক এনেকৈ অগ্ৰাহ্য কৰিব পাৰিছোঁ। শিল্পী হৈয়ো বিজিত তুমি মাথোঁ সৃষ্টিৰ এটা ফাল আৰু প্ৰেমৰ এক অতি নিকৃষ্ট স্তৰকেই আঁকোৱালি ধৰি আছা। মযো হযতো ঠিক তাকেই কৰিছিলোঁ, মযো হযতো অতি অসহাযৰ দৰে তোমাৰ অন্তৰৰ আবেদনৰ ওচৰত নিজকে নিবেদন কৰিবলৈ বাধ্য হ'লোঁ হেঁ,কিন্তু বিজিত .

(হঠাতে ৰৈ যায)

বিজিত : ।-ৰ'লা কিয়? কৈ যোৱা। বেচ্ ভাল লাগিছে তোমাৰ কথাবোৰ শুনি। বাধাহীন নিজৰাৰ দৰে বৈ যাওক তোমাৰ কথাৰ সম্ভাৰ। মোৰ অন্তৰক মোৰ আবেগ, উচ্ছ্বাস, অনুভূতিক, মোৰ গোটেই সত্তাটোকে উটাই ভহাই লৈ যাওক কোনেও বিচাৰি নোপোৱা ঠাইলৈ। আত্মনিবেদনত যেতিযা তৃপ্তি নাই হযতো বিস্মৃতিৰ আন্তৰালত চিৰদিনলৈ লুকাই পাম অপাৰ শান্তি।

মিনতি : মোক ভুল নুবুজিবা বিজিত। হয়তো তুমি ভুল বুজিবা আৰু সেই ভুল ভাঙিবৰ চেষ্টা কৰিলে হয়তো হাঁহিবা। কিন্তু বিজিত তুমি অন্ততঃ এইটো বুজা উচিত যে হিয়াৰ আবেগতে প্ৰেমৰ শ্ৰেষ্ঠ বিকাশ নহয়, আৰু সেই উচ্ছ্বাসক ৰূপান্তৰিত কৰিবলৈ চেষ্টা কৰিলে বৰং তাক শ্ৰদ্ধা কৰাহে হয়।

বিজিত : হিয়াৰ আবেগক হত্যা কৰি প্ৰেমৰ যি সৌধ তুমি নিৰ্ম্মাণ কৰিব খুজিছা মানুহৰ জীৱনত তাৰ কোনো মূল্যাই মই বিচাৰি নাপাওঁ। বাৰু মিনি, যৌৱনৰ সকলো ধুনীয়া স্মৃতিক তুমি ইমান সহজে আওকাণ কৰিব পাৰিলা কেনেকৈ।

মিনতি : মোৰ অন্তৰৰ তীব্ৰ হাঁহাঁকাৰৰ কথা মই তোমাক কেনেকৈ বুজাম? মোৰ বুকুৰ ভাষা মই তোমাক

কেনেকৈ শুনাম বিজিত?

**বিজিত** ঃ হাঁহাঁকাৰ হ'বলা কেৱল তোমাৰ হিয়াতেই মিনি, আৰু এখন অন্তৰ যে এই মুবুৰ্ত্তত মৰহি যাব ধৰিছে তাৰ কোনো সন্ধান ৰখাৰ প্ৰয়োজনেই তুমি অনুভৱ কৰা নাই নে?

**মিনতি** ঃ মই জানো মোৰ কথাবোৰে কেনেকৈ তোমাৰ কোমল অন্তৰত শুলৰ দৰে বিন্ধিছে, কিন্তু মই বাৰু কি কৰিম বিজিত? মৃত্যু-শয্যাত পিতাৰ মুখখনিলৈ মনত পৰিলে গোটেই গাৰ নোম শিয়ঁৰি উঠে। ভাবিব নোৱাৰোঁ নিজৰ সুখ-সম্ভোগৰ কথা, চকুৰ আগত ভাহি উঠে সেই বীৰদীপ্ত মুখখনি, কাণত কেৱল বাজি উঠে সেই কথাফাকি—"মিনি, সোণ মোৰ, তোৰ ওপৰতেই সকলো অৰ্পণ কৰি গ'লোঁ, চাবি যাতে মোৰ অসমাপ্ত সাধনাৰ সমাপ্তি আনিব পাৰ।" (নিজক আৰু সংযত কৰি ৰাখিব নোৱাৰে। মেজৰ ওপৰত মুৰটো থৈ উচুপিব ধৰে আৰু একান্ত অসহায়ৰ দৰে কয়-)

**মিনতি** ঃ পিতাৰ আদেশ যে মই পালন কৰিবই লাগিব, মোৰ যে আন উপায় নাই।

**বিজিত** ঃ (অৱস্থা বুজি নিজৰ মনক সংযত কৰি) মিছাতে বেজাৰ কৰিছা কেলেই বাৰু? তোমাৰ বিজিত তো ইমান অবুজ নহয়। মিনি উঠা, বেজাৰ নকৰিবা।

**মিনতি** ঃ (মুৰ তোলে, গালেদি চকুলো বাগৰি আহে) কিন্তু তুমি জানো মোক ক্ষমা কৰিব পাৰিবা?

**বিজিত** ঃ ক্ষমা কিয় মিনি?

**মিনতি** ঃ তোমাৰ অন্তৰক ইমান ডাঙৰ এটা আঘাত দিয়াৰ কাৰণে।

**বিজিত** ঃ তোমাৰ চেনেহেই হয়তো তাক জয় কৰিব পাৰিব, মই এতিয়া আহোঁ দেই।

**মিনতি** ঃ বিজিত- (কিবা ক'ব খোজে কিন্তু ক'ব নোৱাৰে)

**বিজিত** ঃ (ওচৰলৈ আহি মিনিৰ হাত এখন নিজৰ হাতৰ মাজত থৈ মৰমেৰে কয়) মোৰ কাৰণে কোনো চিন্তা নকৰিবা মিনি। তোমাৰ কথাবোৰ হয়তো আজি মই বুজি পোৱা নাই। কিন্তু সেইবুলি তুমি পিতাৰাৰ আদেশ অমান্য কৰিবা কেলেই। তোমাৰ সাধনাই মোৰো সাধনা। আজি তাক আঁকোৱালি ধৰিবৰ শক্তি মোৰ নব'ব পাৰে, কিন্তু তোমাৰ চেনেহৰ বলত মযো সেই শক্তি এদিন পাম, সেইদিনা, সেইদিনা তোমাৰ পূজাত মই নিজকে আহুতি দিম, আজিলৈ বিদায় মিনি। (প্ৰস্থান)

(বিজিত যোৱাৰ পাছত মিনিয়ে চকীখনৰপৰা উঠি লাহে লাহে পিতাকৰ ফ'টোখনৰ ওচৰলৈ আহে তাতে শ্ৰদ্ধা সহকাৰে অলপ সময় থিয় হৈ ফ'টোখনৰ পিনে চাই কয়)

**মিনতি** ঃ পিতা স্বৰগৰপৰা আশীৰ্ব্বাদ কৰিবা, তোমাৰ আজলী মিনিয়ে যেন কেতিয়াও শক্তি নেহেৰুৱায়। (এনেতে নেপথ্যত মগনীয়া এজন গীত শুনা যায়। গীতৰ গাই গাই সি কোঠাটোৰ পিছ পিনৰ খিড়িকীখনৰ ওচৰত থিয় দিয়েহি। দৰ্শকে তাক ভালকৈয়ে দেখা পায। সি অহাত মিনতি ভিতৰলৈ সোমায় যায। গীতটো শেষ হোৱাত মিনতিয়ে চাউল আনি তাক দিয়ে। সি গুচি যায। ঠিক সেই সময়তেই 'ইলা' আৰু 'অজিত' সোমাই আহে। মিনতিয়ে তেওঁলোকক দেখা নাপায। পিছ পিনৰপৰা মনে মনে আহি ইলাই মিনতিৰ পিঠিত এটা চিকুট মাৰি দিয়ে। মিনি চক্ খাই উঠে। ইলাই হাঁহিব ধৰে। অজিতেও অলপ হাঁহে।)

## মগনীয়াৰ গীত
## সুৰ ভাটিয়ালী
## ৰচনা ˚দেবানন্দ গোস্বামী

ই জনমত ফুৰোঁ ভ্ৰমি পথ হেৰুৱাই
শুকান মৰু এই পৃথিৱীত পুৰি মৰো হাঁয।।
সোণৰ ভ ডাল হ'ল যে শেষ।
নিজৰ হৈয়ো পৰৰ দেশ।
সাত সাগৰৰ ঢৌ দেখিলে উঠে উচাপ খাই।।
আকাশ তলত আছিল মাথোঁ
এটি পঁজাঘৰ
কালৰ সোঁতে তাকো নিলে
সিও আজি পৰ,
ছাইকে মাথোঁ চালি-জাৰি
ভাযে ভাযে কঢা-কটি,
পাৰ কৰি দিযা হৰি
(কোনে) দেহৰ বিলাই চায।।

**মিনতি** ঃ তই বৰ দুষ্ট অ' ইলা। তোৰ কাৰণেই ইমান পৰ বাট চাওতে আমনি লাগিছে। (অজিতক দেখি) এখেতক তো চিনি নাপালো!

**ইলা** ঃ এখেতক লৈ আহোতেইতো ইমান পলম হ'ল। আমাৰ অজিত দাদা। দাদা ঠিক নহয় বন্ধু বুলিযেই ধৰিবা। (অজিতৰ পিনে চাই) এইযা মিনতি দেৱী।

**মিনতি** ঃ (অজিত আৰু মিনি দুয়ো দুয়োকো অভিবাদন

'ইলা' আকৌ সোমাই আহে)

ইলা : মিনি, অজিত তোমাৰ এজন ডাঙৰ ভক্ত। প্ৰসাদ আদিৰ যোগাৰ কৰা সোনকালে।

অজিত : ক্ষমা কৰিব, চাহ মই এতিয়া নাখাও।

মিনতি : সেইটো কেতিয়াও হ'ব নোৱাৰে।

(ভিতৰলৈ যাব ওলায়। ইলাই বাধা দিয়ে।)

ইলা : তুমি আৰু যাব নালাগে মিনি। চাহ-জলপানৰ কথা ময়েই কৈ আহিছো।

মিনতি : (হাঁহি) দেখিছে, আপোনালৈ ইলাৰ কিমান মৰম।

অজিত : (হাঁহে)

ইলা : (মিনিক) থোৱাঁহে সেইবোৰ কথা। অ' মই এটা কথা ক'বলৈকে পাহৰিছিলো। তৰ্ক কৰাটো এখেতৰ আজিকালি এটা বৰ বেয়া স্বভাৱ হৈছে। তুমি অলপ সাৱধানে কথা ক'বা কিন্তু।

মিনতি : ভালেইহে, তৰ্কৰ মাজেৰে জ্ঞান আহৰণ কৰাটো ডাঙৰ মানুহৰ চিন।

অজিত : ক্ষমা কৰিব, ইমান প্ৰশংসাৰ বোজা বব নোৱাৰিম। তিৰোতাৰ প্ৰশংসাক মই যথেষ্ট ভয় কৰো। আৰু বিশেষত ঃ আপোনালোকৰ দৰে বিদুষীৰ মুখৰপৰা সি আহিলে মোৰ পক্ষে থিৰেৰে থকাই টান হ'ব।

ইলা : বেযানো কিটো হ'ব। তিৰোতাৰ অনুপ্ৰেৰণাত জগতৰ বহুত মানুহেই ডাঙৰ হয়। তুমিও হ'বা।

(এনেতে ল'ৰা এটাই চাহ লৈ আহে। তিনিও চাহ খাই খাই কথা কয়)

মিনতি : তোৰ অনুপ্ৰেৰণাকেই হয়তো তেখেতে বেছিকৈ কামনা কৰে।

ইলা : (কৃত্ৰিম হুমুনিয়াহ কাঢ়ি) সেই ফেৰা ভাগ্য আমাৰ আৰু এই জনমত নহ'ব।

মিনতি : কিয়? তোক হ'বলা তেখেতে অকণো মৰম নকৰে!

ইলা : মৰমৰ কথাহে কৈছা। পাৰিলে যেন কেৰাহিকৈও নাচাব।

অজিত : এই আঁকৰী জনীৰ কথালৈ কাণ নিদিবচোন। আপুনি বোলে এইবাৰ election অত stand কৰিব খুজিছে?

ইলা : (আচৰিত হৈ) হয়নেকি মিনি?

মিনতি : আপোনাকনো সেই কথা কোনে ক'লে?

অজিত : কৰুণা বৰুৱাৰ মুখে শুনিলো। কথাটো শুনাৰেপৰা বেচেৰা কিবাটো হৈ পৰিছে।

ইলা : কিয়? কিনো হ'ল তেওঁৰ আকৌ।

অজিত : পৰাজিত হোৱাৰ ভয়তে বেচেৰা একেবাৰে খীণাই-শুকাই গৈছে।

ইলা : মিনি তোমাৰ অন্তৰত কিন্তু তেখেতৰ প্ৰতি এফেৰিমান দয়া ওপজা উচিত।

মিনতি : মই তেখেতৰ সৈতে ধেমালিহে কৰিছিলো। তইতো জানই ইলা, পিতাই council বা assembly লৈ যোৱাটো কেতিয়াও ভাল নাপাইছিল।

অজিত : আপুনি তেন্তে বাহিৰত কাম কৰিব বিচাৰে।

মিনতি : সেইটোৱেইটো মোৰ ইচ্ছা।

অজিত : আপোনাৰ পক্ষে সেইটো সম্ভৱ হ'ব নে?

ইলা : কিয় নহ'ব?

অজিত : আমাৰ দেশৰ মানুহে জানো তিৰোতাক যথেষ্ট সন্মান দেখুৱাব পাৰিব?

ইলা : ক্ষুদ্ৰ সন্মানৰ আশাততো মিনিয়ে দেশৰ কামত হাত দিয়া নাই।

অজিত : মই সেই কথা ক'ব বিচৰা নাই। যিসকলৰ মাজত তেখেতে কাম কৰিব বিচাৰিছে সিহঁতৰতো culture বোলা বস্তু এটা নাই।

ইলা : সিহঁতৰ অৱস্থা আচলতে ইমান শোচনীয় নহয় বুলিলেইতো মিনিয়ে সাহ কৰিব পাৰিছে।

অজিত : কথাটো মই ভালকৈ বুজি নাপালো।

মিনতি : এইটো হয়তো আপুনি স্বীকাৰ কৰিব যে বৰ্ত্তমান যুগটো বিপ্লৱৰ যুগ। বান্ধোনৰ শিকলি ছিঙি মুক্তিৰ পিনে আগুৱাই যোৱাটোৱেই এই যুগৰ ধৰ্ম্ম।

অজিত : ইয়াৰ অৰ্থ আপুনি আৰু মইহে বুজিছোঁ। সাধাৰণ মানুহে নো বুজিব কেনেকৈ?

মিনতি : আমি বুজিছোঁ হয়। কিন্তু ই আমাৰ হাড়ে-হিমজুয়ে সোমোৱা নাই। কিন্তু দেশৰ এই নিপীড়িত ৰাইজৰ অৱস্থা বহুত বেলেগ। খাওঁতে শোওঁতে সিহঁতক এটা পৰিবৰ্ত্তনৰ আকুলতাই অন্তৰৰপৰা সদায়ে সজাগ কৰি তুলিছে। আজি সিহঁতৰ এই উদ্বেলিত হৃদয়ক উৎসাহিত কৰি যদি কোনোবাই সিহঁতৰ দাবী কি বুজাই দিব পাৰে তেন্তে জগতৰ কোনো শক্তিৰেই সাধ্য নাই- সিহঁতক বাধা দিয়ে।

অজিত : কিন্তু তিৰোতাৰ দ্বাৰা সেই কাম সমাধা হ'ব বুলি আপুনি বিশ্বাস কৰেনে?

মিনতি : আমাক বাৰু আপুনি ইমান অকামিলা বুলি ভাবে কিয়?

অজিত : কেতিয়াও নাভাবো।

ইলা : তেন্তে প্ৰশ্নটোৰ কাৰণে তুমি ক্ষমা খোজা উচিত।

অজিত : নিশ্চয়, নিশ্চয়। কিন্তু কাৰ ওচৰত?
মিনতি : (হাঁহি) শ্ৰীযুতা ইলাদেৱীৰ ওচৰত।
অজিত : তেখেতৰ ওচৰততো দিনটোত এশবাৰ ক্ষমা খুজিব লাগে। তথাপি দেৱী সন্তুষ্ট নহয়।
ইলা : (মুখ টিপি টিপি হাঁহি থাকে)
মিনতি : কিয়?
অজিত : ক'ব নোৱাৰোঁ কিয়। হয়তো মোৰ ওপৰত খং কৰি তেখেতে ভাল পায়।
মিনতি : কিয়, মই ক'ব পাৰো।
অজিত : কওকচোন বাৰু।
মিনতি : ইলাই আপোনাক (ইলাৰ পিনে চাই হাঁহে)
ইলা : (খং দেখুৱাই) তোমাৰ মুখখনহে এতিয়া চাৰ হ'লগৈ; ব'লা ব'লা অজিত। ইয়াতেই বহুত পলম হ'ল।
মিনতি : তই আকৌ মোৰ ওপৰত খং কৰিলিনেকি অ' ইলা?
অজিত : মোক যে কথা সুনাবলৈ সুবিধা পালে, সেইকাৰণে হয়তো
পেটে পেটে ৰংহে পাইছে চাগৈ। বাৰু আমি এতিয়া আহোঁ দেই।
মিনতি : আৰু এদিন আহিব কিন্তু।
অজিত : এদিননো কিয়, সদায়ে আহিম।
মিনতি : ধন্যবাদ।
ইলা : আহো দেই মিনি।

(দুয়োৰো প্ৰস্থান। মিনিও সিহঁত
যোৱাৰ পাছত কোঠাটোৰপৰা ওলাই যায়। পট পৰে)
(প্ৰথম দৃশ্য সমাপ্ত)

## দ্বিতীয় দৃশ্য

### গীতা দেৱীৰ কোঠা

(কোঠাটো সুসজ্জিত। আধুনিক ধৰণেৰে সজোৱা। আভিজাত্যৰ পৰিচায়ক। ড্ৰয়িং ৰুমৰ লাগতিয়াল সকলো বস্তুৱে তাত দেখিবলৈ পোৱা যায়। গীতাৰ পোছাক আৰু চেহেৰাত আধুনিকতা আৰু আভিজাত্যৰ সম্পূৰ্ণ পৰিচয় পোৱা যায়। পট উঠাত দেখা যায় অৰগেনৰ সহায়েৰে 'গীতাই গান গাই আছে। গীত শেষ হোৱাৰ আগতেই 'ৰমেশ'ৰ প্ৰৱেশ। ৰমেশে গীতাৰ ওচৰলৈ গৈ হাতত লৈ থকা ৰঙা গোলাপটো গীতাৰ চুলিত লগাই দিয়ে। গীতাই ফিক কৰি হাঁহি ৰমেশৰ পিনে চাই আকৌ গীতটো গাব ধৰে। ৰমেশে ওচৰৰ চকীখনতে বহি একান্ত মনে শুনি থাকে। গীত শেষ হোৱাত জেপৰপৰা কিছুমান কাগজ-পত্ৰ উলিয়াই গীতাক দেখুৱায় আৰু কয়)

### গীতাৰ গীত
### (আধুনিক)

বজালা বাঁহী কি সুৰে
সপোন ঘেৰা আঁউসী ৰাতি
প্ৰাণক বলিয়া কৰে
নতুন সুৰৰ ঝঙ্কাৰি।।
দিগন্তত মোৰ সুৰ ভাহে
হিয়াত আজি ছন্দ জাগে
দেহৰ দেউলত সুৰৰ ধাৰা
মনত আকে আলপনা।।
সাত বৰণৰ ৰামধেনু
পোহৰাই তুলিছে মোৰ ৰিক্ত তনু
বতাহৰ মাজেৰে তোমাৰ আৱেশে
লহৰী তুলিছে গোপনে।।

ৰমেশ : এইমাত্ৰ কলিকতাৰপৰা খবৰ পালো। আমাৰ সকলো এৰেঞ্জমেন্ট হৈ গ'ল।
গীতা : তেন্তে আমাৰ কেতিয়া যোৱা হ'ব?
ৰমেশ : মইতো অহা কালিয়েই যাম বুলি ভাবিছো। তোমাৰ কিবা অসুবিধা হ'ব নেকি?
গীতা : মোৰনো আৰু কি অসুবিধাটো হ'বগৈ? পিছে বিজিত দাসক কথাটো কৈছানে নাই?
ৰমেশ : ল'ৰাটোৰ হাতত চিঠি এখন লিখি পঠাইছো।
গীতা : তেন্তে পৰহি আমি কলিকতা পামগৈয়ে।
ৰমেশ : (হাঁহি) তাৰ দুদিন পাছতে নৃত্য-গীতৰে গীতা দেৱীয়ে কলিকতা মহানগৰী মুখৰিত কৰি তুলিব।
গীতা : অসমীয়া নৃত্য-শিল্পীয়ে অসমৰ বাহিৰত নৃত্য দেখুৱাৰ গৌৰৱ তুমিয়েই মোক দান কৰিছা ৰমেশ।
ৰমেশ : আৰু তোমাৰ সহযোগিতাই যে মোৰ অন্তৰৰ এটি উমাই থকা হেঁপাহক তৃপ্তি দিব পাৰিছে, তাৰ কাৰণে মই তোমাৰ ওচৰত চিৰদিন ঋণী হৈ থাকিম গীতা।
গীতা : তুমি বাৰু নাচ নিশিকা কেলেই ৰমেশ, এনে ধুনীয়া শৰীৰটো তোমাৰ।
ৰমেশ : (হাঁহি) মোক জানো তুমি শিকাবা?
গীতা : শিকিবলৈ যদি বেয়া নোপোৱা তেন্তে

নিশ্চয শিকাম। তেতিয়া তুমি আৰু মই একেলগে নাচিম, কেনে ভাল হ'ব!
(এনেতে boy আহি কৈ যায–"হুজুৰ খানা হাজিৰ")

ৰমেশ : ব'লা গীতা, খোৱাটো আগেয়ে শেষ কৰি লোৱা যাওঁক।

গীতা : বেচ্ ব'লা।
(দুজনেই সেই কোঠাটোৰপৰা পিছ পি-নৰ দুৱাৰেদি ভিতৰৰ কোঠাত সোমাই খোৱাৰ মেজৰ ওচৰত মুখামুখিকৈ বহে। দুটা কোঠাৰ মাজৰ বেৰৰ দুৱাৰেদি দৰ্শকে তেওঁলোকক ভালকৈয়ে দেখা পায। অলপ সময় বহাৰ পাছত গীতা হঠাতে উঠি আহে আৰু দুৱাৰদলিত থিয হৈ ৰমেশক কয)

গীতা : ৰেডিঅ'টো বজালে তোমাৰ কিবা আপত্তি আছে নেকি?

ৰমেশ : নিশ্চয নাই।
(গীতাই ৰেডিঅ'টো লগাই দি আকৌ গৈ খোৱা ঠাইত বহেগৈ। ৰেডিঅ'ৰ ঠাইত আৱশ্যক অনুযাযী গ্ৰামোফনো বজাব পাৰি। কেৱল কওতে ৰেডিঅ'ৰ ঠাইত গ্ৰামোফন বুলি কব লাগিব। ৰেকৰ্ডখন শেষ হোৱাৰ লগে লগে পট পৰে।)

## তৃতীয় দৃশ্য

### বিজিতৰ কোঠা

( মিনতিৰ কথাবিলাকে বিজিতৰ অন্তৰত আঘাত দিলেও সেইবোৰে তাৰ অন্তৰত লুকাই থকা creative instincts বোৰক সজাগ কৰি দিলে। বিজিতে সেইকাৰণে শিল্পৰ মাজেৰে নতুনভাৱে মিনতিক সৃষ্টি কৰিবলৈ প্ৰযাস কৰিলে। সি যেন মিনতিৰ শাৰীৰিক স্থিতিতো একেবাৰে পাহৰি গ'ল।

কোঠাটোৰ বস্তুবোৰ বিশৃঙ্খল হৈ আছে, কাৰণ বিজিতে কলিকতালৈ যাবৰ কাৰণে বস্তু-বাহানি সকলো বাকচত সুমুৱাব ধৰিছে। পট উঠাত দেখা যায় যে বিজিতে এখন এখনকৈ বেৰৰ ছবিবিলাক সামৰিব ধৰিছে। সেইবোৰৰে এখন "মনালিছাৰ" ছবি। সেইখনক নমাই আনি সি বহুত পৰ একেথিৰে চাই থাকে। তাৰ পাছত কয়।)

বিজিত : চিৰ ৰহস্যমযী মনালিছা! শিল্পীৰ বেদনা ভৰা হৃদয়ৰ কি মধুৰ স্মৃতি তোমাৰ সেই ধুনীয়া মুখখনিত প্ৰকাশ পাইছে। অৰ ৰহস্য ভেদ কৰিবৰ শক্তি আছে কাৰ! দেহৰ বিকাৰ, প্ৰাণৰ স্পন্দন, উচ্ছ্বাসৰ মাদকতা একো নাই তাত,- আছে মাথো বিৰহী হিয়াৰ এটি কৰুণ বিননি। হয়তো বা সৃষ্টিৰ দুঃখ আৰু তৃপ্তি মিহলি হৈ এটি পুলক বিহীন শান্তিৰ বোৱঁতী নিজৰা. তুমি সঁচাকৈয়ে শিল্পীৰ এক অনুপম সৃষ্টি, প্ৰেমৰ এক মূৰ্ত্ত প্ৰতিমা (অলপ ভাবি) ময়ো পাৰিম। ময়ো পাৰিম, মোৰ তুলিৰ পৰশত ময়ো পাৰিম অন্তৰত উমাই থকা প্ৰেমক সজাগ কৰি তুলিবলৈ। পাৰিম তাৰ এটি অতি ধুনীযা মূৰ্ত্তি গঢ়ি পূজা কৰিবলৈ। মিনিক মোৰ মানসী প্ৰতিমাক ৰূপায়িত কৰিম মোৰ তুলিকাৰ মাজেৰে। তাইৰ প্ৰতিটি অঙ্গকে মোৰ হিয়াৰ ৰাঙলী চেনেহেৰে বিয়পাই ঠিক তোমাৰ দৰেই "মনালিছা" গঢ়ি তুলিম-প্ৰেমৰ এক ৰহস্যমযী মধুৰ মূৰুতি।
(এনেতে 'মিঃ দাস ঘৰত আছেনে? বুলি ৰমেশ সোমাই আহে। ৰমেশক দেখা পাই ছবিখন থৈ তেওঁক বহিবলৈ কয। ৰমেশ বহে।)

ৰমেশ : (বহি) কি খবৰ মিঃ দাস।

বিজিত : এই বস্তু-বাহানিবোৰ সামৰি যাবলৈ তৈযাৰ হৈছোৰেই আৰু। আপুনিনো এতিয়া ক'ৰপৰা আহিল?

ৰমেশ : Marketing কৰিবলৈ আহিছিলো ভাবিলো এবাৰ সোমাই যাও। সোনকালে প্ৰস্তুত হৈ লওঁক। ট্ৰেইন্ মিচ্ কৰিব লাগিলে বৰ বিপদ হ'ব কিন্তু।

বিজিত : মোৰনো আৰু ওলাওতে কিমান সময় লাগিছে। অকলা মানুহ। বস্তুও হ'ল সেই এটা 'চুট্‌কেচ্' আৰু এখন বিছনা। চুট্‌কেচৰ পেটত চুট অৱশ্যে আজিলৈকে সোমোৱা নাই। ষ্টেজ্ ভাৰা কৰা হৈ গ'ল নহয়নে বাৰু?

ৰমেশ : হৈ গ'ল কাৰণেই তো ইমান লৰালৰি কৰিব লগা হৈছে। ঠিক সময়ত উপস্থিত হ'ব নোৱাৰিলে মিছাতে পইচা ভৰিব লাগিব। অ' just be comfortable.
(ৰমেশে বিজিতক চিগাৰেট অফাৰ্ কৰে)

বিজিত : ক্ষমা কৰিব, সেইটো অভ্যাস এতিয়ালৈকে হোৱা নাই।

ৰমেশ : আও, আপুনি দেখোন একেবাৰে 'টিটোলাৰ'।

বিজিত : হ'বলৈ বাধ্য হৈছো।

ৰমেশ ঃ কিয়?

বিজিত ঃ (হাতেৰে দেখুৱাই) মনি (money) ৰামৰ আশীৰ্ব্বাদ যে এতিয়াও অভাগাৰ ওপৰত পৰা নাই।

ৰমেশ ঃ (হাঁহিব ধৰে) অ' বেচ 'এমেচাৰ' হিচাপেই গ্ৰহণ কৰক (আকৌ চিগাৰেট অফাৰ কৰে)

বিজিত ঃ অৰ্থাৎ। (আচৰিত হৈ)

ৰমেশ ঃ ভয় খাব নালাগে। কলেজত থাকোতে আমি কেইজন মানে শব্দটো 'কইন' কৰি লৈছিলো। নিজৰ পকেটৰ পৰা পইচা খৰচ নকৰি Smoke কৰা জনকেই আমি এমেচাৰ Smoker বুলি কৈছিলো।

বিজিত ঃ (হাঁহি) আপুনি নিশ্চই বহুত দিনলৈকে এমেচাৰ হৈয়েই আছিল।

ৰমেশ ঃ হ'লো হয, হয়তো, কিন্তু দুৰ্ভাগ্যবশত ঃ সেই আইডিয়াটোৰ Conception ৰ আগতেই মই প্ৰফেচনেল হৈ গ'লো। আজিকালি অৱশ্যে মযো Smoke কৰাটো বহুত কমাইছো। ইউৰোপত অৱশ্যে নুহুপি থাকাটো টানেই, কাৰণ You need it to warm yourself up

বিজিত ঃ (হাঁহি) শৰীৰ গৰম কৰিবলৈ তাত আন বহুত বস্তুৰেই প্ৰযোজন হয।

ৰমেশ ঃ শৰীৰ শীতল কৰিব পৰা বস্তুৰো তাত অভাৱ নাই।
(দুজনেই হাঁহে)

বিজিত ঃ আপুনি বাৰু ইউৰোপত কিমান দিন কটাইছিল?

ৰমেশ ঃ প্ৰায আঠ বছৰমান। তাৰে শেষৰ পাঁচ বছৰমান হে থিয়েটাৰ সম্পৰ্কীয বিষযত insterested আছিলো।

বিজিত ঃ তেন্তে আপোনাৰ যথেষ্ট experience হৈছে।

ৰমেশ ঃ একো হোৱা নাই। আৰু বহুত বিষযে Study কৰিবলৈ বাকী ৰৈ গ'ল।

বিজিত ঃ বেছি হোৱা ভাল নহয় মিঃ কাকতী। আপোনাৰ যিখিনি experience আছে আমাৰ দেশৰ কাৰণে সেইখিনিয়েই যথেষ্ট।

ৰমেশ ঃ তাকে ভাবিয়েই তো মযো কামত হাত দিছো।

বিজিত ঃ বাৰু, ইউৰোপীয থিয়েটাৰ এটা বৰ আচৰিত বস্তু নহয়নে?

ৰমেশ ঃ নিশ্চয়। It is an organisation by itself.

বিজিত ঃ আমাৰ দেশৰ অৱস্থা সঁচাই বৰ শোচনীয হৈ পৰিছে।

ৰমেশ ঃ কেৱল চৰ্চ্চাৰ অভাৱতেই আৰ্টৰ এটা প্ৰধান অঙ্গ এনেকৈ নষ্ট হৈ যাব ধৰিছে।

বিজিত ঃ বাৰু সেইবোৰ দেশত opera ৰ বৰ সমাদৰ নহয়নে?

ৰমেশ ঃ তাতেই তো পইচা পোৱা যায আটাইতকৈ বেছি।

বিজিত ঃ আমাৰ দেশতো কিবা এটা তেনে ধৰণৰ institution গঢ়ি তুলিবৰ সময হৈছেই।

ৰমেশ ঃ নিশ্চয নিশ্চয। সেই কাৰণেই তো আমি আপোনাৰ সময বিচৰিছো।

বিজিত ঃ (হাঁহি) দেখা যাওক আপোনালোকৰ Art director য়ে কিমান দূৰ সামৰ্থ্য দেখুৱাব পাৰে।

ৰমেশ ঃ আপোনাৰ এইটো অযথা বিনয মিঃ দাস। ইমান সহজেই আপোনাৰ দৰে প্ৰতিভাশালী লোক এজনক আমাৰ মাজত পোৱাটো যে কিমান ডাঙৰ সৌভাগ্য তাক প্ৰকাশ কৰিব নোৱাৰি।

বিজিত ঃ আপুনি মিছাতে মোৰ প্ৰশংসা কৰিছে মিঃ কাকতী। কামটো হাতত ল'বৰ কাৰণে আপোনাৰ নিজৰে যথেষ্ট এক্সপেৰিযেন্স আছে।

ৰমেশ ঃ আপুনি হয়তো বিশ্বাস নকৰিব মিঃ দাস, আপোনাক লগ পোৱাৰ দিনাই মই অনুভৱ কৰিলো That the mission of my life is going to be fulfiled. আপোনাৰ ওচৰত যে মই কিমান কৃতজ্ঞ তাক বুজাই ক'ব নোৱাৰিম।

বিজিত ঃ ইমানেই হৈছে। আৰু বেছি বুজাই ক'বলৈ হ'লে মোৰ পক্ষে অসম্ভৱেই হৈ পৰিব। বাৰু মিঃ কাকতী, গীতাদেৱীযে মোৰ বিষযে কি ভাৱে?

ৰমেশ ঃ আপোনাৰ সহযোগিতা তেখেতৰেই তো বেছি প্ৰয়োজন।

বিজিত ঃ সেইকাৰণেই তো মোৰ এতিয়াৰেপৰা বুকুখন অলপ অলপ কঁপিব ধৰিছে।
(কথাৰ ভঙ্গীটো বেচ হাঁহি উঠা হয়।)

ৰমেশ : গীতাৰ সংস্পৰ্শত আহিলেই আপোনাৰ এই Nervousness খিনি আঁতৰ হৈ যাব। She is so charming Mr. Das

বিজিত : তেখেতৰ নৃত্য-কৌশল নিশ্চয অতুলনীয়।

ৰমেশ : মোৰ মুখেৰে শুনাতকৈ নিজৰ চকুৰেই দেখি ধাৰণা কৰি ল'ব। (ঘৰটোলৈ চাই) এ বহুত পলম হৈ গ'ল। এতিয়া পাঁচটা বাজিছে মই অলপ পাছতেই Car পঠিয়াই দিম। ওলাই থাকিব দেই। এতিয়া আহো।

(ৰমেশৰ প্ৰস্থান)

(ৰমেশ যোৱাৰ পাছত আকৌ বিজিতে ব্যস্তভাৱে বস্তু-বাহানি সামৰিবলৈ ধৰে। এনেতে অজিত আহি সোমায আৰু কোঠাৰ সেই অৱস্থা দেখি আচৰিত হয।)

অজিত : এইবোৰনো কি?

বিজিত : নক'বা আৰু ভাই।

অজিত : বিছনা-পাতি বান্ধি কোন দেশনো জয় কৰিবলৈ ওলালাহে?

বিজিত : বিজয-অভিযান আজি সন্ধ্যাতেই কৰিব লাগিব।

অজিত : জয় কৰাৰ আগতেই বিজয়। বেচ আছা ভাই। চাও, হেইৰা, অলপ শান্ত হৈ বহাচোন কি কথা কি বতৰা আমিও শুনো।

বিজিত : ক্ষমা কৰিব ভাই, শুনিবৰ বা শুনাবৰ সময় বৰ্ত্তমানে মোৰ হাতত নাই।

অজিত : ৰ'বাচোন ৰ'বা। ইমান নো অস্থিৰ হৈ পৰিছা কেলেই?

বিজিত : নহয ভাই আৰু অলপ পাছতে মোক নিবৰ কাৰণে Car পঠিযাব। (বাকচত কাপোৰ ভৰাব ধৰে)

অজিত : কোনে Car পঠিযাব হে?

বিজিত : (হতাশাত) বোলো তুমি স্বৰগৰপৰা আহিলা নেকি হে?

অজিত : একৰকম তেনেই বুলিবা।

বিজিত : কিয Assamese opera party ৰ art director হৈ যে কলিকতালৈ যাব ওলাইছো ক'ব নোৱাৰা হ'বলা?

অজিত : তুমি নক'লেনো মই জানিম কেনেকৈ? (এনেতে বাহিৰত মটৰৰ শুনা যেন হয়, বিজিতে অস্থিৰভাৱে চুটকেচটো হাতত লৈ যাবলৈকে ওলাই দুৱাৰ মুখৰপৰা বাহিৰলৈ চায)

বিজিত : হেৰা মটৰ আহিলেই হ'বলা--

অজিত : (বাহিৰলৈ চাই) তোমাৰ মগজুৰ স্ক্রু এটা ঢিলা হৈছে হ'বলা। ক'তনো মটৰখন দেখিলা?

বিজিত : ৰক্ষা দেও। মযো ভাবিছিলো দেই ইমান সোনকালেই পঠিযালে নে?

অজিত : হেৰা বিজিত তোমাক এটা কথা ক'বলগীযা আছিল।

বিজিত : তেন্তে ইমান পৰ নো মনে মনে আছিলা কিয?

অজিত : তোমাৰ অৱস্থা দেখি সেই ক'বলৈ সাহ হোৱা নাছিল।

বিজিত : অ' বেচ, অভয দিলো কোৱা।

অজিত : তোমাৰ ওচৰলৈ অৱশ্যে মই নিজৰ কোনো কাম লৈ অহা নাই। আন এজনৰ দূত স্বৰূপেহে আহিছো।

বিজিত : কোন সেই ভাগ্যবান অজিত?

অজিত : ভাগ্যবান নহয ভাগ্যবতীহে।

বিজিত : এটা কথা তেন্তে গহীন। কৈ যোৱা, কৈ যোৱা, ক-হ যোৱা হে নৰ'বা। কিন্তু অলপ চমুকৈ দেই।

অজিত : বাতৰি পঠাইছে মিনতি দেৱীযে।

বিজিত : কোনে?

অজিত : মিনতি দেৱীযে।

বিজিত : কিয মই দেখোন অলপ আগতেই যাবলৈ ওলোৱা বাতৰি দিছো।

অজিত : দিযেই তো লেঠা লগাইছা।

বিজিত : কিয?

অজিত : ফলত এতিয়া চামন্ আহিছে।

বিজিত : কি খবৰনো আনিছা?

অজিত : তুমি যোৱাটো অন্ততঃ এদিনৰ কাৰণে পিচুৱাবা, এয়ে তেখেতৰ আদেশ।

বিজিত : অসম্ভৱ।

অজিত : তেন্তে যোৱাৰ আগতে তেখেতক এবাৰ দেখা কৰি যোৱা।

বিজিত : তাকো মই এতিয়া কৰিব নোৱাৰিম।

অজিত : নোৱাৰিবৰ নো কি কাৰণটো আছে। ট্ৰেন যাবলৈ তো এতিয়াও বহুত সময় আছে।

বিজিত : সময় থাকিলেও মিনিক এতিয়া দেখা কৰাটো কোনোমতেই সম্ভৱ নহয।

অজিত : কিয় যে নহয় তুমিয়েই জানা।

বিজিত : মোৰ অৱস্থাত পৰা হ'লে তুমিও নোৱাৰিলা হেতেন।

অজিত : (হতাশাত) তুমি যি ভাল দেখা তাকেই কৰা।

বিজিত : মোক ক্ষমা কৰিবা ভাই। মিনিকো বুজাই ক'বা। মই নিৰুপায়। লোকৰ তলত বৰ্ত্তমানে কাম কৰিছো। তেওঁলোকৰ ইচ্ছাই মোৰ ইচ্ছা। মই যদি এতিয়া মিনিৰ সৈতে দেখা কৰো তেন্তে আজি কোনোমতেই যোৱা নহ'ব। মই কিন্তু আজি যাবই লাগিব।
(এনেতে মটৰৰ ঘন ঘন হৰ্ণ শুনা যায়। বিজিত অস্থিৰ হৈ যায়। Suitcase টো নিজৰ হাতত লৈ অজিতক কয় "চাও ধৰাছোন বিছনাখন"। দুজনেই দুমূৰে ধৰে)

বিজিত : ব'লা, ব'লা- লৰালৰি কৰা। অ' এটা কথা কৰুণা বৰুৱাৰ কু-চক্ৰান্তৰপৰা মিনিক বচাই ৰাখিব, চাবা যাতে তাইৰ যেন কোনো অনিষ্ট নহয়। ব'লা ব'লা- দেৰিযেই হ'ল হব'লা।

অজিত : সেইবোৰ বাৰু এতিয়া ভাবিব নালাগে। একো এৰা নাই তো?

বিজিত : নাই।

অজিত : ব'লা তেন্তে (দুজনৰেই প্ৰস্থান) পট পৰে।

## চতুৰ্থ দৃশ্য

### কৰুণা বৰুৱাৰ কোঠা

(কৰুণা বৰুৱাই মিনতিৰ ওচৰলৈ গৈছিল সহায় বিচাৰি। কিন্তু মিনতিৰ ভাবগতি দেখি শঙ্কা হ'ল কিজানিবা তাযো Election ত stand কৰে। সেই চিন্তাই তেওঁক বৰ বিমোৰত পেলালে। আৰু লগে লগে Self preservation ৰ প্ৰয়াসে তেওঁৰ অন্তৰৰ আসুৰিক প্ৰবৃত্তিবোৰক সজাগ কৰি তুলিলে। আছবাব-পত্ৰ সাধাৰণ। পট উঠাত দেখা যায় কৰুণা বৰুৱা Easy Chair এখনত বহি ধঁপাত খাই আছে। প্ৰথম দৃশ্যত দেখাতকৈ চেহেৰা বহুত বেলেগ হৈছে। মুখত এটা অৱসাদ আৰু চিন্তাৰ ভাব ফুটি উঠিছে। আপোন মনে কৈ যায়)

কৰুণা : জীৱনটোত আৰু শান্তি বিচাৰি নাপালো। পদে পদে বাধা, পদে পদে বিপদ। জীয়াই থাকোতে তো বাপেকে যিখন কৰিব লাগে কৰিলেই। এতিয়া ধৰিছে জীয়েকে।
বোলো ঘৰৰ ছোৱালী ঘৰত সোমাই থাক; বাহিৰত নো তোৰ খিকিন্দালি কৰি ফুৰিবৰ কিহে পাইছে। ৰ বেটী, পানী মই তোক জোলোকা জোলোক খুৱাম। কৰুণা বৰুৱা কেনেবিধৰ মানুহ চিনি পোৱা নাই হ'বলা।
(অলপ চিন্তা কৰি)
মিনিযে হযতো কংগ্ৰেছৰ টিকট লৈযে উঠিব। তাতে তিৰোতা।
(হতাশাত)
নাই মোৰ কোনো আশাই নাই। মই নিৰুপায়।
(ঘৈণীযেকক মাতে)
হেইৰা হেইৰা ল'ৰাৰ মাক। চাওঁ এইপিনে অলপ আহাচোন। তোমাক দেখোন আজিকালি দেখিবলৈকে নাইকিযা হ'ল। ক'ত যে থাকা ওৰে দিনটো।
(নেপথ্যৰ পৰা দৰ্শকে শুনাকৈ)

কমলা : কিয়, কিনো হ'ল আকৌ?

কৰুণা : হেৰা চাও অলপ ওলাই আহাচোন।

কমল : কিটো হৈছে নকয়নো কিয?

*কৰুণা* : এঃ গুপুত কথাটো ইমানবোৰ মানুহৰ আগত ফুটা ই কব পাৰোনে?

কমলা : নোৱাৰে যদি থাকক।

কৰুণা : এইখিনিতেই তোমালোকৰ গপ দিযা। হেৰা মোৰে শপত এবাৰ আহি যোৱা।

কমলা : কাম বন বহুত আছে এতিযা যাব নোৱাৰোঁ।

কৰুণা : হেৰা কমলা মোক জীযাই জীযাই নাখাবাহে। বৰ বিপদত পৰিছো। এইবাৰ তুমি তৰিলেহে তৰা আৰু।

কমলা : কি বিপদটো নো হ'লগৈ আকৌ?

কৰুণা : এশ মাইল আতৰৰ পৰা তোমাৰ কথাৰ উত্তৰ দিব নোৱাৰো দিয়া। আনে মোৰ দুৰ্বলতাৰ সম্ভেদ পালে জানো তোমাৰ ভাল লাগিব।

কমলা : এই বুঢা বযসত আপোনাৰ ভীমৰতীযে ধৰিছে হ'বলা।

কৰুণা : অকল সেযে নহয। অচৰপ প্ৰেমৰো সঞ্চাৰ হৈছে।

কমলা : (উচাট মাৰি সোমাই আহে) হৈছে হৈছে মুখখন দহোকুৰি জপাওক। কওক কি হৈ ছে।

কৰুণা : ই হাঁহি ধেমালি কথা নহয কমল্য।

কমলা : যদি নহযেই তেন্তে তেনেখননো কৰিছে কেলেই?

কৰুণা : তোমাৰ মনটো কেনে আছে তাকেহে

চাইছিলো।

কমলা : কেনেনো পালে?

করুণা : যদি ইমান সহজেই বুজিব পাৰিলো হৈ তেন্তে তোমাকনো আৰু ৰহস্যময়ী বুলি কও নে?

কমলা : হৈছে থক। কথাৰ মহলা মাৰি থাকিব নালাগে আৰু।

করুণা : তোমাৰ সৈতে যে কথা পাতি মোৰ বৰ ভাল লাগে।

কমলা : ভাল যিটো লাগে বুজিছো। আজি ইমান দিনে ৰিহা-মেখেলা এজোৰ আনি দিবলৈ কৈ আছো, সেই কথা কাণলৈকে নাযায়।

করুণা : হেৰা খং কৰিলা নেকি? মই পাহৰিযেই আছিলো নহয়। মই বাৰু এজোৰ ধুনীযা চাই এতিযাই আনি দিম। পিছে এটা কথা কমলা।

কমলা : কি কথা।

করুণা : মোৰ চকুৰেদি লোতক বাগৰি পৰো পৰো হৈছে।

কমলা : এ আই এইখননো কি আকৌ।

করুণা : ন'কবা কমলা মোৰ বৰ দুখ লাগিছে।

কমলা : কিয?

করুণা : তোমাক ৰিহা-মেখেলাজোৰ আনি দিয়া মোৰ ভাগ্যত লিখাই নাই হ'বলা।

কমলা : কিয?

করুণা : মই যে নৈত জাঁপ দি মৰিম বুলি ভাবিছো।

কমলা : তেন্তে দহোকুৰি মোক এজোৰ আনি দি থৈ যাব।

করুণা : মই মৰিলে যে তোমাৰ আৰু ৰিহা-মেখেলা পিন্ধিবৰ দৰ্কাৰ নহ'ব।

কমলা : তেন্তে-তেন্তে দহোকুৰি আপুনি নমৰিব দেও।

করুণা : মৰিব নালাগে যদি এটা বিহিত কৰা।

কমলা : কিনো কৰিব লাগে?

করুণা : মোক বচোৱা কমলা।

কমলা : কিনো হ'ল আপোনাৰ?

করুণা : এ আই সুধিছাহে। মই ইফালে চকুৰেদি সৰিয়হ ফুল হাজাৰে হাজাৰে লাখে লাখে দেখিব ধৰিছো।

কমলা : আপুনি দেখিলে মোৰ নো কি হ'ল?

করুণা : তোমাৰ যদি একো নহয় তেন্তে হ'বগৈ কাৰ? তুমিয়ে মোৰ সহধৰ্ম্মিণী। কত সাধ্য-সাধনাৰ মূৰত ভগৱন্তৰ বৰ স্বৰূপে তোমাক পাইছো। বিপদে আপদে তুমি যদি মোক উদ্ধাৰ নকৰা, তেন্তে মোৰ পক্ষে গলত কলহ বান্ধি নৈত জাঁপ দিয়াই ভাল।

কমলা : তাকে সুৰৰিযেইতো আহিবৰে দিনৰপৰা ভাত ৰান্ধি কাপোৰ ধুই বাচন মাজি আপোনাৰ সহাযতা কৰি আহিছো ইয়াৰ বাহিৰে মোৰ আন কিবা কৰিবৰ সামৰ্থ্য আছে বুলি আপুনি তো কেতিয়াও ভবা নাই।

করুণা : এইবোৰ তুমি কি কৈছা? তোমাৰ বুদ্ধিৰ প্ৰশংসা মই সদাযে দেখোন কৰি আছো। তুমি নাথাকিলে যে মোৰ জীয়াই থকাই টান হ'ব।

কমলা : হ'বতো। মই নহ'লে নো চাকৰণীৰ কাম কৰিব কোনে?

করুণা : ছি ছি ছি। তোমাক মই চাকৰণীহে পাতিলো।

কমলা : মোকনো আপুনি কি বেলেগ চকুৰে চাইছে?

করুণা : বাৰু হেৰাঁ, তুমিযেই কোৱাচোন মই তোমাক যিমান ভাল পাও এই গোটেই অঞ্চলত আনে জানো নিজৰ তিৰোতাক তিমান খাটিৰ কৰে। বাৰু তুমি নিজেই কোৱাচোন?

কমলা : বাৰু হৈছে। সিপিনে চৰুত জাল দি আহিছো। মই যাও (যাব খোজে)

করুণা : হেৰা হেৰা ৰবাচোন অলপ পৰ।

কমলা : কি কৰিব লাগে কওক।

করুণা : এতিয়াহে ঠিক তোমাৰ দৰে কথা হৈছে। তোমাৰ দৰে কামিলা তিৰোতা বাৰু কেইজনৰ ভাগ্যত ঘটে?

কমলা : এইবোৰ বাজে কথা শুনিবৰ মোৰ সময নাই, মই যাও।

করুণা : হেৰা খং কৰিলা নেকি? তেন্তে ক্ষমা কৰিবা, আচল কথাটো কওৱেই দিয়া।

কমলা : খং নো আমি কৰিম, কাৰ ওপৰত?

করুণা : কিয়! এই দুৰ্ভগীয়া থাকোতে আৰু মানুহ বিচাৰিব লাগিছে নে?

কমলা : এ আই, মইনো আকৌ কেতিয়া খংখন কৰিলোগৈ।

করুণা : এৰা মযো ভাবিছিলো-তুমিনো আৰু মোৰ ওপৰত খং কৰিব পাৰানে? বাৰু এতিয়া তোমাক কিহৰ কাৰণে মাতিছিলো শুনা।

কমলা : তাকে শুনিবলৈকে তো আহিছো।

**কৰুণা** ঃ মিনতি চলিহাৰ নাম শুনিছা?

**কমলা** ঃ শুনিছো।

**কৰুণা** ঃ মই যে এইবাৰ election অত থিয় হৈছো, সেইটো জানাই নহয়?

**কমলা** ঃ ক'তা মোক তো আপুনি সেই বিষযে একো কোৱা নাই!

**কৰুণা** ঃ মই নক'লেনো বাৰু তুমি জানিব নোপোৱানে? তোমাৰ সৈতে মই বলে নোৱাৰো দিয়া। আনৰ তিৰোতাই স্বামীৰে সৈতে ভৰি মিলাই মিলাই খোজ কাঢে আৰু তুমি স্বামীৰ অৱস্থাৰ কোনো খবৰকে নাৰাখা।

**কমলা** ঃ আমাক নো তেনেকৈ শিকাই-বুজাই ল'বলৈ কোনে হাক দিছে। অসমীয়া বাতৰি কাকতখনকেই দেখোন পঢ়িব নিদিযে, ক'ৰবাত মনটো বেছিকৈ মেল খায বুলি।

**কৰুণা** ঃ যদি আনত তোমাৰ মন খায। অলপ ভয লাগে সঁচা। বাৰু সেইবোৰ কথা এতিয়া বাদ দিয়া। যি সুধিছো তাৰে সোনকালে এটা বিহিত কৰা।

**কমলা** ঃ কি কৰিব লাগিব নকযনো কিয?

**কৰুণা** ঃ মিনতিযে যে মোৰ বিৰুদ্ধে থিয় হৈছে। তাইক কেনেকৈ আঁতৰোৱা যায কোৱাচোন?

**কমলা** ঃ সেইবোৰ কথা লৈ ধমালি কৰিবৰ মোৰ সময নাই। আমাৰ ভাত ৰন্ধা কাম, ভাত ৰান্ধোঁগৈ।
(যাব খোজে)

**কৰুণা** ঃ হেইৰা হেইৰা মোৰ মূৰকে খোৱা, এটা উপায দি যোৱা।

**কমলা** ঃ সেইবোৰ ডাংকাটী, চৰিত্ৰ-হীনা তিৰোতাৰ কথা ভাবিবৰ মোৰ এতিয়া সময নাই।
(উচাত মাৰি গুচি যায)

**কৰুণা** ঃ (সেই পিনেদি অলপ সময় চাই থাকে তাৰ পাছত কঠাটোৰ ভিতৰত এবাৰ-দুবাৰ গহীনভাৱে অহা-যোৱা কৰে, তাৰ পাছত একোণত থিয হৈ) ডাংকাটী, চৰিত্ৰহীনা। সুন্দৰ আখ্যা।
(ইটো কোণলৈ লাহে লাহে আহি)
মিনি চৰিত্ৰহীনা-এযে মোৰ একমাত্ৰ অস্ত্ৰ। এবাৰ যদি দেশৰ নিৰ্ব্বোধ মানুহক বিশ্বাস কৰাব পাৰো মিনি চৰিত্ৰহীনা, তেন্তে মোক আৰু কোনে পায? মোৰ জযলাভ নিশ্চিত।
(অলপ ৰৈ)
মিনি চৰিত্ৰহীনা। (হাঁহি)
The idea

পট পৰে।

## পঞ্চম দৃশ্য

### হোটেলৰ এটি কোঠালী

(বিজিতে গীতা আৰু ৰমেশৰ সৈতে কলিকতালৈ গুচি আহিল। অহাৰ উদ্দেশ্য কেৱল চাকৰিযেই নহয। বিজিতে যথেষ্ট কষ্ট পালেও ভালকৈ বুজি পাইছিল যে তেওঁৰ উপস্থিতি হযতো মিনতিৰ সাধনাৰ বাটত অন্তৰায হ'ব। সেইকাৰণেই তেওঁ দূৰলৈ আঁতৰি আহিল।
কলিকতাৰ বেচ ওখ খাপৰ হোটেল এটাৰ সুসজ্জিত কোঠালী। পট উঠাত মঞ্চত কাকো দেখা নাযায। কোঠাটো দেখিলে শিল্পী বিজিতৰ কোঠা যে অনুমান হয। কোঠাটোও শিল্পীৰ Studio ৰ দৰে সজ্জিত। একোণত কাৰবাৰ আধাকৰা মাৰবলৰ Statue (bust) এটি কাপোৰেৰে ঢকা আছে।
অলপ সময যোৱাৰ পাছত কথা পাতি পাতি ৰমেশ আৰু বিজিত সোমাই আহে।

**ৰমেশ** ঃ বুজিছে মিঃ দাস, মোৰ এটা গভীৰ বিশ্বাস হৈছে কি জানে?

**বিজিত** ঃ কি?

**ৰমেশ** ঃ নৃত্য আৰু সঙ্গীতৰ সহাযেৰে গোটেই দেশখনকে আকৌ জীৱন্ত কৰি তুলিব পাৰিম বুলি এক দৃঢ বিশ্বাসে আজি কেদিনমানৰেপৰা মোৰ অন্তৰত ঠাই পাইছে।

**বিজিত** ঃ আপোনাৰ দৰে অভিজ্ঞতা থকা মানুহ এজনৰ পক্ষে এইটো সঁচাযে অতি সহজ কাম।

**ৰমেশ** ঃ নহয় মিঃ দাস! আপুনি যিমান সহজ বুলি ভাবিছে, কামটো সিমান সহজ নহয়। (দুযো বহে)

**বিজিত** ঃ মই নিজেও অৱশ্যে বিষয়টোক ইমান সহজ বুলি ভবা নাই, কিন্তু আপোনাৰ কথাটো বেলেগ। আপোনাৰ দৰে Organising capacity আমাৰ দেশত আছে কেইজনৰ? তাৰ উপৰিও সঙ্গীতৰ প্ৰভাৱ এতিয়াও তো

আমাৰ দেশৰপৰা একেবাৰে আঁতৰ হৈ যোৱা নাই।

**ৰমেশ** : শুনিছিলো--সঙ্গীতে প্ৰাচীন ভাৰতৰ নিৰ্জ্জীৱ গছ-লতাকো সজীৱ কৰি তুলিব

**বিজিত** : বৰ্ত্তমান অৱস্থাৰপৰা অৱশ্যে সেই অতীত গৌৰৱৰ কোনো পৰিচয়েই পোৱা নাযায়।

**ৰমেশ** : নোপোৱাটো একো আচৰিত নহয় মিঃ দাস। এটা জাতি যেতিয়া ধ্বংসৰ পিনে আগুৱাই যাব ধৰে তেতিয়া তাৰ অতীত কীৰ্ত্তিৰ অৱস্থা ঠিক এনেকুৱাই হয়। ধৰক অসমীয়াৰ বৰগীত। অসমীয়াৰ ঘৰে ঘৰে এদিন তাৰ কি সমাদৰ আছিল। অসমীয়া জাতি, অসমীয়া সভ্যতা গঢ়ি তোলাত ই ক'ত যে সহায় কৰিছে। অথচ আজি সেই অসমীয়াৰ মুখত বৰগীতৰ এটি শুদ্ধ পদ শুনিবলৈ নাপায়।

**বিজিত** : ইউৰোপত কিন্তু সঙ্গীতৰ সমাদৰ এতিয়াও কমা নাই।

**ৰমেশ** : কমিব নোৱাৰে কেতিয়াও। কাৰণ তাত সঙ্গীত আৰু নৃত্য এক বিৰাট জাতীয় অনুষ্ঠানত পৰিণত হৈছে। আমাৰ মানুহে আজি বিহু-নাচ আৰু গীত গাবলৈ লাজ পায়, অথচ এনেবোৰ বস্তুৰেই ইউৰোপত এটা জাতিৰ প্ৰাণ প্ৰতিষ্ঠা কৰিছে।

(এনেতে গীতাদেৱীয়ে প্ৰফুল্লিত মুখে কোঠাত সোমায়হি। বিজিত থিয় হয়-গীতাক দেখি)

**ৰমেশ** : অ' আহা আহা গীতা, আমি বিশেষকৈ, মিঃ দাসে তোমাৰ কাৰণেই অপেক্ষা কৰিছে।

**গীতা** : (বিজিতৰ পিনে চাই) Excuse me Mr. Das. মোৰ আহোঁতে অলপ পলম হৈ গ'ল।

**বিজিত** : ক'তা আপোনাৰ তো বিশেষ একো পলম হোৱা নাই।

**ৰমেশ** : বাৰু মই এতিয়া আহো মিঃ দাস, মোৰ অলপ বাহিৰত কাম আছে। গীতা, Next dance অত কি make up ল'বা সেই বিষয়ে তোমালোকে discuss কৰা,-মই আহা দেই।

**গীতা** : But don't be late my dear.

(ৰমেশে স্নেহ-সম্ভাষণ কৰি ওলাই যায়। গীতা চকীখন লৈ বিজিতৰ একেবাৰে ওচৰ পায়হি।)

বাৰু মিঃ দাস "ইংলিচ ৰিভিউ"বোৰত ছোৱালীবোৰে যে নিজৰ আৱৰণহীন অঙ্গ-প্ৰত্যঙ্গৰ লযলাসেদি দৰ্শকক মুহিব খোজে তাক আপুনি পচন্দ কৰে নে?

**বিজিত** : হঠাতে বাৰু আপুনি এই প্ৰশ্নটো কিয় সুধিলে?

**গীতা** : (হাঁহি) শিল্পীৰ মতামত জানিবৰ কাৰণে?

**বিজিত** : অ' তেন্তে শুনক, আৱৰণৰ মাধুৰ্য্যত যি সৌন্দৰ্য্যৰ বিকাশ হয় তাকেই আপোনাৰ শিল্পীয়ে বেছি মনোমোহা বুলি ভাবে।

**গীতা** : বাৰু মিঃ দাস, মোৰ next dance অত যদি মই মোৰ ধুনীয়া কলাফুলজোৰ চাই দৰ্শকক তৃপ্তি লাভ কৰিবলৈ সুবিধা দিওঁ, তেন্তে আপোনাৰ চকুত সি বৰ অন্যায দেখুৱাব নেকি?

**বিজিত** : সেইটো নিৰ্ভৰ কৰে আপোনাৰ নৃত্য পৰিকল্পনা আৰু ৰস সৃষ্টিৰ ওপৰত।

**গীতা** : মোৰ next dancc টো হৈছে ব্যাধ-নৃত্য। সাধাৰণ পাহাৰীয়া মানুহ। চিকাৰ কৰাই তাৰ একমাত্ৰ কাম।

**বিজিত** : (হাঁহি) ব্যাধৰ আকৌ চিকাৰ কৰাৰ বাহিৰে আন কিবা কাম থাকে নেকি?

**গীতা** : ইহ্ নাথাকে হ'বলা? এশবাৰ থাকে।

**বিজিত** : কি কাম নো?

**গীতা** : কিয? ভাত খোৱা, প্ৰেম কৰা।

**বিজিত** : ব্যাধৰ আকৌ প্ৰেম। হাঁহি উঠে শুনিলে।

**গীতা** : কিয়?

**বিজিত** : হত্যা কৰাই যাৰ কাম, সি আকৌ প্ৰেম কৰিব।

**গীতা** : কিয বাঘে জানো বাঘিনীক ভাল নাপায়?

**বিজিত** : পাবও পাৰে।

**গীতা** : (হাঁহি) তেন্তে পৰাজয স্বীকাৰ কৰক।

**বিজিত** : (হাঁহি) বেচ স্বীকাৰ কৰিলো।

**গীতা** : কিন্তু দাস, আপোনাৰ কথাই ঠিক। ঠিক আপোনাৰ দৰেই নিবস আছিল ইয়াৰ প্ৰাণ।

**বিজিত** : কেনেকৈ?

**গীতা** : আপুনি যেনেকৈ আপোনাৰ সৌ মূৰ্ত্তিটোৰ বাহিৰে আন কাৰো উপস্থিতি অনুভৱ নকৰে, ইও ঠিক তেনেকৈয়ে চিকাৰৰ বাহিৰে আন একোকে নাজানিছিল।

**বিজিত** : অ' বেচ, তাৰ পাছত হ'ল কি?

**গীতা** : বনত এদিন সি এজনী হৰিণী দেখা পালে।

**বিজিত** : তাৰ পাছত?

গীতা : (থিয় হয়) তাৰ পাছত কি হ'ল চাওক।
(গোটেই নাচটো আগৰপৰা গুৰিলৈকে নাচি দেখুৱাই, শেষ হোৱাত "বৰ ভাগৰ লাগিছে" বুলি বিজিতৰ গাৰ ওপৰত পৰি যায়। বিজিত হতভম্ভ হোৱাৰ দৰে হয়। লগেৰ লগে-) পট পৰে।

## ষষ্ঠ দৃশ্য

### মিনতিৰ কোঠা

(আদৰ্শ উপলব্ধিৰ মাদকতা, পিতাকৰ আদেশ আৰু হিয়াৰ হেঁপাহ এই তিনিওতাৰ সন্মিলিত আক্ৰমণত মিনতিৰ সত্তাটো বহুতোখিনি দুৰ্ব্বল হৈ পৰিল। আৰু শেষত হয়টো জয়লাভ কৰিলে অন্তৰৰ আকুল স্পন্দনে। বিজিতক যুক্তিৰ শক্তিৰে প্ৰত্যাখ্যান কৰাৰ পিছ মুহূৰ্ত্তৰপৰাই বিজিতৰ অন্তৰৰ সৰল-সহজ প্ৰতিক্ৰিয়াৰ কাৰণে মিনতিয়ে অনুভৱ কৰিবলৈ বাধ্য হ'ল যে যুক্তিতকৈ জীৱনৰ-হৃদয়ৰ মূল্য বহুত বেছি।
ইলা আৰু অজিতৰ ভিতৰত থকা সম্বন্ধটোৱে মিনতিক বুজাই দিলে যে প্ৰেম আৰু সেই হেতুকে পুৰুষৰ সঙ্গটো সঁচাকৈ অতি সহজ আৰু সৰল। ই ভয় খাবলগীয়া একো আচৰিত বা অস্বাভাৱিক বস্তু নহয়। তাই বুজিলে যে জীৱনৰ ভেটিত হে যুক্তিৰ নিচান উৰিব লাগিব। তাই লগে লগে এইটোও অনুভৱ কৰিলে যে যদি আকৌ বিজিতক কেতিয়াবা ফিৰাই পায় তেন্তে নিজৰ সাধনাৰ সৈতে মিল ৰাখি বন্ধুত্বৰ দৰে এটি অতি সহজ আৰু স্বাভাৱিক সম্বন্ধ গঢ়ি তুলিবলৈ চেষ্টা কৰিব। দৃশ্য পট প্ৰথম দৃশ্যৰ দৰে। ইচ্ছা কৰিলে আৰু সুবিধা হ'লে অলপ পৰিবৰ্ত্তন কৰি ল'ব পাৰে।)

মিনতি : বিজিত দূৰলৈ আঁতৰ হৈ যোৱাই, ইলা, মই বেচ ভালকৈয়ে অনুভৱ কৰিছো মোৰ জীৱনত বিজিতৰ কিমান প্ৰয়োজন আছিল।

ইলা : তোমাৰ নিমন্ত্ৰণ বিজিতে এনেকৈ উপেক্ষা কৰাটো মই কিন্তু ভাবিবই নোৱাৰো।

মিনতি : কি কৰিবি ইলা! জগতত মানুহে ভাবিব নোৱাৰা বহুত কথাই নিতৌ হ'ব ধৰিছে।

ইলা : সেইবুলিয়েই এজনৰ অন্তৰৰ আহ্বানক এনেকৈ ভৰিৰে লঠিয়াই আন এজনৰ সৈতে গুচি যোৱাটো মই অন্ততঃ সহ্য কৰিব নোৱাৰোঁ।

মিনতি : তই বিজিতক ভুল বুজিছ।

ইলা : মোৰ ধাৰণা ভুল হ'লেই মই ৰং পাম। কিন্তু বিজিতে এবাৰ তো অন্ততঃ তোমাক দেখা কৰি যাব পাৰিলে হয়। আনে নাজানিলেও মই তো জানো, তুমি বিজিতক কিমান ভাল পাইছিলা।

মিনতি : নিজৰ দোষেও তো আপোন মানুহক পৰ কৰিব পাৰে। নোৱাৰেনে বাৰু ইলা?

ইলা : মই হ'লে তোমাৰ কথা একোকে বুজিব পৰা নাই।

মিনতি : যদি কও দাষী মই, আৰু মোৰ দোষৰ কাৰণেই বিজিতে খং কৰি গুচি গৈছে।

ইলা : আচৰিত অৱশ্যে অকণো নহও। কাৰণ প্ৰেমৰ ৰাজত্বতেই অভিমানে মূৰ দাঙিব সাহ কৰে। বাৰু তুমিনো ইমান কি গুৰুতৰ অপৰাধটো কৰিলাহে?

মিনতি : সকলো কথা কৈ মনটোক পাতল কৰিম বুলিয়েই তো তোক আজি মতাই আনিছো। ইমানবোৰ কথাই বুকুখনক হেঁচা মাৰি ধৰিছে যে মাজে মাজে একেবাৰে উশাহ নোপোৱা হৈ যাও

ইলা : বাৰু কোৱাচোন সকলো কথা ভাঙি-পাতি।

মিনতি : ভাঙি-পাতি কবলৈ অৱশ্যে বিশেষ একো নাই। বিজিত আহিছিল মোৰ ওচৰলৈ, ইমান দিনে অন্তৰত থুপাই থোৱা চেনেহ-সঁফুৰা লৈ। কিন্তু মই তাক আওকাণ কৰিলো। কৰ্ত্তব্যৰ দোহাই দি মই নিজে মোৰ হিয়াৰ আবেগ, অনুভূতিবোৰক মুচৰি মাৰি পেলালো। আৰু মোৰ সেই কৃত্ৰিম কৰ্ত্তব্যনিষ্ঠাত ঠেকা খাই বিজিতৰ আবেদন উলটি গ'ল-শিৰত অপমানৰ বোজা লৈ। উহ, মানুহৰ হিয়াৰ ইমান ডাঙৰ লাঞ্ছনা মই যে কল্পনাও কৰিব নোৱাৰোঁ ইলা!

ইলা : এইটো কিন্তু তোমাৰ অন্যায় মিনি। ইমানখিনি দুৰ্ব্বলতা তোমাত কেতিয়াও শোভা নাপায়। যি আদৰ্শৰ কাৰণে তুমি জীৱনৰ এক ধুনীয়া সপোনক অকাতৰে বিসৰ্জ্জন দিলা, সেই আদৰ্শতেই যে আকৌ তোমাৰ নতুন

জীৱন গঢ়ি তুলিব লাগিব।

মিনতি : ময়ো সেইদিনা ঠিক তাকেই বিশ্বাস কৰিবলৈ চেষ্টা কৰিছিলো কিন্তু এক মুহূৰ্ত্ততেই যেন মনৰ ভিতৰত এটা ভূমিকম্প হৈ গ'ল। নিমিষতে যেন সকলো শক্তি ক'ৰবাত লুকাল।

ইলা : এইটো মাথোঁ তোমাৰ মনৰ ভাব মিনি।

মিনতি : কোনোবাই যেন ৰিঙিয়াই কৈ গৈছে- "মিনি তুমি ভুল কৰিছা-নাৰীৰ কাৰণে সেই জীৱন নহয়।" বাৰু ইলা, বিজিতৰ লাঞ্ছিত হৃদয়ে মোৰ নাৰীত্বৰ ওচৰত যি কটাক্ষ হানিব, তাক মই কেনেকৈ সহিম?

ইলা : এই ক্ষণিক দুৰ্ব্বলতাৰ ডাৱৰ আঁতৰি গৈ তোমাৰ জীৱনত আকৌ সুৰুযৰ ৰাঙলী কিৰণ বিয়পি পৰিব। শ্ৰীকৃষ্ণৰ মুখৰ "ক্লৈব্যং মাস্ম গমঃ" কথাফাকি ইমান সোনকালেই পাহৰি গ'লানে?

মিনতি : মই নিজক আজি কোনোমতেই শান্ত কৰিব পৰা নাই ইলা। অনুভৱ কৰিছো আৰু যেন থিৰেৰে থাকিব নোৱাৰিম।

ইলা : তোমাৰ চকুত আজি নিজৰ অভাবটোৱেই বৰ ডাঙৰ হৈ পৰিছে। তুমি পাহৰি গৈছা মিনি, সংসাৰত আৰু কত হাজাৰ হাজাৰ লাখ লাখ মানুহ আছে যাৰ জীৱনবিলাক অভাৱ আৰু দুখতেই গঢ়ি উঠিছে। ভাবি চোৱা, সিহঁতৰ তুলনাত তোমাৰ দুখখিনি কিমান তুচ্ছ। তুমি দুবেলা দুমুঠি খাবলৈ পাইছা। বাটৰ ভিখহু এটাৰ জীৱনৰ কথা মনলৈ আনাচোন, এবাৰ ভাবি চোৱা অনাহাৰ-অনিদ্ৰাত কেনেকৈ সিহঁতে জীৱন কটাব লাগিছে। এবাৰ ভাবি চোৱা মিনি-সিহতৰ সেই কৰুণ চাওনিলৈ সিহঁতৰ সেই ভোকত ক্ষীনাই-শুকাই যোৱা মুখখনিলৈ, ৰ'দ-বতাহত জৰ্জ্জৰিত হোৱা সেই কঙ্কালসাৰ দেহাটিলৈ।

মিনতি : (চকু চলচলীয়া হৈ যায। তাই নিজকে সংযত কৰে)

ইলা : নিজৰ সঙ্কল্পক আজি ইমান সহজেই পাহৰি গ'লে কেনেকৈ চলিব মিনি। মনত ৰাখিবা পিতাৰ চৰণ স্পৰ্শ কৰি তুমি প্ৰতিজ্ঞা কৰিছিলা-এই নিৰ্য্যাতিতৰ দুখ মোচন কৰিবলৈ, প্ৰয়োজন হ'লে নিজৰ জীৱন আহুতি দিবা।

মিনতি : (মুখত এটা দৃঢ়তাৰ ভাব ফুটি উঠে আৰু ঠিক সেই সময়তে অজিতৰ প্ৰবেশ)

অজিত : মোৰ আহোতেই পলম হ'ল হ'বলা।

মিনতি : নাই,বিশেষ একো পলম হোৱা নাই। মই তো এতিয়াও ওলোৱা নাই। মই আহোঁগৈ দেই। (প্ৰস্থান)

অজিত : (বহে) বুজিছা ইলা, আজি আৰু এটা কথা হৈছে।

ইলা : কি কথানো?

অজিত : (জেপৰপৰা এখন কাগজ উলিয়াই ইলাৰ হাতত দিয়ে)

ইলা : (পঢ়ি আচৰিত হৈ) এইখন তুমিনো ক'ত পালা?

অজিত : এইটো ঘৰৰে বেৰত আঠা দি লগোৱা আছিল। নিশ্চয় এইমাত্ৰ কোনোবাই লগাই থৈ গৈছে।

ইলা : চহৰৰ আৰু আন বহুত ঠাইতেই নিশ্চয় এনেকুৱা আৰু বহুত লগোৱা হৈছে।

অজিত : নলগালেনো লগাওতাৰ কাৰ্য্য সিদ্ধি হ'ব কেনেকৈ?

ইলা : মই কিন্তু এটা কথা আজিলৈকে বুজি নাপালো।

অজিত : কি কথা?

ইলা : মানুহৰ মনত মিছাতেই আনৰ অন্যায় কৰিবৰ এই আসুৰিক স্পৃহাটোনো কিয়?

অজিত : কাৰণ কিছুমান মানুহ এতিয়াও পশু হৈয়েই আছে।

ইলা : তোমাৰ বাৰু কাৰ ওপৰত সন্দেহ হয?

অজিত : মোৰ তো দৃঢ়বিশ্বাস-কৰুণা বৰুৱায়ে এই কামটো কৰিছে।

ইলা : তুমিনো কেনেকৈ জানিলা?

অজিত : নিজৰ আখৰকেইটা অন্ততঃ লুকাব পৰা নাই বুলিতো মোৰ মনে ধৰে।
(কাগজখন পৰীক্ষা কৰে)

ইলা : তেওঁনো ইমান অসাৱধানভাৱে কামটো কৰিব নে?

অজিত : তেওঁ বৰ্ত্তমানে বৰ অস্থিৰ হৈ আছে। আৰু লেখাখিনিতো অস্থিৰতাৰ চিন ভালকৈয়ে ফুটি ওলাইছে।

ইলা : মিনিৰ চৰিত্ৰৰ বিষয়ে এই মিছা অপবাদটো উলিয়াই তেওঁৰনো বাৰু কি লাভটো হ'ব?

অজিত : ইমান বিচাৰ কৰি কাম কৰিব লাগিলেতো সংসাৰৰ বহুত বাজে কামৰে অন্ত পৰিলহেঁতেন।

ইলা : কামটো বেয়া হ'লেও উদ্দেশ্যবিহীন তো নহয়?

অজিত : তেওঁ হয়টো নাজানে যে মিনিয়ে stand নকৰে। আৰু হয়তো ভাবিছে অপবাদটো ৰাষ্ট্ৰ হৈ পৰিলে তাইৰ position টো বহুতখিনি নষ্ট হ'ব।

ইলা : অনাহকতে বেচেৰীয়ে এইবিলাক কষ্ট পাব লগা হৈছে।

অজিত : মিনিয়ে তো এইবোৰত বিচলিত হোৱাৰ কোনো কাৰণ নাই।

ইলা : হাজাৰ হওক মিনিও তো মানুহ।

অজিত : মানুহ হ'লেও তো এটা মহৎ অনুপ্ৰেৰণাই সদায়ে তাইক সজাগ কৰি ৰাখিছে।

ইলা : কিন্তু অজিত, জীৱন আৰু আদৰ্শ দুটা বেলেগ বস্তু। জীৱনক পৰিচালিত কৰিবলৈ সক্ষম হ'লেও ইয়াৰ ওপৰত জীৱনত প্ৰতিষ্ঠিত হ'ব নোৱাৰে। এটি মহৎ অনুপ্ৰেৰণাই তাইক প্ৰতি মুহূৰ্ত্তেই উদগনি দিছে সঁচা, কিন্তু জীৱনৰ শিকলিয়ে ঠিক সমান শক্তিৰেই আগভেটি ধৰিছে।

অজিত : তোৰ মুখত এই নতুন কথাবোৰ শুনি সঁচাকৈ মই বৰ আচৰিত হৈছো ।

ইলা : তোমাৰ দৰে তো সকলোৱেই জীৱনক যুক্তিৰে বান্ধি থ'ব নোৱাৰে। আন মানুহে তো তোমাৰ দৰে অন্তৰৰ আহ্বানক একেবাৰে নিৰ্ব্বাসন দিয়া নাই।

অজিত : কিহৰ পৰানো বুজিলি মই হৃদয়হীন বুলি?

ইলা : (হুমুনিয়াহ কাঢ়ি) থাক সেইবোৰ কথা কৈ এতিয়া লাভ নাই। সৌৱা কৰুণা বৰুৱা এই পিনেই আহিছে হ'বলা। চোৱাচোন কথাটো উলিয়াব পাৰানে। মই আহো।

(কৰুণা বৰুৱা সোমাই আহে। অজিতে খবৰ কাগজখন লৈ গহীনভাৱে পঢ়িবলৈ ধৰে।)

কৰুণা : এ বোপা তুমিও ইয়াতেই আছা। তেওঁলোক ক'ৰবালৈ ওলাই গৈছে নেকি? (বহে)

অজিত : হয় ওলাই গৈছে।

কৰুণা : Canvas কৰিবলৈ গৈছে হ'বলা?

অজিত : (গহীনভাৱে) মিনিয়ে Stand নকৰে।

কৰুণা : (আচৰিত হৈ ) Stand নকৰে ! তুমি ঠিক জানানে?

অজিত : মোৰ মিছা কথা কোৱাৰ অভ্যাস নাই। আপোনাৰ কিবা জৰুৰী কাম আছিল নেকি?

কৰুণা : বিশেষ জৰুৰী কাম একো নহয়। মিনিৰ দেউতাকৰ বিষয়ে প্ৰবন্ধ এটা লিখিছিলো। ভাবিলো Press লৈ পঠোৱাৰ আগতে এবাৰ দেখুৱাই লও।

অজিত : বেচ ভাল কথা। এবাৰ চাব পাৰোনে কি লিখিছে?

কৰুণা : কিয়নো চাব নোৱাৰিবা। (প্ৰবন্ধটো অজিতৰ হাতত দিয়ে)

অজিত : (প্ৰবন্ধটো হাতত লৈ আগৰ কাগজখনৰে সৈতে আখৰ মিলাই)

কৰুণা : প্ৰবন্ধটো বাৰু কেনে পাইছা?

অজিত : বেচ ভালেইতো লাগিছে। আপোনাৰ আখৰকেইটা সঁচাকৈ বৰ ধুনীয়া।

(ইখন কাগজ দেখুৱাই) বাৰু এই আখৰকেইটিও আপোনাৰ নে?

কৰুণা : (বিচলিত হয়) এইখন তুমি পালা ক'ত?

অজিত : (হাঁহি) আপুনিনো ইমান বিচলিত হৈছে কিয়? আখৰ কেইটি একে দেখিহে কথাটো সুধিছো।

কৰুণা : চাও-চাও, কাগজখন তুমিনো পালা ক'ত?

অজিত : পাবলৈ আৰু বিচাৰিব লাগিছেনে? ইমান পৰে কিজানি ই সকলোৰে হাততেই পৰিছে। বৰ আচৰিত কথা আপোনাৰ আখৰকেইটিৰ সৈতে এই কেইটিৰ বৰ মিল আছে।

কৰুণা : তোমাৰ ইঙ্গিত মই বুজিব পৰা নাই অজিত।

অজিত : বহুক বুজিবলৈ বেছি পলম নালাগে।

কৰুণা : তুমি ভুল ধাৰণা কৰিছা অজিত। মই-ম-মই কিন্তু এইখন লেখা নাই।

অজিত : (ডাঙৰকৈ হাঁহি) আপোনাৰ বুদ্ধি আছে দেখিছো। ইমান সহজেই মোৰ ইঙ্গিতটো বুজি পালে। বাৰু বৰুৱা, আজি হঠাতে আপোনাৰ মাতত এই অস্বাভাৱিক কঁপনি উঠিছে কিয়?

কৰুণা : (ঢোক গিলি) এজন ভদ্ৰলোকক এনেকৈ অপমান কৰা তোমাৰ কেতিয়াও উচিত হোৱা নাই।

অজিত : আৰু এটা মিছা অপবাদৰ সৃষ্টি কৰি এগৰাকী উঠি অহা গাভৰুৰ জীৱন নষ্ট কৰি দিবলৈ চেষ্টা কৰাটো খুব ন্যায়-সঙ্গত কথা?

কৰুণা : কি প্ৰমাণ তুমি দেখুৱাব পাৰা?

অজিত : প্ৰমাণ, প্ৰমাণ আপোনাক লাগে? প্ৰমাণ

আপোনাৰ মাত, আপোনাৰ স্বভাৱ, আপোনাৰ আখৰ। পুলিচৰ হাতত এই দুখন কাগজ দিলে এক মুহূৰ্ত্ততেই আপোনাৰ সৌ কলঙ্কিত হাতত লোহাৰ খাৰু সোমাব, বুজিছে। অৱশ্যে আপোনাক অপদস্থ কৰিবৰ কোনো ইচ্ছা মোৰ নাই। আপুনি স্বীকাৰ কৰিলেই মুক্তি পাব।

কৰুণা : স্বীকাৰ মই কৰিম কিয়?

অজিত : (হঠাতে ডাবি দি) do you must আপুনি নিজৰ দোষ স্বীকাৰ কৰি মিনতিৰ ওচৰত ক্ষমা খুজিব লাগিব। সমাজে আপোনাৰ কথাৰ মৌ পান কৰিব পাৰে। কিন্তু মনত ৰাখিব-এগৰাকী অসহায়া তিৰোতাৰ চৰিত্ৰ লৈ এনেকৈ ধেমালি কৰাটো মই কেতিয়াও সহি নাথাকো। শান্ত হৈ বহক। মই মিনিক মাতি আনো।

(অজিত ভিতৰলৈ যায়। আৰু এই সুবিধাতেই কৰুণাই চাৰিওপিনে চাই অতি সন্তৰ্পণে কোঠাটোৰপৰা অহা বাটেদি ওলাই যায়। অলপ পৰৰ পাছত 'অজিত', 'মিনি' আৰু 'ইলা' সোমাই আহে)

ইলা : কৰুণা বৰুৱা গ'ল ক'লৈ?

অজিত : ক'লৈ যাব আৰু, পলাল।

মিনতি : মই সপোনতো ভবা নাছিলো, তেখেতৰ মনত ইমান যে দুৰভিসন্ধি আছিল।

অজিত : আপুনি পাহৰি গৈছিল "A man may smile, and yet be a villain."

পট পৰে

## সপ্তম দৃশ্য

আলিবাট

(নগৰৰ প্ৰান্তস্থিত এটি কদৰ্য্য পাৰাৰ একোণত। দূৰৈত সৰু সৰু কিছুমান পঁজাঘৰ দেখা যায়-যেন আভিজাত্যৰ অত্যাচাৰৰ প্ৰতীক। আলিবাটটো বৰ অপৰিষ্কাৰ আৰু জনশূন্য। মাথো দুই-এটা কুকুৰ আৰু ছাগলী বাটত দেখা যায়। পট উঠাত মঞ্চত কোনো নাথাকে। কিন্তু দূৰৈৰ মানুহৰ কোলাহলে, সেই ঠাইখনি যে সৰু হ'লেও এখন গাঁও তাৰেই পৰিচয় দিয়ে। অলপ সময় যোৱাৰ পাছত দূৰৈত সঙ্গীতৰ ধ্বনি শুনা যায়; যেন বহুত মানুহৰ এটি সমদল সেইপিনেই আগুৱাই আহিছে। গীত গাই গাই সমদলটিয়ে লাহে লাহে মঞ্চত প্ৰৱেশ কৰে। সমদলৰ আগত পতাকা লৈ "মিনতি" আৰু "ইলা"। তেওঁলোকৰ পিছতেই "অজিত"। সমদলৰ বেছিভাগ মানুহেই সেই গাঁওখনৰে। সিহঁতৰ পোছাক, চালচলন আৰু চেহেৰাত শত শত যুগ ধৰি সহি থকা পীড়নৰ আভাস থাকিলেও চকুত এটি দৃঢ় প্ৰতিজ্ঞাৰ ভাব। যেন সিহঁতে মুক্তিৰ সোৱাদ পাই নতুন আশাত অনুপ্ৰাণিত।)

### সমদলৰ গীত

ব'ল ব'ল সবে আগুৱাই ব'ল, মুক্তি দুৱাৰ খুলিছে আজি,
জননী চৰণ কঁপাই বাঁহী, মাভৈ মন্ত্ৰে উঠিছে, বাজি,
সৌ যে দূৰত উৰিছে নিচান, ৰাঙলী আখৰে আছে যে লেখা
(মাথো) আগুৱাই ব'ল, আগুৱাই ব'ল, মুক্তি হেৰ পাবি যে দেখা,
(কোৰাচ) শিৰত আমাৰ মুক্তি পতাকা, বুকুত অসীম বল,
উল্কাজয়ী বীৰ যুজাৰু, তৰুণ সমদল।।
তহঁতৰ মন সদায়ে মুক্ত, সদায়ে ভক্ত দেশানুৰক্ত,
মাথো কৰিছে বন্দী ধনী চহকীয়ে আৰু আছে যত ভণ্ড।
বুকুত জ্বলাই অগনি শিখা, দিবি সিহঁতক পাপৰ সেকা,
আগত দেখিবি ৰাঙলি আখৰে মুক্তি পতাকা, বুকুত অসীম বল,
উল্কাজয়ী বীৰ যুঁজাৰু, তৰুণ সমদল।।

ৰচনা : তাৰাপ্ৰসাদ বৰুৱা

(গীতটো গাই সমদল আগুৱাই আহি মঞ্চৰ ইমূৰ পায়হি। এবাৰ গোটেই গীতটো গাই। শেষ কৰি দ্বিতীয়বাৰ "কোৰাচ" গাওঁতেই পুলিচৰ মানুহে সিহঁতক আগভেটি ধৰে। পুলিচৰ দলত পুলিচৰ বৰচাহাব, এজন দাৰোগা আৰু কেজনমান চিপাহী। পুলিচ চাহাবে মিনতিৰ হাতত গ্ৰেপ্তাৰৰ ওৱাৰেন্টখন দিয়ে আৰু গীত বন্ধ কৰিবলৈ কয়। সমদলে গীত আৰু দুগুণ উৎসাহেৰে গাব ধৰে।)

পুলিচ চাহাব : মিনতি দেৱী, আপুনি এই মানুহবোৰক গীত বন্ধ কৰি দিহাদিহি যাবলৈ হুকুম দিয়ক।

মিনতি : সেইটো মই কেতিয়াও কৰিব নোৱাৰোঁ। আপুনি ওৱাৰেন্ট লৈ আহিছে, মোক arrest কৰিব পাৰে।

পুলিচ চাহাব : মই আপোনাক দুনাই অনুৰোধ কৰিছো।

মিনতি : তাক মই কেতিয়াও ৰাখিব নোৱাৰোঁ।

(পুলিচ চাহাবে হাতত লাঠী লৈ থকা চিপাহীকেইটাক কিবা ইঙ্গিত কৰে। সিহঁতে জনতালৈ চিঞৰি কয়-)

চিপাহী : এই চাহাবৰ হুকুম, তহঁত দিহাদিহি গুচি যা।

জনতা : চাহাবৰ হুকুম আমি নামানো।

চিপাহী : (চাহাবলৈ) হজুৰ, সিহঁত যাবলৈ মান্তি নহয়।

পুলিচ চাহাব : (ক্রুদ্ধ হৈ) হাবিলদাৰ জনতাক লাঠীৰে dısperse কৰি দিয়া। (পুলিচে লাঠীৰে আঘাত কৰে। ফলত জনতা আৰু পুলিচৰ মাজত এক বিৰাট সংঘৰ্ষ হয়। মিনতিযে তাক ৰোধ কৰিবলৈ জনতাৰ ভিতৰত সোমায়। অলপ পৰৰ পাছত হঠাৎ জনতা শান্ত হয়। মিনতি উত্তেজিতভাৱে পুলিচ চাহাবৰ আগত আহি থিয় দিযে। কপাল ফাটি তেজ হো হো কৈ ববধৰিছে।)

মিনতি : চাহাব, পীড়নৰ দণ্ড হাতত লৈ ইহঁতৰ ওপৰত অত্যাচাৰ কৰিবৰ তোমাৰ কোনো অধিকাৰ নাই। মোক তুমি arrest কৰিব পাৰা। (আৰু কথা ক'ব নোৱাৰে-পৰি যাব খোজে-পিছ পিনৰ [illegible]া ইলাই আহি ধৰে। জনতা আকৌ এবাৰ উত্তেজিত হ'ব খোজে। মিনতিয়ে হাতখন তুলি শান্ত হ'বলৈ কয়। জনতা শান্ত হয়।)

মিনতি : ইলা গীতটো আকৌ এবাৰ গাচোন।

(ইলা আৰু অজিতে গীতটো গায় জনতাই গীতটো ধৰে।)

(কোৰাচ) শিৰত আমাৰ মুক্তি পতাকা, বুকুত অসীম বল।
উল্কাজযী বীৰ যুঁজাৰু, তৰুণ সমদল।।

## অষ্টম দৃশ্য

(বিজিতৰ Studio দৃশ্য পঞ্চম দৃশ্যৰ দৰে। আৱশ্যক আৰু সুবিধা হ'লে অলপ পৰিবৰ্তন কৰি ল'ব পাৰে। পট উঠাত বিজিতক "মিনতি"ৰ বেচ ডাঙৰ-প্ৰায় শেষ হোৱা ছবিত finıshing touch দি থকা দেখা যায়। বিজিতৰ অন্তৰ এতিয়া বহুতোখিনি শান্ত হৈছে। লাহে লাহে সি মিনতিৰ কথাবোৰৰ তাৎপৰ্য্য বুজিছে। প্ৰেম আজি তাৰ ওচৰত হৈছে মাথো এটি স্নিগ্ধ অনুভূতি নিকশিত হেম'। তাৰ অন্তৰৰো এক বিৰাট ৰূপান্তৰ হৈছে। শিল্পী হ'লেও সি ৰূপৰ মাজেৰে অৰূপৰ সন্ধান পাইছে। ৰূপৰ পূজাৰিণী গীতা, দেহৰ সকলোখিনি মাদকতাৰ অঞ্জলি লৈ তাই চেষ্টা কৰিছে বিজিতৰ অন্তৰ জয় কৰিবলৈ। আন কোঠাৰপৰা গীতাৰ গানৰ সুৰ ভাহি আহে। দৰ্শকেও গীতটো বেচ ভালকৈয়ে শুনিবলৈ পায়। বিজিতৰ কিন্তু সেইপিনে ভ্ৰূক্ষেপ নাই। নিজৰ কামতে মগ্ন।)

নেপথ্যত গীতাৰ গীত-সুৰ আধুনিক।
ৰূপৰ বীণাত প্ৰেমৰ সুৰ
বজাই যোৱা
প্ৰেমৰ আবেশে দেহৰ ছন্দ,
উটাই নিয়া।

বাট চাই চাই দিন কাটি যায়
তেও দেখা মোৰ নহ'ল হায়
মিলাই আজি হিয়াই হিয়াই
গাবলৈ দিয়া
তোমাৰ গান গাবলৈ দিয়া।

(গীতাক যদি দৰ্শকে দেখিবলৈ পায়, তেন্তে বৰ ভাল হয়। সকলোখিনি অৱশ্যে মঞ্চ-সজ্জাৰ ওপৰতে নিৰ্ভৰ কৰে। দুটা বেলেগ কোঠাৰ আভাস দি, গীতাক বিজিতে নেদেখাকৈ, দৰ্শকে দেখিলেই ভাল হয়।

বিজিত : (কামৰ মাজতে বৈ ছবিখনৰ পিনে চাই) বন্দিনী প্ৰতিমা, ৰূপ ৰস আৰু গোন্ধৰে সঁফুৰা লৈ শিল্পীৰ অনুপম সৃষ্টি (অলপ বৈ)চেনেহেৰে বিযপোৱা এই অনিন্দ্য ৰূপ মাধুৰ্য্য দেখি জগত বলিয়া হ'ব। (আকৌ দুই -এবাৰ তুলি চলাই কাম কৰি থাকা অৱস্থাতেই) দেহৰ দুৱাৰৰপৰা বাজ কৰি তুমি ভালেই কৰিলা, অন্তৰৰ বিৰাট পুৰুষক মই চিনি পালো। (অলপ বৈ)
মিনি, মই অনুভৱ কৰিছো, মোৰ অন্তৰত তোমাৰ মধুৰ পৰশত জাগি উঠিছে প্ৰেমৰ শুভ্ৰ শতদল, জাগি উঠিছে জগতৰ ওচৰত বিলাই দিবৰ এক দুৰ্নিবাৰ স্পৃহা।
(আকৌ কামত ব্যস্ত হয়। অলপ সময় যোৱাৰ পিছত পিছ পিনৰ দুৱাৰৰ পৰ্দ্দা মেলি "গীতা"

থিয় হয়)

গীতা : বাঃ! কি অপৰূপ ধ্যানত মগ্ন মোৰ শিল্পী সুন্দৰ!

বিজিত : (তেতিয়াও নিজৰ কামতেই মগ্ন)

গীতা : (নিজৰ হাতত থকা ৰঙা গোলাপটিৰ এবাৰ গোন্ধ লৈ বিজিতৰ গালে দলিয়াই দিয়ে। ফুলটো আহি ছবিখনৰ ওপৰত পৰি ৰং সমাৱেশ অলপ নষ্ট কৰি দিয়ে। বিজিত চক্ খাই উঠে আৰু অলপ অসন্তুষ্ট হয়)

বিজিত : (সোধে) কোন?

গীতা : (অন্তৰ্দ্ধান হয়। বেৰৰ আঁৰত "গীতাৰ"'ৰ হাঁহি শুনিবলৈ পোৱা যায় আৰু অলপ পিছতে মঞ্চত প্ৰবেশ কৰে। মুখৰপৰা হাঁহি আঁতৰা নাই।)

বিজিত : ছবিখন নষ্ট কৰি আপোনাৰ আনন্দই নধৰা হৈছে নহয়?

গীতা : (হঁাহি বন্ধ কৰি ওচৰলৈ আহি কোমলতাৰে) চাও চাও বহুত নষ্ট হ'ল নেকি?

বিজিত : (বাধা দি) নালাগে হৈছে।

গীতা : কিয়, খং কৰিলা নে কি?

বিজিত : লোকক কষ্ট দিয়াই যেতিয়া আপোনাৰ স্বভাৱ, তেনেস্থলত মইনো আৰু খং কৰি কৰিম কিটো?

গীতা : অলপ ছবিৰ ৰংটো নষ্ট হওতেই ইমানখিনি।

বিজিত : কিমান দিনৰ সাধনাৰ মূৰত এই মূৰ্ত্তি গঢ়ি তুলিছো তাক তো আপুনি নাজানে?

গীতা : ভয় নাই বিজিত, তোমাৰ ধুনীয়া তুলিৰ পৰশত সেই ঠাই আকৌ জীৱন্ত কৰি তুলিব পাৰিবা, কিন্তু তুমি মোৰ অন্তৰৰ যি মূৰ্ত্তিক পলে পলে নষ্ট কৰি দিব ধৰিছা তাক বাৰু মই গঢ়িম কেনেকৈ?

বিজিত : (আচৰিত হৈ) আপুনি কিন্তু নিজকে পদে পদে এক গভীৰ ৰহস্যৰ অন্তৰালত লুকাই ৰাখিবলৈ চেষ্টা কৰিছে। মই আপোনাৰ কোনো কথাকেই বুজিব পৰা নাই।

গীতা : ইয়াত নো আচৰিত হ'বৰ কি আছে? বুকুৰ ভাষা মুখত প্ৰকাশ কৰিব নোৱাৰাতেই তো নাৰীৰ সৌন্দৰ্য্য নিহিত থাকে।

বিজিত : কিয়?

গীতা : নিজৰ কদৰ্য্যতাক ঢাকি থৈ পুৰুষৰ চকুৰ আগত সপোনৰ আলোছায়াৰ সৃষ্টি কৰিবলৈ। বাৰু বিজিত, শিল্পীৰ চকুত নাৰী জানো সদায়ে মহিয়সী?

বিজিত : মোৰ চকুৰ আগততো নাৰীৰ সেই ৰূপেই ভাহি উঠিছে। ত্যাগৰ মূৰ্ত্তি বুলিয়েই তো মই নাৰীক ইমান দিনে পূজা কৰি আহিছো।

গীতা : তুমি ভুল কৰিছা বিজিত! তোমাৰ সাধনা ব্যৰ্থ হৈছে।

বিজিত : (আচৰিত হৈ) কিয়?

গীতা : ইমানদিনে মাথো তুমি নাৰীৰ কঙ্কাল উপাসনা কৰিছা। প্ৰেমৰ একনিষ্ঠ পূজাৰী হৈয়ো যে তুমি ইমান ডাঙৰ ভুল কৰিবা তাক কল্পনাও কৰিব নোৱাৰি।

বিজিত : মোক ক্ষমা কৰিবা গীতাদেৱী, নিজৰ উপলব্ধিক মই কেতিয়াও ইমান সহজে বিসৰ্জ্জন দিব নোৱাৰিম।

গীতা : তেন্তে চিৰদিন তুমি মিছাৰে পূজাৰী হৈ থাকিবানে?

বিজিত : কি কৰিব গীতাদেৱী! হয়তো থাকিবই লাগিব। নিজৰ অনুভূতিকতো অস্বীকাৰ কৰিব নোৱাৰি।

গীতা : বিজিত তুমিতো শিল্পী, কবি, প্ৰেমৰ পূজাৰী, জীৱনৰ পূৰ্ণত্বই তোমাৰ সাধনা। বাৰু তোমাৰ অন্তৰ্দৃষ্টিৰ আগত অপ্ৰকাশৰ অসহ্য বেদনাত নিজকে আহুতি দিবলৈ বাধ্য হোৱা কোনো নাৰীৰ প্ৰতিকৃতি ভাহি উঠা নাই নে?

বিজিত : আপুনি কাৰ কথা কৈছে। মই তো একোকে বুজিব পৰা নাই।

গীতা : (কিবা এটা কথা যেন হঠাতে মনত পৰিল-ঠিক সেই ভাব দেখুৱাই) অ' বিজিত মই আজি এটা নতুন গান শিকিছো, শুনিবা? (উত্তৰলৈ বাট নাচাই তলত দিয়া লাইন দুটি সুৰ লগাই গায়।)

আকাশত তৰাৰ মালা
তোমালৈ আসন পাতা
আহা-আহা-আহা
নহ'বা আনমনা।।

বিজিত : (মুখত conflict ৰ ভাব। "মিনতি"'ৰ ছবিখনলৈ বহুত পৰ একেথিৰে চাই থাকে।)

গীতা : কি শিল্পী! বহুত পৰ দেখোন চিন্তা কৰিলা কিবা বুজি পালানে?

বিজিত : আপোনাৰ কথা বুজিবলৈ মোৰ শক্তিৰ অভাৱ।

গীতা : (বিজিতৰ একেবাৰে ওচৰলৈ আহি মিনতিৰ সুৰে)
মই তোমাক ভাল পাও বিজিত।

বিজিত : (হঠাতে মুখৰ বৰণ সলাই চকীৰপৰা থিয় হৈ)
মইতো আপোনাক কেতিয়াও ভাল পোৱা নাই।

গীতা : কিন্তু তোমাৰ হিয়াৰ পৰশে যদি মোক আকুল কৰে তেন্তে বাৰু দাযী কোন?

বিজিত : দায়ী আপুনি, দাযী আপোনাৰ অসংযত চিত্ত।

গীতা : কিন্তু এইটো কিয় তুমি বুজি নোপোৱা বিজিত। মোৰ অন্তৰত তোমাক আপোন কৰি লোৱাৰ যি অদম্য আকুলতাই আলোড়নৰ সৃষ্টি কৰিছে তাক বাধা দিলে যে সি মোৰ হৃদযক একেবাৰে চুৰমাৰ কৰি পেলাব।

বিজিত : কোনো কথাই বুজিবৰ অৱকাশ মোৰ এতিয়া নাই। আপোনাৰ দৰে শত শত অসংযমী হৃদয চুৰমাৰ হৈ গ'লেও মোৰ তাত একো ক্ষতি নহয।

গীতা : তুমি যে ইমান নিষ্ঠুৰ হ'ব পাৰা, মই সপোনতো ভবা নাছিলো।

বিজিত : পুৰুষত্বৰ আগত নাৰীৰ দুৰ্দ্দম কামনা যেতিয়া দুৰ্ব্বল হৈ পৰে তেতিয়াই নাৰীৰ চকুত পুৰুষ হৈ পৰে নিষ্ঠুৰ।

গীতা : পুৰুষত্বৰ বেছি গৰ্ব নকৰিবা বিজিত। এতিযাও তোমাৰ আগত যিখনি ছবি আছে, পলে পলে যিখনে তোমাৰ অন্তৰ খুলি খুলি খাই ছে, যিহ ৰ কাৰণে তুমি নিজৰ সকলোখিনিকেই আহুতি দিছা, সিযো এক নাৰীৰে প্ৰতিকৃতি।

বিজিত : কিন্তু সেই নাৰীৰ অন্তৰ আপোনাৰ দৰে ক্ষুদ্ৰ কামনাৰ কাৰণে লালাযিত নহয।

গীতা : ইমান সহজেই তুমি কথাটো বিশ্বাস কৰিলানে?

বিজিত : একান্ত সত্য যি কথা, তাক অস্বীকাৰ কৰিবলৈ দুৰ্ব্বুদ্ধি মোৰ এতিয়াও হোৱা নাই।

গীতা : (সুবুদ্ধিহে তোমাৰ হোৱা নাই। কল্পনা-বিলাসী তুমি, কবি, শিল্পী যিয়েই হোৱা, নাৰীৰ অন্তৰৰ গোপন ভাবৰাশিক আওকাণ কৰি তুমি নাৰীত্বৰ মাহাত্ম্য ঘোষণা কৰিব নোৱাৰা।
(ছবিখনলৈ দেখুৱাই)
সৌ, সৌ ছবিখন তুমি আকিছা ত্যাগৰ প্ৰতিমূৰ্ত্তি কৰি, আবেগেৰে বিযপাই তুমি তাক কৰিব বিচাৰিছা অতি সুন্দৰ। হযতো সিযেই তোমাৰ মানস প্ৰতিমা। সি নাৰী নহয। হ'ব পাৰে দেৱী। কিন্তু মনত ৰাখিবা-দেৱীত্বই নাৰীত্বৰ শ্ৰেষ্ঠ পৰিচয নহয। অন্তৰত লুকাই থকা মানৱ শিশুটিক অপমান কৰিবৰ তোমাৰ কোনো অধিকাৰ নাই।

বিজিত : (হাঁহি) অধিকাৰ, অনধিকাৰৰ প্ৰশ্ন মীমাংসা কৰিবলৈ মই আপোনাৰ ওচৰত আবেদন কৰা নাই।

গীতা : (কোমল ভাৱে) তুমি বাৰু ইমান un-sympathetic কিয বিজিত? এজনী সামান্য তিৰোতাই তোমাৰ সেই বিশাল বুকুত আশ্ৰয বিচাৰিছে আৰু তুমি তাইৰ সকলো আবেদনকেই নিৰ্ম্মমভাৱে অগ্ৰাহ্য কৰি কি যে সুখ পাইছা তাক মাথো তুমি নিজেহে জানা।

বিজিত : মোক ক্ষমা কৰিব গীতা দেৱী। মই আপোনাক সদায়ে শ্ৰদ্ধা কৰি আহিছো। কিন্তু আজি আপোনাৰ এই নতুন ৰূপ দেখি সঁচাকৈ বৰ আচৰিত হৈছো।

গীতা : শ্ৰদ্ধা তো মই তোমাৰপৰা বিচৰা নাই। তেজ-মঙহেৰে গঠিত মানুহ মই শ্ৰদ্ধা ভক্তিৰে কৰিম কি?

বিজিত : আপোনাৰ ওচৰত নিজৰ অভদ্ৰ ৰুচিৰ পৰিচয দিবৰ কোনো ইচ্ছা মোৰ নাই। ভ্ৰান্ত হ'লেও মোৰ সাধনাত বাধা নিদিযে যেন, এযে মোৰ একান্ত অনুৰোধ।

গীতা : বেচ, তোমাৰ চকুৰ আগৰপৰা মই আঁতৰ হ'ম। (থিয হৈ) কিন্তু যোৱাৰ আগত মোৰ আৰু তোমাৰ আজন্ম শত্ৰুক বিনাশ কৰি থৈ যাম।
(ছবিখনৰ ওচৰ পায়গৈ।)

বিজিত : (গীতাৰ গাত ধৰি) মোৰ একান্ত অনুৰোধ, মোৰ সোণৰ সপোন, এনেকৈ নষ্ট কৰি নিদিব।

গীতা : আহ কি অপূৰ্ব পুলক। বিজিত, ইমানকেইতো মই বিচাৰো। এই দেহৰ পুলক, তাতকৈ বেছি মই কেতিয়াও কোনো পুৰুষৰপৰা আশা কৰা নাই। এই বাস্তৱতাতেই তো মই জীযাই থাকিব খোজো বিজিত! তোমাৰ সপোন তুমি লৈ থাকা, মোৰ তাত কোনো আপত্তি নাই। বিজিত, ধৰা, ধৰা আৰু

এবাৰ, মাথো আৰু এবাৰ। তোমাৰ পৌৰুষ ভৰা আলিঙ্গনে মোৰ বুকুৰ ব্যাকুল বাসনাক শিথিল কৰি দিয়ক।

**বিজিত** ঃ নিজৰ হীন ৰুচিৰ যথেষ্ট পৰিচয় দিছে গীতা দেৱী! আৰু প্ৰয়োজন নাই। নাৰীৰ যি অপূৰ্ব মূৰুতিয়ে মোৰ জীৱনত পূৰ্ণতা আনিছে তাৰ আগত আপোনাৰ সকলো প্ৰযাসেই ব্যৰ্থ হৈ যাব।

**গীতা** ঃ নিজৰ অন্তৰৰ দাবীক তুমি অন্যায়ভাৱে আওকাণ কৰিছা। তুমি মানুহ। কামনাৰ ওপৰতেই তোমাৰ জীৱন গঢ়ি উঠিছে। পাহৰি নাযাবা বিজত, এই সৌন্দৰ্য্যই, দেহ-যমুনাৰ এই উত্তাল তৰঙ্গই দেৱৰাজ ইন্দ্ৰৰো দেৱত্ব ক্ষুন্ন কৰি দিছিল। পাহৰি নাযাবা। এই লয়লাসেই কত শত জিতেন্দ্ৰিয় মুনিৰ তপোপ্ৰভাব মুহূৰ্ত্ততে নষ্ট কৰি দিছিল।

**বিজিত** ঃ আপোনাৰ দৰে অসংযত তিৰোতাৰ ঘৃণনীয় মুখৰপৰা সেইবোৰ কথা শুনিবৰ মোৰ কোনো স্পৃহাই নাই।

**গীতা** ঃ নাথাকিব পাৰে। কাৰণ ভ্ৰান্ত কল্পনাই তোমাৰ মাংসপেশীবোৰক পঙ্গু কৰি, পৌৰুষক হত্যা কৰিবলৈ চেষ্টা কৰিছে। আৰু তাৰ সেই অভিযানত একান্ত অসহায়ৰ দৰে নিজকে উটাই দি তুমি যে নিজৰ কিমান অনিষ্ট কৰিছা সেইটো বুজি পোৱা নাই।

**বিজিত** ঃ অৰ্থাৎ সৌ দেহ-যমুনাৰ উদ্বেলিত তৰঙ্গৰাশি মন্থন কৰি তাৰ অমৃতখিনি পান নকৰালৈকে হ'বলা মোৰ পৌৰুষৰ সম্পূৰ্ণ মৰ্য্যাদা ৰক্ষা কৰা নহ'ব?

**গীতা** ঃ নাৰীৰ ৰূপ যৌৱনৰ মাদকতা যদি পুৰুষে তোমাৰ দৰেই উপভোগ কৰিব নিবিচাৰে, তেন্তে বিজিত, আমাৰ জীৱনৰ বাৰু সফলতা ক'ত?

**বিজিত** ঃ আপোনাৰ ধাৰণা সম্পূৰ্ণ অমূলক। নাৰীৰ যি পৱিত্ৰ মূৰুতি মোৰ চকুৰ আগত ভাহি উঠিছে, যাক পূজা কৰা মোৰ জীৱনৰ একমাত্ৰ সাধনা, যাৰ মধুৰ পৰশত মোৰ হিয়াৰ শুভ্ৰ শতদল সজাগ হৈ উঠিছে, সেই মধুৰ মূৰুতিক আপোনাৰ দৰে শত শত নাৰীৰ কামনালোলুপ চাওনিয়ে কেতিয়াও মচি পেলাব নোৱাৰে।

**গীতা** ঃ (লৰ মাৰি ছবিখনৰ ওচৰলৈ যায় আৰু সমানে থিয় হয়) চোৱা বিজিত, চকুমেলি চোৱা, তোমাৰ অন্তৰে কি বিচাৰে, সৌ তেজ মাংস বিহীন নিৰস প্ৰতিমা, নে মোক,-বুকুত যাৰ প্ৰেমৰ সোৱাদ, দেহত যাৰ উষ্ণ মাদকতা, ওঁঠত যাৰ মধুৰ পৰশ।

(তাৰ পাছত এক মুহূৰ্ত্তও নোৱোৱাকৈ বিজিতৰ ওচৰ পায়হি আৰু হাত দুখনত ধৰি আৱেগেৰেঃ

**গীতা** ঃ কোৱা, কোৱা বিজিত তুমি মোক বেছি ভাল পোৱা।

**বিজিত** ঃ (খঙতে গীতাক দূৰলৈ আঁতৰ কৰি) মই আপোনাক ঘিণ কৰো।

(বেগেৰে প্ৰস্থান)

-পট পৰে-

## নৱম দৃশ্য

ডাক্তৰখানাৰ এটা কেবিন

(কোঠাটোত ৰোগীৰ আৱশ্যকীয় সকলো বস্তুৱেই আছে। এখন পৰিষ্কাৰ বিছনাত মিনতি শুই থাকে। মূৰত বেণ্ডেজ। শৰীৰ বৰ দুৰ্ব্বল। কথা ভালকৈ ক'বই নোৱাৰে। ওচৰতে নাৰ্চে বহি বতাহ দি থাকে। কিবা এটা ইঙ্গিত কৰাত তাই মিনতিৰ মূৰটো পিছফালে গাৰু দি ওখ কৰি দিয়ে, যাতে দৰ্শকে মিনতিৰ মুখখন ভালকৈয়ে দেখা পায়। মুখত তাইৰ ক্লান্তি আৰু বিষাদৰ ভাব।)

**নাৰ্চ** ঃ (মেজৰপৰা ঔষধ এপালি আনি মিনতিক খাবলৈ দিয়ে।)

**মিনতি** ঃ (কথা নোকোৱাকৈ দৰৱটোপা খাই পেলায়।)

**নাৰ্চ** ঃ (লাহে লাহে মিনতিৰ হাত-ভৰিবোৰ পিটিকি দিয়ে।)

**মিনতি** ঃ (চাৰিও পিনে চকু ফুৰায়, ক'ব খোজে কিন্তু একোকে ক'ব নোৱাৰে।)

**নাৰ্চ** ঃ (চেনেহেৰে) কথা নাপাতিব দেই। ডাক্তৰে কথা পাতিব হাক দিছে নহয়। ইয়াত আমাক দেখি বৰ আচৰিত হৈছে, নহয়নে বাৰু? লাহে লাহে সকলো কথা মই কৈ যাম। চিন্তাৰ কোনো কাৰণ নাই। এতিয়াই অলপ শুবলৈ চেষ্টা কৰক দেই।

মিনতি : বিজিত, বিজিতক মাতি দিয়াচোন।
নাৰ্চ : বিজিত কোন? মই তো চিনি নাপাও।
মিনতি : ক্ষমা কৰিব, মোৰ ভুল হৈছিল। মোক বাৰু ইয়ালৈ কোনে আনিলে?
নাৰ্চ : পুলিচে।
মিনতি : (হঠাৎ যেন বাটৰ ঘটনাবোৰৰ কথা মনত পৰে আৰু তাই কপালত হাত দিয়ে)
নাৰ্চ : হাত নিদিব। বেণ্ডেজ কৰা আছে নহয়। আপুনি বাৰু ক'ৰবাত পৰি গৈছিল নেকি?
মিনতি : কিয় সুধিছা?
নাৰ্চ : পৰি আঘাত পোৱা বুলিযেই পুলিচে কৈছে।
মিনতি : (মুখত এটি ম্লান হাঁহৰ আভাস)
নাৰ্চ : মূৰটো বৰ বিষাইছে নেকি?
মিনতি : মূৰ লৰাই বিষোৱা যে নাই তাকেই বুজায়।
নাৰ্চ : (মিনতিৰ গাৰ কাপোৰখন পৰিপাটিকৈ দিয়ে)

-ইলাৰ প্ৰৱেশ-

(ব্যগ্ৰ ভাৱে মিনতিৰ বিছনাৰ ওচৰলৈ আহি চকী এখনত বহে আৰু মিনতিৰ হাত দুখন নিজৰ হাত দুখনৰ মাজত ৰাখি সোধে। নাৰ্চৰ প্ৰস্থান)

ইলা : ৰাতি ভাল টোপনি আহিছিল নে?
মিনতি : কালি ৰাতি এটা বৰ ধুনীয়া সপোন দেখিলো অ'।
ইলা : কি সপোন নো?
মিনতি : বিজিত উলটি আহিছে। মুখত তাৰ নতুন দীপ্তি। তাক দেখা পাই যে মোৰ সকলো দুখকে নিমিষতে আঁতৰি গ'ল। তাৰ পাছত মই দেখিলোঁ, মই তাক সেৱা কৰিছো। সি যেন মোৰ হাত দুখনত ধৰি মোক বাট দেখুৱাই লৈ গ'ল বহুত-বহুত দূৰলৈ, অত্যাচাৰিত নিপীড়িত মানুহবোৰৰ বুকুৰ মাজলৈ। বাৰু ইলা সপোন কেতিয়াবা সঁচা হয়নে?
ইলা : হয়তো, নহ'বনো কিয়?
মিনতি : বাৰু মোৰ সপোনটো কেতিয়াবা সঁচা হ'বনে? বিজিত কেতিয়াবা উলটি আহিবনে?
ইলা : নিশ্চয় আহিব।
মিনতি : (উদাস ভাৱে হাঁহে)
ইলা : তোমাৰ হ'বলা বিশ্বাস হোৱা নাই।
মিনতি : (মূৰটো লৰাই বিশ্বাস যে হোৱা নাই তাকে জনায)
ইলা : তুমি বাৰু অলপ সময় শান্ত হৈ শোৱাচোন। বিজিত নিশ্চয় তোমাৰ ওচৰলৈ উলটি আহিব।
মিনতি : কিয়? অপৰাধৰ প্ৰতিশোধ ল'বলৈ?
ইলা : ধেৎ পাগলী।
মিনতি : মই বেচ ভালকৈয়ে জানো, বিজিত মোৰ ওচৰলৈ আৰু কেতিয়াও নাহে।
ইলা : যদি আহে।
মিনতি : (উদাস হাঁহি)
ইলা : এতিয়াই বিজিত এইখিনি পাবহি।
মিনতি : (হাঁহি) মন্ত্ৰৰ বলেৰে?
ইলা : (হাঁহি) নহয় ৰেলগাড়ীৰে।
মিনতি : (আগ্ৰহেৰে) সঁচাকৈ কৈছানে ইলা?
ইলা : নিজৰ চকুৰেই দেখিবা নহয়।
মিনতি : (আনন্দিত অথচ সংযতভাৱে) ইমান পৰনো তেঁন্তে নোকোৱাকৈ আছিলি কিয়?
ইলা : (হাঁহি) আনন্দত অধীৰ হৈ যোৱা বুলি।
মিনতি : তোৰ হ'বলা হিংসা হয়।
ইলা : ডাক্তৰে মানা কৰিছিল কাৰণেহে।
মিনতি : বিজিতৰ কথা তইনো জানিলি কেনেকৈ?
ইলা : অজিতৰ টেলিগ্ৰামৰ উত্তৰত আহিব বুলি লিখিছে।

(এনেতে অজিত আৰু বিজিতৰ প্ৰৱেশ। বিজিতক দেখা পাই মিনতিয়ে অধীৰ হৈ বিছনাৰ ওপৰত থিহিবলৈ চেষ্টা কৰে। কিন্তু দুৰ্ব্বলতাৰ কাৰণে বিছনাৰ ওপৰতে অজ্ঞান হৈ পৰি যায। তাকে দেখি বিজিতে-"মিনি" বুলি চিঞৰি একেবাৰে ওচৰ পাযহি। সকলোৱে মুহূৰ্ত্ততে চঞ্চল হৈ পৰে। বিজিত আৰু ইলাই দুই তিনিবাৰ "মিনি" "মিনি" বুলি মাতি কোনো সমিধান নাপায। তাৰ পাছত উত্ৰাৱলভাৱে বিজিত আৰু অজিত ডাক্তৰৰ কাৰণে ওলাই যায। নাৰ্চ সোমাই আহে। ইলা আৰু নাৰ্চে মিনতিৰ জ্ঞান আনিবলৈ চেষ্টা কৰে। বিজিত আৰু অজিতে ডাক্তৰক লৈ সোমাই আহে।)

ডাক্তৰ : (ৰোগীৰ Pulse feelকৰি, বিমৰ্ষ ভাব দেখুৱাব। আৰু বিজিতক কোঠাটোৰ এমূৰলৈ মাতি আনে।)
ডাক্তৰ : ৰোগীৰ অৱস্থা বৰ সুবিধা নহয। সাৱধানে থাকিব লাগিব।
বিজিত : (অনুনয়ৰ সুৰত) ডাক্তৰ বাবু, কোনোমতে

তেওঁক বচাই দিযক।

**ডাক্তৰ** : আশা অৱশ্যে এতিয়াও একেবাৰে নাইকিয়া নহয। এটা injection দি চাও। কাম দিলে তৎক্ষণাত জ্ঞান ফিৰি আহিব। (ডাক্তৰে দুই-তিনিবাৰ Syringe টো ধুই injection দি দিযে। আৰু Pulse feel কৰি থাকে। লাহে লাহে তেওঁৰ মুখ উজ্জ্বল হৈ উঠে।

**ডাক্তৰ** : (হাঁহি) যাওক, চিন্তাৰ আৰু কোনো কাৰণ নাই। মই এতিয়া আহো দেই। (প্ৰস্থান)

**বিজিত** : (মিনতিৰ হাতখন পিহি থাকে)

**ইলা** : (বিচি থাকে)

**মিনতি** : (জ্ঞান উলটি আহে। চকু মেলি বিজিতক দেখা পায়।)

**বিজিত** : তোমাৰ কোনো ভয় নাই মিনি। আমি সকলোৱেই ওচৰতে আছো নহয।

**মিনতি** : (চকু চলচলীযা)

**বিজিত** : (চকু মচি দিযে)

দূৰৈত বহুত মানুহৰ মিলিত সঙ্গীত শুনিবলৈ পোৱা যায। সিহঁতে আগেযে সমদলে গোৱা গীতটোকে গায "শিৰত আমাৰ মুক্তি পতাকা" ইত্যাদি।

সিহঁত লাহে লাহে ওচৰচাপি আহিছে।

**মিনতি** : খিডিকীখন খুলি দিয়া।

**অজিত** : (খিডিকীখন খুলি দিযে)

**মিনতি** : কোনে গীত গাইছে?

**অজিত** : মানুহবোৰে আপোনাক সম্বৰ্দ্ধনা জনাবলৈ আহিছে।

**মিনতি** : বেচেৰাহঁতৰ দুখ আজিলৈকে নকমিল।

**বিজিত** : সিহঁতৰ মুক্তিৰ কাৰণেই যে তুমি জীৱন পণ কৰিছা। সিহঁতৰ সেই আকুল চকুলৈ চাই যে তুমি, মই, আমি সকলোৱেই জীযাই থাকিব লাগিব। তোমাৰ চেনেহৰ পৰশত আজি মই সেই কথা খুব ভালকৈযে বুজি পাইছো মিনি। নিপীডিতৰ মুক্তিতেই যে আমাৰো মুক্তি।

**মিনতি** : (বিজিতৰ হাতখন নিজৰ মূৰত লগায়। দূৰৈত মানুহবোৰৰ সঙ্গীত ভালকৈযে শুনা যায। লাহে লাহে পট পৰে।)

**(নাটকৰ অন্তিম যৱণিকা নামি আহে)**

# বৈদেহী বিয়োগ

বৈদেহী-বিয়োগ ৰচিবৰ আজি কুৰি বছৰ হ'ল। ৰচনা কৰাৰ বছৰতে যোৰহাট থিয়েটাৰতে বাৰদিয়েক আৰু অন্যান্য মঞ্চতো অনেক বাৰ, অভিনয় কৰাৰ পাচত আন আন আমাৰ ভালেমান নাটকৰ লগতে এই নাটকখন কাৰবাৰ হাত পাই হেৰাই আছিল।

বৰ্ত্তমান চাকৰিৰ পৰা অৱসৰ লৈ আহি হঠাতে যোৰহাট সাউদ-কুচি সত্ৰত মুল নাটক খনৰ নকলৰ নকল, তাৰো নকল এটি পাই যিমান পাৰি আগৰ দৰেই ৰাখি ছপোৱা হৈছে।

লৱ -কুশৰ যুদ্ধ ৰামায়ণৰ ঘটনা নহয়, কিন্তু আমাৰ দেশত লৱ-কুশৰ যুদ্ধ নিদিলে বহুতেই নাটক অসম্পূৰ্ণ বুলি এঙায, তদুপৰি মূলৰ মতে কুশতকৈ লৱ বযসে সৰু কিন্তু আমাৰ ৰাইজৰ অনেকেই লৱ-কুশ বুলিহে নাম লৈ লৱক ডাঙৰ পাতি থয। নাটকত যদিও কুশক বযসে বৰ বুলি দেখুৱাইছো মূলৰ মৰ্য্যাদা ৰাখিছে।

তদুপৰি ভাৱনালৈ লাগে দীঘল নাট আৰু থিয়েটাৰলৈ লাগে চুটি নাট। দুয়ো দলকে সমানে সন্তোষ দিয়া টান। ইয়াৰ উপৰিও ভাৱনাৰ নাটৰ এটা সম্পূৰ্ণ স্বতন্ত্ৰ ধৰণ আছে। পাতনিত সেই বিলাক কথা লিখিবলৈ গ'লে কলেৱৰ বাঢে।

এই নাটক খনি চমুৱাই কৰিব খুজিলে সীতা-বনবাস নাম দিয়া অঙ্কৰ ষষ্ঠ দৃশ্যলৈকে কৰিব পাৰি, মূল ৰামায়ণৰ মতে কৰিব খুজিলে তৃতীয অঙ্কৰ দৃশ্যলৈকে লৱ-কুশৰ যুদ্ধ বাদ দি থৈয়ো কৰিব পাৰি।

মুঠতে যাৰ লীলা প্ৰচাৰ কৰিবলৈ প্ৰযাস কৰা হৈছে সেই জনৰ চৰণত অপৰাধৰ বাবে ক্ষমা মাগি, উভয দলৰ শিল্পী সকললৈ নাট খনি আগবঢোৱা হ'ল।

**১৪-১০-৫০**

**যোৰহাট**

**ৰাইজৰ,**

**মিত্ৰদেৱ**

সুকুমাৰ কলাশিল্পী, লব্ধপ্ৰতিষ্ঠ কবি -সাহিত্যিক শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি এ দেৱৰ কৰকমলত।

হে' অগ্ৰজ প্ৰতিম,
শুজা নাই ঋণ,
শ্ৰদ্ধাৰ চানেকি ৰূপে
অপিলো কৰত মাথো
অকৃতী হাতৰ এই
"বৈদেহী-বিয়োগ"।

আপোনাৰ,
মিত্ৰদেৱ

## নাটকৰ চৰিত্ৰাৱলী

| | | |
|---|---|---|
| ৰামচন্দ্ৰ | - | অযোধ্যাৰ পতি, বিষ্ণুৰ সপ্তম অৱতাৰ। |
| ভৰত | - | ৰামচন্দ্ৰৰ ভ্ৰাতা |
| লক্ষ্মণ | - | ,, |
| শত্ৰুঘ্ন | - | ,, |
| বাল্মীকি | - | ৰামাযণ ৰচয়িতা, আদি কবি |
| বশিষ্ঠ | - | ৰঘুবংশৰ কুল-পুৰোহিত |
| দুৰ্ম্মুখ | - | গুপ্তচৰ |
| হনুমন্ত | - | মহাভক্ত , বীৰ |
| শম্বুক | - | শূদ্ৰ -তপস্বী |
| দীনদাস | - | শম্বুকৰ পুত্ৰ |
| কঞ্চুকী | - | ভিতৰুৱাল প্ৰধান কৰ্ম্মচাৰী |
| মন্ত্ৰী | - | |
| কুশ লৱ | - | ৰামচন্দ্ৰৰ পুত্ৰদ্বয় |

হলায়ুধ, বৈভব, মধু, মেমেৰা, গেৰজাই (ধোবা), নট-ভাট, ঘোৰা ৰখীয়াসকল, নগৰীযাসকল , ব্ৰহ্মচাৰীসকল, প্ৰজাসকল, পৰিষদবৰ্গ।

| | | |
|---|---|---|
| সীতা | - | ৰামচন্দ্ৰৰ পত্নী |
| উৰ্ম্মিলা | - | লক্ষ্মণৰ পত্নী |
| কৌশল্যা | - | ৰামচন্দ্ৰৰ মাতা |

বসুমতী, ধুবুনী, মুনিকন্যা, পৰিচাৰিকা, সঙ্গিনীসকল।

## প্ৰয়োজনীয় দ্ৰব্যসমূহ

সিংহাসন, ছত্ৰ-চামৰ, ৰাজদণ্ড, ফুলৰ মালা , ফুল - দুৰ্ব্বা, স্বৰ্ণ সীতা, ধনু-শৰ, তূণ -গদা, কাপোৰ, কাপোৰ ধোৱা পাট, কাপোৰ মেলা জ্ৰী, বীণা, ৰং-বৰণৰ সজুলি, ফলি, ফলিগুটি, ধুপবটা সজুলি, চিতাগ্নি।

**ভাৱনাত** - এটা ঘোঁৰাৰ চো।

'ওঁ নমো ভগৱতে বাসুদেৱায়'।।

# বৈদেহী -বিয়োগ

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

ৰাম নৱমী উৎসৱ উপলক্ষে গোটেই মণ্ডপ আম-ডালি, ফুলৰ মালা, ভৰুণ-কুম্ভ, ফল-পাত্ৰ আদিৰে সুসজ্জিত। একাষে ৰত্ন - খচিত, বিচিত্ৰ ৰাজ-আসন, মন্ত্ৰী, নট-নটী, বন্দী-মাগধ, ছত্ৰ-চামৰযাৰী আৰু সভাসদসকল নিজ নিজ ঠাইত বৈ আগ্ৰহেৰে ৰাজ-দম্পতীলৈ বাট চাই আছে।

-এনেতে-

(কঞ্চুকীৰ প্ৰবেশ)

কঞ্চুকী : উপস্থিত শুভক্ষণ;
যথা বিধি দেৱ মন্দিৰত
গুৰু মাৰ্কণ্ডেয়, ষষ্ঠী আদি
দেৱ দেৱীসকলৰ
হ'ল পূজা -অৰ্চ্চা অৱসান।

মন্ত্ৰী : আমিও প্ৰস্তুত দেৱ,
অযোধ্যাৰ ৰাজদম্পতীক
ভক্তি অৰ্ঘ্য অৰ্পণৰ হেতু।

কঞ্চুকী : কাৰ্য্য -নিষ্ঠা প্ৰশংসো সবাৰ।

(শৰাইত বহুত ফুলৰ মালা লৈ লক্ষ্মণৰ প্ৰবেশ)

লক্ষ্মণ : কুল ৰীতি হ'ল সমাপন।
আহিছে সস্ত্ৰীক নৰপতি
উপবেশনৰ অৰ্থে প্ৰকাশ্য সভাত।
হে' দেৱ কঞ্চুকী হে' মন্ত্ৰীবৰ,
অযোধ্যাৰ সুখে আজি
ধৰণী প্লাৱিত।
প্ৰাণ সম সন্তানক দেখি
স্নেহময়ী জননীয়ে-
আনন্দৰ অশ্ৰুধাৰা বোৱায় যি দৰে,
আজি সেই দৰে-
স্বৰ্গবাসী অমৰ বৃন্দই,
কক্ষস্থিত গ্ৰহ-উপগ্ৰহে,
অযোধ্যাবাসীক চাই
মজি আনন্দত,
বৰষিছে পুত আশীৰ্ব্বাদ।

কঞ্চুকী : ৰাজপুত্ৰ,
মহত্ত্বৰ পূজা নেদেখিলে-
ৰাজ্যশ্ৰীয়ে ৰাজ্য এৰি
বুৰ দিয়ে কাল সাগৰত।

লক্ষ্মণ : যথাৰ্থ বচন দেৱ,
মনুষ্যৰ মনুষ্যত্ব
অনাদৰ কৰি,
দেৱত্বৰ পূজা কৰো বুলি
যি জাতিয়ে কৰে অভিমান
সি জাতিৰ নিস্ফল প্ৰয়াস।

মন্ত্ৰী : দয়া-বৃত্তি, ক্ষমা, স্নেহ, বৈৰাগ্য, বিবেক,
গুণাধাৰ নিগুৰ্ণৰ আশীষ নিৰ্ম্মালি।
সিহেন নিৰ্ম্মালি লভি
যি জনে শিৰত
অপূৰ্ব্ব জ্যোতিৰে শোভা
কৰে সমাজত -
উচ্চ তেওঁ, পূজ্য তেওঁ,
জাতিৰ কল্যাণ ৰূপী
প্ৰতিমা দেৱৰ।

লক্ষ্মণ : মন্ত্ৰীবৰ,
আজি অযোধ্যাত
সিহেন মানৱ মূৰ্ত্তি
দেৱতাৰ পুণ্য। (জন্মোৎসৱ।)
(নেপথ্যত মন্দিৰত ডবা-কাঁহ, ঘণ্টা, শঙ্খ, বাদ্য আৰু উৰুলী মঙ্গল।)
সেয়া সেয়া মন্ত্ৰীবৰ,
মৃদঙ্গৰ মন্দ্ৰ-ধ্বনি
উৰুলী কল্লোল -
পৱনৰ স্পন্দনে স্পন্দনে ,
প্ৰকৃতিৰ নিকুঞ্জে নন্দনে,
আনন্দৰ উল্লাস -হিল্লোল।
স্বৰ্গতো অধিক আজি
অযোধ্যা ৰামৰ।

(ভিতৰত - 'জয় অযোধ্যাপতি শ্ৰীৰামৰ জয়'। 'জয় ৰাজৰাণী বৈদেহীৰ জয়।)

লক্ষ্মণ : আহাঁ, আহাঁ -
অযোধ্যাৰ বন্ধু প্ৰজাকুল,
সীতাপতি শ্ৰীৰামৰ
পদপঙ্কজত
ভকতি চন্দন মিশ্ৰ
অৰ্পি দুৰ্ব্বাদল -
ধন্য কৰো জন্ম অযোধ্যাত।

সকলোৰে : জয় ৰাজ দম্পতীৰ জয়।
(জয়ধ্বনিৰ লগে লগে ভৰত, শত্ৰুঘ্ন আৰু আবোৱান -ধাৰীৰ মাজত সোমাই ৰাম-সীতৰ প্ৰবেশ)।

**ৰামচন্দ্ৰ** (প্ৰজাবৰ্গলৈ নমস্কাৰ জনাই)
হে' মোৰ অযোধ্যাবাসী,
প্ৰিয় প্ৰজাকুল,
পিতাৰ গৌৰৱময়
সিংহাসন অধিকাৰ কৰি
মনা নাই এই মোৰ
জীৱন সাৰ্থক,
অযোধ্যাৰ ৰাজ পদ অধিকাৰ ছলে
প্ৰাণ সম প্ৰিয় মোৰ
অযোধ্যা বাসীক,
সেৱিবৰ যিবা এটি
লভিছো সুযোগ
সেযেহে সৌভাগ্য মোৰ,
প্ৰকৃত গৌৰৱ।
জীৱন পথত মোৰ,
আগুৱাই এটি পদ আজি
জনাও সৰল প্ৰীতি
আপোন হিয়াৰ আৰু
দেৱী জানকীৰ এই-
মাতৃতুল্য স্নিগ্ধ অন্তৰৰ।
তোমালোক সকলোৰে দৰে
পুত্ৰ -পুত্ৰী ভাবি এই
ৰাজ দম্পতীকো
জন্মভূমি ভূ-স্বৰ্গ [illegible]ণ্য অযোধ্যাৰ
খাটা ঈশ্বৰক -
প্ৰজাৰ প্ৰীতিৰ অৰ্থে
হ'লে প্ৰযোজন
পাৰো যেন বিসৰ্জ্জিব
এই মোৰ বিনাশী প্ৰাণকো।

**লক্ষ্মণ :** শুনা শুনা অযোধ্যা নিবাসী,
প্ৰাণস্পৰ্শী বাণী নৃপতিৰ।
জয় সীতাপতি, শ্ৰীৰামৰ জয়।

**সকলোৱেঃ** (সকলোৱে লগে লগে জযোচ্চাৰণ)
ৰাজ দম্পতীয়ে আসন গ্ৰহণ কৰা মাত্ৰকে আদিতে লক্ষ্মণে তাৰ পাচত দুই ভ্ৰাতৃয়ে -ৰাজ দম্পতীৰ পদত মাল্য দান কৰে আৰু আন সকলেও সেই দৰেই মাল্য দানৰ অন্তত জয়ধ্বনি কৰে আৰু ফুল দুৰ্ব্বা সিঁচে)।

(নট ভাট আদিৰ গীত)

ৰঘুকুল কল্পতৰু
জয় জানকী গুৰু
প্ৰণামো ৰাঘৱ ৰাৱণাৰি।
চিৰ প্ৰজা ৰঞ্জন
আধি-ব্যাধি ভঞ্জন
অমল বিমল তনুধাৰী।।
জলনিধি বন্ধন বি পক্ষ গঞ্জন
হৰধনু ভঞ্জন সৌম্য নিৰঞ্জন
পূত নিৰ্ম্মল ব্ৰতধাৰী।।

(গীতৰ লগে লগে নট-নটীৰ নৃত্য,উৰুলী মঙ্গল আৰু পুস্পবৃষ্টি)

(ওপৰঞ্চি - গীতৰ শেষত খোলৰ বাজনাৰে দহমুৰীয়া ৰাৱণৰ লগত ৰামচন্দ্ৰৰ যুদ্ধৰ নৃত্যাভিনয় দেখুৱাব পাৰিলে দৃশ্যটি অধিক মনোৰম হ'ব।)

## দ্বিতীয় দৃশ্য -

ৰাজপ্ৰসাদৰ সমীপস্থ উপবন।

(ৰাজ গৃহবাসিনী, পৰিচাৰিকা সকলে হাতে পতি ফুলৰ মালা লৈ গীত গাই গাই উপবনত প্ৰৱেশ কৰে।)

গীত
অ' মোৰ লাহতী
অ' বন মালতী
ৰচকী খোপাটি তোৰ।
বান্ধ উলাহেৰে
লাখৰে-বাখৰে
আহিছে ভোমোৰা চোৰ।।
শুন গুণু গুণ্ নেপুৰৰে ৰুণু
চকুতে পাপৰি ৰেখা
সজলা মেঘতে বিজুলী জ্বলিছে
সোণেৰে কষটি লেখা
কালিন্দ্ৰী পাখিতে নাচে বালিচৰি
প্ৰেমে চকু মণি পূৰ।।
চেলেঙত চিনিছো নোৱনি হালধি
গালতে দৈযনৰ দৈ
চুলি জিলিকিছে তেলেৰে বিযলি
ক'লীযা তুলসী লৈ -
মুখতে আনিছে
হাঁহি মোহনীযা
হিয়া পীৰিতিৰে পূৰ।।

(যাব খোজোতেই ৰাম সীতাৰ প্ৰৱেশ। জয়ে জয়ে দুয়োৰো চৰণত অৰ্পি পাচত ভক্তি ভৰে মালা পৰিধান কৰাই পৰিচাৰিকা সকল গুচি যায।)

**ৰাম :** (বন শোভাত, মুগ্ধ হৈ)
চোৱা, চোৱা জনক -দুহিতা,

তোমাৰ অমল মুখ -মকৰন্দ পান কৰি
বংশী মুগ্ধা হৰিণীৰ দৰে
বন ৰাণী চোৱা আজি অচল চৰণ,
অপূৰ্ণ বাসনা যেন
বন্দিনীৰ সাজে -
অলক্ষিতে আছে ৰৈ
বাঞ্ছিতৰ মুখ ছবি চাই।
ফুলো ফুলো কৰি ফুলে
আশা পালোতেই -
তোমাৰ লাৱন্য দেখি
অনিমেষ নয়নেৰে
ৰৈ আছে, চোৱা দেৱী, পাতৰ - আঁৰত।
দেৱী, কোন কমনীয়
তুমি নে কুসুম?

সীতা ঃ কোন কমনীয়?
কুসুমো নহয় প্ৰভু, দাসীও নহয়।

ৰাম ঃ তেন্তে?

সীতা ঃ তেন্তে প্ৰভু কও অকপটে
এই কমনীয় কুসুমো সৰিব
তোমাৰ সেৱিকা এই সীতাও ম
(মৰিব বুলি ক'ব খোজোতেই ৰামে সীতাৰ মুখত
হাত দিয়াত সম্পূৰ্ণকৈ শব্দটি শুনা নহ'ল)
কিন্তু নাথ,
যি খনি লাৱণি হাতে ফুলৰ গালত
সানে নিতে যৌৱন-সেন্দুৰ,
দিয়ে এনে মুখ ভৰা হাঁহি বিতোপন,
অঙ্গে অঙ্গে শৰীৰৰ
দিয়ে ভঙ্গি সুন্দৰ সুঠাম
সেই শিল্পী, সেই চৰাচৰ
জগতৰ, বিধি কমনীয়।

ৰাম ঃ সৃষ্টি কৰ্ত্তা অদৃশ্য আমাৰ,
সৃষ্টি কিন্তু বিৰাজিছে
প্ৰত্যক্ষ স্বৰূপে।
সৌৱা সৌৱা দেৱী
চোৱা শেৱালিয়ে
তোমাৰ অনিন্দ্যৰূপ
দেখি লাজ পাই,
বাগৰি পৰিছে আহি
ধৰণীৰ বহল কোলাত;
চোৱা আৰু চেনিচম্পা সৌ
তোমাৰ লাৱণ্য দেখি
ঢাকিছে আপোন মুখ
জননীৰ সেউজীয়া বিহাৰ আঁৰত।

সীতা ঃ নহয়, নহয় নাথ,
সেৱিকাৰ বীভৎস শিৰত
ঢালিছা কৰুণা দেখি
প্ৰেমময় উদাৰতা লৈ
দেখিছা ফুলক অসুন্দৰ।
শুনা প্ৰভু,
মানৱক দিবলৈ শিক্ষা নিতে নৱ
বিচিত্ৰ সাজেৰে, বিচিত্ৰ ধৰণে
সৃজিলে কুসুম ৰাশি,
সৌন্দৰ্য্যৰ শ্ৰেষ্ঠ শিল্পী, বিধিৰ বিধি[illegible]

ৰাম ঃ কি শিক্ষা, দেৱী?

সীতা ঃ চোৱা প্ৰভু,
শিক্ষা দিছে শেৱালি বকুলে -
এৰি চিন্তা অনিত্য গৃহৰ
জন্মভূমি জননীৰ সৌন্দৰ্য্য বঢ়োৱাঁ-
প্ৰয়োজন হ'লে সপি
অনিত্য জীৱন।

ৰাম ঃ (প্ৰশংসাবাচক হাঁহিৰে ) আৰু, আৰু?

সীতা ঃ কৈছে কমলে
গুণৱান হ'লে
নকৰে বিচাৰ কেৱে কুল-মৰ্য্যাদাৰ
বসনে ভূষণে হীন,
বিলাসিতা শূণ্য সৌ
চেনিচম্পা পাহিয়ে বিনয়ে
কৈছে বিশ্বক,
প্ৰতিভাৰ অধিকাৰী হৈ
নকৰিবা পৰিহাৰ
জাতীয়তা অমূল্য সম্পদ।

ৰাম ঃ জানকী, জানকী
মধু মক্ষিকাৰ দৰে,গুণগ্ৰাহী হৈ
কাহানি কৰিলা এনে মধু আহৰণ?

সীতা ঃ প্ৰভু,
তুমি যাক শিক্ষা দিছা
অন্তৰ্য্যামী গুৰু ৰূপে
বহি চিৰকাল এই
সেৱিকাৰ হৃদয়াসনত,
জ্ঞানৰ বাৰিধি ৰূপে
তুমি যাক দান দিছা
কৃপা বিন্দু নিমেষে নিমেষে।
শিক্ষা কাল ঘৰে -পৰে,নিতে নিৰন্তৰ।

ৰাম ঃ (সীতাৰ বাহুত হাত দি)

জানকী, (হঠাতে অতীত সুঁৱৰি)
মাৰ গল কত ঢৌ কাল সাগৰত,
নিস্ফলা বন্ধ্যাৰ দৰে
কত সন্ধ্যা মাৰ গ'ল
কিষ্কিন্ধ্যাৰ পম্পাৰ পাৰত
তোমাৰ দৃষ্টিতো,
উষাৰ সুষমা কত
গ্ৰাসিলে অশোক বনে
সুৱৰ্ণ লঙ্কাৰ সেই

সীতা প্ৰভু মোৰ,
জীৱনৰ আৰাধ্য দেৱতা,
আজি নুতুলিবা সেই
অতীতৰ শোকৰ কাহিনী
সেই বজ্ৰ লেখনীৰ
হলা হল বিষেৰে ৰঞ্জিত -
স্মৰিলে অতীত দৃশ্য
হৃদযৰ হেৰায সংযম,
ৰোধে পথ অশ্ৰুৰ ধাৰাই।

ৰাম ঃ ক্ষমা কৰা প্ৰিয়ে,
চঞ্চলতা ৰামৰ চিত্তৰ।
[illegible], [illegible] -
কোকিলৰ কলকণ্ঠ
বতাহৰ ঢৌৱে ঢৌৱে -
উটি আহি পৰিছে কাণত।
ললিত বলিত কেনে মাধুৰী মিশ্ৰিত।।
কুউ,কুউ, কুউ।।
কি অমৃতৰ ধাৰা দেৱী, মৰু মৰতত।।
(কঞ্চুৰীৰ প্ৰবেশ)
কি সংবাদ?

কঞ্চুকী ঃ মৃত পুত্ৰ এটি
সাবটি বুকুত,
উপস্থিত দুৱাৰত
শোকাৰ্ত্ত ব্ৰাহ্মণ।

ৰাম ঃ মৃত পুত্ৰ লৈ?

কঞ্চুকী ঃ হয মহাৰাজ।
কত প্ৰশ্ন কৰিলো বিপ্ৰক
নিদিলে উত্তৰ
ক'লে মাথো লাগে নৃপতিক।

ৰাম ঃ প্ৰিয়ে, আহা যাও
চাও যত্ন কৰি
কিহেৰে মছিব পাৰো
পুত্ৰ শোকে জৰ্জ্জৰিত বিপ্ৰৰ অন্তৰ।

সীতা ঃ আপোন অশ্ৰুৰে
নমছি পৰৰ দুখ
কিহেৰে মছিবা প্ৰভু,
কিহেৰে ঢৌৱাই ধুবা
ব্যাথতৰ অশ্ৰু নযনৰ?
(তিনিওৰো প্ৰস্থান)

## তৃতীয় দৃশ্য

### গাঁৱৰ মাজৰ বাট

(খঙত একো নাই হৈ মেমেৰাৰ প্ৰবেশ)

মেমেৰা ঃ(ভিতৰলৈ উভতি চাই)
কি বৈনায বৈনায কৈ থাকাহে? বাটৰ মানুহ বাটে দি গুচি যাব পোৱা, তাকে নকৰি (সিঞাৰি) 'বৈনায', 'বৈনায', 'বৈনায'। (মধুৰ প্ৰৱেশ)

মধু ঃ ভাৱি চোৱা, মাক বাপেকৰ ঘৰলৈ নোযোৱা ছোৱালী কোনোবা জম্বুদ্বীপত আছেনে? কোৱাচেন আছেনে? (খন্তেক ৰৈ) বোলো কোবাচোন আছেনে? মোৰ ভনী নহয, জানিবা তোমাৰ ভনীযেৰাই, গ'ল বাপেকৰ নৰিযাৰ কথা শুনি গিৰিয়েকক নুসুধি দুটা পদুলি পাৰ হৈ, সেই বুলি তাইক কাটি পেলাবানে?

মেমেৰা ঃ (ঘপহ কৰে মাত দি) এ' মোৰ ভনী হোৱা হ'লে সেই দিনাই তাইক তাতৰ খুটাত বান্ধি লৈ মৈদাৰে কাচি কাচি মাৰিলো হেতেন।

মধু ঃ আটাইৰে আকৌ তেনে চিত নহয, নহয ভাবি চাবা।

মেমেৰা ঃ (মুখ বিকটাই) এ চাইছো, তালুৰপৰা তলুৱালৈকে চাইছো।

মধু ঃ তিনিটা ভাই -ককাইৰ মাজত ভনী বুলিবলৈ আমাৰ এজনী তালৈকোচোন, নেপাহৰিবা বৈনায।

মেমেৰা ঃ (ঠাট্টাৰ সুৰেৰে ) নাই পাহৰা মোৰ জেঠেৰা, নাই পাহৰা। ভাল চাই দৰা এটা আনি ছকুৰি পাতি ঢোল কোবোৱাই বিযা দি দিযা গৈ।

মধু ঃ লহকৰৰ ঘৰত তেনে নিয়ম থাকিব পাৰে, মোৰ মনকৰৰ ঘৰত আকৌ তেনে নিযম নাই।

মেমেৰা ঃ বুইছ, মধু, অলপ গা চাই কথা ক'বি। জেঠেৰী ফেঠেৰি মই নগণিম।

মধু ঃ (সাহ দেখুৱাই) ও, ভাল কথা কওতে ইমানৰ গুৰি পালিহি? তোৰ হাত আছে - মধুৰ নাই, মধুৰ হাত নাই, মধুৰ হাত নাই?

মেমেৰা ঃ মৰ এতিয়া নিজ দোষত, মৰ এতিয়া? হয় এতিয়া ঘটনা। পৰে এতিয়া মুৰ উফৰি।

মধু : মোৰ মুৰ উফৰি পৰিব আৰু তোৰ মুৰে হ'বলা কান্ধত উঠি টিঘিলঘিলাই থকিব? এ বুইছ (সপ্তম হ'ল)।

মেমেৰা : (মধুলৈ ফেৰ পাতিলে)
(বেগাবেগিকৈ ছদ্মবেশী দুৰ্ম্মুখৰ প্ৰবেশ)

দুৰ্ম্মুখ : ৰ'বা, ৰ'বা, হাই নকৰিবা। ৰজাৰ দোহাই । কি হৈছে তোমালোকৰ?

মধু : শুনাচোন বাটৰুৱা কাই, এইটোৱে বেক্‌বেকনি, চেক্‌চেকনি খন শুনা। যেন কণীভগা শালিকাহে।

দুৰ্ম্মুখ : হৈছে কি?

মধু : এই নিশালমুৰাটো মোৰ বৈনায। পিতাৰ টান নৰিয়া শুনি পৰহি ভনীজনী, ই নথকাত আমাৰ ঘৰলৈ গ'ল। এই বৰ জগৰটোতে ই এতিয়া তাইক তিৰোতা বুলি নেসামৰি খেদি দিয়ে।

মেমেৰা : দিম চাৰি দিম। মোৰ যদি তিৰোতাই হ'ব মোৰ অপোছনে খোজ এটা পেলাব কিয়? মৰিল জানিবা সেই জনী তিৰোতা, সেই বুলি দেশত তিৰোতাৰ আকাল হ'লনে?

মধু : এঃ ঠাই আছে কি? এওঁলৈ তিৰোতাই ভুৰুকিযাই আছে।

দুৰ্ম্মুখ : অনৰ্থক কাজিযা নকৰিবা। ৰজাৰ দুৱাৰ মেলা আছে গোচৰ দিযাগৈ।

মেমেৰা : অমুকাক তিৰোতাও নেলাগে আৰু বিচাৰ দিবলৈ নাই এইজন ৰজাৰ কাষতে।

মধু : শুনিলা, তাৰ উচুতীয়া মাত? তালৈ ৰজাও অলাযক হ'ল।

মেমেৰা : হ'ব চাৰি হ'ব। এইজন ৰজা নহৈ আন হোৱা হ'লে লঙ্কাৰ পৰা তিৰোতা উধাৰি নানে।

দুৰ্ম্মুখ : তুমি বোধ কৰো এটা কথা শুনা নাই।

মেমেৰা : কি?

দুৰ্ম্মুখ : ৰজাই লঙ্কাত জুইত পৰীক্ষা কৰিহে ৰাণীক সামৰিছিল।

মেমেৰা : লঙ্কাৰ জুইহে হ'বলা।

দুৰ্ম্মুখ : লঙ্কাৰ জুই আৰু অযোধ্যাৰ জুই দুকুৰানে কি?

মেমেৰা : একেকুৰা হ'লেনো লঙ্কাৰ জুই হনুমন্তৰ চেলেকত নুমাযনে।

মধু : শুনিছা, শুনিছা ।

মেমেৰা : নুশুনিনো কাণত ঠিলা দিছেনে? চেলেকিলে জুই নুমায ক'ত? লঙ্কাত, পানীত পৰিলে শিল ওপঙে ক'ত, লঙ্কাত, বছৰত ছমাহলৈ টোপনি আহে ক'ত, লঙ্কাত, দেও মাৰি সাগৰ পাৰ হয ক'ত, লঙ্কাত। অযোধ্যাত জানো তেনে হ'ব?

(হলাযুধৰ প্ৰৱেশ)

হলাযুধ : এ বোপাই, দিনদিযেক ৰ'বা অযোধ্যাতো মতাই ল'ৰা পাব, মাইকীযে ডাচি খুৰাব। বোলো সোণাইহঁত আজি কালিৰ কথা "হিতো নবাচ্যাং অহিতো নবাচ্যাং"

মেমেৰা : শুনিলা বাটৰুৱা কাই। অবলা মেমেৰাই কয নে দেশৰ দহেও কয।

দুৰ্ম্মুখ : সচানে দেউ, ৰাণীক সংবাৰণ কৰাৰ বাবে দহে ৰজাক গ্লানি কৰে?

হলাযুধ : কনো ক'ম মোৰ কুটুম? ক'লেও আমে কিল খায নক'লেও বোপাযে চকুলো খায। ৰজাৰ মৰমত, দেখুৱাই কেৱে একোৱে নকয, ভিতৰি কিন্তু গোটেই দেশতে ফু-ফু ফা-ফা, ফি ফি বা বা।

দুৰ্ম্মুখ : (স্বগতঃ) ভগবান, কোন কুক্ষণত আজি ইয়ালৈ আনিলা?

মধু : এ দেউ, পাচত ক'লে হ'ব কি? কিবা ক'বলৈ আছে যদি ৰজাৰ আগত বৈ লাহেগৈ কিয?

হলা : মোৰ সোণ, আমাৰ ভুলসাপতীয়া বামুণৰ কথা কোনে শুনিব? দেখা নাই বশিষ্ঠ, যাজ্ঞবল্ক্য আদি ভো ভো পণ্ডিত বোৰেই কিনাকুটিলৈকে জুবুৰিযাই মাৰি আছে। আমি লোলোতে কোন কুটা।

দুৰ্ম্মুখ : আহক তেন্তে দেউ, মোৰ লগতে আহক। মই দেটাই দিমগৈ আপুনি দহজনৰ মুখত যি যি শুনিছে তাকে ৰজাক জনাবগৈ?

হলাযুধ : এ হে' হে' তুমি মোক পানীকেচুৱা পাইছা, নহয।

দুৰ্ম্মুখ : তেন্তে কথাই মিছা আপোনাৰ।

হলাযুধ : মিছা যদি মিছা। মিছা হ'লেও আমাৰ বিষাদ নাই, সঁচা হ'লেও আমাৰ হৰিসাদ নাই।

দুৰ্ম্মুখ : (স্বগতঃ) উঃ উঃ। মোৰ প্ৰভুৰ ৰাজ্যতো নিন্দাবাণী আছে। (প্ৰস্থান)

মেমেৰা : দেউ, মোক এতিয়া সেইজনী তিৰোতা সামৰিবলৈ কযনে?

হলাযুধ : তোমাৰ ইচ্ছা মোৰ সোণ।

মেমেৰা : মোৰ ইচ্ছা আন এজনী আনিবলৈহে।

হলাযুধ : ও তো। যাৰ বৰ পেড়াত দুই চাৰিজোৰ সোণৰ খাৰুৱে জকনমকায, যাৰ পদূলি মুখত দুই চাৰিটা হাঁতীয়ে নিচিএৱে, যাৰ বৰঘৰত দুই চাৰিজনী তিৰোতাই চুলিয়া-চুলি নকৰে সি কিহৰ পুৰুষ?

মধু : মযো চাও বাৰু, কোনটোৱেনো তোলৈ ছোৱালী যাচে। (উচাট্ মাৰি গুচি যায়)

মেমেৰা : সঁচা চাবিনে? বোলো সচা চাবিনে? তেৰ' শুন্ শুন্ শুন্ - যদি লহকৰৰ ঘৰৰ পোৱালি হও - এই মাহতে

তোৰ কাণত জয়ঢোলৰ মাত পেলাম। শুনিলিনে?
শুন্ শুন্ শুন্, আকৌ কওঁ (প্ৰস্থান)

হলায়ুধ : ৰিয়া পাত, নেপাত; মুখৰ জয়ঢোল নেৰিবি বোপাই,
মুখৰ জয়ঢোল্ নেৰিবি। (প্ৰস্থান)

# চতুৰ্থ দৃশ্য

পৰ্ব্বতৰ নামনি। ওচৰ-কাষৰ গছপাত বিলাকত হোমৰ ধোঁৱা লগাৰ চিন ফটফটীয়াকৈ জিলিকি আছে। শম্বুক নামৰ এজন শূদ্ৰ তপস্বীয়ে আগত অগ্নি স্থাপন কৰি তপস্যা আচৰি আছে। মাজে মাজে হাবিৰপৰা বনৰীয়া চৰাইৰ মাত শুনা হৈছে আৰু কেতিয়াবা গছৰ ডালত বান্দৰৰ পাল দেখা গৈছে।

শম্বুক ও বাঙ্‌মে মনসি প্ৰতিষ্ঠিতা,
মনো মে বাচি প্ৰতিষ্ঠিতম্
ও আবিৰাবিৰ্মএধী

(এনেতে বিষণ্ণ মনেৰে বৈভৱ আৰু শ্ৰীৰামচন্দ্ৰৰ প্ৰবেশ)

(কঠোৰ তপস্বী শম্বুকক দেখি পৰস্পৰে চকুৰে চকুৰে চাই দুযোজন ভক্ত মাৰি ৰ'ল আৰু পাচত দুযো ধোঁৱা লগা গছৰ পাতবিলাক চাবলৈ ধৰিলে)

বৈভৱ : চোৱা ৰঘুমনি,
নৃপশ্ৰেষ্ঠ অযোধ্যা - শাসক,
নসিঙিঘলে এনে দৰে
ধৰ্ম্ম বৰ্ণাশ্ৰম,
সত্য পৰৱৰ্ত্তী ত্ৰেতা, পবিত্ৰ যুগত
কিয় ব্ৰাহ্মণৰ পুত্ৰ
অকালতে মৰিব ইদৰে।
প্ৰভু, প্ৰভু,
পুনৰ্বাৰ কৰো অঙ্গীকাৰ
নিদিয়া জীৱন যদি
সন্তানক মোৰ
তোমাৰ কুযশ ঘুষি ভাৰত -ভূমিত
পিতা-মাতা দুয়ো আমি
জীৱন আহুতি দিম
ৰাজ দুৱাৰত।

ৰামচন্দ্ৰ : স্থিৰ হোৱা বিপ্ৰদেৱ।
এই শৈৱলৰ পাৰ্ব্বত্য ভূমিত
প্ৰৱেশিছো ৰাজ্য এৰি
অনুসন্ধানৰ হেতু ।
তাৰেই কাৰণ।
(শম্বুকৰ ওচৰ চাপি)
কোন তুমি তপোধন?

বৈভৱ : (সুৰতে সুৰ মিলাই)
মেলা চকু,
দিয়া পৰিচয়
সুধিছেহি নিজে আহি
অযোধ্যাপতিয়ে।

শম্বুক : (লাহে লাহে চকু মেলি)
অযোধ্যা -পালক।।
আহা হা।।
কি আজি সৌভাগ্য দাসৰ।।

ৰাম : কোন তুমি তপোধন?

শম্বুক : প্ৰভু, অযোধ্যা - ৰঞ্জন
শূদ্ৰ মই, নামত শম্বুক।

ৰাম : শূদ্ৰ তুমি?
জানানে শম্বুক,
বেদ-পাঠ তপস্যা আদিত
নাই অধিকাৰ অদ্বিজৰ?
শূদ্ৰ হৈ-
বৰ্ণ ধৰ্ম্ম উলঙ্ঘাৰ হেতু,
অকাল মৃত্যুৰে আহি
গ্ৰাসিলেহি ব্ৰাহ্মণ শিশুক।

শম্বুক : প্ৰভু,
তোমাৰ বিশাল এই
অযোধ্যা ৰাজ্যত
এটি মাত্ৰ শূদ্ৰে আজি
আপোন কুশল হেতু
তপস্যা আচৰা বাবে
অকাল মৃত্যুৰে যদি
গ্ৰাসে আহি ব্ৰাহ্মণ শিশুক,
কিয় তেন্তে
শত শত ব্ৰাহ্মণৰ তপৰ প্ৰভাৱে
পৰা নাই দিব জীৱ দান?

তেনেদৰে জীৱদান দিলে
দ্বিজাতিৰ সেৱা এৰি
শূদ্ৰ হ'ব নিতে স্বেচ্ছাচাৰী
হ'ব ৰাজ্য
অতিবৃষ্টি, অনাবৃষ্টি,
অশান্তিৰ উৎকণ্ঠ আকৰ।

শম্বুক : পশুত্ব,নৰত্ব এৰি প্ৰজাকুলে দেৱত্ব লভিলে
ৰাজ্য যদি অধঃ পাতে যায়
তেনেহলে বিপ্ৰৱৰ,
ৰাজ্য কিয় - অধঃপাতে যক বসুন্ধৰা।

ৰাম ঃ শূদ্ৰ তপোধন,
নাই কাল অন্য বিচাৰৰ।
এই ব্ৰাহ্মণৰ সন্তানক
প্ৰাণ দান দিবৰ কাৰণে
মৃত্যু দণ্ড বিহিলো তোমাৰ।
কৰা ইষ্ট আৱাহন ,
হোৱা স্থিৰ মৃত্যুৰ কাৰণে।

শম্বুক ঃ প্ৰভু, অযোধ্যাবল্লভ,
পুৰুষ প্ৰৱৰ মহাজন,
ব্ৰাহ্মণ সন্তান কিয়?
কদাচাৰী চণ্ডালৰ সন্তানেও যদি
লভে প্ৰাণ শূদ্ৰৰ মৃত্যত
কৰা আশীৰ্ব্বাদ
জন্মে জন্মে শূদ্ৰ দেহ ধৰি
লভো যেন জন্ম ভাৰতত।
কিন্তু প্ৰভু,
তোমাৰ অসিয়ে
স্কন্ধচ্ছেদ কৰাৰ পূৰ্ব্বতে
কৈ যাও উৰ্দ্ধবাহু হৈ
নিষ্ঠুৰ আৰ্য্যৰ বিধানত
যি শূদ্ৰক হেয় ভাবি
কৰিলাহি শিৰচ্ছেদ আজি
সেই শূদ্ৰ কুলতেই
তুমি দাশৰথি হেন
বেদাধ্যায়ী, তপোনিষ্ঠ
জন্মি মহা পুৰুষ অনেক
দেখুৱাব জগতক
চিৰসত্য, সনাতন ধৰ্ম্ম সমুজ্জ্বল।

ৰাম ঃ (খড়গ হাতত লৈ)
লোৱাঁ ইষ্ট নাম।

শম্বুক ঃ ইষ্ট নাম।।
তুমি প্ৰভু পুৰুষ মহান
বিষ্ণু অৱতাৰ নিজে
নয়ন ৰঞ্জন ৰূপে
বিৰোজোতে অভিৰাম বেশে
আৰু ইষ্ট নাম কিয
লাগে শম্বুকক?
(ভিতৰলৈ চাই) দীনদাস।
(দীনদাসৰ প্ৰবেশ)

দীন ঃ পিতা,
হ'ল নে কি তপস্যাৰ শেষ?

শম্বুক ঃ যি ফলৰ আশা কৰি
আচৰিলোঁ তপস্যা কঠোৰ
ততোধিক ফল লাভ
ঘটিছে ভাগ্যত।
শুন বাছা,
এই পূণ্য তনু ব্ৰাহ্মণৰ
মৃত সন্তানক, সঞ্জীৱিত কৰিবৰ হেতু
ৰঘুপতি, ৰাৱণাৰি, প্ৰভুৰামে আহি
প্ৰাণ-দান। বিচাৰিছে মোৰ।

দীন ঃ প্ৰাণ দান।।

শম্বুক ঃ হয, প্ৰাণ দান।

দীন ঃ প্ৰাণ দান।।

শম্বুক ঃ হয, বাছা।

দীন ঃ প্ৰাণ দান।।

শম্বুক ঃ হয, হয, বাছা মোৰ, প্ৰাণ দান।

দীন ঃ তুমিযেনে ৰঘুপতি,
ৰামৰাজ্য প্ৰতিষ্ঠাতা
অযোধ্যা পালক?
(বৈভৰক) তুমিযেনে
জগতৰ হিতকামী
ব্ৰহ্মজ্ঞ ব্ৰাহ্মণ?
প্ৰাণদান।। প্ৰাণদান।।
কোৱা (ৰামৰ কাষ চাপি) ৰঘুমণি
ই কেনে প্ৰাণদান?
ই কেনে ঘৃণ্য সাম্যবাদ।।

শম্বুক ঃ দীনদাস, দীনদাস
(হাতত ধৰি ওচৰ চপাই লৈ)
পিতৃ সত্য পালনৰ হেতু
ক্ষত্ৰিয় সন্তান, সীতনাথে
ৰাজ্যৰ মমতা এৰি
পূৰ্ণ চতুৰ্দ্দশ বৰ্ষ কটাই বনত
পুত্ৰৰ আদৰ্শ থ'লে মহান সুন্দৰ,
তুমি আজি পুত্ৰ হৈ
এই হীন শূদ্ৰ শম্বুকৰ
নথবানে আহি ততোধিক?
মোৰ ইচ্ছা,কৰা স্থান ত্যাগ।

দীন ঃ পিতা। (ক'ব খোজে)

শম্বুক ঃ মোৰ বাঞ্ছা .

দীন ঃ পিতা (ক'ব খোজে)

শম্বুক ঃ মোৰ অনুৰোধ।

দীন ঃ পিতা (ক'ব খোজে)

শম্বুক ঃ মোৰ শেষাদেশ
কৰাঁ স্থান ত্যাগ

দীন : ( কবলৈ প্ৰয়াস কৰে)
শম্বুক : স্থান ত্যাগ।
দীন : (আকৌ ক'ব খোজে)
শম্বুক : স্থানত্যাগ।
(দীনদাস পাছ হুহুকিবলৈ ধৰে)
(পিতাৰাৰ শেষ বাক্য, স্থান ত্যাগ )
(দীনদাস আৰু হুহুকিল। শম্বুকে আনন্দ প্ৰকাশ কৰিলে)
ধন্য পুত্ৰ মোৰ, - পিতাৰাৰ
লোৰা আশীৰ্বাদ। স্থানত্যাগ।
(দীনদাস অনিচ্ছাৰে আঁতৰি গ'ল)
প্ৰভু, (দূৰলৈ চাই)
জানো বা বিলম্ব হ'লে
কাৰ্য্য হানি ঘটিব তোমাৰ।
(আঠুকাঢ়ি)
দিলো, এই নশ্বৰ শৰীৰী জীৱ
ৰঘুমণি ৰামৰ পদত।
ওঁ অসতো মা সদগময়।
ওঁ মৃত্যুৰ্মা অমৃতং গময।
(শম্বুকে তলমূৰকৈ আত্ম সমৰ্পণ কৰে, ৰামচন্দ্ৰে খড়গ তোলে)
বৈভৱ : ধন্য ধন্য, ৰঘুপতি ৰাম।
(দ্ৰষ্টব্য এই দৃশ্যত বৈভৱৰ কোলাত এটি মৃত সন্তান দেখুৱাব পাৰে)

## দ্বিতীয় অঙ্ক

### প্ৰথম দৃশ্য

#### মন্ত্ৰণ কক্ষ

(আঁতৰৰ পৰা কোনো সময়ত এটি করুণ সুৰীয়া বীণাৰ বাগ ভাহি আহে।)

ৰামচন্দ্ৰ আৰু দুৰ্ম্মুখ

ৰাম : ভদ্ৰ কৈ যোৱা
হঠাতে ঠমকি বলা কিয় ?
দুৰ্ম্মুখ : প্ৰভু,
অসহন হব জানো
অধীনৰ মুখৰ বাতৰি -
সেই আশঙ্কাতে
কও বুলি ভাবোতেই
হিয়া মোৰ বাজিছে সঘনে।
ৰাম : অসহন।
কি ক'লা সুভদ্ৰ,
অসহন?
অশুভ সংবাদ কিয়,
হিমাদ্ৰিৰ হিমে শীতলোৱা
গুৰুভাৰে পাষাণকো আনি
কোনোবা দৈত্যই আহি
যদি মোৰ থাপেহি শিৰত
তাতো ৰাম নহয় কাতৰ।
সহিব পাৰিলে ৰামে
বিমাতাৰ কঠোৰ আদেশ,
পিতাৰ অকাল মৃত্যু,
সীতাৰ বিচ্ছেদ ব্যথা,
শক্তিশেল প্ৰিয় লক্ষ্মণৰ,
সহি সহি সহনেৰে
শিলাময় কৰিলে হৃদয়।
ভাবিছানে?
ৰাজ্যৰ সামান্য এটি দুখ সংবাদত
নিষ্পেষিত হ'ব ৰাম
পাষাণে পেষিত কৰা
কুসুমৰ দৰে?
কোৱা, কোৱা, কি শুনি আহিলা?
দুৰ্ম্মুখ : আত্ম যোগী, ধৰ্ম্মৰ পালক,
নিৰ্ভীকতা ৰূপে
বহা যেন ক্ষন্তেক সময়
বায়ু -বিকম্পিত মোৰ
হৃদয়ৰ চঞ্চল দলত।
ৰাম : কোৱা প্ৰিয মুখ.
দুৰ্ম্মুখ : প্ৰভু,
সুখময় অযোধ্যাত.
ফুৰোতে আপোন বেশ
সংগোপনে কাৰি-
শুনিলো প্ৰজাৰ মুখে
সতীত্বৰ শুদ্ধ মূৰ্ত্তি
মাতৃ জা- ন -
ৰাম : জানকীৰ?
দুৰ্ম্মুখ : হয় প্ৰভু
মাতৃৰ নামত
কলঙ্কৰ কুৎসিৎ প্ৰয়োগ।
ৰাম : ভদ্ৰ, কৰোতে ৰটনা,
সজ্ঞান-সজাগ হৈ -
আছিল নে দোষগ্ৰাহী
নিন্দুকৰ দল?
ভদ্ৰ : আছিল ৰাজন্।
ৰাম : (মনৰ উদ্বেগ ঢাকিবলৈ চেষ্টা কৰি)
নহয়, নহয়

বুজা নাই তুমি মোৰ
(ভিতৰৰ ফালে যন্ত্ৰৰ সুৰলৈ কাণ দি)
আঃ ৰাগিণীনে বিকৰ্থনা বিকৰ্থনা।।
(ভদ্ৰক) নহয় নহয় ভদ্ৰ
কিজানি তেতিয়া .... .

**দুৰ্ম্মুখ ঃ** চকুত আছিল
তোজোময দীপ্তি স্বাভাৱিক,
মুখত আছিল হাঁহি
সুস্থ শৰীৰৰ নিদৰ্শন

**ৰাম ঃ** ৰ'বা
বিদিত আছেনে সিহঁতৰ
সুবৰ্ণ লঙ্কাত কৰা
জানকীৰ অনল পৰীক্ষা?

**দুৰ্ম্মুখ ঃ** আছে প্ৰভু।

**ৰাম ঃ** ব্ৰহ্মা আদি দেৱতাৰ
নিৰপেক্ষ সাৰগৰ্ভা বাণী?

**দুৰ্ম্মুখ ঃ** সিও প্ৰভু বিদিত সবাৰ।

**ৰাম ঃ** 'বিদিত সবাৰ ', 'বিদিত সবাৰ'।
ভদ্ৰ ,
হ'ব পাৰে উপহাস বাণী।

**দুৰ্ম্মুখ ঃ** কাৰ এনে
অদ্ভুত সাহস প্ৰভু,
অযোধ্যা নাথৰ ভাৰ্য্যা,
জানকীৰ পৱিত্ৰ নামত
উপহাস কৰে অগোপনে?

**ৰাম ঃ** সত্য কথা।
প্ৰাণ সম প্ৰিয় মোৰ
প্ৰজা অযোধ্যাৰ,
কিয উচ্চাৰিব
অশোভন উপহাস
বিশেষতঃ - মোৰ মুখ চাই?
ভদ্ৰ, ভদ্ৰ,
অযোধ্যাৰ নৃপতি নে,
জানকীৰ পতি মই?
(ভিতৰলৈ কাণ দি) আঃ
কাৰ পৰশত বাজে
'বসন্তৰ' বুকু ভাঙি
'ভৈৰবৰ' ভীম কোলাহল?
ভদ্ৰ (সংযত যেন হৈ)
জিৰোৱা ক্ষন্তেক এই
মন্ত্ৰণা কক্ষত,
শ্ৰান্ত তুমি হয অনুমান।

**দুৰ্ম্মুখ ঃ** মন্ত্ৰণা কক্ষত।

**ৰাম ঃ** অ' হয় হয়
মন্ত্ৰণা কক্ষত পায় যন্ত্ৰণা মাথোন;
নাই তাত শান্তিৰ আভাস।
যোৱা, যোৱা ভদ্ৰ,
গোপনে ৰাখিবা এই
প্ৰজাৰ ৰটনা,
ভেদক, যে দিলে সি, গিৰি নদা বন
অযোধ্যাৰ নগৰ প্ৰান্তৰ,
কিন্তু, নেলাগে ৰাখিব
ৰাজ প্ৰসাদৰ এই,
অন্তেস্কপুৰত।
যোৱা, যোৱা
(প্ৰণাম জনাই ভদ্ৰমুখৰ প্ৰস্থান)
হৃদয, নহ'বি অধীৰ
নিজে ল'ম প্ৰমাণ ইয়াৰ।
(স্তব্ধ হৈ থাকি)
শুনো যেন থাকি থাকি
সমীৰণে স্বকি স্বকি
কয আহি কাণে কাণে
'ৰাম, ৰাম, ৰাম, অযোধ্যাৰ
প্ৰজাৰ অন্তৰ জোৰা
লোৱা শুদ্ধ ভক্তিধাৰা-
সীতাৰনে তুমি প্ৰভু
পুত্ৰসম স্নেহৰ প্ৰজাৰ।।'

## দ্বিতীয় দৃশ্য

নৈৰ ঘাট- পাৰত নানা বৰণীয়া তিতা কাপোৰ মেলা আছে।
গেৰজাই - (কাপোৰ ধোৱাৰ লগে লগে জাত লগাই লগাই গাইছে)

'বগলীৰ বগা পাখি
মেনী ম'হৰ দৈ।
অমুকাৰ হাতে ছুলে
নিকা তাতোকৈ।।
অ' পাণেশই, অ' পাণেশই
(ভিতৰলৈ চাই)
ঔ পনৰু মাক।
(কাপোৰ খচিবলৈ ধৰে)
অ' পাণেশই, অ' পাণেশই
চিপ চিপ চিপাত মণি
ককালতে কৰেধনি

মুখত তোৰ মইনা সুৰৰ
অৰমিতৰ নৈ।।
(ভিতৰলৈ চাই)
ঐ পনৰু মাক।।

**গেৰজাই** ঃ ক'লৈ গৈছিলি ঐ অথনিৰেপৰা ? চিএঞ্চত কাপোৰ ধোৱা পাটেও ফাট মেলিলে ঐ

**পঃ মাক** ঃ কিয় মই আজি ৰাতিপুৱা তোমাক কোৱা নাই ?

**গেৰজাই** ঃ কি ?

**পঃমাক** ঃ আজি ৰজাৰ পঞ্চামৃত খোৱা নহয় ? তাকে চাবলৈ গৈছিলো।

**গেৰজাই** ঃ বাৰু পনৰু মাক, তযো খালিনে নাই এচেলেক্ মান ?

**পঃ মাক** ঃ (চকুৰে হাঁহি) মই আকৌ খাম কিয ?

**গেৰজাই** ঃ মোলৈ এফেৰা ৰাহি হৈ থাকিলেহেতেন।

**পুঃ মাক** ঃ তোমাৰ আৰু কথা।

**গেৰজাই** ঃ ৰ'বিচোন বাৰু মনত পৰোতেই তোক কথা একাষাৰ সোধো। ৰাণী গৰাকীক বাৰু চিকুণ দেখিলিনে ক্ষীণ দেখিলি অ'।

**পঃ মাক** ঃ আমি আৰু আঁতিৰৰ পৰা দেখাহে।

**গেৰজাই** ঃ তেওঁ বুলি কেনে দেখি আহিলি ?

**পঃ মাক** ঃ আগৰ নিচিনাই।

**গেৰজাই** ঃ এফেৰিমান ক'লাও পৰা নাইনে ?

**পঃ মাক** ঃ নাই পৰা।

**গেৰজাই** ঃ পৰিল পৰিল, তই মন হে কৰা নাই।

**পঃ মাক** ঃ কি হৈছে, হে ক'লা পৰিবলৈ ?

**গেৰজাই** ঃ হেৰ' তেওঁৰ ভাগ্যত ৰামৰ নিচিনা এজন গিৰিহঁত আছিল শুণেহে আকৌ এই ৰাজ্যত চাউল খাবলৈ পালেহি। আনৰ কথা নকৱেই - বুঢ়া ৰজা থাকিবলৈ হোৱা হেতেন - তেওঁ সেই লঙ্কা পুৰীতে হাড় পেলাব লাগিল হেঁতেন।

**পঃ মাক** ঃ তুমিও আৰু ভাল ঘিউত কাঁইট বাছিব জানা দেও।

**গেৰজাই** ঃ হেৰ' মযে অকলে বছা নাই ঘিউত কাইট বুইছ ? দহজন একেলগে হলেই -এই কথা বিং -বিং -বাং - বাং।

**পঃ মাক** ঃ বলৱন্তই বল কৰি হাতত ধৰিলেই মানুহ গৰাকীৰ বেয়া হ'ব পাৰে ? এনে কথা সমাজিকতো ক'ব নেপায দেও।

**গেৰজাই** ঃ তই বুজা নাই পনৰু মাক, তই বুজা নাই। যা দহ জনে মান্য কৰে তেওঁ অলপ গা চাই ফুৰিব লাগে। এই গৰাকী ৰাণী তাতে এৰি দি তেওঁ জানো আন এগৰাকী বিয়া কৰাবলৈ নেপালেহেঁতেন ? আমাৰ নিচিনা জানো, তেওঁবি লাক ? বুঢ়া ৰজাৰ জানো সাত তিনি গৰাকী তিৰোতা নাছিল ?

**পঃ মাক** ঃ তোমালোক মতাবোৰ বৰ কাঠচিতীয়া হে ?

**গেৰজাই** ঃ কিয পনৰু মাক ?

**পঃ মাক** ঃ চোৱাচোন, ৰজাৰ কথাটোহে ভাবিলাহক, ৰাণী গৰাকীৰ অৱস্থা কি হ'লহেতেন ভাবিলানে ? মই মৰিলে চাগৈ তুমি তিয়নি-দহাকে পাৰ নকৰিবা।

**গেৰজাই** ঃ হেৰ' মযে জানো কৈছো এতিয়া ?

**পঃ মাক** ঃ লগত তেও উজান দিছাহে। আজিহে চিনিলো তোমাৰ চিত।

**গেৰজাই** ঃ (কুহুলিয়াই) পনৰু মাক।

**পঃ মাক** ঃ (মুখ ঘুৰাই) পনৰু মাক মৰিল।

**গেৰজাই** ঃ (মুখৰ ফালে গৈ) পনৰু মাক।

**পঃ মাক** ঃ (মুখ ঘূৰাই) মৰিল।

**গেৰজাই** ঃ (মুখৰ ফালে গৈ) পনৰু মাক।

**পঃ মাক** ঃ (আকৌ সেইদৰে) কৈছো পনৰু মাকে মৰিচ খালে।

**গেৰজাই** ঃ মোক এৰি পনৰু মাকে গোট মৰিচটো অকলে নেখায়। পনৰু মাক, একামোৰ।

**পঃ মাক** ঃ যমৰ ঘৰলৈ আহিলো। (ভাও জুৰি গুচি যায)

**গেৰজাই** ঃ যম-দুৱাৰৰ বাটত কুকুৰ আছে ঐ পনৰু মাক। এই বহতীযাটোকো (আঁচলত ) লগতে লৈ থ। (প্ৰস্থান)

(বিপৰীত ফালৰ পৰা ৰামচন্দ্ৰৰ প্ৰৱেশ)

**ৰাম** ঃ ভাগিল সন্দেহ,
শুনিলো আপোন কাণে
ৰজকেও কলঙ্ক বটিছে।
ৰামচন্দ্ৰ নাম হ'ল নিন্দাৰ বিষয়।
লঙ্কাৰ নিশ্বাস পৰি
জানকীৰ চৰিত্ৰ দৰ্পন
ম্লান হ'ল
হিমে ঢকা চন্দ্ৰিকাৰ দৰে।
অযোধ্যাৰ বেণু বনে বনে
বিচাৰি বেণুৰ ৰন্ধ্ৰ
বিদ্ৰূপৰ তালে মানে
গায সমীৰণে
'ছিঃ ছিঃ অনৰ্ঘ ৰাঘৱ'।
ৰাজভোগ, সুখ, শান্তি
বিলাসিতা, প্ৰিয়-পৰিজন
সকলোকে তৃণ্ ৱৎ ভাবি
যি সতীত্ব ৰাখিলে সতীয়ে,
দেখুৱালে জগতক আদৰ্শ মহান
তাৰ ফলে
কলঙ্ক- গঞ্জনা।

(কঞ্চুকীৰ প্ৰৱেশ)

**কঞ্চুকী ঃ** মহাৰাজ,
চাপিল ধেনুৰ পাল
শান্ত দেহে, তুলি পদধূলি,
সুনীল আকাশ জুৰি
বিহগ বিহগী গ'ল
ৰচি ধাৰে ধাৰে দিব্যমালা,
তৰা বছা আঁচলেৰে,
মলযাৰ বিচনীৰে,
চলাই চৰণ ধীৰে,
সন্ধ্যা দেৱী চাপিল সমীপ;
দূৰ-দূৰণিৰ মন্দিৰে মন্দিৰে
ডবা-শঙ্খ ঘন্টা বাজি
আৰতিৰ সূচালে সময়।

**ৰাম-** উত্তম। কঞ্চুকী,
যোৱা, প্ৰস্তুত কৰোৱা ৰথ।

**কঞ্চুকী-** যিৱা আজ্ঞা প্ৰভু।

**ৰাম-** সতীত্ব এফালে আজি
জনশক্তি আনফালে তাৰ।
ব্ৰাহ্মণৰ বিদ্যাবল
ক্ষত্ৰিযৰ বাহুবল
বৈশ্যৰ বাণিজ্য কৃষি
পৰিচাৰ্য্য চতুৰ্থ বৰ্ণৰ-
চাৰি শক্তি মিলি
পৰিপূৰ্ণ অযোধ্যা বিশাল
আজি যেন সেই অযোধ্যায়ে-
নাচিছে তাণ্ডৱ নৃত্য,
বাহু মেলি মেলি
গ্ৰাসিব খুজিছে,
জানকীৰ ক্ষীণ দেহা এটি।
অযোধ্যা, অযোধ্যা
জন্মভূমি, পূণ্য দেশ মোৰ
কোৱা, কি বিচাৰিছা
ৰামৰ জীৱন?
নিয়া, নিয়া, নিয়া,
সাম্ৰাজ্য ৰামৰ?
নিয়া, নিয়া, নিয়া,
কিন্তু কিয় খোজা
সন্ধিয়াৰ তৰা যেন,
জোনৰ জেউতি তুল্য,
প্ৰভাতৰ অৰুণ সদৃশ,
সতী মোৰ, জনক -কন্যাক?

(প্ৰস্থান)

## তৃতীয় দৃশ্য

### শয়ন -কক্ষ

(সীতা শয্যাত কাতি হৈ আছে, হাতৰ বীণাখন এদতীযাকৈ থৈ উৰ্ম্মিলা কথাত লাগিছে)

**উৰ্ম্মিলা-** কোৱা বাইদেউ,
তাৰ পাচত কি দেখিলা
চম্পাৰ পৰাগ সনা
তোমাৰ মধুৰ সেই সপোন পুৰীত।

**সীতা** শৰীৰ শিহৰে ভনী
নয়নৰ লোতক নিজৰে
আনন্দৰ উথলে হিল্লোল
পৰিলে মনত মোৰ
সপোন পুৰীৰ সেই
পশ্চিম দিশত
বিজুলীৰ একা-বেকা লাজুকী নাচোন।
সেই আকাশৰে
পূৰ্বত আকৌ
সাত বৰণীয়া উজ্জ্বল সাজৰ
ৰাম ধনু মুৰ্ত্তিধাৰী
মদনৰ কটাক্ষ দৰ্শন।
দুয়োৰো মাজতে যেন।
বুঢ়ী জোনাবায়ে
মডলৰ ম'ৰা পিৰা পাৰি
বহিছে মিছিকি হাঁহি
পুত্ৰৰে বধুৰে শুনি পবিত্ৰ আলাপ।

**উৰ্ম্মিলা-** আৰম্ভতে বিবৰণে
ঢালিছে মাধুৰী
তাৰ পাছে?

**সীতা-** এনেতে এনেতে ভনী
আশ্ৰমৰ মুনিকন্যা সবে
যেন মোক আদৰি সাদৰি
শিৰত দিছেহি ফুল
ৰাশি ৰাশি শেৱালি নেবালি;
কণ্ঠত দিছেহি মালা
আকাশী লতাৰে সিয়া
চন্দনৰ তল সৰা
মালতী কলিৰে।
নোৱাৰো বুজাব উৰ্ম্মি,
সেই সপোনৰ

আগ নাই গুৰি থকা,
ডাল নাই ফুল লগা,
সোণাময ছবি সৌন্দর্য্যৰ।
উৰ্ম্মি- শুভ হওক, স্বপ্ন বাইদেউ।
ক'লানে প্ৰথমে বাৰু
অযোধ্যা নাথক?
সীতা- কোৱা হ'ল ভনী।
সঁচা উৰ্ম্মি,
সেই স্বপ্ন দেখিবৰে পৰা
চকুত উপচি থকা সৌন্দৰ্য্যৰ ৰেণু
পথালি পানীৰে যেন
মচি আঁচলেৰে
পৰা নাই গুচাব তিলেকো।
উৰ্ম্মি- বুজিছো কথাতে।
অতীতৰ পূণ্য স্মৃতি সৰে
ভুমুকি মাৰিছে আহি
মাজে মাজে অন্তৰ ৰাজ্যত।
বাইদেউ,
সাৰ্থক কৰিলা তুমি ৰমণী জনম।
চতুৰ্দ্দশ সুদীৰ্ঘ বছৰ
বনে বনে ঘূৰি ঘূৰি
বন ৰাণী দৰে-
কত গুলা
শ্যামাৰুণ তৰু পল্লৱৰ
মৃদু আচলত,
কমলৰ অমল বদন,
কুমুদৰ চঞ্চল নয়ন,
দুযোকে আগতে লৈ
উষায -সন্ধ্যায় কত
কৰিলা আলাপ?
কত বসন্তৰ সুৰভি পৱন,
কত শৰতৰ নিৰ্ম্মল গগন,
কত হেমন্তৰ হেম আভৰণ
আঁকোৱালি কৰিলা ধেমালি?
পিঞ্জৰৰ পখি আমি
সি সুখৰ ধাৰণাও নহয় সম্ভৱ।
সীতা- বনবাসে বনবাস নহয ভনীটি।
বিলাসী ঘৰতো আছে
শত বনবাসী,
নিৰ্জ্জন নিবিড বন-বননীতো আছে
ধেমালিৰ শতেক সঙ্গিনী।
উৰ্ম্মিলা- অ' বাইদেউ,
বনবাস বোলোতে হঠাতে
কথা এটি পৰিছে মনত।
সীতা- কি, উৰ্ম্মি?
উৰ্ম্মিলা- যিমান মুখেৰে কৈ
বুজালা সিদিনা
ৰাৱণৰ ভীম মূৰুতিৰ
নোবাৰিলো কৰিব ধাৰণা।
সীতা- পশুৰ কামান্ধ দৃষ্টি
বিৰিঙ্গা চকুৰে
আছিল দহোটা শিৰ
এখন কান্ধত,
বাম-দক্ষিণৰ দুবাহুত
হিংসাৰ শোণিতে ভৰা
আছিল কুৰিটা হাত-
যমদণ্ড হেন শক্তিমান,
আৰু কিনো বিশেষত্ব ভনী?
উৰ্ম্মি- নহয, নহয বাইদেউ,
বৰ মন যায মোৰ
বীৰত্ব-পশুত্ব মিহলাই
বিধাতাই গঢা সেই
ভীষণ মুৰ্ত্তিৰ
প্ৰতিকৃতি এটি চাবলৈ।
সীতা- কি ফল ফলিব ভনী,
তেনে পট আগত ৰাখিলে?
পূণ্য তনু সকলৰ
প্ৰতিকৃতি দৃষ্টিত থাকিলে
হয নিতে পূণ্য -অভ্যুদয,
কিন্তু তাৰ বিপৰীতে
কুফলৰ পূৰ্ণ সম্ভৱনা।
উৰ্ম্মি- নাই ভয বাইদেউ,
প্ৰতিকৃতি দেখি তাৰ
সুঁৱৰিম কামান্ধৰ শেষ পৰিণাম।
ৰ'বা বাইদেউ,
আনো সাঁচীপাতে, লেখনীযে
(ভিতৰলৈ গ'ল)
সীতা- সেই মুখ, সেই দৃষ্টি
সেই দেহা-দহা লম্পটতা,
অশোক বনৰ সেই
শোক সনা নগ্ন-বীভৎসতা
ভাবিলেও তনু মোৰ
হয কন্টকিত।
(উৰ্ম্মিলাৰ সাঁচীপাত লেখনী, ৰং বৰণ লৈ

প্ৰবেশ)

উৰ্ম্মি- নেমানিবা আমনি মনত।
স্থুল-মূল দুই এটি
ৰেখাৰ সহায়ে
ৰাৱণৰ চিত্ৰ এটি মাথো।
(পাত লেখনী হাতত গুজি দিলে)

সীতা- ভনীটিৰ অনুৰোধ
উপেক্ষা কৰিম কোন সতে?
কিন্তু উৰ্ম্মি,
মোৰো আছে
নাম মাত্ৰ এটি অনুৰোধ।

উৰ্ম্মি- অনুৰোধ।।
কোৱা 'আজ্ঞা' বুলি।

সীতা- সীমাবদ্ধ শব্দৰ ভঁৰাল।
যেনে বুলি ল'ব খোজা, লোঁৱা।
শুনা,
চিত্ৰ সমাপন কৰো মানে
দেহৰ ভাগৰ মচা
হিয়া শীতলোৱা
(লেখনীৰে গালত টুকুৰিয়াই)
এটি-পুণ্য গীত।
(সীতাই ছবি আঁকিবলৈ ধৰে উৰ্ম্মিলাই গীত গায়)

গীত
(মই) আপুনি লেখনী, ধৰি আপোনাৰ
কপালৰ লেখা লেখিছো।
হিমে শীতলোৱা মেঘৰ মাজেদি
জোনৰ জেউতি দেখিছো।।
(গীতৰ মাজতে ৰামচন্দ্ৰ কক্ষলৈ নামি আহি উৰ্ম্মিলাক
দেখি উভতি গুচি গ'ল।)

নেপথ্যে সুমিত্ৰা - উৰ্ম্মি

উৰ্ম্মিলা- (কাণ দি) আই।
বাইদেউ,
থ'বা বাৰু শেষ হ'লে
তোমাৰ হাততে পট খানি।
(উঠি) উঃ ভালে নিশা হ'ল।

সীত- যোৱা বাৰু ভনী।
(প্ৰস্থান ছবি খন চাই)
বাকী আছে দুই-এটি ৰেখ।
থক আজি শিতানতে
কালি পুৱা শেষ কৰি
দিম উৰ্ম্মিলাক।

(ছবি থৈ শয্যাত পৰি)
স্বামী গুৰু মোৰ।
(এনেতে ভিতৰৰ পৰা অহা বীণাৰ স্বৰ শুনা হ'ল)
(ওপৰ মহলৰ পৰা ৰামচন্দ্ৰ লাহে লাহে নামি আহে)

ৰামচন্দ্ৰ- নিদ্ৰিতা মৈথিলী।
নয়নৰ কোণে কোণে
পতায় - মণিয়ে
পৰশিছে নিদ্ৰা দেৱী
বুলনি কোমল।
(ছবিখন চকুত পৰাত)
ই কি।
কাৰ প্ৰতিকৃতি আকি
আলে-ফুলে থ'লে শিতানত?
(লাহেকৈ ছবিখন আনি চাই)
সেই দুৰ্বৃত্তৰ পট,
যাৰ নাৰকীয় আচৰণে
জানকীৰ সুখ-ৰবি
অকালত ঢাকিলে এফাল।
তথাপিও সেই ৰাৱণৰে - (ঠমকি)
নহয় নহয়,
লেখা আছে পটৰ কোণত,
ভনীটিৰ অনুৰোধ ৰাখি।
(ছবি থৈ সীতালৈ চাই)
শোৱা, শোৱা
শ্ৰীৰামৰ দুখ-সহচৰী,
সুখৰ সঙ্গিনী, বিনোদিনী,
কমলৰ অমল দুপাহি মুদি
শুই লোৱা অযোধ্যাৰ কন্টক শয্যাত।
(চাই চাই)
এই মুখ, এই অতসী কুসুম যেন
কাঞ্চন বৰণ,
সেন্দুৰ বিৰিঙা এই
দুখনি গালত,
ঘামি ঘামি জিলিকিছে
মুকুতা অভ্ৰৰ।
(মুখ মছি দিয়ে)

সীতা- স্বামী গুৰু মোৰ।।
কোন ?

ৰাম - ক্ষমা কৰা প্ৰিয়ে,
ৰাৱণাৰি অযোধ্যাৰঞ্জন।

সীতা- ক্ষমা অপৰাধ প্ৰভু।
হঠাতে তন্দ্ৰাই আহি

ৰমিলে নয়ন।
ৰাম- তোমাৰ নহয় প্ৰিয়ে,
অপৰাধ,মোৰ।
অন্তঃসত্ত্বা অৱস্থাত
নিশা জাগৰণ
হিতকৰ নহয় নাৰীৰ।
শুনা প্ৰিয়ে,
তথাপিতো এই অপৰাধ
আচৰিলো কিয় ইচ্ছা কৰি।
সীতা- কোৱা নাথ।
ৰাম- ৰাজ বৈদ্যে কয়,
গৰ্ভাৱতী অৱস্থাত
থাকে যদি জননীৰ
অপূৰ্ণ বাসনা
তাৰ ফল অমঙ্গল
ভবিষ্যতে পুত্ৰ-কণ্যালৈ।
সীতা- (লাজত তলমূৰ কৰিলে)
ৰাম- সেই দেখি প্ৰিয়ে,
সিদিনা তোমাৰ মুখে শুনা
সপোন সুৱঁৰি
পঠিয়াব খুজিছো তোমাক
কালিলৈ প্ৰভাততে
বাল্মীকিৰ পুণ্যাশ্ৰমলৈ।
তোমাৰ সম্মতি পালে
পুণ্য তনু, পুত্ৰ তুল্য
দেৱৰ তোমাৰ
সঙ্গী হ'ব ই শুভা যাত্ৰাত।
সীতা- কৰুণা দাসীৰ প্ৰতি।
কিন্তু ইমান তুৰন্তে?
ৰাম- (স্বগতঃ)
ইমান তুৰন্তে দেৱী
তুৰন্তে ইমান।
কি বুজিবা অৱলা ৰমণী?
কল্পতৰু বৃক্ষে আজি
প্ৰতি পাতে, প্ৰতি ফলে
তীব্ৰ হলাহল সানি,
কৰিছে কপট ছাঁয়া দান।
সীতা- কি ভাবিছা নাথ?
ৰাম- প্ৰিয়ে,
বৈৰী হৈয়ো
মহামতি ৰাৱনে শিকালে
ক্ষণেকৰ বিলম্বত
'শুভ কাৰ্য বহু নষ্ট হয়।
সেই গুণে
কৰি আয়োজন,
বিচাৰিছো সন্মতি তোমাৰ।
সীতা- প্ৰভুৰ ইচ্ছাৰ বিপৰীতে
নসম্ভৱে ইচ্ছা বৈদেহীৰ।
ৰাম- উত্তম
পথৰ সম্বল ৰূপে
প্ৰয়োজন হ'লে কিবা
জানিবৰ কৰো অভিলাষ
সীতা- বিশেষ সম্বল প্ৰভু,
কি লাগে দাসীক?
মুনি কন্যা সকলক
উপহাৰ দিবৰ কাৰণে
নিব খোজো মণি-মুক্তা
অলঙ্কাৰ-আভৰণ কিছু।
ৰাম- উত্তম, উত্তম, প্ৰিয়ে,
কৰি থ'ম তাৰো আযোজন।
(স্বগতঃ) দৈৱ মোৰ,
বিধি লিপি মোৰ,
পোৱা হ'লে আগতে ইঙ্গিত তোৰ-
নকৰো নকৰো দগ্ধ
মহেন্দ্ৰৰ অম্ৰাৱতী জিনা
ৰাৱণৰ স্বৰ্ণ লঙ্কাপুৰী,
নকৰো বালীক হত্যা,
তাৰাক বিধৱা,
নিদিও হনুক গন্ধমাদনৰ ভাৰ।
সীতা- নাথ,
নাই বাৰু পুৱাও সুধিম
ৰাম- সোধা এতিযাই,
আজি গ'লে কালিলৈ পুৱা
কোনে জানে
কাক দিব সুধা নে গৰল?
সীতা- কিয় নাথ,
কিয় কৰা কল্পনা দুখৰ?
যি অযোধ্যাৰ সুখে
বৈকুণ্ঠ গঞ্জিছে,
ঘৰে ঘৰে বিকশিছে
শান্তি পাৰিজাত,
আৱাল বনিতা বৃদ্ধে
উচ্চাৰিছে নৃপতিৰ মঙ্গল কামনা
সেই অযোধ্যাই

নৰৰে কেতিয়াও দুখ হলাহল।

ৰাম- (স্বগতঃ) সতী মোৰ
সৰল প্ৰতিমা মানৱীৰ,
কি বুজিবা নৰৰ স্বভাৱ,
কি বুজিবা লক্ষণ ৰাজ্যৰ?
একে আকাশতে
কৃষ্ণকায ঘন মেঘ,
প্ৰলযৰ তাণ্ডৱ নাচন -
অৰুণৰ জিলিমিলি,
সুৰলিত ইন্দ্ৰ -ধনু ৰেখা।

সীতা- ই কি প্ৰভু?
কিবা ভাবি চিত্ত যেন
উৰ্ম্মি সম চঞ্চল তোমাৰ?
নেলাগে নেলাগে নাথ
সীতা অদৰ্শনে যদি
ব্যথা দিযে হৃদযত
তিলাৰ্দ্ধ সমযো-
নেযাও আঁতৰি প্ৰভু
তোমাৰ ৰাতুল পদ-সেৱা পৰিহৰি।

ৰাম- একো ভবা নাই সতী
ভাবিছো তোমাৰে মাথো
যাত্ৰাৰ বিধান।
যামিনী নিস্তব্ধা হ'ল
লোৱা দেৱী আশ্ৰয নিদ্ৰাৰ
আশ্ৰমৰ কথা ভাবি
নকৰিবা শান্তিত ব্যাঘাত।
(যাব খুজি)
প্ৰিয়ে,
নাই বাৰু, হ'ব কালিলৈ।
(স্বগতঃ) ৰাম, ৰাম,
এযে তোৰ ৰাজ-সুখ,
এই সুখৰেই মৰীচিকা দেখি
ভাযে ভাযে বৈৰিতা আচৰে,
ৰাজ্যে ৰাজ্যে
মাতি আনে তুমুল সংগ্ৰাম।
অযোধ্যা নিষ্ঠুৰ,
উড়াই স্নেহৰ পখী
নিৰ্জ্জীৱ কৰিব খোজ সুৰ্বণ পিঞ্জৰ?
(বিষন্ন মুখে প্ৰস্থান)

সীতা- হে বিশ্ব পতি,
খাটিছো পদত
ভাৰতৰ ঘৰে ঘৰে
ৰাম হেন পতি দান কৰা।
গৰ্ভস্থিত সন্ততিৰ
মঙ্গলৰ হেতু
ধ্যান যাৰ জাগ্ৰত সদায়,
একে গৃহবাসী হৈ
ত্ৰয়োদশ বৰ্ষ
থাকোতে বনত,
পিতৃত্বৰ কামনা নকৰি -
তুচ্ছ বুলি দেখুৱালে
সংসাৰী ধৰম
সিহঁেন পিতাৰ যদি
এটি এটি সন্তানো জীযাই
থাকে প্ৰতি ঘৰে,
কাৰ সাধ্য ভাৰতবাসীক
নিদি পাৰে জগতত
অগ্ৰণী আসন?
(শয্যাত কাতি হৈ বন্তি নুমাওতেই পট পৰে)

--

## চতুৰ্থ দৃশ্য

### মন্ত্ৰণা কক্ষ

(লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন তিনিওৰো উৎকণ্ঠিত ভাৱে, কথা পাতি পাতি প্ৰৱেশ)

লক্ষ্মণ- নিস্তব্ধ গহীন নিশা
কাৰো ক'তো নাই জাগৰণ
মাজে মাজে নিয়তিয়ে মাথো
প্ৰকৃতিৰ ভাঙিছে টোপনি,
এনে অকালত
মাতিছে যেতিযা, দাদা
অযোধ্যা - পতিয়ে
আছে কিবা কাৰণ মহৎ।

ভৰত - ভাবিছো তাকেই
কি হ'ব পাৰে এই
কাৰণ মহৎ।

লক্ষ্মণ- এনে গুৰু, প্ৰচণ্ড আদেশ
দাদাৰ মুখত, এই
শুনিলো প্ৰথম।
(ৰামৰ প্ৰবেশ)

তিনিও- নমস্কাৰ ৰঘুপতি, অনুজবৃন্দৰ

ৰাম- হোৱা আয়ুষ্মান্।

লক্ষ্মণ- কিয় দাদা,
ইমান গহীন নিশা

মিলনৰ হ'ল প্ৰয়োজন?
বাছাইঁত,
ৰাজ দণ্ড হাতে যাৰ,
কি আছে ৰজনী তাৰ,
কি আছে দিৱস।
কি আছে অকাল তাৰ
কি আছে, বা কাল?
অন্ধক দেখাই পথ
নিজে দণ্ড পঙ্কেৰে মলিন।
থাওক সি কথা,
কোৱাচোন বাছাঁহত
মৰণতকৈযো
কি আছে অতি মাৰত্মক?

**লক্ষ্মণ-** অপযশ

**ৰাম-** উত্তম উত্তৰ।
কোৱা আৰু
যি দ্ৰব্য ৰাখিলে হাতত
দেশ জুৰি ৰটে নিন্দা
উচিত হ'বনে তাক
আকোৱালি থকা?

**ভৰত-** তেনে দ্ৰব্য জ্ঞানীজনে
বিষৱৎ কৰিব বৰ্জ্জন।

**লক্ষ্মণ-** (স্বগতঃ) ই কেনে নীৰস প্ৰশ্ন
শুনো আজি দাদাৰ মুখত।

**ৰাম-** স্নেহৰ ভৰত,
যথাৰ্থ উত্তৰ দিলা
প্ৰিয় অগ্ৰজক।
তেন্তে ভাইহঁত,
কও শুনা গোপনীয় কথা,
উদঘাটন কৰি মোৰ
মৰ্ম্মভেদী শেল।
(হঠাতে নিজে গৈ দুৱাৰৰ কপাট মাৰি থৈ, আগৰ ঠাইত থিয় হৈ এ কি কও বুলিছিলো?

**লক্ষ্মণ-** 'মৰ্ম্মভেদী শেল'।

**ৰাম-** (হুমুনিয়া ছাৰি)
ও, বিচলিত নহ'বা কিঞ্চিতো।
তোমালোক তিনি ভাই বিনে
কোনে পাতলাব, কোনে আঁতৰাব
হতভাগ্য শ্ৰীৰামৰ দুখ?

**লক্ষ্মণ-** কোৱা দাদা,
সেই সমস্যাৰ সমাধান
সম্ভৱে যদিহে
আমি তিনি অনুজৰ পৰা।

**ৰাম-** আৰু নাই,
আৰু নাই-
সেই সমস্যাৰ সমাধান
কৰোতা পুৰুষ
স্বৰ্গত মৰ্ত্ত্যত নতু বিশ্বব্ৰহ্মাণ্ডত।
শুনা তেনে ভাইহঁত,
নিজ কাণে, মোৰ নিজ কাণে,
তদুপৰি চৰৰ মুখেৰে
শুনিছো ৰাজ্যত,
বতাহে হাঁহিছে,
মেঘে বিদ্ৰূপিছে,
বনৰ বিহগকুলে ৰটনা ৰটিছে-
লঙ্কাপতি ৰাৱণৰ
গৃহৰুদ্ধা সীতা,
(সৰুকৈ) কলঙ্কিনী, চৰিত্ৰ -দূষিতা।

**লক্ষ্মণ-** অসম্ভৱ।।

**ৰাম-** "অসম্ভৱ"।।
ভাই লক্ষ্মণ,
অসম্ভৱ হ'ব পাৰে আনৰ ৰাজ্যত-
কিন্তু - ৰামৰ ৰাজ্যত,
বিশেষত ৰামৰ ভাগ্যত -
ত্ৰৈলোক্যৰ অসম্ভৱ, সকলো সম্ভৱ।
মাত-সমা বিমাতাৰ
সম্ভৱিল কোপ- দৃষ্টি
ৰামৰ ভাগ্যত,
অসম্ভৱ স্বৰ্ণ মৃগ
সম্ভৱিল ৰামৰ ভাগ্যত,
জলধিত পাষাণ ওপঙা
সম্ভৱিল ৰামৰ ভাগ্যত,
সিমানতো কোৱা
অসম্ভৱ কিবা আছে
ৰঘুবংশী, ৰামচন্দ্ৰলৈ?

**লক্ষ্মণ-** 'কলঙ্কিনী জনক দুহিতা'।।
উঃ, শুনিলেও হয় মহাপাপ।

**ৰাম-** লক্ষ্মণ, লক্ষ্মণ,
শুনিবানে আৰু?
কৰিবানে বিশ্বাস ৰামক?
কালি ছদ্মবেশে
ফুৰোতে ৰাজ্যত,
শুনিলো আপোন কাণে,
চৰিত্ৰৰ আলোচনা-

ৰজকেও কৰিছে সীতাৰ।
ভৰত- সামান্য ৰজকে কোৱা
কথা পৰিহৰা।
জগতেও যদি কয
কলঙ্কিনী জনক জীযাৰী
তথাপিতো সীতা, সতী
জগদ্ধাত্ৰী স্বৰূপা বিশ্বৰ।
ৰাম- ভাই, ভাই
ৰজা হে কোটি, কোটি
প্ৰজা মণ্ডলীৰ
অসন্তুষ্টি কৰিবা সাধন?
এযেনে কি ৰাজ- ধৰ্ম্ম জগতৰ,
ধৰ্ম্ম গুৰু ভাৰতবৰ্ষৰ?
লক্ষ্মণ- অগ্নিদগ্ধ সুবৰ্ণকো
সু বৰ্ণ নোবোলে যদি
অযোধ্যাবাসীয়ে
কি আছে উপায?
শত্ৰুঘ্ন, শত্ৰুঘ্ন,
কোন ধৈৰ্য্যে আছা স্থিৰ হৈ?
আহা-
কালান্তক যমৰ মূৰ্ত্তিৰে
শিৰচ্ছেদ কৰি আহো।
প্ৰতি নিন্দুকৰ।
চাও আজি
অযোধ্যাৰ প্ৰজা নে লক্ষ্মণ?
(এহাতে শত্ৰুঘ্নক থাপ মাৰি ধৰি লৈ, আনহাতে দুৱাৰমেলিবলৈ যত্ন কৰে।)
ৰাম- (বেগাই গৈ লক্ষ্মণৰ হাতত ধৰি)
ভাই, ভাই,
চিৰসঙ্গী, বনসঙ্গী মোৰ,
শুনা শ্ৰীৰামৰ অনুৰোধ।
(ধৰি আনি)
ৰজা মই, প্ৰজা সেৱা জানো,
জানো মই,
ধৰ্ম্ম মোৰ, পুণ্য মোৰ প্ৰজাৰ তুষ্টিত।
শুনা ভাই,
প্ৰজাৰ তুষ্টিৰ অৰ্থে
ৰামৰ অকাৰ্য্য নাই ইহ-পৰকালে।
অপবাদ-অপযশ ইক্ষাকু বংশৰ
খণ্ডাবৰ হেতু
পাৰো বিসৰ্জ্জিব -
তোমালোক তিনি অনুজকো
নহ'বা চঞ্চল
সূৰ্য্য বংশী নৃপতি কুলৰ
পবিত্ৰ কমল গন্ধ ৰক্ষাৰ কাৰণে
হ'লেও কলঙ্কহীনা
জানকীক কৰো বিসৰ্জ্জন।
লক্ষ্মণ- নহয, নহয দাদা (আঠু কাঢি)
বিসৰ্জ্জন কৰা লাগে
তিনি অনুজকে,
তথাপিতো লক্ষ্মীৰূপা
ৰাম- লক্ষ্মণ, বীৰ তুমি (তুলি ধৰি)
নহ'বা অধীৰ
একে আকাশতে ৰবি-সন্ধ্যা
নোৱাৰে থাকিব একেলগে।
কোৱা - জানকী নে ৰাম,
কাক বাঞ্চা কৰা অযোধ্যাত?
কোৱা -নিকতৰ কিয?
জানকী নে ৰাম?
ভৰত- শুনা দাদা
ভৰতৰ একান্ত মিনতি
ৰাম- মিনতি, প্ৰণতি, নতি
নুশুনো একোকে - (ভকতৰ চাই)
কোৱা জানকী নে ৰাম?
(শত্ৰুঘ্নক চাই) কোৱা জানকী নে ৰাম?
কাক বাঞ্চা কৰা অযোধ্যাত?
কোৱা - নিৰুত্তৰ কিয?
জানকী নে ৰাম?
ভৰত- শুনা দাদা
ভৰতৰ একান্ত মিনতি
ৰাম- মিনতি, প্ৰণতি নতি
নুশুনো একোকে -- (ভৰতক চাই)
কোৱা জানকী নে ৰাম?
(শত্ৰুঘ্নক চাই) কোৱা জানকী নে ৰাম?
(কেৱে উত্তৰ নিদিলত লক্ষ্মণক চাই)
ভাই লক্ষ্মণ,
চৌদ্ধ বছৰীয়া জীৰ্ণ শ্ৰীৰামৰ শীৰ্ণ ছাঁয়া
কোৱা, কাক লাগে
সীতা নে ৰামক?
লক্ষ্মণ- প্ৰত্যুত্তৰ নুখুজিবা-
মিনতি দাসৰ।
কোৱা, কোন কাৰ্য্য কৰিম সাধনা
ৰাম - শুনা তেন্তে,
বাল্মীকিৰ তপোবন

দৰ্শন কৰোঁৱা ছলে
কালিলৈ প্ৰভাততে
এৰি আহা জানকীক
তমসাৰ অৰণ্য মাজত।
আৰু নেমাতিবা প্ৰিয় মোৰ
আৰু কথা নক'বা পুনৰ।
কালিলৈ প্ৰভাততে
উষাৰ পোহৰে ভূমি
চোঁৱাৰ আগতে -
প্ৰস্তুত থাকিব ৰথ
সুমন্ত্ৰৰ সমে।
শুনা আৰু তিনিও অনুজে-
এই অভিসন্ধি মোৰ
সম্পূৰ্ণ গোপন।

**লক্ষ্মণ-** দাদা দাদা (ভৰিত পৰিল)

**ৰাম-** লক্ষ্মণ,
কান্দিছা?
ভাবিছানে, শ্ৰীৰামৰ হিয়া
হিয়া হৈ আছে,
বিদাৰি "আজলী" হিয়া
হেম প্ৰতিমাৰ?
জানা কি জ্বলিছে
নীৰস, নিষ্ঠুৰ এই মৰু -হৃদয়ত?
দাবানল, সীতাদাহী দীপ্ত দাবানল।
শেষ অনুৰোধ মোৰ
নেৰাখিলে দুখ অত্যাধিক।
(হঠাৎ প্ৰস্থান)

**ভৰত-** দাদা, দাদা,
(শত্ৰুঘ্নৰ হাতত ধৰি)
জীৱন্তে বধিলা কিয়
অবলা সতীক? শুনা ।
(দুয়োৰো প্ৰস্থান)

**লক্ষ্মণ** (কাঠৰ পুতলাৰ দৰে বৈ থাকি শেহত জৰ্‌জৰ্‌কৈ বোৱা চকুলো টুকি)
নিৰ্জ্জন নিসাৰ এই
নিস্তব্ধতা ভাঙি
সুসুপ্তিক জাগ্ৰত কৰাই।
কোন ছলনাৰে আজি
ছলিলাহি আহি
'প্ৰিয মোৰ আত্মা মোৰ'
বুলি 'মোৰ ভাই'।
নয়নৰ নিদ্ৰা এৰি
শ্ৰান্তি পৰিহৰি
ৰাখিলে সতীক যেযে
ধৰি শৰাসন।
জননীৰ পুণ্য মূৰ্ত্তি
নিৰ্ম্মলা সীতাক
দিব লাগে প্ৰভাততে সিযে বিসৰ্জ্জন।।
তমসা নদীৰ সেই
অটব্য বনত
ৰাক্ষসেও ভয়ে য'ত
কৰে বিচৰণ।
সিংহেও সিংহীক এৰি
নাযায আঁতৰি
পৰ্ব্বত বিদাৰি বয
ভীম প্ৰভঞ্জন।।
অৰণ্যত ত্যাগ কৰি
আহোতে ছলেৰে
সুধিব যেতিয়া সেই
সতীযে চিঞৰি।
'কি হ'ল, কি হ'ল বাপা
কিয এৰি গ'লা'
কি বুলি উত্তৰিম
কোবা ৰাৱণাৰি।।
বিশল্যকৰণী পালো
ব্যথা গুচাবৰ
ৰাৱণৰ শক্তিশেলে
হৃদযত দিযা।
পুনু যি শকতি শেল
পশিব হিয়াত
বিশল্যকৰণী তাৰ
জন্মা নাইকিযা।।

---

## পঞ্চম দৃশ্য

### নগৰীয়া বাট

(তিনিজন গৰীযাৰ প্ৰবেশ)।

**১ম নগৰীয়া** : বিশ্বাস কৰা বা অবিশ্বাস কৰা সেইটো তোমালোকৰ বাপতিসাহোনীযা কথা। মই আকৌ যিদৰে শুনিছো, যিদৰে ভণিছো, সেইদৰেহে ক'ব পাৰো।

**২য় নগৰীয়া** : এ থোৱা, থোৱা -সাত সাগৰ, তেৰ নৈ

পাৰ হৈ ৰাণীক লঙ্কাৰপৰা আনি, শেহত হাবতি মেলিবলৈ পঠিয়াই এনে কথা কাৰ ভোমোলা কাণৰ ফুটাত সোমায় হৈ?

**২য় নগৰীয়া ঃ** হওতে সিও কথা মিছা নহয়। ছমাহ তুলি চাপনী-বুকুত দিবলৈ কাৰ সত যায়?

**১ম নগৰীয়া ঃ** এঃ ৰজাই জানো মেলো বুলি কাৰবাক বনবাস মেলিব পাৰে? সিহ জন্মৰ লেখন: যাৰ কপালত তাৰ বা তাইক হে, মেলিব পাৰে। তোমালোকে শুনা নাই জানো?

**২য় নগৰীয়া ঃ** কি?

**১ম নগৰীয়া ঃ** কি কন্ধ্যাৰ তাৰা আৰু লঙ্কাৰ মন্দোদৰী নামৰ দুগৰাকী সতী তিৰোতাই হেনো ৰাণীক জীযাবাৰী ভাত খাবলৈ শাও দি থৈছিল। সেই শাৰেহে এতিয়া তাও দিছে, শুদায়?

**৩য় নগৰীয়া ঃ** হওতে সিও মিছা নহয় দেই। সতীৰ শাও পচা কাঠৰ জুই, উমি উমি, উমি, উমি।

**২য় নগৰীয়া ঃ** থোৱা থোৱা ৰাম হেন ৰজাৰ ৰাণীৰ গাত কেলপনীয়া বাৰী তিৰোতাৰ শাও লাগিব পাৰে। কথা আনহে।

**৩য় নগৰীয়া ঃ** হওতে সিও কথা মিছা নহয় দেই। বাৰীয়ে বাৰীয়ে আছে।

**১ম নগৰীয়া ঃ** ৰাইজৰ শাপত গৰুড়ৰো পখা ছিগে - এনে থলত কেলপনীয়া অকেলপনীয়া কিহে?

**৩য় নগৰীয়া ঃ** ও হওতে তাকো মিছা বুলিব নোবাৰি। কথাটো গৈছে এধালে।

**২য় নগৰীয়া ঃ** থোৱা থোৱা! মইৰজাৰ টৌলত কাম কৰা ভাগিন জোঁৱাই এটাৰ খুলশালিয়েকটোৰ পৰা এইমাত্ৰ শুনি আহিলো ৰাণীৰ হেনো গাত লেঠা। আজি চাৰি পাঁচ দিন কিবা ৰাকৰাং বিকৰিং স্বপ্নবোৰ দেখি আছিল। ৰজাই শেষত পৰচিকিৎসাৰ বাবে ডোলফুঁহুতি এগছ ল'বলৈ বুলি ৰাণীক মুনি-ঋষিৰ ওচৰলৈ পঠিয়াই দিছে।

**৩য় নগৰীয়া ঃ** ও হওতে হয়। ইওটো কথা দলিযাই পেলাবৰ নহয়।

**১ম নগৰীয়া ঃ** তোমাৰ আগত আৰু কথা কৈ সুখ নাই। যিহকে শুনা তিহকে 'হয়', 'হয়', 'হয়'।

**৩য় নগৰীয়া ঃ** কিনো এতিয়া বেযাটো কৰিলে? তুমি কোৱা মতে তোমাৰটো হয়, তেওঁ কোৱা মতে তেওঁৰটোও হয়। নোহোৱা কথা কোৱা মানুহ আছে জানো সংসাৰত।

**১ম নগৰীয়া ঃ** তোমাৰ আগত কথা কোৱাতকৈ বাঁহৰ মূঢ়া এটাৰ আগত কথা কলেও সুখ লাগিব।

**২য় নগৰীয়া ঃ** শুনিলা? তোমাক গালি পাৰিলে কেনেকৈ শুনিলা? ইযাকেহে বোলে আও কিলেৰে বাও মৰা।

**১ম নগৰীয়া ঃ** কেনেকৈ গালি পৰা হ'ল হে? বাঁহৰ মূঢ়া এটা পুতি থ'লে যিদৰে এডৰা বাঁহ হয়, সেইদৰে এটা বুঢ়াৰপৰা এখন গাঁও নহয় জানো।

**৩য় নগৰীয়া ঃ** হওঁতে তুমিও কৈছো এক বাটেৰে। হয়েই, বুঢা যি, মূঢ়া সি।

হলায়ুধৰ প্ৰবেশ

**১ম নগৰীয়া ঃ** অ' আমাৰ দেউ দেখোন। পাচে ৰজাৰ ঘৰ বাতৰি কি?

**হলায়ুধ ঃ** এ বোপাইহঁত, নেদাঙিলা আৰু। সেইজনা আঁকৰীয়ে ভাঙিলে।

**১ম নগৰীয়া ঃ** নহয় দেউ, ভাঙি কওকচোন।

**হলায়ুধ ঃ** (ইফালে সিফালে চাই)

দেখা আৰু আমাৰ শুনা বাতৰিহে।

**২য় ন ঃ** তেও বুলি।

**হলায়ুধ ঃ** ৰাণীৰ হেনো উৰ্পজি পুৱাতে (কাণত ফুচফুচাই) নিছে।

**১ম নগৰীয়া ঃ** এ হয় নে কি? মই আকৌ শুনিছিলো আন কিবা বুলিহে। আমি দেহি - এনে গৰাকী ৰাণীৰে তেনে অৱস্থা।

**হলায়ুধ ঃ** নক'বা মইনাহঁত নক'বা। মানুহ ভূতে পালে দেউভূতে পাব নেলাগে।

**৩য় নগৰীয়া ঃ** হওতে সিওটো মিছা নহয় দেই - মিলাইছে দেৰে কথাটো এফালে।

**১ম নগৰীয়া ঃ** কিয় সিদিনা দেখোন আপুনিয়ে কৈছিল ৰাণীত বিশ্বাস নাই বুলি?

**হলায়ুধ ঃ** ৰাণীত হে বিশ্বাস নাই বুলি কৈছিলো, পৰীখতো বিশ্বাস নাই বুলি কৌছিলো জানো? ধৰ্ম্মাধৰ্ম্মৰ পূজা এভাগ কৰি ক'লা গুটি বগা গুটি পৰীখ এটা পতা হলেই মেঘো উৰে গাজনিও মাৰ যায়।

**৩য় নগৰীয়া ঃ** ও হওতে সিওটো হয়।

**১ম নগৰীয়া ঃ** পাছে দেউ, পূজাৰীয়ে ধন খাই যদি গুটিত চিন লগাই থয়?

**হলায়ুধ ঃ** ধন তেওঁ ভাগিবহে? ধন ভাগিল যদি লেঠাও ভাগিল।

১ম নঃ : অ', আপোনাৰ কথাৰ ধাৰেও কাটে গাদীযেও কাটে। নুশুনিলে একা।
(উচাট মাৰি গুচি গ'ল।)

২য় নঃ : বোলো হে'ৰা, এ ক'বলৈ নাই একো, কোৱা হেকো হেকো। শুনাচোন, শুনা।
(পাচতে গ'ল )

হলায়ুধ : দেখিছা, আজি কালি মানুহক ভাল কথা ক'লে বেযা শুনে। যা বাৰু আজিৰ পৰা ক'ম গাখীৰ ক'লা গোবৰ বগা ( খোজ লয)

৩য় নঃ : হওতে সিও মিছা নহয। বেদ শাস্ত্ৰৰ মতে সিও পৰিছে এটা সচাঁ বাটতেই দেইব।
(লগে লগে যায)

হলায়ুধ : (উভতি)কি পৰিছে বাটত? কি পৰিছে?

৩য় ন : গাখীৰে গোবৰে।
(উভযৰে প্ৰস্থান)

(দ্ৰঃ - তৃতীয নগৰীযা কথাবোৰ বৰ জুৰ আৰু পিটিকি পিটিকি চাই কোবা যেন হ'ব)

# যষ্ঠ দৃশ্য

## তমসাৰ পাৰৰ অৰণ্য

(সীতা আৰু লক্ষ্মণ)

সীতা- স্নেহৰ দেৱৰ,
দূৰত দেখিছা সৌ
শ্যামল ক্ষেত্ৰৰ
শ্যাম তৃণাণিৰ মাজে
আহিছে ধীৰেৰে নামি
ভঙ্গিমাৰ লাস্য নৰ্ত্তনেৰে
এধাৰি সলিল ধাৰা,
সেযে নে কি তমসা-তটিনী
তাৰ পাৰতে নে কি।
বাল্মীকিৰ পুণ্য তপোবন?

লক্ষ্মণ- হয় দেৱী,
সেযে তপোবন।

সীতা- এই তৰু-লতা,
হোমৰ ধোৱাই ধোৱা,
ৰমণীয় এই নিৰ্জ্জনতা-
দেখিলে তোমাৰ
পৰে নে মনত বাৰু
পঞ্চৱতী বন?

লক্ষ্মণ- পৰে দেৱী।

সীতা- কি দেখিছো স্নেহৰ দেৱৰ?
হেমন্তৰ হিমে ঢকা
পূৰ্ণিমাৰ চন্দ্ৰ যেন
মুখত দেখিছো কিয়
লোতকৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কণা?

লক্ষ্মণ- (মুখ মচি)
একো হোৱা নাই বৌদেও,
হ'ব পাৰে নাম মাত্ৰ
পথ-শ্ৰান্তি-চিন।

সীতা- কৈছা মুখেৰে,
কিন্তু,
দেখিছো আগৰে পৰা,
অশ্ৰুৰ নদীযে যেন
পাৰ ভাঙো ভাঙোকৈ
বিচাৰি আছেহি চল
চকুত তোমাৰ।

লক্ষ্মণ- (স্বগতঃ)
জননী স্বৰূপা এই
জানকীৰ সাক্ষাতত
কৰা নাই কাহানিও
ছল পৰিহাস, নতু অসত্য আলাপ
আজি, আজি, কোন সতে?

সীতা- দেৱৰ, দেৱৰ,
শীতৰ বতাহে ছোৱা
সোণ বৰ্ণীযা,
শালী ধাননিৰ দৰে
ৰ'লা কিয় উচ্চ শিৰ, হঠাতে দোঁৱাই?

লক্ষ্মণ- দেৱী,
ক'ম সত্য কথা-
কিন্তু ভাষা নাই
দেহ নাই, নাই আজি
লক্ষ্মণৰ জীৱন স্পন্দন।

সীতা- কাবৌ কৰিছো মোৰ
সূৰ্য্য বংশধৰ-
দাশৰথি শ্ৰীৰামৰ স্নেহৰ অনুজ,
কোৱা কোৱা
কিয় বাগৰিছে
অশ্ৰুধাৰ দুগাল ধৌৱাই?
কোৱা, বীৰ তুমি,
পুৰুষ শৰ্দ্দুল।

লক্ষ্মণ- বৌদেও,
বীৰ পুৰুষৰ যদি
হ'ব লাগে এনে ব্যৱহাৰ,
কৰা আশীৰ্ব্বাদ
জন্মে জন্মে পাও যেন ৰমণী জনম।
সীতা- উঃ চকুৰ নিমিষে প্ৰতি
যায যেন এটি এটি
পূৰ্ণ মনন্তৰ।
দেৱৰ,
নেলাগে নেচাও তপোবন,
কিবা যদি অঘটন
ঘটিছে গৃহত
ব'লা ঘূৰি যাও-
যেই পথে আহিছিলো
সেই পথ ধৰি।
লক্ষ্মণ- (এজোপা গছৰ গাত ধৰি, আনফালে চাই)
হে চন্দ্ৰ-সূৰ্য্য, পৱন-বৰুণ
হে দেৱী, সতীত্বৰ জীৱন্ত প্ৰতিমা,
অযোধ্যানাথৰ আজ্ঞা,-
সূৰ্য্য-বংশী ৰঘুকুল
নিষ্কলঙ্ক কৰিবৰ হেতু,
সাধিবৰ হেতু প্ৰীতি
প্ৰজা মণ্ডলীৰ-
সীতা- দেৱৰ, দেৱৰ!!
লক্ষ্মণ- লক্ষ্মণে কৰিব আজি
কপটীৰ কপটতা,
পিশাচৰ ঘৃণ্য অভিনয়।
সীতা- 'ঘৃণ্য' অভিনয়'।।
কোৱা কোৱা দেৱৰ লক্ষ্মণ,
কি সেই ঘৃণ্য অভিনয়?
লক্ষ্মণ- ক'ম মোৰ মাতৃ স্বৰূপিণী,
অযোধ্যাৰ গগণত
তুমি হ'লা লঘু বাষ্প কণা
মই তাৰ প্ৰচণ্ড পৱন
অযোধ্যাৰ পৱন
অযোধ্যাৰ প্ৰজা হ'ল
প্ৰলয়ৰ দীপ্ত দিবাকৰ।
সীতা- দেৱৰ, লজ্জা পৰিহৰি
শুনোৱা প্ৰভুৰ আজ্ঞা-
ধৈৰ্য্য আৰু নাই জানকীৰ।
লক্ষ্মণ- বৌদেও ,
প্ৰজাৰ ৰঞ্জন হেতু-
এৰি যাব লাগে আজি
এই তমসাৰ গহন বনত।
সীতা- কাক, কাক
কাক এৰি যাব লাগে আজি?
লক্ষ্মণ- সতী মোৰ, মাতৃ মোৰ,
তোমাক, তোমাক-
দশানন গৃহবাসিনীক।
(বহি পৰিল)
সীতা- দেৱৰ, দেৱৰ!!
স্বামী গুৰু মোৰ।।
(মাটীত পৰিল)
লক্ষ্মণ- (উঠি গৈ ভৰিৰ ওচৰত পৰি)
বৌদেও,
বনত কৰোতে বাস,
নিদ্ৰা পৰিহৰি
যি লক্ষ্মণে সেৱিলে চৰণ
আজি সেই লক্ষ্মণৰ প্ৰতি
ভৃত্য বুলি দিয়া অভিশাপ
নেদেখক অযোধ্যাই
লক্ষ্মণ নামৰ এই নিষ্ঠুৰ ৰাক্ষস।
সীতা- অযোধ্যাৰ বুকু ছিৰি
কোন মন্ত্ৰে মুগ্ধ কৰি আনি
দিলাহি হিযাত এই
নাৰীঘাতী শেল?
উঃ প্ৰাণৰ মমতা ত্যজি
দাসীৰূপে সেৱিছিলো
অযোধ্যা দেশক
তাৰ ফল হ'ল, চিৰ -নিৰ্বাসন।
নহয় নহয়।
(উঠি বহি)
নেলাগে থাকিব আৰু
সীতাৰ কলঙ্ক নাম
জগতৰ পবিত্ৰ কোলাত।
দেৱৰ,
প্ৰভু শ্ৰীৰামৰ তেজ
গৰ্ভত ধাৰণ কৰি
আত্মহত্যা কৰিব নোৱাৰোঁ,
(অধীৰ হৈ)
সেই কাৰ্য্য কৰা তুমি নিজে
নিকুম্ভিলা যজ্ঞৰ শালত
একেশ্বৰে পাই
মেঘনাদ মায়াবীকা

বধিছিলা যিদৰে পূৰ্ব্বত
সেইদৰে বধি যোৱা
এই পাপিনীকো।

লক্ষ্মণ- প্ৰকৃতিস্থা হোৱা দেৱী,
ভাগ্যৰ লিখন ভাবি
সহ্য কৰা অসীম ধৈৰ্য্যেৰে।
এৰা অসন্তোষ,
তুষ্ট হোৱা শ্ৰীৰামৰ প্ৰতি
ক্ষমা অপৰাধ ই হীনৰ।

সীতা- দেৱৰ,
যি অযোধ্যাত
কুলক্ষণী বিধৱায়ো
স্থান পায় পৰ্ণ কুটীৰত
নুজুৰিলে স্থানে তাত
জনকৰ প্ৰিয় কন্যালৈ?
উঃ ইমান ঘৃণিত জীৱন মোৰ।।

লক্ষ্মণ- দেৱী,
জানো অযোধ্যাৰ প্ৰতি
দৈৱ প্ৰতিকূল তাতোধিক।
নহ'লে নিদিয়ে দৈৱে
ৰাজলক্ষ্মী আঁতৰিব অযোধ্যাৰপৰা।

সীতা- ৰাজলক্ষ্মী। ৰাজলক্ষ্মী মই?
দেৱৰ,
কাল ভুজঙ্গিনী যদি
আছে জগতত
মই সেই কালভুজঙ্গিনী।
বধুৰূপে প্ৰৱেশোতে
ৰাজপ্ৰসাদত
বিমাতাৰ কোপদৃষ্টি পৰি
হেৰুৱালো শান্তি-সুখ
পিতৃ-স্বামী উভয় কুলৰ;
ফুৰোতে সঙ্গিনী হৈ
দুৰ্গম বনত-
পাপীৰ হাতত পৰি
কতনা যাতনা দিলো
তোমাকে প্ৰভুকে।
এয়ে নে কি ৰাজলক্ষ্মী চিন?
যোৱা মোৰ স্নেহৰ দেৱৰ,
জনাবা প্ৰভুক,
জনাবা সুমিত্ৰা আদি
চিৰপূজ্যা আৰ্য্যা সকলক
পাপিনীৰ শত প্ৰণিপাত।

লক্ষ্মণ- বৌদেও,
বিবাহিত বালিকাক
স্বামীৰ গৃহত থৈ
প্ৰিয়জনে নিজে ঘূৰি আহি
যেনে কষ্ট পায় হৃদয়ত
তাতোকৰি শতগুণ হৈ
এই কষ্টে দহিছে অন্তৰ।

সীতা- যোৱা প্ৰিয়,
যোৱা মোৰ বন্ধু জীৱনৰ,
আৱৰিলে সন্ধিয়াই
গিৰিনদী অতিক্ৰমা
দীৰ্ঘ ৰাজপথ,
হ'ব কষ্ট মিছাতে অশেষ।

লক্ষ্মণ- পাহৰি আপোন কষ্ট
পৰ কষ্ট স্মৰিছা জননী।
বৌদেও,
আঁতৰিব মৃতপ্ৰাণ
নিষ্ঠুৰ লক্ষ্মণ,
কিন্তু তুমি .

সীতা- জঁই পৰা কুসুমৰ পাহি
ক'ত পৰে, ক'ত সৰে
কোনে লয় বাৰ্ত্তা তাৰ?

লক্ষ্মণ- (আঠুকাঢি)
ভাৰতৰ ৰমণীৰ
চিৰ ধ্ৰুবতৰা,
হে সতী, হে ধ্বজা
আৰ্য্য দুহিতাৰ,
লক্ষ্মণৰ ক্ষমা অপৰাধ।

সীতা- যোৱা মোৰ স্নেহৰ ভাজন,
পাপিনীৰ আশীৰ্ব্বাদ
ফলিয়ায় যদি জগতত-
প্ৰাণ ভৰি বৰষো আশীষ।

লক্ষ্মণ- বৌদেও,
সেৱা মোৰ, প্ৰণিপাত মোৰ
হৃদয় উবাৰি কৰা
অভিনন্দা মোৰ ....
(আৰু ক'ব নোৱাৰি হুহকি হুহকি গ'ল)

সীতা- দেৱৰ, দেৱৰ,
কোনে দিব সমিধান আৰু?
(এখোজ এখোজকৈ গুচি যায় এনেতে মুনি পুত্ৰ-কন্যাইতৰ প্ৰবেশ)

গীত

বন বনানীৰ নয়ন ভৰি
নীয়ৰ সনা করুণ বাণ।
উঠে বিহগীৰ নীৰে নীৰে
আকুল ব্যথাৰ ব্যাকুল গান।
তটিনীয়ে লোতক টুকি
কৈছে তীৰক ঠোকা -ঠুকি
অ' সধৱা অ' মোৰ সতী
শিৰ -সেন্দুৰী পুণ্যৱতী
প্রতিমা তোৰ হেঙুল লেখা
নপৰে জঁই নহয় ম্লান।।

## তৃতীয় অঙ্ক

### প্ৰথম দৃশ্য -উদ্যান

**নৰ্ত্তকীইঁতৰ গীত**

অলাৱা 'সজলা' তোৰ প্ৰাণ।
কোনে ক'লে সচাৰ ছলে
পুৰুষ 'দয়াবান'।।
ৰমণীয়ে নয়ন মছি
হিয়াৰ ব্যথা হিয়াত সাচি
কান্দিলেও পুৰুষ -প্ৰাণত
নোলায় সমিধান।।

(নৰ্ত্তকীইঁতৰ প্ৰস্থান আৰু ৰামচন্দ্ৰৰ প্ৰৱেশ)

প্ৰাণৰ বীণাৰ যাব
তাঁৰ ছিগি গ'ল
আৰু তাৰ শ্ৰৱণত
কোকিলৰ কলকণ্ঠ নেবাজে মধুৰ।
উদ্যান দেখিছো,
নাই ফুলৰ ধেমালি
উষাক দেখিছো ,
নাই সেন্দুৰী কপালি,
আকাশ দেখিছো নাই ,
জোনৰ জোনালি
যেনি চাও অতি শূণ্য,
মহাশূণ্য, সৰ্ব্বশূণ্য পট।
(পাচৰ পৰা কৌশল্যাৰ প্ৰৱেশ)

কৌশল্যা - বাছা, ৰাম।
ৰাম- আই।
কৌশল্যা- কি বুজাম ?
জ্ঞানী তুমি, শাস্ত্ৰত পণ্ডিত।
কিন্তু বাছা,
বাৰিষাৰ বান উঠি
যোৱাৰ অন্তত
নদীৰ দুপাৰে থকা
তৃণ-বননিত
যিদৰে জিলিকি থাকে
পলসৰ চাম
সেইদৰে জুৰি এই অযোধ্যা বিশাল
জিলিকিছে ঘৰে ঘৰে
সীতাৰ কাৰণে টুকা
অশ্ৰুৰ প্লাৱন।
ৰাম- ক্ষমা অধমক মাতৃ
নোৱাৰিলো দৈৱলিপি
ধুৱ কপালৰ।
কৌশল্যা- বাছা,
সতী পালনত
সিজে নিতে পুণ্য অশ্বমেধ।
সতীৰ তুষ্টিত
তুষ্ট হয় দেৱতা মণ্ডলী।
সিকাৰণে বাছা,
স্বৰ্ণ সীতা নিৰ্ম্মাণ নকৰি
আনা যদি জানকীক
অৰণ্যৰ পৰা
সিদ্ধ হ'ব -নিত্য নৈমিত্তিক-
দুয়োবিধ যজ্ঞ অশ্বমেধ।
ৰাম- আই,
মানৱ সমাজ সাধাৰণ -
নহয় সত্যৰ দাস,
দাস মাত্ৰ লৌকিক ধৰ্ম্মৰ।
কৌশল্যা - বাছা, লোক ধৰ্ম্ম, লৌকিকতা-
মানৱৰ মহা গলগ্ৰহ।
স্বাধীনতা, সত্য-নিষ্ঠাৰূপী
সমাজ ৰথৰ দুটি অশ্বৰ পিঠিত
লৌকিকতা পাষাণৰ ভাৰ।
ৰাম- কিন্তু আই, ইয়াকো জনাও
মিনতিৰে
লৌকিকতা গলগ্ৰহ ছিণ্ডি
নোৱাৰে আদৰ্শ থ'ব
তোমাৰ দুৰ্ব্বল এই
ৰঘু বংশধৰে।
দুটি চৰণত ধৰো।
ক্ষমা মাতৃ, সন্তানৰ অবাধ্যতা দোষ।
(স্বগত স্বৰে)
কৌশল্যা- ধৰা নাই, অবাধ্যতা বুলি।

কিন্তু, ভাবি চোৱা,
সর্ব্বাঙ্গ সুন্দৰ যজ্ঞলৈ
প্ৰয়োজন সহধৰ্ম্মিণীৰ।
(কৌশল্যাৰ প্ৰস্থান)

**ৰাম-** (খোজ চলাই)
শ্ৰীৰামৰ অন্তৰত
কেতিয়া অমৃত উঠে, কেতিয়া গৰল-
সৃষ্টিকৰ্ত্তা বিধাতায়ো
নোৱাৰে ধৰিব তত্ত্ব তাৰ।
(লক্ষ্মণ, ভৰত, শত্ৰুঘ্নৰ প্ৰবেশ)

**লক্ষ্মণ-** দাদা,
হ'ল সকলোৰে আয়োজন,
বাকী মাথো আছে নিমন্ত্ৰণ।

**ৰাম-** (অন্যমনস্ক ভাবে) ও।

**ভৰত-** বিশ্বকৰ্ম্মা উপস্থিত ৰাজদুৱাৰত,
সুবৰ্ণ প্ৰতিমা গঢি
আনিছে সতীৰ।

**ৰাম-** সুবৰ্ণ -প্ৰতিমা।। (অন্যমনস্ক হ'ল)

**শত্ৰুঘ্ন-** দাদা,
বিধিমতে যেনে অশ্ব লাগে
তেনে অশ্ব পোৱা হ'ল কালি।
ইচ্ছা হ'লে
চাব পাৰে
অশ্বৰ শালত।

**ৰাম-** সুবৰ্ণ-প্ৰতিমা, অশ্ব
সকলো আহিল যজ্ঞলৈ
কিন্তু . (প্ৰকৃতিস্থ হৈ)
ভাইহঁত,
এই হতভাগ্য শ্ৰীৰামৰ হকে,
বহুত কৰিছা দুখ
বহুত কৰিছা কষ্ট,
কিন্তু ইমানতো , —
অন্ত হোৱা নাই, দুখপূৰ্ণ পথ,
হোৱা নাই শেষ গন্তব্যৰ।
বাছাহঁত মোৰ,
অশ্বমেধ মহাব্ৰত লৈ
চিন্তান্বিত দাশৰথি
একমাত্ৰ আলম্বন
তোমালোক তিনিটি অনুজ।
লক্ষ্মণ, যোৱা আগবাঢি
মাতি আনা,
বশিষ্ঠ জাবালি আদি
বেদবিৎ ঋষি মণ্ডলীক।
(লক্ষ্মণৰ প্ৰস্থান)
ভৰত,
গোমতী তীৰৰ পুণ্য নৈমিষ ক্ষেত্ৰত
যজ্ঞশাল কৰোৱা নিৰ্ম্মাণ।
নিমন্ত্ৰণ দিয়া
ইষ্ট-মিত্ৰ, বন্ধু-বান্ধৱক।
জাতি-বৰ্ণ-নিৰ্বিশেষে প্ৰজা সমূহক।
ব'লা, চাই আহো যজ্ঞৰ তুৰগ।
(ৰামৰ পাচে পাচে ভৰত শত্ৰুঘ্নৰ প্ৰস্থান)

## দ্বিতীয় দৃশ্য

### নগৰীয়া বাট

(কাপোৰৰ টোপোলা লৈ গেৰজাই ধোবাৰ আৰু হাচটি এখনত ধন লেখি লেখি ধুবুনীৰ প্ৰবেশ)

**পঃ মাক -** বুইছা এই কেইটকা ৰূপ তুমি মিছা কথাত ভাঙিব নোৱাৰা।

**গেৰজাই-** (ঘূৰি) তই নো কি সঁচা কথাত ভাঙিবি?

**পঃ মাক-** নহয়, এই কেইমহা ধন জানিবা তুমি পোৱাই নাই।

**গেৰজাই-** তয়ো জানিবা ৰজাৰ এই বান কাপোৰ ধোৱাই নাই।

**পঃ মাক-** নহয় হে, মই ইয়াৰে নাক ফুলা এটা গঢাব লাগে।

**গেৰজাই-** অ' কথাৰ গুৰি সেইটো। ৰাম ৰজাৰ সোণৰ ৰাণী জনী দেখি এই জনীৰ, সোণৰ পাত গাত মেৰিযাবলৈ মন গ'ল। হেৰ' তাকে নো নকৰ কেলেই ?

**পঃ মাক -** নহয় হে, তিৰোতাৰ নাকৰ নিশ্বাস পুৰুষৰ গাত পৰিব নেপায়।

**গেৰজাই-** নাক ফুলী পিন্ধিলে জানো নাকৰ ফুটাটো নিটহটহ হ'য়?

**পঃমাক-** নহয়। যিকণ বতাহ নাকেদি গৈ পুৰুষৰ গাত পৰে সি সোণত লাগি শুদ্ধ হৈ যায়।

**গেৰজাই-** বাৰু বাৰু পনৰু মাক, নাকত জানিবা সেই বুলিয়েই পিন্ধহক,কাণত পিন্ধ কিয়?

**পঃ মাক-** কাণৰ বিন্ধাটো উদং হৈ থাকিলে 'গৃহস্তৰ' ঘৰত হেনো লখিমী উদং হয়।

**গেৰজাই-** বাৰু বাৰু; টেঁটুত একা?

**পঃমাক-** শুদা ডিঙিৰে মানুহ জনক ভাত দিব নেপায়।

গেৰজাই- বাৰু বাৰু হাতত?
পঃমাক- বুঢ়া-দিনৰ নিয়ম এটা বুলি।
গেৰজাই- পনৰু মাক, গাভৰু কালত তোক কোনোবা ঋষিয়ে নেদেখিলে ঐ, ঋষিয়ে নেদেখিলে।
পঃ মাক - পায়নে তেনেকৈ ক'ব? তুমি আৰু দেও।
গেৰজাই - হেৰ' মই নকৈ পাৰো। কেনেকৈ?এই কেই আষাৰ কথা ঋষি এজনে পোৱা হ'লে কোনোবা 'শাস্ত্ৰ' এখনত খোঁচাৰা মাৰি থৈ গ'লহেতেন আৰু পাচলৈ গৈ সেয়ে হ'লহেতেনআমাৰবোৰলৈ বেদৰ বচন। এতিয়া কথা কেই আষৰ পৰিল গেৰজাই ধোবাৰ কাণত - খৰাং শিলনিত তুলসী গুটি।
পঃমাক- আমাক আৰু ধুন মৰাকেহে দেখাহক।
গেৰজাই- এ কেলেই ধুন মাৰিবি মোৰ গোসানী, কেলেই ধুন মাৰিবি হো? (আঙুলিত লেখি) নাকত পিন্ধ- "পুৰুষৰ গাত 'নিৰাস' পৰিব নেপায়", কাণত পিন্ধ - "গৃহস্তৰ লখিমী উদং হয়"- টেটুত পিন্ধ - "শুদা টেটুৰে মানুহ জনক ভাত দিব নেপায়" - হাতত পিন্ধ - "বুঢ়া দিনৰ নিয়ম।"। পনৰু মাক ঔ -, হেৰ', পনৰুৰ দৰে যিমানে তোক পখিয়াই চাও সিমানেই পাখিহে পাখি, পাখিহে পাখি, শাহুৰ নামে সচো নাই, ঐ সচো নাই, এনেজনী সুৱাগী, এনেজনী লখিমী, এনেজনী গোসানী ক'ত পাম ঐ।
(কথাৰ লাচতে গীতত ধৰে)

গীত

ধোৱা- অ' পাণেশই চি চৈ চি চৈ
চৈ চৈ মোৰ মৌপিয়া।
ধুবুনী- ইঃ ইঃ ইঃ ঠাই আছে কি
থৈ দিয়া দৈও থৈ দিয়া।।
ধোবা- ধৰো ধৰো সদায় কৰো
ধৰিনো মই কিহত থও,
ধুবুনী- মাটিত থও নে মূৰত লও,
ধোবা- মাটিত থ'লে কোৱাই খাব
ধুবুনী- মূৰত থ'লে চিলাই পাব
ধোবা- ফুল সৰিব
ধুবুনী- পাত হৰিব
ধোবা- তেলটুপী মোৰ
ধুবুনী- পাতসিয়া।।
ধোবা- অ' পাণেশই ... ... . .......... মৌপিয়া। .
ধোবা- সোণৰ সঁজা নাই যদি মই
ধৰি কৰিম কি, ধৰি কৰিম কি?
ধুবুনী- বাঁহৰ সঁজাত কাহ নেমাৰে
সৰু চৰাইটি, সৰু চৰাইটি
ধোবা- চৰাই চিকুণ মাতে -নামে
ধুবুনী- তিৰী চিকুণ হাতে-কাণে
ধোবা- হিয়া চিকুণ
ধুবুনী- ৰসে ভৰুণ
ধোবা- অ' পিয়া মোৰ
ধুবুনী- মৌ পিয়া।

(একে লগে প্ৰস্থান)

## তৃতীয় দৃশ্য

### তপোবনৰ কুটীৰ

(পিৰালিত বহি বাল্মিকীয়ে পুথি লিখিছে, সীতাই চোতালত ধুপ বাটিছে; কুশ-লৱই মাকৰ ওচৰত কাঠৰ ফলিত মাটিৰ গুটিৰে আখৰ লেখিছে)

কুশ- আই মোৰ লেখা হ'ল।
সীতা- চাও বাৰু।
কুশ- (উঠি আহি দেখুৱায়)
সীতা- সুন্দৰ হৈছে। লেখি থাকিলে আৰু সুন্দৰ হ'ব। মাতাচোন বাৰু।
কুশ 'ধিগ্ বলং ক্ষত্ৰিয় বলং
ব্ৰহ্মতেজো বলং বলম্।
একেন ব্ৰহ্মদণ্ডেন
সৰ্ব্বাস্ত্ৰানি হতানি মে'।।
লৱ- (একে লৰেই উঠি আহি) আই, মোৰো হ'ল।
সীতা- উত্তম কথা, তুমিও গোৱা।
লৱ- তদেতৎ প্ৰসমীক্ষ্যাহং
প্ৰসন্নেন্দ্ৰিয় মানসঃ।
তপো মহৎ সমস্থাস্য
যদ্‌বৈ ব্ৰহ্মত্ব কাৰণম।।
বাল্মীকি- (পুথি লেখাৰ পৰা মূৰ দাঙি) বাৰু বাৰু কুশ, এই কথা কোনে কৈছিল?
কুশ- মহৰ্ষি বিশ্বামিত্ৰই।
বাল্মীকি- বাৰু লৱই কোৱাচোন। কেতিয়া কৈছিল?
লৱ- বশিষ্ঠ ঋষিৰ লগত যুদ্ধত হাৰি।
বাল্মীকি- কিহৰ কাৰণে সেই যুদ্ধ হৈছিল?
লৱ- বশিষ্ঠ ঋষিৰ লগত যুদ্ধত হাৰি।

বাল্মীকি- কিহৰ কাৰণে সেই যুদ্ধ হৈছিল?
লৱ- মই কওঁ।
কুশ- মই কওঁ। কোনে ক'ব লাগে ককাদেও?
বাল্মীকি- তোমাৰ ভায়াই ক'লেই তুমি কোৱা হ'ব, সোণ।
লৱ- কামধেনু, শবলাৰ কাৰণে।
বাল্মীকি- উত্তম। এয়া কোন কাণ্ডৰ কথা?
কুশ- মই ক'মনে ককাদেও?
বাল্মীকি- কোৱা।
কুশ- বালকাণ্ড ৰামায়ণৰ কথা। হয়নে ককাদেও, ৰামচন্দ্ৰ কাৰ পিতাক?
বাল্মীকি- ৰজা সকলোৰে পিতা।
লৱ- আইৰো পিতাক নে?
(সীতাই তল মূৰ কৰে)
বাল্মীকি- গুৰুজনক বা বয়সীয়া জনক, আদেশ নাপালে প্ৰশ্ন কৰিব নেপায়।
সীতা- চাওঁ দুয়োটি মোৰ ওচৰলৈ আহা।
(কুশ-লৱ ওচৰ চাপিল)
আজি পাঠ পৰাৰ বাবে মোৰ উপহাৰ (দুয়োকো চুমা দি) যোৱা এতিয়া পিতাদেৱক সেৱা জনাই ফলি-পুথি সামৰাঁগৈ।
(দুয়ো বাল্মীকিক সেৱা কৰিলেগৈ)
বাল্মীকি- মেধাৱী পুৰুষ হোৱা, দিগ্বীজয়ী বীৰ।
(লৱ-কুশই ফলি-পুথি সামৰে মানে)
(স্বগতঃ)
চুম্বনে চুম্বনে
স্নেহপূৰ্ণ প্ৰিয় সম্বোধনে,
বঢ়াই জ্ঞানৰ স্পৃহা,
সন্তানৰ কোমল হিয়াত,
বিৰিঙাব পাৰে যেয়ে-
উষাৰ অৰুণ যেন জ্যোতি সুবিমল
সেই জননীৰ সমীপত
প্ৰভাহীন শত বিদ্যাপীঠ।
(ব্ৰহ্মচাৰী যুৱকৰ প্ৰৱেশ)
ব্ৰহ্মা- প্ৰভু,
পূৰ্ণ হ'ল যাত্ৰা আয়োজন।
বাল্মীকি- উত্তম সংবাদ। (নিজৰ পুথি পাত, কাপ, মহি আদি সামৰি সামৰি)
আই মোৰ
তপস্যাৰ হেতু
যাব লাগে চিত্ৰকূটলৈ।
বাছাহত, মই ঘুৰি নাহো মানে তপোৱনৰ ভাৰ তোমালোকৰ ওপৰত। (অলপ ৰৈ) অ' বাৰু এটি কথা।
কুশ- কওক ককাদেও।
বাল্মীকি- মই শিকোৱা ৰামায়ণৰ দুই-চাৰিটি গীত নিতৌ, তালে মানে সুৰে, আয়েৰাৰ আগত গাই থাকিবাহক।
লৱ- আপুনি আকৌ কেতিয়া আহিব ককাদেও?
বাল্মীকি- অতি সৰহ- এমাহৰ মূৰত।
কুশ- ককাদেও, সিদিনা দেখা -বাঘ পোৱালি কেইটা পুহিবলৈ ধৰি আনিম নে?
বাল্মীকি- এই মাত্ৰ কি পঢ়ি গ'লা? ক্ষত্ৰিয় তেজতকৈ ব্ৰহ্মতেজ, হিংসাতকৈ অহিংসা, অধিক বলী। বাঘ পোৱালি কেইটাক যদি মৰমেৰে বশ কৰি আনিব পাৰা তেহে সন্তোষ পাম।
বাল্মীকি- ৰ'বা মই পুথি - পত্ৰখিনি থৈ আহো।
(বাল্মীকিৰ প্ৰস্থান)
কুশ- আই কঠাল গছৰ পাতবোৰ চুটি চুটি, পাচে তাৰ গুটিবোৰ শকত শকত; আম গছৰ পাতবোৰ দীঘল দীঘল, পাচে তাৰ গুটিবোৰ সৰু সৰু। কোৱাচোন আই এনেকুৱা ওলোটা কথা কেলেই হ'ল?
লৱ- ঈশ্বৰে কৰিলে দেখি।
সীতা- অৱশ্যে, ঈশ্বৰেই কৰিছে হয়, কিন্তু মই ভাবোতে তাতে এটা কথা আছে।
লৱ- (বহি লৈ) কি কথা আই?
সীতা- কঠাল গছৰ পাতবোৰ চাবাচোন থিয় থিয়- যেন সিহঁতৰ লক্ষ্য বহুত ওপৰত। আকৌ আম গছৰপাতবোৰলৈ চাবাচোন সিহঁতৰ লক্ষ্য তললৈ।
কুশ - আজিৰপৰা তেনেহ'লে আমি ডাঙৰ ডাঙৰ লক্ষ্য ৰাখি কাম কৰিম।
লৱ- মই যে সদায় কথোৱেই। মই আযোধ্যাৰ ৰজা ৰামতকৈয়ো ডাঙৰ বীৰ হ'বলৈ যত্ন কৰিছো।
সীতা- যত্নৰ অষাধ্য একো নাই সোণহঁত।
কুশ- বাৰু আই আৰু এটা কথা সোধো। বৈলিটো ওলাওতেও ৰঙা আৰু পৰোতেও ৰঙা কিয়?
লৱ- মই ক'ব পাৰো।
সীতা- কোৱাচোন বাৰু।
লৱ- ওলাওতেও সি দুৰত, পৰোতেও সি দুৰত; সেই দেখি তাৰে আমাৰে মাজত ধোৱাবোৰ সৰহ হয়।
সীতা- সুন্দৰ। বাৰু তাৰ পৰা উপদেশ স্বৰূপে, কি পালা?
কুশ- ল'ৰাও যেনে, বুঢ়াও তেন্তে।
সীতা- তাতোকৈ এটা উপদেশআছে।
লৱ- কি আই, কি?
সীতা- সাধু পুৰুষৰ, সুখতো আনন্দ আৰু দুখতো আনন্দ।
বাল্মীকি- (নেপথ্যে) বাছাহঁত।

কুশ- গৈছো ককাদেও। আহা লৱ, ককাদেও লগ পাব খুজিছে। যাও দেই আই। (দুয়োৰো প্রস্থান)

সীতা- (ক্ষন্তেক ল'ৰা দুটিৰ ফালে চাই থাকি)
বীণাপাণি শাৰদাৰ
ধৱল আসনৰূপী
হে' তপোবন,
আৰ্য্য-সন্তানৰ তুমি
শিক্ষাৰ আলয়।
বিলাসৰ ভূমি এৰি
সঙ্গ সংসাৰৰ,
শিক্ষা দিছা সমাজক
নিতে মধুময়।
সংসাৰৰ ভোগ এৰি
তৃষ্ণা কৰি ত্যাগ
গঢ়িছা নিৰলে বহি ভৱিষ্য-ভাৰত
সোণৰ লেখনী ধৰি
হে' মহাভাগ
জীৱনৰ ৰাজসুখে
মেলানি মাগিলে
আছে সুখ,
দুটি মাথো অনাথ সন্তান।
গঢ়া পুণ্য-তপোবন,
নিজ আদৰ্শেৰে,
আন্ধাৰ নিশাক কৰা
শুক্র-জ্যোতি দান।
(প্রস্থান)

# চতুৰ্থ দৃশ্য

## তপোবন

(দুটা ধোঁৱা ৰখীয়াৰ প্ৰৱেশ)

১ম ৰখীয়া- মুৰকত তোৰ লগতে মোৰো হ'ল দেহাৰ লটি ঘটি।

২য় ৰখীয়া- জানিম নো কেনেকৈ? দুপৰীয়া দুটামান পেটত পৰিলেই, গাটো লাগে সাতালি পৰ্ব্বত যেন গধুৰ।

১ম ৰখীয়া- মনে মনে থাক। সৰহ কথা ন'কবি। কৰিম আৰু যি কৰিব লাগে।

২ য় ৰখীয়া- ধোঁৱাও হওতে বহুত দেখিছো তেও বুলি এইটোৰ নিচিনা ৰাওমুৰা, পথাখোৰা, বা-শলা, ধোঁৱা পৃথিৱীত দেখানাই বোপাই। ই হ'ব লাগিছিল মাহ সৰিয়হ বেপাৰীৰ ঘৰত, তেহে শুৱায়।

১ ম ৰখীয়া- (কাণ দি) ব'বিচোন কিবা এটাই হি হি কৰা শুনিছো যেন।

২ য় ৰখীয়া- (ধোঁৱা মাতি) আহ, আহ, মাণিকা, আহ,আহ।

১ ম ৰখীয়া- তোক মই সিদিনাই কৈছিলো নহয় সেইটো নামেৰে ধোঁৱাটো নেমাতিবি। সেইটো মোৰ শহুৰৰ নাম।

২ য় ৰখীয়া- কি বুলি মাতিম শিকাই দে তেন্তে।

১ ম ৰখীয়া- মদন বুলি মাতিবি।

২য় ৰখীয়া- (মূৰ জোকাৰি) ওঃ ময়ো 'মদন' নোবোলো।

১ ম ৰখীয়া- কেলেই?

২ য় ৰখীয়া- মোৰ বোপাইৰ নাম।

১ ম ৰখীয়া- (মুখ বিদৰাই) এঃ, বোপায়ে শহুৰেহে সমান। (আকৌ কাণ দি) সেয়া, আকৌ হিহিয়াইছে।। আহ আহ বেগাই আহ।
(দুয়োৰো প্রস্থান)
(বিপৰীত ফালৰ পৰা কুশ-লৱৰ প্ৰৱেশ)

কুশ- ৰজা হ'লেই ইমান অহঙ্কাৰী হ'ব লাগেনে? ধোঁৱাৰ কপালত চিঠি আৰি দি কোনোবাই যজ্ঞলৈ মাতেনে?

লৱ- বান্ধকৈ নেগুৰত আৰি নিদিলে।

কুশ- আৰু এটা যজ্ঞ পাতিলে কিজানি তাকো কৰিব। (ৰখীয়া দুটাৰ পুনৰ প্ৰৱেশ)

১ ম ৰখীয়া- হে'ৰা মইনাহঁত, আমাৰ ঘোৰাটো কোনে বান্ধি থৈছে?

কুশ- আমিয়েই বান্ধি থৈছো।

১ ম ৰখীয়া- কিয়?

কুশ- আমাৰ ফুলৰ পুলি এডৰা নষ্ট কৰিলে দেখি।

১ ম ৰখীয়া- তোমালোকো ভাল জীয়া বাঘৰ মুখত আঙুলি বাটিওৱা ল'ৰা দেও। জানানে, সেইটো কাৰ ধোঁৱা?

লৱ- তোমালোকেও জানানে সেই ডৰা কাৰ ফুলৰ পুলি?

২ য় ৰখীয়া- অ' চৰাইটিহে সৰু, লয় হোলোং গছত বাহ ক'ৰ ল'ৰা অ' তহঁত?

কুশ- অলপ গা চাই কথা ক'বা দেই।

১ ম ৰখীয়া- ও।। তহঁত ৰজাৰ কোবৰ।। ফাপৰে ধৰা দেহাৰে ইমান, ভাল হ'বলৈ হ'লে।

কুশ- সাৱধান।

২ য় ৰখীয়া- তইঁতো সাৱধান।

কুশ- ধৰা ভাই (ততালিকে দুয়ো দুয়োটা ৰখীয়াৰ হাতত পাক মাৰি ধৰে। ৰখীয়া দুটা নিৰুপায় হয়)

লব-কুশ- ক'বিনে? কবিনে ? আৰু বাৰ কবিনে?

ৰখীয়াহঁত- নকও ঔ, নকও ঔ -নকও।

কুশ- যা এতিয়া, কাক গোচৰ দিয়, দি থাকগৈ।

১ ম ৰখীয়া- (আঁতৰিব গৈ) ২যক) বন্দী তেজখোৱা, তোৰ পৰাই হৈছে এইবোৰ আলৈ-আহুকাল।

২ য় ৰখীয়া- নিজৰ মুখ আগলিকা-তাক হ'লে নেদেখ। (দুয়ো ৰখীয়াৰ প্ৰস্থান)

কুশ- ৰজাৰ নগৰৰ মানুহবোৰো এনে অভদ্ৰ।

লৱ- যি ঠাইত সদায় ধনৰ লীলাখেলা তাত বেয়া গুণ সৰহ, ককাদেৰে কোৱা শুনা নাই নে?

(শত্ৰুঘ্ন আৰু ৰখীয়াহঁতৰ প্ৰৱেশ)

শত্ৰুঘ্ন- বাছাহঁত, কোন তোমালোক?

কুশ- আমি এই তপোৱনৰে ল'ৰা।

শত্ৰুঘ্ন- (ক্ষন্তেক চাই থাকিল)

কুশ - কি চাইছে?

শত্ৰুঘ্ন- তোমালোক ঋষি-সন্তান?

কুশ- হয়।

শত্ৰুঘ্ন- তোমালোকৰ হাতত ধনু-শৰ কিয়?

কুশ- আমি বেদো পঢ়ো, ধনু-কাড়ো মাৰো, খেতিও কৰো, গৰুও ৰাখো।

লৱ- সূতাও কাটো, কাপোৰো বও।

শত্ৰুঘ্ন- ভাল কথা। বাৰু আমাৰ ঘোৰাটো বান্ধি থৈছাহক কিয়?

লৱ- আমাৰ ফুল পুলি নষ্ট কৰিলে দেখি।

শত্ৰুঘ্ন- ঘোঁৰা গৰুৱে সমযত, শস্য-সাৰ নষ্ট কৰেই।

লৱ- তেন্তে মানুহেও সিহঁতক বান্ধেই।

শত্ৰুঘ্ন- (ৰখীয়াক) যা, ঘোঁৰা মেলি আন।

লৱ- এই, নেমেলিবি।

শত্ৰুঘ্ন- বালক।। (থৰ লাগি চকুলৈ চালে)

কুশ- বীৰ।।

শত্ৰুঘ্ন- সামান্য বালকৰ ইমান সাহ।

কুশ- বালক ওপজোতেই সাহিয়াল। ভযাতুৰ যদি হয় বৰৰ শিকনিতহে।

শত্ৰুঘ্ন- যজ্ঞৰ ঘোঁৰা বান্ধিবলৈ বীৰ হ'ব লাগিব, ৰজা হ'ব লাগিব; জানা?

কুশ- তেনেহলে আমাকো বীৰ বুলিয়েই ধৰক।

শত্ৰুঘ্ন- জানানে মই লৱণ দৈত্য-হন্তা।

কুশ- আমি তেন্তে হ'ম দৈত্যহন্তা-হন্তা।

শত্ৰুঘ্ন- বালক, ধৈৰ্য্যৰ সীমা উলঙ্ঘিবলৈ ইচ্ছা কৰা নাই দেখিয়েই অত পৰ মই ক্ষান্ত হৈ আছো।

কুশ- ই আপোনাৰ ধৈৰ্য্যই, নে ভয়েই- আমিও অৱশ্যে ধৰিব পৰা নাই।

শত্ৰুঘ্ন- (ডাঙৰকৈ) বালক।। চাও। বাৰু মই নিজে ঘোঁৰা মোকলাই আনো। (বেগাই প্ৰস্থান)

কুশ- সাৱধান বীৰ। ইচ্ছা হ'লে যজ্ঞৰ ঘোঁৰা খুজি নিয়ক- তথাপিতো নিজে মোকলাই নিনিব।

লৱ- আমাৰ গাত দোঁষ নিদিব বীৰ। এই, ধনুত কাড় জুৰিলো (প্ৰস্তুত হৈ দুয়ো পাচে পাচে খেদি গ'ল)

১ ম ৰখীয়া- হেৰ' এই দুটা মানুহৰ পোৱালী নহয় ঔ, যমৰ পোৱালী।

২ য় ৰখীয়া- হেৰ' চাচোন চা, ঘোঁৰা মেলিব খোজোতেই যুৱৰাজক কাড মাৰি কৰ্ফাল খুৱাই পেলালে ঔ।

১ ম ৰখীয়া- হেৰ' পলা পলা- কৰ'বাত চ কুৰে মূৰে যাব এতিয়া।

(তৰা-নৰা ছিঙি গুচি গ'ল)

২ য় ৰখীয়া- (ভযত বিমোৰ হৈ) ঔ মই কলৈ যাও? ইফালেও কাঁড়, সিফালেও কাঁড। (কাড়ৰ সোসোৱনিত আৰু ভয় খাই) ঔ মৰিলো (আনহাতে ঘূৰি) ঔ মৰিলো (চুচৰি যোৱাদি গুচি গ'ল)

(ঋষি বালক -বালিকাহঁতৰ গীত গাই প্ৰৱেশ)

গীত

গৰজে গগনে গৰজে পৱনে
উজলে সঘনে বিজুলী -ৰেখ।
সেনা শত শত ক্ষত বিক্ষত
নাই যে লেখ, নাই যে লেখ।।
শৰে শৰে শৰে কৰে কটাকটি
খৰতৰ বেগে বাজে থাকি থাকি
ঘনে শৰাসন
বাজে ঠন্ ঠন্
তপ্ত ৰক্তে ধৌত দেশ।।
উজাৰি উবাৰি উগাৰি বিদাৰি
জলিছে অনল ভেদি গিৰি বাৰি

কঁপে থৰ থৰ
দানৱ অমৰ
ভীতিগ্রস্ত ত্রস্ত বেশ।।

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### কক্ষ

(স্বৰ্ণ সীতা আসনত সজোৱা)
উৰ্ম্মিলাৰ গীত
নালাগে মাতিব নিদিও আমনি
শুনা যদি মোৰ বিননি গান।
(মোৰ) বীণা ভাগি গ'ল ভাগিল ৰাগিনী
আছে মাথো কঁপি আকুল তান।।
এই নয়নৰ দুটি কোণে কোণে,
হাঁহিছিল তৰা হাঁহিছিল জোনে।
প্ৰাণে নেহাঁহিলে সোণে কি হাঁহিব,
এৰিবনে দুখ অভিমান।।
গীতৰ মাজতে আঁৰ কাপোৰ উদঙাই মূৰ্ত্তিখনিত ফুলৰ মালা পিন্ধায়)

উৰ্ম্মিলা- সতীত্বৰ হিমমূৰ্ত্তি, হেমৰ প্ৰতিমা,
নালাগে মাতিব এই প্ৰাণৰ ভনীক।
কাবৌ কৰিছো দেৱী
শত কাকুতিতো
মৰমে নপমে যেন
নীৰৱ নিস্পন্দ এই
ধাতুময় হৃদয় তোমাৰ।
মাতিলে জানোচা,
অযোধ্যাৰ ঘৰে ঘৰে
সাৰ পাব সন্দেহৰ দৃষ্টিয়ে পুনৰ।
নুতুলিবা নয়নত বিজুলী চঞ্চল,
নুফুলাবা বদনত অমল কমল,
নাকিবা লেখনী লৈ
সুবৰ্ণ লঙ্কাৰ
অতীত, ভীষণ সেই স্বপ্ন নিদাৰুণ।
আছে যদি প্ৰাণ এই হেম-প্ৰতিমাত
নালাগে সি প্ৰাণে
ভনীটিৰ বিলাপত টুকিব লোতক,
উচুপি নিচুপি দিব
হিয়া ভগা প্ৰিয় সমিধান।
(লক্ষ্মণৰ প্ৰৱেশে)
আহিছানে নাথ,
'বৌদেও' বুলি, মিঠা ছলনাৰে
প্ৰৱঞ্চি সতীৰ হিয়া
বিসৰ্জ্জন দিবলৈ
তমসাৰ তামস পাৰত?

লক্ষ্মণ- আৰৱা আৰৱা প্ৰিয়ে,
অচেতন সতীত্বৰ পবিত্ৰ প্ৰতিমা।
চকুত পৰিলে
শৰীৰ শিহৰি উঠে,
শতেক ধিক্কাৰ বাজে
লক্ষ্মণৰ বজ্ৰ হৃদয়ত।
চোৱা প্ৰিয়ে,
লক্ষ্মণৰ নিৰ্ম্মমতা দেখি
সেই দিন ধৰি,
টুৰাই সধৱা শিৰ
কৰা নাই সেন্দুৰে ৰাঙলি,
সন্ধিয়াৰ গধূলি গোপালে
মূৰ দাঙি চোৱা নাই
প্ৰাণৰ অবাধ্য চন্দ্ৰলৈ,
দুখ ভৰা অন্তৰেৰে,
কুমুদিনী কান্দি আছে
সৰসীৰ নীৰস বুকুত।
সৌৱা আহিছে দাদা,-
আৰৱা আৰৱা প্ৰিয়া,
প্ৰতিমাত চকু পৰি
নিদিবা দাদাক হ'ব
চন্দ্ৰে আকৰ্ষণ কৰা
বিশাল বাৰিধি যেন
অধীৰ, চঞ্চল।

উৰ্ম্মিলা- আৱৰিলো নাথ।
কিন্তু, খাটিছো পুনৰ,
জনাবা ভক্তিৰে
অযোধ্যাৰ পালক প্ৰভুক-
সীতাক বনত থৈ
চিতাত নদহে যেন
শত শত সবলা সতীক।

লক্ষ্মণ- ভাবিছানে দেৱী,
নেখাটি নীৰৱে আছে
সীতা-হিতকামী এই
লক্ষ্মণ তোমাৰ?
কিন্তু, কি কৰিম?
শত কাকুতিৰ এটি আখৰেও
পৰা নাই পৰশিব

প্ৰজা -প্ৰীতি-ব্ৰতী, দৃঢ় চিত্ত শ্ৰীৰামৰ।
(উৰ্ম্মিলাৰ প্ৰস্থান)
(আন ফালৰ পৰা ৰামচন্দ্ৰ প্ৰৱেশ)

**ৰাম-** ভাই লক্ষ্মণ,
কোন কুক্ষণত,
অশ্বমেধ যজ্ঞ-ব্ৰতী হ'লো?

**লক্ষ্মণ-** বুজা নাই দাদা।

**ৰাম-** ভাই,
যজ্ঞাশ্বৰ অনুগামী
নাই আৰু শত্ৰুঘ্ন ধৰাত।

**লক্ষ্মণ-** দাদা, দাদা,
কোন ৰাহু আহি
তিলে তিলে গিলিছেহি
অযোধ্যাৰ ভাগ্য দিৱাকৰ? উঃ ।।
(ভৰতৰ প্ৰৱেশ)

**ভৰত-** লক্ষ্মণ, নিকুম্ভিলা বীৰ,
ধৰা বীৰ বেশ;
পুনৰ বিচাৰি লোঁৱা
সুবৰ্ণ লঙ্কাৰ সেই
অদম্য বিক্ৰম।
আহা, যাও এইবাৰ
দুয়ো ভাই, ভৰত-লক্ষ্মণ;
চাও, কোন সেই
ভ্ৰাতৃ-হন্তা, ঋষিৰ সন্তান।

**লক্ষ্মণ-** দাদা,
অযোধ্যাৰ ৰাজলক্ষ্মী, সতীৰ লগতে
অযোধ্যাৰ গৌৰৱ ৰবিয়ে
বুৰ দিছে কাল সাগৰত।

**ভৰত-** আকৌ শুনোৱা সেই
অক্ষত্ৰিয়, অনাৰ্য্যৰ ক্লীৱৰ বিলাপ।
সোঁৱৰা লক্ষ্মণ,-
ভাতৃ-বধী অৰাতিৰ
তপ্ত শোণিতেৰে
এতিয়াও কৰা নাই
সূৰ্য্যবংশী বীৰৰ তৰ্পণ।
বিলাপৰ কাল ব্যাপ্ত
মৰণ পৰ্য্যন্ত
প্ৰতিশোধ-কাল কিন্তু,
আজি গ'লে নাই।
(ৰামৰ ওচৰত আঠুলৈ)
দাদা,
আশীৰ্ব্বাদ কৰা।
শত্ৰুক নিধনি
নিবেদোহি আহি যেন
বিজয়ৰ আনন্দ সংবাদ।

**ৰাম-** কৰো আশীৰ্ব্বাদ উভয়কে।
(সেৱা জনাই ভৰত-লক্ষ্মণৰ প্ৰস্থান)

**ৰাম-** (স্বৰ্ণ সীতাৰ আবৰণ দাঙি, বহুত পৰ তধালাগি চাই থাকি)
হেমময়ী, চিন্ময়ী প্ৰতিমা
এৰা, অভিমান,
মাতা, মাতা এটিবাৰ
দিয়া উপদেশ
অশ্বমেধ ব্ৰতী এই
ৰামক তোমাৰ।
(বশিষ্ঠৰ প্ৰৱেশ)

**বশিষ্ঠ-** ৰঘুমণি, অযোধ্যাধিপতি,
ৰাজনীতি বিচক্ষণ তুমি।
দুৰ্ব্বলতা কৰা পৰিহাৰ।
চিন্তা পৰিহৰি
শিক্ষা মাত্ৰ, লোৱা অতীতৰ।
ক্ষত্ৰিয় সন্তান,
ধৰা ধৈৰ্য্য, হোৱা স্থিৰ
উপস্থিত সঙ্কট ক্ষণত।

**ৰাম-** গুৰুদেৱ,
ৰাজনীতি নালাগে ৰামক,
কাঢ়ি নিয়া,
ৰাজদণ্ড, ৰাজ-সিংহাসন,
এই, এই মোৰ
প্ৰিয়াৰ প্ৰতিমা খনি
বান্ধি হৃদয়ত-
অযোধ্যাৰ সীমা লঙ্ঘি,
গহন বনত পশি,
কেতেকীৰ দৰে
"জানকী জানকী" বুলি
সৰুৱাও জৰ জৰ
ফুল-কলি-পাত।
(অধীৰ হৈ মুৰ্ত্তিখনত সাৱটি ধৰিলে)

**বশিষ্ঠত** ৰাম, ৰাম,
ধৈৰ্য্য ধৰা,
কুল গুৰু, বশিষ্ঠৰ শুনা উপদেশ।
(ৰামৰ বাহুত হাত দিলে)

## দ্বিতীয় দৃশ্য

### নগৰীয়াৰ বাট

(তিনিজন নগৰীয়াৰ কথা পাতি পাতি প্ৰবেশ)

১ম নগৰীয়া- যুঁজলৈ যোৱাটো উপজি পুৱাতে শুনিলো। পাচে ঘূৰি আহিলনে নাই?

২য় নগৰীয়া- গৈয়েই যদি ঘূৰি আহে - যুঁজ কিহৰ? যক, ফেৰ পাতক, ধনুশৰ উলিয়াওক, কাঁড মাৰক, ছিঙা-স্টা কৰক, তেহে যুঁজ ভাগিব।

৩য় নগৰীয়া- হয়েই। ভাতৰ পাতত বহিলেই খোৱা হয় নে? সানা ফেনেকা, চোবোৱা, গিলা - তেহে ভাত খোৱা।

১ম নগৰীয়া- লাগিল এও ভেম্থেঠালিত। বাৰু সৌৱা হলায়ুধ দেউ আহিছে। ৰ'বা তেখেতক সোধো। দেউ, নমস্কাৰ।

(হলায়ুধৰ প্ৰবেশ)

হলায়ুধ - কুশলে থাকা মোৰ সোণহত।

১ম নগৰীয়া- পাচে বাতৰি কি?

হলায়ুধ- কিনো বাতৰি সুধিছ বোপাইহঁত? ভাবিছিলো অশ্বমেধ যজ্ঞ হ'লে অলপ ধন-যজ্ঞৰ মুখ -গা দেখিম পাচে আলচা কথা নহয় সিধি, বাটত আছে কণা বিধি।

১ম নগৰীয়া- কেনেকৈ?

হলায়ুধ- যুঁজখন লাগিল। চাচোনহঁক, বাক শত্ৰুঘ্নৰ নিচিনা প্ৰতাপী বীৰ জনো চেলি ভেলি-তেভেলি হ'ব পায় নে? এতিয়া, পুৰা যোৱা দুজনৰ বা কি?

২য় নগৰীয়া- দেউৰ পাচে দুযোফালে হানিৰ ঘৰলৈ নেযায়। যুঁজত জিকিলেও অশ্বমেধ যজ্ঞ, আকৌ কিবা এটা হ'লেও দহা-কাজ।

হলায়ুধ- মিছা বোপাই, মিছা। যজ্ঞ পাতিলে আটায়ে পাব, দহা-কাজ হ'লে পুৰোহিতৰহে। 'পামৰ, গালৈকে সামৰ'।

৩য় নগৰীয়া- ও, হওতে দে'ৰেও কথাটো নিজে এধালে দেই।

হলায়ুধ- নহয় জানো?

৩য় নং- কেলেই নহয়?

১ম নং- কেলেই হ'ব? যজ্ঞ হ'ব কেইদিন? আৰু দহা-কাজ কিমান দিন? তিলনি, দহা, কাজ, মাহেকীয়া, মাহিলি দিয়া পিণ্ড, তিনিপখী, ছমহীয়া, বছেৰেকীয়া

২য় নং- আকৌ পুহকৰ?

৩য় নং- ও, হওতে সিও, মিছা নহয়। পেলাইছে এৰো কথাটো এটা বাটত।

১ম নং- বাৰু দেউ, যুজ কৰা কেইটা হেনো ল'ৰা মানুহ, হয়নে?

হলায়ুধ- শুনিছো।

২য় নং- মাটি মাহুৰ গছৰ পৰা পৰি নমৰে যদি সিহঁতো আগলৈ হ'ব একোটা।

১ম নং- কি ল'ৰা বা সিহঁত।

হলায়ুধ- কোনোৱে কৈছে ঋষিৰ ল'ৰা, কোনোৱে কৈছে ৰজাৰ ল'ৰা, কোনোৱে কৈছে অসুৰৰ ল'ৰা। আমি আৰু শুনিছোহে দেখোঁ।

২য় নং বুইছে দেউ, তেহেলৈ যাৰে ল'ৰা হক, সিহঁতক ধৰি আনি তপত সঁৰাহেৰে মঙহ আজুৰি আজুৰি মাৰিব লাগে, তেহে যদি এশিকনি পায়।

১ম নং- যোৱাচোন তুমিয়েই ধৰি আনাগে। সঁৰাহেৰে লাগে ময়ে চেপিম। কি কয় দেউ?

হলায়ুধ- ভাল শুনিছো আৰু ক'ম কি?

২য় নং- তুমি জানো ৰজাক কৈ মোক সেনাপতি পতাই দিব পাৰিবা? পাৰা যদি মযো যাম।

১ম নং- অ' সেনাপতি পাতিলে যুদ্ধ কৰা, সেনা হ'লে হ'লে নকৰা।

২য় নং- ও তো। সেনাপতি হ'লে নাম আছে, সেনা হ'লে কিটো আছে।

হলায়ুধ- গোটে দেশখনকে এইটো ৰোগে পালে। বৰটো হ'বলৈ পালে আটায়ে দেশৰ হিত চিন্তিব পাৰে কিন্তু সৰুটো হৈ কেৰে নিচিন্তে।

২য় নং সৰুটোৰ যে নাম নাই দেউ।

হলায়ুধ উত্তম কলা। পাচে সোণাই, যি বৰটো পাতি দিলে দেশৰ হিত চিন্তা কৰিম বুলি নিজ মুখে কয় তাক বৰ পাতি দিয়াতকৈ, চোৰক মাতি আনি বৰ পেড়াৰ সৰ্চাৰ কাঠিটো দি দিবা। (প্ৰস্থান)

২য় নং- হওতে দেৰেও কথাটো খুৱাইছে এপাকে দেই।

সকলোৱে- অ' দেউ, দেউ, শুনকচোন।

(সকলোৱে প্ৰস্থান)

## তৃতীয় দৃশ্য

### তপোবনৰ আন এভাগ।

(কুশ লৱ আৰু ব্ৰহ্মচাৰী বালকৰ প্ৰবেশ)

কুশ- আকৌ যেন আঁতৰত হাই উৰুমি শুনিছো।

বালক- (কাণ পাতি) মই হ'লে একো শুনা নাই।

লৱ- ফাগুণৰ গান শুনে কুলিয়ে, বাৰিষাৰ ঢোল শুনে ভেকুলীয়ে।

বালক- আৰু তুমি শুনা?

লৱ- আমি শুনো ৰথৰ ঘৰ ঘৰণি, সেনাৰে দপ দপনি, ধনুৰ জনজননি।

বালক- কিয়?

লব- আমি যে ভাল পাও যুজ।
(কাউৰী পাখী, কুকুৰা, পাখী, ফটাকানি গাত আঁৰি লৈ বলিয়াৰ বেশেৰে দীননাথৰ প্ৰবেশ)

দীন- আঁতৰি যোৱা, কোন ক'ত শুচি জাতৰ মানুহ আছা বাটৰ পৰা আঁতৰি থাকা। মই ছুৱা, মই অশুচি, মই পাপ আহিছো। সাৱধান, মোৰ ছাঁ দেখিলে গা ধুব লাগিব, গোবৰ পানী খাব লাগিব।

কুশ- কোন তুমি?

দীন- আকৃতিত নৰ। প্ৰকৃতিত বলিয়া।

লব- কেনেকৈ বলিয়া হ'লা?

দীন- সৌৱা, সৌৱা দণ্ডকাৰণ্যৰ মাজত মোৰ পিতাই তপস্যা কৰিছে, সৌৱা মৃত সন্তান লৈ ৰজাৰ ওচৰত ব্ৰাহ্মণ আহি উপস্থিত হৈছে, সৌৱা পিতাই তপস্যা কৰাৰ দোষত ৰাজ্যত ব্ৰাহ্মণৰ মৃত্যু ঘটিছে বুলি ৰজাই মোৰ পিতাৰ শিৰচ্ছেদ কৰিছে- সৌৱা মই আগতে চাই আছো। মই পিতাৰ পুত্ৰ।। হাঃ হাঃ শ্ৰাদ্ধ নকৰাকৈয়ে সাৰিলো। কোনে ধন ভাঙে? কোনে ব্ৰত কৰে?

কুশ- তোমাৰ বৰ্ণ কি?

দীন- ক'লা, মেচ মেচকৰে ক'লা।

কুশ- নহয় নহয, তোমাৰ জাতি?

দীন- হাঃ হাঃ হাঃ মই অনাৰ্য্য।

লব- তোমাৰ পিতাৰাক কটা ৰজাজনৰ নাম কবা নে?

দীন- ক'লে কি কৰিবা?

লব- তোমাৰ পিতৃ-হত্যাৰ বাবে সুযোগ পালে তেওঁক শিক্ষা দিম।

দীন- দিবা? দিবা? তেওঁ যে ৰজা, 'ডাঙৰ ৰজা।
(সুৰ লগাই)
শ্ৰীল শ্ৰীযুত বৰ ৰজা।
(হঠাতে হাঁহি হাঁহি গুচি গ'ল)

কুশ- দেখিছা, ৰজাৰ উম্ভাগুলি দেখিছা? (বালকক) হে'ৰা আমি আহোমানে তুমি ঘোৰাটো ৰাখি থাকিবা দেই। ভয় কৰিবা নে কি?

বালক- কেলেই কৰিম?

কুশ- ভয় কৰিছা যদি হোৱা মোৰ এই ধনুখনে, এই নিদ্ৰা-বাণ-পাটে লৈ থাকা। কোনোবাই ঘোঁৰা মেলিবলৈ আহিলে প্ৰথমতে ভালৰে হাক দিবা; নুশুনিলে ডাবি দিবা। সিমানতো নুশুনিলে এই কাঁড়পাট মাৰি দিবা। পাৰিবা নহয়?

বালক- পাৰিম।

লব- আমি এতিয়া যাও দেই।

বালক- যোৱা। (লব-কুশৰ প্ৰস্থান)

(আবৃত্তি কৰি) প্ৰথমতে ভালেৰে ক'ম, নুশুনিলে হাক দিম, তেওঁ নুশুনিলে, মাৰি দিম কাঁড - যোঁ ওঁ ওঁ।
(হনুমন্তৰ গদা হাতত লৈ প্ৰবেশ)
(হনুমন্তক এচুকত মনে মনে থিয় দি থকা দেখিয়েই ব্ৰহ্মচাৰী ল'ৰাই ভয়ত অত্ৰাহি হৈ "খালে ঔ" বুলি ধনু পেলাই চিঞৰি মাৰি, এজোপা গছত গবা মাৰি ধৰে।)

হনুমন্ত- ভালেই হ'ল। এই চলতে ঘোৰাটো মেলি লৈ গুচি যাওঁগৈ।
(প্ৰস্থান)

বালক- (কঁপি কঁপি, সেহাই)
ল-ল-লব। অ' -কু-কুশ)
ঘোৰা, ঘোৰা।
(হনুৰ পুনৰ প্ৰবেশ)

হনু- (ল'ৰাটোৰ ওচৰ পাই) ঘোঁৰাটো ক'ত আছে?

বালক- ল লব লব হে'।

হনু- কি লব লবাইছ? ঘোঁৰা কত?
(বৰকৈ) ঘোঁৰা কত?
(বৰকৈ) ঘোঁৰা ক'ত?

বালক- লব।

হনু- ভয নাই। তোক একো নকৰো।
লাগে মই দাণ্ডি লৈ যাও তোক,
(ঘোঁৰাটো দেখুৱাই দে।
(ল'ৰাটোক গছৰ গাৰ পৰা ধৰি আনি এখন হাতেৰে তাৰ ভৰিত ধৰি ঠৰঙাকৈ ল'লে। লৰাটোৱে ভয়ত চকু মুদি মৰভাও জুৰিলে) ঘোঁৰা? ঘোঁৰা কত?
(বেগাই কুশ লবৰ প্ৰবেশ) কুশই আহিয়েই নিজৰ ধনুখন হাতত লয়)

কুশ- কোন তুমি?

হনু- মই ল'ৰা মৰা যম।

কুশ- সাৱধান, যদি কান্ধত মূৰ থাকিব লাগে - বেগতে তেওঁক নমাই থোৱা।

হনু- হযনে? ইমান তেজ নে তহতৰ? ৰবি কেউটাকে (কৃত্ৰিম চেষ্টা কৰি) জড়পুৰকৈ বান্ধি নিওঁ (ল'ৰাটোক নমাই থৈ লতা বাঃ জৰী বিচাৰিবলৈ ধৰিলে)।

লব- এইখন অপচু মুখেৰেই সিমানলৈ আশা কৰিছানে?

কুশ- এই চাই ল-
ঋষি লৰাৰ তেজ।
(কাড় মাৰি হনুমন্তক বিতত কৰে। ক্ষন্তেক যুজি শেহত মুৰ ঘুৰোৱা ৰোগীৰ দৰে মূৰত ধৰি ঘূৰি ঘুৰি -কফল খাই গৈ হনুমন্ত এদাতিত পৰে)।

লব- দেখিলি মলুৱা, ল'ৰাৰ মহতালি দেখিলি? শুই থাকা

এতিয়া - কল পকিলে জগাই দিম।
(ৰামচন্দ্ৰৰ ধনু-শৰ লৈ প্ৰৱেশ)

ৰাম- নেভাবিবা তপস্বী বালক,
সঙ্গীৰ বিপত্তী দেখি
নৃপতিযে ত্যাজিব সমৰ।

কুশ- মহাৰাজ, অধিককৈ গৰ্জ্জা মেঘে বৰষুণ দিব নোৱাৰে।

ৰাম- (ধনু হাতত লৈ হঠাতে কুশ লৱৰ মুখলৈ চাই থিৰ দিলে।)

লৱ- কি ভাবিছে মহাৰাজ?

ৰাম- বুলিছো তপস্বী কিন্তু
শৰীৰত বয় তেজ
অনা-তপস্বীৰ।

কুশ- বুকুধিপ্ -ধপাইছেনে কি মহাৰাজ?

লৱ- নহয় হে। তপস্বীক বধ কৰিলে কিমান পুণ্য হ'ব তাৰ লেখ কৰিছে।

কুশ- অ' হযেই নাই। মই পাহৰিছিলো। মহাৰাজ, আমাক লুকাই শৰ মাৰি বধিবনে তপস্যা কৰোতে ঘাপ্ মাৰি বধিব?

ৰাম- উদ্ধত বালক।
সাক্ষী হ'বা দেৱকুল
যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ,
শিশু বুলি আততায়ী
ক্ষমাহ নহয।

কুশ- এৰা, এতিযাহে ভাল শুনিছো। (হনূলৈ চাই) মলুৰা, আমাৰ সাক্ষী আৰু তুমিয়েই হে। আহক মহাৰাজ তপস্বীৰ বিদ্যা চাই লক।

ৰাম- বালক, মই দোষৰ বহিৰ্ভূত। আহা।
(যুদ্ধ কৰি কৰি তিনিওৰো প্ৰস্থান)

হনু- (উঠিবৰ চেষ্টা কৰি বিফল হৈ)
উঃ কি অদ্ভুত বাণ।
আকাশ-পাতাল যেন
এতিয়াও ঘূৰি আছে
শূণ্য ভেদী বিমানৰ দৰে।
(মাটিত পৰি) প্ৰভু মোৰ,
হেলাৰে সমুদ্ৰ লঙ্ঘিঘ
আজি জানো বুৰ যোৱা
ক্ষুদ্ৰ গোখোজত
(দুৰ্ম্মুখৰ প্ৰৱেশ)

দুৰ্ম্মুখ- উঃ।। বালকৰ বলবীৰ্য্য দেখি
কঁপিছে অন্তৰ ঘনে ঘনে।
কয় যেন কোনোবাই
'ৰাম নাম লুকাব অচিৰে'।
(হনুক দেখি) 'ই কি?
মহাবীৰ পৱন -নন্দন।
উঠা, উঠা বৈষ্ণৱ-তিলক,
শ্ৰীৰামৰ চিৰসঙ্গী বীৰ
শিক্ষা দিয়া অৰাতিক
ৰাম নাম কৱচৰ বলে।
লঙ্ঘিছিলা অসীম সাগৰ,
আনিছিলা পৰ্ব্বত উভাৰি
দহিছিলা অসাধ্য অপাৰ,
কিন্তু আজি, কোন কুমন্ত্ৰৰ পৰশত
বীৰৰ বিক্ৰম হেৰুৱাই
পৰি আছা, কোন কুমন্ত্ৰৰ পৰশত
বীৰৰ বিক্ৰম হেৰুৱাই
পৰি আছা ছৱালৰ দৰে?

হনু- (মাত্ৰ মুৰ দাঙি) বন্ধু মোৰ,
হেৰাল দেহৰ শক্তি
গজভুক্ত কপিৰ দৰে।
উঃ (মুৰ পেলালে)

দুৰ্ম্মুখ ভাগ্য অযোধ্যাৰ।
জগতৰ শ্ৰেষ্ঠবীৰ
মাৰুতিও পৰাজিত শিশুৰ হাতত।
(আঁতৰলৈ চকু দি)
সৌৱা, সৌৱা
বাণে বাণে ঘন সংঘৰ্ষণ
জ্বলে যেন আগ্নেয় পৰ্ব্বতমালা
লহ লহ শত জিহ্বা মেলি।
(আৰু চকু দি)
প্ৰভু, প্ৰভু, অযোধ্যা ৰঞ্জন
কি কৰিলা?
অশ্বমেধ যজ্ঞৰ শেহত।
ৰক্ষা কৰা, ৰক্ষা কৰা।
কোন আছা ৰক্ষা কৰা।
অসহায় প্ৰভু শ্ৰীৰামক।
(বেগাই প্ৰস্থান)
(হাঁহি হাঁহি কুশ-লৱৰ প্ৰৱেশ)

কুশ- ৰজাৰ পাচত আৰু কোনো নাহে। এওঁতেই শেষ। ব'লা, এতিয়া আৰু আইক বাতৰি দিব পাৰিম। অ' ৰজাৰ গাৰ এই অলঙ্কাৰবোৰো আইক দেখুৱাব লাগিব দেই।

লৱ- হে'ৰা, এই মলুৱাটোকো আইৰ ওচৰলৈ লৈ যাওচোন।

কুশ- কেনেকৈ নিবা? বৰ গধুৰ হ'ব নহয়।

জৰী লগাই চোচোৰাই নিম। ৰ'বা, ৰ'বা জৰী আনো।
(প্ৰস্থান)
এই মলুৱা, উঠ উঠ (গাত চপৰিয়ায়) (জৰী লৈ লৱৰ প্ৰৱেশ)

কুশ- আয়ে দেখিলে বৰ ৰং পাব, নহয়নে?

লৱ- পাবতো। আয়েনো ইয়াক কিমান মৰম নকৰিব?
(হনুৰ দুভৰিত দুডাল জৰী বান্ধি)

কুশ- একেলগে টানিবা দেই। ই উলা-মুলা গধুৰ নহয়।

লৱ- (টানি টানি) আহ্ মলুৱা আহ্।

কুশ- সীতা আয়ে কল দিব

লৱ- বাকলি নাই শাহ।
(সীতাৰ নাম লোৱা মাত্ৰকে হনুমন্তই মুৰ দাঙি চায় আৰু দুখতে আনন্দ পোৱাৰ ভাব দেখুৱায)
(লৱ-কুশৰ নাম)
আহ্ মলুৱা আহ্।
সীতা আয়ে কল দিব,
বাকলি নাই শাহ।।
(হনুমন্তক চোচোৰাই লৈ প্ৰস্থান)

# চতুৰ্থ দৃশ্য

## (তপোবনৰ আন এভাগ)

সীতা- (জ্বলন্ত চিতা প্ৰদক্ষিণ কৰি কৰি)
চিন্তয়েৎ পুৰুষামব্যক্তং
হেমবৰ্ণ সম প্ৰভং।
ললাটে সোম বিজ্ঞেয়ং
চক্ষুৰাদিত্য সম্ভবং।।
(কুশ-লৱৰ বেগাই প্ৰৱেশ)

কুশ- আই, আই কি কৰিবলৈ জুই ধৰিছা?

সীতা- ক্ষত্ৰিয় সন্তান,
আশ্ৰমৰ শিক্ষা পাযো
ৰজো গুণ নোৱাৰিলি
ধুব অন্তৰৰ।
দযা নাই, মায়া নাই
পিতা-পুত্ৰ-জ্ঞাতি-বন্ধু নাই
হাতত পৰিলে ধনু বাণ
বিবেককো দিয় বিসৰ্জ্জন।
থাক সুখে শৰাসন লৈ
অনাথিনী জননীয়ে
জীৱন আহুতি দিব জ্বলন্ত অগ্নিত।

লৱ- আমি কাৰে থাকিম আই?

কুশ- আমাৰ দোষ হ'ল আই।

(হনুমন্তৰ প্ৰৱেশ)

হনু- আই, আই
নিষ্ঠুৰ হৃদযো দ্ৰবে
শুনি দুটি অনাথৰ
কাকু-কাতুৰ্বাদি।
কি বুলি বুজাম জগ-মাতা?
আশীৰ্ব্বাদ দিযা-
যি মুখে নুমালো অগ্নি
স্বৰ্ণ লঙ্কা দাহী
সেই মুখে গ্ৰাস কৰো
জলন্ত জীৱন্ত এই দীপ্ত হুতাশন,
দহক হনুৰ হিযা
সৰ্ব্বদংশী দেৱ বৈশ্বানৰে
তথাপিও মাতৃ মোৰ
নমছিবা সতী সীতা নাম।

সীতা- হে' মহা বৈষ্ণৱ,
মাতৃ হৈ কৰো অনুৰোধ
নাবাধিবা গতি জীৱনকিৰ।
ভাবি সেৱাঁ,
স্বামী ইষ্ট, স্বামী গুৰু
স্বামী হোম-ধ্যান,
স্বামী স্বৰ্গ,স্বামী ধৰ্ম্ম,
ৰমণীৰ জীৱন কল্যাণ-
সিহেন স্বামীক হেৰুৱাই
আৰু কি ভুঞ্জিম ভোগ,
সৰ্ব্ব শূণ্যা ধৰাৰ কোলাত?
(লৱ-কুশক) আহ, পিতৃঘাতীহঁত,
জানকীৰ দুৰ্ভাগ্যৰ বীজ,
শেষবাৰ ইহজনমলৈ
প্ৰাণ ভৰি দিও আজি
স্নেহৰ চুম্বন। (ধৰি চুমা দিলে)
হনু মোৰ, প্ৰাণ সম বন্ধু মোৰ
কৰো আশীৰ্ব্বাদ-
ৰাম নামে নেৰক অন্তৰ।
(প্ৰদক্ষিণ কৰি কৰি)
চতুঃ শ্ৰোত্ৰং দ্বিনাসঞ্চ
ষণ্ণেত্ৰঞ্চ দ্বিবাসসং
উপবীতং জটামৌলী
নুপুৰং হাডকুণ্ডলং ...
(এই শ্লোক নাগাই পূৰ্ব্বৰ শ্লোক গাবও পাৰে)

ৰাল্মীকি- (নেপথ্যে) আই জানকী। (ক্ষান্ত হোৱা, ক্ষান্ত হোৱা।)
(সশিষ্যে ৰাল্মীকিৰ প্ৰৱেশ)

শিষ্যসকলৰ গীত।

নালাগে লুকাব আই, সতী প্ৰতিমা।
লুকালে অকালে জানো
যাব গৰিমা।।
উষাৰ কপালে শোভে
সধৰা তিলক
নমছা নমছা দেবী
উজলি জ্বলক
জীৱন চানেকী তুমি
ৰমণীৰ পুণ্য ভূমি
ৰাখা ৰাখা সতী এই
মৃদু মহিমা।।

লৱ- ককাদেও, ককাদেও, আজিৰ পৰা আমি কাক আই বুলি মাতিম?

কুশ- চাওকচোন ককাদেও, আমাৰ ওপৰত খং কৰি আয়ে কি কৰিব খুজিছে?

বাল্মীকি- ক্ষান্ত হোবা বাছাহঁত।
সতী মোৰ,
নাৰীকুল জ্যোতি,
যোগৰ বলেৰে বুজি
সকলো ঘটনা
আহিছো তুৰন্তে এৰি
গিৰি চিত্ৰকুট।
আই,
কাৰ সাধ্য কৰে নাশ
ব্ৰহ্ম অৱতাৰী এই
অযোধ্যা নাথক?

লৱ-কুশ- পিতা জীৱ? আয়ো থাকিব?

বাল্মীকি- সকলোকে পাবা বাছাহঁত।

হনু- কি বিচিত্ৰ লীলা আজি
দেখুবালা চক্ৰী চক্ৰধৰ।।

বাল্মীকি- যোবা দেবী,
পুত্ৰ সমন্বিতে
নিৰূপে নিৰ্জ্জনে বহি
যোগ আসনত
মন্ত্ৰৰ বলেৰে
মূৰ্চ্ছা ভঙ্গ কৰো সকলোৰে।
(শিষ্যহঁতক) যোৱা তোমালোকা।

সীতা- সতীৰ জীৱনদাতা,
হে যোগেশ্বৰ গুৰু,
কি বুলি জনাম কৃতজ্ঞতা?
(সেৱা কৰি - লৱ-কুশৰ হাতত ধৰি)
আহ বাছাহঁত,
ভাগ্যে যেন গুৰু ৰূপে আহি
উদ্ধাৰিলে সঙ্কট কালত।
হনু, প্ৰিয় ভক্ত স্বামী দেৱতাৰ,
অজ্ঞান শিশুৰ প্ৰতি
নাৰাখিবা কিঞ্চিতো কৈতৱ।

হনু- (সেৱা কৰি) আই,
শ্ৰান্তি, ক্লান্তি অৱসাদে
সকলো মধুৰ কৰি
মধু বৰষিলে আজি
পিতা-পুত্ৰ ৰণে।

(সীতা, লৱ-কুশ আৰু শিষ্যসকলৰ প্ৰস্থান)

বাল্মীকি- (হনুমন্তক) মাৰুতি,
গোপনে ৰাখিবা বুলি
বালক দুটিৰ নাম
আৰু জানকীৰ এই
অপূৰ্ণ প্ৰয়াস,
সকলোকে ছলে আঁতৰালো।
অশ্বমেধ যজ্ঞ মণ্ডপত
নিজে গৈ সঁপি দিম
দুয়োটি পুত্ৰকে শ্ৰীৰামক।
আহা, চাও
মূৰ্চ্ছাগ্ৰস্ত সেনা সেনানীক।

হনু- যিবা আজ্ঞা প্ৰভু।
(দুয়োৰো প্ৰস্থান)
(নেপথ্যে জয় "শ্ৰীৰামৰ জয়")
(শত্ৰুঘ্নৰ প্ৰবেশ)

শত্ৰুঘ্ন- অচেতন দেখি ক্ষণকাল
নেভাবিবি শিশুহঁত,
পৰাজিত শিৰ লৈ
এৰি যাম সংগ্ৰামৰ স্থলী।
আহ, পুনু কৰিছো আহ্বান।

(ভৰত লক্ষ্মণৰ প্ৰবেশ)

ভৰত- কেনি গ'ল, কেনি গ'ল
তপস্বী বালক?

লক্ষ্মণ- যোৱা
ধৰণীৰ বুকু ছিঙি আনা-
বান্ধি নিও অশ্বৰ লগতে।

(বাল্মীকি, ৰাম আৰু হনুমন্তৰ পুনৰ প্ৰবেশ)

ৰাম- হে' মহৰ্ষি
কাৰ পুত্ৰ ই দুটি বালক?
কাৰ 'লীলা-শিক্ষা' পাই

ৰাৱণাৰি দাশৰথি সমে
পৰাজিলে তিনিও বীৰক,
পৰাজিলে ভীম-কৰ্ম্মা
বীৰ মাৰুতিকো?

**বাল্মীকি-** নৰপতি,
এই আশ্ৰমৰে নিৰ্জ্জন কোলাত
লালিত-পালিত সেই
দুয়োটি বালক।
ভয়ত ঢাকিছে মুখ
পৰ্ণ কুটীৰত
নহ'লে নিজেই
আনিলো হেতেন ধৰি
মগাবৰ বাবে ক্ষমা দান।
অতীত অতীত বুলি
যোৱা বীৰ উদাৰ অন্তৰে,
অশ্বমেধ যজ্ঞৰ কালত
এই দুটি বালকৰ মুখে
শুনোৱাম তোমাৰ মধুৰ লীলা,
অভিনৱ গীতি-ৰামায়ণ।

**ৰাম-** কৰুণা দেৱৰ।
আৰু বাৰ নিজে আজি
সন্তৰ্পণে কৰো নিমন্ত্ৰণ।

**লক্ষ্মণ-** ৰামায়ন গীত।
হে' মহৰ্ষি,
জানিব পাৰোনে -
কাৰ ৰচনাত
উঠিছে বিশ্বত এই
সুধা সনা গীতৰ ঝঙ্কাৰ?

**বাল্মীকি-** কুমাৰ লক্ষ্মণ,
যিদিনা দেখিলো সেই
হিমাদ্ৰিৰ শুভ শিখৰত
শৰতৰ দিনকৰে
শতৰেখা বিকীৰণ কৰি
সুষমা-মণ্ডিত ছবি
কৰিছে বিকাশ
পৰিল প্ৰভুৰ কৃপা
সিদিনা শিৰত,
ভেদি হৃদয়ৰ
যৱনিকা, অন্ধ আৱৰণ
জ্বলিল হিয়াত মোৰ
দীপাৱলি- দীপ্তি মনোহৰ,
তুলিলো হাতত সিদিনায়
ভক্তি পুতা সোণালী লেখনী,
ৰচিলো ৰামৰ কীৰ্ত্তি
দান কৰো বুলি-
ভাৰতৰ বাল-বনিতাক
শান্তিৰ অমৃত ধাৰা,
লৱণু নিৰ্ম্মল।
লক্ষ্মণ, লক্ষ্মণ,
পৰম পিতাৰ মোৰ
নহ'লে কৰুণা-
কোনে পায় কবিত্ব শকতি,
কোনে পায ভক্তি ৰসময়ী?
ব্ৰহ্মা কৃপা হি কেৱলম্,
ব্ৰহ্মা কৃপা হি কেৱলম্,

**ৰাম-** (প্ৰণাম জনাই)
বিদায় মাগিছো দেৱ,
দলে দলে ভ্ৰাতৃ-সমন্বিতে।
(সকলোৱে বাল্মিকিক প্ৰণাম কৰে)

**বাল্মীকি-** জয় শ্ৰীৰামৰ জয়।

**সকলোৱে-** জয় শ্ৰীৰামখ জয়।।

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### কক্ষ

একাষত ঢাকি থোৱা, স্বৰ্ণ -সীতা।

**(ৰাম আসনত বহি আছে, লক্ষ্মণ আৰু শত্ৰুঘ্নই থিয় হৈ পৰিচৰ্য্যা কৰিছে)**

**ৰাম-** শেষ হ'ও হ'ও অশ্বমেধ।
মনত অনল শিখা
তথাপিও হোৱা নাই ম্লান।
আছে শৰতৰ নীলাআকাশ
নাই কিন্তু, চন্দ্ৰিকা শীতল,
আছে উষা, নাই কিন্তু
অৰুণ সুষমা সেন্দুৰ,
পুষ্পিত উদ্যান আছে-
নাই কিন্তু বিহগৰ কলকণ্ঠ গীত।
(দূৰত কুশ লৱৰ গীত)
(ভাৰত তোমাৰ কমল বনত
বাজিল বীণাৰ ছন্দ।
বাল্মীকিৰ তপোবনৰ
চুমি হোমৰ গন্ধ।।)
(কাণ দি) লক্ষ্মণ, লক্ষ্মণ,

আকৌ আনচো মাতি
সেই দুটি শিশু কোকিলক।
(লক্ষ্মণৰ প্ৰস্থান)

ৰাম- (স্বগতঃ) যেন আকলি ধৰিম,
যেন হস্তিনীৰ দৰে
শুঁড়েৰে সাৱটি ধৰি
বুকুত চপাই ল'ম আপোন ভাবেৰে।
(লক্ষ্মণ আৰু কুশ-লৱৰ প্ৰৱেশ)
(কুশ-লৱই ৰজাক আভিবাদন জনাই গৈ। স্থিৰ ভাবি, ৰ লাগি ৰামচন্দ্ৰে চাই থাকিল)

লক্ষ্মণ- (শত্ৰুঘ্নক আঁতৰাই নি কাণে কাণে ক'লে)
এবাৰ এবাৰ ভাই
চোৱাচো মিলাই,
সেই নৱ ঘন জিনি
শ্যাম কলেৱৰ,
শৰতৰ পূৰ্ণ চন্দ্ৰসম
জ্যোতিৰ্ম্ময বদন মণ্ডল;
ললিত বলিত সেই
দুখনি হাতত-
একে জুপি চম্পকৰ,
ফুলো ফুলো কলি।
শত্ৰুঘ্ন,
আচম্বিতে তিনি ৰাম
উপস্থিত আহি যেন একেটি কক্ষত।

শত্ৰুঘ্ন- সঁচা দাদ।
মযো লক্ষ্য কৰিছো নীৰৱে।

ৰাম- (হঠাতে কথা সুঁৱৰি)
অ' বাছাহঁত
সিঁচাচোন আৰু এটিবাৰ
বাল্মীকিৰ নন্দনৰ
পাৰিজাত ৰেণু সনা
ৰামায়ন কাব্য গীতাৱলি।

কুশ-লৱৰ গীত-
ভাৰত তোমাৰ কমল বনত
বাজিল বীণাৰ ছন্দ।
বাল্মীকিৰ তপোবনৰ
চুমি হোমৰ গন্ধ।।
সপোন লেখা সপোন ৰেখা
সপোন সনা তান
সপোন দেশৰ সপোন মেঘে
সপোন ধোৱা বাণ
ই সপোনৰ ৰেণু সৰি, উঠলিব জৰি জৰি
বনে বনে ৰামায়নৰ মৃদু মধুৰ ছন্দ।
কোনে ধুব কাজল চকু কোনে ধুব মণি
কোনে নিব সপোন দেশৰ
সপোন সুধাৰ খনি'
অশোক বনৰ সীতাৰ ছবি
আঁকিলে যি অমৰ কবি
বনে বনে বিলাব যি অমল মকৰন্দ।।
(গীতৰ মাজতে আপোন পাহৰি ল'ৰা দুটিৰ গালত মৰমেৰে আকৌ টোকৰ মাৰি শেষত প্ৰকৃতিস্থ হৈ ৰামচন্দ্ৰ আকৌ আসনত বহিল)

ৰাম- মণিমুক্তা দিলো। উপহাৰ-
নুছুলে হাতেৰে-
ক'লে তপস্বী বালক আমি,
'কি কৰিম মণি কুতাৰে।'
পৰিচয় সুধিলোঁ সাদৰে
ক'লে বাল্মীকি প্ৰভুৰ
তপোবন বাসী শিষ্য আমি।
মুখত দেখিছো
সূৰ্য্যবংশী আৰ্য্যৰ ৰক্তিমা,
বাহুত ক্ষত্ৰিয় -তেজ,
প্ৰতিটি অঙ্গতে
ব্ৰাহ্মণৰ বৰ্ণ চিহ্ন হীন।
কোন ভাগ্যবান পুৰুষৰ
বংশৰ প্ৰদীপ তোমালোক?

লৱ- আমি (ক'ব খোজোতেই কুশই চকুৰ ঠাৰেৰে হাক দিলে।)

কুশ- আমি বাল্মিকী ককাদেউৰ আশ্ৰমত থাকো।

লক্ষ্মণ- (চকুৰ ঠাৰৰ পৰা পিতাকৰ নাম ক'বলৈ হাক দিছে বুলি জানি ছলনাৰে)
গুৰুৰ আদৰ্শ লঙ্ঘি
নেলাগে অৱশ্যে
দিব পিতৃ-পৰিচয়।
বাৰু, বাছাহঁত
কোৱাচোন সত্য কথা -
এই প্ৰতিমাৰ তুল্য। (স্বৰ্ণ সীতাৰ কাপোৰ গুচাই দি)
দেখিছানে মুখ কাৰবাৰ?
(কুশই কথা নৌ কওতেই আনন্দত উত্ৰাৱল হৈ)

লৱ- আমাৰ আই। ক'ত পালে?
কোনে সাজিলে? আমাৰ ঘৰলৈ নিব দিবনে?

ৰাম- (ধৈৰ্য্য ধৰি আকিব নোৱাৰি)
লক্ষ্মণ, লক্ষ্মণ
কোন আত্মাৰ আৱৰণ ভেদি

পেলালাহি গোলোকৰ
আলোক উজ্জ্বল?
মৰণৰ বিবৰ্ণ মুখত
কোন সৰগৰ
সঞ্জীৱনী সুধা আনি
ঢালিলাহি ধন্বন্তৰী হে?
লক্ষ্মণ, লক্ষ্মণ।।

**লক্ষ্মণ-** দাদা, দাদা, স্থিৰ হোৱা,
ধৈৰ্য্যৰ নিকুঞ্জ বন
নুবুৰাবা অশ্ৰুৰ বানেৰে।

**ৰাম-** নিষ্ঠুৰ লক্ষ্মণ
শ্ৰীৰামৰ অশ্ৰুধাৰা
নিজে ঢালি আহি তই
অসাৰ অতল তলিত
আজি ক'ত দেখিলি পুনৰ
মৰুময় নয়নত মোৰ?
(ল'ৰা দুটিক ধৰি) বাছাহঁত,
ক'ত হাঁহিছিলি?
ক'ত কান্দিছিলি?
ক'ত কৰিছিলি নিচুপি উচুপি
জননীৰ স্তন্যধাৰা পান?
(এৰি দি) আই আই।।
সপোনৰ নিধি যোৱা চাই।।
(প্ৰস্থান)

**লক্ষ্মণ-** শত্ৰুঘ্ন,
যোৱা, সুস্থ কৰা অযোধ্যাপতিক।
(শত্ৰুঘ্নৰ প্ৰস্থান)
(কৌশল্যাৰ প্ৰৱেশ)
সোণাহত মোৰ, (সাৱটি ধৰি)
নেপালো কোলাত লৈ
অৰ্থশূণ্য হাঁহি চাবলৈ,
নেপালো হাতত ধৰি
বুলোৱাব অথিৰ চৰণ;
মুখৰ মৃত্তিকা উলিয়াই
ধুৱাই পথালি কোলাকৈ
নোৱাৰিলো হেঁপাহ পলাই
পিতামহী হ'ব তইঁতৰ।

**লক্ষ্মণ-** আই, আই
আজি ই আনন্দ দিন
নিতিয়াবা অশ্ৰু বৰ্ষণেৰে।

**কৌশল্যা-** নিতিয়াও বাছা,
নিতিয়াও লোতকেৰে
পুণ্য শুদ্ধ আনন্দ ৰাজ্যৰ।
উঃ কি সুখ? কি সুখ?
পিতামহী হ'লো আজি মই।
(বেগাই উৰ্ম্মিলাৰ প্ৰবেশ)

**উৰ্ম্মিলা-** দিয়ক, দিয়ক, আই (হাত মেলি)
যি সুখৰ স্বপ্ন দেখি
যতনালো পঞ্চামৃত
আনন্দ মনেৰে, এটি দিন-
সেই দুটি হাতে
একোলা কোলাত লৈ
দুয়োটি পোনাকে
ময়ো হওঁ ভাগ্যৱতী খুড়ী।

# দ্বিতীয় দৃশ্য

## গাৱঁলীয়া বাট

(ধোৱা-ধুবুনীৰ প্ৰবেশ)

**ধোৱা-** হেৰ' পনৰু মাক।

**ধুবুনী-** কি?

**ধোৱা-** সচা অ', তই কোৱাই হয় 'হেৰ' গোটেই খনু দেশ উদুলি-মুদুলি, উলহ-মালহ, উখল-মাখল, থৌকি-বাথৌ, হেন্দোল-মেদোল। তই থাক মই যাও।

**ধুবুনী-** কৈছাহে আকৌ। আজি ৰজাৰ ঘৰত শেষ যজ্ঞ। খৰি ভাৰীৰ পুতেকৰে পৰা ৰজাৰ কোৱঁৰলৈকে আটাইৰে গা সাতখন আঠখন, গোটেই উলহৰ মাদলি, তুলহৰ বিয়া। যজ্ঞত সেৱা কৰিবলৈ আজি হেনো ৰাণীও আহিব।

**ধোৱা-** তই তেহেলৈ মোক মতাকে বোল তিৰোতাকে বোল, মই হ'লে 'এই খিনিতে' কথা একাষাৰ নকৈ নোৱাৰো পাই।

**ধুবুনী-** মতাকে বুলিম বাৰু কোৱাচোন শুনো।

**ধোৱা-** ৰজা ৰাজোৱানবোৰ আমাৰ দেশৰ কালৰ কলি।

**ধুবুনী-** 'কালৰ কলি'?

**ধোৱা-** ও কালৰ কলি। তেওঁ বিলাকৰ ধন-ধান উভৈনদী দেখি বিয়া-বাৰু, সেৱা-সকামত তেওঁবিলাকে কলহৰ মুখেৰে ধন ভাঙিব। দুখীয়াই তেওঁবিলাককে দেখি মন টাপৰিব নোৱাৰি, বিয়া-বাৰুত টেটুলৈকে ধাৰ লগাই মৰিব।

**ধুবুনী-** ৰজা -ৰাজোৱানৰ ধনবোৰনো তেনেহ'লে কেনেকৈ ভাগিব?

**ধোৱা-** ৰাইজৰ হকে আলি পদূলি বন্ধা, নাদ পুখুৰী খন্দা, বাটৰ কাষত গছ ৰোৱা- এইবোৰ কৰিলে জানো

গাগৰিয়ে গাগৰিযে ধন নেভাগিব?

ধুবুনী- থোৱা থোৱা তোমাৰ বাটে বাট বুলিবলৈ হ'লে - দেশত হাইচ্ -লাইচ্ একো নেথাকিবই।

ধোৱা- হেৰ' মোৰ বাটেনো বাট বুলিব কোনে? কথাটোহে কৈছো।

ধুবুনী- বাৰু বাৰু মোৰ এই ফোটটো চোৱাচোন একতীয়া হ'লনে কি? (দেখুৱায)

ধোবা- এচকুৰে চালে হৈছে; এচকুৰে চালে নাই হোৱা।

ধুবুনী- তুমিও আৰু বাৰু দেও। ইমান ফেৰা কথাও ধৰিব নোৱাৰানে?

ধোবা- ৰ, বাৰু ভালকৈ চাই লও। (আঁতৰৰ পৰা চাই) গালখন কাতি কৰচোন, সিফালে কাতি কৰচোন, আকৌ ই ফালে কাতি কবচোন (ধুবুনীৰ তথা কৰণ) হৈছে হেৰ' হৈছেই বোল।

ধুবুনী- সেযা লগালাখু-খুৱনি। কথাষাৰ চয-নিচয মাৰি ক'ব নোৱাৰানে? হৈছেনে, নাই - একেষাৰ হে কথা।

ধোবা- মোৰ চকুত হৈছে, পাচে ডেকা ল'ৰাৰ চকুত হ'লে (আঙুলিৰে চিএৱৰ দি) এই পালে শুকুলা একাদশীব জোনটো যেন এফেৰিমান

ধুবুনী- নেলাগে চাব যোৱা। (মুখ ঘুৰালে) আচিনাকী তিৰোতা মানুহে দেখি দেখি হাঁহিব বুলি কথাষাৰ সোধোতে ইমান মস্কৰা। হক, ক'তীযা হ'লেও হ'ক।

ধোবা- তোৰে শপত পনৰু মাক, একেবাৰেই খুবুং পুখুৰীৰ মাজত ৰঙা ভেট পাহ ফুলি থকা দি আছে হেৰ'য

ধুবুনী- তাকেনো অথনিৰে পৰা নোকোৱা কিয?

ধোবা- বুইছ পনৰু মাক পোন কথা ফৌ ফৌ, বেকা কথা চৌ চৌ।

উভযৰে গীত

পুখুৰীৰ মাজতে ভেটফুল এপাহি
সুৰুযৰ মুখলৈ চাই।
সুধিলে ভিনীহি সঁচানে শুনিলো
আবিযৈ পদুমী বাই।।
পদুমে ভনীটিৰ গাত
হেঁচুকি লগালে মাত
হয়েঁৰা সতৰী, বিয়াৰ যে বছৰি
গামোচা লৈছিলি গাত।
ভনীটিৰ লাগিলে জুতি
ওলালে কথাৰে কুটি
সুধিলে বাইটি
কথা যে ঘাইটি
ভিনীহ কুকুৰীকাণ
ৰাতিটো হাতীৰে মান,
কেনেকৈ আহিলে
বৰ হোম পুৰিলে
জেঠৈৰীক ধৰিলো মান
ভেটৰ ভেঙুচালি
বুজি পাই ৰ'দালি
বুলিলে নাই নাই নাই
বৰ হোম সৰু হোম নাই
দিনৰ দুপৰীয়া পাতিছিলো বিয়া
চকলং বিধিকে গাই।।
(উভয়ৰ প্ৰস্থান)

# তৃতীয় দৃশ্য

## যজ্ঞ মণ্ডপ

(আসনত ৰামচন্দ্ৰ, ওচৰত ছত্ৰচামৰধাৰী তিনিও জন ভায়েক, হনুমান, দুৰ্ম্মুখ, কঞ্চুকী হলায়ুধ মন্ত্ৰী আদি সভাসদসকল। যজ্ঞস্থলীৰ ওচৰত বশিষ্ঠ আদি ঋষিসকল)

(সকলোৰে চকু আগন্তুক সীতালৈ)

কুশ- পিতা, ৰাতিপুৱা হ'লেই দেখো, আইনো কেতিয়া পাবহি?

লব আজিৰ পৰা ইয়াতে থাকিব নহয়, নহয় নে পিতা।

ৰাম- হয হয়।

(নেপথ্যে বাল্মীকি শিষ্যৰ গীত)

বন্দে-
বন্দে নৰবৰ
দুখভীতি পাপহৰ
ৰুচিৰ মনোহৰ
শ্ৰীশ্ৰীৰামং।
মণিমালা কুণ্ডল
উজ্জ্বল জলমল
নয়ন শতদল-তনু ঘনশ্যাম।।

লব- আমি আইক ধৰি আনোগৈনে পিতা?

কুশ- ব'লা ব'লা।

(দুয়ো উলাহেৰে গুচি গ'ল)

(সশিষ্যে বাল্মীকি, মাজতে সীতাৰ হাতত ধৰি কুশ-লব আৰু পাচত লক্ষ্মণৰ প্ৰৱেশ)

শিষ্যসকলৰ '

আনিছে বুটলি আজি
বন সৰা ফুল।
দুবৰিৰ মুখে মুখে
ক'লে কথা মন দুখে
পমালে আজলী বুকু

শোকে বিয়াকুল।।
চোৰা চোৰা তিতা চকু
লোতকে গধুৰ
জীণ যোৰা বিননিৰ
ৰিণি ৰিণি সুৰ
চোৰা কথা ঠোকাঠুকি
আবেগৰ লুকা-লুকি
চেনেহী নদীৰ চোৰা,
বানে বুৰা কূল।।
(সকলো নিজ নিজ ঠাইত ৰ'ল। বাল্মীকিয়ে ইঙ্গিত কৰিলত সীতা ৰামৰ ওচৰ পালেগৈ)

**সীতা-** (চকু পানী টুকি, সেৱা কৰি)
প্ৰভু
কঠোৰ হলেও
তোমাৰেই কোমল হাতৰ
দান বুলি মানি ল'লো
বন-নিৰ্ব্বাসন।

**ৰাম-** জানকী, জানকী (আৰু যেন মাতিব নোৱাৰিলে)

**বাল্মীকি-** হে' অযোধ্যাৰ পতি,
আৰু অযোধ্যাৰ প্ৰজাদল,
শ্ৰীৰামৰ কণ্ঠহাৰ ছিগি
যি মহামাণিক
আছিল ইমান দিন
জীৰ্ণ মোৰ পৰ্ণ কুটীৰত
আজি নিজে আনি তাক
সঁপি দিলো, প্ৰভুৰ হাতত
ধৰ্ম্ম শাস্ত্ৰ ৰচয়িতা,
প্ৰচেতাৰ পুত্ৰ মই
কৰা নাই কাহিনিও
অসত্য আলাপ,
পতিব্ৰতা মৈথিলীৰ
সতীত্বত নকৰি সন্দেহ
কৰিব শ্ৰীৰামে, পুত্ৰ সমে সংবৰণ
দেবী জানকীক-
এয়ে মোৰ অনুৰোধ,
এয়ে মোৰ বাঞ্ছা অন্তৰৰ।
লোৱা প্ৰভু কণ্ঠমণি
পুনু কণ্ঠ-হাৰত সংযোজি;
প্ৰজা বৰ্গে স্যচক্ষে দেখক পুনু
যোগ্যাক যোগ্যৰ সহ-
একেখনি ৰাজ আসনত।
(সশিষ্যে বাল্মীকিৰ প্ৰবেশ)

**দুৰ্ম্মুখ-** (স্বগত-) এই সুযোগতে
নমচিলে সতীৰ লোতক
দুৰ্ম্মুখৰ নাম শুনি
কাণত আঙুলী দিব
ভবিষ্য ভাৰতে
শুনা, শুনা আযোধ্যাৰ
ৰাজ ভক্ত, প্ৰজা পৰিজন,
মহৰ্ষিৰ মধু কল্পনাত
বিধাতাৰ বিনোদ-বিশ্বৃত
বাজিছে পুনৰ আজি
সতীত্বৰ মৃদঙ্গ গম্বীৰ।
বোলো বোলো সমস্বৰে
জয় দেৱী সতী জানকীৰ।

**ৰাম-** (উল্লাসযুক্ত হৈ) হয, হয়,
এবাৰ, এবাৰ মাথো
শুদ্ধ অন্তৰেৰে।

**লক্ষ্মণ-** দাদা,
ৰজাৰ ইচ্ছাই, বেদ
প্ৰজা মণ্ডলীৰ।

**ৰাম-** নহয লক্ষ্মণ,
হ'ব পাৰো ৰজা মই
অযোধ্যাৰ প্ৰজা মণ্ডলীত,
কিন্তু, অন্তৰত মোৰ
ৰাজতন্ত্ৰতাই
পোৱা নাই স্থান কদাপিও।
প্ৰজাৰ অন্তৰ খনি
নোৱাৰে যি কৰিব শাসন
নহয আদৰ্শ নেতা,
ৰজা হোৱা আৰু বিদূৰত।
কোৱা প্ৰজাবৰ্গ মোৰ,
'সত্য শুদ্ধা জনক দুহিতা'।

**প্ৰজাবৰ্গ-** পৰীক্ষা। পৰীক্ষা।।

**ৰাম-** শুনা, শুনা
প্ৰাণ প্ৰিয অযোধ্যা নিবাসী,
সুদূৰ লঙ্কাৰ সেই
সমুদ্ৰ কূলত
ওমলে ৰঙ্গেৰে য'ত
সুবৰ্ণৰ ৰেণু ৰাশি ৰাশি-
তাতে এই জনক কন্যাৰ
হৈছিল অনন্তঃ পৰীক্ষা।

**প্ৰজাবৰ্গ-** দেখা নাই।

**লক্ষ্মণ-** দেখিছিল যক্ষ ৰক্ষ,

গন্ধৰ্ব্ব কিন্নৰে,
দেখিছিল দেৱতা বৃন্দই।
প্ৰজাবৰ্গ- আমি দেখা নাই।
লক্ষ্মণ- দেখিছিল লঙ্কাৰ প্ৰজাই
তদুপৰি দ্বিজে, পিতা দশৰথে,
স্বয়ং অগ্নিয়ে
ঘুষিছিল সতীত্ব সতীৰ।
প্ৰজাবৰ্গ- আমি দেখা নাই।
ৰাম- দেখা নাই তোমালোক
প্ৰাণ তুল্য অযোধ্যাবাসীয়ে।
তেন্তে, তেন্তে -
(অস্থিৰ হৈ) প্ৰিয়া মোৰ
নিৰ্ভীকা বৈদেহী,
অনল পৰীক্ষা হ'ক,
আৰু এটিবাৰ-
আপোন ৰাজ্যৰ এই,
আপোন গৃহত।
লক্ষ্মণ- (বাধা দি) দাদা, দাদা।।
ৰাম- (লক্ষ্মণৰ বাহুত ধৰি) নহয় লক্ষ্মণ,
এইবাৰ শেষবাৰ বুলি।
ভদ্ৰ, দুৰ্ম্মুখ,
জ্বলোৱা অনল
মচক সতীয়ে আজি
সতীত্বৰে, দৃঢ় ছাঁযা-জাল।
(কৌশল্যাৰ বেগাই প্ৰবেশ)
কৌশল্যা- কি কৰা শ্ৰীৰাম?
ৰমণীৰ চৰিত্ৰৰ সঞ্চিত ধনক
জুখিব খুজিছা আজি
অবিশ্বাসী পাপ পূৰ্ণ
চকুৰ আগত?
ৰাম- আই, আই,
ক্ষমা অপৰাধ মোৰ।
ৰজা মই
সমাজৰ ইচ্ছাৰ বিৰুদ্ধে
নোৱাৰো কৰিব একো কাম।
(সীতাক) দেৱী,
ভাবি চোৱা দায়িত্ব ৰামৰ;
এৰা অভিমান .
সীতা- পুৰুষৰ ব্যৱস্থাত
নৰজে নাৰীৰ অভিমান।
ৰাম- জ্বলিল অনল দেৱী।
শুদ্ধ সুবৰ্ণৰ দৰে
অম্লান বৰ্ণেৰে উঠি
অগ্নি পৰীক্ষাত-
সতীত্বৰ ৰাখা উচ্চ মান।
সীতা- আকৌ আকৌ সেই
নিৰ্ম্মম বচন।
প্ৰভু
ইমানতো নুগুচিল সন্দেহ তোমাৰ?
ইমানতো নাতৰিল
ক্ষুদ্ৰ দুৰ্ব্বলতা?
যাৰ সাক্ষ্য দিলে মহৰ্ষিয়ে,
যাৰ সাক্ষী আছিল অনল
যাৰ সাক্ষী পূজ্যপাদ গুৰু দশৰথ,
সেই জানকীয়ে
বাৰে বাৰে অগ্নিত সোমাই (ঠোকাঠুকি মাতেৰে)
উঃ। উঃ। ভাগ্য ভাগ্য।
কত দিবি অন্তৰত নিষ্ঠুৰ আঘাত?
ক্ষান্ত-হোৱা প্ৰভু মোৰ,
ক্ষান্ত হোৱা প্ৰজাবৃন্দ,
শেষ ছাঁযা মচিম নিজৰ।
(অলপ আগবাঢ়ি গৈ পৃথিবীলৈ চাই, কৰমোৰ কৰি)
আই, আই
বসুন্ধৰা, জন্মাদাত্ৰী মোৰ,
জানি নিজে মহিমা সতীৰ
কি চাই আছা মাতৃ?
দাশৰথি বিনে যদি
সচেত-সপোনে জ্ঞানে
কৰা নাই চিন্তা আন
কোনো পুৰুষৰ,-
দ্বিধা হোৱা- দিয়া স্থান
নেচাও জন্মত এই শ্ৰীৰামৰ মুখ।
(হঠাতে তলৰ মাটি ওপৰলৈ উঠি দুই তিনিবাৰ
ভীষণ শব্দ কৰিলে আৰু তাৰ পাচত মাটি ফাটি
অনন্তৰ ফণাৰে বসুমতীৰ আবিৰ্ভাব হ'ল)
বসুমতী- আই,
অযোধ্যাৰ জন সমাজত
এয়ে যদি পূজা সতীত্বৰ
আহা কন্যা মোৰ,
জননী-দুহিতা
দুয়ো ধৰাধৰি কৰি
স্থান লও পাতালৰ অতল তলিত।
(সীতা-বসুমতীৰ অন্তৰ্ধান আৰু সকলোৰে মুখত ভয়-
বিস্ময়-উদ্বেগৰ লক্ষণ)

কুশ- পিতা, পিতা, আই ক'লৈ গ'ল।
কৌশল্যা- জানকী, জানকী।
লক্ষ্মণ- ভৰত-শত্ৰুঘ্ন- (সমস্বৰে) বৌদেও, বৌদেও।
হনু- মাতৃ, ইয়ালৈকে
গোপনে গোপনে
পালিছিলো আশা অন্তৰত?
উঃ প্ৰভু।। প্ৰভু।।
কি কৰিলা?
হাতেৰে ৰোপণ কৰি
চৰণেৰে উঘালিলা
দেৱৰ দুৰ্লভ পুষ্পলতা।
ৰাম- হনু, হনু।।
আৰু কিয়?
আনা ধনুৰ্ব্বাণ
চাও আজি
জামাতাৰ শৰ বৰ্ষণত
ভাগেনে নেভাঙ্গে ধৈৰ্য্য
পাষাণী ধৰাৰ (্[illegible]হে)
লক্ষ্মণ, লক্ষ্মণ।।
নহয়, নহয়-
দিয়া শক্তি শেল
ধৰাৰ হৃদয় ভেদি
আনো তুলি সতী জানকীক।।
বশিষ্ঠ- (ৰামৰ হাতত ধৰি)
বৎস ৰাম,
জিতেন্দ্ৰিয় বীৰ তুমি,
বেদ- শাস্ত্ৰ বিদিত তোমাৰ।
এনে আচৰণে, বৎস,
নোশোভে তোমাক।
ৰাম- গুৰুদেৱ, গুৰুদেৱ,
এয়েনে কি ৰাজ্য সুখ?
এয়েনে কি ৰাম- ৰাজ্য
ভৰতৰ চিৰ-কীৰ্ত্তনীয়?
গুৰুদেৱ, (আকাশলৈ চাই)
সৌৱা, সৌৱা-
ৰামৰ বৈকল্য দেখি
হাঁহিছে তাৰাই,
হাঁহিছে শূদ্ৰকে,
হাঁহিছে লঙ্কাৰ ৰাণী,
মন্দোদৰী ৰাৱণ-ভাৰ্য্যাই।
নহয়, নহয় গুৰুদেৱ
ৰজা মই,
জানো সাম-দান-দণ্ড-ভেদ
চাও শেষবাৰ-
(আজোৰ মাৰি বশিষ্ঠৰ হাতৰ পৰা এৰাই)
সকলোৰে - কি কৰা, কি কৰা প্ৰভু,
অযোধ্যাৰঞ্জন??
ৰাম- 'অযোধ্যাৰঞ্জন'।। (সকলোকৈ চাই)
অযোধ্যাৰঞ্জন।।
শ্ৰীৰামৰ ভাগ্যে
নেসাধিলে এই নাম।
নহয় নহয়
(আঠুকাঢ়ি)
শিশু সন্তানৰ দৰে
কাবৌ কৰিছো মাতৃ,
সৰ্ব্বংসহা জননী মাধৱী,
শ্ৰীৰামকো স্থান দিয়া
পাতাল পুৰীত
আৰু যেন জীৱনত
নঘটক বৈদেহী বিয়োগ।

# যৱনিকা

# শ্ৰীকৃষ্ণাৰ্পনমস্তু

## ঃ অৰ্পণঃ

পূজনীয় ডাঙৰ মামা

**স্বৰ্গীয় শ্ৰীকান্ত চৌধাৰী**

পূজনীয় সৰু মামা

**স্বৰ্গীয় হৰকান্ত চৌধাৰী**

দুয়োজনাৰ হাতত

এই পাহ

ভক্তি-ফুল।

# চৰিত্ৰ

## মুনিহ

শিৱাজী ঃ মাৰাঠাপতি

ৰামদাস স্বামী ঃ শিৱাজীৰ গুৰু

তানোজী ঃ শিৱাজীৰ সহকাৰী

দিলীপৰাও ঃ শিৱাজীৰ সেনাপতি

গোলাপসিংহ ঃ শিৱাজীৰ আশ্ৰিত

ঔৰংজীৱ ঃ মোগল বাদছাহ

যশোৱন্ত সিংহ (মাৰাবাৰ পতি)

চাযেস্তা খাঁ(চুবেদাৰ) ঃ মোগল সেনাপতি

দিলিৰ খাঁ আৰু ৰামসিংহ

ছোলেমন খাঁ ঃ কিল্লদাৰ

আফজল খাঁ ঃ বিজাপুৰ সেনাপতি

গেঞ্জেলাছ ঃ পৰ্টুগিছ সেনাপতি

নেতাজী গেঞ্জেলাছ মাৰালি ছৰ্দাৰ, কাৰাৰক্ষী, প্ৰহৰী, উজিৰ, ওমৰাহ,চাৰণ,ডকাইত প্ৰভৃতি।

## তিৰোতা

জিজিবাঈ ঃ শিৱাজীৰ মাতৃ

অৰুণাবাঈ ঃ কন্যা

অমিয়া ঃ গোলাপৰ ভনীয়েক

ভৈৰবী ঃ গোলাপৰ ভনীয়েক

ছখিনা বিবি, বাইজী,নৰ্ত্তকী,মাৰাঠা-গাভৰু প্ৰভৃতি।

# ছত্ৰপতি শিৱাজী

## প্ৰথম অংক

## প্ৰথম দৰ্শন

পুনাৰ ওচৰৰ ৰাজআলি

ৰাম — গীত —

জননী' পৰাধীনা বন্দিনী—
গৌৰৱমণ্ডিতা বিশ্ববিনন্দিতা ধৰিত্ৰীনন্দিনী।
ৰত্নগৰ্ভা তুমি বীৰ-প্ৰসৱিনী
তথাপিতো হায় চিৰঅভাগিনী
গগনে-পৱনে কৰুণ ক্ৰন্দনে বাজিছে ৰাগিণী।
বিশ্ববিজয়িনী শত্ৰু-বিমৰ্দ্দিনী
জাগৃহি গোঁসানী সিংহবাহিনী
বজোৱা দুন্দুভি, উৰুৱাপতাকা, সংহাৰি বিঘিনি।
(প্ৰস্থান। গোলাপসিংহ আৰু অমিযাৰ প্ৰৱেশ।)

গোলাপ : গীত গাই গাই স্বদেশভক্ত সন্ন্যাসী গুচি গ'ল। শুনা, শুনা ভনীটি। বতাহত বাজি ৰ'ল পৰাধীনতাৰ কি মৰ্ম্মাহত সুৰ।

অমিয়া : সচাঁ ককাইদেউ। যথাৰ্থ অভাগিনী আমাৰ মাতৃ ভাৰতবৰ্ষ। হ'ল বুলি আৰু বিদেশীৰ কিমান হেন্দোলনি সহ্য কৰিব?

গোলাপ : মানুহৰ নিচিনা একেই দেশৰো ভাগ্যচক্ৰ।

অমি : এতিয়া কোনখিনি পালোঁহি ককাইদেউ?

গোলাপ : এইখন মহাৰাষ্ট্ৰ দেশ। মাৰাঠাপতি শিৱাজীৰ পুনা নগৰ ইয়াৰ পৰা বেছি দূৰত নহয়।

অমি : তেন্তে ইয়ালৈ কেলৈ আহিলা? শুনিছো— মাৰাঠা-দেশত ডকাইতৰ বৰ উপদ্ৰপ। মোৰ বৰ ভয় লাগিছে ককাইদেউ। যদি আমি ডকাইতৰ হাতত পৰো তেন্তে আমাৰ কি গ'তি হ'ব? বনৰ বাঘে নেখালেও মনৰ বাঘে খায় নহয়।

গোলাপ : ওপৰত ভগৱন্ত আছে। তেওঁ অগতিৰ গতি, অনাথৰ নাথ আৰু নিৰাশ্ৰয়ৰ আশ্ৰয়। ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে?

অমি : আৰু কিমান বাট যাব লাগিব? ইয়াৰ পৰা পুনা নগৰ কিমান দূৰত?

গোলাপ : এতিয়াও প্ৰায় এবেলাৰ বাট বাকী। যদি মাৰাঠাপতি শিৱাজীক লগ ধৰিব পাৰো তেন্তে আমাৰ এটি সুদিহ্য কৰিব পাৰিম বুলি আশা কৰা যায়।

অমি : তুমি জানো তেওঁক চিনি পোৱা?

গোলাপ : চিনি নেপালেও মানুহৰ মুখত তেওঁৰ বিষয়ে বহু কথা শুনিছো। গে-ব্ৰাহ্মণক ৰক্ষা কৰা, আৰ্যভুমিৰ লুপ্ত গৌৰৱ পুনৰ উদ্ধাৰ কৰা আৰু মহাৰাষ্ট্ৰৰ জাতীয় জীৱন গঠন কৰি নৱভাৰত সৃষ্টি কৰা তেওঁৰ জীৱনৰ মহাব্ৰত। মোৰ বিশ্বাস— তেওঁৰ ওচৰৰ পৰা আমি বিফল হৈ উলটিব নেলাগিব। যদি সুবিধা হয়, ময়ো মাৰাঠাপতিৰ স্বদেশমন্ত্ৰত দীক্ষা লম--মাতৃভুমি ভাৰতবৰ্ষৰ মুক্তি-অভিযানত যোগ দি জীৱন ধন্য কৰিম।

অমি : আই ভগৱতীয়ে তোমাৰ আশাফলৱতী কৰক।

নেপথ্যত ৰামপ্ৰসাদ : ধৰ ঔ, ধৰ লালমণি। সোণালী সুযোগ। সোনালী সুযোগ। সোণালী সুযোগ।

নেঃ লালমণি : তই আগবাঢ়। মই তোৰ পাছে পাছে গৈছো।

নেঃ ৰাম : নহয় অ' তই আগবাঢ়। একো ভয় নাই।

নেঃ লাল : বহুত পুৰস্কাৰ। আগবাঢ়, আগবাঢ়।

অমি : সেয়া কাৰ মাতককাইদেউ?

গোলা : বোধকৰো আমি ডকাইতৰ হাতত পৰিলো।

অমি (কাৰযোৰে) : হে হনুমানজী। আমাক এই আসন্নবিপদৰ পৰাৰক্ষা কৰা।
(দুজন ডকাইতৰ প্ৰৱেশ।)

লাল : ধৰ ৰামপ্ৰসাদ। ধৰ। কি চাই আছ?

গোলা : খবৰ্দাৰ, মোৰ ভনীৰ গাত হাত নিদিবি। অনৰ্থক ৰাজপুতৰ হাতত অপঘাত মৃত্যু হ'ব।

ৰাম : কাক ভয় দেখুৱাইছ হো? আজি বেছ মজা পাবি। শুদাই নেৰিম একা।

গোলা : ৰাজপুতে ভয়ৰ নাম নেজানে।

ৰাম : আজি জানিব একা। ভালে ভালে সেই ছোৱালীজনী আমাক দে। নহলে জানিছই নহয়--হাঃ হাঃ হাঃ।

লাল : ঠিক, ঠিক, ঠিক। এই ছোৱালীৰ মূল্য বহুত পুৰস্কাৰ। হুজুৰ খুব খুচি হ'ব ধৰ অ' ধৰ। কি চাই আছ?
(আগবাঢ়ি গৈ পিছুৱাই আহে।)

ৰাম : কি হ'ল অ' ভাইজী। বীৰৰ খোজেৰে গৈ দেখোন পাছুৱাই আহিলি?

লাল : তয়ো ব'ল। দুয়ো একেলগে ধৰো বল। (দুয়ো আগবাঢ়ে)

গোলা : মৃত্যু তহঁতৰ সন্নিকট। মোৰ হাতৰপৰা তহঁতৰ আজি নিস্তাৰ নাই।
(তিনিওৰো যুদ্ধ। পিস্তলৰ শব্দ। গোলাপৰ মূৰ্চ্ছা।)

অমি : ককাইদেউ। ককাইদেউ। কোন পাষণ্ডই তোমাৰ গাত আঘাত কৰিছে? (গোলাপক সাৱটি ধৰে।)

লাল : হেৰ, সি নমৰিল ঔ। কাণৰ কাষেদিহে গুলীটো পাৰ হৈ গ'লএকা।

ৰাম : ওঁ ওঁ মূৰ্চ্ছা। কাণে কাণ মাৰিহে সাৰিল। সি যি

নহওক সহজে আমাৰ কাম হাচিল হ'ব।

(হাতত পিস্তল লৈ দিলীপ ৰাওৰ প্ৰৱেশ।)

দিলীপ : তইঁত এতিয়া যা।

লাল : আমাৰ বকছিছ হুজুৰ?

দিলীপ : হোঁহ (টোপোলা এটা দলি মাৰি) সৌ গচৰ তলত গণি লগৈ।

ৰাম : বহুত বহুত আচ্ছা হুজুৰ।

লাল : ব'ল, ব'ল, ব'ল।

(ধনৰ টোপোলা লৈ দুয়োৰো প্ৰস্থান।

দিলী (অমিয়াক হাতত ধৰি) : উঠা সুন্দৰী। মোৰ লগত ব'লা, নহলে ডকাইতে তোমাৰ সৰ্ব্বনাশ কৰিব।

অমি (কান্দি কান্দি) : ক'লৈ যাম?

দিলী : নিৰাপদ স্থানলৈ।

অমি : মোৰ ককাইদেউ য'ত আছে তাতকৈ বেছি নিৰাপদ স্থান নাই।

দিলী : মোৰ কথা শুনা। নহলে অঘটন ঘটিব। সৌৱা আৰু এদল ডকাইত আহিব লাগিছে। সিহঁতে পালে শুদাই নেৰে।

অমি : মই নেযাওঁ। ককাইদেউতাক এৰি মই কলৈকো নেযাওঁ।

দিলী : থাকিতো তেওঁক সৰুৱাব নোৱাৰিবাই, তদুপৰি ডকাইতৰ হাতত নিজৰো আপদ চপাই লবা। জানাই নহয়, হৰিণাৰ মঙহেই বৈৰী।

অমি (কান্দি কান্দি) : মোৰ আৰু বাকি একো নাই। ভগৱানে এই অভাগীৰ সকলো নিলে। বাকী আছিল ককাইদেউ। তেৰো আজি ডকাইতৰ গুলীত সংজ্ঞাহীন।

দিলী : মই তাৰো এটা ভাল ব্যৱস্থা কৰিম। আহাঁ, তুমি সোনকালে মোৰ লগত আহাঁ।

(বলেৰে অমিয়াক টানি লৈ যায়। হাতত ত্ৰিশূল লৈ ভৈৰবীৰ প্ৰৱেশ।)

ভৈৰবী : বহুত ওপৰলৈ হাত মেলিছিলো, হাত কোচাই আনিবলৈ বাধ্য হ'লো। যিজনক মই প্ৰাণ ভৰি ভাল পাইছিলো, তেওঁৰ পৰা উৎসাহজনক সঁহাৰিও পাইছিলো সঁচা কিন্তু প্ৰতিকুল পৰিস্থিতিয়ে সকলো ওলট পালট কৰি দিলে। মনে খন্দা পুখুৰীত পানী শুকাই গ'ল। পৰম্পৰাই বাধা দিলে, অভিজাত্যই হেঙাৰ পুতিলে। আমাৰ মাজত আজি বহু যোজন ব্যৱধান। প্ৰথমতে মই যি বাট বাছি লৈছিলো, আজি সেই বাট এৰি নতুন বাট লৈছো, নতুন পোহৰ সন্ধান পাইছো। প্ৰতিবাদ নাই— অভিযোগ নাই— প্ৰত্যাহ্বান নাই, সকলো নিৰবে মূৰ পাতি লৈছো, সেযে তেওঁৰ জীৱনৰ উদ্দেশ্য আৰু মোৰ জীৱনৰ উদ্দেশ্য একেটাই, এই উদ্দেশ্যৰ মাজেদিয়ে আমাৰ মিলন হ'ব। মানুহে আজি ভৈৰবীক পাগলী বোলে। বুলিব নোৱাৰিছে। যদি বুলি ভালপায, বোলক। হাঃ হাঃ হাঃ। (গোলাপলৈ লক্ষ্য কৰি) কোনহে তুমি। এনেকৈ পৰি আছা কিয? উঠাচোন বোপাটি।

গোলা : ব—ৰ যাত—না ভনী--টি।

ভৈৰ : কোন? কোন তুমি? হাঃ হাঃ হাঃ। মোক ভনী বুলি মাতিছা।

গোলা : ভনী--টি। পা—নী।

ভৈৰ : কোন হতভোগীযাৰ এই অৱস্থা?

গোলা : বৰ পিযাহ। পানী পা---নী।

ভৈৰ : ৰ'বা, মই পানী আনি দিওঁ।

ভৈৰ (গোলাপৰ মুখত পানী দি) : ভাল পাইছা নে? উঠিব পাৰিবা জানো? মোৰ গাত ধৰি উঠা।

গোলা : পাৰিম ভনীটি। গাত চেতন পাইছো। (উঠি ভৈৰবীক দেখা পাই) ইকি! তুমি মোৰ ভনীটি নোহোৱা? তেন্তে তুমি কোন? মোৰ ভনীটি কত? মযে বা ক'ত? ছদিন আজি অনাহাৰ। পথভ্ৰমণত অতিষয ক্লান্ত। পাপিষ্ঠহঁতৰ লগত যুঁজি সংজ্ঞাহীন হলো। মোৰ ভনীটি— মোৰ প্ৰাণৰ ভনীটি ওচৰতে থিয় হৈ আছিল। তাইক নিশ্চয় সিহঁতে ধৰি লৈ গ'ল।

ভৈৰ : তুমি যে জীযাই থাকিলা, সেযেই যথালাভ।

গোলা : হা ভগৱান! শেষত এইডাল ৰামটাঙোনো মোৰ মুৰলৈ সাঁচি থৈছিলা? ৰাজ্যসুখ— পৈতৃক ৰাজসিংহাসন মোগলৰ পদপ্ৰান্তত সপি দি নিৰাপদ স্থান বিচাৰি আহিছিলো। বাটতেই আজি আকৌ জীৱনৰ একমাত্ৰ সমল মোৰ প্ৰাণৰ ভনীটিকো কাটি নিলে। প্ৰভু তুমি দয়াময় নোহোৱা-- তুমি নিৰ্ম্মিম, তুমি নিষ্ঠুৰ।

ভৈৰ : যুৱক, মোৰ লগত ব'লা। ভগবানে তোমাক সহায কৰিব।

গোলা : কোন তুমি দেৱী?

ভৈৰ : মই দেৱী নহওঁ— পাগলী। একো ভয নাই। পাগলীযে তোমাৰ উপকাৰৰ বাহিৰে অপকাৰ নকৰে।

গোলা : তুমিযে বা ইযাত কিয়? এই স্থান নিৰাপদ নহয়। ডকাইতে মোৰ ভনীটিক চুৰ কৰি নিলে। নিশ্চয় পাযগুহঁতে তাইক খুন কৰিছে।

ভৈৰ : বোপাটি। তেনে অমঙলীয় কথা নেভাবিবা। তোমাৰ ভনীযেৰা নিশ্চয জীযাই আছে।

গোলাপ : তোমাৰ মুখত ফুল-চন্দন পৰক।

ভৈৰ : এতিযা মোৰ লগত ব'লা। একো ভয নাই।

গোলা : ক'লৈ?

ভৈৰ : মই যলৈ লই যাওঁ, তালৈ।

গোলা : ঠিক সেযে হ'ব। গৈছে— সকলো গৈছে। যাওক।

জীৱনৰ সকলো সুখৰ পৰা বঞ্চিত হৈ অহসায দুটি জীৱই শান্তি বিচাৰি ফুৰিছিলো। তাৰো এটি আজি শূন্যত মিলি গ'ল।

ভৈৰ : মোৰ লগত ব'লা। ভগৱানত বিশ্বাস নেহেৰুৱাবা। ইও এক অগ্নিপৰীক্ষা।

গোলা : মই মোৰ নিজৰ জীৱনৰ বাবে চিন্তা নকৰো। কিন্তু মোৰ ভনীটিৰ অৱস্থা--

ভৈৰ : সেইবোৰ কথা পিছত ভাবিবা। শৰীৰ মাদ্যং খলু ধৰ্ম্মসাধনম। আহাঁ।

গোলা : ব'লা আই । মই তোমাৰ সন্তান।

ভৈৰ (গোলাপক হাতত ধৰি) : তুমি মোৰেই সন্তান নোহোৱা- - তুমি সিংহবাহিনী ভাৰত মাতাৰ সন্তান। মানুহৰ জীৱনৰ বিফলতাবোৰে কঢ়িযাই আনে জীৱনৰ জযমাল্য। মুৰত কণ্টক-মুকুট পিন্ধি হ'লেও আগবাঢ়ি যাব লাগিব। অমৃতৰ পুত্ৰ তুমি-- আহাঁ মোৰ হাতত ধৰি। (দুযোৰে প্ৰস্থান)

# দ্বিতীয় দৰ্শন

## ভৱানী মন্দিৰৰ সম্মুখ

শিৱাজী, তানোজী, দিলীপৰাও আৰু আন আন মাৰাঠী চৰ্দাৰবিলাক। মন্দিৰৰ ভিতৰত শঙ্খ-ঘণ্টা, দবা কাহঁ আদি বাজি উঠিল। সকলোৱে সভক্তিৰে মূৰ দোৱালে। শিৱাজী আৰু তানোজী লাহে লাহে আগুৱাই আহে।

শিব : জীৱনৰ এই মহা সন্ধিক্ষণত থিয হৈ তানোজী। মনত পৰিছে আজি শৈশৱৰ সোণালী কল্পনা। মনত পৰিছে ঘোঁৰাৰ পিঠিত উঠি মহাৰাষ্ট্ৰৰ পৰ্ব্বতে- ভৈয়ামে ঘূৰি ফুৰা সেই স্বপ্নময দিনবোৰলৈ। দাদোজীৰ উদ্দীপনামঘ বাণীযে আজিও মোক উত্তেজিত কৰি তোলে। কিমান দিন যে মাতৃ ভৱানীৰ পদ প্ৰান্তত নিৰলে বহি ভাবো-- জাতিৰ মুক্তি, দেশৰ মুক্তি। সমুখত ভাঁহি উঠে হিন্দুস্থানৰ গৌৰৱপূৰ্ণ ইতিহাস। দেখা পাওঁ-- ৰামাযণৰ ৰাম-ৰাজ্য, মহাভাৰতৰ ধৰ্ম্মৰাজ্য। কাণৰ কাষত গভীৰ নিনাদে বাজি উঠে-- শ্ৰীকৃষ্ণৰ পাঞ্চজন্য, অৰ্জ্জুনৰ গাণ্ডীৱৰ হুঙ্কাৰ। চন্দ্ৰগুপ্ত, অশোক, বিক্ৰমাদিত্য, হৰ্ষ বৰ্দ্ধন, বাপ্পাৰাও, পৃথ্বীৰাজ, ৰাণা প্ৰতাপ প্ৰভৃতিযে এজন এজনকৈ আহি মোক যেন উদ্‌গনি দি গুচি যায়। চকুৰ আগত দেখা পাওঁ-- স্বাধীন হিন্দুস্থানৰ মানচিত্ৰ। মনৰ ভিতৰত চিন্তাৰ হিল্লোল বাগৰি যায়। চাওঁতে চাওঁতে হিন্দুস্থানৰ মানচিত্ৰখন যেন কঁপি উঠে। বিস্ময়ত মই মুগ্ধ হওঁ। মই কি দেখোঁ জানা তানোজী? সুপ্ত ভাৰত যেন আকৌ জাগি উঠিল। জাগি উঠিল-- শত সহস্ৰ নিষ্পিড়ীত নিষ্পেষিত পদদলিত মানৱ। মুক্তিমতলীয়া হৈ সিহঁতে যেন চিএঞৰি উঠে-- শিৱাজী-- শিৱাজী।

(ঠিক সেই সময়তে গুৰু ৰামদাস স্বামী কমণ্ডলু হাতত লৈ মন্দিৰৰ পৰা ওলাই আহিল।)

ৰাম : বৎস শিৱাজী।

শিৱ (উত্ৰাৱল হৈ লৰি গৈ ৰামদাসৰ ভৰিত ধৰি)

: গুৰুদেৱ! গুৰুদেৱ!

ৰাম : আই ভৱানীৰ আশীৰ্ব্বাদ-নিৰ্ম্মালি গ্ৰহণ কৰা বৎস।

শিৱ : তানোজী! দিলীপৰাও! ৰঘুনাথ! আহাঁ, সকলোৱে আগবাঢ়ি আহাঁ। মাতৃৰ আশীৰ্ব্বাদ নিৰ্ম্মালি গ্ৰহণ কৰোঁহক।

(সকলো কাষ চাপি আহি নতজানু হৈ নিৰ্ম্মালি লয়)

ৰাম (কমণ্ডলুৰ পানী চটিয়াই) : ওম্ শান্তি। ওম্ শান্তি। ওম্ শান্তি।

শিৱ : গুৰুদেৱ, মাতৃৰ আদেশ?

ৰাম : সমগ্ৰ মাৰাঠা জাতিৰ প্ৰতি মাতৃ সুপ্ৰসন্না। শিৱাজী।

শিৱ : গুৰুদেৱ।

ৰাম : তোমাৰ প্ৰতি দেৱীৰ আদেশ--তুমি এই সুপ্ত বিৰাট জাতিৰ গাত লুপ্ত শক্তিৰ বিজুলী-সোঁত বোৱাব লাগিব। বিদেশী বিজাতিৰ পদলেহনত সঞ্চিত হোৱা আৱৰ্জ্জনা পংকিলতা ধুই-পখালি বাহিৰে ভিতৰে নিকা হ'ব লাগিব। মাৰাঠা জাতিক গঢ়ি তুলিব লাগিব তুমি নতুন ঠাচৰ। আজিৰ এই পৱিত্ৰ দিনত-- এযেই হওক তোমাৰ সংকল্প-শিলিখা।

শিৱ : মাতৃৰ আশীৰ্ব্বাদ শিৱাজীৰ অক্ষয় কবচ গুৰুদেৱ।

ৰাম : তোমালোক প্ৰত্যেকেই মহামায়াৰ মন্ত্ৰপুত অসি নিজ অভিৰুচিমতে বাছি লোৱা। সাৱধান, কাৰো দ্বাৰা যেন ভৱানীৰ মন্ত্ৰপুত অসি কলঙ্কিত নহয়।

(পোনতে শিৱাজী আৰু তানোজীযে অস্ত্ৰ লয়।)

ৰাম : মনত ৰাখিবা-- এই অস্ত্ৰ যেন স্বজাতিৰ শোণিতেৰে ৰঞ্জিত নহয়।

(দিলীপৰাওৰ বাহিৰে বাকীবিলাকে অস্ত্ৰ লয়।)

ৰাম : আৰু ইয়াকো মনত ৰাখিবা-- আমাৰ এই অভিযান মুছলমানৰ বিৰুদ্ধে নহয়-- অন্যায আৰু অনাচাৰৰ বিৰুদ্ধেহে। লাঞ্ছিত মহা-মানৱৰ আত্মা প্ৰতিষ্ঠাৰ বাবে আমাৰ এই বিপুল আয়োজন। তাত পাপ নাই, হিংসা নাই, ক্ষুদ্ৰ সংকীৰ্ণতা নাই। স্বদেশমন্ত্ৰত দীক্ষিত আই ভৱানীৰ সেৱক আমি। এই মহাযজ্ঞৰ প্ৰধান হোতা বৎস শিৱাজী-- তুমি। জয় তোমাৰ অনিবাৰ্য্য। মাভৈঃ। মাভৈঃ।

শিৱ : দিলীপৰাও! অস্ত্ৰ গ্ৰহণ কৰা।

দিলী (অস্ত্ৰ তুলি লয কিন্তু হাত কঁপিবলৈ ধৰে)

**শিৱ** : দিলীপৰাও! তোমাৰ হাত কঁপিছে কিয়?

**দিলী** : মই এই মন্ত্ৰপুত অসি গ্ৰহণ কৰিবলৈ অসমৰ্থ।

**শিৱ** : ই বৰ লাজৰ কথা দিলীপৰাও! মহাৰাষ্ট্ৰৰ সন্তান হৈ তুমি আত্মবিশ্বাস হেৰুৱাইছা। তেন্তে তুমি মোৰ এই অসিকে গ্ৰহণ কৰা। ই মন্ত্ৰপুত নহয়। (নিজৰ তৰোৱাল দিয়ে।)

**দিলী** : ইও মন্ত্ৰপুত ছৰ্দাৰ! ভৱানীৰ মন্ত্ৰ নাই সঁচা-- কিন্তু ইও বহন কৰিছে শিবাজীৰ স্বদেশমন্ত্ৰ। তথাপি মই মাৰাঠীপতিৰ আদেশ শিৰোধাৰ্য্য কৰি এই অস্ত্ৰ গ্ৰহণ কৰিলোঁ। (গোলাপক লৈ ভৈৰৱীৰ প্ৰৱেশ।)

**ভৈৰ** : ছত্ৰপতি!

**শিৱ** : অ' ভৈৰৱী। তুমি আহিছা, আহাঁ।

**ভৈৰ** : মই আৰু ভৈৰৱী নহওঁ। ভৈৰৱীৰ মৃত্যু হৈছে। মই পাগলী।

**শিৱ** : তোমাৰ দুই চকুত যেন জুইৰ ফিৰিঙতি। চিনিও যেন তোমাক মই চিনি পোৱা নাই। যাওক সেই কথা। কি লাগে কোৱা?

**ভৈৰ** : তোমাৰ ওচৰত মোৰ এটা নিবেদন আছে। ৰক্ষা কৰিবা নে?

**শিৱ** : কোৱা।

**ভৈৰ** : এই লৰাটি তোমাৰ হাতত সঁপি দিলোঁ। এই ভাগ্যান্বেষী যুৱকক তুমি তাৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰি দিবা। মই এতিয়া আহো। সময়ত আকৌ দেখা হ'ব। নমস্কাৰ। (প্ৰস্থান)

**শিৱ (স্বগত)** : অদ্ভুত এই তেজস্বিনী নাৰী। যেন এটি জ্যোতি-শিখা-- যেন এটি প্ৰহেলিকা। শৈশৱতে যাৰ সতে মোৰ---। যাওক সেই কথা। যুৱক। তোমাৰ পৰিচয়?

**গোলা** : মোৰ নাম গোলাপসিংহ। তাতকৈ বেছি পৰিচয় নাই।

**শিৱ** : তুমি কি কামৰ কাৰনে উপযুক্ত?

**গোলা** : ভগৱান একলিঙ্গদেৱৰ অনুগ্ৰহত মই কোনো ভাল কামৰ বাবে অনুপযুক্ত নহওঁ। মোক লাগে ছত্ৰপতি শিৱাজীৰ পৰা শক্তিমন্ত্ৰৰ দীক্ষা।

**শিৱ** : সৌ দেৱীৰ প্ৰাঙ্গণত থকা তৰোৱালখন তুলি ল'ব পাৰিবা নে?

**গোলা** : নিশ্চয় পাৰিম। মাতৃৰ সন্তান মই।

**শিৱ** : বেছ, গ্ৰহণ কৰা। কিন্তু মনত ৰাখিবা ভাই। ই সাধাৰণ তৰোৱাল নহয়, আই ভৱানীৰ মন্ত্ৰপুত।

**গোলা (তৰোৱাল গ্ৰহণ কৰি)** : দেৱী ভৱানী। তোমাৰ এই মন্ত্ৰপুত অসি তোমাৰেই এজন শক্তিহীন সন্তানে হাতত তুলি ললে। আই শক্তিময়ী। তোমাৰ শক্তিয়েই মোৰ শক্তি। তোমাৰ ইচ্ছা যাতে পূৰ্ণ কৰিব পাৰোঁ, সেই বাবে শক্তি দিয়া আই।

**শিৱ** : গোলাপ! মই তোমাক হাবিলদাৰ পদত নিযুক্ত কৰিলোঁ।

**গোলা** (শিৱ দোৱাই অভিবাদন কৰি)
: এই অনুগ্ৰহৰ বাবে গোলাপসিংহ আজীৱন ঋণী হৈ থাকিব।

(ঠিক সেই সময়তে মাৱালী ছৰ্দাৰ সোমাই আহে।)

**শিৱ** : কি বাতৰি আনিছা মাৱালী ছৰ্দাৰ?

**ছৰ্দাৰ** : খবৰতো চব তই জানই ৰাজা। ভাবিলো, ভৱানী মাইজীক দৰ্ছন কৰি আহো।

**শিৱ** : বেছ, মন্দিৰৰ ভিতৰলৈ সোমাই যোৱা। (ছৰ্দাৰ সোমাই গ'ল।) কেৱল আমি মোগল-পাঠানৰ লগত যুদ্ধ কৰিলেই নহব তানোজী। শুনিব লাগিব যুগৰ আহ্বান। ভাঙিব লাগিব সমাজত গঢ়ি উঠা স্পৃশ্য অস্পৃশ্যৰ দুভেৰ্দ্য প্ৰাচীৰ। দূৰ কৰিব লাগিব শাস্ত্ৰাচাৰৰ নামত চলি মিথ্যাচাৰৰ আবৰ্জ্জনাবোৰ। তেতিয়াহে বৰ্তমানৰ পঙ্গু হিন্দু জাতিয়ে সুস্থ সবল হৈ সকলো অন্যায়-অসামান্যৰ বিৰুদ্ধে মূৰ তুলি থিয় হ'বলৈ সমৰ্থ হ'ব। এইখন গুহক চণ্ডালৰ দেশ নহয় যে তানোজী?

**তানো** : কিয় নহব মহাৰজ। নিশ্চয় হয়। ইমান দিনে যাক আমি অস্পৃশ্য বুলি ভৰিৰে গচকি ৰখিছিলো--আজি মাৰাঠাপতিৰ অনুগ্ৰহত সেইবিলাকেই প্ৰথম শ্ৰেণীৰ মাতৃভক্ত হৈ স্বদেশপ্ৰেমত মতলীয়া হৈ উঠিছে। স্বদেশৰ-- স্বজাতিৰ মুক্তিৰ চাবি-কাঠী যে এইসকলৰ হাততেই।

**শিৱ** : ছৰ্দাৰজী। কিমান সৈন্য গোটালা?

**ছৰ্দাৰ** : বহুত, বহুত, বহুত। ইমান ডাঙৰ ফৌজ তই কেতিয়াও দেখাই নাই ৰাজা।

**শিৱ** : বৰ সন্তোষ পালোঁ ছৰ্দাৰ।

**ছৰ্দাৰ** : ৰাজা! আৰু কোন দুৰ্গ জয় কৰিবি?

**শিৱ** : সময়মতে খবৰ দিম।

**ছৰ্দাৰ** : তই থাকিবি। মই আহিলো ৰাজা। (প্ৰস্থান)

**শিৱ** : আমিও যাওঁ। আহাঁ তানোজী, ৰঘুনাথ।
(গোলাপৰ বাহিৰে সকলোৰে প্ৰস্থান)

**গোলা** : হে আই পাষাণী। আজি ইমান দিনৰ মূৰত বোধকৰো গোলাপসিংহৰ কৰুণ ক্ৰন্দনধ্বনিয়ে তোমাৰ পাষাণ হৃদয় বিগলিত কৰিছে। মই তোমাৰ বৰ দুৰ্ভগীয়া সন্তান আই। সংসাৰত মোৰ আজি আপোন বুলিবলৈ কোনো নাই। পিতৃ-মাতৃ, স্বদেশ-স্বজন সকলোৰে পৰা মই বঞ্চিত হৈছো। আছিলগৈ এজনী ভনী। শেষত তাইকো হেৰুৱালোঁ। কাকো নেলাগে আই। তুমি মাথোন সহায়

থাকিবা। (প্ৰণাম কৰি উঠি আহি) এইবাৰ গোলাপসিংহৰ ব্ৰত স্বদেশৰ ,স্বজাতিৰ মুক্তিমঙ্গল। শিৱাজীৰ স্বপ্নই আজি প্ৰতিজন ভাৰত সন্তানৰ স্বপ্ন। প্ৰযোজন হলে দিব লাগিব মাতৃৰ পূজাবেদীত ৰক্ত-আহুতি। জননী জন্ম-ভূমিশ্চ স্বৰ্গাদপি গৰীযসী। (প্ৰস্থান)

## তৃতীয় দৰ্শন

### শিৱাজীৰ কক্ষ

(চিন্তামগ্ন শিৱাজী)

শিৱ : হিন্দু জাতি বহুত দিন শুলে। টোপনিত লালকাল দি পৰি থাকিবলৈ আৰু সময় নাই। কাৰণ কাষত জয়-ডঙ্কা বজাই যি সুপ্ত নৰ-নাৰীক জাগ্ৰত কৰি হিন্দুস্থানত আৰ্যৰ গৌৰৱৰ বিজয পতাকা উৰুৱাবই লাগিব। আৰু বহি থাকিব নোৱাৰি।

(জিজিবাঈৰ প্ৰবেশ)

জিজি : বাছা শিৱাজী

শিৱ : আই আহিছা? মোৰ ভক্তিভৰা প্ৰণাম গ্ৰহণ কৰা।

জিজি : কল্যান হওক। তুমি অকলৈ ইযাত কি ভাবি আছা বাছা?

শিৱ : আশীৰ্বাদ কৰা আই। আজি যি ভাবিছো, তাক যেন অচিৰতে সত্যত পৰিণত কৰিব পাৰো। পূজাৰ লগ্ন যে উকলি যায।

জিজি : মাতৃৰ আশীৰ্ব্বাদৰ দুৱাৰ পুত্ৰৰ কাৰণে সদায মুকলি। শিবাজীৰ সোণৰ সপোন দিঠকত পৰিণত হওক।

শিৱ : আই। মূৰত তোমাৰ পদধুলি দিযা। (পদধুলি লৈ) তোমাৰ এই আশীৰ্ব্বাদ শিৱাজীৰ শৰীৰত অক্ষয কৱচ হৈ থাকিল।

জিজি : মই ভৱানী-মন্দিৰৰ পৰা আহোঁ।

শিৱ : যোৱা মাতৃ। (জিজিবাঈৰ প্ৰস্থান) তোমাৰ চৰণ ধূলিতেই মোৰ সাধনাৰ স্বৰ্গ। তুমি যে মোৰ চিৰআৰাধ্য সুজলা সুফলা শস্যশ্যামলা ভাৰত মাতৃৰ জীৱন্ত প্ৰতীক। (তানোজীৰ প্ৰবেশ।)

তানো : মহাৰাজ!

শিৱ : তানোজী। বন্ধু! কোৱা, নিমাত হৈ ৰলা কিয!

তানো : মহাৰাজ' এটা বৰ বিপদৰ সংবাদ।

শিৱ : কোৱা বন্ধু। বিপদৰ মাজেদিয়ে শিবাজীৰ জয়যাত্ৰা। কোনো দুৰ্গ শত্ৰুৰ হাতলৈ গ'ল নেকি? কোনো সেনানাযকৰ পতন হ'ল নেকি?

তানো : তাতোকৈ ডাঙৰ বিপদ মাহাৰজ। প্ৰভু শাহজী বন্দী।

শিৱ : কি ক'লা? কি ক'লা তানোজী। প্ৰভু শাহজী বন্দী।

তানো : ক্ষমা কৰিব মহাৰাজ। দুঃসংবাদ হলেও সত্য। মই এই মাত্ৰ সঠিকভাৱে জানি আহিছো।

শিৱ : কোন নৰাধমে তেওঁক বন্দী কৰিলে? কাৰ ইমান সাহ?

তানো : বিজাপুৰৰ চুলতানে। মহম্মদ আদিলছাহৰ আদেশত প্ৰভু শাহজী বন্দী।

শিৱ : মুৰ্খ চুলতান। তই বুজিব পৰা নাই-- ফেটীসাপৰ লগত এইবাৰ তোৰ খেলা হ'ব। বিজাপুৰৰ দৰ্পচূৰ্ণ কৰি পিতাক উদ্ধাৰ কৰিবই লাগিব। আহা দিলীপৰাও। (দিলীপৰাওৰ প্ৰৱেশ)

দিলী : মহাৰাজ।

শিৱ : ঘোঁৰা সজোৱা। বিজাপুৰৰ বিৰুদ্ধে তোমাৰ সৈন্য বাহিনী তুৰন্তে সজ্জিত কৰা দিলীপৰাও

দিলী : মহাৰাজ।

শিৱ : কোনো প্ৰশ্ন নকৰিব। যোৱা, বিনা বাক্যব্যয়ে মোৰ আদেশ পালন কৰাগৈ।

(প্ৰস্থান। জিজিবাঈৰ প্ৰৱেশ)

শিৱ : শুনিছা নে নাই। পিতা মোৰ বন্দী। বিজাপুৰে বিছাৰিছে শিবাজীৰ শক্তিৰ পৰীক্ষা। মই এই প্ৰত্যাহ্বান গ্ৰহণ কৰি চুলতানৰ দৰ্প চূৰ্ণ কৰিম।

জিজি : অধৈৰ্য্য নহবা শিৱা। বীৰ পুত্ৰ তুমি মোৰ।

শিৱ : ক্ষুদ্ৰ বিজাপুৰ কামানৰ আগত উৰুৱাই দিম আই।

জিজি : শিৱা।

শিৱ : আশীৰ্বাদ কৰা আই। তুৰন্তে যেন মই পিতৃ-অপমানৰ প্ৰতিশোধ ল'ব পাৰোঁ, নিৰ্বোধ আদিলছাহক পৃথিৱীৰ পৰা বিদায দি পিতাক মোৰ বন্দীশালৰ পৰা মুক্ত কৰিব পাৰোঁ।

জিজি : সম্প্ৰতি বিজাপুৰ আক্ৰমণৰ প্ৰযোজন নাই পুত্ৰ।

শিৱ : কিয নাই? পিতাক বন্দীশালত থৈ ধৰ্ম্মৰাজ্য প্ৰতিষ্ঠাৰ কল্পনা মোৰ-- নৱভাৰত গঠনৰ সপোন মোৰ-- সাৰ্থক কৰিম কেনেকৈ?

জিজি : সেই কাৰণেইতো কৈছো-- এই আক্ৰমণ সম্প্ৰতি প্ৰযোজন নাই। কেৱল তোমাৰ পিতাৰাই নহয-- তেনে বহু জন আজি নিৰ্যাতিত। মাৰাঠাৰ বহু সেৱক, বহু স্বদেশভক্তই বিনা বিচাৰে তিল তিলকৈ প্ৰাণ দিছে কাৰাগাৰৰ ভিতৰত। হয়তো তেওঁ বিলাকৰ বহুতৰে পুত্ৰ নাই। তেওঁলোকক মুক্তি দিব কোনে? তেওঁবিলাকক উদ্ধাৰ কৰিব কোনে?

শিৱা : বিজাপুৰৰ কাৰাগাৰ ধ্বংস কৰি সকলোৰে মুক্তিৰ বিধান কৰিব এই শিৱাজীয়ে।

জিজি : কেৱল বিজাপুৰেইতো নহয। তাৰো ওপৰত আছে দুৰ্দ্ধৰ্ষ মোগল। ভাবিছা নে তুমি-- পাৰিবা সহজে সেই

মোগলক ? সিহঁতেওতো বিচাৰিব লাগিছে-- কোনফালেদি মাৰাঠা-দমনৰ ছিদ্ৰ মিলে।

**তানো** : সঁচা আই। তাৰে অপেক্ষাত দাক্ষিণাত্যৰ শিবিৰত বহি ঔৰংজীৱে সুযোগলৈ বাট চাই আছে। ছাহজাদা ওৰংজীৱৰ চালাকিৰ তলানলা পোৱা টান।

**শিৱ** : মোগলকো মই উপেক্ষাৰ চকুৰে চাব খোজা নাই আই। কিন্তু পিতা যে মোৰ বন্দী ?

**জিজি** : এই দুৰ্ভগীয়া দেশত বন্দী নহয় কোন শিৱা ? ইটাৰ দেৱালেৰে ঘেৰা বিজাপুৰৰ বন্দীশালেই নহয়-- যদি ভাবি ছোৱা সমগ্ৰ হিন্দুস্থানেই আজি বন্দীশাল। লক্ষ লক্ষ ভাৰত-সন্তান আজি পাঠান আৰু মোগলৰ বন্দীশালত পচিব লাগিছে কিয় ? এই সোণৰ হিন্দুস্থান কাৰ দেশ ? কাৰ জন্মভূমি ? বিদেশী মোগলৰ ইয়াৰ ওপৰত কি স্বত্ব ? নিজৰ দেশত হিন্দু হোৱাৰ অপৰাধত জিজিয়া কৰ দিব লাগে কিয় ? ইয়াৰ প্ৰতিকাৰ কৰিব কোনে ? ভাবি চোৱা শিৱা। তোমাৰ মূৰত কিমান গুৰু ভাৰ।

**শিৱ** : সেই বাবেইতো আই। জাতিৰ সমগ্ৰ শক্তি একত্ৰিত কৰি প্ৰথমতে জঁপিযাই পৰোঁ বিজাপুৰৰ ওপৰত-- পিতাৰ মুক্তিৰ দিহা কৰোঁ। তাৰ পিছত--

**জিজি** : অনাহকত শক্তিৰ অপচয় কৰা ৰাজনীতি নহয়-- সি দূৰদৰ্শিতাৰ পৰিচাযকো নহয়। আত্মঘাতী পন্থাৰে ৰাজপুতে বাৰে বাৰে যি ভুল কৰি গৈছে, তুমিও যদি তেনে ভুলকে কৰা, তেন্তে প্ৰশংসা পাব পাৰা, কিন্তু কৃতকাৰ্য্য হ'ব নোৱাৰা। মোৰ স্বামী---তোমাৰ পিতাৰাই মহাৰাষ্ট্ৰৰ নৱজীৱন গঠন কৰাত বিজাপুৰৰ গোলামি কৰি অনিষ্ট নকৰিলেও, একো অৰিহনা যোগোৱা নাই। মহাৰাষ্ট্ৰৰ লগত তেওঁৰ মুক্তিৰ সম্বন্ধ কি ? মাৰাঠা যুৱকে কি যুক্তিৰে প্ৰণিপাত কৰিব তোমাৰ পিতৃৰ কাৰণে ? নিৰুত্তৰ হ'লা কিয় ? উত্তৰ দিয়া শিৱা।

**শিৱা** : আই। কি শক্তিৰে তুমি ইমান পাষাণী হলা ?

**জিজি** : তুমিও পাষাণ হোৱা শিৱা। পাহৰি যোৱা ব্যক্তিগত সুখ-দুখৰ কথা। পাহৰি যোৱা পিতা-পুত্ৰৰ সম্বন্ধ। নিপীড়িত নিৰ্য্যাতিত কোটি কোটি ভাৰত সন্তানৰ আৱশ্যকীয় মুক্তিৰ পন্থা স্থিৰ কৰা। সম্প্ৰতি মোগলৰ লগত মিত্ৰতা কৰা।

**শিৱ** : সেযে হ'ব মাতৃ ! সাময়িক ক্ৰোধে মোৰ চকু চাট মাৰি ধৰিছিল। মই নিজকে যেন পাহৰি গৈছিলো। তোমাৰ কৃপাত মই মোৰ ভুল এতিয়া বুজিব পাৰিছোঁ। তোমাৰ আদেশ শিৰোধাৰ্য্য। দিয়া পদধূলি। (পদধূলি লয।)

---আগও পট পৰে---

# চতুৰ্থ দৰ্শন

## দাক্ষিণাত্য-মোগল ছাউনি

দেৱালত আঁকা আছে ভাৰতবৰ্ষৰ মানচিত্ৰ-- মোগল সাম্ৰাজ্য ৰঙা। তাকে চাই আছে ছাহাজাদা ঔৰংজীৱে।

**ঔৰং** : এই বিশাল হিন্দুস্থান আজি খোদাৰ কৃপাত মোগলৰ পদ্যতলগত। দুৰ্ব্বল বাদছাহ ছাহজাহান আজি ৰোগ-শয্যাত। তেওঁ যে আৰু বেছি দিন জীযাই থাকিব তেনে আশা নাই। তাৰ পিছত ইযাৰ মালিক কোন ? বাদছাহৰ জ্যেষ্ঠ পুত্ৰ কাফেৰ দাৰা চেকো ? অসম্ভৱ। জ্যেষ্ঠ বুলিয়েই সি শ্ৰেষ্ঠ হ'ব নোৱাৰে। ঔৰংজীৱ। হুছিয়াৰ। তই সাৱধানে গুটি চলাব লাগিব। সমুখত তোৰ জিলিকি উঠিছে--জগতবিখ্যাত ময়ুৰ-সিংহাসন-- ৰই আছে কোলা পাতি তোৰ আপেক্ষাত।

(দিলিৰ খাঁৰ প্ৰৱেশ।)

**দিলিৰ** (কুৰ্ণিচ কৰি) : ছাহজাদা।

**ঔৰং** : আহাঁ দিলিৰ। চাই লোৱা এইখন হিন্দুস্থানৰ মানচিত্ৰ। মোগলবংশ-প্ৰতিষ্ঠাতা বাবৰৰ দিনত [illegible] গোৱালিয়াৰলৈ মোগল সাম্ৰাজ্য আছিল (মানচিত্ৰত দেখুৱাই) এইখিনি। হুমাযুনৰ দিনত এই সাম্ৰাজ্য গৈছিল। সিও আকৌ ফিৰি আহিল। পিতামহ আকবৰৰ দিনতহে এই সাম্ৰাজ্য জাতক জিলিকা হৈ উঠিল। চোৱা-- [illegible] দিল্লী আগ্ৰা, গুজৰাট, আজমীৰ, লাহোৰ, মূলতান, উডিষ্যা, মালৱ, বিহাৰ, বংগ, আহমদনগৰ,বেৰাৰ আৰু খান্দেছ এই পোন্ধৰখন চুবাত বিভক্ত এইখন বিৰাট হিন্দুস্তান। দাক্ষিণাত্যৰ এই আহমদানগৰ সম্ৰাট জাহাঙ্গীৰৰ দিনতহে সম্পূৰ্ণ মোগলৰ তললৈ আহে। কিন্তু এটিযাও বাকী আছে গোলকুণ্ডা আৰু বিজাপুৰ।

**দিলি** : নাবালক চুলতান আদিলছাহক সিংহাসনত বহুৱাই বিধৱা বেগমে নিজ খুছিমতে বিজাপুৰ শাসন কৰিছে।

**ঔৰং** : মই সেই কথা জানো। বিজাপুৰে মোগলৰ বশ্যতা স্বীকাৰ নকৰাটো অপমানৰ কথা নহয় জানো ?

**দিলি** : জৰুৰ ছাহজাহান ৰোগশয্যাত পৰি থাকিল বুলিয়েই আমি ইমান হীনবল হলো নে যে ক্ষুদ্ৰ গোলকুণ্ড আৰু বিজাপুৰৰ আগত চিৰকালে মুৰ দোৱাই থাকিম ? দিলিৰ খাঁ।

**দিলিৰ** : ছাহজাদা।

**ঔৰং** : তুৰন্তে বিজাপুৰৰ দৰ্প-চুৰ্ণ কৰিবলৈ ব্যৱস্থা কৰা।

**দিলি** : বাদছাহ আকবৰৰ অসম্পুৰ্ণ কাম ছাহজাদাৰ দ্বাৰা সম্পুৰ্ণ হ'ব।

**ঔৰং** : মোক খোচামোদ নেলাগে। লাগে কাম।

দিলিৰ : কাম কৰিবলৈ অনুগত গোলাম দিলিৰ সদায় প্ৰস্তুত।

ঔৰং : বেছ কথা । তোমালোকৰ পৰীক্ষা চাম এইবাৰ। যদি সামান্য বিজাপুৰ আমি দখল কৰিব নোৱাৰো, তেন্তে আন ৰাজ্যবোৰ ভাবিব কি?

দিলিৰ : তেন্তে ছাহজাদা। বিজাপুৰ আক্ৰমণ কৰিবলৈ আমি তৈয়াৰ হওঁ?

ঔৰং : জৰুৰ। কিন্তু দিলিৰ। বিজাপুৰতকৈও আৰু বেছি চিন্তাৰ কাৰণ আছে।

দিলিৰ : ৰাজস্থান?

ঔৰং : ৰাজস্থান শুকান মৰুভূমি দিলিৰ। তাত আজি মানুহ নাই। ৰাজস্থান আজি বীৰ ৰাজপুতৰ গোৰস্তান।

দিলি : তেন্তে?

ঔৰং : শিৱাজী-- শিবাজীৰ নেতৃত্বত গঢ়ি উঠা নতুন মাৰাঠা জাতি।

দিলি : শিৱাজীতো সামান্য দস্যু ছৰ্দাৰ ছাহজাদা।

ঔৰং : সেই কাৰণেইতো চিন্তাৰ কথা। দস্যু নহয় কোন দিলিৰ খাঁ? তুমি দস্যু, মই দস্যু। বাবৰ, হুমায়ুন, আকবৰ, কুটুবুদ্দিন, আলাউদ্দিন-- দস্যু বাৰু নাছিল কোন কোৱাচোন মোক।

দিলিৰ : ছাহজাদাৰ কথাৰ অৰ্থ মই একো বুজা নাই।

ঔৰং : বুজিবা কেনেকৈ? তুমিতো আৰু সপোন নেদেখা।

দিলিৰ : কিহৰ সপোন ছাহজাদা?

ঔৰং : (হাঁহি মনৰ ভাব লুকুৱাই)। সপোন দিলিৰ। যি সপোন দেখিছিল আকবৰে, যি সপোন দেখিছিল বাবৰে-- সেই সপোন। সপোনতে এটা প্ৰকাণ্ড পিৰাঁমিড্। সপোনত হাতীয়ে হাতীয়ে যুঁজা দেখিছা নে দিলিৰ?

দিলিৰ : নাই দেখা ছাহজাদা।

ঔৰং : কিয দেখা নাই?

দিলিৰ : ছাহজাদাই মোৰ লগত তামাছা কৰিছে।

ঔৰং : তামাছা-- মূৰ্খ। ঔৰংজীৱে তামাছা নকৰে। তুমি এতিয়া যোৱা দিলিৰ।

(দিলিৰৰ প্ৰস্থান।)

ঔৰং : এইবাৰ সপোনে সপোনে সংঘৰ্ষ। ঔৰংজীৱৰ সপোন আৰু শিবাজীৰ সপোন। বেছ দেখা যাব। দিলিৰ। লডাই হ'ব।

দিলিৰ (লৰ মাৰি সোমাই আহি) ছাহজাদা!

ঔৰং : দূতৰ হাতত শিবাজীলৈ চিঠি লিখি পঠোৱা-- বিজাপুৰৰ বিৰুদ্ধে শিবাজীৰ লগত মিত্ৰতা কৰিবলৈ মোগল প্ৰস্তুত।

দিলিৰ : শত্ৰুৰ লগত মিত্ৰতা?

ঔৰং : এয়ে ডাবাখেল--এয়ে ৰাজনীতি। সুবিধা চাই গুটি চলাব লাগিব। যোৱা, তুৰন্তে যোৱা। হুকুম তামিল কৰাগৈ। (দিলিৰৰ প্ৰস্থান)

ঔৰং : শিবাজী দস্যু, শিবাজী চয়তান। আৰু এই ঔৰংজীৱ? সিও বুৰ্বক নহয়। হাৰ-জিত হ'বলৈ কিছু সময় লাগিব।

(প্ৰস্থান)

# পঞ্চম দৰ্শন

মুকলি পথাৰ--মিলন মণ্ডপ

(আফজলখাঁৰ প্ৰবেশ)

আফজল : বিজাপুৰৰ প্ৰধান সেনাপতি মই আফজল খাঁ। আজি মোৰ দিলখোছ হ'ব। মাৰাঠা দস্যু শিৱাজী এই আফজল খাঁৰ হাতৰ মুঠিত সোমাবলৈ আৰু সৰহ পৰ নাই। ৰাজমাও বেগমচাহেবাৰ আগত শিৱাজীক মোৰ তৰোৱালৰ ইচাৰাত নচুৱাম বুলি কবুল কৰিলো। অতি অনায়াসে সেই কবুল হাছিল হ'ব। চুলতান চুলতানা মোৰ ওপৰত খুব খুছি হ'ব। আল্লা! তোমাক হাজাৰ হাজাৰবাৰ দোৱা। ক'তা, শিৱাজী এতিয়াও আহি নেপালে কিয়? কটকী কৃষ্ণজী ভাস্কৰৰ আগত কবুল কৰামতে মোৰ শৰীৰ ৰক্ষকবিলাকো তফাৎ কৰি ৰখা হৈছে। তথাপিও কাফেৰ শিৱাজীয়ে এতিয়াও মোৰ ওচৰ চাপিবলৈ সাহস কৰা নাই। চয়তান শিৱাজী। আজি মই তোৰ দস্যুগিৰি বাহিৰ কৰিম। বিজাপুৰ-সেনাপতি আফজল খাঁৰ হাতত আজি তোৰ দফা ৰফা হ'ব - জান নিকাল যাব।

(শিবাজীৰ প্ৰবেশ)

শিৱ : আদাব জোনাব চাহাব। আদাব।

আফজল : আদাব সাধুজী।

শিৱ : ভুল সম্ভাষণ জোনাব চাহাব। শিৱাজী সাধুজী নহয়, শিৱাজী দস্যুজী।

আফ : শিৱাজী। আফজল খাঁই তোমাক দস্যু জ্ঞান নকৰে। তোমাৰ সাধু আচৰণ দেখি মোৰ দিলখোছ হৈ গৈছে। খুব খুছি হৈ মই তোমৰ প্ৰস্তাৱত ৰাজি হৈছো। আজিৰ পৰা শিৱাজী বিজাপুৰৰ প্ৰভুভক্ত প্ৰজা। আজিৰ পৰা তুমি আমাৰ দুচমন নোহোৱা--দোস্ত ।

শিৱ : মোৰ প্ৰস্তাৱত বিজাপুৰৰ সেনাপতি সম্মত হোৱাত আনন্দ পাইছো।

আফজল : তাত অসম্মত হোৱাৰ কোনো কাৰণ নাই। খুব ভাল প্ৰস্তাৱ তোমাৰ। শুনা শিৱাজী। মই তোমাৰ প্ৰস্তাৱ একদম পালন কৰিছো। চোৱা, গাত কেৱল এইটো মিহি মছলিন কুৰ্তা। এতিয়া মোৰ লগত সেনাপতিৰ উপযুক্ত অস্ত্ৰ-শস্ত্ৰ একো নাই। লগত এজনো দেহৰক্ষী

নাই। প্ৰযোজনেই বা কি-- নহয় নে দোস্ত্?

**শিৱ** ঃ নিশ্চয জোনাব। নিশ্চয।

**আফজল** ঃ অনৰ্থক নৰহত্যা। অনৰ্থক ৰক্তপাত। খুব খাৰাপ কথা। তুমি যুদ্ধ-লডাই থমাই চব নিস্পত্তি কৰি দিলা। মোৰ চিপাহীবোৰৰ মাজত হুকুম শুনাই দিছো-- সকলোবে আনন্দ কৰক, ফুৰ্ত্তি কৰক।

**শিৱ** ঃ জোনাব আফজল খাঁ।

**আফ** ঃ দোস্ত। এতিয়া আমাৰ অভিলাষ পূৰ্ণ কৰিবৰ সময।

**শিৱ** ঃ কি অভিলাষ জোনাব?

**আফ** ঃ আগবাঢি আহা দোস্ত। দুযো আলিঙ্গন কৰি বন্ধুত্ব মজবুট কৰো।

**শিৱ** ঃ প্ৰস্তুত জোনাব।

**আফ** ঃ বেইমান শিৱাজী, এযে তোৰ দুনিযাত শেষ মুহূৰ্ত্ত। খেল খতম্ (আঘাত কৰে। শিৱাজীৰ বৰ্ম্মত লাগি উফৰি আহে।)

**শিৱ** ঃ হাঃ হাঃ বিশ্বাসঘাতক। শিৱাজীক ফাঁকি দি মাতি আনি গুপ্ত হত্যা কৰিবলৈ বিছাৰিছিলি। কিন্তু তই জনা নাই- শিবাজীৰ শৰীৰ লোৰ বৰ্ম্মেৰে আচ্ছাদিত আৰু তাৰ হাতত এই বাঘনখ।

(আফজালক পেলাই লৈ বুকুত বাঘনখ বহুৱায।)

**আফ** (খঙেৰে)ঃ **শিৱাজী।**

**শিৱ** ঃ আফজল খাঁ।

**আফ** ঃ কি কাম কৰিলি বেইমান?

**শিৱ** ঃ বেইমানৰ উপযুক্ত কাম বেইমানি কৰিছো। বিশ্বাসঘাতকতাৰ উপযুক্ত শাস্তি দিছো। (লাহে লাহে উঠি আহে। আফজলৰ মৃত্যু।) শঠে শাঠ্যং সমাচৰেৎ।

(প্ৰস্থান। আগত দৃশ্যপট)

# ষষ্ঠ দৰ্শন

ফুলনি

(জিজিবাঈ আৰু অৰুণাবাঈৰ প্ৰবেশ।)

**অৰুণা** ঃ আইতা। সাধুকথা এটা কওক।

**জিজি** ঃ আইজনী। কেৱল সাধুকথা শুনি থাকিলেই পেট ভৰিব নে? এতিয়া সাধুকথা শুনাৰ সময নহয়।

**অৰুণা** ঃ সময অসময়ৰ কথা কি আছে আইতা? যেতিয়া কম তেতিয়াই সময আৰু যেতিয়া নকয় তেতিয়াই অসময়। আপুনি মোক উপহাৰ দিয়া তুলসীদাস ৰামায়নখন পঢি শেষ কৰিলোঁ। আপুনি অৰ্থ ভাঙি কলেহে বেছি সোৱাদ লাগে। কওক আইতা হলদিঘাটাৰ যুদ্ধৰ কথা কওক। ৰাণা প্ৰতাপসিংহৰ কথা কওক।

**জিজি** ঃ কম বাৰু, মোক তই কি বেছ দিবি ক।

**অৰুণা** ঃ আপুনি যে শুনি ভাল পায়--সেই ডেকা-গাভৰু দলৰ গীত-- তাকে গাই শুনালে হ'ব নে আইতা?

**জিজি** ঃ নিশ্চয় হ'ব। নিশাৰ্লৈ তোক মই সাধু কম। এতিয়া গাটো বৰ ভাল লগা নাই আইজনী।

**অৰু** ঃ সৌৱা গোলাপ আহিছে। আহাঁ গোলাপ। আজি বহু দিনৰ মূৰত।

(গোলাপসিংহৰ প্ৰৱেশ)

**গোলা** ঃ তেলেই বহু দিন হ'ব? পাৰহিহে তেওঁ গৈছিলোঁ?

**অৰু** ঃ তথাপি কিমান সময়। নহয জানো আইতা?

**জিজি** ঃ মইনো বাৰু কি কম ।

**অৰুণা** ঃ বাৰু সেই কথা থাকক। কি নতুন বাতৰি আনিছা, কোৱা।

**জিজি** ঃ তই কবলৈ সুযোগ দিলেহে সি কব পাৰে।

**গোলা** ঃ আইতা। আজি এটা বৰ আনন্দৰ বাতৰি আনিছো।

**জিজি** ঃ কি আনন্দৰ বাতৰি, ক সোণাই।

**গোলা** ঃ ছত্ৰপতি শিৱাজীৰ বিজয় বাতৰি। বিজাপুৰৰ সেনাপতি আফজল খাঁ পৰাজিত - ভূলুণ্ঠিত।

**অৰুণা** ঃ তাৰ পিছত?

**গোলা** ঃ তাৰ পিছত আৰু কি হ'ব? বিজাপুৰৰ পতন মাৰাঠাৰ উত্থান। তোমাৰ দেউতাৰাৰ মূৰত জযমাল্য।

**অৰুণা** ঃ মোৰহে দেউতা? তোমাৰ জানো তেওঁ একো নহয?

**গোলা** ঃ হবও পাৰে, নহবও পাৰে।

**অৰুণা** ঃ বুজিছো, বুজিছো গোলাপসিংহ। তুমি আমাক পৰ বুলি ভাবা। পৰ কোতিয়াও আপোন নহয়, শিমলু কেতিযাও চন্দন নহয। সচাঁ কথা।

**গোলা** ঃ পৰ বুলি ভাবো? তোমালোক যদি পৰ হোৱা তেন্তে এই হতভাগ্য গোলাপৰ সংসাৰত আপোন কোন আছে অৰুণাবাঈ? তোমাক এনে নিদাৰুণ কথা কবলৈ কোনে কলে?

**অৰুণা** ঃ তোমাৰ সৌ মুখখনে কৈছে। তোমাৰ আহ ফলা কথাই, তোমাৰ কাৰ্যই কৈছে গোলাপসিংহ।

**গোলা** ঃ তেন্তে তুমি কব খোজা অৰুণাবাঈ। মই ভুল কৰিছো। গেছ, সেই বাবে দণ্ড দিয়া। অপৰাধ মূৰ পাতি লৈছো।

**অৰুণা** ঃ বাৰু মই তোমাক ক্ষমা কৰি দোষৰ উপযুক্ত শাস্তি দিলো। সাৱধান গোলাপ। ভৱিষ্যতে যাতে এনে দোষ নকৰা।

**গোলা** ঃ নকৰিবলৈ চেষ্টা কৰিম।

**অৰুণা** ঃ শুনি সন্তোষ পালো।

**গোলা** ঃ আইতা, আপুনি দেখোন নিমাত?

**জিজি** ঃ নিমাত নহৈ কৰিম কি সোণ? তহঁতৰ কথা শুনিয়েই কাণত মৌ বৰষিছে ভোক-পিয়াহ পাহৰি যাওঁ। সেয়েই

মোৰ আনন্দ, সেয়েই মোৰ সুখ।

অৰুণা : আইতা। আপুনি ৰাজমাও হ'ল নহয়? আমাক তাৰ পুৰস্কাৰ দিয়ক।

জিজি : তই জানো ৰাজকুঁৱৰী নহলি? মোকহে পুৰস্কাৰ দিব লাগে আকৌ?

গোলাপ : ঠিক কথা তুমি মোক পুৰস্কাৰ দিব লাগে অৰুণা। বিশেষতঃ মইহে তোমাক পোনে পোনে শুভসংবাদ জনাইছোহি।

অৰুণা : আগেযে আই তাই পুৰস্কাৰ দিয়ক।

গোলা : আইতাই আজি নিশা আমাক দুটা সাধু ক'ব লাগিব। সেযেই হ'ব আইতাৰ পুৰস্কাৰ।

অৰুণা : মোক আগেযেই আইতাই কথা দি থৈছে। এটা সাধু ৰাণা প্ৰতাপৰ আনটো সংযুক্তা পৃথ্বীৰাজৰ। কেনে হ'ব?

গোলা : বৰ ভাল হ'ব।

অৰুণা : মানুহে কোৱা শুনিছো— দেউতাই হেনো সৰুতে ভীম অৰ্জ্জুন আদি বীৰৰ সাধুবোৰ বৰকৈ শুনিছিল আৰু তেওঁবিলাকক আদৰ্শ মানি নিজৰ জীৱন গঢ়ি তুলিছে। হয় নে আইতা? হয় নে আইতা?

জিজি : হয় আইজনী। মানুহে সঁচা কথাকে কয়।

অৰুণা : শুনিছা গোলাপ। দেউতাৰ বীৰত্বৰ মূলতে আমাৰ আইতাৰ সাধুবোৰ। সেইবোৰ অমূলক ভাবি দলিয়াই পেলোৱা উচিত নহয়। আজিলৈকে আমি কিমানবোৰ বীৰৰ সাধু শুনিলো। তুমিও তেনে জন বীৰৰ নিচিনা হ'বা নে গোলাপসিংহ?

গোলাপ : হওঁ যদি কি কৰিবা অৰুণমণি?

অৰুণা : কোৱা, কোন বীৰৰ নিচিনা হ'বা? শ্ৰীৰামচন্দ্ৰ, লক্ষ্মণ, লব-কুশ, তৰণীসেন, ভীম, অৰ্জ্জুন, কৰ্ণ, শ্ৰীকৃষ্ণ, ভীষ্ম, দ্ৰোণাচাৰ্য্য,অভিমন্যু, বভ্ৰুবাহন, বাল্লাৰাও, হাম্বিৰ সিংহ, পৃথ্বীৰাজ, বাদল, ৰাণা প্ৰতাপ? কোৱা গোলাপ। কোনজন বীৰ তোমাৰ আদৰ্শ?

জিজি : ময়েই বাৰু কৈ দিওঁ। গোলাপসিংহ হব পৃথ্বীৰাজ আৰু সংযুক্তা হ'ব আমাৰ এই অৰুণা আইদেউ।

অৰুণা : যাওক আইতা। আপুনি বৰ বেয়া মানুহ। মই হলে আপোনাক এনে দৰে জোকাই থাকিলে নেমাতিম।

গোলা : নেলাগে বাৰু আইতাক মাতিব। পিছে মোৰ ফালে পাহৰি গ'লা নেকি? মোৰ পুৰস্কাৰ?

জিজি : তেন্তে হাত পাত। ময়েই বাৰু দিয়াই দিওঁ।

গোলা (হাত মেলি দি) : এয়া মগণিয়াৰ দৰে হাত পাতি ৰ'লো। ভিক্ষাং দেহি অৰুণে?

জিজি : দে অৰুণা। তোৰ কোমল হাতখনো তাৰ হাতৰ ওপৰত দে।

অৰু : (হাত দি) দিলোঁ বাৰু। কি হ'ল এতিয়া?

জিজি : বৰ ভাল হৈছে। নল-দময়ন্তীৰ আজি সয়ম্বৰ। মই এজোলোকা উৰুলি দিওঁ।

(উৰুলি দিয়ে। দুযো লাজকুৰীযাভাবে হাত আঁতৰাই আনে।

অৰুণা : যাওক আইতা। আপুনি কি ধেমালিখন কৰে?

জিজি : মইআকৌ ধেমালি কৰিলোঁ? নলে দয়মন্তীৰ লগত, অনিৰুদ্ধই উষাৰ লগত ধেমালি কৰা চাবলৈ মই ভালপাওঁ। কথা ইমানহে- বুজিছ আকৰী? (থুতৰিত ধৰি মৰম কৰি) থাক এতিয়া মই আহিলো।

(প্ৰস্থান)

অৰুণা : শুদা হতখনহে। মই হলে একো দিয়া। যন নেপালো সেও। তুমি কিবা পুৰস্কাৰ পালা নেকি গোলাপ?

গোলা : পালো অৰুণমণি। তোমাকেই পালো। আৰুনো বোছ মোক কি লাগিছে?

অৰুণা : মোক আজিহে পালা নে? আগৰে পৰা সদায় পাই আছা দেখোন?

গোলা : আগলৈকো সদায় পাম।

অৰুণা : কোনে কলে?

গোলা : তোমাৰ হাতখানয়ে কলে। আইতাই কলে। আমগচ জোপাক সাবটি থকা সৌ মাধৱীলতাই ক'লে। তুমি মোৰ, মই তোমাৰ।

অৰুণা : (লাজতে তলমুৰ কৰি) ইঃ। মই না কেতিয়া ক'লো?

গোলাপ : তোমাৰ এই মুখখনিত কি আছে অৰুণমণি?

অৰুণা : যি থাকিব লাগে সেয়ে আছে। তাতকৈ বেচি একো নাই।

গোলা : কিয় তাক চাই থাকিলে চাই থাকিবৰ মন যায়। কিয় বাৰু মই তোমাৰ মুখখনি দেখিলে আপোনপাহৰা হওঁ। ভোক পিয়াহ দুৰলৈ পলায় কিয় অৰুণা? তোমাৰ মুখৰ এটি মিচিকি হাঁহিয়ে মোৰ আগলৈ স্বৰ্গৰ মন্দাকিনী নমাই আনে কিয়?

অৰুণা : জানো, মই কেনেকৈ কম?

গোলা : এৰা। ফুলে নিজৰ বিষয়ে একো নেজানে। মই কওঁ শুনা। আন নহলেও তাত চিৰ আনন্দ আছে। তুমি গোলাপক ভালপোৱাৰ অকৃত্ৰিম নিদৰ্শণ আছে। বেছি আৰু কি লাগে?

অৰুণা : তাতকৈ বেছি লাগিলেও মই বঢ়াব নোৱাৰো। কম লাগিলেও কমাব নোৱাৰো।

গোলা : অৰুণা। সি কেৱল তোমাৰ কৰুণা। কলি ৰামদাস স্বামীয়ে আমাক ভজন-গান শিকাবলৈ মাতিছিল নহয়। যাওঁহক বলা।

অৰুণা : ব'লা! মোৰ হলে সিদিনা শিকা গীতটোৱেই

এতিয়াও বৰ ভাল দৰে শিকা হোৱা নাই দেও। (দুয়োৰে প্ৰস্থান)

## সপ্তম দৰ্শন

### মন্দিৰৰ নাটমন্দিৰ

এটা ওখ বেদীত বহি আছে ৰামদাস স্বামী। ওচৰতে নতজানু হৈ শিৱাজী, তানোজী প্ৰমুখ্যে মাৰাঠা ছৰ্দাৰবিলাক। তলৰ চোতালত এফালে গোলাপসিংহ আদি মাৰাঠা যুৱকবৃন্দ আৰু বিপৰীত ফালে ভৈৰৱী, অৰুণাবাঈ আদি নাৰীসকল। স্বামীজীয়ে গীত গাই দিয়ে। যুৱক-যুৱতীবৃন্দই সমবেত কণ্ঠে গায়।)

— গীত —

জাগা, জাগা নৰ-নাৰী।
বাজে শিঙা বাজে শঙ্খ
শুনা বাজে মুক্তিভেৰী।।
হিৰণ কিৰণ জিনি জ্বলিছে ভৱানী
করুণারূপিণী মাতৃ চেনেহী জননী,
চোৱাহি নয়ন ভৰি,
শুনা বাজে মুক্তি-ভেৰী।
আজি লাখ লাখ ভক্ত মুক্তি অভিযাত্ৰী
পূজে বীৰ-বীৰাঙ্গণা মাতৃ জগদ্ধাত্ৰী
উৰে গৈৰিক পতাকা শান্তি-সুধা-দাত্ৰী
আকাশ উজ্জ্বল কৰি।
শুনা বাজে মুক্তি-ভেৰী।।

**ৰাম** : তীৰ্থযাত্ৰীৰ দল মাহাৰাষ্ট্ৰৰ যুৱক-যুৱতীবৃন্দ। এই সংগীতেই হওক তোমালোকৰ মাতৃপূজাৰ বোধন-মন্ত্ৰ। যোৱা, ঘৰে ঘৰে গৈ এই মন্ত্ৰেৰে শত সহস্ৰ ডেকা-গাভৰুক মাতৃমন্ত্ৰত দীক্ষিত কৰাগৈ।

(গাত গাই গাই ডেকা-গাভৰুসকলৰ প্ৰস্থান)

**শিৱা** : গুৰুদেৱ!

**ৰাম** : বৎস শিৱাজী। শেষ হৈ আহিল ঘনঘোৰ আঁউসীৰ ৰাতি। জিলিকি উঠিল পূব-গগণৰ অৰুণৰ সোণালী কিৰন। লাহে লাহে তৰুণ তপণৰ ৰাঙলী আভাৰে দিগ-দিগন্ত উদ্ভাসিত হৈ পৰিল। চিন্তা নকৰিবা বৎস। ভাস্কৰৰ তপ্ত সুবৰ্ণৰ কান্তিয়ে অচিৰেই সমগ্ৰ ভাৰত পোহৰাই তুলিব। দিঠকত পৰিণত হ'ব তোমাৰ সোণালী স্বপ্ন। সেই দিন সমাগত।

**শিৱা** : গুৰুদেৱ। অতি দীন মই।

**ৰাম** : দীন তুমি নোহোৱা শিৱাজী। ৰাজৰাজেশ্বৰ তুমি। ভক্তি প্ৰীতি, প্ৰেম, সংযম, বিনয়, স্বাৰ্থত্যাগ, সকলো তোমাৰ আছে। কোৱা বৎস। কোন নৃপতিৰ শিৰত একেলগে ইমান ৰত্নৰাজিয়ে শোভা বঢাইছে? মাথোন এটা কথা সদায় মনত ৰাখিব লাগিব—কেৱল বাহুবলৰ দ্বাৰাই এই পতিত জাতিক তুমি উদ্ধাৰ কৰিব নোৱাৰা। উগ্ৰ ক্ষত্ৰিয় তেজৰ লগত মিলাব লাগিব সাত্বিক ভাবৰাশিক। কুৰুক্ষেত্ৰৰ অৰ্জ্জুনৰ দৰে তুমি হ'ব লাগিব যোগী আৰু যোদ্ধা, ত্যাগী আৰু কৰ্ম্মবীৰ। যে যথা মাং প্ৰপদ্যন্তে তাং স্তথৈব ভজাম্যহম্।
অহমাত্মা গুৰাকেশ সৰ্ব্বভূতাশয় স্থিতঃ।।
বেদৈশ্চ সৰ্ব্বৈৰহমেব বেদ্যঃ।
সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।।

(ঠিক সেই সময়তে উধাতু খাই গোলাপসিংহ লৰি আহিল।)

**গোলা** : মহাৰাজ! মহাৰাজ!

**শিব** : কি হ'ল গোলাপসিংহ?

**গোলা** : আফজাল খাঁৰ হত্যাৰ প্ৰতিশোধ লবলৈ হাজাৰ হাজাৰ বিজাপুৰী সৈন্যয় মন্দিৰ বেৰি পেলাইছে। সিহঁতে বিগ্ৰহ ধ্বংস কৰিব —

**শিব** : আৰু হত্যা কৰিব এই শিৱাজীক?

**ৰাম** ( ভীমনাদে গৰ্জ্জি ) : কি। বীৰশূন্য হ'ল নেকি এই মাৰাঠাভূমি? সমূলঞ্চে শেষ হৈ গ'ল নেকি আৰ্য্যৰ শোণিত? শত্ৰুৰ এই দুঃসাহস কোনোমতে সহ্য কৰিব নোৱাৰি।

(মন্দিৰৰ দুৱাৰমুখত ওলমি থকা বিৰাট জয়ঘণ্টা ঘনে ঘনে বজাই)

সাজা, সাজা, যুদ্ধ সাজে সাজি উঠা সবে। ৰণভেৰী বজোৱা তুমুল নিনাদে। বালক। বৃদ্ধ যোৱা। যেয়ে য'তে আছা, আঁহা আগবাঢি। শত্ৰুৰ নিপাত হেতু ভীমবেগে হোৱা অগ্ৰসৰ।

(জাকে জাকে সুসজ্জিত মাৰাঠা বীৰবৃন্দ আৰু মাৱালী ছৰ্দাৰৰ নেতৃত্বত মাৱালী সেনা মন্দিৰৰ বাহিৰ ভিতৰ উপচি পৰিল)

**শিব** : আশীৰ্ব্বাদ কৰক গুৰুদেৱ। শত্ৰুৰ তপ্ত তেজেৰে উটুৱাই দিওঁ আজি মন্দিৰ-প্ৰাঙ্গন। চূৰ্ণ-বিচূৰ্ণ হৈ যাওক বিজাপুৰী চক্ৰান্ত। জয় ভৱানীৰ জয়।

(বাহিৰে-ভিতৰে শত শতকণ্ঠে 'জয় ভৱানীৰ জয়।' বিজাপুৰী সৈন্যৰ, 'আল্লাহে আকবৰ।' কামানাৰ শব্দ। স্বামীজীৰ ঘণ্টাধ্বনি।)

**: প্ৰথম অঙ্ক সমাপ্ত :**

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

### দিল্লী ৰাজপ্ৰসাদ

(সম্ৰাট ঔৰংজীৱ এখন মাচিয়াত বহি টুপী সী আছে। তেওঁ ভাবি ভাবি কৈ উঠিল।)

ঔৰং : দুনিয়াত কাকো বিশ্বাস কৰিব নোৱাৰি। নিজৰ আব্বাজান মাজান, ভাই-ভনী, আত্মীয়-স্বজন কাকো কতো বিশ্বাস নাই। সকলো প্ৰৱঞ্চনা, সকালো ফাঁকি। এই দুনিয়াই এটা ডাঙৰ ফাকিৰ ওপৰত খাড়া হৈ আছে। এই ফাকিৰ ওপৰতেই ঔৰংজীৱৰ নচিৱত আজি দিল্লীৰ ময়ুৰ-সিংহাসন। কপটতা, প্ৰৱঞ্চনা, ফাকি এইবোৰৰ সহাযতে আজি মই আলমগিৰি পাইছো। দাম্ভিক কাফেৰ দাৰা! সি কেনেকৈ এই কথা বুজিব? মূৰ্খ চুজা। নাৰীৰ প্ৰেমত ডুব দি থাকি এই চাল-চাক্ৰান্তৰ ভু সি কি দৰে পাব? হতভাগা মোৰাদ। চিৰাজীৰ লাল নিচাত মচগুল হৈ থাকিলে এই কৌশলৰ চক্ৰবেহুত কেনেকৈ সোমাব? আজি আকৌ মোৰ হৃদয় চমকি উঠিছে—দাক্ষিণাত্যৰ সীমান্তত শিৱাজীৰ উপদ্ৰৱৰ কথা শুনি। খোদা তুমি কেৱল প্ৰসন্ন থাকিবা। খোজা। (এজন খোজাৰ প্ৰৱেশ।)

খোজা : বন্দেগি জাহাপনা।

ঔৰং : মাৰাবাৰপতি যশোৱন্ত সিংহ।

খোদা : যো হুকুম। (প্ৰৱেশ)

ঔৰং : হুলৰ দ্বাৰা হুল। কাফেৰৰ দ্বাৰা কাফেৰ। এয়ে ৰাষ্ট্ৰনীতি। খোদা। ঔৰংজীৱ তোমাৰ অবিশ্বাসী নহয়।

(যশোৱন্তৰ প্ৰৱেশ)

যশো : আলমগীৰ।

ঔৰং : দিল্লীশ্বৰৰ আহাৰ পূৰ্বে মহাৰাজে কিছু দিন ভদ্ৰতা শিক্ষা কৰা উচিত আছিল।

যশো : ভদ্ৰতা আকৌ কি?

ঔৰং : সেইদেখিয়েইতো কৈছো—ভদ্ৰতা কি জানিবলৈ হ'লে যথেষ্ট শিক্ষাৰ দৰ্কাৰ।

যশো : সেইদৰে আলমগীৰেও জনা উচিত যে মাৰাবাৰপতি যশোৱন্তসিংহক অভিবাদন কৰিবলৈ অভিবাদন প্ৰাৰ্থীয়েও ততোধিক শিক্ষা কৰা উচিত।

ঔৰং : যশোৱন্তসিংহ! তুমি কাৰ লগত কথা কৈছা জানা নে?

যশো : জানো আলমগিৰ। যাৰ লগত কথা কোৱাও মহাপাপ, যি কপট তা আৰু ভণ্ডামিৰ প্ৰতিমূৰ্তি— সেই পিতৃহন্তা,ভ্ৰাতৃহন্তা ঔৰংজীৱেও জনা উচিত— তেওঁ কাক এই কথা সুধিছে।

ঔৰং : যশোৱন্তসিংহ।

যশো : আলমগীৰ।

ঔৰং : তোমাক যদি মই এই মুহূৰ্তে বন্দী কৰো কোনে তোমাক ৰক্ষা কৰিব?

যশো : এই তৰোৱালে। এই দুই বাহুৱে।

ঔৰং : ছাবাইচ। তুমি ৰাজপুত। ৰাজপুত-শোণিত তোমাৰ গাত আছে। তোমাৰ দ্বাৰা মোৰ কাম হাচিল হ'ব। তোমাৰ গাত এটা গধুৰ দায়িত্বৰ কাম দিব খোজা হৈছে মহাৰাজ।

যশো : কোৱা আলমগীৰ। ৰাজপুত কৰ্ত্তব্যৰ দাস।

ঔৰং : তুমি শীঘ্ৰে দক্ষিণাত্যলৈ যাব লাগিব।

যশো : দাক্ষিণাত্যলৈ-- কিয়?

ঔৰং : এদল ডকাইত দমন কৰিবলৈ।

যশো : ক্ক'ৰ ডকাইত?

ঔৰং : মাৰাঠা ডকাইত।

যশো : বুজিছো। সিহতৰ দলপতি শিৱাজী—নহয় নে বাৰু?

ঔৰং : মহাৰাজ বৰ চালাক।

যশো : একো কথা নাই আলমগীৰ। যশোৱন্তৰ কামানে মাৰাঠা ডকাইত ধুলিৰ লগত সমান কৰি থৈ আহিব।

ঔৰং : সেই কথা জানিব পাৰিহে মহাৰাজৰ ওপৰত এই কামৰ ভাৰ অৰ্পণ কৰা হৈছে। মহাৰাজৰ বিক্ৰম আলমগীৰৰ অবিদিত নহয়। হিন্দুস্থানত মহাৰাজৰ সমকক্ষ বীৰ আৰু নাই।

যশো : তেন্তে আজিয়েই মই যাত্ৰা কৰো?

ঔৰং : যোৱা মহাৰাজ। মই হুকুম দি পঠিয়াইছো চুবাদাৰেও তোমাৰ লগত যোগ দিব।

যশো : চুবাদাৰ ছায়েস্তা খাঁ?

ঔৰং : ঠিক, তেৱেঁই।

(যশোৱন্তৰ প্ৰস্থান)

উদ্ধত কাফেৰ যশোৱন্তসিংহ। তই কি বুজিবি এই ঔৰংজীৱৰ মতলব। তোৰো আৰু বেছি দিন নাই। কাল তোৰ চমু চাপি আহিছে। ইমান ফুটানি, ইমান গৰম কথা সহ্য কৰিব নোৱাৰি। এই অভিমান, এই ফিতাহী, এই ক্ষমতা যদি ক্ৰমাৎ বাঢ়ি গৈ থাকে তেন্তে তই এদিন ময়ুৰ-সিংহাসনলৈকো হাত মেলিবি। সোনকালে তোক এই দুনিয়াৰ পৰা নিকাল কৰিব লাগিব।

(প্ৰস্থান)

## দ্বিতীয় দৰ্শন

### ফুলনি

(দিলাপৰাওৰ প্ৰস্থান)

**দিলীপ** ঃ দাম্ভিক বলদেৱসিংহ। তই এই দিলীপৰাওক আশ্ৰয় দিছিলি। চেনেহ চকুৰে চাইছিলি। দিলীপেও সদায় তোৰ সেই ঋণ পৰিশোধ কৰিবলৈ যত্নবান আছিল। এদিন মই নিজৰ জীৱনকো বিপন্ন কৰি তোক মৃত্যুৰ মুখৰ পৰা ঘূৰাই আনিছিলো। কিন্তু নৰাধম। তই দিলাপৰাওক তোৰ কন্যাক দিবলৈ অস্বীকাৰ কৰিলি আৰু অহঙ্কাৰৰ চৰম সীমাত উপস্থিত হৈ কৈছিলি— মাৰাঠা-দস্যু ৰাজপুতবালাৰ পাণি গ্ৰহণ কৰিবলৈ অনুপযুক্ত। ইমান অহঙ্কাৰ। ইমান দৰ্প। বলদেৱসিংহৰ ঘৃণিত প্ৰেতাত্মা। আজি স্বৰ্গৰ পৰা এবাৰ তললৈ চা। তোৰ মৰমৰ গোলাপ আজি পথৰ ভিখাৰী। তোৰ সাধনাৰ ধন অমিয়া আজি দিলীপৰ অঙ্কলক্ষ্মী। আৰু আছে। প্ৰতিশোধৰ আৰু বহুত বাকী আছে। এতিয়াও একো হোৱা নাই। তই পৰ্বতৰ বান্দৰ মাৰাঠাৰ বিক্ৰম দেখিবি। সৌৱা অমিয়া এই ফাললৈকে আহিছে।

(গীত গাই গাই অমিয়া সোমাই আহে। দিলীপৰাও গছৰ আঁৰ হৈ থাকে।)

**অমিয়া**

মোহন মুৰুলী বাজিল ৰে
যমুনা জলতে গোপী স্নান কৰে
দেখিলো, দেখিলো ৰে।।
পাৰতে বস্ত্ৰ থৈ জলতে নামি গৈ
গোপিনী আছে বিবস্ত্ৰা হৈ—
সেইটি ছেগতে কলীয়া কানায়ে
বস্ত্ৰ হৰি নিলে ঐ
কদম্বৰ ডালতে তুলিলে গৈ।
ইদৰে কানুৱে ধেমালি কৰে
দেখিলো, দেখিলো ৰে।।
উলঙ্গিনী গোপী পদুমৰে থুপি
লাজতে মুৰুচি পৰিল ৰে।
লাজ-মান এৰি দুই হাত জুৰি
কৃষ্ণাইকে ভক্তি কৰিল ৰে,
দেখিলো, দেখিলো, দেখিলো ৰে।।

**দিলীপ** (গছৰ আঁৰৰ পৰা আহি)। ময়ো দেখিলো, দেখিলো ৰে

**অমিয়া** ঃ কি দেখিলা?

**দিলীপ** ঃ কি দেখিম আৰু— বিবস্ত্ৰা গোপীক। নহয়, নহয়, সবস্ত্ৰা অমিয়া সুন্দৰীকহে।

**অমিয়া** ঃ তুমি বৰ দুষ্ট দেও। মনে মনে লুকাই থাকি মোৰ গীত শুনিলা।

**দিলীপ** ঃ অমিয়া! তোমাৰ নামতো অমিয়া, গীততো অমিয়া।

**অমিয়া** ঃ পিচে কোৱাচোন, মোৰ ককাইদেউৰ কিবা বতৰা পালা নে?

**দিলীপ** ঃ নাই পোৱা অমিয়া। বহুত ঠাইত বিচাৰ কৰাইছো কিন্তু লাভ হলে একো হোৱা নাই।

**অমিয়া** ঃ ককাইদেউ ক'লৈ গ'ল?

**দিলীপ** ঃ বৰ বিহুলা হৈছা দেখোন অমিয়া।

**অমিয়া** ঃ সংসাৰত অমিয়াৰ কেও নাই। দুজন ভাই-ভনী আছিলো, তাৰো এটি নাই কিয়া হ'ল। অমিয়া হতভাগিনী।

**দিলীপ** ঃ অমিয়া কেতিয়াও হতভাগিনী হব নোৱাৰে। মই কওঁ— অমিয়া ভাগ্যৱতী।

**অমিয়া** ঃ মিছা কথা।

**দিলীপ** ঃ তোমাৰ আগত মিছা কথা কৈ মোৰ লাভ হ'ব কি? বাৰু অমিয়া তুমি মোক কেনে দেখিছা?

**অমিয়া** ঃ মানুহৰ নিচিনা।

**দিলী** ঃ আজলী। মানুহে মানুহক মানুহৰ নিচিনা নেদেখি কিহৰ নিচিনা দেখিব?

**অমিয়া** ঃ জানাই যদি তেন্তে মোক সুধিছা কিয়?

**দিলীপ** ঃ বাৰু আৰু নোসোধোঁ। কোৱাচোন অমিয়া। তুমি মোক ভালপোৱা নে?

**অমি** ঃ পাওঁতো। নেপাম কেলেই? তোমাক ভাল নেপালে তুমি জানো মোক ভালপাবা? মই হ'লে কাকো বেয়া নেপাওঁ দেও। আকাশৰ জোনবাই, বতাহৰ চৰাই-চিৰিকতি, পৃথিৱীৰ গছ-লতা,ফুল মই সকলোকে সমানে ভালপাওঁ। তেন্তে তোমাকনো মই কি কাৰণে ভাল নেপাম?

**দিলী** ঃ তেন্তে তুমি বাৰু মোৰ হ'বা নে?

**অমিয়া** ঃ কিয়?

**দিলীপ** ঃ কাৰণ তুমি মোক ভালপোৱা।

**অমিয়া** ঃ কি বৰ ডাঙৰ কথাটো হ'ল? ভালপাওঁ বুলিয়েই তোমাৰ হ'ব লাগিব নে?

**দিলীপ** ঃ প্ৰকৃতিৰ এনেকুৱাই নিয়ম।

**অমিয়া** ঃ যদি প্ৰকৃতিৰ এনেকুৱাই নিয়ম হয় তেন্তে দেখোন মোৰ ভালপোৱা গোটেই ব্ৰহ্মাণ্ড বিয়পি আছে। সেই বুলি মই সকলোৰে নিজৰ হ'ব লাগিব নে?

**দিলীপ** ঃ নিশ্চয় হ'ব লাগিব অমিয়া।

**অমিয়া** ঃ যদি ভালপালেই যাৰে তাৰে হ'ব লাগে তেন্তে মই সকলোৰে হ'ব লাগিব।

**দিলীপ** ঃ তেতিয়া মানুহে যে হাঁহিব?

**অমিয়া** ঃ প্ৰকৃতিৰ বোলে তেনেকুৱাই নিয়ম।

**দিলী** ঃ পিছে কোৱা, মোৰ হবা নে?

**আমিয়া** ঃ কেইবাৰনো একে কথাকে ঘুৰাইপকাই সোধা? তোমাৰ সুখ হলেই মোৰ সুখ। তুমি মোৰ আশ্ৰয়দাতা।

**দিলীপ** ঃ বেছ! তোমাৰ ভালপোৱাৰ যি বৃহৎ বৃত্ত আছে তাৰ

কেন্দ্ৰ হ'বলৈ দিব লাগিব মোক। বুজিছা অমিয়া?

অমিয়া : তুমি বৰ আপোনপেটীয়া দেও।

দিলী : এনে স্বাৰ্থপৰ হ'ব পাৰিলেই প্ৰকৃত সুখ। কেৱল মযেই নহওঁ, গোটেই জগৎ স্বাৰ্থপৰ অমিয়া।

অমিয়া : আন হ'ব পাৰে কিন্তু অমিয়া ন হয়।

দিলীপ : আজি নহব পাৰে কিন্তু কালিলৈ অমিয়াযো স্বাৰ্থৰ জালত বান্ধ খাবই খাব।

অমিয়া : ভৱিষ্যতৰ কথা কব নোৱাৰো।

দিলীপ : ই সংসাৰৰ ৰীতি।

অমিয়া : কিন্তু তুমি হ'লে মোৰ ককাইদেউক বিচাৰি আনি দিব লাগিব?

দিলীপ : চেষ্টা কৰি চাম বাৰু।

অমিয়া : কৃতকাৰ্য্যও হ'ব লাগিব । বাৰু কোৱাচোন, মাজে মাজে তুমি কি ভাবি থাকা?

দিলীপ : কি ভাবো জানা? মই ভাবো, এহাতে শোণিত, আনহাতে অমৃত।

অমি : তাৰ অৰ্থ?

দিলী : আন এদিন বুজি পাবা। যাওঁ ব'লা।

(দুয়োৰে প্ৰস্থান)

## তৃতীয় দৰ্শন

### যশোৱন্তৰ শিবিৰ

(যশোৱন্তসিংহ বহি থাকে। ছদ্মবেশী শিৱাজী সোমাই আহে।)

শিৱা : অভিবাদন গ্ৰহণ কৰক মহাৰাজ।

যশো : তোমাৰ নাম?

শিৱা : মহাৰজে শুনিবলগীয়া নহয়। মোৰ নিজৰ বক্তব্য একো নাই। মই শিৱাজীৰ কটকী।

যশো : মই শিৱাজীৰ পত্ৰ পাঠ কৰি সকলো কথা বুজিব পাৰিছো। আৰু কিবা নতুন বতৰা আছে নেকি?

শিৱা : একো নাই।

যশো : তেন্তে আহিছা কেলেই?

শিৱা : চকুলোৰে ৰাজপুত-কুলগৌৰৱ যশোৱন্তসিংহৰ মজিয়া ভহাবলৈ।

যশো : কটকী তুমি কি কৈছা? কান্দিছাও দেখোন। কান্দিছা কিয়?

শিৱা : মোৰ প্ৰভু শিৱাজীয়ে কান্দিছে। প্ৰত্যেক মাৰাঠাই কান্দিছে। ময়ো কান্দিছো। কান্দক মহাৰাজ আপুনিও কান্দক?

যশো : কাৰণ কি? শিৱাজীয়ে কান্দিছে কিয়?

শিৱা : কান্দিবৰ প্ৰয়োজন হৈছে সেই কাৰনে কান্দিছো। আপুনি জনা নাই মহাৰাজ। আপোনাৰ অজ্ঞাতে আপোনাৰ হৃদয়েও কান্দিছে।

যশো : বুজিছোঁ, বুজিছোঁ কটকী। ভালদৰে বুজিছোঁ। পুনা আৰু চাকণ দুৰ্গ শত্ৰুৰ হস্তগত হোৱা দেখি শিৱাজীয়ে কান্দিছে, নহয় নে বাৰু?

শিৱা : কেতিয়াও নহয় মহাৰাজ। তেনেকুৱা দুৰ্গ তেওঁৰ আৰু বহুত আছে।

যশো : যদি সেয়ে নহয়, তেন্তে এইবাৰ যশোৱন্তসিংহৰ হাতত নিস্তাৰ নাই বুলি-- মাৰাঠা জাতিৰ নিবাস পাৰ্ব্বত্য প্ৰদেশত মোগলৰ বিজয় পতাকা উৰিব বুলি মহাবিপদৰ কথা জানিব পাৰি-- নহয়নে?

শিৱা : কেতিয়াও নহয় মহাৰাজ। শিৱাজীয়ে বিপদক জয় কৰিছে।

যশো : তেন্তে কিয়?

শিৱা : হিন্দুৰ অৱনতি দেখি।

যশো : হিন্দুৰ অৱনতি আজিৰ নহয়। ই নিয়তিৰ অভিশাপ।

শিৱা : স্বীকাৰ কৰো মহাৰাজ। হিন্দুৰ অৱনতি আজিৰ নহয়। কিন্তু যি সমগ্ৰ হিন্দুস্থানৰ গৌৰৱ, যাৰ মুৰৰ ওপৰত মাৰাবাৰৰ ৰাজছত্ৰ, যাৰ ওপৰত সনাতন হিন্দুধৰ্মৰ আশা-ভৰসা, যাৰ ভয়ত দিল্লীৰ ময়ুৰ - সিংহাসনৰ সৈতে ঔৰংজীৱ পৰ্য্যন্ত কম্পমান, যি হিন্দু মহাশক্তিৰ, ৰাজপুত সাহসৰ প্ৰতিমূৰ্ত্তি, সেই, যশোৱন্ত সিংহৰ অৱনতি দেখি। ইও নিয়তিৰ অভিশাপ নেকি?

যশো : ঠিক কথা।

যশো : শুনক মহাৰাজ। আৰু শুনক। ৰাজপুত জাতি জগতৰ আদৰ্শ। ৰাজপুতৰ নিচিনা যোদ্ধা নাই। ৰাজপুতৰ নিচিনা স্বদেশ-প্ৰেমিক নাই। সেই ৰাজপুত-শিৰোমনি যশোৱন্তসিংহেই আজি সকলো পাহৰিলে। নিজৰ নিজত্ব পাহৰিলে, নিজৰ শক্তি পাহৰিলে, আত্মবিশ্বাস পাহৰিলে। ইয়াতকৈ অৱনতি আৰু কি হব পাৰে মহাৰাজ? সেই কাৰণে মোৰ প্ৰভু শিৱাজীয়ে কান্দিছে যশোৱন্তসিংহ নাহি ঔৰংজীৱ নিজে অহা হ'লে শিৱাজীয়ে এই দৰে কন্দাৰ কোনো আৱশ্যাক নাছিল।

যশো : কটকী। তোমাৰ প্ৰত্যেক কথাই মোৰ অন্তৰ বিন্ধি গৈছে। কোৱা, বৰ ভাল লাগিছে। তাৰ পিছত?

শিৱা : শুনক মহাৰাজ। মাৰাঠা জাতিৰ শিক্ষাৰ আদৰ্শই হৈছে ৰাজপুত। ৰাজপুতৰ স্বদেশপ্ৰেমকে আদৰ্শ কৰি আজি মাৰাঠা মাতৃমন্ত্ৰত দীক্ষিত। প্ৰত্যেক মাৰাঠা-ৰমণীৰ কণ্ঠৰ পৰা উচ্চাৰিত হোৱা ৰাজপুতৰ যশোগীতি প্ৰত্যেক মাৰাঠাৰ অন্তৰত সদায় জাগৰিত। মাৰাঠা-বালকে ৰাজপুত আদৰ্শত নিজৰ জীৱন গঢ়িবলৈ সদায় যত্নৱান। ৰাজপুত আৰু মাৰাঠাৰ মাজৰ ভাই ভাই সম্বন্ধ। সেই বাবেই ৰাজপুত শৰীৰত অস্ত্ৰাঘাত

কৰি মাৰাঠাই নিজৰ নামত কলংক নানে। আদেশ কৰক মহাৰাজ। ৰাজপুত শোনিতৰে মাৰাঠা-অসি ৰঞ্জিত হোৱাৰ আগয়ে মাৰাঠাই যুদ্ধ বিদ্যা পাহৰি যাওক, অস্ত্ৰ-শস্ত্ৰ আৰব সাগৰত বিসৰ্জ্জন দিযক।

যশো : কটকী। তোমাৰ কথা সঁচা হলেও তাৰ একো বিকল্প নাই। যশোৱন্তসিংহ মোগলৰ সেনাপতি। মোগল বাদছাহৰ আদেশ পালন কৰিবলৈ মই বাধ্য। গতিকে মহাৰাষ্ট্ৰ দেশ জয় কৰিবই লাগিব।

শিৱা : তেন্তে আৰু অৰণ্য ৰোদন কৰিলে কি হ'ব? স্বজাতিক ধ্বংস কৰিবলৈ, হিন্দুৰ তেজেৰে ৰাঙলী সোঁত বোৱাবলৈ, ব্ৰাহ্মণৰ বুকুত অস্ত্ৰ বহুৱাবলৈ অৰু সনাতন হিন্দু ধৰ্ম্মৰ অস্তিত্ব বিলুপ কৰিবলৈ মহাৰাজ আজি দৃঢ়প্ৰতিজ্ঞ?

যশো : উপাই কি? সেই বুলি প্ৰতাৰক দস্যু শিৱাজীক সহায় কৰিব নোৱাৰো। সিংহযশোৱন্তৰ লগত পৰ্ব্বতৰ বান্দৰ শিৱাজীৰ একো সম্বন্ধ হব নোৱাৰে।

শিৱ : মহাৰাজ। শিৱাজীক প্ৰৱঞ্চক বোলাৰ আগতে এনে এজন হিন্দুৰ নাম কব পাৰেনে যাৰ আগত প্ৰতিজ্ঞা কৰি শিৱাজীয়ে পাহৰণিত পৰিও তাক পালন কৰিবলৈ পৰাম্মুখ হৈছে। এনে এজন ব্ৰাহ্মণৰ নাম জানে নে যাক শিৱাজীয়ে অভয় দি পুনৰ তাকেই আঘাত কৰিছে? এই সুবিশাল হিন্দুস্থানৰ মাজত এনে এটা দেৱমন্দিৰ উলিযাব পাৰে নে যি শিৱাজীৰ দ্বাৰা কেতিযাবা আক্ৰান্ত হৈছে? এনে এগৰাকী তিৰোতাৰ নাম কব পাৰে নে যি ধেমালিৰ ছলতো শিৱাজীৰ দ্বাৰা অপমানিত হৈছে?

যশো : নোৱাৰো?

শিৱা : তেন্তে শিৱাজীৰ নামৰ আগত প্ৰৱঞ্চক, দস্যু আদি কুবিশেষণ প্ৰয়োগ কৰিছে কিয? আপোনাৰ প্ৰভু ঔৰংজীবে হিন্দুক কি কৰিবলৈ বাকী এৰিছে?

যশো : কটকী। আনৰ লগত তুলনা কৰিলে কি হ'ব? কপটতা, শঠতা, চতুৰালি ৰাজপুতৰ কল্পনাৰো বাহিৰ।

শিৱা : ৰাজপুতৰ লগত মাৰাঠাৰ তুলনা হোৱা সম্ভব নে মহাৰাজ? ৰাজপুতৰ পুৰণি গৌৰৱ আছে। বহু শতাব্দীৰ ৰণশিক্ষা আছে। অতুল সুখ-সমৃদ্ধি, ধন-জন সকলো আছে। কিন্তু মাৰাঠাৰ আছে কি? সেইবোৰৰ একোৰে একোটো নাই। তথাপি—যাৰ উদ্দেশ্যে ৰাজপুত প্ৰমুখ্যে সকলো জাতিয়ে অনিচ্ছা সত্ত্বেও মূৰ দোৱাবলৈ বাধ্য হৈছে, সেই প্ৰবল মোগল শক্তিৰ বিৰুদ্ধে কেৱল মাৰাঠাৰ নায়ক শিৱাজীয়েহে মূৰ দাঙি থিয় হ'বলৈ সাহস কৰিছে। সেই বাবে শিৱাজী ধন্যবাদৰপাত্ৰ নহয় নে? শিৱাজীয়ে আপোনাৰ নিচিনা পুৰুষসিংহৰ পৰা এফেৰিও আশীৰ্ব্বাদ আৰু সহানুভূতি নেপাব নে মহাৰাজ?

যশো : কটকী। মই এতিযাহে তোমাৰ কথা উপলব্ধি কৰিব পাৰিছো। মই শিৱাজীৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ নকৰো।

শিৱা : নহয় মহাৰাজ। শিৱাজীযে মহাৰাজক দিল্লীশ্বৰৰ আদেশ অমান্য কৰিবলৈ নকয কিন্তু—

যশো : কিন্তু কি কটকী? কোৱা, যশোৱন্তসিংহৰ ওচৰত শিৱাজীৰ অদেশ একো নাই।

শিৱা : পৰহিলৈ নিশা মহাৰাজ পুনাৰ পৰা আঁতৰি থাকিলে শিৱাজী আপোনাৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব।

যশো : এই সামান্য কাম? তাৰ নিমিত্তেই ইমান কৃতজ্ঞতা? ধন্য ধন্য শিৱাজী। কটকী। যশোৱন্তসিংহ হিন্দুৰ গৌৰৱ নহয়। হিন্দুৰ গৌৰৱ তোমাৰ প্ৰভু শিৱাজী। সেই মহাত্মাক লগ পালে এবাৰ প্ৰাণ ভৰি আলিঙ্গন কৰিলোহেতেন।

শিৱা (ছদ্মবেশ ত্যাগ কৰি): মহাৰাজ। অপৰাধ মাৰ্জ্জনা কৰক। মযে সেই দীনহীন শিৱাজী।

যশো : শিৱাজী। মহাত্মা। ভাই আজিৰ পৰা তুমি এই যশোৱন্তসিংহৰ প্ৰাণৰ বন্ধু হ'লা। আজিৰ পৰা শিৱাজী আৰু যশোৱন্তসিংহৰ এক লক্ষ্য আৰু এক উদ্দেশ্য। ধ্বংসৰ হাতৰ পৰা, বিদেশী বিজেতাৰ হাতত পৰা আৰ্য্যভুমিক ৰক্ষা কৰা দুয়ো জনৰ জীৱনৰ মহাব্ৰত।।

(দুয়ো আলিঙ্গন কৰে।)

## চতুৰ্থ দৰ্শন

কক্ষ

(অৰুণা আৰু গোলাপ কথা পাতি সোমাই আহে।)

গোলাপ : এনিশাৰ ভিতৰতে পাঁচোটা দুৰ্গ অধিকাৰ। ইমান সহজে যে কাম হৈ উঠিব মই সপোনতো ভবা নাছিলো।

অৰুণা (হাঁহি): কম নহয় দেও তোমালোক। এনিশাৰ ভিতৰতে ইমানখিনি কৰিলা। নিশানো এন্ধাৰত যুদ্ধ কৰা কেনেকৈহে?

গোলা : যুদ্ধ কৰা নহ'ল বুলিবই পাৰি। বিনাযুদ্ধে আমাৰ এটি প্ৰণীও হত কিম্বা আহত নোহোৱাকৈ কাম শেষ হৈ গৈছে।

অৰুণা : দৰাচলতে তেন্তে অসাধ্য সাধন কৰিছা গোলাপ।

গোলা : মইতো সিমানখিনি কৰিব পৰা হ'লে কথাই নাছিল। ধন্যবাদৰ পাত্ৰ তোমৰ দেউতাৰ ছত্ৰপতি শিৱাজী।

অৰুণা : তুমি লগত গৈছিলা নে নাই?

গোলা : যাওঁতে ময়ো লগত গৈছিলো।

অৰুণা : তেন্তে তুমিও সেই ধন্যবাদ ভাগ নেপালা কেলেই?

মই হলে সকলোখিনি ধন্যবাদ তোমাকহে দিওঁ।

গোলা : তুমি দিলে যে পাম তাৰ একো অৰ্থ নাই।

অৰুণা : নিশ্চয় আছে। মোৰ বিশ্বাস—তুমি সেই ধন্যবাদ বহন কৰিবলৈ অনুপযুক্ত নোহোৱা।

(দিলীপৰাওৰ প্ৰৱেশ)

দিলী : হাবিলদাৰ। তুমি এই মুহূৰ্ততে পুৰন্দৰ দুৰ্গলৈ যাব লাগে। দুৰ্গাধ্যক্ষক মোৰ এই চিঠি দি পাঁচ শ মাৰাঠা সৈন্য ইয়ালৈ লৈ আহিবা। নিয়া এই চিঠি

গোলা : দিয়ক সেনাপতি। (চিঠি লয়)

অৰুণা : ইমান লৰালৰি কিয় সেনাপতি? অলপ পিছত গলেও নহব নে?

দিলী : নহয় ৰাজকুঁৱৰী। এতিয়াই গোলাপসিংহ হাবিলদাৰ যাব লাগিব। সৈনিক জীৱন এনেকুৱাই। যেতিয়াই হুকুম, তেতিয়াই কাম। সৈনিকৰ জীৱনত বিৰাম নাই, আৰাম নাই।

অৰুণা : যোৱা গোলাপ মই তোমাক কৰ্ত্তব্য অৱহেলা কৰিবলৈ অনুৰোধ নকৰো।

গোলা : থাকা তেন্তে। আহিলো সেনাপতি। (প্ৰস্থান)

অৰুণা : তোমাৰ লগত মোৰ সম্বন্ধ কি?

দিলী : হাঃ হাঃ হাঃ। মোৰ লগত কি সম্বন্ধ? গোলাপ সিংহৰ লগত একা?

অৰুণা : গোলাপ অৰু তোমাৰ ৰিজনি নহয়। গোলাপ আৰু তোমাৰ মাজত স্বৰ্গ-মৰ্ত্যৰ ব্যৱধান।

দিলী : ইমানেই অপমান ৰাজকুমাৰী? গোলাপ মোৰ তলৰ গোলামৰো গোলাম। মই তাক ঘিণ কৰোঁ।

অৰুণা : গোলাপ তোমাৰ গোলাম হ'ব পাৰে। মই সেই কথা স্বীকাৰ কৰো। গোলাপক তুমি ঘিণ কৰিবও পাৰা। কিন্তু যি তোমাৰ প্ৰভু, যাৰ তুমি গোলাম, গোলাপ তেওঁৰ পালিত পুত্ৰ।

দিলী : আৰু এটা কথা জানা নে ৰাজকুমাৰী? (চাৰিওফালে চাই লৈ) তুমি মোৰ।

অৰুণা : হাঁহি উঠা কথা। বাতুলৰ প্ৰলাপ মাথোন।

দিলী : দিলীপৰাওৰ মুখেদি কেতিয়াও বাতুলৰ প্ৰলাপ নোলায়। ই সত্য কাহিনী অৰুণা। তোমাৰ দেউতাৰাই প্ৰকাৰান্তে এই কথা প্ৰকাশ কৰিছে। ইশ্বৰে কৰিলে তুমি মোৰ অৰ্দ্ধাঙ্গিনী হ'বা।

অৰুণা : দ্বিতীয় বাৰ এনে কথা উচ্চাৰণ নকৰিবি নৰাধম। মই তোৰ পুজনীয় প্ৰভুৰ কন্যা। তই মোক সেৱা কৰিব লাগে।

দিলী : ওলোটা বুজিছা অৰুণাবাঈ। তুমিহে এদিন সেৱা কৰিবা।

অৰুণা (খঙেৰে) : মুখ চম্ভালি কথা কবি নৰাধম। (প্ৰস্থান)

দিলী : বাৰু যোৱা। আজি সেই দুৰাত্মাক লগ পাই মোক এনেদৰে কুকুৰৰ নিচিনা ব্যবহাৰ কৰিছা। কিন্তু যিদিনা গোলাপৰ তেজেৰে হাত ৰাঙলী কৰি তোমাৰ কাৰত মই ভিক্ষাৰ জুলি লৈ থিয় হ'মহি— সেইদিনা কৰিবা কি? (প্ৰস্থান)

## পঞ্চম দৰ্শন

### শিৱাজীৰ শয়ন-কক্ষ

শিৱাজী শুই আছে। এটা কৰুণ সুৰ বতাহত ভাহি ফুৰিছে। শিৱাজীয়ে সপোন দেখে। তেওঁৰ আগত যেন জ্যোতিৰ্ম্ময়ী ভৱানীদেৱী মুৰ্ত্তিমতী হৈ উঠিল। লাহে লাহে তেওঁ শিৱাজীৰ মুৰত হাত দি আশীৰ্ব্বাদ কৰিলে। ভৱানী দেৱী অন্তৰ্হিতা হ'ল। শিৱাজীয়ে হঠাৎ সাৰ পাই "আই আই" বুলি চিঞৰি উঠিল। জিজিবাঈ সোমাই আহিল।

শিৱা : আই। যিদিনাৰ পৰা পুনা-দুৰ্গ শত্ৰুৰ হাতলৈ গৈছে সেই দিনাৰ পৰা মোৰ পেটলৈ ভাত যোৱা নাই। চকুত টোপনি নোহোৱা হৈছে। পুনাৰ কথা ভাবি—মাতৃ ভুমিৰ দুৰ্দ্দশাৰ কথা ভাবি ক্ষন্তেক সময় জিৰণি লৈছিলো। চিলমিলিকৈ টোপনি আহিব ধৰিছিল। এনে অৱস্থাত আধা সপোনত আধা-দিঠকত দেখা পালো-আই জগজ্জননী ভৱানীক মোৰ। শিৱাজীৰ দীৰ্ণ-কুটিৰ পোহৰাই— ভুবনমোহিনী ৰূপেৰে ভূমণ্ডল উজ্জ্বল কৰি, মোৰ মুৰত ধৰি আশীৰ্ব্বাদ কৰি পুনৰ অন্তৰ্দ্ধান হল। আৰু কিহৰ ভয়? কিহৰ শংকা? আশীৰ্ব্বাদ কৰা জননী। পুনাৰ বিৰুদ্ধে ততালিকে বিজয় অভিযান আৰম্ভ কৰো।

জিজি : যোৱা বাচা। নিৰ্ভীক অন্তৰেৰে যুদ্ধযাত্ৰা কৰা। যিদিনা পুনা জয় কৰি পুনৰ নগৰত সোমাবাহি সেই দিনা ময়ো মোৰ অনশন ব্ৰত ভংগ কৰিম।

শিৱা : অনশন। অনশন কিয় আই?

জিজি : কেৱল ময়েইতো তোমাৰ মাতৃ নহওঁ। আজি লক্ষ লক্ষ ভাৰত-সন্তানৰ মাতৃয়ে অনশন অৰ্দ্ধাশনত জীৱন-যাপন কৰিবলৈ বাধ্য হৈছে। বিদেশী শাসনত জৰ্জৰিত, দুৰ্ভিক্ষ, বানপানী, মহামাৰীত প্ৰপীড়িত, এই হতভাগ্য দেশৰ কেইজনে দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পাইছে কোৱাচোন। বাছা শিৱাজী। ৰণভুমিত যেতিয়া তোমাৰ মনলৈ সংকোচৰ ভাব আহিব— নৈৰাশ্যই দিশ-বিদিশ আগুৰি ধৰিব, তেতিয়াই মনত পেলাবা মোলৈ— অনশন ক্লিষ্টা এই বৃদ্ধাৰ শোক-পিড়ীত এই মুখখনিলৈ। যিদিনাৰ পৰা পুনা শত্ৰুৰ পদদলিত হৈছে সেই দিনাৰ

পৰাই মই অৰ্দ্ধাশনে আছো। আজিৰ পৰা পূৰ্ণ অনশন আৰম্ভ কৰিলো। যোৱা বাছা। জয় তোমাৰ অনিবাৰ্য্য।

**শিৱা** : সঁচা আই । জয় মোৰ অনিবাৰ্য্য। যিদিনা দুৰন্ত বিধৰ্ম্মীয়ে তলজাপুৰৰ ভৱানী-মন্দিৰ ধ্বংস কৰিছিল তাৰ পিছতেই আই ভৱানীয়ে মোক সোশৰীৰে দেখা দি আফজল খাঁৰ পৰাভৱৰ আগলি বতৰা দিছিল। এই বাৰো মাতৃমুৰ্ত্তি দৰ্শন কৰিলো যেতিয়া চায়েস্তা খাঁৰ পৰাজয় অৱশ্যম্ভাবী। তাৰ লগত যোগ হৈছে তোমাৰ আশীৰ্ব্বাদৰ অক্ষয় কৱচ। জয় মোৰ অনিব্যৰ্য্য। মই আহিলো। আই। পদধুলি দিয়া। ( পদধুলি লয)

**জিজি** : যোৱা বাছা! মোৰ ভৱানী-মন্দিৰত তোমাৰ কল্যাণৰ অৰ্থে ভূক্তি পুষ্প নিবেদন কৰোগৈ।

( দুয়োৰে দুফালে প্ৰস্থান)

## ষষ্ঠ দৰ্শন

### পুনা শিবিৰ

(নাচ-গান আৰু ফটিকাত গুলজাৰ ওমৰাহবৰ্গ আৰু বাইজীবিলাক)।

**১ম ওম** : ফুৰ্ত্তি! ফুৰ্ত্তি। ফুৰ্ত্তিকা দুনিয়া হ্যায।

**১ম ওম** : চোৰাপ– বাইজী– গান– নাচ–চালাও– চালাও। কেয়া মৌজ।

**৩ য় ওম** : লাগাও, লাগাও,। দিল-দৰিয়ামে তুফান চালাও।

**২য় ওম** : সুন্দৰী বাইজীসকল!

জলদি লগাই দে।
নাচ– গান চেৰাপ পান,
চোকা চোকা প্ৰেমৰ বাণ
যিমানে পাৰ সিমানে হান।
মজক চায়েস্তা, মজক দুনিয়া,
মজক ওমৰাহ ফুৰ্ত্তিৰ প্ৰাণ।
দে সোনকালে লগাই দে
বিলকুল–মছগুল
স্ফূৰ্ত্তিকা পিছাৰি ইচ্ছামত ৰূপেয়া লে
বাইজী?
বাইজী।

গীত

আঙ্গুৰ বালাৰ গোলাপী নিছাৰ
তুলি দে তুফান,
মিলে দিলে-দিল হাঁহি খিল্ খিল্
নামি আহে আস্মান।
আকাশী পৰীৰ তুলবুল নাও
কুলি বুলবুল অমিয়া ৰাও
মদিৰা লুটি আমি উটি যাওঁ
শোভে গুল্‌বাগান।
লাল চিৰাজী পিয়ালা ঢালি
নাচত প্ৰেমৰ লহৰ তুলি
মাতোৱাৰ মন হালিজালি দুলি
মহবৎ দে দান।

**২য় ওম** : ছাবাচ। ছাবাছ।

বডিয়া গান, বঢিয়া নাচ।
বঢিয়া মুখ, বঢিয়া গাল
বঢিয়া 'ছুৰ্' বঢিয়া তাল।
আকউ, আকউ তুলি দে প্ৰেমৰ ঢৌ।
ৰলি কিয সুন্দৰি। নাচি নাচি ঘুৰি ফুৰি।

(বাইজীহতে গান লগাব ধৰোতেই আলিমৰ হাতত থকা দীঘল নলীৰ গুৰগুৰী হুপি চায়েস্তা খাৰ প্ৰৱেশ।)

**৩য় ওম** (থিয হৈ চিঞৰি কয়): মহামান্য চুবাদাৰ চাহাব। হুছিয়াৰ।

(সকলোৱে থিয হৈ অভিবাদন জনায়। চায়েস্তা খাঁই আসন গ্ৰহণ কৰে। ওমৰাসকলে গিলাছ আদি লুকাই ৰাখে।)

**চায়েস্তা** : ই জানো আমোদৰ সময ওমৰাহসকল? দুষ্মন শিৱাজীয়ে প্ৰত্যেক মুহূৰ্ত্ততে আক্ৰমণৰ সুযোগ বিচাৰিব লাগিছে। বাদছাহে চিঠিৰ পিছত চিঠি দি বিচাৰিছে শিবাজীৰ পতন। এনে অৱস্থাত?

**১ম ওম** : চুবাদাৰ চাহাবে শিৱাজীৰ হাতত পৰা সকলোবোৰ দুৰ্গ কাঢ়ি ললেই। আৰু কিয়া বাত?

**২য় ওম** : ঠিক কৈছ আলি খা। পৰ্ব্বতৰ নিগনি শিৱাজী দস্যু আৰু আমাৰ চবাদাৰ চাহাব হৈছে পশুৰাজ সিংহ।

**চায়েস্তা** : তথাপি আমি হুচিয়াৰ থাকিব লাগিব। কোন ফালৰ পৰা কি হয় একো মালুম নাই।

**৩য় ওম** : সেই বাবেইতো চুবাদাৰ চাহাব। দিনটো ধেৱাই কৰি , মনটো পোস্তাই ৰাখিবৰ বাবে ৰাতি অলপ - নাচ-গান আৰু পান।

**চায়েস্তা** : মই সেইবোৰ মান নকৰো কিন্তু–

**২য় ওম** : (এক জাপে উঠি ) তোফা। তোফা। বাইজী। বাইজী ফেৰ লাগাও।

**ছায়েস্তা** : চুপ কৰ। মাতলামি চলিব নোৱাৰে। মই কেবল নাচ চাম। হেই! (এজনী বাইজীক আঙুলিয়াই আদেশ কৰে। বাইজীয়ে নাচিবলৈ আৰম্ভ, কৰোতেই বাহিৰত বন্ধুকৰ আৱাজ।)

বাইজী, ওম। ইয়ে আল্লা।

**চায়েস্তা** : অতৰ্কিতে শিবিৰত সোমাল কাফেৰ।

বাইজী, ওম. ইয়ে আল্লা।

( ভিতৰত বন্ধুকৰ আৱাজ। হত্যা হত্যা শব্দ।)

চায়েস্তা : চিপাহী। চিপাহী।–

(শিৱাজী তানোজী, গোলাপ আৰু মাৰাঠা সৈনিকবোৰৰ প্ৰৱেশ।)

শিৱাজী : ভয় নাই চায়েস্তা খাঁ। চিপাহি-চন্তৰী তোৰ মৃত্যু-টোপনিত।

চায়েস্তা : দস্যু ছয়তান। এযে নে তোৰ বীৰৰ ধৰ্ম্ম?

শিৱাজী : মই ইয়ালৈ তোক বীৰৰ ধৰ্ম্ম শিকাবলৈ অহা নাই। আহিছো তোৰ বুকুৰ কেচা তেজ পি দুঃশাসনৰ ৰক্তপান কৰিবলৈ।

চায়ে : মুখ চণ্ডালি কথা কবি দস্যু। তোৰ সমুখত মোগল চায়েস্তা খাঁ।

শিৱা : আৰু তোৰ মুখতো মই মাৰাঠা শিৱাজী। মোৰ এই খোলা তৰোৱালে তোকেই বিছাৰি ফুৰিছে। দে, ৰণ দে। পাৰ যদি আত্মৰক্ষাৰ কৰ।

(ৰণবাদ্য বাজি উঠে। দুয়ো পক্ষৰ যুদ্ধ। ওমৰাহবিলাকৰ পতন। চায়েস্তা খাঁৰ পলায়ন।

তনো : পলাল, পলাল চায়েস্তা খা।

শিৱা : পলাওক তানোজী। পলাবলৈ দিয়া। মোৰ তৰোৱালৰ কোবত তাৰ হাতৰ আঙুলি সৌৱা উফৰি পৰিছে। সৌৱা চোৱা, পাহাৰৰ ওপৰত হাজাৰ হাজাৰ জোৰ জ্বলি উঠিল। মাৰাঠা সেনাই পুনা অধিকাৰ কৰিবলৈ অহা বুলি সকলো মোগল সেনাই সিহঁতৰ পাছে পাছে খেদি গৈছে। সিহত যেতিয়া গৈ ওচৰ পাব, জোৰবোৰ আপোনাআপুনি নুমাই যাব। প্ৰকৃততে তাত এজনো মাৰাঠা সেনা নাই। গৰু আৰু ম'হৰ শিঙত জোৰ বান্ধি দিয়া হৈছে। জানো। অতি উত্তম হৈছে। শঠে শাঠেং সমাচৰেৎ।

শিৱা : প্ৰতাৰিত মোগল সৈন্যবাহিনী যেতিয়া গৈ দুৰ্গম গিৰিসঙ্কটত উপস্থিত হ'ব, তেতিয়া সিহঁতৰ ওপৰত পাছফালৰ পৰা জপিয়াই পৰিব নেতাজী আৰু ৰঘুনাথৰ পৰিচালিত মাৰাঠা সেনাদল। মোগল সমুলি নিৰ্ম্মুল হব।

গোলা : প্ৰাতসত দিনমণি উঠিব যেতিয়া মাৰাঠাৰ ভাগ্যাকাশ পোহৰ দেখিলে আপুনি উঠিব বাজি বিজয় দুন্দুভি।

শিৱা : বন্ধুসকল। এয়ে পুনা। ইয়াৰ প্ৰতি ধূলি-কণাই আমাৰ মানত পৱিত্ৰ। শিৱাজীৰ সোণৰ শৈশৱ, শিৱাজীৰ পোনৰ যৌৱন এই পুনাতেই অতিবাহিত হৈছিল। মহাৰাষ্ট্ৰৰ নৱ জীৱনৰ অৰুণ ৰাগৰঞ্জিত, মাৰাঠাৰ স্বৰাজ্য-সাধনাৰ মহাপীঠ এই পুনা আজিৰ পৰা শত্ৰুগ্ৰাস মুক্ত হ'ব। আজি আমাৰ বৰ আনন্দৰ দিন। আজি মোৰ দুখুনী আয়ে অনশন ব্ৰত ভংগ কৰিব। ব'লা, দুৰ্গৰ চূড়াত মাৰাঠাৰ গেৰুৱা নিছান উৰুৱাওগৈ।

(বেগেৰে ৰামদাস স্বামী সেমাই আহিল।)

ৰাম : —গীত—

মাৰাঠা-সিংহ ন-জোৱান।
খোজে খোজে উল্কা ফুটে, মেদিনী হয় কম্পমান।
উগ্ৰ ধীৰ ক্ষেত্ৰ বীৰ উন্নত-শিৰ মুক্ত প্ৰাণ—
উত্তিষ্ঠিত জাগ্ৰত প্ৰাপ্য বৰাণ নিবোধত
বীৰ্য্যধাৰী ব্ৰতাচাৰ গৰ্ব্বী ধীৰ শক্তিমান।
বীৰভোগ্যা বসুন্ধৰা যোগ্যস্থলে শাসন কৰা.
পৌৰুষৰ দণ্ড ধৰা শক্তৰ ভক্ত ভগৱান। (উমেশ চৌধাৰী)

ৰাম : বন্দে—

সকল্যোৱে : মাতৰম।

ৰাম : বন্দে—

সকলোৱে : মাতৰম—

ঃ দ্বিতীয় অংক সমাপ্ত ঃ

# তৃতীয় অংক

## প্ৰথম দৰ্শন

### অৰুণাৰ কক্ষ

(অৰুণা আৰু গোলাপৰ প্ৰৱেশ।)

অৰুণা : আচম্বিতে কিয়নো গোলাপ
ৰণসাজে দেখা দিলা নিশা সময়ত?

গোলা : অৰুণা।
ৰাতিদিন কেনেকুৱা— কিবা অৰ্থ তাৰ
কোনেও নেজানে এই মাৰাঠা দেশত
যেতিয়াই কাম হয় তেতিয়াই দিন,
যেতিয়া নেথাকে কাম তেতিয়াই ৰাতি।

অৰু : এই নিশা— কি কাম গোলাপ?

গোলাপ : আচৰিত নহবা অৰুণা,
ৰণযাত্ৰা— দুৰ্গজয় সমুখ কৰ্ত্তব্য।
আহিছো বিদায় ল'ব তোমাৰ কাষত
—হ'ব পাৰে শেষ বাৰলৈ।

অৰুণা : নকবা তেনুকা কথা হৃদয় বিদৰা,
পাবা তুমি আশীৰ্ব্বাদ আই ভৱানীৰ।

গোলা : যদিহে নেপাও?

অৰুণা : নিশ্চয়, নিশ্চয় পাবা।
যোগ আছে তাৰ স'তে
প্ৰাণভৰা শুভ-ইচ্ছা দীনা অৰুণাৰ।

গোলা : সি যে মোৰ পৰম সৌভাগ্য।

অৰুণা : পুৱাতে পুনৰ আহি
পাৰিবাহি জনাবা মোক বিজয় বাতৰি।
গোলা : কোনে জানে?
অৰুণা : মই জানো,
জানে আৰু ওপৰৰ পৰম ঈশ্বৰে।
(নেপথ্যত ৰণবাদ্য)
শুনা,শুনা অৰুণা।
বাজিছে ৰণৰ বাদ্য প্ৰাণ নচুৱাই।
বিজয় সংগীত গাই
আগবাঢ়ি যায় সৈন্যগণ।
কৰিছে আহ্বান—
কোন আছা পাছ পৰি আহা সোনকালে।
নেপথ্যত সৈন্যবোৰ।
—গীত—
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব, আমাৰ মান—
শক্তিদায়িনী মাতৃৰ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান।
বাপ্পা, হামিৰ, ভীমসিংহ বীৰ— ধন্য কৰিলে আৰ্য্যবংশ,
সতী পদ্মিনীৰ পুণ্য কীৰিতিৰ ত্ৰিদিব নিনাদি বাজিল শংখ।
আকাশ-বতাহে শুনা একেৰাহে তোমাৰে মহিমা গৰিমা-গান,
মহাতাপসৰ সাদৰী ধাত্ৰী— আমাৰ মাতৃ হিন্দুস্থান।
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব, আমাৰ মান—
শক্তিদায়িনী মাতৃ আমাৰ , আমাৰ স্বৰ্গ তীৰ্থস্থান।
বেদ-কোৰাণৰ আৰতি-আজানে কৰা মুখৰিত মৰত-স্বৰ্গ,
মন্দিৰ-মছজিদ কৰি কোলাকুলি ধৰক সাৱটি ভকতবৰ্গ।
মিলিত শক্তি কৰোচোঁ সৃষ্টি, কৰাচোঁ বসুধা কম্পমান—
গোৱা সমস্বৰে আমাৰ ভাৰত, আমাৰ স্বৰগ হিন্দুস্থান।
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব, আমাৰমান,
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান। (পদ্ম চলিহা)
গোলা : বিদায়, বিদায় অৰুণা।
অৰুণা : ৰবাচো ক্ষন্তেক দেও।
নেপাহৰি অৰুণাক আহিছা যেতিয়া
হেঁপাহ পুৰাই পাতো কথা দুআষাৰ।
নহব নে যোৱা যদি অলপ পিছত?
গোলা : (ঘুৰি আহি)। অৰুণা । অৰুণা ।
বাজক ৰণৰ বাদ্য,
বাজক যি বাজে আৰু সকলো বাজক।
কিন্তু হেৰা অমৃতভাষিণী।
এটি মাথো মউসনা কথাত তোমাৰ
বাজে যি স্বৰ্গীয় সুৰ অন্তৰত মোৰ
তাৰ সতে একোৰেই নহয় তুলনা।
অৰুণা : নকবা সি কথা প্ৰিয়।
হয়ো যদি সমবেত হাজাৰ অৰুণা
নোৱাৰিব সমকক্ষ হ'ব স্বদেশৰ।
স্বদেশেই ধৰ্ম্ম তব, স্বদেশেই কৰ্ম্ম,
জীৱন কৰিছা পণ স্বদেশৰ হেতু।
কোৱা হে গোলাপসিংহ। সেই যুক্তিমতে
দীনা এই অৰুণাৰ আচলত ধৰি
ঘৰত সোমাই থকা ভাবিছা বিধেয়?
সুপবিত্ৰ সুমঙ্গল স্বদেশ-যজ্ঞত
নেলাগে যদিহে এই অৰুণা তোমাৰ
বুজিছো পাইছা ভাল মঁদাৰৰ ফুল।
গোলা : বুজিছো। নিশ্চিত আজি মাৰাঠাপতিৰ
উপযুক্ত জীয়াৰী অৰুণা।
অৰুণা : নকই সি কথা তুমি
কোৱা হলে এই দৰে—
গোলাপৰ উপযুক্ত সঙ্গিনী অৰুণা।
লভিলোহেতেন মই অধিক আনন্দ।
গোলা : কবলই সেইদৰে নাই অধিকাৰ।
এতিযাও পুৰোহিতে
সাক্ষী কৰি হোমৰ অগ্নিক
বান্ধি দিয়া নাই হাত বেদৰ মন্ত্ৰেৰে।
ফটিকৰ জল তুমি
আকাশী গংগাৰ দৰে পৰম পবিত্ৰ,
চোৰৰ নিচিনা কৰি কিবা সাহে মই
অপবিত্ৰ কৰিম তোমাক?
পৰীক্ষা কৰিলো মাতো তোমাক অৰুণা,
হোৱা নে নোহোৱা তুমি স্বদেশ প্ৰেমিকা।
অপৰাধ কৰিবা মাৰ্জ্জনা।
অৰুণা : যোৱা প্ৰিয়। বহুত পৰিলা পাছ
পাব পায় ভালেখিনি লগৰ সকলে।
উলটি আহিয়ে মোক দিবা সুসংবাদ।
গোলা : দেখা যাব। থাকাতেন্তে লাহৰী। (যাব খোজে)
অৰুণা : গোলাপ!
গোলা (ঘুৰি আহি) : কিয় সুন্দৰী?
অৰুণা : যোৱা, অনৰ্থক মাতিলো পিছত।
গোলা : নকৰিবা চিন্তা সেই বাবে।
অমংগল— আহক যিমানে আহে,
তালৈ নকৰো ভয়। (প্ৰস্থান)

## দ্বিতীয় দৰ্শন

মন্ত্ৰণা চ'ৰা

( শিৱাজী আৰু তানোজী)

শিৱা : তানোজী। মাৰাঠা-শক্তিৰ আগত আজি তাণ্ডৱ

অগ্নি-পৰীক্ষা। এই পৰীক্ষাত উত্তীৰ্ণ হব পাৰিলে ভাৰতৰ ৰাজলক্ষ্মীয়ে মহাৰাষ্ট্ৰৰ মূৰত বিজয় মুকুট পিন্ধাই দিব।

তানো : ময়ো তাকেই ভাবো মহাৰাজ। ৰিণিকি ৰিণিকি দেখা পাওঁ অদূৰ ভবিষ্যতৰ ভাৰতৰ মানচিত্ৰ। মাৰাঠাৰ মূৰত ৰাজমুকুট পিন্ধাই দিবলৈ ৰাজলক্ষ্মীয়ে আকুলভাবে অপেক্ষা কৰিছে। কিন্তু—

শিৱা : কিন্তু কি তানোজী?

তানো : বোধকৰো সি আৰু হৈ নুঠিব। ভাৰতৰ হিন্দু জাতি আজি দুৰ্বল হৈ পৰিছে একতাৰ অভাৱত— জাতীয় সংহতিৰ অভাৱত।

শিৱা : দেশৰ এনে শোক লগা অৱস্থা দেখি মোৰ প্ৰাণে কান্দি উঠে। তানোজী। এই শতধা বিভক্ত হিন্দুশক্তিৰ একত্ৰিত কৰি আকৌ এবাৰ ভাৰতৰ শত-শতাব্দীৰ শৃঙ্খলিত স্বাধীনতাক মুক্তি কৰিব নোৱাৰিম নে? কাশ্মীৰৰ পৰা কুমাৰিকালৈ, ব্ৰহ্মপুত্ৰৰ পৰা গান্ধাৰ-কান্দাহাৰলৈকে আকৌ এবাৰ জয়ঘন্টা বজাই স্বাধীনতাৰ মহামন্ত্ৰৰে সমগ্ৰ হিন্দুস্থানত ঘমঘণ্টা লগাই দিব নোৱাৰিম নে? একোতেই হিন্দুস্থানৰ কুম্ভকৰ্ণ টোপনি নেভাগিব নে তানোজী?

তানো : হিন্দুজাতি আজি মৃত মহাৰাজ। হিন্দু আজি বিদেশী মোগলৰ পদলেহনকাৰী। পৰাধীনতাই মানুহৰ মনুষ্যত্ব নাশ কৰে, বিবেক বিনষ্ট কৰে। পৰাধীনতাই মানুহক নৰক-কুণ্ডলৈ নমাই নিয়ে। সামান্য সন্মানৰ কাৰণে, কেইটামান ৰাজপদৰ কাৰণে, কেইটামান স্বৰ্ণমুদ্ৰাৰ কাৰণে, হিন্দুৱে আজি মাতৃক কন্দুৱাব পাৰে, ভ্ৰাতৃৰ বুকুত শাণিত তৰোৱাল বহুৱাব পাৰে। নোৱাৰে কেৱল জননী জন্মভূমিৰ কাৰণে এক বিন্দু তপত তেজ দান কৰিবলৈ। মোগলৰ ভয়ত শুভ্ৰ-তুষাৰ কিৰীটিধাৰিনী ভাৰতমাতৃ জননী জন্মভূমিক আই বুলি মাতিবলৈ সিহঁতৰ কণ্ঠৰোধ হয় কিন্তু বিদেশী বিজাতি মোগলৰ সামান্য কৰুণাৰ বাবে, কেইটামান ৰূপৰ মুদ্ৰাৰ বিনিময়ত, সিহঁতে দেশৰ সৰ্বনাশ কৰিবলৈকো কুণ্ঠিত নহয়। বিভীষণ, জয়চাঁদ, মানসিংহ আজিও আমাৰ মাজত বহু জন।

শিৱ : তানোজী। তোমাৰ অন্তৰৰ বেদনা ময়ো মৰ্মে মৰ্মে উপলব্ধি কৰি মৰ্মাহত হৈছো। যেতিয়া বিশ্বৰ সকলো কোলাহল স্তব্ধ হৈ ৰজনীৰ কোলাত নিতাল মাৰে, তেতিয়া মোৰ বিনিদ্ৰ হৃদয়ৰ এটি চুকত আশাৰ বন্তি ধিমিকিধিমিকি জ্বলি উঠে। থাকক জয়চাদ, থাকক মানসিংহ, সিহঁতে আমাৰ একো কৰিব নোৱাৰে। কংসৰ দপদপনি, জৰাসন্ধৰ আস্ফালন শকুনিৰ চক্ৰান্ত, দুৰ্যোধনৰ সিংহনিনাদ, পাঞ্চজন্য-গাণ্ডীৱৰ বিজয় হুংকাৰত বিলীন হৈ যোৱা নাছিল নে? আজিও সেই সুদূৰ অতীতৰ পুনৰাভিনয় অসম্ভৱ জানো তানোজী?

তানোজী : অসম্ভৱ নহয় মহাৰাজ। আপোনাৰ উদ্দীপনাত জাগি উঠিছে সুপ্ত সিংহ। মহাৰাষ্ট্ৰৰ এই বিৰাট মুক্তি-সাধনা আমি কেতিয়াও ব্যৰ্থ হ'বলৈ নিদিওঁ।

(গোলাপসিংহৰ প্ৰৱেশ)

শিৱা : কি সংবাদ গোলাপ?

গোলা : পৰ্টুগীজ বন্দী গেঞ্জেলাছ।

শিৱ : লৈ আহাগৈ ইয়ালৈ।

(গোলাপৰ প্ৰস্থান) মাৰাঠাৰ নৌবাহিনীও শক্তিশালী হৈ উঠিছে তানোজী।

তানোজী : আপোনাৰ নেতৃত্বত অকল নৌবাহিনীয়ে নহয়, সকলো পিনেদিয়ে মাৰাঠা জাতি শক্তি-শালী হৈ উঠিছে মহাৰাজ।

শিৱ : তুমি জানা তানোজী। মোক লাগে শক্তি, মোক লাগে মাতৃৰ মুক্তি। সেই উদ্দেশ্য সাধনৰ বাবেহে মোক লাগে ৰাজদণ্ড, মোক লাগে ৰাজসিংহাসন।

তানো : মহাৰাজ।

শিৱা : কিয় জানানে তানোজী? শৈশৱ কালৰে পৰা দেখি আহিছো, হৃদয়ৰ প্ৰতি স্তৰে স্তৰে অনুভৱ কৰি আহিছো, কেনেকৈ প্ৰবল অত্যাচাৰত দুৰ্বল চিৰকাল নিষ্পেষিত, নিৰ্যাতিত, লাঞ্ছিত। চকুৰ আগতে দেখিব লাগিছো, শাসনৰ নামত দিনে-ৰাতি কি নিদাৰুণ অত্যাচাৰ হব ধৰিছে। অত্যাচাৰ, নিৰ্যাতন, শোষণৰ হেচাত এটা সভ্য জাতিৰ প্ৰাণ-শক্তি ইমান দুৰ্বল হৈ গৈছে যে অত্যাচাৰ, নিৰ্যাতনকেই সিহঁতে ভাবে জীৱনৰ শ্ৰেষ্ঠ সম্পদ বুলি। দুৰ্ভিক্ষ মহামাৰী বানপানীক সিহঁতে ভাবে, ঈশ্বৰৰ লীলা বুলি। তাকেই সিহঁতে বিধিলিপি বুলি নীৰৱে সহ্য কৰি থাকে। ইমানতকৈ মানুহৰ আৰু কি বেছি অধঃপতন হ'ব পাৰে? অথচ তানোজী। পাৰে, সিহঁতেই পাৰে— অন্তৰত স্তুপীকৃত বিতৃষ্ণাক কেন্দ্ৰীয়ভূত কৰি বিপ্লৱৰ অগনি জলাব পাৰে সিহঁতেই। এই সুপ্ত জাতিক জাগ্ৰত কৰিবলৈ, ভাৰতৰ এই লুপ্ত প্ৰাণ-শক্তিৰ পুনৰুদ্ধাৰ কৰিবলৈ আই ভৱানীৰ চৰণত ৰক্ত-পুষ্পাঞ্জলি দিবলৈ— মোক লাগে শক্তি, মোক লাগে ৰাজদণ্ড। তাকে লাভ কৰিব পাৰিলেই মই দাম্ভিক ঔৰংজীৱৰ অহমিকা চুৰ্ণ-বিচুৰ্ণ কৰি মোগল-সাম্ৰাজ্য খানবান কৰি দিব পাৰিম। এইখন মহাদেশ ঔৰংজীৱৰ নহয়, শিৱাজীৰো নহয়। এই দেশৰ অধিকাৰী কোটী

কোটী ভাৰতীয়জনতা। এই জনতাৰ অধিষ্ঠাত্ৰী দেৱী মাতৃ ভৱানী— তেৱেঁই আদ্যাশক্তি, তেৱেঁই স্বৰ্গাদপি গৰিযসী ভাৰতবৰ্ষ।

 (গোলাপ আৰু বন্দী গেঞ্জেলাছ)

গোলা (অভিবাদন কৰি) : মহাৰাজ। পৰ্টুগীজ বন্দী গেঞ্জেলাছ।

শিৱা : পৰ্টুগীজ সেনাপতি। তোমাৰ নৌবাহিনী মাৰাঠাৰ দ্বাৰা সম্পূৰ্ণ বিধ্বস্ত হৈছে। এতিয়া তুমি আমাৰ হাতত বন্দী। গোলাপ। শিকলি খুলি দিয়া।

গোলা (শিকলি খুলি দিয়ে।)

শিৱ : চাহাব। তোমাৰ কিবা বক্তব্য থাকিলে কব পাৰা।

চাহাব : 'আই এদমিট মাই ডিফিট্। হামি পৰাজিত আছে। ৰাজা। গিভ্ মি এ' পিষ্টল্। হামি জবাব ডিবে।'

শিৱ : বন্দী তুমি। পিস্তল কিয় ? চাহাব। আত্মহত্যা কৰিবলৈ তোমাক সুযোগ দিয়া নহব।

চাহাব : ৰাজা। টুমি কি জানিবে ? এত ভাৰি অপমান আছে। অ' আই কেন-নট টলাৰেট্ দিছ ইনছাল্ট্।

শিৱা : সভ্যতাৰ গৰ্ব্ব বুকুত বান্ধি লৈ তলে তলে দসুত্যা কৰি ভাৰতবাসীৰ ধন-ৰত্ন লুটি কৰা, অমানুষিক অত্যাচাৰ কৰা এইবোৰত লাজ নেলাগে নে চাহাব ? অহিংসাৰ প্ৰতিমুৰ্ত্তি যিচুখ্ৰীষ্টই তোমালোকক হিংসা-বৃত্তিৰে ধন-ৰত্ন অপহৰণ কৰিবলৈ শিকালে কেতিয়া ?

চাহাব : ৰাজা। হামী টুমাৰ বন্দী। হামি টুমাক কোনো জবাব নাই ডিবে—নাই ডিবে—নাই ডিবে। টুমি যি ইচ্ছা কৰিব পাৰে। হামি ঠুৰাভি 'কেযাৰ' নাই কৰিবে।

শিৱা : সাৱধান চাঁহাব। মনত ৰাখিবা তুমি মহাৰাষ্ট্ৰপতি শিৱাজীৰ বন্দী।

চাহাব : 'আই ন'ইট্ ভেৰি ৱেল ৰাজা। টুমিভি মনত ৰাখিবে--গেঞ্জেলাচ পৰ্টুগীজ হেনাপতি আছে। টুমি হামাকে ফাচি দিব ফাৰে। হামি পৰোৱা নহি কৰিবে।

শিৱা : গেঞ্জেলাছ। তুমি ভাবিছিলা মোগল-প্ৰপীডিত ভাৰতবৰ্ষত অবাধে লুটপাটৰ ৰাজ্য চলাব পাৰিবা। বাধা দিওতা কোনো নোলাব। আজি তোমাৰ সেই ভুল ভাঙিল। হীন পৰ্টুগীজ সেনাপতিক আজি শিৱাজীয়ে সমুচিত শাস্তি দিব। তানোজী শাস্তিৰ ব্যবস্থা কৰা।

তানো : শাস্তিৰ বাবে প্ৰস্তুত হোৱা চাহাব।

চাহাব : ৰাজা। ৰাজা। কিল মি এট্ ৱান্স। দণ্ট্ এবিউজ্ মাই নেছন্। দণ্ট্ এবিউজ্ মাই কাণ্ট্ৰি। পৰ্টুগাল দি ফাষ্ট্ নেভেল্ পাৱাৰ্ ইন্ য়ুৰোপ হেজ্ বিন্ ব্ৰাছ দ্ দাউন্। গেঞ্জেলাছ দা বেষ্ট্ এদমিৰেল—এ' কেপ্টিভ্। অ' ছেম্। ফাই। ৰাজা। হামি টুমাকে 'ৰিকুৱেষ্ট্' কৰিছে— হামাকে গুলী কৰ। হামাকে ফাচি দিও।

শিৱা : গেঞ্জেলাছ। শিৱাজীয়ে দেশপ্ৰেমৰ মৰ্যাদা ৰাখিব জানে। তোমাৰ স্বজাতিপ্ৰেম দেখি মই সন্তুষ্ট। গোলাপ। গেঞ্জেলাছ মুক্ত।

গোলাপ (চাহাবক শিকলি খুলি দি)। চাহাব তুমি খালাছ।

চাহব (আনন্দত)। গেঞ্জেলাছ ফ্ৰী। অ' কিং। ফ্ৰম্ দিছ দে গেঞ্জেলাছ ইজ্ য়ৰ্ বেষ্ট্ ফ্ৰেণ্ড। থ্ৰি ছিয়াৰ্ছ্ ফৰ্ নবল ছিবাজি। হিপ্ হিপ্ হুৰে।

# তৃতীয় দৰ্শন

## ফুলনি

(অমিয়াৰ প্ৰৱেশ)

অমি : ফুল ফুলিছে। গোন্ধত চাৰিওফালে আমোলমোল হৈছে। আজি ফুলকুঁৱৰীহতৰ গা আনন্দতে সাতখন আঠখন। সকলোৰে মনত আনন্দৰ থৌকিবাথৌ। এনেযে বুঢ়ী নাচনী, তাতে হল নাতিনীযেকৰ বিয়া। এনেযে উলাহৰ মাদলী, তাতে পাইছে ঋতুৰাজ বসন্তৰ পৰশ। চাৰিওফালে জাতিস্কাৰ। চাৰিওফালে চমৎকাৰ। প্ৰকৃতিদেৱী। কেউফালে তোমাৰ সৌন্দৰ্য্যৰ জিলমিলনি, ৰূপৰ তিৰবিৰণি। কোন ফালে এৰি কোনফালে চাম ? সৌৱা আকাশৰ ফালে চালে সেই ফালেই চকু ৰয়। পুখুৰীৰ ফালে চালে সেই ফালেই তন্ময় হব লাগে। সৌ গেলাপজোপাই, সৌ অপৰাজিতা লতাডালিয়ে মোকেই কাষলৈ মাতিব লাগিছে। সকলোৱেই যে মোৰ বাবে হেপাহৰ। সকলোকে যে মই বৰ ভালপাওঁ। এই আনন্দৰ— এই স্বৰ্গীয় সুখৰ শেষ নাই। যিমানেই চাওঁ, সিমানেই তৃপ্তি বাঢ়ি যায়। মোৰ মৰমৰ ফুলনি। তোমাৰ মধুৰ হাঁহি চাইয়ে মই মোৰ অন্তৰৰ পিতৃশোক, মাতৃশোক, ভ্ৰাতৃশোক সকলো পাহৰিছো। তোমাৰ সমান মোক কোনে মৰম কৰিব ? ফুলনি নোহোৱা তুমি। বেজাৰৰ নিচুকনি, শান্তনাৰ চেনেহী জননী মোৰ।

(গোলাপ ফুল এজোপালৈ তন্ময় হৈ চাই থাকে। দিলীপৰাওৰ প্ৰৱেশ।)

দিলী : অমিয়া। অমিয়া।

অমি : আহাঁ, আজি মোৰ ফুলনিৰ নতুন ৰেহৰূপ চোৱাহি।

দিলী : ফুলনিৰ কি ৰেহৰূপ চাব লাগে অমিয়া ? ফুলনি জানো তোমাতকৈয়ো বেছি ধুনীয়া ?

অমি : থৈ দিয়া ধেমালিখন। আকাশৰ অপেস্বৰীৰ লগত জানো মৰ্ত্ত্যৰ মানবীৰ ৰিজনি হ'ব পাৰে ? সঁচাকৈয়ে

চোৱাচোন, মোৰ ফুলনিখন আজি কেনে ধুনীয়া।

**দিলী** : স্বীকাৰ কৰিলো বাৰু, তোমাৰ এই ফুলনি বৰ ধুনীয়া। কিন্তু এই ফুলনিৰ ৰাণী-- দিলীপৰাওৰ হৃদয়ৰাণী অমিয়া যে তাতকৈও কিমান ধুনীয়া।

**অমিয়া** : মিছা কথাবোৰ জানো কেলেই কোৱা? মই হ'লে তেনেকৈ থাকিলে নেমাতিম।

**দিলী** : বাৰু ঠেহ পাতিব নেলাগে। গীত এটিকে গোৱা: ক্ষন্তেকলৈ হলেও এই দিলীপৰাওৰ হৃদয়-চাহাৰা আকাশী-অমিয়াৰ সোঁতত ভাহি যাওক।

**অমিয়া** : বাৰু গাওঁ। শুনা--

--গীত--

অ' সুৰুযমুখী। পুৱাতে উঠি
সপোন দেখিলা কাৰ--
ৰাঙলী বেলিয়ে পিন্ধালে তোমাক
কিৰণমালাৰ হাৰ।
জাগিল তোমাৰ প্ৰাণত পুলক
লভিলা প্ৰেমৰ বিজয় তিলক
ৰমকজমক লাগিল চমক
বাগৰে অমিয়া ধাৰ।
নীলিমাক পাই বেলি গুচি গ'ল
আধা খোৱা চুমা গালতেই ৰ'ল
সাঁচি ৰখা কথা কোৱা যে নহ'ল
নামি আহে অন্ধকাৰ।

**দিলী** : সুন্দৰ। অতি সুন্দৰ। এনে গীতে মানুহক জীৱন-মৰণ পাহৰাই স্বৰ্গৰাজলৈ লৈ যায়। শুনিছিলো এই পুণ্যময়ী ভাৰতবৰ্ষৰ মেঘমাল্লাৰ ৰাগিনী শুনি আকাশৰ মেঘে বৰষুন ঢালিছিল। আজি তোমাৰ এই মধুৰ সংগীত শুনি সঁচাকৈয়ে সেই কথাৰ সাৰ্থকতা অনুভৱ কৰিছো। অমিয়া প্ৰাণৰ অমিয়া।

**অমিয়া** : কোৱা।

**দিলী** : অমিয়া তুমি যে মোক সংসাৰ পাহৰাই দিয়া। সংসাৰত মোৰ ডাঙৰ কৰ্তব্য আছে। পিয়াহত ডিঙিৰ আঁত শুকাই আছে। কিন্তু তোমাৰ পৰা অমিয়া। কেৱল তোমাৰ পৰা--

**অমিয়া** : মোৰ পৰা আকৌ কি হ'ল? হঠাত তুমি দেখোন বেলেগ মানুহ হৈ গ'লা? বুজিছো, মোৰ পৰাই তোমাৰ অনৰ্থ হৈছে। হতভাগিনী মই। বাটৰ কাইট বুটলি আনি তুমি বুকুত লৈছিলা?

**দিলী** : সম্পূৰ্ণ ভুল বুজিছা অমিয়া। তুমি বাটৰ কাইট নোহোৱা, তুমি বোকাৰ পদুম ফুল। সদানন্দ মনে ফুলি থাকা, হাঁহি থাকা। তাকে চাই মই আনন্দত আপোন পাহৰা হৈ থাকো।

**অমিয়া** : তুমি মোৰ পৰা যেন কিবা কথা লুকুৱাই ৰাখিছা, মাজে মাজে এনে ভাব হয়।

**দিলী** : একো কথা লুকুৱাই নাই। সচা কথাকে কৈছো ব'লা বৰ ভোক লাগিছে। ঘৰলৈ যাওঁ। (দুয়োৰো প্ৰস্থান)

# চতুৰ্থ দৰ্শন

আশ্ৰম পঁজা-ঘৰ

(বাঘৰ ছালত পৰা ওখ বেদীত ৰামদাস স্বামী। ওচৰতে পোতা আছে ত্ৰিশূল। তাৰ অলপ আঁতৰত ভৈৰবী।)

**ৰাম** : বোধকৰো তোমাৰ মনত আছে ভৈৰবী। বহু দিন আগতে তুমি মোক প্ৰশ্ন কৰিছিলা- মুক্তিৰ বাট কোন পিনে? আনি এদিন মই সেই প্ৰশ্নৰ উত্তৰ দিম বুলি কৈছিলো। আজি কওঁ শুনা--

**ভৈৰবী** : কওক গুৰুদেৱ। অধীনীৰ পৰম সৌভাগ্য।

**ৰাম** : শুনা ভৈৰবী। জ্ঞান, কৰ্ম্ম, ভক্তি ক'তো মুক্তি নাই। মুক্তি আছে তিনিওৰে সম্মিলনত। ভাৰতৰ মুক্তি সাধনাৰ বাবে আজি প্ৰয়োজন-- কৰ্ম্মৰ, আত্মশুদ্ধিৰ আৰু স্বাৰ্থত্যাগৰ। যদি নিজৰ মুক্তি বিছাৰিছা, যদি দেশৰ মুক্তি বিচাৰিছা, তেন্তে জাঁপ দিয়া বিৰাট কৰ্ম্ম-সাগৰত।

**ভৈৰবী** : দেৱ। অতি ক্ষুদ্ৰা নাৰী মই। দেশৰ মুক্তি সাধনা কৰিবৰ শক্তি মোৰ ক'ত?

**ৰাম** : ক্ষুদ্ৰ তুমি? মিছা কথা ভৈৰবী। আত্মশক্তিত অটল বিশ্বাস নেথাকিলে সংসাৰত তোমাৰ পৰা একো কাম নহব।

**ভৈৰবী** : গুৰুদেৱ। নিৰ্দ্দেশ কৰক মই কি কৰিব লাগিব?

**ৰাম** : নাৰী তুমি--আদ্যাশক্তি ভগৱতীৰ অংশ তুমি। তোমাৰ অসাধ্য একো নাই। এক্ষন্তেক থিয় হোৱা হাতত ত্ৰিশূল লৈ-- মই চাই লওঁ তোমাৰ বিশ্ববিজয়িনী ৰূপ। তুমি নাৰী-- মহিষ-মৰ্দ্দিনী। তুমি জগৎজননী। পাহৰি নেযাবা নিজৰ শক্তি। তুমি কেতিয়াও দুৰ্ব্বল নোহোৱা। সম্প্ৰতি দেশৰ স্বাধীনতা যুদ্ধত তুমিও ন্যায্য অংশ গ্ৰহণ কৰিব লাগিব। মহাৰাষ্ট্ৰৰ ঘৰে ঘৰে, ৰমণী-সমাজত স্বদেশৰ কল্যাণৰ কথা তুমি প্ৰচাৰ কৰাগৈ বহ্ণ নিনাদেৰে। য'তে যাক লগ পাবা তাকেই কবা-- দেশৰ হিতৰ বাবে প্ৰাণদান সকলো কৰ্ম্মতকৈ শ্ৰেষ্ঠ। শিকাবা সতীক--যাৰ স্বামীয়ে যুদ্ধত প্ৰাণ আহুতি দিয়ে, তেওঁৰ সমান ভাগ্যৱতী আৰু দিতীয় জনা নাই। মাতৃক শুনাবা বাণী-- পুত্ৰই যাৰ দেহত্যাগ কৰে ৰণৰ ভূমিত স্বদেশৰ স্বাধীনতাৰ বাবে, একেলগে

হয তাৰ সাতপুৰুষ উদ্ধাৰ। মৰিলে দেশ, তৰিলে স্বৰ্গ।' পাৰিবা নে ভৈৰৱী?

**ভৈৰৱী** ঃ চেষ্টা কৰি চাম গুৰুদেৱ।

**ৰাম** ঃ তুমি কল্যাণময়ী নাৰী-- সংগঠন কৰিব লাগিব মাৰাঠাৰ ৰমণীৰ ঘৰে ঘৰে গৈ স্বেচছাসেৱিকাৰ দল, শুশ্ৰূষাকাৰিণীৰ দল।

**ভৈৰৱী** ঃ আপোনাৰ আদেশ শিৰোধাৰ্য্য গুৰুদেৱ।

**ৰাম** ঃ শুনা ভৈৰৱী। এই মহাৰাষ্ট্ৰভুমি আজি সুপ্ত। নৰ-নাৰী সকলোবিলাক অচেতন-স্পন্দনহীন। কোনেও অন্তৰত অনুভৱ নকৰে-- স্বজাতিৰ কি লাঞ্ছনা হ'ব ধৰিছে পদে পদে। আত্মসুখ লৈ সকলো ব্যস্ত। দেশ ৰসাতললৈ যাওক, ব্যক্তি থাকক। কিন্তু সিহঁতে ভাবি নেচায-- দেশ নেথাকিলে, ব্যক্তিও নেথাকে। সেই কাৰণে তুমি লোৱা ব্ৰত, বজ্ৰ নিনাদে দিয়া মন্ত্ৰ ঘৰে ঘৰে গৈ– জননী জন্মভুমিশ্চ স্বৰ্গাদপি গৰীয়সী।

**ভৈৰ** ঃ আপোনাৰ বাণী আখৰে আখৰে পালন কৰাটোকে মই জীৱনৰ ধৰ্ম্ম হিচাপে গ্ৰহণ কৰিছো গুৰুদেৱ।

**ৰাম** ঃ জানো ভৈৰৱী, মই সকলো কথা জানো। তুমি যিজনক অন্তৰ ভৰি ভাল পাইছিলা, তেওঁ তোমাক গ্ৰহণ কৰিব নোৱাৰিলে- মাতৃআজ্ঞা আৰু গুৰুআজ্ঞা লঙঘন কৰি। ৰাজদণ্ড হাতত লৈ, স্বদেশমন্ত্ৰত দীক্ষা লৈ তেওঁ হল সংসাৰী তুমি কিন্তু হ'লা চিৰব্ৰহ্মচাৰিণী -- তৰুণী সন্যাসিনী। সেয়ে হলেও দুখন অন্তৰত জ্বলি থাকিল দুকুৰা জুই– নিৰ্ম্মল, পবিত্ৰ।

**ভৈৰৱী** ঃ পৃথিৱীৰ অপ্ৰকাশ্য হৈ থাকক সেই কাহিনী গুৰুদেৱ।

**ৰাম** ঃ সেয়ে হওক কল্যাণী। আশীৰ্ব্বাদ কৰো তুমি কৃতকাৰ্য হোৱা। বাৰু ভৈৰবী কোৱাচোন, দিলিপৰাও উলটি আহিছে নে?

**ভৈৰ** ঃ আহিছে গুৰুদেৱ। কিন্তু এক কুসংবাদ শুনি চিত্ত মোৰ বৰ চঞ্চল হৈছে।

**ৰাম** ঃ কুসংবাদ? দিলীপৰাও তেনে পৰাজিত হৈ উলটি আহিছে?

**ভৈৰ** ঃ (নিমাত)।

**ৰাম** ঃ কোৱা, কোৱা শ্ৰীঘ্ৰে। নেমাতা কিয ভৈৰৱী?

**ভৈৰ** ঃ গুৰুদেৱ। কুসংবাদ শ্ৰীচৰণত নিবেদন কৰিবলৈ মই ভাষা হেৰুৱাইছো। দিলীপৰাৱে সমৰত জয লাভ কৰি কিল্লাদাৰ ছোলেমান খাঁক ধন-ৰত্ন সহ বন্দী কৰি আনিছে। লগতে আনিছে খাঁ চাহাবৰ অপুৰ্ব সুন্দৰী ষোডশী কন্যা ৰত্ন এটি।

**ৰাম** ঃ বুজিব নোৱাৰো মই— কিবা হেতু নাৰী আজি বন্দিনী হ'ল মাৰাঠাৰ হাতত।

**ভৈৰ** ঃ দিলীপৰাৱে হেনো সেই নাৰী-ৰত্ন মাৰঠাপতি শিৱাজীক উপহাৰ দিব।

**ৰাম** ঃ মোৰ শিষ্য শিৱাজীৰ এনে অধঃপতন সম্বৱ হল কেনেকৈ?

**ভৈৰ** ঃ কেৱল সিমানেই নহয। শুনিছো, ছত্ৰপতিযে হেনো তাইক দিবলৈ বহুত আ-অলাংকাৰ গঢ়াইছে।

**ৰাম** ঃ শিবাজীযে অলংকাৰ গঢ়াইছে সেই তিৰোতাক উপহাৰ দিবলৈ? তেনেহলে মোৰ শিক্ষা-দিক্ষা সকলো নিষ্ফল হ'ল? শিৱাজীয়ে আজি স্বদেশপ্ৰেম পাহৰি, মতলীয়া হল নাৰীৰ প্ৰেমত? ইমান দিন শিক্ষা-দিক্ষা, পুজা-পাতল, ব্ৰত সকলোকে বিসৰ্জন দিব নাৰীৰ সৌন্দৰ্য্যৰ পদমূলত? যদি সেযে হয--তেন্তে-- তেন্তে ভৈৰৱী। এই ৰামদাস আৰু জীযাই নেথাকে। তুমি যোৱা ভৈৰৱী। ৰাজসভাত থাকিবা। স্নান-তৰ্পণ, পুজা-আহ্নিক কৰি মযো গৈছোঁ।

(দুযোৰে দুফালে প্ৰস্থান)

# পঞ্চম দৰ্শন

**ৰাজসভা**

( বিচাৰ-আসনত শিবাজী, তানোজী, দিলিপ, নেতাজী। মাৰাঠা ছৰ্দাৰসকল শৃঙ্খলিত বৃদ্ধ কিল্লাদাৰ ছোলেমান খাঁ।)

**দিলীপ** ঃ মহাৰাজ। সমগ্ৰ কংকন প্ৰদেশ আজি মাৰাঠাৰ পদানত। শৃঙ্খলিত বন্দী এই সূৰ্য্যমণ্ডল দুৰ্গৰ কিল্লাদাৰ ছোলেমান খাঁ। এই সমৰত আমি জয লাভ কৰি অগণিত মণি-মুক্তা, ৰজত-কাঞ্চন লাভ কৰিছোহক। কিন্তু সকলোতকৈ শ্ৰেষ্ঠ ৰত্ন হৈছে এটা নাৰী-ৰত্ন-- অপুৰ্ব সুন্দৰী। খাঁ চাহাবৰ ষোডশী কন্যা ছখিনা বিবিক। আপোনাক উপহাৰ দিবলৈ অনা হৈছে। গ্ৰহণ কৰি কৃতাৰ্থ কৰক মহাৰাজ।

**শিৱা** ঃ কিল্লাদাৰ ছোলেমান খা।

**ছোলে** ঃ কোনো কথা সুধিবৰ দৰ্কাৰ নাই। দণ্ডৰ ৰায দিযা। শাস্তিৰ হুকুম দিযা।

**শিৱা** ঃ ব্যাকুল নহবা খাঁ চাহাব। সোনকালেই তোমাৰ বিচাৰ হ'ব।

**ছোলে** ঃসোনকালতকৈযো সোনকাল কৰা শিৱাজী। এক মুহূৰ্ত বাছি থাকিবৰ মোৰ ইচ্ছা নাই। মৃত্যু— মৃত্যু লাগে মোক।

**শিৱা** ঃ এতিযাও সাৰিবৰ উপায আছে।

**ছোলে** ঃ যথেষ্ট হৈছে। আৰু লাজ নিদিবা মই তোমাৰ শত্ৰু। তথাপি মোক অযুগুত আৰামত ৰাখিলা কিয? শৰীৰৰ ক্ষত স্থানত মলমৰ ব্যৱস্থা কৰিছিল কিয? দৰ্কাৰ নাই। মই মুছলমান। মই পাঠান। মৰিবলৈ মোৰ

ভয় নাই। দিয়া , মৃত্যুৰ হুকুম দিয়া। খুচি মনেৰে মূৰ পাতি লম।

শিৱা : খাঁ চাহাব।

ছোলে : যি কৈছো মিছা কোৱা নাই। সঁচা কথাকে কৈছো। পাঠান ছোলেমান খাই মৃত্যুলৈ ভয় নকৰে।

শিৱা : উপযুক্ত বিচাৰৰ পিছতহে দণ্ডৰ আদেশ হ'ব। কোৱা

খা চাহাব : তুমি নিজকে দোষী বুলি স্বীকাৰ কৰা নে?

ছোলে : দস্যুপতি শিৱাজীৰ ওচৰত দোষী হব পাৰো । কিন্তু মোৰ প্ৰভু বিজাপুৰৰ চুলতানৰ ওচৰত নহওঁ। ওপৰত খোদাৰ ওচৰত নহওঁ।

শিৱা : তুমি মাৰাঠাৰ শত্ৰু?

ছোলে : হ'ব পাৰো। মাৰাঠাৰ শত্ৰু, কিন্তু ন্যায আৰু বিবেকৰ শত্ৰু নহওঁ। ছোলেমানে মাৰাঠাই কৰা বেইমানী যুদ্ধৰ নাম নেজানে। ছোলেমানৰ দাৰা, ছোলেমানৰ কুকৌশল, কুচক্ৰান্তৰ দ্বাৰা পাঠানৰ নামত কলংক-কালিমা পৰা নাই।

শিৱা : তুমি বীৰ।

ছোলে : সেই কথা ক'ব নোৱাৰো। কিন্তু এই কথা হ'লে জানো, ছোলেমান খাঁ মাৰাঠাৰ দৰে চোৰ আৰু দস্যুবীৰ নহয।

শিৱা : খা চাহাব। তুমি যদি মাৰাঠাৰ এজন সৈন্যাধ্যক্ষ হবলৈ মান্তি হোৱা তেন্তে মুক্তি পাব পাৰা।

ছোলে : সেই মুক্তি সম্প্ৰতি দস্যুপতিৰ হাততেই জমা থাকক।

শিৱা : কিয খাঁ চাহাব?

ছোলে : তুমি নেজানা দস্যু পতি। স্বাধীনতাই ইছলাম, ইছলামে স্বাধীনতা। সেই স্বাধীনতা কাফেৰৰ পদতলত সমৰ্পণ কৰি--ইছলামক অসন্মান কৰি , মই তুমি দিয়া মুক্তি গ্ৰহণ কৰিব নোৱাৰো-- নোৱাৰো-- নোৱাৰো।

শিৱা : ভয নাই খাঁ চাহাব। তোমাৰ স্বাধীনতা ঘুৰাই পাবা। শিৱাজীযে তোমাক ইছলামৰো কেতিয়াও অসন্মান নকৰে। তেনে আস্পৰ্দ্ধা আই ভৱানীযে মোক দিয়া নাই। কোৱা-- মুক্তিৰ বাবে তুমি প্ৰস্তুত? নিমাত কিয? উত্তৰ দিয়া।

ছোলে : উত্তৰ আগেয়েই দিছো। বৃদ্ধ ছোলেমানখাই ন্যায আৰু বিবেকৰ বিৰুদ্ধাচৰণ কেতিয়াও নকৰে। ছোলেমান খাঁ বেইমান হব নোৱাৰে। সি হাৰামৰ নাম নেজানে। মই বিজাপুৰৰ নিমখ খাইছোঁ। তুমি ভাবা নে দস্যুপতি। মই মৃত্যুৰ ভয়ত--এটি সামান্য চাকৰিৰ বদলি সেই নিমখৰ গুণ ইমান সেনকালে পাহঁৰি যাম? প্ৰভুভক্ত ছোলেমান খাঁৰ দাৰা তেনে নিমখহাৰামি এই জীৱনত কেতিয়াও সম্ভৱ হ'ব নোৱাৰে।

শিৱা : খাঁ চাহাব। মনত ৰাখিবা তুমি মোৰ বন্দী। মোৰ আদেশ পালন কৰিবলৈ তুমি বাধ্য।

ছোলে : হব পাৰো মই বন্দী। কিন্তু মোৰ মনুষ্যত্ব লুপ্ত হোৱা নাই। কোনো যুদ্ধতে ছোলেমান খাঁই তোমাৰ সেনাপতিৰ দৰে নাৰীক বন্দিনী কৰি অনা নাই-- ৰজাৰ কামনা চৰিতাৰ্থ কৰিবৰ বাবে উপহাৰ দিবলৈ। ভাবিছিলো শিৱাজী বীৰ। কিন্তু এতিয়া দেখিছো, শিৱাজী কাপুৰুষ, শিৱাজী ভণ্ড, শিৱাজী লম্পট। শিৱাজী মানুহ নহয— নৰপশু।

শিৱা : আৰু যদি কিবা বক্তব্য আছে সোনকালে কৈ শেষ কৰা খাঁ চাহাব।

ছোলে : মোৰ জবানবন্দী শেষ হৈছে। যুদ্ধ কৰি বন্দী হৈছো। তোমাৰ মৰ্জি মতে কাম কৰিব পাৰা।

শিৱা : দিলীপৰাও। ক'ত তোমাৰ সেই নাৰী-ৰত্ন?

দিলী : ভিতৰত আছে মহাৰজ।

শিৱা : শীঘ্ৰে মোৰ আগলৈ আনা।

দিলী : যিবা আদেশ।

ছোলে (উত্তেজিতভাবে) : বিচাৰ--বিচাৰ শিৱাজী। দয়া কৰা-- মোক মৃত্যুদণ্ড দিয়া। মাৰাঠাৰ নীচ কামানাৰ জুইত এটি পাঠান-বালিকা জ্বলিপুৰি মৰাৰ আগতে মোক মৃত্যু লাগে। মৃত্যু দিয়া। মোক হত্যা কৰা দস্যুপতি।

শিৱা : ক্ষন্তেক ধৈৰ্য্য ধৰা খাঁ চাহাব। মৃত্যুকেই তোমাক দিয়া হব দান। কিন্তু তাৰ আগতে তুমি নিজ চকুৰে চাই লব লাগিব-- তোমাৰ যোড়শী কন্যা ছখিনা বিবিক কিনো দৰে গ্ৰহণ কৰে এই লম্পট শিৱাজীযে। সেই দৃশ্য চাব পাৰিবা নে খাঁ চাহাব?

ছোলে : হায় খোদা। শত্ৰুৰ হাতত-- কাফেৰৰ হাতত মোৰ আই ছখিনাক লাঞ্চিতা দেখা পোৱাৰ আগতে মোৰ মুৰত বজ্ৰপাত নহ'ল কিয়।

(অৱগুণ্ঠিতা ছখিনা বিবিক লৈ দিলীপৰাওৰ প্ৰৱেশ।)

শিৱা : বন্দিনীৰ অৱগুণ্ঠন মুক্ত কৰা দিলীপৰাও।

ছোলে (পাগলাৰ দৰে শিৱাজীৰ কাষলৈ আহি)

: মেক মৃত্যু দিয়া শিৱাজী। দয়া কৰা। মৃত্যু-- মুক্তি দিয়া মোক।

শিৱা : মুক্তি-- মুক্তি লাগে খাঁ চাহাব? বেছ সেয়ে হব। শিকলিৰ বন্ধনৰ পৰা খাঁ চাহাবক মুক্তি দিয়া দিলীপৰাও। (দিলীপৰাৱে শিকলি খুলি দিয়ে) খাঁ চাহাব তুমি মুক্ত। কিন্তু তোমাৰ মুক্তিত আছে চৰ্ত সেই চৰ্তমতে এই শিৱাজীক-- এই দস্যুপতি শিৱাজীক। তাৰ কামনা-- বাসনা-- লালসা চৰিতাৰ্থ কৰিবলৈ--

ছোলে : শিৱাজী! শিৱাজী!

শিৱা : মাতৃৰূপে— মাতৃৰূপে— মাতৃৰূপে ।
ছখিনাৰ আগত আঁঠু ললে। বেগেৰে ৰামদাস স্বামীৰ প্ৰৱেশ।)

ৰামি : জয়োহস্তু বৎস শিৱাজী।

(শিৱাজীক আশীৰ্ব্বাদ কৰে। শিৱাজী লাহে লাহে উঠি আহে।)

ৰাম : মই অহা নাই বৎস, তোমাৰ ৰাজকাৰ্যত বিঘিনি জন্মাবলৈ। উপযুক্ত সময়তে আহি মই আশীৰ্ব্বাদ কৰিলো। মাতৃভক্ত শিৱাজী শিষ্য যাৰ, ধন্য সেই ৰামদাস। মই আহিলো।

ছোলে : শিৱাজী। আজিহে তোমাক মই চিনি পালো। আজিহে তোমাৰ অন্তৰৰ ভিতৰখন দেখা পালো। তুমি দস্যু হলেও বীৰ, প্ৰৱঞ্চক হলেও মহৎ, কপট হলেও উদাৰ আৰু মানুহ হলেও দেৱতা।

শিৱা : বন্ধু। মই তোমাক আৰু অলপ সামান্য পুৰস্কাৰ দিম। তানোজী। ইছলামৰ যি ধৰ্ম্মগ্ৰন্থবোৰ আমাৰ জমা আছে খাঁ চাহাবক দি দিয়া।

তানোজী : (খাঁ চাহাবক এটা পুথিৰ টোপোলা দিয়ে।)

শিৱা : লোৱা ভাই। সেই টোপোলাত খনচেৰেক ধৰ্ম্মগ্ৰন্থ আছে। মই কেতিয়াও তাৰ অৱমাননা কৰা নাই। দুৰ্গ জয় কৰোতে সেইবোৰ লাভ কৰিছিলোঁ। উপযুক্ত পাত্ৰ তুমি। গ্ৰহণ কৰি মোক কৃতাৰ্থ কৰা।

ছোলে : ছত্ৰপতি। তুমি কিমান ওপৰত? তুমি মোগলৰ শত্ৰু হ'ব পাৰা, তুমি পাঠানৰ শত্ৰু হ'ব পাৰা, কিন্তু তুমি পৱিত্ৰ ইছলামৰ শত্ৰু নোহোৱা। আমাক এতিয়া বিদায় দিয়া মাৰাঠাপতি।

শিৱা : অতি আনন্দৰে দিছো। পেছোৱা। এই খাঁ চাহাব আৰু তেওঁৰ কন্যাৰ বাবে উপযুক্ত পাল্কী-মানুহৰ ব্যৱস্থা কৰি দিয়াগৈ। লগত সুসজ্জিত প্ৰহৰীও জনচেৰেক দিবা।

পেচো : যি আদেশ মহাৰাজ।

শিৱা : আৰু শুনা খাঁ চাহাব। তোমাৰ এই কন্যা— যাক মই আজি মাতৃস্বৰূপে গ্ৰহণ কৰিলোঁ, তেওঁৰ সকলো দায়িত্বৰ ভাৰ আজিৰ পৰা গ্ৰহণ কৰি ললো মই। তেওঁৰ বাবে এসাজ অলঙ্কাৰ প্ৰস্তুত কৰি ৰখা হৈছে-- এতিয়া লগত লৈ যাব পাৰিবা। আৰু যেতিয়া তেওঁৰ বিয়াৰ স্থিৰ হয় অনুগ্ৰহ কৰি মোক জানিবলৈ দিবা। মহা আড়ম্বৰেৰে পুত্ৰই পাতি দিব মাতৃৰ পৰিণয়। এতিয়া আঁহা মোছলেম বন্ধু। এবাৰ দুয়ো প্ৰণ ভৰি আলিঙ্গন কৰো। (দুয়োৰে আলিঙ্গন)

ছোলে : যোৱাৰ আগতে আৰু এষাৰকথা কৈ যাওঁ ছত্ৰপতি। তোমাৰ প্ৰতিজন মাৰাঠা সৈন্যই প্ৰভুভক্ত নহয়। তাৰ মাজত দুষ্মনো আছে। আমি তেনে এজন দুষ্মন মাৰাঠাৰ পৰাই আগতে দুৰ্গ আক্ৰমণৰ বাতৰি পাই তৈয়াৰ হই আহিছিলো। নহলে তোমাৰ জয় আৰু সহজে হলহেঁতেন। বেছি কবলৈ নাই। আমি এতিয়া বিদায় হলো। আহ মাজান। (ছোলেমান আৰু ছখিনাৰ প্ৰস্থান)

শিৱা : দিলীপৰাও। কোন মাৰাঠা সৈনিক বিশ্বাসঘাতক?

দিলী : মই একো বুজিব পৰা নাই মহাৰাজ।

শিৱা : নিশা প্ৰথম ভাগতে আমি সেই দিনা সুৰ্য্যমণ্ডল দুৰ্গ আক্ৰমণ কৰাৰ বাতৰি প্ৰচাৰ কাৰ হৈছিল নেকি?

দিলী : নাই হোৱা।

শিৱা : তেন্তে?

দিলী : সেই কম সময়তো বাতৰি দিয়া একো আচৰিত নহয়।

শিৱা : তুমি সৈন্য পৰিদৰ্শন কৰিবৰ সময়ত সকলো সৈন্য উপস্থিত আছিল নে?

দিলী : সকলো আছিল কিন্তু নাছিল এজন—

শিৱা : কোন সেই পাষণ্ড?

দিলী : সন্দেহৰ ওপৰত সিদ্ধান্ত কৰা অযুগুত।

শিৱা : শিৱাজীয়ে তোমাৰ পৰামৰ্শ নিবিচাৰে। কথাৰ উত্তৰ দিয়া।

দিলা : গেলাপসিংহ হাবিলদাৰ।

তানো : বিশ্বাস নহয়। দুৰ্গ জয় কৰিবৰ সময়ত মই নিজ চকুৰে তাৰ সাহস আৰু বিক্ৰম দেখি তবধ মানিছো।

দিলী : পৰ্বতৰ নামনিত আহি সি আমাৰ লগত যোগ দিছিল।

শিৱা : হু গোলাপসিংহ! হবও পাৰে। যোৱা, পাষণ্ডক লৈ আহাগৈ।

দিলীপ : আদেশ শিৰোধাৰ্য্য। (প্ৰস্থান)

শিৱা : উঃ মানুহ চিনা বৰ টান। যি গোলাপসিংহই সুৰ্য্যমণ্ডলত বীৰত্বৰ চুড়ান্ত আদৰ্শ দেখুৱাইছিল, সেই গোলাপৰ এই কাম? হবও পাৰে, একো অসম্ভৱ নহয়। বিশ্বাসঘাতকবিলাকৰ কামেই এনেকুৱা।

তানো : সঁচাকৈয়ে মানৱ চৰিত্ৰ বৰ জটিল মহাৰাজ। মানহ চিনা বৰ টান। মানুহ বহুৰূপী। বনৰীয়া জন্তুতকৈও মানুহ ভয়ঙ্কৰ।

(দিলীপ আৰু গোলাপৰ প্ৰৱেশ।)

গোলা : অসময়ত কি কাৰণে আহ্বান কৰিলে প্ৰভু?

শিৱা : গোলাপ! শিৱাজীৰ দৰবাৰত সময় অসময় নাই।

গোলা : সেইটো সঁচা।

শিৱা : গোলাপ। মই তোমাক বৰ ভাল পাইছিলো। পুত্ৰৰ দৰে স্নেহ কৰিছিলো।

গোলা : সেই বাবে গোলাপ মাৰাঠাপতিৰ ওচৰত আজীৱন

ঋণী।

শিবা : মোৰ বৰ ডাঙৰ ভুল হৈছিল। আজি সেই ভুল সংসোধন কৰিব লাগিব।

গোলা : মই যে একোকে বুজিব পৰা নাই।

শিবা : তুমি সূৰ্য্যমণ্ডল দুৰ্গ। অধিকাৰ কৰিবলৈ যাওঁতে মাৰাঠা বাহিনীৰ লগত কোন ঠাইত যোগ দিছিলা। তুমি সকলোতকৈ পাছ পৰিছিলা নে নাই? সঁচা কথা কবা।

গোলা : মিছা কোৱা মোৰ অভ্যাস নাই। কিন্তু আজি আপোনাৰ এই ভয়ংকৰ মূৰ্ত্তি কিয়?

শিবা : উত্তৰ দিয়া— উত্তৰ?

গোলা : মোৰ সকলোতকৈ পলম হোৱা সঁচা। যোগ দিছিলোঁ দুৰ্গৰ নামনিত।

শিবা : হৈছে, আৰু প্ৰযোজন নাই। বিশ্বাসঘাতক।

গোলা : প্ৰভুভক্ত গোলাপ কেতিয়াও বিশ্বাসঘাতক হ'ব নোৱাৰে।

শিবা : বিশ্বাসঘাতকৰ শাস্তি কি জান?

গোলা : মৃত্যু।

শিশবা : মৃত্যু বিশ্বাঘাতকৰ লঘু শাস্তি। শিৱাজীৰ মাৰাঠাবাহিনীত বিশ্বাসঘাতকৰ স্থান নাই। দিলীপৰাও। তুৰন্তে গোলাপক নিৰস্ত্ৰ কৰা।

গোলা : একমাত্ৰ প্ৰভুৰ বাহিৰে মাৰাঠাবাহিনীত এনে এজন দ্বিতীয় পুৰুষ নাই, যি জনে গোলাপৰ কংকালৰ পৰা বলেৰে এই ভৱানীৰ মন্ত্ৰপুত অসি কাঢ়ি নিব পাৰে (অস্ত্ৰ সমৰ্পণ কৰি) মাৰাঠাপতি। গোলাপে এই মন্ত্ৰপুত অসিৰ কোনো দিনে কলংক অনা নাই। স্বেচ্ছাৰে মই এই অসি আপোনাৰ পদত অৰ্পণ কৰিলো। গ্ৰহণ কৰক। ( অসি থয)

শিবা : মৃত্যুৰ কাৰনে প্ৰস্তুত হ, বিশ্বাসঘাতক।

গোলা : গোলাপসিংহ কেতিয়াও বিশ্বাসঘাতক নহয়। সি মৃত্যুক ভয় কৰিবলৈকো আপোনাৰ ওচৰত শিক্ষা পোৱা নাই। বুকু পাতি দিছো— নিজ হাতে আপুনি মোক হত্যা কৰক।

শিবা : মিছা অভিনয় দেখি শিৱাজী ভোল নেযায়। সঁচাকৈয়ে আজি তোক— দিম মই মৃত্যুদণ্ড দান। (তৰোৱাল খোলে)

(হাতত ত্ৰিশুললৈ বেগেৰে ভৈৰবীৰ প্ৰৱেশ)

ভৈৰবী : ধীৰে— শিৱাজী। ধীৰে! এতিয়াও মাৰাঠা দেশত ৰাক্ষসৰ জন্ম হোৱা নাই।

শিবা : ৰজাক কৰ্তব্যত বাধা দিলে হয় ৰাজদ্ৰোহ।

ভৈৰবী : সেই ৰাজদ্ৰোহত অপৰাধিনী এই নাৰী। আগেয়ে কৰা নাৰীহত্যা। তাৰ পিছত হাত দিব পাৰিবা মোৰ পুত্ৰৰ গাত।

শিবা : অসম্ভৱ।

ভৈৰ : ৰাক্ষস শিৱাজীৰ দ্বাৰা আজি সকলো সম্ভৱ। যি শিৱাজীয়ে নিৰিহ আশ্ৰিত প্ৰাণীক হত্যা কৰিব পাৰে, যি শিৱাজীয়ে লোকৰ বস্তুতো হাত দিব পাৰে— তাৰ অসম্ভৱ একো নাই।

শিবা : যা, আঁতৰ হ নাৰী।

ভৈৰবী : আঁতৰ হোৱাৰ আগযে মোৰ বস্তু মোক ঘুৰাই দিয়া। পাগলীৰ বুকুৰ ধন ওলোতাই দিব লাগিব।

শিবা : তোৰ বস্তু মোৰ হাতত কি আছে পাগলী?

ভৈৰবী : হাঃ হাঃ হাঃ। ইমান সোনকালেই পাহৰি গ'লা নে? সংসাৰ বৰ অকৃতজ্ঞ। তুমি ভাবিছা, মাৰাঠা অধীশ্বৰৰ হাতত বাটৰ ভিখাৰিণী এই পাগলীৰ কি বস্তু থাকিব পাৰে। কিন্তু আছে- - যি বস্তু তোমাৰেই নাই।

শিবা : যা তোৰ যি বস্তু আছে লৈ যা। সোন[illegible] আঁতৰ হ।

ভৈৰ : মোৰ বস্তু এই গোলাপ। সি মোৰ সন্তান। এদিন মই তাক তোমাৰ হাতত সপি দিছিলো কিন্তু আজি বুজিব পাৰিছো-- তুমি তাৰ উপযুক্ত নোহোৱা। তুমি মানুহ চিনি নোপোৱা ছত্ৰপতি। আহ বাছা গোলাপ। পাগলী আয়েৰৰ বুকুলৈ ঘুৰি আহ। ৰজাৰ কাৰেঙত পাগলীৰ পুতেকৰ স্থান নাই।

গোলাপ : প্ৰভু।

শিবা : যাব পাৰা।

গোলাপ : মোক ভুল নুবুজিব প্ৰভু, গোলাপ কেতিয়াও অকৃতজ্ঞ নহয়।

ভৈৰবী : যোৱাৰ আগতে এবাৰ মাৰাঠাপতিৰ জয়ধ্বনি দে বাছা।

গোলাপ : জয় মাৰাঠাপতিৰ জয়। জয় ছত্ৰপতি শিৱাজীৰ জয়।

(ভৈৰবী আৰু গোলাপৰ প্ৰস্থান)

শিবা : কি কৰোঁতে কি হ'ল, একোকে বুজিব পৰা নাই। মোৰ মুৰ ঘুৰাইছে তানোজী। আমিও যাওঁহক ব'লা।

(দিলীপৰাওৰ বাহিৰে সকলোৰে প্ৰস্থান)

দিলী : দাম্ভিক বলদেৱসিংহৰ প্ৰেতাত্মা। আজি এবাৰ তললৈ চা। তোৰ পুত্ৰ গোলাপসিংহে পুনৰ আশ্ৰয়হীন বাটৰ ভিকহু হ'ল। আনন্দ কৰ দিলীপৰাও। আনন্দ কৰ। তোৰ প্ৰতিশোধৰ জুইকুৰা ভালদৰেই জ্বলি উঠিছে।

# ষষ্ঠ দৰ্শন

## পঁজাঘৰ

(ভৈৰবী আৰউ গোলাপসিংহ)

গোলাপ : দুৰ্ভগীয়া গোলাপক মৃত্যুৰ মুখৰ পৰা কাঢ়ি আনিলা কিয় আই। এই নিৰ্দ্দোষ কলঙ্কিত জীৱনত আৰু প্ৰযোজন কি?

ভৈৰৱী : প্ৰযোজন আছে গোলাপ। দোষী মানুহেও এই সংসাৰত জীৱন যাপন কৰে। তুমিতো সম্পূৰ্ণ নিৰ্দ্দোষ। আপোন ভালেই জগৎ ভাল। গুৰুপত্নীক অপহৰণ কৰাৰ কলংকৰ দাগ আকাশৰ চন্দ্ৰৰ গাটো আছে। সেই বুলি জানো চন্দ্ৰই নিজৰ কৰ্ত্তব্য কৰিবলৈ পাহৰিছে।

গোলা : গোলাপ সপোনতো মাৰাঠাপতিৰ -- মাৰাঠা জাতিৰ অমঙ্গল কামনা কৰা নাই, ভৱিষ্যতেও নকৰে। সেই গোলাপ আজি ষড়যন্ত্ৰ কৰাৰ অপৰাধত বিনা বিচাৰে অপৰাধী। এই কলংকতকৈ যে মোৰ মৃত্যুৱেই ভাল আছিল।

ভৈৰৱী : গোলাপ। তোমাৰ কোমল বয়স। সেই বাবে ভালকৈ বুজিব পৰা নাই। মই হলে ভালদৰে জানিছো। অভিজ্ঞতাই মোক শিকাইছে--এযেই মানুহ এয়েই সংসাৰ।

গোলাপ : সংসাৰ বৰ ভয়ানক আই।

ভৈৰৱী : সেই বুলি হতাশ নহবা, নৈৰাশ্যৰ সামাজিক নেদেখিবা। ঈশ্বৰৰ ওপৰত দৃঢ় বিশ্বাস স্থাপন কৰা। কলংক এদিন আতৰি যাব। অকালতে-- অযথাৰূপে মৃত্যুক আহ্বান নকৰিবা। শিৱাজীৰ মাৰাঠা সৈন্যৰ ওপৰত হাবিলদাৰ আছিলা, স্বদেশবৈৰিৰ লগত যুদ্ধ কৰিছিলা। আজি ধৈৰ্য্য আৰু পুৰুষত্বৰ ওপৰত হাবিলদাৰ হোৱা। গোলাপ! তোমাৰ মৃত্যু ঘাতকৰ অস্ত্ৰৰ আঘাতত হব নোৱাৰে।

গোলা : আই। তোমাৰ উত্তেজনা বাণীৰ বিজুলী সোঁতত মোৰ গাৰ প্ৰতিডাল সিৰ চঞ্চল হৈ উঠিছে। তুমি সঁচা কথাকে কৈছা আই। গোলাপ ৰাজপুত। তাৰ মৃত্যু হব এবাৰহে, দুবাৰ নহয়। কোৱা এতিয়া মোৰ ওপৰত তোমাৰ কি আদেশ?

ভৈৰ : এয়েহে ৰাজপুত গোলাপসিংহৰ মুখৰ উপযুক্ত কথা। নিশ্চয়কৈ জানিবা, মানুহ মাত্ৰৰে ভুল হয়। যি প্ৰকৃত মানুহ, তেওঁ সেই ভুল চকুত পৰিলে শুধৰাই লয়। মই তোমাক কৈছিলো গোলাপ, মাৰাঠাপতিও এদিন অনুতপ্ত হৈ তেওঁৰ ভুল শুধৰাই ল'ব। সোণ জুইত পুৰিলে যেনেকৈ অধিক উজ্জ্বল হয়, তুমিও তেনেকৈ এই অগ্নিপৰীক্ষাত উত্তীৰ্ণ হৈ জিলিকি উঠিব লাগিব।

গোলাপ : পাৰিম জানো আই?

ভৈৰ : পাৰিবা, পাৰিবা গোলাপ। মোৰ আশীৰ্ব্বাদ-- পিতৃ-পিতামহৰ আশীৰ্ব্বাদ-- গুৰু ৰামদাস স্বামীৰ আশীৰ্ব্বাদ তোমাৰ শিৰত বৰ্ষিত হওত। সৌৱা ৰাজকুঁৱৰী অৰুণা আইদেউ, এই ফালে আহিছে। তুমি তেওঁৰ লগত কথা পাতা। মই গুৰুজীৰ আশ্ৰমলৈ যাওঁ। আকৌ লগ পাম।

গোলা : ভাল আই।

(ভৈৰৱীৰ প্ৰস্থান। অৰুণাৰ প্ৰৱেশ।)

অৰুণা : গোলাপ। আজি তুমি মোক দেখা নিদিযাকৈ চোৰৰ দৰে পলাই ফুৰিছা কিয়?

গোলাপ : মইহে চুৰ হলো নেকি? তুমি দেখোন মোৰ মন-প্ৰাণ কাহানিবাই চুৰ কৰি নিছা অৰুণা মণি।

অৰুণা : আজি মই এধাৰ বকুল ফুলৰ মালা গাথিছো--চাবা নে?

গোলা : ক'তা চাওঁ?

অৰুণা (মালা দেখুৱাই) : চোৱা এইধাৰ।

গোলাপ : চালোঁ বাৰু, তাৰ পিছত?

অৰুণা : লোৱা, তোমাক উপহাৰ দিলো (মালা পিন্ধাই দিয়ে)

গোলাপ : তুমি মোক এইদৰে ভালপোৱা উচিত হোৱা নাই অৰুণা।

অৰুণা : উচিত অনুচিত মই নেজানো। এবাৰ যাক ভাল পাইছো, আৰু কেতিয়াও বেযা নেপাওঁ।

গোলা : কুটিল জগতে সহিব নোৱাৰিব। অৰুণমণি। তুমি আৰু মোক ভাল নেপাবা।

অৰুণা : অসম্ভৱ। হাজাৰ চেষ্টা কৰিলেও তোমাৰ পৱিত্ৰ ছবিটি মনৰ পৰা মচিবৰ সাধ্য নাই।

গোলাপ (থোকাথোকি মাতেৰে): অৰুণমণি।

অৰুণা : তুমি কান্দিছা নেকি গোলাপ?

গোলাপ : তুমি মোক হাঁহি মুখেৰে বিদায দিয়া লাহৰী। বিদায দিয়া।

অৰুণা : যোৱা। যদি মন বেযা লাগিছে, তেন্তে এপাক গুৰুদেৱৰ আশ্ৰমৰ পৰা ফুৰি আহাঁগে। আকৌ আহিবা হ'লে।

গোলা : দীঘলীযা বিদায় অৰুণমণি। দীগলীয়া বিদায। এযে আমাৰ শেষ দেখা।

অৰুণা : তুমি কি কৈছা গোলাপ?

গোলাপ : অৰুণমণি! আজি নিশা মই দিল্লীলৈ যাম। তাৰ পৰা উলটি অহাৰ আশা খুব কম।

অৰুণা : দেউতা দিনদিয়েক পিচতহে যাব। তোমাৰনো ইমান ততাতৈয়া কিয়?

গোলা : দেউতাৰ কামে মোৰ কামে একে নহয়। মই আগেয়ে যাবলৈ বিশেষ প্ৰয়োজন হৈছে।

অৰুণা : কাহানি উলটিবা।

গোলা : কব নোৱাৰো। বোধকৰো উলটি অহা আৰু নহব।

অৰুণা : তুমি কাহানিৰ পৰা এনে নিষ্ঠুৰ হলা গোলাপ? মোলে মনত পৰি তোমাৰ বেয়া নেলাগিবনে? তুমি নেজানা গোলাপ। তোমাৰ অবিহনে ৰাজঅন্তেষপুৰ মোৰ মানত কাৰাগাৰ।

গোলা : মই উপায়হীন অৰুণা দেৱী। ঈশ্বৰৰ কোপদৃষ্টি পৰিলে মানুহৰ ৰক্ষা নাই। মোক যদি তুমি ভালপোৱা অৰুণমণি। তেন্তে মই মিনতি কৰি কৈছো, মোক পাহৰি যোৱা। আশীৰ্ব্বাদ কৰিছো-- তোমাৰ ভবিষ্যত মধুময হওক।

অৰুণা : তাৰ আগেয়ে যেন অৰুণাৰ মৃত্যু হয।

গোলাপ : অৰুণমণি। এই গোলাপ কোন জানা?

অৰু : জানো। দেউতাৰ এজন অতি বিশ্বাসী সেনানায়ক।

গোলা : ভুল। গোলাপ আজি বাটৰ ভিখাৰী। তুমি ৰাজকুঁৱৰী অৰুণমণি। এতিযাও ফুলৰ নিচিনা পবিত্ৰ হৈ আছা। মিছাতে হৃদয়ত গোলাপৰ পাপ ছবি আকি নিজৰ বিপদ চপাই নলবা।

অৰু : তুমি তেনে নিদাৰুণ কথা নকবা।

গোলা : মোৰ লগত গোটেই জীৱন কান্দিব লাগিব।

অৰু : কান্দিব লাগে কান্দিম। সেই কান্দোনতো মই সুখ পাম।

গোলা : মই এতিয়া যাওঁ। ভাগ্যৰ লগত যুজিবলৈ যাওঁ।

অৰু : তুমি তোমাৰ কাম এৰিলা নেকি?

গোলা : সেই কথা নুসুধিবা অৰুণমণি। পিছত নিজেই জানিবা। এতিযা বিদায দিয়া । আহাঁ।

অৰুণা : (আলিঙ্গন)

গোলা : (আলিঙ্গন কৰি চুমা খাই)। কি স্বৰ্গীয়। কি মধুৰ। এফালে জীৱন,এফালে মৰণ। এফালে পোহৰ এফালে এন্ধাৰ। তাৰ সন্ধিস্থলত এই আলিঙ্গন।

: আগত দৃশ্যপট :

## সপ্তম দৰ্শন

### মন্ত্ৰণা-কক্ষ

(শিৱাজী, তানোজী, পেছোৱা, দিলীপৰাও, মাৱালী ছৰ্দাৰ, জিজিবাঈ।)

ছৰ্দাৰ : ৰাজা। আজি আমাক কিয় মাতি আনিলি? ক'ত লড়াই কৰিব যাবি?

সিৱা : শুনা বন্ধুসকল। মোগল বাদছাহ ঔৰংজীৱ কিমান চতুৰ। বাৰে বাৰে হিন্দুৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ পঠিয়াইছে হিন্দু সেনাপতি। সিবাৰ মাৰাৱাৰপতি যশোৱন্তসিংহ। এইবাৰ আহিছে অম্বৰপতি জয়সিংহ।

তানো : যশোৱন্তসিংহৰ দৰে জয়সিংহকো কৌশলেৰে বশীভূত কৰিব পৰা নেযাব নে?

শিৱা : নেযায়। যশোৱন্তও এক, জয়সিংহও এক । জয়সিংহ এজন ডাঙৰ কুটনীতিবিদ। হিন্দুস্থানত তেওঁৰ সমকক্ষ বীৰ দ্বিতীয় জন নাই। হয়তো এইবাৰ মাৰাঠাৰ পৰাজয়ো হব পাৰে।

ছৰ্দাৰ : আমি সকলোৱে জান কবুল কৰি লড়াই কৰিম ৰাজা। তাৰ পিছতহে স্থিৰ হ বে জয়-পৰাজয়।

তানো : ছৰ্দাৰ সচা কথাকে কৈছা। হওক জয়সিংহ মহাবীৰ, থাকক তেওঁৰ বিপুল বাহিনী। মাৰাঠা শক্তিওতো আজি উপেক্ষাৰ পাত্ৰ নহয। আহক যিমান আহে দিল্লীৰ পৰা প্ৰত্যাহ্বান। সেই প্ৰত্যাহ্বান ছত্ৰপতি শিৱাজীয়ে ওফৰাই দিব পাৰিব।

সকলোৱেঃ নিশ্চয় । নিশ্চয়।

পেছোৱা : আলোচনাৰ সময় আৰু বেছি নাই মহাৰাজ। জয়সিংহই পঠোৱা সন্ধিৰ প্ৰস্তাবৰ উত্তৰ দিয়াৰ সময় আছিল তিনি দিন। দুদিন উকলি গৈছে। আজি শেষ দিন।

তানোজী : আমাৰ ভবি চাবলগীয়া হৈছে কিমান দিন এই সন্ধি স্থাযী হব সেইটোহে। ঔৰংজীৱৰ উত্তৰভাৰতৰ জয় সম্পূৰ্ণ হৈছে। বাকী আছে দাক্ষিণাত্য বিজয়। সুেগ মিলিলেই যে মোগল বাহিনী আমাৰ ওপৰত জপিয়াই নপৰিব সেই বিষয়ে সন্দেহৰ থল নাই। মোৰ ইচ্ছা-- হয় মোগল চূৰ্ণ বিচূৰ্ণ কৰিম, নোৱাৰিলে নিজে ধ্বংস হম।

শিৱা : ৰাজনীতিৰ ফালৰ পৰা এই কথা সমৰ্থনযোগ্য নহয়। প্ৰবল প্ৰতিপক্ষক মুখামুখিকৈ আক্ৰমণ কৰাতকৈ শলঠেকত পেলাই লব পৰাটোহে জয়লাভত সহায়ক হয়। কুৰুক্ষেত্ৰৰ যুদ্ধত এনে দৃষ্টান্ত আছে।

দিলীপ : মোৰ বিবেচনামতে মোগলৰ লগত সন্ধিৰ প্ৰস্তাব আমি দলিয়াই পেলাব নোৱাৰো। আমাৰ ৰাজভঁৰালত তলি উদং। সৈনিকসকলৰ বাবে পৰিমিত অস্ত্ৰশস্ত্ৰৰ নাটনি।

জিজি : জয়লাভৰ বাবে তেন্তে কোনো আশাই নাই নেকি দিলীপৰাও? সৈন্যবিলাকে যুদ্ধ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছে নেকি?

দিলী : অনিচ্ছা প্ৰকাশ কৰা নাই মাত্ৰ। মাৰাঠাপতিৰ আদেশ পালে প্ৰতিজন মাৰাঠা সৈনিকে মৃত্যুৰ মুখতো জপিয়াই পৰিবলৈ প্ৰস্তুত।

ছৰ্দাৰ : ঠিক সেনাপতি ঠিক। ৰাজাৰ বাবে আমি মূৰ দিম,

লড়াই দিম।

**দিলীপ** : কিন্তু অস্ত্ৰ বিনে, খাদ্যসামগ্ৰী বিনে সৈনিকবিলাকে কৰিব কি?
কেৱল সাহস আৰু বিক্ৰম দিয়েইতো জয়লাভ কৰিব নোৱাৰি।

**জিজি** : শুন্য নেকি ৰাজ্যভাণ্ডাৰ? যুদ্ধ পৰিচালনা কৰিবলৈ কিমান অৰ্থৰ প্ৰয়োজন পেছোৱা?

**পেছো** : মাতৃ। মোগলৰ অপ্ৰাৰিত অৰ্থ-সম্পদ আছে। সৈন্য-সামন্ত অপৰ্যাপ্ত। কামান গোলা-বাৰুদো আছে যথেষ্ট। মোগলক সমকক্ষ হবলৈ আমাক অজস্ৰ অৰ্থ লাগিব।

**তানো** : মহাৰাষ্ট্ৰৰ ৰাজভাণ্ডাৰ শুন্য নহয়। সৈন্যবলতো আমি পাছপৰা নহওঁ। কিন্তু মোগলৰ অপৰিমিত ধন-দৌলতৰ তুলনাত, বিপুল সৈন্যবাহিনীৰ তুলনাত, সচাকৈয়ে আমি দুখীয়া।

**জিজি** : শুনা মহাৰাষ্ট্ৰৰ বীৰবৃন্দ। মোৰ যিখিনি হীৰা-মুকুতা সোণৰ-ৰূপৰ আ-অলংকাৰ আছে সেই সকলোখিনিকে উৎসৰ্গা কৰিলো ৰাজভৰালত পেছোৱা। সেইবোৰ বেছি সোকালে অৰ্থ-সংগ্ৰহৰ আয়োজন কৰা। কমেও তাৰ মুল্য লক্ষাধিক হব। আজিৰ পৰা মই নিৰাভৰণা।

**শিৱা** : ই কি আকৌ নতুন সংকল্প ললা আই। তোমাৰ নিৰাভৰণা ৰূপ মই চাই থাকিম কেনেকৈ?

**জিজি** : স্বাধীনতাই জাতিৰ সৰ্বশ্ৰেষ্ঠ অলংকাৰ। সেই অলংকাৰ হেৰুৱাই ভাৰত মাতা আজি কাঙালিনী। বৎস শিৱাজী। মোৰ কথা ভাবিব নেলাগে। ভৰত-মাতাক চিৰসালঙ্কৃতা কৰি সজাবলৈ যত্ন কৰা।

**শিৱা** : সেয়ে হব মাতৃ। তোমাৰ ইচ্ছা কেতিয়াও অপুৰ্ণ হৈ নেথাকে।

**দিলী** : মাতৃদত্ত বিপুল অৰ্থ যেতিয়া ৰাজকোষলৈ আহিল আমাৰ আৰু কিহৰ অভাৱ? অধিক সৈন্যৰ যদিও প্ৰয়োজন, অযুত মাৱালী সৈন্য গোটোৱাৰ ভাৰ এই দিলীপৰাওৰ। মোৰ দক্ষিণহস্ত হৈছে এই বিৰ ছৰ্দাৰ।

**তানো** : শুনা দিলীপৰাও। মাৱালী সৈন্যই জানে প্ৰাণ দিবলৈ, কিন্তু মোগলৰ সমকক্ষ হৈ যুদ্ধত জয়লাভ কৰিবলৈ সিহঁতৰ শিক্ষা ক'ত?

**শিৱা** : সকলো আলোচনা শুনা গল। এতিয়া কোৱাচোন আই, তোমাৰ পাৰামৰ্শ কি-- আদেশ কি?

**জিজি** : আজি মই বেছ বুজিব পাৰিছো-- মোৰ পুত্ৰ কেৱল এজন শিৱাই নহয়। শিৱাৰ পৰা দীক্ষা-মন্ত্ৰ লৈ দেশত বহুজন শিৱাৰ জন্ম হৈছে। সম্প্ৰতি যুদ্ধজয়ৰ আশা দুৰাশা বুলি ময়ো ভাবো। সেই কাৰণে সিহতে প্ৰাণক্ষয় কৰাৰ, শক্তিক্ষয় কৰাৰ কোনো আৱশ্যক নাই। আনহাতে কান্দিব বিধবা হৈ বহু নাৰীয়ে, পিতৃহীন অনাথ হব বহু শিশু, লুণ্ঠিত হব দেশৰ বণিক সমাজ, সৰ্বস্বান্ত হ'ব দেশৰ ৰাজহাড় স্বৰূপ খেতিয়কৰ দল। মই বেছ বুজিছো, অৰ্থৰ অভাব আৰু অশিক্ষিত সেনা লৈ যুদ্ধ জয়ৰ আশা নিষ্ফল। সদ্যহতে সন্ধি কৰা যাওক। পূৰ্ণ কৰা ৰাজকোষ, বিপুল সৈন্যবাহিনী কৰা অস্ত্ৰে-সস্ত্ৰে সুসজ্জিত। বন্দুক-কামান গোলা-বাৰুদ কৰা সংগঠিত। পদাতিক বাহিনী, অশ্বাৰোহী বাহিনী আৰু নৌবাহিনী কৰা সমানে সুশিক্ষিত। সম্পূৰ্ণ হওক সকলো আয়োজন-- ৰণৰ পূৰ্ণ প্ৰস্তুতি। তাৰ পিছত দেখাযাব-- কৰ পানী কলৈ যায়।

**তানো** : সন্ধি কৰাত আমাৰ একো আপত্তি নাই। কিন্তু প্ৰৱঞ্চক ঔৰংজীৱৰ লগত দেখা কৰিবলৈ কি কাৰণে ছত্ৰপতি দিল্লীলৈ? দিল্লীৰ এই নিমন্ত্ৰণ সহজভাৱে লব নোৱাৰি। সহোদৰ ভাতৃক যি হত্যা কৰিব পাৰে নিজৰ ৰুগ্ন বৃদ্ধ পিতৃক যি কাৰাৰুদ্ধ কৰিব পাৰে, সেই চতুৰশিৰোমণি ঔৰংজীৱৰ বিশ্বাস কি? ঈশ্বৰে নকৰক, যদি দিল্লীত মাৰাঠাপতিৰ কিবা অঘটনেই ঘটে তেন্তে তাৰ প্ৰতিকাৰ কৰিব কোনে জননী?

**জিজি** : কোৱা শিৱা। তোমাৰ বক্তব্য কি?

**শিৱা** : তেন্তে সকলোৱে শুনাহক শিৱাজীৰ সিদ্ধান্ত। মাতৃৰ আদেশ শিৰত লৈ সন্ধি আমি অৱশ্যে কৰিম। শ্ৰীকৃষ্ণই কংসৰ নিমন্ত্ৰণ গ্ৰহণ কৰাৰ নিচিনাকৈ ঔৰংজীৱৰ নিমন্ত্ৰণ গ্ৰহণ কৰি শিৱাজীও দিল্লীলৈ নিশ্চয় যাব। মোৰো এটা বহুদিনীয়া অভিলাষ আছে, এবাৰ দিল্লীত মোগল বাদছাহক সাক্ষাৎ কৰিবলৈ। পৃথিৱীৰ নানা দেশৰ পৰা অহা বহুত জ্ঞানবান, গুণৱান মানুহৰ সমাৱেশ হয় মোগল ৰাজদৰবাৰত। সেইসকলৰ পৰা শিকিবলগীয়া নিশ্চয় বহু কথা আছে। তদুপৰি নিজ চকুৰে চাই আহিম, তন্ন তন্ন কৰি বুজি আহিম, মোগলৰ ৰাজ্যশাসন পদ্ধতি। দিল্লীত দেখা পাম-- মোগলৰ সৈন্যাবাস, দুৰ্গৰ গঠন, সমৰৰ শৃঙ্খলা। মোক ঔৰংজীবে বন্দী কৰি ৰাখিব নোৱাৰে, হত্যা কৰিবও নোৱাৰে। তাত মোক নিৰাপদে ৰাখিবলৈ ৰজা জয়সিংহই কথা দিছে, ৰাজপুতৰ কথা শিলৰ ৰেখা। তদুপৰি আছে আই ভৱানী, মাতৃ জিজিবাঈ আৰু গুৰুদেৱ ৰামদাস স্বামীৰ আশীৰ্বাদ। পেছোৱা, অম্বৰপতিলৈ লিখি পঠোৱা, সন্ধিৰ স্বত্ত মানি লবলৈ আমি প্ৰস্তুত।

**পেছোৱা** : যিবা আদেশ মহাৰাজ।

**জিজি** : সৌৱা হাজাৰ হাজাৰ মাৰাঠা ডেকা-গাভৰুক

স্বদেশপ্ৰেমৰ দীক্ষা মন্ত্ৰ দি উপস্থিত হলহি গুৰুদেৱ।

শিৱা : এই দৰে গুৰুদেৱৰ আবিৰ্ভাব হলেই মিলে শিৱাজীৰ জয়যাত্ৰাৰ শুভলগ্ন।

(এদল ডেকা-গাভৰুৰ লগত গীত গাই গাই ৰামদাস স্বামীৰ প্ৰৱেশ। গাভৰু-বাহিনীৰ নেত্ৰী ভৈৰবী। স্বামিজী সোমোৱা মাত্ৰকে সকলো থিয় হয়। স্বামীজীৰ পৰিচালনাত সকলোৱে গীতত অংশ গ্ৰহণ কৰে।)

-- -গীত---

গৈৰিক নিচান চিৰজ্যোতিষ্মান
ভাৰত মাতাৰ জয়গান গা,
কপাই ধৰা, নমাই তৰা
কদম্ কদম্ আগবাঢ়ি যা।।
বিঘিনি-দৈন্য দানৱ সৈন্য
ভাবিৰে গচকি মৃত্যু ঝাঞ্জ বা,
দাগুা ঘুৰাই, ঝাণ্ডা উৰাই
কদম কদম আগবাঢ়ি যা।।
হব লণ্ডভণ্ড দুষ্ট দশমুণ্ড
গোডামি, ভণ্ডামি ঢলি পৰে চা,
নকৰি শংকা, বজাই ডংকা
কদম কদম আগবাঢ়ি যা।।
থাকিলে ভক্তি, মিলিব মুক্তি
বলে মন্দ মন্দ মলয়া বা
জয় জগদ্ধাত্ৰী ভাৰতী মাতৃ
আই ভৱানীক নয়ন ভৰি চা।
কদম কদম আগবাঢ়ি যা।।

ঃ তৃতীয় অংক সমাপ্ত ঃ

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

দিল্লীৰ দেৱান-ই-আম

(সুসজ্জিত ময়ুৰ-সিংহাসনৰ চৌপাশে নিৰ্দ্দিষ্ট স্থানত ভাগে ভাগে উজিৰ ওমৰাহ, যশোৱন্তসিংহ প্ৰভৃতি। এদাঁতিত শিৱাজী আৰু ৰামসিংহ।)

ৰাম : মহাৰাজ শিৱাজী। চাই লওক— এয়ে বিশ্ববিখ্যাৎ মোগল ৰাজদৰবাৰ। ইয়াৰ নাম দেৱান-ই-আম। সৌৱা চাওক ময়ুৰ-সিংহাসন— সম্ৰাট চাজাহান বাদছাহৰ অন্যতম অমৰ কীৰ্ত্তি। আগ্ৰাৰ তাজমহলৰ শিহুত ইও লেখত লবলগীয়া পৃথিৱীৰ দেশ-বিদেশৰ পৰা নান স্থানৰ দলে দলে যাত্ৰী আহি এইবোৰ দেখি চমক খাই যায়।

শিৱা : সঁচাকৈয়ে চমক খাবৰ কথাই কুমাৰ। পিছে এইবোৰ মোগল-শাসনৰ কীৰ্ত্তি নে অকীৰ্ত্তি সেই কথাহে মই বুজিব পৰা নাই। ইয়াৰ অন্তৰালত মোগলৰ শোষণযন্ত্ৰই কেনেভাবে কাম কৰিছিল হাজাৰবিজাৰ দৰিদ্ৰ বুভুক্ষ জনতাই কেনেভাবে বুকুৰ তেজ ঢালি দিছিল, তাৰ সঠিক হিছাপ ৰাখিছে কোনে? মই ভাবো, শোষণ-যন্ত্ৰৰ কৃতকাৰ্যতাৰ চানেকি হিচাপে এই ৰাজদৰবাৰ, এই ময়ুৰ-সিংহাসন পৃথিৱীত অদ্বিতীয় হব।

ৰাম : আমি এনেবোৰ কথা ইয়াত আলোচনা নকৰিলেই ভাল। সৌৱা বাদছাহ আহি পালেই। থিয় হওক। তেওঁক সন্মান জনাব লাগে।

(ভেৰী বাজি উঠিল। লাহে লাহে প্ৰহৰাবেষ্টিত হৈ ঔৰংজীবৰ প্ৰবেশ। সকলোৱে তেওঁ নবহালৈকে থিয় হৈ সন্মান দেখুৱায়।)

ঔৰংজীব : কুমাৰ ৰামসিংহ। এইজনেই হবলা আমাৰ অতিথি দস্যুচৰ্দাৰ শিৱাজী?

ৰাম : সঁচা জাহাপনা। এৱেই আমাৰ সম্মানিত অতিথি মাৰাঠাপতি শিৱাজী।

ঔৰং : মহাৰাজ যশোৱন্তসিংহ। উজিৰ ওমৰাহসকল। অম্বৰাধিপতি জয়সিংহ বাস্তবিকতে আমাৰ ধন্যবাদৰ পাত্ৰ। তেওঁৰ বুদ্ধি-চাতুৰ্য্য আৰু ৰণকৌশল তেওঁৰ বাৰ্দ্ধক্য আৰু অভিজ্ঞতাৰ সম্পূৰ্ণ উপযুক্ত।

যশো : ঠিক কথা জাহাপনা।

ঔৰং : মহাৰাজ জয়সিংহ ৰাজস্থানৰ গৌৰৱ। তেওঁ শিৱাজীৰ দাৰা বিজিত দুৰ্গৰাজিৰ উদ্ধাৰ সাধন কৰিছে। দস্যুচৰ্দাৰ শিৱাজীৰ দ্বাৰা তেওঁ মোগল-শাসন স্বীকাৰ কৰাইছে। ৰাজা শিৱাজী আজি নিজে আহি মোগল দৰবাৰত হাজিৰ হৈছে। সেইবাবে মই বৰ খুছি হৈছো। এই ঘটনাৰ পৰা বুজা যায় যে মাৰাঠাৰ ভাগ্যাকাশ লাহে লাহে পৰিস্কাৰ হৈ আহিছে। আৰু এই কাৰণে সমস্ত মাৰাঠা জাতি জয়সিংহৰ ওচৰত কৃতজ্ঞ থাকিব লাগে।

উজিৰ : জাহাপনাৰ কথা ঠিক। ৰাজা শিৱাজীৰ মেজাজ ভাল হোৱাৰ বাবে মাৰাঠাৰ ভৱিষ্যৎ জৰুৰ পৰিস্কাৰ হব।

শিৱা : কুমাৰ ৰামসিংহ। তোমাৰ বাদছাহক কৈ দিয়া যে ছত্ৰপতি শিৱাজীয়ে নীতিশিক্ষাৰ বক্তৃতা শুনিবৰ বাবে দিল্লীলৈ অহা নাই।

ৰাম : অধৈৰ্য্য নহব মহাৰাজ। ৰাজদৰবাৰত নীতিবিৰুদ্ধ কথা নোকোৱাই ভাল।

ঔৰং : বেছ। আজি আমাৰ আলোচ্য ৰাজকাৰ্য্যত কেবাটাও জৰুৰী বিষয় আছিল। সম্প্ৰতি সেইবোৰ স্থগিত থাকক। পহিলতে ৰাজা শিৱাজীক বিদায় দিয়া হব। উজিৰ চাহাব। এতিয়া তোমাৰ কাম হাচিল কৰা।

উজিৰ : যি হুকুম জাহাপনা! কুমাৰ ৰামসিংহ! (ইংগিত দিয়ে)

ৰাম : (উজিৰৰ ইংগিত বুজি পাই)। যাওক চত্ৰপতি। দিল্লীশ্বৰৰ বশ্যতা স্বীকাৰ কৰক।

শিৱা : বশ্যতা আকৌ কিহৰ কুমাৰ? মই বশ্যতা স্বীকাৰ কৰিবৰ বাবে ইয়ালৈ অহা নাই। আহিছো মোগল আৰু মাৰাঠাৰ মাজত বন্ধুত্ব প্ৰতিষ্ঠা কৰিবলৈহে। মই ৰাজপুতৰ দৰে মোগলৰ পদলেহনকাৰী নহওঁ। স্বাধীন মহাৰাষ্ট্ৰৰ প্ৰতিষ্ঠাতা মই ছত্ৰপতি শিৱাজী।

উজিৰ : কুমাৰ ৰামসিংহ। ৰাজা শিৱাজীক সংযত কৰক।

ৰাম : আৰু পলম নকৰিব মহাৰাজ মই যেনেকৈ শিকাইছিলো তেনেকৈ সম্ৰাটক অভিবাদন কৰক। ই একো অগৌৰবৰ কাম নহয়।

শিৱা : আই ভৱানী, জননী জিজিবাঈ আৰু গুৰুদেৱ ৰামদাস স্বামীৰ বাহিৰে কাৰো আগত শিৱাজীৰ ওখ মূৰ নত হোৱা নাই। তথাপি আহিছো যেতিয়া আজি দৰবাৰৰ নীতিবিৰুদ্ধ কাম কৰাৰ ইচ্ছা সম্প্ৰতি মোৰ নাই। ধৈৰ্য্য ধৰি শেষ পৰ্যন্ত মই নিজৰ কৰ্ত্তব্য কৰি যাম।

ৰাম : কওক, জয় দিল্লীশ্বৰ জগদীশ্বৰৰ জয়।

শিৱা : জয় দিল্লীশ্বৰ জয়।
(শিৱাজীয়ে সিংহাসনৰ আগলৈ গৈ নজৰ আগবঢাই কুৰ্ণিছ কৰি সম্ৰাটৰ আগত থিয় হৈ ৰ'ল।)

ঔৰং : ৰজা শিৱাজী। তমি আমাক সন্মান জনাই ৰাজদৰবাৰলৈ নজৰ আগবঢ়োৱাৰ বাবে সম্প্ৰতি তোমাৰ পূৰ্ব্বৃত সকলো বেইমানি পাহৰি তোমাক পাঁচহাজাৰী সেনাৰ নায়ক নিযুক্ত কৰিলো।

শিৱ : (এফলিয়াকৈ) ই শিৱাজীৰ প্ৰতি অনুগ্ৰহ নহয়, দুৰ্ঘোৰ অপমানৰ কথা। আই ভৱানীৰ কৃপাত এই শিৱাজীৰ তলত বহু সংখ্যক পাচহাজাৰী সেনানায়ক আছে। দেশৰ কলংক, জাতিৰ কলংক, ঘৃণিত পৰাধীন এই দাস-সমাজৰ মাজত সোমাই মোৰ উশাহ-নিশাহ বন্ধ হৈ যাবৰ উপক্ৰম হৈছে। মই যে নিজকে পাহৰি গৈছো। পাহৰি গৈছো যে মই স্বাধীন মহাৰাষ্ট্ৰৰ জন্মদাতা ছত্ৰপতি শিৱাজী। সিৰাই সিৰাই মোৰ বব লাগিছে স্বাধীনতাৰ তপ্ত ৰক্ত। মই দাস নহওঁ। মই ভিক্ষুক নহওঁ। মোগল দৰবাৰলৈ মই অহা নাই আত্মবিক্ৰয় কৰিবলৈ অহা নাই স্বদেশৰ স্বাধীনতা বিদেশীৰ পদতলত সমৰ্পণ কৰিবলৈ, মই অহা নাই বাদছাহৰ পদলেহন কৰি কোনো উচ্চ পদ লৈ নিজকে কৃতাৰ্থ কৰিবলৈ। মই মোগলৰ ক্ৰীতদাস মানসিংহ-টোডৰমল নহওঁ, জয়সিংহ-যশোৱন্তসিংহ নহওঁ। মই নৱভাৰতৰ স্বাধীন জাতিৰ প্ৰতিভূ ছত্ৰপতি শিৱাজী।

ঔৰং : কুমাৰ ৰামসিংহ। ৰাজা শিৱাজীৰ মগজ গোলমাল হোৱাৰ লক্ষণ দেখা গৈছে। সোনকালে চিকিৎসাৰ ব্যৱস্থা কৰা হব। এতিয়া তেওঁক ঠাণ্ডা হৈ নিজৰ আসনত বহিবলৈ কোৱা।

ৰাম : ছত্ৰপতিৰ নিমিত্তে পাচহাজাৰী সেনানায়কৰ পদ সম্মানজনক হোৱা নাই জাহাপনা।

ঔৰং : দস্যুছৰ্দাৰজনে এই কথা বিবেচনা কৰি চোৱা উচিত যে পাচহাজাৰে মাৰাঠা সৈন্য মিলিও এজন মোগল সৈন্যৰ সমকক্ষহোৱা টান।

যশো : সম্পুৰ্ণ মিছা কথা জাহাপনা। এই কথাৰ মই প্ৰতিবাদ কৰো। জাহাপনাই বোধকৰো পাহৰি যোৱা নাই যে এমুঠি সৈনিকে চুবাদাৰ ছায়েস্তা খাৰ বিপুল বাহিনী পৰাস্ত কৰিছে।

ঔৰং : সচা হওক, মিছা হওক সেই কথাৰ বিচাৰ ভাৰ মাৰাৱাৰপতি যশোৱন্তসিংহৰ গাত নাই। কথাটো ভালকৈ তাৰিফ কৰি ছালে বীৰ ৰাজপুতৰ গাতো কলংকৰ ছা পৰে আৰু মহাৰাজ যশোৱন্তযো তাৰ পৰা ৰেহাই পাব নোৱাৰে। যাওক সেই কথা সম্প্ৰতি আমাৰ আলোচনাৰ বিষয় বেলেগ।

ৰাম : জাহাপনা! এই মাৰাঠাপতিক মোৰ পিতা— আপোনাৰ বিশ্বস্ত সেনাপতি জয়সিংহৰ দ্বাৰা নিৰাপত্তাৰ প্ৰতিশ্ৰুতি দিয়া হৈছিল। আশা কৰোঁ, মোগল দৰবাৰৰ দ্বাৰা সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰা হ'ব। এয়ে সম্ৰাটৰ ওচৰত মোৰ আৰ্জি।

ঔৰং : ৰামসিংহ। মোগলসম্ৰাট ঔৰংজীৱৰ স্মৃতিশক্তি ইমান দুৰ্ব্বল হোৱা নাই যে তুমি তেওক কৰ্ত্তব্য সোৱৰাই দিবৰ দৰ্কাৰ হৈছে। শিৱাজীৰ প্ৰতি মোৰ কি কৰ্ত্তব্য সেইটো মই ভালদৰে বুজো। শিৱাজী অলপ চঞ্চল হৈ উঠিছে কিয়নো চিৰকাল পশ্চিমঘাট পৰ্বতৰ গহ্বৰত সোমাই থাকি হঠাত আজি তেওঁ দিল্লী-দৰবাৰৰ প্ৰখৰ সূৰ্যৰ তাপ সহ্য কৰিবলৈ টান পোৱাটো অতি স্বাভাৱিক।

শিৱা : বাদছাহ। মই অসুস্থ। মোক যাবলৈ দিয়ক।

ঔৰং : এতিয়াও দৰবাৰ শেষ হোৱা নাই শিৱাজী।

ৰাম : জাহাপনা। পুনৰ্ব্বাৰ মই অনুৰোধ জনাও— মাৰাঠাপতিৰ লগত যেন একো বেয়া ব্যৱহাৰ কৰা নহয়।

ঔৰং : মই যদি শিৱাজীৰ প্ৰতি খাৰাপ ব্যৱহাৰ কৰোঁ তেন্তে তুমি কি কৰিবা কুমাৰ ৰামসিংহ?

ৰাম : বেছি একো কৰিব নোৱাৰিলেও ৰাজপুতে ৰাজপুতৰ কৰ্ত্তব্য কৰিবলৈ পৰান্মুখ নহব। মোৰ পিতা জয়সিংহ প্ৰতিজ্ঞাবদ্ধ। ৰাজপুত ৰামসিংহই ৰাজপুতৰ সত্য ভংগ হবলৈ নিদিযে।

ঔৰং : ৰাজপুত— কি ক'লা, তুমি ৰাজপুত? হাঁহা, এইবাৰ সকলোৱে হাঁহা। কুমাৰ ৰামসিংহই অসমলৈ গৈ শৰাইঘাটৰ যুদ্ধত যি ৰাজপুত-কীৰ্ত্তি এৰি আহিছে, দিল্লীত তাৰ পুনৰাভিনয় হব। এইবাৰ সকলোৱে দেখা পাবাহঁক।

ৰাম : জাহাপনা। ইতিকিং নকৰিব। ৰামসিংহ অসমত পৰাস্ত হৈ আহিছে সঁচা কিন্তু মই তাত ৰাজপুতৰ কোনো কলংক এৰি থৈ অহা নাই। ৰাজপুতে বীৰপূজা জানে। গুণীৰ গুণ কীৰ্ত্তন কৰিব পৰা শক্তি সকলোৰে নাই। অসমীযাৰ গাত শৌৰ্য্য-বীৰ্য্য পুৰা মাত্ৰাই আছে। প্ৰতিজন অসমীয়া সেনাৰ গাত মনুষ্যসুলভ গুণ সকলোবোৰ আছে। এনে নিপুণ আৰু কাজুৱা সেনা মই হিন্দুস্থানৰ আন কোনো ঠাইত দেখা নাই। অসম নামে-কামে অসম। ধন্য অসমীয়া প্ৰজা। ধন্য অসমীয়া সেনাপতি।

ঔৰং : ক্ষান্ত হোৱা ৰাম সিংহ। তোমাৰ বাহুবলৰ বেছ নমুন পোৱা গৈছে। আৰু দৰ্কাৰ নাই।

শিৱা : সম্ৰাট। আৰু যে অপেক্ষা কৰিবৰ শক্তি মোৰ নাই। মোক যাবলৈ অনুমতি দিযক।

ঔৰং : ৰামসিংহ। শিৱাজী অসুস্থ। তেওঁৰ তবিয়ৎ খাৰাপ আছে। তেওঁলৈ যথাযোগ্য স্থান নিৰ্দিষ্ট কৰি ৰখা হৈছে। তুমি তেওঁক তালৈকে লৈ যোৱা।

শিৱা : যোৱাৰ আগতে কৈ যাওঁ—

ৰাম : আৰু একো কবৰ আৱশ্যক নাই। বলক ছত্ৰপতি। আপুনি অসুস্থ।

(ৰামসিংহ আৰু শিৱাজীৰ প্ৰস্থান)

ঔৰং : আজিলৈ দৰবাৰ ভংগ। (থিয় হৈ দিলিৰ খাক ৰবলৈ ইংগিত কৰে)

যশো : (যাওঁতে যাওঁতে কৈ যায়।) কি শুনিলো? পঞ্জাব, ৰাজস্থান আদি হিন্দুস্থানৰ কোনো ঠাইতে যি স্বাধীনতা নাই সেই স্বাধীনতা স্যমন্তক মণি এতিয়াও শোভা কৰি আছে গিৰিদুৰ্গবাণী অসম দেশৰ শিৰত। সোণৰ অসমভূমি। ইয়াৰ পৰাই ৰাজপুত যশোৱন্তসিংহৰ শতসহস্ৰ প্ৰণাম গ্ৰহণ কৰা। (প্ৰস্থান)

ঔৰং : দিলিৰ খাঁ।

দিলিৰ : জাহাপনা।

ঔৰং : শিৱাজী আজিৰ পৰা আমাৰ নজৰবন্দী।

দিলি : তাৰ অৰ্থ জাহাপনা?

ঔৰং : তাৰ অৰ্থ হৈছে এয়ে যে যিটো দালানত শিৱাজীক থাকিবলৈ দিয়া হৈছে সেয়েই হব কয়েদখানা। ৰাতিয়ে দিনে সশস্ত্ৰ প্ৰহৰী নিযুক্ত থাকিব তাত কাৰাপহৰাত- -যাতে আমাৰ বিনা হুকুমত কোনেও তাৰ পৰা বাহিৰ ওলাই যাব নোৱাৰে। এই অভিনৱ ব্যৱস্থাৰে জংঘলী মাৰাঠা বান্দৰক কাবু কৰিব লাগিব। তুমি কি কোৱা দিলিৰ?

দিলিৰ : শিৱাজী যে আমাৰ অতিথি জাহাপনা?

ঔৰং : জৰুৰ। শিৱাজী আমাৰ ৰাজঅতিথি। প্ৰথম শ্ৰেণী ৰাজবন্দীৰ যি প্ৰাপ্য, শিৱাজীকো তাকেই দিয়া হব। চমৎকাৰ মোগল ৰাজনীতি। আহা।

(দুয়োৰে প্ৰস্থান)

# দ্বিতীয় দৰ্শন

দিল্লী-লালকিল্লাৰ সম্মুখ

(কথা পাতি পতি গোলাপসিংহ আৰু কুমাৰ ৰামসিংহৰ প্ৰৱেশ।)

ৰাম : চাজাহান বাদছাহৰ অন্যতম কীৰ্ত্তি লালকিল্লা দেখিলা নহয় ভাইজী। চাই কেনে লাগিল বাৰু?

গোলাপ : বাহিৰৰ পৰা চাওঁতেই চকু চাট মাৰি গৈছে, ভিতৰ সোমাই চাব পৰা হলে কিজানি চকু কণা হৈ গলহেঁতেন। মোৰ মনত কি ভাব হৈছে শুনিবা নে?

ৰাম : শুনিম কোৱা।

গোলাপ : অচিৰতে এই লালকিল্লাতে জ্বলিব মোগল সাম্ৰাজ্যৰ লাল চাকি?

ৰাম : কেনেকৈ?

গোলাপ : লোভে পাপ, পাপে মৃত্যু। মোগলে কিমান পাপ কৰিছে ভাবি চোৱাচোন। বিলাসী, লালসী বাদছাহ চাজাহান তেওঁ নিজে সজা লালকিল্লাতে নিঃশেষ হৈ নগ'ল জানো? ভণ্ড ঔৰংজীবৰো হব একে পৰিণাম। মই কি ভাবোঁ জানা? তাজমহল প্ৰেমৰ কবৰ, লালকিল্লা ভোগৰ কবৰ।

ৰাম : সেইবোৰ লোকৰ আমি সম্প্ৰতি আলোচনা নকৰাই ভাল। কাষতে থিয় হৈ থকা সৌ লালকিল্লাৰে চকু-কাণ আছে। এতিয়া তোমাৰ জৰুৰী কথাটো কোৱা।

গোলাপ : কথাটো বৰ গোপনীয়। কবলৈকে ভয় লাগিছে। এই দিল্লী বৰ বিচিত্ৰ ঠাই। তোমালোকৰ মোগল ৰাজনীতিৰ তলানলা পোৱা টান।

ৰাম : একো ভয় নাই, নিৰ্ভয়ে কোৱা।

গোলাপ : তেন্তে কওঁ শুনা। বাৰু ভাইজী, তাৰ আগতে কোৱাচোন, তোমাৰ ককালত সেইখন কি ওলোমাই

লৈছা ?

ৰাম : কিয় ? তৰোৱাল।

গোলা : অ' তৰোৱাল। তাৰে সৈতে কি কৰা ?

ৰাম : তাকো হৱলা নেজানা ?

গোলা : জানো। সুন্দৰ দেখনিযাৰ ডেকাটি সাজি কোনোবা ৰূপহী গাভৰুক প্ৰেমত পেলাবলৈ নহয় নে ?

ৰাম : তুমি আকৌ মোৰ লগত কি ধেমালিখন আৰম্ভ কৰিলা ?

গোলা : ধেমালি নহয় ভাইজী। খং নকৰিবা। মই তোমাক তেনে কথা কোৱাৰ অৰ্থ আছে । বাৰু তোমাৰ তৰোৱালখনৰ ধাৰ আছে নে ?

ৰাম : কেলেই ধাৰ নেথাকিব ? ধাৰ নোহোৱা তৰোৱাল মই কেলেই লম ?

গোলা : মই কোৱা কাৰণটোৰ বাবে অৰ্থাৎ গাভৰুৰ আগত ধাৰ নোহোৱা তৰোৱাল লৈয়ো বীৰৰ ভাও দিব পাৰি। আমাৰ মাৰাঠা দেশতো বীৰসকলে তৰোৱাল লৈ ফুৰা নিয়ম আছে। দেখুৱাবলৈ নহয়, কামত খটাবলৈ। সুযোগ পালেই তেওঁলোকে তাৰ সদ্ব্যৱহাৰ কৰে। আজি কিন্তু ৰাজপুত ডেকাই তেনে কৰে বুলি শুনা নাই-- অৱশ্যে দুই এজন ব্যতিক্ৰম থাকিবও পাৰে। শত্ৰুৰ কেচা তেজৰ অভাৱত ৰাজপুত বীৰসকলৰ তৰোৱালত হেনো মামৰে ধৰিছে। সেই কাৰণে হৱলা তাহানিৰ ৰাণা প্ৰতাপসিংহৰ ৰাজস্থানৰ আৰু আজি জয়সিংহৰ ৰাজস্থানৰ তফাৎ।

ৰাম : মোৰ পিতাৰ নাম ললা কিয় ভাইজী ? একো বুজি নেপালোঁ।

গোলা : সেই বাবে মোক ক্ষমা কৰিবা কুমাৰ বাহাদুৰ ? তুমি ছত্ৰপতি শিৱাজীক চিনি পোৱা নে ?

ৰাম : খুব পাওঁ। বোধকৰো তেওঁৰ লগত তোমাতকৈযো মোৰ বেছি চিনাকি।

গোলা : তেওঁ যে দিল্লীলৈ আহিছিল সেই কথাও বোধকৰো জানা ?

ৰাম : জানো।

গোলাপ : বৰ্ত্তমানে যে তেওঁ ঔৰংজীবৰ বন্দী সেই কথাও বোধকৰো জানা ?

ৰাম : নজনাৰ কোনো কাৰণ নাই।

গোলা : আৰু তেওৰ যে মহাৰাজ জয়সিংহই নিৰ্ভয়ৰ প্ৰতিশ্ৰুতি দিছিল, বোধকৰো কুমাৰ ৰামসিংহই সেই কথাও নজনা নহয় ?

ৰাম : এৰা, জানো। কিন্তু--

গোলা : কিন্তুৰ প্ৰযোজন নাই ভাই। এতিয়াও জয়সিংহৰ যোগ্যবান পুত্ৰ কুমাৰ ৰামসিংহৰ তৰোৱাল নীৰৱ হৈ আছে। সেই কাৰণেহে মই তোমাৰ ইমানবোৰ কুট কথা শুনাবলৈ বাধ্য হৈছিলোঁ। বেয়া নেপাবা ভাই। আশা কৰো তুমি তোমাৰ কথা কাৰ্য্যত পৰিণত কৰি দেখুৱাবা।

ৰাম : ভাইজী । ৰামসিংহই পিতৃসত্য প্ৰাণান্তেও ভংগ হবলৈ নিদিয়ে । কি উপায়ে ছত্ৰপতিক মুক্ত কৰিব পাৰোঁ দিনে ৰাতি মই তাকেই ভাবিছোঁ কিন্তু কি কৰিম ভাই ? মোগল প্ৰবল, এই ৰামসিংহ দুৰ্বল। শিৱাজীৰ মংগলৰ বাবে ধন-জন, মান-সম্ভ্ৰম আনকি প্ৰাণ পৰ্যন্ত বলি দিবলৈকো ৰামসিংহ প্ৰস্তুত। সৌ বুৰঞ্জীবিখ্যাত লালকিল্লাৰ সমুখত তৰোৱাল ছুই শপত খাই এই কথা কৈছো--তুমি মোক বিশ্বাস কৰা ভাই।

গোলা : মোৰ ঠিক তাকেইহে লাগে । অতি সহজতে কাম হাছিল হব। তুমি মোৰ সহায় কৰিবা নে ?

ৰাম : অতি আনন্দৰে কৰিম। কোৱা ভাইজী। তোমাক কি লাগে । ধন-সোম মোৰ একোৰে অভাব নাই। মাৰাঠাপতিয়ে মুক্তি পোৱা শুনিলে ৰামসিংহতকৈ আন কাৰো বোধকৰো বেছি আনন্দ নহব।

গোলা : ধন-সোণ একো নেলাগে ভাইজী। কেৱল মাৰাঠাপতিক তেওঁৰ ৰোগমুক্তিৰ বাবে মিঠাই বিলাব দিবলৈ হুকুম আনি দিব লাগে। তেমে হুকুম আনি দিব পাৰিবা জানো ?

ৰাম : চেষ্টা কৰি চাম।

গোলা : তেন্তে ব'লা। (দুযোৰো প্ৰস্থান)

# তৃতীয় দৰ্শন

দিল্লী-দুৰ্গ

( শয্যাৰ ওপৰত শিৱাজী।)

শিৱ : বেছতো ঔৰংজীৱ। চতুৰশিৰোমণি শিৱাজীৰ চকুত আজি ধুলি দিলি। ঠিক বুজিছোঁ-- তই ময়ুৰ-সিংহাসনত বহিবলৈ অনুপযুক্ত নহ'ৱ। প্ৰলোভন দেখুৱাই মাতি আনি ভাবিছ--এইবাৰ জালত পৰি পৰিল। কিন্তু তই বুজা নাই আলমগীৰ। এইবাৰ দাৰা, চুজা কিম্বা মোৰাদৰ লগত খেল নহয়। এইবাৰ তোৰ প্ৰতিদ্বন্দী ছত্ৰপতি শিৱাজী। ইয়াৰ পৰা উলটি গৈ মই এনে এটা ধুমুহাৰ সৃষ্টি কৰিম-- যি ধুমুহাত তোৰ এই বিশাল মোগল সাম্ৰাজ্য চুৰমাৰ হৈ যাব।

(কাৰৰক্ষীৰ প্ৰৱেশ।)

কাৰা : ৰাজা শিৱাজী। আপোনাৰ বেমাৰৰ খবৰ পাই বাদছাহ অত্যন্ত দুঃখিত হৈছে। আপোনাৰ শুশ্ৰূষাৰ বাবে আমি

কোনো ৰকম চেষ্টাৰ গাফিলি নকৰো। কালিৰ নিচিনাকৈ আজিও কেইবাটাও মিঠাইৰ পাচি বাহিৰলৈ পঠাবলৈ বাদছাহৰ হুকুম হৈছে।

**শিৱা** : সেই বাবে দয়ালু বাদছাহৰ ওচৰত মই চিৰকৃতজ্ঞ।

**কাৰা** : এজন নতুন হাকিম আহি বেমাৰৰ পৰীক্ষাৰ বাবে ৰৈ আছে।

**শিৱা** : যোৱা, আহিবলৈ দিয়াগৈ।

(কাৰাৰক্ষীৰ প্ৰস্থান। শিৱাজীয়ে বেমাৰীৰ ভাও ধৰি শয্যাত শোৱে। হাকিমবেশী ভৈৰবীৰ প্ৰৱেশ।)

**ভৈৰ** : আদাব,আদাব ৰাজাজী।

**শিৱা** : আদাব জোনাব চাহেব।

**ভৈৰ** : মোৰ নাম গাজি মহম্মদ ইস্মাইল খাঁ। দিল্লীত সকলোৱে মোৰ নাম জানে। কুমাৰ ৰামসিংহৰ অনুৰোধমতে মই আপোনাক দেখা কৰিবলৈ আহিছো। সম্ৰাটেও পৰিদৰ্শন মঞ্জুৰ কৰিছে। এতিয়া মোক মোৰ কাম কৰিবলৈ অনুমতি দিয়ক।

**শিৱা** : ধন্যবাদ। চাওক, কি চাব খোজে।

**ভৈৰবী** : (নৰিয়া পৰীক্ষা কৰি।) বেমাৰ গুৰুতৰ।

**শিৱা** : নহলে জানো এই শিৱাজী এডাল শুকান কাঠৰ দৰে পৰি থাকে? উঃ। হাকিম চাহেব। মোক এই বাৰ এই বেমাৰে সৰ্বনাশ কৰিলে। আজি এসপ্তাহ এই একেখন ঢাৰিপাটিতে পৰি আছো। যি শিৱাজীৰ ভাত খাবলৈ সময় নাই ,ঘোঁৰাৰ পিঠিত খোৱা বস্তু গলিয়াই খাওঁতেই যাৰ দিন-ৰাতি অতিবাহিত হয়, সেই শিৱাজীয়ে আজি এনেদৰে এলেহুৱাভাবে জীৱন যাপন কৰিছে। বৰ যন্ত্ৰণা, হাকিম চাহেব। বৰ যন্ত্ৰণা।

**ভৈৰবী** : সকলো কথাৰে মই গম ধৰিছো। মোৰ হাতত তাৰ উপযুক্ত দৰৱাই আছে। খোদাৰ মৰ্জি হলে অলপ পিছতেই সম্পূৰ্ণ আৰোগ্য লাভ কৰিব পাৰিব।

**শিৱা** : মই ঔষধ খাব লাগিব নেকি?

**ভৈৰ** : নিশ্চয় খাব লাগিব। ৰ'ব, মই ভাল দৰৱাই তৈয়াৰ কৰি দিওঁ। (এবাটি পানীত মিচিৰিৰ গুৰি মিহলাই দি) নিয়ক, এইপালি দৰৱাই খাই দিয়কচোন।

**শিৱা** : খাম বাৰু, অলপ পিচত। এতিয়া মোৰ গাটো বৰ বেয়া লাগিছে।

**ভৈৰ** : নহয় এতিয়াই মোৰ আগতে খাওক।

**শিৱা** : মোক মাফ কৰক হাকিম চাহেব! পিছত খাম।

**ভৈৰ** : নহয় এতিয়াই। এই মুহূৰ্তে মোৰ আগতে খাব লাগিব।

**শিৱ** : যদি নেখাওঁ?

**ভৈৰ** : খাবলৈ বাধ্য কৰিম। জোৰ কৰি খুৱাম।

(শিৱাজীয়ে উঠি ভৈৰবীক টেটুত ধৰি মুখত বাটিৰ চৰবত ঢালি দিয়ে। ভৈৰবীয়ে বিনা প্ৰতিবাদে খায়।)

**শিৱা** : বাধ্য কৰিবি? কাক বাধ্য কৰিবি দেখা যাওক। শিৱাজীক চিনি পোৱা নাই হোঁ? শিৱাজীক যি বিহ খুৱাই মাৰিবলৈ খুজিছ ,সেই বিহ তোৰ পেটতেই সোমাওক। খা, চয়তান খা।

**ভৈৰবী** : আপত্তি নাই যিমান দিব পাৰে সিমান খাম।

**শিৱ** : আচৰিত। তেন্তে বিহ নহয় নেকি?

**ভৈৰ** : মই জানো বিহ বুলি কৈছিলোঁ? যদি মাৰাঠা দেশত দৰবক বিহ বোলে, কব নোৱাৰোঁ। সি যি নহওক এতিয়া দৰবৰ গোন্ধত বেমাৰ ভালেখিনি উপশম হোৱা প্ৰমাণ পোৱা গৈছে। আশা কৰো এতিয়া বেমাৰৰ নাম কব পাৰিম।

**শিৱ** : কি বেমাৰ?

**ভৈৰ** : তাৰ আগেয়ে বেমাৰ লক্ষণবোৰ নিৰূপণ কৰা যাওক।

**শিৱ** : উত্তম।

**ভৈৰ** : প্ৰথম-- পেটত ভোক নোহোৱা। তাৰ কাৰণ হৈছে-- মোগলৰ প্ৰেৰিত খাদ্য-সামগ্ৰীত বিষাক্ত উপাদানৰ সন্দেহ। দ্বিতীয়-- চকুৰ টোপনি নোহোৱা। তাৰ কাৰণ হৈছে-- প্ৰতি মুহূৰ্ততে বিপদৰ আশংকা কৰি নিজকে সতৰ্ক কৰি ৰখা। তৃতীয়-- লৰিব-চৰিব শক্তি নোহোৱা। তাৰ কাৰণ হৈছে-- মোগল কাৰাগাৰত বন্দী হৈ ইচ্ছামতে য'তে ততে ফুৰিব নোৱাৰা। চতুৰ্থ-- মূৰ দাঙিব নোৱাৰা। তাৰ কাৰণ--ইয়াৰ্ পৰা মুকলি হৈ স্বদেশৰ উদ্ধাৰ-সাধন কৰা চিন্তাই তাক গধুৰ কৰি ৰখা। মোৰ কথাবোৰ ঠিক হৈছে নে? নিৰুত্তৰ কিয় মাৰাঠাপতি?

**শিৱা** : বাৰু নৰিয়া কি?

**ভৈৰ** : স্বদেশ যাৰ কৰ্ম্ম, স্বদেশ যাৰ ধৰ্ম্ম, স্বদেশ যাৰে শৰীৰৰ বৰ্ম্ম- সেই স্বদেশভক্ত শিৱাজীৰ গাত যি নৰিয়া হোৱাৰ সম্ভৱ, ই ঠিক সেই নৰিয়াই। এই নৰিয়াৰ নাম স্বদেশ চিন্তা। যি এবাৰ এই নৰিয়াত ভুগিছে, তাক সহজতে ভাল কৰাটো টান।

**শিৱা** : কোন তুমি ছদ্মবেশী? মোক ছলনা কৰিবৰ হেতু হাকিমৰ ভেশচন কৰি আহিছা কিয়? কোৱা, কোন তু মি নিৰ্ভয়ে কোৱা।

**ভৈৰ** : মই কোন সেই কথা শুনিবলৈ আজিলৈ থাককচোন বাৰু। মুঠতে কওঁ-- মই এজন ছদ্মবেশী মাৰাঠা। নেতাজী,হীৰাজী,ৰঘুনাথ আদিৰ লগত একযোগ হৈ আমি কাম কৰিছোঁ। মই এতিয়া যাওঁ। নেতাজী এতিয়াই আহিব।

**শিৱা** : মোক ক্ষমা কৰিবা অচিনাকি যুৱক। তোমাক অযথা উৎপীড়ন কৰিলো। লোৱা এই আঙঠিটো। মাৰাঠা

দেশত ইয়াৰ সহায়তে আকৌ পৰিচয় লম।

ভৈৰ : তেন্তে মই এতিয়া যাওঁ। (সৌৱা নেতাজী আহিছেই। (ভৈৰবীৰ প্ৰস্থান। নেতাজীৰ প্ৰৱেশ)

নেতা : মহাৰাজ। সোনালী সুযোগ। সিটো খোঁটালিত দুটা ডাঙৰ পাচি যতনাই ৰাখিছোঁ। এটা আপোনাৰ বাবে আৰু আনটো যুৱৰাজ শম্ভুজীৰ কাৰণে। তাতে সোমাই নিৰ্বিঘ্নে বাহিৰ ওলাই যাব পাৰিব। চিপাহীবিলাকে মিঠাইৰ পাচি পৰীক্ষা কৰিবলৈ এৰি দিছে।

শিৱা : সন্যাসীৰ সাজ?

নেতা : তাকো তাতে যুগুত কৰি ৰখা হৈছে। যাওক, পলম নকৰিব। মই আপোনাৰ শয্যাত শয়ন কৰো

শিৱা : বেছ পাৰিবাতো? ইযাৰ পৰিণাম কি ভাবি চাইছা নে?

নেতা : কোনো মাৰাঠাই পৰিণাম চিন্তা কৰি কৰ্তব্যভ্ৰষ্ট নহয়। যি ওৰে জীৱনে জুইৰ খেল খেলি আহিছে। সি মোগলৰ লগত এই খেল খেলিবলৈকো প্ৰস্তুত। দিয়ক, আপোনাৰ হাতৰ খাৰু দুপাত মোক পিন্ধে দিয়ক। হাত দুখন বাহিৰ উলিযাই থব লাগিব।

শিৱ : এযা লোৱা।

(খাৰু দুপাত হাতৰ পাৰা সোলোকাই দি শিৱাজীযে প্ৰস্থান কৰে।

নেতাজীয়ে শিবাজীৰ শয্যাত মূৰ-গাই কাপোৰ লৈ শোৱে। কাৰাৰক্ষী আৰু হাকিমবেশী ভৈৰবীৰ পুনৰ প্ৰৱেশ।)

কাৰা : এতিযা ৰোগীৰ অৱস্থা কেনে হাকিম চাহাব?

ভৈৰ : সিমান বেয়া নহয়। সৌ চোৱা, নিশ্চিন্তমনে শুব পাৰিছে। তুমি ইয়াত কাকো গোলমাল কৰিবলৈ নিদিবা। খুব হুছিয়াৰে পহৰা দিবা।

কাৰা : বেমাৰি মৰিব লাগিলে আমাৰ বৰ দুৰ্নাম হব হাকিম চাহাব।

ভৈৰ : সেই বিষয়ে চিন্তা নাই। আজিৰ দিনটো পাৰ হৈ গলেই খেল খতম।

খাৰা : তেন্তে মই বাহিৰতে থাকো গৈ। আপুনি আৰু এবাৰ ভালদৰে পৰীক্ষা কৰি চাওক। (কাৰৰক্ষীৰ প্ৰস্থান)

ভৈৰ : উঠা, নেতাজী উঠা। জাল ফালি বাঘ ওলাই ভালেখিনি পালেগৈ। নিজৰ জীৱন বিপন্ন কৰিও প্ৰভুৰ মুক্তিৰ উপায় তুমি সহজ কৰি দিলা। ধন্য তোমাৰ স্বদেশ প্ৰেম।

নেতা : নিজৰ কৰ্তব্য কৰিছো। তাতকৈ বেছি একো কৰা নাই বলা।

(ভৈৰবীৰ প্ৰস্থান)

# চতুৰ্থ দৰ্শন

## অন্দৰমহল

(কথাপাতি পাতি ঔৰংজীব আৰু দিলিৰ খাঁৰ প্ৰৱেশ।)

ঔৰং : দিলিৰ খা। শিৱাজী পলাল কেনেকৈ?

দিলি : জহাপনা। শিৱাজীয়ে মিঠাই বিলোৱা এটি ফাকি মাত্ৰ। এজন এজনকৈ আটাই কেইজন মাৰাঠী মিঠাইৰ পাচিত সোমাই পলাই গৈছে। ই ভীষণ প্ৰতাৰণা।

ঔৰং : শত্ৰু হলেও মই শিৱাজীৰ বুদ্ধি-চাতুৰ্য্যৰ তাৰিফ কৰো। আৰু মোৰ অকৰ্ম্মণ্য কৰ্ম্মচাৰীৰ দল— সিহতে তাত কৰিছে কি? সকলোৰে উপযুক্ত শাস্তিৰ ব্যৱস্থা পিছত হ'ব— কোনেও ৰেহাই পাব নোৱাৰে। এতিয়া তুৰন্তে চাৰিওফালে দ্ৰুতগামী অশ্ব পঠোৱা। সমগ্ৰ ভাৰতত তন্ন তন্ন কৰি শিৱাজীক তাল্লাচ কৰা। সকলোতে প্ৰচাৰ কৰি দিয়া — যি জীৱিত কিম্বা মৃত্যু শিৱাজীৰ সন্ধান দিব পাৰিব, তাৰ পুৰস্কাৰ সহস্ৰ স্বৰ্ণ মুদ্ৰা।

দিলিপ : ইতিমধ্যে তেনে ব্যৱস্থা কৰা হৈছে জাহাপনা।

ঔৰং : আজি শিৱাজীয়ে যি অপমান দি গ'ল, ঔৰংজীবে জীৱনত এনে অপমান পোৱা নাছিল। আজি মোৰ দৰ্প চুৰ্ণ হ'ল। আজি মোৰ ইমানদিনীযা পৰিকল্পনা বৰ্বাদ হৈ গল।

(ওৰংজীৱে অলপ সময় খিড়িকিৰ মুখলৈ গৈ বাহিৰলৈ চাই থাকে। উলটি আহি কয়।)

ঔৰং : দিলিৰ খাঁ।

দিলিৰ : জাহাপনা!

ঔৰং : খিড়িকিৰে চাই পঠিয়াচোন। সৌৱা দুৰৈত কি দেখিছা?

দিলি : নীলা আকাশ।

ঔৰং : আৰু কি দেখিছা?

দিলিৰ : তাৰ কোলাত অস্তগামী সূৰ্য্যই লাল হৈ পৃথিৱীৰ পৰা মেলানি মাগিছে।

ঔৰং : আৰু চোৱা কি দেখিছা?

দিলি : একো দেখা নাই জাহাপনা।

ঔৰং : ভালকৈ চোৱা দিলিৰ।

দিলিৰ : বান্দাৰ দৃষ্টিশক্তি এতিয়াও সিমান দুৰ্বল হোৱা নাই জাহাপনা।

ঔৰং : ওহো, বিশ্বাস নহয়। সৌ অস্তগামী সূৰ্য্যৰ চেৰত সেই চপৰা কি?

দিলিৰ : এচপৰা সৰু ডাৱৰ জাহাপনা।

ঔৰং : দিলিৰ!

দিলিৰ : জাহাপনা।

ঔৰং : তুমি এজন প্ৰধান মোগল সেনাপতি।

দিলি : জাহাপনাৰ মৰ্জি। বান্দাৰ নচিব।

ঔৰং : চাবাছ্। বাৰু দিলিৰ। তুমি কব পাৰা নে— সেই ডাৱৰ চপৰাৰ পৰা তুফান হব নে নহয়?

দিলিৰ : বৰ্ত্তমানে সেই আশংকা নাই জাহাপনা।

ঔৰং : বুৰ্বক— চকু মেলি চোৱা। দেখিবা— সেই সৰু ডাৱৰ চপৰাইলাহে লাহে ক'লা আৰু ক'লা হৈ তোমাৰ অস্তগামী লাল সূৰ্য্যক কালমূৰ্ত্তি ধৰি গ্ৰাস কৰি পেলাব খুজিছে। তুমি কৈছা তুফানৰ সম্ভাৱনা নাই। কিন্তু মই দিল্লীৰ বাদছাহ ঔৰংজীবে কওঁ— তুফান আহিব, জৰুৰ আহিব। এনে এটা তুফান আহিব ধৰিছে দিলিৰ। যি তোমাক— মোক— সকলোকে গিলি থব।

দিলিৰ : জাহাপনাৰ কথা বান্দাই বুজি পোৱা নাই।

ঔৰং : বুজিবা, বুজিবা, জৰুৰ বুজিবা। এনে এদিন আহিব দিলিৰ। যিদিনা তুমি কিয় —সকলোৱে—এই বিস্তৃত মোগল সাম্ৰাজ্যৰ সৰু কীট এটাও তাৰ অন্তৰতম প্ৰদেশত অনুভব কৰিব— মোৰ কথাৰ মানে কি দিলিৰ খাঁ।

ঔৰং : মোক গ্ৰেপ্তাৰ কৰা দিলিৰ।

দিলিৰ : জাহাপনা।

ঔৰং : বিশ্ববিজয়ী ঔৰংজীবৰ হুকুম। কামত গাফিলি কৰিলে শাস্তি পাবা। হুকুম তামিল কৰা।

দিলিৰ : মোক মাফ কৰিব সম্ৰাট।

ঔৰং : অ' মাফ কৰিব লাগে? মাফ! তুমি জানানে দিলিৰ। মই কোন?

দিলিৰ : সমগ্ৰ হিন্দুস্থানৰ মালিক-- দুনিয়াৰ মালিক-- বিশ্ববিজেতা আলমগীৰ।

ঔৰং : তোষামোদ কৰি মোক খুছি কৰিব খুছিছা নহয় নে?

দিলিৰ : (নিমাত)

ঔৰং : মোৰ বেটী জাহাজাদী জেবউন্নিছাই ৰুবায়াৎ লিখে--বেছ সুন্দৰ ৰুবায়াৎ। মোৰ বেটা জাহজাদা আকবৰে মোক বৰখাস্ত কৰি ময়ুৰ- সিংহাসনত বহিবলৈ বিচাৰে। মোৰ সেনাপতি চায়েস্তা খাঁই শিৱাজীক কুৰ্নিছ কৰি পুণা নগৰ এৰি দি গুচি আহে। মোৰ উজিৰ ওমৰাহবিলাকে গুল-বাগানত মছগুল হৈ ইৰানৰ মদিৰা পান কৰে। আৰু হতভাগ্য ঔৰংজীৱ সি কৰে কি? টুপি চিলাই কৰি জীৱিকা উলিয়াই বিৰাট মুছলিম ৰাষ্ট্ৰৰ সপোন দেখে। ইমানতো মই বিশ্ববিজেতা আলমগীৰ নহ'ম কিয়?

দিলিৰ : জাহাপনা অসুস্থ হৈছে।

ঔৰং : ভয় নকৰিবা দিলিৰ। মোৰ মেজাজ এতিয়াও ঠাণ্ডা আছে। তুমি অৱশ্যে মিছা কোৱা নাই। সঁচাকৈয়ে এনে এদিন আহিল যিদিনা মোৰ অন্তৰে মোক বিজয়-গৌৰৱত অভিষিক্ত কৰিছিল। যিদিনা মই অনুভৱ কৰিছিলো— মই দিল্লীশ্বৰ--মই জগদীশ্বৰ-- মই সৰ্বশক্তিমান আলমগীৰ। সেইদিনা মই ভাবিছিলো--মোৰ পৰিকল্পনা দিঠকত পৰিণত হ'ব। ভাবিছিলো--সমগ্ৰ হিন্দুস্থানক এক মহাশক্তিশালী ৰাষ্ট্ৰত একত্ৰিত কৰিম। কিন্তু চোৱা, মোৰ অভিলাষ ব্যৰ্থ হৈ গ'ল। সৌ ডাৱৰ টুকুৰাই বহলি গৈ সমগ্ৰ আকাশ ছানি পেলাবলৈ আৰু কিমান দিন? শিৱাজী— এটা জংঘলী নিগনি। সিও আহে মোগলৰ সৈতে যেন্ধ মাৰিবলৈ। শিৱাজীৰ হাতত আজি মই লাঞ্ছিত-- অপমানিত। শিৱাজী আজি ছত্ৰপতি ৰজা। ইয়াতকৈ আৰু খাৰাপ নচিব কি হব পাৰে? দিলিৰ।

দিলিৰ : জাহাপনা।

ঔৰং : ইয়াৰ বাবে দায়ী কোন?

দিলিৰ : (নিমাত)

ঔৰং : নেমাতা কিয় - কোৱা। কোন-- কোন দায়ী? খোদ আলমগীৰ-- নহয় জানো?

দিলিৰ : জাহাপনা। এতিয়াও সময় আছে। এতিয়াও বিজয়লক্ষ্মী সুপ্ৰসন্না আছে।

ঔৰং : কিন্তু আৰু নেথাকে। এই বুঢ়াৰ। ৰজহাড়ডাল যদি আৰু পোন হৈ থাকিলেহেতেন। আৰু তোমালোক?

দিলিৰ : আমি তৈয়াৰ আছো জাহাপনা।

ঔৰং : (হঠাৎ চিঞৰি)। বেইমান--তফাৎ।

(দিলিৰ খাঁৰ প্ৰস্থান)

ঔৰং : এহাতে মদৰ পাত্ৰ আৰু আনফালে বাৰাঙ্গনা নাৰীৰ স্পৰ্শ। সমুখত বিশাল সাম্ৰাজ্য। বাঃ -- সুন্দৰ দৃশ্য! (প্ৰস্থান)

## পঞ্চম দৰ্শন

গভীৰ অৰণ্য

(দিলীপৰাওৰ প্ৰৱেশ)

দিলীপ : হৃদয়ৰ মাজত প্ৰতিহিংসাৰ অগ্নিশিখা দপ দপ কৰি জ্বলি উঠিছে। আজি তাক নুমাব লাগিব। গোলাপ আৰু দিলীপৰাও— দুটি টেকীয়াপতীয়া বাঘ। একেখন হাবিত একেলগে পৃথিৱীত জীয়াই থাকিব নোৱাৰে। হয় গোলাপ, নহয় দিলীপৰাওৰ মৃত্যু অৱশ্যম্ভাবী। সি ৰাজপুত, মই মাৰাঠা! ৰাজপুত আৰু মাৰাঠাৰ

কি সম্বন্ধ? সহিছোঁ—আজলী অমিয়াৰ মুখলৈ চাই বহুত সহিছোঁ। আৰু নোৱাৰোঁ, আৰু সহিব নোৱাৰোঁ। বুদ্ধি-কৌশল কৰি তাক মাৰাঠাপতিৰ হতুৱাই পৰিত্যাগ কৰালো। পুনৰ আহি মিলিত হ'ল। উস্ ইমান সহিব নোৱাৰি। এই পিস্তলৰ সহায়ত আজি সেই দুৰাত্মাক হত্যা কৰিম। বলদেৱসিংহৰ প্ৰেতাত্মা! পুনৰ আজি তললৈ চা। আজি তোৰ গোলাপৰ পৃথিৱীত শেষ দিন। সৌৱা পাষণ্ড আহিছেই। অলপ আতৰ হওঁ। এযে সোণালী সুযোগ।

(লুকায়। গোলাপৰ প্ৰৱেশ)

**গোলা** : তেনেই অকলশৰীয়া হৈ এই গভীৰ হাবিত সোমালোঁ। মাৰাঠাপতি আৰু সৈন্যবিলাক চিকাৰ বিছাৰি কোন কেনি গৈছে একো হিচাপ নোহোৱা হ'ল। মোক আজি পৰুৱাই পালে। যিমানেই বাত বিচাৰোঁ সিমানেই অতব্য হাবিৰ ওৰ নপৰে। চাৰিওফালে অন্ধকাৰ, ক'ত কি আছে একো নেদেখি। কোনফালে যাওঁ।

**দিলী** : (আগবাঢ়ি আহি)। মই তোক বাট দেখুৱাই দিম। গোলাপ সিংহ। গন্তব্য পথ তোৰ সৌ ওপৰৰ ফালে।

**গোলা** : অ' আপুনিও এই হাবিৰ মাজত সেনাপতি?

**দিলীপ** : (খঙেৰে) মই আজি তোৰ সেনাপতি নহওঁ। মই তোৰ জীয়া যম। তোৰ আগমন প্ৰতীক্ষা কৰি ইয়াতে ৰৈ আছোঁ।

**গোলাপ** : সেনাপতি ! আজি দেখোন মোৰ লগত আপোনাৰ নতুন ব্যৱহাৰ?

**দিলীপ** : আজি তোৰ মৃত্যু। আজি মোৰ ঋণ পৰিশোধ।

**গোলাপ** : মাৰাঠাৰ কলংক দিলীপৰাও। তই ৰাজপুতক ঘিণ কৰিছ? কিন্তু কোনো ৰাজপুতে কেতিয়াও মাৰাঠাক ঘিণ নকৰে।

**দিলীপ** : তেন্তে তোৰ পিতাৰ বলদেৱসিংহই মোক মাৰাঠা বুলি ঘিণ কৰিছিল কিয়?

**গোলাপ** : বলদেৱসিংহৰ পুত্ৰ গোলাপসিংহয়ো তোক ঘিণ কৰে। নিজকে মাৰাঠা বুলি চিনাকি দিবলৈ তোৰ লাজ নেলাগে নে?

**দিলীপ** : সেই কথাৰ বিচাৰক তই নহয়। জানি ল, কোনো উপায়ে আজি তোৰ নিস্তাৰ নাই।

**গোলাপ** : তাৰ আগেয়ে তয়ো এই কথাও জানি ল—ৰাজপুত গোলাপসিংহয়ো দুৰ্ব্বল হাতেৰে অস্ত্ৰ ধৰা নাই। তয়ো মৃত্যুৰ নিমিত্তে প্ৰস্তুত হ।

**দিলীপ** : শুন আৰু কথা আছে। ময়েই তোৰ পিতৃ বলদেৱসিংহক গুপ্ত ঘাতকৰ হতুৱাই হত্যা কৰাইছো।

**গোলাপ** : উস ইমান দূৰ। পাষণ্ড! নৰকৰ কীট! গোলাপসিংহই তোক কেতিয়াও ক্ষমা নকৰে। (অস্ত্ৰ তোলে)

**দিলীপ** : শুন, কেৱল সিমানেই নহয়। মই তোৰ ভগ্নীপতি। মই তোৰ ভগিনী অমিয়াৰ স্বামী। হাঃ হাঃ হাঃ।

**গোলাপ** : মোৰ প্ৰাণৰ ভনীটি— মোৰ চেনেহৰ অমিয়া তোৰ হাতত? থাক পাষণ্ড! তই জীয়াই থাক। তোক হত্যা কৰি মোৰ ভনীটিক বিধবা নকৰো। ময়ে মৰিম। এযা, বুকু পাতি থিয় দিছোঁ। গুলী কৰ।

**দিলীপ** : সুন্দৰ! পূৰ্ণ আজি প্ৰতিহিংসা মোৰ। (পিস্তল তোলে। বেগেৰে শিৱাজীৰ প্ৰৱেশ। দিলীপ অপ্ৰস্তুত)

**শিৱাজী** (খঙেৰে) : দিলীপৰাও!

**দিলীপ** : (নিমাত)

**শিৱা** : দিলীপৰাও! ইমান দূৰ পাশৱিকতা? জান, এইখন কাৰ ৰাজ্য?

**গোলাপ** : মহাৰাজ! দিলীপৰাওক ক্ষমা কৰক।

**শিৱ** : অসম্ভৱ। নৰকৰ কীট বিশ্বাসঘাতক দিলীপৰাওক মই কেতিয়াও ক্ষমা কৰিব নোৱাৰো। সকলোৰে ক্ষমা আছে—প্ৰভুদ্ৰোহী, স্বদেশদ্ৰোহী বিশ্বাস ঘাতকৰ ক্ষমা নাই।

**দিলী** : মই স্বদেশদ্ৰোহী নহওঁ।

**শিৱা** : মিছা মাতি পাপ নবঢাবি। তোৰ কলংক-কাহিনী মোৰ অবিদিত নহয়। মৃত্যুৰ আগমুহূৰ্তত নিজ মুখে সকলো কথা স্বীকাৰ কৰি যা। নহলে—

**দিলী** : পাপ-পুণ্য সকলোৰে আছে। মোৰো থাকিব পাৰে। সেই বাবে মই অনুতপ্ত নহওঁ।

**শিৱা** : মৃত্যুই তোৰ যোগ্য দণ্ড। প্ৰস্তুত হ পাষণ্ড। (তৰোৱাল উলিয়ায়। অতৰ্কিতে দিলীপৰাওৱে পিস্তল তুলি শিৱাজীৰ বুকুলৈ লক্ষ্য কৰে। বেগেৰে ভৈৰৱী আহি দুয়োৰো মাজত থিয় হয়। পিস্তলৰ আৱাজ হয়। ভৈৰৱী আহত হৈ পৰি যায়। গোলাপে তৎক্ষণাৎ পিস্তল কাঢ়ি লয়।)

**শিৱা** : ইকি। কোন তুমি নাৰী? স্বৰগৰ দেৱীৰ নিচিনাকৈ আহি নিজৰ প্ৰাণ দি মোৰ জীৱন ৰক্ষা কৰিলা? দিলীপৰাও! অধম কুকুৰ! নাই— তোক ইমান সোনকালে শেষ নকৰো।

(বংশীধবনি। চাৰিজন সৈনিকৰ প্ৰৱেশ।)

**শিৱা** : গোলাপ সিংহ। এই দুৰাত্মাক বন্দীশালিলৈ লৈ যোৱা।

(গোলাপ আৰু সৈনিক বিলাকে দিলীপক লৈ যায়।)

**শিৱা** : দেৱী! কোন তুমি? নিজৰ প্ৰাণ বলি দি এই নিঃকিন শিৱাজীৰ জীৱন ৰক্ষা কৰিলা কিয়?

**ভৈৰৱী** : মহাৰাজ! আহা! আৰু ওচৰ চাপি সোধাহি— মই

কোন। ভয় নকৰিবা। লাজ নকৰিবা। তুমি মোৰ আৰোধ্য দেৱতা- তুমি মোৰ সাধনাৰ ধন। লোৱা, এইটো তোমাৰ আঙঠি।

**সিৱা** : (আঙঠি চাই) ইকি এইটো দিল্লীৰ বন্দীশালত মই দিয়া আঙঠি?

**ভৈৰৱী** : এৰা, সেই আঙঠি। এতিয়া মোক বিদায় দিয়া। মই পাগলী-- তোমাৰ চৰণসেৱিকা ভৈৰৱী। আজি মোৰ বৰ আনন্দৰ দিন। আজি মোৰ জীৱনৰ পুৰ্ণাহুতি। মই যাওঁ। মুৰত তোমাৰ পদধুলি দিয়া।

**শিৱা** : ভৈৰৱী। তই পাগলী নহৱ। তই মোৰ শৈশৱৰ ক্ৰীড়াৰ সঙ্গিনী-- যৌৱনৰ ৰণৰঙ্গীনী-- তই আছিলি এটি প্ৰহেলিকা। দুৰ্গম পথত আগবাঢ়িব খুজিছিলো মই তোক বুকুত লৈ। সম্ভৱ নহ'ল অসবৰ্ণ বিবাহ বন্ধন। বাধা দিলে সনাতনী সমাজপ্ৰথাই-- বাধা দিলে মাতৃযে-- বাধা দিয়ে গুৰুৱে। মোক বাট এৰি দি তই আজি নিজে আতৰি গুচি গ'লি। আদৰি লৈছিলি চিৰকুমাৰী জীৱন-- হৈছিল গৈৰিক বসানা দেশসেৱিকা। অভিযোগ নুতুলিলি-- প্ৰতিবাদ নকৰিলি। আজি মই অন্তৰৰ পৰা উপলব্ধি কৰিব পাৰিছোঁ-মই পাহৰিলেও তই মোক কোনো দিনে পাহৰিব পৰা নাছিলি । এই অটব্য হাবিৰ মাজতো তই আৰে আৰে থাকি লৈছিলি মোৰ জীৱন-ৰক্ষাৰ ভাৰ । ইমানেই আছিল মোৰ প্ৰতি তোৰ নিবিড় ভালপোৱা। ধন্য তোৰ মহান ত্যাগ । ধন্য কামগন্ধবিহীনি প্ৰেম। ভৈৰৱী। তই মানবী নহয়-- তই দেৱী। কেৱল গোপন ভালপোৱাৰ উমি উমি জুইত নিজৰ স্বাৰ্থ জীৱন সকলোকে বলি দি তই প্ৰিয়জনক অদৃশ্য মহাশক্তিৰ দৰে ৰক্ষা কৰি আছিলি। ভৈৰৱী। প্ৰিয়া। চকু মেলি চা। কথা ক কথা ক।

ঃ চতুৰ্থ অংক সমাপ্ত ঃ

# পঞ্চম অংক

## প্ৰথম দৰ্শন

বিচাৰ চ'ৰা

( শিৱাজী, তানোজী, গোলাপসিংহ, পেছোৱা প্ৰভৃতি)

**শিৱ** : মোৰ মুৰৰ ওপৰেদি এটা ডাঙৰ ধুমুহা পাৰ হৈ গ'ল। এতিয়াও যেন তাৰ গুমগুমনি শেষ হৈ যোৱা নাই। আকাশখন যেন মূৰৰ আৰু ওপৰলৈ উঠি গৈছে, পৃথিৱীখন আৰু বেছি ভৰিৰ তললৈ নামি গৈছে। ই স্থিৰ হৈ থাকে কেনেকৈ তানোজী?

**তানো** : যোৱা কথা চিন্তা এৰক মহাৰাজ। সময়ত সকলো থিক হৈ যাব। ৰাজসভাৰ সময় হৈ আহিছে। আজি দিলীপৰাওৰ বিচাৰৰ দিন।

**শিৱাজী** : দিলীপৰাও। দিলীপৰাও। তাৰ- তাৰ হৃদযৰ সমস্ত ৰক্তেৰেও বোধকৰোঁ মোৰ অন্তৰ অনল নিৰ্বাপিত নহব কি শান্তি দিওঁ-- তাক - তাক?

**গোলাপ** : ক্ষমা কৰক মাহাৰাজ।

**শিৱাজী** : অ' গোলাপ। কাক তুমি ক্ষমা কৰিবলৈ কৈছা?

**গোলাপ** : দিলীপৰাওক--

**শিৱাজী** : কিয় এনে অনুৰোধ কৰিছা? সেই দুৰাচাৰে মোৰ কি সৰ্বনাশ কৰিছে জানা? নকৰা নকৰা। দিলীপক মই কেতিয়াও ক্ষমা কৰিব নোৱাৰো।

**গোলাপ** : দিলীপৰাৱে কেৱল আপোনাৰেই অপকাৰ কৰা নাই? জগতত মোৰ শেষ আশ্ৰয়ৰ তৃণডালিকো সি নষ্ট কৰিছে। তাৰ সকলো কুকীৰ্ত্তিৰ লক্ষ্য মই। যেতিয়া মই মোৰ চেনেহৰ ভনীটিক লগত লৈ আপোনাৰ চৰণ-দৰ্শনাৰ্থী হৈ আহো - তেতিয়া সি মোক দস্যুৰ দ্বাৰাই আক্ৰমণ কৰাই ভীষণৰূপে আঘাত কৰে। মই চৈতন্য হেৰুৱাও আৰু সেই অৱস্থাতে মোৰ ভনীটিক সি হৰণ কৰি নি বলেৰে বিয়াকৰাই মোৰ বংশ কলঙ্কিত কৰে সেই অৱস্থাত মই মোৰ পাগলি ভৈৰৱী আইৰ আশ্ৰয় নেপালে মোৰ কি অৱস্থা হ'লহেঁতেন এবাৰ ভাবি চাওকচোন মহাৰাজ।

**শিৱ** : ইয়াৰ দুৰ কৰিছিল সেই পাষণ্ডই? সেই পাগলী আই আছিল মোৰ কৰ্মৰ আশ্ৰয় ভাগ্যৰ নিয়ন্ত্ৰী। আপোনাৰ খড়গৰ আঘাতৰ পৰা মোক ৰক্ষা কৰিছিল মোৰ আয়ে। আপোনাক শত্ৰু-কৱলৰ পৰা ৰক্ষা কৰাত-- মোৰ একমাত্ৰ মন্ত্ৰণাদাত্ৰী সহায় আছিল মোৰ আই। মোৰ কি সৰ্বনাশ কৰিছে সি এবাৰ ভাবি চাওক মহাৰাজ।

**শিৱাজী** : ইমানতো কিয় তাক ক্ষমা কৰিব লাগে গোলাপ?

**গোলাপ** : কেৱল মোৰ ভনীটিৰ মুখলৈ চাই। বলেৰে বিয়া কৰালেও--মোৰ ভনী সেই দুৰাচাৰৰ পত্নী? মই সেই আজলী ভনীটিৰ বৈধব্য যন্ত্ৰণা চাই কেনেকৈ জীয়াই থাকিম মাহাৰাজ? (ক্ষন্তেক নীৰৱ) আৰু মহাৰাজ। পাপীৰ প্ৰায়শ্চিত্ততো শাস্তিত নহয়, অনুতাপতহে হয়। সি আজি অনুতপ্ত। অনুতাপৰ জুইত দগ্ধ হৈ আজি সি মুহুৰ্তে মুহুৰ্তে মৃত্যুক আহ্বান কৰিছে। তাক ক্ষমা কৰিলেহে উপযুক্ত দণ্ড দিয়া হ'ব।

**শিৱাজী** : গোলাপ। আজি তোমাৰ মুখলৈ চাই।-- মই দুস্মতিৰ বিচাৰ স্থগিত ৰাখিলো। আৰৌ ভাবি চাব লাগিব।

গোলাপ : (নতজানু হৈ )। মহাৰাজ জয় হওক। হিন্দুৰ লুপ্ত গৰিমা পুনৰ জিলিকি উঠক। এয়ে হিন্দুৰ মহত্ত্ব। সাংসাৰিক মায়া-মমতাৰ পৰা আঁতৰত থাকি নিজৰ কৰ্ত্তব্য কৰি যাব লাগিব। এয়ে গীতাৰ বাণী— এয়ে আমাৰ গুৰু ৰামদাস স্বামীৰ শিক্ষা

শিৱ : তুমি ল'ৰা মানুহ। ইমান জ্ঞানগৰ্ভা কথা কৈছা কেনেকৈ বাৰু? তানোজী, ব'লা আজি আৰু আন কাম কৰা নহব।

# দ্বিতীয় দৰ্শন

দিল্লী— অন্দৰমহল

( এফালেদি চায়েস্তা আৰু আনফালেদি ঔৰংজীবৰ প্ৰবেশ)

ঔৰংজীব : সোমাই।

চায়েস্তা : ভা-ভাগিন।

ঔৰং : সৌ ফালেদি কোন গ'ল।

চায়েস্তা : ক'তা কোনো যোৱা নাই দেখোন?

ঔৰং : সঁচা কথা কোৱা। মোৰ আগত কথা লুকাই ৰখা মিছা। কোন গ'ল তাই?

চায়েস্তা : (কপি কপি)। তাই ! তাই ! কোন তাই?

ঔৰং : কপিছা কিয়? ভয় নাই জবাব দিয়া।

চায়েস্তা। কওঁ— ভয় নাই—মোৰ দিল তাই। নহয়—নহয়।

ঔৰং : মই সকলো জানো । তোমাৰ হাতত সেইটো মদৰ গিলাছ নহয় নে?

চায়েস্তা : আজিৰ পৰা মদ নেখাও ভাগিন। কচম্ খাই কৈছো। ( গিলাচ পেলায় ।)

ঔৰং : বৃদ্ধ। কুপ্ৰবৃত্তিবোৰ এতিয়াও এৰিব নোৱাৰিলা? এতিয়াও তোমাৰ গাত হবলা যৌৱন আছে? ইফালে যে মোগল সাম্ৰাজ্য ছাৰখাৰ হৈ যাব—তাৰ খবৰ ৰাখিছা নে?

চায়েস্তা : কেলেই মোগল সাম্ৰাজ্য ছাৰখাৰ হবলৈ দিম ভাগিন?

ঔৰং : নিদিবাতো। তাৰ ভাল নমোনা পোৱা গৈছে। এহাতে মদৰ গিলাছ আৰু আনহাতে পতিতা নাৰীৰ হাতত ধৰি দেশৰক্ষা কৰিবা নহয় নে? নাই—মোগল সাম্ৰাজ্য পতন হবলৈ আৰু বেচি দিন নাই। ময়েই শেষ । ছলে ফিকিৰে কোনো ৰকমে শিৱাজীক পৰাস্ত কৰিব নোৱাৰিলোঁ। চকুৰ আগতে পৰ্বতৰ মাৰাঠা ডকাইত এটা প্ৰবল জাতিত পৰিনত হল।

চায়েস্তা : শিৱাজীৰ কথা মনত পৰিলে আজিও মোৰ গাৰ লোম শিয়ৰি উঠে। শিৱাজীয়ে কটা আগহাতৰ আঙুলি কেইটা এতিয়াও অহা নাই।

ঔৰং : বিলাসিতাৰ উপযুক্ত শাস্তি হৈছে তোমাৰ।

চায়ে : উপযুক্তই হওক বা অনুপযুক্তই হওক— ফলত মোৰ আঙুলি কেইটা হেৰুৱালোঁ ভাগিন।

ঔৰং : তোমাৰ আঙুলি ডাঙৰনে সাম্ৰাজ্য ডাঙৰ?

চায়ে : আ—আঙুলি।

ঔৰং : (খঙেৰে)। আঙুলি?

চায়ে : নহয় নহয় সাম্ৰাজ্য— ভাগিন। সাম্ৰাজ্য।

ঔৰং : মিছাতেহে মই ইমানখিনি কৰিলোঁ। ভাবিছিলো, মোগলক এখন সুবিশাল ৰাজ্যৰ মালিক পাতি যাম। কিন্তু এতিয়া স্পষ্ট দেখিছোঁ সকলো মিছা। মোগল সেই বিষয়ে নিৰ্লিপ্ত। যদি মোৰ সহকাৰী অন্ততঃ এজনমান শিৱাজীৰ নিছিনা ৰণবীৰ মোগলৰ সেনানায়ক থাকিলেহেঁতেন তেন্তে পৃথিৱীত মোগল সাম্ৰাজ্য হলহেঁতেন। শিৱাজী মোৰ শত্ৰু হলেও শিৱাজী কাফেৰ হলেও , শিৱাজী এজন প্ৰকৃত দেশভক্ত বীৰ। ডিঙিত পৰাধীনতাৰ শিকলি বান্ধি, সূৰ্য্যৰ পোহৰ নপৰা পৰ্বতৰ গহ্বৰত জন্ম লভিও শিৱাজীয়ে আজি সুবিশাল হিন্দুস্থানৰ মালিক খোদ মোগল বাদছাহৰ সিংহাসন কপাই তুলিছে। ধন্য শিৱাজী। ধন্য তোমাৰ ৰণ-নীতি। মই আলমগিৰিও আজি তোমাৰ যশস্যা গাইছো। ধন্য তোমাৰ দেশহিতৈষিতা। কি ভাবিছা তুমি?

চালে : মযো তাকেই ভাবিছো ভাগিন। (একাষৰীযা হৈ) আৰু ভাবিছো মোৰ আঙুলি কেইটাৰ কথা।

ঔৰং : জহান্নামে যাওক তোমাৰ আঙুলি। আশ্চৰ্য্য। তুমি এতিয়াও ইয়াৰ পৰা যোৱা নাই। পৰিশ্ৰান্ত মই। যোৱা। (চায়েস্তাৰ প্ৰস্থান) যি কৰিছো কেৱল ধৰ্মৰ কাৰণেই। মোৰ অতীত স্মৃতি এতিয়াও ফটফটীয়াকৈ দেখিবলৈ পাওঁ। উঃ কোন? নাই— কোনো নাই। মই —নহয় —ই বিচাৰ। সেইটো কাৰ ছায়ামুৰ্ত্তি? চিনিছো— চিনিছো— জয়সিংহৰ প্ৰেতাত্মা। মহাৰাজ! আপুনি? ঠিক জানিছে— ঔৰংজীবে কাকো বিশ্বাস নকৰে। কোনেও ঔৰংজীবকো বিশ্বাস কৰা উচিত নহয়। সাধাৰণ কাফেৰ। মুখ চণ্ডালি কথ কবি। ঔৰংজীব বৰ্ত্তমান থাকোতে কাৰ সাধ্য মোগল সাম্ৰাজ্য ধ্বংস কৰে? কি কলি? কাৰ পতন অনিবাৰ্য্য?

(তৰোৱাল খুলি অগ্ৰসৰ হয় । চায়েস্তাৰ পুনৰ প্ৰবেশ)

চায়ে : ভাগিন। জাহাপনা।

ঔৰং : দেখা নাই নে মোমাই। মোগলৰ পদলেহী কুকুৰ জয়সিংহই মোৰ প্ৰতি ভ্ৰূকুটি নিক্ষেপ কৰি অভিশাপ দি কৈছে— মোৰ পতন অনিবাৰ্য্য।

চায়ে : স্থিৰ হোৱা ভাগিন। ই কেৱল মনৰ ভ্ৰান্তি।

ঔৰং : শুনা নাই নে—সৌ দুৰাত্মাই খিল্ খিল্ কৰি হাঁহি কৰলৈ ধৰিছে— মোগলৰ ওপৰত শিৱাজীয়ে পোটক তুলিব? ৰবি কাফেৰ। (তৰোৱাল খুলি খেদি গৈ) কলৈ পলাব? ৰবি? (হঠাৎ ৰৈ) কোন? কোন তহঁত? মোমাই! মোমাই! (তৰোৱাল হাতৰ পৰা সুলকি পৰে। সৌৱা, আকৌ— দাৰাৰ ছিন্ন শিৰ, চুজাৰ ৰক্তাক্ত দেহ, মোৰাদৰ কবন্ধ। মোক খেদি আহিছে। মই দোষী নহও। বিচাৰ—কাজীৰ বিচাৰত তহঁতৰ দণ্ড হৈছে।

চায়েস্তা : ভাগিন! তুমি উত্তেজিত হৈছা। আহা বিশ্ৰাম কৰাহি।

ঔৰং : বিশ্ৰাম? বিশ্ৰাম ইযাত নহয়— বিশ্ৰাম হ'ব কবৰত। তোমালোক কোনেও মোক বিশ্ৰাম দিব নোৱাৰা। বিশ্ৰাম দিব খোদাই। ব'লা।

(দুয়োৰো প্ৰস্থান)

# তৃতীয় দৰ্শন

## সুসজ্জিত সভামণ্ডপ

(ৰাষ্ট্ৰীয় দিবস। চন্দ্ৰতাপৰ তলত সুসজ্জিত সিংহাসনত শিৱাজী, কাষত তানোজী, পেছোৱা, দিলীপৰাও, মাৱালী ছৰ্দাৰ আদি মাৰাঠা ৰণনায়কসকল। একাষে জিজিবাঈ, অৰুণা, অমিয়া আদি নাৰীসকল। চাৰণবিলাকে গীত গাই থাকে। সন্মুখত গেৰুৱা পতাকা উৰি আছে।

—গীত—

মুক্তি-শংখ আজি বাজে-
ভৱনে ভৱনে গগনে পবনে
গৈৰিক পতাকা ৰাজে।
পুৱাতে অৰুণে ক'লে কাণে কাণে
জননী ভৱানী শোভে সিংহাসনে,
ভকতি-আঁজলি আনি জনে জনে
দিয়াহি চৰণে নিজে
মুক্তি শংখ আজি বাজে।।
গৌৰৱৰঞ্জিত পূত কাহিনী
শত শত সেৱকৰ ৰক্ত ৰাগিণী
আহি ৰিণি ৰিণি উঠি প্ৰতিধ্বনি
জনতা দেৱতা মাজে
মুক্তি শংখ আজি বাজে।।

(শিৱাজী লাহে লাহে সিংহাসনৰ পৰা নামি আহে।)

শিৱা। তানোজী! বন্ধু!

তানো : মহাৰাজ।

শিব : মহাৰাজ নহয় তানোজী—মই বন্ধু। কেৱল তোমাৰ নহয় প্ৰতিজন মাৰাঠাৰে—প্ৰতিজন ভাৰত-সন্তানেৰে মই বন্ধু।

তানো : সমগ্ৰ মাৰাঠা জাতিৰ প্ৰাণ প্ৰতিষ্ঠ কৰিছে আপুনি। সুপ্ত জাতি এটাক বিজুলী চমকে আপুনি জাগ্ৰত কৰিছে। আজি এই মহাৰাষ্ট্ৰৰ প্ৰাণপ্ৰতিষ্ঠাৰ জাতীয় দিৱসত এই অনুমতি দিয়ক মহাৰাজ! সমগ্ৰ মাৰাঠাৰ নৰ-নাৰীয়ে সিহঁতৰ বাল্য সহচৰ শিৱাক মহাৰাজ বুলি মাতি যেন গৌৰৱান্বিত হয়।

(এনেতে এজন দূতৰ প্ৰৱেশ)

শিৱাজী : তানোজী— চোৱা কি বাতৰি।

তানোজী : (দূতৰ পৰা কাগজ এখন লৈ) মোগল দূত মহাৰাজ!

শিৱাজী : মোগল দূত অসময়ত?

তানোজী : অসময়ত নহয় মহাৰাজ! আনন্দৰ বাতৰি বহন কৰি আনিছে এই দূতে। সম্ৰাট ঔৰংজীৱে মহাৰাজৰ শক্তি স্বীকাৰ কৰি লৈছে। জয় মহাৰাজ শিৱাজীৰ জয়। (সকলোৱে একে লগে চিঞৰি) জয় ছত্ৰপতি শিৱাজীৰ জয়।

শিৱাজী : ক্ষান্ত হোৱা—ক্ষান্ত হোৱা--

(জয় বোল ৰৈ যায়)

শিব : ক্ষান্ত হোৱা। এতিয়া ৰাজকাৰ্য্য আৰম্ভ হওক, দিলীপৰাও।

দিলী : (আগুৱাই আহি লজ্জিতভাৱে)। মহাৰাজ।

শিৱ। তুমি কাৰ অনুগ্ৰহত এতিয়াও জীয়াই আছা জানা নে?

দিলী : ছত্ৰপতি শিৱাজীৰ অনুগ্ৰহত। কিন্তু এই পৰিহাসৰ অৰ্থ হলে মই একো বুজা নাই। মই দোষী, মই ৰাজদ্ৰোহী মোৰ প্ৰাপ্য মৃত্যুদণ্ডহে।

শিৱা : অধৈৰ্য্য নহবা দিলীপৰাও! এতিয়াও তোমাৰ বিচাৰ শেষ হোৱা নাই। আজি মহাৰাষ্ট্ৰৰ প্ৰতিষ্ঠা দিৱস— অতি পূণ্য দিন। তোমাৰ বিচাৰো হব ইয়াৰ লগত সঙ্গতি ৰাখি। বাৰু কোৱাচোন, আজি এই দিনত—

দিলী : অপৰাধ স্বীকাৰ কৰিছোঁ। ইয়াক স্বীকাৰ কৰিছোঁ— সকলো অপৰাধতকৈ ডাঙৰ অপৰাধ ৰাজদ্ৰোহ দেশদ্ৰোহ। ব্যক্তিগত প্ৰতিহিংসা পূৰণ কৰিবৰ বাবে মই আজি এনে ঘৃণিত অপৰাধ কৰিছোঁ। সেই বাবে মই লজ্জিত, মই অনুতপ্ত। মোক দণ্ড দিয়ক মহাৰাজ-- মৃত্যুদণ্ড হাঁহিমুখে মই গ্ৰহণ কৰিম। অনুতপ্ত আজি মই। মোক দণ্ড দিয়ক মৃত্যুদণ্ড দিয়ক মহাৰাজ।

(আঠু কাঢ়ি শিৱাজীৰ আগত পৰি যায়)

শিৱা : গোলাপ! তৰোৱাল—

(গোলাপে তৰোৱাল হাতত তুলি দিয়ে।)

গোলাপ ঃ মহাৰাজ! ক্ষমা কৰক। আজি দিলীপৰাওক ক্ষমা কৰক মহাৰাজ।

দিলীপ ঃ ক্ষমা নোলাগে মহাৰাজ। মোক লাগে মৃত্যু। মোৰ ছিন্ন শিৰে– ৰক্তাক্ত দেহে যেন সকলো মাৰাঠা প্ৰজাকে সজাগ কৰি তোলে। কোনেও যেন আৰু কেতিয়াও ৰজাৰ প্ৰতি– দেশৰ প্ৰতি বিশ্বাসঘাতকতা নকৰে। মহাৰাজ। শাস্তি দিয়ক।

শিৱা ঃ দিলাপ! প্ৰস্তুত হোৱা।

মাৱালী ছৰ্দাৰ ঃ ৰাজা! ৰাজা! নামাৰিবি। তাক নামাৰিবি ৰাজা! তাক বাছিব দে। চা ৰাজা, তাৰ সৌ দুটা চকুৰ পিনে চা। কেনেকৈ ৰঙা ৰঙা জুইৰ ফিৰিঙিত ওলাইছে।

শিৱা ঃ বিশ্বাসঘাতকক মই জীযাই থাকিবলৈ দিব নোৱাৰো ছৰ্দাৰ!

ছৰ্দাৰ ঃ সি খং কৰিছে ৰাজা! নিজৰ ওপৰত খং কৰিছে। চা, সেই জুইত তাৰ চকুত পানী শুকাই গৈছে। সি ভাল হ'ব ৰাজা! সি ভাল হ'ব। তাক এৰি দিলে। সি ভাল হ'ব।

শিৱা ঃ নহয় ছৰ্দাৰ! তাক মাৰিবই লাগিব। দেশৰ মানুহক বুজাব লাগিব– শিৱাজীৰ ৰাজত্বত বিশ্বাসঘাতকৰ স্থান নাই। দিলীপ! প্ৰস্তুত হোৱা।

দিলী ঃ প্ৰস্তুত মহাৰাজ! মোক মৃত্যু দণ্ড দিয়ক।

শিৱা ঃ অমিয়া। এই পিনে আহা।

(অমিয়া আগবাঢ়ি আহে। তাইৰ শৰীৰ কঁপি থাকে।)

শিৱা ঃ লোৱা, এই তৰোৱাল। ৰাজাৰ আদেশ। লোৱা।

(অমিয়াৰ হাতত তৰোৱাল তুলি দিয়ে)

অমি ঃ উঃ! (হাতৰ পৰা তৰোৱাল সৰি পৰিল। চিঞৰ মাৰি শিৱাজীৰ ভৰিৰ কাষত পৰি গল।)

শিৱা ঃ তানোজী! তৰোৱাল।

তানো ঃ মহাৰাজ! (শিৱাজীক তৰোৱাল তুলি দিয়ে।)

শিৱা ঃ (অমিয়াক তুলি ধৰি) দিলীপৰাও! আহা!

দিলী ঃ (ওচৰলৈ আহে)।

শিৱা ঃ দিলীপৰাও! তুমি বন্দী। মৰণ পৰ্যন্ত তুমি বন্দী। মুক্তি তোমাৰ নাই। আজি তোমাৰ পুনৰ্জ্জন্ম হওক। অমিয়া! মাতৃ মোৰ! চাও হাতখন। (অমিয়াৰ হাতখন দিলীপৰ হাতৰ ওপৰত থৈ) দেশপ্ৰেমত অনুপ্ৰাণিত এই ৰাজপুত নাৰীৰ জীৱনৰ সৈতে আজি এই পবিত্ৰ দিনত তুমি বান্ধ খালা দিলীপ!

দিলীপ

অৰুণা ঃ জয় মহাৰাষ্ট্ৰপতি শিৱাজীৰ জয়।

শিৱা ঃ (অমিয়াক তৰোৱাল দি)। জননী! লোৱা এই তৰোৱাল। তুমি নিজ হাতে স্বামীৰ হাতত তুলি দিয়া। শুনা দিলীপৰাও। ভৱানীৰ মন্ত্ৰপুত তাৰোৱাল গ্ৰহণ কৰিবলৈ এদিন তোমাৰ শক্তি নাছিল। কিন্তু আজিৰ পৰা ৰাজপুত নাৰীযে তোমাক সেই শক্তি দিব। এই ৰাজপুত নাৰীয়ে তোমাক পদে পদে অনুপ্ৰাণিত কৰিব দেশৰ কাৰণে– পৰাধীন মাতৃভুমিৰ কাৰণে দেহৰ শেষ ৰক্তবিন্দু পৰ্যন্ত সমৰ্পণ কৰিবলৈ। (দিলীপ অমিয়াই শিৱাজীক সেৱা কৰি নিজ ঠাই লয।)

শিৱ ঃ গোলাপসিংহ! তুমি সন্তুষ্ট?

গোলাপ ঃ অকুণ্ঠিচিত্তে মহাৰাজ! গোলাপে বহুদিন আগতেই মহাৰাজৰ ও চৰত সম্পুৰ্ণ আত্মসমৰ্পণ কৰিছে। আজি মহাৰাজৰ যি ইচ্ছা– সেয়া গোলাপৰো অন্তৰ আকুল হেঁপাহ।

শিৱা ঃ তেন্তে তুমিও আগবাঢ়ি আহা। মোৰ মৰমৰ জীযাৰী অৰুণা-বাঈকো আজি এই শুভ মুহুৰ্ত্তত তোমাৰ হাতত সমৰ্পণ কৰি মই নিশ্চিন্ত হওঁ। আজি বৰ আনন্দৰ দিন। আজি মহামিলনৰ দিন। দিলীপৰাওৰ আজি পুনৰ্জ্জীৱন। দিলীপ-অমিয়া আৰু গোলাপ-অৰুণাৰ পুণ্য মিলনত আজি ধৰনী অভিষিক্ত হওক, আগবাঢ়ি আহ আইদেউ অৰুণমণি!

গোলাপসিংহ ঃ তোমাৰ অকৃত্ৰিম স্বদেশ ভক্তিৰ পুৰস্কাৰ স্বৰূপে মোৰ বুকুৰ এই বহুমুলীযা কহিনুৰ তোমাৰ হাতত সমৰ্পন কৰিলো।

(গোলাপৰ হাতত অৰুণাক সপি দিয়ে। দুয়ো মাৰাঠাপতিক সেৱা কৰে। উৰুলি)

শিৱা ঃ ডেকা গাভৰুসকল! দেশ– দেশৰ সৈতে মিলাই দিয়া তোমালোকৰ আত্মাক। দেশৰ প্ৰতি ধুলিকণা হওক তোমালোকৰ দেহৰ ৰক্তবিন্দু। দেশৰ মুক্তিয়েই হওক তোমালোকৰ মনৰ কামনা। দেশৰ স্বাধীনতাই হওক তোমালোকৰ যৌৱনৰ সাধনা–জীৱনৰ ব্ৰত।

তানো ঃ আজিৰ এই পবিত্ৰ দিন মহাৰাষ্ট্ৰৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব।

শিৱা ঃ এতিয়াও বাকী– বহুত বাকী তানোজী! সেই বিৰাট অভিযানৰ কাৰণে সাজু হোৱা সকলো তোমালোক। সাজু হোৱা মাৰাঠাৰ ডেকাদল! সাজু হোৱা নাৰীশক্তি। শিৱাজী হয়তো কালৰ কোলাত মাৰ যাব পাৰে। কিন্তু শিৱাজীৰ সংকল্প– মাৰাঠা প্ৰত্যেক নৰ নাৰীৰ সংকল্প ম্লান হবলৈ নিদিবা। আজি যেন মই অন্তৰৰ নিভৃততম প্ৰদেশৰ পৰা আকুল আহ্বান পাইছো। আকুল আহ্বান পাইছো দেশৰ যত নিপীড়িত নৰ-নাৰীৰ পৰা। এটা আকুল উন্মাদনাৰ বিদ্যুৎ- তৰঙ্গই মোৰ প্ৰতি লোমকূপকে মতলীয়া

কৰি তুলিছে। মোৰ অন্তৰত সৃষ্টি হৈছে এটা প্ৰবল ধুমুহাৰ । কিয় জানা তানোজী?

গোলাপ : মহাৰাজ।

শিৱা : এই ধুমুহাই শিৱাজীৰ বুকুত জ্বলি উঠা জুইকুৰা জ্বলাই দিছে দুগুণ শক্তিৰে। মই দেখিছোঁ— দেখি তৃপ্তি পাইছো। বন্ধুসকল। তাৰ এটি উত্তপ্ত ফিৰিঙতি উ ফৰি গৈ— সমগ্ৰ ভাৰতবৰ্ষক— সুপ্ত জাতি এটাক সজাগ কৰি তুলিছে। তানোজী।

শিৱা : আজি এই পুন্য দিনত এজনৰ কথা বৰকৈ মনত পৰিছে তানোজী।

তানো : সঁচা মহাৰাজ। দেশসেৱিকা ভৈৰবী দেৱীয়ে স্বৰগৰ পৰা মহাৰাজৰ সাফল্য দেখি তৃপ্তি পাইছে।

শিৱা : তানোজী। বন্ধু মোৰ। তুমিতো জানা তাইৰ সৈতে মোৰ কি সম্বন্ধ আছিল। মই কিমান ভাল পাইছিলো তাইক। অথচ চোৱা, ইহ জীৱনত আমাৰ মিলন নহল। সেই বাবে মোৰ লেশমাত্ৰও আক্ষেপ নাই। তানোজী। আচৰিত হৈছোঁ এই কাৰণেই, তাইও বৰণ কৰি লৈছিল মোৰ জীৱনৰ আদৰ্শকে।

তানো : ভৈৰবীৰ ভৈৰব সংগীত নোহোৱা হ'লে মাৰাঠা জাতিক সজাগ কৰা টান হ'লহেঁতেন- - বিশেষকৈ মাৰাঠা নাৰীশক্তিক।

শিৱা : বুকুৰ ভিতৰত এটা হাহাকাৰ— এটা অসহ্য বেদনা- - তানোজী। বিমুঢ় হৈ বুকু চেপি ধৰোঁ। কিন্তু কতা? বিদ্ৰোহী বুকু দুগুণে কঁপি উঠে। শৈশৱৰ ক্ৰিয়াসঙ্গিনী, যৌৱনৰ প্ৰেমৰ কোবত তাই মোক ধৰা নিদিলে কোনো দিনে মোৰ কাষত প্ৰতিবাদ নকৰিলে, কেৱল ভালপোৱাৰ উমি উমি জ্বলি থকা জুই একুৰাত নিজৰ স্বাৰ্থ, জীৱনৰ সুখ সকলোকে বলি দি হাঁহি হাঁহি তাই গুচি গ'ল। উস—শুন্য— নাই —কোনো নাই। বন্ধু! এটা বিৰাট শুন্যতাৰে ভৰি গল শিৱাজীৰ জীৱন।

নেপথ্যত ৰামদাস স্বামী। ভিক্ষাং দেহি। ভিক্ষাং দেহি!

শিৱা : কোন? কোন তানোজী?

তানো : গুৰুদেৱ ৰামদাস স্বামী?

শিৱা : গুৰুদেৱ?

(হাতত ভিক্ষাপাত্ৰ লৈ স্বামীজীৰ প্ৰৱেশ।)

শিৱা : মোৰ কি সৌভাগ্য দেখিছা তানোজী? শুভ মুহূৰ্তত গুৰুদেৱৰ ৰাজসভাত পদাৰ্পণ হ'ল। গুৰুদেৱ! আজি আপোনাক এই নতুন বেশত দেখিছোঁ কিয়?

ৰাম : ভিক্ষাং দেহি। (ভিক্ষাপাত্ৰ আগবঢ়ায়)

শিৱা : গুৰুদেৱ আদেশ কৰক।

ৰাম : মাৰাঠাৰ গৌৰৱমণ্ডিত ৰাজসিংহাসন। মোক দিব পাৰিবা নে শিৱাজী?

শিৱা : সিংহাসন তুচ্ছ কথা গুৰুদেৱ। আপোনাৰ শ্ৰীচৰণৰ সেৱাত প্ৰাণ পৰ্যন্ত বলি দিবলৈ এই দাস প্ৰস্তুত।

ৰাম : তেন্তে মোক তোমাৰ সিংহাসন দান কৰা।

শিৱা : তানোজী । গোলাপসিংহ ।

তানো : গোলাপ। মহাৰাজ।

শিৱা : এই মুহূৰ্তৰ পৰা শিৱাজী আৰু তোমালোকৰ ৰজা নহয়। মোৰ এই ৰাজসিংহাসন, ৰাজমুকুট, ৰাজদণ্ড, সকলোকে গুৰুদেৱৰ শ্ৰীচৰণত সমৰ্পন কৰিলো। গুৰুদেৱ! সিংহাসন গ্ৰহণ কৰি দাসক কৃতাৰ্থ কৰক।

ৰাম : তথাস্তু। (লাহে লাহে সিংহাসনৰ ওচৰলৈ গৈ তাত বহে।)

বৎস শিৱাজী! মই তোমাৰ সিংহাসন গ্ৰহন কৰিলো। আজি বুজিব পাৰিছো-- মোৰ ইমান দিনৰ শিক্ষা-দান সাৰ্থক হৈছে। আজি দেশবাসীয়ে বুজক -- সমগ্ৰ মাৰাঠা জাতিযে বুজক-- ভাৰতৰ সকলো প্ৰজাই বুজক - সিংহাসন শিৱাজীৰ কাম্য নহয়। শিৱাজীক লাগে, দেশৰ মুক্তি - স্বদেশৰ স্বাধীনতা। শিৱাজী। মহাৰাষ্ট্ৰৰ ৰজা হিচাপে তোমাক আদেশ দিছো— সিংহাসন পুনৰ গ্ৰহণ কৰা।

শিৱা : ইকি নতুন অভিনয় গুৰুদেৱ?

ৰাম : অভিনয় নহয় শিৱাজী, সত্য। এই সিংহাসন তোমাৰ নহয়-- মোৰো নহয়। ই হৈছে সমগ্ৰ দেশৰ সমগ্ৰ আৰ্যভূমিৰ। প্ৰজাৰ প্ৰতিনিধি হৈ - দেশবাসীৰ সেৱক হৈ-- তুমি এই ৰাজদণ্ড গ্ৰহণ কৰা । তাৰ সাক্ষীস্বৰূপ দিকদিগন্তক ভাৰত গগণে পৱনে জিলিকি উঠক-- মাৰাঠাৰ ত্যাগৰ প্ৰতীক-- স্বদেশসেৱাৰ প্ৰতীক— গেৰুৱা পতাকা।

শিৱাজী : গুৰুদেৱৰ আদেশ শিৰোধাৰ্য্য।

আজি এই পবিত্ৰ দিনত
মহাজাগৰণ— আত্মপ্ৰতিষ্ঠাৰ পবিত্ৰ ক্ষণত
চাপি আহা তেত্ৰিছ কোটি ভাৰত-সন্তান!
হিন্দু মুছলমান, শিখ-বৌদ্ধ, জৈন-খ্ৰীষ্টান।
স্পৃশ্য-অস্পৃশ্য, নিৰ্যাতিত-নিষ্পেষিত, ধনী কৃষাণ!
পাহৰি যোৱা শত ব্যৱধান,
একেটি মাতৃমন্ত্ৰত হোৱা আগুৱান।
ধন্য হওক, পুন্য হওক বিজয় অভিযান
এক হোৱা, এক হোৱা, এক হোৱা ভাই!
তোলা সবে ঐক্যতান--
জয় জয় আৰ্য্য ভাৰত, জয় আমাৰ হিন্দুস্থান।

ৰাম : এতিয়া তেন্তে উৎসৱৰ সামৰণিত সমবেতকণ্ঠে নিনাদিত হওক, ভাৰত মাতাৰ জয়গান।

: গীত :

জয়তু জননী, জয়তু ভবানী, ভুবনমোহিনী ভাৰতবৰ্ষ।
সৃষ্টি-পাতনিতে দেৱতাৰ গীতে গগণে-পবনে বঢ়ালে হৰ্ষ।।
নাৰায়নে দিলে সুদৰ্শন চক্ৰ
ত্ৰিনয়নে দিলে ত্যাগত ভস্ম,
ভাৰতীয়ে দিলে বেদ-বেদান্ত
কমলাই দিলে কনক পদ্ম।।
হিমালয়ে দিলে কিৰীটি শুভ্ৰ
সাগৰে দিলে নূপুৰ শঙ্খ,
দধীচিয়ে দিলে অস্থিৰে বজ্ৰ
যুগে যুগে তাৰে দুষ্কৃতি ধ্বংস।
ভগীৰথে দিলে পুত গংগাজল
সিংহবাহিনীয়ে ত্ৰিশুল-খড়্গ,
হল সুশোভিত ভাৰত মাতা
দেৱতাবন্দিতা ধৰাৰ স্বৰ্গ।।

# আঁৰকাপোৰ

# ।।। নাটকৰ চৰিত্ৰাৱলী ।।।

## পুৰুষ

| | | |
|---|---|---|
| কৰিম | ঃ | গাঁৱলীয়া ডেকা |
| লথৌ | ঃ | ঐ |
| বলোৰাম | ঃ | ঐ |
| পীতাৰাম | ঃ | লথৌ কৰিমৰ লগৰীয়া |
| ৰূপচিং | ঃ | ঐ |
| হলিৰাম | ঃ | ঐ |
| মঘুৰা | ঃ | স্কুলীয়া ল'ৰা |
| ঘুটুলাই | ঃ | ঐ |
| জালিৰাম | ঃ | ঐ |
| কেৰপাই | ঃ | ঐ |
| কণল'ৰা | ঃ | ঐ |
| দেলখোচ | ঃ | নিহাৰৰ ককাযেক |
| হেমাই পণ্ডিত | ঃ | স্কুল মাষ্টাৰ |
| ৰুস্তম | ঃ | দেলখোচৰ লগুৱা |

স্কুলীযা ল'ৰা, গৰখীয়া ল'ৰা প্ৰথম, দ্বিতীয়, আৰু তৃতীয়, বাটৰুৱা মণিপুৰী ওস্তাদ, বিহুতলিৰ ডেকা, নাচ চোৱা মানুহ ইত্যাদি।

| | | |
|---|---|---|
| ওৱাহেদ | ঃ | কৰিমৰ বাপেক |
| বগীৰাম | ঃ | লথৌৰ বাপেক |
| সাতোলা | ঃ | বলোৰামৰ ঐ |
| গাওঁবুঢ়া | | |
| মেধি | | |
| সূত্ৰধাৰী | | |
| গায়নবৰা | | |
| বাযন | | |
| বাৰিকা | | |
| মোলান দেউৰী | ঃ | ভেদেউৰ বাপেক |
| জাৰোগা | ঃ | |
| কনিষ্টবল | | |
| স্কুল ইন্সপেক্টৰ | | |
| দৰিয়া | ঃ | ওৱাহেদৰ মৰকিয়া |

স্কুলীয়া ল'ৰা, গৰখীয়া ল'ৰা প্ৰথম, দ্বিতীয় আৰু তৃতীয়, বাটৰুৱা মণিপুৰী ওস্তাদ, বিহুতলিৰ ডেকা, নাচ চোৱা মানুহ ইত্যাদি।

## স্ত্ৰী

| | | |
|---|---|---|
| ভেদেউ | ঃ | গাঁৱলীয়া গাভৰু |
| কণমাই | ঃ | স্কুলীয়া ছাত্ৰী |
| নমাই | ঃ | ঐ |
| বগীতৰা | ঃ | ঐ |

মণিপুৰী ৰাইজী স্কুলীয়া ছোৱালী, জাকৈয়া ছোৱালী ইত্যাদি।

# মগৰীবৰ আজান

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

*(লখৌৰ ঘৰ লখৌৱে চাৰি এখনত বহি কিতাপ পঢ়ি থাকে ।)*

**লখৌ :** "আসাম বেঙ্গল ৰেল গুৱাহাটীৰ পৰা তিনিচুকীয়া জংচনলৈকে আছে।" জংচন। কিনো জংচন অ'। এইটো ভূগোলৰ নাম অ' হঁাহিতে উঠে। আচ্ছা এটা বিৰী খোৱা যাওক। (বিড়ি উলিয়াই) অ' -জুই নাই নহয়। ছে (বিৰী সুমুৱাই থয়) এই কৰিমটো অহাৰ কথা আছিল, এতিয়ালৈকে দেখোন আহি নেপালেহি। আজি স্কুললৈ চাহাব অহাৰ কথা আছে, সি বা আহি সোধেহি কি। জংচন নে মংচন সুধিব লাগিলে হ'লেই আৰু। বাৰু। কৰিমৰ লগত কথা হৈ হে স্কুললৈ যোৱা নোযোৱাটো ঠিক কৰিব লাগিব। (পঢ়ে) "বগলী জাকি মাৰি ওপৰত উৰে" (কিতাপত থকা বগলীৰ ছবিটোলৈ চাই) অ' এইটো ধুনীয়া বগলী। বগলী কেনে ধুনীয়া ধগমনী বগা।
(লাহে লাহে থিয় হৈ নাচি নাচি গায়)
ইপাৰৰ বগলী এ     সবাহলৈ মাতিছিলো
নাহিলি কিয়-
সিপাৰৰ বগলী এ,     সবাহলৈ মাতিছিলো
নাহিলি কিয়-
গৈছিলো গৈছিলো,     বাটতে বৰযুগে পালে
এঘৰৰ ঘৰতে সোমাব খুজিলো
চেংদৈ কুকুৰে পালে
ছেই কুকুৰ ছেই     নাহিবি জপনা দেই।
(এনেতে এটা দলি আহি তাৰ গাত পৰে, সি ততালিকে কছুৰৎ কৰিবলৈ আৰম্ভ কৰে।)
কছুৰৎ কৰি থকা ল'ৰাৰ গালৈ কোনে দলি মাৰে অ'?
(আকৌ কছুৰৎ কৰে, আৰু এটা দলি আহি গাত পৰে।)
বাৰু, চিনিছো। ভেদেউ এই ভেদেউ! পঢ়াৰ সময়ত আহি এই ৰকম দিগদাৰী কৰিলে পিতাইৰ আগত কৈ দিম হোঁ। উশাহ বন্ধ কৰি কছুৰৎ কৰি থাকোতে তেনেকৈ দলি নেমাৰিবি। তামোলৰ বেটু পৰিও মানুহ মৰিছে- জান!     (ভেদেউৰ প্ৰবেশ)

**ভেদেউ :** তুমি যিহে পঢ়িছা?

**লখৌ :** কোনে?

**ভেদেউ :** তুমি, আৰু কোনে?

**লখৌ :** কেতিয়া ?

**ভেদেউ :** এতিয়া আৰু কেতিয়া!

**লখৌ :** যা যা ইয়াৰ পৰা যা?

(ভেদেউৱে ওচৰ চাপি বহে আৰু কিতাপখন চায়)

**ভেদেউ :** এই ককাই, এইটো কি অ'?

**লখৌ :** থ, থ সেইয়া তই চিনি নেপাবি। ভূগোলৰ ছবি?

**ভেদেউ :** ভূগোলটোনো কি আক'?

**লখৌ :** (হাহঁ) ভূগোল মানে নেজানে, কি ঔ। এইবিলাক দেখা নাই? ৰেল, জাহাজ, জংচন এইবিলাকেই আৰু। বিল, খাল আমাৰ গাঁৱৰ লতাইমাৰি বিল দেখা নাই? সেয়াই আৰু ভূগোল।

**ভেদেউ :** অ'-ওঁ। বাৰু, এইটো কাৰ ছবি?

**লখৌ :** সেইটো আমাৰ স্কুলৰ বাবুৰ ছবি অ'।

**ভেদেউ :** (কিতাপখন জপাই) এই, মই কিয় আহিছিলো জান?

**লখৌ :** কিয়?

**ভেদেউ :** আজি বৰহোলাত বোলে খুব মাছ পৰিছে। গাৱঁৰ এতাইখন ওলাইছে। তই যাবি?

**লখৌ :** নাই, মোৰ স্কুল আছে নহয়। পিতায়ে মাৰিব। নহ'লে স্কুলৰ পৰা আহি যাম দে। তেতিয়া কৰিমো যাব।

**ভেদেউ :** ইস। মানুহ এতিয়াই গাই ৰৈ ওলাইছে, আবেলিকৈ মাছ মাৰি শেষেই কৰিব।

**লখৌ :** ভেদেউ। তই এতিয়া যা। পিতাই হালৰ পৰা অহাৰ সময় হৈছে। আজি স্কুললৈ কিজানি নেযামেই হ'ব'লা। যদিহে নেযাওঁ, কৰিমে মযে গৈ ওলামগৈ। তই এতিয়া যা। (ভেদেউ দুখোজমান যায়) এই ভেদেউ। শুনচোন। ভিতৰৰ পৰা মনে মনে জুই এডাল আনগৈ যা। চাবি আক', আই আছে!
(ভেদেউ যায়। লখৌৱে আকৌ পঢ়ে)
"ঋষিজনা ভাল মানুহ" অ' আই, দাড়িয়ে মুখে গোটেইটো ভেৰোকাৰ দেখোন!
(ভেদেউৰ জুই লৈ প্ৰবেশ আৰু লখৌৱে বিড়ি জ্বলায়। জুই ভাল ভেদেউৰ হাতত দি)
যাগৈ যা। পিতাই আহেহে লাগে। (ভেদেউৰ প্ৰস্থান)

**লখৌ :** (বিৰী হুপি হুপি) সংসাৰত এই স্কুলনে ফিস্কুলডাল নোহোৱা হলেই ভাল আছিল কতা।
(হাতত হালোৱা এছাৰি লৈ বগীৰামৰ প্ৰবেশ)

**বগীৰাম :** এইয়া পঢ়িছ? (লখৌক কোবাই কোবাই কয়) টিকাফটীয়া ৰ'দত হাল বাওঁতে মোৰ পীত মৰিছে, আৰু তই কিতাপ মোকোলাই লৈ বিড়ি হুপিছ। হয় ৰজাত খাট নহয় কুজাত খাট।

**লখৌ :** নেমাৰিবি ঐ পিতাই! নেমাৰিবি ঐ। পঢ়িম ঐ বিড়ি নেখাওঁ ঐ বাইটি ধৰহি ঐ।
(হাতৰ পৰা এৰাই লখৌ লৰ মাৰে আৰু বগীৰামে খেদি যায়।)

# দ্বিতীয় দৃশ্য

(গাৱলীয়া পঢ়াশালী। এটা দুটাকৈ ল'ৰা আহি শ্ৰেণীত সোমাই গণ্ডগোল কৰি থাকে আৰু এটা ল'ৰাই নাচি নাচি গায়)

ল'ৰা : হালধীয়া চৰায়ে বাওধান খায়
শহুৰৰ পিতাকে নাও মেলি যায়।
নাৱে বোলে তুল বুল, বঠাই বোলে যাও
গধূলিতে গধূলিতে ডবা কোবা।
(দূৰত মাষ্টৰক দেখি সকলো ল'ৰা নিজৰ নিজৰ ঠাইত বহে আৰু মাষ্টৰ স্কুলত সোমোৱাৰ লগে লগে ৰূপচিঙৰ বাহিৰে সকলো ঠিয় হয়)

মাষ্টৰ : (বহি থকা ল'ৰাটোলৈ চাই) এই লাট চাহাবৰ পোৱালী! আঠু কাঢ়ি থাক (ল'ৰাটোৱে আঠু কাঢে) মাষ্টৰ আহিলে উঠিব লাগে বুলি নেজান? (হাজিৰা কৰে) পিতাৰাম দাস, মঘুৰা কৈৱৰ্ত্ত, হলিৰাম সৰুকোঁচ, লথৌ কলিতা, (অনুপস্থিত) ৰূপচিৎ, ঘুটুলাই কছাৰী, চেখ কৰিম, (অনুস্থিত) কেৰপাই কেওঁট, জালিৰাম লস্কৰ, চেখ দেলখোচ আলি, কণল'ৰা পাটৰ, ছাৰবুঢা মিকিৰ, নিহাৰুন্নিছা, বগীতৰা কুচুনী, কণমাই নমাই, (হাজিৰা বহীখন বন্ধ কৰি থৈ) লথৌ আৰু কৰিমৰ আজি কি হ'ল অ'? ৰূপচিং বহ। (বহে)

হলিৰাম : সিহঁত দুয়োটাকে বাবু, আমি হেঁকেৰা আইঁতৰ ওপৰত উঠি থকা দেখি আহিছো। স্কুললৈ নেযাৱনে কি বুলি সোধাত কৰিমে গছৰ ডাল এটা ভাঙি বাবু, আমাৰ গালৈ ফৰমুটি মাৰি পঠিয়াইছিল!

পীতৰাম : হয় বাউ আমিও দেখিছো!

মাষ্টৰ : তই ক'ত দেখিছিলি?

পীতৰাম : আমি বাউ, হেকেঁৰা আইঁতৰ তল পাওঁতেই কৰিমে আইঁত গুটি এটা আমাৰ মূৰতে মাৰি দিছিল। মই ওপৰলৈ চাওঁতেই লথৌৱে মোৰ মুখতে তামোলৰ পিক পেলাই দিছে, এয়া বাউ, চোলাত দাগ আছেই। মই বাবুৰ আগত কৈ দিম বুলি কওঁতেকৰিমে ক'লে বোলে, বাপেৰৰ আগত কৈ দেগৈ।

মাষ্টৰ : বাৰু চাহাবে স্কুল চাই যোৱাৰ পিছতেই দুইটাকে ধৰি আনি জলপানটো ভালদৰে দিয়া যাব। পিছে এতিয়া চাউল-পাত, পাচলি-কাৰনি কোনে কি কি আনিছ? তই জালিৰাম! ৰঙালাও আছে বুলিছিলি নহয়? আনিছ?

জালিৰাম : (থিয় হৈ মূৰ খজুৱাই)

মাষ্টৰ : ক'তা দগাবাজ ! খালি টুটুৱালি, পিঠিৰ চামৰা উঠি যাব। ৰঙালাওটো দিবিয়েই আৰু কি দিবি তাৰ ঠিক নহ'ব।

জালিৰাম : নহয় বাউ! পিতায়ে হেঁদালিৰ ওপৰত তুলি থৈছে ঢুকি নেপালো বাউ।

মাষ্টৰ : তই, হলিৰাম। তোক যে আনিবলৈ দিছিলো ক'তা?

হলিৰাম : নাই বাবু, লালি বিচাৰি নেপালো।

মাষ্টৰ : হেৰ, চাধাতো তহঁতৰ বাৰীতে আছে। লালি দু-পইচামানৰ কিনি আনি উৰলত খুন্দা দুটা মাৰিলেই বটিয়া মলা-ধপাত হয়। তহঁতৰ পঢা-শুনা একো নহ'ব। গোল্লাই যাবিহঁক। হাৰামজাদা, তাকে কৰিব নোৱাৰিলি। পীতৰাম! তই একা?

পীতৰাম : আমি বাউ, শিল কোমোবা এটা আনিছো।

মাষ্টৰ : বে'চ, বে'চ। তুমি যাওতে মোৰ তাত সোমাই মোৰ ঘৰত দি যাবাগৈ। (ল'ৰাবিলাকলৈ চাই) দেখিলি, যি পঢা-শুনাত ভাল সি সকলো পিনেই ভাল। হেৰ, বাজিল কেইটা? চাহাব আহিবৰ সময় হ'লেই হ্বলা। (এনেতে বগীৰামে লথৌ আৰু কৰিমক কাণত ধৰি আনি মাষ্টৰক গতাই দিয়ে)

বগীৰাম : ইহঁতৰ কেৰামতালী দেখিছা মাষ্টৰ বাবু? স্কুললৈ বুলি ওলাই আহি হেঁকেৰা আইঁতৰ ওপৰত উঠি আছেহি। শালিকনীযে নে মানুহেই নে তোমাৰ চিন ধৰিব নোৱাৰি। মোক দেখি গছৰ ডালত পেট পেলাই সমান হৈ আছে।

মাষ্টৰ : বাৰু, বান্দৰহঁত। তহঁতক মই এতিযাই ঠিক কৰিম।

বগীৰাম : ইহঁত বান্দৰেই দিয়া মাষ্টৰ বাবু। ইটো ডালৰ পৰা সিটো ডাললৈ যেনেকৈ জপিযাই-তোমাৰ হাত-ভৰি শিৰশিৰাই যায়গৈ দিয়া। দগাবাজহঁত। খুব পিতিবা মাষ্টৰ বাবু, ইহঁতক। খালি হাত-ভৰি নেভাগক আৰু চকু নুফুটক। (প্ৰস্থান)

মাষ্টৰ : (ওচৰলৈ আহি) আঠুকাঢ। আঠুকাঢ দুইটাই। (মাৰে) চাওঁ তহঁতৰ জেপ চাওঁ। (লথৌৰ জেপৰ পৰা এটা দিয়াচলাই আৰু কৰিমৰ জেপত হাত সুমুৱাই) এইবিলাক কি ঐ? ইমানবিলাক মাটি পেঞ্চিল কিয আনিছ? (জেপৰ পৰা হাত উলিয়াই) অ' ক'তা এইবিলাক বিড়ি দেখোন। বিডি খোৱা ওলাইছ। এটাৰ হাতত দিযাচলাই, এটাৰ হাতত বিডি। (দুইটাকে খুব মাৰে) যা বহগৈ। তহঁতক মই ঠিক কৰিম। (বেলিলৈ চাই) চাহাব আহিলেই তই-পীতৰাম, তই কেপ্তেইন নহয়! কচোন কি কৰিবি? মই সিদিনা দেখুৱাই দিছিলো নহয়?

পীতৰাম : ঠিয় হোৱা। চালাম, এক দুই।

মাষ্টৰ : বে'চ বে'চ। চুৰিয়া তুৰিয়া ভালকৈ পিন্ধি আহিছহঁক নহয়! চাহাবৰ আগত কথা কওঁতে ভয় নকৰিবি। বুকু ডাঠকৈ কথা ক'বি। বিলাতী চাহাব নহয়, নহয়।

খালি চাহাবৰ নিচিনা পোচাক মাৰি আহিব। কিবা পঢা ধৰিলে মই শিকোবাৰ দৰে উত্তৰ দিবি। বাৰু-কেৰপাই তই কচোন, পৃথিৱীখন কিহৰ নিচিনা?

কেৰপাই : বাউ, পৃথিৱীখন প'লটোৰ নিচিনা

মাষ্টৰ : বাপেৰৰ মূৰটোৰ নিচিনা। আঠুকাঢি থাক। তই ক, মঘুৰা।

মঘুৰা : বাউ পৃথিৱীখন খালৈটোৰ গতেৰে।

মাষ্টৰ : ধেৰ আহমক। খালৈটোৰ গতেৰে। আঠু ল। আঠু ল। তই ক ৰূপচিং।

ৰূপচিং : অযা। পৃথিৱীখন আকৌ কেনে বেঁদায়া হয় গৈ থাকিলে অন্তই নাই। দীঘলীযা নে চেপেটাই হয এবো ধৰিবই নোৱাৰো দে। (বহে)

মাষ্টৰ : আঠু কাঢ। আঠু কাঢ।

ৰূপচিং : কিয। (ঠিয় হয) আঠু কাটিবলৈহে স্কুললৈ আহিছো নে? (মাষ্টৰে মাৰে) (আঠু কাঢ়ে)

ঘুটুলাই : বাবু পেচাপ কৰি আহো।

মাষ্টৰ : যা সোনকালে আহিবি। (ঘুটুলাইৰ প্ৰস্থান)
( মাষ্টৰে বেলিলৈ চায এনেতে কৰিম আৰু লথৌ সাউত কৰে স্কুলৰ পৰা ওলাই লৰ দিয়ে।

ল'ৰাবিলাক : বাবু, লথৌ, কৰিম পলাল। পলাল বাবু পলাল।

মাষ্টৰ : হেৰ কেনি গ'ল? পীতৰাম, হলিৰাম তহঁত দুইটা যা, ইহঁতক ধৰি আন।
(পিতৰাম আৰু হলিৰামে যাবলৈ খোজে এনেতে ঘুটুলাইৰ উধাতু খাই প্ৰবেশ)

ঘুটুলাই : বাবু, চাহাব আহিছে, চাহাব আহিছে।

মাষ্টৰ : হেৰ, সঁচানে মিছা? আহোঁ বুলিযেই সঁচাকৈযে আহিল দেখোন। (পীতৰাম আৰু হলিৰামক) যা, যা, বহি থাকগৈ।

ঘুটুলাই : সৌৱা পালেহিযেই। মোৰ গাটো কঁপিছে বাবু।

মাষ্টৰ : (কঁপি কঁপি) ভয় নকৰিবি। ভয় নকৰিবি, মোৰ নিচিনাকৈ বুকু ডাঠকৈ থাক। (সেপঢুকি) এই হাই নকৰিবি। ছেঃ সৰু পানীও চুব লাগিছে।
(চাহাবৰ প্ৰবেশ। মাষ্টৰে আগবাঢি গৈ হাতযোৰকৈ প্ৰণাম কৰে।)

চাহাব : এইখন কি স্কুল? নাম কি?

মাষ্টৰ : ছাৰ। স্কুলৰ নাম লটাইমাৰী নিম্ন প্ৰাইমেৰী স্কুল।

চাহাব : তোমাৰ নাম কি?

মাষ্টৰ : হেমাই পণ্ডিত ছাৰ।

চাহাব : ইয়াত ল'ৰা কিমান আছে?

মাষ্টৰ : আঢৈকুৰি-তিনিকুৰি ছাত্ৰই দৈনিক উপস্থিত থাকে। আজিহে কেৱল চৈধ্যজন হ'ল।

চাহাব : পঞ্চাশ, ষাঠিজনৰ পৰা একেবাৰে চৈধ্যজনত পৰিলাহি কেনেকৈ? মাষ্টৰে অলপ মিছা কথা কৈছে হবলা!

মাষ্টৰ : নহয় ছাৰ। ইয়াৰ ভিতৰত বহুত ল'ৰাই ম'হ ৰাখিব লাগে। গৰু চৰাব লাগে। কিছুমানে ধানো কাটিব লাগে, কিছুমানে আকৌ গ্ৰহণী বেমাৰত পৰিছে। ভিতৰুৱাল ঠাইত ডাক্তৰ-কবিৰাজ এজন দেখিবলৈ নাই। ঘৰৰ অৱস্থাও প্ৰায় বিলাকৰে শোচনীয়।

চাহাব : বাৰু, এতিয়া তুমি কি পঢ়াইছিলা?

মাষ্টৰ : ভূগোল ছাৰ।

চাহাব : কি ভূগোল?

মাষ্টৰ : আদৰ্শ ভূ-পৰিচয় ছাৰ

চাহাব : বাৰু ইহঁতক ধৰাচোন।

মাষ্টৰ : পীতৰাম! তুমি কোৱাচোন, পৃথিৱীখন কেনেকুৱা?

পীতৰাম : বাউ, হেৰি সুমথিৰা টেঙাটোৰ দৰে।

চাহাব : (হাহি) খাবলৈ মিঠা নহয়?
(পীতৰামে মাষ্টৰৰ মুখলৈ চাই থাকে। মাষ্টৰ আঙুলিৰে ঘূৰণীয়াকৈ দেখুৱাই। পীতৰামে সেহা-বেঙাকৈ মনে মনে থাকে)
বাৰু এটা মৌখিক ধৰাচোন।

মাষ্টৰ : কণল'ৰা, তুমি কোৱা- একুৰি কাৰৈ মাছৰ দাম চাৰি পইচা হলে চাৰিকুৰিৰ দাম কিমান হ'ব?

কণল'ৰা : (সেপঢ়ুকি) বাউ থুপতে বেচিবৰ হলে চৈধ্য পইচা।

মাষ্টৰ : তুমি কোৱা পীতৰাম,

চাহাব : নহয়। তুমি কোৱা (ৰূপচিঙক)

ৰূপচিং : (স্বগতঃ) আয়াঃ। কিনো কওঁ। (ফুটাই) বাউ, (চাহাবক) স্কুললৈ আজি বহুতদিন অহাই নাই দে। আজিহে আহিছো।

চাহাব : (হাঁহি) বাৰু কোৱাচোন

ৰূপচিং : কিনো কওঁ। ইয়াত মইহে আছো নে? ইহঁতক সুধিব নোৱাৰ? (মাষ্টৰে চকু পোন্দোৱাকৈ ধৰে)

চাহাব : ওঁ বুজিছো। শুনা পণ্ডিত। তোমাৰ এই স্কুল চৰকাৰে নলয়। চৰকাৰৰ ঘৰৰ পৰা ইয়াত অন্য স্কুল দিয়া যাব। তুমি আৰু ইয়াত মাষ্টৰী কৰিব নালাগে।

মাষ্টৰ : (হাতযোৰ কৰি) ছাৰ। আপুনিয়েই মা-বাপ। কাটিলেও কাটিব পাৰে, মাৰিলেও মাৰিব পাৰে, কিন্তু হুজুৰ। কামৰ পৰা বৰ্খাস্ত নকৰিব। নহলে নিগমে মৰিলো। নিজৰ ল'ৰা যেন ভাবি গোজা মাৰি থৈ যাওক। বেতনোবাৰী ছাৰ, এবাৰ লগাই ললে সদায় চিণ্ডি থাকিব পাৰিব।

চাহাব : নাই। নাই। তোমাৰ এনেকুৱা শিক্ষালৈ মই এই স্কুল কোনো ৰকমেই মঞ্জুৰ কৰিব নোৱাৰো।

মাষ্টৰ : (ভৰিত ধৰি) দেতা ঈশ্বৰ। কাটকেই বা মাৰকেই

আপোনাৰ আগত সঁচা কথা কওঁ। মই হৈছো মূৰুখ কছাৰি মানুহ। লেখা-পঢ়া ভালকৈ নেজানো। পেট প্ৰৱৰ্ত্তাবলৈ উপায় নাই। আমাক আগপিছ কৰি দিবলৈকে গুৰি ধৰোতা মানুহ নাই। সাতে সোতৰই এই দাঁতি কাষৰতে স্কুলখন পাতি ইয়াতেই মাষ্টৰী কৰি আছো। ভাবিছিলো সুবিধা কৰিব পাৰিলেই চৰকাৰৰ পৰা জলপানী এটা লৈ ট্ৰেলীং পঢ়িবলৈ যাম?

চাহাব : এইযোপা বিদ্যা লৈয়েই ট্ৰেলীং পঢ়িবলৈ যোৱা। অন্ততঃ ছাত্ৰবৃত্তি পাছ কৰিব লাগিব। বাৰু স্কুলৰ অৱস্থা যদি এনেকুৱাই হয়, তেন্তে চৰকাৰক জনাইছিলা কিয়? তুমি নিজেই খুটি পুতি উজুতি খালা।

মাষ্টৰ : হুজুৰ! বোলে আশাত মৰে বৰশীৰ মাছ। দৰ্মহা কেইটকামান পাম বুলিয়েই চৰকাৰক জনাইছিলো। আপুনি যে আহি এনেকৈ পৰীক্ষা কৰিব সেইটো নেভাবিছিলো। পিছে হুজুৰে যেনে তেনে দয়া কৰি এটা ব্যৱস্থা কৰিলেই পাৰ পাওঁ।

চাহাব : স্কুলখন হয়তো ৰ'ব। কিয়নো এনে ভিতৰুৱাল ঠাইত স্কুল আমাৰ প্ৰায় নায়েই। কিন্তু তোমাকতো ৰাখিব নোৱাৰো।

মাষ্টৰ : নহয় হুজুৰ! বন্দীক টিপামাৰি থওক আগলৈ হুজুৰৰ বহুত কামত আহিব।

চাহাব : কি কৰো উপায় নাই (ভাবে) বাৰু তুমি দুই -তিনি দিনৰ ভিতৰতে জিলালৈ গৈ মোৰ ঘৰতে দেখা কৰিবাগৈ।

(প্ৰস্থান আৰু মাষ্টৰে অলপ আগবঢ়াই দি আহেগৈ)

মাষ্টৰ : (ল'ৰাবিলাকক) কুকুৰহঁত। চাহাব স্কুলত সোমালে কি কৰিব লাগে শিকালোহে শিকালো ভোজ খোৱা শিয়ালৰ দৰে বহি থাকিলি। চালাম- এক দুইটো কেনিবা উৰিয়েই গ'ল। ঠিয় হবলৈকো পাহৰিলি। কামৰ ফালে বা কি হয় এথোন। এতিয়া আকৌ জিলালৈ অহা-যোৱা আৰু বা কাহাঁতক কি? এইটো, এইটো পীতৰাম নে চিতৰাম শিল কোমোৱা দেখুৱাই মন লগাইছিল (মাৰে) এইটো- এই দকচাটো, ইয়াক সুধিব এটা ক'ব এটা। (ৰূপচিঙক মাৰে)

ৰূপচিং : আযাঃ তই নে মাষ্টৰ। আজিৰ পৰা স্কুললৈ নাহোৱেই আৰু।

(চিলট কিতাপ দলিয়াই পেলাই দিযে আৰু লৰ মাৰে)

# তৃতীয় দৃশ্য

## কৰিম বক্সৰ ঘৰ

(কৰিম বক্সে এডাল বৰশীৰ চিপ কাটি থাকে আৰু গুণ গুণকৈ গানৰ সুৰত গায়)

কৰিম : লেখেগা পঢ়েগা মৰেগা দুঃখে
মৎস্য ধৰেগা খাযগা সুখে

চালা : পচন মাফিক এডাল চিপ নেপালো। ৰহিমহঁতৰ বাঁহজোপাত আছে, তবে মানুহটো বৰ কঞ্জুছ। চিপ এটা খুজিলে চালাই নিদিযে। এইটোৰেই একৰকম হ'ব।

(চিপডাল চিধা কৰি লৈ আগটোলৈ চাই দুটামান জোকাৰ মাৰোতেই পিচফালৰ পৰা লথৌৱে আহি ঠেলা মাৰি দিয়ে।)

দূৰ হ'। এইটো কি বনাইছো দেখা নাই, ভাঙি যোৱা হ'লে।

লথৌ : এই আজি এটা মস্ত খবৰ আছে। আমি স্কুললৈ যাব নেলাগে। কালি যে চাহাব আহিছিল সি স্কুল ভাঙি দি গ'ল। ৰূপচিঙে বোলে মাষ্টৰক বহালেও।

কৰিম : ল। আবে হঁচানে মিছা?

লথৌ : তই মিছা বুলি ভাবিছ' পীতৰামে মোৰ আগত শপত খাইকৈছো। পিছে এটা কথাহে, স্কুল একেবাৰে ভগা নাই। মাষ্টৰকহে খেদাব হবলা। কিন্তু আমাৰ হলে স্কুল ভাগিল বুলিহে উলিযাব লাগে। মাষ্টৰকো মৰা নাই বুজিছ। কিন্তু আমাৰ হলে মাৰিছে বুলিহে সকলোৰে আগত ক'ব লাগে।

কৰিম : ক'ব লাগে কি হ'। মাৰিছেই। স্কুলো ভাগিলেই। কচ্ছম খোদা। ৰক্ষা পৰিলো ভাই। এই দাৰীয়া, তামোল লৈ আহ। বিড়ি খাবিনে ধপাত খাবি অ'?

লথৌ : ধপাতেই খাওঁ দে।

কৰিম : (ভিতৰৰ ফালে চাই) বাবাজান আছে বে। মুহিনী বিড়ি আছে তাকে খা।

(কৰিমে বিড়ি দিযে। লথৌৱে জ্বলাই)

চুৱৰৰ বাচ্ছা মাষ্টাৰ, চযতানৰ হাদ্দি আছিল হ'। ইমান মাৰে হালাই।

লথৌ : আৰু ইমান দিন যে আমাক পঢ়াইছিল, চব হেনো ভুল।

কৰিম : আৰু হি বোলে হেনো আক' কলিকতা পাছ।

লথৌ : ধেৰ, কলিকতা পাছ? জিলা পাছেই নহয় সি।

কৰিম : তবে ইমান দিন হি আমাৰ ওপৰত টেক্কা মাৰি আছিল।

লথৌ : এই বৰহোলাত খুব মাছ খুটিযাইছে বোলে।

এতিয়াতো আৰু স্কুল যাব নালাগে। তোৰ বাবাজানেও আৰু খং নকৰে আৰু মোকো পিতায়ে একো নকয়।

কৰিম : কথাতো হয়, খং নকৰে তবে ভাই ফাঁকিও জবৰ ফাৰ্কি। যিদিনা ধৰা পৰিম একদম গুৰা কৰি দিব।

লখৌ : কি ফাৰ্কি ? স্কুল ভঙা আৰু মাষ্টৰক মৰা ? হেৰ চৰটো ঘোঁচাটোতো সদায় আছেই সেইদিনা যেনিবা অলপ বেছি হ'ব। তেওঁ স্কুললৈ যাব নোৱাৰি বোপাই? (কৰিমে হাঁহে) কি অ'। হাঁহিলি দেখোন।

কৰিম : (হাঁহি হাঁহি দিয়াচলাইৰ কাঠি এটা মাৰি বিড়ি জ্বলাই) মাষ্টৰটোলৈ মনত পৰিছে হ'। তাৰ হাদ্দি ভাঙি দিব লাগিছিল। আমি দুটা আৰু অলপ ডাঙৰ থকা হ'লে ভাই বৰ মজা হ'লহেতেন)

লখৌ : দে, দে, গ'ল কথা গুছিল। এতিয়া সোনকালে ওলা। টোপ খান্দিবলৈকে যাব লাগিব নহয়।

কৰিম : এৰা দে ব'ল।
(নেপথ্যত ওৱাহেদ আলিয়ে মাতে, কৰিমে মুখৰ বিড়িটো মাটিত পেলাই ভৰিৰে খচকি দিয়ে।)

ওৱাহেদ : (ভিতৰৰ পৰা) কৰিম, এই কৰিম।

কৰিম : বাবাজান।

ওৱাহেদ : কোন ? লখৌ।

লখৌ : এৰা দেদাই।

ওৱাহেদ : কালি তহঁতৰ স্কুলত কি গণ্ডগোল লাগিছিল অ' ?

লখৌ : দেদাই , কালি আমাৰ স্কুললৈ চাহাব আহিছিল। চাহাবে মাষ্টৰক কামৰ পৰা বৰ্খাস্ত কৰিলে আৰু স্কুল একেবাৰেই ভাঙি দিলে। মাষ্টৰে ইমান দিনে আমাক যি পঢ়াইছিল সকলো হেনো ভুল।

ওৱাহেদ : স্কুলখন ভাঙিলে কিয় ? এইটো মাষ্টৰ বেয়া, অন্য এজন জনা -বুজা মাষ্টৰক মকৰল কৰা হ'লেই হ'লহেতেন।

লখৌ : দেদাই- , কৰিম, মই এটাইবিলাক ল'ৰাই চাহাবক ধৰিছিলো, নাই কোনোমতেই নেমানিলে। চাহাবে ক'লে, ইয়াত স্কুল হবই নেলাগে। এনেকুৱা ভিতৰ ঠাইত স্কুল হ'লে হেনো ল'ৰাবিলাক বেয়াহে হ'ব।

কৰিম : ৰূপচিঙৰ কথাটো ক না। এই দৰীয়া! বাবাজানক একচিলিম ধপাত চজাই দে।

ওৱাদেহ : ৰূপচিঙৰ কি হ'ল অ' ?

লখৌ : কালি মাষ্টৰে চাহাব যোৱাৰ পিছত আমাক আটাইখনকে খুব মাৰিলে। তাৰ পিছত যেতিয়া ৰূপচিঙক মাৰে তেতিয়া সি উভতি মাষ্টৰক গৰা মাৰি ধৰিলে।

কৰিম : দুৰ হ'। ভালকৈ নকব কিয়? মাষ্টৰে তাক দোকোবমান মাৰোতেই হি পাইতাৰা কৰি মাষ্টৰক পতকাই ল'লে। (দৰীয়াই ধপাত দিয়েহি)

ওৱাহেদ : পাইতাৰা কৰি পতকাই ললে। বদমাইচ। মাষ্টৰক পতকাই লয়, আজি কালিৰ ল'ৰাবিলাক বৰ কমিনা হ'ল। আগেয়ে আমি মাষ্টৰক বাঘৰ মতন দেখিছিলো, জান? আমি মাষ্টৰৰ ভৰি চুই হেৰা কৰিছিলো। তহঁতৰ লেখা -পঢ়াতো গ'লেই, যি বিচাৰিছিলি তাকেই পালি। এতিয়া হবলা বৰহীলৈ ওলাইছ। স্কুল নাই বুলি নাহক কথাত টিকাফটীয়া ৰ'দত ঘূৰি ফুৰিব নালাগে। পথাৰত গাই গৰুকেইটা অলপ নজৰ দি আহিবিগৈ। লোকৰ ধান খাব। দৰীয়া ধৰ।
(দৰিয়াই ধৰিবলৈ অহাৰ আগতে কৰিমেই হোঁকাটো ধৰে)
(ওৱাহেদৰ প্ৰস্থান)

কৰিম : (চিলিমটো লখৌক দি দুটামান জাপমাৰি হাত টিলিকি মাৰি কয়)
দেখনা ভাই , আজি বাবাজানৰ মিজাজটো হিমান কাৰা নহয়। স্কুল কামাই-কৰিলেহে কাৰা- কাৰি কথা কয়। এতিয়াতো আৰু স্কুল নাই । বৰ ফূৰ্ত্তি লাগিছে ভাই। কিন্তু দেখিবি স্কুল ভঙা আৰু মাষ্টৰক মৰা দুইটা কথা মানুহৰ আগত কওঁতে বৰ হুচিয়াৰে কবি।

লখৌ : যাওঁ ব'ল না । টোপ খান্দিবলৈ আছেই নহয়। অ' টোপ নেখান্দিলেও হ ব দে। ভেদেৰে সৰু সৰু পোনা মাছ ধৰি থৈছে। তাৰেই বাম। আহ যাওঁ।
(প্ৰস্থান)

# চতুৰ্থ দৃশ্য

## বিলৰ পাৰ

(কৰিম আৰু লখৌৱে তাচ খেলি গৰু চৰায় থাকে।)

লখৌ : অলপ মন কৰি থাকিবি দেই গৰু গৈ কাৰোবাৰ ধাননীত লাগিব গৈ ।

কৰিম : গৰু আমাৰ হৌ বিলৰ হিপাৰে হে আছে।( তাচ মাৰি থাকে) বিছটো হালাই হাত দিন থাকিব পয়চাতোহে কিছু কমটি পৰি গ'ল।

লখৌ : এৰা দে।

কৰিম : দুৰ। তই কালি বৰ বুৰ্বকামী কৰিলি। তাচ মাৰিলে হাত চাফাই মাৰিব লাগে। তোৰ পৰাহে কালি ইমান পয়চা হাৰিলো।

লখৌ : কালি মানুহ বেছি হ'ল নহয় অ'। মোৰ ভুল হৈ গ'ল।

কৰিম : আচ্ছা যাওঁক। খোদাৰ ফজলে দোচোৰা একদিন ধৰি লম।
লখোঁ : চেঙেৰাটো কিন্তু বে'চ খেলোৱাৰ ভাই।
(ভেদেউৰ প্ৰবেশ)
কোন অ' ভেদেউ।
কৰিম : আ বিহু পাইছেহি নহয়। তোক হেৰা কৰিবলৈ ইয়ালৈকে ছুটি আহিছে ভাই। এই, মোকো এটা কৰিবিনেকি?
ভেদেউ : ইঃ! এইটোৰ আৰু এইবিলাক নুগুছিল দেখোনই।
কৰিম : বিহু পালেহিযেই নহয়।
ভেদেউ : পালেহিতো। তইঁতলৈ কিবা এটা আনিছোঁ।
কৰিম : অ' হয় নেকি? দে, দে কি আনিছ।
(ভেদেউৱে দুয়োকে দুখন গামোচা দিযে)
কৰিম : (গামোচাখন মেলি) বেচ, বেচ, ফুলাম গামোচা। হওক আই। মেহেৰবান খোদাযে যেন তোক হোনকালে লখোঁৰ হাতত পেলায়।
ভেদেউ : যাহ, এইটো।
কৰিম : আহীৰ্বাদ হে দিছোঁ।
ভেদেউ : ইঃ। এনে লাজ নাইকীয়া। মই যাওঁ। ছোৱালী বিলাক মাছ মাৰিবলৈ আহিছে। ময়ো আহোঁগৈ। (প্ৰস্থান)
লখোঁ : আ- গৰু ধাননিত লাগিল গৈ ঐ। আহ, আহ। (দুয়ো দৌৰি প্ৰস্থান)
(জাকৈয়া ছোৱালীৰ প্ৰবেশ আৰু কেইজনীমান ছোৱালী বিলত নামি মাছ মাৰে। কেইজনীমানে পাৰত জাকৈ খালৈ থৈ কানি কাপোৰ ঠিক কৰি লয়)
প্ৰথম জাকৈয়া : এই কেইজনীৰ গাযেই নলৰে। বেলি আহি মূৰৰ পোন পালেহি।
দ্বিতীয় জাকৈয়া : নক'বি আই। আঁৰে আঁৰে পৰ। ভোজনেই দেৰ পৰ। সৌ এজনী লচপচি আহিছেহি।
তৃতীয় জাকৈয়া : ঘৰতনো কাৰ আলপৈচান(ভেদেউৰ প্ৰবেশ) ধৰ হয়। আৰুনো মাছ কেতিয়া মাৰিবি? তোৰ আক' মাছ ই ফালে দুভাগ হয়।
দ্বিতীয় জাকৈয়া : কি দুভাগ হয় অ'?
তৃতীয় জাকৈয়া : এ তই নেজান? এভাগ লখোঁৰ ঘৰলৈ যাব নহয়।
(ছোৱালী কেইজনীৰ এইবিলাক কথাৰ মাজতে ভেদেউ বিলত নামি জাকে মাৰি থাকে)
ভেদেউ : যা যা। চুপতি নেমাৰিবি। বোলে
"সকলো চৰায়ে মাছ খায়, মাছৰোকাৰ নাম হয়।"
প্ৰথম জাকৈয়া : বাৰু দে দে। হুঙ্কিলে-মঙ্কিলে হস্তীৰো পাও পিচলে। ডালিমীহ'ত আহে মানে তামোল একোখনকে খাই লওঁ।
(হাঁচতি মেলি তামোল খায় আৰু গান গায়)
"কলা কৈ ডাৱৰে আকাশ ঢাকিলে
বিজুলী মাৰিলে টানি
চোপলৈ চকোৱাই শোহনি মাৰিলে
পানী পিয়াই নেপালে পানী।"
ভেদেউ : তাতে নাম গাই মৰি থাকহঁত।
দ্বিতীয় জাকৈয়া : সিহঁত অহাই নাই নহয।
তৃতীয় জাকৈয়া : ব'ল, ব'ল, আহিলে আহিব নাহিলে নাই। আমি নামোঁগৈ। (সকলো পানীত নামে)
প্ৰথম জাকৈয়া : এই ভেদেউ, চাচোন চা। এইটো মোৰ জাকৈত কি মাছ উঠিল?
ভেদেউ : আযে দেহি! বৌ মুৰলী।
দ্বিতীয় জাকৈয়া : কথা এটা শুনিছহঁক নে? হেমাই পণ্ডিতক বোলে মাৰিলে। এতিয়া কোনে মাৰিলে সেইটোহে নেজানো।
তৃতীয় জাকৈয়া : কৰিম আৰু লখোঁ বুলি শুনিছোঁ।
ভেদেউ : বোলো "পচোঁৰা বতাহে দুৱাৰ মেলে বৰলাৰ গাত জগৰ লাগে"। সিহঁতৰ নামটো আক' এনেয়ে ওলাই।
প্ৰথম জাকৈয়া : তোৰ গাটো হ'বলা টেঙাই গ'ল।
দ্বিতীয় জাকৈয়া : ইঃ টেঙাই যোৱাৰ কথা কৈছেহে। কোনদিনা এখোন দেউৰী পেহাই বুকু ভুকুৱাই কান্দিব লাগে তাৰ ঠিক নাই।
ভেদেউ : তেনেকৈ মোৰ লগত চুপতি মাৰি থাকিলে মাছ-চাছ নেমাৰি গুচি যামগৈ হো।
তৃতীয় জাকৈয়া : এ আই, খংনো কৰিছ কিয়? কিনো দেশত নোহোৱা কথাতো।
(সুৰ লগাই এজনীয়ে গায়)
"উজাই নাৱৰীয়া নাৱে মেলি গলে
বালিত পুতি গলে টৌ
আই নেকান্দিবা বোপাই নেকান্দিবা
আমি উৰণীয়া মৌ।"
(কিৰিলি মাৰি কৰিম আৰু লখোঁৰ প্ৰবেশ)
কৰিম : যাৰে বা, জাকৈয়া ছোৱালী, মকৰা পোৱালী। চাওঁ চাওঁ কি মাছ মাৰিছ? (নামি গৈ ভেদেউৰ খালৈটো খাপ মাৰি

লৈ আহে আৰু পানীৰ পৰা ভেদেৱে চিঞৰি কয়)

ভেদেউ : দে দে এইটো। মোৰ কালৈটো লৈ আহ।

কৰিম : ৰ, না। মোক কেইটামান মাচ দিবি নে নিদিয় ক। চা না বে লথৌ। কি মাছ মাৰিছে। (খালৈটো দেখুৱাই বৰ চমৎকাৰ মাছ বাই। (খালৈটো দিয়েগৈ লগতে লথৌও নামি যায়)

লথৌ : চাওঁ চাওঁ, তইঁতে কি মাছ মাৰিছ?

প্ৰথম জাকৈয়া : যা যা, এই কেইটা। লাজো নেলাগে তিৰোতা ছোৱালীয়ে জাকৈ মৰা চাবলৈ।

লথৌ : (নাচি নাচি)

"বোলে গৰু চাবা গধূলা
ৰোৱা চাবা পুৱা
জকাই বাওঁতে ছোৱালী চাবা
কোন কেনেকুৱা।"

ভেদেউ : ইঃ এই কেইটা। গৰু চৰোৱা মানুহ গৰু চৰাই থাকগৈ। ইয়ালৈ আহিছ কিয়?

কৰিম : দে দে ইহঁতক হৰণ নকৰো।

দ্বিতীয় জাকৈয়া : চিকৌ। গঙ্গাত মুখখন ধুই আহগৈ। "বোলে কোনটোৱে কেনেখন কৰে। আউনী পাণেৰে মেলখন পাতে।।"

লথৌ : বৰু দে দে। তামোল এখনকে দে।

তৃতীয় জাকৈয়া : ভেদেউক খোজ।

কৰিম : খুজিলেনো কি হ'ব। এই ভেদেউ, দে না তামোল এখন।
(ভেদেৱে পাৰলৈ উঠি আহি হাঁচতিৰ পৰা তামোল উলিয়াই দুটোইকে দুখন তামোল দিয়ে। বিলত ছোৱালীবিলাকে গায।)

"আগফাল শুৱনী কাকিনী তামোলে
পাচফাল শুৱনী পাণ,
বৰ ঘৰ শুৱনী জীয়ৰী ছোৱালী
উলিয়াই দিবলৈ টান।"

(লথৌ আৰু কৰিমে হাঁহি হাঁহি তামোল খাই প্ৰস্থান)

## পঞ্চম দৃশ্য

### হেঁকেৰা আঁহতৰ তল

### বিহু খোলা

(ডেকা-গাভৰুবিলাকে ঢোল, টকা, পেপাৰ ছেঁৱে ছেঁৱে নাচি থাকে)

গাভৰু : "ভাটিলৈ ভটিয়াই গলেগৈ মোলোকাইৰ
কোম্পানীৰ জাহাজত উঠি,
মোলোকাইৰ বাতৰি পাম কেনে কৰি
চলাব নাজানো চিঠি।"
(ৰিটিক্ টিক্ ঢোল বায় নাচ)

ডেকা : "আঠিয়া কলাপাত চিঙি আন তুলাপাত
কাটিল ঢেকিয়াৰ কলম,
লৰিব মোলোকাই কাছুটি সোলোকাই
কৰিব নোৱাৰে পলম।"
(ৰিটিক্ টিক্ ডেকাৰ নাচ)
(লথৌ, কৰিমৰ নাম গাই গাই প্ৰবেশ)
"কলগুৰ কাষৰি চতাই পাখৰী
হেঁকেৰা আঁহতত পৰে,
নাচনীৰ মুখলৈ চাযেকে নোৱাৰি
চকু ছাটে মাৰি ধৰে।"

ভেদেউ : "উঠাই মাৰিলা ফুলাম গামোচা
উভোতাই মাৰিলা থোৰ,
তোমাক নেদেখি থাকিব নোৱাৰো
বুকুৰে বান্ধে মোৰ।"
(ৰিটিক্ টিক্ নাচ)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### পথৰুৱা বাট

(ৰোৱাতলিৰ পৰা ভেদেউৰ আৰু আনফালৰ পৰা নাম গাই গাই কঠীয়া কটিওৱা হোলোঙা এডাল লৈ বলোৰামৰ প্ৰবেশ)

গীত

"প্ৰথমে ঈশ্বৰে জগৎখন সৃজিলে
তাৰ পাছে সৃজিলে জীৱ,
সেইজন ঈশ্বৰে পীৰিতি কৰিলে
আমিনো নকৰো কিয়?"

বলোৰাম : অ' ভেদেউ, সোনকালে উভটিলি দেখোন?

ভেদেউ : এৰা, ঘৰত কাম আছে।

বলোৰাম : তইঁতৰ মাটি আৰু কিমান বাকী আছেগৈ অ'?

ভেদেউ : নাই অ' ৰুবই পৰা নাই।

বলোৰাম : আমাৰ আকৌ আজি হেদাৰীৰ পাল আছে। আৰু কুৰিটামান কঠিয়ালেই এইখিনি শেষ হ'বগৈ।

ভেদেউ : বাৰু মই যাওঁ দে।

বলোৰাম ঃ ৰ'চোন ৰ' এ ৰাম।
ভেদেউ ঃ কেলেইনো? মিছাযে।
বলোৰাম ঃ চাওঁ হাঁচতিত তামোল আছেনে এখন দেচোন।
ভেদেউ ঃ নাই, হাঁচতিত তামোল -চামোল একো নাই।
বলোৰাম ঃ এৰা, আমি খুজিলে থাকিলেও নাই । লথৌ হোৱা হ'লে নোখোজায়ে দুই-তিনিখন পালেহেঁতেন ।
ভেদেউ ঃ পালেহেঁতেন যদি পালেহেঁতেন, যা । চাওঁ বাট এৰি দে মই যাওঁ।
বলোৰাম ঃ যাবি ৰচোন, ধেমালি কৰিলেও খং উঠে নে? তৌলৈ মই খুব ধুনীয়া বেতৰ খালৈ এটা সাজি থৈছো নহয়।
ভেদেউ ঃ মোক খালৈ নেলাগে। লথৌৱে দিয়া মোৰ দুটা খালৈ আছে।
বলোৰাম ঃ লথৌৰ খালৈ দুটা হ'বলা সোণৰ বন কৰা?
ভেদেউ ঃ তই পথাৰলৈ যোৱা মানুহ, পথাৰলৈ যা। মোৰ লগত চুপতি নকৰিবি।
বলোৰাম ঃ নহয় চুপতি কৰা নাই। খালৈটো নেলাগে বুলি কোৱাতহে কৈছো। বেতৰ খালৈনো আমাৰ গাৱঁৰ কেইজনৰ আছে?
ভেদেউ ঃ বেতৰ খালৈযো খালৈ, বাঁহৰ খালৈযো খালৈ। মোৰ আছে যেতিয়া নেলাগে।
বলোৰাম ঃ সোণৰ খাৰুও খাৰু, পিতলৰ খাৰুও খাৰু। এই বিলাকৰে কথা কৈছ? আচল কথা-মই দিছো কাৰণে নলৱ।
ভেদেউ ঃ জানিছ যদি আৰু সেযে
বলোৰাম ঃ বাৰু নলব নাই, গাৰ বলেৰেতো দিব নোৱাৰো ভেদেউ। তই মোক কিয দেখিব নোৱাৰ? তোক মই ইমান ভাল পাও।
ভেদেউ ঃ তোৰ এইবিলাক কথা ক'বলৈ লাজ নেলাগেনে? চাও গুচ। মই পথাৰলৈ আকৌ আহিবগৈ লাগে। (যাব খোজে)
বলোৰাম ঃ শুনচোন শুন, এ ৰাম।
ভেদেউ ঃ কি?
বলোৰাম ঃ এই হেৰি নহয়, তই-মোলৈ বিয়া সোমাবি?
ভেদেউ ঃ মই নিশ্বযকৈ আজি পিতাইৰ আগত কৈ দিমগৈ ৰ।
বলোৰাম ঃ বাৰু দেচোন দে। মইনো কি বেয়া ল'ৰাটো। নাকে মুখে কেনে গৰহীত। (ওচৰ চাপি যায়)
ভেদেউ ঃ থুই কটা। নিলাজৰ সঁচ। (মুখতে থুই পেলাই গুচি যায)
বলোৰাম ঃ (মুখ মচি) উঃ বেটী,একে জোলোকাই যাতী পেলাওঁ বুলিয়েই পেলালে দেখা। থাক বাৰু তই। মযো যদি সাতোলা ভাঙুৰীৰ পুতেক হওঁ, তোকো দেখিম হেৰিয়াৰ জীয়েক-তই কিমান পানীৰ মাছ।

(পীতৰামৰ প্ৰবেশ)

পীতৰাম ঃ কি হ'ল ঔ বলোকাই। অকলে কি বলকিছ? মুখত কিবা লাগিল নে কি? (দূৰলৈ চাই) সৌজনী কোন? ভেদেউ নহয় নে?
বলোৰাম ঃ জানো মই ক'ব নোৱাৰো। ক'ৰ মানুহ কেনি যায়, তাকেহে মই চাই আছোঁ।
পীতৰাম ঃ পিছে খংনো কাৰ ওপৰত উঠিছে?
বলোৰাম ঃ নহয় অ' এই গায়নৰ ঘৰৰ কলী গৰুজনীযে সদায় তাঁতিখন ভাঙি ৰোৱা ধানবিলাক খাই শেষ কৰিলে। তাকে এইখিনিতে এতিয়া দেদাইক পাই কওঁতেই সিটোযেহে আকৌ হাত দাঙি মোক মাৰিবলৈ আহে।
পীতৰাম ঃ হেৰ কেতিয়া।
বলোৰাম ঃ এ, এতিয়াই। এনেকুৱা দিনত এনেকৈ কঠীযা নষ্ট কৰিলেনো বাৰু মানুহে কেনেকৈ সহে।
পীতৰাম ঃ (হাঁহি) গাযন দেদাইক দেখোন পথাৰত তাঁতি দি থকা দেখি আহিছোঁ।
বলেৰাম ঃ কেতিয়া দেখিছিলি?
বলোৰাম ঃ এ এতিযাই। মই তাই পৰাহে আহিছো।
বলোৰাম ঃ এঃ নহয় অ'। অলপ পলম হৈছে নহয। এইপিনে পথাৰলৈ যাওতেই এই ঘটনা।
পীতৰাম ঃ জানো বোপাই , তইহে জান। পিছে এটা কথা-সিদিনা মই ভেদেউক অকলে পাই তোৰ কথা উলিযাইছিলো। মনটো অলপ কোমল পাইছো অ'।
বলোৰাম ঃ হেট্টেৰি সেইবিলাক কথা মোক ন'কবি ভাই। দেহাত কিবা জুই জ্বলি আছে। মই যাও, মানুহৰ পোৱালী হও যদি এবাৰ চাই ল'ম। (যাব খোজে)
পীতৰাম ঃ হেৰী কাক?
বলোৰাম ঃ নহয় অ' গায়ন দেদাইৰ কথা কৈছো। (প্ৰস্থান)
পীতৰাম ঃ বাৰু ভাই, মোৰ নামো পীতৰাম। তোৰ মই পিছ নেৰিছো। হয বা ৰঙামাটি নহয বা গুৱাহাটী।(প্ৰস্থান)

# দ্বিতীয় দৃশ্য

## সাতোলাৰ ঘৰ

(সাতোলাই ভাং কুটি কুটি বহি থাকে)

সাতোলা ঃ ভাং নাখাবি, ভাং নাখাবি। আমি জানো কিবা দোকানৰ ভাং কিনি খাবলৈ গৈছো। বাৰী চুকত ঈশ্বৰে দিয়া গছ চাইডাল গজিছে, তাৰ পাতকেইটা চিঙি আনি মোহাৰ মাৰি খাইছো। তাৰ ওপৰত আকৌ হেৰীযাৰ পিতেক ভলন্টিয়াৰহঁতে চিলিম ভাঙিবলৈ আহে। ৰাঙলী হৈ যাবি। কথা নাই বতৰা নাই, তোমাৰ

চিলিমটো দিয়া। হেৰৌ, চিলিমটো এনেয়ে আহিছেনে কটা অগিয়ানৰ সঁচহঁত হেৰৌ বস্তুটো কাৰ- যাৰ নাম ভোলানাথ-কৈলাশত থাকে। বোম ভোলা!(চিলিমত হোপা দিয়ে) তোমাৰ বস্তু কোনে নিন্দা কৰিব পাৰে প্ৰভু! (বলোৰামৰ প্ৰবেশ)

**বলোৰাম** : পিতাই, আমাৰ মহ'টো খোৱাৰত দিলে?

**সাতোলা** : হেৰৌ কোনে? কেতিয়া দিলে?

**বলোৰা** : গায়নৰ ঘৰৰ মানুহে, কালি দিলে।

**সাতোলা** : ওঁ- বোলে যতেকে নাতে তেতেকে ফাটে। এতিয়া মই ক'ত পাওঁগৈ দুমহা আঢ়ৈ মহা ৰূপ। কটা বান্দৰ, তোক মই সদায় কওঁ নহয় বোলো মহ'টো পুৰা গধূলা এবাৰ চাবি, নাকসাৰ হ'ব পাৰে। নাই সি কেলেই শুনিব, সি যাব গোন্ধতেল লগাই পদূলি সুঙিবলৈ! মৰিবি একা বাপেৰে! তোৰ মই গতিটো বেয়া দেখিছোঁ। বোলে "মৰে উৰুলি পুত্ৰা, মৰে পদূলি সুত্ৰা।" যা এতিয়া- কেনেকৈ খালাচ কৰ কৰগৈ।

**বলোৰাম** : মই ক'ৰপৰা পইচা পাওঁ।

**সাতোলা** : গোন্ধতেল কিনিবলৈ ক'ৰপৰা পাৱ?

**বলোৰাম** : কেতিয়ানো গোন্ধতেল কিনা দেখিলি?

**সাতোলা** : নাই, চিকাফুৰা চিকাফুৰা গোন্ধত ওচৰ চাপিব নোৱাৰি-কটা চোৰ। (পীতৰামৰ প্ৰবেশ)

**পীতৰাম** : বৰপিতাই কি হ'ল ঐ?

**সাতোলা** : এ, ন'কবি বোপাই- এই গায়নৰ ঘৰৰ মানুহে মোৰ মঙহ চপৰা খালে। ম'হটো বোলে খোৱাৰত দিলে।

**পীতৰাম** : কিয় বলোৱে দেখোন কৈছিল-বোলে গায়নৰ ঘৰৰ গৰুজনীয়েহে তইঁতৰ কঠীয়া খাইছিল।

**বলোৰাম** : এঃ এইটো নাজানেও, নুশুনেও এনেয়ে ওপৰে ওপৰে কথা কয়।

**পীতৰাম** : নহয়, তই কোৱা কথাহে কৈছো। সেই কলী গৰুজনীৰ কথা!

**সাতোলা** : সিহঁতৰ ঘৰৰ ক'লী গৰুজনীৰ উৎপাত দিনে-নিশাই কিমান সহিব লাগিছে জানই। গাওঁ গোটেইখন সেই একেজনী গৰুৰেই ছালি জাৰি থাকে। (বলোক) যা এতিয়া, মোৰ লাখুটিডাল আনগৈ কটা! কুকুৰৰ জাত! (বলোৰামৰ প্ৰস্থান)

**পীতৰাম** : বলোকাইৰো দস্তৰ সিমান ভাল নহয়, বৰপিতাই, এটা ম'হ, তাকে আগুৰি-পিগুৰি ৰাখিব নোৱাৰে!

**সাতোলা** : চাইহে আছো বাপেকে, সোঁপাকে জিলাত গৈ ছোৱালীজনীৰ নামে ৰেপট্ কৰি দি মগৈ।

**পীতৰাম** : নহয়, বৰপিতাই! এনেকুৱা কাম কৰিলে তোকহে ৰাইজে গৰিহণা দিব।

**সাতোলা** : কি গৰিহণা দিব অ'- কাৰ খাইছো? (লাখুটি লৈ বলোৰ প্ৰবেশ) হাল এপ [illegible] ডাঙৰী এটা বান্ধিব নেজা [illegible] মাৰিব নেজানে কাম এখন [illegible] নেচা-হৈ নেচা লেজুত খা [illegible] (লাখুটি হাতত লৈ) চকু দু [illegible]? চকু ঘুকুটিয়াই আনিম বাপে [illegible]।

**পীতৰাম** : নাই নাই বৰপিতাই (পী [illegible]

**সাতোলা** : ই মোক তিতা লগাইছে [illegible]

**বলোৰাম** : তই কিবা লগালি নেকি [illegible]

**পীতৰাম** : মই কি লগালো, মই নধ [illegible] এতিয়া সাওঁই কৰিলেহেঁতে [illegible]

**বলোৰাম** : এৰা দে ; বাৰু বহ।

**পীতৰাম** : গায়ন বৰায়ো এইটো বেয় [illegible]

**বলোৰাম** : চাচোন পীতৰাম, মোৰ গা [illegible] ভাং খাই লৈ মোক মাৰিবলৈ [illegible]।

**পীতৰাম** : দে দে বুঢ়া মানুহ, বাপেৰে [illegible] বিড়ি এডাল খুৱা।

**বলোৰাম** : বিড়ি নাই অ' ভাই।

**পীতৰাম** : বাৰু নেলাগেদে। পিছে কি [illegible] কিবা সুবিধা কৰিব পাৰিছনে?

**বলোৰাম** : নাই ভাই, কোনো ৰকমেই [illegible]। ওচৰেই নচপা হ'ল অ'।

**পীতৰাম** : এই লথৌৱে তাইক কিবা খু [illegible] কিবা আহুদি-চাহুদি কৰিছে নে কি!

**বলোৰাম** : এৰা অ', মই তেনে যেনহে [illegible] কাম কৰো বুলি ভাবিছো দে।

**পীতৰাম** : কি?

**বলোৰাম** : এই জাপৰী বেজিনীৰ ম [illegible] বৰ গুণ আছে। এখন হে [illegible] কোনো ৰকমে বোলে খুৱাব পা [illegible] হোৱাদি হয়। আৰু বোলে তেল [illegible] দিয়ে, তাৰ এটোপামান গাত লগা [illegible] বোলে বান্ধিও ৰাখিব নোৱাৰা হয় [illegible] গৈ তাইক হাতে ভৰিয়ে ধৰিলগৈ।

**পীতৰাম** : এই জাপৰী বেজিনীৰ কথা মহে [illegible] পিলী পাৰৰ কেবাজন ডেকায়ো তাইৰ [illegible] কেবাজনীও ছোৱালী আনিছে।

**বলোৰাম** : সেয়া, মই কৈছো নহয়! এইৰ [illegible] পাওঁ ভাই। কি কৰ?

**পীতৰাম** : নিশ্চয় খাব। মোৰো মনে ধৰিছে [illegible]

**বলোৰাম** : বিড়ি এটা খা না ভাই। (ভিতৰ [illegible] আনিবলৈ যায়)

**পীতৰাম** : (মুখ টিপি হাঁহে) বিডি নাই বুলিছিলি নহয় বাৰু ভাই। (বিডি আনি দিয়ে) তামোল আৰু তেল যেনিবা জাৰি আনিলিয়েই! পিছে খুৱাবি কেনেকৈ?

**বলোৰাম** : ডমিলীৰ হতুৱাই খুৱাম। ডমিলীক দুবটল গোন্ধতেল আৰু এখন ফুলাম হাঁচতি কিনি আনি আগেয়েই দি থৈছো।

**পীতৰাম** : অ' বাৰু, তেনেহ'লে পাৰিবি। পিছে সোনকালে কৰাহে ভাল। লথৌৱে সৰকাইহে লাগে।

**বলোৰাম** : এৰাদে, তই এতিয়া যা মই জাপৰীৰ তাৰ পৰা আহে গৈ। (পীতৰাম যাব খোজে) এই, পীতৰাম শুনচোন (হাতত ধৰি) এইবিলাক কথা ভাই, কেনেবাকৈ যদি লথৌ আৰু কৰিমৰ কাণত পৰিল, মই নিগমে মৰিলো আৰু।

**পীতৰাম** : হেঁট্টেৰী বলোকাই! মোৰ ডিঙি আগে, তোৰ ডিঙি পাছে। (প্ৰস্থান)

# তৃতীয় দৃশ্য

## -দেলখোচৰ ঘৰ-

*(নিহাৰে নাদত পানী তুলি থাকে আৰু দেলখোচ ওচৰতে বহি কথা পাতে আৰু বিডি হুপি থাকে)*

**নিহাৰ** : ককাইটি, জুৱা খেলি থাকিলোতো আৰু পেট নভৰে। কিবা এটা ৰোজগাৰ [illegible]লোৱা।

**দেলখোচ** : যা-যা হেইবিলাক কথা তোৰ দৰকাৰ নাই।

**নিহাৰ** : এতিয়াতো বাবাজান, মা-জান নাই, তুমি নিজে কামাই কৰি খাব লাগিব।

**দেলখোচ** : নিজে কামাই কৰিয়েইতো খাইছো। তই কামাই কৰি খুৱাইছ নেকি?

**নিহাৰ** : কথা ক'লে বেয়া পোৱা কিয? মই ভাল কথাহে কৈছো। (কলহ বুৰাই যাব খোজে)

**দেলখোচ** : (স্বগত) আজি এই ল'ৰা দুটা অহা কথা আছিল নাহিল দেখোন।

**নিহাৰ** : (অলপ বৈ) কোন? কৰিমহঁত! জুৱা খেলিবলৈ? সেই ল'ৰা দুটাক তুমিয়েই নষ্ট কৰিলা।

**দেলখোচ** : মই নষ্ট কৰিলো? মই সিহঁতৰ তালৈ গৈছোনে সিহঁতে মোৰ ইয়ালৈ আহিছে?

**নিহাৰ** : যেই হওক, তোমালোক বেয়া হৈছা।

**দেলখোচ** : জুৱা খেলাটোনো কি বৰ বেয়া কামটো?

**নিহাৰ** : দুনিয়াই বেয়া বোলে। নিজৰ পেট নচলে, ইপিনে আকৌ জুৱা খেলে। কৰিমহঁতৰ অৱস্থা ভাল, কৰিম নিজেও ভাল ল'ৰা। তুমিহে নষ্ট কৰিছা।

**দেলখোচ** : বেচ কৰিছো। যা-যা, ভিতৰত যা। নিজৰ কাম দেখ। বোলে — "চেখ আপনা মতলব দেখ।" (নিহাৰৰ প্ৰস্থান) কত ডাঙৰ মানুহে জুৱা খেলিব লাগিছে তাৰ হিচাব নাই, আমিনো কেইপইচাৰ জুৱা খেলিছো হাজাৰ-হাজাৰ টকাৰ একোটা জুৱা খেলোৱাৰ আছে। (কৰিম আৰু লথৌৰ প্ৰবেশ)

**লথৌ** : আদাব মুন্সী চাহাব।

**দেলখোচ** : আদব, আদাব।

**কৰিম** : আচ চালামু আলাইকুম।

**দেলখোচ** : ওৱা আলেইকুম চালাম। আহা, আহা বহা ভাই। (পাটি পাৰি দিয়ে) এই কষ্টম! চাহ বনাই দে। অলপ নাস্তাভি বনাবি।

**লথৌ** : এতিয়া আহোঁতে হাটখোলাত দুজনী মণিপুৰী দেখি আহিলো। নাচ-তাচ কিবা হৈছে নেকি?

**কৰিম** : এইবিলাক হৰ্দ্দম বছৰি আহে। নাচ ক'ত হৈছে?

**দেলখোচ** : নাচ হোৱা নাই, কালিলৈহে হ'ব তাঁহাত আজি আহি পাইছেহি হে।

**লথৌ** : তেন্তে কালিলৈ অহা যাব। এতিয়া লাগি যাওঁ দিয়া।

**দেলখোচ** : এৰা, বিস্মিল্লা বুলি লাগি যোৱা যাওঁক। (তিনিও তাচ জুৱা মাৰে, কিছু সময় খেলাৰ পিছত দেলখোচ হাৰে, টকা দিব নোৱাৰা হয)

**কৰিম** : দিয়া, টকা বাহিৰ কৰা।

**দেলখোচ** : বাৰু, বাৰু মাৰাচোন।

**লথৌ** : নাই টকা উলিওৱা।

**দেলখোচ** : আৰে মাৰানা টকাৰ নিমিত্তে কি আছে!

**কৰিম** : নাই, হেইবিলাক বাকীৰ কাৰবাৰ নাই। কালিৰ কথা অলপ দৰিয়প কৰি দেখা। পাঁচ টকাৰ বিশ্বাস নকৰিলা ভাই।

**দেলখোচ** : আৰে ভাই টকাটো ভিতৰতেই আছে, আনি দিলেই হ'ল। মাৰা না।

**লথৌ** : বাৰু দিয়া, আগলৈ হ'লে মনত ৰাখিবা। লোককো এইদৰে বিশ্বাস কৰিব লাগে।
(আকৌ তাচ মাৰে আৰু দেলখোচ পুনৰ হাৰে)

**কৰিম** : দিয়া এইবাৰ টকা হ'ল, বাহিৰ কৰা।

**দেলখোচ** : আল্লা! মাৰানা! বাৰ টকাতো হৈছেই।

**লথৌ** : এইবিলাক কথা ভাল নহয়। (খেলে। দেলখোচ আকৌ হাৰে)
এই পোন্ধৰ টকা হ'ল। টকা উলিওৱা ভাই।

**দেলখোচ** : উঃ বিশ্বাস কৰা না ভাই, দিম বুলিছো দিম, এক জাবান।

**কৰিম** : মিজাজ গৰম হৈ গৈছে মুন্সী চাহাব। কৈ দিছো। আচ্ছা মাৰা। (আকৌ খেলা)

**দেলখোচ** : অ' তোমালোকৰ এই ৰকম কাৰবাৰ। খেলৰ মাজত টিপিয়া-টিপি কিহৰ? হেই বেইমানী খেল নেখেলো।

**কৰিম** : দূৰ বে। ক'ত টিপিয়া-টিপি কৰিলোহে, খেলটো তোমাৰ চামনেই হৈছে। আল্লাই জানে ভাই।

**দেলখোচ** : হেই ৰকম বে বে বুলি কথা নকবাহে। বেয়া হ'ব।

**লথৌ** : কি কৰিবাহে কি কৰিবা- যাৰ নাম লথৌ-কৰিম। বনৰ বাঘেও ডৰায়। তুমি এটা কোন কুটা।

**কৰিম** : টকা দিব লাগে বুলি বেইমানী। চমান হৈ যাবি।

**দেলখোচ** : হয় নেকি? ৰুষ্টম। ৰুষ্টম। (ৰুষ্টমৰ চাহ লৈ প্ৰবেশ) আৰে ৰাখি দে তোৰ চাহ। ধৰ লাঠি।

(চাহ পৰি যায়। দেলখোচে লথৌক মাৰিবলৈ যায়, কৰিমে দেলখোচক মাৰিবলৈ টাঙোন ডাঙোতেই নিহাৰ টাঙোনৰ আগত ঠিয় হয়।)

**নিহাৰ** : ছিঃ এইবিলাক কি? টকাৰ কাৰণে জুৱা খেলিছাতো? এই নিয়া। (হাতৰ আৰু ডিঙিৰ খাৰু-মণি সোলোকাই দিয়ে) ইয়াৰে যি পোৱা বেচি কিনি লোৱাগৈ আৰু জুৱা খেলিবলৈ নাহিবা। টকাৰ কাৰনে মানুহে ইমান তললৈ নানামে। (দেলখোচক টানিলৈ প্ৰস্থান)

**কৰিম** : ভাই লথৌ, কাণত দৰি তৌবা কৰিছো, আজিৰ পৰা খাৰু জুৱা নেখেলো। কচ্ছম খোদা।

**লথৌ** : এৰা ভাই, ময়ো কাণত ধৰি শপত খাইছো। জুৱা আৰু নেখেলো। ছোৱালীজনীয়ে গাজত লগা কথা কেইটা ক'লে। বৰ হুচিয়াৰ ছোৱালী দে। দেখিবলৈকো বৰ ফেন্সি ভাই।

**কৰিম** : ধেৎ, ৰহ। (মণি-খাৰু বুটলি লৈ কয়) দেলখোচ, তোমাৰ মণি-খাৰু লৈ যোৱা ভাই। এইযা ইয়াতে থলো। ব'ল লথৌ (দুখোজমান গৈ) লথৌ, বহুত জাগাত বদমাচী কৰি মাৰা-মাৰি কৰিলো, নিজেও ক'ত জাগাত মাৰ খালো, কিন্তু ক'তো এনেভাৱে দমি যোৱা নাই। এবাৰ মাতিব নোৱাৰিলো। ছোৱালীজনীয়ে আমাক ছোট নজৰ বুলি কলে একদম ঠান্দা বনাই দিলে ভাই।

**লথৌ** : ব'ল ব'ল পলম হ'ল।

**কৰিম** : এৰা, লোকৰ জমিনত থকা ভাল নহয়। (প্ৰস্থান)

# চতুৰ্থ দৃশ্য

## আলিবাট

### বগীৰামৰ প্ৰবেশ

**বগীৰাম** : মাউৰে মৰা এই দমৰা গৰুটোৰ পৰা মোৰ সুখ নাই। আৰ তাঁতি ভাঙিব, তাৰ চকোৰা ভাঙিব, কঠিয়া খাব। এইবাৰ ধৰিব পাৰিলে মৈমনচিঙিয়াক বেচিম বাপেকে। সিহঁতেহে তাক [illegible] লগাব পাৰিব।

(ওৱাহেদ আলি ৰ প্ৰবেশ)

ওৱাহেদ-কিহে ভাই চাহাব!

**বগীৰাম** : নক'বা ককাই! মোৰ ক'লা দমৰাটো বিচাৰি আজি দুদিন হাবাথুৰি খাই ফুৰিছো। দেখিছিলা নে ক'ৰবাত?

**ওৱাহেদ** : কালি "আচাৰ"ৰ নামাজৰ সময়ত আমাৰ মছজিদ ঘৰৰ ওচৰতে দেখিছিলো, আৰু এতিয়াও তাতে আছে যদি মই খবৰ পঠিয়াম। তুমি এতিয়া যোৱাগৈ নহলে লথৌকে এবাৰ পঠিয়াই দিবা।

**বগীৰাম** : সি জানো বাঘেমৰা ঘৰত থাকে [illegible] এটা চৰাবলৈ নাযায়। এতিয়াবা [illegible] লৈও [illegible] গুটি খেলি বহি থাকে। [illegible] কিফুকা [illegible] এৰিলে। এতিয়া সেয়া, [illegible] ল'ৰাই [illegible] লাগিছে। নপটিলি বাৰু [illegible] হেৰৌ ঘৰৰ কাম [illegible] কৰ, কুটা এগছকে দুডোখৰ নকৰে। হাতত [illegible], কিম্বা সেইডাল তোমাৰ-

**ওৱাহেদ** : গুলটি।

**বগীৰাম** : অ' সেইডাল লৈয়েই তোমাৰ [illegible]।

**ওৱাহেদ** : এৰাহে, আমাৰ হেইটোও নহয় [illegible] কৰিনা। কাম নাই বন নাই দুয়োটা লগ লাগি খালি ঘুৰি [illegible] থাকিব। আৰু দুয়োটা লগ লাগিলে তাহাঁত [illegible] কথা [illegible] শুনিবা। তোমাৰ জমিন-আচমান বনাব, আৰু আচমান জমিন বনাব। বুজিছা ভাই চাহাব, খোদা [illegible] কিম্বা গুনাহ কৰিছিলো, তাৰ নিমিত্তেই [illegible] সন্তান।

**বগীৰাম** : নক'বা আৰু ককাই, সিহঁতেই ভাল [illegible] বুলি জিলাতো থলো, অ' লেখা-পঢ়া শিকক [illegible] আৰু কিছুমান চুলুঙালীহে শিকি আহিল

**ওৱাহেদ** : জিলাতনো তোমাৰ থাকিল কেইদিন [illegible] বেৰাই হ'ল আৰু বচ, আহি ঘৰ পালে

**বগীৰাম** : সেয়া সিহঁতৰ লগৰ ল'ৰাই এই [illegible] পঢ়িয়েই এটাই বোলে পিয়ন কাম কৰিছে আৰু [illegible] তিনিটাই বোলে চিপাহীত সোমাইছে। আমাৰ এওঁলোকৰ খালি, মৰা-মৰি, টঙনা-টঙনী। আৰু যেনিয়েই যোৱা সিহঁতৰ বদনামহে শুনিবা। নিজৰ দোষত নিজে মৰিব। গুৰ কচু গুলৈ যাব।

**ওৱাহেদ** : অ', বোলে-আপোন দোচে মৰে বিৰাটৰ ভাই, কাট দিয়া ভানুমতী পাতালে লুকাই। (পীতৰামৰ প্ৰবেশ)

**পীতৰাম** : দেদাই! কি যোজনা মাৰিলি ঐ সেইটো?

**ওৱাহেদ** : কিয় তইঁতৰ চাস্ত্ৰতেই আছে দেখোন। বোলে- "আপোন দোচে মৰে বিৰাটৰ ভাই,

নুম· পাতালে লুকাই ।"

পী· ... তা· ন দোষত মৰে বিৰাটৰ ভাই ,

... ফাট দিয়া ভানুমতী পাতালে

... গ আনিলি ? আকৌ

... কি

ওৱা ... ল চাই) দেখিলা ভাই চাহাব,

... নুমতী মানে নেজানে। আৰে,

পী ... মতী মানে জমিন নহযনে ?

... ?

বর্গ ... পৰহীৰ গীত গায। সংসাৰ

... । ক'লে-তাত আহি পঁইট

... নে ইযাৰ পৰা।

... সীতৰামৰ প্ৰস্থান)

ওৱা ... যাইহে এইচব। আমাৰ

... একম গাঁৱৰ মানুহৰ লগত

... এই ... সিহঁতৰ নাই। এই নিমিত্তে

... চেষ্টা কৰো।

বৰ্গীৰ ... গাঁৱৰ মানুহক সিহঁতে পেংলাই নকৰো

... হ'ল। গৰুটোলৈ অলপ খিয়াল

ওৱা ... দুফালে প্ৰস্থান)

... মহ'ৰ পিঠিত উঠি সুৰ লগাই গায)

বলো ... ------ মোহোৰ বৰ্চন

... লাগ তেজিবো জীৱন।"

(ক ... ৰ প্ৰৱেশ)

কাৰি ... হেইটো, বলোৰাম নে ?

... মাৰিছ? চাওঁ এইফালে আহচোন।

বলো ... নাই অ'। মই ম'হ এৰি যাব নোৱাৰো ।

কৰি ... আহ। শুনি যা।

বলো ... নাই নোৱাৰোঁ।

কৰিম ... মই যাব লাগিব নেকি ?

... বলোৰ প্ৰৱেশ)

বলোৰ ... ?

কৰিম ... ভাওনা ঘৰত লথৌৰ হাতৰ থাপৰ

... কম লাগিল ? লোকৰ যোৱান ছোৱালী

... ভাওনা চাবলৈ যাওতে ৰাস্তাত ধৰি

... ইজ্জতি কৰিবি ? চালা-চৰম নেলাগে।

... চোৰেৰে তৰ লগ লাগিছিলি নহয ? ক'তা-

... খোন ৰাখিব নোৱাৰিলে। লথৌ

... ই থাকিল। অকল ৰূপচিণ্ডেই দেখোন

... বনাই দিলে। ডমিলীৰ হাতত জৰা তামোল

পঠিযাইছিলি ? চুবিধা নহ'ল নহয ? আজি আকৌ গুইমাৰীৰ ভাওনালৈ যাবি নেকি ?

**বলোৰাম** ঃ সেইবিলাক মই কেতিয়া কৰিছিলো ? মিছাকৈয়ে মানুহে উলিযাইছে। তোক বাৰু কোনে কৈছে কচোন ?

**কৰিম** ঃ ইহ চালা- এতিয়া কথাই ক'ব নেজানে। মিছা নহয ? বিহুৰ দিনা -----যে ভেদেউক টানি নিবলৈ পকাই ফুৰিছিলা, হেইটোও মিছানে ? বিহুতলিলৈ কৰিম নাযায বুলি ভাবিছিলা ?

**বলোৰাম** ঃ চাওঁ মই যাওঁ, ম'হ এৰি দি আহিছো। কাৰোবাৰ ধাননিত লাগিবগৈ (যাব খোজে)

**কৰিম** ঃ (আগভেটি)ম'হ ধাননিত নামিল মোৰ কি হ'ল হ'?

**বলোৰাম** ঃ তোকনো এইবিলাক কথা কোনে কৈছে অ'?

**কৰিম** ঃ আবে পীতৰাম বাপেৰে কৈছে চালা ভাণ্ডৰীৰ ল'ৰা। গুইমাৰীৰ ভাওনালৈ গৈ আকৌ কিবা কৰিবি বুলি 'মচ্ছলৎ' কৰিছ নেকি ? এইবাৰ বাপেৰে ভেদেউৰ হতুৱাই চৰাম। যা এতিয়া বেইমান-

**বলোৰাম** ঃ (ভোৰভোৰাই কৈ যায) বাৰু পীতৰামক মই ইযাৰ হোৰ তুলিম নহয। মোৰ পৰা টকা উলিযাই লয।

**কৰিম** ঃ (বলোলৈ চাই) আহ চালা কৰিমে হাত দিব লাগিলে হাৰ্দ্দি গুৰা হৈ যাব কি ভোৰভোৰাই দেখুৱাইছ।

(লথৌৰ প্ৰৱেশ। হাতত ৰচি লগোৱা ক'লা কচু এডাল)

**লথৌ** ঃ কি হ'ল ঔ । সেইটো কোন ?

**কৰিম** ঃ বলো।

**লথৌ** ঃ থপৰিয়ালি নেকি ?

**কৰিম** ঃ নাই। অ' হেইটো কোনোবা এটা আহিছে। চাওঁ কচুডাল মোক দে।

*(কচুডাল মাটিত থৈ দুইটাই বহি থাকো এনেতে এটা মানুহৰ প্ৰৱেশ। কৰিমে ৰচিডাল টানি দিযে। মানুহটোৱে সাপ বুলি ভয় খাই চিঞৰি উঠে। লথৌ আৰু কৰিমে হাঁহে )*

**১ম মানুহ** ঃ কিয এনেকৈ মানুহক ভয খুৱাই মৰহঁত অ' ?

**কৰিম** ঃ মই নাই দিয়া (লথৌক দেখুৱাই) ইহে।

**লথৌ** ঃ (হাঁহি) বাৰু, ক'লৈ যাবানো ? খোজৰ কোব দেখোন বলী দেখিছো।

**১ম মানুহ** ঃ এই হাটখোলাতে মণিপুৰী নাচ হৈছে বেলে, তাকে চাবলৈ যাওঁ।

**কৰিম** ঃ অ' মানুহ হুচিয়াৰ।

**লথৌ** ঃ পিচে ঘৰনো ক'ত ?

**১ম মানুহ** ঃ ঘৰ আমাৰ হেকোদাংবৰীত।

**লথৌ** ঃ হয় দিয়া,নামটি একা।

**১ম মানুহ** ঃ গেজিদাং কচ দিয়া।

**কৰিম** : ল। আবে নাম দুনিয়াত আৰু নেপালি?

**লখৌ** : (হাঁহি)গেজিদাং কচ নহয়নে? (দুয়োৱে হাঁহে)

**১ম মানুহ** : ক'ৰ অ' এইকেইটা। বাটৰ মানুহ জোকাই লয়।

**কৰিম** : আবে, আমি গেজিদাং কচৰজোঁৱাযেক।

**১ম মানুহ**: ঐ। গলধনটোত টিপামাৰি ধৰি পেটত এজনী গোৰহে সোধাম, গাৰ গোসানীয়ে কেনি ফাঁহি-চিটিকিব তাৰ নিস্তাৰ নহ'ব।

**লখৌ** : হেৰৌ কেতিয়া হোঁ ? (হাতত ধৰে)

**কৰিম** : মাৰ চালা। (দুই এটা থাপৰ মাৰে)

**১ম মানুহ**: দেখা দেখ। বিনা জগৰত বাটৰ মানুহ ধৰি কিলায়। (লৰ মাৰে)

(দ্বিতীয় মানুহৰ প্ৰবেশ)

**লখৌ** : মণিপুৰী নাচ চাবলৈ যোৱানে কিহে ককাই?

**২য় মানুহ**: হয দ্যা বাপা, এই ৰাস্তাই দিয়ে যাবা লাগে নহয?

**কৰিম** : অ' পৰগণীযা। (লখৌৱে মূৰ দুপিযাই হাঁহে)

**লখৌ** : ক'ৰপেইনো আহিছবা?

**২ য় মানুহ**: আমি ইযাৰ মানুহ নহয দ্যা ।

**লখৌ** : সেঁতো আৰু ক'বাই নালগে। মাত শুনিকি ধৈছোঁ। পইচানো কিমান আনছবা?

**২য় মানুহ**: পইচা ক্যা এ ,তুঁক লাগি? ভিঠিমুবাইত, খাবা আইছবা?

**লখৌ** : এই , সেন্‌কে বেছি ফুটনি মাৰা কথা নকবিদেই। বেল্টে দিম।

**২য মানুহ**: কি বেল্টেবি এই, বহুত দেইখছোঁ দে। (প্ৰস্থান)

৩ য মানুহৰ প্ৰবেশ

**লখৌ** : এইপাতলৈ চাহ ঐ, চকু পিঙ্কি আহিছে।

**কৰিম** : অ' ভাটি ফালৰ মানুহ ।

**লখৌ** : হেৰা বাবু। আপুনি। কেন? গাঁৱৰ মধ্যে।

(৩য মানুহৰ প্ৰস্থান)

**কৰিম** : এই মানুহবিলাকৰ ঘৰ ক'ত অ'?

**লখৌ** : ভাটিত।

**কৰিম** : হাও, ভাটিৰ পৰা আহি এইখিনি ওলাইছেহি। যাওঁ ব'ল।

**লখৌ** : ব'ল। (প্ৰস্থান)

# পঞ্চম দৃশ্য

-সাতোলাৰ ঘৰ-

*(বলোৰামে বহি পঘা বতি থাকে)*

**বলোৰাম** : উঃ এই খেকাৰবাতী হেৰিয়াৰ জীয়েকৰ লগত মোৰ ইমান লঘু-লাঞ্ছনা, ভাওনাত অত ৰাইজৰ আগত লখৌৱে মোক যি'কেইটা চৰ মাৰিলে মই মৰি যোৱা হ'লেই ভাল আছিল। তেও যে গাঁৱৰ গাভৰু ছোৱালী কেইজনীৰ আগত মোৰ এনে অৱস্থা হ'ল আৰু। (অলপ ভাৱে)

**নেপথ্যত সাতোলা** : হেৰ বোপাই, পঘা বতিছনে?

**বলোৰাম** : (ভোৰভৰাই) ৰহ এথোন পঘা।

**নেপথ্যত সাতোলা** : হেৰৌ কি ৰহ?

**বলোৰাম** : বোলো বতিযেই আছো দেখোন, হোৱা নাই এতিয়া কি কৰিম? (আকৌ পঘা বতে)সকলো কথাৰ গুৰি এই কুষ্কচীয়া পীতৰাম! ই হ'লে আচল বিভীষণ । মোৰ পৰা কুহুলিযাই কুহুলিযাই কথাখিনি উলিযাই লৈ এই পানী হেৰামী কৰিমটোৰ আগতকৈ দিযেগৈ। তই ইয়ালৈ আহিবি বাপেৰে! ম'হৰ চালৰ ফানতীৰে তোৰ গালমুখ একেবাৰে মেটুৰা-মেটুৰী কৰি দিম।

**সাতোলা** : (নেপথ্যত) হেৰ হ'ল যদি লৈ আহ। পঘা এগছ বতোতেই দেখোন বেলি লুটি খাবগৈ।

**বলোৰাম** : নিছো ৰহ।(খৰকৈ পঘা বতে) তেও বুলি ভেদেউৰ আশা মই সতকাই এৰিছোঁ। মাছ ধৰিব নোৱাৰিলেও বিলকে ঘোলা কৰিম। যি আছে কপালত! এৰা জাপৰী বেজিনীৰ ঔষধ বিফলে যোৱা শুনা নাই। আচল কথা এতিযাহে বুজিলো, পীতৰামে মোৰ পৰা কথাটো লৈ লখৌৰ আগত ক'লেগৈ, লখৌৱে গৈ ভেদেউক কলে, সেইহে তাই ডমিলীয়ে দিয়া তামোলখন গচকি আৰু তেলৰ বটলটো থাপ মাৰি আনি ভাঙি পেলালে।

**সাতোলা** : (নেপথ্যত) বাপাই!

**বলোৰাম** : কি?

**সাতোলা** : (নেপথ্যত) হ'লনে নাই?

**বলোৰাম** : হৈছে ৰহ। ইমান চেলাক ই, পীতৰাম। বাৰু ভাই, এইবাৰ আৰু কাকো সঞ্জাত কৰা নেযায়। গাৰ নোমেই শতৰু। এইবাৰ জাপৰীয়ে যিটো দৰবৰ কথা কৈছে যদি পাওঁ কাকো সহায় নেলাগে। চাৰিআলিৰ হাটৰ দিনা জিলাৰ পৰা যিটো ঢেকেয়া বেপাৰী আহি বহেহি, সিয়েই বোলে কাম সেন্দুৰ আনে। যিমানেই দাম হ'ক বাপেকে। আনিমেই আনিম। জাপৰীয়ে তাত কেৱল অলপ মন্ত্ৰ কৰি দিব।

**সাতোলা** : (নেপথ্যত) হেৰৌ তই কি কৰিছ? পঘা বতিছনে কাৰবাৰ লগত কথাহে পাতিছ?

**বলোৰাম** : ক'তনো কথা পতা শুনিলি? নিছো।

(পীতৰামৰ প্ৰবেশ)

**পীতৰাম** : বলোকাই কি কৰিছ?(মিহিকৈ মাতে)

**বলোৰাম** : অ' পীতৰাম! (পীতৰামলৈ একেথৰে চায় আৰু

হাতেৰে খেপিয়াই ওচৰত থকা মৰাপাটৰ গুন লগোৱা বাঁহডাল হাতত লৈ )কটা , লথৌ কৰিমৰ চুৰা খোৰা। তোৰ আজি মই কলদিল চিঙিহে এৰিম।

সাতোলা ঃ (নেপথ্যত)হেৰৌ কিহে পালে বোপাই? অ' বোলো- (প্ৰবেশ কৰি) দেখা, দেখা, দেখা। হেৰৌ নাহিলিনে ঘূৰি। মৰে কেনেকৈ চোৰা এতিয়া। ৰ'বাপেৰে। তোৰ আজি গাৰ বাপুৰাম বাহিৰ কৰিম।
(প্ৰস্থান)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

(মোলান দেউৰীৰ ঘৰ নাম গাই ভেদেৱে চোতাল সাৰি থাকে)

ভেদেউ ঃ "ৰামচন্দ্ৰ সৰু বুলি, এ হৰে জগতে হাঁহিলে বামহাতে ধেনু ধৰি, এ হৰি মাজতে ভাঙিলে," (ঠাই সাৰি জাবৰ গোটাই লৈ প্ৰস্থান) (বলোৰামৰ প্ৰবেশ)

বলোৰাম ঃ প্ৰভু। তুমিহে জানা; এটফোটৰ লগত নগদ পাঁচ মহা ৰূপ ভাঙিছো। ঢেকাৰলীযাই ফুটাকটি এটৰো ইফাল-সিফাল নকৰিলে। জাপৰীযে দুটা ফু'ত, পকা আধলি চাইটা ল'লে। (জেপৰ পৰা কাম সেন্দুৰ উলিযাই ডাঙৰকৈ কপালত এটা ফোট লয) প্ৰভু। সৰকাবা আৰু (হাতখন টিকনিডালত মচি, বুকুত হাত দি চকু মুদি ) মহামায়া কাম সেন্দুৰ। অন্তৰত থিত দিযা । আজি ক'ত সাৰিবি। জাপৰীৰ কথামতে হ'লে, ফোটটো পিন্ধিয়েই যাকে প্ৰথমে দেখা পায, সেযে বোলে পাছ লয়। (অলপ ভাবি) এতিয়া যদি মাত দিওঁতেই ভেদেউৰ সলনি দেউৰী নিজে আহি ফোঁট দেখি আমাৰ পাছ লব লাগিল, তেনেহ'লে বিহহে খালো আৰু। যাৰ নাম কাম সেন্দুৰ, এলাপেচা বস্তু নহয , যাক সৰগৰ অপেশ্বৰীযেহে পিন্ধে ।নাই ফোঁটটো লুকুৱাইহে ৰাখিব লাগিল। (কঁপালত হাতদি ফোঁটটো ঢাকি ধৰে)

বলোৰাম ঃ (লেনিযাই)ভেদেউ, অ' ভেদেউ, ঘৰত আছনে?

নেপথ্যত ঃ আছো, কোন?

বলোৰাম ঃ মইহে, মাতটো চিনিব পৰা নাই নে?

নেপথ্যত ঃ নাই,কোন নো?

বলোৰাম ঃ এই,বলোৰাম। ( ভেদেউৰ প্ৰবেশ)

ভেদেউ ঃ কিয় আহিছ ইযালৈ?

বলোৰাম ঃ (কপালৰ পৰা হাত গুচাই) নাই, এই পিতায়েৰৰ লগত অলপ কথা আছিল (কপালৰ ফোঁটটোলৈ চকুৰে ইঙ্গিত কৰে, তাৰপিছত আঙুলিৰে দেখুৱাই পুলুং-পালাং কৰে)

ভেদেউ ঃ বলিয়া মানুহৰ দৰে সেইখন কি কৰিছ?

বলোৰাম ঃ এয়া, ( ফোঁটটোলৈ আঙুলিযাই ) দেখা নাই, কাম সেন্দুৰৰ ফোঁট। এইটো, (হাত বাউল দি মাতে) পিচে পিচে আহি থাক, সোৰ সোৰকৈ আহি থাক। (অলপ আগবাঢ়ি গৈ উভটি চাই) আহ ঐ এই জনী। ধৰ্মৰ বল।

ভেদেউ ঃ বাঢনীৰে কোবাম, নিলাজৰ সঁচ। পিতাই অ' পিতাই, পিতাই ঐ।

বলোৰাম ঃ (খৰধৰকৈ আহ। আহ।। মন্ত্ৰৰ বল, আহ । কাম সেন্দুৰৰ বল, আহ । হৰ বিষ্ণু হৰ (ফু মাৰে) .

ভেদেউ ঃ মুখতে গোৰ মাৰি পঠিয়াম *(ভৰি ডাঙে)*

বলোৰাম ঃ মহাদেউৰ শপত, পাৰ্বতীৰ শপত, কাম সেন্দুৰৰ বল,যেনেকৈ আছ তেনেকৈযে আহ। এই লৰে চৰে, সাত পুৰুষ নৰকত পৰে!

*(অগত্যা বলোৰে যাওঁ নেযাওকৈ ইফালে-সিফালে চাই ঘনাই মানুহ মতা দেখি দৌৰ মাৰে আৰু গৈ থাকোত ফোঁটটো মচি কয)*

ধেৎতেৰী, এইবিলাক চব মিছা।
*(প্ৰস্থান)*

ভেদেউ ঃ ভঙুৱাৰ ল'ৰা, আজি পিতাই ঘৰত থকা হলে চৰ খালিহেঁতেন।
উঃ কটা, এনে নিধক মানুহ । মুখত থুৱালো, লথৌৱে অত ৰাইজৰ আগত চৰিযালে, তেও লাজ নাই। (প্ৰস্থান)

## দ্বিতীয় দৃশ্য

*(গাৱলীয়া বাট । হাতত বৰশীৰ চিপ লৈ লথৌৰ প্ৰবেশ)*

লথৌ ঃ ইনো ইমান পৰ কি কৰিছে । ইফালে বেলি পৰি যায। *(কৰিমৰ প্ৰবেশ)*

লথৌ ঃ কিনো কৰিছিলি অ'।

কৰিম ঃ ৰ'না বাবাজান বাহিৰতে বহি আছে। কেনেকৈ আহোঁ অ'।

লথৌ ঃ তোৰ বাবাজানৰ খজা বন্দুকটো আনিব নোৱাৰিলি? কৰিম-নাই ভাই, কেনেবাকৈ গম পালে একদম মোক মাৰি হজম কৰি দিম।

লথৌ ঃ (দূৰলৈ দেখুৱাই) এই গছ জোপাত ভাটো পোৱালী আছে হ'বলা অ'।

কৰিম ঃ হাঁ ঠিক ধৰিছ। পাৰো দে, তই উঠ। ( দূৰলৈ চাই) সৌৱা, ভেদেউ এই পিনে পানী নিবলৈ আহিছে। তই গছত উঠ। মই সেইখিনিতে লুকাই থাকোঁ। পানী

বুৰাই উভতি আহিলে তাইক ভয় খুৱাম। (সুকাই)
(নাম গাই গাই ভেদেউৰ প্ৰবেশ)

ভেদেউ : "আকাশত বনালে অ' গোলেশ্বৰ
কৰুচন কুৰুৱা অ' গোলেশ্বৰ
কাহিলি কাহিলি দেখে গোলেশ্বৰ
তোমাৰ আমাৰে নাই ভিন-পৰ
মোৰ অতি মৰমৰ" (প্ৰস্থান)
(কৰিম ওলাই আহে)

লথৌ : (গছৰ ওপৰৰ পৰা) কৰিম, এই কৰিম, সাপ ঔ।
(কৰিমে ওপৰলৈ চাই)

কৰিম : ও কি সাপ ঔ। নাম, নাম, নাম! গছৰ পৰা নামি আহ।
(লথৌ নামি আহে)

লথৌ : চকৰি ফেঁটী যেন পাইছো।

কৰিম : (যন্মুটি বিচাৰে) বেয়া মানুহৰ হাতত পৰিছ নহয় আজি।

লথৌ : ঐ খোৰোঙত সোমালেই ঔ!

কৰিম : সোমাল নে কি? (ভিতৰলৈ দেখুৱাই) হেই দুটা চিনি পাইছনে?

লথৌ : ক'ত অ'।

কৰিম : হেই দুটা। নদীৰ ফাললৈ যে গৈছে গৈ। দেখিছনে নাই বে?

লথৌ : দেখিছো কোননো সেই দুটা?

কৰিম : কাবুলী হ' যোৱা বছৰ যে জাৰকালি দুটাই দুটা হুলবাৰ লৈছিলো।

লথৌ : কি শূলভাৰ ঔ! হে'ৰ কেতিয়া?

কৰিম : গৰম বনিযান, ডিঙিটোযে কেপেযা মৰা।

লথৌ : অ' মনত পৰিছে পইচা দিয়া নাই নহয়।

কৰিম : দূৰ, বিডি খাবলৈ পইচা এটা নাই, আকৌ হুলভাৰৰ দাম দিয? তবে শুনিছো বোলে গাঁৱত হিহঁতে বাকী তাগিদা কৰি জুলুম লগাইছে।

লথৌ : এ মহ'ৰ লাখুটিৰ কোবত সত্ৰ এৰিব।
*(নেপথ্যত ভেদেউৰ কান্দোন শুনি)*

কৰিম : আৰে, হেইটো ভেদেউৰ মাত নহয় নে?

লথৌ : হয় ভাই, *(দুয়ো ঢাপলি মেলে)*

# তৃতীয় দৃশ্য

**(সুত্ৰধাৰীৰ ঘৰৰ আগচোতাল)**

**ৰাজহুৱা মেল-**

*(আগত তামোলৰ বটা লৈ সুত্ৰধাৰী, গায়ন বৰা আৰু দুজনমান মানুহ বহি থাকে; তাৰ পিচত লাহে লাহে আৰু দুজনমান মানুহ আহি বহে)*

গায়ন বৰা: সুত্ৰধাৰী। মহাপুৰুষৰ তিথি আহি পালেহি নহয়, পৰভে এইবাৰনো কি নাট মেলিবৰ মনোনীত কৰিলা?

সুত্ৰধাৰী : কি নো নাট মেলিবাহে গায়ন বৰা? আখৰালৈ মানুহ গৰু বিচৰা দি বিচাৰিব লাগে। ডেকা ল'ৰা খন আহিলেও অ'ত এজুম, ত'ত এজুম হৈ বিড়ি ধপাত হুপি চেলা চালনে যাব, বিছা বাৰলৈ যাব, কাঠি চেলেকাই দাত-মুখ সিঙতাই বহি থাক।
*(বায়নৰ প্ৰবেশ)*

বায়ন : হেৰা গাযন বৰা। তোমাৰ কলি গৰুজনী অলপ চন্তালিবাহে। তাতিক তাতি বুলি নেমানে দেউতা গৰুবেই নে গাহৰিয়েই নে মাৰথনি।

গায়ন বৰা : তেনে কথা নক'বাহে বায়ন। গৰুনো কাৰ নাই হে? গৰুৱে তাতি-চকোৱা ভাঙেই। সেই বুলি, গাহৰি-কুকুৰাৰ নাম লোৱা কিয়?

সুত্ৰধাৰী : এৰা দিয়া গায়ন বৰা, তোমাৰ গৰুজনীও একালি অইনাই।
*(মেধিৰ প্ৰবেশ)*

মেধি : অ' কি অইনাইৰ কথা কৈছাহে, সুত্ৰধাৰী?

সুত্ৰধাৰী : এই আমাৰ গাযন বৰাৰ গৰুজনীৰ?

মেধি : অ' সেইজনী! সেইজনী আমাৰ গায়ন বৰাই হিৰিম্বা ৰাক্ষসী পুহিছে। *(সকলোৱে হাঁহে)*

মেধি : (বহি) ক'তা, গাওঁবুঢ়াইত নায়েই দেখোন?
(গাওঁবুঢ়াৰ প্ৰবেশ) অ' গাওঁবুঢ়া, বহুদিন জীয়াই থাকিবা দিয়া- এইমাত্ৰ তোমাৰ নাম লৈছিলোহে।

গাওঁবুঢ়া : কলিকলীয়া মনুষ্য আৰুনো কেইদিন থাকিবা, মোৰ ঈশ্বৰ।

মেধি : এৰা, পিচে আমাৰ সাতোলা ভাণ্ডুৰী গ'ল ক'লৈ?

গায়ন : এ জানো দিয়া।

সুত্ৰধাৰী : সাতোলাও নাই, বাৰিকাও নাই! কিবা সোপা টিলা মানুহ। বোলে "ৰজাৰ কাৰ্য্যক লাগি বৈদ্যে কৰে হেলা;" ৰাজহুৱা মেল এখন, তালৈকো আহিবলৈ ইমান গহৰী নে? (সাতোলা আৰু বাৰিকাৰ প্ৰবেশ)

সুত্ৰধাৰী : কিনো কৰাইক হে, তোমালোক টুপুকা মাৰি ঘৰৰ ভিতৰত?

সাতোলা : এ প্ৰভুসকল। লেঠা জানো কিবা এটাহে! (বহে আৰু জেলোঙাৰ পৰা ভাঙৰ চিলিমটো উলিয়াই ভাঙ কুটে)।

মেধি : *অ'! তুমি দেখোন গেজাৰ চিলিম এৰিবই পৰা নাই? ইফালে গান্ধীৰ ভলনটিয়াৰিয়ে গাঁৱে গাঁৱে কুমাটি কৰি চিঞৰি টেটু ফালিব লাগিছে, ইপিনে তুমি হোপাত*

চিলিম দুফাল কৰিছা। কিবা, আকেল নোহোৱা মানুহ দিয়া তোমালোক।

**সাতোলা** : থৈ দিয়াহে মেধি, গান্ধীযে কুমটি কৰি কৰি ফালিলে দিয়া। সুতাৰ লেৰাই চৈধ্য পইচা চাৰি অনা হ'ল, দিয়াচলাইৰ গোটে পইচা হ'ল। গান্ধীয়েনো কি চৰাজতো দিযে ক'বই পৰা নাই। খালি কুমটিহে কুমটি। যদি ৰজাৰ খেজানা ফেৰাকে ৰেহাই দিব নোৱাৰিলে, তেনেহ'লে তেনেকুৱা চৰাজ্য হ'লেই বা নহ'লেই।

**বায়ন** : নহয হে সাতোলা, এইবিলাক উ পলুঙা কৰা কথা নহয, গান্ধীযে এইটো উপযুক্তিতাই কৰিছে। নহ'লে তোমাক ত'ৰ ভাটিব পৰা মানুহ এনেকৈ ভাগে নে? আমাৰ আযাতে একোজনে কেনে শুবলা বকীতা কৰে দেখা নাইনে? বকীতাবিলাক অলপ তহকিত কৰি চাবাচোন, তাৰ কোনোবা এটা পইত বেফাইত কৰিব পাৰানে?

**সাতোলা** : সেইটো হ'লে হয দিযা। চুৰাখোৱা বস্তু খাই পালো। এতিযা এৰিব হে নোৱাৰি কিনো কৰিম, মোৰ গুৰুহঁত-সেই, কথাতহে কুথ্যা ওলায। সিদিনা ছোৱালীজনীৰ ঘৰলৈ গৈছিলো,যাওঁতে পাক্ষীমৰীযা গাঁৱত এখন বৰ ডাঙৰ গান্ধী কুমটি হৈছিল দিযা, জিলাৰ পৰাও দুই-চাৰিজন ভদ্ৰ আহিছিল। তাত আমাৰ কলীযাবৰৰ হৰলাল পণ্ডিতেও কিছু কিছু বকীতা কৰিলে, পিচে জিলাৰপৰা পিলাপিলিযাকৈ এজন ডেকা উকীল আহিছিল (এইবিলাক কথাৰ মাজত ৰাইজে 'হয' ধৰি যায) তেওঁ হলে ভালকৈযে এজোলোকা মাৰিলে। তাতে, মলো নাম লগোৱা-চিনি পোৱাই -- পাক্ষীমৰীযাৰ নাম লগোৱা——সেই তেওঁ, যিটোহে ছাগলী বান্ধ ছেৱাল ধৰিলে তুমি আছা এঃ, ধইন্ ধইন্ পৰি গ'ল নহয় (ৰাইজৰ মাজত উৎসাহ দেখা যায়)।

ৰাইজ-পিচে, পিচে?

**সাতোলা** : পিচে,প্ৰভুসকল, হেজাৰ হওঁক বাকৰি খচকা উকীল-চুঙা চাই সোপা দি গুচি গ'ল দিযা। এৰা, এই বিলাকক নো মাক-বাপেকে কি খাই তুলিছিল, ক'বই নোৱাৰো। একোটা কথা তাৎজুপ দিয়া।

**সূত্ৰধাৰী** : বাৰু ৰাইজ, এতিযা আমি এইবোৰ কথা এৰিবহে লাগে; পলম হৈ যায।

**মেধি** : এৰা, এৰা, হয়। "ফটাকঠা তিতেমানে গালৈহে গধুৰ।" গাওঁবুঢ়া এতিযা ৰাইজৰ আগত কথাটো প্ৰমুখ্য কৰিব লাগে।

**গাওঁবুঢ়া** : ঘটনাটো সকলোৱে অলপ অচৰপ ঘুনুক ঘানাকৈ শুনিছেই। আমাৰ মোলান দেউৰীৰ জীয়েক ঘাটলৈ পানী আনিবলৈ গৈছিল। ইতৈবসৰে আমাৰ গাৱঁত যে ঘৰি ফুৰিছিল কাবুলী দুটাই, তাইক অকলশৰে পাই, হাতত ধৰে। পিচে কোনোবা কোনোবা আহি বোলে হেনো এৰুৱাই দিযে, এই গুণ এই ব্যৱস্থা আৰু।

**সূত্ৰ** : বাৰু বুইছো ৰ'বা। কোনোবা কোনোবা বুলিলেতো নহ'ব। কোনে কোনে দেখিছিল, তেওঁলোকক মাতি আনি মেলত হাজিৰ কৰিব লাগিব।

**গায়ন** : উঃ কটা! জীযৰী-বোৱাৰী দেখোন ওলাব নোৱাৰো হ'ল একা। বাযন-নহযহে গাযন বৰা, আমি আক' বলোৰামৰ পৰা শুনিছো তাই বোলে সিহঁতক কিবা এটা কৈছিল। তাতে তাহাঁতেও চল পাই, অলপ ধেমালি কৰিছিল। এনেতে তোমাৰ কৰিম আৰু লথৌৱে দেখা পাই, দুযোটাকে হুদু টাঙোন দিলে।

**সাতোলা** : এৰা, তাল এখন কেতিযাও অকল নেবাজে। গাওবুঢ়াই যে কথাটো ক'লা, "কিবা গছত গৰু উঠা, হোলোঙাৱে কাণ খজুৱা।" ইফালৰ পৰা কিবা এটা উদাহৰণ নেপালে, মেখেলা পিন্ধা কাবুলীযে ইমানটো তাগিদা কৰিব নোৱাৰে। (ওপৰলৈ চাই টুকুৰীযাই) সইত সইত সত্যৰ জেঠি।

**গাওঁবুঢ়া** : কি ঔ বলোৰাম, কি হৈছিল?

**বলোৰাম** : মই তেতিযা ঘাটতে বৰশী বাই আছিলো। ভেদেউ তেতিযা পানী বুৰাবলৈ আহে। কাবুলী দুটাৰে সৈতে কথা পাতি অহা মই দেখিছো। তাৰ পিচত, কাবুলী দুটাক তাই দুখন তামোল দিযে। তাৰে এটা কাবুলীযে তাইৰ হাতত ধৰি কাণে কাণে কিবা এটা কওঁতেই লথৌ আৰু কৰিম আহি পালেহি।

**গায়ন বৰা** : ৰ, তোৰ কুথাতো সিমান সজাত নাই। তোৰ গাতো আকৌ পাক আছে নহয। তই জানো কম শ্ৰেণীৰ ল'ৰা। তই ভেদেউক যিখন কৰি ফুৰিছ, শুনিলেই বিচুৰ্ত্তি।

**সাতোলা** : (বলোৰ প্ৰতি) তোক ইযাত চেপচেপাবলৈ কোনে মাতিছে? নগ'লিনে ইযাৰ পৰা, কটা, ডগাবাজ।

**সূত্ৰ** : বৰিকাক পঠিয়াই দি মোলান দেউৰী, তেওঁৰ জীযেক, কৰিম আৰু লথৌ এওঁলোকক মেললৈ মাতি অনা হওক। আপুনি আচল কথা ওলাই পৰিব নহয়।

**গাওঁবুঢ়া** : এৰা বাৰিকা, তুমি এওঁলোকক জান দি আহা।

*(বাৰিকাৰ প্ৰস্থান)*

**বায়ন** : যদিহে কথাতো সঁচা প্ৰমাণিত হয়, তেনেহলে খেলৰ পৰাতো বাদ পৰিবই, ঘাটে পানীও নিষেধ কৰিব লাগিব।

**মেধি** : কিনো মানুহ গৰু মাৰিছেহে? তাতে ঘাটে পানীয়ে নিষেধ কৰিবলৈ ওলাইছা। দোষ চাই দণ্ড হব লাগে।

উদ্ধাৰ-পৰাচিত হলেওতো হ'ব।

সাতোলা : এ, উদ্ধাৰ পৰাচিতৰ কথা কৈছাতো। ইপিনে আকৌ পইচাৰ আমদানিটোও চাবা। পৰাচিত বুলিলেই পৰাচিতটো নহয় নহয়। যিহে বামুণৰ খোকা, জলত দিয়া, থলত দিয়া কৰোঁতেই গোহালী গোটেইটো উদং হ'ব।

গায়নবৰা : ৰ'বাচোন ৰ'বা। ঘটনাটো সচানে মিঠা তাৰ 'তাইন' নাই ইপিনে দণ্ড বিহিলাই। ইয়াকে বোলে "ৰাজহৱা মেলে ফটাজালে সমান।

সাতোলা : গায়নবৰা, কথাষাৰ বেয়া সুৰত গালা নহয়। বোলে "কথাৰ মূৰত বটা পায, আকৌ কথাৰ মূৰত কটা যায।"

গায়ন : কিনো বেয়া কথাষাৰ কলোহে মই?

সাতোলা : আকৌ সোধাহে! কিয়! অতটি ৰাইজক তুমি ফঁটাজাল পতা নাই? ফঁটাজালৰ অৰ্থটো কি?

সূত্ৰ : এৰা দিয়া গায়নবৰা, সাতোলাই ঠিকেই ধৰিছে। বুঢ়া হ'লাহি তেও সমাজত কথা এষাৰ কেনেকৈ ক'ব লাগে, অৰ হিচাপ নেপালা। মেৰপাক দি ধৰিলে এতিয়া মেলৰ ওপৰতে আকৌ এখান মেল বহে।

গায়ন বৰা : (ডিঙিৰ গামোছাখন মোকোলাই, ৰাইজৰ ফালৈ আগবঢাই মাটিত থৈ হাত জোৰকৈ) নাই প্ৰভুসকল, ৰাইজক তেনে কথা ক'বলৈ মোৰ কি শকতি আছে। আঠুৰাৰ তলৰ মহ, মোহাৰিলে মৰে। ফটা মুখৰ বাইক্ তপৰাই ওলাল, এইবাৰলৈ ৰাইজে খেমা দিব লাগে। (সেৱা কৰে)

গাওঁবুঢ়া : হৈছে, হৈছে, বোলে, "সেও হ'লে পকাধানেও এৰি দিযে বাট। ৰাইজে এইবাৰলৈ এৰিছে। (মোলান দেউৰী আৰু ভেদেউক লৈ বাৰিকাৰ প্ৰবেশ) আহিছা দেউৰী? বহাহঁক। পিচে বাৰিকা, কৰিম আৰু লথৌ ক'ত?

বাৰিকা : সিহঁতো আহিব লাগিছে।

সূত্ৰ : বাৰু, তেনেহ'লে বেলি কৰাৰ সকাম নাই।

গাওঁবুঢ়া : পিচে দেউৰী, তুমিতো গাৱঁৰ এজন প্ৰমুখ্য মানুহ। সচাঁ সচি কথা কবাচোন কি হৈছিল।

দেউৰী : প্ৰভুসকল! মই মানুহটো ঘৰত নাছিলো। পথাৰৰ পৰা ঘূৰি আহি পাওঁ দেখোন, ছোৱালীজনীয়ে কান্দি আছে। সুধিলত কলে, তাই হেনো নদীত জুবুৰা মাৰি কলহত পানী ভৰাবলৈ নদীৰ গড়ালৈ নামিছিল। পিচে কলহত পানী ভৰাই পাৰলৈ উঠিব খোজোতেই, ভৰি পিছলি পানীত পৰিল। ইতিমধ্যে নদীৰ পাৰেদি যোৱা কাবুলী দুটাই তাই পানীত পৰি যোৱা দেখি দৌৰা-দৌৰিকৈ পানীত জপিয়াই পৰি তাইক পাৰলৈ তুলি হাতত ধৰি কথা সোধোতেই ক'ৰবাৰ পৰা লথৌ আৰু কৰিম আহি সুধ পুচ নোহোৱাকৈ কাবুলী দুটাক মাৰ ধৰিলো মাৰৰ কোবত "হামলোক কা কয়ি কচুৰ নাহি হ্যায" বুলি পলাই পত্ৰং দিলে। এয়ে বৃতান্ত। ইয়াকে লথৌ আৰু কৰিমৰ মুখত পৰি টৌটোকে বৌটো কৰিছে।

সাতোলা : কোন হে সেই দুটা, কি বুলিলা, লথৌ নে মথৌ আছে নে নাই ইয়াত?

দেউৰী : লথৌ হ'ল, আমাৰ বগীৰাম ককাইৰ হাইজাত যে ঢ়কাল তেওঁৰ ল'ৰা। আৰু কৰিম বোলাটো আমাৰ ওবাহেদ মুন্সী অলপতে যে ঢুকাল তেওঁৰ ল'ৰা।

সাতোলা : অ' আচল শিৰোমণি হালেই।

(লথৌ, কৰিম, ৰূপচিং, হলিৰাম আৰু পীতৰামৰ প্ৰবেশ। আঁতৰত বহি ফুচফুচাই কথাপাতি থাকে।)

সূত্ৰ : অ' ডেকা ল'ৰাবাহ ওলাইছেহি, পিচে ৰূপচিং তই যাব কলৈ?

ৰূপচিং : কিয়, তোৰ কিয?

সূত্ৰ : নাই সুধিছোহে।

ৰূপচিং : সুধিবিযেই বা কিয?

সূত্ৰ : অ' বাৰু বাৰু, (স্বগত) লাওপানী খাই ল'ৰাৰ গাত ভুচেই নাই। (ৰাইজক) এনেকৈ সাক্ষীৰ কোনো প্ৰয়োজন নাই। বাপেকেটোৱে হাতত ধৰাটো স্বীকাৰ কৰিছেই। তবে ৰাইজে এবাৰ ছোৱালীজনীক সুধি চাব পাৰে।

গাওঁবুঢ়া : বাৰু ভেদেউ, তই কচোন কি হৈছিল?

ভেদেউ : মই আৰু কি ক'ম, পিতায়ে কোৱা কথা সঁচা। মোৰ আৰু ক'বলৈ একো নাই।

গাওঁবুঢ়া : লথৌ, কৰিম, তহঁতে কেনেকৈ দেখিছিলি?

লথৌ : কৰিমে মযে বৰশী বাবলৈ গৈছিলো। এনেতে ঘাটত ভেদেউৰ চিএৰ শুনি দুয়ো ধাপলি মেলিলো। গৈ দেখো যে কাবুলীয়ে তাইৰ হাতত ধৰি টানিছে, উধাই-মুধাই কেইটামান টাঙোন দিওঁতে সিহঁত পলাল।

গাওঁবুঢ়া : হয়নে কৰিম, সচাঁনে?

কৰিম : হচাঁ দিয়া দেদাই। চকুৰ চামনেই এই ঘটনা। ঘটনা দেখি, তোমাৰ মূৰত খুন চাপি গ'ল দিয়া। লাঠিৰ কোবত, কাবুলীয়ে পানী তিনিফাল কৰি নদী পাৰ হৈ গ'ল।

গাওঁবুঢ়া : তেনেহ'লে হাতত ধৰা কথাটো সকলোৱে স্বীকাৰ কৰিছে। কি কোৱা সুত্ৰধাৰী?

সূত্ৰ : এৰা, বাৰু শুনাচোন *(কাণে কাণে কয়)*।

গাওঁবুঢ়া : দেউৰী, তুমি ৰাইজক বৰসবাহ দি উধাৰ-পৰাচিত হ'ব লাগিব। পাৰিবানে নোৱৰা?

দেউৰী : মোৰ নিচিনা ছালছিগা ভিকছ এটাই কেনেকৈনো এটা উধাৰনি বৰ সবাহ দিও। প্ৰভূসকলৰ যি ইচ্ছা তাকে কৰক। মোৰ উপায় নাই।

বায়ন : উপায় নাই বুলিলেতো নহ'ব দেউৰী। কথাবোৰ অলপ টং কৰি চাবা। মাটি এডোখৰ বেচিলেও দেখোন শ-চকুড়ি ৰূপ ওলায়।

দেউৰী : সেইটো কৰিব পৰা হ'লে দেখোন কথাই নাছিল। ৰজাৰ খাজনাৰ লগত বস্তী, ৰূপিত সোপাকে কেএগ্ৰাক বন্ধক দিলো। এতিয়ালৈকে ফুটাকৰি এটা দিব পৰা নাই। ম্যাদ মুঠেই এমাহ আছে। ইয়াৰ ভিতৰত দিব নোৱাৰিলে মাটি-বাৰী সোপাই কেএগ্ৰাৰ হ'ব।

মেধি : তেনেহ'লে কথা গহীনেই হ'ল। পিচে, আৰু এটা উপায় আছে বুইছ দেউৰী। যদিহে তুমি তোমাৰ ছোৱালীজনীৰ লগত কোনো লেটী-পেটী নকৰি আজিযেই ঘৰৰ পৰা বাজ কৰি দিব পাৰা, তেন্তে তুমি আগৰ যি ৰাইজৰ দেউৰী, সেই দেউৰীযেই থাকিবা। নহ'লে খেলৰ পৰাতো বাদ পৰিবাই-ৰাইজৰ মতে, ঘাটে পানীযেও নিষেধ কৰা হ'ব। কি কয় ৰাইজ।

ৰাইজ : হয় হয়?

সাতোলা : ৰাইজে আৰু কবলৈ কিটো বাকী আছে? জলজল পট্‌পট্ ওলাযেই আছে।

দেউৰী : কাটকেই বা মাৰকেই সেইটো হ'লে কৰিব নোৱাৰো। প্ৰভূসকল। পো বোলে জী বো[illegible], সম্বল মাত্ৰ ইমানেই। কেঁচুৱাতে মাক মৰিল, তুলিতালি বুকুত বান্ধি ডাঙৰ কৰিছো, তেনেস্থলত . (কান্দে)

ভেদেউ : পিতাই, তই নেকান্দিবি। মই আজিযেই ঘৰৰ পৰা ওলাই যাওঁ। ৰাইজে যেতিয়া বিচাৰত মোৰ গাতে দোষ পাইছে, দণ্ড মই মূৰ পাতি লবই লাগিব। তইতো মোক ভালকৈ জানই নহয় পিতাই (কান্দে)

(কৰিম উঠিব খোজে, দুটামান ল'ৰাই ধৰি ৰাখে)

কৰিম : (বলেৰে থিয় হৈ) দূৰ হ'। হেই ৰকম বেইমানী মই হহি থাকিব নোৱাৰো। (ৰাইজক) এইটো আপোনালোকে কি মেল হুধিছে? কাবুলীয়ে তাইক জোৰজবস্তি হাতত ধৰিছে, তাইৰগাত কি দোচ?

সাতোলা : জোৰজবস্তিয়েই ধৰিছে, নাই কিবা উদাহৰণ পাযেই ধৰিছে, তাকনো কোনে জানে ওপৰতে ফাইট্‌টো দেখুৱালে কি হ'ব?

লখৌ : বাৰু ৰাইজসকল। যদিহে তাইৰ কিবা বেযা ভাব আছিল তেনেহ'লে তাই চিঞৰিব কিয়! চিঞৰ শুনিহে আমি গৈছিলো। কথাবোৰ অলপ ভাবি চাব, ওপৰে ওপৰে এটা ৰায় দিলে কি হ'ব। ল'ৰাৰ ধেমালী নহয় নহয় এইখন।

বায়ন : উত্তৰ নকৰা কিয়হে গাযন বৰা। জুপুকা মাৰি বহি থাকিবা, তিৰোতা মানুহৰ আগত বিং বিং-বাং বাং খন কৰিবা।

গায়নবৰা : মনত কিবা বিষাদহে বাযন। মইহে পিচ বিং বিং-বাং বাং খন কৰো?

সাতোলা : খুচিতেই হওক বা বলৎকাৰ কৰিযেই হওক নাইবা পিচল খাই পৰিয়েই হওক। হাতত ধৰিলে যেতিয়া ৰাইজৰ আৰু আন কাম নাই। কি কোৱা সুত্ৰধাৰী?

সুত্ৰ : হয়তো। আমাৰ হাতত ধৰাটোহে আচল কথা।

ৰূপচিং : তহঁতসকলৰ মেল এনেকুৱাইনে? কিনো মেল সুধিছ একো ক'বই নোৱাৰো দে। আমাৰ ফৈদত হোৱা হ'লে মৰা-মৰিযেই লাগি গ'লহেঁতেন।

সুত্ৰ : এইটোক ইযালে কোনে মাতিছিল? আগ গুৰি নোহোৱা কথা কয়।

ৰূপচিং : এই সুত্ৰধাৰী তোৰ শনি চৰিছে দেই। কোন মুহূৰ্ত্তত থুন-থান লাগি যাব কবই নোৱাৰিবি কিন্তু।

সুত্ৰ : কটা অগিযান, ইমান কলিজা কাৰ আগত দেখুৱাব অ'? (কঁকালত গামোছা মাৰি থিয় হয়, মেধি, বাযনে ধৰে, সাতোলা সুৰুকা মাৰি পলায়)।

ৰূপচিং : আহ তেন্তে! আজি লাগিযেই চাওঁ। (কৰিমে খেদা মাৰি ধৰে)

সুত্ৰ : (পিচলৈ আহি) দেখা দেখা ৰাইজ।

*(সাতোলাৰ প্ৰবেশ)*

সাতোলা : উঃ ফুকলীয়া ল'ৰা এইটো ,চেপিলে ওঁঠৰ গাখীৰ ওলায়, ইয়াৰ দিলটো চোৱা। ৰাইজ ইয়াক মেলৰ পৰা উঠাই দিব লাগে।এই কথায় কথা নহয়?

ৰাইজ : এৰা, এ ৰা, এৰা।

ৰূপচিং : কিয়? নুঠোৱেই চাওঁচোন। তহঁতে কি কৰিব পাৰ চাওঁ। (বহে)

কৰিম : নেলাগে ৰূপচিং কাজিযা কৰাৰ দৰ্কাৰ নাই, ৰাইজৰ কথাটো তই ৰাখ। পীতৰাম, তই ইয়াৰ লগত যা (পীতৰামে ৰূপচিঙক লৈ প্ৰস্থান)

ভেদেউ : ককাইহঁত , তহঁতে মোৰ কাৰণে কেলৈ মিছাতে *কাজিয়া-পেচাল কৰিছ? মই গাৱঁৰ পৰা ওলালো।*

লখৌ : কৰিম! কৰিম! (কৰিমক সাৰট মাৰি ধৰে)

ভেদেউ : পিতাই তই নেকান্দিবি, সকুতে আই মৰি গ'ল। মোৰ কাৰণে বহুত দুখ সহিলি। কিমান দিন কেটেৰা-জেঙেৰা মাৰি তোৰ মনত কষ্ট দিছিলো, সেইবোৰ পাহৰি পেলাবি (সেৱা কৰে)। (কৰিমক) ককাই, কুলত তই একো নহ'লেও সকলৰে পৰা নিজৰ ককাইৰ নিচিনা দেখি আহিছো। তহঁতৰ গুণ মই জীয়াই থাকোমানে পাহৰিব নোৱাৰো (লখৌক) পিতাইক চাবি, মনত

যি আশা কৰিছিলো সি আৰু নহ'ল। মই আহিলো।

লথৌ : (বিচলিত হৈ) ৰাইজসকল, কৰিম। (ভেদেউ দুখোজ-এখোজকৈ গৈ থাকে) ভেদেউ তই।

কৰিম : ৰহ ভেদেউ, মোৰ এটা কথা আছে (ভেদেউ ৰয়) লথৌ ! তযো কি , তবে ভেদেইক যাবলৈ দিছ?

লথৌ : (কৰিমৰ মুখলৈ চাই) সমাজ কেনেকৈ এৰো কৰিম?

কৰিম : আৰে থৈ দে তোৰ সমাজ (ভেদেউ যাব খোজে) ৰহ ভেদেউ নেযাবি, (দেউৰীক অকলশৰীয়াকৈ মাতি) তোমাৰ ছোৱালী, আৰু লথৌ, দুয়োটাই দুযোটাকে - আজি বহুত দিনৰে পৰা ভাল পায়। নামতহে বিয়াতো বাকী আছে। তুমি যদি কথা দিয়া, লথৌৱে এতিয়াই তাইক সামৰি ল'ব।

বায়ন : কি হে দেউৰী?

দেউৰী : লুকুৱা কথা একো নহয়। কৰিমে বোলে লথৌ আৰু মোৰ ছোৱালীৰ আজি বহুত দিনৰ পৰাই , মনে মনে মিল। এতিয়া মোৰ কথা পালেই লথৌৱে তাইক সামৰি ল'ব।

সাতোলা : অ' কথা ক'ৰবাত। কোম্পানীৰ জাহাজ মাটিৰ তলেদি গৈ ভাটি পালেগৈ। তেনেহ'লেতো লথৌও খেলৰ পৰা বাদ পৰিব।

লথৌ : ৰাইজসকল, মই তাত মান্তি আছো।

দেউৰী : ল'ৰাই ছোৱালীযে মিল আছে যেতিয়া কেনেকৈনো সিহঁতক বান্ধি ৰাখিবা, মোৰো আপত্তি নাই।

লথৌ : ৰাইজসকল, আপোনলোকৰ কথামতেই আজিৰ পৰা মই খেলৰপৰা বাহিৰ হ'লো।

কৰিম : খেলৰপৰা কিয় বাহিৰ হ'বি অ'? আল্লাৰ ফজলে মোৰ দুটা গুটি ধানৰ ভঁৰাল আছে, ঈশ্বৰে দিয়া তোৰো চাইটা ধান আছে। পৰাচিতৰ লগত চব বিক্ৰী কৰি দিম। ৰাইজসকল দিনবাৰ এটা ঠিক কৰ আপোনালোকে কোৱামতেই দেউৰীয়ে উদ্ধাৰ পৰাচিত হ'ব।

সাতোলা : এৰা এ ৰা, পৃথিৱী এৰিনো ক'ত পাও দিব? "মন কৰিলেই চন বাকৰি মাটিতেই ধান," হওক, হওক ৰাইজ সন্তুষ্ট, কি কয় ৰাইজ?

ৰাইজ : হৈছে, হৈছে।

কৰিম : আহ ভেদেউ, লথৌ, ৰাইজক হেৱা কৰ।

*(সেৱা কৰে ৰাইজে হৰিধ্বনি যদি আশীৰ্বাদ কৰে)*

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

*(আলিবাট, কৰিমে হাতত এচাৰি লৈ হালোৱাতলিৰ পৰা উভতে)*

কৰিম : এই বগা হ' হ' ।

(নেপথ্যত ভেদেউ : ) অ' ককাই অলপ ৰ'বিচোন।

কৰিম : (উভতি চাই) কোন? অ' ভেদেউ। (কাষত কলহ লৈ ভেদেউৰ প্ৰবেশ) আজি লথৌ হাল বাব নাহিল দেখোন ?

ভেদেউ : ৰাইজৰ লগত হুজলৈ গৈছে। বাৰু ককাই, তৰ ইমান পৰলৈকে হাল বাব পাৱনে? বেলি ভাটি দিলেহি একেবাৰে।

কৰিম : কিয়, লথৌৱে কি ইমান পৰলৈ নাবায়?

ভেদেউ : কিছুমানৰ যে ৰান্ধি-বাটি দিওঁতা আছে ।

কৰিম : (হাঁহি) অ' এৰা , মই এতিয়া ভাত বনালৈগৈহে হ'ব । কি কৰিম ,খোদাই নচীপত দুখ লিখিছে ।

ভেদেউ : নহয় ককাই, তই সোনকালে চাই-চিতি ছোৱালী এজনী আন। কিমান দিন আৰু এনেকৈ থাকিবি?

কৰিম : কোনে অ' ? মই ? না - বিয়া নকৰাও। যা-লথৌক সুধিবি।

ভেদেউ : সুধিবলৈ আৰু বাকী ৰখা নাই, সকলো জানিছো। মই কাইলৈ তালৈ যাম।

কৰিম : (হাঁহি) ক'ত যাবি?

ভেদেউ : নিহাৰহঁতৰ তালৈ।

কৰিম : তই লথৌৰ লগ পাই বৰ দুষ্ট হৈছ। নহ'ব তাই গাৱঁৰ ছোৱালী হ'লেও আমাৰ নিচিনা আখৰ চিনি নোপোৱা নহয়। নেলাগে ভেদেউ, কিয় নোহোৱা কথাত গৈ লাজত পৰাগে?

ভেদেউ : বাৰু পৰিলে পৰিম। তিৰোতাৰ কথা তিৰোতাইহে জানে। তইতে কি বুজিবি?

কৰিম : বাৰু বাৰু দে। তই পানী ভৰালি জানো?

ভেদেউ : নাই আহিছোঁহে ।

কৰিম : তেনেহলে যা। দেৰি হ'ল, মই যাওঁ( যাব খোজে) (পীতৰাম আৰু ৰূপচিংৰ প্ৰৱেশ) হেৰ তহঁত যাব কলৈ?

ৰূপচিং : পথাৰলৈ বুলি আহিছিলো( ভেদেউলৈ চাই) তোক আজি বহুত দিনৰ মূৰত দেখিলো দে। ভালে আছ নে?

ভেদেউ : আছো দে; তোৰ ঘৰত ভাল?

ৰূপচিং : কাৰ কথানো সুধিছ? তিৰোতাজনীৰ কথানে? (সকলোৱে হাঁহে) ভালেই আছে দে।

পীতৰাম : কৰিমকাই তই ইমান পৰলৈ হাল বাই আছনে?

কৰিম : কিয়? বহুত দেৰি হ'ল নেকি?

ভেদেউ : মই তাকে কৈছো-বোলো ইয়াৰ পৰা গৈ ভাত

ৰান্ধিলেহে খাবলৈ পাব।

**পীতৰাম** ঃ এৰা দে, কৰিমকাই কিন্তু এইটো বেয়া কাম কৰিছ। বিয়াখন পাতিব লাগিছিল। আমি সকলোৱে এই কথাটো কোৱা-মেলা কৰি থাকোঁ।

**কৰিম** ঃ হয়নেকি?

**ৰূপচিং** ঃ নহ'বলৈনো কি আছে? লথৌৱে কৰিলে, পীতৰামে কৰিলে, হলিৰামেও কৰিলে, নহয়নে পীতৰাম?

**পীতৰাম** ঃ কৰিলেতো।

**ৰূপচিং** ঃ ঘুটুলাৰেও আনিলে। আৰু ময়ো আনিলো। আৰু কোন বাকী আছে?

**ভেদেউ** ঃ (হাঁহি) বাৰু হ'ব দে কিবা এটা।

**পীতৰাম** ঃ হ'ব বুলিলে নহয় কৰিম কাই, সংসাৰলৈ আহিছ যেতিয়া, এটা নাম থাকিব লাগিব।

**ৰূপচিং** ঃ নহয়তো আকৌ কি? তই যদি নোৱাৰ, তেন্তে আমিযেই ধৰি আনি দিওঁ।

**ভেদেও** ঃ (হাঁহি) ধৰি আনিব নেলাগে, ছোৱালী আছেই ককাযে মন কৰিলেই হয়।

**পীতৰাম** ঃ ক'ৰনো ছোৱালী?

**কৰিম** ঃ এঃ এইৰ কথা নুশুনিবি, দেৰি হ'ল যাওঁ ব'ল।

**ৰূপচিং** ঃ (ভেদেউক) এঃ নকৰনো কিয় তেনে?

**কৰিম** ঃ বাৰু হ'ব দে, ব'ল এতিয়া।

**পীতৰাম** ঃ নহয় দে ককাই, এই মাহৰ ভিতৰতে তোৰ বিয়া হ'বই লাগিব। (ভেদেউৰ বাহিৰে সকলোৰে প্ৰস্থান)

**ভেদেউ** ঃ (যাব খুজি দূৰৈত নিহাৰক দেখি) সেইজনী কোন অ'। নিহাৰ নে কি ঔ, কলৈ যাব? (নিহাৰৰ প্ৰৱেশ)

**নিহাৰ** ঃ (হাঁহি) এৰা, মোমাইটিহঁতৰ ঘৰলৈ যাও। মোক দেখি উচপ খালি কিয়?

**ভেদেউ** ঃ এইমাত্ৰ, কিবা এটা কথাত তোৰ কথা ভাবিছিলো। তই বহুত দিন জীযাই থাকিবি।

**নিহাৰ** ঃ নেলাগে ভেদেউ, সোনকালে খোদাই পাৰ কৰিলেই হয়। চাওঁ হাঁচতিত তামোল আছে যদি এখন দে। (দুযো বহে)

**ভেদেউ** ঃ তই অকলে আহিছনে কি?

**নিহাৰ** ঃ নাই, ককাইটিও আহিছে, সৌ তাতে মানুহ এজনৰ লগত কথা পাতিছে।

**ভেদেউ** ঃ (হাঁচতি খুলি তামোল দি) যাওঁ দে, পানী আনোগৈ। কেঁচুৱাটো আক' অকলে এৰি থৈ আহিছো।

**নিহাৰ** ঃ যাবি দেচোন, এ আল্লা! দেৰি হ'লে লথৌৱে মাৰিব নেকি?

**ভেদেউ** ঃ কোনে অ'! আগেযে জীযৰি কালতে বোপায়ে অলপ তাডনা কৰিছিল, এতিয়া সেই ফেৰাও নাই।

**নিহাৰ** ঃ এই ভেদেউ, তহঁতৰ যে বিয়া পাতি দিছিল সেই মানুহজনৰ খবৰ কি অ'?

**ভেদেউ** ঃ কাৰ কথা কৈছ? কৰিম কাইৰ? কেলৈনো তেওঁৰ খবৰ?

**নিহাৰ** ঃ নাই এনেযে সুধিছোঁ।

**ভেদেউ** ঃ এনেযেনো আকৌ কিয় সুধিছ?

**নিহাৰ** ঃ কিয় সুধিলেও জগৰ লাগে নে?

**ভেদেউ** ঃ নাই, তেওঁ কেতিযাবাই বিয়া কৰালে?

**নিহাৰ** ঃ (আচৰিত হৈ) কি? তেওঁ বিয়া কৰালে। (মৌন হৈ ৰয)

**ভেদেউ** ঃ তোৰ হ'ল কি? সৰগ পৰা মানুহৰ নিচিনা হ'লি দেখোন?

**নিহাৰ** ঃ নহয় ভেদেউ, মই কিবা অইন কথা এটাহে ভাবিছোঁ।

**ভেদেউ** ঃ বাৰু বুজিলো দিযা। (নিহাৰৰ ঠুঁটৰীত ধৰি)

"নদীৰ পানেৰে গা জুৰ নকৰে
নৈত নপৰে মানে।
নিলগৰ চেনেহ গা জুৰ নকৰে
ওচৰত নহলে মানে।।"

**নিহাৰ** ঃ যা এইজনী -- বাৰু, তেওঁৰ বিয়া কেতিয়া হ'ল?

**ভেদেউ** ঃ নিহাৰ, মই তোক সচাঁ কথা কওঁ শুন। মই আমাৰ তেওঁৰ মুখৰ পৰা শুনিছোঁ, যে বহুত দিনৰ আগতে তেওঁলোক দুযো, তহঁতৰ তালৈ জুৱা খেলিবলৈ গৈছিল, আৰু উভটি আহোঁতে, বাটত তোৰ বাহিৰে, আন কাকো বিয়া নকৰাওঁ বুলি আমাৰ তেওঁৰ আগত কৈছিল। হাল বাই উভটি আহোঁতে, এতিয়া এই খিনিতে লগ পাই, তোৰ কথা কৈ জোকাইছিলো, আৰু তেওঁ ক'লে, লেখা-পঢ়া জনা ছোৱালী, আমালৈ ক'ত আহিব?

**নিহাৰ** ঃ (ভেদেউৰ ডিঙিত ধৰি) ভেদেউ, সৰুৰে পৰা দুযোজনী বাই-ভনীৰ নিচিনাকৈ উঠিলো। তোৰ আগত মই কি মিছা মাতিম। তই ক'বি গৈ যে তেওঁৰ গুণৰ তুলনাত মই একোৱেই নহওঁ। এইবিলাক কথা কৈ যেন, তেওঁ আৰু মনত দুঃখ নিদিযে। মোৰ ককাইটিযেই মোৰ দোচমন। এই কথা তোক কলো।

**ভেদেউ** ঃ অ' সৌৱা, ককাইটিযে আহিছে, মই যাওঁ। (প্ৰস্থান) (দেলখোচৰ প্ৰৱেশ)

**দেলখোচ** ঃ হেইজনী কোন?

**নিহাৰ** ঃ ভেদেউ, লথৌৰ ঘৈনীযেক।

**দেলখোচ** ঃ না, না, মই হেইচব মানুহৰ লগত কথা কোৱা ভাল নেপাওঁ। জলদি আহ, বহুত দেৰি হ'ল। (দুযোৰে প্ৰস্থান; বলোৰামৰ প্ৰৱেশ)

**বলোৰাম** ঃ ভেদেউ, বাৰু ৰহ। "দেখিব নোৱাৰো যাক, দেখোঁ

ঘনে ঘনে তাক।" নাই। এনেও নাই তেনেও নাই; এইবাৰ তোৰ একেবাৰে নামকে নুমুৱাম। এইৰ লগতনো মই কত পইচা পানী নকৰিলো-জৰি, ফুৰ্ত্তি, তেল-তামোল, একোৱেই বইচ কৰিব নোৱাৰিলে, সেই এটা হেৰামৰ লেণ্ডুৰ পীতৰাম, মোক কিনো নকৰিলে, নাই এইবোৰ ভবি-চিন্তি থাকিলে কি হ'ব। যি আছে কপালত দুৱাৰ ঘৰ বান্ধি, ল'ৰাই তিৰোতাই ইহঁতক পুৰিয়েই মাৰো। তেহে যদি মনত শান্তি পাওঁ (অলপ ভাবি) নাই তাকেই কৰিম। মোৰ গাত সিহঁতে যি জুই জ্বলাছে মযো সিহঁতৰ গাত, সেই জুই জ্বলাইহে এৰিম। *(প্ৰস্থান)*

# দ্বিতীয় দৃশ্য

*(লথৌৰ ঘৰ, সময় ৰাতিপুৱা, ভিতৰত লথৌ আৰু ভেদেৱে পিঠাগুৰি খুন্দি থাকে, কৰিমৰ প্ৰৱেশ)*

**কৰিম** : লথৌ, অ' লথৌ কি কৰিছ?

**লথৌ** : (ভিতৰৰ পৰা) পিঠাগুৰি খুন্দিছো ভাই, বহ। (ভেদেৱে আহি পিৰা পাৰি দিয়ে)

**ভেদেউ** : এৰা, বিহু কাইলৈ হ'লেই নহয়; চিৰা-হান্দহ কিমান গোটাইছ। (লথৌৰ প্ৰৱেশ, ভেদেউৰ প্ৰস্থান)

**লথৌ** : নাই অ' অকলে কিমান কৰিবি।

**কৰিম** : এই ভেদেউ, হিবাৰৰ নিচিনা পিঠা বনাইছনে নাই?

**ভেদেউ** : (ভিতৰৰ পৰা) নাই অ' ককাই, ৰাতিপুৱাহে কৰিম। তই কাইলৈ ৰাতিপুৱা এবাৰ আহিবিচোন দেই।

**লথৌ** : (ভিতৰলৈ চাই) দেচোন দে, এতিয়া অলপ চিৰাকে দে খাওঁক!

**কৰিম** : নেলাগে দে ভাই, মোৰ গাটো হিমান ভাল নহয়। কাইলৈকে এপাক মাৰিম বাৰু।

(হাতত ঢোল, তাল আদি লৈ গৰখীয়া লৰাইতৰ প্ৰৱেশ)

গৰখীয়া ল'ৰাইত-

জয় ৰাম বোলা, জয় হৰি বোলা! জয়!!

ঘোষা বিহুৰে বাতৰি আনিছো হচৰি

বছৰৰ একেটি দিনে ঐ গোবিন্দাই ৰাম।।

পদ কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ

পৰম বিস্ময় মানে ঐ

গোবিন্দাই ৰাম-

স্বামী হেন জানি বুলিবে লাগিলা

প্ৰণামো কৃষ্ণৰ চৰণে ঐ

গোবিন্দাই ৰাম-

আগে নিচিনিলো এবেসে জানিলো

তেন্তে তুমি শ্ৰীৰাম ঐ

গোবিন্দাই ৰাম-

অজ্ঞানীক মোক প্ৰভু ক্ষমিয়োক

চৰণে কৰো প্ৰণাম ঐ

গোবিন্দাই ৰাম-

অ' ৰাম জয় হৰি।।

**(লথৌৱে তামোল-পাণ পইচাৰে শৰাই এখন আনি আগবঢ়াই আৰু গৰখীয়াই আশীৰ্বাদ কৰে)**

**গৰখীয়া** : গৃহস্থৰ কুশলাৰ্থে হৰি বোলা। (প্ৰস্থান)

**কৰিম** : আজি-কালি আৰু বিহুত আগৰ নিচিনা নেলাগে। আগেযে বিহু বুলিলে কেনেকুৱা লাগিছিল, মনত পৰিলে, আকৌ ল'ৰা হ'বৰ মন যায় অ'।

**লথৌ** : হেৰি নহয়, বযসৰ লগে লগে সকলো কমি আহে। এতিয়াতো আৰু, আই-বোপাই নাই, খিতিভালি কৰি খাবলৈ। সেইদিন গ'ল আৰু ভাই (ভেদেউলৈ চাই) ভেদেউ, চাওঁ-তামোলৰ বটাটো উলিযাই আনচোন।

**কৰিম** : নেলাগে দে লথৌ, যাবেই (উঠে, বলোৱামে ভুমুকিযাই চাই কৰিমক উঠা যেন দেখি লুকায়)

**লথৌ** : বহচোন বহ, কলৈনো যাব? তোৰ গাটো সঁচাকৈয়ে অসুখ নে কি?

**কৰিম** : (বহে) নাই অসুখ একো নাই, তবে মনটোহে কিলাকিবি লাগিছে। বিহু বুলি এটা ফুৰ্ত্তি নাই আজি কেইদিনমানৰ পৰা নামাজ-তামাজ পঢ়াৰো একো ঠিক নাইকিয়া হৈছে।

**লথৌ** : তোৰ কথা মই বুজিছো, পিছে, বুজিছ কৰিম, এইবিলাক মানুহে কৰা কাম নহয়। যদিহে তোৰ লগত তাইৰ সহন্ধাৰ আছে, তেনেহ'লে তেনেকুৱা দহোটা দেলখোচেও ৰাখিব নোৱাৰে।

**কৰিম** : নহয় অ' লথৌ, নহয় নহয়; তই যি ভাবিছ সেইটো নহয়, তোক কৈছোঁ নহয় ইঁচায়ে আজি কেইদিনমানৰ পৰা কিবা কৰিবৰো মন নাযায কি হৈছে জানো। (তামোলৰ বটালৈ ভেদেউৰ প্ৰৱেশ)

**ভেদেউ** : ককাই, তামোল খা *(তামোল দিয়ে)*

**কৰিম** : দে অ' তোৰ ল'ৰাটো কৰিলি কি? ভালে আছে?

**ভেদেউ** : ওঁ আছে।

**কৰিম** : চাওঁ, তাক লৈ আহচোন। (ভেদেউৰ প্ৰস্থান) মই আমাৰ মৌলবীৰ পৰা তালৈ এটা তাবিজ আনিছো। কথাটো পাহৰিছিলোৱেই।

**লথৌ** : *(হাঁহি)* হয় নেকি?

***(ভেদেউৰ কেচুৱাটো লৈ প্ৰৱেশ, কৰিমে গালত আৰু পিঠিত থপৰিয়াই মৰম কৰে আৰু ডিঙিত তাবিজটো পিন্ধাই দিয়ে, তাক***

মগৰীবৰ আজান

*কোলাত ল'বলৈ বিচাৰে, সি নাহে)*

**কৰিম** ঃ নে, নে শুৱাই থগে, কান্দিব। (ভেদেউৰ কেঁচুৱাটো লৈ প্ৰস্থান)

**লথৌ** ঃ ওপজাৰ তিনদিনৰ পিছতেই আমাৰ পণ্ডিত গোঁসাইৰ তাৰ পৰা ৰচি এডাল জৰাই আনি কঁকালত বান্ধি দিছো। (ভেদেউৰ প্ৰবেশ)

**ভেদেউ** ঃ (হাঁহি) হেৰি অ' নহয় ককাই, এই, তহঁতৰ নৌলবীশা নিহাৰহঁতৰ ঘৰলৈ যোৱাৰ কথা আছিল নহয়। কি হ'ল?

**কৰিম** ঃ এই দেলখোচ মানুহটো বৰ ভাল নহয়, হি তহঁতকতো ভাল নাপাযেই মোকো দেখিব নোৱাৰে। ইফালে শুনিছো মিজাজৰো ঠিক নাই। দিন ৰাত মদ আৰু জুঁৱাৰ ওপৰতে থাকে। আনকি জুঁৱাৰ লগত নিহাৰৰ গহেনাও বাদ যোৱা নাই। তাৰ উপৰিও তাইৰ ওপৰত হৰ্দম জুলুম। তবে, মৌলবী কাইলৈ যাওঁ বুলিছে? বাকী কি হয, ক'ব পৰা নাই।

**ভেদেউ** ঃ এৰা, কথাটো সোনকালে হলেই -

**কৰিম** ঃ তহঁত দুজনা লগ হ'ব পাৰ, নহয়? (হাঁহি হাঁহি কৰিমে খোজ লয)

**ভেদেউ** ঃ ককাই , এই গামোছাখন লৈ যা।

**কৰিম** ঃ (উভটি) বা ৰু দে, বিহুৰ গামোচা নহয? (যায)

**লথৌ** ঃ (ৰিঙিযাই) কাইলৈ আহিবলৈ আকৌ নেপাহৰিবি। (নেপথ্যত)

**কৰিম** ঃ বাৰু দে।

**লথৌ** ঃ সেইবিলাক সামৰি-সুতৰি থগে। ৰাতিও হ'ল বহুত। যি কেইটা বাকী আছে, দোকমোকালিতে উঠি খুন্দিম।

*(দুযো ভিতৰ সোমায়, বলোৰামে হাতত সাৰে ভৰিত সাৰে চোৰ অহাদি সোমাই আহে, মানুহ শুলেনে নাই ঘৰৰ বেৰত কাণ দি উমান লয় আৰু উভটি আহে)*

**বলোৰাম** ঃ টোপনি আহা নাই হ'বলা, অলপ ৰওঁ। এনেকুৱা সুবিধা আৰু নেপাম।

*(আকৌ বেৰত কাণ দি শুনে, ইফালে-সিফালে মানুহ চায, কঁকালৰ পৰা ৰচি এডাল উলিযাই লথৌৰ ঘৰৰ দুৱাৰখন বাহিৰৰ পৰা ভালকৈ বান্ধে। বেৰত কাণ দি আকৌ শুনে, জেপৰপৰা দিযাচ লাইটো উলিয়াই, ইফালে-সিফালে চাই ঘৰত জুই লগাই দি লৰি প্ৰস্থান। লথৌৰ ঘৰত জুই লাগে, লথৌ আৰু ভেদেৱে ভিতৰৰ পৰা চিএঞৰিবলৈ ধৰে। বাহিৰৰ পৰা কিছুমান মানুহে পানী আন, কলগছ আন বুলি চিএঞৰ-বাখৰ কৰি সোমাই আহে। কিন্তু জুইৰ ওচৰলৈ যাবলৈ কোনেও সাহ নকৰে, সকলো জুম বান্ধি বৈ থাকে)*

**লথৌ** ঃ জুয়ে পুৰি মাৰিলে ঔ, আহহঁক ঔ, কোন ক'ত আছ। ল'ৰাই - ছোৱালীয়ে তেনেই পুৰি মৰিলো।

(লৰি কৰিমৰ প্ৰবেশ)

**কৰিম** ঃ চালা, নিমখ হাৰামহঁত। ঘৰত জুই লগাই ৰং চাইছ?

**লথৌ** ঃ কৰিম!! আহিছ ভাই, দুৱাৰ বান্ধি থৈছে, ওলাব নোৱাৰো।

**কৰিম** ঃ ভয নাই লথৌ(দুৱাৰ ভাঙি সোমায, ৰূপচিং আৰু পীতৰামৰ প্ৰবেশ-কৰিমৰ পিচে পিচে সোমাই আৰু বস্তু উলিযাই আনে। ইতিমধ্যে কৰিমে লথৌক আনি থয আৰু আকৌ সোমাই গৈ ৰূপচিং, পীতৰামৰ লগত ভেদেউক ধৰা-ধৰি কৰি উলিযাই আনে, ভেদেউ চিঞৰি চিঞৰি আহে)।

**ভেদেউ** ঃ মোৰ পোনা- মোৰ পোনাটি ক'ত? এৰিদে মই আনোগৈ।

**লথৌ** ঃ এতিয়াও নো চাগৈ মোৰ পোনা জীযাই আছেনে? (যাব খোজে আৰু পৰি যায)

**কৰিম** ঃ নেলাগে লথৌ, তই নোৱাৰিবি। হে আল্লা! তুমি জানা(দুই তিনিবাৰ জুইত সোমাব খোজে)

**লথৌ** ঃ নেলাগে, নেলাগে কৰিম, মোক ল'ৰা নেলাগে, তই নেযাবি। কৰিম! কৰিম!! জুই বেছিকৈ উঠিছে। গুচি আহ, কৰিম! কৰিম!!

**ভেদেউ** ঃ (ককাই) গুচি আহ, ককাই, নেলাগে মোৰ পোনাক।

**কৰিম** ঃ হে খোদা(জুইত সোমায)

(পীতৰাম, ৰূপচিঙে কৰিমক ওলাই আহিবলৈ মাতে)

**লথৌ** ঃ কথা শুন, গুচি আহ! কৰিম! কৰিম!! ভেদেউ-ককাই! ককাই!!

*(পীতৰাম, ৰূপচিঙে আকৌ সোমাবলৈ চেষ্টা কৰে কিন্তু নোৱাৰে এনেতে কৰিমে মৰা লৰাটো লৈ ঢলং পলং কৈ ওলাই আহি পৰি যায। গোটেই গা পোৰা)*

**কৰিম** ঃ বচাব নোৱাৰিলো ভেদেউ।

**লথৌ** ঃ কৰিম! কৰিম!! কি কৰিলি ভাই। (সাৱটি ধৰে)

**কৰিম** ঃ উঃ লথৌ। (আটাইকেইটাই কৰিমক আগুৰি ধৰে)

**পীতৰাম** ঃ কৰিম? কৰিম??

**ৰূপচিং** ঃ নেমাত কিয কৰিম!! বেয়াকৈ পুৰিলে যেন পাইছো। ইচ্ ইচ্(কান্দে)

**পীতৰাম** ঃ ৰূপচিং, ইয়াক বোকোচাত ল।

(সকলোৱে ধৰাধৰিকৈ কৰিমক ৰূপচিঙৰ বোকোচাত উঠাই দিয়ে। পীতৰামে লথৌ আৰু ভেদেউক লৈ প্ৰস্থান)

# তৃতীয় দৃশ্য

## -সাতোলা বাঙুৰীৰ ঘৰ-

(গাওঁবুঢ়াৰ প্ৰৱেশ)

গাওঁবুঢ়া : ভাণ্ডুৰী আছানে? অ' ভাণ্ডুৰী। বোলো ভাণ্ডুৰী আছানে?

সাতোলা : (নেপথ্যত)কোন ঐ এইটো ভাণ্ডুৰী ভাণ্ডুৰী কৰা, নাম নাই নেকি? নে উপাধিযেই নাই। (প্ৰৱেশ কৰি)এ, আমাৰ গাওঁবুঢ়াহে, বহক ঈশ্বৰ। (মুঢ়া পাৰি দিয়ে) পিচে কি মন কৰিনো?

গাওঁবুঢ়া : এ নকবা দিযা, এইখন মহা দিগদাৰ হ'ল নহয।

সাতোলা : কিনো?

গাওঁবুঢ়া : থানাৰ পৰা ৰেপট্ পাইছো আজি বোলে লথৌৰ ঘৰ জ্বলানি কেচটো তদন্ত কৰিবলৈ ডাৰোগা-পুলিচ আহিব। কাক ক'ত সাঙোৰে এথোন ঠিক নাই।

সাতোলা : এৰা দিয়া, উলুৰ লগত বগৰী পোৰে বুলিহে ভয় লাগিছে। পুলিচে তোমাৰ অলপ লেচু পালেই, পিজলাই নি হালে- হালে সাঙুৰিব নহয। এই গৰিযাটোৱে নিজেও মৰে এতিয়া, আৰু লোককো মাৰি যায়। বুঢ়া বযসত আহি লটি-ঘটি, পুলিচৰ হেচা-ঠেলা। তোমাৰ ৰঙা পাগুৰি দেখিলেই গাঁৱৰ জীযাৰী বোৱাৰীৰ থৰ থৰ দপ দপ ।

গাওঁবুঢ়া : জীযাৰী বোৱাৰীৰ কথানো কি ক'বা, আমাৰেই থৰকাচুটি নোহোৱা হৈছে। পিছে পুলিচ আহি পেনে পোনেই আমাকেই সুধিবহি। আমাৰনো তাৰপৰা গ'লে কি জবানবন্দী কৰা যাব? (মেধিৰ প্ৰৱেশ)

মেধি : এ, গাওঁবুঢ়া, মই আকৌ সূত্ৰধাৰীৰ তালৈহে গৈছিলো।

সাতোলা : বহা, বহা মেধি (পিৰা পাৰি দিযে)

মেধি : পিচত কিনো ঠিক কৰিলে এতিয়া?

গাওঁবুঢ়া : একো ঠিকেই কৰিব পৰা নাই।

সাতোলা : এৰা দিয়া মেধি, পুলিচৰ নাম শুনিয়েই কঁকালত কাঁচুটি নোৰোৱা হৈছে। কিনো ঠিক কৰিবা?

মেধি : নহয নহয,, মোৰ মনেৰে আচল কথাটো কৈ দিয়াই ভাল! যেযেই নমৰিল লাগে, কি কয গাওঁবুঢ়া?

গাওঁবুঢ়া : আচল কথাটোনো কোৱা কেনেকৈ, শুনা কথাহে। পুলিচৰ জেৰাত বা কেচে কেনি ঢাল লয়? ওভোটা পাকত পৰি জানোচা নিজেই বান্ধ খাওঁ।

সাতোলা : বাৰু শুনা কথাটোনো কি?

মেধি : কিয়, তুমি জানো নাজানা? তোমাৰ পিতেৰায়েই কৈ ফুৰিছে দেখোন।

সাতোলা : এ', হয়নেকি? হেৰ বোপাই!

নেপথ্যত : কি!

সাতোলা : চাওঁ এহেলেই আহচোন (বলোৰ প্ৰৱেশ)

বলোৰাম : কিয়?

সাতোলা : হেৰৌ, লথৌৰ ঘৰত কোনে জুই দিছিল?

বলোৰাম : লথৌয়ে নিজে নিজে।

সাতোলা : কিয়?

বলোৰাম : সেইদিনা ৰাতি লথৌ ঘৰত নাছিল। দুপৰমান ৰাতি লথৌ আহি কৰিমক তাহাঁতৰ ঘৰৰ ভিতৰতে শুই থকা দেখা পায়। তেতিয়া সি খঙত বলিয়া হৈ দুয়োটাকে পুৰি মাৰো বুলি দুৱাৰ ঘৰ বান্ধি জুই লগাই দিয়ে।

সাতোলা : হয নেকি (অলপ ভাবি) দেখিবি আকৌ, "মানুহ মৰে কৈ, চৰাই মৰে বৈ", পুলিচৰ আগত বেছিকৈ ৷১পচেপালে জিলাৰ বৰঘৰ সোমাবিগৈ বাপেৰে।

বলোৰাম : এঃ । সঁচা কথাত কিহৰ ভয? (প্ৰস্থান)

সাতোলা : দেখিলে গাওঁবুঢ়া, এৰা, নহ'লে তাৰ লগত ইহঁতৰ ইমান লেনদেন কিহৰ? কথাৰ গুৰি তোমাৰ ক'ৰবাত। ছেঃ, গোটেইখন লেটি-পেটি ঘেটি-মেটি হ'ল দেও হে। নহয় নহয় গাওঁবুঢ়া, ইয়াৰ মুখলৈ চালে নহ'ব। কথা এইটোৱেই সঁচা। আমাৰ গাত পাক লাগিবলৈ ইয়াত কিটো আছে?

মেধি : এৰা, ইযাত আৰু কিটো আছে? বলোৱেই আমাৰ এক লম্বৰৰ সাক্ষী।

সাতোলা : ৰ'বা মেধি, পোনকোৱেই ল'ৰাটো পুলিচৰ মুখলৈ ঠেলি নিদিবা। পোনেই চাই লোৱাচোনহঁক, পুলিচেনো ইয়ালৈ আহি কোন ধাৰাত কেচটো চাৰ্চ কৰেহি।

গাওঁবুঢ়া : নহয় সাতোলা, ভয় কৰিবলৈ ইয়াত একো নাই, চৰকাৰী পুলিচৰ আগত কথা লুকালে আমাৰহে লেঠা। কি কোৱা মেধি?

মেধি : -এৰা, সেইটো আৰু ফটফটীয়া কথা। ইয়াত আৰু ভয় কৰিবলৈ কি আছে?

সাতোলা : জানো দিয়া তোমালোকেহে জানা?

গাওঁবুঢ়া : নাই দিয়া সাতোলা, এয়েই আমাৰ কৈফিয়ৎ আৰু। এতিয়া উঠোহঁক দিয়া।

সাতোলা : (ঠিয় হৈ) কাম হ'লেই দিয়া গাওঁবুঢ়া। সৌখন ৰঙা পাগুৰীৱে গোটেইখন ৰাঙলী হৈ আহিছে, সৰ্ব্বনাশ হ'ল দিয়া। কথা সেলেপি থাকোতেই পালেহিয়েই দিয়া। ছেঃ, বহিবলৈনো কি দিবা, কি থবা! মেজ মাচিয়া এখনো নাই। (কনিষ্টবল দুটাৰ প্ৰৱেশ)

কনিষ্টবল : গাওঁবুঢ়া কাঁহা হ্যায়?

গাওঁবুঢ়া : চালাম কনিষ্ট বাবু, গাওঁবুঢ়া আমিয়েই হায, এয়া আমাৰ মেধি, এয়া সাতোলা। (দুয়ো হাত তুলি চালাম কৰে)

কনিষ্টবল : তুমলোগকো ডাৰোগাজী বুলায়ে হে,চলো।

গাওঁবুঢ়া : চলেগা হ্যায়। আহাঁ মেধি, সাতোলা।





সাতোলা ঃ ব'লা আৰু । বোলে, "চৰণে জানে মৰণৰ ঠাই, যৈকে লাগে তৈকে যায়।"
(সকলোৰে প্ৰস্থান)

# চতুৰ্থ দৃশ্য

*(লথৌৰ ঘৰ, ভেদেৱে তুলসী ভেটিত চাকি দি সেৱা কৰে)*

ভেদেউ ঃ প্ৰভু! মোৰ পোনাটিৰ কাৰণে এতিয়া আৰু দুখ নাই। দুখানি চৰণত গোঁহাৰি। (সেৱা কৰে) (নিহাৰৰ প্ৰবেশ) চুলি চিঙি কাতৰ কৰিছো প্ৰভু, কৰিমৰ যেন ভাল খবৰ পাওঁ(সেৱা কৰে)।

নিহাৰ ঃ (স্বগতঃ) ভেদেউ! মোৰ হৈ তযেই খোদাৰ ওচৰত জনা-কিজানি তোৰ আৰজ কোদাৰ ওচৰ পাইগৈযে। (ভেদেৱে মূৰ ডাঙি নিহাৰক দেখে)

ভেদেউ ঃ অ' নিহাৰ, বহ।

নিহাৰ ঃ কিবা খবৰ পাইছিলিনে আজি?

ভেদেউ ঃ-আজি এতিযালৈকে অহাই নাই দেখোন। (লথৌৰ প্ৰবেশ)

ভেদেউ ঃকেনে, অলপ বাৰু হৈছেনে?

লথৌ ঃনাই ভেদেউ, বাৰু আৰু কি হ'ব? লাহে লাহে বেযাৰ ফাললৈহে গৈছেগৈ। কেউফালে মৰিলো। তহঁতক সি এবাৰ মাতিছে, ব'ল।
(লথৌ, ভেদেউ, নিহাৰ দুখোজমান যাওঁতেই ডাৰোগা, পুলিচ, সাতোলা, গাওঁবুঢ়া, মেধি আৰু বলোৰামৰ প্ৰবেশ। লথৌহঁত উভটি আহে, নিহাৰ আৰু ভেদেউ ঘৰৰ ভিতৰ সোমায)

ডাৰোগা ঃ-এইটোৱেই হ'বলা লথৌ কলিতাৰ ঘৰ? (চায)

গাওঁবুঢ়া ঃ হৈছে।

ডাৰোগা ঃ মাতা লথৌক।

লথৌ ঃ দেউতা, লথৌ কলিতা মযেই(নমস্কাৰ কৰে) হেৰৌ বহিবলৈ-- (ভিতৰ সোমাই তুল, কঁঠ, ঢাৰি আনে)

ডাৰোগা ঃ লথৌৰ ঘৰ কোন কেইটা পুৰিছিল,গাওঁবুঢ়া?

গাওঁবুঢ়া ঃদেউতা পোৰা ঘৰ সেযা (সকলো বহে)

ডাৰোগা ঃ লথৌ, তোৰ ঘৰত কোনে জুই লগাইছিল?

লথৌ ঃ মই ক'ব নোৱাৰো দেউতা।

ডাৰোগা ঃ বাৰু, কৰিমক কেনেকৈ জুযে পুৰিলে?

লথৌ ঃভেদেউ, মোক আৰু আমাৰ ল'ৰাটোক ভিতৰৰ পৰা উলিযাবলৈ যাওঁতেই পুৰিলে।

ডাৰোগা ঃমাত ভেদেউক।

লথৌ ঃহে ওলাই আহ! (ওৰণি লৈ ভেদেউৰ প্ৰবেশ)

ডাৰোগা ঃ অ' এযে হ'বলা ভেদেউ, সাতোলা কাই?

সাতোলা ঃ-হয় দেউতা, এই ফেৰাই, গাওঁ গোটেইখন তোলপাৰ লগালে।

ডাৰোগা ঃ বাৰু, বাৰু, মই মজা উলিয়াম নহয। (লথৌক) জুই লাগোতে তহঁতৰ টোপনি ভঙা নাছিল হ'বলা?

লথৌ ঃ নহয দেউতা, দুৱাৰ বাহিৰৰপৰা বান্ধি থৈছিল।

ডাৰোগা ঃ তহঁতৰ একো নহ'ল হ'বলা?

লথৌ ঃ মোৰ ল'ৰা পোনাটি মৰিছে। ঘৰৰ মানুহো ক'ব নোৱাৰা হৈ আছিল।

ডাৰোগা ঃ ক'তা এই খবৰটো থানাত জনোৱা হোৱা নাই। ইযাৰ ল'ৰাটো মৰা হয নে নহয গাওঁবুঢ়া?

গাওঁবুঢ়া ঃ হয দেউতা (ডাৰোগাই নোট বহীত লিখে)

ডাৰোগা ঃ তোৰ কৰিমৰ লগত কিমান দিনৰ পৰা জনা-শুনা আছে।

লথৌ ঃ দেউতা, নঙঠা কালৰে পৰা আমি দুযো ভাই - ককাইৰ দৰে উঠি আহিছো। গাঁৱৰ ভাওনা-সবাহ, মেল মোকৰ্দ্দমা, টানে-আপদে সকলোতে দুযো-দুযোকে নেৰো। আজি সি মোক অকলশৰীযাকৈ থৈ যাবলৈ ওলাইছে (কান্দে)।

ডাৰোগা ঃ ভেদেউ, তই কৰিমক চিনি পাবনে নেপাব?

ভেদেউ ঃ পাওঁ দেউতা!

ডাৰোগা ঃ কৰিম তহঁতৰ ইয়ালৈ সদায আহে নেকি?

ভেদেউ ঃ সদায নাহে দেউতা, পিছে মাজে সময়ে আহিযেই থাকে।

ডাৰোগা ঃ বাৰু, লথৌ নাথাকিলে সি কেতিযাবা তহঁতৰ ঘৰত ৰাতি থাকে নে?

সাতোলা ঃ ক, ক, সচাঁ কথা কৈ দে'। হুজুৰে এৰি দিব। (গাওঁবুঢ়াৰ চকুলৈ চাই টিপ মাৰে)

ভেদেউ ঃ তেওঁ নথকাত নাহে। কেতিযাবা গধূলা সময়ত আহিলেও মযে বহিব মেলিবলৈ দি কথা-বাৰ্ত্তা হওঁ। কিন্তু ৰাতি হ'লে নাথাকে।

ডাৰোগা ঃ কি ঔ বলোৰাম?

বলোৰাম ঃ নহয দেউতা, এই, চব মিছা কথা কৈছে। এইৰ লগত কৰিমৰ লেন্-দেন্ নেথাকিলে তাৰ লগত ইহঁতৰ ইমান মিলামিছা কিহৰ?

ভেদেউ ঃ দেউতা, নহয়। এইবিলাক কথাত আপুনি পতিয়ন নেযাব। আপুনি মোৰ পিতাইৰ বযসীযা-মোৰ গুৰুৰ গুৰু। আপোনাৰ আগত মই মিছা নেমাতো। কৰিম মোৰ ককাইৰ নিচিনা (কান্দে)।

লথৌ ঃ নাকান্দিবি ঈশ্বৰ আমাৰ সহায়। মই এবাৰ কৰিমৰ তাৰপৰা আহিবগৈ লাগিছিল দেউতা!

ডাৰোগা ঃ চুপ! গাওঁবুঢ়া, কৰিম আৰু লথৌ দুয়োটাৰে সচাঁকৈযে খুব মিল নেকি?

গাওঁবুঢ়া ঃ দেউতা সৰুৰে পৰা আজিলৈকে আমি দেখাত সিহঁত

দুযোৰে ভিতৰত সচাঁকৈয়ে যুৰ মিল নেকি?

**সাতোলা** :সেইটো হ'লে হয়, পিছে, পেটত কাৰ কিটো আছে, কেনেকৈ জানিব দেউতা ঈশ্বৰ?

**ডাৰোগা** : লথৌ, তই সচাঁ কথা কচোন, তোৰ ঘৰত, তয়েই জুই দিছিলি নেকি?

**লথৌ** : ইচৰাম। দেউতা, এনে কথা কিয় কয়? নিজৰ ল'ৰা -তিৰোতাক পুৰি মাৰিবলৈ নিজেও ঘৰত জুই দিয়েনে?

**ডাৰোগা** : বাৰু, তোৰ ঘৰত যেতিয়া জুই লাগে তেতিয়া নুমুৱাবলৈ কোন কোন আহিছিল?

**লথৌ** : কৰিম,ৰূপচিং,পীতৰাম আৰু গাঁৱৰ দুই চাৰি আহিছিল দেউতা। সিমান মোৰ খিয়াল নাই।

**ডাৰোগা** : পীতৰাম কোন?

**গাওঁবুঢ়া** : পীতৰাম বোলাটো গাঁৱৰ সিমুৰৰ ল'ৰা। ৰূপচিং হৈছে সৌখন গাঁৱৰ ল'ৰা।

**ডাৰোগা** : গাওঁবুঢ়া, তাক মাতি আনাচোন, সিহঁত পোনপটীয়া মানুহ। মিছা কথা কেতিয়াও নকয়। যোৱা-।

**গাওঁবুঢ়া** : ভাল দেউতা, মই আহোঁ।

(যাব খোজে, এনেতে উধাতু খাই ৰূপচিঙৰ প্ৰবেশ)

**ৰূপচিং** : কিনো কৰো ক'বই পৰা নাই লথৌ। সিফালে কৰিমৰ গাত ত'ত নাই । অ' -ইহঁতনো কোন আকৌ? (ডাৰোগাক দেখুৱাই)

**লথৌ** :দেউতা, মই এবাৰ আহিব খোজো।

**ডাৰোগা** : ৰহ, ৰহ।

**গাওঁবুঢ়া** :দেউতা ইয়েই ৰূপচিং (ৰূপচিঙক দেখুৱাই)।

**ডাৰোগা** : হয় নেকি? তোৰ নামেই নেকি ৰূপচিং?

**ৰূপচিং** : অ'তো, কিয়নো সুধিলি?

**ডাৰোগা** : তই ছোৱালী আনিলিনে নাই ঔ?

**ৰূপচিং** : আনিছো দে, যোৱা বছৰ বিহুতে।

**ডাৰোগা** : বাৰু, লথৌৰ ঘৰত জুই নুমুৱাবলৈ তই আহিছিলি নেকি?

**ৰূপচিং** : অ' অকল মযেই আহিছিলোনে? কৰিম, পীতৰাম, হলিৰাম, সূত্ৰধাৰী আটাইবিলাক আহিছিল। এইবিলাক চা-চোন (জুয়ে পোৰাৰ চিন দেখুৱাই) কৰিমটোৰহে বেয়া হ'ল দে। ইস্ ইস্ তাৰ কথা ক'লে যে, কান্দোনেই ওলায়।

**ডাৰোগা** : কৰিমো আহিছিল নেকি? কৰিমক তই ক'ত দেখিছিলি?

**ৰূপচিং** : ইহ আমি একেলগেই আহিছিলো। সি পিছে তাৰা গাডীৰ দৰে ধাপলি মেলিলে, লগ ধৰিবই নোৱাৰিলো দে। অস্ অস্ (চকুপানী ওলায়, সেঙুন মচে)।

**ডাৰোগা** : কি ঔ বলোৰাম? তোৰ কথা দেখোন এটাও নিমিলে? লথৌ? তোৰ লগত বলোৰামৰ কিবা আখেজ আছে নেকি?

**লথৌ** : মোৰ লগত হ'লে একো নাই।

**ৰূপচিং** : কিয় চৰকাৰী পুলিচৰ আগত সকলো কথা ক'ব লাগে নহয়। আখেজনো কিয় নাই। আছে তাহানি ভাওনা ঘৰত মাৰি থৈছো নহয়।

**ডাৰোগা** :(হাঁহি) হেৰৌ, কিয় মাৰিছিলি?

**ৰূপচিং** : এ, কথা বহুত দে। ই ভেদেউক নিব খুজিছিল। ই জানো কম আছিল। খুউব মাৰিলো নহয়। কাম সেন্দুৰ (লথৌৱে হাতেৰে ইঙ্গিত দি মানা কৰে) এ নকওঁ দে। লথৌৱে ক'বলৈ হাক দিছে।

**ডাৰোগা** : কচোন, কি কাম সেন্দুৰ?

**ৰূপচিং** : (লথৌক) কওঁ দে লথৌ। সি বেয়া পাইছে নহয়।

**সাতোলা** : এই আধা দকৰাটোৰ কথা নুশুনিব দেউতা। মাটিতেই যদি সাৰ আছে মোৰ বলোৰ গাত নাই। সি তেনেকুৱা ল'ৰা নহয়।

**ৰূপচিং** : এহ, হয় নেকি?

**গাওঁবুঢ়া** :সেইবিলাক দেউতা বহুত কথা, লগালিৰ ঘটনা আমাক কৈলে।

**ডাৰোগা** : লথৌ, তোৰ কাৰ ওপৰত সন্দেহ হয়? সচাঁ কথা ক'বি।

**লথৌ** : দেউতা, সন্দেহ মই কাক কৰিম?

**ৰূপচিং** : জুই হ'লে( বলোক দেখুৱাই) ইয়েই দিছে দে বাবু, কৰিমে কৈছে নহয়।

**ডাৰোগা** : কৰিমে কৈছে নেকি? (চিপাহীক) এই, হাত কেৰেয়া লগাও।

**সাতোলা** : মহাৰাণীৰ দোহাই, দোহাই মহাৰাণীৰ। প্ৰথম কচুৰ এইবাৰলৈ মাফ দিয়ক দেউতা।

**ডাৰোগা** : ই তোমাৰেই ল'ৰা নেকি? অ' সেইদেখিহে। (বলোক) সঁচা কথা ক, এৰি দিম, নহ'লে দেখি ছ?( বেত দেখুৱাই)

**বলোৰাম** : নাই দেউতা, মই নহয়, মোক নাবান্ধিব।

**সাতোলা** : হৰি।। " এৰা চৰায়ে খালে টোপ নেঘেৰীৰ গাত লাগিল খোপ।"

**ডাৰোগা** : (মাৰে) তই নহয় কোন? পুলিচৰ চাকৰি কৰি দাটি চুলি পকালো (মাৰে) সচাঁ কথা ক, সচাঁ কথা ক (মাৰে)

**বলোৰাম** : হয় দেউতা, ময়ে দিছিলো।

**সাতোলা** :গুৰুজন। কপালত ইয়াকেই লিখিছিল ঐ, তাক মই সদায় কওঁ বোলো হেৰৌ। মৰে উৰুলি পুঙা, মৰে পদুলি সুঙা (কান্দি কান্দি) দেখিলা গাওঁবুঢ়া, মই কৈছিলো নহয়।

ডাৰোগা : অ' এতিয়া কেনেকৈ ওলাল? ব'ল ল। বাৰু কৰিমে তোৰ কথা কেনেকৈ জানিলে?

বলোৰাম : দেউতা, জুই দি উভটি ঘৰলৈ যাওঁতে সি মোক বাটতে পাইছিল।

ডাৰোগা : Rascal!

গাওঁবুঢ়া : দেউতা, এই বুঢ়াটিৰ মুখলৈ চাই!

ডাৰোগা : নাই, নাই, সেইটো নহ'ব গাওঁবুঢ়া।
(সাতোলাই ডাৰোগাৰ ভৰিত ধৰে)

সাতোলা : দেউতা ভৰিত ধৰি মাতিছো, মোৰ ল'ৰা নহয়, সি আপোনাৰ গোলাম; এটা উপায় কৰক। ৰাজঘৰত আপোনাৰ জয়-জয় ময় ময় হ'ব।

ডাৰোগা : সাতোলাকাই, মোৰো ওপৰৱালা আছে নহয়। চৰকাৰী চাকৰি-বুজিছা? উপাই নাই, বাৰু লথৌ তই কি কৱ?

লথৌ : যি হ'বলগীয়া হৈ গ'ল। মইনো কাক দোষিম? পিচে, এই সকলো কৰিমেই জানে। দেউতাই এবাৰ তেওঁকহে সোধা ভাল।

ডাৰোগা : বাৰু, কৰিমৰ তালৈ যোৱা যাব। তই এতিয়া যাব পাৰ লথৌ। সাতোলা, তুমি আহা।
(সকলোৰে প্ৰস্থান)

# পঞ্চম দৃশ্য

*(কৰিমৰ ঘৰ, কৰিম বিচনাত পৰি চটফটাই থাকে, কৰিমৰ গাত এখন পাতল কাপোৰ দিয়া থাকে, ভেদেৰে বিচি থাকে, নিহাৰ সংযতভাৱে অলপ দূৰৈত বহি আছে। লথৌৱে বিছনাত বহি কৰিমৰ গাত হাত বুলাই থাকে। কুতুবুদ্দিন মৌলবী শিতানত বহি কোৰাণ পাঠ কৰি আছে, কুদৰৎ মুঞ্চিও বহি থাকে)*

কৰিম : লথৌ, উহ্, লথৌ বৰ যন্ত্ৰণা। তই ক'ত লথৌ।
(হাতেৰে খেপিয়াই)

লথৌ : এয়া, মই তোৰ ওচৰতে আছো নহয়।
(বলোক লৈ ডাৰোগা, পুলিচ, গাওঁবুঢ়া, সাতোলা, মেখি আদিৰ প্ৰবেশ)

কৰিম : কোন আহিছে লথৌ?

লথৌ : জিলাৰ ডাৰোগা বাবুৱে বলোৰামক বান্ধি লৈ আহিছে।

কৰিম : ওঁ, খোদা! খোদা!!

বলোৰাম : (কঁপি কঁপি কৰিমৰ ওচৰলৈ গৈ) কৰিম! কৰিম!! ভাই, মোক এইবাৰলৈ ৰাখ।

কৰিম : কোন? বলো? কপিছ? ভয় নকৰিবি। মই তোক মাফ কৰিছো। খোদায়ে তোক মাফ কৰক। ডাৰোগা বাবু, মই আপোনাক চালাম জনাবলৈ চকুৰে নেদেখোঁ, এইবাৰলৈ ইয়াক মাফ কৰক।

ডাৰোগা : (অলপ ভাবি) বাৰু তোমাৰ অনুৰোধত মই ইয়াক জামিনত এৰি দিলো, তোমাৰ কথা ৰাখিবৰ কাৰণে তাক সৰুৱাবলৈকো চেষ্টা কৰিম। এই অৱস্থাত তোমাৰ মনত দুখ নিদিওঁ। (চিপাহীক) ইস্কা হাত কেৰেয়া খোল দো। সাতোলা তুমি জামিন ৰ'লা।
(বলোৰ হাতকেৰেয়া খুলি দিয়ে, ডাৰোগাই কৰিমৰ মুখৰ ওচৰলৈ গৈ চকু দুটা চাই Unfortunate noble soul। লাঠি ঘূৰাই ঘূৰাই প্ৰস্থান, লগতে গাওঁবুঢ়া আদিৰ প্ৰস্থান)

বলোৰাম : (কান্দি কান্দি) কৰিম। তোক মযেই খালো।

কৰিম : (খেপিয়াই বলোৰ গাত হাত দি) নেকান্দিবি বলো, ই মোৰ নচীপ। লথৌৰ লগত মিলেৰে থাকিবি, আগৰ দস্তুৰ এৰি পেলা, মোৰ এই হেহ হমযৰ কথাতো ৰাখিবি। লথৌ, ভেদেউ তইঁতে দুখ নকৰিবি। খোদা মেহেৰবান, মোৰ আৰু বেছি সময় নাই (সকলোৱে কান্দে, অলপ ৰৈ) লথৌ, গাঁৱৰ মানুহৰ লগত তই জেদ্‌বাদ্ নকৰিবি। খিযাল ৰাখিবি,—তই আজিৰ পৰা অকলহৰীযা।

লথৌ : (কান্দি) সেইটো মই জানো কৰিম। তই মনে মনে থাক।

ভেদেউ : কিয় তেনেকৈ কৈছ ককাই, তই কলৈ যাবি? ঈশ্বৰে তোক ভাল কৰিব।

কৰিম : ভাল কৰিব? (কাঠ হাঁহি মাৰি) তইঁতে নেজান মৌলবী চাহেব, মুঞ্চী চাহেব, (দুযো ওচৰ চাপে) মোৰ মাটি-বাৰী হকলো হম্পত্তি এই হেহ হময়ত মই লথৌক দান কৰিলো। আগলৈ ওজৰ-আপত্তি উঠিলে, আপোনালোক হাক্ষী থাকিব।
(লথৌ আৰু ভেদেউৱে কান্দে)

মৌলবী : খোদাৰ নামে আমালোকে কচম খাইছোঁ যদি এই বিচযে কেতিযাবা কিবা ক'বলগীযা হয আমালোকে উচিত কথা ক'ম।

লথৌ : এইবিলাক তই কি কৰিছ কৰিম? হে প্ৰভু! মোৰ পৰমায়ু দি কৰিমক বচোৱা।

কৰিম : ভেদেউ, বৰ দুখ ৰৈ গ'ল, তোৰ পোনাটি বচাব নোৱাৰিলো। হৌ বাকচটো খোল, তাত এটা হৰু টোপোলা আছে, লৈ আহ (ভেদেউৱে টোপোলা আনি কৰিমব ওচৰত থয) টোপোলাটো খোল।
(ভেদেউৱে টোপোলাটো খোলে আৰু কৰিমে খেপিয়াই খেপিয়াই তাৰে এধাৰ মণি উলিযাই) ভেদেউ, এইধাৰ মণি হয় নে?

ভেদেউ : হয, ককাই।

**কৰিম** : বাৰু, এই টোপোলাত বাকী যিখিনি গহণা আছে, মই তোক দিলো। বাকচত কিছু টকা আছে, হেয়াও তোৰে। (ভেদেউৱে কান্দে) নেকান্দিবি ভেদেউ, শুন। (হাতৰ মণিডাল দেখুৱাই) এই মণিধাৰ মাজানে মৰিবৰ হমযত মোক দি গৈছিল। মোৰ বৰ মৰমৰ চীজ। (হুমুনিযাহ পোলাই) কতনো কথা মনতে পাণ্ডিছিলো উঃ এতিযাও বাচিবৰ ইচ্ছা হয। খোদা, তোমাৰ ইচ্ছা হাঁচিল কৰিলা, ধৰ ভেদেউ (মণিধাৰ দি) এই মণিধাৰ নিহাৰক দিবি।

**ভেদেউ** : (কান্দে) নিহাৰ ইযাতে আছে নহয, ককাই, তই নিজেই দে।

**কৰিম** : ইযাতে আছে? (দীঘলীযা হুমুনিযাহ পেলাই) চকু নাই। চকু নাই।। নিহাৰ। (নিহাৰ ওচৰ চাপে) এই মণিধাৰ লোৱা, তোমাৰ বিযাত পিন্ধিবা। (নিহাৰ হুকহুককৈ কান্দে, কৰিম অস্থিৰ হয)

**লখৌ** : (কৰিমৰ গাত ধৰি) কিয তেনেকুৱা কৰিছ কৰিম? নেকান্দিবি।

(অলপ পৰ সকলো নিমাত, মাজে মাজে কান্দোনৰ উচুপনি শুনা যায। গাৱঁৰ মছজিদত আজান দিয়ে, আজানৰ ধ্বনি কৰিমৰ কাণত পৰে)

**কৰিম** : হেযা, হেযা কোনে কান্দিছে লখৌ?

**লখৌ** : কন্দা নাই কৰিম, মছজিদত আজান দিছে। গধূলা হ'ল।

**মৌলবী** : হেয়া মগৰীবৰ আজান।

**কৰিম** : হা। কেনে শুন্দৰ।। লখৌ?

**লখৌ** : কি কৰিম?

**কৰিম** : এটা কথা ৰাখিবি?

**লখৌ** : ক, কৰিম। মই তোৰ কোনটো কথা ৰখা নাই?

**কৰিম** : মোক এবাৰ বহুৱাই দে ভাই।

**লখৌ** : মই তোক কেনেকৈ বহুৱাই দিওঁ কৰিম?

**কৰিম** : এবাৰ—মুঠে এবাৰ বহুৱাই দে— আকৌ শুৱাই দিবি। আৰু তো কেতিয়াও নামাজ পঢ়িবলৈ নাপাওঁ— দে লখৌ।

**লখৌ** : নেলাগে কৰিম, তই শুই শুইয়েই নামাজ পঢ়।

**কৰিম** : দে লখৌ, মোৰ হেহ অনুৰোধ।

**লখৌ** : উঃ কৰিম(কান্দে)

**কৰিম** : কথা শুন। লখৌ—নহলে পিচত মগৰীবৰ আজান দিয়া শুনিলেই কান্দি কান্দি মৰিবি।

(আজান দিয়া শেষ হোৱাৰ লগে লগেই লখৌৱে কৰিমক বহুৱাই দিবলৈ ধৰোতেই কৰিমৰ মৃত্যু হয।)

**লখৌ** : কৰিম। কৰিম।।

**ভেদেউ** : ককাই। ককাই।।

**নিহাৰ** : খোদা।

# যৱনিকা

# মণিৰাম দেৱান

(বুৰঞ্জীমূলক নাটক)

শ্ৰী প্ৰবীণ ফুকন
গুৱাহাটী

## চৰিত্ৰ পৰিচয়

### পুৰুষঃ-

| | |
|---|---|
| কন্দৰ্পেশ্বৰ সিংহ | অসমৰ ভগা ৰজা |
| মণিৰাম দেৱান .. | ঐ দেৱান |
| মিল | অসমৰ কমিচনাৰ |
| হলৰইদ.. | কেপ্তেইন |
| হৰনাথ পৰ্বতীয়া বৰুৱা | বৃটিচৰ দাৰোগা |
| পিয়লী বৰুৱা | মণিৰাম দেৱানৰ সহচৰ |
| দুতিৰাম চিৰস্তাদাৰ | ঐ |
| মোহন হাৰ্জৰিকা | হৰনাথৰ সহচৰ |
| ইলাৰাম ফুকন | |
| ফৰ্ম্মদালি | |
| বাহাদুৰ গাওঁবুঢ়া | মণিৰাম দেৱানৰ সহচৰ |

প্ৰহৰী, চাপ্ৰাচী, চিপাহীসকল ইত্যাদি -

### তিৰোতাঃ-

| | |
|---|---|
| ৰাজমাও | কন্দৰ্পেশ্বৰ সিংহৰ মাক |
| ললিতা | মোহনৰ ভনীয়েক |
| ফুলকুমাৰী | নাচনী |

মণিৰাম দেৱানৰ স্ত্ৰী

# আগকথা

এই নিঃকিন লিখকৰ কেবাখনো সামাজিক নাট আৰু ধেমেলীয়া প্ৰহসনে ৰাইজৰ সমাদৰ লাভ কৰাত এখনি বুৰঞ্জীমূলক নাট লিখি উলিযাবলৈ বহুদিনৰ পৰাই আশা আছিল, আৰু তাৰ ফলস্বৰূপেই অসমৰ বিদ্ৰোহী বীৰ মমিৰাম দেৱান নাটক খনি ৰাইজৰ আগলৈ উলিয়াবলৈ সমৰ্থ হৈছো ।

এই নাটকখনি লিখি উলিৱাত শ্ৰীমান বীৰেন গোস্বামীয়ে আৱশ্যকীয় প্ৰৱন্ধাদিৰে মোক যথোচিত সহায় কৰিছিল , সেই বাবে মই তেওঁক ওলগ জনাও। বন্ধুবৰ খ্যাতনামা অভিনেতা শ্ৰীযুত সবেশ্বৰ চক্ৰবৰ্ত্তীযে নেৰানেপেৰাকৈ মোৰ পিছত লাগি নথকা হলে হযতো ইমান সোনকালে 'মণিৰাম দেৱান' ৰাইজৰ আগত আত্মপ্ৰকাশ কৰিব নোৱাৰিলেহেতেন । তেওঁৰ অক্লান্ত পৰিশ্ৰমৰ কাৰণেহে কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিপুল কৃতকাৰ্য্যতা আৰু মহাসমাৰোহেৰে প্ৰথম নিশা অভিনয় হৈ যায়।

নাটখনি হাতেলিখা অৱস্থাতে চকু ফুৰাই চাই সৰ্বাঙ্গ সুন্দৰ কৰি তোলাৰ বাবে জনপ্ৰিয় অভিনেতা শ্ৰী যুত সত্যপ্ৰসাদ বৰুৱাও আমাৰ ধন্যবাদৰ পাত্ৰ ।

নাটখনিৰ প্ৰুফ আদি চাই সাহাৰ্য্য কৰাৰ বাবে শ্ৰীযুত সতীশচন্দ্ৰ কাকতীক আৰু শ্ৰীযুত যোগেন্দ্ৰনাথ বৰকাকতী আদিকো আমাৰ শলাগ জনালো ।

পৰিশেষত বন্ধুবৰ শ্ৰীযুত ভুবনচন্দ্ৰ চৌধাৰীযে নাটখনি প্ৰকাশৰ ভাৰ লৈ ৰাইজৰ আগলৈ সোনকালে উলিৱাত তেওঁৰ ওচৰত কৃতজ্ঞ থাকিলো ।

ৰাইজৰ আশীৰ্বাদাকাঙ্ক্ষী
লিখক

হাতেলিখা অৱস্থাতে -কুমাৰ ভাস্কৰ নাট্য-মন্দিৰত "মণিৰাম দেৱান'-পাঁচ বাৰ অভিনীত হয় আৰু তলত নাম দিয়া অভিনেতাসকলে নানা ভাওত অভিনযৰ অংশ গ্ৰহণ কৰিছিল।

-পুৰুষ-

কন্দপেশ্বৰ সিংহ- শ্ৰীযুত সত্যপ্ৰসাদ বৰুৱা
,,ৰমেশচন্দ্ৰ চৌধাৰী
মণিৰাম দেৱান,,সবেশ্বৰ চক্ৰবৰ্ত্তী
,,সত্যপ্ৰসাদ বৰুৱা
মিল,,ভুবনচন্দ্ৰ চৌধাৰী
হলৰিদ-,,দযালচন্দ্ৰ বৰুৱা
হৰনাথ পৰ্বতীয়া বৰুৱা-,,নিৰদাকান্ত ভূঞা
গৌৰীকান্ত কাকতী
পিয়লী বৰুৱা-ৰবীন্দ্ৰলাল বৰুৱা
,,সুৰেন্দ্ৰনাথ দাস
দুটিৰাম চিৰস্তাদাৰ -পুণ্যপ্ৰসাদ দুৱৰা
মোহন হাজৰিকা-ভুবনেশ্বৰ বুজৰবৰুৱা
বলোৰাম ফুকন-কেপ্তেইন তাৰিণী মোহন বৰুৱা
,,গৌৰীকান্ত কাকতী
কৰ্ম্মদালী-ডা পোৱালচন্দ্ৰ বৰুৱা
,,সৰ্বেস্বৰ চক্ৰবৰ্ত্তী
বাহাদুৰ গাওঁবুঢ়া-শ্ৰীযুত নবীনচন্দ্ৰ শৰ্ম্মা
দুৱৰী-,,ডম্বৰুধৰ দাস
চাপ্ৰাচী-মৌঃ মফিজুদ্দিন আহমদ
চিপাহীসকল-তৰুণ দত্ত , নিত্য বৰদলৈ, কল্যাণ , খুদু ,পূৰ্ণ হাজৰিকা, বাদল আদি।

## তিৰোতা-

ৰাজমাও-শ্ৰীযুত অনীল চৌধুৰী
,,গণেশ গোস্বামী
,,উপেন্দ্ৰচন্দ্ৰ দাস
ললিতা-,,সুৰেন্দ্ৰনাথ দাস, অৰুণ হাজৰিকা আৰু মোছলেহুদ্দিন আহমেদ
ফুলকুমাৰী-,, চাৰুচন্দ্ৰ বৰদলৈ আৰু অনীল চৌধুৰী

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

শিৱসাগৰ জিলাৰ সদৰ কমিশ্যনাৰ জজ মিলচাহাব অফিচ। (Office room) সিংহাসনৰ দৰে বহুমূলীয়া এখন চকীত বহি জজ মিল চাহাব কিবা আইনৰ কিতাপ চাই আছে। সমুখত এখন বিলাতী দামী ধৰণৰ অফিচৰ মেজ। মেজৰ ওপৰত বহুত কিতাপ আৰু ফাইল আছে। এটা কোণত দোৱাত আৰু দামী সোণেৰে বন্ধোৱা কলম আছে। মেজৰ তলত ( Waste paper basket) অদকৰিী কিছুমান কাগজৰ সৈতে এটা পাৰি মিলচাহাব হিন্দুস্থানী চাপ্ৰাচীযে এখন ( visiting card) আনি চাহাবৰ আহগত দিয়ে। চাহাবে পটি চায়।

মিল - ছালাম দেউ।

চাপ্ৰাচী- যো হুকুম।

*(চাপ্ৰাচীযে চালাম দি প্ৰস্থান কৰে। অলপ সময়ৰ পিচত কেপ্তেইন হলৰইদ্ দুৱাৰ মুখলৈ আহি পৰ্দা আতৰাই)*

হলৰইদ- Could I come in, Your Excellency?

মিল- Please do

হলৰইদ চাহাবে মেজৰ ওচৰলৈ গৈ থিয় হৈ থাকে। মিল চাহাবে এটা ফাইল বাহিৰ কৰি হলৰইদক দেখুৱায়। হলৰইদে ফাইল লৈ মনোযোগেৰে পঢ়ে।

মিল- Well Captain, here is a letter from our friend. the Dewan The chip of the old block a rebel in the guise of a friend His plans go much deeper than what the lines signify He is trying to foment a rebellion in this part of the country. He is clever--I admire him He is one who re sembles Nand Kumar of Bengal. If we turn down his prayer he is sure to burst out in a flame of fury.

চাপ্ৰাচীয়ে পুনৰ এখন ভিজিটিং কাৰ্ড (visiting card) লৈ আহে আৰু মিল চাহাবৰ আগত দিয়ে। অসমীয়াতে লিখা আছিল গতিকে মিল চাহাবে বুজিব নোৱাৰি হলৰইদ চাহাবৰ হাতত দিয়ে য। হলৰইদ চাহাবে visiting card খন পটি চায়।

হলৰইদ -Our Police Inspector Haranath Barua Your Excellency.

মিল - (চাপ্ৰাচীলৈ চাই) Well, call him in.

চাপ্ৰাচীয়ে আগৰ দৰে চালাম দি প্ৰস্থান কৰে। হৰনাথ বৰুৱা ভিতৰলৈ সোমাই আহি প্ৰথমে মিল চাহাব আৰু তাৰ পিচত হলৰইদ চাহাবক বিলাতী ধৰণেৰে পুলিচৰ চালাম দি পোন হৈ থিয় দি থাকে।

মিল- Yes--now then Mr. Barooah, would you tell me what this Maniram Dewan is?

হলৰইদ- আপুনি মণিৰাম দেৱানৰ কাৰ্য্যকলাপৰ বিষয়েতো মই সকলো 'ৰিপৰ্ট'(Report ) দিয়েই আছো। আজিনো নতুনকৈ আকৌ কি কম।

মিল- Report ! Yes--That was nice indeed! But would not you tell us something about his antecedents; yes-বংশ-বংশ-am I correct Holorid ?

হলৰইদ- Quite, Your Excellency ! Inspector,দেৱানৰ বংশৰ কথা আৰু বৰ্তমান তাৰ কোন কোন আছে চাহাবে জানিব খোজে।

হৰনাথ - হুজুৰ। দেৱানৰ পূৰ্ব্বপুৰুষ হৈছে কনৌজৰ ক্ষত্ৰিয় কুলৰ।

মিল- Kanauj ! What is it Holorid?

হলৰইদ It is in Central India. Your Excellency.

মিল - Right Ho! Carry on Mr. Barooah.

হৰনাথ যেতিয়া তুৰবকে হিন্দুস্থানৰ চৌদিশৰ পৰা অসংখ্য সেনা সংগ্ৰহ কৰি অসম দেশ জয় কৰিবলৈ আহে তাৰ লগতে কনৌজৰ ক্ষত্ৰিয় কুলনন্দন গৌৰধ্বজ সিংহেও আহিছিল। তুৰবকৰ কিন্তু সেই অভিযান ব্যৰ্থ হ'ল, অসমীয়া সেনাৰ শীৰত্বৰ আগত নবাবৰ সেই সেনাই ঠাবৰিব নোৱাৰাত কিছু সেনা অসমতে ৰৈ গ'ল, লগতে এই গৌৰধ্বজ সিংহেও থাকিল। তেওঁৰেই বংশধৰ হৈছে চৰকাৰ বাহাদুৰ শত্ৰু মণিৰাম দেৱান।

মিল শত্ৰু, Does he mean enemy, Holorid?

হলৰইদ- Yes, Your Excellency.

মিল- শত্ৰু লেকিন মালুম হইতেছে বহুত জবৰদস্ত, বহুত চালাক Yes, a very clever শত্ৰু আছে।

হৰনাথ- বাপেককৰ নাম ৰামদত্ত বৰুৱা, দেৱানৰ তিনিজনী পৰিবাৰ, লৰা-ছোৱালী, অণ্ডহী-বণ্ডহী বহুতো আছে।

মিল- Let him read this. (মণিৰাম দেৱানে যুৱৰাজ আৰু তেওঁৰ তৰফে দিয়া এতলা দুখন হলৰইদক দিয়ে, হলৰইদে হৰনাথ পৰ্বতীয়া বৰুৱাৰ হাতত দিয়ে)

হলৰইদ- চাহাবে এইখন ভালকৈ পঢ়ি শুনাব দিছে।

হৰনাথ- (এতলা দুখন পঢ়ে)

"মহামহিম্ সূৰ্য্যসম জ্যোতিৰ্ম্ময় মহান

কমিশ্যনাৰ চাহাব বাহাদুৰ, আমি বিনীতভৱে জানিব খোজোহঁক যে উপযুক্ত অনুসন্ধান আৰু বিহিত বিবেচনা কৰি পুনৰ অসম ৰজাকে এই দেশ চলাবলৈ দি পূৰ্ব্ব ৰীতি-নীতি ধাৰা-নিয়মবিলাকক পুনৰ বাহাল ৰাখে যেন।

(১) মানক খেদিবলৈ বৃটিছ আহিছিল, অসম জয় কৰিবলৈ নহয়।

(২) ইয়াণ্ডাবু সন্ধিমতে বৃটিছে অসম লোৱাটো উচিত নাছিল।

(৩) দখল কৰিলেও সাধাৰণ প্ৰজাতন্ত্ৰ হ'ব লাগিছিল ।

(৪) ৰজা পুৰন্দৰ সিংহক এছোৱা ৰাজ্যত আহোমৰ মান-মৰ্য্যদা হিচাপে জমিদাৰী বাবদ দি ৰখা উচিত আছিল।

(৫) দুৰ্ঘোৰ কানীয়া হৈ ভীৰু হৈ পৰা ব্যৱসায়টো উঠাই নিয়াই উচিত আছিল ।

(৬) ৰজাদিনীয়া মৈদাম আৰু ছয়শ বছৰ কাল ৰাজভোগ খোৱা ৰজাৰ মৈদাম আৰু কীৰ্ত্তি চিহ্নবোৰ বুন্দামাৰ কৰিব নালাগিছিল।

(৭) মোৰ উপৰি পুৰুষসকল বিখ্যাত চাংকাকতি বংশৰ আছিল , ৰজা পুৰন্দৰ সিংহক পুনৰ এই দেশ অৰ্পণ কৰাৰ সময়ৰপৰা বৰ্খাস্ত কৰা সত্বেও মোক বাৰটা বিভিন্ন বিষয় উপভোগ কৰিবলৈ দিয়া হৈছিল । মই প্ৰাৰ্থনা কৰিছো যেন মহা মান্যবৰ চৰকাৰ বাহাদুৰ সদয় হৈ কৃপাদৃষ্টি কৰি এই সকলোবোৰ অৱস্থা বিবেচনা কৰি , আগৰ মান আদি অক্ষুণ্ণ ৰাখি অসম ৰজাকে পুনৰ অসম ৰাজ্য অৰ্পণ কৰে । ইতি-

আপোনাৰ একান্ত বিশ্বাসী
শ্ৰী মণিৰাম দেৱান"

*(হৰনাথ বৰুৱাই এত্‌লা পাঠ কৰি শেষ কৰাৰ লগে লগে জজ মিল চাহাব খণ্ডত জ্বলি পকি উঠি মেজৰ ওপৰত জোৰেৰে চকা মাৰে )*

মিল- Damn nigger ! It is only a plea to reinstate the Ahoms on the throne of Assam.

হলৰইদ- দেৱান খুব cunning , ধূৰ্ত্ত আছে।

মিল- He is a courteous rebel বহুত ভদ্ৰ বিদ্ৰোহী আছে । and Holorid...

হলৰইদ- (মূৰ দোঁৱাই ) Your Excellency !

মিল- He should be taught a good lesson. He must bear the brunt of it -- I will never let him alone.

হৰনাথ- চৰকাৰ বাহাদুৰৰ আদেশ হলে যি কোনো উপায়েৰে মিছা প্ৰমাণ দি হলেও তাক বন্দী কৰি ৰাখিব পাৰো।

মিল- Inspector ! Know it for certain it is not for the Empire that we are here কাৰবাৰ-বাণিজ্য --Trade-- Yes, it is trade that holds us to this beautiful land of yours or clse--by this time we would have been off.

হলৰইদ- ইংৰাজ এই দেশলৈ ৰাজ্য জয় কৰিবলৈ নাই আহিছে। আমিলোক কাৰবাৰী আছে । আসামত খুব ভাল চাহৰ কাৰবাৰ আছে । অসমীয়া জাতিক আমি শিকাই দিব আহিছে ।

হৰনাথ- হায় মূৰ্খ অসমীয়া । এনেহেন দয়ালু চৰকাৰৰ অযাচিত কৰুণা হেলাৰঙে দলিয়াই পেলাইছ । হাতৰ কুঠাৰ ভৰিত মাৰিবলৈ ওলাইছ ।

হলৰইদ- Inspector!

হৰনাথ - হুজুৰ

হলৰইদ- তুমি অসমীয়া প্ৰজাক ভালদৰে বুজাই দিব লাগে যে ইংৰাজে অসমত চাহ বাগিচা খুলিবলৈহে আহিছে, দেশ জয় কৰিবলৈ নহয় । আমি অসমীয়া জাতিক খুব ধনী জাতি কৰি তুলিবে । অসমীয়াৰ বহুত টকা হবে।

হৰনাথ- অকল এজন মানুহৰ কাৰণেই আজি গোটেই অসমীয়া জাতি ধ্বংসৰ পথত আগুৱাই যাব ধৰিছে হুজুৰ ।

হলৰইদ- সেইটো কোন মানুহ আছে?

হৰনাথ- কোন আৰু হব হুজুৰ। মণিৰাম দেৱান।

মিল- (মেজৰ ওপৰত চপৰিয়াই ) Maniram, that old scoundrel ! well -হামি লোক পৰ্টুগীজকো ঠাণ্ডা কৰিব পাৰিলো, ওলণ্ডাজকো ঠাণ্ডা কৰিব পাৰিলো ,ফ্ৰান্সকো ভাৰত্‌সে নিকাল দেনেকো পাৰিলো, আউৰ Your Maniram, we shall throw him into the Brahmaputra and the current will carry him to the Bay of Bengal

*( এনেতে চাপ্ৰাচীয়ে আকৌ এখন ভিজিটিং কাৰ্ড আনি মিল চাহাবৰ আগত দিয়ে । মিলে হলৰইদক দিয়ে । হলৰইদে পঢ়ি চাই হৰনাথক দিয়ে । হৰনাথে কাৰ্ডখন চাই চালাম দি বাহিৰলৈ যায় )*

মিল- Captain;

হলৰইদ-Yes, Your Excellency.

মিল- Always remember Divide and Rule that is what Clive taught us. Yes, divide and rule-- that is the policy of the English in india. Divide and

rule. (হৰনাথ আৰু মোহন হাজৰিকা সোমাই আহে। মোহন হাজৰিকা হৈছে হৰনাথৰ সৌহাত । মোহন হাজৰিকাই ভিতৰ সোমাই মিল আৰু হলৰইদক চালাম দি থিয় হৈ থাকে, কাষতে হৰনাথ।)

মিল- Who is the gentleman?

হলৰইদ- He is our spy

মিল- Spy,--good । কোনো নতুন খবৰ আছে।

হলৰইদ-হাজৰিকা?

হাজৰিকা-হুজুৰ।

হলৰইদ- কি সংবাদ আছে।

হাজৰিকা-দেৱানে চাৰিওফালে প্ৰজাক ইংৰাজৰ বিপক্ষে বিদ্ৰোহী কৰি তুলিছে । যদি কমিশ্যনাৰ বাহাদুৰে দেৱানে দিয়া এতলা দুখনৰ মতে কাম নকৰে তেনেহলে দেৱানে নিজেই কলিকতালৈ গৈ লাট চাহাবক দেখা কৰিবগৈ। ( মিল উত্তেজিত হৈ বহাৰ পৰা উঠি )

মিল- What! Does the hell dog dare so much ?

হলৰইদ-আৰু কি কি জানিছে।

হাজৰিকা-যি বুজিব পাৰিছো দেৱানে যি উদ্দেশ্য লৈ কাম কৰিছে তাত তেওঁ কৃতকাৰ্য্য হৈছে । গোটেই প্ৰজা তেওঁৰ কথাত ভোল গৈছে । বগা বান্দৰক মাৰিবলৈ সকলোৱে হেংদান ধৰাই ৰাখিছে ।

*(হলৰইদে খং কৰি মোহন হাজৰিকাৰ ফালে আগবাঢ়ি যায়)*

হলৰইদ-কি বলিলে হাজৰিকা? তুমি আমাক বগা বান্দৰ বুলি কৈছিছে ।

*(চাহাবে মাৰে বুলি ভয় খাই এখোজ পিছুৱাই যায় আৰু কঁপিব ধৰে)*

হাজৰিকা-হুজুৰ। গোলামে আপোনালোকক বগা বান্দৰ বুলি কোৱা নাই । প্ৰজাবিলাকে কোৱা কথাকে মাথোন হুজুৰৰ প্ৰকাশ কৰিছো।

মিল- Captain, What is বগা বান্দৰ?

হলৰইদ-They mean white monkey, Your Excellency.

মিল- বান্দৰটো আলবাৎ আছে, লেকিন বান্দৰকা নেজমে আগ লাগিলে চাৰা দেশটা যে লাল হোৱে যাবে - You silly dullard of an Assamese! Why do you forget that? সমস্ত দেশটা লাল বন্দী হোৱে গেলে বহুত মজাৰ লাগিবে।

হৰনাথ- চৰকাৰ বাহাদুৰ, অসমীয়া প্ৰজাৰ গাত কোনো দোষ নাই । অসমীয়া জাতি নিচেই অঁকৰা। ধূৰ্ত্ত দেৱানেই হৈছে সকলোৰে আদি মূল। সেই কাৰণেই দেৱানক বন্দী কৰাৰ কথা কমিশ্যনাৰ বাহাদুৰৰ আগত মই বাৰে বাৰে জনাইছো

*(মিলে হৰনাথলৈ সহানুভূতিৰে চাই)*

মিল- I see, I hurt your feelings. Am sorry Inspector. Yes, that's a piece of good advice, Inspector, I thank you for that It is indeed commendable.

হলৰইদ- চাহাব তোমাৰ কথাত খুব খুচী হৈছে । তুমি ঠিক কথা বলিছে।

হৰনাথ- (গৌৰৱ অনুভৱ কৰি) হুজুৰ অসমীয়া জাতিয়ে যাৰ নিমখ খায় তাৰ কেতিয়াও নিমখ হাৰাম নকৰে । অসমীয়া জাতিৰ দৰে সৰল, সত্যবাদী আৰু উপকাৰী বাৰতৰ ভিতৰত খুব কমেইহে পাব।

হলৰইদ- তুমি ঠিক বলিছে inspector, তুমি ঠিক বলিছে । আমি India তে সাৰা ভাৰতত এই অসমীয়া জাতিৰ দৰে মানুহ নাই দেখিছে।

হাজৰিকা হুজুৰ, এই দেৱান কিন্তু খুব টেঙৰ মানুহ । তাক ছলেৰে বশ কৰিব নোৱাৰিলে বলেৰে বশ কৰা খুব টান হব। মোৰ মতেৰে দেৱানক লোভ দেখুৱাই ৰজাৰ বিৰুদ্ধে যদি এবাৰ থিয় কৰাব পৰা যায় তেনেহলে সকলো কাম অনায়াসে হৈ যায় ।

মিল- But দেৱানভিতো ৰাজাকা বহুত দোস্ত আছে । How do you cause a breach there? কৈইসে ইনলোককো তফাৎ কৰিবে?

হলৰইদ- দেৱান ৰজাৰ খুব ভক্ত আছে নেকি Inspector?

হৰনাথ কাৰণ অসম ৰজাৰ লগে লগে দেৱানৰো সকলো ক্ষমতা হ্ৰাস হৈ পৰিছে, গতিকে ৰাজভক্ত নহৈ উপায় কি হুজুৰ।

হলৰইদ দেৱানক বুজাই দিব লাগে ইংৰাজৰ লগত ভাল ভাৱে থাকিলে তেওঁৰ খুব উন্নতি হবে। আসাম ৰজাই তেওঁক মন্ত্ৰী কৰিছিলে, কিন্তু ইংৰাজে তেওঁক আসামৰ ৰাজা বানাবে ।

হৰনাথ- (হলৰইদৰ কথাষাৰ শুনি মনত বৰ বেজাৰ পায় । অথচ নিজৰ মনৰ ভাব চাহাবৰ আগত প্ৰকাশ কৰিবলৈ সাহ নকৰিলে । কি কওঁ কি নকওঁ কৰি মনে মনে থাকে ।)

হৰনাথ - হুজুৰ !

হলৰইদ- কি কব খুজিছে, Inspector?

হৰনাথ- হুজুৰ (আকৌ নিমাত হৈ পৰে )

মিল- Well, be frank, be frank Inspector. Come on, Come on.

হলৰইদ- চাহাবে আপুনি পেটত কথা ৰাখিছে বুলি কৈছে ।

সকলো কথা খুলি কব লাগে ।

**হৰনাথ -** (ভয় ভয় কৰি ) হুজুৰ অধীনে ইংৰাজৰ হৈ নিজৰ দেশৰ, নিজৰ জাতিৰ বিৰুদ্ধে থিয় দিছো অথচ , চৰকাৰ বাহাদুৰে সেই বিদ্ৰোহী দেৱানক ৰজা পাতিব খোজে।

**মিল-** (হৰনাথৰ কথা শুনি হাঃ হাঃ কৰি হাঁহি দিয়ে ।হৰনাথৰ ওচৰলৈ গৈ সন্মুখত থিয় দি) Ha- Ha-Ha- you too aim at power' would'nt you like to be the king ?

**হলৰাইদ্**-অৰ্থাৎ কমিশ্যনাৰ চাহাবে আপোনালোকক সৰু ল'ৰা বুলি হাঁহিছে ।আপোনাৰ নিচিনা, হাজৰিকাৰ নিচিনা উপযুক্ত মানুহ থাকোতে দেৱানক কি নিমিত্তে ৰজা পাতিবে । আমাৰ কাম শেষ হলেই দেৱানক শাস্তি দিবে । Punishment দিবে।

*(হৰনাথে মনৰ আনন্দত মিল চাহাবলৈ চাই মূৰ দোৱাই নমস্কাৰ কৰি)*

**হৰনাথ -** হে ধৰ্ম্মাৱতাৰ কমিশ্যনাৰ বাহাদুৰ ।আপোনাৰ কথা মুৰ্খই বুজিব পৰা নাছিলো। অধমক যেন ক্ষমা কৰে।

**হাজৰিকা**-(হৰনাথৰ দৰে হাজৰিকাইও কমিশ্যনাৰৰ ওচৰত মূৰ দোৱাঁই নমস্কাৰ কৰি-)

হে প্ৰবল প্ৰতাপী ইংৰাজ চৰকাৰ বাহাদুৰ ।অসমৰ পৰা মানক আঁতৰ কৰি অসমক , সদৌ অসমীয়া জাতিক যি বিপদৰ পৰা উদ্ধাৰ কৰিছে সেই কথা অসমীয়া মাত্ৰেই কেতিয়াও পাহৰিব নোৱাৰে । পৃথিৱী থাকে মানে , চন্দ্ৰ, সূৰ্য্য থাকে মানে , ইংৰাজৰ গুণমুগ্ধ অসমীয়াই সদায় আপোনালোকৰ গুণ-কীৰ্ত্তন গাই থাকিব।

**মিলচাহাব**-That's like a good boy, Mirzafar was Clive's ass-you shall be mine Ha !- Ha !-Ha !

*(হৰনাথ আৰু হাজৰিকাই মূৰ দোঁৱায়)*

**হৰনাথ,**

**হাজৰিকা**,চৰকাৰ বাহাদুৰৰ কৃপা।

(হৰনাথ আৰু হাজৰিকাই চালাম দি প্ৰস্থান)

**মিল-** Captain, these are dangerous people-- the traitors Take heed of them. Be careful.

-পট পৰিবৰ্ত্তন-

## ২য়- দৃশ্য

## মণিৰাম দেৱানৰ চ'ৰা

(দূৰৈৰ পৰা গীতৰ সুৰ এটি ভাহি আহে । খিৰিকিয়েদি দেৱানে বহু দূৰলৈ চাই । ঘৈণীযেকে ওচৰতে বহি যঁতৰত সুতা কাটি থাকে । হাতত থকা এতলাৰ খচৰাখন দেৱানে এবাৰ মেলি চায । কোঠাটোত দুখনমান বৰপীড়া, তামোলৰ বটা, ৰূপৰ ধোৱা-খোৱা আদি থাকে । আৰু এখন শৰাইত ঢাকনি থকা বান বাটিত দেৱানৰ কাৰণে গাখীৰ।)

**গীত-** (ৰচনা-শ্ৰীযুত ভুপেন্দ্ৰকুমাৰ হাজৰিকা এম এ)

ৰমকে জমকে আছিল মোৰ অসমী
সোণৰ কপৌ ফুলে পিন্ধি,
কিংখাপ পিন্ধিলৈ জেতুকাৰ বোলেৰে
হাত ৰঙচুৱা কৰি,
কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি
* * *
কলৈ গ'ল ৰঙেচঙ কতেনো কিংখাপ
গলৰ শিলিখাৰ মণি
বদন পূৰ্ণানন্দে শতৰু শালিলে
মানৰূপ অসুৰক আনি,
কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি।
* * *
আমাৰে মজিয়াত শগুণ বপুৰাই
খাই মৰা-শ টানি,
জযাৰে দ'লতে ফেঁচাই কুৰুলিযায
অসমৰ যাতনা দেখি,
কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি।

**দেৱান-** (এতলা চাই ) দুৰ্ভগীয়া কন্দৰ্পেশ্বৰ ! অসমৰ ভগা ৰজা , ভিক্ষা কৰি জানো তুমি ৰাজ্য ফিৰাই পাবা ? বাণীয়া ইংৰাজ । তইঁত জানো সুদা হাতে উলটি যাবি ? অসমৰ ধন সম্পদলৈ তইঁতৰ কি আক্ৰোহ । (ঘপৰাই) নহব । নোৱাৰিবি । তইঁতক মই খেদিহে এৰিম। অসমৰ লুপ্ত স্বাধীনতা ওলটাই আনিবই লাগিব । (কিবা ভাবি উদবাউল হৈ ) হুলেৰেই হুল কাটিম।

**নুমলী-** ঘৰখনলৈ এনে আওকণীয়া হ'লেও আৰু যে নচলে।

**দেৱান-** তেন্তে মই কি কৰিব লাগিব ?

**নুমলী-** গাখীৰ খিনি তেনেই চেচাঁ হ'ল , পোনতে বাৰু --

**দেৱান-** অ' গাখীৰ আনিছা ? (মণিৰাম বহে) চাও দিয়া । (ঘৈণীযেকে গাখীৰ বাটি দিযে । একে হোপাই শেষ কৰে । লগে লগে নুমলীয়ে বটাটো আগবঢ়াই দিয়ে- - দেৱানে তামোল খায়)

**নুমলী-** কিহৰ চিন্তাই বাৰু আপোনাক এনে কৰিলে ?

দেৱান- কিহৰ চিন্তা ?

নুমলী- ৰজা আৰু ৰাইজৰ বিষয়ে আপুনি ভবা কথাবোৰ আমি ঢুকি নেপাও। কিন্তু আপোনাৰ ঘৰ-সংসাৰ এখন আছে, তাৰ প্ৰতি আপোনাৰ দায়িত্বও আছে।

দেৱান- অৱশ্যে আছে। তেনে চাৰিচলীয়া বৰ ঘৰ সাজিম বুলিয়েই নতুন ঘৰৰ চাৰিউপিনে ভাল দৰে জেওৰা দিবলৈ বিচাৰিছো

নুমলী- আপোনাৰ আওপকীয়া কথাবোৰ বুজি নেপাও।

দেৱান- (হোকা হুপি) তোমাৰ সোণৰ সংসাৰখন কিয় এই চিৰি ধৰিলে তাক এবাৰ ভাবি চাইছানে ? ভাবি চাইছানে মোৰ ঘৰৰ ওপৰতেই আজি মোৰ স্বত্ব নাই কিয় ? তেজক পানী কৰি অৰ্জ্জা বিষয়ে সম্পত্তিৰ আজি মই গৰাকী নহও। অকল জানো মোৰেই এনে দূৰবস্থা ? ৰাজ্যৰ ধৰণী স্বৰ্গদেউৰ আলাই এথানিৰ কথা ভাবিলে তোমাৰ সংসাৰৰ কথা ক'ৰবাতে পৰি থাকিব।

নুমলী- ধন সম্পত্তিৰ বাহিৰে বাপেকীয়ে ল'ৰা-ছোৱালীকো চকু দিব নেলাগেনে?

দেৱান - অকল তোমাৰ ল'ৰা-ছোৱালীৰ কথা ভাবি থাকিলেইতো নচলিব। দেশত হাজাৰ লৰা ছোৱালী আছে—সিহঁতে হয়তো দুবেলা পেট ভৰাই খাব পোৱা নাই, পিয়াহত পানী এটুপী দিবলৈকে হয়তো কাৰো ক'তো কোনো নাই, সিহঁতৰ হয়তো ঘৰ-বাৰী গোৰা পল্টনে পুৰি ছাঁই কৰি দিছে--

নুমলী- আপুনি চাহাবসকলৰ সৈতে এনেকৈ ফেৰ পাতি নলৈ সহযোগ কৰা হ'লে দেশৰো মঙ্গল হ'লহেতেন, নিজৰো উন্নতি হ'লহেতেন।

দেৱান- ভুল, ভুল নুমলী। তোমাৰ আৰু মোৰ সহযোগ আশা কৰি চাহাববিলাক অসমলৈ অহা নাই। আৰু ময়েনো কি কম কৰিছিলো। সিহঁতৰ মন যোগাবলৈ বুলি একোৰে ত্ৰুটি কৰা নাছিলো। এদিন তোমাৰ দৰে ময়ো ভাবিছিলো-মানৰ আক্ৰমণত কঁকাল ভাগি থকা মোৰ সোণৰ অসমক সিহঁতৰ সহায়তে পুনৰ নদন বদন কৰি তুলিম। কিন্তু সেন চকুৰা বগা বঙ্গালৰ আক্ৰোহে সীমা পাৰ হৈ গৈছে। সিহঁতে বহিবলৈ পাই শুবলৈ বিচাৰে। সিহঁতৰ সৈতে সহযোগিতা অসম্ভব।

*(এনেতে বাহিৰত দুতিৰামে দেৱান বুলি মাতি সোমাই আহে। দেৱানে বৰুৱা অহাৰ পিনে আগবাঢ়ি যায়। নুমলীয়া ভিতৰলৈ প্ৰস্থান কৰে)*

দেৱান- বৰুৱা ডাঙৰীয়া! কওক শিৱসাগৰৰ বতৰা কি ? মই পঠোৱা এতুলা দুখন মিল চাহাবে পাইছেনে নাই?

*(দুতিৰামৰ বাহুত ধৰি জোকাৰি ব্যস্ত হৈ সোধে)*

দুতিৰাম- ক্ষান্ত হওক দেৱান। ইমান অধৈৰ্য্য হৈছে কিয় ?

দেৱান- (দুতিৰামৰ গাৰ পৰা হাত এৰি দি আঁতৰি যায়) ইমান অ-ধৈ-ৰ্য্য হৈছো কিয় ?

দুতি- দেৱান আপোনাৰ মনটো ইমান মৰা কিয় ? শৰীৰ একেবাৰে ভাগি পৰিছে। মুখৰ ৰঙণ সাপে খোৱা মানুহৰ দৰে ক'লা পৰিছে।

দেৱান মোক যে সাপে খুটিয়াইছে বৰুৱা ডাঙৰীয়া। আপুনি নেজানে ? আপুনি বতৰা পোৱা নাই! চাওক চাওক। (ওচৰৰ গছৰ ডাল-পাতবোৰলৈ দেখুৱাই) গছে-গছে, পাতে-পাতে, লতাই-লতাই, ফলে-ফুলে সাত সাগৰ তেৰ নদী পাৰ হৈ আহি সেই বিসাক্ত সাপবিলাকে মোক খুটিয়াবলৈ কেনেকৈ সিহঁতৰ সেই বিষাক্ত জিভাবিলাক মেলি আছে। (দুতিৰাম নিমাত) পাৰিব, পাৰিব বৰুৱা ডাঙৰীয়া। মোক সেই বিষাক্ত সাপ বিলাকৰ উদ্যত ফণাৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিব পাৰিব ? (দুতিৰাম আগৰ দৰে নিমাত হৈ থাকে। দেৱানে উপলুঙাৰ শুৰত) বিপদত আপোন জন?

দুতি- দেৱান, আপুনি ভুল কৰিছে। মোক আপুনি ভুল বুজিছে। আপোনাৰ কাৰণে, দেশৰ কাৰণে দুতিৰামে জীৱন দিবলৈকো সাজু আছে। কিন্তু-

দেৱান- অৰ্থাৎ দেৱানৰ এই পৰিৱৰ্ত্তনৰ কাৰণ কি নহয়নে বৰুৱা ডাঙৰীয়া ?

দুতি- আপুনি এইবিলাক কি কৈছে মই একোকে বুজিব পৰা নাই।

দেৱান- বুজিব। সকলো বুজিব বৰুৱা ডাঙৰীয়া। যেতিয়া সেই সাপবিলাকে আপোনাকো মোৰ দৰে গ্ৰাস কৰিবলৈ খেদি আহিব তেতিয়াই-তেতিয়াই বুজিব বৰুৱা ডাঙৰীয়া দেৱানৰ কি হৈছে। তেতিয়াই বুজিব দেৱানৰ এই পৰিৱৰ্ত্তনৰ কাৰণ কি।

দুতি- দেৱান, আজি গোটেই অসমৰ শৌৰ্য্য, বীৰ্য্য, মান মৰ্য্যাদা আপোনাৰ ওপৰত নিৰ্ভৰ কৰিছে। সমগ্ৰ অসমীয়া জাতিক ধ্বংশ কৰিবলৈ যি এক নতুন অভিনয়ৰ সৃষ্টি হৈছে তাক মৰিমূৰ কৰিবলৈ আপোনাৰ ওপৰত ভাৰ পৰিছে। এনেস্থলত যদি আপুনি এনে অস্থিৰ হৈ পৰে তেনেহলে কেনেকৈ অসমৰ অস্তিত্ব ৰক্ষা কৰিব দেৱান!

দেৱান- নোৱাৰো, নোৱাৰো বৰুৱা ডাঙৰীয়া। মই অক্ষম হৈ পৰিছো। উঃ। বগা বান্দৰৰ কি ছলনা। কি প্ৰতাৰণা।

দুতিৰাম- হৰনাথ পৰ্বতীয়া বৰুৱাৰ অত্যাচাৰত প্ৰজাৰ দুখ-দুৰ্গতীৰ সীমা নাইকীয়া হৈছে। বলেৰে কৰ আদায়

কৰিছে। যিবিলাক প্ৰজাই কৰ দিবলৈ একেবাৰে অসমৰ্থ, সিহঁতৰ গৰু গাই বলেৰে লৈ গৈ নিলাম কৰি কৰ আদায কৰিছে। বহুতে খেতি-বাতি কৰিব নোৱাৰি নিবনুৱা হৈ পৰিছে, ৰজাঘৰীযা বিষযাসকলক নানান ৰকমে লঘু লাঞ্চনা কৰিছে।

দেৱান- ৰজাৰ বংশ পৰিযালকো বাদ দিযা নাইনে বৰুৱা ডাঙৰীযা?

দুতি-চৰ-লাঠি সোধাবলৈকো কুণ্ঠিত হোৱা নাই।

দেৱান- (দুতিৰামৰ কথা শেষ হবলৈ নৌ-পাওতেই) বন্ধ কৰক বৰুৱা ডাঙৰীযা। মই আৰু শুনিব নোখোজো। (লাহে লাহে এখুজি দুখুজিকৈ আগবাঢ়ি নামঘৰৰ পিনে যায আৰু হাতজোৰকৈ সেৱা কৰি) হে কৰুণামঘ পৰমেশ্বৰ। শৰীৰত শক্তি দিযা, মনত বল দিয়া প্ৰভু। সম্পদে-বিপদে, সুখে-দুখে যেন তোমাৰ কৰুণাৰ পৰা বঞ্চিত নহও দযাময।

দুতি- ন্যায় যুদ্ধত ভগৱানৰ কৃপাৰ পৰা কেতিয়াও বঞ্চিত নহও দেৱান।

দেৱান- নিযতিৰ কি পৰিহাস বৰুৱাদেউ। হৰনাথ বৰুৱাৰ দৰে এটা ইংৰাজৰ পদসেৱী নিলাজ কুকুৰেও মহামান্য ইন্দ্ৰবংশী আহোম ৰাজপৰিযালৰ গাতো হাত তুলিবলৈ সাহ কৰে।

দুতি- এইখিনিতেইতো ঈশ্বৰৰ মহত্ব ফুটি ওলাইছে। সীতা হৰণেই ৰাক্ষসকুল ধ্বংশৰ কাৰণ হযনে দেৱান। (হঠাতে দুযো বাটৰ পিনে কোনোবা অহা যেন গম পাই চায। লাহে লাহে এটি ছাঁ দেখা গ'ল। কিন্তু অলপ দূৰ আহি ৰৈ গ'ল। দেৱানে কোন বুলি আগবাঢ়ি যায।)

দেৱান - কোন-কোন? (কোনো মাত নাই) (দেৱানে পুনৰায কোন কোন বুলি মাতে)

ললিতা- মই এজনী সামান্য তিৰোতা দেৱান দেউতা। (বাহিৰৰ পৰাই ললিতাই কয)

দেৱান- (এখোজ পিছুৱাই আহে) ইযে তিৰোতাৰ কণ্ঠস্বৰ বৰুৱা ডাঙৰীয়া। (ললিতা লাহে লাহে ভিতৰ সোমাই আহে। মুখখন ওৰণিৰে ঢাকি ৰাখে)

দেৱান- তুমি ক'ৰপৰা আহিছা আইদেউ? এসময়ত এইদৰে মোৰ হাউলিলৈ অহাৰ কাৰণেই বা কি?

ললিতা- দেশৰ অবস্থাই যে চোৰৰ দৰে আহিবলৈ বাধ্য কৰাইছে দেৱান দেউতা।

দেৱান- অসমৰ স্বাধীনতাৰ বেলি এতিযাও মাৰ যোৱা নাই আইদেউ।

ললিতা- দেউলীযা দেৱান দেউতাৰ মুখত এনে কথাই শোভা পাইছেনে?

*(ললিতাৰ কথা শুনি দেৱান বজ্ৰপাত পৰা মানুহৰ দৰে একেথৰে কিছুসময ৰ লাগি ললিতালৈ চাই থাকে, তাৰ পিচত দুতিৰামৰ ওচৰলৈ গৈ)*

দেৱান- মই দেউলীযা। বৰুৱা ডাঙৰীযা সঁচাকৈযে মই দেউলীযা। মোৰ সকলো গ'ল। মণিৰামৰ অস্তিত্ব লোপ পাইছে। মোৰ পূৰ্বপুৰুষ সকলৰ বিষয উপাধি, মান-মৰ্য্যাদা, ধন-ৰত্ন সকলোকে বগা বঙালে লুটি-পুটি লৈ গ'ল। বাকী আছে মাথো মণিৰামৰ এই জঁকা। (দুতিৰামৰ ওচৰৰ পৰা আঁতৰ হৈ যায) বৰুৱা ডাঙৰীযা। বগা বঙালৰ মোৰ এই জঁকাৰ ওপৰতো চকু পৰিছে। হযতো এদিন তাকো নিব। (অলপ সময সকলো নিমাত) কিন্তু বগা বঙালৰ এনে শক্তি নাই যে মণিৰাম দেৱানৰ আত্মাকো কাঢ়ি লৈ যাব। যেতিযালৈকে অসমী আইৰ হাতৰ পৰা ইংৰাজৰ-বগা বঙালৰ শিকলিৰ বান্ধোন মুকলি কৰি দিব নোৱাৰোঁ, তেতিয়ালৈকে বৰুৱা ডাঙৰীযা। মণিৰাম দেৱানৰ আত্মাযো অসমৰ হাবিযে বননিযে, পৰ্বতে ভৈযামে, নদ-নদীযে অনাই-বনাই ঘূৰি ফুৰিব।

ললিতা- মোৰ দোষ হৈছে। মোক ক্ষমা কৰক দেৱান দেউতা।

দেৱান - তোমাৰ অপৰাধ আইদেউ?

ললিতা - আপোনাৰ আত্ম-সন্মানত মইআঘাত কৰিছো।

দেৱান- (অৱজ্ঞাৰ এটি হাঁহি মাৰি) দেউলীযাৰ আকৌ আত্ম-সন্মান।

ললিতা- মোক তেনেহলে ক্ষমা নকৰে?

দেৱান- নিৰ্দোষীৰ ক্ষমাৰ প্ৰযোজন। (ললিতাই দেৱানৰ ভৰিত ধৰি)

ললিতা- অবলা তিৰোতা মই। মোক আৰু তিৰস্কাৰ নকৰিব দেৱান দেউতা। (দেৱানে ললিতাক ধৰি তুলি দিযে। ললিতা লাহে লাহে উঠি দেৱানৰ মুখলৈ চাই তলমূৰ কৰে। দুতিৰাম বৰুৱাই ললিতাৰ মুখখন ভালকৈ চিনি পাই আচৰিত হৈ চিঞৰি উঠে)

দুতি- দেৱান-দেৱান! (চিঞৰি উঠে)

দেৱান - আপোনাৰ আকৌ কি হ'ল বৰুৱা ডাঙৰীয়া।

দুতি- আপোনাৰ সন্মুখত কোন থিয হৈ আছে কব পাৰেনে দেৱান?

দেৱান- এটি-দেৱী মূৰ্ত্তি।

দুতি- দেৱী! ভালকৈ চাওক দেৱী নে পিশাচী। জাতিদ্ৰোহী দেশদ্ৰোহী বিশ্বাস ঘাটক হৰনাথ পৰ্বতীয়া বৰুৱাৰ সহচৰ মোহন হাজৰিকাৰ ভনীয়েক ললিতা।

**ললিতা-** বৰুৱা ডাঙৰীযা!

*(দুতিৰামৰ কথাৰ লগে লগে ললিতাই বৰুৱা ডাঙৰীয়া বুলি চিঞৰি উঠি কাণে-মূৰে হাত দিযে। প্ৰথমে দেৱানে একো বুজিব নোৱাৰি অবাক হৈ দুতিৰামলৈ চাই থাকে। তাৰ পিচত ললিতালৈ চাই আঁতৰি যায)*

**দেৱান-** যি কুৰা বিদ্ৰোহৰ জুই অনন্ত কাল জ্বলাই ৰাখিব খুজিছিলো মুহূৰ্ত্ততে তাৰ অস্তিত্ব নোহোৱা হৈ গল। বদনে সিচি থোৱা বিহ গছৰ গুটি এতিয়া একো জোপা ডাঙৰ ডাঙৰ গছত পৰিণত হৈ গোটেই অসম আগুৰি পেলাইছে।

**ললিতা-** মই বিহগছ নহও দেউতা। বিহগছ ধ্বংসৰ উপায বিচাৰি আহিছো।

**দুতি -** আৰু মুখেৰে নেমাতিবি পিশাচিনী।

**দেৱান-** যি ইন্দ্ৰজাল পাতি দেৱানক ফান্দত পেলাবলৈ আহিছিল এতিয়া নিজেই সেই জালত পৰি অনাহাৰে অনিদ্ৰাই চকুপানী টুকি তিল তিলকৈ প্ৰাণ বাযু এৰিব লাগিব। জগতে মুক্তকণ্ঠে স্বীকাৰ কৰিব -দেশদ্ৰোহীৰ এযে উপযুক্ত শাস্তি।

**ললিতা-** মোৰ প্ৰতি এই অন্যায বিচাৰৰ কাৰণ জানিব পাৰোনে দেৱান দেউতা?

**দেৱান-** দেশদ্ৰোহিতা।

**ললিতা-** মোক তেন্তে ভুল বুজিছে আপুনি।

**দুতি** নিজৰ দেশৰ বিপক্ষে শত্ৰুক যেযে গুপ্ত সংবাদ দিযে তাক দেশদ্ৰোহী নকৈ কি বুলিব লাগিব গাভৰু?

**ললিতা-** দেশদ্ৰোহিতাৰ প্ৰমাণ?

**দেৱান-** আকৌ প্ৰমাণ বিচাৰা?

**দুতি -** ইমান বাক্-বিতণ্ডাৰ প্ৰয়োজন কি দেৱান? হৰনাথৰ গোলাম মোহন হাজৰিকাৰ ভনীযেকৰ বিপক্ষে প্ৰমাণৰ আৱশ্যকেই বা কি?

**ললিতা-** ককাযেকৰ দোষত ভনীযেকক শাস্তি দিযা কোন দেশৰ নীতি কব পাৰেনে বৰুৱা ডাঙৰীযা?

**দেৱান-** তোমাৰ পৰা মই ৰাজনীতিৰ শিক্ষা গ্ৰহণ কৰাৰ কোনো প্ৰয়োজন বোধ নকৰো গাভৰু।

**ললিতা-** আপোনাৰ দৰে এজন সুপণ্ডিতে ৰাজনীতিজ্ঞৰো যে এনে অন্যায় বিচাৰ হব পাৰে ই মোৰ সপোনৰো অগোচৰ আছিল।

**দেৱান-** তোমাৰ বাক্-পটুটা দেখি মই আনন্দ পাইছো-কিন্তু তোমাৰ মুখত যশস্যাৰ বাণীয়ে কাণত বিহহে ঢালি দিছে।

**ললিতা-** কাৰণ?

**দেৱান-** কাৰণ তুমি ৰাজদ্ৰোহী, জাতিদ্ৰোহী, দেশদ্ৰোহী।

**ফুকন-** (বলোৰাম ফুকনৰ প্ৰৱেশ)

যোৱা এই গাভৰুক আটক কৰি ৰাখাগৈ। সকলো সময়তে যাতে এই গাভৰুৰ ওপৰত চোকা দৃষ্টি ৰাখে তাৰ কাৰণে ভাল চাই চিপাহী নিযুক্ত কৰিবা। আৰু চাবা কোনেও কেতিয়াও মোৰ বিনা অনুমতিত এই গাভৰুৰ লগত দেখা সাক্ষাত কৰিব নোৱাৰে।

*(আগে আগে ফুকন আৰু পিছে পিছে ললিতাৰ প্ৰস্থান)*

**দুতি-** দেৱান! ললিতাই যদি কেনেবাকৈ চিপাহীৰ চকুত ধূলি মাৰি পলাই যায তেনেহলে মোৰ সৰ্বনাশ হব। তাই গৈ আমাৰ সকলো কথা পৰ্বতীয়া বৰুৱাক জনাবগৈ আৰু লগে লগে আপোনাক মনে মনে সিংহতৰ সকলো কথা জনাই থকা ওলাই পৰিব।

**দেৱান-** সেইকাৰণে কোনো চিন্তা নকৰিব বৰুৱা ডাঙৰীয়া। (দুতিৰামে বিদায় লৈ প্ৰস্থান কৰে। দেৱানে কিবা চিন্তা কৰি ইফালে সিফালে অহা-যোৱা কৰি থাকে। ফৰ্মুদ আলি আৰু বাহাদুৰ গাওঁবুঢ়া সোমাই আহি দেৱানক সেৱা জনায)

**দেৱান-** অ' গাওঁবুঢ়া আহিছা।

**বাহাদুৰ-** (মূৰ দোঁৱাই) হয দেৱান দেউতা।

**দেৱান -** (ফৰ্মুদলৈ চাই) ফৰ্মুদ আলি।

**ফৰ্মুদ-** (মূৰ দোঁৱাই) আদেশ কৰক দেৱান দেউতা।

**দেৱান-** গাৱঁলীয়া ৰাইজৰ মন ভঙা নাইতো গাওঁবুঢ়া?

**গাওঁবুঢ়া-** নাই ভঙা দেউতা। এতিয়ালৈকে সকলো এক গোট হৈ আছে।

(বলোৰাম ফুকনৰ পুনৰ প্ৰৱেশ)

**ফুকন-** দেৱান, ৰাজমাও দেউতাই হেনো আপোনাক মাতি পঠাইছে।

**দেৱান-** ৰাজমাও দেউতাই মাতিছে।

**ফুকন-** এৰা, স্বৰ্গদেৱে হেনো আজি কেইদিনমানৰ পৰা কাৰো লগত কথা-বতৰা নকয়। আনকি ৰাজমাও দেউতাই কিবা সুধিলেও তাৰ উত্তৰ নাপায।

**দেৱান-** মিল চাহাবলৈ পঠিওৱা এতলা দুখনৰ কথা স্বৰ্গদেৱক জনোৱা হৈছে নে নাই?

**ফুকন-** স্বৰ্গদেৱে একো কথাই শুনিব নোখোজে। কোনোবাই কিবা কবলৈ গলেও খেদি আঁতৰাই দিয়ে।

(দেৱানে এটি হুমুনিয়াহ পেলায়)

**দেৱান-** ছশ বছৰীয়া এটা প্ৰবল প্ৰতাপান্বিত ৰাজশক্তিয়ে যদি বিদেশী শাসকৰ ওচৰত মূৰ দোঁৱাবলগীয়া হয়, তেন্তে সেই সিংহাসনৰ সেই ৰাজমুকুটৰ মূল্য কি? প্ৰতি পদে পদে লাঞ্ছনা, প্ৰতি পদে পদে গৰিহণা। উঃ-কূট ইংৰাজৰ কি প্ৰবঞ্চনা।

**বলোৰাম-** চাৰিওফালে অসমীয়া ৰাইজ বেছ সজাগ হৈ উঠিছে। আনকি ওচৰৰ পৰ্বতীয়া জাতিবোৰকো একে লগ কৰি

লৈছে। সকলো ঠাইতে সৈন্য সমূহ বিদ্ৰোহৰ বাবে প্ৰস্তুত হৈ আছে । আপোনাৰ আৰু স্বৰ্গদেউৰ আদেশৰ কাৰণেই সকলোৱে অপেক্ষা কৰি আছে । আদেশ পোৱা মাত্ৰেই বগা বঙালৰ দলক ধূলিৰ লগত মিহলি কৰি বতাহৰ লগত উৰুৱাই দিব।

**ফৰ্মুদ-** অসমৰ ইমুৰৰ পৰা সিমূৰলৈকে বিদ্ৰোহৰ অগনি দুগুণে জ্বলাই তুলিম। বগা বঙালৰ দলক পুৰি দেই ছাঁই কৰি দিম।

**দেৱান-** কিন্তু সাৱধান। সিহঁতক এনেদৰে পুৰিব লাগিব যেন ক'তো এডাল তৃণ কুটাও সাৰি যাব নোৱাৰে । ঠগ, প্ৰবঞ্চক বগা বঙলাৰ দলক এনেদৰে পুৰিবা যাতে ভষ্মীভূত হৈ মাটিৰ লগত মিহলি হৈ যায় । যদি এক তিলমানো সিহঁতৰ অস্তিত্ব ৰৈ যায় তেনেহলে তাৰ পৰা আকৌ নতুনকৈ গজালি ওলাব।

**ফুকন-** সেই ভুল পুনৰ অসমীয়াই নকৰে দেৱান।

**বাহাদুৰ-** সিহঁতৰ বশ্যতা কেতিয়াও মানি নলও । যুঁজত প্ৰাণ দিম-সিও ভাল, তথাপি বিদেশী শাসকৰ অধীনত নেথাকোঁ।

**দেৱান-** সেযে হওক, সেযে হওক গাওঁবুঢ়া । প্ৰত্যেক অসমীয়াই দেশৰ কাৰণে প্ৰাণ দিবলৈ আগবাঢ়ি আহক। পৃথিৱীত এনে শক্তি নাই যে অসমীয়াৰ এই অগ্ৰগতিৰ বাটত বাধা দিয়ে । যদি কোনোবাই আমাৰ এই ন্যায় যুদ্ধত হুকা-বধা কৰে তেনেহলে অসমীয়াই পুনৰ নতুনকৈ এখন শৰাইঘাটৰ ৰণৰ সৃষ্টি কৰি চকুৰ নিমিষতে শত্ৰুক বিনাশ কৰিব । যুগ যুগান্তৰ ধৰি অসমীয়াৰ বিজয় পতাকা অসমী আইৰ বুকুত জিলিকি থাকিব।

পট পৰে

## তৃতীয় দৃশ্য

### ৰজা কন্দৰ্পেশ্বৰ সিংহৰ ৰাজচ'ৰা

*(নিশা ৰাজচ'ৰাত এটি ক্ষীণ চাকিৰ পোহৰ দেখা গৈছে । ৰজা বহা সিংহাসনৰ একাষে ৰাজমুকুট পৰি আছে । ৰাজচ'ৰাৰ কক্ষৰ পৰা ৰাজকাৰেং ভালকৈ দেখা যায় । ৰজাই লাহে লাহে ৰাজচ'ৰালৈ সোমায় । ৰজাৰ মুখত বিষাদৰ চিন ভালদৰে ফুটি ওলাইছে । পিন্ধন উৰণ সাধাৰণ । চুলি আউলি-বাউলি । ভিতৰত কৰুণ সুৰ বাহি উঠিছে । কিছুসময় ৰজাই মঞ্চৰ ইমূৰৰ পৰা সিমূৰলৈ অহা যোৱা কৰিবলৈ ধৰে । এবাৰ সিংহাসনৰ ওচৰত থিয় দি ৰাজমুকুট হাতত লৈ)*

**কন্দৰ্প-** ৰাজমুকুট । ছশ বছৰীয়া ৰাজশক্তিৰ ৰাজমুকুট ! *(মুকুটটো এবাৰ লাৰি পিটিকি চাই )* লাহে লাহে ৰাজমুকুটৰো জ্যোতি লীন হৈ পৰিছে । আহোমৰ শৌৰ্য্য, বীৰ্য্য, মান, মৰ্য্যদা লোপ পোৱাৰ লগে লগে ৰাজমুকুটৰো সৌন্দৰ্য্য লোপ পাইছে । হায়। অসমৰ ৰাজমুকুট ! আহোমৰ বিজয় কিৰীটি । (ৰাজ মুকুট বুকুত সাৱটি লৈ ) পিতৃ পিতামহৰ গৌৰৱৰ শিৰোমণি -তোক মই ৰক্ষা কৰিব নোৱাৰিলো।

*(দুগালে দুধাৰি চকুলো বৈ যায় । ৰজাৰ মুখখন অনবৰত "ফ'কাচ" কৰি দেখুৱাব লাগিব । কক্ষৰ দুৱাৰ মুখত আহি ৰাজমাও দেউতাই ৰজাক লক্ষ্য কৰি থাকে)*

**ৰাজমাও-** কন্দৰ্পেশ্বৰ ।
*(ৰাজমাওলৈ চাই আকৌ মুখ ঘূৰাই )*

**কন্দৰ্প-** আইতা!

**ৰাজমাও-** তোৰ কি হৈছে হো । ভাত -পানী নেখাই মৰিব খুজিছনে?

**কন্দৰ্প-** মোৰ মৃত্যুৰ কাৰণে ভয় কৰিছা আইতা । ওহো, তুমি ভুল কৰিছা। মোৰ মৃত্যু ইমান সোনকালে নহয়। মই যে নৰক যন্ত্ৰণা ভুগিব লাগিব আইতা।

**ৰাজমাও-** এবাৰ এই দুখুনী আইতাৰ কথা ভাবি চাচোন বাছা। তোৰ সুখেই মোৰ সুখ, তোৰ দুখেই মোৰ দুখ।

**কন্দৰ্প-** আৰু প্ৰজাৰ সুখেই ৰজাৰ সুখ, প্ৰজাৰ দুখেই ৰজাৰ দুখ -নহয় জানো আইতা? সিদিনা মাথো অসমীয়া প্ৰজাই মানৰ অত্যাচাৰৰ পৰা হাত সাৰিছে, পুনৰ আকৌ ইংৰাজৰ উৎপীড়ন আৰম্ভ হৈছে । ডাঙৰ ডাঙৰ ডাঙৰীয়া-বিষয়াসকলৰ বিষয় কাটি নিছে । প্ৰজাৰ ধন-ৰত্ন লুট-পাত কৰিছে। সিহঁতৰ বশ্যতা স্বীকাৰ নকৰিলে ঘৰ-বাৰী পুৰি ছাই কৰি দিছে - বিশ্বাসীজনক ধৰি কত লঘু-লাঞ্চনা কৰিছে । কিন্তু তথাপি আইতা অসমীয়া প্ৰজাই, দেশ-প্ৰেম অসমীয়া প্ৰজাই ৰাজভক্তি অটুট ৰাখিছে।

**ৰাজমাও-** সত্যৰ সদায় জয় হব বাছা। মিছাতে ভাত-পানী টোপনি এৰি দেহাটোত কষ্ট দিছ কিয়?

**কন্দৰ্প-** যি ৰজাই প্ৰজাক সুখ দিব নোৱাৰে - যি ৰজাই বিদেশী শাসকৰ ওচৰত মূৰ দোৱাব লাগে তাৰ আৰু মৃত্যুৰ বাহিৰে আন একো উপায় নাই আইতা।

**ৰাজমাও-** কি কলি- কি কলি কন্দৰ্পেশ্বৰ । (ৰজাৰ বুকুত মূৰ সুমুৱাই উচুপি উচুপি কান্দে। ৰজাই মাকৰ মুখখন দাঙি ধৰি )

**কন্দৰ্প-** আইতা, আইতা-তুমি কান্দিছা? (মাকৰ ওচৰৰ পৰা আঁতৰি যায় . ভঙা সুৰত ) কান্দা, হেপাহ পলুৱাই কান্দা -এনেদৰে কান্দা যেন তোমাৰ সেই পবিত্ৰ চকুলোৱে সকলোৰে ঘৃণিত পদদলিত এই অকৰ্মণ্য ৰজাক উটুৱাই লৈ গৈ বৌ বৌ নৰকত নিক্ষেপ

কৰেগৈ। তেহে, তেহে আইতা ৰাজ্যত শান্তিআহিব। প্ৰজাই পুনৰ স্বাধীনতা পাব। সকলোৱে আগৰ দৰে নিশ্চিন্ত মনেৰে জীৱন কটাব।

ৰাজমাও- ইমান অধৈৰ্য্য হৈ উদ্দেশ্য সাধন কৰিবি কেনেকৈ কন্দৰ্পেশ্বৰ । দেৱান আহিলেই পৰামৰ্শ কৰি যি হয় এটা উপায় কৰা যাব ।

কন্দৰ্প- দে-ৱা-ন- । জানো আইতা অতি বিশ্বাসী মোৰ । দেৱানৰ ৰাজভক্তিত মোৰ অটল বিশ্বাস , কিন্তু আইতা-

*(দুৱৰী সোমাই আহে , ৰজাই ঘূৰি চায়)*

দুৱৰী- স্বৰ্গদেউ ঈশ্বৰৰ লগত পিয়লীবৰুৱাই সাক্ষাৎ কৰিব খোজে।

পিয়লী- বাৰু যা আহিব দে গৈ।

*(দুৱৰীৰ প্ৰস্থান। ৰজাই ৰাজমাওক লৈ ৰাজকাৰেঙৰ ফালে আগবাঢ়ি যায় । অলপ পিচতে ৰজা উলটি আহে । পিয়লী বৰুৱা সোমাই আহি ৰজাৰ আগতআঠু লৈ ৰজাৰ ফালে একেথৰে চাই থিয় হৈ থাকে । ৰাজচ'বাৰ চাকিৰ পোহৰ বেছিহৈ উঠে।)*

কন্দৰ্প- পিয়লী বৰুৱা।

পিয়লী- আদেশ কৰক স্বৰ্গদেউ।

কন্দৰ্প- মোৰ পিনে থৰ লাগি কি চাইছা?

পিয়লী- একো চোৱা নাই স্বৰ্গদেউ।

কন্দৰ্প তুমি মিছা মাতিছা পিয়লী।

পিয়লী- স্বৰ্গদেউৰ আগত কোনো দিনে কেতিয়াও মিছা মতা নাই।

কন্দৰ্প- (পিয়লীৰ ওচৰলৈ গৈ) বাৰু পিয়লী, মোৰ চকু দুটালৈ চোৱাচোন। (পিয়লীয়ে ৰজাৰ চকুলৈ ৰ লাগি চায় , কি দেখিছা?

পিয়লী- একো দেখা নাই স্বৰ্গদেউ।

কন্দৰ্প- আকৌ মিছা মাতিছা পিয়লী।

পিয়লী- সচাঁ কৈছো স্বৰ্গদেউ ।

কন্দৰ্প- মিছা মতাৰ শাস্তি কি জানা পিয়লী?

পিয়লী- জানো স্বৰ্গদেউ।

কন্দৰ্প- কি?

পিয়লী- স্বৰ্গদেউৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিছে।

কন্দৰ্প- কি কলা-স্বৰ্গদেউৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিছে ? তেনেহলে তুমি ক'ব খোজা পিয়লী মোৰ ৰাজ্যত কোনো বিচাৰ নাই, আইন নাই -ৰজাৰ ইচ্ছাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে।

পিয়লী- বিনা বিচাৰে অসম ৰাজ্যত কোনো দোষীক শাস্তি দিয়া নহয় জানো-কিন্তু স্বৰ্গদেউৰ দয়া হলে দোষীয়ে শাস্তিৰ পৰা ৰেহায়ো পাব পাৰে।

কন্দৰ্প- তুমি তেন্তে মোৰ কৰুণা ভিক্ষা কৰিছা?

পিয়লী- জীৱনত কাৰো ওচৰত কৰুণা বিচৰা নাই স্বৰ্গদেউ।

কন্দৰ্প- অৰ্থাৎ মোৰ -তোমাৰ স্বৰ্গদেউৰ কৰুণাও উপেক্ষা কৰিছা পিয়লী বৰুৱা?

পিয়লী- জীৱন উছৰ্গা কৰিম তথাপি স্বৰ্গদেউৰ সন্মান অক্ষুণ্ণ ৰাখিম। গোটেই জীৱন পোতা শালত পচি মৰিম, তথাপি স্বৰ্গদেউৰ আদেশ পালন কৰিম।

কন্দৰ্প- (পিয়লীৰ হাতত ধৰি ) পিয়লী-পিয়লী-

পিয়লী- স্বৰ্গদেউ-

কন্দৰ্প-মই এই সিংহাসনৰ লায়ক নে?

পিয়লী-গোটেই জগতে স্বীকাৰ কৰিব স্বৰ্গদেউ।

কন্দৰ্প- (পিয়লীৰ ওচৰৰ পৰা আঁতৰ হৈ যায়)তুমি মোক ভালৰি বোলাইছা পিয়লী?

পিয়লী- প্ৰজাৰ মনৰ ভাব মাথো প্ৰকাশ কৰিছো।

কন্দৰ্প মিছা কৈছা , মিছা কৈছা পিয়লী -তুমি তোমাৰ স্বৰ্গদেউক ছলনা কৰিছা। প্ৰজাই মোক ঘিণ কৰে । মোক অপদাৰ্থ বুলি কয় । সকলো প্ৰজাই মোক সিংহাসনৰ পৰা আঁতৰাবলৈ ষড়যন্ত্ৰ কৰিছে।

পিয়লী- অসম্ভৱ । ই আপোনাৰ ভুল ধাৰণা।

কন্দৰ্প ভুল ! মোৰ ভুল ?

*(সিংহাসনৰ ওপৰলৈ গৈ মুকুটটো তুলি ধৰে )*

চোৱা পিয়লী ।এই ৰাজমুকুট এদিন তপ্ত সূৰ্যৰ দৰে জিলিকি আছিল -ক'ত ক'ত তাৰ সেই জেউতি - ক'ত তাৰ সেই দীপ -শিখা।

পিয়লী- বেলি যদি মাৰ নাযায় , জোনৰ বিমল কিৰণ উপভোগ কৰিব কেনেকৈ স্বৰ্গদেউ?

কন্দৰ্প ঠিক কৈছা -ঠিক কৈছা পিয়লী। অসমৰ বেলি মাৰ গল । উঃ-

*(সিংহাসনৰ ওপৰত মূৰ দি মাটিত বহি পৰে। দুৱৰীৰ প্ৰৱেশ । আঠু লয় ।)*

দুৱৰী- স্বৰ্গদেউ ঈশ্বৰ ! হৰনাথ পৰ্বতীয়া বৰুৱাই আপোনাৰ লগত সাক্ষাৎ কৰিবলৈ আহিছে।

*(মহাৰাজে সিংহাসনত মূৰ দি সেই অৱস্থাতে পৰি থাকে । পিয়লী বৰুৱাই হৰনাথৰ নাম শুনি 'হৰনাথ' বুলি চিএঞৰি উঠে-)*

পিয়লী- হৰনাথ পৰ্বতীয়া বৰুৱা?

(স্বৰ্গদেউক সেইদৰে নিমাত হৈ পৰি থকা দেখি 'স্বৰ্গদেউ ' বুলি ডাঙৰকৈ চিএঞৰি কয় । মহাৰাজে চক খাই উঠাৰ দৰে উঠে আৰু পিয়লীলৈ চাই থাকে ) স্বৰ্গদেউ, হৰনাথ পৰ্বতীয়া বৰুৱাই আপোনাৰ লগত সাক্ষাৎ কৰিবলৈ আহিছে ।

(ৰজা বহাৰ পৰা ঘপকৈ পিয়লীৰ ওচৰলৈ যায়)

কন্দৰ্প- হৰনাথ পৰ্বতীয়া বৰুৱা?

**পিয়লী-** হয় স্বৰ্গদেউ । দুৱৰীয়ে আহি সংবাদ দিছেহি।

**কন্দৰ্প-** (দুৱৰীৰফালে চাই) দুৱৰী-

**দুৱৰী-** স্বৰ্গদেউ ঈশ্বৰ?

**কন্দৰ্প-** কোনে মোৰ সাক্ষাৎ বিছাৰিছে ?

**দুৱৰী-** হৰনাথ পৰ্বুতীয়া বৰুৱাই ।

**কন্দৰ্প—** দেশদ্ৰোহী বিশ্বাসঘাতকৰ মোৰ লগত প্ৰযোজন ? যা কৈ দেগৈ স্বৰ্গদেউ বৰ ব্যস্ত ।আহৰি নাই ।(দুৱৰী যাব খোজে) আৰু কবি

**পিয়লী-** স্বৰ্গদেৱে দাসক অনুমতি দিলে এষাৰ কব খোজোঁ।

**কন্দৰ্প-** কোৱা পিয়লী।

**পিয়লী-** পৰ্বতীয়া বৰুৱাক সাক্ষাৎ কৰিবলৈ অনুমতি দিয়াই বোধকৰো ভাল হব।

**কন্দৰ্প-** কিয় পিয়লী।

**পিয়লী-** পৰ্বতীয়া বৰুৱাই নিশ্চয় ইংৰাজৰ ফালৰ পৰা কিবা সংবাদ লৈ আহিছে । গতিকে

**কন্দৰ্প-** অ'বুজিছোঁ ।অথাৎ পৰ্বতীয়া বৰুৱাই বহন কৰি অনা ইংৰাজৰ দাসত্ব খতত মই স্বাক্ষৰ কৰিব লাগিব।

**পিয়লী-** স্বাক্ষৰ কৰিব কেলেই স্বৰ্গদেউ । কিন্তু পৰ্বতীয়া বৰুৱাইনো কি সংবাদ আনিছে তাক জানি ৰখাত ক্ষতি কি?

**কন্দৰ্প-** বাৰু সেয়ে হব । অথাৎ দুৱৰী আহিব কগৈ। (দুৱৰীৰ প্ৰস্থান)

*(ৰজা সিংহাসনত বহেগৈ । ৰজাৰ সোঁফালে গৈ পিয়লী বৰুৱা থিয় দিয়ে ।হৰনাথ সোমাই আহি ৰজাক বিলাতী ধৰণেৰে চালাম দি ৰজাৰ বাওঁফালে কিছু আঁতৰত থিয় দিয়ে )*

**পিয়লী-** পৰ্বতীয়া বৰুৱা। আপুনি পাহৰি পেলাইছে । আপুনি বৰ্ত্তমান আহোম ৰজাৰ ৰাজচ'ৰাত ,-বগা বঙালৰ নহয়।

**হৰনাথ-** (পিয়লীৰ কথাত লাজ পায় আৰু খং উঠে) আপুনিও বোধকৰো ভুল কৰিছে পিয়লী বৰুৱা। হৰনাথ পৰ্বতীয়া বৰুৱাই পিয়লী বৰুৱাৰ লগত সাক্ষাত কৰিবলৈ অহা নাই -আহিছে মহাৰাজ কন্দৰ্পেশ্বৰ সিংহৰ লগতহে।

**কন্দৰ্প-** মহাৰাজ কন্দৰ্পেশ্বৰ সিংহই কোনো অসমীয়া বিষয়াৰ পৰা বিদেশী ধৰণৰ সন্মান গ্ৰহণ নকৰে।

**হৰনাথ -** মোৰ অপৰাধ মাৰ্জ্জনা কৰিব স্বৰ্গদেউ। (এইবুলি ৰজাৰ আগত আঠু লয় ।তাৰ পিছত জেপৰ পৰা এখন পত্ৰ উলিয়াই স্বৰ্গদেউৰ হাতত দিয়ে )

**কন্দৰ্প-** পিয়লী, পটি শুনোৱাচোন ? (পিয়লীয়ে পত্ৰখন ৰজাৰ হাতৰ পৰা আনি পঢ়ে)

**পিয়লী-** *মহামহিমান্বিত মহাৰাজ শ্ৰী শ্ৰী শ্ৰী কন্দৰ্পেশ্বৰ সিংহ বাহাদুৰ--মই আমাৰ মহামান্যা সম্ৰাজ্ঞীৰ প্ৰতিনিধি হিচাবে জনাওঁ যে মহমান্য সম্ৰাজ্ঞীৰ অসমত ৰাজ্য স্থাপন কৰাৰ কোনো অভিপ্ৰায় নাই ।ইংৰাজৰ উদ্দেশ্য অসমত চাহবাগিচা খোলা। মানৰ আক্ৰমণৰ পিচৰ পৰা দেশত নানান তৰহৰ বেমেজালি আৰু অসমীয়া প্ৰজাৰ দুখ-দুৰ্গতিৰ কাৰণেহে বৰ্ত্তমান ইংৰাজে উজনি অসমৰ শাসনভাৰ হাতত লৈছে । যেতিয়া দেশত পুনৰ শান্তি স্থাপন হব তেতিয়াই অসমদেশ আকৌ আপোনাৰ হাতত অৰ্পণ কৰা হব ।গতিকে সাম্ৰাজ্ঞীয়ে অনুৰোধ কৰিছে যেন মহাৰাজে ইংৰাজৰ লগত মিতিৰালি কৰি ইংৰাজ বেপাৰীবিলাকক চাহ বাগিছা খোলা কামত অসমীয়া প্ৰজাক সহায় কৰিবলৈ অনুমতি দি মহাৰাজৰ উদাৰতাৰ পৰিচয় দিয়ে ।ইতি-*

আপোনাৰ
একান্ত বিশ্বাসী
-লাট বাহাদুৰ-

**কন্দৰ্প-** এই পত্ৰখন তোমাক কোনে দি পঠিযাইছে পৰ্বুতীয়া বৰুৱা?

**হৰনাথ -** শিৱসাগৰৰ সদৰ কমিশ্যনাৰ জজ মিল চাহাবে।

**কন্দৰ্প-** বাৰু ,চাহাবক কবাগৈ মহাৰাজে বিবেচনা কৰি পিচত জনাব।

**হৰনাথ-** চাহাবে মোক পত্ৰৰ উত্তৰ লগতে লৈ যাবলৈ কৈছে স্বৰ্গদেউ।

**কন্দৰ্প-** চাহাবক বুজাই দিবা যে স্বৰ্গদেৱে তোমাৰ লগতে পত্ৰৰ উত্তৰ দি পঠিযাব নোৱাৰাত খুব দুঃখিত হৈছে।

**হৰনাথ-** স্বৰ্গদেৱে কথাষাৰ দকৈ বিবেচনা কৰি চাওক।

**কন্দৰ্প-** (খঙেৰে ) পৰ্বতীয়া বৰুৱা।

**পিয়লী-** পৰ্বতীয়া বৰুৱাই এবাৰ ভাবি চাওক ক'ত আৰু কাৰ সন্মুখত থিয় হৈ কথা কৈছে ।

**হৰনাথ-** মই সকলো কথা ভালকৈ ভাবি চিন্তিযেই কৈছো পিযলি বৰুৱা। অসমৰ -অসমীয়া প্ৰজাৰ উদ্ধাৰৰ অৰ্থেই মই চেষ্টা কৰিছো ।

*(ৰজা সিংহাসনৰ পৰা নামি আহি হৰনাথৰ ওচৰলৈ গৈ)*

**কন্দৰ্প-** তোমাৰ দূৰদৰ্শিতাৰ শলাগ লৈছোঁ পৰ্বুতীয়া বৰুৱা।

**হৰনাথ -** স্বৰ্গদেউ , যদি মোৰ কথা শুনে তেনেহলে এতিযাই এই মুহূৰ্ত্ততে ইংৰাজৰ লগত সন্ধি কৰক -ইংৰাজে যি যি সুবিধ বিচাৰিছে সকলো দিযক।

**পিয়লী-** অসম্ভৱ । কেতিয়াও হব নোৱাৰে । বিদেশী বিধৰ্মী বগা বঙলাক কোনো সুবিধাই দিয়া নহব।

**হৰনাথ-** মই জানিব খোজো স্বৰ্গদেউ অসমৰ ৰজা কন্দৰ্পেশ্বৰ সিংহনে পিয়লী বৰুৱা?

**কন্দৰ্প-** তাৰ উত্তৰ তোমাৰ গৰাকী জজ মিল চাহাবে খুব

ভালকৈ দিব পাৰিব পৰ্বতীয়া বৰুৱা।
(হৰনাথলৈ কেৰাহিকৈ চাই।)
তোমাৰ আৰু কিবা কবলগীয়া আছে পৰ্বতীয়া বৰুৱা?

**পিয়লী-** পৰ্বতীয়া বৰুৱাৰ পলম হোৱাৰ কাৰণে চাগে কমিশ্যনাৰ চাহাব বৰ ব্যাকুল হৈ পৰিছে।

**হৰনাথ -** কৰ্ত্তব্যজ্ঞান মোৰ আছে পিয়লী বৰুৱা।

**পিয়লী-** নিশ্চয় -নিশ্চয় -কৰ্ত্তব্যজ্ঞান নথকা হলে বিদেশী শাসকৰ তলত গোলামীযেই বা কৰিলে হয় কেনেকৈ?

**হৰনাথ-** স্বৰ্গদেউ, আপোনাৰ সন্মুখত মুকলি ৰাজচ'ৰাত পিয়লী বৰুৱাই মোক অপমান কৰিছে।

**কন্দৰ্প-** পিয়লী বৰুৱা। তুমি মহামান্য সাম্ৰাজ্ঞীৰ উচ্চ পদস্থ এজন বিষয়াক মোৰ মুকলি ৰাজচ'ৰাত অপমান কৰিছা। তোমাৰ অপৰাধ গুৰুতৰ হৈছে।

**পিয়লী-** স্বৰ্গদেৱে দোষীক দণ্ড দিয়ক।

**কন্দৰ্প-** পৰ্বতীয়া বৰুৱা।

**হৰনাথ-** স্বৰ্গদেউ।

**কন্দৰ্প-** এই অপৰাধৰ একমাত্ৰ শাস্তি প্ৰাণদণ্ড কি কোৱা। (হৰনাথে ৰজাৰ উদ্দেশ্য একো বুজিব নোৱাৰি নিমাত হৈ ৰজাৰ ফালে চাই থাকে)
নিমাত কিয় পৰ্বতীয়া বৰুৱা?

**হৰনাথ-** স্বৰ্গদেৱে মোক বিদ্ৰূপ কৰিছে।

**কন্দৰ্প-** বিদ্ৰূপ। (সিংহাসনৰ পৰা নামি আহি) তোমাক মই বিদ্ৰূপ কৰিম? মহা পৰাক্ৰমী ত্ৰিভূবন বিজয়ী ইংলণ্ডেশ্বৰীৰ এজন বিশ্বাসী কৰ্ম্মচাৰীক ক্ষুদ্ৰ নগণ্য আহোম ৰজাই বিদ্ৰূপ কৰিব পাৰে? ই যে তোমাৰ অতি আচৰিত ধাৰণা পৰ্বতীয়া বৰুৱা?

**হৰনাথ-** স্বৰ্গদেউ। এতিয়াও কৈছোঁ ইংৰাজৰ লগত মিতিৰালি কৰক, নহলে অসমৰ ভৱিষ্যত ঘোৰ এন্ধাৰ।
(এনেতে দেৱান সোমাই আহি হৰনাথৰ ঠিক সমুখা সমুখিকৈ থিয় দিয়ে, হৰনাথৰ ফালে এবাৰ কেৰাহিকৈ চায়)

**দেৱান-** স্বৰ্গদেউৰ ৰাজচ'ৰাত বহুৰূপীৰ আবিৰ্ভাৱ কিয়? আজি স্বৰ্গদেউৱে বহুৰূপী নাচৰ আয়োজন কৰিছে নেকি?

**পিয়লী-** দেৱান। যি জনক বহুৰূপী বুলি ভাবিছে তেওঁ বগা বঙালৰ এজন প্ৰধান বিষয়া ইংৰাজৰ তৰফৰ পৰা কটকী হিচাবে স্বৰ্গদেউৰ লগত সাক্ষাৎ কৰিবলৈ আহিছে।

**দেৱান-** (হৰনাথৰ মুখলৈ চাই আচৰিত হোৱা যেন দেখুৱাই) অ' আমাৰ হৰনাথ পৰ্বতীয়া বৰুৱা দেখোন।

**হৰনাথ-** দেৱানৰ দেখিছো দৃষ্টি শক্তি একেবাৰেই নষ্ট হৈছে।

**দেৱান-** মোৰ দৃষ্টি শক্তিৰ গাত দোষ নাই হৰনাথ। তোমাৰ এই বিদেশী বিলাতী সাজ-পাৰযোৰৰ কাৰনেই মোৰ মতিভ্ৰম হৈছিল। অসমীয়াৰ চুৰীয়া চেলেং এণ্ডাচোলা আৰু পাগুৰিৰ পৰিৱৰ্ত্তে তোমাৰ এই দীঘলীয়া ঠেঙা, হলৌলৌ চোলা আৰু মূৰত সেই বান্দৰৰ টুপীয়ে তোমাৰ চেহেৰাৰ এনে এটা পৰিবৰ্ত্তন আনিছে যে ঠিক হুবহু বহুৰূপীৰ নিচিনা দেখা গৈছে।

**হৰনাথ -** (খঙেৰে) দেৱান। মনত ৰাখিব হৰনাথ পৰ্বতীয়া বৰুৱাই আপোনাৰ এই অপমানৰ পোটক তুলিব।

**কন্দৰ্প-** দেৱান। আপুনি জনা উচিত আছিল যে হৰনাথে ইংৰাজৰ কটকী হিচাবেহে আহোম ৰজাৰ লগত সাক্ষাৎ কৰিবলৈ আহিছে পৰ্বতীয়া বৰুৱাৰ বাবে নহয়।

**দেৱান** মোৰ ধৃষ্টতা মাৰ্জ্জনা কৰিব স্বৰ্গদেউ।

**কন্দৰ্প** আপোনাৰ অপৰাধ অমাৰ্জ্জনীয়। আপোনাক মই সমুচিত শাস্তি দিম। এনে শাস্তি দিম যাতে কোনোদিনে কেতিয়াও কোনো অসমীয়া প্ৰজাই ইংৰাজক -ইংৰাজৰ বিষয়াসকলক অপমান কিয় কোনো অন্যায়ৰো প্ৰতিবাদ কৰিবলৈ সাহ নকৰে।

**হৰনাথ।** তুমি তোমাৰ প্ৰভুক জনাবাগৈ যে স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহই তেওঁৰ ডাঙৰীয়াসকলে ইংৰাজৰ কটকীক কৰা অন্যায় ব্যৱহাৰত মৰ্ম্মান্তিক বেজাৰ পাইছে, আৰু কৰা মহাৰাজ কন্দৰ্পেশ্বৰ সিংহ বৰ দুৰ্বল হৈ পৰিছে। তেওঁ তেওঁৰ বিষয়াসকলক শাস্তি দিবলৈ অপাৰগ। ইংৰাজ চৰকাৰ বাহাদুৰে যেন সেই বিষয়াসকলক উচিত দণ্ড দিয়ে।

**হৰনাথ-** মই কেচুৱা লৰা নহও স্বৰ্গদেউ, আপোনাৰ মনোভাব ভালকৈ বুজিছো ইংৰাজৰ বিপক্ষে ঘোৰ ষড়যন্ত্ৰ চলিছে আৰু সেই ষড়যন্ত্ৰৰ নায়ক আপুনি নিজেই।

**দেৱান** সাৱধান হৰনাথ।
(দেৱানে হৰনাথক খেদি যায়। ৰজাই হৰনাথ আৰু দেৱানৰ মাজত থিয় হৈ আগচি ধৰে)

**কন্দৰ্প-** পাহৰি নেযাব দেৱান, আপুনি আহোম ৰজাৰ প্ৰধান মন্ত্ৰী আৰু অসমৰ স্বাধীনতা যুদ্ধৰ গুৰিয়াল।

**দেৱান** যি পৰ্বতীয়া বৰুৱাই এদিন আহোম ৰাজচ'ৰালৈ আহিবলৈ সাহ নকৰিছিল সেই পৰ্বতীয়া বৰুৱাৰ ইমান দম্ভ কেনেকৈ চকুৰ আগত সহ্য কৰিম স্বৰ্গদেউ।

**কন্দৰ্প-** জ্ঞানী, বুদ্ধিমান, সুচিন্তিত আপুনি দেৱান। আপোনাৰ এই উত্তেজনাৰ কাৰণ মই খুব ভালদৰে অনুভৱ কৰিছো। কিন্তু..

**দেৱান-** কিন্তু আৰু কি স্বৰ্গদেউ -বিশ্বাসঘাতক কুকুৰক এই মুহূৰ্ত্ততে বন্দী কৰিবলৈ আদেশ দিয়ক আৰু মুকলি ঠাইত সকলো প্ৰজাৰ সন্মুখত চাওদাঙৰ হতুৱাই তাৰ ইহলীলা সম্বৰণ কৰাওক। সমগ্ৰ পৃথিৱীক জনাই

দিয়ক যে জাতিদ্ৰোহী,ৰাজদ্ৰোহী,দেশদ্ৰোহীৰ পৰিণাম কি।

হৰনাথ- স্বৰ্গদেউ । মোৰ কাম শেষ, হৈছে ; মোক যাবলৈ অনুমতি দিয়ক।

কন্দৰ্পেশ্বৰ-যোৱাৰ আগতে তোমাৰ ওপৰত -ডাঙৰীয়া সকলে অনা অভিযোগৰ কথা শুনি যোৱা। ৰাজদ্ৰোহিতা আৰু দেশদ্ৰোহীতাৰ অভিযোগ তোমাৰ বিপক্ষে বিচাৰত প্ৰমানিত হৈছে । আৰু সেই বাবে মই তোমাক প্ৰাণ দণ্ডৰ আদেশ দিছো।

(হৰনাথে প্ৰাণদণ্ডৰ কথা শুনি ভয় খাই উঠি)

হৰনাথ- প্ৰা-ণ-দ-ণ্ড।

পিয়লী- মহাশক্তিশালী ইংৰাজ চৰকাৰ বাহাদুৰৰ কটকীযে প্ৰাণদণ্ড ৰ আদেশ শুনি ভয খাইছে নেকি ?

কন্দৰ্প- ভয নাই -ভয নাই - হৰনাথ । মহাৰাজ কন্দৰ্পেশ্বৰ সিংহই শত্ৰুৰ এটা নগণ্য কীটক হত্যা কৰি অসমৰ ৰাজনীতিৰ দুৰ্নাম আনিবলৈ ইচ্ছা নকৰে । প্ৰাণদণ্ডৰ আদেশ হৈছে -হৰনাথ পৰ্বতীয়া বৰুৱাৰ ওপৰত , ইংৰাজ দূতৰ ওপৰত নহয । তুমি মুক্ত -নিৰ্ভয়ে ৰাজচ 'ৰা পৰিত্যাগ কৰা।

*(হৰনাথে ৰজাৰ আগত আঠুলৈ মূৰ দোৱাই প্ৰস্থান কৰে, দেৱানে হৰনাথ যোৱাৰ ফালে চাই থাকে । কিবা যেন গভীৰ চিন্তাত মগ্ন এনে যেন দেখা গৈছে সকলো নিমাত)*

কন্দৰ্প- পিযলী বৰুৱা।

পিয়লী- স্বৰ্গদেউ।

কন্দৰ্প- হৰনাথক মুক্তি দিযাৰ কাৰণে নিশ্চয আচৰিত হৈছা

পিয়লী- নাই হোৱা স্বৰ্গদেউ।

কন্দৰ্প- নাই হোৱা ? কিয় ?

পিয়লী- ই যে ৰাজনীতি স্বৰ্গদেউ।

কন্দৰ্প- দেৱান-

দেৱান- স্বৰ্গদেউ।

কন্দৰ্প- আপুনি মনে মনে কি ভবিছে?

দেৱান- ভাবিছো -অসমীযা প্ৰজাৰ দুখ-দুৰ্গতীৰ কথা, বগা বঙালৰ কূটনীতিৰ কথা আৰু অসম মাতৃৰ স্বাধীনতাৰ কথা । আৰু কি ভাবিছো জানে স্বৰ্গদেউ ? নৰপিশাচ হৰনাথৰ দৰে দেশ দ্ৰোহীহতৰ কথা।

(কিছু সময আকৌ নিমাত হৈ থাকি)

অতীতৰ কাহিনীবোৰ মোৰ চকুৰ আগত এটি এটিকৈ ভাহি উঠিছে স্বৰ্গদেউ । প্ৰতাৰণাৰ প্ৰতিশোধ লবলৈ শৰীৰৰ ইন্দ্ৰিয়বোৰ সজাগ হৈ উঠি মোক বিদ্ৰোহী কৰি তুলিছে স্বৰ্গদেউ ।

কন্দৰ্প- অতীত অতীততে লুপ্ত হৈ যাওক দেৱান । অতীতৰ কথা তুলি মোৰ পূৰ্ব-পুৰুষ সকলৰ যশ , মান শৌৰ্য্য, বীৰ্য্যৰ কথা সোঁৱৰাই দি মোক আৰু লাজ নিদিব । জগতে মোক দুৰ্ব্বল , আহোম কুলৰ কণ্টক বুলি গৰিহণা দিছে । প্ৰজাই ভগা ৰজা বুলি তিৰস্কাৰ কৰিছে।

পিয়লী- অসমীযা প্ৰজাই ইংৰাজৰ লগত যুঁজিবলৈ প্ৰস্তুত। লাগে মাথো স্বৰ্গদেউৰ আদেশ ।

কন্দৰ্প- আদেশ ! আদেশ মই কাক দিম পিযলী ? কোনে মোৰ আদেশ শুনিব ? মই যে ভগা ৰজা। মোৰ সকলো গ'ল। বাকী আছে মাথো ইন্দ্ৰবংশী বীৰ আহোম কুলত কলঙ্কৰ কালিমা সানি দিবলৈ মোৰ এই অভিশপ্ত জীৱন।

(ৰজাই পিযলীৰ কান্ধত মূৰ থয , লগে লগে পট পৰে)

একতান বাদন-

## দ্বিতীয় অঙ্ক

### ১ ম দৃশ্য

*(কমিচনাৰ চাহাবৰ প্ৰমোদ কক্ষ । দেৱানৰ সন্মানাৰ্থে চাহাবে নাচ-গানৰ আয়োজন কৰিছে । দুতিৰাম বৰুৱাই নাচনী ফুলকুমাৰীক লৈ ইফালে সিফালে চাই লাহে লাহে সোমাই আহে।)*

দুতি- সাৱধান ফুলকুমাৰী। আমাৰ উদ্দেশ্য যেন কোনেও বুজি নাপায । পৰ্বতীযা বৰুৱা ধূৰ্ত্ত মানুহ, তাৰ আগত মোৰ সৈতে কোনো কথা নাপাতিবি -বুজিছ?

(মোহন হাজৰিকা সোমাই আহে। ফুলকুমাৰীক দেখি এটি মিচিকিকৈ হাঁহি মাৰি দাঁতেৰে আঙুলি কামুৰি চাই থাকে । ফুলকুমাৰীযে বিৰক্তিত আন পিনে মুখ ঘূৰায়)

মোহন- বাস্তৱিকতে নাচনী যে নাচনী। ভৰিযেই চাবানে , চুলিয়েই চাবানে চকুযুৰিলৈকে চাবা। যেনিবা সাইলাখ উৰ্বশীহে । মানুহে যে নাচনীৰ প্ৰেমত পৰা বুলি কয মই হলে আগেযে বিশ্বাস নকৰিছিলো দেই । ( আকৌ আগৰ দৰে কেৰাহিকৈ চাই)

ঋষি মুনি সকলনো কিয ভোল নাযাব ? মোৰেই দেখোন মনটো কেনেবাখন লাগি গৈছে।

ফুল- আপুনি বলিয়াৰ দৰে এইবোৰ কি বলকিছে ?

মোহন- মোক বলিযাহে পাতিলা গোসানী।

ফুল- কথাবিলাক শুনি তেনে যেন হে লাগিছে ।

মোহন- বৰ্ত্তমান মই সুস্থ শৰীৰে আছো গোসানী।

ফুল- আপোনক ইযাত কি লাগে ।

মোহন- তোমাৰ কঁকালৰ পাককেইটি চাবলৈহে ইয়ালৈ আহিছো গোসানী-অ' তুমি মোক চিনি পোৱা নাই হবলা।

ফুল- আপোনাক আকৌ মই কেনেকৈ চিনি পাম।

মোহন- নিশ্চয় পাবা , মোক চিনি নোপোৱা মানে তোমাৰ মনুষ্য জীৱন ধৰাটোৱেই বিফল হব-

ফুল- আপুনি কমিচনাৰ চাহাবৰ বেহেৰা হবলা।

মোহন- কি ? সামান্য নাচনী হৈ মোক তেনে কথা কবলৈ সাহ কৰ- মোক চাহাবৰ বেহেৰা বুলি কব মই কোন জান ?

ফুল- ওহো নেজানো।

মোহন- মই এজন বীৰ । লাচিত বৰফুকনৰ পিচত বৰ্ত্তমান অসমত মোকেই সকলোৱে বীৰ বুলি পূজা কৰে ।

ফুল- নেজানি নুশুনি মই আপোনাক বেহেৰা বুলি কৈছো । মোক ক্ষমা কৰিব।

মোহন। নাই নাই দেবী মই কিবা তোমাৰ ওপৰত খং কৰিছোনে ? জানাই নহয় বীৰ মানুহ , কথা বিলাকো বীৰৰ দৰেই মুখত আহে । সেপ ঢুকি) পিচে এটা কথা হে (ফুলৰ ওচৰ চাপে -তাই আতৰি যায় । (এনেতে হৰনাথ বৰুৱা সোমাই আহে , হৰনাথক দেখি মোহন হাজৰিকা ফুলৰ ওচৰৰ পৰা আতৰি যায়)

হৰ- হাজৰিকা। তুমি ইযাত কি কৰিছা ?

হাজ- কিনো কৰিব - এই অলপ ।

হৰ- দেৱান এতিযাও আহি নাপালে । তুমি কিছুদূৰ আগবাঢ়ি চাই আহাচোন।

(ফুললৈ কেৰাহিকৈ চাই হাজৰিকাৰ প্ৰস্থান

হৰ- নাচনী,

ফুল আদেশ কৰক বৰুৱা ডাঙৰীযা ।

হৰ - তুমি ক'ৰ পৰা আহিছা ?

ফুল- মোৰ ইযাতেই জন্ম।

হৰ- তোমাৰ নাম ?

ফুল- ফুলকুমাৰী

হৰ- ফুলকুমাৰী ? অসমীয়া ছোৱালীৰ নাম ফুলকুমাৰী।

ফুল- মই আচলতে মণিপুৰী ছোৱালী বৰুৱাদেও । পিচে মোৰ জন্ম ইয়াতেই । সৰুৰে পৰা ইয়াতেই ডাঙৰ দীঘল হৈছোঁ

হৰ- ও। তোমাক চিৰস্তাদৰে পালে কেনেকৈ ?

ফুল- (কও নকওকৈ ) কোন চিৰস্তাদাৰে -মোক কোনেও অনা নাই মই নিজেই আহিছো।

হৰ- (কাঠ হাঁহি মাৰি ) হাঃ ..হাঃ .হাঃ । ভয় কৰিছা নাচনী ?

(দুতিৰামৰ প্ৰবেশ)

দুতি- বৰুৱাদেও কমিশ্যনাৰ চাহাব আহিছে।

(মিল আৰু হলৰইদৰ প্ৰবেশ)

মিল- Inspector what news about the Dewan.

হৰ- দেৱান এতিয়াও অহা নাই হজুৰ -হাজৰিকাক আগবঢ়াটাই আনিবলৈ পঠিয়াইছো।

হলৰইদ- চিৰস্তাদাৰ বাবু ।

দুতি- হজুৰ ।

হলৰইদ- নাচ গানৰ যোগাৰ আছে কি নাই আছে?

দুতি - সম্পূৰ্ণ ঠিক আছে হজুৰ । আপোনালোক ভাগ্যবান। এইজনী নাচনী নিজে আহি উপস্থিত হৈছে।

(হৰনাথে এবাৰ নাচনী আৰু দুতিৰামৰ পিনে চায় । বেহেৰাই মদ আনি কমিশ্যনাৰ চাহাবক দিয়েছি।)

মিল- (মদ খাই) Inspector, would the Dewan dare come here হামাৰ Presence মে আনেসে দেৱানকা সাহস হোগা ?

হল - সাহ নহলেও মৰো-জীউ সোঁ -আধি কৰি আহিব । চাহাবৰ নিমন্ত্ৰণ পাই তাৰ চৈধ্য পুৰুষ ধন্য মানিছে চুবকাৰ বাহাদুৰ । (হাজৰিকাৰ প্ৰবেশ)

মোহন - কমিশ্যনাৰ বাহাদুৰ দেৱান আহি পালেহি ।

মিল- Hallow Sirastadar, go quick; show him in-show him in.

*(হাজৰিকা দুতিৰাম ওলাই যায় । দেৱান ভিতৰ সোমোৱাৰ লগে লগে মিলচাহাব আগবাঢ়ি আহে । হৰনাথে একাষে থিয় দিয়ে , হাজৰিকা আৰু দুতিৰাম আনপিনে থিয় দিয়ে ।)*

মিল- Capt; let us greet the Dewan with a peg of wine.

হল- [Boy ৰ হাতৰ পৰা গ্লাচটো লৈ) Here it is your Excellency.

মিল- My dear Dewan Bahadur, come along মদৰ গ্লাচটো আগুৱাই দি ) just for a change. Holroid let us drink the health of our most gracious guest the Dewan.

(হলৰইদে নিজৰ গিলাচটো দাঙে Mill এ নিজৰ হাতৰটো দেৱানলৈ আগুৱাই দিয়ে )

মিল- Yes in the name of the most honourable guest the Dewan Bahadur.

দেৱান- মোক ক্ষমা কৰিব।

মিল- Why? What's wrong?

হল- দেৱান বাহাদুৰ আপোনাৰ শৰীৰ অসুস্থ আছে নেকি ?

দেৱান-মই সম্পূৰ্ণ সুস্থ।

মিল- Then why do you refuse?

দেৱান- আপোনালোকে মোক আটোম টোকাৰিকৈ সোধ পোচ কৰাত মই নথৈ বং পাইছো।

মিল- What's wrong with this glass of

wine--Be of good cheer-- Be of good cheer-- Dewan have it

দেৱান- সুৰা পান মোৰ ধৰ্ম্মবিৰুদ্ধ। আশাকৰোঁ মোক ধৰ্ম্মবিৰুদ্ধ কাম কৰিবলৈ আপোনাসকলে অনুৰোধ নকৰিব ।

মিল- What's that--well Capt. Is he talking about religious toleration?

হল- Yes, Your Excellency

মিল- Ah ha ! that's alright for God's sake do not take offence We never meant to hurt your feelings.

দেৱান - এতিয়া সেইবোৰ অলাগতিয়াল কথা এৰি মোক যি বাবে মাতি পঠিয়াইছিল সেই বিষয়ে জানিবলৈ দিলেই মই সন্তোষ পাম।

মিল- Yes you are coming to business, but before that would'nt you like to refresh yourself with a dance from this beautiful "nautch" girl.

দেৱান- ক্ষমা কৰিব । মোৰ আহুকাল বহুতো । অঃজৰিৰো নাটনি । তদুপৰি আপোনালোকৰ এনেবিধৰ ৰংৰহইচত সোৱাদো নেপাও। হেন জানি আপোনাসকলৰ অনুমতি হলে মই উঠিবহে খোজো।

হল- Your Excellency. These things do not agree with the temperament of the Dewan. He wants to go.

মিল- Wants to go!! Why ? No the Dewan will stay Well Capt Let these people move Our conferencs with the Dewan will be in camera হামিলোক দেৱান্ বাহাদুৰকে সাথ privately বাত্ কৰিব।

হল (হৰনাথ বৰুৱা আৰু হাজৰিকাক ইঙ্গিত দিয়ে। সকলোৱে প্ৰস্থান কৰে)

মিল Now we are free to do business well Capt. Let me have the "Etla"

হল- (এত্‌লাখন দিয়ে)

মিল- Dewan Bahdur it is your "Etla"এইটো হামিলোকে খুব আচ্ছাসে–with great interest পঢ়িয়াছে । হ । This proves your efficiency or should I say your shrewdness-- Yes Dewan বহুত পাক্কা আদমি আছে–লেকিন এহি বাত হামি নাই সমজিছে That you who was our ally in the battle of Singphoo and the Khasis--আপনি হামাক চিংফৌ আউৰ খাচীয়া যুদ্ধে এত্‌না মদত দিলে লেকিন কি নিমিত্তে-আভি – You are going against us- হামাৰা শত্ৰুতা কৰনে চাইছে।

হল- দেৱান বাহাদুৰ । আমি এইটো বুজিব পৰা নাই পাৰিছে আপুনি আমাৰ ইমান বন্ধু হৈও আজি কি নিমিত্তে আমাৰ শত্ৰুতা কৰিছে ?

দেৱান- সেই কথা ইযাত বহলাই বাখ্যা কৰিবৰ আৱশ্যক নকৰে । মুঠতে ইযাকেই জানি থওক আপোনা লোকৰ ব্যৱহাৰেই মোক তেনে কৰিবলৈ বাধ্য কৰাইছে ।

মিল - বাধ্য– Force why? What does he mean to say Capt

হল- He says it is we who have forced him to be enemical to us

মিল- Oh Good Heavens! we are here to co-operate with you The Burmese invaded your country. মানলোকে আপনাৰ দেশ আক্ৰমণ কৰিলে সাৰা দেশকো শ্মশান বনাইযা দিল। Is is not we who saved you from that inhuman slaughter! হামি লোক আপনাৰ উপকাৰ কৰিলোঁ অউৰ আপনি হামাক শত্ৰু বুলি ভাবিছে ।

দেৱান - সেই বিষয়ে মই তৰ্ক কৰিবলৈ নিবিচাৰোঁ । মোৰ কবলগীয়া সকলোখিনি কথাকেই মই সেই এতলাখনতে দাখিল কৰিছোঁ । যদি বুজা নাই তেন্তে আৰু এবাৰ পঢ়ি চাব পাৰে ।

হল- আপুনি লেখিছে অসম ৰাজ্য পুনৰ অসম ৰজাৰ হাতত চমজাই দিব লাগে।

মিল- Oh that is imposible in the interest of the people of Assam We can't do that

দেৱান- কিয় ?

মিল- Because--Your King

দেৱান- কিয় ? ৰজাইনো কি জগৰ লগালে ?

মিল- অসম ৰাজা বহুত Cruel আছে । খুব জুলুম কৰে।

দেৱান- আৰু তোমালোকেকই হবলা জুৰুলা অসমীয়া প্ৰজাক চেনেহৰে আলফুলকৈ বুকুত সাবটি লৈছা ?

হল- বহুত অসমীয়া প্ৰজাই অসম ৰজাৰ তলত নাথাকো বুলি আমাৰ ওচৰত দৰ্খাস্ত কৰিছে ।

দেৱান জানিব পাৰোনে চাহাব - ই অসমীয়া ৰাইজৰ অভিমত নে দেশদ্ৰোহী বিশ্বাসঘাতক হৰনাথ পৰ্বতীয়া বৰুৱাৰ অভিমত ? চাহাব , এতিয়াও সময় আছে এতিয়াও

যদি তোমালোকে ইচ্ছা কৰা তেন্তে হয়তো অসমীয়া ৰাইজৰ সহযোগিতা পোৱাটো সম্ভৱ । মই দুনাই তোমালোকক কও-অসম ৰজাক অসম দেশৰ ৰাজ ভাৰ গতাই দিয়া।

দেৱান- মনত ৰাখিবা ই কেৱল মোৰেই কথা নহয় – ই সদৌ অসমীয়া ৰাইজৰ অন্তৰৰ কথা।

মিল- হামিলোক-- ওহি বাত সমজিযাছি । We understand that লেকিন The King is worthless-- কুছ কামকা নেহি আছে । It is our intention therefore to place you on the throne of Assam হামিলোক আপনাকে আসাম্‌কা ৰাজা বনাবে।

দেৱান- (অৱজ্ঞাৰ হাঁহিৰে ) তোমালোকৰ পৰা বঁটা পাম বুলি নিজৰ আইক -নিজৰে স্বজাতিক-- নিজৰ দেশক বিদেশীৰ হাতত তুলি দিবলৈ অকনো কুণ্ঠিত নহব পাৰে-- তোমালোকৰ ভৰিৰ ধূলি সদৃশ সেই নিলাজ হৰনাথ পৰ্বতীয়া বৰুৱা , কিন্তু মণিৰাম দেৱানৰ প্ৰাণ অন্য ধাতুৰে গঢ়া । এনে হীন পুৰস্কাৰৰ লোভত মণিৰাম দেৱান কেতিয়াও কৰ্ত্তব্য পথৰ পৰা পিছুলি নপৰে।

হল- আপোনাৰ মতলব কি দেৱান বাহাদুৰ ?

দেৱান- মোৰ উদ্দেশ্য ফটফটীয়া-- অসম দেশৰ ৰাজ্যভাৰ অসমীয়াৰ হাতত গতাই দি তোমালোক আমাৰ দেশৰ পৰা আতৰি যাব লাগে ।

মিল- Well how it is possible?

হল- সেইটো কি ৰকম্ সম্ভৱ হব পাৰে ?

মিল- No, No, Dewan Bahadur you must modify your demands. We are out to co-operate হামিলোক আপনাৰ সাথ সহযোগিতা কৰিব বিচাৰে । and it should be a mutual co-operation.

হল- দেৱান বাহাদুৰ আপনিভিতো আমাৰ পিনে চাব লাগে।

দেৱান- চাহাব , লোকৰ যাতে উপকাৰ হয় দহৰ যাতে মঙ্গল হয়, সেইবাবে নিজৰ স্বাৰ্থ বিসৰ্জ্জন দিও মণিৰাম দেৱানে এসময়ত তোমালোকৰ সহায়তা কৰিছিল সেই কথা তোমালোকে অস্বীকাৰ কৰিব নোৱাৰা । মই তেতিয়া কল্পনাও কৰিব পৰা নাছিলো যে গোজেই গৈ শেষত গজালি হৈ দেখা দিব ।

হল- আমিলোক এই দেশৰ পৰা অলোটি গলে অসমীয়া মানুহৰ কি অৱস্থা হব ভাবি দেখিছেনে দেৱান বাহাদুৰ?

মিল- এক আদমি আউৰ আদমিকে গলা কাটিব , সাৰাদেশ মে অসমীয়া আদমি আউৰ নেহী ৰহিষে।

দেৱান- তোমালোকে পাহৰি গৈছা,-তোমালোক অহাৰ আগতে শাসনকুশলী আহোম সকলে ছশ বছৰৰ বাবে নিৰ্ব্বিবাদে আৰু সুচাৰুভাবে এই দেশ শাসন কৰিছিল।

মিল- লেকিন হামিলোকতো নিজে খুসিছে তোমাৰ দেশমে নেহি আহিছে । You invited us মানলোক্‌কো হটাই দেককৰ হামিলোক তোমাৰ দেশত শান্তি আনিলে ।

দেৱান- বিপদত পৰি বন্ধুভাৱে সহায় বিচৰাৰ--এয়ে পৰিণাম নেকি চাহাব। এযে নেকি তোমালোকৰ দেশৰ নিয়ম যে ভোজ খাবলৈ আহি পাটী পাৰি বহা।

হল- আপুনি ভদ্ৰতাৰ সীমা পাৰ হৈ গৈছে?

দেৱান- মই তোমালোকৰ ওচৰত ভদ্ৰতা শিকিবলৈ অহা নাই। ইয়াণ্ডাবু সন্ধি হৈছিল -অসম ৰজা আৰু মানৰজাৰ মাজতে । কব পাৰেনে চাহাব কোন যুক্তি মতে সেই সন্ধিৰ বলত তোমালোকে অসম দেশৰ ৰাজপাট দখল কৰিলা । এযে নেকি সুসভ্য ইংৰাজ জাতিৰ ৰাজনীতি ? অকল জানো সেয়ে ? -শ শ বছৰীয়া পুৰণি আহোম ৰাজঘৰীয়া মৈদাম সোৰৰ কি অৱস্থা কৰিছা তোমালোকে। মৈদাম ভাঙি, তাৰ বুকু উদঙাই সেইবোৰত থুপ খাই থকা সোণ-ৰূপ মণি মৰকত , পোৱাল মুকুতা আটাইবোৰকে তোমালোকে নিজৰ দেশলৈ চালান দিয়া নাইনে ? এয়ে নেকি তোমালোকৰ উদাৰ সভ্যতা --আৰু খেতি কৰি আৰ্জ্জিচা আমাৰ দেশতে থাকি লাখ লাখ ধন আৰু কানিৰ ব্যৱহাৰ সুচল কৰি দি এটা সুসভ্য বীৰ্যবান জাতিক কৌশলেৰে দিছা মৰণৰ মুখলৈ আগুৱাই ।

হল বাস্ -বাস্ আমি ইমান লম্বা লম্বা কথা শুনিবলৈ প্ৰস্তুত নাই আছে ।

দেৱান তোমালোকে শুনিবই লাগিব ।

মিল- What do you mean?

হল- দেৱান আপনি কি কব বিচাৰে ।

দেৱান- মোৰ কথা অতি স্পষ্ট । দেশত আজি তোমালোকে যি অত্যাচাৰ কৰিছা-- অসম ৰজাক যি অসম্মান দেখুৱাইছা-তাৰ যদি প্ৰতিকাৰ নকৰা তেন্তে এই দেশত তোমালোকৰ চাউল কঠা শেষ হবলৈ বেছি পলম নেলাগিব । তোমালোকৰ মঙ্গলৰ বাবেই মই এনে কথা কৈছো।

মিল-- Ah- ha-- আমালোকৰ মঙ্গল ? For our safety ? indeed হামাৰা মঙ্গলকা বাস্তে for our safety ফিন্ আপনাৰ ৰাজাকে ৰাজ্য লোটাই দিব লাগিব ? It is pleading এহি আপকা আৰ্জ্জি।

দেৱান- আৰ্জ্জি নহয় চাহাব । দাবী । সদৌ অসমীয়া ৰাইজৰ দাবী । আৰু এই দাবীৰ কথা শুনিবলৈ কোম্পানীৰ কৰ্ম্মচাৰী তোমালোক বাধ্য ।

মিল- বাদ্য। is it ? অউৰ যদি নাই শুনে!

দেৱান- কেনেকৈ তোমালোকক শুনাব লাগে মণিৰাম দেৱানে তাক ভালদৰে জানে । পাহৰি নাযাবা । চাহাব তোমালোকেই কোমপোনীৰ সৰ্ব্বময় কৰ্ত্তা নহয় । তোমালোকৰ মূৰৰ ওপৰতো মানুহ আছে । আজি তোমালোকে মোৰ কথা নুশুনিবা পাৰা, তেওঁলোকক শুনাইহে এৰিম।

মিল- What ? you will complain against us ? How dare you?

হল- দেৱান আপনি সাৱধানে কথা কব লাগে । চাহাব বাহাদুৰক চটাই ললে আপনাৰ বিপদ আছে ।

দেৱান- হলৰইদ তুমিও মনত ৰাখিবা দেশৰ উদ্ধাৰৰ বাবে - যিজনে জীৱন পণ কৰিছে তেওঁ তোমাৰ চাহাবৰ ৰঙাচকু দেখি ভয় কোৰা বিধৰ নহয় ।

মিল- You are playing with fire সাৱধান।

দেৱান- তুমি সাপৰ গাতত হাত সুমুৱাইছা । তোমাকো সাৱধান কৰি দিলো।

মিল- How dare you say so? I will bring you down to the dust. এক্ কামনকা গুলীমে সাৰা আসামটা উৰাইয়া দিব

দেৱান- মনে মনে থাকা ফিৰিঙি।

হল- You have been too proud. হামি জানে কেনেকৈ তোমাক শিক্ষা দিব লাগে । কেনেকৈ তোমাৰ শিৰ মাটিত নমাব লাগে ।

দেৱান- ভুল নকৰিবা হলৰইদ । মণিৰাম দেৱানৰ দেহা তেজে তুমৰলী হৈ মাটিৰ লগত মিহলি হৈ যাব পাৰে -কিন্তু সেই বুলি ঠগ, প্ৰৱঞ্চক বগা বঙালৰ ওচৰত কেতিয়াও হাৰ নেমানে।

বেগেৰে প্ৰস্থান -

মিল- Captain.

## দ্বিতীয় অঙ্ক

### প্ৰথম দৃশ্য

### ৰাজআলি

*(সময় মাজ নিশা । সকলো ঘোৰ টোপনিত । অমাবস্যাৰ ঘোৰ অন্ধকাৰ । কাৰো সমাগম নাই । দেৱানে আন্ধাৰে-মুন্ধাৰে খুব বেগেৰে গৈছে । পিচ ফালৰ পৰা কিছু নিলগত কোনোবাই "দেৱান দেউতা, দেৱান দেউতা," বুলি মাতে । দেৱানৰ কাণত এবাৰ পৰে, থমকি ৰৈ যায় । ফুল কুমাৰি উধাতু খাই লৰি আহে)*

ফুল- দেৱান দেউতা।

দেৱান- কোন?

*(মেঘৰ গৰজনিৰ শব্দ-বিজুলী মাৰে ; বিজুলীৰ পোহৰত দেখা পায় ফুলকুমাৰীৰ মুখ )*

দেৱান- অ! তই মিল চাহাবৰ তাত আজি গধূলি নচা সেই নাচনীজনী নহৱ নে?

ফুল- হয় দেৱান দেউতা।

দেৱান- তোক কি লাগে ?

ফুল -চিৰস্তাদাৰ ডাঙৰীয়াই আপোনালৈ এখন পত্ৰ দি পঠিযাইছে ।

দেৱান- তেওঁ নাহিল কিয় ?

ফুল- কেনেকৈ আহিব দেৱান দেউতা । পৰ্বতীয়া বৰুৱাই কিছুদিনৰ পৰা তেওঁক সন্দেহৰ চকুৰে চাইছে । অনবৰত তেওঁৰ ঘৰৰ চাৰিওপিনে চোৰাংচোৰা ঘুৰি ফুৰে । অতি কষ্টেৰেহে মই পত্ৰখন লৈ আহিছো ।

দেৱান- তোৰ নাম কি?

ফুল- সেইবিলাক কবলৈ আৰু এতিযা সময নাই দেৱান দেউতা । চোৰাংচোৰাই বোধকৰো মোৰো পিচ লৈছে। ঈশ্বৰে কৰিলে পিচত মোৰ চিনাকি পাব ।(ইফালে সিফালে চায , বিজুলী মাৰে ) সৌৱা এই ফালে কোনোবা অহা যেন পাইছো । বোধকৰো পৰ্বতীযা বৰুৱাৰে চোৰাংচোৰা । আপুনি বেগাই যাওক দেৱান দেউতা । অলপ আঁতৰত আহত গছ এজুপিৰ তলত আপোনাৰ কাৰণে ঘোঁৰা সাজু থকা দেখা পাব । আপুনি ততালিকে ঘোঁৰাত উঠি যাবগৈ, নহলে বিপদ।

*(বুকুৰ মাজৰ পৰা চিঠিখন দেৱানক দিযে। দেৱানে ককালত সুমুৱাই লৈ বেগেৰে প্ৰস্থান কৰে। ফুলকুমাৰীযে কিছু সময তাতে থিয় হৈ দেৱান যোৱা পিনে চাই থাকে । ঘুৰি যাব খোজোতেই কোনোবা এজনে আহি তাইৰ মুখৰ আগত থিয় দিযে)*

ফুল- কোন! কোন।

হৰ - এই জনশূন্য ৰাজআলিত গভীৰ নিশা হঠাতে নাচনীৰ আবিৰ্ভাৱ কিয় ?

ফুল- অ' আমাৰ বৰুৱা ডাঙৰীয়া।

হৰ- (পেংলাইৰ সুৰত) এৰা পিচে লগৰ জন কলৈ গল?

ফুল- (আচৰিত হোৱা যেন দেখুৱাই ) মোৰ লগ। মোৰ যে কোনো লগ নাই বৰুৱা ডাঙৰীয়া । মই অকলশৰীয়া । মোৰ আপোন বুলিবলৈ পৃথিৱীত কেও নাই ।

হৰ - কিয় , চিৰস্তাদাৰৰ ঘৰত কিবা অসুবিধা হ'ল নেকি ?

ফুল- আপুনি এই বিলাক কি কৈছে?

হৰ - হাঃ হাঃ হা- (বিকৃতি হাঁহি মাৰে )

ফুল- আপুনি এনেকুৱা খন নকৰিব। বৰুৱা ডাঙৰীয়া, মোৰ ভয় লাগে ।

হৰ - ভযৰ কথা জানো বুলিয়েই পিচ লবলগীয়া হৈছে ৰূপহী ।

ফুল- মোক আজি নিশাৰ কাৰণে অলপ আশ্ৰয দিযক বৰুৱা ডাঙৰীযা ।

হৰ- ইমান গভীৰ নিশা গাভৰু ছোৱালী এজনীক অকলে এইদৰে এৰি থৈ গুচি যোৱাটো বৰ অশোভনীয় হৈছে।

ফুল- আপোনাৰ কথাৰ অৰ্থ মই একো ধৰিব পৰা নাই ।

হৰ- চমতাৰ আঘাতৰ সেই ভীষণ যন্ত্ৰণা কেনেকৈ অনুভৱ কৰিবা ৰূপহী ।

ফুল- আপুনি মোক আজি নিশাৰ আশ্ৰয নিদিযে ?

হৰ - লগৰ জনকো একেলগে লৈ যাব পৰা হলে ভাল আছিল ।

ফুল- আপুনি তেনেহলে থাকক । মই যাও।

(যাব খোজে)

হৰ- (আদেশৰ সুৰত ) ফুলকুমাৰী । অলপ আগতে তই কাৰ সৈতে কথা পাতিছিলি ?

ফুল- আপোনাৰ কাণেৰে ভূল শুনিছে বৰুৱা দেউ।

হৰ - তই সচা কথা কবিনে নকৱ?

ফুল- মিছাই সাজি কলেহে হ'ব?

হৰ- ঠিক নকৱ?

ফুল- এষাৰ কথাকে কেইবাৰনো কব লাগে ।

(হৰনাথে হাতৰ চমতাৰে তিনি চাৰি কোব মাৰে )

হৰ- চিপাহী

*(দুটা চিপাহী আহে )*

হৰ- এইক লৈ গৈ আটক কৰি থৈদেগৈ । মই অলপ পিচতে গৈছো।

(হৰনাথ দেৱান যোৱাৰ ফালে যায । চিপাহী দুটাই ফুলকুমাৰীক লৈ আনপিনে যায )

পট পৰিবৰ্ত্তন-

গান-

( ৰচনা-শ্ৰী যুত ভুপেন্দ্ৰ কুমাৰ হাজৰিকা এম এ )

কোম্পানী আহিলে মুখত হাঁহি লৈ
এখন্তেক বহোঁদেই বুলি,
বহিব পাই তেওঁ বৰ ঘৰ সোমালে
শেলেৰে বুকুতে হানি
কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি

* * *

স্বাধীন অসমীৰ ডিঙিতে আঁৰিলে
লোহাৰ শিকলিৰে মণি
কোন ক'ত আছা অসমীৰ বুকুতে
মোকোলাই আনাহি দাণ্ডি
কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি।

* * *

পানী টোপা-টোপে পৰে মোৰ চকুটোৰ
বুকুৰ তুঁহ জুই জ্বলি,
তুঁহ জুইকুৰা ভেজেৰে জ্বলোৱা
অসমী উঠিব হাঁহি
কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি।

## দ্বিতীয় অঙ্ক

### ৩ য় দৃশ্য

*(সময় ৰাতিপুৱা । দেৱানে নামঘৰত পূজাত বহিছে । ৰাতিপুৱাৰ প্ৰভাতী সুৰ নেপথ্যত বাজিব ধৰিছে ।*

*লাহে লাহে সেই মৃদু প্ৰভাতী সুৰ নিস্তব্ধ হৈ আহিল। দেৱানৰ পূজা শেষ হ'ল । দেৱানে মাটিত দীঘল দি পৰি শেষ বাৰলৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰি নামঘৰৰ পৰা ধীৰে ধীৰে ওলাই আহিল)*

( নেপথ্যত গীত)

*( ফুকনে ললিতাক লৈ ভিতৰত সোমাই আহে । দেৱানে ললিতাক দেখি 'আই আই ' বুলি ললিতাক বুকুৰ মাজত মাজত আকোৱালি ধৰে ।)*

দেৱান- আই ললিতা , মই ভুল কৰিছিলো । মই তোক ভুল বুজিছিলো -মোক ক্ষমা কৰিবি আই।

ললিতা দেৱান দেউতা ( দেৱানৰ বুকুত মুখ সুমুৱাই ফেঁকুৰি ফেঁকুৰি কান্দে)

দেৱান- নাকান্দিবি আই । দেশৰ কাৰণে যুঁজিবলৈ ওলাইছু যেতিয়া জীৱনত বহুত লঘু-লাঞ্ছনা , দুখ -কষ্ট সহিব লাগিব ।

ললিতা- দুখ -কষ্টলৈ ভয় কৰি ঘৰৰ পৰা বাজ ওলোৱা নাই দেৱান দেউতা । কিন্তু . ..

(আকৌ ফেঁকুৰি কান্দিবলৈ ধৰে )

দেৱান- (ললিতাৰ মুখ পিহি ) তোৰ দুখৰ কাৰণ মই বেছ ভালদৰে বুজি পাইছো আই , কিন্তু মানুহ মাত্ৰেই ভুল হয় , মহা মহা পণ্ডিতেও ভুল কৰে । মই তোৰ বাপেকী বয়সীয়া ! ক্ষমা খুজিছো আই মোক ক্ষমা কৰ।

**ললিতা-** দেৱান দেউতা ।(দেৱানৰ ভৰিত সাৱটি ধৰে, দেৱানে তুলি দিয়ে)

**দেৱান-** তই দেৱানৰ প্ৰাণত আজি এক নতুন প্ৰেৰণা জগাই তুলিলি আই । মই আজি স্বাধীনতাৰ এটি ক্ষীণ পোহৰ চকুৰ আগত দেখিবলৈ পাইছো। যি জাতিৰ তিৰোতাযো দেশৰ কাৰণে, নিজৰ সহোদৰ, নিজৰ আই-বোপাইকো ত্যাগ কৰিব পাৰে সেই দেশক,সেই জাতিক বলেৰেই বা কিমান দিন দাসত্বৰ শিকলিৰে বান্ধি ৰাখিব পাৰে।

**ললিতা-** কিন্তু তাৰ আগতে হৰনাথ পৰ্বতীয়া বৰুৱাক আঁতৰ কৰিব লাগিব দেৱান দেউতা।

**দেৱান-** হৰনাথ পৰ্বতীয়া বৰুৱা। অসমৰ কালৰাহু হৰনাথ দাৰোগা। তোক মই এনে শাস্তি দিম হৰনাথ যে ভাবিলে মানুহৰ গাৰ নোম শিয়ঁৰি উঠিব।

**ফুকন-** দেৱান মোক আদেশ কৰক মই আপোনাৰ যাত্ৰাৰ যো-জা কৰোঁগৈ।

**দেৱান-** লগত ভাল ভাল চাই কেইজনমান সাহিয়াল ডেকা আৰু পাকৈত চাই নাৱৰীয়া দিবা । বাটৰ আহিলা পাতিৰ কাৰণে যেন কোনো নাটনি নহয় তাৰ বাবে চকু ৰাখিবা।

**ফুকন-** ভাল(প্ৰস্থান)।

**ললিতা-** আপুনি কলৈ যাব দেৱান দেউতা?

**দেৱান-** অকল মইযে নহয, তুমিও এইঠাই এৰিব লাগিব আই। ইয়াত থাকিলে বিপদ আছে ।

**ললিতা-** ভালেই হ'ল । আপোনাৰ লগতেই থাকিব পাম ।

**দেৱান-** মোৰ লগত থাকিলে আৰু বেছি বিপদ আছে । তোমাক মই ৰাজ -কাৰেঙলৈকে পঠিয়াম বুলি ভাবিছো।

**ললিতা-** কেতিয়াও তেনেকথা হ'ব নোৱাৰে দেৱান দেউতা । মই যুজ কৰিবলৈহে ঘৰ এৰি আহিছো । ৰাজ কাৰেঙত বহি সুখেৰে খাবলৈ নহয়।

**দেৱান-** জানি-শুনি জ্বলা জুইত জাপ দি পৰি মৰাটো বীৰত্বৰ কাম নহয । দেশৰ কাৰণে কাম কৰি যেয়ে মৃত্যুক বৰণ কৰিব তেওঁহে প্ৰকৃততে বীৰ । সেই মৃত্যুৰ পৰাহে দেশৰ কল্যাণ সাধন হয় ।

(নুমলীৰ প্ৰবেশ)

**নুমলী-** আইদেউক দেখোন চিনি নাপালো।

**দেৱান-** ঘৰৰ ছোৱালী ঘৰ চাপি আহিছে । যোৱা লৈ গৈ এফেৰি জা-জলপান খুউৱা গৈ ।

(ললিতাই নুমলীক সেৱা কৰে ।নুমলীয়ে তুলি ধৰে)

**নুমলী-** তোমাৰ ঘৰ ক'ত আইদেউ ?

**দেৱান-** পেটৰ ছোৱালীক সুধিছা ঘৰ ক'ত ; ঘৰ আৰু ক'ত হব । মাকৰ ঘৰেই জীয়েকৰ ঘৰ ।

**নুমলী-** আপোনৰ এই অকোৱা-পকোৱা কথা খন এৰকচোন।

**দেৱান-** মই একেবাৰেই পোন কথা কৈছো । ইমানকৈ দঢ়াই দঢ়াই বুজাইও তোমাৰ এই আপোন-পৰ ভাবটো এৰুৱাব নোৱাৰিলো।

**নুমলী -** ব'লা আইদেউ ভিতৰলৈ ব'লা।

*(নুমলীয়ে ললিতাক লৈ ভিতৰলৈ যায, দেৱানে আকৌ গভীৰ চিন্তা কৰি ধীৰে ধীৰে ইফাল সিফাল কৰে, পিয়লীৰ প্ৰবেশ )*

**দেৱান-** পিয়লী, নতুন কিবা বতৰা আছেনে?

**পিয়লী-** স্বৰ্গদেউৰ কিবা এটা ব্যৱস্থা কৰিব লাগে দেৱান । যি দেখা গৈছে স্বৰ্গদেউৰ অৱস্থা দিনক দিনে বেযাৰ পিনেহে ঢাল খাইছে ।

**দেৱান-** কি কৰিবা পিযলী, উপায কি?

**পিয়লী-** আহাৰ -নিদ্ৰা এৰি মানুহ কেনেকৈ জীযাই থাকিব ?

**দেৱান-** স্বৰ্গদেউ যে ৰাজপাটৰ পৰা বঞ্চিত হৈছে পিযলী, তেওঁ ভগা ৰজা।

**পিয়লী -** স্বৰ্গদেউৰ মুখৰ পিনে চাব নোৱাৰা হৈছে । কতনো সান্ত্বনা দিছো, বুজাইছো।

**দেৱান-** কিন্তু অবুজ মনে বুজিব নোখোজে নহযনে পিয়লী?

**পিয়লী-** আমি আৰু বলে নোৱাৰিলো দেৱান । শেষ বাৰলৈ আপুনি এবাৰ চেষ্টা কৰি চাওক ।

**দেৱান-** ৰ'দত শুকাই লেৰেলি যোৱা গছে জানো ফল-ফুল দিযা কৰ'বাত শুনিছা পিযলী।

**পিয়লী-** বাটতে ফুকন ডাঙৰীযাৰ মুখে আপুনি আজি নিশা কলিকতালৈ যাত্ৰা কৰিব বুলি শুনি আহিলো?

**দেৱান-** এৰা ভাবিছো ।

**পিয়লী-** আপোনাৰ অবিহনে ইযাত কাম চলাব কোনে?

**দেৱান-** কিয তুমি ? ফুকন আৰু বাহাদুৰ গাওঁবুঢ়াৰ দৰে বুধিয়ক মানুহ আছে যেতিযা ভয কিহৰ ?

**পিয়লী-** আপোনাক যদি সিহঁতে তাতে বন্দী কৰি ৰাখে ।

**দেৱান-** যুজত হাৰিলে বন্দী অৱশ্যেই হব লাগিব । ই একো নতুন কথা নহয পিযলী।

**পিয়লী-** অকল বন্দীয়েই নহয । আনকি জীৱনৰ সংশযো আছে।

**দেৱান-** এজন দেৱানৰ কাৰণে অসমীযাৰ এই জাতীয় আন্দোলন বন্ধ থাকিব নোৱাৰে পিয়লী। মোৰ দৰে শত সহস্ৰ দেৱানৰ সৃষ্টি কৰিব লাগিব তোমালোকে। নহ'লে চিৰদিনৰ কাৰণে অসমৰ স্বাধীনতা পৃথিবীৰ পৰা লুপ্ত হৈ যাব ।

*(বাহাদুৰ, ফৰ্মুদ আৰু ফুকনৰ প্ৰবেশ, দেৱানৰ ওচৰত আঁঠুলৈ খিয় দি থাকে )*

দেৱান- গাওঁবুঢ়া।

গাওঁবুঢ়া- (মূৰ দোঁৱাই ) দেৱান দেউতা।

দেৱান- মোৰ কলিকতালৈ যাত্ৰা কৰাৰ কথা নিশ্চয় শুনিছা।

গাওঁবুঢ়া- শুনিছোঁ দেউতা।

দেৱান- তোমালোকৰ কাৰোবাৰ কিবা কৱলগীয়া আছে?

ফৰ্মুদ- আপোনাৰ কথাৰ ওপৰত মাতিবৰ আমাৰ কি শক্তি আছে দেৱান দেউতা।

দেৱান- পিয়লী।

পিয়লী- দেৱান।

দেৱান- সাহিযাল ডেকা তুমি। তোমাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে। ইংৰাজৰ কূটনীতিবোৰ তুমি নুবুজা নহয়। মোৰ অবিহনে বিদ্ৰাহী দলৰ নেতৃত্ব তুমিযেই লব লাগিব। গাওঁবুঢ়া

গাওঁবুঢ়া- আদেশ কৰক দেৱান দেউতা।

দেৱান- তুমি গাঁৱৰ মুখিযাল মানুহ। গাৱলীয়া ৰাইজৰ ওপৰত তোমাৰ যথেষ্ট প্ৰভাব। সিহঁতৰ যাতে মন ভাঙি নাযায়, সেইপিনে চকু ৰাখিবা। পৰ্বতীয়া বৰুৱাৰ ভযত, পৰ্বতীয়া বৰুৱাৰ ফুচুলনিত গিবিলাকে ভোল গৈছে সিহঁতক ঘূৰাই আনিবলৈ চেষ্টা কৰিবা।

গাওঁবুঢ়া- আপুনি সেই বিষযে নেভাবিবই দেৱান দেউতা। আপোনৰ আদেশ আখৰে আখৰে পালিম।

দেৱান- ফুকন।

ফুকন- দেৱান।

দেৱান- বীৰ ফুকনৰ বংশধৰ তুমি। তোমাৰ পূৰ্বপুৰুষ সকলৰ বীৰত্বৰ কথা আজিও অসমৰ বুৰঞ্জীৰ পাতত জিলিকি আছে -মনত ৰাখিবা উদ্দেশ্য সিদ্ধি নোহোৱালৈকে অসমীয়াৰ জাতীয় আন্দোলন সজীৱ কৰি ৰাখিব তোমালোকেই। সকলো ধৰণৰ ভিন-পৰ ভাব খিযলা-খিযলি জলাঞ্জলি দি লৰা তিৰোতা গাভৰু সকলোৱে একগোট হৈ দেশৰ সত্ৰুক নিপাত কৰি অসমী আইৰ হাতৰ শিকলি মুকলি কৰিবই লাগিব

ফুকন- দেশৰ হকে মৰিবলৈ পোৱাটো আমাৰ সৌভাগ্য। তাতোকৈ বেছি সৌভাগ্য বিদ্ৰোহী দলৰ গুৰীয়াল আপুনি নিজে। প্ৰাণ গলেও আপোনৰ আদেশ আমি কেতিয়াও অমান্য নকৰোঁ।

ফৰ্মুদালী- দেৱান দেউতা আমাৰ কাৰনে অকনো চিন্তা নকৰিব।

দেৱান- অকল এজন সাজু হ'লেই জানো হ'ব ফৰ্মুদালী। বিদেশী ফিৰিঙ্গীৰ অন্যায় আক্ৰোহৰ পৰা দেশক উদ্ধাৰ কৰিবলৈ প্ৰত্যেক অসমীয়া হিন্দুৱে, প্ৰত্যেক অসমীয়া মুছলমানে যে এটা হৈ যুজিব লাগিব। চোৱা -অসমৰ সোণৰবৰণীয়া ধাননিত আজি আকালৰ বিভীষিকা, লুইতৰ বুকুত আজি তেজৰ ঢল। ঘৰে ঘৰে শুনো কান্দোনৰ ৰোল -ফৰ্মুদালী,বাহাদুৰ, ফুকন, পিয়লি কোনে কোনে গুচাব এই কান্দোন, লুইতৰ তেজে ৰঙা পানীত কোনে বোৱাব পুনৰ ফটিক ৰূপালী ঢল, কোনে কৰিব পণ জীৱন দি হ'লেও ফিৰিঙ্গি বগা বঙালক অসমৰ চাৰি ঢাপৰ পৰা বাজ কৰিহে এৰিম।

ফৰ্মুদালী- দেশৰ কাৰণে প্ৰাণপণ আমাৰ -অসমক কেতিয়াও আনৰ গোলাম হবলৈ নিদিম।

ফুকন- আপোনাৰ এটি ইঙ্গিতত জুইৰ ফিৰিঙ্গতিৰ দৰে প্ৰত্যেক অসমীয়াই শত্ৰুৰ ওপৰত জপিয়াই পৰিব। বাহাদুৰ অসমী আই আমাৰ বেহেস্তান। অসমৰ আজাদীৰ হ'কে প্ৰাণ দিম।

পিয়লী- প্ৰাণ থাকে মানে বগা বঙালৰ সতে যুজিম। দেশক স্বাধীন কৰিহে এৰিম।

দেৱান তেন্তে এই পবিত্ৰ হেংদান চুই শপত খোৱা,-অসমী আইৰ স্বাধীনতাৰ কাৰণে অসমৰ সৰ্বজন পূজ্য ৰাজ-মুকুটৰ কীৰ্ত্তি বুৰঞ্জীৰ পাতত যাউতিযুগীয়াকৈ ৰাখিবৰ কাৰণে বুকুৰ কেঁচাতেজ টুপি টুপিকৈ মৰণ যজ্ঞত আহুতি দিম। জাতীয় জীৱনৰ এই মহাসন্ধিক্ষণত থিয় হৈ শেষ বাৰলৈ মোৰে সতে সুৰ মিলাই কোৱা।
(সকলোৱে আঠুকাঢি হেংদান চুই শপত খায়)

দেৱান- গোলামী নেলাগে স্বাধীন হম।

সকলোৱে গোলামী নেলাগে স্বাধীন হম।

-পট পৰিবৰ্ত্তন -

## দ্বিতীয় অঙ্ক
## চতুৰ্থ দৃশ্য

*(কন্দৰ্পেশ্বৰ সিংহৰ ৰাজ চৰা। মহাৰাজে ধীৰে ধীৰে বিচাৰ চৰাৰ ভিতৰলৈ সোমাই সিংহাসনৰ ওচৰলৈ যায। তাৰ পিচত আকৌ ঘূৰি আহে, ৰাজমাও দেউতাৰ লগত মুখা মুখি হৈ পৰে)*

ৰজা আইতা, তোমাৰ চকুৰ পানী দূৰ কৰিবৰ কাৰণে হেপাহ পলুৱাই আহাৰ কৰিছো। তোমাৰ অনুৰোধ এৰাব নোৱাৰি অবশেসত নিদ্ৰা দেবীৰ ওচৰতো হাৰ মানিছো, তথাপি আইতা তুমি মোক ছাঁৰ দৰে পিচে পিচে অনুসৰণ কৰিছা কিয় ?

ৰাজমাও- তোৰ মুখৰ এটি হাঁহিয়ে, তোৰ মুখৰ আইতা সম্বোধনে অভাগিনী-আইতাৰৰ দুখৰ বোজা কিমান খিনি পাতলাই দিয়ে তাক তই কেনেকৈ অনুভৱ কৰিবি কন্দৰ্পেশ্বৰ।

ৰজা- কিন্তু মই যে হাঁহিবলৈ পাহৰি পেলাইছো, আইতা। ইচ্ছা হয় অন্তৰ খুলি এবাৰ হাহোঁ; কিন্তু আইতা কোনোবাই যেন আহি মোক বাধা দিয়ে হাঁহিব

নোৱাৰোঁ।

**ৰাজমাওঁ**- সেই বাধা অতিক্ৰম কৰিব লাগিব কন্দৰ্পেশ্বৰ ।

**ৰজা** - চেষ্টা কৰো আইতা -কিন্তু মনৰ দুৰ্বলতাই মোৰ সকলো উদ্যম নাশ কৰি দিয়ে ।

**ৰাজমাওঁ**-দুৰ্বলতা দূৰ কৰিব লাগিব ।

**ৰজা**- মোৰ শক্তিৰ ওপৰত যে বিশ্বাস হেৰুৱাইছো আইতা।

**ৰাজমাওঁ**-বিশ্বাস ঘূৰাই আনিব লাগিব ।

**ৰজা**- বহু চিন্তা কৰিছো ? কিমান নিশা উজাগৰে থাকি কিমান উপায় অবলম্বন কৰিছো, কিন্তু আইতা সকলো চেষ্টা ব্যৰ্থ হৈছে । বিস্বাশ আৰু ঘূৰাই আনিব পৰা নাই ।

**ৰাজমাওঁ**-তই ভীৰু , কাপুৰুষ।

**ৰজা**- আইতা, আইতা তুমি মোৰ ওপৰত খং কৰিছা । জগতৰ লগে লগে তুমিও মোক তিৰস্কাৰ কৰিবলৈ নেৰিলা ।(অভিমান কৰি ) অৱশ্যে কৰিবা, মই মোৰ পিতৃ-মাতৃৰ অযোগ্য সন্তান । মই সমাজৰ কলঙ্ক - দেশৰ কলঙ্ক ।

**ৰাজমাওঁ**-যি জনে সেই কলঙ্ক আঁতৰ কৰিব পাৰে তেৱেঁই হৈছে প্ৰকৃততে বীৰ।জগতে তেওঁক বীৰ বুলি পূজা কৰে।

**ৰজা**- আৰু যি জনে নোৱাৰে।

**ৰাজমাওঁ**- গোটেই জগতে তেওঁক গৰিহণা দিয়ে ।

**ৰজা**- (আইতা আইতা বুলি চিঞৰি উঠে ) আইতা, আইতা, জন্মদাত্ৰী জননী হৈ এইদৰে গৰিহণা দিছা কেনেকৈ আইতা।

**ৰাজমাওঁ**-কন্দৰ্পেশ্বৰ, তোৰ পূৰ্ব্ব পুৰুষ সকলৰ কথা এবাৰ ভাবি চা । যি জাতিয়ে ছশ বছৰ প্ৰবল পৰাক্ৰমেৰে ৰাজ্য শাসন কৰি গ'ল সেই জাতিৰ ইমান সোনকালে অধঃপতন হব পাৰেনে ?

**ৰজা**- হেংদানে মোৰ আদেশ অমান্য কৰিছে--আইতা।

**ৰাজমাওঁ**- মিছা কথা, উপযুক্ত বীৰৰ হাতত হেংদানে এতিয়াও নাচি উঠিব। শতুৰৰ তেজেৰে নৈ বোৱাব।

**ৰজা**- মোক আৰু তিৰস্কাৰ নকৰিবা আইতা , দিয়া পাৰামানে সাও দিয়া ।কামদেৱক ভস্মীভূত কৰাৰ দৰে মোকো ভস্মীভূত কৰি পেলোৱা।

**ৰাজমাওঁ**-বীৰ তই কন্দৰ্পেশ্বৰ , বীৰৰ সন্তান । সম্মুখ সমৰত হয় জিনিবি নহয় বীৰৰ দৰে হাঁহি মুখে মৃত্যুক বৰণ কৰিবি । (বেগেৰে প্ৰস্থান)

*(ৰজাই ৰাজমাও যোৱাৰ ফালে কিছু সময় একেথৰে চাই থাকে। তাৰ পিচত লাহে লাহে সিংহাসনৰ ওচৰলৈ গৈ ৰাজমুকুত মূৰত পিন্ধে ।পিয়লী আৰু ললিতা সোমাই আহে ।পিয়লী সিংহাসনৰ সোঁফালে থিয় হয় । ললিতা বাওঁফালে স্তম্ভৰ কাষত থিয় হৈ থাকে । ৰজাই মূৰ ঘূৰাই পিয়লীক দেখা পায় । ললিতা থকাৰ কথা কব নোৱাৰে )*

**ৰজা**- পিয়লী

**পিয়লী**- স্বৰ্গদেউ ।

**ৰজা**- এই ৰাজমুকুট মোৰ শিৰত শোভা পাইছেনে ?

**পিয়লী**- অতি বিতোপন দেখা গৈছে স্বৰ্গদেউ।

**ৰজা**- কেৱল তোমাৰ চকুৰ আগত নে গোটেই জগতৰ চকুৰ আগত পিয়লী ?

**পিয়লী**- অধমে একো বুজিব নোৱাৰিলো স্বৰ্গদেউ ।

**ৰজা**- মই তেনেহলে কথা কবলৈকো নজনা হ'লো নেকি পিয়লী?

**পিয়লী**- আপোনাৰ কথাৰ অৰ্থ একো ধৰিব পৰা নাই স্বৰ্গদেউ। ৰজা অৰ্থ তুমি ঠিক বুজিছা পিয়লী। প্ৰকাশ কৰিবলৈ মাথো দ্বিধা বোধ কৰিছা । মোৰ শিৰত ৰাজমুকুট দেখি তোমাৰ অন্তৰে বিদ্ৰূপ কৰি হাঁহি উঠিছে,সকলো গোপন কৰিছা, তোমাৰ দৃষ্টিত ঘৃণাৰ ভাব ফটফটীয়াকৈ ফুটি ওলাইছে , মিছাতে তুমি মোক ভালৰি বোলাইছা।

**পিয়লী**- স্বৰ্গদেউৰ ওচৰত একো গোপন কৰা নাই ।যি কৈছো অন্তৰৰ পৰাই কৈছো ।

(ৰজা সিংহাসনত বহেগৈ আৰু মুকুট খহাই থয। হঠাৎ এবাৰ ললিতালৈ চকু পৰে )

**ৰজা**- তোমাৰ সন্মুখত সেইযা কোন পিয়লী?

**পিয়লী**- হৰনাথ পৰ্বতীয়া বৰুৱাৰ সহকৰ্ম্মী মোহন হাজৰিকাৰ ভনীযেক ললিতা আইদেউ ।

**ৰজা**- (আচৰিত হৈ সিংহাসনৰ পৰা নামি আহে আৰু ললিতাৰ সন্মুখত থিয হয়গৈ ।ললিতাই ৰজাৰ আগত আঁঠু লয)

**ললিতা**- স্বৰ্গদেউ ঈশ্বৰ আচৰিত হৈ উঠিছে কেলেই ?

**ৰজা**- আচৰিত-(অলপ সময নিমাত হৈথাকি) আচৰিত হোৱা নাই । ভাবিছো -হৰনাথ পৰ্বতীযা বৰুৱাৰ সহকাৰী মোহন হাজৰিকাৰ ভনীযেকৰ মোৰ লগত সাক্ষাৎ কৰিবলৈ অহা উদ্দেশ্যৰ কথা।

**পিয়লী**- উদ্দেশ্য একো নাই স্বৰ্গদেউ ।

*(ৰজাই এবাৰ পিয়লীৰ মুখলৈ কেৰাহিকৈ চাই অন্য ফালে মুখ কৰে । কিছু সময় সকলো নিমাত)*

**পিয়লী**- আপুনি যি ভাবিছে তাৰ বিপৰীতহে স্বৰ্গদেউ!

**ৰজা**- (খং উঠে) তুমি দেখিছো মোৰ অন্তৰৰ কথাও কব পৰা হ'লা পিয়লী বৰুৱা।

**পিয়লী**- যদি কিবা ভুল কৰিছো ক্ষমা কৰিব স্বৰ্গদেউ ।

**ৰজা**- (ললিতালৈ চায় ) ললিতা।

**ললিতা** - স্বৰ্গদেউ ঈশ্বৰ —।

**ৰজা**- তোমাৰ ইয়ালৈ অহাৰ উদ্দেশ্য ?

**ললিতা**- সকলো কথা পিয়লী বৰুৱাই জানে স্বৰ্গদেউ ঈশ্বৰ ।

ৰজা- পিয়লী।

পিয়লী- স্বৰ্গদেউ।

ৰজা- (ঠাট্টাৰ সুৰত ) তোমাৰ পুৰোহিতালি আৰম্ভ কৰা। (ৰজাৰ মতি-গতি দেখি ৰজা যে পিয়লীৰ ওপৰত অসন্তুষ্ট হৈছে তাক পিয়লীয়ে বুজিব পাৰে )

পিয়লী- স্বৰ্গদেউ আজি দাসৰ ওপৰত কিবা কথাত অসন্তুষ্ট হোৱা যেন লাগিছে ।

ৰজা- ইংৰাজৰ অত্যাচাৰৰ লগে লগে মোৰ বিশ্বাসী ডা ডাঙৰীয়া সকলৰ উদ্ভণ্ডালিও দিনক দিনে বেছিহৈ যাব লাগিছে । মোৰ দুৰ্বলতাৰ প্ৰশ্ৰয় লৈ সিহঁতে মোক শাসন কৰিবলৈ বিচাৰিছে । সকলোকে কৈ দিবা পিয়লী , মহাৰাজ কন্দপেশ্বৰসিংহ ইমান দুৰ্বল হৈ পৰা নাই যে তেওঁ তেওঁৰ বিষয়াসকলৰ হাতৰ পুতলা হৈ নাচিব ।

পিয়লী- বিশ্বাসীজনক মিছাতে দোষাৰোপ কৰিছে স্বৰ্গদেউ।

ৰজা- কোৱা , ললিতাক তোমাৰ লগত অনাৰ উদ্দেশ্য কি?

পিয়লী- দেৱানে পঠিয়াইছে স্বৰ্গদেউ ।

ৰজা - দেৱানে পঠিয়াইছে ।

পিয়লী- হয় স্বৰ্গদেউ।

ৰজা- দেৱানৰ লগত ললিতাৰ চিনাকি হ'ল কেনেকৈ '

পিয়লী- ললিতাই নিজে আহি দেৱানৰ ওচৰ চাপিছে '

ৰজা- ওঁ (ইফালে-সিফাল কৰিবলৈ ধৰে) দেৱানে বোধকৰো মোৰ লগত সাক্ষাৎ কৰাৰ কোনো আৱশ্যক বোধ নকৰিলে ।

পিয়লী- অতিশীঘ্ৰে আপোনাৰ লগত সাক্ষাৎ কৰিবলৈ আহিব।দেৱানে আজি কলিকতালৈ যোৱাৰ স্থিৰ কৰিছে।

ৰজা- কলিকতালৈ?

পিয়লী- লাট বাহাদুৰৰ লগত সাক্ষাৎ কৰিবলৈ ।

ৰজা- ললিতাক ইয়ালৈ পঠোৱাৰ কাৰণ?

পিয়লী - ৰাজকাৰেঙত আশ্ৰয় লবলৈ ।

ৰজা- কি (খঙত জ্বলিপকি উঠে ) ৰাজ-কাৰেঙত আশ্ৰয় লবলৈ দেৱানে পঠিয়াইছে ।

*(ৰাজচ'ৰাৰ ভিতৰত অহাযোৱা কৰিবলৈ ধৰে )*

দুদিনৰ পিচত মোকো ৰাজকাৰেঙত এৰি যাবলৈ আদেশ দিবা নহয়নে পিয়লী?

পিয়লী- স্বৰ্গদেউৰ ওপৰত আদেশ চলাবলৈ সিমান খিনি শক্তি অধমৰ নাই ।

ৰজা- আছে পিয়লী, শক্তি তোমালোকৰ আছে । তলে তলে তোমালোক ভীষণ শক্তিশালী হৈ উঠিছা । লাহে লাহে অসমৰ এই ৰাজসিংহাসনৰ ওপৰতো তোমালোকৰ লোলুপ দৃষ্টি পৰিছে ।

পিয়লী- (স্বৰ্গদেউ বুলি চিঞৰি উঠে ) স্বৰ্গদেউ।

ৰজা- বলিয়াৰ বলিয়ালি বুলি ভুল নকৰিবা পিয়লী।

পিয়লী- স্বৰ্গদেউ (স্বৰ্গদেউ বুলি কিবা কব খোজে)

ৰজা- (খং কৰি পিয়লী বুলি চিঞৰি উঠে । পিয়লীৰ কথা বন্ধ হৈ যায় ). পিয়লী ,তুমি দেৱানক জনোৱাগৈ মহাৰাজ কন্দৰ্পেশ্বৰ সিংহই তেওঁৰ অনুৰোধ ৰক্ষা কৰিবলৈ অপাৰগ আৰু জনাবা ৰাজকাৰেঙ ৰাজ পৰিয়ালবৰ্গৰ নিমিত্তেহে সজোৱা হৈছে ; দেশদ্ৰোহীৰ পোতাশাল কৰিবলৈ নহয়।

ললিতা অভাগিনীৰ প্ৰতি অবিচাৰ নকৰিব স্বৰ্গদেউ ঈশ্বৰ । দেশৰ কাৰণে নিজ সহোদৰ ভাইকো ত্যাগ কৰিলো। কত লঘু-লাঞ্ছনা সহিবলগীয়া হৈছো , মোক আৰু দেশদ্ৰোহী বুলি গঞ্জনা নকৰিব স্বৰ্গদেউ ঈশ্বৰ ।

ৰজা তিৰোতাৰ কান্দোন বিনিনিয়ে মোৰ এই শিলাময় অন্তৰ পমাব নোৱাৰে গাভৰু।

পিয়লী- স্বৰ্গদেউ, ললিতাক আশ্ৰয় নিদিলে ললিতাৰ প্ৰতি ঘোৰ অবিচাৰ কৰা হব ।

ৰজা তোমাৰ মইমতালি দিনক দিনে বাঢ়ি গৈছে পিয়লী।

পিয়লী- স্বৰ্গদেউ মোক ভুল নুবুজিব ।

ৰজা তোমাৰ ব্যবহাৰে মোক বাধ্য কৰাইছে ।

পিয়লী স্বৰ্গদেউৰ সেবাৰ কোনো ত্ৰুটি কৰা নাই । যথাসাধ্য আজ্ঞা পালন কৰি আহিছো।

ৰজা - তুমি আওবাটেৰে যাবলৈ আৰম্ভ কৰিছা।

ৰজা- স্বৰ্গদেউৰ আদেশ হলে সিও বন্ধ হৈ যাব ।

পিয়লী (স্নেহৰ চকুৰে চায়)।

ৰজা তুমি ইমানেই বিবেকশূন্য হৈ পৰিছা পিয়লী যে ফেঁটী সাপৰো সৰু বৰ প্ৰভেদ কৰিব খোজা।

ললিতা- দাঁত নোহোৱা ফেঁটী সাপৰ পৰা কোনো ভয় নাই স্বৰ্গদেউ ঈশ্বৰ।

ৰজা- (ললিতালৈ ঘূৰি চায়) তোমাৰ সাহসো দেখিছো কম নহয় গাভৰু?

ললিতা- দয়ালু স্বৰ্গদেউ ঈশ্বৰ ন্যায় -বিচাৰক বুলিহে কবলৈ সাহ কৰিছো।

(ৰজাই মনে মনে কিবা ভাবিবলৈ ধৰে তাৰ পিচত লাহে লাহে গৈ সিংহাসনত বহেগৈ।)

ৰজা- ললিতা।

ললিতা- স্বৰ্গদেউ ঈশ্বৰ।

ৰজা- ক্ষন্তেক্ৰ উত্তেজনাত মত্তলীয়া হৈ ভৱিষ্যতৰ এজাৰ কৰিব খুজিছা কেলেই ?

ললিতা- দেশৰ মঙ্গলৰ কাৰণে।

ৰজা- দেশৰ মঙ্গল? ভুল কৰিছা ললিতা।

ললিতা- বিবেকে নকয় স্বৰ্গদেউ ঈশ্বৰ ।

ৰজা- বিবেকে তোমাক ভুল বাটেৰে নিব খুজিছে।

ললিতা হয়তো ভালৰ কাৰণে।

ৰজা- তুমি অৰণ্যত ৰোদন কৰি সুখৰ সপোন দেখিছা।

ললিতা- কিন্তু তাৰ প্ৰতিধ্বনি ভৈয়ামত দিঠকত পৰিণত হব।

ৰজা- ক্ষন্তেকতে পুনৰ শূন্যত বিলীন হৈ যাব।

ললিতা- বন্দিনী জননীৰ কথা কেনেকৈ পাহৰিব ?

ৰজা- সময়ৰ লগে লগে সকলো পাহৰি যাবা।

ললিতা- জননীক বন্দিনী দেখি সন্তানে স্থিৰেৰে থাকিব কেনেকৈ ?

*(ৰজাই বহাৰ পৰা উঠি ললিতালৈ মুগ্ধ হৈ চাই থাকে সিংহাসনৰ পৰা নামি আহে)*

ৰজা- (আবেগৰ সুৰত) ললিতা।

ললিতা- স্বৰ্গদেউ ঈশ্বৰ।

ৰজা- (অতি সৰুকৈ অথচ স্পষ্ট ভাবে শুনা গৈছে) দেৱী, শাপভ্ৰষ্টা হৈ মৰ্ত্তত জন্ম লৈছাহি। কোৱা-কোৱা দেৱী, বন্দিনী জননী মুক্ত হব? অসমী আইৰ অবিৰল ধাৰে বৈ যোৱা চকুৰ লোটক নিজ হাতে মচি দেশমাতৃৰ মুখত পুনৰ হাঁহি বিৰিঙাব পাৰিম ? পাৰিম ললিতা?

(ললিতাক হাতত ধৰে ললিতাই তলমূৰ কৰে)

পিয়লী- স্বৰ্গদেউ !

(ৰজাই পিযলীলৈ ঘূৰি চাই নিজৰ দুৰ্বলতা বুজিব পাৰি লাজ পাই ললিতাৰ ওচৰৰ পৰা আতৰি আহে)

ৰজা- পিয়লী। প্ৰজাক পালন কৰিম বুলি প্ৰতিশ্ৰুতি দি অসমৰ ৰাজপাটত উঠিছিলো,কিন্তু মই প্ৰজাক সুখ দিব নোৱাৰিলো। প্ৰজাৰ স্বাৰ্থ-ৰক্ষা কৰিব নোৱাৰিলো। সিহঁতক বিদেশীৰ হাতত সঁপি দিলো। তথাপি পিযলী প্ৰজাই মোৰ ওপৰত বিশ্বাস ৰাখিছে। এতিয়াও মোৰ ওচৰত আশা কৰি আবেগ সতৃষ্ণ নযনেৰে চাই আছে।

পিয়লী- সেই কাৰণেই ললিতাই স্বৰ্গদেউৰ ওচৰলৈ আশ্ৰয বিচাৰি আহিছে।

ৰজা- মুক্তি -পিয়লী-ললিতাৰ কাৰণে ৰাজ কাৰেং সদায মুকলি থাকিব। যোৱা ললিতাক তুমি নিজে কাৰেঙলৈ লৈ যোৱা।

ললিতা- স্বৰ্গদেউৰ এই অপৰিসীম কৰুণাৰ কাৰণে -অভাগিনী স্বৰ্গদেউ ঈশ্বৰৰ ওচৰত চিৰ কৃতজ্ঞ থাকিব।

ৰজা-কৰুণা। ই মোৰ কৰুণা নহয ললিতা। তোমাৰ মহিমাময -দেশ প্ৰীতিত মুগ্ধ মই। তোমাৰ ত্যাগৰ এফেৰি ঋণ মাথো পৰিশোধ কৰিবলৈ চেষ্টা কৰিছো। ব'লা মই নিজে তোমাক আইতাৰ ওচৰত থৈ আহোঁগৈ। (ৰজাই ললিতাক লৈ যায়। পিচে পিচে পিয়লী। অলপ সময মঞ্চত কোনো নাথাকে। মঞ্চৰ ভিতৰত মযদু স্বৰ ভাঁহি উঠে, দেৱান সোমাই আহি ৰজাৰ কাৰণে অপেক্ষা কৰি থাকে। ৰজাৰ পুনৰ প্ৰৱেশ। দেৱানে ৰজাৰ আগত আঠু লয়)।

ৰজা- দেৱানে হেনো আজি কলিকতালৈ যাবলৈ স্থিৰ কৰিছে।

দেৱান- মনত ভাবিছো স্বৰ্গদেউ।

ৰজা- প্ৰযোজন নিশ্চয। নিতান্ত গোপনীয।

দেৱান- গোপনীয হলেও

ৰজা- যি কথা এই মুহূৰ্ত্তলৈকে মোৰ ওচৰত গোপনীয হৈ আছে সেই কথা গোপনীয হৈ থকাই ভাল দেৱান।

দেৱান- আপোনাৰ অনুমতি নেপালে যাম কেনেকৈ স্বৰ্গদেউ।

ৰজা- মই যদি অনুমতি নিদিও -

দেৱান - যাত্ৰা এই বাৰলৈ স্থগিত ৰাখিম।

ৰজা- আপোনাৰ এই পৰিবৰ্ত্তনৰ কাৰণ দেৱান।

দেৱান- হলৰইদ চাহাবে আমাক বিদ্ৰোহী বুলি ঘোষণা কৰিছে। আমি দেশৰ শান্তি ভঙ্গ কৰা বুলি আমাৰ ওপৰত ৰাজদ্ৰোহৰ অভিযোগ আনিছে।

ৰজা- দেৱান। আপুনি মোৰ অতি আপোন জন। আপোনাৰ ওপৰত মই বহুখিনি ভৰসা কৰো। আপুনি যি কৰিব তাক ৰজাৰ কাৰণে, দেশৰ কাৰণে অসমীযা জাতিৰ মঙ্গলৰ কাৰণেই কৰিব। সেইখিনি বিশ্বাস মোৰ আছে। কিন্তু এই বলিযা ইংৰাজ জাতিৰ ওচৰত আবেদন কৰি ভিক্ষা পাত্ৰ লৈ আমাৰ স্বাধীনতা আনিবলৈ যোৱা উচিত হবনে ?

দেৱান - ভিক্ষা কৰিম কেলেই স্বৰ্গদেউ। ই আমাৰ ন্যায্যদাবী। অসম অসমীযাৰ। বগা বঙালৰ ইযাত কি অধিকাৰ আছে?

ৰজা- দেৱান (অৱজ্ঞাৰ হাঁহি মাৰি)

দেৱান- স্বৰ্গদেউ।

ৰজা- মই যদি কও আপোনাৰ মগজুৰ বিকাৰ হ'বলৈ আৰম্ভ হৈছে।

দেৱান- অধীনে বিনা প্ৰতিবাদে মানি লম স্বৰ্গদেউ।

ৰজা- মোৰো যদি আপোনাৰ লগে লগে মগজুৰ বিকৃতি ঘটে।

(দেৱানে কি কও নকও কৰি হাত মোহাৰিবলৈ ধৰে, ৰজাই দেৱানলৈ ঘোপাকৈ চাই থাকে)

ৰজা- মোৰ কথাবিলাক আপোনাৰ কাণত বাতুলৰ প্ৰলাপ যেন লাগিছে নহয নে দেৱান ?

(দেৱান গম্ভীৰ হৈ পৰে আৰু নিমাত)

ৰজা- দেৱান।

দেৱান- (ভগা সুৰত) স্বৰ্গদেউ।

ৰজা- যিদিনাই শিৱসাগৰৰ ৰাজ কাৰেঙৰ পৰা ইংৰাজে মোক উলিয়াই দিছে সিদিনাৰ পৰাই মহাৰাজ কন্দৰ্পেশ্বৰসিংহই নিজৰ মনুষ্যত্ব হেৰুৱাইছে। মোৰ গাত পূৰ্বপুৰুষসকলৰ শাও লাগিছে। পূজাৰি সকলে দেউলৰ দুৱাৰ মোৰ কাৰণে বন্ধ কৰি দিছে। মৃত্যু, দেৱান মৃত্যুই মোৰ একমাত্ৰ উদ্ধাৰৰ উপায়।

দেৱান- ইন্দ্ৰবংশী বীৰ আহোমৰ সন্তান হৈ আপুনি ইমান দুৰ্বল হৈ পৰিছে কেলেই স্বৰ্গদেউ। ভাগ্যক ধিযাই হাত সাৰটি বহি থাকিলে আৰু নচলিব স্বৰ্গদেউ। সময় পালে বিদ্ৰোহী দল শক্তিশালী হৈ উঠিব বুলি ধূৰ্ত্ত ইংৰাজে খুব ভালকৈ ধৰিব পাৰিছে আৰু অসমীয়াৰ অন্তৰৰ পৰা এতিয়াও বিদ্ৰোহৰ অগনি নুমুৱা নাই বুলি সিহঁতে বেছ বটিযাকৈ জানিছে।

ৰজা- বাহুত যদি শকতি নেথাকে বুকুত যদি বল নেথাকে তেন্তে ভিক্ষা কৰি অৰ্জ্জা স্বধীনতা ৰাখিবই বা কেইদিন?

দেৱান- এটা জাতিক বলেৰেই বা কিমান দিন দাসত্ব শিকলিৰে বান্ধি ৰাখিব পাৰে স্বৰ্গদেউ। চলেবলে যদি কোনো উপাযে সিহঁতৰ লগত মিতিৰালিৰ অভিনয় কৰি সকলোৰে একগোট হ'ব পাৰো তেনেহলে স্বৰ্গদেউ -ইংৰাজৰ কামানৰ এনে কি শক্তি আছে যে অসমীযাৰ এই জাতীয় আন্দোলন নাশ কৰে।

ৰজা- আপোনাৰ কূট বুদ্ধিৰ সদায় শলাগ লৈ আহিছো দেৱান। আজি এই সঙ্কটৰ দিনত দেশৰ উদ্ধাৰৰ ভাৰ আপোনাৰ ওপৰতেই নিৰ্ভৰ কৰিছে।

দেৱান- তেন্তে স্বৰ্গদেউ মুকলি অন্তৰেৰে অকুণ্ঠিত চিত্তে মোক আজি বিদায় দিয়ক।

ৰজা- সিংহৰ গৰাহত আপোনাক এনে নিঠৰুৱাকৈ কোন সতে এৰি দিম দেৱান।

দেৱান- কিন্তু আৰু যে পলম কৰিবৰ সময় নাই, স্বৰ্গদেউ। মাথো আৰ্শীবাদ মোক দিয়ক। সেয়ে এই বিপদত অক্ষয় কৱচ হৈ জিলিকি থাকিব।

ৰজা- সেয়ে হব, সেয়ে হব দেৱান। অকল মোৰেই নহয় সমগ্ৰ অসমীযা জাতিৰ সম্মিলিত ইচ্ছাশক্তিয়ে আপোনাক লোহাৰ বৰ্ম্মৰ দৰে আবৰি ৰাখিব। সেয়ে হব আপোনাৰ কৱচ কুণ্ডল।

দেৱান- (আঠু লৈ) স্বৰ্গদেউ।

ৰজা- (দেৱানক তুলি সাৱটি ধৰে) অসমী আইৰ আশীষ বাণী বৰ্ষিব পৰক আপোনাৰ শিৰত। জয়যুক্ত হওক আপোনাৰ এই অভিযান। (ৰাজচৰাৰ পোহৰ কমি যায়। পিয়লী, ৰাজমাও আৰু ললিতাৰ প্ৰৱেশ। ৰজাই আইতা আইতা বুলি ৰাজমাওক সাৱটি ধৰে। দেৱানে ৰাজমাও দেউতাৰ ওচৰত আঠু লয়)

ৰজা- আইতা -আইতা!

ৰাজমাও-দেৱান। আপোনাৰ চকু-লো ওলাইছে কিয়? (ৰজাৰ মুখলৈ চাই)
ইকি, কন্দৰ্পেশ্বৰ চকুলো টুকিছ?
(ৰজাই লাহে লাহে সিংহাসনত মূৰ দি শুই পৰে। কৰুণ সুৰ বাজি উঠে)

পিয়লী- ৰাজমাও দেউতা, দেৱানে লাট চাহাবৰ লগত দেখা কৰিবৰ কাৰণে আজি নিশাতে কলিকতালৈ যাত্ৰা কৰিবলৈ ওলাইছে। 'অসমৰ ৰাজ সিংহাসনৰ ভৱিষ্যতৰ কথা একমাত্ৰ ঈশ্বৰেহে জানে।
(ৰাজমাও দেৱানৰ ওচৰলৈ আহি মূৰত ধৰি আৰ্শীৰ্বাদ দিয়ে। দেৱানে আকৌ আঠু লয়)

ৰাজমাও-দেৱান। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছো যেন আপোনাৰ মনোবাঞ্ছা সিদ্ধি হয়। (এই বুলি ৰাজমাওৱে চকুলো মচিব ধৰে)

দেৱান- (ভঙ্গা সুৰত) পিয়লী, যাবৰ সময়ত এযাৰি কথা কৈ যাও -বিপদত যেন কেতিয়াও অধৈৰ্য্য নোহোৱা। নিজৰ কৰ্ত্তব্য ঠিক মতে পালন কৰিবা। (ললিতালৈ চাই) আই ললিতা।

ললিতা- দেৱান দেউতা (আঠু লয়)।

দেৱান- ৰাজমাও দেউতা আৰু স্বৰ্গদেউৰ যত্নৰ যাতে কোনো ত্ৰুটি নহয তাৰ কাৰণে লক্ষ্য ৰাখিবা।
(দেৱান এখোজ দুখোজ কৈ ওলাই যায়। নিস্তব্ধ. ৰজাই দেৱান দেৱান বুলি চিঞৰি উঠে)

ৰজা- দেৱান দেৱান।
(ৰজাই সিংহাসনৰ পৰা উঠি আহে, ৰাজমাও দেউতাই ৰজাক সাৱটি ধৰে। দেৱানে এবাৰ ৰজালৈ ঘূৰি চাই, বেগেৰে প্ৰস্থান)
(লগে লগে -পট পৰিৱৰ্ত্তন)

## তৃতীয় অঙ্ক

### প্ৰথম দৃশ্য

(মিল চাহাবৰ তম্বুৰ আগ চোতাল)

মিল- Captain.

হলৱইড- Your Excellency.

মিল- Could you tell me Captain what on earth does General Jenkins by means supporting this rouge of a man --This Maniram Dewan?

হলৱইদ- Yes, Your Excellency. General's

curious affection for the Dewan has become our greatest obstacle.

মিল- Why does he forget the enternal law-- why? Does not he know that the black are destined to be dominated by the white-- that is the white man's burden to protect the black.

হল- It is the Dewan--he has been keeping the general under this thumb.

Well, Captain--I hate this Dewan, yet admire-- here is a man, the only one in the whole province who carries a burning fire of patriotism in his heart. If we cannot pull the bridle in time who knows our ambitious programme may fall flat on the ground in no time

(হৰনাথৰ প্ৰবেশ)

মিল- Inspector--What news? Anything urgent?

হল- দেৱানকো কোনো খবৰ মিলিছে ?

হৰ- অকল সন্ধানেই নহয় হুজুৰ-দেৱানে কলিকতাৰ পৰা স্বৰ্গদেৱলৈ দিয়া পত্ৰ এখনো হস্তগত কৰিছো ।

মিল- What--? The crafty Dewan is at Calcutta Oh-God!

হল- দেৱানে কেলকতাত কি ৰকম যাইছে ?

হৰ - দেৱানে কৰিব নোৱাৰা কাম একোৱেই নাই হুজুৰ -

মিল- That's alright. Now--What does he write there in the letter?

হল- চিঠি পঢ়ি শুনাব লাগে - Inspector ?

হৰ- (চিঠি পঢ়ে)

প্ৰবল প্ৰতাপান্বিত গুণকৈ সিন্ধু মহাৰাজ কন্দৰ্পেশ্বৰ সিংহ নৃপমণি সমীপেষু,

স্বৰ্গদেৱ,

বৰ্ত্তমান ইংৰাজ চৰকাৰৰ যি অৱস্থা হৈছে এওঁলোকৰ ৰাজ্য ৰযনে নৰয় ঠিক নাই । তেনেস্থলত আমাৰ ৰাজ্য এওঁবিলাকে ৰক্ষা কৰি দিব এনে আশা নাই । গতিকে আমাৰ ৰাজ্য আমিহে ভৱিষ্যতে বিদেশীৰ উপদ্ৰৱৰ পৰা ৰক্ষা কৰিব লাগিব । তাৰ বাবে যথাসাধ্য আয়োজন কৰাৰ দৰ্কাৰ আৰু এইটোও মন কৰিব লাগিব যে সেই সুবিধা যদি আমি এতিয়াই নলও তেনেহলে পিচত ইংৰাজৰ দৰে মহা শক্তিশালী জাতি এটাক তাকৰীয়া অসমীয়া জাতি এটাই যে ভৱিষ্যতে ইংৰাজৰ লগত ৰণ কৰি নিজৰ দেশ উদ্ধাৰ কৰিব পাৰিব মোৰ বিশ্বাস নহয় । মই আপোনাৰ ওচৰত কৈ অহা মতে নানান উপায়ে চেষ্টা কৰি চালো , কিন্তু লাট চাহাবৰ কথাৰ পৰা যি বুজিলো ইংৰাজে অসমত যি খুটি পুতি বহিলে সহজে তাৰ পৰা আৰু তেওঁলোকৰ যোৱাৰ ইচ্ছা নাই । এতেকে এতিযা আমি সকলোৱে এক গোট হৈ ইংৰাজৰ বিপক্ষে বিদ্ৰোহ কৰাৰ বাহিৰে আৰু উপায নাই । সকলো কথা পিযলী বৰুৱাক জনাব যাতে তেওঁ মই ঘৰ পোৱাৰ আগতে তলে তলে সকলো প্ৰস্তুত কৰি ৰাখে। মই দুই এদিনতে কলিকতাৰ পৰা ঘৰ বুলি ৰাওনা কৰিম । ইতি -

আপোনাৰ একান্ত বিশ্বাসী ভৃত্য

মণিৰাম দত্ত বৰুৱা

মিল- This crafty conspirator must be removed from the face of this earth-

মিল- Yes-at all cost Well Capt, no time should be lost. Send a message to Calcutta immediately-- the Dewan must be arrested on a charge of conspiracy. The letter will be his death knell.

হল- I will obey forthwith your Excellency.

মিল- Inspector, I give you complete freedom absolute power. বিদ্ৰোহ ঠাণ্ডা অলবৎ কৰণে হোগা- take a small battalion with you, arrest all the insurgents. We cannot allow the mutiny to spread in Assam.

হল- চাহাব বাহাদুৰে সন্দেহজনক মানুহৰ ঘৰ খানাতালাছ কৰিব দিছে । কোনো মানুহৰ ওপৰত চোভা হলে তাক গ্ৰেপ্তাৰ কৰিব আৰু শাস্তি দিবলৈ কৈছে । দৰকাৰ হ'লে ডাঙৰ-ডাঙৰ মানুহক ভি নাই চাৰিবে।

হৰ- হুজুৰ-দুতিৰাম চিৰস্তাদাৰৰ ঘৰত আৰু কিছুমান কাগজ পোৱা গৈছে । আমাৰ বিৰুদ্ধে কলিকতাৰ কাকতত যিবিলাক কথা বাহিৰ হৈছিল , সেই সকলোবিলাক চিৰস্তাদাৰ ৰ কাম।

মিল- Is that a fact ? Then he must also,

be brought to custody.

হল- তেন্তে তেওঁক গ্রেপ্তাৰ কৰিব লাগে।

হৰনাথ - হুজুৰ সেই বিষয়ে কোনো চিন্তা নকৰিব । বন্দুকৰ দুটামান খুন্দা খালেই তাৰ মুখৰ পৰা সকলো ওলাই যাব।

মিল- (হৰনাথৰ পিঠিত চপৰীয়াই ) Oh, what a cleaver chap you are, I assure I will place you on the throne of Assam

হল- তোমাক কমিশ্যনাৰ বাহাদুৰে আসামৰ ৰাজা বানাবে বুলি কৈছে ।

হৰ- কিন্তু হুজুৰ মণিৰাম দেৱান জীয়াই -

মিল- That should not trouble you inspector Maniram's days are numbered--capt have me Dewan's letter.

হল- Inspector,দেৱানৰ চিঠি ক'ত আছে -(হৰনাথে চিঠি উলিযাই দিয়ে হলৰইদ আৰু মিল তম্বুৰ ভিতৰত সোমায )

হৰ- মানুহে মোক দেশদ্ৰোহী বুলি ঘিণ কৰে । কৰক তাত মোৰ ক্ষতি কি ? মোক লাগে অসমৰ ৰাজ পাট আৰু মণিৰাম দেৱানৰ প্ৰাণহীন দেহা । হাঃ হাঃ হাঃ (বেগেৰে প্ৰস্থান )

(আন ফালৰপৰা ফুলকুমাৰীক লৈ হাজৰিকাৰ প্ৰৱেশ। কাকো নেদেখি এটা চিপাহীক মাতে ! চিপাহী এটা সোমাই আহে )

হাজ- চিপাহী, পৰ্বতীয়া বৰুৱাক মতা বুলি কছোন ? (চিপাহীৰ পুনৰ প্ৰস্থান । কিছুসময় কাৰো মাত বোল নাই , হাজৰিকাই ফুলকুমাৰীলৈ কেৰাহিকৈ চাই এটি হাঁহি মাৰে)

হাজ- তোমাৰ ভয় লাগিছে নেকি লাহৰি ? ( ফুলকুমাৰী নিমাত) নেমাতা কিয় মোৰ জীউটো, তোমাক , তোমাক কোনে কি কৰিব পাৰে, মোক মাথো বি - য়া-

ফুল- (খঙেৰে ) হাজৰিকা -

হাজ- (উচাপ খাই উঠে ) এ ধমকা-ধমকি শননো কিয় কৰা মোৰ গোঁসানী । মোৰ আকৌ তোমাক বৰ ভয় লাগে নহয় প্ৰাণেশ্বৰী ।

ফুল- আপুনি অসমীয়া হৈ অসমীয়াৰ কি সৰ্বনাশ কৰিবলৈ ওলাইছে এবাৰ দকৈ ভাবি চাওক হাজৰিকা দেউ।

হাজ - এ দ-বাম ভাবিবলৈ আৰু আমাৰ সময় নাই বুইছনে , আমি হৈছো বীৰ । আমাক লাগে যুঁজ ।

ফুল- বীৰ । আপুনি বীৰ।

হাজৰিকা-(বুকু ফুলাই ) বীৰ নহয় কি বুলি ভাবা ?

ফুল- নিজৰ দেশৰ নিজৰ স্বজাতিৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ আপুনি বীৰ হৈ জন্ম গ্ৰহণ কৰিছে ।

হাজৰিকা-এ তুমি আকৌ ক'ৰ অসমীয়া জনী ওলালাহিহে । তুমি দেখোন মনিপুৰী ছোৱালী।

ফুল- মনিপুৰীও অসমীয়া হাজৰিকা দেউ ।অসমী আইৰে লালিত -পালিত সন্তান ।

হাজৰিকা-এইবিলাক অলাগতিয়াল কথা বাদ দিয়া । মুঠৰ ওপৰত যদি এই ভাৰভ্ৰত জীয়াই থাকিবলৈ মন কৰিছা , তেনেহলে মোক বিয়া কৰোৱা ।

ফুল - আপোনাক বিয়া কৰোৱাতকৈ, নৈত জাহ দি মৰিম। (হৰনাথৰ প্ৰৱেশ)

হাজৰিকা- এই নাচনীৰ বৰ বৰ কথা এতিয়াও শেষ নাই বৰুৱা ডাঙৰীয়া ।

হৰ - (কেৰাহিকৈ চাই এটি বিদ্ৰূপৰ হাঁহি মাৰি ) দুৰ্বল পুৰুষক তিৰোতাই কেতিয়াও ভাল নেপায় হাজৰিকা।

হাজৰিকা-(লাজ পাই কি কও, কি নকও কৰি ) ও নহয় বুইছেনে? এঃ-

হৰনাথ - (ফুল কুমাৰীলৈ চাই ) ফুলকুমাৰী এপিনে মৰণ আৰু আন পিনে উপহাৰ , বহুমূলীয়া উপহাৰ , কোনটো লাগে বাছি লা।

ফুল - মোৰ ভাই ভনীহঁতক মৰণৰ মুখলৈ ঠেলি দি আপোনাৰ সেই বহুমূলীয়া উপহাৰ পাবলৈ ইচ্ছা নকৰো পৰ্বতীয়া বৰুৱা।

হৰনাথ - (মূৰ দুপিয়াই ) ও , সেই মৃত্যু-যন্ত্ৰণা কিন্তু বৰ ভয়ানক ফুল কুমাৰী। ।

ফুল- দেশদ্ৰোহীতাৰ নৰক -যন্ত্ৰণা তাতোকৈ ভয়ানক পৰ্বতীয়া বৰুৱা।

হাজৰিকা-এইৰ ইমান সাহ , দুটামান ভালকৈ শোধাই দিম নেকি বৰুৱা দেউ?

হৰনাথ -অধৈৰ্য্য নহ'বা হাজৰিকা । বেলি উঠাৰ লগে লগে লাজুকীলতা আপোনা আপুনি জঁয় পৰি যাব ।

ফুল- তথাপি হাৰ নেমানে পৰ্বতীয়া বৰুৱা।

হৰনাথ - (খঙত জ্বলি উঠি ফুল কুমাৰীলৈ যোপাকৈ চাই ) সিদিনাখনৰ চমতাৰ আঘাত ইমান সোনকালে পাহৰিলিনে ? (দুই তিনি কোব মাৰে । ফুলে উঃ উঃ কৰি মুখ বিকটাই উঠে । হাজৰিকাই ফুলৰ মুখখন দেখি অন্তৰত বেজাৰ পায় । হৰনাথৰ ভয়ত প্ৰকাশ নকৰে।) হাজৰিকা , এইক লৈ গৈ অকলে যোপমৰা কোঠা এটাত থৈ দিয়াগৈ ।

(মোহন হাজৰিকাই ফুলকুমাৰীক লৈ প্ৰস্থান )

চিপাহী, (চিপাহী আহি চেলাম দি সন্মুখত থিয় দিয়ে)

চিৰস্তাদাৰক লৈ আহে ।
চিপাহী গৈ হাতত শিকলি লগাই দুতিৰাম চিৰস্তদাৰক লৈ আহে ।)

**হৰনাথ-** দেৱানৰ লগত কলিকতালৈ আৰু কোন কোন গৈছে?

**দুতিৰাম** -মোক এইদৰে প্ৰশ্ন কৰিবলৈ আপোনাৰ কি অধিকাৰ আছে ।

**হৰনাথ -** হাতত শিকলি পিন্ধা মানুহৰ মুখত ইমান বৰ কথাই শোভা নাপায় চিৰস্তাদাৰ ডাঙৰীযা ।

**দুতিৰাম** -আপোনাৰ হাতত শিকলি পিন্ধাবলৈকো আৰু বেছি দিন নাই ।

**হৰ-** হাঃ হাঃ হাঃ । বহুত দিন অন্তৰ খুলি হাঁহিবলৈ পোৱা নাছিলো , আজি যা হওক আপোনাৰ অনুগ্ৰহতেই এবাৰ অন্তৰ খুলি হাঁহিবলৈ পালো ।

**দুতিৰাম** -হাঁহি মাৰ গলে চকুলোৰে বাট নেদেখা হৈ পৰিব ।

**হৰনাথ -** সেই চকুলো কেনেকৈ বন্ধ কৰিব লাগে তাক মই জানো চিৰস্তাদাৰ ডাঙৰীযা । আপোনাৰ এই ৰাজদ্ৰোহিতাৰ শাস্তি কি জানে ?

**দুতিৰাম** -ৰাজদ্ৰোহী মই নে আপুনি ?

**হৰনাথ -** ইংৰাজৰ দৰ্মহা খোৱা চিৰস্তাদাৰ দুতিৰাম বৰুৱা নে হৰনাথ পৰ্বতীয়া বৰুৱা।

**দুতিৰাম-** দৰ্মহা খালেও ইংৰাজক আমাৰ ৰজা বুলি কোনো দিনেই মানি লোৱা নাই ।

**হৰনাথ** -জানিব পাৰোনে আপোনাৰ ৰজা কোন ?

**দুতিৰাম** -স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহ ।

**হৰনাথ -** কিন্তু এইটোও জানেনে -আপোনাৰ দৰেই কন্দৰ্পেশ্বৰ সিংহৰ হাততো আজি লোহাৰ শিকলি পৰিব ।

**দুতিৰাম** -তথাপি অসমীয়া প্ৰজাৰ মনত তেওঁ ৰজা, চিৰদিন ৰজা হৈযে থাকিব ।

**হৰনাথ** -যদি ভৱিষ্যতে উন্নতি কামনা কৰে , তেনেহলে মোৰ কথা মানি লওক বৰুৱা ডাঙৰীয়া । ইংৰাজৰ বিপক্ষে গৈ কোনো ফল নহব । আপুনি মোৰ বন্ধু আছিল বুলিয়েই এনে অনুৰোধ কৰিছো।

**দুতিৰাম** -বন্ধু হিচাবে চিৰদিন আপোনাৰ সজ পৰামৰ্শ লৈ আহিছো পৰ্বতীয়া বৰুৱা । কিন্তু আৰু নোৱাৰো ,কাৰণ আপুনি দেশৰ শত্ৰু । সেই কাৰণে আপুনি মোৰো শত্ৰু ।

**হৰনাথ -** অৰ্থাৎ আপুনি মোৰ পৰা শত্ৰু হিচাবে ব্যৱহাৰ বিচাৰিছে ।

**দুতিৰাম-** চিপাহীৰ হতুৱাই হাতত শিকলি পিন্ধাই মিত্ৰতাৰ চিনাকী দিলে নেকি পৰ্বতীয়া বৰুৱা ।

**হৰনাথ-** মোৰ এটি কথাত আপোনাৰ হাতৰ শিকলিৰ বান্ধোন মুকলি হৈ যাব বৰুৱা ডাঙৰীয়া ।

**দুতিৰাম** -আপোনাৰ সহায়ত মুক্তি নিবিচাৰো।

**হৰনাথ -** কিয় ?

**দুতিৰাম** -এই মুক্তিৰ কাৰণে আপুনি মোক অসমী আইক বিদেশীৰ হাতত অৰ্পণ কৰিবলৈ অনুৰোধ কৰিব । ইও কি সম্ভৱ পৰ্বতীয়া বৰুৱা পুত্ৰ হৈ , পেটৰ সন্তান হৈ মোৰ দুখুনী আইক কি সতেৰে বিদেশীৰ হাতত এৰি দিম।
(এনেতে মিল আৰু হলৰিদ সোমাই আহে , মিলে দুতিৰামৰ ফালে ঘোপাকৈ চায )

**মিল-** Is ıt Dutıram the taritor?

**হলৰইদ-** Quıte so Your Excellency.

**মিল-** Hıs very appearance betrays his orıgin.

**হৰ-** দুতিৰামৰ হাতত আৰু কি কি পাইছে ?

**হৰ-** কলিকতালৈ পঠোৱা কাগজৰ নকলৰ বাহিৰে আন একো পোৱা নাই হুজুৰ ।

**মিল-** Well Inspector these scoundreals should be severely whipped. They should be braded with white hot ıron--these rascals-- they should be made to realise what fun it ıs to play wıth the Brıtısh lıon.

**হলৰইদ-** Well হৰনাথ , কমিশ্যনাৰ চাহাবে এই বদমাইচক লোহা গৰম কৰি লগাব দিছে -- খুব শাস্তি দিব দিছে

**হৰনাথ -** সাপৰ বিষদাঁত কেনেকৈ উঘালিব লাগে মই জানো চৰকাৰ বাহাদুৰ ।

**মিল-** (দুতিৰামৰ ওচৰলৈ আহি ) oh you hell dog-- son of a bıtch.

**হল-** Inspector তুমি সোনকালে ৰজাক গ্ৰেপ্তাৰ কৰিব লাগে ।

**মিল-** If any body does obstruct you-- you can shoot hım like street dogs.

**হল-** কোনো মানুহে বাধা দিলে কুকুৰৰ নিচিনা গুলী কৰিবে।

**হৰ-** কমিশ্যনাৰ বাহাদুৰৰ আদেশ শিৰোধাৰ্য্য
(দুতিৰামক লৈ যাবলৈ চিপাহীক ইঙ্গিত দিয়ে -প্ৰস্থান)

**মিল-** Capt, inspect all the regiments under your command Keep a spy after every Indian officer--None can you believe-- esecially these black niggers.

পট পৰিবৰ্ত্তন

## তৃতীয় অঙ্ক

## ২ য় দৃশ্য।

*(কন্দৰ্পেশ্বৰ সিংহৰ ৰাজচৰা , ক্ষীণপোহৰে গোটেইটো ৰাজ কাৰেঙত,যেন এটা বিষাদৰ চিন ফুটি ওলাইছে , ভিতৰৰ করুণ বাদ্য ৰিণিকি ৰিণিকি শুনা গৈছে । কন্দৰ্পেশ্বৰসিংহই সিংহাসনত মুৰ থৈ শুই আছে । পিযলীয়ে বীণ বজাই গীত গাই আছে । ললিতাই ৰজাক বিচি থাকে,গীত শেষ হোৱাৰ লগে লগে ৰজাই মুৰ দাঙি পিযলীলৈ চায)*

**কন্দৰ্প-** পিযলী,

**পিয়লী-** স্বৰ্গদেউ

**ৰজা-** স্ব র্গ দে উ । (বহাৰ পৰা উঠে ) কেনে সুন্দৰ, কেনে পৱিত্ৰ , আৰু এবাৰ মোক স্বৰ্গদেউ বুলি মাতা । পিয়লী নিমাত হৈ ৰজাৰ মুখৰ ফালে চাই থাকে, পিযলীৰ দুই চকুৰেদি দুধাৰি লো বই যায, ৰজাই পিযলীৰ মুখৰ ফালে কিছু সময় চাই থাকি, আঁতৰি যায় ) ছিঃ তুমি বৰ দুৰ্বল পিযলী, তুমি কান্দিছা কিয ? কেলেই কান্দিছা পিযলী ?

**পিয়লী-** কিয কান্দিছো ?(মাত বন্ধ হৈ যায)

**ৰজা-** ললিতা।

**ললিতা-** স্বৰ্গদেউ ঈশ্বৰ।

**ৰজা-** পিযলীযে কান্দিছে কেলেই ?

**ললিতা-** মই কেনেকৈ কও স্বৰ্গদেউ ঈশ্বৰ ।

**ৰজা-** অ' এৰা -পিযলীৰ কথা তুমি ক'বা কেনেকৈ ? ললিতা। মই আজিকালি বলিযাৰ দৰে যি পাও তাকে কওঁ নহয নে ? (ললিতাৰ চকুপানী বৈ গ'ল , ৰজাই ললিতাৰ মুখলৈ চাই ) তুমি -তুমিও কান্দিছা ললিতা। (ৰজা গৈ সিংহাসনৰ ওচৰত বহি পৰে , ৰাজমাও দেওতাই 'কন্দৰ্প কন্দৰ্প বুলি সোমাই আহে । ৰজাই 'আইতা আইতা' বুলি মুৰটো ৰাজমাওৰ বুকুত সুমুৱায, ৰাজমাৱে ৰজাৰ মূৰত আঙুলি বুলায । অলপ সময সেইদৰে থাকি ৰজাই ৰাজমাওৰ মুখলৈ চাই হঠাতে 'আইতা আইতা' বুলি ওচৰৰ পৰা আতৰ হৈ যায।)

**ৰজা-** আইতা, তুমিও চকুলো টুকিছা ? বুজিছো তোমালোকৰ লগে লগে সকলো প্ৰজাই কান্দিবলৈ ধৰিছে । কিয় কান্দিছে। কেলেই কান্দিব। মোৰ দুখীয়া প্ৰজাবিলাকৰ নিশ্চয কোনো অভাৱ হৈছে । পিয়লী তুমি এই মুহূৰ্ত্তে ঢোল পিটি প্ৰজাৰ অভাৱ-অভিযোগৰ কথা ৰজাৰ ওচৰত গোচৰ দিবলৈ জনাই দিয়া । মই যথাশক্তি সিহঁতক সহায কৰিম(পিয়লীয়ে তলমূৰ কৰি থাকে) পিয়লী!

**পিয়লী-** স্বৰ্গদেউ ঈশ্বৰ!

**ৰজা-** মোৰ আদেশ পালন কৰা ।

**পিয়লী-** প্ৰজা বিলাকৰ আপোনাৰ ওচৰত গোচৰ কৰিব লগীযা একো নাই স্বৰ্গদেউ । সকলোৱে সুখেৰে জীৱন যাপন কৰিছে ।

**ৰজা-** তেনেহলে সিহঁতে কান্দিছে কিয় ?

**পিয়লী-** এই মিছা সতৰা আপোনাক কোনে দিলে স্বৰ্গদেউ ।

**ৰজা-** মই নিজৰ চকুক অবিশ্বাস কৰিব নোৱাৰো পিযলী। তুমি কান্দিছা ললিতাই কান্দিছে , আইতাই কান্দিছে কোৱা কোৱা পিয়লী - মিছা।

**ললিতা -** স্বৰ্গদেউ ঈশ্বৰৰ ৰাজ্যত কাৰো একো অভাৱ নাই ।

**ৰজা-** যি দেশত ৰজাৰ অভাৱ তাত প্ৰজাৰ অভাৱ নাইহে পাৰে কেনেকৈ ললিতা ?

**ৰাজমাওঁ-** কন্দৰ্পেশ্বৰ মোৰ এই চকুলো দুখৰ নহয সুখৰ , আনন্দৰ । মোৰ প্ৰত্যেক টুপি চকুলোৱে তোৰ দীৰ্ঘ জীৱন কামনা কৰিছে ।

**ৰজা** কিন্তু আইতা , তোমাৰ চকুলোৱে মোক অধৈৰ্য কৰি তুলিছে । মোক কৈছে তোমাৰ এই চকুলো আনন্দৰ নহয দুখৰ -বিষাদৰ । পুত্ৰ হৈ যদি মাতৃৰ দুখৰ কাৰণ হও, তেনেহলে মোৰ জীৱনৰ সাৰ্থকতা ক'ত আইতা ?

**পিয়লী** ৰাজমাওঁ দেউতা , আপুনি কাৰেঙৰ ভিতৰলৈ যাওক। (ৰাজমাও দেউতাই ৰজাক আকোঁৱালি ধৰে , ললিতাই ৰাজমাওঁ দেউতাক ধৰি কাৰেঙলৈ লৈ যায )

**পিয়লী-** দেৱানৰ পৰা কিবা সংবাদ পাইছেনেকি স্বৰ্গদেউ ?

**ৰজা-** দেৱানৰ সংবাদৰ কাৰণে ইমান উত্ৰাৱল হৈছা কেলেই ? ইংৰাজে দেৱানক এজন অতি বহু মূলীয়া সোণৰ শিকলি উপহাৰ দি পঠিয়াব । কাৰণ মই যে ৰজা । তোমালোকৰ লগত মোৰ যথেষ্ট পাৰ্থক্য আছে পিযলী।

**পিয়লী-** আপোনাৰ শৰীৰ আজি অসুস্থ যেন লাগিছে স্বৰ্গদেউ।

**ৰজা-** তোমাৰ বুজাত বহুত পলম হ'ল পিয়লী ! তুমি নাজানা পিয়লী কিমান নিশাৰ পিচত নিশা উজাগৰে থাকি চট্ ফট্ কৰি কটাব লগাত পাৰিছো , কিমান ধৰনৰ জল্পনা কল্পনা কৰিছো তাৰ আদি নাই অন্ত নাই ।

আইতাৰ হা-হুমুনিয়াহে মোক অস্থিৰ কৰি তুলিছে পিয়লী। সেই কাৰণেই দুপৰ নিশাও ওলাই আহো কাৰেঙৰ পৰা বাহিৰলৈ মুকলি বতাহ ললৈ , বাইজৰ শাও পাত লাই জীয়াই থাকিবলৈ ।(এনেতে বাহিৰত বন্দুক-কামানৰ শব্দ আৰু কোঢ়াল শুনা গ'ল । পিয়লীয়ে বাহিৰত কি হৈছে চাবলৈ ওলাই গ'ল ।

ক্ষন্তেক পিচতে উধাতু খাই লৰি আহে )

**পিয়লী**- সৰ্বনাশ সৰ্বনাশ স্বৰ্গদেউ । ইংৰাজৰ চিপাহীযে কাৰেঙ আক্ৰমণ কৰিছে। গুপ্ত দুৱাৰেদি ৰাজমাও দেউতাক লৈ কাৰেঙ ত্যাগ কৰক । মই সিহঁতক পাৰোমানে বাধা দিম ।

**ৰজা**- অকলে বাধা দিবা কাক পিয়লী। হৰনাথৰ দৰে বিশ্বাস ঘাতকৰ দলক, ৰাজ্যলোভী ফেঁটী সাপৰ দৰে অবিশ্বাসী ইংৰাজক তুমি অকলে বাধা দিবা কেনেকৈ ? (ভিতৰৰ পৰা তিৰোতা সকলৰ কান্দোনৰ ৰোল ভাঁহি আহে , ৰাজমাৰে কন্দৰ্প কন্দৰ্প বুলি চিঞৰিবলৈ ধৰে)

**পিয়লী**- কাবৌ কৰিছো স্বৰ্গদেউ , আপুনি যাওক । ৰাজমাও দেউতাই আপোনাৰ কাৰণে অধৈয্য হৈ পৰিছে ।

**ৰজা**- জনমভূমি অসমী আইৰ স্বাধীনতাৰ ছবি মষিমূৰ কৰিবলৈ সাগৰৰ সিপাৰৰ সৌ বণিযা ইংৰাজ, মোৰেই দেশৰ এমুঠি দেশ- দ্ৰোহীৰ সহাযত মোৰেই কাৰেঙৰ দুৱাৰ ডলিত । বিপদৰ এই সন্ধিক্ষণত কলৈকো নেযাওঁ পিয়লী। যোৱা মোৰ হেংদান আনা । (কিছুমান চিপাহী লগত লৈ হৰনাথ সোমাই আহে ) **হৰনাথ** -চিপাহী । কাৰেঙৰ সকলোকে বন্দী কৰ । হাঃ হাঃ হাঃ

-পট পৰিবৰ্তন-

# তৃতীয় অঙ্ক

## ৩ য দৃশ্য

## ইংৰাজ শিবিৰ

### হলৰইদ আৰু হৰনাথ

**হলৰইদ**- Our path is clear Inspector ? এতিযা আমাৰ ৰাস্তা একদম চাফা হৈ যাইছে ।

**হৰনাথ** - হয় হুজুৰ -দেৱানক কলিকতাৰ পৰা গ্ৰেপ্তাৰ কৰাই আনি চৰকাৰ বাহাদুৰে বৰ সজ কাম কৰিছে। দেৱানেই চৰকাৰ বাহাদুৰৰ প্ৰধান শত্ৰু । দেৱান হেন কাঁইটক উঘালি পেলালে আৰু কোনো সংশয নেথাকিব ।

**হলৰইদ**- ইন্সপেক্টৰ ।

**হৰনাথ** - চৰকাৰ বাহাদুৰ ?

**হলৰইদ**- দেৱানক বন্দী কৰি অনা কথা অসমীযালোকে জানিব পাৰিছেনে নাই ?

**হৰনাথ** - এই কথা আৰু এতিযাও নজনাকৈ আছেনে হুজুৰ ।

**হলৰইদ**- অসমীযা মানুহে কি ভাবিছে ।

**হৰনাথ** - কিনো ভাবিব আৰু । দেৱানে অসমীযা ৰাইজৰ চকুৰ আগত স্বাধীনতাৰ যি আশা দাঙি ধৰিছিল সি যে পানীৰ ঔটেঙাহে আছিল -সেই কথা ৰাইজে খুব ভালদৰে বুজি পাইছে হুজুৰ ।

**হলৰইদ** - যিবোৰ মানুহে দেৱানক সন্মান কৰিছিল তেওঁলোকে কি কব বিচাৰে ।

**হৰনাথ** - অহুকাণে পহুকাণে দেৱানক বন্দীকৰা কথাটো সিহঁতে আগৰে পৰা জানিছিল হবলা -কাৰণ কিছুমান মানুহক সিহঁতে আগৰ পৰাই উচটাই থৈছিল । এই মানুহবোৰে দেৱানক চিপাহীৰ হাতৰ পৰা বলেৰে মুকলি কৰি নিবলৈ চেষ্টা কৰিছিল ।

**হলৰইদ**- By force' Then what happened

**হৰনাথ** - কি হব আৰু হুজুৰ -বন্দুকৰ আগতনো সিহঁতে আৰু কিমান পৰ তিষ্ঠিব পাৰে -দুটা মান গুলী শোধাওতেই দিহা দিহি পলাল।

**হলৰইদ**- That's all right আচ্ছা Inspector তুমি জেলত দেৱানৰ খানা -দানা কেনে হৈছে খবৰ লব লাগে ।

**হৰনাথ** - ৰাজদ্ৰোহীৰ আকৌ খোৱা বোৱাৰ ইমান যত্ন কিয লব লাগে হুজুৰ । এতিযা বন্দী যেতিযা খাই মৰিলে যি নেখাই মৰিলেও সেই একে কথাকে নহয জানো হুজুৰ ।

**হলৰইদ**- No Inspector ,তুমি ভুল কৰিছে , বন্দী হলেও আমি দেৱানক অযত্ন কৰিব নাই পাৰে । That's not our etiquette,সেইটো আমাৰ ভদ্ৰতা নাই আছে ।

**হৰনাথ** হুজুৰে অনুমতি দিলে এটা কথা সুধিব খোজো ।

**হলৰইদ** Yes, জিজ্ঞাস কৰিব পাৰে ।

**হৰনাথ** - এতিযা বাৰু দেৱানৰ কি শাস্তি হব হুজুৰ । যি হয সোনকালে হৈ যোৱাই ভাল । ফেটীসাপকনো আৰু কিমান দিন গাখীৰ খুৱাই পোহপাল দিব ।

**হলৰইদ**- Don't be restless Inspector কি নিমিত্তে ইমান অস্থিৰ হৈছে । We shall do every thing according to plan. নিযম মাফিক সব কাম কৰিব লাগিব । দেৱানৰ পূৰা দস্তুৰ বিচাৰ হব লাগিব ।

**হৰনাথ** - আৰু যদি হুজুৰ সেই বিচাৰত দেৱানে মুক্তি পায ।

**হলৰইদ** - Don't worry. মুক্তি কিয পাব । আমি এইসা বন্দবস্ত কৰিব যে দেৱানৰ জবৰজদস্ত শাস্তি হব ।

**হৰনাথ** - চৰকাৰ বাহাদুৰে যি ভাল দেখে তাকে কৰিব , আমাৰনো ইযাত হকাবধা কৰিবৰ কিটো আছে । (এনেতে ভিতৰৰ পৰা মিলে চিঞৰি সোমাই আহে। হাতত এখন টেলিগ্ৰাম)

**মিল**- Capt. Capt. (প্ৰবেশ) There has been rift in the lute Here is the wire from Calcutta. They would like to have

the trial of the Dewan at Calcutta. They have ordered a stay of the proceedings--and asked us to prepare the charge. Now see the Dewan might escape.

হল- Your Excellency. It is the doing of General Jenkins

মিল- Yes. you are correct The General has always been crossing swords with us He must have held the brief for the Dewan at Calcutta-- and who knows he might be trying for his release

হৰনাথ- চৰকাৰ বাহাদুৰৰ অনুমতি হলে মযো জানিব পাৰোনে হুজুৰ -তাঁৰখনত কি লেখা আছে।

মিল- What does he say Captain?

হল- He wants permission to be informed about the contents of the wire

মিল- Ah ! the contents of the wire! ! হামালোকৰ সকল কৌশিশ আভি spoil হো যাযেগা। We are undone হামি কুছ উপাই নাই দেখিছে।

হৰনাথ - কিয চৰকাৰ বাহাদুৰ ?

মিল- Inspector, তুমি এতনা যত্ন কৰিলে -You tried so much to capture the Dewan--now I apprehend. হামাৰ ভয় হয দেৱান মুক্তি পাই যাবে।

হৰনাথ - চৰকাৰ বাহাদুৰৰ কথা অধমে বুজি নাপালো হুজুৰ।

হলৰইদ- কলিকতাৰ পৰা তাঁৰ আহিছে, দেৱানৰ বিচাৰ তাত হব লাগে। কলিকতাত দেৱানৰ বিচাৰ হলে হামাৰ case বহুত weak হৈ যাব। General jenkins সহায় কৰিছে -দেৱান support খালাছ ভি পাব পাৰে।

হৰনাথ - সেই কাৰণেই অধমে কৈছিলো হুজুৰ, শুভকাম সোনকালে সমাধা কৰি পেলোৱাই ভাল। পেলাই থলে কি অপায় অমঙ্গল হয কোনে কব পাৰে।

মিল - লেকিন হামি Calcutta কা order কেইচে disobey কৰিব No. Inspector, we are undone. Our plan is frustrated.

হলৰইদ-হামাৰ আচল মতলব ভি বাহিৰ হৈ যাব পাৰে। আভি কি কৰিব লাগিব আমি একো বুজিব নাই পাৰিছে।

হৰনাথ - চৰকাৰ বাহাদুৰ, যদি দায দোষ নধৰে এটা কথা কব খোজো।

মিল- Yes come on. We shall very much appreciate your suggestion.

হলৰইদ- তুমি কি কব খুজিছে ইন্সপেক্টৰ।

হৰনাথ - চৰকাৰ বাহাদুৰ, ৰাজদ্ৰোহণ অপৰাধত অপৰাধী। দেৱানৰ বিৰুদ্ধে সঁচাই মিছাই নহওঁতে সাক্ষী প্ৰমাণ গোটোৱা আছে। চৰকাৰ বাহাদুৰে নিজেই দেখোন সেই অপৰাধত দেৱানক ফাঁচি দিয়াব পাৰে।

হলৰইদ- কিন্তু এই wire টো কেনেকৈ লুকাব।

হৰনাথ - কিয হুজুৰ। নাই পোৱা বুলি বা পালেও দেৱানে ইহলীলা সম্বৰণ কৰাৰ পাচত চৰকাৰ বাহাদুৰৰ হাতত পৰিছে বুলি ৰিপৰ্ট দিলেই দেখোন লেঠা ছিঙি যায।

হলৰইদ- Yes your Excellency, There appears to be a ray of hope.

মিল What's that?

হলৰইদ- Our Inspector suggests that we might forthwith hang the Dewan and inform headquarters, as if the wire was received after the Dewan hanged.

মিল- Indeed --a cleaver suggestion.

হৰনাথ চৰকাৰ বাহাদুৰ, অযথা সময অতিবাহিত নকৰি সোনকালে দেৱানক ফাঁচি দি দিয়াই ভাল। সাপ মাৰি নেজত বিষ থোৱা কেতিয়াও যুক্তিসঙ্গত নহয়।

মিল- (আনন্দত হৰনাথৰ ওচৰলৈ আহি বাহুত ধৰি জোকাৰি) A clever chap indeed--A clever chap indeed, well Hallrid !

হলৰইদ Yes your Excellency.

মিল- Let us act according to inspector's suggestions.

হলৰইদ-Your Excellency, Hanging first-trial afterwards.

মিল- Yes-- আগাৰি ফাঁচি। উচকা বাদ হোগা বিচাৰ। Hanging first and trial afterwards--what an idea হাঃ হাঃ হাঃ, Long live Britania হাঃ হাঃ হাঃ হাঃ।

পট পৰে -

## তৃতীয় অঙ্ক
## চতুৰ্থ দৃশ্য

অন্ধকাৰ পোতাশাল একো দেখা নেযায় । মঞ্চৰ ভিতৰৰ পৰা এটি কৰুণ সুৰ ভাঁহি উঠিছে । এনেতে নেপথ্যত হৰনাথৰ অট্টহাঁহি শুনা যায় । দেৱান উচপখাই উঠে । হৰনাথে পিযলীৰ ওপৰত কৰা অত্যাচাৰ দৰ্শক সকলে চকুৰ আগত দেখিবলৈ পাইছে। কিন্তু দেৱানে একো দেখা নাই । মাথো হৰনাথৰ হুঙ্কাৰ আৰু লগে লগে পিযলীৰ আৰ্ত্তনাদ শুনিবলৈ পাইছে ।

**হৰনাথ** - হাঃ হাঃ হাঃ

**পিয়লী**- উহ আহ , অসহ্য যন্ত্ৰণা,

**দেৱান**- কোন কোন , কোনে চিঞৰিছে ?

**হৰনাথ** - এতিয়াও সময আছে পিযলী, ইংৰাজৰ বশ্যতা স্বীকাৰ কৰি লোৱা ।

**পিয়লী**- শৰীৰত এটুপিও তেজ থাকে মানে মোৰ দ্বাৰা নহব।

**দেৱান**- কোন ? মোৰ পিযলীৰ মাত যেন লাগিছে ।

**হৰনাথ** - এই এন্ধাৰ পিয়লীৰ মাত যেন লাগিছে ।

**হৰনাথ** - এই এন্ধাৰ পোতাশালত তিলতিলকৈ মৰিব লাগিব।

**পিয়লী**- সিও ভাল । (হৰনাথে আঘাত কৰে ) উহ -প্ৰভো !

**হৰনাথ** - এতিযাও মোৰ কথা শুনা পিযলী। জানিবা এযে মোৰ শেষ অনুৰোধ নহ'লে এই তপত লোহাৰে তোমাৰ দৃষ্টি শক্তি চিৰদিনৰ কাৰণে লোপ কৰি পেলাম।

**দেৱান**- কি ভীষণ যন্ত্ৰণা। পিযলী-পিয়লী । স্বীকাৰ কৰা, বশ্যতা স্বীকাৰ কৰা । ওহো -নকৰিবা। কেতিযাও নকৰিবা ।বীৰ তুমি ।বীৰৰ সন্তান, সকলো অত্যাচাৰ নিৰবে সহি যোৱা ।

**হৰনাথ** - এতিযাও নীৰৱ কিয পিযলী । কোৱা -দাসত্ব স্বীকাৰ কৰিছো ?

**পিয়লী**- অসম্ভব।

**হৰনাথ**- তেন্তে মৃত্যুৰ বাবে সাজু হোৱা।
(হৰনাথে পিযলীৰ গাত তপত লোহা লগাই দিযে )

**পিয়লী**- মৰিলো, মৰিলো , দেৱান -

**দেৱান**- পিয়লী, মোৰ প্ৰাণৰ পিযলী । জগতৰ আগত প্ৰমাণ কৰি দেখুৱালা , জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিযসী। -হৰনাথে অট্টহাঁহি মাৰি প্ৰবেশ কৰে -

**হৰনাথ** - হাঃ হাঃ হাঃ,

**দেৱান**- কোন ? কোন ?

**হৰনাথ** - বহুৰূপী দেৱান , বহুৰূপী।

**দেৱান**- অতীত অপমানৰ পোতক তুলিবলৈ আহিছা ? হৰনাথ।

**হৰনাথ**- আপোনাক অসমৰ ৰাজপাটত বহোৱাৰ দিহা কৰিবলৈহে আহিছো ।

**দেৱান**- আতৰ হোৱা হৰনাথ । মোৰ সন্মুখৰ পৰা আতৰ হোৱা । তোমাৰ এই পাপ মূৰ্ত্তি মই আৰু এখন্তেকো চাবলৈ ইচ্ছা নকৰো।

**হৰনাথ** - পাহৰি নেযাব দেৱান বাহাদুৰ , বৰ্ত্তমান আপুনি ইংৰাজৰ বন্দী , হাতত আপোনাৰ লোহাৰ শিকলি । ৰাজদ্ৰোহিতাৰ অপৰাধত অপৰাধী আপুনি ।

**দেৱান**- তোক মই শাও দিছো হৰনাথ । যেতিযা মৰণ শয্যাত পৰি চটফট কৰিবলৈ ধৰিবি তেতিযা হৰনাথ -তোৰ মুখত পানী এটুপি দিবলৈকো কাকো বিচাৰি নেপাবি। গোটেই গাতে তোৰ পোক লাগিব । তিল তিলকৈ এই নাৰকীয দেহাৰ অন্ত পৰিব ।

**হৰনাথ** - শগুণৰ শাওত বুঢ়া গৰু নমৰে দেৱান বাহাদুৰ হাঃ হাঃ হাঃ -হৰনাথৰ প্ৰস্থান ।

(হলৱইদৰ প্ৰবেশ )

**হলৱইদ** -দেৱানবাহাদুৰ । কোম্পানীৰ শাসনৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ অপৰাধত আৰু বিদ্ৰোহী চিপাহীবোৰৰ সৈতে ষডযন্ত্ৰত লিপ্ত হৈ দেশৰ শান্তি ভঙ্গ কৰাৰ অপৰাধত আপোনাৰ ওপৰত ফাঁচিৰ হুকুম হৈছে -(হলৱিদৰ প্ৰস্থান)

লগে লগে এটা বিকৃত শব্দ শুনা গল । গোটেই পোতাশাল নিতাল নিস্তব্ধ হৈ পৰিল । পুনৰ এটি কৰুণ সুৰ ভাহি উঠিল ।

আগে আগে হলৱইদ আৰু পিচে পিচে চাৰিজন চিপাহীযে হাতত বন্দুক লৈ সোমাই আহিল । হলৱইদে দুৱাৰৰ তলা খুলি দিলে । চিপাহী কেইটাই দেৱানক আগুৰি ধৰিলে । হলৱইদ আগে আগে গ'ল। দুটা চিপাহী আগত , দুটা পিচত আৰু দেৱানক মাজত লৈ হলৱইদক অনুসৰণ কৰিলে লগে লগে ।

# যৱনিকা পতন-

## 'পিয়লি ফুকন'ৰ মূল ঘটনাত আলম লোৱা হৈছে

জীৱনাদৰ্শ— নীলকুমুদ বৰুৱা

মিলচ্ ৰিপৰ্ট ( Mills Report)

বৰফুকনৰ গীত— ডঃ সূৰ্য্যকুমাৰ ভূঞা

গড়গাওঁ - বিনন্দচন্দ্ৰ বৰুৱা

অসমৰ পদ্য বুৰঞ্জী (Published by the Depart ment of Historical Antiquarian Society)

মণিৰাম দেৱান— শ্ৰীযুত বিমল ডেকা

শ্ৰীযুত বেণুধৰ শৰ্মা—

ডঃ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীযাৰ লগত হোৱা মৌখিক আলোচনা

## কুশলীৱ

জন্মি ফুকন, পিয়লিফুকন — বদন ফুকনৰ পুত্ৰ

নাৰায়ণ— পিযলিৰ লগুৱা

মণিৰাম— সাধনিয়াৰ

হৰনাথ বৰুৱা— ইংৰাজৰ অসমীযা দাৰোগা

দুতিৰাম— এজন বিষযা

ধনঞ্জয়, পিয়লি বৰুৱা, ধনুধৰ — পিযলি ফুকনৰ সহকৰ্মী

উদয়সিং, কৰ্ণেল কুপাৰ — ইংৰাজৰ নাযক

ৰিসাগৰৰ জুনিযৰ কমিচনাৰ ·

নিউৱিল, মেথী — ইংৰাজৰ সহকাৰী বিষযা

পাদুৰী— ইংৰাজৰ ধৰ্ম যাজক

টম্— কাফ্রি লগুৱা

খাচিযাচিযাম, গাৰোগাম, মিৰিগাম, চিংফৌগাম, নগা ল'ৰা, ভকত, বঙালী পেস্কাৰ. চিপাহী, ৰাইজসকল, বহুৱা, ঢুলীযা, খুলীয়া, ওজা-পালি, হিলৈদাৰি, কাঁড়ী ইত্যাদি।

সুচিতা— পিযলি ফুকনৰ ঘৈণীযেক

লৱণা— পিযলিৰ জীয়েক

পিয়লি ফুকনৰ মাক, গড়গঞা নাচনী ইত্যাদি।

বিয়াল্লিছৰ ৰাজনৈতিক বিপ্লৱত ভাৰতৰ পৰাধীনতাৰ চেকা মচিবলৈ যিসকলে জীৱন আহুতি দিলে সেই শ্বহীদসকলৰ স্মৃতিত - 'পিয়লি ফুকন' উছৰ্গা কৰা হ'ল।

# নিবেদন

এই 'পিয়লি ফুকন' নাটক নগাওঁ নাট্য সমাজৰ সম্পত্তি বুলি কোৱাতকৈও নগাওঁ নাট্য-মন্দিৰৰ সৃষ্টি বুলি কোৱাহে যুগুত। কেইজনমান অভিনেতাৰ পৰিকল্পনা আৰু যুটীয়া চেষ্টাৰ ফলত যদিও এই নাটকৰ উৎপত্তি তথাপি নগাওঁ নাট্য মন্দিৰৰ সভা, শিল্পী আৰু ৰঙ্গমঞ্চৰ যোগাযোগৰ অনুকূল অৱস্থাত পৰিপুষ্ট নোহোৱা হলে ৰাইজৰ আগলৈ ৰঙ্গমঞ্চৰ পোহৰত পিয়লি ফুকন নোলালহেতেন।

গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ সভ্যসকলে বিভিন্ন নাট্য সমাজৰ মাজত সম্বন্ধ স্থাপন কৰি অসমত এখন জাতীয় নাট্য সমাজ গঢ়িবৰ উদ্দেশ্যেৰে নগাওঁ নাট্য সমাজৰ শিল্পীসকলে নিমন্ত্ৰণ কৰিছিল আৰু সেই সুযোগতে এই পিয়লি ফুকন' নাটকৰ অভিনয় প্ৰথম দৰ্শকৰ আগত দাঙি ধৰিবৰ সুবিধা হৈছিল ।

দৰ্শকসকলৰ সমাদৰে এই নাটকখনিৰ এখন বিশিষ্ট আসন দিছে আৰু এবছৰৰ ভিতৰতে চৈধ্যবাৰ অভিনীত হৈ জনসাধাৰণক বিশেষভাবে আকৃষ্ট কৰা দেখি দুই এটি জনমতে 'পিয়লি ফুকনৰ গণ নাট্য হবৰ যোগ্যতা আছে' বুলিও মত প্ৰকাশ কৰিছে। অৱশ্য অসমৰ নাট্য সাহিত্যত 'পিয়লি ফুকন'ৰ স্থায়ী স্থান কেৱল সময়েহে নিৰূপম কৰিব।

পিয়লি ফুকনৰ বিদ্ৰোহ কাহিনী অসমৰ বুৰঞ্জীৰ পৰা উদ্ধাৰ কৰি নাটকলৈ ৰূপান্তৰ কৰা আৰু সেই নাটক ৰূপায়ন কৰি অভিনয় ৰূপে দৰ্শকৰ আগত দাঙি ধৰা কামত শ্ৰীযুত ৰবীন্দ্ৰনাথ খাউণ্ড ডাঙৰীয়াই প্ৰথমৰপৰাই পৰিচালনা কাৰ্য্য ভাৰৰ এটি অংশ গ্ৰহণ কৰি শিল্পীসকলক উদগনি দিছিল।

কল্পনাৰ অলীকতাই যেন বুৰঞ্জীৰ বাস্তৱতা বিকৃত নকৰে সেই ফাললৈ দৃষ্টি ৰাখি যিবিলাক নিৰ্ভৰযোগ্য তথ্য অৱলম্বন কৰি নাটকৰ মূল ঘটনা লোৱা হৈছিল, সেইবিলাক পুথি আৰু তথ্যৰ উল্লেখ বেলেগ পিঠিত কৰা হৈছে।

অভিনেতাসকল সাধাৰণতে নাট্যকাৰ নহয় আৰু "পিয়লি ফুকন" পৈণত লিখনিৰ পৰা ওলোৱা পুথিৰ নহয়। গতিকে কিতাপখনত অনেক আসোৱাহ থকাটো অতি স্বাভাৱিক। কিন্তু অসমৰ 'চাকোলা পিয়লি' ভাৰতৰ প্ৰথম বিপ্লৱী হোৱাৰ বাহিৰেও এই দলৰ এটি জাকত জিলিকা চৰিত্ৰ। এই নাটক খনিয়ে আমাৰ জনসাধাৰণক দেশৰ বিপ্লৱী বুৰঞ্জীৰ লগত পৰিচিত হবৰ কিঞ্চিত সুবিধা দিব পাৰিব বুলি ভৰসা কৰি আমি প্ৰকাশ কৰি ৰাইজৰ আগলৈ 'পিয়লি ফুকন' নিবেদন কৰিলো।

নগাওঁ নাট্য সমিতি

# পিয়লি ফুকন
## ৰজা-মৈদাম

( কৃষ্ণা একাদশী। ৰজাৰ মৈদাম। দূৰত পিছফালে দিখৌ নৈ, মৈদামৰ গাতে লাগি এজোপা বকুল গছ। দুটা-এটা বকুল ফুল মৈদামৰ ওপৰত পৰি থাকে। মৈদামৰ এফাল ভঙা। মৈদাম খান্দি বস্তু চুৰ কৰি নিয়াৰ চিন আছে।

আঁৰকাপোৰ উঠাৰ আগৰেপৰাই মৈদামত কোনোবাই বিনাই থকা শুনা যায। আঁৰকাপোৰ উঠাৰ লগে লগে বিননি লাহে লাহে দূৰলৈ ভাঁহি যায়। সময় শেষ নিশা। নাৰাযণ আৰু পিযলি ফুকনৰ প্ৰবেশ। নাৰায়ণৰ হাতত একোছা জোৰ-মুখত ভয়ৰ ভাব। নাৰাযণৰ পিছতে উদ্বিগ্ন চিত্তে পিয়লি ফুকন। দুযোৰে প্ৰবেশ প্ৰায একেলগেই- নাৰাযণ মাত্ৰ অলপ আগ। পিযলি ফুকন চাকোলা। দুডাল পেংমাৰিৰ সহায়ত খোজ কাঢ়ে। ৰঙ্গমঞ্চত প্ৰবেশ কৰিযেই নাৰাযণ পিয়লিৰ পিছফালে থিয় হয-আৰু ডিঙি মেলি মৈদামৰ ফালে কিবা চায। )

**পিয়লি-** ক'তা নাৰাযণ? মৈদামত দেখোন তেওঁ নাই জু অথচ মই নিজ কাণে শুনিছোঁ-ইয়াত কোনোবাই কান্দিছে। তই জানো শুনা নাছিলি নাৰাযণ?

**নাৰায়ণ -** কিয শুনা নাই মাজিউদেউতা। গাঁৱৰ গঞাৱো জানে আজি দুদিন মানৰ পৰা ৰজা-মৈদামত কোনোবাই দুপৰ নিশা কান্দে।

**পিয়লি-** মইতো নিজে স্পষ্টভাৱে শুনিলোঁ-যেন কোনোবা তিৰোতাৰ বিননি। নহয নাৰাযণ- ভালকৈ চাচোন
( দুযো থৰ লাগি দূৰলৈ চায।)
সেইটো-সেইটো কি?
( দুয়ো অলপ আগুৱাই যায)
গছৰ তলত-ছাঁৰ দৰে। ভালকৈ চাচোন নাৰায়ণ- নিশ্চয় মোৰ ভ্ৰম হোৱা নাই? (দুয়ো একাগ্ৰচিত্তে সেইফালে চায। নাৰাযণ আগবাঢে।)

**নাৰায়ণ-** জানো বেযাহে কৰিবনে কি মাজিউদেউতা।
(নাৰায়ণ আৰু দুখোজমান আগবাঢে। পিয়লিয়ে থিয় হোৱা ঠাইৰেপৰা সন্দেহেৰে চাই থাকে। নাৰাযণে কিবা এটি দেখি একেচাবেই পিযলিৰ কাষ চাপেহি।)
মাজিউদেউতা, সেইটো-সেইটো নহয়। লৰচৰ কৰা যেন পাইছোঁ। সেইযা-সেইযা দূৰলৈ আঁতৰি গৈছে- দেখিছেনে মাজিউদেউতা?

**পিয়লি-** সঁচা নাৰায়ণ? ছাঁ নহয় মানুহ।
(নাৰাযণে সকাহৰ হুমুনিয়াহ পেলাই পিছলৈ উলটি উলটি চাই ভযে ভযে আগবাঢে।
নাৰায়ণ। জোৰডাল লৈ তই বেগাই পাছ ল। সেইয়া- আমাক দেখি পলাইছে-

**নাৰায়ণ-** মানুহ বা হযনে নহয মাজিউদেউতা?

**পিয়লি-** ওঁ--মানুহ, মানুহ। বেগাই যা--।
(নাৰাযণৰ বেগেৰে প্ৰস্থান। পিযলিযে নাৰাযণ যোৱাৰ ফালে কিছু সময চাই থাকে। তাৰ পিচত অলপ বিবুদ্ধি হোৱা যেন হয়।)
শেহনিশা ৰজামৈদামত বিননিৰ।
(দুখোজমান আগবাঢ়ি যাওঁতেই কিহবাত উজুতি খায। পেংমাৰিৰে ভালকৈ খুচৰি চাযঃ)
ৰজামৈদামত দেখোন খন্দা? ওঁ বুজিলোঁ। নাৰায়ণে কোৱা কথা সঁচা। নাৰাযণে ধৰিব নোৱাৰিব। তাৰ সাধ্য নাই। মৈদামত সিন্ধি মৈদামত ব্যভিচাৰ। মৈদামত মেলেচ ফিৰিঙিৰ ভৰিৰ খোজক্ক মোৰ ছশবছৰীয়া সমাধিস্থ ইন্দ্ৰবংশী স্বৰ্গদেউৰ আত্মাৰ চিৰন্তনীয থাপনা মৈদাম, আজি চুৰা কৰি বগা বঙালে ব্যভিচাৰ কৰিলে। ৰাউজে এবাৰো প্ৰতিবাদ নকৰিলে- - আঙুলি এটা নুতুলিলেজ্ব সেযে আজি গোঁসানী বিতুষ্টা--গোঁসানীৰ বিননি ।
(বেগেৰে নাৰাযণৰ প্ৰবেশ)

**নাৰায়ণ-** ধৰিব নোৱাৰিলোঁ মাজিউদেউতা ।

**পিয়লি-** ধৰিব নোৱাৰিবি নাৰাযণ।

**নাৰায়ণ-** মই কাষচাপি যিমানেই বেগাই যাওঁ ছাঁটো সিমানেই হৰলুকি পিযলি ফুকন হয। জোৰৰ পোহৰত চকামকাকৈ দেখিলোঁ-- ক'লা কাপোৰ পিন্ধা এজনী তিৰোতা মানুহ - চুলি আউলী-বাউলী। মই ধৰোঁ বুলি খেদা মাৰিলোঁ হয, কিন্তু ধৰোঁ ধৰোঁ হওঁতেই তাই দিখৌত জপিযাই পৰি থিতাতে নাইকিযা হ'ল। মাজিউদেউতা, মোৰ হ'লে নৰমনিচ বুলি মনে নধৰে।

**পিয়লি-** নৰমনিচ নাৰাযণ--গোঁসানী।

**নাৰায়ণ-** ( ভযত উচপ খাই উঠি) গোঁসানী? অশৰীৰী? হৰি হৰি

**পিয়লি-** ওঁ গোঁসানী। দেশত মাৰি-মৰকৰ সময়ত আকাশৰ যদি নেজাল তৰা খহে--তেন্তে বগা বঙালে, ইন্দ্ৰবংশী স্বৰ্গদেউ সকলৰ মৈদাম অপবিত্ৰ কৰিলে গোঁসানীয়ে নাকান্দিব কিয? দেশত অমঙ্গলে দেখা দিছে নাৰায়ণ। এই অমঙ্গল আৰু হ'ব।
( অলপ পৰ ভাবি) শুন নাৰাযণ--তই ঘৰলৈ এতিয়াই যা--।

**নাৰায়ণ-** আৰু আপুনি মাজিউদেউতা?

**পিয়লি--** মই অলপ পিছত গৈছোঁ তই গৈ ঘৰৰপৰা এখন শৰাই,

অৰিহণা আৰু গুৱা-পাণেৰে ভালকৈ সজাই --এগছ চাকিৰে সৈতে নি দ'লত দিবিগৈ। বৰঠাকুৰক ক'বি, বৰফুকনৰ ঘৰৰপৰা পঠিয়াইছে।

নাৰায়ণ- (আচৰিত হৈ) আপুনি ইয়াত অকলে

পিয়লি-- ওঁ মই অকলে খন্তেক থাকিবলৈ বিছাৰিছোঁ। তই যা-মই যি কৈছোঁ কৰগৈ।

নাৰায়ণ- নহয় আক'--দশদে বতাৰ ৰাজ্য--সেই গুনেহে কৈছোঁ। (নাৰায়ণ প্ৰস্থান। পিয়লিযে ব্যাকুল ভাৱে ইফাল সিফাল কৰি হঠাৎ মৈদমৰ আগত হাতযোৰ কৰি কয়।

পিয়লি- ইন্দ্ৰবংশী আহোমৰ বংশধৰ, সোণৰ অসমৰ শেষ স্বাধীন স্বৰ্গদেউ।তোমাৰ ৰাজ্যত পিতৃ বদনে মান মেলি দিলে। দেশৰ ইমূৰৰপৰা সিমূৰলৈ অশান্তিৰ অগনি জ্বলাই ঘৰে ঘৰে কান্দোনৰ ৰোল তুলিলে। তুমি দেশদ্ৰোহী পাতকিক জীৱন্ত কালত বিচাৰ কৰিবলৈ সুযোগ নাপালা বুলিযেই তোমাৰ অতৃপ্ত আত্মাই সেই বদনৰ পো-পোৱালিক শাস্তি দিবলৈ আজিও বিচাৰি ফুৰিছে। মই আহিছোঁ স্বৰ্গদেউ। পিতৃ বদন যদি শাস্তিৰ লাযক হয়-সেই শাস্তি মোকে দিয়া। গড়গাঁৱৰ চ'ৰাত নহি-দেশৰ গৰাকী, স্বৰ্গদেউক তোমাৰ এই বিদ্ৰোহী প্ৰজাক বিচাৰ কৰা, মোক উদ্ধাৰ কৰা।

( দূৰৰপৰা গীত গাই ভকতৰ প্ৰবেশ)

ভকত-- (গীত) সোণৰ অসমতে--মান মেলি দিলি।

নন্দনত মেলিলি হাতী,

বৰ কাৰেঙতে--ফেটি গোম মেলিলি

বেঢ়ে মাজে নিশা ৰাতি।

ঐ বদন তই কৰিলি কি।

পিয়লি-- কোন তুমি, এই পুৱতি নিশা মৈদামলৈ আহি বদনৰ কুৎসা ৰটি ফুৰিছা?

ভকত-- বগনৰ কুৎসা ৰটিবলৈ অহা নাই বোপা। মৈদামত এটা গুমুনিয়াহহে পেলাইছোঁ। ( পিয়লিৰ ওচৰলৈ গৈ) তুমিও দেখোন কন্দা যেন পাইছো বোপা? কান্দা--যিমান পাৰা কান্দা। কিন্তু অকলে এজনে কান্দিলে নহ'ব--বহু যুগ ধৰি কান্দিব লাগিব। এজনৰ এটোপাল চকুপানীৰে স্বৰ্গদেউৰ আত্মা শাঁত নপৰে। মোৰ দুখুনী আইৰ দুখ নুগুচে।

পিয়লি-- ভকত! (অলপ ওচৰ চাপি) মৈদামত কেতিয়াবা কোনোবাই কন্দা তুমি শুনিছানে? কোনে কান্দে?

ভকত-- শুনিছোঁ--কিন্তু কোনে ক'ব বোপা, কোনে কান্দে-- কিয় কান্দে?

পিয়লি-- ( অলপ পৰ ভাবি) মান অনাৰ কাৰণে অকল জানো বদনেই দোষী?

ভকত- কেলেই হ'ব বোপা! এজনৰ কাৰনে দেশ এখন তললৈ নাযায়। দেশৰ ঘাই খুটাবোৰেই যদি কটকটীয়া হৈ থাকে তেন্তে এটা বদনৰ এখন কুঠাৰৰ আঘাতত সেই বৰঘৰ হালি পৰিব পাৰেনে? কিন্তু কি কৰিবা--এই দুৰ্দিনৰ বাবে সকলোৱে দেখোন বদনকে দোষাৰোপ কৰে. .

পিয়লি - ভকত! বানপানীৰ দৰে মান আহিল আৰু গ'ল। কিন্তু এইবাৰ অহা বগা বঙাল গোজেই গজালি হৈ শিপাব যেন পাইছোঁ।

ভকত-- কৈছাহেনে? সেই বিষয়ে সন্দিহান হ'বৰ কোনো কাৰণ নাই। তাহানি অসমৰ ডেকাই তেজেৰে লুইত পাওলী কৰি ভাটীলৈ বঙাল খেদিলে, কিন্তু আজিৰ অসমীয়াই বৰজাপি ধৰি ফিৰিঙিক আগবঢ়াই আনি বৰঘৰত বহুৱাইছেহি।

পিয়লি - ভকত মৈদামত কন্দা শুনি আহি কি দেখিলোঁহি ক'ব পাৰানে? দেখিলোঁ ৰজাৰ মৈদাম ভঙা।

ভকত-- মৈদাম কাহানিবাই তোলাং কৰিলে বোপা। তুমি হ'বলা আজিহে

গম পোৱা? বোপা ।

শুকুলা সাউদে মেলা পাতিলেহি

শুকুলা লুইতৰ বালি।

(তই) সুদো হেৰুৱালি মূলো হেৰুৱালি

কি হ'ব ছিঙিলে চুলি।।

( ভকতৰ প্ৰস্থান )

পিয়লি শুনিলা স্বৰ্গদেউ, শুনাহি সাউদহঁতে তোমাৰ দেশৰ সোণ-ৰূপ বয় বস্তু সিঙ্কি দি সিপাৰলৈ লৈ গৈয়ে ক্ষান্ত হোৱা নাই। সিহঁতে আজি তোমাৰ দেশত নিগাজীকৈ শাসন বহুৱাই থিতাপি লাগিব খুজিছে। স্বৰ্গদেউ! এই দুৰ্দিনৰ পৰা দেশক তুমি ৰক্ষা কৰা। তোমাৰ গা-ৰখীয়া সেনা লগাই ফিৰিঙি বঙালক কৰতোৱাৰ সিপাৰ কৰি থৈ আহা।

( উধাতু খাই নাৰায়ণ লৰি আহে )

নাৰায়ণ- মাজিউদেউতা! মাজিউদেউতা!

পিয়লি-- নাৰায়ণ-কি হ'ল ।

নাৰায়ণ-- কথা গহীনেই মাজিউদেউতা। ধনঞ্জয়হঁতে কোদোৰ বাহতে হাত দিলে।

পিয়লি-- পোনপতীয়াকৈ নক'ৱ কিয়?

নাৰায়ণ-- তেওঁবিলাকে ক'ব মাজিউদেউতা। সৌৱা আহিছেই। মই যাওঁ। দলত আক' শৰাইখন দিবগৈ লাগিব নহয়ক

( নাৰায়ণৰ প্ৰস্থান )

( ধনঞ্জয়, ধনুধৰ, উদয়সিংহ, পিয়লি বৰুৱা আৰু জগ্নিৰ প্ৰবেশ। জগ্নিৰ বাহিৰে আটাই কেউজনৰ সাজ-পাৰ

আটিলকৈ পিন্ধা। পিয়লি ফুকনে আগবাঢ়ি উৎসুকভাৱে সোধে।)

**পিয়লি**-- ধনঞ্জয়ক কি হ'ল? তৰাতলি এৰি আহিলা কিয়?

**ধনঞ্জয়**-- তৰাতলিৰপৰা অহা নাই ফুকন। ৰিপুৰাৰ মুখে গুৱাহাটীৰ বাতৰি পালোঁ যে ইংৰাজৰ বাৰুদৰ নাওঁ কালি আহি দিখৌ মুখ পোৱাৰ কথা। ততালিকে আমি একুৰি পাঁচজন মানুহ তৰাতলিৰপৰা গোটাই লৈ লুইত ওলালোঁগৈ। ইংৰাজৰ নিচান উৰুৱা নাওঁ লুইতত দেখা পালোঁ।

**উদয়সিং**- সেই নাৱকা বাৰুদ হামিলোক আন্ধাৰ ৰাতি লুট কৰিলোঁ।

**পিয়লি**-- বাৰুদ ! বাৰুদ!!--তাৰ পিছত?

**পিঃ বৰুৱা**- বাৰুদ--ফুকন বাৰুদ। তাৰ পিছত এটা অদ্ভুত ঘটনা। আমি বাৰুদ লৈ দিখৌৰেদি পলাবলৈ ধৰোঁতেই বিজুলী বেগেৰে এখন পাঞ্চৈ নাওঁ আহি ইংৰাজৰ সুদা নাওঁখন অদ্ভুত কৌশলেৰে নাৱৰীয়া সহ মাজ লুইততে বুৰাই পেলালে। এগৰাকী তিৰোতা মানুহে নাৱৰপৰা ৰিভিয়াই আমাক কোৱা শুনিলোঁ--

"কাম কৰিলে জইন মাৰি কৰি বা--
সাপ মাৰি নেগুৰত বিষ নথবা।"

**পিয়লি**-- তিৰোতা মানুহ ? আচৰিতক্ক কাৰ পাঞ্চৈ নাওঁ?

**উদয়সিং**- কিন্তু ফুকনজিক্কবাৰুদ ৰখাৰ ব্যৱস্থা ৰাতিৰ ভিতৰতে কৰিব লাগে।

**পিয়লি**-- এতিয়া ক'ত আছে?

**ধনঞ্জয়**-- নাৱত

**পিয়লি**-- নাৱত কাক থৈ আহিছা?

**পিঃ বৰুৱা**- গম্ভীৰ হিলৈদাৰ আৰু লগত বাৰটা হিলৈদাৰ আছে। উদয়সিং-- ফুকনজি। এক নাওঁ বাৰুদ মজুত ৰাখি দুস্মন যদি হঠাৎ নোৱাৰে তাব তৰাতলিমে কি শিকিলে! কোম্পানীৰ সাথ কি ৰকম লৰিব।

**জন্মি**-- পিয়লি! আৰু শুন! কালিলৈ পুৰাৰপৰাই বহুত মানুহৰ ইয়াত সমাগম হ'ব। নিশাৰ ভিতৰতে বাৰুদৰ নাওঁ আঁতৰাবৰ ব্যৱস্থা কৰিব লাগিব।

**পিয়লি**-- আঁতৰাবই লাগিব ককাইদেউ। শুনা--তৰাতলিৰ উদযসিঙৰ বাহুৰ উত্তৰে থকা জৰি গছজোপাৰ গুৰিত দ'কৈ গাত খান্দি ৰাতিৰ ভিতৰতে পুতি থৈ আহাঁগৈ। উদয়সিং--তোমাৰ ওপৰতেই এই ভাৰ দিলোঁ। তুমি যোৱা। বাৰুদ যেতিয়া হাতৰ মুঠিত তুমি নতুন উৎসাহেৰে আমাৰ হিলৈদাৰি ৰণুৱা দলক পাকৈত কৰি তোলা।

**উদয়সিং**- আচল চিজ যব হাতৰ মুঠিত--উদয়সিঙৰ এতিয়া বুকু ডাঠ। এই কামৰ পূৰা ভাৰ লৈছোঁ। ফুকনজি। হুলেৰেই হুল কাটিব লাগিব।

( উদয়সিঙৰ প্ৰস্থান )

**পিয়লি**-- হুলেৰেই হুল কাটিব লাগিব। ঠিক কৈছা। ধনঞ্জয়--ধনুধৰ। যি বাৰুদৰ অভাৱত আমি অতদিনে কামত আগবাঢ়িব পৰা নাই, সেই বাৰুদ যেতিয়া গোঁসানীৰ কৃপাত আমাৰ হাতৰ মুঠিত আৰু চিন্তা নাই। এই বাৰ কঁকালত টঙালি বান্ধি সাজু হোৱা ইংৰাজৰ খাৰঘৰ উৰাই দিব লাগিব। তাৰ পিছত সিহঁতৰ লগত ৰণ দি সিহঁতক আমাৰ চাৰিসীমাৰ বাহিৰ কৰিবলৈ সময় নালাগিব।

**ধনঞ্জয়**-- কিন্তু আচৰিত ফুকন, যে আমাৰ দেশৰেই পাবত গজা খিতাপ বিচৰা কিছুমান মানুহে সিহঁতক ওপৰহাত দিবলৈ অৰ্জুনগুৰিত এখন মেলা পাতিছে। আপুনি জানো

(ধনঞ্জযৰ মুখৰপৰা কথা শেষ নৌহওঁতেই )

**পিয়লি**-- অ' অৰ্জুনগুৰিত মেলা? কি উদ্দেশ্য--কিবা জানানে?

ধনঞ্জয়-- কিয় শুনা নাই জানো? মনিৰাম কাকতি বৰুৱাই অৰ্জুনগুৰিত এখন মেলাৰ আয়োজন কৰিছে। মেলাৰ উদ্দেশ্য কাপ্তান চাহাবক ৰাইজৰ ফালৰপৰা ওলগ জনোৱা।

**পিয়লি**-- অৰ্জুনগুৰিত মেলা? ওঁ--মনিৰামে বেচ, জাল পেলাইছে।• সুন্দৰ আয়োজন।

**ধনঞ্জয়**-- কিন্তু ফুকনো সেই মেলালৈ জানো আপুনাক নিমন্ত্ৰণ কৰা নাই?

**পিয়লি**-- হয়তো মোৰ নিচিনা অকামিলাৰ তাত প্ৰয়োজন নাই।

**ধনঞ্জয়**-- অকামিলা। আপুনি অকামিলা। আৰু পাবত গজাবোৰ হ'ল কামিলা।। ফুকন--আৰু এটা বিশেষ বাতৰি আছে।

**পিয়লি**-- আৰু কি বাতৰি?

**ধনঞ্জয়**-- মোৰ সন্দেহে হৈছে--মনিৰামে আমাৰ তৰাতলিৰ বাতৰি জানে।

**পিয়লি**-- জানে? মণিৰামক তাৰাতলিৰ বাতৰি কোনে দিলে?

**ধনুধৰ**-- মোৰ অনুমান মতে হৰনাথ দাৰোগাই এই খবৰ যোগাইছে।

**পিয়লি**-- হৰণাথ দাৰোগা! সিয়েই নে তেনে ফিৰিঙিৰ চোৰাং-চোৱা।

**পিঃ বৰুৱা**- মোৰ বোধেৰে হৰণাথ বৰুৱাই আমাৰ আলেখ-লেখ চাই আছে। আমিও যে আপোনাৰ লগ লাগিছোঁহি এই বাতৰি ফিৰিঙিৰ কাণত পৰাও অসম্ভৱ নহয়।

**পিয়লি**-- ধনঞ্জয়, ধনুধৰ, বৰুৱা। আমাৰ গুৰুতৰ ক্ষণ উপস্থিত

হৈছে। এই সময়ত আমাৰ গা চেৰাই নচলিলে সকলো শ্রম পণ্ড হ'ব। আমাৰ পৱ আৰু পশ্চিম সীমাৰ কাম অতি শীঘ্রে সমাপ্ত কৰি তৰাতলিধি আখৰা সামৰিবলৈ হ'ল। এতিযা তোমালোক যোৱা। তাৰ ব্যৱস্থা কৰাগৈ।

**জম্মি**— তই পিয়লি—

**পিয়লি**— মোক অলপ নিৰলে থাকিবলৈ দিয়া?

**জম্মি**— মৈদামত অকলে অকলে? তোৰ কি হৈছে পিয়লি?

**পিয়লি**— ভয় নকৰিবা ককাইদেউ। মৈদামৰ দেও-দাইনীয়ে এই চাকোলাৰ নেলুটো মুচৰি মাৰিব নোৱাৰে।

**জম্মি**— তই নুবুজ পিয়লি?

**পিয়লি**— বুজোঁ ককাদেউ বুজোঁ। তোমাৰ মৰম, নবৌৰ আদৰ, আইতাৰ চেনেহ সকলো বুজোঁ আৰু বুজোঁ যে ঘৰৰ সকলোৰে মই অশান্তিৰ কাৰণ হৈ উঠিছোঁ। কিন্তু যদি মোৰ নিশা টোপনি নাহে, পাটীত পৰিলে শান্তি নাপাওঁ, ঘৰতো নুবুজে—মই কৰিম কি ককাইদেউ।

**পিঃ বৰুৱা**- কিন্তু ফুকন। অজি কিছুদিনৰ পৰা লক্ষ্য কৰিছোঁ আপুনি মানুহজন সলনি হৈছে। গুৰিয়াল বাৰু অস্থিৰ হ'লে নাওঁ পোনপটীয়াকৈ চলে কেনেকৈ?

**পিয়লি**— শঙ্কা নকৰিবা বৰুৱা। গুটীযদি পানীত চম্ভালিব নোৱাৰি ঘাটত তুলিব নোৱাৰিলেও নাওঁ নুবুৰাকৈ গুৰিয়ালে নিব। হয়তো গুৰিয়াল মৰিব- কিন্তু নাওঁ নুবুৰে।

**ধনুধৰ**— ফুকন। মৰণলৈ ভয় আমি নকৰোঁ। বহুবাৰ মৰণক মুখামুখিকৈ দেখিছোঁ (কমুনিয়াহ পেলায়)

**ধনঞ্জয়**— সেইটো সঁচা। প্ৰাণলৈ ভয় থাকিলে এনে কামত আগবাঢ়িব নোৱাৰি।

**পিয়লি**— মই সকলো জানো ধনঞ্জয়। কিন্তু গোটেই অসমৰ ৰাইজে যাক আজি ফেটি সাপৰ পোৱালি বুলি আখ্যান দিছে সেই সাপৰ পোৱালিক হাতত পায়ো তোমালোকে, গমধৰৰ দলে সেইদিনা নিশা আমাক বধ নকৰিলা কিয়?

**পিঃ বৰুৱা**- ফুকন! অসমৰ হাবিয়ে-বননিয়ে বিষ নোহোৱা ঢোৰা সাপৰ পোৱালিবোৰ ইমান বাঢ়িছে যে অন্ততঃ এটা দুটা ফেটি সাপৰ পোৱালি থাকিলে মানুহে তেওঁ হাবিত সোমাবলৈ ভয় কৰিব।

**জম্মি**— এতিয়া এইবোৰ এৰি সকলোটি ঘৰলৈ যাওঁহক ব'লা।

**ধনঞ্জয়**— এৰা, ফুকন। এই পৰত ইয়াত থকা উচিত নহয়। আপুনিও আহক।

**পিয়লি**— ব'লা তেন্তে—অ', যোৱাৰ আগতে কিবা এটা দেখুৱাই যাওঁ। মৈদামৰ এইফালে চোৱাহিচোন?

(সকলোৰে মৈদামৰ ওচৰলৈ গৈ চায়)

**জম্মি**— মৈদাম দেখোন ভগ্না। কোনে ভাঙিলে?

**পিয়লি**— শনাহী ফিৰিঙিৰ কাম ককাইদেউ অকল ভঙাই নহয় মৈদামৰ ধন-বস্তু সকলো লুটি নিছে। পবিত্র মৈদাম অপবিত্র কৰিছে। মৈদাম আজি মেলেচে চুৱা কৰিলে। মোৰ স্বৰ্গদেউৰ আত্মাৰ চিৰশান্তিৰ জিৰণি ভাঙি দেশত পেৰেতৰ নাচোন জুৰিলে।

**ধনুধৰ**— অসমীয়াৰ কি দুৰ্দিন।

**পিয়লি**— তদুপৰি মই আজি কি দেখিছোঁ জানা নে? আহি দেখিলোঁ দূৰৈত গছৰ তলত ক'লা কাপোৰ পিন্ধা আউলী-বাউলী চুলিৰে এজনী তিৰোতা মানুহ।

**ধনঞ্জয়, ধনুধৰ, পিঃ বৰুৱা**— (একেলগে কয়) তিৰোতা মানুহ? (ইজনে সিজনে মুখলৈ চেৱা-চুই কৰে)।

**পিয়লি**— ওঁ—তিৰোতা মানুহ, ক'লা কাপোৰ পিন্ধা।

**ধনঞ্জয়**— ক'লা কাপোৰ পিন্ধা? লুইতত খেল নাওঁ দুখন লৈ আমাক সহায় কৰাজনীও ক'লা কাপোৰ পিন্ধা তিৰোতা মানুহ আছিল যেন অনুমান হয়।

**জম্মি**— বৰ আচৰিত যেন লাগিছে। কোন বাৰু এই অজ্ঞাত সুভাকাঙ্খী?

**পিয়লি**— নাৰায়ণে কোন বুলি চাবলৈ লৰি গ'ল। কিন্তু নাৰায়ণে লগ ধৰাৰ আগতে মানুহজনী গৰাৰপৰা দিখৌৰ পানীত জপিয়াই পৰি নাইকিয়া হ'ল। তুমি কি ভাবা ধনুধৰ? তোমালোকে কি ভাবা? যি মৈদামলৈ— দেও- ভূতৰ ঠাই বুলি ৰাতিহে নালাগে দিনতো গৰখীয়াৰ ল'ৰা পৰ্য্যন্ত নাহে-গভীৰ নিশা এজনী তিৰোতা মানুহ অকলে অকলে মৈদামলৈ কেনেকৈ আহিল? যদি সঁচাকৈয়ে তিৰোতা মানুহ হয়, তেন্তে সেই তিৰোতা অসামান্যা—আৰু যদি গোঁসানী হয়--সেই গোঁসানী বিতুষ্টা।

**ধনঞ্জয়**— দেৱ-দেৱালয়ত পূজা নপৰা হ'ল ফুকন; স্বাধীন স্বৰ্গদেৱৰ দিনত যি দেৱালয়ৰ ধূপ-ধূনাৰ গোন্ধে নতাহ জাতিস্কাৰ কৰি ৰাখিছিল আজি সেই দেৱালয়ৰ গোঁসানীয়ে এপাহি ফুলো নোপোৱা হ'ল। তেওঁৰ আগত এগছি বন্তি নজ্বলা হ'ল। গোঁসানী বাৰু বিতুষ্টা নহ'ব কিয়?

**পিঃ বৰুৱা**- ছশ বছৰীয়া ৰাজপাট খোৱা স্বৰ্গদেউসকলৰ যদি দিন সঁচাকৈয়ে উকলিল যদি সেই মাইটাৰ সিংহাসনত সঁচাকৈয়ে মেলেচ ফিৰিঙি বহিবলগীয়া হ'ল, দেখিবা দেশত মাৰি-মৰক, দুৰ্ভিক্ষৰ উজান উঠিব।

**ধনুধৰ**— বৰুৱাদেৱ। প্ৰজা লোপ পাই পাওক। দেৱ-দেৱালয় ভেকুৰা লাগে লাগক। কেঁচাইখাইতীয়ে যদি আহোম স্বৰ্গদেৱক ভাগি মেলেচহঁতক স্বৰ্গদেউৰ সেই সাতখলপীয়া সিংহাসনত বহুৱাই, তেন্তে সেয়ে হওক। গোঁসানীয়ে কিনাই ফুকন।

**পিয়লি**— তেনে কথা নকৰা ধনুধৰ। আৱতিৰ মঙ্গলবাদ্যত

দেৱালয় মুখৰিত হওঁক—অসমৰ পথাৰ—নদন-বদন হৈ উঠক—গড়গাঁও নগৰ পুনৰ প্ৰজাৰে ভৰপুৰ হৈ দলদোপ -হেন্দোলদোপ হওঁক।

অসম—সোণৰ অসম—প্ৰকৃতিৰ লীলাভূমি, দেৱৰো দুৰ্লভ-স্বৰ্গাদপী গৰিয়সী—জন্মভূমি এই অসম—যাৰ কাৰনে ধৰ্ম ত্যজিলোঁ, ভাষা এৰিলোঁ, স্বজাতি স্বজনক পাহৰি—নৈ, বন, পৰ্বত অতিক্ৰম কৰিলোঁ—বুকুৰ তেজেৰে চেনেহী জনমভূমিক সাৰুৱা কৰি শস্যৰ পথাৰ কৰিলোঁ—শিল ভাঙি দেৱালয় সাজিলোঁ—সেই অসমক ফিৰিঙি মেলেচৰ হাতত এৰি দি সিহঁতক সেৱা কৰি থকাতকৈ ডিঙিত চিপ্‌জৰী লগাই মৰাটো শতগুণে বাঞ্ছনীয়।

( নাৰাযণ প্ৰৱেশ)

নহয় তোমালোক সকলোৱে শুনা। দেশ উদ্ধাৰৰ কেৱল সোণৰ পৰিকল্পনা কৰিলেই নহ'ব। এই মৈদামত আমাৰ উপৰি পুৰুষসকলৰ নামত আজি আমি শপত খাব লাগিব। আহা ইন্দ্ৰযবংশীয় স্বৰ্গদেউসকলৰ পৱিত্ৰ নাম স্মৰণ কৰি—কেঁচাইখাতী গোঁসানীৰ নামত প্ৰতিজ্ঞা কৰোঁ।

( সকলোৱে আঠু লয )

**পিয়লি**— আমি দেশৰ কাৰণে জীৱন উছৰ্গা কৰিম—

**সকলোৱে**- আমি দেশৰ কাৰণে জীৱন উছৰ্গা কৰিম—

**পিয়লি**— আমি বিশ্বাসঘাটকতা নকৰোঁ—

**সকলোৱে**- আমি বিশ্বাসঘাটকতা নকৰোঁ—

**পিয়লি**— আমি ফিৰিঙিক খেদিহে এৰিম—

**সকলোৱে**- খেদিহে এৰিম।

**পিয়লি**— স্বৰ্গদেউ! অতি নিঃকিন তোমালোৰ এই কেইটি প্ৰজাক সৰগৰপৰা আশীৰ্বাদ কৰা যেন এই উছৰ্গা অঞ্চলে নাযায়। আমাৰ জীৱন বলি লোৱা— কিন্তু সেই জীৱনৰ সলনি তোমাৰ অসমলৈ ফিৰাই আনা স্বাধীনতৰ গৌৰৱ।

( সকলোৱে মৈদামৰ প্ৰতি সেৱা কৰে। দূৰত গীত-বাদ্যৰ মাত শুনা যায। শব্দ ক্ৰমাৎ ওচৰ চাপি আহে। সকলোৱে সেই ফালে চায়।) (নাৰায়ণৰ প্ৰৱেশ)

**নাৰায়ণ**— মাজিউদেউতা, মাজিউদেউতা । এইফাললৈকে এজাক মানুহ আহিব লাগিছে । আমি গা লুকুৱাই থকাইহে ভাল। (সকলোৱে নাৰায়ণে দেখুৱাৰ ফালে চায়)

**পিঃ বৰুৱা**- সৌ জুপুৰি হাবিৰ আঁৰতে গা-ঢাকি ইহঁতৰ গতিবিধি চাওঁ বলক।

**পিয়লি**— ব'লা—

(নাৰাযণৰ বাহিৰে সকলোৱে প্ৰস্থান)

(মৈদামৰ কাষৰ গছ এডালৰ তলত মুখ উলিয়াই নাৰাযণ বহে আৰু নাম গাবলৈ ধৰে। মাজে মাজে হুদু আদি প্ৰাণীৰ মাতত উচপ খাই উঠে)

**নাৰায়ণ**— কৃষ্ণ একদৰে ভযহাৰি কালমাযা ৰূপে অধিকাৰী।

( পুৰনি অসমীয়া ধৰণে পাগুৰি মাৰি চৌগা চাপকন পিন্ধি শাৰি পাতি এদল প্ৰজাৰ প্ৰৱেশ আৰু প্ৰস্থান। দেলাভাৰীৰ কান্ধত এখন দোলা আৰোহী মণিৰামে মৈদামৰ প্ৰতি সন্মান দেখুৱাই খোজকাঢ়ি যায। লগত দুতিৰাম।)

**দুতিৰাম**—সাধনিযাৰ! মৈদামখন বৰ উৰুঙা উৰুঙা লাগে—নহয নে?

**মণিৰাম**— মৈদাম সদায় উৰুঙা। "শ্মশানমেব ৰৌদ্ৰম্" বুলি শাস্ত্ৰত কৈছে।

**দুতিৰাম**— কিন্তু হ'লেও এটা কথা। আগৰ মৈদামবিলাকে থিয হৈ যেন ৰাজোগুণৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। আজিৰ মৈদামে কান্দি থকা যেনহে লাগে।

**মণিৰাম**-- নাকান্দিব কিয়? মৈদামত মৃত স্বৰ্গদেউসকলৰ প্ৰেতাত্মাই বিচৰণ কৰি ফুৰে। জীৱন্তকালত আত্মাৰ যেনে প্ৰভাৱ—মৰণৰ পিছত সমাধিস্থ হ'লেও আত্মাৰ একে প্ৰভাৱৰে ছাঁ পৰে।

(মণিৰামৰ কথা শুনি নাৰায়ণে ভযত চাৰিওফালে চাই আৰু থিয হয)

আগৰ স্বৰ্গদেউসকল আছিল জিতেন্দ্ৰিয, প্ৰজাবৎসল--কিন্তু আজিৰ স্বৰ্গদেউসকল হৈছে অক্ষম, অকৰ্মণ্য আৰু স্বাৰ্থান্বেষী। ন'হসেনো আহোম ৰাজত্বৰ এই পৰিণাম হয নে? আজি প্ৰেতাত্মাই নাকান্দি থাকে কেনেকৈ? আহোম ৰাজত্বৰ বেলিমাৰ—আহোমৰ আৰু ৰাজপাট খোৱা নহ'ব।

**দুতিৰাম**— এৰা ডাঙৰীয়া— সেই ৰামো নাই, অযোধ্যাও নাই।

**মণিৰাম**— বলা, বেলি কৰাৰ সময নাই। বাটো ভালেখিনি যাব লাগিব। (নাৰায়ণৰ কাহ শুনি) হেৰ এইটো কোন?

**নাৰায়ণ**— মইহে।

**দুতিৰাম**— হে'ৰ কোন মই ?

**নাৰায়ণ**— এঃ কোন মই —এতিযা কেনেকৈ বুজাও ওচৰ গাঁৱৰে মানুহ হে।

**মণিৰাম**— হেৰ তই ইয়াত কৰিছ কি? মানুহে তোক এই সময়ত দেখিলে দেও-ভূত বুলিহে ভয় খাব।

**নাৰায়ণ**— আপুনি ভয় খালে নেকি দেউতা? ভয় খাবৰনো কি কথা। আপোনালোক ডা-ডাঙৰীয়া মানুহ, সহপিতৰ অভাৱ কি?

**দুতিৰাম**— তই কৰিছ কি?

**নাৰায়ণ**— হেৰা মোৰ কলি চেউৰী গৰু এজনী হেৰুৱাইছে হে। তাক বিচাৰি এইখিনি পালোঁহি। ক'তা—দেও-ভূতৰ

ঠাই, গৰুজনীক দেৰেই মাৰিলে নেকি?

**মণিৰাম**-- হেৰ। গৰু মাৰিলেতো ভালেই। এতিয়া তোকো ক'ৰবাত মুচৰি থব।

**নাৰায়ণ**-- হেৰা, সেইটো ভয় অমুকাই নকৰে হে। ঈশ্বৰৰ কৃপাত সকলো এই চুৰিযাৰ গাঁঠিতে আছে। মাথোন এটা ফুৰহে বহুতি। নহ'লে--এনেহেন সময়ত--এনেকৈ অকলে এনে জযাৰ ঠাইত ঘূৰি ফুৰা মানুহ কেইজন হে? পিছে ডাঙৰীয়াসকল। যাহ বা কোনফালে? ডা ডাঙৰীযাৰো সমাগম দেখিছো দেখোন?

**দুতিৰাম**-- হেৰ গম পোৱা নাই হ'বলা? আজি অৰ্জুনগুৰিত মেলা বহিব।

**নাৰায়ণ**-- মেলা? কিহৰ মেলা?

(মণিৰাম আৰু দুতিৰামৰ কথাৰ মাজে মাজে নাৰাযণে হয, হৈছে, এৰা, হওক ইত্যাদি শব্দৰে সিহঁতৰ পেট লৰবলৈ সহজ ভাবে শলাগি যায়।)

**দুতিৰাম**-- দৰবাৰ অ' দৰবাৰ। তাঁলৈ চাহাব বাহাদুৰসকল আহিব ডা ডাঙৰীয়াসকলো যাব আৰু পৰ্বতীয গাম ৰজাবোৰো আহিব। চাহবসকলক সন্তোষ দিবৰ বাবে নাচনীৰ নাচ বাগৰো আযোজন কৰা হৈছে।

**নাৰায়ণ**-- বাৰু হওক, হওক। অসমীয়া ছোৱালীয়ে নাচ বাগ কৰি চাহাবসকলক ভাল লগাব পাৰিলে আমাৰেই ভাগ্য। সিহঁতৰ সাহপিতো বাঢ়িব। বোলো কি উপদেষ্টা কৰিনো দৰবাৰ বহিব?

**দুতিৰাম**-- চাহাব চৰকাৰক ধন্যবাদ জনাবলৈ। আমাক চাহাবেহে কুকুৰ ধুলি মানহঁতৰ হাতৰপৰা ৰাখিলে।

**নাৰায়ণ**- হৈছে--

**মনিৰাম**-- তেওঁলোক নহা হ'লে অসমীযা--পোটকা উঠিলহেঁতেন।

হওতে পোটোকা উঠিলহেঁতেন সঁচা, পিছে সকলোৰে এটি মত হোৱা হলে আমাৰ ভিতৰতো মান খেদা মানুহৰ কিবা বোলে নে--সিমান অভাৱ নহ'লহেঁতেন হ'বলা। আজিও যেতিয়া হাতত--হেংদাং লৈ মৰিশালিত অকলে ঘূৰি ফুৰা মানুহ আছে--হেহ্ নৰমনিচ--মানহঁতৰনো কি কথাহে। অশৰীৰী--দেও-ভূতেই দেখোন বাট এৰি দিযে--ঈশ্বৰৰ কৃপাত।

**দুতিৰাম**-- তুমি কোৱামতে কথাটো হয়। পিছে আমাৰ ভিতৰতে বেমেজালিখন দেখিছা নে নাই। আমাৰ ভিতৰতে যদিও মানুহ আছে--তথাপি চাহাববিলাক যেনে বগা--দীঘল শকত আৱত--হে'ৰা দেখিলেই দেখোন চেলাম কৰিবলৈ মন যায়-হে।

**নাৰায়ণ**-- এৰা--এৰা, হয় হয়--যাবইতো আক'। গেহালিৰ গৰু আৰু বাহিৰৰ খাঁহে জানো ৰাহি আছে? পিছে এটা কথা জানো মন কৰিছা? চাহাবৰ বগা ছালখনৰ ওপৰত যে খুণ-খহুৰ বাহ, তাক অলপ ওচৰলৈ গ'লেহে তলকিব পাৰিবা। এইখুণ-খহুবোৰ বৰ খোঁচৰা ব্যাধি হে। অৱশ্যে--চাহাবে কয় বোলে--খুম-খহুৰ খুঁজুতি উঠিলে খজুৱাই হেনো বৰ সোৱাদ লাগে। পিছে ভয় হয়--এই লোৰেলা সাদৰ ফেৰি কিমান দিনলৈ থাকে। মান খেদিলে সঁচা --পিছে লালিলৈ যি পাত শৰ--সুগ্ৰীৱলৈকো সেই একেপাহ শৰেই যেন পাইছোঁ।

**মণিৰাম**- ওই ক'ৰ মানুহ অ'- ? তোৰ দেখোন কথাবোৰ অলপ খোচামৰা যেন পাওঁ।

**নাৰায়ণ**-- এৰা। ঘৰ চাই চাই বুঢা হলোঁহ -দুটা এটা খোচাও মাৰিব নাজানিম নে বাৰু?

**দুতিৰাম**-- হেৰা বোলো কথা কওঁতে অলপ চাইচিতি কৰাহে। মানুহ চিনি কথা কচোন? দেশত ৰজা নাইকিয়া হ'ল বুলি ডা ডাঙৰীয়া, বিয়য়াসকলৰো মান-মৰ্য্যাদা একেবাৰেই নাইকিয়া হ'ল নেকি?

(নাৰয়ণে দুতিৰামৰ প্ৰতি দীঘলীয়া সেৱা এটি জনায।)

**নাৰায়ণ**- হৰি, হৰি--দায় দোষ নধৰিব দেউতা। কণামানুহ,অলপ ঘূপুতিয়াই দিলেহে দেখা পাওঁ। সাতপুৰুষৰ--কিবা বোলেনো--আঠুৰ চাল চিগিল ডা ডাঙৰীয়াক সেৱা কৰিযেই, এতিয়ানো -তাৰ ভিতৰত--কিবা এটা মান যাব নে? পিছে সঠিককৈ ধৰিব পৰা নাই, (মণিৰামক দেখুৱাই) --এখেত বা কোন?

**দুতিৰাম**-- এখেত আমাৰ মণিৰাম সাধনিয়াৰ--কলিতা ৰজা।

**নাৰায়ম**-- হৰি, হৰি-- (সেৱা কৰে)

দেউতাৰো তাঁলৈকে যেতিয়া আগমন-- ৰাইজ তাত অলপ গহীনকৈয় হব যেন পাওঁ। আমিও ঘৰৰপৰা আহোঁগৈহে তেনেহলে। মেলাখন অলপ চকুত লগা হব যেন পাইছোঁ। ভাল দেউতা--এতিয়া আৰু--

(দীঘলীয়াকৈ সেৱা জনায়।)

**মণিৰাম**--- হেৰ বুজিছ? চাহাববিলাকৰ বিষয়ে যি কথাৰ তই আভাস দিলি--আমাৰ মনতো তেনেক থাবোৰেই খেলাইছে, পিছে চাহাবসকল সঁচাকৈয়ে আমাৰ বহুত ওপৰত। তেওঁলোকক জোকাবিবলৈ অলপ টান বুজিছ।

**নাৰায়ণ**-- হৈছে ডাঙৰীয়া। আপোনালোকৰ নিচিনা অজ্ঞ মানুহে যেতিয়া এনেকুৱা বিজ্ঞ বাইক প্ৰহাৰ কৰে আমাৰ ইতৰৰ আৰু কি আছে। অৰ্জুনগুৰিৰ মেলালৈ অমুকাৰ থিৰাংকৈয়ে যোৱা হব।

(নাৰায়ণে সেৱা জনায়। মণিৰাম আৰু দুতিৰাম প্ৰস্থান। নাৰায়ণে কিছোপৰ মনিৰাম যোৱাৰ পিনে চাই থাকে।)

নাৰায়ণ— চাহাবক জোকাৰিবলৈ টান ক'তা—আজি অসমৰ ডা-ডাঙৰীয়াৰ মুখতো এই কথা ওলাল। হেৰ'--চকুৰ ইঙ্গিতত যাব আঠুৰ ঘিলা, চকুৰ মণি ওলাই পৰিছিল--বনৰ বাঘে যাক এৰি বাট এৰি দিছিল--বনৰীয়া হাতীয়ে যাৰ চকুৰ চিযাৰত চৰাইৰ নিচিনাকৈ পানীত উৰি ফুৰিছিল--তাৰ মুখত এনেকুৱা আপচু-কথা। থু-ই-ই কতা--

(পিয়লি, ধনুধৰ, জন্মি, ধনঞ্জয আৰু পযলি বৰুৱাৰ প্ৰৱেশ।)

পিয়লি— কি নাৰাযণ?

ধনঞ্জয়— শৰীৰি নে অশৰীৰি?

নাৰায়ণ— জীৱন্তশৰীৰিহে? (পিয়লি ফুকনৰ প্ৰতি) এনেবিলাক মানুহ থাকেমানে সকলো কথাই বিফলে যাব যেনেই পাওঁ। এনেবোৰ মানুহ ক'তা-- দেশৰ অভাজন। এনেহে ফাঁই উঠে--যেনে একেপাত চৰতে অমানুহ কৰি পেলাবা।

পিয়লি— নাৰায়ণ। তই কাৰ কথা কৈছ—কি হৈছে?

নাৰায়ণ— মাজিউদেউতা। কাৰ কথানো কম? এই কলিতা নে সলিতা ৰজাডালৰ কথা কৈছোঁ।

পিয়লি— কোন কলিতা ৰজা?

নাৰায়ণ— এই মাত্ৰ মণিৰাম সাধনিযাৰ পাইক পিযাদাসহ বৰ মখুৰা পাগ মাৰি, কিবা বোলে নে, অৰ্জুনগুৰীৰ মেলালৈ গৈছে--চাহাবক বোলে চেলাম ঠুকিবলৈ। সিহঁত হেনো ওখ, ডাঙৰ, বগা--আমাৰ শাসন কৰিবলৈ লাযেক—সিহঁতক হেনো জোকাৰিব নোৱাৰি। আকৌ অসমৰ বোলে কিবা হেনো বেলিমাৰ। বোলো--কালো কাল বিপৰিত কাল, হৰিণাই চেলেকে বাঘৰ গালক্ষ হেৰ সিহঁতনো কোন লঙ্কা দ্বীপৰ পৰা আহিল। হেৰ চাহাব জানো কিবা অশৰীৰি হোঁ?

পিয়লি— সকলো বুজিছোঁ নাৰায়ণ। কিন্তু কোনো কথাই আমাক কৰ্তব্যৰপৰা বিমুখ কৰিব নোৱাৰিব।

ধনুধৰ— বাৰু, মণিৰাম যাব। আৰু কোন যাব?

নাৰায়ণ— পৰ্বতীয গাম ৰজাসকলো হেনো যাব। আমাৰ দেশৰ ডা-ডাঙৰীয়া সকলো বোলে যাব। আকৌ বাৰ খেলীয়া ৰাইজ সমূহকো আমন্ত্ৰণ কৰিছে বোলে। মেলা অলপ শকত যেনেই পাইছোঁ। এতিয়া কোনে কি ভাও দিযে সেইটোহে কব নোৱাৰিছোঁ এথোন।

পিঃ বৰুৱা- ভৈয়ামৰ ভেৰাৰটো কথাই নাই--ইহঁতে পৰ্বতৰ ফেৰপতা গোনা মহ'বিলাকো নাকী ফুটাই হাত কৰিবলৈ বিছাৰিছে।

ধনঞ্জয়— জাল ডাঙকৈয়ে পাতিছে।

নাৰায়ণ— জাল ডাঙৰতো ডাঙৰেই আৰু ঘনো। বৌ-বৰালীতো কথাই নাই, পুথি-খলিহনাৰো সাৰিবৰ উপায নাই।

পিয়লি— তথাপি চেষ্টাৰ ক্ৰটী কৰা নহব। ধনঞ্জয, ধনুধৰ। তোমালোক সকলো সাজু হোৱা। অৰ্জুনগুৰীৰিৰ মেলাতেই যদি প্ৰযোজন হয—তেন্তে বিদ্ৰোহ আচৰণ কৰিবলৈ পৰাঙ্মুখ নহম। তোমালোকে নিশ্চয মোৰ কথাত অমত নহবা চাগে। মণিৰাম সাধনিযাৰৰ নিচিনা মানুহো যেতিয়া বগা বঙালৰ আগত আঠু লবলৈ লৰি গৈছে--অসমীযাৰ আৰু নিস্তাৰ নাই বুলি জানো, তথাপি বন্তি নুমুৱাৰ আগতে দেশক এবাৰ এনেভাৱে দপদপাই জ্বলাই তুলিম যে মোৰ নিচিনা এটা চাকোলাৰ জীৱন জাহ যায যাব, তোমালোক থাকিবা--তথাপি দেশখনক চাকোলাহবলৈ কেতিযাও এৰি নিদিম।

ঃ আঁৰ কাপোৰ ঃ

## অৰ্জুনগুৰিৰ মেলা

(সময আবেলি। প্ৰকাণ্ড অৰ্জুন গছৰ তলত বহুতো ৰাইজৰ সমাবেশ। ৰাইজসকল ঠাযে ঠাযে বহি গাঁঠিৰ গুৱা ভগাই বটাই খায। গছৰ তলত একাষে চন্দ্ৰতাপ তৰা আছে। তাৰ তলত ওখ ওখ ভেতিৰ ওপৰত কেইখনমান তামুলী পীৰা পৰা আছে। পীৰাৰ ওপৰত দলিচা পৰা। পীৰাৰ আগে আগে তামোল-পাণৰ শৰাই। হৰনাথ বৰুৱা আৰু দুতিৰাম বৰুৱাই ৰাইজ সকলক সোধা-পোচা কৰিছে আৰু দিহা দিছে। খেলে খেলে জুম বান্ধি বান্ধি মানুহ আহিযেই থাকে। গাযন, বাযন, বৰুৱা, বিহুনচা নাচনী, ধুলীযা, ওজাপালী গাঢগঞা নাচনী সকলো একাষত বহি। অন্যফালে আসনত খাচিযা চিযাম আৰু গাৰোগাম বহি থাকে। এওঁলোকৰ কাষতে দুটা নগা ল'ৰা থিয হৈ থাকে।)

হৰনাথ— বৰুৱা। মিৰিগাম দেখোন এতিযাও আহি নাপালেহি।

দুতিৰাম— এৰা—দাঁতিকাষৰীযা ৰজাসকল ভিতৰত আমাৰ চিংফৌ গামো পোৱাহি নাই।

হৰনাথ— এৰা—আমাৰ ভোগৰাম গাওঁবুঢাক দিখৌঘাটলৈ আগবাঢ়িযেই যাবলৈ কোৱাছোন। চাহাবসকল আহিবলৈকো আৰু বেছি পলম নাই। তেখেতসকল অহাৰ আগতে আমাৰ সকলো ৰাইজ আহি যাতে

দিহাদিহি বহেহি তাৰ কাৰণে আপুনি চকু ৰাখিব ব্যবা।

দুতিৰাম— ভাল বাৰু। মই দিহা কৰিম। (দুতিৰামৰ প্ৰস্থান)

(দুৰত গায়ন-বায়নৰ তাল, খোল কালিৰ শব্দ শুনা যায়। লগে লগে মণিৰামৰ প্ৰৱেশ।)

মণিৰাম— দাৰোগা ডাঙ্গৰীয়া। সৌৱা, বিষয়া সকলো আহিছে আচুতীয়াকৈ বহা-মেলাৰ এটা সুবিধা কৰি দিয়ক।

(কেইজনমান বিষয়াৰ প্ৰৱেশ। তেওঁলোক হৰনাথ আৰু মণিৰামে আৰ-ব্যস্তকৈ বহুৱায়। বিষয়াসকল বহে।)

হৰনাথ— সাধনিয়াৰ। চাহাবসকল আহিবৰ সময় হৈছেহি। আপুনি অলপ আগবাঢ়ি যাব নেকি?

মণিৰাম— এৰা—আগবাঢ়ি যোৱাটো উচিত হব।

(দুজনমান লগুৱাৰে সৈতে মনিৰামৰ প্ৰস্থান। অলপ পিছতে চাহাবৰ কাম্ফি লগুৱা টমৰ প্ৰৱেশ। দীঘল ক'লা ঠেঙ্গা (Trousrs) ক'লা ওৱেষ্ট কোট ((waist coat)), বগা দীঘল হাতৰ কামিজ চোলা, ডিঙ্গিত ক'লা Bow, জেপত চেইন লগোৱা হাত ঘড়ী। মেলাত নতুন নতুন ধৰনৰ বস্তু বিধে বিধে সাজ পাৰ পিন্ধা মানুহ দেখি কৌতোহলী দৃষ্টিৰে ঝাপি, ঢোল আদি পিৰ্তিকি চাই ফুৰে। তাৰপিছত চাহাবলৈ সজাই থোৱা চকী কেইখন লৰাই চৰাই চায়।)

টম— All right-

(এনে সময়তে পৰ্বতীয়া চিংফৌ গাম আৰু মিৰি গামৰ প্ৰৱেশ। লগতে দুতিৰাম। টম্ তৎক্ষণাৎ চিংফৌ গামৰ ওচৰলৈ যায়। হৰনাথে মিৰিগামক বহুৱায়গৈ।)

হৰনাথ— আহক, আহক গাম- ( মিৰিগাম নিৰ্দিষ্ট আসনত বহেগৈ।)

টম্— You are Red Indian? ( ডিঙ্গিৰ মণিধাৰ পিৰ্টিকি চাব খোজে) What is this? Gold? Give me, give me-

(মণিধাৰত ধৰি টানে। চিংফৌ গামৰ খং উঠি টমক এচাৰ মাৰি ফেপেৰি পাতি ধৰি—)

চিঃ গাম— ধেৎ ক'লা মেকুৰী! ডিঙ্গি লে হাতোৰা মেলে কেলেই। আ আমি চিংফৌ গাম আছে—ৰজা আছে।

টম্— No fear (হাতমেলি) Give me frend-

(গামে খঙত যাঠি টোৱায়। হৰনাথ বৰুৱাই কথা বিষম যেন দেখি মাজত সোমাই কাজিয়া ভাঙি দিয়ে।)

হৰনাথ— কি কৰে, কি কৰে গাম! ই ধেমালিহে কৰিছে, আপোনাৰ বস্তু নিনিয়ে নহয়! নতুন ধৰনৰ বস্তু দেখিছে, পিটিকি চাবলৈ বিচাৰিছে। আগে পিছে এইবিলাক বস্তু ইইতে দেখা নাই নহয়।

(গামে কথাটো বুজিব পাৰি হেক্ হেক্ কৰে হাঁহে আৰু টমৰ ডিঙিত মণিধাৰ পিন্ধাই দিয়ে। টমেও গামৰ হাতত ধৰি হাঁহি হাঁহি গামক বহুৱাই দিয়ে। এনেতে বঙালী পেস্কাৰৰ প্ৰৱেশ।)

পেস্কাৰ— দেখুন, সাহেবেৰা এই আছে। এদিকে সব ঠিক আছেত? এদেৰকে একটু স'ৰে বসতে বলুন না। আঃ— তোমাৰ কি জংলী—ৰাস্তাটা ছেড়ে বস না। (হৰনাথ) লাল কাপড়টা ঠিক আছেতো? দিন্ না এখনই ঠিক কৰে ৰেখে দিচ্ছি।

(দুতিৰামে চাহাবসকল অহাৰ বাটত ৰঙা কাপোৰ পাৰি দিয়ে আৰু পেস্কাৰে কাপোৰ পাৰ, মতে সহায় কৰে।)

টম্— (পেস্কাৰক) মিষ্টাৰ! Lo! চাব coming

(পেস্কাৰৰ লৰালৰিকৈ প্ৰস্থান)

(নেপথ্যত তাল, খোল, দগৰ,কালি আদিৰ শব্দ হয়।)

( গায়ন-বায়ন খোল-তাল বজাই চাহাবসকলক আদৰি আনে। গায়ন-বায়নে আগতে প্ৰৱেশ কৰি সামৰ্বাণ ঘাত মাৰে। লগে লগে ৪ টা সশস্ত্ৰ গোড়া চিপাহী কদমত আহি নিৰ্দিষ্ট স্থানত সাজু অৱস্থাত দুয়োকাষে থিয় হয়। তাৰপিচত মণিৰামৰ সৈতে কৰ্ণেল কুপাৰ, নিউবিল, পাদ্ৰী আৰু মেথিৰ প্ৰৱেশ। চাহাবসকল অহাৰ লগে লগে সভাৰ সকলোটি থিয় হয় আৰু চাহাবসকলে সকলোৰে প্ৰতি নমস্কাৰ জনাই সজাই পৰাই থোৱা আসনত বহে।)

হৰনাথ- (মণিৰামক) সাধনিয়াৰ। চাহাবসকলৰ অনুমতি লৈ আমাৰ কাম আৰম্ভ কৰাহে ভাল।

মণিৰাম— এৰা দাৰোগা ডাঙ্গৰীয়া।

( বহা আসনৰ পৰা উঠি কুপাৰৰ প্ৰতি) কৰ্ণেল চাহাবৰ অনুমতি হ'ল আমি সভাৰ কাম আৰম্ভ কৰিব পাৰোঁ।

কুপাৰ Yes,yes-by all means.

মণিৰাম- (নিৰ্দেশ সূচকভাবে ) দাৰোগা ডাঙৰীয়া।

হৰনাথ— প্ৰথমতে বিহুনাচ। ডেকাইত, ধৰিবহে লাগে।

(ঢোল, পেপা, টকা, তাল লৈ বিহুনাচা ডেকাইত উঠি আহে।)

মণিৰাম— কৰ্ণেল চাহাব। এয়া হৈছে অসমীয়া জাতীয় উৎসব, বিহুত গোৱা বং ৰহইচৰ গীত নাচ।

(ডেকাইতে ঢোল,পেপা, টকা,তাল বজাই বিহুগীত জোৰে আৰু ঢোলৰ ছেৱে ছেৱে এজনে বিহুনাচ মাৰে। নাচ-গীত শেষ হোৱাৰ পিছত কুপাৰৰ নিৰ্দেশমতে পেস্কাৰে বিহু গোৱা ডেকাদলটোক টকা পুৰস্কাৰ দিয়ে। সকলোৱে প্ৰণাম জনাই নিজ নিজ ঠাইত বহেগৈ।)

মণিৰাম— ইয়াৰ পিছত?

হৰনাথ— বনঘোষা গীত! বহুৱাকাই।

(বহুৱাই বহুৱা গায়। অন্তত পুৰস্কাৰ গ্ৰহণ কৰি প্ৰণাম জনাই আগৰ ঠাইত বহেগৈ।)

**হৰনাথ**— এইবাৰ ওজাপালি। ওজাকাই

(ওজাপালি উঠি আহি হাতজুৰি সেৱা জনাই থিয় হয়।)

**মণিৰাম**— কৰ্ণেল চাহাব? এই ওজাই আমাৰ দেশত গীত আৰু ভঙ্গিমাৰে ইশ্বৰৰ গুনানুকীৰ্তন কৰে।

(ওজাপালিয়ে ওজা গাবলৈ আৰম্ভ কৰে। শেষত পুৰস্কাৰ লৈ নমস্কাৰ জনাই আগৰ থাইত বহেগৈ।)

**হৰনাথ**— এতিয়া সত্ৰীযা নাচ দেখুওৱা হব।

(অসমীয়া ভওনাত মুখা পিন্ধি ভাও দিয়া (যেনে-ৰাৱণ, বকাসুৰ, জাম্বুবান ইত্যাদি বিলাকৰ) চৰিত্ৰৰূপৰা বিষয়বস্তু বাচি এটা নৃত্য পৰিকল্পনা কৰি দেখুৱা, প্ৰযোজনমতে দ্বিতীয় চৰিত্ৰ এটাৰ অবতাৰণা কৰিব লগা হ'লেও কৰিব। এনে কৰিলে দৰ্শক সকলৰ উপভোগৰ বাহিৰেও লুপ্তপ্ৰায (Musk dance), পুনৰ প্ৰচলনত ৰঙ্গমঞ্চই সহায কৰিব। (বিহুনাচ, বহুৱাগীত, ওজাপালি আৰু সত্ৰীযা নাচ আদি এই দৃশ্যত ব্যবহাৰ কৰিবৰ কাৰনে ইযাত বিশেষ নিৰ্দেশ নিদি স্থানীয় শিল্পীসকলৰ ওপৰতে এই ভাৰ দিয়া হৈছে। তেখেতসকলে ৰুচি অনুযাযী নাচ, গীত, সুৰ আদি পৰিকল্পনা কৰি ইয়াত প্ৰযোজন কৰি লব পাৰে। )

( সত্ৰীযা নাচ শেষ হোৱাৰ পিছত )

**হৰনাথ**— নগা ল'ৰাহঁত। এইবাৰ তোমালোক আহা।

(নগা ল'ৰা দুজন হাতত যাঠি লৈ উঠি আহে।)

**মণিৰাম**— কৰ্ণেল চাহাব। এওঁলোক নগা ল'ৰা –নগা পৰ্ব্বতৰ পৰা আহিছে। এওঁলোক নিজৰ ঠাইত এটি জাতীয় নাচ দেখুৱাব।

**কুপাৰ**— Is that so! That's very nice. Let them begin.

(নগা ল'ৰাহঁতে নাচ আৰম্ভ কৰে। চাহাবসকলে মাজে মাজে 'Nice', 'Brave', 'Splendid" আদি শব্দেৰে প্ৰসংশাৰ ভাব প্ৰকাশ কৰে। নাচৰ শেষত নগা ডেকাহঁতক পুৰস্কাৰ দিয়ে )

**মণিৰাম**— ইয়াৰ পিছত?

**হৰনাথ**— এইবাৰ গড়গএগ্ৰা নাচনীৰ গীত।

**মণিৰাম**— এই হৈছে গড়গএগ্ৰা নাচনী। স্বৰ্গদেউসকলৰ আমোলত তেখেতসকল নাচ-গীতেৰে এওঁবিলাকেই সন্তেষ

( ঢুলীয়াই বহাৰেপৰা এটা ছেও মাৰে। নাচনীয়ে লাহে লাহে গীত জোৰে আৰু ভঙ্গীমাৰে নাচ আৰম্ভ কৰে। )

**নাচনী**— (গীত)

ঢোলৰে ছেৱতে নাচোনে নুঠে ঐ
উলাহত নানাচে গা,
কেতকী চৰাযে বিনোনী নোজোৰে
নবলে মলয়া বা–
মোৰ বান্ধৈ– নবলে মলযা বা।
হৰিণী কতেনো কান্দে–
জুৰিৰে পাৰলৈ হৰিণী নাহে ঐ
নপৰে পানীতে ছাঁ–
মোৰে বান্ধৈ– নপৰে পানীতে ছাঁ–।
ৰংঘৰৰ মজিয়াত নাচনীৰ নাবাজে নুপৰ
কালিযাৰ পেঁপাতে ঐ নাবাজে বিলাসৰ সুৰ,
দৌলৰ থপনাত বন্তি নজ্বলে
নামেৰে নুশুনা– বা।
মোৰে বান্ধৈ– নামেৰে নুশুনা বা।

( নাচ-গীত চলি থকাৰ লগে লগে কুপাৰ চাহাবে থিয় হৈ দূৰবীন (Binocular ) চকুত লৈ মেলাৰ বিভিন্ন ঠাইত বহি থকা মানুহবোৰ চায। এনেতে দূৰত এখন দোলা দেখি উৎসুকভাৱে নিউৰিলক দুৰ্বীণটো দি আঙুলিযাই সোধে। )

**কুপাৰ**— Who is that coming in the palanquin?

(কুপাৰ আৰু নিউৰিল উঠি গৈ ভালদৰে চায। লগতে মণিৰাম আৰু হৰিনাথো যায়।)

**নিউৰিল**— Must be someone of high social position. Who is that coming Sadhaniar?

**মণিৰাম**— (ভালদৰে নিৰাক্ষণ কৰি) এইজন বোধকৰোঁ পিযলি ফুকন।

**কুপাৰ**— পিয়লি ফুকন?

**মণিৰাম**— এৰেঁই মান অনা বদনৰ পুতেক পিযলি। এওঁ চাকোলা Lame, দোলা নহলে ফুৰাচকা কৰিব নোৱাৰে।

**কুপাৰ**— I see ( নিউৰিলক) We must keep an eye on this man.

( কুপাৰ আৰু নিউৰিল বহেগৈ। মণিৰামে হৰনাথৰ একাষে মাতি সোধে গৈ। )

**মণিৰাম**— দাৰোগা ডাঙৰীযা। পিয়লি ফুকনক জানো মতা হৈছিল?

**হৰনাথ**— মই কব নোৱাৰোঁ। মোৰ আঁচনিত তেওৰ নাম নাই?

(ইতিমধ্যে নাচ-গীত চৰাত উঠে আৰু সকলোৰে কথা বতৰা বন্ধ কৰি নাচ-গীতত মন দিয়ে। পিয়লি

ফুকন আহি জনতাৰ মাজত অদৃশ্য হৈ সোমাই পৰে। দৰ্শকে পিয়লিক নেদেখিবও পাৰে। ৰাইজৰ মাজত পৰা নাৰায়ণ উঠি পিয়লিক ফালেৰে এবাৰ চাই আকৌ বহি থাকে।

হৰনাথ— সাধনিযাৰ। নাচ-গীতাদিৰ আযোজন ইমানতে সামৰা হ'ল। এতিয়া আমাৰ পৰ্বতীযা ৰজাসকলে চাহাব চৰকাৰক দিও বুলি অনা উপঢৌকনবিলাক দিয়া হওঁক।

মণিৰাম— ভালৰে কথা। কৰ্ণেল চাহাব। এওঁবিলাক আমাৰ দাঁতি কাষৰীয়া পৰ্বতীযা ৰজা। অসমৰ বিশাল বুকুৰ পো-পোৱালী, একো একো জন শিৰ ফুটা বংশৰ বংশধৰ।

( কুপাৰ উঠিলে প্ৰত্যেকজন পৰ্বতীয় ৰজাৰ লগত কৰমৰ্দন কৰে। মণিৰামে এজন এজন এজনকৈ চিনাকি কৰি দিয়ে। কুপাৰৰ লগে লগে নিউৱিল আৰু মেথীও যায। তাৰ পিছত সকলো নিজ নিজ আসনত বহেগৈ।)

মণিৰাম— চাহাব। এওঁলোক আপোনালোকৰ সৈতে মিত্ৰতা স্থাপন কৰিবৰ উদ্দেশ্যে বহুত দূৰৈৰপৰা এই মেলালৈ আহিছে। আপোনালোকলৈ বুলি তেওঁলোকে নিজ নিজ ঠাইৰ অলপ বাচকবনীয়া উপহাৰ আনিছে। মান্যবন্তলৈ এনেদৰে মান আগবঢ়োৱা আমাৰ দেশৰ দস্তুৰ আশা কৰো তেওঁলোকৰ উপঢৌকন কৰ্ণেল চাহাবে গ্ৰহণ কৰি ৰজাসকলৰ আনন্দ বৃদ্ধি কৰিব।

কুপাৰ— That's all right Let them come Tom

(টম বেগৰে আহি কুপাৰৰ আগত থিয় হয়।)

টম— Yes Sir-

কুপাৰ— Have not we beought the casket of cigarettes?

টম— Yes Sir-

(টমে চিগৰেটৰ বাকচটো আনি কুপাৰৰ কাষত থিয়হৈ থাকেহি।)

মণিৰাম— দাৰোগা ডাঙৰীয়া। খাচিয়া চিয়ামক আহিবলৈ দিযক।

(হৰনাথে খাচিয়া চিয়ামক কুপাৰৰ ওপৰলৈ আগুৱাই দিয়ে আৰু মণিৰামে কুপাৰৰ পৰিচয় দিয়ে।)

এখেত খাছিয়া ৰজা-- খাইৰামৰ চিয়াম।

কুপাৰ— (কৰমৰ্দন কৰি) How do you do?

খাঃ চিয়াম- খুব্ সাই চৰকাৰ বাহাদুৰ। আমি খাচিয়া চিয়াম আছে। খাইৰামৰপৰা আহিছে। আমি ব-উ-ত উক আস্তিত বাহ কৰিছিলে, কিন্তু মান আমাক ব-উ-ত জুলুম কৰিলে। গোড়া পল্টন নাই আয়িলে আমি অমুলি মৰিলে অয়। আমি চৰকাৰ বাহাদুৰক ব-উ-ত চেলাম দিছে। বউত বউত খুবলাই।

( এখন ফুলাম খাচিয়া কাপোৰ, কিছুমান ফল-মূল, অলপমান মৌ, এজোৰ ধনু-কাড কুপাৰৰ ফালে আগবঢ়াই ধৰে। কুপাৰে গ্ৰহণ কৰে।)

কুপাৰ— Thank you very much . Khashi Chief. We shall never forget your grateful-ness. বহুত ধন্যবাদ। হামি তুমাৰ উপৰ বহুত খুচি হৈছে। Tom!

( টমে তৎক্ষনাৎ চিগাৰেটৰ বাকচটো খুলি ধৰে। কুপাৰে তাৰ পৰা কেইটামান চিগাৰেট উলিয়াই খাচিয়া ৰজাক দিয়ে। ইতিমধ্যে মেথী আৰু নিউৱিলে বস্তবোৰ পিটিকি পিটিকি চায়। মেথীয়ে ফুলাম কাপোৰখনৰ জাপ মেলি লৈ কয়।)

মেথী This is beautiful Hand woven!

( মেথীয়ে কাপোৰ খন আন আন চাহাবকো দেখুৱায। সকলোৱে প্ৰশংসাসূচক দৃষ্টিৰে চাই 'Nice', 'Beautiful' আদি কয়।)

মণিৰাম-- এইবাৰ আপুনি আহক গাৰোগাম।

( হৰনাথে গাৰোগামক আগবঢ়াই দিয়ে। কুপাৰে গামক কৰমৰ্দন কৰে। গাৰোগামে এখন বাঘৰ চাল আৰু তিনিটা লাফৰ খুউৰা সেউন গাঁঠনী দিয়া, বাহৰ চুঙা কুপাৰক দিয়ে। চুঙা কেইটাক বেলেগে বেলেগে কয়লা, লো আৰু লা ভৰোৱা থাকে। )

(নিউৱিলে বাঘৰ চালখন গাত মেৰিয়াই লৈ জঁপিয়াবলৈ ধৰে। সকলোৱে হাঁহি উঠে। )

নিউৱিল-- I am a tiger হামি ৰয়েল টাইগাৰ আছে। হামি ভেৰা, গৰু চব চাফা কৰিব পাৰে।

( ইতিমধ্যে মেথীয়ে এটা চুঙাৰ সাফৰ খুলি উবুৰিয়াই চায় আৰু উৎফুল্ল হৈ কয়। )

মেথি Look hear Captain! What are these? look, this is coal!

(কুপাৰে চুঙাটো লৈ কয়লা উলিয়াই চায়।)

কুপাৰ-- A land of minerals! We have discovered an asset to the Company.

গাৰোগাম-- এইটো নাগামাটি আছে চৰহাব। আমাৰ পৰ্বতৰ নাগামাটি।

মেথী— তুমাৰ পৰ্বতমে নাগামাটি ফাই?

মণিৰাম— হয় কেপ্টেইন চাহাব। গাৰোপাহাৰত নাগামাটিৰ আকৰ আছে।

হামাক ৰাস্তা বৎলাব ফাৰিবে?

মণিৰাম-- হয়—ফৰা হব।

And lo! This is iron and this is lac.
তুমাৰ বো পৰ্বতমে ফায়?

গাৰোগাম- পায় চৰ্কাৰ্।

মেথী— By Jove! What a resourceful country. বহুত সমৃদ্ধিহালী দেশ আছে। Colonel! Do whatever you like with your military operation; but please, give me a chance to unearth these hidde treasures.

নিউবিল— Don't you be impatient Lt, Mathe! (চিংফৌ গামক)
আপুনি কি আনিছে ৰাজা বাহাদুৰ?

মণিৰাম— আহক চিংফৌ গাম।
(চিংফৌ গামে এটা চাহ গছৰ পুলিঅনি কুপাৰৰ আগত দাঙি ধৰে। সকলো চাহাবে চাহ পুলিটো চিনিব নোৱাৰি ঠাট্টাৰ সুৰেয়ে—What's that! What's that; বুলি হাঁহে।)

চিঃগামঃ এইটো ফিনাপ আছে। আমি হুনিছে তুমিলোক বৰ ভাল পায়। হেই দেখি আমি তোমালৈ ফিনাপ আনিছে।

কুপাৰ— (মণিৰামক) ফিনাপ কি আছে?

মণিৰাম- কৰ্ণেল চাহাব! এইজোপা চাহ গছৰ পুলি Tea, Tea
(চাহাব কেইজনে 'Tea' বুলি জপিয়াই উঠে।)

মেথী— Good Good! Tea!! তুমালোকৰ পৰ্বতমে Tea ভি ফায়? ক'ত ফায়—কোন পৰ্বতমে ফায়?

মণিৰাম— আমি অলপতে চিংফৌ আৰু টাঁপলিকা পৰ্বত বগাওঁতে বনৰীয়া চাহ গছ পাইছিলোঁ। মই সৰু-সুৰাকৈ চেলেং আৰু চেনীমৰাত দুখন চাহ বাগিচাও খুলিবলৈ যো-জা কৰিছোঁ।

নিউবিল— Then you are the discoverer of Tea?

মেথা— হামাক তুমাৰ Tea Garden দেখাব ফাৰে?

মণিৰাম— বাৰু, সুবিধা হ'লে দেখুওৱা হব চাহাব।

মেথী— Thank you, thankyou very much Look here gentleman! If we can somehow start sone tea garden here-by jove! what an enterprise!

কুপাৰ— But let us finish the business first. সাধনিয়াৰ। আমি হামাৰ হুভা ভঙ্গ কৰিব ফাৰে?
(টমে ইতিমধ্যে উপহাৰবোৰ সামৰি লয়।)

হৰনাথ— সাধনিয়াৰ ডাঙৰীয়া, ৰাইজৰ ফালৰ পৰা আপুনিয়েই দুষাৰমান কওঁক।
(মণিৰামে সাজু হৈ সসম্ভ্ৰমে চাহাবক উদ্দেশ্য কৰি সকলো ৰাইজে শুনাকৈ কয়।)

মণিৰাম— স্বাগত ইংৰাজ বিষয়া সকল। আজি আপোনালোকক অসমীয়া ৰাইজৰ হৈ মই কৃতজ্ঞতা জ্ঞাপন কৰিছো। ছশ বছৰ শান্তিৰে বাস কৰাৰ পিচত, শান্তিপ্ৰিয় অসমীয়া প্ৰজাৰ ওপৰত কেঁচা মঙহ খোৱা মানহঁতে অত্যাচাৰৰ যি তাণ্ডৱ লীলা মেলি দিলে বৰ্ণনাৰো অতীত। দেশ এতিয়াও থিতাপি লগা নাই-- ৰাইজে এতিয়াও গা টঙাব পৰা নাই। আপোনালোকৰ ওচৰত আমাৰ এয়ে গোহাৰি যে, মানক যুঁজত পৰাস্ত কৰি গোৱালপাৰাৰ পৰা বৃটিছে যি ঘোষণাপত্ৰ প্ৰচাৰ কৰিছিল। সেই ঘোষণা অনুসাৰে অসমত শান্তি স্থাপন আৰু খিলঞ্জীয়া শাসনৰ ব্যৱস্থা কৰি আপোনাসকল যেন প্ৰজাৰ প্ৰীতিভাজন হয়।

কুপাৰ— Long live Brittania!
(এই বুলি কোৱাৰ লগে লগে কুপাৰে মুৰৰ পৰা টুপী সোলোকায়। আন আন চাহাবসকলেও টুপী সোলোকাই থিয় হৈ সন্মান প্ৰদৰ্শন কৰি পুনৰ বহে।)

Though victors, we know how to treat the vanquished হামি তুমালোকৰ খাতিৰ দেখি বহুত খুচি পাইছে। তুমালোক চব্ বাট হামি কুম্পানী আউৰ গভৰ্ণৰ জেনেৰেলকো পাচ পেচ্ কৰিব, বিলকুল জনাব। You know the British policy, stated in the proclamation issued from Goalpara and we have only dischsrged our lawful duties হামিলোগ হামাৰ কাম কৰিছে। হামাৰ Governor General- বৰলাট বাহাদুৰ যেতিয়া হুনিলে-- নিৰ্দোষী অসমীয়া আদ্‌মিকা উপৰ Burmi লোক অত্যাচাৰ কৰিছে, ঝুলুম কৰিচে, তব হামাৰ গোড়া ফৌজ ভেজি দিলে। কোম্পানীৰ গোডা ফৌজ চাৰা হিন্দুস্থানকো ঠাণ্ডা বনাই দিলে। বাৰ্মিজটো বহুত চোট্টা আছে! হামাৰ গোডা পল্টনকা চাথ পঞ্জাব লডাই কৰিলে, মাৰাঠা লডাই কৰিলে, নিজামচাহি ফৌজ লডাই কৰিলে, হা বাঙ্গালভি লড়াই কৰিলে, এক্ এক্ বাৰে চাড়া বিন্দুস্থান লাডাই কৰিলে লেকিন হামাৰ গোডা পল্টন চব্ লোককো হঠাই দিলে। হামালোকৰ এক্ এক্ কামান ডাগিলে দুষমনলোক দশ্ দশ্ মাইল হাঠি যাব।

But gentleman! আভি এই দেশমে হামিলোক

দুষমনলোককো নিকালি দিছে। দেশমে শান্তি আনি দিছে। পৰজাকো কৈ দুখ নাই আছে। আভি তুমলোক চব হামিলোককো চাথ নিৰাপদ আউৰ হান্তি-কোৱান্তে দোস্ত হোকে সহায়তা কৰিব লাগে।

হৰনাথ— সঁচা সঁচা, চাহাব। গোডা পল্টন অহাৰ লগে লগেই মান পলাই পত্ৰং দিলে। আপোনালোকৰ ভৰসাতে আমি এতিয়া শান্তিৰে উশাহ লব পাৰিছোঁ। আপোনালোকৰ সদ্‌নাম, যশস্যা বৈ বৈ যাব।

নিউবিল— Now father' your turn please Enlighten the heathens with your sermons

পাদ্ৰী— Thank you, Good Gracious-God be with you. অহমীয়া পৰজাহকল! English soldiers দুষ্‌মন বাৰ্মিজকো হঠাই দিলে। এতিয়া তুমিলোক হুক হান্তিত থাকিব পাৰিব But my friends! হামি হামাৰ প্ৰানত বহুত দুখ পাইছে। তুমালোকৰ কোন কোন আদমি পাথৰ পূজা কৰে, কোন কোন tree- গছ পূজা কৰে- আউৰ দুচৰা চব্ হাপভি পূজা কৰে ভগৱান পাথৰ নাই আছে, হাপ নাই আছে, গছভি নাই আছে। He is the Creater of all তুমাক বনাইছে, হামাক বনাইছে- -আউৰ চাৰা দুনীয়া ভি বনাইছে। হেই Creator আছে এক ঈশ্বৰ, হেই এক ঈশ্বৰক উপাসনা কৰিব লাগে। যীশু আমাৰ প্ৰেম জ্ঞানে, যীশু ত্ৰাণকৰ্তা আছে।

(ইতিমধ্যে জনতাৰ ভিৰ ঠেলি ঠেলি পিয়লি আগলৈ আহি পেং দুডালত ভৰ দি বৈ শুনি থাকে। নাৰায়ণে মানুহৰ মাজৰ পৰা ডিঙি মেলি বিঙি মাৰি পাদুৰী চাহাবক সোধে।)

নাৰায়ণ— তোমালোকৰ যীশুক উপাসনা কৰিলে কি হয় হে চাহাব?

(বঙালী পেস্কাৰে তৎক্ষনাৎ নাৰায়ণৰ ফালে চাঁচা মাৰি ক'লে।)

পেস্কাৰ— এইটা কি অসভ্যৰে ! ব'সে পৰ ! ব'সে পৰ!

(নাৰায়ণে টাঙোনডালত ভৰ দি বহা ঠাইৰপৰা উঠি পেস্কাৰক আঙুলি জোকাৰি কয়।)

নাৰয়ন— এই! মই তোৰ এচাৰি এমালিখন চাইহে আছোঁ। অ' আচুকাঠৰ গুৰি পাই শিয়াল বঙা হৈছে। একেপাত চৰতে ঢোলো যাবি টেমেকাও যাবি।

(পিয়লি ফুকনে আৰু কেইখোজমান আগলৈ আহি বাঘৰ চকুৰে পাদুৰী চাহাবলৈ চাই থাকে। তেওঁ মনৰ উত্তেজনা বলেৰে সংযত কৰি থকা দেখা যায়।)

পাদুৰী— যীশুক উপাসনা কৰিলে salvation পাব; অৰ্থাৎ মুক্তি পাব। হামি জানে তুমালোকৰ ধৰ্মৰ অভাৱ আছে। হামাৰ গোডা ফৌজ লৌটি গ'লে হামিলোগ লেকিন তুমাৰ দেশমে থাকি যাব। তুমালোকৰ অন্ধতা দেখি হামাৰ বহুত দুখ হৈছে। হামি তুমালোগকো স্বৰগৰ ৰাস্তা বতলাই দিব। হামি তুমালোগকে salvation দিব। "Grace be to you and peace from Lord the Father, and from our Lord Jesus Christ. To whom be glory for ever Amen"

(পাদুৰী চাহাবৰ কথাত নিহিত থকা অসমীয়া মানুহৰ ধৰ্মৰ অভাব বুলি কোৱা কথাত পিয়লিৰ ধৈৰ্য্যচ্যুতি হয়। পিয়লিয়ে পেং দুডালত ভৰ দি খুপিয়াই শেনটোৰ দৰে আহি পাদুৰী চাহাবক উত্তেজিতভাবে কয়।)

পিয়লি— হৈছে পাদুৰী চাহাব। অসমীয়া প্ৰজাক স্বৰ্গৰ বাট দেখুৱাবৰ নিমিত্তে তুমি ইমান আকুল হব নালাগে। তোমাৰ কোম্পানীৰ দোহাই আমাৰ মুক্তিৰ বাবে তুমি অসমত সত্ৰ পাতিব নালাগে। যি বাটে আহিছা সেই বাটে সজে সজে উভতি যোৱা।

( পিয়লিক উত্তেজিত দেখি ইংৰাজ প্ৰহৰীয়ে বন্দুক থিয় কৰি লৈ যেন কুপাৰৰ ইঙ্গিতলৈহে অপেক্ষা কৰে তাৰ পিছত বন্দুক নমাই আগৰ দৰে থাকে।)

নিউবিল— The traitor's son speakin!

কুপাৰ— Captain! watch patiently, mind what he says.

( পাদুৰী চাহাবৰপৰা একো প্ৰত্যুত্তৰ নাপাই পিয়লিয়ে অলপ দূৰৈত থিয় হৈ থকা মণিৰামক উত্তেজিতভাবে সোধে।)

পিয়লি— মণিৰাম। তুমি দুৱৰা কাকতি বংশৰ এজন জনা বুজা উঠি অহা ডেকা। সম্ভ্ৰান্ত কুলত জন্ম লৈ, বগা বঙালক খঙ্গাপাৰি বহুৱাই ঘৰৰ ভিতৰুৱা কথা পৰৰ আগত বকলা মেলাটো কিমান সমীচিন, এই কথাটো অইনে নুবুজিলেও অন্ততঃ তুমি বুজিব লাগিছিল; কিয়নো তুমি শিক্ষিত, বুদ্ধিমান। তুমি অসমৰ এই দুৰ্গতিৰ মূল কাৰণ আৰোপ কৰিছে মোৰ স্বৰ্গীয় দেউতাৰ ওপৰত। তুমি অসমৰ বুৰঞ্জী পাহৰি গৈছা, যে ইতিপূৰ্বে মানতকৈও বহুগুণে বল পাৰ্গত মোগল সেনাই অসম আক্ৰমন কৰিবলৈ শেনটোৰ দৰে আহি অসমীয়া কাঁড়ী, পাইক, হিলৈদাৰীৰ আগত তিষ্ঠিব নোৱাৰি, ফেঁচাটোৰ দৰে উভতি যাব লগাত পৰিছিল,

তাকো এবাৰ নহয়, দুবাৰ নহয়--সোতৰ বাৰ।

(নিউৱিল কুপাৰকে আদি কৰি অন্যান্য চাহাবসকলে একো নামাতে যদিও সচেতন হৈ পিয়লিৰ গতি-বিধি চাই থাকে।)

**হৰনাথ--** ফুকন। এই সভাত এইবোৰ কথা কৈ এখন দণ্ড খৰিযালৰ সৃষ্টি কৰাৰ কোনো সকাম নাই। চাহাবৰ আগত আমি হাঁহিযাতৰহে পাত্ৰ হ'ম। এই বিষয়ে গবেষণা কৰিবলৈ আজি এই মেলা পতা হোৱা নাই নহয়। আপুনি বহক।

**পিয়লি-** বহিম। ক'ত বহিম? এইখনটো স্বৰ্গদেউৰ চ'ৰা নহয় যে তাত বৰফুকনৰ বাবে আছুতীয়াকৈ আসন পতা থাকিব। ই অসমীযাৰ অধঃপতনৰ মেলা। ইযাত তোমালোকে মাতি আনি মণিকুটৰ লাই খুটাত ফিৰিঙিক বহুৱাইছা। বৃপসিং বঙালৰ হতুৱাই ষডযন্ত্ৰ কৰি মোৰ দেউতাক মাৰিও তোমালোক সন্তুষ্ট হোৱা নাই। বদনে যেনিবা মান আনিছিল-- কিন্তু বহি বহি খিতাপ খোবা, মথুৰা পাগমৰ, বুঢ়া গোঁহাই, বৰগোঁহাই, বৰুৱা, হাজৰীকা--এখেতসকলে মানক ভেটিব নোৱাৰিলে কিয়? লাজৰ কথা যে ইমানতো নিজৰ দুৰ্বলতা ঢাকিবলৈ বদনৰ কুৎসা ৰতি নিজৰ দেশখন ৰাখিবৰ নিমিত্তে প্ৰকাশ্যে কোম্পানীৰ পল্টনৰ সহায বিছাৰি--

(পিযলিয়ে বলিযাৰ দৰে উত্তেজিত হৈ সকলোকে ঘূৰি ঘূৰি সোধে।)

কিয? কিয়?--আমাৰ দেশত কি হিঁলৈ নাই, বৰতোপ নাই, ডেকাল'ৰা নাই, চুৰিযা পিন্ধা মতা মানুহ নাই যে গোড়া পল্টন আহি আমাৰ দেশখন ৰখি থাকিব লাগিব? আমাৰ দেশত কি মহন্ত নাই, গোঁসাই নাই, সত্ৰ নাই, ধৰ্ম নাই যে বিধৰ্মী পাদুৰীয়ে অসমীযাক স্বৰ্গৰ পথ মুকলি কৰি দিব লাগে?

**কুপাৰ -** What does he mean by all these things? What is this lame man excited for, Sadhaniar?

হেই। তুমি কিয় গৰম হৈছা?

**পিয়লি--** হেই, কিয গৰম হৈছে। সভ্যতাৰ ধ্বজা উৰুৱাই অহা তোমালোক ফিৰিঙিবিলাকৰ অভদ্ৰ ব্যৱহাৰ দেখি, আৰু তোমালোকৰে পোহৰত ভোটাতৰা হবলৈ বিচৰা কিছুমান পাবত গজা মানুহৰ হীন আচৰণ দেখি। কৰ্ণেল চাহাব। ইংৰাজ পল্টনৰ তুমি নায়ক?

**কুপাৰ--** হা হা জৰুৰ।

**পিয়লি--** তুমি শুনা। তোমালোকৰ শান্তি স্থাপনৰ হেঁপাহ ইমান প্ৰবল যে ভাৰতৰ এমুৰৰপৰা-- পাঞ্জাব, ৰাজস্থান, মহীসুৰ অযোধ্যা আৰু বঙ্গৰ শাসন সংস্কাৰ ভৰিৰে মোহাৰি শান্তি প্ৰতিস্থাৰ চেলু লৈ বেহা-বেপাৰ মেলিছাহি। এনে অৱস্থাত অসমৰ প্ৰতিও তোমালোকৰ প্ৰীতি অতি স্বাভাৱিক--যি হেতু অসমৰ পৰ্বতত খনিজ পদাৰ্থ আছে, সেসাৱনশিৰিত সোণ আছে, অসমৰ হাবিত চাহগছ আছে।

**কুপাৰ--** But were we not invited? তুমালোকে হামাক নিমন্ত্ৰণ কৰি আনিছে।

**পিয়লি--** হয হয সাত সাগৰ তেৰ নদীৰ সিপাৰৰপৰা বগা বঙালক মিত্ৰতা কৰিবলৈ আমি অসমীযাই বৰ শৰাই দি মাতি আনিছো। আৰু অসমৰ মহামিত্ৰ বৰ্ম্মা ৰজাই অসমৰ স্বৰ্গদেৱৰ সলনি ইয়াণ্ডাবু সন্ধিত মোহৰ মাৰি সেই মিত্ৰতাৰ খটত চহী দিছে আৰু এই চৰ্তও দিছে যে অসমৰ মৃত স্বৰ্গদেউ সকলৰ মৈদামত গচ্ছিত ধণ-সোণ, মণি-মৰকত, মাইহাং-হেংদাং চৰুৱে চৰুৱে লুটি নি ডিঙ্গৰা ভৰাই ভাটীলৈ চালান দিব, আৰু তাৰ সলনি ভাটীৰ পৰা লাৰুৱে লাৰুৱে কানি আনি অসমৰ প্ৰজাক বিলাই দিবহি।

**মেথা--** We want to preserve then in the British museum যাদুঘৰত তাৰ ব্যৱস্থা হব।

**পিয়লি--** যাদুঘৰত তাৰ ব্যৱস্থা হব। কিন্তু তোমালোকৰ যাদুঘৰ অসমৰ ধন সম্পদৰ ভঁৰাল বুলি কোনে খট লিখি দিলে? সেই ব্যৱস্থা অসমৰ প্ৰতি, অসমৰ স্বৰ্গদেউসকলৰ প্ৰতি অপমানজনক আৰু এই অপমান কৰিবলৈ সুবিধা পাইছা স্বৰ্গদেউসকলৰ বৰ্তমান পো-নাতিৰ দুৰ্বলতাৰ সুবিধা লৈ।

তোমালোকৰ শিক্ষা সভ্যতাই এই ফেৰাও জ্ঞান দিয়া নাই নে যে এখন স্বৰ্গগামী ৰজাসকলৰ সমাধিত দান কৰা বস্তু অতি পবিত্ৰ। জাতিটোক অপমান নকৰাকৈ সেই বস্তুৰ ওপৰত হাত দিব নোৱাৰি। তোমালোক ভাবিছা যে এই লুণ্ঠন কাৰ্য্যত প্ৰতিবাদ কৰিবলৈ কোনো নোলাব। অকল প্ৰতিবাদেই নহয়, তোমালোকক--

(মণিৰামে পিয়লিক বাধ দি দাবি দি কয়)

**মণিৰাম--** ফুকন, আপুনি অনিমন্ত্ৰিতভাবে ইয়ালৈ আহি এইবোৰ কি বলকনি মেলিছে?

(পিয়লিয়ে বাধা পায়, আৰু মণিৰামে দাবি দি কোৱাৰ কাৰনে অপমান বোধ কৰি দু গুণ খঙ্গেৰে কয়)

**পিয়লি--** মনে মনে থাকা মণিৰাম! ভাটীৰপৰা বগা বঙালক বাট দেখুৱাই আনি তুমি ভাবিছা, তুমি এই দেশত শান্তি স্থাপন কৰিলা। কৰ্ণেল চাহাব। কলিতা ৰজা মণিৰাম সাধনিয়াৰে তোমালোকক অসমলৈ অহা

বাট দেখুৱাই আনিছিল— কিন্তু বদনৰ পুতেক এই চাকোলা পিয়লিয়ে তোমালোকক উভতি যোৱাৰ বাট দেখুৱাই দিব।

মণিৰাম— কৰ্ণেল চাহাব। আমাৰ সভাৰ কাম শেষ হ'ল। আমি এতিয়া সভা ভঙ্গ কৰাহে উচিত।

কপাৰ— All right, let us break up then

পিয়লি— ভাল কথা। যোৱা যোৱা— তোমালোকে যিমান সোনকালে যোৱা সিমানেই মঙ্গল।

(চন্দ্ৰবি সহ চাহাববিলাক প্ৰস্থান। লগতে মণিৰাম, হৰনাথ, দুতিৰাম আৰু কিছুমান ৰাইজ যায়গৈ। সভাৰ বাকি মানুহবোৰ যাবলৈ উঠা-মেলা কৰে। কিছুমানে থুপখাই ৰৈ পিয়লিৰ কথা শুনে। নাৰায়ণে সাউৎকৰে পিয়লিৰ কাষ চাপে।)

নাৰায়ণ— হৈছে,হৈছে আৰু মাজিউদেউতা। ইমানেই পাবগৈ। বলক, উভতি যাওঁ। গোটেই দেশে আগবঢ়োৱা শৰাইখন অকলে আপুনি কেনেকৈ ওভোতাই আনিব।

পিয়লি— দেশে আগবঢ়োৱা নাই নাৰায়ণ। পাবত গজ্জাবোৰেই দেশ নহয়। অসমীয়াই বগা বঙালক বঙা থঙা পাৰি বহুৱাবলৈ মতা নাই। ( গামৰ ওচৰলৈ গৈ ) নকব কিয় গাম—মুখ ফুটাই নকব কিয়? যি স্বৰ্গদেউসকলৰ লগত আজি ছশ বছৰ কৰ-কাতল, চৈ পেচকচ দি তহঁতৰ মহামিত্ৰ বুলি সম্বন্ধ ৰাখি বশ্যতা স্বীকাৰ কৰি আহিছ, অভিষেকৰ সময়ত যাৰ শিঙৰি ঘৰৰ খটখটিত বহি আনুগত্য স্বীকাৰ কৰিছিল, সেই স্বৰ্গদেউৰ সাতাম পুৰুষীয়া মাইতাৰ সিংহাসনত সাতসাগৰ তেৰ নদীৰ সিপাৰৰপৰা অহা বগা বঙালক বহুৱাই তহঁতে আঠু লবি?

খা চিযাম— হেইটো অ'লে অয় দে। আমাক হাধনিয়াৰে মাতিছে শুণেহে আমি আহিছে।

(গামবিলাক যায়গৈ)

পিয়লি— (এজন বুঢ়াৰ ওচৰলৈ গৈ) তুমি বুঢ়া— তুমি কোৱা। তুমি ৰাইজৰ মনৰ কথা জানা—তুমি দেশৰ কথাও জানা, তুমি কোৱা—অসমত ৰজা কোন আছিল আৰু অসমত ৰজা কোন হব? তুমি কাক মূৰদোঁৱাবা— তোমাৰ পো-নাতিয়ে কাক মূৰ দোঁৱাব? (বুঢ়া নিমাত)

নামাতা, তুমি জানা, কিন্তু আজি মাতিব নোখোজা নাৰায়ণ। আজি কোনেও নামাতে।

(বুঢ়া তলমূৰ কৰি গুচি যায়, পিয়লিক গা দেখুৱাই নাচনীৰ পস্থান।)

স্বৰ্গদেউ। যিবিলাকে এদিন তোমাৰ আগত আঠু লৈ কৃপা ভিক্ষা কৰিছিল—তোমাৰ ইঙ্গিতকে আদেশ বুলি শিৰ পাতি লৈছিল—আজি দেশৰ দুৰ্দিনত সিহঁতে তোমাৰ হকে এবাৰ মুখ ফুটাই কথা নহয়— এটা আঙুলি নোতোলে। আজি সিহঁতে তোমাক বাগি কুঠাৰ মাৰিছে।

( দুদিনৰ ভিতৰতে মানুহৰ এনে পৰিবৰ্তন দেখি অদৃষ্টৰ পৰিহাস উপলব্ধি কৰি পিয়লিয়ে পগলাৰ দৰে ঢেক ঢেককৰে হাঁহিবলৈ ধৰে। সেই উত্তেজনাৰ প্ৰাবল্য ৰোধ কৰিব নোৱাৰি চেতনা বিলুপ্ত হোৱাৰ দৰে পৰি যাব খোজে। এনেতে নাৰায়ণে পিয়লিক সাবট মাৰি ধৰে। নাৰায়ণৰ স্পৰ্শত পিয়লিৰ যেন চেতনা আহে। সংযত হবলৈ চেষ্টা কৰি পিয়লিয়ে কয়)

পিয়লি— নাৰায়ণ।

নাৰায়ণ— মাজিউদেউতা—

পিয়লি - নাৰায়ণ। আজি নিশা আমি আকৌ যাম--

নাৰায়ণ— ক'লৈ যাম মাজিউদেউতা ?

পিয়লি— গোঁসানীক বিচাৰি।

নাৰায়ণ-- ক'ৰ গোঁসানী বিচাৰি? আপুনি ক'ত গোঁসানীক দেখিলে। গোঁসানী যে অশৰীৰি।

পিয়লি— শৰীৰি হওক অশৰীৰি হওক দেবী হওক, মানবী হওক, মই লগ ধৰিবই লাগিব নাৰায়ণ, অন্তৰাত্মাই বুকুত থিত হৈ মোক যেন কৈ দিছে নাৰায়ণ— "মৈদামত মই সমিধান পাম।" সহস্ৰ সেনাৰ বুকুৰ তেজৰ টোপালেৰে শৰাইথাল বাওলী কৰি যি দেশৰ গৌৰৱ অটুট ৰাখিলোঁ, মই মোৰ সোণৰ দেশত সোমোৱা সোণগুই খেদিবৰ,মৈদামৰ সাতামপুৰুষীয়া পবিত্ৰতা নষ্ট কৰা, থাপনা চুৰা কৰা, বুকুৰ কলিজা আঁজুৰি চিঙা শনাহী মেলেচ খেদিবৰ সমিধান পাম।

তাত মোৰ ফুৰা তাৰা আলম আছে, স্বৰ্গদেৱৰ হাবেৰে মাদলী পিন্ধাই তেওঁ মোক বাট দেখুৱাই লৈ যাব, মৈদামত মই সমিধান পাম।

(মন্ত্ৰমুগ্ধ চিত্তে পিয়লিৰ পিছে পিছে বিস্মিতভাবে নাৰায়ণৰ প্ৰস্থান)

।। আঁৰ কাপোৰ ।।

## সন্ধান

(প্ৰথম দৃশ্যৰ দৰে সজোৱা ৰজাৰ মৈদাম। মাজনিশা। মৈদামৰ আগত এগছ চাকি, আগলি কলপাত এখিলাত কেইপাহিমান ৰঙা জবা ফুল আৰু

কাপোৰ দণ্ডাৰ আগৰেপৰা এটি ভয়াবহ সুৰ বাজি থাকে। আঁৰ কাপোৰ তোলাৰ লগে লগে দেখা যায়--মৈদামৰ আগত স্তুতি-নৃত্য ভঙ্গিৰে কৃষ্ণভুষা এজনী নাচনী। লগে লগে সকলো বাদ্য একেলগে বাজি উঠে। ছেৰে ছেৰে নাচনীয়ে অনুপ্ৰাণীত ভাবত নাচিবলৈ আৰম্ভ কৰে। নৃত্য তাণ্ডবীয়। ক্ৰমান্বয়ে ভঙ্গিমাৰ ক্ষীপ্ৰতা বাঢি গৈ সেই নিত্য, অঙ্গ সঞ্চালনৰ এটি অবিৰাম গতিত পৰিণত হয়। নাচনী আউলী বাউলী হৈ পৰে আৰু উন্মাদনাৰ প্ৰাবল্যত এবাৰ মৈদামৰ আগত সাষ্টাঙ্গে দীঘল দি পৰি যায়। কাঁহ পৰি জীণ যোৱা নিস্তব্ধতা। লাহে লাহে নাচনীৰ উচুপনি শুনা যায়। এটি করুণ সুৰ বাজি থাকে।

মঞ্চৰ সম্মুখৰ পিনৰপৰা লাহে লাহে পিয়লি ফুকনৰ প্ৰবেশ। পিয়লিয়ে নাৰাযণক আগুৱাই যাবলৈ ইঙ্গিত দিয়ে। নাৰায়ণে ভয়ে ভয়ে নাচনীৰ ওচৰলৈ গৈ, মুৰ-শিতানত থিয় হৈ দাখন দাঙে। নাচনীয়ে মুৰ দাঙি, সম্মুখত নাৰাযণক দেখি ভয় খাই উঠি পিছলৈ হুঁহকি আহে। নাৰাযণৰো ভয়ত গা জিকাৰ খাই উঠে )

**নাচনী**-- তই কোন?

(নাচনীয়ে নাৰাযণৰ ওপৰত লক্ষ্য ৰাখি পিচুৱাই যায়। আৰু মঞ্চ পাওঁতেই ভিতৰুৱাই লৰ মাৰিব খোজে। ল'ৰি আহোতেই পিয়লিয়ে আগভেটি ধৰে। ৰঙ্গমঞ্চ পোহৰ হৈ যায়।)

**পিয়লি**-- তই কোন?

( নাঁচনী পিছ হুঁহকি আহি থাকোতে পিছফালে থিয় হৈ থকা নাৰাযণৰ গাত খুন্দা খাই খংমতভাবে বৈ যায়। নাচনী পলাব নোৱাৰাকৈ নাৰাযণ আৰু পিযলিয়ে আগুৰি থাকে।)

**নাৰায়ণ** - ক'লৈ সাৰিবি?

**পিয়লি**-- তই কোন?

**নাৰায়ণ**- ক'--তই কোন?

(নাচনীয়ে এবাৰ নাৰাযণৰ ফালে আৰু এবাৰ পিয়লিৰ ফালে চাই ধৰা পৰিলো বুলি নিজৰ অৱস্থা উপলব্ধি কৰে।)

**নাচনী**-- মই নাচনী।

**পিয়লি**-- ক'ৰ নাচনী?

**নাচনী**-- ভালকৈ চাওক--চিনি পাব।

(পিযলিয়ে নাচনীক ভৰিৰপৰা মূৰলৈকে চায়--' নাৰায়ণেও চায)

**পিয়লি**-- কি ত-ই?

**নাৰায়ণ**-- মাজিউদেউত! চিনি পাইছে জানো?

**নাচনী**-- ওঁ--মই গড়গঞা নাচনী।

**নাৰায়ণ**-- তই ইযাত কি কৰিছ?

**নাচনী**-- নাচিছোঁ।

**নাৰয়ণ**-- নাচিছে--দাইনী বেটী!

**পিয়লি**-- মাজনিশা তোৰ কিহৰ নাচোন?

**নাচনী**-- কিয়, এখেতে জানো নাজানে যে নচাই আমাৰ কাম।

**পিয়লি**--- বুজিছো-- কিন্তু এই মৰিশালিততো তোৰ চাহাব নাই?

**নাচনী**-- মৰিশালি নহয় মৈদাম। ইয়াত চাহাব নাই সঁচা-- কিন্তু আমাৰ সাতামপুৰুষীয়া স্বৰ্গদেউসকল আছে। তেওঁলোকৰ আগত নাচিব লাগে।

**পিয়লি**-- ইযাত কান্দে কোনে?

(নাচনী নিমাত)

**পিয়লি**-- নাচনী! ইযাত কোনে কান্দে?

**নাৰায়ণ**-- এযে কান্দে মাজিউদেউতা--

**নাচনী**-- মযে কান্দো--মযে নাচো--

**নাৰায়ণ**-- তই গাঁৱৰ মানুহক এনেকৈ ভয়-ভীত খুৱাইছ কেলেই? এই দাইনীক শূলত দিব লাগে মাজিউদেউতা শৰীৰি বেটী।

**পিয়লি**-- তই কান্দ কিয?

**নাচনী**-- ( কাঠ হাঁহি মাৰি ) কান্দো কিয? আপোনাৰেই পিতৃ দেৱতা বদনে পাটকাই পৰ্বত পাৰ হৈ নিজৰ দুৰ্দশা কৰিলে-- তাৰ পৰিণামত দেশত কান্দোনৰ ৰোল, নুঠি পাৰে নে? সেয়ে আজি কাৰেঙত কান্দোনৰ ৰোল, মৈদামতো আজি কান্দোনৰ ৰোল, বুঢ়া-ডেকাৰ হিযাত আজি বিলৈৰ বেদনা, বোৱাৰী-জীয়াৰীৰ মুখত বিষাদৰ চকুৰ পানীৰ নিজৰা- আপুনি আকৌ মোক সুধিছে-- "তই কান্দ কিয?"

( ওচৰ চাপি ) আপোনৰ চকুত পানী কিয? আপোনাৰ মুখ বিষাদে ভৰা কিয?

**পিয়লি**-- সাৱধান নাচনী! মোৰ সম্মুখত, মোৰ পিতৃৰ নামত, এজন সামান্য নাচনীয়ে উচ্চ-বাচ্য কৰা মই ক্ষমা নকৰিম।

**নাৰায়ণ**-- মাজিউদেউতা!

(পিয়লিৰ হাতৰ ইঙ্গিতেৰে নাৰায়নক মনে মনে থাকিবলৈ কয)

**পিয়লি**-- মই কান্দো বা নাকান্দো--তই মোক এনেদৰে দুখিবলৈ নাহিবি তই--তই ফিৰিঙ্গিৰ চোৰাংচোৱা। মৈদামত মৰিশালিত সাধাৰণ মানুহে তোৰ দৰে নানাচে--তোৰ

দৰে নাকান্দে। নাৰায়ণ। এইক ধৰ ধৰ। এইক মাৰি পেলোৱাই ভাল হ'ব।

নাচনী— আজি বৰমুৰীয়াসকলে মৰিশালিত তেওঁৰ লগুৱা লগাই সামান্যা তিৰোতা এজনীক মৰোৱাতকৈ আৰু ডাঙৰ কাম কি কৰিব পাৰে? তাৰ কাৰণে তৰাতলিত সৈন্যৰ আখৰাও পাতিব নালাগে।

( গুপুত আখৰাৰ ঠাই তৰাতলিৰ নাম নাচনীৰ মুখে শুনি নাৰায়ণ আৰু পিয়লি আচৰিত হয়।)

নাৰায়ণ

পিয়লি— তৰাতলি?

পিয়লি— তই তৰাতলিৰ আখৰাৰ কথা কেনেকৈ জানিলি? মই থিৰাংকৈ জানিছোঁ-তই চোৰাংচোৱা।

নাচনী— চোৰাংচোৱা হয়, ফুকনদেউতা। আৰু সেই কাৰনেই মই জানো, ভৰ লুইতৰ বুকুৰপৰা ফিৰিঙিৰ নাৱৰ খাৰ কোনে লুটি আনিছিল। আচৰিত হৈ কি চাইছে? (নাৰাযণ) বাদ্ধা—বাদ্ধা, বৈ আছা কিয়? ফুকনদেউতা? মই স্বীকাৰ কৰোঁ—আপোনাৰ সহচৰ কেইজন সাহসী, কিন্তু সিহঁত চতুৰা নহয়।

পিয়লি— ( বিমুৰভাৱে ) নাচনী।

নাচনী— ফুকনদেউতা।

পিয়লি— তই কোন?

নাচনী— মই নাচনী।

পিয়লি— তই নাচনী নহয়।

নাচনী— তেন্তে মই চোৰাংচোৱা।

নাৰায়ণ— এই তই পেংলাই নকৰিবি। ক'—তই কোন?

পিয়লি— ক'—তই কোন?

নাচনী— মই কোন? মই স্বৰ্গদেউৰ লিগিৰী—মানৰ লগত মই দোভনীয়—ফিৰিঙিৰ আগত মই নাচনী আৰু আপোনাৰ চকুত মই চোৰাংচোৱা।

নাৰয়ণ— এই দাইনী, মাজিউদেউতা।

নাচনী— আৰু সেইয়া—আপোনাৰ লগুৱাৰ মানত মই দাইনী।

নাৰায়ণ— ইহ্। এই থিতাতে লিগিৰি, থিতাতে দোভনীয়া, থিতাতে নাচনী হয়। ইমান কথাৰ পাক ভাল নহয় মাজিউদেউতা। এই এপাকত থিতাতে কোমোৰাটো হৈ চাহাবৰ চালপীৰৰ তল সোমাবগৈ। এইক ইমানতে আমিও থিতাতে ওৰ পেলোৱাই ভাল।

পিয়লি— সাঁথৰ এৰি সঁচা কথা—ক—তই কোন?

নাৰায়ন— এই চোৰাংচোৱা মাজিদেউতা ।

নাচনী— হয়, কিন্তু কাৰ চোৰাংচোৱা ।

পিয়লি— কাৰ চোৰাংচোৱা হবি—বিদেশী বগা-বঙালৰ—ফিৰিঙিৰ।

নাচনী— বদনে বিদেশী মান জাতি আনি দেশ চাৰখাৰ কৰোঁতে দায় নালাগিল—কিন্তু—

পিয়লি— (নাচনী কথায় মুকতে ধৰি) পিতৃ বদনে মান মাতি আনি যি পাপ কৰিলে, তেওঁৰেই ল'ৰা পিয়লি ফুকনে তাৰ প্ৰায়শ্চিত্ত কৰিব। তৰাতলিত ঔসন্যৰ আখৰা তাৰেই আয়োজন। কৈ দেগৈ তোৰ চাহাবক যে, পিয়লিয়ে ফিৰিঙিক খেদাইছে এৰিব।

নাচনী— বুজিছোঁ—দেখিলহে লেখিম।

নাৰায়ণ— তোৰ মুখত ইমান বৰ বৰ কথাই শোভা নাপায় এক। তোৰ এইবিলাক দগাবাজি। এইৰ আহফলা কথাবোৰ শুনি থাকিলে আমাৰ নুজুৰায়। এইৰ এটা দিহাহে কৰিব লাগে মাজিউদেউতা।

নাচনী— "সিদিনা সেই অপৰিচিত নাওখন আহি ফিৰিঙিৰ নাওঁ মাজ লুইততে বুৰাই নিদিয়া হলে, এবেলাৰ ভিতৰতে খাৰ লুটি অনাৰ বাতৰি ফিৰিঙিৰ কাণত পৰিলেহেতেন আৰু আপোনাৰ সাহসী সহচৰ কেইজনে খাৰ আনি লুকুৱাই নৌ থওতেই ফিৰিঙিয়ে সেই পুনৰ উদ্ধাৰ কৰিলেহেঁতেন, ফুকমদেউতা।"

পিয়লি— নাৰায়ণ। এইৰ কথাই মোক মহাবিমোৰত পেলালে। নহয় নাৰায়ণ। এই যেয়েই নহওঁক, সম্প্ৰতি এইক বান্ধি থোৱাৰ বাহিৰে অন্য উপাই নাই।

নাৰায়ণ— বান্দি আৰু কি থব মাজিউদেউতা— এইক একে ঘাপেই শেষ কৰি থোৱাই ভাল।

(নাৰয়ণে দাখন তুলি লয়। নাচনী অবিচলভাবে থাকে।)

নাচনী— সঁচা —শেষ, কৰাই ভাল। নহলে আপোনালোকৰ সুনামতে কলঙ্ক পৰিব। বহুতো ডা ডাঙৰীয়াক প্ৰাণে মাৰিলে, ভাং খুৱাই বলীয়া হাতী মেলি দি বহুত যশ উপাৰ্জন কৰিলে— এতিয়া আৰু বাকী আছে সেইফেৰা। কিন্তু হত্যা কৰাৰ আগতে মই এসাৰ কথা সুধিব পাৰো নে?

পিয়লি— কি কথা ?

নাচনী— তৰাতলিত যি আয়োজন কৰিছে, সেই আয়োজন উদ্দেশ্য যদি সঁচাকৈয়ে বগা বঙালক খেদোৱাৰেই হয়, তেন্তে সেই কামত তিৰোতা হ'লেও মই যিমান পাৰো আপোনাক সহায় কৰিম। মোক বিশ্বাস কৰিব পাৰিব জানো?

নাৰয়ণ— এইৰ কথাত পতিয়ন নাযাব মাজিউদেউতা।

পিয়লি— পৰিচয় নোপোৱাৰ পৰ্য্যন্ত তোক মই বিশ্বাস নকৰোঁ।

নাচনী— মই নচা আপুনি নিজেই দেখিছে। মই নাচনী। ইয়াতকৈ অধিক পৰিচয় দিবলৈ মই অপাৰগ।

পিয়লি— বাক—এজনী নাচনীয়ে এনে গুৰু কামত পিয়লি ফুকনক সহায় কৰিব কেনেকৈ?

নাচনী— নাচি-নাচি-নাচোনৰ ভঙ্গিৰে, নুপুৰৰ ধ্বনিৰে। তৰোৱালিৰ সৈন্য-সামন্তৰে ফিৰিঙ্গিক বাৰু কেনেকৈ খেদিব? সৈন্য দেখোন তেনেই তাকৰ। এমুঠি সৈন্যৰে বিশাল ফিৰিঙ্গিৰ গোৰা চিপাহীক আঁতৰ কৰিব পাৰিব জানো?

পিয়লি— বণুৱাৰ সংখ্যা মোৰ নিচেই তাকৰ হ'ব পাৰে, কিন্তু সিহঁতৰ প্ৰত্যেকেই একোটা ফিৰিঙতি। সিহত প্ৰত্যেকেই স্বৰ্গদেউৰ নামত প্ৰতিজ্ঞাবদ্ধ। মই সমুখ যুঁজ কৰিব নোৱাৰিলেও এই এমুঠি বণুৱাৰ সহায়েৰে কেনেকৈ বগা বঙাল খেদিব পাৰোঁ, তাৰ ব্যৱস্থা মই কৰিম।

নাচনী— যদি বগা বঙালৰ ৰঙা চকু দেখি আৰু ফিৰিঙ্গিৰ গাতে আঁউজি থকা, পাবত গজা বৰমূৰীযাসকলৰ প্ৰলোভনত পৰি আপোনাৰ সহচৰবোৰ পিছ-হুহঁকি পৰে?

নাৰায়ণ— উহ্ এইৰ কথাৰপাক চোৱা?

পিয়লি— নাচনী পিযলি ফুকনৰ দল আজি যি মন্ত্ৰেৰে দীক্ষিত- -শত ৰঙা চকু-- শত প্ৰলোভনেও সিহঁতক পিচলাব নোৱাৰিব।

নাচনী— সেযে যদি হয ফুকনদেউতা--মোক সেই দিক্ষা দিযক।

পিয়লি— নাচনী--

নাচনী— মোক ভুল নবুজিব ফুকনদেউতা। অন্তৰত যি কুৰা জুই জ্বলিব লাগিছে, তাক শান্ত কৰিবৰ উপায় নাই। তথাপি জানোচা কেতিয়াবা দেশৰ কামত লাগিব পাৰোঁ-- সেই আশাতেই আজি অতদিনে অনাই-বনাই নাচি ফুৰিছোঁ। হযতোবা এদিন এই দেশ আকৌ সজাগ হৈ উঠিব-- হেৰোৱা শান্তি উলটি আহিব। মই আকৌ স্বৰ্গদেউতাৰ আগত নাচিব পাৰিম। মই আজি সেই পথ পাইছো-- সেই পথেদি মই বাট বুলি যাম। (লৰি গৈ মৈদামৰ আগত আঠু লয়।)

স্বৰ্গদেউ। মোক শক্তি দিয়া। সাগৰপৰা তুমি সাক্ষী থাকিবা। মই যেন কথা ৰাখিব পাৰোঁ।

( পিয়লিৰ ওচৰলৈ আহি, আঠু লৈ ভৰি চুই কয়)

ধৰ্মৰ নামত, মোৰ উপৰি পুৰুষৰ নামত--স্বৰ্গদেউৰ নামত, আপোনাৰ চৰণ চুই শপথ খাইছোঁ --জীৱনে মৰণে মই আপোনাৰ কামত সহায কৰিম। মোক সেই মহামন্ত্ৰৰে দীক্ষিত কৰক--কলিজাৰ তেজেৰে দেশ ৰাখিবলৈ সুবিধা দিয়ক--দিয়ক--ফুকন দেউতা।

(নাচনী অধীৰা হৈ হুকহুককৈ কান্দি পেলায়)

পিয়লি— কলিজাৰ তেজ--কলিজাৰ তেজ। নাৰায়ণ! নাৰায়ণ। তিৰোতাৰ তপত তেজৰ প্ৰভাৱত গোটেই অসমত ফিৰিঙি চাই হৈ যাব। দেশত এটিও বগা বঙাল নাথাকিব। অসমীয়া প্ৰজা আকৌ ঠন ধৰি উঠিব -- দেশত শান্তি বিৰাজ কৰিব। ধনে ধানে চাৰিওফালেউপচি পৰিব। দেশলৈ চেতনা ফিৰি আহিছে নাৰায়ণ! --দেশৰ গোঁসানী জাগি উঠিছে।

( পিয়লি অধীৰ হৈ পৰে।)

নাৰায়ণ- মাজিউদেউতা--মাজিউদেউতা--

নাচনী— ফুলন দেউতা----

পিয়লি— নাৰাযণ। নাচনী। ---অ' নাচনী--তই পাৰিবি?

নাচনী— পাৰিম ফুকন দেউতা।

পিয়লি— আমি জয জযতে গোড়া- পল্টনৰ খাৰ-ঘৰত জুই দি খাৰ-ঘৰ উৰুৱাই দিম আৰু প্ৰযোজন হলে তেতিযাই সিহতৰ লগত ৰণ দিম। তই সেই কামত মোৰ কি সহায কৰিবি?

নাচনী— মোক যেনে ভাৱে নচুৱাব, মই তেনেভাবেই নাচিম। ধনুৰ কাঁড়ৰ আগত জুৰি য'তেই নিক্ষেপ কৰিব, ত'তেই পৰি ধুমকেতুৰ দৰে দাৱানল জ্বলাই তুলিম। ফুকন দেউতা--

পিয়লি— কি?

নাচনী— অহা শনিবাৰে মই চাহাবৰ খাৰঘৰৰ বাহৰত নিশা নাচিবলৈ যাম। নাচত মই সিহঁতক মুগ্ধ কৰি ৰাখিম। সেই সুযোগতে আপোনালোকে খাৰ-ঘৰত জই দিলে সুফল হব।

পিয়লি— কিন্তু পকি খাৰ-ঘৰত জুই সিয়াৰ উপায় পোৱা নাই।

নাচনী— সেই উপায মই দিম, ফুকন দেউতা। জুই লগোৱাৰ শলিতা মযেই যোগাম।

পিয়লি— নাচনী। তই শলিতা যোগাব পাৰিবি?

নাচনী— পাৰিম। যি চকু-পানীয়ে বাট নেদেকি অন্তৰতে গোট মাৰি আছে, সেই চকুলোৰে মই শলিতা তিয়াই দিম-- আৰু যি কুৰা জ্বলা জুই বুকুত লৈ আপোনি আজি জন্মভূমি উদ্ধাৰৰ হেতু জীৱন পণ কৰিছে সেই জুইৰ ফিৰিঙতিৰে আপুনি জুই দিব শলিতাত। চাব, ফুকন দেউতা-- সেই শলিতাৰ জুয়ে ফিৰিঙ্গিৰ খাৰ-ঘৰত খাণ্ডৱ দাহ কৰিব।

পিয়লি— ঠিক কথা নাচনী। আমাৰ সৰ্বপ্ৰথম বিদ্ৰোহৰ দাৱানল জ্বলাবলৈ শলিতা যোগাবি তই, এজনী অচিনাকী নাচনীয়ে আৰু সেই শলিতাত অগ্নি সংযোগ কৰিব এই চাকেলা পিয়লিয়ে।

নাৰায়ণ— বহ্ বহ্, ---কিন্তু কিবা বিঘিনি বা অঘটন ঘটে?

নাচনী— তেন্তে দিখৌত জঁপিয়াই পৰিব। নৈৰ ঘাটত থকা পাঞ্চৈ নাওঁখনৰ প্ৰতিজন নাৱৰীয়াক নিৰ্দেশ দিয়া থাকিব, অলপ ভটীয়াই গলেই আপোনালোকক নাৱত তুলি লব।

পিয়লি— ওঁ -- তই কেতিয়াকৈ নাচিবলৈ যাবি?

নাচনী— অহা শনিবাৰে নিশা।

পিয়লি— বেচ্ —সেয়ে হব। বাৰু, ইয়াত আগতে তাঁলে তই নাচিবলৈ গৈছিলি নে?

নাচনী— গৈছিলো।

পিয়লি— তোক ত'লৈ কোনে লৈ যায়?

নাচনী— হৰনাথ দাৰোগাই।

নাৰায়ণ— অ'— নেওচা খোৱা হৰনাথ দাৰোগা। কটা পোক লাগি মৰিবি।

পিয়ালি— তই থাক ক'ত?

নাচনী— নৈৰ ওপৰতে থকা সেই পাঞ্চৈ নাওঁখনত। ফুকন দেউতা। মোক বিশ্বাস কৰক—মই কেতিয়াও নচলোঁ। আপুনি এইবাৰ গুৰি ভালকৈ ধৰক, নাওঁ ঠিকেই চলিব। মই এতিয়া আহোঁহে। —অ' —মাই এটা অনুৰোধ কৰি যাওঁ, ফুকন দেউতা। মৈদামত মই নচা কথা যেন আনক নকয় হয়তো মোক দাইনী বুলি ভাবিব।

(নাৰায়ণক সমুখতে পাই নাচনীয়ে চকু, তেলেকাকৈ ধৰি হাত দুখন মুখৰ আগত হাতোৰাৰ দৰে কৰি, মুখখন বিকৃত কৰি দেখুৱাই ভয় খুৱায়।)

নাচনী— মই দা-ই-নী

(নাৰায়ণে ভয়ত পিছুৱাই যায়। নাচনীৰ প্ৰস্থান। সাহসেৰে নাৰায়ণে এখোজ আগবাঢ়ি নাচনী যোৱাৰ ফালে চাই দা'খন জোকাৰি কয়)

নাৰায়ণ— হে—হে—দাইনীয়েই বা অইন কিবা অশৰীৰি হলেও মই তোৰ পিছ নেৰিছোঁ। সময় মুৰত টুপাই-বুৰ মাৰিলেও এই দা ৰেই চকলিয়াই পেলাম।

পিয়ালি— গুৰি ধৰা নাওঁ ঠিকেই চলিব। নাৰায়ণ—নাৰায়ণ। গুৰি ধৰিব পাৰিম জানো? ক'—নাৰায়ণ—ক'। মোৰ মাজে মাজে বৰ ভয় লাগে নাৰায়ণ—, কি জানিবা সকলো ভুল হৈ যায়। নাৰায়ণ—মই জানো পাৰিম?

নাৰায়ণ— পাৰিব মাজিউদেউতা। আপুনি নিশ্চয় পাৰিব। (দূৰত ভকতৰ গান শুনা যায়। গানৰ সুৰ ক্ৰমান্বয়ে ওচৰ চাপি আহে। আঁৰ কাপোৰ পৰাৰ পিচতো নেপথ্যতে ভকতে গাই গাই থাকে। সিপিঠিত দিয়া দুটা গানৰ যিকোনো এটা ৰুচি অনুসাৰে ব্যৱহাৰ কৰিব পাৰে।)

।। আঁৰ কাপোৰ ।।

গান

।ক।।

ভালকৈ ধৰিবি গুৰি নাৱৰীয়া
ভলৈকৈ ধৰিবি গুৰি,
বাৰিষাৰ ধুমুহাই নোৱাৰে বুৰাব
দে ঐ পাল তোৰ তৰি।
গুৰিৰ বৰে ব'ঠা তোৰে মুঠিতে
অশুভ অঘটন তোৰে হাততে,
উঠোতে নামোতে হবি ঐ সাৱধান
নাও যাব পাৰে বুৰি।

।।চ।।

ৰজা গুৰিয়াল তই নাৱৰীয়া
ৰজা গুৰিয়াল তই,
ডকাৰে ওপৰে পাঞ্চৈ আনিলি
চাকনৈয়া পাৰে হৈ।
ওপৰে বাৰিষাৰ গাজনি ধুমুহা
তলে পাৰে ভঙ্গা নৈ--
নাৱৰীয়া! ৰজা গুৰিয়াল তই।
ঢলে ওপচোৱা নৈৰে বুকুতে
চৰানওঁ ভটিয়াই যায়,
ঢৌৰ হেন্দোলনীত উঠে খলকনি
মনৰ মৰিশালি পাই।
চৰা নাওঁ বুৰিলে ভাবৰ বান উৰিলে
পুৰিলে ছাই গ'ল থৈ,
তোৰে চিৰি নাৱত, ওপজি আজি মোৰ
মৰো যেন লাগে অই--
নাৱৰীয়া! ৰজা গুৰিয়াল তই।

---কমলাকান্ত ভট্টাচাৰ্য্য

## তামুলী চ'ৰা

(তামোলৰ-পৰাই, বটা, চৰা চক্-পীৰা আদি পুৰণি সম্ভ্ৰান্ত অসমীয়া বয়বস্তুৰে কোঠালিটো পৰিপাটিকৈ সজোৱা আছে। ভকতে ঘোষা পাঠ কৰি থাকে। ওচৰতে পিয়লিৰ মাক বহি পুথি পঢ়া শুনি থাকে। কাষতে অকনমানি নাতিনীয়েক লৱণী বহি থাকে। সুচিতা অলপ আঁতৰত বহি পুথি শুনে আৰু লগে লগে শাহুৱেকলৈ তামোল খুন্দি থাকে। লৱণীৰ হাতত দৰা-কইনা খেলা পুতলা।)

ভকত— "হৰিপদ সেৱা নকৰে নিমিত্তে
মায়ায়ে বান্ধি ফুৰাৱে।
তাৱত মায়াক নকৰে ৰহিত
শৰণ নলৱে যাৱে।।"

(ভকতে পুথি সামৰি, সেৱা কৰি চাকি গছ আৰু ঠগাখন অলপ লৰাই থয়।)

পিঃ মাক— গাভৰু। ভকতক সোনকালে কিবা এমুঠি দি শোৱাৰ দিহা কৰি দিয়া। ভকত! ভিতৰলৈ কে যোৱা। এমুঠি

খাই ৰাতিটো ইয়াতে কটোৱা।

ভকত— ভাল আইছু-দেউতা।

(সুচিতা আৰু ভকতৰ প্ৰস্থান)

পিঃ মাক— লৰনী। তুমি উমলি থাকা দেহ! মই পুথিখন গোঁসাইৰ ঘৰত থৈ আহোঁগৈ।

(ঠগাৰে সৈতে পুথিখন লৈ পিয়লিৰ মাকৰ প্ৰস্থান। লৰণীকণে পুতলা দৰা-কইনা লৈ উমলি থাকে আৰু নাম গায়)

লৰণী— আঠীয়া কলৰে পাত সৰু সৰু
জাতি কলৰে পাত,
গা ধুই উঠি মোৰ বাখৰৰ টেমেকাই
খাবলৈ নাপালে ভাত।

আয়ৈ মোৰ বাখৰৰ টেনেকাকণ। খং নকৰিবা দেই।
দেউতা আহিলেময়ো ভাত খাম— তুমিও খাবা।

(নাৰায়ণৰ প্ৰবেশ)

নাৰায়ণ— লগতে ময়ো খাম দেই লৰণা আইকণ।

(আথেবেথে লৰণাৰ ওচৰত বহে)

চাওঁ—চাওঁ তোমাৰ বাখৰৰ টেমেকাকণ—

(লৰণীৰ হাতৰ পৰা নাৰায়ণে সাউৎকৰে পুতলা এটা লয়। লৰণীকণে পোন্দোৱাকৈ নাৰাযণলৈ চায়। নাৰায়ণে লৰণাৰ মনত ৰং লগাবৰ উদ্দেশ্যেৰে পুতলাটো লৰণায়ে ঢুকিয়ে নোপোৱাকৈ মুৰৰ আগত ধৰি নচুৱা গায়।)

এৰি কাটি মেখেলী ল হঁয় বনেচ—বানচী,
এৰি কাটি মেখেলী ল।

লৰণা— দেখিছ বাৰু— এইডালে কেনেখন কৰে। দে—মোৰ পুতলাটো, দে! নিজে হলে আনি লব নোৱাৰে, লোকৰটো অক'লৈ লৈ যায়।

(লৰণীয়ে থাপমাৰি পুতলাটো কাঢ়ি লৈ আহে। নাৰায়ণে সাউৎকৰে লৰণাক কোলালৈ কুলি হৈ মৰম কৰি কয়।)

নাৰাযণ— মোৰ পুতলা এই কণ হে।

(নাৰায়ণে লৰণীক চুমা খায়। লৰণীয়ে অসুবিধা পাই নাৰায়ণৰ চুলিত ধৰি আজুৰিবলৈ ধৰে)

নাৰায়ণ— উঃ! উঃ।। এৰি দিয়া—এৰি দিয়া। ধানৰ কঠীয়া উঠাদি এতিয়া সোপাই চুলি হাততে যাব।

(লৰণীয়ে চুলিৰ পৰা হাত এৰি দিয়ে। নাৰায়ণে কোলাৰ পৰা নমাই থয়। লৰণীয়ে গপ মাৰি থিয় হৈ থাকে)

নাৰায়ণ— আয়ৈ দেহি। লৰণীকণে বেয়া পালে— বেয়া নাপাবা দেই। কালিলৈ বৰ নামঘৰত ভাওনা হব নহয়। তাত মই হনুমন্তৰ ভাও লৈছো। নেগুৰত জুই লগাই গোটেইখন নগৰ কেনেকৈ চাৰখাৰ কৰি পেলাম, চাবা নে?

(নাৰায়ণে জঁপিয়াই জঁপিয়াই হনুমন্তৰ ভাও দেখুৱায় আৰু মুখেৰে গায)

কল মৌ খাওঁতে বুঢ়া হনুমন্তে
নগৰী কৰিলে চন,
ঐ গুবিন্দাই ৰাম।

(লৰণীয়ে হাঁহিবলৈ ধৰে।)

তাত ভাৱৰীয়াবিলাকে যিহে যুদ্ধৰ নাচ মাৰিব।

(এই বুলি মুখেৰে খোলৰ বাজন মাতি নাচি ভাও দেখুৱাই)

টা টা টাওঁ, ৰাটা টাওঁ, ৰা-টা টাক্ ঠেই,
বি-টি টাওঁ, টি-টি টাওঁ, খিটি টাক্ ঢেই।

(নাৰাযণে ঢেক্ ঢেক্ কৰে হাঁহে আৰু লৰণীয়েও হাঁহিবলৈ ধৰে। তাৰ পিছত লৰণীৰ হাতত থকা পুতলাটোলৈ আঙুলিয়াই নাৰাযণে কয)

বাৰু, লৰ লৰণী আইকণ। এই বাখৰৰ টেমেকা টিনো কোন?

লৰণী— কোন হব? মোৰ মইনাকণ।

নাৰায়ণ— এৰা, এৰা--এই ফেৰা মইনাকণ, (লৰণীৰ থুঁতৰিত ধৰি)

এইজনী হ'ল মইনাকণৰ মাক— আৰু মই যেনিবা লিগিৰী দেই।

(এই বুলি চুৰিযাৰ থোৰটো সেলোকাই ওৰমা লৈ লিগিৰী সাজে।)

লৰণী— (উলাহত চাপৰি বজাই) আইতা— আইতা—নাৰায়ণ-কাইলৈ চোৱাচোন। (নাৰাযণৰ গোঁফলৈ আঙুলিযাই) তোমাৰ এইবিলাক কি? লিগিৰীৰ হবলা এইবোৰ থাকে? তিৰোতা মানুহৰ আক' দাটি থাকে?

নাৰায়ণ— (মিহি মাতেৰে) বগী বগী মেখনীবিসাকৰ হলে থাকে। (দুয়োটাই হাঁহি দিয়ে। হাঁহিৰ মাজতে পিয়লিৰ প্ৰৱেশ)

পিয়লি— নাৰায়ণ!

(পিয়লিৰ মাত শুনি নাৰাযণে চ্ক-খোৱাৰ দৰে উঠি ওৰণী গুচাই থিয় হয়।)

নাৰায়ণ— মাজিউদেউতা! সকলো ঠিকেই আছে।

পিয়লি— তই ওভতা কিমান পৰ হ'ল?

নাৰায়ণ — গোঁসাই ঘৰত ডবা-কোবোৱাৰ লগে লগেই আহি পালোঁহি মাজিউদেউতা।

পিয়লি— তেনেহলে আহ।

(দুয়ো যাব খোজে। এনেতে সুচিতাৰ প্ৰৱেশ)

সুচিতা— আহি পায়েই এই কাল সন্ধিয়া আকৌনো ক'লৈ যাব লগীয়া হ'ল?

পিয়লি— সুচিতা। দুদিন মানলৈ এই প্ৰশ্ন তুমি মোক নকৰিবা। তুমি দেখোন জানাই--মই অবাটে নাযাওঁ। আহ নাৰায়ণ?

(দুয়ো যাব খোজে। এনেতে লৱণীয়ে কয়।)

লৱণী— দেউতা। তুমি সোনকালে আহিবা দেই। মই তোমাৰ লগত ভাত খাবলৈ বৈ থাকিম।

পিয়লি— (লৱণীক মৰম কৰি ) বাৰু, আহিম লৱণীকণ। মই খোৱাৰ পৰতে পামহি।

(নাৰায়ণ আৰু পিয়লিৰ প্ৰস্থান)

সুচিতা— সময় অসময় নোহোৱাকৈ ক'লৈ যায়, কি কৰে, এক হৰিয়েহে জানে। মই জানো--তেখেত অবাটে নাযায়, কিন্তু অকণমান জিৰণি নোলোৱাকৈ, আজৰি নোহোৱাকৈ ঘুনীয়া দেহাটোৰে দিনটো ঘুৰি ফুৰে, মোৰ মনটো কেনেবা লাগে।

লৱণী— আইতা। দেউতা কলৈ গ'ল?

সুচিতা— কিবা সকামত গৈছে লৱণীকণ। তুমি উমলি থাকাগৈ যোৱা।

(পিয়লিৰ মাকৰ প্ৰৱেশ। লৱণী উমলি থাকে।)

পিঃ মাক— গাভৰু। ছোৱালীকণক কিবা এমুঠি খুৱাই শুৱাবলৈ দিহা কৰে। পিয়লিৰ মাত শুনা যেন পাইছিলো।-- কলৈ গ'ল?

সুচিতা— ক'লৈ গৈছে ক'ব নোৱাৰোঁ আইচুদেউতা। আহি পায়েই নাৰায়ণক লগত লৈ আকৌ ওলাই গ'ল দেখোন। খোৱাৰ সময়ত উভতি পাবহি বুলি কৈ গৈছে।

পিঃ মাক— এৰা, এইঁতৰ কি হৈছে ক'ব পৰা নাই। ল'ৰাটো দিনক দিনে শুকাই গৈছে। মুখখন দেখিলেই কিবা গুৰু ভাবত গহীন হৈ থকা যেন দেখি।

সুচিতা— এনেকৈ নিশা পলম কৰি বাহিৰত থাকিলে মনটো অলপ কেনেবা কেনেবা লাগে। আপুনি পুতেকক এবাৰ ক'বচোন।

পিঃ মাক— মইনো আৰু এবাৰ কথাকে কিমানবাৰ ক'ম গাভৰু।

(জন্মিৰ প্ৰৱেশ। সুচিতাই ওৰণী টানি গুচি যায়। লগতে লৱণীকো লৈ যায়।)

জন্মি— কাক কি কোৱাৰ কথা কৈছা আইতা?

পিঃমাক— ভায়েকৰ কথা কৈছোঁ। তোহোঁতৰ এতিয়াও গাত চেতন নাহিল নে? দেউতাৰে যি কৰিব লাগে কৰিলে। তোহোঁতোক লৈয়ো মোৰ উপাই নোহোৱা হৈছে।

জন্মি— আইতা! তুমি এইবিলাক কি কৈছা? তুমি কাৰ ওপৰত খোহ পাতিছা?

পিঃমাক— পিয়লি ইমান নিশালৈকে ঘুৰি ফুৰা কথাটো মই ভাল পোৱা নাই। মোৰ কথা যদি তোহোঁতে নুশুন, মই ঘৰ-বাৰি এৰি গুচি যাম।

জন্মি— আইতা। তোমালোক তিৰোতা মানুহ; অলপ কথাতেই খোহ পাতা। সি কেচুৱা ল'ৰা নহয়--কেঁচা কাম নকৰে। যদি কিবা কৰিছে, সি নিশ্চয় দহৰ উপকাৰৰ কাৰনে-- ৰাইজৰ ভালৰ কাৰণেহে।

পিঃ মাক— মই বহুত সহিছোঁ, জন্মি। বুঢ়া দেহাই আৰু নাটানে। ৰাইজৰ মতি গতিও মই পোন দেখা নাই। অবুজনক বুজোৱা, ঢেকুৰা ঠাবি সিজোৱা একে কথা। দহৰ উপকাৰ কৰিবলৈ গৈ জুইত জাপ দিয়াটো মই ভাল বুলি নাভাবোঁ।

জন্মি— আইতা। ভাল বেয়া এতিয়াই ঠাৱৰ কৰা টান। কিন্তু এদিন আহিব--যিদিনা ৰাইজে সকলো বুজিব পাৰিব।

পিঃমাক— তোহোঁতোৰ সেইবোৰ কথাই মোৰ গা নুজুৰায়। এতিয়া যা--হাত মুখ ধুই এমুঠি খাগৈ।

(জন্মি আৰু পিয়লিৰ মাকৰ প্ৰস্থান। ইতিমধ্যে নাৰায়ণৰ প্ৰৱেশ)

নাৰায়ণ-- আইচুদেউতা--- আইচুদেউতা।

সুচিতা— (ভিতৰৰপৰা) কোন-- নাৰায়ণ নে?

নাৰায়ণ— আইচুদেউতা। পেটৰ কুমতি নৰিল--নাড়ি সোপাই থুপুৰি খালে-- পেট গৈ পিঠিত লাগিল।

(পিয়লিৰ মাকৰ প্ৰৱেশ।)

পিঃমাক— নাৰায়ণ, তোহোঁতে ইমান ৰাতিলৈকে ক'লৈ গৈছিলি? ঢোলৰ লগত টেমেকা।

(নাৰায়ণে সেমেনা সেমেনি কৰে।)

নাৰায়ণ— না-ই এ-ই---

পিঃমাক— নাই এই--বুজিছোঁ, কিন্তু ইমান ৰাতি চাকোলা ল'ৰাটোক এনেকৈ লৈ ঘুৰি ফুৰাটো মই সমূলি ভাল পোৱা নাই। এইখন ঘৰতে তই ভাবি-চুলি পকালিহি, তেও তোৰ বুজ নহ'ল।

(নাৰায়ণে নুশুনাৰ ভাও জুৰি আন কথাৰ অৱতাৰনা কৰি পিয়লিৰ মাকৰ কথা তল পেলাব খোজে।)

নাৰায়ণ— এৰা আপদেউতা। বাটে-বাটে যিহে অশৰীৰি। কেনিও উপায় নাই।

পিঃমাক— তোৰ এইবোৰ বলকনি থ। আজিৰপৰা যদি মই--

নাৰায়ণ— হৰি হৰি গুৰু ঐ। আজি কপালত কিবা অকাল অঘটন আছিল যেনহে পাইছোঁ। উহ্ কটা। ঠাইতে কোমোৰাটো হয়-- ঠাইতে কেঁচাটো হৈ লিউ লিউ কৰে।

পিঃমাক— নাৰায়ণ। মই কওঁ বাজ-ভগনৰ কথা, তই কব

কলথোকা বাদুলীয়ে খালে।

(নাৰায়ণে ভিতৰলৈ চাই শুনাকৈ কয়।)

**নাৰায়ণ**-- আইচুদেউতা। পেটৰ পোষণিত আৰু--

(সুচিতা ওলাই আহে)

**সুচিতা**-- ভাত হৈছে, চাংমাইক কৈ খাগৈ।

**নাৰায়ণ**-- নহয় আইচুদেউতা। ভাত খোৱাৰ আগতে জলপনীয়াকৈ এটি--এৰা, মাজিউদেউতাও আহি পাওকহি, চাউল সিজোৱা মুঠি পিছে পৰেও হব।

**সুচিতা**--- বহ্ বাৰু

(সুচিতা ভিতৰলৈ যাযগৈ।)

**নাৰায়ণ**-- আপদেউতাই খালে ব'লে যদি পাটিত পৰাগৈহে ভাল। এৰা, বুঢা মানুহ--

**পিঃ মাক**-- পাটীত পৰিলে মোৰ ঘুমটি নাহে--যেতিয়ালৈকে তোহোঁতৰ এই এচালি--- এমালিবিলাক নাযায।

**নাৰায়ণ**-- হওক, হওক, তেওঁ বুলি এবাৰ চেষ্ট কৰকগৈ-- এবা?

(পিযলিৰ মাক উচাট্ মাৰি ভিতৰলৈ যায়গৈ। সুচিতাই গোটা এটাত পানী আৰু হাতী খুজীয়া বাতি এটাত এবাতি জলপান লৈ প্ৰৱেশ। নাৰাযণে জলপানৰ বাতি দেখি নিজে চাৰি এখন পাৰি বহি লৈ হাত মেলি বাতিটো লয।)

**নাৰায়ণ**-- দিয়ক, দিয়ক---আইচুদেউতা।

(নাৰাযণে--জলপানৰ বাতিটো থৈ জলপানত আঙুলি এটা সুমুৱাই জুখি চায় কয।)

আইচুদেউতা। আজি দেখোন বাম একা।

(জলপান সানি সানি কয।)

কৃষ্ণদেউ।

ছচ্ ছচাযং চকলা চকলি

মিঠৈয়েন ৰক্ত বৰ্ণং,

দুগ্ধেন গল্গলাযং নমঃ।

(এই বুলি কৈ জলপান খাবলৈ ধৰে। সুচিতাই মিচিকিয়াই হাঁহি ভিতৰলৈ যাযগৈ। পিযলিৰ মাকৰ পুনৰ প্ৰৱেশ। পিয়লি তেতিয়াই ঘৰলৈ নহা দেখি মাকৰ খং উঠি কয়। নোম টেঙৰ নাৰায়ণে নেদেখাৰ ভাওজুৰিএকানপতীয়াকৈ জলপান খোৱাত মন নিবিষ্ট কৰে।)

**পিঃ মাক**-- শুন নাৰায়ণ। আজিৰপৰা দিনটোত যিযেই নকৰ- - সন্ধিযা হোৱাৰ লগে লগে তোহোঁত ঘৰ চাপিবহি লাগিব। নিশা মই ঘৰৰ পৰা কাকো ওলাই যাবলৈ নিদিম। পিয়লিকো--

(উচাত মাৰি গুচি যায়। নাৰায়ণে লাহে লাহে মুৰটো দাঙি পিযলিৰ মাক যোৱা ফালৈ চাই নেদেখা হোৱাৰ লগে লগে কয।)

**নাৰায়ণ**-- আপদেউতা। অন্তৰৰ বহনি তুমি কি বুজিবা। কোমল চাউল, দৈ গাখিৰৰ এইহেন জলপান বগা-বঙালৰ ডাবিযে গোঁফে ঘঁহিব নোৱাৰালৈকে দিন নিশা সদায সমান হৈ থাকিব। অ' বোলো--তোমাক দেখুৱাই গলেহে জগৰ। আজিৰ পৰা সন্ধিযাতে পলাযুধং, অতি প্ৰত্যুষে পাটী ধাৰণম্ , তথাপিতো মাজিউদেউতাক অকলে এৰি দিযা নহ্ব। বগা-বঙালৰ আমৰলি পৰুৱাৰ বাঁহত জুই দিহে এৰা হ্ব। শৰীৰিহে- - অশৰীৰিটো নহয ।

(নাৰাযণে খোৱা বোৱা শেষ কৰি, মাটিত পৰাখিনি বুটলি বাতিলৈ তুলি ঠাই মচি লোটা-বাতি তুলি লৈ নাৰাযণৰ প্ৰস্থান। অলপ পিচত পিযলিৰ প্ৰৱেশ)

**পিয়লি**-- নাৰাযণ।

(গামোচাৰে মুখ মচি মচি নাৰাযণৰ প্ৰৱেশ।)

**পিয়লি**-- ঘৰৰ সকলোৱে খোৱা-বোৱা কৰিলে নে? আইতা পাটীত পৰিল নে?

**নাৰায়ণ**-- আপদেউতা এইমাত্ৰ গৈছে, কিন্তু একেবাৰেই টিঙিৰি শব্দৰ জুই। হৰিযে এৰিলেও জৰীয়ে নেৰে। মইহে ফালৰি কাটি যাবলৈ বিচাৰো-- সি গৰাকীয়ে মেৰ পাক দি দি ধৰে।

**পিয়লি**-- বাৰু বুজিছো। ধনঞ্জয, ধনুধৰ, উদযসিং আৰু পিযলি বৰুৱা--সকলো ঠিক। নাচনী--পাঞ্চে নাওঁ--আৰু তই মোৰ লগত, বুজিলি?

**নাৰায়ণ**-- হয মাজিদেউতা।

**পিয়লি**-- তই এতিযা যা--ভাত খাগৈ।

(নাৰাযণৰ প্ৰস্থান। সুচিতা সোমাই আহে। পিযলিযে এটা এটাকৈ সাজ-পাৰ সোলোকাই বহে।)

**পিয়লি**-- সুচিতা। মোৰ অলপ পলম হ'ল নহয? তুমি চাগৈ বৰ আমনি পাইছা। লৱণীকণ শুলে ন কি?

**সুচিতা**-- আপোনালৈ বৈ বৈ শুলেগৈ। বঙহৰদেউ। আপুনি ভিতৰলৈ আহিবৰ হ'ল।

**পিয়লি**-- বলা।

(সুচিতা আৰু পিয়লিৰ প্ৰস্থান। নাৰাযণ সোমাই আহি মজিয়াৰইটো-সিটো বস্তু থান-থিত লগাই থয়। বটাকপৰা তামোল এখন লৈ যায।)

**নাৰায়ণ**-- ক'তা--এই এখোন চুৰ-টুৰিয়াকৈ এবাতি জলপান খাই উঠিলো--মুহদিখনৰ বালকৈ পাগ্ লগাই নাই-- পেটৰ দেখোন আকৌ কলমলনি উঠিলেই। আজি কেইদিন মানৰপৰা মোক এটিটো কি ভোকে ধৰিছে কব পৰা নাই। এইটো ভোক নহয় কিবা খক্হে যেন পাইছো। এই খক্ মোৰ ভালকৈ হোৱা নাই। এইবাবে

মোৰ আগলতি কলাপাত লৰে কি চৰে যেনহে পাছো। সেইবুলি অমুকাই পিছ নোহোঁহকে। "মাৰে হৰি ৰাখে কোনে, ৰাখে হৰি মাৰে কোনে?"

এৰা—মাজিউদেউতাই এইটো হলে ভাল কাম নকৰিলে। এনেকুৱা গুৰু কামলৈ তিবিমতি মানুহ এজনীক টনা আঁজোৰা কৰাটো মোৰ হলে সুমুলক্ষে ভাল লগা নাই। আমাৰ দেশৰ তিৰোতা মানুহৰ অৱশ্যেই সাহ-পিত নোহোৱা নহয়--সেইবুলি এইৰ মই একালি ইনাই পাইছো। একেবাৰে কপাৰ আগা জল খোৱা। শাস্ত্ৰত কৈছে—হাজাৰ হলেও তিৰোতা জাতি পাতৰ তল, এৰা। মাজিদেউতায়ো হওঁতে কামটোৰ গুৰিতে ধৰিছে--পিছে দেশখন এক জাত, এক মাত, এক ভাত হোৱা হলে কামটো আৰু উজু হ'লহেঁতেন হবলা।

শাস্ত্ৰত বোলে কৈছে--কলিকালত হেনো কলি তিৰোতাৰ কেশত আৰু মাটিৰ ঢাপত থাকে। বগা-বঙালৰ যেনিবা কেশৰ ভয়টো সিমান নাই দেই। সিহঁতৰ কলি এতিয়া ঢাপতহে আছে। এনেটো সীমা খোঁচৰিবৰ যদি মনেই আছে, আন দেশলৈ যা--- যিমান পাৰ খোঁচৰ, সিদ্ধি দিয়, দেগৈ। আমাৰ দেশলৈ আহিচ কিয়? আমাৰ দেশত তোহোঁতে একো সুবিধা কৰিব নোৱাৰিবি নহয়। আমাৰ উপৰি পুৰুষসকলে ঘৰৰ মুধ যেনেকৈ ঢাপ মাৰি থৈছে কোন-খিনিত সিদ্ধি দিবি? তোহোঁতোৰ লগত আমাৰ কিহৰ মিতিবালি? কিহৰ মিল? তেৰ' বৰণতে মিল নে, বচনতে মিল নে, ভোজনতে মিল নে, শয়নতে মিল। দিঠকততো মিল নাযেই, সপোনততো তোহোঁতৰ লগত মিল নাই যেন পাইছো। হেৰ' সপোন বা তোহোঁতে দেখ কেনেকৈ?

(গল হেকাৰনি শুনি)

অ', মাজিউদেউতাৰ গলহেকাৰণি যেন শুনিছো। অন্ন-প্ৰসন্ন ধৰা হলেই হবলা।

(লৰালৰিকৈ গুৰগুৰিটো আনি পিয়লিৰ বহাঠাই ওচৰত থৈ প্ৰস্থান। পিয়লি সোমাই আহি বিছনাৰ ওপৰত বহি তামোল খায়। তাৰ পিছত গুৰগুৰিৰ নলিচাডাল বাওঁত লৈ লাহে লাহে ধপাত হোঁপে। কিছু সময় তলকা মাৰি চিন্তাত নিমগ্ন হৈ থকাৰ পিছত মনত ভৱা কথাবোৰ ফুটাই কয়।)

**পিয়লি—** নাচনী অচিনাকি—তথাপি উপাই নাই। সকলো ঠিক, যদি অন্যথা নকৰ। কাৰ্য সিদ্ধি হলে, নাচনী। তোক যথোচিত পুৰস্কাৰ দিম, সোণৰ অলংকাৰ দিম, তোক খাত দিম, পাম দিম, তোৰ নামেৰে আলি বান্ধি, দ'ল সাজি, সোণৰ কলচি থাপি তোক ডাঙৰ খিতাপ দিম, তোক তোক আৰু বহুত কিবা কিবি দিম।

(অলপ ৰৈ)

এমুঠি সৈন্য, আনফালে অলেখ শিক্ষিত ইংৰাজ চিপাহি। ঈশ্বৰ। কি মহাপাপৰ কাৰনে মোক চাকোলা কৰিলা? দেশৰ কাৰণে যুঁজ কৰি কৰি মৰিম, সেই গৌৰৱৰ পৰাও মোক বঞ্চিত কৰিলা। উঃস্ মই চাকোলা, মই পাৰিম নে।

(পিয়লিয়ে মানসিক উত্তেজনাত উঠিবলৈ চেষ্টা কৰি, উঠিব নোৱাৰি অসহায়ভাৱে পুনৰ বহি পৰে। এনেতে সুচিতাৰ প্ৰৱেশ।)

**সুচিতা—** বঙহৰদেও---বঙহৰদেও।

(সুচিতা ওচৰতে বহেগৈ আৰু হাতেৰে ধৰে।)

**পিয়লি—** অ' সুচিতা---

**সুচিতা—** নাৰায়ণক কিয় মাতিছিল।

**পিয়লি—** অ', নহয় সুচিতা। নাৰায়ণ শুলে নে কি?

**সুচিতা—** শুবলৈ গৈছে, কিন্তু—

**পিয়লি—** তোমাৰ খোৱা হ'ল নে?

**সুচিতা—** হয় বঙহৰদেউ।

(পিয়লিয়ে গভীৰ চিন্তামগ্নভাৱে ধঁপাত হঁপি থাকি তাৰ পিছত কয়।)

**পিয়লি—** কালিলৈ কৃষ্ণা-চতুৰ্দশী, নহয়--সুচিতা?

**সুচিতা—** কিয় সুধিলে বঙহৰদেউ?

(পয়লিয়ে বাহিৰলৈ আকাশৰ পিনে চায়।)

**পিয়লি—** নহয়—এনেয়ে, বাহিৰত বৰ এন্ধাৰ দেখিছো। এন্ধাৰ নিশা মই বাহিৰত থাকিলে তোমাৰ বৰ ভয় লাগে নহয়? চাকোলা মানুহ--কিজানি ক'ৰবাত কেনেবাকৈ খালে-ডোঙে পৰি আজৰি হওঁ। কি কৰিবা। তোমাৰ সং হ'ল এই চাকোলাৰ লগত। তোমাৰেই কপাল। মোৰ ঘূণীয়া দেহাই তোমাক চাগৈ মনে মনে চিন্তিত কৰি তোলে। সুচিতা। তোমাৰ কপালত আৰু বা কিমান দুখ আছে।

**সুচিতা—** বঙহৰদেউ। আপুনি কিয় এই নিশাখন এনে অমঙ্গলীয়া কথাবোৰ কৈছে? মোৰ বৰ ভয় লাগে। দিনটো অনাই-বনাই ফুৰিছে, এতিয়া অলপ সোনকালেই কাতি হ'লে ভাল।

**পিয়লি—** কাতি হ'ম? কাতি হলেওতো মই শান্তি নাপাওঁ সুচিতা। তোমাৰ কপালত সুখ লিখা নাই আৰু মোৰ অদৃষ্টত জিৰণি লিখা নাই। ই পূৰ্বজনমৰ কৰ্মফল আৰু দেউতাই থৈ যোৱা পৈত্ৰিক ঋণ। বেচেৰী লৰলীকণ। তাই চাগৈ মোৰ বুকুত গুৱঁলৈ বিচাৰে।

তাই বেচেৰিয়ে নাজানে যে, পিতৃঋণ পৰিশোধ নকৰালৈকে মোৰ আজৰি নাই। মই যে জীৱন মৰণ লৈ মেলা পাতিছোঁ।

**সুচিতা**— আজি এইবোৰ কি কৈছে বঙহৰদেউ। আপোনাক আজি কেইদিনমানৰপৰা বৰ চিন্তিত দেখিছোঁ—কিয়?

**পিয়লি**— সুচিতা। অন্তৰত বহুতো কষ্ট পাইছোঁ। বহুত ঠাইত বহুত ৰাইজৰ আগত অশেষ লঘু-লাঞ্চনা কৰিবলগীয়া হৈছে। ৰাইজে আমাক নামাতে, ওচৰ-চুবুৰীযাই আমাক দেখি মুখ ঘুৰাই গুচি যায়। লগৰীয়া নাপাই বেচেৰী লৰণীকণে অকলশৰে আমন-মনকৈ উমলি ফুৰে আৰু তুমি, তুমি সকলো আওহেলা, লাঞ্চনা নীৰৱে সহি, মোৰ ঘৃণীযা দেহাটোৰ তুষ্টিৰ কাৰণে নিজকে নিযোগ কৰা। তোমালোকৰ মনত সদায় অশান্তি।

**সুচিতা**— আপুনি বেছিকৈ চিন্তা নকৰিব বঙহৰদেউ।

(পিয়লিযে কিছু সময তলকা মাৰি থাকি কয়।)

**পিয়লি**— আজি বাহিৰত মন কৰিচা নে সুচিতা। আকাশখন কেনে ৰঙা! যেনে গোটেই আকাশখনত তেজৰ চেকা। মাজে মাজে ইমান ৰঙা দেখি, যেন কিছুমান তেজৰ ডোঙা বান্ধি বান্ধি আছে।

**সুচিতা**— কেতিয়াবা আকাশখন তেনেকুৱা ৰঙা দেখি বঙহৰদেউ।

**পিয়লি**— কেতিয়াবা দেখি। দেউতাযো আগানি দেখিছিলঃ কিন্তু তুমি নাজানা—ই কিহৰ আগন্তুক জনায়।

(অলপপৰ তলকা মাৰি থাকি পুনৰ কয়)

সুচিতা। মই কালিলৈ দীপান্বিতা পাতিছোঁ।

**সুচিতা**— দ্বাপান্বিতা। কালিলৈতো দীপান্বিতা নহয বঙহৰদেউ।

**পিয়লি**— শ্ৰীৰামচন্দ্ৰই অকাল বোধন কৰিছিল, ৰাক্ষসৰ হাতৰপৰা জানকীৰ উদ্ধাৰৰ কাৰণে—আৰু মই অকালতে এই দিপান্বিতা পাতিছো ফিৰিঙিৰ গ্ৰাহৰপৰা মোৰ আইৰ উদ্ধাৰৰ কাৰণে।

**সুচিতা**— মই একো বুজা নাই বঙহৰদেউ।

**পিয়লি**— পিছলৈ বুজিবা। মই পতা দীপান্বিতা চাবা। সেই দীপান্বিতাৰ দীপাৱলীৰ পোহৰৰ দ'লৰ কলচি চকমকাই উঠিব, দিখৌৰ পানী ৰঙা হৈ পৰিব। আমাৰ হাবৈ ফটকাৰ শব্দত, মৈদামত শুই থকা স্বৰ্গদেউসকল সাৰ পাই উঠি বহিব। তুমি ৰ'লাগি কি চাইছা সুচিতা? মই সঁচা কথা কৈছোঁ। ইমান ডাঙৰ দেৱালী পাতিম যে বৰফুকনৰ ঘৰৰ নাম শুনিলে কোনেও, কেতিয়াও আৰু অসন্মান নকৰিব। কালিলৈ যি দেৱালী পাতিম, আমি মৰাৰ পিছতো তাৰ ৰহন, ৰঙা চেকা যুগমীয়া হৈ থাকি যাব। ভবিষ্যতে আমাৰ দেশৰ ডেকাবিলাকে পিয়লি ফুকনৰ এই দেৱালীৰ ভাওনা খেনে খেনে দেশত পাতি থাকিব।

**সুচিতা**— বঙহৰদেউ। আপুনি কি দেৱালী পাতিছে? এইবোৰ কি কথা কৈছে? এনেবোৰ কথা কলে মোৰ বৰ ভয় লাগে।

**পিয়লি**— ভয় নকৰিবা সুচিতা। ভয় নকৰিবা। তুমি পুৱাতে গা ধুই, দ'লত সেৱা কৰি এগচি চাকি দিবা—যেন তোমাৰ শিৰৰ সেন্দুৰ অটুট হৈ থকে।

(সৰু ল'ৰা ছোৱালীক মৰম কবাৰ দৰে পিযলিযে সুচিতাৰ মুৰটো বুকুত সুমুৱাই লৈ মৰম কৰে।)

আঁৰ কাপোৰ

খাৰ-ঘৰ

(খাৰ ঘৰৰ ওচৰত জুপুৰা হাবি। দূৰত ইংৰাজৰ খাৰ ঘৰ। সময় নিশা। খাৰ-ঘৰৰ ফালৰ ইংৰাজ বাহৰৰপৰা সঙ্গীতৰ সুৰ উটি অহা শুনা যায়।

কিছুমান মানুহ জোপোহা গছৰ আঁৰে আঁৰে আৰু ডাঙৰ গছৰ গাতে লিপিত খাই বৈ থকা দেখা যায়। সকলোৰে গাত ক'লা কাপোৰ আঁটি মেৰিযাই পিন্ধা। দূৰৈত দিখৌ নৈৰ পানী দেখা যায়। হাতত সাৰে ভাৰত সাৰে উদয সিং সোমাই আহি অতি সন্তৰ্পণে ইফালে সিফালে চায আৰু জোপোহা এটাৰ কাষত জুপুকা মাৰি বহি ফেঁচাৰ দৰে জুকলিযাই সঙ্কেট দিয়ে। আগতে লুকাই থকা সকলৰৰপৰাও একে সঙ্কটকে আহে। উদয়সিঙে থিয় হৈ গামোচা এখন জোকাৰে আৰু লগে লগে গছৰপৰা নামি ধনঞ্জয,ধনুধৰ, আৰু পিযলি বৰুৱা আৰু জোপোহাৰ আৰত লুকাই থকা আন্যান্য সকলো উদযসিঙৰ কাষ চাপি ওচৰৰ এজোপা গছৰ তলত থুপ খায়। তেওঁলোকে ফুচফুচাই কিবা কোৱা মেলা কৰা দেখা যায়।

এনেতে নাৰায়ণৰ ৰোকোচাত উঠি পিয়লি ফুকনৰ প্ৰৱেশ। নাৰায়নৰ হাতত পিয়লিৰ পেং দুডাল। নাৰাযনে পিযলিক বোকোচাৰ পৰা লাহেকৈ নমায় আৰু পিয়লিয়ে পেংৰ ওপৰত ভৰ দি আগেবাঢ়ে। ইতিমধ্যে এটাইকিজন সন্তৰ্পণে আগবাঢ়ি আহি পিয়লিৰ কাষ চাপেহি।)

**পিয়লি**— বৰুৱা। খাৰ-ঘৰত চন্তৰি কেইটা?

**পিঃ বৰুৱা**- আঙুলিৰে 'দুটা' বুলি দেখুৱায়।

**পিয়লি**— বাকীবোৰ চন্তৰী ক'ত আছে।

ধনঞ্জয়— নাচৰ চ'ৰাত আছে।

(পিয়লি ফুকনে নাৰায়ণক ইঙ্গিত দিয়াত নাৰায়ণে হাবিৰ মাজলৈ সোমাই গৈ লগত ছজন মানুহ লৈ আকৌ পিয়লিৰ ওচৰলৈ আহে তেওঁলোকৰ চাৰিজনৰ হাতত হিলৈ আৰু দুজনৰ হাতত কাঁড়ফাই ধনু। নাৰায়ণৰ হাতত এটা সৰু খাৰৰ বাকচ। পিয়লি ফুকনে মুখীয়াল হিলৈদাৰজনৰ হাতত দৰি ওচৰ চপাই কয়।)

পিয়লি— তই কিমান দিনৰপৰা হিলৈ মাৰিছ?

হিলৈদাৰ— মই চুৰিয়া পিন্ধাৰপৰাই হিলৈ মাৰিছোঁ।

পিয়লি— তই হিলৈ মাৰিবলৈ ক'ত শিকিছিলি?

হিলৈদাৰ— মই স্বৰ্গদেউৰ গা ৰখীয়া দলৰ প্ৰধান হিলৈদাৰ আছিলো।

পিয়লি— বুজিছোঁ--বাৰু শুন। ইয়াৰপৰা তিনিশ হাত আঁতৰত খাৰ-ঘৰ চন্তৰীয়ে পহৰা দি আছে। তই ঠিক নিচানত হিলৈ মাৰিব পাৰিবিনে?

হিলৈদাৰ— পাৰিম দেউতা।

পিয়লি- পাৰিবি। তোহঁোত এতিয়া খাৰ ভৰাই সাজু হ। মই সঙ্কেট দিয়াৰ লগে লগে তই আৰু তোৰ হিলৈদাৰীবিলাকে জাউৰিয়ে জাউৰিয়ে হিলৈ মাৰিবি।

(হিলৈদাৰ আন আন সকলৰ লগতে থিয় হৈ থাকে। পিযলিয়ে কাঁড়ী দুজনক ওচৰলৈ মাতি আনি কয়।)

পিয়লি— তোহোতে ধনুৰ কাঁড় জুৰি সাজু হৈ থাক। খুব সাবধানে, গোড়া চিপাহীলৈ লক্ষ্য কৰি কাঁড় এৰিবি, বুজিলি?

(সকলোৰে মুৰ দুপিয়াই শলাগে।)

(খাৰ-ঘৰৰ পিনৰ পৰা নৃত্য-গীতৰ সুৰ উটি অহা শুনা যায়। পিয়লিয়ে কেখোজনমান আগবাঢ়ি গৈ ইফালে সিফালে চাই অলপ অতিষ্ঠ হৈ কয়।)

পিয়লি— নাৰায়ণ। ক'তা, নাচনী দেখোন ইমানপৰলৈকে নাহিল?

নাৰায়ণ— মই বৰ ভাল দেখা নাই মাজিউদেউতা। তাই আমাক কিবা বিপাঙ্গতহে পেলাব যেন পাইছোঁ। তিৰোতা জাতিৰ সঁজাত নাই।

পিয়লি— নহয় নাৰায়ণ। তাই স্বৰ্গদেউৰ নামত, উপৰি পুৰুষৰ নামত মোৰ চৰণ চুই শপথ খাইছে, তাই আমাৰ প্ৰবঞ্চনা নকৰে।

(নাৰয়ণ আৰু পিয়লিয়ে উদগ্ৰীবভাবে খাৰ-ঘৰৰ ফালে চাই থাকে।)

পিয়লি— সৌৱা নাৰায়ণ। তাই আহিছে।

(সকলোবিলাকে উদিগ্ন হৈ নাচনী অহাৰ পিনলৈ চায়। ইতিমধ্যে হাতত শলিতা লৈ বিজুলী বেগেৰে নাচনীৰ প্ৰবেশ। আহিয়েই শলিতাৰ মুৰটো পিয়লিৰ হাতত গুজি দিয়ে।)

নাচনী— ফুলনদেউতা। মই উলটি গৈ নাচোনৰ ভংগীৰে, নাচৰ চ'ৰাৰ দুৱাৰেদি চাকিৰ পোহৰ দেখুৱাই সংকট দিম। আপোনালোকে তত্তালিকে কাম আৰম্ভ কৰিব। মই আহিলোঁ।

পিয়লি— আমি সাজু আছো। যাঠো। তোৰ সংকেটলৈ বাট চাই থাকিম। তই যা।

(নাচনীৰ প্ৰস্থান। পিয়লিয়ে সহচৰসকললৈ চাই কয়।)

আমি এতিয়া এই কামত হাত দিয়াৰ আগতে শপথ খাম। তোমালোকে সকলোৱে আঠু লোৱা।

(সকলোৱে পিয়লিৰ ওচৰ চাপি অৰ্ধচন্দ্ৰাকাৰে আঠুলয়।)

পিয়লি— স্বৰ্গদেউৰ নামত আমি শপত খাইছো--

সকলোৱে--আমি শপত খাইছো--

পিয়লি— আমি বিশ্বাসঘাতকতা নকৰোঁ।

সকলোৱে- নকৰোঁ।

পিয়লি-- আমি এই কাম কৰিহে এৰিম।

সকলোৱে- কৰিহে এৰিম।

পিয়লি - গোঁসানী। বগা-বঙালক খাই দিয়া।

সকলোৱে গোঁসানী। বগা-বঙালক খাই দিয়া।

(সকলোৱে আঠু লোৱাৰপৰা উঠি।)

পিয়লি— এতিয়া যোৱা। তোমালোকে নিৰ্দিষ্ট ঠাইত সাৱধানে গা লুকাই আমাৰ ইঙ্গিতলৈ অপেক্ষা কৰা।

(সকলো জোপোহাৰ আৰলৈ গৈ নিজ নিজ ঠাই লৈ প্ৰস্তুতভাবে অপেক্ষা কৰে। পিয়লি আৰু নাৰায়ণে শলিতা ধৰি অগ্নি সংযোগ কৰিবলৈ সাজু হৈ, একান্তমনে খাৰ-ঘৰৰ পিনে চাই থাকে।)

নাৰায়ণ-- মাজিউদেউতা। সৌৱা নাচনীয়ে চাকিৰে সঙ্কেট দিছে।

(পিয়লিয়ে সেইফালে চাই চাকিৰ পোহৰৰ সংকেট দেখি)

পিয়লি--- নাৰায়ণ। জুই আন---জুই আন—

(পিয়লিয়ে শলিতা ধৰি থাকে। নাৰায়ণে শলিতাত জুই লগাই দিয়ে। শলিতাৰ খাৰত জুইলাগি পুৰি গৈ থাকে। পিয়লি আৰু নাৰায়ণে থৰ লাগি সেইফালে চাই থাকে। কাঁহপৰি জীন যোৱা নিস্তব্ধতা। মাথো খাৰ-ঘৰৰ বাহিৰৰপৰা নাচ-গীতৰ এটি ক্ষীণ সুৰ ভাহি আহে। অলপ সময়ৰ পিছত খাৰ-ঘৰত জুই লাগি, খাৰ ফুটাৰ এটা ভীষণ শব্দ হয়। লগে লগে পিয়লিয়ে আৰু আন আন সকলক হিলৈ আৰু কাঁড় এৰিবলৈ

সংকেট দিয়ে। হিলৈৰ কাণ তাল মৰা শব্দত ৰঙ্গমঞ্চ কপি উঠে। পিয়লিয়ে নিজেও মাটিত বহি লৈ হিলৈ মাৰিবলৈ ধৰে। নাৰাযণে পিয়লিক খাৰ যোগাই থাকে। কাঁডীযে কাড মাৰে। খাৰ-ঘৰৰ পিনে হাই-উৰুমি শুনা যায়। নেপথ্যত বিপদ সংকেট বিগল (Buglre) বাজি উঠে আৰু লগে লগে পগলা ঘণ্টা শুনা যায। খাৰ-ঘৰৰ জুইৰ পোহৰে মাজে মাজে ৰঙ্গ মঞ্চ পোহৰ কৰি তেলে। খাৰ-ঘৰৰ ফালৰপৰাও হিলৈ মৰাৰ শব্দ শুনা যায। ৰঙ্গমঞ্চ পোহৰ হ'লে মানুহবোৰ স্পষ্টভাবে দেখা যায। চাৰিও পিনে হাই-উৰুমি হিলৈৰ শব্দ আৰু মাজে মাজে জুইৰ পোহৰত গোটেই দৃশ্যটো ভয়াবহ গৈ উঠে। এনেতে উদযসিং লৰি আহি পিযলিৰ কাষ চাপে।)

**উদয়সিং**-- ফুকন জি। খাৰ-ঘৰত জুই বঢ়িয়া ধৰিছে। এতিযা পল্টন আহি হামালোকক ঘেৰি লব। তুৰন্তে আমি এই জাগা এৰিব লাগে।

**পিয়লি**-- উদযসিং। তুমি মানুহবোৰ লৈ বেগতে পলোৱা। দিখৌত পাঞ্চে নাওঁ সাজু আছ। তোমালোক সকলো ততালিকে যোৱাগৈ। মই আৰু নাৰাযণে খেল-নাওঁ লৈ যাম।

**নাৰায়ণ**-- মাজিউদেউতা। আপুনিও ব'লক।

**উদয়সিং**-- হয ফুকন জি। আপুনিও ব'লক।

**পিয়লি**-- তোমালোক যোৱা। ম্ই হিলৈ মাৰি মাৰি ইংৰাজৰ গতিৰোধ কৰিম। সময় মুৰত মই আৰু নাৰায়ণ ওলাম গৈ। যোৱা--

(উদযসিঙৰ লগত সকলো মানুহ যায়গৈ। পিযলি আৰু নাৰাযণ থাকে। খাৰ-ঘৰৰ ফালৰ পৰাও গুলি আহি থাকে। নাৰায়ণে খাৰ যোগায আৰু ডিঙি মেলি মেলি ইফালে সিফালে চাই থাকে। অলপ পৰৰ পিচতেই ধনঞ্জয আৰু ধনুধৰ লৰি সোমাই আহে।)

**ধনঞ্জয়**-- ফুকন। সৰ্বনাশ---

**পিয়লি**--- কি হ'ল?

**ধনঞ্জয়**-- পাঞ্চে নাওঁ কোনোবাই ৰচি কাটি উটুৱাই দিলে। কেৱল অলপ আতৰত খেল নাওঁখনহে আচে। উদয়সিংহে মানুহ বোৰ লৈ সাঁতুৰি পাৰ হৈ গৈছে। পিয়লি বৰুৱা ঘাটতে আছে।

**পিয়লি**-- তোমালোক---

**ধনুধৰ**-- আপোনাক অকলে এৰি আমি নাযাওঁ।

**পিয়লি**-- কথা শুনা। খেল-নাওঁ লৈ তোমালোক এতিয়াই যোৱাগৈ। নাৰাযণ, তয়ো যা--মই অকলে ফিৰিঙিক ভেটিম। তোহঁোত পলা।

**নাৰায়ণ**-- নহয় মাজিউদেউতা। আপুনিও বলক।

**পিয়লি**-- আমি এটাইবোৰ সেইখন নাৱত যাব নোৱাৰিম নাৰায়ণ! মোৰ কথা ভাবিব নেলাগে। মই চাকোলা গ'লেও তোমালোক বাচিবই লাগিব। যোৱা---যোৱা--

**ধনুধৰ**-- ফুকন। ময়ে থাকিম--আপুনি আহক।

**নাৰায়ণ**-- মাজিদেউতা আপুনি আহক, মোৰ বোকোচাত উঠক।

**পিয়লি**--- তৰ্ক নকৰিবি। যি কৰিবলৈ কৈছো তাকে কৰ। যা--যা নাৰাযণ যা--

**নাৰায়ণ**-- নহয মাজিদেউতা। আপুনি যাবই লাগিব। বোকোচাত উঠক। সৰুকালৰেপৰা বন্দী থাকি, বোকোচাত লৈ ডাঙৰ দীঘল কৰিলোঁ-- এতিযা প্ৰাণ গলেও এৰি যাব নোৱাৰোঁ মাজিউদেউতা। আপুনি উঠক--উঠক, মোৰ বোকোচাত উঠক-

(নাৰায়ণে পিয়লিক বোকোচত লবলৈ পিঠি পাতি দিয়ে, এনেতে নাৰায়ণৰ গাত কুপাৰৰ ৰিভলভাৰৰ গুলি লাগি, নাৰায়ণ উস' বুলি পৰি যায। ধনঞ্জয়, ধনুধৰ লাহে লাহে পিচুৱাই যায়। কিন্তু গোডা পল্টনে আগে পিছে কেউফালৰ পৰা বেটি ধৰাত তেওঁলোকৰ গতিৰোধ হয়। বেয়নেট (Bayonet) লগোৱা বন্দুকৰ আগেৰে তেওঁলোকক ঠেলি আনে' তেওঁলোক বন্দী হয। নিউবিল চাহাবে লগত পল্টন ফৌজ লৈ পিছৰফালৰ পাৰা সোমাই আহে। পিয়লি,ধনঞ্জযআৰু ধনুধৰ হতভম্ব দৰে থিয হৈ থাকে। এনেতে হাতত ৰিভলভাৰ লৈ কৰ্ণেল কুপাৰৰ প্ৰৱেশ। লগে লগে দুজন পল্টনে পিয়লি বৰুৱাক লৈ সোমাই আহে।)

**কুপাৰ**- Captai Newvile ! Please take charge of the lane man and his gang and take them to our canp, Let me find out the others.

(কুপাৰৰ প্ৰস্থান।)

**নিউৱিল**-- Proceed on, quick.

(পিয়লিয়ে কথালৈ কান নিদি স্থিৰভাবে নাৰাযণলৈ চাই থাকে।)

**পিয়লি**-- নাৰায়ণ।

**নিউৱিল**--- Quick--quick

(ৰিভলভাৰৰ আগেৰে পিয়লিৰ পিঠিত খুচিয়াই দিয়ে। পিয়লিযে এবাৰ পৰি থকা নাৰায়ণলৈ চাই এটি হুমুনিয়াহ পেলাই লাহে লাহে আগুৱাই যায়। লগে সকলোৱে প্ৰস্থান।)

আঁৰ কাপোৰ

বিচাৰ

(শিবসাগৰৰ কেছাৰিঘৰ। বিচাৰৰ কোঠা। বিচাৰকৰ আসনত কৰ্ণেল কুপাৰ। নথি-প্ৰত্ৰ লৈ তলত বঙালি পেস্কাৰ বহি থাকে। এফালে আচামীৰ গডাল। এফালে বিচাৰ চাবলৈ অহা মানুহ শাৰী পাতি বহি থাকে আৰু কিছুমান থিয় হৈ থাকে। বিপৰীত ফালে হৰনাথ বৰুৱা, দুতিৰাম, নিউৰিল, মেথী আদি বহি থাকে। পেস্কাৰৰ ওচৰতে এজন টেকেলা খিয় হৈ থাকে। বিচাৰ কোথাৰ বিভিন্ন ঠাইত গোৰা চিপাহী প্ৰস্তুত অৱস্থাত থাকে। পিয়লি, ধনঞ্জয়, ধনুধৰ আৰু পিয়লি বৰুৱা বিচাৰৰ আচামী গডালত উঠি থাকে। বিচাৰ চলি আছে। নিউৰিলে ঘতনাৰ চমু বৰ্ননা ( proscution story ) দি থকা অৱস্থাত আৰ কাপোৰ দাং খায়।)

নিউৰিল-- . But, Your, Honour, I beg to submit that there must be a very big gang involved i the conspiracy, plotted by Piyali Phookan, or without a gang such a daring thing would not have been possible for a lame man like piyali Phookan to accomplish

কুপাৰ-- All Right --- পেস্কাৰ বাবু - আচামীচে জবানবন্দি লব লাগে।

পেস্কাৰ-- দাৰোগা বাবু। আচামীদেৰ জবানবন্দি নেওয়া হওক।

হৰনাথ-- ফুকন। আপোনালোকে এতিয়া নিজ নিজ জবানবন্দি দিযক।

পিয়লি-- আমি জবানবন্দি নিদিওঁ।

হৰনাথ-- জবানবন্দি দিয়াহে নিযম।

সকলোৱে-- আমি নিদিওঁ।

কুপাৰ-- That's all right. Inspector! We need not press them পিয়লি ফুকন তুমি মেগেজিন মে আগুন দিলে?

( আন আন আচামীৰ প্ৰতি।)

তুমিলোক ফুকনকে সহায কৰিছিলে?

ধনঞ্জয়-- আমাৰ ক'বলৈ একো নাই ।

ধনুধৰ-- থাকিলেও নকওঁ।

পিঃবৰুৱা-- কিবা ক'লে---ফুকনেই ক'ব।

কুপাৰ--- পিয়লি ফুকন! তুমি আগুণ দিলে?

পিয়লি--- দিছিলোঁ।

কুপাৰ-- (কাগজত জবানবন্দি লিখি যায়) Very good -- লেকিন তুমি lame, লেৰো আদমি আছে। জৰুৰ তুমাৰা সাথ আউৰভি আদমি আলবৎ সংযোগ আছে।

হৰনাথ-- ফুকন। এই সুযোগতে, আপোনাক কোনে কোনে উচতাই দিছিল-- সিহঁতৰ নাম কৈ দিয়ক।

( কেৰাহিকৈ হৰনাথৰ ফালে চায় --তাৰ পিচত মুখ ঘূৰাই কয।)

পিয়লি--- চাহাব। মোৰ এই কামত কোনোৱাই সহায় কৰিলেও তেওলোকৰ নাম মই নক'ম।

কুপাৰ--- হাঁ---হাঁ---লেকিন মৰণকোৱাস্তে তুমাৰ কৈ ডৰ নাই লাগে?

পিয়লি -- মৰণ? মৰণলৈ ভয় কৰি আমি এই কামত হাত দিয়া নাই।

কুপাৰ-- তব?

পিয়লি -- মনত ৰাখিবা চাহাব---যদিওবা মোৰ এনে অৱস্থা--মই চাকোলা, তথাপি মোৰ বুদ্ধি, পৰামৰ্শ আৰু সাহসৰ অভাব নাছিল।

নিউৰিল Your Honour! His patriotism has blinded his common sense. He forgot that the blaze of the Magazine could light up the surroundings.

কুপাৰ - He has been befooled (পিয়লিৰ প্ৰতি) লেকিন পিয়লি ফুকন-- তুমাৰ আদমিচ একো মেগেজিনকা লাইটমে হামি দেখা পালে---ইধাৰ উধাৰ ছুটি পলালে। উন লোককো নাম বতলাব লাগে।

পিয়লি--- মোৰ মুখেৰে আনৰ নাম শুনিবলৈ নাপাবা চাহাব। এই কামৰ বাবে অকল মইহে দায়ী।

হৰনাথ-- ফুকন। নিজৰ ভৰিত নিজে কুঠাৰ নামাৰিব। চাহাবৰ কথা শুনক---আপোনালোকৰ ভাল হব।

পিয়লি--- হৰনাথ! বঙালৰ দাৰোগা খিতাপ পাই নিজৰ অস্তিত্ব- - নিজৰ আত্মসন্মান জলাঞ্জলি নিদিবা।

কুপাৰ--- তুমিলোক কচুৰ স্বীকাৰ কৰে?

পিয়লিধনঞ্জয়--

আদি সকলোৱে-- কচুৰ? কিহৰ কচুৰ?

নিউৰিল--- মেগেজিন ফায়াৰ কি কচুৰ --প্ৰাণীৰ হত্যা কি কচুৰ--- বিদ্ৰোহ আচৰণ কি কচুৰ। হাঁ-- Your Honour! Here is a letter written by Piyali Phookan to the 'Kumta Prince.' seeking his help. ইয়োভি এক্ কচুৰ।

পিয়লি--- (কাঠ হাঁহি মাৰি) কচুৰ! বিদ্ৰোহ।। কিহৰ কচুৰ? কিহৰ বিদ্ৰোহ? দেশ উদ্ধাৰ কৰিবলৈ যোৱাটো যদি দোষ হয়--তেন্তে পিয়লি ফুকন দোষী। কিন্তু সেই

বিচাৰ কৰিবলৈ তোমালোকৰ স্বত্ব কোনখিনিত চাহাব? মই যদি সঁচাকৈয়ে বিদ্রোহী—তেন্তে মোৰ বিচাৰ কৰিব অসমৰ ৰজাই—অসমীয়া ৰাইজে তোমালোকে নহয়।

কুপাৰ— Captain Newvile! Please continue your prosecution.

নিউবিল— Your Honour! কো হটাববাস্তে গোড়া পল্টন--অসম দেশকী নিমন্ত্রণচে--অসম আহিছে। গোড়াপল্টন Burmese কো হঠাই দিলে—দেশমে হান্তি ফিৰৎ আনিলে। হাঁ— লেকিন আভি ভি দেশ নিৰাপদ নাই আছে। অসমীয়া আদমিকা ভি জোৰ বহুত কমতি আছে। উচিবাস্তে প্রজাকো নিৰাপদ কে লিযে ইংৰাজ চৰকাৰ গোলা-বাৰুদ কি মেগেজিন বনালে। গোলাবাৰুদ থাকেতো দেশ নিৰাপদ থাকিব। দুষমনচব attack কৰিব সাহস নাই কৰিব। লেকিন পিয়লি ফুকন আউৰ এই আদমিচব আপনা স্বার্থকোৱস্তে প্রজাকো বহুত অন্যায় কৰিলে। আজ মেগেজিনমে গোলা-বাৰুদ নাই আছে— বিনা গোলা-বাৰউদ দুষমন নাশ কেইছে হব? আজ ফেৰ্ Buemese কৰিলে হামাৰ কামান কেইছে ডাগিব--পল্টনচব কেইছে লড়াই কৰিব?

Your Honour! I beg to submit that this is not the first instance-Piyali Phookan and his family betrayed the cause of the country (যব,) His Excellency, the King of Assam--(দেশকো হান্তিমে শাসন কৰিছিল) -this Piyali Phookan's father, (বদন বৰফুকন )-earned the notoriety, unparalleled in teh history of assam(বদন বৰফুকন দেশটাকে ধ্বংস কৰাই দিলে-- তামাম বদনাম আনিলে। ) He will go down to the posterity as one who combines the devil and Sat n together.

পিয়লি— এতিয়া পিয়লিৰ বিচাৰ। পিতৃ বদনৰ নামত কলঙ্ক আৰোপ কৰি মিছাৰ অৱতাৰণা নকৰিবা চাহাব। তেওঁৰ কাৰ্য্যৰ আলোচনা কৰিবলৈ তোমালোকৰ কোনো স্বত্ব নাই।

আসামীসকল—কোনো অধিকাৰ নাই।

কুপাৰ— Order, Order---

নিউবিল— Your Honor! here stands the leader of this consppiracy, Piyali Phookan, who has, with his gang, destroyed our Magazine and has thereby throwm the country open to the enemy--who is know throughout the length and bravery, not for his chivalry, not also for his patirotism; but notories for his his systematic disloyalty, matured conspiracy and above all, his most heinous treachery.

Fortunately for all, your Honour, he has been caught and stands his trial."

কুপাৰ— Captain Newvil! Have you got any witness to be examined?

নিউবিল— Yes-our Honour--দাৰোগা বাবু। সাক্ষীকো হাজিৰ কৰিব লাগে।

হৰনাথ— পেস্কাৰ বাবু। নাচনীক হাজিৰ কৰোৱা হওক।

পেস্কাৰ— টেকেলা—অ' টেকেলা? নাচনীৱালীকে নিয়ে এস। ( টেকেলা যাযগৈ আৰু অলপ পিছত নাচনীক লৈ প্রৱেশ। নাচনীক সাক্ষীৰ গড়ালত সুমুৱায।)

নিউবিল— Your Honour! The Inspector will conduct this part of the prosecution on my behalf দাৰোগা বাবু। সাক্ষীকো জবানবন্দি লব লাগে।

হৰনাথ— ভাল চাহাব। নাচনী। তই অলপ ল যে—যি কম সঁচা ক'ম।

নাচনী— যি ক'ম সঁচা ক'ম।

হৰনাথ— বাৰু। তই এই আচামী কেইজনক চিনি পাব? (নাচনীযে কেউজনক চায়।) চা—ভালকৈ চা— ( নাচনীয়ে পিয়লি ফুকনলৈ চায়)

নাচনী— অকল এজনকহে চিনি পাওঁ।

হৰনাথ— কাক? পিযলি ফুকনক?

নাচনী— হয়।

হৰনাথ— বেচ্। বাৰু, যোৱা শনিবাৰে ইংৰাজৰ খাৰ-ঘৰত জুই লগাৰ কথা জান নে?

নাচনী— জানো।

হৰনাথ— জান। বাৰু কেনেকৈ জানিলি?

নাচনী— তেতিয়া মই খৰ-ঘৰৰ বাহৰতে আছিলোঁ।

হৰনাথ— খাৰ-ঘৰত কেনেকৈ জুই লাগিল?

নাচনী— কোনোবাই জুই দিলে শুণে।

কুপাৰ— This is not an accident.

নিউবিল— And somebody must be responsible for this. There must be sone agents, My lord, and a conspiracy behind— এহ! কোনে আগুন দিলে জানে?

(নাচনী নিমাত)

কুপাৰ— ক'ব লাগে—কই ডৰ নাই আছে।

(নাচনী মনে মনে থাকে।)

হৰনাথ— একো ভয় নাই—ক কোনে দিলে?

(নাচনীয়ে একো নেমাতে)

হৰনাথ— ক—

কুপাৰ— আদালতমে হঁচা কব লাগে। তুমি জানেতো নাম বতলাই দিব লাগে।

নাচনী— চাহাব। খাৰ-ঘৰত জুই মযেই দিছিলোঁ।

(নাচনীৰ কথা শুনি কুপাৰ, পিয়লি আৰু হৰনাথে আচৰিত হোৱাৰ দৰে প্ৰায় একেলগেই কয়।)

কুপাৰ— What?

পিয়লি— মিছা কথা।

হৰনাথ— তই জুই দিছিলি?

পিয়লি— মিছা কথা—একেবাৰেই মিচা কথা। খাৰ-ঘৰত জুই লগাৰ বাবে দাযী অকল মই— আন কোনো নহয়।

নাচনী— আদালত—বাইজৰ আগত—মই মিছা কথা নকওঁ।

কুপাৰ— (হাঁহি হাঁহি) তুমি ঐ ৰোজ হামালোকৰ কেম্পমে dance কৰিছিলে—তুমি কেইছে আগুন দিলে? ঠিক বাত কব লাগে। তুমি দুবীকা নাম জামেতো বতলাব লাগে— নেই জানেতো যাব ফাৰে।

নাচনী— জুই লগোৱা শলিতা মযেই দিছিলোঁ

পিয়লি— নাচনী!

কুপাৰ— What?

হৰনাথ— কি।

নিউবিল— Your Honour! The dancing girl seems to be not in her senses.(নাচনীৰ প্ৰতি) এই। তোমাৰ মাথা খাৰাপ আছে।

নাচনী— ধৰ্মক ধিয়াই শপথ খোৱা আছে— মই মিছা নামাতোঁ। আজি ইমান ৰাইজৰ আগত ধৰ্মক ধিয়াই মই কওঁ যে খাৰ-ঘৰত জুই মইহে দিছিলোঁ।

পিয়লি— কেতিয়াও নহয়। নাচনী। চাহাব। তোমালোকে নিজে মোক ধৰি আনিছা। বিচাৰত বহি তোমালোকে অনাৱশ্যক সাক্ষীৰ অৱতাৰণা কৰিব নালাগে। তোমালোকক মই কৈছোঁ— খাৰ-ঘৰত জুই মইহে দিছিলো।

নিউবিল— Your honour! This enidence cannot be recorded because everybody knows that this dancing girl was in the camp on the date of occurrence. I assume-she has had a shock in her brain and is thoroughly upset. Therefore her statement is absolutely unacceptable to any sensible mind

কুপাৰ— All right—পেস্কাৰ বাবু, সাক্ষীকো যাব দিব ফাৰে।

পেস্কাৰ— টেকেলা—

(পেস্কাৰে ইঙ্গিত দিয়ে টেকেলাই নাচনীক লৈ প্ৰস্থান)

কুপাৰ— Captain Newvil, please read out your charge

নিউবিল— Here are the charge-Your Honour!

(কাগজ চাই)

1) He set fire to the Magazine of Sibsagar for which he is liable to the charge for arson শিৱসাগৰ মেগেজিনমে আগুন দিয়াৰ অপৰাধকোৱাস্তে দোষী আছে।

2) He and his party-including those who are at large uptil now shot six soldiers on duty of whish tow are English and four natives for which they are liable to be charged for murder. দুই ইংলিচ পল্টন আউৰ চাৰ নেটিভ পল্টনকো হত্যাকি অপৰাধকোৱাস্তে পিয়লি ফুকন আউৰ আচামীসব দোষী আছে।

3) His intentions for setting fire to the Magazine probably to the determent of the country's peace, for which he is liable to be charged with treoson. তেওঁ দেশদ্ৰোহী আছে। ধনঞ্জয় গোহাঁই, ধনুধৰ, গোহাঁই বন্দুক বাৰুদ আউৰ আদমি দেকৰ পিয়লি ফুকনকো সহায়তা কৰিছে; ইচ্‌লিয়ে বৰুৱাকো নদী কিনাৰমে মিলিছে। উচকা উপৰ ভাবি charge হামাৰ নাই আছে।

কুপাৰ— তুমিলোগ দোষ স্বীকাৰ কৰে?

(আচামী সকলৰ প্ৰতি)

আচামী সকলোৱে— স্বীকাৰ নকৰোঁ।

পিয়লি— আৰু চাহব, তোমালোকৰ বিচাৰ কৰিবৰ অধিকাৰৰ দাবিও আমি মানি নলওঁ। মই খাৰ-ঘৰক জুই দিছিলো দেশৰ শত্রুক আঁতৰ কৰিবৰ কাৰনেহে আৰু সেই শত্রু হৈছা তোমালোক। শান্তি স্থাপনৰ দোহাই দি ন্যায় শুধিবলৈ তোমালোক' যি টুপি থকা কেছাৰি ঘৰ পাতিছা—পুনৰ মান আক্রমণৰ আশঙ্কা দেখুৱাই তোমালোকে যি লাল-পল্টন ৰাখিছা, আৰু নিজে থাকিবৰ কাৰনে যি চাৰিচলীয়া বঙাল ঘৰ সাজিছা--এই সকলোবোৰৰ ব্যৱস্থা নিচলা অসমীয়া ৰাইজৰ প্রতি উদাৰচিতীয়া ইষ্ট ইণ্ডিয়া কোম্পানীৰ মহান সৌহার্দ্যৰি পৰিচয়। তোমালোক চতুৰ বণিয়া জাতি। তোমালোকে জানা যে মানৰ আক্রমণৰ পিছত জুৰুলা হৈ থকা অসমীয়া প্রজাই তোমালোকৰ এনে কার্য্যত প্রতিবাদ কৰিব নোৱাৰিব আৰু তোমালোকেও সেই সুযোগতে সাম্রাজ্য স্থাপন কৰিব পাৰিবা। তেমালোকৰ সেই সাম্রাজ্য প্রতিষ্ঠাৰ সপোন ভাঙিবলৈ মই খাৰ-ঘৰত জুই দিছিলোঁ।

কুপাৰ— All right, হামি পাঁচ মিনিটকোৱাস্তে অন্দৰ যাব। বিচাৰ পাঁচ মিনিট বন্ধ থাকিব। ইচ্‌কাবাদ তুমিলোককো উপৰ হুকুম জাৰি কৰিব্। লেকিন পিযলি ফুকন। শেষ বাৰ হামি তুমালোকক ভাবি দেখিবৰ টাইম দিছে। তুমিলোক যেৰাৰ আদমিচবকো খবৰ বতলাব পাৰেতো হামি তুমিলোকৰ punishment, I mean, হাস্তি কম্‌টি কৰিবৰ বাবে যেন্ consider, I mean, বিবেচনা কৰিব ফাৰে। হাঁ—খালাচ ভি দিব ফাৰে।

(সকলো চাহাবৰ প্রস্থান। হৰনাথ পিয়লিৰ কাষলৈ উঠি যায।)

হৰনাথ— ফুকন। আপোনালোক চাৰিজন যেতিয়া ধৰা পৰিলেই নিজে সাৰিবৰ ব্যৱস্থা কৰি বাকী কেইজনৰ নাম কৈ দিলেই হয। কর্ণেল চাহাবে কৈ যোৱা শুনিলেই নহয। বিশেষকৈ আপোনাৰ ওপৰত চাহাবৰ পুতৌ হৈছে। আৰু এটা কথা ফুকন। ৰাজনীতিত ধর্ম নাই। সিহঁতৰ নাম কলেনো আপুনি কঁৰ বৌ বৌ নৰকত পৰিবলৈ যাব।

পিয়লি— মই সিহঁতৰ নাম নকওঁ।

হৰনাথ— আপুনি মাত্র নাম কেইটা ক'লেই বাকীখিনি মই—

পিয়লি— হৰনাথ। তুমি বন্ধুভাবেই হওক বা কোম্পানীৰ বিষয়া হিচাপেই হওক মোৰ মুখৰপৰা বাকীবিলাকৰ নাম উলিয়াব নোৱাৰিবা। তুমি মোক বিৰক্ত নকৰিবা। (চাহাববিলাক পুনৰ সোমাই আহে। হৰনাথ নিজৰ আসনলৈ যায়গৈ।)

কুপাৰ— Now, Piyali Phookan,— তুমি হামাৰ যেৰাৰ আচামীচব্‌কা নাম বত্‌লাব ৰাজি আছে?

পিয়লি— যি কথা এবাৰ নকওঁ বুলি কৈছো চাহাব, তুমি মোক ফাঁচী-কাঠৰ ভয় দেখুৱাই সেই কথা মোৰ মুখৰপৰা উলিযাব নোৱাৰিবা।

কুপাৰ— All right!

(কাগজত ৰায় লিখি তাৰ পিছত পঢ়ি শুনায।)

পিযলি ফুকন, ধনঞ্জয় গোহাঁই, ধনুধৰ গোহাঁই আউৰ পিযলি বৰুৱা—তুমিলোক মেগেজিনমে আগুন দিযাৰ অপৰাধমে আউৰ দেশকা হান্তি আউৰ হক্তি নষ্ট কৰাৰ অপৰাধকোৱাস্তে দোষী প্রমান হৈছে। লেকিন পিযলি বৰুৱাকো হামিলোক মেগেজিনমে নাই পাইছে—উচ্‌কা মতলব প্রমান নাই হৈছে—ইচ্‌লিযে আদালত উচ্‌কো খালাচ দিছে। ধনঞ্জয গোহাঁইকো আদালত (১২) বৰিষ আউৰ ধনুধৰ কো (১৩) বৰিষ Rigorousimprisonment অর্থাৎ—সশ্রম কাৰাদণ্ডকা হুকুম দিছে। আউৰ পিযলি ফুকন? তুমি চব্‌লোককো Leader আছে—তুমি চব ষড়যন্ত্র আউৰ বিদ্রোহকা কাৰণ আছে। ইচলিযে তুমাৰ কচুৰভি বহুত জাদা আছে। আদালত তুমাক "ফাঁচী" হুকুম দিছে।

সকলোৰে—"ফাঁচী"!

("ফাঁচী" শব্দ উচ্চাৰণৰ লগে লগে নেপথ্যত এটি sound effect হয আৰু তৎক্ষণাত পিযলিক কেইজন আচামীযে সাবট মাৰি ধৰে। গোটেই ৰঙ্গমঞ্চ নিমাত-নিতাল, যেন কাঁহ পৰি জীণ গৈছে। পিযলিৰ মুখৰ পৰা হঠাৎ এটা অস্ফুট শব্দ ওলাই যায়, কিন্তু তৎক্ষনাৎ নিজকে প্রকৃতিস্থ কৰি গভীৰভাবে থিয হৈ থাকে। জন্মিযে সংযত হৈ ৰব নোৱাৰি চকুপানী টোকে। নেপথ্যত (১২) টা বজাৰ ঘণ্টা বজোৱা শুনা যায। ইয়াৰ পিচত পিযলিযে সংযতভাবে কয়।)

পিয়লি— আইনৰ আঁৰ লৈ, ক্ষমতাৰ প্রয়োগ কৰি তোমালোকে মোক ফাঁচী দিলা। ফাঁচী-কাঠত উঠা পিয়লি ফুকনৰ এষাৰ জবানবন্দি তোমালোকৰ সেই বিচাৰৰ কাকতত থোৱা চাহাব—মই কৈ যাওঁ—

আজি এটা পিয়লি দেখি ফাঁচী দিবা—কিন্তু ভৱিষ্যতে এদিন আহিব— যিদিনা ছশ বছৰ স্বাধীনতাৰ সোৱাদ পোৱা অসমীয়াই পৰাধীনতাৰ গ্লানি সহিব নোৱাৰি— তোমালোকৰ এই আধিপত্যৰ বিৰুদ্ধে ঘৰে ঘৰে মুৰ দাঙি উঠিব। সেইদিনা কেইটা পিয়লিক ফাঁচী দিবা? এদিন আহিব—যিদিন চন্দ্রবী

থকা খাৰ ঘৰ চাৰিচলীয়া চাং-ঘৰ টুপ থকা কেছাৰি-ঘৰ এই সকলোবোৰ এবি-ভাপ নাৱত উঠি এই দেশ এৰি, অহা বাটেদি তোমালোক উলটি যাব লাগিব। ই মোৰ তোমালোকৰ প্ৰতি কেপিত বাক্য নহয় চাহাব--ই মেৰ ভৱিষ্যত বাণী--তোমালোকৰ কাকতত লিখি থোৱা। খাৰ-ঘৰত জুই দি--অসমীয়া ৰাইজক মই কেৱল উপদেশকে দিয়া নাই--উদাহৰণো দেখুৱাই দিছো।

কৃপাৰ--- আসমীয়া বিষযাহকল। আপোনালোককো দেশমে কিয়া দস্তুৰ চে দেশদ্ৰোহীকো প্ৰানদণ্ড দিযে?
(বিসযাসকলে ইজনৰ-সিজনৰ মুখলৈ চোৱা-চুই কৰে। কোনেও একো নামাতে।)

কৃপাৰ--- কব নাফাৰে? ক'ব লাগে--ক'ব লাগে।

দুতিৰাম-- কাঠ-কাকতী আৰু বৰ-ভাণ্ডাৰ বৰুৱাই আমাৰ দেশৰ সকলো দা-দস্তুৰ জানে--তেখেতেই কওক। তেখেতে যি ক'ব সেয়ে আমাৰ মত।

কৃপাৰ--- কোন বৰভাণ্ডাৰ বৰুৱা জানে? সাধনিযাৰ মণিৰাম বৰ-ভাণ্ডাৰ বৰুৱা?

দুতিৰাম-- হয় চাহাব।

কৃপাৰ--- সাধনিয়াৰকো চেলাম দিব লাগে।

পেস্কাৰ--- টেকেলা! সাধনিয়াৰকে তাড়াতাড়ি আস্‌তে দাও'
(টেকেলাৰ প্ৰস্থান আৰু মণিৰামৰ যৈতে পুনৰ প্ৰৱেশ।)

কৃপাৰ-- Look here, Sadhaniyar তুমালোকৰ দেশমে কেইছামাফিক দেশদ্ৰোহীকা প্ৰাণদণ্ড দিব লাগে - তুমি বত্‌লাব লাগে।

মণিৰাম-- চাহাব। বিচাৰত যদি কোনোজন ৰাজদ্ৰোহী বুলি প্ৰমাণিত হয়-- তেন্তে সেই ৰাজদ্ৰোহীৰ ডিঙিত ফটা- মোখেলা আঁৰি-

আচামীসকলে- মণিৰাম--

মণিৰাম-- অ'--নানা দুৰ্গতি কৰি মৰাটো আমাৰ দেশৰ দস্তুৰ।

জন্মি--- (মানুহ ঠেলি মণিৰামলৈ চোঁচা মাৰি) পাবত গজা কোম্পানীৰ গোলাম।

হৰনাথ--- (বিৰক্তিৰে) ছিঃ সাধনিয়াৰ। ই আমাৰ দেশৰ দস্তুৰ নহয়।

ধনঞ্জয়, ধনুধৰ--কেতিয়াও নহয়।

(গোটেই ৰঙ্গমঞ্চত প্ৰতিবাদ আৰু বিক্ষোভৰ ভাবদেখা যায়।)

কৃপাৰ--- Order! Order!!
(চিপাহীয়ে মানুহবোৰ ঠেলি পিছলৈ নিয়ে।)
বৰ-ভাণ্ডাৰ বৰুৱাৰ বাত্‌ জৰুৰ বৰাবৎ থাকিব
(কৃপাৰ চাহাবৰ প্ৰস্থান)

পিয়লি--- মণিৰাম---তয়ো দুৱৰা কাকতি বংশৰ--আৰু ময়ো সাতঘৰীয়া আহোমৰ দুৱৰা বংশৰ। মোক ফাঁচী দি প্ৰাণে মৰাই নাটিলে? ভদ্ৰকুলত জন্ম লৈ সম্ভ্ৰান্তলোক মৰণ কালত এনে জ্বলন্ত অপমান কৰাইহে তোৰ সান্তেষ লাগিল। যি দোষৰ বাবে আজি মোৰ এই দশা হৈছে--- তাৰ কাৰণে মোৰ অকণো দুঃখ নাই। কিন্তু মৰণ কালত এনে ঘোৰ অপমান দি মৰালি বাবে--ডিঙিত চিপ্‌জৰী লৈ মই অন্তৰৰ পৰা কৈ যাওঁ যে, যি গছ জৰী মই বাবত পালো-সেই একগছ জৰী তই অৱাবতে পাবি।

আঁৰ কাপোৰ

ফাঁচী

(সময় পুৱা। শিবসাগৰ জেলখানাৰ সম্মুখ। দুৱাৰ মুখত (১২)টা সশস্ত্ৰ চন্তৰি। একাষে ফাঁচী-কাঠ দেখা যায়। জেলখানাৰ দুৱাৰ মুখৰ পোনে পোনে অহা যোৱা কৰিবৰ কাৰণে মাজেদি এটা বাট আৰু সেই বাটৰ দুয়ো ফালে চাবলৈ অহা মানুহৰ ভিৰ। কিছুমান মানুহ বহি থাকে। আৰু কিছুমান থিয় হৈ থাকে,' একাষেদি পিয়লিৰ মাক, সুচিতা আৰু লৰণীক হাতত ধৰি জন্মি থিয় হৈ থাকে। নেপথ্যত (৬)টা বজাৰ ঘন্টা শুনা যায়। কৰ্ণেল কৃপাৰ মেথী আৰু হৰনাথ বৰুৱাৰ প্ৰৱেশ। কৃপাৰ জেলৰ দুৱাৰ মুখৰ ফালে অগ্ৰসৰ হয় আৰু চিপাহীয়ে চেলাম দি জেলৰ দুৱাৰ খুলি দিয়ে। কৃপাৰ জেলৰ ভিতৰলৈ সোমাই যায়। হৰনাথেআৰু মেথী বাহিৰতে থাকে।

সকলো মানুহ গহীন। চাৰিওফালে নিস্তব্ধতা। জেলখানাৰ ভিতৰত পিয়লিয়ে তেওঁৰ সহচৰ ধনঞ্জয় আৰু ধনুধৰক আঁকোৱালী ধৰি বিদায় লোৱা, দুৱাৰৰ ভিতৰেদি দেখা যায়। তাৰ পিছত কৃপাৰ ওলাই আহে আৰু লগে লগে (৪) টা চিপাহীয়ে বেৰি পিয়লিফুকনক জেলৰ ভিতৰৰ পৰা উলিয়াই আনে।

জেলৰ দুৱাৰপাৰ হৈ বাহিৰলৈ ওলাওঁতেই পিয়লিক দেখি লৰণীয়ে 'দেউতা-দেউতা' বুলি চিঞৰি জন্মিৰ হাতৰ পৰা এৰাই ওচৰলৈ যাব খোজে। জন্মিয়ে লাহেকৈ লৰণীক কোলালৈ তুলি লয়। পিয়লি মুহূৰ্তৰ কাৰনে বিচলিত হয়; কিন্তু সংযত হবলৈ চেষ্টা কৰি আগবাঢ়ি আহি থাকে। মঞ্চৰ মাজভাগ পাওতেই সকলো ৰয়। কৃপাৰ দোখোজমান আগবাঢ়ি আহি পিয়লিক কয়।)

কৃপাৰ--- পিয়লি ফুকন। তুমাৰ উপৰত যো হুকুম জাৰি

করিছে উচ্‌কো যেন্ আউৰ একদফে পঢ়ি বতলাব।
(পটি শুনায়)
"শিউসাগৰ মেগেজিনমে আগুন দিযাৰ অপৰাধমে আউৰ কোম্পানী পল্টনকো হত্যাকি অপৰাধমে আউৰ দেশমে হান্তি ভঙ্গ আউৰ শক্তি ধ্বংস কৰা অপৰাধমে আদালত তুমাক দোষী বনাইছে। ইযে কচুৰকোৱাস্তে আদালত তুমাক ফাঁচীৰ হুকুম দিছে।
(ঘড়ী চায়)
আভি ফাঁচীকো সময হ'গিয়া। তুমাৰ কৈ অভিলাষ থাকেতো আদালতকো বতলাব লাদে। তুমাৰ শেষ অভিলাষ পূৰণকোৱাস্তে আদালত বিবেচনা কৰিব পাৰে।

**পিয়লি—** মোৰ একো অভিলাষ নাই।

**কুপাৰ—** আইনকো দস্তুৰ ৰাখি হামি তুমাক ১০ মিনিট সময দিছে।
(পুনৰ ঘড়ী চায)
তুমাৰ কোন relations, I mran—আত্মীয়লোক থাকেতো ৰাত্-চিৎ হব ফাৰে, আডৰ ধৰ্মকোৱাস্তে ঈশ্বৰকোভি প্ৰাৰ্থনা কৰিব ফাৰে।
(কুপাৰৰ কথা শুনি পিযলিয়ে কুপাৰৰ পিনে চাই কিবা ক'ব খুজি থমকি ৰৈ, একো নামাতি জনতাৰ ফাললৈ আগুৱায় যায়। জন্মি আগবাঢ়ি গৈ পিযলিক সাৱট মাৰি ধৰে আৰু শোকে খুন্দা মাৰি ধৰা মাতেৰে কয়।)

**জন্মি—** পিয়লি—
(পিয়লিৰ মন পৃথিৱীৰ হৰ্ষ-বিষাদৰ পৰা অনেক ওপৰত যেন দেকা যায। মুখখন শিলৰ মূৰ্ত্তিৰ দৰে অস্বাভাবিকভাবে স্থিৰ।)

**পিয়লি—** নাকান্দিবা ককাইদেউ! মোক তোমালোকে আনন্দেৰে বিদায দিয়া।
(লৰণী জন্মিৰ কোলাৰপাৰা নামি 'দেউতা-দেউতা' বুলি পিয়লিক সাৱটি ধৰে। পিযলিয়ে জীয়েকক কোলাত লবলৈ যত্ন কৰেতেই জন্মিয়ে তাইক দাঙি ধৰে. পিয়লিযে লৰণীক মৰম কৰি চুমা খায।)

**লৰণী—** ঘৰলৈ যাও ব'লা, দেউতা। আমি ঘৰলৈ যাও ব'লা।

**পিয়লি—** যাম আহ। অলপ পিছত একেবাৰেই নিজৰ ঘৰলৈ যাম।
(পিযলি মাকৰ ওচৰলৈ আগবাঢ়ি যায়। মাকে হুক্ হুক্ কৰে কান্দিবলৈ ধৰে।)

**পিঃ মাক—** পিয়লি—সোমাই মোৰ।

**পিয়লি—** কপালত দুখ লৈ আহিছু আইতা, কান্দিলে কি হব। নাকান্দি বি। মই যোৱাৰ পিছত নমৰ মানে কান্দি থাকিবি। ৰ'বি—মোৰ অন্তিমৰ কামখিনি কৰি লওঁ।
(সুচিতাই কান্দি থাকে। জনতাৰ ভিতৰতো দুই এজনে কন্দা শুনি পিয়লিযে ৰাইজলৈ চাই কয়।)

**পিয়লি—** তোমালোক কিয় আহিছা? মান অনা বদনৰ পুতেকৰ ডিঙিত ফটা মেখেলা আঁৰি বগা-বঙালে ফাচী দিযা চাবলৈ?
(গোটেই জনতাই একো নামাতি তলমুৰ কৰি শুনি থাকে।)
কোম্পানীৰ খাৰ-ঘৰত মই জুই দিছিলো, সেইবাবে ফিৰিঙিয়ে বিচাৰ কৰি মোৰ দিঙিত এগছ চিপ্‌জৰী দিলে, কিন্তু মোৰ দেশৰ মানুহে মোৰ ডিঙিত দিলে ফটা মেখেলা। কিয়? মই দেশৰ কি দ্ৰোহ আচৰিছিলো—? কি মহাপাপ কাৰণে মোৰ মৰণ কালত তোমালোকে এই লাঞ্চনা মেৰিযাই দিলা? কোম্পানী জানো তোমালোকৰ বুকুৰ কুটুম, যে সিহঁতক দেশৰ পৰা তুলি পঠিযাবলৈ চেষ্টা কৰিলে তেমালোকৰ হিয়া ভাঁগি যায।
আজি ডিঙিত চিপ্‌জৰী লৈ, মৰণৰ দুৱাৰ-দলিত থিয হৈ কৈ যাওঁ যে বগা-বঙালে আম্যক মানৰ হাতৰপৰা উদ্ধাৰ কৰিবলৈ অহা নাই—সিহঁত আহিছে নদন-বদন অসমত থিতাপি লাগি বহিবলৈ।
আমাক তোমালোকে গোম সাপৰ পোৱালী বুলি ভাবা। আমাৰ লগত ভেটা-ভেতি হ'লে সিফাল মু' কৰা আমাক অজীণ-পাতকী আখ্যা দি এঘৰীয়া কৰিলা।
আজি অসমত স্বৰ্গদেউ নাই যে বৰফুকনক বিচাৰ কৰিব। মোক ক্ষমা নালাগে—দেউতাৰ ঋণ মই শোধ কৰিম। এজোলোকা বুকুৰ তেজেৰে বৰফুকনৰ নামৰ চেকা আজি মই ধুই দি যাম।
মই মৰিম—মই ভূত হৈ স্বৰ্গদেৱৰ মৈদাম ৰাখিম; কিন্তু মই আকৌ আহিম। মোক স্বৰ্গ নালাগে—মোক বৈকুণ্ঠ নালাগে—মই সেণৰ সাঁফুৰা, দেৱৰো দুৰ্গম অসমলৈ আকৌ আহিম— আকৌ জনম লম। মই সিঁহতক জীৱন্তে পুৰি মাৰিম। সিহতে মোক এবাৰ ফাঁচী দিব—মই দুবাৰ আহিম—দুবাৰ ফাঁচী দিব—মই দহবাৰ আহিম!! বগা-বঙালক নেদেখা মানে মই জনমে জনমে ডিঙিত চিপজৰী লম।
(উদ্দীপনাত পিয়লিৰ চকু উজ্জ্বল হৈ উঠে আৰু সৰু লৰাৰ দৰে কান্দি পেলায়।)
ছশ বছৰৰ বুকুত তেজেৰে গঢ়া অসমক এৰি থৈ গলোঁ বগা-বঙালৰ হাতত—

(সকলোৱে কান্দি পেলয়।)

কৃপাৰ--- Inspector' পিযলি ফুকনকো কৈ দিব লাগে---
- This is time, আউৰ জাস্তি দেৰি নেই খৰিব।

হৰনাথ--- চাহাব। মৰণ কালত তেওঁৰ অভিষ্ট কাৰ্য্যকণ কৰি লববলৈ দিযক। আৰু অকমমান সময় দিলে তেওঁ হিযা উবুৰিযাই ক'ব পাৰিব, তেতিযা আত্মাটোৱেও শান্তি পাব। মৰণৰ সময়ত দুখো নাথাকিব।

পিয়লি--- যাওঁ ৰাইজ। যোৱাৰ আগতে হাত-যোৰ কৰি মাতিছো--এই চাকোলাৰ সকলো দায় দোষ মৰিমৰ্ষ কৰিব।

(পিয়লিযে ৰাইজক সেৱা কৰে আৰু ৰাইজে হৰিধ্বনি দিযে।)

ৰাইজ --- অ' হৰি, অ'---ৰাম,
অ'--ৰাম, অ' হৰি।

(পিয়লি সেৱা কৰালপৰা উঠিব খোজে, কিন্তু উঠিব নোৱাৰি অকস্মাৎ 'নাৰাযণ' বুলি মাতে। জন্মিযে তৎক্ষনাৎ ধৰি তুলি দিযে।)

পিয়লি--- ককাইদেউ। মৰণৰ পিছত যদি ফিৰিঙিহঁতে মোৰ শটো তোমালোকক গটাই দিয়ে -স্বৰ্গদেৱৰ মৈদামৰ কাষতে মোক সৎকাৰ কৰিবা।

(পিযলি আইতাকৰ গুৰিলৈ যায়। আইতাকে কেচুৱা মৰম কৰাদি মৰম কৰি আকৌ হুক হুক কৰে কান্দি পেলায। পিযলিয়ে বলেৰে ধৈৰ্য্য ধৰি থাকি কয।)

পিয়লি--- আইতা। মই আকৌ আহিম।

(পিযলি মাকৰপৰা এৰাই আহিবলৈ ধৰি নাচনীক দেখি থমকি ৰয়। নাচনীয়ে পিযলিৰ ভৰিত পৰি সেৱা কৰে আৰু ৰিহাৰ আঁচলেৰে চকুলো টোকে।)

পিয়লি-- নাচনী। তই মোৰ গোঁসানী।

(কৃপাৰৰ ইঙ্গিতত দুজন প্ৰহৰী পিযলিৰ ফালে আগবাঢ়ি আহি অলপ আঁতৰত থিয় হৈ থাকে। সুচিতাই পিযলিক সেৱা কৰি ভৰিৰ ধুলি শিৰত লয়। পিয়লিৰ সংযমৰ বান্ধ চিগি যাব খোজে। সুচিতাৰ মূৰৰ ওপৰত হাত দি আশীৰ্বাদ দিয়ে আৰু তাৰ পিছত নিজ হাতে সুচিতাৰ কপালৰ সেন্দুৰ মচি দিয়ে। শোকে খুন্দা মাৰি ধৰাত কোনো ফালে নাচাই উলটি ফাঁচীকাঠৰ ফালে আগবাঢ়ি যায়। সুচিতাই হুক হুক্ কৰে কান্দি পেলায়।

লৱণী-- দেউতা। কলৈ যোৱা---নাযাবা--নাযাবা---

(এই বুলি চিয়ৰি পিয়লি যোৱা[illegible]লে লৰি যাব খোজোতেই জন্মিযে লৱণীক[illegible]তি তুলি লয়। লৱণীয়ে উত্ৰাবল হৈ হাত-ভৰি এচাৰি চিঞৰি চিঞৰি কয়।)

লৱণী-- মোক এৰি দিয়া-- মোক এৰি দিয়া--

(পিয়লি ফুকনে কলৈকো কাণ নকৰি নিজে নিজে ফাঁচীকাঠৰ ভেটিৰ ওপৰলৈ উঠেগৈ। পিয়লিৰ মাক, সুচিতা আৰু লৱণীক জন্মিয়ে আঁতৰাই লৈ যায়। চাৰিওফালে নিস্তব্ধতা। ফাঁচীশালত উঠি পিয়লিয়ে পাগুৰি, মণি আদি সোলোকাই দিয়ে। তাৰপিচত চণ্ডৰিয়ে পিয়লিৰ গাত আৰু মুখত ক'লা কাপোৰ পিন্ধাই দি ডিঙিত চিপজৰী সুমুৱাই দিয়ে। লগে লগে গোটেই ৰঙ্গমঞ্চ এন্ধাৰ হৈ পৰে। ৰঙ্গমঞ্চ এন্ধাৰ হৈ থাকোতেই পিয়লিৰ মুখৰ শেষ কথা কেইষাৰ,- "মোক স্বৰ্গ নালাগে--মোক বৈকুণ্ঠ নালাগে--মই সোনৰ সঁফুৰা, দেৱৰো দুৰ্গম অসমলৈ আকৌ আহিম - আকৌ জনম লম--মই জনমে জনমে ডিঙিত চিপজৰী লম"- - শূন্যৰপৰা পুনৰ কোনোবাই কোৱা যেন শুনা যায়। বিগল(*Bugle*) বাজি উঠে ই ফাঁচীকাঠৰ দুৰ্বহ পৰিস্থিতিৰ ঘোষণা কৰে মাত্ৰ। কিছু সময়ৰ পিছত ৰঙ্গমঞ্চত পোহৰ হয় আৰু ৰাইজৰ মাজত বগা কাপোৰ আৰু ফুলেৰে ঢাকি থোৱা পিয়লিৰ মৃতদেহ আৰু কাষতে পিয়লিৰ পেং দুডাল দেখা যায়। ৰাইজে হৰিধ্বনি দি চাঙিখন দাঙি লৈ যায়।)

ৰাইজ --- অ' -- হৰি, অ'--ৰাম,
অ'---ৰাম, অ'--হৰি।

(চাঙিখন দাঙি ধৰাৰ লগে লগে নেপথ্যৰ পৰা এটি করুণ গীতৰ সুৰ ভাঁহি আহে।)

গীত

বুকুৰে বগুহক কোনে কাঢ়ি নিলে,
কলিজাৰ তেজেৰে বলী-শাল বোলালে।
নোৱাৰে বধিব
মৰি উপজিব
জনমে জনমে দেশৰ ডেকাদলে।

## ।। যবনিকা।।

## পৰিক্ৰমা

কায়াৰ প্ৰতি মায়া, প্ৰাণীজগতৰ বৈশিষ্টতা ।

আশী — নব্বৈ — এশ বছৰীয়া আলৰ বুঢ়া - বুঢ়ীকো যদি প্ৰশ্ন কৰা যায় - " ককা - দেউতা কিম্বা বুঢ়ী আই । এই সংসাৰ এৰি যাবৰ মন গৈছেনে ?" সেই আলৰ অৱস্থাতো, সেই জীৱন সন্ধিযাতো বুঢ়া কিম্বা বুঢ়ীয়ে ঘপৰাই উত্তৰ দিব --- " এৰা, উঠিব - মেলিব, খাব - খুটিব নোৱাৰো --- আমাৰ যোৱাইহে ভাল, পিছে নাতি লৰাটোৰ বা নাতিনী ছোৱালী জনীৰ বিয়াখন চাই যাব পৰা হ'লে . .. ইত্যাদি ইত্যাদি ।

এই ৰূপ - ৰস - গন্ধ গানে ভৰা সুন্দৰ পৃথিৱী খনলৈ প্ৰত্যেক জীৱৰ ইমান আকৰ্ষণ, ইমান ধাউতি, ইমান মমতা --- ইয়াত আৰু থাকিবৰ ইমান মন । পৃথিৱীত জীয়াই থকা কাল ডোখৰত ভোগ, লালসা, সুখ - সম্পদে কাৰো আকাঙ্ক্ষা ভৰা মনৰ হেঁপাহ পলুৱাব নোৱাৰে । মৰণে আহি অনিচ্ছাপূৰ্ণ দেহাটিক টানি লৈ যায় বলেৰে ---- জীৱই ইচ্ছা কৰে আৰু বহুত দিন জীয়াই থাকিবৰ আৰু ভোগ বিলাস আৰু দীৰ্ঘ জীৱন আৰু কত কি -- আৰু 'আৰু' ।।

কুশল কোঁৱৰ গোলাঘাটৰে মানুহ । বহুতে চিনি পায়। বহুতে জানে - শুনে, বহুতে বৰ সাহিয়াল বুলিও জানে । স্বৰ্গীয় ভোলা বৰুৱা আৰু শ্ৰীযুত শঙ্কৰ বৰুৱাৰ বা লাগি কংগ্ৰেছৰ সভ্য হোৱাও বহুতে কব পাৰে --- তাতকৈ বেছি নহয় আৰু হবৰো সুবিধা নাছিল । স্থান, কাল, পাত্ৰ আৰু বিচিত্ৰ ঘটনাসমূহে মানুহৰ বৈশিষ্টতা প্ৰমাণ কৰে -- ভিন ভিন ক্ষেত্ৰত - ভিন্ ভিন্ মূৰ্ত্তি আৰু ৰূপেৰে । তাৰ বাহিৰে আৰুতো প্ৰকাশ আৰু বিকাশৰ উপায় নাই ।

ওস্তাদ আলাউদ্দিন খাঁৰ পৰিচয় নিত্যবিশাৰদ উদয় শঙ্কৰৰ সতে পৃথিৱীৰ ভ্ৰমণে আনি দিলে । নেতাজীৰ শক্তি - - সামৰ্থ্য প্ৰভাৱৰ প্ৰমাণ পোৱা গ'ল গত যুদ্ধত আজাদ - হিন্দ - ফৌজ গঠনত । আমাৰ জনপ্ৰিয় খেলোৱাৰ শ্ৰীযুত শৰৎ দাস আৰু টি আওক ---- ভাৰতবৰ্ষত নাম জ্বলাই তুলিলে "মোহনবাগানে" । "ৰঘুপতি - ৰাঘৱ" জাতি নিৰ্ব্বিশেষে গোৱা হ'ল ----- মহামানৱৰ বিয়োগৰ পিছত । "লক্ষ্ণৌ গোৱালিয়াৰত" ওস্তাদি গান শিকিবলৈ গৈ অসমীয়া লৰাই ভু পালে ! ছশ বছৰৰ আগতে মহাপুৰুষ শ্ৰীশঙ্কৰ গুৰুৱে আসামত ধ্ৰুপদৰ গুটি সিচি থৈ গৈছে । আৰু বিয়াল্লিছৰ গণ - আন্দোলনৰ ছেপাত আও পাকত পৰি ফাঁচি কাঠত ওলমি বীৰত্বৰ প্ৰমাণ দিলে আমাৰ চেনেহৰ কুশলে ।

আমাৰ চেনেহৰ কুশলে জীৱনৰ শেষ ডোখৰত মহান আদৰ্শৰে প্ৰমাণ কৰি দিলে --- তেওঁ সঁচাকৈয়ে "মৃত্যুঞ্জয়ী বীৰ"। তুচ্ছ এই মানৱ জীৱন, তুচ্ছ এই সংসাৰিক মায়া - মোহ, ধন-জন ঐশ্বৰ্য্য যদি জীৱনৰ উদ্দেশ্য সিদ্ধি নহয়, আদৰ্শ দূৰ হৈ যায়। দেশৰ, দহৰ, জাতিৰ হকে নিজৰ জীৱন তুচ্ছ জ্ঞান কৰি , বাপুজীৰ অহিংসা নীতিৰ মহান আদৰ্শ সন্মুখত ৰাখি, পুত্ৰ - পৰিবাৰক, দেশ বাসীক সমৰ্পণ কৰি, পৱিত্ৰ ঈশ্বৰৰ নাম মুখত আওৰাই ---- মৃত্যু বিভীষিকাক বিদ্ৰূপেৰে কটাক্ষ হানি, হাঁহি মুখে -- - কায়াৰ প্ৰতি মায়া ত্যাগ কৰা সাধাৰণৰ সাধ্যাতীত । সন্তৱ কুশল কোঁৱৰ দৰে মৃত্যুঞ্জয়ী বীৰৰহে ।

আমাৰ কুশল সচাঁকৈয়ে অমৰ বীৰ আৰু তুচ্ছ লিখনিৰ সহায় লৈ ---- সেই মৃত্যুঞ্জয়ীৰে চিৰোভাৱ মহোৎসৱৰ আয়োজন কৰা হৈছে। ভুল - ত্ৰুটীৰ বাবে ৰাইজৰ আগত ক্ষমা ভিক্ষাৰী ।

লগে লগে শ্ৰীশ্ৰী গড়মূৰ সত্ৰীয় ডেকা প্ৰভুৱে তেখেতৰ জেইল জীৱনত কোঁৱৰৰ সতে সম্বন্ধ আৰু তাৰে সত্য চানেকী অঙ্কন, শ্ৰীযুতা প্ৰভাৱতী কোঁৱৰে তেখেত আৰু পোণা দুটিক নাটকত স্থান দিবলৈ অনুমতি আৰু সৰ্বশেষত দেশকৰ্মী শ্ৰী বৈকুণ্ঠ বিহাৰী সিং দেৱে তেখেতক এটি দৃশ্যত দেখুৱাবলৈ সন্মত দিয়াত আঁমাৰ নাথৈ আন্তৰিক ধন্যবাদ ইয়াতেই জনালো ।

অৱশেষত গোলাঘাট এমেটিয়েৰ থিয়েট্ৰিকেল চোচাইটিয়ে ১৯৪৮ চনৰ কালীপূজাত নাটক খনি সাফল্যতাৰে অভিনয় কৰি সহায় কৰাত আমাৰ তৰফৰ পৰা উক্ত চোচাইটিৰ সকলোলেকে অশেষ ধন্যবাদ জ্ঞাপন কৰিলো । নাটকৰ ঘটনাৱলী বিয়াল্লিছৰ দেশৰ পৰিস্থিতিৰ ছাঁ - টোহে মাথোন । ইতি ।

গোলাঘাট শ্ৰী সুৰেন্দ্ৰ নাথ শইকীয়া

২৪।৮।৪৯

## পৰিচয়

### মুনিহ

কুশল কোঁৱৰ

| | | |
|---|---|---|
| নীলপদ্ম বৰুৱা | ঃ | আগতে কংগ্ৰেছী, পিচত Military Contractor |
| অখিল | ঃ | শিক্ষিত যুৱক - Military Contractor |
| দণ্ড | ঃ | Military WorkMunshi |
| নন্দ | ঃ | Military work Munshi |
| সৰুকণ | ঃ | গাঁৱলীয়া মানুহ |
| গাহৰ | ঃ | ,, ,, |
| ধৈৰ্য্য | ঃ | কম দৰমহাৰ চাকৰিয়াল |
| বসন্ত | ঃ | ,, ,, ,, |
| হলধৰ | ঃ | পেঞ্চন প্ৰাপ্ত বৃদ্ধ ভদ্ৰলোক |
| সিং | ঃ | কংগ্ৰেছ কৰ্মচাৰী |
| Mr Gray | ঃ | Garrison Engineer |
| Mr. Clay | ঃ | অধীনস্থ Staff Sergeant |
| বিচাৰক | ঃ | শিৱসাগৰ জিলা ডেপুটি কমিচনাৰ |

কুশল-কোঁৱৰৰ পুতেক, ডাৰোগা, উকীল, মেধাৰ, সভাৰ সমজুৱাসকল, Forest-Officer, পুলিচ, জামাদাৰ, চিৰস্তাদাৰ, Civil -Surgeon

### তিৰুতা

| | |
|---|---|
| প্ৰভাৱতী | কুশল-কোঁৱৰৰ পত্নী |

# কুশল - কোঁৱৰ

## ১ ম অঙ্ক

### ১ ম দৃশ্য

(অখিলৰ ঘৰৰ সুসজ্জিত কমৰ এখন চেবিলত কিছুমান কাগজ-পত্ৰ চাই খং মুৱা হৈ অখিল চকী এখনত বহি থাকে। ওচৰতে অন্য চকীত নীলপদ্ম বৰুৱা।)

নীল --- বোপাই হেৰৌ অখিল । বোলো খঙনো কিয় খাব ? পেটৰ কামোৰণিত মানুহ মাটিতো পৰে আৰু পাটীতো পৰে । মোৰো সেই একে অৱস্থা --- খন্তেক ৰহোঁন --- শুনছোঁন কি ক'ব খুজিছোঁ । পাৰিলে তইঁত শিক্ষিত ডেকা --- মগজু পৰিষ্কাৰ --- কিবা এটা সজ পৰামৰ্শ দেছোনেই । কিজানি ভেকুলীৰ পিঠিত নোম গজেই ?

অখিল --- পেহাদেউ । Simply impossible আপুনি হল মহাত্মাজীৰ পকা Follower, এক নম্বৰ Congressite আৰু মই হলো M.S S Contractor কামে কাজেই মোৰ way of thinking আৰু System of working সম্পূৰ্ণ পৃথক --- যেনে জুই আৰু পানী।

নীল --- সেই কথা কিছু দুৰ সঁচা ; কিন্তু তযো মানুহ মযো মানুহ । দুয়ো অসমীয়া , দুযোৰো দুখ - সুখ , ভাল - বেয়া , ভোক - পিয়াহত কিবা তাৰতম্য আছে জানো ? জানিবা তই কোট - পেণ্ট পিন্ধ আৰু মই খদ্দৰৰ চুৰীযা - চোলা ব্যৱহাৰ কৰো ।

অখিল --- Difference একো নাই যদিও খুব আছে । পেহাদেউ । আমাৰ দুযোৰো Principle অৰ Difference, মন কৰিছেনে ? সেই মতভেদ আৰু মতানৈক্যই আপোনাক শদিযাত আৰু মোক ধুবুৰীত থৈছেগৈ ।

নীল --- তই ধুবুৰীত আৰু মই শদিযাত সঁচা , কিন্তু তই যদি ৰেলৰ টিকট কটাই আগবাঢ়ি আহ আৰু মযো যদি চোঁচা লওঁ --- তেনেহলে --- পাণ্ডুতে , কিম্বা গুৱাহাটীতে , কিম্বা চাপৰমুখতেই বা লামডিং জংচনতেই আমি দুয়ো লগ খাবহিওতো পাৰো ।

অখিল --- পেহাদেউ ! সেইবোৰ অনৰ্থক , মূল্যহীন বাক বিতণ্ডাৰ একো প্ৰয়োজন নেদেখো । মোৰ সময়ৰ বৰ অভাৱ।

মোৰ ভিন্ন ভিন্ন তিনিটাকৈ C.R.E. ৰ তলত Construction works, supply আৰু বহুত কিবাকিবি — মোৰ ৰাতি চাৰিউঁআৰ বাহিৰে দিনটোত সমূলি আহৰি নাই। গতিকেই মোক বিদায় দিয়ক। মিছামিছিকৈ তৰ্ক জুৰি, সময় নষ্ট কৰি কি লাভ? এইখন গাৱঁলীয়া ভোজ - সবাহৰ থলি নহয় — যে — সন্মুখত মাহ - চাউলৰ পাত কোমল - চাউলৰ খোল — কিম্বা প্ৰভু ঈশ্বৰৰ সিজোৱা আধাফুটীয়া ভাত আৰু দেই যোৱা স্তহৰ আঞ্জা কলপাতত মুখৰ আগত লৈ — সংসাৰৰ বাদ - কুবাদ, খাওঁ - নেখাওঁ মাৰি সময় নিয়ালেই গা ৰজিব।

নীল — সেইবোৰ মই বুজিছোঁ।

অখিল — মনত ৰাখিব — এই ১৯৪২ চনটো জীৱনৰ উল্লেখ যোগ্য বছৰ। খৰি ভাৰী ৰজা হব — আৰু ৰজা খৰি ভাৰী হব একা। পৃথিৱীৰ গতিয়েই একেবাৰে পৰিবৰ্ত্তন মুখী, সময়ৰ সোঁত উভটি বৈছে — মন কৰিছেনে? অ', আপুনি আকৌ "চেতাৱনীৰ" মতেহে কাম কৰি যাব হবলা?

নীল — বিদ্ৰূপৰ সুৰে কথা নকৰিবচোঁন। মানুহ অৱস্থাৰ দাস। চৰ্কাৰী কেৰাণী কামটোও এৰিলোঁ, বাগিছাৰ চাহাবৰ কেত্ - কেতনী সহিব নোৱাৰি বাগানৰ কামটোও ইস্তফা দিলোঁ। এতিয়া বিমোৰত পৰিছোঁ। লাহে লাহে লৰা - ছোৱালী ডাঙৰ হৈ আহিছে। ছোৱালী বিয়া দিওঁ কেনেকৈ আৰু লৰাই Matric পাচ কৰি কলেজলৈ যাওঁ বুলিলে কি কৰিম?

অখিল — মই কেনেকৈ কম?

নীল — তোক কবলৈ কোৱা নাই অ'। তোৰ পৰা উপায় এটাহে বিচাৰিছো। ডাঙৰ লৰাটোও পঢ়াত এনে চোকা কোনো শ্ৰেণীতে কেতিয়াও 'ফেইল' নকৰে। সিয়েই মোক খাব।

অখিল — আপুনি Congressite, Military Contract কৰিব জানো?

নীল— এৰা, বৰ বিমোৰত পৰিছোঁ। কেৰাণী কাম এটা বিছাৰিলে পাওঁ, পিছে দৰমহা নো কিমান পাম? তিনিকুৰি বা তিনিকুৰি দহ। তাৰে মোৰ এবাহ ল'ৰা - ছোৱালীৰ পেট নভৰিব নহয়, গতি দেখিছই নহয়, এইবোৰ খদ্দৰৰ চোলা আৰু চুৰীয়া। এবাৰ ধোওঁতেই এপোৱা চাবোন খয় যায় আৰু ডাৱৰীয়া হলে শুকাওতে তিনি চাৰি দিন লাগে। সেয়েই খৰচৰ গতি।

( Driver এ টকা ৪/ জনা অখিলক দিয়েহি। অখিলে Petrol লোৱা হলনে বুলি সোধাত Driver এ ৮ গেলন ললো বুলি কৈ যায়গৈ।)

অখিল — বাৰু, পাচে পেহাদেউ। Military Contract কৰিব জানো?

নীল — মানুহে বাৰু খুব বেয়া বুলিব নহয়নে?

অখিল — এতিয়া আপোনাৰ অভাৱ - অনাটনত গোটেই জগতৰ মানুহে গোট খাই 'চান্দা' তুলি আপোনাৰ লৰাৰ পঢ়া খৰছ আৰু ছোৱালীৰ বিয়াৰ আহিলা যোগাইছেহি নহয়নে?

নীল — হোঃ। — থৈদে!!

অখিল — সেইয়েই। সংসাৰত আটাইবোৰেই খোৱাৰ বোন্দা আৰু দেখিব শুৰু দেখিলে মাখি সদাই ভেন্‌ভেন্। তুলসীৰাম দেহুৱালী কিম্বা গণেশৰাম আগৰৱালা মাৰোৱাৰী যদি দুখীয়া হয় আপুনি মাতিব — এই তুলসী আৰু এই গণেশৰাম, যদি সিহঁত দুয়ো লাখপতি হয়, ক'ব — বাবুজী ৰাম - ৰাম। ধনে সাধাৰণ শিক্ষা - দিক্ষা নোহোৱা মানুহকো বাবুজীৰ সাৰিলৈ Promotion দিয়ায়।

নীল — কলিত ধনেই ধৰ্ম্ম।

অখিল — তেনে আহক মোৰ লগত পশুইলে ওলাওক Major ৰ ওচৰলৈ লৈ যাও, ঠিকাৰ বন্দবস্ত কৰি দিওঁ। হাতে কামে লাগি যাওক, মিছা - মিছি বাদ - প্ৰতিবাদৰ ওৰ পৰক আৰু দুটা পয়চাৰো মুখ দেখক।

নীল — এৰা তাকেই কৰো নেকি? Provincial Congress Committee ৰ পৰা যদি মোক .. .... .... ...

অখিল — আপোনাৰ ইচ্ছা আপোনাৰ হাতত। পেহাদেউ! উজান উঠিছে ভয়ঙ্কৰ উজান। মাছৰ নহয়; পাঁচ টকীয়া, দহ টকীয়া আৰু হেজাৰ টকীয়া নোটৰ। অনা - অসমীয়াই বৰ বৰ জাল পাতি ধুনি আছে, শুই আছোঁ আমি কেৱল অসমীয়া সোৱোপা কেইটাই। এই ১৯৪২ চনটো জীৱনত দুবাৰ নাহে একা। হয় ইপাৰ নহয় সিপাৰ। এক মিনিটো সময় নষ্ট কৰা আমাৰ অনুচিত।

নীল — মোক আটায়ে হাঁহিব কিন্তু, Provincial ৰ পৰা Diciplinary action লব।

অখিল — ধন এগাল ঘটি লব পাৰিলে কোনোৱেই একো নলয়। সেই বোৰ Provincial, Subdivisional মনৰ পৰা দূৰ কৰক। খদ্দৰৰ চোলা আৰু চুৰীয়া ধোবাৰ হতুৱাই ধোৱাই বাকচত খুব যতনেৰে "নেপ্‌থেলিন" গুটি দি সুমুৱাই থওক আৰু খাকী হাফপেন্ট দুটিমান কৰাই লওক। খদ্দৰ দেখিলে Military চাহাবে গেঞ্জেৰি দিব আৰু কামো নিদিয়ে।

নীল --- বাৰু , তোৰ ক'ত কি কাম আছে ?

অখিল --- মোৰ 110 C.R.E ৰ তলত Construction Works, 112 C.R.E ৰ তলত কহিমাত Construction আৰু Labour Supply আৰু 108 C.R.E ত মোৰ Thatch আৰু Bamboo Supply সৰ্ব্বমোঠ প্ৰায় ২০ লাখ টকাৰ কাম ।

নীল --- (জিভা মেলি বহি পৰিব খোজে ) --- বি --- শ্ লাখ । কিমান লাভ পাবি বাৰু ?

অখিল --- ভালকৈ Manage কৰিব পাৰিলে পাঁচ লাখ ।

নীল --- (মুখ মেলি) --- পাঁ --- চ --- লা --- খ ---

অখিল --- আপুনিও পাৰিব , বিশেষকৈ আপুনি সেইবোৰ পানী - দুনীত মুখ নিদিযে যেতিয়া আপোনাৰ খৰচ নিচেই কম হব ।

নীল --- ওঁহো সেইবোৰ কু অভ্যাস মোৰ নাই । বাৰু , পাঁচ লাখ টকা লাভ হব নহয়নে ? ভাবিবই নোৱাৰি পায।

অখিল --- অসমীয়া মানুহৰ সাহ নাই । মনিপুৰত গুৰুদত্ সিঙে ১০ লাখ টকা, সুৰেন কিশোৰ চৌধুৰীযে ৭ লাখ আৰু আজিজ খাঁন পাঠানে ৬ লাখ পিটিলে । আমি ঘৰতে বহি হাত সাৰুটি থাকিলেই ধনৰ টোপোলা আহি হাততে নপৰেহি নহয । অলপ কাণ - মুৰ জোকাৰিবও লাগিব । হয়নে নহয বাৰু ?

নীল --- এতিয়াও সময আছেনে ? আমাৰ কপালত লাখ টকা ক'ত আছে ?

অখিল --- অসমীয়া জাতিটোৰ পাচ - হোঁহকা মৰা অভ্যাস । - -- আমি নোৱাৰো , আমি নেজানোঁ , আমি ক'ত পাৰিম , কিম্বা আমি সেইখন ভাগ্য লৈ জনম ধৰা নাই --- ইত্যাদি ইত্যাদি । পেহাদেউ , ধনৰ উজান । একেবাৰে উজান উঠিছে । নিজ শক্তিৰে যি পাৰে ধৰক । আৰু এই উজান সতকাই নাহিব একা । লাখ চেৰেক পাৰিলে কৰি লৈ চাহৰ বাগিচা - তাগিচা এখন কিনি লৈ বহি যাওক দেখিব সকলো সমস্যাৰ সমাধান হৈ গৈছে ।

নীল --- কিন্তু মোৰ খদ্দৰৰ পোষাক ?

অখিল --- ধোৱাই বাকচত ভৰাই থওঁক । ধনী হ'ব পাৰিলে লৰাৰ পঢ়াৰ খৰচ , ছোৱালীলৈ দৰা , দেশত সু - খ্যাতি , সমাজত প্ৰতিপত্তি কোনো সমস্যাই জটিল নহব ।

নীল --- পাছে লুকাই চুৰকৈ বিদ্ৰূপ কৰিব নহয়নে ?

অখিল --- ছাগলী দুটা মান মাৰি এটা ভোজ পাতি দিব , আপোনাৰ সেই কেপ্ - কেপনি , তেপ্ - তেপনি মাৰ যাব পেহাদেউ ।

নীল --- এৰা , সঁচা কথাকে কৈছ ।

অখিল --- যদি স্বৰাজ হয় আকৌ বাকচৰ পৰা খদ্দৰৰ সাজ - পোষাক উলিযাই লব কংগ্ৰেছ Fund লৈ ৫ হেজাৰ টকা দান দিব । দুখন - তিনিখন গাঁৱত দুই - তিনিটা পুখুৰী , দুই - এটি নামঘৰ , দুই - চাৰি হেজাৰ টকা স্কুললৈ দান , Football খেলাৰ কাৰণে এখন ডাঙৰ Shield --- বচ্ । পেণ্ট পিন্ধি Military কাম কৰা দোষ খণ্ডন হৈ গৈ আপুনি অহা বাৰৰ নিৰ্বাচনত M.L.A. হব পাৰিব । সিও কিন্তু অতি লোভনীয । আৰু যদি ইংৰাজেই থাকে কথাই নাই। "গৰু মৰিল , পোক সৰিল ।"

(এনেতে অখিলৰ Servent এটাই ধপাত এচিলিম দি যাযহি । নীলপদ্মই দুহোপামান মাৰি কয )

নীল --- বোপাই সংসাৰ নচলে সঁচাকৈযে । তাকেই কৰো আৰু কি কৰিম ? পশুইলৈ মই তোক ক'ত লগ ধৰিম বাৰু ?

অখিল --- মোৰ ইযালৈকে আহিব ।

নীল --- কিন্তু ইংৰাজী ভালকৈ নোৱাৰো নহয , অ' । চাহাব দেখিলে আৰু পাহৰি যাম কিজানি ?

অখিল --- পাৰিব , পাৰিব । যি জানে তাৰেই কাম চলিব । সেইবোৰ বুকুত কুঠাৰ মাৰিলেও "ক" বুলিব নোৱাৰা একোটাই লাখ লাখ টকাৰ কাম কৰিছে আপুনিতো পাৰেই , কেৱল কোৱাৰ অভ্যাসহে কম ।

নীল --- অ' !

অখিল --- বাৰু বিদায কৰোঁ । পশুইলৈ আপুনি নটা বজাত মোৰ তালৈকে আহিব , কিন্তু এটা কথা Major Gray বিলাতী মদৰ কাৰণে বলিযা । এটা White label ৰ বটল লৈ যাব লাগিব । Black Market ত অন্ততঃ ১২০ - ১২৫ ৰ কমে পোৱা টান , আপুনি অন্ততঃ ১৫০ টকা লৈ যাব ।

নীল --- নিনিলেই নহয়নে ?

অখিল --- যি কম তাকেই কৰিব । আৰু যদি মনত অবিশ্বাস থাকে আপুনি মোৰ তালৈ যোৱাৰ আৱশ্যক নাই । সেই কেৰোক্ - ঘেৰোক্ খন দেখিলেহে খং উঠে ।

নীল --- বাৰু , বাৰু যিকৈছ কৰিম বাৰু । "মুখৰ লাজে কৰে কি , পেটৰ ভোকে কৰে যি --- ।" মই লৈ যাম বাৰু । পযছা আছেও সিমানেইহে ।

অখিল --- বাৰু , কাম পালে পয়ছা দিওঁতা বহুত ওলাব , ভয় নাই । মই যাওঁ । আপুনি পশুইলৈ ৭।। বজাত আহিব তেনে ।

নীল --- বাৰু আহিম তেনে বোপাই । মই যাওঁহে এতিয়া ।
(দুয়োৰো দুফালে প্ৰস্থান ) ( পট পৰে )

# ২য় দৃশ্য

## (Work Munshi নন্দ আৰু দণ্ড )

নন্দ — তইযেই সৰ্বনাশৰ মূল । মুখেৰে খুলি নকৱ কিয় ? কিহৰ খাতিৰ - বাতিৰ — " পয়ছাচে কাম আৰু ভাইচে ৰাম - ৰাম " ।

দণ্ড — এহ্ । অসমীয়া মানুহ বুলি অলপ খাতিৰ নেৰাখিও নোৱাৰি নহয় । একে অসমীয়া মানুহ তাতে মোক সৰুৰ পৰাই তেওঁ চিনি পায সেই দোখ লেঠা হয় অ' ।

নন্দ — মোৰ ভাই সেইবোৰ ফাচ্ ফুচ্ নাই ভাই । মই আগতে কৈ লৈছো একা । Store - Keeper এ কি লয , S.D.O ই কি লয় — মই নেজানো বোলো । কিবা কৰবাত গোলমাল হলে Garrision Engineer য়ে পোনেই ধৰিব — Work Munshi ক । Store Keeper, S.D.O ই কবই নোৱাৰা হব । গোটেই সংসাৰতে বহি ভাগ খোৱাৰ সংখ্যা সৰহ — ভাই । পিছে বিপদ আপদ হলে তাৰো ভাগ লবলৈ সাজু হব লাগে আকৌ ।

দণ্ড — বিপদৰ কথা শুনিলে আটাইবোৰ পলাই ফাট মাৰিব। তেতিয়া ধৰ Work Munshi ক , চা বাৰু Contractor জগত সিঙৰ Bamboo Supply contract আছে আৰু Thatch Supply আছে । খালী ৭০০ বাঁহ Supply কৰিছে । মই লেখোতে ১২০০ বুলি Store - keeper ৰ আগত কৈছো। ওচৰতে A G . E .ও খাড়া আছিল ——— । যদি Check কৰে মৰোৱেই নহয় —— হঁ ——— ।

নন্দ — ওঁ ——

দণ্ড —— এনে স্থলত তুমি লাভতে পোৱা বাঁহ কেটাৰ এটা অংশ দিয়াত কি আপত্তি ? তোমাৰ ভাগৰ ভাত আমি বিচৰা নাই নহয় ? আমি তোমাৰ লাভৰ বাতা উলিয়াই দিছো । হয়নে নহয় ?

নন্দ —— তাতে যে মানুহে টান পায় ।

দণ্ড —— টান পালে কেনেকৈ হব । "একে জাৰেই জাৰ নাযায় নহয় ।" "মোৰ দেহী ভুখৰী" , তুমি এবাৰহে লেলেটিয়াবা পাচ কৌবত তোমাক হক্ হক্ কৰে বতিউৱাম নহয় । বছেৰেক জুৰি গোটাই পিটাই — - ক'ৰ চতি . ক'ৰ মাৰলি , ক'ৰ বাঁহ , ক'ৰ কাঠ বুলি ধপলিয়াই ফুৰি সজোৱা ঘৰ , জুইশলাৰ কাঠি এটিয়েই দেখোন তহিলং কৰি দিব পাৰি ।

নন্দ —— আমি পাৰোতোন । খাতিৰতহে নকৰো ।

দণ্ড —— হেৰৌ চুৰ নকৰি , ধৰ্ম্মতে ঠিকাদাৰী কৰি কেইটিনো পয়ছা লাভ কৰে অ' । খেৰ দিব এগাড়ী Bill হ'ব দহ গাড়ীৰ । বাঁহ দিব এহেজাৰ Bill হ'ব দহ হেজাৰৰ । ঠিকাৰ ৰহঘৰা Supply ত হে একা ।- -- ঘৰ সজোৱাত মিছা ।

নন্দ ---- ধৰ্ম্মানন্দ বৰুৱা মানুহটো বেয়া নহয় । পিছে বৰ কৃপণ। হাতৰ পৰাই চা এৰিবই নোখোজে । কালি ৫ হেজাৰ খেৰ Supply কৰিছে । মই গণ্টি কৰিছো ১২ হেজাৰ বুলি . কিন্তু পইচাৰ বেলিকা কিবা দেখোন কেংোক - ঘেহোক থন কৰে । হে Bill হোৱা নাই , হাতত পইচা নাই , বৰ টান, বেঙ্কে O D নিদিয়ে আৰু চেৰ বলকে । আচলতে অসমীয়া মানুহে Business নজানে। আপুনি মোৰ পইচা হাতত পৰিল মাত্ৰক চুঙাত ভৰোৱা অভ্যাস ।

দণ্ড - - - মই হ'লে সেইবোৰ ফেদেলী পুৰাণ নুশুনো । চিধা - চিধি কথা । তোমাক লাভ কৰি দিছো । তুমি তাৰে এভাগ দিয়া --- - নহলে বেয়া পাবা । আৰু গধুলি বটল এটি মোৰ নহলে নচলে ----- গতিকে পাঁচ টকি ৰূপ মোক বটলৰ খৰচ , চুৰতৰ এটকি আৰু Full plate মাংসৰ ১।।০ অনা অমুকাক লাগিবই। একেবাৰে চিধা কথা । মই সেই কাৰণে অসমীয়া ঠিকাদাৰৰ লগত সঙ্গ নকৰোৱেই । বিদেশীৰ লগত কাৰবাৰ ভাল জমে অ' । বুজিছনে নাই ?

নন্দ ---- পৰদেশী মানুহৰ লগত ভালটো ।

দণ্ড ——একেবাৰে চিধা ---- এই Bloody ৰূপীয়া লিয়াও আৰু নাইতো Get out - Bloody hell ওঁ।

নন্দ ----- অসমীয়া মানুহক টান কথা ক'বলৈ লাজ লাগে ।

দণ্ড ----- তই মৰ , জহনীত যা , হুতচিৰি হ ----- মোৰ আগত সেইবোৰ কেৰেং - মেৰেং কৰি নেদেখুৱাবি ভাই , মোৰ জ্বালহে উঠে । ( পইচা উলিয়াই ) আজি বাঁহ Supply Contractor কুমুদ বাবুৰ পৰা ১২০ টকা পাইছো । আহছোন Wrist watch এটা চাওগৈ — ঘড়ীৰ দোকানত ।

নন্দ —— বৈ মইও এটা চাই আহোগে । ধৰ্ম্মানন্দ বৰুৱাই পইচা দিলেই লম ।

দণ্ড —— বাকীত ফাঁকি অ' । একদম Cash লৈ লবি । বুজিছ, যুদ্ধৰ কথা —— কেতিয়া কি হয় ? সেই কাৰণে নগদা -নগদি কাম খুব ঠিক —— আহ্ ।

(দুয়োৱো প্ৰস্থান)

পট পৰে

# ৩য় দৃশ্য

( বসন্ত আৰু ধৈৰ্য্যৰ কথোপকথন । ধৈৰ্য্যৰ খেৰৰ ঘৰত )

বসন্ত ---- কি কৰিছিলানো ?

ধৈৰ্য্য -----এই পাচফালে শাকনি বাৰীত লাগিছিলো ।

বসন্ত ----- কি কি শাক পেলাইছা ?

ধৈৰ্য্য ------ নাই , হেৰি ঔ --- মূলা , লাই , পালেং আৰু চুকাৰ গুটি দুটামান সিচিছো । কালি বৰষুণে ডগৰি খুন্দিলে, জানো অথন গজেনে নগজে । গুটি হলে আৰু বেলিৰেই । তেনেকুৱা পোকে ধৰা মুনিযাও নহয় - -- ঈশ্বৰেহে জানে ।

বসন্ত ---- এহ কেলৈ নগজিবনো । ক'ৰবাত কেনেবাকৈ দুই এটা ধেনা ওলাব , বাকী সোপা সুপিযেই গজিব । মইহে -- মানুহ -দুনুহ নাই একো এটা কৰিব পৰা নাই । নিজেও দুখ বন কৰিব নোৱাৰো আৰু লগুৱা - লিকচৌ ৰাখিবলৈও হাত উদং ।

ধৈৰ্য্য ----- মই হলে লোকৰ মুখলৈ চাবলৈ নাই । নিজেই বুঢী কোৰত ধৰিছো একা । "পৰ্বত আশ --- বনত বাস" ---- কি কোৰা ?

বসন্ত ----- মই কোৰ কটাৰী বৰকৈ মাৰিব নোৱাৰো । দুচাব - এচাব মাৰিলেই ফোঁপনি ধৰে । যিবা হাতনি ল'ৰা এটা আছিল , সিও পলাই গল । বোকাজানত কোনোবা "আইটীএ" বাবুৰ ভাত ৰান্ধে বোলে , দৰমহা হেনো খাই-বৈ দেডকুৰি পায ।

ধৈৰ্য্য ------ নকব আৰু । এই যুদ্ধখন লাগি আমাৰ কম দৰমহা পোৱা চাকৰিযাল কেটাৰ কালক খালে । হেৰা ! ৰূপ পাও চাৰি কুৰি , তাৰে ভাত - চাহকে খাওনে - --- কাপোৰ - কানিকে কিনো ---- বেমাৰ - আজাৰ হলে ঔষধে - পত্ৰৰে ব্যৱস্থা কৰো নে --- নাই Municipality tax আৰু লৰা - ছোৱালীৰ পঢাৰ খৰছ যোগাও ?

বসন্ত ------ চাৰি কুৰি ৰূপৰ ৩০ টকি খুৱাই - বুৱাই লগুৱাৰ দৰ্ম্মহা দিলে আমি কৰিম কি ? Government Dearness allowance দিছে মাত্ৰ ১০ টকি ৰূপ । Free Ration ৰ এটা মানুহৰ চাউল ----- আৰু মোৰ ঘৰত হল খাওতা ১২ টা । গোটেইখন কলৌ - জপৌ হৈ পৰিছে । কলৈ যাও--- কি কৰো । মই অঠাই সাগৰত পৰিছো --- শুনিছানে ?

ধৈৰ্য্য ----- আৰু মই ?

বসন্ত ----- তুমি তেও নিজে বাৰীত শাক - পাচলি কেদালকে কৰিব পাৰিছা । বজাৰত চাৰি অনা মুঠিৰ লাই , দুই অনা মুঠিৰ ঢেকীয়া , আঠ অনা সেৰৰ মূলা কিনিব নালাগে ।

ধৈৰ্য্য ----- পাৰোতে কৰিছো -- হো । দুখে বেজাৰে মনত ধিক্কাৰ আহিছে । শুনিছানে ? ডাঙৰ লৰাটোৱে গল বেলিযেই Matric পৰীক্ষা প্ৰথম বিভাগত পাচ কৰিলে , ৫১৯ নম্বৰো ধৰিছিল । ভাগ্য বেযা বৃত্তি ধৰিব নোৱাৰিলে । বছৰেক পঢোৱাই তাক খৰচৰ অভাৱত এইবাৰ পঢোৱাব নোৱাৰি , এৰা , পঢিব নেলাগে বুলি ঘৰতে বহুৱাই থৈছোহি । মইহে জানিছো মোৰ দুখ - বেজাৰ ।

বসন্ত ---- এই যুদ্ধ খনে আমাৰ সৰু খলপীযা বোৰক ধুই নিবলৈকে আহিছে হব পায । মৰিলেও ভাল । এইদৰে কেলেপ্ কেলেপকৈ জীযাই থকাতকৈ । সংসাৰত মনুষ্য জনম ললো , পিছে কোনো কামত নাহিলো ----- "না হোমে , না যজ্ঞে" ।

ধৈৰ্য্য ---- মনৰ দুখ মনতে মাৰ গৈছে । বয়স ভাটী দিলেহি , পেন্‌চন পাও পাও এতিযা এই ভাটী বযসত কামটোনো সতকাই এৰি পেলাও কেনেকৈ ? বৰ ল'ৰাটোৱে ভাত - পানী মুখতে দিব নোখোজে , সদায মন মাৰি থাকে । চুলি নকটোৱা হল আৰু সন্যাসী হৈ গুছি যাম বুলিছে । মাকে নিতৌ পুৱা - গধূলি চকুপানী টোকে । কিন্তু ! কিন্তু মই কৰো কি ? মোৰ হাত উদং --- মোৰ আছে কি ? মোৰ দুখ মইহে বুজো , আনে জানো তাৰ ভাগ লবহি ? সেই বাবেই ভাবিছো ---- এইবাৰ যি হ'ল হ'ল , ঘূৰিবাৰলৈ তাক কলেজলৈ পঠাবই লাগিব ।

বসন্ত ---- খৰচ বহুত লাগিব নহযনে ?

ধৈৰ্য্য ---- Science লৈছে নহয ? কিতাপতে বহুত খৰচ । এইবাৰ মই ভাবিছো ---- শাক - পাচলি , কবি , ওল, চালগোম গোটেই বাৰীতে ঠিহনি লগাই ৰোও । বজাৰত বেপাৰীক বেচি দিম । ঘৰত একোটোকে নেখাও । শাক - পাচলিৰ যি দাম --- দুটা পইচাৰ মুখ দেখিব লাগে , গৰু - গাই যি আছে আৰু তিৰোতাৰ হাতৰ -কাণৰ সুপিকে কাৰোবাক বেচি তাক কলেজলৈ পঠাম । হয --- তাৰে উন্নতি হওক --- নহয গোটেই ঘৰে - ঘৰোৱালেই লাও টোকাৰী লও ।

বসন্ত ---- ঈশ্বৰে চকু মেলি চাব -- তুমি চিন্তা নকৰিবা । সদায একে দৰেই দিন যাবনেহে ? ধনী ধনৰ ওপৰতে বহি আছে Military Contractor এ লাখ লাখ পিটিছে -- পিটক -- ঘটক । সিহতৰে দিন । আমাৰো সময় আহিব কেতিয়াবাকৈ -- দেখা যাব তেতিয়া ।

ধৈৰ্য্য ---- তুমি চলা কেনেকৈ বস্তুৰ দাম যিহে ? কেনি যাবা -

— কিনো চাবা ; ই বোলে মোক চাবা , সি বোলে মোক চাবা । আৰু আমাৰ কেৰেণীৰ দৰমহা বাঢ়িব নজনা হল । দুখীযালৈ কাৰো মৰম নাই । মহাত্মা গান্ধীযে যদি কিবা কৰে —— কৰিব পাৰে , নহলে বাকী আটাই সোপাই মাহ খোৱা বান্দৰ ।

**বসন্ত** —— এৰা আমিও যে মানুহ আমাৰো যে ভোক পিয়াহ আছে কোনেও ভাবি নেচায । আমি যেন মানুহেই নহওঁ ।

**ধৈৰ্য্য** —— এইযাই আমাৰ সমাজ আৰু দেশৰ গতি ।

**বসন্ত** —— এৰা এইবোৰ কথা পাতিলে শোকহে লাগে । যাওৰেই দেই । কবি পুলি দুটামান দিবাদেই । পুতি থম -- হয হব —— সিও বন্ধাৰ পুলিহে লাগে একা । ফুলৰ নেলাগে --- যাও । (প্ৰস্থান)

(ধৈৰ্য্যৰো ভিতৰলৈ প্ৰস্থান )

**পট পৰে ।**

# ৪ৰ্থ দৃশ্য

## স্থান — ৰাজপথ

হাতত সুদা জলয়া পাচি লৈ থুতৰিত বাওকা দি থিয় দি আছে । সৰুকণ আৰু গাহৰ । গাহৰে পইচা লেখি থাকিব । Scene ডঙাৰ আগৰে পৰা ঠিয় দি থাকিব । Scene উঠাৰ লগে লগে কথাহে আৰম্ভ কৰিব ।

**গাহৰ** —— আজি একুৰি দুটকা আঠ অনা পালো । আধলি এটাহে ক্ষয যোৱা -- জানো বালক চলেনে নচলে।

**সৰুকণ** -- তুমি কি আনিছিলা ?

**গাহৰ** —— গৰীযা আলু --- "চিপ্লাই গুদামত" "চেকেৰ কেন্দি" আলু বুলিলেহে ভু পায ।

**সৰুকণ** কি ভাওত ললেনো ?

**গাহৰ** - ২৫টকা মোণে । তুমি কি আনিছিলা হৰিভকত ?

**সৰুকণ** ৰঙালাও , হৰিভকত । সৰুৰে - ডাঙৰে ডেৰকুৰি আনিছিলো । ৰূপ একুৰি ন টকা পালো । বুজিছানে ?

**গাহৰ** ——দেশ খনত জুই লাগিল হৰিভকত । গোটে টকাকৈ ৰঙালাও --- শুনিলে হাঁহিহে উঠে । আৰু গৰীয়া আলুৰ সেৰে দহ অনা ক'ত শুনিছিলা ?

**সৰুকণ** --দাম - দৰ বাঢ়ি আকৌ ভালহে হৈছে হৰিভকত ! ধানৰ দাম বাঢ়ে মানে ভাল নহয় জানো ?

**গাহৰ** ——ধান - চাউল , শাক - পাচলি , মাহ - সৰিয়হৰ দাম বাঢ়িলে আমি গাঁৱৰ কেটাৰ হওতে উপকাৰ হয় । পাছে .......... .... .

**সৰুকণ** - পাছে । আৰু দুটা পইছাৰ মুখ দেখো -- আৰু কি ?

**গাহৰ**— মিছা হৰিভকত । সেই একেটিয়েই কথা । ৰঙা আলু, ৰঙালাও , ধান ভাৰে ভাৰে বেছি কুৰি কুৰিয়েই ধন পালা হয় পাছে ছেতা এখন কিনোতেই একুৰি দহ টকা একা !

**সৰুকণ** - এৰা । ধাননীৰ ৷ জেওৰা বাতি আনিলো --- বাঁতি আনিলো মুৰকত দেখিলো বৰ ঘৰৰ মুখেই গৰু সোমায । এৰা , হৰিভকত এইখন উৎপাত । ধনৰ বুলিবলৈ সোণ ৰূপৰ নাম নায়েই খালি মাত্ৰক ভূলোপাত । চুঙাত ভৰালে পোকে কুটে , জকাত থলে উইয়ে ধৰে, জেপত থলে মোহাৰ খাই সোত - মোত হয । ৰজাইও কিবা টোটক নাটক কৰিছে ।

**গাহৰ** —— কণা কুকুৰাক পতান ধান দিছে । হৰিভকত !

**সৰুকণ** -এৰা , হৰিভকত , এখন্তেক ৰ'বা দেই । মোৰ খামতি মোনাটো "চাপ্লাই গুদামতে" এৰিথৈ আহিছো । কোনোবাই নাই নিয়া যদি পান লাগে । মই দাউৰি যাম সাউত্ কৰে পামহি ।

**গাহৰ** -- যোৱা বাৰু । একেবাৰে বিজুলী সঞ্চাৰেৰে আহিবা একা ! মোৰ ঘৰত আজি কেও নাই । গলধন ধৰা মই খুটিতে লেকাট্ লাগিব ।

**সৰুকণ** - মই যাও --- ( বুলি দুখুজীয়াকৈ লৰ ধৰে । গাহৰে হাঁচতিৰ পৰা তামোল উলিয়াই খায় । তামোল চোবাবলৈ আৰম্ভ কৰোতেই আন ফালৰ পৰা হলধৰৰ থাপাক্ - থুপককৈ প্ৰবেশ । হলধৰে গাহৰক বাটত দেখি পোন্দোৰাকৈ চাই , গাহৰে চিনিপাই প্ৰণাম কৰে, হলধৰ তাতেই থিয় দিয়ে । )

**গাহৰ** —— এ দেউতা দেখোন ।

**হলধৰ** -- হেৰ', সেনচোৰাৰ গাহৰ নহৱনে ?

**গাহৰ** --- হইছে , দেউতা ঠিক ধৰিছে ।

**হলধৰ** -- আগৰ গা ভাগিল নহয়নে ?

**গাহৰ** —— হৈছে , দেউতা । কিবা বোলেনে —— "বিষয় বিষধৰ, বিষে জড় জড , জীৱন না ৰহে থোৰ ।" এই খন মায়াৰ সংসাৰ , বিষয় বাসনাতে পৰি , মায়া - মোহে দেহক অৰ্থাৎ জৰ্জ্জৰিত কৰিলে ।

**হলধৰ** -- বেচ্ কলি , মোৰ সোণামুৱা --- বেচ্ কলি ! ভাগৱতত লেখিছে ——যেতিয়া প্ৰহ্লাদৰ বাক্য ৰক্ষা কৰিবলৈ নৰসিংহ অৱতাৰ হল —— প্ৰহ্লাদে ক'লে --- "

সবাতো আছন্ত জগত স্বামী ।

ফটিক স্তম্ভত দেখোহো আমি ।।

**গাহৰ** ——বৰ ভাল শুনিছো কৈ যাওক ---

**হলধৰ** ---ফটিকৰ খুটাৰ পৰাই ওলাই পৰিল ( ভাও - ভঙ্গিৰে দেখুৱাই ) মুখ খন সিংহৰ দৰে জিভা মেলি থকা

ভয়ঙ্কৰ মূৰ্তি , তলৰ ছোৱা আকৌ সিংহৰ ।
গোজৰনিতে গোটেই খন তল - ওপৰ হ'ল । সেই জেঠমহীয়া ভূঁইকপটোতকৈও দহ গুণ চাৰ — একা!

**গাহৰ** ----প্ৰভুৰ কৃপা দেউতা !

**হলধৰ** ---তেতিয়া প্ৰহ্লাদে কাকুতি - মিনতি কৰি কৈছে — - ঠিয় তোমাৰ এই ভয়ঙ্কৰ মূৰ্তি দেখি মই ভয় খোৱা নাই , পাছে , সংসাৰৰ নিকাৰ , সেই ফেৰা সহ্য কৰাহে টান ।

**গাহৰ** ---- হৈছে , হৈছে সংসাৰৰ নিকাৰ বৰ টান । পিছে আমাৰ গাঁৱৰ পোনে গৈছিল । আজি - কালি নেযায় দেখোন?

**হলধৰ** ---সেইবোৰ বিষয় - বাসনা এৰি পেলাইছো । মোৰ সোণামুৱা ! ল'ৰাক গতাই দি কৈছো — "এই মাটি , এই বাৰী ---- পাৰ চলাই খা , নহয় ৰসাতলে যক।" মোৰ আৰু সেইবোৰ চাব - চিতিবৰ সময় নাই ।

**গাহৰ** ----ঈশ্বৰে যোৱা মাৰিব দেউতা ।

**হলধৰ** ---মানুহবোৰৰ কিবা ধৰ্ম্ম - কৰ্ম্ম জ্ঞান নাইকীয়া হল । গোটেই পৃথিৱী পাপ - পঙ্কত ডুবিলে । ৰেলৰ ডবাবোৰত খালি গৰু - ছাগলী , হাঁহ আৰু কুকুৰা । কত যে জীৱ বধ । উস মোৰ গোসাই ! ইমান জীৱ হত্যা, গো - ব্ৰাক্ষ্মণ হত্যা হলে পৃথিৱীয়ে ভাৰ সহ্য কৰিব নোৱাৰা হব পায় । সোনকালে এইখন পৃথিৱী ধ্বংস হবই হব । নগৰে , গাঁৱে কেৱল পাপেই পাপ পাপেই পাপ !

**গাহৰ** ---- এ , কি ক'ব দেউতা । গাওঁবোৰ যে তেনেই গুছিল। মেলেটেৰী সোমাই গাওঁবোৰ সৰ্ব্বনাশ কৰিলে । মিছা-বেইচা সৰহ হল । আৰু জাত কুলৰ বিচাৰ গাৱঁতো নাইকীয়া হল।

**হলধৰ** -- হবই । শাস্ত্ৰৰ কথা মিছা নহয় । যোগিনী তন্ত্ৰত লেখিছে বোলে — " গুণীৰ গুণ নোহোৱা হব , ভাল বেয়া হব , বেয়া ভাল হব । সৰু - ডাঙৰ , মানী - অমানী ভেদ নাইকীয়া হব । আৰু নৈ বোৰ পানী নাইকীয়া বাম হব আৰু খালি একাষেদি ব'ব।

**গাহৰ** ---মিলি গৈছে , আমি গৰু - পহু মনিচে ধৰিবহে পৰা নাই ।

**হলধৰ** -- তাৰ উপৰি " চেতাবনি" বোলা কিতাপত এই ভাদ মাহতে সত্য যুগ হব বুলিয়েই লিখিছে । কিমান বোলে বেদ , কোৰাণ , বাইবেল বহু শাস্ত্ৰৰ মত আৰু শ্লোক দি বুজাই প্ৰমাণ দি দিছে ।

**গাহৰ** —এৰা , শুনিছো হয় — সঁচা জানো ?

**হলধৰ** --ডেকাবোৰে মিছা বুলি উৰাই দিয়ে , আমি হলে বিশ্বাস কৰো । ইমানবোৰ শাস্ত্ৰৰ মত মিছা হব পাৰেনে? তাত কৈছে কুকুৰ সৰহ হব আৰু ঘোৰ কলিৰ সেয়েই চিন । আজিকালি কুকুৰৰ লেখ -জোখ নাইকীয়া হল ।

**গাহৰ** -- জাকে - জাকে কুকুৰ , পিছে শিয়ালো নেখেদে , চোৰকো নুভুকে আলিয়ে আলিয়ে শিয়ালৰ দৰে হোৱাহে দিয়ে।

**হলধৰ** --সেইবোৰেই শেষ কলিৰ চিন । আমি হলে আজি-কালি মাছ - মঙহো এৰি পেলালো । সদাই শুদ্ধ চিত্তে থাকো আৰু দুবাৰ গুৰু সেৱাও কৰো ।

**গাহৰ** ---- কল্কি অৱতাৰেই নহয় হ'ব পায় ?

**হলধৰ** --মোৰ প্ৰভুৱেহে জানে । কিন্তু ম্লেছত আটাইবোৰৰ ধ্বংস হব বুলি লিখিছে ।

**গাহৰ** ---এৰা , গাৱেঁ গাৱেঁ সেইবোৰ জনোৱা উচিত ।

**হলধৰ** --মই যাকে পাও তাকেই কও । পিছে পৃথিৱীত পাপ সৰহ হল একা দেই । প্ৰলয় নহৈ নেৰাৰে একা। আটাই মানুহ জীযাই নাথাকিব কিন্তু । পাপী ম্লেছচাৰী মানুহৰ লোপ পাব আৰু শুদ্ধাচাৰী মানুহহে জীযাই থাকিব । যি জীযাই থাকিব তাৰ চাৰিশ বছৰ আয়ুস, একেবেলে ।

**গাহৰ** ---আই ঐ দেহী ! চাৰিশ বছৰ ।

**হলধৰ** --মই পুৱাই গাটি ধুই , গুৰু সেৱা কৰি , গাখীৰ এটুপি খাযেই ৫/৬ মাইল ফুৰোৱেই । এৰা ! ভাগ্যত আছে যদি দেখি বও পাৰো ।

**গাহৰ** ---আপুনি দেখিব দেউতা ।

**হলধৰ** --(ওচৰ চাপি ) তই , তই কেনেকৈ জানিলি ?

**গাহৰ** ---মানুহৰ মুখৰ চেহেৰা দেখিযেই বুজিব পাৰি নহয়।

**হলধৰ** -তোৰ মুখত ফুল - চন্দন পৰক , বাৰু যাও - দেই , ৰ'দটো উঠিলে মূৰ টিং - টিঙাই । (প্ৰস্থান )

**গাহৰ** - (নমস্কাৰ কৰি) ভাল ।

(অলপৰ পাচতে সৰুকণৰ প্ৰৱেশ)

**সৰুকণ** - ( ফোঁপাই) পালোগৈ হৰিভকত । দেছুৱালী এটাই লুকুৱাই থৈছিল , পইচা চাইটা দিলতহে উলিযাই দিছে খেতৰৰ সঁচে — ব'লা ।

**গাহৰ** -- ব'লা মইও সইত যুগৰ কথা পাতিছিলো ---- ব'লা কৈ যাও ।

(দুযোৰো প্ৰস্থান — পট পৰে । )

## ৫ ম দৃশ্য

## ( G . E . ৰ Office )

(Staff Sergant Clay আৰু বনুৱা কেইটামান । বনুৱাবোৰ কেইবা বিধৰো মানুহ হ'লে ভাল হয় ; যথা লুঙি পিন্ধা , হাফপেণ্ট পিন্ধা , চুৰীয়া পিন্ধা ইত্যাদি )

**Staff** – হেই, Look here (দুৰৈলৈ দেখুৱাই) Get on to the truck, go to the tenth mile, load broken metal, come back, unload in the B O R's office area, only one trip — ঠিক হেই, মালুম?

(বনুৱাবোৰে কথা বুজি নাপাই মুখ সেমেনা - সেমেনি কৰে।)

**Staff** - (মানুহবোৰে ৰৈ থকা দেখি) হেই Labourer, Get on to the ten wheeler. Go to the tenth mile, load broken metal, come back and unload in the B O R's office area মালুম, মালুম -- ঠিক হেই? (বনুৱাবোৰে ইটোৰ মুখলৈ সিটোৱে চাই)

**Staff** - হেই, What's the wrong with your ears, হেই Labourer? (মানুহবোৰে লৰি পলাব খোজে, এনেতে Work Munshi নন্দৰ প্ৰবেশ।) Hallo ! Work Munshi, these people don't understand me Please tell them to go to the tenth mile in a ten wheeler, load broken metal, come back and unload in the B O R's office area, where contractor Barua is constructing B O R's kitchen and grease - trap, one trip only In the next trip tell them to go to the Quarter - master's Stores and bring one hundred shovels and fifty pick axes — ঠিক হেই? (গেইটি হাতেৰে দেখুৱাই)

**নন্দ** — হেই তোমালোকে মিছা মিছি ডৰ কৰতাহেই। দহ চকীযাগাড়ীমে উঠিকে দচ্ মাইলমে যাও আৰু ভাঙা শিলগুটি ভৰাও আৰু ইয়াত আহিকে বৰুৱা ঠিকাদাৰ যাঁহা কাম কৰতাহেই ঐ বৰগছমে তলমে পেলাও। আৰু দোচোৰা ট্ৰিপমে কোৱাৰ্টাৰ মাষ্টাৰকা ষ্টৰমে যাও আৰু একশথু বেলচা আওৰ৫০ থু গেইটি হিযামে লিয়াকে দে যাও। (মানুহ বোৰে " আচ্ছা হুজুৰ" বুলি কামলৈ যায়গৈ)

**Staff** - These beggers could not understand me. I know only 'ঠিক হেই" and "মালুম" also "বহুত আচ্ছা"। হেস্ — হে। Now please take two lorries with you and supply three loads of thatches to contractor Sing and three loads of bambooes to contractor Borua. You know Mr Sing is working in the remote depote and Mr. Borua in the B O. R's office area. মালুম? ঠিক হেই?

**নন্দ** -- Yes, ঠিক হেই।

Staff - O. K Go.

(নন্দ গুছি যায়গৈ আৰু Staff এও তোৰোক - তোৰোক কৰি অন্য ফালে বেঙা মেলে।)

পট পৰে।

# ২য় অঙ্ক

## ১ম দৃশ্য

(নীল, পদ্ম আৰু অখিল)

**অখিল** আপুনি পেহাদেউ ভয় নকৰিব। ভয় কৰা যেন দেখিলে কাম নিদিয়ে একো। বুকু ফিন্দাই যি সোধে উত্তৰ দি থাকিব। ভয় কৰাৰ কোনো কাৰণ নাই। চাহাববোৰো মানুহহে তেও।

**নীল** এঃ নকৰো ভয়। পাছে ইংৰাজীতে কথা — ?

**অখিল** দিন মাৰি চকু কাণ মুদি - যি পাৰে মুখেৰে, যি নোৱাৰে হাত ভৰি নাৰে চিয়াৰে বুজাবলৈ চেষ্টা কৰিব।

**নীল** -- অ, তেও চাহাব বুলিলে কিপাখন লাগে দেখোন?

**অখিল** দুদিনতে ঘৰুৱা হব। আপুনি ভয় নাখাব --- বটলাটো ক'ত ললে?

**নীল** - পটলুঙৰ জেপতে সুমাই লৈছো। চল পালেই উলিয়াই দেখুৱাব লাগিব। যাও তেন্তে?

**অখিল** - যক। (দুয়োৰে দুফালে প্ৰস্থান)

পট পৰে।

## ২য় দৃশ্য

(G.E office. Major Gray চাহাবে কাগজ - পত্ৰ লৈ তলমূৰকৈ কিবা কিবি লিখি থাকিব। এনেতে orderly সোমাই আহিব আৰু কাগজ এখন (Visiting card) G.E ক দেখুৱাই — G.E এ লাহেকৈ কয় Yes.)

(ভয়ত কুঁচি - মুচি, লেতু -সেতু হৈ নীল পদ্ম বৰুৱা সোমাই আহে আৰু দুৱাৰে পৰা দীঘল চেলাম দিয়ে। টুপীটো মাটিত থয়

(। G E এ মুৰ ডাঙি চাই আৰু প্ৰশ্ন কৰে। )

**Gray** - Who you , please ?

**নীল** — Contractor , Sır , uncle of A. Borua ঠিকাদাৰ।

**Gray** - What do you want ?

**নীল** — Contract , Sır .

**Gray** - Shh , Contract ! But have you got labourer - five hundred - one thousand , হু , হু ।

**নীল** — Sır, frankly speakıng , Sır , my father - ın - law ıs a "মৌজাদাৰ" Sir A "Mouza" ıs Sır composed of three hundred , four hundred , five hundred villagers In the mornıng shouting shoutıng rınging thıs vıllage to that vıllage ın the time before evenıng — একেলগে Sır five hundred একদম one thousand পৰ্য্যন্ত Labour collectıng Sır .

**Gray** - So you have suffecıent number of labourer . That`s O K .

**নীল** - Yes Sir .

**Gray** - But have you got good masons?

**নীল** - Yes , Sir I have mentıoned , Sir.

**Gray** - No No you don`t understand me. I say, have you any ıdea of masonry work and do you understand drawıng and plans

**নীল** - Yes Sir , My brother - ın - law ıs a drawıng master.

**Gray** - হু , Drawıng master ? What`s that ? But tell me ıf you have any ıdea of contracts before hand ?

**নীল** - Yes Sır, Munıcıpality , P.W.D , Local Board contractor, Sir earth - oılıng, white washıng , spreadıng শিলা -জৰা in the roads Sir , construction of ponds Sir , by importıng foreıgn নুনীয়া labour , Sir .

**Gray** - Funny man . That`s O.K , you see me on friday . Today ıs wednesday, tomorrow thursday then comes friday You understand ?I wıll see ıf I can do somethıng for you , Good mornıng .

**নীল** - Sır, Sır, many thanks, Sır Bıg famıly Sır, empty hand Sır, fastıng, fastıng, fastıng, Sır.

**Gray**- Yes You see next frıday at 8 a m ın thıs office Good mornıng

**নীল** - Good mornıng Sır, Good mornıng But Sır, I want complete মেহেৰবানী and perfect kındness from you. Sır, I wıll be ever greateful as ın duty bound shall ever pray, Sır

**Gray** - (খং মুৰা হৈ ) Don`t shout. Get out of thıs place. Get out - (থিয় হৈ দাবি দিয়ে।)

**নীল** - (ভয়ত শোট্‌মোট হৈ আঁতৰি যায় আৰু সেমেনা‌সেমেনি কৰে । অৱশেষত মৰণত শৰণ দি কৈ উঠে।) - এইটো, Thıs ıs Sır

**Gray** -What ıs that ?

**নীল** ---- (বটল উলিয়াই ) Whıte lable, Sır

**Gray**- (হাঁহি মাৰি) Oh, very nıce, Englısh wıshky, where have you got ıt ?

**নীল** — Black-market, Sır I gıve you more and more Sır

**Gray**- (বটলটো চাই) Yes that`s very good You keep ıt ın my vanette - My "মটৰ গাড়ী" ---- মালুম ?

**নীল** --- Delay, Sır, due to thıs, excuse Sır, Good nıght Sır

**Gray** - Yes, Good mornıng.(নীল ওলাই যাই আৰু মূৰৰ টুপীটো পাহৰি যাব আৰু হাতত সাৰে ভৰিত সাৰে আকৌ সোমাই আহে , আহি হাতত হেটটো লৈ চাহাবৰ পোনে চাই চকুৰ মেলিব । চাহেবে এবাৰ কেৰাহীকৈ চাই হাঁহি বহি থাকিব ।)

পট পৰে ।

# ৩য় দৃশ্য

(ৰাজহুৱা সভা । মানুহ এটি দুটিকৈ গোট খাই আছে। সভাপতি আহি পোৱাহি নাই । সভাপতিৰ আসনৰ ঠাইত টিনৰ কিম্বা মুঢ়া বা এখনি পীৰা থলেও হব । সৰুকণ উঠি বক্তৃতা আৰম্ভ কৰে )

**সন্ধকণ** - ৰাইজসকল ! সভাপতি পাইহিহে লাগে। আপোনালোকে অকণমান তলকা মাৰি বহক ।এৰা, আমাৰ কথা - বতৰা আটাইবোৰ বেলিকৈহে হয় । খাওতেও বেলি , শোওতেও বেলি , উঠোতেও বেলি, গুৰুসেৱাতো বেলি , মেল শুধোতেও বেলি , যাওতেও বেলি , আহোতেও ----

(ৰাইজৰ মাজৰ পৰা এজনে মাত লগায় - )

**ৰাইজৰ এজন** ---- সকলো কথাতে বেলি হলে দেশখন কেনেকৈ চলিব ? আৰু আমি স্বৰাজ পাম বা কেনেকৈ?

**সন্ধকণ** - দেশৰ কামও বেলিকৈ চলিব আৰু স্বৰাজও বেলিকৈয়ে পামহক । পাছে এটি কথা --- আমাৰ সবাহবোৰত --- সভাত নহয় আকৌ দেই ! ---- মাহ চাউল , জলপান আৰু ধপাত , তামোল , চাহ - পানীৰ যোগাৰ থাকে নহয় , সেই কাৰণে তাত বেলিৰ কথা কাৰো মনত নপৰে । এইবোৰ সভাত আকৌ সুদা মুখে হয় দেখি ৰাইজৰ আমুৰাই । ভাওনা চাওতে মানুহৰ টোপনি নাহে নহয় - পিছে ৰাতিৰ নাম গোৱাত হলে ফাউচ্ ফাউচ টোপনিয়াই এৰা । (এনেতে আটায়ে কৈ উঠে -- সভাপতি আহিছে , সভাপতি আহিছে । আটায়ে থিয় দিয়ে আৰু আকৌ বহে । কুশল - কোঁৱৰ আহি ৰাইজৰ মাজতে বহেহি । ইজন সিজনৰ লগত কথা বতৰা পাতে ।)

**সন্ধকণ** -- আজি সভাৰ সভাপতি আমাৰ কুশল - কোঁৱৰ ডাঙৰীয়াই হওক ।

( ৰাইজৰ মাজৰে এজনে উঠি কয )

**এজন সমজুৱা** - --হয় , হওক ।

(কুশল - কোঁৱৰে পীৰা বা মৃঢ়াৰ ওচৰলৈ আহে আৰু থিয় হৈ কয় )

**কুশল** --- ৰাইজসকল আৰু মোৰ মৰমৰ হিন্দু , মুছলমান , বৌদ্ধ, শিখ, খ্ৰীষ্টান ভাইসকল ! মই এই মাত্ৰ এঠাইৰ পৰা আহি পাইছোহি । পাযেই সভালৈ ৰাওনা হৈছো। পলম হোৱা বাবে মোৰ দোষ নিজ গুণে ক্ষমা কৰিব বুলি আশা কৰিলো । আজি আমাৰ এই সভাৰ উদ্দেশ্য মোৰ এই ক্ষুদ্ৰ শক্তিৰে বুজাই কও । তাত যি দায় - দোষ হয় মোক ক্ষমা কৰিব । ---- গত মহাযুদ্ধত আমি ভাৰতবাসীয়ে বৃটিছৰ হকে যি ধন - জন উচৰ্গা কৰিলো আৰু তাৰ প্ৰতিদান স্বৰূপে বৃটিছ গৱৰ্ণমেণ্টে যি দিম বুলি প্ৰতিশ্ৰুতি দিছিল --- সি সকলো মিছা বা সাধাৰণ ভুৱাহে মাথোন । এই বাৰ আকৌ যুদ্ধ লাগিল ----- বৃটিছ গৱৰ্ণমেণ্টে আকৌ আমাৰ সহায় বিচাৰিছে । টান পাই ৰাম বুলিছে । যুদ্ধ আহি ঘৰৰ দুৱাৰ দলি পাইছেহি । এতিয়া আমি ভাবি চাব লাগিব - ---- আমি সহযোগিতা কৰা উচিত নে অনুচিত । ----- মহামানৱ মহাত্মা গান্ধীয়ে আমাক নিৰ্দ্দেশ দি কৈছে --- "ভাৰতবাসী , তোমালোক মিছা প্ৰলোভনত ভোল নেযাবা । বৃটিছৰ কথাৰ মূল্য নাই ---- সকলো ভুৱা ।" এতিয়া ৰাইজসকলে সেই মহামানৱৰ কথা প্ৰতি আখৰে আখৰে মানি চলা উচিত। বৃটিছৰ এই জীৱন - মৰণ সমস্যাৰ যুদ্ধত আমাৰ সহযোগিতা কৰা আমাৰ কোনো ৰকমেই উচিত আৰু যুক্তিপূৰ্ণ নহব । ৰাইজ সকল , তাৰ লগে লগে আমি ভাবি চাব লাগিব আমি সেই মহামানৱৰ বাণী মানি চলিবলৈ হলে আমাক কি লাগে ? আমাক কি লাগে - আমাক লাগে হিন্দু - মুছলমানৰ ঐক্যতা । গাৱে গাৱে সংগঠন আৰু সকলোৰে মাজত ঐক্য ভাব আৰু সকলোৰেই একতাৰ ডোলেৰে বান্ধ খোৱা । আমি সকলো এক হব লাগিব । আমাৰ ভিতৰত ডাঙৰ - সৰু , ভিন্ন ভাব আৰু জাতি - ভেদ বিচাৰ মনৰ পৰা দূৰ কৰিব লাগিব আৰু আমি নিজৰ ভৰিত নিজে থিয় দিবলৈ অভ্যাস কৰিব লাগিব । আমাক খাবলৈ - পিন্ধিবলৈ যি যি বস্তুৰ প্ৰয়োজন হয় আমি নিজেই উৎপন্ন কৰি লব লাগিব । মহাত্মাজীয়ে কৈছে ---- "নিজৰ ভৰিত নিজে থিয় দিয়া , চৰখা চলোৱা , সূতা কাটা তাতেই স্বৰাজ , পূৰ্ণস্বৰাজ" । ৰাইজসকল আমি যদি এক হও --- সঙ্ঘবদ্ধ হও আৰু আমাৰ মহামানৱৰ বাণী মানি চলো , আমাৰ স্বৰাজ ---- আমাৰ চিৰবাঞ্ছিত স্বৰাজ আমাক অতি সোনকালেই ধৰা দিবহি । মই ইয়াকে কৈ বহিব খোজো ।

(পুনৰ উঠি --- "আৰু যদি কোনোবাই কয় কব পাৰে ।")

(সন্ধকণ উঠি কবলৈ ধৰে)

**সন্ধকণ** ---আমাৰ কোঁৱৰ ডাঙৰীয়াই যি কথা কৈ গ'ল , একেবাৰেই পানী নসৰকা কথা । মইনো আৰু কি ক'ম ? আৰুনো কি ম'হৰ শিঙত কঁকিলাদাৰ মাৰিম। কথা এটা শুধো বাৰু । আমি মেলেটেৰিক আমাৰ কল - বন ইত্যাদি বস্তু বেচিলে কিবা অপৰাধ আছেনেকি ? (কোঁৱৰ থিয় হৈ ।)

**কোঁৱৰ** --- তাত কিহৰ দোষ ? বজাৰলৈ বস্তু বেহাবলৈ নিছে, যেয়ে লয় তাকেই তাকেই দিব লাগিব , নহয় জানো ? আপুনিতো আৰু বেচিবৰ কাৰণেহে বজাৰলৈ যি হয় নিব ।

**সন্ধকণ** - এৰা , সুধি ললো আকৌ নেজানো গুণে ।

কোঁৱৰ --বাৰু, আজিলৈ তেনে ইমানতে সভা ভঙ্গ কৰা গ'ল।
(সভা ভঙ্গ ।) পট পৰে ।

# ৪ৰ্থ দৃশ্য

(Staff Surgent Gray চাহাবৰ এমূৰীয়া Quarter সময় সন্ধিয়া । বিলাতী মদৰ বটল পাই Surgent এ দুই এক পেগ ঢালি খাই তন্ময় হৈ আছে আৰু মুখত ইংৰাজী গান ।)

**Gray** ---- (গান গাব) I want to be a Sailor,
I want a good .
,, ,, nice...
I want to be a . . . .
(Any other song)

(গিলাছত মুখ দিয়ে আকৌ গান ধৰে --- (থিয়হৈ) এনেতে নীল পদ্ম বৰুৱা আৰু অখিলৰ প্ৰবেশ । Staff এ হাঁহি মাৰি অভ্যৰ্থনা কৰে । অখিল খুব আনন্দিত হয়, নীল পদ্মই ভয় খায়।)

**Staff** ---Come along, Mr. Borua No 1 & Mr. Borua No. 2 Please sit down (দুখন চকীলৈ আঙুলিয়াই) (নীল আৰু অখিল বহি পৰে । Staff ভিতৰলৈ সোমাই যায় আৰু হাতত দুটা গিলাচ লৈ প্ৰবেশ ।)

**Staff** -- Now let us keep company. (বটলৰ পৰা মদ ঢালে আৰু চৌদাপানী মিহলায় ।)

নীল ---- অখিল, মই সেইবোৰ কেতিয়াও মুখত দিয়া নাই পাই । মোলৈ বাকিব নালাগে বুলি কচোন । আৰু তযো বা কিয় মুখত দিবি ? সাত পুৰুষত নোহোৱা কথা, নকৰা কাম কৰিবলৈ, আমাক কিহে পাইছে । যাওগৈহে ব'ল পায ।।

অখিল ---হঠাৎ গুছি গ'লে চাহাবে বেযা পাব । কালিলৈ মোৰ টকাৰ দৰকাৰ । ই যদি Bill পাচ কৰি নিদিয়ে মোৰ লেঠাই মৰিল । Bank এ আৰু O.D নিদিও বুলিছে ।

নীল ---- মোৰো সেই একেটাই লেঠা । নহলে কেলেই আহো ?

**Staff** - Yes, Borua No. 1 & 2 help yourself. (অখিলে অলপ লাজ কৰে)

**Staff** - Don't be shy ---

অখিল — পেহাদেউ । দোষ নধৰিব দেই । সদায নেখাও । সমাজত উপায নাপালে মুখত দিব লগাত পৰে একা। (গিলাচ লয)

**Staff** - Yes, Mr. Borua No. 2. My old friend come on.

নীল — No habit Sir.

**Staff** - Just test it and you will feel ten years younger. Come on.
(নীলে থৰ হৈ চাই – গিলাচ নলয ।)

নীল — If I take, brain rounding, Sir

**Staff** - If your brain gets round, I will make it flate. Don't worry, come on

নীল — Sir.

**Staff** - (চকু টেলেকাই) You old hag If you refuse again, I will see how you get your bill passed tomorrow You have no idea of masonry work, your re-inforced cement, concret work is hopeless. You will be kicked out from this area very soon

অখিল -- চাহাবৰ খঙ উঠিছে ----

নীল ---- I use to weep

**Staff** - I want to whip

অখিল -- ধৰক গিলাচটো ।
(নিৰুপায হৈ ধৰো - নধৰোকৈ নীলপদ্মই গিলাচটো ধৰে আৰু তেওঁৰ সৰ্ব্বাংগ কঁপিবলৈ ধৰে ।)

**Staff** - That's O K - Now let us drink our health.

(তিনিওটা গিলাচে গিলাচে খুন্দা খুৱাই মুখত দিয়ে । চাহাবে আৰু অখিলে খায । Staff এ টেলেকাকৈ নীলৰ পিনে চাই থকা দেখি ভযতে সোহা মাৰি নীলেইও গিলি পেলায ।)

নীল ---- Very জ্বলা Sir

**Staff** - Have more (আকৌ প্ৰত্যেককে ঢালি দিয়ে, এইবাৰো নীলই সোহা মাৰি খায পেলায ।) You see there will be a big canteen just behind the hospital area. It will be a big job worth about forty thousands. Don't worry - big jobs are coming - you give me good liquor, you satisfy the Major - Everything O.K.— মালুম ? ঠিক হেই ?

অখিল — I want my bills to be passed tomorrow. Please don't forget.

**Staff**- Yes, I will sign all in the morning and you get your payment in the afternoon, and then bring a bottle

of white label or any English whisky for me.

অখিল —Many thanks, Sir. I will.

নীল — Burning sensation inside the belly. অখিল , পেটটো বৰ পুৰিছে আৰু ক'ত আছো কবই নোৱাৰা হৈছো ।

অখিল — বেচি কথা কব নুখুজিব ।

**Staff** —Have more ? (আকৌ মদ দিয়ে , তিনিও খায় ।)

( এইবাৰ খোৱাৰ পাছতেই Staff ৰ বাহিৰে দুয়োটা টলং ভটং হয় । )

অখিল — We want to go now I shell see you in the office at 8a m

**Staff** - Yes, I will be there at 8a.m Anyway Don't worry, you get your payment tomorrow.

নীল — Sir, (থৰক্ - বৰক্ কৰি থিয় দিয়ে ) going Sir My eldest son's swear, I want five lacs - one tea garden, one motor car and ornaments for my wife (বুলি কৈয়েই বহি পৰে ।)

অখিল — পেহাদেউ ! আহক — উঠক ।

নীল — ওঁ ,ওঁ , ওঁ , ওঁ (বুলি তাতে শুব খোজে ।)

অখিল — কি ধেমালি পেহাদেউ ? নেযায় নেকি ? নেযায় যদি মই যাও গৈ ।(বুলি গুচি যায়)

**Staff** - You monkey, Get up Oh, got boosed it seems Get up, Get up.

(হাতত ধৰি টানি টুলিব খোজে , নীলই ঢেলপেঙা দিয়ে । এ বাহিৰলৈ গৈ Work Munshi দণ্ডক লৈ প্ৰবেশ । )

দণ্ড — (মাতালৰ কণ্ঠস্বৰেৰে ) What's the matter?

**Staff** - He has got boosed - just help me You take over his charge. No, come on Let us carry him to my vanette.

( দুয়ো নীলক টানি তোলে আৰু চোঁচোৰাই দুৰ্গতি কৰি ওলোমাই বাহিৰলৈ টানি নিয়ে । )

পট পৰে ।

# ৫ম দৃশ্য

**হলধৰৰ শোৱনি কোঠা**

**(চালপীৰাত শুই থাকিব । আঁঠুৰা দণ্ডা থাকিব আৰু হাতত বিছনী মাৰি মাৰি ম'হ খেদাই হঠাৎ উঠি বহিব আৰু এখুজি - দুখুজিকৈ আগলৈ আগবাটি গৈ গাবলৈ আৰম্ভ কৰে।)**

হলধৰ — একান্ত ভকত সবে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত ।
বৈকুণ্ঠক পৰিহৰি যোগীৰ হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত ।।

কৃষ্ণ, কৃষ্ণ, কৃষ্ণ- ইংৰাজী ১৯৪৩ চন, ১৮৬৫ শক, ভাদ মাহৰ শেষত সত্যযুগ আকৌ আবিৰ্ভাব হব। পণ্ডিতেকে সেই সত্যযুগৰ পাল পাৰিছে । অতবোৰ পণ্ডিতৰ গণনা আৰু অতবোৰ বেদ - শাস্ত্ৰৰ কথা কিবা গৰখীয়াৰ ধেমালিনে ? সত্য কথা --- অতি সত্য — মাজতে মাথোন এদিন বাকী । কালিলৈ উপবাসে থাকিম । পবিত্ৰ ভাবে নাম স্তুৰ কৰি নেথাকিলে কি জানি ভূমিকম্প , প্ৰলয় আদি নানা প্ৰকাৰ বিপদতেই প্ৰাণ যায় । এই সুযোগ এৰিব নোৱাৰি । - - সঁচাকৈয়ে যদি সত্যযুগ হয় ! কি আনন্দৰ কথা ! ! আকৌ চাৰি শ বছৰ পৰমায়ু পাম। মোৰ পকা চুলি আকৌ কেঁচা হব । সৰা দাঁত গজিব। লৰা দাঁত খাঁজ খাব । সোতোৰা - সোতোৰ চাল মিহি হৈ পৰিব । শৰীৰত আকৌ শক্তিৰ সঞ্চাৰ হব। যৌৱন - - পূৰ্ণ যৌৱন ঘুৰাই পাম । হাঃ হাঃ হাঃ মোৰ খোৱা বোৱাত ইমানে আমনি --- অসুবিধা , মোৰ আল - পৈচান ধৰোতাৰ অভাব । মই সহ্য কৰিম কেনেকৈ ? মই পুনৰ সংসাৰ ধৰ্ম্ম পালন কৰিবই লাগিব । মই সুন্দৰী গাভৰুৰ পাণি গ্ৰহণ কৰিম --- নিজে চাই চিতি । ওখ - পাখ , লণি ধুনীয়া , বোৰা - কটাত , বঙ্কা - বঢাত সকলোতে পাৰ্গত গাভৰু মই বিচাৰি উলিয়াম । উচ্চ ইংৰাজী শিক্ষা পোৱা , জাং দীঘল , চছমা পিন্ধা কেটেঙী ছোৱালী মই দূৰতে বিদূৰ কৰিম । হাঃ হাঃ সত্যযুগ ! চাৰিশ বছৰ পৰমায়ু --- কি মজাৰ কথা ! ---- কি আনন্দ । মোৰ দাঁত আকৌ গজিব , লৰাবোৰ খাঁজ খাব আৰু, আৰু মোৰ হজমী শক্তি চাৰিগুণ বাঢ়িব । ৰং মনে পেট ভৰাই মই নাৰিকল ডাঙৰ ডাঙৰ ডোখৰকৈ কাটি , চেনী সানি সানি খাম । ডালে ডালে মগ , অসমীয়া , বঙালী , তেলীয়া পোৰা কুঁহিয়াৰ দাঁতেৰেই চটা - চটে এৰুৱাই খাম । দঁহচিয়া মধুৰীআম মাৰৌক - মাৰৌক চোবাম । গোটা চুফাৰি মাৰৌক - মাৰৌক ভাঙিম । ছাইমুৰা পকা বগৰী নিমখ সানি গুটিয়ে সৈতে চোবাই গিলি দিম । ---- হাঃ হাঃ হাঃ ! সত্য যুগ — সত্যযুগ , সত্য যুগ ।। মাজতে মাথোন এদিন বাকী । চকুত টোপনী নাইকীয়া হৈছে । সত্য

যুগ --- সত্য যুগ , সোনকালে আহ , আৰু ৰব নোৱাৰো।

( লাহেকৈ আকৌ বিছনাত পৰেগৈ । অলপ পাছতে Staff আৰু দণ্ডৰ ডিঙিত ওলমি নীলপদ্ম বৰুৱাৰ প্ৰবেশ। মানুহৰ শব্দ শুনি হলধৰ উঠি থিয় দিয়ে ।)

দণ্ড ---- Father, keep quite বহুত বিপদ কি কৰিম - No help.

হলধৰ ---কোন ? (ওচৰলৈ গৈ ) অ' পোনা (ওস বুলি নাকত সোপা দি ) তই নিচা খাই আহিছ ? পগুইলৈ সত্যযুগ হব , তই ভু পোৱা নাইনে ? কৰ্ম্ম , চাণ্ডাল , কটা পাষণ্ড , নৰাধম ! তই ওলা মোৰ চৌহদৰ ভিতৰৰ পৰা ।

দণ্ড --- Father, keep quite, Excuse me today

হলধৰ ---ইংৰাজী কৈছে --- এশৰ ভিতৰত স্কুলত নম্বৰ পাব কুৰি - পঁচিশ ।এতিয়া ইংৰাজী Talking কৰিছ ? ওলা , ওলা ।(হঠাৎ নীলপদ্মক চকুত পৰে।) উ ! এই বুঢা বান্দৰটোও লগতে আছে । হেৰৌ আওকঠিযাৰ সঁচ , কেতিয়াৰ পৰা শিং ভাঙি দমৰা হলি ? এই ভণ্ড বিড়াল তপস্বী , মহাত্মা গান্ধীৰ আজু নাতিনীযেক , খদ্দৰৰ চোলা - চুৰীযা কোনটো বাপেৰৰ জপাত সুমাই থৈ পটলোং পিন্ধি , চেৰাপ খাই লোকৰ পদুলী , বৰঘৰ , মাৰলঘৰ শুঙি ফুৰিছহি। কটা কাণকটা নিলাজ । পাৰতে গৰ্দ্দভৰ সঁচ --- একেটা থিয় গোৰতে --- মাৰ , বাপেৰ , তোৰ আজু ককাৰ, চৌধ্য পুৰুষৰ বৰ বিয়া , জোৰোণ , তোলনী বিয়া দেখুৱাম । হোঃ ---- মোক চিনি নেপাৱ হব পায ? (খং কৰি খেদা মাৰি যায আৰু গোৰ মাৰি দিব খোজে। Staff আগবাঢি আহে আৰু Revolver টোৱাই ।)

Staff - Stop, you man of a monkey, son of a bitch (Revolver টোৱাই) I will shoot you down.

( টোৱাই টোৱাই আগবাঢি যায আৰু হলধৰ হতবম্ব হৈ পাছ হুহকি গৈ গৈ vings ত লাগিবগৈ আৰু তাতে ভযত কঁপিবলৈ ধৰিব । নীলপদ্ম বৰুৱাই মাটিতে বহি থাকিব --- সেই অৱস্থাতে পট পৰিব ।)

# ৩য় অঙ্ক

## ১ম দৃশ্য

## ---- আলিবাট ----

(আলিবাটত কোঁৱৰে নীল পদ্মৰ পোনেৰ - লাগি চাই থাকিব ।)

নীল -- কোঁৱৰ !

কোঁৱৰ -- ৰ'ব চাইছো ! আৰু অকণমাণ পৰ হেঁপাহ পলুৱাই চাই লও ---- চাই চাই ভাবো খদ্দৰৰ পোচাক আৰু এই পটলুং পিন্ধাৰ ভিতৰত কিবা সম্বন্ধ আছেনে ?

নীল ---- কোঁৱৰ ! সাল - সলনি কিটোনো হব হো । মোট হে সলাইছো । ফেঁটী --- ফেঁটীযেই , যি ঢোৱা ---- ঢোঁৱাই । মোট সলাই ঢোঁৱা সাপ ফেঁটী হ'ব নোৱাৰে আৰু ফেঁটীও ঢোঁৱা নহয ।

কোঁৱৰ - (হাঁহি) মোট সলাইছে বুলি গম পাইছো । এই স্ব - জ্ঞানে , সুস্থ শৰীৰে , নিজ চকুৰে দেখিছোৱেই দেখোন । পিছে এটা কথা নহয় ---- দেশৰ খদ্দৰ ধাৰী , অ' নহয কংগ্ৰেছ কৰ্ম্মী নামধাৰী প্ৰত্যেকেই যদি এইদৰে মোট সলাই , সাপতকৈ মোটৰ সংখ্যাহে সৰহ হবগৈ আৰু শেষত সাপৰ কথা এৰি সকলোৱে তাৰ মোটৰ কথাহে উত্থাপন কৰিব ।

নীল ---- নাই , কোঁৱৰ --- মোটে কি সাপৰ গুণ বঢাব - টুটাব ?

কোঁৱৰ - সাপৰ মোটৰ লগত সাপৰ অন্তৰৰ আভ্যন্তৰিক সম্বন্ধ আছে , বৰুৱা ডাঙৰীযা । ---- দেশ - কালৰ গতি বৰ বিষম । গৰখীযাই ধেমালিতে " বাঘ , বাঘ" কিৰিলি পাৰোতে সঁচাকৈয়ে যদি বাঘেই ওলায ?

নীল ---- নীল পদ্ম সাধাৰণ কুকুৰ - ধূলি মানুহ । তাৰ নিচিনা ভিকহু এটাই লুটি - বাগৰ মাৰিলেও কংগ্ৰেছ অনুস্থানৰ একোৱেই ক্ষতি নহয ।

কোঁৱৰ -- ধান ভৰাই থৈলাত । ধানৰ যেনে দৰ থৈলাৰো সেই একেদৰেই দৰ আছে । ধানৰ ধান - কল আৰু থৈলাৰ সুকীয়া কল - কাৰখানা । থৈলা নহলেও ধানৰ কাৰখানা চলি থাকিলে মানুহে নেখায নমৰে , কিন্তু থৈলাৰ কাৰখানা চলি থাকি যদি ধানৰ কাৰখানা বন্ধ হয ---- গা নুজুৰাই বৰুৱা ডাঙৰীযা । সেযেহে কৈছো ---- 'মোট' সৰহ হলে মোটেই হে হব ---- সাপৰ সংখ্যা নাইকীযাও হব পাৰে ।

নীল ---- কি কৰিব , কোঁৱৰ ?

কোঁৱৰ - আপুনি কত দিনৰ কংগ্ৰেছ কৰ্ম্মী , আপোনাৰো যে এই পৰিণতি হব পাৰে ---- মই মচ - সঁচতো ভবা নাই । এইখন বহুৰূপ ধাৰণ কেলেইনো কৰিলে ? ইমান হেপাহনে ধনলৈ ? ছিঃ বৰুৱা আপুনি বযসস্থ মানুহ , আপোনাৰ লাজ লাগিব লাগিছিল । আপোনাৰ মুখ দেখিব নেপায় । আপুনি মহাত্মাজীৰ অৱমাননা কৰিছে !

নীল ---- সকলো শিৰ পাতি লৈছো । কোঁৱৰ ---- কিন্তু ! কিন্তু! কোঁৱৰ , বৰ অভাৱ ! বৰ নাটনি ! বৰ দুখ !

সংসাৰত তলখাপৰ মধ্যবিত্ত গৃহস্থ হৈ নোপজাই ভাল। ল'ৰা পঢ়াবৰ খৰচ যোগাব নোৱাৰো, ছোৱালীলৈ দৰা নাই ---- ওলালেও পইচা লাগে। বহুত ধন লাগে। মোৰ হাত সুদা। ল'ৰা - ছোৱালীয়ে খাবলৈ নেপায। কাউৰী ঠেঙীযা, জীঁযা মুৰীযা হৈছে ---- উপায নাই।

**কোঁৱৰ** --সেই কাৰণে হবলা.

**নীল** ---- সেই বাবে, সেই কাৰণেই কোঁৱৰ। সিহঁতৰ মুখলৈ চাব নোৱাৰা হৈছো। ল'ৰা - তিৰোতাৰ শুকান মুখ, মনমৰা স্বভাব চকুৰে দেখি দেখি অসহ্য হৈ উঠিল, চঞ্চল হৈ উঠিল মোৰ এই তৰ - চেঙেলী মন ---- উপায নাপালো, একো থিৰ কৰিব নোৱাৰিলো ----অৱশেষত ভাবি গুণি ।

**কোঁৱৰ** --Military ঠিকাদাৰ হোৱাটোকে স্থিৰ কৰিলে, নহয জানো?

**নীল** ---- লোকৰ ল'ৰা - ছোৱালী পূজা পাৰ্বণত নতুন নতুন চোলা - চুৰীয়া, জোতা - মোজা পিন্ধি তমস্কাৰ হৈ ফুৰে। বিশুবে সকৰাতিযে নতুন নতুন সাজ সলাই আৰু মোৰ ল'ৰা - তিৰোতাই, সিহঁতে ফটা টাপলি মৰা কাপোৰ - কানিৰে বাহিৰলৈ ওলাবলৈ লাজ কৰে। সিহঁতৰ মাকস শুকান মুখ, চলচলীয়া চকু দেখি মোৰ অন্তৰ ভাগি যায। সিহঁতৰ মই বাপেকিটো হৈ কি খুৱাইছো বুৱাইছো? কি পিন্ধাইছো উৰাইছো? সিহঁতৰ কোমল অন্তৰ যদি চিৰদিনলৈ এই দুখ বেজাৰৰ গুটি ফুকলীয়াইহে সিচিবৰ মোৰ কি স্বত্ত্ব আছে কোঁৱৰ?

**কোঁৱৰ** - সেই কাৰণেই?

**নীল** -- - সেই কাৰণেই, কোঁৱৰ। মনৰ অথাই - সাগৰৰ মথাউৰি দোকোল - টকা বাচনী পানীয়ে ভাঙি উটুৱাই লৈ গ'ল। চকুলো মচি পবিত্ৰ খদ্দৰৰ পোচাক খহাই, মোট সলাই, পটলুং পিন্ধিলোহি।

**কোঁৱৰ** - এতিয়া চাগে শান্তিৰেই কটাইছে?

**নীল** ---- শান্তি! আৰু শান্তি জীৱনত নহবই। Military ঠিকাদাৰৰ শান্তি? কোঁৱৰ (হাঁহি মাৰি) ইয়াত মনুষ্যত্ব নাই মাত্ৰ ওপৰৰ মোটটোহে আছে। মিলিটেৰী ঠিকা গোটেইখন মিছা প্ৰৱঞ্চনাৰ পা - ঘালি ওপৰৰ তুলাপাত কিছুমানৰ খেলি - মেলি?

**কোঁৱৰ** - যিহকেই নহওক --- আপুনি আমাৰ তাহানিৰে সহকৰ্মী, আপুনি দেশৰ সন্ধিক্ষণত অন্ততঃ অলপ আৰু ত্যাগ স্বীকাৰ কৰা উচিত আছিল।

**নীল** --- উচিত আছিল --- মই শত মুখে স্বীকাৰ কৰো; কিন্তু মোৰ মন বৰ দুৰ্বল, ধৈৰ্য্য হীন মানুহ, সহিষ্ণুতাৰ অভাৱ, কোঁৱৰ?

**কোঁৱৰ** - আপোনাতকৈ মোৰ কোন গুণে দুখ - বিপদ, অভাৱ -অভিযোগ কম বন্ধুৱা? তথাপিতো মহামানৱ মহাত্মাজীৰ বাণী শিৰত লৈ আজিও বুকুত বল বান্ধি ---- দুৰ্বলতাক স্থান দিয়া নাই। মহাত্মাৰ বাণী, মহাত্মাৰ আদেশ - ভাৰতবাসীয়ে যদি অৱমাননা কৰে আমাৰ নিস্তাৰ নাই, আমাৰ ধ্বংস অস্বিাৰ্য্য।

**নীল** - - আপুনি মোতকৈ শতগুণে স্বাৰ্থত্যাগী।

**কোঁৱৰ** - আমাৰ স্বাৰ্থত্যাগ কৰাৰ প্ৰয়োজন নাই। আমাৰ স্বাৰ্থপৰ হোৱাবহে প্ৰয়োজন। দেশক স্বাধীন কৰাই আমাৰ স্বাৰ্থ। প্ৰত্যেক গোলাঘাট বাসীয়ে, প্ৰত্যেক অসম বাসীয়ে, প্ৰত্যেক ভাৰত বাসীয়ে যদি স্বাৰ্থান্ধ হৈ ভাৰতৰ স্বাধীনতাৰ যুদ্ধ নিজ স্বাৰ্থ বুলি একমত হৈ সংগঠিত হলহেতেন -- আজিয়েই আমাৰ স্বৰাজ। - আজিযেই আমাৰ স্বাধীনতা লাভ। এই মুহুৰ্তেই আমি মুক্ত।

**নীল** - আপোনাৰ আদৰ্শ অতি মহান্, অতি উচ্চ।

**কোঁৱৰ** -- বন্ধুৱা, ভাবি চাওকচোন, আমি সচানে -- - মহাত্মাজী সৰ্চা? আপুনি বুধিয়কনে - পণ্ডিত জৱাহৰলাল বুধিযক? আপুনি দকৈ ভাবি চাওকচোন? পণ্ডিত জৱাহাৰলাল নেহেৰুৱে ইচ্ছা কৰিলে গোটেই অসমৰ Military ঠিকা অকলেই চলাব পাৰে। হয়নে নহয়?

**নীল** কিয় নোৱাৰিব?

**কোঁৱৰ** কিন্তু সেই মহান পুৰুষ গৈছে জেললৈ। তেখেতে ধন - বস্তুৰ মোল নুবুজেনে? ক্ৰোড়পতিৰ ল'ৰা হৈ ধনৰ ব্যবহাৰ নেজানেনে আৰু মহাত্মাজীযেও আমি লাখ পতি হলে বেয়া পায়নে?

**নীল** --- কিয় পাব?

**কোঁৱৰ** -- তেনেহ'লে তেখেতসকলে জেলত পচি মৰিব আৰু আমি Military ঠিকা কৰি লাখপতি হও--- নহয়নে? এতিয়া কওক কোন বেছি বুধিয়ক, কোন বেছি জ্ঞানী?

**নীল** ---- সেই সকল মহাপুৰুষৰ লগত আমাৰ নাম একেলগে উচ্চাৰণ নকৰিব, তাতো মহাপাপ হ'ব। জানিছো - --- সকলো বুজিছো ---- তথাপিতো জীয়া - জুইত জাঁপ দিছো, লোভত --- ধনৰ লোভত, কি কৰিব!

**কোঁৱৰ** --ইমানেই লোভ?

**নীল** --- আপুনি আমাৰ তুলনাত দেৱতা, কোঁৱৰ। আপোনাৰ ধৈৰ্য্য, আপোনাৰ মনোবল অতুলনীয়, মোৰ অন্তৰৰ শত সহস্ৰ ধন্যবাদ গ্ৰহণ কৰক।

**কোঁৱৰ** --বন্ধুৱা, বিশেষ দৰকাৰী কামত ওলাইছো, আৰু

বেলি কৰিব নোৱাৰো । ঘূৰিবাৰ আকৌ খদ্দৰৰ চোলাকে গাত দেখিম বুলি আশা কৰিলো । —— যাও । ( প্ৰস্থান )

(নীলই একো উত্তৰ নিদি তলমূৰকৈ থাকি কুশল - কোঁৱৰ যোৱাৰ পিনে চাই থাকি প্ৰস্থান কৰিব । )

পট পৰে ।

# ২য় দৃশ্য

(সৰু পথাৰৰ মুকলি ঘাঁহনি পথাৰ । বহুত মানুহ সভাত উপস্থিত ; পট উঠাৰ লগে লগে সিংহ দেৱৰ বক্তৃতা । )

সিংহ - উপস্থিত ভাইয়ো অউৰ বহনু । মই আজ দু - চাৰ বাত্ কহনেকেলিয়ে , সৰুপথাৰ আয়াহু । মেৰা এক বিশেষ অনুৰোধ হে , হে সজ্জনো পুৰুষ , আপ্‌লোগ ধ্যান দেকৰ শুনিযেগা , এহি হামাৰা অৰজ্ হেই । ইস সময়পৰ দুনিয়ামে ক্যা হ' ৰহি হেই অগৰ কোই ধ্যান দেকৰ অউৰ নজৰ লগাকৰ দেখে ত' বড়ি অচ্চিসে , মালুম হোতাহে কি এক লড়াই ধনী সম্প্ৰদায় অউৰ গৰিবোমে হ' ৰহা হেই — ইচমে কই চক্ নহি । বিগত লডাই মে বৃটিছ চৰকাখনে কহা কি —— তুমলোগ ভাৰতবাসী হামাৰে চাথ হাথ মিলাও , সাথ সাথ লড়ো , চব বাতোমে মদত কৰ', তুমকো মিল যায়েগা বহুত কুছ । লেকিন যব লড়াই খতম হুই , বৃটিছ চৰকাৰনে কুছ কিয়া , কুছ দিয়া ? হাৰে ৰাম বিল্‌কুল ধোখা বাজি হে । যব মুচিবত , বিপদ আতি হে আখ বুজ কৰ লম্বিহো জাতি হে অউৰ বিপদ মিত জানেকা বাদ — ইও আখিয়া লাল কৰকৰ তেড়া খাড়া হোযাতা হেই ——

সৰুকণ - এটি কথা কব খুজিছোঁ । আমাৰ এই সৰুপথাৰ খন তেনেই —— যে গাওঁ — খেচ্ গাওঁ । অ'ৰ এটা ত'ৰ এটা আহি সৰুপথাৰখন মানুহে ভৰি পৰিছেহি । পিছে আমি এইবোৰ সিমান ভূ নেপাওঁ । আমি কোনোৱেই সিমান দেশত ফুৰা নাই । আমাৰ ইয়াতেই জনম - ইয়াতেই মৰণ । অতএৱ আমাক সকলো অসমীয়াতে কলেহে আমি বুজিম , নহলে এইখন মিছা হৈছে , বোলে —— "গৰুৰ আগত টোকাৰীবায় , শিং জোকাৰি ঘাঁহ খায় । "

( সিংহই হাঁহি মাৰি )

সিংহ — বাৰু কোনো কথা নাই , হামি অসমীয়া ভাষাতে কথা কহিম । ১৯১৪ চনত বৃটিছ কহিলে কি — তোমালোক ভাৰতবাসী হামাৰ লগত হাথ্ মিলাই দিয়া আৰু হামালোকক চব কথাত সহায়তা কৰা । হেই কথামতে হামিলোক মদত কৰিলো , জাৰ্ম্মাণী লডাইৰ পিছত একদমছে টুকডা বনি গল , লেকিন হামিলোককো একো নাহি মিলিল । হামালোকে সহায়তা কৰাৰ বদলা বকচিচ পালো —— জালিৱানাবাগ —— পাঞ্জাবৰ জালিৱানাবাগ , নিজৰ মাৰ চামনত নিজৰ লৰাৰ হত্যা কৰা । মাইকী মানুহৰ ওপৰত পৈশাচিক জুলুম — হায় ! হায় ! চকুত পানী ওলায় । ( অলপ ৰয ) এতিয়া যেন বৃটিছ চৰকাৰ লড়াইত ফঁচি গৈছে একফালে জাৰ্ম্মাণী ধুম - ধাম বম্ বাৰিষ কৰি , লণ্ডন চহৰত একদম পুখৰী বনাই দিছে । অউৰ দুচৰা ফালে জাপানে ধাক্কা মাৰি এক ঠেলাত ব্ৰহ্মা পাৰহৈ মণিপুৰৰ সীমা পৌচিছেহি । জাপানী একৰকম আমাৰ ঘৰৰ চামনত । এতিয়া দিল্লেগী কৰিবৰ টাইম নাই , খুব "সোঁচি চমঝি " দেখিব লাগে । না হলে আমাৰ তহ সমগ্ৰ ভাৰতবাসী অস্তিত্ব নাহিযেই থাকিব । চব্ খতম হব বৃটিছে যেন এতিযা বিপদত পৰি চিল্লাইছে কি — আহা ভাৰতবাসী ফেৰ মদত কৰা , মিছা নাহি কহিছো , হেন , তেন লেকিন হামিলোক কেনেকুৱা সেই কথাতে ইতবাৰ কৰো । ঝুঠেই আছে । সঁছ সঁছেহি আছে । সেহি কাৰণে মহাত্মাজী হামাক নিৰ্দ্দেশ দিছে কি —— ভাৰতবাসী অসহযোগিতা আন্দোলন যেন চুৰু কৰিব লাগে —— আইন অমান্য কাৰ্য্য চুৰু কৰি দিব লাগে । যদি আমি সেই কথা মোতাবিক —— হিন্দু , মুছলমান , শিখ , বৌদ্ধ , খ্ৰীষ্টান সংগঠিত হৈ একতাৰ সহিত একসাথে লগ লাগি যাওঁ — ত' দুই - চাৰি ঘড়ীত হামিলোকে স্বৰাজ পাবলৈ বেছি টান নাই । হামিলোকে এতিয়া চব ৰকম জাতিভেদ , ভাৱ , সাম্প্ৰদায়িকতা , তথা প্ৰান্তীয়তা ভাৱ মনৰ পৰা উঠাই দি সংগঠিত হৈ আইন অমান্য আন্দোলন ঝট্ পট্ চুৰু কৰি দিয়াৰ বহুত জৰুৰী । সব্ কাম হামিলোক সামনা - সামনি কৰিম — কোনো ফিকিৰ নাই । আগৰ দচ্ বিচ্ , দু - চাৰশ , আউৰ দচ্ বিচ্ হাজাৰ এই কামত মৰি ভি যায় — কোনো হৰযা নাই । দেশক স্বাধীন বনোৱা তামাচা নহয় । দচ্ হাজাৰ জান দিলে ছত্ৰিচ কোটিৰ আজাদী হৈ যাব । এহি ৰকম কথা আছে — আমাৰ সন্মুখত বহুত বিপদ জলদি আৰু বহুত চাফাইৰে এই কাম কৰিব নোৱাৰিলে আৰু আমাৰ ভিতৰত ভেদ - ভাও দেখা দিলে — ফেৰ ভাৰত বাচি নাই থাকিব —— একদম জাহান্নমত যাব । স্বৰাজ পোৱা ইমান টিলা নহয় আৰু দুনীয়াত কোনো কামেই টিলা নহয় । ভাত

খাবলৈ ধান খেতি কৰি পয়দা কৰোতে কিমান হায়ৰাণি আৰু তকলিফ কৰিব লাগে আপোনালোকে গম পাইছে ? সেই ৰকম চব্ কামত বহুত তকলিফ আছে আৰু থাকিব । বেচি লম্বা চৌৰা কথা কৈ কোনো ফায়দা নাই । কথা কম কহিব লাগে আৰু কামৰ হিচ্ছা পুৰা ৰাখিব লাগে । এইটো জ্ঞানী লোকৰ নীতি আছে । বচ্ --- ইমানেই হামি কহিম । কোনোবাই কথা কহিবৰ ইচ্ছা কৰিলে কহিব পাৰে ।

**সৰুকণ** --কোনোবাই কয় যদি কওঁক ... নকু ... ন্দি ... াই কওঁ ---

**আটায়ে** - তুমিয়ে কোৱা ।

**সৰুকণ** - আমাৰ সিঙে যি কলে - মেলিলে ভু পালেই নহয় । এইটো কথা ঠিক যে এইবোৰ ফিৰিঙি বগা - বগুলে আমাক আৰু সুখ নিদিযে । এনেয়ে "ডেম - বিলাতি" বুলি গালি পাৰি ডাবি ধমকিযাই থাকেই , এতিয়া যুদ্ধৰ সময়তো সেইবোৰ বন্দুক লাংচিঙ আটাইসুপিকে লৈয়েই ফুৰিছে । তুমি কেৎ কৰিলেই --- সিপোনে ঘোৰাটো টিপিলেই তুমি মাটিত ,ঘেৎ বুলি পৰি যাবা । মহাত্মাজীৰনো কি নাইকিয়া - - লোকে ডাঙৰ মানুহৰ ঘৰৰ ল'ৰা - ... লাত পাচ মানুহ । এই মৰিছোঁহি ফাটেকত, পচিছোঁহি - ... তোমাৰ ... ৰ ---- এই দুখীয়া ৰাইজৰ কাৰণেই । অসমীয়া কাগজখনত ক'ৰবাত কেতিয়াবা পটি তাকেইহে পাও । সিমান পঢ়িবও নাজানো , দেশ বিদেশ ফুৰাও নাই বুদ্ধিতো সেইদেখিএকেবাৰে আমি আটাইবোৰ ওদা । পিছে ডেকা- ডঙুৰাবোৰে যি পাৰে .সানকালে এই কামত লাগি যোৱা বেয়া নহয় । লাগিলেহে ভাগিব । ত'ত মহাত্মাজীয়ে আমাক এইবোৰ কৰিবলৈ কৈছে বুলিছে --- কিবা এনেয়েনে ? কিবা এটা লোকে উমান পাইছে । যাৰ ঘৰত সৰহীয়া মানুহ , সিহে পাৰিব একা অকলশৰীয়া মানুহ ---কলৈ যাও গোপাল ঔ । কলৈ যাম কপাল ঔ ।

হাল নেবালেও নহয় , কঠীয়া নুতুলিলেও নহয় , গৰু এৰাল নিদিলেও নহয় , কেঁচুৱা বোকোচাত নেবান্ধিলেও নহয় আৰু মাজে মাজে ভাতৰ চৰুলৈ নগলেও নহয় । আগলৈও নাই , পাচলৈও নাই --- - মতা মানুহৰ সঁচ বুলিবলৈ । আমাৰ দু'টি মানুহৰ ফাটেক বা দেহা কেনেবাকৈ চলিবলৈ হলে ঘৰত মাইকী মানুহ আৰু সেই পেন্দুৰুনা গাল সেই পিনেই নুৰা পাতিব দেখোন । অতএব সৰহীয়া ঘৰৰ মানুহ চাই ডেকা - ডঙুৱা , যাৰ কান্ধোতো সৰহ নাই --- তাৰহে এই কাম একা । আমাৰ পেটত কথা নাথাকে।

আমি যিটো ধৰ্মত সঁচা বুলি ভাবিছো তাকে উবুৰিয়াই দিছো । এৰা , ৰাইজে ক্ষমা কৰিব বুলি ভাবিছো একা ।

**সিংহ** ----তেওঁ একৰকম ঠিকেই কহিছে । দেশৰ কাম যি কৰিব তাৰ কলেইজা খুব ডাঙৰ লাগে । একজনৰ প্ৰাণ গুছি যাব লেকিন লাখ লাখ মানুহৰ সুখ আৰু আৰাম হ'ব । আপনা স্বাৰথ লৈ ঘৰত বহি নিজৰ ধন - সম্পত্তি , ল'ৰা ছোৱালীৰ কথা হৰঘড়ি চিন্তা কৰা মানুহৰ এই কামেই নহয় । সময় বহুত কম --- দেশৰ পৰিস্থিতি বহুত খাৰাব্ । সব্ ৰকম কাম খুব জলদি আৰু চাফাইৰ সহিত উঠাব লাগে । আমাৰ এইটো খালি আৰম্ভ আছে আৰু প্ৰান্তীয়তা , সাম্প্ৰদায়িকতা বীজ এক দম্ জাড়ছে মাৰি কবৰ দি দিব লাগে । মিলন আৰু একতা নাহি থাকিলে সংসাৰত কোনো কাম না হয় । শেষত কও কি ভেদ ভাও নিজৰ দিলত ৰাখিবৰ কোনো দৰকাৰ নাই । দুনীয়াত সব্ বৰাবৰ সমান জাতি আছে আৰু সব্ জাতিৰ অলগ অলগ জৰুৰতি ভি আছে । বচ্ ইমানেই আমাৰ অৰজ । জলদি কামত লাগি যাব লাগে । সব্ ঠিক হৈ যাব । আজিৰ সভা ইমানতে ভঙ্গ হৈ গল । (সভা ভঙ্গ)

পট পৰে ।

## ৩য় দৃশ্য

### কুশল কোঁৱৰৰ পঁজা ।

( কোঁৱৰে হাততে তিয়নী আৰু গা - মোচা খন খৰৰ কাগজেৰে মেৰিওৱা টোপোলা এটা হাতত লৈ থিয় দি থাকে - -- এহাতে বাঁহৰ সাধাৰণ গাঁৱৰ মানুহে ব্যৱহাৰ কৰা লাখুটি এডাল । ওচৰতে থিয় হৈ পৰিবাৰ --- প্ৰভাৱতী । )

**কোঁৱৰ** ---চাও ( হাতলৈ চাই ) তিয়নী আৰু গা - মোচা খন লৈছোৱেই , লাখুটিও লৈছো , কাগজ - পত্ৰ জেপত আছে , বাৰু ! হেৰি নহয় । চাহপানী এঢোকা খাই গ'লোহেতেন ।

**প্ৰভা** --- ঘৰত গুৰৰ সঁচেই নাই ।

**কোঁৱৰ** -- গুৰৰ সঁচেই নাই ? বাৰু চেঁচা পানীকে এবাটি দিয়া; তাকেই খাও । চাহপানী মই আকৌ সোৱাদ নহলে খাই বেয়া পাও ।

(বৈণীয়েকে ভিতৰলৈ সোমায় যায় আৰু কাঁহৰ বাটি এটাত পানী এবাটি লৈ প্ৰৱেশ )

**প্ৰভা** --- (হাত আগ বঢ়াই পানী দিয়ে । কোঁৱৰে লয় আৰু

পানী খাই বাটিটো প্ৰভাক ওলোটাই দিয়ে । ) ছিঃ কটা ! গুৰ অকনো নাই ! ইহঁতে ভাতৰ লগত ভালেমান সোপা সানি খালে ।

**কোঁৱৰ** — ওঁ, ভাতৰ লগত গুৰ সানি খালে ! প্ৰভা, কিনো অমৃত খালে ? কিনো ঘিউ, মউ খাই অন্ত কৰিলে মাত্ৰ গুৰ অকণ ! খাওক একো বেয়া হোৱা নাই । মইও বাৰে বাৰে চাহ খোৱাতো বেয়া অভ্যাস, চাহপানী একেবাৰে এৰিহে পেলাম ।

**প্ৰভা** — (মুখ আমোলাই পেলাই), অঁ' ---

**কোঁৱৰ** -- প্ৰভা ! তুমি হয়তো মোৰ কথাবোৰ শুনি আচৰিত হোৱা । মনত বেজাৰো পোৱা কিন্তু, তথাপি মনে মনে সহিযেই থাকা, শলাগ লোৱা আৰু দুখ - বেজাৰৰ গধূৰ বোজাটিকো হাঁহি মুখেই বহন কৰি যোৱা । মই জানো, মই বুজো --- তথাপি

. ।

**প্ৰভা** — আপুনি দেশৰ কামত এপিনে যাবলৈ ওলাইছে, সেইবোৰ কথাৰ আলোচনা কৰাৰ কোনো সকাম নাই। বাহিৰ - ভিতৰ একো মই নুবুজো, মুখত যি মনতো সেয়েই ।

**কোঁৱৰ** - প্ৰভা, ধন নাই, মন আছে । বল নাই, সাহ আছে। আকাঙক্ষা নাই, শুভেচ্ছা আছে । মায়া নাই, প্ৰেম আছে । ১০৮ গছি বন্তি সাক্ষী কৰি তোমাক এই ভগা পঁজালৈ আনিলো তাৰ [illegible]লস্বৰূপ, সৌন্দৰ্য্যৰ আঁকৰ আৰু আনন্দৰ আধাৰ স্বৰূপ --- লাভ কৰিলো আমাৰ পোণা দুটি । ঘৰ নাই, দুৱাৰ নাই, ধন - সোণ, ঐশ্চৰ্য্য একোৱেই নাই । চালৰ বিন্ধাই স্বৰগ দেখি । আহাৰৰ নামত দুবেলা দুমুঠি ভাত আৰু নিমখ। গাত শৰীৰৰ আবৰণ আৰু লাজ নিবাৰণৰ সম্বল দনা ওলোমা এড়ুখৰি খদ্দৰৰ কাপোৰ কিন্তু তোমাৰ হাঁহি মৰা মুখ, ধৈৰ্য্যশীল ধীৰ প্ৰকৃতি, শান্ত মূৰ্ত্তি, মধুৰ আশ্বাস বাণীযে --- মোৰ জীৱনৰ গ্লানি, শৰীৰৰ ক্লান্তি, অন্তৰৰ মলিনতাক ধুই মোক সপোনপুৰীৰ স্বপ্ন ৰাজ্যৰ আবেশ ভৰা সুখ সিংহাসনত বহুৱাইছেহি, সেই অমিয়া মাধুৰীযেই মোৰ জীৱনৰ মোক্ষ সম্বল ।

**প্ৰভা** ---- আপুনি বহুত ভাবে এনেবোৰ কথা মোৰ আগত

.. . . . . ।

**কোঁৱৰ** ---- প্ৰাণ হীন নহওঁ, জানোও - বুজোও, তথাপি দেখোন কব মন যায় । --- কিয় এনে হয় কব নোৱাৰো। কত কথা মনলৈ আহি কত দিন ভুমুকি মাৰেহি; কিন্তু ক'ব খোজোতেই --- কওঁ বোলোতেই --- লুকাই, লুকাই পলায় --- আৰু হয়তো ..............

**প্ৰভা** ---- আপোনাৰ বেলি হ'বপাৰে । নেযায় জানো ?

**কোঁৱৰ** ---- যাওঁ --- । অ' তামোলৰ টোপোলাটো পাহৰিলো । (জেপ পিটিকি চাব) আনাছোন --- ? (প্ৰভাৱতীযে তামোলৰ টোপোলা আনিবলৈ যায়। এনেতে বৰ - পুতেকৰ প্ৰৱেশ -- বৰ পুতেকৰ গাত ফুটা চোলা এটা । )

**বৰপুতেক** -দেউতা মোৰ চোলাটো তেনেই ফাটিল আৰু নাই নহয় । এটা গেঞ্জী আৰু এটা চোলা আনি দিবাদেই। মোক লগৰ লৰাবোৰে ইমান হাঁহে --- কয় বোলে - -- "বাপেকে কংগ্ৰেছৰ কাম কৰিছেহে কৰিছে --- পুতেকে গাত শোটকানি ওলোমাই ফুৰোতেই জনমটি গৈছে ।"

**কোঁৱৰ** -- দিম নহয়, অ' সোণ ! ইহ মোৰ সোণটো ( সাবট মাৰি ধৰি ) অলপ কেইদিনমান পাচত দেই ! এতিয়া এইবোৰকে মাৰাই সি টাপলি মাৰি দিব, তাকে পিন্ধিবা দেই । ধনী - লাখপতিৰ লৰাই ফটা কাপোৰ পিন্ধিলেহে জগৰ । মই দুখীয়া - তেনেই নিছলা মানুহ, সেই কাৰণে তুমি ফটাচোলা টাপলি মাৰি পিন্ধিলে একো বেয়া কথা নহয় । মহাত্মা গান্ধীজীযে ---- আমাৰ বাপুজীযে কৈছে বোলে স্বৰাজ খুব সোনকালে হ'ব । তেতিয়া আমাৰ আৰু কোনো কষ্ট নেথাকিব । সকলো মানুহৰে, সকলো ল'ৰা - ছোৱালীৰে সুখতে দিন যাব । আমি ভাল ভাল বস্তু খাম, ৰং - চঙীযা পোছাক পিন্ধিম, সদায় হাঁহি - ধেমালী কৰি ৰং মনেৰে থাকিম নহয় ।

**বৰ পুতেক** -কেতিযাকৈ স্বৰাজ হব ?

**কোঁৱৰ** -- আৰু সৰহ দিন নাই । এই হযহে লাগে । বাপুজীযে কৈছে নহয় । মই এফালে যাবলৈ ওলাইছো তুমি আকৌ মোৰ সোণটো, মোৰ দে'হ - লাউটো । মনটো মাৰি নেথাকিবা আকৌ । মুখখন আমোলাই থাকিলে, মই বেয়া পাম নহয় ! তুমি আকৌ মোক বেয়া পোৱানেকি ?

**বৰ পুতেক**- ভাল পাওঁ।

**কোঁৱৰ** --তেনেহলে আকৌ ! তুমি দেখোন খুব ভাল লৰা । চাওঁ চুমা এটি দিয়া ---- (পুতেকে মুখখন ওচৰ চপাই দিযে আৰু কোঁৱৰে চুমা এটি খায় । )

**বৰ পুতেক**---- কেতিয়াকৈ আহিবা ?

**কোঁৱৰ** -- তিন দিন মানৰ মূৰত । তুমি বেজাৰ নকৰিবা দেই । চোলাটো সোলোকাই দিবা ---- মাৰাই সি দিব । স্বৰাজ হ'লে আমি খুব ভাল ভাল চোলা - চুৰীয়া পিন্ধিম দেই ! এতিয়া তেনে আৰু মন মাৰি নেথাকিবা আকৌ ! চাওঁ --- হাঁহি এটি মাৰি দিয়া

বাৰু --- হাঁহ! --- হাঁহাচোন । চাও --- ভা -- কুট্ - কুট্ - কুট্ ----
(পুতেকক ভাকুট কুটাই দিয়ে, পুতেকে হাঁহি মাৰি ভিতৰলৈ লৰ মাৰে । প্ৰভাৱতীৰ প্ৰবেশ)

প্ৰভা ---- তামোল সৰহকৈ দিব নোৱাৰিলো ---- আটাইবোৰ কণ গেলা ।

কোঁৱৰ -- হ'ব বাৰু সেইবোৰেই । মুখত খোৱা অকণমান দিছানে।

প্ৰভা ---- দিছো, পান - তামোলৰ লগত আছে ।

কোঁৱৰ - বাৰু তেনে, যাও দেই ।

প্ৰভা ---- ভাল যাওক ।

কোঁৱৰ- অ' এটা কথা নহয় - ঘৰত গুডও নাই বুলিছিলা নহয়, লোণ - তেলৰ খৰচ আছে জানো ?

প্ৰভা ---- (মন মাৰি) নাই ।

কোঁৱৰ - তেনেহলে কেনেকৈ চলিবা । মোৰ তিন দিন মান দেৰি হব । কেইবা ঠাইতো কেইবাখনো সভাত উপস্থিত হব লাগিব, নগাওঁ পামগৈ ।

প্ৰভা ---- ঈশ্বৰ আছে দেখা যাব ।

কোঁৱৰ - ওঁ পাচে --- অ' নহয় -- হেৰি কৰিলা - ভগলুৰ মাকে ধাৰ বিচাৰিছিল । তাইকো বজাৰ দৰ অনুসৰি কৃপ চাৰি টকা মান ধানকে দিবা । ইতিমধ্যে মই পামহিয়েই । তেনে তাকেই কৰিবা -- মই যাও ।

প্ৰভা ---- ভাল, তাকেই কৰিম বাৰু --- যাওক ।
(কোঁৱৰৰ প্ৰস্থান আৰু প্ৰভাই সেই পিনেই চাই থাকিব।)

পট পৰে ।

## ৪র্থ দৃশ্য

আলিবাট ---- Military Camp ৰ ওচৰ ।
(গাহৰ আৰু অখিল )

গাহৰ --- বোপা, নিচেই অজলা একা, চাৰিওপিনে শূইন, সহায় সাৰথি কেনিও নাই । অলপ চকু মেলি চাব আকৌ ।

অখিল ---তোমালোকে কিবা অঁকৰাৰ দৰে কথা কোৱাহে । কথা ক'লে মানুহে শুনিব লাগে । একেটা কথা বাৰে বাৰে কবলৈ ভাল নেলাগে বুজিছানে ? মোৰ আৰু এতিয়া খংহে উঠিবগৈ । সেই কাৰণে তুমি ভালে ভালে বিদায় কৰা । ---- নহ'লে ভাল নহব একা ।

গাহৰ --- বোপা দেউতা । পাৰোতে এইদৰে সেহাই থকাহি নাই । কি নাম বোলে --- সাত হালিচা মাটিৰ বাঁহ পুলিয়ে - পোখাই, কেহাই - কুমলীয়াই খুই পেলালে। --- বজাৰ ভৰিত অমুকাই মতাই নাই । পিচে এতিয়া বৰঘৰৰ পেটৰে জাতি - বাঁহ দুজুপি কটাই খাষ্টাং কৰিলে । মোৰ ৰোৱণীবোৰো কি কৰে বা ? আমাৰ খেতিয়েহে বেপাৰ - বাণিজ্য আৰু ?

অখিল - এহ, মই কিবা নিজ খুচিতে কটোৱাইছোনে ? চাহাবৰ হুকুম মতেহে কাম কৰাইছো ।

গাহৰ -- মই কলোহেতেন গৰুখোৱা হতক ভালকৈয়ে । -- পিচে ইংৰাজী নেজানো নহয় আকৌ । --- তাতেহে লেঠা ।

অখিল --ইংৰাজীৰেই ক'বা চাহাবৰ আগত । (হাঁহি মাৰি) ইংৰাজীনে! নিশিকিলা কেলৈ ?

গাহৰ -- বোপা । আমাৰ অৰ্থাৎ গৰু পছ মানুহ দেখি, দুটা আথৰ মাতিব নোৱাৰা দেখি চৈটা কৰিছে । পিচে এই আমাৰ এই হজুৰাই হাল কোন নাই খোও - বাতি নকৰিলে আপোনাসবে নগৰত ভেম মাৰি খাব কেনেকৈ ? আপোনাসৱ আমাৰ গাঁৱলীয়াৰ ওপৰতহে বৰমতা । লৰীয়ে তিনিজনী গৰু খুন্দিয়াই মাৰিলে, দুজনী হাঁহ চেপি পেটেকা তুলিলে, খাহী এটা এধামৰা কৰি মটৰত তুলি লৈ গুচি গ'ল । বাঁহনি খাষ্টাং কৰিলে । এতিয়া আছে বাঁহ দুজুপি --- তাকো অন্ত পেলাব খুজিছে বাৰু ।

অখিল হ'ল, হ'ল --- তুমি ইয়াৰ পৰা যোৱা ।

গাহৰ - যাম বাৰু যামেই । পিচে নগৰীয়া গাঁৱলীয়াৰ গুৰিলৈ নাহি নোৱাৰে । গাঁৱলীয়াই নগৰীয়াৰ ওচৰত হাত নেপাতিও থাকিব পাৰে । আপোনাসবৰ ফিৰিঙ্গীয়েই হে কুটুম নহয়নে ?

অখিল এই ।

গাহৰ - হেৰ । কেই কাল খাবি ? যেনেকৈ বাঢ়িছ তেনেকৈয়ে টুটিবি । ক'ত তোৰ দৰে জহ গ'ল -- তই কোন কুটা ?
(অখিলে খংমুৱা হৈ চাই থাকে --- গাহৰৰ প্ৰস্থান । অখিলে খংমুৱা হৈ টহলি থাকে । )

অখিল ---Hopeless, fool, আজি তোক দিলোহেতেন - - দুই - চাৰি থাপৰ ।
(Forest Officer এজনৰ প্ৰবেশ । )

অখিল -- Good morning.

Forester --Good morning. বৰ ভাল হ'ল আপোনাক ইয়াতে পালো ।

অখিল --- কি কাৰণত ?

Forester --এইবোৰ গেতৰ টুকুৰী কোনে সজোৱাইছে ? R.E dump, G.E Office অৰ পাচফালে আৰু মহমৰা Quarry তো অসংখ্য পৰি আছে । Reserve forest ৰ গেত মহলদাৰে হেজাৰ

হেজাৰ টকা দি ডাকি লৈছে ; কিন্তু সেই বেত যদি Military Contractor এ কটোৱাই টুকুৰী সজাই ওৰ পেলাই — মহলদাৰে কৰ পইচা পাব ? আৰু ক'ৰ পৰাই বা হেজাৰ হেজাৰ টকা Government ক সোধাব । মহলদাৰ কেবাজনেও Conservator of forest লৈ দৰ্খাস্ত দিছে । D.F.O ই মোক Inquiry কৰিবলৈ পঠাইছে । মইআজি আটাইবোৰ টুকুৰী attach কৰিম । আপোনাৰো আছে নেকি ?

**অখিল** — আছে দুই এটা । বহুত Contractor আছে । পাচে আমি বা অন্য Contractor এ নিজ ইচ্ছামতে বেত কটোৱা নাই নহয় । G E যে Order দিছে আমি কটাইছো ।

**Forester** — সেইবোৰ আমি নেজানো । D F O ৰ হুকুম --- আমি attach কৰিবই লাগিব Forest department ৰ Law অনুযায়ী ।

**অখিল** —আপোনাৰ ইচ্ছা — যি ভাল দেখে কৰক ; কিন্তু G.E য়ে attach কৰিলে খং কৰিব ।

**Forester** — এঃ G.E -Military ৰ যেনে আইন আমাৰো সেই আইন । আমি কিবা চকু মুদি আইন নোচোৱাকৈ কাম কৰিবলৈ আহিছোনে ?

**অখিল** -- যেনে ইচ্ছা । You know and the G.E knows. I don't object if you remove the whole R.E dump from here.

**Forester** --Yes আকৌ । মই যাও দেই । সেইখিনিতে এসোপা টুকুৰী আছে --- ক'ৰ বেতৰনো সেইবোৰ Inquiry কৰোগৈ ।

(Forest Officer ৰ প্ৰস্থান ।Staff ৰ প্ৰবেশ ।)

**Staff**--Good morning Hallo Standing here, who is that man, clad in Khaki

(Forester ক দেখুৱাই )

**অখিল** —Good morning. He is a forest officer. He has come here to seize all cane baskets. He says that the Military *has no authority to collect canes* from the reserve forest with out previous permit from the D.F.O. There is an infringement of the forest law and he has come with an attachment order.

**Staff** – হ,হ, — He can't. All these have been done to win the war. This area included in the war-zone. He can't do anything -donot worry. He needs a good. ........................ .. .... I will just now inform the G.E - O.K ঠিক হেই ।

(Staff ৰ প্ৰস্থান ।)

**অখিল** — পাবি গম এতিয়া ৰবি ---- ফোঁহৰণি কৰবালৈ যাব বাপেৰে । Military ৰ লগত ধেমালি মাৰিছিহি ? (প্ৰস্থান । পট পৰে)

# ৫ম দৃশ্য

# G.E office

(মেজত নানা ৰকমৰ বহী - পত্ৰ ইত্যাদি G E Major Gray চাহাবে খুব গম্ভীৰ ভাবে মেজত কিবা লিখি থাকিব । এনেতে Staff ৰ প্ৰবেশ ।)

**Staff** –(বাহিৰৰ পৰাই ) May I come in, Sir

**G.E** —Come in, Staff

(Staff sergent সোমাই আহে আৰু সন্মুখত থিয দি থাকে ।)

**G.E** - What news ?

**Staff** - One forest officer has come and he is troubling Mr Borua, M E.S contractor. He says that all the cane baskets, supplied by different contractors including Mr Borua are purely unauthorised and he is going to seize all The D.F O has ordered like that.

**G.E** - Well, he can't. Where is he ?

**Staff** - He is standing near the R.E. *dump.*

**G.E.** - *Send him here.*

**Staff** - Very well Sir. —

(Salute কৰি প্ৰস্থান কৰে ।)

( অখিল বৰুৱাৰ প্ৰবেশ )

**অখিল** — ( চেলাম দিয়ে ।) Good morning Sir.

**G.E.** - Yes, Good morning.

**অখিল** — This forest officer is a first class rogue Sir. He says he does not

care for anybody ; he will do whatever he likes.
(Staff অৰ প্ৰৱেশ নিজেই Military চালাম দিযে। )

**G.E.** - হ, হ, Alright — Staff, you deal with him .

**অখিল** —Good morning Sir, I am waiting outside

**G.E.** - Yes, but you send him here

(G E ৰ প্ৰস্থান )

(Forester ৰ প্ৰৱেশ )

**Staff** - (খুব খঙেৰে ) Who you, please ?

**Forester** - I am a forester.

**Staff** - What forester - জঙ্গলী আদমী ?

**Forester** - Forest officer, central range.

**Staff** - What are you doing there near the R.E. Dump ?

**Forester** - Iam counting cane baskets Sir.

**Staff** - Are you an employee of the M E S?

**Forester** - No, Sir. The D F O has ordered to seize all cane baskets and check all unauthorized supply because the "Moholdars" are suffering

**Staff** - I will shoot you down (বুলি Revolver উলিযাই )

(ফৰেষ্টাৰ লাহেকৈ বাহিৰলৈ যায আৰু উভতি চায । )

**Staff** - Run - lier (আকৌ Revolver উলিযাই Forester এ কিম্বা শবদে লৰ দি পলায় । )

( অখিলৰ প্ৰৱেশ )

**Staff** - ঠিক হ্যায O K.

**অখিল** — Yes Sir, Good morning (বুলি প্ৰস্থান )

(Staff তাতেই বহি থাকিব । )

পট পৰে ।

# ৪ৰ্থ অঙ্ক

## ১ম দৃশ্য

## (আলিবাট )

( ধৈৰ্য্য আৰু বসন্ত । )

**ধৈৰ্য্য** — যি খোৱাতেল তেলীয়াই ঘৰে ঘৰে — বিঙিয়াই বিঙিযাই দি ফুৰিছিল সিও আজি আপুৰুগীয়া বস্তু হ'ল । দেশখনত ভাল জুই লগিল । ক'ৰ বস্তু ক'ত হৰমোহন হ'ল বুজিৰই — নোৱাৰি ।

**বসন্ত** -- বস্তু হৰমোহন হোৱাটো নেওচা - কেওচা দিয়া । ইপিনে 'খাণ্ডৱ দাহৰ ' বাতৰি কাগত পঢ়িছেনে নাই ?

**ধৈৰ্য্য** — ওহো —

**বসন্ত** -- সৰুপথাৰ ষ্টেচনত বোলে কোনোবাই ৰেলৰ লাইন খহাই দিলে ৰাতি মনে মনে । ইঞ্জিন আৰু দবা কেবাটাও বোলে কৰবাত উফৰি পৰিলগৈ । কালি গ'ল ৰাতি হেনো । মানুহো দুই চাৰি হানি হৈছে বোলে ।

**ধৈৰ্য্য** - - এইবাৰ আমাৰ চাকৰিয়ালৰো ৰক্ষা নাই একা । সিবাৰ বাং লিং কৰি তেওঁ collective fine ৰ পৰা ৰক্ষা পালো - । এইবাৰ ?

**বসন্ত** মানুহ গালে গালে সাঙুৰি আনিছে --- বুজিছা ? এইবাৰ Military এ মানুহ এনেকৈযে গুলিয়াই মাৰিব ।

**ধৈৰ্য্য** এনে চাৰিওপিনে উৎপাত । ঘৰৰ পৰা ওলোৱাই ভয়ৰ কথা হ'ল । ইঞ্জিন খহি পৰিছে যেতিয়া মানুহো এগালি ক্ষয় হৈছে বাৰুকৈয়ে ।

**বসন্ত** — ক'ব লাগিছেনে ?

**ধৈৰ্য্য** - কৃষ্ণ , কৃষ্ণ দয়াময । এইবাৰ হে এইবাৰ — collective fine যেন নলগোৱা প্ৰভু । আমি ঘৰৰ মানুহ ঘৰতে চাৰি পাটি কামুৰি আছো একা । একেবেলে ঘোৰ কলিযুগ হ'ল । মানুহৰ এখানি - এবানি নহ'ব কিয় ? আহা , বেগ দিয়া — অফিচৰ সময় হৈছেহি । তেলো নাপাম , অফিচ খতিও লগাতে হ'লে আমাৰ ফালে --- না নং — না বস্তুং হব ।

(দুয়োৰো অলপ বেগাই প্ৰস্থান )

(আলিবাটেদি আৰু নানান তৰহৰ মানুহ অহা যোৱা কৰে । সকলোৰে সেই একে সৰুপথাৰৰ ৰেল লাইন ভঙা নানান কথা — কিছুমানে বৈ বৈ সেই বিষয়ে আলোচনা কৰি যাব । এপিনৰ পৰা Staff sergant আৰু নীল পদ্ম বৰুৱা কথা পাতি আহে আৰু আন ফালৰ পৰা হাতত ছাতি এটা লৈ হলধৰ বুঢ়াৰ প্ৰৱেশ — হলধৰে সিহঁত দুটাক দেখি চকু মোপাকৈ ছাতিৰ আঁৰ কৰি গৈ থাকিব । Staff আৰু নীল পদ্ম বৰুৱা পাৰ হৈ যোৱাৰ পাচত —

সেইপিনে চাই "হতচিৰী হ" বুলি শাও দি প্ৰস্থান ।)

পট পৰে ।

# ২য় দৃশ্য

(কুলিবোৰে হাতত Shovel, গেইটি, কোৰ লৈ ইফালে সিফালে অহা যোৱা কৰি থাকিব । এনেভাৱ দেখুৱাব যেন --- সিহত খুব ব্যস্ত । Work Munshi দণ্ড আৰু নন্দই ধুন মাৰি পোছাক পিন্ধি সিহতক ডবিযাই - হুকিযাই কামৰ দিহা দিব --- এনেতে Major Gray আৰু Staff Clay ৰ প্ৰৱেশ ।)

G.E. - Work Munshi -

দণ্ড আৰু নন্দ --- Yes Sir (দুযো দীঘল চালাম দি শাৰী পাতি পোন হৈ থিয় দিযে )

G.E. - Look here, tell me if you are a Congress man ?

নন্দ --- No, Sir.

দণ্ড --- No, never Sir

G.E.--- (Staff অলৈ চাই) I don`t want any congress man in my area, anybody putting on Gandhi-cap. (বাহিৰলৈ চায) Who is that man ?

Staff - Contractor - N. Borua

G.E. - Call him here.

(Staff ৰ প্ৰস্থান আৰু G.E যে চুৰট জ্বলাই । Staff নীলপদ্ম বৰুৱাক লৈ প্ৰৱেশ । নীলই দীঘল চালাম দি থিয হয।)

G.E. -Ha Contractor, Are you a Congressman ?

নীল --- No, No, No, Sir (থোকা -থুকি মাতেৰে কয)

G.E.- I don`t want an inch of a Congressman in my area Hallo staff, if you see anybody with Gandhi cap on, you shoot him down. I am going to shoot any hell of a Congressman if I see before me. The whole M.E.S department must checked and searched.

Staff Yes, Sir.

G.E. - Have you not heard of the Sarupathar train derailment case?

নীল :-Yes, Sir

G.E. :There are a lot of black sheep, some where. They are all Congressman, bloody Congressman Did you put on a Gandhi cap before?

নীল - :No, Sir

G.E. :Staff - Let us go to the canteen area and warn all

(দুযোৰো প্ৰস্থান ।)

দণ্ড : দেখিলি চাহাবৰ ভমক ?

নন্দ : ইহতে গান্ধী টুপী পিন্ধা মানুহ দেখিলে মুখৰ আগত গুলিযাই মাৰিবও হয ।

দণ্ড : Full power পাইছে ভাই । চাহাব Military Major-- ৰজাৰ মুকুট বাউসিত ওলোমাই ফুৰিছে - সিহতৰ চিন্তা কিহৰ ?

নন্দ : (কামকৰা বনুৱাবোৰক ) এই দেখতা হেই - - আজ্ ককাৰৰ খঙৰ গতি । একদম মোহাৰি লিপিত খুৱাব বাপেৰে । বল , বল কামত ধৰগৈ । কৰবাত উৰহৰ খং ফটা - কেঁঠাত সাৰিলে আইধা একা । (দণ্ডক ) চাও জুইশলাটো দে ।

(দণ্ডই চুৰট এটা উলিযাই নন্দইও এটা জ্বলাই লৈ মানুহগাল লৈ যাব খুজি অলপ ৰয )

দণ্ড : নীলপদ্ম বৰুৱাটো পইচা দিযাত এনে টা।

নন্দ : মোক আগৰ পইচা এটাও নিদিলে পায । আজি G.E. ৰ আগত বেগেতে বাগিটো মাৰিলে চা চোন সাউত কৰে ক'লে No, Sir.

দণ্ড : নীলপদ্ম বৰুৱা --- Provincial Congress committee লৈও এবাৰ কিবা এটা কথাত Deligak হৈ গৈছিল নহয হব পায ? সিবাৰ মহাত্মা গান্ধী আহোতে --- কি চাবা তেওঁৰ খোজ কাটল , জৱাহৰ লালৰ লগত Tea party ত ওচৰত বহিবলৈ নেপায চকীখন চোঁচোৰাই ওচৰ চাপি আহোতে কণ মুক্তিয়াৰৰ লগত দনেই লাগিল দেখোন ।

নন্দ : ইযাৰ বৰ বান্দৰ বাগী ।

দণ্ড : ৰ , বাপেৰে Staff sergant ক কৈ দিম। সিদিনা মদ খাই বৰ দিগ্দাৰ কৰিলে । আমাৰ ঘৰত Staff এ পেলাই থৈ আছিল । দেউতাই বৰ বেয়া পালে । মইও খাই আছিলো ।

নন্দ : দে লগাই দে মৰক বাপেকে । পইচা এটা ভাঙিলে

মৰিব পাৰে । গম পাবি বাপেৰে , ৰ , আহ কামলৈ যাও।
(দুয়োৰে কুলিবোৰ মাতি লগত লৈ প্ৰস্থান )

# ৩য় দৃশ্য
## কোঁৱৰৰ পঁজা

(প্ৰভাৱতীয়ে খুব উৎসুক হৈ দুৱাৰ মুখত থিয় দি বাৰে বাৰে বাহিৰলৈ চাই থাকিব -- সৰু লৰাটোৱে আঁচলত ধৰি লগে লগে ঘূৰি আমনি কৰি থাকিব প্ৰভাৱতীয়ে এবাৰ লৰাটোক ডাবি দিব।)

প্ৰভা : (দুৱাৰ মুখলৈ আহি বাটলৈ তীক্ষ্ণ দৃষ্টিৰে চাব , সৰু লৰাটোৱে আঁচলত ধৰিয়েই আছে । )

সৰুটো লৰা : বৌ অ' বৌ , মোৰ ভোক লাগিছে। ভাত ৰান্ধগৈ আকৌ । -- ঘিলা পিঠা দুখনমান মোক দে খাও --দে অ' বৌ ।

প্ৰভা : এঃ যা অ' এইপাত । কি আমনি খন কৰি থাক অ'? - কিবা মানুহৰ সুখ দুখ নুবুজ ? একেটা বাঘ ঢকাতে চেপেটা হবি একা ?
(ল'ৰাটো অলপ আঁতৰি যায় । এনেতে লাখুটি আৰু কাগজৰ টোপোলা লৈ কোঁৱৰৰ প্ৰৱেশ । )

কোঁৱৰ : কৃষ্ণ , কৃষ্ণ , ৰাম , কৃষ্ণ , কৃষ্ণ , ৰাম - হোঁ।
(সৰু ল'ৰাটোৱে হাতৰ পৰা লাখুটি আৰু টোপোলাটো ভিতৰলৈ লৈ যায় । কোঁৱৰ কিবা এটাত বহিব।)

প্ৰভা : (থোকা থুকিকৈ ) সৰুপথাৰ ষ্টেচনৰ কোনোবাই ৰেলৰ লাইন তুলি থৈছিল । পশুই ৰাতি ইঞ্জিন আৰু দবা বোলে কেবাটাও খহি পৰিল ।

কোঁৱৰ : অ' — (কাণ পাতি শুনে )

প্ৰভা : পুলিচ , দাৰোগা আহি ইয়াত পিয়াপি দিছেহি। এগাল মানুহ ধৰি নিছে । আপোনাকো কালিৰে পৰা বিচাৰি ফুৰিছে । মই ন - গাঁৱলৈ গ'ল বুলি কৈছো - সিহতে নুশুনে । আপুনি পলাওক । পুলিচে হয়তো বৰ অত্যাচাৰ কৰিব।

কোঁৱৰ : মই যেনিবা পলাও --তোমালোক ?

প্ৰভা : (ওপৰলৈ দেখুৱাই ) সৌৱা সহায় ।

কোঁৱৰ : মই যে নিৰ্দ্দোষী ।

প্ৰভা : সেইতো কোনে বুজিব ? তাতে আমি দুখীয়া কাৰণে ...... ... .......... ।

কোঁৱৰ : দুখীয়া দেখিলে জগতে পুতৌ কৰক চাবি --- বিপদৰ নিৰ্ম্মালী মূৰত দিবহে খোজে নহয় নে ? --- সঁচা কথা কৈছে ।

প্ৰভা : আপুনি পলাওক ।

কোঁৱৰ : মই নিৰ্দ্দোষী প্ৰভা , সত্য আৰু অহিংসাৰ নীতি , বাপুজীৰ বাণী মানিয়েই চলিছো --- প্ৰভা ! পলোৱাটো . ........ বাৰু ,আজি তিনি সাঁজ ভাত লঘোণ । ঘূৰি ফুৰোতেই গৈছে । ভোক - পিয়াহ দুয়োটা লাগিছে ।

প্ৰভা : মই কালিৰে পৰা বাটলৈ চাওতে চাওতে চকু বিষাল। এই মই আখজলৈ জুই নিবহে খুজিছো । চাহ পানী'ক এঢোক খাওক । পশুই ঘিলা পিঠা ভাজিছিল তাৰো এটা - -

কোঁৱৰ : চাও পানী এলোটা দিয়া ।
(প্ৰভা ভিতৰলৈ গৈ পানী এলোটা আনি দিয়াহি কোঁৱৰে মুখ , হাত , ভৰি ধোৱে । আগতে চোলাটো সোলোকাই কাৰবাৰ হাতত দিব , গামোচাৰে মুখ মচি আকৌ আসনত বহিবহি। বহি সৰু ল'ৰাটোৱে ধেমালী কৰি থাকিব । প্ৰভাৱতীয়ে এহাতে লোটাৰ ওপৰত চাহ পানীৰ বাটি আৰু এহাতে কাহী এখনত ঘিলা পিঠা লৈ প্ৰৱেশ । মাটিকণ মোহাৰ মাৰি, পানী এচাটি মাৰি লোটাৰ ওপৰতে চাহ পানী আৰু ওচৰতে কাহী খন থয়হি।)

সৰু লৰাটো : দেউতা মই খাম , মই খাম , মই খাম ---

প্ৰভাৱতী : এঃ দেউতাকক চোন আমনি নকৰ ।

কোঁৱৰ : খাবি , খাবি মোৰ সোণাইটো । (পিঠা এটা সৰুটোক দিয়ে । )
(এনেতে ডাঙৰটো ল'ৰাও উপস্থিত হয় । এটা পিঠা ডাঙৰটোকো দিয়ে ডাঙৰ ল'ৰাটোৱে তাতে থিয় হৈ পিঠাখন খায় । কোঁৱৰে চাহ পানীৰ বাটিতো ফু মাৰি শোহা মাৰিব খোজোতেই দাৰোগা - পুলিচৰ প্ৰৱেশ।)

দাৰোগা : ভাল পলাই ফুৰিছাহি --- বাৰু , এতিয়া ব'লা ।

প্ৰভাৱতী : দাৰোগা ডাঙৰীয়া । ল'ৰা দুটাৰ মূৰত ধৰি শপত খাই কৈছো --- তেখেত নগাঁৱলৈ গৈছিল । ইয়াত নায়েই । তেখেত একেবাৰে নিৰ্দ্দোষী । এই মাত্ৰ আহি পাইছেহি। তিনি সাঁজ ভাত লঘোণ । এই মাত্ৰ আহি চাহ টুপী খাব খুইছেহি। তেখেতক ধৰি নিনিব । মই আপোনাক কাবৌ কৰি মাতিছো ।

দাৰোগা : Keep quiet. মিছা কথা কৈ সাৰিবলৈ আহিছ ? দগাবাজি নকৰিবি । Nonsens তিৰোতা।

কোঁৱৰ : (খুব জোৰেৰে চিঞৰ মাৰি উঠে ) দাৰোগা !! (শান্ত হৈ ) বাপুজী ! শান্তি !! অহিংসা !!!

(দাৰোগা স্তব্ধ হৈ যায় )

(পুনৰ কোমল সুৰেৰে ) দাৰোগা ডাঙৰীয়া ! মই সম্পূৰ্ণ নিৰ্দ্দোষী । তিনি সাঁজ লঘোণীয়া গাৰে এই আহি ঘৰ পাইছোহি । ইচ্ছাহয় মোক ধৰি নিব পাৰে। মোৰ তিৰোতাক অপমানসূচক কথা কোৱাৰ প্ৰয়োজন নাই ।

দাৰোগা ঃ সৰুপথাৰ ৰেল লাইন ভঙা অপৰাধত আপোনাৰ নামতWarrant আছে । (কনিষ্টবল ) Handcaff লগাই দিয়া । (Constable এটাই আহি হাত কেৰেয়া লগাই দিয়েহি )

প্ৰভা ঃ চাহ পানী টুপী অন্ততঃ খাবলৈ দিয়ক — দাৰোগা ডাঙৰীয়া ! ( দাৰোগাই ককালত ৰছী বান্ধিবলৈ কয় আৰু কোঁৱৰক টানি লৈ যায় । প্ৰভাই চকুপানী টুকি অনুনয় - বিনয় কৰে । ইতিমধ্যে ল'ৰা দুটা আহি দেউতা ! দেউতা ! বুলি কান্দি বলিয়া হয় আৰু তিনিও কোঁৱৰৰ পিচে পিচে লাগি যায়।)

পট পৰে ।

## ৪ৰ্থ দৃশ্য

(হাতত কেৰাচিন তেলৰ বটল লৈ সৰুকণ আৰু গাহৰ )

গাহৰ ঃ তুমি সৰুপথাৰৰ , পৰা কেতিয়া আহিলা?

সৰুকণ ঃ এই কুশল কোঁৱৰক ধৰাৰ দিনাই তাৰ পৰা পলাই পত্ৰং ।

গাহৰ ঃ কিয় ?

সৰুকণ ঃ এঃ কি হব কলে ? মিটিঙত ময়ো "লেকচাৰ" মাৰিলো । এবাৰকৈ নহয় , দুবাৰকৈ নহয় — কেবাবাৰো । পিচে মই অৰ্থাৎ ক'ৰ তাৰ গঞাযো ভু নেপায় আৰু অইনেও নেজানে ? নহলে আমাকো চোঁচোৰাই বগৰাই টানি নি বৰ ফাটেকত সুমুৱালেহেতেন ।

গাহৰ ঃ কিমান মানুহ ধৰিলে ?

সৰুকণ ঃ গৰুৰ জাকেৰে এজাক আনিছিল । গোটাচেৰেক আটক কৰি ৰাখি বাকী সোপা এৰি দিছে । জিলাৰ লোকেল ব'ৰ্ড অফিচতে যোৰহাটৰ "কমিচন" চাহাব আহি মকতমা সুধি দুপ দুপাই আছে ।

গাহৰ ঃ গতি লগাবনেকি গোটাদিয়েকক ?

সৰুকণ ঃ ওঁ , ওঁ কথাই নাই । কুশলক ঘৈয়াব ধুৰুপ । তাৰ বিপক্ষে অপাৰ সাক্ষী ওলাইছে আৰু ৰজাইয়ো চোন নিচান তাৰ পিনেই হে টোৱাইছে ।

গাহৰ ঃ উকীল ধৰা নাই জানো ?

সৰুকণ ঃ এই , বোলে — "হাজি নিৰ্ম্মালী লোৱা । বোলে হোৰাতে লোৱা ।। " কমিচন চাহাবে উকীলৰ কথা মানিলেহে হৈছে । মেলেটাৰীৰ দিন — অপৰাধ শকত , গুৰুজন বেয়া একা !

গাহৰ ঃ যি যিমান পানীলৈ নামিব —সিমান তিতিবই।

সৰুকণ ঃ সি আকৌ বামত বহি থাকোতেই বহুতে মিলি পানী চেতিয়াই চেতিয়াই তিয়াই দিব খুদিছে ।

গাহৰ ঃ হোঁ ।

সৰুকণ ঃ কুশল কোঁৱৰ সেই ৰেল পৰাৰ দিনা ঘৰত নাই আৰু মিটিং চিটিং একোতে কাকো ৰেল লাইন তুলিবলৈ কোৱাও নাছিল ।

গাহৰ ঃ তেনে ?

সৰুকণ ঃ জালৰ বাহিৰ পোনৰ পৰা লাগিল । কুশল কোঁৱৰ মানুহটো বৰ হুটা আৰু খাচাং - খাচ , একেবেলে মৰো- জীউ সোঁ আধি । যিটো কব কবই , কাকো ৰদ নকৰে । আৰু সেই অঞ্চলৰ কাকো ভয় নকৰে নহয়। ভাল হক বেয়া হক সি মুখৰ আগতে বখলিযাই পেলাব ।

গাহৰ ঃ সেই বুলিয়েই — ?

সৰুকণ ঃ অঁ , সেই বুলিযেই দেহা যায় এতিয়া । সিযেই মুখিয়াল — সভাই , মিটিঙে , য'তে - ত'তে টপ্ টপাই ফুৰে । যিটো সঁচা মুখৰ আগতে কয়। কালৈকো সংশয় নাই , এই সাতে পাঁচে পেটে পেটে বহুতৰ'আখাইজ'ও আছে । এতিয়া সোপা সোপে তাৰ বিৰুদ্ধে কথা কবগৈ । পাচে আয়ুসত চাউল আছে যদি ৰ'ব , নহলে কিবা ফাঁচী নহয় কালিয়াপানী নহৈ নেথাকে ।

গাহৰ ঃ এৰা মানুহে দোষ নকৰিলেও বিপদত পৰে।

সৰুকণ ঃ তাতে কুশল -কোঁৱৰ লাখপতি নহয় । ধনীৰ সৰ্বদোষ মাফ — দুখীয়াৰ দোষ নহলেও দণ্ড । গাহৰ ঃ এৰা , দুখীয়াৰহে দুখ । গাঁৱে গাঁৱে "কপাৰেটিভ" দোকান বোৰ হৈছে হয় পাচে — কেৰাচিন তেল অকণৰ পৰা যিহে আমনি ? সূতা - নেতা আমি কেতিয়া আহে ভু নেপাওৱেই । "এতা ," চেনী , এইবোৰ নগৰতে কাৰোবাক বেচি দি আছে । দোকানীক ক'লে আকৌ যিহে জল্ জলাই উঠে ।

সৰুকণ ঃইয়াত কপাৰেটিভ দোকান কোনে চলায় ?

গাহৰ ঃ মণ্ডলৰ "সোণাইয়ে" — সেই চেলেপুটোৱে —

সৰুকণঃ ব'লা বাৰু , চাও সি কেৰাচিন তেল নিদিয়েনো কিয় ধৰোগৈ ? মই ইয়াৰ অলপ আইনৰ তত্ পাও আকৌ ।

গাহৰ ঃএৰা হৰিভকত ব'লাচোন — আজি নাই — নুই

কৰিলে, বাপেকে ভালকৈ খকৰা মুকুটি গোটাচেৰেক সোধামেই। (প্ৰস্থান)

# ৫ম দৃশ্য

(গোলাঘাটৰ Local Board office ত বিচাৰালয়। গতিকে ৰঙ্গমঞ্চত বিচাৰ সভা দেখুৱা বিশেষ অসুবিধা নহ'ব। আগৰ নিয়ম অনুযায়ী কাছাৰী ১১ বজাতে বহিব। ১১ বাজিবলৈ ১৫/২০ মিনিট থাকিব। বিচাৰালয়ৰ আগত জুমা - জম মানুহ নানা মত প্ৰকাশ কৰি ঘুৰি ফুৰিব। ভিন্ন ভিন্ন সম্প্ৰদায়ৰ ভিন্ন ভিন্ন পোছাকৰ মানুহৰ দল দেখুৱাব পাৰিলে বিশেষত্ব দেখুৱা হয়। ১১ বাজিবলৈ ৪ মিনিটমান থাকোতেই উকীল, পেস্কাৰ আদি উপস্থিত হৈ থাকিবহি। সকলোৰে মুখত ভয় আৰু আশঙ্কাৰ চিন। অলপ পৰৰ পাচতে সশস্ত্ৰ পুলিচে কোঁৱৰক বেঢ়ি আনি "আচামীৰ" "dock" ত থিয় কৰিবহি কোঁৱৰে হাহি মুখেৰেই থিয় দিবহি। কাছাৰীৰ বৰকাহত টং টং কৰে এঘাৰটা কোব মাৰোতেই বচাৰকে গহীন গম্ভীৰ ভাবে "এজলাচত" আহি থিয় দিবহি। সকলোৰে থিয় হয় আৰু "Good morning, Sir" বুলি কয়। বিচাৰকে তাৰ প্ৰত্যুত্তৰ "Good morning" বুলি মূৰ জোকাৰে, পেস্কাৰে কাগজ দুই - চাৰি খন উলিয়াই দিয়ে। বিচাৰকে চহি কৰে। তাৰ পাচত "Judgement" উলিয়াই।)

(গুৰু গম্ভীৰ ভাৱে)

Kushal Kunwar ... ... . ... That you on or about the 9th day of October, 1942, at Sarupathar caused the wrecking of 329 up train of the B. & A. Railway Killing and endangering public safety, thereby committing an offence punishable under section 120 "B" of the Indian penal code and within my cognizance.

(2) Secondly, that you on or about 9th day of October, 1942, at Sarupathar removed rails and sleepers from the main railway line of the B. & A. Railway, which wrecked 329 up train of the said railway. Killing and endangering the safety of the travelling public and thereby Committing and offence punishable under Sec. 126 of the Indian Railways act and within my cognizance

(3) Lastly, that you on or about the day of 9th October, 1942, at Sarupathar committed sabottage by wrecking train 329 up of B. & A Railway, thereby committing an offence punishable under Sec. 35 of the Defence of India rules 939 and within my cognizance That you have been tried and found guilty under the above charges and you are convicted for death by hanging till death. You are allowed the option of jail appeal in case you declein, the Government will take it up

(তাৰ পিচত পেস্কাৰে অসমীয়াত Judgement পঢ়ি দিয়ে।)

কুশল কোঁৱৰ,

১৯৪২ চনৰ ৯ অক্টোবৰ তাৰিখে সৰুপথাৰত "বেঙ্গল আৰু অসম" ৰেইলৱে লাইনৰ ৩২৯ নং আপ মেইল ৰেলগাড়ীৰ লাইন আঁতৰাই, জন সাধাৰণৰ জীৱন বিপন্ন কৰা অপৰাধত, ভাৰতীয় দণ্ডবিধি আইনৰ ১২০ ধাৰা, ভাৰতীয় ৰেইলৱে আইনৰ ১২৬ ধাৰা আৰু ভাৰত ৰক্ষা আইনৰ ৩৫নং ধাৰা অনুযায়ী তোমাৰ আমৰণ ফাঁচীৰ কাঠত ওলোমাই প্ৰাণ লোৱাৰ নিৰ্দেশ কৰা হ'ল। তুমি ইচ্ছা কৰিলে জেইল আপীল ধৰো গৈ মই ইয়াত — নহলে চৰকাৰে নিজেই কৰিব।

(কোঁৱৰে হাঁহি মাৰি কয়)

কোঁৱৰ : মই কিন্তু সম্পূৰ্ণ নিৰ্দোষী,--বিচাৰক ডাঙৰীয়া। (বিচাৰপতি উঠি গুচি যায়, ডাৰোগা আৰু দুজন armed Guard এ গাত কেৰেয়া লগাই মঞ্চৰ সন্মুখেদি কুশল কোঁৱৰক লৈ যায়। কোঁৱৰে তলমূৰ কৈ গৈ থাকে।)

পট পৰে।

# ৫ম অঙ্ক

## ১ম দৃশ্য

## Jorhat Jail

(কোঁৱৰে কিবা এটা গুণ গুনাই বহি থাকিব — এনেতে গডমূৰীয়া ডেকা গোঁসাই সোমাই আহে ।)

**ডেকা** :কোঁৱৰ ।

**কোঁৱৰ** : এ প্ৰভু ! আহক ( সেৱা কৰে ) অপৰাধী জীৱ ইযাতে বহি আছো ।

**ডেকা** : মই আকৌ গোপী বৰদলৈৰ লগত কথা পাতি আছিলো , তাতে নৰেণ শৰ্ম্মা ওলালগৈ — তিনিও কথা - বতৰা পাতি থাকোতেই , মই ভাবিলো বোলো কোঁৱৰৰ সতে দেখা কৰি আহোগৈ ।

**কোঁৱৰ** : অশেষ কৃপা , প্ৰভু ! বৰদলৈ , নৰেণ শৰ্ম্মাকে আদি কৰি আমাৰ কংগ্ৰেছৰ নেতা আটাইকেইজনৰ সতে দেখা কৰিযেই আছো । এইমাত্ৰ আপোনাৰ কথা ভাবোতেই প্ৰভুযে মিলায়েই দিলে ।

**ডেকা** : আপুনি অকলে বহি আছে ?

**কোঁৱৰ** : আৰুতো সৰহ দিন নাই — প্ৰভু — অকলেযে যাব লাগিব । সৰহীয়া লগৰীযাৰে থাকি --- যাবৰ সময়ত উৰুঙা লাগে বুলি — এই কেইদিন অকলেই থকা উচিত যেন দেখিছো ।

**ডেকা** : উস । কিভয়াবহ কাণ্ড ?

**কোঁৱৰ** : কি প্ৰভু ?

**ডেকা** : এই — এইবোৰৰ কথাই কৈছো --- এই — এইবোৰ —

**কোঁৱৰ** : অ' মোৰ ফাঁচীৰ কথা কৈছে । তাকে ভয়াবহ বুলিছে হব পায় ।

**ডেকা** : হয় , কোঁৱৰ ডাঙৰীয়া ।

**কোঁৱৰ** : মই হলে প্ৰভু , আপুনি গুৰুজন সন্মুখত আছে ঈশ্বৰৰ নামত , মহাত্মাজীৰ নামত শপত খাই কৈছো, অকণ মানো ভয় খোৱা নাই । সচাকৈ কবলৈ গলে প্ৰভু — বিশ্বাস কৰক সন্মুখত মৰণে হাত বাউল দি মাতি আছে , ভয় কাক বোলে মই কবই নোৱাৰো । আজীৱনেই দুৰ্দ্দান্ত আছিলো — বাঘ , সাপ , ভূত , প্ৰেত , ডাইনী , যখিনী আৰু প্ৰভু কোনো মানুহকেই ভয় কৰা অভ্যাস নাছিল । জীৱনত আগেযেও কেতিয়াও কাকো ভয় কৰা নাই । আজিও নকৰো আৰু মৰণৰ আগত নকৰিমও ।

**ডেকা** : আপুনি কোঁৱৰ , নিভীক বীৰ ।

**কোঁৱৰ** : সেই প্ৰশ্নৰ সেইবোৰ আখ্যান জলাঞ্জলি দিযক প্ৰভু ।

**ডেকা** : "জেইল আপীল" কৰিছে । মোৰ প্ৰভুৰ কৃপা হলে কিজানি খালাচ ও ।

**কোঁৱৰ** : প্ৰভু (হাঁহি মাৰি ) সপোনত উৰা মাৰি কেতিযাবা গৈছে নহয চাগৈ ? কিন্তু দিঠকত জানো পাৰিছে ? "জেইল আপীল" তপাৰ মূৰৰ তিনিগছি চুলি । সেই তিনিগছিৰ কোনো অস্তিত্বই নাই , যি তপা তপাই ।

**ডেকা** : কিন্তু অনেক ক্ষেত্ৰত উপকাৰ হোৱাও দেখা যায ।

**কোঁৱৰ** : প্ৰভু , কোটোহাগুৰিৰ কেঁচাই - খাঁতী গোসানীৰ গুৰিলৈ বৰ বলিৰ দিনা শই শই বগা , ক'লা পাঠা ছাগলী নিযেনে নিনিযে ?

**ডেকা** : নিযে , হ'ব পায ।

**কোঁৱৰ** :-অ' আপুনি সত্ৰতেই সোমাই থাকে । চাৰি সত্ৰীযা গোঁসাই , সেইবোৰ ক'ত দেখিব ? মযে কও শুনক --- বহুত নিযে । আৰু তাৰে শকত - আৱত দুই - এটি ধুনীযা পাঠী দেখিলে , বাটৰ বাটৰুৱাই বাটত হাযঔ - বিঔ কৰে , যেনে --- ইস্ , এনে ধুনীযা ছাগলীটো কটা ! বলি দিবলৈ নিছে !! কিন্তু সেই লেৰেলা সাদৰত আন্তৰিকতা নাই । কাৰণ, ছাগলীটো যদি সেই হাযঔ - বিঔ কৰোতাৰ হাতত যদি জমা দিয়া যায , ছাগলী পেটতেই লয পাব । আৰু গোঁসানীৰ গুৰিতো তাৰ নেলুটো যাব । এতিযাও প্ৰভু , এই "জেইল আপীল" মাজৰ মানুহৰ অনাহকত হাযঔ - বিঔ । কেৱল মাথোন আইনৰ পেঁচ মাৰিবলৈ ওলোৱাটোক লেৰেলা সাদৰ দেখুওৱা বা মৰণ মুখী মানুহটোক তিলে তিলে কষ্ট দি এই আশা - নিৰাশাৰ মাজেদি টানি চোঁচোৰাই নি অৱশেষত চিপ্ জৰীৰ চিপত ওলোমোৱা ।

**ডেকা** : তথাপিতো আশাবাদী মানৱ --- আশা এৰিব নোৱাৰি ।

**কোঁৱৰ** : প্ৰভু ! ভাবি চাওক --- বৃটিছৰ ৰাজ্য , আমি সিহতৰ গোলাম । আমি পৰাধীন , সিহতৰ ইচ্ছাই ইচ্ছা , গতিকেই বৃটিছ সাম্ৰাজ্যবাদীৰ ইচ্ছাৰ বিৰুদ্ধে কোনো ইচ্ছা প্ৰকাশ কৰা টান । গোঁসানী থাপিছে, পূজা আহিছে , বলি দিবই লাগিব । বলি দিওতে জানো কোনোবাই বলিৰ পঠাটোৰ মতামত লয ? পঘা ডিঙিত লগায় চোঁচোৰাইহে আনে — আৰু আজিৰ , সেই বলিৰ ছাগলী হৈছে কুশল কোঁৱৰ , মোৰ সপক্ষে বা বিপক্ষে কি মতামত হব পাৰে ?

আৰু মোৰ মুখাও সি থোৱা আছে।

ডেকা ঃ তেনেকৈ নকব কোঁৱৰ (গবামাৰি উত্তেজিত হৈ কয়।)

কোঁৱৰ ঃ মৰিমেই --- আৰুনো কেইদিন আছে ? হেঁপাহ পলুৱাই মনৰ কথাবোৰ কৈ লওঁ, হয়নে নহয় প্ৰভু ?

ডেকা -ঃ তথাপি সেইবোৰ উপমা .

কোঁৱৰ ঃসেইটোৱেই শুদ্ধ উপমা প্ৰভু ! পিছে এটি কথা ভাবিহে বেজাৰ লাগে --- শোকে খুন্দা মাৰি ধৰে

.

ডেকা -ঃ কি কাৰণে ?

কোঁৱৰ ঃগোঁসানী ৰূপী বৃটিছ সাম্ৰাজ্যবাদৰ আগত --- ছাগলী নিঘুণীচাই বলি দিব, তাৰ পিচত সেই বলিৰ ডিঙিযেদি তেজৰ ধাৰ শত ধাৰে বৈ যাব প্ৰভু। সেই জীয়া তেজ চকুৰ আগত দেখি যদি দৰ্শকৰ সন্মুখত থকা জনতাৰ আৰু জনসাধাৰণৰ গাত দেওধা লাগে, গোঁসানী লণ্ডেহি, সকলোৰে উত্তেজনাত সেই জীয়া তেজৰ এফোটি ফোট লয়হি আৰু গোটেইখন ৰঙা তেজেৰে ৰাঙলী হৈ যায় --- তেতিয়াহে তেতিয়াহে বলিৰ জীকা সাৰ্থক হ'ব আৰু সেই বলিদানৰ উদ্দেশ্য সিদ্ধি হ'ব।

ডেকা ঃ মই কি ক'ম --- নক'ম, বুজিব নোৱাৰা হৈছো কোঁৱৰ। আপুনি বীৰ, ঈশ্বৰে আপোনাক কৃপাকৰিব, ইমানেই মোৰ দৃঢ় বিশ্বাস। তাত বাজে আৰু একো নাভাবোও আৰু নেজানোও, কোঁৱৰ।।

কোঁৱৰ ঃ-প্ৰভু ! নশ্বৰ দেহা এৰি গুছি যাব লাগিবই। এনেয়েতো গলহেতেন ! জন্ম হোৱাৰ অৰ্থই হৈছে মৰণমুখী হোৱা, কিন্তু এনে ঈশ্বৰৰ কৃপা, মোৰ দেহাতো জানিবা সত্ উদ্দেশ্যেই যাব লগীয়া হৈছে। দেহি ঐ ! দুখীয়া - নিছলা অসমীয়া !! মানৱ আক্ৰমণত, মোৱা - মৰিয়া উৎপাতত, তাৰ পাচত বিদেশী এই বগা - বঙালৰ প্ৰতাৰণাত অসমীয়াৰ অস্তিত্ব লোপ পালে। অসমীয়াৰ ধন - জন, শক্তি - সামৰ্থ্য, একোৱেই নাই। তাকেই কৈছো --- কুশলৰ তেজে যদি দেশৰ অসমীয়া ডেকা - গাভৰুৰ মনত প্ৰেৰণাৰ সঞ্চাৰ কৰে, সিমানেই যথেষ্ট। প্ৰভু কওকচোন আত্মাটো অমৰ হয়নে নহয় ?

ডেকা ঃ সেই বুলিয়েই বেদ শাস্ত্ৰে কয়।

কোঁৱৰ ঃ আত্মা যদি অমৰ হয় ? --- নাই প্ৰভু, মোৰ পূৰ্ণ বিশ্বাস আত্মাৰ মৰণ নাই। মোৰ আত্মাই দূৰৰ পৰাই চাই থাকিব। --- আৰু মোৰ বলিদানে যদি দেশৰ সামান্য উপকাৰত আহিব পাৰে --- যদি ভাৰতবৰ্ষ মুক্ত হয় --- স্বাধীন হয় --- স্বৰাজ হয় --- মহাত্মাজীৰ ৰাম ৰাজ্য স্থাপিত হয় --- প্ৰভু, চাওকচোন মোৰ আত্মাই কত সুখ পাব ! ধন্য মানিম নিজৰ মৰণকেই --- মৰণতেই মোৰ আনন্দ ! মোৰতো ই মৃত্যু নহয় --- আত্মাৰ পূৰ্ণ প্ৰকাশৰ সোপান আৰু প্ৰথম জয় - যাত্ৰা।

ডেকা ঃ কোঁৱৰ ( চকুলো টুকি )

কোঁৱৰ ঃ প্ৰভু, জন্মীয়ে মোকেই বাছি লৈছে। আপদি নাই। জানো --- আটায়ে জানে --- মই সম্পূৰ্ণ নিৰ্দোষী ; তথাপিতো বিধাতাৰ নিৰ্দ্দেশ --- মোৰ ওপৰতেই পৰিছে। পৰমেশ্বৰ ! তোমাৰেই কৃপা। এনেয়ে হয়তো ৰোগ বা উপচক্ৰত মৰিলোহেতেন কিন্তু আজি মৰিবলৈ ওলাইছো -- সজ্ঞানে সুস্থ শৰীৰে --- দেশ মাতৃকাৰ মঙ্গলৰ অৰ্থে স্বাধীনতাৰ বাবে --- মহাত্মাজীৰ ৰামৰাজ্যৰ বাবে।

ডেকা ঃ মহাত্মাৰ বাণী ---

কোঁৱৰ ঃ মহাত্মাজীৰ বাণী প্ৰভু ! অতি সত্য। ৰামায়ণ - মহাভাৰত পঢ়ি চাব --- ভাৰতবৰ্ষৰ ইতিহাস পঢ়ি চাব --- দেখিব ৰাম আছিল হয় --- কিন্তু ৰামৰাজ্য ? পৃথিৱীত --- মোৰ বিশ্বাসত --- দুখীয়াক পুতৌ কৰা মানুহ কেৱল মহাত্মাগান্ধী -- আৰু কোনো নাই প্ৰভু! ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ ৰজা মহাত্মাজীয়েই আৰু প্ৰকৃত অহিংস নীতিৰে জাতিভেদ হীন ৰাজ্য গঠন --- মহাত্মাগান্ধীয়েইহে কৰিব পাৰিলে এইয়েই মোৰ দৃঢ় বিশ্বাস।

ডেকা ঃ সঁচা কথা।

কোঁৱৰ ঃ সেই মহাত্মাজীৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে ঈশ্বৰৰ নাম মুখত লৈ --- আপোনালোক গুৰুজনৰ আশীৰ্ব্বাদ শিৰত লৈ হাঁহি মুখেৰে, ৰং মনেৰে, ফাঁচী কাঠত ওলমিম, কি আনন্দ প্ৰভু ! কিহৰ ভয়, তাতেই মোৰ শান্তি ! শান্তি ! শান্তি !

( ডেকাই উত্তেজিত হৈ সাবটি ধৰে )

কোঁৱৰ ঃ কিবা বিশেষ দীক্ষা আছেনে ? এই কেইদিন তাকে আওৰাই তাকেই বুকুত বান্ধি কটাও।

ডেকা ঃ গুৰুজনে এটি মন্ত্ৰ দিছিল। সেইটিয়েই মোৰ শেষ সম্বল। তাকেই আপোনাক স্মৰণ কৰাই দিওঁগে। আহক --- ( কোঁৱৰৰ মুখলৈ একেথিৰে বহুত পৰ চাই থাকে আৰু বহুত পৰৰ মূৰত আকৌ ডেকাই মাত লগায় --- চকুত চকুলো ) আহক --- কোঁৱৰ ডাঙৰীয়া। এই খিনিতে বহো দুয়ো।

( দুয়ো মুখা মুখিকৈ সেই ঠাইতেই বহে আৰু মুখৰ ভিতৰতে দৰ্শকে নুশুনাকৈ গোঁসাইয়ে কিবা মন্ত্ৰ এটি কোঁৱৰক মাতি শুনায়। কোঁৱৰে এক মনে এক ধ্যানে

সেই মন্ত্ৰ শুনি নিতাল মাৰি বহি থাকোতেই --- পট পৰে ।)

# ২য় দৃশ্য

( নীলপদ্ম বৰুৱা চুৰিয়া পিন্ধি --- গাত গেঞ্জী আৰু চেলেং কাপোৰ এখন থাকিলেই ভাল হয় ।)

(ৰঙ্গমঞ্চৰ মাজত থিয় দি )

নীল ঃভোৰ - তাল বজাই , মাহ - চাউল খোৱা ভকতৰ ল'ৰা ।আহ ' গৈছিলো Military contract কৰিবলৈ --- বাৰু ।একো কথা নাই , কিন্তু সামান্য চাহাবক সন্তুষ্ট কৰিবলৈকে মোৰ মদত মুখ দিয়া কিমান অন্যায হ'ল ।সাত - পুৰুষত নোহোৱা কথা, নকৰা কাম --- ধনৰ আশাত কৰিলো ।(খংমুৱা হৈ ) কুকুৰ ধূলী Work Munshi 'আৰু আমি সাধাৰণতে কও "মহৰী" মই কংগ্ৰেছ কৰ্ম্মী হও নহও তোৰ বাপেৰৰ কি লোকচান ? Major এ Captain এ একোটো নকলে , তই আকৌ নপতা বৰফুকনটো হৈ --- কাড়ি পাইকৰ ঘৰত জনম লৈ --- হেৰি ঔ দণ্ডেশ্বৰ দত্ত বৰুৱা উপাধি লিখি --- কি হাতৰ তলুৱাত নোম গজালি কচোন ? তই কেলেই চাহাবৰ আগত লগাই দিলি যে --- নীল পদ্ম বৰুৱা Congress ৰ মুখিযাল মানুহ ।

( এনেতে পেহাদেউ বুলি মাত মাতি আকৌ অখিলৰ প্ৰবেশ ।)

নীল ঃ আহ

অখিল ঃপেহাদেউ ।

নীল ঃ আমাৰ পিনে পৰালি পৰিল নহয় --- শুনিছেনে নাই?

অখিল ঃ সেই Nonsense দণ্ডবোলা টোৱে লগাই দিলে ।

নীল ঃ-অঁ সিযে নিমিত্ত মাত্ৰ হ'ল ।

অখিল ঃমই তাক শুধিছিলো --- সি বোলে আপুনি তাক পইচা নিদিযে ।সি সেই কাৰণে খণ্ডত ভেদ ভোহাৰি' পেলালে ।মই তাক খং কৰি ভালেমান বকিলো । মই চাহাবক কৈ চামনে ?

নীল ঃ একো লাভ নহব ।Congress ৰ নাম শুনিলে সিহঁত অগ্নিকলাই হৈ পৰে ।লাভত তোৰ Contract cancel হে কৰিব ।

অখিল ঃ তেনে ?

নীল ঃ ঈশ্বৰ আছে ।বাকী Pending থকা বিল কেইখনৰ পইচা কেইটা পালে বছৰেক বহি খাব পাৰিম ।নেপালে আকৌ সদাশিৱৰ জোলোঙা লৈ ভিক্ষা কৰিব লাগিব ।

অখিল ঃ Pending থকা বিলৰ পইচা আৰু Security deposit ঘূৰাই পাবই , পেহাঁদেউ ।

নীল ঃ জানো ' দেশখনত এইদৰে বিভীষণৰ সংখ্যা সৰহ হৈ পৰিলে দেশ কেনেকৈ তিষ্ঠিব ?

অখিল ঃ কি বিভীষণ পেহাদেউ ?

নীল ঃ এই চাই পঠিযাচোন Congress ৰ তৰফৰ পৰা মইযেই এটা বিভীষণ আৰু আমাৰ পাবত গজা বকৰাণিত ওপজা Work Munshi দণ্ডধৰ দত্ত বৰুৱা বিভীষণ ।পোন্ধৰ বছৰ Congress তথাকি মই Military ঠিকাত লাগি গলো আৰু দেশকো ফাকি দিলো ।

অখিল ঃ সেইবোৰ আপুনিহে বুজে ।

নীল ঃ তযো বুজ কিন্তু মন নকৰ ।

অখিল ঃ মই নিজৰ কামত ব্যস্ত থাকোতেই যায ।এইবোৰ ভাবিম কেতিয়া ?

নীল ঃ ময়ে ভবুৱাব --- অ' সোণ ।ভয কৰিব নেলাগে ।

অখিল ঃ কুশল কোঁৱৰৰ কালিলৈ ফাঁচী ।

নীল ঃ অঁ --- ভাবিলেই চকুপানী ওলায ।দুযো সহকৰ্ম্মী আছিলো বোপাই ।একে লগেই --- একে উদ্দেশ্যৰেই কংগ্ৰেছত চাৰি অনা পইচা খৰচ কৰি নাম লিখাইছিলো --- সিও আজি পোন্ধৰ বছৰৰ আগৰ কথা ।

অখিল ঃ পোন্ধৰ বছৰ ।

নীল ঃ পোন্ধৰ বছৰ পায ' তাৰ পাচত দেশৰ কামত ফুৰোতেই , সভা - সমিতিত লাগি থাকোতেই ঘৰৰ কাম তল পৰে , আৰ্থিক অৱস্থা শোচনীয হৈ যায় দুযোৰে ।মই সহিব নোৱাৰি বিভীষণ মূৰ্ত্তি ধৰি Military ত সোমালো আৰু কুশল কোঁৱৰে দেশকেই মোৰ বুলি থাকিল ।--- মোৰেই অন্যায় ।

অখিল ঃ কুশল কোঁৱৰৰ কালিলৈ ফাঁচী ।Government এওভয় খুৱাবলৈ এটাক ফাঁচী দি থলে ।কোনোবা এটাক তো মাৰিব লাগিব --- সি লাগে যেয়ে নহওক।আমাৰ ভাৰতবাসী এটা হলেই হ'ল ।কুশল কোঁৱৰৰো সেই দশাই হ'ল !

নীল ঃমোৰ সহকৰ্ম্মী কুশল কোঁৱৰ --- নিৰ্ভীক বীৰ আছিল সচাঁকৈয়ে সিদিনা মাত্ৰ লগ পাইছিলো --- মোক কত মৃদু তিৰস্কাৰ কৰিলে , কত কথা কলে ।সেই দিনাই

মই ভাবিছিলো — সেই মুহুৰ্ত্তেই ইচ্ছা গৈছিল এইবোৰ "হাফপেণ্ট" কোট , পটলুং ফালি আকৌ খদ্দৰ উলিযাও । নিজৰ ভণ্ডামিলৈ নিজৰ ঘৃণা ভাব উপজিছিল ।

অখিল : আমি যি লাভ দেখো — কাগজে কলমেহে । ভাবিবলগীয়া হৈছে ।

নীল : আজি মোৰ দুটা কথা মনলৈ আহিছে । কুশল কোঁৱৰ কালিলৈ মৰিব আৰু আমি হাত সাৰটি বহি আছো । আৰু পইচা পইচা কৈ চিঞৰি চিঞৰি ...লিয়া আৰু দ্বিতীযটো Income tax.

অখিল : আঁ — ঠিক ধৰিছে — ।

নীল : হাতত যি দুটা পইচা পৰিছে বা পৰিবহি পাৰে Income tax দিম কৰ পৰা ? সিমানটো পইচা পোৱা নাই । চাবি বাৰ — Income tax এ কি বিহুখন দেখুৱাই ।

অখিল : খাই দিব পেহাদেউ ! লাখে লাখে কাৰোবাক বহুৱাইছে বোলে ।

নীল : বুঢ়া হৈছোহি — কলি যুগৰ মানুহ একা । এইটো মনত ৰাখিবি — হাতত পইচা কড়ি যি আছে — ঘৈণীযেৰৰ হাতে - কাণে , ডিঙিয়ে যি পাৰ সোণকে ওলোমাই থ । সেইয়েই তোৰ fixed deposit নহলে শেহান্তৰত একো নেথাকেগৈ দেই । বিশ্বাস কৰিবি আৰু অকলে ভাবি চাবি কি কৈছো । Military ঠিকাদাৰৰ ভবিষ্যত আন্ধাৰ । আন্ধাৰ । উস । কালিলৈ কোঁৱৰৰ ফাচী ভাবিলেই ভয় লাগে । একে লগৰ মানুহ , লৰা - তিৰোতাও আছে — ইস , ৰাম , ৰাম !। আহ ভিতৰলৈ আহ — ।

(দুয়োৰে প্ৰস্থান । )

পট পৰে ।

## ৩য় দৃশ্য

( যোৰহাট জেইল । কোঁৱৰ জেইলৰ কুঠৰীত থিয় দি আছে আৰু এনেতে Jailor ৰ প্ৰবেশ আৰু কোঁৱৰৰ সন্মুখত থিয় হৈ কয় । Soft music all along.)

Jailor : কোঁৱৰ ডাঙৰীয়া আপোনাৰ পৰিবাৰ আৰু লৰা দুটিয়ে আপোনাৰ লগত দেখা কৰিবলৈ আহিছে । গৱৰ্ণমেণ্টও Permission দিছে ইয়ালৈ মাতি আনিম নেকি ?

কোঁৱৰ : Jailor ডাঙৰীয়া , মোক সিহঁতৰ লগত কথা পাতিবলৈ অলপ সময় গঁৰালৰ বাহিৰত সুবিধা দিবনে ?

Jailor : নোৱাৰিম কোঁৱৰ ডাঙৰীযা । মোৰ সাধ্য নাই , বে- আইনী হব ।

কোঁৱৰ : তেনে হলে আৰু কি হব ? বে - আইনী বা কেলৈ হব লাগিছে ?

Jailor : মই তেনে ইয়ালৈকে মাতি আনোগৈ ?

কোঁৱৰ : ভাল । (Jailor ৰ প্ৰস্থান ; প্ৰভাৱতী আৰু কোঁৱৰৰ লৰা দুটাক লৈ Jailor ৰ পুনৰ প্ৰবেশ লগত দফাদাৰ আৰু পুলিচো থাকিব । )

( প্ৰভাই সোমাই গৈয়েই কোঁৱৰক সেৱা কৰে . লৰা দুটাকো সেৱা কৰিবলৈ কয় ডাঙৰটোৱে । সৰা কৰে সৰুটো বৈ থাকে ।)

প্ৰভা : দেউতাৰক সেৱা কৰ সোণ ।

( এইবাৰ টপৰ কৰে পৰি সৰু লৰাটোৱেও সেৱা কৰে । সেই পিনে চাই চাই কোঁৱৰৰ চকু চুলচুলীয়া হয় আৰু নিমাত হৈ থাকে । )

প্ৰভা : আপুনি সেজাৰ নকৰিব দেৱতা । শত - সহস্ৰ মানুহৰ মাজত পৰমেশ্বৰে আপোনাকেই বাছি লৈছে । ঈশ্বৰৰ আপোনাৰ ওপৰত বৰ অনুগ্ৰহ । আপোনাক ইমান ভাল পায় ।

কোঁৱৰ : প্ৰভা , সোণহঁত মোৰ । দেখা কৰিবলৈ আহিলা ? কিন্তু বৃটিছৰ এনে উৎকট আইন যে মই আজিও তোমাৰ ওচৰলৈ গৈ এআষাৰ কথা পাতিবৰ সুবিধা নাই । এয়ে গোলাম দেশৰ গোলামী আইন ।

Jailor : কোঁৱৰ , বেচিপৰ সময় নকৰিব কিবা কথা থাকিলে বেগাই কওক আৰু বেচি পৰ এখেতসকলক থাকিবলৈ দিব পৰা নহব ।

কোঁৱৰ : ভাল । জেইলৰ ডাঙৰীয়া । এই শেষ কৰিলো । আপুনি অসন্তুষ্ট নহব । আৰু সৰহ পৰ , কিম্বা সৰহ দিন কুশলে আমনি কৰিবলৈ নেথাকে , নিজেই জানে দেখোন । প্ৰিয় জনৰ সৈতে বিদায় বেলিকাৰ ক্ষণ বৰ মধুৰ — জেইলৰ ডাঙৰীয়া !!

Jailor : ক্ষমা কৰিব , কোঁৱৰ ডাঙৰীয়া । মই দৰ্ম্মহা খোৱা সাধাৰণ বৃটিছৰ লগুৱা মাত্ৰ ।

কোঁৱৰ : প্ৰভা , কিনো কম ? যাবৰ সময় হলেই । দেশে মোকেই বাছি লৈছে । ঈশ্বৰৰ ইচ্ছাও সেয়েই । মই অকণো দুখ কৰা নাই । মনত ভয়ে স্থান পোৱা নাই, যোৱাগৈ প্ৰভা । আমাৰ একো নাছিল — কো নাই — তথাপি সকলো আছিল — সকলো আছে । তোমাৰ স্বামীয়ে চুৰ কৰি , ডকাইতি কৰি , নৰহত্যাৰ অপৰাধত ফাঁচী কাঠত ওলমা নাই ।

তোমাৰ চেনেহৰ কুশলে প্ৰাণ দিব দেশৰ কাৰণে, দেশ - মাতৃকাৰ মঙ্গলৰ কাৰণে। বাপুজীৰ ৰাম ৰাজ্যৰ কাৰণে, স্বাধীনতাৰ কাৰণে, দেশক দাসত্বৰ বন্ধনৰ পৰা মুক্তিৰ অৰ্থে।

**প্ৰভা** : দেৱতা।

**কোঁৱৰ** : সেয়েই তোমাৰ অক্ষয় কবচ হওক, তাকেই অন্তৰত জপি জীয়াই থাকিবা পোনা দুটিক বুকুত বান্ধি লৈ --- সেয়েই তোমাৰ জীৱনৰ অক্ষয় কবচ হ'ব।

(Jailor এ চকুপানী টুকিব)

কপালৰ ৰাঙলী সেন্দুৰৰ ফোট মোহাৰি --- তোমাৰ চেনেহৰ কুশলক অন্তৰৰ অন্তৰত তাতোকৈ ৰাঙলী ৰঙৰ ৰহনেৰে জয় তিলক আঁকি লবা। যোৱাগৈ প্ৰভা। গাঁৱৰ ওচৰ চুবুৰীয়া ৰাইজক কবাগৈ সকলোৱে যেন মোৰ হকে ---"মোৰ আত্মাৰ সদ্‌গতিৰ হকে নামঘৰত এগছি শলিতা দিয়ে। মোৰ দোষ - দায় অপৰাধ যেন সকলোৱে নিজ গুণে ক্ষমা কৰে।

**Jailor** : (ঘড়ী চাই) আৰু সময় নাই --- আপোনালোক যাবৰ হ'ল।

**প্ৰভা** : যাও ! পোণাহত দেউতাৰক মাত লগা।

**ডাঙৰটো** : দেউতা ! আমি যাও ---

**সৰুটো** : দেউতা তই কেতিয়াকৈ ঘৰলৈ যাবি ? সোনকালে যাবি দেই।

(ল'ৰাটোৰ কথা শুনি কোঁৱৰে চকুপানী টোকে।)

(প্ৰভাৱতীয়ে আৰু লৰা দুটাই সেৱা কৰে আৰু কোঁৱৰে সেই পিনে নেচাই মুখ ঘূৰাই লয়। তাৰ পিচত লাহে লাহে মুখ ঘূৰাই তেওঁলোক যোৱাৰ পিনে চায়। লাহে লাহে Jailor ৰ সতে সকলোৱে প্ৰস্থান। একেথৰে অলপ পৰ চাই থাকি কোঁৱৰ অজ্ঞান হৈ মাটিত লুটিখাই পৰে। Soft music.)

পট পৰে।

# ৪ৰ্থ দৃশ্য

## Jail ৰ ভিতৰৰ দৃশ্য

(Jailor ও দফাদাৰে হাত লেমেৰে ইপিনে সিপিনে চাই থকা দেখা যায়। এনেতে কাঁহত টং টং কৰে ৯টাৰ কোব মাৰে। জেইল নিস্তব্ধ। Counting time. Jailor এ কয়েদীবোৰ এমূৰৰ পৰা চাই যায়। গড়মূৰীয়া ডেকা গোঁসাইৰ সন্মুখত থিয় দিয়েগৈ।)

**ডেকা** : Jailor ডাঙৰীয়া ?

**Jailor** : প্ৰভু ! মোক মাতিছিল নেকি ?

**ডেকা** : কথা এটি কও --- ৰাখিব জানো ?

**Jailor** : জানো।

**ডেকা** : আপোনাৰ ওপৰতে নিৰ্ভৰ কৰিছে। আপুনি ইচ্ছা কৰিলে কৰিবও পাৰে আৰু নহলে নকৰিবও পাৰে। আশা দিয়ে যদি কও --- আৰু যদি এনেয়ে পানীত কোবোৱা হয় কৈনো কি লাভ ?

**Jailor** : মই একো বুজিব পৰা নাই। কলেহে মই বুজিব পাৰো --- কব পাৰো --- উচিত সমিধান দিব পাৰো।

**ডেকা** : কালিলৈ পুৱাতে আমাৰ কোঁৱৰৰ ফাঁচী হব নহয় ?

**Jailor** : সেইবোৰ কোৱাৰ আমাৰ নিয়ম নাই প্ৰভু। সামান্য চাকৰিয়াল --- নকৈছো এইবোৰ কথা বাহিৰ হ'লে বিপাঙে মৰিম একা ?

**ডেকা** : বাৰু, সেইবোৰ একো নোসোধো। এটি মাত্ৰ অনুৰোধ আছে।

**Jailor** : কিনো অনুৰোধ --- শুনোচোন বাৰু আগতেই।

**ডেকা** : চাৰি সত্ৰীয়া গোঁসাই ঘৰৰ লৰা মিছা কথা কোৱা অভ্যাস নায়েই --- পাৰিত পক্ষে মিছাৰ আশ্ৰয় কেতিয়াও নলও। পলোৱা বিদৰোৱা জীৱনতেই অভ্যাস নাই আৰু সেইবোৰ শিকিবৰ বুজিবৰ একো ইচ্ছা কৰা নাই। মই দিন লেখি আছো --- কালিলৈ পুৱাতে কোঁৱৰৰ ফাঁচী হ'ব। মাত্ৰ এই ৰাতি চাৰি ডাৰ বাকী। এবাৰ কোঁৱৰক চাই আহিবৰ বৰ মন গৈছে। আপুনি যদি অনুগ্ৰহ কৰে --- মোৰ ইচ্ছা পূৰ্ণ হয়। ফাঁচীৰ আগদিনা তেখেতৰ ইচ্ছামতে যাৰে তাৰে লগত দেখা কৰিবলৈ চৰকাৰে অনুমতি দিছেই। তথাপি আপোনাৰ আদেশৰ বিশেষ প্ৰয়োজন।

**Jailor** : কিন্তু, এতিয়া বেলি হ'ল প্ৰভু ! সেইবাবে মইয়ো চাবি খুলি দিব নোৱাৰো।

**ডেকা** : আজিতো আমাক এনেয়ে তেখেতৰ সতে কথা - বতৰা পাতিবৰ সুবিধা দিছেই, কিন্তু মই কৈছো --- গোঁসাইৰ লৰা, কেতিয়াও নপলাও, কেতিয়াও আপোনাক বিপদত নেপেলাও। মোক অনুগ্ৰহ কৰি সেই সুবিধা দিয়ক। মোৰ অনুৰোধটি ৰাখক --- জেইলৰ ডাঙৰীয়া।

**Jailor** : এবা প্ৰভু !

**ডেকা** : একো বিপদ নহয়। মই গড়মূৰৰ ডেকা অধিকাৰী। মিছা নকও।

**Jailor** : কিন্তু, কাকো নকব --- আহক বাৰু।

( লাহেকৈ দুৱাৰৰ চাবি মেলে আৰু Jailor ও দফাদাৰ আগে আগে পাছে পাছে ডেকা গোঁসাইৰ প্ৰস্থান । )

(This same scene can be continued)

# ৫ম দৃশ্য

(Jorhat Jail . কুশল কোঁৱৰৰ Cell ৰ সন্মুখত । চাৰিওপিনে আন্ধাৰ । হাতত লেম এটা লৈ Jailor আৰু তাৰ পাছত ডেকা গোঁসাই লগতে দফাদাৰ । )

Jailor : প্ৰভু ! ৰাতি ভালেমান হৈছেহি । মই দুখীয়া "জেইলৰ" কৰ্ম্মচাৰী । হিন্দুৰ ঘৰৰ ল'ৰা । আপোনাৰ কথা এৰাব নোৱাৰি আপোনাক কোঁৱৰৰ সতে কথা - বাৰ্ত্তা হবৰ এই সুবিধা দিছো । খুব সাৱধানে লাহে লাহে কেৰে নুশুনাকৈ কথা পাতিব । চিএৰ বাখৰ কৰিলে বুজিছেই নহয় দেশৰ গতি গোত্ৰ । আটাইৰে মৰণ । তথাপি মোৰ আটাইতকৈ আগতে সৰ্ব্বনাশ হ'ব । তিনি - চাৰি মিনিটৰ বেছি পলম নকৰিব । মই ইয়াতে থিয় দি আছো । এইটো কোঁৱৰৰ Cell আপুনি লাহেকৈ মাত দিয়ক । তেখেত উঠি আহিব । হাতত এই লেমটো লওক , নহলে কাৰো মুখ কোনেও নেদেখে ।

( ডেকা গোঁসায়ে হাতত লেম লৈ Cell ৰ মুখত দি লাহেকৈ মাতে । )

ডেকা : কোঁৱৰ শুইছেনেকি ?

( ধহ মহকৈ কোঁৱৰ উঠি আহে আৰু দুৱাৰ মুখলৈ আহি — )

কোঁৱৰ : কোন ? প্ৰভু নে কি ?

ডেকা : হয় মযেই কোঁৱৰ ডাঙৰীয়া ।

কোঁৱৰ : অকস্মাতে দেখো , সময় কেতপৰ হ'ল ?

ডেকা : এই অলপতে ৯টাৰ কোব মাৰিছে । আপোনালৈ মনত পৰিল আৰু Jailor ডাঙৰীয়াক কাকুতি - মিনতি কৰিলত ইয়ালৈ অকণমান সময়ৰ বাবে আহিবলৈ দিছে ।

কোঁৱৰ : বৰ ভাল পালো , প্ৰভু ! আপুনি মোৰ দীক্ষা গুৰু, — আৰুতো সৰহ পৰ নাই । যাবলৈ প্ৰস্তুত হৈ আছো । মোৰ সেৱা গ্ৰহণ কৰক (হাত যোৰ কৰি )

অপৰাধ বিনাসন তযুনামে নাৰায়ন
জানি নাম পশিলো শৰণ।
অপৰাধ ক্ষমা কৰি মোক দয়াশীল হৰি
মোক ৰক্ষা কৰিও চৰণে ?

ডেকা : টোপনি গৈছিল নেকি ?

কোঁৱৰ : তেনেকুৱাই প্ৰভু , আপুনি দিয়া দীক্ষা মন্ত্ৰ বুকুত বান্ধি শুয়েই আছিলো ।

ডেকা : মহা প্ৰভুৱে সকলোকে ক্ষমা কৰক ।

কোঁৱৰ : হয় প্ৰভু ! সকলো ঈশ্বৰৰে কৃপা —

ডেকা : এঃ আপোনাৰ টোপনীহে ...... .. .... .. . ..

কোঁৱৰ : প্ৰভু ! আজি মনত নতুন অনুভূতিৰ সঞ্চাৰ হৈছে। সিযে কেনেকুৱা প্ৰকাশ কৰা টান । এই জীৱন - মৰণৰ সন্ধিক্ষণত , আশা - নিৰাশাৰ আন্ধাৰ পোহৰত , নিদ্ৰা - তন্দ্ৰাৰ অদ্ভুত সমাবেশত , মই আপোন পাহৰা হৈ গৈছো , প্ৰভু !! প্ৰাণত নতুন স্পন্দন , শিৰাই শিৰাই , মেৰু মৰ্জ্জাই অদ্ভুত শিহৰণ। ইকি স্বপ্ন বাজ্য নে বাস্তৱ মই অনুভৱ কৰিবলৈ অক্ষম। দূৰ নীলিমাৰ ফালে চালে কিবা যেন দেখো।মোকে যেন কোনোবাই আহ্বান কৰিছে। বতাহৰ সোসোৰনিত কিবা যেন শুনিলো --- মনত কিন্তু একোকেই ৰাখিব নোৱাৰিলো । জীৱন মৰণৰ দোমোজা বাটত দি অকলে অকলেই কিবা শুনো কিবা গাঁথো মযেই ক'ব নোৱাৰো ।

কোঁৱৰ : আৰু প্ৰভু ! নিশ্চিন্ত হৈ আছো । দয়াময় । বাপুজীৰ মানস সিদ্ধি কৰা । ৰামৰাজ্য হওক জননী মুক্ত হওক — এয়েই শেষ কামনা ।

ডেকা : কোঁৱৰ . ... . ...

Jailor : প্ৰভু । হ'ল আৰু আহক । আৰু বেলি নকৰিব ।

ডেকা : কোঁৱৰ ... . . যাও .. ....... ... .

কোঁৱৰ : ভাল প্ৰভু ! আনন্দ মনে নিশ্চিন্ত হৈ প্ৰস্তুত আছো। আশীৰ্বাদ কৰিব হাঁহি মুখেৰেই পৃথিৱীৰ পৰা বিদায় লব পাৰো ।

ডেকা : আপোনাক ঈশ্বৰে কৃপা কৰক ।

Jailor : প্ৰভু , আহক ।

( ডেকা গোঁসাই লেম লৈ গুছি আহে । Cell আকৌ আন্ধাৰ হয় । Jailor ৰ লগত ডেকাৰ প্ৰস্থান । )

পট পৰে ।

# ৬ ষ্ঠ দৃশ্য

## — এটি পঁজাঘৰ —

( সাধাৰণ কঠ এখনিতে আকাশৰ পিনে চাই প্ৰভাৱতী বহি আছে , দুইফালে ভেওঁৰ লগতে লৰা হাল শুই থাকিব । ওচৰত কেৰাচিন তেলৰ টিপ চাকি এগছ গছা এটিত জ্বলি আছে । মাজে মাজে

প্ৰভাৱতীযে ল'ৰা হালৰ মুখৰ ফালে চাই আৰু মাজে মাজে ওপৰলৈ চায । চকু কান্দি কান্দি ৰঙা হোৱাৰ দৰে । টোপনি নোহোৱাত চকু কোটোৰাগত । এনে সময়ত কাঁহত টং টং কৰে চাৰিটাৰ কোব মাৰিলে । প্ৰভাৱতী চমকি উঠিল । ল'ৰা হালে সাৰপাই চকু মোহাৰি সপোন দেখি ভয় খাই উঠাৰ দৰে থিয় হৈ চকু মোহাৰিবলৈ লাগিল । সৰুটোৱে "বউ" বুলি মাকক সাৱটি ধৰিলে । )

ডাঙৰটো ঃ বউ , দেউতাক আজিযেই ফাঁচী দিবনে কি? কচোন - কচোন ।

সৰুটো ঃ (চকু মোহাৰি ) দেউতা মৰি যাবনেকি ? আৰু আমাৰ ওচৰলৈ নাহিবনেকি ?

প্ৰভা ঃ ( থোকা - থুকি মাতেৰে ) দেউতাৰক ঈশ্বৰে মাতিছে । বোপাইহঁত ! তেখেতক ঈশ্বৰে বৰ ভাল পায় নহয় ।

সৰুটো ঃ দেউতাৰ ফাঁচী কেতিয়া হব ? ঈশ্বৰে তেনে কেলেই ফাঁচী দিয়ালে ?

প্ৰভা ঃ ( মনৰ বান্ধোন ভাগি যায ) একো কব নোৱাৰো । (ওপৰলৈ চাই ) ঈশ্বৰ ! তুমি জানা , তুমি বিপদত ৰক্ষা কৰোতা । ( আকাশলৈ দেখুৱাই ) সৌ নীল আকাশৰ পিনে চকু মেলি চা — আকাশক শোধ — মই কব নোৱাৰো ।

( উচুপি উচুপি কান্দে । সৰু লৰাটোৱে মাকক সাবটি ফেকুৰিবলৈ ধৰে । ডাঙৰটোৱে উচুপি উচুপি কান্দে । এনে অৱস্থাতে পট পৰে । )

# ৭ম দৃশ্য

## Jorhat Jail ৰ ভিতৰ

(Dark Scane. লাহে লাহে পোহৰ দেখা যায আৰু কুশল কোঁৱৰ থকা Cell টো দৰ্শকৰ চকুত পৰে । চাৰিওপিনে নিস্তব্ধ ! আৰু অলপ পোহৰ হয। কাঁহত টং টং কৈ চাৰিবাৰ কোব পৰে । এইবাৰ লাহে লাহে Cell পোহৰ হয় । জেইলৰ , দফাদাৰ, Civil Sergeon, পুলিচ কৰ্ম্মচাৰী , এজন মেজিষ্ট্ৰেট তালৈ সোমাই আহে । আহি Cell ৰ দুৱাৰমুখত থিয় হয় । )

**Magistrate**— কুশল কোঁৱৰ —

( কোঁৱৰে কৃষ্ণ , কৃষ্ণ ৰাম বুলি দুৱাৰ মুখত থিয় দি ভুমুকিয়াইহি । )

তুমি Defence of India ৰ ৩৫ ধাৰা মতে, Railway act ৰ ১২৬ ধাৰা মতে আৰু ভাৰতীয দণ্ডবিধি আইনৰ ১২০ ধাৰা অনুযাযী সৰুপথাৰত ৰেল লাইন ভঙাৰ অপৰাধত তোমাৰ ওপৰত প্ৰাণদণ্ডৰ শাস্তি বিহোৱা হৈছিল — তাৰ বিপক্ষে চৰকাৰ বাহাদুৰে লাট চাহাবৰ আগত "জেইল আপীল" কৰিছিল । কিন্তু সেই আপীল লাট বাহাদুৰে না - মঞ্জুৰ কৰিলে । সেই কাৰণে জুন মাহৰ ১৫ তাৰিখে পুৱা ৪ বাজি ১৫ মিনিট যাওঁতে উক্ত আইন অনুযাযী তোমাক আমৰণ ফাঁচী কাঠত ওলোমাই প্ৰাণদণ্ডৰ নিৰ্দ্দেশ দিয়া গ'ল । (ঘড়ী চাই ) আৰু ১২ মিনিট সময বাকী । তোমাৰ কিবা বক্তব্য থাকিলে কব পাৰা আৰু নিজ ইচ্ছামতে ইষ্টনাম জপ কৰিব পাৰা ।

( অলপ পিছত এটা Sentry কিম্বা "জল্লাদে" গৈ দুৱাৰ মেলি কোঁৱৰক Handcuff পিন্ধাই ৰঙ্গমঞ্চৰ সন্মুখত থিয কৰাবহি । কোঁৱৰে হাত কেৰেযাপিন্ধা অৱস্থাতেই সকলোৰে ফালে চাই কবলৈ ধৰে।)

কোঁৱৰ — ডাঙৰীযাসকল , মোৰ কবলৈ বিশেষ একো নাই , কিন্তু যি অপৰাধত মোক অপৰাধী কৰিলে — তাত মই সম্পূৰ্ণ নিৰ্দ্দোষী , তথাপি জননীযে মোকেই বাছি লৈছে । ঈশ্বৰৰো সেযেই ইচ্ছা । বাপুজীৰ অহিংসা নীতি বুকুত বান্ধি মই প্ৰস্তুত । মহাত্মাজীৰ নামত নিজক ঈশ্বৰৰ চৰণত অৰ্পিলো । পুত্ৰ - পৰিৱাৰক দেশক উচৰ্গা কৰি গলো । বিদায ডাঙৰীযাসকল ! — বিদায অসমী জননী ! বিদায!! মোৰ চিৰপুজ্য মৰমৰ বাপুজী !

( বুকুত হাত দি মুখেৰে "পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰ" — গাবলৈ আৰম্ভ কৰে । Magistrate এ হাতঘড়ীলৈ চাই Sentry ক ইঙ্গিত দি কয । )

**Magistrate** - Black cap !

(Sentry যে লাহেকৈ এটা ক'লা টুপী কোঁৱৰক পিন্ধাই দযে । কোঁৱৰে কৃষ্ণ , কৃষ্ণ , ৰাম , কৃষ্ণ , কৃষ্ণ , ৰাম কবলৈ ধৰে । সকলো অবাক নিস্পন্দ । চাৰিওপিনে আন্ধাৰ হৈ পৰে । এনেকৈয়ে প্ৰায পাঁচ মিনিট ৰঙ্গমঞ্চ আন্ধাৰ হৈ থাকিব ।

... .. .. .... .. সেই আন্ধাৰৰ মাজৰ পৰাই এটা বেদনাৰ সুৰ ভাহি আহিব । Soft music কৰুণ সুৰৰ লগে লগেই গুৰু গম্ভীৰ স্বৰৰ — এটি বাণী শুনা যায় । সেই বাণীত অনুযোগ ব্যথা, কত আশা , কত প্ৰেৰণা , কত উৎসাহ যেন মিশ্ৰিত হৈ আছে ...... ........ ............. .... )

(আঁৰৰ পৰা আন্ধাৰ ভেদি অহা বাণী )

কুশল কোঁৱৰ ! বাপুজীৰ অহিংসা নীতিস্থ নিৰ্দ্দোষী কুশল কোঁৱৰ !! সাত - সাগৰ , তেৰ নদীৰ সিপাৰৰ বণিজ বেহাবলৈ অহা বগা - বঙালৰ আভূৱা - ভৰা বিচাৰত দোষী কুশল কোঁৱৰ ! আজি নাই . কোনে কয় কুশল কোঁৱৰ নাই ? কুশলৰ আত্মাই ব্যগ্ৰ হৈ অসমী আইৰ মুখলৈ চাই আছে ! চিপজৰীত ওলমি চাকোলা পিয়লি, মণিৰাম পিয়লিয়ে হেৰোৱা স্বাধীনতা ঘূৰাই অনাৰ সপোন দেখিলে , বগা - বঙালক অসমৰ পৰা খেদিবলৈ গুটি সিচি গ'ল । সেই সপোন দিঠকত পৰিণত কৰি সেই বীজৰ গছ হৈ কোঁৱৰে যি জোলোকা বুক তপত তেজ দি গ'ল --- প্ৰত্যেক অসমীয়াই তাৰ বিজয় তিলক কপালত আঁকি লৈ জাগি উঠা ! জাগা ! মূক - বধিৰ , প্ৰেৰণা বিহীন কলাঘুমটীয়া অসমীয়া জাগা ! জাগা !!

নিৰপৰাধী কুশল কোঁৱৰ ! জন্মভূমিক ভাল পোৱাৰ দোষত দোষী কুশল কোঁৱৰ ! আকাশে বতাহে প্ৰচাৰ আন্দোলন কৰি কুশলতকৈ শতগুণে অপৰাধী অস্থি -চিমূৰৰ দোষীয়ে মুক্তি পোৱা নাইনে? প্ৰচাৰ সাম্বাদিক বিহীন অসমীয়া ! জাগা ! অগ্নি যুগৰ একোটি ফিৰিঙতি হৈ --- আত্ম প্ৰতিষ্ঠা কৰা --- প্ৰচাৰ সাম্বাদিকেৰে আগবাঢ়া --- কুশল , মণিৰাম , চাকোলা পিয়লি , পিয়লি বৰুৱাৰ আত্মাই শান্তি পাওক । জয়মতী , লাচিত ফুকন , বেজবৰুৱাৰ মুখত হাঁহি বিৰিঙক । জাগা ! আগবাঢ়া !! বাঢ়া আগ!!!

( পোহৰ ৰঙ্গমঞ্চত পৰাৰ লগে লগে শ্মশানত সাধাৰণতে মানুহ যেনেকৈ খৰি দি থৈ আহোতে --- মৰিশালীৰ চাৰিওফালে জেওৰা দি থয় সেইদৰে জেওৰাৰ ওপৰত এখন বগা কাপোৰ আৰু দুই এটা ভগা কলহ ওচৰত পৰি থাকিব । সেযেই কুশল কোঁৱৰৰ সমাধি । )

## সামৰণি দৃশ্য

( ভালেমান মতা -মাইকী মানুহ আৰু সৰু সৰু ল'ৰা ছোৱালীয়ে হাতত সাৰে ভৰিত সাৰে হাতত একো পাহিৰ ফুল লৈ ৰঙ্গমঞ্চৰ ইফালৰ পৰা সিফালে শাৰী পাতি এজন এজনকৈ সমাধিত ফুল উচৰ্গিব আৰু প্ৰণাম কৰি যাব । ভিতৰত কৰুণ সুৰে জৌনপুৰীৰ *হিয়া -ভগা কিনৰীৰে বিনাই থাকোতেই "যৱনিকা পতন"*)

# যৱনিকা

# লভিতা

জ্যোতিপ্ৰসাদ আগৰৱালা

প্ৰথম প্ৰকাশ ঃ ১৯৪৮ চন

# 'লভিতা'ৰ চৰিত্ৰাৱলী

## তিৰোতা

১। লভিতা— ফুলগুৰি গাঁৱৰ খেতিয়ক বাণেশ্বৰ বৰুৱাৰ জীয়েক। শিক্ষিতা, ধুনীয়া।

২। সোণ

৩। ৰূপ

৪। হীৰা ফুলগুৰি গাঁৱৰ গাভৰু ছোৱালী

৫। মোজাদাৰণী- লহৰজান মৌজাৰ মৌজাদাৰৰ ভাৰ্য্যা। কেইজনীমান অসমীয়া নাৰ্ছ, নগা-ছোৱালী, ব্ৰহ্মদেশীয় ছোৱালী।

## মুনিহ

১। বাণেশ্বৰ বৰুৱা লভিতাৰ বাপেক

২। গোলাপ- ফুলগুৰি গাঁৱৰ এজন শিক্ষিত ডেকা এ আৰ পি কেপ্‌টেইন

৩। পুলিচ চাহাব

৪। পুলিচ ইন্‌পেক্টৰ

৫। পুলিচ এ এচ আই

৬। এ আৰ পি অফিচাৰ— গোলাঘাট অঞ্চলৰ

৭। গাঁওবুঢ়া— লহৰজান মৌজাৰ

৮। মৌজাদাৰ— লহৰজানৰ

৯। ইলাহী বকচ্— এজন লহৰজানৰ মুছলমান বুঢ়া

১০। লেফ্‌টেনেন্ট বৰুৱা— আজাদ হিন্দ ফৌজৰ অসমীয়া লেফটেনেন্ট

১১। ডক্টৰ হাজৰিকা— জাপানীয়ে ধৰি নিয়া এজন ডাক্তৰ

১২। কেপ্‌টেইন শৰ্মা— এজন মিলিটেৰী অফিচাৰ

১৩। কেপ্‌টেইন সেনাপতি— এজন আসাম ৰেজিমেন্টৰ অফিচাৰ

১৪। শিখ কামাণ্ডাৰ— আজাদ হিন্দ্ ফৌজৰ কামাণ্ডাৰ

নিগ্ৰো সৈন্য, ভাৰতীয় সৈন্য, কংগ্ৰেছ ভলেন্টিয়াৰ, এ আৰ পি, গাঁৱলীয়া মুনিহ-তিৰোতাবোৰ,পাইলট, নগা-মানুহ, বৰ্মা-মানুহ,জাপানী সৈন্য, আমোলা-ঠিকাদাৰ,মাৰোৱাৰী ব্যৱসায়ী,পুলিচ,দাৰোগা,এম পি ইত্যাদি।

## পাতনি

লভিতা যদিও নাটকাকাৰে ৰঙ্গমঞ্চৰ কাৰণেই লেখা হৈছে, তথাপি ই গতানুগতিক নাটকৰ শাৰীত নপৰে। ইয়াত সচৰাচৰ যেনেকৈ নাটকত আখ্যান, প্লট, চৰিত্ৰাঙ্কন থাকে, ঠিক সেইদৰে সেইবোৰ ইয়াত দিয়া হোৱা নাই। আখ্যান আছে যদিও তাক মাত্ৰ নাটকীয় ঘটনাৱলী গাঁথিবলৈ সূত্ৰৰ দৰেহে লোৱা হৈছে। প্লট ইয়াত দেখুৱাব খোজা নাই। নায়ক-নায়িকা হিচাপে ইয়াত চৰিত্ৰ নাই। ইয়াৰ নায়ক গোটেই অসমীয়া ৰাইজেই। অসমীয়া সমাজে কেনেকৈ বেলেগ বেলেগ জীৱন-ক্ষেত্ৰত সেই ক্ষেত্ৰৰ মাজেদি ব্যক্তিৰ সাম্ৰাজ্যবাদী সমৰৰ অসমীয়া জীৱনৰ ওপৰত সংঘাতক এহাতেৰে বাধা দি আনহাতে ভাৰতত সাম্ৰাজ্যবাদীৰ প্ৰভুত্ব বোধ কৰিবলৈ বিয়াল্লিছৰ মাজেদি জাতিৰ সক্ষমতা বা অক্ষমতা দেখুৱাইছে, তাকেইহে এই নাটকত পাব।

ই এখন নাটকীয় বাস্তৱমূলক কাহিনী। এই বাস্তৱমূলক কাহিনী ৰঙ্গমঞ্চত অভিনয়ৰ যোগেদি দৰ্শকৰ আগত দেখুৱাবৰ কাৰণে, যিমানখিনি নাটকীয় কাৰিকৰী তাত প্ৰয়োগ কৰিব লাগে, অৱশ্যে তাকেইহে কৰা হৈছে। গতানুগতিক নাটকৰ লক্ষণৰ ফালৰপৰা গিসকল সমালোচকে এইখন পৰীক্ষা কৰিব, তেওঁলোকলৈ এই সঙ্কেত দিবৰ কাৰণেই এইখিনি কথা লেখা হ'ল।

এই নাটকত অসমৰ জনসাধাৰণৰ ওপৰত বিয়াল্লিছ চনৰ বিপ্লৱ আৰু অসমৰ ওপৰেদি যোৱা দ্বিতীয় মহাসমৰৰ টৌৱে কেনেদৰে প্ৰতিক্ৰিয়া কৰিছিল তাকেই বাস্তৱিক চিত্ৰ আঁকি দেখুৱাব খোজা হৈছে। এই নাটক কোনো ৰাজনৈতিক মতবাদ সমৰ্থন কৰি লেখা হোৱা নাই। যি যি ৰাজনৈতিক দলৰ কাৰ্যত যোগ দি অসমীয়াই নিজৰ চৰিত্ৰ প্ৰকাশ কৰিছে সেই সেই ৰাজনৈতিক দলৰ কাৰ্য্যৰ ঘটনাৱলীৰ ইয়াত সমাৱেশ হৈছে।

লভিতা আদৰ্শমূলক অসমীয়া ছোৱালীৰ চৰিত্ৰ নহয়। অসমীয়া সাধাৰণ গাঁৱলীয়া ছোৱালীৰনো চৰিত্ৰবল কেনে, আগেয়ে নোহোৱা-নোপোজা ঘটনাৱলীৰ বানপানীত তাই কিমানদূৰ নিঃসহায়ৰ দৰে উটি গৈছে আৰু কিমানখিনিত সেই অভাৱনীয় অৱস্থাৰ সৈতে কি হিচাপে সৈমান নহৈ যুঁজ দিছে; কিমানখিনি নিজৰ আত্মবলৰ চিনাকি দি অৱস্থাক জিনি তাইৰ ভিতৰত লুকাই থকা অসমীয়া জাতিৰ চৰিত্ৰ বলৰ পৰিচয় দিব পাৰিছে, তাকেহে সেই সময়ৰ অসমত ঘটা নানা ঘটনাৱলীৰ মাজেদি ওলোৱা অসমীয়া সাধাৰণ ডেকা-ডেকেৰীৰ চৰিত্ৰবলৰ নিদৰ্শন পৰ্যবেক্ষণ কৰি নাট্যকাৰে 'লভিতা'ৰ যোগেদি ৰাইজৰ আগত দাঙি ধৰিছে। তাৰ লগে লগে সেই সময়ৰ অসমৰ জীৱনৰ সকলো ফালৰেই এটা হুবহু চিত্ৰ দিবলৈ চেষ্টা কৰা হৈছে। বিয়াল্লিছৰ বিপ্লৱ আৰু দ্বিতীয় মহাসমৰৰ মাজেদি অসমীয়া

জাতীয় চৰিত্ৰৰ বাস্তৱিক ব্যৱহাৰৰ এই নাটক পৰ্য্যালোচনাৰ দৰেই বুলি ক'লেও ভুল নহ'ব।

এই নাটকত যিবোৰ ঘটনা আৰু চৰিত্ৰ দিয়া হৈছে, সেইবোৰ সকলো বিয়াল্লিছ আৰু দ্বিতীয় মহাসমৰৰ অসমত হোৱা সঁচা ঘটনাৱলীৰ ওপৰত প্ৰতিষ্ঠিত । 'লভিতা'ৰ চৰিত্ৰৰ প্ৰথম ছোৱাৰ বাবে সমল গোটোৱা হৈছে, ১৯৪১ চনৰ শেহত তেজপুৰৰ 'শালনি এয়াৰ ফিল্ড'ত হোৱা ঘটনা এটাৰপৰা। তাত 'শালনি এয়াৰ ড্ৰম'ৰ লগালগি অসমীয়া গাওঁ এখন তুলি দিয়াৰ সময়ত, মিলিটেৰীৰ সহায়েৰে মানুহবোৰক তুলি দিয়া হৈছিল। তাৰে গাঁৱৰ এঘৰত ভেটিৰপৰা আঁতৰি নাযাওঁ বুলি কেইবাগৰাকীও তিৰোতাই গুৰ্খা চিপাহীৰ চঙীনৰ আগতো বুকু পাতি থিয় হৈছিল । বন্দুক বৰতোপেৰে ভয় খুৱাই তেওঁলোকক আঁতৰ কৰিব নোৱাৰি শেহত জিলাৰ ডেপুটি কমিছনাৰে তাৰ কংগ্ৰেছৰ কৰ্তৃপক্ষৰ দ্বাৰাই তেওংলোকক বুজনি দিয়াইহে আঁতৰাবলৈ সমৰ্থ হৈছিল । গাঁৱলীয়া অসমীয়া ছোৱালীযে কেবাঠাইতো নিগ্ৰো আৰু আন মিলিটেৰীৰ হাতত ধৰ্ষিতা হৈ পিছত সমাজত ঠাই নাপাই অলৈ-তলৈ গৈ , যুদ্ধৰ কামত ভৰ্তি হোৱাও ঘটনা ঘটিছিল। ঢেকীয়াজুলি ,গহপুৰ, বৰহমপুৰত অসমীয়া ছোৱালীযে দেশৰ বাবে জীৱন উছৰ্গি যোৱা কাহিনীও সকলোৰে জনাজাত। অসমীয়া ছোৱালী নাৰ্ছ হৈ আৰু যুদ্ধৰ আন কামতো দেশ এৰি বিদেশলৈ যোৱা কথাও সকলোৱে জানে। অসমীয়া ল'ৰাই যুদ্ধত যোগ দি অসমীয়াৰ ক্ষত্ৰিয়শক্তিৰ পৰিচয় দি আৰু ভাৰত উদ্ধাৰ কল্পে নেতাজী বসুৱে গঢ়া আই এন. এ ত গৈ উচ্চ সামৰিক পদবী পাই, আই এন এ ৰ সৈতে অসমৰ সীমা আক্ৰমণ কৰাও অসমীয়া জীৱনৰ বিষযে সঁচা কথাই ইয়াৰ উপৰি বিপ্লৱৰ বিষযে আৰু সেই সময়ৰ অসমত হোৱা যি ঘটনাৰ নাটকত সমাবেশ কৰা হৈছে, সেই সকলোবোৰেই হোৱা ঘটনাৰ আলম লৈযেই নাটকত দেখুৱা হৈছে। কেৱল সাহিত্যৰ খাতিৰত ঠায়ে ঠায়ে কলা আৰু সাহিত্য-সুলভ নাটকীয় পৰিণতিৰ বাবেই বিশেষকৈ নাটকৰ সমাপ্তিত কল্পনাৰ আশ্ৰয় লোৱা হৈছে, সেই চৰিত্ৰৰ পূৰ্বৰ কাৰ্যৰ সৈতে সামঞ্জস্য ৰাখিয়েই।

ইয়াত অসমীয়া সাধাৰণ ডেকা-ডেকেৰীৰ চৰিত্ৰত যিখিনি সৰলতা দেখুৱাই যিখিনিত সাধাৰণ দুৰ্বলতা আছে তাকো দেখুৱাবলৈ যত্ন কৰা হৈছে, অসমীয়া সাধাৰণ ডেকা-ডেকেৰীয়ে পৃথিৱীলৈ অহা ন পোহৰৰ বাণী কিমানখিনি ল'ব পাৰিছে আৰু সেই পোহৰত নতুন দিনৰ ভাবে নিজকেই গঢ়ি তুলিবলৈ কিমানদূৰ নতুন ভাবেৰে অনুপ্ৰাণিত হ'ব পাৰিছে তাৰো আভাস দিবলৈ ইয়াত যত্ন কৰা হৈছে--। যাতে আজি এই অসমীয়া জীৱনৰ সন্ধিক্ষনত অসমীয়াই নিজৰ স্বৰূপ চাবলৈ সুবিধা পাই, নিজৰ নিজ ৰ চৰিত্ৰৰ সৰলতা দুৰ্বলতা জানি ভৱিষ্যতৰ সৈতে যুঁজিবলৈ সক্ষম হ'ব পাৰে।

ওপৰত উনুকিয়াই অহা নাটকৰ নায়ক-নায়িকা প্ৰসঙ্গত আৰু অলপ বহলাই ক'ব খোজো । সমালোচকে, পাঠকে ইয়াত যদি গতানুগতিক নাটকৰ দৰেই নায়ক-নায়িকা বিচাৰে, তেন্তে হতাশ হ'ব। Hero-heroine নথকা নাটক বহুতেই নাটক বুলিবলৈ টান পাব। এইখিনিতে পাঠকে জানিব লাগিব যে নাট্যকাৰে আগৰ সমাজৰ এজনক hero কৰি অকাঁ নাটকৰ গঢ়ত ইয়াক লেখা নাই। সমূহ সমাজৰ বেলেগ বেলেগ ব্যক্তিৰ প্ৰত্যেকৰেই 'বীৰত্ব' দেখুৱাবহে খুজিছে। যদি ইয়াত নায়ক-নায়িকা বা Hero-heroine বিচাৰে, তেন্তে নিজৰ নিজৰ ক্ষেত্ৰত এই নাটকৰ প্ৰত্যেকেই Hero-heroine। নাট্যকাৰে আশা কৰে, ভৱিষ্যততো যাতে নিজৰ নিজৰ ক্ষেত্ৰত প্ৰত্যেকেই hero হ'ব পৰা সমাজেই পৃথিৱীত প্ৰতিষ্ঠিত হযগৈ।

সেই কাৰণে এই 'লভিতা' নাটকীয় কাৰিকৰৰ ফালৰপৰা কিছু বেলেগ হৈছে। এই কথাটো নাটকৰ সমালোচকসকলে মনত ৰাখে যেন। হয়তো 'লভিতা'ৰ মাজেদি নাটকীয় কাৰিকৰীৰ গতানুগতিক বান্ধ-- অসমীয়া নাটকত ভাগি যাব খুজিছে।

এই নাটকখন মই লেখিছো বোলাতকৈও মোৰ হতুৱাই লেখাইছে বুলিলেহে সঁচা কথা কোৱা হ'ব। ডিব্ৰুগড়ৰ ড্ৰেমাটিক আৰ্ট প্লেয়াৰ্ছৰ আৰ্টিষ্টিসকলৰ উৎসাহ , বিশেষকৈ শ্ৰীমান অভয় দুৱৰা আৰু শ্ৰীমান তৰুণ দুৱৰাৰ বাবেইহে এই নাটক সৃষ্টি হ'বলৈ পালে। এই নাটকখন ওলোৱাৰ বাবে যদি কোনোবাই বিশেষ ধন্যবাদ পাব লাগে তেন্তে নিশ্চয় তেওঁলোকেইহে।

১৯৪৭ চনৰ পূজাত ডিব্ৰুগড়ৰ ৰঙ্গমঞ্চত তেওঁলোকে এই নাটকখনিৰ অতি সুন্দৰ অভিনয় কৰে। তেখেতসকলৰ শলাগ ল'লো।

সৰ্বশেহত ইযাকেই ক'ব খোজো যে আজি অসমীয়া ৰাইজ

নতুন নানা অৱস্থাৰ ঘাত-প্ৰতিঘাতৰ মাজত পৰি, নানা সমস্যাৰ চাকনৈয়াত বক্‌বকাই এটা হতাশাৰ মাজেদি গৈ নিজকেই এটা ক্ষয়িষ্ণু সংস্কৃতিৰ সমাজ বুলি ভৱা যেন কৰিছে--কিন্তু মই এই নাটক অসমীয়া সমাজৰ বিষযে সঁচা ঘটনাৱলীৰ ওপৰত প্ৰতিষ্ঠিত কৰি দেখুৱাব খুজিছো যে--অসমীয়া জনসাধাৰণৰ প্ৰতিৰোধ শক্তি অৱস্থাক জিনি জীয়াই থাকি পৃথিৱীত নিজৰ অস্তিত্ব ৰাখিব পৰা যুঁজা ক্ষমতা নিশ্চযেই হেৰুৱা নাই।

তামোলবাৰী চাহবাগিছা — আশীৰ্বাদ ভিখাৰী
পোঃ লাহোৱাল — **শ্ৰী জ্যোতিপ্ৰসাদ আগৰৱালা**
১৯৪৭

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

ঠাই লহৰজান মৌজাৰ ফুলগুৰি গাওঁ
সময়-সন্ধিয়াৰ আগভাগ

(গোলাঘাটৰ 'লহৰজান এযাৰড্ৰম'ৰ তেনেই ওচৰৰ বহল পথাৰৰ কাষত ফুলগুৰী গাঁৱৰ বাণেশ্বৰ বৰুৱাৰ ঘৰৰ আগচোতাল। এফালে ভঁড়ালঘৰটো দেখা গৈছে আৰু এফালে বহু দূৰলৈকে পথাৰ দেখা গৈছে। দূৰৈত নগা--পৰ্বতৰ শাৰী জিলিকি আছে। সময় সন্ধিযাৰ আগভাগ। লহিওৱা বেলিৰ ৰ'দ এচেৰেঙা আহি চোতালত জিক্‌মিকাই আছে। ঘৰৰ ওপৰেদি থোকাৰ তামোল গছ আৰু আম লেটেকুৰ গছ দেখা গৈছিল। ভঁড়ালৰ কাষত এজোপা নাহৰ গছ আৰু আগত এজোপা তগৰ ফুলি আছিল । বহাগ সোমাইছে মাথোন । দূৰণিৰ পৰা টকা, পেপাৰ মাত আৰু ৰিণিকি ৰিণিকিকৈ বনগীত। মাজে মাজে শুনো-নুশুনোকৈ ভাহি আহিছিল । বাণেশ্বৰ বৰুৱাৰ গাভৰু জীয়েকে চোতালতে মূঢ়া এটাত বহি এৰী সূতা কাটি আছিল। ওচৰতে এটা কুকুৰা-পোৱালীযে হাঁহ কেইটামানক খেদাখেদি কৰি কুঁ-কুঁৱাই ফুৰিছিল । বাণেশ্বৰ বৰুৱাৰ জীয়েকৰ নাম লভিতা । দেখিবলৈ বগা আৰু শুৱনী । তাই মাজে মাজে বনগীত এফাকি-দুফাকি গাই কুকুৰটোলৈ চাই হাঁহে, আকৌ বনগীত গাই তাই ৰ'লে কেতিয়াবা দূৰৈৰ বনগীত এফাকি উটি আহে। তাই ৰ'লাগি বৈ শুনে । তাৰ পিছত নিজেই গায।)

**দূৰণিৰ উটি অহা বনগীত ঃ**

লুইতেদি যায় ক'ৰে নাৱৰীযা
তই ক'ৰে নাৱৰীযা ঐ
মানুহে মানুহৰ মৰম নুবুজে
তেজীমলাহে মই।
লুইতেদি বয় ক'ৰে ৰূপৰ পানী
কি কথা বুকুতে লই
মনৰে কথা মোৰ মনত মৰহিলে
তেজীমলাহে মই।

**লভিতাৰ বনগীত**

মোৰ বাৰীত ফুলিলে ইন্দ্ৰজীত মালতী
তোৰ বাৰীত পৰিলে ছাঁ,
তোৰে মনৰ কথা উটুৱাই আনিলে
সন্ধিয়াৰ বাউলি বা।
বাউলি বাৰে আউলি চুলি
কাৰ কথা কৈযে
মাত কু-উ বুলি?
ৰূপহ কলীযা কুলি।

(এনেতে দূৰৈত খিল্ খিল্‌কৈ ছোৱালীৰ হাঁহি শুনা যায়। লভিতা তভক্ মাৰি ৰয় । আকৌ খিল্ খিল্‌কৈ হাঁহি সোণ, ৰূপ হীৰা তিনিজনী ধুনীয়া গাভৰু কাষত পিতলৰ কলহ লৈ সোমাই আহি লভিতাৰ আগত খিক্‌খিকাই হাঁহিবলৈ ধৰে।)

লভিতা ঃ ঐ আই। আজি দেখোন ৰচকী বাইহঁতৰ হাঁহিৰ ভমক চৰিল!
(ছোৱালীহঁতে আকৌ খিল্ খিল্‌কৈ হাঁহে)

সোণ ঃ চৰি বতো লভিতা বাইটী। তোমাৰ বনগীতৰ সুৰে আমাক জোকাই ভাকুত-কুতাই দিছেগৈ, সেইহে।
*(আকৌ গাভৰু কেইজনীয়ে খিল্ খিল্‌কৈ হাঁহে।)

লভিতা ঃ তহঁতৰ ক'ত কুত-কুতালেগৈ অ'? কাষলতিত নেকি?

সোণ ঃ কাষলতিত নহয বাইটী। কাণৰ লতিত হে (খিক্‌খিক্‌কৈ হাঁহে ।)

লভিতা ঃ কি অ' এই কিজনী কথাই খিকখিকাই থাকে।

ৰূপ ঃ তুমি আকৌ গোলাপ ককাইটিৰ চিতনিভাবনিত গহীন হৈছা। আমিনো কাৰ চিতনিভাৱনিখন কৰিছো যে নাহাঁহি মুখখন এহাত দীঘলকৈ ওলোমাই থ'ম?
(আটাই কেইজনীয়ে আকৌ হাঁহে ।)

লভিতা ঃ তহঁতৰ সৈতেনো কোনোবাই কথা কাটিব পাৰেনে? তহঁতৰ জিভা নহয, ডাটি খুৰুৱা খুৰহে ।

সোণ ঃ (দুষ্টালিৰে) কাৰ ডাটি খুৰুৱা খুৰ বাইটী ? ....এ এ-- গোলাপ ককাইদেউৰ ?

*(লভিতাই চকু ঘোপা কৰি সিহঁতৰ ফালে খেদা মাৰি যায়। আটাই কেইজনীযে খিক্‌খিক্‌কৈ হাঁহি অলপ আঁতৰলৈ যায়।)*

হীৰা ঃ (অলপ আঁতৰৰ পৰা এটা ধেমেলীয়া গীত গায়।)

**গীত**

বাইদেউ বাইদেউ
ৰজাৰ জী আইদেউ !
দোলাখন আনি দে যাওঁ,
বাইদেউৰ দৰাটো ফেৰেকাঠেঙীয়া
ধিনিকি ধিন্দাও দাও
(হাঁহে)
(লভিতাই হাঁহি বহেহি।)

সোণ ঃ (দুষ্টালিৰ হাঁহিৰে আন কেইজনীক চকু পিৰিকায়) পি- পি- পিছে বাইদেউ। আজি আমি আহোঁতে

বাটত মিলিটেৰী পোছাক পিন্ধি গোলাপ
ককাইদেউক অহা দেখিছিলো নহয়।

**লভিতা** : দেখিছিলি! (গহীন হৈ) দেখিছিলি যদি দেখিছিলি।
পিছে মই কি কৰিব লাগে?

**সোণ** : পিছে হাতত কিবা বোলেনে কিবা ৰঙা তেল
এবটল দেখিছিলো। আমাৰ বাইদেউলৈকে আনিছে
হ'বলা?

**লভিতা** : (ভেকাহি মাৰি) যা যা, চুপতি নকৰিবি। তোলৈহে
আনিছে।
(কেউজনী গাভৰুৱে খিল্‌খিল্‌কৈ হাঁহে)

**সোণ** : আমালৈ কেলৈ আনিব বাইটী ! যালৈ মনত পৰি
পৰি তেওঁৰ আমঠু ক'লা পৰিছে তেওঁলৈহে আনিব।
বোলে—
বাইটি বাইটি চেনেহৰ আইটী
বগৰি পাৰি দে খাওঁ,
আমাৰ আইটীৰে চুলি ফপৰীয়া
গোন্ধ তেল ঘঁহি মেলাওঁ
(আটাই কেইজনীয়ে খিক্‌খিকায়। লভিতাই চকুৰে
খং দেখুৱাই ওঁঠৰে দাঁত কামুৰি মিচিকিয়া হাঁহিৰে
সিহঁতক খেদা মাৰে । কুকুৰ-পোৱালিটোৱে আকৌ
ভুক্-ভুক্ কৰে। এনেতে হো-হোৱাই ওপৰেদি এখন
উৰা জাহাজ উৰি যায় আৰু সকলোৱে ওপৰলৈ চাই
থৰ হৈ ৰয় । লাহে লাহে উৰা-জাহাজৰ শব্দ নাইকিয়া
হয়।

**হীৰা** : (মুখত আতঙ্কৰ ভাব লৈ ) আজি দুদিনমানৰ পৰা
দেখোন উৰা-জাহাজবোৰ বৰকৈ উৰিছে। কিবা এটা
হ'ব।

**ৰূপ** : ইহ, আজি পিতাইৰ আগত গেৰেলা গাওঁবুঢ়াই
কৈছিল বোলে জাপানীহঁতে হেনো মণিপুৰখন ঘেৰাও
কৰি আছে আৰু বোলে কহিমাখনতো সোমালহি।

**সোণ** : ভাল কথা কৈছ। সিদিনা বোলে দুটা জাপানী
বোকাখাটত ওলাইছিলহিয়েই।

**লভিতা** : এৰা অ'। কিনো হয়গৈ ক'ব নোৱাৰি— আমাৰনো
কি হ'ব চাগৈ।

**হীৰা** : যি হ'ব লাগে হ'ব । সেই মান -দেশৰপৰা অহা
ভগনীয়া বোৰৰ দৰে আমিও কোনোবা ধুবুৰীত
লেলাই -ধেন্দাই মৰিবগৈ লাগিব।

**ৰূপ** : মৰিলেতো ভালেই। সেই ক'লা নিগ্ৰোবোৰ
দেখিলেহে ভয় লাগে । এ— এ— বাইটী । সিদিনা
পাঁচোটা নিগ্ৰোৱে আমাৰ গাঁওবুঢ়াৰ জীয়েকক বহু
খেদা দিলে নহয়। ভাইগে পুলিচৰ দাৰোগা এজন
চাইকেল মাৰি আহিছিল- নহ'লে ইস্ ইস্— বাইটী।
সেইবোৰ ভাবিলে কলিজাডোখৰে কাঁও-বাঁও কৰি
আহে বাইটী ।

**লভিতা** : (মুখ গহীন আৰু খং প্ৰকাশ কৰি) বুজিছনে ,
এইবোৰ উৎপাত দেখি কেঁচাইখাতী গোঁসানী হৈ
সিহঁতৰ হাড-মূৰ চোবাই পেলাবৰ মন যায়। কি
সোণাময় দেশখনত কি ভূত-দানহবোৰ ওলালহি অ'।
(এনেতে দূৰৈৰপৰা বহু মানুহৰ কণ্ঠেৰে গীত আহে।
আটাই কেউজনীয়ে সেইফালে চাবলৈ ধৰে ।
দূৰৈৰপৰা কংগ্ৰেছ ভলন্টিযাৰৰ দল এটাই গীত গাই
গাই সেইফালে আহি থাকে।)

**গীত**

সাজু হ, সাজু হ, নৱ যোৱান
সাজু হ, সাজু হ, নৱ যোৱান
তই কৰিব লাগিব অগ্নিস্নান।
জীৱন যৌৱন
কৰি প্ৰাণপণ
ৰাঙলী কৰি দে ৰণাঙ্গন
জয়-শঙ্খ বজা
পৃথিৱী -কঁপাই
অত্যাচাৰকো কৰি বৰণ
স্বাধীনতা ধন
নতুবা মৰণ
লোহাৰে শিলেৰে
বান্ধি ল মন।
বজ্ৰ কণ্ঠে বিশ্বক শুনা
সত্যৰ জয়গান
বুকুৰ তেজেৰে ধুই দে আজি
ভাৰতৰ অপমান।
সাজু হ, সাজু হ, নৱ যোৱান।
(লাহ লাহে গীত গোৱা সমদলৰ মাত তেনেই ওচৰ
চাপি আহে । পুনৰ দূৰলৈ যায়গৈ।)

**সোণ** : বাইটী। কিনো দেশখনত হ'ব খুজিছে ক'বই পৰা
নাই। ইফালে জাপানী, সিফালে এমেৰিকানৰ গচকত
প্ৰজা জোল উঠিছে। তাতে আকৌ আমাৰ কংগ্ৰেছৰ
ৰাইজখন উত্ৰাৱল হৈ পৰিছে

**ৰূপ** : এই ভলন্টিয়াৰৰ গীতবোৰ শুনিলে বাইটী ! গাটো
ৰণজিৎ ৰণজিৎ কৰে। পিছে সিহঁতৰ লগত যাবলৈ
গাঁওবুঢ়াই হাক দিয়ে। লভিতা বাইটী ! সিহঁতখনকনো
লাগে কি?

**লভিতা** : তাকেই ইমানদিনে তহঁতে বুজা নাইনে? আমাৰ
দেশখন ইংৰাজ ৰজাই খাইছে জাননে?

**ৰূপ** : অ' কেলেই নাজানিম?

লভিতা : আমাৰ দেশখন আমাৰ হাতত দিব লাগে। আমাৰ মাটি-বাৰীৰ আমিহে গৰাকী।

ৰূপ : পিছে সিহঁতনো যাব কিয়!

লভিতা : নাযায় দেখিহে গান্ধীযে সিহঁতৰ সৈতে যুঁজখনতৰি লৈছে।

ৰূপ : পিছে বাইটী ! আমাৰ মানুহৰ হিলৈ নাই, বন্দুক নাই' উৰা-জাহাজ নাই। সিহঁতৰ সৈতেনো কেনেকৈ যুঁজ দিব?

(লভিতা বহুতপৰ তলকা মাৰি বৈ একো নকয়।)

ৰূপ : সেইবোৰ দেখোন আমাৰ স্বৰাজ্য বিচৰা মানুহবোৰক চৰকাৰে ফাটেক দিছে, লাঠিৰে টঙনিযাই আৰু বন্ধুকেৰে গুলীয়াই মাৰিছে। ক'তা-- আমাৰ মানুহেনো কিটো কৰিব পাৰিছে ? ঢাল নাই, তৰোৱাল নাই ইফালে উত্ৰাৱল হৈ ফুৰিলে জানো সিহঁতে দেশ এৰিব ?

লভিতা : গান্ধী মহাত্মাই কৈছে, বোলে এইদৰে আমি স্বৰাজ লাগে বুলি সিহঁতৰ অত্যাচাৰ মূৰ পাতি লৈও স্বৰাজৰ কাৰণে সিহঁতৰ সৈতে ফেৰ পাতি সিহঁতৰ আইন নামানি সিহঁতৰ সৈতে জুই-পানী নুছুই থাকোতে থাকোতে পিছত গৈ সিহঁতে তেতিয়াও বইচ্ মনাব নোৱাৰিলে আমাৰ কথা শুনিবগৈ।

ৰূপ : জানো বাইটী। সিহঁতৰ অত্যাচাৰ দেখিলে কেতিযাবা যে সিহঁতৰ মন কুমলিবগৈ, তেনে মনে নধৰে । জানো বাইটী--

(এনেতে বাহিৰত এজন ভলন্টিযাৰে 'বন্দে মাতৰম্' ধ্বনি কৰে আৰু অলপ পিছতে এজন ডেকা , মূৰত গান্ধী টুপী আৰু গাত খদ্দৰৰ চোলা চুৰীয়া পিন্ধা, সোমাই আহে।)

ভলন্টিয়াৰ : ঘৰত কোনোবা মুনিহ মানুহ আছেনে?

লভিতা : (নম্রভাৱে )। নাই, ঘৰত কোনো নাই । মইহে আছো।

ভলন্টিয়াৰ : অ' বাৰু--বাৰু তোমালোকক দুযাৰমান কৈ যাওঁ। পিছে দেশৰ কথা- বতৰাৰ কিবা বুজ-বতৰা ৰাখিছানে?

লভিতা : দেখিছোতো এইবোৰ ছুৱা-দুৱা । পিছে কি হ'বগৈ জানো?

ভলন্টিয়াৰ : কি হ'ব তাক এতিয়াও ক'ব নোৱাৰি । জাৰ্মানীয়ে এফালৰপৰা গিলি নিছে । ফৰাছী দেশ ল'লে । য়ুৰোপৰো বহুত দেশ ল'লে। আমাৰ ইংৰাজবোৰকো তৰা -নৰা দেখুৱাইছে । এতিয়া এফালে ইংৰাজ , আমেৰিকা আৰু তাৰ লগতে কহুদেশ হৈছে-- আনপক্ষে জাৰ্মানী , ইটালী আৰু জাপানীহঁত । এইবোৰ কথা তোমালোকে জানা নহয় ?

লভিতা : অ' আমি অলপ-অচৰপ জানো।

ভলন্টিয়াৰ : অঁ এতিয়া এই দুই ম'হৰ যুঁজত আমি আমাৰ দেশ ৰাখিব লাগিব। ভয় খালে নচলিব । সাহকৈ নিজৰ স্বাধীনতাৰ বাবে ওলাব লাগিব । তোমালোকে ভয় খাইছানেকি ? (লভিতা মনে মনে থাকে)

ৰূপ : (অলপ আগবাঢ়ি আহি ) আপুনি খাইছেনেকি ?

ভলন্টিয়াৰঃ (অলপ অপ্ৰতিভ হৈ ) মই ! মই নাই খোৱা । কিন্তু খাম ?

ৰূপ : আমিনো কিয় খাম ?

ভলন্টিয়াৰঃ কিয়, এইবোৰ মিলিটাৰী নিগ্ৰো-চিপাহী সৈন্য-সামন্ত চলিব লাগিছে।

ৰূপ : চলিছে চলিছে । আমাৰ ভয় খোৱাৰ কিটোনো হৈছে?

ভলন্টিয়াৰঃ তোমালোকৰ বৰ সাহ ।

ৰূপ : তাৰমানে আপুনি ভয় খাইছে ? সেইহে আমাকো ভয় খাইছে বুলি ভাবিছে।

ভলন্টিয়াৰঃ বহুত গাঁৱৰ মানুহে ভয় খোৱা দেখিছো দেখিছে।

ৰূপ : গাঁৱৰ মানুহে কিটো ভয় কৰিব ? সেইবোৰ আপোনাৰ নগৰৰ মানুহহে ভয়ত পেপুৱা খাই গাঁৱে গাঁৱে সোমাইছেহি।

ভলন্টিয়াৰ : হাঃ হাঃ হাঃ-- হওঁতে হয়, হয় হওঁতে । পিছে বাৰু সেইবোৰ কথা যাওঁক । এতিয়া মই দেশৰ কথা দুষাৰ মান কব খোজো।

ৰূপ : বাৰু কওক । পিছে কোৱাৰ পিছত গীত এটা গাব লাগিব হ'লে।

লভিতা : ৰূপ। কি চুপতি কৰ অ'।

ভলন্টিয়াৰ : বাৰু বাৰু, গোৱা যাব । একো কথা নাই। পিছে এতিয়া দেশৰ অবস্থা দেখিছা নহয। আজি আমাৰ ভাৰতৰ শিৰৰ মণি মহাত্মা গান্ধীক ইংৰাজ গৱৰ্ণমেণ্টে বন্দী কৰি থৈছে । আমাৰ নেতাসকল আজি জেলত পাচিছে । আজি মহাত্মাৰ 'ভাৰত-ত্যাগ ' মন্ত্ৰই ভাৰতক এক নতুন জাগৰণেৰে জগাই দিছে। আজি দেশৰ জনসাধাৰণ সাৰ পাই উঠি নিজৰ দেশক ইংৰাজৰ হাতৰ পৰা মুক্ত কৰিবলৈ নিজৰ জীৱন দিবলৈ ওলাইছে। কণকলতা , কুশল কোঁৱৰ , তিলক ডেকা-- এই কতই আজি বুকুৰ তেজ দি স্বাধীনতাৰ হকে বলি গৈছে । এইবোৰৰ কথা নিশ্চয় হ'ব লাগিছে, এইবোৰৰ বিষয়ে তোমালোকে কি কৰিছা ?

ৰূপ : আমি আৰু কিটোনো কৰিম ?

লভিতা : (বাধা দি ) ৰ' চোন অ' ৰূপ। আমি আৰু একোটো কৰিব পৰা নাই । সিদিনা কমিটীত সূতা কাটিবলৈ

কৈছে , এৰী কাটিবলৈ কৈছে—তাকে কৰিছো।

ভলন্টিয়াৰঃ তাতে তোমালোকৰ কৰ্তব্য শেষ হ'লনে ? আমি বিপ্লৱ কৰিব লাগিব । যুঁজ কৰিব লাগিব ।

ৰূপ ঃ কিহেৰে যুঁজখন কৰিম? (পিতলৰ কলহটো দেখুৱাই) এই কলহটোৰ কাণেৰে মাৰিলে জানো (মিচিক্‌কৈ হাঁহি দিয়ে । আন কেইজনীযেও হাঁহে।)

লভিতা ঃ(খংকৈ) তহঁতে মাথোন যেই-সেই কথাত হাঁহিবহে জান । নুশুন কিয়?

ভলন্টিয়াৰঃ নহয় নহয়, তেওঁ সঁচা কথাই কৈছে । এৰাতো , কিহেৰে যুঁজিম? নাই বন্দুক , নাই বৰতোপ, নাই উৰা-জাহাজ, সেই কাৰণেই আমাৰ একো নাই দেখিযেই , আমি নিৰস্ত্ৰ দেখিযেই , জানো আমাৰ দেশৰ স্বাধীনতাৰ বাবে একো নকৰি হাত সাবটি বহি থাকিব লাগিব? আজি ইংৰাজে আমাক শাসন কৰিছে, কাৰণ সিহঁতৰ শাসন আমি মানি লৈছো দেখিহে। সিহঁতক আমি আমোলা মহৰী দি, বিষযা হৈ , সিহঁতৰ আইন-কানুনমতে চলি , সিহঁতক কৰ কাটলৰে যোগান দি সিহঁতক মানি লৈছো দেখিযেই সিহঁতে আমাক শাসন কৰিছে । যেতিযাৰ পৰা আমি সিহঁতক সেই সকলোৰেপৰা বঞ্চিত কৰিম সেইদিনাৰেপৰা সিহঁতে আমাৰ ওপৰত এই শাসন চলাব নোৱাৰে। অৱশ্যে তাৰ বাবে সিহঁতে আমাক বলেৰে , ছলেৰে , কৌশলেৰে ভয় দেখুৱাই নানা অত্যাচাৰ কৰি বইচ মনাবলৈ সকলো চেষ্টা কৰিব— কিন্তু আমি যদি সকলো সহ্য কৰি , ত্যাগ কৰি— কষ্ট , অত্যাচাৰ বুকু পাতি লৈ সেই অগ্নি পৰীক্ষা পাৰ হ'ব পাৰো—তেন্তে এই শাসকসকলে আমাৰ স্বাধীনতাৰ অধিকাৰ নামানি ক'লৈ যাব? সেই কাৰণেই কৈছো, নিৰস্ত্ৰ হ'লেও আমাৰ হাতত অমোঘ অস্ত্ৰ আছে । সেই অস্ত্ৰ প্ৰয়োগ কৰি তাৰ বাবে যি ত্যাগ আৱশ্যক অকাতৰে তাক কৰিব পাৰিলে আমাৰ বিজয় অনিবাৰ্য।

(আটাইবোৰে তভক মাৰি শুনি থাকে।)

ইযাকে কৰিবলৈ হ'লে—দেশ জাগিব লাগিব । দেশৰ মুনিহ , তিৰোতা ,ডেকা, গাভৰু , আদহীয়া , বুঢ়া, ধনী , দুখীযা সকলোৱেই আগবাঢ়িব লাগিব । সকলো ওলাব লাগিব। আজি এই পৃথিৱীজোৰা মহাসমৰত পূবৰ পশ্চিমৰ সকলো দেশে , মহাদেশে জুই জ্বলিব লাগিছে । যিযে স্বাধীনতা হেৰুৱাইছে সি স্বাধীনতাৰ কাৰণে মূৰ দাঙি উঠিছে । সেই কাৰণে আজি আমিও ওলাইছো— দেশক জগাবলৈ , দেশক উদ্বুদ্ধ কৰিবলৈ । সকলো ওলাব লাগে । দেশক ৰণসাজে সজ্জিত কৰিবলৈ আমি কঁকালত টঙালি বান্ধিব লাগিব। যুঁজিব লাগিব , মৰিব লাগিব, জিনিব লাগিব। দেশৰ ডেকা-ডেকেৰীৰ দল , দেশৰ নৱ - যোৱানৰ দল সাজু হ'ব লাগিব।

(গীত গায- তই কৰিব লাগিব অগ্নিস্নান)

ভলন্টিয়াৰজনে গোটেই গীতটো গাই সেষ কৰাৰ পিছত দূৰৈত বৰ গণ্ডগোল শুনা যায় । 'বন্দে মাতৰম্', 'জয ভাৰত কি জয', জনতাৰ মাজৰপৰা ধ্বনি আহিবলৈ ধৰে । গোলমালৰ মাজতে দুবাৰমান বন্দুকৰ শব্দ শুনা গ'ল। ভলন্টিযাৰে গীত বন্ধ কৰি চক্ খাই উঠে— আৰু আটাই বোৰে থৰ লাগি আচৰিত হয । ভলন্টিয়াৰজনে 'সমদলৰ ওপৰত গুলি ' বুলি তৎক্ষণাৎ নাইকিযা হয, আকৌ বন্দুকৰ আৱাজ হয়। কোলাহল , মানুহৰ গণ্ডগোল তেনেই ওচৰ চাপি আহে । লভিতাহঁতে উত্তেজিত হৈ বাহিৰৰ ফালে চাবলৈ ধৰে । লভিতাহঁতে চোৰাৰ ফালে কিছুমান ভলন্টিয়াৰ আৰু ল'ৰা -ছোৱালী বেগেৰে ষ্টেজৰ ইফালে সিফালে যায় । সিহঁতৰ কোনো কোনোৰ গাত তেজৰ দাগ দেখা গৈছিল। বাহিৰত গণ্ডগোল চলি আছে । কাণ্ড-কাৰখানা দেখি লভিতা আৰু লগৰ ছোৱালীকেজনী নিজৰ ঘৰৰ দুৱাৰমুখত থুপ খালেগৈ।

এনেতে এজুম ছোৱালীৰ মাজত এজনীৰ হাতত তিনি বৰণীয়া নিচান লৈ থকা সৰু ছোৱালীৰে সৈতে এজন দাৰোগা আৰু পুলিচে নিচান লৈ কচা-আঁজোৰা কৰি সোমাই আহে। পুলিচৰ দাৰোগাই উগ্ৰমূৰ্তি ধৰি কয।)

দাৰোগা ঃ স্বৰাজ লাগে, স্বৰাজ লাগে। ফ্লেগ্ জোকাৰি স্বৰাজ খাবলৈ আহিছ? গাঁৱত ধান বানোতে বানোতে জীৱন গ'ল । এতিযা গৱৰ্ণমেন্ট চলাবলৈ আহিছ ? তহঁতৰ জীৱ উলিযাম।

হাতত নিচান লোৱা ছোৱালীঃ (বৰ উত্তেজিত হৈ) চলাম, চলাম। এশবাৰ চলাম। হাজাৰবাৰ চলাম গৱৰ্ণমেন্ট। আমাৰ দেশ—আমাৰ মাটি— আমাৰ নৈ—আমাৰ পৰ্বত— আমাৰ আকাশ— সকলো আমাৰ। অ—গাঁৱত ধান বানি আছিলো, বোকা খচকি ভূঁই ৰুই আছিলো, গৰু ৰখি আছিলো— এতিয়া গৱৰ্ণমেন্ট চলাম— চলামেই, চলাম। কিয, নচলাম? তহঁত পুলিচ- দাৰোগা , হাকিম, বৰচাহাব , লাটচাহাব সকলোৱেই গাঁৱলীযা । ৰাইজৰ হুকুমমতে চলিব লাগিব । ইমানদিনে বগা চাহাবৰ সৈতে লগলাগি , আমাক গচকি গচকি খালি। এতিয়া নেৰিছো। বুজিছ—

নেচোন চাওঁ --হাতৰপৰা নিচান।
(এনেতে হঠাৎ দূৰৈৰপৰা কোনোবা ভলন্টিয়াৰৰে গাই উঠে।)

## গীত

অ' আমাৰ গাওঁ
অ' আমাৰ গাওঁ
আমাৰ গাঁৱৰ মান ৰাখি
মৰিবলৈ যাওঁ
অ' আমাৰ গাওঁ।

(হঠাৎ গীত নিমাত হয়।)

**দাৰোগা** ঃ পেন্দুকণা ছোৱালী। তোৰ কলিজা দেখোন বৰ ডাঠ-- বেটী--
(এই বুলি নিচানৰপৰা হাত এৰি অলপ আঁতৰি চিপাহী কেইটাক কয় 'মাৰ,কুকুৰণীহঁতক মাৰ।' দাৰোগাই নিজৰ কঁকালৰ ৰুল মাৰি উলিয়াই মাৰিবলৈ ধৰে । লগত থকা চিপাহীকেইটাই ৰৈ থাকে । হাতত নিচান লৈ থকা ছোৱালীজনী মাৰ খাই পৰি যায় । লভিতাই সকলো দেখি খঙত বাঘিনীজনী হৈ লৰ মাৰি আহি থাপ মাৰি নিচানখন লৈ বিজুলী সঞ্চাৰে দাৰোগাক ডিঙিত ধৰি গতা মাৰি পেলাই দিয়ে । মাৰ খাই পৰা ছোৱালীজনীক সোণ, হীৰাহঁতে ভিতৰলৈ নিয়ে । তাকে দেখি পুলিচকেইটাই পাছ হুঁহকি যায়। খং আৰু বেজাৰত লভিতাই ক'বলৈ ধৰে।

**লভিতা** ঃ ছিঃ ছিঃ ছিঃ । ইমান তললৈ গলি-- ইমান নীচ হ'লি । তহঁতে পুলিচ হৈছ--তিৰোতাক ৰক্ষা কৰিবলৈ, দুৰ্বলীক বল দিবলৈ--মানুহক অত্যাচাৰীৰপৰা এৰুৱাই আশ্ৰয় দিবলৈ । কিন্তু কৰিছ কি? কৰিছ কি ? অকণমান ছোৱালজনীক তিনিটা-চাৰিটাই বৰমতা হৈ মাৰিবলৈ লাজ লগা নাই ? তহঁতৰ পুৰুষালি এনেকুৱাই নেকি? ইমান নীচ--ইমান হীন--হাতত ক্ষমতা পাই বলীয়া হ'লি , পগলা হ'লি ?
(দাৰোগাই অলপপৰ কি কৰো কি নকৰো কৰি থাকি দাঁত -মূৰ কৰচি কঁকা ৰপৰা পিষ্টল উলিয়াই লভিতাৰ বুকুৰ আগত ধৰি চিঞৰি কয়)

**দাৰোগা** ঃ "চুপ থাক, চুপ থাক " নহ'লে পিষ্টলৰ গুলীৰে কলিজা উৰুৱাই দিম।

**লভিতা** ঃ (দাঁত কামুৰি) চুপ নাথাকো , নাথাকো , নাথাকো। জানিছ গোলামৰ গোলাম। আজিকালিৰ ছোৱালীয়ে পিষ্টল, বন্দুক, বৰতোপ, বোমা, একোলৈকে ভয় নকৰে। পিষ্টল দেখুৱাই আজিৰ ছোৱালীক ভয় দেখুৱাবলৈ আহিছ?
(এইবুলি দাৰোগাৰ হাতৰপৰা পিষ্টলটো থাপ মাৰি লৈ অলপ পাছ হুঁহকি দাৰোগাৰ বুকুৰ ওপৰত ধৰে।)
মই গান্ধীৰ বহীত নাম লিখোৱা নাই জানিবি বাপেৰে-
(এনেতে বাহিৰত মটৰৰ শব্দ হয়, ইলেক্‌ট্ৰিক হৰ্ণ বাজে আৰু লগে লগে আৰ্ম পুলিচ কেইটামান লগত লৈ পুলিচ চাহাব সোমাই আহে আৰু কাণ্ড দেখি আচৰিত হয়।)

**পুলিচ চাহাব** ঃ কি হৈছে?

**লভিতা** ঃ (পিষ্টলটো পুলিচ চাহাবৰ হাতত দিয়ে। পুলিচ চাহাবে একো নকৈ আচৰিত হয়। হাত পাতি পিষ্টলটো লয় আৰু লভিতাৰ ফালে চাই থাকে।)
আপোনালোকে এই মানুহবোৰৰ হাতত পিষ্টলবোৰ দিয়ে কিয় ? ইহঁতে নিৰস্ত্ৰ ছোৱালীবোৰকহে গুলীয়াব খোজে.. ।

**পুঃ চাহাব** ঃ ঘটনা কি?

**লভিতা** ঃ ঘটনা আৰু কি হ'ব ? ই পিষ্টলটো উলিয়াই মোক গুলীয়াব খুজিছিল । সেই কাৰণে মই পিষ্টলটো তেওঁৰ হাতৰপৰা কাঢ়ি ওভোতাই তেওঁকেই গুলীয়াব খুজিছিলো।

**পুঃচাহাব** ঃ তোমালোক কংগ্ৰেছ আৰু গান্ধীৰ মানুহবোৰ অহিংস ,তেন্তে কেলেই তুমি মানুহ মাৰিব খুজিছিলা?

**লভিতা** ঃ চাহাব। মই কংগ্ৰেছৰ মানুহো নহওঁ, গান্ধীৰ মানুহো নহওঁ--একো নহওঁ। মই গাঁৱলীয়া ছোৱালী।

**পুঃ চাহাব** ঃ তেন্তে তোমাৰ হাতত কংগ্ৰেছৰ ফ্লেগ্ কিয় ? তেন্তে কিয় তুমি পুলিচৰ লগত কাজিয়া কৰিছা?

**লভিতা** ঃ চাহাব! মই ঘৰৰ ছোৱালী ঘৰত আছিলো । এই দাৰোগা আৰু পুলিচ কেইটাই এই ছোৱালীবোৰক মোৰ চোতাললৈ খেদি আনি সৌ অকণমান ছোৱালজনীক মাৰি মাৰি আধাধুনা কৰিলে । তেতিয়া মই সহিব নোৱাৰি বাধা দিছো আৰু পৰি যোৱা ছোৱালীজনীৰ হাতৰপৰা নিচানখন লৈছো। তেতিয়া মোক দাৰোগাই পিষ্টল উলিয়াই গুলী কৰিব খুজিছিল, তেতিয়া মই থাপ মাৰি পিষ্টলটো লৈ তাৰ বুকুৰ আগত ধৰিছিলো । পিছে চাহাব! সি নমৰিলহেঁতেন, কাৰণ পিষ্টলটো ক'ত টিপা মাৰি ফুটাব লাগে , চাহাব-সেইটো মই নাজানো।
(পুলিচ চাহাবে ঢেক্-ঢেক্কৈ হাঁহিবলৈ ধৰে ।এনেতে দূৰৈত চাইৰেণ বাজে, আটাইবোৰৰ মাজত হুৰা-দুৰা লাগে।)

**পুঃচাহাব** ঃ ঘৰ্‌মে ধুকও, ঘৰ্‌মে ধুকও, চেলটাৰ্‌মে ধুকও।
(চাইৰেণ বাজিয়েই থাকে। এনেতে পুলিচ চাহাবে

লভিতা আৰু আন ছোৱালীবোৰক হেঁচুকি ঘৰটোৰফালে পঠিয়াই দিয়ে। আটাইবোৰ ছোৱালীয়ে লভিতাৰ সৈতে ঘৰৰ ভিতৰত সোমায়। পুলিচ চাহাবে "চেলটাৰমে চলও" বুলি ষ্টেজৰপৰা ওলাই যায়। লগতে চিপাহী আৰু দাৰোগাও যায়। বাহিৰত মটৰ চলোৱা শব্দ হয়, আৰু তাৰ লগে লগে বহুত উৰা- জাহাজ উৰি অহাৰ শব্দ হয়। তেতিয়া ষ্টেজ শুদা হয়। লাহে লাহে উৰা-জাহাজৰ শব্দ কাণ তালমৰা হৈ পৰে। বোমা পৰাৰ বিস্ফোৰণ শুনা যায়। এনেতে লভিতাৰ বাপেক বাণেশ্বৰ বৰুৱাই কান্ধত ভাৰ এখন লৈ, বেগা-বেগীকৈ সোমাযহি আৰু "আই ঐ লভিতা" বুলি মাতে। ওপৰত মেচিন-গান চলিয়েই থাকে। এনেতে এটা বোমা জাপানী উৰা-জাহাজৰ পৰা আহি চোতালত পৰে আৰু ভীষণ বিস্ফোৰণ হয়। বাণেশ্বৰ বৰুৱা ঢাচ কৰে মাটিত বাগৰি পৰে। লভিতাহঁতৰ ঘৰ-চাল উৰি যায় আৰু গোটেইখন ধোঁৱাময় হয়। ঘৰবোৰত জুই জ্বলে। ঘৰৰ ভিতৰৰ পৰা কান্দোন শুনা যায়। এনেতে তেজেৰে ৰাঙলী হৈ লভিতা আধাপাগলীৰ দৰে ওলাই আহে। আগত বাপেক পৰি থকা দেখি 'পিতাই ঐ' বুলি বাপেকক সাবটি ধৰে। আটাই কেইজনীয়ে কান্দিবলৈ ধৰে। এনেতে বাহিৰত দীঘলীয়া হুইছেলৰ শব্দ শুনা যায়। লগে লগে এ আৰ পি. কেইজনমান লগত লৈ গোলাপ এ আৰ পি ক্যাপ্টেইনৰ পোছাকত উধাতু খাই সোমাই আহে আৰু "লভিতা, লভিতা" বুলি কৈ চিঞৰি লভিতাৰ বাপেকৰ ওচৰত আঁঠু কাঢে। লভিতাই গোলাপক দেখি "মোৰ পিতাইৰ কি হ'ল" বুলি চিঞৰ মাৰে। লভিতা বাউলী হ'ল। এনেতে বাহিৰত ভীষণ "এন্টি-এযাৰক্ৰেফট্" শব্দ হয়। জুই জ্বলি উঠে। লভিতাক নিবলৈ গোলাপে বৰ চেষ্টা কৰে। লভিতাই বাউলী হৈ কান্দি কয়--)

**লভিতা** : লভিতা ককাইদেউ। গোলাপ ককাইদেউ! এৰি দিয়া— এৰি দিয়া। ময়ো পিতাইৰ লগতে মৰো। গোলাপ ককাইদেউ—এৰি দিয়া।

## দ্বিতীয় দৰ্শন

(লহৰুজান এয়াৰড্ৰমৰ তেনেই ওচৰৰ ফুলগুৰি গাঁৱৰ এটা ঘাটৰ পানী-অনা বাট। আমেৰিকান নিগ্ৰো সৈন্যই বাটত বহি মদ খাইছে। দুই-এটাই 'টপ্ ডেন্স' কৰিবলৈ ধৰে। এনেতে সেই ফালেদি এজন গাঁৱলীয়া মানুহে এথোকা পকা কল লৈ যায়। নাচি থকা নিগ্ৰো এটাই নাচৰ চেৱতে হাত নলগাই মুখেৰে কামুৰিয়েই এটা কল ছিঙি আনে। বাকীবোৰেও থপিয়াথপি কৰি কলবোৰ খাই পেলায। কল অনা মানুহটোৱে "নিলে ঔ। খালে ঔ" বুলি চিঞৰিবলৈ ধৰে। এটাই তাৰ মুখ ফালি মদ অলপ বাকি দিয়ে। মানুহটোৱে পেঁপুৱা লাগি কঁপে। এনেতে এটা নিগ্ৰোৱে দুখন দহটকীয়া নোট উলিযাই মানুহটোৰ হাতত দি কয় "গুড় মেন, যাও, যাও। কল অনা মানুহটোৱে বিচুৰ্ত্তি খায। আৰু হেবাংটোৰ দৰে এবাৰ নোট দুখনলৈ, এবাৰ নিগ্ৰোটোৰ ফালে চাই থাকে। তাতে নিগ্ৰোটোৱে ক'লে, "দিচ্ প্ৰাইচ টুৱেন টি ৰূপিজ। মালুম?" মানুহটোৱে কি কৰো কি নকৰো কৰি গৈ থাকে, মাজে মাজে নোট কেইখনৰ ফালে চায। মানুহটোৱে "এআশি কলত বিশ টকা" বুলি চুচুক চামাককৈ যায। তাকে দেখি নিগ্ৰোকেইটাই কিৰীলি পাৰে। মানুহটোৱে উচপ খায ষ্টেজৰপৰা ওলাই যায। এনেতে কোবেৰে দুজন আমেৰিকান এম পি সোমাই আহে।)

**এম.পি.** : হেই হেই—

(তৎক্ষণাৎ নিগ্ৰোকেইটা এটেন্‌শ্যন অৱস্থাত থিয় হয।)

**এম পি.** : ৰাইট এবাউট টাৰ্ণ।

(নিগ্ৰো কেইটাই তেনে কৰে।)

**এম পি.** : কুইক্ মাৰ্চ।

(নিগ্ৰো কেইটাই কুইক্ মাৰ্চ কৰি ষ্টেজৰপৰা ওলাই যায আৰু এম পি দুটা সিহঁতৰ পাছে পাছে গুচি যায। এনেতে টালি-টোপোলা বান্দি মুনিহ-তিৰোতা এজাক সেই ফালেদি যায়। মানুহকেইটাৰ মুখত বেজাৰৰ ভাব তিৰোতা মানুহকেইজনীয়ে ফেকুৰি ফেকুৰি কান্দি যায়। দূৰৈত এটা মানুহে ঢোল কোবাই অহা শুনা যায়। পিছত ঢোল পিটা মানুহটোৱে ষ্টেজৰ ভিতৰ সোমাই চিঞৰি চিঞৰি ক'বলৈ ধৰে।)

**ঢোলপিটা মানুহ** : চৰকাৰৰ হুকুম! চৰকাৰৰ হুকুম!! আজিৰ পুৱাৰপৰা ৩০ ঘন্টাৰ ভিতৰত "লহৰুজান উৰা-জাহাজৰ ঘাটিৰ" ৫ মাইলৰ ভিতৰত গাওঁ ফুলগুৰি, ভেলেঙিচুক, দাধৰা, চেঁচনি, হোলোংগুৰি বৰহাবি, ডাংধৰা, হুদুমৰা, কেহেৰুখন্দা আৰু চক্‌চকি গাঁৱৰ মানুহে গাঁও খাৰিজ কৰি যাব লাগিব। যি নাযাব তাক মিলিটেৰী চিপাহী লগোৱাই খেদোৱা হ'ব। আৰু মিলিটেৰী আইনমতে শাস্তি দিয়া হ'ব। চৰকাৰৰ হুকুম, চৰকাৰৰ হুকুম। (ঢোল পিটে) আজিৰপৰা

৩০ ঘন্টাৰ ভিতৰত । (ঢোল পিটে) । "লহৰজান উৰা-জাহাজৰ ঘাটিৰ"-(এই বুলি কেইবাবাৰো কৈ ওলাই যায়।)

এটা গাঁৱলীয়া ঃ হে' এনে কথা হ'ব পাৰেনে ? সাত -পুৰুষীয়া ভেটি , গৰু-গাই, ভড়ালৰ ধান এৰি ৰাতিটোত গাওঁখন এৰি উঠি যাব লাগে। চৰকাৰ পগলা হ'ল ঔ। চৰকাৰ পগলা হ'ল । হে প্ৰভু! হে ঈশ্বৰ! '
(এনেতে কেইটামান মিলিটেৰীয়ে এজাক ল'ৰা ছোৱালী আৰু মতা-তিৰোতাক ঠেলি-হেঁচুকি লৈ আহে। মানুহবোৰৰ পিঠিত বোজা । কাৰো মূৰত টোপোলা , উঘা , চেৰেকী, হাঁহ , পাৰ , ছাগলী। আটাইবোৰ মানুহে খঙাখঙিকৈ কথা-বতৰা পাতি যাও-নেযাওঁকৈ আহে । তিৰোতাবোৰে উচুপি উচুপি আহে।)

এটা মিলিটেৰী ঃ (মানুহবোৰক হেঁচুকি ) যা যা জল্‌দি।

এজনী তিৰোতা ঃ (কান্দি) ক'লৈ যাওঁ অ' অ' ? কি কৰো? আজি বোপা -ককাৰ দিনৰপৰা ইয়াতেই থাকি অতকাল গ'ল । হে বিধাতা, আজি কিহে পালে ঔ। অ' মোৰ ভঁড়ালৰ ধানখিনিৰনো কি হ'ব ঔ। অ' মোৰ গৰুকিজনীনো কোনে চাব ঔ । অ' মোৰ পিতাই কি আছিল! এতিয়া কি হ'ল ঔ।
(আৰু কিছুমান মানুহ মিলিটেৰীয়ে ঠেলি -হেঁচুকি লৈ আহে আৰু তাৰপৰা সিহঁতক খেদি নিবলৈ চিঞৰি-বাখৰি হুলস্থুল লগায় ।এনেতে বাহিৰত বহুত উৰা- জাহাজ উৰি অহাৰ শব্দ হয় । মানুহবোৰে ভয়ত বেছিকৈ চিঞৰ বাখৰ কৰে । এণ্টি এয়াৰ -ক্ৰেফটৰ শব্দ হয়।)

মিলিটেৰীঃ পলা পলা । ভাগ, ভাগ।
(মানুহবোৰ যেনিয়ে-তেনিয়ে দিহাদিহি যায়।)

# তৃতীয় দৰ্শন

(লভিতাহঁতৰ ঘৰ। ঘৰৰ পোৰা ভেটিটোৰ মাজতে লভিতা বহি মূৰ গুজি ফেকুৰি ফেকুৰি কান্দি আছে। চোতালত ২/৪ জন গাঁৱৰপৰা খেদা-খোৱা মানুহ টালি-টোপোলা লৈ আমন-জিমনকৈ বহি হুমুনিয়াহ পেলাইছে। এনেতে এজন গাঁৱলীয়া এ আৰ.পি ভলন্টিয়াৰ সোমাই আহে।)

এ.আৰ.পি ঃ ৰাইজসকল ।আপোনালোক ইয়াৰপৰা সোনকালে য'ক। গাঁৱৰ প্ৰায় সকলো মানুহ গ'ল । আপোনালোকে কিয় নোযোৱাকৈ আছে?

চোতালৰ মানুহ এজন ঃ হে ঈশ্বৰ , যাওঁ ক'লৈ ? ক'তনো মূৰটো থমগে।

এ.আৰ.পি ঃসেইবোৰ আং বাং বকি থাকিলেনো কি হ'ব ? গৱৰ্ণমেন্টৰ হুকুম, যাবই লাগিব । যদি নাযাব , এতিয়াই মিলিটেৰী পুলিচ আহি ডিঙিত ধৰি গতিয়াই, কোবাই , কিলাই দিবহি।
(লভিতাই থিয় হৈ চকু-পানীৰে খঙত কয়।)

লভিতা ঃ বুজিছা , তোমালোক পগলা হৈছা। কি মিলিটেৰী, মিলিটেৰী কৰি ভয় দেখুৱাইছা ? তোমালোকে আমাৰ গাঁৱৰ ল'ৰা হৈ গঞাৰ অত আলৈ -আহুকাল বিপদ-তালৈ নাচাই চিপাহীবোৰৰ লগতে হোৱা দিছা কিয়?

এ আৰ পি ঃ (খঙেৰে ) কি হোৱা দিয়া দেখিলা ?

লভিতা ঃ অৱশ্য হোৱা দিছা । গৱৰ্ণমেন্টৰ মানুহে কৈছে * গাঁৱলীয়াই গাঁও এৰি বাৰ ঘন্টাতে যা । তোমালোকেও তাকেই চিঞৰি ফুৰিছা । কিন্তু এই গাঁৱৰ মানুহবোৰ যাব ক'লৈ ? অতবোৰ বয়-বস্তু, সম্পত্তি কি হ'ব? গৈ থাকিবগৈ ক'ত? ঘৰ পাব ক'ত ? খাব কি? সেইবোৰৰ একোৰে একোটাৰে ব্যৱস্থা নোহোৱাকৈ অতবোৰ প্ৰজাক আলৈ আথানি কৰিছে গৱৰ্ণমেন্টে। তাৰ লগতে তোমালোকেও পোছাকটো পিন্ধি তাকেই চিঞৰি ফুৰিছা।

এ.আৰ.পি ঃ আমি কি কৰিম ? আমি আমাৰ কৰ্তব্য কৰিছো।

লভিতা ঃ (কাঠ হাঁহি মাৰি ) কৰ্তব্য--কৰ্তব্য কৰিছা। এটা বিচাৰ নোহোৱা শত্ৰুৰ আক্ৰমণত তৎ নাপাই পগলা হোৱা এটা গৱৰ্ণমেন্টৰপৰা পোছাক এটা আৰু পইছা কিছু পায়েই ৰাইজৰ মানুহ হৈ ৰাইজকে গৰকিব খুজিছা? তোমালোকে এনে বিলাই-বিপত্তিবোৰৰ বাবে গৱৰ্ণমেন্টক ধৰিব নোৱৰা? যদি মানুহ গাওঁ যাবই লাগে-- তেন্তে আন ঠাই ক'লৈ যাব-- ক'ত থাকিব--তাত ঘৰ কৰিবলৈ , সকলো ঠিক-ঠাক কৰি ল'বলৈ কিয় গৱৰ্ণমেন্টে সকলো সুবিধা কৰি নিদিব?

এ.আৰ পি ঃ সেইবোৰ আমি কি জানো? সেইটো আমাৰ ডিউটি নহয় ।আমাৰ কেৱল বোমা পৰা মানুহবোৰক শুশ্ৰূষা কৰাহে ডিউটি)

লভিতা ঃ (খঙত দাঁত কামুৰি ) যা, যা পলীয়া , যা । য'ত বোমা পৰি আমেৰিকানহঁত মৰিব ধৰিছে তালৈ যাঃ আমাৰ ওচৰলৈ কিয় আহিছ?

এ.আৰ.পি ঃ খং নেদেখুৱাবি ছোৱালী। তোৰ নিচিনা বহুত দেখিছো । এতিয়াই মিলিটেৰী বাপেৰহঁত আহি ধুন দেখুৱাবহি ৰ--
(এই বুলি গৰপ গৰপকৈ এ.আৰ.পি গুচি যায়। লভিতাই ভেটিত বহি হুক্‌হুককৈ কান্দিবলৈ ধৰে । অলপ পিছত এজন পুলিচ ইন্সপেক্টৰ আৰ্ম পুলিচ

লৈ সোমাই আহে।)

**পুলিচ ইন্সপেক্টৰ** ঃ (মানুবোৰলৈ চাই) অ' তোমালোক দেখোন ইযাত আহি ভেম মাৰি বহি আছাহি? মানুহে ভালেৰে ক'লে কথা নুশুনে। কেনৈ শুনিব, কপালত দুখ আছে নহয়।

**এজন মানুহ** ঃ ইন্সপেক্টৰ বাবু! যাবলৈতো কৈছে। পিছে যাওঁ ক'লৈ কওকচোন? ধান চাউল, পাই-পইছা হাতত এটিও নাই। কালিৰপৰা মিলিটেৰী চিপাহীখনে যি হুহুমুহিখন লগাই দিছে--ক'ৰ বস্তু ক'লৈ গ'ল, ক'ৰ বাহানি ক'লৈ গ'ল, তাৰ ঠিকনা নাই। যাওঁৱেই বা ক'লৈ?

**পুলিচ ইন্সপেক্টৰ** ঃএতিয়া যদি গৱৰ্ণমেন্টে, পুলিচ মিলিটেৰীয়ে, ক'লৈ যাব, ক'ত থাকিব তাকো সৰু ল'ৰা-ছোৱালীৰ দৰে পদে পদে দেখুৱাই ফুৰিব লাগে-- তেন্তে কেনেকৈ হ'ব? জাপানীৰ দৰে দুৰ্দান্ত শত্ৰুক কোনোমতে গৱৰ্ণমেন্টে যুঁজ কৰি ৰাখিছে। গএৱাৰ ভালৰ কাৰণেই গৱৰ্ণমেন্টে আঁতৰি যাবলৈ কৈছে। নহ'লে জাপানী বোমাৰ কোবত ৰাইজ ধূলি হৈ উৰিব। গএৱাই নিজে হাত -ভৰি লৰাই ক'ত থাকিব, কি কৰিব তাৰ উপায উলিযাই ল'ব লাগে নহয়- - গৱৰ্ণমেন্টনো কিমান কৰিব? ৰাইজে বুজিব লাগে নহয়। উঠক উঠক ৰাইজ! মিছাকৈয়ে সময় নেখেদাব।

(লভিতালৈ চায- ওচৰলৈ গৈ) পিছে আইদেউ কান্দি কাতি থাকিলেনো কি হ'ব? যাব লাগে আইদেউ! যাব লাগে।)

(লভিতাই চকুৰ পানীৰে বহুত পৰ ইন্সপেক্টৰৰ মুখলৈ চাই থাকে।

ক--লৈ যাম? থাকিম ক'--ত?

**ইন্সপেক্টৰ** ঃ আইদেউ! তাৰ ব্যৱস্থা তুমি নিজেই কৰি লোৱাগৈ। কত ওচৰৰ গাঁও আছে, মানুহ আছে। সেইবোৰতে কিবা এটা কৰি থাকিব লাগিব।

**লভিতা** ঃ এতিয়া লোকৰ ঘৰে ঘৰে খুজি -মাগি খাবলৈ যাম? নাযাওঁ-নাযাওঁ। পিতাইৰ ইযাতেই সকলো শেষ। হ'ল! মযো ইযাতেই পৰি নাখাই-নবৈ মৰিম। (মাটিত ঢাচ্ কৰে পৰে।)

**ইন্সপেক্টৰ**ঃ বুজালেও যদি মানুহে নুবুজে তেন্তে আৰু কি উপায? (বাহিৰত মটৰৰ হৰ্ণ-মটৰ ৰখোৱাৰ শব্দ। লগে লগে চাহাবী ডিঙিৰ শব্দ আহে, "জলদি জলদি আদমি ভাগ যাও।" আৰু লগে লগে য়ুৰোপীয় এজন চুপাৰিন্ টেন্ডেন্টৰ লগত এদল সশস্ত্ৰ বেয়নেটধাৰী সৈন্য আহে ইন্সপেক্টৰ আৰু চিপাহীবোৰে চেলিওট কৰে।)

**পু. চুপা** ঃ ক্যা দেখত্যা হ্যায যাও --যাও --যাও। ইন্সপেক্টৰঃ হোৱাট আৰ ইউ ডুইং --ড্ৰাইভ ডিজ আউট্-- আউট্- - আউট্। ক্যা দেখত্যা হ্যায--ভাগো ভাগো-- (মানুহবোৰক খেদে। মানুহবোৰ ভয়ত পেঁপুৱা খায। লভিতাক দেখি।)

হেই ছোৱালী! কি হৈছে? কেলেই কান্দিছে? যাব লাগে। যাব লাগে--বোমা পৰিব। মৰি যাব। উঠও, উঠও, গেট আপ্ হেই--

(লভিতা ঘপককৈ থিয হয।)

**লভিতা** ঃ অ' অ' অ' মোৰ বোপাই মৰিছে ইযাতে। মযো মৰিম।

**পুঃ চাহাব** ঃ টুমি কি কাৰণে মৰিব? যোৱান ছোৱালী আছে। বাচি থাকিব লাগে। কান্দিলে কিছু ফযদা নাই আছে।

**লভিতা** ঃ চাহাব! তোমালোকে যে মানুহবোৰক এইদৰে গৰু খেদোৱাদি খেদাই পঠিযাইছা সিহঁতে ক'ত থাকিব কি খাবগৈ তাৰ কি দিহা কৰিছা?

**পুঃ চাহাব** ঃ আমি জাপানীৰ লগত ঢাৱা কৰিছে। ইমানবোৰ গাঁৱলীয়া মানুহক কেনেকৈ খবৰ কৰিব?

**লভিতা** ঃ অতবোৰ লাখ লাখ চিপাহীৰ তোমালোকে থকামেলাৰ সুবিধা ৰাতিটোৰ ভিতৰতে কৰিব পাৰা, গাঁও কেইখনমানৰ কৰিব নোৱৰা? আন নহ'লেও অকণ অকণ ল'ৰা-ছোৱালীবোৰৰ--

**পুঃ চাহাব** ঃ হামি টোমাৰ লগত তৰ্ক কৰিবলৈ অহা নাই, হামি টোমাক কৈছে ইয়াৰপৰা যাব লাগে। হামি দুচুৰা বাত নাই জানে।

**লভিতা** ঃ নাই জানে, নাই জানে, তেনে কোনে জানিব? গৱৰ্ণমেন্ট হৈ প্ৰজাৰ বাত নাই জানিলে কোনে জানিব?

**পুঃ চাহাব** ঃ (খং কৰি) বেছি বক্ বক্ মত কৰ। টুম বহুত বাত্ বল্‌তা হ্যায।

**লভিতা** ঃ(কান্দি কান্দি) কি বক্ বক্ কৰাৰ কথা কৈছা। অন্যায--অন্যায়। তোমালোকে অন্যায কৰিছা।

**পুঃ চাহাব** ঃ চুপ, চুপ, চুপ ৰহৌ।

**লভিতা** ঃ (খঙত একো নাই হৈ) নাই ৰহেগা, চুপ্ নাই -- নাই -নাই ৰহেগা।

**পুঃ চাহাব** ঃ (গৰ্জন কৰি) যাও যাও যাও--বদমাছ্ ডেম্ চোৱাইন্। গুলী কৰেগা।

**লভিতা** ঃ কৰ কৰ, গুলী কৰ।

**পুঃ চাহাব** ঃ নাই মানেগা বাত্,নাই মানেগা, অল্ ৰাইট।

(সশস্ত্ৰ সৈন্যক হুকুম দিয়ে।)

**পুঃ চাহাবঃ** চা--ৰ্জ।

*(তৎক্ষণাৎ পাঁচ-ছয়টামান বেয়নেটধাৰী চিপাহীয়ে ঘেৰাও কৰি বেয়নেটবোৰ টোৱাই ধৰে । এনেতে পুলিচ চাহাবে হাত দণ্ডাত সিহঁতে সেইদৰেই টোৱাই ৰৈ থাকে। চাৰিও ফালৰ মানুহবোৰে চিঞৰি উঠে।)*

**লভিতা** : (বলিয়া হৈ কান্দি কান্দি ) হিঃ হিঃ হিঃ -- ভয় দেখুৱাইছা চাহাব-- ভয় --ভয় ? হিঃ হিঃ হিঃ --গুলী কৰিবা । চণ্ডীনেৰে খুচি মাৰিবা ? মৰণৰ ভয় দেখুৱাবলৈ আহিছা ? আজিৰ ছোৱালীয়ে ভয় নাখায় চাহাব। গোটেই বৃটিছ্ গৱৰ্ণমেন্টৰ বন্দুক , বৰতোপ আনিলেও চাহাব এই ভেটিৰ পৰা এক খোজো আঁতৰ কৰিব নোৱৰা জীয়াই থাকো মানে । মোৰ ভেটি, মোৰ ঘৰ, মোৰ মাটি , মোৰ দেশ-- ইয়াত মোৰ মাতিবৰ অধিকাৰ আছে । নাযাওঁ। নাযাওঁ! এই ভেটিৰপৰা নাযাওঁ।

*(লভিতাৰ মূৰ্তি দেখি আটাইবোৰ চৰণ্ পৰা মানুহৰ দৰে থৰ হৈ ৰৈ থাকে।)*

আঁৰ কাপোৰ

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

*(ফুলগুৰি গাঁৱৰ এটা হাবিতলীয়া বাট । সন্ধিয়া লাগি আন্ধাৰ হৈছে । বহুত দূৰৈত ইংৰাজী সুৰৰ সুহুৰি মাজে মাজে উৰা-জাহাজৰ শব্দ । হাতত টৰ্চলাইট লৈ বাট চাই এ আৰ. পি পোছাকত গোলাপে লভিতাক ধৰি লৈ আহে । লভিতাক কান্দি উচুপি থকা দেখা যায।)*

**লভিতা** : (কিছু দূৰ আহো নাহোঁকে আহি হঠাৎ থমকি ৰৈ হুক হুককৈ কান্দিবলৈ ধৰে । পিছত উচুপি উচুপি মই -- মই মৌজাদাৰৰ ঘৰলৈ নাযাওঁ। গোলাপ ককাইদেউ । মই নাযাওঁ।

**গোলাপ** : (বুজনি দিবলৈ চেষ্টা কৰি ) উস্ বাৰে বাৰে একে কথা । লভিতা ! তুমি নুবুজা কিয় ? আজি হঠাৎ তুমি যি অৱস্থাত পৰিছা তালৈ চাই আৰু তুমি আগৰ দৰে চলিব নোৱৰা নহয় ! এতিয়া চকু-কাণ মুদি প্ৰাণটো আৰু ইজ্জতটো ৰাখিব পাৰিলেই হৈছে । যুদ্ধৰো যি বিষম অৱস্থা আৰু বা কি হয় -- একো ক'ব নোৱাৰি । সেই কাৰণে বৰ্তমান তুমি মৌজাদাৰৰ ঘৰতে কোনোমতে গোজা মাৰি থাকা । তাৰ পিছত অৱস্থা চাই কিবা এটা কৰিব লাগিব।

**লভিতা** : আই অ'--মইনো এতিয়া লোকৰ ঘৰত কেনেকৈ থাকিমগৈ ? হে ঈশ্বৰ! পিতাইৰ লগত মোকো মাৰি নিনিলা কিয় ?

**গোলাপ** : বুজিছা লভিতা ! মই দেখাত হ'লে এতিয়া তোমাৰ কাৰণে মৌজাদাৰৰ ঘৰে আটাইতকৈ নিৰাপদ ঠাই । এনে যুদ্ধৰ হুহিমুহিৰ মাজত কত ছোৱালীৰ কত বিপদ হৈ গৈছে। কিন্তু মৌজাদাৰৰ ঘৰত থাকিলে সেইবোৰৰপৰা বহুত নিৰ্ভয়ত থাকিব পাৰিবা । আৰু তাত থাকিলে খা খবৰ কৰি থাকিব পাৰিম।

*(এনেতে শত্ৰুৰ বিমান আক্ৰমণৰ জাননী দি "লহৰজান এয়াৰড্ৰম"ৰ চাইৰেণ বাজি উঠে । অলপ পিছতে উৰা-জাহাজৰ শব্দ হ'বলৈ ধৰে। লগে লগে এন্টি-এয়াৰক্ৰাফট্ গাণৰ শব্দ । মানুহ কিছুমানে হুৰমুৰকৈ সেইফালে লৰি আহে । গোলাপ আৰু লক্ষিতাই বেগাবেগিকৈ তাৰপৰা আঁতৰি যায়।)*

## দ্বিতীয় দৰ্শন

*(এমাহ পিছত । গঙ্গাৰাম মৌজাদাৰৰ ঘৰ । তেওঁ লহৰজান মৌজাৰ মৌজাদাৰৰ ঘৰৰ পাছত চোতাল । মৌজাদাৰৰ বঙলাঘৰ আৰু ৰান্ধনি ঘৰৰ মাজতে এই চোতাল । ষ্টেজৰ সোঁফালে বঙলাঘৰৰ পাছফালৰ বাৰাণ্ডাখন দেখা গৈছে । ৰান্ধনি ঘৰটো খেৰৰ আৰু বাঁহৰ খুঁটাৰ । ৰান্ধনিঘৰৰ বাৰাণ্ডাত বহি মৌজাদাৰণীয়ে আগত শাক পাচলিৰ খৰাহি এটা লৈ শাক-পাচলি কুটিছে । ওচৰতে এখন মৈদা আৰু থাল, খৰাহি, পাচি ইত্যাদি । দুৱাৰেদি ৰান্ধনি ঘৰৰপৰা অলপ অলপ ধোঁৱা আহিছে । চোতালেদি মৌজাদাৰৰ চাকৰ, হালোৱা ইত্যাদি মানুহ মাজে মাজে অহা-যোৱা কৰিছে । বঙলাঘৰৰ ভিতৰৰপৰা মৌজাদাৰৰ গলগলীয়া মাত শুনা যায়।)*

"হেৰ কোন আছ । ধপাত এচিলিম আন অ ।"

**মৌজাদাৰণী** : (মুৰ দাঙি )হেৰ' কটিয়া-- অ' কটীয়া ! (উ--উ বুলি কটীয়াই দূৰৰপৰা মাতে ।) ( মৌজাদাৰণীয়ে শিয়ঁৰি) উ--উ কটা চুৱা-খোৱা বান্দৰ- -ক'ত মৰিছগৈ- -ধপাত খুজিছে ক'ব নোৱাৰনে ? মাতিলে -চাতিলে ঘপৰাই পাবলৈ নাই । ইয়াত তাকিব নোৱাৰ বাঘে-খোৱা ?

*(এনেতে সৰু গাঠলু ল'ৰা এটা কেওঁ-মেওঁকৈ ভয়ে ভয়ে লৰি আহি চিলিম এটা লৈ ৰান্ধনিঘৰত সোমায় । মৌজাদাৰণীয়ে তালৈ চাই খচ্ খচ্কৈ পাচলি কুটিবলৈ ধৰে। এনেতে বঙলাঘৰৰ ভিতৰৰপৰা আকৌ চিঞৰে।)*

**মৌজাদাৰ** : হেৰ ধপাত এচিলিম দিব পৰা নাইনে অথনিৰে পৰা--

**মৌজাদাৰণী** : হেৰ কটা বান্দৰ-কটীয়া কটা বাঘে--খোৱা -

হেৰামজেদা কৰিছ কি অতবেলি ? —হেৰ নানিছনে ? (টিলিকাইক কটীয়াই মাতে, "মইনো কি কৰিম আই ! আঙঠা থাকিলেও নিদিলে ৰান্ধনীয়ে ।") —নিদিব কেলৈ—কে—লৈ নি—দিব তাই ? এই কটাৰ জী লভিতা নে ফভিতা ! দিয়া নাই কিয় ?

**লভিতা** : (ভিতৰৰপৰা) মইনো দিওঁ ক'ৰপৰা আই—কেঁচা গেৰেহা খৰি ফুৰাই ফুৰাইও জুই ধৰিব পৰা নাই অথনিৰেপৰা (কটীয়া সেমাই আহে -চিলিমটো ফুৰাই ফুৰাই)

**মৌজাদাৰণী** :এই বাঘে-খোৱা । এতিয়া দেখেন পালি ?

**কটীয়া** : ক'ত পালো আই —সৌ এঙাৰ ধেঁইটাৰ মাজত ফিৰিঙতি এটা সুমুৱাই ফুৰাই ফুৰাই আনিছো ।

**মৌজাদাৰণী** :তোক মই ৰাতিপুৱাই শুকান খৰি কেইডালমান আনি দিবলৈ কৈছিলা নহয় ?

**কটীয়া** : কলেইনো মই ক'ত পাওঁগৈ শুকান খৰি ?

**মৌজাদাৰণী** :(খঙত টিকচি-বিকচি উঠি) কটা 'বদমাছ' ! কটা দগাবাজ । তোৰ দেখোন বৰ বৰ কথা ? তই মোক চিনি পোৱা নাই ?

*(এইবুলি তাতে ছজিনা এডাল লৈ কটীয়াক মাৰ শোধাই দিয়ে। কটীয়াই হাওঁ-হাওঁকৈ যিমান পাৰে সিমান কান্দিবলৈ ধৰে। বঙলাৰ ভিতৰৰ পৰা মৌজাদাৰ "হেৰ কি হ'ল ? হ'ল কি ?" বুলি ওলাই আহে।)*

**মৌজাদাৰণী** :(বকিবলৈ লাগি) ক'ৰ জানো এই বাৰে-বাংকৰা মানুহ বুটলি ফুৰিব ।এইটো কটা মাক-বাপেকৰ ঠিক নোহোৱা খাইমূৰাটো ঘৰত সুমুৱালেহি — কথা এটা নুশুনে । ৰান্ধনিঘৰৰপৰা কল, গাখীৰ, চেনি , দৈ চুৰ কৰি খাই খাই নাইকীয়া কৰিলে । কাম এটালৈ পাঁচিলে তাত মৰি থাকিবগৈ । কথা এটা শুধিলে ভেকাহি মাৰিব । কটা হেৰামজেদা । বদমাছ! (বুলি কটীয়াক ধেদা মাৰে। কটীয়াই—ঔ ! মাৰিলে ঔ ! বুলি চিলিম টিলিম পেলাই লৰ মাৰে । কথা দেখি মৌজাদাৰেও উচ্চবাচ্য নকৰি ভিতৰলৈ সোমাই যায়। মৌজাদাৰণীয়ে পাচলি কুটাত বহি আকৌ ভোৰভোৰাবলৈ ধৰে ।)

**মৌজাদাৰণী** : যতবোৰ খাবলৈ নোপোৱা কেলেহুৱাবোৰ আনি ঘৰ সুমুৱাবহি । যতবোৰ দগাবাজ আছে, সেইবোৰহে আনিবলৈ পায় । এইবোৰৰ সৈতে চুপতি কৰোতে কৰোতে মোৰ মূৰটো ঘোলা হ'ল । সেই কুলক্ষনী এজনী আনি আকৌ গোটাই লৈছেহি। ইমানজনী ধোদোঙা ছোৱালী, এদিনো তাই তৰকাৰী এখন , আঞ্জা এখন ৰান্ধিব নাজানে । কটা এইবোৰ লৈ মোৰ মৰণৰ চিন হ'ল ।

*(এনেতে ৰান্ধনিঘৰৰ ভিতৰৰপৰা, ধোঁৱাই খাই চকু মুখ ৰঙা কৰি চকুপানী ওলাই থকা লভিতা ওলাই আহে ।)*

**লভিতা** : আই ! পাৰচৰাইৰ আঞ্জাখন কেনেকৈ ৰান্ধিব লাগে দেখুৱাই দিয়কহিচোন।

**মৌজাদাৰণী** :হেৰ' তৰ পাৰ চৰাইৰ আঞ্জাখনো ৰান্ধিব নাজাননে ? কটা টোকোনৰ জাত ! ভাল আপদে পালে।

**লভিতা** : আই , নাজানিম কিয় ? আমি যেনেকৈ গাঁৱত ৰান্ধো সেইদৰে আঞ্জা তৰকাৰী ৰান্ধি দিলে দেখোন আপোনালোকে জুতি নাপায় । আপোনালোকে বাৰে ৰঙলুৱা জুতি ধৰি খোৱা মানুহ , সেই কাৰণেহে ।

**মৌজাদাৰণী**:(খঙত চিঞৰি) বাৰে বঙলুৱা ! আঞ্জা এখন ৰান্ধিব নাজান ? তাৰ মূৰত তাইৰ কথা কটাৰ কোব কি চাবা। বান্দী খাটিবলৈ আহিছ, থুপৰি, ভাকুৰী—বান্দীৰ দৰে কথা ক'বি। বৰ কথাা মাতিলে—

**লভিতা** : (মুখন গম্ভীৰ কৰি) কি বৰ কথানো মাতিলো আই ? মই বান্দী খাটিবলৈ অহা নাই । মোক উপযাচি ইয়ালৈ আশ্ৰয় দিবলৈ অনাতহে আহিছো।

**মৌজাদাৰণী** : ( পেংলাই কৰি) বান্দী খাটিবলৈ অহা নাই ? মোৰ ৰজাৰ জী, আইদেউক দাং দোলাকৈ ইয়াত বৰ চাঙত তুলি থৈ কুঁৱৰী পাতিবলৈ আনিছিলে ?

**লভিতা** : আই । মই ঘৰত থকাত অসন্তোষ পাইছে যদি যাবলৈ ক'লেই যামগৈ নহয় । মৰিবলৈ কিবা পৃথিৱীখনত ঠাই নোহোৱা হৈছেনে ?

**মৌজাদাৰণী** :অঁ নোহোৱা হৈছেতো । বাগৰি বাগৰি এইখিনি ওলাইছহি । সৰু মুখত বৰ কথা ভাল নহয় দেইবা, বুজিছ ? (এনেতে হয়ৰাম গাঁওবুঢ়াই টোম এটাত আমৰলীয়া হাঁহ এটা আৰু এহাতত বেত গাজ এসোপা লৈ চোতাল সোমায়।)

**হয়ৰাম** : কৃষ্ণ কৃষ্ণ — আই বন্দীয়ে সেৱাহে জনাইছে।

**মৌজাদাৰণী** :(মুখৰ বৰণ সলাই) অ' হয়ৰাম । আহাঁ আহাঁ বোপাই আহাঁ । এৰা, আকৌ আজি কেইবাদিনৰেপৰা বেত গাজ কাবৰ মনটো গৈ আছিল ; আনিলা ভালেই হ'ল ।

**হয়ৰাম** : কৃষ্ণ—কৃষ্ণ (আগবাঢ়ি আহি ৰান্ধনিঘৰৰ পিৰালিতে বেত-গাজ আৰু হাঁহৰ টোমটো থয়, আৰু হাতত অনা লাখুটিডাল পাৰি বহে।)

**মৌজাদাৰণী** : এহ— চাওঁ —চাওঁ —এই লভিতা । এই গাঁওবুঢ়াক পীৰা এখন দে । (লভিতাই ভিতৰ সোমাই পীৰা এখন দি আকৌ ভিতৰলৈ সোমাই যায়।)

**হয়ৰাম** : আই/। এই সিদিনা সেই বোমা পৰি বাপেক মৰা ছোৱালীজনী নহয়নে ?

(মৌজাদাৰণীয়ে শলাগে।)

এৰা, আই দেশখনতনো কি হ'ব খুজিছে, ক'বই পৰা নাই। ইফালে সেই মিলিটেৰীখন, সিফালে আকৌ জাপানী, মাজতে আকৌ ভলন্টিয়াৰখন।

**মৌজাদাৰণী** ঃ অ' আকৌ তাৰ ভিতৰতে আকৌ সেই কমুনিছ নে কিবা নৰমনিচখন ওলাইছে নহয়।

হযৰামঃ হয় আই, হয়। সেই কমিনিষ্টকিটা আই, বৰ চকুচৰহা। সিহঁতৰ মোৰ গুটি ধানৰ ভঁড়াল কেইটাতহে চকু। সিহঁতে কৈছে বোলে মোৰ হেনো অকলে চাৰিটা ভঁড়াল কেলৈ থাকিব? চাওকচোন বাৰু আই! অত দুখখন কৰি খেতি কৰি ভঁড়াল কেইটা বান্ধিছো। ডকাইত আই! দিন ডকাইত। সিফালে মিলিটেৰীয়ে বোমা দিয়ক, জাপানীয়ে দেশ খচকক, গান্ধীৰ মানুহে ল'ৰা-ছোৱালীবোৰ বলিযা কৰিলে। ধান -চাউল পাবলৈ নাইকীয়া কৰিলে। ইফালে কমিনিষ্টে ভঁড়ালৰ ধান, গোহালীৰ গৰু কাটি নিয়ক। হ'ল আৰু আই! ঘোৰ কলি আই। ঘোৰ কলি পালেহি।

**লভিতা** ঃ (ভিতৰৰ পৰা) গাঁওবুঢ়া ককাই। কি কলিকালৰ কথা কৈছা? গান্ধী মহাত্মাইনো কি বেয়া কাম কৰিছে? আমাৰ দেশক গচকি গচকি সাত সাগৰৰ পাৰৰ ইংৰাজহঁতে চাহিমুহি খালে। সোপাকে সিহঁতৰ দেশলৈ কটিয়াইছে। গান্ধীয়ে তেও সিহঁতক আমাৰ দেশ এৰি দিবলৈহে কৈছে। আমাৰ মানুহক লোকৰ তলতীয়া, বহতীয়া গোলাম হৈ নাথাকি নিজে নিজে স্বৰাজ কৰিবলৈহে কৈছে।

*(মৌজাদাৰণীয়ে মুখ বিকটাই, চকুৰে গাঁওবুঢ়াক ঠাৰ মাৰি উপলুঙাসূচক ভঙ্গী কৰে।)*

**গাঁওবুঢ়া** ঃ অ' হযতো! হয়তো! ৰজাৰ বিৰুদ্ধে উঠি অতপালি কৰিছে। মহাৰাণীৰ ৰাজ্যত এনে অময়া সুখত থাকি ইহঁতক ভূতে কিলাইছে।

**মৌজাদাৰণী** ঃ তপত ভাতত ধোঁৱাই খায় বুজিছা গাওঁবুঢ়া!

**গাঁওবুঢ়া** ঃ হয়তো আই! এনে মহাৰাণীৰ ৰাজ্য, লাগ বুলিলেই চাউল, লাগ বুলিলেহে ধান, এই নিমখ, এই তেল, এই ৰেল, এই জাহাজ, এই টেলিগিৰাফ। মহাৰাণীৰ ৰাজ্যত কোনোবাই কাৰোবাৰ চুলি এডাল চুব পাৰেনে? এই টিপা এটা মাৰিলেই গিৰিপকৈ পুলিচ দাৰোগা। এই দহ মাইল দহ মাইলে ডাক-ঘৰ, এই পাঁচ মাইলে পাঁচ মাইলে কানি দোকান। এনে অময়া সুখত থাকি এই ভলন্টিয়াৰখনক ভাল পোকে কামুৰিছে।

**লভিতা** ঃ অময়া সুখ! তোমাৰ দৰে গাঁওবুঢ়া কেইটামান আছাতো অময়া সুখত! ৰাইজখনৰ কি হ'লে! খাজানাৰ হেঁচাত চেপা খাই জোল হ'ল। কানি ৰৰবিহ খাই ৰাইজৰ কাঁহী-বাটি নোহোৱা হ'ল। গাত নাই কাপোৰ, ভড়ালত নাই ধান, আখৰ এটি চিনি নাপায়। যোৱাচোন চাহাবহঁতৰ দেশত। কেনেকৈ আছে চোৱাগৈ এবাৰ।

**গাঁওবুঢ়া** ঃ আই! এই ছোৱালী ঘৰত নাৰাখিব। এইৰ মুখত বৰ কুলক্ষণীয়া কথা। ওঁ ওঁ —ৰজাৰ বিৰুদ্ধে হ'লে ভাল নহয়দেই। সেই কাৰণেহে বাপেক বোমা পৰি মৰিল। এতিয়া ঘৰে ঘৰে ফুৰিবলগীয়া হৈছে। এনে বোৰ মানুহৰ এনে হয়েই।

*(লভিতা বান্ধনিঘৰৰ দুৱাৰমুখৰ পৰা উগ্ৰমূৰ্তি ধৰি ওলাই আহে।)*

**লভিতা** ঃ (খঙত) এনেবোৰ মানুহৰ এনে হয়েই! তাৰ বাহিৰে তোমাৰ দৰে মানুহৰ মুখত কি আন কথা ওলাব? ইংৰাজ চৰকাৰে যেনেকৈ চাঁহিমুহি খাইছে, সেইদৰে ইংৰাজ আমোলৰ গাঁওবুঢ়া হৈ তোমালোকেই ৰাইজক চাঁহিমুহি খাইছা।

**গাঁওবুঢ়া** ঃ (খং খাই) দেখিছে আই! দেখিছে? এতিয়া মইহে ৰাইজক মাৰি খোৱা হ'ল। কটা ছোৱালী! তোৰ বাপেৰৰ ভাগৰ আনি খাইছোনে?

**লভিতা** ঃ অ অ, খাইছাতো। আমাৰ খাজানা দিব নোৱাৰাত মাটিডোখৰ নীলাম যাওঁতে দুশটকীয়া মাটি কিডৰা তুমিয়েই সোতৰ টকাত ৰাখি খোৱা নাইনে? সিদিনা আমাৰ বগাৰামৰ গাখীৰতী গৰুজনী চাৰি টকাত খাজানা নীলামত দি মৌজাদাৰে আধা -মূলীয়াকৈ ৰাখি খোৱা নাইনে? মোৰ পিতাই সেই বছৰ গ্ৰহণীত পৰি খেতি কৰিব নোৱাৰি খাজানা সোধাব নোৱাৰিলত চাৰি পুৰুষীয়া মাটিডোখৰ নীলাম গ'ল। তোমালোকে ইংৰাজ ৰজা আৰু ইংৰাজৰ মানুহবোৰৰ খাজানাৰ টকা কেইটাৰ বাহিৰে একো নাজানা। মাটিখিনি নীলাম কৰি থলা কেইটামানৰ কাৰণে। ইফালে মানুহটোৱে ল'ৰা -ছোৱালী কিটা লৈ কিহেৰে তৰিব, তাৰ কিবা খবৰ কোনোবা চৰকাৰৰ মানুহে ৰাখিছিলনে? মানুহ মৰি যাওক। ল'ৰা-ছোৱালী খাবলৈ নাপাই শুকাই-খীনাই মৰক। তোমালোকে খাজানাৰ টকাকিটা কোনোমতে চাঁহিমুহি ন্যায় -অন্যায় একো বিচাৰ নকৰি নিব পাৰিলেই হ'ল। ৰাইজ ডাঙৰ নে খাজানা ডাঙৰ? ইংৰাজ ৰজাৰ কাৰণে খাজানা। ডাঙৰ ৰাইজ সিফালে খাবলৈ নাপাই উছন্ন যাওক। সেই কাৰণেই গান্ধীয়ে ইংৰাজক গুচি যাবলৈ কৈছে। অৱশ্যেই ইংৰাজ যাব লাগিব। তাৰ লগতে এই ইংৰাজৰ লগত থকা ভূত-প্ৰেতসোপাও।

**গাওঁবুঢ়া** ঃ দেখিছে আই ! দেখিছে ? এনে অসহনি কথা, এনে অসহনি ! হে হে ইংৰাজৰ ৰাইজ্যত এনে অন্যায় কথা শুনিব লাগেনে ? হে ৰজা নোহোৱা হ'লনে ? হে মহাৰাণীৰ নাতিয়েক হ'লনে ? হে মৌজাদাৰ দেউতা ! শুনিছেনে এই কুলক্ষণীৰ কথা ?

**মৌজাদাৰণী** ঃ এ বোলো ছোৱালী ! যা ৰান্ধনিঘৰৰ মানুহ ৰান্ধনি ঘৰলৈ । বুঢ়া মানুহৰ লগত চুপতি কৰিবলৈ নাহিবি । যদি থাকিবৰ মন নাই, ভলন্টিয়াৰ বাপেৰহঁতৰ লগত থাকগৈ । ক'তা— দেখোন বাপেৰ মৰিল, ঘৰ ভাগিল, ভলন্টিয়াৰ বাপেৰহঁত এটাও নাহিল । সেই ইংৰাজ ৰজাৰ মৌজাদাৰৰ ঘৰতহে আশ্ৰয় পালি । এই বেটী খাই পাতু ফলাৰ জাত ।

**লভিতা** ঃ আই ! মই আপোনাৰ একো খাই পাত ফলাৰ কাম কৰা নাই আই -মই ! (মৌজাদাৰণীযে দাং খাই উঠে)

**মৌজাদাৰণী** ঃ চুপ্ থাক বেটী ! বইজাত চুপ্ থাক । বেছি কথা ক'লে-- বাঢনিৰে কোবাই দিম-- বুজিছ ?

**লভিতা** ঃ (খঙত উগ্ৰ হৈ ) কোবাওকচোন বাঢনিৰে!

**মৌজাদাৰণী** ঃ (জাপ মাৰি আহি ) কটাৰ জী বেটী ! বৰ সাহ দেখোন ? বৰ সাহ দেখোন ?

**লভিতা** ঃ অ' হ'বতো সাহ ! সঁচা কথা ক'বলৈ কাৰ সাহ নহ'ব ? (কান্দি) নাথাকো মই এনেকুৱা মানুহৰ ঘৰত। ঘৰে ঘৰে খুজি খাম । লুইতত জঁপ দি মৰিমগৈ । তেও মই এনেকুৱা মানুহৰ ঘৰত নাথাকো-- নাথাকো। (এই বুলি লভিতা তাৰপৰা ওফৰ খাই ওলাই যায়গৈ আৰু মৌজাদাৰ খৰকৈ ওলাই আহে ।)

**মৌজাদাৰ** ঃ কি হ'ল ? কি হ'ল ?

**গাওঁবুঢ়া** ঃ দেউতা ! দেউতা ! এই বেটী কমিনিষ্ট হ'ল । কমিনিষ্ট হ'ল ।

*আঁৰ কাপোৰ*

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

*( এটা গাঁৱলীয়া আলিবাট । সন্ধিয়া লাগি আহিছে । চকুপানী টুকি টুকি একোজ দুকোজকৈ লভিতা আহিছে । আহি আহি থমকি ৰৈ কাণ পাতি কিবা শুনাৰ দৰে কৰে । আকৌ থৰ লাগি ৰয় । এনেতে দূৰৈত খলখলাই কোনোবা মুনিহ মানুহৰ হাঁহি শুনা যায় । লভিতাই কি কৰো— নকৰোকৈ ৰয় । অলপপৰ তলকা মাৰি হুক-হুককৈ কান্দিবলৈ ধৰে । এনেতে বাহিৰত জোতাৰ গেৰেপ্ গেৰেপ্ শব্দ হয় । লভিতাই এফালেদি ওলাই যাবৰ কাৰণে চুচুক চামাক কৰোতেই তিনটা মদখোৱা ভাৰতীয় মিলিটেৰী তাত ওলায়হি । লভিতা এফালে ওলাই যাব ধৰোতে এটাই গৈ আগভেটি ধৰেগৈ । আৰু লভিতাই কি কৰো নকৰোকৈ টলকা মাৰি ৰয় ।)*

**১ নং মিলিটেৰী** ঃ ভয় নাই কৰিবে । হামিলোকে ভূত নাই আছে, বাঘ নাই আছে । (বাকী দুটাই অলপ আঁতৰত থাকি ফুচ্ফুচ্ কৰি কিবা কথা পাতে ।) তুম বহুত খুবছুৰত ছোৱালী আছে । লভিতাই যাবলৈ খোজ দিব খোজে, সি আগভেটি ধৰে ) কাহে ভাগি যাব খুজিছে ? হামি তোমাকে কুচ্ দুচমনি নাই কৰিবে । হামি ভালো আদমি আছে । হামি তোমাকে পিয়াৰ কৰিবে । তোমাকে ৰূপীয়া দিবে।

*(এই বুলি দহটকীয়া নোট উলিয়াই লভিতাৰ গালত ঘঁহাই দিয়ে। লভিতাই খঙত নোট থাপ মাৰি লৈ এচাৰ মাৰি পেলাই দিয়ে।)*

**২ নং মিলিটেৰী** ঃ ওঃ ছোক্ৰী ! এত্না ৰাগ মত দেখাও । আৰে ভাইজী ! ক্যা দেখতা ? চলো উঠাও ! লেকে চলো। (এইবুলি সি জেপৰ পৰা ৰুমাল উলিযাই বিজুলী সঞ্চাৰে গৈ লভিতাক হাতেৰে সাবট মাৰি ধৰি আন হাতেৰে ৰুমালেৰে মুখত সোপা দি ধৰে। লভিতাই চিঞৰিবলৈ চেষ্টা কৰে আৰু হাত ভৰি আচাৰি উফাল কায । তাৰ হাতৰপৰা এৰাই গৈ মাটিত কৰ্ফলি খাই পৰে । এইবোৰ তিনিওটাই গৈ তাইক হেঁচা মাৰি ধৰি মুখত সোপা দি পথালিকৈ দাঙি লয় , আৰু লভিতাই হাত ভৰি মূৰ আচাৰিবলৈ ধৰে । মুখত সোপা দিয়া সত্বেও তাইৰ কোঁ-কোঁৱনি গোঁ-গোঁৱনি কিছু দূৰলৈ শুনা যায । এইদৰে তাইক সিহঁতে ধৰি বান্ধ উলিযাই নিবলৈ চেষ্টা কৰোতেই এজন ডেকা পুলিচ এ এচ আই ওলায আৰু হঠাৎ চাইকেলৰ কোব ৰখাবলৈ যাওঁতে আহি মিলিটেৰী কেইটাৰে গাত খুন্দা খাই পৰে , আৰু পৰি তৎক্ষনাৎ জঁাপ মাৰি ঘোৰ বাঘৰ মূৰ্তি ধৰি মিলিটেৰী কেইটালৈ চাই সোধে।)

**পুঃএ এচ আই** ঃ এই কুকুৰ-পোৱালিহঁত ! এই কাহে ! এই লেৰকীকো ছোড দেও। (এই বুলি পুলিচ এ এচ আই জঁাপ মাৰি সিহঁতৰ মাজত পৰে আৰু দবৰা দবৰি কৰিবলৈ ধৰে । এনেতে লভিতাই উফাল মাৰি সিহঁতৰ হাতৰপৰা এৰাই দূৰলৈ লৰ মাৰে আৰু সিহঁতৰ হাতৰপৰা এৰাই দূৰলৈ লৰ মাৰে আৰু ইফালে পুলিচ এ এচ আইৰ সৈতে মিলিটেৰী কেটাৰ দবৰা দবৰি লাগে ।)

**১ নং মিলিটেৰী** ঃ (হঠাৎ থিৰ হৈ ) আৰে তুম কৈছে আদ্মি হো ? তুম ভি বৃটিছ কী পুলীচ হো, অৰ হাম ভী বৃটিছ কো চিপাহী । থোৰা থোৰা ছোৱালেকো সাথ ফূৰ্তি কৰেগা । আৰে তুমকো তো মদৎ কৰণী চাহিয়ে।

পুঃএ এচ আই ঃ মদৎ ! মদৎ! কুত্তেলোগ মদৎ! হা হাম পুলিচ হ্যায । জনানাকো অত্যাচাৰছে তুমলোগকো হামৰা বহন বচানেকেলিযে পুলিচ হুৱা হ্যায । হা হা-- বৃটিছ্ কা পোচাক পহনকে পুলিচ হুৱা হ্যায , লেকিন জনানাকো জুলুম কৰনেকে লিযে নহী । আদমিযোঁকো আপনা খুন দে কৰ , আপনা জান দে কৰ বচানেকে লিযে । হাৰামজাদা ! বেইমানলোগ!
(এইবুলি খঙত কঁপি কঁপি কঁকালৰপৰা ৰুলমাৰি উলিয়াই তিনিওটা মিলিটেৰীক উৰাই ঘূৰাই মাৰিব'লৈ ধৰে আৰু মুখেৰে চিঞৰি কয় ।)

পুঃ এ এচ ঃ কুকুৰহঁত ! পুলিচে তহঁতক নাৰী ধৰ্ষণ কৰিবলৈ মদৎ দিব লাগে ! পাপিষ্ঠ নৰাধম!

*(তেতিয়া মিলিটেৰী কেইটায়ো, এ এচ আই জনক ঘোচা মাৰিবলৈ খেদি যায় আৰু এ এচ আইৰ ওঁঠত ঘোচা পৰাত মুখৰপৰা তেজ ওলাবলৈ ধৰে । মাৰ-পিট চলি থাকে । এনেতে শাক-পাচলিৰ ভাৰ খন লৈ এটা বুঢ়া ডবীয়া অসমীয়া মুছলমান ইলাহীবকছ্ সেই বাটেদি যাবলৈ ওলাওঁতে হঠাৎ তাতে ওলায়হি আৰু কাণ্ড দেখি চমক্ খাই ৰয় । বুঢ়াক দেখি লভিতাই লৰ মাৰি বুঢ়াৰ পাছফালে থিয় হ'লগৈ । মৰামৰি বাটি যায় ।) মৰামৰি হৈ থাকোতেই এ এচ আই এ চিঞৰি কয় ।)*

আৰে , বুঢ়া মিঞা ! কি দেখিছ ? এই ছোৱালীক বচা । লৈ যা । তাইক লৈ যা । থানাত খবৰ দেগৈ, যা ছোৱালীজনীক বচা--লৈ যা --লৈ যা।
(বুঢ়াই বেগেৰে ওলাই যায় । লভিতাইও ওলাই যোৱাৰ পিছত মিলিটেৰীকেইটাই মাৰি এ এচ আই জনক মাটিত পেলাই দিয়ে , আৰু এটাই কঁকালৰপৰা ডেগাৰ এখন উলিয়াই এ এচ আইৰ বুকুত বহুৱাবলৈ সাজু হওঁতেই হঠাৎ দুটা এমেৰিকান এম পি তাত ওলায , আৰু এটাৰ পিষ্টলৰ গুলীত ডেগাৰ মাৰিব খোজাটো মাটিত বাগৰি যায় । বাকী দুটালৈ পিষ্টল টোৱাই কয় ।)

এম. পি. ঃ হেণ্ডছ আপ! (মিলিটেৰী কেইটাই তেনে কৰে ।)

***আঁৰ -কাপোৰ***

# দ্বিতীয় দৰ্শন

***(ইলাহীবকছ্ৰ ঘৰৰ আগ চোতাল । জুপুৰি ঘৰটোৰ পিৰালিতে বুঢ়া ইলাহীবকছ্ বহি বাদনা এটা লৈ পানীৰে মুখ ধুইছে আৰু আন এফালে লভিতা উচুপি উচুপি বহি আছে । ওচৰতে কেইটামান কুকুৰাই খুটিয়াই খুটিয়াই ধান খাব লাগিছে । চোতালত একালে গৰু এজনী আৰু দামুৰি পোৱালী এটা বন্ধা আছে ! ইলাহীয়ে মুখ ধুই , কান্ধৰ গামোছাৰে মুখ মচি বাদনাটো ভালকৈ পানীৰে আওখালি গৰুজনীৰ ফালে গৈ--)***

ইলাহী ঃ (লভিতাক ) মাই অ' ! তই কালিৰেপৰা মুখত পানী এটোপাকে দিয়া নাই। কি কৰিবি মাই , কোদাৰ কিবা মানুহৰ ওপৰত গৎ উঠিছে ; সেই কাৰণে যুঁজ-বাগৰ, আকাল বিকাল দুনীয়ালৈ পঠিযাইছে । মাই , তোৰেইতো অকল এনে হোৱা নাই । (দামুৰিটো আনি ওহাৰত লগাই দিয়ে ।) কত মানুহৰ বিলাই হৈছে । কতৰ মাক -বাপেক হেৰুৱাইছে । ঘৰবাৰী গৈছে। (দামুৰিটো নি বান্ধি থৈ গাখীৰ খিৰাবলৈ ধৰে।) মাই , যি আছে কপালত । এতিয়া যেনে তেনে জানটোহে বচাব লাগে মাই । কান্দি - কাটি , নাখাই - নবৈ নিজৰ দেহটোক লোকচান কৰিলে কি হ'ব ?
(গাখীৰ খিৰোৱা হয় আৰু বাদনাটোত গাখীৰ আনি লভিতাৰ ওচৰত থৈ) মাই গখীৰকে অলপ তপতাই দিও। তাকে খা মাই । তই হেন্দুৰ ঘৰৰ ছোৱালী ! ভাত দুটামান ৰান্ধি তোক দুটামান খুৱাবৰ মোৰ এক্তিয়াৰ নাই । আমাৰ মানুহৰ সমাজৰ নিয়ম এনে । হায আল্লা!

লভিতা ঃ নালাগে গাখীৰ তপতাব । মোৰ একো খাবৰ মন যোৱা নাই । গাটো জ্বৰ জ্বৰ হে লাগিছে ।

ইলাহী ঃ নহয় মাই, জ্বৰ তোৰ হোৱা নাই । তোৰ ভোক চৰিহে এনেকুৱা ইচাতি বিচাতি লাগিছে । গাখীৰ এটোপা খালে মাই, পেটটো জুৰ পৰিলে ভাল পাবি।
(এনেতে বাহিৰত হো হোৱাই এখন ইলেকট্ৰিক হৰ্ণ হাও -হাওকৈ বজাই মিলিটেৰী লৰী গুমগুমাই যায়।) লৰীবোৰৰ লৰা -ঢ পৰাখন আকৌ লাগিল। উৰা-জাহাজৰ হো-হোৱনি মটৰৰ ভোঁ -ভোঁৱনি শুনি আৰু কাণ কলা হ'লগৈ । মাই , সেই কুৱাঁৰপৰা পানী অলপ তুলি মুখখন ধুই আহগৈ ! তালুখনো অলপ তিয়াই দিবি, ভাল পাবি । যা মাই , যা (মৰমেৰে চাই ) আই উ , মাইজনীৰ অৱস্থা নোহোৱা হ'ল ।আল্লা ! আল্লা!
(হুমুনিয়াহ পেলাই ঘৰৰ ভিতৰলৈ সোমাই যায় ।
(ভিতৰৰপৰা ) গ'লি মাই , যা যা , হাত-মুখ ধো গৈ, যা যা (লভিতা উঠি বিহাৰ আচলেৰে চকু , নাক মচি এখুজি -দুখুজিকৈ বাহিৰলৈ ওলাই যায়। এনেতে এ আৰ পি পোছাকত গোলাপে হাতত বেত এডাল লৈ সোমাই আহি চোতালত থিয় হয়হি ।

গোলাপ ঃ ইলাহী মিঞা ঘৰত আছেনে ?(ভিতৰৰপৰা অ' আছোঁ')

ইলাহী ঃ (ওলাই) অ' আমাৰ গোলাপ বাপাই দেখোন ! পিছে কিনো হ'ল , আজি দেখোন পুৱাই ওলালাহি?

আমিও ঘৰবাৰী এৰি যাবৰ হুকুম লৈ আহিছা নেকি ? ৰ'বা বাপাই ( এই বুলি ভিতৰলৈ গৈ মূঢ়া এটা আনি দি ।) বহা বাপাই বহা , ও পিছে ?

**গোলাপ** : পিছে এটা খবৰৰ কাৰণেহে আহিলো।

**ইলাহী** : কিনো খবৰ ?

**গোলাপ** : এই আমাৰ ছোৱালী এজনী এইফালে আহিছিল বোলে ?

**ইলাহী** : অ' বাপাই অ'। সেই যে বাণেশ্বৰ বৰুৱাৰ জীয়েকজনী, তায়েই । ঘটনাটো শুনিছাই নহয় ?

**গোলাপ** : অ' থানাৰ দাৰোগাই কৈছে।

**ইলাহী** : পিছে আমাৰ সৰু দাৰোগাজন ভাল হৈছেনে ?

**গোলাপ** : অ' জিলাৰ হাস্পতাললৈ নিজে । ভাললৈ আহিছে।

**ইলাহী** : আল্লাই ভাল কৰিব । এৰা , এনেকুৱাহে পুলিচ হ'ব লাগে । ছোৱালীজনীৰ ইজ্জত নিজৰ জানটো দিও ৰাখি দিবলৈ ওলাইছিল ।

**গোলাপ** : পিছে ছোৱালজনী ক'ত আছে ?

**ইলাহী** : ক'ত থাকিব আৰু ,মোৰ ঘৰতে পৰশিৰপৰা আছে। হেন্দুৰ ছোৱালী তাই। একো এটাকে মুখত নিদিয়ে । চকু গৈ গাঁতত সোমালেগৈ। কালি ৰাতি কোনোমতে গাখীৰ এবাটি কটিয়াইছিলো । আজি আকৌ গাখীৰ অকণ তপতাইছো। সুধিলো বোলো—মাই , তোক ক'ৰবাত থৈ আহোঁগৈ ব'ল । তাই কোনোপধ্যেই নাযায় । তাকে ভাবি-চিন্তি থাকিছিলো— বোলো কৰো কি । থানাৰ দাৰোগাকে চমজাই দিওঁগৈ নেকি ? (এনেতে লভিতা ভিতৰৰপৰা আহি গোলাপক দেখি হুকহুকৈ কান্দিবলৈ ধৰে ।)

**গোলাপ** : (ওচৰলৈ গৈ ) লভিতা—লভিতা ! নাকান্দিবা, নাকান্দিবা লভিতা।

**ইলাহী** : নাকান্দিবি মাই নাকান্দিবি। আহ , আহ , গাখীৰটোপা কাই লহি । কি হ'ব মাই কান্দিলে ? আহ । *(এই বুলি লভিতাক মৰম কৰি ভিতৰলৈ লৈ যায়গৈ। গোলাপ বেজাৰ মনেৰে গৈ মূঢ়াত বহে । উৰা-জাহাজৰ শব্দ হয় , আকৌ কিছুপৰৰ পিছত নাইকিয়া হয় । ইলাহী বুঢ়া ওলাই আহে ।)*

**ইলাহী** : এৰা বাপাই , ছোৱালীজনীৰে কিবা এটা দিহা লগাব লাগিল নহয় । মোৰ ইয়াত আৰু ভাত-পানী নাখাই কেইদিন থাকিব ? তুমিয়েই বুজাই বঢ়াই এঠাইত গত লগাই থোৱা ।

**গোলাপ** : মইতো সকলো কথা ভাবি-চিন্তিয়েই, দেশ কালৰ কথা দেখিয়েই মৌজাদাৰৰ ঘৰত থৈছিলো । পিছে নিজেই তাৰপৰা আহিছে ।

**ইলাহী** : কেলেই ? (কিছু আচৰিত হৈ ) কি ?

**গোলাপ** : এৰা।

**ইলাহী** : কেলেই ? তোমালোকৰ গাঁৱতে দেখোন কাৰ'বাৰ ঘৰত থাকিব পাৰে । তোমাৰ ঘৰতো— ?

*(গোলাপ তলকা মাৰি থাকি কি কওঁ কি নকওঁকৈ থাকে ।)*

**লভিতা** : ইলাহী ককা। তুমি বুজা নাই । (কাঠ হাঁহি মাৰি । মই -- মই হিন্দু মানুহৰ ছোৱালী । মোক এইবোৰ বঙালে-কঙালে হাতত ধৰিলে । মই তোমাৰ ঘৰত , মুছলমানৰ ঘৰত আশ্ৰয় লৈ থাকিলো ।বুজিছা ইলাহী ককা , এতিয়া হিন্দু মানুহে মোক সিহঁতৰ গাঁৱত ৰাখে কেনেকৈ ? সিহঁতৰ ইহকাল -পৰকাল নষ্ট যাব । বুজিছা বুঢ়া ককা ।

(কাঠ হাঁহি মাৰে । লভিতাৰ মুখত এটা তীব্ৰ বেদনা আৰু চকুত জুই আঙনি ফুটি ওলায ।)

**ইলাহী** : আল্লা। আল্লা। মানুহবোৰ ইমান কাঠচিতীয়া।

**গোলাপ** : ইলাহী মিএগ্ৰা, কি ক'ম, কি ক'ম, । আমাৰ মানুহবোৰৰ আজিও চকু মুকলি নহ'ল । আজিও—

**ইলাহী** : কেলৈ বাপাই ? আজি অত বছৰ গান্ধী মহাত্মাই কংগ্ৰেছে মানুহক দেখোন এইবোৰ এৰিবলৈ কৈছে -- মহাত্মাৰ কথাৰ অলপো গুণ ধৰা নাইনে ? এইবোৰ বিপদত পৰিলহি । মানুহে বিপদ চাপিলে সহি থাকিব লাগে।

**লভিতা** : (কন্দনামুৱা হৈ ওলাই আহি ) কিয় সহি থাকিব ? অন্যায়- অত্যাচাৰ কেতিয়াও সহি থাকিব নালাগে । তুমি মোক আশ্ৰয়ৰ বাবে মৌজাদাৰৰ ঘৰত থ'লা । তাত ক'ত মোক দুআষাৰ মৰমৰ মাতেৰে মনত সান্ত্বনা দিব—কিবা গোলামৰ দৰে বাবলৈতো ধৰিলেই,তাৰ উপৰি পুৱাৰেপৰা ৰাতি দুপৰলৈকে যতবোৰ বছা বছা তিতা -কেঁহা এটাইবোৰ দিবলৈ লাগিল । তেজ-মঙহৰ মানুহে নোৱাৰে সহিব । মইতো আৰু গৰু - ছাগলী নহওঁ।

**গোলাপ** : মই মৌজাদাৰণী তেনে বুলি ভবা নাছিলো ।

**লভিতা** : তেওঁলোকে মানুহক গৰকি গৰকি , মানুহক যে মানুহ বুলি ভাবিব লাগে , সেইটো পাহৰিয়েই গৈছে।

**ইলাহী** : এৰা , দুনীযাখন বৰ কঠুৱা । পিছে যি হয় যে এটা কৰা। তোমালোকৰ ঘৰলৈকে লৈ যোৱা । (গোলাপে একো নামাতি মনে মনে থাকে ।ইলাহীয়ে লভিতাৰ ফালে চায় । লভিতাই তলমূৰকৈ থাকে ।)

**ইলাহী** : (কিছুপৰ গোলাপৰ ফালে চাই ) একো নামাতিলা দেখোন ?

**গোলাপ** : এৰা, মই একো বুদ্ধিকে পোৱা নাই । (চিন্তা কৰে ) ধৰিছে কিছু কিছু । পিছে আমাৰ এই ফালৰ গাঁও বোৰত এতিয়াও বেছি ভাগ গঞ্জায়েই একেবাৰে

আগৰ দস্তুৰকে খামোচ মাৰি ধৰি আছে ।

**ইলাহী** ঃ তোমালোকে ডেকাবোৰে পিছে —?

**গোলাপ** ঃ আমি ডেকাবোৰেও যুঁজিছো, তাৰ বিৰুদ্ধে যুঁজিছো। পিছে ঘৰখনৰ মানুহৰ সৈতে যুঁজা বৰ টান , বাহিৰৰ মানুহৰ সৈতে যুঁজি -বাগৰি সিহঁতক সৈমান কৰাব পাৰিলেও ঘৰৰ মানুহক নোৱাৰি।

**ইলাহী** ঃ কিয় বাপাই , এই ছোৱালী তুমিযেই বিয়া কৰোৱাৰ কথা। তুমিযেই তাইক নি আশ্ৰয় নিদিয়া কিয় ?

**গোলাপ** ঃ (কিছুপৰ মনে মনে থাকি ) ইলাহী মিএগ্ৰা । আজি লভিতাৰ বিষয়ে গাঁৱে -ভূঁয়ে নানা কথা ওলাইছে , আজি যদি মই আশ্ৰয় দিওঁ , যাক সমাজে—

**লভিতা** ঃ (খঙত জ্বলি উঠি ) নানা কথা ওলাইছে ! অৱশ্যে যি ঘটনাৰ মাজেদি ঈশ্বৰে মোক নিছে—ওলাব । মোৰ মান গ'ল , ইজ্জত গ'ল , জাত গ'ল বুলি মানুহে ভাবিবৰ কথাই । কিন্তু তুমি—তুমিও মোক ঘিণ কৰিবানে?

**গোলাপ** ঃ কেতিয়াও নকৰো— নকৰো। লভিতা— মই আজিকালিৰ ডেকা ল'ৰা , লভিতা।

**লভিতা** ঃ আজিকালিৰ ডেকাল'ৰা। আজিকালি উপজিছা, সেই বুলিযেইনে ? অকল আজিকালি উপজিলেই আজিকালিৰ ল'ৰা হ'ব নোৱাৰি । তোমাৰ মনটো আজিৰ দিনতো আজি দুকুৰি বছৰ আগৰ ডেকাৰ দৰে। যি কথাটো সত্য বুলি ভাবা, তাক সমাজৰ ভয়ত ক'বলৈ সাহ নাই , কৰিবলৈ সাহ নাই।

(গোলাপ তলমূৰকৈ থাকে)

**লভিতা** ঃ তুমি নক'বা , আজিৰ দিনৰ ডেকা বুলি , তোমাক নিজকে সেই বুলি ভূৱা নিদিবা। যি ডেকাৰ অন্তৰত বিপ্লৱৰ জুই জ্বলা নাই , সি আজিৰ দিনৰ ডেকা হ'বই নোৱাৰে । ৰজাৰ অন্যায , আইনৰ অন্যায় , দেশৰ অন্যায় দেশৰ অন্যায়, দেশৰ চলি থকা অন্যায় নিয়ম -কাৰণ , মুৰ্খ সমাজৰ , সঙ্কীৰ্ণ মনৰ মানুহৰ নিৰপৰাধী নিমাখিতৰ ওপৰত অন্যায় অত্যাচাৰৰ বিৰুদ্ধে নিজৰ সুখ -সম্পদ আনকি জীৱনকো দি যি ডেকাৰ থিয় হ'বলৈ মনত বল নাই , বুকুত শক্তি নাই , সি আজিৰ ডেকা হ'বই নোৱাৰে । বুঢ়া ককা ! মোৰ এই ঠাইত আৰু ঠাই নাই । মই এতিয়া অস্পৃশ্য , মই এতিয়া যাওঁ ।(কান্দিবলৈ ধৰে ) গোলাপ , -মোৰ বাবে তুমি মূৰ ঘূমাব নালাগে । তুমি আমনি পাব নালাগে । সমাজৰ চকুৰ কুটা দাঁতৰ শাল হ'ব নালাগে সমাজৰ বৰ মূৰীয়া ধৰ্মধ্বজসকলৰ গৰিহমা শাও খাবলৈ তুমি যাব নালাগে ।তুমি যিয়েই হোৱা , কিন্তু তুমি আজিৰ ডেকা নোহোৱা । তোমাৰ গাঁও লৈ , তোমাৰ মানুহ লৈ , তোমাৰ গাঁৱৰ নিয়ম-কাৰণ লৈ , তোমাৰ সমাজ লৈ , তোমাৰ জাত লৈ তুমি থাকা । কিন্তু কাৰো আগত নক'বা তুমি আজিৰ ডেকা বুলি , তুমি নক'বা, নক'বা ।(এই বুলি লভিতা তাৰপৰা উচাৎ মাৰি ওলাই যায়গৈ । গোলাপে কি কৰো কি নকৰোকৈ মুখত এটা তীব্ৰ বেজাৰেৰে কাণ্ডো কান্দো হয় । ইলাহী বুঢ়াই কাতৰ কণ্ঠেৰে কন্দনা সুৰত চিএগ্ৰৰি লভিতা যোৱা -ফালে খোজ দিয়ে ।)

**ইলাহী** ঃ নাযাবি অ' মাই , নাযাবি অ' মাই মাই অ'.. ?

*জাঁৰ কাপোৰ*

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

*(গোলাঘাট চহৰৰ এটা চৰকাৰী আলি । দুজন কাচাৰীৰ আমোলাই কথা পাতি যায়।)*

**১ ম আমোলা** ঃ এৰা , হেৰি বৰ বিপদেই হ'ল । কি কৰা যায় ? আমাৰ দেখোন জীয়াতে মৰণ হ'ল ।এইদৰে থাবলৈ বয়-বস্তু নহ'লে কেনেকৈ তৰিব হেৰি ।

**২ ম আমোলা** ঃ নাই আৰু , ক'ৰবালে আগিহে যাব লাগিব । চাউলৰ মোনে হ'লাগৈ ডেৰকুৰি টকা দাম । আটা পাবলৈ নাই , তেল পাবলৈ নাই , ঘিউ অকণ পাবলৈ নাই , কেনেকৈ তৰা বাৰু ?

**১ ম আমোলা** ঃ আটা , ঘিউৰ যিয়েই হওক । এই শাক-পাচলি কেইডাল মান আৰু মাছ-পুঠি দুটামান হ'লেওটো জীৱনটো থাকে ।

**২ ম আমোলা** ঃ শাক-পাচলি পাবা ক'ৰপৰা ? ঠিকাদাৰবোৰে গাঁৱে ভূঁৱে সোমাই লাও , কোমোৰা , জলকীয়া , বেঙেনা , য'ত যি পায় চুঁচি-বাচি নি মিলিটেৰীক দিছেগৈ । হেৰা , নেমুটেঙা এটাৰনো দাম গোটে আঠ অনা , প্ৰভু ।এইখন কি কৰিলা ?

**১ ম আমোলা** ঃ ডাঙৰৰ যি হওক বাৰু , ল'ৰা-ছোৱালীকেইটাই এতিয়া দুবেলা দুপোৱা গাখীৰ খাবলৈ নেপালে জীয়ে কেনেকৈ ?

(এনেতে দবৰত 'বন্দে মাতৰম্' , 'ইনকিলাব জিন্দাবাদ ' ধ্বনি হয় ।)

**২ য় আমোলা** ঃ সেয়া , সেইখনো লাগিল আকৌ ।

**১ ম আমোলা** ঃএৰা, কিনো হ'ব খুজিছে , তত্তকে পোৱা নাই । এই যুঁজৰ সময়ত এই কংগ্ৰেছখন অলপ তলকা মাৰি থকা হ'লেও হয় । নাই , গোটেইখন উত্ৰাবল । বাপেকে গুলী খাই খাই মৰিছে , তেও জানে সিহঁত শান্ত হ'ব ! ইংৰাজৰ হাতত আটাইবোৰ বৈজ্ঞানিক

অস্ত্র—নতুন নতুন কত মানুহ মৰা কল—কাৰখানা ।
শুদা হাতেৰেনো কেনেকৈ সিহঁতক খেদাবলৈ যায়
এতিয়া বোলে আকৌ 'এটম বোমা' উলিযাইছে ।
তাৰ বোলে এটা বোমাৰেই এখন চহৰ উৰাই দিব
পাৰে ! এই কংগ্ৰেছখনে ভাল তৰাৰ ফমুটি মাৰি
বাঘ খেদিবলৈ ওলাইছে এনেনো মুখাঁলি দিন দুপৰতে
কৰিব লাগেনে ?

**২ য় আমোলা ঃ** আজি বোলে ভলন্টিযাৰে কাচাৰিত নিচান
তুলিবলৈ আহিব । মৰিব , মৰিব , ইংৰাজে কি মুখলৈ
চাব ! এতিযা সিহঁতে দেশ জাপানীযে লয বুলি বলিয়া
হৈছে , এফালৰ পৰা গুলীয়াই দিব।

**১ ম আমোলা ঃ** এৰা বলক হেৰি , বলক ইযাৰপৰা । ক'ৰবাত
গুলী উফৰি আহিব , ভাল কৰিলা ঈশ্বৰ ।
( দুযো বেগাই ওলাই যায । দূৰত 'বন্দে মাত ৰম '
ধ্বনি কেইবাবাৰো হয় , এনেতে সেইফালে
কেইজনমান কংগ্ৰেছ ভলন্টিযাৰ গান্ধী টুপী পিন্ধি
কোবেৰে ওলাই যায , তাৰ পিছতে গান্ধী টুপী পিন্ধি
এদল গাঁৱলীযা ডেকা ডেকেৰী—হাতত ত্ৰিবৰ্ণ নিচান
লৈ গীত গাই সমদল কৰি সেইফালেদি যাযহি --)

গীত

অ' আমাৰ গাঁওঁ !
আমাৰ গাঁৱৰ মান ৰাখি
মৰিবলৈ যাওঁ আমি
মৰিবলৈ যাওঁ।
ভৰপূৰ তামোলেৰে
সেউজীযা পথাৰেৰে
দূৰতে জিলিকি থকা
অ' আমাৰ গাঁও।
দেশৰ হকে মৰিব পৰা
আমাৰ গাঁৱৰ ডেকা ল'ৰা
ডেকেৰী নহয় পাছ পৰা
অ' আমাৰ গাঁও।
*একঠা মাটি মই উপজিয়ে পাওঁ*
এমুঠি পেটৰ ভাত
একনি কাপোৰ গাত
আজি কিয় তাকো নাপাওঁ ?
এই মাটি মোৰ অধিকাৰ
মোৰে ভাত মোৰে কাপোৰ
*মোৰে দেশ আজি মই*
নিজে ৰখাওঁ।
*কালৰ মূৰ্তি ধৰি*
শতৰু মূৰত

আকাশৰ চৰগ্ পেলাওঁ।
(গাই গাই ওলাই যাযগৈ।)
(অলপ পিছত দাৰোগা চাইকেল মাৰি কোবেৰে যায।
কিছুমান ছাত্ৰ ছাত্ৰী 'বন্দে মাতৰম' ধ্বনি কৰি
সেই ফালেদি লৰ মাৰে । কেইটামান গুৰ্খা সৈন্যই
চঙ্গীন উলিযাই সেইফালে পেত্ৰল কৰি গুচি যায ।
এনেতে দুজন ঠিকাদাৰ কথা পাতি সেইফালেদি
আহে।)

**১ ম ঠিকাদাৰ ঃ** যদি মই এই দুশ কুৰি গোটাই কামটো ঠিকে-
ঠাকে শেষ কৰিব পাৰো , তেন্তে নগদ এক লাখ
টকা লাভ ৰ'বই।

**২ য় ঠিকাদাৰ ঃ** মোৰহে অলপ দিগদাৰ হ'ল। চোৰাচোন-কাম
হৈ যোৱা টকাখিনি বন্ধ কৰি থৈছে । বুজিছা , সেই
ইঞ্জিনীযাৰ চাহাবটোক বোলে দহ হেজাৰ লাগে ,
তেহে হেনো বিলখন পাচ কৰি দিযে ।

**১ ম ঠিকাদাৰ ঃ** নক'বা আৰু , টকা ন'হলে একোৱেই নহয় ।
ঠিকাদাৰখনক খটুৱাই মাৰি এই গৱৰ্ণমেন্টৰ
অফিচাৰবোৰে মাজতে টকাবোৰ মাৰিছে । (এনেতে
এজন মাৰোৱাৰী মহাজন সোমাই আহে ।) অ' ৰাম
ৰাম বাবুজী ! এই আমি আপোনাৰ তালৈ যামহে
বুলিছিলো।

**মহাজন** ঃ ৰাম ৰাম ! পিছে কি বাত কৰিব বাবুজী ? জিনিছ -
উনিছ ত' কুছ পাবলৈ নাই আছে । ডাল নাই , আটা
নাই , চেনি নাই , নিমখ নাই , তেল নাই , কুছ নাই ,
হামিলোকে ক'ৰ পৰা আনিব ? ৰেল -জাহাজতো
চব খালী মিলিটেৰী মাল আৰু চিপাহী আনিছে-নিছে।

**১ ম ঠিকাদাৰ ঃ** পিছে বাবুজী এটা কথা নহয ।

**মাৰোৱাৰীঃ** কি কথা আছে?

**১ ম ঠিকাদাৰ ঃ** মোক দুমোন আটা নহ'লে নহয।

**মাৰোৱাৰীঃ** হৰে ৰাম, হৰে ৰাম। হামি আজি এক মাহিনা ৰুটি
খাবলৈ নাই পাইছো । খালী চাউল খাই খাই হামাৰ
চবৰে পেটৰ বেমাৰ হৈ গৈছে । হৰে ৰাম, হৰে ৰাম।
ক'ত পাম ?

**১ ম ঠিকাদাৰ ঃ** নহয বাবুজী ! আপুনি বিচাৰি ক'ৰবাৰপৰা
দিবই লাগিব।

**মাৰোৱাৰীঃ** ৰাম ৰাম। বিশ্বাস নকৰে নেকি ? থাকিলেনো আৰু
আপোনাক -হামাৰ নিজৰ মানুহক নমাই দিমনে ? বাৰু
ৰাম ৰাম । (যায়।)

**১ ম ঠিকাদাৰ ঃ** বৰ দিগদাৰ গ'ল । বাবুজী যদি কেনেবাকৈ দিব
পাৰে , মই সেৰে দুটকাকৈ ভি দিবলৈ ৰাজী আছে ।
*(মাৰোৱাৰী উলটি আহি )*

**মাৰোৱাৰীঃ** কি কি ? দুটকা সেৰ দিব ? বাৰু , গধূলিকে একবাৰ

হামাৰ দোকানত আহিব । কিজানি দুছোৰা কাৰবাৰ ঘৰত পোৱা যাব পাৰ । খবৰ কৰি দেখিম । আচ্ছা সাত বজাত আহিব। (যায।)

**২ য় ঠিকাদাৰ** ঃ মাৰিছ বোপাই , তহঁতেই মাৰিছ টকা । টকাত দহ টকাকৈ লাভ।

**১ ম ঠিকাদাৰ** ঃ ইহঁতে বস্তুবোৰ লুকুৱাই লুকুৱাই বস্তুৰ দাম তুলি মানুহখিনিক ঠাৱনি নোপোৱাকৈ মাৰিলে । গৱৰ্ণমেন্টে সেই কন্ট্ৰল কৰিলে কি হ'ব ? টকা পালেই ব্লেক মাৰ্কেটিয়ৰক এৰি দিব , ক'ব পৰা দাম কমে। (এনেতে দূৰত লৰীৰ হৰ্ণ শুনা যায ।)

এ সেইখন মোৰ লৰী আহিল । মই আজি ডিমাপুৰ দুই বজাত পাবগৈযে লাগিব । ভাল তেন্তে , মই যাওঁ। (এই বুলি দুজন দুফালে ওলাই যায় । এনেতে ইলাহী -বকছে এডাল লাঠিত এটা কাপোৰৰ টোপোলা বান্ধি লৈ এখোজ -দুখোজকৈ সোমাই এটা কাপোৰৰ টোপোল বান্ধি লৈ এখোজ দুখোজকৈ সোমাই আহে আৰু পাছে পাছে লভিতা।)

**ইলাহী** ঃ মাই, এইখিনিতে অলপ বহো , বৰ ভাগৰ লাগিছে। (ইলাহীযে টোপোলাটো থৈ লভিতাৰ সৈতে বহে। (এনেতে দুফালৰ পৰা দুজন মানুহ আহি বাটতে লগ খায ।)

**১ ম মানুহ** ঃ এই শইকীযা, শুনিছেনে কথাটো ? হযনে , বোলে জাপানীবোৰে আহি নগাপাহাৰ সোমালহি ।

**২ য় মানুহ** ঃ এৰা, বোলে কহিমাৰ পৰা প্ৰায ৭০ মাইল দূৰলৈকে সিহঁতৰ দুটা দল আহিছে ।

**১ ম মানুহ** ঃ এটা কথা দেখোন ওচৰ চাপি আহিল । (ইলাহীয়ে শুনি লভিতাক ফুচফুচাই কিবা কয় । এনেতে দুজন এ আৰ পি অফিচাৰ আৰু দুজনী ৰেডক্ৰছ নাৰ্ছ সেইফালেদি আহে ।)

**২ য় মানুহ** ঃ (এ আৰ পি ক ) অ' হেৰি হয়নে ? জাপানী বোলে পালেহিয়েই ?

**এ আৰ পি** ঃ কোনে ক'লে ? মিছা কথা । উৰা বাতৰিবোৰ উলিযাই মানুহক ভয় খুৱাই নুফুৰিব ।

**২ য় মানুহ** ঃ হাঃ হাঃ হাঃ হাঃ হাঃ —নাই নাই , আমি—নাই নাই হাঃ হাঃ হাঃ

ওলাই যায় । লগতে ১ম মানুহো হাঁহি হাঁহি ওলাই যায । ইলাহীয়ে অলপ ভয় ভযকৈ আহি এ আৰ পি জনক চালাম দিযে।)

**এ আৰ পি** ঃ কি হ'ল বুঢ়া মানুহ ?

**ইলাহী** ঃ হজুৰ , আমি বৰ চাহাবৰ বঙলালৈ যাব খুজিছো । পিছে চিনি নাপাওঁ।

**এ আৰ পি** ঃ বৰ চাহাবৰ বঙলালৈ ? (লভিতালৈ চকু পৰিলত) অ' এইজনী তোমাৰ ছোৱালী নেকি ? কি হ'ল তোমাৰ ছোৱালী ? ক'ৰবাত মিলিটেৰীয়ে দিগদাৰ কৰিছিলে নেকি ?

**ইলাহী** ঃ ( খোকোজা লাগি )অ' অ' . ... নাই। (এজনী নাৰ্ছ -- লভিতাৰ ওচৰলৈ গৈ চাই থাকে।)

**এ আৰ পি** ঃ বৰ চাহাবৰ তালৈ কিয় যাবা ?

**ইলাহী** ঃ হজুৰ । এই ছোৱালীজনীৰ কেও কিছু নাই । কিবা এটা উপায়--

**এ আৰ পি** ঃ কি ? তোমাৰ ছোৱালী নহয় ? তুমি নাৰ্ছ কাম কৰিবানে ? তিনিকুৰিকৈ দৰমহা পাবা । (ইলাহীযে অলপ আনন্দ পাই ওচৰলৈ আহি ।)

**ইলাহী** ঃ তিনিকুৰি দৰমহা । কৰিব-- কৰিব মাই , মাই ! তোৰ কপাল ভাল --তোৰ-- ।

**এ আৰ পি** ঃ ৰ'বা , ৰ'বা , ছোৱালীযে কি কয় ? নাৰ্ছ মানে বুজিছানে ?

**লভিতা** ঃ বুজিছো বেমাৰী চাব লাগিব ।

**এ আৰ পি** ঃ অ' হয় । পিছে নাৰ্ছ হৈ যাব লাগিব যুদ্ধৰ হাস্পতাললৈ । গুলী খাই মৰাৰ ভয় আছে হ'লে ।

**লভিতা** ঃ মৰিলে মৰিমনে ? আন আন নাৰ্ছে মৰিব নহয় ।

এ আৰ পি ঃ(হাঁহি ) অ ' তোমাৰ বৰ সাহ । তুমি তেন্তে মৰিবলৈ ভয নকৰা।

**লভিতা** ঃ ( হাঁহি মুৰ জোকাৰে )

(এনেতে দূৰত 'বন্দে মাতৰম্ ' ধ্বনি হয় । ' মহাত্মা গান্ধী কি জয় । ' স্বাধীন ভাৰত কি জয় ! ' সকলোৰে সেইফালে চায ।)

**এ আৰ পি** ঃ অ' আজি কাচাৰীত স্বৰাজ নিছান উৰুৱাবলৈ যোৱা ভলন্টিয়াৰবোৰৰ সকলোকে এৰেষ্ট কৰি আনিছে । ( তেওঁলোক এদাঁতিত থিয় হয় আৰু ভিতৰৰ ফালে চাই থাকে । ভিতৰত ভলন্টিয়াৰৰ গীত হয় )

গীত

বিশ্ববিজয়ী নব জোৱান
বিশ্ববিজয়ী নব জোৱান
শক্তিশালিনী ভাৰতৰ
ওলাই আহা , ওলাই আহা,
সন্তান তুমি বিপ্লৱৰ ।
সমুখ সমৰ সমুখতে
মুক্তি যুঁজাৰু হঁচিয়াৰ
মৃত্যু বিজয় কৰিব লাগিব
স্বাধীনতাৰ খুলি -দুৱাৰ ।

(এদল গান্ধী টুপী পিন্ধা কংগ্ৰেছ ভলন্টিয়াৰক চঙীনধাৰী পল্টনে ঘেৰাও কৰি জেললৈ লৈ যায় ।

সিহঁতে গীত গাই গাই আহে । দলটো এফালৰপৰা আনফালে ওলাই যায় । দূৰলৈ যোৱাত গীত লাহে লাহে নুশুনা হয় । লভিতাই তন্ময় হৈ সিহঁতৰ ফালে চাই আছিল ।)

লভিতা : (ভলন্টিয়াৰ যোৱাৰ ফালে চাই থাকি ইলাহীক কয় ) বুঢ়া ককা । এওঁলোকৰ সৈতে দেশৰ কামকে কৰিবলৈ পোৱা হ'লেও—

এ আৰ পি : (লভিতাৰ কথা শুনি ) দেশৰ কাম ? নাৰ্ছ হ'লে জানো দেশৰ কাম কৰা নহয় ? বেমাৰীক , যুদ্ধত আহত হোৱা , আতুৰত পৰা মানুহক শুশ্ৰূষা কৰা , সিহঁতক সেৱা কৰা, সিহঁতক প্ৰতিপাল কৰাতকৈ কি আৰু ডাঙৰ পুণ্যৰ কাম হ'ব পাৰে ? তিৰোতাৰ সেৱাই ধৰ্ম । আতুৰক শুশ্ৰূষা কৰা , বিপদ-আপদত মানুহৰ মুখত এটুপি পানী দিয়া , এযাৰি মৰমৰ মাত দিয়াই তিৰোতৰ ডাঙৰ ধৰ্ম , ইও দেশৰেই কাম । কত আমাৰ মানুহ যুদ্ধত আহত হৈ আহিব , সেইবোৰ নিজৰ দেশৰ মানুহক শুশ্ৰূষা কৰা , সেৱা কৰা জনো দেশৰ কাম নহয় ? ই মানুহৰ সেৱা । ঈশ্বৰৰ পূজা । তিৰোতা মানুহক ইয়াতকৈ আৰু কি ডাঙৰ কাম লাগিছে ? (লভিতা কিছুপৰ তলকা মাৰি থাকি , ইলাহীৰ মুখখন কৰুণভাৱে চাই থকাৰ পাছত এ আৰ পিৰ লগত অহা নাৰ্ছজনীয়ে হাঁহি গৈ লভিতাক বাউসীত ধৰি লৈ যায় । লভিতাই তলমূৰকৈ যায় । ওনেতে ছাইৰেণ বাজে । সিহঁত বেগাবেগিকৈ যায় । এ আৰ পিয়ে হুইছেল উলিয়াই বজাই ইফালে -সিফালে গৈ চাৎ কৰে যায়গৈ ।)

# দ্বিতীয় দৰ্শন

*(গোলাঘাটৰ লহৰজান এয়াৰড্ৰমৰ ওচৰৰ এটা নাৰ্ছ ট্ৰেইনিং কেম্প । এফালেদি দূৰৈত এয়াৰড্ৰম দেখা গৈছিল আৰু ডাঙৰ ডাঙৰ কেইখনমান বোমাৰু আৰু সৈন্য -বাহী বিমান দেখা গৈছিল। ট্ৰেইনিং কেম্পৰ বাৰাণ্ডাত বুকুত ডাঙৰকৈ ৰেড্‌ক্ৰছ লগোৱা আৰু মূৰত ডাঙৰকৈ হুড় পিন্ধা কেইজনীমান নাৰ্ছৰ সৈতে লভিতাও সম্পূৰ্ণ নাৰ্ছৰ পোছাকত ৰেলিঙত ধৰি কথা পাতি থাকে । ইফালে লেবাৰ ক'ৰ ইউনিফৰ্ম পিন্ধা মানুহে ভিতৰৰ পৰা মাল কিছুমান কান্ধতকৈ কঢ়িয়াই বাহিৰত থকা লৰীত বোজাই দিবলৈ অহা যোৱা কৰি থাকে ।)*

১ ম নাৰ্ছ : এৰা , এইবোৰহে কোন লঙ্কা পাবগৈ লাগে ঠিক নাই । কহিমাৰপৰা আকৌ হুহকি এই গোলাঘাটকে পাবহি লাগিব নে আগবাঢ়ি গৈ বৰ্মা সোমাবগৈ লাগিব ক'ব পৰা নাই ।

লভিতা : বৰ্মা সোমাবগৈ পাৰিলেহে মই ভাল পাম । মোৰ হ'লে এইখনত আৰু ভাল লগা নাই ।

১ ম নাৰ্ছ : তোমাৰ কি আছে, অকলশৰীয়া মানুহ , আমেৰিকা পালেগৈও তোমাৰ ভালেই লাগিব ; আমাৰ আকৌ ঘৰৰ গাঁৱত আই-বোপাই , বাই -ভনী সোপাই আছে নহয় ।

(লভিতাই তলমূৰকৈ বেজাৰ কৰে ।)

২ য় নাৰ্ছ : এৰা । (হাতৰ ঘড়ী চাই ) এতিয়া দেখোন ৯ বাজি ২০ মিনিট গ'লেই । ঠিক ১০ বজাত ইয়াৰ পৰা বোলে ৰাওনা হ'বই লাগিব । তেহে সন্দিয়া কহিমা পোৱাগৈ হ'ব । মই কফাইটিক মাতি পঠিয়াইছিলো। ৰাতিপুৱাই আহিবলৈ । এতিয়ালৈকে দেখোন একো খবৰেই নাই ।

১ ম নাৰ্ছ : এৰা , আমাৰো পিতাইহঁত অহাৰ কথা আছিল । (এনেতে কেপ্তেইন শৰ্মা আহে)

কেঃ শৰ্মা : সোণচাকী কাৰ নাম ?

১ ম নাৰ্ছ : মোৰ নাম ছাৰ ।

কেঃ শৰ্মা : হাম্‌দৈ কাৰ নাম ?

২ য় নাৰ্ছ : মোৰ নাম ছাৰ ।

কেঃ শৰ্মা : অ' তোমালোকৰ ঘৰৰপৰা পিতায়েৰা আৰু ককায়েৰা আহিছে । সেই অফিচৰ বাবাণ্ডাতে আছে। দেখা কৰি আহা । কুইক্ কুইক্ কুইক্ । দহ মিনিটৰ ভিতৰত দেখা কৰা হ'ব লাগিব ।

*(দুয়োজনীয়ে হাঁহি 'থাংক ছাৰ' বুলি খৰখেদাকৈ ওলাই যায় ।)*
*(শৰ্মাই মুখত এটা চিগাৰেট লগাই লৈ লভিতালৈ চাই ।)*

তোমাৰ নাম কি ?

লভিতা : লভিতা বৰুৱা ।

কেঃ শৰ্মা : ল-ভি-তা বৰুৱা । ক'ৰবাত শুনা যেন লাগে— তুমি কোন গাঁৱৰ ?

লভিতা : ফুলগুৰিৰ ।

কে শৰ্মা : I see— তোমাৰ কোনো অহা নাই দেখো মাতিবলৈ ?

লভিতা : নাই ।

কে ঃ শৰ্মা : I see — অ' তুমিও কহিমাৰ ডিউটিত পৰিছা নহয় ?

লভিতা : হয় । ময়ো কহিমালৈ যাব লাগিব ।

কে শৰ্মা : I see — থাংক ( এই বুলি গৰপ্-গৰপ্ কৈ বাৰাণ্ডালৈ উঠি কেম্পৰ ভিতৰলৈ সোমাই অদৃশ্য হয় । ভিতৰৰ পৰা মাত আহে ।) এই বেছি দেৰি নেইহে । জলদি জলদি মাল উঠাও । আধা ঘন্টা হে ।

(কেবাটাও লেবাৰ ক'ৰৰ মানুহে মান-পত্ৰ লৈ লৰি লৰি আহে , আৰু মাল অনা-নিয়াৰ খৰখেদা লাগে।

এনেতে শৰ্মা ঘড়ী চাই বাৰাণ্ডাত থিয় হযহি ।)
জলদি কৰ, জলদি কৰ, আধা ঘনটা টাইম, জলদি। কুইক্ কুইক্ কুইক্ । (লভিতাৰ ফালে চাই ) তুমি ইয়াত কি কৰিছা ? তোমাৰ মাল নি ট্ৰাকত দিযা হ'লনে ? কুইক্ quick,quick ।

**লভিতা** ঃ হয, হ'ল ।

**কে ঃ শৰ্মা** ঃ তেন্তে যোৱা । ভালকৈ সকলো চাই -চিন্তি যাবৰ কাৰণে ৰেডি হোৱাগৈ, কুইক্ quick,quick । (এই বুলি তেওঁ বেগেৰে বাহিৰলৈ ওলাই যায, লভিতাও বেগাই ভিতৰ সোমায় । এনেতে হাতত টোপোলা লৈ নাৰ্ছ দুজনী লৰি লৰি কেম্পলৈ সোমাব খোজোঁতে হেই' শব্দ শুনি ৰয় আৰু কেঃ শৰ্মা আহি ।) কি--কি-- কি, এইবোৰ কি ?

**১ ম নাৰ্ছ** ঃ অলপ হোঁহকা-পিচলা কৰি ) ঘৰৰ পৰা পিঠা দিছে।

**কেঃ শৰ্মা** ঃ পি ঠা ? পি . ঠা (ধমকি মাৰি ) যুদ্ধৰ মাজত পিঠা ? কেলৈ ? কোনে দিছে ?

**২ য় নাৰ্ছ** ঃ পিতাইহঁত আহিছিল।

**কেঃ শৰ্মা** ঃ I see, কি এতিয়া যাবৰ সময়ত পিঠা উলিয়াইছা ? চাওঁ চাওঁ কি আছে তাত, পিঠা দেখোন । (নাৰ্ছ দুজনীযে টোপোলা মেলি দেখুৱায আৰু কেঃ শৰ্মাই পিঠা দুটামান হাতত লৈ ) অ' পিঠাইতো ' যোৱা বেগে খৰকৈ ওলাব লাগে ' quick,quick (পিঠা এটা মুখত ভৰাই খায ) quick,quick মাত্ৰ ১৫ মিনিট, যোৱা তোমালোক ট্ৰাকট উঠাগৈ ( আকৌ পিঠা খায ) চাওঁ, চাওঁ আৰু দুটামান দিযাচোন । (গৈ উলিযাই লয়, নাৰ্ছ দুজনী হাঁহি সোমাই যায় । কে ঃ শৰ্মাই পিঠা খায় । লভিতা আৰু দুজনী নাৰ্ছ টালি-টোপোলা লৈ উঠিবলৈ যায় । সিহঁতলৈ চায়।) পিঠাকেইটা ভালকৈ কৰিছিল দেইবা । হেঃ হেঃ হেঃ ' quick,quick!

*(সিহঁত ওলাই যায় । বাহিৰত ট্ৰাকত দীঘলীয়া হৰ্ণ বাজে । এনেত লাঠি এডালত দুটা মাটি-কঠাল ওলোমাই লৈ ইলাহীবকছ তাত সোমাই ইফালে-সিফালে চাই কেঃ শৰ্মাক চালাম দিয়ে।)*

কি ? কি ? ক্যা মাঙ্তা ? ক্যা মাঙ্তা ?

**ইলাহী** ঃ হুজুৰঃ হুজুৰ ! হুজুৰ ' মোৰ ছোৱালীজনীলৈ দুটামান 'আনাৰস' আনিছিলো। হুজুৰ ' এইফালে চিপাহীয়ে আহিবলৈ নিদিয়ে। হুজুৰ ! কোনো মতেহে বৰকৈ কাকুতি-মিনতি কৰি আহিছো। হুজুৰ ! ছোৱালীজনী এবাৰ দেখা পামনে হুজুৰ ?

**কেঃ শৰ্মা** ঃ কি নাম ? কোন ছোৱালী ?

**ইলাহী** ঃ হুজুৰ ! হুজুৰ ! মোৰ ছোৱালীজনী লভিতা, হুজুৰ ধাই কাম কৰে--

**কেঃ শৰ্মা** ঃ লভিতা তোমাৰ ছোৱালী ?

**ইলাহী** ঃ হুজুৰ ! মোৰ নহয যদিও মোৰ জীৱ দৰেই । কেওকিছু নোহোৱাত মোৰ আশ্ৰয়তে আছিল । মই উপায় নাপাই এই কামত দি দিছো।

**কেঃ শৰ্মা** ঃ সেই তুমি অনা--I see, পিছে তাই এতিয়া কহিমালৈ যাবলৈ মটৰত উঠিল । এতিয়া আৰু দেখা নাপাবা।

**ইলাহী** ঃ নহয হুজুৰ ' নহয় হুজুৰ ! খোদাই আপোনাৰ মঙ্গল কৰিব । এবাৰ হুজুৰ ' যোৱাৰ আগতে চাই লম--আহঃ মোৰ মাইজনীক চাই লম। কি জানি আৰু দেখা হুজুৰ।

**কেঃ শৰ্মা** ঃ All right, মাত্ৰ ৪মিনিট আছে যাবলৈ (ঘড়ী চাই) দুই মিনিট দেখা কৰিব পাৰিবা।
(এই বুলি ওলাই যায় । অলপ পিছত লভিতা লৰ মাৰি আহি ইলাহীক দেখি "ককা ককা" বুলি সাৱট মাৰি ধৰি বুকুত মুৰ সুমায় । ইলাহীয়ে "মাই মোৰ মাই" বুলি সাৱটি ধৰে, মাটিকঠালকেটা মাটিত থয় ।)

**লভিতা** ঃ ককা ' যাবৰ সময়ত তোমাক কোনে খবৰ দিলে ?

**ইলাহী** ঃ খোদাই--খোদাই খবৰ দিলে মাই। আজি মোৰ মনটোত পুৱাৰেপৰা তোক বৰ চাবৰ মন গৈছিল-- থাকিব নোৱাৰি আহিলো।
(বাহিৰত ট্ৰাকৰ হৰ্ণ বাজে)

**লভিতা** ঃ (কন্দনামুৱাকৈ) ককা ' কহিমালৈ যাব লাগিব, তাত যুদ্ধ চাপি আহিছে। ককা ! আকৌ যদি তোমাৰ সৈতে দেখা নহয় । (কান্দে)

**ইলাহী** ঃ মাই ! মাই (চকুপানী টুকি) খোদাৰ ইচ্ছা । মাই ! দুদিনলৈ আহিছিলি মাই। মোৰ দুনীয়াৰ সকলোকে হেৰুৱাই খোদাক চিন্তি দিন গণি আছিলো । তই আহি দুদিনতে মোৰ মৰম উথলাই তুলিলি মাই । এতিয়া গাৰ মঙহ এৰোৱাদি এৰাই ক'লৈ বিপদৰ মাজলৈ যাবলৈ ওলালি মাই ! (হুৰাওৱাকৈ কান্দে) মাই--অ' মাই ! (মটৰৰ হৰ্ণ খুব খৰকৈ বাজিবলৈ ধৰে আৰু 'নাৰ্ছ জলদি আও' বুলি চিঞৰি আহে।)

**ইলাহী** ঃ যা,যা,মাই । উস্ খোদা. .
(খুব হৰ্ণ বাজে আৰু 'নাৰ্ছ নাৰ্ছ' কৈ চিঞৰি আহে । মটৰ start হৈ হো-হোৱাবলৈ ধৰে । লভিতাই বুঢ়াৰ বুকুৰপৰা ওলাই কান্দি কান্দি যায়গৈ। ইলাহীয়ে অলপ দুৰ গৈ তাই ওলাই যোৱাত আহি ষ্টেজৰ মাজত মুৰে-কপালে হাত দি বহে আৰু হো-হোৱাই ট্ৰাকবোৰ গুচি যোৱাৰ শব্দ হয় । ওচৰতে পৰি থকা আনাৰস দুটালৈ চাই আনি হাতত লৈ অলপ চাই বেজাৰেৰে দূৰলৈ পেলাই দিয়ে ।) হায় খোদা। তোমাৰ দুনীয়া।

এই বুঢ়াক ল'ৰা-ছোৱালী দিলা, তিৰোতা দিলা, ধন-দৌলত দি আকৌ কাঢ়ি নিলা। ভাবিছিলো বুঢাকালত তোমাৰ নাম কৰি কৰি তোমাৰ ওচৰলৈ যাম। কিন্তু খোদা! এয়া আকৌ কি কৰিলা! হায়, মিছা--মিছা। আজি এই বুঢা কালত কি দেখুৱাইছা খোদা ? আল্লাহ-তাল্লা। আজি তোমাৰ দুনীয়াখন চযতানৰ হাতত এৰি দিলা নেকি ? মানুহলৈ মানুহৰ মৰম নাই, দয়া নাই, কোনেও কাকো চিনি নাপায। মানুহৰ তেজ মানুহে খাইছে, দুনীযাৰ মানুহ আজি ৰাজ্য লৈ পগলা হৈছে। মানুহ জানোৱাৰ হৈ মাটিৰ লোভত, ৰাজ্যৰ লোভত, দৌলতৰ লোভত চযতানৰ আঙুলিমূৰত ঘূৰি চব পাহৰি, ইটোৱে সিটোক কাটিছে, মাৰিছে, বন্দুক, বোমা, বৰতোপ, উৰাজাহাজেৰে আজি মানুহে মানুহক ধ্বংস কৰিবলৈ বলিয়াৰ দৰে লৰিছে। অন্যায়, অধৰম, চযতানী, বদ্‌মাচি, চুৰি, ডকাইটি অত্যাচাৰ চলিছে দুনীয়াত। খালী টকা—টকা। কণা মানুহে একো নেদেখে আজি। হায খোদা। দুনীযাখন ই কি কৰিলা ? গুনাহ- গুনাহ।। দুনীযাৰ মানুহ চব গুণাহগাৰ, চব গুণাহগাৰ। সেইহে খোদা তুমি সকলোকে শেষ কৰিব খুজিছা। গুণাহগাৰী দুনীয়া --যা, যা, জহন্নামলৈ যা। মৰম--ধৰম নাইকিয়া দুনীযা—অন্যায়, অত্যাচাৰ, অবিচাৰ অধৰমেৰে ভৰা দুনীযা ধ্বংস হৈ যাওক। আচমানৰ পৰা হাজাৰ হাজাৰ তৰাৰ দৰে বোমা আহি সকলো নাশ কৰি দিযক। ভূঁইকঁপ হৈ তলৰ মাটি ওপৰ কৰি দুনীযাৰ চব গুণাহগাৰবোৰক পুতি পেলাওক। খোদা--খোদা। আজি এনেকুৱা মানুহৰ পতন দেখি ইচ্ছা হৈছে যেন এই পৃথিৱীখনতকৈয়ো এটা ডাঙৰ দৈত্য হৈ এই পাপৰ পৃথিৱীখন হাতৰ মুঠিত লৈ মোহাৰি মোহাৰি ভাঙি গুড়ি কৰি, চূৰ্ণ কৰি, ধূলি কৰি ফু মাৰি উৰুৱাই দিওঁ, গুনাহগাৰ দুনীয়া খোদাৰ ৰাজ্যৰপৰা নাইকিয়া হৈ যাওক। দুনীয়াত মানুহেই মানুহ -কিন্তু খোদা-- মানুহ নাই, মানুহ নাই !

আঁৰকাপোৰ

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

*(নগা পৰ্বত। কহিমা চহৰৰ পৰ্বতৰ নামনিৰ বাট। দূৰৈত ওপৰত কহিমাৰ কাছাৰী, হাস্পতাল দেখা গৈছিল আৰু পাটকাই পৰ্বতৰ ৰেখা জিলিকি আছিল। দূৰৈৰ পৰা বৰতোপৰ শব্দ আহিব লাগিছে। উৰাজাহাজৰ হোঁ-হোঁৱনিয়ে মাজে মাজে পৰ্বত - ভৈয়াম কঁপাই গৈছে। মাজে মাজে দূৰৰপৰা মেচিনগানৰ লেঠাৰি নিছিগা শব্দ আহে। নগা কিছুমান ল'ৰা তিৰোতা লৈ আৰু হোৰা কিছুমান লৈ সেই বাটেদি বেগা-বেগিকৈ যায়। কেইটামান আমেৰিকান, পাইলটৰ পোছাক পিন্ধি বৰ বেগেৰে যায়। বৃটিছ সৈন্য, গুৰ্খা সৈন্য, লেবাৰ ক'ৰৰ মানুহ সেই ফালে অহা যোৱা কৰে। এনেতে এজন 'অসম ৰেজিমেন্ট'ৰ অসমীয়া কেপ্তেইন আৰু আনফালৰ এজন চিভিলিয়ান পোছাকৰ অসমীয়া ডাক্তৰ হাজৰিকা আহি থমক খাই ৰযহি।)*

কেঃ সেনাপতি : ( চেলিউট দি ) ডাক্তৰ হাজৰিকা দেখোন ?

ডাঃ হাজৰিকা : কেপ্তেইন সেনাপতি দেখোন ?

কেঃ সেনাপতি : আপুনি কেতিয়া আকৌ ?

ডাঃহাজৰিকা : পৰহি সন্ধিয়া মই গোলাঘাটৰ নতুনকৈ ট্ৰেইনিং পোৱা নাৰ্ছ দহজনীৰে পালোহি, কিন্তু ইয়াত যে অৱস্থা এনেকুৱা আমাৰ গমকে নাছিল।

কেঃ সেনাপতি : এৰা, কহিমা যে আৰু ৰাখিব পাৰিব তাৰ আশা মই দেখা নাই। কালি ৰাতিযেই ইবাকুযেছনৰ অৰ্ডাৰ দিছে। আমি একৰকম জাপানীৰ ঘেৰাওতে পৰিছো।

ডাঃ হাজৰিকা : এতিযা শেষত আহি আমি জাপানীৰ হাততহে পৰিবলগীয়া হ'ল। আমাৰ ডাক্তৰ আৰু নাৰ্ছবোৰকতো শেষলৈকে 'ইভাকুযেত' কৰিবলৈ নিদিযেই।

কেঃ সেনাপতি : ডাক্তৰ নাৰ্ছে যদি যায়, তেন্তে তাহাঁতক চাৰ কোনে ?

**(এনেতে চাইৰেণ বাজিবলৈ ধৰিলে। নগা-নাগিনীবোৰৰ মাজত হুৱা-দুৱা লাগিল। সেই ফালেদি সৈন্য, লেবাৰ ক'ৰৰ মানুহ, আমেৰিকান এম পি, বৃটিছ অফিচাৰৰ লৰা-ঢপৰা আৰম্ভ হ'ল। লগে লগে ওপৰত উৰাজাহাজৰ ভীষণ শব্দ, বোমা বিস্ফোৰণৰ ভয়ঙ্কৰ শব্দ আৰু এন্টি এয়াৰ-ক্ৰেফটৰ কাণ তালমৰা ফায়াৰিঙৰ শব্দ হৈ এটা ভয়ঙ্কৰ অৱস্থাৰ সৃষ্টি কৰিলে।)**

***আঁৰকাপোৰ***

## দ্বিতীয় দৰ্শন

*(কেহিমাৰ বাট। ঘোৰ অন্ধকাৰ। জাপানী আহি কহিমা সোমাইছে। ভীষণ হতা হতি যুদ্ধ চলিব লাগিছে। মেচিন গানৰ*

*অনবৰত ৰু-ৰুৰনি । মাজে মাজে বৰতোপৰ ভীষণ শব্দ । আন্ধাৰ বাটেদি মানুহ , সৈন্য ইত্যাদিয়ে লৰা-ঢপৰা কৰিছে । এনেতে এদল বৃটিছ সৈন্য আৰু জাপানী সৈন্যই বন্দুকেৰে হতা হতি যুদ্ধ কৰি সেই ফালেদি যায় । ভীষণ চিঞৰ-বাখৰ । মৰা মৰে , যুদ্ধ কৰাই কৰে । এইদৰে ভীষণ যুদ্ধ চলি থাকে ।*

ৰাতিপুৱাই আহে । পোহৰ হৈ অহাৰ লগে লগে তাত বহুত মৰা সৈন্য পৰি থকা দেখা যায় । সিফালে যুদ্ধ চলিযেই থাকে । মেচিনগানৰ শব্দই ৰু-ৰুৱাই লাগিছে ।

এদল জাপানী সৈন্যই এদল বৃটিছ সৈন্য আৰু এজন বৃটিছ কমাণ্ডাৰক বন্দী কৰি লৈ যায় । তাৰ পিছত কেইটামন জাপানীয়ে বেয়নেট দেখুৱাই কেইজনীমান নাগিনী ছোৱালী সেইফালেদি লৈ যায় । তাৰ পিছত কেইটামান জাপানী সৈন্য সেইফালেদি আহে , আৰু হঠাতে ক'ৰবাৰপৰা কেইটামান গুৰ্খা ওলাই সিহঁতৰ লগত পিস্তলেৰে যুদ্ধ কৰে । জাপানী দুটা মৰে । এনেতে কেইটামান জাপানী আহি বন্দুকেৰে গুলীয়াই গুৰ্খাকেইটাক পেলাই দিয়ে । কেইটামান জাপানী সেইফালেদি লৰি আগবলৈ গুলী চলাই যায় । তাৰ পিছত এদল জাপানীয়ে এদল অসম 'ৰেজিমেন্ট'ৰ মানুহ তাৰ লগত ডাক্তৰ হাজৰিকা , কেঃ সেনাপতি আৰু কেঃ শৰ্মাক বন্দী কৰি লৈ যায়হি । তাৰ পিছত দুটা জাপানীয়ে মাজত সুমুৱাই লভিতাক সেই ফালেদি লৈ আহে ; আৰু তাইৰ পিছত জাপানীয়ে আৰু কেইজনীমান নাৰ্ছক হাতত ধৰি লৈ আহে । এনেতে কেইটামান গুৰ্খা আহি জাপানীবোৰক পিস্তলেৰে আক্ৰমণ কৰে । কিন্তু ততালিকে গুৰ্খাকেইটাক জাপানীয়ে ঘেৰাও কৰি বন্দী কৰে । লভিতা আৰু নাৰ্ছবোৰক আঁজুৰি টানি জাপানীকেইটাই লৈ যায় ।)

# তৃতীয় দৰ্শন

*(ৰাতি আন্ধাৰ , একো দেখা নাযায় । এডোখৰ কহিমাৰ পৰ্বতৰ তলৰ হাবি । দুটা 'অসম ৰেজিমেন্ট'ৰ অসমীয়া সৈন্য, সিহঁতৰ দাড়ি গজি ভোবোকৰ । পিন্ধা ইনিফৰ্ম ফাতি-চিতি ফাই -ফাঁই হৈ আছে । সিহঁতে জুইশলা মাৰি এডোখৰ চুৰটকে দুয়োটাই ভগাই হোপে । জুইশলাৰ পোহৰত সিহঁত দুটাক দেখা যায় । তাৰ পিছত মাথোন আন্দাৰত সিহঁতে হোপা চিগাৰেটৰ জুই জ্বলি থাকে আৰু আন্ধাৰৰপৰা সিহঁতে কথা পতা শুনা যায় ।)*

১ ম : হেৰা ! পিছে আমাৰ কি কৰা ? আৰু এইদৰে নগাৰ গাঁৱে গাঁৱে কিমানদিন লুকাই লুকাই ফুৰিবা ? কেতিয়াবা নগাৰ হাততে মৃৰটো যাব ।

২ য় : যাবই যাব । এতিয়াতো কহিমা , গোটেই নগা পৰ্বত জাপানীৰ হাতত । নগাবোৰে আমাক দেখিলে ক'ত শুদাই এৰিব !

১ ম : কি কৰো , জাপানীৰ হাতত ধৰা নিদিলে আৰু উপায় নাই । যি আছে কপালত । ইমান দিনে জাপানীয়ে চাগৈ ডিমাপুৰ দখল কৰিব পায় ।

২ য় : ডিমাপুৰ কহিমা লোৱাৰ দুদিনৰ পিছতেই শেষ হ'ব পায় । আজি কহিমা লোৱা এঘাৰ দিনে অকল ডিমাপুৰহে লৈছেনে ? যি কোবেৰে উৰাই নিছে , কিজানি তেজপুৰ গুৱাহাটীও উফৰিব পায় ।

১ ম : ইস্ ইস্ ! কিনো কথাটো হ'ল । এই হেন বৃটিছৰ ৰাজ্য, দেখিছা কেনেকৈ কাগজ পোৱাদি দংশি নিলে । বুইছানে-- মোৰ গাঁওখনলৈহে মনত পৰি বুকুখন চিৰিং চিৰিংকৈ আছে । আমাৰ ঘৰখন বাৰু আছেনে চাগৈ ! আমাৰ মানুহবোৰ বা কোন ধুবুৰী পালেগৈ ।

২ য় : এঃ মই হ'লে ভাবিবলৈ এৰি দিলো । ভাবিনো কি ডাল কৰিবা , যি আছে কপালত ।

(এনেতে ওচৰত কিবা এটা শব্দ হয় আৰু দুয়ো তাৰপৰা ছাট কৰে নাইকিয়া হয় । চিগাৰেটৰ জুই দুটুকুৰা নাইকিয়া হয় । এনেতে হাতত আঁৰিয়া লৈ চিঞৰি বাখৰি এদল নগা সেইফালেদি আহি কিবা বিচৰা যেনকৈ গোলমাল কৰিবলৈ ধৰে ।)

# চতুৰ্থ দৰ্শন

*(উত্তৰ বৰ্মাৰ মিটচিনা নামৰ এটা উৰাজাহাজৰ ঘাটি । জাপানী দখলত , তাত জাপানী নিছান উৰিব লাগিছে । দূৰৈত এয়াৰড্ৰমৰ ঘৰবোৰ দেখা গৈছে । কিছু দূৰণিত এটা পেগডাও জিলিকি আছে ।*

সেই ঠাইতে ' অসম ৰেজিমেন্ট'ৰ এদল সৈন্য বহি আছে । মাটিত , সিহঁতৰ মাজত ডাক্তৰ হাজৰিকাহঁতকো দেখা গৈছে । জাপানী বেয়নেটধাৰী কেইটামান সৈন্যই সিহঁতক পহৰা দি আছে ।

সিহঁত যদিও বন্দী অৱস্থাত আছে তথাপি সিহঁতে কথা বতৰা পাতি আছে সিহঁতৰ ভিতৰতে । আৰু চিগাৰেট ইত্যাদি খাই আছে ।

ইহঁতক কহিমাৰপৰা বন্দী কৰি আনি এয়াৰড্ৰমত পহৰাত ৰাখি কাম কৰোৱাইছে আৰু এতিয়া জিৰণি ল'বলৈ দিছে ।

সিহঁতৰ ওচৰেদি এয়াৰড্ৰমত কাম কৰা বাৰ্মা পোছাক পিন্ধা মানুহ এটা-দুটা অহা যোৱা কৰিছে। কেতিয়াবা দুই-এজনী বাৰ্মিজ ছোৱালীও সেইফালেদি গৈছে ।)

**ডাঃ হাজৰিকাঃ** (চিগাৰেট হোপা মাৰি ) মই ডাক্তৰ মানুহ । মোকনো বাৰু ইহঁতে মাটি কটা কামত লগাব পায়নে?

**কেঃ সেনাপতি ঃ** আপোনাক পিছে দুই-এদিনতে হাস্পতাললৈ নিবই নিব । আপোনাৰ ৰেহ -ৰূপ চাই লৈছে, তাক চাবলৈহে মাটি কুটোৱাত লগাইছে ।

**ডাঃ হাজৰিকা ঃ** আমাৰ লগৰ নাৰ্ছ কেইজনীক কৰিলে কি বা?

**কেঃ সেনাপতি ঃ** কালি মই হাস্পতালৰ বাৰাণ্ডাত লভিতা আৰু বাকী দুজনীকো দেখিছিলো । সিহঁতক তাত কিবা কাম কৰোৱাইছে ।

**ডাঃ হাজৰিকা ঃ** পিছে আমাৰ গতি এয়েই হ'বনেকি ? ক'ত কি হৈছে দেখোন একো খবৰ পাবলৈ নোহোৱা হ'ল , আজি এমাহে সংসাৰত ক'ত কি হ'ল তাৰ বিষয়ে--

*(এনেতে বাহিৰত মট ৰৰ হৰ্ণ বাজে , সকলোৰে কথা-বতৰা এৰি চাই থাকে । এজন জাপানী অফিচাৰ আৰু আজাদ হিন্দ ফৌজৰ শিখ কমাণ্ডাৰ কথা পাতি পাতি তালৈ সোমাই আহি গহীন হৈ বন্দী দলটোৰ আগত ৰয় । জাপানী ৰথীয়াকেইজনে চেলিউট দিয়ে । ৰেজিমেন্টটো থিয় হয় । শিখ কমাণ্ডাৰে হাতেৰে বহিবলৈ কয় । ৰেজিমেন্টৰ মানুহবোৰ আকৌ আগৰ দৰে বহে । সিহঁত দুয়োজনে ভালকৈ ৰেজিমেন্টৰ মানুহবোৰক চায় , তাৰ পিছত দুয়োৰে ভিতৰত কিবা কথা হয় আৰু শিখ কমাণ্ডাৰজনে আগবাঢ়ি যায় )*

**শিখ কমাণ্ডাৰ ঃ** মেৰে হিন্দুস্থানী চিপাহী ভাইযোঁ । আজ ম্যায় আপলোগোকে চাম্‌নে এক বাত্ পেশ্ কৰনা চাহতা হু । আপ্‌লোগ্ আজ কয়দ হোকৰ আয়ে , ম্যায় ভি একৰোজ কযেদ হোকৰ আয়া থা, লেকিন আজ হম নেতাজীকী কৃপাসে এক নয়ী ৰোছনীকা সন্ধান পাকৰ হমাৰে হিন্দুস্থানকো আজাদ কৰণেকে লিযে এক নয়ে ৰাসতেমে যাতে হ্যাঁয় । ইস্ ৰাস্তেমে যানেকে লিয়ে ম্যায় আজ হমাৰে হিন্দুস্থান চিপাহী ভাযোকো ভি আজাদ কৰনেকে লিয়ে হাজিৰ হুৱা হু । ভাইয়ো , আপ্‌লোগ্ মেৰী বাত সমঝতে হ্যাঁয়?

**ডাঃ হাজৰিকা ঃ** (থিয় হৈ ) কমাণ্ডাৰ চাহেব । হিন্দুস্থানী বাত্ হম আওৰ দু-এক সমঝতে হ্যাঁয়, লেকিন ইস্ ৰেজিমেন্টকে বাকী আদমিকো আপকা ভাষণ পূৰা সম্‌ঝনেমে কুছ মুছকিল হ্যাঁয় ।

**শিখ কমাণ্ডাৰ ঃ** অচ্ছা! অচ্ছা! ইছ্ ৰেজিমেন্ট কোন ভাষা কহতে হ্যায় ?

**ডাঃ হাজৰিকা ঃ** জী, য়হ ৰেজিমেন্ট আসাম ৰাইফল্‌স কা হ্যায়। বেলোগ অসমীয়া ভাষা বলতে হ্যায় । হিন্দুস্থানী বোলি থোড়ী সম্‌ঝতে হ্যায় ।

**শিখ কমাণ্ডাৰ ঃ** অচ্ছা! অচ্ছা!

*(অলপ পৰ বৈ জাপানী কমাণ্ডাৰৰ সৈতে আলোচনা কৰে আৰু জাপানী কমাণ্ডাৰ এজনে জাপানী সৈন্যক মাতি এখন ভিজিটিং কাৰ্ডত কিবা লিখি দিয়ে আৰু তাকো জাপানী ভাষাত কিবা কৈ দিয়ে । সি চেলিউট দি বেগেৰে ওলাই যায়।)*

**শিখ কমাণ্ডাৰ ঃ** অচ্ছা! অচ্ছা! আপ কোন হ্যাঁয় ?

**ডাঃ হাজৰিকা ঃ** ম্যায় তো ডাক্তৰ হুঁ

**শিখ কমাণ্ডাৰ ঃ** অচ্ছা-- অচ্ছা তো অভি আপলোগোকি বাত সমঝনেকে লিয়ে, আপলোগোকে দেশকে লেফটেনেন্ট বৰুৱা চাহেব আযেঙ্গে । মেৰী অৰ্জ য়হী হ্যায় কি আপলোগ বাত শুন কৰ হামলোগকে আজাদ হিন্দ্ ফৌজকে তথা নেতাজীকী মদদ কৰকে হমৰা সোনেকা হিন্দুস্থানকা আজাদ কৰনেকে লিযে তৈয়াৰ হোঁ যাযেঙ্গে। (এনেতে লেফটেনেন্ট বৰুৱা কাষলতিৰ তলত এখন মেৰিযাই থোৱা নিছান লৈ আহি শিখ কমাণ্ডাৰক চেলিউট দি ৰয় ।)

**শিখ কমাণ্ডাৰ ঃ** অচ্ছা বৰুৱা চাহেব , দেখিযে ৰে লোগ আসাম কে ৰহনেৱালে হ্যায । হিন্দুস্থানী ভাষা ইন্‌লোগোকো সমঝমেঁ নহী আতি , উস্‌লিযে ম্যায় আপকো বুলায়া হুঁ । আপ ইনলোগোকো আজাদ হিন্দ্ ফৌজকে সব কুছ সমঝা দীজিযে।

**লেফটেনেন্ট বৰুৱা ঃ** ( চেলিউট কৰি "জী" বুলি লেঃ বৰুৱাই ৰেজিমেন্টৰ ফালে ঘূৰি সকলোলৈকে চাবলৈ ধৰে । তাৰ পিছত ডাক্তৰ হাজৰিকাক দেখি অলপ হঁহা যেন কৰি ।)

আ--আ --আপুনি ডাক্তৰ হাজৰিকা নহযনে ?

**ডাঃ হাজৰিকাঃ** (থিয হৈ ) হয় , মই ডাক্তৰ হাজৰিকা । (তাৰ পিছত ভালকৈ চায ) এ আপুনি দেখোন -- আপুনি?

**লেঃ বৰুৱা ঃ** এৰা মযেই । (সকলোৱে লেঃ বৰুৱাৰ ফালে চায় আৰু বৰুৱা আগবাঢ়ি আহি ডাক্তৰ হাজৰিকাক সাৱটি মাৰি ধৰে ।

**ডাঃ হাজৰিকা ঃ** আপুনি পিছে ?

**লেঃ বৰুৱা ঃ**মই শিঙাপুৰত আছিলো। মই তাতেই ধৰা পৰো । তাৰ পিছত আমাৰ নেতাজী বসুৰ আজাদ হিন্দ ফৌজত সোমালো।

**ডাঃ হাজৰিকা ঃ** আজাদ হিন্দ্ ফৌজত ?

**লে বৰুৱা ঃ** এৰা, এতিয়াতো এই সুবিধাতেই আমি ভাৰতৰ স্বাধীনতাৰ বাবে চেষ্টা কৰিব লাগিব । বৰ্তমান হিন্দ্ ফৌজত প্ৰায় কেবা লাখো সুশিক্ষিত সৈন্য হৈছে । ভাৰতৰ সকলো প্ৰদেশৰ -- বঙালী, বিহাৰী, পঞ্জাবী, মাৰাঠী , শিখ , পাঠান , মাদ্ৰাজী আদি সকলোৰে

আছে। আমাৰ অসমীয়াহে মাথোন প্ৰায় ১৮ জনমান। অন্তত ১০০ মান হ'লেই । আপোনালোকৰ ৰেজিমেন্টটোত কিমান ?

**ডাঃ হাজৰিকা** ঃইয়াত আমাৰ প্ৰায় ২০০ ৰ ওপৰ। আমাৰ লগত ৪ জনী অসমীয়া নাৰ্ছো ধৰা পৰিছে । সিহঁতক হাস্পতালত ঠাই দিছে ।

**লে বৰুৱা** ঃ হয় নেকি ? অসমীয়া নাৰ্ছ ? তেন্তে তেওঁলোকক মতোৱাই ইয়ালৈ অনোৱা যাওক । সকলো কথা মই বুজাই কওঁ।

( এই বুলি বৰুৱাই গৈ জাপানী ভাষাৰে জাপানী কমাণ্ডাৰক কিবা কয় আৰু জাপানী কমাণ্ডাৰে মূৰ দুপিয়াই এখন কাগজ লিখি এটা চন্তৰী মাতি পঠিয়াই দিয়ে । লেঃ বৰুৱাই ডাক্তৰ হাজৰিকাক হাত -বাউল দি মাতে আৰু তেওঁ গ'লত অলপ দূৰলৈ নি অকলশৰীয়াকৈ , আনে নুশুনাকৈ কিবা কথা বৰ গহীনভাৱে পাতিবলৈ ধৰে । জাপানী কমাণ্ডাৰে আৰু শিখ কমাণ্ডাৰে তেওঁলোকৰ ভিতৰত কথা পাতে আৰু দলটোৰ মানুহবোৰে নিজৰ ভিতৰত কিবা আলোচনা কৰিবলৈ ধৰে । এনেতে জাপানী চন্তৰীয়ে লভিতা আৰু দুজনী নাৰ্ছক তাঁলৈ লৈ আহে । সিহঁতৰ মুখ শেঁতা আৰু ক্ষীণোৱা , সিহঁতে নাৰ্ছৰ পোছাকতেই আছিল । সিহঁতক আনি জাপানী কমাণ্ডাৰৰ ওচৰত হাজিৰ কৰে । দলৰ সকলোৱে মাত - কথা বন্ধ কৰি সিহঁতলৈ চাই থাকে।)

**লে ঃ বৰুৱা** ঃ (ডাঃ হাজৰিকাক) ডাঃ হাজৰিকা। আপুনি বাৰু বহকগৈ ।

(ডাঃ হাজৰিকা-- মূৰ দুপিয়াই গৈ আগৰ ঠাইত বহেগৈ ।)

তোমালোক অসমীয়া ছোৱালী?

**লভিতা** ঃ হয় ।

**লে বৰুৱা** ঃ তোমালোকৰ ঘৰ ক'ত আছিল ?

**লভিতা** ঃ মোৰ গোলাঘাটত আৰু তেওঁলোকৰ এওঁ তেজপুৰৰ আৰু তেও নগাঁৱৰ ।

**লে ঃ বৰুৱা** ঃ তোমালোকে নাৰ্ছ কাম কিমান দিনৰপৰা কৰিছা?

**লভিতা** ঃ ধৰা পৰাৰ তিনি মাহ আগৰেপৰা।

**লেঃবৰুৱা** ঃ তোমালোকে কেনেকৈ যুদ্ধৰ কামত আহিবলৈ পালা?

**লভিতা** ঃ বহুতো অসমীয়া ছোৱালী এই কামত ভৰ্তি হৈছে । ম--মই (অলপ বৈ ) ময়ো ।

**লেঃ বৰুৱা** ঃ (লভিতালৈ টানকৈ চাই ) যুদ্ধলৈ ভয় নাইনে তোমালোকৰ ?

**লভিতা** ঃ ভয় কৰিলেনো আমি যুদ্ধৰপৰা সাৰিব পাৰিম জানো? আমাৰ গাঁৱৰ চোতালে-পথাৰে যুদ্ধ। অসমীয়া কত ল'ৰা-ছোৱালীয়ে কংগ্ৰেছৰ ভলন্টিয়াৰ হৈ লাঠী খাই, গুলী খাই মৰিছে । আমিনো আৰু ভয় কৰিবলৈ কিটো আছে ?

**লেঃ বৰুৱা** ঃ(লভিতাৰ কথাত আচৰিত আৰু আনন্দিত হৈ ) নিশ্চয় তেন্তে আমাৰ অসম দেশ আৰু অসমীয়া মানুহ আগৰ হৈ থকা নাই , মই আজি ১০/১৩ বছৰ বিদেশতেই ।

**লভিতা** ঃ কংগ্ৰেছ আন্দোলন আৰু এইবাৰ মিয়াল্লিছৰ বিপ্লবে আৰু লগে লগে যুদ্ধৰ তল-ওপৰ অসমীয়া মানুহক সলাই পেলালে।

**লেঃ বৰুৱা** ঃ(কিছুপৰ নিৰ্বাক হৈ থাকে ) তোমাৰ নাম ?

**লভিতা** ঃ লভিতা বৰুৱা?

**লেঃ বৰুৱা** ঃলভিতা ব-ৰু-ৱা?

(অলপ তলমূৰকৈ মনে মনে থাকি হঠাৎ দলৰ ফালে মুখ কৰি কবলৈ ধৰে ।)

মোৰ অসমীয়া সৈনিক ভাইসকল । মই আপোনালোকক কেইটামান প্ৰশ্ন সুধিব খোজো ?

**এজন সৈন্য** ঃ ( থিয় হৈ ) হয় ডাঙৰীয়া সোধক , আমি--

**লেঃ বৰুৱা** ঃ বাৰু বহক । মোৰ বহি বহি উত্তৰ দিলেই হ'ব । থিয় হ'ব নালাগে । মোৰ প্ৰশ্ন আৰু কথা মন দি শুনি গুনি-গাঁথিহে উত্তৰ দিব ।

**এজন সৈন্য** ঃ ভাল ডাঙৰীয়া ।

**লেঃ বৰুৱা** ঃ আপোনালোক কাৰ সৈন্য?

**এজন সৈন্য** ঃ আমি বৃটিছৰ সৈন্য।

**লেঃ বৰুৱা** ঃ বৃটিছৰ?

**এজন সৈন্য** ঃ বৃটিছৰ পিছে ভাৰতীয় সৈন্য।

**লেঃ বৰুৱা** ঃ আপোনলোকে কাৰ বিৰুদ্ধে যুঁজিবলৈ আহিছিল ?

**এজন সৈন্য** ঃ জাপানীৰ।

**লেঃ বৰুৱা** ঃ কিয়?

**এজন সৈন্য** ঃ জাপানীয়ে আমাৰ দেশ ল'বলৈ আহিছিল দেখি ।

**লেঃ বৰুৱা** ঃতেন্তে যেয়ে আপোনালোকৰ দেশ লয় বা ল'বলৈ আহে , তাৰ সৈতে আপোনালোকে যুঁজ কৰিব?

**এজন সৈন্য** ঃ হয়, সেইটো আমাৰ কৰ্তব্য।

**লেঃ বৰুৱা** ঃভাল কথা। তেন্তে ইংৰাজবোৰো জাপানীৰ দৰেই বিদেশী। সিহঁতৰ লগত ইমানদিনে আপোনালোকে যুদ্ধ কৰা নাছিল কিয় ?

(সকলোৱে নিমাতে থাকে , তাৰ পিছত

এজনে কয ।)

**এজন সৈন্য** ঃ ডাঙৰীয়া ! আমি বৃটিছৰ নিমখ খাইছো। সিহঁতে আমাক দৰমহা দি সৈন্য কৰিছে

**লেঃ বৰুৱা** ঃ বৃটিছৰ নিমখ আপোনালোকে খাইছে? হাঃ--হাঃ--হাঃ ! আপোনালোকক যে দৰমহা দিযে ক'ৰপৰা দিয়ে ক'ব পাৰেনে?

**এজন সৈন্য** ঃ চৰকাৰৰপৰা--

**লেঃ বৰুৱা** ঃ চৰকাৰে সেই টকা ক'ৰপৰা পায জানেনে?

**এজন সৈন্য** ঃ চৰকাৰে ৰাযতৰপৰা খাজনা তুলি--

**লেঃ বৰুৱা** ঃতেন্তে আপোনালোকে দৰমহা পায খাজনাৰ টকাৰপৰা? সেই টকা ৰাযতে ঘটে, হাড়ক মাটি কৰি তেজক পানী কৰি খেতি বাতি কৰি। ইংৰাজে বিলাতৰপৰা আপোনালোকৰ দৰমহাৰ টকা নানে । আমাৰ মানুহৰপৰা খাজনা তুলি সেই টকাৰেই আপোনালোকক দৰমহা দিছে। সেই টকাৰেই আপোনালোকে খাইছে, ল'ৰা-ছোৱালীক পুহিছে । তেন্তে ভাইসকল ! আপোনালোকে ৰাযতৰ নিমখ খোৱা নাইনে? অসমীয়া ৰাযতৰ নিমখ খোৱা নাইনে? অসমীয়া ৰাযতৰ নিমখ খাইছে, ইংৰাজ বিদেশী গৱৰ্ণমেন্টৰ নিমখ খোৱা নাই । হয নে নহয বাৰু কওকচোন এতিয়া।

**লভিতা** ঃ আপুনি কোৱা কথাবোৰ আমাৰ তাত গান্ধীৰ ভলন্টিযাৰবোৰে কৈছে । আমাৰ গাঁৱৰ ৰাযতসকলে বুজিছে । কিন্তু আমাৰ যিসকলে সৈনিক হৈছে, তেওঁলোকেও আজিকালি এই কথাটো বুজা হৈছে, কিন্তু বুজিও তেওঁলোকে একো কৰিবলৈ উপায পোৱা নাই ।

**লেঃ বৰুৱা** ঃ সেই কাৰণেই আমি আজাদ্ হিন্দ্ ফৌজে তাৰ উপায় উলিয়াইছো। নেতাজীয়ে তাৰ উপায আমাক দিছে । ইমানদিনে আমাক ইংৰাজে এনেকৈ বান্ধি-ছাটি থৈছিল যে, আমি যদিও অন্তৰে অন্তৰে কথা বুজিছিলো-- আমাৰ ভাৰতীয় ৰাইজে, ভাৰতীয় সৈনিকসকলে, ভাৰতীয় উচ্চ-নীচ সকলোবেই বৃটিছৰ হাতৰপৰা নিজৰ দেশক মুকলি কৰিবলৈ বুকুত জীয়া জুই পুহি আছিল, তথাপিও আমি তাৰ একো উপায় পোৱা নাছিলো। এদিন ১৮৫৭ চনত ভাৰতীয় সৈন্যসকলে আৰু ভাৰতীয় ৰাইজে বৃটিছৰ বিৰুদ্ধে মূৰ দাঙি উঠিছিল । কিন্তু আমাৰ দুৰ্ভাগ্যবশতঃ সেই অভিযানৰ চেষ্টা সকলো ব্যৰ্থ হ'ল। ঝান্সীৰ ৰাণীকে আদি কৰি কত বীৰ - বীৰাঙ্গনাই সেই জুইত নিজকে জাহ দি-- আমাৰ কাৰণে স্বাধীনতাৰ শলিতা নিজৰ বুকুৰ তেজেৰে জ্বলাই থৈ গ'ল । আজি এই পৃথিৱীজোৰা মহাসমৰৰ বাবে আমি ভাৰতীযই যি এক মহান সুযোগ পাইছো, এই সুবিধাতে আমি আকৌ প্ৰাণপণে স্বধীনতাৰ কাৰণে যুঁজিব লাগিব আজি ভাৰতৰ ভিতৰত কংগ্ৰেছৰ নেতৃত্বত ভাৰতীয় জনতাই স্বাধীনতাৰ মহা সংগ্ৰাম চলাইছে । ১৯৪২ চনৰ বিপ্লৱৰ জুই এতিযাও নুমুৱা নাই, কিন্তু আজি জনতাৰ এই স্বাধীনতাৰ অদম্য হেপাহ বৃটিছে সামৰিক বৰ্বৰতা আৰু নিষ্ঠুৰতাৰে দমন কৰি আজিও ভাৰতবৰ্ষক ভৰিৰ তলত গচকি ধৰি আছে। তেন্তে-তেন্তে ভাৰতীয় সৈনিক ভাইসকল ! আজি আমি ভাগ্যৰ ফেৰত ভাৰতক অস্ত্ৰৰে হ'লেও মুক্ত কৰিবলৈ যি সুবিধা পাইছো, এই সুবিধা এৰি দিয়াটো আমাৰ মুখালি নহ'বনে ? আমি সৈনিকবোৰো ভাৰতৰ সন্তান । ভাৰতক মুকলি কৰিবলৈ, ভাৰতী আইৰ ভৰিৰ শিকলি খুলি দিবলৈ আমাৰ শক্তিৰে, আমাৰ বুদ্ধিৰে চেষ্টা কৰাটো কৰ্তব্য নহযনে? বৃটিছৰ ভৰিৰ তলত থাকি থাকি, সিহঁতৰ তলত চাকৰি কৰি, সিহঁতৰ বিষ-মন্ত্ৰেৰে অনুপ্ৰাণিত হৈ আজি আমি আমাৰ মাতৃভূমিক চিনি নোপোৱা হ'লোনেকি? সৌৱা ভাইসকল ! সৌৱা দূৰৈত অসমৰ পৰ্বতৰ চূড়া,-- সৌৱা দূৰৈত অসমৰ আকাশ-বতাহ, সৌৱা দূৰৈত লুইতৰ পাৰত আমাৰ অসমীয়া ৰাইজ, সৌৱা বৃটিছৰ নিপীড়িত দলিত ধৰ্ষিত অত্যাচাৰত জৰ্জৰিত আমাৰ ভাৰতীয়-- অসমীয়া --স্বাধীনতাৰ কাৰণে বিযাকুল হৈ ৰৈ আছে । সেই নিপীড়িত জনতাৰ কান্দোন আপোনালোকে শুনা নাইনে? সৌৱা কুশল কোঁৱৰ, কনকলতা, তিলেশ্বৰী, মুকুন্দ, মনবৰ, তিলক ডেকা, মদন ৰাউতা, ৰতন কছাৰীৰ পানিকাৰ আত্মাই আমাক মাতিছে।

সৈনিকসকল ! আজি তেন্তে আপোনালোকে কি কৰিব ? কি কৰিব ?

**কেইজনমান সৈন্য** ঃ আমি, আমি ভাৰতৰ স্বাধীনতাৰ কাৰণে

প্ৰাণ দিম, প্ৰাণ দিম।

**লেঃ বৰুৱা** ঃধন্য আপোনালোক, আপোনালোকৰ অসমীয়া নাম সাৰ্থক বুজিলো। আপোনালোকৰ আত্মা এতিয়াও বৃটিছে জয় কৰিব পৰা নাই , সেই কাৰণেই আজি মাতৃভূমিৰ আহ্বানত সাৰ পাই উঠিছে। (হাতৰ নিছান মুকলি কৰি ) এইখন আমাৰ তিৰঙ্গা নিছান । এই পতাকা ভাৰতৰ গাঁৱে গাঁৱে , চহৰে চহৰে উৰিছে । এয়ে আমাৰ মুক্তি পতাকা । এয়ে আমাৰ বিজয়ী পতাকা । আহক সৈনিকসকল । আজি ভাৰতৰ মুক্তি-মন্ত্ৰত দীক্ষা লোৱা , নতুন মানুহ আপোনালোক, আহক এই নিছানৰ তলত থিয় হৈ গাওক।

(সকলো উত্তেজিত হৈ থিয় হয় । বৰুৱাই লগাই দিয়ে আৰু সকলোৱে গায় ।)

**লেঃ বৰুৱা** ঃ ঝাণ্ডা উচা ৰহে হমাৰা,
বিজয়ী বিশ্ব-তিৰঙ্গা প্যাৰা--
সদা শক্তি বৰ্ষাণেৱালা
প্ৰেম সুধা সৰ সণেৱালা
বীৰোঁকা হৰ্ষাণেৱালা
ঝাণ্ডা উচা ৰহে হমাৰা--
জয় হিন্দ্—জয় হিন্দ্

(ইয়াৰ পিছত লেঃ বৰুৱাই গীত লগাই দিয়ে , সকলোৱে গায় । লভিতাহঁতেও যোগ দিয়ে ।)

গীত

জয় হিন্দ্
জয় জয়
জয় হিন্দ্ জয় জয়।
নৱভাৰতৰ নবীন অৰুণোদয়
জয় হিন্দ্ জয় জয়
যুগান্তৰৰ আন্ধাৰ জিনি
আগ বাঢ়ি যা ন' জোৱান ।
তোৰ হাতত উৰে বিজয়ী নিছান।
ইনকিলাব জিন্দাবাদ্
হিন্দ্ আজাদ হিন্দ্ আজাদ।

আঁৰকাপোৰ

## সমাপতি

(নগা পৰ্বতৰ নামনি । অসমৰ ৰণথলী । দূৰৈত পাটকাই পৰ্বত ৰিণিকি ৰিণিকিকৈ দেখা গৈছে ।

বন্দুক, বৰতোপ আৰু মেচিনগানৰ ক-কৰনি , মাজে মাজে একোটা বোমা পৰাৰ ভীষণ শব্দ ।

মঞ্চৰ সোঁমাজত এটা ওখ টিলা--টিলাটোৰ আগফালে দৰ্শকৰ ফালে পিঠি দি এদল সৈনাই টিলাটোৰ আঁৰ লৈ মেচিনগান, বন্দুক ,'ট্ৰেঞ্চফৰমেছন'ত অ'ত ত'ত থাকি চলাই আছে । সিফালৰপৰা গুলী আহি আৰু হেণ্ডগ্ৰেনেড আহি এই গোৰা সৈন্যবোৰৰ মাজত পৰিছে । তাৰে এটা -দুটা সৈন্য মাজে মাজে গুলী লাগি বাগৰি পৰিছে আৰু লুকাই থকা 'ৰেডক্ৰছ'ৰ মানুহ আহি লৈ গৈছে।

সিফালৰপৰা বন্দুকৰ শব্দ ওচৰ চাপি আহে । হেণ্ডগ্ৰেণেডৰ কোব চৰি অহাত এইফালৰ গোৰা সৈন্যবোৰে লাহে লাহে পাচ হুহকিবলৈ ধৰে।

এনেতে সিফালৰ আজাদ হিন্দ্ ফৌজৰ এদল সৈনাই উন্মুক্ত চঙ্গীনেৰে হঠাৎ টিলাটোৰ ওপৰেদি টৌ বাগৰাদি বাগৰি আহি গোৰা সৈন্যবোৰৰ ওপৰত পৰে । গোৰা সৈন্য ছেদেলি ভেদেলি হৈ যায় , আৰু আজাদ হিন্দ্ সৈন্যৰ আগত তিষ্ঠিব নোৱাৰি হুহঁকি মঞ্চৰপৰা ওলায় যায় , আৰু আজাদ হিন্দ্ সৈন্যও সিহঁতক পাছে পাছে খেদি গৈ মঞ্চৰপৰা পলাই যায় ।

এনেতে টিলাটোৰ সিফালে আৰু এদল সৈন্যৰ সৈতে লেঃ বৰুৱা হাতত তিৰঙ্গা নিছান লৈ ওলাই আহে আৰু তিৰঙ্গা নিছান টিলাটোৰ ওপৰত থয় । দুটা সৈনিকে চঙ্গীনেৰে মাটি খান্দি খান্দি নিছানখন ভালকৈ পোতে।)

**লেঃ বৰুৱা** ঃ(নিছানৰ তলৰপৰা অলপ মাটি হাতত লৈ।) এইয়া-এইয়া অসমৰ মাটি, ভাৰতৰ মাটি, ভাৰতৰ মাটিত আজি আমাৰ নিছান পোতা হ'ল । ভাইসকল । আগবাঢ়ি যোৱা । এই নিছানক আৰু আগবঢ়াই নিব লাগিব । অসমৰ বুকুলৈ , লুইতৰ পাৰলৈ , ভাৰতৰ কেন্দ্ৰলৈ , দিল্লীলৈ , লালকিল্লালৈ আগবাঢ়া । জয় হিন্দ্ । জয় হিন্দ্ । (সকলো সৈনাই জয় হিন্দ্ বুলি গোৰা সৈন্যবোৰ হুহকি যোৱাৰ ফালে প্ৰচণ্ড বেগেৰে আগবাঢ়ি যায় । এনেতে লেঃ বৰুৱাৰ বাঁও হাতৰ আঙুলিত গুলী লাগেহি আৰু তেজ ওলাবলৈ ধৰে । টিলাটোৰ আঁৰত লুকাই থকা লভিতা আৰু বাকী দুজনী নাৰ্ছ হঠাতে ওলাই আহি বৰুৱাৰ ফালে আগবাঢ়ে ।)

**লেঃ বৰুৱা** ঃ নাহিবা লভিতা। নাহিবা। আঁৰত থাকা । আঁৰত থাকা । মোৰ একো হোৱা নাই , আঙুলিত মাথোন সামান্য আঘাত—একো নহয় । তোমালোক আঁৰত থাকা লভিতা। তোমালোক এই নিছানৰ তলতেই থাকিবা। মই আগবাঢ়ি যাওঁ। মোৰ সৈন্য আগবাঢ়ি গ'ল । বৃটিছক সম্পূৰ্ণ পৰাজয় কৰিব লাগিব । কালিলৈ আমি অসমৰ সেউজীয়া ধাননিত তিৰঙ্গা নিছান উৰুৱাব লাগিব । সাৱধানেৰে থাকিবা লভিতা। (এই বুলি বৰুৱাই ৰাইফল আগলৈ টোৱাই কোবেৰে সৈন্যবোৰ যোৱাৰ পালে যায়গৈ । এনেতে আগত

দুৰৰপৰা জয় হিন্দ্ জয় হিন্দ্ বুলি বিৰাট ধ্বনি আহে। লভিতাহঁতে নিছানৰ তলত টিলাৰ আঁৰত লুকায় । দূৰৈৰপৰা মেচিনগানৰ শব্দ আহি থাকে । এনেতে চাৰিজন ৰেড্‌ক্ৰছৰ সৈন্যই আহত হোৱা লেফ্‌টেনেন্ট বৰুৱাক ষ্ট্ৰেচাৰত তুলি লৈ আহে । লভিতা আৰু আনকেইজনী নাৰ্ছে ততাতৈয়াকৈ লৰি গৈ ষ্ট্ৰেচাৰৰ ওচৰত উধাতু খাই ঠিয় হয়গৈ ।)

**লেঃ বৰুৱা** ঃ ( ষ্ট্ৰেচাৰত উঠি বহি চিঞৰি চিঞৰি ) অসমীয়া সৈন্যসকল ! আগবাঢ়ি যোৱা, আগবাঢ়ি যোৱা !— লভিতা ! লভিতা ! উস্—উস্—আজি ৰণ জয় কৰিব লাগিব—অসমৰ বুকুলৈ আগবাঢ়ি যাব লাগিব— অসমীয়া সৈন্য —আগবাঢ়ি যোৱা—আগ—(এইবুলি লেফ্‌টেনেন্ট বৰুৱা ষ্ট্ৰেচাৰত ঢলি পৰি যায় আৰু লভিতা আৰু নাৰ্ছবোৰে ঘেৰি ষ্ট্ৰেচাৰখন টিলাটোৰ পাছেদি হাবিৰ ভিতৰলৈ লৈ যায় । ভীষণ মেচিনগানৰ ৰু-ৰুৱনি আহিবলৈ ধৰে । এনেতে হতাহতি চঙ্গীনৰ যুঁজ কৰি আজাদ হিন্দৰ সৈন্য এদল পাছ হুহকি আহি মঞ্চত সোমায়—আৰু বৃটিছ গোৰা সৈন্য আহি সিহঁতৰ ওপৰত পৰে— আৰু ভীষণ যুদ্ধ হয় — এনেতে বিজুলী সঞ্চাৰে হাতত চঙ্গীন লগোৱা বন্দুক লৈ ৰণৰঙ্গিনী মূৰ্তিৰে লভিতা আহি টিলাটোৰ ওপৰত থিয় হয়।)

**লভিতা** ঃ এখোজো নাহিবা । একো[illegible]জা নাহিবা । পাছলৈ নাহিবা । আজিৰ যুদ্ধ জিকিবই লাগিব । অসমলৈ আগবাঢ়ি যাবই লাগিব । যুদ্ধ কৰা, যুদ্ধ কৰা— প্ৰাণপণে—শত্ৰুক ধ্বংস কৰা । আগবাঢ়া । জয় হিন্দ্ —জয় হিন্দ্—জয় হিন্দ্ । (আজাদ হিন্দৰ অসমীয়া সৈন্যবোৰে ভীষণভাৱে যুদ্ধ কৰি— আকৌ বৃটিছ সৈন্যক খেদি মঞ্চৰ বাহিৰলৈ উলিয়াই লৈ যায়গৈ । লভিতাই আগবাঢ়ি সমুখলৈ আহি চিঞৰি চিঞৰি কয় ।)

**লভিতা** ঃ গাত এটোপা তেজ থাকে মানে—উশাহ থাকে মানে- -যুঁজ কৰা—আজি গোটেই অসমীয়াৰ, গোটেই হিন্দুস্থানৰ সন্মান তোমালোকৰ হাতত—আগবাঢ়া— (এনেত দূৰৈত জয় হিন্দ্ জয় হিন্দ্ শব্দ হয় আৰু মেচিনগানৰ ৰু-ৰুৱনি বাঢ়ি যায় । লভিতাই আঁতৰৰপৰা উৎকণ্ঠিত আৰু উত্তেজিত হৈ দূৰলৈ চাই থাকে ? টিলাৰ আঁতৰৰপৰা মুখ উলিয়াই দুজনী নাৰ্ছে কয়।)

**এজনী নাৰ্ছ** ঃ লভিতা বাইদেউ ! লভিতা বাইদেউ ! মুকলিত নাথাকিবা । গুলী আহিয়েই আছে, আঁৰত থাকা। (দূৰৈত জয় হিন্দ্ জয় হিন্দ্ বিৰাট ধ্বনি হয় ।)

লভিতাই তাতে থিয় হৈ দূৰলৈ চাই আছে আৰু এনেতে দূৰৈত ভীষণ মেচিনগানৰ শব্দ হয় । মেচিনগানৰ এটা গুলী আহি লভিতাৰ বুকুত লাগে। লভিতা পাক-ঘূৰণি খাই এবাৰ সিফালে এবাৰ ইফালে, এবাৰ আহি নিছানৰ তলত ধাঁচ কৰে পৰি যায় । দূৰত আকৌ ভীষণ শব্দৰে জয় হিন্দ্ জয় হিন্দ্ বুলি ধ্বনি হয় । টিলাৰ সিফালে থকা নাৰ্ছ দুজনী উধাতু খাই আহি লভিতাক গবা মাৰি ধৰে ।)

**লভিতা** ঃ মোক—মো—ক নিচানৰ তললৈ নি—য়া। মোক নিছানৰ তলত— (নাৰ্চ দুজনীয়ে লভিতাক ধৰি নিচানৰ তললৈ লৈ যায় । লভিতাই তলত বহি নিছানৰ খুঁটাটোকে সাৱট মাৰি ধৰি মূৰটো তাতে থয় । নাৰ্ছ এজনীয়ে লৰালৰিকৈ কিবা দবৰৱ আৰু বেণ্ডেজ আনি লভিতাৰ বুকুত হাত দিয়ে।)

**লভিতা** ঃ মোক—মোক— একো নকৰিবা—দৰব নিদিবা—মোৰ বুকুত গুলী লাগিছে । মই—আৰু বেছি পৰ নাথাকো। ভনীহঁত ! যাবৰ সময়ত মোৰ অসম আইৰ মাটিৰে কপালত এটা ফোঁট দিয়া—মোৰ দেশৰ মাটিৰে—ফোঁট —(নাৰ্ছ দুজনীয়ে হুক্-হুক্‌কৈ কান্দিবলৈ ধৰে । এজনীয়ে নিছানৰ তলৰ মাটি লৈ লভিতাৰ কপালত এটা ডাঙৰকৈ ফোঁট দিয়ে । লভিতাৰ বেদনা ক্লিষ্ট মুখত এটা আনন্দৰ হাঁহি বিৰিঙি উঠে।)

**লভিতা** ঃ ভনীটিহঁত ! নাকান্দিবা। ভনীটিহঁত ! নাকান্দিবা। মোৰ মাত নাইকীয়া হৈ আহিছে । মোৰ চকুৰ পোহৰ কমি আহিছে ! ভনীটিহঁত ! মই যাবৰ সময়ত অসমৰ সুৱদি সুৰীযা নাম এটা গাই শুনোৱা—অসমৰ সুৱদি মাত অসমৰ সুৰীযা মাত— ভনীটিহঁত—নাম—নাম এটি অসমৰ সুৱদি নাম — অসমী আইৰ সেউজীয়া পথাৰৰ শোভা দেখি মৰিবলৈ নাপালো— আইৰ সুৱদি নামকে শুনি যাওঁ ভনীটিহঁত— (নাৰ্ছ দুজনীয়ে চকুপানী মচি মচি মাজে মাজে উচুপি উচুপি গায়।)

## নাম

লুইতৰ আকাশত তৰাৰ তৰাৱলী
পাৰত দীপাৱলী তেজৰে মোৰ—
আই নাকান্দিবি,
থাপনাত তেজেৰে বন্তি দিলেহি

ল'ৰা-ছোৱালীয়ে তোৰ।
লাচিতৰ দিনৰে জ্বলা জুযেকুৰা
আই অ' নমুৱা নাই,
নতুন তেজেৰে শলিতা জ্বলিছে
উজলিছে ভমকাই।
চকুলো বোৱাই জুই নুনুমাবি
গুচকে আন্ধাৰে ঘোৰ--
লুইতৰে আকাশত কতৰাৰ তৰাৱলী
পাৰত দীপাৱলী তেজৰে মোৰ।

*(নাৰ্ছইঁতে নাম গাই থকাৰ মাজতেই লাহে লাহে লভিতাৰ চকু জাপ খাই আহে, আৰু নিছানৰ ফালে এবাৰ ওপৰলৈ চকু বলেৰে মেলি চায়। তাৰ পিচতে লভিতাৰ চকু মুদ খাই যায় আৰু মেল নাখায়। লভিতা নিছানকে সাবট মাৰি ধৰি লাগি থাকে, মূৰটো ঢলি যায়।*
*নাৰ্ছ দুজনীয়ে হুক-হুকাই কান্দি লভিতাৰ গাত সাবট মাৰি ধৰি উচুপি উচুপি কান্দিবলৈ ধৰে। দূৰৈত জয় হিন্দ্, জয় হিন্দ্ ধ্বনি হ'বলৈ ধৰে।)*

## আঁৰ -কাপোৰ

# লাচিত বৰফুকন

হাতে লিখা অৱস্থাতে গুৱাহাটীৰ কুমাৰ ভাস্কৰ ৰঙ্গমঞ্চত 'লাচিত বৰফুকন' তিনিবাৰ অভিনীত হয়।

প্ৰযোজনা

তিলক দাস।

পৰিচালনা

যুগলকুমাৰ দাস।

সংগীত

ব্ৰজেন বৰুৱা।

মঞ্চ সজ্জা

বিনয় তালুকদাৰ, দুলাল বৰুৱা, গৰ্গ কলিতা, যুগলকুমাৰ দাস আৰু সত্য মজুমদাৰ।

সাজ-সজ্জা

সুৰেন দাস।

ৰূপ-সজ্জা

অমূল্য বৰদলৈ, ধৰণী বৰদলৈ, যুগলকুমাৰ দাস আৰু বিনয় তালুকদাৰ।

পোহৰ সংযোজনা

কৃষ্ণ দাস।

## শিল্পীসকল

| | | |
|---|---|---|
| চক্ৰধ্বজ সিংহ | : | সত্যপ্ৰসাদ বৰুৱা। |
| আতন বুঢ়াগোহাঁই | : | ৰবীন্দ্ৰলাল বৰুৱা। |
| বৰগোহাঁই | : | ডাঃ পোৱাল দুবৰা, লক্ষ্যধৰ চৌধুৰী আৰু মাণিকচন্দ্ৰ দাস। |
| বৰপাত্ৰগোহাঁই | : | ডাঃ ধৰণীকান্ত বৰুৱা। |
| লাচিত | : | সৰ্বেশ্বৰ চক্ৰবৰ্তী। |
| দিহিঙীয়া ফুকন | : | ধীৰেন শৰ্মা, ললিত বৰা। |
| মিৰি সন্দিকৈ ফুকন | : | গণেশ গোস্বামী। |
| জয়ানন্দ | : | নীৰদাকান্ত ভূঞা। |
| কাকতি | : | নিত্য বৰদলৈ। |
| চুৰামণি | : | মাধৱচন্দ্ৰ কাকতি। |
| মাধৱ চৰণ | : | নবীনচন্দ্ৰ শৰ্মা। |
| নিতাই | : | ভুবনেশ্বৰ বুজৰবৰুৱা। |
| ৰামসিংহ | : | বলেন ফুকন। |
| ৰছিদ খাঁ | : | গদা বৰকাকতী। |
| মীৰ নবাব | : | তৰুণ দত্ত। |
| ফিৰোজ খাঁ | : | ডাঃ তাৰিণীমোহন বৰুৱা। |
| চৈয়দ চানা | : | দয়ালচন্দ্ৰ বৰুৱা। |
| পণ্ডিতৰাও | : | প্ৰবোধ দাস। |
| ওস্তাদ | : | প্ৰঃ বলোৰাম দাস। |
| মুস্তাফা | : | মফিজুদ্দিন আহমদ। |
| ৰাজমাও | : | ৰবীন চক্ৰবৰ্তী। |
| সোণপাহী | : | কীৰ্তি হাজৰিকা। |
| মদনাৱতী | : | সুৰেন দাস। |
| মোগল সেনা আৰু অসমীয়া ৰণুৱা আদি | : | কুমুদেশ্বৰ ৰাজকুমাৰ, মহেশচন্দ্ৰ শৰ্মা, অনিল চৌধুৰী, ডাঃ কীৰ্তি বৰুৱা, জ্যোতিপ্ৰসাদ বৰুৱা, সত্য মজুমদাৰ, খুদু, কল্যাণ, সৰু বৰুৱা, বাদল, প্ৰফুল্ল, মনোলা, পবিত্ৰ, পুতুল আদি। |

## চৰিত্ৰ

*মুনিহ*

চক্ৰধ্বজ সিং, আতন বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, লাচিত, দিহিঙীয়া ফুকন, মিৰিসন্দিকৈ ফুকন, জয়ানন্দ, কাকতি, চুৰামণি, মাধৱচৰণ, নিতাই, ৰামসিংহ, ৰচিদ খাঁ, মীৰ নবাব, ফিৰোজ খাঁ, চৈয়দ চানা, পণ্ডিত ৰাও, ওস্তাদ, মুস্তাফা, মোগল সেনা, অসমীয়া ৰণুৱা আদি।

*তিৰোতা*

ৰাজমাও, সোণপাহী

মদনাৱতী।

# সূচনা

**'জয় অসম'**

বহু শতাব্দীৰ পৰাধীনতাৰ শিকলি ভাৰতে আজি ছিঙি পেলালে। ভাৰত আজি স্বাধীন হ'ল। অসম আজি স্বাধীন হ'ল। কিন্তু অসমৰ সুকীয়া অস্তিত্ব কোনে জীয়াই ৰাখিলে?

— লাচিত বৰফুকনে —

সেই লাচিতৰ বিজয় স্তম্ভ ক'ত?

শৰাইঘাটৰ দুয়োকাষে থিয় হৈ থকা অগণন পৰ্বতমালাই বীৰ লাচিতৰ বিজয় স্তম্ভ। শৰাইঘাট অসমীয়াৰ মহাতীৰ্থ।

সোণৰ সফুৰা
অসম ভূমিৰ
তীৰ্থ স্থল শৰাইঘাট
লুইত পৰীয়া
বীৰ লাচিতৰ
পূণ্য প্ৰতিভা বিৰাজে তাত।

- শৰাইঘাট

অসমীয়া জাতি আজি স্বাধীন, কিন্তু অসমীয়া জাতিৰ অস্তিত্ব আজি বিপদসংকুল। অসমীয়াক অসমীয়া স্বৰূপে জগতৰ আগত যিজনা বীৰে প্ৰতিষ্ঠা কৰি থৈ গ'ল, অসমীয়া জাতি আজি সেই বীৰ লাচিতৰ ওচৰত চিৰ-কৃতজ্ঞ।

— লাচিত ফুকন
দেশে নেপাহৰে তোক
হেংদান হাতত লৈ
দেশৰে শতৰু
কৰিলি আঁতৰ
যাউতিযুগীয়া
থাপিলি খিয়াতি
অসম অসমীয়াৰ বুলি

— লাচিত বাহুবলী

লাচিতৰ বীৰত্বৰ বাবেই, লাচিতৰ ঐকান্তিক কৰ্তব্য নিষ্ঠাৰ বাবেই, লাচিতৰ দেশৰ প্ৰতি ভালপোৱাৰ বাবেই অসমে আজি জগতত এটি সুকীয়া জাতি হিচাপে নিজক প্ৰতিপন্ন কৰিবলৈ মূৰ দাঙি উঠিছে। বিদেশী শতৰুক লাচিতে হেংদানেৰে অসমৰ চৌসীমাৰ পৰা বাজকৈ দিলে। দেশৰ গোসানী সন্তুষ্ট হ'ল।

গোসানীৰ কলচী
আছে চকেমকায
লুইতৰ পানীয়ে
আছে থকেবকায়
তোৰে গুণকে গায়;
তেৰে বিজয় বতৰা
আকাশে পবনে গায।

যদিও লাচিত নাই।

আজি লাচিত নাই। কিন্তু আমাৰ আগত আছে লাচিতৰ চানেকী। অসমে মাথোঁ স্বাধীনতা লাভ কৰিলেই নহ'ব। জগতৰ অইন অইন প্ৰগতিশীল জাতিৰ সৈতে একে শাৰীতে আসন লাভ কৰিব লাগিব। সেয়ে লাচিতৰ সংকল্পই আজি আমাৰো সংকল্প হওক।

— আজি স্বাধীন অসম
অ' মোৰ অসম
আগবাঢ়ি যোৱা আগবাঢি
বীৰ লাচিতৰ দল
ডেকা-গাভৰুৰ দল
শৰাইঘাটৰ
বীৰ লাচিতৰ
পূণ্য স্মৃতিকে সুঁৱৰি

— আগবাটি যোৱা আগবাটি।

# প্ৰথম অংক

## প্ৰথম দৃশ্য

— স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ কাৰেঙ —

**চক্ৰধ্বজ** : ওঁ বাৰু কাকতি, মোগলৰ পত্ৰখন পাঠ কৰাচোন?

**কাকতি** : হুইছে স্বৰ্গদেউ ঈশ্বৰ।
(আধা পটি বৈ যায়)

**চক্ৰ** : নিতাই বৰা।

**নিতাই** : স্বৰ্গদেউ ঈশ্বৰ।

**চক্ৰ** : মোগলৰ কটকী ক'ত আছে?

**নিতাই** : স্বৰ্গদেউ ঈশ্বৰ, সিংহদুৱাৰত।

**চক্ৰ** : বাৰু, কাকতি মনে মনে ৰ'লা কেলেই? পঢ়া।

**কাকতি** : স্বৰ্গদেউ ঈশ্বৰ..

**চক্ৰ** : বুজিছো, তুমি পত্ৰখন পাঠ কৰিবলৈ টান পাইছা। পত্ৰত মোগলে হ'বলা মোলৈ কিবা আখোজা কথা লিখিছে। হয়নে কাকতি?

**কাকতি** : স্বৰ্গদেউ ঈশ্বৰ..

**চক্ৰ** : কিন্তু মোৰ আদেশ, তুমি পত্ৰ পাঠ কৰা। মোগলে টান কথা লিখি আহোম ৰজাৰ মৰ্যাদা লাঘৱ কৰিব নোৱাৰিব। মোক মোৰ কৰ্তব্যৰ পৰাও বিৰত কৰিব নোৱাৰিব। পাঠ কৰা।

**কাকতি** : (পত্ৰ পাঠ কৰে)
শ্ৰীশ্ৰীযুক্ত আসাম মুলুককা স্বৰ্গৰাজ্যৰ বৰাবৰেষু।
ৰাজা বাহাদুৰ।
আমাৰ কটকী পত্ৰ সমন্বিতে ভেজা হৈছে। পত্ৰ পাঠে সকলো সমাচাৰ জ্ঞাত হইবেক। আমি আহোম ৰাজাৰ মঙ্গল কামনা কৰিছো এবং বন্ধুত্ব আৰু সহৃদয়তা বিচাৰিছো। সঙ্গে আমাৰ স্নেহৰ চিহ্ন স্বৰূপ মোগলৰ জৰীদাৰ খেলাত একগোট বকচিচ স্বৰূপ দিয়া হৈছে। তাহাক দূত সন্মুখে পৰিধাৰণ কৰিবেক। আমাৰ চিহ্ন সম্বলিত পাগীয়া একগোটা পঠোৱা হইল। গ্ৰহণে কৃতাৰ্থ কৰিবেক। ইতি
—
মহম্মদ আলমগীৰ বাদচা গাজী

**চক্ৰ** : কাকতি।

**কাকতি** : স্বৰ্গদেউ ঈশ্বৰ।

**চক্ৰ** : পত্ৰৰ শেষৰ চোৱাত কি লিখিছে?
(কাকতিয়ে আকৌ এবাৰ পঢ়ি শুনায়)
বাৰু তুমি এতিয়া যোৱা।
(কাকতিযো আঠু লৈ সেৱা জনাই প্ৰস্থান কৰে। ৰজাই খণ্ডত ইফাল-সিফাল কৰিবলৈ ধৰে)।
আহোম ৰজাৰ মঙ্গল কামনা কৰিছে। আহোম ৰজাই জানিবা মোগল পাটচাৰ এফেৰি কৃপাৰ কাৰণেহে আকুল হৈ দিল্লীৰ ফালে চাই আছে। নিতাই বৰা।

**নিতাই** : স্বৰ্গদেউ ঈশ্বৰ।

**চক্ৰ** : মোগল কটকীক সিংহ দুৱাৰৰ পৰাই উলটি যাবলৈ কগৈ। আৰু এই শিৰপাও বটা মোগল কটকীৰ আগত ফালি-ছিৰি ধুনাধুন কৰি ভৰিৰে মোহাৰি মোৰ আদেশ জনাই কবি যে অসম ৰজাই বিদেশীয়ে দিয়া উপহাৰ গ্ৰহণ নকৰে। আৰু ইয়াকো কবি যে স্বৰ্গদেউ চক্ৰধ্বজ সিংহই ঘিলাধাৰি ঘাটৰ চুক্তি পত্ৰ লুইতৰ বুকুত উটুৱাই দিছে। পাটচাৰে পাৰে যদি তেওঁৰ শক্তিশালী নৌ বাহিনী পঠিয়াই সেই চুক্তি পত্ৰ লুইতৰ বুকুৰ পৰা উদ্ধাৰ কৰকহি- যা।

**নিতাই** : স্বৰ্গদেউ ঈশ্বৰৰ আদেশ শিৰোধাৰ্য।
(নিতাইৰ প্ৰস্থান)

(আতন বুঢ়াগোহাঁই আহি ৰজাৰ আগত আঠু লয়)

**আতন** : স্বৰ্গদেৱে হেনো মোগল কটকীক অপমান কৰি ওভোতাই পঠিয়াইছে।

**চক্ৰ** : এৰা পঠিয়াইছো। কাৰণ উদ্ধত আউৰংজীৱে মোলৈ বুলি এযোৰ শিৰপাও বটা উপহাৰ পঠিয়াইছিল। অথচ পাগ এটাত পাটচাৰ পাওৰ উপৰে লিখি দিছে যে আমাৰ কৰতলীয়া হ'ল। এই বটা মোগল কটকীৰ সন্মুখে ধাৰণ কৰিব নতুবা যুঁজকে কৰিম।

**আতন** : স্বৰ্গদেৱে তেন্তে যুঁজকে থিয়াইছে?

**চক্ৰ** : কিয়? দেশৰ অৱস্থালৈ চাই আৰু পাটচাৰ অন্যায় অপমানৰ কথা সুঁৱৰি আপুনি মোৰ সিদ্ধান্ত যুক্তিযুক্ত হোৱা নাই বুলি ক'বনে?

**আতন** : মোৰ বোধেৰে স্বৰ্গদেউ, আমাৰ বৰ্তমান অৱস্থালৈ চাই মোগলক কোনো প্ৰকাৰে খং তোলাটো উচিত নহ'ব। তেওঁলোকৰ সতে সদ্যহতে আমি মিত্ৰিয়ালি কৰাহে উচিত যেন পাওঁ।

চক্র : আপুনি কি কৈছে বুঢ়াগোহাঁই ডাঙৰীয়া? অসম ৰজাই সাতামপুৰুষীয়া ৰাজ সাজ-পাৰ সোলোকাই থৈ দিল্লীৰ পাটচাৰে পঠিওৱা গোলামী খেলাত পিন্ধিব লাগিছিল?

আতন : অভাজনক মিছাকৈয়ে দোষৰ ভাগী কৰিছে স্বৰ্গদেউ, মই তেনে কথা সপোনতো ভবা নাই। কিন্তু স্বৰ্গদেউ জয়ধ্বজ সিংহৰ লগত মিৰজুমলাৰ ঘিলাধাৰি ঘাটত যি চুক্তি হৈছিল, সেই চুক্তি আৰু কিছুদিনলৈ মানি চলাটো আমাৰ পক্ষে মঙ্গলজনক হ'ব বুলি বিবেচনা কৰো।

চক্র : ঘিলাধাৰি ঘাটৰ চুক্তিপত্ৰৰ কথা মোক নক'ব বুঢ়াগোহাঁই ডাঙৰীয়া। কেনে অৱস্থাৰ বিপাকত পৰি আমাৰ চলা জনা স্বৰ্গদেৱে মোগলৰ সৈতে সেই চুক্তি কৰিবলগীয়া হৈছিল, সেই কথা সুঁৱৰিলে আজিও মোৰ গাৰ নোম শিয়ৰি উঠে। একেজনী মাথোঁ জীয়াৰী ৰমণী গাভৰু আইদেউক মোগলৰ হাৰেমলৈ পঠিয়াই ককাইদেৱে কিমান যে দুখ পাইছিল তাক আনে নুবুজিলেও মই বুজো।

আতন : স্বৰ্গদেউৰ কথা অৱশ্যে আখৰে আখৰে সঁচা।

চক্র : বুঢ়াগোহাঁই ডাঙৰীয়া! আজিও মই ককাইদেউৰ অন্তিম আদেশ পাহৰা নাই। ককাইদেউৰ ভৰি ছুই মই শপত খাইছিলো- অসমৰ বুকুত বঙালে ঘিলাধাৰী ঘাটতে যি পাট শেল বহুৱাইছিল- তাক মই নিজ হাতে উঘালিম। মোৰ শৰীৰত খুনলাই খুনলুঙৰ এটোপাল তেজ থাকে মানে মই কেতিয়াও বিদেশী বঙালক অসমত প্ৰভুত্ব কৰিবলৈ নিদিম।

আতন : শতৰুক বিনাশ কৰি হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ কৰাই ৰজাৰ প্ৰধান কৰ্তব্য। যুঁজৰ জয়-পৰাজয়ৰ ওপৰতেই ৰজাৰ আৰু তেওঁৰ ৰাজ্যৰ সন্মান, গৌৰৱ নিৰ্ভৰ কৰে। অসমে আজিকোপতি বিদেশীৰ ওচৰত মূৰ দোৱাবলগীয়া নাই হোৱা এথোন।

চক্র : দাক্ষিণাত্যত মাৰাঠা কেশৰী শিৱাজীৰ যুঁজাৰুবোৰৰ হাতত মোগল সেনা ভীষণভাৱে পৰাজিত হৈছে। দৌদ্‌খা নিহত, দিলীৰ খাঁ আহত আৰু স্বয়ং পাটচাৰ ভয়ত দিল্লীৰ পৰা আগ্ৰা পাইছেগৈ। এফালে কোচ, জয়ন্তীয়া আৰু কাছাৰৰ ৰজাই মোগলৰ বিৰুদ্ধে আমাক সহায় কৰিম বুলি কথা দি মোলৈ পত্ৰ দিছে। বিদেশী বঙালক অসমৰ পৰা বাজ কৰি দিবলৈ এয়ে সোণালী সুযোগ বুলি মই বিবেচনা কৰো বুঢ়াগোহাঁই ডাঙৰীয়া।

আতন : পাছে এটা কথা স্বৰ্গদেউ। আমাৰ পোনতে চাব লাগিব যে আমাৰ ৰণুৱা বিলাকক আমি যথেষ্ট পৰিমাণে অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদ আৰু ভাত-কাপোৰৰ যোগান ধৰিব পাৰিম নে নোৱাৰিম। তদুপৰি ৰাজভঁৰাল আমি সদায় টনকিয়ালকৈ ৰাখিব লাগিব- যাতে যুঁজাৰুবিলাকে আহিলা-পাতি আৰু ৰচদ আদিৰ বাবে কেতিয়াও কোনো অসুবিধাত পৰিবলগীয়া নহয়।

চক্র : এই বিষয়ে চোকা তত্বাৱধানৰ যে আৱশ্যক তাত অকণিকে সন্দেহ নাই।

আতন : মিৰজুমলাৰ আক্ৰমণত বহুতো প্ৰজাই নিজৰ ঘৰ-বাৰী এৰি দিহিঙে-দিপাঙে পলাই গ'ল। সেই সিদিনাখন মাথোঁ স্বৰ্গদেৱে সেই ভগনীয়া প্ৰজাবোৰক পুনৰ বসবাস কৰিবলৈ সুবিধা কৰি দিছে। এই ভগনীয়াবিলাকৰ চাউল মুঠিৰ যোগাৰ হৈছেনে নাই তাৰ অনুসন্ধানো কৰিব লাগিব। চাউল কঠাই হৈছে অসমীয়াৰ জীৱন ৰক্ষাৰ প্ৰধান আলম। কেনেবাকৈ যদি দেশত চাউলৰ নাটনি হয়, তেতিয়া হ'লে আমি কোনো কামতে আগবাঢ়ি যাব নোৱাৰিম। দেশত আকালে দেখা দিব।

চক্র : আপোনাৰ কথা মই নুবুজা নহয়। ৰাইজৰ এনে আলৈ-আহুকাল হৈছে বুলিয়েই মোগলৰ সৈতে মিতিৰালি ৰখাটো আৰু সম্ভৱ নহয়। এনে অৱস্থাত মোগলক চেচনি বুজনি দিয়াৰ কি আৱশ্যক?

আতন : হওঁতে স্বৰ্গদেৱে সজ কথাকে কৈছে। মোগলৰ সৈতে আমি যুঁজিবই লাগিব। সিহঁতে অসমীয়াৰ দৰে স্বাধীনচিতীয়া জাতি এটাক চিৰদিন তলতীয়াকৈ ৰাখিব কেতিয়াও নোৱাৰে। কিন্তু তাৰ আগতে যুঁজৰ আহিলাপাতি আৰু অলপ বঢ়োৱা

যুগুত হ'ব।

চক্ৰ : সেই বিষয়ে আপুনি অকণো চিন্তা নকৰিব বুঢ়াগোঁহাই ডাঙৰীয়া। ৰাজ ভঁৰালত সকলো সঞ্চিত আছে।

আতন : স্বৰ্গদেউ. ।

চক্ৰ : আপুনি আচৰিত হৈ ৰ'ল কিয়? -কোন আছে?
(নিতাই লৰি আহি আঠু লৈ)

নিতাই : স্বৰ্গদেউ ঈশ্বৰ।

চক্ৰ : জয়ানন্দ তামদলৈ মোৰ আগলৈ আহিব লাগে।
(নিতাইৰ প্ৰস্থান)
বুঢ়াগোহাঁই ডাঙৰীয়া। দিল্লীৰ পাটচাৰে অসম বিজয়ৰ যি সোণালী সপোন দেখিছে মই তাক দিঠকত পৰিণত হ'বলৈ নিদিম।
(জয়ানন্দ আহি আঠু লয়)
জয়ানন্দ।

জয়ানন্দ : স্বৰ্গদেউ ঈশ্বৰ।

চক্ৰ : ৰাজভঁৰালত যুঁজৰ সকলো আহিলা-পাতি সঞ্চিত আছে বুলি কৈছিলা নহয়?
(জয়ানন্দ নিমাত- ৰজাই খঙেৰে)
জয়ানন্দ তামদলৈ।

জয়ানন্দ : স্বৰ্গদেউ ঈশ্বৰ।
(জয়ানন্দ ভয়তে কঁপিবলৈ ধৰে)

আতন : সেইবাবেই স্বৰ্গদেউত মই এই সকলোবোৰ কথা গমি-পিতি চাবলৈ বাৰে বাৰে গোহাৰি জনাই আছো।

চক্ৰ : জয়ানন্দ তামদলৈ, তুমি ইমানেই আসৈ পাই গৈছা যে মোৰ আগতো মিছা মাতিবলৈ পাচ নোহোহকা?

জয়ানন্দ : স্বৰ্গদেউ ঈশ্বৰ.

চক্ৰ : যিখন জিভাৰে মোৰ আগত আসৈ মাতিছিলা মই তাক টুকুৰা টুকুৰি কৰি কুকুৰক খুৱাম।

আতন : তামদলৈ, স্বৰ্গদেউৰ আগত আসৈ মাতিছিলা কেলেই?

জয়ানন্দ : ৰাজমন্ত্ৰী ডাঙৰীয়া, স্বৰ্গদেৱে মোক সিদিনাখন মুকলি ৰাজচৰাত হিলৈ-বাৰুদ আৰু ৰচদ পাতিৰ বতৰা সোধাত মই মিছা বাতৰি যোগোৱা সঁচা। কাৰণ মই ভাবিলো যে ৰাজভঁৰালৰ সঠিক বতৰা যদি সভাসদ সকলোৱে জানিব পাৰে, তেন্তে অসমীয়া প্ৰজা তেনেই হতাশ হৈ পৰিব আৰু শত্ৰুৱে আমাৰ তলি পাব।
(ৰজাই জয়ানন্দৰ মুখৰ পিনে ৰ' লাগি চাই থাকে)

চক্ৰ : জয়ানন্দ, তোমাৰ উপস্থিত বুদ্ধিৰ মই শলাগ লৈছো। তুমি মুকলি চৰাত বিতং বাতৰি নিদি ভালেই কৰিলা। কিন্তু বুঢ়াগোহাঁই ডাঙৰীয়া, ভঁৰাল যদি সঁচাকৈয়ে উদং প্ৰায়, তেন্তে আমাৰ উপায়?

আতন : অসমত একোৰে অভাৱ নাই স্বৰ্গদেউ। আমাক মাথোঁ লাগে সময়। সময় পালেই আমি সকলো পিনেদি সাজু হ'ব পাৰিম। স্বৰ্গদেউ, মোগলে অসম এৰিবই লাগিব মাথোঁ দুদিন আগ-পিছ হ'ব পাৰে।

চক্ৰ : মই আপোনাৰ কথাত ভৰসা পাইছো ৰাজমন্ত্ৰী ডাঙৰীয়া। এটা মুহূৰ্তও আৰু অবাৰত ক্ষয় কৰিব নোৱাৰি। আজিৰ্‌ পৰা পূৰ্ণ পযোভৰেৰে যুঁজৰ আয়োজন কৰক। চকু ৰাখিব, যাৰ যি বাব ঠিক সেইমতেই যেন সকলো কাম কৰা হয়। নিজৰ কৰ্তব্য অৱহেলা কৰিলে, তেহেলে যিমান ডাঙৰ বিষয়াই নহওক তেৱোঁ কঠোৰ শাস্তিৰ পৰা ৰেহাই নেপাব। বিদেশী মোগলক খেদিবৰ বাবে প্ৰতিজন সুস্থ সবল অসমীয়াই ৰণুৱাৰ লেখত নাম দিব লাগিব। এটা ডাঙৰ ফৌজ গঠন কৰক, সেই ফৌজৰ আখৰা মই নিজে পৰিচালনা কৰিম।

আতন : আপোনাৰ আদেশমতেই সকলো কাম কৰা হ'ব স্বৰ্গদেউ।

চক্ৰ : অকল থল বাহিনী লৈ থাকিলেই আমাৰ নচলিব, লুইতৰ বুকুৰেদিয়েই মোগল অহাৰ পোন বাট। সেইপিনেদি সিহঁতক ভেটা দিবলৈ আমাৰ শক্তিশালী নৌ বাহিনীৰো আৱশ্যক হ'ব। সকলোকে জনাই দিয়ক যে যিবোৰ ৰণুৱাই আখৰাত নিপুণতা দেখুৱাব পাৰিব সিহঁতক নিজ হাতেৰে মই চাউল আদি আৰু ৰূপ উপহাৰ দিম।

আতন : হইছে স্বৰ্গদেউ।

চক্ৰ : বাৰু, সম্পূৰ্ণভাৱে সাজু হ'বলৈ আমাৰ কিমান দিন লাগিব বুলি ভাবে?

আতন : মোৰ বোধেৰে দুবছৰমান লাগিব স্বৰ্গদেউ।

চক্ৰ : দুবছৰ? মোৰ যে এপলকেই এযুগ যেন

লাগিছে বুঢ়াগোহাঁই ডাঙৰীয়া। চমু চপাব নোৱাৰিনে?

আতন : পাৰ্যমানে চেষ্টা কৰা হ'ব স্বৰ্গদেউ।

চক্ৰ : এধানিমান সময়ো আৰু অবাবতে ব্যয় নকৰিব। শিৰপাও বঁটা মোলৈ উপহাৰ পঠিয়াই আক্ৰোহী অউৰংজীৱে অকল মোৰ ক্ষমতাকে হেয় জ্ঞান কৰা নাই। পাটচাৰে সদৌ অসমীয়া জাতিকে অপমান কৰিছে আৰু সেই অপমান মই অসমৰ ৰাজপাটত বহি সাদৰেৰে গ্ৰহণ কৰি মোৰ পূৰ্বপুৰুষসকলৰ পৱিত্ৰ নামত কোনোপধ্যে চেকা লগাব নোৱাৰিম। বিদেশীৰ কৰতলীয়া হৈ থকাতকৈ মই মৰণকে বৰিম। বঙালৰ সৈতে মিতিৰালি অসম্ভৱ। যুঁজ কৰিবই লাগিব। বুঢ়াগোঁহাই ডাঙৰীয়া, আপুনি ততালিকে বৰ মেলৰ জান দিয়ক।

(ৰজা বেগেৰে কাৰেঙৰ ভিতৰ সোমাল)

আতন জয়ানন্দ, তুমি গৈ মোগল কটকীক ততালিকে বন্দী কৰি থোৱাগৈ।

(জয়ানন্দৰ বেগেৰে প্ৰস্থান)

সকলো আয়োজন সম্পূৰ্ণ নোহোৱালৈকে মোগলৰ সতে মুখত মিতিৰালি ৰখাই ভাল হ'ব।

(বুঢ়াগোঁহাই যাব খোজে। পাছফালৰ পৰা ৰাজমাও আৰু চুৰামণিৰ প্ৰৱেশ)

ৰাজমাও বুঢ়াগোহাঁই ডাঙৰীয়া।

(বুঢ়াগোহাঁইয়ে ৰাজমাওৰ আগত আঠু লয়)

চুৰামণিৰ গণনা মতে আমাৰ হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ হ'ব লাগে।

আতন স্বাধীনতা আমাৰ সকলোৰে ঐকান্তিক বাঞ্ছা ৰাজমাও দেউতা।

চুৰামণি অসমৰ আকাশ অতি সোনকালে ফৰকাল হৈ পৰিব ৰাজমন্ত্ৰী ডাঙৰীয়া।

ৰাজমাও আনৰ গণনা ভুল হ'লেও সমুদ্ৰ চুৰামণিৰ গণনা ভুল নহয়। যেন শিলৰ ৰেখ।

চুৰামণি জ্যোতিষ শাস্ত্ৰ কেতিয়াও ভুল হ'ব নোৱাৰে। অৱশ্যে জ্যোতিষীৰ কেতিয়াবা ভুল নোহোৱা নহয়।

আতন অৰ্থাৎ তোমাৰ গণনাৰ কথা নিমিলিবও পাৰে।

ৰাজমাও নিজৰ ওপৰত বিশ্বাস হেৰুৱাইছা কেলেই চুৰামণি?

চুৰামণি : জ্যোতিষীও এটা সামান্য নৰমনিষহে ৰাজমাও দেউতা।

আতন : আমি সকলো নিমিত্ত মাত্ৰ ৰাজমাও দেউতা, তাত অকণিকে সন্দেহ নাই। সকলো নিৰ্ভৰ কৰে গোসাঁনীৰ ওপৰত।

ৰাজমাও : এই বুঢ়া বয়সত বঙালৰ হাতত দেহাৰ এলাই এথানি নকৰিবা গোসাঁনী।

আতন : আতন বুঢ়াগোহাঁই জীয়াই থাকোতে সকলোৰ পূজনীয়া অসমৰ এই পৱিত্ৰ সিংহাসন কোঁৱে স্পৰ্শ কৰিব নোৱাৰিব ৰাজমাও দেউতা। আপুনি একো চিন্তা নকৰিব। মিৰজুমলাৰ হাতত অসমীযাৰ পৰাজয়ে মোগলক এফালে যেনেকৈ মতলীয়া কৰি তুলিছে, তেনেকৈ স্বাধীনচিতীয়া অসমীযাৰ প্ৰাণত লোপ পোৱা স্বাধীনতাৰ সোঁত পুনৰ ব'বলৈ আৰম্ভ কৰিছে। অসমীযাৰ প্ৰাণলৈ পুনৰ চেতনা আহিছে। শুই থকা বনৰজাই যেতিয়া কেশৰ তুলি গৰজি উঠিব, গাঁতৰ নিগনি পলাই আকৌ গাঁতত সোমাব লাগিব।

ৰাজমাও : কিন্তু মহাপণ্ডিত চুৰামণিৰ দুৰ্বলতাই মোৰ মনত সন্দেহ জগাই তুলিছে বুঢ়াগোহাঁই ডাঙৰীয়া।

চুৰামণি : মোৰ কথাৰ অৰ্থ আপুনি আওপাকে পোনাইছে ৰাজমাও দেউতা।

আতন : গুণীজনে কেতিয়াও বৰ কথা নামাতে। চুৰামণিয়ে বৰ সজ কথাকে কৈছে। তেওঁৰ গণনা কেতিযাও ভুল হ'ব নোৱাৰে।

ৰাজমাও : তুমি ভিতৰ চ'ৰালৈ ব'লা চুৰামণি। মই এভাগ গ্ৰহ পূজা কৰিবলৈ মানস কৰিছো। বুঢ়াগোহাঁই ডাঙৰীয়া...

আতন : মযো মেলানিহে মাগিছো ৰাজমাও দেউতা।

(ৰাজমাও আৰু চুৰামণিৰ প্ৰস্থান। জয়ানন্দৰ পুনৰ প্ৰৱেশ)

জয়ানন্দ : মোগল কটকীক ধৰি অনা হৈছে ৰাজমন্ত্ৰী ডাঙৰীয়া।

আতন : তুমি আৰু এটা কাম কৰিব লাগিব।

জয়ানন্দ : অধীনক আদেশ কৰক ৰাজমন্ত্ৰী ডাঙৰীযা।

আতন : অতি কঠিন কাম জয়ানন্দ।

জয়ানন্দ : দেশৰ বাবে কোনো কামেই কঠিন নহয। ৰাজ আইগা পালন কৰিবই লাগিব।

আতন : তেন্তে শুনা। তুমি গুৱাহাটীলৈ গৈ পাটচাৰ

ফৌজদাৰ ফিৰোজ খাঁৰ সৈতে মিতিৰালি কৰি তাত থকা মোগলৰ ৰণুৱাবোৰৰ আলেখ লেখ আৰু আন আন সকলো গোপনীয় কথা আমাক জনাই থাকিব লাগিব।

(জয়ানন্দ নিমাত হৈ থাকে)

তুমি ভয় খাইছা জয়ানন্দ।

জয়ানন্দ : ভয় খোৱা নাই ৰাজমন্ত্ৰী ডাঙৰীয়া। ভাবিছো মোৰ বাবৰ গুৰুত্বৰ কথা।

আতন : মোৰ আগতে কোৱা আছে যে বৰ টান বাব। কিন্তু তুমি বুধিয়ক, তোমাৰ উপস্থিত বুদ্ধিৰ বলেৰে তুমি বছখিনি আগবাঢ়িব পাৰিবা। তোমাক মই এই গুৰুভাৰ দিবলৈ বাধ্য হৈছো। তুমি পাৰিবা।

জয়ানন্দ : আপোনাৰ লেখীয়া এজন চতুৰ মন্ত্ৰীৰ মন্ত্ৰণা পালে নিশ্চয় পাৰিম।

আতন : মোগল কটকীৰ ওচৰৰ পৰা আহো বলা। (আতন আৰু জয়ানন্দৰ প্ৰস্থান। নিতাই বৰাই এটা সিংখাপৰ এঙা চোলা চাই চাই পৰীক্ষা কৰি প্ৰৱেশ)

নিতাই : কটা মেলেচৰ জাত। হেৰৌ এনেহেন সাজ-পাৰতকৈ তইঁতৰ সাজপাৰ ভাল হ'বলৈ আহিছে হোঁ? 'ফটা হুক চিটা হুক পাটৰ টঙালি, কণা হুক কুজা হুক ভূঞাৰ পোৱালী।'

(পাছফালৰ পৰা ভৰিত দোপ দি সোণপাহীৰ প্ৰৱেশ)

সোণপাহী : বগা চোলাই নুশুৱাই তোকে
হেৰ মইনা
ক'লা চোলাই নুশুৱাই তোক,
ৰংপুৰ নগৰত ৰঙা চোলা
দেখিছো
তোকে কিনি আনি দিম তোক।

(নাম গাই চেওটো নিতাইৰ মুখৰ ওচৰতে থয়)

নিতাই : এই বেটি, তই সকলো সময়তে পেংলাইখন নকৰিবিদেই। লাহে লাহে দেহালৈ টান পৰি আহিছে একা। য'তে ত'তে বিহুতলীখন নেপাতিবিচোন।

সোণপাহী : আমাৰ কেৰলীয়া ভকত ফেৰালৈ চোৱা। বোলো তেৰাৰ ৰং-ৰহইছলৈ ইমান বিৰাগ হ'ল কাহানিৰ পৰা? ম'ৰাৰ পাখী পিন্ধি ধোৰা কাউৰীটোৱেনো বাৰু কিয় পেখম ধৰিব খুজিছা?

নিতাই : তই মুখ চম্ভালি কথা কবি দেই। তাইৰ সাহটো দেখিছানে? মই হ'বলা স্বৰ্গদেউ ঈশ্বৰৰ এই চোলাটো পিন্ধিবলৈ আনিছো হোঁ। ছাগলীৰ দৰে লপলপাই যি পাই তাকে সময়ে অসময়ে নকবিচোন। এই স্বৰ্গ নাতেশৰীয়ে এতিয়া মোৰ ডিঙিটো কাটিব যেনহে পাইছো। বোলো সোণপাহী, সইতে সইতে মই চোলাটো ৰিজাই চাবলৈহে আনিছো।

সোণপাহী : সইতে সইতে আনি দিবো
সত্যভমাৰ জীয়ে কি ৰাম ৰাম
সত্যভমাৰ জী।

নিতাই : বোলো বুইছ সোণপাহী, একেপাত চৰতে খৰা নাকটো একেবাৰে চেপেতা লগাই পেলাম একা।

সোণপাহী : অসমীয়া পুৰুষ কেইডালে তিৰোতাৰ ওপৰতহে বৰ মতাটো চেলাব পাৰে। তোমাৰ ৰঙা চকু বঙালক দেখুওৱা গৈ।

নিতাই : বঙালক ৰঙাচকু দেখুওৱৰ কথাহে কৈছনে? এইবাৰ বঙালক তেনেই কচু কটা দিম। কিবা বোলেনে সেই পাটচাৰনে কি সি হেনো স্বৰ্গদেউ ঈশ্বৰলৈ চোলা এটা দি পঠিয়াইছে। হেৰ অসমীয়াক কাপোৰৰ বেহাদুৰি দেখুৱাবলৈ আহিছ হোঁ। আমাৰ কপাহী কাপোৰেই নাই নে এৰীয়েই নাই, নে মুগা নাই, নে পাট নাই- হেৰ সিংখাপ মেজাঙ্কৰীত সপোন পুৰীৰ সাধুকথা বাচিব তইঁতৰ কুষ্মচ তিৰোতা কোনজনীয়ে পাৰে অ'? আলো কটা। স্বৰ্গদেউ ঈশ্বৰে তইঁত মহ্য মেলেচৰ সাজ গাত নিদিহে পাৰিছে।

সোণপাহী : হয় পাই। ইইঁতৰ লেখীয়া এনে নিলাজ কটা ক'তো দেখা নাই। অ'তবোৰ ঠেতেলা খায়ো নিধকইঁতৰ চেতন নাহিল। থুই কটা মেলেচৰ জাত।

নিতাই : এইবাৰ জনমলৈ সেকাটো পাব বাপেকে। স্বৰ্গদেউ ঈশ্বৰৰ ভাবগতি যিখন হে দেখিছো- ইইঁতৰ লগত আমাৰ এখন তয়াময়া ৰণ লাগিবই লাগিব। নিস্তাৰ নাই বুইছ সোণপাহী। পিচে এইবাৰ তইঁতে মোক লৈ কন্দা-কটাখন নকৰিবি দেই। বেছিকৈ

নোৱাৰিলেও এটা বঙালৰ মূৰ ছিঙিহে এৰিম। ৰণলৈ যাম বুলিছো যেতিয়া যামেই।

সোণপাহী : তোমাকনো নেযাবলৈ কোনে বধ-শপতখন দিছে।

নিতাই : এ যাবৰ সময়ত আকৌ তয়ে হুৰাও-ৰাওকৈ কান্দিবলৈ নধৰিবিনে?

সোণপাহী : কিহৰ জগৰত বা কান্দিম?

নিতাই : নেকান্দো বুলি মোৰ গা ছুই শপত খাচোন।

সোণপাহী : আমাৰ শপত খাবলৈ নেপাই ভাৰতখন তললৈ গ'ল।

নিতাই : হেঃ হেঃ হেঃ। মই আৰু তোক নিচিনোনে সোণপাহী তোক এৰিনো মই ৰণলৈ যাওঁ কোনটো সতেৰে?

সোণপাহী : বৰ বীৰডাল চেলাইছে। এটা হিলৈৰ শব্দ হ'লেই চালপীৰাৰ তলত সোমাবাগৈ হ'বলা?

নিতাই : কি ক'লি, তই মোক ইমান ধিচকাৰ দিলি।

সোণপাহী : হুই ছে হুই ছে, আমুকীৰ জনা আছে ফোপোলা গোম।

নিতাই : বাৰু তেনেহ'লে। পেটুৰা বঙালে যদি মই নথকাত তোৰ গাত কেনেবাকৈ হাত দিয়ে, মোক কিন্তু পিছত নুদুষিবি একা।

সোণপাহী : স্বৰ্গদেউ ঈশ্বৰ জীয়াই থাকোতে আমাৰ গাত হাত দিয়ক চাৰি বঙালে গড়গাঁৱৰ চাৰি ঢাপৰ ওচৰতো ভৰি দিব নোৱাৰিব। অসমীয়া তিৰোতাই পুৰুষৰ মুখলৈকে চাই হাত সাবটি বহি নাথাকে। মূলা গাভৰুৱে তুৰবকক পচতি পালি দিয়া পাহৰিলা হ'বলা।

(সোণপাহী গুচি যায়)

নিতাই : ৰণলৈ গৈ বঙালৰ মূৰ এটা আনি দিব পাৰিলেহে এই বেঁটী কেচাই খাইতীক পাম যেন পাইছো। এৰা-কথাওতো মিছা নহয়। অসমীয়া তিৰোতাই ৰণলৈ ভয় কৰিব কিয়? কাহানি বাৰু ভয় কৰিছে? পাছে এতিয়া ৰণলৈ যোৱা হয় কি কাৰণত তাকেহে ঠাৱৰাব পৰা নাই এথোন। বোলো সোণপাহী! ৰণলৈ গ'লেও অকলে নগৈছো। তোকো লগতে সাঙুৰি লৈহে যাম।

(নিতাইৰ প্ৰস্থান। কথা পাতি পাতি বুঢ়াগোহাঁই, বৰগোহাঁই, আৰু বৰপাত্ৰ গোহাঁইৰ প্ৰৱেশ)

আতন : এয়ে হ'ল ৰাজ্যৰ পৰিস্থিতি। আজি আমি এটা সিদ্ধান্ত কৰিবই লাগিব। স্বৰ্গীয় জয়ধ্বজসিংহই কৰা ঘিলাধাৰী ঘাটৰ চুক্তি অসম ৰজাৰ কাৰণে বৰ অপমানজনক হৈছে। এই চুক্তিয়ে অসমীয়া জাতিক তেনেই ভিকহু কৰিহে এৰিব। ৰাজ্যৰ সমানে আধা কাঢ়ি নিছে, তৰোপৰি ইমানবোৰ হাতীয়ে-ঘোঁৰাই, ধনে-সোণে বছৰি যদি পেচকচ শোধাবলগীয়া হয়, তেন্তে অসমৰ ৰাজভঁৰালৰ তলি উদং হ'ব। অসমীয়াই আৰু কেতিয়াও গা কৰিব নোৱাৰিব।

বৰগোহাঁই : কিন্তু এনে অৱস্থাত যুঁজ এখন লগোৱাটো জানো আমাৰ সমীচীন হ'ব?

বৰপাত্ৰ : মোৰ বোধেৰে যুঁজ কৰাৰ আগতে এবাৰ পাটচাৰলৈ আবেদন নিবেদন কৰি চোৱা যাওঁক। জানোচা সদয় হৈ তেওঁ আমাক বাকী থকা ঋণৰ পৰা ৰেহাই দিয়েই।

আতন : মই এনে হীন যুক্তিৰ পোষকতা কৰিব নোৱাৰো বৰপাত্ৰ গোহাঁই ডাঙৰীয়া। মোগল পাটচাৰ কটকীয়ে স্বৰ্গদেউক আজিকোপতি অপমান কৰিবলৈ এৰা নাই।

বৰগোহাঁই : তেনেহ'লে মোগলক আক্ৰমণ কৰাটোকে সিদ্ধান্ত কৰিছে নেকি বুঢ়াগোহাঁই ডাঙৰীয়া?

আতন : এৰা, সেয়ে মোৰ মত। স্বৰ্গদেৱে এদিন যুঁজৰ প্ৰস্তাৱ কৰাত ময়েই আপত্তি জনাইছিলো। কিন্তু আজি সকলো কথা দকৈ ভাবি-চিন্তি চাই যুঁজ কৰাটোকে যুগুত হ'ব বুলি মই মোৰ মত প্ৰকাশ কৰিছো। এইবাৰৰ যুঁজ বৰ দীঘলীয়া হ'ব বুলি মোৰ বিশ্বাস হয়।

বৰগোহাঁই : বঙালৰ তলতীয়া হৈ থাকিবলৈ আমিও ইচ্ছা নকৰো। যদি আপুনি ভাবে যে ৰণ দিবলৈ সময় উপযুক্ত হৈছে, তেন্তে ৰণ দিয়াই আমাৰো মত।

বৰপাত্ৰ : সঁচা কথা। মিৰজুমলাৰ আক্ৰমণে আমাৰ কঁকাল ভাঙি থৈছে। অসমীয়াৰ ৰাজহাড় ভাঙো ভাঙো।

আতন : ৰাজহাড় থাকিও যি জাতিয়ে পোন হৈ থিয় দিব নোৱাৰে তাৰ ৰাজহাড় আছে বুলিয়েই বা কয় কেনেকৈ?

বৰগোহাঁই : এইবাৰ পিছে সেনাপতিৰ বাব বা কাক দিবলৈ মনস্থ কৰা হৈছে?

আতন : এই বিষয়ে আলোচনা চলাবলৈকে আপোনাসৱক এনেকৈ তুৰন্তে মতোৱা হৈছে। আজিৰ এই বৰমেলতে আমি সেনাপতি বাছিবই লাগিব।

বৰপাত্ৰ : স্বৰ্গদেৱৰ পৰা এই বিষয়ে কিবা ভূ পোৱা হৈছেনে?

আতন : ঠিৰাংকৈ স্বৰ্গদেৱে কাৰো কথা কোৱা নাই। কিন্তু এজনৰ বিষয়ে কিঞ্চিৎ আভাস দিছিল।

বৰগোহাঁই : সেইজনা বা কোন?

আতন : আমাৰ আগৰ জনা ৰাজমন্ত্ৰী মোমাই তামুলী বৰবৰুৱাদেৱৰ নুমলীয়া পো লাচিত দোলাকাষৰীয়া বৰুৱা।

বৰপাত্ৰ : সেযে হ'ল স্বৰ্গদেউৰ বাছনি বৰ বেয়া পাত্ৰত পৰা নাই। লাচিত এজন লাযেক ডেকা।

বৰগোহাঁই : হইছে। লাচিত দোলাকাষৰীয়া বৰুৱা যোগ্যজনৰ যোগ্য পো।

আতন : স্বৰ্গদেৱে সিদিনাখন দোলাভাৰীহঁতৰ কাম চাই বৰ সন্তোষ পাইছে। সিহঁতৰ নাযক দোলাকাষৰীয়া বৰুৱাৰ শলাগ লৈছে। স্বৰ্গদেৱে যদি আজিৰ মেলত তেওঁৰ নাম প্ৰস্তাৱ কৰে, তেন্তে আমি তিনিওজনে স্বৰ্গদেউৰ কথাতে হযভৰ দিম, কি বোলে? সৌৱা স্বৰ্গদেউ আহি পালেহিযেই।

(স্বৰ্গদেউ অহাৰ লগে লগে তিনিওজনা ডাঙৰীযাই আঠু লয)

চক্ৰ : বুঢ়াগোঁহাই ডাঙৰীযা, আজিৰ এই বিশেষ মেলৰ উদ্দেশ্য বাকী দুগৰাকী ডাঙৰীযাক জনোৱা হৈছেনে?

বুঢ়া : জনোৱা হৈছে স্বৰ্গদেউ।

চক্ৰ : আপোনাসবে কি সিদ্ধান্ত কৰিলে।

বৰপাত্ৰ : স্বৰ্গদেউৰ লগত আমি একমত। বৰ ভাল বাছনি হৈছে।

চক্ৰ : আপোনাসবে কাৰ কথা কৈছে?

আতন : লাচিত দোলাকাষৰীয়া বৰুৱাকে আমি তিনিওজন মন্ত্ৰীযে লায়েক বিবেচনা কৰি এই বাৰৰ ৰণলৈ অসমীয়া যুঁজাৰীৰ অধিনায়ক পাতিবলৈ আলচিছো। লাচিত দোলাকাষৰীযা বৰুৱাকো স্বৰ্গদেউৰ ওচৰত উপস্থিত হ'বলৈ মাতি পঠিওৱা হৈছে।

চক্ৰ শুনি বৰ ৰং পালো। যোগ্যজনক যোগ্য সন্মান দিয়াৰ ব্যৱস্থা কৰা হৈছে। আমাৰ এতিযা অনেক বিষয়ে ভাবিবলগীয়া হ'ব। উপযুক্ত উৎসাহী ডেকা চাই নতুন নতুন বাব দিব লাগিব। প্ৰজাবিলাকৰ যাতে এলাই-এথানি নহয়, কোনো ৰকমৰ নাটনি নপৰে তাৰ বাবে বিশেষকৈ চকু ৰাখিব লাগিব।

আতন : চেষ্টাৰ অকণিকে ত্ৰুটি নহ'ব স্বৰ্গদেউ।

(নিতাইৰ প্ৰৱেশ)

নিতাই : দোলাকাষৰীযা বৰুৱাই স্বৰ্গদেউ ঈশ্বৰৰ সাইখাত পাব খোজে।

চক্ৰ : আহিবলৈ দেগৈ। আৰু শুন—

(নিতাইৰ কাণে কাণে ফুচফুচাই কয)

লাচিতে আহি যেতিয়া মোৰ আগত আঠু ল'ব, তই তেওঁৰ মূৰৰ পাগুৰিটো হাতেৰে আজুৰি খহাই দিবি।

(ৰজাৰ কথা শুনি নিতাই থৰ লাগি চাই থাকে)। যা।

(নিতাইৰ প্ৰস্থান)

বুঢ়াগোহাঁই ডাঙৰীযা। লাচিত যে এজন উপযুক্ত ডেকা তাত অকণো সন্দেহ নাই। কিন্তু তেওঁক এই গুৰুভাৰ অৰ্পণ কৰাৰ আগতে মই লাচিতক আকৌ এবাৰ সামান্যভাৱে পৰীক্ষা কৰি চাম।

(আগে আগে লাচিত আৰু পাছে পাছে নিতাই আহে। লাচিতে ৰজাৰ আগত আঠু লয। ৰজাৰ ইংগিত পোৱা মাত্ৰকে নিতায়ে লাচিতৰ মূৰৰ পাগ টান মাৰি খহাই দি ৰজাৰ পিছফালে লৰ মাৰে। লাচিতে নিতাইক খেদি যায। ৰজাই বাধা দিয়ে। ডাঙৰীয়াসকল আচৰিত হৈ পৰে)।

চক্ৰ : লাচিত!

লাচিত : স্বৰ্গদেউ! মোক বাধা নিদিব। এই কুকুৰৰ ইমান সাহ! মোক তাৰ মূৰটো লাগে।

চক্ৰ : পাছুৱাই যোৱা লাচিত। মোৰ আগত মোৰ লগুৱাৰ গাত হাত দিব নোৱৰিবা।

লাচিত : মোক হকা-বধা নকৰিব স্বৰ্গদেউ!

আতন : দোলা কাষৰীয়া বৰুৱা!

বৰগোহাঁই : দোলা কাষৰীয়া বৰুৱা।

বৰপাত্ৰ : দোলা কাষৰীয়া বৰুৱা।

চক্ৰ : তুমি কি ভুল কৰিবলৈ ওলাইছা এবাৰ ভাবি চোৱা লাচিত।

লাচিত : মোৰ ভুল হোৱা নাই স্বৰ্গদেউ। ভুল আপোনাৰ। যি মূৰ দেশৰ কাৰণে উছৰ্গিত

তাক মই যাকে-তাকে চুবলৈ দিব নোৱাৰিম।

আতন : আপুনি স্বৰ্গদেউৰ মুখে মুখে কথা ক'বলৈ সাহ কৰে দোলাকাষৰীয়া বৰুৱা!

লাচিত : আপুনি একো নেমাতিব ৰাজমন্ত্ৰী ডাঙৰীয়া। সি অকল মোকেই অপমান কৰা নাই, ৰাজ চ'ৰাৰ সকলো ডা-ডাঙৰীয়াকে অপমান কৰিছে। আপুনি সৰ্বশ্ৰেষ্ঠ-সকলোৰে পূজনীয় স্বৰ্গদেউৰ সন্মানো হানি কৰিছে। মই তাক কেতিয়াও ক্ষমা নকৰো।

চক্ৰ : কিন্তু জানা লাচিত- তোমাৰ এই উদ্ধতালিৰ কাৰণে তুমি প্ৰাণ হেৰুৱাব পাৰা।

লাচিত : মই লুইতৰ পাৰৰ ডেকা ল'ৰা। মৰণলৈ মোৰ ভয় নাই- স্বৰ্গদেউ।

(ৰজাই লাচিতক আঁকোৱালি ধৰে)

চক্ৰ : লুইতপৰীয়া ডেকা ল'ৰা, স্বাধীনচিতীয়া ডেকা ল'ৰা, তুমি পাৰিবা। তোমাৰ বংশৰ মৰ্যাদা, দেশৰ মৰ্যাদা, তোমাৰ স্বৰ্গদেউৰ মৰ্যাদা তোমাৰ হাতত অটুট থাকিব। মোমাই তামুলী বৰবৰুৱাৰ তুমি যোগ্য পো। লাচিত, মই তোমাৰ আত্মসন্মান পৰীক্ষা কৰি চাইছিলো; তুমি উত্তীৰ্ণ হৈছা। (লাচিতে ৰজাৰ আগত আঁঠু লয়। ৰজাই তুলি দিয়ে)। বিদেশীৰ হেঁচাত অসমৰ জল-বায়ু, অসমৰ চেঁচা বতাহো তপত হৈ উঠিছে। স্বাধীনচিতীয়া নিছলা অসমীয়াই অসমৰ বুকুত মুকলি বতাহ ল'বলৈ নাপাই অতীষ্ঠ হৈ উঠিছে। যেনিযেই কাণ পাতা তেনিযেই সেই একেষাৰি কথাকে মাথোঁ শুনিবলৈ পাবা-সোণৰ অসম দেশ বঙালে ছাৰ-খাৰ কৰিলে। বিদেশী বঙালক অসমৰ পৰা খেদিব লাগিব। মই সিহঁতক অসমৰ চাৰি ঢাপৰ পৰা বাজ-কৰিহে এৰিম। কোৱাঁচোন লাচিত, কাৰ হাতত এই গুৰুভাৰ অপৰ্ণ কৰিম।

লাচিত : স্বৰ্গদেউ। অসমত বীৰৰ অভাব নহ'ব। লাগে মাথোঁ স্বৰ্গদেউৰ আশীৰ্বাদ-স্বৰ্গদেউৰ চৰণৰ ধূলি।

চক্ৰ : অসমত একমাত্ৰ উপযুক্ত নায়ক আজি তুমি। তোমাৰ হাততে মই এই গুৰুভাৰ অৰ্পণ কৰিলো।

(সিংহাসনৰ আগত থকা শৰাইৰ পৰা হেংদান আনি)

পৰম পবিত্ৰ এই হেংদানৰ সহায়েৰে অসমীয়া জাতিৰ মৰ্যাদা তুমি ৰক্ষা কৰিবা। অসমৰ পূৰ্ণ স্বাধীনতা পুনৰ ঘূৰাই আনিবা। মই তোমাক বৰফুকনৰ বাব দিলো। অসমৰ প্ৰধান শত্ৰু বিদেশী মোগলক কামৰূপৰ পৰা আঁতৰ কৰি তুমি কামৰূপ শাসন কৰিবা।

(লাচিতক হেংদান দিয়ে। লাচিতে আঠু লৈ গ্ৰহণ কৰে। কাৰেঙৰ ভিতৰৰ পৰা উৰুলি আৰু ফুল লাচিতৰ গালৈ ছটিযাই দিয়ে)।

লাচিত : হেংদান, অসমীয়াৰ পবিত্ৰ হেংদান, বিপদৰ লগৰী হেংদান, স্বৰ্গদেউৰ আদেশ পালন কৰাত তুমি মোক সহায় কৰিব লাগিব। মোৰ আশা, মোৰ বাসনা-সোণৰ অসমে সুখ শান্তিৰ ছাঁত আনন্দত আকৌ মতলীয়া হৈ উঠক। বুঢা লুইতে পুনৰ নাচিবলৈ ধৰক আৰু তাৰ খলকনিযে দুযোপাৰৰ ডেকা-গাভৰুক বলিয়া কৰি তোলক। পৰম পবিত্ৰ এই হেংদান হাতত লৈ দেশৰ নামত, ৰাইজৰ নামত আৰু গোসাঁনীৰ নামত শপত খাইছো স্বৰ্গদেউ- দেহত এটোপাল তেজ থকালৈকে লাচিতৰ মুঠিৰ পৰা হেংদান সুলকি নপৰে। হেংদানৰ কোবত বিদেশী বঙালৰ ডিঙি ছিঙি লুইতৰ বুকুত উফৰি পৰিব। শতৰুৰ তেজেৰে নৈ বৈ যাব। সেই নৈযে বঙ্গোপসাগৰ ৰাঙলী কৰি পেলাব। অসমত এটিও বিদেশীৰ ঠাই নহ'ব স্বৰ্গদেউ।

(হেংদান হাতত লৈ স্বৰ্গদেউৰ আগত আঠু লয। লগে লগে পট পৰে)।

# দ্বিতীয় দৃশ্য

## গুৱাহাটীৰ ফৌজদাৰ ফিৰোজ খানৰ বাহৰ

ফিৰোজ : চৈযদ চানা! আহোম ৰজাই ঘিলাধাৰী ঘাটৰ চুক্তিমতে ক্ষতিপূৰণ দিবলৈ অসম্মতি প্ৰকাশ কৰিছে। এই বিষযে লিখা খতৰো কোনো জবাব পোৱা নাই।

চানা : আহোম ৰজাই ক্ষতিপূৰণ দিব ক'ৰ পৰা? অৰ্ধ ৰাজ্যতো আমাৰ অধীনত।

ফিৰোজ : ৰাজ্য শাসন কৰিবলৈ হ'লে ইমান

মেহেৰবান হ'লে নচলিব। ক্ষতিপূৰণ দিবলৈ যদি অসমৰ্থ তেনেহ'লে মোগলৰ তাবেদাৰি স্বীকাৰ কৰি লওক। আপত্তি কিহৰ?

চানা : ইমান দিনৰ স্বাধীন জাতি এটাই ইমান সহজে বশ্যতাস্বীকাৰ নকৰে ফৌজদাৰ চাহাব।

ফিৰোজ : মাৰাঠাৰ দৰে, ৰাজপুতৰ দৰে জবৰদস্ত জাতিবিলাকেই যেতিয়া মোগলৰ গোলামী স্বীকাৰ কৰিলে-নগণ্য আহোম ৰজা এটা কোন কুটা?

চানা : কিন্তু পাহৰি নেযাবা ফৌজদাৰ চাহাব- মিৰজুমলাৰ দৰে এজন বীৰেও এবাৰ নহয়, দুবাৰ নহয়, কেইবাবাৰো অসমীয়াৰ হাতত হাৰ মানিবলগীয়া হৈছে।

(চৈয়দ চানাৰ কথা শুনি ফিৰোজখাঁৰ খং উঠে)

ফিৰোজ : চৈয়দ চানা! তুমি বাদচাৰ তামাম তাকত বেইজ্জৎ কৰিছা। তুমি বাদচাৰ নিমখ খাই নিমখহাৰাম কৰিছা।

চানা : ফৌজদাৰ চাহাব!

ফিৰোজ : তুমি বাদচাৰ বেতনভোগী নফৰ হৈ অসম ৰজাৰ কাৰণে ওকালতি কৰিছা।

চানা : মই সঁচা কথা কৈছো ফৌজদাৰ চাহাব।

ফিৰোজ : তুমি ভীৰু, কাপুৰুষ, বেইমান।

চানা : মই ভীৰু হ'ব পাৰো, কিন্তু তুমি বাইজীৰ লগত নাচ-গান কৰি দিনে-ৰাতিয়ে ছিৰাজী খাই দুষমনৰ শক্তিৰ পৰ্‌ওৱা নকৰি নিজকে বৰ বীৰ বুলি ভাবিছা।

ফিৰোজ : মুখ চম্ভালি কথা ক'বা চৈয়দ চানা।

চানা : তোমাৰ ভয়ত, তোমাৰ বেপৰুৱাৰ বাবে দিল্লীৰ বাদচাৰ গৌৰৱ, ইজ্জত হানি হ'বলৈ দিব নোৱাৰো ফিৰোজ খাঁ।

ফিৰোজ : তুমি মোক বেইমান ভাবিছা?

চানা : তোমাৰ অধীনস্থ সকলো কৰ্মচাৰীৰে এই অভিমত।

ফিৰোজ : খামোচ—

চানা : সকলো কথা ভালকৈ চিন্তা কৰি চাবা ফিৰোজ খাঁ। মহাৰাজ চক্ৰধ্বজ সিংহই কেৱল খিলাধাৰী ঘাটৰ চুক্তিকে ভংগ কৰি বহি থকা নাই। তলে তলে মোগলৰ বিপক্ষে বিপুল আয়োজন কৰিছে। অসমীয়া জাতিক মই কেতিয়াও বিশ্বাস নকৰো। অসম দেশ চোৰবাহাৰ কাৰণে বিখ্যাত। সিহঁতে দুষমনৰ কিল্লাই কিল্লাই ভেশচন কৰি ফুৰে। অসমীয়া সেনাই হঠাৎ মোগলক আক্ৰমণ কৰিব পাৰে। তাৰ কাৰণে আমি তৈয়াৰ থাকিব লাগিব। নহ'লে আমাৰ বিপদ আছে।

(চানাৰ বেগেৰে প্ৰস্থান)

ফিৰোজ : হাঃ হাঃ হাঃ বেইমান নিমখহাৰাম! অসমীয়া প্ৰজাই খাবলৈ নাপাই হাহাকাৰ কৰি ফুৰিছে- সিহঁতে আকৌ মোগলক আক্ৰমণ কৰি দেশ আজাদী কৰিব। মোৰ এটা ইচাৰাত হাজাৰ হাজাৰ কামান জাগি উঠিব। চকুৰ নিমিষতে অসমৰ পৰ্বত পাহাৰ ভাঙি জমিনৰ লগত চামিল কৰি পেলাব।

(ইফাল-সিফাল কৰি)

চৈয়দ চানা! তোক অতি শীঘ্ৰে ইয়াৰ পৰা আঁতৰ কৰিম। ফৌজদাৰ ফিৰোজ খাঁৰ লগত দগাবাজি কৰাৰ উপযুক্ত চাজা দিম।

(আখতৰি বাইৰ প্ৰৱেশ)

বাইজী : জাহাপনা, বাইজীৰ চেলাম গ্ৰহণ কৰিব।

(কুর্নিশ কৰে)

ফিৰোজ : আজিৰ কাৰণে মজলিছ বন্ধ থাকিব বাইজী।

বাইজী : জাহাপনা নিশ্চয় অসুস্থ।

ফিৰোজ : এৰা, অসুস্থ।

বাইজী : হেকিম চাহাবক খবৰ দিওঁ জাহাপনা?

ফিৰোজ : শাৰীৰিক অসুখ নহয় বাইজী।

বাইজী : তেনেহ'লে?

ফিৰোজ : মোৰ মনৰ অসুখ।

(বাইজীয়ে মিছাই অভিমান কৰি)

বাইজী : অ' বুজিছো। আজিকালি জাহাপনাই মোৰ নাচ-গান ভাল নেপায়।

ফিৰোজ : তোমাৰ নাচ-গানত মছগুল কাৰণেই চৈয়দ চানাই আজি মোক দিলত ইমান দৰদ দি গ'ল।

বাইজী : চৈয়দ চানা? আপোনাৰ তলতীয়া কৰ্মচাৰী চৈয়দ চানা?

(ফিৰোজ খাঁ নিমাত)

জাহাপনাৰ ওচৰত মোৰ এটি আৰ্জি আছে।

ফিৰোজ : কি আৰ্জি বাইজী?

বাইজী : মোক যাবলৈ হুকুম লাগে।

ফিৰোজ : ক'লৈ যাবা?

বাইজী : দেশলৈ, ঘৰলৈ।

ফিৰোজ : নোৱাৰোঁ, নোৱাৰোঁ বাইজী। তোমাক মই যাবলৈ দিব নোৱাৰোঁ। তোমাৰ অবিহনে গোটেই মোগল কিল্লা বিৰাণ হৈ পৰিব।

বাইজী : ছিঃ জাহাপনা, মানুহে শুনিলে আপোনাক নিন্দা কৰিব।

ফিৰোজ : চাৰা দুনিয়া জাহান্নামে যাওক। মোক লাগে তোমাৰ বুলবুলিৰ গান, মোক লাগে তোমাৰ দিল দিৱানা মুখৰ হাঁহি, মোক লাগে তোমাৰ মহব্বৎ।

বাইজী : জাহাপনা আজি সঁচাকৈয়ে অসুস্থ। যাওক অলপ আৰাম কৰকগৈ।

ফিৰোজ : আৰাম! আৰাম মোক কোনে দিব পাৰে বাইজী? মোৰ কোনো নাই। তুমিয়েই মোৰ একমাত্র আৰাম, স্ফূৰ্ত্তিৰ ফোৰাৰা।

বাইজী : গ'ল নিশা আপুনি বৰকৈ ছিৰাজী পিলে জাহাপনা।

ফিৰোজ : হাজাৰ হাজাৰ ছিৰাজীৰ পিয়লাই মোক মস্ত কৰিব নোৱাৰে। কিন্তু হাঁ— বাইজীৰ মুখৰ এটা কথাই মোক দিৱানা বনাই দিব পাৰে।

বাইজী : মিছা কথা জাহাপনা! প্রবল প্রতাপী মোগল বাদচাৰ ফৌজদাৰী চাহাবক এজনী সামান্য বাইজীয়ে দিৱানা কৰিব পাৰে?

ফিৰোজ : তোমাক খোচামত কৰা নাই বাইজী। খোদাৰ নামত কচম খাই কৈছোঁ- তোমাক মোৰ দিলৰ কথা কৈছো।

বাইজী : কিন্তু মই ইয়াত থাকিলে আপোনাৰ বিপদ আছে জাহাপনা।

ফিৰোজ : বিপদ, বুজিছো! বেইমান চৈয়দ চানাৰ দৰে তুমিও অসমীয়াক ভয় কৰা।

বাইজী : কি ক'লে জাহাপনা- অসমীয়াক ভয় কৰিব মোগলে? জাহাপনাই ইচ্ছা কৰিলে একেদিনাই গোটেই অসম দেশ জয় কৰিব পাৰে। আপোনাৰ মেহেৰবানিৰ ওপৰতেই আজি অসমীয়াই স্বাধীন নাম লৈ আছে।

ফিৰোজ : চাবাচ্ আখ্‌তাৰি বাই! তুমি মোগলৰ খুনৰ পৰিচয় দিছা।

বাইজী : চৈয়দ চনাক মোৰ বৰ ভয় লাগে জাহাপনা। (চৈয়দ চানাৰ নাম শুনি চিঞৰি উঠে)

ফিৰোজ : চৈয়দ চানা! তাকো তুমি ভয় কৰা। সি কাফেৰ বাইজী। তাৰ গাত মোগলৰ খুন নাই।

বাইজী : কিন্তু

ফিৰোজ : মই জানো— তুমি মোৰ ওচৰত নাচ-গান কৰা সি পছন্দ নকৰে। এই কথা মোক চাফ্ চাফ্ কৈ দিছে।

বাইজী : এই কথা যদি বাদচাৰ কাণত পৰে জাহাপনা—

ফিৰোজ : চৈয়দ চানাৰ ইমান তাকত নাই যে গুৱাহাটীৰ ফৌজদাৰ ফিৰোজ খাঁৰ বিপক্ষে সি বাদচাৰ ওচৰত নালিচ কৰিব।

বাইজী : মোক তেন্তে যাবলৈ অনুমতি নিদিয়ে?

ফিৰোজ : যোৱাৰ আগতে- লোৱা এই তলোৱাৰ বে ফিকিৰ মোৰ কলিজাত বহুৱাই দিয়া।

(মুস্তাফাৰ প্ৰৱেশ)

মুস্তাফা : জাহাপনা! অসম ৰজাৰ কটকীয়ে মুলাকাত কৰিব বিচাৰিছে।

ফিৰোজ : অসম ৰজাৰ কটকী? বাইজী তুমি অলপ চবৰ কৰা। মই এতিয়াই আহিম।

(মুস্তাফা আৰু ফিৰোজ খাঁনৰ প্ৰস্থান। চৈয়দ চানাৰ প্ৰৱেশ)

চানা : বাইজী— আজি কি নাচৰ ইন্তেজাম হৈছে? (বাইজীয়ে কুৰ্নিশ কৰি)

বাইজী : জাহাপনাৰ মৰ্জি বাইজীয়ে তামিল কৰিব।

চানা : মোৰ মৰ্জিত নাচ-গান কৰিলে নচলিব বাইজী। আমাৰ খোদ ফৌজদাৰৰ দিল খুশ কৰিব লাগিব।

বাইজী : আপোনাৰ আৰু ফৌজদাৰ চাহাবৰ ভিতৰত কোনো তফাত নাই জাহাপনা।

চানা : দুটা দিলৰ মাজত তফাৎ কেলেই নহ'ব বাইজী?

বাইজী : আমি জনাত ফৌজদাৰ চাহাবে আপোনাক নোসোধাকৈ কোনো কামেই নকৰে। ফিৰোজ খান চাহাব কেৱল নামত ফৌজদাৰ। কিন্তু সকলো কাম আপোনাৰ হুকুম মতেই চলে।

চানা : সেইকাৰণেই বোধকৰো মোক কোনেও ভাল নাপায়। ফৌজদাৰৰ কাৰণে সকলোৱে জান কোৰ্‌বান কৰিব পাৰে।

বাইজী : আপোনাক সকলোৱে তাৰিফ কৰে জাহাপনা।

চানা : তুমিও কৰানে বাইজী? জবাব নিদিয়া কেলেই?

(বাইজী নিমাত)

বাইজী : আপোনাক খুশ কৰিব পৰা যোগ্যতা মোৰ

নাই জাহাপনা।

চানা : ইয়াৰ মানে?

বাইজী : মই হ'লো এজনী সামান্য বাইজী আৰু আপুনি হ'ল বাদচাৰ এজন সম্ভ্ৰান্ত ওমৰাহ।

চানা : তুমি তেনেহ'লে মোক ভয় কৰা।

বাইজী : জৰুৰ কৰো জাহাপনা।

চানা : ফৌজদাৰ ফিৰোজ খানক কিন্তু তুমি ভয় নকৰা। হাঃ হাঃ হাঃ।

(ফিৰোজ খাঁ আৰু জয়ানন্দ সোমাই আহে। চৈযদ চানাক বাইজীৰ লগত দেখি ফিৰোজ খাঁৰ খং গৈ মূৰৰ চুলি পায়)।

ফিৰোজ : চৈয়দ চানা—

(হাতৰ পত্ৰখন চানালৈ আগবঢ়াই দিয়ে। চানাই খুলি পঢ়ে)।

চানা : এই খত্ কোনে আনিছে ফিৰোজ খাঁন?

জয়ানন্দ : এই নিঃকিনে আনিছো জাহাপনা।

চানা : খতৰ তলত ৰজাই চহী নিদি বুঢ়াগোহাঁইযে চহী দিয়াৰ কাৰণ?

জয়ানন্দ : জাহাপনা। স্বৰ্গদেউৰ বৰ টান নৰিযা। ঢাৰি-পাটিতে পৰি থাকি বলগীয়া হৈছে। এইবাৰলৈ স্বৰ্গদেউ ৰইথা পৰেনে নপৰে ওপৰৰ জনাইহে জানে।

ফিৰোজ : আমাৰ কটকী অতদিনে অহা নাই কেলেই?

জয়ানন্দ : কিয আপুনি জানো নাজানে জাহাপানা' পাটচাৰে হেনো স্বৰ্গদেউলৈ এযোৰ ৰাজ সাজ-পাৰ কটকীৰ আগত পিন্ধিবলৈ আদেশ দি পঠিয়াইছে। গতিকে স্বৰ্গদেৱে আৰোগ্য লাভ নকৰালৈকে পাটচাৰ কটকীক আলহী স্বৰূপে ৰখা হৈছে।

(মুস্তাফা উধাতু খাই আহে)

মুস্তাফা : জাহাপনা। সকলো তবাহ হৈ গৈছে। আমাৰ খাৰ-বাৰুদৰ ঘৰত কেনেবাকৈ জুই লাগিছে।

(কথা শুনি ফিৰোজ খাঁন আৰু চৈয়দ চানা ভিৰাই লৰ দিয়ে। পিছে পিছে মুস্তাফা)।

বাইজী : অসম ৰজা শয্যাগত অৱস্থাত। সেইকাৰণে মোগল কটকী ৰজাৰ আলহী হৈ থাকিবলগীয়া হৈছে। ইফালে অসম ৰজাৰ কটকী মোগল বাহৰ সোমোৱাৰ লগে লগে মোগলৰ খাৰ-ঘৰত জুই লাগিছে। সকলো কাম বেছ পৰিপাটিকৈ কৰাৰ ব্যৱস্থা হৈছে।

(কথা শুনি জয়ানন্দই তলমূৰ কৰি থাকে)

অসম ৰজাৰ কটকীযে তলমূৰ কৰি বা কি ভাবিছে?

জয়ানন্দ : অ'—মোৰ কথা কৈছে বেগম?

বাইজী : মই বেগম নহওঁ।

জয়ানন্দ : মোক ক্ষমা কৰিব চাহাজাদি।

বাইজী : মই বেগমো নহওঁ, চাহাজাদিও নহওঁ।

জয়ানন্দ : আপোনাক তেনেহ'লে কি বুলি বা সম্বোধন কৰিব লাগিব?

বাইজী : মই এজনী বাইজী।

জয়ানন্দ : বাইজী?

বাইজী : এৰা, আপোনালোক যাক নাচনী বুলি কয়। পিছে মোগলক কোন দিনা আক্ৰমণ কৰাৰ ঠিক কৰিছে?

(জয়ানন্দ আচৰিত হৈ পৰে)

জয়ানন্দ : আপুনি

বাইজী : ভয় নকৰিব। মই সকলো কথা জানো। আপুনি মোগল বাহৰ সোমোৱা দিন ধৰি আপোনাৰ চলন-ফুৰণ মই মন কৰি আছো।

জয়ানন্দ : মই জানো ইয়াত নাচিবলৈ আহিছো?

বাইজী : ময়ো ইযালৈ মজলিছ পাতিবলৈ অহা নাই।

জয়ানন্দ : তেন্তে তোমাৰ উদ্দেশ্য কি?

বাইজী : মোগলক ধ্বংস কৰা।

জয়ানন্দ : বলিয়াৰ দৰে এইবোৰ কি বলকিছা?

বাইজী : কি কৰিম। আপুনি ভেশচন কৰাৰ দৰে ময়ো বলিয়া সাজিব লগাত পৰিছো।

জয়ানন্দ : তুমি কোন? তোমাৰ নাম কি?

(বাইজীয়ে ইফালে সিফালে চায়)

বাইজী : মোৰ নাম মদনাৱতী, ৰাজপুত জীয়াৰী। কিন্তু ইহঁতৰ মাজত মোক আখ্তৰি বাই বুলি সকলোৱে জানে।

জয়ানন্দ : তোমাক মই বিশ্বাস নকৰো। মই সকলো কথা ফৌজদাৰক কৈ দিম। মোগলৰ লগত অসম ৰজাৰ কোনো বৈৰী ভাব নাই। তুমি হ'বলা ঘিলাধাৰী ঘাটৰ চুক্তিৰ কথা একো নাজানা?

বাইজী : সকলো জানো। নজনা মোৰ একো নাই আৰু জানো কাৰণেই মোগলৰ ওপৰত প্ৰতিশোধ ল'বলৈ সুদূৰ হিন্দুস্থানৰ পৰা জৰি আহিছো। কিন্তু মনত ৰাখিব, ফৌজদাৰৰ আগত এই কথা ক'লে মোতকৈ আপোনাৰ বেছি ক্ষতি হ'ব। মই বিধৰ্মী নহওঁ; মোক

বিশ্বাস কৰক। মই আপোনাক কেনেকৈ সহায় কৰিব পাৰো কওঁক। মোগলৰ ধ্বংসৰ কাৰণে জীৱন বিপন্ন কৰিবলৈকো সাজু আছো। (জয়ানন্দ বিমোৰত পৰি মনে মনে চিন্তা কৰিবলৈ ধৰিলে) আপুনি মোক এতিয়াও বিশ্বাস কৰিব পৰা নাই। তেন্তে শুনক। অসম ৰজাই লাচিত বৰফুকনক গুৱাহাটী আক্ৰমণ কৰিবলৈ পঠোৱাৰ কথাও মোৰ জনা আছে।
(জয়ানন্দই কিছু সময় বাইজীৰ মুখলৈ থৰ লাগি চাই থাকিল) কি ক'ব খুজিছে কওক, পলম নকৰিব।

জয়ানন্দ : নাচ-গানৰ মজলিছ কেতিয়াকৈ বহিব?

বাইজী : সন্ধিয়াকৈ।

জয়ানন্দ : মোগল সেনাপতিবিলাকক নিচা খুৱাই অচেতন কৰি ৰাখিব পাৰিবা?

বাইজী : পাৰিম। কিন্তু ইমান ছিৰাজী পাব ক'ত?

জয়ানন্দ : ফিৰোজ খাঁৰ ভাণ্ডাৰত ছিৰাজীৰ একো অভাব নাই। মুস্তাফাক হাত কৰিব পাৰিলে ছিৰাজীৰ নৈ বৈ যাব। যেতিয়া মোগল সেনাপতিবিলাক নিচা খাই ঢলি পৰিব, সেই ছেগতে সিহঁতৰ হৈলৈ কামানবোৰৰ নলীত পানী ঢালি থম— যাতে সময়মতে সেই হিলৈ কামানবোৰে একো কাম নকৰে।

বাইজী : আজিয়েই আক্ৰমণ কৰিব নেকি?

জয়ানন্দ : এৰা। মোগল সেনাবোৰ যেতিয়া ঘোৰ টোপনিত লালকাল দি পৰিব, তেতিয়াই অসমীয়া ৰণুৱাই সিহঁতক আক্ৰমণ কৰিব। কিন্তু-সাৱধান। চৈয়দ চানা বৰ ধূৰ্ত মানুহ। সি সকলো সময়তে চকু-কাণ সজাগকৈ ফুৰে।
(বুকুৰ মাজৰ পৰা আহুদি পালি উলিয়ায়) ছেগ বুজি এই আহুদিপালি ছিৰাজীৰ লগত মিলাই চৈয়দ চানাক খুৱাই দিবা। সৌৱা মুস্তাফা আহিছে, মই যাওঁ।
(জয়ানন্দৰ প্ৰস্থান। আনফালৰ পৰা মুস্তাফাৰ প্ৰৱেশ)

বাইজী : মুস্তাফা।

মুস্তাফা : কি বাইজী?

বাইজী : তোলৈকে মই বৈ আছোঁ।

মুস্তাফা : মোলৈকে..

বাইজী : তই মোক ভাল নাপাৱ মুস্তাফা।

মুস্তাফা : হে আল্লা! কি কম বাইজী, খোদাই জানে, তোমাক ভাবি ভাবি কিমান ৰাতি টোপনি অহা নাই। ক'বলৈ সাহ কৰা নাই, কিজানি ভাই তুমি জাহাপনাক লগাই দিয়া।

বাইজী : ইহ্— কিয় কম অ' মুস্তাফা।

মুস্তাফা : ইয়া আল্লা। মঁই আস্‌মানতে আছোনে জমিনত আছো।

বাইজী : বাৰু মুস্তাফা— এটা কথা ৰাখিবিনে?

মুস্তাফা : জৰুৰ— অলবৎ— একশবাৰ।

বাইজী : জাহাপনাৰ ভাণ্ডাৰৰ পৰা মোক অলপ সৰহকৈ ছিৰাজী আনি দে অ'।

মুস্তাফা : ছিৰাজী! তুমি কি কৰিবা?

বাইজী : অ' বুজিছো। তোৰ দিবলৈ মন নাই।
(মিছাকৈ দেখুৱাই চকুলো টোকে)

মুস্তাফা : আহ— অলপ ৰগৰো কৰিব নোৱাৰি।

বাইজী : নেলাগে তই দিব। মই খোদ জহাপনাক খুজিম।

মুস্তাফা : মাৰা গুলী জাহাপনাক। তাৰ নাম আৰু মুখত নানিবা। আজিৰ পৰা তুমি মোৰ— মই তোমাৰ। মই মুস্তাফা— তুমি হ'লা মুস্তাফী।
(বাইজীৰ ওচৰ চাপি)
মু-স্তা-ফী। আহা। ভাণ্ডাৰ খালী কৰি কিমান লাগে ছিৰাজী লৈ যোৱাহি।
(মুস্তাফা আগে আগে যায়। বাইজীয়ে মুস্তাফাক অনুসৰণ কৰে। ফিৰোজ আৰু চৈয়দ চানাৰ প্ৰৱেশ)

চানা : ই নিশ্চয় দুষ্‌মনৰ কাম ফিৰোজ খাঁ।

ফিৰোজ : তোমাৰ সেই একে কথা শুনি শুনি মোৰ কাণ ঘোলা হৈ পৰিছে চৈযদ চানা। মোগলৰ দুষ্‌মন কোন আছে? অসম ৰজাই আবেদন কৰি খত্ লিখা তুমি নিজেই পঢ়িছা। সকলোকে সন্দেহৰ চকুৰে চোৱাটো তোমাৰ এটা পেশা হৈ পৰিছে।

চানা : মই অসম ৰজাক কেতিয়াও বিশ্বাস নকৰো। অসমখন হৈছে যাদুকৰৰ দেশ আৰু অসমীয়া মানুহবোৰ হৈছে কেঁটী সাপৰ দৰে চয়তান।

ফিৰোজ : বহুত দিন যুঁজ কৰিবলৈ নাপাই তোমাৰ খুন গৰম হৈ গৈছে। হাজৰ হওক মোগল শ্যেৰ-কা বাচ্ছা।
(হাঁহি চানাৰ বাহুটোত ধৰি জোকাৰি)

যোৱা চৈয়দ চানা— মুখ-হাত ধুই মেজাজ অলপ ঠাণ্ডা কৰি আহা। আজি মই খুব্‌চুৰত মজলিছ পাতিছো।

চানা : কিহৰ মজলিছ ফিৰোজ খাঁ।

ফিৰোজ : বাইজীৰ দেশৰ পৰা এজন বৰ ডাঙৰ ওস্তাদ আহিছে।

চানা : অ' আমাৰ বাইজী .

(চানাৰ প্ৰস্থান)

ফিৰোজ : বেঅকুফ্। মুস্তাফা-মুস্তাফা।

(মুস্তাফাই জাহাপনা বুলি ফেঁপাই আহে)

মুস্তাফা : জাহাপনা!

ফিৰোজ : তই ইমান হায়ৰাণ হৈছ কিয়?

মুস্তাফা : জাহাপনা.

ফিৰোজ : হাৰামজাদা। যা— ছিৰাজী আন।

(মুস্তাফাই ছিৰাজী আনি দিয়ে। ফিৰোজে খাবলৈ আৰম্ভ কৰে)

বাৰু মুস্তাফা। তই কচোন মই কোন?

মুস্তাফা : আপুনি— আপুনি দুনিয়াৰ মালিক জাহাপনা।

ফিৰোজ : আৰু বাইজী।

মুস্তাফা : বাইজী—মুস্তাফী জাহাপনা।

ফিৰোজ : মুস্তাফী— কি মুস্তাফী?

মুস্তাফা : হেঃ জাহাপনা। ভুলতে হেঃ

(ফিৰোজ খাঁৰ নিচা হ'ল)

ফিৰোজ : মুস্তাফা।

মুস্তাফা : জাহাপনা!

ফিৰোজ : তই এক নম্বৰ গাধা।

মুস্তাফা : হয় জাহাপনা। মই এক নম্বৰ গাধা।

ফিৰোজ : মই যেতিয়া এদিন দিল্লীৰ বাদচাহ হম, তই তেতিয়া কি হবি মুস্তাফা?

মুস্তাফা : জাহাপনা! মই তেতিয়া দুই নম্বৰ গাধা হম।

(চানাৰ প্ৰবেশ)

চানা : মজলিছ আৰম্ভ হোৱাৰ আগতে ছিৰাজী শেষ কৰি পেলালা নেকি ফিৰোজ খাঁ?

ফিৰোজ : কি ক'লা, ছিৰাজী শেষ। মুস্তাফা!

মুস্তাফা : বহুত ছিৰাজী আছে জাহাপনা।

ফিৰোজ : শুনিলা চৈয়দ চানা। মুস্তাফা-বাইজী!

(মুস্তাফাৰ প্ৰস্থান)

চানা : নাচ-গান আৰু কি কৰিবা? চকু দেখোন মেলিবই নোৱাৰা হ'লা।

ফিৰোজ : ফৌজদাৰ ফিৰোজ খাঁ ঠিক আছে। কুচ্‌ পৰোৱা নাই।

(বাইজী, ওস্তাদ আৰু মুস্তাফাৰ প্ৰবেশ। সকলোৱে ফিৰোজক কুৰ্নিশ কৰে)

বাইজী, চুৰু কৰা। নাচ চলাও। গানা চলাও।

(ওস্তাদে গান আৰম্ভ কৰে। বাইজীয়ে চেৰে চেৰে নাচিবলৈ ধৰে। মুস্তাফাই ফিৰোজ আৰু চানা দুয়োকো ছিৰাজী যোগায়। নাচ-গানৰ এবাৰ অন্ত পৰাত)

চানা : বাৰু ফিৰোজ খাঁ, তুমি স্ফূৰ্তি কৰা মই উঠো।

বাইজী : নিশা বেছি হোৱা নাই জাহাপনা।

চানা : মই নাচ-গান বৰ পচন্দ নকৰো বাইজী।

ফিৰোজ : তুমি বৰ বে-ৰসিক মানুহ চৈয়দ চানা।

বাইজী : মেহেৰবানি কৰি আৰু এটি গান শুনক।

(বাইজীৰ ইংগিতত আকৌ গান আৰম্ভ হয়। বাইজীয়ে কোনেও নেদেখাকৈ আফিংৰ পুৰিয়াটো বুকুৰ পৰা উলিয়াই ছিৰাজীৰ লগত মিহলাই পিয়লাটো চানাক আগবঢাই দিয়ে।)

ফিৰোজ : বাহ্ তোফা।

(চানাই ঢোক মৰাৰ লগে লগে চকু মেলিব নোৱাৰা হয়। গান চলি থাকে। দ্বিতীয় ঢোক মাৰি চানাই চিঞৰি উঠে)।

চানা : বাইজী। বাইজী!

বাইজী : জাহাপনা।

চানা : মোৰ বুকুৰ মাজলৈ আহা বাইজী!

ফিৰোজ : চৈয়দ চানা!

(চানাই আৰু এঢোক খায়)

চানা : বাইজী। তোমাৰ মোলায়েম হাতে ছিৰজীৰ নিচা দুগুণে বঢাই তুলিছে।

ফিৰোজ : চৈয়দ চানা, বাইজীক লৈ তুমি কোনো কথা নক'বা।

চানা : কিয়? বাইজীৰ ওপৰত তোমাৰ কি হক আছে?

(তৰ্ক বাঢ়ি যায়। বেগেতে বাইজী আৰু ওস্তাদ আঁতৰ হয়। মুস্তাফাই 'মুস্তাফী-মুস্তাফী' বুলি পিচে পিচে যায়।)

ফিৰোজ : বাইজীৰ ওপৰত মোৰ পূৰা হক আছে।

চানা : বাইজী মোৰ, তোমাৰ নহয়।

ফিৰোজ : চৈয়দ চানা।

চানা : ফিৰোজ খাঁ।

(দুয়ো দবৰা-দবৰি কৰি অচেতন হৈ পৰি

যায়। বাহিৰত অসমীয়া সেনাৰ কোলাহল, জয়ধ্বনি আৰু হিলৈ কামানৰ শব্দ শুনা যায়। মোগল সেনা এটা উধাতু খাই আহে)।

মোগল সেনা : জাহাপনা। জাহাপনা।
(দুযো আগৰ দৰেই পৰি থাকে)
জাহাপনা, অসমীয়া সেনাই আমাৰ কিল্লা আক্ৰমণ কৰিছে।
(ফিৰোজ খাঁ টোপনিৰ পৰা একেচাবে উঠে)

ফিৰোজ খাঁ : চৈযদ চানা। অসমীয়া সেনাই আমাৰ কিল্লা আক্ৰমণ কৰিছে।
(আকৌ জয়ধ্বনি আৰু কামানৰ শব্দ হয়। ফিৰোজে চৈযদ চানাক তুলি লৈ জোকাৰি)
চৈযদ চানা। চিপাহচালাৰ।
(চিপাহচালাৰ বুলি মতাৰ লগে লগে চানাৰ চেতন আহে)
অসমীয়া সৈন্যই আমাৰ দুৰ্গ আক্ৰমণ কৰিছে।

চানা : কি? আক্ৰমণ কৰিছে।
(চানা আৰু সৈন্যৰ বেগেৰে প্ৰস্থান। বাহিৰত অসমীয়া সেনাৰ জয়ধ্বনি)

ফিৰোজ : সেয়া অসমীয়া সেনাৰ জিন্দাবাদ। দুষ্মন আহি নিচেই ওচৰ পালেহি। চৈযদ চানা, হুচিয়াৰ। কামান ডাগা।
(ফিৰোজ যাব খোজোতেই চানাৰ প্ৰবেশ)

চানা : চব বৰ্বাদ হৈছে ফিৰোজ খাঁ। আমাৰ বন্দুক কামানৰ নলীৰ ভিতৰত দুষ্মনে পানী ভৰাই থৈছে।

ফিৰোজ : পানী। বন্দুক কামানৰ ভিতৰত পানী। ভয় নাই চৈযদ চানা, মোগলৰ হাতত এতিয়াও তলোৱাৰ আছে।
(এই বুলি খাপৰ পৰা তৰোৱাল উলিয়াই যাব ওলাইছে, এনেতে লাচিত বৰফুকন, দিহিঙীয়া ফুকন, মিৰি সন্দিকৈ ফুকন আৰু কিছুমান অসমীয়া ৰণুৱাই আহি দুয়োকো ঘেৰি পেলালে)

চানা : এয়ে নেকি অসমীয়াৰ লড়াইৰ কানুন লাচিত বৰফুকন!

লাচিত : স্বৰ্গদেউ চক্ৰধ্বজ সিংহই সেই কথাৰ বিচাৰ কৰিব।

ফিৰোজ : মোগল বাদচাব ওম্ৰাই অসম ৰজাৰ ওচৰত শিৰ ঝুকাব নিবিচাৰে লাচিত বৰফুকন।

লাচিত : তোমাৰ দৰে এটা সামান্য ভৃত্যই স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ সাক্ষাৎ নোপোৱা ফিৰোজ খান।

চানা : ইয়াৰ নতিজা তুৰন্তে পাবা লাচিত বৰফুকন।

লাচিত : জনা আছে চৈযদ চানা। অসমীয়াৰ এয়ে শেষ যুঁজ নহয়। তাৰ বাবে লাচিত বৰফুকনো সাজু থাকিব। দিহিঙীয়া ফুকন, মিৰি সন্দিকৈ ফুকন- এওঁলোক দুযোকো ততালিকে গড়গাঁৱলৈ পঠিয়াই দিয়া।
(আদেশ দি লাচিত কোবেৰে ওলাই যায়। লগে লগে পট পৰে)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### বিশ্বনাথত স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ ছাউনি

(ৰাজমাও দেউতা, নিতাই আৰু সোণপাহীৰ প্ৰৱেশ)

ৰাজমাও : এইখন ঠাইক কি বোলে অ' নিতাই?

নিতাই : আমি এতিয়া দৰং জিলাৰ এলেকাত সোমাইছো ৰাজমাও দেউতা। এইডোখৰ ঠাইক বিশ্বনাথ বোলে। সেই নৈ খনিয়ে হৈছে আমাৰ বৰহমপুতৰ। কিবা বোলেনে পৰশুৰামে

ৰাজমাও : হুইছে হুইছে। তোক কথা এষাৰ সুধিলে বাৰে কুৰি বকিবলৈ ধৰ।

নিতাই : আৰু সৌ যে ওখ টিলাটি দেখিছে, সেইটো কেমাইখা পেহাৰ। আই ভগৱতীৰ পীঠ।

ৰাজমাও : হেৰ' তইনো ইয়াৰ পৰাই কেমাইখা পেহাৰ মনিলিনে অ'।

নিতাই : বন্দীয়ে মিছা নেমাতো নহয় ৰাজমাও দেউতা। ধলপুৱাতে উঠি টেকেলিয়ে টেকেলিয়ে চকুত পানী মাৰো নহয়।

ৰাজমাও : তোৰ বকলাখন এৰ। বাৰু নিতাই—

নিতাই : আইগা হওক ৰাজমাও দেউতা।

ৰাজমাও : মোক কোনোবাই বিচাৰিলে নাম ল'বলৈ গৈছো বুলি কবি বুইছ।

নিতাই : হুইছে ৰাজমাও দেউতা।

ৰাজমাও : সোণপাহী! ভাল চাই তামোল কেইখনমান থুৰিয়াই লৈ আহ।
(ৰাজমাওৰ প্ৰস্থান। নিতায়ে সোণপাহীলৈ কেৰাহিকৈ চাই জিভাখন কামুৰি ধৰে)।

সোণপাহী : হোৱাই নোহোৱাই মোৰ সতে চুপতিখন

মাৰি নাথাকিবি দেই? কোনোবা দিনা অঘটন ঘটিব একা।

নিতাই : বোলো মোৰে সতে পীৰিতিৰ কৰাল এৰাল নেকি?

সোণ : আই ছিকৌ, এইটো কি নিলাজ ঔ।

নিতাই : তইনো এনেকুৱাখন কৰ কেলেই হোঁ? মোৰ কোন আছে? তোৰ মন যোগাবলৈকে এই বাৰ ৰণলৈযো যাবলৈ ওলাই ছো। আৰুনো কিমান কৰিম। নৰ মনিষৰহে দেহা তেওঁ।

সোণ : মানুহে কথা ক'ব জানিলে এনেকৈ খেওখাই শুৱলা হৈযেই ওলায।

নিতাই : মইনো ক'ত বৰমেল কৰি ঘূৰি ফুৰি মহলা মাৰি কথা ক'বলৈ শিকিলো অ'?

সোণ : তেলে-পানীযে মিল নাখায বুইছা। আমুকীৰ দৰে এজনী আকৰীৰ সতে তোমাৰ লেখীয়া বৰ মেলেকীৰ যোৰ হ'ব নোৱাৰে।

নিতাই : ওঁ— তই হলি হ'বলা আকৰী। নিতাই বৰ হেন মানুহটো যাৰ চকুৰ পাক, বাহুৰ মেৰত, মৰমৰ চাকত পৰি তিনি টেলেঙনি খাই ঘৰমুটিযাই ফুৰিব লাগিছে, সেইজনী হেনো হ'ল আকৰী। বোলো তযেই যদি হ'লি আকৰী— তেনে সতৰী হ'ল কোনজনী অ'।

সোণপাহী : চোৰক মেলে নুশুৱাই পাই।

(সোণপাহীৰ প্ৰস্থান)

নিতাই : কেহানিবাৰপৰাই মোৰ মন টেঙাইছে। যেনে তেনে কোনোবা ডেকা এইৰ পিচ লাগিছে। তাইৰ কথা কোৱা চেওটোৰেই সলনি হৈ গৈছে নহয়। বাৰু ভৈয়াই, কোমাল তামোল দেখি বুঢ়া তামোলটোক এলাগি কৰিলি। মযো নেৰিছো। মাছ ধৰিব নোৱাৰিলেও পানী ঘোলা কৰিহে এৰিম।

(নিতাইৰ প্ৰস্থান)

(বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ প্ৰৱেশ)

বৰগোহাঁই : বৰপাত্ৰ গোহাঁই ডাঙৰীয়া। এইবাৰলৈ আমাৰ জয় হ'লেও মই হ'লে মোগলক জোকাই লোৱা কথাটো ভাল পোৱা নাই।

বৰপাত্ৰ : এৰা, মোৰো সেই একে কথাই। পেটত যিয়েই নাথাকক, মুখেৰে সিহঁতৰ লগত মিতিৰালি ভাব ৰাখিব লাগিছিল।

বৰ : পাটচাৰ ধনবেই অভাব নে জনবেই অভাব!

বৰপাত্ৰ : এৰা, নহয়নো কি? যি জনৰ ওচৰত ৰাজপুত মাৰাঠাৰ লেখীয়া একোটা ডাঙৰ ডাঙৰ শক্তিযেও মুৰ দোৱাব লগীয়াত পৰিছে, তেওঁৰ মানত আমি কোন কুটা?

বৰ : ভাল পৰামৰ্শ যদি এটা স্বৰ্গদেউত দিওঁ— ওলোটাই তেহেঁহে আমাক বাৰে কুৰি টান কথা শুনায়।

বৰপাত্ৰ : স্বৰ্গদেউৰ কথাকে নকওঁ— বুঢ়াগোহাঁই ডাঙৰীযাযো আমাৰ কথাত হুযভৰ নিদিয়ে।

বৰ : আজি অত বছৰে বহুজনা স্বৰ্গদেউক পালো, কিন্তু এওঁৰ লেখীয়া ডাক্ষোপ মৰা মইমতীয়া ৰজা এজনাও নাছিল।

বৰপাত্ৰ : আঙুলিৰ মূৰত লেখিব পৰা গুৱাহাটীৰ এমুঠি মোগলক খেদাই স্বৰ্গদেৱে গোটেইখন মোগল ৰাজ্যকে জয় কৰা বুলি ভাবিছে। সিফালে আমাৰ বুঢ়াগোহাঁইৰ গাত ততেই নাই যেনিবা গোটেই ভাৰতখনেই তেওঁৰ অধীন হ'ল।

বৰ : এওঁলোকৰ মইমতালিৰ দোষতেই ৰাজ্যখন যায যেন হে পাইছো।

বৰপাত্ৰ : মোমাই তামুলী বৰবৰুৱাৰ লেখীয়া এজন বিচক্ষণ দূৰদৰ্শী লোকে পাৰোতেনো মোগলৰ সতে এনেয়ে চুক্তি কৰিছিলনে?

বৰ : আমি হ'লে স্বৰ্গদেউক এতিয়াও পাটচাৰ সতে চুক্তি কৰিবলৈকে কওঁ- কি বোলে?

বৰপাত্ৰ : আমাৰ কথাত আকৌ লোকে কাণ দিলেহে!

বৰ : নিদিযে তাৰ পচতিটো পাব নহয়। আমাৰ কাম ফেৰা আমি কৰি যাম।

বৰপাত্ৰ : এটা কথা বৰগোহাঁই ডাঙৰীয়া। এবাৰ ৰাজমাও দেউতাৰ হতুৱাই স্বৰ্গদেউৰ কাণ চোবালে কেনে হয়?

বৰ : এৰা— বৰ বেয়া নহ'ব হ'বলা।

বৰপাত্ৰ : আহকচোন, ৰাজমাও দেউতাৰ ওচৰ চাপোগৈ।

বৰ : বলক।

(বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ প্ৰস্থান। আন ফালৰ পৰা লাচিত আৰু বুঢ়াগোহাঁইৰ প্ৰৱেশ)

আতন : বৰফুকন ডাঙৰীয়া! এইবাৰৰ যুঁজত আমাৰ ক্ষতিৰ পৰিমাণ কিমান হ'ব বুলি ভাবে?

লাচিত : আমাৰ বিশেষ ক্ষতি একো হোৱা নাই। মোগলৰ কিন্তু বিস্তৰ হানি হৈছে। সিহঁতৰ

ভালেখিনি হিলৈ, খাৰ-বাৰুদ আৰু আন আন যুঁজৰ সঁজুলি আমাৰ হাতলৈ আহিছে। অলেখ যুঁজাৰু যুঁজত নিহত হৈছে। ফৌজদাৰ ফিৰোজ খান আৰু চৈযদ চানা আমাৰ হাতত বন্দী হৈছে।

(সন্দিকৈ ফুকন, ফিৰোজ, চৈযদ চানা আৰু দুটা চিপাহীৰ প্ৰৱেশ)।

ফৌজদাৰ ফিৰোজ খান! ৰাজমন্ত্ৰী ডাঙৰীয়াৰ আগত আঠু লৈ সেৱা জনাব লাগে।

ফিৰোজ : আমাৰ দেশত আঠু লোৱা দস্তুৰ নাই বৰফুকন!

লাচিত : এইখন অসম দেশ! পাটচাৰ মূলুক নহয়।

চানা : আমি বাদচাৰ একোজন ওমৰাহ, কোনো সৰু মানুহ নহওঁ। আমি আমাৰ দেশৰ দস্তুৰ মানি চলিম।

লাচিত : অসম দেশত আছা যেচিয়া আমাৰ দেশ-দস্তুৰ মানি চলিব লাগিব।

ফিৰোজ : মোগলৰ ওমৰাই বাদচাৰ বাহিৰে কাৰো কথা মানি নচলে।

আতন : মনে মনে থাকা। বৰ গপগপাই কথাবোৰ কৈছা দেখোন? তোমাৰ পাটচাৰ মুলুকৰ মৰুৱা বিদ্যা ইয়াত জাহিৰ কৰিবৰ কোনো আৱশ্যক নকৰে। কাৰ আগত এনেকৈ কথা কৈছা জানিছানে?

ফিৰোজ : জানো— আমি এনে মানুহৰ আগত কথা কৈছো যি দেশৰ মানুহে জবানৰ কোনো ঠিক নাৰাখে।

চানা : অসম ৰজাই বেইমানি কৰি ঘিলাধাৰী ঘাটৰ চুক্তি বাতিল কৰিছে।

লাচিত : দাম্ভিক মোগল পাটচাৰ মইমতালিয়ে অসম ৰজাক তেনে পন্থা ল'বলৈ বাধ্য কৰাইছে।

ফিৰোজ : এই কথা বাদচাৰ কাণত পৰিলে তাৰ নতিজা কি হ'ব পাৰে ভাবি চাইছানে?

লাচিত : অসম ৰজালৈ পঠিওৱা পাগীয়া তোমাৰ পাটচাৰক পিন্ধাই বান্দৰ নচুৱাদি নচুৱাম।

চানা : খবৰদাৰ লাচিত বৰফুকন! আমাৰ আগত বাদচাক লৈ কোনো তামাচা নকৰিবা।

লাচিত : আৰু অসম ৰজা হ'বলা তোমালোকৰ খেল কৰা মাটিৰ পুতলা!

ফিৰোজ : দিল্লীৰ বাদচাহ আৰু অসম ৰজাৰ ভিতৰত আসমান জমিন তফাত।

চানা : দিল্লীৰ বাদচাহ সাৰা হিন্দুস্থানৰ শ্বাহানশ্যাহ আৰু অসম ৰজা হৈছে তেওঁৰ এটা মামুলি কৰতলীয়া ৰজা।

লাচিত : চৈয়দ চানা!

আতন : বৰফুকন ডাঙৰীয়া! এই মহামেলচহঁতক স্বৰ্গদেউ অহাৰ আগতেই ইয়াৰ পৰা নিলগ কৰক।

লাচিত : সন্দিকৈ ফুকন! ইহঁতক ৰখাৰ এনে ব্যৱস্থা কৰা যে বেলিৰ পোহৰো সোমাব নোৱাৰে-বতাহ খাই জীযাই থাকিবলৈকো ক'তো এটিও ছিদ্ৰ নাথাকে। যোৱা—

(ফিৰোজ, চৈযদ চানাক লৈ চিপাহী আৰু সন্দিকৈ ফুকনৰ প্ৰস্থান। আন পিনৰ পৰা ৰজাৰ প্ৰৱেশ। লাচিত, বুঢ়াগোহাঁই দুযো ৰজাৰ আগত আঠু লয়। ৰজাই লাচিতক আঁকোৱালি ধৰে)।

চক্ৰ : লাচিত! ৰজা হৈ মূৰ দোৱাই থাকিবলগীযাত পৰিছিলো, তোমাৰ যহতে আজি মূৰ তুলি কথা ক'ব পৰা হ'লো, হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ কৰিলো। অসমৰ ৰাজপাটত উঠিছিলো, কিন্তু মনত অকণো শান্তি-পেটত এধানিও ভোক নাছিল। আজি মই মনত শান্তি পাইছো, পেটত ভোক অনুভৱ কৰিছো। আজিহে এগৰাহ মনৰ হেপাহ পলুৱাই খাব পাৰিম।

লাচিত : অধীনে স্বৰ্গদেউৰ আদেশ মাথো পালন কৰিছো।

আতন : যুঁজৰ আৰম্ভণিহে হৈছে মাথোঁ স্বৰ্গদেউ। এতিয়া আমি হাত সাবটি বহি থাকিলে নচলিব। আহোম ৰজাৰ হাতত এই পৰাজয়ে দাম্ভিক পাটচাৰক বলিয়া কৰি তুলিব। নিজৰ গৌৰৱ ৰক্ষা কৰিবৰ কাৰণে পাটচাৰ সকলো শক্তি অসমীযাৰ ওপৰত প্ৰযোগ কৰিব।

চক্ৰ : একুৰি বছৰ বয়সৰ পৰা দুকুৰি বছৰ বয়সলৈকে বামুণ আৰু মহন্তৰ বাহিৰে য'ত পুৰুষ মানুহ আছে সেই সকলোবোৰেৰে লেখ লৈ তাৰে ভিতৰত সুস্থ আৰু বলী চাই চাই সেইবোৰক হিলৈ, কাঁড়, যাঠি, দা আদিৰে ভালকৈ যুঁজ কৰিবলৈ শিকাব লাগিব- যাতে আৱশ্যক হ'লেই আমি জাকে জাকে ৰণুৱা পঠাব পাৰো। খেলে খেলে

কমাৰক টানি আজ্ঞা শুনাই দিয়া হওক যে সম্প্ৰতি সিহঁতে হিলৈ বৰটোপ আদি যুঁজৰ অস্ত্ৰ গঢ়াৰ বাহিৰে যেন আন একো কাম নকৰে। কাডীবোৰৰ ল'ৰা-তিৰোতাবোৰেও যেন দিনে-ৰাতিয়ে ধেনু-কাঁড চোঁচে।

আতন : স্বৰ্গদেউৰ আদেশ মতে সকলো কৰা হ'ব।

চক্ৰ : ঢোল পিটি ৰাইজক শুনাই দিয়া হওঁক, কামৰূপ পুনৰ আমাৰ উদ্ধাৰ কৰা হৈছে। সেইবাবে সকলোৱে যেন আনন্দ-উৎসৱ কৰে। এই মাহৰ ভিতৰতে ৰিখোৱন মহোৎসৱ পাতিবলৈ দেওধাই, মোহ আৰু বাইচুংসকলক আজ্ঞা দিয়া হওক।

আতন : স্বৰ্গদেউৰ আদেশ এতিয়াই ৰাইজক জনোৱা হ'ব।

চক্ৰ : লাচিত! কামৰূপ শাসনৰ ভাৰ তোমাৰ হাতত গতালো। এই অঞ্চলৰ শাসনৰ সু-বন্দবস্তৰ দিহা কৰিবা। আৰু ভৱিষ্যতে মোগলক ভেটা দিবলৈ কোনখিনি ঠাইত কোঁঠ বন্ধৱালে সুবিধা হ'ব ভাবি চাইছানে?

লাচিত : ভাবিছো স্বৰ্গদেউ। সকলো ঠাই পৰীক্ষা কৰি চাই, মোগলক বাট ভেটিবলৈ গুৱাহাটীৰ দৰে আৰু সুবিধা ঠাই নাপালো।

আতন : কিয়, চামধৰত কোঁঠ বন্ধৱালে কেনে হ'ব?

লাচিত : পোনতে চামধৰাৰ কথা ময়ো ভাবিছিলো, কিন্তু পিচত দিহিঙীয়া ফুকন আৰু মিৰি সন্দিকৈ ফুকনৰ সৈতে পৰামৰ্শ কৰি গুৱাহাটীয়েই আমাৰ সকলো পিনৰ পৰা সুবিধাজনক ঠাই হ'ব বুলি মনতে ঠিৰাং কৰিলো। কিয়নো গুৱাহাটীৰ পৰা আমাৰ ৰণুৱাবোৰে বহাত থাকি যুঁজ কৰা যেন পাব।

আতন : স্বৰ্গদেউ! বৰফুকন ডাঙৰীয়াৰ কথা মতেই সকলো কাম হোৱাটো বাঞ্ছনীয়।

চক্ৰ : লাচিত, তোমাৰ হাতত মই সম্পূৰ্ণ ক্ষমতা দিলো। তুমি যি ভাল দেখা সেই মতেই সকলো কাম কৰা। কোনো ডা-ডাঙৰীয়াই তোমাৰ কামত হকাবধা কৰিব নোৱাৰিব।

আতন : আমাৰ ৰণুৱাবোৰক সমানে দুভাগ কৰি লুইতৰ উত্তৰফালে শৰাইঘাটৰ পৰা কুৰুৱা পাহাৰলৈকে আৰু দক্ষিণ পাৰে ইটাখুলিৰ পৰা অসুৰৰ আলিলৈকে সুবিধা বুজি একো একাজন নিপুণ বৰুৱা, ফুকনৰ ওপৰত যদি ভাৰ দিয়া হয়, তেনেহ'লে বোধকৰো সুবিধা হ'ব।

লাচিত : লুইতৰ উত্তৰ ফালে যি গড় আছিল তাক ভালকৈ মেৰামত কৰি দৃঢ় কৰা হৈছে। গড়ৰ ঠায়ে ঠায়ে সেনাপতি বিলাকৰ কোঁঠ বন্ধৱা হৈছে। আৰু ৰীতি মতে যুঁজাৰু আদি দি প্ৰতি বাৰবেওঁৰে বাৰসেওঁৰে একোটা বৰহিলৈ বন্ধৱা হৈছে। কামায়ণ, টোৱা, জুমুৰ, গঠিয়া-জুমুৰ, কেচাই, পাহলণ্ডি, পাথৰ কলাই য'ত যি লাগে দি ৰণুৱাবিলাকক সাজু কৰি থোৱা হৈছে। লুইতৰ পানীত যুঁজিবলৈকো যথেষ্ট পৰিমাণে নাও আৰু যুঁজাৰু ৰখা হৈছে।

চক্ৰ : ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা ৰণুৱাবিলাকৰ ভাৰ আপুনি ল'ব লাগিব বুঢ়াগোঁহাই ডাঙৰীয়া। আৰু দক্ষিণে বৰফুকন নিজেই থাকিব।

লাচিত : অতি উত্তম যুক্তি হৈছে স্বৰ্গদেউ। উত্তৰে লঠিযাত কোঁঠ মাৰি ৰাজমন্ত্ৰী ডাঙৰীয়াই মোগলক ভেটিব আৰু দক্ষিণে ইটাখুলিৰ পৰা মই সিহঁতৰ ওপৰত আক্ৰমণ চলাম। সিহঁতে কেনিও বাট নোপোৱা হ'ব। মাজতে ব্ৰহ্মপুত্ৰ নৈ থাকিব। যদি নাৱেৰে উজাবলৈ চেষ্টা কৰে তেনেহ'লে নৌ-যুঁজত পাৰ্গত অসমীয়া ৰণুৱাৰ হাতত সিহঁতৰ কেঁৰে প্ৰাণ লৈ পলাব নোৱাৰিব।

চক্ৰ : সেয়ে হওক লাচিত। ভগৱতীয়ে তোমাক জয়যুক্ত কৰক। মোৰ আৰু কোনো চিন্তা নাই, কোনো ভয় নাই। জয় আমাৰ হ'বই। এফালে থাকিলে অচল অটল, বুধিৰ সাগৰ আতন বুঢ়াগোহাঁই আৰু আনফালে প্ৰতিহিংসাৰ জিভা মেলি বাঘৰ পোৱালি, বঙালৰ বৈৰী লাচিত বৰফুকন। তোমালোকৰ বাউসি তলত আগুৱাই যক হেজাৰে হেজাৰে সুস্থ সবল অসমীয়া ডেকা— মৰণকো তুচ্ছ কৰি, বানপানীৰ ধলৰ দৰে হিল-দল ভাঙি, বিদেশী বঙালৰ ওপৰত জাকে জাকে জঁপিয়াই পৰি শত্ৰুক মহতিয়াই পেলাওক— দেশ মোৰ স্বাধীন হওক-নদন বদন সোণৰ অসমে পুনৰ ঠন ধৰি উঠক।

(ৰাজমাওৰ প্ৰবেশ। লাচিতে আঠু লয়)।

ৰাজমাও : গোঁসানীয়ে চুলিৰ আগৰ সমান পৰমায়ু

দিযক। ব'লা বোপাদেউ, তিনিও একেলগে ৰং মনে সাজ খাবা।

(সকলোৰে প্ৰস্থান)

(সোণপাহীযে বিহু গাই গাই আহে। গীত শেষ হোৱাৰ লগে লগে নিতাইৰ প্ৰৱেশ)

নিতাই : ই— আমাৰ সোণপাহী ৰচকীৰ গাত বিহু লাগিলেই। বোলে হে ৰাংচালি, বিহু অথোন গাবৰ নৌ।

সোণ : কেলেই বা নাগাম? স্বৰ্গদেউ ঈশ্বৰৰ আদেশ। যুঁজত আমাৰ জয় হৈছে।

নিতাই : এ— জুই এতিয়া বাৰুকৈযে লাগিব।

সোণ : তোমাৰ কথাত কেনা লাগিছে।

নিতাই : জানো। তই বা কোনপিনে পোনাইছ। কথাতে কয় বোলে— পানীৰ চৰখৰীযা বুজিব পাৰি, মাতৰ চৰখৰীয়া বুজিব নোৱাৰি। এৰা—

সোণ : জুযো লাগিল, সিফালে মেজিও পুৰি আঙঠা হ'ল।

নিতাই : হেৰ মেজিৰ জুই নহয, তুঁহ জুই। উমাই উমাই লাগিব বুইছ। আঙঠা নেদেখ। ধোঁৱা— চাৰিওপিনে মাথোঁ ধোঁৱাহে দেখিবি।

সোণ : হোৱাই নোহোৱাই এইখন কি লপলপাব ধৰিছা?

নিতাই : কি। তোৰ ইমানটো কেৰামতালি। মোক ছাগলী পাতিলি।

সোণ : মোকনো সিদিনাখন কিয লপলপাই থকা বুলি কৈছিলা?

নিতাই : অ' — তই হ'বলা তাৰে হোৰ তুলিলি।

সোণ : ওঁ— হোৰ তুলিলো।

নিতাই : পিছে বুইছ, তই বুলিহে আজি অমুকাৰ হাতৰ পৰা সাৰি গলি। আন এজনে এনে বাইক মুখত অনা হ'লে, এ— তেহেলৈ গোঁসাযে হওক, চাৰি মহন্তই হওক, ধপাধপ বাঘ ঢকা এৰি পঠিযালোহেঁতেন— যেনিবা পিঠিত ঔ হে পৰিছে।

সোণ : ৰাম ৰাম! গুৰু-গোঁসাইৰ নামে এনে বাইক মুখত আনিব নেপায। পাপে ছুব।

নিতাই : হয়নে?

সোণ : নহযনো কি?

নিতাই : এৰা, কথাযাৰ মিছা নহয়। কটা চৰখোৱা জীৱ নহয, মুখৰ একো লাগবান্ধ নাই। পিছে এটা কথা সোণপাহী—

সোণ : জানো কাৰ বুঢ়ী গাইজনী খালত পৰিল।

নিতাই : তোৰ এই ঠেট্ৰা বিদ্ৰূপখন এৰচোন। তলে তলে কথা গৈ কোনোবাখিনি পাইছেগৈ।

সোণ : লুইতৰ বুকুত জাহ গ'ল নেকি?

নিতাই : আমাৰ স্বৰ্গদেউ ঈশ্বৰ, বুঢ়াগোহাঁই দেউতা আৰু বৰফুকন দেউতাই গুপতে মেল কৰি থকা মই শুনি আছিলো— বুইছ।

সোণ : হৰি হৰি। বুঢ়া মানুহটো হৈ ইমান মিছা মাতিছে। তুমিনো বাৰু স্বৰ্গদেউ ঈশ্বৰসকলৰ গুপুত মেল শুনিবা কেনেকৈ? তোমাৰ কি সাইধ আছে? দেশখন দেখিছো তললৈ গ'ল। ধৰ্মৰ মাত তেনেই তল পৰিল।

নিতাই : তোৰ মুৰটোকে খাওঁ সোণপাহী। মই নিজ কানে শুনিছো। বঙালৰ সৈতে আকৌ এখন যুঁজ লাগিব।

সোণ : ভালেই হ'ল। বঙালৰ ডিঙি কাটিবলৈ হেংদান এতিযাৰে পৰা ধৰাই ৰাখা।

নিতাই : ধৰাই ৰখাৰ কথা কৈছহে নে? কিবা বোলে নে আমাৰ গীতা ভাগৱতত তেৰাসকলে লিখি গৈছে নহয—

কই বোলে কলিযুগে কল্‌কি অৱতাৰ।
কাটি মাৰি মেলেচক কৰহ বুন্দামাৰ।।

বঙালক এইবাৰ গুৱাহাটীৰ গড়ালত সুমুৱাই ল'ব পাৰিলে পলৰ মাছ পচাৰে খুচি মৰাদি সোপাকে একেলগে সাঙুৰি এফালৰ পৰা দাই যাম বাপেকে।

(আগে আগে সোণপাহী লৰি যায, পিছে পিছে নিতাই)

—বঙালক মাৰি খান্তাং কৰি পেলাম বাপেকে।

: পট :

## দ্বিতীয় দৃশ্য

**: ৰঙামাটিৰ কোঠ :**

(জযানন্দ আৰু মদনাৱতীৰ প্ৰৱেশ)

জয়া : এই ঠাইডোখৰকে ৰঙামাটি বোলে। সেই যে পতাকা দুখন উৰি থকা দেখিছা- সেইযা হৈছে ৰামসিংহ আৰু ৰছিদখাঁৰ তামিঘৰা।

মদনা : অম্বৰৰ ৰজা ৰামসিংহ?

জয়া : ৰামসিংহৰ নাম শুনি ভয় খাইছা?

মদনা : ৰামসিংহৰ বীৰত্বৰ কথা কোনে নাজানে?

জয়া : লাচিত বৰফুকনকো তুমি নিজ চকুৰে দেখিছা। তুমি আজি ৰামসিংহৰ সতে দেখা কৰিব লাগিব।

(মদনাৰতী নিমাত)

মদনা : একো ফল নহ'ব।

জয়া : তোমাক লৈ দেখিছো এইবাৰ কোনো কাম নহ'ব।

মদনা : ৰাজপুতে কেতিয়াও বিশ্বাসঘাতকতা নকৰে।

জয়া : তাৰ উপায় বিচাৰি উলিয়াব লাগিব।

মদনা : ৰামসিংহই কোনো তিৰোতাকে বিশ্বাস নকৰে।

জয়া : তেওঁৰ গীত-নাচত ৰাপ আছেনে নাই?

মদনা : ৰণক্ষেত্ৰত যুঁজৰ বাহিৰে তেওঁ কোনো কথাই চিন্তা নকৰে।

(জয়ানন্দই চিন্তা কৰি)

জয়া : বাৰু মদনাৰতী, তুমি এটা কাম কৰা। তুমি তোমাৰ বংশৰ চিনাকি দি ৰামসিংহক লাহে লাহে মোগলৰ বিপক্ষে বিদ্ৰোহী কৰি তুলিবলৈ চেষ্টা কৰা আৰু মই ৰচিদ খাঁক আন উপায়ে ৰামসিংহৰ লগত কাজিয়া লগাবলৈ চেলু বিচাৰো।

মদনা : জানিব পাৰিলে কিন্তু আমাৰ মূৰ নাথাকে।

জয়া : মৰণলৈ ভয় কৰি পিছুৱাই থাকিলে উদ্দেশ্য সিদ্ধি নহয় মদনাৰতী।

(দুয়োৰে প্ৰস্থান)

(ৰামসিংহ আৰু মীৰ নবাবৰ প্ৰৱেশ)

ৰামসিংহ : নবাব মিৰজুমলাৰ দৰে ময়ো বিনা যুদ্ধে অসম দেশ জয় কৰিলো। অসমীয়া জাতি এনে ভীৰু, কাপুৰুষ বুলি মই কেতিয়াও ভবা নাছিলো।

মীৰ নবাব : মোগলৰ শক্তিৰ কথা অসম ৰজাই কল্পনাও কৰিব নোৱাৰিছিল।

ৰামসিংহ : সুদূৰ হিন্দুস্থানৰপৰা আহি এটা বন্দুক কামানৰো শব্দ শুনিবলৈ নাপালো।

মীৰ নবাব : সঁচাকৈয়ে বৰ আপচোচৰ কথা।

ৰামসিংহ : অসম দেশৰ বীৰত্বৰ কথা দিল্লীত বহুত শুনিবলৈ পাইছিলো। অসমীয়া সেনাপতিৰ লগত ৰামসিংহৰ শক্তি পৰীক্ষা কৰিবলৈ বৰ হেঁপাহ কৰিছিলো; কিন্তু অসমলৈ আহি যি দেখিলো সকলো মিছা। যি শুনিছিলো সকলোবোৰ সাধু কথা মাথোঁ।

মীৰ নবাব : শুনিছো অসম দেশৰ মানুহে বহুত যাদু জানে। যাদু কৰি সিহঁতে মানুহক ভেৰা বনাই দিয়ে।

ৰামসিংহ : ভেৰা বনাব ৰামসিংহক-- হাঃ হাঃ হাঃ। ৰামসিংহক দেখি অসমীয়াই যাদু পাহৰি পেলালে। ৰাজপুত বীৰ ৰামসিংহৰ ভয়ত অসমীয়া ৰজা-প্ৰজা সকলো ভেৰা হৈ পলাবলৈ ধৰিলে।

মীৰ নবাব : দুষ্মনক বিশ্বাস কৰা টাম অম্বৰাধিপতি। সিহঁতৰ হয়তো কিবা মতলব আছে।

ৰামসিংহ : মতলব আৰু কি থাকিব পাৰে মীৰ নবাব। আমি আহি একেবাৰে ব্ৰহ্মপুত্ৰৰ ওচৰ পালোহি। আমাৰ বাট তেনেই মুকলি হৈ পৰিল।

মীৰ নবাব : যুদ্ধ কৰা নহ'ল যেতিয়া বাঘ-ভালুককে চিকাৰ কৰা যাব।

ৰামসিংহ : ঠিক কৈছা। অসমত বীৰৰ অভাৱ হ'লেও বনৰীয়া জন্তুৰ অভাৱ নাই। কিছুমান বাঘ-ভালুকক বধ কৰি বাদচাৰ অলপ খাৰ-বাৰুদ নষ্ট কৰিব লাগিব। বাৰু মীৰ নবাব, তুমি যোৱা, আমাৰ সৈন্যবোৰে থকা-মেলাৰ ব্যৱস্থা কৰাগৈ।

(মীৰ নবাবৰ প্ৰস্থান। পণ্ডিতৰাওৰ প্ৰৱেশ)

ৰাম : পণ্ডিতৰাও।

পণ্ডিতৰাও : আদেশ কৰক অম্বৰাপতি।

ৰাম : তুমি অসমীয়া সেনাপতি লাচিত বৰফুকনৰ ওচৰলৈ যোৱা। তেওঁক কৰা— অতি শীঘ্ৰে যেন তেওঁলোকে গুৱাহাটী মোৰ হাতত সমৰ্পণ কৰে। ইয়াৰ পূৰ্বে আলিয়াৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল, সেই সন্ধিমতে অসুৰৰ আলি আৰু বৰনদীকে অসম ৰাজ্য আৰু মুছলমান ৰাজ্যৰ সীমা বন্ধা হৈছিল। সেই সন্ধিমতে গুৱাহাটী আমাৰ বাদচাৰ অধীনত, আৰু ক'বা— মোগল বাদচাৰ সেনাপতিয়ে দিল্লীৰ পৰা ইমান দূৰলৈ যুদ্ধ কৰিবলৈ আহি এনেয়ে উভতি যাবলগীয়া হোৱাত মনত বৰ বেজাৰ পাইছে। বেছি নহ'লেও অন্ততঃ দুই ঘড়ী মানৰ কাৰণেও হাতে— অসমীয়া সেনাপতিয়ে যুদ্ধ কৰে। যদি তেওঁলোকৰ

বন্দুক, কামান, তীৰ-ধনু আদিৰ অভাৱ হৈছে, তেনেহ'লে বাদচাৰ ওচৰত ভিক্ষা কৰিলে বাদচাহে নিশ্চয় তেওঁলোকক যুদ্ধৰ সঁজুলি পাতি দি সহায় কৰিব। আৰু এইটোও বুজাই দিবা যে— অসমীয়া জাতি হিন্দুস্থানৰ একোণে চুক এটাৰ গাতত সোমাই আছে। সেই কাৰণে তেওঁলোকে বাদচাৰ শৌর্য-বীর্য ক্ষমতাৰ একো ভুকে নাপায়। বাদচাহে মোক অসমীয়া জাতিক গাঁতৰ পৰা উলিয়াই সভ্যতাৰ অলপ পোহৰ দেখুৱাবলৈ পঠিয়াই দিছে।

পণ্ডিত : অম্বৰৰাজৰ আদেশ শিৰোধার্য।

(প্ৰস্থান- আন পিনৰ পৰা মদনাৱতীৰ প্ৰৱেশ)

মদনা : অম্বৰাধিপতিয়ে দাসীৰ সেৱা গ্ৰহণ কৰিব।

ৰাম : কোন তুমি?

মদনা : মোৰ নাম মদনাৱতী, ৰাজপুতৰ জীযাৰী।

ৰাম : ৰাজপুত জীযাৰী?

মদনা : হয অম্বৰাধিপতি।

ৰাম : ৰাজপুত জীযাৰী হৈ অসম দেশ পালাহি কেনেকৈ?

মদনা : অম্বৰাধিপতিয়ে যেনেকৈ অসম দেশ ওলাইছেহি।

(ৰামসিংহই মদনাৱতীলৈ সন্দেহৰ চকুৰে চায়)

কি ভাবিছে অম্বৰাধিপতি?

ৰাম : অসমীযাৰ ৰণ-কৌশলৰ কথা।

মদনা : অসমীয়াৰ ৰণ-কৌশল?

ৰাম : এৰা। অসমীয়া তিৰোতাইযো যে শত্ৰুৰ শিবিৰত ভেশচন কৰি ঘুৰি ফুৰে সেই কথা মই আগেয়েই শুনিছিলো।

মদনা : অম্বৰাধিপতিয়ে ভুল শুনিছিল।

ৰাম : অৱশ্যে ভুল হ'ব পাৰে, কিন্তু-তুমি মদনাৱতী নাম লৈ যেনেকৈ ৰাজপুত জীয়াৰী সাজিছা— পিন্ধন উৰণো ঠিক ৰাজপুতৰ দৰেই নিখুঁত হৈছে।

মদনা : অম্বৰাধিপতি নামে আৰু কামে সমূলি মিল খোৱা নাই।

ৰাম : ৰাজপুত বীৰ ৰামসিংহক নজনা ভাৰতত এনে কোন মুর্খ আছে ক'ব পাৰানে?

মদনা : ৰজা ৰামসিংহৰ শক্তিয়ে ৰাজপুত্ৰৰ গৌৰব বঢ়াব পৰা নাই, টুটাইছেহে।

ৰাম : এই কথা আজি প্ৰথম শুনিলো।

মদনা : এই কথা সকলোৰে মুখে মুখে। কোনেও আপোনাৰ মুখৰ আগত ক'বলৈ সাহ নকৰে।

ৰাম : আৰু তোমাক ৰামসিংহৰ মুখৰ আগত এনেকৈ ক'বলৈ কোনে সাহ দিলে?

মদনা : যি দেখিছো, তাকে কৈছো অম্বৰাধিপতি।

ৰাম : মদনাৱতী! মোৰ এটি ইংগিতত এই মুহূর্তত তোমাৰ মূৰ দেহাৰ পৰা মাটিত উফৰি পৰিলেহেঁতেন। কিন্তু তুমি এজনী সামান্য তিৰোতা। তিৰোতা জাতিক ৰামসিংহই শ্ৰদ্ধা আৰু ভক্তি কৰে।

মদনা : সেইখিনি বাকী এৰিব লাগিছে কেলেই অম্বৰাধিপতি? আপোনাৰ সেই তৰোৱালেৰে ক'ত সহস্ৰ বীৰৰ মূৰ কাটি তেজেৰে ৰাঙলী কৰিছে, আপোনাৰ সেই তৰোৱালেৰে ক'ত স্বাধীন শক্তিক মোগলৰ দাসত্ব মানিবলৈ বাধ্য কৰাইছে— বাকী আছে মাথোঁ তিৰোতাৰ ওপৰত আপোনাৰ সেই তীক্ষ্ণ তৰোৱালৰ শক্তি পৰীক্ষা কৰিবলৈ। সেইখিনিও শেষ কৰি সকলো কাম সম্পূর্ণ কৰি পেলাওক ৰজা ৰামসিংহ। তেতিযাহ'লে পুৰুষৰ লগে লগে তিৰোতা জাতিযেও আপোনাৰ শক্তিৰ ওচৰত মূৰ দোঁৱাব।

ৰাম : বৃথা চেষ্টা নকৰিবা মদনাৱতী। তুমি জানা, ৰাজপুতে কেতিয়াও বিশ্বাসঘাতকতা নকৰে। এবাৰ প্ৰতিজ্ঞা কৰিলে জীৱন দি হ'লেও তাক ৰক্ষা কৰে।

মদনা : ৰাজপুত বীৰে কেতিযাও কাৰো গোলামিও নকৰে।

(ৰামসিংহ উত্তেজিত হৈ পৰে)

ৰাম : মদনাৱতী।

মদনা : সঁচা কোৱাত যদি কিবা অপৰাধ হৈছে দাসীক ক্ষমা কৰিব।

ৰাম : তোমাৰ উদ্দেশ্য কি?

মদনা : ৰাজপুত বীৰ ৰজা ৰামসিংহক ভুল শুধৰাই দিয়া।

ৰাম : মই জানো, অসমীয়া সেনাপতি লাচিত বৰফুকনে তোমাক মোৰ ওচৰলৈ পঠিয়াইছে। চোৰৰ দৰে নিশা আক্ৰমণ কৰি গুৱাহাটী জয় কৰি এতিয়া আকৌ পুনৰ এনে নীচ উপায় অৱলম্বন কৰিছে। মই তাক

বন্দী কৰিম, ভীষণ শাস্তি দিম।

মদনা : আপোনাৰ মনৰ ভুল ধাৰণা আঁতৰ কৰক অম্বৰাধিপতি। লাচিত বৰফুকনে ইমান সহজে মোগলৰ দাসত্ব স্বীকাৰ নকৰে।

(মদনাৱতীৰ প্ৰস্থান। ৰামসিংহই অবাক লাগি মদনাৱতী যোৱাৰ পিনে চাই থাকে)।

ৰাম : মীৰ নবাব। ৰচিদ খাঁ—

(বুলি চিঞৰি বেগেৰে আন পিনে প্ৰস্থান। গীত গাই মুস্তাফাৰ প্ৰৱেশ)।

মুস্তাফা : ক'লৈনো গলি অ' মুস্তাফী
মুস্তাফাৰ দিল দিৱানা কৰি;
দিনে ৰাতি মই পিউ ছিৰাজী
তোৰ খুবচুৰত মুখখনি ভাবি
প্ৰাণ জুৰুৱা সেই হাঁহিটি
দিল ফাটি যায় মনত পৰি।।

(মদনাৱতীৰ প্ৰৱেশ)

মদনা : মুস্তাফা, মুস্তাফা—

(মুস্তাফীক দেখি আচৰিত হৈ চিঞৰি উঠে)

মুস্তাফা : অ'— মোৰ দিলজান মুস্তাফী দেখোন।

মদনা : তই মোৰ কথা পাহৰিয়েই গৈছিলি নহয়।

মুস্তাফা : ইয়া-আল্লা! কি কম মুস্তাফী, ইমান দিনে মোৰ দিল চট্-ফট্ চট্-ফট্ কৰি আছিল।

মদনা : তই ক'ত আছ মুস্তাফা?

মুস্তাফা : আমাৰ যে আগৰ ফৌজদাৰ আছিল— ৰচিদ খাঁ।

মদনা : তই বৰ আৰামত আছ নহয়?

(মুস্তাফাই এটা দীঘলীয়া হুমুনিয়াহ পেলায়)

মুস্তাফা : আৰাম! মইহে জানো কেনেকৈ দিন কটাইছো। পিছে তুমিনো ক'ত আছিলা দিলজান?

মদনা : ক'ত আৰু থাকিম। মুস্তাফা, মুস্তাফা বুলি চিঞৰি ফুৰিছো।

মুস্তাফা : আই ঐ, মোৰ দিলজান নে কোন ঐ।

মদনা : ৰচিদ খাঁ মানুহজন কেনে অ'?

মুস্তাফা : দিলদৰিয়া মানুহ। বেছ ছিৰাজী খাই অনবৰত মচগুল হৈ থাকে। পাচে ৰামসিংহ নে কি— তাৰ লগত হ'লে বৰ দুষমন।

মদনা : কিয়?

মুস্তাফা : এ— এওঁ বোলে মইহে ডাঙৰ-ৰামসিংহই বোলে মইহে ডাঙৰ, বৰ লোকৰ কথা নাজানা নে দিলজান?

মদনা : নাচ-গান ভাল পায়নে নেপায়?

মুস্তাফা : এ কৈছাহে নে। তোমাক পালে দিলজান! হেঃ...

মদনা : ই তই মিছাই কৈছ।

মুস্তাফা : মিছাই কৈছো। কিন্তু ছহিয়াৰ মানুহজনৰ স্বভাৱ ভাল নহয় একা।

মদনা : তই থাকিলে মোৰ কিহৰ ভয়?

মুস্তাফা : আকৌ এবাৰ কোৱাচোন মুস্তাফী!

মদনা : তই মোক ঠাট্টা কৰিছ।

মুস্তাফা : সেইয়া, কথা নুবুজিলে মোৰ খং উঠে।

মদনা : তই মোক খং কৰিছ।

(মিছাই চকুলো টোকে)

মুস্তাফা : তুমি কান্দিছা মুস্তাফী। তেনেহ'লে ময়ো কান্দো।

মদনা : তই মোক আজিকালি বেয়া পাব।

মুস্তাফা : এনে কথা ক'লে মই আকৌ কান্দিম।

মদনা : বাৰু নকওঁ দে।

মুস্তাফা : বাৰু তেনেহ'লে ময়ো আৰু নাকান্দো। পিছে দিলজান, এইবাৰ কিন্তু আমাৰ নিকা হৈ যাব লাগিব।

(মদনাৱতীয়ে জয়ানন্দক আঁতৰতে দেখা পায়)।

মদনা : সৌৱা— কোনোবা এইপিনে আহিছে। তোৰ ঘৰলৈ যাওঁ বল।

মুস্তাফা : ব'লা। মোৰ পিঠিতে উঠা মুস্তাফী।

মদনা : নেলাগে ব'ল।

মুস্তাফা : উঠা উঠা দিলজান। লাজ নকৰিবা।

মদনা : মই খোজকাঢ়ি যাম।

(দুয়োৰে প্ৰস্থান। আনপিনৰ পৰা জয়ানন্দ আৰু ৰচিদ খাঁৰ প্ৰৱেশ)

ৰচিদ খাঁ : তোমাৰ নাম কি?

জয়া : জয়ানন্দ।

ৰচিদ খাঁ : তুমি অসমীয়া।

জয়া : হয় জাহাপনা।

ৰচিদ : তুমি মোক চিনি পালা কেনেকৈ?

জয়া : কিয়, জাহাপনা জানো ফিৰোজ খাঁৰ আগতে গুৱাহাটীৰ ফৌজদাৰ নাছিল?

ৰচিদ : ওঁ, আছিলো।

জয়া : এই গোলামেই দেখোন জাহাপনাৰ সকলো আলপৈচান ধৰিছিলো। এৰা, পাহৰিবৰ কথাই। গোটেই পৃথিৱীখনৰ কথা ভাবিব লাগে। আমাৰ দেখীয়া বাটৰ ভিকহুৰ কথা

কেনেকৈ মনত থাকিব?

ৰচিদ : অসমীয়া জাতি বিশ্বাসঘাতক। তোমালোকক বিশ্বাস কৰা টান।

জয়া : দেখিছেনে জাহাপনা! আজি আমাৰ এই অতপালি ৰজাৰ বাবে গোটেই অসমীয়া জাতিযেই আপোনালোকৰ মনত বেয়া হ'ল নহয়। হ'বৰ কথাও। মই হ'লে জাহাপনা— লাগে আপোনালোকৰ বন্দী হৈয়েই থাকিম, তথাপি এই অত্যাচাৰী নিলাজ ৰজাৰ দেশলৈ নাযাওঁ। মানুহে সুধিলে অসমীয়া বুলিও চিনাকি নিদিওঁ।

ৰচিদ : তোমালোকৰ ৰজা বৰ অত্যাচাৰী নেকি?

জয়া : কৈছহেনে জাহাপনা৷ প্ৰজাৰ মনত এফেৰিমানো যদি শান্তি থাকিলেহেঁতেন। অসম ৰজাৰ চকু কঢ়া, ঘিলা কঢ়া আৰু পিণ্ডত দিয়া অত্যাচাৰৰ পৰা অসমীয়া প্ৰজাই ৰেহাই বিচাৰিছে। দেশখন কেতিয়া আপোনালোকৰ হাতলৈ যায়— তাকে সকলোৱে ঈশ্বৰক দিনে-ৰাতিয়ে খাটিব ধৰিছে।

ৰচিদ : অসমীয়া প্ৰজাই তেনেহ'লে বাদচাক খুব ভাল পায়?

য়া : কি কম জাহাপনা! এনে দয়ালু পাটচাৰ তলত থকা হ'লে অসমীয়া প্ৰজাৰ আজি এনুৱা বিলৈ হ'বলৈ পায়নে? অসম ৰজাই মানুহবোৰক জোৰ কৰি যুঁজলৈ পঠিয়াইছে৷ সুবিধা পালেই সকলোৱে আপোনালোকৰ ফলীয়া হ'ব।

ৰচিদ : বাৰু, মই বাদচাক এই কথা জনাম।

জয়া : জাহাপনা হেনো অসমৰ ৰজা হ'ব— কথাষাৰ সঁচানে?

ৰচিদ : মিছা কথা। কোনে ক'লে তোমাক?

জয়া : মিছা? হতভগীয়া অসমীয়া ৰাইজ! ৰজাই কোৱা কথাই তেনেহ'লে সঁচা?

ৰচিদ : তোমাৰ ৰজাই কি কৈছে?

জয়া : অসমীয়া প্ৰজাই পাটচাৰ বিৰুদ্ধে অস্ত্ৰ নধৰো বুলি শপত কৰিছিল, পিচে ৰজাই ক'লে— নহয়, এইখন যুঁজ আমাৰ ৰাজপুতৰ লগতহে হ'ব। কোনোবা বোলে ৰামসিংহ নে কোন ৰাজপুত এজন আহিছে হয়নে জাহাপনা?

ৰচিদ : তোমালোকৰ ৰজাই মিছা কথা কৈছে। বাদচাৰ লগত যি সন্ধি হৈছিল অসম ৰজাই অমান্য কৰিছে।

জয়া : পিছে ৰামসিংহ অহা কথাষাৰ মিছা নেকি জাহাপনা?

ৰচিদ : ৰামসিংহ বাদচাৰ সেনাপতি হৈ আহিছে।

জয়া : কি ক'লে জাহাপনা? ৰাজপুত ৰামসিংহ পাটচাৰ সেনাপতি হৈ আহিছে। তেনেহ'লে জাহাপনা সেই ৰাজপুতটোৰ তলতীয়া হৈ আহিছে নেকি?

ৰচিদ : বীৰ মোগলৰ সন্তান ৰচিদ খাঁই ৰাজপুতৰ তলতীয়া হৈ নাহে জয়ানন্দ। ৰামসিংহৰ মোৰ ওপৰত কোনো অধিকাৰ নাই। মোৰ যি ইচ্ছা তাকে কৰিব পাৰো।

জয়া : এৰা। নহয়নো কি? জাহাপনাই আকৌ কিহৰ জগৰত সেই ৰাজপুতটোৰ তলতীয়া হৈ থাকিব। পিচে জাহাপনা, মই সদৌ অসমীয়া ৰাইজৰ হৈ আপোনাৰ ওচৰত গোহাৰি জনাইছোঁ, আপুনি আমাৰ অসমৰ ৰজা হ'ব লাগিব।

ৰচিদ : আগেয়ে ৰণ, তাৰ পিচতহে সেইবোৰ কথা।

জয়া : জাহাপনা৷ আপোনাৰ মুখৰ মাথোঁ এটি কথাত অসমীয়া ৰণুৱাবোৰে যুঁজ কৰিবলৈ এৰি ঘৰাঘৰি গুচি যাব। ৰণুৱাবিলাকৰ কথাকে নকওঁ আনকি ডা-ডাঙৰীয়াসকলেও আপুনি অহাৰ কথা ভু নাপায়। আপুনি আজিয়েই লাচিত বৰফুকনলৈ সকলো কথা বহলাই লিখি পত্ৰ দিয়ক।

ৰচিদ : কোনো চিন্তা নকৰিবা জয়ানন্দ। ৰামসিংহৰ মই উপযুক্ত ব্যৱস্থা কৰিম। যুঁজত জয় হ'লেও ৰামসিংহৰ উদ্ধাৰ নাই। হাৰি প্ৰাণ লৈ পলাই গ'লেও বাদচাৰ হাতত নিস্তাৰ নেপায়। ৰামসিংহৰ ধ্বংস অনিবাৰ্য।

জয়া : জাহাপনা৷ আপোনাৰ গীত-নাচত অলপ ৰাপ থকা দেখি এই অধমে এজনী নাচনীৰ যোগাৰ কৰি আনিছো।

ৰচিদ : চাবাচ, চাবাচ জয়ানন্দ৷ ক'ত আছে বাইজী?

জয়া : বাৰু জাহাপনা। মই তাইক এতিয়াই লৈ আহো।

(জয়ানন্দৰ প্ৰস্থান)

ৰচিদ : মুস্তাফা! মুস্তাফা৷

(মুস্তাফাৰ প্ৰৱেশ)

মুস্তাফা : ফৰমাচ কৰক জাহাপনা।

ৰচিদ : ছিৰাজী।

(মুস্তাফাই গৈ ছিৰাজী লৈ আহে।
জয়ানন্দ আৰু মদনাৰতীৰ প্ৰৱেশ।
মদনাৰতীয়ে ৰচিদ খাঁক কুৰ্নিশ কৰে)।

জয়া : পিচে জাহাপনা, এটা কথা। আপোনাৰ লগত নাচ কৰি থকা দেখি ৰামসিংহই জানোচা আমাক বন্দী কৰে।

ৰচিদ : ৰাজপুত গোলামৰ ইমান সাহ নাই যে ৰচিদ খাঁৰ সন্মুখত ৰচিদ খাঁৰে মানুহক অপমান কৰে। বাইজী, গান গোৱা, নাচা, স্ফূৰ্তি কৰা। কোনো ভয় নাই।

জয়া : নাচনী। আমাৰ জাহাপনাৰ মন যোগাব পাৰিলে তোমাৰ আৰু একোৰে অভাৱ নহ'ব।

(নাচ গান চলিব ধৰে। ৰচিদ খাঁই ছিৰাজী পিয়লাই পিয়লাই পিযে। মুস্তাফাই ঢালি দি থকে। জয়ানন্দই একাষে থিয় দি ৰচিদ খাঁৰ ৰেহ-ৰূপ চাই থাকে)।

(মীৰ নবাবৰ প্ৰৱেশ। লগে লগে নাচ-গান বন্ধ হৈ পৰে)।

মীৰ নবাব : ৰচিদ খাঁ। আপোনাক ৰজা ৰামসিংহই মাতি পঠিযাইছে।

ৰচিদ : ৰামসিংহক কৈ দিযাগৈ, ৰচিদ খাঁ তেওঁৰ কিনা গোলাম নহয যে আদেশ কৰিলেই যাব।

মীৰ নবাব : বৰ জৰুৰী কথা আছে ৰচিদ খাঁ।

ৰচিদ : ক'বা— ৰচিদ খাঁ মচগুল হৈ আছে। এতিযা আহিব নোৱাৰে।

মীৰ নবাব : খবৰ আহিছে, অসমীযাই যুদ্ধৰ কাৰণে ভীষণ আযোজন কৰিছে।

ৰচিদ : ৰামসিংহই নিজকে বৰ বীৰ বুলি গৰ্ব কৰে। এতিযা কাৰ্যক্ষেত্ৰত দেখা যাওক তেওঁৰ কিমান বীৰত্ব। ৰচিদ খাঁই কি কৰিব?

মীৰ নবাব : ৰণক্ষেত্ৰ আমোদ-প্ৰমোদৰ ঠাই নহয ৰচিদ খাঁ।

(বহাৰ পৰা উঠি)

ৰচিদ : আঁতৰ হোৱা মীৰ নবাব।

(মীৰ নবাবৰ প্ৰস্থান)

বাইজী, নাচ-গান চুৰু কৰা। তোমাক মোৰ খুব পচন্দ হৈছে।

(এইবুলি বাইজীক আঁকোৱালি ধৰিব খোজে। বাইজী আঁতৰ হৈ যায়। লগে লগে পট পৰে)।

: পট :

---

# তৃতীয় দৃশ্য

: গুৱাহাটীৰ ইটাখুলিৰ কোঠ :

(লাচিতে টিলা এটাৰ ওপৰত উঠি মোগল সেনাবিলাকৰ আলেখলেখ চাইছে। এটা ৰণুৱাই জোৰ এডাল লৈ লাচিতৰ কাষত ধৰি আছে। দিহিঙীয়া ফুকন, মিৰি সন্দিকৈ ফুকন আৰু ৰণুৱাবিলাকে যুঁজৰ আয়োজনত অহা যোৱা কৰি থাকে। আঁতৰত ৰণ শিঙাৰ শব্দ, হিলৈ কামানৰ শব্দ, সেনাবোৰৰ কোলাহল আৰু জয়ধ্বনি শুনা গৈছে)।

লাচিত : গোঁসানী। দুৰ্ভগীয়া লাচিত বৰফুকনৰ দিনতহে মোৰ অতি চেনেহৰ অসমৰ এনুৱা বিলৈ হ'বলৈ পালে। কেনেকৈ স্বৰ্গদেউৰ গৌৰৱ ৰক্ষা কৰোঁ? কেনেকৈ এই নিছলা অসমীয়া জাতিক ৰক্ষা কৰোঁ? স্বৰ্গদেউৰ আগত হেংদান চুই শপত কৰিছো, আশীৰ্বাদ কৰিবা গোঁসানী-— জীৱন দি হ'লেও যেন মোৰ সোণৰ অসমক শত্ৰুৰ হাতৰ পৰা উধাৰিব পাৰো।

(চুৰামণিৰ প্ৰৱেশ। লাচিত নামি আহে)

চুৰামণি! গ'ল নিশা এটি বৰ বেয়া সমাজিক দেখিলো। সমাজিকৰ কথা মনত পৰিলে গোটেইটো গা জিকাৰ খাই উঠে।

চুৰামণি : মোগলৰ সতে যুঁজ লগা দেখিছিল হ'বলা।

লাচিত : যুঁজ নহয় চুৰামণি।

চুৰামণি : কিনো দেখিছিল কওকচোন। গ্ৰহৰ কিবা দোষ ঘটিলে পূজা-পাতল দিব লাগিব।

লাচিত : এজনী বৰ ওখ ধুনীয়া তিৰোতা মানুহ। তাইৰ ওপৰৰ ওঁঠটো আকাশত আৰু তলৰ ওঁঠটো পাতালত লগাই, মাজতে জিভাখন মেলি মোগললৈ পোনাই থিয় দি আছে। আৰু তাইৰ সোঁ দাঁতিতে অসমীয়া সেনাপতি আৰু ৰণুৱাবিলাক আছে। বাৰু কোৱাচোন, এনে সমাজিক দেখাৰ কাৰণটো কি?

চুৰামণি : বৰ সেনাপতি! আমাৰ কাৰণে সমাজিকৰ ফলাফল বৰ মংগলজনক।

লাচিত : মঙ্গলজনক?

চুৰামণি : এৰা, আমাৰ স্বৰ্গদেউ ঈশ্বৰৰ জয় আৰু মোগলৰ ধ্বংস হ'ব।
(লাচিতে ইফাল-সিফল কৰি চিন্তা কৰিবলৈ ধৰে)।

লাচিত : সমাজিকেও কৈছে আমাৰেই জয় হ'ব। মোগল ধ্বংস হ'ব। ধ্বংস কৰিব কোনে? শত্ৰুক নিপাত কৰিবলৈ এই লাচিত বৰফুকনৰ ওপৰতেই ভাৰ পৰিছে। লাচিত বৰফুকন! স্বৰ্গদেৱে তোক পৰীক্ষা কৰি চাইছিল, তই উত্তীৰ্ণ হৈছিলি। এইবাৰ তোক গোঁসানীয়ে পৰীক্ষা কৰিছে। গোঁসানী! গোঁসানী!!
(মিৰি সন্দিকৈ ফুকনৰ প্ৰৱেশ। চুৰামণিৰ প্ৰস্থান)।

মিৰি : বৰ সেনাপতি! আমাৰ মানাহৰ মুখত থকা ৰণুবাবিলাকে ৰামসিংহক ভেটা দিছিল, কিন্তু একো সুবিধা কৰিব নোৱাৰিলে। ৰামসিংহই লগত এহেজাৰ শিক্ষিত যুঁজৰ কুকুৰ লৈ আহিছে। আমাৰ দহজনমাৰটা ৰণুৱা মৰিলেহে সিহঁতৰ এটা কুকুৰ ৰণত পৰে।

লাচিত : ৰামসিংহ আহি কোনখিনি পাইছেহি?

মিৰি : ৰঙামাটিৰ কাষ চাপিছে।
(লাচিতে মুখেৰে একো নকৈ মূৰ দুপিযাবলৈ ধৰে)
আপোনাৰ আদেশ হ'লে নকৈ কিছুমান যুঁজাৰু পঠিয়াই দিব পাৰো।

লাচিত : ক'লৈ পঠিয়াব?

মিৰি : ৰঙামাটিত ৰামসিংহক ভেটিবলৈ।

লাচিত : ওঁহো, তাৰ পৰা কোনো ফল নহ'ব।

মিৰি : মানাহতে আমাৰ নিচেই তাকৰ ৰণুৱা আছিল বুলিযেই পিচুৱাই আহিব লগা হ'ল।

লাচিত : ময়ো তাকেই বিচাৰিছো মিৰি সন্দিকৈ ফুকন।

মিৰি : ৰামসিংহ বিনা বাধাই আগুৱাই আহিবলৈ ধৰিছে।

লাচিত : আহিবলৈ দিয়া।

মিৰি : তাৰ পৰা জানো আমাৰ কিবা সুবিধা হ'ব?

লাচিত : ৰামসিংহ যিমানেই আগুৱাই আহে সিমানেই আমাৰ ছল লাগিব। (অলপ চিন্তা কৰি) তুমি এটা কাম কৰা সন্দিকৈ ফুকন। কিছুমান ৰণুৱাক আগলৈ পঠিয়াই দিয়া। সিহঁতক এনে ঠাইত থাকিবলৈ ক'বা, যাতে ৰামসিংহই বৰ বটিযাকৈ দেখা পায অথচ মোগলৰ কামাযনেও ঢুকি নাপায আৰু বৰ হিলৈযেও সিহঁতক চেৰাই যায।

মিৰি : তাৰ পাচত?

লাচিত : তাৰ পাচত সিহঁতক গুৱাহাটীৰ পিনে ক্ৰমান্বয়ে পিছুৱাই আহিবলৈ দিবা— যাতে ৰামসিংহৰ মনত এনে ধাৰণা হয যেন অসমীয়া ৰণুৱাবোৰে মোগলৰ প্ৰবল আক্ৰমণত তিষ্ঠিব নোৱাৰি দিহা দিহি পলাবলৈ ধৰিছে।

মিৰি : তেনে কৰিলে শত্ৰুৰে মনত বলহে পাব বৰ-সেনাপতি।

লাচিত : মোৰ আদেশ পালন কৰা।
(সন্দিকৈ ফুকনৰ প্ৰস্থান। বুঢ়াগোঁহাইৰ প্ৰৱেশ)

আতন : বৰফুকন ডাঙৰীযা! ৰামসিংহ আহি গুৱাহাটীৰ ওচৰ পালেহি। আপুনি এতিযাও আমাৰ যুঁজাৰুবিলাকক বাট ভেটিবলৈ আদেশ কৰা নাই?

লাচিত : সময় আছে বুঢ়াগোহাঁই ডাঙৰীযা।

আতন : মই হ'লে কথা বৰ সুবিধা দেখা নাই।

লাচিত : সিহঁতক এতিযা বাট ভেটিবলৈ গ'লে অনৰ্থক আমাৰ কিছুমান যুঁজাৰুহে হানি হ'ব।

আতন : যুঁজ নকৰাকৈ দেশখন সিহঁতৰ হাতত এৰি দিবনে?

লাচিত : মোগলৰ তুৰুক চোৱাৰী সেনাৰ আগত আমাৰ ৰণুৱাই বেছি পৰ ঠাৰৰিব নোৱাৰিব বুঢ়াগোহাঁই ডাঙৰীযা। গড়ৰ ভিতৰৰ পৰা আমি যুঁজ চলাব লাগিব।

আতন : কোনখিনিতে সিহঁতক ভেটিবলৈ মন কৰিছে?

লাচিত : শৰাইঘাট। শৰাইঘাটতেই ৰামসিংহৰ ৰণুৱাৰ সৈতে অসমীয়া যুঁজাৰুৰ শক্তি পৰীক্ষা কৰা হ'ব। শৰাইঘাটৰ ৰণেই অসমৰ ভবিষ্যত নিৰ্ণয় কৰিব।
(ইফাল-সিফাল কৰি)
তাৰ আগতে এটা কাম কৰিব লাগিব। গুৱাহাটীৰ পৰা তিনিক্ৰোশমান পশ্চিমে

আৰু এটা নতুনকৈ গড় বান্ধি উলিয়াব লাগিব।

**আতন** : আপোনাৰ মূৰৰ বিকাৰ ঘটিছে নেকি? ৰামসিংহ আহি গুৱাহাটী পাওঁ পাওঁ হ'লহি, এতিয়া নতুনকৈ গড় বন্ধাবলৈ সময় ক'ত?

**লাচিত** : আজিৰ গোটেই নিশাটো পৰি আছে বুঢ়াগোহাঁই ডাঙৰীয়া।

**আতন** : নিশাটোৰ ভিতৰতে গড় বান্ধি উলিয়াব কেনেকৈ?

**লাচিত** : উলিয়াবই লাগিব।

**আতন** : অনৰ্থক মানুহবোৰক শাস্তি দিয়া হ'ব মাথোঁ।

**লাচিত** : স্বৰ্গদেৱে আমাক ইয়ালৈ যুঁজ কৰিবলৈহে পঠিয়াইছে, বহি ভোজ খাবলৈ নহয়।

**আতন** : আপোনাৰ মোৰ লেখিয়া তেজ-মঙহৰহে শৰীৰ তেওঁ।

**লাচিত** : বুঢ়াগোহাঁই ডাঙৰীয়া। আমি এতিয়া মেল মাৰি কটাবলৈ যথেষ্ট সময় আমাৰ হাতত নাই। আপুনি যাওক, নিজৰ কাম ত মন-কাণ দিয়কগৈ। কাইলৈ বেলি উঠাৰ লগে লগে দেখিবলৈ পাব লাচিতে গড়ৰ কাম শেষ কৰি উলিয়াইছে।

(বুঢ়াগোহাঁইৰ প্ৰস্থান। লাচিতে গভীৰ চিন্তাত মগ্ন হৈ ইফাল সিফাল কৰি)।

মোগলক জিনিবলৈ হ'লে আজি নিশাৰ ভিতৰতে গড় বান্ধি উলিয়াবই লাগিব। পাৰিম, নিশ্চয় পাৰিম। সৰগৰ পৰা মোৰ দেউতাই ক'লে- লাচিত। মুখুবাসন আহোম বংশৰ মোমাই তামুলী বৰবৰুৱাৰ তই পো, তই পাৰিবি। তই পাৰিবই লাগিব, হতাশ নহবি। শৰাইঘাট। এই শৰাইঘাটতেই হয়তো মোৰ দেহা ধূলিৰ লগত মিহলি হৈ যাব, এই শৰাইঘাটতেই হয়তো মোৰ উপৰি পুৰুষসকলৰ পবিত্ৰ নামত কলঙ্কৰ ক'লা ছিটা পেলাব— কিন্তু এই শৰাইঘাটেই এদিন মোৰ নাতি-পুতিহঁতক ক'বলৈ বাধ্য কৰাব যে লাচিতে যি কৰিছিল দেশৰ ভালৰ কাৰণেই কৰিছিল, লাচিতে সুজলা-সুফলা সোণৰ অসমক শেন চকুৰা বঙালৰ মুখৰ আগৰ পৰা সৰুৱাবলৈকে প্ৰাণটাকি যুঁজিছিল।

(মাধৱ চৰণৰ প্ৰৱেশ)

মাধৱ চৰণ!

**মিঃ সঃ ফুকন** : আদেশ কৰক বৰ সেনাপতি।

**লাচিত** : তুমি ততালিকে গৈ দিল্লীৰ পাটচাৰ সেনাপতি ৰজা ৰামসিংহক জনোৱাগৈ যে মোগল কটকী পণ্ডিতৰাওৰ হাতত আমালৈ তেওঁ যি প্ৰস্তাৱ কৰি পঠিয়াইছিল, সেই প্ৰস্তাৱৰ পৰা তেওঁৰ উদাৰ চৰিত্ৰৰ ছিনাকি দিছে। কিন্তু আমি সেই প্ৰস্তাৱ গ্ৰহণ কৰিব নোৱাৰি মনত বৰ বেজাৰ পাইছো। মান্ধাত ৰজাৰ বংশধৰ আৰু অম্বৰৰ অধিপতি ক্ষত্ৰিয় চূড়ামণি ৰজা জয়সিংহৰ পুত্ৰৰ মুখত এনে অশোভনীয় কথা প্ৰকাশ পোৱাত আমি আচৰিত হৈছো। তেওঁ যে দুই ঘড়ী মানৰ কাৰণে যুঁজিবলৈ কৈ পঠিয়াইছে, তুমি ভালকৈ বুজাই দিবা যে লাচিত বৰফুকনে দুই ঘড়ী কিয় দুই বছৰৰ কাৰণে যুঁজিবলৈকো সাজু আছে। তীৰ, হিলৈ, খাৰ বাৰুদ আদি দি তেওঁ আমাক যি সহায় কৰাৰ কথা কৈছে এতিয়া আমাৰ সেইবোৰৰ কোনো আৱশ্যক নাই। আৰু আমাক গাঁতৰ পৰা উলিয়াই সভ্যতাৰ যি পোহৰ দেখুৱাব খুজিছে তাৰ ভাগ আমাক নেলাগে বুলি ক'বা, কিয়নো ৰাজপুতনাৰ পকাবালিৰ দেশৰ পৰা ওলাই আহি মোগলৰ গোলামী কৰি তেওঁ যি পোহৰ লভিছে সেইখিনিয়ে তেওঁকেই নাটে — যোৱা।

(মাধৱ চৰণৰ প্ৰস্থান। দিহিঙীয়া ফুকনৰ প্ৰৱেশ)

**দিঃ ফুকন** : ৰামসিংহ লাহে লাহে আহি হাজোৰ ওচৰ পাইছেহি। বৰ সেনাপতিৰ আদেশ নেপাই সকলোৱে অস্থিৰ হৈ পৰিছে।

**লাচিত** : পেলান ফুকনে ৰণুৱা লৈ বংমহলৈ গৈছেনে নাই?

**দিঃ ফুকন** : পেলান ফুকনে আপোনাৰ ওপৰত অভিযোগ আনিছে।

**লাচিত** : অভিযোগ আনিছে!

**দিঃ ফুকন** : এৰা, বৰ সেনাপতি।

**লাচিত** : কি বুলি অভিযোগ আনিছে?

**দিঃ ফুকন** : আপুনি অনৰ্থক পলম কৰিছে। আপোনাৰ কাৰণেই হেনো ৰামসিংহই ইমানখিনি আগবাঢ়িব পাৰিছে। ইয়াৰ বাবে জগৰীয়া আপুনি।

**লাচিত** : পেলান ফুকনক বুজাই ক'বা, লাচিত

বৰফুকনে মোগলৰ সৈতে ল'ৰা-ধেমালি কৰিব খোজা নাই। লাচিত বৰফুকনে কেতিয়া কি কৰিব লাগে জানে। সকলোকে ভালদৰে জনাই দিবা দিহিঙীয়া ফুকন— ভৱিষ্যতে যদি কাৰোবাৰ মুখত এনে কথা শুনিবলৈ পাওঁ আৰু কোনো বিষয়াক নিজৰ কামত হেলা কৰা দেখো, তেনেহ'লে সিহঁতৰ মূৰ লাচিত বৰফুকনৰ হাতৰ পৰা কেৱে ধৰি ৰাখিব নোৱাৰিব।

(লাচিতৰ বেগেৰে প্ৰস্থান)

ঃ পট ঃ

# তৃতীয় অংক

## প্ৰথম দৃশ্য

(লাচিত বৰফুকনৰ ইটাখুলিৰ কোঠ। লাচিতে গাত খনিয়া লৈ ৰদ পুৱাই বালিৰ ওপৰত বাহৰ শলা পুতি যুঁজৰ ঠাই নিৰীক্ষণ কৰিছে। বুঢ়াগোঁহাই সোমাই অহা লাচিতে ক'ব নোৱাৰে।)

আতন ঃ আপুনি হেনো জ্বৰ গাইছে বৰফুকন ডাঙৰীয়া।

(লাচিতে ঘূৰি চাই বুঢ়াগোহাঁইক দেখি বহাৰ পৰা উঠিল আৰু ওচৰত থকা আসনখনত বুঢ়াগোহাঁইক বহিবলৈ ক'লে)।

লাচিত ঃ অ' বুঢ়াগোহাঁই ডাঙৰীয়া— আসন লওক। (দুযো বহে)

আতন ঃ এতিয়া অলপ বাৰু পাইছেনে?

লাচিত ঃ শৰীৰ বৰ দুৰ্বল হৈ পৰিছে।

আতন ঃ অপৰিমিত পৰিশ্ৰম কৰাৰ বাবেই তেনে হৈছে। আজি ভালকৈ জিৰাওক। মনে মনে পাটিত পৰি শুই থাকক।

লাচিত ঃ পাটিত পৰি মনে মনে শুই থাকিবলৈ মোমাইক মই নিজ হাতে কটা নাই। মোমাইৰ তেজৰ চেকা এতিয়াও মচা যোৱা নাই।

আতন ঃ এৰা। কথাটো বৰ বাৰু নকৰিলে।

লাচিত ঃ দেশতকৈ মোৰ মোমাই ডাঙৰ হ'ব নোৱাৰে বুঢ়াগোহাঁই ডাঙৰীয়া। মই জানো মোমাইক কেলেই কাটিছো। মই বুজো মোমাইক কাটি দেশৰ কি হিত সাধিছো।

আতন ঃ যোৱা কথা পাহৰি পেলাওক। আপোনাৰ শৰীৰৰ ফালে মন-কাণ দিয়ক।

লাচিত ঃ অপৰিমিত পৰিশ্ৰম কৰিও লাচিতৰ শৰীৰ নেভাঙে, অসুখেও মোক একো কৰিব নোৱাৰে, কিন্তু আলাবৈৰ যুঁজৰ বাতৰিয়ে মোক তেনেই জুৰুলা কৰি পেলালে।

আতন ঃ আলবৈৰ কথা ভাবি ইমান দুখ কৰিছে কেলেই? ইয়াতকৈ কিমান ডাঙৰ যুঁজত আমাৰ জয় হৈছে।

লাচিত ঃ নোৱাৰোঁ— নোৱাৰোঁ বুঢ়াগোহাঁই ডাঙৰীয়া, আলাবৈৰ যুঁজৰ কথা মই জীৱনত কেতিয়াও পাহৰিব নোৱাৰো। ইমানকৈ স্বৰ্গদেউক জনাই পঠিয়ালো বোলো বঙাল একে ঠাই হৈ সাৱধানে আছে। কেঁচা বৰলক জোকালে গা সাৰিবলৈ টান হ'ব। তেওঁ স্বৰ্গদেৱে খঙহে কৰি মোলৈ টানকৈ আদেশ দি পঠিয়ালে। স্বৰ্গদেউৰ আজ্ঞা হৈছে, কি বুলিম। ইচ্ছাৰ বিৰুদ্ধেও মোৰ ৰণুৱাবোৰক গড়ৰ পৰা উলিয়াই দলিবাৰীৰ কোঁঠতে বঙালক ধৰিবলৈ আদেশ দিলো, ফলত দহ হেজাৰকৈ হাতীৰ নিচিনা একোটা ৰণুৱা অনাহকত শতুৰুৰ হাতত নিপাত হ'ল।

আতন ঃ বৰফুকন ডাঙৰীয়া। বাৰীৰ ভিতৰত পুখুৰী এটা সিঁচিলেও আঠ-দহোটা মানুহক শিঙিয়ে বিন্ধে, এখন ৰণত যেনিবা আঠ-দহ হেজাৰ ৰণুৱা পৰিল সি আৰু কি বৰ কথাটো হ'ল।

লাচিত ঃ আপুনিযেও কওকচোন বাৰু, আলবৈৰ যুঁজৰ বাতৰি কোন সতে স্বৰ্গদেউলৈ পঠাওঁ।

আতন ঃ স্ব-ৰ্গ-দে-উ

(নিমাত হৈ পৰে)

লাচিত ঃ কি হ'ল বুঢ়াগোহাঁই ডাঙৰীয়া? আপুনি স্বৰ্গদেউ বুলি নিমাত হৈ পৰিল কেলেই।

আতন ঃ সেই কথা মুখেৰে বাজ হ'ব নোখোজে বৰফুকন ডাঙৰীয়া।

লাচিত ঃ মোক চিন্তিত কৰি নুতুলিব।

আতন ঃ বতৰা আহিছে, স্বৰ্গদেউ চক্ৰধ্বজ সিংহ শতুৰু হৈছে।

লাচিত ঃ কি ক'লে .

(লাচিতে মূৰে-কপালে হাত দি বহি পৰে)

আতন ঃ এতিয়া আমাৰ বেজাৰ কৰিবৰ সময় নহয় বৰফুকন ডাঙৰীয়া।

লাচিত ঃ স্বৰ্গদেউৰ ঠাই কোনে পূৰণ কৰিব বুঢ়াগোহাঁই ডাঙৰীয়া?

আতন : অসমৰ ৰাজপাট খালী হৈ পৰি থাকিব নোৱাৰে। স্বৰ্গদেউৰ অবিহনে সৰুজনা স্বৰ্গদেউ উদয়াদিত্য সিংহই অসমৰ ৰাজপাটত উঠিছে।

লাচিত : নিজৰ ল'ৰা-তিৰোতা, ভাই-ভনী, মিতিৰ-কুটুম সকলোৰে মায়া-মোহ এৰি শত্ৰুৰ ওপৰত জপিয়াই পৰিলো, শেষত নিজৰ মোমাইকো নিজ হাতে বধ কৰিলো, তথাপি স্বৰ্গদেউৰ এই অন্তিমকালৰ মনৰ ইচ্ছা পূৰণ কৰিব নোৱাৰিলো।

আতন : বিধাতাৰ লিখন কোনে খণ্ডাব। স্বৰ্গদেউৰ ভাৰত্তৰ চাউল কঠা শেষ হ'ল। তেওঁক কোনে ধৰি ৰাখিব পাৰে?

(মিৰি সন্দিকৈৰ প্ৰৱেশ)

মিৰি : বৰ সেনাপতি। ৰামসিংহৰ কটকী পণ্ডিতৰাৱে সাক্ষাৎ বিচাৰিছে।

আতন : ৰামসিংহই পুনৰ কটকী পঠোৱাৰ উদ্দেশ্য কি?

লাচিত : উদ্দেশ্য নেথাকিলে পঠাব কেলেই? যোৱা, সন্দিকৈ ফুকন, আহিবলৈ দিয়া।

(সন্দিকৈ ফুকনৰ প্ৰস্থান। পণ্ডিতৰাওৰ প্ৰৱেশ)।

পণ্ডিতৰাও : বাদচাৰ প্ৰধান সেনাপতি মহাবীৰ ৰজা ৰামসিংহই মোক আপোনাৰ ওচৰলৈ এটা প্ৰস্তাৱ কৰি পঠিয়াইছে। আপোনাৰ অনুমতি পালে জনাব পাৰো।

লাচিত : মই অনুমতি দিছো।

পণ্ডিত : ৰজা ৰামসিংহই গুৱাহাটীখন বাদচাক এৰি দিবলৈ আৰু গুৱাহাটীত গড়মৰা খৰচৰ বাবে তিনিলাখ মোহৰ লৈ যুঁজখন শেষ কৰিবলৈ কৈছে। দুয়ো পক্ষৰে ধন আৰু জন যথেষ্ট ক্ষতি হৈছে। তেওঁ আপোনালোকৰ ৰণ কৌশল, সাহ আৰু বীৰত্ব দেখি পৰম প্ৰীতি লাভ কৰিছে।

লাচিত : তোমাৰ সেনাপতিক ক'বা, দিল্লীৰ পাটচাৰ ক্ষত্ৰিয় সেনাপতি মহাবীৰ ৰামসিংহৰ মুখত আমাৰ কণুৱাৰ শলাগৰ কথা শুনি মনত বৰ বং পাইছো আৰু এনে কণুৱাৰ সেনাপতি হ'বলৈ পাই সঁচাকৈয়ে মই গৌৰব অনুভৱ কৰিছো।

পণ্ডিত : আপুন বৰ ভাগ্যবান বৰফুকন ডাঙৰীয়া।

আতন : পিচে এটা কথা পণ্ডিতৰাও! দিল্লীৰ পাটচাৰে সুদূৰ ৰাজপুতনাৰ পৰা তেওঁক অসম দেশ জয় কৰিবলৈ সেনাপতি কৰি পঠিয়াইছে। তেনেস্থলত যদি গুৱাহাটীলৈয়েই তেওঁ উভতি যায়, তেনেহ'লে পাটচাৰ নিশ্চয় তেওঁৰ ওপৰত অসন্তুষ্ট হ'ব। তাৰ উপৰি গুৱাহাটী অসম ৰজাই কোচ ৰজাক যুঁজত ঘটুৱাই জয় কৰিছে। গুৱাহাটীৰ ওপৰত পাটচাৰ কোনো অধিকাৰ নাই।

পণ্ডিত : কিন্তু ঘিলাধাৰী ঘাটৰ চুক্তিমতে গুৱাহাটী মোগল বাদচাৰ হাতত অসম ৰজাই অৰ্পণ কৰিছিল।

লাচিত : যদি পাৰে এতিয়াও তোমাৰ সেনাপতি মহাবীৰ ৰজা ৰামসিংহক যুঁজ কৰি গুৱাহাটী অধিকাৰ কৰিবলৈ ক'বা।

পণ্ডিত : ইয়াৰ পৰা ভৱিষ্যতে আপোনালোকৰ বেছি হানি হ'ব পাৰে।

আতন : মোগল কটকী পণ্ডিতৰাৱে আমাৰ ক্ষতিৰ কথা ভাবি মূৰ ঘোলা কৰিছে কেলেই?

পণ্ডিত : ৰজা ৰামসিংহৰ প্ৰস্তাৱ দলিয়াই নেপেলাব ৰাজমন্ত্ৰী ডাঙৰীয়া। এই প্ৰস্তাৱৰ উত্তৰত অসমৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।

লাচিত : অসমৰ ভৱিষ্যত, অসমীয়া জাতিৰ ভৱিষ্যত অসমীয়াই ভাবিব। তাৰ বাবে বিদেশী ৰাজপুত ৰামসিংহই মূৰ ঘমোৱাৰ উদ্দেশ্য জানিব পাৰোনে পণ্ডিতৰাও?

পণ্ডিত : ৰামসিংহৰ বীৰত্বৰ কোনো ভূ-নেপাই বুলিয়েই এনেকৈ ক'ব পাৰিছে।

লাচিত : জানো পণ্ডিতৰাও! ৰামসিংহ দিল্লীৰ পাটচাৰ এটা কিনা গোলাম।

পণ্ডিত : আপুনি মহা ভুল কৰিবলৈ ওলাইছে বৰফুকন ডাঙৰীয়া।

লাচিত : মনে মনে থাকা পণ্ডিতৰাও।

পণ্ডিত : ৰজা ৰামসিংহই ভিক্ষা বিচাৰি মোক ইয়ালৈ পঠোৱা নাই।

লাচিত : আৰু লাচিত বৰফুকনেও ৰামসিংহৰ এফেৰি দয়ালৈ আশা কৰি হাত পাতি বহি থকা নাই।

পণ্ডিত : নিজৰ মৰণ নিজে মাতিছে বৰফুকন ডাঙৰীয়া।

লাচিত : পণ্ডিতৰাও!

(লাচিতে খেদি যায়। বুঢ়াগোহাঁয়ে আগচি ধৰে)

আতন : দূত অবধ্য— বৰফুকন ডাঙৰীয়া।
লাচিত : মোৰ আগৰ পৰা ভালে ভালে আঁতৰ হোৱা পণ্ডিতৰাও।
(পণ্ডিতৰাওৰ বেগেৰে প্ৰস্থান। চুৰামণিৰ প্ৰৱেশ)।
চুৰামণি : বৰ সেনাপতি! মোৰ মণ্ডলে কৈছে আজিৰ যুঁজত নৌ-সেনাপতি চৰিপ খাঁ নিহত হ'ব আৰু মোগল সেনাপতি মীৰ নবাব বন্দী হ'ব।
লাচিত : চুৰামনি, তোমাৰ গণনা কোনো দিনে ভুল হোৱা নাই। আজিও নহয়। নৌ-সেনাপতি চৰিপ খাঁ নিহত হ'ব, মীৰ নবাব বন্দী হ'ব। তাৰ পাচত যবনৰ গোলামী কৰি নিজৰ বংশৰ গৌৰব কৰি ফুলা ৰাজপুতনাৰ পকা বালিৰ দেশৰ পৰা অহা সেই নিলাজ ৰামসিংহ হাঃ হাঃ হাঃ।
(চুৰামণিৰ প্ৰস্থান। জযানন্দৰ প্ৰৱেশ)।
আতন : কি বতৰা আনিছা জযানন্দ?
জয়া : ৰামসিংহই পাৰিলে যুঁজ নকৰাকৈযে গুৱাহাটী ল'বলৈ বিচাৰিছে। পোনতে আমাক উপলুঙা কৰি উৰুৱাই দিছিল, কিন্তু আমাৰ ৰণ-কৌশল আৰু গড আদি দেখি তবধ মানিছে।
লাচিত : ৰচিদ খাঁৰ মনৰ ভাব কেনে পাইছা?
জয়া : ৰচিদ খাঁৰ সহায়তেই সিহঁতৰ সকলো গোপনীয় কথাৰ মই তলি পাইছো। ৰামসিংহই শৰাইঘাটৰ গড়ৰ তলেদি সিন্ধি দি খাৰ ভৰোৱাই থৈছে আৰু পাণ্ডুৰ ফালে ৰাঙলী বুৰুজৰ গড়ৰ তলেদি সিন্ধি খান্দি তাত খাৰ ভৰাই গড উৰুৱাই দিবলৈ বুধি পাঙিছে।
লাচিত : আৰু কি জানিব পাৰিছা জয়ানন্দ?
জয়া : লঠিয়া পৰ্বতৰ কাষত ঢুকি নোপোৱা ঠাইত কোঠ মাৰিবলৈ যো-জা কৰিছে। যদি ভাটীয়েদি গুৱাহাটী ল'ব নোৱাৰে, তেনেহ'লে উজাই দৰঙ্গেদি গুৱাহাটী সোমাবলৈ চেষ্টা কৰিব বুলি ভিতৰুৱাকৈ জানিব পাৰিছো।
লাচিত : বুঢ়াগোহাঁই ডাঙৰীয়া, আৰু পলম নকৰিব। আপুনি ততালিকে লঠিয়া পৰ্বতলৈ গৈ ৰামসিংহৰ কোঠ মৰা কাম শেষ নৌহওঁতেই সিহঁতক আক্ৰমণ কৰক গৈ আৰু দৰঙ্গৰ ৰজাক আমাৰ কিছু ৰণুৱা দি সকলোকে সাজু হৈ থাকিবলৈ কওক।
(বুঢ়াগোহাঁইৰ প্ৰস্থান। সন্দিকৈ ফুকন আৰু দিহিঙ্গীয়া ফুকনৰ প্ৰৱেশ)
লাচিত : সন্দিকৈ ফুকন, জয়ানন্দৰ মুখে জানিব পাৰিছো ৰামসিংহই শৰাইঘাটৰ গড়ৰ তলেদি সিন্ধি দি খাৰ ভৰাই জুই লগাই গড ভাঙিবলৈ চেষ্টা কৰিছে। তুমি ততালিকে গৈ ইফালৰ পৰা লোৰ কটাই গডৰ ভিতৰত পানী ভৰাই দিযাগৈ। যোৱা।
(সন্দিকৈ ফুকনৰ প্ৰস্থান)
দিহিঙ্গীযা ফুকন! আন্ধাৰ বালিত দুশাৰীকৈ শালৰ খুটা পুতি তাত নগা-ঢাৰি পাতি বালি দি গড এটা বন্ধোৱাগৈ আৰু পাণ্ডুৰ ৰাঙলী বুৰুজৰ গড মোগলে ভাঙিলে তৎক্ষণাৎ যেন তাক বাটি-বুটি ভাল কৰিব পৰা যায়— তাৰ কাৰণে সকলো যোগাৰ যত্ন কৰি ৰাখাগৈ। আৰু খাপে খাপে মানুহ থ'বা। মই যেন শীঘ্ৰে শীঘ্ৰে বাৰ্তা পাওঁ।
(দিহিঙ্গীয়া ফুকনৰ প্ৰস্থান)
জয়া : বৰসেনাপতি! ৰামসিংহই কিন্তু
লাচিত : ভয় নাই জয়ানন্দ। ৰামসিংহক নিপাত কৰিবলৈকে লাচিত বৰফুকনে জনম লৈছে। ৰামসিংহই গৰ্ব কৰে মান্ধাতাৰ বংশধৰ বুলি, মিৰ্জ্জাৰজা অম্বৰাধিপতি জযসিংহৰ পুত্ৰ বুলি। সি আকৌ প্ৰতিদ্বন্দ্বিতা কৰিব খোজে ইন্দ্ৰবংশী বীৰ আহোম কুলবীৰ স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ লগত। হাঃ হাঃ হাঃ
(লাচিতে হঠাত বুকুত হাত দি বৈ যায়)
জয়া : বৰসেনাপতি! আপোনাৰ অসুখ নেকি?
লাচিত : শাৰীৰিক অসুখে মোক মোৰ কৰ্তব্যৰ পৰা বিমুখ কৰিব নোৱাৰিব। বিদেশী বঙালক মই মানাহৰ সিপাৰ কৰি খেদিবই লাগিব। স্বৰ্গদেউ শত্ৰুৰ হ'লে স্বৰ্গদেউৰ আদেশ মই আখৰে আখৰে পালিব লাগিব। জয়ানন্দ, মোক লৈ ব'লা- মোক লৈ ব'লা।
(লাচিতে জয়ানন্দৰ কান্ধত ভৰ দি লাহে লাহে ভিতৰলৈ যায়)।

: পট :

# দ্বিতীয় দৃশ্য

ঃ ৰামসিংহৰ কোঠ ঃ

(মীৰ নৱাব, মাধৱচৰণ আৰু ৰামসিংহৰ প্ৰৱেশ)

ৰামসিংহ ঃ মাধৱচৰণ! তুমি ব্ৰাহ্মণ আৰু মই ক্ষত্ৰিয়। তুমি যদি বৰফুকনক বুজাই বৰাই কোনোমতে গুৱাহাটীখন আমাক এৰি দিয়াব পাৰা, তেন্তে তোমাক মই যথেষ্ট পুৰষ্কাৰ দিম। এই মোহৰকেইটা যিমানবিলাক ফুকন, ৰাজখোৱা আছে সকলোকে ভগাই-বতাই দিবা আৰু ক'বা কামটো কৰি দিয়াব পাৰিলে আৰু বেছিকৈ উপহাৰ দিয়া হ'ব। এই ডোখৰ হীৰা বৰফুকনক দিবা। তেওঁ যেন যুদ্ধক্ষেত্ৰত এই হীৰাডোখৰ পিন্ধি আহে।

(জেপৰ পৰা মোহৰ আৰ হীৰাডোখৰ উলিয়াই মাধৱ চৰণক দিয়ে।)

মীৰ নৱাব ঃ সকলোকে ভালকৈ বুজাই দিবা যে বাদচাহে অসম দেশ জয় কৰিবলৈ আমাক ইয়ালৈ পঠোৱা নাই। অসম ৰজাৰ লগত মিত্ৰতা কৰিবলৈহে আমি ইয়ালৈ আহিছো।

মাধৱচৰণ ঃ আপোনাসৱৰ কথা ৰাখিবলৈ মই প্ৰাণটাকি চেষ্টা কৰিম। মই বামুণ মানুহ। আপুনি হৈছে মান্ধাতাৰ বংশৰ ক্ষত্ৰিয় ৰজা। আপোনাসবে বামুণক সদায় দান-দক্ষিণা দি আহিছে।

ৰামসিংহ ঃ তোমাৰ ওপৰতেই মই সকলো ভৰসা কৰিলো মাধৱচৰণ। আজি গধূলিলৈকে নহ'লেও কাইলৈ যেনে-তেনে ইয়াৰ উত্তৰ পাওঁ।

মাধৱ ঃ আপুনি নিশ্চিন্ত থাওক অম্বৰাধিপতি।

(মাধৱচৰণৰ প্ৰস্থান)

ৰাম ঃ মাধৱচৰণৰ পৰা কিবা আশা কৰিছা নেকি মীৰ নৱাব?

মীৰ নৱাব ঃ ধনেৰে কৰিব নোৱাৰা কাম কি আছে অম্বৰাধিপতি?

ৰাম ঃ যিজনে দেশৰ কাৰণে নিজৰ মোমায়েকক নিজ হাতে বধ কৰিব পাৰে- সেইহেন মহাপুৰুষক তুমি ধনেৰে জয় কৰিবলৈ আশা কৰা?

মীৰ নৱাব ঃ যুঁজিবলৈকো আমাৰ যথেষ্ট শক্তি আছে। আমি এতিয়াও ইমান দুৰ্বল হৈ পৰা নাই ৰজা ৰামসিংহ।

(পণ্ডিতৰাওৰ প্ৰৱেশ)

ৰাম ঃ কি সংবাদ পণ্ডিতৰাও?

পণ্ডিত ঃ লাচিত বৰফুকনে যুঁজৰ বাহিৰে আন কোনো কথাই শুনিব নোখোজে অম্বৰাধিপতি।

মীৰ নৱাব ঃ বেছ কথা। কটকী পঠিওৱাৰ আৰু কোনো আৱশ্যক নাই অম্বৰাধিপতি। ৰণক্ষেত্ৰত যি হয় এটা বিচাৰ হ'ব।

ৰাম ঃ আৰু কাৰ লগত দেখা হৈছিল পণ্ডিতৰাও?

পণ্ডিত ঃ ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁইৰ লগতো দেখা হৈছিল। অসমীয়াৰ ভিতৰত তিনিজন প্ৰধান লোক আছে। এজন হৈছে ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁই। তেওঁ ভীষণ চতুৰ আৰু বুধিয়ক। এজন হৈছে সেনাপতি লাচিত বৰফুকন। তেওঁ এজন মহাবীৰ আৰু সাহিয়াল পুৰুষ। দেশৰ কাৰণে কৰিব নোৱাৰা কাম তেওঁৰ একো নাই। আনকি ৰাজমন্ত্ৰী বুঢ়াগোহাঁযেও তেওঁক মানি চলে। আৰু আনজন হৈছে সমুদ্ৰ চুৰামণি দৈৱজ্ঞ। চুৰামণিযে গণনা কৰি সময় নিৰূপণ কৰি নিদিয়ালৈকে অসমীয়া সেনাই শত্ৰুক কেতিয়াও আক্ৰমণ নকৰে।

ৰাম ঃ বাৰু পণ্ডিতৰাও। কোন পিনৰ পৰা অসমীয়াসেনাক আক্ৰমণ কৰিলে আমাৰ সুবিধা হ'ব যেন দেখিলা?

পণ্ডিত ঃ যি দেখিলো বৰফুকনে সকলো ঠাই বৰ সুৰক্ষিতকৈ ৰাখিছে। কোনো ফালেই আমাৰ সেনাই সুবিধা কৰিব নোৱাৰিব।

ৰাম ঃ ব্ৰহ্মপুত্ৰই দি উজাই গুৱাহাটীত আমাৰ ঘোৰা তুলিব পৰা নেযাবনে?

পণ্ডিত ঃ অৱশ্যে এডোখৰ ঠাই মোৰ চকুত পৰিছে। বৰফুকন থকা ইটাখুলিৰ পৰা কামাখ্যা পাহাৰৰ তলত অমৰাজুৰি ঘাটলৈকে মাজৰ এই আন্ধাৰ বালিয়েদি গুৱাহাটী আক্ৰমণ কৰিবলৈ সুবিধা আছে।

ৰাম ঃ উত্তম। ময়ো ঠিক তাকেই ভাবিছিলো। মীৰ নৱাব, যোৱা চৰিপ খাঁক নৌ সেনাৰ সেনাপতি কৰি তোমাৰ লগত কেইহাজাৰ মান অশ্বাৰোহী সেনা লৈ গুৱাহাটী আক্ৰমণ কৰা। মনত ৰাখিবা— এয়ে আমাৰ শেষ চেষ্টা।

মীৰ নৱাব ঃ অম্বৰাধিপতিৰ আজ্ঞা শিৰোধাৰ্য।

(বেগেৰে প্ৰস্থান)

ৰাম : পণ্ডিতৰাও। লাচিত বৰফুকন আৰু ফুকন ৰাজখোৱাবিলাকৰ মাজত এখন ঘৰুৱা কন্দল লগাবলৈ এটা উপায় ভাবি উলিযাইছো। বাৰু, এই পত্ৰখন পঢ়াচোন। (পণ্ডিতৰাওক এখন পত্ৰ দিয়ে। পণ্ডিতৰাওৱে পঢ়ে)।

পণ্ডিত : সেনাপতি লাচিত বৰফুকন!
গ'ল নিশা আপুনি আমাৰ পৰা একলাখ মোহৰ লৈ
আমাৰ লগত যুঁজ নকৰো বুলি চুক্তি পত্ৰত চহী কৰিছিল।
কিন্তু এতিয়ালৈকে আপুনি যুঁজৰ সাজ এৰা নাই।
ইয়াৰ কাৰণ কি জানিব পাৰোনে? ইতি

ৰামসিংহ

ৰাম : এই পত্ৰখন মিৰি সন্দিকৈ ফুকনৰ কোঠলৈ তীৰৰ আগত মাৰি পঠাওঁ। পত্ৰখন পটি যদি তেওঁলোক বৰফুকনৰ ওপৰত সন্দেহ জন্মে তেনেহ'লে আমাৰ কাম উজু হৈ পৰিব। (ৰামসিংহই পত্ৰখন তীৰৰ আগত দি মিৰি সন্দিকৈৰ কোঠলৈ মাৰি পঠায়। পিচপিনৰ পৰা মদনাৱতীৰ প্ৰৱেশ)

মদনাৱতী : ৰাজপুত বীৰে ভীৰু অসমীয়া জাতিৰ বিপক্ষে এনে নীচ উপায় ল'বলগীয়া হ'লনে অম্বৰাপতি?
(ৰামসিংহই মুখ ঘূৰাই মদনাৱতীলৈ ঘোপাকৈ চায)

ৰাম : মদনাৱতী!

মদনা : দাসীৰ সেৱা গ্ৰহণ কৰিব অম্বৰাধিপতি।

ৰাম : তুমি ততালিকে এই স্থান পৰিত্যাগ কৰা।

মদনা : দাসীৰ অপৰাধ?

ৰাম : ৰামসিংহই অসম দেশলৈ যুঁজ কৰিবলৈ আহিছে। তিৰোতাৰ লগত চুপতি মাৰিবলৈ নহয়।

মদনা : সেইবাবেই আচৰিত হৈছো, ৰজা ৰামসিংহই তীৰৰ আগত পত্ৰ পঠিয়াব লগা হ'ল কেলেই?

ৰাম : ৰামসিংহৰ সেই তীক্ষ্ণ তীৰে যেতিয়া তোমাৰ কোমাল অন্তৰ স্পৰ্শ কৰিব, তেতিয়া বুজিবা মদনাৱতী— ৰামসিংহই তীৰৰ আগত পত্ৰ পঠিওৱাৰ কাৰণ কি?

মদনা : আপুনি ৰাজপুত! ৰাজপুত জীয়াৰীয়ে প্ৰাণৰ ভয়ত কেতিয়াও মিছা নামাতে, সেই কথা আপুনি ভালদৰে জানে।

ৰাম : পণ্ডিতৰাও। এই উদ্ধত নাৰীক লৈ গৈ ভালকৈ দুটামান মুখত চাবুকৰ কোব বহুৱাই দিয়া।

মদনা : ছিঃ ছিঃ ৰজা ৰামসিংহ। আপুনি বীৰ হৈ এজন ব্ৰাহ্মণক তিৰোতাৰ ওপৰত অত্যাচাৰ কৰিবলৈ আদেশ দিছে।

ৰাম : তুমি মোৰ আত্মসন্মানত আঘাত কৰিছা।

মদনা : আপোনাৰ আত্মসন্মান?

ৰাম : ৰামসিংহৰ বংশৰ গৌৰৱৰ কথা পাহৰি নেযাবা মদনাৱতী।

মদনা : মোগল বাদচাৰ অধীনত আপোনাৰ বংশৰ গৌৰৱ লোপ পাইছে অম্বৰাধিপতি।

ৰাম : মদনাৱতী।

মদনা : নিজৰ মান-সন্মান, বংশৰ গৌৰৱ, সকলোকে নেওচা দি বাদচাৰ গোলাম হৈ আন আন স্বাধীন্ জাতিক যেতিয়া মোগলৰ দাসত্ব মানি ল'বলৈ বাধ্য কৰায়, তেতিয়া আপোনাৰ অন্তৰত সেই স্বাধীন জাতিৰ, সেই স্বাধীন ৰজাৰ আত্মসন্মানৰ কথা মনত নপৰেনে ৰজা ৰামসিংহ?

ৰাম : পণ্ডিতৰাও! যোৱা চিপাহী আনি এই পিশাচিনীৰ হাত-ভৰি বান্ধি আটক কৰি ৰাখাগৈ। তাৰ পিচত আন সকলো ব্যৱস্থা ৰামসিংহই নিজেই কৰিব।

মদনা : চিপাহীৰ কোনো আৱশ্যক নাই ৰজা ৰামসিংহ। দাসীয়ে নিজ ইচ্ছাৰে যাব। পণ্ডিতৰাও, আপোনাৰ সেনাপতিৰ আদেশ পালন কৰক।
(পণ্ডিতৰাও আগে আগে আৰু পিছে পিছে মদনাৱতীৰ প্ৰস্থান। ৰামসিংহই অস্থিৰভাৱে ইফাল-সিফাল কৰিবলৈ ধৰে। ৰচিদ খাঁৰ প্ৰৱেশ)

ৰাম : ৰছিদ খাঁ। আপোনাক বাদচাহে অসম দেশলৈ যুঁজ কৰিবলৈ পঠিয়াইছিল। নাচ-গান কৰি ছিৰাজী খাই মচগুল হৈ নিজকে পাহৰি থাকিবলৈ নহয়।

ৰচিদ খাঁ : তাৰ কৈফিয়ৎ ৰচিদ খাঁই বাদচাৰ আগত দিব।

ৰাম : তাৰ আগতে ৰামসিংহৰ আগত কৈফিয়ৎ দিব লাগিব ৰচিদ খাঁ।

ৰচিদ : আপোনাৰ অনুৰোধ ৰাখিব নোৱাৰো। তাৰ বাবে মোক মাফ কৰিব।

ৰাম : ই মোৰ অনুৰোধ নহয়। ৰামসিংহৰ আদেশ।

ৰচিদ : আদেশ?

ৰাম : এৰা। বাদচাৰ প্ৰধান সেনাপতিৰ আদেশ।

ৰচিদ : ৰচিদ খাঁ আপোনাৰ তলতীয়া কৰ্মচাৰী নহয় ৰজা ৰামসিংহ। আপোনাৰ যি ক্ষমতা আছে ৰচিদ খাঁৰো সেই সমান ক্ষমতা।

ৰাম : কওক, আপুনি কাৰ অনুমতি লৈ লাচিত বৰফুকনলৈ সন্ধি কৰিব বিচাৰি পত্ৰ লিখিছিল আৰু কি অধিকাৰত আপোনাৰ শিবিৰত পাঁচবাৰ নহবৎ বজাইছিল।

ৰচিদ : তাৰ বাবে ৰচিদ খাঁই ৰামসিংহৰ অনুমতি লোৱাৰ কোনো প্ৰযোজন বোধ নকৰে।

ৰাম : আপোনাক মই বাধ্য কৰিম।

ৰচিদ : ৰামসিংহ!

(ৰচিদ খাঁই খাপৰ পৰা তৰোৱাল উলিয়াই)।

ৰাম : ৰচিদ খাঁ।

(নিজৰ তৰোৱালেৰে ৰচিদ খাঁৰ তৰোৱালত কোব মাৰি দিয়ে, ৰচিদ খাঁৰ হাতৰ পৰা তৰোৱাল পৰি যায়)।

চিপাহী : চিপাহী! (দুটা চিপাহীৰ প্ৰৱেশ) যা। ৰচিদ খাঁৰ তামিঘৰৰ ফৰীয়াবোৰ কাটি বগৰাই পেলা।

(ৰামসিংহ বেগেৰে গুচি যায়। চিপাহী দুটাই তেওঁক অনুসৰণ কৰে। আনপিনৰ পৰা জয়ানন্দৰ প্ৰৱেশ)

জয়ানন্দ : জাহাপনা! আপোনাৰ সহ্য গুণ সঁচাকৈয়ে শলাগিবলগীয়া। মই নিলগৰ পৰাই সকলো চাই আছিলো। ৰামসিংহৰ কপাল ভাল যে আপোনাৰ খং নুঠিল। ৰামসিংহৰ লগে লগে আপোনাৰো খং উঠিব লগা হ'লে দুয়োৰো মাজত এখন তয়াময়া যুঁজ আৰম্ভ হ'লহেঁতেন। তেতিয়া আৰু জাহাপনাৰ গোলামে ৰামসিংহলৈ ভয় কৰি চাই থাকিলো হয়নে?

ৰচিদ : এই অপমানৰ মই প্ৰতিশোধ লম জয়ানন্দ।

জয়া : পিচে এটা কথা জাহাপনা। নিজৰ ভিতৰত যদি হাই-কাজিয়াখন কৰে তেনেহ'লে শত্ৰুৰহে লাইহে পাব।

ৰচিদ : ৰামসিংহৰ সকলো কথা বাদচাক জনামগৈ।

জয়া : আপুনি যদি সঁচাকৈয়ে ৰামসিংহৰ ওপৰত প্ৰতিশোধ ল'বলৈ বিচাৰিছে, তেনেহ'লে এটা কাম কৰক জাহাপনা।

ৰচিদ : বিশ্বাস কৰা জয়ানন্দ। ৰামসিংহক কেনেকৈ ধ্বংস কৰো সেয়ে হৈছে মাথোঁ মোৰ মনৰ একমাত্ৰ চিন্তা।

জয়া : সকলো মুছলমান সেনাকে জনাই দিয়ক যাতে কোনেও ৰাজপুত ৰামসিংহৰ আদেশ মতে কাম নকৰে। তেতিয়া ৰামসিংহৰ ৰণত নিশ্চয় পৰাজয় হ'ব।

ৰচিদ : তাৰ পৰা লাভ একো নহ'ব। সকলোৱে জানিব মহাপৰাক্ৰমী মোগল বাদচাৰ অসম ৰজাৰ হাতত পৰাজয় হৈছে।

জয়া : যদি ৰামসিংহৰ কেনেবাকৈ জয় হয় তেনেহ'লে আপুনি বাদচাৰ ওপৰত কথা লগায়ো একো কৰিব নোৱৰিব।

(ৰচিদ খাঁই চিন্তা কৰি)

ৰচিদ : এৰা। ৰামসিংহৰ জয় হ'লে মোৰ ভৱিষ্যত একেবাৰে এন্ধাৰ হৈ পৰিব।

জয়া : মোগলৰ লেখীয়া এটা বীৰ জাতিৰ পক্ষে অসম দেশ জয় কৰাটো একো কথাৰ কথাই নহয়। এইবাৰ নহয় অহাবাৰ অসম দেশ জয় কৰিব পাৰিব। কিন্তু আপোনাৰ কাৰণেহে মই ইমান মূৰ ঘমাইছো। কাৰণ গোলামৰো এফেৰি স্বাৰ্থ আছে। জাহাপনা অসমৰ ৰজা হ'লে কিজানি এই অধমেও তুলসীৰ লগত কলপটুৱাৰ মুক্তি হোৱাৰ দৰে কিবা এৰা-থোৱাৰ এধানিমান ভাগ পাওঁৱেই।

ৰচিদ : কোনো চিন্তা নকৰিবা জয়ানন্দ। তোমাৰ কথা ৰচিদ খাঁই কেতিয়াও পাহৰিব নোৱাৰে।

(বেগেৰে প্ৰস্থান)

: পট :

## তৃতীয় দৃশ্য

: শৰাইঘাটৰ ৰণ :

(ব্ৰহ্মপুত্ৰৰ উত্তৰে শৰাইঘাটৰ কোঠ। দক্ষিণে বৰফুকনৰ ইটাখুলিৰ কোঠ। মাজৰ

এই ঠাই ডোখৰত ব্ৰহ্মপুত্ৰৰ বুকুত মোগলৰ সতে অসমীয়াৰ তয়াময়া ৰণ লাগিছে। প্ৰথম ডোখৰত মোগলৰ তীব্ৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি অসমীয়া ৰণুৱাবিলাকে দিহা দিহি পলাব ধৰিছে। কিছু মানে শত্ৰুৰ হাতত প্ৰাণ হেৰুৱাইছে। গোটেইখন লুইতৰ বুকু তেজেৰে ৰাঙলি হৈ পৰিছে। মোগল সেনাৰ জয়ধ্বনি, সিহঁতৰ হিলৈ, বৰটোপ, কামান আদিৰ গৰজনিত দলদোপ হেন্দোলদোপ লাগি পৰিছে। দক্ষিণপাৰে ইটাখুলিৰ নামনিত নৈৰ পাৰত লাচিতৰ নাও সাজু হৈ আছে। কেইজনমানে ধৰি লাচিতক চালপীৰাৰ সৈতে নাৱৰ ওচৰলৈ আনিছে। আতন বুঢ়াগোহাঁই পিছে পিছে বেগেৰে আহি লাচিতক যুঁজলৈ নাযাবলৈ অনুৰোধ কৰিছে।)

আতন : আমি থকাত আপুনি এই নৰিয়া গাৰে কেলেই যুঁজ কৰিবলৈ যাব লাগিছে?

লাচিত : স্বৰ্গদেৱে মোক গুৱাহাটীত যুঁজ কৰিবলৈ থৈছে। মই এতিয়া গুৱাহাটী বঙালৰ হাতত শোদাই দি ল'ৰা-তিৰোতা লৈ সুখেৰে থাকিবলৈ গড়গাঁৱলৈ উভতি যামনে? তাতকৈ মোক বঙালহঁতে ধৰি নিয়ক আৰু সেই বাতৰি আপোনালোকে স্বৰ্গদেউক জনাওকগৈ।

(এনেতে মোগলৰ কামান বৰটোপৰ শব্দ হয়। লাচিতে তেওঁক ধৰি অনা মানুহ কেইজনলৈ লক্ষ্য কৰি)

তহঁতে কি চাই আছ? মোক নাওত তুলি নিদিয় কেলেই?

(সকলোৱে ধৰি লাচিতক নাৱত তুলি দিয়ে, চহিয়ালহঁতে নাও উজাই মেলি দিলে)।

বন্দী চহিয়ালে মোক নুসুধি নাও কিয় উজাই মেলিব?

(এইবুলি চাৰিটা চহিয়ালক নাকৈয়েৰে গদিয়াই পানীত পেলালে)।

আতন : বৰফুকন ডাঙৰীয়া। সিহঁতৰ গাত একো দোষ নাই। মযেই আপোনাৰ নাও উজাই কুৰুৱা পাহাৰলৈ নিবলৈ আদেশ দিছো।

লাচিত : মই নাযাও বুঢ়াগোহাঁই ডাঙৰীয়া। বঙালৰ সৈতে যুঁজ হে কৰিম। মোৰ শেষ সমাধিৰ কাৰণে সৌ চিলাৰ পৰ্বতত চাৰি কড়াৰ মাটি কিনিছো।

(মিৰি সন্দিকৈ ফুকন উধাতু খাই সোমাই আহে)

মিৰি : বৰ সেনাপতি। মোগলৰ নৌ-সেনাপতি চৰিপ খাঁই আমাৰ পানীৰখীয়া ৰণুৱাক পৰাস্ত কৰি উজাই আহিল। তাকে দেখি পানীফুকন ডাঙৰীযাই মোগলৰ নাওৰ ওপৰত পাৰৰ পৰা টোপ চলাবলৈ আদেশ দিলে। কিন্তু চুৰামণিযে এতিয়া খেন বেয়া, ভাল হ'লে আমি কম বুলি আমাৰ ৰণুৱাক টোপ চলাবলৈ মানা কৰিলে। চাই থাকোঁতে চৰিপ খাঁৰ নাও আহি আন্ধাৰ বালিৰ ওচৰ পালেহি। তথাপি সমুদ্ৰ চুৰামণিয়ে এতিযাও খেণ মিলা নাই বুলি কৈ আমাৰ ৰণুৱাক টোপ চলাবলৈ হাক দি আছে।

(কথা শুনি লাচিত উত্তেজিত হৈ পৰে)

লাচিত : সন্দিকৈ ফুকন। চুৰামণিক মোৰ আগলৈ লৈ আহা।

(চুৰামণিৰ প্ৰৱেশ, লাচিতে চুৰামণিক দেখি)

চুৰামণি!

চুৰামণি : বৰসেনাপতি। অথন বাটি ধৰিবলৈ ভাল নহৈছে।

(হেংদান হাতত লৈ লাচিতে একে চাবেই বহাৰ পৰা উঠি চুৰামণিৰ ওচৰলৈ যায)।

লাচিত : চুৰামণি। স্বৰ্গদেৱে নৌকাটোতেই মযে কাটিম। সন্দিকৈ ফুকন। যোৱা, সকলোকে জনাই দিয়াগৈ, কোনেও যেন পিচ নোহোঁহকে।

(মিৰি সন্দিকৈৰ প্ৰস্থান। আকৌ কামানৰ শব্দ আৰু মোগলৰ জয়ধ্বনি শুনা গ'ল)।

চুৰামণি! তযো কটা গলি, মোৰো দুৰ্যশ আনি চাউলকানি মাৰিলি।

(গণনা কৰি চুৰামণিয়ে ক'লে)

চুৰামণি : সৰ্বোদয়ত উত্তম পাইছো, এতিয়া বঙালক ধৰিবলৈ উঠিব লাগে।

(লাচিতে সকলোকে আদেশ দিলে)

লাচিত : বুঢ়াগোহাঁই ডাঙৰীয়া। যাওক, সকলোৱে একেলগে একে সময়তে কাণ্ড-গুলীৰে মোগলৰ ওপৰত আক্ৰমণ চলাওক।

(সকলোৰে প্ৰস্থান। লাচিত নাওত উঠিল। অলপ পিচতে কামান, হিলৈ, বৰটোপ

আদিৰে গৰজনিয়ে আতঙ্কৰ সৃষ্টি কৰিলে)।
দে দে চহিয়াল, মোৰ নাও ভটীয়া পানীত মেলি দে।
(আকৌ হিলৈ-বৰটোপৰ শব্দ হয়)
পানীফুকন। পিছুৱাই অহা সৌ নাওখনৰ মানুহকেইটাক ধৰি পানীত পেলাই দিয়া।
(লাহে লাহে লাচিতৰ নাও অদৃশ্য হৈ গ'ল। ৰামসিংহই এটা টিলাৰ ওপৰত উঠি অসমীয়া ৰণুৱাৰ ৰণ-কৌশল আৰু লাচিতৰ পৰিচালনা চাব ধৰিছে। পণ্ডিতৰাওৰ প্ৰৱেশ)।

পণ্ডিত : অম্বৰাধিপতি। ৰচিদ খাই দিল্লীলৈ উভতি যাবলৈ যো-জা কৰিছে।

ৰাম : যাবলৈ দিয়া পণ্ডিতৰাও।

পণ্ডিত : তাৰ কাৰণ অম্বৰাধিপতি?

ৰাম : ৰচিদ খাঁৰ জয় হৈছে।

পণ্ডিত : অম্বৰাধিপতি।

ৰাম : ৰচিদ খাই বিচাৰিছিল ৰামসিংহৰ পৰাজয়।

পণ্ডিত : ৰণ এতিয়াও শেষ হোৱা নাই।

ৰাম : শেষ হ'বলৈ আৰু বেছি সময় নাই।

পণ্ডিত : আপোনাৰ আদেশ নোহোৱাকৈ ৰণ এৰি যাব কেনেকৈ?

ৰাম : বাদচাৰ পৰা ৰচিদ খাই সেই ক্ষমতা পাইছে।
(এনেতে এডাল তীৰ ৰামসিংহৰ কাণৰ কাষেদি যায়)।
পণ্ডিতৰাও। অসমীয়া সেনা আহি নিচেই ওচৰ চাপিছেহি। তুমি কিছু নিলগত মোৰ কাৰণে ঘোঁৰা সাজু কৰি ৰাখাগৈ।
(পণ্ডিতৰাওৰ প্ৰস্থান। মদনাৱতীৰ প্ৰৱেশ)।

মদনা : অম্বৰাধিপতি। মীৰ নবাব শত্ৰুৰ হাতত বন্দী হৈছে।

ৰাম : জানো মদনাৱতী।

মদনা : নৌ-সেনাপতি চৰিপ খাঁ অসমীয়া সেনাৰ কামানৰ গুলীত নিহত হৈছে।

ৰাম : তাকো জানো মদনাৱতী।

মদনা : মোগলৰ অসংখ্য সেনা বন্দী হৈছে। হাজাৰে হাজাৰে শত্ৰুৰ হাতত প্ৰাণ হেৰুৱাইছে আৰু বাকী ভয়ত দিহা-দিহি পলাইছে।

ৰাম : সকলো নিজ চকুৰে দেখি আছো। চাই মোৰ বৰ ভাল লাগিছে। অসমীয়া সেনাবোৰ কি ভয়ানক যোদ্ধা। কি সাহসী বীৰ। প্ৰত্যেকটো অসমীয়া সেনাই নাও বাব পাৰে, মাটি খান্দিব পাৰে, হিলৈ মাৰিব পাৰে আৰু তীৰ ধনু মাৰিব পাৰে। মই ভাৰতৰ কোনো ঠাইতে অসমীয়াৰ দৰে সকলো কামতে পাকৈত যুঁজাৰু দেখা নাছিলো।

মদনা : ইয়াত থাকিলে প্ৰাণৰ সংশয় আছে অম্বৰাধিপতি।

ৰাম : ৰামসিংহৰ হাতত এতিয়াও অস্ত্ৰ আছে মদনাৱতী।

মদনা : এই ঠাই সোনকালে পৰিত্যাগ কৰক।

ৰাম : সৌৱা চোৱা মদনাৱতী। লাচিত বৰফুকনে নৰিয়া গাৰে নাৱত শুই কেনেকৈ সেনাবোৰক পৰিচালনা কৰিব ধৰিছে। যেনে অসমীয়া সেনা, তেনে অসমীয়া সেনাপতি। কি কৌশলী, কি দূৰদৰ্শী এই লাচিত বৰফুকন। যি দেশত লাচিতৰ দৰে বীৰৰ জন্ম হৈছে, যি দেশত আতন বুঢ়াগোহাঁইৰ দৰে চতুৰ ৰাজনীতিজ্ঞৰ জন্ম হৈছে, ধন্য সেই দেশৰ ৰজা, ধন্য সেই অসমীয়া জাতি। লাচিত বৰফুকন। ৰামসিংহৰ উচ্চশিৰ তোমাৰ বীৰত্বৰ ওচৰত আপোনা-আপুনি দোঁ খাই পৰিছে। মই হাৰ মানিছো।
(আসমীযাৰ জয়ধ্বনি শুনা যায়)

মদনা : বলক, আৰু পলম নকৰিব।

ৰাম : মোৰ আয়ে, অম্বৰৰ ৰাণীয়ে মোক অনুৰোধ কৰি উলটি যাবলৈ মাতি পঠিয়াইছিল, কিন্তু মই তেওঁলোকৰ অনুৰোধ আওকাণ কৰিলো। মোৰ একমাত্ৰ অতি চেনেহৰ সন্তানক নিষ্ঠুৰ বাদচাহে বাঘৰ লগত যুঁজ লগাই দি বধ কৰিবলৈ চক্ৰান্ত কৰাৰ বাতৰিও পাইছো। তথাপি মই বাদচাৰ মনৰ কামনা পূৰ্ণ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ আছো।

মদনা : আপোনাৰ পিতা ৰজা জয়সিংহ বাদচাৰ হাতত অপমানিত হৈয়েই মৃত্যুৰ মুখত পৰিছে। আপোনাকো সেই একে কাৰণেই অসম দেশলৈ পঠিয়াই দিছে। আপোনাৰ নাবালক পুত্ৰকো ধ্বংস কৰিবলৈ বাদচাহে নিষ্ঠুৰ উপায় অৱলম্বন কৰিছে। অথচ আপুনি সকলো জানি-শুনিও এই অত্যাচাৰী বাদচাৰ কাৰণে নিজৰ জীৱন তুচ্ছ কৰি শত্ৰুৰ আগত থিয় দি আছে।

ৰাম : কি কৰিম, উপায় নাই।

মদনা : ধিক আপোনাৰ জীৱন ৰজা ৰামসিংহ।

মিছাতে আপোনাক সকলোৱে বীৰ বুলি কয়। আপুনি ৰাজপুত জাতিৰ কুলৰ কণ্টক।

ৰাম : তুমি মোক সদায় ভীৰু, কাপুৰুষ, মোগলৰ গোলাম বুলি তিৰস্কাৰ কৰি আহিছা। চিৰদিন মোক ঘৃণাৰ চকুৰে চাইছা— অথচ নিজৰ জীৱন বিপন্ন কৰি শত্ৰুৰ মাজতো তুমি মোৰ পিচ এৰা নাই কিয় মদনাৱতী?

(মদনাৱতী নিমাত)

মনে মনে থাকিলা কেলেই? যোৱা— মোৰ দৰে এটা অপদাৰ্থ প্ৰাণীৰ কাৰণে তোমাৰ এই বহুমূলীয়া জীৱন নষ্ট নকৰিবা।

(মদনাৱতী ৰামসিংহৰ মুখলৈ থৰ লাগি চাই থাকি চিঞৰি উঠে)।

মদনা : ৰামসিংহ!

(ৰামসিংহক ঠেলা মাৰি আঁতৰ কৰে। শত্ৰুৰ তীৰ আহি মদনাৱতীৰ অন্তৰ ভেদ কৰি সোমাই যায়। মদনাৱতী ঢলি পৰে। ৰামসিংহই সাৱটি ধৰে)।

ৰাম : মদনাৱতী! মদনাৱতী!!

মদনা : মনৰ কথা মনতে থাকিল। প্ৰকাশ কৰিবলৈ নোৱাৰিলো। উস্.

(মদনাৱতীৰ মৃত্যু হয়)

ৰাম : ৰাজপুত জীয়াৰী। সোণৰ সপোনেই তোমাৰ মৃত্যুৰ কাৰণ হ'ল।

(এনেতে আকৌ কামানৰ শব্দ আৰু অসমীয়া সেনাৰ জয়ধ্বনি শুনা যায়। ৰামসিংহই মদনাৱতীক তুলি লৈ বেগেৰে ৰণক্ষেত্ৰ পৰিত্যাগ কৰে)।

(ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে আৰু লুইতৰ বুকুৰ ওপৰত মানুহৰ মূৰেৰে ক'লা হৈ পৰে। অসমীয়াৰ কিৰিলিয়ে, ঢোল, খোল, মৃদং আদিৰ শবদে গোটেইখন তল-ওপৰ কৰি পেলালে। লাহে লাহে লাচিতৰ নাৱে পুনৰ নৈৰ বুকুত দেখা দিলে। নাৱত অমসীয়াৰ জাতীয় পতাকা উৰিব ধৰিছে। লাচিত দীঘল দি পৰি শুই আছে। মূৰ শিতানত বহি সন্দিকৈ ফুকনে লাচিতক বিচি আছে। একাষে আতন বুঢ়াগোহাঁই থিয় দি আছে। লাচিতৰ নাও ওচৰ চপাৰ লগে লগে সকলো নিমাত হৈ পৰিল। আতন বুঢ়াগোঁহায়ে ৰাইজলৈ চাই ক'লে)।

আতন : শৰাইঘাটে লাচিতক অমৰ কৰিলে। অসমীয়া জীয়াই থাকে মানে লাচিতো জীয়াই থাকিব। অসমীয়াৰ ঘৰে ঘৰে লাচিতক পূজা কৰিব। নাতি-পুতিহঁতে মহাবীৰ লাচিতৰ চানেকীৰে অসমীয়াক পৃথিৱীৰ ভিতৰত শক্তিশালী কৰি গঢ়ি তুলিব।

(ৰাইজে জয়ধ্বনি দিয়ে। লাচিতে লাহে লাহে মূৰ তুলি ৰাইজৰ আগত সেৱা লয়। লগে লগে মঞ্চৰ আঁৰ-কাপোৰ পৰে)।

# : যৱনিকা :

## আগকথা

১৯৪০ চনতে এই নাটখনি লিখা হৈছে। নাটখন লেখি উলিওৱাৰ লগে লগেই উত্তৰ গুৱাহাটী নাট্য সমিতিৰ জৰিয়তে 'লক্ষ্মীনাথ নাট্য মন্দিৰ'ৰ সাহায্যৰ অৰ্থে সেই বছৰৰে ২২ ডিছেম্বৰ তাৰিখে সুখ্যাতিৰে প্ৰথম অভিনয় হয়। তাৰ পিছত গুৱাহাটী সন্ধিয়া সন্মিলনীৰ সভ্যসকলো কামৰূপ নাট্য মন্দিৰত নাটখনি অভিনয় কৰে। '৪২ ৰ গণ-আন্দোলন সময়ত আন আন কাগজ পত্ৰৰ লগতে নাটখনো পুলিচৰ হাতলৈ যায়। '৪৬ চনত' আন্দোলন শাম কটাৰ পিছত মোৰ প্ৰিয় ছাত্ৰ শ্ৰীমান পূৰ্ণচন্দ্ৰ বৰুৱাৰ পৰা নাটখনিৰ এটি নকল পাওঁ। '৪৬ চনৰ দুৰ্গা পূজা উপলক্ষে নৱমী নিশা কামৰূপ নাট্য সমিতিৰ জৰিয়তে কুমাৰ ভাস্কৰ নাট্য-মন্দিৰত মহা সমাৰোহেৰে নাটখনি অভিনত হয়। হাতেলিখা অৱস্থাতে ধুবুৰীৰ পৰা পাছিঘাটলৈ প্ৰায় সকলো নাটঘৰতে নাটখনি অভিনীত হোৱাৰ বাতৰি আমি পাওঁ। বন্ধুবৰ শ্ৰী কমলানাৰায়ণ চৌধুৰীৰ পৰিচালনাত এইচ এম ভি কোম্পানীৰ যোগেদি এই নাটকনি ৰেকৰ্ড নাট্য-ৰূপেও প্ৰকাশ পায়।

আজি বহুদিনৰ পৰা কেইজনমান বন্ধুৱে নাটখনি ছপা কৰিবলৈ ৰৰকৈ আমনি কৰাত নাটখনি ছপা কৰি উলিযাবলৈ মন মেলো। শেষত কামৰূপ প্ৰেছৰ খনিকৰ শ্ৰীপ্ৰতাপ তালুকদাৰে নাটখনি ছপা কৰি উলিৱাত নানা প্ৰকাৰে সহায কৰাৰ কাৰণেহে নাটখনি ছপা কৰি, ৰাইজৰ আগত দাঙি ধৰিবলৈ সক্ষম হওঁ। এই সকলোলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছো।

নাটখনিত নাট্যমোদীসকলৰ এধানমানো অভাৱ দূৰ কৰিব পাৰিলেই আমাৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। ইতি---

উজান বজাৰ
গুৱাহাটী
১৯৫২

বিনীত
লক্ষ্য চৌধুৰী

## উছৰ্গা

পূজনীয়া খুৰীদেউ
শ্ৰীযুতা চন্দ্ৰবালা চৌধুৰীৰ
কলকমৰত।

----লক্ষ্য

# ৰক্ষ কুমাৰ

## প্ৰস্তাৱনা

### পঞ্চবটী আশ্ৰমৰ একাংশ

## চৰিত্ৰ

ৰাম
লক্ষ্মণ
ৰাৱণ
বিভীষণ
ইন্দ্ৰজিৎ
তৰণীসেন
সুগ্ৰীৱ
মাল্যৱন্ত
মাণ্ডব্য
কালনেমী
ব্ৰাহ্মণবেশী ইন্দ্ৰ
সীতা
সৰমা
বজ্ৰনাশা
দ্বাৰাৰক্ষী
অন্যান্য

(পঞ্চবটীৰ পৰ্ণকুটীৰ। কুটীৰৰ সন্মুখত পিৰালিত ৰামৰ আঁঠুত মুৰ ?থ সীতা শুই আছে—ৰামে পদুম পাতেৰে আলফুলকৈ সীতাক বিচি থাকে। দুৰণিত এডাল গছত আঁউজি সুদূৰলৈ মুখ কৰি লক্ষ্মণক থিয় হৈ থকা দেখা যায।)
সময় ৰাতি আৰু পুৱাৰ সন্ধিক্ষণ। পট উঠাৰ লগে লগে সুদূৰৰ পৰা সঙ্গীতৰ ধ্বনি ভাহি আহে।

গীত

"এ জয় ৰঘুৰ নন্দন হে ৰাঘব
ৰামে জয় ৰঘুৰ নন্দন।।
হৰি হৰি হৰি লৈলো, শৰণ ই বেলি
জয় ৰঘুৰ নন্দন।।

মোক কিনা কিনা হৰি এ মোক কিনা কিনা
জয় ৰাঘৱ
আন ধন নালাগয এ নাম ধন বিনা
জয় ৰঘুৰ নন্দন।।"

(গীত শেষ হোৱাৰ লগে লগে সীতাই কিবা এটি সপোন দেখি চক
খাই উঠে)।

সীতা— আৰ্যপুত্ৰ।
ৰাম— প্ৰিয়তমে।
সীতা— সন্মুখত পাইছো তোমাক
কোৱা প্ৰিয়তম—ক'ত সেই ঠাকুৰ লক্ষ্মণ?
ৰাম — কিয় প্ৰিয়তমে
আচম্বিতে এনে প্ৰশ্ন আজি?
ধীৰ স্থিৰ নয়ন তোমাৰ
কিয় আজি ইমান চঞ্চল?
সীতা— জনাম সকলো বাৰু
কোৱা প্ৰথমতে
ক'ত সেই ঠাকুৰ লক্ষ্মণ?
ৰাম— লক্ষ্মণ! লক্ষ্মণ!
(লক্ষ্মণ লৰি আহি সন্মুখত প্ৰণাম কৰি থিয় হয়।)
লক্ষ্মণ— আদেশ শুনোৱা ৰঘুমণি।
ৰাম— চোৱা সীতা
সন্মুখত ব্ৰহ্মচাৰী সোদৰ লক্ষ্মণ
ৰই আছে পালিব আদেশ।

**সীতা**— এতিয়াহে লভিছো সান্ত্বনা।
ৰঘুমণি। দেখিলো সপোন
প্ৰলযৰ ঘনঘোৰে আবৰি ধৰণী
কপালে আকাশ কপালে মেদিনী
নেদেখিলো কোন কেনি গ'ল,
আঁতৰিলা তুমি ক'ৰবাত
তুমি নাই—
নাই তাত ঠাকুৰ লক্ষ্মণ,
চিঞৰিলো 'ৰাম ৰাম' বুলি
সাৰ পালো এনে সময়তে।

**ৰাম**— সচাঁকৈয়ে অদ্ভুত সপোন।
কিন্তু সীতা—
হৰধনু ভঙ্গ কৰি
যি ৰত্ন লাভিলো সেই জনক সভাত
কাৰ সাধ্য কাঢ়ি নিব—
ৰাঘৱৰ হৃদয়ৰ পৰা।

**লক্ষ্মণ**— দেৱী।
থাকোতে জীযাই এই অবোধ লক্ষ্মণ
কাৰ সাধ্য কাঢ়ি নিব ৰামৰ জানকী।

**সীতা**— সঁচাকৈয়ে ভাগ্যৱতী মই।
নালাগে দুনাই একো
এয়ে মোৰ মহা তীৰ্থস্থান।

**লক্ষ্মণ**— দাদা!

**ৰাম**— লক্ষ্মণ!

**লক্ষ্মণ**— জানকীৰ প্ৰভাতৰ পূজা
এতিযাও বাকী আছে মোৰ।
অনুমতি দিয়া দাদা
যতনাই আনি মোৰ পূজাৰ সম্ভাৰ
জানকীৰ বাকী পূজা কৰো সম্পূৰণ।

**ৰাম**— যোৱা মই দিছো অনুমতি। (লক্ষ্মণৰ প্ৰস্থান)
সীতা।

**সীতা**— প্ৰিয়তম!

**ৰাম**— সীতা।
মিথিলৰ আলাসৰ লাডু
জনক দুহিতা সীতা
তুমিওতো মোৰেই কাৰণে
নিৰ্যাতিত নিপীড়িতা আজি।
আৰু এই ঠাকুৰ লক্ষ্মণ
কাৰেওৰ বি থৈ চেনেহী তিৰোতা
আজীৱন ব্ৰহ্মচাৰী হৈ
অনাহাৰ অনিদ্ৰাই যাপিছে জীৱন
একমাত্ৰ মোৰেই কাৰণে।
নুবুজো তথাপি
অভিশপ্ত ৰামৰ শিৰত
বজ্ৰঘাত নপৰে কি হেতু।

**সীতা**— আৰ্যপুত্ৰ
অকস্মাৎ ম্লান কিয় বদন তোমাৰ
ম্লান কিয় জ্যোতিৰ্ময় আভা?
কোনে কয় নিপীড়িতা সীতা,
কোনে কয নিৰ্যাতিত ঠাকুৰ লক্ষ্মণ?
নাজানানে প্ৰিয়তম,
শ্ৰীৰামৰ চৰণ সেৱাই
একমাত্ৰ ধ্যান জানকীৰ
একমাত্ৰ ধ্যান লক্ষ্মনৰ?
(এখন পাত্ৰত কিছুমান ফলমুল লৈ লক্ষ্মণৰ প্ৰৱেশ)।

**লক্ষ্মণ**— লোৱা দেৱী
লক্ষ্মণৰ ভক্তি উপহাৰ।

**সীতা**— সাদৰেৰে কৰিছো গ্ৰহণ। (লৈ ভিতৰলৈ যায)

**ৰাম**— লক্ষ্মণ!

**লক্ষ্মণ**— দাদা।

**ৰাম**— যিমান সঁহিছ ভাই
অনাহক দুৰ্ভগীয়া ৰামৰ কাৰণে
কিৰূপে কৰিম তাৰ ঋণ পৰিশোধ।
নুবুজো কিদৰে
ত্যাগ কৰি যৌৱনৰ সোণালী গৰিমা
উৰ্মিলাৰ অকৃতিম প্ৰেম
মেৰিযাই ললি তই গেৰুৱা বসন।
কোন দায়ী তাৰ বাবে—কোন অপৰাধী
নহয়নে দুৰ্ভগীয়া ৰাম?

**লক্ষ্মণ**— কিয় দাদা
এনে কথা তোমাৰ মুখত?
যিদিনাই জ্ঞান চক্ষু মেলি
বুজি পালো অনিত্য সংসাৰ
সিদিনাই লেকি ললো হিয়াৰ মাজত
ৰাম সীতা দুজনৰ চৰণ সেৱাই
একমাত্ৰ ধ্যান লক্ষ্মণৰ।
কোনে কয় বনবাসী ভিক্ষাৰী লক্ষ্মণ
স্বেচ্ছাই ত্যজিছো মই ৰাজ আভৰণ
স্ব—ইচ্ছাই পিন্ধি ললো গেৰুৱা বসন।
বুজক জগতে
য'তে ৰাম সেয়ে মোৰ মহা তীৰ্থস্থান
তাৰেই কাৰণে দাদা
বনবাস—স্বৰ্গবাস আজি লক্ষ্মণৰ।

**ৰাম**— সঁচাকৈয়ে ধন্য আজি ৰাম।

ভাই মোৰ—জীউ মোৰ—
নহয় নহয়
তথাপিও কিয় চিন্তা হয়?

লক্ষ্মণ—দাদা
নুবুজিলো চিন্তাৰ কাৰণ।
মুক্তকণ্ঠ, মুক্তপাখী বনবাসী আমি
নাই য'ত সংসাৰৰ কুটিল চাতুৰী
নাই য'ত বিমাতৃ কৈকেয়ী
সেই এই—
পঞ্চবটী বনৰ মাজত
নুবুজিলো ৰাঘৱৰ চিন্তাৰ কাৰণ।

ৰাম— লক্ষ্মণ।
কি বুজিবি চিন্তাৰ কাৰণ
অভিশপ্ত জীৱনত মোৰ--
কোনে জানে কিবা লেখা আছে।
যৌৱনৰ প্ৰথম পুৱাতে
হেৰুৱালো জন্মদাতা পিতা
হেৰুৱালো মাতৃৰ মৰম,
যদি সেই দুৰ্ভগীয়া ৰামে
হেৰুৱাও পঞ্চবটী বনৰ মাজত
অযত্না পালিতা সীতা জনক দুহিতা
আৰু যদি হেৰুৱাও তোক--
লক্ষ্মণ। লক্ষ্মণ- - - (আৰু কব নোৱাৰিলে
বুকুত যেন কিহবাই খুন্দিযাই ধৰিলে)

লক্ষ্মণ—ৰঘুমণি
লক্ষ্মণ থাকোতে জাযাই
কাৰ সাধ্য কাঢ়ি নিব ৰামৰ জানকী?
কাৰ সাধ্য লক্ষ্মণৰ সতে
শ্ৰীৰামৰ ঘটাব বিচ্ছেদ?

(বেগেৰে সীতাৰ প্ৰবেশ)

সীতা—ৰঘুমণি।
চোৱাচোন সুদূৰত সেই হৰিণাটি
সুৱৰ্ণ খটোৱা গাত
বন কৰা মণি মুকুতাৰে।

ৰাম— সঁচাকৈয়ে সুন্দৰ হৰিণা।

সীতা—ধৰি আনি দিয়া নাথ।

ৰাম— লক্ষ্মণ।

লক্ষ্মণ—দাদা।
নুবুজিলো কাৰ ইনো মায়াৰ ছলনা।
সোণৰ হৰিণা— শুনা নাই কেতিয়াও
দেখা নাই কাহানিও বনৰ মাজতো,
কিন্তু আজি প্ৰতক্ষ্য দেখিছো
তথাপিও ভ্ৰম যেন লাগিছে সকলো।
সন্মুখত থিয় হৈ
লক্ষ্মণৰ চিৰ সত্য
'ৰাম সীতা' যুগল মূৰতি
আৰু তাৰে সন্মুখত
কোন এই মায়াকৰে খেলিছে চাতুৰী?
নহে দাদা
ৱৰ্ণ মৃগ মায়াৰ ছলনা

ৰাম— লক্ষ্মণ!
সঁচাকৈযে মায়া সকলোৱে।
তথাপিও জানকীৰ ইচ্ছা পূৰ্ণ কৰিব লাগিব

*(কুটীৰৰ বেৰত আঁৰি থোৱা ধনুশৰ লৈ)*

লক্ষ্মণ।
সাৱদানে ৰাখিবা দুৱাৰ
প্ৰাণান্তেও জানকীক নেৰিবা অকলে।

লক্ষ্মণ - শিৰোধাৰ্য প্ৰভুৰ আদেশ।

ৰাম--- সীতা।
ক্ষন্তেক অপেক্ষা কৰা
আনি দিম স্বেচ্ছিত হৰিণা।

*(ৰামৰ প্ৰস্থান)*

(সীতাই ৰাম যোৱাৰ ফালে থৰ লাগি চাই থাকে)

সীতা— লক্ষ্মণ।
চোৱা সৌৱা
হৰিণাৰ পিছে পিছে লৰি
বহুদূৰ পালেগৈ ৰাঘৱ
লুকাল ক'ৰবাত সৌ কুঞ্জ কাননত।
কি হব উপায় লক্ষ্মণ?

লক্ষ্মণ—দেৱী!
নাই কোনো চিন্তাৰ কাৰণ
তুৰন্তে ৰাঘৱ নিজে আহিব উলটি।

(সীতাই কুটীৰৰ ভিতৰ সোমায়)

ৰাম- (নেপথ্যত) ৰক্ষা কৰা! ৰক্ষা কৰা!

সীতা– (ওলাইআহি)
সেইয়া সেইয়া লক্ষ্মণ
ৰাঘৱৰ আৰ্তনাদ
যোৱা ধনুশৰ লৈ।

লক্ষ্মণ— দেৱী!
নকৰিবা তেনে অনুৰোধ।
মায়াৰে আবৰা এই পঞ্চবটী বন
ৰাক্ষসৰ মায়া মৃগ মায়া চাতুৰীত
নটলিব লক্ষ্মণৰ প্ৰাণ।
দেৱী! নকৰিবা অলপো সন্দেহ

ৰাঘৱৰ বিৰোধ কৰা
নাই কেঁও এই পৃথিৱীত।
**ৰাম**-- (নেপথ্যত) ৰক্ষা কৰা।
ভাই লক্ষ্মণ ৰক্ষা কৰা।
**সীতা**-- সেইযা সেইযা
ৰাঘবৰ কণ্ঠস্বৰ, ৰাঘবৰ আৰ্তনাদ।
লক্ষ্মণ তুমি
ৰাঘৱৰ হোৱাগৈ সহায়।
**লক্ষ্মণ**--দেবী।
নহয় ৰাঘৱ সেইযা
সকলোৱে ৰাক্ষসৰ মাযাৰ ছলনা।
পূৰ্ণ ব্ৰহ্ম ৰামচন্দ্ৰ সত্য অৱতাৰ
কাৰ সাধ্য সিজনাৰ ঘটাব অনায।
**সীতা**--- পাপমতি দুৰাত্মা লক্ষ্মণ
বুজিছোঁ সকলো আজি
কি আশা বুকুত লৈ
এৰি থৈ কাবেঙত নিজৰ তিৰোতা
বনবাসী আন্দাচৰ ঙই ৰাঘৱৰ।
ধিক শত ধিক তোৰ প্ৰতি।
**লক্ষ্মণ**--দেবী।
**সীতা**-- গুচ গুচ কুলাঙ্গাৰ
দেখিলো বহুতো তোৰ কলঙ্কিত মুখ
প্ৰায়শ্চিত্ত হব লাগে সাধ্বী তিৰোতাই।
যি জনাৰ প্ৰেম আশা কৰি
পশিলি পামৰ তই পঞ্চাবটী বন
জনক নন্দিনী সেই ৰামৰ সীতাই
পদাঘাতে আজি তোক দিছে আঁতৰাই।
**লক্ষ্মণ**---স্তব্ধ হোৱা-- স্তব্ধ হোৱা দেৱী,
নকৰিবা তেনে কথা পুনু উচ্চাৰণ
পৃথিবীৰ বিষ বাস্প উঠিব উথলি
লয় হব ধৰ্মৰ মহিমা।
**সীতা**-- ধৰ্ম ধৰ্ম নালাগে শিকাব
বুজিছো সকলো আজি
কিন্তু হেৰ' নীচমতি অবোধ লক্ষ্মণ
নাভাবিবি ভুলতেওঁ কাচিতো এদিন
শ্ৰীৰামৰ ধৰ্মপত্নী এই জানকীযে
প্ৰাণান্তেও পতি বুলি- - - -
**লক্ষ্মণ**---জানকী। জানকী! (ত্বৰিত পৰি যায)
চন্দ্ৰ সূৰ্য দেবতা সকল
কিবা দৰে শুনি আছা মৰ্মাহত বাণী।
বজ্ৰাঘাতে শেষ কৰি মোক
ধৰ্মৰ মহিমা কিয় নকৰা প্ৰকাশ?
দেৱী।
ওলাল লক্ষ্মণ এই
ৰাঘবৰ সহাযৰ বাবে।
জীৱনত এযেই প্ৰথম
উলঙ্ঘি ৰামৰ আজ্ঞা
অকলে এৰিলো আজি দেৱী জানকীক।
দেৱী।
দেৱ দ্বিজ সাক্ষী কৰি
এই তিনি চিহ্ন মই কৰিলো অঙ্কণ
পাৰ হৈ নাহিবা কদাপি
এযে হব বিপদত ৰক্ষাৰ কৱচ।
*(প্ৰণাম কৰি প্ৰস্থান)*
**সীতা**-- সঁচাকৈয়ে দাৰুণ আঘাত দিলোঁ
আজি লক্ষ্মণক। (কুটীৰৰ ভিতৰত সোমায)
(এটি মৃদু সুৰ বজি থাকে অলপ পিচত ব্ৰাহ্মণবেশী ৰাৱণৰ প্ৰবেশ)
**ব্ৰাঃ ৰাৱণ**--- কোন আছা ভিতৰত?
**সীতা**– (ভিতৰৰ পৰা) কোন?
**ব্ৰাঃ ৰাৱণ**-- ক্ষুধাতুৰ ব্ৰাহ্মণ এক
অনাহাৰ অনিদ্ৰাই জৰ্জৰিত প্ৰাণ
দযা কৰি ৰক্ষা কৰা
মৰণৰ কবলৰ পৰা।
**সীতা**--- ক্ষন্তেক অপেক্ষা কৰা
অলপতে আহিব ৰাঘৱ
ভক্তি ভৰে কোষা অৰ্ঘ লই
পূজিবহি-- তোমাৰ চৰণ।
**ব্ৰাঃ ৰাৱণ**-- বিলম্ব? নসহে পুনৰ আই
ৰক্ষা কৰা জীৱন বৃদ্ধৰ
নহলে ঘটিব আজি মহা অঘটন
চকুৰ আগত আহি--বৃদ্ধ ব্ৰাহ্মণে
অনাহাৰে ত্যজিব জীৱন।
**সীতা**--- সঁচাকৈয়ে অতিকে আতুৰ
ক্ষন্তেক অপেক্ষা কৰা--
আনি দিম ফলমুল মই।
*(সীতা ভিতৰ সোমায)*
**ব্ৰাঃ ৰাৱণ**-- জলি উঠ অন্তৰৰ দুৰ্দান্ত ৰাক্ষস
সীতা নিৰ্যাতন ---সীতা প্ৰপীড়ন
আজি তোৰ একমাত্ৰ ব্ৰত।
(এটি পাতত ফলমুল লৈ সীতা দুৱাৰ মুখত থিয হয়হি।)
**সীতা**--আগবাঢ়ি আহি দেৱ লোৱা ভিক্ষাঞ্জলি ৰক্ষা কৰা নিজ প্ৰাণ, ৰক্ষা কৰা গৃহস্থ ধৰম।
**ব্ৰাঃ ৰাৱণ**-- আগবাঢ়ি যাব

কি শক্তি আছে ব্ৰাহ্মণৰ?
ভোকত আতুৰ পিয়াহত প্ৰাণ যাওঁ যাওঁ
নোৱাৰো লৰিব আৰু
অহা মাতৃ আগবাঢ়ি আহি নিজ
ৰক্ষা কৰা সন্তানৰ প্ৰাণ।

**সীতা**— ৰঘুমণি—ঠাকুৰ লক্ষ্মণ
নধৰিবা দোষ জানকীৰ
ব্ৰাহ্মণৰ প্ৰাণ ৰক্ষা হেতু
জানকীয়ে ধৰ্ম বাক্য কৰিছে লঙ্ঘন।
(কাষ চাপি) লোৱা দেব-
লোৱা মোৰ এই ক্ষুদ্ৰ দান।

**ব্ৰাঃ ৰাৱণ**— হাঃ হাঃ হাঃ
নালাগে ই ক্ষুদ্ৰ দান
বিধাতাৰ শ্ৰেষ্ঠ দান তুমি জানকীয়ে
তাকে লই তুষ্ট হব আজি লংকেশ্বৰ
হাঃ হাঃ হাঃ। (কোলাত তুলি লয়)
(ৰংগমঞ্চ হঠাৎ অন্ধকাৰ হৈ পৰে। বিজুলী ঢেৰেকনি মাৰিবলৈ ধৰে। প্ৰবল ধুমুহা বয়। আকাশৰ ওপৰত ৰাৱণৰ অট্টহাস্য আৰু সীতাৰ 'ৰাম' 'ৰাম' চিঞৰ শুনা যায়। ক্ষন্তেকৰ পিছত বতৰে সামা মূৰ্তি ধৰে। ৰংগমঞ্চত ক্ষীণ পোহৰ দেখা যায়-- এটি মৃদু করুণ সুৰ বাজিবলৈ ধৰে।)
( ৰাম আৰু লক্ষ্মণৰ প্ৰৱেশ । অহাৰ লগে লগে ৰামে দূৰণিৰ পৰাই 'সীতা' 'সীতা' বুলি চিঞৰি আহে।)

**ৰাম**— সীতা--সীতা।
(ঘৰৰ ভিতৰ বাহিৰে বিচাৰি চায়। লক্ষ্মণৰ মুখত উদ্বিগ্নতাৰ চিন।)
লক্ষ্মণ। লক্ষ্মণ।

**লক্ষ্মণ**—দাদা। দাদা।

**ৰাম**— লক্ষ্মণ!
শূণ্য কৰি পঞ্চবটী বন
শূণ্য কৰি ৰামৰ হৃদয়
জনক দুহিতা সীতা-—
কেনি গ'ল--- কোনে দিব সঠিক সন্ধান?

**লক্ষ্মণ**— ৰামাজ্ঞা লঙ্ঘন কৰি অধম লক্ষ্মণে
যি পাপ কৰিলে অৰ্জন
তাৰেই কাৰণে আজি জানকী হৰণ।
দাদা।
পদাঘাতে শেষ কৰি মোক
কলঙ্কিত লক্ষ্মণৰ নাম
শেষ কৰি দিয়া এই ধৰণীৰ পৰা।

**ৰাম**— নহে ভাই—
একমাত্ৰ ময়ে অপৰাধী
অভিশপ্ত ৰামৰ কাৰণে
পৃথিবীৰ এনে অঘটন।
লক্ষ্মণ। লক্ষ্মণ।
(ৰাম বাহি পৰে লক্ষ্মণে ধৰিব যাওঁতে সীতাৰ অলঙ্কাৰ পৰি থকা দেখে।)

**লক্ষ্মণ**- দাদা। দাদা।
এয়ে সেই ৰত্নহাৰ দেৱী জানকীৰ।
দাদা। দাদা।

**ৰাম**--- লক্ষ্মণ।

**লক্ষ্মণ**- চোৱা দাদা
এয়ে সেই ৰত্নহাৰ দেৱী জানকীৰ
চতুদশে সিঁচৰতি হই
নিৰ্যাতিতা জানকীৰ কথা
দিছে সোৱৰাই।
বলা দাদা।
এই পথ আগবাঢ়ি গলে
অৱশ্যেই জানকীৰ মিলিব সন্ধান।

**ৰাম** সঁচা কথা!
এয়ে সেই ৰত্নহাৰ
সুকোমল দেৱীৰ কণ্ঠত
আদৰেৰে দিছিলো পিন্ধাই।
লক্ষ্মণ। লক্ষ্মণ।
দিয়া মোৰ ধনুশৰ।
(লক্ষ্মণে ধনুশৰ তুলি দিয়ে)
ওলোৱা- ওলোৱা লক্ষ্মণ
স্বৰ্গ মৰ্ত্ত্য পাতাল প্ৰৱেশি
প্ৰলয়ৰ ৰুদ্ৰ ৰূপ ধৰি
উদ্ধাৰি আনিম মই প্ৰাণ প্ৰতিমাক।
(বেগে প্ৰস্থান)

**লক্ষ্মণ**-- দাদা। দাদা। (পিছে পিছে যায়)

আঁৰ কাপোৰ

# ১ম অঙ্ক

## ১ম দৃশ্য

**বভীষণৰ গুপ্ত মন্দিৰ**

**(সন্মুখত ৰাম মূৰ্তি লৈ বিভীষণ পূজাত মগ্ন। সহস্ৰ বন্তি জলি আছে। ধুপ ধুনা আদি সুগন্ধিয়ে কোঠাটি পবিত্ৰ কৰি তুলিছে। আঁৰকাপোৰ উঠাৰ লগে লগে শঙ্খ ঘণ্টা, কাঁহ আদি**

মাঙ্গলিক বাদ্য বাজিব ধৰে।)

**বিভীষণ**- ৰামায় ৰামচন্দ্ৰায় ৰামভদ্ৰায় বেধসে।
নাথায় ৰঘুনাথায় সীতয়া পতয়ে নমঃ নমঃ।।
(পুষ্পাঞ্জলী দি ধ্যানমগ্ন হয়। মাঙ্গলিক বাদ্য বাজিব ধৰে।
শিলৰ মূৰ্তিৰ পৰা জীৱন্ত ৰাম মূৰ্তি আবিৰ্ভাৱ হয়—
বিভীষণ তন্ময়)

**ৰাম**— (নেপথ্যত) বিভীষণ তুষ্ট মই তোমাৰ পূজাত অবিলম্বে
পাবা তুমি মোৰ দৰশন।

(অৰ্ন্তদ্ধান)

**বিভীষণ**— (আধা ফুটা মাতেৰে) দেৱতা—দেৱতা।
সেইয়া— সেইয়া
জ্যোতিৰ্ময় ৰূপ ধৰি দেৱতাই মোৰ
দেখা দিছে ভক্তৰ আগত
আহা কিমান সুন্দৰ ৰূপ কিমান উজ্জ্বল।
ধন্য—ধন্য বিভীষণ
আহিব দেৱতা নিজে দিব দৰশন।
সৰমা—সৰমা

**সৰমা**—(বেগে প্ৰবেশ) নাথ-নাথ।

**বিভীষণ**— বজোৱা বিজয় বাদ্য বজোৱা দন্দুভি
বজোৱা বজোৱা দেৱী
দেৱতাৰ শঙ্খ ঘণ্টা মেদিনী কঁপাই।

**সৰমা**— নাথ। নুবুজিলো দাসীয়ে একোকে
কিহৰ কাৰণে আজি
আনন্দত উত্ৰাৱল তুমি।

**বিভীষণ**—সৰমা
জীৱনৰ জয়যাত্ৰা হল আৰম্ভণ
দেৱতাৰ লৰিছে আসন
নিজে তেওঁ কৈ গ'ল সন্মুখত আহি
অচিৰতে দিব দৰশন
লঙ্কাৰ আনন্দ আজি
ভাগ্যৱতী পূণ্যৱতী সৰমা সুন্দৰী
তুমিও আনন্দ কৰা।

**সৰমা**—সঁচাকৈয়ে আহিবনে দেৱতা প্ৰাণৰ?
আহিবনে নিজৰূপ লই
পৃথিবীৰ উপেক্ষিত ৰক্ষ সমাজক
বিলাবনে নিজে আহি চেনেহ নিৰ্মালি
কোৱা নাথ
কেতিয়া মিলিব বাৰু সেই শুভ দিন?

**বিভীষণ**— সৰমা।
শুভদিন পালেহি ওচৰ
ৰক্ষৰ উদ্ধাৰ হেতু মুক্তি হেতু সুবৰ্ণ লঙ্কাৰ
ভগৱান আহিব নিজেই।
ধন্য আজি বিভীষণ—ধন্য তুমি সৰমা সুন্দৰী
ধন্য আজি লঙ্কাৰ প্ৰতি ধূলিকণা।

*(তৰণীসেনৰ প্ৰৱেশ)*

**তৰণী**— লগে লগে ধন্য পিতা
জননী লঙ্কাৰ এই-নিঃকিন সন্তানো।

**বিভীষণ**—কোন? পুত্ৰ?
আহিছ তৰণী তযো ঠিক সময়ত
কৰিলিনে দেবতাৰ নাম উচ্চাৰণ?

**তৰণী**—দেৱতা—দেৱতা
বহুত শুনিছো পিতা স্বাৰ্থপৰ দেৱতাৰ কথা।
শুনা পিতা—
কলঙ্কিত দেৱতা সমাজে
নীচ ভাৱে অমৰত্ব লভি
অনাৰ্য বৰ্বৰ বুলি লঙ্কাৰ সন্তান
চিৰকাল কৰে উপহাস।
আৰু মই লঙ্কাৰ সন্তানে
দেৱতাৰ পূজা পাত্ৰ লৈ
দেবতাৰ নাম যদি কৰো উচ্চাৰণ
উচ্চ শিৰ তুচ্চ হব মোৰ
ধ্বংস হব জননীৰ পূজা।
তৰণীৰ নৰকৰ পথ
চিৰদিন মুকলি থাকিব।

**বিভীষণ**— অবোধ বালক।
নহয় দেৱতা মোৰ এনে স্বাৰ্থপৰ।
পূজ যদি ভক্তিভৰে দেৱতাৰ ৰাতুল চৰণ
তুষ্ট যদি হয় ভগৱান
ধন্য হবি নিজে তই
ধন্য হব যত মানে লঙ্কাৰ সন্তান,
লঙ্কাৰ মুক্তিৰ পথ পাবি অচিৰতে।
পুত্ৰ! দেৱতাৰ পূজা- - -

**তৰণী**— নলবা দুনাই পিতা দেৱতাৰ নাম।
কলঙ্কিত দেৱতা সমাজ
য'ক আজি ৰসাতলট লই
স্বৰগতকৈও শ্ৰেষ্ঠ জন্মদাতা পিতা তুমি মোৰ
তুমি ধৰ্ম তুমি স্বৰ্গ তৰণীসেনৰ
আৰু সৌ সন্মুখত জন্মদাতৃ জননী সৰমা
দুয়োজন তৰণীৰ-জ্যোতিৰ্ময় জীৱন্ত দেৱতা
অহা দুয়ো কাষ চাপি দিয়া পদধূলি
ধন্য হ'ক পুত্ৰৰ জীৱন। ( সেৱা কৰে)

**সৰমা**—উঠ বাছা
তুষ্ট হলো তোৰ কথা শুনি।
তোৰ দৰে পুত্ৰ ৰত্ন পাই

সঁচাকৈয়ে ভাগ্যৱতী মই।
কিন্তু বাছা পিতাৰৰ আৰাধ্য দেৱতা
ৰামচন্দ্ৰ পূজনীয় জগতৰ তেওঁ।

তৰণী—ৰামচন্দ্ৰ ! ৰামচন্দ্ৰ!
আই শুনালা কি অমিয়া বচন
ৰাম—ৰাম—ৰাম।
স্বৰ্গীয় অমিয়া সনা —ৰাম নাম কৰি উচ্চাৰণ
ধন্য হল আজি এই লঙ্কাৰ সন্তান।
কোৱা আই
কোন তেওঁ কিবা পৰিচয়
কত গলে পাই দৰশন শ্ৰীৰামৰ যুগল চৰণ?

সৰমা— ৰামচন্দ্ৰ জগতৰ পিতা
আৰাধ্য দেৱতা তেওঁ
জন্মদাতা পিতাৰৰ তোৰ

তৰণী— কোৱা পিতা!
কোন সেই ৰামচন্দ্ৰ?
যাৰ নাম চশ্ৰৱৰ কীৰ্ত্তনে
ৰোমাঞ্চিত কৰি হিয়া মোৰ
জ্ঞান দিলে সুদুৰৰ দৰ দেশৰ।
দিয়া পিতা শ্ৰীৰামৰ সত্য পৰিচয়

বিভীষণ— পূৰ্ণব্ৰহ্ম ৰামচন্দ্ৰ সত্য অৱতাৰ
সত্যসিন্ধু মহাবাহু নৰৰূপী ৰাম নাৰায়ণ
জগতৰ কল্যাণৰ হেতু পৃথিৱীত ধৰিছে জনম।

তৰণী— ভালদৰে আজি পিতা
নেদেখিও দেখিছো ৰামক
নিচিনিও চিনিছো ৰামক
শুনা পিতা --- শুনা আই
আজি হন্তে শৰীৰৰ প্ৰতি আঙ্গ প্ৰতি ধমনিতে
লেখি ললো ৰাম নাম তৰণীসেনৰ।
যতে আছা লোৱা ৰাম দেৱতা প্ৰাণৰ
দূৰণিৰ পৰা আজি ভক্তি ভৰে যাচিছো প্ৰণাম।

বিভীষণ—চোৱা—চোৱা
কোন ক'ত আছা
পিতা পুত্ৰ জননীয়ে একেলগে আজি
দেৱতাৰ পূজিছে চৰণ।
আহা আজি জগতৰ যক্ষ ৰক্ষ মানৱ দানৱ
সকলোৱে আহা আগবাঢি
বিশ্বৰ কল্যাণ যদি কৰিছা কামনা
গোৱা আজি শত মুখে ৰাম সীতা নাম।
(ৰাম মুৰ্তিৰ আগত আঁঠু লয়—সৰমা আৰু তৰণীয়েও
তেনে কৰে আৰু তিনিও পুস্পাঞ্জলী লৈ গায়—)

সকলোৱে—ৰামায় ৰামচন্দ্ৰায় ৰাম ভদ্ৰায় বেধসে নাথায়
ৰঘুনাথায় সীতা পতয়ে নমঃ নমঃ।

আগত পট পৰে

## ২য় দৃশ্য

### বিশাল অৰণ্যৰ একাংশ

(ৰাম আৰু লক্ষ্মণৰ প্ৰৱেশ)

ৰাম— ভাই লক্ষ্মণ
দেৰুৱালো অন্বেষিত পথ।
দুৰ্গম অৰণ্য এই
ক'ত আদি ক'ত অন্ত নোৱাৰি ধৰিব।
দুৰাত্মা ৰাক্ষস সেই লঙ্কাৰ ৰাৱণে
কোন পথে হৰি নিলে সীতা
নোৱাৰি চিনিব আৰু
লক্ষ্মণ!
যিমান সহিছ এই
দুৰ্ভগীয়া ৰামৰ কাৰণে
তাৰ বাবে নিজে মই অতিকৈ লাঞ্চিত।
নালাগে দুনাই আৰু
থাকক জানকী মোৰ লঙ্কাৰ বুকুতে।
তথাপিও--তথাপিও মই
সুমিত্ৰা জননী আলাসৰ লাডু
উৰ্মিলাৰ বুকুৰ বান্ধৱ
আলসুৱা তোৰ পৰাণত
নোৱাৰো নিদিওঁ আৰু নিদানৰ তাপ।

লক্ষ্মণ— দাদা!
নুবুজিবা ভুল লক্ষ্মণক
আলসুৱা নহয় লক্ষ্মণ
বজ্ৰ সম কৰি হিয়া অবোধ লক্ষ্মণে
ত্যাগ কৰি অযোধ্যাৰ ৰাজ আচৰণ
ত্যাগ কৰি পিতৃ মাতৃ স্বজাতি স্বজন
যিদিনাই আহিল আঁতনি
সিদিনাই শেষ হ'ল আলসুৱা লক্ষ্মণৰ প্ৰাণ,
জন্ম হল ভক্ত লক্ষ্মণৰ।
ৰাম সীতা দুজনৰ চৰণ সেৱাই
একমাত্ৰ মহা ধৰ্ম বুলি
পালিছে লক্ষ্মণে দাদা সিদিনাৰে পৰা
কিন্তু আজি সেই পূজা অসম্পূৰ্ণ কৰি
দৃষ্টিৰ কলঙ্ক সেই দুৰাত্মা ৰাৱণে
হৰি নিলে জানকী গোসানী।
শুনা দাদা—
ধ্বংসে কৰি স্বৰ্ণ লঙ্কা

ধ্বংস কৰি অৰাতি ৰামৰ
উদ্ধাৰি আনিম সীতা
সম্পূৰ্ণ কৰিম মোৰ---অসম্পূৰ্ণদেৱী পূজাভাগ।
ৰাম---লক্ষ্মণ।
নানিবি মনত আৰু জানকীৰ উদ্ধাৰৰ কথা।
ৰাক্ষসৰে হল জয়--- পৰাজিত দাশৰথি ৰাম।
চা ভাবি---অটব্য অৰণ্য এই অতিক্ৰম কৰি
সাগৰ বেষ্টিত সেই লঙ্কা নগৰীত
কিবা দৰে প্ৰৱেশিবি গই?
লক্ষ্মণ---নকৰিবা ছলনা দাসক।
দিয়া দাদা অনুমতি
ৰাম নাম কৰি উচ্চাৰণ
সকলো দুৰ্গম পথ কৰিম সুগম।
দাদা! আহিছে কোনোবা সৌ তাপস প্ৰধান
সোধা যাওক পথৰ সন্ধান।
(মাণ্ডব্য মুনিৰ প্ৰবেশ)
কোন তুমি তাপস প্ৰধান?
মাণ্ডব্য---প্ৰথমতে কোৱা বাৰু কোন তোমালোক?
(স্বগত) নৱ ঘনশ্যাম ৰূপ লই
কোন এই বালক যুগল।
ৰাম--- মুনিবৰ! অযোধ্যাৰ ৰাজপুত্ৰ আমি
ৰাম মই---আৰু এওঁ অনুজ লক্ষ্মণ।
পিতৃ সত্য পালনৰ হেতু
আজি এই ভিক্ষাৰীৰ বেশ।
মাণ্ডব্য----কি? কি? ৰামচন্দ্ৰ?
আজীৱন যাৰ নাম কৰি আছো ধ্যান
সেই ৰাম--কমল লোচন
নিজ আজি সন্মুখত মোৰ।
লোৱা প্ৰভু--- সেৱকৰ ভক্তি পুস্পাঞ্জলি।
ৰাম--- (বাধা দি) দেৱ।
অপৰাধী নকৰিবা মোক।
মৰ্ত্যৰ মানৱ মই নহওঁ দেৱতা
এনেদৰে অপৰাধী কৰি
নৰকৰ পথ মোৰ নকৰা মুকলি।
কোৱা দেৱ।
বিবাহিতা পত্নী মোৰ জনক দুহিতা
অপহৃতা ৰাৱণৰ দ্বাৰা
পোৱা জানো কিবা সমাচাৰ
পাৰিবানে দিব বাৰু পথৰ সন্ধান?
মাণ্ডব্য---জানকী হৰণ প্ৰভু----
ৰাম--- নামাতি থাকিলা কিয়
কোৱা দেৱ---যিবা জানা তুমি।
মাণ্ডব্য---আছিল সিদিনা প্ৰভু একাদশী তিথি
স্নান কৰি সায়াহ্নৰ বেলা
আছিলো নিমগ্ন মই গভীৰ ধ্যানত
এনে সময়তে----
সুদূৰত "ৰাম ৰাম" শুনিলো চিঞৰ
ভগ্ন হল ধ্যান মোৰ
দেখিলো দূৰত ৰাৱণে হৰিছে সীতা
পুস্পক ৰথত।
লক্ষ্মণ---দাদা! দাদা!
ৰাম--- উদ্বিগ্ন নহবি ভাই
স্থিৰ হৈ শুন সকলো।
কিবা হল তাৰ পিছত কোৱা মুনিবৰ?
মাণ্ডব্য----প্ৰভু বহুবাৰ কৰিলো প্ৰযাস
নোৱাৰিলো বাধা দিব তাক
প্ৰৱিশিল লঙ্কাৰ ভিতৰ
আহিছে যেতিযা ৰাম
অনিবাৰ্য সীতাৰ উদ্ধাৰ
ধ্বংস হব স্বৰ্গ লঙ্কাপুৰী।
লক্ষ্মণ---মুনিবৰ-- দিয়া সেই পথৰ সন্ধান
তুৰন্তে বিদীৰ্ণ কৰি লঙ্কাৰ হৃদয
উদ্ধাৰি আনিম মই ৰামৰ জানকী।
মাণ্ডব্য---মাণ্ডব্যও যাব নিজে
জানকীৰ উদ্ধাৰৰ হেতু
কিন্তু প্ৰভু যোৱাৰ আগতে
সবিনয়ে মাতিলো দুযোকে
মাণ্ডব্যৰ জীৰ্ণ পজা আছে অদূৰতে
কৃপা কৰি দিয়া পদধূলি
ভিক্ষাৰীৰ জীৰ্ণ পজা--
হ'ক এক মহা তীৰ্থস্থান।
লক্ষ্মণ---মুনিবৰ! নসহেপলম আৰু
প্ৰথমতে জানকী উদ্ধাৰ
তাৰ পিছে লভিম বিশ্ৰাম।
ৰাম--- ভাই লক্ষ্মণ
সবিনযে মাতিছে মুনিযে
ক্ষন্তেক বিশ্ৰাম লই কৰ্তব্যত হম অগ্ৰসৰ।
মাণ্ডব্য---আহা প্ৰভু!
আহা হেৰা ঠাকুৰ লক্ষ্মণ
কিষ্কিন্ধ্যাৰ ৰাজ ভ্ৰাতা বাৰ সুগ্ৰীৱেও
অপেক্ষিছে তোমালোকলৈ
সকলোটি লগ হৈ নৰ ও বানৰ
প্ৰৱেশিম লঙ্কাৰ ভিতৰ।
আহা এবে প্ৰভু।

ৰাম— বলা মুনিবৰ
আহা ভাই ঠাকুৰ লক্ষ্মণ।
লক্ষ্মণ—বলা দাদা।

(তিনিওৰে প্ৰস্থান)

পট উঠিব

## ৩ য় দৃশ্য

### সাগৰৰ তীৰ

(সুগ্ৰীৱ আৰু লক্ষ্মণৰ প্ৰৱেশ)

সুগ্ৰীৱ—চোৱা বীৰবৰ
পালো আহি সাগৰ সঙ্কুল।
অকুল সাগৰ এই—
সুদূৰত তাৰেই বুকুত
লঙ্কাপুৰী—ৰাক্ষসৰ নিবাস।
আৰুতো শকতি নাই হীন সুগ্ৰীৱৰ
নিৰ্দ্ধাৰণ কৰি দিব পথ
ভগৱান অংশী দুযো—শ্ৰীৰাম লক্ষ্মণ
তোমালোকে ইচ্ছা কৰা যদি
অৱশ্যেই পাৰ হব পাৰিবা সাগৰ।
লক্ষ্মণ—নকৰিবা চিন্তা বীৰবৰ
পালিলা তোমাৰ কাৰ্য তুমি ভালদৰে
অকৃতজ্ঞ নহয় ৰাঘৱ
কৰিব তোমাৰ বন্ধু যোগ্য সমাদৰ।
সাগৰ।
অযোধ্যাৰ শিৰোমণি জগত বৰেণ্য ৰাম
তেওঁৰেই প্ৰিয় ভাৰ্যা সীতা
নিৰ্যাতিতা নিপীড়িতা লঙ্কাৰ বুকুত
জানকীৰ উদ্ধাৰৰ বাবে
আহিছে নিজেই তেওঁ—নৰৰূপী ৰাম নাৰায়ণ
আহিছে লগত—
অসংখ্য সেনানী তেওঁৰ
নৰ ও বানৰ। হাঁহিমুখে এৰি দিয়া পথ।
সুগ্ৰীৱ—গৰ্বিত সাগৰে আজি
ধৰ্মাধৰ্ম সকলো পাহৰি
নিজে বাছি লয় চোৱা নৰকৰ পথ।
লক্ষ্মণ—বীৰবৰ।
ৰাঘৱৰ অনুমতি লই
অগ্নিবাণ কৰি সংযোজনা
শুকুৱাম অটল সাগৰ। (ৰামৰ প্ৰৱেশ)
ৰাম—বন্ধুবৰ! ভাই লক্ষ্মণ।
লক্ষ্মণ—চোৱা দাদা
সন্মুখত গৰ্বিত সাগৰে
পাহৰি ধৰ্মৰ লীলা
বাৰম্বাৰ কৰে অহঙ্কাৰ।
দিয়া দাদা অনুমতি—অগ্নিবাণ এৰি
মৰুভূমি সৃষ্টি কৰো সাগৰ বক্ষত।
ৰাম— সাগৰৰ কিবা অপৰাধ?
সৃষ্টিৰ নগণ্য এই বিশ্বৰ মানৱে
জগতৰ শ্ৰেষ্ঠ প্ৰাণী বুলি
কৰে যদি অহঙ্কাৰ নিজত্ব পাহৰি
তেন্তে এই বিশাল সাগৰে
পাৰাপাৰ নেদেখা সাগৰে
বাধাহীন উৰ্মিমালা লই
নকৰিব কিয় অহঙ্কাৰ?
লক্ষ্মণ—অহঙ্কাৰ অলঙ্কাৰ পিন্ধি
থাকক সাগৰ নিজে মদগৰ্বী হৈ
কিন্তু দাদা দিয়া অনুমতি
তুৰন্তে বিদীৰ্ণ কৰি সাগৰৰ বুকু
সীতা উদ্ধাৰৰ পথ লওঁ উলিয়াই।
ৰাম- সিদৰে নহয় ভাই
জনম ভিক্ষাৰী ৰামে ভিক্ষা পাত্ৰ লই
সাগৰক পথ ভিক্ষা কৰিব বিনয়ে।
লক্ষ্মণ—যদিহে নিদিয়ে ভিক্ষা গৰ্বিত সাগৰে
নহবনে অৰাতি নিধন
নহবনে জানকী উদ্ধাৰ?
ৰঘুমণি সেই ধৰ্ম পালিবা কিদৰে?
ৰাম— অৱশ্যেই সেই ধৰ্ম পালিব লাগিব।
যদিহে নিদিয়ে ভিক্ষা তথাপি সাগৰে
বুজি লম নিজৰ কৰ্তব্য।
ক্ষন্তেক অপেক্ষা কৰা।

(সাগৰৰ কাষ চাপি যায়)

ৰাম— সাগৰ।
ৰাঘৱৰ প্ৰিয় ভাৰ্যা সীতা
অপহৃতা লঙ্কাৰ বুকুত।
আহিছে ভিক্ষাৰী ৰাম ভিক্ষা পাত্ৰ লই
পথ ভিক্ষা হেতু।
দিয়া মোক পথ মোকলাই
জানকী উদ্ধাৰ কৰি
ৰক্ষা কৰা ধৰ্মৰ মহিমা।
সাগৰ! সাগৰ! সাগৰ!
লক্ষ্মণ- - লক্ষ্মণ
দিয়া মোৰ ধনুশৰ
বন্ধুবৰ! বন্ধ কৰা উত্তৰৰ পথ

লক্ষ্মণ থাক্রিবা তুমি নিজে দক্ষিণত
আৰু মই সম্মুখত থাকি
অগ্নিবাণ কৰিম নিক্ষেপ।
(শৰ জোৰে---সাগৰৰ বুকুত খলকনি লাগে
ঢৌ ফালি সাগৰৰ আবির্ভাৱ হয়)

**সাগৰ**---সম্বৰা সম্বৰা বাণ
ৰাম নাৰায়ণ
তুমি নিজে ক্রোধান্বিত হই
নঘটাবা সৃষ্টিৰ প্রলয়।
পাৰৰ মুকুতা আনি
আনি শিল কষতি পাতৰ
বান্ধা সেতু সাগৰ বক্ষত
সাগৰেও কৰিব সহায।

**ৰাম**---চোৱা চোৱা সকলোৱে
সাগৰো সহায় মোৰ
যোৱা বন্ধুবৰ --যোৱা ভাই লক্ষ্মণ
সকলোকে শুনোৱা আদেশ
সাগৰত সেতু বান্ধি
নৰ ও বানৰে
উদ্ধাৰি আনিব আজি জানকীৰ প্রতিমা।
(বেগে ওলাই যায়---পিছে পিছে লক্ষ্মণ আৰু সুগ্রীবৰ প্রস্থান)

আঁৰ কাপোৰ

## ২য় অঙ্ক

### ১ম দৃশ্য

### ৰাৱণ চিত্রশালা

*(সুন্দৰৰূপে সজোৱা—মাজত স্ফটিক স্তম্ভ। মাজে মাজে বহিবলৈ পাতি থোৱা আসন। আঁতৰত বন্দিনী সীতা। কাষত ডাঙৰ ডাঙৰ শৰাইত ধুপ, ধুনা, দীপ আৰু পূজাৰ সম্ভাৰ। সীতাৰ ওচৰত কেইজনীমান সহচৰী।*

*পট উঠাৰ অলপ পিচত গহীন-গম্ভীৰ খোজে ৰাৱণৰ প্রবেশ--কিছু সময দূৰত থিয় হৈ থকি বজ্র কঠোৰ স্বৰেৰে-লগালে।)*

**ৰাৱণ**---সীতা!
(সহচৰীবোৰে যথাৰীতি ৰাৱণক অভিবাদন জনালে। সীতাই লাজ আৰু ঘৃণাত নিজৰ ওৰনি আগতকৈ টানি ললে। ৰাৱণে সহচৰীবোৰক আঁতৰি যাবলৈ আঙুলিৰে ইঙ্গিত কৰিলে। লগে লগে সকলোবোৰ আতৰি গল। ৰাৱণে আৰু অলপ কাষ চাপি আগতকৈ অলপ কোমল স্বৰে সীতাক সম্বোধন কৰিলে)

**ৰাৱণ**— সীতা।
(ক্ষন্তেক সময়ৰ কাৰণে সকলো নিস্তব্ধ। সীতাক নিমাত দেখি অতি ভক্তি ভৰে আৰু কোমল স্বৰে আকৌ মাতিলে)

**ৰাৱণ**---সীতা!

**সীতা**--- কোন?
নিজে তুমি ৰজা লঙ্কেশ্বৰ
আহিছানে জানকীৰ নির্যাতন হেতু?
আহা আহা কাষ চাপি
পাৰা মানে কৰা নির্যাতন
ৰমনীৰ চকুৰ পানীযে
দেৱতাৰ লৰাব আসন।

**ৰাৱণ**---সীতা। অহা নাই মই আজি লঙ্কেশ্বৰ ৰূপে
আহা নাই ৰাক্ষস ৰাৱণ
আহিছো পূজাৰী মই পূজা-পাত্র লই
লঙকাৰ গোসানী জানকীৰ পূজাৰ কাৰণে।

**সীতা**---আঁতৰ ৰাক্ষস
নকৰ দুনাই আৰু মায়াৰ ছলনা
দূৰতেই ত্যাগ কৰ মাযা আভৰণ।
ভাবিছনে পাহৰিছে ৰামৰ সীতাই
ভিক্ষাৰীৰ বেশ ধৰি পঞ্চবটী বনৰ মাজত
কৰিলি যি পাপ আচৰণ
আহিছ দুনাই আজি পূজাৰীৰ বেশে
নেজানো ৰাক্ষস আজি
ঘটে কিনো ঘোৰ অঘটন।

**ৰাৱণ**---নকৰিবা সন্দেহ জানকী
ৰাৱণৰ জীৱনৰ জয়লক্ষ্মী তুমি
তাৰেই কাৰণে
নদ-নদী পর্বত লঙ্ঘি
পাৰ হৈ অপাৰ সাগৰ
নিজ হাতে তুলি আনি আৰাধ্যা গোসানী
প্রতিষ্ঠা কৰিছো এই লঙ্কাৰ বুকুত
আৰু এই পূজা ক্ষণ চাই
জলাই সহস্র বন্তি উদ্ভাসিত কৰি লঙ্কাপুৰী
ধূপ ধুনা হোম অগ্নি জ্বালি
নন্দনৰ পাৰিজাত কৰি আহৰণ
আহিছে ৰাৱণ
জানকীৰ পূজা অর্ঘ্য লৈ।

**সীতা**---অন্তৰত পাপ আশা পোষি
ধামিকৰ মুখা পিন্ধি

নোৱাৰ ছলিব আৰু ৰামৰ সীতাক।
ৰাৱণ—সুৰাসুৰ নাগ যক্ষ মানৱ দানব
নুবুজে কোনেও সীতা
কি ধাতুৰে গঢ়া এই ৰাৱণৰ প্ৰাণ,
মোৰেই দুৰ্ভাগ্য হেতু
নুবুজিলা তুমিও জানকী।
বাহিৰত দেখি এই দুৰ্দান্ত ৰাক্ষস
সৃষ্টিৰ বিনাশ প্ৰলয়ৰ ধূমকেতু ৰূপ
বিশ্বৰ মানবে সীতা
অনাৰ্য বৰ্বৰ বুলি ৰাৱণক কৰে তিৰস্কাৰ
দেৱতাই কৰে উপহাস
কিন্তু নুবুজে কোনেও দেৱী
কিদৰে ৰাৱণে
অত্যাচাৰ অনাচাৰ অলংঘ্য দেৱালে ঘেৰা
শূন্য কৰি এই মোৰ হিয়াৰ মন্দিৰ
নিকা কৰি নিতে নিতে প্ৰেম গংগা জলে
বিনয় চন্দন লেপি
ভকতিৰ ধূপ ধূনা জ্বালি
ৰাখিছো সজাই বেদী
আনাহুত দেৱতাৰ পূজাৰ কাৰণে
নহয়—নহয় দেৱী।
পূজা ক্ষণ যায় পাৰ হৈ
এটিবাৰ দয়া কৰি লঙ্কাৰ গোসানী
সাম্যৰূপে থিয় দিয়া মোৰ সন্মুখত
ৰাৱণৰ ভক্তিৰ শৰাই
দিওঁ ঢালি জানকীৰ চৰণ তলত।
সীতা—সন্মুখত ৰাক্ষসৰ মায়াৰ পৰীক্ষা
হেৰুৱালো হিতাহিত জ্ঞান
আহা আহা ৰঘুমণি
ৰক্ষা কৰা তীৰ মহিমা
ৰক্ষা কৰা সীতাক তোমাৰ।
ৰাৱণ—মাতা—মাতা সীতা
উচ্চস্বৰে মুক্তকণ্ঠে মাতা ৰাঘৱক
আহক দেৱতা মোৰ লঙ্কাৰ দ্বাৰত
উলাহেৰে ধূপ ধূনা লৈ
আদৰি আনিম মই নিজে লঙ্কেশ্বৰে।
সীতা—শুন হেৰ অবোধ ৰাক্ষস
নাহিব ৰাঘৱ ৰাক্ষসৰ পূজা লবলৈ।
আহিব ৰাঘৱ নিজে জানকীৰ উদ্ধাৰৰ হেতু
আহিব ৰাঘৱ মৃত্যুদণ্ড দিব ৰাৱণক।
ৰাৱণ—মৃত্যু? মৃত্যু?
নকৰিবা মহাভ্ৰম তুমি
মৃত্যুতো নহয় সীতা
মুক্তি—মুক্তি
ৰাৱণৰ মুক্তি হেতু আহিব ৰাঘৱ।
সীতা—ৰাক্ষসৰ মুক্তি হেতু আহিব ৰাঘৱ?
নোৱাৰো বুজিব একো
কিন্তু এই কথা জানিবি ধ্ৰুৱৰূপ
ধ্বংস হব স্বৰ্ণ লঙ্কা
শেষ হব ৰাক্ষসৰ দল।
ৰাৱণ—হাঃ হাঃ হাঃ
ৰহস্য—ৰহস্য সীতা
ৰাৱণৰ স্বৰ্ণ লঙ্কা
ৰাৱণৰ জন্ম মৃত্যু সকলো ৰহস্য।
শুনা সীতা।
তোমাৰ উদ্ধাৰ হেতু
নাহে সেই বনবাসী ভিক্ষাৰী ৰাঘৱ
কিন্তু সৃষ্টিৰ কল্যাণ হেতু
জগতৰ মঙ্গলৰ বাবে
ৰাৱণৰ মুক্তিৰ কাৰণে
আহিব লঙ্কাত সেই নৰৰূপী ৰাম নাৰায়ণ
নহয় -নহয়
পূজাৰ ক্ষণ চাপিল ওচৰ
সন্মুখত থিয় হৈ তুমি
আছা নিজে ৰাৱণৰ আৰাধ্যা গোসানী
পূজিছে বিনয়ে আজি নিজে লঙ্কেশ্বৰে
লোৱা দেৱী কৃপা কৰি ভক্তিৰ অঞ্জলি।
সীতা—গুচ গুচ কুলাঙ্গাৰ
কাষ চাপি নাহিবি সীতাৰ
পাপমতি ৰাক্ষসৰ পূজাৰ মায়াত
নটলিব জানকীৰ প্ৰাণ।
চা হেৰ বৰ্বৰ ৰাৱণ
তোৰ এই? পূজা ভাগ
পদাঘাতে দিছো আতৰাই।
ৰাৱণ—ক্ষান্ত হোৱা জনকী গোসানী
নলবা জগাই পুনু
ৰাৱণৰ সুপ্ত ৰাক্ষসক
নকৰিবা প্ৰলয়ৰ পুনৰ সুচনা
সীতা—সৃষ্টি কৰা মহা প্ৰলয়ৰ
তাৰ বাবে ভই নাই জানকীৰ
পৰস্ত্ৰী হৰণ নাৰী নিৰ্যাতন
যেতিয়া হয় আৰম্ভণ
তেতিয়াই যুগে যুগে জাগে ভগবান।
ৰাৱণ—তেনেহলে ৰাৱণেও কৰিব তাকেই

"পৰস্ত্রী হৰণ" পূজা হ'ল সমাপন
বাকী আছে নাৰী নির্যাতন।
অচিৰতে সেই পূজা হব আয়োজন।
হেই–কোন আছ?
(সহচৰীৰ প্ৰবেশ)
লই যোৱা গর্বিত নাৰীক
লঙ্কাৰ বন্দিনী কৰি
ৰাখাগৈ অশোক বনত।
(সহচৰীয়ে সীতাক লৈ যায)
নাহে মানে ৰবণৰ দেৱতা প্ৰাণৰ
লঙ্কাৰ বান্দিনী হৈ থাকিব জানকী
ৰাৱণৰ আৰাধ্যা গোসানী।
যিদিনা আহিব এই লঙ্কাৰ বুকুত
নৰৰূপী ৰাম নাৰাযণ
ৰামসীতা মিলিব দুনাই
সিদিনাই শেষ হ'ব ৰাৱণৰ পূজা
মহান যজ্ঞত সেই দিম মোৰ শেষৰ আহুতি।
(ভিতৰত কাঁহ বজাই) যুৱৰাজ ইন্দ্ৰজিৎ।
(ইন্দ্ৰজিতৰ প্ৰৱেশ)
**ইন্দ্ৰজিৎ**—কৰিবা গ্ৰহণ এই দাসৰ প্ৰণাম।
**ৰাৱণ**—উঠা পুত্ৰ।
কোৱা মোক কিবা সমাচাৰ?
**ইন্দ্ৰজিৎ**—অসংখ্য সেনানী লৈ শ্ৰীৰাম-লক্ষ্মণ
প্ৰবেশিছে লঙ্কাৰ দ্বাৰত।
**ৰাৱণ**—কি? কি?
আহিছে শ্ৰীৰাম নিজে লঙ্কাৰ দ্বাৰত?
ইন্দ্ৰজিৎ।
যতনাই দিযা মোক
কোষা অর্ঘ্য পূজাৰ সম্ভাৰ
নিজে মই গৈ লঙ্কেশ্বৰে
আদৰি আনিম মোৰ যজ্ঞৰ দেৱতা
**ইন্দ্ৰজিৎ**—পিতা!
নুবুজিলো দাসে চৰণৰ
কাৰ বাবে পূজা এই হ'ব আয়োজন।
**ৰাৱণ**—দেৱতাৰ পূজা পুত্ৰ
দেৱতাৰ পূজা আগে
তাৰ পিচে যুদ্ধ যাত্ৰা হ'ব ৰাৱণৰ।
**ইন্দ্ৰজিৎ**—নহয় নহয় পিতা
ইন্দ্ৰজিৎ বীৰবাহু কুম্ভকর্ণ আদি
যত মানে লঙ্কাৰ সন্তান
এতিয়াও জীবিত ধৰাত,
এতিয়াও ৰক্ষ শূন্য নহয় পৃথিবী।
তেনেহলে কিয় তুমি
ৰাক্ষসৰ ভাগ্য বিধাতাই
বনবাসী ভিক্ষাৰী ৰামৰে
নিজে আজি কৰিবা সমৰ?
দিয়া পিতা অনুমতি দাসক তোমাৰ
লৈ মোৰ ব্যোমযান
ৰণক্ষেত্ৰ প্ৰবেশি অকলে
তুৰন্তে বিদূৰ কৰো ভিক্ষাৰী ৰামক।
**ৰাৱণ**—যোৱা পুত্ৰ
সজোৱা তুৰন্তে মোৰ ৰক্ষ বাহিনীক
তুমি নিজে লই ব্যোমযান
বাধা দিযা ভিক্ষাৰী ৰামক।
**ইন্দ্ৰজিৎ**—কৰা পিতা আৰ্শীবাদ মোক।
**ৰাৱণ**—আশীর্বাদ কৰিছে ৰাৱণে
ধর্মজযী হোৱা পুত্ৰ মোৰ।
**ইন্দ্ৰজিৎ**—পিতা।
যোৱা তুমি কৰাগৈ সুখেৰে বিশ্ৰাম
ইন্দ্ৰজিৎ ওলাল নিজেই
তুৰন্তে বিদীৰ্ণ কৰি ৰাঘৱৰ বুকু
শত্ৰু শূন্য কৰিম লঙ্কাৰ। *(প্ৰস্থান)*
**ৰাৱণ**—লঙ্কাৰ আনন্দ আজি
মহানন্দ নিখিল বিশ্বৰ
ভোলানাথ।
মিলিছে তোমাৰ আজি পুত আশীৰ্বাদ
শঙ্খ, চক্ৰ, গদা, পদ্ম কৰি পৰিহাৰ
ৰাৱণৰ প্ৰতিদ্বন্দ্বীৰূপে
আহিছে লঙ্কাত আজি নৰৰূপী ৰাম নাৰাযণ।
(পুনৰ কাঁহ বজাই) কুমাৰ তৰণীসেন।
(তৰণীসেনৰ প্ৰৱেশ)
**তৰণী**—লঙ্কেশ্বৰ।
তৰণীৰ ভক্তিৰ শৰাই
ঢালি দিছো ৰাজ চৰণত।
**ৰাৱণ**—উঠা বাছা!
লঙ্কাৰ প্ৰদীপ তই
তোৰ মুখ কৰিলে দর্শন
ৰাৱণে পাহৰে নিজে ৰাক্ষস জনম।
আহ বাছা কাষ চাপি আহ।
*(বুকুত সুমুৱাই মৰম কৰে)*
**তৰণী**—লঙ্কেশ্বৰ, আচম্বিতে শুনিলো বাতৰি
অযোধ্যাৰ ৰাজলক্ষ্মী, ৰাঘৱৰ প্ৰিয় ভাৰ্য্যা সীতা
নির্যাতিতা অশোক বনত।
সঁচা জানো এই সমাচাৰ?

ৰাৱণ—অকল নহয় সেযে
ৰাক্ষসৰ মহাশত্রু লঙ্কাৰ কণ্টক
অনাচাৰী ৰাঘৱৰ গৰ্বিতা কুঁৱৰী সীতা
বন্দিনী লঙ্কাৰ সঁচা নিজ কৰ্মফলে।
তৰণী—লঙ্কেশ্বৰ।
জনাবানে দাসক তোমাৰ
কিবা দোষে অপৰাধী ৰাম
কিবা দোষে অপৰাধী ৰাঘৱৰ সীতা?
ৰাৱণ—শুন হেৰ' বালক তৰণী
ৰাৱণৰ প্ৰিয় ভগ্নী
শূৰ্পনখা ৰক্ষ কুঁৱৰীৰ
ৰামৰ আদেশে মতে
নাক কাণ কাটি সেই দুমৰ্তি লক্ষ্মণে
ৰাৱণক কৰে অপমান
উপহাস কৰিছে লঙ্কাক।
তাৰেই কাৰণে আজি জানকী হৰণ
সীতা নিৰ্যাতন।
তৰণী—বুজিলো সকলো
সঁচাকৈয়ে মহাশত্রু ৰাঘৱ লঙ্কাৰ
কিন্তু কোন ৰীতি কোন নীতি মতে
অপৰাধী ৰাঘৱৰ বাবে
সতী নাৰী কৰি নিৰ্যাতন
লঙ্কেশ্বৰে কৰিছে অধৰ্ম।
ৰাৱণ—বালক। হাঁহি উঠে তোৰ কথা শুনি
ভাবিছ হবলা তই
ৰাজধৰ্ম অতিকে সহজ।
সময়ত পাবি তয়ো তাৰ পৰিচয়।
তৰণী—ৰাজধৰ্ম ৰাজনীতি নুবুজাই ভাল।
কিন্তু কল্যাণ হেতু
মুক্তি দিয়া দেৱী জানকীক
বন্দী কৰি আনা গৈ
ৰাক্ষসৰ মহাশত্রু
বনবাসী ভিক্ষাৰী ৰামক।
ৰাৱণ—তৰণী
জানকীৰ মুক্তিৰ কাৰণে
অসংখ্য সেনানী লৈ লঙ্কাৰ বুকুত
নিজে আজি আহিছে ৰাঘৱ।
তৰণী—তৰণীৰ জীৱনৰ আৰাধ্য দেৱতা
নৰৰূপী ৰাম নাৰায়ণ
শত্রুৰূপে আহিছে লঙ্কাৰ?
জননীৰ শত্রু যদি তুমিহে ৰাঘৱ
মহাশত্রু তৰণীলৈনৰো।
অনুমতি দিয়া লঙ্কেশ্বৰ
তুৰন্তে প্ৰৱেশ কৰি ৰণ প্ৰাঙ্গণত
কৰোঁগৈ অৰাতি নিধন।
ৰাৱণ—সময়ত যাবি বাছ তয়ো
বৰ্তমান আছে তোৰো কৰ্তব্য নিজৰ।
তৰণী—কোৱা —কোৱা লঙ্কেশ্বৰ
কিদৰে পূজিম বাছ জননী লঙ্কাক?
ৰাৱণ—সুৰক্ষিত কৰি সেই অশোক কানন
ৰাখিব লাগিব সীতা বন্দিনী লঙ্কাৰ।
আজি হন্তে কানন দ্বাৰত
থাকিবি তৰণী তই দ্বাৰৰক্ষী ৰূপে।
আহে যদি শত্রু কোনো জননী লঙ্কাৰ
' আহে যদি শত্রু জানকীৰ
বাধা দিবি প্ৰৱেশৰ পথ।
তৰণী—যিবা আজ্ঞা দিছা তুমি
তৰণীয়ে পালিব নিশ্চয়।
পিতৃ মাতৃ দুজনৰ প্ৰণামি চৰণ
পশিম তুৰন্তে গৈ অশোক কানন।
লঙ্কেশ্বৰ। আহো তেনে মই। (প্ৰস্থান)
ৰাৱণ—আহিছে ৰাঘৱ নিজে
জানকীৰ মুক্তিৰ কাৰণে।
নিজে মুক্তি দিওঁ যদি দেৱী জানকীক
ৰাঘৱৰ চিৰ মুক্তি নহব কদাপি
ৰাক্ষসৰ নহব উদ্ধাৰ।
(চিন্তান্বিত হৈ লাহে লাহে আঁতৰি যায়)
(কাঁহ বজায়) ৰাজভ্ৰাতা বিভীষণ।
(বিভীষণৰ বেগে প্ৰৱেশ)
বিভীষণ— লঙ্কেশ্বৰ! লঙ্কেশ্বৰ।
সৌৱা—সৌৱা
জননী বিপন্না কৰি
লঙ্কেশ্বৰ চিন্তত আকুল।
লঙ্কেশ্বৰ! লঙ্কেশ্বৰ।
ৰাৱণ—(ভিতৰৰ পৰা) কোন?
(ধীৰে সোমাই আহে। অহাৰ লগে লগে বিভীষণে পদধুলি লয়)
ৰাজ ভ্ৰাতা বিভীষণ
ৰাৱণৰ সৌহাত স্বৰূপ
ইমান আতুৰ হই আহিলি কি হেতু
কচোন কিবা সমাচাৰ?
বিভীষণ—দাদা।
মিলিছে প্ৰলয় আজি সুবৰ্ণ লঙ্কাৰ
তুমি মাথো ত্ৰাণকৰ্তা তাৰ।

আহিছে ৰাঘব নিজে
জানকীৰ উদ্ধাৰৰ বাবে।
নিজে যদি গৈ লঙ্কেশ্বৰে
প্ৰদানা ৰামৰ সীতা ৰামক দুনাই
ৰক্ষা হব স্বৰ্ণ লঙ্কা---ৰক্ষা পাব ৰাক্ষস সমাজ।

**ৰাৱণ**---বিভীষণ!
এনে মতি কোনে দিলে তোক?
লঙ্কাৰ সন্তান হই
ভীৰুতাৰ লই আভৰণ
পূজিব খুজিছ তই জননীৰ যুগল চৰণ?
সেই পূজা জননীয়ে নকৰে গ্ৰহণ।

**বিভীষণ**---নহে দাদা
ৰক্ষৰ কল্যাণ হেতু
সন্ধি কৰা ৰাঘৱৰ সতে।
সেই পথ লোৱা যদি তুমি
ৰক্ষ বংশ ৰক্ষা পাব
জননীৰো বাঢিব সন্মান।

**ৰাৱণ**---তোৰ দৰে ভীৰু পুত্ৰ বুকুত সাৱতি
নেজানো কিদৰে
জননীৰ বাঢিব সন্মান।
বিভীষণ!
ত্ৰিভুবন জয়ী এই ৰজা লঙ্কেশ্বৰে!
ভিক্ষাৰী ৰামৰ ভয়ে কৰিব মিত্ৰতা?
তেনে কথা কেতিয়াও নহব সম্ভৱ।
বীৰৰ সন্তান মই বীৰৰ পালক
আৱশ্যেই বীৰ ধৰ্ম পালিব লাগিব।
শুন হেৰ ভীৰু বিভীষণ
অৰাতি নিধন কিম্বা ৰক্ষৰ মৰণ
সেযে আজি ব্ৰত ৰাৱণৰ।

**বিভীষণ**---নহয় নহয় লঙ্কেশ্বৰ
বন্ধ কৰা এই আয়োজন
নহলে----

**ৰাৱণ**---নহলে কি হব বিভীষণ?
মৃত্যু? মৃত্যু? হাঃ হাঃ হাঃ
তাৰ বাবে লঙ্কেশ্বৰে নকৰে আক্ষেপ।
তথাপি ভিক্ষাৰী ৰামৰে
নিজে গই লঙ্কাৰ সন্তানে
কদাপি নকৰে মিত্ৰতা।

**বিভীষণ**---লঙ্কেশ্বৰ! লঙ্কাৰ দুৰ্ভাগ্য হেতু
নিচিনিলা তুমিও ৰামক।
সত্যসিন্ধু জিতেন্দ্ৰিয় মহাবাহু ৰাম
জগতৰ মঙ্গলৰ বাবে নৰৰূপে ধৰিছে জনম।

**ৰাৱণ**---বিভীষণ
শত্ৰুৰ প্ৰশংসা নকৰিবি মোৰ সন্মুখত।
তোৰ দৰে ভীৰু পুত্ৰ বুকুত সাৱতি
কলুসিতা হব মোৰ লঙ্কা জন্মভূমি।
বিভীষণ, লঙ্কাৰ কলঙ্ক তই
বধ কৰি তোক জননীৰ মঙ্গল সাধিম।
(স্তম্ভত আঁৰি থোৱা তৰোৱাল লৈ বিভীষণক কাটিবলৈ উদাত হয)

**বিভীষণ**---দিয়া দাদা
যিবা শাস্তি দিয়া তুমি
বিভীষণে লব শিৰ পাতি।

**ৰাৱণ**---নহয়---নহয়
ক্লীৱত্ব ভীৰুত্ব যাৰ মুখ্য অলঙ্কাৰ
বধ কৰি সেই দুৰাত্মাক
কলুষিত নহয় ৰাৱণ।
বিভীষণ। ত্যাগ কৰ স্বৰ্ণ লঙ্কা মোৰ
লঙ্কেশ্বৰে আজি তোক দিছে নিৰ্বাসন।

**বিভীষণ**---নিৰ্বাসন? নিৰ্বাসন?
যিবা শাস্তি দিছা দাদা
বিভীষণে ললে শিৰ পাতি
কিন্তু দাদা।
অন্তিমৰ এটি অনুৰোধ
ৰাখিবানে ভাতৃৰ তোমাৰ?

**ৰাৱণ**---ভাতৃ! ভাতৃ!
ৰাজ ভ্ৰাৰ্তা বিভীষণ মৰিছে আগেযে।
ভাতৃৰ প্ৰেতাত্মা তই---দূৰ হ সন্মুখৰ পৰা।

**বিভীষণ**---লঙ্কেশ্বৰ
দেশদ্ৰোহী বিভীষণ
লঙ্কাৰ বুকুৰ পৰা গুচি যাব দূৰ দূৰলই
কিন্তু যোৱাৰ আগতে
কই যাওঁ এটি কথা মই
বন্ধ কৰা এই আয়োজন
ৰাঘৱক শত্ৰুৰূপে নকৰা আহবান
নহলে ---নহলে লঙ্কেশ্বৰ
লঙ্কাৰ মিলিব প্ৰলয়
ধ্বংস হব ৰাক্ষসৰ দল।
দাদা পূৰ্ণ কৰা এই অনুৰোধ।
ভৰিত ধৰি কাকুতি কৰে

**ৰাৱণ**---দূৰ হ পিশাছ (পদাঘাত কৰে)
বিভীষণ! অনা নাই ৰাঘৱক!
জানকীৰ চকুৰ পানীয়ে
অনা নাই ৰামভক্ত ভীৰু ভিভীষণ

**ৰক্ষ কুমাৰ**

অত্যাচাৰ অনাচাৰ মন্ত্ৰৰ বলেৰে
আনিছে ৰামক মাতি
দুৰ্দান্ত ৰাৱণে ৰাৱণৰ মুক্তিৰ কাৰণে।
(বেগে ওলাই যায—যোৱাৰ লগে লগে আগত পট পৰে।)

## ২য় দৃশ্য

**বিভীষণৰ প্ৰাসাদৰ সন্মুখ**

(শোকত বিয়াকুল হৈ বিভীষণৰ প্ৰবেশ)

বিভীষণ---সৰমা----সৰমা।

(সৰমাৰ বেগে প্ৰবেশ)

সৰমা---নাথ---নাথ
ই কি? ই কি? প্ৰিয়তম
সন্মুখত ই কি মূৰ্তি দেখিছো তোমাৰ?
কোৱা---কোৱা প্ৰভু
কিয় আজি চিন্তান্বিত তুমি
কিয় আজি শোকত আকুল।

বিভীষণ---সৰমা।
পাৰিবানে নীৰবে শুনিব
কিয় আজি বিভীষণ-----

সৰমা---নকবা নকবা প্ৰিয়তম
ক্ষন্তেক অপেক্ষা কৰা
স্থিৰ হৈ লব দিয়া দাসীক তোমাৰ।
প্ৰিয়তম। প্ৰাণসম পুত্ৰ তৰণীৰ
ঘটিছেনে কিবা অমঙ্গল?
তৰণী! তৰণী!

বিভীষণ---নেমাতিবা তৰণীক মোৰ সন্মুখত
আঁতৰাই দিয়া সেই মায়াৰ বান্ধোন।

সৰমা---বুজিছো সকলো
সৰমাৰ আলাসৰ লাডু
তোমাৰেই কুলৰ প্ৰদীপ
তৰণীৰ অমঙ্গল হেতু
তুমি আজি ইমান চঞ্চল।

বিভীষণ---সৰমা! ঘটা নাই অমঙ্গল তৰণীৰ মোৰ
অমঙ্গল ঘটিছে লঙ্কাৰ।
সৰমা! শুনা স্থিৰ হই
ৰাজদ্ৰোহী দেশদ্ৰোহী মই
নাই স্থান মোৰ বাবে সুবৰ্ণ লঙ্কাত।
তাৰেই কাৰণে আজি
নিৰ্বাসন দণ্ড মোক দিছে লঙ্কেশ্বৰে।

সৰমা---নিৰ্বাসন! নিৰ্বাসন?

বিভীষণ---ওঁ নিৰ্বাসন
দেশদ্ৰোহী বিভীষণ---জাতিদ্ৰোহী বিভীষণ
নিৰ্বাসিত জননীৰ হৃদয়ৰ পৰা।
আঁতৰা আঁতৰা দেৱী।
নেথাকিবা পাপাত্মাৰ সন্মুখত আৰু
শত্ৰু তুমি, শত্ৰু মোৰ প্ৰাণৰ তৰণী
শত্ৰু আজি নিজে লঙ্কেশ্বৰ।
লঙ্কাৰ কু---পুত্ৰ প্ৰহেলিকা ৰক্ষ জনমৰ
মাহাশত্ৰু আজি মই নীচ বিভীষণ।

সৰমা---শত্ৰু হোৱা মিত্ৰ হোৱা জননীৰ লঙ্কাৰ
সৰমাই সেই কথা নকৰে বিচাৰ।
যিয়েই নোহোৱা তুমি
সৰমাৰ তুমি মাথো
একমাত্ৰ আৰাধ্য দেৱতা
নিৰ্বাসিত যদি তুমি নাথ
সৰমাও যাব আজি তোমাৰ লগতে।

বিবীষণ---নহয়---নহয় দেৱী।
লঙ্কাৰ জীয়ৰী তুমি -লঙ্কাৰ বোৱাৰী
কিয় যাবা এৰি থই চেনেহী লঙ্কাক?
নিৰ্বাসিত মই তুমিতো নোহোৱা আজি
নিৰ্বাসিতা দেৱী?

সৰমা---অযোধ্যাৰ ৰজা দশৰথে
নিৰ্বাসন দণ্ড মাথো দিলে ৰাঘৱক
কিন্তু নাথ---
শ্ৰীৰামৰ ধৰ্মপত্নী দেৱী জানকীয়ে
আপোন ইচ্ছাৰে
হাঁহি হাঁহি সেই দণ্ড কৰিলে গ্ৰহণ
সেই ভাগ্য সৰমাৰো
উপযাচি মিলিছে যেতিয়া
দিয়া প্ৰভু অনুমতি দাসীক তোমাৰ
মহান আদৰ্শ সেই সন্মুখত ৰাখি
বাছি লওঁ কৰ্তব্য নিজৰ।

বিভীষণ---তোমাৰ কথাত দেৱী।
পৰাজিত আজি বিভীষণ।
পথভ্ৰষ্ট পথিকক তুমি
দিছা আজি পথ দেখুৱাই।
মিলিছে মাহেন্দ্ৰ ক্ষণ
যোৱা তুমি লঙ্কাৰ বুকুত থাকি
পূজাগৈ দেৱী জানকীক
আৰু নিজে মই শত্ৰু পক্ষ লই
ৰাঘৱৰ পূজিম চৰণ।
যিদিনাই লঙ্কাৰ বুকুত

ৰাম সীতা মিলিব দুনাই
সিদিনাই শেষ হব
বিভীষণ-সৰমাৰ ভকতিৰ পুজা।
(ভিতৰত তৰণী—আই। আই)
(তৰণীৰ প্ৰৱেশ)

**তৰণী**—আই।আই।
দুয়োজন আছা ইযাতেই
শুনা পিতা—শুনা আই
লঙ্কেশ্বৰে কৰিছে আদেশ
প্ৰবেশি অশোক বন দ্বাৰৰক্ষীৰূপে
জানকী ৰক্ষাৰ ভাৰ কৰিব গ্ৰহণ।

**বিভীষণ**—(কঁপা মাতেৰে) পুত্ৰ।

**তৰণী**—ই কি পিতা
ই কি? মুৰ্তি দেখিছো তোমাৰ
আই—আই
শোকত আতুৰ কিয় জনকৰ প্ৰাণ?
ই কি? তুমিয়োতো কান্দিছা জননী।
আই।আই।

**সৰমা**—পুত্ৰ মোৰ আচলৰ ধন।
(চকুলো টোকে আৰু তৰণীক বুকুত সুমুৱাই লয)

**তৰণী**—নুটুকিবা চকুলো জননী
পিতৃ মাতৃ দুয়োজনাৰ চকুৰ পানীৰে
নকৰিবা সৃষ্টি এক
মোৰ বাবে নতুন নৰক।

**বিভীষণ**—পুত্ৰ।এটি বাৰ কাষ চাপি আহ
চাই লওঁ আজি তোক শেষ বাৰলই।

**তৰণী**—কোৱা পিতা
কিয তুমি চিন্তাত আকুল?

**বিভীষণ**— পুত্ৰ ৰাজদ্ৰোহী মই
তাৰেই কাৰণে
নিৰ্বাসন দণ্ড মোক দিছে লঙ্কেশ্বৰে।

**তৰণী**—নিৰ্বাসন? লঙ্কেশ্বৰে দিছে নিৰ্বাসন?
অৱশ্যে পালিবা তুমি লঙ্কাৰ সন্তানে।
ওলোৱা ওলোৱা পিতা
তুমিও ওলোৱা জননী
লগতে ওলাব এই দাস তৰণীও।
পিতা পুত্ৰ জননীযে
ত্যাগ কৰি স্বৰ্ণ লঙ্কাপুৰী
আজীৱন হম বনবাসী।

**বিভীষণ**—নহয়—নহয় পুত্ৰ।
নেলাগে যাবলৈ তই
থাকক জননী তোৰ লঙ্কাৰ বুকুতে।
দুয়ো মিলি ভকতিৰ ধূপ ধূনা জ্বালি
জানকীৰ পুজিবি চৰণ।
আৰু মই দেশদ্ৰোহী নীচ বিভীষণে
শত্ৰুপক্ষ কৰি সমৰ্থন
ৰাঘৱৰ কৰিম বন্দনা।

**তৰণী**—লঙ্কাৰ সন্তান হই
কিৰূপে কৰিবা তুমি
ৰাঘৱৰ পক্ষ সমৰ্থন?
হব পাৰে দেৱতা ৰাঘৱ
হব পাৰে নৰৰূপী ৰাম নাৰাযণ।
কিন্তু পিতা। সেইৰূপ লই
অহা নাই ৰামচন্দ্ৰ লঙ্কাৰ বুকুত।
শত্ৰু ৰূপে আহিছে ৰাঘৱ
জননী লঙ্কাৰ এই নিঃকিন সন্তানে
শত্ৰু ৰূপে বাধা দিব আজি ৰাঘৱক।
বিভীষণ—পুত্ৰ। লঙ্কাৰ কল্যাণ হেতু বিভীষণে
মহা ধৰ্ম পালিব নিজৰ।

**তৰণী**—স্বদেশক এৰি দিয়া শত্ৰুৰ হাতত
হয় যদি মহাধৰ্ম পিতা
ধৰ্মৰ নামত আজি
তৰণীযে কৰে পদাঘাত।
বিদায় এতিয়া পিতা
শত্ৰু ৰূপে আহিবা যিদিনা
লঙ্কাৰ ৰণ প্ৰাঙ্গণত
শত্ৰুৰূপে পিতৃ মূৰ্তি কৰিম বন্দনা।(প্ৰস্থান)

**বিভীষণ**—সৰমা!এনেহেন পুত্ৰৰত্ন লৈ
সঁচাকৈযে ভাগ্যৱতী তুমি।
*(বুকুৰ পৰা শৰ উলিয়াই)*
লোৱা দেৱী।
তৰণীৰ মৃত্যুবাণ আজি অতদিনে
ৰাখিছিলো যতনেৰে মই
আজি হন্তে তাত মোৰ নাই অধিকাৰ।
লোৱা দেৱী। সযতনে ৰাখিবা লুকাই।

**সৰমা**—তৰণীৰ অমঙ্গল নাথ
তুমিওতো নকৰা কামনা।
তৰণীৰ মৃত্যুবাণ
থাকে যদি তোমাৰ লগত
নিচিন্তে থাকিব প্ৰভু
অভাগিনী সৰমা তোমাৰ।

**বিভীষণ**—হিয়াৰ মাজত দেৱী
সযতনে এই বাণ
বিভীষণে ৰাখিব লুকাই।

**সৰমা**— প্ৰিয়তম।

**বিভীষণ**—বিদায় এতিয়া তেন্তে।

**সৰমা**— যোৱা নাথ। হাঁহিমুখে যাচিছো বিদায়।

**বিভীষণ**—সৰমা।

**সৰমা**— -প্ৰিয়তম।

**বিভীষণ**—বিদায়—বিদায়

(প্ৰস্থান। সৰমা অধীৰ হৈ পোনতে সেই পথেই আগবাঢে, কিন্তু পিছত প্ৰকৃতিস্থ হৈ আনফালে প্ৰস্থান)

## ৩য় দৃশ্য

### কালনেমীৰ ঘৰৰ সন্মুখ

(কালনেমী হাঁহি হাঁহি সোমাই আহে)

**কালনেমী**—হেঃ হেঃ হেঃ। অ' বোলো শুনিছানে গৃহিণী, অ' বোলো শুনিছা?

*(বজ্ৰনাশাৰ প্ৰবেশ)*

**বজ্ৰনাশা**—কি হ'ল? কি হ'ল?

**কালনেমী**- -বোলো শুনিছানে? হেঃ হেঃ হেঃ- - -

**বজ্ৰনাশা**—কি হৈছে নকয় কেলেই? দেশত যিখন হে মহাৰণ লাগিছে, তাৰ কাৰণে গোটেই লঙ্কাই কাহ পৰি জীৰ্ণ যোৱাৰ দৰে হৈ আছে। আপোনাৰ যেতিয়া ইমান আনন্দ হৈছে নিশ্চয় বুজিছে আমাৰ ৰজা লঙ্কেশ্বৰৰ জয় হৈছে।

**কালনেমী**—হেঃ হেঃ। তুমি—তুমিও এই স্বয়ং কালনেমীৰ পৰিবাৰ হৈ একেবাৰে এটা ডাঙৰ ভুল কৰি পেলালাহে। বোলো লঙ্কেশ্বৰৰ জয় নহয়, জয় তোমাৰ হৃদয়েশ্বৰ কালনেমীৰহে।

**বজ্ৰনাশা**—এ থওক—থওক। এনেদৰে পেংলোই নকৰিব। আমাৰ জয় হব। কণা বিধাতাৰ চকু ফুটিব।

*(কোৱাৰ লগে লগে কান্দি পেলায়)*

**কালনেমী**—ঔ আই। ই আকৌ হ'ল কি? বোলো কান্দিছা কেলেই? কোৱা বোলো তোমাৰ হ'ল কি? এতিয়া কেনেকৈ মৰা মৰা। মই ইফালে আনন্দত অধীৰ হৈ পৰিছো— তেওঁ সিফালে চকুপানী—টুকি দিছে অমঙ্গলখন চুছি। সেই কাৰনেইতো কৈছো বোলো। হেৰা তোমাৰ লগত আৰু মই নোৱাৰো। হয় তুমি মোৰ পৰা আঁতৰা নহয় মোক তোমাৰ পৰা আঁতৰি থাকিবলৈ দিয়া। এনেদৰে মনে নিমিলা তিৰোতাৰে সংসাৰ কৰিব নোৱাৰি দেও।

**বজ্ৰনাশা**—অ' আই। মনে, মনে নিমিলে যদি এজনী মন খোৱা চাই আনি নলয় কিয়? কোনেনো আকৌ আপোনাক বাধা দিছে। এনেদৰে অমুকীক জোকাই নলব আকৌ।

**কালনেমী**—হেইয়া টিঙিচ কৰে খং উঠে। বোলো মই তোমাৰ লগত ধেমালিহে কৰিছো। তোমাৰ দৰে ৰূপে গুনে বিভূষিতা সতী নাৰী থাকোতে মই ভুলতেও আনৰ কথা ভাবিম বুলি তুমি ভাবিছানে?

**বজ্ৰনাশা** —বোলো ধেমালি মই নুবুজো। কওক কিহৰ কাৰণে আপুনি আনন্দত ইমান অধীৰ হৈছে?

**কালনেমী**—নিশ্চয় কম—এশ বাৰ কম। শোহোৱা কথাও সাজি সাজি কম। বোলো সুন্দৰী। কওঁ শুনা। এই যে ৰাম-ৰাৱণৰ মহাৰণখন লাগিছে সেই বিষয়ে বিভীষণ আৰু লঙ্কেশ্বৰৰ মাজত এখন তৰ্কযুদ্ধ হয়। ভিভীষণে কয় এই যুদ্ধ বন্ধ কৰিব লাগে, লঙ্কেশ্বৰে কয় এই যুদ্ধ প্ৰবল বেগে চলিব লাগে।

**বজ্ৰনাশা**—পিচে?

**কালনেমী**—পিচে আৰু কি হব। দুটা বাট দুফালে গ'লে ক'ত লগ হোৱা দেখিছা? শেষত সেই তৰ্কযুদ্ধই এখন মহাযুদ্ধত পৰিণত হ'ল; আৰু লঙ্কেশ্বৰে খঙতে থাকিব নোৱাৰি ৰাজভ্ৰাতা বিভীষণক, তোমাৰ বা মোৰ ভাগিন বিভীষণক নিৰ্বাসন দণ্ড দিছে।

**বজ্ৰনাশা**—বিভীষণক নিৰ্বাসন দণ্ড দিছে? অ' আই সেয়েহে হবলা আকৌ আনন্দ কৰিবৰ কাৰণ হ'ল?

**কালনেমী**—হেঃ হেঃ তুমিও নুবুজিলা। বিভীষণ,মেঘনাদ, লঙ্কেশ্বৰ আনকি ৰাজবংশৰ প্ৰায় সকলোৱেই এই কালনেমীৰ লঙ্কাৰ সিংহাসন অধিকাৰ কৰাৰ পথত একো একোটা প্ৰকাণ্ড বাধা। কিন্তু পাৰ হব নোৱাৰা ই চাৰিটা বাধাৰ যেতিয়া এটি বিনা কষ্টে ভাগি পৰিছে--- তাতকৈনো আৰু আনন্দৰ কথা কি আছে?

**বজ্ৰনাশা**—অ' আই মোৰ মতা গোসাঁই। সেইটোহে শেষত হলগৈ আপোনাৰ আনন্দৰ কাৰণ।

**কালনেমী**---হেৰা তুমি কথাটো একেবাৰে দলিয়াই নেপেলাবাচোন। অলপ দকৈ ভাবি চাবা। এজন জ্যোতিষীয়ে কৈছে অলপতে হেনো মই ৰজা হব লাগে--আৰু তুমি বজ্ৰনাশা ৰাজৰাণী হব লাগে।

**বজ্ৰনাশা**—হয়নে?

**কালনেমী**—এৰা, ৰাজধৰ্ম পালন কৰিবলৈ বুলি এই কেইদিন মোক অলপ ভালদৰে খুৱাই-বুৱাই শক্তিমন্ত কৰি তোলাচোন। তোমাৰ সেইবোৰ কোনো চিন্তা নাই কেৱল ভুকুতে কলটো পকিব লাগে।

বজ্ৰনাশা— মইনো আপোনাৰ কি কৰা নাই? সিদিনা দেখোন--

কালনেমী— হৈছে, হৈছে। এতিয়া বাৰু সেইবোৰ নালাগে। অলপ ভিতৰতে বহোঁগৈ বলা।

বজ্ৰনাশা— -আহক। (দুয়ো ভিতৰলৈ যায)
লগে লগে পট উঠিব

## ৪র্থ দৃশ্য

## ৰামৰ শিবিৰৰ সন্মুখ

(এটা গছৰ মুঢ়াত বহি লক্ষ্মণ আৰু অলপ দূৰত এজোপা গছত আউজি থিয় হৈ সুগ্ৰীৱ)

লক্ষ্মণ—বন্ধুবৰ।
ধ্যানত নিমগ্ন ৰঘুমণি
শেষ হলে ৰাঘৱৰ পূজা
ৰাঘৱৰ পদধূলি লৈ—
পুনৰাই যুদ্ধযাত্ৰা কৰিব লাগিব।

সুগ্ৰীৱ—বীৰবৰ।
তালৈকে সুগ্ৰীৱেও কৰিছে অপেক্ষা।
কিন্তু হেৰা ঠাকুৰ লক্ষ্মণ।
কালিৰ ৰণত ৰাক্ষসৰ পৰাজয দেখি
লঙ্কেশ্বৰ জ্বলিব ভীষণ।
সেইবাবে আজিৰ ৰণত
লক্ষ লক্ষ ৰক্ষ সেনা কৰিব প্ৰয়োগ।

লক্ষ্মণ—আহক ৰণৰ বাবে
লঙ্কাবাসী সমগ্ৰ ৰাক্ষস
আহক নিজে তেওঁ—ৰজা লঙ্কেশ্বৰ
তাৰ বাবে ৰামানুজ কিঙ্কৰ লক্ষ্মণ
কেতিয়াও নহয় চঞ্চল।

সুগ্ৰীৱ—বীৰবৰ।
নুবুজিবা ভুল সুগ্ৰীৱক।
ৰাম নাম ৰক্ষাৰ কৱচ
আঁকি লৈ হিয়াৰ মাজত
সুগ্ৰীৱেও পাহৰিলে ভয় কাক বোলে।
কৰে যদি ৰাঘৱে আদেশ
তুমি যদি দিয়া অনুমতি
সুগ্ৰীৱে অকলে গৈ লঙ্কাৰ ৰণত
বাধা দিব সমগ্ৰ ৰাক্ষস।।

লক্ষ্মণ—বীৰবৰ।
লক্ষ্মণৰ পৰিচিত বীৰত্ব তোমাৰ।
তোমাৰে মিত্ৰতা কৰি
ধন্য আজি শ্ৰীৰাম-লক্ষ্মণ।

বিভীষণ—(ভিতৰ) ৰাম। ৰাম!

লক্ষ্মণ—বন্ধুবৰ। আহিছে কোনোবা সোঁৱা
ৰাম নাম কৰি উচ্চাৰণ
চোৱাচোন পৰিচিত যেন দেখো
নালাগে আমাৰ।

সুগ্ৰীৱ—সঁচা কথা
পৰিচিত নহয আমাৰ।
আহি পালে নিচেই ওচৰ
সোধাচোন পৰিচয বাৰু

বিভীষণ—ৰাম! ৰাম।
ক'ত তুমি প্ৰাণৰ দেৱতা?(বিভীষণৰ প্ৰবেশ)

লক্ষ্মণ—কোন তুমি?
ৰাম নাম কৰি উচ্চাৰণ
কাক তুমি কৰিছা সন্ধান?

বিভীষণ—কোৱা বাৰু কোন তোমালোক?

লক্ষ্মণ—শুনা তেন্তে
মযে সেই ৰামানুজ কিঙ্কৰ লক্ষ্মণ
আৰু তেওঁ
শ্ৰীৰামৰ মহামিত্ৰ কিস্কিন্ধ্যাৰ প্ৰজাপালক মহাবীৰ সুগ্ৰীৱ সুজন।

বিভীষণ—তুমি সেই ঠাকুৰ লক্ষ্মণ?

লক্ষ্মণ—নকৰা পলম
কোৱা শীঘ্ৰে কোন তুমি
কিবা প্ৰয়োজন?

বিভীষণ—কোন মই?
লঙ্কাৰ কুপুত্ৰ ৰাজভ্ৰাতা মই বিভীষণ
লঙ্কাৰ অৰাতি আজি, শ্ৰীৰামৰ দাস চৰণৰ।
দিয়া—দিয়া পথ এৰি
ভকতিৰে হিয়া ওপচাই
পূজোঁগৈ ৰাঘৱৰ ৰাতু ল চৰণ।

লক্ষ্মণ—লঙ্কাৰ ৰাক্ষস হে—
আহিছনে ৰাঘৱৰ পূজা আশা কৰি?
দূৰ হ' অবোধ ৰাক্ষস
মায়া কৰি হৰিলি জানকী
ভাবিছনে পুনৰায় মাযাৰ বলেৰে
থাকোতে লক্ষ্মণ এই শ্ৰীৰামৰ দাস
নিবিঘ্নে সাধিবি কিবা অনিষ্ট ৰামৰ?

বিভীষণ—অহা নাই তেনে আশা লৈ—
ৰাঘৱৰ পদ সেৱা একমাত্ৰ ধ্যান
তাৰেই কাৰণে—
বিনা বাক্যে বিনা প্ৰতিবাদ
স্বেচ্ছাই আদৰি ললোঁ দেশদ্ৰোহী নাম।

**সুগ্ৰীৱ**—সেই আশা নহব পুৰণ।
মৃত্যু বাঞ্চা নাই যদি হৃদয়ত তোৰ
মুহূৰ্ততে ত্যাগ কৰ এই পূণ্য স্থান।
**বিভীষণ**—ৰাঘৱৰ পূজাৰ নিৰ্মালি
মৃত্যু যদি হয বীৰবৰ
তাৰ বাবে বিভীষণ নহয কুণ্ঠিত।
কিন্তু এটিবাৰ—মাথো এটিবাৰ
দযা কৰি দিয়া দেখুৱাই
ক'ত সেই নৰৰূপী ৰাম নাৰাযণ
ক'ত সেই অধমৰ প্ৰাণ দেৱতা।
**লক্ষ্মণ**—দেৱতাৰ দাস এই ঠাকুৰ লক্ষ্মণ
জ্বলন্ত কৃতান্ত ৰূপে আছে থিয হই।
দেৱতাৰ দৰশন হোৱাৰ আগতে
হব লাগে প্ৰাযশ্চিত্ত তই।
**বিভীষণ**—তাকো তেন্তে বিভীষণে অৱশ্যে পালিব।
দিয়া বীৰ মৃত্যু দণ্ড
হৃদযৰ তপ্ত ৰক্ত ভক্তি অঞ্জলিৰে
দেৱতাৰ পূজিম চৰণ।
**লক্ষ্মণ**—বীৰবৰ!
**সুগ্ৰীৱ**—ৰাক্ষসৰ মাযা চাতুৰীত
নাযাবা পাহৰি তুমি নিজৰ কৰ্তব্য।
বধ কৰি দুৰ্দান্ত ৰাক্ষস
শত্ৰুশূন্য কৰা ৰাঘৱৰ।
**লক্ষ্মণ**—সেয়ে তেন্তে হ'ক। (শৰ মাৰে। ৰামৰ প্ৰৱেশ)
**ৰাম**— লক্ষ্মণ ! লক্ষ্মণ !
অতিথিৰ হিয়াৰ তেজেৰে
নকৰিবি কলুষিত ৰামৰ শিবিৰ।
**লক্ষ্মণ**—অতিথি নহয় দাদা
দুৰাত্মা ৰাক্ষস।
**ৰাম**—(হাতেৰে স্থিৰ হবলৈ কয)
কোন তুমি বীৰবৰ?
ৰাঘৱৰ ওচৰত
আছে জানো কিবা প্ৰয়োজন?
**বিভীষণ**—দেৱতা!
সন্মুখত থিয় হৈ—
অন্তৰ্যামী তুমি ভগবান
জানা তুমি মোৰ প্ৰয়োজন।
প্ৰভু দয়া কৰি সন্মুখত আহিছা যেতিয়া
এখন্তেক ৰোৱা স্থিৰ হৈ
চাই লওঁ সতৃষ্ণ নয়নে
নৱ ঘনশ্যাম ৰূপ—জ্যোতিৰ্ময় মূৰতি মধুৰ।
**ৰাম**— মৰ্ত্যাৰ মানুহ মই—নহওঁ দেৱতা
তেনেদৰে অপৰাধী নকৰিবা মোক
কোৱা বাৰু কোন তুমি কিবা পৰিচয?
**বিভীষণ**— অতি হীন, অতি হেয়, সৃষ্টিৰ কলঙ্ক
ৰাক্ষসৰ ৰাজভ্ৰাতা মই বিভীষণ
ৰাঘৱৰ পূজাৰ কাৰণে
নিৰ্বাসিত পুত্ৰ আজি জননী লঙ্কাৰ।
**ৰাম**—ৰাক্ষসৰ ৰাজভ্ৰাতা তুমি?
নহয় তোমাৰ স্থান চৰণ তলত
আহা বীৰ। (আঁকোৱালি ধৰিবলৈ যায)
**লক্ষ্মণ**— দাদা! দাদা!
**সুগ্ৰীৱ**— প্ৰভু। ৰাক্ষসক নকৰা বিশ্বাস
সৃষ্টিৰ কলঙ্ক এই ঘৃণিত ৰাক্ষসে
নুবুজিব ৰাঘৱৰ যোগ্য সমাদৰ।
**ৰাম**—মিত্ৰবৰ! ভাই লক্ষ্মণ।
নকৰিবা তেনে অনুৰোধ
নিৰাশ্ৰিতে আহে যদি আশ্ৰয় বিচাৰি
অৱশ্যেই সেই ধৰ্ম পালিব লাগিব
আহা বন্ধু। দিয়া আলিঙ্গন!
**বিভীষণ**— নহয নহয প্ৰভু।
অপৰাধী নকৰা দাসক
বিশ্বৰ অস্পৃশ্য আমি—অনাৰ্য ৰাক্ষস
কৰে যদি দেৱতাৰ অঙ্গ পৰশন
ধৰ্মাধৰ্ম যাব ৰসাতলে।
**ৰাম** - বীৰবৰ
বাহিৰৰ আভৰণে
নুবুজায় অন্তৰৰ আচল স্বৰূপ
জন্মগত শ্ৰেষ্ঠতাৰ পক্ষপাতি নহয় ৰাঘৱ।
যিযে গুণী তেৱেঁ পূজনীয়
দেৱতাৰ আবৰণ পিন্ধি
আৰ্যৰ সমাজে যদি
পাপ কাৰ্য্য কৰে সমৰ্থন
হেৰাব দেৱত্ব—লয় হ'ব আৰ্যৰ গৌৰৱ।
কিন্তু বীৰ। তোমাৰ চকুত
অন্তৰৰ নিভৃত কোণত
নাই দেখা একো মই পাপ অভিলাস।
আহিছা যেতিয়া তুমি অতিথিৰ বেশে—
অতিথি ৰূপে পূজা কৰিব ৰাঘৱে।
আহা বন্ধু। এটিবাৰ দিয়া আলিঙ্গন।
**বিভীষণ**—ধন্য হ'ল বিভীষণ—
ধন্য হ'ল আজি তাৰ ৰাক্ষস জনম।
চাই লোৱা ভালদৰে কোন ক'ত আছা
অস্পৃশ্যতা মানুহৰ নিজৰ সৃজন

দেৱতাই সেই কাম সমৰ্থন নকৰে কদাপি।
(ৰাম আৰু বিভীষণৰ আলিঙ্গন)
আঁৰ কাপোৰ

# ৩ য় অঙ্ক

## ১ম দৃশ্য

## লঙ্কাৰ প্ৰাসাদৰ সন্মুখ

(চিন্তান্বিত ৰাৱণ)

**ৰাৱণ**---ভোলানাথ
লঙ্কেশ্বৰ আজি কিন্তু অতিকে দুৰ্বল
সুৰাসুৰ নাগ যক্ষ মানৱ দানব
পৰাজিত ৰাৱণৰ ৰণ কৌশলত
আজি কিন্তু---
নৰ ও বানৰে কৰা যুদ্ধৰ নামত
লঙ্কেশ্বৰে গণিছে প্ৰমাদ।
*(বেগে দ্বাৰৰক্ষীৰ প্ৰৱেশ)*

**দ্বাৰৰক্ষী**---লঙ্কেশ্বৰ
গুপ্তচৰে জনালে বাতৰি
জানকীক আহাৰ যোগাব
প্ৰবেশিছে দেবৰাজ অশোক কানন।

**ৰাৱণ**---কি? কি ষড়যন্ত্ৰ?
দেৱতাৰ ষড়যন্ত্ৰ?
কলঙ্কিত দেৱতা সমাজে
ন্যায় যুদ্ধে পৰাজিত হৈ
চিৰকাল ৰক্ষৰ হাতত,
নীচভাৱে হীনভাৱে
ষড়যন্ত্ৰ কৰে এই
ৰাক্ষসৰ ধ্বংসৰ কাৰণে।
দ্বাৰৰক্ষী। আনা মোৰ তৰোৱাল।
(দ্বাৰৰক্ষীৰ প্ৰস্থান আৰু তৰোৱাল লৈ প্ৰৱেশ তৰোৱাল দিয়ে)
দ্বাৰৰক্ষী। যোৱা তুমি
বন্ধ কৰা কাননৰ পথ।
আৰু মই নিজে লঙ্কেশ্বৰে
দেৱতাৰ ষড়যন্ত্ৰৰ ধূলিত মিহলি কৰি
উৰাব লাগিব ৰাক্ষসৰ বিজয় পতাকা।
(বেগে প্ৰস্থান)
পট---পৰিবৰ্তন

**পট- পৰিবৰ্তন**

## অশোক কানন

(সীতা কাষত অলপ আঁতৰত খাদ্য-দ্ৰব্য লৈ ব্ৰাহ্মণবেশী ইন্দ্ৰ।)

**ব্ৰাঃ ইন্দ্ৰ**--- নকৰিবা চিন্তা দেৱী।
তোমাৰ কাৰণে আজি
দেৱতাৰ ভক্তিভৰা এই উপহাৰ
তুষ্ট হৈ কৰিলে গ্ৰহণ
সুখী হব দেৱতা সকল
ৰক্ষা হব সৃষ্টিৰ মহিমা।

**সীতা**— দেৱৰাজ!
নকবা দুনাই--নকৰিবা তেনে অনুৰোধ।
স্বামীক অকলে এৰি বনৰ মাজত
কিবা দৰে সতী ৰমণীয়ে
দেৱতাৰ এই দান কৰিব গ্ৰহণ?

**ব্ৰাঃ ইন্দ্ৰ**---- দেৱী।
নকৰিবা চিন্তা তাৰ বাবে।
হব পাৰে বনবাসী ৰাম
হব পাৰে ভিখাৰী ৰাঘৱ
কিন্তু স্ব--ইচ্ছাই ভ্ৰমিছে যেতিয়া
স্ব--ইচ্ছাৰে খাদ্য দ্ৰব্য কৰিব সংগ্ৰহ।

**সৰমা**— -দেৱী।
আপত্তিৰ নেদেখো কাৰণ।
কৰিলে গ্ৰহণ এই দেৱতাৰ দান
ৰক্ষা হব নিজ প্ৰাণ
ৰক্ষা হব ধৰ্মৰ সন্মান

**সীতা**— সৰমা!
নাই আৰু ভোগ লিপ্সা মোৰ
নাই আৰু মমতা প্ৰাণৰ।
শ্ৰীৰামৰ পদধূলি লৈ
হাঁহি হাঁহি সুখৰ মৰণ
ইচ্ছা মোৰ কৰিব বৰণ।

**ব্ৰাঃ ইন্দ্ৰ**— জীৱাত্মাক কষ্ট দিয়া মহাপাপ আই।
তেনে ইচ্ছা নকৰিবা তুমি
ত্ৰিজগত পূজ্য ৰাম---
তেওঁৰেই প্ৰিয় ভাৰ্যা সীতা তুমি জনক দুহিতা
পাপ কাৰ্য কৰি সমৰ্থন
নঘটাবা সৃষ্টিৰ প্ৰলয়।
তোমাৰেই তুষ্টিৰ কাৰণে
দেৱ--দেৱী সকলোৰে মিলি
যতনাই দিছে এই পূজাৰ সম্ভাৰ
দেৱৰাজ ইন্দ্ৰ মই
ভকতিৰে যাচিছো তোমাক

দেৱতাৰ পূজা উপচাৰ
লোৱা দেৱী। নকৰিবি সন্দেহ।
(আগবঢ়াই দিয়ে)
(ভিতৰত ৰাৱণ। অহাৰ লগে লগে চিঞৰি আহে)

ৰাৱণ—ক'ত সেই সৃষ্টিৰ কলঙ্ক
স্বাৰ্থপৰ নিলাজ দেৱতা? (প্ৰবেশ)
(ৰাৱণ অহা গম পাই ইন্দ্ৰ আতৰি পলাব খোজে, ৰাৱণ আহি সম্মুখত থিয় হয়।)
হাঃ হাঃ হাঃ
কলৈ পলাবি হেৰ অমৰ দেৱতা।
দেৱতাৰ ত্ৰাস—সৃষ্টিৰ বিনাশ
সম্মুখত তোৰ এই দুৰ্দান্ত ৰাৱণ।

ব্ৰাঃ ইন্দ্ৰ—লঙ্কেশ্বৰ
এৰি দিয়া পথ মোৰ
বিজ্ঞ তুমি, ধৰ্মাধৰ্ম বুজা ভালদৰে।

ৰাৱণ—ৰাক্ষসৰ নিজ ধৰ্ম
ভালদৰে বুজে লঙ্কেশ্বৰে।
তইঁতৰ ধৰ্মাধৰ্ম নিবিচাৰে বুজিব ৰাৱণে।
শুনা হেৰ, স্বেচ্ছাচাৰী নিলাজ দেৱতা
কোন ধৰ্ম কোন ৰীতি মতে
চোৰৰ নিচিনা আহি প্ৰবেশি কানন
ৰাৱণৰ ইচ্ছাৰ বিৰুদ্ধে
লঙ্কাৰ বন্দিনী এই গৰ্বিতা সীতাক
যতনাই দিছ আহি ভোগৰ সম্ভাৰ?
ভাবিছনে লঙ্কেশ্বৰ দুখীয়া ইমান
ভিক্ষাৰী ৰামৰ পত্নী বন্দিনী সীতাক
শূন্য কৰি লঙ্কাৰ ভাণ্ডাৰ
নোৱাৰিব তুষিব ৰাৱণে?

ব্ৰাঃ ইন্দ্ৰ—অৱশ্যেই লঙ্কেশ্বৰ
একোৰেই নহয় দুখীয়া
তথাপি বিশ্বৰ কল্যাণ হেতু
ৰক্ষা হেতু জানকীৰ প্ৰাণ
দেৱতাৰ এই আয়োজন।

ৰাৱণ—দেৱতাৰ এই আয়োজন
ৰক্ষা হেতু জানকীৰ প্ৰাণ?
শুন হেৰ, ঘৃণিত দেৱতা।
অমৰ তইঁত—
নহলে—নহলে আজি
জানকীৰ প্ৰাণ বিনিময়ে
বধ কৰি দেৱতাৰ প্ৰাণ
লঙ্কেশ্বৰে চিৰ শান্তি লভিলেহেঁতেন।
তথাপি নাভাবিবি এই
মুঠিৰ চিকাৰ—
বিনা দণ্ডে বিনা প্ৰতিকাৰে
এৰি দিব আজি লঙ্কেশ্বৰে।

সীতা—নহয়—নহয় লঙ্কেশ্বৰ
দেৱতাৰ নাই অপৰাধ
যতমানে অপৰাধ অভাগিনী জানকীৰ মাথো।
বধ কৰি মোৰ প্ৰাণ
নিস্কণ্টক কৰা লঙ্কাপুৰী।

ৰাৱণ—হাঃ হাঃ হাঃ
সীতা। নকৰিবা অনুৰোধ মোক
লঙ্কেশ্বৰ একোতেই নহব চঞ্চল।

সৰমা— লঙ্কেশ্বৰ।
সবিনয়ে অনুৰোধ কৰিছে দাসীয়ে
মুক্তি দিয়া দেৱতাক
মুক্তি দিয়া দেৱী জানকীক।

ৰাৱণ- সৰমা
লঙ্কাৰ জিয়ৰী তই ৰক্ষৰ বোৱাৰী
নকৰিবি এনে অনুৰোধ।
দেৱৰাজ- -নিলাজ দেৱতা।
প্ৰস্তুত হ' দণ্ড লবলৈ।

ব্ৰাঃ ইন্দ্ৰ লঙ্কেশ্বৰ।
শান্তিৰ নামত
দেৱতাৰ নকপে হৃদয়।
কিন্তু ভালদৰে জানিবা তুমিও
ৰাৱণৰ এই অহঙ্কাৰ
লুপ্ত হব অচিৰতে ধৰাৰ বুকুত।

ৰাৱণ—ৰাৱণৰ গৌৰৱৰ গিৰি হিমাচল
লুপ্ত হ'ক ধৰাৰ গভত,
তাৰ বাবে লঙ্কেশ্বৰে নকৰে আক্ষেপ।
কিন্তু বিশ্বৰ দলিত এই ৰাৱণৰ জীৱন কালত
দেৱতাৰ দাসত্বৰ কথা
হেৰাবনে সৃষ্টিৰ বুকুত?

ব্ৰাঃ ইন্দ্ৰ—ধৰ্মৰ কাৰণে আজি দেৱতা সমাজে
ৰাৱণৰ দাসত্বকে কৰিছে স্বীকাৰ।

ৰাৱণ—ৰাৱণেও দিব তেন্তে
দাসত্বৰ যোগ্য পুৰস্কাৰ।
ৰাৱণৰ দাস হৈ দেৱতা সমাজে
ৰাৱণকে কৰে উপহাস
তাৰ বাবে পুৰস্কাৰ পাব দেৱতাই।
(চুলিত ধৰি)

ব্ৰাঃ ইন্দ্ৰ— লঙ্কেশ্বৰ। লঙ্কেশ্বৰ।

ৰাৱণ— স্তব্ধ হ পিশাচ

ক' কাৰ অনুমতি লৈ
প্ৰবেশিলি অশোক কানন?
(তৰণীৰ বেগে প্ৰৱেশ)

**তৰণী**—ক্ষান্ত হোৱা লঙ্কেশ্বৰ
তৰণীৰ অনুমতি লৈ
প্ৰৱেশিছে দেৱৰাজ অশোক কানন।
তাৰ বাবে অপৰাধী নহয় দেৱতা।

**ৰাৱণ**—কোন? তৰণী?
তই? তই নিজে দিছ অনুমতি?

**তৰণী**—লঙ্কেশ্বৰ।
দ্বাৰৰক্ষী তৰণীয়ে
মুক্ত কৰি দিছে নিজে প্ৰৱেশৰ পথ।
তাৰ বাবে অপৰাধী নহয় দেৱতা
অপৰাধী নহয় তৰণী।
তাৰ বাবে অপৰাধী হয় যদি কোনো
হবা তুমি নিজে লঙ্কেশ্বৰ।

**ৰাৱণ**—অপৰাধী নিজে লঙ্কেশ্বৰ?
তৰণী। নবুজো একোকে মই
কিবা দৰে কৰিছ বিছাৰ।

**তৰণী**—অবিচাৰ সুবিচাৰ বুজিবা পাচত
লঙ্কেশ্বৰ! তুমিয়েতো শুনালা আদেশ
আহে যদি শত্ৰু কোনো জননী লঙ্কাৰ
আহে যদি শত্ৰু জানকীৰ
বাধা দিবি প্ৰৱেশৰ পথ।
কিন্তু—অহা নাই দেৱৰাজ
শত্ৰুৰূপে জননী লঙ্কাৰ
অহা নাই শত্ৰুৰূপে দেৱী জানকীৰ
সেই হেতু দেৱতাক পথ এৰি দিয়া
হোৱা নাই তৰণীৰ একো অবিচাৰ।
দেৱৰাজ। মুক্ত তুমি—এৰি দিছো পথ
স্বইচ্ছাৰে ত্যাগ কৰা অশোক কানন।
(ব্ৰাঃ ইন্দ্ৰৰ প্ৰস্থান)

**ৰাৱণ**—তৰণী। তৰণী।

**তৰণী**—হয় যদি অপৰাধী
তাৰ বাবে তৰণী তোমাৰ
অৱশ্যেই কৰিবা বিচাৰ।
লঙ্কাৰ ৰাজসিংহাসন কৰি আৰোহণ
ৰাজ আজ্ঞা শুনাবা তোমাৰ
ৰাজদণ্ড তৰণীয়ে লব শিৰ পাতি।
বৰ্তমান কাননৰ দ্বাৰৰক্ষী ৰূপে
পালিব লাগিব মই নিজৰ কৰ্তব্য।
শুনা বীৰ লঙ্কাৰ সন্তান।
তৰণীয়ে কৰিছে আদেশ—
মুহূৰ্ততে ত্যাগ কৰা অশোক কানন।

**ৰাৱণ**—তৰণী। তৰণী।

**তৰণী**—অহা নাই মিত্ৰৰূপে তুমি জানকীৰ
সেই হেতু কাননৰ পথ
অৱৰুদ্ধ থাকিব তোমাৰ।
লঙ্কেশ্বৰে কৰিছে আদেশ
তৰণীয়ে অৱশ্যে পালিব।

**ৰাৱণ**—আৰু যদি নিজে মই—নিজ বাহুবলে
মোকলাই লওঁ মোৰ কাননৰ পথ
কি কৰিবি অবোধ বালক?
তৰণী—বাধা দিব তৰণীয়ে
পাৰ্যমানে নিজ শকতিৰে।
*(তৰোৱাল উলিয়াই লয়)*
তথাপি ৰাজ আজ্ঞা নকৰো লঙ্ঘন
নিপিচলো কৰ্তব্যৰ পৰা।

**ৰাৱণ**—ধন্য—ধন্য তৰণী
তোৰ দৰে ৰাজ ভক্ত লঙ্কাৰ সন্তানে
ৰাক্ষসৰ মুক্তি পথ কৰিব উদ্ধাৰ।
আহো মই —সাৱধানে ৰাখিবি দুৱাৰ।
*(ৰাৱণ প্ৰস্থান)*

**সৰমা**—পুত্ৰ ! পুত্ৰ ।

**তৰণী**—আই। আই।

**সীতা**—সৰমা।
এনেহেন পুত্ৰৰত্ন বুকুত সাৱটি
সঁচাকৈয়ে ভাগ্যৱতী তুমি
আহা পুত্ৰ। তোমাৰ নিচিনা।
মহাৰত্ন সাৱটি বুকুত
ধন্য হ'ক অভাগিনী সীতা।

**তৰণী**—পদধূলি দিয়া মোক আই।
(সেৱা কৰে। সীতাই বুকুত সাৱটি লয় আৰু শিৰত চুমা খায়)

# ২ য় দৃশ্য

## কালনেমীৰ ঘৰৰ সন্মুখ

*(কিবা এটা চোবাই জোৰ কৰি গিলি, ইফালে সিফালে চাই কালনেমীৰ প্ৰৱেশ)*

**কালনেমী**—বোধকৰো গৃহিণীয়ে এইবোৰ কিবা পূজা-সেৱাৰ কাৰণে গোটাই থৈছিল। কিন্তু তিৰোতাবতোৰ স্বামীতকৈ কোনো ডাঙৰ দেৱতা নাই। মই নিজে সন্তুষ্ট হৈছো যেতিয়া গৃহিণীয়ে পূজাৰ ফল হাতে হাতে পাব। এতিয়া

কোন দেৱতাৰ এই কীৰ্তি গৃহিণীয়ে গম নেপালেই ৰক্ষা।
(আন কালৰ পৰা বক্ৰনাশাই হাতত দুটামান নাৰিকল লৈ সোমাই আহে—হঠাৎ কালনেমীক দেখি)

বক্ৰনাশা—অ' আই। অকলে অকলেনো ইয়াত কি কৰিছে?

কালনেমী—অ' তুমি হেঃ হেঃ। কিন্তু মই হলে তোমাৰ সেই ভৰালী কোঠালিটোত সোমোৱা নাই দেই।

বক্ৰনাশা—আপোনাকনো সোমাবলৈ কোনে মানা কৰিছে। নাহে বা কেলেই। আহক ভিতৰতে অলপ জিৰণি লওক্ছি।

কালনেমী—নহয় গৃহিণী। মোৰ ইয়াতেই বেছ ভাল লাগিছে। ৰণৰ কাৰণে ৰজাঘৰ প্ৰজাঘৰ সকলোতে অলপো শান্তি নোপোৱাত পৰিছো। সেয়েহে এই মুকলিতে অলপ জিৰণি লৈছো।

বক্ৰনাশা—আপুনি আকৌ আতৰি নেযাব। মই আমাৰ ৰাজ্য লাভৰ কাৰণে আজি শিল দেৱতাৰ পূজা পাতিছো। পূজা শেষ হলে দুয়ো সেৱা লব লাগিব।

কালনেমী— নিশ্চয়। নিশ্চয়। মই ইয়াতে থাকিম। তুমি যোৱা পূজাৰ আয়োজন কৰাগে।

(বক্ৰনাশাৰ প্ৰস্থান)

গৃহিণী। তোমাৰ দেৱতা স্বয়ং সন্তুষ্ট হৈছে। এইবোৰ পূজা-সেৱাৰ আৰু দৰকাৰ নাই।

*(বক্ৰনাশাৰ প্ৰবেশ)*

বক্ৰনাশা—বোলো এইবোৰ আপোনাৰ কি কথা? আপোনাক কি দেৱে চুলে?

কালনেমী—হেঁ কি হ'ল? মইনো আকৌ কি দায় লগালো?

বক্ৰনাশা—কি দায় লগালো চেলাবলৈ আহিছে। এই পূজালৈ গোটোৱা ফল-মুলবোৰ দেখোন এটাও নাই। কোনোবাই খাই পেলালে।

কালনেমী—কি? ফল-মুলবোৰ খাই পেলালে? উস্ ইমান পৰাক্ৰম?

বক্ৰনাশা—আপুনিয়েই এই যত কুটৰ ঘাই। ঘৰত দেও মনিচ এটা নাই, কোনেনো সেইবোৰ চুবহি। আপুনিয়েই নিশ্চয় সেইবোৰ শেষ কৰিছে।

কালনেমী—মই? ইস্ এনে পাপ লগা কথা নকবা গৃহিণী। পৃথিবীয়ে এনে পাপ সহ্য কৰিব নোৱাৰিব। আৰু দুনাই এনে পাপ কথা উচ্চাৰণ কৰিলে সৌ সূৰ্য্যটোও টপকৰে আহি ইয়াতে পৰিব। তেতিয়াতো তোমাৰ মোৰ সৰ্বনাশ হ'বই গোটেই পৃথিবীতে এটা বৰ হুলস্থুলৰ সৃষ্টি হ'ব। তেনে কথা আৰু নকবা।

বক্ৰনাশা—কেলেই নকব? কেলেই নকব? দেওভুতৰ কাৰণে বস্তু আনিও ঘৰত ৰাখিব নোৱাৰা হ'ল।

কালনেমী—হেইয়া। বোলো মনে মনে থাকাচোন। মোৰ কথা শুনা। কিজানি তোমাৰ দেৱতায়ে আহি সেই বস্তু গ্ৰহণ কৰিলে।

বক্ৰনাশা—অ' আই, কি কথাবোৰ কয় শুনা। দেৱতাইনো নিজে আহি বস্তু গ্ৰহণ কৰা ক'ৰবাত শুনিছানে?

কালনেমী—দেৱতা যদি নাহেই তেনেহলেনো তোমাৰ এই পূজা সেৱাবোৰ কেলেই? বুজিছা গৃহিণী। দেৱতা নহা নহয়। মোৰ মনে কৈছে নিশ্চয় দেৱতা আহিছে।

বক্ৰনাশা—দেৱতা আহিছে? আহিনো বাৰু ক'ত লুকাল?

কালনেমী—কোনে জানে। কিজানি তোমাৰ ভিতৰতে লুকাই আছে।

বক্ৰনাশা—(গা চাই) মোৰ ভিতৰত?

কালনেমী—আহ—তোমাৰ তাত নহয় যদি কিজানি মোৰ পেটৰ ভিতৰতে লুকাই আছে।

বক্ৰনাশা—আপোনাৰ পেটৰ ভিতৰত লুকাই আছে?

কালনেমী—থাকিবও পাৰে নাথাকিবও পাৰে। তাক কোনে জানে। সেই কাৰণেইতো কওঁ বোলো তুমি মোক গালি শপনি নাপাৰিবা আৰু ময়ো কেতিয়াও তোমাৰ কথাত ওজৰ আপত্তি নকৰো। কাৰণ যদি তোমাক মই খং কৰো তোমাৰ গাত দেৱতা সোমাই থাকিলে দেৱতাক খং কৰা হ'ল। আৰু মোক গালি শপনি পাৰিলে মোৰ গাত দেৱতা লুকাই থাকিলে আকৌ সেই দেৱতাকে খং কৰা হ'ল। সেই কাৰণেইতো মই কওঁ সংসাৰত কোনেও কাকো খং বা গালি শপনি পাৰিব নাপায়।

বক্ৰনাশা— অ' বুজিছো। আপুনি এইবোৰ শাস্ত্ৰৰ কথা কৈ মোক কথা পাহৰাবলৈ আহিছে। ভালে ভালে কৈ দিয়ক। নহলে মই শুদাই নেৰিছো।

কালনেমী—তুমি যদি মোৰ কথা নুশুনা—তুমি তোমাক লৈয়ে থাকা। মোক আৰু একো নুসুধিবা। লঙ্কেশ্বৰে মোক যুঁজলৈ ওলাবলৈ কৈ আছে, মই যুঁজলৈকে ওলালো।

(যাব খোজে)

বক্ৰনাশা—নেযাব। মোৰে শপত আপুনি যুঁজলৈ নেযাব।

কালনেমী—কেলেই নেযামহে? ঘৰৰ ভিতৰতে সদায় তোমাৰ লগত যুঁজ কৰি কৰি যুঁজ কৰা মোৰ তেনেই অভ্যাস হৈ পৰিছে। ঘৰতনো আৰু সদায় একেখন যুঁজকে কিমান যুঁজিবা? তাতকৈ এবাৰ সমৰক্ষেত্ৰলৈ গৈ যুঁজ কৰি পৃথিবীৰ বীৰৰ তালিকাত নামটো ভৰ্তি কৰি থওঁ। মই আহিলো। (অলপ যায়) হেৰা, মই সঁচাই আহিলো আকৌ। উস তেওঁ নলৰে। হেৰা যাবৰ সময়ত মোৰ পদধূলি লোৱা যদি লোৱা। পিছত এই সুযোগ নেপাবা। নহয়—মই আহিলো। (যাব খোজে)

বক্ৰনাশা—নেযাব। আপুনি নেযাব।

কালনেমী—হেইয়া তাকে নোকোৱা কিয়? যদি সঁচাকৈয়ে মই যুঁজলৈ যাব নেলাগে তেন্তে সাৱধান—আজিৰ পৰা আৰু

মোক কেতিয়াও এনেদৰে গালি শপনি নাপাৰিবা।

**ব্ৰজ্ৰনাশা**— মই তিনি সৈত কাঢ়ি কৈছো—মই আৰু কেতিয়াও তেনে কথা নকওঁ। আহক ভিতৰলৈ আহক।

**কালনেমী**—বলা। তোমাৰ ওপৰতনো মই আৰু খং কৰি থাকিব পাৰোনে? হেঃ হেঃ হেঃ।

(দুয়োৰে প্ৰস্থান)

## ৩য় দৃশ্য

### ৰামৰ শিবিৰ

**(সিবিৰৰ সম্মুখত বহি ৰাম, আঁতৰত বিভীষণ)**

**ৰাম**— মিত্ৰবৰ।
নকবা দুনাই সেই
জানকীৰ কৰুণ কাহিনী।
থাকক গোসানী মোৰ লঙ্কাৰ বুকুতে
জানকীৰ উদ্ধাৰৰ হেতু
নকৰে দুনাই আৰু ৰাঘৱে প্ৰয়াস।

**বিভীষণ**— কিয় প্ৰভু।
এনে কথা তোমাৰ মুখত?
নহলে উদ্ধাৰ সীতা
পৃথিবীৰ ধৰ্মাধৰ্ম যাব ৰসাতলে।
ৰাম সীতা নিমিলিলে লঙ্কাৰ বুকুত
বিভীষণ সৰমাৰ জীৱনৰ পূজা
চিৰকাল অপূৰ্ণ থাকিব।
অধৰ্মৰ জয়—ধৰ্মৰ প্ৰলয়
ৰাঘৱৰ জীৱনৰ উদ্দেশ্য নহয়।

**ৰাম**— মিত্ৰবৰ?
পাহৰিলে উদ্দেশ্য ৰাঘৱে
পাহৰিলে ধৰ্মৰ মহিমা।
কোৱা কোৱা বীৰবৰ
ৰক্ষৰ নিধন দেখি যদি লঙ্কেশ্বৰে
জানকীক কৰে পুনু ঘোৰ নিৰ্যাতন
সুকোমল ননীৰ পুতলি—
জানকীয়ে কিবাদৰে সহিব যন্ত্ৰণা?

**বিভীষণ**— ৰঘুমণি।
নকৰিবা চিন্তা তাৰ বাবে।
হব পাৰে অপহৃতা সীতা
হব পাৰে বন্দিনী জানকী
কিন্তু সেইবুলি লঙ্কাৰ বুকুত
নহয় গোসানী মোৰ অকলশৰীয়া
পূজাৰিণী সৰমাই নিতে
ভকতিৰ পূজা অৰ্ঘ্য লৈ
পূজিছেহি জানকীৰ ৰাতুল চৰণ।
অলক্ষিতে কত শত লঙ্কাৰ সন্তানে
দেৱী পূজা কৰি আয়োজন
জানকীৰ কৰিছে বন্দনা
নাই বুজা জানো প্ৰভু—
অন্তৰ্যামী তুমি ভগৱান।

**ৰাম**— মিত্ৰবৰ।
অন্তৰ্যামী নহয় ৰাঘৱ
জনম ভিক্ষাৰী মই—সামান্য মানৱ।

**বিভীষণ**—প্ৰভু!
নকৰিবা ছলনা দাসক
ৰাম সীতা দুয়োজনে
জনমৰ পৰিচিত মোৰ।
শুনা দেৱ—
যদিওবা লঙ্কেশ্বৰ ঘোৰ অনাচাৰী
যদিওবা দুৰ্দান্ত ৰাৱণ
ভেদ কৰি সত্যৰ কৱচ
জানকীৰ অমঙ্গল নোৱাৰে সাধিব।

*(লক্ষ্মণ আৰু সুগ্ৰীৱৰ প্ৰৱেশ)*

**লক্ষ্মণ**—দাদা। দাদা।
অসংখ্য সেনানী লৈ বীৰ মেঘনাদ
ৰণাঙ্গন কৰিছে প্ৰৱেশ।
দিয়া দাদা অনুমতি
উপস্থিত হৈ নিজে সমৰ ক্ষেত্ৰত
ৰাক্ষসৰ লওঁ প্ৰতিশোধ।

**ৰাম**— ভাই।
বন্ধ কৰা এই আয়োজন
শেষ হ'ল ৰণতৃষ্ণা মোৰ
নালাগে দুনাই আৰু কৰিব সমৰ।

**লক্ষ্মণ**— দাদা!
কিয় বাৰু তেনে কথা আজি
যি ব্ৰত বান্ধি হৃদয়ত
পদাৰ্পণ কৰিছা লঙ্কাত
সেই ব্ৰত অসম্পূৰ্ণ আজিও ৰাঘৱ
আজিও বন্দিনী সীতা লঙ্কাৰ বুকুত।

**সুগ্ৰীৱ**—বাধা প্ৰভু নিদিবা দুনাই।
সাজু হৈ আছে মোৰ বানৰ বাহিনী
শুনোৱা আদেশ প্ৰভু—দিয়া আশীৰ্বাদ
তুৰান্ত প্ৰৱেশি লঙ্কাৰ ৰণ প্ৰাঙ্গণত
ধ্বংস কৰো ৰাক্ষসৰ দল।

**ৰাম**— বীৰবৰ! ভাই লক্ষ্মণ! ক্ষান্ত হোৱা
মই নিজে কৰিছো আদেশ।

নালাগে দুনাই আৰু কৰিব সমৰ।
লক্ষ্মণ—দাদা।
বুজিছো সকলো মই।
ৰাঘৱৰ চিৰ শত্রু দুৰ্দান্ত ৰাক্ষসে এই
পুনৰায় ৰাঘৱক কৰিছে ছলনা।
মায়া কৰি হৰিলে জানকী
বিচাৰিছে কৰিব উদ্ধাৰ।
ৰাঘৱ।
তুৰন্তে বিদূৰ কৰা এই ৰাক্ষসক।
ৰাম—লক্ষ্মণ। লক্ষ্মণ।
বিভীষণ ৰাঘৱৰ পৰম বান্ধব।
নকৰিবি তিৰস্কাৰ আৰু
অতিকে আপোন মোৰ মিত্র বিভীষণ
লক্ষ্মণ—নুবুজো কি দৰে
ত্রিজগত পূজ্য এই শ্ৰীৰামৰ সতে
সৃষ্টিৰ কলঙ্ক এই
অনাৰ্য ৰাক্ষসে আজি কৰেহি মিত্ৰতা
নহয়—নহয় দাদা
দিয়া এই দাসক আদেশ
বধ কৰি দুৰাত্মা ৰাক্ষস
শান্ত কৰো ৰাঘৱৰ আশান্ত হৃদয়
ৰাম— লক্ষ্মণ । লক্ষ্মণ।
বিভীষণ—ৰঘুমণি!
লক্ষ্মণক নকৰা বাৰণ।
দিয়া—দিয়া হেৰা ঠাকুৰ লক্ষ্মণ
শেষ কৰি দিয়া এই অধমৰ প্ৰাণ।
জন্ম জন্মান্তৰে যেন কাহানি কোনেও
নলয় দুনাই আৰু ৰাক্ষস জনম।
ৰাম—লক্ষ্মণ
নৱৰষা বাক্য বাণ আৰু।
চোৱাচোন ৰাক্ষসৰ শিৰোমণি
ৰাঘৱৰ পৰম বান্ধব
লঙ্কাৰ প্ৰদীপ সেই বীৰ বিভীষণ
কিনো দৰে বিষাদে মলিন।
লক্ষ্মণ—দাদা। দাদা!
ৰাম— -স্থিৰ হ ভাই!
মিত্ৰবৰ !
নধৰিবা দোষ লক্ষ্মণৰ
নিচেই অজলা সি নুবুজে একোকে
ক্ষমা কৰা লক্ষ্মণক মোৰ।
বিভীষণ—প্ৰভু!
অধম ৰাক্ষস মই
তিৰস্কাৰ—পুৰস্কাৰ মোৰ।
কিন্তু দেৱ! নকৰা পলম।
শুনোৱা আদেশ তোমাৰ
হব লাগে জানকীৰ উদ্ধাৰ তুৰন্তে।
ৰাম—সেই বাক্য পালিব ৰাঘৱে
শুনা ভাই লক্ষ্মণ! শুনা বীৰ সুগ্ৰীৱ সুজন!
তুৰন্তে প্ৰৱেশ কৰা লঙ্কাৰ ৰণ প্ৰাঙ্গণত
হব লাগে ৰক্ষৰ নিধন
হব লাগে জানকী উদ্ধাৰ।
লক্ষ্মণ—(পদধূলি লৈ)
ৰাঘৱৰ পদধূলি
অভেদ্য কৱচ পিন্ধি
ওলাল লক্ষ্মণ আজি ৰণৰ কাৰণে
বীৰবৰ ওলোৱা তুমিও
হ'ব লাগে যুদ্ধ যাত্ৰা তুৰন্তে আমাৰ।
ৰঘুমণি। ওলাল লক্ষ্মণ।
ৰাক্ষসৰ বুকু ফালি
উদ্ধাৰি আনিম আজি দেৱী জানকীক।
(প্ৰস্থান)
সুগ্ৰীৱ - - (আঠুকাঢি)
কৰা প্ৰভু আশীৰ্বাদ
নিপিচলো যেন মই কৰ্তব্যৰ পৰা।
অকৃতজ্ঞ নহয় সুগ্ৰীৱ
শূন্য আজি ৰাঘৱৰ মানস মন্দিৰ
জানকী প্ৰতিমা আনি কৰিম প্ৰতিষ্ঠা।
(প্ৰস্থান)
ৰাম— মিত্ৰবৰ!
বিভীষণ—-প্ৰভু!
ৰাম- — চোৱা সৌৱা—জীৱন্ত যুঁজত
জাপ দিলে সুগ্ৰীৱ লক্ষ্মণে।
ৰাঘৱৰ বিশ্ৰামৰ নাই প্ৰয়োজন।
বলা মিত্ৰবৰ—
আগবাঢ়ি গৈ দুয়ো
সমৰৰ গতি বিধি কৰো নিৰীক্ষণ।
বিভীষণ—বলা প্ৰভু। (দুয়োৰে প্ৰস্থান)

## ৪ৰ্থ দৃশ্য

### ৰণক্ষেত্ৰ

(লক্ষ্মণৰ বেগে প্ৰৱেশ)

লক্ষ্মণ— ক'ত?
ক'ত সেই মেঘনাদ ৰক্ষ সেনাপতি।

বিচাৰলো চতুৰ্দিশে দুৰাত্মাক মই
তথাপি নেপালো সন্ধান।
(ওপৰৰ পৰা শৰ পৰে)
সেইয়া— সেইয়া
মেঘৰ আঁৰত থাকি
পলৰীয়া ভিৰু মেঘনাদে
কৰে আজি শৰ বৰিষণ।
দেৱৰাজ জয়ী হই
পৰাজিত কৰি দেৱতাক
ৰাক্ষসৰ বাঢে অহঙ্কাৰ। (আকৌ শৰ পৰে)
মেঘনাদ। ৰাক্ষসৰ সেনাপতি হৈ
এনেহেন অন্যায় সমৰ
কিনো দৰে কৰে সমৰ্থণ?
ক্ষন্তেক অপেক্ষা কৰ
শ্ৰীৰামৰ সেৱক লক্ষ্মণে
দিব আজি যোগ্য পুৰস্কাৰ।
(ওপৰলৈ শৰ নিক্ষেপ কৰে।)
(সুগ্ৰীৱৰ প্ৰৱেশ)

**সুগ্ৰীৱ**—লক্ষ্মণ! লক্ষ্মণ!

**লক্ষ্মণ**— চোৱা, চোৱা বীৰবৰ।
আঁৰে আৰে মেঘত লুকাই
মেঘনাদে কৰিছে সমৰ।

**সুগ্ৰীৱ**— আচৰিত ৰাক্ষসৰ ৰণৰ কৌশল
বুজিছো কি মাযাৰ বলেৰে
ত্ৰিভুবন জয়ী আজি ৰজা লঙ্কেশ্বৰ।

**লক্ষ্মণ**— সেই বুলি বীৰবৰ।
নাপাব ৰাক্ষসে
লক্ষ্মণৰ পৰা আজি কদাপি উদ্ধাৰ
শেষ কৰি মায়াবী ৰাক্ষস
শেষ কৰি নৰকৰ কীট
মঙ্গল সাধিম জগতৰ।
(ভিতৰত—"ৰক্ষা কৰা, ৰঘুনাথ। ৰক্ষা কৰা")

**সুগ্ৰীৱ**— সেইয়া —সেইযা লক্ষ্মণ
দেখি এনে আচৰিত ৰণৰ কৌশল
সকলোৱে হৈছে চঞ্চল।
বীৰবৰ। শীঘ্ৰে তাৰ কৰা প্ৰতিকাৰ।

**লক্ষ্মণ**— নকৰিবা চিন্তা তাৰ বাবে
প্ৰতিকাৰ কৰিব লক্ষ্মণে।
থাকা তুমি ইয়াতেই
অৱৰুদ্ধ কৰা এই পথ
আৰোহি বিমান সৌ মেঘৰ আঁৰত
আছে তাতে ভীৰু মেঘনাদ
পাৰামানে কৰা তুমি শৰ বৰিষণ।
আৰু মই নিজে গৈ সৈন্যসকলক
বুজাম ৰণৰ কৌশল।

**সুগ্ৰীৱ**— আখৰে আখৰে মই পালিম আদেশ।
যোৱা তুমি, ললো মই তুলি ধনুশৰ।

**লক্ষ্মণ**— বীৰবৰ!
ভালদৰে থাকিবা দ্বাৰত
আজিৰ ৰণত—
ৰাক্ষসৰ নহব উদ্ধাৰ।
(সুগ্ৰীৱে শৰ জোৰে। ওপৰৰ পৰা
জাউৰিযে জাউৰিয়ে শৰ আহি পৰে।)

**সুগ্ৰীৱ**— ই কি? ই কি?
ৰাক্ষসৰ শৰে
জৰ্জৰিত কৰে আজি সুগ্ৰীৱৰ প্ৰাণ।
ৰাম! ৰাম!
মাযাবী ৰাক্ষসে আজি মায়াৰ বলেৰে
সুগ্ৰীৱক কৰিছে চঞ্চল।
ক'ত তুমি ৰাম নাৰায়ণ
ৰক্ষা কৰা কিঙ্কৰক আজি।
(আকাশ আন্ধাৰ হৈ পৰে। বিজুলী
ঢেৰেকনি মাৰিবলৈ ধৰে।)
শৰাছন্ন গোটেই আকাশ
প্ৰলয়ৰ ঘনঘোৰে ঢাকিলে ধৰণী
চতুৰ্দিশে উঠে হাহাকাৰ।
ক'ত ৰাম, ক'ত সেই ঠাকুৰ লক্ষ্মণ
ৰক্ষা কৰা—ৰক্ষা কৰা কোন ক'ত আছা।
(আকৌ জাউৰিয়ে জাউৰিয়ে শৰ পৰে।)
ৰাম! ৰাম!
নোৱাৰো স্থিৰেৰে ৰ'ব
জৰ্জৰিত হ'ল কলেবৰ
ধাৰাষাৰে বহিছে ৰুধিৰ।
ৰাম! ৰাম!
ক্ষমা কৰা দাসক তোমাৰ
পাহৰিলে কৰ্তব্য সুগ্ৰীৱে। (প্ৰস্থান)

(প্ৰবল বেগে বতাহ ববলৈ ধৰে। মেঘে মেঘ খুন্দা খাই ভীষণ শব্দ হবলৈ ধৰে। আকাশ অন্ধকাৰ হয়। এটি ভীষণ শব্দ শুনা যায়। সেই দুৰ্যোগ আৰু অন্ধকাৰ মাজত লক্ষ্মণৰ মাত শুনা যায়।)

**লক্ষ্মণ**— (নেপথ্যত) বীৰবৰ সুগ্ৰীৱ সুজন।
মেঘৰ আঁৰৰ পৰা
মেঘনাদ পৰিছে বাগৰি।
ভংগ হল ৰাক্ষসৰ মহা অহঙ্কাৰ।

সাৱধানে ৰাখিবা দুৱাৰ
নোৱাৰে পলাব যাতে ৰাক্ষস কদাপি।
(প্ৰকৃতিয়ে অলপ শান্ত মূৰ্তি ধৰিলে। ৰঙ্গমঞ্চ অলপ পোহৰ হ'ল। ভঙ্গ আকাশী ৰথৰ মাজত মেঘনাদ। ক্ষত বিক্ষত দেহ। আহত প্ৰায় অৱস্থা।এটি এটি কৈ ভঙা খণ্ডবোৰ আঁতৰাই মেঘনাদ উঠে।)

ইন্দ্ৰজিৎ— ৰাক্ষসসকল।
নাই পলাল সকলো
ছত্ৰভঙ্গ দিলে সকলোৱে।
ধিক, সতধিক তহঁতক
জন্ম লভি ৰাক্ষস কুলত
নোৱাৰিলি ৰাক্ষসৰ ৰাখিব সন্মান।
হব পাৰে মেঘচ্যুত আজি মেঘনাদ
সেই বুলি পৰাজয় নকৰে স্বীকাৰ।
(ভিতৰত—"জয় শ্ৰীৰামচন্দ্ৰৰ জয়")
সেইয়া—সেইয়া

আকাশে— বতাহে
ৰাঘৱৰ জয় গান উঠিছে উথলি।
নহয়—নহয়
ইন্দ্ৰজিৎ এতিয়াও জীৱিত ধৰাত
ক্ষন্তেক অপেক্ষা কৰ
মেঘনাদে লব প্ৰতিশোধ। (বেগে প্ৰস্থান)
(লক্ষ্মণৰ বেগে প্ৰৱেশ)

লক্ষ্মণ— ক'ত? ক'ত সেই সুগ্ৰীৱ সুজন?
এই পথে পৰিছিত হুহক ৰাক্ষস
ক'ত সেই ভীৰু মেঘনাদ?
সৌৱা—সৌৱা
ৰাৱণৰ অহঙ্কাৰ ক্ষুদ্ৰ ব্যোমযান
ভাঙি পৰি ধৰাৰ বক্ষত
ৰাক্ষসৰ বীৰত্বৰ দিছে পৰিচয়।
(সুগ্ৰীৱৰ প্ৰৱেশ)

সুগ্ৰীৱ— লক্ষ্মণ। লক্ষ্মণ।

লক্ষ্মণ— বন্ধুবৰ।
পথ তুমি এৰিলা কিহেতু?
নিস্কন্টক দেখি পথ পলাল ক'ৰবাত
সৃষ্টিৰ কলঙ্ক সেই ভীৰু মেঘনাদ
বলা, কৰো তাৰ পথ অন্বেষণ।
(দুয়োৰে প্ৰস্থান)

**পট পৰিবৰ্তন**

**ৰণক্ষেত্ৰৰ একাংশ**

**(মেঘনাদৰ প্ৰৱেশ)**

মেঘনাদ—ক'ত সেই ভিক্ষাৰী ৰাঘৱ?
ক'ত সেই দুৰ্মতি লক্ষ্মণ?
নিপতিত দেখি মই আকাশৰ পৰা
ভাবিছে লক্ষ্মণে আজি ৰাঘৱৰ জয়।
ভ্ৰম—ভ্ৰম হেৰ নৰ ও বানৰ
তহঁতৰ ক্ষুদ্ৰ শকতিৰে
দেৱৰাজ জয়ী এই লঙ্কাৰ সন্তান
ভাবিছনে কৰিব সংহাৰ?
(ভিতৰত—"জয় শ্ৰীৰামচন্দ্ৰৰ জয়"।)
সেইয়া—সেইয়া
ৰাঘৱৰ জয় ধ্বনি কৰি
পৃথিবীৰ নৰ ও বানৰে
ৰাক্ষসক কৰে উপহাস
আকাশত হৰ্ষধ্বনি কৰে দেৱতাই।
ক্ষন্তেক অপেক্ষা কৰ
সকলোকে দিম পুৰস্কাৰ।
নাগপাশ এৰিলো ইয়াৰ
ধ্বংস হব শ্ৰীৰাম লক্ষ্মণ
ধ্বংস হব মিত্ৰ শক্তি যত ৰাঘৱৰ।
(নাগপাশ এৰে। লগে লগে ভিতৰত "ৰক্ষা কৰা" "ৰাম ৰাম" "চিঞৰ শুনা যায়।)
হাঃ হাঃ হাঃ
মেঘনাদে এনেদৰে লয় প্ৰতিশোধ।
(প্ৰস্থান)

**পট পৰিবৰ্তন**

**ৰণক্ষেত্ৰৰ আন এটি অংশ**

(হাতত নাগপাশ মেৰ খোৱা—বিষে জ্বৰে জৰ্জৰিত প্ৰায় লক্ষ্মণৰ ধীৰে প্ৰৱেশ।)

লক্ষ্মণ— ৰঘুমণি।
লক্ষ্মণৰ দেৱতা প্ৰাণৰ
ক'ত তুমি? চোৱাহি এবাৰ
বিষে জ্বৰে জৰ্জৰিত
সেৱক লক্ষ্মণ এই
ৰাক্ষসৰ অন্যায় যুঁজত। (আঁঠুকাঢ়ি পৰে)
ৰঘুমণি।
মৃত্যু? মৃত্যুৰ নামত
লক্ষ্মণ নহয় কাতৰ
কিন্তু বৰ দুখ ৰল হৃদয়ত
নোৱৰিলো উদ্ধাৰিব সীতাক তোমাৰ।
নাই নাই
নোৱাৰো দুনাই আৰু থিয়েৰে থাকিব।

যতে আছা ৰঘুমণি কৰা আশীৰ্বাদ
শেষ হ'ল অধম লক্ষ্মণ
ৰাম—ৰাম—ৰাম। (ঢলি পৰে)
(ৰামৰ প্ৰৱেশ। ৰামৰ হাততো নাগপাশ)

**ৰাম—** দুৰাত্মা ৰাক্ষসে আজি ঘটালে অপায়।
সুদুৰত সুগ্ৰীৱক মূৰ্ছিত দেখিলো
কিন্তু ক'ত সেই প্ৰাণৰ লক্ষ্মণ?

**লক্ষ্মণ—** ৰাম—ৰাম—ৰাম। (মুৰ্ছা)

**ৰাম—** লক্ষ্মণ। লক্ষ্মণ।
ই কি ভাই? ই কি দৃশ্য দেখিছো আগত?
লক্ষ্মণ। লক্ষ্মণ।
নামাত কেলেই তই
দাদা বুলি মাত এটি বাৰ।
ভাই মোৰ জীউ মোৰ প্ৰাণৰ লক্ষ্মণ।
বনবাসী ৰাঘৱৰ প্ৰতি
সমস্ত জগতে আজি কৰে অভিমান
সেই দেখি অবিমান তোৰো।
নহয়—নহয় লক্ষ্মণ
বনবাসী ৰাঘৱে দুনাই
ৰাজ্য সুখ নকৰে কামনা
আৰু যুদ্ধ নকৰে আহ্বান
বন্ধ হ'ক এই অভিযান
থাকক জানকী মোৰ লঙ্কাৰ বুকুতে
কিন্তু তই আহ উলটি পুনৰ।
লক্ষ্মণ। লক্ষ্মণ। (গাত ঢলি পৰে)
(বিভীষণৰ প্ৰৱেশ)

**বিভীষণ—** প্ৰভু।
ই কি দৃশ্য দেখিছো চৌদিশে?
মৰি পৰি আছে যত ৰাঘৱৰ সেনা
প্ৰাণহীন চেতনা বিহীন।
মূৰ্ছিত লক্ষ্মণ—লুণ্ঠিত ৰাঘৱ।
ই কি প্ৰভু পৰীক্ষা তোমাৰ?

**ৰাম—** কোন? মিত্ৰবৰ?
নাগপাশ এৰিলে ৰাক্ষসে
মুৰ্ছিত সকলো; হিতাহিত জ্ঞান শূন্য মই।
বিপদৰ বন্ধু তুমি মোৰ,
কোৱা বীৰবৰ।
কি কৰিলে সৌমিত্ৰিয়ে পাব পৰিত্ৰাণ?

**বিভীষণ—** প্ৰভু।
অন্তৰ্যামী তুমি ভগৱান
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু
তুমি নিজে ৰাম নাৰায়ণ।
জানা তুমি জন্ম মৃত্যু সকলো ৰহস্য।
নকৰিবা ছলনা দাসক
অপৰাধী নকৰিবা মোক।

**ৰাম—** বন্ধু বিভীষণ।
লক্ষ্মণক হেৰুৱাই আজি
ৰামচন্দ্ৰে হেৰুৱালে সন্ধানৰ পথ
চতুৰ্দিশে দেখো অন্ধকাৰ।
কোৱা বন্ধু?
কিবা দৰে লক্ষ্মণৰ হব পৰিত্ৰাণ?

**বিভীষণ—** নাগপাশে বান্ধিছে যেতিয়া
লোৱা প্ৰভু গৰুড়ৰ নাম
গৰুড়ৰ নাম ললে
মুক্ত হব নাগপাশ
ধ্বংস হব ৰাক্ষসৰ মহা অহঙ্কাৰ।

**ৰাম—** বন্ধুবৰ
অন্ধ আজি ৰামচন্দ্ৰ
তুমি মাথোঁ অন্ধৰ সহায়।
যিবা পথ দিছা দেখুৱাই
সেই পথে ৰামচন্দ্ৰ যাব আগবাঢি।
গৰুড়! গৰুড়।

(মৃদু বাদ্য বাজিবলৈ ধৰে। ৰঙ্গমঞ্চৰ ওপৰেদি ৰামধেনুৰ সাতোটি ৰং এটি এটিকৈ বাগৰি যাবলৈ ধৰে। ৰাম লক্ষ্মণৰ হাতৰ পৰা নাগপাশ মুকলি হয়। ৰামৰ মুখত হাঁহি বিৰিঙি উঠে। বহুকাল টোপনি যোৱাৰ পিছত সাৰ পাই উঠাৰ দৰে লক্ষ্মণ উঠে। আনন্দত আকাশ পাতাল মুখৰিত হয়।)

**লক্ষ্মণ—** দাদা। দাদা।
(সুগ্ৰীৱৰ প্ৰৱেশ)

**সুগ্ৰীৱ—** প্ৰভু। প্ৰভু।
(ৰামৰ কাষত আঠু লয়)

**ৰাম—** লক্ষ্মণ। বন্ধুবৰ সুগ্ৰীৱ সুজন।
দুজনক পাইছো দুনাই
ধন্য ৰাম, ধন্য হ'ল আজি তোৰ মানৱী জনম।
(দুয়োকে সাৱটি লয়)
আঁৰ—কাপোৰ

# ৪ৰ্থ অঙ্ক

## ১ম দৃশ্য

### লঙ্কাৰ প্ৰাসাদৰ সন্মুখৰ উদ্যান

(চিন্তান্বিত হৈ ৰাৱণ সোমাই আহে, পিছে পিছে ইন্দ্ৰজিৎ।)

**ইন্দ্ৰজিৎ—** পিতা।

নাজানো কি মায়াৰ বলেৰে
বাৰে বাৰে পৰাজিত হৈ—
ভিক্ষাৰী ৰাঘৱে আজি
জননী লঙ্কাৰ মোৰ সাধে অপকাৰ।
সিদিনা মাথোন নিজে এৰি নাগপাশ
ধৰাশায়ী কৰিলো ৰামক
মৃত্যুদণ্ড দিলো লক্ষ্মণক
কিন্তু নাজানো কিৰূপে
ৰাক্ষসৰ মহাশত্ৰু শ্ৰীৰাম লক্ষ্মণ
মুক্ত হ'ল নাগপাশ বান্ধোনৰ পৰা

ৰাৱণ- ইন্দ্ৰজিৎ
লঙ্কাৰ বুকুতে
শেষ হব মায়া ৰাঘৱৰ।
সজোৱা তুৰন্তে ৰথ—
শুনোৱা আদেশ মোৰ ৰক্ষ বাহিনীক
লঙ্কাৰ অৰাতি সেই ৰাঘৱৰে আজি
লঙ্কেশ্বৰে কৰিব সমৰ।
ইন্দ্ৰজিৎ—নহয়—নহয় পিতা
ইন্দ্ৰজিৎ থাকোতে জীয়াই
কেতিয়াও সেই কাৰ্য নহব সম্ভৱ।

ৰাৱণ— ইন্দ্ৰজিৎ
বিশ্বৰ দলিত এই ৰাক্ষস ৰাৱণে
দেখুৱাব ৰাঘৱক নিজ পৰাক্ৰম।
হ'ব পাৰে ৰাক্ষস ৰাৱণ
হ'ব পাৰে অনাচাৰী এই দশানন
সেই বুলি লঙ্কেশ্বৰ নহয় দুৰ্বল।

ইন্দ্ৰজিৎ— বুজিছো সকলো পিতা
ভুগিছা কি কঠোৰ যন্ত্ৰনা
অপৰাধী দাসৰ কাৰণে।
কিন্তু পিতা—
দুদিনৰ বাবে মোক দিয়া অৱসৰ
লঙ্কাৰ গুপ্ত মন্দিৰত
পূজা কৰি দেব হুতাশন
দেৱতাৰ পূণ্য দান
আগ্নেয়াস্ত্ৰ কৰোঁগৈ নিৰ্মাণ।
তাৰ পিছে দাবানল জ্বলিব ভীষণ
ধ্বংস হব ভিক্ষাৰী ৰাঘৱ
ধ্বংস হব অৰাতি লঙ্কাৰ।

ৰাৱণ— ইন্দ্ৰজিৎ—
লঙ্কেশ্বৰে কৰিছে আদেশ
তোৰ এই অগ্নি পূজা হ'ক আৰম্ভণ।
হ'ব লাগে অৰাতি নিধন
হ'ব লাগে বিশ্বজয়ী ৰাক্ষস ৰাৱণ
যা পুত্ৰ। এই পূজা কৰ আয়োজন।

ইন্দ্ৰজিৎ--- পিতা। আহো তেন্তে মই—

ৰাৱণ— যা পুত্ৰ। যা শীঘ্ৰে- - -
অগ্নি পূজা কৰ আয়োজন।
(প্ৰণাম কৰি ইন্দ্ৰজিৎৰ প্ৰস্থান)
নুবুজে জগতে আজি
কিনো মন্ত্ৰ বুকুত সাৱটি
ৰাক্ষস ৰাৱণে—
কৰে এই ৰণ আয়োজন।
জগতৰ মহা ভক্তগণ
শুনা এই ৰাক্ষসৰ বাণী
কৰা যদি মুক্তিৰ কামনা
শত্ৰুৰূপে ভাবা ভগবান
তেতিয়াহে দেৱতাৰ পাবা দৰ্শন।
দ্বাৰৰক্ষী!
(দ্বাৰৰক্ষী আহি প্ৰণাম কৰি থিয় হয়)
(দ্বাৰৰক্ষী প্ৰস্থান)

মাল্যৱন্ত- (ভিতৰত কপা মাতেৰে) লঙ্কেশ্বৰ!
লঙ্কেশ্বৰ

ৰাৱণ- - কোন সেয়া—
দুৱাৰত কৰে আৰ্তনাদ?

দ্বাৰৰক্ষী- (ভিতৰৰ পৰা) মাতামহ মাল্যৱন্ত,
পাব খোজে ৰাজ দৰশন।

ৰাৱণ-- লঙ্কেশ্বৰে দিছে অনুমতি
মাতামহ মাল্যৱন্ত আহিছে কিহেতু।
(মাল্যৱন্তৰ প্ৰৱেশ)

মাল্যৱন্ত— লঙ্কেশ্বৰ, লঙ্কেশ্বৰ।

ৰাৱণ— মাতামহ।
কোৱা বাৰু কিনো সমাচাৰ?
ৰাৱণৰ মাতামহ তুমি
পূজনীয় সমগ্ৰ লঙ্কাৰ
কিয় আজি ইমান চঞ্চল?

মাল্যৱন্ত- লঙ্কেশ্বৰ
লঙ্কাৰ সন্তান মই
বৰ ভাল পাওঁ মোৰ জননী লঙ্কাক।
কিন্তু লঙ্কেশ্বৰ
জননী বিপন্না আজি
ম্ৰিয়মান লঙ্কাৰ সন্তান
সেই হেতু মাল্যৱন্ত—ইমান বিহ্বল।

ৰাৱণ— কোনে কয় বিপন্ন জননী?
বেৰি আছে লঙ্কাপুৰী ৰক্ষ বাহিনীয়ে

চতুৰ্দিশে অলঙ্ঘ্য দেৱাল
পোৱাল বন্ধোৱা পাৰ
সমুদ্ৰই নিতে যাৰ পখালে চৰণ
যি জনাৰ বুকুত সদায়
ইন্দ্ৰ আদি দেৱগণে বেদমন্ত্ৰ গাই
সেই লঙ্কা—ৰক্ষৰ নিবাস
ৰাৱণৰ স্বৰ্ণ লঙ্কাপুৰী
কোনে কয় বিপন্ন তোমাক?

মাল্যৱন্ত- লঙ্কাৰ দুৰ্ভাগ্য হেতু
বুজিও নুবুজা আজি দেখিও নেদেখা
লঙ্কাৰ অলঙ্ঘ্য বিধিনি।
লঙ্কেশ্বৰ বিজ্ঞ তুমি—
এতিযাও কৰো অনুৰোধ
বন্ধ কৰা এই আয়োজন।

ৰাৱণ- মাতামহ!
নকৰিবা তেনে অনুৰোধ
ত্ৰিভুৱন জয়ী এই ৰজা লঙ্কেশ্বৰ
বনবাসী ৰাঘৱৰে কৰিলে মিত্ৰতা
উচ্চ শিৰ তুচ্ছ হব মোৰ।
মাতামহ
ৰাৱণক নকৰা বাৰণ
মৃত্যু ভয় নাই ৰাৱণৰ
জয় কিম্বা পৰাজয় লাগে ৰাৱণক।

মাল্যৱন্ত— লঙ্কেশ্বৰ!
হব পাৰে ভিক্ষাৰী ৰাঘৱ
হব পাৰে বনবাসী ৰাম
কিন্তু লঙ্কেশ্বৰ
নহে ৰাম সামান্য মানৱ।
বিষ্ণু অংশে জন্ম সেই শ্ৰীৰাম লক্ষ্মণ
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু।
নকৰা অধৰ্ম আৰু
বন্দিনী সীতাক পুনু ৰাঘৱক কৰা সমৰ্পণ।

ৰাৱণ— নুশুনাবা ৰাক্ষসক শাস্ত্ৰৰ বচণ
ধৰ্মাধৰ্ম যাব ৰসাতলে।
সুসভ্য আৰ্যই আজি কৰে অহঙ্কাৰ
অনাৰ্যৰ বেদ মন্ত্ৰ নাই অধিকাৰ।
তেনেহলে অনাৰ্য ৰাৱণে
কিনো মন্ত্ৰ কৰি উচ্চাৰণ
দেৱতাৰ পূজিব চৰণ?
সেইহেতু মাতামহ—
ৰাৱণৰ এই আয়োজন
নাৰী নিৰ্যাতন নাৰী প্ৰপীড়ন
মহা ধৰ্ম আজি ৰাক্ষসৰ।

মাল্যৱন্ত— আৰ্যৰ দোষৰ বাবে
অপৰাধী নহয় ৰাঘৱ।
সমৰ্পিলে ৰামৰ জানকী
তুষ্ট হব ৰাম নাৰায়ণ
আশীৰ্বাদ কৰিব তোমাক।

ৰাৱণ— স্তব্ধ হোৱা মাতামহ।
সেই বাক্য পুনৰায় কৰি উচ্চাৰণ
নকৰিবা সৃষ্টি এক মহা প্ৰলয়ৰ।
আশীৰ্বাদ! আশীৰ্বাদ!
সুৰাসুৰ নাগ যক্ষ বিজয়ী ৰাৱণে
স—সাগৰা পৃথিবীৰ ৰজা লঙ্কেশ্বৰে
নিজে আজি জগতক কৰে আশীৰ্বাদ।
জগত বৰেণ্য সেই লঙ্কাৰ ৰাৱণে
বনবাসী ৰাঘৱৰ
আশীৰ্বাদ কৰিব গ্ৰহণ?

মাল্যৱন্ত— নহয় অধম ৰজা
পূজা যদি ৰাম নাৰায়ণ।

ৰাৱণ— সঁচাকৈয়ে ৰাম যদি হয় নাৰাযণ
ৰক্ষৰ গৌৰৱ আজি—লঙ্কাৰ সৌভাগ্য
নাৰাযণ পত্নী সেই দেৱী জানকীয়ে
নিজে আজি ৰাৱণৰ কৰিব বন্দনা
লঙ্কাৰ পূজিব চৰণ।
যোৱা—যোৱা মাতামহ
লঙ্কাৰ সন্তান হৈ
ৰাক্ষসৰ মহা উৎসৱত
নকৰিবা ইদৰে বিঘিনি।

মাল্যৱন্ত— লঙ্কাৰ পাপ প্ৰাসাদত
মাল্যৱন্ত নাথাকে দুনাই
নিজে আজি যাব সি আঁতৰি
কিন্তু দুৰ্ভগীয়া তুমি লঙ্কেশ্বৰ
নিচিনিলা তুমি ৰাঘৱক
নুবুজিলা ৰাম নাৰায়ণ।
তোমাৰেই পাপৰ কাৰণে
পাৰ হই অলঙ্ঘ্য পৰ্বত
সাগৰত সেতু বান্ধি শ্ৰীৰাম লক্ষ্মণে
প্ৰবেশিছে লঙ্কাৰ দ্বাৰত।
তাৰেই কাৰণে—
লঙ্কাৰ বুকুত উঠে ৰাক্ষসৰ ঘোৰ আৰ্তনাদ
ঘৰে ঘৰে ৰমণীৰ কৰুণ বিননি
শেষ হ'ল স্বৰ্ণ লঙ্কাপুৰী
শেষ হ'ল ৰক্ষৰ গৌৰৱ।

ৰাৱণ— ৰক্ষৰ নিধন—
ৰাৱণৰ মহাযজ্ঞ হল আৰম্ভণ
ৰাক্ষসৰ আৰ্তনাদ মৰণ কালৰ
সেয়া হব শঙ্খ ঘন্টা বিজয় দুন্দুভি
মঙ্গল উৰুলি ধ্বনি
ৰমণীৰ কৰুণ বিননি
আৰু সেই অনাহুত যজ্ঞৰ দেৱতা
বনবাসী ভিক্ষাৰী ৰামক
তিৰস্কাৰ বেদমন্ত্ৰ কৰি উচ্চাৰণ
হৃদযৰ ৰক্তজবা লঙ্কেশ্বৰে দিব উপহাৰ।
(উত্তেজিত হৈ প্ৰস্থান)

মাল্যবন্ত— দয়াময ৰাম
নিচিনিলে ৰাৱণে তোমাক।
প্ৰভু ! তুমি চন্দ্ৰ, তুমি সূৰ্য্য, তুমি দয়াময়
তুমি মোক্ষ, তুমি কাম্য, এই অধমৰ
দূৰণিৰপৰা আজি
ভক্তিভৰে কৰিছো প্ৰণাম
মুক্তি দিয়া ৰক্ষ জনমৰ
মুক্তি দিয়া জননী লঙ্কাক। (প্ৰস্থান)
(লাহে লাহে ৰাৱণ সোমাই আহিল। পিছে পিছে কালনেমীৰ প্ৰৱেশ)

ৰাৱণ— মাতুল ।
মাতিছিলো ময়েই তোমাক।

কালনেমী— অকস্মাৎ এই নিঃকিনলৈ মনত পৰাৰ কাৰণ কি লঙ্কেশ্বৰ?

ৰাৱণ— ৰাৱণৰ এটি অনুৰোধ
আছে আজি তোমাৰ কাষত।
কোৱা মাতুল—
ৰাখিবানে অনুৰোধ মোৰ?

কালনেমী— (স্বঃ) এইবাৰ বহালে যেন পাইছো। অতি ভক্তি চোৰৰ লক্ষণ। (ফুটাই) ভাগিন লঙ্কেশ্বৰ। এনেদৰে ঘুৰাই-পকাই কোৱাৰনো আৱশ্যক কি? ভপ কৰে কৈ পেলোৱা। আৰু দেখোন তোমাৰ অনুৰোধ নুবুলি আদেশ বুলিলেই হয়। তেতিয়া দুয়োৰে ধৰ্ম ৰক্ষা পৰে।

ৰাৱণ— মাতুল!
ইন্দ্ৰজিৎ বীৰ পুত্ৰে মোৰ
দুদিনৰ বাবে আজি লব অৱসৰ।
সেই হেতু মাতিলো তোমাক
হব লাগে ৰাক্ষসৰ সেনাপতি তুমি।

কালনেমী— (নিজে নিজে) উস । যতে বাঘৰ ভয় ত'তে ৰাতি হয়। ভাল আপদে ধৰিলেহি।

ৰাৱণ— মাতুল নেমাতি থাকিলা কিয়?

কালনেমী—লঙ্কেশ্বৰ নেমাতি থকা নহয়। পিছে মনতে ভাবিছো এই ৰাম লক্ষ্মণ বোলা আপদ দুটাক কোনেও লঙ্কাৰ বাহিৰ কৰি দিব নোৱাৰেনে? অৱশ্যে এইবাৰ কালনেমীয়ে নিশ্চয় কিবা এটা কৰিব। কিন্তু ভাগিন- -এটা কথা।

ৰাৱণ— কি কথা মাতুল?

কালনেমী—লঙ্কাৰ সন্তান, লঙ্কেশ্বৰ ৰাৱণৰ মাতুল কালনেমীয়ে ৰণৰ নামত নামাৰিলেও তিনিটা জাঁপ মাৰে। পিছে আমাৰ দৰে কেৰোণে ধৰা সোতোৰা পৰা ৰাক্ষসৰ সেনাপতি দেখিলে ভিক্ষাৰী ৰাম লক্ষ্মণে ভাবিব লঙ্কেশ্বৰৰ তলি উদং, ভাণ্ডাৰ শূন্য'

ৰাৱণ— তাৰ অৰ্থ মাতুল?

কালনেমী— তাৰ অৰ্থ ৰাঘবে ভাবিব লঙ্কাৰ বুকুত আৰু বীৰ শেষ হৈ আহিছে। সেয়েহে এই পকা—মুৰা হাৰ ওলোৱা কালনেমীক পঠাইছা। সিহঁতেতো নুবুজে কালনেমীৰ শক্তি কিমান।

ৰাৱণ— যুক্তিপুৰ্ণ কথা মাতুলৰ
অৱশ্যেই সেই কাৰ্য নকৰে ৰাৱণে।
কুম্ভকৰ্ণ নিদ্ৰাত মগন-
মেঘনাদে পূজা কৰে দেৱ হুতাশন
কোৱা মাতুল—বিজ্ঞ তুমি
কাক বাৰু সেনাপতি কৰি
পঠিয়াওঁ কালিৰ ৰণত?

কালনেমী—কিয়? লঙ্কাত কিবা ৰাক্ষসৰ শূন্য হৈছে নে? বিভীষণৰ পুত্ৰ তৰণীসেনক ৰণলৈ পঠিওৱা। ৰাক্ষসৰ চালুকীয়া ল'ৰাৰ বীৰত্ব দেখি জটাধাৰী ৰাম লক্ষ্মণ স্তম্ভিত হব নহয়।

ৰাৱণ— উপযুক্ত পাত্ৰকেই পাইছে ৰাৱণে।

দ্বাৰৰক্ষী। (দ্বাৰৰক্ষী আহি অভিনন্দন কৰে।)
কুমাৰ তৰণীসেন । (দ্বাৰৰক্ষী)

কালনেমী—তেন্তে লঙ্কেশ্বৰ। নিঃ কিনক এতিয়া বিদায় দিয়া।

ৰাৱণ— মাতুল তুষ্ট মই বুদ্ধিত তোমাৰ
নাপাহৰে লঙ্কেশ্বৰে তোমাৰ আদৰ।
যোৱা বাৰু—সাদৰেৰে যাচিছো বিদায়।

কালনেমী—হেঃ হেঃ হেঃ। কালনেমীয়ে কেতিয়াবা পাহৰিব পৰা কাম কৰে জানো? হেঃ হেঃ। তেন্তে এতিয়া বিদায় হে লঙ্কেশ্বৰ। (প্ৰস্থন)

ৰাৱণ— নাৰায়ণ।
ৰমণীৰ চকুৰ পানীৰে
বালকৰ হিয়াৰ তেজেৰে
পূজিম তোমাক আজি ৰাক্ষস ৰাৱণে।

চাই লম ভালদৰে আজি
লঙ্কেশ্বৰে কৰা এই মহান—যজ্ঞত
হয় নে নহয় তুষ্ট—ভিক্ষাৰী ৰাঘৱ।
দ্বাৰৰক্ষী—কুমাৰ তৰণীসেন
(তৰণীৰ লৰি প্ৰৱেশ)

তৰণী— লঙ্কেশ্বৰ! লঙ্কেশ্বৰ!
ঢালি দিছো চৰণত
তৰণীৰ ভক্তিৰ শৰাই।

ৰাৱণ— তৰণী। তৰণী!
সৰমাৰ হৃদয়ৰ ধন—কুলৰ প্ৰদীপ
ৰাৱণৰ জযৰ তিলক
লঙ্কেশ্বৰে কৰে আশীৰ্বাদ
ধৰ্মজয়ী হ বাছা তই।

তৰণী— লঙ্কেশ্বৰ!
নিশ্চিন্তে আহিলো মই
কাননৰ দ্বাৰৰক্ষী ৰূপে।
দূতে গৈ জনালে বাতৰি
লঙ্কেশ্বৰে কৰিলে আদেশ
কোৱা—কোৱা লঙ্কেশ্বৰ
কিবা আজ্ঞা তৰণীৰ প্ৰতি?

ৰাৱণ— ৰাৱণৰ এটি অনুৰোধ
তই আজি ৰাখিব লাগিব।

তৰণী— অনুৰোধ? লঙ্কেশ্বৰ।
নকৰিবা অপৰাধী মোক।
অনুৰোধ নহয় ৰাজন—শুনোৱা আদেশ
তোমাৰ আদেশ সেই—বেদ বাক্য দৰে
বিনা বাক্যে এই প্ৰতিবাদে
পালিব সদায় এই লঙ্কাৰ সন্তানে।

ৰাৱণ— তৰণী।
তোৰ দৰে মহাৰত্ন লৈ
ধন্য লঙ্কা—ধন্য লঙ্কেশ্বৰ।
শুন হেৰ প্ৰাণৰ তৰণী
কালিৰ ৰণত—
হব লাগে ৰাক্ষসৰ সেনাপতি তই।

তৰণী— ৰাক্ষসৰ সেনাপতি মই?
ইমান সৌভাগ্য লৈ লঙ্কাৰ বুকুত
তৰণীয়ে ধৰিছে জনম?
ৰাক্ষসৰ সেনাপতি মই
লঙ্কেশ্বৰে নিজে আজি কৰিছে আদেশ।

ৰাৱণ— লঙ্কেশ্বৰে নিজে আজি বৰণৰ মালা
দিছে তোৰ শিৰত পিন্ধাই।
কালি লৈ লঙ্কাৰ ৰণত
ৰাক্ষসৰ সেনাপতি তই।
আৰু শুন হেৰ' প্ৰাণৰ তৰণী
তোৰ এই জযযাত্ৰা হেতু
লঙ্কেশ্বৰে নিজে ৰথ কৰিব ৰচনা।

তৰণী— সৃষ্টিৰ বুকুত থাকি
তাতোকৈ বেছি আৰু নালাগে সৌভাগ্য
লঙ্কেশ্বৰে কৰিছে বৰণ
ৰাক্ষসৰ সেনাপতি মই।
তৰণীৰ জীৱনৰ জয়যাত্ৰা হেতু
লঙ্কেশ্বৰে নিজে ৰথ কৰিব ৰচনা।
অকৃতজ্ঞ নহয তৰণী
শিৰ পাতি ললো মই তোমাৰ আদেশ
কালি লৈ লঙ্কাৰ ৰণত
ৰাঘৱৰ সন্মুখীন হৈ
দেখুৱাম ভিক্ষাৰী ৰামক
অনাৰ্যৰ শক্তিৰ পৰীক্ষা।
ৰাক্ষসৰ সেনাপতি মই
লঙ্কেশ্বৰ। লঙ্কেশ্বৰ। আই—আই।
(বেগে প্ৰস্থান)

ৰাৱণ— কোনে কয় দুখীযা ৰাৱণ
কোনে কয বীৰ শূন্য স্বৰ্ণ লঙ্কাপুৰী।
ৰাৱণৰ আৰাধ্য দেৱতা
এনেদৰে তোমাৰ ভক্তই
কৰে আজি পূজা আয়োজন
তুষ্ট হোৱ—তৃপ্ত হোৱা দেৱ নাৰাযণ।
(সেৱা কৰে)
পট পৰে

## ২ য় দৃশ্য

### কালনেমীৰ ঘৰৰ সন্মুখ

(হাঁহি হাঁহি কালনেমী সোমাই আহে)

কালনেমী—হেঃ হেঃ হেঃ। বোলো চোৰকো মোৰে পায়।
বোলো হেৰা গৃহিণী।
(বজ্ৰনাশাৰ প্ৰৱেশ)

বজ্ৰনাশা— কি হ'ল? লঙ্কেশ্বৰেনো কিয় মাতিছিল?

কালনেমী—হেঃ হেঃ হেঃ। লঙ্কেশ্বৰ কিয় মাতিছিল? হেঃ হেঃ হেঃ।

বজ্ৰনাশা—অ' আই দেখিছা বাৰু? হাঁহি হাঁহি দেখোন সেইফালে বাগৰি পৰিব।

কালনেমী—হেঃ হেঃ হেঃ। তুমিও হাঁহাচোন। হেঃ হেঃ হেঃ

হাঁহাচোন। মোৰে শপত হাঁহাচোন। হেঃ হেঃ হেঃ।

বজ্ৰনাশা—ঔ আই কি কথানো কয়। কাৰণ নোহোৱাকৈ মই এনেযে হাঁহিব পাৰোনে?

কালনেমী—কেলেই লাগিছে কাৰণটো? তুমি মোৰ সহধৰ্মিণী হৈ মোৰ লগত নাহাঁহিলে আন কোনে হাঁহিব।

বজ্ৰনাশা—সহধৰ্মিণী হলো বুলি তেওঁ যি কৰে তাকেই কৰিব লাগিব। মোৰ লগত সেইবোৰ নহব। মই ভালৰ লগত ভাল। বেযাৰ লগত মুখে বেৰৰ মাটি এৰুৱা বিধৰ তিৰোতা। ভালে ভালে কওঁটো কি কওক। মোৰ লগত এনেদৰে চুপতি মাৰি নেথাকিব।

কালনেমী—দেখিছা এতিয়া তেৰেঁই ফেট তুলি উঠেকে খোটেহে আৰু। তোমাৰ লগত আৰু নোৱাৰি দেও। শাস্ত্ৰত কৈছে-

দন্দুৰা তিৰোতা সহিতে বাস
সবংশে হইবো তাৰ বিনাশ।

বজ্ৰনাশা—আপুনি কেলেই মোৰ বংশকে ধৰি আপদ চুচি থাকে। মোৰ বংশই নো আপোনাৰ কি কৰিলে? (কান্দে)

কালনেমী—হেৰা তুমি কান্দিছা? নেকান্দিবা নেকান্দিবা মোৰ শপত নেকান্দিবা। এজনীৰ চকুৰ পানীতে লঙ্কাত এইখন হৈ চৈ লাগি পৰিছে। একেলগে দুজনীৰ চকুপানী পৰিলে গোটেই লঙ্কাই বানপানীত বুৰ গৈ কিবা খপৌ জপৌখন লাগি পৰিব নহয়। নেকান্দিবা।

বজ্ৰনাশা—আপুনি নো কিয় এনেদৰে মিছাকৈযে দোষ ধৰি থাকে? (কান্দে)

কালনেমী—হেৰা, তুমি সঁচাকৈয়ে কান্দিছা? তুমি নেকান্দিবা। তুমি কান্দিলে হলে মযো কান্দিম।

বজ্ৰনাশা—মই কান্দিলো বুলিনো আপুনি কেলেই কান্দিব?

কালনেমী— কিয় নেকান্দিব? মই তোমাৰ সহধৰ্মী। মই তোমাৰ লগত নেকান্দিলে কোনে কান্দিব? হেঃ হেঃ হেঃ।

বজ্ৰনাশা—হেইয়া। কান্দো বুলি দেখোন হাঁহিলেহে?

কালনেমী—কেলেই নেহাঁহিম—তুমিও যে হাঁহিছা।

বজ্ৰনাশা—ক'তা? মইনো আকৌ ক'ত হাঁহিলো।

কালনেমী— ইস্ নাই হঁহা। তোমাৰ চকু দুটাই হাঁহিছে। তোমাৰ নাকটেৱে হাঁহিছে। তোমাৰ চুলিকোছাই হাঁহিছে। হেঃ হেঃ।

বজ্ৰনাশা—বাৰু সেইবোৰ এতিয়া এৰক। কথাটি কি কওক। নহলে মই আকৌ কান্দিম।

কালনেমী—নাকান্দিবা, নাকান্দিবা মোৰ সোণ মই নিশ্চয় কম। নোহোৱা কথাও সাজি সাজি কৰ্ম। লঙ্কেশ্বৰে মোক ৰাক্ষসৰ সেনাপতি পাতিব খুজিছিল, পিছে মই ঠাইতে পুলুকা মাৰি, তৰণীসেনৰ গাত সেই ভাৰ দি সাৰি আহিলো।

বজ্ৰনাশা—তৰণীৰ দৰে চালুকীয়া ল'ৰা ৰাক্ষসৰ সেনাপতি হ'ব?

কালনেমী—নহব কেলেই? সাপৰ কি সৰু বৰ আছে। সেয়েহে তোমাক কোৱা নাছিলো। বোলো ই ৰাজনীতি। তিৰোতাৰ কথা নহয়।

বজ্ৰনাশা—ৰাজনীতি নো কি আমাকো কওকচোন?

কালনেমী—বলা। ভিতৰত বহি সকলো খৰচি মাৰি বুজাই দিওঁগৈ বলা।

বজ্ৰনাশা-- বলক। (দুয়োৱে প্ৰস্থান)

## ৩য় দৃশ্য

**অশোক কানন**

**(সীতা আৰু সৰমা)**

সীতা— সৰমা।
মোৰেই দুৰ্ভাগ্য হেতু
সোণৰ হৰিণা দেখি
নুবুজিলো ৰাক্ষসৰ মাযাৰ ছলনা।
তাৰেই কাৰণে আজি
লঙ্কাৰ বন্দিনী মই
ৰাঘৱৰ প্ৰিয় পত্নী জনক নন্দিনী।

সৰমা— দেৱী!
শুনিলে তোমাৰ এই করুণ কাহিনী
কান্দি উঠে সৰমাৰ প্ৰাণ।
কিন্তু দেৱী
নাই আৰু চিন্তাৰ কাৰণ
তোমাৰ উদ্ধাৰ হেতু
আহিছে নিজেই তেওঁ ৰাম নাৰায়ণ
ৰাঘৱৰ পদধূলি লই
ধন্য হল স্বৰ্ণ লঙ্কাপুৰী
ধন্য হ'ল ৰক্ষৰ জীৱন।

সীতা— সৰমা।
শুনিলে তোমাৰ এই
মউসনা মিঠা কথাবোৰ
পাহৰো নিজেই মই বন্দিনী জনম।
কোৱা বাৰু
যিমান সহিছা তুমি
অভাগিনী সীতাৰ কাৰণে
জনম দুখীনি এই বন্দিনী সীতাই
কিৰূপে কৰিব তাৰ ঋণ পৰিশোধ?

সৰমা— দেৱী!
পূজাৰ বাহিৰে জানকীৰ চৰণ যুগল
নাই আৰু সৰমাৰ আন অভিলাষ।
তাৰেই কাৰণে- - - -
(বিতৰত তৰণীসেন—আই ! আই !)
(বেগেৰে তৰণীৰ প্ৰৱেশ)
তৰণী— আই ! আই।
সৰমা— পুত্ৰ মোৰ ! (সাৱটি ধৰে)
তৰণী— আই! আই।
সৰমা— কচোন কিবা সমাচাৰ?
তৰণী— তোমাৰ সৌভাগ্য আই
ভাগ্যৱান তৰণী তোমাৰ।
শুনা আই। লঙ্কেশ্বৰে কৰিলে আদেশ
কালি লই লঙ্কাৰ ৰণত
ৰাক্ষসৰ সেনাপতি মই।

সৰমা— ৰাক্ষসৰ সেনাপতি তই!
লঙ্কেশ্বৰ কৰিছে আদেশ?
ই কি প্ৰভু পৰীক্ষা তোমাৰ?
তৰণী।
তই মোৰ আচলৰ ধন
এৰি থই অকলাই
অভাগিনী জননীক তোৰ
যাব যদি দুৰ দূৰলই
কিহৰ আশাত বাৰু সৰমাই কটাব জীৱন?
তৰণী— আই।
বীৰৰ গৃহিনী তুমি, বীৰৰ জননী
নোশোভে কদাপি আই
এনে কথা তোমাৰ মুখত।
মিলিছে সৌভাগ্য আজি
কৰা আশীৰ্বদ
যতনাই লওঁ মোৰ জয়ৰ নিৰ্মালি।
সৰমা— তৰণী! পুত্ৰ মোৰ।
তৰণী— আৰু সৌ সন্মুখত
তৰণীৰ জীৱনৰ আৰাধ্য গোসানী
ভক্তি ভৰে যাচিছো প্ৰণাম
দিয়া দেৱী। চেনেহ নিৰ্মালি।
*(সীতাক সেৱা কৰে)*
সীতা— উঠা পুত্ৰ।
আশীৰ্বাদ কৰিছে সীতাই
ধৰ্মজয়ী হোৱা জগতত।
কিন্তু নুবুজো কি দৰে সেই কঠোৰ ৰাৱণে
দয়া মায়া কৰি বিসৰ্জন
লঙ্কাৰ মহাৰত্ন, সৰমাৰ আচলৰ ধন
দিছে দলিয়াই সমুদ্ৰৰ অটল গৰ্ভত,
লঙ্কেশ্বৰ ইমান নিষ্ঠুৰ?
লঙ্কেশ্বৰ ইমান নিৰ্মম?
তৰণী— তেনে কথা নকবা জননী।
লঙ্কেশ্বৰ নহয় নিষ্ঠুৰ—লঙ্কেশ্বৰ নহয়
নিৰ্মম।
জগতৰ পূজনীয় ৰজা লঙ্কেশ্বৰ।
বিজ্ঞ তেওঁ, বিবেচক তেওঁ
তেওঁ নিজে কৰিছে আদেশ
তৰণীয়ে অৱশ্যে পালিব। (সৰমাৰ কাষলৈ গৈ)
শুনোৱা আদেশ আই—
কালি লৈ লঙ্কাৰ ৰণত
ৰাক্ষসৰ সেনাপতি হৈ
দেখুৱাও ৰাঘৱক
তৰণীৰ নিজ বাহুবল।
সৰমা— তৰণী!
বিভীষণ সৰমাৰ আৰাধ্য দেৱতা
নাজাননে কোন সেই ভিক্ষাৰী ৰাঘৱ?
তৰণী— তোমাৰ মুখতে আই শুনিছো সদায়
ৰাঘৱ নিজেই হেনো দেৱ নাৰায়ণ।
আই। ভাল পালোহেঁতেন ৰামক
জননী লঙ্কাৰ যদি
শত্ৰুৰূপে নাহিলেহেঁতেন।
কিন্তু আই
দেৱতাই শত্ৰুৰূপে দিছে দৰশন
পূজাৰীয়ে শত্ৰুৰূপে পূজিব চৰণ।
সৰমা— শত্ৰুৰূপে আহিছে ৰাঘৱ
অৱশ্যে শত্ৰুৰূপে পূজিব লঙ্কাই।
তৰণী— তথাপি তথাপি আই
আজন্মৰ বাসনা পূৰাব
নৱ ঘনশ্যাম মূৰ্তি ৰামক
চালিম নহয় জুৰাই।
দিয়া আই অনুমতি মোক।
সৰমা— ভক্তৰ আগ্ৰহ
ভগবানে ৰাখিব নিশ্চয়।
তৰণী। সৰমাই দিছে অনুমতি।
তৰণী— আই। আই (পদধূলি লয়)
সৰমা— শুন পুত্ৰ
অভাগিনী জননীয়ে তোৰ
দেৱৰ বাঞ্ছিত বস্তু কৰি আহৰণ

স্বদেশৰ ৰক্ষাৰ কাৰণে
দিম তোক যতনেৰে ৰণসজ্জা কৰি
হাঁহিমুখে যাচিম বিদায়।

**তৰণী—** ধন্য, ধন্য আজি তৰণীৰ ৰাক্ষস জনম।
লঙ্কেশ্বৰে নিজে ৰথ কৰিব ৰচনা
জননীয়ে দিব মোক ৰণসজ্জা কৰি
জানকীয়ে ৰবে আশীৰ্বাদ।
আৰু আই
মোৰেই মুক্তিৰ বাবে
পূজনীয় পিতৃ দেৱতাই
নিজে তেওঁ পথ দেখুৱাই
আনি দিব মোৰ সন্মুখত
ৰাক্ষসৰ মহা শত্ৰু—তৰণীৰ মুক্তিদাতা
নৰৰূপী ৰাম নাৰায়ণ।
লঙ্কাৰ আনন্দ আজি
মহানন্দ তৰণীসেনৰ
তুমিও আনন্দ কৰা সৰমা জননী
ৰাক্ষসৰ মুক্তি দিন পালেহি ওচৰ।
(লৰি প্ৰস্থান)

(সীতা আৰু সৰমাই তৰণী যোৱা ফালে থৰ লাগি চাই থাকে)

পট পৰে

## ৪ৰ্থ দৃশ্য

### ৰাঘৱৰ শিবিৰৰ সন্মুখ

**সময়—নিশা**

(ৰঙ্গমঞ্চ প্ৰায় অন্ধকাৰ। টোপনিৰ পৰা উঠি অহা অৱস্থাত বিভীষণ—সন্মুখত তৰণীৰ ছায়া মূৰ্তি ভাহি ভাহি আহে—পিছে পিছে বিভীষণ। ভিতৰত ক্ষীণ সুৰত "হে জয় ৰঘুৰ নন্দন হে " গীত শুনা যায়।)

**বিভীষণ—** তৰণী। তৰণী।
আহ—আহ
পিতাৰৰ কাষ চাপি

**তৰণী—** তৰণী।
(আগে আগে তৰণীৰ ছায়ামূৰ্তি পিছে পিছে বিভীষণ গৈ গৈ অদৃশ্য হ'ল)

**পট পৰিবৰ্তন**

## ৰাঘৱৰ ঘৰৰ কোঠা

(এখন তৃণ শয্যাত ৰাঘৱ শুই আছে—মূৰৰ শিতানত এটি বন্তি জ্বলি আছে। অন্ধকাৰ। কেৱল বন্তিটিৰ নুমাওঁ নুমাওঁ ক্ষীণ পোহৰে ৰাঘৱৰ মুখ মণ্ডল উজ্জ্বল কৰি আছে কাষৰ বেৰত ধনুকাৰ। তৰণীৰ ছায়ামূৰ্তি দেখি বিভীষণ আগৰ দৰে সোমাই আহিল তৰণীৰ মূৰ্তি ৰাঘৱৰ মূৰ্তিৰ লগত মিহলি হৈ যোৱা দেখা গ'ল। বিভীষণে তৰণী—তৰণী বুলি খেদি যাওঁতেই— খুটাত খুন্দা খাই "উস" বুলি চিঞৰি উঠিল।)

**ৰাম—** কোন? কোন?
লক্ষ্মণ—
(উঠি শলিতা বঢ়াই দিয়ে—কক্ষ পোহৰ হ'ল। লক্ষ্মণৰ প্ৰৱেশ)

**লক্ষ্মণ—** ৰাঘৱ! ৰাঘৱ!

**ৰাম —** ই কি? মিত্ৰবৰ?

**বিভীষণ—** প্ৰভু !

**ৰাম—** এই নিশা - - -
নহে মিত্ৰবৰ—কোৱা বাৰু কিবা সমাচাৰ? ই কি? দেখিছো তোমাক কিয় ইমান বিলহু?

**বিভীষণ—** প্ৰভু!

**লক্ষ্মণ—** দাদা।
শেষ হ'ল পৰীক্ষা তোমাৰ
বন্ধুত্বৰ আভৰণ লৈ
দুৰাত্মা ৰাক্ষসে আজি
সত্ৰুতাৰ কৰে আচৰণ।

**বিভীষণ—** ঠাকুৰ লক্ষ্মণ।

**ৰাম—** ক্ষান্ত হোৱা সুমিত্ৰা নন্দন
অপৰাধী নহে বিভীষণ।
শত্ৰুৰূপে অহা নাই মোৰ
মিত্ৰৰূপে আহিছে নিশ্চয়।

**লক্ষ্মণ—** মিত্ৰতা? মিত্ৰতা?
নুবুজো ৰাঘৱ মই
অনাৰ্য ৰাক্ষসে এই
ৰাঘৱৰে সতে আজি
কিনো দৰে কৰিছে মিত্ৰতা।

**ৰাম—** লক্ষ্মণ! লক্ষ্মণ
ক্ষান্ত হোৱা ভাই।
বিভীষণ মহা ভক্ত মোৰ
বিভীষণ মহা মিত্ৰ বিপদ কালৰ।

**লক্ষ্মণ—** নুবুজে লক্ষ্মণে দাদা
ভক্তৰ মহিমা তোমাৰ।
চোৰৰ নিচিনা আহি মাজনিশা এই

প্ৰৱেশিছে শয়ন কক্ষত
তথাপি তথাপি কোৱা তুমি
মহা মিত্ৰ ৰাক্ষস তোমাৰ?
নহুষ— নহয় দাদা।
দিয়া অনুমতি
বাছি লৈ মহা তীক্ষ্ণ বাণ
শেষ কৰো মায়াবী ৰাক্ষস
মিত্ৰতাৰ দিওঁ উপহাৰ।
**বিভীষণ**— তাকে কৰা---তাকে কৰা প্ৰভু।
লক্ষ্মণক শুনোৱা আদেশ
বাছি লৈ মহা তীক্ষ্ণ বাণ
ৰাক্ষসক দিয়ক নিৰ্বাণ।
দিয়া প্ৰভু
সেই শাস্তি দিয়া ৰাক্ষসক।
**ৰাম**— মিত্ৰবৰ
জানো মই মোৰ প্ৰতি চেনেহ তোমাৰ।
নকৰিবা মিছাতে আক্ষেপ
**কোৱা বন্ধু**—কিবা সমাচাৰ?
কিহৰ কাৰণে তুমি ইমান আকুল
কোৱা বাৰু কি লাগে তোমাক?
তোমাৰ অদেয় একো নাই ৰাঘৱৰ।
**বিভীষণ**— অন্তৰ্যামী তুমি ভগৱান
ভালদৰে জানা তুমি
ভক্তই বিষয় বাঞ্ছা নকৰে কদাপি
তথাপি কৰিছো কাকুতি
শাস্তি দিয়া—মুক্তি দিয়া এই অধমক।
**ৰাম**— মিত্ৰবৰ!
**লক্ষ্মণ**— এতিয়াও কৰিছো বাৰণ
ৰাক্ষসক নকৰা বিশ্বাস
মায়া কৰি হৰিলে জানকী
মায়াৰ বলেৰে আজি
ৰাঘৱক গুপ্ত হত্যা কৰি- - - -
**বিভীষণ**— স্তব্ধ হোৱা—স্তব্ধ হোৱা ঠাকুৰ লক্ষ্মণ
তেনে কথা শুনাৰ আগতে
মৃত্যুদণ্ড দিয়া ৰাক্ষসক
**ভগৱান**— ভগৱান
**ভূমিকম্প**—ভূমিকম্প সৃষ্টি কৰা
সৃষ্টি আজি যক ৰসাতলে।
**ৰাম**— লক্ষ্মণ! ক্ষান্ত হোৱা ভাই
মিত্ৰবৰ! বালদৰে বুজিছে ৰাঘৱে
মহামিত্ৰ তুমি ৰাঘৱৰ।
**লক্ষ্মণ**— দাদা! দাদা!

**ৰাম**— লক্ষ্মণ! বুজক জগতে আজি
ভক্ত মোৰ পিতা মাতা
ভক্ত মাথোঁ ৰাঘৱৰ প্ৰাণ।
(বিভীষণক আকোঁৱালি লয়)
**বিভীষণ**— প্ৰভু! প্ৰভু!
আঁৰ—কাপোৰ

# সপ্তম অঙ্ক

## ১ ম দৃশ্য

### লঙ্কাৰ প্ৰাসাদৰ এটি কক্ষ

(সৰমাই তৰণীক ৰণ সজ্জা কৰি দিব ধৰিছে পট উঠাৰ লগে লগে যেন সাজ--পাৰ পিন্ধোৱা শেষ হৈ আহিছে। পট সম্পূৰ্ণ উঠাৰ লগে লগে সৰমাই তৰণীৰ হাতত ধনু, শৰ, তূণ আদি আগ্ৰহেৰে তুলি দিয়ে।)

**তৰণী**— আই!
শেষহ'ল ৰণ সজ্জা মোৰ
লঙ্কেশ্বৰে অপেক্ষিছে শিবিৰ দ্বাৰত
সৈন্যসৱে আছে বাট চাই
দিয়া আই ৰঙেৰে বিদায়
প্ৰৱেশি সমৰ ক্ষেত্ৰ
কৰোঁগৈ অৰাতি নিধন
জননীৰ বঢ়াও সন্মান।
**সৰমা**— পুত্ৰ মোৰ নয়নৰ মণি।
মিলক যাত্ৰাৰ ক্ষণ
হাঁহিমুখে যাচিম বিদায়।
বুজক জগতে আজি
ৰক্ষ নাৰী নহয় অবলা।
বীৰ প্ৰসৱিনী মাতৃ লঙ্কাৰ জীয়ৰী
বুজে নিজে বীৰৰ আদৰ।
**তৰণী**— শুনিলে তোমাৰ আই মৌ সনা বাণী
উত্তেজিত হয় কলেৱৰ
শৰীৰৰ প্ৰতি অঙ্গে প্ৰতি ধমনিতে
তপ্ত ৰক্ত হয় প্ৰবাহিত,
বাঢ়ে আই দুগুণে উৎসাহ।
কোৱা মোক যশস্বিনী গৰৱিনী আই
পাৰিবনে তোমাৰ সন্তানে
মনোবাঞ্ছা কৰিব পূৰণ?
**সৰমা**— তাৰ বাবে সৰমাই দিছে আশীৰ্বাদ

কিন্তু- —কিন্তু পুত্ৰ
ই কি? ই কি বাৰু দেখিছো আগত?
ভ্ৰম হয় দিবা স্বপ্ন যেন
সন্মুখত আহি কোনোবাই
কৈ যায় কাণে কাণে মোৰ
চিঙি দিয়া মায়াৰ বান্ধোন
শেষ হ'ল মায়া জীৱনৰ
নহয়—নহয় পুত্ৰ
তয়ে মাথোঁ সৰমাৰ জীৱনে মৰণ
দুখিনীৰ আচলৰ ধন
নিদিওঁ যাবলৈ আৰু
যতনে ৰাখিম তোক বুকুত সাবটি।

**তৰণী—** আই!
নাভাবিবা অমঙ্গল
সন্তানৰ যাত্ৰাৰ কালত
দিয়া আই ৰঙেৰে বিদায়।

**সৰমা—** নহয়—নহয় সোণ
নকৰিবি তেনে অনুৰোধ
ত্যাগ কৰ ৰণসজ্জা তোৰ
ভিক্ষাৰী বেশেৰে দুয়ো ভিক্ষা পাত্ৰ লৈ
বনে বনে ফুৰিম সদায়
ৰাজ্য সুখ নেলাগে আমাক
থাকক ৰাজত্ব লৈ- ৰজা লঙ্কেশ্বৰ।

**তৰণী—** ত্যাগ কৰি নিজ জন্মভূমি
ক'ত তুমি লভিবা সান্ত্বনা?

**সৰমা—** বল পুত্ৰ! গুচি যাওঁ দূৰ দূৰলৈ
নাই য'ত নাৰী নিৰ্যাতন
নাই য'ত ৰজা দশানন।

**তৰণী—** হব পাৰে নাৰী নিৰ্যাতক
হব পাৰে নাৰী প্ৰপীড়ক
হব পাৰে ৰাক্ষস ৰাৱণ
কিন্তু ৰজা তেওঁ লঙ্কাৰ ঈশ্বৰ
পূজনীয় সমগ্ৰ লঙ্কাৰ।
আই! অপৰাধী নকৰিবা মোক
লঙ্কেশ্বৰে কৰিছে আদেশ
লঙ্কাৰ সন্তানে মই
অৱশ্যেই পালিব লাগিব।

**সৰমা—** ৰাজভক্ত প্ৰজাই সদায়
অৱশ্যেই ৰাজ আজ্ঞা পালিব লাগিব।
কিন্তু যিদিনা ৰজাই নিজে
পাহৰিব প্ৰজাৰ আদৰ
ৰজাৰ আদেশ হব অধৰ্ম প্ৰচাৰ
সিদিনাই ৰাজ্য জুৰি হব হাহাকাৰ।

**তৰণী—** তোমাৰ সন্তানে আই
বিচাৰিছে তাকেই মাথোন
(ভিতৰত—'জয় লঙ্কেশ্বৰ ৰাৱণৰ জয়'।
'জয় ৰক্ষ সেনাপতি তৰণীৰ জয়')

**তৰণী—** সেইয়া- সেইয়া
জয়ধ্বনি কৰে সকলোৱে
পালেহি যাত্ৰাৰ ক্ষণ
অনুমতি দিয়া মোক আই।

**সৰমা—** ছিঙি দিছে সৰমাই মায়াৰ বান্ধোন
যা বাছা আনন্দৰে যাচিছো বিদায়।

**তৰণী—** কৰা আই আশীৰ্বাদ মোক

**সৰমা—** সৰমাই দিছে আশীৰ্বাদ
ধৰ্মজয়ী হোৱা পুত্ৰ মোৰ।
(ৰাৱণৰ প্ৰৱেশ)

**ৰাৱণ—** তৰণী! তৰণী!
পালেহি যাত্ৰাৰ ক্ষণ।

**তৰণী—** লঙ্কেশ্বৰ! লঙ্কেশ্বৰ! (পদধূলি লয়)

**ৰাৱণ—** জয়মালা যাত্ৰাৰ কালত
দিছে তোক লঙ্কেশ্বৰে শিৰত পিন্ধায়।
(মালা পিন্ধাই দিয়ে)

**সৰমা—** লঙ্কেশ্বৰ! তৰণী! তৰণী!

**তৰণী -** আই! আই! (ওচৰলৈ যায়)

**ৰাৱণ—** সৰমা! সৰমা!
অহা নাই ৰজা লঙ্কেশ্বৰ
আহিছে কাষত তোৰ ভিক্ষাৰী ৰাৱণ।
বংশৰ প্ৰদীপ তোৰ হৃদয়ৰ ধন
তৰণীক ভিক্ষা লাগে মোক।

**তৰণী—** চোৱা আই
পূজনীয় লঙ্কেশ্বৰে কৰিছে আদৰ
তুমি মোক দিছা আশীৰ্বাদ
শত্ৰুৰূপে সন্মুখত নিজে ভগৱান
চোৱা ভাবি ৰাক্ষস কুলত
তৰণীৰ দৰে—
কোন আছে মহা ভাগ্যবান?

**সৰমা—** যা সোণ!
সৰমাই দিছে তোক ৰঙেৰে বিদায়।
(তৰণীয়ে পদধূলি লয়, আৰু গালে-মুখে হাত ফুৰাই শিৰত চুমা খাই বিদায় দিয়ে।)

**ৰাৱণ—** দেৱ নাৰায়ণ!
চাই লোৱা সুদূৰৰ পৰা
ৰাক্ষস ৰাৱণে

কিনো দৰে কৰে আজি পূজা আয়োজন,
মাতৃৰ বুকুৰ পৰা
কাটি লৈ চেনেহী সন্তান
দেৱতাক কৰিম অৰ্পণ
ৰাক্ষস ৰাৱণ আজি ইমান ভীষণ
লঙ্কেশ্বৰ ইমান নিষ্ঠুৰ।
(নেপথ্যত "জয় লঙ্কেশ্বৰ ৰাৱণৰ জয়")
নহয়—নহয়
জয় দিয়া সৰমাৰ মোৰ
জয় দিয়া তৰণীৰ মোৰ
ৰাৱণ জয় আজি বহুত দূৰত

**তৰণী—** তৰণী।

**তৰণী—** সাজু আছো পালিব আদেশ।

**ৰাৱণ—** আহ মোৰ প্ৰাণৰ তৰণী।
সৰমা! পাৰ যদি ক্ষমা কৰ মোক।
(তৰণীক বুকুত সুমুৱাই লৈ প্ৰস্থান)

**সৰমা—** তৰণী—তৰণী।
(তৰণী পুনৰ লৰি সোমাই আহে।)

**তৰণী—** আই! আই!

**সৰমা—** নহয়—নহয়
ছিণ্ডি দিছো মায়াৰ বান্ধোন
যা পুত্ৰ পিশাচিনী সৰমাৰ
নাথাকিবি সম্মুখত আৰু।

**তৰণী-** জয় ৰাম শ্ৰীৰাম (প্ৰস্থান)।

**সৰমা-** নহয়—নহয়
ময়ো যাম পুত্ৰৰ লগতে
দেখিম এবাৰ
কিমান নিষ্ঠুৰ সেই
বনবাসী ভিক্ষাৰী ৰাঘৱ। (প্ৰস্থান)

পট উঠিব

## ২য় দৃশ্য

### ৰণক্ষেত্ৰৰ একাংশ

(দুৰণিত ৰাম-ৰাৱণৰ সৈন্যৰ ৰণৰ কোলাহল। ৰণৰ গতি বিধি লক্ষ কৰি লক্ষ্মণ অকলে। লক্ষ্মণৰ মুখত উদ্বিগ্নতাৰ চিন। লাহে লাহে লক্ষ্মণ অস্থিৰ হৈ পৰে।)

**লক্ষ্মণ—** সৌৱা—সৌৱা
ৰাঘৱৰ সৈনা বাহিনীয়ে
চতুৰ্দিশে কৰে পলায়ণ।
ক'ত সেই নল নীল অঙ্গদ কুমাৰ
ক'ত সেই বীৰ হনুমান।
ক'ত সেই কপিৰাজ সুগ্ৰীৱ সুজন?
ভয় নাই ভয় নাই নৰ ও বানৰ
নাই মৰা ৰামানুজ কিঙ্কৰ লক্ষ্মণ
ৰাম নাম কৰি উচ্চাৰণ
আগবাঢ়া সমৰ ক্ষেত্ৰত। (সুগ্ৰীৱ প্ৰৱেশ)

**সুগ্ৰীৱ—** ঠাকুৰ লক্ষ্মণ! লক্ষ্মণ।

**লক্ষ্মণ—** কোন? মিত্ৰবৰ?
ই কি? আজি অঘটন সমৰ ক্ষেত্ৰত?
ৰাঘৱৰ সৈন্য বাহিনীয়ে
ৰণ এৰি কিয় আজি কৰে পলায়ন?
যোৱা— যোৱা বীৰবৰ
শুনোৱা আদেশ সেই কপিসকলক
হব লাগে পুনৰায যুদ্ধ আয়োজন।

**সুগ্ৰীৱ—** ক্ষান্ত হোৱা ঠাকুৰ লক্ষ্মণ
নল নীল জাম্বুবান মূৰ্ছিত ধৰাত
পৰাজিত বীৰ হনুমান
ৰাঘৱৰ সৈন্য বাহিনীয়ে
সমৰত গণিছে প্ৰমাদ।
আচৰিত ৰাক্ষসৰ ৰণৰ কৌশল
বিপৰীত বিধিৰ লিখন।

**লক্ষ্মণ—** বীৰবৰ!
কোন বাৰু সেনাপতি ৰাক্ষসৰ আজি?
আহিছেনে অহঙ্কাৰী বীৰ মেঘনাদ
আহিছেনে নিজ লঙ্কেশ্বৰ?

**সুগ্ৰীৱ—** নহয়—নহয় লক্ষ্মণ
নাই অহা বীৰ মেঘনাদ
অহা নাই ৰজা লঙ্কেশ্বৰ
আহিছে ৰণত আজি
ৰাক্ষস কুমাৰ এক—
ৰাক্ষসৰ সেনাপতি হৈ
নিজে মই নিচিনিলো কোন।

**লক্ষ্মণ—** সুকুমাৰ ৰক্ষৰ বালকে
ৰাঘৱৰ সৈন্য বাহিনীক
কৰে আজি এনে অপমান?

**সুগ্ৰীৱ—** বয়সত বালক হলেও
যুক্তিত বিচক্ষণ
শক্তিত ভীম প্ৰভঞ্জন
ৰাখানে সুগ্ৰীৱে তাৰ ৰণৰ কৌশল।
(ভিতৰত—"জয় লঙ্কেশ্বৰ ৰাৱণৰ জয়"।)

**লক্ষ্মণ—** সেইয়া—সেইয়া

আকাশে বতাহে
ৰাক্ষসৰ জয়ধ্বনি উঠিছ উথলি
শেষ হ'ল ক্ষত্ৰৰ গৌৰৱ।
নহয়—নহয়
কপিৰাজ। যোৱা আগবাঢ়ি
বাধা দিয়া পুনু ৰাক্ষসক।

**সুগ্ৰীৱ—** ঠাকুৰ লক্ষ্মণ! যুদ্ধৰ নামত
কপিৰাজ নহয় কাতৰ
আহিলো আহিলো তেন্তে
ৰণস্থল প্ৰৱেশি পুনৰ
ৰাক্ষসক দিম পুৰস্কাৰ। (প্ৰস্থান)

**লক্ষ্মণ—** অধৰ্মৰ জয়
ই কি কথা প্ৰভু দয়াময়?
এতিয়াও বন্দিনী জানকী
এতিয়াও অসম্পূৰ্ণ ক্ষত্ৰিয়ৰ পণ।
ৰঘুমণি! ৰঘুমণি
উত্তেজিত কৰে মোৰ সৈন্যসকলক
আশীৰ্বাদ কৰা লক্ষ্মণক।
(ভিতৰত--"জয় লঙ্কেশ্বৰ ৰাৱণৰ জয়")
ৰাক্ষসৰ জয়! ৰাক্ষসৰ জয়!
শেষ হ'ল ধৰ্মৰ মহিমা
পৰাজয় আজি ৰাঘৱৰ।
(তৰণীৰ প্ৰৱেশ)

**তৰণী—** ক'ত সেই ৰামচন্দ্ৰ
ক'ত সেই ভিক্ষাৰী লক্ষ্মণ?

**লক্ষ্মণ—** তোন তই অবোধ বালক?
কিয় লাগে ৰাম লক্ষ্মণক?
কচোন কিবা পৰিচয়?

**তৰণী—** পৰিচয়। পৰিচয় অতিকে সহজ
লঙ্কাৰ সন্তান মই
ৰাক্ষসৰ সেনাপতি আজি।

**লক্ষ্মণ—** ৰাক্ষসৰ সেনাপতি তই
আহিছনে মৃত্যুবাঞ্ছা কৰি
লক্ষ্মণৰ সন্মুখত আজি?

**তৰণী—** বীৰবৰ!
স্থিৰ হৈ শুনা সমাচাৰ
ৰাঘৱৰ মহা মিত্ৰ
নল, নীল, জাম্বুবান, অঙ্গদ কুমাৰ
সমৰ ক্ষেত্ৰত আজি
শক্তিহীন চেতনা বিহীন
পৰাজিত বীৰ হনুমান
ধৰাশায়ী বন্ধুবৰ সুগ্ৰীৱ তোমাৰ
শেষ হ'ল মিত্ৰশক্তি আজি
আছা মাথোঁ শ্ৰীৰাম লক্ষ্মণ।

**লক্ষ্মণ—** অনাৰ্য ৰাক্ষস তই
মায়াৰ বলেৰে
পৰাজিত কৰা মোৰ মিত্ৰ শকতিক।
কিন্তু নাভাবিবি দুৰাত্মা ৰাক্ষস
তোৰ সেই মায়াৰ বলেৰে
টলাব পাৰিবি এই—
ৰামানুজ লক্ষ্মণৰ প্ৰাণ।

**তৰণী—** ঠাকুৰ লক্ষ্মণ!
আৰ্যৰ সন্তান তুমি
নকৰিবা মিছা অহঙ্কাৰ
এৰি দিয়া পথ মোৰ
চাই লওঁ এটিবাৰ
ক'ত সেই নৰৰূপী ৰাম নাৰায়ণ
ক'ত সেই ভিক্ষাৰী ৰাঘৱ?

**লক্ষ্মণ-** পাৰ যদি নিজ শকতিৰে
ল' তোৰ পথ উলিয়ায়। (ধনুশৰ জোৰে)

**তৰণী—** বীৰবৰ।
ৰণৰ কাৰণে তৰণীও প্ৰস্তুত সদায়।
(দুয়ো দুই--তিনিবাৰ শৰ নিক্ষেপ কৰে)

**লক্ষ্মণ—** অগ্নিবান এৰিলো ইবাৰ
ৰক্ষা কৰ নিজক দুৰাত্মা।

**তৰণী—** বৰুণ বানেৰে মই কৰো প্ৰতিকাৰ।

**লক্ষ্মণ—** এইবাৰ সৰ্পবাণ এৰিলো লক্ষ্মণে।

**তৰণী—** চূৰ্ণ কৰো সৰ্পবাণ গৰুড় বাণেৰে।

**লক্ষ্মণ—** পাশুপাত বাণ মই এৰিলো এইবাৰ
মৃত্যু তোৰ অনিবাৰ্য মায়াবী ৰাক্ষস।

**তৰণী—** বৈষ্ণৱ বাণেৰে মই কৰো নিবাৰণ।

**লক্ষ্মণ—** ৰঘুমণি —ৰঘুমণি
ৰাক্ষসৰ মায়াৰ বলত
হেৰালে লক্ষ্মণে আজি সকলো শকতি।

**তৰণী—** বীৰবৰ!
জিহ্বকাস্ত্ৰ এৰিলো এইবাৰ
এইবাৰ ৰক্ষা কৰা নিজকে তোমাক।

**লক্ষ্মণ—** ৰঘুমণি! ৰঘুমণি
শেষ হ'ল লক্ষ্মণৰ সকলো গৌৰৱ।

**তৰণী—** এই শকতিৰে তুমি ঠাকুৰ লক্ষ্মণ
আহিছিলা শ্ৰীৰামৰ সেনাপতি হৈ?
বিলুপ্ত চেতনা কিয় সমৰ ক্ষেত্ৰত?
পৰে থাকা এই অৱস্থাতে
তোমাৰ প্ৰাণত মোৰ নাই অভিলাষ

ৰাঘৱৰ পৰাজয় তৰণীৰ উদ্দেশ্য নহয়।
কিন্তু ক'ত সেই ৰামচন্দ্ৰ
ক'ত সেই দয়াময় ৰাম নাৰায়ণ
ক'ত সেই ভিক্ষাৰী ৰাঘৱ?
ৰাম—ৰাম—ৰাম। (প্ৰস্থান)

পট পৰে

## ৩য় দৃশ্য

### ৰামৰ শিবিৰৰ সন্মুখ

(বিভীষণ সোমাই আহে)

**বিভীষণ**— দয়াময় ৰাম।
আৰুনো কিমান দূৰ
ৰাক্ষসৰ মুকুতিৰ দিন?
কাহানি মিলিব বাৰু লঙ্কাৰ বুকুত
ৰাম সীতা দুজনৰ যুগল মুৰুতি।
কাহানিনো শেষ হব
বিভীষণ সৰমাৰ ভকতিৰ পূজা?
জগতৰ যত জন
মোৰ দৰে আছে দুৰ্ভাগীয়া
ৰাম নাম কৰা উচ্চাৰণ
পূজা কৰা ৰাম নাৰাযণ
পাহৰিবা যন্ত্ৰণা প্ৰাণৰ
মুক্তি পাবা লভিবা নিৰ্বান।
(নেপথ্যত তৰণী—ৰাম! ৰাম! ৰাম)
কোন? কোন সেইয়া?
সুদূৰত ৰাম নাম কৰে উচ্চাৰণ?
গোৱা গোৱা মুক্তকণ্ঠে গোৱা সকলোৱে
ৰাম—ৰাম—ৰাম।
(তৰণীৰ বেগে প্ৰৱেশ)

**তৰণী**— ৰাম—ৰাম—ৰাম।

**বিভীষণ**— কোন? তৰণী?

**তৰণী**— প্ৰথমতে পাইছো তোমাক
জন্মদাতা দেৱতাৰ মোৰ
প্ৰণামিছো চৰণ কমল।

**বিভীষণ**— পুত্ৰ! পুত্ৰ! (ধৰিব যায়)

**তৰণী**— নাহিবা দেৱতা মোৰ—থাকা আঁতৰতে।
পুত্ৰৰূপে অহা নাই মই
শত্ৰুৰূপে আহিছো তোমাৰ
শত্ৰুৰূপে কৰা আচৰণ।
কোৱা ক'ত সেই ভিক্ষাৰী ৰাঘৱ
ক'ত সেই জটাধাৰী ৰাম?

**বিভীষণ**—পুত্ৰ! পূজিবিনে ৰাম নাৰাযণ
আহ—আহ পুত্ৰ
নিজে মই বিভীষণে
যতনাই দিম তোক পূজাৰ সম্ভাৰ।

**তৰণী**— অহা নাই তৰণী তোমাৰ
ৰাঘৱৰ পূজা পাত্ৰ লৈ
শত্ৰুৰূপে ৰাঘৱৰ আহিছে তৰণী
ৰাক্ষসৰ সেনাপতি হৈ।

**বিভীষণ**— তেনেদৰে নাহিবি তৰণী
ৰাঘৱৰ সন্মুখত তই।
নেজাননে ত্ৰিজগত পতি সেই ৰাম নাৰায়ণ
অগতিৰ গতি ৰাম অনাথৰ নাথ
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু
সিজনৰ সন্মুখত শত্ৰুৰূপে আহিব যিজন
কেতিযাও তাৰ পুত্ৰ—নাই পৰিত্ৰাণ।
সেই হেতু কৰিছো কাকুতি
পূজা কৰ ৰাম নাৰায়ণ।

**তৰণী**— অনাৰ্যৰ পূজা পিতা
দেৱতাই নকৰে গ্ৰহণ
অনাৰ্যয়ো সেই হেতু নুপূজে দেৱতা।
দিয়া—দিয়া দেখুৱাই
ক'ত সেই দেৱতা তোমাৰ
চাই লওঁ নিজেই এবাৰ
কিমান শকতি ধৰে ৰাম নাৰাযণ
কিমান শকতি ধৰে ভিক্ষাৰী ৰাঘৱে।

**বিভীষণ**— পুত্ৰ! পুত্ৰ!

**তৰণী**— পিতা! পুত্ৰক নকৰা বাৰণ
সঁচাকৈয়ে ৰাম যদি হয় নাৰায়ণ
মৃত্যু হলে ৰামৰ হাতত
তৰণীয়ে পাব স্থান সৌ বৈকুণ্ঠত।

**বিভীষণ**— সঁচা কথা ৰক্ষৰ মুক্তিৰ হেতু
ৰাঘৱৰ এই আয়োজন
সাজ সাজ সৰমা নন্দন
মুক্তি দিন পালেহি ওচৰ
ৰামচন্দ্ৰে নিজে তোৰ
মুক্তি পথ কৰিব নিৰ্দ্ধাৰ
বিভীষণ কৰিব সহায়।
(নেপথ্যত ৰাম—মিত্ৰবৰ, মিত্ৰবৰ।)

**বিভীষণ**— তৰণী! তৰণী!

আহিছে ৰাঘৱ
নৱ ঘ শ্যাম ৰূপ সেই
চাই ল' শেষ বাৰলই। (আঁতৰি যায)
(ৰামৰ প্ৰৱেশ)

ৰাম— মিত্ৰবৰ মিত্ৰবৰ।
তৰণী— (আচৰিত হৈ) ৰামচন্দ্ৰ! ৰামচন্দ্ৰ!
(অতৰ্কিতে হাতযোৰ কৰে)
ৰাম— কোন তই?
দেৱতা, মানৱ কিম্বা গন্ধৰ্ব বালক
সন্মুখত আজি ৰাঘৱৰ।
তৰণী— মানৱ দেৱতা কিম্বা গন্ধৰ্ব কিন্নৰ
একোৱেই নহওঁ ৰাঘৱ
জন্মবলে নহো ভাগ্যবান।
বিশ্বৰ কলঙ্ক মই ৰক্ষৰ কুমাৰ
শত্ৰুৰূপে আহিছো তোমাৰ।
ৰাম— শত্ৰু? শত্ৰু?
তোৰদৰে শতশত্ৰু হ'ক ৰাঘৱৰ।
ক'বাৰু কি লাগে বালক?
তৰণী— ভিক্ষাৰী নহওঁ মই লঙ্কাৰ সন্তান
তথাপি কৰো ভিক্ষা এক
ৰণ, ৰাঘৱেৰে ৰণ ভিক্ষা লাগে আজি মোক।
ৰাম— ৰণ তোৰ সতে ৰণ?
জননীৰ প্ৰাণ শূন্য কৰি নাহিবি ৰণৰ বাবে
ৰণ তৃষ্ণা নকৰ সমূলি
যা যা গুচি ঘৰ লৈ
তোৰ সতে ৰণ বাঞ্ছা নকৰে ৰাঘৱে।
তৰণী— ৰাঘৱ লঙ্কাৰ সন্তান মই
লঙ্কেশ্বৰে কৰিছে আদেশ
ৰাক্ষসৰ সেনাপতি আজি
বীৰপ্ৰাণা জননীয়ে মোৰ
নিজে আজি আপোন ইচ্ছাৰে
দিছে মোক ৰণ সজ্জা কৰি
আনন্দেৰে যাচিছে বিদায়
স্বদেশৰ ৰক্ষাৰ কাৰণে
ৰণ, ৰণ মোৰ পণ ৰঘুমণি।
ৰাম— জানো মই লঙ্কেশ্বৰ অতিকে নিষ্ঠুৰ।
কিন্তু কোন সতে কোন সতে বাৰু
তোৰ দৰে সুকুমাৰ সন্তানক আজি
পাষাণেৰে বান্ধি হিয়া জননীয়ে তোৰ
নিজে আজি ৰণ লৈ দি আগুবাই
এৰি দিছে মৃত্যুৰ মুখত?
তৰণী— সেই কথা ৰাঘৱৰ নহয় বিবেচ্য
শুনা ৰঘুমণি।
তোমাৰেই মিত্ৰ শক্তি
নল,নীল, জাম্বুবান, অঙ্গদ কুমাৰ
ধৰাশায়ী সমৰ ক্ষেত্ৰত
পৰাজিত বীৰ হনুমান
মূৰ্চ্ছিত সুগ্ৰীৱ লক্ষ্মণ
ৰাক্ষসৰ জয় ৰাঘৱৰ পৰাজয় আজি।
ৰাম— পৰাজয়?
তোৰ দৰে শত্ৰুৰ হাতত
ৰাঘৱেও পৰাজয় কৰিছে কামনা
তৰণী— পৰিহাস নকৰিবা মোক
ৰঘুমণি! ৰাক্ষসৰ সেনাপতি মই
নিজে আজি ৰাঘৱৰ সন্মুখত আহি
ৰণ লৈ কৰিছে আহবান।
লঙ্কাৰ সমৰ ক্ষেত্ৰত
অপেক্ষিম শত্ৰুৰূপে তোমাৰ কাৰণে
পাৰা যদি পৰাজয় কৰি ৰাক্ষসক
জানকীক কৰিবা উদ্ধাৰ। (বেগে প্ৰস্থান)
ৰাম— বালক বালক।
কোন আছা? ধৰি অনা সেই বালকক।
(বিভীষণৰ প্ৰৱেশ)
বিভীষণ— প্ৰভু।
ৰাম— মিত্ৰবৰ।
কোন সেই ৰক্ষৰ কুমাৰ?
বিভীষণ— প্ৰভু!
ছিঙি দিছো ৰাক্ষসৰ মায়াৰ বান্ধোন
তথাপি কওঁ শুনা প্ৰভু
লঙ্কাৰ প্ৰদীপ এই ৰক্ষৰ কুমাৰ
মহা জ্ঞাতি এই অধমৰ।
ৰাম— সুন্দৰ বালক
দেখি জাগে মমতা প্ৰাণত।
আহিছে ৰণৰ বাবে
ৰাক্ষসৰ সেনাপতি হৈ।
ইচ্ছা হয় ৰণ এৰি কৰিব চেনেহ
ইচ্ছা হয় দিব আশীৰ্বাদ।
বিভীষণ— আশীৰ্বাদ।
ৰাক্ষসক আশীৰ্বাদ নকৰিবা প্ৰভু।
(সুগ্ৰীৱৰ প্ৰৱেশ)
সুগ্ৰীৱ— ৰঘুমণি! ৰঘুমণি!
ৰাম— কোন? বন্ধুবৰ সুগ্ৰীৱ সুজন

কোৱা মোক ৰণৰ বাতৰি।

**সুগ্ৰীৱ**— প্ৰভু! সমৰত অমঙ্গল আজি
ৰক্ষৰ কুমাৰ এক বয়সত নিচেই বালক
কিন্তু প্ৰভু সমৰত প্ৰচণ্ড বিক্ৰম
প্ৰৱেশিছে সমৰ ক্ষেত্ৰত।
নল, নীল, জাম্বুবান, বীৰ হনুমান
সকলোৱে পৰিছে ভাগৰি
লক্ষ্মণেও গণিছে প্ৰমাদ।

**ৰাম**— সঁচা তেন্তে বালকৰ কথা
ৰাঘৱৰ পৰাজয় আজি?
যোৱা যোৱা বন্ধুবৰ
শুনোৱা আশ্বাস বাণী
ৰাঘৱৰ সৈন্য বাহিনীক
নিজে মই গৈছো পিছতে।

**সুগ্ৰীৱ**— আহা, প্ৰভু
ৰক্ষা কৰা ধৰ্মৰ মহিমা
ৰক্ষা কৰা প্ৰাণ সকলোৰে। (প্ৰস্থান)

**ৰাম**— মিত্ৰবৰ। লই অহা ধনুশৰ মোৰ।
(বিভীষণৰ প্ৰস্থান)
দেখিম এবাৰ
কিমান শকতি ধৰে মায়াবী ৰাক্ষসে।
(বিভীষণে ধনুশৰ আনি দিয়ে, ৰামে লৈ ওলাই যাব খোজে)

**বিভীষণ**— প্ৰভু।

**ৰাম**— কোৱা কিনো বক্তব্য তোমাৰ?

**বিভীষণ**— লোৱা প্ৰভু এই বাণ যাত্ৰাৰ কালত
বিভীষণে দিছে উপহাৰ।

**ৰাম**— বাণ?
ৰাঘৱৰ এই বাণ কিবা প্ৰয়োজন

**বিভীষণ**— আছে প্ৰভু মহা প্ৰয়োজন
মৃত্যু বাণ এযে সেই ৰক্ষ কুমাৰৰ
বিভীষণে কৰিছে হৰণ
লোৱা প্ৰভু মহা অৰ্ঘ্য মোৰ।

**ৰাম**— কুমাৰৰ মৃত্যু বাণ
বিভীষণে কৰিছে অৰ্পণ?

**বিভীষণ**— ব্ৰহ্মাৰ বলত আজি
বলিয়ান ৰক্ষৰ কুমাৰ
নহলে ব্ৰহ্মাস্ত্ৰ এই কুমাৰৰ নহব মৰণ
লোৱা প্ৰভু অধমৰ এই উপহাৰ।
(ভিতৰত "জয় লঙ্কেশ্বৰ ৰাৱণৰ জয়" "জয় ৰক্ষ সেনাপতি তৰণীৰ জয়")

**ৰাম**— মিত্ৰবৰ! মিত্ৰবৰ!
লক্ষ্মণ! লক্ষ্মণ (বাণ লৈ বেগে প্ৰস্থান)

**বিভীষণ**— প্ৰভু! প্ৰভু
পুত্ৰৰ মৃত্যুবাণ
পিতৃ হই তুলি দিছো শত্ৰুৰ হাতত।
তৰণী! তৰণী।
ক্ষমা কৰ এই অধমক।
(কান্দি কান্দি ওলাই গ'ল)
পট উঠিব

## চতুৰ্থ দৃশ্য

### ৰণক্ষেত্ৰ

(লক্ষ্মণ আৰু তৰণীয়ে দুয়ো দুয়োলৈকে শৰ নিক্ষেপ কৰিব লাগিছে। লক্ষ্মণ যেন প্ৰায় ভাগৰি পৰিছে।)

**লক্ষ্মণ**— ৰঘুমণি! ৰঘুমণি।
অতি শক্তিহীন আজি লক্ষ্মণ তোমাৰ
নোৱাৰো যুঁজিব আৰু
ক্ষমা কৰা এই অধমক।

**তৰণী**— লক্ষ্মণ।
বিলুপ্ত চেতনা হৈ আছিলা যেতিয়া
ইচ্ছা কৰা হলে, তৰণীয়ে অৱশ্যেই
প্ৰাণ লব পাৰিলেহেঁতেন,
এতিয়াও সবিনয়ে কৰিছো কাকুতি
মাতি আনা অহঙ্কাৰী সেই ৰাঘৱক।

**লক্ষ্মণ**—ৰাঘৱৰে ৰণ ইচ্ছা তোৰ
লক্ষ্মণ থাকোত জীয়াই
কেতিয়াও নহব পূৰণ।
কৰ ৰণ, এতিয়াও মৰা নাই
ৰামানুজ কিঙ্কৰ লক্ষ্মণ।

**তৰণী**—তেন্তে সেয়ে হব ঠাকুৰ লক্ষ্মণ
ৰণৰ নামত তৰণীও নহয় বিমুখ।
(আকৌ শৰ জোৰে আৰু যুদ্ধ)
(সুগ্ৰীৱৰ প্ৰৱেশ)

**সুগ্ৰীৱ**—লক্ষ্মণ—লক্ষ্মণ
আহিছে ৰাঘৱ নিজে
সকলোৰে ৰক্ষাৰ কাৰণে।

**তৰণী**—আহিছে ৰাঘৱ?
ক'ত, ক'ত সেই নৰৰূপী ৰাম নাৰায়ণ
ক'ত সেই বনবাসী জটাধাৰী ৰাম।
ৰাম—ৰাম—ৰাম।
(ৰামৰ প্ৰৱেশ)

**ৰাম**— লক্ষ্মণ! লক্ষ্মণ!

ই কি মুৰ্তি দেখিছো আগত?
লক্ষ্মণ— দাদা।
সন্মুখত মায়াবী ৰাক্ষস
মহা শত্ৰু ৰাঘৱৰ আজি।
ৰাম— শত্ৰু? লক্ষ্মণ।
নেদেখোতো কোনো শত্ৰু মোৰ।
সন্মুখত থিয় হৈ
ই যে মোৰ মহাপ্ৰভু পৰম বান্ধৱ।
বালক। বালক।
তৰণী— নহওঁ তোমাৰ ভক্ত কদাপি ৰাঘৱ
ভক্ত মই জননী লঙ্কাৰ
পূজ্য মোৰ ৰজা লঙ্কেশ্বৰ।
লক্ষ্মণ— নহয—নহয দাদা
ৰাক্ষসক নকৰা বিশ্বাস
তৰণী— ৰাক্ষসেও সেই আশা নকৰে কদাপি
ৰাঘৱ। সাজু হোৱা ৰণৰ কাৰণে।
ৰাম— ৰণ? তোৰ সতে ৰণ?
ননীৰ পুতলা তই
সুকোমল শৰীৰত তোৰ
কিদৰে কৰিম বাৰু
মোৰ এই শৰ বৰিষণ?
তৰণী— নহলে নহব আজি জানকী উদ্ধাৰ
থাকিব জানকী এই লঙ্কাৰ বুকুতে
ৰাৱণৰ সেৱিব চৰণ
ৰাম— স্তব্ধ হ' অবোধ বালক
বন্ধুবৰ। লক্ষ্মণ
বন্ধ কৰা দুয়ো পথ।
আহ হেৰ' ৰক্ষৰ কুমাৰ
তোৰ আজি ৰণ তৃষ্ণা হেৰাব সমুলি।
তৰণী— তৰণীৰো সেয়ে অভিলাষ।
(অলপ সময় শৰ নিক্ষেপ কৰাৰ পিছত ৰামে ব্ৰহ্মাস্ত্ৰ
সংযোগ কৰে।)
ৰাম— শুন হেৰ' ৰক্ষৰ কুমাৰ
এয়ে তোৰ শেষৰ পৰীক্ষা।
(শৰ এবে তৰণী পৰি যায়।)
তৰণী— শেষ হ'ল তৰণীৰ ৰাক্ষস জনম।
আহা, আহা প্ৰভু দয়াময় ৰাম
তুমি ব্ৰহ্মা, তুমি বিষ্ণু, তুমি মহেশ্বৰ
তুমি সৃষ্টি, তুমি স্থিতি, তোমাতে প্ৰলয়
দীনৰ দয়াল তুমি দয়াময় ৰাম
ৰঘু কুলোদ্ভৱ নৱ দুৰ্বাদল শ্যাম
অন্তিমৰ অনুৰোধ এই অধমৰ
দিয়া স্থান চৰণ তলত।
ৰাম—ৰাম—ৰাম। (মৃত্যু)
ৰাম— চোৱা বন্ধুবৰ—চোৱা ভাই লক্ষ্মণ
শেষ হল ভক্তৰ জীৱন
হাঁহি হাঁহি মাগিলে বিদায়
স্থান পাব বৈকুণ্ঠত গৈ।
(সকলোৱে প্ৰণাম জনালে)
(বিভীষণৰ প্ৰৱেশ)
বিভীষণ— প্ৰভু। প্ৰভু।
ৰাম— মিত্ৰবৰ।
শেষ হ'ল ৰক্ষৰ কুমাৰ
মহা ভক্ত এই ৰাঘৱৰ
বিভীষণ- প্ৰভু। তৰণী—তৰণী।
প্ৰাণসম পুত্ৰধন মোৰ।
(তৰণীৰ শবদেহৰ ওপৰত পৰি কান্দে।)
ৰাম- ই কি মিত্ৰবৰ।
ৰক্ষৰ কুমাৰ এই তোমাৰ সন্তান?

বিভীষণ— প্ৰভু। ক্ষমা কৰা এই অধমক
মুক্তি পালে তৰণীয়ে মোৰ
ৰাক্ষসৰ জনমৰ পৰা
তৰণী—তৰণী। (সৰমাৰ প্ৰৱেশ)
সৰমা— ক'ত? ক'ত মোৰ প্ৰাণৰ তৰণী।
বিভীষণ—(মুৰ দাঙি) কোন? সৰমা?
এইয়া চোৱা
মুক্তি পালে পুত্ৰই আমাৰ
শেষ হল আজি তাৰ ৰাক্ষস জনম।
সৰমা— ই কি নাথ শুনা বাতৰি।
তৰণী -তৰণী। (পৰি যায়)
বিভীষণ- অনিত্য ৰোদন আৰু নকৰা সৰমা।
উঠা দেৱী। পুণ্যবান সন্তান তোমাৰ মহা
মুক্তি পালে আজি ৰামৰ হাতত
সৰমা— তুমি—তুমিয়েনে ৰামচন্দ্ৰ পুত্ৰহন্তা মোৰ?
ৰাম— দেৱী। ৰাঘৱক দিয়া অভিশাপ।
সৰমা— অভিশাপ! অভিশাপ।
বিভীষণ—সৰমা। সৰমা।
ক্ষান্ত হোৱা দেৱী
চোৱা সৌৱা সন্মুখত আজি
আমাৰেই আৰাধ্য দেৱতা
নৰৰূপী ৰাম নাৰায়ণ।
সৰমা— দেৱতা! দেৱতা!
দয়াময় ৰাম।

লোৱা এই দুখিনীৰ ভক্তিৰ প্ৰণাম,
পিতৃ মাতৃ দুয়োজনা পুত্ৰৰ তেজেৰে
কৰিছো তৰ্পণ আজি
তুষ্ট হোৱা তৃপ্ত হোৱা প্ৰভু। (সেৱা কৰে)

বিভীষণ—তৰণী—তৰণী
মৃত্যুতো নহয় তোৰ
মুক্তি মুক্তি
মুক্তি যজ্ঞ আজি তোৰ হল সমাপন।
ভাৰতে দিলেহি ধালি পূত হোমানল
লঙ্কাই যাচিছে তাৰ সমীধ চন্দন
পিতৃয়ে কৰিলে নিজে পুত্ৰৰ তৰ্পণ
তৰণী। তৰণী।
সোণ মোৰ চকু মেলি চা
যিজনৰ মোহন মুৰতি
চিৰদিন কৰিছিলি ধ্যান
সেই শত্ৰু দেৱতা ৰাঘৱে
হৃষ্ট চিত্তে পূজা তোৰ কৰিছে গ্ৰহণ।
(শৰদেহ ৰামৰ ভৰিত পেলাই দিয়ে)

ৰাম— উঠা দেৱী সৰমা
উঠা মোৰ ভক্ত বিভীষণ
চোৱা সৌৱা
মহা ভক্ত তৰণীয়ে মোৰ
পালেগৈ বৈকুণ্ঠত স্থান।
আৰু শুনা মোৰ ভৱিষ্যত বাণী
তৰণীৰ আত্মদান
বিভীষণ সৰমাৰ ভক্তিৰ আখ্যান
থাকে মানে চন্দ্ৰ দিবাকৰ
জগতত থাকিব উজ্বলি
(হাত তুলি আশীৰ্বাদ কৰে। বিভীষণ সৰমাই হাতযোৰ কৰি প্ৰণাম কৰে, শঙ্খ ঘন্টা বাজে, পুষ্প বৃষ্টি হয় লগে লগে)

# আঁৰ কাপোৰ